# অসমৰ
# বাতৰিকাকত-আলোচনীৰ
# ডেৰশ বছৰীয়া ইতিহাস

# অসমৰ
# বাতৰিকাকত-আলোচনীৰ
# ডেৰশ বছৰীয়া ইতিহাস

মুখ্য সম্পাদক

চন্দ্ৰপ্ৰসাদ শইকীয়া

অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া

জয়ন্তী উদ্‌যাপন সমিতি

# ASAMAR BĀTARI KĀKAT-ĀLOCANĪR ḌERSA BACHARĪYĀ ITIHĀS

A History of One Hundred and Fifty Years of Newspapers and Literary Magazines of Assam (1846-1996) : Edited by Shri Chandra Prasad Saikia & published by Shri Profulla Chandra Borua, General Secretary, Celebration Committee of 150 Years of Newspapers in Assam. Printed at Tribune Press, Guwahati - 781003.
Price : Rs 350.00 (Three hundred fifty only.)

প্ৰথম প্ৰকাশ ঃ মাৰ্চ, ১৯৯৮

প্ৰকাশক ঃ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা
প্ৰধান সম্পাদক
অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদযাপন সমিতি

মূল্য ঃ তিনিশ পঞ্চাশ টকা

মুদ্ৰক ঃ ট্ৰিবিউন প্ৰেছ
গুৱাহাটী - ৭৮১০০৩



অসমৰ বাৰ্তাৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদযাপন সমিতিৰ দ্বাৰা প্ৰণীত অসমৰ বাৰ্তাৰিকাকত-আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস গ্ৰন্থখনি প্ৰকাশৰ খৰচ বহন কৰা কমলকুমাৰী ন্যাসৰ পৰিচালন ন্যাসৰক্ষী হিচাপে মই এই মূল্যবান গ্ৰন্থৰ প্ৰকাশৰ সৈতে জড়িত হ'বলৈ পাই গৌৰৱবোধ কৰিছো। মোৰ স্বৰ্গীয়া মাতৃ কমলকুমাৰী বৰুৱাৰ পৱিত্ৰ স্মৃতিত স্থাপিত কমলকুমাৰী ন্যাসে অসমৰ সমাজ জীৱনলৈ কিছু বৰঙণি আগবঢোৱাৰ লক্ষ্য লৈ বিভিন্ন আঁচনি গ্ৰহণ কৰিছে। অসমৰ বাৰ্তাৰিকাকত-আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস প্ৰণয়নৰ ক্ষেত্ৰত আগবঢ়োৱা আৰ্থিক বৰঙণি এনেবোৰ আঁচনিৰে অন্যতম। মোৰ প্ৰয়াত পিতৃ ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই আজিৰ পৰা ৬০ বছৰৰ পূৰ্বে অসমীয়া ভাষাত প্ৰথমখন বাতৰিকাকত প্ৰকাশ কৰাটো আমাৰ বাবে নিতান্তই আন এক গৌৰৱৰ কথা।

অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিৰ মহৎ প্ৰচেষ্টা ফলৱতী হওক।

মহাত্মা গান্ধী পথ
যোৰহাট - ১
৫ মাৰ্চ, ১৯৯৮

আন্তৰিক শ্ৰদ্ধা আৰু
শুভ কামনাৰে
হেমেন্দ্ৰ প্ৰসাদ বৰুৱা

# অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিৰ সাধাৰণ সম্পাদকৰ দু-আষাৰ

অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী পালন কৰিবলৈ লোৱা সিদ্ধান্তৰ পটভূমিৰ বিষয়ে চমুকৈ উল্লেখ কৰাৰ প্ৰয়োজন অনুভৱ কৰিছো। অসমৰ বাতৰিকাকত আৰু সাংবাদিকতাৰ বিকাশ আৰু মূল্যায়নৰ ক্ষেত্ৰত থকা কেইটিমান বিশেষ অভাৱ পূৰণ কৰাৰ প্ৰয়োজনীয়তাৰ কথা কেইজনমান সাংবাদিকে চিন্তা কৰোতে, তাৰ বাবে সাংবাদিকসকলৰ এটা শক্তিশালী সংগঠন আৰু এক উপলক্ষ্যৰ কথা তেখেতসকলৰ মনলৈ আহিল। উপলক্ষ্য ৰূপে বাছি লোৱা হ'ল অসমৰ প্ৰথমখন সম্বাদ-পত্ৰ 'অৰুনোদই' প্ৰকাশৰ ইংৰাজী বছৰ আৰু মাহক ভিত্তি কৰি ডেৰশ বছৰ। সংগঠনৰূপে গঢ়ি তোলাৰ বাবে ভবা হ'ল ৰাজ্যখনৰ সকলো ভাষাৰ আৰু সকলো শ্ৰেণীৰ সাংবাদিকক (সম্পাদক, পূৰ্ণকালীন আৰু অংশকালীন সকলো) সামৰি লোৱা এটা সংগঠন। ১৯৯২ চনৰ ১১ মে'ত প্ৰকাশিত এখনি চমু প্ৰেছ বিজ্ঞপ্তিয়েই প্ৰকৃততে জয়ন্তী অনুষ্ঠানটোৰ আধাৰশিলা স্থাপন কৰে।

এই বিজ্ঞপ্তিখন আছিল এখন গোহাৰি যিখনৰ যোগেদি গুৱাহাটীৰ সাংবাদিকসকলৰ এখন সভা আহ্বান কৰা হৈছিল ১৯৯২ চনৰ ১৭ মে'ত ডেৰশ বছৰীয়া জয়ন্তী পালন কৰাৰ বিষয়ে আলোচনা কৰিবলৈ। গোহাৰিখনত চহী কৰিছিল গুৱাহাটীৰ পৰা প্ৰকাশিত চাৰিখন দৈনিক কাকতৰ সম্পাদকে। সেইসকল আছিল ঃ 'আজিৰ অসম'ৰ শ্ৰীৰাধিকামোহন ভাগৱতী, 'নতুন দৈনিক'ৰ শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া, 'দৈনিক অসম'ৰ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু 'আছাম ট্ৰিবিউন'ৰ শ্ৰীনৰেন্দ্ৰ নাথ ডেকা। গুৱাহাটীৰ সাংবাদিকৰ সেই সভাই প্ৰস্তাৱিত জয়ন্তী পালনৰ প্ৰতি পূৰ্ণ সমৰ্থন জনাই এই সন্দৰ্ভত ৰাজ্যিক ভিত্তিত সাংবাদিকসকলৰ এখন সভা পাতি বিষয়টো আলোচনা কৰাৰ পোষকতা কৰে। সেই মৰ্মে ১৯৯২ চনৰ ২১ জুনত গুৱাহাটীৰ লক্ষীৰাম বৰুৱা সদনত অসমৰ সাংবাদিকসকলৰ এখন সভা বহে। সেই সভাতেই অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিখন গঠন কৰি সমিতিখনৰ কাম-কাজ নিৰ্দ্ধাৰিণ কৰি দিয়া হয়। সভাই নিৰ্বাচিত কৰি দিয়া সমিতিৰ মূল বিষয়ববীয়াকেইজন হ'ল ঃ সভাপতি শ্ৰীৰাধিকামোহন ভাগৱতী, কাৰ্যকৰী সভাপতি শ্ৰীধীৰেন্দ্ৰ নাথ বেজবৰুৱা; উপ-সভাপতি শ্ৰীঅমিত কুমাৰ নাগ, শ্ৰীনৰেন্দ্ৰ নাথ ডেকা আৰু পৰাগ দাস (পৰৱৰ্তী কালত পৰাগ দাসৰ ঠাইত শ্ৰীযদু কাকতিক লোৱা হয়), সাধাৰণ সম্পাদক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা, যুটীয়া সম্পাদক শ্ৰীপ্ৰেমধৰ শৰ্মা আৰু শ্ৰীসতীশ চৌধুৰী আৰু কোষাধ্যক্ষ শ্ৰীজি এল আগৰৱালা (পৰৱৰ্তী কালত শ্ৰীআগৰৱালাই এই দায়িত্ব এৰাত কাৰ্যকৰী সভাপতি শ্ৰীবেজবৰুৱাকে কোষাধ্যক্ষৰ দায়িত্ব পালন কৰিবলৈ দিয়া হয়।)

সভাই জয়ন্তী পালনৰ যিবোৰ কাৰ্যসূচী গ্ৰহণ কৰে তাৰ ভিতৰত উল্লেখযোগ্য হ'ল এখন ইতিহাস প্ৰণয়নৰ আঁচনি। সিদ্ধান্তটো আছিল এইদৰে ঃ "অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উপলক্ষে অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰৰ ইতিহাস এখন প্ৰণয়ন কৰা হ'ব (বাতৰিকাকত বোলোতে আলোচনীও অন্তৰ্ভুক্ত হ'ব)।" লগতে এই সিদ্ধান্ত লোৱা হয়, "গ্ৰন্থখন প্ৰণয়ন কৰা হ'ব অসমীয়া ভাষাত। পুঁজিৰ ব্যৱস্থা কৰিব পাৰিলে এই গ্ৰন্থখন প্ৰথমে ইংৰাজী আৰু পৰৱৰ্তী পৰ্যায়ত আন ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰা হ'ব।"

এই সিদ্ধান্ত ৰূপায়িত কৰিবলৈ অৰ্থাৎ গ্ৰন্থখন প্ৰণয়ন কৰিবলৈ ১৯৯২ চনৰ জুলাই মাহত শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াক মুখ্য সম্পাদক আৰু শ্ৰীদেৱকুমাৰ বৰাক সম্পাদক-আহ্বায়কৰূপে নিৰ্বাচিত কৰা হয়। লগতে এখন উপ-সমিতিও গঠন কৰি দিয়া হয়। উপ-সমিতিৰ সদস্যসকল হ'ল ঃ সৰ্বশ্ৰী অৰবিন্দ মজুমদাৰ, প্ৰদীপ বৰুৱা, কমল গগৈ, ফণী তালুকদাৰ, তিলক হাজৰিকা, কনকসেন ডেকা, ত্ৰৈলোক্য নাথ শৰ্মা, যদু কাকতি, বীৰেন বৰকটকী, ডঃ ভগীৰথ কলিতা, পৰেশ পাঠক আৰু চিনু বসুমতাৰী।

অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিয়ে এই মূল্যবান গ্ৰন্থখন ৰাইজৰ হাতত তুলি দিবলৈ পাই ধন্য মানিছে। বিশিষ্ট অসমীয়া উদ্যোগপতি শ্ৰীহেমেন্দ্ৰ প্ৰসাদ বৰুৱাই গ্ৰন্থখন প্ৰকাশৰ সমস্ত ব্যয় বহন কৰিবলৈ মান্তি হোৱা বাবে আমি তেখেতৰ বদান্যতাৰ শলাগ ললো। 'নামে-কামে' প্ৰথমখন অসমীয়া দৈনিক 'দৈনিক বাতৰি' প্ৰতিষ্ঠা কৰি তেখেতৰ পিতৃ প্ৰযাত শিৱপ্ৰসাদ বৰুৱাই যে অসমীয়া বাতৰিকাকতৰ বুৰঞ্জীলৈ এক অমূল্য বৰঙণি আগবঢ়াই থৈ গৈছে, সেই কথা আমি এইখিনিতে সশ্ৰদ্ধাৰে স্মৰণ কৰি ক'ব খোজো যে এই গ্ৰন্থখন প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰি শ্ৰীবৰুৱাই তেখেতৰ পিতৃয়ে অসমৰ বাতৰিকাকতৰ জগতখনলৈ আগবঢ়োৱা বৰঙণি অধিক সুদৃঢ় কৰি নিজকে সুযোগ্য পুত্ৰৰূপে পৰিচয় দিলে।

এই গ্ৰন্থখন প্ৰকাশৰ আঁচনি ৰূপায়ণ কৰাত গ্ৰন্থখনৰ মুখ্য সম্পাদক শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াৰ ত্যাগ আৰু শ্ৰমৰ বাবে উদ্‌যাপন সমিতি তেখেতৰ ওচৰত কৃতজ্ঞ।

যিসকল সদাশয় ব্যক্তিৰ সহায়-সহযোগত এই গ্ৰন্থখন প্ৰকাশ কৰাটো সম্ভৱপৰ হৈ উঠিল, সেই সকলৰ নামৰ তালিকাখন যথেষ্ট দীঘল হ'ব পাৰে বাবে কাৰো নাম উল্লেখ নকৰি তেখেতসকলৰ প্ৰতিজনলৈকে উদ্‌যাপন সমিতিৰ তৰফৰ পৰা আন্তৰিক ধন্যবাদ জনালো।

**প্ৰফুল্ল চন্দ্ৰ বৰুৱা**
সাধাৰণ সম্পাদক
অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদযাপন সমিতি

# কৃতজ্ঞতাৰ শৰাই

অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিয়ে জয়ন্তী উদ্‌যাপনৰ অৰ্থে লোৱা কাৰ্যসূচীৰ ভিতৰত অসমৰ বাতৰিকাকত আৰু আলোচনীৰ ডেৰশ বছৰীয়া এখন ইতিহাস প্ৰণয়নৰ সিদ্ধান্ত লোৱা হৈছিল। উক্ত প্ৰস্তাৱমৰ্মে কেন্দ্ৰীয় উদ্‌যাপন সমিতিয়ে উপ-সমিতি এখন গঠন কৰি দিছিল। উপ-সমিতিখনৰ ওপৰতে গ্ৰন্থ সম্পাদনা আৰু ব্যৱস্থাপনাৰ দায়িত্ব ন্যস্ত কৰা হৈছিল। কেন্দ্ৰীয় সমিতিয়ে শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াক মুখ্য সম্পাদক আৰু আমাক আহ্বায়ক তথা সম্পাদকৰূপে লৈ সমিতিখন গঠন কৰি দিছিল। এই সমিতিৰ প্ৰথমখন বৈঠক বহে ১৯৯২ চনৰ ২৬ জুলাইত গুৱাহাটী প্ৰেছ ক্লাবত। মুখ্য সম্পাদক শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াৰ সভাপতিত্বত বহা প্ৰথম বৈঠকত প্ৰস্তাৱিত ইতিহাস প্ৰণয়ন প্ৰকল্পৰ বিভিন্ন দিশ বিতংভাৱে আলোচনা কৰা হয়। এই বৈঠকতে মুখ্য সম্পাদকক গ্ৰন্থ সম্পৰ্কে এখন আৰ্হিপত্ৰ যুগুত কৰিবলৈ দায়িত্ব অৰ্পণ কৰা হয়।

অসমৰ বাতৰিকাকতৰ ইতিহাস মানে অসমৰ মানুহৰ ইতিহাস। এই বিষয়ে লিখিবলৈ ওলোৱা ইতিহাসে অসমৰ মানুহৰ আৰ্থ-সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক পৰিৱেশ-পৰিস্থিতিৰ প্ৰতিফলনেৰে অসমৰ জনজীৱনৰ ক্ৰমবিবৰ্তন তথা ৰাইজ আৰু শাসকৰ মাজৰ বিভিন্ন ঐতিহাসিক ঘটনাপ্ৰবাহক নিৰপেক্ষভাৱে পৰ্যালোচনা কৰা এখন তথ্যসমৃদ্ধ বুৰঞ্জী হ'ব লাগিব বুলি সভাই সিদ্ধান্ত লৈছিল। ইয়াৰ পিচত দ্বিতীয়খন সভা বহে ১৯৯৩ চনৰ ন জানুৱাৰীত। এই সভাতে মুখ্য সম্পাদকে যুগুতাই উলিওৱা আৰ্হিপত্ৰখন, প্ৰবন্ধসমূহৰ বিষয়বস্তু আৰু লেখকসকলৰ নামত অনুমোদন জনোৱা হয়। ইয়াৰ পিচত ১৯৯৪ চনৰ দুই ফেব্ৰুৱাৰীত আন এখন বৈঠক বহে। এই বৈঠকতে এখন খচৰা বাজেটত অনুমোদন জনায়। মুখ্য সম্পাদক শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই কৈছিল যে প্ৰস্তাৱিত গ্ৰন্থখনত ডেৰশ বছৰৰ সংবাদ-পত্ৰৰ লগতে যথেষ্ট সংখ্যক সাহিত্য-আলোচনীৰ কথাও থাকিব। গতিকে এই গ্ৰন্থখনৰ নাম 'অসমৰ বাতৰিকাকত-আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস' বুলিলেহে বেছি খাপ খাব। সমিতিয়ে এই নামকে গ্ৰহণ কৰাৰ সিদ্ধান্ত লয়। অসমীয়া আৰু ইংৰাজী দুযোটা ভাষাতে গ্ৰন্থখন প্ৰকাশ কৰিবলৈ ইতিমধ্যে কেন্দ্ৰীয় উদ্‌যাপন সমিতিয়ে সিদ্ধান্ত লৈযেই থৈছিল।

গ্ৰন্থখনৰ বাস্তৱৰূপ দিয়াত যিসকলে আমাক বিভিন্ন প্ৰকাৰে সহায় কৰিলে সকলোলৈকে আন্তৰিক কৃতজ্ঞতাৰ শৰাই আগবঢ়ালোঁ।

**দেৱকুমাৰ বৰা**
আহ্বায়ক / সম্পাদক

# ভূমিকা

## এক

সাংবাদিকতাৰ লক্ষ্য হ'ল মানুহৰ সমস্যাৰ বিষয়ে মানুহৰে ধাৰণা গাঢ কৰা। মানুহ কোনো এক নিৰ্জন দ্বীপৰ দৰে সুদূৰ আৰু নিঃসঙ্গ নহয়। মানুহে নিজৰ কথা, নিজৰ নিকটাত্মীয় অথবা সম্প্ৰদায়ৰ কথা জানিয়েই ক্ষান্ত নেথাকে। মানুহক জানিবলৈ লাগে অন্য মানুহৰ কথা, নিজৰ ৰাজ্যৰ, নিজৰ দেশৰ মানুহৰ কথা আৰু নিজৰ দেশৰ ভৌগোলিক সীমা অতিক্ৰমি বিশাল বিশ্বৰ মানুহৰ কথা। মানুহে মানুহৰ কথা জনাৰ বাসনাৰ মাজতে বাতৰিকাকতৰ প্ৰয়োজনীয়তা সুপ্ত হৈ আছিল। সংবাদ-পত্ৰৰ জন্ম স্থানিক হ'লেও, তাৰ প্ৰকৃতি বিশ্বজনীন। বহল দৃষ্টিৰে ক'ব পাৰি, বাতৰিকাকতে মানুহৰ মনত সমগ্ৰ বিশ্বকে স্থাপন কৰে।

প্ৰাচীন ৰোমত দৈনন্দিন ঘটনা প্ৰচাৰেও এক প্ৰকাৰৰ বাতৰিকাকতৰ দায়িত্ব বহন কৰিছিল। যুদ্ধৰ সংক্ষিপ্ত বাতৰি, অগ্নিকাণ্ড, নিৰ্বাচন আদিৰ বাৰ্তাৰি সেই তাহানি কালতে প্ৰচাৰিত হৈছিল। সেইবোৰ সংগ্ৰহ আৰু সম্পাদনা কৰিছিল ৰাজকীয় বিষয়াই আৰু ৰাজহুৱা স্থানত সেইবোৰ বাতৰি আঁৰি দিয়া হৈছিল। ভাৰতৰ সম্ৰাট অশোকৰ শিলালিপিবোৰেও মানুহৰ মঙ্গল-বাৰ্তা বহন কৰিছিল, সেইবোৰকো প্ৰাচীন সংবাদসেৱাৰ প্ৰতীক অথবা আৰ্হিৰূপে গ্ৰহণ কৰিব পাৰি। মোগল ৰাজত্বৰ কালত প্ৰণালীবদ্ধভাৱে সংবাদ সংগ্ৰহৰ প্ৰথা প্ৰচলিত হৈছিল। সেই বাতৰি সংগ্ৰহৰ দাযিত্ব দিয়া হৈছিল তিনি শ্ৰেণীৰ লোকক ঃ প্ৰথম শ্ৰেণীয়ে ঘটনা দেখি-শুনি বাদশ্বাহক বাতৰি দিছিল, দ্বিতীয় শ্ৰেণীয়ে বাদশ্বাহসকলৰ জীৱনৰ কাহিনী লিপিবদ্ধ কৰিছিল আৰু তৃতীয় শ্ৰেণীয়ে বাদশ্বাহক গোপন বাতৰি জনাইছিল।

মোগল ৰাজত্ব কালত সেই বিশাল সাম্ৰাজ্যৰ বা-বতৰা সংগ্ৰহক আধুনিক যুগৰ সাংবাদিকতাৰ সুদূৰ আৰম্ভণি বুলি ক'ব পাৰি। আনহাতে, হাতে লিখা চিঠিৰ আকাৰৰ সংবাদৰ প্ৰচলন ভাৰতত খ্ৰীষ্টজন্মৰ তিনিশ বছৰৰ পূৰ্বতে আছিল বুলি প্ৰখ্যাত চীনা পৰিব্ৰাজক মেগাস্থিনিছৰ টোকাত পোৱা যায়। আমাৰ অসমৰ প্ৰথম আহোম ৰজা স্বৰ্গদেউ চুকাফাই অসম প্ৰবেশ কৰি বিষয়া-কৰ্মচাৰীক তেওঁলোকে যিটো দেখে আৰু শুনে তাক লিখি থ'বলৈ নিৰ্দেশ দিছিল। সেয়েই হ'ল অসম বুৰঞ্জীৰ আৰম্ভণী অধ্যায় আৰু তাৰ মাজতে আধুনিক অসমৰ বাতৰিকাকতৰ বীজ ৰোপিত আছিল।

প্ৰাচীনকালত নিজৰ স্মৃতিশক্তিৰ ওপৰত মানুহৰ বিশ্বাস আছিল অসামান্য। মানুহৰ সংস্কৃতি-সম্পদ একালত মানুহৰে মুখে মুখে প্ৰচাৰিত হৈছিল বুলি ক'ব পাৰি। এখন বিশাল দেশৰ একসংখ্যক মানুহৰ জীৱন-কাহিনী, সাধুকথা, কিম্বদন্তী, লোকাচাৰ মানুহৰ মুখে মুখে সমগ্ৰ দেশত বিয়পি পৰিছিল। লোকসংস্কৃতিৰ সেই মুখে মুখে প্ৰচাৰিত কাহিনীৰ পৰাই একালৰ মহাকাব্যিক ৰচনাৰ সৃষ্টি হৈছিল বুলি বহলভাৱে ক'ব পাৰি। আৰ্যসকল ভাৰতত প্ৰবেশ কৰাৰ পূৰ্বতে তেওঁলোকৰ কোনো লিপিবদ্ধ কাহিনী নাছিল বুলি কথিত আছে। তেওঁলোকৰ স্মৃতিশক্তি আৰু আবৃত্তি কৰাৰ ক্ষমতা ইমান প্ৰচণ্ড আছিল যে তেওঁলোকৰ অজস্ৰ শ্লোকৰাশি লিখিত ৰূপ নোপোৱাকৈয়ে মুখে মুখে বিশাল ৰূপত বিস্তৃত হৈছিল। ভাৰতত প্ৰবেশ কৰি আৰ্যসকলে যেতিয়া লক্ষ্য কৰিলে যে অনাৰ্যৰ সংস্পৰ্শত তেওঁলোকৰ শ্লোক-সংস্কৃতি বিকৃত হ'ব পাৰে, তেতিয়া তেওঁলোকে সেই শ্লোক-সংস্কৃতি প্ৰথমবাৰৰ বাবে লিপিবদ্ধ কৰিলে। তাৰ স্বাভাৱিক পৰিণতিতে সৃষ্টি হ'ল বেদৰ।

মহাভাৰত আৰু ৰামায়ণৰ ক্ষেত্ৰতো প্ৰায় একে কথাই ক'ব পাৰি। মহাভাৰত আৰু ৰামায়ণৰ বিশাল ঘটনাৰাশি এদিন সমগ্ৰ দেশব্যাপী মানুহৰ জীৱন, প্ৰকৃতি, কিম্বদন্তী, সাধুকথাৰ লগত একাকাৰ হৈ আছিল। এজন অথবা একাধিক মহাপ্ৰাণ ব্যক্তিয়ে সেই সমস্ত সমলৰাশিৰ পৰা মহাকাব্যৰ বাবে যিখিনি অপৰিহাৰ্য সেইখিনিৰে

মহাকাব্য ৰচনা কৰিলে। মহাভাৰতৰ প্ৰথমতে এই কথা স্পষ্ট হৈ আছে যে সেই মহাকাব্যত যিখিনি কাহিনী আছে সেইখিনি অন্যত বিচাৰি পোৱা যাব, কিন্তু তাত যিখিনি নাই সেইখিনি আন ক'তো বিচাৰি পোৱা নাযাব। ৰামায়ণৰ ক্ষেত্ৰত কোৱা সেই কথাষাৰ যে ৰাম নৌ ওপজোতেই ৰামায়ণ ৰচিত হৈছিল তাৰো সূত্ৰ সেই একেটাই।

মানুহৰ বাতৰি মানুহকে দিয়াৰ প্ৰচেষ্টাতে আৰম্ভ হোৱা বাতৰিকাকত এদিন এক পৰম শক্তিশালী মাধ্যমৰূপে প্ৰতিষ্ঠিত হ'ল। চৰকাৰ, সংসদ আৰু আদালত : এই তিনিটা গণতন্ত্ৰৰ সৌধৰ লগত বাতৰিকাকতে নিজৰ ক্ষমতা আৰু মৰ্যাদা প্ৰতিষ্ঠা কৰি ল'লে। যুদ্ধ, সন্ত্ৰাস, অনেক চৰকাৰৰ নিৰ্মম শাসন, ক্ষমতাত থকাসকলৰ দুৰ্নীতি, মূল্যবোধহীনতা আদিৰ বিৰুদ্ধে সদা-জাগ্ৰত বাতৰিকাকত বৰ্তমান পৃথিৱীৰ এক তুলনাহীন বিশাল শক্তি।

মধ্যযুগৰ পৰা আধুনিক যুগলৈ মানুহৰ বিবৰ্তনৰ লগত ছপাশালৰ সম্পৰ্ক নিবিড়। সেই বিবৰ্তন-কাহিনীৰ খচৰা প্ৰথমতে বাতৰিকাকতৰ পৃষ্ঠাতে নিৰ্মিত হয়। আশ্চৰ্যৰ কথা, ১৯০০ চনত চীনৰ কান্‌চু প্ৰদেশত আবিষ্কাৰ হোৱা এখন পুস্তিকা ৮৬৮ চনৰ এঘাৰ মে'ত ছপা হৈছিল বুলি লিখা আছে। সেইখনেই পৃথিৱীৰ আটাইতকৈ প্ৰাচীন ছপাগ্ৰন্থৰূপে পৰিগণিত হৈছে। 'নিগেটিভ ৰিলিফ'ৰ পৰা ছপা কাৰ্য সম্পন্ন কৰাৰ ঘটনা ঘটিছিল চীন দেশত ৫৯৪ চনতে আৰু তাৰ পৰাই সেই ছপা-সংস্কৃতি বিয়পি পৰে পশ্চিমীয়া দেশলৈ। প্ৰকৃততে চীনতে ছপাৰ টাইপ আৰু কাগজৰ সৃষ্টি হয়। আনহাতে যুৰোপত টাইপৰ দ্বাৰা ছপাৰ কাম আৰম্ভ হয় পোন্ধৰ শতিকাতহে। জাৰ্মানীৰ জোহান গুটেনবাৰ্গ ইউৰোপৰ সৰ্বপ্ৰথম ছপাশালৰ আবিষ্কাৰক বুলি স্বীকৃত হৈছে। উইলিয়াম কেক্সটনে ১৪৭৬ চনত বৃটেইনত ছপাশাল প্ৰতিষ্ঠা কৰে, যদিও সেই দেশৰ সৰ্বপ্ৰথম বাতৰিকাকত 'ৰেৰ'জ ৰৰচেষ্টাৰ জাৰ্ণাল' প্ৰকাশিত হয় ১৬৯০ চনতহে।

আজিৰ সংবাদপত্ৰৰ দৰে প্ৰথম পৰ্যায়ত বিভিন্ন ধৰণৰ সানমিহলি বিষয়-বস্তু সংবাদপত্ৰত নাছিল। মাত্ৰ কোনো এক বিশেষ ঘটনা লৈ সংবাদপত্ৰত তাৰ বিৱৰণী প্ৰকাশ কৰা হৈছিল। ইয়াৰ শিৰোনামাতে সমস্ত ঘটনাৰ কথা সংক্ষেপে জনাই দিয়া হৈছিল। দ্বিতীয় পৰ্যায়ত সেই বাতৰিবোৰ শৃঙ্খলাবদ্ধভাৱে ধাৰাবাহিকভাৱে প্ৰকাশিত হয়। তৃতীয় পৰ্যায়ত কোনো ঘটনাৰ গুৰুত্ব উপলব্ধি কৰি নিৰ্ধাৰিত সময় নোহোৱাকৈ সংবাদ প্ৰকাশিত হৈছিল। চতুৰ্থ পৰ্যায়ত বাতৰি প্ৰকাশ পাইছিল পত্ৰিকাৰ আকাৰত।

ছপাকাৰ্যৰ সকলো আহিলাপাতি ভাৰতলৈ ১৫৫০ চন মানতে আমদানি হয় যদিও, ১৫৫৭ চনলৈকে এই দেশত ছপা কাৰ্য আৰম্ভ হোৱা নাছিল। ভাৰতত ছপাশালৰ আৰম্ভণিৰ বিষয়ে এক আমোদজনক কাহিনী আছে। ভাৰতত ছপাশাল প্ৰতিষ্ঠা কৰে সেইসকল বৃটিছে, যিসকলে নানান কাৰণত ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনৰ তীব্ৰ বিৰোধিতা কৰিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে শাসন সম্পৰ্কীয় অনেক কথা ইংলণ্ডৰ শাসকৰ পৰা গোপনে ৰাখিছিল বাবেই শাসনৰ লগত সম্পৰ্ক নথকা একসংখ্যাক বৃটিছে কোম্পানীৰ শাসনক তীব্ৰভাৱে আক্ৰমণ কৰিছিল। সেই এক সংখ্যক বৃটিছেই বাতৰিকাকত প্ৰকাশত উদ্যোগী হয়। তাৰ ভিতৰত দুই-চাৰিজন ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়াও আছিল। ১৭৬৬ চনত ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰাক্তন বিষয়া উইলিয়াম বল্টছ নামৰ এজন ওলন্দাজে কলিকতাৰ কাউন্সিল হাউছৰ দুৱাৰত এখন ন'টিচ আৰি দিছিল। তেওঁৰ উদ্দেশ্য, তেওঁ এখন বাতৰিকাকত প্ৰতিষ্ঠা কৰিব। কোম্পানীৰ কৰ্তাসকল ত্ৰাসিত হ'ল, কাৰণ সেই কাকতৰ দ্বাৰা তেওঁলোকৰ অজস্ৰ কলঙ্কিত কাহিনী প্ৰকাশিত নোহোৱাকৈ নাথাকিব। তেওঁক তুৰন্তে ভাৰতৰ পৰা বহিষ্কাৰ কৰা হ'ল। তেওঁৰ বহিষ্কাৰৰ লগতে ভাৰতত বাতৰিকাকতৰ আৰম্ভণি ব্যাহত হ'ল।

১৭৭৮ চনত জেমছ্ অগষ্টাছ হিকীয়ে কলিকতাত প্ৰথম ছপাশাল প্ৰতিষ্ঠা কৰে। সেই প্ৰেছৰ পৰাই ভাৰতৰ সৰ্বপ্ৰথম বাতৰিকাকত প্ৰকাশিত হয় ১৭৮০ চনৰ ২৯ জানুৱাৰীত। নাম— "Bengal Gazette" বা "Calcutta General Advertiser"। এই কাকত মাত্ৰ আছিল দুই পৃষ্ঠাৰ। প্ৰতিটো পৃষ্ঠা বাৰ ইঞ্চি দীঘল আৰু আঠ ইঞ্চি বহল। প্ৰতি পৃষ্ঠাত আছিল মাত্ৰ তিনিটা কলম। এই গেজেটত প্ৰকাশিত হৈছিল ব্যক্তিৰ ব্যক্তিগত কাহিনী, ইংৰাজী বাতৰিকাকতৰ সাৰাংশ, স্থানীয় আৰু জিলাৰ সংবাদদাতাৰ বাতৰি। কাকতখনত প্ৰকাশিত হৈছিল যথেষ্ট সংখ্যক বিজ্ঞাপন। কাকতখনৰ আদৰ্শবাণী (motto) আছিল : "কাৰো দ্বাৰা প্ৰভাৱিত নোহোৱা, সকলোলৈকে মুকলি এখন ৰাজনৈতিক আৰু বাণিজ্যিক বিষয়ৰ সাপ্তাহিক কাকত।" ("A weekly political and commercial paper open to all parties, but influenced by none.")

হিকীৰ সেই কাকতৰ প্ৰতি বিতৃষ্ণাৰ ভাব পোষণ কৰিছিল ইষ্ট ইণ্ডিয়া কোম্পানীয়ে প্ৰথমৰ পৰাই। কাৰণ কাকতখনে কোম্পানীৰ ভালেমান বিষয়াক ব্যক্তিগতভাৱে আক্ৰমণ কৰিছিল। ৱাৰেণ হেষ্টিংছৰ চৰকাৰ কাকতখন বন্ধ কৰিবলৈ বদ্ধপৰিকৰ হ'ল আৰু পৰিণামত কাকতখন ১৭৮২ চনত বন্ধ হয়।

বাতৰিকাকত প্ৰকাশৰ কেৱল আৰম্ভণিহে আছে, তাৰ শেষ নাই। হিকীৰ কাকত বন্ধ হোৱাৰ পিছত ভাৰতত সঘনে কেবাখনো ইংৰাজী ভাষাৰ কাকত প্ৰকাশিত হ'ল। সেইবোৰৰ ভিতৰত প্ৰথম হ'ল Calcutta Gazette (1784)। ১৭৯৮ চনত মাৰ্কুইজ অব ৱেলছ্‌লী গৱৰ্ণৰ জেনেৰেল হৈ ভাৰতলৈ আহিয়েই বাতৰিকাকত প্ৰকাশৰ ক্ষেত্ৰত এইকেইটা বিধি নিৰ্দ্ধাৰণ কৰি দিলে : (১) কাকতখনৰ মুদ্ৰকজনে কাকতৰ তলত নিজৰ নাম প্ৰকাশ কৰিব লাগিব; (২) কাকতৰ সম্পাদক আৰু স্বত্বাধিকাৰীয়ে নিজৰ নাম আৰু ঠিকনা চৰকাৰৰ সচিবক জনাব লাগিব, (৩) দেওবাৰে কোনো কাকত প্ৰকাশ হ'ব নোৱাৰিব, (৪) চৰকাৰৰ সচিবে পৰিদৰ্শন নকৰা পৰ্যন্ত কোনো কাকত প্ৰকাশ কৰিব নোৱাৰিব। ওপৰৰ বিধি ভঙ্গ কৰাৰ শাস্তি হ'ল : সেই ব্যক্তি বা ব্যক্তিসকলক ততালিকে য়ুৰোপলৈ জাহাজেৰে পঠিয়াই দিয়া হ'ব। ভাৰতত বাতৰিকাকতৰ স্বাধীনতা খৰ্ব কৰাৰ এয়াই আছিল প্ৰথম প্ৰচেষ্টা। আনকি ইংলণ্ডৰ দৰে স্বাধীন চিন্তাৰ দেশতো দ্বিতীয় চাৰ্লছৰ দিনলৈকে বাতৰিকাকত ৰাজকীয় বাধ্যবাধকতাৰ পৰা মুক্ত হ'ব পৰা নাছিল।

ভাৰতত প্ৰথম ভাৰতীয় ভাষাৰ কাকত প্ৰকাশিত হৈছিল অসমত 'অৰুনোদই'ৰ প্ৰকাশৰ পয়ত্ৰিশ বছৰৰ পূৰ্বতে ১৮১৮ চনত। শ্ৰীৰামপুৰৰ পৰা প্ৰকাশিত এই 'সমাচাৰ দৰ্পণ'ৰ সম্পাদক আছিল এজন মিছনেৰী জে চি মাৰ্চমেন। ৰাজা ৰামমোহন ৰায়ৰ বিখ্যাত সাপ্তাহিক কাকতখন আছিল 'সংবাদ কৌমুদী'। বাংলা ভাষাত প্ৰকাশিত আনবোৰ কাকত হ'ল ঃ সংবাদ তিমিৰ নাশক (১৮২৬); বঙ্গদূত (১৮৩০), সংবাদ প্ৰভাকৰ (১৮৩০), সংবাদ সুধাকৰ (১৮৩১), সংবাদ ৰত্নাকৰ (১৮৩১); অনুবাদিকা (১৮৩১); জ্ঞানেশ্বৰ (১৮৩১), সংবাদ সুৰ ৰাজেন্দ্ৰ; পূৰ্ণচন্দ্ৰোদয় (১৮৩৫); ভাস্কৰ (১৮৩৭) আৰু ৰসৰাজ (১৮৩৮)।

সেইবোৰ বঙলা ভাষাৰ কাকতৰ প্ৰকাশলৈ লক্ষ্য কৰিলে এই কথা স্পষ্ট হয় যে অসমত অৰুনোদইৰ আৱিৰ্ভাৱ কোনো এক সুদূৰ নিঃসঙ্গ ঘটনা নহয়। অৰুনোদই বাৰ্তালোচনীক সেই কাকতবোৰৰে এক সহজাত সংযোজন বুলি ক'ব পাৰি।

ঊনৈশ শতিকাৰ শেষৰ আৰু স্বাধীনতা লাভ কৰাৰ দিনলৈকে ভাৰতৰ বেছি সংখ্যক বাতৰিকাকতৰ, বিশেষকৈ দেশৰ বিভিন্ন ভাষাৰ কাকতৰ, মূল সুৰটো আছিল বৃটিছ শাসনৰ বিৰুদ্ধে দেশবাসীক জাগ্ৰত কৰা। সেই মহৎ উদ্দেশ্যেৰেই বহুত কাকতৰ সৃষ্টি হয়। প্ৰকৃততে কেবাখনো প্ৰখ্যাত কাকতৰ জন্ম হৈছিল দেশৰ স্বাধীনতাৰ বাণী জনসাধাৰণৰ মাজত বিয়পাই দিবৰ বাবে। স্বাধীনতা আন্দোলনত ভাৰতীয় ভাষাৰ কাকতৰ ভূমিকা অভূতপূৰ্বঃ সেই কাকতবোৰ স্বাধীনতা আন্দোলনৰ এক অবিচ্ছেদ্য সম্পদ। মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু আদি মহাপ্ৰাণ ব্যক্তিসকলে বাতৰিকাকত সম্পাদনা কৰাটো এক মহত্বপূৰ্ণ ঘটনা।

## দুই

বাতৰিকাকতৰ পাততে যোৱা ডেৰ শতিকাৰ অসমীয়া জাতিৰ ইতিহাসৰ প্ৰথম খচৰা তৈয়াৰ হৈছে বুলি অতিৰঞ্জনৰ আশংকা নোহোৱাকৈ ক'ব পাৰি। বাতৰিকাকতৰ অজস্ৰ বাতৰিৰ মাজৰ পৰাই অসমৰ ইতিহাসে লাহে লাহে গঢ় লৈছে। সেই দৃষ্টিৰ পৰা অসমৰ ডেৰশ বছৰীয়া বাতৰিকাকত আৰু আলোচনীৰ ইতিহাস অসমৰ জাতীয় জীৱন আৰু সংস্কৃতিৰ এক আলোকসন্ধানী মহৎ অধ্যায়। এই ডেৰশ বছৰৰ সাংবাদিকতাৰ ইতিহাসৰ লগত অসমৰ সাহিত্য, সংস্কৃতি, কলা, পৰম্পৰা, লোককথা, কিম্বদন্তী আৰু লোকাচাৰ একাকাৰ হৈ আছে। এই কথাও স্পষ্টভাৱে ক'ব পাৰি যে এই ডেৰশ বছৰৰ কাকত-আলোচনীৰ মাজতে অসমৰ মানুহৰ ইতিহাসৰ বিস্তৃত সমলো সিঁচৰতি হৈ আছে।

অসমত একোখন বাতৰিকাকত আৰু আলোচনীৰ নামেৰে সাহিত্যৰ এটা যুগৰ নাম নিৰ্ণীত হয়। যেনে : অৰুনোদই যুগ, জোনাকী যুগ, বাঁহী যুগ, আৱাহন যুগ, জয়ন্তী যুগ, ৰামধেনু যুগ। ভাৰত আৰু বিশালতৰ পৰ্যায়ৰ পৃথিৱীৰ সাহিত্যত কাকত-আলোচনীৰ নামেৰে সাহিত্যৰ এটা যুগৰ নামকৰণ হোৱাৰ ঘটনা দুৰ্লভ। একোজন মহাপ্ৰতাপী শাসক, একোজন অমৰ সাহিত্যিক, নহ'লে একোটা যুগান্তকাৰী ঘটনাৰ নামেৰে আনবোৰ সাহিত্যত

একোটা যুগৰ নাম নিৰ্ণীত হয়। এই ঘটনাৰ দ্বাৰা অসমৰ জাতীয় জীৱনত বাতৰিকাকত আৰু আলোচনীৰ কি সৰ্বব্যাপী প্ৰভাৱ, তাক নিৰ্ণয় কৰিব পাৰি।

ডেৰশ বছৰৰ পূৰ্বতে সুদূৰ আমেৰিকাৰ পৰা এই অসম ৰাজ্যলৈ কেইজনমান মিছনেৰী আহিছিল: বিনা সন্দেহে তেওঁলোকৰ উদ্দেশ্য আছিল খ্ৰীষ্টান ধৰ্মৰ প্ৰচাৰ। কিন্তু সেইটোৱেই তেওঁলোকৰ একমাত্ৰ উদ্দেশ্য অথবা লক্ষ্য হোৱা হ'লে অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ এক সামান্য সংখ্যক লোককো খ্ৰীষ্টান কৰিব নোৱাৰি হতাশ হৈ তেওঁলোক নিজৰ দেশলৈ উভতি গ'লহেঁতেন। মিছনেৰীসকলে প্ৰায় প্ৰথমৰে পৰা, একেবাৰে কাষৰ পৰা, উপলব্ধি কৰিছিল যে মহাপুৰুষ শঙ্কৰদেৱৰ মহান আৰু উদাৰ বৈষ্ণৱ ধৰ্ম, আদৰ্শ আৰু পৰম্পৰাৰে পৰম শক্তিশালী অসমৰ ভৈয়ামত বিদেশী খ্ৰীষ্টধৰ্মৰ বীজ ৰোপণ কৰাটো অসম্ভৱ। এই কথা বাৰে বাৰে উপলব্ধি কৰিও, তেনে এক প্ৰতিকূল পৰিস্থিতিত নিজৰ উদ্দেশ্য সিদ্ধি নহ'ব বুলি জনা সত্ত্বেও, খ্ৰীষ্টান মিছনেৰীসকল দেশলৈ উভতি নগ'ল। বৃটিছ চৰকাৰৰ সহযোগতহে এই ৰাজ্যত খ্ৰীষ্টান ধৰ্মৰ প্ৰচাৰ সম্ভৱ বুলি জানিও এক প্ৰতিবেশী ভাষাৰ সৰ্বনশীয়া প্ৰভাৱৰ পৰা অসমীয়াক ৰক্ষা কৰাৰ তেওঁলোকৰ যি ক্লান্তিহীন প্ৰচেষ্টা, সি এতিয়া কিম্বদন্তীত পৰিণত হৈছে। ভাষাৰ লগত এটা জাতিৰ অস্তিত্ব নিৰ্ভৰ কৰে: সেই তেতিয়াই বৃটিছ শাসকে জাপি দিয়া এক প্ৰতিবেশী ভাষাৰ বিৰুদ্ধে সেই মিছনেৰীসকল দৃঢ়ভাৱে জাগ্ৰত নোহোৱা হ'লে আমাৰ ভাষা-সঙ্কটে ভয়ানক ৰূপ ধাৰণ কৰিলেহেঁতেন। অসমীয়া ভাষাক তাৰ নিজস্ব আসনত বহুৱাবৰ বাবে অসমত বহুত মহাপ্ৰাণ লোকৰ জন্ম হ'লহেঁতেন আৰু সেই উদ্দেশ্যৰে অসমীয়া মানুহো যে জাগ্ৰত হৈ উঠিলহেঁতেন সেই বিষয়ে সন্দেহ নাই। কিন্তু সেই প্ৰথম অৱস্থাতে মিছনেৰীসকলে সেইদৰে নিজকে অসমীয়াৰ স্বাৰ্থত ব্ৰতী নকৰা হ'লে পিছৰ যুগৰ অসমীয়াসকলে সেই ভাষা-যুদ্ধত সহজে জয়লাভ কৰিব নোৱাৰিলেহেঁতেন।

কেৱল খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ মুখপত্ৰ অথবা মাধ্যম হিচাপে মিছনেৰীসকলে অসমৰ এই প্ৰথম বাৰ্তালোচনী অৰুনোদই প্ৰকাশ কৰা হ'লে সেই আলোচনীৰ বৰ্তমান স্থান হ'লহেঁতেন যাদুঘৰৰ কোনো এক অন্ধকাৰ কোঠাত: সেই আলোচনীয়ে অসমীয়া ভাষা-সংস্কৃতি আৰু সাহিত্যৰ ইতিহাসত কোনো কালেই স্থান নেপালেহেঁতেন। অৰুনোদইৰ প্ৰথম সংখ্যাটোলৈ চালেই আমাৰ কথাৰ প্ৰমাণ পোৱা যাব। ধৰ্ম-প্ৰচাৰেই সৰ্বশেষ মাধ্যম হোৱা হ'লে সেই আলোচনীৰ প্ৰথম সংখ্যাতেই তাৰ কাৰ্যসূচী আৰু কৰ্ম-পৰিকল্পনাৰ স্পষ্টভাৱে ব্যাখ্যা থাকিলহেঁতেন। কিন্তু তাৰ প্ৰথম সংখ্যাটোত আমি পাওঁ এনে কিছুমান কথা য'ত অসমত খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰাৰ পৰিকল্পনাৰ কথা প্ৰায় নায়েই। প্ৰথম সংখ্যাৰ আঠ পৃষ্ঠাৰ বিষয়বোৰ হ'ল, "জোৱা বচৰৰ কথা", "হেকলা পৰ্বতৰ তপত জোল ওলোআৰ কথা", "ৰজাৰ মৈদাম খনা" আৰু "কানিৰ বিবৰন।" আঠোটা পৃষ্ঠাৰ এই সংখ্যাৰ ৪১৬টা শাৰীৰ মাত্ৰ ২২ টা শাৰীত "ধৰমৰ কথা বাত্ৰা" নামৰ এটা বিষয় আছে, য'ত দেশ-বিদেশত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ কথা লিপিবদ্ধ হৈছে। যিখন আলোচনীৰ প্ৰথম সংখ্যাতে কেৱল পোৱা যায় দেশ-বিদেশৰ নানান বাৰ্তাৰি, আহোম ৰজাৰ মৈদাম খনাৰ বিচিত্ৰ কাহিনী আৰু কানিয়ে মানুহক কেনেকৈ ধ্বংস কৰে তাৰ কথা, সেই আলোচনী একমাত্ৰ ধৰ্ম-প্ৰচাৰৰ মুখপত্ৰ কেতিয়াও হ'ব নোৱাৰে। অসম . থলুৱা ভাষাৰে অসমীয়া লোকক নানান বিষয়ৰ খবৰ-বাতৰি যোগোৱাই আছিল সেই আলোচনীৰ মূল লক্ষ্য। আজিৰ যুগৰ দৃষ্টিৰে ভালদৰে উপলব্ধি কৰিব নোৱাৰিলেও প্ৰায় ডেৰশ বছৰৰ আগত কানি বৰবিহে আমাৰ জাতিটোৰ জীৱনী-শক্তি নিঃশেষ কৰি আনিছিল। তাৰ বিৰুদ্ধে মানুহক কথা আৰু গীতৰ দ্বাৰা জাগ্ৰত হ'বলৈ আহ্বান জনোৱাৰ অন্তৰালত মানৱীয় গুণৰ বিকাশ ঘটা আমি দেখিবলৈ পাওঁ। কাৰণ, পৰাধীন ৰাজ্যখনৰ দৰিদ্ৰ লোকক ক্ৰমে গ্ৰাস কৰি আনিছিল কানি আৰু ৰাজভয়ে। আমাৰ স্বাধীনতা আন্দোলনৰ কাৰ্যসূচীতো সেই দুটাৰ বিৰুদ্ধে সংগ্ৰাম ঘোষণা আছিল অন্যতম বিষয়।

এই ঐতিহাসিক দৃষ্টিকোণৰ পৰা চালে আমি দৃঢভাৱে ক'ব পাৰো যে বাংলা ভাষাক 'ৰজাৰ ভাষা' বুলি ভবা সেই যুগৰ অসমীয়াৰ মনত মাতৃভাষাৰ প্ৰতি প্ৰবল সচেতনতা সৃষ্টি কৰিলে অৰুনোদই কাকতে। দেশ-বিদেশৰ নানা বাৰ্তাৰে অসমৰ মানুহৰ মনৰ দিগন্ত সেই কাকতে প্ৰসাৰ কৰিলে। আনন্দৰাম ঢেকিয়াল ফুকনৰ ইংলণ্ডৰ বিৱৰণ নামৰ ৰচনা অৰুনোদইৰ ১৮৪৭ চনৰ এপ্ৰিল সংখ্যাত প্ৰকাশিত হৈছিল আৰু তাৰ মাজেদি অসমীয়া লোকে ইংলণ্ডৰ জযজয়-ময়ময় অৱস্থাৰ কথা জানি নিজৰ বৃটিছ-শাসিত দেশৰ দুৰ্দশাৰ স্বৰূপটো উপলব্ধি কৰিব পাৰিছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ'ৰো প্ৰশংসা প্ৰকাশিত হৈছিল সেই কাকতত। অসমীয়া ভাষাৰ বিষয়ে আলোচনাৰ লগতে অসমৰ পুৰণি বুৰঞ্জীৰ কাহিনীও ধাৰাবাহিকৰূপে তাত প্ৰকাশ

পাইছিল। অসমৰ সমাজতাত্ত্বিক দিশটোৰেও গঢ় লৈছিল সেই কাকতত ঃ ভোট, গাৰো, নগা, খামটি, মিচিমি, চিংফৌ, আবৰ, দফলা, মিৰি, অকা আদি অসমৰ বিভিন্ন সম্প্ৰদায়ৰ পৰিচয়মূলক অনেক প্ৰবন্ধ প্ৰকাশিত হৈছিল। বিদেশী সাহিত্যৰ লগতো অৰুনোদইয়ে অসমৰ মানুহক পৰিচয় কৰি দিছিল। জন বিনিয়নৰ 'পিলগ্ৰিম্‌ছ্ প্ৰগ্ৰেছ'ৰ অসমীয়া অনুবাদ 'জাত্ৰিকৰ জাত্ৰা' ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল।

কিন্তু প্ৰতিবেশী ভাষাৰ বিৰুদ্ধে থিয় দিয়া মিছনেৰীসকলৰ থলুৱা অসমীয়া ভাষাৰ প্ৰয়োগ-প্ৰচেষ্টা অসমীয়া মানুহে পিছলৈ কিয় গ্ৰহণ নকৰিলে : "অৰুনোদই"ৰ দন্ত্য "ন" কিয় মূৰ্ধন্য "ণ"ত আৰু "ই" কিয় "য়"ত পৰিণত হ'ল ? মানে, অসমীয়া ভাষাক কিয় পুনৰ সংস্কৃতৰ ওচৰ চপাই অনা হ'ল ? ভাৰতৰ মূল ভাষা-সংস্কৃতিৰ লগত পুনৰ মিলি যোৱাৰ অসমীয়াৰ যি দুৰ্বাৰ আগ্ৰহ, সেইটোহে সেই পুনৰুত্থানৰ মূল কাৰণ বুলি আমাৰ ধাৰণা। অসমত এসময়ত তাৰ মূল ভিত্তি স্থাপন কৰিছিল শ্ৰীশঙ্কৰদেৱেই। শ্ৰীশঙ্কৰদেৱেই পোনপ্ৰথমবাৰৰ বাবে কীৰ্তন-দশম ৰচনা কৰি ভাৰতৰ সেই যুগৰ মূল দৰ্শন আৰু সংস্কৃতিৰ লগত অসমীয়াৰ সম্পৰ্ক নিবিড় কৰিছিল। শ শ বছৰ ধৰি সেই পৰম্পৰা অসমত ইমান শক্তিশালীভাৱে বিদ্যমান যে ভাষাৰ সেই অৱস্থালৈ এই ৰাজ্যৰ লোকক পুনৰ লৈ যাবলৈ বেছি দিনৰ প্ৰয়োজন নহ'ল। তেতিয়াও কীৰ্তন-দশম-নামঘোষাৰ পদ মানুহৰ মুখে মুখে প্ৰচাৰিত : অৰুনোদইৰ একেবাৰে সৰল, থলুৱা, প্ৰায় ব্যাকৰণবৰ্জিত ভাষা স্থায়ী হোৱা হ'লে শ্ৰীশঙ্কৰদেৱৰ তত্ত্বপূৰ্ণ ঘোষা আৰু পদ অসমীয়া মানুহে কালক্ৰমত পাহৰি গ'লহেঁতেন আৰু আমি ভাৰতৰ মূল সাংস্কৃতিক সুঁতিৰ পৰা আঁতৰি আহিলোহেঁতেন।

তেনেকৈয়ে এক বৃহৎ ভূমিকা লৈ অসমৰ প্ৰথম সম্বাদপত্ৰ অৰুনোদয়ে অসমৰ সাংবাদিকতাৰ সুদৃঢ় পথ উন্মুক্ত কৰে। অৰুনোদইৰ ব্যাকৰণবিহীন ভাষাৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনোৱা হেমচন্দ্ৰ বৰুৱাৰ আসাম নিউচে অসমত সাহিত্যৰ এটা যুগৰ সৃষ্টি কৰিব নোৱাৰিলেও সংস্কৃত-পৰম্পৰাৰ পুনৰুত্থান ঘটাই আধুনিক অসমীয়া ভাষাৰ পাতনি মেলিলে। শঙ্কৰদেৱ-মাধৱদেৱ-কথাগুৰু চৰিতৰ শ শ বছৰ বিয়পা মহান বজ্ৰ-বন্ধনীৰ পৰা ওলাই অহাটো অতি কষ্টসাধ্য, কিন্তু ওলাই নাহিলে আধুনিক অসমীয়া সাহিত্যৰ ভিত্তি পৰম শক্তিশালী নহয় আৰু শঙ্কৰদেৱক নামঘৰৰ বাহিৰতো প্ৰতিষ্ঠা কৰিব নোৱাৰিলে সকলো কালৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া সেই শঙ্কৰদেৱকে আধুনিক জীৱনত প্ৰতিষ্ঠা কৰিব নোৱাৰি। সেই মহান লক্ষ্যত উপনীত হ'বৰ বাবে প্ৰতিষ্ঠিত হ'ল জোনাকী আলোচনী। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীয়ে প্ৰতিষ্ঠা কৰা সেই জোনাকী আলোচনী অসমীয়া জীৱনৰ এক যুগান্তকাৰী ঘটনা। এই আলোচনীৰ প্ৰতিষ্ঠা আধুনিক অসমীয়া সাহিত্যৰো জন্মোৎসৱ বুলি অসমীয়া সাহিত্যৰ ইতিহাসত স্বৰ্ণাক্ষৰে লিখা আছে। সেই তিনিজন মহাপ্ৰাণ অসমীয়াই ইংৰাজী ৰোমাণ্টিক কবিতাৰে উদ্বুদ্ধ হৈ সেই ৰোমাণ্টিক চিন্তাক অসমীয়া জাতীয় জীৱন, অসমৰ প্ৰকৃতি, বনগীত, কিম্বদন্তী, সাধুকথাৰ লগত একাকাৰ কৰি অসমীয়া সাহিত্য মহাসমৃদ্ধ কৰিছিল। প্ৰেম-অনুৰাগৰ ছেণ্টিমেণ্ট আৰু লিৰিকেল ভাৱানুভূতি ঃ এইখিনি অসমীয়া কবিয়ে ইংৰাজী ৰোমাণ্টিক কবিতাৰ পৰা আয়ত্ত কৰিলে। বেজবৰুৱাই সাধুকথাৰ বুকুৰ পৰা তুলি আনি আধুনিক গল্পৰ কৰিলে প্ৰাণ প্ৰতিষ্ঠা। চন্দ্ৰকুমাৰে জোনাকীৰ আত্মকথাত এই কথা বিবৃত কৰিলে ঃ "এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ জোনাক সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও যত্নৰ ফিৰিঙ্গতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম।... আমি যুঁজিবলৈ ওলাইছো আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য— দেশৰ উন্নতি, জোনাক।" অসমীয়া জাতীয় জীৱনৰ সুৰে-ভাৱে-ভাষাই-ছন্দই ঝঙ্কৃত হোৱা চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী' নামৰ কবিতাটো পঢ়িবৰ বাবে সমগ্ৰ জাতিটোৱে অৰুনোদইৰ পৰা অৰ্ধশতাব্দী কাল যেন অত্যুগ্ৰ আশাৰে অপেক্ষা কৰিছিল। এক মহৎ উদ্দেশ্যৰ লগত নিজকে ওতপ্ৰোতভাৱে জড়িত নকৰিলে মহত্ত্বৰ সন্ধান পোৱা নাযায়। জোনাকী কাকতে তেনে মহৎ উদ্দেশ্যত নিজক ব্ৰতী কৰি অসমীয়া সাহিত্য জগতকে কেৱল নহয়, অসমীয়া জাতীয় জীৱন আৰু সংস্কৃতিকো স্বৰ্ণমণ্ডিত ৰূপ দিলে।

লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ বাঁহীত সাধুকথাৰ পৰা তুলি আনি আধুনিক গল্পক সুদৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিলে। বেজবৰুৱাৰ নিজৰে অনেক গল্প সেই আলোচনীত প্ৰকাশিত হৈছিল। তদুপৰি অসমীয়া জাতীয় জীৱনত সিঁচৰতি হৈ থকা অনেক সাধুকথা আধুনিক ভাষাৰে বেজবৰুৱাই বাঁহীত প্ৰকাশ কৰে। বেজবৰুৱাই নিজৰ অনেক গল্পক সামাজিক জীৱনৰ সমালোচনাৰ অস্ত্ৰৰূপে ব্যৱহাৰ কৰিছিল। বৃটিছ শাসনৰ লগত জড়িত এক সংখ্যক

অসমীয়াৰ ভেম-অহঙ্কাৰ, নতুনকৈ ইংৰাজী ভাষা শিকা এক সংখ্যকৰ মিথ্যা প্ৰকোপ আৰু গাঁৱৰ পৰা নগৰলৈ অহা এক সংখ্যক লোকৰ অযথা অহংকাৰক তাচ্ছিল্য কৰি বেজবৰুৱাই নিজৰ গল্পত শ্লেষ প্ৰকট কৰি তুলিছিল। বাঁহীৰ অন্য এক মহৎ অৱদান হ'ল, শঙ্কৰদেৱক নামঘৰৰ বাহিৰতো প্ৰতিষ্ঠা কৰা আৰু শঙ্কৰদেৱৰ ৰচনাৰাশিক জাতীয় মঞ্চত সমালোচনা-পৰ্যালোচনা কৰাৰ পথ উন্মুক্ত কৰা। বেজবৰুৱায়েই সৰ্বভাৰতীয় পৰ্যায়ত শঙ্কৰদেৱক প্ৰতিষ্ঠা কৰাৰ প্ৰথম পদক্ষেপ গ্ৰহণ কৰিছিল।

অসমীয়া সাহিত্যৰ সমৃদ্ধিশালী যুগ হ'ল আৱাহন যুগ। ১৯২৯ চনত প্ৰতিষ্ঠাপিত আৱাহনৰ মূল লক্ষ্য আছিল দেশপ্ৰেম আৰু বিশ্ব সাহিত্যৰ লগত অসমীয়া পাঠকৰ এক নিবিড় সম্পৰ্কক গঢ় দিয়া। আৱাহনতে অসমীয়া গল্পৰ বিস্তৃতি ঘটে। অসমীয়া জাতি যে পাঁচ হেজাৰ বছৰীয়া ভাৰতীয় সভ্যতা-সংস্কৃতি-পৰম্পৰাৰ এক অবিচ্ছেদ্য অঙ্গ, সেই শাশ্বত কাহিনী সেই আলোচনীৰ বিভিন্ন ৰচনাত প্ৰকাশিত হৈছিল। অসমীয়া সাহিত্যত এক পৰম শক্তিশালী যুগৰ সৃষ্টি কৰা ৰামধেনু আলোচনীতে অসমীয়া আধুনিক সাহিত্য প্ৰস্ফুটিত হয়। দেশৰ স্বাধীনতাৰ ঠিক পিছতে মানুহৰ মনত যি অন্তহীন আশা আৰু প্ৰত্যয়ৰ সৃষ্টি হৈছিল, তাৰে পৰিপূৰ্ণ বিকাশ ঘটিছিল ৰামধেনুৰ ৰচনাত। আনহাতেদি বিশ্ব সাহিত্যৰ অনুপ্ৰেৰণাত অসমীয়া সাহিত্যত বিশ্বজনীন সুৰ ফুটি উঠে এই আলোচনীতে। জয়ন্তী, পছোৱা আদি আলোচনী প্ৰগতিশীল চিন্তা-ধাৰাৰ আছিল আলোকসন্ধানী বাহক।

দেশৰ স্বাধীনতাৰ পূৰ্বৰ সেই সুদীৰ্ঘকালৰ ভালেমান অসমীয়া বাতৰিকাকতে একেলগে স্বাধীনতা আৰু অসমৰ স্বতন্ত্ৰ মৰ্যাদাৰ বাবে সংগ্ৰাম কৰিছিল, কিন্তু কোনো এখন কাকতেই বিচ্ছিন্নতাবাদক প্ৰশ্ৰয় নিদিছিল। অৰুনোদইক বাদ দি আসাম নিউচৰ (১৮৮২-৮৫) পৰা জনমভূমিলৈকে (১৯৪৭) এই তিনিকুৰি পাঁচ বছৰৰ অসমীয়া কাকতত অসমৰ সামাজিক, ৰাজনৈতিক, সমাজতাত্ত্বিক, আৰ্থিক জীৱন সৰ্বতোপ্ৰকাৰে প্ৰতিফলিত হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালাৰ দ্বাৰা প্ৰতিষ্ঠাপিত অসমীয়াৰ মূলমন্ত্ৰ আছিল "স্বৰ্গতো অধিক জনমভূমি"। দেশৰ স্বাধীনতাই আছিল এই কাকতৰ প্ৰাণ। "ৰাইজৰ দূত স্বৰূপে সদায় সচেতন থাকি, অন্যায়-অত্যাচাৰ আসোঁৱাহ, অভাৱ, অসুবিধা উলিয়াই দি দুখ-দুৰ্দশাৰ কাৰণ ঘুকটি প্ৰকাশ কৰি উচিত বিধি-ব্যৱস্থাৰ আলোচনা কৰি, দেশ-বিদেশৰ ন ন কথা বিচাৰি দেশক মঙ্গলৰ বাটত আগবাঢ়িবলৈ" কৰা সংকল্পৰে এই অসমীয়া কাকত ১৯১৮ চনত প্ৰতিষ্ঠা হয়। দেশৰ স্বাধীনতাৰ বাবে সংগ্ৰাম কৰাৰ লগতে সমাজৰ অন্যায-অত্যাচাৰ-আসোঁৱাহৰ বিৰুদ্ধেও এই কাকতে তীব্ৰ প্ৰতিবাদ কৰিছিল আৰু জীৱনৰ সততা আৰু মূল্যবোধ ৰক্ষাৰ্থে এই কাকত অতন্দ্ৰ প্ৰহৰীৰ দৰে জাগ্ৰত আছিল।

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে নিজৰ কাকতত একেলগে ভাৰতৰ স্বাধীনতা আৰু অসমৰ স্বতন্ত্ৰতাৰ বাবে ক্লান্তিহীন সংগ্ৰাম কৰিছিল, কিন্তু তেওঁ কোনোপধ্যে বিচ্ছিন্নতাবাদী নাছিল। ভাৰতৰ মাজত অসমক যোগ্যভাৱে প্ৰতিষ্ঠা কৰাই আছিল তেওঁৰ জীৱনৰ সাধনা। সেই কালৰ দুখন ইংৰাজী ভাষাৰ কাকত টাইমছ অব আছাম আৰু আছাম ট্ৰিবিউনৰো সুৰ আছিল জাতীয়তাবাদ। ১৯৩৯ চনত প্ৰতিষ্ঠাপিত আছাম ট্ৰিবিউন কাকতৰ জাতীয়তাবাদ আছিল মূল নীতি। জাতীয়তাবাদ মানে কংগ্ৰেছক সম্পূৰ্ণভাৱে সমৰ্থন কৰা নীতি ট্ৰিবিউনৰ সম্পাদক লক্ষ্মীনাথ ফুকনে অগ্ৰাহ্য কৰিছিল। অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈৰ চৰকাৰক এবাৰ তেওঁ সমালোচনা কৰিছিল লৰ্ড এক্টনৰ ভাষাৰে : "Power corrupts and absolute power corrupts absolutely।" দেশ স্বাধীন হোৱাৰ পিছত আছাম ট্ৰিবিউনৰ নীতি সম্পৰ্কে তেওঁ কৈছিল যে যিহেতু স্বাধীনতাৰ পিছত কংগ্ৰেছ একচেটিয়া শাসক হৈ পৰিল, বিৰোধী দল প্ৰায় নাথাকিলেই, সেয়ে সংবাদপত্ৰবোৰে বিৰোধী দলৰ ভূমিকা ল'ব লাগিব। চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা অসমীয়া কাকতৰ কিছুমান দেশপ্ৰেমমূলক সম্পাদকীয়ই এতিয়াও আমাৰ হৃদয় উদ্বেলিত কৰে।

কিন্তু স্বাধীনতাৰ কেইবছৰমানৰ পিছতে অসমৰ বাতৰিকাকত লাহে লাহে এক উদ্যোগলৈ ৰূপান্তৰিত হ'ল। বাতৰিকাকতৰ প্ৰেক্ষাপটৰ দুৰ্ঘোৰ পৰিবৰ্তন ঘটিল। ৰাজনৈতিক জীৱনত দ্ৰুত গতিৰে দুৰ্নীতি সোমাল। ৰাজনৈতিক জীৱনত মূল্যবোধৰ তুমুল গড়াখহনীয়া ঘটিল। গণতান্ত্ৰিক জীৱন কলুষিত হ'ল। মানুহৰ গুণগত উৎকৰ্ষ নঘটোৱাকৈ বিত্ত আৰু বৃত্তিৰে মানুহক প্ৰলোভিত কৰাৰ পৰিণামত গণতন্ত্ৰৰ মহিমা প্ৰায় বিগত হ'ল আৰু ৰাজনৈতিক নেতৃত্বৰ ওপৰত জনসাধাৰণৰ বিশ্বাস কমি আহিল। জনসাধাৰণৰ জীৱনৰ লগত ৰাজনীতিৰ সম্পৰ্ক সুদূৰ হ'ল। দেশৰ মানুহৰ জীৱন, সংস্কৃতি আৰু পৰম্পৰাৰ লগত ওতপ্ৰোত সম্পৰ্ক নোহোৱাৰ বাবে

ৰাজনীতিৰ ওপৰত তৃণমূলৰ জনসাধাৰণৰ বিশ্বাস দ্ৰুতগতিৰে কমি আহিল। ৰাজনীতিৰ এই বিপৰ্যয় হ'ল বৰ্তমান বেছি ভাগ কাকতৰ বাতৰিৰ মূল শক্তি।

আমাৰ দেশত ৰাজনৈতিক চৰিত্ৰৰ ওপৰত সামাজিক চৰিত্ৰ বহু পৰিমাণে নিৰ্ভৰ কৰে। পশ্চিমীয়া উন্নত দেশত বেছি সংখ্যক জনসাধাৰণৰ ওপৰত, বুদ্ধিজীৱী-সাহিত্যিক, শিল্পী-শিক্ষকৰ ওপৰত, ৰাজনীতিৰ প্ৰভাৱ ব্যাপক নহয়। কিন্তু আমাৰ দেশৰ মানুহ দুখীয়া হোৱা হেতুকে আৰ্থিক আৰু অন্যান্য সুবিধাৰ বাবে জনসাধাৰণ ওচৰ চাপিবলগীয়া হয় সঘনে শাসক আৰু ৰাজনীতিবিদৰ। জনসাধাৰণৰ আৰ্থিক জীৱনৰ ওপৰত ৰাজনীতিত থকা সকলৰ ইমান প্ৰবল প্ৰভাৱৰ বাবেই আমাৰ ৰাজনৈতিক জীৱন দুৰ্নীতিগ্ৰস্ত হ'লে ৰাজহুৱা জীৱনো দুৰ্নীতিগ্ৰস্ত নোহোৱাকৈ নেথাকে। ৰাজনীতিৰ এই দিশটোৰ অনুসন্ধান আৰু বিবেচনা হৈ পৰিছে বৰ্তমান বাতৰিকাকতৰ মূল লক্ষ্য। ৰাজনৈতিক আৰু সামাজিক জীৱনৰ গড়াখহনীয়াৰ এই অশান্ত সময়ত সাংবাদিকসকল কেতিয়াও নীৰৱে থাকিব নোৱাৰে।

বাতৰিকাকতৰ এক নতুন চমকপ্ৰদ আংগিক আৰু কৌশল বৰ্তমান আমাৰ দৃষ্টিলৈ আহিছে। সাংবাদিকজনে ঘটনা এটাৰ বাতৰিৰ লগতে তাৰ সামাজিক প্ৰাসঙ্গিকতা, আবেগিক উত্তেজনা, প্ৰতিক্ৰিয়া আৰু লগতে নিজৰ অভিমতো প্ৰকাশ কৰে। বাতৰিৰ মাজত এই গল্পৰ ৰস আৰু কল্পনাৰ প্ৰবেশে একৈশ শতিকাৰ সাংবাদিকতাক প্ৰবলভাবে প্ৰভাৱিত কৰিব বুলি আমাৰ দৃঢ় ধাৰণা। সাংবাদিকতাৰ এই নতুন কৌশল উন্মোচিত হৈছে পাঠকক প্ৰবলভাৱে আকৰ্ষণ কৰাৰ বাবে।

একৈশ শতিকাত ইলেকট্ৰনিক মাধ্যম, টেলিভিশ্বন, ভি ডি. অ'ই বাতৰিকাকতক সম্পূৰ্ণ অধিকাৰ কৰিব বুলি যি আশংকা কৰা হৈছে, সেই আশংকা সম্পূৰ্ণ অমূলক। আজি বহু দিন ধৰি সমগ্ৰ পৃথিৱীত এটা ব্যাপক তৰ্ক চলিছিল ঃ ইলেকট্ৰনিক মাধ্যমে গ্ৰন্থ নামৰ সংস্কৃতিটোক একেবাৰে ধ্বংস কৰিব নেকি? কিন্তু ধ্বংস কৰিব নোৱাৰিলে। গ্ৰন্থ অধ্যয়ন কৰা লোকৰ সংখ্যা হয়তো কমিল, এক সংখ্যক লিখকে টিভি আৰু চিনেমাত যোগ দিলে, কিন্তু গ্ৰন্থৰ মৃত্যু নঘটিল। শব্দৰ মহিমাক লোপ কৰিব নোৱাৰে কোনেও। তেনেদৰে ইলেকট্ৰনিক মাধ্যমেও বাতৰিকাকতক অতিক্ৰম কৰিব নোৱাৰে। টিভি, ভি ডি অ'ৰ আবেদন সীমিত, খন্তেকীয়া। টিভিত প্ৰচাৰিত বাতৰিৰ সবিশেষ জানিবৰ বাবেও বাতৰিকাকত অপৰিহাৰ্য। মানুহৰ সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আদি বিষয়ৰ বিশ্লেষণ বাতৰিকাকতৰ বাহিৰে অন্য প্ৰচাৰ মাধ্যমে ইমান ব্যাপকভাৱে কৰাটো অসম্ভৱ।

একৈশ শতিকাৰ প্ৰথম দশকমানতে অসমত সন্ত্ৰাস দ্ৰুত গতিৰে কমি আহিব। মানুহে অনন্তকাল বন্দুকৰ গুলীৰ শব্দ শুনি নাথাকে। মহাসমৰ এখন এদিন অন্ত হোৱাৰ দৰে, কেইবছৰমানৰ আগৰ সন্ত্ৰাস-বিধ্বস্ত পঞ্জাব বৰ্তমান ভাৰতৰ অতি শান্তিপূৰ্ণ ৰাজ্য হোৱাৰ দৰে, বন্দুকৰ গুলীৰ শব্দও ধীৰে ধীৰে ম্লান হৈ আহিব। সন্ত্ৰাসৰ ভয়ঙ্কৰ পৰিণতিত সন্ত্ৰস্ত অসমবাসীৰ এতিয়া একমাত্ৰ কাম্য হ'ল শান্তি। বৰ্তমানৰ গণতান্ত্ৰিক শাসন সুখৰ নহয় সত্য, কিন্তু আমাৰ জীৱনত তাৰ বিকল্প নাই। বিকল্প হ'ল হিটলাৰী শাসন, অথবা সৈন্যৰ ৰাজত্ব। সন্ত্ৰাসৰ বাতৰি নহ'লে কাকতৰ শ্ৰেষ্ঠ বাতৰি হৈ পৰিব হয় জাতীয় জীৱনৰ, তৃণমূল পৰ্যায়ৰ মানুহৰ জীৱনৰ সংস্কৃতি-পৰম্পৰা, আৰ্থিক-সামাজিক, সমাজতান্ত্ৰিক আদি ইতিবাচক দিশৰ কথা, নহয় দুৰ্নীতি, মূল্যবোধৰ অৱলুপ্তিৰ চাঞ্চল্যকৰ ঘটনা। যিহেতু ৰাজনীতি নিয়ন্ত্ৰণ কৰিবৰ বাবে আজি কোনো মূল্যবোধসম্পন্ন ৰাজনৈতিক নেতৃত্ব নাই, বাতৰিকাকতে সেই নেতৃত্ব অধিকাৰ কৰিবলৈ বিচাৰিব।

গণতন্ত্ৰৰ চাৰিটা স্তম্ভৰ ভিতৰত চৰকাৰ আৰু সদনৰ অৱস্থা ভাৰতত আজি অতি দুখ লগা। চৰকাৰৰ ক্ষমতাহীনতা আৰু অবিশ্বাস্যতা আৰু সদনবোৰৰ শেষহীন কন্দলে দেশবাসীক ম্ৰিয়মান কৰিছে। আদালতৰ সৰ্বেসৰ্বা ক্ষমতাও সদায় নাথাকিব। গতিকে গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ বাতৰিকাকত হৈ পৰিব একৈশ শতিকাত ভাৰতত অতি শক্তিশালী মাধ্যম। সেই শক্তি আহৰণৰ বাবে অসমৰ সাংবাদিকসকলেও নিজক সৰ্বতোভাৱে প্ৰস্তুত নকৰাকৈ নাথাকিব।

আজিকালি কাকতত কেৱল বাতৰিয়েই প্ৰকাশ নহয়। বিভিন্ন বিষয়ৰ সাহিত্য-সংস্কৃতি-কলা-অৰ্থনীতি-ৰাজনীতি-স্বাস্থ্য-চলচ্চিত্ৰ সম্পৰ্কীয় বাতৰিও ব্যাপকভাৱে প্ৰকাশিত হয়। সেই ধৰণৰ এখন বাতৰিকাকত এতিয়া সাহিত্য-আলোচনীৰ সন্মুখত প্ৰত্যাহ্বান স্বৰূপে দেখা দিছে।

অনুসন্ধানমূলক অথবা investigative journalismৰ নামত বাতৰিকাকতে একৈশ শতিকাত ৰাজনৈতিক নেতা, উচ্চ স্থানৰ সামাজিক নেতৃত্বৰ চৰিত্ৰ উদ্‌ঘাটন কৰাৰ প্ৰভূত সম্ভাৱনা আছে। সাংবাদিকে কোনো নায়কক

শাসকৰূপেও নিৰ্মমভাৱে আক্ৰমণ কৰিব আৰু তেওঁৰ গোপন জীৱনৰ কাহিনীৰো 'গ্ৰাফিক' বৰ্ণনা দিনিয়াকৈ নাথাকিব। পৃথিৱীৰ ভালেমান বাতৰিকাকতে বৰ্তমান এনে চাঞ্চল্যকৰ পন্থা গ্ৰহণ কৰিছে।

পৰম্পৰাগতভাৱে, সাংবাদিকতাৰ মূল লক্ষ্য হ'ল সত্যানুসন্ধান, অন্যায়-অবিচাৰৰ বিৰুদ্ধে ক্লান্তিহীন সংগ্ৰাম আৰু মানুহৰ সমস্যাৰ বিষয়ে মানুহৰ ধাৰণা গাঢ় কৰা। সাংবাদিক সৰ্বদায় গণতন্ত্ৰৰ সপক্ষে ঃ আন অনেকৰ দৰে গণতন্ত্ৰ সাংবাদিকৰ বাবে এক বৃত্তিগত অথবা আৱেগিক কৌশল হ'ব নোৱাৰিব ঃ সাংবাদিকৰ বাবে সত্যানুসন্ধান আৰু গণতন্ত্ৰ হ'ব লাগিব এক দৰ্শন আৰু বিশিষ্ট চৰিত্ৰ। গণতন্ত্ৰৰ মৰ্যাদা সমাজৰ তৃণমূল পৰ্যায়ৰ মানুহৰ শক্তিৰ ওপৰত নিৰ্ভৰশীল। গণতন্ত্ৰ আৰু জনসাধাৰণৰ প্ৰতি দায়বদ্ধতা কাকতৰ প্ৰাণস্বৰূপ হোৱাৰ বাবে প্ৰকৃত সাংবাদিক সকলো ধৰণৰ সন্ত্ৰাস, ভীতি-প্ৰদৰ্শন আৰু গণবিৰোধী ব্যৱস্থাৰ দুৰ্ঘোৰ বিৰোধী। বাতৰিকাকতৰ মূল সম্পদ হ'ল বিশ্বাসযোগ্যতা। সেয়েই হ'ল তাৰ জীৱনীশক্তি। যেতিয়াই পাঠকে উপলব্ধি কৰিবলৈ আৰম্ভ কৰিব কাকতে তাৰ বিশ্বাসযোগ্যতা হেৰুৱাইছে, তেতিয়াই সেই কাকতৰ প্ৰতি মানুহৰ আস্থা দ্ৰুত গতিৰে লোপ পাব। পাঠকে কোনো এক বিষয়ে কি জনা উচিত তাতকৈ সেই বিষয়ে পাঠকে কি জানি আনন্দ পায়, তাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিলে নিৰপেক্ষ পাঠক কোনো এক বিশেষ ঘটনাৰ বিষয়ে সম্পূৰ্ণ তথ্য জনাৰ পৰা বঞ্চিত হয়।

এখন বাতৰিকাকত নিজেই এক বিশিষ্ট জাতীয় চৰিত্ৰৰূপে প্ৰতিষ্ঠিত হ'ব পাৰে। শাসনৰ দায়িত্বত থকাসকলৰ দুৰ্নীতি, ক্ষমতাৰ অপব্যৱহাৰ, বিসংগতি আদি জনচক্ষুৰ সন্মুখলৈ অনাটো কাকতৰ দায়িত্ব। কিন্তু তদন্তমূলক আৰু চমকপ্ৰদ অথবা অতিৰঞ্জিত (ইনভেজটিগেটিভ আৰু য়েল্ল' জাৰ্নালিজম) সাংবাদিকতাৰ মাজত পাৰ্থক্য নাৰাখিলে এখন কাকত কেৱল দুৰ্নীতি-পত্ৰত পৰিণত হোৱাৰ আশংকা অধিক। জনসাধাৰণৰ মাজত ক্ৰমান্বয়ে এনে এক ধাৰণাই গঢ লৈছে যে সন্ত্ৰাস, হত্যা, দুৰ্নীতি, বিসংগতি আদিৰ বাতৰি নাথাকিলে এখন কাকতত 'পঢ়িবলৈ একো নাথাকে'। সেই ধৰণৰ বাতৰিবোৰ ইমান বেছিকৈ আৰু অতিৰঞ্জিতভাৱে প্ৰকাশৰ পৰিণামতে জনসাধাৰণৰ মনত তেনে এক ধাৰণাৰ সৃষ্টি হয়। সাংবাদিকে নিজৰ বাতৰি প্ৰকাশৰ স্বাধীনতাৰ ক্ষেত্ৰত কোনোপধ্যেই আপোচ কৰিব নেলাগিব ঃ কিন্তু কাকতৰ স্বাধীনতা যিকোনো অপ্ৰাসঙ্গিক কথা প্ৰকাশ কৰাৰ পাৰপত্ৰ হ'ব নেলাগিব।

## তিনি

এই গ্ৰন্থত অৰুনোদইৰ পৰা বৰ্তমানলৈকে অসমৰ বাতৰিকাকত আৰু লগতে সাহিত্য-আলোচনীৰ সুদীৰ্ঘ ডেৰশ বছৰৰ এক বিশদ ইতিহাস দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। বিশিষ্ট লিখকসকলে ঐতিহাসিক, সামাজিক, সমাজতাত্বিক, সাহিত্য-সংস্কৃতি আৰু পৰম্পৰাৰ দৃষ্টিৰ পৰা এই বিস্তৃত কালৰ সাংবাদিকতাক দৰ্শন, তত্ত্ব আৰু তথ্যৰ ভিত্তিত বিশ্লেষণ আৰু ব্যাখ্যা কৰিছে। এই ডেৰশ বছৰৰ বাতৰিকাকত-আলোচনীৰ পাততে সেই সুদীৰ্ঘ কালৰ অসমৰ সামগ্ৰিক ইতিহাসৰ খচৰা তৈয়াৰ হৈছে বুলি কোৱাটো অতিৰঞ্জন নহয়।

ডঃ মহেশ্বৰ নেওগে গ্ৰন্থখনৰ প্ৰথম প্ৰবন্ধতে অৰুনোদই কাকতৰ ঐতিহাসিক ভূমিকা বিস্তৃতভাৱে পৰম বিশ্বাসেৰে বিশ্লেষণ কৰিছে। বিৰাশী পৃষ্ঠাযোৰা এই সুদীৰ্ঘ ৰচনাত অসমত খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ প্ৰথম প্ৰচেষ্টা, ডঃ উইলিয়াম কেৰিৰ মহৎ কৰ্ম আৰু অসমীয়াত প্ৰথম বাইবেল প্ৰকাশ, চীন দেশৰ স্বৰ্ণদ্বাৰত বেপ্টিষ্টসকল, চীন-শ্বান এৰি অসমীয়া সমাজলৈ দৃষ্টি, অসমীয়া ভাষাৰ ৰক্ষাৰ হকে ব্ৰনছন আদিৰ সুদক্ষ ৰণকৌশল, পৃথিৱীৰ চাৰিও লুটিৰ বতৰা, অসমৰ অতীত উদ্‌ঘাটন, নব্য অৰ্থনৈতিক দৃষ্টি, সামাজিক কুসংস্কাৰ, অন্ধবিশ্বাসৰ বিৰুদ্ধে ৰণ, নৱজীৱনক আদৰা, নতুন জীৱনৰ নতুন ভাষা, আখৰ-জোঁটনিত পুৰণি অসমীয়া ৰীতি, অতীত ৰোমন্থন, ধৰ্মপুস্তকৰ পুনঃকথন, জাত্ৰিকৰ যাত্ৰাৰ ভাঙনি, নতুন অসমীয়া কথাৰীতি আদি অনেক অপৰিহাৰ্য বিষয়ৰ বিশদ আলোচনাৰে ডঃ নেওগে এই প্ৰবন্ধৰ দ্বাৰা অৰুনোদই কাকতৰ ভাষা-সাহিত্য-সাংবাদিকতাৰ কাহিনী মহান ৰূপত দাঙি ধৰিছে। ডঃ নেওগে তেওঁ ৰচনা সম্পূৰ্ণ কৰিছে এইখিনি কথাৰে ঃ ".. এইভাৱেই বেপ্টিষ্ট আৰু অৰুনোদইৰ অসমীয়া ভাষা উদ্ধাৰ কৰাৰ যুগমীয়া কীৰ্তিক কোনোপ্ৰকাৰ সন্দেহে ম্লান কৰি পেলোৱা নাছিল— যদিও সেই বেপ্টিষ্টসকল পৃথিৱীৰ সিলুটিৰ এখন দেশৰ, আমাৰ পৰা পৃথক এক ভাষা-সংস্কৃতিৰ লোক। বৰং তেওঁলোকে নিজৰ প্ৰাণৰ শক্তি আৰু সুষমা দি অসমীয়া ভাষাক আপদৰ পৰা ৰক্ষা কৰি, লালন-পালন কৰি, নতুন যুগৰ যোগ্য মাধ্যম কৰি থৈ যোৱাত জাতিটো তেওঁলোকৰ প্ৰতি কৃতজ্ঞ ৰ'ল।"

ডঃ নেওগৰ এই আলোকসন্ধানী ৰচনাৰে আৰম্ভ হোৱা অসমৰ ডেৰশ বছৰীয়া বাতৰিকাকতৰ ইতিবৃত্তৰ অ-মৃত সুৰ সমস্ত গ্ৰন্থখনত বিয়পি আছে। ডঃ নেওগকে ধৰি সাতত্ৰিশগৰাকী বিশিষ্ট সাহিত্যিক আৰু সাংবাদিকে অসমৰ বাতৰিকাকত আৰু আলোচনীৰ বিষয়ে এই গ্ৰন্থত আলোচনা কৰিছে। একোখন প্ৰখ্যাত কাকত আৰু আলোচনীয়ে অসমত সাহিত্যৰ একোটা যুগৰ সৃষ্টি কৰে, সেই কাহিনীও তত্ত্ব আৰু তথ্যৰ ভিত্তিত পৰম বিশ্বাসযোগ্যতাৰে এই গ্ৰন্থত উপস্থাপন কৰা হৈছে। স্বাধীনতাৰ পূৰ্বৰ অসমীয়া কাকতৰ প্ৰাণ আছিল দেশপ্ৰেম আৰু জাতীযতাবাদ ঃ দেশৰ স্বাধীনতাৰ হকে কাকতবোৰে এক মহৎ ভূমিকা গ্ৰহণ কৰিছিল। এইখিনি কথা কেবাজনো প্ৰবন্ধকাৰে বিস্তৃতভাৱে বিশ্লেষণ-পৰ্যালোচনা কৰিছে। অৰুনোদইৰ পৰা জোনাকীলৈকে, জোনাকীৰ পৰা ৰামধেনু আৰু বৰ্তমানৰ সাহিত্য আলোচনীলৈকে আৰু বাতৰি কাকতৰ ক্ষেত্ৰত আসাম নিউচৰ পৰা অসমীযালৈ আৰু বৰ্তমান প্ৰচলিত বাতৰিকাকতলৈকে আটাইবোৰ উল্লেখযোগ্য আলোচনী আৰু কাকতৰ বিযয়ে এই গ্ৰন্থত আলোচনা কৰা হৈছে। আলোচনীৰ ক্ষেত্ৰত আসাম বন্ধু, জোনাকী, উষা আৰু বিজুলী, আৱাহন, জযন্তী, ৰামধেনু, প্ৰাক্ ৰামধেনু আৰু ৰামধেনু পৰৱৰ্তী আলোচনীৰ বিষয়ে কেবাটাও প্ৰবন্ধ প্ৰকাশ পাইছে। কাকতৰ ক্ষেত্ৰত অৰুনোদইৰ পিছৰ আসাম নিউচ, টাইম্‌ছ অৱ আছাম, অসমীযা, দৈনিক বাতৰি, তৰুণ অসম, ডেকা অসম, আছাম ট্ৰিবিউন, জনমভূমি, অসম বাণী, দৈনিক অসম আদি কাকতৰ বিযয়ে বিশদ আলোচনা দাঙি ধৰা হৈছে। অসমত প্ৰকাশিত সকলো অসমীযা আৰু ইংৰাজী কাকতৰ কাহিনীয়ে এক সুদীৰ্ঘ প্ৰবন্ধত ঠাই পাইছে। চন্দ্ৰকুমাৰৰ অসমীযা ঃ চাৰি দশকৰ ইতিহাস নামৰ এক সুদীৰ্ঘ ৰচনা প্ৰকাশিত হৈছে। আমাৰ একান্ত বিশ্বাস, এনে আলোচনাই আমাৰ কাকত-আলোচনীৰ বিষয়ে গভীৰ গৱেষণাৰ পথ উন্মুক্ত কৰিব। কেবাগৰাকীও শ্ৰদ্ধেয় সাহিত্যিকৰ বিভিন্ন আখৰ-জোটনিৰ বৈশিষ্ট্য আমি সযত্নে ৰক্ষা কৰিছো।

কাকত-আলোচনাৰ ইতিবৃত্তৰ উপৰিও কেইগৰাকীমান প্ৰযাত বিখ্যাত সাংবাদিকৰ জীৱন-বৃত্তান্তও দাঙি ধৰা হৈছে। দুগৰাকীমান লিখকে অসমীযা সাংবাদিকতাৰ অতীত আৰু বৰ্তমান, বৰ্তমান সময়ত সাংবাদিকৰ দাযিত্ব আদি বিযয়ে দৃঢ় মত দাঙি ধৰিছে। অসমত প্ৰকাশিত অসমীযা আৰু ইংৰাজী কাকতৰ লগতে অসমত প্ৰকাশিত বঙলা, হিন্দী আৰু বড়ো ভাষাৰ কাকতৰ ইতিবৃত্তও দাঙি ধৰা হৈছে। অসমীযা বাতৰিকাকতত বিজ্ঞান আৰু ক্ৰীড়া সম্পৰ্কীয় বাতৰিৰ বিযযেও ৰচনাই ঠাই পাইছে। অসমত বাতৰিকাকতৰ প্ৰকাশন, মুদ্ৰণ, প্ৰচাৰ, বিজ্ঞাপন, কাৰিকৰী আৰু আৰ্থিক দিশ আদিৰ বিযয়ে এক ৰচনা প্ৰকাশিত হৈছে। গ্ৰন্থৰ শেষত বিশিষ্ট প্ৰবন্ধ লিখকসকলৰ পৰিচিতি এটাও যোগ দিযা হৈছে।

অসমৰ বাতৰিকাকত আৰু আলোচনীৰ অৱদান সম্পৰ্কে বিভিন্ন প্ৰবন্ধ লিখি যিসকল বিশিষ্ট লোকে গ্ৰন্থখন সমৃদ্ধ কৰিছে, তেওঁলোকলৈ আমাৰ ঐকান্তিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো। চাৰিগৰাকী প্ৰয়াত বিখ্যাত পুৰুষৰ চাৰিটা প্ৰবন্ধ আমি এই গ্ৰন্থত পুনৰ্মুদ্ৰিত কৰি ধন্য হৈছো। তেখেতসকল হ'ল ঃ ডঃ মহেশ্বৰ নেওগ, লক্ষ্মীনাথ ফুকন, মুনীন বৰকটকী আৰু ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচায। ডঃ নেওগৰ "অৰুনোদই" নামৰ প্ৰবন্ধ লোৱা হৈছে অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা "অৰুনোদই" গ্ৰন্থৰ পৰা। লক্ষ্মীনাথ ফুকনৰ "ৰাধানাথ চাংকাকতী", মুনীন বৰকটকীৰ "টাইমছ অৱ " আৰু ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টচাৰ্যৰ "অৰুনোদই সম্বাদ-পত্ৰৰ সংবাদ" নামৰ প্ৰবন্ধ লোৱা হৈছে প্ৰকাশন পৰিযদৰে গ্ৰন্থ "ৰাধানাথ চাংকাকতী"ৰ পৰা। প্ৰকাশন পৰিষদে প্ৰবন্ধকেইটা পুনৰ্মুদ্ৰণ কৰাৰ অনুমতি দি আমাক উৎসাহিত কৰিছে, তাৰ বাবে পৰিষদৰ সচিব শ্ৰীদিলীপ কুমাৰ দত্তৰ কাষত আমি কৃতজ্ঞ। প্ৰযাত লিখকসকলৰ প্ৰবন্ধকেইটা পুনৰ্প্ৰকাশৰ অনুমতি দিয়া বাবে ডঃ মহেশ্বৰ নেওগৰ পুত্ৰ শ্ৰীপ্ৰণৱস্বৰূপ নেওগ, লক্ষ্মীনাথ ফুকনৰ পুত্ৰ শ্ৰীজগদীশ ফুকন, মুনীন বৰকটকীৰ পত্নী শ্ৰীযুতা ৰেণুকাদেৱী বৰকটকী আৰু ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ পত্নী শ্ৰীযুতা বিনীতা দেৱী ভট্টাচাৰ্যৰ কাষত আমি চিৰকৃতজ্ঞ।

প্ৰসিদ্ধ উদ্যোগপতি শ্ৰীহেমেন্দ্ৰ প্ৰসাদ বৰুৱাই তেওঁৰ মাতৃৰ পৱিত্ৰ স্মৃতিত আগবঢ়োৱা আৰ্থিক সাহায্যেৰে এই গ্ৰন্থ প্ৰকাশিত হৈছে। তেওঁৰ কাষত আমি চিৰঋণী হৈ থাকিলো।

গ্ৰন্থখন সম্পাদনাৰ ক্ষেত্ৰত অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী সমিতিৰ সম্পাদক শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাৰ সাহায্য অবিস্মৰণীয়। সুদীৰ্ঘকাল ধৰি তেওঁ ক্লান্তিহীনভাৱে আমালৈ এই ক্ষেত্ৰত সহায়-উদ্দীপনা আগবঢ়াইছে। আনগৰাকী ব্যক্তি যাৰ উপদেশ আৰু সাহায্যই আমাক মুগ্ধ কৰিছে, তেওঁ হ'ল জয়ন্তী সমিতিৰ সভাপতি শ্ৰীৰাধিকামোহন ভাগৱতী। সমিতিৰ উপ-সভাপতি শ্ৰীযদু কাকতীৰ সহায়-সহযোগেও আমাক ঋণী

কৰিছে। তেওঁলোক তিনিৰো কাষত আমি চিৰকৃতজ্ঞ। এই ইতিহাস প্ৰণয়ন উপসমিতিৰ আহ্বায়ক-সম্পাদক শ্ৰীদেৱকুমাৰ বৰাৰ পৰা পোৱা সাহায্যৰ বাবে আমি কৃতজ্ঞ আৰু লগতে কৃতজ্ঞ হ'লো সেই উপসমিতিৰ বিশিষ্ট সদস্যসকলৰ প্ৰতি। গ্ৰন্থখনৰ ছপাৰ কামত যথেষ্টভাৱে সহায় কৰা বাবে শ্ৰীসুৰজিৎ গোবিন্দ বৰুৱাক আন্তৰিক ধন্যবাদ জনালো। শ্ৰীৰজনীকান্ত দেৱশৰ্মাই গ্ৰন্থখনৰ প্ৰকাশত যথেষ্ট কষ্ট কৰি আমাৰ ধন্যবাদৰ পাত্ৰ হৈছে। আন কেবাগৰাকীও লোকে এই গ্ৰন্থ প্ৰকাশ কাৰ্যত আমাক দিহা-পৰামৰ্শৰে যথেষ্ট সহায় কৰিছে। তেওঁলোকক আন্তৰিক ধন্যবাদ জনালো।

চন্দ্ৰপ্ৰসাদ শইকীয়া
মুখ্য সম্পাদক

# সূচী

# অৰুনোদই

## ডঃ মহেশ্বৰ নেওগ

### ভাৰতৰ শিক্ষা-সংস্কৃতিৰ নতুন মাইলৰ খুঁটি: ১৭৯৩ আৰু ১৮১৩ :

ব্ৰিটিঃশ ভাৰতৰ শিক্ষা, সংস্কৃতি, ভাষা-সাহিত্যৰ ক্ষেত্ৰত অষ্টাদশ শতিকাৰ অন্তভাগৰ ১৭৯৩ আৰু উনবিংশ শতিকাৰ প্ৰাৰম্ভৰ ১৮১৩ ছন দুটা বিশেষ অৰ্থপূৰ্ণ বছৰ। এই সময়ত অসম ইংৰাজ-বাঘৰ বৰপেটত সোমোৱা নাছিল আৰু সেই ঘটনাৰ উপক্ৰমেও দেখা দিছিল বুলি ক'ব নোৱাৰি। তদুপৰি ১৭৯৩ আৰু ১৮১৩ৰ সাৰ্থকতাপূৰ্ণ ঘটনাই কালক্ৰমত অসমক স্পৰ্শ নকৰাকৈ নেৰিছিল। ১৮১৩ ছনৰ চাৰ্টাৰ্ এক্টত ভাৰতীয়সকলৰ সুখ-সমৃদ্ধি বৃদ্ধি কৰা, সিসকলৰ মাজত ব্যৱহাৰিক জ্ঞান বিস্তাৰ কৰা আৰু ধৰ্ম সম্পৰ্কীয় আৰু নৈতিক উন্নয়নৰ ব্যৱস্থা কৰাটো ইংলেণ্ডৰ কৰ্তব্য সাব্যস্ত কৰি ভাৰতলৈ ধৰ্মপ্ৰচাৰক আৰু শিক্ষক পঠোৱাটো কোৰ্ট্ অব ডাইৰেক্টৰ্ছৰ কৰ্মৰ ভিতৰত ধৰি বিধিবদ্ধ কৰা হ'ল। ১৭৯৩ ছনৰ চাৰ্টাৰ এক্টত এনে এটা ছেদ সন্নিৱেশ কৰিবৰ কাৰণে এক পক্ষৰপৰা বৰ হুৰমুৰ লগোৱা হৈছিল; কিন্তু পাৰ্লিয়ামেণ্টে শেহান্তৰত সেই ছেদ অনুমোদন নকৰিলে। কিন্তু সেই বছৰতে "খ্ৰীস্টৰ শুভবাৰ্ত্তা সমস্ত মানৱ জাতিৰ মাজত খ্ৰীস্টিয়ানসকলে হাতে-কামে প্ৰচাৰ কৰাৰ প্ৰস্তাৱ দাঙি ধৰা কি আমেৰিকা কি ইউৰোপৰ প্ৰথম এংগ্লোছেক্সন্ প্ৰোটেস্টাণ্ট" উইলিয়াম কেৰি কলিকতা পায়হি। তেওঁ ঠিক তাৰ আগৰ বছৰত এক পুস্তিকা প্ৰকাশ-প্ৰচাৰ কৰিছিল— *The Enquiry into the Obligations of Christians to Use Means for the Conversion of the Heathens.* সেই বছৰৰ অক্টোবৰৰ ২ তাৰিখে ইংলেণ্ডৰ কেট্টেৰিং বোলা ঠাইত পোন্ধৰজন ব্ৰিটিঃশ বেপ্টিস্ট মিছনেৰি লোক একেলগ হৈ বিদেশত ধৰ্ম প্ৰচাৰ কৰা সমাজ-গঠনৰ কথা আলোচনা কৰিছিল; তাতে আগ বয়সত মুচিৰ কাম কৰি জীৱন নিৰ্বাহ কৰা একত্ৰিছ বছৰীয়া উইলিয়াম কেৰিয়ে সংগীসকলক উপস্থিত কৰ্তব্যলৈ প্ৰত্যাহ্বান জনায়। তেওঁৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি তেওঁৰ পুস্তিকাৰ বক্তব্যৰ মৰ্মে সেই সভা সভাখনতে Baptist Society for the Propagation of the Gospel amongst the Heathen প্ৰতিষ্ঠা কৰা হ'ল। দান-বৰঙণিও লগে লগে তোলা আৰম্ভ হ'ল। ১৭৯৩ৰ ৯ জানুৱাৰী তাৰিখে প্ৰথম মিছনেৰিও নিয়োগ কৰা হ'ল। ইতিপূৰ্বেই বংগদেশত ব্ৰিটিঃশ ছাৰ্জনৰূপে কাম কৰা জন্ তমাছ নতুন সমাজৰ কামলৈ আগ বাঢ়ি অহাত তেওঁক লোৱা হ'ল; আৰু একেবাৰেই প্ৰথমজন হ'বলৈ আশা কৰা উইলিয়াম কেৰিকো তমাছৰ লগতে কামত দিয়া হ'ল। কিন্তু কেৰি-তমাছ কলিকতা পোৱাৰ আগতে বংগ চৰকাৰে কোম্পানিৰ ৰাজ্যত ধৰ্মপ্ৰচাৰ কৰিবলৈ নিদিয়া নিয়ম ঘোষণা কৰি থহি আছে। কলিকতাত ঠুঁটিয়াবকে নোৱাৰি দুয়োজন মিছনেৰি ডেনমাৰ্কৰ ৰজাৰ অধীনৰ, কলিকতাৰপৰা দহ মাইলমান নিলগৰ শ্ৰীৰামপুৰত আশ্ৰয় ল'লেগৈ আৰু তাতে ডেনিঃশ্ গৱৰ্ণৰে তেওঁলোকক ডেনিঃশ নাগৰিকৰ সা-সুবিধাৰে ব্ৰিটিঃশৰ বিৰুদ্ধ হেঁচা-ঠেলাৰ মাজত সুৰক্ষা দান কৰিলে আৰু ভাৰতীয় ভাষাবিলাকত ধৰ্মশাস্ত্ৰ ছপাবৰ নিমিত্তে ছপাশাল পাতিবলৈও আৱশ্যকীয় অনুমতি দিলে।

ভাৰতত ধৰ্মপ্ৰচাৰৰ প্ৰতি ব্ৰিটিঃশ চৰকাৰৰ বিৰূপ মনোভাৱ নানা ঐতিহাসিক কাৰণত গঠিত হৈছিল। এই দেশৰ শিক্ষা আৰু ধৰ্মৰ ক্ষেত্ৰত কি নীতি অৱলম্বন কৰিব লাগে, সেই লৈ নানা বাদ-বিসংবাদৰ সৃষ্টি হৈছিল বিলাতত। ছাৰ চাৰ্লছ্ উইলকিন্‌ছ, ছাৰ উইলিয়াম্ জোনছ্ প্ৰভৃতিয়ে পোনৰেপৰা সংস্কৃত সাহিত্য আৰু ভাৰতীয় সংস্কৃতিৰ সমৃদ্ধি দেখা পাইছিল, স্বীকাৰ কৰিছিল আৰু তাৰ বাৰ্ত্তা আনক কৈছিল। উইলছন কোলব্ৰুক্ আদি প্ৰাচ্যবিদসকলে ভাৰতীয় ঐতিহ্যৰ গৌৰৱ ঘোষণা কৰিছিল। এনেভাৱে, ভাৰতৰ নিজস্ব শিক্ষা-সংস্কৃতিৰ সংৰক্ষণৰ সপক্ষে এটা দৃঢ় মতবাদ গঢ় লৈ উঠিল। দ্বিতীয় পক্ষত আকৌ উদাৰপন্থী টোৰি মত হ'ল ভাৰতত যি

আছে তাক পাশ্চাত্য আদৰ্শ আৰু মূল্যবোধেৰে উন্নয়ন নকৰিলে নহয়। কিন্তু নতুন ধৰ্ম, নতুন সংস্কৃতি ভাৰতত হঠাতে প্ৰচাৰ কৰিবলৈ যোৱাটো যে ভয়ংকৰভাৱে বিপজ্জনক হ'ব পাৰে, সেই কথাও এই দলৰ লোকে শাসনযন্ত্ৰক সোঁৱৰাই দিবলৈ পাহৰা নাছিল। তৃতীয় এটা মতবাদ হ'ল আমূল পৰিৱৰ্তনৰ, ভাৰতৰ ধৰ্ম, শিক্ষা, সংস্কৃতি নতুন পাতনেৰে পতাৰ দলৰ। অধৰ্ম-অনীতিত জোবোৰা মাৰি থকা ভাতৰক পাশ্চাত্ত্য খ্ৰীস্ট-ধৰ্মত দীক্ষিত কৰি ঈশ্বৰাভিমুখী কৰিব লাগিব। ইউটিলিটেৰিয়ান্‌সকলৰ বৰ চিন্তা হ'ল ভাৰতক যুক্তিবাদ আৰু ইউৰোপীয় জ্ঞান দি প্ৰকৃত মানৱ কৰাৰ। আমূল পৰিৱৰ্তনকামীসকলৰ মতে খ্ৰীস্টিয়ান ধৰ্ম আৰু পাশ্চাত্ত্য শিক্ষাৰ গ্ৰহণেই হ'ল ভাৰতবৰ্ষৰ কল্যাণকৰ উচিত কৰ্মপন্থা। গোস্পেল বা খ্ৰীস্টৰ শুভ বাৰ্তা প্ৰদানৰ যোগে প্ৰচাৰকামী এভাঞ্জেলিকেল্‌সকল হ'ল এই আমূল পৰিৱৰ্তনবাদী দলৰ ভিতৰৰ শকত এটা ভাগ। তেওঁলোকৰ স্পষ্ট কথা হ'ল খ্ৰীস্টৰ বাবে ভাৰতৰ দুৱাৰ উন্মুক্ত হ'ব লাগে। ইফালে আকৌ যিসকলে ভাৰতবৰ্ষত ব্ৰিটিংশ সাম্ৰাজ্যৰ ধ্বজা বহন কৰিছিল, সেইসকলে কিন্তু ভাৰতৰ ধৰ্মত হাত দিয়াটো বিপজ্জনক হ'ব পাৰে বুলি বাবে বাবে ক'বলৈ ধৰিছিল। তেনে ধৰণৰ বিবেচনাৰ বলতে ১৭৯৩ চনৰ চাৰ্টাৰত ধৰ্ম-বিষয়ক ছেদ এটা প্ৰায় সন্নিৱিষ্ট হোৱাৰ শেষ মুহূৰ্তত তাক বাদ দিবলগীয়া হ'ল। বৰং সকাউঞ্চিল গৱৰ্নৰ-জেনেৰেল ভাৰতৰ ধৰ্ম-পালনৰ বিষয়ত নিৰপেক্ষতা অৱলম্বন কৰি নতুন ৰেগুলেশ্যন্‌ছ ৰচি প্ৰতিজ্ঞাবদ্ধহে হ'ল। সেই গতিকেহে বেপ্টিস্টসকলৰ ধৰ্ম ভাৰতবৰ্ষত প্ৰৱেশ কৰিবলগীয়া হ'ল ডেনমাৰ্কৰ ৰজাৰ ছত্ৰছায়াক আশ্ৰয় কৰিহে, আন কি, ব্ৰিটিংশ সিংহৰপৰা সুৰক্ষাও বিচাৰিবলগীয়া হ'ল সেই ছত্ৰদণ্ডৰ আঁৰতহে।

১৭৯৩ৰ পিছত ৰাজনীতিকসকলৰ মনৰ গতি নিজৰ ফালে ঘোৰাবৰ বাবে এভাঞ্জেলিস্ট্‌সকলৰ চেষ্টাৰ ত্ৰুটী নহ'ল। গৱৰ্নৰ-জেনেৰেলসকলৰ ভিতৰত ছাৰ জন্‌ শ্বোৰ্‌ বা লৰ্ড ৱেলেছ্‌লিৰ মিছনেৰিসকলৰ প্ৰতি ভিতৰি বেথা এফেৰি আছিল। ৱেলেছ্‌লিৰ পিছত কিন্তু আকৌ গৱৰ্নৰ-জেনেৰেলৰ মনোভাৱত কঠোৰতা আহিল। বিশেষকৈ মাদ্ৰাজ প্ৰেছিডেঞ্চিৰ ভেলুৰত ভাৰতীয় চিপাহীযে বিদ্ৰোহ কৰি উঠি দুশকৈ ইউৰোপীয় লোকৰ মৃত্যু ঘটালত, সেই ঘটনাৰ মূলকাৰণত দেশত মিছনেৰিৰ ক্ৰিয়া-কলাপো আছে বুলি অন্তত: বিলাতত অৰ্থ কৰা লোকৰ অভাৱ নহ'ল। গতিকে মিছনেৰিৰ প্ৰতি কোম্পানিৰ দৃষ্টি বিৰূপ হোৱা স্বাভাৱিক হৈ পৰিল। কিন্তু এভাঞ্জেলিকেল্‌সকলে তেওঁলোকৰ চেষ্টা দৃঢ়তৰ কৰিলে। ভেলূৰৰ ঘটনাৰ লগত মিছনেৰিৰ কাৰ্যৰ কোনো সম্বন্ধ নথকাটো দেখুওৱা হ'ল। এই সকলোৰে ফলস্বৰূপে ১৮১৩ চনৰ চাৰ্টাৰ এক্টত মিছনেৰিৰ প্ৰচাৰ-কাৰ্য দোষমুক্ত কৰি তাক কৰ্তব্য কৰ্মৰ ভিতৰত ধৰা হ'ল। ভাৰতত খ্ৰীস্ট-ধৰ্ম-প্ৰচাৰ আৰু পাশ্চাত্ত্যকৰণৰ বিষয়ত সেই দেখি ১৮১৩ বছৰটো এটা স্পষ্ট 'মাইলৰ খুঁটি' হৈ ৰ'ল। ১৮১২ চনৰ জুনত মাথোন আমেৰিকান মিছনেৰি ছজন কলিকতাত প্ৰৱেশ কৰিছিল; আৰু তেওঁলোকক লগে লগে তাৰপৰা বিদায় দিয়া হৈছিল। কলিকতা এৰি তেওঁলোক বোম্বাই পায়মানে বিলাতত ১৮১৩ৰ চাৰ্টাৰ এক্ট পাৰ্লিযামেণ্টে গ্ৰহণ কৰিলে আৰু তেওঁলোকে এতিয়া ভাৰততে কাম কৰিব পৰা হ'ল। ১৮১৩ চনতে সেই দেখি এই দেশত আমেৰিকান প্ৰোটেস্টাণ্টৰ প্ৰচাৰকৰ্মৰ আৰম্ভণি।

## ডক্টৰ কেৰিৰ মহৎ কৰ্ম আৰু প্ৰথম অসমীয়া বাইবেল :

ভাৰতত প্ৰোটেস্টাণ্ট বেপ্টিস্টৰ ইতিহাসৰ উদ্বোধযিতা আৰু প্ৰধান পথপ্ৰদৰ্শক ডঃ উইলিয়াম কেৰি। তেওঁৰ ত্যাগ, কষ্টস্বীকাৰ, কৰ্মদক্ষতা আৰু জ্ঞানলিপ্সাই সেই ইতিহাসক গৌৰৱময় কৰি শুভাৰম্ভ দিলে, লগতে ভাৰতীয় সাহিত্যবোৰত নৱযুগৰ সম্ভাৱনা সৃষ্টি কৰিলে। কোনো বাধাই বা কৰ্তব্যৰ বিপুলতাই তেওঁৰ একাগ্ৰতাৰ সমুখত থিয় দি থাকিব নোৱাৰিছিল। তেওঁ তেওঁৰ লগৰীয়াসকলেৰে ভাৰতৰ ভাষাবোৰত বাইবেলৰ অনুবাদ কৰাৰ এক বৃহৎ আঁচনি তৰিছিল। তেওঁৰ দ্বাৰা অনূদিত সম্পাদিত বাইবেলৰ সংখ্যাই হ'ল একুৰি ষোল। তাৰ ভিতৰত বঙলা (১৮০১, ১৮০২-০৯) আৰু সংস্কৃত (১৮০৮, ১৮১১-১৮) অনুবাদ তেওঁৰ স্বহস্তৰ কৃতি। হিন্দী, মৰাঠী, ওড়িয়া আদি অনুবাদৰ খচৰা সেই সেই ভাষাৰ পণ্ডিতে প্ৰস্তুত কৰে আৰু কেৰিয়ে সিবোৰৰ ওপৰত সমালোচনাৰ হাত ফুৰাই সম্পাদন কৰে। আমাৰ ওচৰ-চুবুৰীয়া খাচি (১৮২৪) আৰু মৈতৈ-মণিপুৰী (১৮১৪-২৪) ভাষাও কেৰিৰ আঁচনিৰ অন্তৰ্গত হৈছিল। মুঠতে কেৰিৰ হাবিয়াহ ভাৰতৰ ঘৰে ঘৰে একোখন বাইবেল দিয়া। ১৮১০ চনত শ্ৰীৰামপুৰ প্ৰেছে অসমীয়া অনুবাদৰ কাম আৰম্ভ কৰে। এই অনুবাদৰ খচৰা কৰোৱা হৈছিল সম্ভৱত: কলিকতাত থকা এজন অসমীয়া পণ্ডিত আত্মাৰাম শৰ্মাৰ হতুৱাই। এই বিষয়ত কিন্তু কোনো শ্ৰীৰামপুৰীয়া অভিলেখ নাই। কেৰি আৰু আত্মাৰামৰ সম্পৰ্কে অসমত নানা কথাকেই অনুমান কৰি লোৱা

হৈছে আৰু দুই-একৰ হাতত কল্পনাৰ পকামিঠৈৰ পাক (snowballing) চলিয়ে আছে। ১৮৫৫ চনত আনন্দৰাম ঢেকিয়াল ফুকনে *A Few Remarks on the Assamese Language and on Vernacular Education*নামৰ পুস্তিকাত লেখিছিল, "The whole of the Bible was translated and published by the Serampore Missionaries with the aid of Atmaram Shorma, an Assamese pundit, in the year 1813. A Second Edition was issued from the Serampore Press in 1833." আত্মাৰামৰ বিষয়ে এই প্ৰথম অভিলেখৰ (১৮৫৪) স্ৰষ্টা ঢেকিয়াল ফুকনে সম্ভৱত: আত্মাৰামক লগো পাইছিল। কিন্তু ১৮১৩ চনত সমস্ত বাইবেলৰ অসমীয়া সংস্কৰণ ছপা হোৱা আৰু ১৮৩৩ চনত তাৰ দ্বিতীয় তাঙৰণ প্ৰকাশ হোৱা— দুইটা কথাই ভ্ৰমাত্মক। গুণাভিৰাম বৰুৱায়ো কিজানি আত্মাৰামক কলিকতাত লগ পাইছিল। তেওঁ "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ"ত ১৮৫২ চনত ফুকন কলিকতাত ফুৰা-মেলা কথাৰ প্ৰসংগত লেখিছে, "তাত ছাপাখানা আৰু কাগজৰ কল ফুকনে চালে। মানৰ দিনৰ পূৰ্ব্বেই কলিয়াবৰৰ আত্মাৰাম নামে এজন অসমীয়া ব্ৰাহ্মণ গৈ শ্ৰীৰামপুৰত বাস কৰি আছে। তেওঁ তাতে বিয়া কৰাইছে। সতি-সন্তান হৈছে। তেওঁ ছাপাখানাৰ পণ্ডিত আছিল। তেওঁৰ সাহায্যতে ডাক্তৰ কেৰি পাদ্ৰি চাহাবে প্ৰথমে অসমীয়াত খ্ৰীষ্টিয়ানৰ বাইবেল শাস্ত্ৰ ছপায়।" এই উক্তিৰ "আছে"-"আছিল"বোৰৰ উপৰিও "এজন অসমীয়া ব্ৰাহ্মণ গৈ" (তেওঁক কোনেও নিওৱাৰ কথা নহয়) আৰু "তেওঁৰ সাহায্যতে" (ঢেকিয়াল ফুকনৰ ঠিক ঠিক যেন "with the aid of" কথাৰহে ভাঙনি) মন কৰিব লগীয়া। ১৮৩৩ৰ অসমীয়া "ধৰ্ম্মপুস্তক"ৰ (নতুন নিয়ম) নাম-পাতত স্পষ্টকৈ TRANSLATED BY THE SERAMPORE MISSIONARIES বুলি কৰা উল্লেখত অনুবাদ কাৰ্যতযে মিছনেৰিৰ বাহিৰে আন কোনোবা আছিল, সেই কথা নাই। ফুকনৰ মতে 'aid' আৰু বৰুৱাৰ 'সাহায্য' কৰাজন সেই আখ্যাৰ ভিতৰত নপৰিল; তেওঁ মিছনেৰিও নহয়, অনুবাদকো নহয়— এনে কথা! কিন্তু শৰ্মাই এই দেশ এৰি কিয় কলিকতা বৰছহৰৰ পৰদেশত মৰভেশ ল'বলৈ গৈছিল, তাৰ কাৰণটো আমাৰ মাথোন কল্পনাৰ ওচৰত বিচাৰিব লগীয়া হৈ থাকিল। কলিকতাৰ পঞ্চানন কৰ্মকাৰ বা তস্য জামাতা মনোহৰৰ দৰে গুণাভিৰামে ক'বৰ দৰে 'ছাপাখানাৰ পণ্ডিত' হ'বৰ অভিপ্ৰায়েৰে নে ভাগ্য-অন্বেষণৰ প্ৰয়াসত নে তীৰ্থ-দৰ্শনৰ হাবিলাসত নে বৰুৱা কন্দলৰ বাবে' তেওঁ দেশ এৰি 'বেদেশি' হ'ল?— এই প্ৰশ্নৰ সন্নিধানত অতীত নীৰৱ। অৰ্বাচীনভাৱে যোৱা শতিকাৰ নৱম দশকত (১৮৮৪) এ. কে. গাৰ্নিয়ে আৰু সেই দশকৰ সাময়িত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে ('অসমীয়া ভাষা' বক্তৃতা, ১৮৯০) কল্পনা কৰিলে যে আত্মাৰামক কেৰি আদি শ্ৰীৰামপুৰীয়া পাদুৰিসকলেই অসমৰপৰা বিচাৰি নিছিল। এই উক্তিৰ মূল ক'ত?

সেই দিনত (যোৱা শতিকাৰ প্ৰথম দশকত) প্ৰবল প্ৰতাপেৰে চলি থকা আহোম ৰাজ্যৰ মাজমজিয়াৰপৰা বেচেৰা বাস্তুলিক কোনে কেনেকৈনো থাপ মাৰি চিলনীৰ দৰে উৰুৱাই নিলে!! "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"ত (১৯৩৭) ডিম্বেশ্বৰ নেওগে লেখিছিল, "কোনো কোনোৰ মতে ১৮১১ সনতে নগাঁও কলিয়াবৰৰ ৺আত্মাৰাম শৰ্মাই এই ভাঙনী কৰিছিল। উক্ত পুথিত এই বিষয়ে একো সন্ধান পোৱা নগ'ল।" সেয়েইতো আচল কথা। আন কোনো অভিলেখেই নাই। কেনেকৈ কোৱা যায়, আত্মাৰামে অনুবাদকৰ্মটি কৰিছিল? তেওঁ কোন জাতৰবা কলিকতীয়া মানুহ বিয়া কৰিছিল? এক 'খবৰমতে' খৰঙি বৰুৱাৰ বংশ-পুৰোহিত তেওঁ কলিয়াবৰলৈ ঘূৰি আহিছিল। হয়নে? তেওঁৰ জাত্যন্তৰ ঘটিছিলনেকি নে মনোহৰে বিশ্বকৰ্মাৰ মূৰ্তিটিৰ তলত বহি আখৰ কটা-ঢলাৰ দৰে আত্মাৰামেও ইষ্ট দেৱকে জপি ছপাখানাৰ কাম কৰিছিল?

ড° উইলিয়াম কেৰিয়েইবা কোনোদিনে চল্-কৰ্ নথকা অসমীয়া ভাষাত ভাঙনি কৰিব পাৰিলে কেনেকৈ? তেওঁ বঙলা আৰু সংস্কৃতৰ বাহিৰে অসমীয়া আদি আন অনুবাদবিভাকৰ কাম কি পদ্ধতিত কেনেকৈ পৰিচালনা কৰিছিল, তাৰ আভাস জৰ্জ স্মিথে লেখা উইলিয়াম কেৰিৰ জীৱনীৰপৰা *(Life of William Carey, Shoemaker and Missionary,* London, 1913) পাব পাৰি। স্মিথে ওড়িয়া বাইবেল ভাঙনিৰ কথা লৈ লেখিছে "The Ooriya version was almost the first to be undertaken after the Bengali. ... The chief pundit, Mrityunjaya, skilled in both the dialects, first adapted the Bengali version to the language of the Ooriyas, which was his own. Carey then took the manuscript, compared it with the original Greek, and corrected it verse by verse." শ্ৰীৰামপুৰীয়া অসমীয়া অনুবাদটি পঢ়িলে আৰু কেৰিৰ

জানিছিল। আত্মাৰাম শৰ্মাই ১৮১৩ চনত অসমীয়াত বাইবেল অনুবাদ কৰে; ব্ৰাউনে ১৮৪৮ চনত নিউ টেষ্টামেণ্টৰ সম্পূৰ্ণ অনুবাদ এটি প্ৰকাশ কৰে। ১৮৭২ চনত তেওঁ জাপানী ভাষাতো এই গ্ৰন্থ প্ৰকাশ কৰে। ১৮৪০ চনত তেওঁ পুৰাণ অসমীয়া পুথি সংগ্ৰহৰ কামত মনপুতি লাগি অবলুপ্ত হ'বলৈ ধৰা প্ৰায় কুৰিখন পুথি সংগ্ৰহ কৰে। অসম বুৰঞ্জী (১৮৪৪), চুতীয়া বুৰঞ্জী (১৮৫০) আৰু বকুল কায়স্থৰ গণিত পুথি প্ৰকাশৰ গৌৰৱো তেওঁৰ। তেওঁ প্ৰায় ৬০ টিমান খ্ৰীষ্টিয় স্তুতিগীতো অসমীয়াত অনুবাদ কৰে। 'খ্ৰীষ্ট বিৱৰণ আৰু শুভবাৰ্ত্তা' আদি কেইবাখনো ধৰ্মগ্ৰন্থৰ তেওঁৰ ৰচয়িতা। The Whole Walford Kin নামৰ এখন আত্মজীৱনীও তেওঁ লিখিছে। কটুৰৰ লগত লগ লাগি তেওঁ শিৱসাগৰত ১৮৪৩ চনত মিশ্যন প্ৰেছ প্ৰতিষ্ঠা কৰে। এই প্ৰেছতেই অৰুনোদই ছপা হৈছিল। ব্ৰাউনে ১৮৫৫ চনত অসম এৰে। তেওঁৰ বিখ্যাত ৰচনা comparison of Indo chinese Languages with comparative voca bularies of Bengali, Assamese, Khamti, Sia mese Aka, Abor, Mishmi and Burmese etc. এছিয়াটিক ছছাইটিৰ জৰ্ণালত (Bengal Vol VI p 102) প্ৰকাশ পাইছিল (১৮৩৭ চন)।

অলিভাৰ কটুৰৰ পাণ্ডিত্যৰ বিষয়ে সবিশেষ জনা নাযায়। কিন্তু ১৮৪০ চনত প্ৰকাশ কৰা 'শব্দাৱলী আৰু খণ্ডবাক্য'ৰ ৰচয়িতা শ্ৰীমতী কটুৰ আৰু Anglo-Assa mese Phrases (১৮৭৭) ৰ ৰচয়িতা এইচ, বি, এল কটুৰৰ নাম এই প্ৰসংগত উল্লেখযোগ্য। উইলিয়াম ৱাৰ্ড স্তুতিগীতৰ ৰচয়িতা আছিল। নাথান ব্ৰন্সন, ডেনফৰ্থ আৰু ক্লাৰ্ক সম্পৰ্কে সবিশেষ জনা নাযায়।

এ কে গাৰ্নিও অৰুনোদইৰ সম্পাদনাত থকাৰ কথা বুৰঞ্জীত উল্লেখ আছে। এওঁ 'প্ৰাচীন নিয়ম' (অ'ল্ড টেষ্টামেণ্ট) 'কথ জোচেফৰ কাহিনী' (১৮৮১), 'কানি বেহেৰুৱাৰ কথা' (১৮৭৮), 'এলোকেশী বেশ্যাৰ কথা' (১৮৭৭) আৰু 'কামিনীকান্তৰ চৰিত্ৰ' (১৮৭৭) গ্ৰন্থ প্ৰণয়ন কৰিছিল। তেওঁৰ পত্নীয়ে 'ফুলমণি আৰু কৰুণা' অসমীয়ালৈ অনুবাদ কৰে।

'অৰুনোদই' কাকতৰ নিয়মিত লেখক আছিল নিধিৰাম ফাৰ্‌বেল। এওঁক ১৮৪১ চনত ব্ৰন্সনে খৃষ্টান ধৰ্মত দীক্ষিত কৰে। এওঁ এই কাকতত 'বিনই বচন', 'সৰগৰ বিৱৰণ', 'হিন্দুস্থানৰ বুৰঞ্জী' আদি ভালেখিনি প্ৰবন্ধ প্ৰকাশ কৰাৰ উপৰিও কবিতা উলিয়াইছিল। ডাঃ মাইল্‌চ ব্ৰন্সনৰ অভিধান আৰু আখৰ জোটনি ৰীতিৰ প্ৰভাৱ নিশ্চয় অৰুনোদইৰ ওপৰত পৰিছিল। এই আখৰ জোটনি লৈ হেমচন্দ্ৰ বৰুৱা আৰু নিধিৰাম ফাৰ্‌বেলৰ মাজত মতভেদ ঘটিছিল।

অৰুনোদইৰ আন আন জনাজাত লেখকসকলৰ ভিতৰত আছিল — হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, কমলাকান্ত ভট্টাচাৰ্য ইত্যাদি।

অৰুনোদইৰ ভাষা আৰু আখৰ জোটনি সম্পৰ্কে এই প্ৰবন্ধত বিতং আলোচনা কৰাৰ থল নাই। ডাঃ ব্ৰন্সনৰ আখৰ জোটনি অৰুনোদইৰ কালত চলি আছিল। যাদুৰাম ডেকা বৰুৱাৰ পদ্ধতি অনুসৰিয়েই ব্ৰন্সনে উচ্চাৰণকে আধাৰ কৰি আখৰ জোটনি কৰিছিল। 'অৰুনোদই'ত শ ষ সৰ ঠাইত অকল স ব্যৱহাৰ কৰিছিল (যেনে ঈস্বৰ)। য জ এই দুই বৰ্ণৰ ঠাইত কেৱল জ (যেনে 'জাত্ৰিকৰ জাত্ৰা')। চ আৰু ছৰ পৰিবৰ্তে চ আৰু সাধাৰণতে ণ নৰ সলনি দন্ত্য ন ব্যৱহাৰ কৰা তাৰ নিয়ম আছিল (যেনে 'জনমিচে', ইচো)। য ৰ ঠাইত ই (অৰুনোদই; ভই); যুক্তাক্ষৰৰ ঠাইত সৰল আখৰ (গিয়ানি); ী কাৰৰ ঠাইত ি কাৰ আদি ব্যৱহাৰ কৰাৰ আগ্ৰহ এই আখৰ জোটনিত দেখা যায়। হেমকোষত এই বানান-পদ্ধতি বৰ্জন কৰা হয়।

ন শব্দ চয়নতো 'অৰুনোদই'য়ে এটা বিশেষ পদ্ধতি অৱলম্বন কৰিছিল। আংগুৰ বিদেশী শব্দ, তাক 'লতা-পনিয়ল' কৰা হৈছিল। 'বৰফ'ক কৰা হৈছিল 'শিল-পানী'। 'কয়লা'ক 'নাগমাটি' বোলা হৈছিল। (খুব সম্ভৱ 'জাপান' শব্দৰ অনুবাদ 'জিউতৰা' দেশ কৰা হৈছিল।)

বাক্য বিন্যাস প্ৰণালীত ঠায়ে ঠায়ে ইংৰাজীৰ প্ৰভাৱ স্পষ্ট। 'পাৰমাৰ্থিক মানুহ হৈ ভয় নকৰিবা' -- ইয়াৰ গঢ় ইংৰাজী (Being a spiritual person, you should not fear)। 'তেওঁৰ বিৰোদ্ধে আচৰা হৈ তেওঁ দিন নিয়াইচিল' আৰু 'চিমুলিয়াৰ মাঝত এটা ঘৰৰ চাৰিওফালে বহুলোকৰ সাক্ষাৎ আচিল' আদি বাক্যত অসমীয়া গঢ় মুঠেই নাই। অৰ্থও স্পষ্ট নহয়।[৫]

এই চমু আলোচনাটিত মিশ্যনেৰী অসমীয়া লেখকসকলৰ সাধনাৰ গভীৰতা আৰু অসুবিধা দুয়োটাকে স্পষ্ট কৰা মুঠেই সম্ভৱ নহয়। তেওঁলোকে অসমীয়া আখৰ কমোৱাৰ কথা নিশ্চয় যুক্তিসংগতভাৱেই কল্পনা কৰিছিল। আখৰ জোটনি সৰল কৰাৰ চেষ্টা আজিৰ অসমীয়া পণ্ডিতসকলেও কৰিবলৈ বাধ্য হৈছে। অসমীয়া জতুৱা ঠাঁচ আয়ত্ত কৰিবলৈ মিশ্যনেৰীসকলে সততে যত্ন কৰিছিল। অৱশ্যে বাক্য গঠনত পুৰণি বুৰঞ্জীৰ গদ্যৰ প্ৰভাৱ সিমান লক্ষ্য কৰা নাযায়। তেওঁলোকৰ উল্লেখযোগ্য সাফল্য হ'ল এটাই। আমাৰ ভাষাক বিবিধ

বিষয়-বস্তু প্ৰকাশ কৰাৰ ক্ষমতা অৰ্থাৎ প্ৰকাশিকা শক্তি প্ৰদান কৰাত তেওঁলোকে বিন্দুমাত্ৰও ত্ৰুটী কৰা নাছিল।

অৰুনোদইৰ প্ৰথম বছৰৰ ষষ্ঠ সংখ্যাত (১৮৪৬ চনৰ জুন সংখ্যা) 'কাকতি ফৰিঙৰ' কথা বুলিবৰ এটি খবৰ আছে। তাৰপৰা ইয়াৰ ভাষাৰ গুণাগুণ ধৰিব পাৰি :-

"কাকতি ফৰিঙৰ কথা

ইংৰাজি ১৮৪৪ সনৰ ২৭ জানোৱাৰি তাৰিখত সনিবাৰে আণ্ডাজ বেলি এপৰ দেৰপৰ উঠাৰ সময়ত ভাতি ফালৰপৰা কাকতি ফৰিংবোৰ আহি মোকাম সিবসাগৰ পাই উজাই গৈছিল। কিন্তু সেই ফৰিংবোৰ জিপোনে জাই, পকা মউত কৈও অধিক ঘনে জাই; আকাস দেখিবলই নোপোৱাকই মেঘৰ নিচিনা থাকি জাই আৰু বতাহৰ সদৃশ ভোন ভোন কই জোআ সৰদ সুনিবলই পাই, আৰু অতিসয় ওখকই উৰিব পাৰে; আৰু সেই ফৰিঙবিলাক এটাইৰে একে বৰন, এফেৰিও লৰচৰ নাই। তাৰ পাখিৰ দুই দাতিত কলমেৰে লিখাৰ নিচিনা কলা আক আচে, সেই নিমিত্তে মানুহে কাকতি ফৰিঙ বুলি কই।"

ডিম্বেশ্বৰ নেওগৰ মতে এই ধৰণৰ লেখা সেই সময়ৰ নতুন, সৰল আৰু মনোৰম ৰচনাৰ চানেকি স্বৰূপ।

[২]

প্ৰথম সংখ্যা অৰুনোদইৰ নাম আছিল "অৰুনোদই সম্বাদ-পত্ৰ"। তাৰ তলৰ শাৰীত।

"প্ৰথম চোআ :

মোঃ সিৱসাগৰ, জানোৱাৰি ১৮৪৬ খ্ৰীঃ অঃ সঁক; ১ নম্বৰ" এই কথাখিনি সন্নিৱেশিত কৰা হৈছিল। পাইকা টাইপত ছপা হোৱা প্ৰায় ৯ ইঞ্চিx৬ ইঞ্চি আকাৰৰ ৮ পৃষ্ঠাৰ এই আলোচনীখনৰ শেষত এইদৰে লিখা আছিল :

"A monthly paper devoted to Religion, Science and General Intelligence, is printed and published at Sibsagar Mission Press by O T Cutter, for American Baptist Mission in Asam Price one Rupee per anum, in advance, or one and half at the end of the year."

তাত থকা প্ৰথমটি শিতান হ'ল "জোআ বচৰৰ কথা" (Summary of events in 1945)। তাত প্ৰায় ৪০ টামান দেশ-বিদেশৰ চমু বাতৰি আছে। তাৰে ভিতৰত এইকেইটা উল্লেখযোগ্য —

"১৮৪৫ ৰ ৭ জানোৱাৰিত এক নেজাল তৰা কলিকতাত দেখা হৈছিল।

৪ ফেব্ৰোআৰিত লণ্ডন ৰাজনগৰত শ্ৰী শ্ৰী মতি মহাৰানিএ ৰাজমেল পাতিলে।

৫ হাত বহল, ৩৬ হাত দিঘল, এনে বৰ দুৰ্বিন ৰচ নামেৰে এজন লৰ্ড সাহাবে সাজি ৫ মাৰ্চত প্ৰথমে তাক তুলি আকাশলৈ চাই, জোন তৰা আদি কৰি সকলোকে অতি ভাল ৰূপে দেখিলে।

জিউতৰা দেশৰ জি কোনো বাপু লোকে লঙ্কাত গৌতমা অৰ্থাত বোধ দেৱতাক সেৱা কৰিবলৈ গৈছিল, সিবিলাকৰ আগত এক দাঁত গৌতমাৰ দাঁত বুলি লঙ্কাৰ বাপুএ ১৫ মাৰ্চত দৰ্সন কৰালে।

কাবুল কান্ধাৰৰ উত্তৰ বোখাৰা দেসৰ ৰজাই দুজন সাহাবক ধৰি ৰাখিচে, সুনি উলুফ নামেৰে এক ইংৰেজি পাদুৰি সাহাবে আগৰ বচৰত তালৈ গৈ ৰজাই সেই দুই সাহাবক মৰা জানি, উভতি আহি এপ্ৰেল মাহত ইংলণ্ড দেস পালেহি।

২৭ আগষ্টত অসম দেসত ভূঁইকঁপ হ'ল।

চেপ্তেম্বৰৰ প্ৰথম দিনত আইচ্লণ্ড মাজুলিৰ হেক্লা পৰ্বত ফুটি তপত জোলৰ নদি ওলাল।

৭ জুলাইত বঙ্গাল দেশৰ শ্ৰীদ্বাৰকা নাথ ঠাকুৰ বাপুএ লণ্ডন নগৰত ইংলণ্ডনৰ মহাৰানিৰ আগত সাখ্যাৎ হোআত মহাৰানিৰ আৰু স্বামী প্ৰিঞ্চালবৰ্তৰ মূৰৰ নক্চা সেই বাপুক দি মৰ্জ্জদা কৰিলে।

জুলাইৰ ২৩ তাৰিখত ঢাকাত ভূঁইকঁপ গ'ল। ২৬ তাৰিখত গুআহাটিতো হৈছিল।

আগষ্টৰ ৬ তাৰিখত অসম দেসত বৰ ভূঁইকঁপ হ'ল; নগাওঁ গুআহাটিত কেতবোৰ পকিঘৰ ফাট ললে।

পঞ্জাব অৰ্থাত ৰঞ্জিতচিঙ্গৰ দেসৰ সেনাই আক্ৰমণ কৰি সতদ্ৰু নদি পাৰ হৈ কম্পানি দেসলৈ অহাত আমাৰ দেসাধিপতি শ্ৰী শ্ৰীজুত গবৰণৰ জেনৰেল বাহাদুৰে এই অপৰাধৰ নিমিত্তে সিহঁতৰ জি গাওঁ নগৰ সতদ্ৰু নদিৰ ইপাৰে থাকে সেইবোৰক দখল কৰিবলৈ ১৩ ডিসেম্বৰত আগ্যা দিলে। আৰু পাঞ্জাবি ৫০০০০ সেনাই ৰণ কৰিবৰ নিমিত্তে আহিচে; কম্পানিৰো সেনা ২৫০০০ মান তালৈ গৈছে।"

* * * * * *

এই চমু বাতৰিবোৰৰ ভিতৰত তাৎপৰ্যপূৰ্ণ খবৰ হ'ল ভাৰতত ৰেল লাইন খোলাৰ পৰিকল্পনাটো —

"বঙ্গাল হিন্দুস্থান দেসত ধুঁআৰ ৰথ জোআ ৰেল বাদ পাতিবলৈ অনেক মানুহে নিবেদন কৰাত ইংলণ্ডত থকা শ্ৰীযুক্ত কম্পানি বাহাদুৰে তাৰ উপাই কৰিবৰ নিমিত্তে এই দেসাধিপতি গবৰনৰ জেনৰল চাৰ হেনৰি হাৰ্ডিঞ্জলৈ মেই মাহৰ সাত তাৰিখত চিঠি লিখি দিলে। সেই কথা

সিধি হলে এই দেসৰ মানুহে আন দেসি লোকৰ নিচিনা শ্ৰম নোহোআকৈ অতি বেগেৰে অহা জোআ কৰি অনেক লাভ পাব। ইংলণ্ড আদি কৰি ইউৰপৰ সকল দেসত এনে ভাপৰ কল লগা ৰথত জাই। সেই ৰথ সমানে জাবৰ নিমিত্তে লোহাৰ দুডাল আলিত পাতে, তাকে ৰেলৰদ বোলে। ৰথৰ থিলা সোমাই যাবৰ নিমিত্তে সেই লোহাৰ ডালত লোৰ থাকে, তাতে একে ঠৰে জাই। এনে ৰথত এক ঘৰিতে ডেৰ কুৰি, দুকুৰি, তিনিকুৰি মাইল অৰ্থাত এইমান ডাঁৰৰ বাট জাব পাৰে; কোনো তাতকৈ অধিকো জাই। ইংলণ্ডত ২০৬৯ মাইলৰ দিঘল্ ৰেলৰদ পাতি আছে, আমেৰিকাতো আছে ঠায়ে ঠায়ে ৩৬৮৮ মাইল। ৰেলৰদত জোআ ৰথৰ নক্চা তলত লিখা আচে। প্ৰথম ৰথত কল থাকে, দুতিঅ' ৰথত জুইত দিবলৈ নাগমাটি, তাৰ পাচে বস্তু থোআ এখান, মানুহ থকা দুখান, গৰু মেৰ চাগ থকা দুখান। মুঠে সাতখন ৰথ একে ভাপৰ কলেৰে টানি নিয়া হৈছে।" (ইয়াৰ লগত ৰেলৰ ছবি দিয়া হৈছে।)

৪ নং পৃষ্ঠাত "হেক্লা পৰ্ব্বতৰ তপত জোল ওলোৱা কথা" (eruption of Mount Hekla) নামৰ এটি দীঘলীয়া প্ৰায় ১½ কলমৰ সংবাদ আছে। এই সংবাদৰ ওপৰত এখন অঁকা ছবি ব্লক কৰি তোলা হৈছে। তাত তপত জোল বৈ সাগৰলৈ অহা আৰু সাগৰত জাহাজ থকা দেখুওৱা হৈছে।

বাতৰিৰ আৰু এটি শিতান এই সংখ্যাত আছে। এই শিতান হ'ল "ধৰমৰ কথা বাত্ৰা" (Religious intelligence)। ইয়াত খেহ দেশত (চীন দেশত) আৰু মানদেশৰ কাৰেণসকলৰ মাজত খ্ৰীষ্টধৰ্ম প্ৰচাৰ হোৱাৰ কথা আছে।

ইয়াৰ পিচতে "ৰজাৰ মৈদাম খনা" (Tombs of Ahom Kings) শীৰ্ষক এক আলোচনামূলক খবৰ আছে। ইয়াত বেআইনীভাৱে আৰু উৰা-জুৰাকৈ খনা চৰাইদেও পৰ্বতৰ ১৩ টা মৈদামৰ লেখ আছে। ১৮৪৪ চনত সৰু কুঁৱিয়া বৰাৰ পুতেকে হেনো লক্ষ্মীসিংহ ৰজাৰ মৈদাম খানি উলিয়ায়। ইয়াৰ আগতে মটকে গৰগঞা বুঢ়া ৰজাৰ মৈদাম খানিছিল।

ফুলেশ্বৰী ৰজাৰ মৈদাম খানোঁতে "সোনাৰ চুলিচেঙ্গ, হিৰাপতা ফোট, তিনি সাৰি বাখৰ ডালিমা, হিৰাপতা ৰেখা আদি কৰি অনেক দ্ৰব্য খানি পালে।" ৰাজেশ্বৰ সিংহৰ মৈদামটোত বস্তু হেনো আটাইতকৈ সৰহকৈ ওলাইছিল। ৰুদ্ৰসিংহৰ পকী মৈদামত অনেক বস্তু আৰু সোণ-ৰূপৰ পেৰা গোটাচেৰেক ওলাইছিল। গদাধৰৰ মৈদামটো সৰ্ববৃহৎ আছিল। খবৰৰ শেষত মৈদাম খনাৰ বিৰুদ্ধে সংবাদদাতাই মন্তব্য দি সেইবোৰক মিচৰৰ পিৰামিড ৰখাদি ৰাখিবলৈ উপদেশ দিছে। তাৰ তলত মিচৰৰ পিৰামিডৰ এখন অঁকা ছবি দিয়া আছে। ইয়াৰ গূঢ় উদ্দেশ্য হ'ল পাঠকসকলক পিৰামিডবোৰৰ অনুকৰণত মৈদাম সংৰক্ষণ কৰিবলৈ উদ্গনি দিয়া।

সৰ্বশেষত আছে তিনি পৃষ্ঠীয়া **কানিবিৰোধী অভিযান**। আৰম্ভণিতে তলত দিয়া পদ্যটি আছে:-

"অতি মন্দ বস্তু কানি
জি খাই বৰ অগিয়ানি
সঞ্চিত বস্তু হই তাৰ হানি
মুখে কই কটু বানি
সকল লোকে থাকে জানি
কানি খাই মন্দ প্ৰানি
সি ন হই সংসাৰত গিয়ানি
কথাই তাৰ অপ্ৰমানি।"

আলোচনাৰ আধাৰ হ'ল নিম্নলিখিত সংবাদ; সংবাদটি পদাৰ পিচতে দিয়া হৈছে। খুব সম্ভৱ এই সংবাদটি শিৱসাগৰত হোৱা কানি বিষয়ক আলোচনা সভাৰ।

"বুধবাৰ ই সন ১৮৪৫ ২৪ ডিচেম্বৰত বেলি চাৰি ঘৰি বজাৰ সমইত এক জন লোকে সিৱসাগৰৰ গিয়ানৰ সভাত নিবেদন কৰি কলে বোলে, কানি খালে ভাল ন হই, কিয়নো তাক খালে একো লাভ নাই, কেৱল মানুহ নষ্ট হই মাথোন; এই নিমিত্তে সেই কথাৰ বাদ বিচাৰ হ'বলৈ সভাপতি প্ৰমুখ্যাত সভাৰ সকলো মানুহৰ আগত বিনই ৰূপে নিবেদন কৰি জনালে।

পিচে সেই কথাত সভাৰ প্ৰধান লোক এই দেসি আৰু বিদেসি জি জি মানুহত সভাত আচিলে, সকলোৱে বাদ বিচাৰ কৰি দেখিলে, আৰু কলে কানি খালে ভাল ন হই, এই কথা সকলোএ গ্ৰাহ্য কৰিলে; আৰু কানি খালে তাৰ অপকাৰৰ জি জি ফল ধৰে তাকো সকল মানুহে পৰ্হি জানিবলৈ ইয়াতে লিখি জনাইচে।"

অৰুনোদই সম্বাদ-পত্ৰৰ দ্বিতীয় সংখ্যাৰ পৰা "হিন্দুস্থানৰ" এই উপশিতানত স্থানীয় সংবাদ প্ৰকাশ পাইছিল। সেই সময়ত লণ্ডন আৰু কলিকতাৰ মাজত ডাক চলাচল কৰোতে ৩৯।৪০ দিন লাগিছিল। এই খবৰবোৰৰ ভিতৰত ১৮৪৫ চনৰ ৯ ডিচেম্বৰৰ দিনা মহাৰাণী ভিক্টোৰীয়াই চাৰ ৰবাৰ্ট পীলৰ পদত্যাগ-পত্ৰ গ্ৰহণ কৰিও কিদৰে উত্তৰাধিকাৰী নাপাই পুনৰ তেওঁকে 'প্ৰধান ৰাজমন্ত্ৰি' পাতিলে তাৰ উল্লেখ কৰা খবৰটি মন কৰিবলগীয়া। দ্বাৰকানাথ ঠাকুৰে ফ্ৰান্সত জাৰকালি কটোৱাৰ আগজাননীও আছে। পঞ্জাবীসকলৰ লগত হোৱা কোম্পানীৰ যুঁজৰ বিৱৰণো ইয়াত আছে। কাকতখন

ফেব্ৰুৱাৰী মাহৰ ; খবৰবোৰৰ সৰহভাগেই জানুৱাৰী বা ডিচেম্বৰ মাহৰ। এই খবৰবোৰত সংগ্ৰাহকৰ বিবিধ ৰাপ প্ৰকাশ পাইছিল। তাৰে ভিতৰত প্ৰত্নতত্ত্বমূলক আৰু অৰ্থনৈতিক ৰাপৰ কথা বিশেষভাৱে উল্লেখযোগ্য। প্ৰত্নতত্ত্বমূলক খবৰটো হ'ল এই —

"ইংলণ্ড দেসত কলৰ ৰথ জাবৰ নিমিত্তে এক নতুন ৰেলৰদ পাতিবলৈ মাটি খানোতে সিহৰ এটা স থোআ পেৰা পালে। পাচে মেলি চাই ঢাকনিৰ ভিতৰফালে কোনো লিখা আখৰ দেখিলে। তাকে পৰ্হিলত জানিলে, উইলিযম কঙ্কৰৰ ৰজা গদ্ৰেদা নামেৰে জি জি এক ১০৮৫ সঁকত ম্ৰিত্যু হৈচিল, সেই মৰা স তেওঁৰেই। আৰু ওচৰতে তেওঁৰ স্বামিৰ স থোআ পেৰাও পালে ; তেওঁ ১০৮৮ সঁকত ম্ৰিত্যু হ'ল। এতিয়া ৭৫৮ বছৰ হৈছে, তথাপি হাৰ মাটিত লিন ন গ'ল। তাৰ ওচৰত আন আন স থোআ সিলৰ পেৰা কেইবাটাও পালে।" (পৃঃ ৯-১০)

অৰ্থনৈতিক সংবাদটো আৰেৌ অসমৰ। তাত আসাম কোম্পানীৰ চাহ উৎপাদনৰ খবৰ আছে —

"আসাম কোম্পানিএ এবচৰৰ ভিতৰত ১৯৪০০ পওণ্ড অৰ্থাত ৯৭০০০ সেৰ চাহ আৰ্জিচে। ইংলণ্ডলৈ নিলে সেৰে ২ টকাকৈ দৰ পাই মুথে ২ লাখ টকা পাব।" (পৃঃ ৯)

ইটালীত ঠায়ে ঠায়ে ৰেলৰ লাইন বহুওৱা খবৰো ইয়াত আছে। কিন্তু আটাইতকৈ আমোদজনক খবৰ হ'ল দুজন চীনা ডেকা লণ্ডনলৈ যাওঁতে তেওঁলোকৰ ছবি অঁকাৰ খবৰটি :-

"ইংৰেজি জাহাজৰ এক কাপ্তান সাহাবে থেহ দেসৰ দুজন ডেকা মানুহ লণ্ডন নগৰলৈ নিলত খনিকৰে দুইৰো মূৰ্ত্তিৰ নকচা লিখিলে। এটাৰ নক্চা তলত লিখা আচে ; চেলা বন্ধা চুলি বৰ দিঘল ; হাতত টুপি লৈচে।" (পৃঃ ১০) [সংবাদৰ লগত নক্সাও আছে।]

ইয়াৰ বাহিৰেও এই সংখ্যাত "গ্ৰহৰ বিৱৰণ" (The Solar System) 'প্ৰিথিবিৰ আকাৰৰ বিসই' (Shape of the Earth) আৰু গেলিলিঅ'ক "কমিয়া ধৰমৰ বজাই" দিয়া শাস্তিৰ বিৱৰণকে ধৰি তিনিটি জ্যোতিৰ্বিজ্ঞানমূলক বিৱৰণী আছে। তিনিওটি যুক্তিসম্মত। সম্ভৱতঃ অসমীয়া ভাষাত এই তিনিটাই প্ৰথম জ্যোতিৰ্বিজ্ঞানমূলক সংবাদ। 'প্ৰিথিবিৰ আকাৰৰ বিসই'ত ইউৰোপীয় পণ্ডিতৰ মতৰ লগতে 'ব্ৰহ্মাসিদ্ধান্ত' আৰু 'সূৰ্য্য সিদ্ধান্ত'ৰ উল্লেখ কৰাটো বিশেষভাৱে উল্লেখযোগ্য। এই প্ৰবন্ধটিৰ লিখক কোনোবা প. স.।

"জাহাজ ভঙ্গা" (১৪-১৫ পৃঃ) সংবাদটি অতি মনোৰম। ইয়াত সাগৰত জাহাজ ভাগি এচটা বৃহৎ শিলত আৱদ্ধ হৈ মৰণ গণি কাল কটোৱা কিছুমান জাহাজ-যাত্ৰীৰ উদ্ধাৰৰ কাহিনী বৰ্ণোৱা হৈছে।

"ধৰমৰ কথা-বাত্ৰা" শিতানত খ্ৰীষ্টধৰ্মত নকৈ দীক্ষিত হোৱাসকলৰ এটা সংখ্যা আছে :-

"হিন্দুস্থানৰ মাজত ইংৰেজি বাপ্তিষ্ট মিস্যানেৰি সাহাব ২০ জন আছে ; এই দেসৰ সাহাব ১২ জন ; খ্ৰিষ্টিয়ান ধৰম-কিৰ্ত্তন কৰা হিন্দুস্থানি মানুহ ৫০ ; খ্ৰিষ্টিয়ান মণ্ডলি মুঠে ২৬ ; মণ্ডলিৰ লোক ১১০০। জোআ বচৰৰ ভিতৰত হিন্দুস্থানি মানুহ ১৩০ জনে বিশ্বাস কৰি বুৰ পোআ হৈ সেই মণ্ডলিবিলাকত সোমাল।

এই সংখ্যাৰ সামৰণিত "প্ৰথম খ্ৰিষ্টিয়ান মাৰ্ত্তৰ স্তিফানৰ মৰণ" নামৰ এটি কাহিনী দিয়া হৈছে।

অৰুনোদইৰ প্ৰথম চাৰি সংখ্যাত সমাচাৰ-দৰ্পন (পৃ: ১৯) ফ্ৰেণ্ড অব্ ইণ্ডিয়া (পৃ: ১৯) আৰু ভাস্কৰ সম্বাদ (২৫ পৃ:) পত্ৰিকাৰ উল্লেখ আছে। ৭ নং সংখ্যাত বাবু ব্ৰজনাথ সৰকাৰে "বঙ্গ দৰ্শক" আৰু আন কেইজনমান জ্ঞানী লোকে "ফ্ৰি ইনকোয়াৰাৰ" (পৃ: ৫০) উলিওৱাৰ সংবাদ আছে। সেই সংখ্যাৰ সংবাদসমূহতে "সমাচাৰ দৰ্পন" আৰু "বঙ্গাল হৰকৰা" (বঙালী সংবাদ-পত্ৰ) ৰ পৰা তুলি দিয়া সংবাদো আছে। ১১ নং সংখ্যাতো (১৮৪৬ : নৱেম্বৰ) সমাচাৰ দৰ্পনৰপৰা তুলি দিয়া খবৰত অসমীয়া ল'ৰা গৈ কলিকতা মেডিকেল কলেজত ('প্ৰধান বেজৰ স্কুল') পঢ়াৰ কথা উল্লেখ কৰিছে। এইবোৰৰপৰা অনুমান হয় অৰুনোদইৰ কিছুমান সংবাদৰ উহ আছিল সমসাময়িক কলিকতীয়া হৰকৰা বা পত্ৰিকা। কাকতৰ "বাধা নিষেধ" শিথিল কৰাৰ বাবে আইন কৰা চাৰ মেটকাফৰ (গৱৰ্ণৰ জেনেৰেল) মৃত্যু সংবাদো ১২ নং সংখ্যাত পোৱা যায় (পৃ: ৯৩)।

অৰুনোদই সংবাদ-পত্ৰ পুৰণি হৈ অহাৰ লগে লগে তাত ভালেমান স্থানীয় বাতৰি, লোক বিৱৰণ আৰু স্থানীয় বৈশিষ্ট্যৰ গুণগান প্ৰকাশিত হৈছিল। তাৰে কিছুমান খবৰ আৰু মন্তব্য বিশেষভাৱে উল্লেখযোগ্য।

১৮৪৭ চনৰ আগষ্ট মাহৰ সংখ্যাত (৮ নং) যোৰহাটত কৃত্ৰিম টকাশাল পতাৰ খবৰ আছে—

"জোৰহাটৰ পকামুৰা গাৱঁত কিৰ্তিম টকা তৈয়াৰি কৰি টেকচত অৰ্থাৎ মাইকি পোআলি সাল পাতি চিকা আৰ্কট বজা ৰূপ মাৰি চলাচল কৰোঁতে শ্ৰীদুতিৰাম চিৰস্তাদাৰে গৈ চুৰাগ চন্ধান কৰি সেই লোককে এপ্ৰিল মাহত ধৰিলে। জিতৰাম গগৈ, ক্ৰিয়ৰাম, বাপিৰাম, তনু সোণাৰি, হলি, এই সকলে ৰূপ মাৰিছিল। হজুৰে তজবিজ কৰি সেইসকলক জিলা খাৰিজ ৭/৭ বছৰ মিয়াদ দি ৰৰ

ফাটেকে পঠাই আচে : বৰ সাহাবে জুলাই ইস্তক কইদে ৰাখিবৰ হুকুম দিলে।"

অসমীয়া আৰু বঙালী মানুহৰ মাজত প্ৰচলিত হিন্দু ধৰ্মৰ আচাৰৰ পাৰ্থক্য দৰ্শাবলৈ ১৯৪৭ চনৰ জুন সংখ্যাত এটি বিৱৰণী প্ৰকাশ কৰা হৈছিল। তাত অসমীয়া সমাজৰ এটা সুন্দৰ বৰ্ণনা পোৱা যায়। অসমৰ জাত প্ৰথাৰ বৈশিষ্ট্যও তাত ফুটি উঠিছে :-

"অসমিয়া আৰু বঙ্গালি মানুহৰ ধৰম এক হ'লেও সিহঁতৰ আচাৰ আৰু কৰম এক ন হই, অসমিয়া আৰু বঙ্গালি দুয়ো দেশতে সৰহ হিন্দু আছে; কিন্তু বঙ্গালি মানুহে জি জি কৰম কৰিলে কুলভ্ৰষ্ট হই, সেইবিলাক অসমিয়াই কৰি থাকে। এই দেসত কৈৱৰ্ত্তৰ [৮] বাহিৰে আন কুলিয়াই মাচ বেচিলে জেনেকৈ নিন্দা হই, আৰু কুল জাই, তেনেকৈ বঙ্গালি মানুহে আপোন আপোন জাতিৰ কৰম এৰি আন জাতিৰ কৰম কৰি, আপোনাৰ জিবিকালৈ কাৰবাৰ কৰিলে, তাৰ জাতি ভ্ৰষ্ট হই। জি তাঁতি সেয়ে কেৱল কাপৰ ব'ব পাই, জি নাপিত সি মূৰ খুৰাব পাই, জি ধোবা সি কাপোৰ ধুব পাই, এইদৰে তাৰ সতিসন্ততিবোৰলৈকে চলি থাকে। আৰু ইয়াকে আদি কৰি অনেক কৰম আচে : কিন্তু অসমিয়া মানুহৰ মাজত তেনে কোনো দস্তুৰ নাই, ব্ৰাহ্মন কি কলিতা কি কওঁট কি ডোম [৯] সকলোএ আপোন আপোন জি কৰম কৰিবলৈ সইচা জাই তাকে কৰিবলৈ নিসেধ নাই; এই দস্তুৰ বঙ্গালি হিন্দু বিলাকৰ দস্তুৰতকৈ ভাল।" (পৃ : ৪৮)

উক্ত সংখ্যাত জুলাই মাহৰ পঞ্জিকাও আছে। সম্ভৱত : গ্ৰাহকক আকৰ্ষণ কৰিবলৈকে এই ব্যৱস্থা কৰা হৈছিল। অন্ধবিশ্বাস আৰু মাদকদ্ৰব্য সেৱনৰ বিৰুদ্ধে জনমত গঠন কৰিবলৈ কাকতখনে সততে চেষ্টা কৰিছিল। "মাউৰ কালত বুঢ়া দাঙ্গৰিয়াৰ বিৱৰণ"ত কলেৰা ৰোগগ্ৰস্ত লোকৰ কুসংস্কাৰাচ্ছন্ন ক্ৰিয়া-কাণ্ডৰ নিৰ্ভীক সমালোচনা পোৱা যায় (১৮৪৭ চনৰ মেই সংখ্যা : পৃ : ৩৬-৩৭), সেই সংখ্যাৰে "গাৰোৰ দেসৰ বিবৰণ" (পৃ : ৩৮-৪০) স্থানীয় জনজাতীয় জীৱনলৈ সংবাদপত্ৰৰ প্ৰথম ভুমুক স্বৰূপ।

আনন্দৰাম ঢেকিয়াল ফুকনৰ "ইংলেণ্ডৰ বিবৰণ" নামৰ প্ৰবন্ধ ১৮৪৭ চনৰ এপ্ৰিলৰ সংখ্যাত প্ৰকাশিত হয়। ই এক প্ৰকাৰ নগৈ গৰগাৱঁৰ বাতৰি কোৱা যদিও ইংলণ্ডৰ উন্নতিৰ প্ৰেৰণা লৈ লিখকে অসমীয়াক যিকেইটি মহৎ উপদেশ দিছিল সেইকেইটিয়ে অসমীয়াক নৱজাগৰণৰ মন্ত্ৰত দীক্ষিত কৰিছিল যেন বোধ হয় (পৃ : ২৮-৩১)। তেওঁ লিখিছিল।

"হে প্ৰিয় মিত্ৰসকল, জদি সভ্য আৰু গিয়ানি আৰু সুখী হ'বৰ বাঞ্ছা কৰা তেন্তে টোপনিৰ পৰা উঠা। লৰাসকল, তোমালোকে আটায়ে একে বাক্য হৈ কাৰো হাক নু-সুনি বিদ্যাত আটায়ে চিত আৰু সক্তি দিয়া। জি হেতুক ধনে সোনে গিয়ান দিব নোৱাৰে। পিত্ৰি মাত্ৰিসকল, আটাই কথাকে কাতি কৰি থোআ, সন্তানক ধন আৰ্জ্জিব নিদি, বিদ্যা আৰ্জ্জিব দিয়া, কিয়নো সিহঁত অগিয়ান হৈ জি পাপ কৰে তাৰ দোসে তোমালোককো ধৰিব আৰু তাৰ সঙ্গনি ইস্বৰৰ সোধত তোমালোকে দণ্ড নে পাওঁ বুলি নেভাবিবা। ধনৱন্ত লোকসকল, তোমালোকেও আজিৰপৰা উঠা, পূৰ্বৰ প্ৰতিগ্যা এৰা, তোমালোকৰ ধন মাটিৰ তলত মামৰে নষ্ট কৰিব নিদিবা, কিন্তু দেসত বিদ্যা ব্ৰিধিলৈ ধন ভাঙ্গা, এই উপাই লোআ, দেস অৱস্যে সভ্য আৰু গিয়ানি হব।

"দুতিয়তে হে মোৰ অসমিয়া মিত্ৰসকল, বিদ্যা যেনেকৈ ইহকালত উপকাৰক আন একো তেনে ন হই। কিন্তু জদি সভ্য আৰু সুখি হব খোজা তেন্তে ক্ৰিসি আৰু শিল্প কৰমত ইংৰাজৰ দৰে পাৰ্গত হবলৈ পুৰুসাৰ্থ কৰা। তোমালোক নিচেই অগিয়ান আৰু সেই বিদ্যা ভু নো পোআ, আৰু জানিবলৈকো শ্ৰম নকৰা। তোমালোকে ভাপৰ ৰথ, ভাপৰ কল, ভাপৰ নাও ইত্যাদি কৰিব পৰা হ'লে, কেনে সুখি হলাহেতেন; এতিয়াও তোমালোকৰ সাধ্যৰ বাহিৰ ন হই, তোমালোকৰ ভিতৰৰ ধনৱন্তসকলে এবেলি মাথোন কিছু ধন ভগন কৰি, ইংৰাজৰ সহাই লৈ, কেইজনমান দেসি ভাইক ক্ৰিসি কৰমৰ নানা জন্ত্ৰ কৰি তাৰ বেৱহাৰ সিকাওক, আৰু নানা আচৰিত আচৰিত ইংৰাজী জন্ত্ৰসকল বুজাওক, ইয়াকে কৰিলে লোকে জদি তাৰ গুন দেখিলে, তেন্তে তাক নেৰি বৰ্হাকৈহে সিকিব আৰু তেতিয়া দেখিবা, অসম দেস হাবি গুচি ফুলবাৰি হব, পজাৰ ঠাইত অট্টালিকা হ'ব, ডোঙ্গা গুচি ভাপৰ নাও হ'ব, আৰু গোটেই দেস ধনময় হব।.....

"অসমিযাসকল, ইংৰাজতকৈ অসভ্য হোৱাৰ ত্ৰিতিয় হেতু কওঁ সুনা। তোমালোকৰ বানিজ্য অনুসিলন নিচইকৈ নাই, সকলোৱে ধন পুতি থৈ ভাল পাই, কিন্তু জিহৰপৰা সেই ধনেৰেই ধন হই, তাক নিচিন্তে। ইংৰাজৰ সভ্যতাৰ ঘাই এক হেতু বানিজ্য, এতেকে যদি ধনৱন্ত হব খোজা, তেন্তে সম্প্ৰতি বানিজ্যত প্ৰবৰ্ত হোআ। ক্ৰিসি কৰম নে বাৰ্হিলে বানিজ্যও নে বাৰ্হে, সেই নিমিত্তে দুইকো অনুসিলন কৰিবলৈ জতন কৰা।

"কিন্তু হে মোৰ স্বদেসিয় বান্ধৱসকল, আমাৰ দেসৰ দুৰৱস্থাৰ চতুৰ্থ আৰু ঘাই হেতু এইজে তোমালোক

কেৱে দেসৰ হিত নি চিন্তা, কেৱল আপুনি কেনেকৈ ভালে থাকা তাকেহে সদাই ভাবা। ওপৰত জি সকল উপাই দিলো, সেই বিলাকৰ পৰা কি গুন হব জদি স্বদেসকে কেৱে মৰম ন কৰিলে ? .... হে ধনৱন্তসকল, তোমালোকে নিচয় জানিবা জে ইস্বৰে ধন সাঁচি থবলৈ, নাইবা আপোন সুখলৈ দিয়া নাই, কিন্তু তাৰে পৰৰ উপকাৰ কৰিব লৈহে দিচে; এই ভর্তসনা বাক্য সুনি অনেক সদ লোকৰ চিতে উসাহ পাই, দেসৰ দুর্ভাগ্য গুচাবলৈ উঠিব পাৰে, কিন্তু অকলে কি কৰিম বুলি নৈৰাস ন হৈ স্ব স্ব সাধ্যানুসাৰে হিত কৰিব, এতেকে আনেও সিবিলাকক দেখি সেইৰূপে হিত কৰিব।

"হে ক্রিপাময় জগদিস্বৰ, এই অসম দেসৰ লোকসকলক স্বদেস সভ্য গিয়ানি আৰু ধাৰ্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাব আৰু দুৰঅৱস্থা জানিবলৈ সিবিলাকক গ্গান দিয়া, আৰু তোমাৰ বিচিত্র সক্তিৰে সেবিলাকক সভ্য কৰা আৰু তোমাক জানিবৰ আৰু আগ্যা পালিবৰ জোগ্য কৰা। যি সময়ত অসম হাবি গুচি, ফুলবাৰি হ'ব, নৈত ডোঙ্গা গুচি জাহাজ হ'ব, ঘৰ বাঁহৰ গুচি সিল ইটাৰ হ'ব, গাৱেঁ গাৱেঁ হেজাৰে হেজাৰে পঢ়াসালি, গিয়ানৰ সভা, চিকিতসালই, দুখিয়া দৰিদ্র পৰিত্রাণৰ আলই হ'ব, আৰু জি কালত লোকসকলে পৰস্পৰ হিংসা নকৰি, আটাইয়ে আটাইক ভাত্রিৱত চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিচা সাখি নি দি লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেঁটি পাইও কাৰো অন্যাই নকৰিব, বেস্যা, কানি আৰু সুৰা এই কথা দেসত লোকে ভু নো পোআ হ'ব, সেই সময়, হে পৰম পিতা গজদিস্বৰ, সিঘ্র ঘটোআ।" (পৃ: ২৮ ৩১)

এই আধুনিকীকৰণৰ সপোন একপ্রকাৰ অৰুনোদইৰে সপোন। এই বিষয়ে বিন্দুমাত্র সন্দেহ কৰিবলগীয়া নাই। অৰুনোদইৰ বাতৰি আৰু লেখাবোৰ বিশ্লেষণ কৰিলেও এই সপোন বিৰিঙি ওলায়।

এনে স্বপ্নালুতা আৰু আদর্শবাদিতা উদ্দেশ্যধৰ্মী সংবাদপত্ৰতহে পোৱা যায়। কিন্তু আমি অৰুনোদইৰ এই গুণফেৰাকো একমাত্র উত্তম গুণ বুলি নকওঁ। প্রথম অসমীয়া পত্রিকাৰূপে অসমীয়া ঘটনাৰ সংবাদ পৰিবেশনত এই কাকতখনে যথেষ্ট দক্ষতা প্রদর্শন কৰিছিল। ডিব্রুগড়, তেজপুৰ, যোৰহাট, নগাওঁ আৰু গুৱাহাটী আদি ঠাইৰপৰা সেই তাঁৰবিহীন যুগত খবৰ নি তাত পৰিবেশন কৰা হৈছিল। প্ৰথম বছৰৰ ১০ম সংখ্যাত (১৮৪৬ চনৰ অক্টোবৰ) ৰজা পুৰন্দৰ সিংহৰ মৃত্যুৰ বাতৰি দিয়া হৈছে—

"জোৰহাট নগৰত মহাৰজা পুৰন্দৰ সিংহৰ ৩ তিন দিন পৰ্জন্তে মধুমেহৰ পিৰা উপস্থিত হৈ বৰ্তমান মাহৰ ১ প্ৰথম তাৰিখে বৃহস্পতিবাৰৰ দিনা বেলি দুই বজাৰ সময়ত ম্রিত্যু হল।

তেতিয়া দুৰ্গাপূজা চাবলৈ ফুকন, বৰুআ আদি বৰবৰুআ ডাঙ্গৰিয়াসকল গোট খাই, সেই ম্রিত্যু মহাৰজাক নগৰৰপৰা বাহিৰ কৰি, দহন আদি কৰাবৰ নিমিতে, শ্রীযুত কামেশ্বৰ সিংহক মৃত্যু ৰজাৰ স থকা ঠাইতে বৰ চৰাত কাপোৰ পাৰি বহুআই, বৰবৰুআ আৰু ডাঙ্গৰিয়াসকলে চাৰি বজাৰ সময়ত পূৰ্বে পিত্রি ৰজাই জুবৰাজ নাম দিয়া শ্রীযুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুবৰাজ মৰ্জতা দিলে।....." (পৃ: ৭৩)

বানপানীৰ খবৰো অৰুনোদইয়ে নিয়মিতভাৱে দিছিল। পূৰ্ণাঙ্গ খবৰ তুলি দিয়াৰ লোভ সামৰি, এটি চমু বাতৰিকে ইয়াত দিলোঁ।

"গুআহাটি আৰু নগাৱঁৰ পৰা চিঠিবোৰত লিখিচে, বানপানিৰ কাৰণে ঠায়ে ঠায়ে কঠিয়া আৰু পথাৰৰ ৰোআ আদি নষ্ট হোৱাত বায়ত লোকৰ বৰ হাহাকাৰ হৈছে। সিৱসাগৰ আৰু ডিবৰু জিলাত জেনেকৈ গৰু, মহ, পহু, আদি পানিৰ কাৰণে মৰিচিল, সেইদৰে আন জিলাতো মৰিল। আৰু সেই সময়তে নগাওঁ জিলাত মহে খুচি মানুহ দুই তিনিজন মাৰিলে।" (পৃ: ৬৫ : ১৮৪৬ চন, ছেপ্তেম্বৰ।)

ইয়াৰ আগতে ১৮৪৬ চনৰ জুলাই সংখ্যাত "পানি বঢ়াৰ বিবৰণ" বুলি যিটি ৰংপুৰৰ দীঘলীয়া সংবাদ (পৃ: ৫২) পৰিবেশন কৰা হৈছে, সেই সংবাদটি পূৰ্ণাংগ সংবাদ। তাত কোৱা হৈছে "বুঢ়া গোহাঁইৰ দিনৰেপৰা কোনো বছৰতো এনে পানি হোৱা নাই।" দক্ষিণপটীয়া গোসাঁয়ে খতনীয়াত সত্র উঠাই নিয়া বাবে 'খাৰ্গৰিজান জিলাৰ কলিয়াবৰৰ সিলঘাটৰ ওচৰত সত্র স্থাপন কৰি থাকিবলৈ" উপায় ভবাৰ সংবাদ এটিও অৰুনোদইত আছে (১৮৪৬ চন, জুন; প্রথম চোআ, নম্বৰ ৬)। ১৮৪৬ চনৰ এপ্রিল সংখ্যাত ন গাৱত "কত্রাদি এজন ফাঁসি দিয়া কথা" দিয়া হৈছে। ১৮৪৭ চনৰ ফেব্ৰুৱাৰী সংখ্যাত "হৰনাথ পৰ্বতীয়া বৰুআ'ৰ জীয়েকৰ বিয়াৰ সংবাদ পোৱা যায়। ১৮৪৬ চনৰ অক্টোবৰৰ অৰুনোদইত দ্বাৰিকানাথ ঠাকুৰৰ মৃত্যু সংবাদ আৰু ১৮৪৬ চনৰ সংখ্যাত ৰজা পুৰন্দৰ সিংহৰ ঘৰত ২৪১৪ টকা দামৰ বস্তু চুৰি হোৱাৰ সংবাদ পৰিবেশন কৰা হৈছে।

[ ৩ ]

অৰুনোদই সম্বাদ-পত্ৰ ৰেল-টেলিগ্ৰাফৰ পূৰ্বৰ যুগৰ মাহিলি। মাহিলি সম্বাদ-পত্ৰ আজিকালি অচল। কিন্তু সেই

কালত দেশত এনে ধৰণৰ সংবাদ-পত্ৰই চলিছিল। আজিকালি যিবোৰ সংবাদ আমাৰ মানত বঁহীয়া, সেইকালত সেইবোৰ আছিল 'তাজা'' বা নতুন।

অৰুনোদই অকল সম্বাদ-পত্ৰই নাছিল। ইয়াত নীতিশিক্ষা আৰু ধৰ্মশিক্ষামূলক প্ৰবন্ধও আছিল। এইবিলাকৰ ভিতৰত অনুবাদ আৰু 'এডেপটেশ্যনো' আছিল। সমাজৰ সংস্কাৰ সাধিবৰ বাবে ইয়াত যথেষ্ট প্ৰেৰণাদায়ক লেখা ওলাইছিল। বিধবা বিবাহৰ সমৰ্থনো ঠায়ে ঠায়ে পোৱা যায়। ঢেকিয়াল ফুকনৰ প্ৰবন্ধটোত ইংলণ্ডৰ শিল্পবিপ্লৱৰ প্ৰতি গভীৰ তান প্ৰকাশ পাইছিল।

বিশুদ্ধ জ্ঞানৰ আৰু আমোদজনক লেখাও অৰুনোদইয়ে পৰিৱেশন কৰিছিল। পঢ়ুৱৈৰ কৌতূহলোদ্দীপক স্থানীয় খবৰো তাত প্ৰকাশ পাইছিল। এই কাৰণেই অসমীয়া মানুহে এই কাকতখন সাদৰেৰে গ্ৰহণ কৰিছিল। মানুহে বহুত দিনলৈকে বাতৰি কাকত বুলিলেই অৰুনোদইকে বুজাইছিল।

অৰুনোদইৰ প্ৰকাশক, মুদ্ৰক আৰু সম্পাদকসকল বিদ্বান আৰু উদাৰচিতীয়া লোক আছিল। এই লিখকে অৰুনোদইৰ প্ৰথম কেইটিমান সংখ্যাৰ অধ্যয়ন কৰি লেখাবিলাকৰ মাজত এটা উদাৰ বিশ্বচেতনা আৰু জ্ঞানানুশীলনতাৰ প্ৰৱণতা দেখা পাইছে। সেই সময়ত ই প্ৰগতিশীল শক্তি আছিল।

**প্ৰসঙ্গ :**

১। অসমীয়া সাহিত্যৰ ইতিবৃত্ত— সত্যেন্দ্ৰনাথ শৰ্মা
২। New Light on History of Asamiya Literature — D Neog p 250-251
৩। New Light on History of Asamiya Literature — D Neog p 250-251
৪। History of Bengali Prose
৫। অসমীয়া সাহিত্যৰ ইতিবৃত্ত— পৃষ্ঠা-২২৮
৬। Baptised
৭। দ্বিতীয় বছৰৰ ৮ম সংখ্যাত বিলাতৰ 'টাইমচ্' কাকতৰ পৰাও এটি খবৰ দিয়া হৈছে। তাতে (পৃঃ ৫৯) আৰু এক বিলাতী সমাচাৰ পত্ৰৰ উল্লেখ আছে। মস্কোৰ ১৬৮ বছৰীয়া এগৰাকী বুঢ়ী থকাৰ কথাও বিদেশী সংবাদ-পত্ৰৰ পৰা লোৱা হৈছে। এখন লণ্ডনদেশীয় 'টাইমচ্'ৰো উল্লেখ পাইছোঁ।
৮। এই শব্দটো আজিকালি অপ্ৰচলিত
৯। ১৮৪৭ চনৰ আগষ্ট মাহৰ সংখ্যাত বিজুলী ডাক ব্যৱস্থা ইংলণ্ডত প্ৰতিষ্ঠাৰ আগতীয়া সংবাদ পৰিৱেশন কৰা পোৱা যায়। ইয়াৰ পৰাই সেই সময়ৰ সংবাদ পৰিবহণৰ অৱস্থা কল্পনা কৰিব পাৰি।

# অৰুনোদইৰ ভাষাৰ প্ৰতি হেমচন্দ্ৰ বৰুৱাৰ প্ৰত্যাহ্বান ঃ আসাম নিউচৰ অৱদান

যোগেশ দাস

অসমীয়া সাহিত্যৰ সুদীৰ্ঘ বুৰঞ্জীত যদিও গদ্য সাহিত্যৰ পৰম্পৰা বহুত পুৰণা, তথাপি স্বীকাৰ কৰিব লাগিব যে ১৯ শতিকাৰ মাজ ভাগমানৰ পৰা বিদেশী আমেৰিকান বেপ্টিষ্ট মিছনেৰিসকলেই আধুনিক অসমীয়া গদ্যৰ প্ৰৱৰ্তন কৰে। ডঃ মহেশ্বৰ নেওগে একত্ৰিত 'অৰুনোদই' সংগ্ৰহৰ ভূমিকাত মিছনেৰি অসমীয়া গদ্যক তেওঁলোকৰ ডাঙৰ দান আখ্যা দিছে। তেওঁ লিখিছে যে 'অৰুনোদই' কাকতৰ যুগটো (১৮৪৬-৮২) অসমৰ সাংস্কৃতিক আকাশত আধুনিক জীৱনৰ নৱপ্ৰভাতস্বৰূপ, ইয়াৰ যোগেদিয়েই নতুন জ্ঞান, নতুন ধ্যান-ধাৰণা আদি আহি অসমৰ পুৰণা পৰিবেশৰ মাজত প্ৰৱেশ কৰে। এই মিছনেৰিসকলে নিজে শিকি লৈ প্ৰৱৰ্তন কৰা আধুনিক অসমীয়া গদ্য-ভাষাৰ জৰিয়তে এক নতুন জগতৰ সন্ধান দিয়ে। পাশ্চাত্যৰ ভাবধাৰা তেওঁলোকৰ লিখনিৰ মাজেদিয়েই পোনপ্ৰথমে অসমলৈ বৈ আহে। এই প্ৰসংগত আন এটা উল্লেখযোগ্য কথা হ'ল কেবাজনো গুণী, জ্ঞানী, বিজ্ঞ পণ্ডিত ব্যক্তিয়েও অৰুনোদই আলোচনীতে সাহিত্য-চৰ্চা আৰম্ভ কৰিছিল; সেইসকলৰ ভিতৰত বিশেষ উল্লেখযোগ্য হ'ল আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা। বিজ্ঞানসম্মত পদ্ধতিত পোনপ্ৰথমে অসমীয়া ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰোতা 'ভাষাৰ ওজা' হেমচন্দ্ৰ বৰুৱাই কিন্তু মিছনেৰি অসমীয়া বৰ্ণ-বিন্যাস পদ্ধতিৰ ঘোৰ বিৰোধিতা কৰে, আনকি অৰুনোদইত লিখা প্ৰবন্ধ-পাতিতো সেই বিৰোধিতাৰ ভাব ব্যক্ত কৰে। তেওঁ আছিল কেবা হাজাৰ বছৰ ধৰি চলি অহা 'সংস্কৃতীয়া' বৰ্ণ-বিন্যাস পদ্ধতিৰ পক্ষপাতী। হেমচন্দ্ৰ বৰুৱা আছিল নিজৰ সুচিন্তিত মতত অটল হৈ থকা লিখক। ইয়াৰ কাৰণে তেওঁ কাৰোবাক চোকা ভাষাৰে সমালোচনা কৰিবলৈকো পিছ নুহুঁহকিছিল। তেওঁ সম্পাদনা কৰা অসমীয়া-ইংৰাজী দ্বি-ভাষী সাপ্তাহিক 'আসাম নিউচ' কাকতৰ (১৮৮২-৮৫) যোগেদি আৰু অন্যান্য পুথি ৰচনাৰে নিজা পদ্ধতিত অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা কৰি গৈছিল। নানান ঘটনাৰ পাকচক্ৰত পৰি বৃটিছ চৰকাৰেও মিছনেৰিসকলৰ বানান পদ্ধতি সমৰ্থন নকৰি 'সংস্কৃতীয়া' পদ্ধতিকে সমৰ্থন কৰাত বেপ্টিষ্ট মিছনেৰিয়ে নিজেই হেমচন্দ্ৰ বৰুৱাৰ নিৰ্দিষ্ট পন্থাকে শেষত গ্ৰহণ কৰে। গতিকে দেখা যায় যে যি হেমচন্দ্ৰ বৰুৱাই অৰুনোদইৰ পাততে সাহিত্যিক জীৱন আৰম্ভ কৰিছিল, সেই হেমচন্দ্ৰ বৰুৱাই অৰুনোদইৰ পদ্ধতিৰ প্ৰতি প্ৰত্যাহ্বান জনাই মিছনেৰিসকলৰ মত সলনি কৰি পেলায়। ১৮৪৬ চনৰ জানুৱাৰীত আৰম্ভ হোৱা 'অৰুনোদই সম্বাদ-পত্ৰ' ১৮৬১ চনৰ জানুৱাৰীৰ পৰা 'অৰুনোদয়' নামেৰে ওলাবলৈ ধৰে। যি অৰুনোদই পত্ৰিকাতে হেমচন্দ্ৰ বৰুৱাই প্ৰথমে লিখিবলৈ আৰম্ভ কৰে সেই অৰুনোদইকে তেওঁৰ 'আসাম নিউচ' কাকতখনে বৰ্ণ-বিন্যাস পদ্ধতি সলাবলৈ বাধ্য কৰে।

কিন্তু বেপ্টিষ্ট মিছনেৰিসকলে অসমীয়া ভাষাৰ ক্ষেত্ৰত যিখিনি সেৱা আগবঢ়ালে, অসমীয়া সাহিত্যলৈ যি অৱদান দি গ'ল সেইখিনিৰ কথা কোনেও অৱজ্ঞা কৰিব নোৱাৰে। ডঃ নেওগে কওৰ দৰে, সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা অহা মিছনেৰিসকলে এখন আচহুৱা দেশলৈ আহি, হয়তো ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যতে, এটা আচহুৱা ভাষা শিকি বিজ্ঞানসম্মত পদ্ধতিৰে সেই ভাষাটো গদ্য-পদ্য উভয়তে প্ৰচলন কৰিবলৈ লোৱাটো কম কথা নহয়। পুৰণি অসমীয়া বুৰঞ্জীকে প্ৰমুখ্য কৰি ভালেমান পুথি সংগ্ৰহ কৰি সিবিলাকৰ পাঠোদ্ধাৰ কৰি তেওঁলোকে তাৰে কিছুমান পুথি অৰুনোদইৰ পাতত প্ৰকাশো কৰিছিল। দেশ-বিদেশৰ নানান বাতৰি সংগ্ৰহ কৰি আনি আলোচনীখনত প্ৰকাশ কৰি অসমীয়া ভাষাত বাতৰিকাকত প্ৰচাৰ কৰাৰ প্ৰথম আহিঁ দাভি ধৰে তেওঁলোকেই। নাথান ব্ৰাউনে ইংৰাজীত প্ৰথমে অসমীয়াৰ ব্যাকৰণ লিখে। মাইলছ ব্ৰনচনে যাদুৰাম ডেকাবৰুৱাৰ শব্দ-সংগ্ৰহৰ সহায় লৈ পোনপ্ৰথম অসমীয়া অভিধান

'অচমিয়া ইংৰাজি অভিধান' প্ৰণয়ন কৰি প্ৰকাশ কৰে (১৮৬৭)। অসমত ইয়াৰ দেশী ভাষা অসমীয়াৰ ঠাইত পঢ়াশালি আৰু চৰকাৰী কাৰ্যালয়ত বঙালী ভাষা প্ৰয়োগ কৰোৱাৰ ফলত অসমীয়া মানুহৰ যি বিৰাট ক্ষতি হৈছিল তাৰ বিৰুদ্ধাচৰণ কৰি অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাত মিছনেৰিসকলে অক্লান্তভাৱে যুদ্ধ কৰাৰ কথা বিশেষভাৱে উল্লেখযোগ্য। ডাঙৰ কথা এয়ে যে যি হেমচন্দ্ৰ বৰুৱাই মিছনেৰিসকলৰ ভাষাৰ ত্ৰুটি উলিয়াই তাক তেওঁৰ মতলৈ আনিবলৈ আপ্ৰাণ আৰু সফল চেষ্টা চলাইছিল, সেই হেমচন্দ্ৰ বৰুৱাৰে অসমীয়া ভাষাৰ, তেওঁ ভবা মতে, শুদ্ধ পথৰ নিৰ্ণায়ক 'অসমীয়া ভাষাৰ ব্যাকৰণ'খন শিৱসাগৰৰ মিছন প্ৰেছতে প্ৰথমে ছপা কৰা হৈছিল। গতিকে সুদূৰ আমেৰিকাৰ পৰা অহা বেপ্টিষ্ট মিছনেৰিসকলৰ অসমীয়া ভাষা- সাহিত্যৰ প্ৰতি থকা অমূল্য অৱদানৰ কথা অসমীয়া জাতিয়ে কেতিয়াও পাহৰিব নোৱাৰে।

মিছনেৰিসকলৰ দিনৰ অসমীয়া ভাষাটো কেনেকুৱা আছিল এবাৰ পৰীক্ষা কৰি চোৱা ভাল হ'ব। প্ৰথমেই কৈ থোৱা উচিত হ'ব যে 'অসমীয়া' বুলি কোনো আখ্যাই তেওঁলোকৰ আগলৈকে প্ৰচলিত নাছিল। তেওঁলোকৰ সমসাময়িক ৰচনা কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীত মাত্ৰ 'অসম' আৰু 'অসমীয়া' শব্দ দুটা ব্যৱহাৰ কৰা দেখা যায়। ভাষাৰ ক্ষেত্ৰত হওক বা জাতিৰ ক্ষেত্ৰতে হওক আগতে 'অসমিয়া' আখ্যাটো প্ৰচলিত নাছিল। বুৰঞ্জী, কাব্য, গীত আদিত এই আখ্যা পোৱা নাযায়। শ্ৰীৰামপুৰত আত্মাৰাম শৰ্মাৰ হাতে বাইবেলৰ অসমীয়া ভাঙনি যি 'ধৰ্মপুস্তক' প্ৰকাশ কৰা হৈছিল (১৮৩৩) তাত ভাষাটোক 'অহমীয়া মাত' বোলা হয়। অৰুনোদইতো 'অসম কথা', 'অচম ভাষা', 'অসম মানুহ', 'অসম লৰা' আদি বোলা হয়। ব্ৰন্সনে 'অচম দেশ' আখ্যাটো ব্যৱহাৰ কৰিছিল। অৰুনোদইৰ দ্বিতীয় বছৰত (১৮৪৭) 'অসমিয়া মানুহ' বোলা হয়; ১৮৫২ চনত 'অসমিয়া লোক', 'অচমিয়া ব্যাপ্টিষ্ট সমাজ' লিখা দেখা যায়। ঢেকিয়ালফুকনৰ 'অসমিয়া লৰাৰ মিত্ৰ' পুথিখন ১৮৪৯ চনত ওলায়। ১৮৫২ চনৰ পৰা অচমিয়া লোক, অচমিয়া ভাসা, অচমিয়া ৰজা আদি লিখিবলৈ ধৰা দেখা যায়। এনেকৈ 'অসমীয়া' আখ্যাটো ভাষা আৰু জাতিবাচক শব্দৰূপে প্ৰচলিত হ'বলৈ ধৰে। গতিকে মিছনেৰিসকলৰ দিনৰ পৰাই, অৰ্থাৎ ১৮৩৬ৰ পৰা ১৯০০ চনমানলৈ— অসমীয়া ভাষাৰ গঢ় কেনে আছিল তাক পৰীক্ষা কৰি চালেই আমাৰ কাৰণে যথেষ্ট হ'ব। তথাপি তাৰ আগৰ শ্ৰীৰামপুৰৰ ইংৰাজ মিছনৰ পৰা আত্মাৰাম শৰ্মাৰ বাইবেলৰ অসমীয়া ভাঙনি আৰু কিছুমান খৃষ্টিয়ান ধৰ্মৰ প্ৰচাৰ পুস্তিকাৰ কথাও বিবেচনাৰ যোগ্য। শ্ৰীৰামপুৰৰ চৰকাৰেও উইলিয়াম কেৰি প্ৰমুখ্যে মিছনেৰিসকলে অসমীয়া ভাঙনিৰ ভাষাত বেছিকৈ তৎসম শব্দৰ প্ৰয়োগেৰে তাক সংস্কৃতীয়া কৰিছিল। কেৰি নিজে সংস্কৃত ভাষাৰ পণ্ডিত আৰু অধ্যাপক আছিল। তেওঁলোকৰ ভিতৰৰে মিছনেৰি গুটি শিক্ষক আৰু স্কুল পৰিদৰ্শক হোৱা উইলিয়াম ৰবিন্সনেতো অসমীয়া আৰু বঙলা ভাষাৰ মাজত কোনো পাৰ্থক্য নেদেখিছিল। কেৰি প্ৰকৃতিয়েও অসমীয়া ভাষাক বঙলাৰ পৰা বেছি পৃথক হেন জ্ঞান নকৰিছিল। বেপ্টিষ্ট মিছনেৰিসকলৰ ভাষা-পদ্ধতি তেওঁলোকে মানি চলা নাছিল। কিন্তু শ্ৰীৰামপুৰীয়া পদ্ধতি দোষযুক্ত পাই নাথান ব্ৰাউনে নিজাকৈ বাইবেলৰ অসমীয়া ভাঙনি কৰিবলৈ গৈছিল। শ্ৰীৰামপুৰৰ অসমীয়াতে সংস্কৃত ব্যাকৰণ- অভিধানৰ পদ্ধতি অৱলম্বন কৰাৰ আৰম্ভণি হয়। অসমৰ বেপ্টিষ্ট পাদ্ৰীসকলে সেইটো নকৰি পুৰণা প্ৰচলিত পদ্ধতিকে কিছু সংস্কাৰ কৰি লৈ অনুসৰণ কৰিবলৈ লৈছিল। এইটো এটা ডাঙৰ পাৰ্থক্য। পিছলৈ ইয়াৰ সাল-সলনি ঘটাটো বেলেগ কথা।

১৮৩৯ চনত যাদুৰাম ডেকাবৰুৱাই অসমীয়া ভাষাৰ অভিধান লিখালৈকে পুৰণি কালৰ অসমীয়া ভাষাত সাহিত্য চৰ্চা হ'লেও কোনো অভিধান আৰু ব্যাকৰণ লিখা হোৱা নাছিল। যাদুৰামৰ সেই অভিধানৰ (অপ্ৰকাশিত) সহায় লৈহে মাইলছ ব্ৰন্সনে তেওঁৰ 'অচমিয়া ইংৰাজি অভিধান'খন প্ৰণয়ন কৰি ১৮৬৭ চনত প্ৰকাশ কৰে। ব্যাকৰণ আৰু অভিধান নোহোৱাকৈয়ে এটা ভাষাত সাহিত্য-চৰ্চা হোৱাটো আচৰিত যেন লাগে। কিন্তু ১০ম ১১শ শতিকাৰ 'চৰ্যাগীতিকোৰ'বা চৰ্যাপদবিলাকৰ পৰা আৰম্ভ কৰি, সেয়ে নহ'লেও ১৪ শতিকাৰ হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ'ৰ পৰা ধৰি চলি অহা অসমীয়া সাহিত্য ৰচনাত, হয়তো প্ৰায়োগিক ঐতিহ্যৰ ফলতে আপোনা আপুনি এটা শৃংখলা আহি গৈছিল। কালিৰাম মেধিয়ে তেওঁৰ দ্বাৰা সম্পাদিত 'প্ৰহ্লাদ চৰিত্ৰ' আৰু 'অঙ্কাৱলী'ত তাৰে আহিঁমূলক, শৃংখলাবদ্ধ নিদৰ্শন দাঙি ধৰিছে। সকলো পুথিতে এটা মান বা ষ্টেণ্ডাৰ্ড আছিল বুলি হয়তো ক'ব নোৱাৰি। তাৰ প্ৰধান কাৰণ লিপিকাৰৰ প্ৰমাদো হ'ব পাৰে। নাইবা এটা মান মানি চলাৰ প্ৰৱণতা বহুলভাৱে হয়তো উদ্ভৱ হোৱা নাছিল। তথাপি বৰ্ণ-বিন্যাসৰ ক্ষেত্ৰত সংস্কৃতক অন্ধভাৱে অনুকৰণ নকৰি নিজস্ব অসমীয়া পদ্ধতি এটা প্ৰায় সকলো কবিয়ে অনুসৰণ কৰা দেখা যায়। সংস্কৃত শব্দবিলাক হুবহু নাৰাখি অসমীয়া উচ্চাৰণ অনুযায়ী প্ৰয়োগ কৰা হৈছিল। অকল কবিতা নহয়, এই পদ্ধতি বুৰঞ্জীবিলাকতো মানি চলা দেখা যায়। পুৰণি অসমীয়া আখৰ-জোঁটনিও বেলেগ আছিল।

গতিকে ক'ব পাৰি যে অসমীয়া ভাষাটো লিখাৰ এটা নিজস্ব পদ্ধতি আৰু শৃংখলা গঢ় লৈ উঠিছিল। এই পদ্ধতিকে কিছু সংস্কাৰ কৰি লৈ বেপ্টিষ্ট মিছনেৰিসকলে তেওঁলোকৰ অসমীয়াত অনুসৰণ কৰিছিল। তেওঁলোকৰ সংস্কাৰৰ মূল বক্তব্য ব্ৰন্সনৰ অভিধানৰ পাতনিতে দাঙি ধৰা হৈছে:

"সকলো জাতি আৰু মানুহৰ মাজত নিজ মাত্ৰি ভাসা আদৰনিয়। সেয়ে জিমান মিল আৰু অসোভিত নহওক, তেওঁ আপোন ভাসা বুলি নেৰে। ৰন বিগ্ৰহ, ৰাজ্য ভাগা আৰু নতুন ৰাজ্য পতা, এনে দুৰ্ঘটনাৰ পৰা, বা নানা বিদেসি ভাসা শিকাতে মাত্ৰি ভাসাক গুচাব নোৱাৰে। আমাৰ এই অচম দেসত ইয়াৰ প্ৰমান দেখা গৈচে। পূৰ্বে আহোম ৰজাসকলে এই দেস জই কৰি, স স বচৰ ভোগ কৰিলে। তেওঁবিলাকৰ ভাসা খামৃতি জাতিৰ সম্বন্ধিয় এক ভাসা আচিল; কিন্তু এয়ে অতি আচৰিত জে ৰজা সকলৰ ভাসাই অচমিয়া ভাসাৰ একো হানি নকৰি, এতিয়া প্ৰাই সেই ভাসা আপুনি লোপ হ'ল। এই দৰে, মান আৰু মচলমানৰ সৈন্যে বাৰে বাৰে এই দেসত ৰন কৰি দেসৰ বহু উতপাত কৰিলে। তথাপি ভাসাৰ একো লৰ নহ'ল। আৰু বৰ্তমান কালত এই দেস ইংৰাজসকলৰ অধিন হোআত, তেওঁবিলাক অচমিয়া ভাসাৰ বিশেষ সহাই নহৈ বহুখনি ভাসাক নিজ মাত্ৰি ভাসা বুলি, গৱৰ্নমেণ্টৰ সকলো কৰম আৰু স্কুল আদিতো সেই ভাসাকে বেবহাৰ কৰে; তাতে আমাৰ অচমিয়া মানুহৰ এভাগে জিবিকাৰ উপাইৰ নিমিতে বহু স্ৰমেৰে বিদেসি ভাসা সিকে; আৰু কিছু বহুখনি কথা লিখিব বুজিব পাৰিলে, কাচাৰিলৈ গৈ, তাতে বহুখনি অচমিয়া দুয়োকো মিহলাই আবজি আদি লিখি জিবিকাৰ উলিয়াই। কাচাৰি ঘৰত দিনৰ দিণ্টো হিন্দুস্থানি, বহুখনি আৰু কেতিয়াবা কিছু অচমিয়া কথাও মিহলাই কাম-কাজ কৰে; কিন্তু আপোন ঘৰ পৰিয়াল পোআ মাত্ৰে, সাধু ৰূপে নিজ মাত্ৰি ভাসাৰে আলাপ কৰে। এইদৰে প্ৰাই ৩০ বচৰ গ'ল, কিন্তু অচমিয়া ভাসা ব্ৰহ্মপুত্ৰ নদিৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত একেলগে চলি আচে আৰু আগলৈকো চলিব।"

ওপৰৰ লিখাখিনিত আখৰ-জোঁটনি বা বানান পদ্ধতিলৈ মন কৰিলেই তেওঁলোকৰ সংস্কাৰৰ আভাস এটা পাব পাৰি। মাত্ৰ ই-কাৰ, মাত্ৰ এটা স, এটা ন, এটা চ'যতি- চিনৰ ব্যৱহাৰ, উচ্চাৰণ অনুযায়ী বানান (মাত্ৰি),ব-ৰ ব্যৱহাৰ নোহোৱা ইত্যাদি বিশেষত্ববিলাক তৎক্ষণাৎ আমাৰ চকুত পৰে। এইটো এক প্ৰকাৰে অসমীয়া ভাষা লিখাৰ পৰম্পৰাগত পদ্ধতি। কম আখৰ ব্যৱহাৰ কৰা সম্বন্ধে নাথান ব্ৰাউনে দৰ্শোৱা যুক্তিও ইয়াতে উল্লেখ কৰি যোৱা ভাল হ'ব। ১৮৫৪ ৰ এপ্ৰিল সংখ্যা অৰুনোদইত ৰেভ: ব্ৰাউনে এনে মত প্ৰকাশ কৰে :

"কিন্তু আমি কেৱল পণ্ডিতলৈ লিখা নহই, সকলো মানুহৰ নিমিতে লিখিচোঁ। সংস্ক্ৰিত আৰু ভাসা মিহলি কৰিলে, আমি ভাল নে দেখোঁ; ভাসা হ'লে শুদা ভাসা হ'ব লাগে। সংস্ক্ৰিতত প্ৰাই সজোগি আখৰ, ভাসাত গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্ক্ৰিতৰ সকলো মাত লিখা দৰে ফুটিচিল; এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নুফুটে।"

"ভাসা লিখোঁতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰ দুই-তিনি প্ৰভেদৰ সকাম নাই। জ, য়, জৰ, ই দুইৰো একেটা উচাৰন; এই হেতুকে অন্তস্থ য়ৰ বাহিৰে আন য নি লিখোঁ। শ, ষ, স, তিনিটাৰে একে মাত; শ্ৰী শ্ৰীৰ একো ভেদ নে দেখোঁ; আমি কেৱল সহে লিখোঁ। ন ণ, আৰু হ্ৰস্ব দিৰ্ঘতো এই দৰে বুজিবা। ভাসাত ৰণ নোবোলে, ৰনহে বোলে; পানী হলে পানি বোলে; পাণীৰ ঠাইত পাণি; কূলৰ ঠাইত কুল; সূৰ্য্যৰ ঠাইত সুৰ্জ্জ বা সুৰুজ। আৰু ৰেফৰ পাছত এটা আখৰ দুটাকৈ নুফুটে; পৰ্ব্বত নোবোলে, পৰ্বতহে বোলে; সৰ্ব্ব, ধৰ্ম্ম, মৰ্ম্ম, মুখত নোলাই, সৰ্ব, ধৰ্ম, কৰ্ম, মৰ্ম নাইবা ধৰম, কৰম, মৰম, এই ৰূপে ওলাই। শ্লোক লিখিলে সংস্ক্ৰিতৰ ভাৱেৰে অৱশ্যে লিখিব লাগে; ভাসাত হলে আমাৰ দাই নধৰিবা।"

এইটো আছিল তেওঁলোকৰ সৰলীকৃত পদ্ধতি। কিন্তু ব, শ, ণ আদি বৰ্ণ গ্ৰহণ নকৰিলেও যে মাজে মাজে লিখা হৈছিল সেইটো ওলাই পৰিছে। 'ওলাই' ক্ৰিয়াপদটো সমাপিকাৰূপে লিখা হৈছে, যদিও আজিকালি আমি তাক অসমাপিকা ৰূপেহে লিখোঁ, নাইবা কিছুমানে ভুলকৈ সমাপিকা কৰে।

এইবিলাক সৰলীকৃত ৰূপ গ্ৰহণ কৰাৰ উপৰি তেওঁলোকে ভালেমান শব্দ পুৰণি পুথিৰ ভাষাৰ দৰে ব্যৱহাৰ কৰিছিল— অনুভও, এটাহ, খেমা, গিয়ান, জৌতি, তোমালাক, দায়া, দুতিয়, নাইকিচিল, পহৰ, বিভিচাৰ, সৰিল ইত্যাদি। ইয়াৰ বিপৰীতে ভালেমান নতুন শব্দও তেওঁলোকে তৈয়াৰ কৰি গৈছিল, যিবিলাক শব্দ আধুনিক অসমীয়াত ঐতিহ্যপূৰ্ণভাৱে খাপ খাই পৰিব পাৰিলেহেঁতেন— উদাহৰণস্বৰূপে, ice পানি সিল, island মাজুলি, navigator- নাওবৈচা, ambassador বৰকটকি, zoo- পহু ঘৰ, ইত্যাদি।

'অৰুনোদই' কাকতখনৰ ভাষা কেনেকুৱা আছিল তাৰ দুটা নমুনা তলত তুলি দিছোঁ। ওপৰত প্ৰথমে দিয়া উদ্ধৃতিটো ব্ৰন্সনৰ অভিধানৰ পাতনিৰ পৰা অনা হৈছে। অৰুনোদইৰ অসমীয়া এনেকুৱা :

(১) "বাঘৰ বিবৰন- বাঘৰ জনম থান আচিয়া। খেহ আৰু তাতাৰ দেসলৈকে বাঘ পোআ জাই, কিন্তু হিন্দুস্থান বঙ্গাল, মান আৰু অসম দেসবোৰত অধিক আচে। জতে হাঁতি আৰু গঁৰ থাকে, তাতে বাঘো পাই। সিংহতকৈ বাঘৰ বল কিচু কম, কিন্তু আন পহুতকৈ সি বৰ হিংসক আৰু খঙাল, তেও আন চাৰি ভৰিয়া জন্তুতকৈ দেখিবলৈ বৰ সুঅনি। তাৰ বৰন অকা চকা, অৰ্থাত একাপ হালধিয়া, একাপ কলা; তাক অসমিয়াই টিকিয়া পতিয়া বাঘ বোলে। তাৰ ডিঙি আৰু পেট কিচু বগা। কোনো কোনো বাঘ সিংহৰ সমান গুৰ আৰু দিঘল, কোনোটো তাতকৈ কিচু ডাঙৰ। (অৰুনোদই, জুন ১৮৪৬)

(২) "অনেক দেসৰ সম্বাদ- জোৰহাট নগৰত মহা ৰজা পুৰন্দৰ সিংহৰ ৩ তিন দিন পৰ্জন্ত মধু মেহৰ পিৰা উপস্থিত হৈ বৰ্ত্তমান মাহৰ ১ প্ৰথম তাৰিখে ব্ৰিহস্পতি বাৰৰ দিনা বেলি দুই বজাৰ সময়ত প্ৰিত্যু হ'ল।

"তেতিয়া দুৰ্গা পূজা চাবলৈ ফুকন, বৰুআ আদি বৰবৰুআ ডাঙ্গৰিয়াসকল গোট খাই, সেই প্ৰিত্যু মহা ৰজাক নগৰৰ পৰা বাহিৰ কৰি, দহন আদি কৰাৰ নিমিত্তে, শ্ৰীজুত কামেশ্বৰ সিংহক, প্ৰিত্যু ৰজাৰ স থকা ঠাইতে বৰ চৰাত কাপৰ পাৰি বহুআই, বৰ বৰুআ ডাঙ্গৰিয়া সকলে চাৰি বজাৰ সময়ত পূৰ্বে পিত্ৰি ৰজাই জুবৰাজ নাম দিয়া, শ্ৰীজুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুবৰাজ মৰ্জতা দিলে। পাচে জুবৰাজে সোন, ৰূপ, কাঁহ আৰু তাম, এই চাৰি বস্তুহেৰে প্ৰিত্যু ৰজাক গা ধুআই, ৰাজ অলঙ্কাৰ পিন্ধাই, সৰাইত সাজ কাপৰ দি, কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই, চাঙ্গটি চন্দোআৰ তৰি, চৌদোলাত তুলি, দিচৈ নৈৰ ওচৰলৈ নি, আঁৰ কাপৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স নিওঁতে বৰ লোক আৰু সৰু লোক, বহু মানুহি গৈচিল।" (**অৰুনোদই সম্বাদ পত্ৰ**, প্ৰথম চোআ, ১৮৪৬, নম্বৰ ১০)

এইবিলাক ৰচনাতো ব্ৰন্সনৰ লিখাটোৰ দৰেই আখৰ জোঁটনিৰ বিশেষত্ব লক্ষ্য কৰা যায়। 'ৱ' আখৰটোৰ ব্যৱহাৰ কমকৈ হ'লেও হোৱাটো মন কৰিবলগীয়া— অৰুনোদইত 'ৱ' একেবাৰে ব্যৱহাৰ হোৱা নাছিল বোলাটো শুদ্ধ নহয়। যি হওক কথা-ভাষাৰ ভঙ্গী এটা সৰ্বত্ৰ বিৰাজমান আৰু সেইটোৱে কথাবোৰ পঢ়িবলৈ শুৱলা কৰি তুলিছে। 'একাপ হালধিয়া, একাপ কলা' প্ৰকাশ-ভঙ্গীটো তেনেই কথা, জতুৱা ভঙ্গী। চীন দেশক 'খেহ' বোলা হৈছে, খেহ শব্দটো ক'ৰ পৰা অহা জনা নাযায়— তামুলীফুকনৰ বুৰঞ্জীতো খেহ শব্দটো আছে। 'অসমিয়া' আখ্যাটো প্ৰয়োগ কৰা হৈছে। 'অনেক দেসৰ সম্বাদ' খণ্ডটোত বুৰঞ্জীৰ প্ৰভাৱ স্পষ্ট। নিশ্চয় মিছনেৰিসকলে বুৰঞ্জী পুথি সংগ্ৰহ, পাঠোদ্ধাৰ আৰু প্ৰকাশ কৰাৰে এইটো ফল। ৩ বা ১ সংখ্যাটো দি আকৌ তিনি বা প্ৰথম বুলি লিখাটোও বুৰঞ্জীত কৰা দেখা যায়। বিশেষ উল্লেখযোগ্য কথা, বৰ দীঘলীয়া বাক্যৰ প্ৰয়োগ আৰু তেনে একেটা বাক্যতে বহুত প্ৰসঙ্গৰ উত্থাপন। এইটো বুৰঞ্জী পুথিবিলাকতো দেখিবলৈ পোৱা যায়। যেন মিছনেৰিয়ে ৰজাৰ 'প্ৰিত্যু'ৰ কথা বুৰঞ্জীৰ বৰ্ণনাৰ দৰেই বৰ্ণনা কৰিব খুজিছিল! ইয়াৰ পৰাই বুজা যায় তেওঁলোকে অসমীয়া ভাষাটো আয়ত্ত কৰি ল'বলৈ কিমান যত্ন কৰিছিল আৰু সফলো হৈছিল। ডঃ নেওগে কৈছে যে মিছনেৰিৰ দিনত অসমীয়া ভাষা লিখিবলৈ দুটা আৰ্হি আছিল— এটা শ্ৰীৰামপুৰৰ বৃটিছ মিছনৰ সংস্কৃত আৰু বঙলা ভাষাৰ দ্বাৰা প্ৰভাৱিত পদ্ধতি আৰু আনটো যাদুৰামডেকা বৰুৱাই পুৰণি পুথিৰ সহায়ত উদ্ভাৱন কৰা বাস্তৱানুগ সৰলীকৃত পদ্ধতি। মিছনেৰিয়ে দ্বিতীয় সৰলীকৃত ৰূপটো অনুসৰণ কৰে। এই পদ্ধতি অৱশ্যে কেৱল পুথিৰ ভাষাৰ অৱলম্বনতে গঢ় দিয়া পদ্ধতিও নহয়। পুথিৰ ভাষা-পদ্ধতিৰ উপৰি সৰ্বসাধাৰণ অসমীয়া মানুহৰ মুখত যিদৰে কথা উচ্চাৰিত হয় ঠিক সেইদৰেই লিখিবলৈ চেষ্টা কৰিছিল— বিশেষকৈ শিৱসাগৰ অঞ্চলত প্ৰচলিত মৌখিক ভাষাক অনুসৰণ কৰিছিল। অৱশ্যে সকলো সময়তে যে এই নিয়ম মানি চলিছিল এনে কথা ক'ব নোৱাৰি। ওপৰত তুলি দিয়া খণ্ড কেইটাতে 'গৱৰ্ণমেণ্ট', 'পূজা', 'সেৱা' আদি শব্দত নিয়ম ৰক্ষা পৰিছে বুলিব নোৱাৰি— হেমচন্দ্ৰ বৰুৱাই 'ৱ' আখৰটো প্ৰয়োগ কৰোৱাৰ আগতেই ব্যৱহাৰ কৰা দেখা গৈছে; অৰুনোদইৰ পোন প্ৰথম সংখ্যাতে 'শিৱসাগৰ' আছে, এটা উ-কাৰ মাত্ৰ ব্যৱহাৰ কৰালৈ চাই 'পূজা' নহৈ 'পুজা' হ'ব লাগিছিল। এইবিলাক যদি ছপাৰ প্ৰমাদ তেন্তে নাজানো।

মিছনেৰি অসমীয়াৰ বিষয়ে কৰা এই আলোচনা শেষ কৰি কিছু সিদ্ধান্ত দিয়াৰ আগতে আন কিছু সমসাময়িক অসমীয়া ভাষাৰ নিদৰ্শন দাঙি ধৰা ভাল হ'ব। একে সময়তে লিখিত কাৰণে এইবিলাকৰ সৈতে অৰুনোদইৰ ভাষাৰ এটা ৰিজনি কৰি চোৱা উচিত বুলি ভাবিছোঁ।

(১) মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱাৰ (১৮০৬-১৮৫৭) 'বুৰঞ্জী বিবেক ৰত্ন' এখন সমসাময়িক উল্লেখযোগ্য গ্ৰন্থ। ইয়াৰ এটা খণ্ডহে উদ্ধাৰ কৰা হৈছে। মণিৰাম দেৱান বৃটিছৰ সহযোগী হোৱা সত্ত্বেও পিছলৈ তথাকথিত চিপাহী বিদ্ৰোহত, অৰ্থাৎ স্বাধীনতাৰ প্ৰথম যুদ্ধত লাগি কন্দৰ্পেশ্বৰ সিংহক পুনৰ অসমৰ ৰজা পাতিবলৈ গৈ ফাঁচীকাঠত ওলমিব লগা হৈছিল। ইংৰাজ ব্যৱসায়ীৰ আসাম চাহ কোম্পানীৰ দেৱান হৈ কাম কৰি পিছলৈ নিজাকৈ চাহ বাগিচা খুলি তেওঁ ব্যৱসায় কৰিছিল। 'বুৰঞ্জী বিবেক ৰত্ন'ত তেওঁ আহোমৰ শাসন, বৈষ্ণৱ ধৰ্ম আৰু তাৰ সত্ৰ, মোৱামৰীয়া বিদ্ৰোহ, মানৰ অসম আক্ৰমণ আদি সম্বন্ধে বাস্তৱ বৰ্ণনা দি গৈছে। তলত উদ্ধৃত কৰি দিয়া 'সত্ৰাধিকাৰৰ অভিষেক উৎসৱ' খণ্ডটো আমি 'স্নাতকৰ কথাবন্ধ'ৰ পৰা লৈছোঁ:

"মহন্তসকল মৃত্যু সন্নিহিত হ'লে সেই সময়ত বৃদ্ধতৰ মান্যৱন্ত ভক্তসকলে ধৰ্ম্মাধিকাৰৰ শৰীৰ বিয়োগ সময় দেখি জনায়, 'হে প্ৰভু মৰ্ত্তালোকত জন্মি মৰে এই ধৰ্ম্ম অস্মাদাদিৰ প্ৰভুসকলৰ জন্ম জীৱ তাৰিবৰ নিমিত্তক কালৰ সংখ্যা কৰি অৱতাৰ হয়। সেই সংখ্যাতে পুনৰ বৈকুণ্ঠ-বাসক ইচ্ছা কৰি সেই মায়া শৰীৰ এৰি নিজ ধামক ইচ্ছা কৰে। এই সময়ত পূৰ্ব্বীয় মহালৌকিক এক নীতি ধৰ্ম্ম আছে। এক জনত সত্ৰ-সভা বৈষ্ণৱ নাম-ধৰ্ম্ম ৺ৰ মূৰ্ত্তি সমৰ্পি অন্তকালত দি যায়। আমি ইদানীক ধৰ্ম্ম-সমৰ্পণৰ কাল যেন দেখোঁ। আজ্ঞা হ'লে নিৰ্ম্মালি অনাব পাৰি।' এই ৰূপ বড় বড়

ভক্তসকলে জনালে গোস্বামী কহে, যদি সময় দেখাহুক, নিৰ্ম্মালি অনোৰ্বা। ডেকাকে মাতাঁ।...

... মহন্তো অন্নক্ষণত নাম স্মৰি হঁৰি-পৰায়ণ হুই পাছে দাহাদি কৰি পাতি থোৱা জনাই পিণ্ডাদি, চতুৰ্থাহাদি কৰি আদ্য-শ্ৰাদ্ধৰ দিনায় অধিকাৰ হুই যথা স্ব-শৰীৰ সাত-আঠ সত্ৰ মহন্তক পূৰ্ব্বীয় নিবন্ধে মাতে। সেই মহন্তসকলো প্ৰথমে অহাতেই বাজ-কৰাপাটে হৈছে তালে-খোলে-গীতে সহিতে আগবঢ়াই আনি নামঘৰতে বহি কি প্ৰকাৰ গোস্বামী কালগত হল, তাকে আদি সকলো কথা সুধি তদন্তে ধৰ্ম্ম দিলে। কাৰ শিৰত দি গৈছে, তাকো সোধে। ক্ৰিয়া কলাপাদি কিমত প্ৰকাৰ ব্যৱস্থা, তাকো সোধে। তদন্তে উঠি য'ত ঘৰ কৰাই, তালৈকে যায়। তালৈকে মহন্তলৈ জলপান দি পঠায়। তাতে দুই সন্ধ্যাৰ বোজ দৌল-প্ৰমান কৰি, চাউল, খৰি, পাচলি, চক, মাস, মুগ, কলাই, লৱণ, তেল, মচলা, সকলো দিএ। পাচে ভকতে বাতি দিয়ে। মহন্তলৈ চক দিএ। এইৰূপে খাই-দাই ৰাতি থাকি প্ৰাতস্কালে উঠি স্নানাহ্নিক কৰি ভাত-পানী খাই যাবলৈ উদ্যম কৰে।"

ছপা আখৰত উঠা এই পাঠটোত নিশ্চয় কিছু বাহিৰৰ প্ৰভাৱ পৰিছে। যতি-চিনবিলাকেই তাৰ প্ৰমাণ। ইয়াৰ আখৰ-জোঁটনি একেবাৰে সংস্কৃতীয়া যেন লাগে। (অৱশ্যে আমি মূলৰ সৈতে ৰিজাই চোৱা নাই।) বিশেষ মন কৰিবলগীয়া কথাটো হ'ল বিৱৰণটোৰ গহীন-গম্ভীৰ ভঙ্গী, যেন বিষয়-বস্তুৰ গাম্ভীৰ্যইহে তাত প্ৰভাৱ পেলাইছে। ১৬ শতিকাৰ 'কথা-গীতা' আৰু কথা-ভাগৱত'ৰ লিখাই ই তৎক্ষণাৎ মনত পেলাই দিয়ে। অথচ ভট্টদেৱৰ গদ্য ই নহয়; ভট্টদেৱী গদ্যতকৈও ভালেখিনি সৰল ৰঘুনাথ মহন্তৰ 'কথা-ৰামায়ণ'ৰ গদ্যও (১৭৮১) ই নহয়। কথা-গীতা আৰু কথা-ভাগৱতৰ পৰা আঢ়ৈশ বছৰৰ পিছত আৰু কথা-ৰামায়ণৰ পৰা প্ৰায় সত্তৰ বছৰৰ পিছত লিখা বুৰঞ্জী বিবেক ৰত্নৰ ভাষাত উক্ত গদ্য পুথিবিলাকৰ চিন নথকাই স্বাভাৱিক। ভট্টদেৱ আৰু ৰঘুনাথৰ গদ্যত সংস্কৃত ভাষাৰ উপৰি (যিহেতু মূল বিষয় আছিল সংস্কৃতত) সেই সেই কালত প্ৰচলিত অসমীয়া পদৰো প্ৰভাৱ পৰিছিল। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই মহন্তৰ বৰ্ণনাত ব্ৰজাৱলীৰ শব্দৰূপো লক্ষ্য কৰিছে। কিন্তু মণিৰাম দেৱানৰ ৰচনাত সংস্কৃতৰ প্ৰভাৱ থাকিলেও ভট্টদেৱী কিম্বা মহন্তৰ গদ্যৰ লক্ষণ দেখা নাযায়। লক্ষণ আছে যদি, বিষয়বস্তুৰ প্ৰভাৱ হেতু, কথা-চৰিতৰ ভকতীয়া ভাষাৰ লক্ষণহে কিছু কিছু আছে, সত্ৰৰ পৰিবেশৰ বৰ্ণনাত যিটো স্বাভাৱিক। হ্ৰস্বতা গুণত, কম কথাতে বহু বিষয় সামৰিব পৰাত দেৱানৰ গদ্যক অনুপৰি বুৰঞ্জীৰ ভাষাৰ লগতো তুলনা কৰিব পাৰি। এই খণ্ডটোত কথা-ভঙ্গীৰ কোনো চিন নাই। হয়তো বিষয়ৰ গাম্ভীৰ্যই সাধাৰণ মানুহৰ মুখৰ কথা লিখা ৰূপত গ্ৰহণ কৰিবলৈ দিয়া নাছিল।

মিছনেৰিসকলে দেৱানৰ লিখাৰ সংস্পৰ্শলৈ আহিছিল নে নাই এই কথা জনা নাযায়। তেওঁলোক যেনে অনুসন্ধিৎসু আৰু কষ্টসহিষ্ণু তাতে চাই 'বুৰঞ্জী বিবেক ৰত্ন'ৰ লিখা হয়তো দেখিবও পাৰে। কিন্তু ওপৰত কৈ অহাৰ দৰে পুৰণি বুৰঞ্জীৰ কিছু প্ৰভাৱ পৰাৰ দৰে হয়তো ইয়াৰো সেই ভঙ্গীৰ দৃষ্টান্ত তেওঁলোকৰ মাজত আছে। যিহেতু কথা-ভঙ্গী দেৱানৰ ৰচনাত নাই, সেয়ে এই বিষয়ত তেওঁৰ সৈতে তেওঁলোকৰ অমিল। আমি মাত্ৰ ইমানকে ক'ব পাৰো যে মিছনেৰিয়ে তেওঁলোকৰ নিজা ভঙ্গীৰে আধুনিক গদ্যত সাহিত্য ৰচনা কৰিছিল আৰু মণিৰাম দেৱানৰ গদ্য-ভঙ্গীও ভালেখিনি আধুনিক গদ্যৰ ওচৰ-চপা। বুৰঞ্জীৰ গদ্য ৰচনাৰ সৈতে কিন্তু দুয়োবিধ ৰচনাৰে সাদৃশ্য আছে।

(২) মিছনেৰি সাহিত্যিকসকলে পুৰণি অসমীয়া বুৰঞ্জী আৰু দুই-চাৰিখন তেনে পুথি অৰুনোদইত প্ৰকাশো কৰিছিল। তাৰ পৰাই বুজা যায় যে তেওঁলোকে পুৰণি অসমীয়া লিখাৰ পাঠোদ্ধাৰ কৰি সেইবিলাক সম্বন্ধে চৰ্চাও কৰিছিল। ১৮৫০ চনৰ আগষ্ট সংখ্যা অৰুনোদইত এখন 'পুৰণি অসম বুৰঞ্জী' (Ancient Assamese History-No 1) প্ৰকাশ কৰি সম্পাদকে এইদৰে লিখে: "আমি এতিয়া আহোমৰ অতি পুৰণি বুৰঞ্জী এটা পাই, এই মাহৰ অৰুনোদইত লিখিবলৈ ধৰিচোঁ। তাত জি কথা পাইচোঁ, সকলো স্বৰূপ হোআ নহই, তথাপি জেনে পাইচোঁ, সেই দৰেই লিখোঁ, পঢ়ুআ সকলে জি স্বৰূপ, জি অস্বৰূপ, তাকে আপোনাৰ মনেৰে বিবেচনা কৰি বুজোক।" স্বৰূপ বা সত্য নহয় বুলি কৈছে বিভিন্ন দেশৰ ৰজাসকল দেৱতাৰ বংশোদ্ভূত বোলাৰ নিচিনা কথা সঁচা নহয় কাৰণে। অকল আহোমৰ ক্ষেত্ৰতে নহয়, গ্ৰীক ৰজা চিকন্দৰ (আলেকজেণ্ডাৰ), ৰোম নগৰৰ প্ৰথম ৰজা ৰমুলচ, কামৰূপৰ ৰজা বিশ্বসিংহ আদি সকলো দেশৰ ৰজাৰে উদ্ভৱৰ অলৌকিক কাহিনী সত্য নহয় বুলি কোৱা হৈছে। কিন্তু তথাপি বুৰঞ্জীখন হুবহু প্ৰকাশ কৰে। পিছলৈ থকাবোৰ সত্য বুলি মানিও লয়: "এনে (অলৌকিক) কথা এই বুৰঞ্জিৰ ওপৰ ডোখৰত মাথোন পাইচোঁ; তলৰ ডোখৰত হলে, প্ৰাই সকলো কথা উত্তম আৰু প্ৰমানিক; তাক ক্ৰমেৰে মাহে মাহে লিখিম।" অৰুনোদইৰ সমসাময়িক কালত লিখা কাশীনাথ তামুলীফুকনৰ 'আসাম বুৰন্‌জি পুথি' ১৮৪৪ চনত শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছত ছপা কৰা হৈছিল। ইয়াৰ তৃতীয় পুনৰ্মুদ্ৰণৰ সম্পাদক ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে ইয়াৰ ৰচনা কাল ১৭৫৮ শক বা ১৮৩৫ চন বুলি ঠাওৰাইছে। (ডঃ চৌধুৰীয়ে তৃতীয় সংস্কৰণৰ নাম দিছে 'অসম বুৰঞ্জী সাৰ'।) তাৰে এটি ক্ষুদ্ৰ খণ্ড আমি তলত উদ্ধৃত কৰি দিছোঁ।

"পাচে ক্ৰমে চুকাফা ৰজা আহি ওপৰ খামজাং স্থান পাই, তাতে নগা প্ৰভৃতিক জিনি সিমা পাতি লগৰে বৰগোহাঁইৰ ডেকা কাংক্ৰংমুঙক গাওঁখোৱা পাতি, সেই

গাৱঁৰে উৎপন দ্ৰব্যেৰে চই সোধাই থাকিবলৈ আজ্ঞা দি পাটকাই পালেহি। তাতে নগাৰে বন হুলত নগাৰ চাঙ্গে সহিতে গৰকি জিনি নামৰূপ পালেহি। তাতে এক বচৰ থাকি তিপাম ও সলগুৰি ও হাবুঙ্গ ও সিমলুগুৰি এইসকল ঠায়ে ঠায়ে দুই তিনি বচৰকৈ থাকি সেই সেই ঠাইৰ নিতি ধাৰা বুজি চৰাইদেওত নগৰ কৰিলে। আৰু পূৰ্ব্বে ১১৬৪ সঁকত মটকৰ বদৌচা ৰজা ও বৰাহিৰ থাকমথা ৰজা, এই দুই ৰজাৰ মিত্ৰ কৰি মিলেৰে বস কৰি, পৰে ১১৭৩ সঁকত মটকক খৰিভাৰি বাৰিচোআ এনে ল'লে। এই মটকক মৰান বোলে। বৰাহিক কাঠকটিয়া চাঙ্গমাইও ৰান্ধনি চাঙ্গমাই ও ভৰালি ও জৰাধৰা ও কুকুৰা চোআ, এনে বনুআ কৰি ললে। এই বৰাহি এই ৰাজ্যত কোআ কৰা কৰিবলৈ ধৰিলে বোলে, এই ৰজা-প্ৰজাখন আহি আমাক চলেৰে বনুআ কৰিএ ললে, তথাপি আমাৰ মনে বিসম নেলাগে; এইদৰেই খাটিলুটি অহা জোআকৈ থাকিবৰ মনহে জাই; এতেকে ইহঁত দেও-সঁচ মানুহ, ইহঁতৰ সম কোনো নাই, ইহঁত অসম মানুহ, এইৰূপে ৰাজ্যত কৈ ফুৰাতে অসম খ্যাত হুল দেখি, তেতিয়াৰে পৰা ৰজা ও লগত অহা প্ৰজা সকলেকো অসম বুলিলে। এই অসমৰে দেস হুল কাৰন অসমৰ দেস বোলে। আৰু জোগানৰ নিমিত্তে মৰানৰে মানুহ দি ৰজাদেৱে দেও পূজালৈ গচিকলা খাত ও পিত্ৰি কৰ্ম্মলৈ বৰখোআ খাত ও নিজ ওপভোগলৈ এঙ্গোৰা খাত এই তিনিখন খাত কৰিলে। পাচে গাওঁ ভূঞ্জি বসবৰ্ত্তি কৰি পত্ৰ সন্দেস দি নৰা দেসৰ নইচানফা ৰজাত বাৰ্তা কবলৈ কটকি পঠালে। সেই পত্ৰ পাই চোমদেওক অনা বুলি মনেৰে ভৰা কথা অস্থিৰ মানি ঘৰৰে এজনাই দেস মাৰি লোআ বাৰ্তা সুনি নইচানফা ৰজাই হৰ্স পাই, পুনৰ চুকাফা ৰজালৈ সোনোআনি টুপি ও ঘোৰা দি পঠালে। তাৰে পৰা নৰা ৰজাৰে গতাগত চলিত কৰি ৰাখিলে। এই নইচানফা ৰজাকে অসমিয়া বুৰঞ্জিত চুপ্ৰানফা বোলে। আৰু পুৰ্বত খুনলুঙ্গ ককায়েক, খুনলাই ভায়েক, এই হেতুকে খুনলাইৰ পৰা তোলনিয়া ৰূপেই বা তেওঁৰ পদত স্থিতি হৈএ জি কেইঘৰ বাৰ্হিল সেই কেইঘৰক খুনলুঙ্গৰ পৰা সেই ক্ৰমে বৰ্হা কেইঘৰে বয়োধিক হ'লেও ভাই ৰজাহে বোলে। এবং খুনলাইৰ পৰা বৰ্হা কেইঘৰেও খুনলুঙ্গৰ পৰা বৰ্হা কেইঘৰক বয়াহ কনিষ্ঠ হ'লেও ককাই ৰজা বোলে। কিন্তু এই সম্বন্ধ ভাই ভাই সমানতহে। দদাই, ভতিজা, বা ককা, নাতি, এনে জাৰ জেতিয়া হই, তেতিয়া ঐ দদাই, ভতিজা বা ককা, নাতি, এই সমন্ধকেই ধৰে; তাতে ককাকক পুথাও, নাতিয়েকক সাজি, বৰ বাপেকক নিচাও, এনে ভাসা মাত্ৰ লৰে। এই হেতুকে অসমৰ সমন্ধ অদ্য পৰ্য্যন্তপু গুৰিৰ বৰ ঘৰেই বৰ, গুৰিৰ সৰু, ঘৰেই সৰু, এই ৰূপে ভাই ভাই সমান পুৰুসত চলিত হৈ আছে।" (দ্বিতীয় আধ্যা)।

ইয়াত মন কৰিবলগীয়া যে ১৮ শতিকাৰ পৰা লিখিবলৈ আৰম্ভ কৰা অসমীয়া বুৰঞ্জীৰ ৰচনা পদ্ধতি ৰক্ষা কৰা হৈছে। কিন্তু ১৮৩৫ চনত কথিত অসমীয়া ভাষা ভালেখিনি সলনি হৈ গৈছে। এই ভাষাক ভালেখিনি আধুনিক বুলিবই পাৰি। এই গদ্য নিশ্চয় লিখকৰ সমসাময়িক কথ্য অসমীয়া গদ্যৰে সমশাৰীৰ। এইখন বুৰঞ্জী পুথিত পূৰ্বাপৰৰ দৰেই পাৰ্চী-আৰবী মূলৰ শব্দও ব্যৱহাৰ কৰা হৈছে। 'ৱ' আখৰটো ব্যৱহাৰ কৰা নাই। 'ঈ-কাৰ, উ-কাৰ আদিও নাই। ছপা পুথিখনত কেৱল 'জ' আৰু কেৱল 'স' ব্যৱহাৰ কৰা হৈছে। প্ৰিস্তিতি, পিত্ৰি, কৰিএ আদি শব্দৰ আখৰ-জোঁটনিও অকনোদইৰ লেখীয়া। এইবিলাক বৈশিষ্ট্য মিছনেৰি অসমীয়াৰ সৈতে সাদৃশ্য থকা। কোনে কাক প্ৰভাৱিত কৰিলে ভাবি চাবলগীয়া। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই 'অসমীয়া কথা সাহিত্য'ত লিখিছে যে বুৰঞ্জীৰ ভাষা গাম্ভীৰ্যপূৰ্ণ; সত্য ঘটনাৰ বিবৃতি হোৱা কাৰণে ইয়াৰ ভাষাত ভাবপ্ৰৱণতা আৰু মাত্ৰাধিক অলঙ্কাৰৰ প্ৰয়োগ নাই। ইয়াৰ বৰ্ণনা দ্বৈতবোধক নহয়, সহজ-সৰল। ইয়াৰ ভাষাই সমসাময়িক কথ্য ভাষাৰ প্ৰতিনিধিত্ব কৰিছে। বুৰঞ্জীৰ ভাষাৰ অনুকৰণতে অকনোদইৰ সহজ সৰল গদ্য গঢ় লৈ উঠিছিল— "বুৰঞ্জীৰ মাজেদিয়েই অসমীয়া গদ্যই আধুনিক ৰূপ পাইছে।" ডঃ বৰুৱাই লক্ষ্য কৰিছে যে চুটি চুটি বাক্য ৰচনাৰ ৰীতি বুৰঞ্জীৰ এটা বিশেষত্ব। আৱশ্যক স্থলত সংস্কৃত-গন্ধী বৰ্ণনা থাকিলেও সাধাৰণতে বুৰঞ্জীৰ ভাষা সহজ সৰল, অনাড়ম্বৰ আৰু জতুৱা ঠাঁচযুক্ত। কেতিয়াবা অৱশ্যে একাধিক বাক্য এফেলেথাৰিয়ে লিখাও হয়। এইবিলাক বিশেষত্ব আমি ওপৰৰ খণ্ডটোতো দেখিবলৈ পাইছোঁ। অসম আৰু অসমিয়া আখ্যা দুটা এই খণ্ডটোত ব্যাখ্যাসহ ব্যৱহাৰ হোৱাটো বিশেষভাৱে উল্লেখযোগ্য। অকল মিছনেৰিসকলেই প্ৰথমে এনে আখ্যা আৰম্ভ কৰা নাই। খুব সম্ভৱ বুৰঞ্জী প্ৰমুখ্যে অসমীয়া পুথি-পাজি পঢ়ি তাক ছপাই উলিওৱা বেপ্টিষ্ট মিছনেৰিসকলে যাদুৰাম ডেকাবৰুৱাৰ সহায় লৈ তামুলীফুকনৰ বুৰঞ্জী পুথিখনৰ নিচিনা কথ্য গদ্যত লিখা ভাষাৰ পৰাই তেওঁলোকৰ নিজস্ব ভঙ্গীত বিলাতী-সুবীয়াকৈ আধুনিক অসমীয়া গদ্যৰ পাতনি মেলে।

আমি ওপৰত দেখুৱাব খুজিছোঁ যে এখন আচহুৱা দেশলৈ আহি এটা সম্পূৰ্ণ নতুন ভাষা তাৰ সাংস্কৃতিক পটভূমিৰে সৈতে আয়ত্ত কৰিবলৈ বেপ্টিষ্ট মিছনেৰিসকলে অশেষ কষ্ট কৰিছিল। অসমীয়া পুৰণি বুৰঞ্জী পঢ়াৰ দৰে হয়তো অন্যান্য পুথি-পাজিও তেওঁলোকে অধ্যয়ন কৰিছিল। তেনে কৰাৰ কিছু কিছু লক্ষণ মিছনেৰি ৰচনাত দেখিবলৈ পোৱা যায়। তেওঁলোকৰ কোনো কোনোৱে (ব্ৰাউন) অসমীয়া ভাষাৰ ব্যাকৰণ লিখি উলিয়াইছিল। কোনো কোনোৱে (মিছেছ ব্ৰাৰ্ড, মিছেছ কাট্টাৰ) অসমীয়া কোষ-গ্ৰন্থ ৰচনা কৰিছিল। অন্যান্য বেপ্টিষ্ট লিখক-লিখিকাই খৃষ্টান কাহিনী অনুবাদ

কৰিছিল আৰু উপন্যাস ৰচনা কৰিছিল (এ-কে গানী, মিছেছ গানী)। ব্ৰন্সনে পোনপ্ৰথমখন অসমীয়া-ইংৰাজী অভিধান প্ৰণয়ন কৰে। এইবিলাকেই তাৰ প্ৰমাণ। তদুপৰি উইলিয়াম কেৰি প্ৰদৰ্শিত তথা কোনো কোনো অসমীয়া লোকৰো কাম্য সংস্কৃতীয়া বৰ্ণবিন্যাস পদ্ধতি গ্ৰহণ নকৰি এইসকল মিছনেৰিয়ে যাদুৰাম ডেকাবৰুৱা প্ৰদৰ্শিত তথা মাইল্‌ছ ব্ৰন্সনৰ দ্বাৰা অভিধানত গৃহীত সৰলীকৃত পদ্ধতিকে তেওঁলোকে গ্ৰহণ কৰে। এইটো এক প্ৰকাৰে অসমীয়া ভাষাৰ পৰম্পৰাগত পদ্ধতি। এই সম্পৰ্কে নাথান ব্ৰাউনে কি মত প্ৰকাশ কৰিছিল তাক ওপৰত উল্লেখ কৰা হৈছে, য'ত এই কথাৰ সমৰ্থন আছে।

যি হওক, ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই ক'বৰ দৰে, মিছনেৰিসকলৰঅসমীয়া ভাষাটো আছিল উচ্চাৰণানুগ আৰু সৰল। ইয়াকে বাস্তৱানুগো বুলিব পাৰি। তেওঁলোকে 'সংযোগি আখৰ' বাদ দি প্ৰায়েই যুক্ত-ধ্বনি ভাঙি লিখিছিল। এই কথাও সঁচা যে কথ্য অসমীয়া ভাষাত দীৰ্ঘ স্বৰ প্ৰায় নাযেই; গতিকে তেওঁলোকে প্ৰথমে হ্ৰস্ব-ই কাৰহে অকল প্ৰযোগ কৰিছিল। উচ্চাৰণ আৰু ধ্বনিৰ ক্ষেত্ৰত অসমীয়াত প্ৰচলিত ৰীতি অনুসৰণ কৰিছিল; শিৱসাগৰৰ ভাষাৰ প্ৰভাৱ নিশ্চয় তেওঁলোকৰ ওপৰত পৰিছিল-- হয়তো, ডঃ সত্যেন্দ্ৰনাৰায়ণ গোস্বামীয়ে ক'বৰ দৰে, শিৱসাগৰ অঞ্চলৰ সম্ভ্ৰান্ত শ্ৰেণীৰ মাজত প্ৰচলিত ভাষাটোৱেই বেছি প্ৰভাৱ পেলাইছিল। আটাহ নেলেখি এটাহ লিখা, আশা নেলেখি এসা, পোহৰৰ ঠাইত পহৰ, কাপোৰৰ ঠাইত কাপৰ, ধৈৰ্য্য স্থিচ ধৌৰ্জ হোৱা ইত্যাদি পৰিলক্ষিত হয়। এনেকুৱা উদাহৰণ বুৰঞ্জী আৰু কথা-চৰিততো লক্ষ্য কৰা যায়। উল্লিখিত শব্দসমূহৰ উপৰি অৰুনোদইৰ ভাষাত বুৰঞ্জী-কথা চৰিতৰ নিচিনাকৈ উচত্ত, গিযান, খেমা, এধামৰা, দায়া, দূতিয, নাইকিছিল, বাত্ৰা, বুৰা, বিভিচাৰ, সৰিল আদি অসংখ্য শব্দ ব্যৱহাৰ হৈছিল।

কিন্তু বাস্তৱানুগ, উচ্চাৰণানুগ আৰু পুৰণি অসমীয়া ভাষাৰ অনুগামী হোৱা সত্ত্বেও অৰুনোদইৰ তথা মিছনেৰিৰ গদ্য যে শুদ্ধ অসমীয়া গদ্য আছিল এনে কথা একে আষাৰে ক'ব নোৱাৰি। ওপৰত যি কেইটা উদ্ধৃতি দাঙি ধৰা হৈছে সেই কেইটা পঢ়ি যাওঁতেই কথাটো অনুভৱ কৰিব পাৰি। ''আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী''ত ডিম্বেশ্বৰ নেওগে এই কথা সম্যকৰূপেই উপলব্ধি কৰিছে: ''তেওঁলোকে অসমীয়া ভাষা যত্ন আৰু হেপাহেৰে শিকিছিল, ইংৰাজীৰ প্ৰতিশব্দৰূপে ভালেখিনি অসমীয়া শব্দ তেওঁলোকে ন-কৈ গঢ়িছিল, আৰু চলন্তি নোহোৱাত মৰিচা পৰা বহুত পুৰণি অসমীয়া শব্দ সুৱলাকৈ ব্যৱহাৰ কৰি চিক্‌চিকীয়া কৰিছিল, ইও সঁচা, কিন্তু ইমানৰ উপৰিও, কুৰি পচিশ বছৰৰ ভিতৰত এনে এটা আচহুৱা ভাষাৰ জতুৱা ঠাঁচ আৰু বাক্য-ৰীতিত সম্পূৰ্ণ অধিকাৰ জন্মা প্ৰায়ে সম্ভৱপৰ নহয়। সেই দেখিয়েই তেওঁলোকৰ অসমীয়া ভাষাত অলপ আচহুৱা গুণ থকা একো ডাঙৰ কথা হ'ব নোৱাৰে।... অনেক সময়ত তেওঁলোকে জতুৱা অসমীয়া শব্দ বা খণ্ডবাক্যৰ ব্যৱহাৰত কেনা লগাব পাৰে, যা কোনো অসমীয়া মানুহে তেনেকৈ কথা নক'ব বা নিলিখিব পাৰে কিন্তু সেই সকলোবোৰ ত্ৰুটি লৈও তেওঁলোকৰ অসমীয়া সদায় কেচুৱাৰ ঠুনুক-ঠানাক মাতৰ দৰে মিঠা।... বৰ্তমান অসমীয়া সাহিত্যত তেওঁলোকৰ গদ্য-পদ্যৰ সামান্য আঁৰৰ এফেৰিও চেকা বৈ থকা নাই; কিন্তু তাৰ গুণ অসমীয়া সাহিত্যৰ হাড়ে-হিমজুৰে সোমাই আছে। সেই গুণৰ ভিতৰত তেওঁলোকৰ চুটি অথচ ভাবপূৰ্ণ, আড়ম্বৰহীন, পোনপটীয়া, সৰল বাক্য আদি বিশেষকৈ মন কৰিবলগীয়া। এইখিনি গুণ পোনভাৱে অসমীয়া বুৰঞ্জী গদ্যত সিমান পোৱা নহয়, ই বহুত গুণে ইংৰাজী সাহিত্যৰ দান বুলি ঠাৱৰাব পাৰি।... এই খ্ৰীষ্টান গদ্যই ভয়ে ভয়ে ভাবৰ বন্ধন গুচাই পূবৰ ভাব-ৰাজ্যৰ কপাট মেলি দি অসমীয়া সাহিত্যৰ মঙ্গলময় ভৱিষ্যত সূচনা কৰিছিল।'' (ডঃ মহেশ্বৰ নেওগৰ 'অৰুনোদই' সংকলনৰ ভূমিকাৰ পৰা উদ্ধৃত।) হেমচন্দ্ৰ গোস্বামীয়েও মিছনেৰি অসমীয়া গদ্যৰ মাজত অন্যান্য ভাৰতীয় ভাষাৰ দৰেই এটা 'বিলাতী সুৰ' উঠা বুলি কৈ গৈছে। তেওঁৰ 'অসমীয়া ভাষা' নামৰ প্ৰবন্ধত আছে: ''তেওঁলোকে আমাৰ ভাষাক এটি সুৰ শিকাই গ'ল। সেই সুৰটি আগতে অসমীয়া ভাষাই নাজানিছিল, ভাৰতবৰ্ষৰ কোনো ভাষাই নাজানিছিল। ই পাশ্চাত্য সাহিত্যৰ নিজা সম্পত্তি আৰু পাদুৰী চাহাবসকলে সাত সাগৰ তেৰ নৈ পাৰ হৈ আহি ভাৰতবৰ্ষৰ ভাষাবোৰক শিকাই দিলেহি; বৰ্তমান যুগৰে ভাৰতবৰ্ষীয় আন আন সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰে য'তে টোকৰ মাৰা এই বিলাতী সুৰটিৰ গুণগুণনি শুনিবলৈ পাবা। তুমি সেই সুৰটিৰ স্বভাৱ নুবুজিব পাৰা,... কিন্তু শঙ্কৰদেৱক মাতা, মাধৱদেৱকে মাতি আনা, তেওঁলোকে ততালিকে বুজাই দিব যে এইটো ভাৰতবৰ্ষীয় সুৰ নহয়, বিলাতী সুৰ।'' ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই তেওঁৰ 'সমীক্ষাত্মক ইতিবৃত্ত'ত উক্ত উদ্ধৃতি দি মন্তব্য কৰিছে যে এনেকৈয়ে অসমীয়া ভাষাৰ মাজত ইংৰাজী ভাষাৰ ঠাঁচ সোমাই পৰে।

অৰুনোদইৰ সময়তে অসমত নতুন যুগৰ সূচনা হয়। নতুন পৃথিৱী, নতুন জ্ঞান, নতুন ধ্যান-ধাৰণাৰ সন্ধান অসমীয়াই অৰুনোদইৰ লিখাবিলাকৰ পৰাই পায়। আমাৰ সুপ্ৰাচীন অভিজ্ঞতা আৰু জীৱন-ধাৰাৰ মাজত সেইবিলাক সোমাই পৰে। এইটো কৰিবলৈ বেন্টিষ্ট মিছনেৰিসকলে নতুন শব্দাৱলী আৰু প্ৰকাশ-ভঙ্গীৰ প্ৰয়োজন অনুভৱ কৰিছিল। ইয়াৰ কাৰণে তেওঁলোকে কেতিয়াবা পুৰণি অসমীয়া শব্দকে নতুন ৰূপ দি প্ৰচলন কৰিছিল; কেতিয়াবা তেনে কৰিব নোৱাৰিলে বিদেশী শব্দও ব্যৱহাৰ কৰিছিল। বৰফ নুবুলি পানি সিল, দ্বীপ নুবুলি মাজুলি, ক্ৰুছৰ ঠাইত

পেৰেণ্ডনি, আঙুৰ নুবুলি লতা পনিয়ল আদি বোলাটো প্ৰথম বিধৰ উদাহৰণ, কম্পানি, কমিশ্যন, কলেক্টৰ, অফিচ গৱৰ্ণমেণ্ট, কাপ্তান আদি দ্বিতীয় বিধৰ উদাহৰণ।

ইমানখিনি অমূল্য বৰঙণি দিয়া সত্ত্বেও, অসমীয়া ভাষাৰ পৰম্পৰাৰ বিৰুদ্ধাচৰণ নকৰাকৈ, বৰং বহুত সময়ত তাৰ দ্বাৰা প্ৰভাৱিত হৈ অসমীয়া ভাষা চৰ্চা কৰা সত্ত্বেও থলুৱা ভাষাৰ কথ্য ৰূপক সাহিত্যত কৃতকাৰ্যতাৰে ব্যৱহাৰ কৰি আহি দেখুৱাই যোৱা সত্ত্বেও ভাষাতত্ত্বৰ জ্ঞানেৰে অসমীয়া ভাষাৰ বৈজ্ঞানিক চৰ্চা কৰি যোৱা সত্ত্বেও মিছনেৰিসকলৰ সকলো উদ্যম আৰু প্ৰচেষ্টা সম্পূৰ্ণ সফল হ'ব নোৱাৰিলে। শ্ৰীৰামপুৰৰ বৃটিছ মিছনৰ ভাষাবিদ পাদ্ৰী উইলিয়াম কেৰিয়ে বাইবেল অনুবাদত যি সংস্কৃত-মুখী প্ৰৱণতা দেখুৱাইছিল, প্ৰভাৱশালী শিক্ষা-বিষয়া ৰবিন্সনেও তেনে প্ৰৱণতাকে প্ৰশ্ৰয় দিয়াত, আৰু অসমৰো এচাম শিক্ষিত লোকে অসমীয়া ভাষাক সংস্কৃত-মুখী কৰাটোকে বিচৰাত, শেষত বৃটিছ কৰ্তৃপক্ষই পাঠ্যপুথিৰ ক্ষেত্ৰত সেই ভাষাকে প্ৰচলন কৰাত, বেপ্টিষ্ট মিছনেৰিসকলো তাতেই সৈমান হ'ব লগাত পৰে। এইসকল পক্ষৰ সৈতে লগ নালাগিলেও 'ভাষাৰ ওজা' হেমচন্দ্ৰ বৰুৱাই এই পৰিবৰ্তনৰ ক্ষেত্ৰত আটাইতকৈ বিশিষ্ট আৰু কাৰ্যকৰী ভূমিকা গ্ৰহণ কৰে। তেওঁ সম্পাদনা কৰা আসাম নিউচ (Assam News) সাপ্তাহিক ইংৰাজী-অসমীয়া দ্বিভাষী বাতৰিকাকতখনৰ যোগেদিয়েই অসমীয়া বৰ্ণবিন্যাস পদ্ধতিৰ এটা মান স্থিৰ কৰি দিয়ে। লগে লগে আধুনিক অসমীয়া গদ্যৰো এটা গঢ় দিয়ে।

১৮৮২ৰ পৰা ১৮৮৫ চনলৈকে মাত্ৰ চলা 'আসাম নিউচ' আছিল ফুলছকেপ আকাৰৰ আঠ-পিঠীয়া সাদিনীয়া বাতৰিকাকত। পাশ্চাত্যৰ আৰ্হিত ব্যৱসায়-বাণিজ্য কৰাৰ ক্ষেত্ৰত অসমৰ প্ৰথম প্ৰতিষ্ঠান বৰুৱা-ফুকন ব্ৰাদাৰ্ছৰ পৃষ্ঠপোষকতাত 'আসাম নিউচ' ওলায়। ১৮৮২ চনত অৰুনোদই বন্ধ হয় আৰু সেই বছৰতে আসাম নিউচ ওলাবলৈ ধৰে। আধুনিক অসমীয়া ভাষাৰ দুটা বিশিষ্ট পদ্ধতিৰ এই দুখন কাকতে প্ৰতিনিধিত্ব কৰে। 'অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা' জীৱনীখনত অধ্যাপক যতীন্দ্ৰনাথ গোস্বামীয়ে লিখিবৰ দৰে আসাম নিউচৰ মূল মন্ত্ৰ আছিল 'কাৰ্য্যং বা সাধয়েচ্ছৰীৰং পাতয়েদ্বধ:"। চৰকাৰৰ দৃষ্টিত পেলোৱা স্থানীয় অভাৱ-অভিযোগ আৰু সম্পাদকীয় প্ৰবন্ধ ইংৰাজী-অসমীয়া দুয়োটা ভাষাতে লিখা হৈছিল। বিখ্যাত ৰাজনীতিবিদ মাণিকচন্দ্ৰ বৰুৱা আৰু কৃতবিদ্য বঙালী নাগৰিক অভয়শঙ্কৰ গুহই ইংৰাজী অংশ লিখাত সহায় কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ ভাষাৰ বলত এই কাকতে উচ্চ স্থান লাভ কৰিছিল। ইয়াৰ গ্ৰাহক প্ৰায় ৯০০ হৈছিলগৈ। কিন্তু আৰ্থিকভাৱে টনকিয়াল নোহোৱাত ১৮৮৫ চনত কাকতখন বন্ধ হৈ যায়। সম্পাদকৰ নিজৰ ভাষাত, "মই চৰকাৰী কামৰ পৰা অৱসৰ পোৱাৰ পাচত ইং ১৮৮২ শকত দেশহিতৈষী কিছুমান অসমীয়া ভদ্ৰলোকে আসাম নিউচ নামেৰে স্থিৰ কৰি মোক তাৰ সম্পাদক নিযুক্ত কৰাত মই কেইবছৰমান আনৰ পৰা অধিক সহায়তা নোপোৱালৈকে একে হাতে সেই কাকত চলাওঁ। কিন্তু কওঁতে বেজাৰ লাগে যে সি চিৰজীৱী নহ'ল।" হেমচন্দ্ৰ বৰুৱা নিজৰ নীতিত যেনে কঠোৰ আৰু অটল আছিল, তেনে কঠোৰতাৰেই তেওঁ তেওঁৰ কাকতখনত চৰকাৰৰ ভাষা-নীতি, ৰাজহ-নীতি আৰু বৃটিছ কৰ্মচাৰীৰ আচৰণ সম্বন্ধে চোকা ভাষাৰে সমালোচনা কৰিছিল। তেওঁৰ সমালোচনা পাই কৰ্তৃপক্ষই সংশ্লিষ্ট প্ৰশ্ন সম্বন্ধে পৰামৰ্শ কৰি অন্যায় নিৰসনৰ চেষ্টা কৰিছিল। চৰকাৰে দেশী চিভিলিয়ানৰ বিধৱা পত্নীসকলৰ পেন্সন সম্বন্ধে তেওঁৰ পৰা পৰামৰ্শ বিচাৰিছিল আৰু তেওঁ সেই পৰামৰ্শ আসাম নিউচ যোগে আগবঢ়াইছিল। একেই ধৰণে চিটা দিয়া, দেৱালয়ৰ নিয়ম-কাৰণ, কানি আয়োগৰ ওচৰত দাখিল কৰা সাক্ষ্য আদিৰ কথাও কৰ্তৃপক্ষক দিয়া পৰামৰ্শ ৰূপে কাকতখনত দাঙি ধৰিছিল। উল্লেখযোগ্য যে হেমচন্দ্ৰ বৰুৱাৰ এইবিলাক পৰামৰ্শ কেতিয়াও অথলে নগৈছিল। দৰং জিলাত চলি থকা 'বেগাৰ ধৰা' কুপ্ৰথা সম্বন্ধে আসাম নিউচে কঠোৰভাৱে সমালোচনা কৰাত প্ৰথাটো ইংৰাজ কৰ্তৃপক্ষই উঠাই দিয়ে। অধ্যাপক গোস্বামীয়ে লিখিছে : "এই কাকতত ৰাজনৈতিক কথাৰ বাহিৰেও সাহিত্য, সমাজ আদিৰ বিষয়েও সুন্দৰ সুন্দৰ প্ৰবন্ধ প্ৰকাশ পাইছিল। অসমৰ ৰাইজৰ অৱস্থাৰ উন্নতি কৰিবৰ উদ্দেশ্যে স্থাপিত আসাম এছোছিয়েচনৰ লক্ষ্য পূৰণৰ অৰ্থে এটা জাতীয় নিধি গঠনৰ বাবে দেশবাসীৰ পৰা দান-বৰঙণি বিচাৰি আসাম নিউচে (১৮৮২ চন ২৩ জুলাই) গোহাৰি প্ৰকাশ কৰিছিল।... হেমচন্দ্ৰ বৰুৱা সততে নিজৰ মত এৰা লোক নাছিল, আৰু 'বয়সীয়া হৈও ৰাজনীতি বিষয়ে অত্যন্ত ৰেডিকেল (radical) আছিল।' আসাম নিউচত তেওঁৰ মতেই প্ৰবল আছিল।" কলিকতাৰ লেম্ব নামৰ এজন জিলা অধীক্ষকে তেওঁৰ তলতীয়া ভাৰতীয় কৰ্মচাৰী ৰমেশচন্দ্ৰ বন্দোপাধ্যায়ক জোতা খুলিবলৈ বাধ্য কৰিব খোজা ঘটনা এটাৰ বিৱৰণ আসাম নিউচত চেঙা দিয়া ভাষাৰে সমালোচনা কৰি প্ৰকাশ কৰা হয়। গোস্বামীদেৱে উক্ত সংবাদবিলাক নানান উৎসৰ পৰা গোটাই আনি জীৱনীখনত উল্লেখ কৰাৰ উপৰি কৈছে যে আসাম নিউচ কাকতত হেমচন্দ্ৰ বৰুৱাই আখৰ-জোঁটনি বা বানানৰ এটা কটকটীয়া নিয়ম অনুসৰণ কৰিছিল। তেওঁ অশুদ্ধ বুলি ভৱা প্ৰবন্ধ-পাতিৰ লিখকসকলক কাকতখনতে গাত লাগি যোৱাকৈ— "আপোনাৰ চিঠিয়ে আমাৰ ফটা কাকতৰ পাচিতহে ঠাই পালে," এনে ভাষাৰে— সমালোচনা কৰিছিল। ১৮৮৫ চনত গুণাভিৰাম বৰুৱাই ডেৰ বছৰমানলৈ 'আসাম বন্ধু' মাহেকীয়া আলোচনীখন সম্পাদনা কৰে। 'আসাম বন্ধু' কিন্তু ভাষাৰ ক্ষেত্ৰত আসাম নিউচৰ

দৰে কঠোৰ নাছিল। সেই বাবে উঠি অহা লিখকসকলৰ মাজত আসাম বন্ধু জনপ্ৰিয় হৈছিল। কিন্তু বন্ধুৰ আখৰ-জোঁটনি দেখি তাক ভুল বুলি ভাবি হেমচন্দ্ৰই হেনো খঙতে মুখ বিকটাই দিছিল। প্ৰথমে আসাম নিউচৰ হেমচন্দ্ৰী গঢ় দেখি সৰ্বসাধাৰণ মানুহেও হেনো ইতিকিং কৰি কৈছিল— কি ভাতখোৱা মাছখোৱা ভাষাৰে বাতৰিকাকত লেখে? কাকত নেলেখি তুলাপাত লেখিলেই আচল অসমীয়া হ'ব। কিন্তু শেষলৈ আসাম নিউচৰ জয় হ'লগৈ। 'নিউজ পেপাৰ'ৰ অসমীয়া 'বাতৰিকাকত' কৰাৰ দৰে হেমচন্দ্ৰই ভালেমান অসমীয়া প্ৰতিশব্দ উলিয়াইছিল। আসাম নিউচে অসমীয়া ৰচনা-ৰীতি আৰু বৰ্ণবিন্যাসৰ ক্ষেত্ৰত এনে এটা আহিঁ দাঙি ধৰিলে যিটো আধুনিক অসমীয়াই গ্ৰহণ কৰিলে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ভাষাত, "আসাম নিউচে যি ভাষা শিকাই গ'ল, আজিকালিৰ অসমীয়া গদ্য-ভাষাই তাকেহে আওৰাইছে"

এই প্ৰসঙ্গতে পৰৱৰ্তী কালৰ 'জোনাকী' আৰু 'বাঁহী'ৰ লগত ওতপ্ৰোতভাৱে জড়িত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই 'আসাম নিউচ' সম্বন্ধে কি উচ্চ ধাৰণা পোষণ কৰিছিল তাকো উল্লেখ কৰি যাব পাৰি। তেওঁৰ আত্মজীৱনী 'মোৰ জীৱন সোঁৱৰণ'ত আছে : "আসাম নিউচখন ভালকৈ পঢ়া ৰোগে মোক বৰকৈ ধৰিছিল। কেতিয়া 'আসাম নিউচ' আহিব মই বাটলৈ চাই থাকোঁ আৰু এটাইৰে আগেয়ে মই কাকতখন মেলি পঢ়োঁ বুলিলে ঠিক কোৱা নহয়, গিলোঁ বুলিলেহে ঠিক হ'ব। বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। আসাম নিউচে নিশ্চয় অসমীয়া ভাষাৰ যুগান্তৰ উপস্থিত কৰিলে। বৰ দুখৰ কথা, কাকতখন ঘাইকৈ ৺হেমচন্দ্ৰ বৰুৱাৰ শাৰীৰিক অসুস্থতাৰ নিমিত্তে দীৰ্ঘকাল স্থায়ী নহ'ল।" বেজবৰুৱাই আৰু কৈ গৈছে যে হেমচন্দ্ৰ বৰুৱাৰ কাপৰ গুণত 'আসাম নিউচে' অতি শীঘ্ৰে ওখ ঠাই অধিকাৰ কৰিছিল। সকলোৱে অতি আগ্ৰহেৰে সেই কাকত লৈছিল আৰু পঢ়িছিল। নিউচৰ আগতে আউনীআটী সত্ৰৰ পৰা ওলাই থকা মাহেকীয়া কাকত 'আসাম বিলাসিনী'ৰ বাক্যবিন্যাস প্ৰণালী, বিষয়-নিৰ্বাচন আদিয়ে উঠি অহা শিক্ষিত চামৰ মন আকৰ্ষণ কৰিব পৰা নাছিল। ব্যক্তিগত আক্ৰমণেও তাত ঠাই পোৱাত বিলাসিনীৰ সমাদৰৰ অভাৱ ঘটিছিল। ইয়াৰ বিপৰীতে তেনে দোষ-ত্ৰুটি নথকাত আৰু ৰসাল ভাষাৰে সুলিখিত সেই কালৰ উপযোগী 'আসাম নিউচ' কাকতখনে সকলোকে হৰ্ষ দিয়ে। গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু' সম্বন্ধেও বেজবৰুৱাই প্ৰশংসাৰে এই বুলি মত প্ৰকাশ কৰিছিল যে অসমত প্ৰথম অসমীয়া মাহেকীয়া কাকতৰ পথ-প্ৰদৰ্শক আসাম বন্ধু অসম আৰু অসমীয়াৰ প্ৰকৃত বন্ধুৰূপে দেখা দিছিল। লম্বোদৰ বৰা, সত্যনাথ বৰা আৰু গুণাভিৰামৰ ৰচনাই বেজবৰুৱাক বৰকৈ মুগ্ধ কৰিছিল। কিন্তু বন্ধুও সৰহ দিন নিটিকাটো দুখৰ বিষয়। "এইটো ক'বই লাগিব যে অসমীয়া ভাষাৰ মহাৰথী দুয় 'আসাম নিউচ' আৰু 'আসাম বন্ধু'ৱেই আধুনিক আহিঁত অসমীয়া গদ্য আৰু পদ্য সাহিত্যৰ সৃষ্টিৰ অৰ্থে spade-work, কোৰৰ কাম কৰে, অৰ্থাৎ মাটি কুৰি চহাই দিয়ে। পিতৃদেৱতাই (দীননাথ বেজবৰুৱা) 'আসাম নিউচ' আৰু 'আসাম বন্ধু' বৰ আগ্ৰহেৰে সদায় পঢ়িছিল। 'আসাম বন্ধু'ত ওলোৱা কোনো কোনোটো প্ৰবন্ধত থকা খুঁত দেখুৱাই তেওঁ ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা ডাঙৰীয়ালৈ চিঠি লেখাও মই দেখিছিলোঁ। মুঠতে ইয়াকে কওঁ যে অসমীয়া ভাষাত সকলো অসমীয়াৰ মনোৰঞ্জন কৰি সুললিত, ৰসাল অথচ ওখ শাৰীৰ গদ্য ৰচনা যে হ'ব পাৰে, এইটো 'আসাম নিউচ' আৰু 'আসাম বন্ধু'ৱেই প্ৰথমতে দেখুৱালে।" যি লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাক ড° বাণীকান্ত কাকতিৰ নিচিনা তেওঁৰ পৰৱৰ্তী পণ্ডিত সাহিত্যিকে অসমীয়া লিখাৰ ক্ষেত্ৰত আহিঁস্বৰূপে লৈছিল, সেই লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ পূৰ্ববৰ্তী ওজা সাহিত্যিক হেমচন্দ্ৰ বৰুৱাক তেওঁৰ আসাম নিউচৰ গদ্য-ভঙ্গীৰ কাৰণে আদৰ্শ কৰি লোৱাটো লক্ষ কৰিবলগীয়া। আধুনিক অসমীয়া ভাষা আৰু সাহিত্যত আসাম নিউচৰ গুৰুত্ব কিমান, ইয়াৰ পৰা বুজিব পাৰি।

দুখৰ বিষয় যে আমি অন্যান্যৰ উল্লেখৰ সহায়ত ওপৰত কোৱা ধৰণে হেমচন্দ্ৰ বৰুৱাৰ ভাষা-সংস্কাৰৰ গুণ-গৰিমা বৰ্ণনা কৰিছোঁ যদিও তেওঁৰ 'আসাম নিউচ' কাকতখনৰ এটাও সংখ্যা দেখিবলৈ পোৱা নাই। অসমৰ কোনোবা ঠাইত ব্যক্তিগত কিম্বা ৰাজহুৱা সংগ্ৰহত নিশ্চয় এতিয়াও আসাম নিউচৰ কিছু নহয় কিছু সংখ্যা সংৰক্ষিত হৈ আছে, বাহিৰতো ক'ৰবাত থাকিব পাৰে। কিন্তু বহু চেষ্টা কৰিও আমি ক'তো আসাম নিউচৰ এসংখ্যাও বিচাৰি উলিয়াব নোৱাৰিলোঁ। বেণুধৰ শৰ্মাৰ 'টোকোৰা বাহৰ কুটা'ৰ মাজত যি সামান্য উল্লেখ আছে তাকে আজি প্ৰায় সকলো লিখকে ব্যৱহাৰ কৰি আহিছে; আৰু সিও প্ৰকৃতাৰ্থত 'নিউচ' বা বাতৰি নহয়। শৰ্মাদেৱে তলত দিয়া ধৰণে কাকতখনৰ এটা আভাস দিছে ঃ

আসাম নিউচ

সাদিনীয়া অসমীয়া ইংৰাজী বাতৰি কাকত

The Assam News

কাৰ্য্যংবা সাধয়েজ্জৰীৰংবা পাতয়েজুধঃ

সোমবাৰ, ১৪ ভাদ, ১৮০৪ শক,

২৮ আগষ্ট, ১৮৮২

হৰিবিলাস আগৰৱালাৰ দ্বাৰা প্ৰকাশিত 'কীৰ্তন' পুথি— "এই দেশত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰোঁতা ৺শঙ্কৰ আৰু তেওঁৰ শিষ্য মাধৱদেৱে সংস্কৃত ভাগৱত আদি পুথিৰ বৈষ্ণৱ ধৰ্ম সম্বন্ধীয় কোনো অংশ ভাঙি অসমীয়া ভাষাৰে ভালেমান শব্দ পুথি কৰি থৈ গৈছে। আৰু বোধহয় অসমীয়া ভাষাত তেওঁবিলাকেই আদি কবি আছিল। কিয়নো তেওঁবিলাকৰ

আগেয়ে আন কোনোৱে কৰা পদা দেখা নাযায়। সেইবিলাক পুথি এই দেশৰ সকলো মানুহৰ ঘাইকৈ বৈষ্ণৱবিলাকৰ বৰ মান্য। এই দেশী বৈষ্ণৱবিলাকে ভাগৱতাদি মূল পুথিতকৈও সেইবোৰক অধিকৰূপে মানে আৰু বৰ যত্নেৰে ঘৰত ৰাখি সেৱা ভক্তি কৰে। কিন্তু লিখোতা নোহোৱাত লাহে লাহে সেইবিলাক দুষ্প্ৰাপ্য হৈ আহিছে। যি পুথি ছপা যন্ত্ৰত উঠে শীঘ্ৰে তাৰ নাশ নাই। কিন্তু বৈষ্ণৱবিলাকৰ ইমান মান্য আৰু আদৰৰ পুথিবিলাক ছপাই সণ্চাৰ্লনি কৰিবলৈ সকলোৱে সাহ কৰিব নোৱাৰে। অনুমান হয়, ইয়াকে ভাবি পৃজাবৰ শ্ৰীযুত আউনীআটীয়া অধিকাৰ গোস্বামীয়ে প্ৰথমতে 'গুণমালা' নামেৰে পুথি এখনি ছপাই এটি আৰ্হি দেখুৱায়। ইয়াৰ পাছত 'হাজাৰী ঘোষা' আদি কোনো কোনো পুথিও তেওঁৰ আজ্ঞাতে ছপা হৈছিল। পাচত সেই পথৰ পথিক হৈ অন্যান্য লোকেও কীৰ্ত্তন আদি কোনো কোনো পুথি ছপাইছে। কিন্তু আৰ্হি তোলোতাৰ দোষত হাতেৰে লিখা পুথিবিলাক এনে বিশ্ৰী হৈ পৰিছে যে অনেক ঠাইত লেখকৰ ভাব বুজাই টান হয়। বঙালীবিলাকে কয় 'তিনি নকলে আসল খাস্ত'। বিশেষ সেইবিলাক পুথি লিখোতাসকলৰ সৰহভাগ 'ভকত বৈষ্ণৱ'। তেওঁবিলাকে অন্য দেৱ-দেৱীৰ উপাসনা নকৰে। এতেকে আই সৰস্বতীৰ সৈতে তেওঁবিলাকৰ ঘোৰ বিবাদ, সৰু কালত ফলি লওঁতে, 'সৰচতী সৰচতী, কণ্ঠে গোলাপী, ভোগে বিলাপী' বুলি ফলিৰ ছাইৰে যি ফোঁট লৈছিল, তাৰ বলতে যিমান হ'ব পাৰে তেওঁবিলাকৰ পৰা তাতকৈ অধিক আশা কৰা বৃথা।

"এনে স্থলত শুদ্ধ কীৰ্ত্তন পুথি পোৱা বৰ টিলা কথা নহয়। এতেকে তাক শুদ্ধ ৰূপে ছপোৱাও টান। কিয়নো গ্ৰন্থকৰ্ত্তাই যি ৰূপে লিখিছিল যিমান পৰা যায়, তদ্ৰূপে ছপোৱা পুথিকহে শুদ্ধ বোলা যায়। কিন্তু ওপৰত লিখা কাৰণত অসমীয়া পদ পুথিবিলাকত গ্ৰন্থকৰ্ত্তাই লিখা অৱস্থাত নাই, বহুত লৰিছে। তথাপি জনা মানুহে মনোযোগ কৰি ভাৱ আৰু অৰ্থলৈ চাই শব্দবিলাক লৰচৰ কৰিলে গ্ৰন্থকৰ্ত্তাই নিজে লিখাৰ দৰে নহ'লেও পুথি শুদ্ধ হয়। কিন্তু দুৰ্ভাগ্যৰ গুণে ছপা হোৱা যিবিলাক পদপুথি আমি দেখিছোহঁক সেইবিলাকৰ ভিতৰত এখনকো সম্পূৰ্ণ শুদ্ধ বুলিব নোৱাৰো।

"হৰিবিলাস বাবুৱে কীৰ্ত্তন পুথি আগেয়ে এবাৰ ছপাইছিল। এই দ্বিতীয়বাৰ। দুইওবাৰৰ পুথি আমি দেখিছো আৰু তেওঁ যে শুদ্ধৰূপে ছপাবৰ নিমিত্তে প্ৰচুৰ পৰিশ্ৰম কৰিছে তাকো আমি বুজিছো। তাত যে কোনো এজন বোধ থকা মানুহৰ হাত লাগিছে সেই পুথিয়েই তাৰ প্ৰমাণ।

**"ল'ৰাৰ নিজা পুথি :** গুৱাহাটীৰ নৰ্মেল ইস্কুলৰ হেড্ মাষ্টৰ শ্ৰীযুত বাবু ব্ৰজপতি বন্দোপাধ্যায় দ্বাৰা লিখিত আৰু প্ৰকাশিত, ... ব্ৰজপতি বাবু বঙ্গালী। অসমীয়া ভাষা তেওঁৰ সম্বন্ধি বিদেশী। তথাপিও যে তেওঁ সেই ভাষাৰে এখন পুথি লিখিছে, তাৰ বাবে তেওঁ ধন্যবাদৰ পাত্ৰ আৰু সি আমাৰ গাৱঁলীয়া পঢ়াশালীবিলাকৰ যোগ্য হৈছে।"

বেণুধৰ শৰ্মাই আসাম নিউচৰ দুটা বিজ্ঞাপনৰ নমুনাও উল্লেখ কৰিছে। সেইকেইটা ভাষাৰ কাৰণে প্ৰয়োজনীয় নহয় কাৰণে ইয়াত তুলি দিয়া নহ'ল। উক্ত পুথি-সমালোচনাও আমাৰ দিনৰ কাৰণে যথেষ্ট বিবেচিত নহ'ব; আনকি পৰৱৰ্তী বেজবৰুৱাৰ কালতো পুথি-সমালোচনা যথেষ্ট হৈ উঠা নাছিল। তদুপৰি পুৰণি অসমীয়া সাহিত্য সম্বন্ধেও হেমচন্দ্ৰ বৰুৱাৰ সম্বাদ বৰ তাকৰ আছিল। কিন্তু আসাম নিউচৰ অসমীয়া ভাষাৰ গঢ় আৰু প্ৰকৃতি সম্বন্ধে উদ্ধৃতি দুটা বেছ মূল্যবান। এই ভাষাত মিছনেৰি বিলাতী সুৰ, জতুৱা ঠাঁচৰ ক্ৰটিযুক্ত প্ৰয়োগ, ইংৰাজী ধৰণৰ বাক্যবিন্যাস ৰীতি সম্পূৰ্ণ অনুপস্থিত। মিছনেৰি অসমীয়াৰ সংস্কাৰ বিচাৰ, ১৮৫৯ চনত অসমীয়া ব্যাকৰণ প্ৰকাশ কৰোঁতা হেমচন্দ্ৰ বৰুৱাৰ হাতত ১৮৮২ চনত সম্পূৰ্ণ পৰিৱৰ্তিত আধুনিক অসমীয়া গদ্যই এইদৰে স্বৰূপ প্ৰকাশ কৰিছে। তেওঁৰ অমৰ কীৰ্তি 'হেমকোষ' তেতিয়াও ছপা হৈ ওলোৱা নাছিল যদিও ইতিমধ্যেই প্ৰণয়ন কৰি থোৱা প্ৰথম অসমীয়া অভিধানখনত তেওঁৰ আখৰ-জোঁটনি নিৰ্দিষ্ট হৈ গৈছিল। গতিকে উক্ত উদ্ধৃতাংশৰ গদ্যত এটা সম্পূৰ্ণ বিজ্ঞানসম্মতভাৱে সংস্কাৰ হৈ যোৱা অসমীয়া ভাষাৰ এটা ৰূপ দেখিবলৈ পোৱা গৈছে। প্ৰাঞ্জল আৰু জৰজৰীয়া এটা নতুন গদ্যই আত্মপ্ৰকাশ কৰিছে। হেমচন্দ্ৰ বৰুৱাই এই নতুন গদ্য ইয়াত প্ৰচলন কৰিলে। ইয়াত পুৰণি কোনো অসমীয়া গদ্য, আনকি বুৰঞ্জীৰ গদ্যৰো নিদৰ্শন নাই। লগে লগে মানুহজনৰ বিশিষ্ট ব্যক্তিত্বয়ো কথাৰ মাজেদি ভূমুকি মাৰিছে— ভুল-ক্ৰটি দেখি খোঁচ নমৰাকৈ তেওঁ থাকিব পৰা নাই।

হেমচন্দ্ৰ বৰুৱাৰ অন্যান্য ৰচনাৰ পৰাও কিছু দৃষ্টান্ত দাঙি ধৰিলে তেওঁৰ বিশিষ্ট গদ্যৰ ভাল আভাস এটা পোৱা যাব। তেওঁ 'পাঠশালা'(১৯০০) লিখি উলিয়াইছিল অসমত নতুনকৈ স্থাপিত দেশী স্কুলবিলাকত ল'ৰাই পঢ়িবৰ কাৰণে। তেওঁ তাৰ পাতনিত কৈছে, "কিন্তু সম্প্ৰতি অসমীয়া ভাষা শিকিবৰ নিমিত্তে 'তলৰ শ্ৰেণীৰ দেশী ভাষাৰ পঢ়াশালি' নামেৰে যি এক শ্ৰেণীৰ স্কুল স্থাপিত হ'বৰ কাৰণে আসামৰ চিফ্ কমিশনৰ চাহাব মহোদয়ে আজ্ঞা কৰিছে, সেইবিলাক পঢ়াশালিত পঢ়াবৰ উপযুক্ত সাহিত্য-পুথি নথকাত বিদ্যাশিক্ষাৰ অধ্যক্ষ চাহাবৰ জাননী অনুসাৰে এই পুথি লিখা হ'ল।" পাঠবিলাকৰ বিষয়বস্তু নানান ইংৰাজী আৰু সংস্কৃত মূলৰ পৰা লোৱা হৈছে। সেই বাবে সেই ভাষাৰ প্ৰভাৱ পৰা স্বাভাৱিক। তলত দিয়া 'আনন্দৰাম ঢেঁকীয়াল ফুকন' পাঠটোৰ উদ্ধৃতাংশ অৱশ্যে মৌলিক ৰচনা।

(১) "এতিয়ালৈকে ফুকন ইংৰাজী আৰু বঙ্গালী ভাষা শিকাত আবদ্ধ আছিল, মাতৃভাষাত তেওঁৰ সিমান মন নপৰিছিল। এই দেশ ইংৰাজ শাসনৰ অধীন হোৱাৰ কিছুকালৰ পাচতেই দেশাধিকাৰসকলৰ ভ্ৰমত ৰাজ্যসভাৰ পৰা অসমীয়া গুচাই সকলো কাৰ্য্য বঙ্গালী ভাষাৰে চলাবৰ আৰু পঢ়াশালিবিলাকতো সেই ভাষা শিকাবৰ নিয়ম হয়। তাতে বঙ্গভাষা ধন আৰ্জিবৰ উপায় হোৱাত আমাৰ দেশৰ

সকলো লোকে অসমীয়া ভাষালৈ পিঠি দি সেই ভাষাত আদৰ কৰিবলৈ ধৰিলে। কিন্তু আনন্দৰাম ফুকনে দেশী ভাষাৰ উন্নতিৰ সৈতে দেশৰ মানুহৰ উন্নতিৰ যে বৰ সম্পৰ্ক, তাক বুজি এই সময়ৰ পৰা অসমীয়া ভাষাৰ শ্ৰীবৃদ্ধি কৰিবলৈ যত্নবান হ'ল। ইংৰাজী ১৮৪৩ শকত শিৱসাগৰৰ পৰা 'অৰুনোদয়' নামেৰে এখন অসমীয়া সম্বাদপত্ৰ ওলোৱাত তেওঁ কাকতত অসমীয়া ভাষাৰে অনেক সদুপদেশ-পূৰ্ণ ৰচনা লিখি দেশী লোকবিলাকৰ জ্ঞানৰ আৰু অসমীয়া ভাষাৰ উন্নতিৰো চেষ্টা কৰিবলৈ ধৰিলে; আৰু অনেক সুশিক্ষা আৰু জানিব লগীয়া কথাৰে পৰিপূৰ্ণ 'অসমীয়া ল'ৰাৰ মিত্ৰ' নামেৰে দুখন পুথি লিখি প্ৰচাৰিত কৰিলে। এই সময় পৰ্য্যন্ত অসমীয়ালৈ সকলোৰে আওহেলা আছিল; কিন্তু এতিয়া তেওঁৰ আৰ্হি লৈ অনেক অসমীয়াই নিজ দেশৰ ভাষাক আদৰ কৰিবলৈ ধৰিলে। অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে ফুকন বৰ যত্নবান আছিল, আৰু তাৰ হিত আৰু অহিত, দুয়ো পক্ষে সৈতে সেই ভাষাৰ বিষয়ে অনেক বাদানুবাদ কৰিছিল। তেওঁ অসমীয়া ভাষাৰ কেৱল উন্নতিৰ নিমিত্তে চেষ্টা কৰিয়েই ক্ষান্ত নাছিল; বঙ্গালী ভাষা এই দেশৰ ভাষা নহয়, এতেকে তাৰ সলনি কাছাৰীৰ কামত আৰু পঢ়াশালিবিলাকত অসমীয়া ভাষা ব্যৱহৃত হোৱা উচিত। এই কথা দেশাধিকাৰসকলক বুজাবলৈ যত্নবান হৈছিল আৰু সেই বিষয়ে ইংৰাজী ভাষাৰে এখন পুথি লিখিও প্ৰচাৰিত কৰিছিল (A Few Remarks on the Assamese Language ?)। তেওঁৰ যত্নত অসমীয়া ভাষাৰ বহুত উন্নতি হ'ল, আৰু এতিয়া যে সি আদৰ পাইছে, আৰু ৰাজকাৰ্য্যত চলিছে-- সিও, পাকলাগি তেওঁৰ পৰিশ্ৰমৰ ফল মাথোন।"

১৮৬০ শকৰ (১৯৩৮ চনৰ) ত্ৰয়োদশ তাঙ্গৰণৰ পৰা উদ্ধৃত উক্ত কথাখিনিত দুই-এটা মুদ্ৰণ-প্ৰমাদো থাকিব পাৰে-- যতি, হসন্ত চিন, পৰা বিভক্তি প্ৰয়োগত যিটো অনুমান হয়। তথাপি হেমচন্দ্ৰৰ এই গদ্য গাম্ভীৰ্যপূৰ্ণ, ক'তো খোঁচ মৰা ধৰণৰ বক্ৰোক্তি নাই। ওপৰত প্ৰথমে আসাম নিউচৰ পৰা তুলি দিয়া খণ্ডটোৰ দৰেই ইয়াৰ গদ্য প্ৰাঞ্জল। এই পাঠটোত এবাৰ মাত্ৰ এবং বঙলুৱা শব্দ লিখা দেখা গ'ল। আন এটা উল্লেখযোগ্য দিশ হ'ল ইয়াতে তেওঁৰ জাতীয়তাবাদী মনোভাৱ প্ৰকাশ পাইছে।

(২) অসমীয়া সাহিত্যত প্ৰকৃতাৰ্থত ব্যঙ্গাত্মক সাহিত্যও হেমচন্দ্ৰ বৰুৱাৰ কাপেদিয়েই আৰম্ভ হয়। সমসাময়িক ভাৱে গুণাভিৰাম বৰুৱাৰো 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' লিখি বুদ্ধিগ্ৰাহ্য হাস্যৰসাত্মক সাহিত্যৰ পাতনি মেলে। হেমচন্দ্ৰৰ 'বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী' উপন্যাসখনৰ (১৮৭৬ চন) আৰম্ভণিৰ পৰাই এটা খণ্ড তলত তুলি দিয়া হ'ল।

"কোৰখনীয়া সত্ৰৰ গোবৰ্দ্ধন দেউ-আতা পৰম বৈষ্ণৱ, কংশ-ৰজাৰ চন্দন-যোগাতী কুঁজী-বাইৰ বংশত জাত, সাক্ষাত গুৰু-জনৰ পৰা পৰমাৰ্থৰ ভাগ-পোৱা গোপীনাথ দেউ-আতাৰ পৰিনাতি; ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী, এই তিনিখনি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ; ইয়াত বাজে গুণমালা, ভটিমা, চপয়, তোটয়, এইবিলাক মুখে আখে ফুটাৰ দৰে ফুটে। বৰগীতত গোসাঁইদেউ এনে হে পাৰ্গত যে, তেওঁ পূৰ্ব্বতীয়া নিশা গীত ধৰিলে ওচৰৰ গছবিলাকৰ পাত-লৰোৱাৰ ছন্দেৰে তাল ধৰে, আৰু কুকুৰ-শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে। গোসাঁই-ঈশ্বৰৰ উপৰি-পুৰুষসকল তিৰী-লগীয়া আছিল; কিন্তু গোসাঁই-দেউৱে মধুপুৰ-থানৰ ধূলা-মালা লৈ নিৰ্ম্মল উদাসীন-ধৰ্ম্মত আশ্ৰয় কৰিছে, তিৰী-জাতিৰ মুখকে নেচায়; আন কি ? তিৰী-লগীয়া ভকতে আনজনকো গ্ৰহণ নকৰে। প্ৰভুৰ উপৰি পুৰুষসকলৰ বৰমহিমা আছিল; তেওঁবিলাকৰ এজনৰ মহিমা দেখি কালশিলানৈয়ে মানুহৰ ৰূপ ধৰি শৰণ-ভজন লৈ কৰৰ ভাৰে বছৰি পাঁচ বুৰি কালঢাপৰ কণী যোগাই আছিল। . . ... গোসাঁই-দেউ ধৰ্ম্ম-শাস্ত্ৰত বৃহস্পতি, ঘোষা-ৰত্নাৱলীত যিবিলাক টান কথা আছে, মুহূৰ্ত্ততে সেইবিলাকৰ সংশয় ছেদ কৰি দিয়ে। এবেলি এজন পৰমাৰ্থ বস্তুলৈ আশা কৰা ভকতে কুৰাপগুৰি সত্ৰৰ ভাগটী-বাপুৰে কৃষ্ণৰ লীলা কথন কৰোঁতে ভকতসকলক যে এত বাউল হৈ বাগৰি ফুৰা দেখি তেৰোঁ দুবাৰমান মাটিত লেটি ল'লে, পাচে নাম ঘৰলৈ পিঠি দিলতে কৃষ্ণৰ চৰিত্ৰ সকলোখিনি গাৰ ঘামে সৈতে মনৰ পৰা মাৰ গ'ল, কেৱল 'বৃন্দা বিপিনে' এই দুটি কথা মাথোন কথমপি মনৰ এচুকত লাগ হ'ল। কিন্তু সেই বাক্যফাঁকিৰ ভাৱাৰ্থত অলপ সংশয় হোৱাত তেওঁ গোসাঁই ঈশ্বৰৰ গুৰিলৈ গৈ সেৱা কৰি মাত লগালে 'পৰ্ভু উস্পৰ বিৰিন্দা বুলিলে, জানিবা বিৰিনা বনকে বুজায়, তাক সদায় দেখিয়ে আছোঁহঁক, এতিয়া বিপনা বুলি নো কি ?' তাতে গোসাঁই-দেউৱে গম্ভীৰ ভাৱেৰে উত্তৰ দি বুলিলে, 'আতৈ ৰাম সজ সোধা হৈছে, 'বিপিনা' বুলি বিৰিনাৰ কোমল কেওঁখিনি, ই বৰ গূঢ়াৰ্থ, সকলোৱে তাৰ সম্ভেদ নেপায়। আমৰ 'পৰ্ভু উস্পৰে' বিদ্যাৰ দৌৰ কিমানলৈ ভেদিছে, এগে তাল চিন।"

ইয়াত তীব্ৰ ব্যঙ্গৰ সুৰ স্পষ্ট। যেন লোকজন যেনে কঠোৰ মনৰ মানুহ তাৰহে প্ৰতিফলন ঘটিছে। হাস্য ব্যঙ্গৰ বৰ বেছি অনুশীলন নথকা অসমীয়া ভাষাত হেমচন্দ্ৰৰ এই ৰচনাই এটা নতুন বাট মুকলি কৰি দিলে। মিছনেৰীসকলৰ নানান ধৰ্মমূলক কাহিনী আৰু প্ৰচাৰমূলক উপন্যাসকেইখনক যদি আমি লেখত নধৰোঁ তেনেহ'লে 'কোৱাভাতুৰী'তে মৌলিক উপন্যাস লিখাৰো আৰম্ভণি হৈছে বুলি ক'ব পাৰোঁ। তেওঁৰ গুণমুগ্ধ বেজবৰুৱাই হয়তো হাস্য ব্যঙ্গমূলক ৰসৰাজ ধৰ্মী ৰচনা লিখিবলৈ হেমচন্দ্ৰৰ পৰাই অনুপ্ৰেৰণা পাইছিল; 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা'ত গুৰু-স্থানীয় লোকৰ অমানুষিক আচৰণৰ ভাল সমালোচনা আছে। অৱশ্যে বেজবৰুৱাৰ হাস্যৰসাত্মক ৰচনাৰ সমালোচনাৰ চোক হেমচন্দ্ৰ বৰুৱাৰ দৰে তীব্ৰ-তীক্ষ্ণ নহয়; ভালেখিনি কোমল।

ওপৰত উদ্ধৃত খণ্ড দুটাত আমি হেমচন্দ্ৰ বৰুৱাৰ গদ্যৰ দুটা ৰীতি দেখিবলৈ পাওঁ— এটা গাম্ভীৰ্যপূৰ্ণ, আনটো

ব্যাঙ্গাত্মক। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে যে হেমচন্দ্ৰৰ আত্মজীৱনী, পঢ়াশলীয়া অভিধানৰ পাতনি, কথামালা আদিৰ গদ্য গাম্ভীৰ্যপূৰ্ণ আৰু প্ৰসাদযুক্ত; আৰু তেওঁৰ কোৱাভাতুৰীৰ ব্যঙ্গাত্মক গদ্যত শ্লেষ আৰু ব্যাজস্তুতি ভৰি আছে— প্ৰশংসাৰ ছলেৰে নিন্দা কৰাই ইয়াৰ বৈশিষ্ট্য; এই ব্যঙ্গত আৰবী, ফাৰ্চী, হিন্দী, ইংৰাজী ভাষাৰ শব্দাৱলীও সংমিশ্ৰিত হৈছে; কিন্তু গাম্ভীৰ্যপূৰ্ণ গদ্যত এনে সংমিশ্ৰণ নাই। তেওঁৰ গদ্যত জটিল বাক্যও কম; গাম্ভীৰ্যপূৰ্ণ হোৱাৰ উপৰি তেওঁৰ গদ্য ভাৰসাম্যপূৰ্ণও। আজি সকলোৱে স্বীকাৰ কৰিছে যে হেমচন্দ্ৰ বৰুৱাৰ গদ্যৰ আৰ্হিৰেই বৰ্তমান অসমীয়া ভাষা লিখি অহা হৈছে।

কিন্তু তথাপি এই কথাও স্বীকাৰ কৰিব লাগিব যে এই গদ্যৰ প্ৰৱৰ্তক হেমচন্দ্ৰ বৰুৱা নহয়। আনন্দৰাম ঢেকিয়ালফুকনহে আধুনিক অসমীয়া গদ্যৰ প্ৰৱৰ্তক। হেমচন্দ্ৰই ঢেকিয়ালফুকনৰ গদ্যকে এটা সুস্থিৰ আৰু শক্তিশালী ৰূপ দি তাক সুপ্ৰতিষ্ঠিত কৰিলে বুলিহে গণ্য কৰা হয়. মাত্ৰ ২৯ বছৰ জীৱিত থকা ঢেকিয়াল-ফুকনৰ প্ৰচেষ্টা আৰু প্ৰতিভাই পূৰ্ণ পৰিণতি লাভ কৰা হ'লে অসমীয়া গদ্যই কি ৰূপ ধাৰণ কৰিলেহেঁতেন সেই কথা কোৱা টান। অৱশ্যে তেতিয়াও হেমচন্দ্ৰ বৰুৱাৰ প্ৰচেষ্টা আৰু প্ৰতিভাই ক্ৰিয়া কৰিলেহেঁতেন, আৰু সেয়ে হ'লে হয়তো অসমীয়া গদ্যৰ স্বৰূপ এতিয়াতকৈ কিছু পৃথক হ'লহেঁতেন। যি হওক, এতিয়া আৰু সেই কথা অনুমান কৰি লাভ নাই। কিন্তু অৰুনোদইত লিখা প্ৰবন্ধ-পাতি আৰু 'অসমীয়া ল'ৰাৰ মিত্ৰ'ৰ দুই খণ্ড যোগে ঢেকিয়ালফুকনে কেনে গদ্য-ৰীতি প্ৰৱৰ্তন কৰিছিল সেই কথা প্ৰথমে চোৱা ভাল হ'ব। অৰুনোদইতে লিখিবলৈ আৰম্ভ কৰা কাৰণেই তেওঁ মিছনেৰি গদ্যৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল। আকৌ, কলিকতালৈ গৈ উচ্চ শিক্ষা লোৱা কাৰণেও ইংৰাজী ভাষাৰ প্ৰভাৱ তেওঁৰ ৰচনাত পৰিছিল। অৰুনোদইৰ দ্বিতীয় বছৰত (১৮৪৭) ওলোৱা তেওঁৰ 'ইংলেণ্ডৰ বিৱৰণ' তাৰ উদাহৰণ :

"এই দেস জি দৰৰ ইংলেণ্ড দেস সেই দৰৰ নহই আৰু আটাই কথাতে লৰ। এই দেসৰ ভালেমান ঠায়েই হাবি আৰু পৰ্বতিয়া; অনেক আঁতৰে আঁতৰে একোখনি সৰু সৰু নগৰ; আলিবিলাক প্ৰায়েই বেয়া আৰু অগম্য; লোক থকা ঘৰবোৰো প্ৰায়েই পজা একুটিৰ দৰে খেৰ বাঁহেৰে সজা; নৈত জি নাওবোৰ থাকে সিও ডোঙ্গা একুটিৰ দৰে সৰু, আৰু দহ দিনৰ বাট বিচাৰি ফুৰিলেও এখনি পৰ্হাশালি, গিয়ানৰ সভা, চিকিতসালই, দুখিয়া দৰিদ্ৰ আৰু দেসৰ উপকাৰলই কোনো উপাই পোআ নেজাই। কিন্তু ইংলণ্ড দেসলৈ গৈ চোআ। গোটেইখন দেসেই ফুল বাৰিখনৰ নিচিনা মনোহৰ, এখামোচ হাবি নোপোআ, নানা বিধৰ সস্য হোআ পথাৰে ঢাকি আছে; পৰ্বত জি আছে তাতো মানুহৰ বসতি, আৰু জত হাবি সিও আপুনি হোআ নহই। কিন্তু বৰ লোকসকলৰ ক্ৰিয়াৰ নিমিত্তে ভালেমান পুৰুসাৰ্থ কৰি মানুহে কইচে।"

ঢেকিয়ালফুকনৰ এই ৰচনাত মিছনেৰি সম্পাদকে হাত ফুৰোৱা সম্ভৱ। অধ্যাপক যোগেন্দ্ৰনাৰায়ণ ভূঞাই তুলনা কৰি দেখুৱাইছে যে অৰুনোদয়ে ফুকনৰ 'অসম দেশৰ সংক্ষেপ বুৰঞ্জি' প্ৰকাশ কৰোঁতে শিৰোনাম কৰিছিল "অসম দেস শত্ৰু এ আক্ৰমন কৰা কথা"; ইয়াত আৰু 'ইংলেণ্ডৰ বিৱৰন'ত শব্দ আৰু বৰ্ণবিন্যাসৰো সালসলনি কৰিছিল। তথাপি ফুকনৰ ভাষাক প্ৰচলিত ৰূপত লিখিত অসমীয়া বুলিবলৈ অলপ টান। অন্ততঃ ওচৰা-উচৰি সময়ৰ কাশীনাথ তামুলীফুকনৰ 'আসাম বুৰনজি পুথি'ৰ অসমীয়াৰ সৈতে সাদৃশ্য নাই— এইখন প্ৰথম অসমীয়া প্ৰকাশিত পুথি। ইংৰাজী লিখাৰ গঢ়টো ইয়াত লক্ষ্য কৰা যায়। তামুলী ফুকনৰ ভাষাত ইংৰাজীৰ প্ৰভাৱ পৰা নাছিল। আনহাতে, ঢেকিয়াল ফুকনৰ ভাষাত ইংৰাজীৰ প্ৰভাৱৰ উপৰি সংস্কৃত ভাষা তথা ঐতিহ্য— ৰীতিৰ যুগপৎ প্ৰভাৱ পৰিছিল। ফলত তেওঁৰ ভাষা হৈ উঠিছিল এক অভিনৱ ৰীতিৰ নতুন অসমীয়া গদ্য-ৰীতি। অধ্যাপক ভূঞাৰ মত যে পৰৱৰ্তী কালত যি সংস্কৃতীয়া স্কুলৰ প্ৰচলন হয় তাৰ মূল প্ৰৱৰ্তক আনন্দৰাম ঢেকিয়ালফুকনহে, বেণুধৰ ৰাজখোৱাই ক'বৰ দৰে গুণাভিৰাম বৰুৱা নহয়— গুণাভিৰাম মাত্ৰ এই স্কুলৰ ধাৰক আৰু বাহকহে। ফুকন কিন্তু বিলাতী সুৰ সত্ত্বেও মিছনেৰি বা যাদুৰাম ডেকাবৰুৱাৰ উচ্চাৰণ-ভিত্তিক গদ্য-ৰীতিৰ অনুসৰণকাৰীও নাছিল। কেৱল 'চ', কেৱল 'স', কেৱল 'হ'-ৰ ব্যৱহাৰৰ তেওঁ পক্ষপাতী নাছিল। অসমীয়া ল'ৰাৰ মিত্ৰত তাৰ বহুত উদাহৰণ আছে, যেনেকৈ আছে ৰেফৰ পিছত দ্বিত্ব ব্যৱহাৰৰ উদাৰণো।

ওপৰত সংস্কৃতীয়া স্কুলৰ কথা কোৱা হৈছে। অধ্যাপক যতীন গোস্বামীয়ে লিখিছে যে ঊনবিংশ শতিকাত হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাক কেন্দ্ৰ কৰি দুটা সাহিত্যিক চক্ৰ গঢ় লৈ উঠিছিল। তাকে দুটা পৃথক স্কুল বুলিব পাৰি। গোহাঞিবৰুৱাৰ মতে হেমচন্দ্ৰৰ স্কুলত খাচ অসমীয়াৰ প্ৰতি আৰু গুণাভিৰামৰ স্কুলত সংস্কৃতীয়া প্ৰয়োগৰ প্ৰতি ধাউতি বেছি। বেণুধৰ ৰাজখোৱাই ইয়াৰে প্ৰথমটোৰ নাম 'শিৱসাগৰীয়া ইস্কুল' আৰু দ্বিতীয়টোৰ নাম 'সংস্কৃতীয়া ইস্কুল' দিছিল। শিৱসাগৰীয়া স্কুলৰ মতে, সংস্কৃত ভাষাই যদিও অসমীয়া ভাষাৰ গুৰি আৰু ই এটা উত্তম ভাষাও, তথাপি অসমীয়াৰ প্ৰচলিত শব্দ থকালৈকে সংস্কৃতৰ শব্দ অসমীয়াত লিখা অযুগুত; অসমীয়াৰ প্ৰকাশক্ষম শব্দ নাথাকিলেহে সংস্কৃত বা অন্য ভাষাৰ পৰা শব্দ ল'ব লাগে। সংস্কৃতীয়া স্কুলটোৰ মতে, অসমীয়া, বঙলা, হিন্দী, উৰিয়া আদি সাধু ভাষা লিখিবলৈ হ'লে সংস্কৃতৰ শব্দ ব্যৱহাৰ কৰিবই লাগিব।

এইখিনিতে বোধহয় হেমচন্দ্ৰ বৰুৱাৰ নিজা অভিমত উদ্ধৃত কৰা ভাল হ'ব। সেই অভিমত তেওঁৰ দুটা লিখাত পোৱা যায়। (১) 'অসমীয়া ব্যাকৰণ'ত (প্ৰথম সংস্কৰণ

১৮৫৯ চন, দ্বিতীয় ১৮৭৩) 'অসমীয়া ভাষা' শীৰ্ষক প্ৰবন্ধ এটাত হেমচন্দ্ৰ বৰুৱাই লিখি থৈ গৈছে যে বহুতে ভবাৰ দৰে আহোম ভাষাৰ পৰা অসমীয়া ভাষা ওলোৱা নাই। আহোমৰ আগেয়ে অসমত চুটীয়া, বাৰভূঞা, কছাৰীসকলৰ ৰাজত্বত হিন্দুসকলৰ এটা বেলেগ ভাষা আছিল। আহোমসকলে আহি অসমত ৰাজত্ব কৰাত তেওঁলোকৰ ভাষা চলা সম্ভৱ আছিল; কিন্তু তেওঁলোকৰ সংখ্যা কম থকাত এই দেশৰ অসমীয়া ভাষাকে গ্ৰহণ কৰিব লগা হ'ল। অসমীয়াত আহোম ভাষাৰ অপভ্ৰংশ কম। ৰজাই হিন্দু ধৰ্ম গ্ৰহণ কৰি বাহিৰৰ পৰা মানুহ আনি থকাত বঙলা, হিন্দুস্থানী, উৰিয়া আদি ভাষাৰো অসমীয়াৰ লগত সংমিশ্ৰণ ঘটিল। আগতে ভাৰতবৰ্ষত অকল সংস্কৃতেই চলিছিল। পিছলৈ তাৰ পৰা প্ৰাকৃত, প্ৰাকৃতৰ পৰা হিন্দী, অসমীয়া আদি ওলায়। সংস্কৃত শব্দ কিছুমান অসমীয়াৰ লগত এনেকৈ মিহলি হৈ আছে যে সংস্কৃত বুলি ধৰাই টান— যেনে, চাল, চালনী, শাক, লক ইত্যাদি।

তেওঁৰ ভাষাত, "যদি অসমীয়া ভাষাৰ সংস্কৃতেই গুৰি আৰু সংস্কৃত উত্তম ভাষা, তেওঁ অসমীয়া লিখোঁতে যেতিয়ালৈকে আমাৰ মনৰ ভাব বুজাবৰ কাৰণে অসমীয়া ভাষাত চলি থকা কোনো এটা শব্দ পোৱা যায়, তেতিয়ালৈকে প্ৰচলিত সংস্কৃত শব্দ লিখা অযুগুত; কিন্তু যেতিয়া দেখা যায় যে, কোনো এটা ভাব প্ৰকাশ কৰিব পৰা শব্দ আমাৰ ভাষাত নাই তেতিয়া সংস্কৃতৰ পৰা, তাত নহ'লে আন ভাষাৰ পৰা শব্দ ধাৰ কৰাত একো দোষ দেখা নাযায়, আৰু তেনে কৰাৰ পৰা ভাষা ভাল আৰু চহকীহে হয়। কিন্তু এই কথালৈ মন নকৰি এতিয়া অনেক ন লেখাকৰে পণ্ডিতালি দেখাবৰ ইচ্ছাৰে অসমীয়া লিখাত পাচিয়ে-পাচিয়ে সংস্কৃত শব্দ সুমাই মনেৰে ভাবে যে, তেওঁবিলাকৰ ভাষা বৰ শুৱলা হৈছে কিন্তু সিবিলাকে ভাবি চাব লাগে যে, হীৰা-মুকুতাবিলাক যদি বৰ ভাল আৰু বহুমূলীয়া বস্তু তেওঁ সেইবিলাকক ক'ত কি ৰূপে পিন্ধিব লাগে তালৈ নেচাই নাক, কাণ, চুলি আদি সকলো ঠাইতে আঁৰি ল'লে, যিজনে সেই কাৰ্য্য কৰে, তেওঁ ধুনীয়া নহৈ আপনাক বীভচ মাথোন দেখাব; আৰু সকলোৰে তেওঁক চহকী বোলাব খোজা চহা বুলি হাঁহিব।" প্ৰবন্ধৰ শেষত তেওঁ কৈছে যে শব্দবিলাক ভাবৰ বাহন মাথোন। নিজৰ বাহন থাকোঁতে যেনেকৈ আনৰ বাহন মগা অযুগুত, তেনেকৈ নিজৰ শব্দ থাকোঁতে লোকৰ শব্দ ধাৰ কৰা অনুচিত।

(২) 'হেমকোষ' অভিধানৰ (১৯০০) কাৰণে হেমচন্দ্ৰ বৰুৱাই পাতনি লিখা নাছিল। 'পঢ়াশলীয়া অভিধান'ৰ পাতনিখনকে হেমকোষত প্ৰকাশ কৰা হয়। তাত তেওঁ লিখিছিল: "ভাষা শিকিবৰ ঘাই উপায় ব্যাকৰণ আৰু অভিধান, ইয়াক সকলোৱে জানে। কিন্তু যদিচ অসম দেশত অসমীয়া ভাষা বহু কালৰ আগৰ পৰা চলি আহিছে, তথাপি এই দেশৰ কোনো লোকৰ দ্বাৰা তাৰ ব্যাকৰণ বা অভিধান ৰচিত হোৱা নাছিল। পূৰ্ব্বকালত হিন্দুবিলাকে সংস্কৃতক আদৰ আৰু দেশী ভাষাক হেয় কৰাই ইয়াৰ কাৰণ। পাচে অসম দেশ ইংৰাজ জাতিৰ হস্তগত হলতো দেশাধিকাৰসকলৰ ভ্ৰমত বঙ্গালী ভাষা অসমীয়াৰ মাতৃভাষাৰূপে পৰিগণিত হোৱা হেতু অসমীয়া ভাষাই ৰাজসভা আৰু পঢ়াশালিত সোমাবৰ অধিকাৰ নেপালে। এই কাৰণ তেতিয়াও তাৰ উন্নতিৰ নিমিত্তে যত্ন নোহোৱা একো আচৰিত নহয়। কিন্তু সুভাগ্যৰ গুণে এতিয়া এই ভ্ৰম কিছু পৰিমাণে গুচিছে।

"...কিন্তু আমাৰ ভাষাৰ অভিধান মুঠেই নাই বুলিলেও গোটেই মিছা কোৱা নহয়; কিয়নো যদিও শিৱসাগৰৰ মিচানেৰিবিলাকে এই ভাষাৰ এখনি অভিধান যুগুত কৰিবলৈ বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খ্ৰীষ্টিয়ান শকত পাদ্ৰি ব্ৰন্সন্ চাহাবে তাক সমাপ্ত কৰি ছপালে; কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো সি যেনে হ'ব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰ পৰা একো উপকাৰ হোৱা নাই আৰু নহয়ো। এই অসুচল গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্তমান লেখকে 'হেমকোষ' নাম দি এখনি ডাঙৰ অভিধান যুগুত কৰে। তাত— নিশ্চয় কৰিব পৰা যায় মানে— প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতিশব্দ বা ব্যাখ্যাৰ পাচত ইংৰাজী অৰ্থ দিয়া হৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থে সৈতে ভালেমান সদায় ব্যৱহৃত ভাবুক খণ্ড বাক্য (idiomatic phrases) সন্নিবিষ্ট হৈছে।" তেওঁ আৰু জনায় যে "ওৱেবষ্টৰৰ ইংৰাজী অভিধান তাৰ আৰ্হি।" তদুপৰি সংক্ষিপ্ত হেমকোষ যুগুত কৰাৰ কথাও উল্লেখ কৰিছে। শেষত লিখিছে যে পঢ়াশলীয়া অভিধানখন সৰ্বাঙ্গসুন্দৰ কৰিবলৈ তেওঁ যত্ন কৰিছে যদিও সম্পূৰ্ণ দোষশূন্য আৰু পূৰ্ণাঙ্গ হৈছে বুলি তেওঁ ভবা নাই— পাঠকসকলেহে তাৰ বিচাৰ কৰিব। কোনোবাই দোষ আঙুলিয়াই দিলে পুনৰ্মুদ্ৰণত দোষ গুচাবলৈ যত্ন কৰিব।

"হেমকোষ সংগ্ৰহ কৰোঁতে লেখকে ব্ৰন্সন্ চাহাবৰ অভিধানৰ সাহায্য বিচাৰিছিল; কিন্তু ওপৰত কোৱা কাৰণৰ নিমিত্তে তাৰ পৰা অধিক সহায়তা পোৱা নগ'ল; তথাপি তাত বিস্তৰ অসমীয়া শব্দ সংগ্ৰহৰ পৰিশ্ৰম অনেক গুণে লঘু হ'ল। ই সামান্য লাভ নহয়। অৰ্থৰ কথাত যদিচ তাৰ পৰা পোৱা সাহায্য নিচেই কম, তেও সি সেই বিষয়ত মুঠেই উপকাৰ কৰা নাই বুলিব পৰা নেযায়।" ব্ৰন্সনৰ অভিধানৰ উপৰি তেওঁ উইলচনৰ সংস্কৃত-ইংৰাজী অভিধান, টম্পচনৰ হিন্দী- উৰ্দু- ইংৰাজী অভিধান আৰু উইলিয়াম কেৰিৰ বঙলা- ইংৰাজী অভিধান চাই লৈছিল।

ওপৰত উল্লেখ কৰা লেখা দুটাৰ পৰা বুজা যায় যে সংস্কৃত ভাষাৰ ঋণ স্বীকাৰ কৰিও হেমচন্দ্ৰ বৰুৱাই পাৰ্যমানে চলিত অসমীয়া শব্দাৱলীৰ ব্যৱহাৰহে সমৰ্থন কৰিছিল। শব্দৰ মূললৈ যাওঁতেও তেওঁ সংস্কৃতৰ ঋণ স্বীকাৰ কৰিব

লগা হৈছিল। তথাপি সংস্কৃতলৈ দুৱাৰ বন্ধ কৰাৰ পক্ষপাতী তেওঁ নাছিল। অকল সংস্কৃত কিয়, অন্যান্য ভাৰতীয় ভাষাৰো সহায় লোৱাত তেওঁ বাধা দিয়া নাই। মাত্র অসমীয়া ভাষাৰ চলিত শব্দ থাকোঁতে আন ভাষাৰ শব্দ ল'ব নালাগে বুলি মত প্ৰকাশ কৰি গৈছে। অসমীয়া খণ্ডবাক্যৰ উল্লেখেৰেও মাতৃভাষাৰ প্ৰতি তেওঁৰ দৰদৰ প্ৰমাণ দি গৈছে। চলিত অসমীয়াতো অন্যান্য ভাষাৰ শব্দাৱলী সোমোৱাৰ কথা তেওঁ মানি লৈছে। ভাষাৰ শুদ্ধতাৰ ক্ষেত্ৰত কঠোৰতা অৱলম্বন কৰা পণ্ডিত এজনৰ পক্ষে এই ঔদাৰ্য বিশেষভাৱে উল্লেখযোগ্য। মাইলছ ব্ৰন্সন্ বা বেপিষ্ট মিছনেৰিৰ ভাষা-ৰীতিক তেওঁ সমৰ্থন নকৰিছিল, অশুদ্ধ বুলিয়েই কৈছিল; তথাপি ব্ৰন্সন্‌ৰ অভিধানৰ পৰা পোৱা উপকাৰৰ কথা নোকোৱাকৈ থকা নাই। তদুপৰি তেওঁৰ অভিধান ৰচনা যে নিৰ্ভুল, এনে অহঙ্কাৰো কৰি যোৱা নাই। স্থানান্তৰতো তেওঁ কৈ গৈছে যে ভাষাৰ পৰিৱৰ্তনৰ লগে লগে ব্যাকৰণ-অভিধানৰো পৰিৱৰ্তন হ'ব পাৰে।

বেপ্টিষ্ট মিছনেৰিৰ সৈতে হেমচন্দ্ৰ বৰুৱাৰ সম্পৰ্কৰ কথাও প্ৰণিধানযোগ্য। ঢেকিয়াল ফুকন, হেমচন্দ্ৰ, গুণাভিৰাম, নিধি লিৱাই ফাৰৱেল আদি অসমীয়া লিখকে প্ৰথমে অৰুনোদইতে সাহিত্য চৰ্চা কৰিবলৈ লয়। হেমচন্দ্ৰ বৰুৱাই সোণৰচাঁদ ডেকাবৰুৱা, হ-চ, H Chunder আদি ছদ্মনামেৰে অৰুনোদইত লিখিছিল। অৰুনোদইৰ আখৰ জোঁটনিৰ সমালোচনা কৰিও তেওঁ প্ৰবন্ধ লিখিছিল। তাৰ বানান পদ্ধতি তেওঁৰ নিজৰ পদ্ধতিলৈ আনিবলৈ চেষ্টা কৰিছিল। শেষত তেওঁৰ জয়লাভ হয় আৰু ১৮৬১ চনৰ জানুৱাৰী সংখ্যাৰ পৰা উইলিয়াম ৱাৰ্ড সম্পাদিত আলোচনীখন 'অৰুনোদয়' বুলি ওলাবলৈ ধৰে। তেতিয়াৰ পৰাই আলোচনীখনত হেমচন্দ্ৰ- নিৰ্দিষ্ট বৰ্ণবিন্যাস পদ্ধতি চলিবলৈ ধৰে, যি পদ্ধতিৰেই আজিলৈকে কম-বেছি পৰিমাণে অসমীয়া ভাষা লিখি অহা হৈছে। হেমচন্দ্ৰৰ ভাষাই নিশ্চয় আজি চলি থকা নাই---- আজি নালাগে, তেওঁৰ পৰম ভক্ত লক্ষ্মীনাথ বেজবৰুৱাৰ দিনতে ভাষাৰ গঢ় বেলেগ হৈ গৈছিল। কিন্তু হেমচন্দ্ৰ বৰুৱাই সংস্কৃতৰ সহায় লৈ যি ব্যাকৰণ প্ৰস্তুত কৰিলে আৰু শব্দাৱলীৰ মূল বিচাৰ কৰি যি অভিধান ৰচনা কৰিলে তাৰ ভিত্তিতেই আধুনিক অসমীয়া ভাষাৰ এক পদ্ধতি আৰম্ভ হৈ গ'ল। ইয়াত নিশ্চয় মিছনেৰি অনুসৃত কথা ভঙ্গীয়েই আছিল; কিন্তু ইংৰাজীৰ প্ৰভাৱ সত্ত্বেও ইয়াত বিলাতী সুৰ নাই; তদুপৰি বিজ্ঞানসম্মত পদ্ধতিৰে শব্দৰ জোঁটনি আৰু মিছনেৰিৰ দোষযুক্ত জতুৱা ঠাঁচৰ পৰিৱৰ্তে শুদ্ধ জতুৱা ঠাঁচৰ প্ৰয়োগৰ ফলত ভাষা অধিক সবল, অধিক ক্ৰিয়াশীল, অধিক গ্ৰহণযোগ্য হৈ উঠিল। মিছনেৰিৰ ভাষা-ৰীতিৰ তেওঁ কেনে বিৰোধী আছিল তাৰ এটা প্ৰমাণ পোৱা যায় আত্মজীৱন চৰিতত তেওঁ লিখি থৈ যোৱা নিম্নোক্ত কথাখিনিৰ পৰাই :

"এই সময়ৰ (মিছনেৰিৰ সৈতে ঘনিষ্ঠ সম্বন্ধ ঘটাৰ) ভালেমান দিন আগৰে পৰা মই, মিছনেৰিবিলাকৰ মাহেকীয়া কাকত 'অৰুনোদই'ত লেখিছিলো; কিন্তু যেতিয়া মিছনেৰিবিলাকৰ গুৰিলৈ নিতৌ যাবলৈ ধৰিলো, তেতিয়াৰ পৰা 'অৰুনোদয়ে'ৰে সৈতে মোৰ সম্বন্ধ আৰু দৃঢ় হ'ল। তাতে মই তাৰ বৰ্ণ-বিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলো। মোৰ এই চেষ্টাত নিধিৰাম ফাৰোৱেল নামেৰে এটা দেশী খ্ৰীষ্টিয়ানৰ পৰা বৰ বাধা পাইছিলো। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণ-বিন্যাসৰ প্ৰণালীৰ পৰা এক আঙুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হ'ল হয়, তথাপি 'ৱ' আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হ'ল। অৰ কথাত নিধিয়ে জনচাৰে প্ৰচিন ডাঙৰীয়াৰো মত লৈছিল। সেই বিষয়ত ঘাই আপত্তি আছিল এইটো যে, সেই আখৰ আমেৰিকাৰ পৰা ঢলাই আনিব লাগিব; কিন্তু মিছন সভা অধিক ব্যয় কৰিবলৈ মান্তি নহয়। মই গুৱাহাটীলৈ অহাৰ পিছত পাদ্ৰী ডক্টৰ কম্পৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হ'ল। আৰু 'ৱ'ৰ ব্যৱহাৰ চলিল। মোৰ 'আদিপাঠ' ছপাৰ সময়ত ইস্কুল ইন্‌স্পেক্টৰ মাৰ্টিন চাহাবেও সেইটো আখৰৰ ব্যৱহাৰৰ বিষয়ত বৰ বাধা জন্মাইছিল। পাছে বিস্তৰ লেখা-লেখিৰ অন্তত তেওঁ নিজৰ ভ্ৰম বুজিব পাৰিলে, আৰু ইস্কুলৰ কিতাপত তাৰ ব্যৱহাৰৰ নিমিত্তে চিফ কমিছনাৰৰ আজ্ঞা ল'লে।"

এই প্ৰসঙ্গত ডঃ মহেশ্বৰ নেওগৰ কিছু মন্তব্য ইয়াতে উল্লেখ কৰি থোৱা ভাল হ'ব। যেনে, ফাৰৱেলক সি, তাৰ, এটা দেশী খ্ৰীষ্টিয়ান আদি বুলি "অশোভন ঘৃণাৰে উল্লেখ কৰা"টো অৰুনোদইৰ বৰ্ণবিন্যাসৰ প্ৰতি হেমচন্দ্ৰৰ ঘোৰ আপত্তিৰ পৰিচায়ক। তদুপৰি 'ৱ' আখৰটোৰ ব্যৱহাৰ সম্বন্ধে হেমচন্দ্ৰৰ উক্তি বিতৰ্কমূলক। কাৰণ 'ৱ'-ৰ ব্যৱহাৰ মিছনেৰিৰ ৰচনাত সীমিতভাৱে হ'লেও হৈছিল। অৰুনোদইৰ পোনপ্ৰথম সংখ্যাটোতে (১৮৪৬, জানুৱাৰী) সিৱসাগৰ, দেৱতা, সেৱা আদি শব্দত 'ৱ' আখৰটো ব্যৱহৃত হয়। হেমচন্দ্ৰৰ জন্ম ১৮৩৫ চনত, ১৮৪৬ চনত তেওঁ ১১ বছৰীয়া ল'ৰা। গতিকে সেই সম্বন্ধে আপত্তি দৰ্শোৱাটো সম্ভৱ নাছিল। সম্ভৱ এইটোহে সঁচা যে 'ৱ'-ৰ উচ্চাৰণৰ সৈতে ব্ৰাউন অপৰিচিত নাছিল, তেওঁ তাৰ বিৰুদ্ধও নাছিল, কিন্তু য'তে-ত'তে 'ৱ' ব্যৱহাৰ নকৰি উচ্চাৰণ অনুযায়ী 'আ'হে ব্যৱহাৰ কৰিছিল — উক্ত প্ৰথম সংখ্যা অৰুনোদইতে লগোআ, জানোআৰি, ফেব্ৰোআৰি ইত্যাদি দৃষ্টান্ত দ্ৰষ্টব্য। বোধহয় হেমচন্দ্ৰ বৰুৱাই 'ৱ' আখৰটোৰ প্ৰয়োগ বহুল কৰি দিয়াটোহে সত্য কথা।

কিন্তু বৰ্ণবিন্যাসৰ অন্যান্য ক্ষেত্ৰত হেমচন্দ্ৰৰ সংস্কাৰ বেপ্টিষ্ট মিছনেৰিয়ে মানি ল'লে। তেওঁ সংস্কৃত ভাষাৰ ব্যাকৰণ আৰু অভিধানক আৰ্হি হিচাপে লৈ আধুনিক অসমীয়া ভাষাৰ সংস্কাৰ সাধন কৰিলে। আচলতে পুৰণি অসমীয়া পুথিৰ ভাষা, কৰ্তাবিলাকৰ ভাষাৰ যিটো পৰম্পৰা তাক যাদুৰাম বৰুৱা, ব্ৰন্সন্ আৰু ব্ৰাউনৰ নিচিনা মিছনেৰিয়েহে মানি চলিবলৈ গৈছিল। ইয়াত পোনপ্ৰথমে

বাধা আৰোপ কৰে শ্ৰীৰামপুৰীয়া মিছনেৰি উইলিয়াম কেৰি, মিছনেৰি গুচি শিক্ষা-বিষয়া হোৱা ৰবিন্সন আদিয়ে; তেওঁলোকে আত্মৰাম শৰ্মাৰ দ্বাৰা 'ধৰ্মপুস্তক' লিখোৱাই সংস্কৃত আৰু বঙলা ভাষাৰ প্ৰভাৱ পুষ্ট কৰি অসমীয়া ভাষা লিখিবলৈ ধৰে। অসমৰ আমেৰিকান মিছনেৰিসকলে ইয়াক মানি ল'ব খোজা নাছিল; তেওঁলোকে শিৱসাগৰ অঞ্চলত পোৱা কথিত আৰু লগতে বুৰঞ্জীকে ধৰি পুৰণি সাহিত্যত পোৱা পৰম্পৰাগত লিখিত অসমীয়া ভাষাকহে অনুসৰণ কৰিছিল। কিন্তু পিছলৈ চৰকাৰী নীতিৰ ফলত, বিশেষকৈ পাঠ্যপুথিবিলাক চলোৱাৰ স্বাৰ্থত, কেৰি-সমৰ্থিত 'সংস্কৃতীয়া' পদ্ধতি গ্ৰহণ কৰিবলৈ তেওঁলোক বাধ্য হ'ল। এই তথাকথিত সংস্কৃতীয়া পদ্ধাত অসমত ঢেকিয়ালফুকনেই প্ৰথমে মানি চলিবলৈ লয়। তেওঁৰ পদ্ধতিৰ ধাৰক আৰু বাহক গুণাভিৰাম বৰুৱায়ো তাকেই কৰে। হেমচন্দ্ৰ বৰুৱাও এক প্ৰকাৰে সংস্কৃতীয়া পন্থীয়েই; কিন্তু তেওঁ সংস্কৃত ভাষাৰ সীমাবদ্ধ প্ৰয়োগৰহে পক্ষপাতী আছিল — প্ৰচলিত অসমীয়া শব্দৰাজিৰ ওপৰত অধিক গুৰুত্ব দিয়া কাৰণে তেওঁৰ স্কুলে 'শিৱসাগৰীয়া' নাম পাইছিল। গতিকে মোটামুটিভাৱে ক'ব পাৰি যে শ্ৰীৰামপুৰীয়া পাদ্ৰীসকলৰ সংস্কৃত প্ৰভাৱপুষ্ট দেশী পদ্ধতিকে ঢেকিয়ালফুকনৰ দৰে হেমচন্দ্ৰ বৰুৱায়ো কিছু সীমাবদ্ধতাৰে অনুসৰণ কৰিবলৈ লয়। এই ক্ষেত্ৰত গুণাভিৰাম আৰু হেমচন্দ্ৰৰ স্কুলৰ মাজত যি পাৰ্থক্য বা মতভেদ আছিল সি কালক্ৰমত হেমচন্দ্ৰ বৰুৱাৰ যুক্তিৰ প্ৰাবল্যত নোহোৱা হৈ গৈ তেওঁৰ পদ্ধতিয়েই ৰয়গৈ আৰু সেই পথেৰেই আধুনিক অসমীয়া ভাষা ক্ৰমাৎ আগুৱাই আহি থাকে।

হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাৰ ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰি সেই পথত ভাষাটোক সুপ্ৰতিষ্ঠিত কৰিবলৈ যি অহোপুৰুষাৰ্থ কৰিছিল তাকো এবাৰ স্মৰণ কৰা উচিত হ'ব। কাৰণ তেওঁ নিৰ্দ্ধাৰণ কৰা যি পথেৰে আধুনিক অসমীয়া ভাষা আগুৱাই আহিল সেই পথৰ নিৰ্মাণত তেওঁৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৮৫৯) (পিছলৈ 'অসমীয়া ব্যাকৰণ'), 'অসমীয়া ল'ৰাৰ ব্যাকৰণ', 'হেমকোষ' (১৯০০), 'সংক্ষিপ্ত হেমকোষ' আৰু 'পঢ়াশলীয়া অভিধানে' (১৯০৬) প্ৰধানকৈ সহায় কৰে। সংক্ষিপ্ত হেমকোষৰ পাণ্ডুলিপি তেওঁৰ মৃত্যুৰ পিছত হেৰায়। কিন্তু ইমানবিলাক ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰিবলৈ গৈ তেওঁ ভাষাটোৰ ভালৰ কাৰণে কি প্ৰাণপাত পৰিশ্ৰম কৰিছিল আমি এবাৰ ভাবি চোৱা উচিত। কাৰণ পণ্ডিতসকলে একমুখে স্বীকাৰ কৰি গৈছে যে হেমচন্দ্ৰ বৰুৱায়েই এই দুই ক্ষেত্ৰত বাট দেখুৱাই গ'ল আৰু আজি ৯০ বছৰমান ধৰি মোটামুটিভাৱে সেই বাটেৰেই অসমীয়া ব্যাকৰণ আৰু অভিধান প্ৰণয়নৰ কাম চলি আছে। যতীন্দ্ৰনাথ গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, বিশ্বেশ্বৰ হাজৰিকা আদি অধ্যাপকে তেনে সুৰতে মত প্ৰকাশ কৰিছে। তেওঁলোকৰ মতবিলাক জুকিয়াই ক'ব পাৰি যে ৰবিন্সন, ব্ৰাউন, মুৰ আদি চাহাবে ইংৰাজী ভাষাত অসমীয়া ব্যাকৰণৰ যি চৰ্চা কৰিছিল তাত অসমীয়াৰ বানান-পদ্ধতি অৰুনোদইৰ দৰে সকলোৰে মনঃপুত নাছিল। তেওঁলোকে পৰম্পৰাগত বানান-পদ্ধতি মানি চলা নাছিল। হেমচন্দ্ৰ তাৰ বিৰুদ্ধবাদী আছিল। গতিকে ব্যাকৰণ এখন লিখি, অভিধান এখন প্ৰণয়ন কৰি ভাষাটোৰ এটা স্থিৰ ৰূপ প্ৰদান কৰে। কিন্তু তথাপি তেওঁ ভাষাটোৰ আগলৈ পৰিৱৰ্তন হ'লে ব্যাকৰণৰো পৰিৱৰ্তন হ'ব বুলি মত প্ৰকাশ কৰিছিল — "সেই ভাষাৰ উন্নতি হ'লে ইয়াকো (ব্যাকৰণ) অৱশ্যে লৰাব লাগিব।" তেওঁ তেওঁৰ ব্যাকৰণৰ কৰাপাটতে মূল মন্ত্ৰ লিখি থৈ গৈছে — মুনীনাঞ্চ মতিভ্ৰমঃ, তেওঁৰো ভুল হ'ব পাৰে· মিছনেৰি প্ৰেছৰ পৰা প্ৰথমে ছপা হৈ ওলোৱা অসমীয়া ভাষাৰ ব্যাকৰণখনৰ তেওঁ পিছৰ বাৰ বহুতো সংশোধন কৰে, প্ৰায় নতুনকৈ লিখি উলিয়ায় বুলিব পাৰি। অৰুনোদইৰ ভাষাৰ ভিত্তি আছিল শিৱসাগৰ জিলাত চলা মানুহৰ মুখৰ ভাষা; কিন্তু অসমৰ পৰম্পৰাৰ সৈতে মিছনেৰি লিখকসকলৰ আত্মাৰ সম্পৰ্ক নাছিল, সেই কাৰণে তেওঁলোকে ভাষাটোক কৃত্ৰিমভাৱে সৰল কৰি তুলিছিল; এক হিচাপে সি আছিল পৰম্পৰাগত ৰীতি পৰিত্যাগ কৰি এটা নতুন ৰীতিৰ উদ্ভাৱন। 'ৱ' আখৰটোৰ ব্যৱহাৰ তেওঁলোকে সীমাবদ্ধ কৰিছিল; হেমচন্দ্ৰই তাৰ বহুল ব্যৱহাৰত গুৰুত্ব আৰোপ কৰে। হেমচন্দ্ৰৰ ব্যাকৰণেই অসমীয়া ব্যাকৰণৰ পৰিভাষা নিৰ্ণয় কৰি দিয়ে — তেৱেঁই প্ৰথমে সমাস, তদ্ধিত, কৃৎ, কুট, ণত্ব-ষত্ব বিধি, বাক্যবিন্যাস, ধাতু, ক্ৰিয়া, লক্ষণা, ছন্দ আদি প্ৰয়োগ কৰে আৰু সেইবিলাক পিছলৈ চলিবলৈ ধৰে। তেওঁ ভাষাটোৰ যথাৰ্থ বিশ্লেষণ কৰি ব্যাকৰণ লিখা কাৰণে সেই ভাষাৰ পৰাই উদাহৰণ দাঙি ধৰি ব্যাকৰণ নিৰ্মাণ কৰে — কোনেও তেওঁৰ নিয়মবিলাক লৰচৰ কৰিব পৰা নাই। অৱশ্যে এই কথাও সত্য যে তেওঁ সংস্কৃত আৰু ইংৰাজী ব্যাকৰণৰ পৰাই আৰ্হি লৈছিল। ব্যাকৰণখনত ঠায়ে ঠায়ে সংস্কৃতৰ সূত্ৰ উদ্ধৃত কৰিও গৈছে। কিন্তু সংস্কৃতৰ প্ৰতি তেওঁৰ অহেতুক প্ৰীতি আছিল বুলি ক'ব নোৱাৰি। আনফালে তেওঁ ইংৰাজীৰ আদৰ্শকো সম্পূৰ্ণ এৰাই চলিব পৰা নাছিল। আধুনিক ভাৰতীয় ভাষাবিলাকত কৰাৰ দৰেই তেওঁ সংস্কৃত ব্যাকৰণক অনুসৰণ কৰে। বৰ্ণৰ শ্ৰেণী বিভাগ সংস্কৃতৰ দৰেই কৰিছে — পদ বিভাজনত সংস্কৃত, ইংৰাজী দুয়োটা পদ্ধতিৰে প্ৰয়োগ কৰিছে। কাৰক নিৰ্দ্ধাৰণত সংস্কৃতৰ প্ৰভাৱ মানি লৈছে।

অভিধানখনক হেমচন্দ্ৰ বৰুৱাই কেনেকৈ বুকুত সাবটি আৱৰি ৰক্ষা কৰিছিল সেই কথা গোহাঞিবৰুৱাৰ আত্মজীৱনী 'মোৰ সোঁৱৰণী'ত লিখা আছে। হেমকোষৰ মূল পাণ্ডুলিপি তাপলি মাৰোঁতে মাৰোঁতে প্ৰায় উৰ্ৱলি গৈছিল। কিন্তু তাৰ প্ৰতিলিপি অসুস্থতাৰ্ফলত নিজেও কৰা নাছিল আৰু নষ্ট কৰাৰ ভয়ত আনকো কৰিবলৈ এৰি নিদিছিল : "আনে নকল কৰাত নিৰ্ভৰ কৰিব নোৱাৰি;

কিয়নো ই আন পুথি নহয়, অভিধান। অভিধানত বৰ্ণবিন্যাস আৰু আখৰ জোঁটনি এই দুটা থাই কথা; ইয়াৰ হেৰ্‌ফেৰ্ ঘটিলেই গোটেই মিছা হ'ব। ইও সেই ব্ৰন্সন্ অভিধানৰ অন্যতম তাণ্ডৰণ তুল্য হ'ব। গতিকে আনৰ হাতক মই পতিয়াব নোৱাৰো।" পিছে তেওঁৰ মৃত্যুৰ পিছত ১৯০০ চনত যেতিয়া 'হেমকোষ' চৰকাৰৰ তৰফৰ পৰা ছপা কৰা হয় তেতিয়া আন মানুহৰ হতুৱায়ে প্ৰতিলিপি কৰোৱা হয়। 'আনৰ হাতক' কিমান পতিয়াব পাৰি আজি আৰু নিৰ্ণয় কৰিব নোৱাৰি। 'সংক্ষিপ্ত হেমকোষ'খনত শব্দবিলাকৰ ইংৰাজী অৰ্থ আছিল, কিন্তু মূল সমাৰ্থক শব্দ আৰু খণ্ডবাক্যৰ উদাহৰণ নাছিল। 'পঢ়াশলীয়া অভিধান'খন গাৰ্ৰ্ৰ স্কুলৰ কাৰণে আৰু ডাঙৰৰো উপকাৰ হোৱাকৈ লিখা হয়; ইয়াত ইংৰাজী প্ৰতিশব্দ নাই; ই আকাৰতো সৰু। বৰ্ণবিন্যাসৰ নিয়ম, উচ্চাৰণৰ চিন, শব্দৰ অৰ্থ অপভ্ৰংশ শব্দ, লিঙ্গ নিৰ্ণয় ইত্যাদি হ'লে আছিল। মূল হেমকোষত ২২,৩৪৬টা শব্দ আছিল; তেওঁ ব্ৰন্সনৰ অভিধানৰ প্ৰায় ১৪,০০০ শব্দৰ ঋণ স্বীকাৰ কৰি গৈছে। গতিকে তেওঁৰ নিজা সংগ্ৰহ ৮,৩৪৬টা শব্দ বুলি নিৰ্দ্ধাৰণ কৰিব পাৰি। ডঃ সত্যেন গোস্বামীয়ে কবৰ দৰে, হেমকোষ অভিধানেই অসমীয়া বৰ্ণবিন্যাস ৰীতিৰ এটা সুস্থিৰ ৰূপ প্ৰদান কৰাৰ কৃতিত্ব আৰ্জন কৰে; আচলতে এইখনেই বিজ্ঞানসন্মত পদ্ধতিত ৰচিত প্ৰথম আৰু আজিও অবিসম্বাদী অসমীয়া অভিধান। হেমকোষ প্ৰণয়নতো সংস্কৃত ভাষাৰ ওচৰত প্ৰণেতা ভালেখিনি ঋণী। যেনে বৰ্ণমালা নিৰ্দ্ধাৰণত 'ক্ষ' আখৰটো প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ দৰেই হেমচন্দ্ৰই স্থান দিছে 'হ' আখৰৰ পিছত — অন্য ভাষাৰ দৰে 'ক' আখৰৰ লগত দেখুওৱা নাই। আকৌ সংস্কৃত মূলৰ শব্দবিলাকৰ মূল নিৰ্ণয় কৰি দিছে — বেলা/বেলি, মানুষ/মানুহ। অৱশ্যে ইংৰাজী, আৰবী, ফাৰ্চী আদি মূলৰ কথাও একেদৰেই উল্লেখ কৰি গৈছে। অধ্যাপক হাজৰিকাই কৈছে যে হেমকোষৰ আখৰ-জোঁটনি যুক্তিসঙ্গত, বিজ্ঞানসন্মত। অসমীয়া ভাষাৰ বৈশিষ্ট্যলৈ চাই ইয়াতকৈ উন্নত বানান আৰু হ'ব নোৱাৰে। অভিধানখনত ভাষাটোৰ থূলমূল ব্যাকৰণো দি যোৱা হৈছে। যেনে কি শব্দ, কি ধাতু, কি লিঙ্গ ইত্যাদি উল্লেখ কৰা হৈছে। ঠায়ে ঠায়ে প্ৰয়োগ বুজাবলৈ উদাহৰণো দিছে। উচ্চাৰণ কেনেকৈ কৰিব লাগে তাৰো নিৰ্দেশ দি গৈছে — বৎস (চ), উনৈশ (চ)। হাজৰিকাৰ ভাষাত — হেমকোষৰ সমান আন এখন অসমীয়া অভিধান ৮৫ বছৰৰ পিছতো ওলোৱা নাই (১৯৮৬ত লিখা কথা) — "হেমকোষ অসমীয়া ভাষাৰ হেমৰ কোষ, সোণৰ ভঁৰাল।" ইয়াতে পদ্মনাথ গোহাঞিবৰুৱাৰ কবিতাৰে কৰা প্ৰশংসাও উদ্ধৃত কৰিব পাৰি — "হেমৰ কোষেৰে/ ওখ দৌল বান্ধি,/ ভাষাক সাৱধি ধৰি,/ নুমাব লগীয়া/ অসমীয়া নাম/ ৰাখিলে জিলিকা কৰি।" হেমচন্দ্ৰ বৰুৱাই যে হেমকোষ ৰচনা কৰিবলৈ ভয়ে ভয়ে ওৱেবষ্টাৰৰ ইংৰাজী অভিধানখনকে আৰ্হি কৰি লৈছিল এই কথা তেওঁ নিজ মুখেই কৈ গৈছে। তেওঁৰ ভাষাত — "তাত (হেমকোষত) — নিশ্চয় কৰিব পৰা যায় মানে — প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতিশব্দ বা ব্যাখ্যাৰ পাছত ইংৰাজী অৰ্থ দিয়া হৈছে।"

আধুনিক অসমীয়া ভাষাৰ গঢ় দিয়াৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাৰ গুৰুত্ব সৰ্বাধিক। তথাপি ক'ব লাগিব যে এই ক্ষেত্ৰত আনন্দৰাম ঢেকিয়ালফুকন আৰু গুণাভিৰাম বৰুৱাৰো অৱদান কম নাছিল। দৰাচলতে তেওঁলোক তিনিওজনেই সমাজ সংস্কাৰক, ভাষাৰ সংস্কাৰক আৰু দেশপ্ৰেমিক বীৰ আছিল। অৱশ্যে তেওঁলোকে দেখাদেখিকৈ কোনো জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰা নাছিল। চৰকাৰী চাকৰিয়াল হিচাপে তেওঁলোকৰ পক্ষে এটা সামাজিক আন্দোলনত অংশগ্ৰহণ কৰা /কিম্বা নেতৃত্ব দিয়া সম্ভৱো নাছিল। কিন্তু নিজ নিজ কৰ্মৰাজিৰ যোগেদি তেওঁলোকে সমাজ আৰু ভাষাৰ সংস্কাৰ আৰু বিকাশত অমূল্য বৰঙণি যোগাই থৈ গ'ল। ক'বলৈ গ'লে সেই সময়ৰ বঙ্গদেশত পাশ্চাত্যৰ সংস্পৰ্শত যিনৱজাগৰণৰ ঢৌ উঠিছিল তাৰ খলকনি উঠিছিল তেওঁলোকৰ ৰচনাৱলী আৰু কাৰ্য-কলাপত। ৰাজা ৰামমোহন ৰায়ৰ নিচিনাকৈ সেই দিনৰ কলিকতাৰ প্ৰভাৱপুষ্ট ঢেকিয়ালফুকনে 'ইংলণ্ডৰ বিৱৰণ' আদি ৰচনাত অসমীয়া মানুহক পশ্চিমৰ আৰ্হি লৈ জ্ঞান, বিজ্ঞান সকলোতে উন্নতি কৰিবলৈ আহ্বান জনাইছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বিধবা-বিবাহ আন্দোলনৰ সমৰ্থক আছিল হেমচন্দ্ৰ বৰুৱা; তেওঁ অৰুনোদইত এই বিষয়ে প্ৰবন্ধ লিখিছিল আৰু আত্মজীৱন চৰিততো বিধৱাসকলৰ হৈ ওকালতি কৰি গৈছে। গুণাভিৰাম বৰুৱাই বিধবা-বিবাহ কৰি তাৰ প্ৰতি সমৰ্থন জ্ঞাপন কৰিছিল আৰু ৰামমোহন ৰায় প্ৰবৰ্তিত ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিছিল। অকল সিমানেই নহয়, হেমচন্দ্ৰ বৰুৱাই সমাজৰ প্ৰচলিত কিন্তু কু-সংস্কাৰপূৰ্ণ ৰীতি-নীতিৰ বিৰুদ্ধাচৰণ কৰি এনেদৰে জীৱন-যাপন কৰিছিল যে তেওঁ সমসাময়িক সমাজৰ শ্ৰদ্ধা-ভক্তিও এক প্ৰকাৰে হেৰুৱাইছিল। ডঃ হীৰেন গোহাঁয়ে আঙুলিয়াই দিছে যে গুণাভিৰামে অতীত অসমক অগ্ৰাহ্য নকৰি 'আসাম বন্ধু'ত পুৰণি বুৰঞ্জী, হস্তশিল্প, শঙ্কৰদেৱৰ অৱদান আদিক লৈ গৌৰৱ প্ৰকাশ কৰিছিল। দৰাচলতে বঙ্গদেশৰ নৱজাগৰণত যদিও ভাৰতৰ সভ্যতা-সংস্কৃতি সম্বন্ধে বহুতে নব্য শিক্ষাত শিক্ষিত হৈ প্ৰশ্ন কৰিছিল, তথাপি তাৰ মাজতে স্বদেশী আত্ম-সন্মানৰ আদৰ্শও উদ্ভাসিত হৈ উঠে। ৰামমোহন, কালীপ্ৰসন্ন, বিদ্যাসাগৰ আদিৰ কাৰ্যাৱলীত তাৰ নিদৰ্শন আছে। ডঃ গোহাঁইৰ ভাষাত, "বঙলা সাহিত্যই বিকাশ লাভ কৰাৰ সময়ত পশ্চিমীয়া সাহিত্যৰ অন্ধ অনুকৰণ কৰাৰ কথা নাছিল। ভাৰতৰ ঐতিহ্যত নথকা বা দুৰ্বল হৈ পৰা উপাদান পশ্চিমৰ পৰা আহৰণ কৰি এক আধুনিক জাতীয় মানস তথা সাহিত্য গঢ়ি তোলাই সেই সময়ত বঙলা সাহিত্যৰ উদ্দেশ্য আৰু আদৰ্শ আছিল। তেনেকৈ আধুনিক

অসমীয়া সাহিত্যৰ পাতনিতে ঢেকিয়ালফুকন, গুণাভিৰামৰ উদ্দেশ্যও ঠিক তেনেকুৱাই আছিল। ঢেকিয়ালফুকনৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ'ত ব্ৰিটিছ জাতি বা ইউৰোপৰ প্ৰগতি আৰু উদ্যোগৰ ভূয়সী প্ৰশংসা কৰিছে, অসমৰ অনগ্ৰসৰতা লৈ খেদ কৰিছে। কিন্তু অসমৰ অতীতক লৰ্ড মে'কলেইৰ দৰে অন্ধকাৰ যুগ বুলি উৰাই নিদি তাকো সশ্ৰদ্ধ চিত্তে অধ্যয়ন কৰিছে। তেনেকৈ গুণাভিৰামেও 'আসাম বন্ধু' আলোচনীত অসমৰ পুৰণি বুৰঞ্জী, হস্তশিল্প, শঙ্কৰদেৱৰ অৱদান লৈ গৌৰৱ প্ৰকাশ কৰিছে।" (মে'কলেইৰ নিম্নলিখিত মন্তব্য দ্ৰষ্টব্য— a single shelf of a good European library was worth the whole native literature of India and Arabia.)

এই তিনিগৰাকী প্ৰাতঃস্মৰণীয় অসমীয়াক কোনো কোনোৱে সমাজ-বিপ্লৱীও আখ্যা দিছে। তেওঁলোকে ব্যক্তিগত পৰ্যায়ত হাতে-কামে লাগি আৰু লিখা-মেলা কৰি যিখিনি কৰি থৈ গ'ল তালৈ চালে তেনেকৈ আখ্যা দিয়াত আপত্তি কৰিবলগীয়া নাই। হেমচন্দ্ৰই আনকি অৰুনোদইত স্ত্ৰী-শিক্ষা সম্বন্ধে প্ৰবন্ধ লিখি স্পষ্টভাৱে মত প্ৰকাশ কৰিছিল যে কু-সংস্কাৰ ত্যাগ কৰি নাৰীক "জ্ঞান বিদ্যা শিকাই উত্তম সঙ্গী" ৰূপে দেশবাসীয়ে গঢ় দিব লাগে আৰু বিয়াৰ পূৰ্বে মতা-তিৰোতাক পৰস্পৰে বুজিবলৈ দিয়াৰ প্ৰয়োজন বুলি গুৰুত্বসহকাৰে লিখিছিল। ভাষা-বিপ্লৱী আখ্যাটো ব্যৱহাৰ কৰিব পাৰিনে নোৱাৰি নাজানো; কিন্তু তেওঁলোক তিনিওজনে অসমীয়া ভাষাৰ সংস্কাৰ আৰু বিকাশৰ ক্ষেত্ৰত এক ধৰণৰ বৈপ্লৱিক পৰিৱৰ্তন আনি দিলে। সেই পৰিৱৰ্তন যদিও অসমীয়া ভাষাৰ স্বাভাৱিক বিৱৰ্তন নহয়, তথাপি সেই পথেৰেই ভাষাটো আজিলৈকে আগুৱাই আহি আছে। এই পৰিৱৰ্তনত ঢেকিয়ালফুকন আৰু গুণাভিৰাম বৰুৱাৰ অৱদান যদিও কোনো গুণে কম নহয়, তথাপি হেমচন্দ্ৰ বৰুৱাৰ অৱদানেই সৰ্বাধিক আৰু সিদ্ধান্তমূলক।

আনন্দৰাম ঢেকিয়ালফুকনে কেৱল অসমীয়া ভাষাৰ বৈশিষ্ট্য সংৰক্ষণাৰ্থে কৰ্তৃপক্ষৰ ওচৰত আৰ্জি পেছেই কৰা নাছিল। অধ্যাপক যতীন গোস্বামী আৰু অধ্যাপক যোগেন ভূঞাই ঢেকিয়ালফুকনক আধুনিক অসমীয়া গদ্যৰ প্ৰৱৰ্তক আখ্যা দিছে। সেই গদ্য ইংৰাজীৰ প্ৰভাৱযুক্ত গদ্য। ভূঞাৰ ভাষাত, বেপ্টিষ্ট মিছনেৰিয়ে (হেমচন্দ্ৰ গোস্বামীয়ে কোৱা) 'বিলাতী সুৰ'ৰ গুণগুণনিহে তুলিছিল; প্ৰকৃততে সেই বিলাতী সুৰ আৰোপ কৰে ঢেকিয়ালফুকনেহে। অধ্যাপক গোস্বামীয়ে কৈছে যে মিছনেৰিৰ অসমীয়া ৰচনাত যিবিলাক আসোঁৱাহ আছিল তাক দূৰ কৰি ঢেকিয়ালফুকনে সুস্থ আৰু সবল কৰি ভাষাটো লিখিবলৈ ধৰে; এই কাম তেওঁ কৰি যাবলৈ সমৰ্থ হয় — অৰুনোদইৰ পাতত লিখা সত্ত্বেও। কলিকতালৈ গৈ ইংৰাজী শিক্ষা লোৱা কাৰণে ইংৰাজী ভাষাৰ প্ৰভাৱ অজ্ঞাতসাৰেই তেওঁৰ বাক্যৰীতিৰ ওপৰত পৰে — সিও গুণগুণনিৰূপে নহয়, স্পষ্টৰূপে। আনহাতে মিছনেৰি আখৰ-জোঁটনি তেওঁ সম্পূৰ্ণৰূপে মানি চলা নাছিল; তেওঁৰ নিজা জোঁটনি আছিল, যিটো 'অসমীয়া ল'ৰাৰ মিত্ৰ'ত দেখিবলৈ পোৱা যায়। তেওঁৰ প্ৰস্তাৱিত ইংৰাজী-অসমীয়া অভিধানৰ যি সামান্য অংশ অৰুনোদইত ওলাইছিল তাতো তেওঁ নিজৰ ৰীতি মানি চলিছিল। তাতোকৈ উল্লেখযোগ্য কথা অৱশ্যে হেমচন্দ্ৰ গোস্বামীয়ে কোৱাৰ দৰে — "আৰ্য্যামি আৰু চাহাবানিৰ মাজত লগুনগাঠি", অৰ্থাৎ কলিকতাৰ পাশ্চাত্য-প্ৰভাৱিত পৰিবেশত যেনেকৈ নিজা সভ্যতা-সংস্কৃতিৰ প্ৰতি সম্মানো সমানেই প্ৰকটিত হৈছিল, ঠিক তেনেকৈ ঢেকিয়ালফুকনৰ ৰচনাৰ মাজতো পাশ্চাত্যৰ উদাৰতাৰ আহ্বানৰ লগে লগে নিজা ঐতিহ্যৰ প্ৰতি অচলা ভক্তিও প্ৰকাশ পাইছিল। সংস্কৃত/তৎসম শব্দৰ প্ৰতি তেওঁৰ আকৰ্ষণ উল্লেখযোগ্য। যিহক সংস্কৃতীয়া ইস্কুল বোলা হয় তাৰ প্ৰকৃত প্ৰৱৰ্তক ঢেকিয়ালফুকন। মিছনেৰিৰ ক্ষেত্ৰত এনে হোৱা সম্ভৱ নাছিল। ঢেকিয়ালফুকনৰ বৰ্ণবিন্যাস ৰীতি মিছনেৰি আৰু যাদুৰাম ডেকাবৰুৱাৰ অভিধানৰ বৰ্ণবিন্যাসৰ লেখীয়া নাছিল। গুণাভিৰামে ঢেকিয়ালফুকনৰ পদ্ধতিকে অনুসৰণ কৰি এক ধৰণৰ সৰল অসমীয়া গদ্য তেওঁৰ 'আসাম বন্ধু'ত প্ৰচলন কৰিছিল। 'আসাম নিউচ'ৰ হেমচন্দ্ৰৰ বৰুৱা যদিও এই ৰীতিৰ বিৰুদ্ধ নাছিল, তথাপি তেওঁ তাকে হুবহু অনুসৰণ নকৰি নিজা পদ্ধতিৰে অসমীয়া গদ্য নিৰ্মাণ কৰে আৰু সেইটো অতিশয় গুৰুত্বপূৰ্ণ। তেওঁৰ পদ্ধতিটো কি ?

শ্ৰীৰামপুৰ মিছনৰ ডঃ উইলিয়াম কেৰিয়ে প্ৰথম ভাৰতীয় ভাষা যেনে বঙলা, উৰিয়া, মৈথিলী, মাৰাঠী আদি ভাষাত বাইবেল আৰু অন্যান্য খ্ৰীষ্টিয়ান ধৰ্মপুথি অনুবাদ কৰাওঁতে যি নীতি অৱলম্বন কৰিছিল, আত্মাৰাম শৰ্মাৰ হতুৱা অসমীয়া 'ধৰ্মপুস্তিকা' অনুবাদ কৰাওঁতেও সেই নীতিকে অৱলম্বন কৰে। অৰ্থাৎ সংস্কৃত ভাষাৰ অধ্যাপক ডঃ কেৰিয়ে ভাঙনি কাৰ্যত প্ৰধানকৈ সংস্কৃতৰ সহায় লৈছিল। বোধহয় বঙ্গদেশ কেন্দ্ৰ হোৱা কাৰণে অসমীয়া ভাঙনি কৰোঁতে বঙলাৰে প্ৰভাৱ পৰে। তাতে একালৰ শ্ৰীৰামপুৰীয়া পাদ্ৰী, পিছলৈ শিক্ষক আৰু শিক্ষা-বিষয়া ৰবিনচনে প্ৰভাৱ খটুৱাই মত প্ৰকাশ কৰিছিল যে অসমীয়া আৰু বঙলা একেটাই ভাষা, মাত্ৰ অঞ্চলভেদে ৰকম ভেদ আছে — যিটোৱেও তাৰ ওপৰত প্ৰভাৱ পেলাব পাৰে। ইংৰাজীতে প্ৰথমে অসমীয়া ভাষাৰ ব্যাকৰণ নিৰ্মোতা ডঃ নাথান ব্ৰাউনে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা আৰু বিশেষত্বৰ কথা প্ৰচাৰ কৰা সত্ত্বেও সেই সংস্কৃতীয়া পদ্ধতিৰ প্ৰচলন বন্ধ কৰিব পৰা হোৱা নাছিল। অসমত বেপ্টিষ্ট মিছনেৰিয়ে তাৰ পৰা এক পৃথক পদ্ধতি মানি চলিছিল যদিও শেষলৈ তেওঁলোকেও সেই পদ্ধতিৰে এটা ৰূপান্তৰ গ্ৰহণ কৰিবলৈ বাধ্য হয়। ব্ৰনছনে ইয়াকে কেৰিৰ পদ্ধতিৰ ঘৰটোৰ মূধৰ মাৰলি ভাঙক অসমলৈ বঢ়াই দিয়া পদ্ধতি বুলি মিছন কৰ্তৃপক্ষলৈ লিখা চিঠিত দুখৰে জনাইছিল। ১৪ শতিকাৰ পৰা স্পষ্ট, বিশিষ্ট লিখিত ৰূপত পাই অহা অসমীয়া ভাষাৰ ঐতিহ্য ইয়াৰে পৰা ছিন্ন হৈ

গ'ল। মিছনেৰিৰ উদ্যমলৈকে সেই ঐতিহ্যৰ সোঁত বৈ আছিল।

পুৰণা অসমীয়া ঐতিহ্যত নিজস্ব বৰ্ণবিন্যাস পদ্ধতি এটা আছিল বুলি ডঃ নেওগ, কালিৰাম মেধি, হৰিনাৰায়ণ দত্তবৰুৱা আদিয়ে উদাহৰণসহ দেখুৱাইছে। সেই বৰ্ণবিন্যাস অন্য প্ৰান্তীয় ভাৰতীয় ভাষা আৰু আনকি সংস্কৃত ভাষাৰ লগতো নিমিলে। কিন্তু শ্ৰীৰামপুৰীয়া অনুবাদ প্ৰচেষ্টাত তাক পৰিহাৰ কৰা হ'ল আৰু তেতিয়াৰ পৰাই সংস্কৃত ব্যাকৰণ আৰু অভিধানৰ সহায় ল'বলৈ আৰম্ভ কৰা হ'ল। বেপ্টিষ্ট মিছনেৰিয়ে অন্ততঃ গদ্য ভাষাত পুৰণি বুৰঞ্জীৰ নিৰ্চিনা পুথিকে অনুসৰণ কৰিছিল, অৱশ্যে প্ৰাচীন বৰ্ণবিন্যাসক এটা যুক্তিপূৰ্ণ আৰু মানবিশিষ্ট ৰূপদান কৰিবলৈ যত্ন কৰিছিল। যদিও অসমীয়া জতুৱা ঠাঁচৰ প্ৰয়োগত তেওঁলোকে কেনা লগাইছিল আৰু উজনি অসমৰ শিৱসাগৰ অঞ্চলক কেন্দ্ৰ কৰি চলা মানুহৰ মুখৰ চলতি ভাষাকে প্ৰকাশৰ মাধ্যম কৰি লৈছিল, তথাপি সেইটো অসমীয়া ভাষাৰ অতিশয় সৰলীকৃত ৰূপ আছিল। ঐতিহ্যপূৰ্ণ মন্ত্ৰ, কথাচৰিত, বুৰঞ্জী আদি নানা ৰূপৰ গদ্যৰ এটাৰো সি বাহক নাছিল। ঐতিহ্যৰ অসমীয়া গদ্য আৰু মিছনেৰিৰ গদ্য চলি থকা হ'লে সি কি ৰূপ ধাৰণ কৰিলেহেঁতেন কোৱা টান — সেইটোৱেই অসমীয়া ভাষাৰ প্ৰকৃত ভৱিষ্যৎ ৰূপ হ'লহেঁতেন বুলি কিছুমানে ভাবে। কিন্তু সংস্কৃতীয়া ৰূপটোৱে জয়লাভ কৰাত অসমীয়া গদ্যৰ তাতকৈ পৃথক ৰূপান্তৰ ঘটিল। হেমচন্দ্ৰ বৰুৱাই সেই সংস্কৃতীয়া ৰূপটোক নিজস্ব ভঙ্গীৰে সংস্কাৰ কৰি প্ৰতিষ্ঠা কৰে আৰু সিয়েই আজিলৈকে চলি আহিছে। ব্ৰন্সনে অসমীয়া-বঙলা অভিধান ৰচয়িতা 'বিজ্ঞ অসমীয়া পণ্ডিত' যাদুৰাম বৰুৱাৰ সৰলীকৃত অসমীয়া ভাষাৰ ৰূপটো গ্ৰহণ কৰি তেওঁৰ অভিধানখন লিখি উলিয়াইছিল। ডঃ ব্ৰাউনেও অৰুনোদইত সেই পদ্ধতিকে অনুসৰণ কৰি গৈছিল। তেওঁলোকৰ প্ৰচেষ্টাত ভালেখিনি প্ৰশংসনীয় গুণ আছিল। তেওঁলোকেই পোন প্ৰথমে বিজ্ঞানসন্মতভাৱে অসমীয়া ভাষাৰ চৰ্চা কৰে। বহু পুৰণি শব্দ নতুনকৈ প্ৰচলন কৰে, পুৰণি মূলৰ পৰা নতুন শব্দ তৈয়াৰ কৰে; অসমীয়া ভাষাৰ উচ্চাৰণ আৰু ধ্বনি-বৈশিষ্ট্য ৰক্ষা কৰে। কিন্তু, ডঃ নেওগৰ ভাষাত, হেমচন্দ্ৰ বৰুৱাই সেই ৰীতি শিপাই সৈতে উঘালি পেলালে। তেওঁ মিছনেৰি ভাষা-ৰীতিৰ ঘোৰ বিৰোধী আছিল। কিছু সংখ্যক শিক্ষিত অসমীয়া লোকেও সংস্কৃতীয়া ৰীতি সমৰ্থন কৰাত, বিশেষকৈ চৰকাৰেও পাঠ্যপুথিত তাকেই বিচৰাত, শেষত সেই পদ্ধতিয়েই চলিবলৈ ধৰে— 'অৰুনোদই' গুচি 'অৰুনোদয়' হয়, 'য়' আখৰটো ব্যাপকভাৱে চলিবলৈ ধৰে।

হেমচন্দ্ৰ বৰুৱাই মিছনেৰিৰ বৰ্ণবিন্যাস পদ্ধতি সংশোধন কৰি সংস্কৃতমূলক কৰিব লাগে বুলি অৰুনোদইত প্ৰবন্ধ-পাতি লিখিছিল। তেওঁ ভাবিছিল যে তেনে কৰিলে অসমীয়া ভাষাটো অধিক মূলানুগ হ'ব, তাৰ আখৰ-জোঁটনিও বিজ্ঞানসন্মত হ'ব। তেওঁ 'আসাম নিউচ' কাকতৰ যোগেদি আৰু তেওঁৰ দ্বাৰা ৰচিত সাহিত্যত অসমীয়া বৰ্ণবিন্যাসৰ মান এটা স্থিৰ কৰি দিয়ে। ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰি তেওঁৰ দ্বাৰা নিৰ্ধাৰিত অসমীয়া ভাষাৰ তেওঁ ভিত্তি প্ৰতিষ্ঠা কৰে। ব্ৰন্সনে কৈ গৈছে যে শিক্ষিত অসমীয়াসকলে তেওঁলোকৰ ভাষাটো তিনি হাজাৰ বছৰীয়া সংস্কৃতৰ পৰা উদ্ভূত, গতিকে মিছনেৰিৰ অসমীয়া লিখাৰ পদ্ধতিটো আপত্তিজনক বুলি ভাবিছিল। হেমচন্দ্ৰ বৰুৱাও এই মতৰে পক্ষপাতী আছিল। অৱশ্যে এই কথাও ঠিক যে তেওঁ সংস্কৃত শব্দৰ অত্যধিক প্ৰয়োগৰ সপক্ষে নাছিল। বৰং তেনে কৰাৰ বিৰোধীহে আছিল। কিন্তু পুৰণা পদ্ধতি আৰু যাদুৰাম ব্ৰাউন-ব্ৰন্সনৰ সৰলীকৃত পদ্ধতিৰো তেওঁ অনুসৰণকাৰী নাছিল। সংস্কৃত ভাষাৰ সহায়ত বিজ্ঞানসন্মতভাৱে অসমীয়া ব্যাকৰণ আৰু অভিধান প্ৰস্তুত কৰি অসমীয়া ভাষাক এটা স্থিৰ আৰু নিৰ্দিষ্ট গঢ় দিয়ে। এই কাৰণে বিভিন্নজনে তেওঁক অভিনৱ ঐতিহ্যৰ সৃষ্টিকাৰী বুলি বৰ্ণনা কৰিলেও "আধুনিক অসমীয়া ভাষাৰ এজন প্ৰধান দ্ৰষ্টা আৰু স্ৰষ্টা" বুলিও কৈ গৈছে; তেওঁলোকে কৈ গৈছে যে তেওঁৰ আসাম নিউচে বৰ্তমান অসমীয়া ভাষাৰ বৰ্ণবিন্যাসৰ মান স্থিৰ কৰি দিয়ে, অসমীয়া সাহিত্যক উন্নতিৰ পথত আগুৱাই দিয়ে আৰু তেওঁ নিজেই এজন আদৰ্শ গদ্য লিখক। ওপৰত গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰ ক্ৰমে 'সংস্কৃতীয়া' আৰু 'শিৱসাগৰীয়া' স্কুল বা অসমীয়া লিখা পদ্ধতিৰ কথা উল্লেখ কৰা হৈছে। এই দুই স্কুলৰ মাজত হোৱা ৰণখনত হেমচন্দ্ৰৰ শিৱসাগৰীয়া পদ্ধতিৰেই শেষত জয় হয়। এই প্ৰসংগত হেমচন্দ্ৰ গোস্বামীৰ মন্তব্য উল্লেখযোগ্য — "হেমচন্দ্ৰৰ (বৰুৱা) প্ৰতিভাৰ প্ৰখৰতাই গুণাভিৰামৰ প্ৰতিভাৰ মৃদুতাক সহজে জয় কৰিলে আৰু আজিলৈকে নিভাঁজ নিগুটি অসমীয়া শব্দৰ চুম্বক ভাবপূৰ্ণ বাক্যৰে হেমচন্দ্ৰৰ গদ্য, আৰু সবাৰো উপৰি, তেওঁ দিয়া ভাষা আৰু বৰ্ণবিন্যাসৰ গঢ়েই বৰ্তমান অসমীয়া ভাষা বুলিব লাগিব। ...আসাম নিউচে যি ভাষা শিকাই গ'ল আজি-কালিৰ অসমীয়া গদ্যৰ ভাষাই তাকেই আওৰাইছে।" অধ্যাপক যতীন গোস্বামীয়ে লিখিছে যে ১৯৪৭ চনলৈকে হেমচন্দ্ৰ বৰুৱাৰ গদ্য-ৰীতিয়েই আমাৰ আৰ্হি হৈ আছিল। "হেমচন্দ্ৰই অসমীয়া গদ্যৰ শ্ৰীদান কৰি শক্তিশালী প্ৰকাশৰ মাধ্যম কৰিলে।" গোস্বামীৰ মতে, হেমচন্দ্ৰ বৰুৱা হয়তো মহৎ লেখক নাছিল, কিন্তু তেওঁ নিশ্চয় অসমীয়া সাহিত্যৰ এজন অধিনায়ক আৰু সাহিত্যৰথী আছিল।

'হেমকোষ' সম্বন্ধে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কৰা মন্তব্যৰে এই নিবন্ধ সামৰিলে বোধহয় বেয়া নহ'ব: "কলচোপ্ কলচোপ্ কৰি থকা অসমীয়া ভাষাৰ মুখত হেমচন্দ্ৰ ধন্বন্তৰীৰ 'হেমকোষ' বড়ি পৰা মাত্ৰকে ক'ৰ যমদূত ক'লৈ গ'ল তাৰ চিন নাই, বাবীৰ চুকত পৰি 'নিওঁ' 'নিওঁ'

কৰি চিঁয়ৰি থকা নিয়তি চৰাইবোৰো যমদূতবিলাকৰ লগতে নাইকিয়া হ'ল আৰু দক্ষিণা ল'বলৈ আশাপালি থকা বাপুসকলো এখোজ-দুখোজকৈ ঘৰমুৱা হ'ল। মুঠতে ক'বলৈ গ'লে, হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অসমীয়া ভাষাৰ পক্ষে সঞ্জীৱনী মন্ত্ৰ; সেই মন্ত্ৰই মৃতকল্প অসমীয়া ভাষাক অমৰ কৰিলে। অসমীয়া ভাষাই যদি আজিকালি দিনে দিনে ঠন ধৰি উঠিছে আৰু ন ন ঠাল-ঠাঙুলি মেলিছে, সি কেৱল 'হেমকোষ'ৰ যহতে আৰু যদি সি কেতিয়াবা ফুল ফুলাই অসম দেশত সৌৰভ বিলাব পৰা হয়, সিও নিশ্চয় 'হেমকোষ'ৰ যহতে হ'ব। 'হেমকোষ' অসমীয়াৰ অমূল্য সম্পত্তি।"

## সহায় লোৱা ৰচনাৱলী


১। হেমচন্দ্ৰ বৰুৱা -- **হেমকোষ, পঢ়াশালীয়া অভিধানৰ পাততনি**

২। হেমচন্দ্ৰ বৰুৱা-- **অসমীয়া ব্যাকৰণ**, ২০শ তাঙ্গৰণ ১৯৮..,

৩। হেমচন্দ্ৰ বৰুৱা - **পাঠমালা**, ১৩শ তাঙ্গৰণ, ১৮৬০ শক

৪। হেমচন্দ্ৰ বৰুৱা - **বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী**, পাঁচতম তাঙ্গৰণ ১৯৫৯

৫। লক্ষ্মীনাথ বেজবৰুৱা— **মোৰ জীৱন সোঁৱৰণ**, ১৯৬৬

৬। ডঃ মহেশ্বৰ নেওগ— **অৰুনোদই** (সংকলন, সম্পাদন), ১৮৪৬-৫৪, অসম প্ৰকাশন পৰিষদ, ১৯৮৩

৭। ডঃ সত্যেন্দ্ৰনাথ শৰ্মা **অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত**, ১৯৮১

৮। বেণুধৰ শৰ্মা - **টোকোৰা বাহৰ কুটা**, ১৯৮৭

৯। কাশীনাথ তামুলীফুকন- **আসাম বুৰনজি পুথি** (অসম বুৰঞ্জীসাৰ), সম্পাদনা ঃ ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰী, ১৯৬৪

১০। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা **অসমীয়া কথা সাহিত্য** (পুৰণি ভাগ), ১৮৭২ শক

১১। যোগেন্দ্ৰনাৰায়ণ ভূএগ **অসমীয়া ল'ৰাৰ মিত্ৰ** (সম্পাদিত) ১৯৯২

১২। ডঃ মহেশ্বৰ নেওগ— **স্নাতকৰ কথাবন্ধ**, ১ম, ২য় খণ্ড (সম্পাদিত)

১৩। যতীন্দ্ৰনাথ গোস্বামী **অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা**, ১৯৮৫

১৪। সবিতা সভা-- **হেমচন্দ্ৰ বৰুৱাৰ সাহিত্য প্ৰতিভা** (সত্যেন্দ্ৰনাথ শৰ্মা, সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, বিশ্বেশ্বৰ হাজৰিকাৰ প্ৰবন্ধ), ১৯৮৬

১৫ ডঃ নাৰায়ণ দাস, ডঃ পৰমানন্দ ৰাজবংশী- **অসমীয়া সাহিত্যত পাশ্চাত্য প্ৰভাৱ** (ডঃ হীৰেন গোহাঁই, ডঃ সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ প্ৰবন্ধ) (সম্পাদিত), ১৯৯৪

# অৰুনোদইৰ পৰা জোনাকীলৈ

ডঃ নগেন শইকীয়া

'অৰুনোদই' (১৮৪৬-১৮৮০)ৰ পৰা 'জোনাকী' (১৮৮৯-১৯০৩) লৈ এই আঠাৱন্ন বছৰৰ ইতিহাস কেৱল অসমীয়া বাতৰিকাকত আৰু আলোচনী-কাকতৰ জন্ম আৰু বিকাশৰ ইতিহাসেই নহয়, এই সময়ছোৱাৰ ইতিহাস আধুনিক অসমীয়া মন আৰু আধুনিক অসমীয়া ভাষা-সাহিত্যৰো জন্ম, বিকাশ আৰু পূৰ্ণতা-প্ৰাপ্তিৰো ইতিহাস। অৱশ্যে, কোনো বিষয়ৰ ইতিহাসৰ আৰম্ভণি আকস্মিকভাৱে নঘটে, তাৰ এটা পূৰ্ব-প্ৰস্তুতি থাকে। অৰুনোদইৰ জন্মৰ বাবেও সমকালীন ইতিহাসৰ পূৰ্বৰ দহোটা বছৰৰ ইতিহাসে, অৰ্থাৎ ১৮৩৫ খ্ৰীষ্টাব্দত আমেৰিকান বেপ্টিষ্ট মিছনেৰিসকল শদিয়া আহি পোৱাৰ পৰা ১৮৪৫ খ্ৰীষ্টাব্দলৈকে— এই দহ বছৰৰ মিছনেৰিসকলৰ কামৰ ইতিহাসে আৱশ্যকীয় পূৰ্ব-প্ৰস্তুতি সম্পূৰ্ণ কৰি তুলিছিল। মিছনেৰিসকল অসমলৈ অহাৰ পৃষ্ঠভূমিও অসমৰ ইতিহাসে প্ৰস্তুত কৰি দিছিল আৰু এই ইতিহাস ১৮২৬ খ্ৰীষ্টাব্দত ব্ৰহ্মদেশৰ ৰজাৰ প্ৰতিনিধি আৰু ইষ্ট-ইণ্ডিয়া কোম্পানীৰ প্ৰতিনিধিৰ[১] মাজত হোৱা য়াণ্ডাবু সন্ধিৰ পৰাই আৰম্ভ হৈছিল। এতেকে, ১৮২৬ৰ পৰা ১৮৪৬ৰ প্ৰাৰম্ভলৈকে এই বিছ বছৰৰ অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক ইতিহাসৰ বুকুৰ পৰাই অৰুনোদইৰ জন্ম হৈছিল।

### ঐতিহাসিক পটভূমি

আহোম ৰজা, ৰাজফৈদ আৰু বা-বিষয়াসকলৰ মাজত ঘটা আত্মকন্দলে[২] আৰু ১৮১৭ চনৰ পৰা ১৮২১-লৈ ব্ৰহ্মদেশে কৰা উপৰ্যুপৰি আক্ৰমণ আৰু অমানুষিক অত্যাচাৰে[৩] অসমৰ ৰজা-শক্তি আৰু প্ৰজা-শক্তিৰ কঁকাল ভাঙি পেলালে; আৰু ১৮২২ চনৰ জুন মাহত মিঙিমাহা তিলোৱা ব্ৰহ্মদেশৰ ৰজাৰ প্ৰতিনিধি হিচাপে অসমৰ শাসনকৰ্তা হৈ বহি ল'লে।[৪] ১৮২৬ খ্ৰীষ্টাব্দত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে মানক ঘটুৱাই সন্ধি কৰাই অসমক কোম্পানীৰ শাসনৰ অধীনলৈ নিয়ালৈকে এই প্ৰায় চাৰি বছৰ কাল ব্ৰহ্মদেশৰ অধীন হৈ থকা অসমৰ বাবে আছিল অসম ইতিহাসৰ 'অন্ধকাৰতম' সময়। যদিও আমি ১৮২৬ খ্ৰীষ্টাব্দত অসমে স্বাধীনতা হেৰুওৱা বুলি কওঁ, দৰাচলতে অসমে ১৮২২ খ্ৰীষ্টাব্দতে স্বাধীনতা হেৰুৱাইছিল আৰু ব্ৰহ্মদেশৰ অধীন হৈছিল। ১৮২৬ খ্ৰীষ্টাব্দত অসম ইষ্ট ইণ্ডিয়া কোম্পানীলৈ হস্তান্তৰিত হৈ বৰং মৰণৰ পৰা বাচিল।[৫] এই বিষয়েও কোনো সন্দেহ নাই যে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমৰ স্বাৰ্থত অসম অধিকাৰ কৰা নাছিল; তেওঁবিলাকৰ আছিল এক সুদূৰপ্ৰসাৰী ঔপনিবেশিক সাম্ৰাজ্যবাদী স্বাৰ্থ আৰু লক্ষ্য। সেয়ে, ১৮২৫ খ্ৰীষ্টাব্দত "মানক খেদি অসমত শান্তি স্থাপন কৰি বৃটিছ শক্তি ঘূৰি যাব" বুলি কৰা ঘোষণা আছিল এক কূটনৈতিক চাতুৰি মাত্ৰ।[৬] য়াণ্ডাবু সন্ধিৰ যোগেদি অসম এটা বিদেশী শক্তিৰ কৱলৰ পৰা আন এটা বিদেশী শক্তিৰ কৱললৈ গ'ল ঠিক, কিন্তু এই হস্তান্তৰৰ যোগেদি অসম মধ্যযুগীয় শাসনতন্ত্ৰৰ বুকুৰ পৰা আধুনিক শাসনতন্ত্ৰৰ বুকুলৈ সোমাল, বা ক'ব পাৰি মধ্যযুগীয় ৰাজতন্ত্ৰৰ বুকুৰ পৰা পশ্চিমীয়া ধনতন্ত্ৰৰ বুকুলৈ খোজ দিলে,[৭] উৎপাদন-নিৰ্ভৰ বিনিময় প্ৰথাৰ পৰা মুদ্ৰাভিত্তিক অৰ্থনীতি (monitised economy)ৰ বুকুলৈ সোমাল[৮] আৰু পৰম্পৰাগত জীৱনযাত্ৰাৰ পদ্ধতিৰ পৰা আধুনিক জীৱনযাত্ৰাৰ পদ্ধতিৰ বুকুলৈ প্ৰথম খোজ আগবঢ়ালে।[৯]

১৮২৬ খ্ৰীষ্টাব্দৰ পৰা প্ৰথম দহ বছৰ কাল অসমৰ ৰাজনৈতিক অৱস্থা আছিল অস্থিৰ। ১৮২৮ খ্ৰীষ্টাব্দত নামনি অসম স্থায়ীভাৱে বৃটিছ শাসনাধীন কৰা,[১০] ১৮২৮ আৰু ১৮৩০ খ্ৰীষ্টাব্দত পিয়লিফুকন-গমধৰ কোঁৱৰ-ধনঞ্জয় বৰগোহাঁইৰ নেতৃত্বত হোৱা বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ বিদ্ৰোহ,[১১] ১৮৩৩ খ্ৰীষ্টাব্দত পুৰন্দৰ সিংহক উজনি অসমৰ কৰতলীয়া ৰজা হিচাপে দিয়া নিযুক্তি[১২], ১৮৩৪ খ্ৰীষ্টাব্দত অসমৰ আযুক্ত হিচাপে জেনেৰেল জেনকিন্সৰ

যোগদান[১৩], ১৮৩৮ খ্ৰীষ্টাব্দত পুৰন্দৰ সিংহক ৰজা ভাগুি উজনি অসমক স্থায়ীভাৱে বৃটিছৰ অধীনলৈ অনা কাৰ্য[১৪], আৰু ১৮৩৯ খ্ৰীষ্টাব্দত বৰসেনাপতিৰ ৰাজ্য বৃটিছ ৰাজ্যৰ অন্তৰ্ভুক্তি[১৫] এই ৰাজনৈতিক ঘটনাৱলীয়েই পিছৰ এশ বছৰৰ অসমৰ ভাগ্য নিৰ্ণয় কৰি দিলে।

বৃটিছৰ নতুন প্ৰশাসনীয় নীতিৰ লগত অপৰিচিত অসমীয়া লোকৰ ঠাইত বৃটিছক সহায় কৰিবলৈ কলিকতাৰ পৰা অনা আমোলা-মহৰীৰ প্ৰভাৱ,[১৬] তেতিয়াও ভাষা-ভিত্তিক জাতীয়তাবাদৰ লগত পৰিচিত নোহোৱা অসমীয়া সম্ভ্ৰান্তসকলৰ ইংৰাজী আৰু বঙলা ভাষাক ৰজাঘৰীয়া লোকে ব্যৱহাৰ কৰা মান্য ভাষাৰূপে গ্ৰহণ কৰাৰ প্ৰবৃত্তি,[১৭] ১৮৩০ খ্ৰীষ্টাব্দত বৃটিছ মিছনেৰি জেমছ্ ৰে'ই গুৱাহাটীত আৰম্ভ কৰা স্কুলত (এবছৰমান চলি বন্ধ হ'ল) বঙলা ভাষাৰ প্ৰৱৰ্তন,[১৮] ১৮৩৫ খ্ৰীষ্টাব্দত জেন্‌কিন্সৰ যত্নত প্ৰতিষ্ঠিত গুৱাহাটী ছেমিনাৰিত বঙলা ভাষাৰ প্ৰৱৰ্তন,[১৯] ১৮৩৭ চনৰ ২৯ সংখ্যক আইনৰ সহায়ত অসমৰ পৰা অসমীয়া ভাষা আঁতৰাই বঙলা ভাষা প্ৰৱৰ্তন[২০] —এই ঘটনালানিয়ে অসমৰ ভাষিক তথা সাংস্কৃতিক জীৱনত পেলালে সুদূৰপ্ৰসাৰী প্ৰভাৱ।

এই ঘটনাৱলীৰ সমান্তৰালভাৱে, কাকতালীয়ভাৱে ঘটা ঘটনাৱলীৰ প্ৰসংগও প্ৰসংগক্ৰমে উল্লেখযোগ্য। ১৮২৯ খ্ৰীষ্টাব্দত এহাতে হলিৰাম ঢেকিয়ালফুকনে বঙলা ভাষাত লিখা 'আসাম বুৰঞ্জি' প্ৰকাশিত হয় আৰু আনহাতে পৰৱৰ্তী কালত অসমীয়া ভাষাৰ হকে মাত মাতোঁতা তেওঁৰ পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকনৰো জন্ম হয়। ১৮৩৩ খ্ৰীষ্টাব্দত অসমীয়া বাইবেলৰ দ্বিতীয় সংস্কৰণ (প্ৰথম সংস্কৰণ শ্ৰীৰামপুৰৰ পৰা উইলিয়াম কেৰিৰ দ্বাৰা ১৮১৩ খ্ৰীষ্টাব্দত প্ৰকাশিত হৈছিল আৰু এইখনেই আছিল প্ৰথম অসমীয়া ছপা পুথি) প্ৰকাশিত হয়। ১৮৩৫ চনত হয় পৰৱৰ্তী কালৰ ভাষাৰ ওজা স্বৰূপে স্বীকৃত অসমীয়া ভাষাৰ প্ৰথম অসমীয়া বৈয়াকৰণ আৰু প্ৰথম অসমীয়া আভিধানিক হেমচন্দ্ৰ বৰুৱাৰ জন্ম আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ আধ্যাত্মিক উত্তৰাধিকাৰী, 'আসাম বন্ধু'ৰ সম্পাদক, আধুনিক অসমীয়া ভাষাত অসম-বুৰঞ্জী লিখোঁতা গুণাভিৰাম বৰুৱাৰ জন্ম। এই ১৮৩৫ চনতেই অসমৰ ভাষা-সাহিত্যৰ ইতিহাসত অতিশয় গুৰুত্বপূৰ্ণ ভূমিকা লওঁতা আমেৰিকান বেপ্টিষ্ট মিছনেৰিসকলৰো অসমলৈ আগমন ঘটে।

দেখা যায় যাণ্ডাবু সন্ধিৰ পৰা প্ৰথম দহ বছৰত অসমে ৰাজনৈতিক অধিকাৰ আৰু সাংস্কৃতিক স্বাধিকাৰ হেৰুৱালে। কিন্তু এই সময়ছোৱাতে ৰাজনৈতিক স্বাধিকাৰ ঘূৰাই পোৱাৰ প্ৰথম ব্যৰ্থ প্ৰচেষ্টাও দেখা গ'ল আৰু সাংস্কৃতিক স্বাধিকাৰ লাভৰ বাবে ভৱিষ্যতে কৰিবলগীয়া যুঁজৰ যুঁজাৰুসকলেও মঞ্চত প্ৰৱেশ কৰিলেহি। অৰুনোদইৰ পৰা জোনাকীলৈকে এই সুদীৰ্ঘ সময়ছোৱাত অসমীয়া পত্ৰ-পত্ৰিকাই গ্ৰহণ কৰা ভূমিকাৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে এই ঐতিহাসিক প্ৰেক্ষাপটটো সকলো সময়তে চকুৰ আগত ৰাখিব লাগিব।

## মিছনেৰিসকল

শ্ৰীৰামপুৰ মিছনৰ পৰা ১৮২৯ খ্ৰীঃৰ অক্টোবৰত আহি গুৱাহাটী পোৱা জেমছ্ ৰে'ই আছিল মিছন স্থাপনৰ উদ্দেশ্যে অসমলৈ অহা প্ৰথম বৃটিছ মিছনেৰি। ১৮৩৬ চনত উইলিয়াম ৰবিন্সনে আহি যোগ দিয়েহি যদিও ১৮৩৮ খ্ৰীঃত এই মিছন ডংগ কৰি দিবলগীয়া হয়। শ্ৰীৰামপুৰৰ পৰা বৃটিছ মিছনেৰিসকলৰ বঙলা ভাষাৰ লগত আগৰে পৰা পৰিচয় আছিল আৰু তেওঁবিলাকেই অসমত স্থাপন কৰা স্কুলত বঙলা ভাষা চলোৱাত অগ্ৰণী ভূমিকা লৈছিল।[২১]

ইতিপূৰ্বে ১৮৩৪ খ্ৰীষ্টাব্দত অসমৰ আযুক্ত হিচাপে কাৰ্যভাৰ লোৱা জেনেৰেল জেন্‌কিন্সে চৰকাৰৰ হাত শক্তিশালী হোৱাত সহায়ক হোৱাৰ আশাত আৰু তেতিয়ালৈকে খ্ৰীষ্টান মিছনেৰি সোমাব নোৱৰা চীন দেশলৈ সোমোৱাৰ সুবিধা হ'ব বুলি শদিয়াত এটা মিছন স্থাপন কৰিবৰ বাবে মিছনেৰি পঠাবলৈ বেংগলৰ অন্যতম প্ৰশাসনীয় বিষয় মিঃ ট্ৰেভেলিয়ানলৈ লিখে[২২] আৰু বৃটিছ মিছনেৰি আহিব নোৱৰাত ট্ৰেভেলিয়ানে লিখে বাৰ্মা মিছনলৈ।[২৩] বাৰ্মা মিছনৰ ডঃ নাথান ব্ৰাওনে "আমেৰিকাৰ বৈদেশিক মিছনৰ আযুক্ত পৰিষদ"ৰ অনুমতি লৈ[২৪] ১৮৩৫ খ্ৰীষ্টাব্দত, লগত অলিভাৰ টি. কাটাৰক লৈ আৰু জেন্‌কিন্সৰ পৰামৰ্শমতেই এটা ছপাশাল লৈ যাত্ৰা কৰি[২৫] ১৮৩৫ খ্ৰীঃৰ ২০ নৱেম্বৰত কলিকতা পালেহি আৰু ১৮৩৬ খ্ৰীষ্টাব্দৰ ২৩ মাৰ্চত কলিকতাৰ পৰা চাৰি মাহৰ কষ্টকৰ যাত্ৰাৰ পিছত, শদিয়া পালেহি।[২৬] তেওঁবিলাকে চীন দেশলৈ সোমোৱাৰ সুবিধাৰ বাবে নাৱত আহোঁতে শিকি অহা শ্বান ভাষা যে কোনো কামত নালাগে,[২৭] আৰু চীনলৈ সোমোৱাৰো যে কোনো উপায় নাই, বৰং অসমত কাম কৰিবলৈ হ'লে অসমীয়া ভাষা শিকাটো অপৰিহাৰ্য,[২৮] সেই কথা তত্তালিকে বুজি পালে। শ্ৰীমতী ব্ৰাওন আৰু শ্ৰীমতী কাটাৰে এখন ল'ৰাৰ বাবে আৰু এখন ছোৱালীৰ বাবে, দুখন স্কুল আৰম্ভ কৰিলে। ১৮৩৭ খ্ৰীষ্টাব্দৰ ৫ জুলাইত তেওঁবিলাকৰ লগত যোগ দিলেহি ডঃ মাইলছ্ ব্ৰন্সনে।[২৯] ডঃ নাথান ব্ৰাওনে অসমীয়া ভাষা শিকাত দিলে অধিক গুৰুত্ব আৰু ১৮৩৮

খ্ৰীষ্টাব্দলৈকে এই দুবছৰৰ ভিতৰত তেওঁ অসমীয়া ভাষাত নিজৰ অধিকাৰ সাব্যস্ত কৰিলে।[৩০] কিন্তু খামটিসকলৰ আক্ৰমণৰ ফলত ১৮৩৯ খ্ৰীষ্টাব্দৰ ২৮ জানুৱাৰীৰ দিনা বৃটিছ পলিটিকেল বিষয়া কেপ্টেইন আদাম হোৱাইটে আৰু তেওঁৰ লগৰ ৮০ জন লোকে প্ৰাণ হেৰুওৱাৰ পৰিপ্ৰেক্ষিতত মিছনেৰিসকলে মে' মাহত শদিয়া ত্যাগ কৰি বৰ্তমানৰ নাহৰকটীয়াৰ ওচৰৰ জয়পুৰ পালেহি।[৩১] সেই বছৰতে ডঃ ব্ৰন্সনৰ ভনীয়েক ৰোডা ব্ৰন্সন, আৰু শ্ৰী আৰু শ্ৰীমতী বাৰ্কাৰ আহি মিছনত যোগ দিযেহি (ৰোডা ব্ৰন্সনে নাম চাঙত থকা ককায়েকৰ তালৈ গৈ তাতেই শেষ নিশ্বাস পেলায় )।[৩২] কিন্তু জয়পুৰৰ পৰাও মিছনৰ কাম কৰাত পোৱা অসুবিধাৰ বাবে, বিশেষকৈ বাৰ্কাৰৰ কথা মতে, শিৱসাগৰলৈ মিছন স্থানান্তৰ কৰাৰ কথা ভাবে আৰু ১৮৪১ খ্ৰীষ্টাব্দৰ ২৪ মে' তাৰিখে তেওঁবিলাক আহি শিৱসাগৰ পালেহি আৰু দিখৌ নদীৰ উত্তৰ পাৰে থিতাপি ল'লেহি। জুলাইত তালৈ নামচাঙৰ পৰা আহি পালেহি ব্ৰন্সন আৰু নৰেন্দ্ৰ ত আহি পালেহি শ্ৰী আৰু শ্ৰীমতী কাটাৰ।[৩৩] ১৮৪৩ খ্ৰী: ত জয়পুৰৰ পৰা শিৱসাগৰলৈ মিছন প্ৰেছটো তুলি অনাৰ পিছত জয়পুৰৰ মিছন বন্ধ হ'ল[৩৪] আৰু শিৱসাগৰ মিছন সতেজ হৈ উঠিল।

১৮৪৩ খ্ৰীষ্টাব্দত শিৱসাগৰত আনি স্থাপন কৰা মিছনেৰিসকলৰ এই ছপাশালটোৱে আমাৰ সাংস্কৃতিক ইতিহাসত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি গৈছে। প্ৰথমতে এই ''মিছন প্ৰেছ, শিৱসাগৰ''ত খ্ৰীষ্টধৰ্মীয় প্ৰচাৰ পুস্তিকা ছপোৱা হৈছিল। জয়পুৰত থাকোঁতে ইয়াৰ পৰাই ছপা কৰি উলিওৱা হৈছিল শ্ৰীমতী কাটাৰৰ Assamese Vocabulary and Phrases নামৰ গ্ৰন্থ। ১৮৪৪ খ্ৰীষ্টাব্দত মিছনেৰিসকলে এই প্ৰেছতে ছপায় কাশীনাথ তামুলি-ফুকনৰ 'আসাম-বুৰঞ্জী'। আৰু ১৮৪৬ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহৰ পৰা এই ছপাশালতে মুদ্ৰিত হৈ প্ৰকাশ লাভ কৰে প্ৰথম অসমীয়া 'সম্বাদ পত্ৰ' 'অৰুনোদই'-এ। এই ছপাশালটোৰ প্ৰতিষ্ঠাই অসমত যন্ত্ৰযুগৰো প্ৰথম আৰম্ভণি কৰা বুলি ক'ব পাৰি। (অৱশ্যে ১৮৩৯ খ্ৰীষ্টাব্দত প্ৰথম মেশ্বিন নাও প্ৰৱৰ্তনৰ বিষয়টো ধৰিলে ই দ্বিতীয় হ'ব)। এই ছপাশাল প্ৰতিষ্ঠাই জ্ঞানৰ প্ৰচাৰ কৰিলে দ্ৰুততৰ আৰু বহল। ১৮৮২ খ্ৰীষ্টাব্দত মিছনেৰিসকলে এই ছপাশালটো নাজিৰাৰ আছাম কোম্পানিক বিক্ৰী কৰি দিয়ালৈকে ৪০ বছৰ কাল এই ছপাশালটো শিৱসাগৰৰ দিখৌৰ উত্তৰ পাৰে প্ৰতিষ্ঠিত হৈ আছিল।[৩৫] এই ছপাশালটোৱে অসমীয়া মানুহৰ মনত কেনে সাঁচ বহুৱাইছিল তাৰ সংকেত ৮ম বছৰৰ দ্বিতীয় সংখ্যা 'অৰুনোদই'ত দয়াৰাম চেটিয়াই লিখা 'চাপাখানাৰ বিবৰণ' নামৰ পদ্যটোৱে ধৰি ৰাখিছে।

> মাহে মাহে অৰুনোদই জেনে মতে পাই,
> তাৰ বিবৰণ লিখোঁ জন্ত্ৰ সব চাই,
> বহু বহু লোক আচে দেখিতে নেপাই,
> অচম দেসত জানা এনে জন্ত্ৰ নাই।

''অসম দেশত নোহোৱা এই যন্ত্ৰটো''ৱেই অসমৰ জাতীয় জীৱনত আৰু সাংস্কৃতিক জীৱনত ঘটা অনেক অভূতপূৰ্ব ঘটনাৰো ঘটক আৰু দৰ্শক হৈ ৰ'ল প্ৰায় আধাশতিকা।

### অৰুনোদই : চমু ইতিবৃত্ত

খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰিবলৈ অসমলৈ অহা আমেৰিকান বেপ্টিষ্ট মিছনেৰিসকলে আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ জন্ম আৰু বিকাশৰ বাবে যোগোৱা উজ্জ্বল বৰঙণিৰ বাবে অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসত তেওঁবিলাকৰ নাম মচিব নোৱৰাকৈ মুদ্ৰিত হৈ ৰ'ব। কেৱল এয়ে নহয়, ভাষা-ভিত্তিক জাতীয় চেতনাৰ জাগৰণ আৰু এই চেতনাৰ প্ৰতিষ্ঠাৰ বাবেও তেওঁলোক অসমীয়া জাতীয় জীৱনৰ ইতিহাসত চিৰস্মৰণীয় হৈ ৰ'ব। যিসকলে মিছনেৰিসকলক কেৱল সাম্ৰাজ্যবাদী বৃটিছ শক্তিৰ সহায়ক শক্তিস্বৰূপে চিনাকি দি তেওঁবিলাকৰ এই অৱদান অস্বীকাৰ কৰে, তেওঁবিলাকে ইতিহাস আৰু সত্য দুয়োৰে বিকাৰ ঘটায়। সি যি কি নহওক মিছনেৰিসকলৰ সকলো অৱদানৰ ভিতৰত শ্ৰেষ্ঠতম অৱদান হ'ল 'অৰুনোদই'। ১৮৪৬ 'খ্ৰীষ্ট অঃ সঁকৰ জানোআৰি' মাহত 'মো' সিৱসাগৰ'ৰ পৰা প্ৰকাশিত হ'ল 'অৰুনোদই সম্বাদ-পত্ৰ প্ৰথম চোআ'ৰ '১ নম্বৰ' সংখ্যা। ৮ পৃষ্ঠাৰ কাকতখনৰ নাম আছিল 'অৰুনোদই সম্বাদ পত্ৰ' আৰু সম্পাদকৰ নহয়, কেৱল মুদ্ৰকৰ নাম থকা ঘোষণাটোত কোৱা হৈছিল ''THE ORUNODOI, A monthly paper, devoted to religion, science and general intelligence, is printed and published at the Sibsagor Mission Press, by O T Cutter, for the American Baptist Mission in Assam Price, one Rupee per annum, in advance, or one and half at the end of the year'' এই 'অৰুনোদই সম্বাদপত্ৰ' নামটো ১৮৫০ খ্ৰীষ্টাব্দলৈকে চলি আছিল; ১৮৫১ ৰ পৰা কৰা হ'ল কেৱল 'অৰুনোদই'। ১৮৬০ খ্ৰীষ্টাব্দলৈকে 'অৰুনোদই' এই আখৰ-জোঁটনিত মিছনেৰিসকলে উচ্চাৰণ অনুসৰি কৰা আখৰ-জোঁটনিৰ নিয়ম অনুসৰি দন্ত্য 'ন' আৰু হ্ৰস্ব 'ই' ব্যৱহৃত হৈছিল। ১৮৪৮ খ্ৰীষ্টাব্দত এই মিছন প্ৰেছৰ পৰাই ছপা হৈ ওলোৱা ৰেভাৰেণ্ড ডঃ নাথান ব্ৰাওনৰ

Grammatical Notices of the Assamese Language আৰু ৯ম বছৰৰ চতুৰ্থ সংখ্যা অৰুনোদইত প্ৰকাশিত Style and Mode of spelling ৰ নিৰ্দেশ মতেই 'অৰুনোদই'-এ জ আৰু যৰ ঠাইত জ; চ আৰু ছৰ ঠাইত চ; শ, ষ, সৰ ঠাইত 'স'; ন আৰু ণৰ ঠাইত ন; ই কাৰ আৰু ঈ কাৰৰ ঠাইত হ্ৰস্ব 'ই'কাৰ; ৰেফযুক্ত দ্বিত ব্যঞ্জনৰ এটা বৰ্জন কৰি সূৰ্য্যৰ ঠাইত সুৰ্জ- এনে আখৰ-জোঁটনি ব্যৱহাৰ কৰি আহিছিল। কিন্তু ১৮৫৯ খ্ৰীষ্টাব্দত হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' প্ৰকাশিত হোৱাৰ পিছত ১৮৬০ খ্ৰীষ্টাব্দৰ পৰা 'অৰুনোদই'-এ নিজকে 'অৰুণোদয়' কৰিলে আৰু অন্যান্য আখৰ-জোঁটনিও সলালে। এতেকে, ১৮৪৬ৰ পৰা ১৮৮০ লৈকে এই ৩৪ বছৰত 'অৰুনোদই'এ তিনিটা নামত প্ৰকাশ লাভ কৰিছিল: ১৮৪৬ৰ পৰা ১৮৫০ লৈকে 'অৰুনোদই সম্বাদপত্ৰ,' ১৮৫১ৰ পৰা ১৮৬০ লৈকে 'অৰুনোদই' আৰু ১৮৬১ৰ পৰা ১৮৮০ লৈ 'অৰুণোদয়' এই তিনিটা নামত। অৰুনোদই দুটা আকাৰত প্ৰকাশিত হৈছিল— এটা ফুলস্কেপ কাগজৰ আকাৰত আৰু আনটো ৰয়েল অক্টেভো আকাৰত। কিন্তু ১৮৫১ খ্ৰীষ্টাব্দৰ পৰা ফুলস্কেপ কাগজৰ আকাৰটো বন্ধ কৰিলে আৰু কাকতখন ৮ পৃষ্ঠাৰ পৰিৱৰ্তে ১৬ পৃষ্ঠা কৰিলে।[৩৬] কিন্তু জৰ্জ গিলেস্পিয়ে ১৮৫৫ৰ পৰাহে বাতৰিকাকতৰ আকাৰটো সলনি কৰাৰ কথা কৈছে।[৩৭] আনহাতে তেওঁ ক'ব খোজে যে বাতৰিকাকতৰ আকাৰটোত গ্ৰাহকসকলৰ বাবে অৰুনোদই ছপোৱা হৈছিল।[৩৮] ভৱিষ্যতৰ বাবে সংৰক্ষণৰ কথা ভাবি মিছনেৰিসকলে যে আলোচনীৰ আকাৰতো কিছুসংখ্যক 'অৰুনোদই' ছপাইছিল তাৰ প্ৰমাণ পোৱা হয় ১৮৫০ খ্ৰী: ৰ মাৰ্চৰ পৰা ৭ জুলাইলৈকে 'অৰুনোদই'ৰ সংখ্যাসমূহ ১৮৫৩ খ্ৰী: ৰ নৱেম্বৰ আৰু ডিচেম্বৰত ছপোৱা বুলি লিখাৰ পৰা।[৩৯]

'অৰুনোদই'— এই নামটো সম্পৰ্কে অসম বুৰঞ্জীক তেজ-মঙহৰ ৰূপ দিওঁতা বুৰঞ্জীৰ খনিকৰ বেণুধৰ শৰ্মাই শ্ৰীৰামপুৰ মিছনৰ পৰা একে নামেৰে ওলোৱা এখন কাকতেই আৰ্হি আছিল বুলি ক'ব খোজে।[৪০] কিন্তু শ্ৰীৰামপুৰ মিছনে ১৮১৮ খ্ৰীষ্টাব্দত প্ৰকাশ কৰা প্ৰথমখন বাংলা কাকত আছিল 'দিগদৰ্শন' আৰু দ্বিতীয়খন আছিল 'সমাচাৰ দৰ্পণ'।[৪১] 'অৰুণোদয়' নামৰ এখন পষেকীয়া কাকত শ্ৰীৰামপুৰৰ পৰা ১৮৫৬ খ্ৰীষ্টাব্দতহে ৰেভাৰেণ্ড লাল বিহাৰী দে'ৰ সম্পাদনাত প্ৰকাশিত হৈছিল আৰু ১৮৬২ খ্ৰীষ্টাব্দলৈকে ই চলিছিল।[৪২] এতেকে, অসমীয়া ভাষাত মিছনেৰিসকলে প্ৰকাশ কৰা 'অৰুনোদই' এই নামৰ প্ৰথম কাকত আছিল।

'অৰুনোদই'ৰ বয়স সম্পৰ্কেও বিভিন্ন মত আছিল। উইলিয়াম হাটনে তেওঁৰ A Century of Literary Work in Assam নামৰ প্ৰবন্ধত কাকতখন ১৮৮৬ খ্ৰীষ্টাব্দলৈ চলা বুলি,[৪৩] বেণুধৰ শৰ্মাৰ মতে ১৮৮২-৮৩ লৈকে[৪৪] ড: মহেশ্বৰ নেওগে ১৮৮২-৮৩ লৈকে[৪৫] ড: সত্যেন্দ্ৰনাথ শৰ্মাই ১৮৮২ খ্ৰী:লৈকে,[৪৬] ডিম্বেশ্বৰ নেওগে ১৮৮২-৮৪ খ্ৰী: লৈকে[৪৭] নন্দ তালুকদাৰে ১৮৮২-৮৩ লৈকে[৪৮] চলা বুলি কৈছে। কিন্তু Mrs. S R Ward-এ তেওঁৰ ১৮৮৪ খ্ৰীষ্টাব্দত প্ৰকাশিত A Glimpse of Assam গ্ৰন্থত "This useful little sheet came to an end in December 1880" বুলি আৰু ১৮৮২ খ্ৰীষ্টাব্দত ছপাশালটো দি আছাম কোম্পানিক বিক্ৰী কৰা বুলি দিয়া সম্বাদ সকলো ফালৰ পৰাই নিৰ্ভৰযোগ্য আৰু গ্ৰহণযোগ্য।[৪৯]

'অৰুনোদই'ৰ প্ৰথম সম্পাদক সম্পৰ্কেও আনুমানিক তথ্যৰ ভিত্তিত কৰি অহা সিদ্ধান্তই অনেক দিনলৈ চলি আহিছিল। তাৰ প্ৰধান কাৰণটোৱেই হ'ল কাকতখনত ১৮৫০ খ্ৰীষ্টাব্দলৈকে সম্পাদকৰ নাম দিয়া হোৱা নাছিল, দিয়া হৈছিল মুদ্ৰক আৰু প্ৰকাশক হিচাপে অলিভাৰ টি. কাটাৰৰ নাম (অনেকে লিখি অহাৰ দৰে কাট্টাৰ বা কট্টাৰ বা কট্টৰ নহয়, সহজভাৱে নামটো হ'ল কাটাৰহে)। ১৮৫০ খ্ৰীৰ মাৰ্চ মাহৰ পৰাহে সম্পাদক হিচাপে নাথান ব্ৰাওনৰ নাম ছপা কৰা হয়।[৫০] সেই বছৰৰে আগষ্টৰ সংখ্যাৰ পৰা সম্পাদক নাথান ব্ৰাওনৰ আৰু মুদ্ৰক আৰু প্ৰকাশক অলিভাৰ টি কাটাৰৰ দুয়োৰে নাম ছপোৱা হয়।[৫১] ডিম্বেশ্বৰ নেওগ, বেণুধৰ শৰ্মা, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা আদি প্ৰায় সকলোৱেই কাটাৰেই ১৮৫০ খ্ৰীষ্টাব্দলৈকে সম্পাদক আছিল বুলি কৈছে।[৫২] কিন্তু কাটাৰে অসমীয়া ভাষাত লেখা-মেলা কৰাৰ কোনো উদাহৰণ নাই; পৰিৱৰ্তে ব্ৰাওনে শদিয়াত থিতাপি লৈয়েই অসমীয়া ভাষা শিকাত সৰ্বাধিক গুৰুত্ব দি অহাৰ কথা কৈ অহা হৈছে। তেওঁ ১৮৩৮ খ্ৰী: ত অসমীয়া ভাষা জনা পণ্ডিত হিচাপেও স্বীকৃত হৈছে।[৫৩] ব্ৰাওনেই অসমীয়া ভাষাৰ দ্বিতীয়জন ব্যাকৰণ লিখোঁতা। এতেকে অৰুনোদইৰ সম্পাদনাৰ দায়িত্ব যে ব্ৰাওনৰ আছিল সেই বিষয়ে সহজেই অনুমান কৰি ল'ব পাৰি। এই অনুমান সঁচা বুলি প্ৰত্যয় নিয়ালে E W Brown এ লিখা "The Whole World Kin A Pioneer Experience among remote Tribes and other Labors of Nathan Brown" নামৰ নাথান ব্ৰাওনৰ জীৱনীখনে।[৫৪] এতেকে, ৰেভাৰেণ্ড ড: নাথান ব্ৰাওন আছিল 'অৰুনোদই'ৰ প্ৰথমগৰাকী সম্পাদক আৰু তেওঁ ১৮৫৪ খ্ৰীষ্টাব্দলৈকে

অৰুনোদই সম্পাদনা কৰিছিল।[৫৫] ব্ৰাওনৰ পিছত ৰেভাৰেণ্ড ডঃ মাইলছ্ ব্ৰন্সন্ অৰুনোদইৰ সম্পাদক হোৱা বুলি কোনো কোনোৱে ক'ব খোজে। ব্ৰন্সন ১৮৪১ খ্ৰীষ্টাব্দত নগাঁৱলৈ গ'ল।[৫৬] ব্ৰাওনৰ পিছত 'অৰুনোদই'ৰ সম্পাদকসকলৰ এটা ক্ৰম এনেভাৱে কৰা হৈছে।

১৮৫৫ ৰ পৰা ১৮৫৭ ৰ জানুৱাৰীলৈকে— এ. এইচ. ডেনফোৰ্থ

১৮৫৭ ৰ ফেব্ৰুৱাৰীৰ পৰা ১৮৬০ ৰ ডিচেম্বৰলৈকে— এম. হোইটিং

১৮৬১ ৰ পৰা ১৮৬৮ লৈকে— উইলিয়াম ৱাৰ্ড

১৮৬৯ ৰ পৰা ১৮৭৩ লৈকে— ডব্লিউ ডব্লিউ হাণ্টাৰৰ মতে[৫৭] 'অৰুণোদয়' ওলাই আছিল; কিন্তু এই বিষয়ে তথ্যৰ অভাৱত থিৰাংকৈ কোৱা টান।

১৮৭৩ ৰ অক্টোবৰৰ পৰা[৫৮] ১৮৭৪ ৰ ছেপ্টেম্বৰলৈকে— ই. ডব্লিউ ক্লাৰ্ক আৰু শ্ৰীমতী এছ. আৰ. ৱাৰ্ড ১৮৭৪, ১৮৭৯ আৰু ১৮৮০ খ্ৰীষ্টাব্দত— এ. কে. গাৰ্ণী।

ইয়াৰে ভিতৰত ১৮৭৫ ৰ পৰা ১৮৭৮লৈকে কাকতখনৰ প্ৰকাশৰ কোনো তথ্য-পাতি পোৱা নাই। ডঃ নেওগে কৈছে যে ১৮৬১ খ্ৰীষ্টাব্দৰ পৰা কাকতখনৰ প্ৰকাশৰ যথাযথ তথ্যপাতি পাবলৈ টান।[৫৮] দৰাচলতে ১৮৫৭ খ্ৰীষ্টাব্দলৈকে কাকতখনৰ এফেলগে বন্ধা ভল্যুমৰ বিজ্ঞাপন কাকতখনত ওলাই আছিল; তাৰ পিছৰ পৰা তেনে বিজ্ঞাপন প্ৰচাৰ নকৰাৰ বাবে ধাৰাবাহিকতা ৰক্ষিত হোৱা-নোহোৱা সম্পৰ্কে সঠিকভাৱে কোৱা সম্ভৱ নহয়। আনহাতে ১৮৫৭ খ্ৰীষ্টাব্দত হোৱা চিপাহী বিদ্ৰোহৰ বাবে মিছনেৰিসকলৰ কাম-কাজত ব্যাঘাত জন্মিছিল আৰু কোনো কোনো মিছনেৰি দেশলৈ ঘূৰি গৈছিল। সি যি কি নহওক শেহলৈ অনিয়মীয়াকৈ হ'লেও ই যে শতিকাটোৰ অষ্টম দশকলৈকে প্ৰকাশিত হৈ আছিল, সেই বিষয়ে সন্দেহ নাই। 'অৰুনোদই'-এ যথাৰ্থতে আধুনিক অসমীয়া ভাষা-সাহিত্যৰ আৰু আধুনিক দৃষ্টিভংগীৰ অৰুণোদয় ঘটালে। ডঃ মহেশ্বৰ নেওগে সঠিকভাৱেই কৈছে "অৰুনোদই" এ অসমীয়া মানুহৰ মানসিক দিগন্ত বহল কৰিলে।[৫৯] বিশ্বৰ লগত অসমীয়া মানুহৰ প্ৰথম যোগসূত্ৰ স্থাপন কৰিলে অৰুনোদই-এ। অৰুনোদই-এ যোগাই যোৱা অৱদান আমি দহোটা ভাগত ভগাই বিচাৰ কৰি চাব পাৰোঁ।

(১) অসমীয়া ভাষাত সংবাদ সেৱাৰ আৰম্ভণি কৰিলে অৰুনোদয়ে। অৰুনোদই ওলোৱাৰ পূৰ্বে শিক্ষিত অসমীয়া মানুহে শ্ৰীৰামপুৰ মিছনৰ পৰা বঙলা ভাষাত প্ৰকাশিত 'সমাচাৰ-দৰ্পণ' আৰু 'সমাচাৰ চন্দ্ৰিকা' পঢ়িছিল। কিন্তু এই কাকত দুখনে অসমৰ খা-খবৰ দিয়া নাছিল। অৰুনোদয়ে শিৱসাগৰৰ স্থানীয় খবৰৰ পৰা 'অনেক দেশৰ সম্বাদ'লৈকে সামৰি প্ৰথমবাৰৰ বাবে অসমীয়া মানুহৰ লগত ওচৰৰ আৰু দূৰৰ পৃথিৱীখনৰ পৰিচয় স্থাপন কৰি দিলে। ১৮৪৬ খ্ৰীঃ ৰ জানুৱাৰী মাহৰ, অৰ্থাৎ প্ৰথম বছৰৰ প্ৰথম সংখ্যা 'অৰুনোদই সম্বাদপত্ৰ'ৰ প্ৰথম শিতানটোৱেই আছিল 'জোআ বচৰৰ কথা'। ইয়াত ইংলেণ্ড, কলিকতা, মানদেশ, মেক্সিকো, চুইচ, আমেৰিকা, কাবুল, ৰুছিয়া, নিউজিলেণ্ড, স্কটলেণ্ড, জাৰ্মানী, মাদাগাস্কাৰ, আলজিৰিয়া, টাহিটি দ্বীপ, ঢাকা-কলিকতা গুৱাহাটী-নগাৱঁত হোৱা ভূমিকম্প, গয়া, পাটনা, আইচলেণ্ড, ডেনমাৰ্ক, আয়াৰলেণ্ড, পাঞ্জাব আদিৰ একোটা খবৰ চমু কিন্তু সৰলকৈ দি অসমীয়া পঢ়ুৱৈৰ চকুৰ আগত এখন নতুন, প্ৰশস্ত দুৱাৰ মুকলি কৰি দিলে। এয়ে বিশ্বৰ লগত আমাৰ প্ৰথম পৰিচয় ঘটিল। 'অৰুনোদই'ৰ প্ৰতিটো সংখ্যাত থকা 'অনেক দেশৰ সম্বাদ' শিতানটোৱে অসমীয়া মানুহৰ দৃষ্টিভংগীক দান কৰিলে এটা নতুন আয়তন। বিশ্বক আমি নিজৰ দুৱাৰমুখত যেন প্ৰথমবাৰৰ বাবে লগ পালোঁ। নিজৰ অঞ্চলটোৰ সিমূৰৰ খবৰটোও ছমাহেও নোপোৱা মানুহে পৃথিৱীৰ সিটো মূৰৰ খবৰো কেইমাহমানৰ মূৰতে পাব পৰা হ'ল। দিখৌ নদীত ঘৰিয়ালে তিৰোতা এগৰাকীক মৰাৰ পৰা (মাৰ্চ ১৮৪৬), স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ ভঁৰালত চুৰি হোৱালৈকে (আগষ্ট ১৮৪৬), পুৰন্দৰ সিংহৰ মৃত্যুৰ পৰা (অক্টোবৰ ১৮৪৬) অৰ্জুনগুৰিত মণিৰাম দেৱানে হাট বহুওৱালৈকে (জানুৱাৰী ১৮৪৮), কোঁৱৰপুৰত বজ্ৰপাত পৰি ম'হ মৰাৰ পৰা (এপ্ৰিল ১৮৫৩), মণিৰাম দেৱান আৰু পিয়লি বৰুৱাক ফাঁচী দিয়ালৈকে (ফেব্ৰুৱাৰী ১৮৫৮) সৰু-বৰ বিভিন্ন সম্বাদ কাকতখনে কঢ়িয়াই আনিছিল। ইংলেণ্ড আৰু ভাৰতত প্ৰকাশিত কাকতৰ পৰা, পঢ়ুৱৈৰ পৰা পোৱা চিঠিৰ পৰা আৰু মিছনেৰিসকলে যুগুতোৱা টোকাৰ পৰা সম্পাদকে সংবাদ সংগ্ৰহ কৰি লিখি উলিয়াইছিল। অসমত সংবাদ সেৱাৰ এই আৰম্ভণী-পৰ্বত দেখা পোৱা উল্লেখযোগ্য দিশটো হ'ল— এটা নিৰ্দিষ্ট ধৰ্মীয় লক্ষ্য থকা সত্ত্বেও 'অৰুনোদই সম্বাদ পত্ৰ'ৰ সম্বাদত প্ৰকাশ পোৱা ধৰ্ম-নিৰপেক্ষ আৰু বস্তুনিষ্ঠ দৃষ্টিভংগী। কোনো বিষয়ৰ জ্ঞান আৰু তথ্য যোগানেই আছিল অৰুনোদইৰ সম্বাদসেৱাৰ ঘাই লক্ষ্য।

'অৰুনোদই'ৰ বিষয়-সূচীয়েই ধাৰণা দিয়ে কেনেভাৱে কাকতখনে অসমীয়া পঢ়ুৱৈক বিশ্ব আৰু বিশ্বব্ৰহ্মাণ্ডৰ লগত পৰিচয় কৰাই দিয়াৰ বাবে যত্ন কৰিছিল। প্ৰায়

প্রতিটো সংখ্যাতে পৃথিৱীৰ কোনোবা নহয় কোনোবা এখন দেশ-সম্পর্কে, কোনো দেশৰ মানুহ-সম্পর্কে, কোনো দেশৰ জীৱ-জন্তু-সম্পর্কে, কোনো দেশৰ ভৌগোলিক ৰূপ-সম্পর্কে, ৰেলগাড়ী-টেলিগ্রাম আদি বিজ্ঞানৰ আৱিষ্কাৰ-সম্পর্কে লেখা ৰচনা প্রকাশ কৰা হৈছিল আৰু প্রয়োজন বুজি কাঠত নিখুঁতভাৱে কাটি উলিওৱা ছবিৰ ব্লক ব্যৱহাৰ কৰা হৈছিল। পঢ়ুৱৈৰ চিঠি-পত্র, অসম-বুৰঞ্জী, নৈতিক শিক্ষামূলক ৰচনা আদিৰ প্রকাশো মন কৰিবলগীয়া। 'জাত্রিকৰ জাত্রা' উপন্যাসৰ আৰু 'ৰামনৱমী' নাটৰ ধাৰাবাহিক প্রকাশৰ প্রসংগও লেখত ল'বলগীয়া বিষয়। ইবিলাকৰ ওপৰঞ্চিকৈহে যেন 'ধৰমৰ কথা-বতৰা', 'ধৰমৰ গীত', 'ধৰমৰ আখ্যান' আদি প্রকাশিত হৈছিল। এই সকাকতখনৰ বিষয়ৰ বিচিত্রতাই পঢ়ুৱৈক জ্ঞান আৰু আনন্দ দুয়োটা দিছিল। ১৮৪৬ খ্রীষ্টাব্দত অৰুনোদইৰ গ্রাহকৰ সংখ্যা হৈছিল ৫৭৬ জন[৬০] আৰু ১৮৬৭-৬৮ খ্রীষ্টাব্দত হৈছিলগৈ ৭০০ জন।[৬১] এতিয়াৰ পৰা ডেৰশ বছৰৰ আগত প্রথম প্রকাশিত কাকতখনে প্রায় সাতজন গ্রাহক পোৱাটো এটা উল্লেখযোগ্য ঘটনা।

(২) অসমীয়া ভাষাৰ আধুনিক গদ্যশৈলী গঢ়ি তুলিলে 'অৰুনোদই'এ। এই গদ্যশৈলী প্রধানকৈ উজনি অসমৰ কথিত গদ্যৰ আৰু বুৰঞ্জীৰ গদ্যৰ ভিত্তিত গঢ় লৈ উঠিল। হেমচন্দ্র গোস্বামীয়ে[৬২] আৰু বেণুধৰ শৰ্মাই[৬৩] এই গদ্যশৈলীক কেঁচুৱাৰ মৰমলগা থুনুক-থানাক মাতৰ লগত তুলনা কৰিলেও, যথাৰ্থতে কিন্তু এই গদ্যশৈলী তেনে নহয়, বৰং ই এক শৈশৱ গদ্যশৈলীৰে নিদর্শন। মিছনেৰিসকলে অসমীয়া লিখোঁতে কেইটামান নীতি অনুসৰণ কৰিছিল। তেওঁবিলাকে দীৰ্ঘস্বৰ আৰু মূৰ্ধণ্য বৰ্ণ ত্যাগ কৰিছিল আৰু তৎসম আৰু তদ্ভৱ শব্দৰ ব্যুৎপত্তিগত বৈশিষ্ট্য[৬৪] মানি চলা নাছিল। তেওঁবিলাকে যিমান পাৰে ভাষাৰ ব্যৱহাৰ সিমানে ঘৰুৱা কৰিবলৈ যত্ন কৰিছিল যদিও, অসমীয়া ভাষাৰ জতুৱা ঠাঁচৰ গদ্য ৰচনা কৰা টান হৈছিল। মিছনেৰিসকলৰ ভাব-প্রকাশৰ আৰু বাক্য গাঁথনিৰ ৰীতি ইংৰাজী ভাষাৰ দ্বাৰা প্রভাৱান্বিত হৈছিল। ফলত অসমীয়া ভাষাত সংযোজক অব্যয়ৰ অধিক ব্যৱহাৰ, যৌগিক বাক্যৰীতিৰ প্রৱর্তন আৰু আধুনিক যতি চিহ্নৰ প্রচলনৰ দুৱাৰ মুকলি হ'ল। ঘৰুৱা অসমীয়া কৰিবলৈ গৈ তেওঁবিলাকে 'বৰফ'ক 'পানিসিল' আৰু দীক্ষিত কৰা কাৰ্যক 'বুৰপোৱা' কৰিছিল যদিও এনেবোৰ শব্দ পিছলৈ আপোনা-আপুনি অপ্রচলিত হৈ পৰিল। কিন্তু, মিছনেৰিসকলৰ গদ্যৰ বিশেষকৈ সংযোজক অব্যয়ৰ, যতিচিহ্নৰ আৰু যৌগিক বাক্যৰ ব্যৱহাৰে সঞ্চালনি হৈ পৰিল আৰু এইবিলাকে অসমীয়া ভাষাক এটা আগতে নোহোৱা নতুন চৰিত্র দান কৰিলে। ইংৰাজী বাক্য-গাঁথনিৰ ৰীতিৰ প্রভাৱে এই গদ্যক বুৰঞ্জীৰ গদ্য বা পূৰ্বৰ কথিত গদ্যৰ ওচৰৰ পৰা আঁতৰাই আনিলে। অসমীয়া লেখকসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ মাজতে এই বিশেষত্ববোৰে প্রথম 'অসমীয়াত্ব' লাভ কৰিলে। মিছনেৰিসকলে জেনেৰেল জেন্‌কিন্সৰ যোগেদি পোৱা জাদুৰাম ডেকা বৰুৱাৰ হাতেলিখা অভিধানৰ আখৰ-জোঁটনি গ্ৰহণ কৰিছিল যদিও, আনন্দৰাম ঢেকিয়াল ফুকনে কিন্তু তৎসম আৰু তদ্ভৱ শব্দৰ স্বাভাৱিক ব্যৱহাৰ কৰিছিল।[৬৫] এই ধাৰাটোৱেই আখৰ-জোঁটনিৰ ক্ষেত্রত হেমচন্দ্র বৰুৱাৰ হাতত পূর্ণতা লাভ কৰিলে। কিন্তু বাক্য-গাঁথনি আৰু প্রকাশ-ভংগীৰ ক্ষেত্রত মিছনেৰিসকলৰ গদ্যই আধুনিক অসমীয়া গদ্যৰ আৰ্হি আৰু ভেটি হৈ পৰিল। এখন 'সম্বাদ-পত্র'ই এটা ভাষাক এনেভাৱে নতুন ৰূপ আৰু প্রকৃতি দান কৰাটো নিসন্দেহে এটা উল্লেখযোগ্য ঘটনা।

(৩) পূৰ্বেই উল্লেখ কৰি আহিছোঁ যে যদিও খ্রীষ্টধর্ম প্রচাৰৰ বাবেই মিছনেৰিসকলে কাকত প্রকাশৰ ব্যৱস্থা কৰিছিল, তেওঁবিলাকে ধর্ম-বিষয়ক ৰচনাতকৈ অন্যান্য বিষয়ৰ ৰচনাহে সৰ্বাধিক প্রকাশ কৰিছিল। আনকি হিন্দু ধর্ম বিষয়ক ৰচনাও যেনে 'তিৰ্থ আৰু পুৰাণৰ উত্‌পতিৰ কথা'[৬৬] 'চৰক পূজা'[৬৭] 'ৰথ যাত্রা'[৬৮] 'তিৰ্থজাত্রা',[৬৯] 'হিন্দুধৰ্মৰ বিৱৰণ'[৭০] 'হিন্দু ল'ৰাৰ উত্তম উত্তৰ'[৭১] আদি ৰচনায়ো 'অৰুনোদই'ত ঠাই পাইছিল। তদুপৰি জ্ঞান-বিজ্ঞানৰ বিষয়ৰ প্রকাশ আৰু প্রচাৰত কাকতখনে দিছিল বিশেষ গুৰুত্ব। বিশ্বৰ বিভিন্ন দেশ আৰু স্থানৰ পৰিচয়ে পঢ়ুৱৈসকলক দিছিল এটা আগেয়ে লাভ নকৰা বহল দৃষ্টিভংগীৰে বিশ্বক চোৱাৰ ক্ষমতা। তদুপৰি বিজ্ঞান-বিষয়ক প্রবন্ধসমূহে দান কৰিছিল এটা প্রাথমিক বৈজ্ঞানিক দৃষ্টিভংগী। এতিয়া কেৱল বিশ্বাস আৰু জনশ্রুতিয়েই জ্ঞান আহৰণৰ পথ হৈ নাথাকিল; এতিয়া তথ্য, যুক্তি আৰু প্রত্যয়জনক সিদ্ধান্ত জ্ঞান আহৰণৰ থাই পথ হৈ পৰিল। এনেভাৱেই 'অৰুনোদই'এ অসমীয়া মানুহক দান কৰিলে এটা ধর্মনিৰপেক্ষ বৈজ্ঞানিক দৃষ্টিভংগী আৰু অসমক যথাৰ্থভাৱেই আধুনিক যুগৰ দুৱাৰদলিলৈ লৈ আহিল।

(৪) 'অৰুনোদই'এ মাতৃভাষা-সম্পর্কে তেতিয়াও সচেতনতা লাভ নকৰা, বৰং শাসনকৰ্তা ইংৰাজৰ আৰু ইংৰাজৰ সহায়ক বাংলাভাষীসকলৰ ভাষাক 'ৰজাৰ ভাষা' জ্ঞান কৰি ভাবিক হীনমন্যতাত ভোগা অসমীয়া মানুহৰ প্রাণত প্রথমবাৰৰ বাবে মাতৃভাষাৰ প্রতি সচেতনতা গঢ়ি

তুলিলে আৰু ভাষিক জাতীয়তাবাদৰ গুটি সিঁচিলে। আনন্দৰাম-গুণাভিৰাম-হেমচন্দ্ৰৰ মাজত গঢ় লৈ উঠা ভাষা-চেতনা আৰু অসমীয়া ভাষাৰ প্ৰতি দায়বদ্ধতা সৃষ্টি কৰি দিলে মিছনেৰিসকলে আৰু প্ৰধানকৈ 'অৰুনোদই'এ। অসমৰ স্কুলত বঙলা ভাষা চলোৱাৰ বিপক্ষে কৰা যুঁজৰো যুঁজাৰু আছিল এই মিছনেৰিসকলেই।[১২] ১৮৫৭ চনৰ মাৰ্চৰ সংখ্যা কাকতত এজন অনামী লেখকে শিক্ষিত অসমীয়া মানুহৰ মাতৃভাষাৰ প্ৰতি থকা অনীহা কঠোৰভাৱে সমালোচনা কৰিছিল আৰু তেওঁবিলাকক এনে মনোভাৱ ত্যাগ কৰিবলৈ উদগনি দিছিল।

তদুপৰি, এই সম্পৰ্কীয় বিভিন্ন লোকৰ চিঠি-পত্ৰ প্ৰকাশ কৰা এটা আন্দোলন গঢ়ি উঠাত সহায় কৰিছিল।[১৩] আনন্দৰাম ঢেকিয়াল ফুকনৰ 'ইংলণ্ডৰ বিৱৰণ' ১৮৪৭ চনৰ এপ্ৰিলৰ সংখ্যাত প্ৰকাশিত হৈছিল আৰু এই ৰচনাৰ মাজেদিয়েই প্ৰথম অসমীয়া ডেকা এজনৰ মুখেদি অসমীয়া জাতীয়-চেতনাৰ প্ৰথম বাণী উচ্চাৰিত হৈছিল। ঢেকিয়াল ফুকনৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ'ৰ সপ্ৰশংস সমালোচনাও 'অৰুনোদই'এ প্ৰকাশ কৰি[১৪] অসমীয়া ভাষাত পুথি-সমালোচনাৰো আৰম্ভণি কৰিলে এই কাকতখনেই। পৰৱৰ্তী কালত গঢ় লৈ উঠা অসমীয়া সাংস্কৃতিক জাতীয়তাবাদৰ বুনিয়াদ ৰচনা কৰি দিলে 'অৰুনোদই'এ। অসমীয়া মানুহৰ মনলৈ, হেৰাই যোৱা আত্মবিশ্বাস আৰু আত্মপ্ৰত্যয়ৰ ভাব ঘূৰাই অনাত 'অৰুনোদই'এ লোৱা ভূমিকা আধুনিক অসমৰ ইতিহাসৰ এটা অবিস্মৰণীয় অধ্যায়। অসমীয়া ভাষা সম্পৰ্কীয় আলোচনা আদি প্ৰকাশ কৰাৰ উপৰিও অসমৰ পুৰণি বুৰঞ্জী অৰুনোদইত ছোৱা-ছোৱাকৈ প্ৰকাশ কৰি আৰু অসমীয়া সমাজত সোমোৱা কানিৰ অপকাৰিতা আৰু অন্যান্য কু-অভ্যাসৰ পৰিণতি সম্পৰ্কে লিখা ৰচনা প্ৰকাশ কৰি এহাতে নিজৰ ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধা গঢ় লৈ উঠাত আৰু আনহাতে এটা সংস্কাৰকামী মনোভাৱ গঢ় লৈ উঠাত সহায় কৰিছিল। তদুপৰি, ভোট, গাৰো, নগা, খামটি, মিচিমি, চিংফৌ, আবৰ, দফলা, মিৰি, অকা আদি বিভিন্ন সম্প্ৰদায়ৰ পৰিচয়জ্ঞাপক প্ৰবন্ধৰ প্ৰকাশে "অসমৰ জন-জীৱন আৰু জন-গাঁথনিৰ ছবি এখন চকুৰ আগত যেন তুলি ধৰিছিল। একপ্ৰকাৰ ক'বলৈ গ'লে, সমাজতত্ত্ব অধ্যয়নৰো 'অৰুনোদই'এ বাট কাটি থৈ গ'ল। 'পুৰণি অসম বুৰঞ্জী', 'কামৰূপৰ বুৰঞ্জী' আৰু 'হিন্দুস্তানৰ বুৰঞ্জী'ৰ ধাৰাবাহিক প্ৰকাশে নিজৰ দেশ আৰু চাৰিওফালৰ বহল জগতখনৰ অতীতৰ লগত পৰিচয় স্থাপন কৰাৰ সুযোগ দিলে। 'অৰুনোদই'এ প্ৰকাশ কৰা বিভিন্ন ৰচনাই সামাজিক-সচেতনতা এটিও সৃষ্টি কৰি দিলে।

(৫) 'অৰুনোদই'এ অসমীয়া ভাষাৰ আধুনিক ৰূপদান কৰাত, অসমীয়া মানুহ বিশ্বৰ লগত পৰিচিত হোৱাত, অসমীয়া মানুহক এটা আধুনিক দৃষ্টিভংগী গ্ৰহণ কৰাত আৰু অসমীয়া মানুহৰ প্ৰাণত ঐতিহ্যপ্ৰীতি আৰু ভাষা-প্ৰীতি জগাই জাতীয় চেতনা উদ্ৰেক কৰাত লোৱা ভূমিকাই অসম আৰু অসমীয়া মানুহক আধুনিক জীৱন দান কৰিলে। আৰু এই সমগ্ৰ প্ৰযত্নৰ মাজেদি আধুনিক অসমীয়া সাহিত্যৰ অংকুৰটিৰ উদগম ঘটিল। 'অৰুনোদই'এ বিষয়ৰ বিচিত্ৰতাৰে আৰু পূৰ্বে অসমীয়া মানুহৰ লগত পৰিচয় নথকা সাহিত্যৰ ধাৰা আৰু সাহিত্যৰ শৈলীৰে আধুনিক অসমীয়া সাহিত্যৰো আধাৰশিলা স্থাপন কৰিলে। আখ্যান বা গল্প, উপন্যাস, নাটক, সংলাপ, আত্মজীৱনীমূলক ৰচনা, ভ্ৰমণ-কাহিনী আৰু নতুন ৰীতিৰ পদ্য। এই আধুনিকতাৰ বাহক হৈ পৰিল। 'অৰুনোদই'ৰ প্ৰকাশিত গল্পবোৰ নিসন্দেহে খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ উদ্দেশ্যেই লিখিত। কিন্তু গল্পৰ চৰিত্ৰ আৰু ঘটনাবোৰ বাস্তৱ জীৱনৰ ভেটিত ৰচনা কৰাৰ বাবে, ইবিলাকে অসমীয়া সাহিত্যত বাস্তৱতাবাদৰো আৰম্ভণি ঘটালে। ১৮৫১ খ্ৰীষ্টাব্দৰ পৰা কাকতখনত ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল জন্ বানিয়ানৰ 'পিল্‌গ্ৰিম্‌ছ প্ৰগ্ৰেছ'ৰ অসমীয়া অনুবাদ 'জাত্ৰিকৰ জাত্ৰা' আৰু ১৮৫৮ খ্ৰীষ্টাব্দৰ পৰা ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল প্ৰথম অসমীয়া আধুনিক নাটক গুণাভিৰাম বৰুৱাৰ 'ৰাম-নৱমী'। তেনেকৈ, মহম্মদ আৰু লুথাৰৰ জীৱনী, ডঃ ফ্ৰেংকলিনৰ জীৱনীমূলক টোকা আৰু অন্যান্য ৰচনাই অসমীয়া পঢ়ুৱৈক আধুনিক সাহিত্যৰ লগত পৰিচয় কৰাই দিলে। তদুপৰি, পুৰণি কাব্যৰীতিৰ ভাব, বিষয় আৰু লক্ষ্য— এই সকলোৰে পৰা আঁতৰি আহি, ধৰ্মনিৰপেক্ষ পদ্য ৰচনাৰ যি আৰ্হি 'অৰুনোদই'ত প্ৰতিষ্ঠিত হ'ল, সেই আৰ্হিতেই পৰৱৰ্তী কালৰ অসমীয়া ৰোমাণ্টিক কবিতা গঢ় লৈ উঠাৰ সুবিধা হ'ল। অৱশ্যে ছন্দৰ ক্ষেত্ৰত 'অৰুনোদই'ৰ ৰচনাত পুৰণি অসমীয়া পদছন্দৰ প্ৰভাৱেই পৰিলক্ষিত হৈছিল। তৎসত্ত্বেও ভাব আৰু লক্ষ্যৰ একমুখিতা, পৰিমিত দৈৰ্ঘ্য আৰু বিষয়-বিচিত্ৰতাই ৰোমাণ্টিক অসমীয়া খণ্ড কবিতা সৃষ্টিৰ বাবে আৰ্হি স্থাপন কৰি গ'ল।

এইটোও মন কৰিবলগীয়া যে খ্ৰীষ্টধৰ্মত দীক্ষিত অসমীয়া লেখক আৰু খ্ৰীষ্টধৰ্মত দীক্ষিত নোহোৱা অসমীয়া লেখকসকলেহে ঘাইকৈ দীঘলীয়া পদ্য (কলিকতাৰ বিৱৰণ, জপানালৰ বিৱৰণ, গুৱাহাটীৰ

বিৱৰণ আদি) ৰচনা কৰিছিল; মিছনেৰিসকলে ঘাইকৈ গদ্য ৰচনা আৰু গীত ৰচনাত গুৰুত্ব দিছিল। নিধি লেৱি ফাৰৱেল, কিনাৰাম সত্ৰীয়া, দয়াৰাম চেতিয়া, ধৰ্মকান্ত গোহাঁই, মুন্সী কেফায়ৎ উল্লা আদিৰ দীঘলীয়া পদ্যসমূহৰ কথা প্ৰসংগক্ৰমে উল্লেখযোগ্য।

এক কথাত ক'বলৈ গ'লে 'অৰুনোদই' কাকতে অসমীয়া ভাষা আৰু সাহিত্যক ভাব আৰু গঢ় (spirit and form)দুয়োটা দিশতে আধুনিকভাৱে গঢ়ি তুলিলে। আমি আজি যি ভাষা কৈছোঁ আৰু লিখিছোঁ, সেই আধুনিক ভাষাৰ প্ৰাথমিক ভেটিটো নিৰ্মাণ কৰি গ'ল মিছনেৰিসকলে— 'অৰুনোদই' কাকতৰ যোগেদিয়েই। অসমীয়া মানুহৰ বাবে 'অৰুনোদই' বাতৰিকাকতৰ সমাৰ্থক-বাচক শব্দলৈ ৰূপান্তৰিত হৈছিল, যিদৰে পিছৰ যুগত 'আৱাহন' হৈ উঠিছিল আলোচনী-কাকতৰ সমাৰ্থক।

উনবিংশ শতিকাৰ অষ্টম দশকৰ আৰম্ভণিৰ পৰাই অৰুনোদয়ে ক্ৰমাৎ শক্তি হেৰুৱাই পেলাইছিল আৰু দশকটোৰ শেষত গৈ ই চিৰদিনলৈ বন্ধ হৈ গ'ল। তথাপি, ই পৰৱৰ্তী কালৰ অসমীয়া আলোচনীৰ বাবে এটা আৰ্হি প্ৰতিষ্ঠা কৰি গ'ল।

## 'অৰুনোদই' আৰু 'জোনাকী'ৰ মাজৰ পৰ্ব

'অৰুণোদই' ১৮৬১ৰ পৰা 'অৰুণোদয়' হৈ ষাঠিৰ দশকটো চলি থাকিলেও সত্তৰৰ দশকৰ প্ৰথমৰ পৰাই দুৰ্বল আৰু অনিয়মীয়া হ'বলৈ আৰম্ভ কৰাৰ সময়ৰ পৰা ১৮৮৯ খ্ৰীষ্টাব্দত 'জোনাকী'ৰ প্ৰকাশলৈকে এই ওঠৰ বছৰৰ ভিতৰত স্বল্পায়ু-দীৰ্ঘায়ু, সৰু-বৰ প্ৰায় বাৰখন পত্ৰ-পত্ৰিকাই প্ৰকাশ লাভ কৰে। তাৰে ভিতৰত, ১৮৭২ খ্ৰীষ্টাব্দত গুৱাহাটীৰ পৰা প্ৰকাশিত 'আসাম মিহিৰ' আৰু ১৮৭৬ খ্ৰীষ্টাব্দত গোৱালপাৰাৰ পৰা প্ৰকাশিত 'গোৱালপাৰা হিত-সাধিনী' — এই দুইখন বঙলা ভাষাত ওলোৱা কাকত এবছৰকৈ মাত্ৰ প্ৰকাশিত হৈছিল। অসমীয়া পত্ৰ-পত্ৰিকাসমূহৰ ভিতৰত প্ৰথমতেই নাম ল'ব লাগিব ১৮৭১ খ্ৰীষ্টাব্দত মাজুলীৰ আউনীআটী সত্ৰৰ পৰা শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী সত্ৰাধিকাৰে প্ৰকাশ কৰা 'আসাম বিলাসিনী'[৭৫] যিখন কাকত ১৮৮৩ খ্ৰীষ্টাব্দলৈকে প্ৰকাশিত হৈছিল। খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ বাবে মিছনেৰিসকলে ছপাশাল স্থাপন কৰি, তাৰ পৰা 'অৰুনোদই' কাকত প্ৰকাশৰ বিপৰীতে হিন্দুধৰ্ম তথা বৈষ্ণৱধৰ্ম সম্পৰ্কীয় ৰচনা প্ৰকাশৰ বাবে লোৱা শ্ৰীদত্তদেৱ গোস্বামীৰ এই ভূমিকা আছিল দবাচলতে এক নীৰৱ প্ৰত্যাহ্বান স্বৰূপ। কাকত প্ৰকাশৰ বাবে সত্ৰাধিকাৰগৰাকীয়ে ১৮৭১ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা এটা ছপাশাল কিনি আনি 'ধৰ্ম প্ৰকাশ যন্ত্ৰ' নাম দি সত্ৰত বহুৱাই লৈছিল। ছপাশালৰ নামটোৱেই লক্ষ্যৰ ইংগিত বহন কৰে বুলি ভাবিবৰ থল আছে। ব্ৰহ্মপুত্ৰই সত্ৰ খহোৱাৰ ফলত ১৮৮৩ খ্ৰীষ্টাব্দত সত্ৰ স্থানান্তৰ কৰা সময়লৈকে[৭৬] কাকতখন প্ৰকাশিত হৈ আছিল। উল্লেখযোগ্য, 'আসাম বিলাসিনী'ৰ পাততে ভোলানাথ দাসে অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা 'সীতাহৰণ কাব্য' ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল। ইংৰাজী শিক্ষাৰে শিক্ষিতসকলক বিশেষভাৱে আকৰ্ষণ কৰিব নোৱাৰিলেও, নিজা দৃষ্টিভংগীৰে নিয়ন্ত্ৰিত কাকতখনে পৰম্পৰাগত মূল্যবোধৰ সপক্ষে যে থিয় দিছিল সেই বিষয়ে কোনো সন্দেহ নাই।[৭৭] 'আসাম বিলাসিনী' চলি থকাৰ সময়তে 'ধৰ্ম প্ৰকাশ যন্ত্ৰ'ৰ পৰাই ১৮৭৬ খ্ৰীষ্টাব্দত 'আসাম দীপক' নামৰ এখন কাকত ওলাই এবছৰ চলি বন্ধ হয়।[৭৮] ১৮৮৩ খ্ৰীষ্টাব্দত 'আসাম বিলাসিনী'ৰ প্ৰকাশ বন্ধ হ'লেও 'ধৰ্মপ্ৰকাশ যন্ত্ৰ' বন্ধ হোৱা নাছিল। এই ছপাশালৰ পৰাই পিছত ১৮৮৮ খ্ৰীষ্টাব্দত শ্ৰীধৰ বৰুৱাৰ সম্পাদনাত 'আসাম তৰা' ওলাই এবছৰ চলি মাৰ যায়।[৭৯]

'আসাম বিলাসিনী' (১৮৭১-১৮৮৩)ৰ পৰা 'আসাম তৰা' (১৮৮৮) লৈকে এই ১৮ বছৰৰ কালছোৱাত সৰু-ডাঙৰ কেইবাখনো কাকত প্ৰকাশিত হৈছিল। তাৰ ভিতৰত ১৮৭৩ খ্ৰীষ্টাব্দত দৰঙৰ পৰা প্ৰকাশিত 'আসাম দৰ্পণ', ১৮৭৬ খ্ৰীষ্টাব্দত দিহিং সত্ৰৰ পৰা প্ৰকাশিত 'চন্দ্ৰোদয়' আৰু গুৱাহাটীৰ পৰা ১৮৭৬ খ্ৰীষ্টাব্দত প্ৰকাশিত 'আসাম দীপিকা' —এই তিনিখন কাকতৰ আয়ুস আৰু প্ৰভাৱ দুয়োটাই বিশেষ উল্লেখযোগ্য নাছিল। কিন্তু হেমচন্দ্ৰ বৰুৱাৰ সম্পাদনাত ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাত প্ৰকাশিত 'আসাম নিউচ' (১৮৮২-৮৫), বলিনাৰায়ণ বৰাৰ প্ৰযত্নত আৰু হৰনাৰায়ণ বৰাৰ সম্পাদনাত প্ৰকাশিত 'মৌ' (১৮৮৬-৮৭), আৰু গুণাভিৰাম বৰুৱাৰ সম্পাদনাত প্ৰকাশিত 'আসাম বন্ধু' (১৮৮৫-৮৬) —এই তিনিখন কাকতৰ ভূমিকা আৰু বৰঙণিৰ বিশিষ্টতা স্মৰণীয়।

দেখা গ'ল— 'অৰুণোদই'ৰ পৰা 'জোনাকী'লৈকে এই সময়ছোৱাৰ ভিতৰত প্ৰাপ্ত তথ্য অনুসৰি তেৰখন অসমীয়া ভাষাৰ পত্ৰ-পত্ৰিকা প্ৰকাশিত হৈছিল।[৮০] তাৰ ভিতৰত পৰম্পৰাগত আদৰ্শ আৰু লক্ষ্য লৈ প্ৰকাশিত পত্ৰ-পত্ৰিকাসমূহৰ ভিতৰত 'আসাম বিলাসিনী' আৰু আধুনিক দৃষ্টিভংগীৰে প্ৰকাশিত পত্ৰ-পত্ৰিকাসমূহৰ ভিতৰত 'আসাম নিউচ', 'আসাম বন্ধু' আৰু 'মৌ'

—এই তিনিখনেই প্ৰধান। বাকী পত্ৰ-পত্ৰিকাবোৰৰ ঐতিহাসিক মূল্য আছে, কিন্তু গুৰুত্বপূৰ্ণ ভূমিকা নাই।

চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত (১৮৮২ চনত) "দেশহিতৈষী কিছুমান ভদ্ৰলোকে 'আসাম নিউচ' নামেৰে এখনি ইংৰাজী-অসমীয়া সাপ্তাহিক বাতৰিকাকত চলাবলৈ স্থিৰ কৰি" হেমচন্দ্ৰ বৰুৱাক সম্পাদকৰ দায়িত্ব দিয়ে আৰু হেমচন্দ্ৰ বৰুৱায়ো এই 'সাতদিনীয়া বাতৰিকাকত'খন ১৮৮৫লৈকে সম্পাদনা কৰে।[৮১] এই দেশহিতৈষী ভদ্ৰলোকসকল আছিল মাণিক চন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ঢেকিয়াল ফুকন (আনন্দৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ); তেওঁবিলাকে 'বৰুৱা-ফুকন ব্ৰাদাৰ্ছ' নামেৰে এটা কোম্পানী গঠন কৰি তাৰ যোগেদি এই কাকত উলিয়াইছিল।[৮২]

'আসাম নিউচ'ৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অৱদান হ'ল আধুনিক অসমীয়া ভাষাক বৰ্তমানৰ ৰূপত প্ৰতিষ্ঠা কৰা। 'অৰুনোদই'ৰ ভাষাত যি ভাষা গঢ় লৈ উঠিছিল, 'আসাম নিউচ'ত সি সকলো দোষ-ত্ৰুটী দূৰ কৰি পূৰ্ণ প্ৰতিষ্ঠিত হ'ল; 'অৰুনোদই'ত যি আৰম্ভ হৈছিল, 'আসাম নিউচ'ত সি পৰিণতি লাভ কৰিলে। বেজবৰুৱাই তেওঁৰ জীৱন সোঁৱৰণত লিখিছে— "...বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি, তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। 'আসাম নিউচে' নিশ্চয় অসমীয়া ভাষাৰ যুগান্তৰ উপস্থিত কৰিলে।"[৮৩] তদুপৰি, হেমচন্দ্ৰ বৰুৱাৰ ব্যক্তিত্বৰ স্পৰ্শই কাকতখনক দান কৰিছিল এক মৰ্যাদা আৰু গাম্ভীৰ্য। তেওঁ সমাজ আৰু কিতাপ দুয়োটাৰে তীক্ষ্ণ আৰু সুস্থ সমালোচনাৰো বাট কাটি দিলে এই কাকতখনৰ যোগেদিয়েই। পুথি সমালোচনাত সমীক্ষিত পাঠৰ প্ৰসংগও প্ৰথম উত্থাপন কৰে হেমচন্দ্ৰ বৰুৱাই এই কাকততে।

'আসাম বন্ধু' (১৮৮৫-৮৬) আছিল গুণাভিৰাম বৰুৱাৰ অকলশৰীয়া যত্নৰ ফল। মাত্ৰ ১৬ টা সংখ্যা ওলাই বন্ধ হোৱা[৮৪] এই মাহেকীয়া কাকতখন আছিল অসমীয়া সাহিত্যৰ বুৰঞ্জীত 'জোনাকী'ৰ অগ্ৰদূত স্বৰূপ। "আমি শাসন বিচাৰ আদি ৰাজনৈতিক বিষয়বিলাকত হস্তক্ষেপ কৰিব নোখোজোঁ। ...সাম্প্ৰদায়িক ধৰ্ম সম্পৰ্কে আমি মতামত প্ৰকাশ নকৰোঁ। ...ব্যাকৰণৰ সূত্ৰ লৈ আমি বাক-বিতণ্ডা নকৰোঁ। পৰৰ প্ৰশংসা বা পৰৰ নিন্দাৰ আমি কাষ নাচাপোঁ। ...আমি এই পত্ৰত সাহিত্য, বিজ্ঞান আৰু শিল্প সম্বন্ধে আলোচনা কৰিম। ...কোনো শ্ৰেণী বা বিশেষ সমাজৰ মানুহৰ আমি মুখপাত্ৰ নহওঁ।"[৮৫] প্ৰথম সংখ্যাতে ঘোষণা কৰা এই উদ্দেশ্য আৰু লক্ষ্যই কাকতখনৰ প্ৰকৃতি সম্পৰ্কে এটা স্পষ্ট ধাৰণা দিয়ে। ভাষা সম্বন্ধে হেমচন্দ্ৰ বৰুৱাৰ কঠোৰ শাসন 'আসাম বন্ধু'ৱে সকলো সময়তে মানিব পৰা নাছিল। বৰং গুণাভিৰাম বৰুৱা এই ক্ষেত্ৰত আছিল তুলনামূলকভাৱে উদাৰ। 'আসাম নিউচে' যদি ভাষাৰ বুনিয়াদ সুদৃঢ়ভাৱে প্ৰতিষ্ঠা কৰি দিলে, 'আসাম বন্ধু'ৱে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰখন মুকলি কৰি দিলে। 'জোনাকী'ত বিকাশ লাভ কৰা ৰোমাণ্টিক কাব্য ধাৰাটিৰো আৰম্ভণি 'আসাম বন্ধু'ৰ বুকুতে হয় ভোলানাথ দাস আৰু ৰত্নেশ্বৰ মহন্তৰ কবিতাৰ মাজত।

১৮৮৬ খ্ৰীষ্টাব্দত 'আসাম বন্ধু' বন্ধ হয়। সেই বছৰেই বলিনাৰায়ণ বৰাই[৮৬] তেওঁৰ ভাতৃ হৰনাৰায়ণ বৰুৱাৰ নামত সম্পাদনা কৰি প্ৰকাশ কৰে 'মৌ'। ১৮৮৬ৰ ডিচেম্বৰত জন্ম হৈ মাৰ্চৰ সংখ্যালৈকে ওলোৱাৰ পিছত 'মৌ' বন্ধ হয়। 'মৌ' মাত্ৰ চাৰিটা সংখ্যা ওলাই বন্ধ হৈ গ'লেও 'মৌ'ৱে সমাজ-সমালোচনাত্মক আৰু সামাজিক সমস্যামূলক ৰচনা প্ৰকাশ কৰি ভৱিষ্যতলৈ এটা আৰ্হি থৈ গ'ল। 'আসাম বন্ধু'ৱে ৰাজনীতি নকৰে বুলি ঘোষণা কৰিছিল, 'মৌ'ৱে কিন্তু সামাজিক-ৰাজনৈতিক আৰু আৰ্থ-সামাজিক প্ৰবন্ধ প্ৰকাশতে দিছিল সৰ্বাত্মক গুৰুত্ব। ৰায়ত সভা, ৰাজস্ব সমিতি, ভূমিৰ নতুন ব্যৱস্থা, জাতীয় মহাসমিতি, মৌজাদাৰ, মহাৰাণীৰ মহোৎসৱ, চাহ বাগিচাৰ বনুৱা (মৌৱে কুলি শব্দটো ব্যৱহাৰ কৰিছিল) আদি প্ৰবন্ধই তাৰ সাক্ষ্য বহন কৰিছে। এটা স্বাধীন চিন্তীয়া দৃষ্টিভংগীৰে আত্মপ্ৰকাশ লাভ কৰা কাকতখন সেই সময়ৰ শিক্ষিত অসমীয়া ডেকাসকলে বৰং ভুলকৈ প্ৰতিক্ৰিয়াশীল বুলি তাৰ বিপক্ষে থিয় দিছিল।[৮৭] 'মৌ' মৰিল; কিন্তু 'মৌ'ৱে স্থাপন কৰি যোৱা আৰ্হিটো আজিলৈকে ৰৈ গ'ল।

'অৰুনোদই'ৰ পৰা 'আসাম তৰা'লৈকে প্ৰকাশিত এই পত্ৰ-পত্ৰিকাসমূহে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে অসমীয়া ভাষাৰ বুনিয়াদ গঢ়ি তোলাত অসমীয়া মানুহৰ মনত, ভাষা, জাতি, সংস্কৃতি আৰু সমাজৰ প্ৰতি এক সচেতন দায়িত্ববোধ গঢ়ি তোলাত আৰু অসমীয়া সাহিত্য বিকাশৰ ক্ষেত্ৰ উৰ্বৰা কৰি তোলাত বিশিষ্ট ঐতিহাসিক ভূমিকা পালন কৰি গৈছে। এই কাকতসমূহে গঢ়ি তুলিলে এটা বৌদ্ধিক পৰিৱেশ আৰু এচাম লেখক। এই কথাও উল্লেখযোগ্য যে এই পত্ৰ-পত্ৰিকাসমূহৰ ভিতৰত ঐতিহ্যাশ্ৰয়ী পত্ৰ-পত্ৰিকাকেইখনৰ প্ৰভাৱ আধুনিক শিক্ষাৰে শিক্ষিতসকলৰ ওপৰত বৰ কম পৰিছিল। যি নতুন মধ্যমপন্থী শিক্ষিত মানৱতাবাদী শ্ৰেণী গঢ় লৈ উঠিছিল, তেওঁবিলাকে স্বাভাৱিকভাৱেই আধুনিক

ধাৰাটোৰ পোষকতা কৰিছিল আৰু তেওঁবিলাকে নিজেই এই ধাৰাৰ ঘাই নিয়ন্ত্ৰক শক্তি হৈ পৰিছিল। এইটোও মন কৰিবলগীয়া যে আধুনিক ধাৰাৰ পোষকতা কৰিলেও তেওঁবিলাক কলিকতাৰ ইয়ং বেংগল গ্ৰুপৰ দৰে ঐতিহ্য-বিদ্বেষী হৈ উঠা নাছিল; বৰং তেওঁবিলাকৰ মাজত ঐতিহ্যৰ প্ৰতি থাকিবলগীয়া শ্ৰদ্ধাৰ মনোভাৱো আছিল। নতুন মানৱিকবাদী দৃষ্টিভংগী, সংস্কাৰমুখী দৃষ্টিভংগী, অন্ধবিশ্বাসৰ ঠাইত গ্ৰহণ কৰা যুক্তিবাদী দৃষ্টিভংগী আৰু দেশাত্মবোধ তেওঁলোকৰ চিন্তা-ভাৱনা আৰু কৰ্মৰ নিয়ামক শক্তি হৈ পৰিল। এই আলোচ্য সময়ৰ পত্ৰ-পত্ৰিকাই ইয়াৰ বাবে ৰচনা কৰি দিলে এটি অনুকূল পৰিৱেশ। প্ৰসংগক্ৰমে উল্লেখযোগ্য, অসমত সৃষ্টি হোৱা এই পৰিমণ্ডলত এহাতে আনুষ্ঠানিক শিক্ষাৰ আৰু আনহাতে বংগৰ নৱজাগৰণৰ মাজেদি সৰকি অহা বতাহৰ প্ৰভাৱ আছিল প্ৰধানতঃ দায়ী।

### জোনাকী : চমু ইতিবৃত্ত

যিসকল অসমীয়া ছাত্ৰ ঊনবিংশ শতিকাৰ শেহৰফালে কলিকতালৈ কলেজীয়া শিক্ষা গ্ৰহণৰ বাবে গৈছিল, তেওঁবিলাকে গৈ বংগৰ নৱজাগৰণে আনি দিয়া বাঙালী জাতীয় চেতনাৰ ইতিবাচক ফলবোৰ দেখা পালেগৈ। ইতিমধ্যে আধুনিক বঙলা ভাষাই নিজৰ সুদৃঢ় বুনিয়াদ গঢ়ি তুলিছে। ১৮০০ খ্ৰীষ্টাব্দতে আৰম্ভ হোৱা ফৰ্ট উইলিয়াম কলেজ, ১৮৫৭ খ্ৰীষ্টাব্দত আৰম্ভ হোৱা কলিকতা বিশ্ববিদ্যালয়, ১৭৮৪ত স্থাপিত হোৱা এছিয়াটিক ছোচাইটি অব্ বেংগল, ভাৰ্নাকুলাৰ লিটাৰেৰি ছোচাইটি, অৰিয়েণ্টেল লিটাৰেৰি ছোচাইটি, বংগ হিত সভা, বংগভাষা প্ৰকাশিকা সভা আদি ভাষা, সাহিত্য, সমাজ বিষয়ক প্ৰায় পঞ্চাছটাতকৈও অধিক অনুষ্ঠান-প্ৰতিষ্ঠানে বংগত এটা বৌদ্ধিক আৰু সামাজিক জাগৰণ সৃষ্টি কৰি থকাৰ সময়তে গৈ পোৱা ছাত্ৰসকলে নিজৰ মাতৃভূমি, মাতৃভাষা আৰু নিজৰ সমাজ-জীৱনৰ শোকলগা ছবিখনৰ কথা স্বাভাৱিকতেই সুঁৱৰি এক দায়িত্ব অনুভৱ কৰিছিল। ইতিপূৰ্বে কলিকতাত ১৮৭২ খ্ৰীষ্টাব্দত গঠন কৰা 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা' বন্ধ হৈ গৈছিল। এতেকে আশীৰ দশকত গৈ কলিকতা পোৱা ছাত্ৰসকলে এটা অনুষ্ঠানৰ অভাৱ অনুভৱ কৰি ১৮৮৮ খ্ৰীষ্টাব্দৰ ২৫ আগষ্টৰ দিনা মীৰ্জাপুৰ ষ্ট্ৰীটৰ বহাত হোৱা সভাত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' গঠন কৰে। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, ৰমাকান্ত বৰকাকতি, বেণুধৰ ৰাজখোৱা, পদ্মনাথ গোহাঞিবৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, সত্যনাথ বৰা, লম্বোদৰ বৰা, সোণাৰাম চৌধুৰী, চন্দ্ৰধৰ বৰুৱা, ৰাধানাথ ফুকন, ৰজনীকান্ত বৰদলৈ, দেৱেশ্বৰ চলিহা, কমলচন্দ্ৰ শৰ্মা, আব্দুল মজিদ, ৰাধাকান্ত সন্দিকৈ, গুঞ্জানন বৰুৱাকে ধৰি পঞ্চাছজনতকৈও অধিক ছাত্ৰ[৮৮] এই দশকৰ শেহৰফালে কলিকতাত আছিল। এই ছাত্ৰসকলে গঠন কৰা অসমীয়া ভাষা উন্নতি সাধিনী সভাই এই সভাত পঠিত প্ৰবন্ধাদি ছপাই উলিওৱাৰ পৰিকল্পনা কৰোঁতেই এখন মাহেকীয়া কাকত প্ৰকাশৰ প্ৰশ্নটো উঠিল আৰু চন্দ্ৰকুমাৰ আগৰৱালাই, অ.ভা.উ.সা, সভাৰ সভ্য মাত্ৰেই কাকতলৈ প্ৰবন্ধাদি লিখাৰ প্ৰতিশ্ৰুতি দিলে আৰু অন্যথায় পোন্ধৰ টকা জৰিমনা দিলে তেওঁ এখন মাহেকীয়া কাকত সম্পাদনা আৰু প্ৰকাশৰ দায়িত্ব লোৱাৰ ইচ্ছাৰ কথা ঘোষণা কৰিলে।[৮৯] এনেকৈয়ে আৰম্ভ হ'ল আধুনিক অসমীয়া সাহিত্যৰ বিকাশ আৰু প্ৰতিষ্ঠাত প্ৰধান ভূমিকা গ্ৰহণ কৰা 'জোনাকী'ৰ কলিকতা-প্ৰবাসী জীৱন— ১৮৮৯ খ্ৰীষ্টাব্দৰ আৰম্ভতে। অ.ভা.উ.সা. সভাই গ্ৰহণ কৰা চন্দ্ৰকুমাৰ গুপ্ত (আগৰৱালা)ৰ প্ৰস্তাৱ অনুসৰিয়েই চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত 'জোনাকী' প্ৰকাশৰ যো-জা চলিল আৰু ১৮৮৯ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহৰ প্ৰকাশৰ সময় বুকুত বান্ধি ডিমাই আকাৰৰ কুৰি পৃষ্ঠাৰ কাকতখনে আত্মপ্ৰকাশ কৰিলে।

১৮৮৯ খ্ৰীষ্টাব্দৰ ঠিক কোন মাহৰ পৰা জোনাকী ওলাইছিল, জোনাকী কিমান দিন জীয়াই আছিল, জোনাকীৰ সম্পাদকসকল কোন কোন আছিল আৰু এই সৰু কুৰি পিঠীয়া কাকতখনিৰনো কি বিশেষত্ব আছিল যাৰ বাবে আমি অসমীয়া সাহিত্যৰ এটা যুগক 'জোনাকী-যুগ' নামকৰণ কৰিছোঁ— এই প্ৰশ্নবোৰে স্বাভাৱিকতেই ভুমুকি মাৰেহি।

বেজবৰুৱাই তেওঁৰ জীৱন-সোঁৱৰণত "১৮১০ শকৰ মাঘ মাহত 'জোনাকী'ৰ প্ৰথম সংখ্যা ওলাল" বুলি লিখিছে।[৯০] জোনাকীৰ প্ৰথম ভাগৰ (বছৰৰ) প্ৰথম সংখ্যা বেটুপাততো ১৮১০ শঁক বুলিহে আছে। নন্দ তালুকদাৰে তেওঁৰ 'সম্বাদপত্ৰৰ ৰ'দ-কাঁচলিত অসমীয়া সাহিত্য'ত ১৮৮৯ খ্ৰীষ্টাব্দৰ ১৩ জানুৱাৰীত জোনাকী ওলোৱা বুলি লিখিছে।[৯১] শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে তেখেতৰ 'অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী'ত ১৮৮৯ খ্ৰীষ্টাব্দৰ ৯ ফেব্ৰুৱাৰীত জোনাকী ওলোৱা বুলি[৯২] আৰু তেখেতৰ 'জাগৰণ আৰু জোনাক'ত ১৮১০ শকৰ মাঘ বিহুৰ আগে আগে (৯ জানুৱাৰী) বুলি[৯৩] আৰু বেণুধৰ শৰ্মাই 'অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ

গোস্বামী' প্ৰভৃত ১৩ জানুৱাৰী বুলি উল্লেখ কৰিছে।[৯৪] ডিম্বেশ্বৰ নেওগে ৯ ফেব্ৰুৱাৰী বুলি ঠাৱৰ কৰিছে।[৯৫] জোনাকীৰ প্ৰথম ভাগৰ প্ৰথম সংখ্যাতে 'শ্ৰীৰ'ই অৰ্থাৎ শ্ৰীৰত্নেশ্বৰ মহন্তই, ১৮৮৯ খ্ৰীষ্টাব্দৰ ১৮ জানুৱাৰীত লোকান্তৰ হোৱা আনন্দৰাম বৰুৱাৰ সোঁৱৰণত লিখা প্ৰবন্ধটিয়ে প্ৰমাণ কৰে যে জোনাকী ১৮৮৯ খ্ৰীষ্টাব্দৰ জানুৱাৰীত বা মাঘ বিহুৰ আগে আগে ওলোৱা নছিল, বৰং ডিম্বেশ্বৰ নেওগে আৰু শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে প্ৰথমতে উল্লেখ কৰা ৯ ফেব্ৰুৱাৰী তাৰিখটোত ওলোৱাই সকলো ফালৰ পৰা গ্ৰহণযোগ্য তথ্য।

'জোনাকী' কিমান দিনলৈ জীয়াই আছিল? আমাৰ সাহিত্যৰ বুৰঞ্জীসমূহে এতিয়ালৈকে সঠিক খবৰ এটা এই সম্পৰ্কে দিব পৰা নাই। দেবেন্দ্ৰনাথ বেজবৰুৱাই তেখেতৰ 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী'ত "প্ৰায় ৭ ৮ বছৰ এই কাকত কলিকতাৰ অ.ভা.উ.সা. সভাৰ পৰা ওলাইছিল"[৯৬] বুলি কৈছে। ডঃ মহেশ্বৰ নেওগে "ষষ্ঠ বছৰলৈকে কাকতখনি কলিকতাতে চলে"[৯৭] বুলি আৰু ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ত '১৮৮৯ চনত ওলাই ছবছৰমানৰ পিছত বন্ধ হয়' বুলি কৈছে।[৯৮] শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে কৈছে "সম্ভৱ সপ্তম ভাগ প্ৰথম সংখ্যা ওলোৱাৰ পিছত কলিকতীয়া জোনাকীৰ প্ৰকাশ বন্ধ হয।"[৯৯] এনে ধৰণৰ গৌণ উৎসৰ ভিত্তিতে কোনো কোনোৱে "১৮৮৯ চনৰ পৰা চাৰি বছৰ একেৰাহে চলে; পিছত আকৌ গুৱাহাটীৰ পৰা ১৯০১ চনৰ পৰা কেইবছৰমান চলিছিল"[১০০] বুলি সিদ্ধান্ত কৰাও চকুত পৰিছে।

স্বয়ং বেজবৰুৱায়ো জীৱনৰ শেহৰ ফালে লিখা 'মোৰ জীৱন সোঁৱৰণ'ত ভুলকৈ সুৱঁৰিছে যে— "ষষ্ঠভাগ জোনাকীৰ প্ৰকাশক শ্ৰীযুত মীনধৰ হাজৰিকা। এই ভাগৰ সম্পৰ্কেও পঞ্চম ভাগৰ সম্পৰ্কে কোৱা কথা নাখাটিবৰ কাৰণ নেদেখোঁ। ইয়াৰ পিছত আকাৰ সলাই ডাঙৰ আকৃতিৰে শ্ৰদ্ধাস্পদ সাহিত্যিক সুলেখক শ্ৰীযুত সত্যনাথ বৰা বি. এল. ডাঙৰীয়াৰ সম্পাদকতাত গুৱাহাটীৰ পৰা ওলাবলৈ ধৰে।"[১০১] ভুলকৈ সুঁৱৰিছে বুলি এইবাবে কৈছোঁ যে সপ্তমভাগ 'জোনাকী'ত স্বয়ং বেজবৰুৱাৰে 'আমাৰ সংসাৰ' (নাটিকা), 'জলকুঁৱৰী' আৰু 'চোৰ' গল্প আৰু 'অসমীয়া ভাষা' বিষয়ক ষষ্ঠ আৰু সপ্তম বক্তৃতা দুটা প্ৰকাশিত হৈছিল আৰু অষ্টম ভাগৰ প্ৰথম সংখ্যাত প্ৰকাশিত হৈছিল 'বাবু আৰু শ্ৰীযুত' শিতানৰ এটি আলোচনা। এতেকে জোনাকী অষ্টম বছৰ পৰ্যন্ত ওলাইছিল সেই সম্পৰ্কে সন্দেহ নাই। কিন্তু এই অষ্টম বছৰটো ১৮৯৬ খ্ৰীষ্টাব্দ নহয়। কাৰণ, ১৮৮৯ৰ পৰা ১৮৯২ লৈকে প্ৰথম চাৰি বছৰ প্ৰকাশ হোৱাৰ পিছত জোনাকী '৯৩ আৰু '৯৪ এই দুটা চনত ওলোৱা নাছিল। পঞ্চম বছৰৰ 'সম্পাদকৰ কথা'ত "এবছৰ মাজতে নোলোৱাকৈ থাকি জোনাকীয়ে ঘূৰি আকৌ পাঠকসকলক দেখা দিছেহি" বুলি লিখাৰ বাবে দুবছৰ বন্ধ নহৈ এবছৰ বন্ধ হোৱা বুলি কোৱা হয়। শ্ৰীঅজিত কুমাৰ শৰ্মায়ো তেখেতৰ 'জোনাকীৰ আত্মকথা' নামৰ প্ৰবন্ধত[১০২] এবছৰ বুলিয়েই কৈছে। কিন্তু জোনাকীৰ নাম্-পাতত পঞ্চমভাগৰ চন দিয়া আছে— শক ১৮১৬-১৭ বুলি। ১৮১৬ শকৰ মাঘ হ'বলৈ হ'লে ১৮৯৫ চনৰ জানুৱাৰী হ'বগৈ লাগে। সেয়ে হ'লে মাজত দুটা বছৰ জোনাকী বন্ধ থাকিব লাগে। ষষ্ঠভাগ জোনাকীত ১৮১৭ শক, সপ্তম ভাগত ১৮১৮ শক আৰু অষ্টম ভাগত ১৮১৯ শক স্পষ্টভাৱে মুদ্ৰিত হৈ আছে। শ্ৰীঅজিত কুমাৰ শৰ্মাই তেখেতৰ উল্লিখিত প্ৰবন্ধত জোনাকী কলিকতাৰ পৰা ১৯০০ চনলৈকে প্ৰকাশ হোৱা বুলি কৈছে।[১০৩] কিন্তু জোনাকীত মুদ্ৰিত 'শক'লৈ চকু দি দেখা গৈছে জোনাকী কলিকতাৰ পৰা ১৮৯৮ খ্ৰীঃলৈকে প্ৰকাশিত হৈছিল। অষ্টম ভাগৰ প্ৰথম সংখ্যাটো মাত্ৰ হাতত পৰাত আৰু তাৰ পিছৰ কোনো সংখ্যাৰ বিষয়ে একো এই পৰ্যন্ত নজনাত, জোনাকীয়ে অষ্টম বছৰ পূৰ্ণ নকৰিলে বুলি ভবাৰ অৱকাশ আছে। দেখা যায়, কামৰ লেখেৰে নহ'লেও সময়ৰ লেখেৰে ১৮৮৯ৰ পৰা ১৮৯৮ লৈ কলিকতীয়া জোনাকীৰ আয়ুস আছিল দহ বছৰ। এই দহ বছৰত ১২টাকৈ ১২০টা সংখ্যা ওলাব লাগিছিল যদিও আমাৰ হাতত পৰা তথ্য অনুসৰি প্ৰথম বছৰত ১১টা, দ্বিতীয় বছৰত ১২টা, তৃতীয় বছৰত ১০টা, চতুৰ্থ বছৰত ১১টা, পঞ্চম বছৰত ৭টা, ষষ্ঠ বছৰত ১১টা, সপ্তম বছৰত ৬টা আৰু অষ্টম বছৰত ১টা, মুঠ ৬৯টা সংখ্যাহে প্ৰকাশিত হৈছিল।

জোনাকীৰ আঠ বছৰৰ ভিতৰত পাঁচজন সম্পাদকে কাৰ্যনিৰ্বাহ কৰিছিল। কিন্তু প্ৰথম বছৰটোত এজন নিনাও সম্পাদকো আছিল বুলি ভবাৰ থলো নোহোৱা নহয়।

জোনাকীৰ প্ৰথম প্ৰতিষ্ঠাপক সম্পাদক আৰু প্ৰকাশক যে চন্দ্ৰকুমাৰ গুপ্ত আছিল সেই সম্পৰ্কে কোনো সন্দেহ নাই। কিন্তু অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখকসকলে কোৱাৰ দৰে চন্দ্ৰকুমাৰ গোটেই বছৰটো সম্পাদক হৈ থকা নাছিল। চন্দ্ৰকুমাৰ আছিল দেউতাক হৰিবিলাস আগৰৱালাৰ কলিকতাৰ ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটত থকা ব্যৱসায়ৰ কুঠিত। এতেকে জোনাকীলৈ প্ৰবন্ধ-পাতি আৰু টকা-পইচা পঠোৱাৰ ঠিকনাও আছিল সেয়ে। কিন্তু, জোনাকীৰ প্ৰথম বছৰৰ ষষ্ঠ সংখ্যাত প্ৰকাশিত এখন

বিজ্ঞপ্তিৰে জোনাকীলৈ পঠোৱা প্ৰবন্ধ-পাতি তেতিয়াৰ পৰা ৫০ নং সীতাৰাম ঘোষ ষ্ট্ৰীটলৈ পঠাবলৈ আৰু টকা-পইচা ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটলৈ পঠাবলৈ কোৱাৰ পৰা সম্পাদক ৫০ নং সীতাৰাম ঘোষ ষ্ট্ৰীটত আৰু প্ৰকাশক ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটত থকাটো নিশ্চিত হয়। ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটৰ ঠিকনা যিহেতু চন্দ্ৰকুমাৰৰ স্থায়ী ঠিকনা, এতেকে চন্দ্ৰকুমাৰ জোনাকীৰ প্ৰকাশকৰ দায়িত্বত থকাটো সহজে অনুমান কৰি ল'ব পৰা হয়। পিছৰ বিজ্ঞাপনত 'সম্পাদক সলনি' হোৱা কথাষাৰো যোগ হ'ল যদিও সম্পাদকনো কোন আছিল সেই কথা কোৱা নাছিল। এতেকে, ৫০ নং সীতাৰাম ঘোষ ষ্ট্ৰীটত কোন বা কোন কোন আছিল সেই কথাৰ শুং বিচাৰি পোৱা মতে তাত আছিল অ.ভা.উ.সা. সভাৰ ধন ভঁৰালী ৰমাকান্ত বৰকাকতি। নৱম সংখ্যা জোনাকীত অ.ভা.উ.সা. সভাৰ টকা পইচা ধন ভঁৰালী ৰমাকান্ত বৰকাকতিৰ নামত ৫০ নং সীতাৰাম ঘোষ ষ্ট্ৰীটলৈ পঠাবলৈ কোৱাৰ পৰাই এনে অনুমান কৰিব পাৰি। এতেকে, বেজবৰুৱাই জীৱন সোঁৱৰণত চন্দ্ৰকুমাৰক 'জোনাকীৰ সৰ্বস্ব'[১০৪] বুলি কোৱা কথাষাৰৰ পৰাই বা বেণুধৰ শৰ্মাই "জোনাকীৰ বছৰটো পূৰ কৰিয়েই বি. এ. পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছতে ১৮৯০ চনৰ এপ্ৰিল মাহত আগৰৱালা কলিকতা এৰি তেজপুৰলৈ আহিল"[১০৫] বুলি ক'লেও পূৰা বছৰটো সম্পাদকৰ দায়িত্বত চন্দ্ৰকুমাৰ যে থকা নাছিল, সেই বিষয়ে আৰু সন্দেহ নাই। দ্বিতীয় বছৰৰ সম্পাদকীয়ৰ দায়িত্ব বহন কৰিছিল হেমচন্দ্ৰ গোস্বামীয়ে। বেণুধৰ শৰ্মাই ২য় আৰু ৩য় দুয়ো বছৰৰ সম্পাদক হেমচন্দ্ৰ গোস্বামী আছিল বুলি ক'লেও[১০৬] ৩য় বছৰ আৰু ৪ৰ্থ বছৰৰ সম্পাদক যে বেজবৰুৱা আছিল সেই কথা বেজবৰুৱাই নিজেই কৈ গৈছে[১০৭]। অৱশ্যে বেজবৰুৱাই শেষ বয়সত আগৰ বয়সৰ ঘটনা সোঁৱৰোঁতে ভুল হোৱাৰ সম্ভাৱনাও নোহোৱা নহয়। কিন্তু বিষয়-নিৰ্বাচনৰ পৰা বিভিন্ন বিষয়ত বেজবৰুৱাৰ হাতৰ স্পৰ্শ তৃতীয় বছৰৰ জোনাকীত অনুভৱ কৰিব পাৰি। বেজবৰুৱাৰ পিছত সোণাৰাম চৌধুৰীয়ে আৰু শেহত মীনধৰ হাজৰিকাই সম্পাদকৰ দায়িত্ব বহন কৰে। প্ৰাপ্ত তথ্য অনুসৰি প্ৰকাশৰ চন, সংখ্যা আৰু সম্পাদকৰ নাম তালিকা এখনি এনেভাৱে যুগুত কৰিব পাৰি :

| ভাগ | | শক | ইং | সংখ্যা : সম্পাদক |
|---|---|---|---|---|
| ১ ম ভাগ | : | ১৮১০—১৮১১ শক, | ইং ১৮৮৯ খ্ৰী : | ১১ সংখ্যা : চন্দ্ৰকুমাৰ গুপ্ত |
| ২ য় ভাগ | : | ১৮১১—১৮১২ " , | ইং ১৮৯০ খ্ৰী : | ১২ সংখ্যা : হেমচন্দ্ৰ গোস্বামী |
| ৩ য় ভাগ | : | ১৮১২—১৮১৩ " , | ইং ১৮৯১ খ্ৰী : | ১০ সংখ্যা : লক্ষ্মীনাথ বেজবৰুৱা |
| ৪ ৰ্থ ভাগ | : | ১৮১৩—১৮১৪ " , | ইং ১৮৯২ খ্ৰী : | ১১ সংখ্যা : লক্ষ্মীনাথ বেজবৰুৱা |
| ৫ ম ভাগ | : | ১৮১৬—১৮১৭ " , | ইং ১৮৯৫ খ্ৰী : | ৭ সংখ্যা : সোণাৰাম চৌধুৰী |
| ৬ ষ্ঠ ভাগ | : | ১৮১৭—১৮১৮ " , | ইং ১৮৯৬ খ্ৰী : | ১১ সংখ্যা : মীনধৰ হাজৰিকা |
| ৭ ম ভাগ | : | ১৮১৮—১৮১৯ " , | ইং ১৮৯৭ খ্ৰী : | ৬ সংখ্যা : মীনধৰ হাজৰিকা |
| ৮ ম ভাগ | : | ১৮১৯ — " , | ইং ১৮৯৮ খ্ৰী : | ১ সংখ্যা : মীনধৰ হাজৰিকা |

জোনাকী ১৯০১ খ্ৰীষ্টাব্দৰ পৰা সত্যনাথ বৰাৰ সম্পাদনাত ক্ৰাউন আকাৰত গুৱাহাটীৰ পৰা প্ৰকাশিত হয়। ১৯০৩ চনত গুৱাহাটীয়া জোনাকীও বন্ধ হয়। যদিও প্ৰকাশৰ তাৰিখ মতে ১৯০৩ চন, দৰাচলতে শেহলৈ ই ১৯০৪ চনৰ বুকুতো ১৯০৩ চন হৈ প্ৰকাশ লাভ কৰিলে। সি যি কি নহওক জোনাকীৰ আনুষ্ঠানিক মৃত্যুৰ বছৰ ১৯০৩ চন হৈয়েই ৰ'ল। এইটোও ঠিক যে কলিকতীয়া জোনাকীয়ে যি মান আৰু গাম্ভীৰ্য ৰক্ষা কৰিছিল, গুৱাহাটীয়া জোনাকীত তাৰ কিছু দইন্ পৰিছিল। সেইবাবেই গুৱাহাটীয়া জোনাকীৰ প্ৰভাৱো হৈ পৰিছিল বহু পৰিমাণে স্তিমিত। জোনাকী বুলি ক'লে সেয়ে গুৱাহাটীয়া জোনাকীলৈ তপৰাই মনত নপৰে, মনত পৰে কলিকতীয়া জোনাকীলৈ। এই কলিকতীয়া জোনাকীয়েইহে দৰাচলতে সৃষ্টি কৰিলে আধুনিক অসমীয়া সাহিত্যৰ নিয়ন্ত্ৰক ভাব-শক্তি (spirit)।

জোনাকীয়ে সৃষ্টি কৰা ভাব-শক্তি আৰু জোনাকীয়ে পেলাই যোৱা প্ৰভাৱৰ দ্বাৰা ১৯৪০ চনলৈকে পঞ্চাছ বছৰৰ অসমীয়া সাহিত্য পৰিচালিত হৈ আছিল। সেইবাবে অসমীয়া সাহিত্যৰ ইতিহাসত জোনাকী কেৱল এটা নাম নাইবা এখন আলোচনী নহয়; ই এটা আন্দোলন, ই এটা যুগ আৰু ই নিজেই এক ইতিহাসস্বৰূপে চিহ্নিত হৈছে। এই সময়ছোৱাত প্ৰকাশিত অন্যান্য কাকত-পত্ৰসমূহো জোনাকীয়ে সৃষ্টি কৰা ভাব-শক্তিৰেই পৰিচালিত হৈছিল।

জোনাকীয়ে সৃষ্টি কৰা ভাব-শক্তিতনো কি কি উপাদান আছিল ? জোনাকীয়ে এহাতে গভীৰ দেশাত্মবোধ তথা সাংস্কৃতিক জাতীয়চেতনা আৰু আনহাতে পাশ্চাত্য ৰোমাণ্টিক সাহিত্যৰ পৰা লাভ কৰা মানৱিকবাদী দৃষ্টিভংগী আৰু সংবেদনশীলতাৰ মুক্ত প্ৰকাশৰ অধিকাৰ আৰু

ঐতিহ্যৰ পৰা লাভ কৰা জীৱনৰ আদৰ্শবাদী দৃষ্টিভংগী আহৰণ কৰি আধুনিক অসমীয়া সাহিত্যৰ বাবে এক নতুন আৰু শক্তিশালী বৌদ্ধিক পৰিমণ্ডল গঢ়ি তুলিলে। জোনাকীৰ প্ৰথম সংখ্যাটিতে প্ৰকাশিত চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বনকুঁৱৰী' কবিতাটিয়েই ৰোমাণ্টিক গীতি-কবিতাৰ সকলো গুণ আৰু লক্ষণেৰে পূৰ্ণ হৈ প্ৰকাশ লাভ কৰি পাঠকক বিস্ময়াভিভূত কৰি তুলিলে।[১০৮] চন্দ্ৰকুমাৰ, বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, আনন্দচন্দ্ৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য, চন্দ্ৰধৰ বৰুৱা প্ৰমুখ্যে কবিসকলৰ আত্মপ্ৰকাশ আৰু প্ৰতিষ্ঠা জোনাকীৰ পাততে ঘটে। মানৱপ্ৰেম, নৰ-নাৰীৰ প্ৰেম, প্ৰকৃতি প্ৰেম, দেশপ্ৰেম আদি প্ৰেমৰ বিভিন্ন অভিব্যক্তি কঢ়িয়াই অনা কবিতাৰাজিয়ে অসমীয়া কবিতাক নতুন প্ৰকৃতি আৰু নতুন গুণগত আযতন দান কৰিলে। জোনাকীত প্ৰকাশিত গহীন প্ৰবন্ধসমূহে বিভিন্ন ক্ষেত্ৰে সামৰি ল'লে। জাতীয় চেতনাৰ উদ্গাতাস্বৰূপেও জোনাকীয়ে ইয়াৰ ভূমিকা পালন কৰি গৈছে। প্ৰথম সংখ্যা কাকততে প্ৰকাশিত 'শ্ৰীক'ৰ অৰ্থাৎ কমলাকান্ত ভট্টাচাৰ্যৰ 'জাতীয় উন্নতি' নামৰ প্ৰবন্ধতে তাৰ আৰম্ভণ। তাৰ পিছত তেওঁৰ 'অসমীয়াৰ উন্নতি' পানীন্দ্ৰনাথ গগৈৰ 'জাতীয় প্ৰেম', হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া ভাষা', কনকলাল বৰুৱাৰ 'আমাৰ শিল্প', বেজবৰুৱাৰ 'অসমীয়া ভাষা' আদি প্ৰবন্ধলানিৰ মাজত এই সাংস্কৃতিক জাতীয়চেতনাৰ ব্যাপ্তি সাধিত হৈছে।

জোনাকীৰ পৃষ্ঠাসমূহে কেৱল ৰোমাণ্টিক কল্পনা আৰু জাতীয়চেতনাকে কঢ়িয়াই অনা নাছিল, এই সৰু কাকতখনৰ বুকুতে বাস্তৱবাদী আৰু যুক্তিবাদী দৃষ্টিভংগীয়েও এঙামুৰি দি সাৰপাই উঠে। ৰত্নেশ্বৰ মহন্তৰ 'ভাৱনা'ৰ মাজত বাস্তৱবাদী চিন্তাৰ আৰু 'বিৱাহ'ৰ মাজত যুক্তিবাদী চিন্তাৰ উন্মেষ ঘটে। অৱশ্যে, বিৱাহৰ দৰে প্ৰবন্ধত সমকালীন সামাজিক পটভূমিত লেখকৰ যি দ্বন্দ্ব হৈছে, তাৰো প্ৰতিফলন নঘটাকৈ থকা নাই।

আধুনিক অসমীয়া মনটো জোনাকীতে সাৰপাই উঠিছে। এই আধুনিক মনটোৱে যেন সাৰপাই চকু মোহাৰি চাৰিওফালৰ জীৱন আৰু জগতক 'নতুন প্ৰাণৰ ন-চকুৰে' চাই লৈ বিস্মিত আৰু আনন্দিত হ'ল। দেশ আৰু জাতিৰ অতীতলৈ চকু দি তাত পালে অনুপ্ৰেৰণাৰ অনেক সমল ; দেশ আৰু জাতিৰ সমকালীন অৱস্থালৈ চকু দি দেখিলে অনেক দোষ, দুৰ্বলতা আৰু অভাৱ। এইবিলাকেই জোনাকীৰ সাৰথিসকলক প্ৰেৰণা যোগালে— অতীতৰ কীৰ্তন কৰিবলৈ, বৰ্তমানক ক'ৰবাত সমালোচনা কৰিবলৈ, ক'ৰবাত ব্যংগ কৰিবলৈ, ক'ৰবাত উৎসাহ দিব পৰা পৰামৰ্শ দিবলৈ। তেওঁবিলাকে অনাগত ভৱিষ্যতক সুন্দৰ কৰাৰ বাবেই কলম হাতত লৈছিল, ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক ৰচনা, নৈতিক আৰু আধ্যাত্মিক শক্তি বিষয়ক ৰচনা, দৰ্শন, শৰীৰতত্ত্ব, জীৱনী, ভ্ৰমণ-কাহিনী, গ্ৰন্থ-সমালোচনা, বুৰঞ্জী, সাঁথৰ, ৰম্যৰচনা, ছাত্ৰৰচনা, কবিতা, চুটিগল্প, নাটক, উপন্যাস— কোনোটো বিষয়কে বাদ নিদিয়াকৈ জোনাকীয়ে বুকুত সুমুৱাই ওলাই আহিল। উল্লেখযোগ্য যে নাটক, চুটিগল্প, উপন্যাস, ৰম্যৰচনা— এই আটাইকেউটিৰ বাট কাটি দিওঁতাজন আছিল স্বয়ং বেজবৰুৱা। প্ৰথম বছৰৰ প্ৰথম সংখ্যাৰ পৰাই প্ৰকাশিত হয় তেওঁৰ 'লিটিকাই' নামৰ ধেমেলীয়া নাটৰ। 'পদ্মকুমাৰী' উপন্যাস প্ৰকাশ পাবলৈ ধৰে তৃতীয় বছৰ প্ৰথম সংখ্যাৰ পৰা আৰু চুটিগল্প প্ৰকাশিত হ'বলৈ ধৰে চতুৰ্থ বছৰ দ্বিতীয় সংখ্যাৰ পৰা। দ্বিতীয় বছৰৰ সপ্তম সংখ্যাতে আত্মপ্ৰকাশ কৰে 'কৃপাবৰ বৰুৱাই'। জোনাকীৰ পাততে বিষ্ণুপ্ৰসাদ গুপ্তই লিখা শংকৰদেৱৰ জীৱনীয়ে প্ৰকাশ লাভ কৰে। অসমীয়া ভাষাত হজৰত মহম্মদৰ জীৱনীও জোনাকীৰ পাততে প্ৰথমে ওলায়। সাহিত্যিক বাদ-প্ৰতিবাদৰ আৰু সম্বলিত পুথি-সমালোচনাৰো প্ৰকাশ ঘটে জোনাকীতে। উল্লেখযোগ্য, হেমচন্দ্ৰ বৰুৱাৰ আত্মজীৱনীমূলক ৰচনাখনিও জোনাকীয়েই প্ৰকাশ কৰে। কিতাপৰ আৰু অন্যান্য পণ্য দ্ৰব্যৰ বিজ্ঞাপনো জোনাকীত ওলাইছিল আৰু ইবিলাকৰ ভাষাতো জোনাকীৰ ভাষাৰ সাঁচ পৰিহে প্ৰকাশিত হৈছিল।

জোনাকীৰ পৃষ্ঠাবোৰ লুটিয়াই চালে অনুভৱ কৰিব পাৰি, কেনেকৈ ধীৰে ধীৰে এটা আধুনিক অসমীয়া মনে সাৰপাই উঠিছে ; অনুভৱ কৰিব পাৰি আধুনিক সাহিত্যৰ বিভিন্ন শাখা-প্ৰশাখাবোৰ কেনেভাৱে এটা এটাকৈ মুকুলিত হৈছে। সন্দেহ নাই যে জোনাকীৰ আগে আগে 'আসাম-বন্ধু'ৱে হাবি কাটি বাট উলিয়াইছিল। কিন্তু আসাম বন্ধুৰ প্ৰেক্ষাপটত আছিল তুলনামূলকভাৱে এটা ক্লাছিকেল দৃষ্টিভংগী আৰু জোনাকীয়ে লাভ কৰিলে ৰোমাণ্টিক আন্দোলনৰ মুক্ত পৰিৱেশ। কেইজনমান প্ৰৱসুৱা কলেজীয়া ছাত্ৰই আৰম্ভ কৰা এই কাকতখনে আয়ুসৰ ফালৰ পৰা এটা যুগো সম্পূৰ্ণ কৰিব নোৱাৰিলে ; কিন্তু সৃষ্টি কৰি থৈ গ'ল এটা নতুন যুগৰ। জোনাকীয়ে পোহৰ দি থাকোঁতেই ১৮৯১ খ্ৰীষ্টাব্দত ১৪ নং প্ৰতাপচন্দ্ৰ চেটাৰ্জী লেনত থকা অ.ভা.উ.সা সভাৰ সদস্য বেণুধৰ ৰাজখোৱাই লিখা 'ভেকো-গাভৰু'ৰ এটি বিৰূপ সমালোচনা জোনাকীত ওলোৱাত আৰু অ.ভা.উ.সা. সভাৰ যুধবৰীয়া ধেমেলীয়া বৈঠকত (শনিবাৰে বহিছিল

গধুৰ বিষয়ৰ আলোচনাৰ বৈঠক আৰু বুধবাৰে বহিছিল ধেমেলীয়া বৈঠক) কোনো সদস্যই সেই বিষয়টো লৈয়েই 'পানবাজী মোকৰ্দ্দমা' নাম দি ধেমেলীয়া গোচৰ তৰাত, ১৪ নং প্ৰতাপচন্দ্ৰ চেটাৰ্জী লেনত থকা সকলে অপমান বোধ কৰি, অ.ভা.উ.সা.ৰ পৰা ওলাই গৈ এ.এছ্.এল (আছামিজ ষ্টুডেণ্টছ্ লিটাৰেৰি) ক্লাব গঠন কৰে আৰু তাৰ পৰা 'বিজুলী' নামৰ এখন মাহেকীয়া কাকত প্ৰকাশ কৰে।[১০৯] কৃষ্ণপ্ৰসাদ দুৱৰা, পদ্মনাথ বৰুৱা (পিছলৈ গোহাঞিবৰুৱা) আৰু বেণুধৰ ৰাজখোৱা— এই ত্ৰয়ী আছিল 'বিজুলী'ৰ ঘাই চালিকা শক্তি। অ.ভা.উ.স. সভাৰ পৰা আঁতৰি গৈ 'জোনাকী'ৰ সমানে সমানে 'বিজুলী' প্ৰকাশ কৰিলেও অ.ভা.উ.সা. সভাৰ লক্ষ্য আৰু উদ্দেশ্যৰ জগত যিদৰে আছামিজ ষ্টুডেণ্টছ লিটাৰেৰি ক্লাবৰ সামান্য পাৰ্থক্যও নাছিল, তেনেদৰে 'জোনাকী'য়ে প্ৰতিষ্ঠা কৰা ভাষা-সাহিত্যৰ ভাব আৰু গঢ়ৰ পৰা 'বিজুলী' আঁতৰি যোৱাও সম্ভৱ নাছিল। তিনি বছৰ চলি বন্ধ হোৱা বিজুলী সেইবাবে জোনাকীৰে এটি সম্প্ৰসাৰিত ৰূপ হৈছিল বুলিব পাৰি। কেৱল এয়ে নহয়, 'জোনাকী' বন্ধ হৈ যোৱাৰ পিছৰ চাৰিটা দশকলৈকে ওলোৱা অসমীয়া পত্ৰ-পত্ৰিকাও জোনাকীয়ে সৃষ্টি কৰা ভাব-মণ্ডলৰে সৃষ্টিস্বৰূপ আছিল। দৰাচলতে, কেৱল সম্বাদ-পত্ৰৰে নহয় অসমীয়া ভাষা-সাহিত্যৰ বিকাশতো অসমীয়া সম্বাদ-পত্ৰ আৰু আলোচনী-কাকতৰ ভূমিকাই হ'ল সবাতোকৈ গুৰুত্বপূৰ্ণ। তাৰ ভিতৰত 'অৰুনোদই' আৰু 'জোনাকী' এই দুটি নামেৰে আমাৰ সাহিত্যৰ দুটি যুগ চিহ্নিত হৈ ৰ'ল চিৰদিনলৈ। সম্বাদ-পত্ৰ সৰু পত্ৰিকাৰ ইতিহাসৰ লগত আধুনিক অসমীয়া মনো অবিচ্ছেদ্যভাৱে জড়িত হৈ আছে। অসমৰ যোৱা ডেৰশ বছৰৰ সামাজিক তথা বৌদ্ধিক জীৱনৰ ইতিহাস অধ্যয়ন কৰিবলৈ হ'লে আমি 'অৰুনোদই'ৰ পৰা বৰ্তমান কাললৈকে অসমীয়া পত্ৰ-পত্ৰিকাৰ বুকুতে সেই ইতিহাস পৰিব্যাপ্ত হৈ থকা দেখিবলৈ পাম। যি ঊনবিংশ শতিকাত আমাৰ আধুনিকতাৰ ভেটি স্থাপিত হ'ল, সেই ঊনবিংশ শতিকাকো আমি 'অৰুনোদই'ৰ পৰা 'জোনাকী'লৈকে এই প্ৰায় তিনিকুৰি বছৰত প্ৰকাশিত পত্ৰ-পত্ৰিকাৰ বুকুতে বিচাৰি পাম।

প্ৰসংগ ঃ

১। লৰ্ড ইষ্ট ইণ্ডিয়া কোম্পানিক প্ৰতিনিধিত্ব কৰিছিল Major General Archibald Campbell, পেগু আৰু আভাত থকা অসামৰিক আযুক্ত Thomas Campbell Robertson আৰু ইৰাৱতী নদীত থকা নৌ সেনাধ্যক্ষ Henry Dacie Chads এই তিনিজনে; বাৰ্মাৰজাক প্ৰতিনিধিত্ব কৰিছিল Mengyee Maha men hlah kyan tan আৰু Mingyee Maha men hlah thee thoo- এই দুজনে।
দ্ৰষ্টব্য, A C Banerjee, *The Eastern Frontier of British India*, Calcutta, 1946, pp 535-542
২। এই সম্পৰ্কীয় বিশদ প্ৰসংগৰ বাবে দ্ৰষ্টব্য, N Saikia, *Background of Modern Assamese Literature*, Delhi, 1988, pp 23 30
৩। উল্লিখিত গ্ৰন্থ, পৃ ৩২-৩৪।
৪। Scott to Prinsep, 11 July 1822, B P C , 6 July, 1882, No 49
৫। দ্ৰষ্টব্য, মানৰ আক্ৰমণ সম্পৰ্কে, E A Gait, গুণাভিৰাম বৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ বুৰঞ্জী, শ্ৰীআইমেখ্যাং গোহাঞি অনূদিত বৈশালী অভিযান আৰু অন্যান্য গ্ৰন্থ। উল্লিখিত *Background of Modern Assamese Literature*ৰ পৃঃ ৩১-৩৫।
৬। S K Bhuyan, *Anglo Assamese Relations*, Gauhati, 1974, p 525 এই ঘোষণাৰ বঙলা ভাষাত কৰা ৰূপ 'সমাচাৰ দৰ্পণ'ৰ ১৮২৪ খ্ৰীঃৰ ১৭ এপ্ৰিলৰ সংখ্যাত প্ৰকাশিত হৈছিল।
৭। H K Borpuzari, *Assam in the Days of Company*, Gauhati, 1963 pp 122 124, R.M Lahiri, *Annexation of Assam*, Calcutta, 1975, pp 186 187, E A Gait, *A History of Assam*, Calcutta, 1963, pp 360-362
৮। N K Barooa, *David Scoot in North East India*, New Delhi, 1970, pp 95 100
৯। *Background of Modern Assamese Literature*, pp 58, 124 125
১০। R M Lahiri, উল্লিখিত গ্ৰন্থ, পৃ. ১০৭-১১০।
১১। হেমেশ্বৰ দিহিঙীয়া, *Assam's Struggle Against British Rule*, New Delhi, 1980, পৃ. ২৬।
১২। R K Lahiri, উল্লিখিত গ্ৰন্থ, পৃ. ১১৭।
১৩। H K Borpuzari, উল্লিখিত গ্ৰন্থ।
১৪। H.K Borpuzari, উল্লিখিত গ্ৰন্থ, পৃ. ১২২-১২৪।
১৫। E A Gait, উল্লিখিত গ্ৰন্থ, পৃ. ৩৬২।

১৬। দ্রষ্টব্য, *Report of the General Committee of Public Instruction,* Calcutta, 1835
১৭। হেমচন্দ্র বৰুৱা, আত্মজীৱন চৰিত, অসমীয়া সাহিত্যৰ চানেকি, ৩য় খণ্ড ১ম ভাগ, পৃ. ১৭২।
১৮। Serampore periodical Accounts, briefly, S P A , No 1 *European Series,* 1827-34, pp 178, 238
১৯। দ্রষ্টব্য *Background of Modern Assamese Literature,* p 126
২০। মহেশ্বৰ নেওগ, *Plea for Assam and Assamese,* p. 44
২১। S P A , উল্লিখিত।
২২। William Gammel, *A History of American Baptist Mission,* pp. 211-212
২৩। Baptist Missionary Magazine, Vol XVI, p 21
২৪। উইলিয়াম গেমেল, উল্লিখিত গ্রন্থ, পৃ. ২১।
২৫। J S M Hooper, *Bible Translation in India and Ceylon,* pp 131-133
২৬। উইলিয়াম গেমেল, উল্লিখিত গ্রন্থ, পৃ ২১৩।
২৭। উল্লিখিত, K N Dutta, Landmarks of the Freedom Struggle in Assam, pp 5 6
২৮। F S Down, *The Mighty Works of God,* p 18
২৯। উল্লিখিত, পৃ. ১৯।
৩০। V H Sword, *Baptists in Assam,* p 51
৩১। কে এন দত্ত, উল্লিখিত, পৃ ১৪, ভি. এইচ. ছোৰৰ্ড, উল্লিখিত, পৃ. ৫৮; *The Assam Mission Golden Jubilee* Volume, p 21
৩২। এফ. এছ ডাউন, উল্লিখিত গ্রন্থ, পৃ. ২৮।
৩৩। উল্লিখিত।
৩৪ উল্লিখিত, পৃ. ৩১।
৩৫ বেণুধৰ শৰ্মা, দূৰবীণ পৃ ১০৩; S R Ward, *A Glimpse of Assam,* p 16
৩৬। Mills' Report, pp XIVI XIVII,
গুৱাহাটীৰ CBCNEIৰ পুথি ভঁৰালত 'অৰুণোদই'ৰ কাকতৰ আকাৰৰ কিছু সংখ্যা সংৰক্ষিত অৱস্থাত এই লেখকে দেখা পাইছিল ১৯৮০ পৰ্যন্ত।
৩৭। George Gillespie, *The Orunodoi,* in the *"Journal of the University of Gauhati,* Vol XXVI XXVII, 1975 76, pp 125 139
৩৮। উল্লিখিত প্রসংগ।
৩৯। অৰুণোদই, সম্পা মহেশ্বৰ নেওগ, পৃ ৪২২, ৪৩০, ৪৩৮, ৪৪৬, ৪৫৪ দ্রষ্টব্য।
৪০। বেণুধৰ শৰ্মা, প্রাক্ উল্লিখিত প্রসংগ পৃ ১০২।
৪১। উল্লিখিত প্রসংগ।
৪২। Brojendranath Banerjee, *Bangla Samayik Sahitya,* pp 8 9
৪৩। দ্রষ্টব্য, *Baptist Missionary Review,* April, 1936
৪৪। বেণুধৰ শৰ্মা, প্রাক্, উল্লিখিত প্রসংগ।
৪৫। অৰুণোদইৰ ধলফাট, পৃ ৭০; পিছত 'অৰুণোদই'ৰ একত্র সংকলনত এই তথ্য সংশোধন কৰিছে।
৪৬। অসমীয়া সাহিত্যৰ ইতিবৃত্ত (পৃ. ২১২)ৰ এই তথ্য ভেবেতে সমীক্ষাত্মক ইতিবৃত্তত সংশোধন কৰিছে আৰু ১৯৮০ খ্রীঃত কাকতখন বন্ধ হোৱা বুলি কৈছে' পৃ ২৭৭।
৪৭। *New Light on the History of Asamiya Literature,* p 388
৪৮। পৃ ৭৬।
৪৯। এছ আৰ. ৱাৰ্ড, প্রাক্, উল্লিখিত প্রসংগ।
৫০। অৰুণোদই, সম্পা. মহেশ্বৰ নেওগ, পৃ ৪২২।
৫১। উল্লিখিত, পৃ ৪৬২।
৫২। ডিম্বেশ্বৰ নেওগ, উল্লিখিত গ্রন্থ, পৃ. ৩৪১; সত্যেন্দ্রনাথ শৰ্মা, উল্লিখিত গ্রন্থ, পৃ. ২৭৬; বেণুধৰ শৰ্মা, দূৰবীণ, পৃ. ১০৩। মহেশ্বৰ নেওগে অৰুণোদইৰ ধলফাটৰ এই তথ্য অৰুণোদইৰ একত্র সংকলনত সংশোধন কৰিছে।
৫৩। *Background of Modern Assamese Literature,* p 154
৫৪। E W Brown, *The Whole World Kin A Pioneer Experience among remote Tribes and other Labors of Nathan Brown,* p 416
৫৫। অৰুণোদইৰ ধলফাট, সম্পা. মহেশ্বৰ নেওগ, পৃ. ৭০।
৫৬। *Background of Modern Assamese Literature,* p 172

৫৭। *Statistical Account of Assam*, p 266
৫৮। **অৰুনোদইৰ ধলফাট**, পৃ. ৭১
৫৯। **অসমীয়া সাহিত্যৰ ৰূপৰেখা**, ১৯৮৬, পৃ. ২২৭।
৬০। **অৰুনোদই**, ১ম বছৰ ৬ষ্ঠ সংখ্যা।
৬১। ডিম্বেশ্বৰ নেওগ, **অসমীয়া সাহিত্যৰ বুৰঞ্জী**, পৃ. ৫৭৭।
৬২। হেমচন্দ্ৰ গোস্বামী, **অসমীয়া ভাষা, ৰচনাৱলী**, পৃ. ১৩৩।
৬৩। বেণুধৰ শৰ্মা, **দুৰবীণ**, পৃ. ১০৬।
৬৪। **অৰুনোদই**, ১ম বছৰ, ৭ম সংখ্যা।
৬৫। দ্ৰষ্টব্য, **অসমীয়া ল'ৰাৰ মিত্ৰ**, সম্পা. যোগেন্দ্ৰনাৰায়ণ ভূঞা।
৬৬। **অৰুনোদই**, ১১শ বছৰ, ১২শ সংখ্যা। দ্ৰষ্টব্য, **অৰুনোদইৰ ধলফাট**, ভূমিকা, পৃ. ৫১।
৬৭। **অৰুনোদই**, আগষ্ট, ১৮৪৬।
৬৮। উল্লিখিত, জুলাই, ১৮৪৭।
৬৯। উল্লিখিত, জুলাই ১৮৫২।
৭০। উল্লিখিত, ছেপ্টেম্বৰ, ১৮৫২।
৭১। উল্লিখিত, ফেব্ৰুৱাৰী, ১৮৫৩।
৭২। দ্ৰষ্টব্য, হেৰম্বকান্ত বৰপূজাৰী, *The American Missionaries and North East India* (1836-1900 AD), Guwahati 1986, অৰুনোদই, সম্পাদক, মহেশ্বৰ নেওগ, ভূমিকা; হেৰম্বকান্ত বৰপূজাৰী, **আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম**, যোৰহাট, ১৯৮৩; হেৰম্বকান্ত বৰপূজাৰী, **অসমৰ নৱজাগৰণ : অনা অসমীয়াৰ ভূমিকা**, যোৰহাট, ১৯৮৭; নগেন শইকীয়া, *Background of Modern Assamese Literature* etc
৭৩। অৰুনোদইৰ বিভিন্ন সংখ্যা চাওক।
৭৪। অৰুনোদই, চতুৰ্থ সংখ্যা, ১৮৪৯।
৭৫। তীৰ্থনাথ শৰ্মা, ***আউনীআটী সত্ৰৰ বুৰঞ্জী***, পৃ. ২৫১।
৭৬। উল্লিখিত গ্ৰন্থ।
৭৭। **মোৰ জীৱন সোঁৱৰণ**, বেজবৰুৱা গ্ৰন্থাৱলী, ১ম খণ্ড, পৃ. ৫৪।
৭৮। বেণুধৰ শৰ্মা, অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী, পৃ ৫৪
৭৯। উল্লিখিত গ্ৰন্থ, পৃ. ৫৫।
৮০। উল্লিখিত গ্ৰন্থ, পৃ. ৫৪-৫৫, *Background of Modern Assamese Literature*, p 237
৮১। হেমচন্দ্ৰ বৰুৱা, প্ৰাক্ উল্লিখিত।
৮২। **হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী**, সম্পা. বেণুধৰ শৰ্মা, পৃ. ৪৪৭।
৮৩। **বেজবৰুৱা গ্ৰন্থাৱলী**, ১ম খণ্ড, পৃ ৩৯।
৮৪। নগেন শইকীয়াৰ দ্বাৰা একত্ৰ সংকলিত **আসাম-বন্ধু**ত ১৪টা সংখ্যাহে আছে। হেমচন্দ্ৰ গোস্বামীয়ে ১৬টা সংখ্যা ওলোৱাৰ কথা কৈ গৈছে। দ্ৰষ্টব্য, **অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী**, পৃ. ৫৪।
৮৫। **আসাম বন্ধু**, প্ৰথম বছৰ প্ৰথম সংখ্যা, সম্পাদক, গুণাভিৰাম বৰুৱা, ১৮৮৫।
৮৬। 'মৌ'ৰ প্ৰকাশৰ সময়ত বলিনাৰায়ণ নগাৱঁত এছিষ্টেন্ট ইঞ্জিনীয়াৰ আছিল। এতেকে তেৱেঁই 'মৌ'ৰ সকলো দায়িত্ব ল'লেও আনুষ্ঠানিকভাৱে সম্পাদকৰ দায়িত্বত আছিল তেওঁৰ ভাতৃ হৰনাৰায়ণ বৰা। দ্ৰষ্টব্য, সত্যেন্দ্ৰনাথ শৰ্মা- সম্পাদিত 'মৌ'ৰ ভূমিকা, পৃ. ২।
৮৭। **বেজবৰুৱা গ্ৰন্থাৱলী**, ১ম খণ্ড, পৃ. ৪৬।
৮৮। দ্ৰষ্টব্য, *Background of Modern Assamese Literature*, p p 269-270
৮৯। বেণুধৰ শৰ্মা, **অৰ্ঘ্যাৱলী**। যতীন্দ্ৰনাথ গোস্বামী, **জোনাক আৰু জাগৰণ**, পৃ. ২৩।
৯০। **বেজবৰুৱা গ্ৰন্থাৱলী**, ১ম খণ্ড, পৃ. ৫০।
৯১। নন্দ তালুকদাৰ, প্ৰথম সংস্কৰণ, পৃ. ১১৮।
৯২। চতুৰ্থ সংস্কৰণ, পৃ ২০৬।
৯৩। যতীন্দ্ৰনাথ গোস্বামী, **জাগৰণ আৰু জোনাক**, পৃ. ২৩।
৯৪। প্ৰথম প্ৰকাশ, ১৯৭২, পৃ. ৩৩।
৯৫। *New Light on History of Asamiya Literature*, p 391.
৯৬। ২য় সংস্কৰণ, পৃ. ৩৬৩।
৯৭। **অসমীয়া সাহিত্যৰ ৰূপৰেখা**, ১৯৮৭, পৃ. ২৫১।
৯৮। প্ৰথম সংস্কৰণ, ১৯৮১, পৃ. ৩১১।
৯৯। **জাগৰণ আৰু জোনাক**, পৃ. ৪৩।
১০০। বিজনলাল চৌধুৰী, **জোনাকীৰ আলোচন**, পৃ. ৩৩।

১০১। **বেজবৰুৱা গ্ৰন্থাৱলী**, ১ম খণ্ড, পৃ. ৫০।
১০২। **সংক্ৰান্তি**, সম্পাদক, শংকৰ কাকতী  বৰা, কলিকতা, ১৯৮৯, পৃ. ৫৫।
১০৩। উল্লিখিত প্ৰবন্ধ।
১০৪। **বেজবৰুৱা গ্ৰন্থাৱলী**, প্ৰাক্ উল্লিখিত।
১০৫। বেণুধৰ শৰ্মা, **অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী**, পৃ. ৩৪।
১০৬। উল্লিখিত প্ৰসংগ।
১০৭। **বেজবৰুৱা গ্ৰন্থাৱলী**, প্ৰাক্ উল্লিখিত।
১০৮। উল্লিখিত, পৃ  ৪৮।
১০৯। বেণুধৰ শৰ্মা, **অৰ্ঘ্যাৱলী**, পৃ  ২৩-২৫।

# অৰুনোদইৰ আৰ্হিৰূপে বংগীয় কাকত

ডঃ সতীশচন্দ্ৰ ভট্টাচাৰ্য

বৰ্তমান বছৰৰ আৰম্ভণিৰ পৰা অসমত সংবাদপত্ৰৰ ডেৰশ বছৰীয়া জয়ন্তীৰ কাৰ্য-ক্ৰমণিকা আৰম্ভ হৈছে। এই কাৰ্যসূচী উদ্‌যাপনৰ যোগেদি অসমৰ বাতৰি কাকতৰ লগতে ৰাজ্যখনৰ ভাষা-সাহিত্য সম্পৰ্কেও ভালেমান অনাৱিষ্কৃত তথ্য পোহৰলৈ আহিব বুলি আশা কৰাৰ স্থল আছে।

অসমৰ সংবাদপত্ৰই ডেৰশ বছৰৰ দুৱাৰডলিত ভৰি দিয়াৰ প্ৰসংগতে আমাৰ চুবুৰীয়া ৰাজ্য বংগদেশৰ বাতৰিকাকতৰ ইতিবৃত্ত সম্পৰ্কে অধ্যয়নৰ প্ৰয়োজনীয়তা স্বীকাৰ্য। কাৰণ, অসমৰ সামাজিক-সাংস্কৃতিক জীৱনৰ বিভিন্ন ক্ষেত্ৰত বংগদেশৰ প্ৰভাৱ পৰাৰ দৰে সংবাদপত্ৰ প্ৰকাশৰ বেলিকাও সেই ৰাজ্যৰ পৰা আৰ্হি লোৱাৰ কথা অস্বীকাৰ কৰাৰ উপায় নাই। সেয়েহে বৰ্তমান নিবন্ধত ১৮৪৬ খ্ৰীঃত প্ৰকাশিত 'অৰুনোদই সংবাদপত্ৰ'ৰ পূৰ্বৰ বংগীয় কাকতৰ বিষয়ে আলোচনা কৰি আমাৰ মতে সেই ঠাইৰ পৰা গ্ৰহণ কৰা আদৰ্শৰ বিষয়ে বিচাৰ-বিশ্লেষণ আগবঢ়োৱা হ'ব। 'অৰুনোদই সম্বাদপত্ৰ'ৰ নামটো সম্পৰ্কে বিস্তৃত আলোচনাৰ অৱকাশ আছে যদিও ইয়াত মাত্ৰ এইখিনিকে ক'ব খোজা হৈছে যে প্ৰথমৰে পৰা ১৮৫০ খ্ৰীঃৰ জানুৱাৰীৰ পৰা ১৮৬০ খ্ৰীঃৰ ডিচেম্বৰলৈ হ'ল 'অৰুনোদই' আৰু ১৮৬১ খ্ৰীঃৰ জানুৱাৰীৰ পৰা নামোংকিত হ'ল 'অৰুনোদই'ৰূপে। বৰ্তমান আলোচনাত কাকতখনৰ ভিতৰৰ পৃষ্ঠাত মুদ্ৰিত হোৱাৰ দৰে কেৱল 'অৰুনোদই' নামটোহে ব্যৱহৃত হ'ব।

বংগদেশত সংবাদপত্ৰৰ আবিৰ্ভাৱৰ বিষয়ে জানিবলৈ হ'লে সেই ৰাজ্যত মুদ্ৰাযন্ত্ৰ বা ছপাশাল প্ৰতিষ্ঠাৰ প্ৰসংগও আহি পৰে। প্ৰশাসন কাৰ্য নিয়াৰিকৈ চলাই নিয়াৰ স্বাৰ্থত বিদেশী শাসকসকলক ভাৰতীয় ভাষা শিক্ষা দিয়াৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা গৱৰ্ণৰ জেনেৰেল ৱাৰেন হেষ্টিংছ (১৭৩২-১৮১৮) বংগদেশত মুদ্ৰাযন্ত্ৰ প্ৰতিষ্ঠাৰ গুৰুত্বও হৃদয়ংগম কৰিবলৈ সক্ষম হৈছিল।[১] তেওঁৰ উৎসাহ আৰু পৃষ্ঠপোষকতাৰ ফলস্বৰূপে আনড্ৰুছ নামৰ এজন কিতাপ বিক্ৰেতাই ১৭৭৮ খ্ৰীঃত হুগলিত ভাৰতৰ প্ৰথম ছপাশালটো বহুৱায়। এই ছপাশালৰ পৰা প্ৰকাশিত হয় নাথানিয়েল হেলহেড (১৭৫১-১৮৩০)ৰ The Grammar of the Bengal Language (১৭৭৮ খ্ৰীঃ)। হেলহেডৰ পুথিৰ নামৰ উপৰি বক্তব্য বিষয়বস্তুও ইংৰাজী ব্যাকৰণৰ আদৰ্শ অনুযায়ী সেই ভাষাতে উপস্থাপন কৰা হৈছে। কিন্তু গ্ৰন্থখনত পৰিকল্পিত মূল নীতিৰ উদাহৰণ হিচাপে বহু বঙলা শব্দৰ ব্যৱহাৰ কৰাটো[২] উল্লেখযোগ্য। আন কথাত আলোচ্যমান গ্ৰন্থৰ যোগেদি বঙলা ভাষাই ছপা ৰূপ পোৱা বিষয়ত সকলো একমত।

কলিকতা তথা সমগ্ৰ ভাৰতৰ পৰা প্ৰথমবাৰৰ বাবে সংবাদপত্ৰ প্ৰকাশৰ পথ প্ৰশস্ত কৰাৰ কৃতিত্বও অৰ্পিত হৈছে ৱাৰেন হেষ্টিংছৰ ওপৰতে। ১৭৭৯ খ্ৰীঃত তেওঁ কলিকতাত মুদ্ৰাযন্ত্ৰ স্থাপনৰ সৰ্বময় কৰ্তৃত্ব চাৰ্লচ উইলকিন্স (১৭৪১-১৮৩৬)ৰ ওপৰত অৰ্পণ কৰে। ক্ৰমে কলিকতাত চৰকাৰী মুদ্ৰাযন্ত্ৰ স্থাপিত হয় আৰু উইলকিন্সৰ তত্ত্বাৱধানতে সেই ঠাইৰ পৰা প্ৰথম সাপ্তাহিক কাকত হিকিৰ 'বেংগল গেজেট' প্ৰকাশিত হয়।[৩] হিকি অৰ্থাৎ জেমচ আগষ্টাছ হিকিৰ পত্ৰিকাখনৰ সম্পূৰ্ণ নাম আছিল Bengal Gazettee of The Calcutta General Advertiser। ১৭৮০ খ্ৰীঃৰ ২১ জানুৱাৰী তাৰিখে প্ৰকাশিত হিকিৰ 'বেংগল গেজেট' এই ভাৰতবৰ্ষৰ প্ৰথম সংবাদপত্ৰ।[৪] হিকিৰ ব্যক্তিগত জীৱনৰ তথ্য পোৱাটো বৰ কষ্টসাধ্য। পত্ৰিকা সম্পাদনাত তেওঁৰ সুৰুচি আৰু শালীনতাবোধৰ অভাৱৰ কথা বঙলা সাহিত্যৰ প্ৰায়ভাগ বুৰঞ্জী ৰচকৰদ্বাৰা স্বীকৃত বিষয়। ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰ্মচাৰীক তেওঁ কাকতত নগ্নভাৱে আক্ৰমণ কৰাৰ কথাও শুনা যায়। এনেবোৰ কাৰণতে হিকিয়ে এবছৰ সাত মাহ কাৰাদণ্ড ভোগ কৰিব লগাত পৰে আৰু ১৭৮২ খ্ৰীঃত তেওঁৰ পত্ৰিকা বন্ধ হৈ থাকে।[৫]

'বেংগল গেজেট' মুদ্রিত ছপাশালত বঙলা ভাষাৰ মুদ্রণ ব্যৱস্থাৰ বিষয়ে তথ্যৰ অভাৱ। যি নহওক, শতিকাটোৱে বাগৰ সলোৱাৰ পূৰ্বে কলিকতাত চাৰিটাকৈ ছপাশাল প্ৰতিষ্ঠা হোৱাৰ সংবাদ সাহিত্যৰ বুৰঞ্জীয়ে দিছে। ফলস্বৰূপে সেই ঠাই সমগ্ৰ দেশৰ ভিতৰত মুদ্রণ কেন্দ্ৰৰূপে পৰিচিত হয়।[৬]

তাৰ পৰিণতি হ'ল ইংৰাজী ভাষাত প্ৰকাশিত পত্ৰ-পত্ৰিকাৰ সংখ্যা বৃদ্ধি।

ইংৰাজী ভাষাৰ সংবাদপত্ৰৰ সংখ্যা বাঢ়ি গ'লেও অষ্টাদশ শতাব্দীৰ ভিতৰত বংগদেশৰ পৰা বঙলা ভাষাৰ কোনো কাকত প্ৰকাশ নোপোৱাটো চকুত লগা বিষয়। হিকিৰ 'বেংগল গেজেট'ৰ পৰা বঙলা মাধ্যমৰ বাতৰিকাকত প্ৰকাশ হোৱালৈ সময়ৰ ব্যৱহাৰ কিঞ্চিত কম দুকুৰি বছৰ।

বংগদেশত ইংৰাজী ভাষাৰ সংবাদপত্ৰ প্ৰকাশৰ কৃতিত্ব যিদৰে ইংৰাজ চাহাবৰ প্ৰাপ্য সেইদৰে বঙলা ভাষাৰ বাতৰিকাকত উলিওৱাৰ নিমিত্তে প্ৰশংসা দাবী কৰিব পাৰে বৃটিছ মিছনেৰিসকলে। ১৮০০ খ্ৰীঃত কলিকতাৰ ওচৰৰ শ্ৰীৰামপুৰত মিছনৰ কেন্দ্ৰ স্থাপন কৰা উইলিয়াম কেৰী (১৭৬১-১৮৩৪), আৰু তেওঁৰ সহযোগী জন ক্লাৰ্ক মাৰ্চমেন (১৭৬৮-১৮৩৭) আৰু উইলিয়াম ৱাৰ্ড (১৭৬৯-১৮২৩) আছিল বঙলা ভাষাৰ সংবাদপত্ৰ প্ৰকাশৰ ঘাই উদ্যোক্তা। ১৮১৮ খ্ৰীঃৰ এপ্ৰিল মাহত এই মিছনেৰিসকলে 'দিগ্‌দৰ্শন' নামৰ মাহেকীয়া কাকত উলিয়ায় আৰু ই হ'ল বঙলা ভাষাৰ প্ৰথম সাময়িক পত্ৰ।[৭] স্কুল পাঠ্য বিষয়ৰ ওপৰত সৰ্বাধিক গুৰুত্ব আৰোপ কৰা 'দিগ্‌দৰ্শন'ৰ সম্পাদক হিচাপে মাৰ্চমেনৰ নাম মুদ্রিত হৈছে।[৮] একে বছৰৰে ২৩ মে' তাৰিখ শনিবাৰৰ পৰা একেজনা মিছনেৰিৰ সম্পাদনাত প্ৰকাশিত হ'ল 'সমাচাৰ দৰ্পণ'।[৯]

এনেদৰে দুয়োখন কাকততে একেজন মানুহৰ নাম সম্পাদকৰূপে থকাটো লক্ষ্যণীয়। বঙলা সাহিত্যৰ বুৰঞ্জী-বচকে তাৰো সমিধান নিদিয়াকৈ থকা নাই : 'সম্পাদক জন মাৰ্চমেন নামতহে মাত্ৰ, "আচলতে বঙালী পণ্ডিতসকলেই 'সমাচাৰ দৰ্পণ' সম্পাদনা কৰিছিল।[১০] 'সমাচাৰ দৰ্পণ'ৰ সম্পাদনাত বঙালী পণ্ডিতৰ সহযোগিতাৰ প্ৰমাণ বিচাৰি হাবাথুৰি খাব নালাগে। আকৌ হিন্দু ধৰ্মৰ প্ৰতি অসূয়া কিম্বা বিদ্বেষভাৱ ৰাখিলেও 'সমাচাৰ দৰ্পণ'এ বংগীয় সমাজ-সংস্কৃতিৰ প্ৰতি আগবঢ়োৱা বৰঙণি যোগ্যজনৰ দ্বাৰা উদাৰভাৱে স্বীকৃত হোৱাটো তাৎপৰ্যপূৰ্ণ।[১১]

'সমাচাৰ দৰ্পণ'ৰ হিন্দু ধৰ্মৰ প্ৰতি অসহিষ্ণু মনোভাৱে পৰোক্ষভাৱে নতুন বাতৰিকাকতৰ জন্মতো ইন্ধন যোগাইছিল। 'সম্বাদ কৌমুদী' তাৰ জলন্ত দৃষ্টান্ত। হিন্দু ধৰ্মৰ বিষয়ে গ্লানিসূচক মন্তব্য প্ৰচাৰ কৰি তাৰ প্ৰতিবাদ ছপা নকৰা হেতুকে "ৰামমোহন ৰায় প্ৰমুখ্যে হিন্দু সমাজৰ কেইজনমান উৎসাহী নেতাই ১৮২১ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত 'সম্বাদ কৌমুদী' নামৰ সাপ্তাহিক পত্ৰিকা প্ৰকাশ কৰে ( প্ৰকাশক তাৰাচাঁদ দত্ত আৰু ভবানীচৰণ বন্দোপাধ্যায়)।"[১২]

অনুৰূপ ঘটনা সংঘটিত হৈছিল অসমৰ সংবাদ জগততো। মিছনেৰিসকলে 'অৰুনোদই' কাকত উলিয়াই খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ লোৱাত আউনীআটী সত্ৰাধিকাৰ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীয়ে সনাতন হিন্দু ধৰ্ম প্ৰচাৰৰ কাৰণে 'আসাম বিলাসিনী' (১৮৭১) প্ৰকাশ কৰাটো ভাষা-সাহিত্যৰ ছাত্ৰৰ বাবে নতুন সংবাদ নহয়। যি নহওক, সমাজ সংস্কাৰ বিষয়ত ৰামমোহনৰ লগত মতৰ অমিল হোৱাত ভবানীচৰণে 'সম্বাদ কৌমুদী'ৰ লগত সম্পৰ্ক ত্যাগ কৰি 'সমাচাৰ চন্দ্ৰিকা' (১৮২২) নামৰ সাপ্তাহিক কাকত উলিওৱা বিষয়তো[১৩] 'সমাচাৰ দৰ্পণ'ৰ পৰোক্ষ ভূমিকা থকাটো অস্বীকাৰ কৰিব নোৱাৰি।

'দিগ্‌দৰ্শন' আৰু 'সমাচাৰ দৰ্পণ'ৰ লগতে নাম উচ্চাৰিত হোৱা আন এখন সাময়িক পত্ৰ হ'ল গংগাকিশোৰ ভট্টাচাৰ্য (আৰু হৰচন্দ্ৰ ৰায় ?)ৰ উদ্যোগত প্ৰকাশিত 'বাংগাল গেজেটি' নামৰ সাপ্তাহিক পত্ৰিকাখনি। এই সংবাদ-পত্ৰ উপৰিউক্ত কাকত দুখনতকৈ আগে নে পিছে ওলাইছিল তাক লৈ বঙলা সাহিত্যৰ বুৰঞ্জী ৰচকৰ মাজত বিতৰ্কৰ অন্ত নাই। কোনো কোনোৱে পত্ৰিকাখনিৰ অস্তিত্ব সম্পৰ্কেও সন্দেহ কৰা দেখা হৈছে। যি নহওক 'বাংগাল গেজেটি'ৰ নামটোৰ বাহিৰে অন্য কোনো নিৰ্দেশ নথকা[১৪] বাবে আমি ইয়াক ইতিপূৰ্বে উল্লিখিত পত্ৰিকা দুখনৰ পিছতহে স্থান দিব খুজিছোঁ।

বঙলা ভাষাৰ প্ৰথম সংবাদপত্ৰ 'দিগ্‌দৰ্শন'ৰ আয়ুস কিমান আছিল তাক নিশ্চিতভাৱে জনা নাযায়। সাহিত্যৰ বুৰঞ্জীয়ে দিয়া বতৰামতে কাকতখন আছিল অল্পায়ু-সম্পন্ন। কিন্তু একৈশ বছৰ কাল প্ৰকাশ পোৱা 'সমাচাৰ দৰ্পণ' অকল পৰৱৰ্তী কালৰ বঙলা ভাষাৰ বাবেই নহয়, দেশৰ অন্যান্য প্ৰান্তীয় ভাষাৰ সংবাদ-পত্ৰৰ বাবেও আৰ্হিস্বৰূপ আছিল। অসমৰ প্ৰথম সংবাদ-পত্ৰ 'অৰুনোদই'য়ে এই মন্তব্যৰ সপক্ষে সাক্ষ্য দিয়ে। বৰ্তমান প্ৰবন্ধৰ পিছৰ ফালে বিষয়টো বিস্তৃতভাৱে আলোচিত

হৈছে। সংগৃহীত তথ্যমতে ১৮৪১ খ্ৰীঃৰ ২৫ ডিচেম্বৰ সংখ্যা প্ৰকাশ পোৱাৰ পিছত 'সমাচাৰ দৰ্পণ' বন্ধ হৈ যায়।

'দিগ্‌দৰ্শন', 'সমাচাৰ দৰ্পণ', 'বাংগাল গেজেট' আদিয়ে পথ প্ৰশস্ত কৰাৰ পিছত বংগদেশত সাংবাদিকতাৰ বাবে পৰিবেশ অনুকূল হয়। ভিন ভিন উদ্দেশ্য আগত লৈ নানা বিষয়ৰ বাতৰিকাকত, আলোচনীয়ে আত্মপ্ৰকাশ কৰাৰ বিষয়ে বঙলা সাহিত্যৰ পাঠক মাত্ৰে জানে। উনবিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ ভিতৰত, আনকি ১৮৪৬ খ্ৰীঃ অৰ্থাৎ অসমত 'অৰুনোদই' প্ৰকাশৰ পূৰ্বৰ কালছোৱাত কুৰিখনমান বঙলা সংবাদপত্ৰই পাঠক সমাজৰ আগত ভুমুকি মৰাৰ বিষয়ে সেই সাহিত্যৰ বুৰঞ্জীয়ে সম্ভেদ দিছে। বংগদেশৰ সাময়িক পত্ৰৰ কালোত্তীৰ্ণ ইতিহাস ৰচোঁতা ব্ৰজেন্দ্ৰনাথ বন্দোপাধ্যায়ৰ প্ৰদত্ত তালিকাখন[১৫] ভিত্তি হিচাপে লৈ ১৮৪৬ খ্ৰীঃৰ ভিতৰত প্ৰকাশ পোৱা প্ৰধান সংবাদ পত্ৰসমূহৰ সংক্ষিপ্ত পৰিচয় তলত দিয়াৰ দৰে দাঙি ধৰিব পাৰি :

এতিয়া অসমৰ 'অৰুনোদই' প্ৰকাশৰ পটভূমি বিশ্লেষণ কৰি চোৱা যাওক। ১৮৩৬ খ্ৰীঃত যীশুৰ বাণী বিলাবলৈ আমেৰিকান মিছনেৰি প্ৰবেশ কৰাৰ পূৰ্বে এই ভূখণ্ডত ছপাশাল নাছিল। সেই বছৰৰ ২৩ মাৰ্চৰ দিনা শদিয়াত ভৰি দিয়া আমেৰিকান মিছন বোৰ্ডৰ সদস্যদ্বয় ৰেঃ নাথান ব্ৰাউন (১৮০৭-১৮৮৬) আৰু অলিভাৰ টি. কাটাৰে লগত অনাটোৱে হ'ল অসমৰ প্ৰথম ছপাশাল। মিছনেৰিসকলে নিজৰ আঁচনি মতে কাম কৰিব নোৱাৰি শদিয়াৰ পৰা উজনি অসমৰ জয়পুৰলৈ অহা আৰু তাতো নানা বাধা-বিঘিনিৰ সন্মুখীন হৈ শেষত শিৱসাগৰত থিতাপি লোৱাৰ বিষয়ে নতুনকৈ কোৱাৰ সকাম নাই। ১৮৪৩ খ্ৰীঃ ১৫ নবেম্বৰৰ দিনা যাৱতীয় সামগ্ৰীসহ ছপাশালটো আনি শিৱসাগৰত বহুওৱা হয়।[১৬] এয়ে হ'ল যোৱা শতিকাৰ অসমৰ বিখ্যাত আমেৰিকান বেপ্টিষ্ট মিছন প্ৰেছ। প্ৰসংগক্ৰমে কৈ থোৱা বাঞ্ছনীয় যে অসমত সাহিত্য সৃষ্টি, সাহিত্যৰ প্ৰচাৰ কিম্বা এই ৰাজ্যৰ বৌদ্ধিক বিকাশৰ বাটত আমেৰিকান বেপ্টিষ্ট মিছন প্ৰেছৰ অৱিহণাৰ সম্যক মূল্যায়ন হ'বলৈ এতিয়াও বাকী। বিশিষ্ট গৱেষক, সূক্ষ্মদৰ্শী

| ক্ৰমিক নং | সংবাদ পত্ৰৰ নাম | প্ৰকাশৰ ধৰণ | প্ৰথম প্ৰকাশ | প্ৰথম সম্পাদক |
|---|---|---|---|---|
| ১। | দিগ্‌দৰ্শন | মাহিলি | এপ্ৰিল, ১৮১৮ | জে টি মাৰ্চমেন |
| ২। | সমাচাৰ দৰ্পণ | সাপ্তাহিক | ২৩ মে', ১৮১৮ | জে টি মাৰ্চমেন |
| ৩। | বাংগাল গেজেট | — | — | — |
| ৪। | সম্বাদ কৌমুদী | সাপ্তাহিক | ৪ ডিচেম্বৰ, ১৮২১ | ভৱানীচৰণ বন্দ্যোপাধ্যায় |
| ৫। | সমাচাৰ চন্দ্ৰিকা | সাপ্তাহিক | ৫ মাৰ্চ, ১৮২২ | ভৱানীচৰণ বন্দ্যোপাধ্যায় |
| ৬। | বংগদূত | সাপ্তাহিক | ১০ মে', ১৮২৯ | নীলৰত্ন হালদাৰ |
| ৭। | সংবাদ প্ৰভাকৰ | সাপ্তাহিক | ২৮ জুন, ১৮৩১ | ঈশ্বৰ চন্দ্ৰ গুপ্তা |
| ৮। | জ্ঞানান্বেষণ | — | ১৮ জুন, ১৮৩১ | গৌৰীশঙ্কৰ তৰ্কবাগীশ |
| ৯। | সংবাদ পূৰ্ণচন্দ্ৰোদয় | মাহিলি | ১০ জুন, ১৮৩৫ | হৰচন্দ্ৰ বন্দ্যোপাধ্যায় |
| ১০। | সংবাদ ভাস্কৰ | মাহিলি | মাৰ্চ, ১৮৩৯ | গৌৰীশঙ্কৰ তৰ্কবাগীশ |
| ১১। | তত্ত্ববোধিনী | মাহিলি | ১৮৪৩ | অক্ষয় কুমাৰ দত্ত |

উপৰিউক্ত এঘাৰখনৰ বাহিৰেও আন কিছুমান বাতৰিকাকতৰ নাম সংগ্ৰহ কৰিব পৰা গৈছে। এইবিলাক হ'ল 'পশ্বাৱলী' (১৮২২), 'সংবাদ তিমিৰ নাশক' (১৮২৩), 'বিজ্ঞান সেবধি' (১৮৩২), 'বিদ্যা দৰ্পণ' (১৮৪২), 'বাঙ্গ দৰ্শক', 'প্ৰসাদ পুৰাণ', 'জুগ্যাতদিপিতা ভাস্কৰ' আদি। এই সংবাদ-পত্ৰসমূহৰ বিস্তৃত পৰিচয় আমাৰ আলোচ্য বিষয় নহয়। নামবিলাক উল্লেখ কৰাৰ পৰা এটা কথা স্পষ্টভাৱে প্ৰমাণিত হ'ল যে ১৮৪৬ খ্ৰীঃত মিছনেৰিসকলে অসমীয়া ভাষাৰ প্ৰথম সংবাদপত্ৰ প্ৰকাশ কৰাৰ আগতে বঙলা ভাষাৰ কাকতৰ সংখ্যা আছিল প্ৰায় কুৰিখনৰ ওচৰা-উচৰি।

সমালোচক ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই ত্ৰিশ বছৰ পূৰ্বে কোৱা 'মধ্য উনবিংশ শতাব্দীৰ প্ৰায় সকলোবোৰ কিতাপেই এই প্ৰেছৰ পৰা প্ৰকাশিত হৈছিল'[১৭] বোলা কথাষাৰৰ তাৎপৰ্য উপলব্ধি কৰি সেইমতে কাম কৰিবলৈ এতিয়াও বিস্তৃত ক্ষেত্ৰ পৰি আছে।[১৮] যি নহওক, শিৱসাগৰত মুদ্ৰাযন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ প্ৰায় দুবছৰ পিছত মিছনেৰিসকলে মিছনৰ মুখপত্ৰ 'অৰুনোদই' প্ৰকাশ কৰিবলৈ লয়।

কিন্তু অসমত সংবাদ-পত্ৰ উলিয়াবলৈ তেওঁলোকে ক'ৰ পৰা সাহস আৰু অনুপ্ৰেৰণা পাইছিল? কাকত ছপাই উলিয়ালে তেতিয়ালৈ খবৰৰ কাগজ নেদেখা অসমৰ সৰ্বসাধাৰণ ৰাইজে তাক আদৰি ল'ব বুলি

তেওঁলোকে কেনেকৈ জানিছিল? উত্তৰ এটাই : তৎকালীন অসমৰ শিক্ষিত চামৰ মাজত বঙলা কাকতৰ জনপ্ৰিয়তা। শ্ৰীৰামপুৰ প্ৰেছৰ পৰা প্ৰকাশিত, ইতিপূৰ্বে আলোচিত 'দিগ্‌দৰ্শন', 'সমাচাৰ দৰ্পণ' আদি কাকতে অসমত অৰ্জন কৰা জনপ্ৰিয়তা অস্বীকাৰ কৰিলে সি হ'ব অনৈতিহাসিক ঘটনা। তৎকালীন শিক্ষিত লোকৰ মাজত বঙলা ভাষাৰ সংবাদপত্ৰসমূহ অতি আদৰৰ সম্পদ আছিল। তাৰ নিৰ্ভৰযোগ্য প্ৰমাণ :

> অসম দেশৰ অতি মান্য লোকসকলে বঙ্গদেশ আৰু বঙ্গদেশত প্ৰচলিত সেই সম্পৰ্কীয় বিষয়ৰ লগত এইদেশীয় সংবাদপত্ৰৰ দ্বাৰা সম্পৰ্ক ৰাখে আৰু এইদেশীয় সংবাদপত্ৰসমূহৰ অসম দেশত যিমান গ্ৰাহক আছে সিমান গ্ৰাহক বঙ্গদেশৰ প্ৰায় কোনো জিলাতে দেখা নাযায়। কিন্তু আমাৰ ওচৰলৈ নতুবা আন আন এইদেশীয় সংবাদপত্ৰৰ সম্পাদকসকলৰ ওচৰলৈ অসম দেশৰ পৰা যি সপ্তাহত প্ৰেৰিত পত্ৰ নাহে তেনে সপ্তাহ প্ৰায় নাথাকেই।

কোন সেই 'অতি মান্য লোকসকল'?[১১] ইয়াৰ উত্তৰত ঊনবিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধত অসমৰ ভালেকেইজন সম্ভ্ৰান্ত ব্যক্তিৰ নাম উল্লেখ কৰিবলগীয়া হয়। এখেতসকল হ'ল যাদুৰাম ডেকা বৰুৱা (১৮০১-১৮৬৯) হলিৰাম ঢেকিয়াল ফুকন (১৮০২-১৮৩০), হলিৰামৰ ভাতৃ যজ্ঞৰাম খাৰঘৰীয়া ফুকন, ইন্দীবৰ বৰুৱা প্ৰমুখ্যে কিছুসংখ্যক লোক। তৎকালীন সমাজৰ এই শিক্ষিত লোকসকলে অসমত বাতৰিকাকত নথকা বাবে 'সমাচাৰ দৰ্পণ', 'সমাচাৰ চন্দ্ৰিকা' আদি কাকত নিয়মীয়াকৈ পঢ়িছিল আৰু সেইবিলাকত নানা বিষয়ে লিখিছিল। আলোচনা দীঘলীয়া হোৱাৰ ভয়ত তথ্য-প্ৰমাণ দাঙি ধৰাৰ পৰা বিৰত থকা হ'ল। গতিকে মিছনেৰিসকল যে শিক্ষিত অসমীয়া লোকৰ সংবাদপত্ৰৰ প্ৰতি আগ্ৰহৰ বিষয়ে সংশয়মুক্ত হ'ব পাৰিছিল, এই বিষয়ে সন্দেহৰ সুৰুঙা নাই। থলুৱা ভাষাত কাকত প্ৰকাশৰ বেলিকা এই অভিজ্ঞতাই আছিল তেওঁলোকৰ বাবে এক ভাণ্ডৰ মূলধন।

পৰৱৰ্তী পৰ্যায়ৰ আলোচ্য বিষয় হ'ল, 'অৰুনোদই'ৰ বাবে আদৰ্শ বা আৰ্হিৰূপে লোৱা কাকতৰ প্ৰসংগটো। বংগদেশৰ সুপ্ৰচাৰিত তথা জনপ্ৰিয় বাতৰিকাকত 'সমাচাৰ দৰ্পণ'ৰ আদৰ্শতে 'অৰুনোদই'ক গঢ় দিয়া কথাটো পৰ্যালোচনাৰ পৰা পৰিষ্কাৰ হয়। নতুনকৈ প্ৰকাশিত 'অৰুনোদই'ৰ সংকলক আৰু পুনঃসম্পাদক ডঃ মহেশ্বৰ নেওগে কোৱা "অৰুনোদইৰ আঁচনিত এই 'সমাচাৰ দৰ্পণ' নিশ্চয় এটা ভাল মডেলৰ দৰে কাম কৰিছিল" বোলা কথাষাৰত[২০] লেশমানো অতিৰঞ্জন নাই। 'সমাচাৰ দৰ্পণ'ৰ প্ৰথম সংখ্যাৰ প্ৰথম পৃষ্ঠাত কাকতখনৰ আদৰ্শ হিচাপে সৰ্বপ্ৰথম এইখিনি কথা মুদ্ৰিত হৈছিল :

১। এতদ্দেশের জজ্ঞ ও কলেক্তর সাহেবেরদের ও অন্য রাজকর্ম্মাধ্যক্ষেরদের নিয়োগ।

২। শ্রীশ্রীযুত বড় সাহেব যে ২ নূতন আয়িন ও হুকুম প্রভৃতি প্রকাশ করিবেন।

৩। ইংলেণ্ড ও ইউরোপের অন্য অন্য প্রদেশ হইতে যে ২ নতুন সমাচার আইসে এবং এই দেশর নানা সমাচার।

৪। বাণিজ্যাদির নতুন বিবরণ।

৫। লোকেরদের জন্ম ও বিবাহ ও মরণ প্রভৃতি ক্রিয়া।

৬। ইউরোপ দেশীয় লোক কর্তৃত্ব যে ২ নূতন সৃষ্টি হইয়াছে সেই সকল পুস্তক হইতে ছাপান যাইবে এবং যে ২ নূতন পুস্তক মাসে ২ ইংলণ্ড হইতে আইসে সেই সকল পুস্তকে যে ২ নূতন শিল্প ও কল প্রভৃতির বিবরণ থাকে তাহাও ছাপান যাইবে।

৭। এবং ভারতবর্ষর প্রাচীন ইতিহাস ও বিদ্যা ও জ্ঞানবান লোক ও পুস্তক প্রভৃতির বিবরণ।[২১]

আমাৰ 'অৰুনোদই'ৰ আৰম্ভণিতে তেনেকৈ ছপাবলগীয়া সংবাদৰ বিষয়ে লিখা নাছিল ঠিকেই। কিন্তু কাকতখনত পৰিবেশিত বিষয়বস্তুসমূহ বিশ্লেষণ কৰি চালে 'সমাচাৰ দৰ্পণ'ৰ লগত বহুলাংশে মিল দেখা যায়। বঙলা কাকতখনে মুকলিকৈ ঘোষণা কৰা কথাখিনি ইয়াত তেনেকৈ নোকোৱাকৈ কাৰ্যৰ মাজেৰে ফুটাই তোলা হৈছে।

'সমাচাৰ দৰ্পণ' নামটিৰ প্ৰতি 'অৰুনোদই'ৰ সম্পাদকৰ বিশেষ দুৰ্বলতা থকাৰো প্ৰমাণ কাকতখনে দিছে। আমাৰ সম্পাদকে কাকতৰ অনেক ঠাইত যি কোনো সংবাদপত্ৰ বুজাবলৈকে 'সমাচাৰ দৰ্পণ' নামৰ প্ৰয়োগ কৰা দেখিবলৈ পাওঁহক। যেনে, 'ফ্ৰি ইনকোয়াৰেৰ নামেৰে এক নতুন 'সমাচাৰ দৰ্পণ' (জুলাই, ১৮৪৬) 'হৰকৰাৰ ১৭ জুনত চাপা সমাচাৰ দৰ্পণ' (একে সংখ্যা), 'প্ৰসাদ পুৰাণ নামে এক নতুন সমাচাৰ দৰ্পণ', 'জ্ঞ্যাদিপিতা ভাস্কৰ নামেৰে ইংৰাজী, বঙ্গালি, হিন্দি, ফাৰচি আৰু আৰবি, এই পাঁচ ভাষাৰে এক 'সমাচাৰ দৰ্পণ' (আগষ্ট, ১৮৪৬) প্ৰভৃতি।

'অৰুনোদই'ৰ বাবে সংবাদ সংগ্ৰহৰ বেলিকা উদ্যোক্তাসকলে স্বাভাৱিকতে ভাৰতৰ ভিন ভিন ঠাইৰ পৰা প্ৰকাশিত সংবাদপত্ৰসমূহ আৰু কিছু পৰিমাণে বিদেশী কাকতৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হৈছিল। তাৰ ভিতৰতে আকৌ বংগদেশৰ পৰা প্ৰকাশিত বাতৰি-

কাকতসমূহৰ পৰা বাতৰিৰ বাহিৰেও নানা বৃত্তান্ত সংগ্ৰহ কৰাৰ প্ৰমাণ পোৱা যায়। সেইবাবে ১ম বছৰৰ ৩য় সংখ্যাৰে পৰা অসমীয়া কাকতখনৰ পাতত সেইবিলাকৰ নাম মুদ্ৰিত হৈছে। যেনে, 'ফ্ৰেণ্ড অব ইণ্ডিয়া', 'সমাচাৰ দৰ্পণ' (মাৰ্চ ১৮৪৬), 'ভাস্কৰ সংবাদ পত্ৰ' (এপ্ৰিল, ১৮৪৬), 'বাজ দৰ্শক', 'ফ্ৰি এন্‌কোয়াৰেৰ', 'হৰকৰা' (জুলাই, ১৮৪৬), 'প্ৰসাদ পুৰাণ', 'জ্ঞ্যাতদিপিতা ভাস্কৰ' (আগষ্ট, ১৮৪৬) আদি প্ৰথম বছৰৰ ভিতৰতে পোৱা কেইটামান নাম। এনে ধৰণে বিভিন্ন প্ৰসংগত উত্থাপিত বঙ্গদেশীয় সংবাদপত্ৰৰ নাম প্ৰথম অসমীয়া কাকতখনত ঠাই পাই আছে।

কলিকতা আৰু বঙলা ভাষাৰ সংবাদপত্ৰৰ বিধন তালিকা 'অৰুনোদই'ৰ সম্পাদকে যুগুতাই প্ৰকাশ কৰিছে সেই তালিকা উনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ বঙলা কাকতৰ বিষয়ে গৱেষণা কৰিব খোজাসকলৰ বাবে মুখ্য উৎস (primary source) ৰূপে পৰিগণিত হোৱাৰ যোগ্য।[22] কিয়নো বৰ্তমান দুষ্প্ৰাপ্য হৈ পৰা ২১খন সংবাদপত্ৰৰ চমু অথচ নিৰ্ভৰযোগ্য পৰিচয় ইয়াত সন্নিবিষ্ট হৈছে। তালিকাখনে কাকত একোখনৰ নাম, ছপা হোৱা ঠাই, বছৰেকীয়া মূল্য আৰু কাকত ওলোৱা সময়ৰ ব্যৱধান (দৈনিক, অৰ্দ্ধ-সাপ্তাহিক সাপ্তাহিক আদি)) পাঠক সমাজৰ আগত নিখুঁতভাৱে উপস্থাপন কৰিছে। অৰুনোদই'ৰ পৰিচালক মণ্ডলীৰ উক্ত সংবাদপত্ৰসমূহৰ লগত যে ঘনিষ্ঠ পৰিচয় আছিল সেই সম্পৰ্কে ব্যাখ্যা নিষ্প্ৰয়োজন। একে মন্তব্য তৎকালীন ভাৰতৰ অন্যান্য ঠাই তথা বিদেশৰ পৰা প্ৰকাশিত সংবাদপত্ৰৰ ক্ষেত্ৰতো খাটে। আমাৰ কাকতখনত প্ৰকাশিত সকলোবোৰ কাকতৰ বিষয়ে সন্নিবিষ্ট তথ্যৰাজি চালি জাৰি উলিয়ালে যে এক মনোজ্ঞ অধ্যয়ন হ'ব এই বিষয়ে খাটাংকৈ ক'ব পাৰি।

প্ৰসঙ্গ :

১। অসিত কুমাৰ বন্দোপাধ্যায় : **বাংলা সাহিত্যেৰ ইতিবৃত্ত,** পঞ্চম খণ্ড (১৯৮৫), পৃঃ ২১২; (ইয়াৰ পিছত লিখকৰ নাম হ'ব অঃকুঃবঃ)।
২। ভূদেব চৌধুৰী : **বাংলা সাহিত্যেৰ ইতিকথা,** ২য় পৰ্যায়, (১৯৬০) পৃঃ ৬০ (ইয়াৰ পিছত ভূঃ চৌঃ)।
৩। অঃ কুঃ বঃ, প্ৰাগুক্ত গ্ৰন্থ, পৃষ্ঠা ২১২
৪। ভূঃ চৌঃ, প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৯৮
৫। ভাৰত কোষ, ৫ম খণ্ড (১৯৭৩), পৃঃ ৬৪০
৬। আঃ কুঃ বঃ, পৃ ২২৮
৭। সুশীল কুমাৰ দে : **বেংগলী লিটাৰেচাৰ ইন্ দ্য নাইনটিন্থ চেঞ্চুৰী** (১৯৬২), পৃঃ ২০৮; সুকুমাৰ সেন : **বাঙ্গালা সাহিত্যেৰ কথা** (১৯৬৩), পৃঃ ১৮৮
৮। ভূঃ চৌঃ, পৃঃ ৯৯
৯। ব্ৰজেন্দ্ৰনাথ বন্দোপাধ্যায় : **সংবাদপত্ৰে সেকালেৰ কথা,** ১ম খণ্ড (১৩৫৬), পৃঃ ১১২ (ইয়াৰ পিছত ব্ৰঃ বঃ)
১০। সুকামাৰ সেন : একে
১১। ভূঃ চৌঃ, পৃঃ ১০০
১২। আৰু ১৩ : সুকামাৰ সেন। **বাঙ্গালা সাহিত্যে গদ্য** (১৯৭৬), পৃঃ ৪৩
১৪। সুকুমাৰ সেন : **বাঃ সাঃ কঃ,** পৃঃ ১৮৮
১৫। ব্ৰঃ বঃ, প্ৰাগুক্ত গ্ৰন্থ, পৃঃ একে
১৬। V. H. Sword: **Baptists in Assam, A Century of Missionary Service 1836-1936 (1935).** p. 71
১৭। B K. Barua : **History of Assamese Literature** (1964), p. 107
১৮। বৰ্তমান লেখকে অনেক প্ৰবন্ধ কৰি এই প্ৰেছৰ পৰা প্ৰকাশিত ৪৩খন অসমীয়া আৰু ৫খন ইংৰাজী পুথিৰ তালিকা এখন যুগুতাই উলিয়াইছে। তালিকাখনৰ প্ৰায় তিনি চতুৰ্থাংশ কিতাপ লেখকে নিজে দেখাৰ সুবিধা পাইছে।
১৯। **সমাচাৰ দৰ্পণ** : ৩০ জুলাই, ১৮৩১, উদ্ধৃত ব্ৰাঃ বঃ- প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২১৪
২০। মহেশ্বৰ নেওগ, (সংকলন, পুনঃ সম্পাদনা): **অৰুনোদই** (১৯৮৩), পৃঃ ভূমিকা, '৯৩
২১। **সমাচাৰ দৰ্পণ,** ১ম সংখ্যা, শনিবাৰ, ২৩ মে', ১৮১৮ খ্ৰীঃ, উদ্ধৃত : ব্ৰঃ বঃ, একে গ্ৰন্থ
২২। **অৰুনোদই,** মে' ১৮৫১, পৃঃ ৫৭৭।

# আসাম বিলাসিনীৰ ভূমিকা
# অৰুনোদইৰ লগত প্ৰতিযোগিতা

যতীন্দ্ৰনাথ গোস্বামী

'আসাম বিলাসিনী' (১৮৭১-১৮৮৩ চন) অসমীয়া ভাষাৰ দ্বিতীয়খন সংবাদ-পত্ৰ। এই সংবাদ-পত্ৰখন মাহেকীয়া আছিল আৰু অৰুনোদই সম্বাদ পত্ৰ কিছুদূৰ ইয়াৰ আৰ্হি যেন লাগে। ঊনবিংশ শতিকাত মাজুলীৰ নিচিনা এখন আওহতীয়া ঠাইৰ পৰা (আউনীআটী সত্ৰ) নিজৰ ছপাশালত (ধৰ্ম প্ৰকাশ যন্ত্ৰ) মুদ্ৰিত 'আসাম বিলাসিনী' পত্ৰিকা প্ৰকাশ তাৎপৰ্যপূৰ্ণ। সেয়েহে পণ্ডিত তীৰ্থনাথ শৰ্মাই কৈছে, "আউনীআটী সত্ৰৰ যাউতিযুগীয়া সাহিত্য-খ্যাতি পাবলগীয়া কৰ্ম হ'ল সংবাদ-পত্ৰ সাহিত্যৰ সৃষ্টি। ১৭৯৩ শকৰ পৰা ১৮০৫ শকলৈকে অসমীয়া লোকে প্ৰকাশ কৰা প্ৰথম সাময়িক 'আসাম বিলাসিনী' নামৰ সাময়িক পত্ৰিকা প্ৰকাশ হৈছিল দত্তদেৱ প্ৰভুৰ নেতৃত্বত আউনীআটী সত্ৰৰ পৰাই" (আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা ৪৫১)।

'আসাম বিলাসিনী'ৰ নামকৰণৰ প্ৰথম পিঠিৰ নক্সা (ব্লক) তলত দিয়া হ'ল—

THE ASSAM BILASINEE
MARCH 1876 REGISTERED. NO. 4




সংখ্যা১২। শকাব্দাঃ১৭৯৭, চৈত্ৰ। ইংৰাজী সন১৮৭৬মার্চ্চ। সত্ৰ আউনী আটী পঞ্চমবৎসৰ

(১) ওপৰৰ পুৰণি মোহৰৰ অন্তৰ ভাগৰ শ্লোকটো হ'ল—

সম্বাদ সন্দোহ জুসাং জনানা।
নাখ্যায়িকায়াঞ্চ কৃত স্পৃহানাং
তোষায় সদ্বত্তৱতাঞ্চ পুংসাং ভূয়াৎ
সদানাম বিলাসিনীয়ং।

(২) মোহৰটোৰ বহিৰ্ভাগৰ শ্লোকটো হ'ল—
"যা শ্ৰীমজ্জগদীশ সদগুণ গুণালঙ্কাৰ সম্ভূষিণী
বাৰ্ত্তাব্ৰাতবিকাশিনী জনমনঃ শৰৎ সুধাবৰ্ষিনী।
নানাখ্যান সুভাষিণী গুণৱতী স্বেয়াং শুভান্বেষিণী
সৈষা সাম বিলাসিনী বিনমতি শ্ৰীদত্ত হৃত্তোসিনী॥
শ্লোকৰ অৰ্থ— (১) জগদ্দীশ্বৰ কৃপাৰ অনুসাৰে যি সদগুণৰ অলঙ্কাৰযুক্ত বাৰ্ত্তা বহন আসাম বিলাসিনী কাকতখনে জনগণৰ মনত শৰৎ কালৰ চন্দ্ৰ কিৰণৰ সদৃশ আনন্দ বিধান কৰক। (অধ্যাপক শ্ৰীতৰুণ চন্দ্ৰ শৰ্ম্মা কৃত অনুবাদ— লেখক)।

(২) "দেশৰ বা-বাৰ্তাৰ প্ৰকাশ কৰা আখ্যানমূলক প্ৰবন্ধাদিৰে জনসাধাৰণৰ আনন্দ বৰ্দ্ধন কৰা এই আসাম বিলাসিনী কাকতখনিয়ে গুণী-জ্ঞানীসকলৰ মন সন্তোষিত কৰিবৰ নিমিত্তে শ্ৰীদত্তদেৱ গোস্বামীয়ে স্বহস্তে প্ৰচাৰ কৰে।"

ইয়াৰ পৰাই স্পষ্ট হয় যে শ্ৰীদত্তদেৱ গোস্বামী আউনীআটীয় সত্ৰাধিকাৰে (শক বহাগ ১৭৬০-১৮২৬ জেঠ) 'আসাম বিলাসিনী' পত্ৰিকা সম্পাদনা আৰু প্ৰচাৰ কৰে। এই কাৰ্যত তেওঁৰ সহায়ক আছিল কাণ্ডাৰ বৰুৱাৰ বংশজাত 'মহান সাংস্কৃতিক কলাকাৰ' শ্ৰীধৰচন্দ্ৰ বৰুৱা। এৱেঁই আউনীআটী সত্ৰৰ পৰা প্ৰকাশিত আসাম তৰা (১৮৮৮-৯০ চন) আলোচনী সম্পাদনা কৰে। আলোচনী আৰু সাময়িকী প্ৰকাশৰ দায়িত্ব বহুত। "প্ৰথম সাময়িক পত্ৰৰ দায়িত্ব আৰু কৰণীয় বহুত। নতুন আৰম্ভ হোৱা পৰিবৰ্তিত যুগ এটাৰ ভাব, অভাব, অভিযোগ মূৰ্ত্ত হোৱাকৈ ভাষাক পোনাই পজৰাই ল'ব লগা হৈছিল।" (আউনীআটী সত্ৰৰ বুৰঞ্জী : তীৰ্থনাথ শৰ্মা, পৃঃ ৪৫১)। দ্বিতীয়তে অৰুনোদই সম্বাদ-পত্ৰৰ প্ৰভাৱ উপেক্ষা কৰিব পৰা বিধৰ নহয়, থাইকৈ আধৰ-জোঁটনিৰ ক্ষেত্ৰত। তৃতীয়তে এই সম্বাদ-পত্ৰৰ জৰিয়তে খ্ৰীষ্ট ধৰ্মৰ বাণী প্ৰচাৰ কৰা হৈছিল। "বাইবেলৰ অন্তৰ্গত নৈতিক আৰু ধৰ্মমূলক শিক্ষাৰ উপদেশেৰে Book of Proverbs-ৰ কথা-বস্তু বিবিধ ৰূপত 'অৰুনোদই' প্ৰকাশ পাইছিল" (ডঃ মহেশ্বৰ নেওগ, 'অৰুনোদই'।

'আসাম বিলাসিনী' পত্ৰিকা আঠ পিঠিৰ আছিল, ইয়াৰ প্ৰতি পিঠিৰ স্তম্ভ তিনিটা, কাগজৰ আকাৰ ১১" x৮"। শেহৰ পিঠিৰ তলৰ ফালৰ কথাখিনি হ'ল— "এই 'আসাম বিলাসিনী' পত্ৰিকা আসাম যোড়হাটৰ অন্তৰ্গত মোং মাজালীৰ আউনীআটী সত্ৰত ধৰ্ম প্ৰকাশ, যন্ত্ৰে প্ৰতি মাসে মুদ্ৰিত হয়, বাৰ্ষিক অগ্ৰিম মূল্য ১॥ টকা।" কাগজখনত অসমীয়া 'ৰ' নাই, সৰ্ব্বত্ৰ বঙলা 'র' হে।

'মাজুলী' নামৰ পৰিবৰ্তে 'মাজালী' ব্যৱহাৰ হৈছে।

(১) হৃদয়কান্ত সদৰামীনৰ আত্মজীৱনীত মাজুলীৰ পৰিবৰ্তে 'মাজোলী' পোৱা যায়। যেনে— "আৰো এই সনৰ আষাৰ মাহৰ ৩২ তাৰিখে ব্ৰহ্মপুত্ৰৰ পানী বাঢ়ি উজনীত মাজোলী খণ্ড দেশ ডুবাই সত্ৰ সভা তল কৰি অনেক গৰু-মানুহ মৰে, ও দক্ষিণপাট সত্ৰৰ নামঘৰ তল যায়; ও কমলাবাৰী তল যায়; অন্য কি মহাপ্ৰভুক কলৰ ভেঁৰ কৰি মাটি দি তাতেই ৰোৱাইছিল" (পৃঃ ৪৯)।

(২) গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী'ত আছে, "সমুদায় মহন্তসকলক মাজালীত পাতিবলৈ আজ্ঞা দিয়া হ'ল।... তেতিয়াৰ পৰাহে এনে বিবেচনা হ'ল যে মহন্তসকলৰ গুড়ি ঠাই মাজালী আৰু যাৰ মাজালীত ঠাই নাই, সিসকলক ন মহন্ত বুলি জনা যায়; (পৃঃ ৯২, ১৯৭২ চন)।

(৩) 'অসমীয়া হেম-কোষত আছে (ক) "মাজালী, বি মাজৰ; যেনে, মাজালী ভাগ; কেইওফালে পানীৰে আবৃত হৈ থকা, যেনে মাজালী চাপৰি...। (খ) মাজুলী স.শ. মাজালী চাপৰি, কেইওফালে পানীৰে আবৃত ঠাই, উপদ্বীপ...।"

(৪) 'অৰুনোদই'ত মাজুলি শব্দ ব্যৱহাৰ হৈছে, যেনে— মাজুলি চাপৰিৰ কমলাবাৰি মৌজাৰ বুদু নামেৰে, কেওঁট কুলিয়া মানুহ এজন, জুলাই মাহৰ ১৩ তাৰিখে, পানী বৰ্ষা সময়ত, ৰাতিপুআ ঘৰৰ পৰা নাৱেৰে অলপ ওচৰ ঠাইলৈ জাওঁতে এটা বনৰিয়া মঁহ ওলাই, তাক খুচি মাৰিলে" (প্ৰথম চোঅা, নম্বৰ ৮)

ওপৰৰ পৰা প্ৰতীয়মান হয় যে আসাম বিলাসিনীত পুৰণি মাজালী নামটোহে ব্যৱহৃত হৈছিল।

আসাম বিলাসিনীৰ এটি সংখ্যাহে (পঞ্চম বৎসৰ ১২শ সংখ্যা) পোৱা গৈছে। সেই কাকতৰ চানেকি তলত উল্লেখ কৰা হ'ল। এই পিঠিৰ (৮৯ পৃঃ) প্ৰথম আৰু দ্বিতীয় স্তম্ভত বিজ্ঞাপন পোৱা যায়। দুটি বিজ্ঞাপন।

(১) "সাধাৰণৰ জ্ঞাতাৰ্থে এই বিজ্ঞাপন দিয়া গ'ল, যে চন্দ্ৰোদয় পত্ৰিকাৰ ১ম, ও ২য় সংখ্যা ডাকত পঠিওৱাত যি অতিৰিক্ত মাচুল গ্ৰাহকসকলে ভৰিছে, সেই বাবে

চন্দ্ৰোদয়ৰ মূল্যৰ পৰা ভৰণি বাবে কাটি ৰাখিব। শ্ৰীলক্ষীৰেশ্বৰ বড়ুয়া। সম্পাদক।' (১৮৭৬ চনত নগাওঁৰ দিহিঙীয়া সোসাঁয়ে 'চন্দ্ৰোদয়' নামৰ এই ধৰ্ম্মমূলক মাহেকীয়া কাকত উলিয়ায়। এই কাকত অলপ দিনহে চলে।— প্ৰবন্ধকাৰ)।

(২) "আমাৰ নিজা ছধনা দঁতাল হাতী এটা ১৭৯৭ শকৰ ২৩ চৈত্ৰ ৰাত্ৰি পুৰণা বঙ্গঘৰৰ সম্মুখৰ হাবিৰ পৰা বেতৰ বাগুা মেলি চুৰ কৰি নিছে। সেই হাতীৰ নিসান ওখই ৫ হাতৰ উৰ্দ্ধ, দাঁত প্ৰায় এহাতমান হ'ব, দাঁতত পোকে বিন্ধাৰ চিন আছে, দুই কাণ ওলমি থকা, শিকোৱাৰ সময়ত ২ কি ৩ আঙ্গুল কাণৰ লতি চিগাৰ চিন আছে। বাওঁকাণৰ ওপৰত বিন্ধা দিয়াত চিগাৰ চিন আছে। দাঁত বাঁও জয়া, ধামখুম বড় নহয়, ১৮ নখ, মুখৰ ফালে বৰ্ষা কালত বড়কৈ ফুটুকা পড়ে, শীত কালত কম থাকে। কড়িয়া ঠেঙ্গিয়া, চাল দেখিবলৈ মধ্যম, নুৰম নহয় দেখিবলৈ উত্তম। শ্ৰীকৃষ্ণৰাম ভুঁয়া। জিলা শিৱসাগৰ। মৌজা কাকতি গাওঁ।

শেহৰ পিঠিত (পৃঃ ৯৬) 'মূল্য প্ৰাপ্তি'ৰ তালিকা।

শ্ৰীযুত কাশীনাথ মাজীৰ তেজপুৰ ১।। ০
১। ,,গোৱালচন্দ্ৰ বড়দলৈ ৰাইটৰ তেজপুৰ ১।। ০
,, ,,বেৰেঙ্গা জমাদাৰ তেজপুৰ ১।। ০
,, ,, জয়দেৱ শৰ্ম্মা পণ্ডিত তেজপুৰ ১।। ০
,, ,, পৰীক্ষিত ৰায় বড়ুয়া চাটগাড়ি ২

এই সংখ্যা 'আসাম বিলাসিনী'ৰ বাতৰি 'যুবৰাজৰ ভ্ৰমণ'ৰ কথাৰে আৰম্ভ হৈছে।

"৩১ জানুৱাৰি যুৱৰাজ প্ৰাতঃকালে আগ্ৰাৰ পৰা চাৰিটীয়া ঘোড়াৰ গাডি আৰোহন পূৰ্ব্বক গোৱালিয়ৰলৈ গমন কৰে। আহোতে পথতে ঢোলপুৰৰ ৰাজাই যুবৰাজক সমাদৰেৰে গ্ৰহণ কৰি উত্তম ভোজ দিলে। তাৰ পৰা আহি গোৱালিয়ৰৰ সমীপ পোৱাত সিন্ধিয়াৰ মহাৰাজা কিছুমান দূৰ আগ বাঢ়ি গৈ যুৱৰাজক অতি সাদৰে আনি প্ৰাচীন নগৰ পাই তাতে অতি উত্তম ৰূপে সজোৱা হাঁতী এটাত যুবৰাজে সহিতে আৰোহণ কৰে। পাছতে ৩২ টী হাঁতীত যুবৰাজৰ সঙ্গৰ লোকসকল উঠি আহিছিল। সিন্ধিয়াৰ সেনা সকলো সেই লগে লগেই আছে।.... ৮ ফেব্ৰুৱাৰীৰ অপৰাহ্নত যুবৰাজ নাইনিতাল নামক স্থানত উপস্থিত হয়। সেই ঠাইৰ কত জন ইংৰাজ আৰু দেশীয় লোক যুবৰাজক অতি সাদৰে গ্ৰহণ কৰে। যুবৰাজে সেই স্থানৰ পৰ্ব্বত সমূহ আৰু নদী আদিৰ ৰমণীয় শোভা দৰ্শন কৰি পৰিতুষ্ট হৈছিল। তেওঁৰ সহিত কমিসনৰ আৰু জেনেৰল ৰামসে সাহেব গমন কৰিছিল। সেই দিনা যুবৰাজ শিকাৰ কৰিবৰ অভিলাষে অৰণ্যলৈ গমন কৰিছিল, তেওঁৰ লগত উপযুক্ত সৈন্যাদিও গৈছিল।

(এই সংবাদটো আসাম বিলাসিনীৰ ৮৯ পৃষ্ঠাৰ ২স্তম্ভত, ৯০ পিঠিৰ এটা স্তম্ভত আৰু ৯১ পিঠিৰ প্ৰথম স্তম্ভত প্ৰকাশ হৈছিল। সৰ্ব্বত্ৰ বঙলা 'ৰ'ৰ ব্যৱহাৰ দেখা যায়—– প্ৰবন্ধকাৰ)

এই ভাৰতীয় সংবাদৰ পাছতে দেশীয় সংবাদ। শিতানৰ নাম 'সম্বাদাবলী' (পৃঃ ৯১)

"এই মাজালিৰ অন্তৰ্গত কাৰতিগ্ৰাম নিবাসী বুদুৰাম নামেৰে ডোম এটাই ২৪ চৈত্ৰে প্ৰাতঃ কালে আহুধান বৰৰ নিমিত্তে আগত গৰুহাল এবং মুড়ত ধানৰ খৰাহিটো লৈ ইকড়ানি হাবি এখন পাওঁতেই অকস্মাৎ বাঘ এটা ওলাই মানুহটো কামোৰ মাৰি ধৰি লৈ লড় মাৰিলে। তাৰ পাছত আন এটা মানুহ গৈ সিটো মানুহৰ গামোছা খান আৰু তেজ পড়ি থকা দেখি গাঁৱত বাৰ্ত্তা কলেহি, গাঁৱৰ অনেক মানুহ গোট খাই যাঠি টাঙ্গোন আদি লৈ গৈ বাঘে নিয়া যেন চিন দেখি সেই চিনে চিনে গৈ মানুহকে বাঘকে দেখা পালেগৈ। মানুহটৰ তেজ খাই মুড়টো ভাঙ্গি পেলাইছিল, পাছে বাঘটো খেদাই মানুহটো লৈ আহিল। কি দুঃখৰ কথা।" (দ্বিতীয় স্তম্ভ)

"এই মাজালিৰ কাঁকলা চাপডি মৌজাৰ শ্ৰীমণিৰাম গোহাঞি মৌজাদাৰে ১৮২ ধাৰাৰ অপৰাধ কৰাত গোলাঘাটৰ বিচাৰপতিয়ে অপৰাধ সপ্ৰমাণ পাই পৰিশ্ৰম সহিতে ৩ মাহলৈ ফাটক দিলে। নিৰ্দ্দোষী নিৰীহ প্ৰজাপীড়নৰ এই ফল। (৩য় স্তম্ভ)

ইয়াৰ পাছতে আন এক সংবাদ হ'ল 'আসামৰ মহামহিম চিফ্ কমিশ্যনৰ'— পত্ৰকাৰ হ'ল সেখ যেৰাউদ্দিন। বাতৰিটোৰ কিছু উদ্ধৃতি তলত দিয়া হ'লঃ

"এই চৈত্ৰ মাসৰ ৭ তাৰিখে শ্ৰীল শ্ৰীযুক্ত চীফ কমিশ্যনৰ বাহাদুৰ আউনীআটী সত্ৰ দৰ্শনাৰ্থে আহিছিল। উক্ত মহোদয় শিবসাগৰ জিলাৰ পৰা শিকাৰীঘাটলৈ গৈ পুনৰ্ব্বাৰ উজাই আহি কমলাবাড়ী ঘাটত থাকি যোৰহাট দৰ্শন কৰে। শ্ৰীশ্ৰীযুতৰ আউনীআটী সত্ৰ দৰ্শন কৰাৰ অভিলাষ প্ৰকাশ কৰাত যোৰহাটৰ শ্ৰীযুত এসীষ্টাণ্ট কমিশ্যনৰ সাহাবে ৫ তাৰিখে সত্ৰাধিকাৰ গোস্বামীলৈ এক চিঠি পঠোয়াত গোস্বামী প্ৰভু হঠাতে অভাবনীয় বাৰ্ত্তাটী শুনি হৰ্ষ বিমৰ্ষাৰ্ণবত মগ্ন হ'ল। হৰ্ষৰ কাৰণ যে আসাম গবৰ্ণৰ সত্ৰ দেখিবলৈ আহিব, এবং বিমৰ্ষৰ নিমিত্ত এই যে অত্যল্প সময় দুদিনৰ ভিতৰত কি ৰূপে বা যথা নিয়মে অভ্যাৰ্থনাদিৰ আয়োজন কৰা হ'ব। কিন্তু কৰ্ত্তব্য কৰ্ম্ম অৱশ্য সম্পাদন কৰিবই লাগে এই নিশ্চয় কৰি পথ আদি পৰিষ্কাৰ আৰু অন্যান্য যি যি কৰিব লগা কাৰ্য,

সেইসকল কৰিবলৈ আজ্ঞা কৰিলে। লোক সকলেও অতিশয় উৎসাহ আৰু আনন্দ চিত্তেৰে কৰিবলৈ উদ্যোগী হ'ল। আলিমুড়ৰে পৰা চৰাৰ নিকট পৰ্য্যন্ত সমুদায় আলি পৰিষ্কাৰ কৰি দুই পাৰ্শ্বে কদলী ৰোপণ কৰি তাতে কপাহী সূতাৰে আম্ৰ-পত্ৰ আৰু ফুলেৰে শোভিত কৰা হয়। বাহিৰ কৰাপাটৰ পৰা মাঝে ২ চিত্ৰিত পতাকাৰে শোভিত কৰিছিল। বাহিৰ ভিতৰৰ দুইটী বাটঘৰৰ খুটাৰ নিকট সপল্লৱ ঘট স্থাপন আৰু প্ৰদীপ লগাইছিল। ভিতৰ কৰাপাটৰে পৰা কিছুমান দূৰলৈকে দুই পাৰ্শ্বে দুখনি হেন্দালি পাতি তাৰ ওপৰত মাহ চাউল আদি উপহাৰৰ দ্বাৰ সজাই থৈছিল ভিতৰৰ বাট ঘৰটীৰ ভিতৰে কাপড় দিছিল, মাটিতো সত্ৰঞ্জি পাৰিছিল। নামঘৰৰ টুপৰ সম্মুখতে শুদ্ধ কাপড়েৰে সৰু ঘৰ এটি প্ৰস্তুত কৰি পত্ৰ পুষ্প আৰু চন্দ্ৰাতপৰে সজাইছিল, তাৰ ওপৰত এবং চতুঃকোণে চিত্ৰিত পতাকাৰে ভূষিত কৰিছিল। শ্ৰীলশ্ৰীযুক্ত যিটি ঘৰত উপবেশন কৰিব, সেই ঘৰৰ চালৰ ওপৰত কাপড়েৰে আচ্ছাদন কৰি ভিতৰ ফালেও খুটাবিলাকতো কাপড় মেৰাই শোভিত কৰিছিল। যি খোটালিত বহিব তাৰ চাৰিও পাৰ্শ্বে কাগজৰ ফুল আৰু আন ২ দ্ৰব্যেৰে ভূষিত কৰিছিল এবং উত্তম দৃশ্য ছবি কেই খনি মানকো আড়ি থৈছিল। ওপৰত চন্দ্ৰাতপ এখান আড়ি তাত ৰেশমী ঝালৰ আৰু চামৰেৰে ভূষিত কৰিছিল। তলত দলিছা কেইখনি মান পাড়ি তাৰ ওপৰত মেজ মাছিয়া পতা হৈছিল। মেজৰ ওপৰত এখনি সুন্দৰ লোমজ কাপড় পাড়ি বেলোৱাৰি ফুলদানত নানা বিধৰ ফুল আৰু আতৰ দান এটীও আতৰ এবং তুলৰ কৃত্ৰিম গছ প্ৰভৃতি থৈছিল। দুইটা কৰাপাটত, চৰা ঘৰৰ দ্বাৰদেশত আৰু ছপাখানাৰ দ্বাৰৰ সমীপত ঈশ্বৰে শ্ৰীশ্ৰীমতী মহাৰাণীৰ, শ্ৰীলশ্ৰীযুক্ত ৰাজ প্ৰতিনিধিৰ এবং শ্ৰীশ্ৰীযুত আসামৰ চীফ কমিশ্যনৰ সাহেবৰ কুশল কৰোক, এই কথা ইংৰাজী ভাষাৰে এবং বৃহৎ ইংৰাজী অক্ষৰেৰে লিখি দি থৈছিল।...."

এই দীঘলীয়া টোকাটোৰ (পৃঃ ৯১-৯৩) সামৰণিত কোৱা হৈছে— "গোস্বামী প্ৰভু শ্ৰীশ্ৰীযুতৰ সদয় ভাব দৰ্শন কৰি পৰম পুলকিত অন্তঃকৰণেৰে ধন্যবাদ দি শ্ৰীশ্ৰীযুত যেন নিৰুদ্বেগে এবং স্বাস্থ্য শৰীৰে থাকি নিৰীহ প্ৰজাবৰ্গক সুখে ৰাখে, পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছে। বিশেষ শ্ৰীশ্ৰীযুত এই সময়ত যি ৰূপে সন্তুষ্ট হৈ গৈছে, এই ভাবেই যেন মহাত্মাৰ হৃদয়ত চিৰকাল জাগৰুক থাকে। উক্ত মহোদয়ৰ নিকট কৰপুটে এই প্ৰাৰ্থনা কৰিলোঁ" (ইতি— একান্ত বাধ্য শ্ৰীসেখ ফেৰাউদ্দিন (পৃঃ ৯৩)। এই সেখ ফেৰাউদ্দিনক বেণুধৰ শৰ্ম্মাই মহম্মদ আলী' বুলি কোৱাৰ কাৰণ বুজা নেযায়।

ফেৰাউদ্দিনৰ টোকাত সেই সময়ৰ আউনীআটী সত্ৰৰ ধৰ্ম্মীয় আৰু সামাজিক অৱস্থা, অসমৰ চীফ কমিশ্যনৰৰ অভ্যৰ্থনাৰ আয়োজন ইত্যাদি কথা সুস্পষ্টৰূপে বৰ্ণোৱা হৈছে। অৰুনোদই কাকতৰ প্ৰভাৱৰ কালত এনে প্ৰাঞ্জল গদ্য ৰচনা আশা কৰা টান।

এই পত্ৰিকাত সম্পাদকলৈ চিঠিৰ শিতান এটা আছিল— যোঁৱাৰ ছবিখনৰ ভিতৰত 'প্ৰেৰিত পত্ৰ'। পঞ্চম বছৰ দ্বাদশ সংখ্যাত তিনিখন বিভিন্ন চিঠি প্ৰকাশ পাইছিল। প্ৰথমখন চিঠিৰ প্ৰসঙ্গ হ'ল গুৱাহাটী চিদানন্দ প্ৰেছৰ পৰা প্ৰকাশিত মাহেকীয়া কাকত 'চন্দ্ৰোদয়' (১৮৭৬)ৰ শ্লোক এটা। কস্যচিৎ চন্দ্ৰোদয় 'পাঠকস্য'ৰ নামত প্ৰকাশিত তিনি স্তম্ভৰ চিঠিৰ (পৃষ্ঠা ৯৩) আৰম্ভণিতে আছে— "মহাশয় আমি কোনো এক কাৰ্য্যোপলক্ষে এজন বন্ধুৰ সমীপলৈ গৈছিলো। বন্ধুৱে চন্দ্ৰোদয় নামে মাসিক পত্ৰ এখনি পাঠ কৰিবৰ দেখি আমি জিজ্ঞাসা কৰিলো, বন্ধু! এইখনিনো কি পাঠ কৰিছা? পাছে তেঁও পত্ৰখনি আমাৰ হাতত দিলে। আমি আদ্যোপান্ত পাঠ কৰি দেখিলো যে পত্ৰখনি যথাৰ্থ চন্দ্ৰোদয়েই হয়; কিয়নো উক্ত চন্দ্ৰোদয়ৰ কিৰণ-মালাৰ দ্বাৰা তমসাবৃত লোক নিকৰৰ মানস কমুদ কোৰক সমূহ প্ৰস্ফুটিত হৈ জ্ঞানালোক বিস্তাৰ কৰিবলৈ সমৰ্থ হ'ব তাত কোনো সন্দেহ নাই। ইত্যবসৰে এজন পণ্ডিত উপস্থিত হৈ আমাৰ হাতৰ পৰা পত্ৰখনি নি প্ৰথম শ্লোকটী পাঠ কৰিয়েই ক'লে, বোলে এই শ্লোকটী নতুন নহয়। আমি বোলো গৌৰীনাথ অধ্যাপকে নতুনকৈ ৰচনা কৰি দিব পাই, তেঁও নিজে পণ্ডিত হৈ লোকৰ শ্লোক এটা কিয় দিব? কিজানি আপোনাৰ এইটী ভুল হ'ব পাই। পণ্ডিত বাপুৱে এই কথা শুনি ঈষৎ কোপৰ দ্বাৰা স্ফূৰিতাধৰ হৈ ক'লে বোলে, এই শ্লোকটী হৰিস্মৃতি সুধাঙ্কুৰত নিৰ্গুণ ব্ৰহ্ম বৰ্ণন কৰিছে। কিন্তু নব্যৰ মধ্যে এই শ্লোকৰ দ্বিতীয়, তৃতীয় চৰণত দুটীমান অক্ষৰ আৰু চতুৰ্থ চৰণটী সমুদায় পৰিবৰ্ত্ত কৰিছে, ইয়াকে যোড়া দিয়া বাবেই যে নতুন হৈছে এনে নহয় ইয়াৰ দ্বাৰাই সম্পাদক উপাধিধাৰী উপাধ্যায় বাপুৰ পাণ্ডিত্য গুণৰ ওপৰত কলঙ্কৰ অঙ্ক হে শোভায়মান হৈছে, তেঁও যে নিজেই কলঙ্কিত এনে নহয় তেঁওৰ সম্পাদিত চন্দ্ৰোদয়কো মেঘাচ্ছন্ন কৰাৰ সদৃশ হৈছে। যদিস্যাৎ তেঁও কবিতা ৰচনাত পটু নহয় তেনে হলে লোকৰ কবিতটীকে সম্পূৰ্ণৰূপে দিয়া হ'লেও পত্ৰখনিৰ গৌৰৱ লাঘব নহ'লহেঁতেন। পৰা হ'লে সম্পূৰ্ণ কৰাই উত্তম আছিল তাক নকৰি আনৰ ৰচিত শ্লোক এটিৰ পাদভঙ্গ পূৰ্ব্বক ঠেঙ্গ এটা যোড়া দিয়াত হাস্যাস্পদ হোৱাৰ বাহিৰে আৰু কি প্ৰশংসাৰ ভাজন হ'ব।...

এতেকে পণ্ডিত বাপুসকলে নিজে যদি কোনো ৰচনা কৰিবলৈ সক্ষম নহয় তেতিয়া প্ৰসিদ্ধ কবিৰ প্ৰণিত কবিতা দিয়াই ভাল। তথাপি এইৰূপ কৰা অবিধেয় কিম্বহুনেতি।" (পৃঃ ৯৩)। এই পত্ৰত গৌৰীনাথ অধ্যাপকক মুকলিভাবে আক্ৰমণ কৰা হৈছে।

এই পত্ৰিকাৰ দ্বিতীয়খন পত্ৰত অসম দেশৰ ভিতৰত প্ৰচলিত 'চোৱালী বেচাৰ নিয়ম'টো সমালোচনা কৰিছে, গুৱাহাটীৰ (সন ১৮৭৬, ৪ এপ্ৰিল) 'দেশহিতৈষী এজন সত্য বক্তা'ই। পত্ৰৰ উদ্ধৃতি দিয়া হ'ল - "... সম্পাদক মহাশয়! এই আসাম দেশৰ ভিতৰত চোৱালী বেচাৰ নিয়ম প্ৰচলিত থকাত গৰিব প্ৰজাবিলাকৰ কিমান হানি হৈছে তাক মই অল্পমতিয়ে লিখি ওঁৰ কৰিব নোৱাৰো, কিন্তু আসামৰ আন ঠাইত এই প্ৰথা বিস্তৰ দেখা নাযায়।" কামৰূপৰ ভিতৰত হ'লে অতি ডাঙ্গৰ মানুহবোৰত বাজে ব্ৰাহ্মণ শূদ সকলৰ মাঝত চোৱালী বেচাৰ নিয়ম চলিত আছে। চোৱালী বেচানো কাক বোলে তাক বিজ্ঞ পাঠকবিলাকে সুধিব পাৰে। এই নিমিত্তে, ডাঙ্গি কওঁ অৰ্থাৎ চোৱালীৰ বাপেক-মাকে যিটো দৰাক চোৱালী বিয়া দিয়ে, তাৰ ঘৰৰ পৰা অলঙ্কাৰ-পাতি আৰু কাপোড়-কানি ইত্যাদিত বাঝেও গৰু-মহ বেচিলে তাৰ গৰাকীয়ে যেনেকৈ কিনা মানুহৰ পৰা দৰ কৰি মৰগত হ'লে মৰগৰূপে সাইজত হ'লে সাইজ ৰূপে টকা গ্ৰহণ কৰে, সেই মতে শূদ্ৰৰ চোৱালী হ'লে প্ৰায় ২০০/৩০০, ব্ৰাহ্মণৰ হ'লে একুটী কন্যাৰ প্ৰায় ১০০০/১২০০ টাকা দাম হয়, সিনো কোন শাস্ত্ৰৰ বিধি তাক ভাবি নেপাওঁ। হিন্দু শাস্ত্ৰৰ মতে হলে দেখোঁ বোধ কৰোঁ চোৱালী বেচি টকা লোৱাৰ বাবে মাক-বাপেকে পৰ জন্মত শাস্ত্ৰৰ নিৰ্দ্দিষ্ট মতে নৰক ভুঞ্জিব লাগিব। আৰু ইহ জন্মতো যিসকল হিন্দুৱে জাত্যান্তৰ হবলৈ ভয় কৰে, তেঁওলোকে আপোনাৰ দুহিতাৰ মঙ্গহ বেচি খোৱাৰ বাবে তেঁওলোকক জাত্যান্তৰ হোৱা বুলিব পাৰি, কিয়নো হিন্দু শাস্ত্ৰ মতে যি স্থলত গাহৰি, কুকুৰা আদি অভক্ষ্যবস্তু বেচি খালে যেনেকৈ জাত্যান্তৰ বা নিৰ্দ্দিষ্ট মতে প্ৰায়শ্চিত্ত হ'ব লাগে; সিও তেনে এনে স্থলতো যে তেঁওলোকে ঝীয়েকহঁতক বিয়া দি ইমান টকা গ্ৰহণ কৰে সিনো কোন শাস্ত্ৰৰ বিধি আৰু কোন পণ্ডিতৰ মত তাক কব নোৱাৰোঁ। বোধ কৰো ঝীয়েকহঁতক হাজোৱলীয়া বাইহঁতৰ দৰে কৰাবলৈ নাপাই ইয়াকে কৰে হবলা। এনেকৈ আৰু এইটো বিধি হিন্দু শাস্ত্ৰত হে নালাগে, বোধ কৰোঁ খৃষ্টান, মুসলমান আদি অন্যান্য ধৰ্ম্মাৱলম্বী লোকৰ ধৰ্ম্মশাস্ত্ৰতো নহব পাই।... সুসভ্য ইংৰাজ ৰাজত্ব কালত সহমৰণ, আৰু গঙ্গা জলত শিশু সন্তান নিক্ষেপ কৰা প্ৰভৃতি মহানিষ্ট বিষয় উঠাই দেশৰ কিমান উন্নতি কৰিছে, তাক কবলৈ ঠাই নাই। কিন্তু দুখিয়া আসামবাসীবিলাকৰ এনে মহা অনিষ্ট বিষয় উঠাবলৈ সুসভ্য ইংৰাজ গৱৰ্ণমেণ্টে কি নিমিত্তে দৃষ্টিপাত নকৰে, তাক ভাবি অন্ত কৰিব নোৱাৰোঁ। এতেকে উপসংহাৰ কালত আসামস্থ মহামান্য শ্ৰীশ্ৰীযুক্ত চীফ কমিসনৰ সাহাব মহোদয়ৰ ঠাইত মিনতি কৰি জনোৱা গৈছে, তেঁও যেন আসামস্থ গৰিপ প্ৰজাবিলাকৰ প্ৰতি কৃপা দৃষ্টী কৰি উল্লিখিত বিষয় উঠাই দিয়ে তেনেহ'লে দেশৰ যথেষ্ট উপকাৰ হব" (পৃঃ ৯৪)। পত্ৰখনত সমাজ সংস্কাৰৰ কথা আছে। পত্ৰকাৰ ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাও হ'ব পাৰে!

আসাম বিলাসিনীৰ তৃতীয়খন চিঠিৰ পত্ৰকাৰ হ'ল শ্ৰীছ, চ। পৃথিবীৰ গতি, ভাগৱত ৰচনা আদি বিভিন্ন বিষয়ৰ মিলাৰাম শৰ্মাৰ প্ৰবন্ধ এটাৰ (আ. বি., শাওণ) কিছুমান কথা পত্ৰকাৰে মানি লোৱা নাই। তেঁও সুদীৰ্ঘ সম্পাদকলৈ চিঠিৰ (পৃঃ ৯৪-৯৫) আৰম্ভণিতে কৈছে, "যোৱা শাওণ মাহৰ 'বিলাসিনীত' পৃথিবীৰ গতি থকাৰ প্ৰসঙ্গত মই যে মহা ভাগৱত ব্যাসৰ ৰচিত নহয় বুলি লিখিছিলোঁ, ছমাহ ভাবি-চিন্তি যোৱা পুহ মাহৰ কাকতত মিলাৰাম শৰ্ম্মাই সেই কথাৰ যি উত্তৰ ছপাইছে, তাৰ বিষয়ত সাৰিচেৰেক লিখিলোঁ; প্ৰাৰ্থনা কৰো, আপুনি অনুগ্ৰহ কৰি সেই এটাইখিনি কথাক বিলাসিনীত ঠাই দিব। মিলাৰাম শৰ্ম্মাৰে সৈতে বাদত জিকিবৰ ইচ্ছাৰে মই এটা আখৰো লিখা নাই আৰু নিলিখোঁও; কাৰণ সেই কথা পেটেৰে সৈতে ঘিণ কৰোঁ। কিন্তু তৰ্ক আৰু আন্দোলনেই সত্য প্ৰকাশ কৰিবৰ ঘায় উপায়। তৰ্ক নকৰিলে প্ৰায় কোনো কথাৰ মীমাংসা নহয়; এতেকে আমি কোৱা কথাৰ সততাৰ নিশ্চয় কৰিবৰ কাৰণেই হে এই বাদানুবাদত প্ৰবৰ্ত্তমান হৈছোঁ।

মিলাৰাম শৰ্ম্মাই লিখিছে, "গত আশ্বিন মাহৰ পত্ৰত তেঁৱে কৈছে, বোলে ব্যাসে আনবিলাক মহা পুৰাণ ৰচনা কৰাৰ পাছত ভাগৱত লিখি এজন শিষ্যক পঢ়ালে, এতেকে সি মহা পুৰাণ নহয়, সেই পত্ৰৰ তলত আকৌ তেঁৱে কৈছে বোলে ভাগৱত ব্যাসৰ ৰচিত নহয়। ৭০০ মান বৎসৰ হৈছে বোপদেৱে মুগ্ধবোধ ব্যাকৰণখানী ৰচনা কৰিছিল। ভাগৱতো তেঁৱেই কৰা" ইয়াৰ দ্বাৰা মিলাৰাম শৰ্মাই মোৰ কথাৰ অসঙ্গততা দেখাব খুজিছে। কিন্তু মই দুঃখিত হলো, তেঁওৰ অতিশয় বাদপ্ৰিয়তা গুণে মোৰ কথাৰ ভাব তেওঁৰ মনত সোমাব দিয়া নাই; কাৰণ শ্ৰীমদ্ভাগৱত ব্যাসৰ অৰ্থাৎ আনবিলাক পুৰাণ কৰ্তাৰ লেখা

বুলি মই কেতিয়াও কোৱা নাই, আৰু বুদ্ধি থকা মানুহৰ হৃদয়ঙ্গম হোৱাকৈ মোৰ ভ্ৰম দেখাই দিব নোৱাৰিলে, আগলৈও নকঁও, আৰু তেনে ভাবে মোৰ বিশ্বাসত ঠাইকে নেপায়।..." (পৃঃ ৯৪)।

চিঠিৰ সামৰণিত পত্ৰ-লিখকে কয় : "... এই কাৰণে পৃথিবীৰ স্থিৰতা প্ৰমাণ কৰিবৰ নিমিত্তে মিলাৰাম শৰ্ম্মাই পুনৰায় তন্ত্ৰ আৰু পুৰাণৰ যিবিলাক বচন লিখিছে, সেইবিলাকক আমি মুঠেই বিশ্বাস স্থাপন নকৰোঁ; বিজ্ঞানৰ বিষয়ত বিজ্ঞান শাস্ত্ৰৰ কথাকেহে মনা উচিত আৰু মানো আজিলৈ ইমানতে বিদায় ল'লো" (পৃঃ ৯৫, ২ য় স্তম্ভ)।

শাস্ত্ৰ সম্পৰ্কীয় কথাবোৰ সমালোচনা কৰোতেও আক্ৰোশমূলক ভাব প্ৰকাশ পোৱা নাই। পণ্ডিতৰ বিদ্যাৰ অনুশীলন বুলিব পাৰি।

আসাম বিলাসিনীৰ ৯৫ আৰু ৯৬ পৃষ্ঠাত এটা দীঘল কবিতা প্ৰকাশ পাইছে। পৰিৱৰ্তিত যুগৰ কবিতাৰ আৰ্হি। তলত সেই দুটা উদ্ধৃত কৰা হ'ল। —

**আসাম দেশ**

এওঁনে আসাম যাহাৰ সমান,
ৰূপে-গুণে কোন নাছিলে সংসাৰে,
যাৰ ক্ষেতি সদা কৰে স্বৰ্ণ দান
যাৰ গুণে সুখে মানব বিচাৰ।

(১)

যাৰ ধনে ধনী ভিন্ন জাতি গণ,
অন্নাভাবে কান্দে তেঁওৰ সন্তান,
দ্বাৰে দ্বাৰে ফুৰে জীৱিকা কাৰণ,
ভাবি চালে বুকু হয় বিদাৰণ।

(২)

বহুদিনলৈকে থাকিয়া অধীন,
বল বীৰ্য্যহীন হইছে আসাম,
দুঃখত এতিয়া নীয়াইছে দিন,
মনে শোকানল জ্বলে অবিৰাম।

(৩)

সকলো গইছে একো নাই আৰ,
হইছে আন্ধাৰ আসাম আনন,
আসাম মাতৃৰ যাতনা অপাৰ,
কেতিয়া ই দুঃখ হ'ব বিনাশন।

(৪)

ঘটোৎকচ আদি মহাবীৰ গণ,
আছিলে আসাম পুত্ৰ মনোৰম,
এতিয়া কি হ'ব তেনে পুত্ৰগণ,
বলবীৰ্য্য পূৰ্ণ সহায় পৰৰ।

(৫)

আসামৰ এবে অসাৰ উন্নতি
দেখি কি হৃদয় হয় সন্তোষিত,
কি জানি বা পাছে হয় অবনতি,
এহি বুলি জন্মে তাৰ বিপৰীত।

(৬)

ধৰ্ম কৰ্মাদিতআস্থা কাৰো নাই,
নবীন ভাবেৰে হইয়া চালিত,
স্বেচ্ছাচাৰি ভাব দেখোঁ ঠায়ে ঠাই,
ই কি আসামৰ উন্নতি নিশ্চিত ?॥

(৭)

হে আসাম শুনা কওঁ সু-উপায়
ধৰা ব্ৰহ্ম পদ দৃঢ় কৰি মন
চঞ্চল জগতে লভি আশ্ৰয়,
সদানন্দ ভোগী সুখী হ'ব মন।

(৮)

সভ্যতা সোপানে তেন্তে পাৰিয়া উঠিব,
আমালোকে দীপ্ত হব তয় পুত্ৰগণ,
চতৰ্দিশ ভৰি তব যশস্যা বাঢিব,
ধন্য ২ বুলি সদা হ'ব সুনিস্বন।

(৯)

বাধ্য

শ্ৰীপদ্মহাস গোস্বামী (পৃঃ ৯৫)

পূৰ্বৰ প্ৰকাশিতৰ শেষ। (পৃঃ ৯৬)

সময়ৰ গতি অনুসৰি
যাবলৈ ধৰিলে ফল সৰি,
হ'ল বহু বিদ্যালয়, পালে শিক্ষা শিশুচয়,
মাতৃ ভাষা চলা হ'ল, আজ্ঞা অনুসৰি। (২৩)
এই উপলক্ষে কোন জন,
উৎসাহে উৎসাহি নিজ মন,
প্ৰকাশিলে পত্ৰিকাদি, দুই-এক পুস্তকাদি,
কিন্তু দেশীয়ৰ নাই তাত যোগ মন। (২৪)
কিম্বা কৰিবলৈ বহু কৰি, স্বদেশৰ শ্ৰীবৃদ্ধি কৰি,
সাধিবলৈ নিজ হিত, নকৰে যত্ন যোতি চ
কেবল মনত ধ্যান, "চাকৰি" "চাকৰি"।
মহাউদযোগে অসমীয়াগণ,
তাৰ সঙ্গে কিছু বঙ্গদেশীজন
প্ৰচাৰিলে কিছু পত্ৰ পুস্তকাদি,
হল পঢ়াশালী সভ্য সভা আদি।
সকলোৰে মনে আনন্দ অপাৰ,
কৌতুক জলত পূৰ্ণ পাৰাবাৰ

দেখিবলৈ মাতৃভূমিৰ উন্নতি,
 চলা ভাই চলা গুচাঁও অনুন্নতি।
সকলোৰে আগে পত্ৰ বিলাসিনী।
 হে আসামৰ সুবিলাসিনী
বিৰাজিলে সব উত্তেজনা কৰি,
উঠা দেশী ভাই উঠা শীঘ্ৰ কৰি।
আলস্যবৈৰাগ্য নিদ্ৰা পৰিহৰি,
উন্নতিৰ সোপানক সাৰ কৰি।
চলা দেশী ভাই চলা ধৈৰ্য্য ধৰি,
মাহেকে ২ আড়ম্বৰ কৰি
গৌহাটীয় বৰ উৎসাহিত হৈ,
আসামোন্নতি সাৰ কৰি লই।
প্ৰকাশিলে পত্ৰ আসাম মিহিৰ, (ক)
উদয় হবলৈ আসাম মিহিৰ।
মহা আড়ম্বৰে চলাবলৈ তাক,
দেখাবলৈ পথ দেশীয় লোকক।
আনিলে মুদ্ৰাযন্ত্ৰ বহু টকা ভৰি
আৰু নানা মত কাৰবাৰ কৰি।
সপ্তাহে ২ উদিল মিহিৰ,
বিতৰিলে সুধা হৈ উচ্চশিৰ।
আনন্দে পুৰিল অসমীয়া সব,
আনন্দ ৰবে উথালিলে ৰব।
তাৰ পাছে আসাম দৰ্পণাদি (খ) কৰি,
প্ৰকাশিত হ'ল মহা শ্ৰী ধৰি।
অল্প দিন মধ্যে কাগজ দৰ্পণ,
ক্ষমতা লভিলে সাধিবলৈ পণ।
দেশীয় লোকৰ প্ৰিয়পাত্ৰ হল,
তাৰ ৰূপেগুণে সব মুগ্ধ হ'ল।
মাসিকত্ব এড়ি পাক্ষিকত্ব পালে,
কিন্তু বৰ্ষাধিক জীৱন নাপালে।
গ্ৰাহকবোৰে মূল্য নকৰে আদায়,
দৰ্পণ নাশৰ সিকাৰণেই ঘায়।
মিহিৰো অত্যল্প কালে লুপ্ত হ'ল,
মিথ্যা মিহিৰ নাম তাৰ দিয়া গল।
জগতৰ মিহিৰ সৰ্ব্বদা উদয়,
আসাম মিহিৰ নো কিয় অস্ত হব।
শীঘ্ৰ নষ্টী ভূত হৈ যায় আশা,
ই কি নহয় উষাত নিশা?
দেশী ভাষা চলা ৰাজা আজ্ঞা হল,
কিন্তু তাৰ ফল কথা মাত্ৰ হল।
নহল শ্ৰীবৃদ্ধি অকণো তাৰ,
নহল সুযোগ্য গ্ৰন্থ প্ৰচাৰ।
পূৰ্ণ কৰিবলৈ নপালোঁ আশা,
নহয় নে ই উষাত নিশা?
জয় আসামৰ জয় জয় জয়।
জয় জগদীশ জয় জয় জয়,
আসাম পতাকা উচ্চ শিৰ কৰি,
মহোন্নত হৈ স্বৰ্গ স্পৰ্শ কৰি।
বিৰাজোক ৰঙ্গে সবাক দেখায়,
আলস্যতা এড়ি উঠা উঠা ভাই।

ইতি (পৃঃ ৯৬)

গৌহাটী হাইস্কুল উন্নতি নাবায়,
 ক'ব নোয়াৰোঁ ই কাৰ দায়।
কিন্তু লৰাৰ গাত তাত দোষ নাই,
 উন্নতি নি-ছিলে সেই লৰাই।
ইতিয়া লৰাই উন্নতি নাপাইছে,
 সেই হেও ই গুচিবলৈ ইহছে।
ইয়াক গুচুবা উচিত নহয়,
বিচাৰি দেখক কোন দোষী হয়।
বাছ অসমীয়া একত্ৰিত হৈ,
প্ৰাৰ্থনা কৰিছোঁ কৰ যোড় হৈ।
কৰ্ত্তৃপক্ষ সবে ৰাখোক ইয়াক,
এই উপকাৰ লাগে আমাক।
আগে-পিছে নাই এটি ইস্কুল মাথোন,
তাৰ উন্নতি নেদেখো দেখোন।
বাহু অসমীয়াৰ তাত আঁৰ নাশা,
সকলো উন্নতিৰ তাত ভৰসা।
তাৰো যদি দশা এনেকুৱা হয়,
আসাম মৰাৰ কি উচিত নহয়?
যদি গুচিব লগিয়া সি হয়,
তেনেহলে অত দুঃখ ক'তো নাই।
বিদ্যাশিক্ষা পথ বন্ধ হব চায়,
উষাত নিশা ই কি নহয়?
যেনি দেখা তেনি এই আসামৰ,
উষাত নিশা নয়নে তোমাৰ।
যিপিনে কৰিবা অল্প আশা,
সেই পিনে তোমাৰ উষাত নিশা,
সি যি হওক তাত কাজ নাই,
উন্নতি আকাঙ্ক্ষিক, উঠা সব ভাই!
প্ৰাণপণে মহা পুৰুষাৰ্থ কৰি,
উঠা ভাই নিদ্ৰা পৰি হৰি।
মাতৃ আসামৰ নিশা দূৰ কৰোঁ,
অজ্ঞানানুন্নতি সব পৰিহৰোঁ।
উদুক নব সূৰ্য্য নব শ্ৰীধৰি,

নব সুধামৃত বিকীৰণ কৰি।
দেশীয়সকলে উৎসাহিত হৈ,
নিজ কাৰ্য্য নিয়োজিত হৈ।
দিৱসৰ কাৰ্য্য সমাধা কৰোক,
অনুন্নতি গুচাই উন্নতি লভোক।
নিজ মাতৃভূমি উল্লাসে হাসোক,
পুত্ৰ মুখ দেখি আহ্লাদে ভৰোক।
সকলে বোলোক উচ্চ নাদ কৰি,
একে মুখে স্বৰে একে তান কৰি।

ওপৰৰ কবিতাটি ৰচয়িতা নগাৱঁৰ পদ্মহাস গোস্বামী। তেওঁ সেই যুগৰ এজন প্ৰসিদ্ধ লিখক। তেওঁ পদ্যমালা (প্ৰথম ভাগ ১৮৭৮) আৰু শিক্ষা সাৰ (১৮৭৪) ৰচনা কৰাৰ উপৰিও ব্ৰাহ্ম ধৰ্ম্মৰ লক্ষণ (১৮৭৩) আৰু ব্ৰাহ্ম ধৰ্ম্মনো কাক বোলে (১৮৭৪) পুথি ৰচনা কৰে। তেওঁৰ ব্ৰাহ্ম ধৰ্ম্মৰ প্ৰতি অনুৰাগ ওপৰত উদ্ধৃত কবিতাৰ এঠাইত প্ৰকাশ পাইছে—

"হে আসাম শুনা কওঁ সুউপায়
ধৰা ব্ৰহ্ম পদ দৃঢ় কৰি মন
চঞ্চল জগতে লভিবা আশ্ৰয়।
সদানন্দ ভোগী সুখী হব মন।"

(আসাম দেশ)

এই কবিতাটোত কবিৰ স্বদেশানুৰাগ প্ৰকাশ পাইছে। দ্বিতীয় কবিতাটো দেশপ্ৰেমৰ ভাব প্ৰকাশ পাইছে।

"উঠা দেশী ভাই উঠা শীঘ্ৰ কৰি
আলাস্যবৈৰাগ্য নিদ্ৰা পৰিহৰি
উন্নতিৰ সোপানক সাৰ কৰি।"

প্ৰাক-জোনাকী যুগৰ কবি ভোলানাথ দাসৰ (১৮৫৮-১৯২৯) ৰচনা আসাম বিলাসিনীত প্ৰকাশ হৈছিল। তেওঁ বঙ্গৰ কবি মাইকেল মধুসূদন দত্তৰ অমিত্ৰাক্ষৰ ছন্দৰ কাব্যৰ অনুকৰণত লিখা 'সীতা হৰণ কাব্য' আংশিকভাৱে এই আলোচনীত প্ৰকাশ হয়। পিছত ১৯০২ চনত কিতাপ আকাৰে ওলায়। "উক্ত পত্ৰিকাই অসমীয়া ভাষাত অমিল ছন্দৰ ৰচনা কিম্ভূতকিমাকাৰ যেন ভাবি আৰু গ্ৰন্থকাৰৰ 'ইটো' 'সিটো' ব্যৱহাৰ অশুদ্ধ বুলি ইতিকিং কৰিছিল। 'বিলাসিনী'ৰ মতে 'ইতো' 'সিতো' হে শুদ্ধ। গ্ৰন্থকাৰে তেওঁৰ 'চিন্তা-তৰঙ্গিনী' দ্বিতীয় ভাগত 'ইটো' 'সিটো' শীৰ্ষক কবিতাটো কিয় লিখিছিল তাক বোধকৰো কোনেও বুজিব পৰা নাই। গ্ৰন্থকাৰে 'ইটো' 'সিটো' শব্দ ব্যৱহাৰ কৰাত আৰু অমিত্ৰাক্ষৰ ছন্দত কবিতা লেখাত 'বিলাসিনী'ত তীব্ৰ সমালোচনা কৰা দেখি তেওঁ সেই কবিতাটো লেখে।" (শিৱনাথ ভট্টাচাৰ্য, ১৯০২ চন)। অৱশ্যে এই যুঁজত 'আসাম বিলাসিনী' হাৰিল। কিন্তু সেই সমালোচনাৰ তীব্ৰ বাক্য-বাণে ভোলানাথ দাসৰ অন্তৰ ভালকৈয়ে বিদীৰ্ণ কৰিছিল। মূঠৰ ওপৰত 'আসাম বিলাসিনী'তে সমালোচনাৰ ধাৰাটো আৰম্ভ হ'ল।

'আসাম বিলাসিনী' (১৮৭১-৮৩) যুগত অসমীয়া ভাষাৰ আখৰ-জোঁটনি বহু পৰিমাণে অনিশ্চিত অৱস্থাত আছিল। ব্ৰন্সনৰ অসমীয়া, ইংৰাজী অভিধান (১৮৬৭) নিৰ্ভৰযোগ্য নহয়। তেনে এটা অৱস্থাত আসাম বিলাসিনীয়ে নিজ পদ্ধতিৰে আগবাঢ়িব লগা হৈছিল। সত্ৰীয়া পৰিবেশত ৰচিত হোৱাৰ কাৰণে অসমীয়া ভাষাৰ শুদ্ধতা ৰক্ষাত কিছু সহায় হৈছিল। ভাষাৰ চানেকি তলত দিয়া হ'ল—

"অতি অসন্তোষেৰে প্ৰকাশ কৰা গৈছে, শিবসাগৰ জিলাৰ অধীন সমুদয় মৌজাতে মহামাৰী উপস্থিত হৈ নাজিৰাৰে পৰা গোলাঘাট মহকুমালৈকে ভয়ঙ্কৰ মূৰ্ত্তি ধৰি অনেক লোকক যমলোকলৈ বিদায় দিছে, আনকি কোনো ঘৰ একেবাৰেই উৎসন্ন হৈছে। নিৰীহ প্ৰাণীগণৰ ওপৰত পৰমেশ্বৰৰ কি কোপ দৃষ্টি পড়িল; প্ৰাণীসমুহেই বা জগৎ কৰ্তাৰ নিকটত কি অপৰাধ কৰিছে তাক জানিব পৰা নাই। কত বৎসৰাবধি এই অভাগী, আসামত কত প্ৰকাৰ উৎপাত আৰু অনিষ্ট ঘটনা হ'ব লাগিছে তাৰ ইয়ত্তা নাই।" (পৃ: ৯১) এই কথাখিনি 'সম্বাদাবলী' দ্বিতীয় বাতৰি।

আসাম বিলাসিনী, ফেব্ৰুৱাৰী ১৮৭৭ চন। এই সংখ্যাৰ প্ৰথম প্ৰবন্ধটোত (কিতাপ আৰু পাঠক) কিতাপ, যাইকে বিলাসিনী ছপাখানাত মুদ্ৰিত কিতাপ কিনাৰ কথা দোহৰা হৈছে। দ্বিতীয় প্ৰবন্ধটো হ'ল 'গোলাঘাটৰ বিষয়ে'। ইয়াত কোৱা হৈছে যে গোলাঘাটৰ সকলো কেৰাণীকে আঁতৰোৱা হ'ব, আৰু সিবোৰৰ ভিতৰৰ ভাল আৰু বেয়াৰ কোনো বিচাৰ কৰা নহ'ব। ইয়াৰ পিছত 'বিধৱা বিবাহ' সমৰ্থন কৰাসকলৰ যুক্তি খণ্ডন কৰি সম্পাদকে কৈছে যে প্ৰচীন ঋষিসকলৰ দ্বাৰা এইটো বৰ্জিত। এই সংখ্যাৰ বিক্ৰমাদিত্য আখ্যানটো শেষ হৈছে। তাৰ পিছৰ সম্বাদাবলী হ'ল শিৱসাগৰৰ এখন বিয়াত বন্দুক দুৰ্ঘটাৰ কাহিনী আৰু আন এটা লাহোৱাল বাগিচাত। আৱৰ পাহাৰ জৰীপ দলৰ প্ৰত্যাৱৰ্তন, ডিব্ৰুগড়লৈকে টেলিগ্ৰাফ সম্প্ৰসাৰণ— ইংৰাজৰ আশ্চৰ্য কৌশল। ইয়াৰ পাছত আছে, গুৱাহাটীত জাহাজ ডুব যোৱা আৰু প্ৰাণহানি, নগাৱঁত এটা সংস্কৃত বিদ্যালয়ৰ কৰ্তৃকাৰ্যতা, ঢাকাত বিধৱা বিবাহৰ বাতৰি, এজন দেশীয় খৃষ্টানক ব্ৰাহ্ম ধৰ্মত দীক্ষিতকৰণ। তেনে ধৰণৰ আন

এটা বাতৰি প্ৰকাশ সম্পাদকে কৈছে, 'এইটো ইংৰাজৰ কাৰণে ভাৰতত ধৰ্মান্তকৰণৰ বৃথা চেষ্টা।' গৰু পোৱালিৰ চাৰিটা ঠেঙেৰে সৈতে এটা কুকুৰা আৰু ১২ খন কাণেৰে মেকুৰী পোৱালিৰ জন্ম প্ৰসঙ্গত সম্পাদকে কৈছে, 'ভগৱান'। কেনে আচৰিত এই প্ৰাণীবোৰ। ইয়াৰ পিছত ভাগৱত গীতাৰ এটি পৰিচয় দিয়া হৈছে। জ্ঞানোদয়ৰ স্বৰ্গীয় সম্পাদকৰ এখন চিঠি। এটি সৰু ধেমেলীয়া কবিতা (সাজপাৰ) আছে। ইত্যাদি। মুঠৰ ওপৰত এই আলোচনীত অসমৰ সমসাময়িক কথা পোৱা যায় আৰু ই ঘাইকৈ ধৰ্মীয় আৰু নৈতিক বিধৰ।

**আসাম দীপক**

মাজালীৰ (মাজুলীৰ) ধৰ্ম প্ৰকাশ যন্ত্ৰৰ পৰা আউনীআটী সত্ৰাধিকাৰৰ সম্পাদনাত দ্বিতীয়খন মাহেকীয়া আলোচনী 'আসাম দীপক' ১৮৭৬ চনত প্ৰকাশ হয় আৰু এই কাকত এবছৰ চলে

১৮৭৬ চনৰ নবেম্বৰ মাহৰ 'আসাম দীপক' আৰম্ভ হৈছে আলোচনীখনৰ কৃতকাৰ্যতাৰ বাবে এটি প্ৰাৰ্থনাৰে। এই কাকতখন দেশৰ মঙ্গলৰ কাৰণে প্ৰকাশ কৰা হৈছে। এটা প্ৰবন্ধত শিকনৰ গুণ-গান কৰা হৈছে। আন এটা প্ৰবন্ধ হৈছে দেশীয় লোকে বেহা-বেপাৰ কৰা উচিত— (১) দেশী মানুহে কোম্পানী গঠন কৰিব লাগে, (২) সম্ভ্ৰান্ত অসমীয়া মানুহে কেৱল অসমীয়া বেপাৰীক উৎসাহিত কৰিব লাগে, আৰু (৩) স্বদেশী বস্তু থাকিলে বিদেশী বস্তু ব্যৱহাৰ কৰিব নেলাগে। এই বিদেশীৰ প্ৰতি তেওঁৰ বিৰূপ মনোভাৱ। কানি পানৰ অহিতকাৰী প্ৰভাৱৰ কথা এটা প্ৰবন্ধত কোৱা হৈছে। সম্বাদাবলী হৈছে এটা হাতীৰ কথা। হাতীয়ে মানুহ মৰা সম্ৰাজ্ঞীৰ উৎসৱ উপলক্ষে দিল্লী কলিকতাত বৰঙণি আৰু অসমতো তেনে মহোৎসৱ হ'ব লাগে বুলি সম্পাদকৰ মন্তব্য, এজনী মানুহে একেলগে ৩ টা সন্তান প্ৰসৱ আৰু নগাৱঁত এখন পুথি প্ৰকাশ। ইয়াৰ পিছত এটা প্ৰবন্ধ সম্ৰাটৰ উৎপীড়ন পট্টাৰ মাটিত কটা গছৰ কৰ। সম্পাদকে চৰকাৰক সৎ বুলিলেও উক্ত হুকুমৰ অৰ্থ বুজি নেপায়। তাৰ পিছত মাজুলীৰ এটা বিৱৰণ দি চৰকাৰৰ পাঠশালাৰ প্ৰতি বিৰূপ মনোভাৱৰ সমালোচনা কৰে। ইয়াৰ পিছত মাজুলীৰ গড়মূৰৰ পৰা এসোঁতা খোৱা মুখলৈ হ'বলগীয়া পথটোৰ নিমিত্তে সম্পাদকে মুখ্য কমিশ্যনাৰক ধন্যবাদ জনাইছে। ওপৰৰ কথাখিনি ১৮৭৭ চনত যোৰহাটৰ সহকাৰী উপায়ুক্তই যুগুত কৰা বিৱৰণৰ পৰা সংগৃহীত। তেওঁৰ টোকাটোত কৈছে যে এনে কাকতে বৰ বেছি ভাল কৰিব নোৱাৰিলেও কোনো অনিষ্ট নকৰে (if not calculated to do much good can do no harm)। কাকতখনৰ ভাষা শুৱলা আৰু ঘাইকৈ অনুৰক্ত। প্ৰবাদ-প্ৰবচনেৰে পূৰ্ণ আৰু এটা ধৰ্মীয় আৰু নৈতিক উদ্দেশ্য আছে।

(১) ডঃ হেৰম্বকান্ত বৰপূজাৰীয়ে কৈছে, "... এই কাকতবোৰৰ ভিতৰত ১৮৭১ চনত শিৱসাগৰ জিলাৰ আউনীআটী সত্ৰৰ পৰা প্ৰকাশিত কাকতখনত ধৰ্মমূলক কথা থাকিলেও ইয়াত লাগতিয়াল জ্ঞান আৰু সংবাদ আছিল ("Of these The Assam Bilasshini, published in 1871 from the Dharmaprakash Press, Auniati Satra, District of Sibsagar, though devoted to religious matters contained useful knowledge and information"-- **Political History of Assam Vol.I).**

(২) দেবেন্দ্ৰনাথ বেজবৰুৱাই কৈছে, "মাজুলীৰ আউনীআটী ধৰ্ম্ম-প্ৰকাশ ছপাখানাৰ পৰা 'আসাম বিলাসিনী' নামে এখন ধৰ্মপত্ৰিকা ১৮৭১ চনৰ পৰা ১৮৮৩ চনলৈকে ওলাইছিল। এই কাকতত অকল ধৰ্ম সম্পৰ্কীয় কথাই নাছিল, মাজে-সময়ে দুই-এটা সৰ্বসাধাৰণৰ উপযোগী প্ৰবন্ধইও ইয়াত ঠাই পাইছিল।" **(অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী,** ১৯৩৩)।

(৩) ডিম্বেশ্বৰ নেওগে কৈছে, "এই ধৰ্ম বিষয়ক অসমীয়া মাহেকীয়া কাকতখনি আউনীআটী সত্ৰাধিকাৰৰ মুখপাত স্বৰূপে শিৱসাগৰৰ মাজুলীৰ ধৰ্ম্ম প্ৰকাশ যন্ত্ৰৰ পৰা ১৮৭১ ত পোনতে ওলায়। ইয়াত সাধাৰণ জ্ঞান বিষয়ক দুই-এটা কথাযো ঠাই পাইছিল। বাৰ বছৰকাল চলাৰ পিছত, এই সত্ৰ এখন নতুন ঠাইলৈ লৰোৱাৰ লগে লগে, ১৮৮৩ ত এই কাকত ওলাবলৈ এৰে।

এই কাকত পৰম পৰম বৈষ্ণৱ সুপণ্ডিত দত্তদেৱ গোস্বামীৰ এটি সুকীৰ্ত্তি। তথাপি ইয়াৰ বাক্যবিন্যাস প্ৰণালী আৰু প্ৰবন্ধ বাছনি আদিয়ে সৰ্বসাধাৰণৰ ঘাইকৈ ডেকা তৰপৰ মনত সন্তোষ দিব পৰা নাছিল, আৰু ব্যক্তিগত আক্ৰমণৰ প্ৰবন্ধই ঠাই পোৱাত বয়সীয়াসকলৰ মনতো এই কাকতৰ প্ৰতি কুমাৰিয়ে ঠাই পাইছিল। গতিকে এই কাকতে স্বভাৱতে পৰৱৰ্তী 'আসাম-নিউচ' আদি কাকতলৈ ঠাই এৰি দিব লগা হৈছিল।" (আধুনিক **অসমীয়া সাহিত্যৰ বুৰঞ্জী,** ১৯৩৭)।

লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ আত্ম-জীৱনীত মন্তব্য কৰিছে, "হেমচন্দ্ৰ বৰুৱাৰ কাপৰ গুণত 'আসাম নিউচ' অতি শীঘ্ৰে ওখ ঠাই অধিকাৰ কৰিলে। ... ইয়াৰ আগৰে পৰা 'আসাম বিলাসিনী' নামেৰে এখন মাহেকীয়া অসমীয়া বাতৰি কাকত আউনীআটী সত্ৰৰ পৰা ওলাই আছিল। আউনীআটীৰ সত্ৰৰ অধিকাৰ অশেষ

গুণ-সম্পন্ন, প্ৰগাঢ়পণ্ডিত, পৰম বৈষ্ণৱ দত্তদেৱ পুৰুষৰ 'আসাম বিলাসিনী' এটি সুকীৰ্ত্তি। কিন্তু আসাম বিলাসিনীৰ বাক্যবিন্যাস প্ৰণালী, বিষয় নিৰ্বাচন আদি কাৰ্যই উঠি অহা শিক্ষিত ডেকা তৰপৰ মন হৰণ কৰিব পাৰিছিল বুলি ক'ব নোৱাৰি। তাত অনেক সময়ত ব্যক্তিগত আক্ৰমণে ঠাই পোৱাত প্ৰচিনসকলৰ মনতো যে সি যথোচিত সমাদৰৰ ঠাই অধিকাৰ কৰিব পাৰিছিল এনে নহয়।" (মোৰ জীৱন সোঁৱৰণ, ১৯৭৩, পৃষ্ঠা ৭২)।

মুঠৰ ওপৰত যি সময়ত অৰুনোদই সম্বাদপত্ৰই "ইংৰাজী ভাসা সকলো গিয়ানৰ সাগৰ; এই দেশৰ ভাসা নদি স্বৰুপ হই গিয়ানৰ জল প্ৰত্যেক গ্ৰামে আৰু জিলালৈ নিএ" (অৰুনোদই, পৃঃ ৬৮) এই বুলি পাশ্চাত্য শিক্ষাৰ ধ্বজা উৰাইছিল আৰু খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ চেষ্টা কৰিছিল, সেই সময়ত আউনীআটী সত্ৰৰ পৰা প্ৰকাশিত 'আসাম বিলাসিনী' পত্ৰিকাই হিন্দুধৰ্মৰ বাণী প্ৰচাৰ কৰিছিল। দৰাচলতে আসাম বিলাসিনী পৰম বৈষ্ণৱ সুপণ্ডিত দত্তদেৱ অধিকাৰ গোস্বামীৰ এটি মহৎ কীৰ্ত্তি। সিফালে বঙলা ভাষা প্ৰচলন আৰু আমেৰিকান বেপ্টিষ্ট মিশ্যনৰ উজুৱা বৰ্ণবিন্যাস ব্যৱহাৰৰ কালত 'বিলাসিনী'য়ে পুৰণি কথনৰীতি ব্যৱহাৰ কৰি ত্ৰুটিপূৰ্ণ হ'লেও অসমীয়া ভাষাক খহনীয়া অৱস্থাৰ পৰা ৰক্ষা কৰিলে। অৰুনোদই সম্বাদপত্ৰ প্ৰকাশকসকলৰ আধুনিক যুগৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু প্ৰয়োজনীয় সা-সৰঞ্জাম সকলো আছিল। আনহাতে মাজুলীৰ নিচিনা অসুচল স্থানৰ পৰা নতুনে ছপাযন্ত্ৰ কিনি সনাতন হিন্দু ধৰ্মৰ বাণী প্ৰচাৰ কৰাটোও প্ৰণিধানযোগ্য। সাংবাদিকতাৰ ক-খ নজনাকৈ মাজুলী হেন ঠাইৰ পৰা এখন মাহেকীয়া পত্ৰিকা প্ৰকাশ কৰা বৰ সহজ কথা নহয়। 'ধৰ্ম প্ৰকাশ যন্ত্ৰ' নামটোৱেই আলোচনীখনৰ নামটোৰো পৰিচয় দাঙি ধৰে। মুঠৰ ওপৰত 'আসাম বিলাসিনী'ৰ এটা ঐতিহাসিক ভূমিকা আছে। অসমীয়া ভাষাৰ পানীত হাঁহ নচৰা অৱস্থাত 'আসাম বিলাসিনী'য়ে অতীত গৌৰৱক স্মৰণ কৰাই নতুন যুগৰ দুৱাৰ মুকলি কৰিলে।

প্ৰসংগ ঃ

১। "অসমৰ প্ৰথমজনা চিফ কমিছনাৰে আউনীআটী সত্ৰ দৰ্শন কৰিবলৈ গৈছিল। তেওঁ যোৱা বিবৰণটো মহম্মদ আলী নামৰ এজন উচ্চ খাপৰ বিষয়াই বৰ শুৱলাকৈ লেখি সেই কাকতত প্ৰকাশ কৰিছিল"— অৰুনোদইৰ পৰা জনমভূমিলৈকে, জনমভূমি, ৭ মাৰ্চ, ১৯৭৩

(ক) আসাম মিহিৰ— গুৱাহাটীৰ চিদানন্দ প্ৰেছৰ পৰা ১৮৭২ চনত চিদানন্দ দাসৰ দ্বাৰা প্ৰকাশিত প্ৰথম সাপ্তাহিক বাতৰি কাকত। এই কাকত পোনতে বঙলা আৰু ইংৰাজীত ওলায়। ১৮৭৩ ত এই কাকত ওলাবলৈ এৰে।— প্ৰবন্ধ লেখক

(খ) আসাম দৰ্পণ- ১৮৭৪-৭৫ চনত তেজপুৰ বিশ্বনাথবাসী লক্ষীকান্ত বৰকাকতী সম্পাদিত এই মাহেকীয়া অসমীয়া কাকতখন কলিকতাৰ পৰা প্ৰকাশিত। কিন্তু কিছুদিনৰ পিছত ওলাবলৈ এৰে— প্ৰবন্ধকাৰ

# আসাম বিলাসিনী ঃ ঐতিহাসিক পটভূমি আৰু পৰ্যালোচনা

শান্তনু কৌশিক বৰুৱা

প্ৰায় ডেৰ শতিকাজোৰা অসমৰ সংবাদপত্ৰৰ সংগ্ৰাম আৰু উত্তৰণৰ ইতিহাস এক ঐশ্বৰ্য্যশালী পৰম্পৰাৰে সমৃদ্ধ। অসমীয়া সমাজ-সাহিত্যৰ কেতবোৰ ক্ৰান্তিকাৰী যুগৰ সৈতেও অসমৰ বহুকেইখন সংবাদপত্ৰ-আলোচনীৰ নাম সম্পৃক্ত। অসমীয়া সাহিত্যৰ উত্তৰণ আৰু বিকাশৰ ইতিহাসো সাময়িক পত্ৰ-নিৰ্ভৰ বুলিব পাৰি।

'অৰুনোদই'ৰ যোগেদিয়েই অৰুণ উদয় হোৱা অসমৰ সংবাদপত্ৰই অঞ্চলটোত ভুমুকি মাৰে ১৮৪৬ চনত। অসমত ছপাশাল আৰু সংবাদপত্ৰৰ প্ৰতিষ্ঠা তথা প্ৰচলনৰ বাটকটীয়া আমেৰিকান বেপ্টিষ্ট মিছনেৰিসকলেই 'অৰুনোদই' তথা অসমৰ সাংবাদিকতাৰো প্ৰধান দিক্‌দৰ্শক। কাষৰীয়া বংগৰ শ্ৰীৰামপুৰতো মিছনেৰিসকলৰ উদ্যোগতেই প্ৰকাশ হৈছিল বাংলা সাময়িক পত্ৰিকা 'দিকদৰ্শন' আৰু 'সমাচাৰ দৰ্পণ'। সমসাময়িকভাৱে উড়িয়া ভাষাত প্ৰকাশিত প্ৰথমখন সংবাদপত্ৰৰ নামো আছিল 'অৰুনোদই'। এনেদৰেই পাশ্চাত্যৰ আধুনিক সভ্যতাৰ আলোকস্পৰ্শত ঔপনিবেশিক অসম আৰু কাষৰীয়া বংগ, উৰিষ্যাত সংবাদপত্ৰ আৰু সংবাদসেৱাৰ শুভসূচনা হৈছিল।

## 'অৰুনোদই'ৰ খলফাট

অসমত 'অৰুনোদই'ৰ (পিছলৈ 'অৰুণোদয়') প্ৰকাশ কেৱল অসমৰ সংবাদপত্ৰৰে নহয়, সমগ্ৰ অসমৰ সামাজিক, সাহিত্যিক আৰু সাংস্কৃতিক ইতিহাসৰে এক উল্লেখযোগ্য আৰু তাৎপৰ্যপূৰ্ণ সংঘটন। একাধাৰে আলোচনী আৰু বাতৰিকাকত দুয়োটাৰে উদ্দেশ্য সাধনৰ লগতে আধুনিক অসমীয়া ব্যাকৰণ, অভিধান, নাটক, কবিতা, বিবিধ প্ৰবন্ধ আৰু পঢ়াশলীয়া পুথি আদিৰ প্ৰকাশেৰে 'অৰুনোদই' আছিল আধুনিক অসমীয়া সাহিত্যৰ আৱাহনী তোৰণস্বৰূপ। 'অৰুনোদই'ৰ মেঘ-ধূঁৱলীয়া পোহৰতে অসমীয়া আখৰ জোঁটনি সলনি হ'ল, ভাষাৰ ঠাঁচে সাজ সলালে, ভাবৰ গতিয়েও ৰূপ সলনি কৰিলে; আৰু এই সকলো মিলি অসমীয়া ভাষা-সাহিত্যত অনুভূত হ'ল এক সম্পূৰ্ণ নতুন নাড়ী-স্পন্দন। পৃথিৱীৰ চাৰিওফালৰ বতৰা পদূলিয়ে পদূলিয়ে বিলাই, জ্ঞান-বিজ্ঞান তথা নব্য প্ৰযুক্তিৰ নিয়ত আলোচনাৰে সমকালীন অসমীয়া মানুহৰ মানসিক দিগন্ত প্ৰসাৰিত কৰি আমেৰিকান বেপ্টিষ্ট সমাজ আৰু 'অৰুনোদই'য়ে অসমীয়া ভাষা- সাহিত্য- সংস্কৃতিৰ উৎকৰ্ষৰ হেতু যি যুগান্তকাৰী অৰিহণা যোগাই থৈ গ'ল, তাক কোনো প্ৰকাৰৰ সন্দেহে আজিও মোলান পেলাব পৰা নাই,— যদিও মিছনেৰিসকল হ'ল পৃথিৱীৰ সিটো ফালৰ এখন দেশৰ, আমাৰ পৰা পৃথক এক সভ্যতা-সংস্কৃতিৰ লোক। তেওঁলোকে নিজৰ প্ৰাণৰ শক্তি আৰু সুষমাৰে অসমীয়া ভাষা আৰু সাহিত্যক আপদৰ পৰা ৰক্ষা কৰি লালন-পালন কৰি এক নতুন যুগৰ নব্য আলোড়নৰ বাবে প্ৰয়োজনীয় আৰু উপযোগী এক পটভূমি প্ৰদান আৰু প্ৰস্তুত কৰি গ'ল, আৰু আমাৰ দৃষ্টিত ইয়েই হ'ল 'অৰুনোদই' তথা আমেৰিকান মিছনেৰিসকলৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু মহৎ তথা স্মৰণীয় অৱদান। 'অৰুনোদই'য়ে এফালে যেনেকৈ অসমীয়া ভাষা-সাহিত্যক প্ৰতিষ্ঠিত কৰাত তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল, আনফালে অসমৰ শিক্ষা-সংস্কৃতিপ্ৰেমী লোকৰ মনত নতুন শিক্ষা-সংস্কৃতিৰ চেতনা জগাই তুলিছিল। এনেদৰেই 'অৰুনোদই'য়ে অসমীয়া ভাষা আৰু চিন্তাৰ এক নতুন দিগন্তৰ সূচনা কৰিলে। অসমীয়া ভাষা-সাহিত্যৰ ই এক কালজয়ী ঐতিহাসিক শুভাৰম্ভ। সামগ্ৰিকভাৱে ক'বলৈ গ'লে 'অৰুনোদই'ৰ পাততে অসমীয়া ভাষা-সাহিত্য আৰু জাতীয় চেতনাৰো অৰুণ উদয় হ'ল।

## 'অৰুনোদই' প্ৰকাশৰ উদ্দেশ্য

'অৰুনোদই'ৰ সুদূৰপ্ৰসাৰী আৰু যুগান্তকাৰী প্ৰভাৱৰ বাবেই এনে ধাৰণা ওপজে যে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীন উন্নতিকল্পেই যেন আমেৰিকান মিছনেৰিসকল আহি অসমত সোমাইছিলহি। কিন্তু কোনো ঐতিহাসিক সাক্ষ্য আৰু তথ্যই এই কথা শতকৰা শতাংশই সত্য বুলি নেদেখুৱায়। মিছনেৰিসকলৰ অসম আগমনৰ অন্তৰালত এনে এটা উদ্দেশ্য (অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতি) অন্তৰ্নিহিত হৈ থকাৰ সম্ভাৱনা সম্পূৰ্ণৰূপে নুই কৰিব নোৱাৰিলেও, তেওঁলোকৰ অসম আগমন যে মূলতে ৰাজনৈতিক আৰু নিজ স্বাৰ্থসিদ্ধিৰ অভিপ্ৰায়ৰহে সংমিশ্ৰিত আৰু সামূহিক ফল, সেই কথা প্ৰামাণিক ঐতিহাসিক তথ্যৰ আলমত ইতিমধ্যেই গ্ৰহণযোগ্য হৈ গৈছে।

ইংৰাজী Missionary শব্দটোৰ অৰ্থই হৈছে "ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে যোৱা কোনো ব্যক্তি বা ব্যক্তিৰ দল" (Person sent to preach his religion, especially among people who are ignorant of it )[1]। গতিকে ধৰ্মীয় প্ৰসংগটো এৰাই মিছনেৰিসকলৰ কাৰ্য-কলাপৰ মূল্যায়ন অসম্ভৱপ্ৰায়। আমেৰিকান মিছনেৰিসকলৰ অসম আগমনৰ অন্তৰালতো যে এক ধৰ্মীয় উদ্দেশ্য নিহিত হৈ আছিল সি সহজে অনুমেয়। মিছনেৰিৰ মুখপত্ৰ হোৱা বাবে স্বাভাৱিকতেই ধৰ্মীয় ভেদভাবৰ পৰা মুক্ত থকাটো 'অৰুনোদই'ৰ পক্ষে প্ৰায় অসম্ভৱ আছিল। নিধি ফাৰৱেলে হিন্দুৰ আচাৰ-অনুষ্ঠানক সমালোচনা আৰু খৃষ্ট ধৰ্মৰ মহত্ত্বৰ গুণানুকীৰ্তন কৰি ৰচা কেইবাটাও কবিতাত ইয়াৰ সাক্ষ্য আছে।

'অৰুনোদই'য়ে প্ৰথম সংখ্যাতে নিজ পৰিচিতি, পৰিসৰ আৰু উদ্দেশ্য সম্পৰ্কে ঘোষণা কৰিছিল এনেদৰে: THE ORUNODOI, A monthly paper, devoted to Religion, Science and General Intelligence। "এই 'Religion' নিশ্চয় সৰ্বধৰ্মৰ সংশ্লেষণোদ্ভূত কোনো নতুন ধৰ্ম নহয়; ই খৃষ্টধৰ্মহে।"[2] খ্ৰীষ্টধৰ্মৰ সহজবোধ্য প্ৰচাৰ বা তেনে প্ৰচাৰৰ বাট মুকলি কৰাই আছিল 'অৰুনোদই'ৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্য। এই উদ্দেশ্য ফলৱতী কৰাত 'অৰুনোদই' কিছু পৰিমাণে সফলো হৈছিল। কেইবাগৰাকীও অসমীয়া শিখকে খ্ৰীষ্টধৰ্মত শৰণ লৈ 'অৰুনোদই'ৰ সৈতে জড়িত হৈ পৰিছিল। পঢ়ুৱৈ অসমীয়া ৰাইজৰো একাংশই যীশুৰ প্ৰেমৰ বাণীত মোহিত হৈ খ্ৰীষ্টধৰ্মৰ প্ৰতি প্ৰবল আগ্ৰহ প্ৰদৰ্শন কৰিছিল আৰু অনেকে খ্ৰীষ্টধৰ্মত শৰণো লৈছিল।

স্বাভাৱিকতে এই ঘটনা ব্ৰহ্মপুত্ৰ উপত্যকাৰ বৰ্ণ হিন্দু, বিশেষকৈ, এক শৰণীয়া সত্ৰীয়া অসমীয়া ৰাইজৰ মাজত উৎসাহজনক নাছিল। এইসকলৰ বহুতে 'অৰুনোদই'ৰ প্ৰচাৰমুখী উদ্দেশ্যক সন্দেহ কৰিবলৈ লৈছিল আৰু এই সন্দেহেই অসমত হিন্দুসকল সংখ্যালঘু হোৱাৰ শংকাৰো জন্ম দিছিল।

কিন্তু 'অৰুনোদই'ৰ লগত ফেৰ মাৰিব পৰাকৈ আন এখন সংবাদপত্ৰ প্ৰকাশ কৰিবৰ বাবে প্ৰয়োজনীয় পৰিকাঠামো (infrastructure) তৎকালীন অসমত নাছিল। নানান ঐতিহাসিক আৰু সামাজিক কাৰণত ইংৰাজ-অধিকৃত অসমত সংবাদপত্ৰ প্ৰকাশৰ বাবে প্ৰয়োজনীয় পৰিকাঠামো গঠন হওঁতে যথেষ্ট সময় লাগিছিল।

যি কি নহওক ১৮৭১ চনত, অৰ্থাৎ, 'অৰুনোদই' প্ৰকাশৰ সম্পূৰ্ণ একুৰি পাঁচ বছৰৰ পিছত আৰু 'অৰুনোদই'ৰ জীৱদ্দশাতে মাজুলীৰ আউনীআটী সত্ৰৰ উদ্যোগী সত্ৰাধিকাৰ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীয়ে আউনীআটী সত্ৰত অসমৰ দ্বিতীয়টো ছপাশাল স্থাপন কৰে। ইয়াৰ আগলৈকে শিৱসাগৰৰ মিছন প্ৰেছৰ বাহিৰে আন ছপাশাল অসমত নাছিল। দত্তদেৱ গোস্বামীয়ে কলিকতাৰ পৰা আনি সত্ৰত স্থাপন কৰা ছপাশালটোৰ নাম দিলে 'ধৰ্মপ্ৰকাশ যন্ত্ৰ'। 'ধৰ্মপ্ৰকাশ' নামটোৰ পৰাই এই ছপাশাল যে 'ধৰ্ম'ৰ প্ৰকাশ-প্ৰচাৰ কৰিবৰ বাবেই স্থাপন কৰা হৈছিল তাক স্পষ্টকৈ বুজিব পাৰি। নক'লেও হ'ব যে এই ধৰ্ম আছিল হিন্দু ধৰ্ম। উল্লেখ্য, ধৰ্মপ্ৰকাশ যন্ত্ৰ আছিল স্বদেশী লোকৰ দ্বাৰা স্থাপিত অসমৰ প্ৰথমটো ছপাশাল। অৱশ্যে গুণাভিৰাম বৰুৱা ৰচিত 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' গ্ৰন্থত উল্লেখ আছে যে শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীৰ ধৰ্মপ্ৰকাশ যন্ত্ৰ স্থাপনৰ প্ৰায় কুৰি বছৰৰ আগতে, ১৮৫২ চনত আনন্দৰাম ঢেকিয়াল ফুকনে 'কলিকতা নিউ প্ৰেছ' নাম দি এটা ছপাশাল কলিকতাত স্থাপন কৰিছিল।[3] এই তথ্যৰ ভেটিত ক'ব পাৰি যে আনন্দৰাম ঢেকিয়াল ফুকন আছিল ছপাশাল প্ৰতিষ্ঠাৰ প্ৰথমজন অসমীয়া আৰু শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী আছিল অসমত ছপাশালৰ প্ৰথমজন স্বদেশী প্ৰতিষ্ঠাতা।

## 'আসাম বিলাসিনী' প্ৰকাশৰ নেপথ্যত

আমি ইতিমধ্যেই উল্লেখ কৰি আহিছো যে 'অৰুনোদই'ৰ ধৰ্ম প্ৰচাৰমুখী ভূমিকাত একাংশ অসমীয়া, বিশেষকৈ একশৰণীয়া সত্ৰীয়াসকল শংকিত হৈ উঠিছিল। এগৰাকী গৱেষকৰ ভাষাত, "বৃটিছ প্ৰশাসনে

মিছনেৰিসকলৰ 'ত্যাগী' প্ৰচেষ্টাৰে 'অৰুনোদই'ৰ যোগেদি খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ অৰ্থে ব্ৰহ্মপুত্ৰত যি খলকনিৰ সৃষ্টি কৰিছিল, তাৰ উৎপাতত সনাতন ধৰ্মৰ ৰখীয়াস্বৰূপ সত্ৰানুষ্ঠানসমূহৰ শান্তি আৰু টোপনি ভাঙি গৈছিল।"[৪]

মিছনেৰিসকলে 'অৰুনোদই'ৰ পাতত বৈষ্ণৱ ধৰ্মক প্ৰকাশ্যে ক'তো আক্ৰমণ কৰা নাছিল যদিও বৈষ্ণৱ ধৰ্মৰ ধাৰক-বাহকসকলক 'অৰুনোদই'য়ে সম্পূৰ্ণ ৰেহাই দিছিল বুলিব নোৱাৰি। এই প্ৰসংগতে 'অৰুনোদই'ৰ দুটা লিখনিলৈ আঙুলিয়াব পাৰি। 'অৰুনোদই'ৰ ১৮৪৮ চনৰ মে' মাহত প্ৰকাশিত 'সত্য ধৰমৰ চাৰি প্ৰমান' শীৰ্ষক এক ৰচনাত উল্লেখ আছে এনেদৰে, "এই স্বৰূপ ধৰমে মানুহৰ কুমন গুচাই সত্য মন কৰাই। দেসবিলাকৰ আন ধৰমে মানুহৰ কুমন গুচাই সত্য মন দিএ, এনে প্ৰমান দিব পাৰা নে? কিন্তু আমি দেখিচোঁ, গোসাঁইত সৰন ললে জেনে মন, গোসাঁইত সৰন ন ললেও তেনে মন।... জিবিলাকে এই ধৰম লই সিবিলাকে দুখত হওক বা সুখত হওক, সদাই আনন্দিত আমি দেখিচোঁ, কিন্তু আন ধৰমত একো আনন্দ নাই।"[৫]

'অৰুনোদই'ৰ ১৮৫২ চনৰ ফেব্ৰুৱাৰী মাহত প্ৰকাশিত 'তিনি জন ভাইৰ মিস্যনেৰি যাত্ৰা' শীৰ্ষক আন এক ৰচনাত উল্লেখ আছে এনেদৰে, "মিৰি জাতি লোকলৈ আমি সদাই সুঁঅৰি থাকোঁ। সিহঁতৰ আগৰ কোনো ধৰম বা সাস্ত্ৰ নাই, এতিয়াহে অচমিয়া গোঁসাইবিলাকে সিহঁতক ভকত কৰাই মিচা আস্ৰই দেখাইচে। ...আমাৰ কথা সুনিবলৈ অনেক সত্ৰৰ পৰা গোসাঁই মহাজনবিলাকে আহি আমি কোআ কথাৰে সৈতে বাদ বিচাৰ কৰিলে। কিন্তু সিবিলাকৰ সাস্ত্ৰৰ ভিতৰত জাত কুলৰ প্ৰাচিতত বাজে অন্তৰ পাপৰ কোনো প্ৰাচিত নোলাই; তাকে প্ৰমান কৰি বুজালত সিবিলাকেও সেই কথা হই বুলি সৈ কাৰ্হিলে।"[৬]

ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যইও 'অৰুনোদই'য়ে হিন্দু তীৰ্থসমূহক তীক্ষ্ণ সমালোচনা কৰিছিল বুলি উল্লেখ কৰিছে।[৭]

এনে এক অস্তিত্ব-আক্ৰান্ত পৰিবেশ-পৰিস্থিতিত আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী কিছু শংকিত হৈ পৰিছিল বুলি ধাৰণা কৰিব পাৰি। সৰ্বসাধাৰণ ৰাইজৰ খ্ৰীষ্টধৰ্মৰ প্ৰতি ক্ৰমাগতভাৱে বাঢ়ি অহা আকৰ্ষণ আৰু এওঁলোকৰ বহুতেই খ্ৰীষ্টধৰ্মত দীক্ষিত হোৱাৰ সম্ভাৱনা আৰু দৃষ্টান্তই গোস্বামী প্ৰভুৰ শংকা দুগুণে বঢ়াইছিল। সেয়ে হয়তো তেওঁ ছপাশাল আৰু সংবাদপত্ৰকে মিছনেৰিৰ খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ বিৰুদ্ধে হিন্দু ধৰ্ম প্ৰচাৰ-প্ৰসাৰৰ মাধ্যম হিচাপে গ্ৰহণ কৰাৰ সংকল্প গ্ৰহণ কৰিলে। সেই চিন্তাৰ ফলশ্ৰুতিতে 'অৰুনোদই'য়ে চিকুণাই যোৱা অসমীয়া ভাষা- সাহিত্য- সংবাদপত্ৰৰ পথাৰখনত দত্তদেৱ গোস্বামীৰ পৃষ্ঠপোষকতাত গজালি মেলিলে অসমৰ দ্বিতীয়খন সংবাদপত্ৰ 'আসাম বিলাসিনী'য়ে।

উনবিংশ শতিকাৰ অনগ্ৰসৰ পৰিবেশত মাজুলীৰ দৰে ঠাইৰ পৰা পাশ্চাত্য শিক্ষাৰ পোহৰ নোপোৱা এগৰাকী নৈষ্ঠিক সত্ৰাধিকাৰৰ পক্ষে ছপাশাল স্থাপন কৰি সংবাদপত্ৰ প্ৰকাশ কৰা কথাটো অসমৰ সংবাদপত্ৰৰ ইতিহাসত এক যুগান্তকাৰী প্ৰযত্ন, এক অঘোষিত বিপ্লৱ। এই বিষয়ে পণ্ডিত তীৰ্থনাথ শৰ্মাই লিখিছে, "খৃষ্টীয় পাদুৰীবিলাকে ছপাশাল পাতি অৰুনোদয় কাকত আৰু বিভিন্ন খ্ৰীষ্টধৰ্মীয় পুস্তক প্ৰকাশ কৰি ধৰ্মপ্ৰচাৰ কৰাৰ কৌশল প্ৰভুৱে স্বচক্ষে দেখা পাইছিল। ছপাশাল নতুনকৈ সোমোৱা সভ্যতাৰ এটি মহৎ দান। তাৰ সুযোগ লৈ অসমীয়া ভাষাত সাপ্তাহিক সংবাদ উলিওৱা আৰু আমাৰ দেশত পুৰণি ধৰ্মগ্ৰন্থ ছপাই অসমীয়াৰ মাজত স্বধৰ্ম প্ৰকাশ কৰাৰ কাৰ্য-কল্পনা গ্ৰহণ কৰাটো ইংৰাজী শিক্ষাৰ লগত সম্পৰ্ক নথকা প্ৰাচিন সংস্কৃতিৰ বাহক পুৰুষ এজনৰ পক্ষে কালাগ্ৰপ্ৰসাৰিণী চিন্তা বুলি ক'ব লাগিব। বিদেশীয়ে প্ৰকাশ কৰা অৰুনোদয়ৰ পাছতে আসমীয়া [অসমীয়া] লোকে উলিওৱা প্ৰথম সংবাদপত্ৰ হ'ল প্ৰভু দত্তদেৱৰ মোহনীয় কীৰ্তি আসাম-বিলাসিনী।"[৮]

এই প্ৰসংগতে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰো দুআষাৰমান কথা যোগ দিব পাৰি। 'অসমীয়া বাতৰি কাকতৰ ইতিহাস' শীৰ্ষক এক ৰচনাত তেওঁ 'আসাম বিলাসিনী'ৰ বিষয়ে লিখিছিল, "শিৱসাগৰৰ মাজুলী [মাজুলীৰ] নিচিনা আওহতীয়া ঠাইত সংৰক্ষণশীল চাৰি সত্ৰীয়া সত্ৰাধিকাৰ গোস্বামী গৰাকীয়ে মৰসাহ দি ধৰ্ম প্ৰকাশ নামে ছপাশাল পাতি সংবাদ-পত্ৰ এখন প্ৰকাশ কৰিবলৈ লোৱাটো সঁচাকৈয়ে কল্পনাৰো অতীত নুবুলি নোৱাৰি। সেই দিনত, বাতৰিকাকতৰ ব্যৱসায়, ধনৰ ভঁৰাল বন্ধা নাছিল— ধাৰবান্ধ লগাই খৰচৰ খাল খনাহে হৈছিল। এনে স্থলত গোস্বামী প্ৰভুৱে ১২ বছৰকে কাকত চলাই বাতৰি কাকতৰ বুৰঞ্জীত খুটি এটি যে পুতি থৈ গ'ল সেই বাবে অসমীয়া মানুহে প্ৰভুক কেতিয়াও পাহৰিব নোৱাৰে।"[৯]

প্ৰথম অসমীয়া-পৰিচালিত এইখন আলোচনী আছিল অসমত মিছনেৰিৰ খ্ৰীষ্টধৰ্মৰ প্ৰচাৰ-প্ৰসাৰৰ বিৰুদ্ধে, হিন্দু, বিশেষকৈ, বৈষ্ণৱী প্ৰতিক্ৰিয়াৰ প্ৰথম মুদ্ৰিত অভিব্যক্তি। ইয়াৰ উদ্ভৱৰ নেপথ্যত অৱশ্যে সক্ৰিয় আছিল একাংশ অসমীয়াৰ মাজত ক্ৰমে অনুভূত হোৱা এক আভ্যন্তৰীণ প্ৰয়োজনৰ প্ৰেৰণা। সেই প্ৰয়োজন ধৰ্মৰ আক্ৰান্ত অস্তিত্ব ৰক্ষাৰ প্ৰয়োজন। দৰাচলতে খ্ৰীষ্টধৰ্মৰ

প্ৰতি 'অৰুনোদই'ৰ প্ৰচাৰ-প্ৰসাৰৰ প্ৰতিক্ৰিয়া স্বৰূপেই 'আসাম বিলাসিনী'য়ে জন্মলাভ কৰিছিল। যতীন্দ্ৰনাথ গোস্বামীয়েও লিখিছে, "অৰুনোদই কাকতৰ জৰিয়তে খ্ৰীষ্টান ধৰ্মৰ বাণী প্ৰচাৰ হোৱাত তাৰ প্ৰতিক্ৰিয়া স্বৰূপে আউনীআটী সত্ৰৰ পৰা ওলোৱা আসাম-বিলাসিনী (১৮৭১-৮৩) কাকতে সনাতন হিন্দু ধৰ্মৰ তত্ত্বকথা আলোচনা কৰে।"[১০] এজন গৱেষকৰ ভাষাত 'আসাম বিলাসিনী' আছিল, "a silent counter challenge against the propagation of Christianity by the Missionaries through their organ the Orundoi."[১১]

## 'অৰুনোদই'ৰ প্ৰতিদ্বন্দ্বী 'আসাম বিলাসিনী'

মূলতঃ বৈষ্ণৱ ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত 'আসাম বিলাসিনী'য়ে 'অৰুনোদই'ৰ প্ৰতিদ্বন্দ্বীৰূপেই আত্মপ্ৰকাশ, প্ৰতিষ্ঠা আৰু বিস্তাৰ লাভ কৰিছিল। বিলাসিনীৰ সম্পাদক শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী আছিল যদিও আউনীআটী সত্ৰৰে এজন বহুগুণী বৈষ্ণৱ আৰু 'আসাম বিলাসিনী'ৰ প্ৰকাশক শ্ৰীধৰ ওজাইহে আলোচনীখনৰ প্ৰায় সকলো কাম কৰিছিল। বিলাসিনীৰ বহুবোৰ প্ৰবন্ধ আৰু সম্পাদকীয়ও শ্ৰীধৰ ওজায়ে লিখিছিল। ডিমাই আকাৰৰ দুখিলা পাতৰ 'আসাম বিলাসিনী'ৰ ছপা সুন্দৰ আছিল যদিও বৰ্ণাশুদ্ধিৰ পিনে বৰকৈ মন দিয়া নহৈছিল। তেতিয়া অৱশ্যে সকলোৱে গ্ৰহণ কৰিব পৰা অসমীয়া অভিধানো নাছিল। 'আসাম বিলাসিনী'ৰ ভাষা, বাক্য গাঁথনি আদিও যথেষ্ট ওখ খাপৰ আছিল। তদুপৰি এটা কথা স্বীকাৰ কৰিবই লাগিব যে, "প্ৰথম সাময়িক পত্ৰৰ দায়িত্ব আৰু কৰণীয় বহুত। নতুন আৰম্ভ হোৱা পৰিবৰ্তিত যুগ এটাৰ ভাব, অভাব, অভিযোগ মূৰ্ত হোৱাকৈ ভাষাক পোনাই পজৰাই ল'ব লগা হৈছিল। আৰম্ভ যুগৰ এই দায়িত্ব আসাম বিলাসিনীয়ে... প্ৰশংসাৰ্হৰূপে সম্পাদন কৰিছিল।"[১২]

'আসাম বিলাসিনী'ৰ শীৰ্ষনামাটো (Masthead) আছিল চকুত লগা। শীৰ্ষনামাটোৰ ভিতৰতে দুটি সংস্কৃত শ্লোক আঁকি দিয়া হৈছিল। অসমীয়া লিপিৰে লিখা এই সংস্কৃত শ্লোক দুটিৰে আলোচনীখনে নিজ পৰিচিতি আৰু নীতি ঘোষণা কৰিছিল। শ্লোক দুটাৰ প্ৰথমটো আছিল এনে :

> যা শ্ৰীমজ্জগদীশ সদগুণ গণালংকাৰ
> সন্তুষিণী বাৰ্ত্তব্ৰাত বিকাশিনী জনমনঃ
> শৰৎ সুধাবৰ্ষিণী
> নানাখ্যান সুভাষিণী গুণৱতী শ্ৰেয়াং
> শুভাম্বেষিণী সৈষা সামবিলাসিনী
> বিনসতি শ্ৰীদত্তহৃ তোষিণী।

আনটো শ্লোক আছিল :

> সম্বাদ সন্দোহজুষাং জনানা
> আখ্যায়িকাঞ্চ কৃত স্পৃহানাং
> তোষায় সন্বত্তব্ৰতাঞ্চ পুংসাং
> ভূয়াৎ সদাসাম বিলাশিনীয়ং॥

(জগদীশ্বৰ কৃপাৰ অনুসাৰে যি সদগুণৰ অলংকাৰযুক্ত বাৰ্তা বহন আসাম বিলাসিনী কাকতখনে জনগণৰ মনত শৰৎ কালৰ চন্দ্ৰ কিৰণৰ সদৃশ আনন্দ বিধান কৰক।

দেশৰ বা-বাতৰি প্ৰকাশ কৰা আখ্যানমূলক প্ৰবন্ধাদিৰে জনসাধাৰণৰ আনন্দ বৰ্দ্ধন কৰা এই আসাম বিলাসিনী কাকতখনিয়ে জ্ঞানী-গুণীসকলক মনত সন্তোষিত কাৰণে শ্ৰীদত্ত দেৱ গোস্বামীয়ে নিজ হস্তে প্ৰচাৰ কৰে।)[১৩]

'আসাম বিলাসিনী'ৰ শেষ পৃষ্ঠাত লিখা আছিল এনেদৰে, "এই 'আসাম বিলাসিনী' পত্ৰিকা আসাম যোড়হাটৰ অন্তৰ্গত মোং মাজালীৰ আউনীআটী সত্ৰত ধৰ্ম প্ৰকাশ যন্ত্ৰে প্ৰতি মাসে মুদ্ৰিত হয়। বাৰ্ষিক অগ্ৰিম মূল্য ১॥ [ডেৰ] টাকা।"

ধৰ্মীয় বিষয়ৰ ওপৰতে বিলাসিনী আবদ্ধ আছিল যদিও মাজে সময়ে ইয়াত জ্ঞান-বিজ্ঞানৰ বতৰাও প্ৰকাশ হৈছিল। 'সম্বাদাবলী' শিৰোনামাৰে বিলাসিনীৰ পাতত বিবিধ বিষয়ৰ বা-বাতৰিয়ে নিয়মিত ভুমুকি মাৰিছিল। 'সম্বাদাবলী' শিৰোনামাৰ অধীনতে সাধাৰণতে প্ৰায়বোৰ বাতৰি সামূহিকভাৱে প্ৰকাশ হৈছিল। আন সুকীয়া শিৰোনামা নাছিল। বিলাসিনীত প্ৰকাশিত তেনে দুটিমান বাতৰিৰ নমুনা আছিল এনে : "এই মাজালিৰ অন্তৰ্গত কৰতিগ্ৰাম নিবাসী বুদুৰাম নামেৰে ডোম এটাই ২৪ চৈত্ৰ প্ৰাতঃকালে আহধান বৱৰ নিমিত্তে, আগত গৰুহাল এবং মুড়ত ধানৰ খৰাহিটো লৈ ইকডানি হাবি এখন পাঁওতেই অকস্মাৎ বাঘ এটা ওলাই মানুটো [মানুহটো] কামোৰ মাৰি ধৰি লৈ লৰ মাৰিলে। তাৰ পাছত আন এটা মানুহে গৈ সিটো মানুহৰ গামোছা খান আৰু তেজপড়ি থকা দেখি গাঁৱত বাৰ্তা কলেহি, গাঁৱৰ অনেক মানুহ গোট খাই যাঠি টাঙোন আদি লৈ গৈ, বাঘে নিয়া যেন চিন দেখি সেই চিনে চিনে গৈ মানুহকে বাঘকে দেখা পালেগৈ। মানুহটৰ [মানুহটোৰ] তেজ খাই মূড়টো ভাঙি পেলাইছিল, পাছে বাঘটো খেদাই মানুহটো লৈ আহিল। কি দুঃখৰ কথা।"

বিলাসিনীত প্ৰকাশিত আন এটা বাতৰি আছিল এনে, "অতি অসন্তোষেৰে প্ৰকাশ কৰা গৈছে, শিবসাগৰ জিলাৰ অধীন সমুদয় মৌজাতে মহামাৰী উপস্থিত হৈ নাজিৰাৰে পৰা গোলাঘাট মহকুমালৈকে ভয়ংকৰ মূৰ্ত্তি ধৰি অনেক লোকক যমলোকলৈ বিদায় দিছে, আন কি কোনো ঘৰ একেবাৰেই উৎসন্ন হৈছে। নিৰীহ প্ৰাণীগণৰ ওপৰত পৰমেশ্বৰৰ কি কোপ দৃষ্টি পৰিল, প্ৰাণীসমূহেই বা জগৎ কৰ্তাৰ নিকটত কি অপৰাধ কৰিছে তাক জানিব পৰা নাই। কতবৎসৰাবধি এই অভাগী আসামত কত প্ৰকাৰ উৎপাত আৰু অনিষ্ট ঘটনা হব লাগিছে তাৰ ইয়ত্তা নাই। বৎসৰ বৎসৰ গৰু মহ মৰা আৰু মানুহ মৰাৰ সীমা নোহোৱা হল। তদুপৰি শস্যৰ হানিও বিশেষৰূপে হৈছে। এই বিষয়ত প্ৰধান কাৰণ এইটোয়েই হব পাই যে কুম্ভত শনি আৰু শনি ৰাহুৰ যোগ হ'লে দেশোপদ্ৰব হব লাগে। আৰু ভূবঃকম্পৰো এনেবোৰ ফলেই ঘটিছে বুলি জনা গৈছে। কি সৃষ্টি নাশক কাৰ্য্য।"

উপৰোক্ত দুয়োটা বাতৰি 'আসাম বিলাসিনী'ৰ পঞ্চম বছৰ দ্বাদশ সংখ্যাত (মাৰ্চ, ১৮৭৬) প্ৰকাশ হৈছিল।

আলোচনীখনত মাজে-সময়ে বিজ্ঞাপনো প্ৰকাশ হৈছিল। বিলাসিনীৰ পঞ্চম বছৰ দ্বাদশ সংখ্যাত (মাৰ্চ, ১৮৭৬) প্ৰকাশিত এটি বিজ্ঞাপন আছিল এনে, "আমাৰ নিজা চখনা দঁতাল হাতী এটা ১৭৯৭ শকৰ ২৩ চৈত্ৰ ৰাত্ৰি পুৰণা ৰংপুৰৰ ৰংঘৰৰ সমুখৰ হাবিৰ পৰা বেতৰ বাণ্ডা মেলি চুৰ কৰি নিছে। সেই হাতীৰ বিসান ওখই ৫ হাতৰ উৰ্দ্ধ, দাঁত প্ৰায় এহাতমান হব, দাঁতত পোকে বিন্ধাৰ চিন্ আছে দুই কাণ ওলমি থকা, শিকোৱাৰ সময়ত ২ কি ৩ আঙুল কাণৰ লতি চিগাৰ চিন আছে। বাঁওকাণৰ ওপৰত বিন্ধা দিয়াত চিগাৰ চিন আছে। দাঁত বাঁও জয়া, ধাম খুম বড় নহয়; ....শ্ৰীকৃষ্ণৰাম ভূঁয়া। জিলা শিবসাগৰ। মৌজা কাকতি গাঁও।"

সেই সময়তে অসমৰ প্ৰথম মুখ্য আয়ুক্ত (চিফ কমিছনাৰ) আউনীআটী সত্ৰ দৰ্শন কৰিবলৈ গৈছিল। কমিছনাৰ সত্ৰলৈ যোৱা বিৱৰণটি 'আসাম বিলাসিনী'ত প্ৰকাশ হৈছিল। বিৱৰণটিৰ শিৰোনামা আছিল, "আসামৰ মহামহিম চিফ কমিশ্যনৰ"। 'আসাম বিলাসিনী'ৰ পঞ্চম বছৰ দ্বাদশ সংখ্যাত (মাৰ্চ, ১৮৭৬) প্ৰকাশিত এই বিৱৰণটি আছিল এনে : "এই চৈত্ৰ মাসৰ ৭ তাৰিখে শ্ৰী ল শ্ৰীযুক্ত চীফ কমিশ্যনৰ বাহাদুৰ আউনীআটী সত্ৰ দৰ্শনাৰ্থে আহিছিল। উক্ত মহোদয় শিবসাগৰ জিলাৰ পৰা শিকাৰী ঘাটলৈ গৈ পুনৰ্ব্বাৰ উজাই আহি কমলাবাৰী ঘাটত থাকি যোৰহাট দৰ্শন কৰে। শ্ৰীশ্ৰীযুতৰ আউনীআটী সত্ৰ দৰ্শন কৰাৰ অভিলাষ প্ৰকাশ কৰাত যোৰহাটৰ শ্ৰীযুত এসীষ্টাণ্ট কমিশ্যনৰ সাহাযে ৫ তাৰিখে সত্ৰাধিকাৰ গোস্বামীলৈ এক চিঠি পঠোৱাত গোস্বামী প্ৰভূ হঠাতে অভাবনীয় বাৰ্ত্তাটী শুনি হৰ্ষ বিমৰ্ষাৰ্ণৱত মগ্ন হল। হৰ্ষৰ কাৰণ যে আসাম গবৰ্ণৰ সত্ৰ দেখিবলৈ আহিব, এবং বিমৰ্ষৰ নিমিত্ত এই যে অত্যল্প সময় দুদিনৰ ভিতৰত কি ৰূপে বা যথা নিয়মে অভ্যৰ্থনাদিৰ আয়োজন কৰা হব। কিন্তু কৰ্ত্তব্য কৰ্ম্ম অৱশ্য সম্পাদন কৰিবই লাগে এই নিশ্চয় কৰি পথ আদি পৰিষ্কাৰ আৰু অন্যান্য যি যি কৰিব লগা কাৰ্য্য, সেই সকল কৰিবলৈ আজ্ঞা কৰিলে। লোক সকলেও অতিশয় উৎসাহ আৰু আনন্দ চিত্তেৰে কৰিবলৈ উদ্যোগী হল। আলিমূড়ৰে পৰা চৰাৰ নিকট পৰ্য্যন্ত সমুদায় আলি পৰিষ্কাৰ কৰি দুই পাৰ্শ্বে কদলী ৰোপন কৰি তাতে কপাহী সুতাৰে আম্ৰপত্ৰ আৰু ফুলেৰে শোভিত কৰা হয়। বাহিৰ-কৰাপাটৰ পৰা মাজে মাজে চিত্ৰিত পতাকাৰে শোভিত কৰিছিল। বাহিৰ ভিতৰ দুইটী বাটঘৰৰ খুটাৰ নিকট সপল্লৱ ঘট স্থাপন আৰু প্ৰদীপ লগাইছিল। ভিতৰ কৰাপাটৰে পৰা কিছুমান দূৰলৈকে দুই পাৰ্শ্বে দুখনি হেদালি পাতি তাৰ ওপৰত মাহ চাউল আদি উপছাৰৰ দ্বাৰা সজাই থৈছিল ভিতৰৰ বাট ঘৰটিৰ ভিতৰে কাপৰ দিছিল, মাটিতো সত্ৰঞ্জি পাৰিছিল। নাম ঘৰৰ টুপৰ সম্মুখতে শুদ্ধ কাপড়েৰে সৰু ঘৰ এটী প্ৰস্তুত কৰি পত্ৰ পুষ্প আৰু চন্দ্ৰাতপেৰে সজাইছিল, তাৰ ওপৰত এবং চতুঃকোণে চিত্ৰিত পতাকাৰে ভূষিত কৰিছিল। শ্ৰীল শ্ৰীযুক্ত যিটী ঘৰত উপবেশন কৰিব, সেই ঘৰৰ চালৰ ওপৰত কাপড়েৰে আচ্ছাদন কৰি ভিতৰ ফালেও খুটা বিলাকতো কাপড় মেৰাই শোভিত কৰিছিল। যি খোটালিত বহিব তাৰ চাৰিও পাৰ্শ্বে কাগজৰ ফুল আৰু আন আন দ্ৰব্যেৰে ভূষিত কৰিছিল এবং উত্তম দৃশ্য ছবি কেই খনি মানকো আঁড়ি থৈছিল। ওপৰত চন্দ্ৰাতপ এখান আড়ি তাত ৰেশমী ঝালৰ আৰু চামৰেৰে ভূষিত কৰিছিল। তলত দলিছা কেইখনিমান পাড়ি তাৰ ওপৰত মেজ মাছিয়া পতা হৈছিল। মেজৰ ওপৰত এখনি সুন্দৰ লোমজ কাপৰ পাৰি বেলোৱাৰি ফুলদানত নানা বিধৰ ফুল আৰু আতৰ দান এটিত আতৰ এবং ফুলৰ কৃত্ৰিম গছ প্ৰভৃতি থৈছিল। দুইটা কৰাপাটত, চৰা ঘৰৰ দ্বাৰদেশত আৰু ছাপাখানাৰ দ্বাৰৰ সমীপত ঈশ্বৰে শ্ৰীশ্ৰী মতী মহাৰাণীৰ, শ্ৰীশ্ৰীযুত ৰাজপ্ৰতিনিধিৰ এবং শ্ৰীশ্ৰীযুত আসামৰ চীফ কমিশ্যনৰ সাহেবৰ কুশল কৰোক, এই কথা ইংৰাজী ভাষাৰে এবং বৃহৎ ইংৰাজী অক্ষৰেৰে লিখি দি থৈছিল।

শ্ৰীশ্ৰীযুত, ওপৰত কোৱাৰ দিনা ১২ বজাৰ সময়ত কমলাবাৰী ঘাটৰ পৰা সোনামুখী জাহাজ মেলি আহি আউনীআটী ঘাটত লংগৰ কৰিলেহি। তাৰ পূৰ্ব্বেই

গোস্বামীয়ে সেই ঘাটতে ঘৰ এটা সজাই থৈছিল। সেই দিনা পুআতে ভাল ভাল ভকত কেই জন মান পঠাই দিছিল। কিন্তু শ্ৰীশ্ৰী যুত বিশ্ৰাম কৰিছিল সেই নিমিত্তে তেওঁবিলাকে দেখা পাব নোৱাৰিলে। গোস্বামীয়ে শ্ৰীশ্ৰীযুতৰ আগমন বাৰ্ত্তা শুনি... আৰোহণ কৰি ঘাটলৈকে গৈ কিঞ্চিত ক্ষণ পৰে শ্ৰীশ্ৰীযুতৰ আহ্বান অনুসাৰে ৩ বজাত জাহাজতে দেখা হলগৈ। শ্ৰীশ্ৰীযুতে মিষ্টভাষে শিষ্টালাপ কৰাৰ পৰে গোস্বামী প্ৰভুৰ সন্তোষৰ অৰ্থে ইংৰাজী বাজা কেইটামান দেখালে। পাছে গোস্বামীক বিদায় দি অল্পক্ষণৰ পাছতে ৪ বজাৰ সময়ত শ্ৰীশ্ৰীযুত উত্তম অশ্বাৰোহনে সত্ৰলৈ আহিছিল। সেই সঙ্গতে চেক্ৰেটৰী সাহেব এবং যোৰহাটৰ এসীষ্টাণ্ট কমিশ্যনৰ উভয়ে যোড়াত উঠি আহিছিল। যোৰহাটৰ শ্ৰীবিষ্ণু প্ৰসাদ দত্ত বড়ুৱা সব ইন্সপেক্টৰ, শ্ৰীজগন্নাথ বড়ুৱা মৌজাদাৰ এবং শ্ৰীত্ৰিলোচন একটিং মৌজাদাৰ এওঁবিলাকো আহিছিল। আন দৰ্শক লোক প্ৰায় নুনোধিক দুহাজাৰ মান হ'ব। আৰু কেইদিনমানৰ আগে শুনা হোৱা হলে আৰু অনেক লোক গোট খালেহেতেন সংশয় নাই। শ্ৰীশ্ৰীযুতক আগ বঢ়াই অনাৰ নিমিত্তে গায়ন, বায়ন, ওঝা, ঢুলীয়া বিলাক ঘাটলৈকে গৈছিল। পাছে ভিতৰ কৰাপাটত উপস্থিত হৈ অশ্বৰ পৰা অবতৰণ কৰা মাত্ৰ সত্ৰাধিকাৰ গোস্বামীয়ে পুষ্প পৰিপূৰ্ণ ৰূপৰ থাল এখনি দি আগবঢ়াই আনিলে। তাৰে পৰা বহা ঠাইলৈকে আলিৰ ওপৰত কাপড় পাৰি দিছিল, গোস্বামীও লগে লগে আহিছিল, আহাতে কোনো কোনো কথা সুধিছিল, গোস্বামীয়ে তাৰ উত্তৰ দি দি আহিছিল। পাছে উপবেশনৰ স্থান পাই গোস্বামীৰ আসন দূৰত থকা দেখি আপোনাৰ সমীপত বহিবলৈ অনুমতি দিয়াত শ্ৰীশ্ৰীযুতৰ বাম পাৰ্শ্বে বহিল।

দক্ষিণ পাৰ্শ্বে চেক্ৰেটৰী সাহেব, তেওঁৰ দক্ষিণে এসীষ্টাণ্ট কমিশ্যনৰ সাহেব বহিল। কিছুমান কাল আলাপ কৰি চিত্ৰপটসকল দৰ্শন কৰিলে। তাৰ পৰে ছাপা যন্ত্ৰ দৰ্শনেচ্ছা প্ৰকাশ কৰি গোস্বামী সহিতে সেই ঘৰলৈ গমন কৰি তাতো ছপাখানা সম্বন্ধে অল্প স্বল্প কথালাপ কৰি পুনৰায় চৰাঘৰতে বহিলহি। নৃত্য দেখিবৰ ইচ্ছা আছিল কিন্তু বেলা অল্প মাত্ৰ অবশিষ্ট থকাৰ নিমিত্তে সফল নহল, তেতিয়াও বাতি লগোৱা হৈছিল। সমুদায় ঘৰ কাপড়েৰে ঢকা হোৱাত এবং দুৱাৰ মুখত অনেক লোক থকাত কিঞ্চিত অন্ধকাৰ যেন হৈছিল। শ্ৰীশ্ৰীযুতে নামঘৰটো দৰ্শন কৰিবৰ বাঞ্ছা প্ৰকাশ কৰাত গোস্বামীৰ অনুমতি লৈ টুপিৰ ফালৰ পৰা সোমাই ঘৰটো চালে, বিশেষকৈ বৃহৎ গড়ুৰ মূৰ্ত্তি এখনি যে স্থাপন কৰা আছে তাক ভালকৈ দৰ্শন কৰিলে। পাছে তাৰ পৰা আহি টুপিৰ দুৱাৰ মুখতে গোস্বামীক সেলাম দি মই বৰ সন্তোষ হলো বুলি কৈ বিদায় হল। শ্ৰীশ্ৰীযুতে যে আউনীআটী সত্ৰ দৰ্শন কৰি মহা আহ্লাদিত হৈছে তাক আমি সাহ কৰি কব পাৰো, কাৰণ মহাত্মাৰ হাস্যবদন সন্দৰ্শনেই তাৰ প্ৰধান চিহ্ন অনুমান হয়। সেই ৰাত্ৰি সেই ঘাটতে থাকি পৰ দিবস প্ৰাতঃ কালেই জাহাজ মেলি উজাই গ..।

গোস্বামী প্ৰভু শ্ৰীশ্ৰীযুতৰ সদয় ভাব দৰ্শন কৰি পৰম পুলকিত অন্তঃকৰণেৰে ধন্যবাদ দি শ্ৰীশ্ৰীযুত যেন নিৰুদ্বেগে এবং স্বাস্থ্য শৰীৰে থাকি নিৰীহ প্ৰজাবৰ্গক সুখে ৰাখে, পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছে। বিশেষ শ্ৰীশ্ৰীযুত এই সময়ত যি ৰূপে সন্তুষ্ট হৈ গৈছে সেই ভাবেই যেন মহাত্মাৰ হৃদয়ত চিৰকাল জাগৰুক থাকে, উক্ত মহোদয়ৰ নিকট কৰপুটে এই প্ৰাৰ্থনা কৰিলো। ইতি। একান্ত বাধ্য, শ্ৰীসেখ যেৰাউদ্দিন।"

বাতৰি, প্ৰবন্ধ আদিৰ উপৰি 'আসাম বিলাসিনী'ত মাজে মাজে কবিতাও প্ৰকাশ হৈছিল। আলোচনীখনৰ পঞ্চম বছৰ দ্বাদশ সংখ্যাত (মাৰ্চ, ১৮৭৬) প্ৰকাশিত 'আসাম দেশ' শীৰ্ষক এটি কবিতাৰ কিছু অংশ আছিল এনে :

এওঁনে ? আসাম যাহাৰ সমান,
ৰূপে, গুণে কোন নাছিলে সংসাৰে,
যাৰ ক্ষেতি সদা কৰে স্বৰ্ণ দান,
যাৰ গুণে সুখে মানব বিচৰে।।

(১)

যাৰ ধনে ধনী ভিন্ন জাতি গণ
অন্নাভাবে কান্দে তেঁওৰ সন্তান,
দ্বাৰে দ্বাৰে ফুৰে জীবিকা কাৰণ,
ভাবি চালে বুকু হয় নিদাৰুণ।।

(২)

বহুদিনলৈকে থাকিয়া অধীন,
বল বীৰ্য্য হীন হইছে আসাম,
দুঃখত এতিয়া নীয়াইছে দিন,
মনে শোকানল জ্বলে অবিৰাম।।

(৩)

সকলো গইছে একো নাই আৰ,
হইছে আন্ধাৰ আসাম আনন,
আসাম মাতৃৰ যাতনা অপাৰ
কেতিয়া ই দুঃখ হ'ব বিনাশন।।

এই কবিতাটি লিখিছিল পৰমহংস গোস্বামীয়ে।

'আসাম বিলাসিনী'ত প্ৰকাশিত ৰচনা, বিজ্ঞাপন-সমূহত অসমীয়া লিপিৰ 'ৰ'ৰ পৰিৱৰ্তে বাংলা 'র' ব্যৱহাৰ কৰা হৈছিল। একেদৰে বিভিন্ন শব্দৰ প্ৰয়োগতো আলোচনীখনে বাংলা শব্দহে অধিক ব্যৱহাৰ কৰা চকুত পৰে। যেনে: বৰুৱাৰ ঠাইত 'বড়ুৱা', টকাৰ ঠাইত 'টাকা', অসমৰ ঠাইত 'আসাম', মাহুৰ ঠাইত 'মাস', যোৰহাটৰ ঠাইত 'যোড়হাট' ইত্যাদি।

'আসাম বিলাসিনী'ৰ পাততে ভোলানাথ দাস, লম্বোদৰ বৰা আদিয়ে নিজ সাহিত্যিক জীৱনৰ পাতনি মেলিছিল। ভোলানাথ দাসে অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা 'সীতাহৰণ কাব্য' 'আসাম বিলাসিনী'ত প্ৰকাশ হৈছিল। তেওঁৰ এই ৰচনাৰ শব্দ চয়ন লৈ বিলাসিনীত বিৰূপ সমালোচনা হৈছিল যদিও ইয়াৰ যোগেদিয়েই অসমৰ সংবাদপত্ৰত সাহিত্য-সমালোচনাৰ সূচনা হয়। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে, "আসাম বিলাসিনী (১৮৭১-১৮৮৩) কাকতেই সাহিত্য-সমালোচনা আৰম্ভ কৰে বুলি ক'ব পাৰি। 'বিলাসিনী'ৰ সমালোচনাত ৰক্ষণশীলতাৰ পৰিচয় পোৱা যায়।"[১৪]

অসমৰ আন এজন বিশিষ্ট সাহিত্যিক লম্বোদৰ বৰায়ো স্কুলীয়া কালতে বিলাসিনীত উচ্চমানৰ ৰচনা প্ৰকাশ কৰিছিল। ছাত্ৰাৱস্থাৰ এই ৰচনাবোৰেৰেই লম্বোদৰে নিজ প্ৰতিভাৰ এক বিৰাট সম্ভাৱনাৰ ইংগিত দিছিল। কিন্তু বিলাসিনীৰ কপিবোৰ দুষ্প্ৰাপ্য হোৱাত সেইবোৰৰ অধিক আলোচনা কৰিব পৰা নহ'ল। আমি এতিয়ালৈকে 'আসাম বিলাসিনী'ৰ এটি মাত্ৰ সংখ্যাৰ ফটোকপিহে পঢ়াৰ সুবিধা পাইছো। জানিব পৰা মতে 'আসাম বিলাসিনী'ৰ সেইটো সংখ্যাহে মাত্ৰ সংৰক্ষিত হৈ আছে; সিও আছে লণ্ডনৰ 'বৃটিছ মিউজিয়াম'ত। অসমত 'আসাম বিলাসিনী'ৰ মূল কপি এটাও পাবলৈ নাই।

'আসাম বিলাসিনী'য়ে "....ভাৰতৰ ৰজা মহাৰজাসকলৰ বা-বাতৰি প্ৰকাশ কৰি সমকালিক সম্ভ্ৰান্ত কুলীয়া পদ-মৰ্যাদাৰ প্ৰতি শ্ৰদ্ধা জনাইছিল। সেই বুলি স্থানীয় অভাৱ-অভিযোগবিলাকো চৰকাৰৰ দৃষ্টিলৈ অনা হৈছিল। অসমৰ প্ৰথমজনা চীফ কমিছনাৰে আউনিআটী সত্ৰ দৰ্শন কৰিবলৈ গৈছিল। তেওঁ যোৱা বিৱৰণটো মহম্মদ আলী নামে এজন উচ্চখাপৰ বিষয়াই বৰ শুৱলাকৈ লেখি সেই কাকতত প্ৰকাশ কৰিছিল। অধিকাৰ গোস্বামীৰ নামৰ আগত যিবিলাক বিশেষণ দিছিল, ভাল ভাল শৰণীয়া ভকতেও তেনেকুৱাকৈ লেখিব নোৱাৰিছিল বা নাজানিছিল। সেই চিঠিত 'পৰম পূজনীয়', 'প্ৰভু ঈশ্বৰ' আদি শব্দৰ ব্যৱহাৰ মন কৰিবলগীয়া।"[১৫]

বিলাসিনীয়ে খাইকৈ সংৰক্ষণমূলক অৱধাৰা আৰু উদ্দেশ্যক উৎসাহিত কৰিছিল। মিছনেৰিৰ খ্ৰীষ্টধৰ্ম প্ৰচাৰ-প্ৰক্ৰিয়াৰ স্বাভাৱিক প্ৰতিক্ৰিয়া হিচাপেই বিলাসনীয়ে আত্মপ্ৰকাশ কৰিছিল আৰু ফলত তৎকালীন অসমত গা কৰি উঠা সংস্কাৰমূলক ভাৱধাৰাৰ পথা ই আঁতৰত আছিল। আধুনিক অৰ্থত সংস্কাৰবিমুখ হোৱা বাবেই সম্ভৱত: তৎকালীন অসমৰ নব্যশিক্ষিত অসমীয়াক 'আসাম বিলাসিনী'য়ে আকৃষ্ট বা প্ৰভাৱিত কৰিব পৰা নাছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে সাহিত্যিকেও অসমৰ জাতীয় জীৱনত বিলাসিনীৰ ভূমিকা সন্তোষজনক নাছিল বুলি উল্লেখ কৰি গৈছে। বেজবৰুৱাই তেওঁৰ জীৱন সোঁৱৰণত লিখিছে, "আউনীআটী সত্ৰৰ পৰম-বৈষ্ণৱ দত্তদেৱ পুৰুষৰ 'আসাম বিলাসিনী' এটি সুকীৰ্ত্তি। কিন্তু 'আসাম বিলাসনী'ৰ বাক্য-বিন্যাস প্ৰণালী, বিষয় নিৰ্বাচন আদি কাৰ্যই উঠি অহা শিক্ষিত ডেকা তৰপৰ মন হৰণ কৰিব পাৰিছিল বুলি ক'ব নোৱাৰো। তাত অনেক সময়ত ব্যক্তিগত আক্ৰমণে ঠাই পোৱাত প্ৰাচীনসকলৰ মনতো যে সি যথোচিত সমাদৰৰ ঠাই অধিকাৰ কৰিব পাৰিছিল এনে নহয়।"[১৬]

বিলাসিনী সম্পৰ্কত বেজবৰুৱাৰ এনে উক্তি গ্ৰহণ কৰিলেও আলোচনীখনৰ সম্পৰ্কত আমাৰ নিজা দুআষাৰমান ক'বলগীয়া আছে। অসমীয়া ভাষা-সাহিত্যৰ উত্তৰণ আৰু বিকাশত বিলাসিনীয়ে কৰা আন সকলোবোৰ কাম একাষৰীয়াকৈ থ'লেও অন্তত: এটা কামৰ বাবেই 'আসাম বিলাসিনী' যুগান্তকাৰী। সেই কামটো হ'ল এইখন আলোচনীয়েই ১৮৮৩ চনলৈকে সুদীৰ্ঘ ১২ বছৰ কাল প্ৰকাশ হৈ থাকি সংবাদ-পত্ৰ আৰু ছপাশাল শিল্পৰ লগত অসমীয়াক জড়িত হ'বলৈ সাহস আৰু প্ৰেৰণা যোগালে। তদুপৰি পাশ্চাত্যৰ আধুনিক শিক্ষাৰ চাৰিবেৰৰ বাহিৰত থাকি আধুনিক শিক্ষা-সভ্যতাৰ মহত্তম অনুষ্ঠান এটা প্ৰতিষ্ঠা কৰি আলোচনীখনে তৎকালীন সমাজত এক প্ৰচণ্ড দু:সাহসিকতা আৰু প্ৰগতিশীলতাৰ পৰিচয় দিলে আৰু আমাৰ বোধেৰে ইয়েই 'আসাম বিলাসিনী'ৰ বিচক্ষণ কৃতিত্ব। অসমৰ সংবাদ-সাহিত্যৰ জগতলৈ বিলাসিনীয়ে যি আধ্যাত্মিকতাৰ ঢল বোৱাই আনিলে তাৰ দুপাৰৰ পলসত 'আসাম বিলাসিনী'ৰ পৰা প্ৰেৰণা লভিয়েই আউনীআটী সত্ৰৰ পৰাই ক্ৰমে ১৮৭৬ চনত আৰু ১৮৮৮ চনত 'আসাম দীপক' আৰু 'আসাম তৰা' নামৰ দুখন ধৰ্মালোচনীয়ে আত্মপ্ৰকাশ কৰে। একে প্ৰেৰণাতে নৰ্গাৱত দিহিং সত্ৰৰ পৰাও ১৮৭৬ চনত 'চন্দ্ৰোদয়' নামৰ

আন এখন মাহেকীয়া ধৰ্মালোচনী প্ৰকাশ হোৱাটো এই প্ৰসঙ্গতে তাৎপৰ্যপূৰ্ণ কথা।

সুদীৰ্ঘ বাৰ বছৰ কাল প্ৰকাশ হোৱাৰ পিছত সত্ৰত আৰম্ভ হোৱা ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ বাবে সত্ৰ স্থানান্তৰ কৰিব লগা হোৱাত ১৮৮৩ চনত 'আসাম বিলাসিনী'ৰ প্ৰকাশ বন্ধ হয়। তদুপৰি সেই সময়ত আবিৰ্ভাৱ হোৱা জাতীয়তাবাদী ভাবধাৰাৰ বাৰ্তালোচনীয়ে ধৰ্মালোচনীৰ চাহিদা কমাই আনিছিল আৰু আমাৰ বোধেৰে 'আসাম বিলাসিনী'ৰ প্ৰলয়ত এই কাৰকেও অৰিহণা যোগাইছিল। কোনো কোনোৰ মতে আউনীআটী সত্ৰৰ 'আসাম বিলাসিনী'য়ে ধৰ্ম বিষয়ৰ প্ৰবন্ধাদিৰ উপৰি ৰাজনীতি চৰ্চা কৰা বুলি তেতিয়াৰ শিৱসাগৰৰ জিলাধিপতি এ. চি. কেম্পবেলে ভাবুকি দি কাকতখনৰ প্ৰকাশ বন্ধ কৰোৱাইছিল।

যি কি নহওক, আউনীআটী সত্ৰৰ পৰা প্ৰকাশিত 'আসাম বিলাসিনী' আৰু ক্ৰমান্বয়ে সেই সত্ৰৰ পৰাই প্ৰকাশিত আন দুখন ধৰ্মালোচনীও অস্ত যোৱাত ধৰ্ম প্ৰকাশ যন্ত্ৰৰ কাম নোহোৱা হ'ল। সেইটো তাত এনেয়ে পৰি ৰ'ল।

## যোৰহাটৰ 'আসাম বিলাসিনী'

ইয়াৰ পিছত প্ৰায় ডেৰকুৰি বছৰ পাৰ হৈ গ'ল। শতিকাই বাগৰ সলাই কুৰি শতিকাত ভৰি দিলেহি।

সেই সময়তে যোৰহাটত এজন মানুহ আছিল, নাম কৃষ্ণকান্ত ভট্টাচাৰ্য। ভট্টাচাৰ্যই কাছাৰীত পেস্কাৰৰ কাম কৰিছিল আৰু সেই সূত্ৰে তেওঁ ৰাইজৰ মাজত 'কৃষ্ণ পেস্কাৰ' নামেৰেহে জনাজাত আৰু জনপ্ৰিয় আছিল। দুৰ্দান্ত সাহসী আৰু জাতীয়তাবাদী ভাবধাৰাৰ আছিল এইজন মানুহ। অম্বিকাগিৰীৰ দৰে কৃষ্ণ পেস্কাৰেও কেনেদৰে অসমীয়াৰ জাতীয় স্বাৰ্থ সৰ্বতোপ্ৰকাৰে ৰক্ষা কৰিব পাৰি, অহৰহ তাৰ চিন্তা কৰিছিল। বহুত ভাবি-গুণি তেওঁ পালেগৈ যে অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ বাবে মাত মাতিবলৈ হ'লে বাতৰিকাকতেই হ'ল একমাত্ৰ আৰু সৰ্বোৎকৃষ্ট মাধ্যম। কিন্তু সেই সময়ত কৃষ্ণকান্ত ভট্টাচাৰ্যৰ দৰে চৰকাৰী আমোলা এজনৰ বাবে বাতৰিকাকত উলিয়াবলৈ যোৱাটো মৰসাহেই নাছিল, আছিল বিপজ্জনকো। কিন্তু এনেবোৰ দুৰ্ভাৱনাত দমি যোৱা মানুহ কৃষ্ণকান্ত নাছিল। তেওঁ সংকল্প ল'লে কাগজ তেওঁ উলিয়াবই।

কিন্তু কাগজ উলিয়াবলৈ মন কৰিলেইতো নহ'ব। কাকত উলিয়াবৰ বাবে আন নহ'লেও নিজাকৈ অন্ততঃ প্ৰেছ এটাতো লাগিব। নতুন প্ৰেছ এটা কিনিবলৈ কৃষ্ণকান্তৰ আৰ্থিক সামৰ্থ্য নাছিল। তেনেতে তেওঁ খবৰ পালে যে আউনীআটী সত্ৰত 'আসাম বিলাসিনী' ছপা কৰা প্ৰেছটো এনেয়ে পৰি আছে। ততালিকে কৃষ্ণকান্ত সত্ৰাধিকাৰ প্ৰভুৰ কাষ পালেগৈ আৰু একপ্ৰকাৰ খাটি-লুটিয়েই প্ৰেছটো যোৰহাটলৈ লৈ আনিলে। প্ৰেছ আহি কৃষ্ণ পেস্কাৰৰ যোৰহাটৰ তৰাজানৰ ঘৰ সোমালেহি। সেয়া আছিল ১৯১২ চনৰ কথা। আউনীআটী সত্ৰৰ পৰা প্ৰেছটো আনোতেই কৃষ্ণকান্ত ভট্টাচাৰ্যই সত্ৰাধিকাৰক কথা দি আহিছিল যে, প্ৰেছটোৰ নাম পূৰ্বৰ দৰেই ধৰ্ম প্ৰকাশ যন্ত্ৰই থাকিব[১] আৰু তেওঁ উলিয়াবলৈ লোৱা কাকতখনৰ নামো শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীৰ সোঁৱৰণত 'আসাম বিলাসিনী'য়েই হ'ব। আগৰ বিলাসিনীখনৰ শীৰ্ষনামাটোত থকা শ্লোক দুটাকে ধৰি সম্পূৰ্ণ শীৰ্ষনামাটো শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীৰ স্মৃতি ৰক্ষাৰ্থে কৃষ্ণকান্ত ভট্টাচাৰ্যৰ বিলাসিনীখনতো ৰখাটো ঠিক কৰা হ'ল।

এইদৰেই আউনীআটী সত্ৰৰ 'আসাম বিলাসিনী'ৰ স্মৃতি আৰু প্ৰেৰণা শিৰত লৈ সেইখন বিলাসিনী প্ৰকাশৰ সম্পূৰ্ণ ডেৰকুৰি বছৰৰ পিছত, ১৯১৩ চনত যোৰহাটৰ পৰা 'আসাম বিলাসিনী'য়ে সাদিনীয়া বাতৰিকাকতৰ ৰূপত পুনৰ আত্মপ্ৰকাশ কৰিলে।

কাকতখনৰ শীৰ্ষনামাটো পূৰ্বৰ দৰেই একেই আছিল, মাত্ৰ শীৰ্ষনামাটোৰ তলত দুশাৰী বাক্যৰে লিখা আছিল, 'সাদিনীয়া বাতৰিকাকত', 'SECOND SERIES'।

কাকতখনৰ প্ৰথম পৃষ্ঠাটোত বাতৰি বা আন ৰচনাৰ পৰিৱৰ্তে বিজ্ঞাপনহে প্ৰকাশ হৈছিল। এই লিখকে দেখা ১৯২৪ চনৰ এখন 'আসাম বিলাসিনী'ত প্ৰকাশিত বিজ্ঞাপনবোৰৰ ভিতৰত 'নাৰ্ভ ইন ডপ', 'আসাম প্ৰেছ', 'খেতিয়ক' আলোচনীৰ বিজ্ঞাপন, 'চেতনা' আলোচনীৰ বিজ্ঞাপন, শ্বিলঙৰ 'টাইপ ৰাইটিং স্কুল'ৰ বিজ্ঞাপন, 'আসাম নাৰ্ছাৰী' আদি বিজ্ঞাপন উল্লেখযোগ্য।

চৰকাৰী চাকৰি কৰি থকা বাবে কৃষ্ণকান্ত ভট্টাচাৰ্যই প্ৰথমতে মুকলিকৈ বিলাসিনীৰ সম্পাদকৰ বাব লোৱা নাছিল। আনকি চৰকাৰৰ চকুত ধৰা নপৰিবৰ বাবে ভট্টাচাৰ্যই কাকতখনৰ সম্পাদকীয়বোৰৰ পাণ্ডুলিপিটোও নিজৰ হাতৰ আখৰেৰে নিলিখি আনৰ হতুৱাই লিখোৱাইছিল। কাকতখনৰ সম্পাদকৰূপে নাম আছিল কৃষ্ণকান্ত ভট্টাচাৰ্যৰ ভাতৃ ঘনকান্ত ভট্টাচাৰ্যৰ। প্ৰকাশক আৰু মুদ্ৰক আছিল ক্ৰমে শিৱনাথ ভট্টাচাৰ্য আৰু জগন্নাথ শৰ্মা বৰঠাকুৰ। কৃষ্ণকান্ত ভট্টাচাৰ্যৰ পৰিয়ালৰ সদস্যসকলেও বিলাসিনী প্ৰকাশত সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল। অৱশ্যে উল্লেখ নিষ্প্ৰয়োজন যে কাকতখনৰ প্ৰাণ-পুৰুষ আছিল কৃষ্ণকান্ত ভট্টাচাৰ্য। বিলাসিনীৰ

সম্পাদনাত কৃষ্ণকান্ত ভট্টাচাৰ্যক সুসাহিত্যিক নকুলচন্দ্ৰ ভূঞা আৰু কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মায়ো সহযোগ কৰিছিল বুলি জনা যায়। মাজুলীৰ 'আসাম বিলাসিনী'তকৈ যোৰহাটৰ 'আসাম বিলাসিনী'ৰ আকৃতি আৰু প্ৰকৃতি দুয়োটাই সুকীয়া আছিল। পূৰ্বৰ 'আসাম বিলাসিনী'আছিল ডিমাই আকাৰৰ এখন মাহেকীয়া ধৰ্মালোচনী; এইবাৰৰ 'আসাম বিলাসিনী' হ'ল সাদিনীয়া কাকত এখনতকৈ অলপহে ডাঙৰ আকাৰৰ এখন ৰাজনৈতিক আৰু জাতীয়তাবাদী সুৰৰ পৰাক্ৰমী সাদিনীয়া বাতৰিকাকত। আৰু ইয়াৰ চৰিত্ৰ হ'ল 'এষ্টাব্লিষ্টমেণ্ট'বিৰোধী। এইখন কাকতৰ বক্তব্য যিহেতু ঘাইকৈ চৰকাৰবিৰোধী আছিল, সেয়ে চৰকাৰে জব্দ কৰে বুলি হকাৰৰ সলনি ঘৰে ঘৰে শাক-পাচলি বেচা মানুহৰ জৰিয়তে মাজে মাজে বিলাসিনী পাঠকৰ ঘৰলৈ পঠিওৱা হৈছিল। কাকতখনৰ বেচ আছিল খনে এক অনা আৰু বছৰেকীয়া বৰঙণি আঢ়ৈ টকা।

এটা কথা বুজাত অসুবিধা নহয় যে 'আসাম বিলাসিনী' ব্যৱসায়িক দৃষ্টিভংগীৰে প্ৰকাশ কৰা হোৱা নাছিল। ব্যৱসায়িক সাফল্য আহিব পৰাকৈ বিলাসিনীৰ প্ৰচলন সংখ্যাও আশানুৰূপ নাছিল। অৱশ্যে সেই সময়ত অসমত সংবাদপত্ৰক উদ্যোগ হিচাপে গ্ৰহণ কৰাটো অকল্পনীয় কথা আছিল। কোনো এটা সাময়িক সংখ্যাত বা বিশিষ্ট সম্পাদকৰ ব্যক্তিত্ব বা লিখনীৰ জোৰত কোনো সংবাদপত্ৰই সাময়িকভাৱে আৰ্থিক লাভ কৰিলেও পৰৱৰ্তী কালত সেই আৰ্থিক সমৃদ্ধিৰ পাৰম্পৰ্য ৰক্ষা হোৱা নাছিল। সেই সময়ত সংবাদপত্ৰ আছিল কেৱল মতামত প্ৰকাশৰ মাধ্যম, সংগ্ৰাম আৰু সংস্কাৰৰ আহিলা। দেশপ্ৰেম, ভাষাপ্ৰেম, স্বাধীনতাৰ প্ৰতি আগ্ৰহেই আছিল সেইবোৰ সংবাদপত্ৰৰ মূল উদ্দেশ্য।

কিন্তু এইখিনিতে লক্ষণীয় কথা এটা হ'ল যে, অসমৰ সংবাদপত্ৰৰ যিটো বিষয়ত সৰ্বাধিক দুৰ্বলতা দেখা পোৱা গৈছিল, তাতেই পৰিদৃষ্ট হৈছিল সেইবোৰৰ সৰ্বাধিক শক্তিৰ পৰিচয়। ব্যৱসায়িক সাফল্য অৰ্জন এইবোৰ সংবাদপত্ৰৰ চৰম লক্ষ্য নোহোৱা হেতুকে অধিকাংশ সংবাদপত্ৰই বিনাদ্বিধাই জাতীয় জাগৰণৰ বাণীক ধ্বনিত কৰি তুলিব পাৰিছিল। আনকি ক্ষেত্ৰ বিশেষে ইংৰাজ ৰাজশক্তিক তীব্ৰ কঠোৰ সমালোচনা কৰাতো সেইবোৰ সংবাদপত্ৰ পৰাংমুখ হোৱা নাছিল। তৎকালীন অসমৰ এই শ্ৰেণীৰ সংবাদপত্ৰৰ অন্যতম, বৰং এখোজ আগুৱাই ক'ব পাৰি অগ্ৰণী আছিল কৃষ্ণকান্ত ভট্টাচাৰ্যৰ 'আসাম বিলাসিনী'। ইংৰাজ ৰাজশক্তিক সমালোচনা কৰা আৰু কংগ্ৰেছক সমৰ্থন কৰাৰ 'অপৰাধ'ত ১৯১৮ চনত দুবছৰৰ বাবে 'আসাম বিলাসিনী'ৰ প্ৰকাশ বন্ধ ৰাখিবলগীয়া হৈছিল। অৱশ্যে ১৯২০ চনত কাকতখন পুনৰ প্ৰকাশ হ'বলৈ ধৰে।

## 'আসাম বিলাসিনী'ৰ ব্যক্তিত্ব

প্ৰকাশৰ দিন ধৰি বিলাসিনীয়ে ইংৰাজ চৰকাৰক সমালোচনাৰে থকা-সৰকা কৰি আহিছিল। প্ৰথম অৱস্থাত চৰকাৰে অৱশ্যে এনেবোৰ সমালোচনাৰ পিনে বৰ মনোযোগ দিয়া নাছিল। বৰং কোনো কোনো ইংৰাজ উচ্চপদস্থ বিষয়াই বিলাসিনীৰ স্পষ্ট মতামত আৰু নিভীক দৃষ্টিভংগীৰ শলাগহে লৈছিল। লাহে লাহে বিলাসিনীয়ে ইংৰাজ বিষয়াৰ মইমতালিৰ বিৰুদ্ধে প্ৰবল জনমত গঠন কৰিবলৈ চেষ্টা কৰিলে আৰু লগতে ৰাইজৰ স্বাৰ্থবিৰোধী কাৰ্যকলাপকো থুকুচি সমালোচনা কৰিবলৈ নেৰিলে। কিন্তু ইয়াৰ পৰিণতি বৰ সুখৰ নহ'ল।

প্ৰথম অৱস্থাত বৰ গুৰুত্ব নিদিয়া বা সময়ে সময়ে প্ৰশংসাহে কৰা ইংৰাজ প্ৰশাসনৰ বিলাসিনীৰ প্ৰতি সুৰ সলনি হ'ল। প্ৰথমতে চল কৰি আৰু পিছত বলেৰে বিলাসিনীৰ অস্তিত্ব নোহোৱা কৰিবলৈ চৰকাৰ উঠিপৰি লাগিল। ইফালে কৃষ্ণকান্ত ভট্টাচাৰ্যৰ শাণিত লিখনীত স্বাধীনতাৰ সপোন জুইৰ দৰে জ্বলিবলৈ ধৰিলে। কৃষ্ণকান্তৰ শকতি নোহোৱা কৰিবলৈ চৰকাৰে আদ বয়সতে, একপ্ৰকাৰ অভিসন্ধি কৰিয়েই তেওঁক চাকৰিৰ পৰা অৱসৰ দিলে। ১৯১৬ চনৰ ২৬ মাৰ্চৰ পৰা মাহে তেৰ টকা বাৰ অনা নিৰিখ পেঞ্চনত কৃষ্ণ পেস্কাৰ পেঞ্চনভোগী পেস্কাৰ হ'ল।

ইয়াৰ পিছত তেওঁ নিজে মুকলিকৈ সম্পাদকৰ বাব লৈ বিলাসিনী চলাবলৈ ধৰিলে। সম্পাদকৰ বাব লৈ কৃষ্ণকান্ত ভট্টাচাৰ্যই প্ৰকাশ্যভাৱে ইংৰাজৰ বিৰুদ্ধে এক প্ৰতিবাদী ভূমিকাত অৱতীৰ্ণ হ'ল। তেওঁৰ এই ভূমিকাৰ বিষয়ে বেণুধৰ শৰ্মাই লিখিছে, "ছৰ্কাৰী কাম কৰোঁতেই তেওঁ বৃটিছ কৰ্মচাৰীবিলাকৰ ব্যৱহাৰত যিবোৰ তিতা-কেঁহা পাইছিল আৰু তেওঁবিলাকৰ যিবোৰ সন্ধি-অভিসন্ধি তেওঁ নিজ চকুৰেই দেখি আহিছিল, সেইবোৰকে এতিয়া কাৰ্যৰ ভাও বুজি প্ৰকাশ কৰিবলৈ ধৰিলে আৰু কোনো কৰ্মচাৰীয়ে নীতিবিৰুদ্ধ কাম কৰি অসমীয়াৰ হকত বাধা জন্মালে খণ্ডত টিঙিৰিতুলা হৈ বিলাসিনীৰ পিঠিত সেই দুৰাচাৰৰ কীৰ্তি-কলাপ সকলো ভোঁহাৰি পেলোৱাত লাগিল।.... 'আসাম বিলাসিনী' অকল জাতীয়তাবাদী কাকতেই নাছিল, আমোলাতন্ত্ৰৰ অধীনত থকা নিচেই তলখাপৰ কৰ্মচাৰীৰ পৰা ৰাজধানীত থকা বিষয়াসকললৈকে— সকলোৰে নিমিত্তে

সৌকাজৰা বেজস্বৰূপ আছিল অৰ্থাৎ সৌকাজৰা বেজে যেনেকৈ খেদি খেদি চোৰ ধৰা পেলাইছিল, 'বিলাসিনীয়েও' তেনেকৈ দুৰন্ত-দুৰ্নীতিপৰায়ণ কৰ্মচাৰীবিলাকৰ দোষ খুচৰি উলিয়াইছিল। যিসময়ত ইংৰাজ এজন দেখিলেই মানুহে 'মানুহ নহয়, চাহাব' বুলি ভয়তে কোঁচমোচ খাইছিল, সেই সময়ত ইংৰাজ বিষয়াসকলৰ দোষ আঙুলিয়াই মুখলৈ নোচোৱাকৈ বাতৰিকাকতত সমালোচনা কৰা বাবেই 'আসাম বিলাসিনীক' সকলোৱে আদৰ কৰিছিল। চেনিবন্ধা কাগজতেই 'বিলাসিনী' ছপা হৈছিল আৰু খবৰো নিচেই তাকৰ ওলাইছিল, তথাপি যেয়ে-সেয়ে 'বিলাসিনী' বুলিলে আতোল-তোলকৈ হাতত তুলি লৈছিল আৰু বৰ হেঁপাহেৰে পঢ়িছিল।"[১৮]

## আদৰ্শ আৰু সংকল্প

'আসাম বিলাসিনী'ৰ আদৰ্শ আৰু সংকল্প সম্পৰ্কে কাকতখনৰ ১৯২৩ চনৰ জুলাই মাহত প্ৰকাশিত সম্পাদকীয় ৰচনা এটিত উল্লেখ আছে। কৃষ্ণকান্ত ভট্টাচাৰ্যই 'আত্মকথা' শীৰ্ষক এই সম্পাদকীয় ৰচনাত লিখিছিল, "আজি আমাৰ পুনৰ্জন্মৰ শুভক্ষণত আমি সমূহ অসমীয়া ৰাইজলৈ আমাৰ অতি বিনীত আৰু সাদৰ সম্ভাষণ আগবঢ়াইছোঁ। ১৯২১ চনৰ এপ্ৰিল মাহত বিলাসিনী হঠাৎ এদিন অন্তৰ্ধান হ'ল। এই অন্তৰ্ধান এনে আকস্মিক যে বিলাসিনীয়ে গ্ৰাহক, অনুগ্ৰাহকসকলক বিদায় সম্ভাষণ জনাবলৈকো অৱসৰ নাপালে। এই ঘটনাৰ বিস্তৃত বিৱৰণ দিবৰ এতিয়া ইচ্ছা নাই; কাৰণ সহৃদয় গ্ৰাহকসকলৰ বহুতে নিজে অনুসন্ধান কৰি ইতিপূৰ্বে জানিছে। মুঠতে সেই সময়ত বিলাসিনী ৰাইজৰ বৰ আদৰৰ বস্তু হৈ উঠিছিল; কিন্তু লগে লগে কৰ্তৃপক্ষৰ দিনে দিনে অপ্ৰিয়ভাজন হৈছিল। এই অপ্ৰিয়ভাজনতাৰ পৰা কোপৰ উদ্ৰেক আৰু ফলত সেই সময়ৰ চলিত অস্ত্ৰ প্ৰেছ আইনৰ প্ৰয়োগত বিলাসিনী নিহত হয়; বিলাসিনীৰ ওপৰত যি যি দোষ আৰোপণ কৰা হৈছিল সম্পাদকে তাক অস্বীকাৰ কৰি আবেদন কৰাতো কোনো ফল নহ'ল। সেইবিলাক দোষ বিলাসিনীয়ে এতিয়াও ডাঠি অস্বীকাৰ কৰে। স্বীকাৰ কৰে এই যে যেতিয়া কৰ্তৃপক্ষৰ বা কোনো ব্যক্তি বিশেষৰ কাৰ্য ৰাইজৰ অহিতকৰ হৈছিল তাক বিলাসিনীত অহিতকৰ বুলি আকুণ্ঠিতভাৱে প্ৰকাশ কৰিছিল। দ্বিতীয়তে, ৰাইজৰ আবেদন কৰ্তৃপক্ষৰ কৰ্ণগোচৰ হ'বৰ নিমিত্তে সদায় ফটফটীয়াকৈ প্ৰকাশ কৰিছিল। তৃতীয়তে, কৰ্তৃপক্ষৰ কাৰ্য সমালোচনা কৰি ৰাইজে কোনো মন্তব্য প্ৰকাশ কৰিলে কৰ্তৃপক্ষৰ অপ্ৰিয়কৰ হ'লেও বিলাসিনীয়ে তাক সমৰ্থন কৰিছিল। লগে লগে যেতিয়া কৰ্তৃপক্ষই কোনো প্ৰজাহিতকৰ কাৰ্য কৰিছিল, বিলাসিনীয়ে কেতিয়াও তেনে কাৰ্যৰ উদ্যমৰ শলাগ ল'বলৈ পিচ হোহঁকা নাছিল।"[১৯]

কাকতখনৰ সম্পাদকীয়বোৰো আছিল অতিশয় সময়োপযোগী আৰু তাৎপৰ্যপূৰ্ণ। সম্পাদকীয় স্তম্ভটোৰ ওপৰত 'শ্ৰীকৃষ্ণায় নমঃ' বাক্যাংশ আঁকি দিয়া হৈছিল। 'আসাম বিলাসিনী'ৰ নৱম বছৰৰ ১৫শ সংখ্যাত প্ৰকাশিত 'লকেলবৰ্ড আৰু মিউনিচিপালিটি' শীৰ্ষক এটি সম্পাদকীয় প্ৰবন্ধ আছিল এনে : "লকেলবৰ্ড মিউনিচিপালিটি এই বিভাগ দুটা প্ৰজাক চলাবলৈ ইংৰাজ গবৰ্ণমেণ্টে তাৰ দিছে। যদি এই বিভাগ দুটা নিৰ্ব্বিবাদে আমি চলাই দেখুৱাব পাৰো তেনেহ'লে আমি যে স্বৰাজ পাবৰ উপযুক্ত হৈছো গবৰ্ণমেণ্টে সেই বিষয়ে ভাল মীমাংসা কৰিব। ভালকৈ চলাই দেখুৱাব নোৱাৰিলে আমালোকৰ হাতৰ পৰা কাঢ়ি নিব আৰু স্বৰাজ পোৱাৰ বাটত বিঘিনি মিলিব। বৰ্তমান হাতত পৰোতেই যদি পৰিচালকসকলে নিৰপেক্ষভাৱে নিজৰ কৰ্তব্য বুলি কাম কৰে তেনেহ'লে কাৰো একাষাৰ কথাও নুশুনাকৈ নিৰ্ব্বিবাদে লোকেল ব'ৰ্ড আৰু মিউনিচিপেলিটি চলি থাকিব।

চেয়াৰমেন আৰু ভাইচেয়াৰমেন আৰু মেম্বৰসকলে নিজ নিজ কৰ্তব্যপৰায়ণ হ'ব লাগে। প্ৰজাৰ বাট-পুখুৰী দলং এইবোৰৰ অৱস্থা কেনে নিজে নিজে ফুৰি চাই বেয়া হ'লে তাৰ প্ৰতি কাম কৰিবলৈ যত্ন কৰিব লাগে। নিজে গৈ খবৰ-খাবৰ কৰাৰ কথাই নাই আমুকত দলং ভাগিল, বাট ছিগিল, পুখুৰী বেয়া হ'ল এনেবোৰ খবৰ দিয়াতো ভ্ৰুক্ষেপেই নায়। যোৰহাটৰ চাওখাট মৌজাৰ ধেকীয়াখোৱা আলিৰ দলং ভগা সম্পৰ্কে ক'ত লিখা হ'ল আজিও দলং ভাগি পৰি আছে। লাদৈগৰৰ দিহা বাগিচাৰ ইফালে হোলোঙা জান নে কি তাৰ দলঙ আজি দুবছৰ কি অৱস্থাত আছে দেখি অবাক। এইদৰেই আন ঠাইৰ দলং-বাট-পুখুৰী বিষয়ে ৰায়তৰ যোগে আৰু খবৰ কাগজৰ যোগে লিখা কথাবিলাকলৈ সমূলি কাণকে কৰা নাই। মেম্বৰ হ'বৰ সময়ত যিদৰে লু লু চু চু কৰি মুখত হাত ফুৰাই ভোট বিচাৰি ফুৰা হয় সেই সময় পাৰ হ'লেই ৰায়তলৈ পাহৰি ঘৰত সোমাই থকা কেনে যুক্তি লিখা-লিখি কৰিলেও নুশুনা নজনাৰ ভাও [....] কামৰ উপযুক্ত নহয় তেনে লোকে এই কাম লব নেপায়।

আমি এজন লকেলবৰ্ড মেম্বৰৰ মুখৰ পৰা শুনিবলৈ পালো চাহাবসকলে যিবোৰ লকেলবৰ্ডৰ কাম কৰিবলৈ লয় সেই চাহাববিলাকৰ একচেচ বিল বিন আপত্তিতে পাচ হৈ যাই। আমাৰ মানুহে কৰা কামবিলাকৰ একচেচ

বিল হলে কাগজো নোলাই ওলালেও কি বাবে একচেচ হল তাৰ কৈফিয়ত দিব লগাত পৰে। এনেধৰণৰ পক্ষপাতিতা দোষে প্ৰজাক অশান্তি নজন্মায়নে? সভ্যসকলে কাম কৰিম বুলি অঙ্গীকাৰ কৰি যদি কাম নকৰে প্ৰজাক বা প্ৰজাৰ কাৰ্য হেয়জ্ঞান কৰে পুনৰ ভোট ভিক্ষা কৰিবলৈ যদি যাই সেইসকলৰ মুখ ৰায়তে চাব নোখোজে। তাৰ লৈ কাম নকৰা ৰাইজৰ অভিশাপ লোৱা ভিন্ন অন্য নহয়।

লকেলবৰ্ড আৰু মিউনিচিপেলিটিৰ কাৰ্য আমাৰ মানুহৰ হাতত পৰিবৰ পৰা ইংৰাজৰ পৰিচালনাৰ সুখ পোৱা নাই আৰু কামো অতি বেয়াকৈ চলিছে বুলি প্ৰজাই প্ৰকাশ কৰিছে। লকেলবৰ্ড মিউনিপেলিটীৰ পৰিচালকসকলৰ বিল নাই বুলি ও প্ৰকাশ পাইছে। মিলি-জুলি কাম নকৰা অমংগলৰ কথা।"

এই প্ৰসঙ্গতে ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'আসাম বিলাসিনী' সম্পৰ্কে লিখা এটি মূল্যবান আৰু সাৰগৰ্ভ ৰচনাৰ কিছু অংশ যোগ দিব পাৰি। ১৯৫২ চনৰ ২৬ জুনৰ 'নতুন অসমীয়া' কাকতত প্ৰকাশিত 'স্বৰাজৰ কথা' শীৰ্ষক ৰচনাটিৰ কিছু অংশ আছিল এনে, "আসাম বিলাসিনী' দেখিবলৈ আপচু; আজিকালি পঢ়ুৱৈয়ে তেনে কাগজ এলাগী বুলি দলিয়াই পেলাব। 'ডবল কলম' এটিও নাই, বিদেশী বা অসমৰ বাহিৰৰ বাতৰিবোৰ সম্ভৱ কলিকতীয়া দৈনিকবোৰৰ পৰা অনুবাদ কৰা। মুখৰ, মাজৰ বা শেহৰ পৃষ্ঠাৰ স্তান কম, একমাত্ৰ স্থায়ী বস্তু আছিল সম্পাদকীয়টো, কিন্তু সম্পাদকয়ই [সম্পাদকীয়ই] কেতিয়াবা কেবা 'কলমো' অধিকাৰ কৰি খবৰৰ বাট ভেটা দি আগুৰি থৈছিল। সেই সময়ৰ ভিতৰত হোৱা থিয়েটাৰ, খেলা-ধূলা আদিৰো কোনো খবৰ বিলাসিনীত নাই। বোধহয় সেইবোৰ সিমান নাছিলো বা খবৰৰ টোপোলাত সুমাবলৈ পঢ়ুৱৈসকলে দাবীও নকৰিছিল। কৃষ্ণকান্ত সন্দিকৈয়ে এক নম্বৰত বি-এ অনাৰ্ছত ফাৰ্ষ্ট ক্লাছ হেৰুওৱা; নীলমণি ফুকনে অসম কাউন্সিলত স্বায়ত্ত শাসন প্ৰস্তাৱৰ বিৰোধিতা কৰা, লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দৰে অসমীয়া ডেকাই কিংছ কমিছনলৈ যাব খোজাকে আদি কৰি অসমীয়া মানুহৰ মহাৰণলৈ যোৱা-নোযোৱাৰ বতৰা, গংগাগোবিন্দ ফুকন আৰু সত্যনাথ বৰাৰ ইংৰাজীত; গৰ্ডন চাহাবৰ অসমীয়াত বক্তৃতা, আৰ্ল ল কলেজত প্ৰথম সৰস্বতী পূজা, ৰমেশ সৰস্বতীৰ আই-এ ফেল আৰু কটন কলেজৰ প্ৰশাসনৰ ওপৰত সম্পাদকীয় সৌকাৰ কোব, যোৰহাট ৰেলৰ ১০/১৫ টকীয়া গাৰ্ড, লক্ষ্মীনাথ পদ্মনাথৰ ছাত্ৰ বা সাহিত্য সন্মিলনত সভাপতিত্ব, ৰায় বাহাদুৰ ভুবনৰাম দাস আৰু তৰুণ ফুকনৰ মাজত মিউনিচিপালিটীৰ চেয়াৰমেন পদৰ বাবে অৰিয়াঅৰি, 'অসমত অসম বায়স্কোপ'ৰ বিজ্ঞাপন, প্ৰাইমেৰী স্কুলৰ শিক্ষকে তিনি মাহলৈ দৰমহা নোপোৱাৰ বৰ্ণনা, বগা চাহাবৰ আৰু ক'লা মানুহৰ বাবে বগা আৰু ক'লা আলি,.... কটন কলেজ বা আন আন চৰকাৰী বিভাগবোৰত অসমীয়া মানুহক চাকৰি দিয়াৰ দাবী,.... আদি খবৰবোৰেই সেই সময়ৰ খবৰৰ লগৰ খবৰ।

বিশ্লেষণ কৰি চালে দেখা যায় যে, এইবোৰ আমাৰ মহাৰণৰ পূৰ্বৰ অসমীয়া শিক্ষিত, মধ্যবিত্ত শ্ৰেণীৰ আত্মপ্ৰতিষ্ঠাৰ একোটি চেষ্টা; গংগাগোবিন্দ ফুকনে অসম এছচিয়েশ্যনৰ বক্তৃতাত কৰা কাৰিকৰী শিক্ষা প্ৰৱৰ্তন আৰু কৃষকক মাটিৰ স্বত্বদানৰ দাবী তাৎপৰ্যপূৰ্ণ। ৰাজভক্তি আৰু প্ৰজাভক্তিৰ দোমোজাত থকা এনে এজন মানুহৰ মুখত এনে দাবী তুলাপতীয়া হ'লেও সাময়িক প্ৰগতিৰ চিন। গৰ্ডন চাহাবে 'ৰণৰ কুকুৰা ৰণত মৰে' বুলি অসমীয়া মানুহক মহাৰণলৈ কৰা আহ্বান চাহাবৰ মুখৰ অসমীয়া কথা শুনিবলৈ বৰ মিঠা হৈছিল যদিও তাৰ সামাজিক ফল তিতাহে আছিল। পাছৰ বিলাসিনীৰ পাতবোৰ চালে এই কথা সঁচা যেন বোধ হয়। কাৰণ অসমপ্ৰেমিক গৰ্ডন চাহাবৰ তলত অসমীয়া মানুহে মাঘৰ বিহুৰ ছুটী নেপাইছিল।.....

১৯২০ চনত ১৬ ডিচেম্বৰত আসাম বিলাসিনীয়ে 'ননকঅপাৰেচনৰ প্ৰচাৰ' বোলা এটি বিশেষ সংখ্যা উলিয়ায় আৰু মানুহক ব্যৱসায় চাকৰি এৰুৱাবলৈ আন্দোলন চলায়। পদ্মনাথ গোহাঞি বৰুৱাই চাকৰি কিয় নেৰে বুলি তাত এটি প্ৰশ্ন কৰা হৈছিল। ননক'-অপাৰেশ্যনৰ কালছোৱাত চন্দ্ৰ শৰ্মাৰ লিখা বিলাসিনীত ওলাইছিল; তাৰ ভিতৰত বেছিভাগেই ছদ্মনামত বা নাম নোহোৱাকৈ ওলোৱা।....

অসহযোগৰ বিলাসিনীত জাতীয়তাবাদী ৰাজনীতিৰ ভাৱধাৰাই প্ৰকাশ পাইছিল।... মাটিৰ দাবী, শাসনত গণতন্ত্ৰৰ নীতি প্ৰৱৰ্তন, খাজনা বৃদ্ধিৰ প্ৰতিবাদ আৰু জাতীয় শিক্ষা প্ৰচাৰ, এইবিলাকেই বিলাসিনীৰ ননক' অপাৰেশ্যনৰ মূল কথা আছিল। ১৯২৩ চনত বোধহয় সেই সময়ৰ স্বৰাজ্য দলৰ ৰাজনীতিৰ প্ৰভাৱত বিলাসিনীয়ে কাউন্সিল প্ৰবেশ-নীতি সমৰ্থন কৰে। 'গৱৰ্ণৰ ৰীডৰ ভাষণ' সেই সময়ৰ শাসনৰ তীব্ৰ সমালোচনা। বিচাৰ আৰু শাসন বিভাগৰ দায়িত্ব বেলেগ কৰাৰ দাবীত সংস্কাৰৰ সুৰ পোৱা যায়। মাটিৰ পুনৰ বন্দবস্তীটো ব্যৱসায়ৰ কথা বুলি কোৱা ৰীড চাহাবৰ 'ভাষণ'ৰ শোষণ-তত্ত্ব বিলাসিনীয়ে সম্পাদকীয়ৰ যোগেদি

প্ৰচাৰ কৰে। এই সময় দিল্লী কংগ্ৰেছৰ যুগ।.... 'আসাম বিলাসিনী'ৰ সম্পাদকীয়বোৰৰ ভাষা শেহৰফালে বৰ চোকা হৈছিল।"....[২০]

## বিলাসীনিৰ বিপত্তি

জনসাধাৰণৰ মাজত জনপ্ৰিয়তা আৰু সমাদৰ লাভ কৰা সত্ত্বেও লাহে লাহে বিলাসিনীৰ দিন বেয়ালৈ আহিল। ইংৰাজৰ লগত অসহযোগ কৰিবলৈ উদগনি দি ধাৰাবাহিক প্ৰবন্ধ প্ৰকাশ কৰাৰ লগতে গাঁৱে-ভূঞে হোৱা চৰকাৰবিৰোধী সভা-সামিতিবিলাকৰ বিৱৰণো বিলাসিনীয়ে সবিস্তাৰে প্ৰকাশ কৰিবলৈ ধৰিলে। ফলত ৰাইজ সজাগ আৰু ইংৰাজবিৰোধী হ'ল যদিও লগতে বিলাসিনীৰো আয়ুস টুটি আহিল। চৰকাৰৰ নীতি কঠোৰভাৱে সমালোচনা কৰা বাবে সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্যৰো বিলৈ-বিপত্তিৰ সীমা নোহোৱা হ'ল। জীৱিকাৰ একমাত্ৰ অৱলম্বন পেন্সনটিও চৰকাৰে বন্ধ কৰি দিলে। ইফালে দৰমহা দিব নোৱাৰাত ধৰ্ম প্ৰকাশ যন্ত্ৰৰ কৰ্মচাৰীবোৰো নোহোৱা হ'ল। উপায়ান্তৰ হৈ সম্পাদকে নিজেই আখৰ বাছি কাকত ছপাবলগীয়া হ'ল। এসময়ত এনে এটা অৱস্থা হ'লগৈ যে কাকতখন ডাকত পঠিয়াবলৈ লগা টকা পাঁচটা যোগাৰ কৰিবলৈও কৃষ্ণকান্ত ভট্টাচাৰ্যই আৰ-তাৰ ওচৰত হাত পাতিবলগীয়া হ'ল। তথাপি তেতিয়ালৈকে সাতদিনে সাতদিনে বিলাসিনী নিয়মীয়াকৈ প্ৰকাশ হৈ আছিল। শেষত চৰকাৰৰ হেঁচাত বিলাসিনীৰ বিপত্তি ইমান বেছি হ'লগৈ যে কৃষ্ণ পেস্কাৰে ধৰ্মপ্ৰকাশ ছাপাশালো বিক্ৰী কৰিবলগীয়া হ'ল। লগে লগে ১৯২৪ চনত বিলাসিনীৰ প্ৰকাশো চিৰদিনলৈ বন্ধ হৈ গ'ল।

চৰকাৰৰ এই হেঁচা কি আছিল তাক Political History of Assam গ্ৰন্থত উল্লেখ কৰা হৈছে এনেদৰে, "ASAM BILLIASINI used to carry Congress news of Upper Assam and articles written by Congress workers. The Government felt annoyed at the tone of the paper. The editor, who was a Government pensioner, was warned not to dabble in 'objectionable' politices. However, the editor continued writing in the same vain; consequently, the Government ordered discontinuance of his pension, and asked him in April 1921 to furnish a security of Rs. 2,000 under the Indian Press Act. I of 1914. The paper deposited the amount, but, thereafter, it could not continue its publication, most probably for economic reasons."[২১]

কাকতখনত প্ৰকাশিত 'আবকাৰী দোকান' (১৮ জানুৱাৰী, ১৯২১), 'ৰাইজৰ ৰোহ' (২৭ জানুৱাৰী, ১৯২১), 'সহযোগিতা বৰ্জন' (৮ ফেব্ৰুৱাৰী, ১৯২১), 'স্কুল কলেজ কিয় এৰিব লাগে' (২৪ ফেব্ৰুৱাৰী, ১৯২১), 'ৰিফৰ্ম গভৰ্ণমেণ্ট' (২৪ মাৰ্চ, ১৯২১) আদি শীৰ্ষক সম্পাদকীয় প্ৰবন্ধৰ বাবে কাকতখনে এই জৰিমনা ভৰিব লগা হৈছিল, — যিয়েই কাকতখনৰ মৃত্যুৰ কাৰণো হৈছিলগৈ। সম্পাদক ভট্টাচাৰ্যই অৱশ্যে প্ৰেছ আইনৰ বিৰুদ্ধে যুঁজিবলৈ কলিকতালৈ গৈছিল। আত্মপক্ষ সমৰ্থনত তেওঁৰ বক্তব্য আছিল, "আসাম বিলাসিনীয়ে যিবোৰ প্ৰকাশ কৰিছে সেইবোৰ দেশৰ জাতীয়তাবাদী দলৰ অভিমতহে। ভাৰতীয় বাতৰিকাকতে কেৱল ইউৰোপীয় বিষয়াসকলৰ গুণগানহে কৰিব লাগে বুলি আৰু ৰাজনৈতিক উন্নয়নৰ প্ৰচেষ্টা মষিমূৰ কৰিব লাগে বুলি ক'তো বিধান দিয়া নাছিল।" কিন্তু তেওঁৰ কোনো প্ৰচেষ্টাই ফল নিদিলে। চৰকাৰে বিলাসিনী বন্ধ কৰিহে এৰিলে। কেৱল কাকত বন্ধ কৰিয়েই চৰকাৰ ক্ষান্ত থকা নাছিল। চৰকাৰৰ হেঁচা আৰু অসহিষ্ণুতাৰ মানসিকতা ইমান দূৰলৈকে শিপাইছিল যে স্বাধীনতাৰ আগলৈকে পেস্কাৰ পৰিয়ালৰ কোনেও চৰকাৰী চাকৰি পোৱা নাছিল।

বিলাসিনীৰ এই মৃত্যু নিঃসন্দেহে অসমৰ সংবাদপত্ৰৰ ইতিহাসৰ এক মৰ্মান্তিক আৰু দুৰ্ভাগ্যজনক ঘটনা। এক জটিল সন্ধিক্ষণত অসমৰ ৰাইজক 'আসাম বিলাসিনী'য়ে যি সাহসী নেতৃত্ব দিলে তাক ইতিহাসে পাহৰিব নোৱাৰে। লগতে পাহৰিব নোৱাৰে কৃষ্ণকান্ত ভট্টাচাৰ্যক। জনগণৰ বৃহত্তৰ স্বাৰ্থৰ বাবে থিয় দি তেওঁ যি দাৰিদ্ৰ আৰু দুখ-কষ্ট মূৰ পাতি লৈছিল, তাৰ প্ৰমূল্য বিৰল। বিলাসিনী একে উদ্যম আৰু চৰিত্ৰৰে ধাৰাবাহিকভাৱে প্ৰকাশ হৈ থকা হ'লে আমি কিজানি অসম বুৰঞ্জীৰ এক অংশ অলপ সুকীয়াকৈয়ে পঢ়িবলৈ পালোহেঁতেন।

কৃষ্ণকান্ত ভট্টাচাৰ্যৰ 'আসাম বিলাসিনী'ৰ পিছত এই কাকতৰ দৰে প্ৰতিবাদী আৰু নিৰ্ভীক ভূমিকাৰ সংবাদপত্ৰৰ কথা সচকাই আমাৰ মনলৈ নাহে। সেই সময়ত অৱশ্যে অসমীয়াৰ ভাষিক- সাংস্কৃতিক ক্ষেত্ৰত আত্ম পৰিচয় পুনঃ প্ৰতিষ্ঠা তথা বিকাশৰ [illegible] বিষয়টোৱে শিক্ষিত অসমীয়াৰ মনত আগ ঠাই [illegible] আৰু সেয়ে হয়তো ৰাজনৈতিক জাতীয়তাবাদে [illegible] সংবাদপত্ৰৰ পাতত বিলাসিনীৰ [illegible] নাছিল।

'আসাম [illegible]' অৱশ্যে গোষ্ঠীস্বাৰ্থৰ পৰা মুক্ত নাছিল বুলি কোনো কোনো গৱেষকে ক'ব খোজে।

সেইসকলৰ মতে বিলাসিনীয়ে শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৰ আশা-আকাংক্ষাকেই প্ৰতিফলিত কৰিছিল আৰু তেওঁলোকৰেই মুখপত্ৰ আছিল। এই অভিমত আংশিকভাৱে সঁচা হ'লেও ইয়াৰ বাবে এক পৰিশ্ৰমী গৱেষণা আৰু অনুসন্ধানৰ প্ৰয়োজন আছে বুলি আমি ভাবোঁ।

এইখিনিতে এটা কথা উল্লেখ কৰি থোৱা ভাল হ'ব যে, 'আসাম বিলাসিনী' নামৰ যি দুখন কাকত-আলোচনীৰ সম্পৰ্কত আমি এই আলোচনা আগবঢ়াইছোঁ, সেই দুয়োখনৰে কপিবোৰ দুষ্প্ৰাপ্য হোৱা বাবে সেইখিনি নিয়াৰিকৈ অধ্যয়ন কৰাৰ সুবিধা আমি পোৱা নাই। এই ৰচনাত সন্নিবিষ্ট আমাৰ মতামতখিনি, ইতিমধ্যে বিভিন্নজনে সংশ্লিষ্ট সংবাদপত্ৰ দুখনৰ বিষয়ে আগবঢ়াই থৈ যোৱা তথ্যৰ আধাৰত প্ৰতিষ্ঠিত আৰু কিছু পৰিমাণে অনুমাননিৰ্ভৰ। যুক্তিসম্মত নতুন তথ্যৰ পোহৰত্ত আমাৰ এই মতামত ভৱিষ্যতে সলনি কৰাৰো প্ৰয়োজন হ'ব পাৰে। ৰচনাটি সম্পৰ্কত বিজ্ঞজনৰ চিন্তাশীল মতামত আৰু বক্তব্য এই বিষয়ত আমাৰ অধিক অধ্যয়নৰ বাবে পৰম সাহস আৰু প্ৰেৰণাৰ সম্পদ।

কৃষ্ণকান্ত ভট্টাচাৰ্যৰ 'আসাম বিলাসিনী' বিলোপ হোৱাৰ প্ৰায় তিনিকুৰি বছৰৰ পাছত ১৯৮৭ চনত 'নতুন অসম বিলাসিনী' নামৰ আন এখন সাদিনীয়া বাতৰি কাকতে ভুমুকি মাৰিছিল যদিও কাকতখন এবছৰো নচলিল। কৃষ্ণকান্ত ভট্টাচাৰ্যৰ নামতে 'নতুন অসম বিলাসিনী' উৎসৰ্গিত হৈছিল বুলি মুখ্য সম্পাদক নলিনীধৰ ভট্টাচাৰ্যই কাকতখনৰ প্ৰস্তাৱনা সংখ্যাৰ সম্পাদকীয় প্ৰবন্ধত উল্লেখ কৰিছিল। 'নতুন অসম বিলাসিনী'ৰ সম্পাদক আছিল অধ্যাপক যতীন্দ্ৰকুমাৰ বৰগোহাঞি। এই আলোচকো প্ৰথমতে কাকতখনৰ সহকাৰী সম্পাদক আৰু পিছলৈ ভাৰপ্ৰাপ্ত সম্পাদক আছিল। এবছৰো কম সময় প্ৰকাশ হৈ বন্ধ হোৱা এইখন কাকতৰ পূৰ্বৰ দুখনৰ দৰে কোনো বিশেষ উল্লেখযোগ্য বৰঙণি নাই।

আমি ইতিমধ্যে আলোচনা কৰা দুয়োখন 'আসাম বিলাসিনী'য়েই আছিল অসমীয়া জাতীয় জীৱনৰ একোটা জটিল সন্ধিক্ষণৰ নিঃসঙ্গ বাটকটীয়া, শ্ৰদ্ধেয় ব্যতিক্ৰম। দুয়োখন বিলাসিনীয়েই অসমীয়াক একোটা মুমূৰ্ষু পৰিস্থিতিৰ সাৰ্থক নেতৃত্ব দিয়াৰ প্ৰয়াস কৰিছিল। সেই দিশৰ পৰা এই দুয়োখনেই অসমৰ সংবাদপত্ৰৰ সংগ্ৰাম আৰু উত্তৰণৰ ইতিহাসৰ এক অবিস্মৰণীয় অগ্ৰদূত, স্মৰণীয় প্ৰতিভূ।

প্ৰসংগ ঃ


(১) Hornby, A S: **Oxford Advanced Learner's Dictionary of Current English,** 1989, pp 541.

(২) চৌধুৰী, প্ৰসেনজিৎ: **ঊনবিংশ শতিকাৰ অসমত এভুমুকি** (অকনোদই প্ৰসংগ), গুৱাহাটী, ১৯৮৪, পৃ. ৪৮।

(৩) বৰুৱা, গুণাভিৰাম: **আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ**, গুৱাহাটী, ১৯৭১ (পুনৰ্মুদ্ৰণ), পৃ. ১০৭।

(৪) তামুলী, লক্ষ্মীনাথ: **ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান**, যোৰহাট, ১৯৮৮, পৃ. ২২৮।

(৫) (ড:) নেওগ, মহেশ্বৰ (সংকলিত আৰু পুনঃ সম্পাদিত): **অৰুনোদই,** গুৱাহাটী, ১৯৮৩, পৃ. ২৩২। এইটো ৰচনাত উল্লিখিত 'স্বৰূপ ধৰম' আন একো ধৰ্ম নহয়, খ্ৰীষ্ট ধৰ্মহে। ৰচনাটিৰ শেষত লিখকৰ নাম হিচাপে উল্লেখ আছে, 'অসমিয়াৰ এজন' 'জ, ত,'। এই 'জ, ত'ৰ সম্পূৰ্ণ নাম সম্ভৱত: জেমচ সিৱৰাম ত্ৰিপ বুলি সংকলনটিৰ ভূমিকাত (পৃ. ১৫২ দ্ৰষ্টব্য) উল্লেখ আছে।

(৬) পূৰ্বোক্ত সংকলন, পৃ. ৭১২। ৰচনাটিৰ শেষত লিখকৰ নামৰ ঠাইত উল্লেখ আছে 'ন, ল, ফ,'। নাথান ব্ৰাউন আৰু মাইলছ ব্ৰনছনৰ পিছতে এজন লেখৰ অসমীয়া খ্ৰীষ্টিয়ানৰ স্থান পোৱা নিধি লিবাই ফাৰোৱালে 'ন, ল, ফ,'ৰ নামত 'অৰুনোদই'ত সম্ভৱতঃ সৰ্বাধিক ৰচনা লিখিছিল।

(৭) ডঃ ভট্টাচাৰ্য, বীৰেন্দ্ৰ কুমাৰ: **ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি**, গুৱাহাটী, ১৯৮৫, পৃ. ৪৫।

(৮) শৰ্মা, তীৰ্থনাথ: **আউনীআটী সত্ৰৰ বুৰঞ্জী**, আউনীআটী সত্ৰ, ১৯৭৫, পৃ. ২৫১। পণ্ডিত শৰ্মাদেৱে 'আসাম বিলাসিনী'ক সাপ্তাহিক বুলিছে যদিও 'বিলাসিনী' সাপ্তাহিক নাছিল, আছিল মাহেকীয়াহে।

(৯) শৰ্মা, অজিত কুমাৰ (সম্পাদিত): **বেণুধৰ শৰ্মা ৰচনাৱলী**, দ্বিতীয় খণ্ড (**বুৰঞ্জীৰ সঁফুৰা**), গুৱাহাটী, ১৯৮৭, পৃ. ৪৪৪।

(১০) গোস্বামী, যতীন্দ্ৰনাথ: **অৰুনোদয়ই- যুগত শিৱসাগৰ জিলাৰ সাংস্কৃতিক অৱস্থা, প্ৰকাশ** (অৰুনোদই সংখ্যা), ১৯৮৩, পৃ. ৩০।

(১১) Saikia, N: **Background of Modern Assamese Literature,** New Delhi, 1988, pp 235.

(১২) শৰ্মা, তীৰ্থনাথ: পূৰ্বোক্ত গ্ৰন্থ, পৃ.৪৫১।

(১৩) উল্লিখিত শ্লোক দুটিৰ ব্যাখ্যা ১৯৮৯ চনৰ ৫ মে'ত 'দৈনিক জনমভূমি'ত প্ৰকাশিত 'অসমত অসমীয়া লোকৰ দ্বাৰা প্ৰতিষ্ঠিত প্ৰথম ছপাশাল আৰু বাতৰি কাকত' শীৰ্ষক এক ৰচনাত সন্নিবিষ্ট কৰা হৈছিল। ৰচনাটি লিখিছিল মাজুলীৰ মাণিক বৰাই আৰু শ্লোক দুটিৰ ব্যাখ্যা আছিল ব্যাকৰণ শাস্ত্ৰী অধ্যাপক তৰুণচন্দ্ৰ শৰ্মাৰ। উক্ত ব্যাখ্যা প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ 'অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা' শীৰ্ষক গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। (দ্ৰষ্টব্য : উল্লিখিত গ্ৰন্থ, পৃ. ৪৯)। আমাৰ ৰচনাত সংযোজিত ব্যাখ্যা উক্ত গ্ৰন্থৰ পৰাই আহৰণ কৰা হৈছে।

(১৪) (ডঃ) শৰ্মা, সত্যেন্দ্ৰনাথ : **অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত**, পৃ. ৪১৮। ইয়াৰ আগতে অৱশ্যে 'অৰুনোদই'ত আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া লৰাৰ মিত্ৰ গ্ৰন্থখনিৰ আলোচনা এটি প্ৰকাশ হৈছিল। (দ্ৰষ্টব্য : পূৰ্বোক্ত সংকলন, পৃ. ৩৭৭)। কিন্তু সেই আলোচনাত ঘাইকৈ কিতাপখনৰ পৰিচয়হে সন্নিবিষ্ট হৈছিল আৰু সেয়ে সেই আলোচনাক প্ৰকৃতাৰ্থত সাহিত্য-সমালোচনা বোলাত অসুবিধা আছে।

(১৫) শৰ্মা, অজিত কুমাৰ (সম্পাদিত) : পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৪৪৫। চীফ কমিছনাৰ আউনীআটী সত্ৰ দৰ্শনৰ বাবে যোৱা বিৱৰণটোৰ ৰচক মহম্মদ আলী বুলি বেণুধৰ শৰ্মাই উল্লেখ কৰিছে যদিও সেই ৰচনা সেখ ফেৰাউদ্দিন নামৰ এজনেহে লিখিছিল। বিৱৰণটি এই ৰচনাৰে স্থানান্তৰত সংযোগ কৰা হৈছে।

(১৬) হাজৰিকা, অতুল চন্দ্ৰ (সম্পা.). **বেজবৰুৱা গ্ৰন্থাৱলী**, প্ৰথম খণ্ড (মোৰ জীৱন সোঁৱৰণ), গুৱাহাটী, ১৯৬৮, পৃ. ৩৯।

(১৭) কেইবাগৰাকীও লিখকে 'আসাম বিলাসিনী' (দ্বিতীয় পৰ্যায়) ছপা হোৱা প্ৰেছটো ধৰ্মপ্ৰকাশ যন্ত্ৰ বুলি উল্লেখ কৰিছে যদিও এই লিখকে দেখা 'আসাম বিলাসিনী'ৰ ১৯২৪ চনৰ ৭ আগষ্টৰ সংখ্যাটোত কাকতখন ছপা হোৱা প্ৰেছটো 'আসাম প্ৰেছ' বুলিহে উল্লেখ আছে।

(১৮) শৰ্মা, বেণুধৰ : **অৰ্ঘাৱলী**, গুৱাহাটী, ১৯৭০, পৃ. ১০২।

(১৯) উদ্ধৃতি-উৎস : শৰ্মা, অজিত কুমাৰ : আসাম বিলাসিনীৰ সৌকাধাৰণ', ৰংপুৰ (বিশেষ পৰিপূৰিকা), ২০ এপ্ৰিল ১৯৯৩।

(২০) উদ্ধৃতি-উৎস : বৰুৱা, প্ৰফুল্ল চন্দ্ৰ, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৫৯।

(২১) Bhuyan, A C & De, S P (Ed.): **Political History of Assam**, Vol II, Guwahati, 1978, pp 65

**স্মৰণ আৰু কৃতজ্ঞতা :** জ্যোতিপ্ৰসাদ বৰুৱা (গ্ৰন্থাগাৰিক, জিলা পুথিভঁৰাল, যোৰহাট), অজিত কুমাৰ শৰ্মা (গুৱাহাটী), অচ্যুৎ কুমাৰ ভাগৱতী (গুৱাহাটী), জগত বৰা (মাজুলী), জয়দীপ বৰুৱা (যোৰহাট) আৰু মামণি গোস্বামী (গুৱাহাটী)।

# আসাম বন্ধু আৰু অসমৰ সমসাময়িকতা

## ডঃ যোগেন্দ্ৰনাৰায়ণ ভূঞা

'আসাম-বন্ধু' এখন "মাসিক পত্ৰ", মাহেকীয়া কাকত। ১৮০৬ শক (১৮৮৫ খ্ৰীষ্টাব্দ)ৰ মাঘ (জানুৱাৰী) মাহত এই কাকত পোনতে প্ৰকাশ পায়। গুণাভিৰাম বৰুৱা আছিল এই কাকতৰ উদ্ভাৱক, সম্পাদক আৰু প্ৰকাশক। সাহিত্য, কলা আৰু বিজ্ঞান বিষয়ক ৰচনাৰে সমৃদ্ধ এই কাকতৰ জন্ম নগাঁও নগৰত; কিন্তু কাকতখনৰ মুদ্ৰণ কাৰ্য সম্পন্ন হৈছিল কলিকতাত। ১/১৬ ক্ৰাউন আকাৰত মুদ্ৰিত কাকতখনৰ প্ৰথম বছৰৰ প্ৰতিটো সংখ্যা আছিল ৩২ পিঠীয়া। কাকতখনৰ প্ৰচালন-সংখ্যা আৰু বাৰ্ষিক বৰঙণি সম্পৰ্কে এতিয়ালৈকে জানিব পৰা হোৱা নাই।[১]

ঊনবিংশ শতিকাৰ সত্তৰ আৰু আশীৰ দশক দুটাত গুণাভিৰাম বৰুৱাই নগাঁৱত অতিৰিক্ত সহকাৰী আয়ুক্ত (এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ) ৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। একে লেথাৰিযে ১৮৭১ খ্ৰীষ্টাব্দৰ ৩১ জানুৱাৰীৰ পৰা ১৮৯০ চনৰ ৩১ মাৰ্চলৈ বিস্তৃত এই কাৰ্যকাল।[২] ব্ৰিটিছ প্ৰশাসনৰ এজন উচ্চপদস্থ বিষয়াৰূপে নগাঁৱত থাকোঁতেই তেওঁ আসাম-বন্ধু সম্পাদনা কৰিবলৈ লয়।[৩]

হেমচন্দ্ৰ বৰুৱাই বোলে পদ্মনাথ গোহাঞিবৰুৱাক এবাৰ কৈছিল, "আমাৰ অকল ধন নাই এনে নহয়, ছপাযন্ত্ৰও নথকাৰ নিচিনা।"[৪] সেয়া শতিকাটোৰ শেহৰটো দশকৰ কথা। আসাম-বন্ধুৰ প্ৰকাশ-পূৰ্ব কালছোৱাত সমগ্ৰ অসমত ছপাশাল আছিল মুঠেই পাঁচোটাহে। সিও আকৌ শিৱসাগৰ, গোৱালপাৰা আৰু গুৱাহাটীত। নগাঁৱত ছপাশাল নথকা বাবেই, আৰু পূৰ্বৰে পৰা কলিকতাৰ লগত সম্পাদক গুণাভিৰাম বৰুৱাৰ বিশেষ সংযোগ থকা বাবেই নগাঁৱত মনস্থ হোৱা কাকতখন যন্ত্ৰস্থ হৈছিল কলিকতাত। আসাম-বন্ধুৰ এটা লেখাত প্ৰসংগটো এনেদৰে প্ৰকাশ পাইছে: "মোৰ নাম আসাম-বন্ধু। নগাঁৱেই মোৰ জন্মভূমি। গুণৰত্ন মোৰ জনক। প্ৰবৃত্তি মোৰ জননী। শ্ৰীকৃষ্ণৰ নন্দালয় গমনৰ দৰে মযো উপজিয়েই কলিকতা ৰাজধানীলৈ যাওঁ। তাৰ পৰাহে এতিয়া ওলাইছোঁহি।"[৫] লক্ষ্মীনাথ বেজবৰুৱায়ো কৈছে, "সেই কালত কলিকতাবাসী অসমীয়া ছাত্ৰসকলৰ সহায়ত 'আসাম-বন্ধু' কলিকতাত ছপা হৈছিল।"[৬] কলিকতাৰ ১০০ নম্বৰ বৌবাজাৰ ষ্ট্ৰীট আছিল কাকতখনৰ মুদ্ৰণ-ঠিকনা।[৭]

অসমীয়া ভাষাত মাহেকীয়া কাকত আসাম-বন্ধুৰ পূৰ্বেও ওলাইছিল। প্ৰথমখন অসমীয়া কাকতেই, 'অৰুনোদই'য়েই আছিল মাহেকীয়া কাকত। পিছে, অৰুনোদই আছিল এখন সংবাদ-পত্ৰ; ধৰ্ম, বিজ্ঞান আৰু সাধাৰণ তথ্যবাহী এখন মাহেকীয়া "সম্বাদপত্ৰ"। আনহাতে, আসাম-বন্ধুৱে বহিৰ্বিশ্বৰ সাময়িক সংবাদ পৰিবেশন নকৰি সমকালীন শিক্ষিত অসমীয়াসকলৰ হৃদয়ৰ সংবাদহে পাঠক-সাধাৰণ আৰু সহৃদয়সকলৰ প্ৰতি আগবঢ়াইছিল। সাহিত্য, বিজ্ঞান আৰু শিল্প সম্বন্ধীয় আলোচনাৰ অৰ্থে প্ৰকাশ কৰা এই কাকতখনক লক্ষ্মীনাথ বেজবৰুৱাই "অসমত অসমীয়া মাহেকীয়া কাকতৰ প্ৰথম পথ-প্ৰদৰ্শক" বুলি কৈছে। বেজবৰুৱাই এনেকৈও কৈছে বোলে আসাম-বন্ধু "অসম আৰু অসমীয়া ভাষাৰ প্ৰকৃত বন্ধুৰূপে দেখা দিছিল।"[৮]

আসাম-বন্ধু কাকতখনৰ সম্পাদকীয় ঘোষণা আছিল এনে ধৰণৰ: "আমাৰ উদ্দেশ্য সামান্য। সেইয়ে, সাধাৰণৰ মনোৰঞ্জন আৰু জ্ঞান-চৰ্চা"। মনোৰঞ্জনৰ অৰ্থে কাকতখনত কবিতা আৰু কবিতাগাঁঠী ৰচনা, আৰু হাস্য-ব্যংগ ৰসাত্মক সমাজ-সমালোচনা নিয়মিতভাৱে প্ৰকাশ কৰা হৈছিল। সাধাৰণক জ্ঞান দিবলৈ আৰু জ্ঞানচৰ্চাৰ প্ৰতি শিক্ষিত সাধাৰণৰ মনোযোগ আকৰ্ষণ কৰিবলৈ আসাম-বন্ধুত প্ৰকাশ কৰা হৈছিল ঐতিহাসিক তথ্য বা ঘটনাৰ বৰ্ণনা, জনজাতীয় জীৱন-চৰ্যাৰ এষণা,

পদাৰ্থ বা বিষয় একোটাৰ বৈজ্ঞানিক বিশ্লেষণ বা বিজ্ঞানসম্মত পৰ্যালোচনা, নতুন মুদ্ৰণ-প্ৰকাশনৰ গঠনাত্মক সমালোচনা আদি। কাকতখনৰ আদৰ্শবাণী (motto)ও আছিল "ন চ জ্ঞানাত্ পৰং বলম্"।

আসাম-বন্ধুৰ সম্পাদকীয় ঘোষণাত এনে কথাও আছিল: "আমি শাসন, বিচাৰ আদি ৰাজনৈতিক বিষয়বিলাকত হস্তক্ষেপ কৰিব নোখোজোঁ। ৰাজনীতিত আমি অনভিজ্ঞ। সাম্প্ৰদায়িক ধৰ্ম সম্বন্ধে আমি মতামত প্ৰকাশ নকৰোঁ।" প্ৰশ্ন উঠিব পাৰে, সঁচাকৈয়ে ৰাজনীতিত অনভিজ্ঞতাৰ বাবেই শাসন, বিচাৰ আদি ৰাজনৈতিক বিষয়বিলাকত আসাম-বন্ধুৱে হস্তক্ষেপ কৰিব নুখুজিছিল নে? কাকতখনৰ সম্পাদক গুণাভিৰাম বৰুৱা সংশ্লিষ্ট বিষয়ত অভিজ্ঞ হোৱা হ'লে শাসন, বিচাৰ আদি বিষয়ত সঁচাকৈয়ে হস্তক্ষেপ কৰিলেহেঁতেন নে? সমিধান নঞৰ্থক; নকৰিলেহেঁতেন। ৰাজনৈতিক বিষয়ত হস্তক্ষেপ কৰিবলৈ আসাম-বন্ধুৰ জনকগৰাকী আছিল চৰকাৰী চাকৰিয়াল; ভাৰতত ব্ৰিটিছ-প্ৰশাসনৰ এজন একান্ত বাধ্য সেৱক। ৰাজনৈতিক বিষয়ত মাত মাতিবলৈ গ'লে "বিদেশীৰ অত্যাচাৰ"ৰ কথাও ক'বলগীয়া হ'ব পাৰে। কিন্তু তেনে কৰাটো নিৰাপদ নাছিল। স্বনামত দূৰৰে কথা, ছদ্মনামতো, স্বাধীন আইন-ব্যৱসায়ী লম্বোদৰ বৰায়ো তেনেবোৰ বিষয় আলোচনা নকৰিছিল। তাৰ কাৰণ, তেনে কৰিলে তেতিয়া কাৰোবাৰ "চাউল মৰে," কোনোবা "বগা ঘৰলৈ যাব লাগিব" পাৰে। গতিকে সম্পাদক গুণাভিৰাম বৰুৱাৰ হাত-ভৰি যেন অদৃশ্য শিকলিৰে বন্ধা আছিল। কিন্তু হাত-ভৰি মুকলি হৈ থকা সকলো দেখোন ৰাজনৈতিক বিষয়ৰ প্ৰতি আগ্ৰহী নাছিল। আসাম-বন্ধুৰ চাৰি বছৰৰ পাছত ১৮৮৯ চনত প্ৰকাশিত 'জোনাকী'ৰ প্ৰথম সংখ্যাৰ 'আত্মকথা'ত আছে, "ৰাজনীতি আমাৰ 'ৰাজ্য'ৰ বাহিৰ। এই পৰাধীন দেশত 'প্ৰজানীতি'হে ধৰিবলগীয়া। সাহিত্য, বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয়। এইবিলাক সাধ্যমতে বুজিবলৈ আৰু প্ৰকাশ কৰিবলৈ যত্ন কৰিম।"[৯] জোনাকীৰ প্ৰতিষ্ঠাপক, সম্পাদক আৰু প্ৰকাশক আছিল চন্দ্ৰকুমাৰ আগৰৱালা। আসাম বন্ধুৰ প্ৰতিষ্ঠাপক সম্পাদক-প্ৰকাশক গুণাভিৰাম বৰুৱাৰ দৰে চন্দ্ৰকুমাৰৰ গাত ব্ৰিটিছ শাসন-যন্ত্ৰৰ কোনো চপ্‌ৰাচ নাছিল, ব্ৰিটিছ চৰকাৰৰ তলতীয়া বিষয়া বা কৰ্মচাৰী নাছিল চন্দ্ৰকুমাৰ। তথাপি জোনাকী-ৰাজ্যত ৰাজনীতিৰ প্ৰৱেশ নিষিদ্ধ কৰি থৈছিল চন্দ্ৰকুমাৰে। তাৰ কাৰণ নিশ্চয় এয়ে যে "পৰাধীন জাতিয়ে ৰাজনীতি চৰ্চা কৰাটো বিড়ম্বনা মাথোন," "পৰাধীন জাতিৰ ৰাজনীতি বোলা বস্তু এটা নাই।" ৰাজনীতি বুলি যদি তেতিয়া কিবা আছিল, তেন্তে বংগৰ দৰেই অসমতো সেয়া আবেদন-নিবেদনহে ৰাজনীতি। তাৰ বাবে 'আপাৰ আছাম এছোচিয়েচন' (১৮৮০) আৰু 'সাৰ্বজনিক সভা' (১৮৮৪) আছিলেই, আৰু 'ভাৰতীয় জাতীয় কংগ্ৰেছ' (১৮৮৫) স্থাপিত হৈছিলেই। স্থাপিত হোৱা নাছিল স্বাভাৱিক কাৰণতে সেইকেইটা সংগঠনৰ লগত ব্ৰিটিছ আমোলৰ বিষয়া তথা আসাম-বন্ধুৰ সম্পাদক গুণাভিৰাম বৰুৱাৰ সম্পৰ্কহে। আসাম-বন্ধুৱে ৰাজনৈতিক বিষয়ত হস্তক্ষেপ কৰিবলৈ যোৱা হ'লে কিজানি "নতুন কংগ্ৰেছৰ ৰাজনৈতিক মতৰ কমাৰশালে" মন পুৰি ৰখাকৈ থোৱা লক্ষ্মীনাথ বেজবৰুৱাহঁতৰ পৰাই কোনো ধৰণৰ সঁহাৰি নাপালেহেঁতেন। তদুপৰি ৰাজনৈতিক বিষয়ৰ লগত সম্পৃক্ত হৈ সেই সময়ত নিৰাপদে কাম কৰাটো আছিল অভাৱনীয় কথা। ব্ৰিটিছ চৰকাৰৰ কুলী-আইন সম্পৰ্কত অসমৰ চাহ-বনুৱাসকলৰ বিষয়ে অনুসন্ধান চলোৱা বঙালী দেশহিতৈষীক ৰজাঘৰ দূৰৰে কথা, প্ৰজাঘৰেই কেনে চকুৰে চাইছিল, আৰু চাহ-বনুৱাসকলৰ পক্ষ অৱলম্বন কৰিবলৈ গৈ লক্ষ্মীনাথ বেজবৰুৱায়েইবা 'মৌ'ৰ সম্পাদকৰ কেনেকুৱা তিতা কথাৰ সোৱাদ ল'বলগীয়া হৈছিল, তাৰ প্ৰমাণ বলিনাৰায়ণ বৰা-সম্পাদিত 'মৌ' কাকতত আছে। অসমৰ কুলী-আইন আৰু ৰাজনীতি-সম্পৃক্ত অন্যান্য বিষয়ে অনুসন্ধান কৰিবলৈ অহা ভাৰত-সভাৰ সহকাৰী সম্পাদক দ্বাৰকানাথ গাংগুলীৰ প্ৰতি ইংৰাজ কৰ্মচাৰীসকলে কেনে প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল, তাৰ বিৱৰণ আছে শিৱনাথ শাস্ত্ৰীৰ 'আত্মচৰিত'ত।[১০]

"সাম্প্ৰদায়িক ধৰ্ম সম্বন্ধে আমি মতামত প্ৰকাশ নকৰোঁ" বুলি আসাম-বন্ধুৱে পোনতেই কৈ লোৱাটো একপ্ৰকাৰৰ পৰিস্থিতি-সম্ভূত প্ৰতিশ্ৰুতি। ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে শিক্ষিত-সাধাৰণে কাকতখন গ্ৰহণ কৰক, এয়ে আছিল আসাম বন্ধুৰ প্ৰতিষ্ঠাপক-সম্পাদক গুণাভিৰাম বৰুৱাৰ ইচ্ছা। গুণাভিৰাম বৰুৱাই ১৮৬৯ খ্ৰীষ্টাব্দত প্ৰকাশ্যে ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিছিল। ব্ৰাহ্মসকলৰ প্ৰতি অসমীয়াৰ শুভদৃষ্টি নাছিল পূৰ্বৰে পৰা। বামকুমাৰ বিদ্যাৰত্ন নামৰ বঙালী লোক এজনে গোৱালপাৰা নে ধুবুৰী অঞ্চলত ব্ৰাহ্মধৰ্ম প্ৰচাৰ কৰিবলৈ লোৱা প্ৰথম উদ্যোগতে 'হিন্দু'বে কেনেকৈ ব্ৰাহ্মজনৰ মুকু-মুখত-পদাঘাত কৰিব খোজাৰ লেখীয়া ক্ৰোধ প্ৰকাশ কৰিছিল, সেই কথা লক্ষ্মীনাথ বেজবৰুৱাই কৈছে। একেজন প্ৰচাৰকেই শিৱসাগৰত ব্ৰাহ্মধৰ্ম প্ৰচাৰ কৰিবলৈ যাওঁতে শিৱসাগৰীয়া অসমীয়া হিন্দুসমাজ ব্ৰাহ্মধৰ্মৰ বিৰুদ্ধে কেনেকৈ সংঘবদ্ধ হৈছিল, তাৰো বিৱৰণ

বেজবৰুৱাই দিছে। "ব্ৰাহ্মসমাজৰ অধিবেশনলৈ কোনো হিন্দু অসমীয়া গ'লেই তেওঁ হিন্দু সমাজৰ দ্বাৰা দণ্ডিত হৈছিল।"[১১] এনেস্থলত ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰা বাবে সমসাময়িক অসমীয়া সমাজৰ শুভদৃষ্টি গুণাভিৰাম বৰুৱাৰ প্ৰতি নপৰাটো স্বাভাৱিক। পুতেক জ্ঞানদাভিৰাম বৰুৱাই কৈছে, "...ব্ৰাহ্ম হোৱাৰ কাৰণে আসামৰ মানুহে আমাক তেওঁলোকতকৈ অলপ যেন আমি বেলেগ, এনে ভাবিছিল। এই দেখিয়েই পেনশ্যন লৈ দেউতাই নগাঁৱত থাকিবলৈ ভাল নেপাইছিল।"[১২] সেইজন গুণাভিৰাম বৰুৱাই সম্পাদনা কৰা কাকতখনৰ প্ৰতি স্বাভাৱিকতে সমকালিক অসমীয়াসকলে উন্নাসিকতা প্ৰদৰ্শন কৰাৰ সম্ভাৱনা নাছিল বুলিব নোৱাৰি। সেইবাবেই সেই প্ৰতিশ্ৰুতি।

গুণাভিৰাম বৰুৱাই আসাম-বন্ধুক ব্ৰাহ্মধৰ্ম প্ৰচাৰৰ বাহন বা মুখপত্ৰ হিচাপে ব্যৱহাৰ কৰিব পাৰিলেহেঁতেন। কিন্তু কাকতখনৰ স্বাৰ্থতে, অসমীয়া ভাষা-সাহিত্যৰ স্বাৰ্থতে তেওঁ তেনে কৰা দূৰৰ কথা, আসাম-বন্ধুত ব্ৰাহ্মধৰ্ম সম্পৰ্কীয় কোনো কথাকে প্ৰকাশ কৰা নাছিল। "দেশত এখান কাকত আছে থাওক। আৱশ্যক হওক বা নহওক দেশৰ গৌৰৱ ৰওক, ভাষাৰ বাট মুকলি থাওক।" সম্পাদকীয় এনে আকাংক্ষাহে আছিল আসাম-বন্ধুৰ মূল চালিকাশক্তি। সাম্প্ৰদায়িক ধৰ্মৰ পৰিৱৰ্তে গুণাভিৰাম বৰুৱাই অসমৰ পুৰণি সাহিত্য-সংস্কৃতিৰ প্ৰতিহে সমসাময়িক অসমীয়াৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ যত্ন কৰিছিল আসাম-বন্ধুৰ জৰিয়তে। "শিক্ষাৰ উন্নতি নথকা বাবেই" আৰু অনাদৰৰ ফলত পুৰণি অসমীয়া শিল্প-সাহিত্য বিশেষকৈ অসমৰ বৈষ্ণৱ সাহিত্য ধোঁৱা-চাং আৰু থাপনাৰহে সম্পদ বুলি বিবেচিত হৈছিল উনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত। আসাম-বন্ধুৰ প্ৰথমটো সম্পাদকীয় প্ৰবন্ধত কোৱা হৈছিল, "আমাৰ দেশত যিবিলাক মেল হয়, সেইবিলাকত সমাজৰ আচাৰ-ৰীতিৰ মাথোন আন্দোলন হয়। সেইবিলাক মেলত বিজ্ঞান, শিল্প, সাহিত্যৰ আন্দোলন হোৱা প্ৰথা ইয়াত সমূলি নাই। এই আন্দোলনৰ অভাব মোচন কৰিবৰ আশা কৰি আসাম-বন্ধু আগবাঢ়িব খুজিছে।" কোৱা মতেই কাম হৈছিল। বিজ্ঞান আৰু শিল্প-বিষয়ক বিভিন্ন প্ৰবন্ধ প্ৰকাশ কৰা হৈছিল আসাম-বন্ধুত। সম্পাদক গুণাভিৰাম বৰুৱাই নিজে শংকৰদেৱৰ সাহিত্যৰাজি ধোঁৱা-চাং আৰু থাপনাৰ পৰা আঁতৰাই আনি সৰ্বসাধাৰণৰ সমক্ষত দাঙি ধৰিবৰ প্ৰয়াস কৰিছিল। অৱশ্যে কোনোৱাই এনেকৈও ভাবিব বা ক'ব পাৰে যে গুণাভিৰাম বৰুৱা আছিল ষাঠিৰ দশকত দ্বিধাবিভক্ত ব্ৰাহ্মসমাজৰ তথাকথিত "ৰক্ষণশীল" দেৱেন্দ্ৰনাথ ঠাকুৰপন্থী এজন ব্ৰাহ্ম ; কেশৱ চন্দ্ৰ সেনৰ ধ্যান-ধাৰণাৰে উদ্বুদ্ধ "প্ৰগতিশীল" পন্থীৰ বিপৰীতে ব্ৰাহ্ম হৈও নিজৰ 'হিন্দু' পৰিচয় সাব্যস্ত কৰাৰ পক্ষপাতী আছিল আসাম-বন্ধুৰ সম্পাদকজন, আৰু সেই বাবেহে শংকৰী সাহিত্য-সংস্কৃতিত শৰণ। আমি পিছে সম্পাদক গুণাভিৰাম বৰুৱাৰ কথাষাৰ সৰল অৰ্থতে গ্ৰহণ কৰিছোঁ।

সৰল অৰ্থত ল'ব পৰা কথা আসাম-বন্ধুৰ আৰু আছে। "ব্যাকৰণৰ সূত্ৰ লই আমি বাক-বিতণ্ডা নকৰো" বুলি কোৱা কথাষাৰকে উদাহৰণস্বৰূপে ল'ব পাৰি। হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে 'সোঁৱৰা কথা'ত কনকলাল বৰুৱাই কৈছে, "অশুদ্ধ ভাষাৰে প্ৰবন্ধ লিখি 'আসাম নিউচ'ত ছপা কৰিবলৈ পঠোৱা লিখকসকলৰ বিলাই 'চিঠি লিখোঁতাবিলাকৰ প্ৰতি' এই স্তম্ভত ভালকৈ দেখা গৈছিল।"[১৩] 'আসাম নিউচ'ৰ সম্পাদক হেমচন্দ্ৰ বৰুৱাৰ তেনে কাৰ্যৰ ফলত সমসাময়িক বহুতো লেখক ভগ্নমনোৰথ হ'বলগীয়া হৈছিল। তাৰ বিপৰীতে সংশ্লিষ্ট বিষয়ত আসাম-বন্ধুৰ উদাৰতা মন কৰিবলগীয়া। ব্যাকৰণৰ নিয়ম-নিগড়ৰ কঠোৰতা সেই সময়ত লেখক আৰু লেখাৰ সংখ্যাবৃদ্ধিত অন্তৰায় হ'লহেঁতেন। লেখকৰ সংখ্যা আছিল তেতিয়া অতি সীমিত। অসমীয়া শিক্ষিত সম্প্ৰদায়টোৱে নিজৰ মাতৃভাষাত চিন্তা-চৰ্চা কৰাটো আছিল সেই সময়ত একপ্ৰকাৰৰ লাজৰ বিষয়। "ময় অসমীয়া ভাষা লেখা বুলি জানিলে বঙ্গালী আৰু এঙ্গলো-ইণ্ডিয়ান বন্ধুবিলাকে মোক বৰ ঠাট্টা কৰিব"[১৪] — এনেধৰণৰ হীনমন্যতাৰ বাবেই অসমীয়া লেখকৰ সংখ্যা তেতিয়া বৰ বেছি নাছিল। বেছি নাছিল লেখা বা কিতাপৰ সংখ্যাও। আসাম-বন্ধুৰ প্ৰথম বছৰৰ ১২টা সংখ্যাৰ প্ৰতিটোত গড় হিচাপত দুজনকৈ লেখকো কাকতখনৰ লগত জড়িত নাছিল। তাৰ পৰিণামস্বৰূপে সম্পাদকে নিজে নাম-বেনাম-ছদ্মনামত বিভিন্ন ধৰণৰ লেখাৰে ৩২ পিঠীয়া কাকতখনৰ পেট-পূৰাবলগীয়া হৈছিল। যথেষ্টসংখ্যক লেখক নোহোৱা বাবেই নিশ্চয় ১৮৮৬ চনত প্ৰকাশ পোৱা 'মৌ' কাকতৰ প্ৰতিটো সংখ্যাৰ সকলোবোৰ প্ৰবন্ধ (এটাৰ বাহিৰে) লিখিবলগীয়া হৈছিল সম্পাদক বলিনাৰায়ণ বৰাই নিজে।[১৫] অৱশ্যে আৰম্ভণিৰে পৰা মৌৰ ভূমিকা প্ৰতিক্ৰিয়াশীল হোৱা বাবেও যে মৌৰ প্ৰতি সমসাময়িক লেখক-সমাজৰ মমত্ববোধ জাগি উঠা নাছিল, সেই কথাও পাহৰিব নোৱাৰি।

যি ধৰণৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ জৰিয়তে দেশ বা জাতিৰ সৰ্বাংগীন উন্নতি সাধিত হয়, তেনে ধৰণৰ

অনুষ্ঠান-প্ৰতিষ্ঠান আসাম-বন্ধুৰ সমকালত অসমত নাছিল। সম্পাদকীয়ভাৱে কাকতখনত কোৱা হৈছে, "দুৰ্ভগীয়া আসাম দেশত এইবিলাকৰ অনুষ্ঠান নোহোৱা বাবে ইয়াৰ মানুহৰ মন নিচেই সংকীৰ্ণ।" প্ৰিয়লাল বৰুৱাৰ উদ্যোগত ১৮৫৫ চনত 'আসাম দেশ হিতৈষিণী সভা', আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাৰ যুটীয়া উদ্যোগত ১৮৫৭ চনত নগাঁৱত 'জ্ঞান প্ৰদায়িনী সভা', গংগাগোবিন্দ ফুকনৰ উদ্যোগত ১৮৬৭ চনত গুৱাহাটীত 'আসাম এছচিয়েছন', মাইলছ্ ব্ৰনছন আৰু ফটিকচন্দ্ৰ বৰুৱাৰ উদ্যোগত ১৮৭২ চনত নগাঁৱত 'আসাম লেংগুইজ ইমপ্ৰুভমেণ্ট ছোচাইটী' স্থাপিত হৈছিল[১৬] যদিও আশীৰ দশকত বা তাৰো পূৰ্বে সেই আটাইবোৰেই লুপ্ত অথবা নিষ্ক্ৰিয় হৈ পৰিছিল। আমি পূৰ্বে উল্লেখ কৰি অহা ৰাজনৈতিক অনুষ্ঠানকেইটাৰো ভূমিকা তেতিয়া আছিল তেনেই অকিঞ্চিৎকৰ। উল্লিখিত অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে বিজ্ঞান, শিল্প, সাহিত্য আদিৰ ক্ষেত্ৰত বাঞ্ছিত আলোড়ন সৃষ্টি কৰিব নোৱৰা বাবেই, "এই আন্দোলনৰ অভাৱ মোচন"ৰ বাবেই আৰু "আন্দোলনৰ দ্বাৰায় জ্ঞানৰ উন্নতি" সাধন কৰিবৰ বাবেই হৈছিল আসাম-বন্ধুৰ জন্ম।

কিন্তু "অসমত কাকতৰ গতি কচুপাতত পানীটুপিৰ দৰে।" এনে করুণ উপলব্ধিৰ অন্তৰালত আসাম-বন্ধুৰ অকাল মৃত্যুৰ বেদনাও নিহিত হৈ আছে। বছৰ-লেখেৰে আসাম-বন্ধু প্ৰকাশ পাইছিল দুবছৰ, মাহ-লেখেৰে ১৬ মাহ, আৰু সংখ্যা-লেখেৰে ১৪টা সংখ্যা। প্ৰথম খণ্ডত অৰ্থাৎ প্ৰকাশনৰ প্ৰথমটো বছৰত কাকতখনৰ ১২টা আৰু দ্বিতীয় খণ্ডত (প্ৰকাশনৰ দ্বিতীয়টো বছৰত) মাত্ৰ ২টা সংখ্যা প্ৰকাশ পাইছিল। প্ৰথম খণ্ডৰ প্ৰতিটো সংখ্যা একো একোটা অসমীয়া মাহত প্ৰকাশ পোৱা বুলি, আৰু দ্বিতীয় খণ্ডৰ দুয়োটা সংখ্যা দুমহীয়াকৈ (যথাক্ৰমে, ১ম-২য় সংখ্যা মাঘ-ফাগুন, আৰু ৩য়-৪ৰ্থ সংখ্যা চ'ত-বহাগ) প্ৰকাশ পোৱা বুলি দেখুৱা হৈছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে আসাম-বন্ধুৰ ১৬টা সংখ্যা প্ৰকাশ পায়[১৭] বুলি কৈছে। ডিম্বেশ্বৰ নেওগেও একেটা কথাকে দোহাৰিছে।[১৮] কিন্তু কথাটো তেনেকুৱা নহয়। দ্বিতীয় খণ্ডৰ সংখ্যা দুটাৰ শীৰ্ষভাগত যথাক্ৰমে "১/২ সংখ্যা" আৰু "৩য়-৪ৰ্থ সংখ্যা" বুলি মুদ্ৰিত হোৱা বাবেই নিশ্চয় তেনেকৈ কোৱা হৈছে। দৰাচলতে দ্বিতীয় বছৰত বা দ্বিতীয় খণ্ডত কাকতখন যেন দুমহীয়া হৈ পৰিল, আৰু চাৰিটা মাহত দুটা সংখ্যাহে ওলাল। প্ৰসংগক্ৰমে আন এটা কথা এইখিনিতে কৈ থোৱা প্ৰয়োজন। নগেন শইকীয়াৰ দ্বাৰা পুনঃ সংকলিত-সম্পাদিত আসাম-বন্ধুৰ পুনৰ্মুদ্ৰণটোত দ্বিতীয় খণ্ডৰ প্ৰথমটো সংখ্যা ৭২ পিঠীয়া; আৰু দ্বিতীয় তথা অন্তিম (৩য়-৪ৰ্থ) সংখ্যাটো ৭০ পিঠীয়া ৰূপত পোৱা গৈছে। আমাৰ বোধেৰে দ্বিতীয়টো সংখ্যাও ৭২ পিঠীয়া আছিল, আৰু সেয়ে হ'লে প্ৰকাশিত আসাম-বন্ধুৰ মুঠ তথা অন্তিম পৃষ্ঠা-সংখ্যা ৫৭৬ হোৱাৰ সম্ভাৱনা আছে। আমি এনেকৈ ভবাৰ কাৰণ এয়ে যে প্ৰথম খণ্ডৰ প্ৰতিটো সংখ্যাত ৰক্ষিত হোৱাৰ দৰে দ্বিতীয় খণ্ডৰ দুয়োটা সংখ্যাৰ আকাৰ-সমতা ৰক্ষিত হোৱা নাই। সংশ্লিষ্ট সংখ্যাটোৰ মুদ্ৰণত মাত্ৰ দুটা পৃষ্ঠা কম হোৱাৰ কোনো পাৰ্থিৱ কাৰণ থাকিব নালাগে। কাকতখনত মুদ্ৰিত প্ৰতিটো লেখাৰে শেহত প্ৰদৰ্শিত সমাপ্তিসূচক ৰেখাডাল এই পৃষ্ঠাটোত নাই। গতিকে সংকলনটোৰ শেহৰ লেখাটোৰ মুদ্ৰণ-পূৰ্ণতা ৫৭৬ (নতুবা ৫৭৫) পৃষ্ঠাতহে ঘটিছে বুলিব পাৰি।

মুঠেই ১৪টা সংখ্যা প্ৰকাশ পোৱাৰ পাছতে, ১৮০৭-৮ শকৰ চ'ত-বহাগ সংখ্যাটো (১৮৮৬ খ্ৰীষ্টাব্দৰ মাৰ্চ-এপ্ৰিল সংখ্যা) প্ৰকাশ পোৱাৰ লগে লগে আসাম-বন্ধুৰ গতি বন্ধ হৈ গ'ল। অৰুনোদই (১৮৪৬-১৮৮২) আৰু আসাম-বিলাসিনীৰ (১৮৭১-১৮৮৩) বাহিৰে ঊনবিংশ শতিকাৰ প্ৰতিখন অসমীয়া কাকতৰ দৰেই আসাম-বন্ধুৰো অকাল মৃত্যু ঘটিল। পিছে অকালহে, আকস্মিক মৃত্যু নহয়। মৰণৰ পূৰ্ব লক্ষণ প্ৰকাশ পাইছিল দুমাহৰ পূৰ্বেই। দ্বিতীয়টো খণ্ডৰ প্ৰথম সংখ্যাতে সম্পাদকীয় লেখাত প্ৰকাশ পোৱা কথাখিনিলৈ আমি এই প্ৰসংগত আঙুলিয়াব খুজিছোঁ। সম্পাদকে নিজে কৈছে, "নানা কাৰণত আমাৰ দেশত আমাৰ মাতৃভাষাৰ সাময়িক পত্ৰ দীৰ্ঘকাল স্থায়ী নহয়। নহবৰ কাৰণো অনেক। সাময়িক পত্ৰ লব পৰা মানুহৰ যি সংখ্যা তাৰ অনেকেই ইংৰাজী আৰু বাংগালা পত্ৰ লয়। আৰু তাৰ দ্বাৰাই সাময়িক পত্ৰৰ বাবে যি অভাৱ সি গুচে।"

সাময়িক পত্ৰ লব পৰা মানুহ বোলোঁতে সমসাময়িক শিক্ষিত আৰু যোত্ৰৱান লোকৰ কথাকে কৈছে বুলিব পাৰি। ১৮৬৯ চনৰ পৰা ১৮৮১ চনলৈকে সমগ্ৰ অসমতে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ ছাত্ৰ আছিল মাত্ৰ ১০৭ গৰাকী। ১৮৮২ আৰু ১৮৮৬ চনৰ মাজৰ কালছোৱাত অসম উপত্যকাৰ পৰা মাত্ৰ ৪১ জন ছাত্ৰহে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈছিল।[১৯] এই পৰিসংখ্যাটোৱে তেতিয়াৰ শিক্ষিত অসমীয়াৰ যিখন ছবিৰ আভাস দিয়ে, সেই ছবিখন মুঠেই প্ৰেৰণাদায়ক নহয়। আশীৰ দশকটোত নগাঁও নগৰৰ সাৰস্বত সমাজখনৰ কথাও এইখিনিতে মনলৈ আনিব পাৰি। নগাঁও হাইস্কুলৰ এসময়ৰ হেডমাষ্টৰ ৰামেশ্বৰ সেনে

তেওঁৰ আত্মজীৱনীত [২০] উক্ত সময়ছোৱাত নগাঁও নগৰৰ উল্লেখযোগ্য অসমীয়া আৰু বঙালী ভদ্ৰলোকসকলৰ কথা কওঁতে অসমীয়া মাত্ৰ আঠজন লোকৰ নামহে উল্লেখ কৰিছে। সেই লোকসকল হ'ল জখলাবন্ধা সত্ৰৰ ৰঘুদেৱ গোস্বামী, শুকদেৱ গোস্বামী আৰু চন্দ্ৰহাস গোস্বামী, ৰেভিনিউ চুপাৰিন্‌টেণ্ডেণ্ট নন্দীশ্বৰ ফুকন, জুডিচিয়েল চুপাৰিন্‌টেণ্ডেণ্ট বাপুৰাম শৰ্মা, হেডক্লাৰ্ক চন্দ্ৰকান্ত বৰুৱা, আৰু "ৰায় গুণাভিৰাম বড়ুৱা বাহাদুৰ একষ্ট্ৰা এসিষ্ট্যাণ্ট কমিসনাৰ।" অৱশ্যে সেইসকলৰ লগতে নগাঁও হাইস্কুলৰ শিক্ষক ধৰ্মেশ্বৰ গোস্বামী, যোগেশ্বৰ মহন্ত, তুলসীৰাম শৰ্মা; স্কুলখনৰ কৃতী ছাত্ৰ ৰত্নধৰ বৰুৱা, কমলচন্দ্ৰ শৰ্মা, কৈলাশ নাথ শৰ্মা, হেমচন্দ্ৰ গোস্বামী আৰু বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্যৰ নামো যোগ দিব পাৰি। স্থানান্তৰত [২১] বেণুধৰ শৰ্মাই কোৱা মতে নগাঁৱা যিসকল সাহিত্যিকৰ গুণাভিৰাম বৰুৱা আছিল মধ্যমণি স্বৰূপ, সেইসকল হ'ল দাৰ্শনিক পণ্ডিত ব্ৰহ্মানন্দ গোস্বামী, কবি ভোলানাথ দাস, কবি-নাট্যকাৰ-প্ৰবন্ধকাৰ ৰত্নেশ্বৰ মহন্ত, "মুকলিমূৰীয়া চিন্তাশীল লিখক" পদ্মহাস গোস্বামী, 'বঙাল-বঙালনী'ৰ নাট্যকাৰ ৰুদ্ৰৰাম বৰদলৈ, 'উজুপাঠ' ৰচয়িতা বলদেৱ মহন্ত, 'অসমীয়া ব্যাকৰণ' লিখক মহদানন্দ ভট্টাচাৰ্য, প্ৰবন্ধকাৰ নৰনাথ মহন্ত, মৌ কাকতৰ সম্পাদক বলিনাৰায়ণ বৰা, পাঠ্যপুথি বাছনী সমিতিৰ সদস্য চন্দ্ৰহাস ভূঞা, আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ কন্যা পদ্মাৱতী দেৱী ফুকননী। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য কবিৰত্নৰ নামো এই ক্ষেত্ৰত আমাৰ মনলৈ আহে। এইসকলৰ সকলোৱেই যদি আসাম-বন্ধুৰ গ্ৰাহক-পাঠক হ'লহেঁতেন, আৰু অসমৰ অন্যান্য নগৰৰো এনে একোখন সমাজ যদি আসাম-বন্ধুৰ পিছত থিয় দিলেহেঁতেন! সকলোৰে সহায়-সহযোগিতা যে কাকতখনে পোৱা নাছিল, তাৰ প্ৰমাণ ১৪টা সংখ্যাৰ লিখক-তালিকাখনেও দিব পাৰে।

অসমীয়াৰ উপৰি অসমস্থ বঙালীসকলৰো সাৰস্বত সমাজ একোখন অসমৰ বিভিন্ন নগৰত আছিল। নগাঁৱত বসবাস কৰা সমকালীন বঙালী ভদ্ৰলোকৰ তালিকাত ৰামেশ্বৰ সেনে ১২জনৰ নাম লৈছে। সেইকেইজন হ'ল— নগাঁও হাইস্কুলৰ তেতিয়াৰ অৱসৰপ্ৰাপ্ত হেডমাষ্টৰ জন্মেজয় দাস, হেড মাষ্টৰ হাৰান চন্দ্ৰ চট্টোপাধ্যায়, উকীল ৰামদুৰ্লভ মজুমদাৰ, জানকীনাথ সেন আৰু ৰাজগোবিন্দ সোম, বঙলা স্কুলৰ হেড পণ্ডিত গুৰুনাথ দত্ত, পুলিচ উপ-পৰিদৰ্শক ৰাসবিহাৰী সেন, ব্যৱসায়ী মধুসূদন সেনগুপ্ত, নাজিৰ নন্দকিশোৰ বসু, নগাঁও হাইস্কুলৰ পণ্ডিত আনন্দমোহন বসু, পোষ্ট মাষ্টৰ উমেশচন্দ্ৰ চট্টোপাধ্যায় আৰু মোক্তাৰ জগতচন্দ্ৰ দত্ত। ৰামেশ্বৰ সেনে নল'লেও আমি আন এজন বঙালী ভদ্ৰলোকৰ নাম ল'ব পাৰোঁ, তেখেত অসমীয়া ল'ৰাৰ নিমিত্তে ব্যাকৰণ ৰচয়িতা আৰু নগাঁও বঙলা স্কুলৰ পণ্ডিত দীনবন্ধু তৰ্কালংকাৰ। সম্পাদক গুণাভিৰাম বৰুৱাই ক'বৰ দৰে এওঁলোক নিশ্চয় "উচ্চ শ্ৰেণীৰ লোক", ইংৰাজী আৰু বঙলা পত্ৰ লোৱা লোক। "উচ্চ শ্ৰেণীৰ লোকৰ আমাৰ ভাষাৰ পত্ৰৰ প্ৰতি আদৰ নাই।" নাথাকিবৰে কথা। অসমীয়া লোকৰে যে অনেকেই অসমীয়া পত্ৰৰ গ্ৰাহক-পাঠক হ'বৰ বেলিকা নাক কোঁচাইছিল, সদানন্দৰ (লম্বোদৰ বৰাৰ) কথাই তাৰ প্ৰমাণ। আসাম-বন্ধুৰ সম্পাদকলৈ সদানন্দই লিখিছিল, "আপোনাৰ কাকত অসমীয়া; নহয় বঙলা, নহয় ইংৰাজী; সদানন্দৰ মাতৃভাষা লেখা, কোৱা বা পঢ়া Beneath his dignity, (বৰ অপমানৰ কাম)।" পিছে, এনে অৱস্থা কেৱল অসমতে নহয়, বিৰাজ কৰিছিল বংগদেশতো। 'বংগদৰ্শন'ৰ সূচনাত বংকিমচন্দ্ৰই ১৮৭২ চনত এনেকৈ লিখিছিল বোলে লেখা-পঢ়াৰ কথা দূৰতে থাওক, নতুন শিক্ষিত সম্প্ৰদায়টোৱে কোনো কামকে বঙলা ভাষাৰে নকৰে। বিদ্যালোচনা হয় ইংৰাজীত। সাধাৰণ কাম-কাজ, সভা-সমিতি, বক্তৃতা-কাৰ্যবিৱৰণি, সকলো ইংৰাজীতে। [২২] ৰাজনাৰায়ণ বসুৱেও কৈছে বোলে সামান্য চিঠি এখন লিখিবলৈ হ'লেও তেতিয়াৰ বঙালীয়ে ইংৰাজী ভাষাতহে লিখিছিল। মাতৃভাষা সম্বন্ধীয় যিকোনো কথাকে সম্পূৰ্ণ অকিঞ্চিৎকৰ জ্ঞান কৰাটো তেতিয়া বঙালীৰ জাতীয় স্বভাৱত পৰিণত হৈছিল। [২৩] শতিকাটোৰ শেহৰটো দশকত (১৩০১ বংগাব্দত) ৰবীন্দ্ৰনাথেও আক্ষেপৰ সুৰত কবলগীয়া হৈছিল এই বুলি যে দেশীয় ভাষাৰ প্ৰতি সাধাৰণৰ আদৰ নাই আৰু সাহিত্যৰ প্ৰতিও সাধাৰণৰ অনুৰাগ নিচেই কম। [২৪]

সি যি হওক, উক্ত নগাঁৱা বঙালী সমাজৰ এজনো আসাম-বন্ধুৰ গ্ৰাহক-পাঠক নোহৈছিল বুলি কোৱাটো বা ভবাটো সমীচিন নহ'ব। সেই ভদ্ৰলোকসকলৰ ভিতৰত জানকীনাথ সেন আৰু জন্মেজয় দাস আছিল অসমীয়াৰ জোঁৱাই। জানকীনাথ সেন অসমীয়া ভাষাৰ হকে যুঁজ দিওঁতাসকলৰ শাৰীতো থিয় দিছিল। ৰামেশ্বৰ সেনৰ দৃষ্টিত নপৰা ৰামলোচন সেন নামৰ নগাঁৱৰ আন এজন বঙালীও জানকীনাথ সেনৰ পিছতে থিয় দি আছিল যুঁজখনত। নগাঁৱৰ "উচ্চ শ্ৰেণীৰ লোক"সকলৰ মাজৰ অন্ততঃ এই তিনিজন আৰু দীনবন্ধু তৰ্কালংকাৰ আসাম-বন্ধুৰ গ্ৰাহক-পাঠক আছিল বুলি অনুমান কৰাৰ

থল আছে। তথাপি আসাম-বন্ধুৰ গ্ৰাহক-পাঠকৰ সংখ্যা আশানুৰূপ নাছিল।

গ্ৰাহক-পাঠকৰ সমাজখনৰ ওপৰতে কাকত এখনৰ জীৱন-কালৰ হ্ৰস্ব-দীৰ্ঘতা নিৰ্ভৰশীল। দেশৰ জনসংখ্যাৰ উপৰি জনসাধাৰণৰ আৰ্থিক অৱস্থাটোও এখন কাকতৰ আয়ুৰেখাৰ পৰিমাপ-নিৰ্ণায়ক। কিন্তু "আমাৰ দেশ ক্ষুদ্ৰ। প্ৰজাসংখ্যা তাকৰ। আমাৰ ধনী লোকৰ সংখ্যা তাকৰ।"— এয়া আসাম-বন্ধুৰ সম্পাদকীয় দুশ্চিন্তা। ১৮৭৪ চনত অসমক বংগদেশৰ পৰা আঁতৰাই নতুন প্ৰশাসনিক গাঁথনি এটাৰ অধীনলৈ অনা হ'ল। অসমৰ আয়তন আছিল তেতিয়া ৪১,৭৯৮ বৰ্গ মাইল, জনসংখ্যা আছিল ৪১,৩২,০১৯, অসমৰ প্ৰতি বৰ্গমাইল ভূমিত ৯৯ গৰাকী মানুহে বসবাস কৰিছিল মাত্ৰ।[২৫] ১৮৮০ চনত অসমৰ লোকসংখ্যা হ'লহি পঞ্চাছ লাখ। তাৰ একচতুৰ্থাংশহে আছিল খাচ অসমীয়া।[২৬] তেওঁলোকৰো আকৌ পেটে-ভাতে খাই থাকিব পৰা লোকৰ সংখ্যাহে আছিল বেছি। হাণ্টাৰ চাহাবে অসমৰ পৰিসংখ্যাগত প্ৰতিবেদন যুগুতাওঁতে অসমৰ ধনী মানুহৰ সংখ্যা ভালকৈ ক'ব পৰা নাই। কামৰূপ জিলাৰ মানুহৰ আৰ্থিক অৱস্থাৰ বৰ্ণনা দিওঁতে সত্তৰৰ দশকত জিলাখনত ধনী মানুহ কেইজনমানহে থকাৰ কথা কৈছিল। আসাম-বন্ধুৰ সম্পাদকেই কৈছে বোলে "মাটি চাহ কৰি স্বচ্ছন্দে খাই-বৈ থাকিব পৰা আৰু চাহ কৰাৰ প্ৰয়োজনীয় বস্তু থকা লোককে আমি 'চহকি' বোলো।"

আসাম-বন্ধুৰ ভাষা আৰু ৰুচিও সমসাময়িক বহুতো লোকৰ বাবে গ্ৰহণযোগ্য নাছিল। সম্পাদকে নিজেই কৈছে, "অনেকে আমাৰ ভাষা আৰু ৰুচিৰ প্ৰতি দোষ আৰোপে। অনেকে আমাক বঙালীৰ গাত আউজা বুলি ইতিকিং কৰে। আৰু আমাক আশ্ৰয় দিবলৈ কৃপণালি কৰে।"[২৭] আখৰ-জোঁটনি আৰু ব্যাকৰণৰ নিকপ-কপীয়া বান্ধোন এইখন কাকতত নথকাটোৱেই এনে অভিযোগ আৰু ইতিকিংৰ হেতু। আনহাতে, কনকলাল বৰুৱাই কোৱা মতে, ব্যাকৰণিক নিয়মৰ কঠিন নিগড় নথকা বাবেই "আসাম-বন্ধু বহুত ন লিখাকৰ আদৰৰ ধন আছিল।" কিন্তু আসাম-বন্ধুৰ জন্মৰ প্ৰায় দুবছৰমান পূৰ্বৰে পৰা চলি অহা 'আসাম নিউচ' (১৮৮২-১৮৮৫) কাকত আছিল সেই বিষয়ত সচেতন আৰু কঠোৰ। কাকতখনৰ সম্পাদক হেমচন্দ্ৰ বৰুৱা আৰু তেওঁৰ ৰীতিৰ অনুগামীসকলে নিশ্চয় আসাম-বন্ধুৰ সেই উদাৰতা বা উদাসীনতাক অক্ষমণীয় অপৰাধ বুলি ভাবিয়েই কাকতখনৰ প্ৰতি আগ্ৰহ নেদেখুৱাইছিল। কনকলাল বৰুৱায়েই কৈছে, "আসাম-বন্ধুৰ ভুল আখৰ-জোঁটনি দেখি কতদিন হেমচন্দ্ৰ বৰুৱাক মুখ বিকটা-বিকটি কৰা দেখিছোঁ; কিজানি সেই সময়ত গুণাভিৰাম বৰুৱাৰ লগ পোৱা হ'লে তেওঁ ভালকৈ কেইআষাৰমান কথা শুনাই দিলেহেঁতেন।"[২৮] আসাম-বন্ধুৱে ৰ-স্থলত ৱ, ড়; ৱ-স্থলত য়, হ-স্থলত স, ৈ-স্থলত অই ব্যৱহাৰ কৰিছিল। তিৰোতা, মই, পোছাক আদি কিছুমান শব্দ কাকতখনত প্ৰকাশ পাইছিল তিকতা, ময়, পোষাক আদি ৰূপত। ভুল আখৰ-জোঁটনি বোলোঁতে এইবোৰকে বুজোৱা হৈছে যেন লাগে। কলিকতীয়া ছপাশাল আছিল আসাম-বন্ধুৰ চেৰাশালি, অসমীয়া আৰু বঙলা ভাষাৰ পাৰ্থক্য নজনা বঙালী কৰ্মচাৰী আছিল আসাম-বন্ধুৰ মুদ্ৰক আৰু আৰ্হি-কাকত-সংশোধক। আসাম-বন্ধুৰ দুজনমান লেখকো আছিল বঙালী। তদুপৰি প্ৰথম খণ্ডৰ তৃতীয় সংখ্যাত প্ৰকাশিত 'বঙালী' শীৰ্ষক প্ৰবন্ধত সম্পাদক গুণাভিৰাম বৰুৱাই পাৰস্পৰিক আদান-প্ৰদানৰ জৰিয়তে শিক্ষিত আৰু সজ্জ বঙালীৰ লগত সম্পৰ্ক স্থাপন কৰিবলৈ অসমীয়াসকলক আহ্বান জনাইছিল। এনে ধৰণৰ বঙালী-নিৰ্ভৰতাৰ বাবেই আসাম-বন্ধু বা তাৰ সম্পাদক ইতিকিংৰ পাত্ৰ হৈছিল যেন লাগে। তেনেবোৰ "ত্ৰুটী"ৰ বাবে সহৃদয় গ্ৰাহক পাঠকে "ক্ষমা বিস্তাৰ" কৰাটো আসাম-বন্ধুৱে কামনা কৰিছিল যদিও তেনে ধৰণৰ ক্ষমাৰ পৰা কাকতখন বঞ্চিত হ'ল। মুঠেই ডেৰ বছৰ কাল জীৱিত থাকিয়েই আৰু মাত্ৰ ১৪বাৰ ভুমুকি মাৰিয়েই আসাম-বন্ধুৰ প্ৰকাশ চিৰকালৰ বাবে বন্ধ হৈ গ'ল।

বছৰচেৰেক বেছিকৈ জীয়াই থাকিবলৈ পোৱা হলে "ন লিখাকৰ আদৰৰ ধন" আসাম-বন্ধুৱে যে নতুন লেখক-সমাজ এখন গঢ়ি তুলিব পাৰিলেহেঁতেন, সেই কথা ডাঠি ক'ব পাৰি। মাত্ৰ ডেৰ বছৰ কালৰ ভিতৰতে কাকতখনে কেইবাগৰাকীও অসমীয়া লেখকক সাহিত্যিক প্ৰতিষ্ঠা দান কৰিলে। কমলাকান্ত ভট্টাচাৰ্য, ভোলানাথ দাস আৰু লম্বোদৰ বৰাৰ সাহিত্যিক প্ৰতিভাৰ প্ৰকাশ আসাম-বন্ধুৰ পৰৱৰ্তী কালতে, অৰুনোদই আৰু আসামবিলাসিনীৰ পাতত ঘটিছিল যদিও তেওঁলোকৰ প্ৰতিভাৰ শলিতাগছি নুনুমুৱাকৈ ৰাখিলে আসাম-বন্ধুৱেহে। জোনাকী যুগৰ ত্ৰিমূৰ্তিৰ দুজন লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী নিশ্চিতভাৱে আসাম-বন্ধুৰে অৱদান। তেওঁলোকৰ "ছাত্ৰ-ৰচনা" প্ৰকাশ কৰি আসাম-বন্ধুৱে পৰৱৰ্তী কালৰ সাহিত্যৰথীজন আৰু পণ্ডিতজনৰ সাহিত্যিক জীৱনৰ ভেটি বান্ধি দিছিল। গুণাভিৰাম বৰুৱাৰ সম্পাদনাত আসাম-বন্ধুৰ লেখীয়া কাকত এখন প্ৰকাশ নোপোৱা

হ'লে ৰত্নেশ্বৰ মহন্তৰ লেখীয়া কবি আৰু সমাজ-চিন্তক প্ৰবন্ধকাৰ এজনৰ জন্মই নহ'লহেঁতেন; জন্ম নহ'লহেঁতেন সত্যনাথ বৰা আৰু পদ্মাৱতী দেৱী যুকননীৰ প্ৰতিভাৰো। উল্লিখিতসকলৰ উপৰি ন-পুৰণি আৰু খ্যাত-অখ্যাত যিসকল ব্যক্তিৰ লেখা আসাম-বন্ধুৰ পাতত প্ৰকাশ পাইছিল, সেইসকলে পৰৱৰ্তী কালৰ অসমীয়া ভাষা-সাহিত্যৰ বিভিন্ন দিশত নিজ নিজ বৰঙণি আগবঢ়াই গৈছে। নগেন শইকীয়াই যথাৰ্থভাৱে এযাৰ কথা কৈছে যে অসমৰ সৰ্বাংগীন উন্নয়নৰ অৰ্থে আন্দোলন এটা গঢ়ি তোলাটো আসাম-বন্ধুৰ মূল উদ্দেশ্য আছিল যদিও প্ৰতিভা সৃষ্টি কৰা আৰু প্ৰকাশ কৰাৰ প্ৰতি থকা প্ৰবণতাহে আসাম-বন্ধুত পৰিলক্ষিত হয় বেছিকৈ।[২৯]

আসাম-বন্ধুত প্ৰকাশিত বিভিন্ন ধৰণৰ লেখাসমূহৰ মাজত শেহ উনবিংশ শতিকাৰ অসমীয়া সমাজ-জীৱন সোমাই আছে। সমকালীন অসমীয়া সমাজজীৱনৰ দূষণ-ভূষণ, সততা-শঠতা, হাঁহি-কান্দোন, আকাংক্ষা-হতাশা আদিৰ প্ৰতিফলন ঘটিছে আসাম-বন্ধুত। অসমৰ ৰাজনৈতিক দৃশ্যপটটো অৱশ্যে আসাম-বন্ধুৱে ধৰিব নোৱাৰে। শাসন, বিচাৰ আদি ৰাজনৈতিক বিষয় সম্পৰ্কত হস্তক্ষেপ কৰিব নোখোজাৰ কথা কাকতখনে পোনতেই সদৰি কৰি থৈছে। সেই দিশত কাকতখনৰ মৌনতা, নিস্পৃহতা বা নিষ্ক্ৰিয়তাৰ কাৰ্য-কাৰণ সম্পৰ্কটোৰ আভাস আমিও পূৰ্বে দি আহিছোঁ।

যেতিয়া ১৮৭৪ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত "অসম দেশ এজনা চীফ বা প্ৰধান কমিশ্যনাৰৰ অধীন কৰা হই ইয়াৰ কৰ্তৃত্বভাৰ ভাৰতবৰ্ষৰ গবৰ্ণৰ জেনেৰেলে আপোনাৰ হাতত ললে,"[৩০] তেতিয়াৰ পৰাই, প্ৰশাসনিক দিশত বংগৰ পৰা অসম পৃথক হ'বৰ পৰাই অসমৰ সমাজ-সংস্কৃতিৰ ৰূপান্তৰ ঘটিব লাগিছিল, যুগান্তৰ ঘটিব লাগিছিল। কিন্তু ফলিতাৰ্থত সেয়ে হৈ নুঠিল। প্ৰায় দুকুৰি বছৰ কাল বংগৰ লগত সাঙুৰি লৈ অসমক শাসন কৰাৰ ফলত অসমৰ জাতীয় জীৱনত যিবোৰ যুগলক্ষণ প্ৰকাশ পালে, নতুন প্ৰশাসন ব্যৱস্থা আৰম্ভ হোৱাৰ লগে লগেই সেই লক্ষণবোৰ নোহোৱা হোৱা নাছিল। যেন "আইসকল" গ'ল; কিন্তু আই-সাঁচ গাত কিছুদিনলৈ ৰ'ল। সেইবোৰ সাঁচৰে প্ৰতিফলন ঘটিছে আসাম-বন্ধুৰ বুকুত।

কৰ্ণেল কীটিঙে পোনপ্ৰথম চীফ কমিছনাৰ হৈ অসমৰ শাসনভাৰ হাতত ল'লে। তাৰ প্ৰায় এবছৰ পূৰ্বে ১৮৭৩ চনৰ জুলাই মাহৰ ২৫ তাৰিখে বংগ চৰকাৰৰ বিচাৰ বিভাগে ১৮৩৭ চনৰ ২৯ আইন যোগে অসমৰ আদালতৰ পৰা বঙলা ভাষাৰ অপসাৰণ ঘটাই প্ৰায় দুকুৰি বছৰৰ মূৰত অসমীয়া ভাষাক অসমত পুনৰ্সংস্থাপন দিলে। ১৮৭৮ চনত অসমৰ চীফ কমিছনাৰ হ'ল ছাৰ এ. চি. বেলী। পদ্মনাথ গোহাঞিবৰুৱাই কোৱা মতে, "অসমৰ উন্নতিৰ অৰ্থে তেওঁ ভালেমান পুৰুষাৰ্থ কৰিছিল।"[৩১] আশীৰ দশকটোৰ আদিৰে পৰা ১৮৮৫ চনৰ ২২ ফেব্ৰুৱাৰীলৈকে অসমৰ চীফ কমিছনাৰ আছিল চাৰ্লচ ইলিয়ট চাহাব। গোহাঞিবৰুৱাৰ কথাৰেই আকৌ ক'লে এনেকৈ কব লাগিব, "তেওঁ এজন অতি মৰমিয়াল আৰু বিদ্যোৎসাহী শাসনকৰ্তা আছিল। তেওঁৰ শাসনৰ কালত অসমত শিক্ষাৰ বিস্তৰ উন্নতি হয়"।[৩২] ১৮৮৫ খ্ৰীষ্টাব্দৰ ২৩ ফেব্ৰুৱাৰীৰ পৰা ১৮৮৭ খ্ৰীষ্টাব্দৰ ৩১ অক্টোবৰলৈকে অসমৰ স্থানাপন্ন চীফ কমিছনাৰ আছিল ডব্লু. ই. ৱাৰ্ড। এওঁৰ শাসন কালত অসমৰ জাতীয় জীৱনত একাধিক গুৰুত্বপূৰ্ণ ঘটনা ঘটিছিল। কিন্তু আসাম-বন্ধুতহে সিবোৰৰ কোনো চিন পাবলৈ নাই।

ৰাজনৈতিকভাৱে নতুন প্ৰশাসনীয় ব্যৱস্থাৰ অধীনলৈ অহাৰ লগে লগে অসমৰ আমূল পৰিৱৰ্তন ঘটা নাছিল যদিও এইটো মন কৰিবলগীয়া কথা যে এজন পৃথক চীফ কমিছনাৰৰ অধীনলৈ অহাৰ পূৰ্বৱৰ্তী আৰু পৰৱৰ্তী অৱস্থাৰ মাজৰ পাৰ্থক্য বৰ কম নাছিল। যাতায়াতৰ দিশত ১৮৬০ খ্ৰীষ্টাব্দলৈকে পৰিলক্ষিত হোৱা অসমৰ অনগ্ৰসৰতাই কমিছনাৰ কৰ্নেল হপ্‌কিন্‌ছনৰো দৃষ্টি আকৰ্ষণ কৰিছিল। ১৮৬১ খ্ৰীষ্টাব্দত হপ্‌কিন্‌ছনে কোৱা মতে অসমত যাতায়াতৰ অসুবিধা ইমানেই বেছি আছিল যে দুশ বা তিনি শ মাইল বাট অতিক্ৰম কৰিবলৈ এমাহ সময়ৰ প্ৰয়োজন হৈছিল। কিন্তু অসমৰ বাবে নতুন প্ৰশাসনীয় গোট স্থাপিত হোৱাৰ পাছৰে পৰা অসমত যাতায়াতৰ, জল আৰু স্থল-পৰিবহণ ব্যৱস্থাৰ প্ৰভূত উন্নতি সাধিত হ'ল। ১৮৭৫ চনৰ পৰা জলপথৰ সম্প্ৰসাৰণ ঘটিবলৈ ধৰিলে। ১৮৭৮ চনৰ পৰা আই. জি. এছ. এন. (Indian General Steam Navigation) কোম্পানী আৰু আৰ. এছ. এন. (River Steam Navigation) কোম্পানীৰ পাৰস্পৰিক প্ৰতিযোগিতাৰ ফলত জলপথেদি যাতায়াতৰ সুবিধা পূৰ্বতকৈও বাঢ়িল। ১৮৮৩ চনত দুয়োটা কোম্পানীৰ উদ্যোগত যাতায়াতৰ সুবিধা ইমান বৃদ্ধি পালে যে গোৱালগুৱৰ পৰা ডিব্ৰুগড় পাবলৈ ব্ৰহ্মপুত্ৰইদি সময় লাগিছিল মুঠেই এসপ্তাহ।[৩৩]

১৮৭৭ চনত গুৱাহাটী-শ্বিলং পথ যান-বাহন চলিব পৰাকৈ মুকলি কৰাটো আৰু ১৮৮২ চনত ডিব্ৰু-শদিয়া ৰেল-পথ মুকলি হোৱাটোও নতুন প্ৰশাসনীয় ব্যৱস্থাৰ শুভ পৰিণাম বুলিব পাৰি। সন্দেহ নাই, যাতায়াতৰ

এনেবোৰ সুবিধা বৃদ্ধি হোৱাৰ মূলত আছিল ব্ৰিটিছৰ অৰ্থনৈতিক উন্নতি সাধন চিন্তাহে। কিন্তু সেয়ে হ'লেও, চাহশিল্পৰ বিকাশ-সাধনৰ উদ্দেশ্যতে অসমত যাতায়াত বা পৰিবহণ ব্যৱস্থাৰো উন্নতি সাধিত হৈছিল শতিকাটোৰ অষ্টম-নৱম দশকটোত। আসাম-বন্ধুৰ 'আমাৰ মানুহ' নামৰ প্ৰবন্ধত এনেকৈ কোৱা হৈছে: "ব্ৰিটিশ শাসনৰ নিমিত্তে দেশত পথ-ঘাট ভাল হইছে। বামে কি নাৱে যোৱা-অহাৰ বড় সুবিধা হইছে। এনে কি গোটেইখান দেশৰ ইমূৰলৈ আহি ঘূৰি সিমূৰলৈ যাওঁতে আজিকালি দহ দিনেই অধিক। কালৰ বিচিত্ৰ গতি।" কথাখিনিত যে লেখকে ব্ৰিটিছ প্ৰশাসনক কৰা প্ৰশংসাৰ প্ৰতিধ্বনি উঠিছে, সেই কথা স্বীকাৰ কৰিবই লাগিব। অধিকন্তু ব্ৰিটিছৰ শাসনত অসমৰ উন্নতি দেখি কালৰ গতিৰ বিচিত্ৰতাও অনুভৱ কৰিছে লেখকে। কিন্তু এই কথাও অস্বীকাৰ কৰিব নোৱাৰি যে লেখকৰ উক্তি ভিত্তিহীন নহয়, অহেতুক নহয় অনুভৱো। অসমৰ এনে ধৰণৰ ঐহিক উন্নতি জানো অসমীয়াই বাঞ্ছা কৰা নাছিল? আসাম-বন্ধুত এনে অনুভূতি প্ৰকাশ পোৱাৰ প্ৰায় দুকুৰি বছৰৰ পূৰ্বে অৰুনোদইত প্ৰকাশ পাইছিল সদৃশ অনুভূতি। আনন্দৰাম ঢেকিয়াল ফুকনে বাঞ্ছা কৰা মতে অসমখন হাবি গুচি ফুল-বাৰী নহ'ল যদিও অন্ততঃ চাহ-বাৰী হোৱাৰ উপক্ৰম দেখা গৈছে আসাম-বন্ধুৰ সময়ত। অসমৰ নৈত ডোঙাৰ ঠাই জাহাজে লওক, সেয়া আছিল আনন্দৰামৰ কামনা। সেই কামনাই বাস্তৱ ৰূপ পৰিগ্ৰহ কৰিছে আশীৰ দশকৰ আৰম্ভণিতে। আসাম-বন্ধুৰ প্ৰকাশ কাললৈকে আনন্দৰাম ঢেকিয়াল ফুকন জীয়াই থকা হ'লে কিজানি তেৱোঁ আশ্চৰ্য প্ৰকাশ কৰিলেহেঁতেন এনেদৰে : "হে ক্ৰিপাময় জগদিস্বৰ, কালৰ বিচিত্ৰ গতি!"

আসাম-বন্ধুৰ উক্ত লেখাটোতে কোৱা হৈছে যে সমসাময়িক অসমৰ অসমীয়া মানুহে কৃষি-কৰ্মৰ বাহিৰে আন কামলৈ মন নেমেলে। অসমৰ মাটিৰ উৰ্বৰতা আৰু খাজনাৰ স্বল্পতাৰ বাবেই কৃষি-কৰ্মৰ প্ৰতি অসমীয়া লোকৰ এনে আকৰ্ষণ। অসমীয়া মানুহে নিজৰ কৃষি-কৰ্ম এৰি ব্ৰিটিছৰ চাহ-খেতিলৈ বা ব্ৰিটিছে নিৰ্মাণ কৰিবলৈ লোৱা ৰেলপথৰ কামলৈ নোযোৱা বাবে অসমৰ বাহিৰৰ পৰা বনুৱা আমদানি কৰিবলগীয়া হৈছিল। খেতিৰ বাহিৰে অসমীয়া মানুহে ধোবা, নাপিত, কমাৰ, চমাৰ, বাঢ়ৈ, ৰাজমিস্ত্ৰী আদি বৃত্তিৰ প্ৰতিও আকৰ্ষণ অনুভৱ কৰা নাছিল। সেইবাবে অসমৰ সেই সেই বৃত্তিত বহিৰাগত স্বনিয়োজিত হৈছিলহি সেইছোৱা কালতে। উল্লিখিত বৃত্তিয়ালসকলৰ অবিহনে "আমাৰ সমাজ এৰিয়া থাকিব নোৱাৰা হৈছে।" আলোচ্য প্ৰবন্ধত অসমীয়াৰ কৃষিকৰ্ম প্ৰীতিৰ কথা কোৱা হৈছে যদিও বিষয়টোৰ আন এটা দিশো আছে। বাঢ়ৈ আদি বৃত্তিয়ালসকল বাহিৰৰ পৰা অসমলৈ প্ৰব্ৰজিত হোৱাৰ কাৰণ সমসাময়িক অসমীয়াসকলৰ চেতনাহীনতাও। ড. দ. আদ্যাক্ষৰী লেখক ভোলানাথ দাসে 'আসামবাসী' শীৰ্ষক কবিতাত কোৱা মতে— অসমীয়া সদা নিদ্ৰিত, অসমীয়া আলস্যৰ বশ, অসমীয়া পৰিশ্ৰম-বিমুখ :

"জড়বস্তু প্ৰায়, কিম্বা মৃত কায়
স্বৰূপ আজিও আসামবাসী।
নাই পৰিশ্ৰম, নাই কোনো চেষ্টা,
ভাবিছে আলস্য পৰম দেৱতা ;
নাহিকে উন্নতি, মাত্ৰ অধোগতি ;
বদন বিমৰ্ষ, নাহিকে হাঁসি।"

কৃষিও অসমীয়াৰ নামমাত্ৰহে ; বাণিজ্যৰ প্ৰতি যে ধাউতি নায়েই— "নামমাত্ৰ কৃষি, বাণিজ্য নাই।" কৃষি, শিল্প, বাণিজ্যক বিসৰ্জন দিছে তেতিয়া অসমীয়াই :

"মিস্ত্ৰিৰী, হালোৱা, বেপাৰী
কি ৰূপে বা হব, লাজৰ কথা!
হালোৱা, বাঢ়ৈ, বেপাৰী নহয়ে
বোপা-ককা মৰি গ'ল এনেকৈয়ে,
এৰি নিজ মান, সামান্য সমান
কি ৰূপে ধৰিব নতুন প্ৰথা!"

আপোন বৃত্তিৰ ক্ষেত্ৰত লাজ আৰু হীনমন্যতাৰ ফলত অসমীয়া ধৰ্মচ্যুত হ'ল। "অহিফেণ বিষে"ও, কানিয়েও ক্ৰিয়া কৰিছিল অসমীয়াৰ অনৰ্থৰ মূলত। এইবোৰ কাৰণতে বিভিন্ন ক্ষেত্ৰত অসমীয়াৰ ঠাই ল'লেহি বহিৰাগত অনা-অসমীয়াই। অৱশ্যে বাঢ়ৈ আদি বৃত্তিয়ালসকল অসমলৈ প্ৰব্ৰজিত হোৱাৰ কাৰণ আছিল আৰু এটা। অসমত তেওঁলোকৰ "যিমান মাহিলী উৎপন্ন ভাটী দেশত দুমাহতো তিমান নাপায়।" মুঠতে, চাহশিল্পকে আদি কৰি বিভিন্ন উন্নত কাৰ্য আৰু ব্যৱসায় বৃদ্ধি পোৱাৰ লগে লগে বহিৰাগতৰ আগমন বৃদ্ধি হোৱাটো নিশ্চিত হৈ পৰিছিল তেতিয়া।

বহিৰাগতৰ লগত অসমীয়াৰ বৈবাহিক সম্পৰ্কও ঘটিবলৈ লৈছিল আসাম-বন্ধুৰ সমকালীন অসমত। 'আমাৰ মানুহ' প্ৰবন্ধত কোৱা মতে "অনেক সময়ত জাতি বা কুল মৰ্যাদাকো কাতি কৰি থৈ" বহিৰাগতৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰিছিল অসমীয়াই। এনেকৈ হোৱা বহিৰাগতৰ প্ৰব্ৰজনৰ ফলত অসমৰ জনসংখ্যা বাঢ়িছিল। সেই বৰ্দ্ধিত জনসংখ্যা তেতিয়া উদ্বেগৰ কাৰণ নহৈ সন্তোষৰহে কাৰণ হৈ পৰিছিল। অৱশ্যে অসমৰ পৰাও, অসমৰ মানুহো প্ৰব্ৰজিত হৈ

অসমৰ বাহিৰলৈ যোৱাটো আছিল কাম্য : "আমাৰ দেশলৈ ভিন্ন দেশৰ লোক আহিবৰ যিমান সুগম উপায় হ'ব, তিমান ভাল। আমাৰ মানুহে বিদেশলৈ যিমান যাবলৈ সুবিধা পাব তিমান ভাল।"

'বিদেশী' বোলোতে অসমৰ ভৌগোলিক পৰিসীমাৰ বাহিৰৰ যিকোনো ভূখণ্ডকে তেতিয়া বুজোৱা হৈছিল। সমসাময়িক অসমীয়াৰ মানত ব্ৰিটেইন যেনেকৈ বিদেশ, বংগ বা বিহাৰো তেনেকৈয়ে বিদেশ। সাম্প্ৰতিক কালত প্ৰচলিত-ব্যৱহৃত 'দেশ' শব্দৰ অৰ্থব্যাপ্তি ঘটিছিল ঊনবিংশ শতিকাত আৰু আসাম-বন্ধুত। হলিৰাম ঢেকিয়াল ফুকনকে আদি কৰি ঊনবিংশ শতিকাৰ সকলো লেখকে অসমক দেশ বুলিয়েই কৈছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া লৰাৰ মিত্ৰ'ত ভাৰতবৰ্ষও দেশ, বঙ্গাল, বেহাৰ, উৰিষ্যাও দেশ। আনহাতে, ব্ৰনছন আৰু হেমচন্দ্ৰ দুয়োজনৰ অভিধানতে "দেসৰ এভাগ", "এক দেসৰ কোনো এভাগ" অৰ্থত 'প্ৰদেশ' শব্দটো আছে। সেই 'প্ৰদেশ' অৰ্থত বৰ্তমানৰ অবিভক্ত কামৰূপ আৰু নগাঁও জিলাৰ বড়দুৱাৰ, ছয়গাও, বকো, বনগাঁও, লুকী, পানবাড়ী, নেলী, শহৰী, গোভা আদি অঞ্চল আসাম-বন্ধুত একো একোখন প্ৰদেশ। আকৌ, ব্ৰনছন আৰু হেমচন্দ্ৰ উভয়েই নিজ নিজ অভিধানত বঙ্গাল আৰু বঙ্গালী শব্দৰ অৰ্থ যথাক্ৰমে বংগদেশ আৰু অধিবাসী, আৰু বংগদেশত উৎপন্ন বুলি বুজাই যোৱা সত্ত্বেও ঊনবিংশ শতিকাত আৰু আসাম-বন্ধুত শব্দ দুটাৰ অৰ্থ-বিস্তাৰ ঘটি অসমক বাদে বংগকে ধৰি পৃথিৱীৰ যিকোনো ঠাইৰ লোক বা যিকোনো ঠাইত উৎপন্ন অৰ্থ বুজাইছিল। আসাম-বন্ধুৱে 'বঙাল' শব্দৰ অৰ্থ ব্যাখ্যা কৰিছে এনেদৰে : "আমাৰ দেশৰ মানুহ আৰু সেই পৰ্বতীয়া মানুহক এৰি পৃথিৱীৰ আন যি মানুহ সেইসকলেই বঙাল।" পৰ্বতীয়া মানুহ বোলোঁতে বুজাইছিল "আমাৰ দেশৰ পূব, দক্ষিণ, উত্তৰ ফালে খামতী, চিংফৌ, নগা, গাড়ো, খাশিয়া, ভোট, আবৰ প্ৰভৃতি পৰ্বতীয়া জাতি।"[৩৪]

আলোচ্য কালছোৱাত বহুতো 'বঙাল' অসমলৈ আহিল। বংগৰ উপৰি ছোটনাগপুৰ, জয়পুৰ, বিকানীৰ, ঢাকা, শ্ৰীহট্ট আদিৰ পৰাও অসমলৈ প্ৰব্ৰজন ঘটিল ঊনবিংশ শতিকাত। ছোটনাগপুৰৰ পৰা অহাসকল পোনে পোনে চাহশিল্পত আৰু তাৰ লগত জড়িত ৰেলপথ নিৰ্মাণত নিয়োজিত হ'ল। জয়পুৰ, বিকানীৰৰ 'বঙাল'সকলে অসমত আত্মনিয়োগ কৰিলে ব্যৱসায়ত। ঢাকা আৰু শ্ৰীহট্টৰ পৰা অহাসকলে দোকান-পোহাৰ মেলিলেহি। প্ৰশাসনৰ কামত নিযুক্ত হৈ থকা বংগৰ লোকসকলৰ লগত অসমীয়া সমাজখনৰ ঘনিষ্ঠতা দিনে দিনে বৃদ্ধি পালে। আসাম-বন্ধুৰ প্ৰকাশ-পূৰ্ব কালতে "কছাৰীৰ আমোলা আৰু আন বিষয়া বঙালী। ইস্কুলৰ শিক্ষক বঙালী। ইস্কুলৰ ভাষা হ'ল বঙালী। আমাৰ শিক্ষাৰ আদৰ্শ প্ৰায় সৰ্বপ্ৰকাৰে বঙালী হ'ল।" বঙালী আৰু অসমীয়াৰ আচাৰ-ব্যৱহাৰৰ মাজত বহু পৰিমাণৰ সৌসাদৃশ্য থকা হেতুকে "খোৱা, পিন্ধা, ফুৰা, কথা কোৱা, লেখা-পঢ়া, ধেমালি, সদ্ভাব ৰক্ষা, বিলাস, আমোদ— সকলো বিষয়তে বিদেশী বা বঙালী ৰীতি-নীতি আৰু কাৰ্য্যক্ৰম আমাৰ ভিতৰত সোমাল।"[৩৫] পিছে, বঙালী ৰীতি-নীতিৰ এনে প্ৰবেশ অসমীয়া সমাজত বহু বছৰ পূৰ্বে ঘটা সত্ত্বেও বহিৰাগত বঙালীৰ প্ৰতি অসমীয়াৰ সদ্ভাব আসাম-বন্ধুৰ সমকালীন অসমত নাছিল। সৰ্বসাধাৰণ অসমীয়াৰ দৃষ্টিত তেতিয়াৰ অসমৰ পূব, দক্ষিণ আৰু উত্তৰ ফালে থকা পৰ্বতীয়া জাতিবোৰ যেনে, বঙাল বা বঙালীও তেনে : "সেই পৰ্বতীয়া জাতিবোৰক আমি যেনেভাবে ভাবোঁ, বঙালকো আমি সেই ভাবেই ভাবোঁ। ইহঁতো বিদেশী, অসভ্য, অশুচি। সিহঁতো বিদেশী, অসভ্য, অশুচি।" কোৱা বাহুল্য মাথোন যে অক্ষমণীয় এনে মানসিকতা তথা মানসিক সংকীৰ্ণতা সাধাৰণ অসমীয়াৰহে, আৰু সম্পূৰ্ণ অজ্ঞতাজনিতহে। শিক্ষিত অসমীয়াই যে বঙালীসকলক শ্ৰদ্ধাৰ চকুৰে চাইছিল, তাৰ প্ৰমাণ সমসাময়িক 'মৌ' কাকতে দিব। বঙালীৰ প্ৰতি অসমীয়াৰ অজ্ঞতাপ্ৰসূত ঘৃণা "অসমীয়াৰ পক্ষে বৰ গ্লানিৰ কথা" বুলি মৌ কাকতে কৈ থৈছে।[৩৬] আসাম-বন্ধুৰ সম্পাদক গুণাভিৰাম বৰুৱাৰ লেখীয়া উচ্চ শিক্ষিত আৰু উদাৰচিতীয়া অসমীয়াই 'মৌ'তকৈ এদোপ আগুৱাই গৈ অসমলৈ শিক্ষিত বঙালী লোকৰ পাৰ্যমান প্ৰব্ৰজন হোৱাটোহে বিচাৰিছিল; হিমালয়-গৰ্ভ-সম্ভূত ব্ৰহ্মপুত্ৰ পদ্মা নদীৰ লগত মিলি মেঘনা নাম লৈ মহাসমুদ্ৰত পৰা দৰে অসমীয়াই সংকীৰ্ণ মনোভাব পৰিহাৰ কৰি বিদেশী বঙালীৰে মিহলি হৈ উন্নতি-সমুদ্ৰত পৰাটোহে কামনা কৰিছিল।[৩৭] পিছে, অশিক্ষিত সাধাৰণৰ মনৰ তেনে ধাৰণাও একেবাৰে অকাৰণ নাছিল। 'বঙালী' শীৰ্ষক প্ৰবন্ধত আছে : "কিছুকাল পূৰ্বে বঙালী কিছুমান অশিক্ষিত আৰু নীচ প্ৰকৃতিৰ লোকে আমাৰ দেশলৈ আহি অনেক সময়ত অনেক কু-কাৰ্য্য কৰিছিল সেই কাৰণেই বঙালীৰ প্ৰতি সাধাৰণৰ তেনে ঘৃণাৰ ভাব হ'ল। আৰু ইমান হ'ল যে কবিৰ কল্পনাই ঠাই পালে। সেই ভাব এতিয়াও উন্মোচিত হোৱা নাই।" কেনে ধৰণৰ কু-কাৰ্য বঙালীয়ে অসমত কৰিছিল, সেই বিষয়ে আসাম-বন্ধুৱে একো কোৱা নাই।

গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী'ত আছে, "অতি অল্পদিনৰ পৰা নগৰত বেশ্যাবৃত্তিৰ সৃষ্টি হইছে। গ্ৰামত লোকে ইয়াক নাজানে।" গাঁৱৰ লোকে নজনা অথচ নগৰত প্ৰচলিত হ'বলৈ ধৰা এই 'কু-কাৰ্য্য'ৰ লগত "অশিক্ষিত আৰু নীচ প্ৰকৃতিৰ" কোনোবা বহিৰাগত লোক জড়িত আছিল নেকি, আৰু "সেই কাৰণেই বঙালীৰ প্ৰতি সাধাৰণৰ তেনে ঘৃণাৰ ভাব হ'ল" নেকি, সেই কথা ভাবি চাব পাৰি। বঙালী যে অসমীয়াৰ অকাৰণ বৈৰী নাছিল, সেই বিষয়ত মৌ কাকতে আন কথাও কৈছে: "এহাতে চাপৰি নাবাজে। এই কন্দলৰ মূলত তুমিও (বঙালীও) এফেৰিমান আছা। বঙালি মানুহে অসমীয়াক অসভ্য জাতি যেন ভাবে; বঙালি লগ পালে অসমীয়াক লগ নিবিচাৰে; অসমীয়া ভাষা অসভ্য জাতিৰ ভাষা বুলি নিশিখে, এনে অবস্থাতনো কেনেকৈ অসমীয়াই সইতে বঙালিৰ সদ্ভাব হব।"[৩৮]

পিছে সদ্ভাৱ হৈছিল। ঊনবিংশ শতিকাত ("বঙালৰ দিনত")। যিসকল বঙালী লোক অসমলৈ আহিল, তাৰ অনেকেই "অস্মাৰ দেশত মিত্ৰ সম্বন্ধ কৰি যেনে তেনেকৈ অনেকে থাকিল। সেই কাৰণে অস্মাৰ দেশৰ অনেক পণ্ডিত গোত্ৰাঙ্গ ঘোষ, ৰামলোচন সেন, ভোলাই বসু, উমেশচন্দ্ৰ ওৰফে ওস্মান পোৰা দাস। ৰাজমোহন মুখোপাধ্যায় আৰু যাদুকী ... ৰ পুত্ৰেক গোবিন্দ চন্দ্ৰ দাস, কীৰ্তিসিং ছত্ৰী আৰু চন্দ্ৰা কাম্ভনীৰ পুত্ৰেক চান্দ সিং, এই ৰূপ অনেক লোক আছে। সেইসকলে অসাম দেশৰ খেলত সোমাই বড বড চক পাই মিত্ৰিৰে কুটুম্বে ভালে আছে।"[৩৯] হয়, জাতি গঠনৰ স্বাভাৱিক প্ৰক্ৰিয়াৰে শুভ পৰিণাম এয়া। যিসকল ব্যক্তিৰ মহতী প্ৰতিভাই আধুনিক অসমৰ জাতীয় জীৱনৰ বিভিন্ন ক্ষেত্ৰ "পক্ক শস্যে আঢ্য" কৰি তুলিছে, সেইসকলৰ কেইবাগৰাকীনো অতীতৰ লগত অসমীয়া জাতিৰ উদাৰতাৰ শুভ পৰিণয় সম্পন্ন হ'ল ঊনবিংশ শতিকাতে। তেনে শুভ পৰিণয়ৰে প্ৰতিভূ হৰিবিলাস আগৰৱালা: ৰাজপুতনাৰ নৱৰংগৰাম আৰু অসমৰ গৰ্মিৰিৰ ৰাজখোৱা ঘৰৰ সাদৰীৰ পুত্ৰ হৰিবিলাস। আসাম-বন্ধুৱে কৈছে, "এইজনাই অনেক পুৰণি পুথী সংগ্ৰহ কৰি মুদ্ৰিত কৰিছে।"[৪০] জ্যোতিপ্ৰসাদেও কৈছে, "এই আধ্যাত্মিক জ্ঞান-পিপাসু আৰু বিদ্যোৎসাহী হৰিবিলাসে শংকৰ-মাধৱৰ সাহিত্যৰ ভিতৰত সোমাই তাৰ গৌৰৱত মুগ্ধ হৈ সকলো অসমীয়াকে সেই অমৃতৰস সহজেই পান কৰিবলৈ পোৱাকৈ প্ৰথমেই শংকৰ-মাধৱৰ হাতেলিখা পুথিবোৰ ছপাই উলিয়াই অসমীয়াৰ পুৰণি সাহিত্যত নব্য শিক্ষিতৰ চকু পেলালে।'[৪১] আহোক এতিয়াৰ জ্যোতিপ্ৰসাদ, অসমৰ জাতীয় জীৱনৰ উঁৱালৈ

ঊনবিংশ শতিকাতেনো সেই আগৰৱালা পৰিয়ালৰ কোনজনৰ বৰঙণি কম? মহেশ্বৰ নেওগে কোৱা মতে, "আদি মধ্য যুগৰ কামৰূপৰ ৰাজনৈতিক-সামাজিক-সাংস্কৃতিক ইতিহাসক ধ্ৰুপদী সম্ভ্ৰান্ত স্থান দিলে" যিজন কনকলাল বৰুৱাই,[৪২] সেইজনৰ উপৰি পুৰুষ পীতাম্বৰ ঘোষৰ চিন-মোকাম গৌড়দেশৰ পৰা কাহানিবাই হেৰাই গ'ল। আৰু সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা? এই নামটোও যে জাতিগঠনৰ স্বাভাৱিক প্ৰক্ৰিয়াৰে শুভ-পুণ্য ফল! এইসকলে পিতৃ-পিতামহৰ জন্মভূমি জননীৰ লগত নাড়ীৰ সংযোগ ছিঙিলে ঊনবিংশ শতিকাতে। অৱশ্যে আসাম-বন্ধুৰ সমকালীন অসমত পূৰ্বপুৰুষৰ জন্মভিঠাৰ নৱাই দেখুৱা অসমীয়া এক সংখ্যাকো আছিল। উচ্চবৰ্ণৰ লোকসকলেই সাধাৰণতে তেনে মানসিকতা প্ৰদৰ্শন কৰিছিল। 'বঙালী' শীৰ্ষক প্ৰবন্ধতে কোৱা হৈছে, "আমাৰ দেশৰ প্ৰায় ব্ৰাহ্মণ-মহন্ত সকলোএ কনৌজপুৰ বা কন্যাকুব্জৰ পৰা অহা বুলি কয়। অনেক ভাল ভাল লোকৰ কোনোএ নদীয়া শান্তিপুৰৰ, কোনোএ বিক্ৰমপুৰৰ, কোনোএ নেপালৰ, কোনোএ জনকপুৰৰ, কোনোএ বেহাৰৰ শ্ৰীক্ষেত্ৰৰ পৰা অহা বুলি কয়। এনে কওঁতে তেওঁবিলাকে এনে গৌৰৱেৰে কয় যেন এই দেশৰ হীনাৱস্থা মুক্তি কৰিবলৈহে যেন তেওঁবিলাক আহিছিল।" কোৱা বাহুল্য মাথোন যে এয়াম অসমীয়াৰ হীনমনাতাৰে অথবা মানসিক দীনতাৰে পৰিচায়ক এয়া।

দীনতা বা হীনমন্যতা প্ৰকাশ পাইছিল অন্যান্য দিশতো। বিশেষকৈ সাজ-পোছাকৰ বেলিকা। অসমীয়াৰ দেশোপযোগী আৰু দেহোপযোগী সাজ-পোছাক যেন তেতিয়া যুগোপযোগী নোহোৱা হৈ পৰিছে। অসমীয়া পুৰুষৰ পোছাক সাধাৰণতে "চুৰিয়া, চেলেং আৰু মিৰ্জাই চোলা এটা। উৎকৃষ্ট পোচাকত পাগুড়ি আৰু জামা চোলা।[৪৩] চেলেং বা খনিয়া কাপোৰ আসাম-বন্ধুৰ মৰণোত্তৰ কালতো পৰিধেয় বস্ত্ৰ আছিল। সত্ৰীয়া ভকতসকলৰো। জ্ঞানদাভিৰাম বৰুৱাই কৈছে।[৪৪] আশীৰ দশকত কলিকতাত কলেজত পঢ়া অসমীয়া ডেকাসকলে অসমীয়া পাগুৰি পৰিধান কৰাও জ্ঞানদাভিৰাম বৰুৱাই নিজ চকুৰে দেখিছিল। দখিণপটীয়া সত্ৰাধিকাৰেও পাগুৰি পিন্ধা দেখিছিল জ্ঞানদাভিৰাম বৰুৱাই। সেই গোসাঁইৰ পাগুৰিৰ আৰ্হিৰে বোলে চাঁদনী বজাৰত এজন টুপীৱালাৰ দোকানত পাগুৰি বন্ধাই হেটৰ দৰে লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, প্ৰসন্নকুমাৰ ফুকন আদিয়ে পিন্ধিছিল।[৪৫] অৱশ্যে লক্ষ্মীনাথহঁতৰ এই পিন্ধন প্ৰকৰণ দৈনন্দিন নাছিল। নিশ্চয় নিজৰ জাতীয় সাজ-পোছাকৰ গৌৰৱ কলিকতাত বহাবলৈহে তেওঁলোকে পাগুৰি পিন্ধিছিল

কাৰ্যোপলক্ষ্যে আৰু প্ৰদৰ্শনীমূলকভাৱে। অসমীয়া পুৰুষে কেতিয়াবা মুগাৰ চুৰিয়াও পিন্ধিছিল। আসাম-বন্ধুৰ অব্যৱহিত পূৰ্ববৰ্তী কালত, সত্তৰৰ দশকত লক্ষ্মীনাথ বেজবৰুৱাই শিৱসাগৰ হাইস্কুলত পঢ়োঁতে তোয়ধৰ শৰ্মা পণ্ডিতে মুগাৰ চুৰিয়া পিন্ধি স্কুলত শিক্ষাদান কৰা কথা বেজবৰুৱাই কৈ গৈছে। অৱশ্যে তোয়ধৰ শৰ্মাৰ "সাজ-পাৰ আমাৰ দেশৰ পুৰণিকলীয়া বিধৰ আছিল।"[৪৬]

চুৰিয়া, চেলেং আৰু চোলাৰে অসমীয়া পুৰুষৰ পোছাক আছিল দেশোপযোগী আৰু দেহোপযোগী। কিন্তু আসাম-বন্ধুৰ সমকালীন অসমত সেই উপযোগী সাজ-পাৰ নোহোৱা হ'বলৈ ধৰিছে হীনমন্যতাৰ বাবেই। নক'লেও হ'ব যে তেনে হীনমন্যতাত ভুগিছিল পাশ্চাত্য শিক্ষাৰে শিক্ষিতসকলেহে। 'স্বাধীনতা নে স্বেচ্ছাচাৰ' শীৰ্ষক প্ৰবন্ধত কোৱা হৈছে, "আজিকালি ইংৰাজী শিক্ষাৰে যিসকল শিক্ষিত হইছে, সিবিলাকে নিজৰ সকলো বেয়া, ভালো বেয়া, লোকৰ বেয়াও ভাল বুলি বিবেচনা কৰি থাকে।"[৪৭] সেইসকলৰ অনেকৰ মানত "বিলাতী যি সকলো ভাল, দেশী যি সকলো বেয়া।"[৪৮] বিলাত বোলোঁতে "ইংলণ্ড আৰু আমেৰিকা আদি চাহাব লোকৰ দেস, any foreign country, mostly applied to England, Europe and America"[৪৯] শিক্ষিত অসমীয়া ডেকাসকলে পৰিধেয় বস্ত্ৰৰ বেলিকা তেতিয়া অনুকৰণ কৰিবলৈ লৈছে ইংৰাজক। ইংলণ্ডীয় পোছাক পৰিধান কৰাটোহে সভ্যতাৰ লক্ষণ বুলি তেওঁলোকে ভাবিবলৈ লৈছে। চুৰিয়া-চেলেঙেৰে থাকিলে বোলে তেওঁলোকৰ মুখত ইংৰাজী কথা নোলায়।[৫০] তথাকথিত উচ্চ শিক্ষাই এচাম ডেকাক ছিন্নমূল কৰি পেলাইছে ; ঐতিহ্যৰ লগত সম্পৰ্ক নোহোৱা হৈছে তেওঁলোকৰ। প্ৰাত্যহিক জীৱনৰ প্ৰতিটো মুহূৰ্ত যেন এওঁলোকে অতিবাহিত কৰিব খুজিছে বিলাতী সংস্কৃতিৰ মৃগতৃষ্ণাৰ্ণৱজলত স্নান-পান-আচমন- ৰমণ কৰি। এইচাম লোকৰ সম্পৰ্ক যেন কেৱল ইংৰাজী পোচাক, ইংৰাজী আহাৰ, ইংৰাজী মেজাজ, ইংৰাজৰ চোলা, ইংৰাজৰ টুপী, ইংৰাজী খোজ, ইংৰাজৰ ৰীতি-নীতিৰ লগত।[৫১] আসাম-বন্ধুৰ মৰণোত্তৰ কালত (১৮৯০ চনত) কলিকতাৰ ৬৭ নং মীৰ্জাপুৰ ষ্ট্ৰীটৰ অন্যতম মেছবাসী গোলাঘাটৰ কমলচন্দ্ৰ শৰ্মাৰ যিখন বাংময় ছবি যজ্ঞেশ্বৰৰ নেওগে ধেমালিতে আঁকিছিল, সেইখন এইখন :

"কমল শৰ্মা সেই কুঠৰীতে
গোটাইটি লোক ইংৰাজীময়,
ইংৰাজী পঢ়ন ইংৰাজী শয়ন
সকলো কথাতে ইংৰাজী কয়।
ইংৰাজৰ দৰে চাৰিবাৰ খায়
চাহ্ ব্যঞ্জন মাখন ৰুটী,
সোমালে 'প্ৰিভি'ত বুৰিলেও ইফালে
বেগেৰে নোৱাৰে আহিব উঠি।"[৫২]

এই ছবিৰ ৰং-ৰেখা আসাম-বন্ধুৰ সমকালীন অসমৰে।

কিন্তু এনে ছবি, এনে ৰং-ৰেখা কেৱল অসমতে নহয়, সমসাময়িক বংগতো দেখা পোৱা গৈছিল। বংগদেশৰো এচাম নব্য শিক্ষিত মত্ত হৈ পৰিছিল বিদেশী বিজাতীয়ক অনুকৰণ কৰাতেই। ৰাজনাৰায়ণ বসুৱে সেই কথা কৈছে। তেওঁ কোৱা মতে লেখা-পঢ়াৰ লগত সম্পৰ্ক ৰখা শ্ৰেণীটো তেতিয়া কেৱল হীন অনুকৰণতে ৰত।[৫৩] জাতীয় ঐতিহ্যৰ পৰা বিচ্ছিন্ন এইচাম শিক্ষিত বঙালীয়ে আনৰ অনুকৰণ কৰি কেনেকৈ নিজকে বান্দৰৰ শাৰীলৈ অৱনমিত কৰাইছিল, তাৰ শব্দচিত্ৰ ব্যংগাত্মকভাৱে আঁকিছে দ্বিজেন্দ্ৰলাল ৰায়েও।[৫৪]

পোছাক-পৰিচ্ছদত অসমীয়া পুৰুষসকলে ঐতিহ্য-পৰম্পৰা এৰিছিল যদিও সত্তৰৰ দশকলৈকে অসমীয়া মহিলাসকলে দেশীয় পৰিচ্ছদৰ ঐতিহ্য ধাৰণ-বহন কৰি আহিছিল। সেইছোৱা সময়লৈকে ৰিহা আৰু মেখেলায়েই অসমীয়া তিৰোতাৰ পোছাকৰূপে চিহ্নিত হৈ আছিল। হয়তোবা সত্তৰৰ দশকটোতে ৰিহা আৰু মেখেলাৰ লগলৈ এটা কুৰ্তাও আহিছিল— গাভৰুৰ অংগাৱৰণ হিচাপে। কিন্তু সমকালীন অসমীয়া ডেকাসকলে বোলে তিৰোতাৰ ইচ্ছাৰ বিৰুদ্ধে গৈও মেখেলা-ৰিহাৰ পৰিৱৰ্তে শাৰীৰ প্ৰচলন কৰাব খুজিছিল। কেৱল সেয়ে নহয়, ইংলণ্ডীয় নাৰীৰ পৰিচ্ছদ ("মাটি লেটি লোৱা গাউন আৰু জেকেট") অসমীয়া তিৰোতাৰ মাজত প্ৰচলন কৰোৱাৰ কথাও সমাজৰ দুই-একে চিন্তা-চৰ্চা কৰিছিল। পিছে ৰত্নেশ্বৰ মহন্তৰ লেখীয়া ৰক্ষণশীল সমাজ-সমালোচকসকলে "তিৰোতাৰ সাজৰ ভিতৰত শাড়ীক নুসুমাবলৈ" আৰু পুৰুষৰ বাবেও নতুন সাজ এটা সৃষ্টি কৰিবলৈ সমাজৰ অধিনায়কসকলক আহ্বান জনাইছিল।

কিন্তু পৰিৱৰ্তনশীল সমাজত স্ত্ৰী-পুৰুষ নিৰ্বিশেষে পৰিচ্ছদে ৰূপ বা আকাৰ সলাবই। অসমীয়া সমাজতো পৰিচ্ছদৰ পৰিৱৰ্তন ঘটিল। আশীৰ দশকতে শাৰীৰ প্ৰচলন অসমীয়া তিৰোতা সমাজত সম্ভালনি হৈছিল ; অন্ততঃ অসমীয়া খ্ৰীষ্টিয়ান সম্প্ৰদায়ৰ ছোৱালীবোৰৰ মাজত। মাৰ্কিন মিছনেৰী জেচী টি মূৰে ১৮৮৫ চনৰ ২৫ জানুৱাৰীৰ দিনলেখাত বগী নামৰ অসমীয়া মানুহ

এজনীৰ জীয়েকহঁতে শাৰী পিন্ধাৰ কথা কৈছে এনেকৈ : "Bogis daughters wear the Bengali 'Sari' which is a long strip (perhaps 6 yards) of cloth."[৫৫]

পৰিচ্ছদতকৈও তিৰোতাৰ শিক্ষাৰ বিষয়টোৱেহে আসাম-বন্ধুত আৰু সমকালীন অসমত অধিক ঠাই দখল আৰু অধিক মনোযোগ আকৰ্ষণ কৰিছিল বুলিব পাৰি। আধুনিক শিক্ষা-সভ্যতাৰ বতাহ কলিকতাৰ সমাজ-জীৱনৰ পৰাই আহিছিল। স্ত্ৰী-শিক্ষাৰ বতাহো। কলিকতীয়া সমাজত প্ৰকৃত স্ত্ৰী-শিক্ষাৰ সূত্ৰপাত হয় ১৮৪৯ খ্ৰীষ্টাব্দতে, বেথুন স্কুল স্থাপিত হোৱাৰ পৰা। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, দক্ষিণাৰঞ্জন মুখাৰ্জী, মদনমোহন তৰ্কালংকাৰ আদিৰ উদ্যোগত শতিকাটোৰ দ্বিতীয়াৰ্দ্ধত স্ত্ৰী-শিক্ষাই বংগত সম্প্ৰসাৰণ লাভ কৰে।[৫৬] অসম বংগতকৈ এই দিশত বহুত পিছপৰা। ১৮৬০-৬১ খ্ৰীষ্টাব্দত শিৱসাগৰত ছোৱালীৰ শিক্ষাৰ বাবে প্ৰথমখন প্ৰাথমিক স্কুল স্থাপিত হোৱাৰ পাছতহে অসমত স্ত্ৰী-শিক্ষাই নতুন পটি এটা লয়। পৰৱৰ্তী বছৰকেইটাত অসমৰ বিভিন্ন ঠাইত বিভিন্নজনৰ উদ্যোগত ছোৱালীৰ প্ৰাথমিক শিক্ষাৰ সামান্য উন্নতি সাধিত হ'ল ; অন্ততঃ ৮৭৫ জনী ছোৱালীয়ে ১৮৭৪-৭৫ চনত প্ৰাথমিক শিক্ষা পাইছিল। পিছে সিমানেইহে, প্ৰাথমিক শিক্ষাহে। শতিকাটোৰ দ্বিতীয়াৰ্দ্ধত অসমৰ জাতীয় জীৱনত নানা পৰিৱৰ্তন ঘটা সত্বেও তিৰোতাৰ শিক্ষাৰ বেলিকা বিশেষ উন্নতি নঘটিল। শতিকাটোৰ শেহৰটো দশকতো ১৮৯৭-৯৮ চনতো পাহাৰ-ভৈয়াম মিলি সমগ্ৰ অসমতে প্ৰাথমিক শিক্ষা লৈছিল মাত্ৰ ৩৮২৩ জনী ছোৱালীয়েহে। উল্লিখিত কালছোৱাত অসমত ছোৱালীৰ বাবে মজলীয়া স্কুল আছিল মাত্ৰ ৩ খন; তাত শিক্ষা পোৱা ছাত্ৰীৰ সংখ্যা আছিল ২৩৫।[৫৭]

স্ত্ৰী-শিক্ষাৰ এনে অনূৰ্দ্ধগামিতাৰ কাৰণ হ'ল, পুৰুষ-প্ৰধান সমাজ-ব্যৱস্থাত "ঘৰেই ঘৈণীৰ সকলো" ধৰণৰ মনোবৃত্তি এটা সেই সময়ত গঢ় লৈ উঠিছিল। স্মৃতিশাস্ত্ৰৰ অনুশাসন, বাল্যবিবাহ, নাৰীৰ চাৰিত্ৰিক পৱিত্ৰতা সম্পৰ্কীয় পৰম্পৰাগত ধ্যান-ধাৰণা, বিদেশী-বিজাতীয় ধাৰণ মাত্ৰেই পৰিত্যাজ্য ধৰণৰ ভাব আদি অসমীয়া সমাজৰ শিক্ষিত পুৰুষসকলৰ মনত তেতিয়া গুলুম বান্ধি থকা বাবে সমাজ-দেহৰ এটা অংগৰ খৰ্বতাৰ প্ৰতি পুৰুষ-সমাজৰ সহানুভূতিশীল দৃষ্টি আকৃষ্ট নহৈছিল। বলিনাৰায়ণ বৰাৰ লেখীয়া বিলাত-ফেৰৎ ইঞ্জিনীয়াৰো আছিল এই বিষয়ত প্ৰতিক্ৰিয়াশীল আৰু পশ্চাদগামী। অৱশ্যে অসমীয়া তিৰোতাই লেখা-পঢ়া কৰিব নালাগে বুলি বলিনাৰায়ণ বৰাই কোৱা নাই; "লিখা-পঢ়া ঘৰতে ভায়েক-ভনীয়েকৰ মুখৰ পৰা পঢ়ক; কি ছোৱালীৰ পঢ়াশালিত তিকতা অধ্যাপকৰ মুখৰ পৰা পঢ়ক"—ইমানলৈকে তেওঁ উদাৰ হ'ব পাৰে, স্ত্ৰী-শিক্ষাৰ সমৰ্থন কৰিব পাৰে; "কিন্তু সেই বুলিয়ে তিকতা মানুহে মুনিহ মানুহৰ নিচিনাকৈ বি. এ., এম. এ পৰীক্ষা দিয়া ভাল, এনে বুলিব নোৱাৰি, কি ডাক্তৰ বা উকিল হই মুনিহৰ ব্যৱসায়বোৰ চলাব ইও বাঞ্ছনীয় নহয়।"[৫৮] উচ্চ শিক্ষিত অসমীয়া ডেকা এজনৰ ১৮৮৬ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত প্ৰকাশ পোৱা বৌদ্ধিক সংকীৰ্ণতাৰ নমুনা এয়া।

আসাম-বন্ধুৰ সম্পাদক গুণাভিৰাম বৰুৱা নিজে স্ত্ৰী শিক্ষা বিষয়ত আছিল অতিশয় উদাৰ আৰু অনুৰাগী। তেওঁৰ পত্নী বিষ্ণুপ্ৰিয়া দেৱীয়ে "লেখিব-পঢ়িব জানিছিল; অসমীয়া-বঙলা দুয়োকে। ইংৰাজীও যৎকিঞ্চিৎ জানিছিল"[৫৯] ন বছৰীয়া জীয়েক স্বৰ্ণলতাক ১৮৮০ খ্ৰীষ্টাব্দতে কলিকতাত ৰাখি বেথুন স্কুলত পঢ়ুৱাইছিল গুণাভিৰাম বৰুৱাই। নিজৰ কন্যা স্বৰ্ণলতাৰ আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ কন্যা তথা নন্দীশ্বৰ ফুকনৰ পত্নী পদ্মাৱতী দেৱী ফুকননীৰ ৰচনা আসাম-বন্ধুত প্ৰকাশ কৰিও যেন স্ত্ৰীশিক্ষাৰ গুৰুত্বকে সমাজক আওপকীয়াভাৱে বুজাবলৈ চেষ্টা কৰিছিল। তৎসত্বেও অসমত স্ত্ৰী শিক্ষাৰ বাঞ্ছিত উৎকৰ্ষ আৰু বিকাশৰ বেলিকা তেওঁৰ আসাম-বন্ধু সহায়ক হ'ব নোৱাৰিলে। তাৰ মূলত সমসাময়িক অসমীয়া সমাজৰ ৰক্ষণশীল মনোভাব। আসাম-বন্ধুৰ 'স্বাধীনতা নে স্বেচ্ছাচাৰ' আৰু 'ঘৈণীৰ কৰ্তব্য ও স্ত্ৰী শিক্ষা' বিষয়ক ধাৰাবাহিক প্ৰবন্ধলানিত পুৰুষপ্ৰধান অসমীয়া সমাজখনৰ মনুযুগীয়া ৰক্ষণশীলতাহে প্ৰকাশ পালে। স্কুলৰ শিক্ষা নোপোৱা বোৱাৰীসকল "সংসাৰাশ্ৰমৰ অতি লাগতিয়াল সকলো বিষয়তে আজি-কালিৰ স্কুলৰ শিক্ষা পোৱা বোৱাৰী-জীয়াৰীসকলতকৈও বহুত গুণে শ্ৰেষ্ঠ ৰূপে শিক্ষিতা হৈ উঠে" বুলি ৰত্নেশ্বৰ মহন্তই যেতিয়া কয়, তেতিয়া কথাটোৱে পূৰ্ণ সত্য প্ৰকাশ নকৰে, প্ৰকাশ কৰে সমাজত নাৰীৰ ওপৰত পুৰুষৰ প্ৰাধান্য বৰ্তাই ৰাখিব খোজা প্ৰৱণতাহে। "অন্যান্য সকলো পণ্ডিত আৰু শাস্ত্ৰতকৈ মনুৰ মতেই সৰ্বজনসম্মত আৰু প্ৰশংসিত",— এনে ধাৰণা তেতিয়া স্ত্ৰী শিক্ষাৰ উৎকৰ্ষ আৰু বিস্তাৰৰ পথত অন্তৰায় হৈ আছিল।

শিক্ষাৰ বেলিকা পুৰুষ আৰু স্ত্ৰীৰ সমান অধিকাৰৰ কথা ভাবিব পৰা সময় সেইটো নাছিল। "পুৰুষ-শিক্ষা আৰু স্ত্ৰী-শিক্ষা এই উভয়ৰে বহুত পাৰ্থক্য আছে। পুৰুষে শিক্ষা লভে যাইঁকে অৰ্থোপাৰ্জন আৰু পৰিবাৰ

পোষণ-পালন কৰিবৰ নিমিত্তে; এই নিমিত্তেই আজি-কালি পুৰুষ-শিক্ষাৰ মূল অৰ্থকে বুলিব পাৰি; কিন্তু স্ত্ৰী-শিক্ষাৰ মূল অৰ্থ নহয়। স্ত্ৰী-শিক্ষাৰ মূল দম্পতিৰ সাংসাৰিক উন্নতি সাধন।"[৬০] ৰত্নেশ্বৰ মহন্তৰ মনোভাব এয়া; সমকালীন পুৰুষৰ মনোভাব। তিৰোতাৰ আনুষ্ঠানিক শিক্ষাৰ বেলিকা এনে প্ৰগতিবিৰোধী মনোভাবৰ প্ৰতিবাদ কৰোঁতা তেতিয়া কোনো নোলাল। বৰঞ্চ লম্বোদৰ বৰাৰ নিচিনা সমাজৰ নেতৃস্থানীয় বুদ্ধিজীৱীয়েও ব্যংগাত্মকভাৱে তিৰোতাৰ শিক্ষা, স্বাধীনতা আদি বিষয়ত ৰত্নেশ্বৰ মহন্তৰ লগত প্ৰায় একে সুৰীয়া কথাকেহে ক'লে। তেওঁৰ 'সদানন্দ'ৰ মতেও স্ত্ৰী-শিক্ষাৰ অৰ্থ "চিঠি লিখিবলৈ শিকা, নাটক-নভেলৰ (উপন্যাসৰ) পৰা মূৰ নদঙা, বোৱা কটা, ৰন্ধা-বঢ়া আদি গৃহস্থালি কাম পাহৰা, শৰীৰ দুৰ্বলী, অকামিলা আৰু হাড়-ছাল শেষ কৰা; মন চঞ্চল, অসৎ আৰু কঠিন কৰা; দৰা এঙ্গাবলৈ শিকা, তিৰুতাৰ উচিত কামবোৰ পাহৰা, তিৰুতাক মতা কৰা, ফুলকণ বজ্ৰ কৰা, সৰোবৰক মৰুভূমি কৰা।" 'সদানন্দৰ নতুন অভিধান'ৰ এই শ্লেষাত্মক অৰ্থ-ব্যাখ্যা নিশ্চয় সমসাময়িক অসমীয়া নাৰী-সামজৰে প্ৰতিফলন। তিৰোতাৰ তেনে এক প্ৰতিৰূপে স্ত্ৰী-শিক্ষাৰ বেলিকা সমকালিক এচাম বুদ্ধিজীৱীক উন্নাসিক কৰি তুলিছিল নিশ্চয়। "মুনিহৰ পিঠিত ভৰি দি হস্তীত আৰোহণ কৰা", বিধৰ তিৰোতাও সদানন্দই সমকালীন অসমত প্ৰত্যক্ষ কৰিছিল।

নাৰী হস্তী বাহিনী হ'ব পৰাত পিছে শিক্ষিত স্বামীসকলৰো একাংশৰ বৰঙণি কম নাছিল। 'গৈণীৰ কৰ্তব্য ও স্ত্ৰী-শিক্ষা' শীৰ্ষক প্ৰবন্ধত কোৱা মতে, নিজৰ পত্নী অথবা তিৰোতা-সমাজৰ প্ৰতি স্নেহ-শ্ৰদ্ধাবশত: নহয়, বহিৰাগত প্ৰথানুকৰণৰ ফলত অনেকে নিজৰ পত্নীক গৃহিণীপদৰ পৰা বঞ্চিত কৰি ৰন্ধা-বঢ়া কৰিবলৈ নিদিছিল। পৰিণাম হ'ল— 'ৰান্ধনী'ৰ ঠাইত 'ৰান্ধনি'ৰ, বামুণ ৰান্ধনিৰ আমদানি। বোৱা-কটাত পাৰ্গতিগৰাকীকো স্বামীয়ে তাঁত ববলৈ নিদিয়া হ'ল। পত্নীয়ে শালত বোৱা কাপোৰ পছন্দ নকৰা হ'ল স্বামীয়েই। ফলত কপাহ কটা প্ৰথা প্ৰায় নোহোৱা হৈ আহিল। গাৱঁলীয়া বোৱাৰীয়েও বঙালী সূতাৰেহে কাপোৰ ববলগীয়া হ'ল। অৱশ্যে বহুতো ব্ৰাহ্মণৰ গৃহিণীসকলে লগুণৰ নিমিত্তে পাঁজি বাটি সূতা কটা প্ৰথাটো লোপ নোপোৱাকৈ ৰাখিছিল। সূতা কাটিবলৈ এৰাৰ পৰিণাম এৰী-মুগাৰ উৎপাদন হ্ৰাস, এৰী-মুগাৰ মূল্য বৃদ্ধি : এৰীৰ দাম সেৰে ১০ টকা, মুগাৰ দাম সেৰে ১২ টকা। সূতা কটা, তাঁত বোৱাৰ সলনি অসমীয়া তিৰোতাৰ মাজত সোমাল উলৰ কাম। সেৰত ১২ টকাৰ পৰা ১৬ টকালৈ উলৰ দাম। উলৰ কাম শিকোৱা শিক্ষয়িত্ৰীক মাহিলি দিবলগীয়া হৈছিল ৪ টকাৰ পৰা ৫ টকাকৈ।

প্ৰসংগক্ৰমে ক'ব পাৰি, ১৮৭২ চনত লণ্ডনত অনুষ্ঠিত আন্তৰ্জাতিক প্ৰদৰ্শনী এখনলৈ অসমত স্থানীয়ভাৱে প্ৰস্তুত হোৱা যিকেইবিধ সামগ্ৰী পঠোৱা হৈছিল, তাৰ ভিতৰত পাঁচ বিধেই আছিল অসমীয়া তিৰোতাৰ শিল্প-নৈপুণ্য প্ৰকাশক। সামগ্ৰী কেইবিধ হ'ল, ব্ৰাহ্মণে পৰিধান কৰা দুটা লগুণ, এখন ইজাৰবান্ধ বা বচোৱাল, সীমান্তত পাৰী দিয়া দুখন চেলেং কাপোৰ, দুখন বৰ কাপোৰ, আৰু দুখন গামোচা [৬১] এই ঘটনাৰ পাছৰটো দশকতে, আসাম-বন্ধুত প্ৰকাশ পোৱা মতে, অসমীয়া তিৰোতাৰ সমাজলৈ অহা পৰিৱৰ্তনটো নিশ্চয় মন কৰিবলগীয়া।

সি যি হওক, স্ত্ৰী-শিক্ষাৰ উন্নতি বা নাৰীৰ প্ৰগতিক প্ৰতিহত কৰিব খোজা শক্তিটোৰ বিৰুদ্ধে আসাম-বন্ধুৰ সমকালীন পুৰুষ-সমাজত যে প্ৰতিবাদী কণ্ঠস্বৰ নোলালেই, সমকালীন শিক্ষিতা নাৰীয়েও প্ৰতিবাদ নকৰিলে। অৱশ্যে শিক্ষিতা আৰু লেখিকা বুলিবলৈ তেতিয়া বিষ্ণুপ্ৰিয়া দেৱী, স্বৰ্ণলতা বৰুৱা আৰু পদ্মাৱতী দেৱী ফুকননীহে মাত্ৰ। পদ্মাৱতী দেৱী ফুকননীয়েও একাংশ পুৰুষে প্ৰদান কৰিব খোজা নাৰীৰ মুক্তাৱস্থা বা প্ৰগতিশীলতাক আৱাহন নজনালে, বৰঞ্চ পতিক পৰম গুৰুৰ আসনতহে অধিষ্ঠিত কৰি ৰাখিলে। তাৰ কাৰণ এনেও হ'ব পাৰে যে স্ত্ৰী-শিক্ষা আৰু তিৰোতাৰ স্বাধীনতা বা মুক্তাৱস্থা তেতিয়া বাঞ্ছনীয়া নাছিল। অসমত যেনে, বংগতো আছিল তেনে এটা অৱস্থা। তিৰোতাসকলৰ আনুষ্ঠানিক উচ্চ শিক্ষাক বংগ সমাজে সহজভাৱে আদৰি ল'ব পৰা নাছিল শতিকাটো উকলিবলৈ মাত্ৰ দুটা দশক থকা সময়তো। আশীৰ দশকত বংগত দেখা পোৱা কিছুমান কাৰ্যৰ কাৰণ আৱদ্ধ হৈছিল তাৰ দুটামান দশকৰ পূৰ্বেই। শতিকাটোৰ দ্বিতীয়াৰ্দ্ধৰ আদিতে স্থাপিত হোৱা বালিকা বিদ্যালয়বোৰৰ শিক্ষা বংগৰ স্ত্ৰী-সমাজৰ পক্ষে হিতকাৰিণী নহ'ল। অল্পবিদ্যা ভয়ংকৰী হৈ পৰিল। বালিকা বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হোৱা ছোৱালীবোৰে নাটক-উপন্যাস পঢ়ি সময় কটাবলৈ ল'লে। আনহাতে, ছোৱালীয়ে ঘৰ-সংসাৰ চলোৱা শিক্ষাহে বিচাৰিছিল তেতিয়া বংগবাসীয়ে।[৬২] সেইবাবেই শতিকাটোৰ শেহৰ ফালে বংগদেশত দেখিবলৈ পোৱা স্ত্ৰী-শিক্ষাৰ ক্ৰমবৰ্দ্ধমান গতিটো অৰ্থাৎ বংগৰ তিৰোতাসকল বিশ্ববিদ্যালয়ৰ উপাধিধাৰিণী হোৱাটো বংগৰ বাবে মংগল আৰু উন্নতিৰ চিন নহয় বুলিহে বিবেচিত হৈছিল।[৬৩]

নগৰীয়া শিক্ষিত তিৰোতাৰ বিপৰীতে গাঁৱলীয়া তিৰোতা (বোৱাৰী)হে সমকালীন অসমীয়া সমাজত আদৰ্শ বিবেচিত হৈছিল। গাঁৱলীয়া বোৱাৰীৰ "অন্তৰ সাৰল্যপূৰ্ণ চাতুৰি বৰ্জিত"। "জীৱনৰ সুখনাশী" "শিক্ষাৰ কুতৰ্কৰাশি"ৰ লগত পৰিচয় নথকা বাবেই তেওঁলোকৰ অন্তৰ সৰলতাৰে পৰিপূৰ্ণ। গাঁৱলীয়া বোৱাৰীয়ে বিলাসিতা নাজানে। বিলাসিনী নহয় বাবেই তেওঁলোকৰ এলাহো নাই। গাঁৱলীয়া বোৱাৰীৰ পিন্ধনো সামান্য:

"কটিত মেখলা ডাঠ শৰীৰত ৰিহা,
জোতা-মুজা জাকেটৰ নেপাৱয় দিহা।"

ননন্দ-জেশাহুৰ কটু কথা নীৰৱে সহ্য কৰে এইসকল তিৰোতাই। এওঁলোকে "শহুৰক বুঢ়া মেঠা বুলি নিঘিণায়।"[৬৪] এই ছবিখনৰ 'নিগেটিভ' ৰূপটোৱেই যেন সমাজৰ শিক্ষিতাসকল, ইয়াৰ বিপৰীতেই যেন শিক্ষিতাসকলৰ অৱস্থান। সেইবাবেই নিশ্চয় তিৰোতাৰ শিক্ষাৰ প্ৰতি পুৰুষ সমাজৰ এনে ভ্ৰূকুঞ্চন।

কিন্তু শিক্ষিত পুৰুষসকলো যে সমসাময়িক সমাজখনৰ দ্বিধা-দ্বন্দ্বৰ উৰ্দ্ধত আছিল, এনে কথা ক'ব নোৱাৰি। এই বিষয়ে পূৰ্বৰ এটা প্ৰসংগতো কিঞ্চিৎ আভাস দি অহা হৈছে। বংগদেশত পোনতে ইংৰাজী শিক্ষা পোৱা এচাম হিন্দু ডেকাই নিজৰ ধৰ্ম, সংস্কৃতি আৰু ভাষাৰ প্ৰতি বিৰূপ মনোভাব প্ৰকাশ কৰিছিল।[৬৫] সেইটো চামকে অনুকৰণ কৰাৰ ফলত অসমৰ নব্য শিক্ষিতৰ একাংশ জাতীয় জীৱনৰ পৰা ক্ৰমান্বয়ে বিচ্ছিন্ন হৈ যোৱাৰ উপক্ৰম হৈছিল। আসাম-বন্ধুৰ 'সদানন্দৰ নতুন অভিধানত 'শিক্ষিত'ৰ সংজ্ঞা সেইবাবে দিয়া হৈছে এই বুলি :"যাৰ পৰা হিন্দু ধৰ্মৰ সকলো নীতি, সকলো সজ উপদেশ, সকলো পবিত্ৰ আচাৰ-ব্যৱহাৰ দূৰীভূত হইছে; নাইবা 'শিক্ষা' (সভ্য জাতিৰ কু-শিক্ষা) 'ইত' (প্ৰাপ্ত) যাৰ দ্বাৰায়। ইংৰাজি প্ৰতিশব্দ 'এডিউকেটেড', educated অৰ্থ— কিতাপ ভাৰ বোৱা, ইংৰাজী বকা, নিজ ভাষা পাহৰা, ঈশ্বৰৰ নামকে নুশুনা, নিজ ধৰ্ম এৰা, পিতৃ-মাতৃ নমনা, ম্লেচ্ছৰ গোলাম, জন্মভূমিৰ কলংক... ইত্যাদি ইত্যাদি প্ৰকাৰৰ এবিধ দুঠেঙীয়া প্ৰাণী।" বংগদেশৰ দৰেই অসমতো এইছোৱা অল্পবিদ্যা আৰু লঘু চিন্তাৰ কাল। "মাতৃভাষা কলে বা লিখিলে মান যোৱা" অসমীয়া 'সাহাব' সকলৰ অভ্যুদয় ঘটিছে এইছোৱা কালতে।

নিজৰ মাতৃভাষা অসমীয়াৰ প্ৰতি সমসাময়িক অসমীয়া 'সাহাব'সকলে ঊন্নাসিকতা প্ৰদৰ্শন কৰিলেও আসাম-বন্ধুৰ সময়ত "অসমীয়া যে এটা ভাষা ইয়াক সাধাৰণে জানিবলৈ ধৰিছে", আৰু "অসমীয়া মানুহে চিঠি-পত্ৰ লেখাত অসমীয়া ব্যৱহাৰ হ'ব লাগিছে।" ভাষাভিত্তিক জাতীয় চেতনা ক্ৰমে জাগৰুক হ'বলৈ ধৰিছে তেতিয়া অসমীয়াসকলৰ মনত। তেওঁলোকে ক'ব পৰা হৈছে, "আমাৰ দেশী ভাইসকল, উঠা। এতিয়া চৈতন্য যুগ। মনৰ চিন্তা কাৰ্যলৈ আনা। জাতি যেনে সম্পত্তি, জাতীয় ভাষাও তেনে সম্পত্তি। আমাৰ ভাষা শদীয়াৰ পৰা মানাহ নদীলৈ। ৰজা আৰু ৰাজ-কৰ্মচাৰীলৈ নহয়। কোনো এখন নগৰ বা এজন বা দুজন বিখ্যাত লোকৰ ভাষা আমাৰ নহয়।" আসাম-বন্ধুৰ জ. ন. আদ্যাক্ষৰী লেখক গুণাভিৰাম বৰুৱাৰে আহ্বান আছিল এয়া। নিজৰ মাতৃভাষাৰ প্ৰতি চেতনাৰ এই যে বিস্ময়কৰ উন্মেষিততা, এই যে মমত্ববোধৰ গভীৰতা, এই যে আত্মপ্ৰত্যয়ৰ দৃঢ়তা, সেয়ে হ'ল ঊনবিংশ শতিকাত অসমীয়া জাতিয়ে কৰা কৃচ্ছ্ৰসাধনাৰ সিদ্ধি, আৰু জাতিটোৰ বহু আকাংক্ষিত, বহু প্ৰতীক্ষিত ঋদ্ধিও।

প্ৰায় দকুৰি বছৰ নিৰ্বাসিতা হৈ থকাৰ পাছত আৰু আসাম-বন্ধু প্ৰকাশ পোৱাৰ প্ৰায় ১২ বছৰৰ আগত, অসমীয়া ভাষা অসমত পুনৰ প্ৰতিষ্ঠাপিতা হ'ল। অসমৰ স্কুল-আদালতত অসমীয়া ভাষা পুনৰ চলিবলৈ ধৰিলে। কিন্তু আসাম-বন্ধুৰ সময়লৈকে ('এই পৰ্যন্তে') অসমীয়া ভাষা "মিশ্ৰিত ৰূপে চলিছে", "মিশ্ৰিত ভাষা মাৰ্জিত কৰিব পৰা হোৱা নাই।" ভাষাৰ পৰিমাৰ্জন সম্ভৱ কৰি গ্ৰন্থ ৰচনা কৰা লোক সমকালীন অসমত ওলাইছিল যদিও তেনে লোকৰ গ্ৰন্থ মুদ্ৰিত হোৱাত অন্তৰায় হৈ পৰিছিল ধন : "দুখৰ বিষয় এইটো যে ভাষাৰ পুষ্টিসাধন কৰিবলৈ আমাৰ ধন নাই। গ্ৰন্থকাৰক উৎসাহ দিয়াৰ বল আমাৰ সাধাৰণ মানুহৰ নাই।" পাঠ্যপুথি ৰূপে মনোনীত নহ'লে অসমীয়া কিতাপ এখনৰ প্ৰচলন-প্ৰচালনৰ বাট মুকলি নাছিল তেতিয়া। ধনৰ অভাৱত স্বৰচিত কিতাপ প্ৰকাশ কৰিব নোৱাৰি ৰত্নেশ্বৰ মহন্ত কিমান হতাশ হৈছিল, সেই কথা ১৮৮৮ চনৰ ১ অক্টোবৰত হেমচন্দ্ৰ গোস্বামীলৈ লিখা চিঠিত আছে।[৬৬] অথচ অসমীয়া ভাষাৰ কিতাপৰ সংখ্যা বঢ়াব লাগে, বাঢ়িব লাগে। কেৱল পাঠ্যপুথিৰ অভাৱ পূৰণ হ'লেই নহয়, প্ৰতিবেশী বঙলা ভাষা-সাহিত্যৰ তুলনাত যে অসমীয়া ভাষা-সাহিত্য হীন নহয়, সেই কথা প্ৰমাণ কৰিবলৈকো অসমীয়া ভাষাত মূল্যবান কিতাপৰ সংখ্যা বাঢ়িব লাগিব, এয়ে আছিল সেইছোৱা কালৰ সাধনা।[৬৭]

কেৱল কিতাপৰ সংখ্যা বঢ়াবৰ বাবেই নহয়, অসমীয়া ভাষা-সাহিত্যৰ গৌৰৱময় ঐতিহ্যৰ পৰিচয় দিয়াৰ অৰ্থেও পুৰণি অসমীয়া সাহিত্যৰ মুদ্ৰণ, প্ৰকাশন আৰু নতুন মূল্যায়ন আৰম্ভ হ'ল এইছোৱা কালত। বৈষ্ণৱ সাহিত্যৰ মুদ্ৰণ-প্ৰকাশন কাৰ্যৰ পৰোভৰ ঘটে অষ্টমটো দশকত।

আসাম-বন্ধুৰ সময়লৈকে শংকৰদেৱৰ কীৰ্তন-পুথি হৰিবিলাস আগৰৱালাই দুবাৰ প্ৰকাশ কৰাৰ কথা হেমচন্দ্ৰ বৰুৱাই 'আসাম-নিউচ' কাকতত কৈছে।[৬৮] লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত সংৰক্ষিত অসমীয়া গ্ৰন্থৰ তালিকাই দেখুৱা মতে ১৮৮০ চনত নগাওঁৰ পৰাও কীৰ্তন ঘোষাৰ এটা তাঙৰণ প্ৰকাশ পায়। মুঠতে, আসাম-বন্ধুৰ প্ৰকাশ পূৰ্ব কালছোৱাত কীৰ্তন-ঘোষাৰেই মুদ্ৰণ-প্ৰকাশন কাৰ্য অন্ততঃ তিনিবাৰ সংঘটিত হৈছিল। কোৱা বাহুল্য মাথোন যে ধোঁৱা চাঙত থকা সাঁচিপতীয়া কীৰ্তন পুথিতকৈ ছপাশালৰ পৰা ওলাই অহা কীৰ্তন পুথিৰ প্ৰচাৰ আৰু প্ৰভাৱ স্বাভাৱিকতে বৃদ্ধি পাইছিল। কেৱল কীৰ্তনেই নহয়, শংকৰদেৱৰ লগতে মাধৱদেৱৰো গ্ৰন্থৰাজি সমকালীন অসমত আদৰৰ সম্পদ আছিল। হেমচন্দ্ৰ বৰুৱাই কৈছে: "সেইবিলাক পুথি এই দেশৰ সকলো মানুহৰ ঘাইকৈ বৈষ্ণৱবিলাকৰ বৰ মান্য। এই দেশী বৈষ্ণৱবিলাকে ভাগৱতাদি মূল পুথিতকৈও সেইবোৰক অধিক ৰূপে মানে আৰু বৰ যত্নেৰে ঘৰত ৰাখি সেৱা-ভক্তি কৰে।"[৬৯]

শংকৰদেৱক গুৰুৰ শাৰীত স্থান দিব নোখোজা বা শংকৰদেৱৰ ধৰ্মৰ বিৰুদ্ধাচৰণ কৰা লোকো সেই সময়ত অসমত আছিল। পিছে, সমগ্ৰ শক্তিকাটোতে শংকৰদেৱৰ ব্যক্তিত্বৰ ছাঁ অসমব্যাপী পৰি আছিল দীঘলীয়া হৈ। নানা উপপ্লৱৰ ফলত মুমূৰ্ষু অসমীয়া জাতিৰ বাবে যেন সেই ছাঁয়েই আছিল স্বস্তি অনুভৱ। আসাম-বন্ধুৰ সমকালত সেই অনুভৱৰ মাত্ৰা বাঢ়িছিল বুলি ক'ব পাৰি। জাতিটোৰ প্ৰাত্যহিক জীৱনৰ প্ৰতিটো কোণতে শংকৰদেৱৰ শাস্ত্ৰৰ, বিশেষকৈ কীৰ্তনৰ প্ৰভাৱ আছিল অপৰিসীম। আসাম-বন্ধুৰ 'কীৰ্তন' শীৰ্ষক প্ৰবন্ধত কোৱা হৈছে, "যিসকলে শংকৰদেৱক গ্লানি কৰে, সেই সকলেও সেই সমস্ত কাৰ্যত কীৰ্তন পঢ়ায়। বিয়াত, জন্মাষ্টমীত কি আন পৰ্বত কীৰ্তনৰ নাম আৰু পদ তিৰুতাবিলাকে গায়। আমাৰ মানুহৰ থাপনাৰ প্ৰধান পুথি কীৰ্তন। আমাৰ সাধাৰণ নৰ-নাৰী প্ৰজাই বেদ পুৰাণ ভাগৱত প্ৰভৃতি শাস্ত্ৰৰ নামহে শুনিছে, কীৰ্তনকেহে বেদ পুৰাণ বুলি জানে।"[৭০]

কীৰ্তনকে বেদ পুৰাণ বুলি জনা তেতিয়াৰ সাধাৰণ অসমীয়া প্ৰজাই সাত সাগৰ তেৰ নদীৰ সিপাৰৰ ব্ৰিটিছকেই নিজৰ ৰজা বুলি জানিছিল। ব্ৰিটিছৰ ৰাজ্যত বেলি মাৰ যোৱাৰ কথা, নাইবা ব্ৰিটিছৰাজৰ শাসন-মুক্ত হৈ দেশত 'স্বৰাজ্য' প্ৰতিষ্ঠা কৰাৰ কথা সপোনতো ভাবিব পৰা নাছিল তেতিয়া অসমীয়াই। "তেতিয়া সকলোৱে ক'বলে গ'লে মানিলেই লৈছিল যে ব্ৰিটিছ শাসন থাকিয়েই যাব।"[৭১] তৎসত্ত্বেও যে পৰাধীনতাৰ গ্লানি অনুভৱ কৰা আৰু স্বাধীনতাৰ প্ৰতি স্পৃহা থকা অসমীয়া মন দুই-এটা আছিল, সেইটোহে এটা বিস্ময়। আসাম-বন্ধুৱে তেনে বিস্ময়ৰো দৃষ্টান্ত দেখুৱালে। ভাৰতৰ ৰাজতন্ত্ৰযুগীয় কাহিনীৰ অৱলম্বনত আৰু প্ৰতীকৰ সহায়ত হ'লেও আসাম-বন্ধুত প্ৰকাশিত কবি ভোলানাথ দাসৰ দুটা কবিতাত ('কাৰাবদ্ধ ৰাজপুত্ৰ', আৰু 'ৰজনী'ত) তেনে মনৰ অভিব্যক্তি ঘটিছে।

"স্বাধীনতা নাই যাৰ কিবা আছে তাৰ,  
নবহয় এক বিন্দু উত্তপ্ত শোণিত,  
জীৱনে জীৱনীশক্তি নাথাকে সঞ্চাৰ,  
তেজীয়ান পদে সদা মস্তক নমিত।"

ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম মুহূৰ্তত ভাৰতবৰ্ষৰ নিচেই পূৱ প্ৰান্তত অভিব্যক্ত এনে বিৰল অনুভৱৰ ঐতিহাসিকতা নিশ্চয় উলাই কৰিব পৰা বিধৰ নহয়। অকলশৰীয়া কুলিৰ মাতত বসন্ত নাহে সঁচা; কিন্তু আগতীয়া চৰাই এটাৰ অস্তিত্ব-অনুভৱো কম আশা-সঞ্চাৰী নে?

**প্ৰসঙ্গ :**

১। আসাম-বন্ধুত প্ৰকাশিত এটা লেখাৰ পৰা জানিব পৰা গৈছে যে সমকালীন কাকত 'আসাম-নিউচ'ৰ বাৰ্ষিক বৰঙণি আছিল পাঁচ টকা। কিন্তু এই কথাই আসাম-বন্ধুৰ বাৰ্ষিক বৰঙণি সম্পৰ্কে অনুমান কৰাত অলপো সহায় নকৰে। কিয়নো, আসাম-নিউচ আছিল সাদিনীয়া বাতৰি কাকত। কলেবৰ আছিল ফুলস্কেপ কাগজৰ ৮ পিঠীয়া।

২। দ্ৰষ্টব্য : এই লেখকৰ 'উৱলি যোৱা নথিৰ পৰা', ১৯৯১; পৃ. ৯৮-১২২

৩। "মনত ৰাখিব, এই কাকতখনি স্বৰ্গীয় গুণাভিৰাম বৰুৱাই নগাঁৱৰ বিৰকুটাৰৰ পৰা ১৮৮৫ ত উলিয়াইছিল।" — **জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী**, অসম সাহিত্য সভা, ১৯৮১; পৃ. ৩৭৯

৪। **মোৰ সোঁৱৰণী**, অসম প্ৰকাশন পৰিষদ, ১৯৭১; পৃ. ৫২

৫। অসম প্ৰকাশন পৰিষদৰ দ্বাৰা পুনৰ্মুদ্ৰিত (১৯৮৪) আৰু নগেন শইকীয়াৰ দ্বাৰা সম্পাদিত 'আসাম বন্ধু'ৰ একত্ৰ সংকলন; পৃ. ৯০

৬। **মোৰ জীৱন সোঁৱৰণ**, অসম সাহিত্য সভা, ১৯৬১; পৃ. ৮৩

৭। **নন্দ তালুকদাৰৰ সম্বাদপত্ৰৰ ব'দ-কাঁচলিত অসমীয়া সাহিত্য**, ১৯৭৫; পৃ. ১০১

৮। **মোৰ জীৱন সোঁৱৰণ**, পৃ. ৮৩

৯। ঐ. পৃ. ৯৯
১০। উক্ত গ্ৰন্থ, বিশ্ববাণী প্ৰকাশনী, ১৯৮৩; পৃ. ২০২-৩
১১। মোৰ জীৱন সোঁৱৰণ, পৃ. ৭০-৮০
১২। জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী, পৃ. ১৫৯
১৩। নন্দ তালুকদাৰ সম্পাদিত কনকলাল বৰুৱা ৰচনাৱলী, অসম সাহিত্য সভা, ১৯৭৩; পৃ ৫১
১৪। সদানন্দৰ কলাঘুমটি, আসাম-বন্ধু; পৃ. ২৮
১৫। "The matter appearing in the Mow was in all likelihood, exclusively from the pen of my father"
— I N Borrah, ***Bolinarayan Borrah, His Life Work and Musings,*** 1967, P. 44
১৬। দ্ৰষ্টব্য, যথাক্ৰমে ডিম্বেশ্বৰ নেওগৰ **New Light on History of Asamiya Literature,** 1962, P 391, নগেন শইকীয়াৰ ***Background of Modern Assamese Literature,*** 1988, P 287, এই লেখকৰ উনবিংশ শতিকাৰ অসম-সংবাদ, ১৯৯০, পৃ ১৭
১৭। 'Only 16 numbers appered and the jouranl was then discontinued for want of support
— **Political History of Assam,** Vol 1, P 251
১৮। "The Paper discontinued during the second year after Sixteen issues were out', — উল্লিখিত গ্ৰন্থ, পৃ. ৩৭৮
১৯। Golden Jubilee Volume, Cotton College, Appendix C, I & II
২০। আত্মকাহিনী বা স্বৰচিত জীৱন কথা, ১৩৩৯ বংগাব্দ, পৃ ২৫৮-২৬১
২১। 'অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী
২২। নীৰদ চন্দ্ৰ চৌধুৰীৰ বাঙালী জীবনে ৰমণী (১৯৬৮) গ্ৰন্থৰ ১৯ পৃষ্ঠা দ্ৰষ্টব্য
২৩। সে কাল আৰ এ কাল, বংগীয় সাহিত্য পৰিষৎ, তৃতীয় মুদ্ৰণ, পৃ ৬৪-৬৫
২৪। 'দেশীয় ভাষাৰ প্ৰতি সাধাৰণেৰ আদৰ নাই এবং সাহিত্যেৰ প্ৰতি সাধাৰণেৰ অনুৰাগেৰ স্বল্পতা দেখা যায়।'
— সাহিত্য, বিশ্বভাৰতী গ্ৰন্থালয়, ১৮৮৩ শক, পৃ ২৪২ ৬
২৫। দ্ৰষ্টব্য: ডব্লু ডব্লু হাণ্টাৰৰ ***A Statistical Account of Assam,*** Vol 1, R B Publishing Corporation, Delhi, 1982, P 1
২৬। ***Twenty Years in Assam,*** Jessie T Moore, Omsons Publications, 1982, P 25
২৭। আসাম-বন্ধু, পৃ ৪৩৪
২৮। কনকলতা বৰুৱা ৰচনাৱলী, অসম সাহিত্য সভা, ১৯৭৩, পৃ ৫৯
২৯। আসাম-বন্ধুৰ একত্ৰ সংকলনৰ সম্পাদকীয় ভূমিকা, পৃ ৪৩
৩০। গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী, অসম প্ৰকাশন পৰিষদ, ১৯৭২, পৃ. ১৭১
৩১। অসম বুৰঞ্জী, অসম প্ৰকাশন পৰিষদ, ১৯৭৬, পৃ. ১৬৩
৩২। ঐ, পৃ. ৯৬
৩৩। S B Medhi, ***Transport System and Economic Development in Assam,*** 1978, P 20 21
৩৪। বঙালী শীৰ্ষক প্ৰবন্ধ, আ. ব, পৃ ৯৫
৩৫। ঐ, পৃ. ৯৬
৩৬। মৌ, অসম প্ৰকাশন পৰিষদ, ১৯৮০; পৃ. ৪৩
৩৭। আসাম-বন্ধুৰ 'বঙালী' শীৰ্ষক প্ৰবন্ধ, পৃ. ১০০
৩৮। মৌৰ 'বঙালি' শীৰ্ষক প্ৰবন্ধ, উল্লিখিত গ্ৰন্থ, পৃ. ৪৪
৩৯। 'বঙালী' শীৰ্ষক প্ৰবন্ধ, আ. ব.; পৃ. ৯৯
৪০। উক্ত গ্ৰন্থ, পৃ. ১২৩
৪১। 'চন্দ্ৰকুমাৰ', ১৯৬৭; পৃ. ৫
৪২। কনকলাল বৰুৱা ৰচনাৱলী, পৃ. ১২
৪৩। 'অসমীয়া আৰু বিদেশী সাজ' আ. ব.; পৃ. ২৮৩
৪৪। "এবাৰ কলিকতাত মোৰ মাজু ককাইদেউ আৰু মই শিয়ালদহ হেৰিছিন ৰোডৰ ওচৰত আবেলি ফুৰি থাকোঁতে চেলেং, খনিয়া কাপোৰ গাত উৰি যোৱা মানুহ দুজন দেখি লৰি গৈ লগ লৈ কথা কোৱা মনত পৰে। সেই মানুহ দুজন স্বৰ্গীয় ৰমাকান্ত বৰকাকতীৰ ঘৰত আছিল ওচৰতে। ৮ নং কলেজ স্কোৱেৰলৈ দেউতাৰ ওচৰলৈ লৈ গলোঁ। আমাৰ আটাইৰে কি আনন্দ! নগাঁৱৰ ছাৰগুৰিত ঘৰ। আউনীঅটীয়া ভকত।"
— আ. ব. ৰ.; পৃ. ১৫০
৪৫। ঐ; পৃ. ২৪৫

৪৬। **মোৰ জীৱন সোঁৱৰণ,** পৃ. ৫১
৪৭। আ. ব.; পৃ ১৪১
৪৮। **সদানন্দৰ কলা-ঘুমটি,** আ ব., পৃ. ৩০
৪৯। **ব্ৰনছনৰ অসমিয়া আৰু ইংৰাজি অভিধান**
৫০। **সদানন্দৰ কলা-ঘুমটি,** আ ব., পৃ. ৩১
৫১। দ্ৰঃ 'আসামৰ উন্নতি কিমান' শীৰ্ষক কবিতা, আ ব , পৃ ১২৬ ১৩০
৫২। **বেণুধৰ শৰ্মাৰ অৰ্ঘ্যাৱলী,** ১৯৪৬, পৃ ৩২
৫৩। 'যে অল্পসংখ্যক ব্যক্তি লেখা-পড়াৰ চৰ্চা ৰাখেন, তাহাৰা আবাৰ কেবল হীন অনুকৰণে ৰত।' — **সে কাল আৰ এ কাল,** তৃতীয় মুদ্ৰণ, পৃ ৬২
৫৪। "আমৰা ছেড়েছি টিকিৰ আদৰ,
আমৰা ছেড়েছি ধুতী ও চাদৰ,
আমৰা হ্যাট বুট আৰু প্যাণ্ট কোট পৰে
সেজেছি বিলেতি বাঁদৰ।
আমৰা বিলিতি ধৰণে হাঁসি,
আমৰা ফৰাসি ধৰণে কাসি,
আমৰা পা ফাঁক কৰিয়া সিগাৰেট খেতে
বড্ডই ভালবাসি।'
— **(বিলাত ফেৰ্তা)**
৫৫। ***Twenty Years in Assam,*** P 57
৫৬। দ্ৰষ্টব্য. **Hundred Years of the University of Calcutta** 1957
৫৭। ***Polotical History of Assam,*** Vol I P 129-130
৫৮। **মৌ,** যথাক্ৰমে ৬,২
৫৯। **আ. ব. ৰ ,** পৃ. ১২৪
৬০। **মেৰীৰ কৰ্তব্য ও স্ত্ৰী-শিক্ষা,** আ ব., পৃ ১২৯
৬১। এই লেখকৰ **'উনবিংশ শতিকাৰ অসম সংবাদ',** ১৯৯০, পৃ ৯২ ৯৩
৬২। 'বালিকা বিদ্যালয়েৰ উত্তীৰ্ণ ছাত্ৰীৰা কেবল অলীক উপন্যাস ও কুৎসিত নাটক পাঠে সময় ক্ষেপণ কৰে যে পৰ্যন্ত না অন্তঃপুৰ শিক্ষা-প্ৰণালী বিশিষ্ট ৰূপে অবলম্বিত হইতেছে সে পৰ্যন্ত আমাদিগেৰ দেশে স্ত্ৰী-শিক্ষা বিশেষ ফলোপদায়িনী হইবে এমন আশা কৰা যাইতে পাৰে না।'
— বিনয় ঘোষ সম্পাদিক **সাময়িক পত্ৰে বাংলাৰ সমাজচিত্ৰ,** ৫ ম খণ্ড, ১৯৮১, পৃ. ৫১
৬৩। দ্ৰষ্টব্য: ঐ; পৃ ৭৪
৬৪। ৰত্নেশ্বৰ মহন্তৰ **'গাঁৱলীয়া বোৱাৰী' শীৰ্ষক কবিতা,** আ ব ; পৃ ২৩৯-২৪৩
৬৫। 'শিক্ষিত বাঙালীগণেৰ মধ্যে অনেকেই ধৰ্মে বিশ্বাস-শূন্য, নাস্তিক, সংশয়বাদী, স্বদেশেৰ উন্নতি সম্বন্ধে অন্ধ, এবং মদ্যপান প্ৰভৃতি কতকগুলি ঘৃণিত দোষে কলুষিত।' — সা বা স.; ৫ ম খণ্ড, ৭৪
৬৬। ' what will it be if it be written only to rot in my waste paper baskest. it is very painful to see books being worm-eaten for want fo sufficient money to send them to press '
৬৭। " let there be books enough, books of substantial merits."
৬৮। **"হৰিবিলাস বাবুৱে কীৰ্তন পুথি আগেয়েও এবাৰ ছপাইছিল; এই দ্বিতীয়বাৰ।"**
— **দ্ৰষ্টব্য: বেণুধৰ শৰ্মাৰ ৰচনাৱলী,** ২ য় খণ্ড, পৃ. ৪৪৮
৬৯। ঐ; পৃ. ৪৪৮
৭০। **প্ৰথম খণ্ড** আসাম-**বন্ধুৰ নৱম** সংখ্যাত **প্ৰকাশিত এই প্ৰবন্ধটোৰ লেখক** সম্পাদক গুণাভিৰাম বৰুৱা **বুলিয়েই ঠাৱৰ কৰিব** পাৰি।
৭১। **গুণাভিৰাম বৰুৱা ৰচনাৱলী,** পৃ. ১৩২

# বলিনাৰায়ণ বৰাৰ মৌ ঃ এটি মূল্যায়ন

ডঃ ৰাজেন শইকীয়া

১৮৮৬ চনৰ ডিচেম্বৰ মাহৰ পৰা ১৮৮৭ চনৰ মাৰ্চ মাহলৈ মাত্ৰ চাৰিটা সংখ্যা প্ৰকাশ হৈয়েই বন্ধ হৈ যোৱা মাহিলি কাকত মৌ অসমীয়া সংবাদপত্ৰৰ বুৰঞ্জীত এটা লেখত ল'বলগীয়া পৰ্ব।[১] দেখনিয়াৰ কৰি মৌৰ সম্পাদক আছিল হৰিনাৰায়ণ বৰা, কিন্তু ডঃ মহেশ্বৰ নেওগে 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত অতি যুক্তিসঙ্গতভাৱে এইখনৰ পৰিচয় দিছে- "হৰনাৰায়ণ বৰাৰ সম্পাদিত বলিনাৰায়ণ বৰাৰ মৌ" বুলি।[২]

মৌ বা মৌৰ দৰে এখন কাকত প্ৰকাশ কৰাৰ কথাটো বলিনাৰায়ণ বৰাই (১৮৫২-১৯২৭) ভালেমান দিন আগৰ পৰাই গুণাগাঁথা কৰিছিল বুলি নিশ্চিতভাৱে ক'ব পাৰি। ১৮৮৬ চনৰ ৩০ মে' তাৰিখে তেওঁৰ পত্নীলৈ লিখা এখন চিঠিত এই বিষয়ে উল্লেখ আছে। ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰা ভায়েক হৰনাৰায়ণৰ জীৱিকাৰ উপায় সম্বন্ধে চিন্তিত আছিল। ভায়েকৰ বাবে কলিকতা হাইকোৰ্টত অসমীয়া অনুবাদকৰ পদ এটাৰ বিষয়েও তেওঁ খবৰ ৰাখিছিল। সেই চাকৰি নহ'লেও কথা নাই, হৰ (এইটো ঘৰোৱাহী লোকে হৰনাৰায়ণক চেনেহত মতা নাম) কলিকতাতে থাকক, অসমলৈ উভতি অহিব নালাগে : "Let him stay on, take up a lodging somewhere, and edit a paper of which I had talked to you sometime ago."[৩] ঠিক তাৰ পিছদিনাই লিখা আন এখন চিঠিৰ পৰা বুজা যায়, কলিকতাৰ পৰা প্ৰকাশ কৰিব বুলি মনতে স্থিৰ কৰা কাকতখনৰ বাবে তেওঁ এটা দীৰ্ঘম্যাদী মজবুত ব্যৱস্থা কৰি লোৱাৰ কথাও ভাবিছিল। কাকতখনৰ সম্পাদনা বা চোৱাচিতা কৰিব হৰনাৰায়ণে : "Let him edit or manage the paper which I am rather anxious to get out... ... we can pay rent say upto Rs. 50/- for which a decent house ought to be available in that quarter. I want to take one on long lease, as it is inconvenient to change frequently "[৪]

#### মৌৰ প্ৰকাশ

মৌ প্ৰকাশ হ'ল তাৰ ছমাহৰ পিছত। সম্পাদক হ'ল হৰনাৰায়ণ বৰা। সাধাৰণতে দেখা যায়, এখোখন পত্ৰিকা প্ৰকাশৰ অন্তৰালত কোনো বিশেষ দৃষ্টিভংগী বা মতবাদ প্ৰচাৰৰ উদ্দেশ্য থাকে। সেই মতবাদ যিকোনো বিষয়ৰ হ'ব পাৰে। এই কথাৰ প্ৰতি যে সম্পাদকসকল তেতিয়াও সজাগ আছিল সেই কথা বলিনাৰায়ণৰ অগ্ৰজপ্ৰতিম বন্ধু গুণাভিৰাম বৰুৱাৰ (১৮৩৪-১৮৯৪) দ্বাৰা সম্পাদিত 'আসাম-বন্ধু'ৰ প্ৰথম সংখ্যাৰ ঘোষণাৰ পৰা বুজিব পাৰি। "সাধাৰণৰ মনোৰঞ্জন আৰু জ্ঞানচৰ্চ্চা"— এয়ে আছিল আসাম-বন্ধুৰ উদ্দেশ্য। "কোনো শ্ৰেণী বা কোনো বিশেষ সমাজৰ মানুহৰ আমি মুখপাত নহওঁ" বুলিও আসাম-বন্ধুৱে ঘোষণা কৰিছিল।[৫]

মৌত তেনে ঘোষণা অনুপস্থিত। ঘোষণাৰ অনুপস্থিতিয়ে লক্ষ্য বা উদ্দেশ্যহীনতা নুবুজায়। খুব সম্ভৱ মৌ আছিল বলিনাৰায়ণ বৰাৰ কোনো অভিলাষী আঁচনিৰ এক নামনাচ প্ৰকাশ মাত্ৰ। অসমীয়া ভাষা-সাহিত্যৰ আলোচনীৰ গ্ৰাহকৰ অভাৱ, থকাসকলৰো মাতৃভাষাৰ প্ৰতি আস্থাহীনতা, অনাদৰ আৰু সহানুভূতিহীন কটাক্ষই আসাম-বন্ধুৰ উৎসাহী সম্পাদক গুণাভিৰামকো হতাশ কৰিছিল। সেই অভিজ্ঞতাৰ সম্ভেদ বলিনাৰায়ণ বৰাই নোপোৱাৰ কোনো কাৰণেই থাকিব নোৱাৰে। সেই সময়ত দুয়োজনেই আছিল নগাঁৱত, গুৰুত্বপূৰ্ণ চৰকাৰী পদত। তেওঁলোক দুয়োৰে মাজত ঘনিষ্ঠ বন্ধুত্ব আৰু পৰিয়াল দুটিৰ মাজতো অকৃত্ৰিম সদ্ভাৱ আছিল। সেই কথা তেওঁলোকৰ পুত্ৰ-পুত্ৰীহঁতে বহুদিনলৈ প্ৰীতিৰে সুঁৱৰিছিল।

আসাম-বন্ধুৰ প্ৰকাশ বন্ধ হোৱাৰ আঠ মাহৰ পিছত প্ৰায় মৰসাহ দি বলিনাৰায়ণ বৰাই মৌ প্ৰকাশ কৰিছিল। দেখ্‌দেখ্‌কৈ এই কাকত কোনো সাহিত্য আন্দোলনৰ লগত জড়িত নাছিল। কোনো বিশেষ মতবাদ বা গোষ্ঠীৰ আত্মপ্ৰকাশ বা আত্মপ্ৰতিষ্ঠাৰ প্ৰয়োজন পূৰণ কৰিবলৈকো ইয়াৰ আৱিৰ্ভাৱ হোৱা নাছিল। মৌ ঔপনিবেশিক যুগৰ এজন অসমীয়া বুদ্ধিজীৱীৰ বৌদ্ধিক অভিব্যক্তি।

সেয়ে, মৌৰ লগত ঠিক তাৰ আগে-পিছে প্ৰকাশ হোৱা আন অসমীয়া কাকত-আলোচনীৰ তুলনা নচলে। মৌৰ পিছত প্ৰকাশ হোৱা জোনাকী (১৮৮৯) আৰু বিজুলীয়ে (১৮৯১) একেটা সাহিত্য আন্দোলনৰ দুটা ধাৰাক প্ৰতিনিধিত্ব কৰিছিল। এই দুখন পত্ৰিকাৰ মাজত আদৰ্শগত অথবা ব্যৱসায়িক প্ৰতিদ্বন্দ্বিতা নাছিল। বিজুলী আছিল জোনাকীৰ অসহিষ্ণু সাহিত্যিক প্ৰতিন্যাস।

বলিনাৰায়ণ বৰাই তেওঁৰ 'মাহিলি কাকত'খনৰ নাম দিছিল মৌ or The Bee বুলি। এখন দেশীয় ভাষাৰ কাকতত এইদৰে ইংৰাজী অভিধা এটি সন্নিবিষ্ট কৰাটো অন্ততঃ অসমত দৃষ্টান্তবিহীন। মৌ মানে যে মৌজোল নহয়, মৌমাখিকহে বুজোৱা হৈছে, সেই কথাও পৰিষ্কাৰ। বংগদেশৰ ঊনবিংশ শতিকাৰ সংবাদপত্ৰ- আলোচনীৰ উপৰুৱা জৰীপ চলায়ো আমি এনে দৃষ্টান্ত পোৱা নাই। মৌ বা তাৰ সমাৰ্থক শব্দ প্ৰয়োগ কৰা কোনো পত্ৰিকাৰ দ্বাৰা অনুপ্ৰাণিত হৈয়েই বলিনাৰায়ণে সেই নাম নিৰ্বাচন কৰিছিল নেকি তাকো চাব পাৰি। তেওঁৰ প্ৰিয় ফৰাচী ভাষাত সেইজাতীয় কাকত-আলোচনীৰ নাম পাবলৈ নাই।[৬] ওঠৰ শতিকালৈ পিছুৱাই গ'লে আমি পাওঁ ইংৰাজ কবি-সাহিত্যিক অলিভাৰ গ'ল্ডস্মিথৰ সাহিত্য পত্ৰিকা The Bee (১৭৫৯)। গ'ল্ডস্মিথ বলিনাৰায়ণৰ প্ৰিয় কবিসকলৰ অন্যতম। তেওঁৰ ব্যক্তিগত ডায়েৰীত যিসকল ইংৰাজ কবিৰ কবিতা আৰু বিভিন্ন উক্তি আদৰ্শ-অনুপ্ৰেৰণাৰ বাবে লিপিবদ্ধ কৰিছিল সেইসকলৰ ভিতৰত গ'ল্ডস্মিথো আছিল। ঊনবিংশ শতিকাৰ ইংৰাজ সাহিত্যিক-সমালোচকসকলৰ পৰা এইজন কবিয়ে সমধিক মনোযোগ লাভ কৰিছিল। এই ক্ষেত্ৰত জন ফৰ্ষ্টাৰে চাৰিখণ্ডত ৰচনা কৰা লাইফ্ অৱ্ অলিভাৰ গ'ল্ডস্মিথ আৰু হেনৰি জৰ্জ ব'নৰ বৃটিছ ক্লাছিক্স্ চিৰিজত গ'ল্ডস্মিথৰ গ্ৰন্থ প্ৰকাশৰ কথা উল্লেখ কৰিব পাৰি।[৭] ঊনবিংশ শতিকাৰ অসমৰ এখন মফস্বল্ চহৰত থাকি, গৰুগাড়ী, টাটুঘোঁৰা, নাও, জাহাজৰ গতিৰ লগত জীৱনৰ ছন্দ মিলায়ো যিজন বলিনাৰায়ণে সুদূৰ ইংলেণ্ডৰ একাধিক আলোচনী নিয়মিতভাৱে সংগ্ৰহ কৰি পঢ়িছিল সেইজন সৰ্বভুক পাঠক বলিনাৰায়ণে গ'ল্ডস্মিথৰ The Bee ৰ বিষয়ে জনাটো সম্ভৱ। সেয়ে, আমাৰ অনুমান, অকাব্যিক মৌ নামটোৰ অন্তৰালত যদি কিবা পূৰ্বাপৰ নামসংকেত থাকে তেন্তে The Bee ৰ লগতো থাকিব পাৰে।

মৌ নাম থিৰাং কৰাৰ পিছতহে বোধহয় কাব্যৰসিক বলিনাৰায়ণৰ মনলৈ আহিল মাইকেল মধুসূদন দত্তৰ মেঘনাদবধ কাব্য আৰু মধুকৰী কল্পনা দেৱীৰ প্ৰতি কবিৰ আহ্বানকে প্ৰায় অপ্ৰাসংগিকভাৱেই তেওঁ নিজৰ পত্ৰিকাত আঁৰি ল'লে। মৌৰ প্ৰতিসংখ্যাৰ বিষয়সূচীৰ ওপৰত এই উদ্ধৃতি দিয়া হৈছিল :

> ৰচ মধুচক্ৰ গৌড়জন যাহে
> আনন্দে কৰিবে পান সুধা নিৰবধি।[৮]

আমি ইয়াক উৎসাহবৰ্ধক নিৰত্যয় ৰসালাপ বুলি ধৰিলেও একো ক্ষতি নাই। মৌ কাকতৰ অধ্যয়ন ইয়াৰ মধুকৰজনৰ বিষয়ে আলোচনা ব্যতিৰেকে অসম্পূৰ্ণ হৈ ৰ'ব। কিয়নো এই কাকতত মূলতঃ এজন ব্যক্তিৰ দৃষ্টিভংগীহে প্ৰতিফলিত হৈছে। এই প্ৰসংগত বলিনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ বৰাৰ (১৮৯১-১৯৭৪) মন্তব্য উল্লেখযোগ্য। "The matter appearing in the **Mau** was, in all likelihood, exclusively from the pen of my father"[৯] জ্ঞানদাভিৰাম বৰুৱায়ো তেওঁক জনাইছিল : "**Mau** was published and edited by Harnarayan Everybody knew, however, that the real editor was your father"[১০]

আসাম-বন্ধুৰ লেখক বলিনাৰায়ণে নজনাকৈ নাছিল যে ১৮৮৬-৮৭ চনত অসমীয়া ভাষাত লেখা-পঢ়া কৰা কমেও কুৰিগৰাকী লেখক-লেখিকা আছিল। অথচ সেইসকলৰ ভিতৰত মাত্ৰ এজনৰ এটি লেখা চতুৰ্থ আৰু শেষ সংখ্যাত প্ৰকাশ হৈছিল বুলি অনুমান কৰা হয়। মৌত প্ৰকাশ হোৱা লক্ষ্মীনাথ বেজবৰুৱা আৰু মথুৰামোহন বৰুৱাৰ দুখন চিঠিৰ বাদে 'মৌজাদাৰ' নামৰ ৰচনাখন গুণাভিৰাম বৰুৱাৰ বুলি অনুমান কৰা হয়।

মৌত প্ৰকাশৰ বাবে পঠোৱা আৰু সম্পাদকৰ মনোমত নোহোৱা লেখাবিলাকৰ বিষয়ে যি তিৰ্যক মন্তব্য কাকতত প্ৰকাশ হৈছিল সেইবোৰ দেখি নতুন লেখক-লেখিকা উৎসাহিত হোৱাৰ কাৰণ নাছিল। যেনে— 'পত্নীৰ শোক' বুলি এটি কবিতাৰ বিষয়ে— 'শোক আৰু বিলাপ আমাৰ দেশত বহুত দিনৰ পুৰণি ভাওঁৱীয়া। কান্দনি শুনি শুনি আমনি লাগা হইছে;' 'বৃক্ষ বিলাপ' নামৰ আন এটি কবিতাৰ বিষয়ে— 'মানুহৰ চিৰঁৰণীতেই কাণ তাল মাৰিছে। তাৰ ওপৰত আকৌ বৃক্ষৰ! দেশ এৰি

পলাবলগীয়াত পৰিলহি।' ৰবাৰ্ট ক্লাইবৰ বিষয়ে এখন ৰচনা সন্দৰ্ভত— 'ছপাবৰ অযোগ্য।'

### বলিনাৰায়ণ বৰা

বলিনাৰায়ণৰ জন্ম গুৱাহাটীৰ উজান বজাৰত, ১৮৫২ চনৰ ২৫ ডিচেম্বৰ তাৰিখে। গুৱাহাটীৰ জিলাস্কুলৰ পৰা (এতিয়া যিখন কলেজিয়েট স্কুল বুলি পৰিচিত) এণ্ট্ৰেন্স পাছ কৰি তেওঁ কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়িবলৈ যায়। তাৰ পৰা প্ৰতিযোগিতামূলক গিলখ্ৰাইষ্ট স্কলাৰশ্বিপ লৈ ১৮৭২ চনত বিলাতলৈ যায়। তেওঁতকৈ মাত্ৰ দুবছৰ ডাঙৰ, পিছলৈ আই চি এছ আনন্দৰামে সেই বৃত্তি লাভ কৰা দেখিয়েই বলিনাৰায়ণে পৰীক্ষাত বহিবলৈ সাহস পাইছিল।

বিলাতত তেওঁ প্ৰথমে ডাক্তৰী পঢ়িব খুজিছিল, পিছে তাৰ বাবে প্ৰয়োজনীয় আৰ্থিক সম্বলৰ অকুলন হ'ব বুলি জানি চিভিল ইঞ্জিনীয়াৰিং পঢ়িবলৈ লয়। পঢ়া শেষ কৰি ১৮৭৮ চনৰ প্ৰথম ভাগতে তেওঁ বিলাতৰ পৰা অসমলৈ উভতি আহে আৰু প্ৰায় লগে লগেই এচিষ্টেণ্ট ইঞ্জিনীয়াৰ পদত মকৰল হয়। তেওঁ নগাঁও, গোলাঘাট, গুৱাহাটী, শিৱসাগৰ, শ্ৰীহট্ট, ডিব্ৰুগড় আৰু চৌয়দপুৰত ১৯০৬ চনলৈকে বিভিন্ন পদত দক্ষতাৰে চাকৰি কৰিছিল। চাকৰিৰ অন্তিম পৰ্বত তেওঁ প্ৰাপ্য বুলি আশা কৰা চীফ ইঞ্জিনীয়াৰ পদৰ পৰা বঞ্চিত হয়। চৰকাৰে তেওঁক চেৰাই গৈ শ্বুইট্ নামৰ ইংৰাজ এজনক সেই পদত নিযুক্তি দিয়ে। ইয়াৰ প্ৰতিবাদত বলিনাৰায়ণে স্বেচ্ছাই আগতীয়াকৈ অৱসৰ গ্ৰহণ কৰে। অৱসৰ লৈ প্ৰথমে তেওঁ কলিকতাত থাকিবলৈ লয়। তাৰ পিছত কেইবছৰমান কটায় ৰাঁচী আৰু চট্টগ্ৰামত। শেষ শয়নৰ বাবে তেওঁ আহে কলিকতালৈ আৰু তাতেই ১৯২৭ চনৰ ২৯ জুলাই তাৰিখে চকু মুদে।

বলিনাৰায়ণৰ একমাত্ৰ পুত্ৰ ইন্দ্ৰনাৰায়ণে দেউতাকৰ বিষয়ে এখন নিৰ্ভৰযোগ্য জীৱন-চৰিত লিখি প্ৰকাশ কৰে ১৯৬৭ চনত। এইখন পঢ়ি ধাৰণা হয়, প্ৰথম অসমীয়া ইঞ্জিনীয়াৰ বলিনাৰায়ণ আছিল সৎ, সাহসী, কৰ্তব্যপৰায়ণ, বিদ্যাভিমানী আৰু প্ৰাণোচ্ছল। অদৃষ্টক খিয়াই নাথাকি তেওঁ সদায় আত্মবলকেই পৰম বল বুলি জ্ঞান কৰিছিল।

গুৱাহাটীৰ পৰা কলিকতা, কলিকতাৰ পৰা বিলাতলৈ যোৱাৰ পৰিকল্পনা আৰু আয়োজন, অৰ্থভাগ্যৰ বিড়ম্বনা নেওচি নিৰ্দিষ্ট সময়ত অধ্যয়ন সমাপ্তি— সকলো সম্ভৱ হৈছিল বলিনাৰায়ণৰ আত্মপ্ৰত্যয় আৰু আদৰ্শনীয় উদ্যমৰ বাবে। এই সাফল্যই তেওঁক ঔপনিবেশিক শাসনে গঢ় দিয়া সমাজ ব্যৱস্থাৰ প্ৰতি আস্থাশীল আৰু ব্যক্তিবাদী (individualist) কৰি তোলাত অস্বাভাৱিকতা একো নাই। বিদেশী শাসকৰ লগত তেওঁৰ দৰে বিশ্বস্ত বিষয়া এজনৰ সংঘাত যে এদিন অনিবাৰ্য হ'ব পাৰে সেই কথা তেওঁ উপলব্ধি কৰিছিল বহু পলমকৈ। শান্ত অহংকাৰেৰে চৰকাৰৰ কাৰ্যৰ প্ৰতিবাদ জনাই তেওঁ বিষয়ৰ পৰা অব্যাহতি লৈছিল। অসমীয়া, ইংৰাজী আৰু বঙলা ভাষাত মনৰ ভাব প্ৰকাশত অনায়াস পাৰদৰ্শিতা থকা সত্ত্বেও অৱসৰ জীৱনৰ সুদীৰ্ঘ কুৰি বছৰ কালত বলিনাৰায়ণ বৰাই তেওঁৰ বিপুল অধ্যয়ন আৰু অভিজ্ঞতাৰ অকিঞ্চিৎকৰ চিনহে ৰাখি থৈ গ'ল।

চাকৰিত থকা কালতে তেওঁ অসমীয়া ভাষাত জৰীপ সম্বন্ধে এখন কিতাপ লিখিছিল। অৱসৰ লোৱাৰ পিছত 'Geography of India' আৰু 'ভাৰতবৰ্ষৰ বুৰঞ্জী' নামৰ দুখন গ্ৰন্থ লিখি প্ৰকাশ কৰে। তেওঁ আঠশমান অসমীয়া প্ৰবচনো সংগ্ৰহ কৰি থৈছিল, পিছত ইন্দ্ৰনাৰায়ণে ১৯৪৩ চনত সেইবোৰ গ্ৰন্থাকাৰে প্ৰকাশ কৰে।

বলিনাৰায়ণ আছিল কবিতা আৰু সংগীতপ্ৰিয়। ভাবধৰ্মী ৰচনাৰ প্ৰতিও তেওঁৰ বিশেষ আগ্ৰহ আছিল। অসমীয়া, বঙলা আৰু ইংৰাজীত যে তেওঁ স্বাচ্ছন্দ্যভাৱে কবিতা ৰচনা কৰিব পাৰিলেহেঁতেন তাৰো প্ৰমাণ দি গৈছে। তেওঁ ভাল ফুলৰ সঁচ সংগ্ৰহ কৰি ফুলনি বাৰী পাতিছিল, প্ৰায় নিয়মিতভাৱে এছৰাজ বজাইছিল, লন টেনিছ খেলিছিল আৰু আজৰিৰ ফাঁকে ফাঁকে ছবি আঁকিছিল। ফৰাচী ভাষা-সাহিত্যৰ ৰূপ-ৰসত তেওঁ মোহাবিষ্ট হৈছিল বুলিও তেওঁৰ একাধিক ব্যক্তিগত চিঠি আৰু ডায়েৰীৰ পৰা বুজিব পাৰি।

বঙ্গদেশৰ স্বনামধন্য চিভিলিয়ান ৰমেশচন্দ্ৰ দত্তৰ মাজু কন্যা বিমলাক বলিনাৰায়ণে বিয়া কৰাইছিল। এই বৈবাহিক সম্বন্ধৰ প্ৰভাৱ তেওঁৰ বৌদ্ধিক জীৱনত পৰিলক্ষিত হয়। জীৱনৰ প্ৰত্যক্ষ অভিজ্ঞতা আৰু অধ্যয়নৰ দ্বাৰা তেওঁ যি জ্ঞান লাভ কৰিছিল সেইবোৰৰ ভাগ আনক দিবলৈ তেওঁ যত্নবান আছিল। তেওঁ নিজৰ মতৰ শুদ্ধতা সম্পৰ্কে নিসন্দেহ আছিল আৰু সেয়ে এজন বুদ্ধিজীৱীৰ ধৰ্ম অনুসৰি নিজৰ চিন্তাৰ দ্বাৰা অসমীয়া সমাজক প্ৰভাৱান্বিত কৰিব খুজিছিল। মৌ প্ৰকাশৰ সময়ত বলিনাৰায়ণ বৰাৰ বয়স চৌত্ৰিশ বছৰ পূৰ্ণ হৈছিল।

ক'তো স্পষ্টভাৱে উল্লেখ নকৰিলেও বুজিব লাগিব মৌৰ উদ্দেশ্য আছিল অসমত নতুন সামাজিক চেতনাৰ উন্মীলন। মৌত প্ৰকাশিত প্ৰধান ৰচনাসমূহে এই কথাকে প্ৰমাণ কৰে। আজিৰ তুলনাত অতি মন্থৰ যোগাযোগৰ দিনতো ভূ-ভাৰতৰ খবৰ ৰখা বলিনাৰায়ণৰ লেখাবোৰ

সমসাময়িক অভিজ্ঞতাৰ পোহৰত বিচাৰ কৰাহে সমীচীন হ'ব।

### স্ত্ৰী শিক্ষা আৰু স্ত্ৰী স্বাধীনতা

মৌৰ প্ৰথম সংখ্যাৰ প্ৰথম ৰচনাখনৰ বিষয় আছিল 'তিৰুতাৰ বন কি' ? এই ৰচনাখনৰ লগত দ্বিতীয় সংখ্যাত প্ৰকাশিত 'পুৰুষ স্বাধীনতা' ৰচনাখন একেলগে আলোচনা কৰিব পাৰি।

স্ত্ৰীশিক্ষা আৰু স্ত্ৰী স্বাধীনতা বিষয় দুটা অঙ্গাঙ্গীভাৱে জড়িত। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত ই এটা বৃহৎ সামাজিক প্ৰশ্নৰূপে উত্থাপিত হৈছিল। এই বিষয়ে আমি নিশ্চিত হ'ব পাৰো যে বলিনাৰায়ণ বৰা সেই বিতৰ্কৰ সৈতে সম্পূৰ্ণ পৰিচিত আছিল। মৌৰ আসমত তেওঁ সেই বিতৰ্কত আওপকীয়াভাৱে অংশগ্ৰহণ কৰিছিল বুলিও ক'ব পাৰি। কাৰো নাম নোলোৱাকৈও প্ৰতিপক্ষৰ প্ৰতি তেওঁ যি শ্লেষ প্ৰকাশ কৰিছিল, তাৰ পৰাই বুজিব পাৰি যে তেওঁৰ অৱস্থান কোনো পূৰ্বমত-নিৰপেক্ষ নহয়।

দেশৰ আন ঠাইৰ দৰে অসমতো ইংৰাজ শাসন প্ৰতিষ্ঠাৰ লগে লগে পশ্চিমীয়া সভ্যতাৰ ৰেঙণি পৰিছিল। ক্ৰমান্বয়ে ইয়াৰ প্ৰভাৱ বৃদ্ধি হ'বলৈ ধৰে আৰু ই এটা অপ্ৰতিৰোধ্য ভাবশক্তিত পৰিণত হয়। এই পশ্চিমীয়া সভ্যতাৰ অভিঘাত সমাজৰ সকলো স্তৰতে অনুভূত হৈছিল। ভাটীৰ সভ্যতাই অসমৰো বহুত উপকাৰ কৰিছে বুলি বলিনাৰায়ণে স্বীকাৰ কৰিছিল। তেওঁ সেইবোৰৰ খতিয়ান দিছে এনেকৈ :

> ভাটি সভ্যতাৰ স্বাধীনতা প্ৰিয়তা নথকা হ'লে আজি আসামৰ আধা মানুহ বন্ধা আৰু গোলাম বান্দী হৈ থাকি দুখেৰে কাল কটাবলগীয়াত পৰিলহেঁতেন। ভাটি সভ্যতাৰ গুণেই আসামত ইতৰ মানুহৰ ধন বাঢ়িছে, মধ্যম শ্ৰেণীৰ জ্ঞান আৰু বিষয় হৈছে, আৰু দৌৰাত্মকাৰী ওপৰ শ্ৰেণীৰ লোপ হইছে।

সেইবুলিয়েই তাৰ সকলোখিনি আমি গ্ৰহণ কৰিব লাগিব বুলি কথা নাই। ইংৰাজ শাসনৰ পোনপটীয়া প্ৰভাৱত নাৰী শিক্ষাই আমাৰ দেশত অগ্ৰগতি লাভ কৰে। এইটো ইংৰাজ শাসনৰ অন্যতম ইতিবাচক কৃতিত্ব। এই ইংৰাজ-সংশ্লিপ্ততা কেৱল মতামতৰ প্ৰশ্ন নহয়। যশস্বী মাৰ্ক্সবাদী ঐতিহাসিক এৰিক হবছবামে তিনিখণ্ডত লিখা আধুনিক ইউৰোপৰ বুৰঞ্জীৰ শেষ খণ্ডটো আৰম্ভ কৰিছে ১৯১৩ চনত মধ্য ইউৰোপত স্নাতক হোৱা এজনী ছোৱালীৰ কাহিনীৰে। অষ্ট্ৰিয়া-হাঙ্গেৰীৰ ৰাজধানী ভিয়েনা চহৰত ছোৱালী স্নাতক হোৱাটো তেতিয়াও এটা আলোড়ন সৃষ্টিকাৰী খবৰ। আনন্দত আত্মহাৰা মাক-দেউতাকে এই দুৰ্লভসন্মান-বিজয়িনী ছোৱালীটিৰ বাবে বিদেশ ভ্ৰমণৰ ব্যৱস্থা কৰিছিল। হবছবামৰ স্বভাৱসিদ্ধ ভংগীত তাৰ বৰ্ণনা :

> In the summer of 1913 a young lady graduated from a secondary school in Vienna, capital of the empire Austria-Hungary. This was still a fairly unusual achievement for girls in central Europe. To celebrate the occasion, her parents decided to offer her a journey abroad, .The young lady was the present author's future mother [১১]

আত্মজৈৱনিক হ'লেও ই এটা গুৰুত্বপূৰ্ণ সামাজিক ঘটনা। প্ৰাসংগিক কথাটো হ'ল— মধ্য ইউৰোপৰ স্বাধীন ৰাষ্ট্ৰ এখনৰ সেই ছোৱালীজনীৰ ত্ৰিশ বছৰৰ পূৰ্বেই পৰাধীন ভাৰতত দুগৰাকী স্নাতক ওলাইছিল।

বংগদেশত স্ত্ৰীশিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰত অগ্ৰণী ভূমিকা লৈছিল ব্ৰাহ্মসকলে। স্ত্ৰীশিক্ষা জনপ্ৰিয় কৰাত তেওঁলোকে প্ৰতিষ্ঠা কৰা বামাবোধিনী সভা আৰু বামাবোধিনী পত্ৰিকাৰ অৱদান অতুলনীয়। এই প্ৰগতিবাদী পত্ৰিকাখন ১৮৬৩ চনৰ পৰা ১৯২২ চনলৈ যাঠি বছৰ চলিছিল। একে বছৰতে প্ৰতিষ্ঠা কৰা উত্তৰপাৰাৰ হিতকাৰী সভায়ো বংগদেশত স্ত্ৰীশিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত এক বৈপ্লৱিক ভূমিকা গ্ৰহণ কৰিছিল। [১২]

শুনিবলৈ আচহুৱা যেন লাগিলেও এই কথা সঁচা যে হিউম্যানিষ্ট আন্দোলনে ইউৰোপত পুৰুষপ্ৰাধান্য পুনৰ প্ৰতিষ্ঠা কৰিছিল। হিউম্যানিষ্টসকলৰ ভিতৰত নাৰী শিক্ষাক উদগনি দিয়া মানুহ আছিল মাত্ৰ এজন— জুৱান লুই ৱিভছ্। সংস্কাৰ আন্দোলনৰ (Reformation) অব্যৱহিত পূৰ্বে ৰেণেচাঁছৰ সময়ত ইটালীত স্ত্ৰী-পুৰুষে শিক্ষাৰ সমান সুযোগ লাভ কৰিছিল আৰু উভয়েই একে শিক্ষা গ্ৰহণ কৰিছিল। Virago সেই যুগৰ নাৰীৰে মূৰ্তিমান ৰূপ। পিছে ঐতিহাসিকসকলে বিশ্লেষণ কৰি দেখুৱাইছে যে সমাজে তেওঁলোকৰ প্ৰতিভা আৰু শক্তি উপযুক্তভাৱে ব্যৱহাৰ কৰিব নোৱৰাত জঞ্জাল বাঢ়িছিল। হিউম্যানিষ্ট আন্দোলনৰ পিতৃপুৰুষ পেট্ৰাৰ্ক, যিজনে তেওঁৰ প্ৰেয়সীক লৈ মহাকাব্য (To Laura) ৰচনা কৰিছিল, তেওঁ কৈছিল : 'enemy of peace, source of impatience, cause of quarrels which destroy tranquility, woman is a real

devil'[১৩] প্ৰায় আমাৰ কবিয়ে কোৱাৰ দৰেই— 'কোননো বিধাতাই প্ৰজিলেক তোক দ্বন্দ্বৰ কঠীয়াতলী'।

ভিক্টোৰীয় যুগৰ সমাজ চেতনাক প্ৰত্যাহ্বান জনাইছিল জন ষ্টুৱাৰ্ট মিলৰ The Subjection of Women (১৮৬৯) নামৰ গ্ৰন্থখনে। মিলে দ্বিধাহীনভাৱে লিখিছিল: 'I am far from pretending that wives are in general no better treated than slaves, but no slave is a slave to the same lengths, and in so full a sense of the word, as wife is'.[১৪] ইংলেণ্ডত স্ত্ৰীশিক্ষাৰ বাট মুকলি হৈছিল ৰাণী ভিক্টোৰীয়াৰ শাসনকালৰ (জুন ১৮৩৭- জানুৱাৰী ১৯০১) শেষৰ ত্ৰিশটা বছৰত। সেই সময়তে অক্সফ'ৰ্ড আৰু কেম্ব্ৰিজত মহিলাৰ কলেজ প্ৰতিষ্ঠা হয়, তেওঁলোকৰ বাবে বিশ্ববিদ্যালয়ৰ দুৱাৰ মুকলি হয়। ইউৰোপৰ সমাজ মঞ্চত 'new woman' ৰ প্ৰবেশ ঘটে।[১৫]

বলিনাৰায়ণৰ বিষাদযোগৰ কেন্দ্ৰবিন্দু হ'ল এই new woman। তেওঁৰ মতে, "তিৰুতাক পঢ়িবলৈ দিয়া বেয়া কথা নহয়, কিন্তু সেই বুলি যে তিৰুতা মানুহে মুনিহ মানুহৰ নিচিনাকৈ বি এ, এম এ পৰীক্ষা দিয়া ভাল এনে বুলিব নোৱাৰি, কি ডাক্তৰ বা উকিল হই মুনিহৰ ব্যৱসায়বোৰ চলাব ইও বাঞ্ছনীয় নহয়।" এই কথাকেইটাই বলিনাৰায়ণ বৰাৰ চিন্তাৰ অস্পষ্টতা আৰু স্ববিৰোধিতা প্ৰকট কৰি তুলিছে। নাৰীসকলক 'পঢ়িবলৈ দিয়া'ৰ স্বাভাৱিক পৰিণতিয়েই হ'ল বি এ-এম এ হ'বলৈ দিয়া, ডাক্তৰ, উকিলৰ দৰে স্বতন্ত্ৰভাৱে অৰ্থোপাৰ্জনৰ সুযোগ দিয়া। ইতিপূৰ্বে ভাৰতীয় ছোৱালীয়ে বি এ পাছ কৰিছিলেই।

New Womanৰ অভ্যুদয়ক বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়েও আদৰণি জনাব পৰা নাছিল। এই প্ৰসংগত বলিনাৰায়ণৰ মাত্ৰ কেইবছৰমান আগতে বংকিমচন্দ্ৰই ৰচনা কৰা 'প্ৰাচীনা এবং নবীনা' প্ৰবন্ধটিৰ কথা উল্লেখ কৰিব পাৰি। বংকিমচন্দ্ৰৰ মতে নবীনাসকলৰ প্ৰথম দোষ আলস্য। তেওঁলোক গৃহকৰ্মত 'নিতান্ত অশিক্ষিতা আৰু অপটু'। কাম নকৰে বাবেই তেওঁলোকে কাম নিশিকে। তেওঁ আৰু কৈছিল:

> যে স্ত্ৰী ভূমণ্ডলে আসিয়া, শয্যায় গড়াইয়া, দৰ্পণ-সম্মুখে কেশৰঞ্জন কৰিয়া কাৰ্পেট তুলিয়া, সীতাৰ বনবাস পড়িয়া এবং সন্তান প্ৰসব কৰিয়া কাল কাটাইলেন, আপনাৰ ভিন্ন কাহাৰও সুখ বৃদ্ধি কৰিলেন না তিনি পশুজাতিৰ অপেক্ষা কিঞ্চিৎ ভাল হইলে হইতে পাৰেন, কিন্তু তাহাৰ স্ত্ৰী জন্ম নিৰৰ্থক। এ শ্ৰেণীৰ স্ত্ৰীলোকগণকে আমৰা গলায় দড়ি দিয়া মৰিতে পৰামৰ্শ দিই। পৃথিৱী তাহা হইলে অনেক নিৰৰ্থক ভাৰবহনযান্ত্ৰণা হইতে বিমুক্তা হয়েন।[১৬]

বলিনাৰায়ণে আশংকা কৰিছিল যে নাৰী পণ্ডিত হ'লে তেওঁলোকৰ সকলোবোৰ গুণ 'একে বেলিয়ে লোপ পাব' আৰু সমাজ ভয়ানকভাৱে লণ্ডভণ্ড হ'ব। সেই সময়ৰ আন দুজন চিন্তাশীল প্ৰবন্ধকাৰ লম্বোদৰ বৰা আৰু ৰত্নেশ্বৰ মহন্তয়ো স্ত্ৰী শিক্ষা আৰু স্ত্ৰী স্বাধীনতাক উদাৰভাৱে আদৰণি জনাব পৰা নাছিল। স্ত্ৰী শিক্ষাই প্ৰথাবদ্ধ পাৰিবাৰিক আৰু সামাজিক জীৱনত পয়মালৰ সৃষ্টি কৰিব পাৰে বুলি তেওঁলোকে আশংকা কৰিছিল।[১৭] বংকিমচন্দ্ৰৰো আশংকা আছিল অনুৰূপ— 'যি সকল স্ত্ৰী শিক্ষা লৈ ব্যতিব্যস্ত তেওঁলোকক আমি সুধিব খোজো আপোনালোকে যে বালিকাসকলৰ অন্তৰৰ পৰা প্ৰাচীন ধৰ্মবোধ নাইকিয়া কৰি পেলাইছে, তাৰ পৰিবৰ্তে কি সংস্থাপন কৰিছে?" (অনুবাদ আমাৰ)[১৮]

স্ত্ৰী শিক্ষাৰ বিষয়টোৱে বংগদেশত তুমুল বিৰ্তকৰ সৃষ্টি কৰিছিল। অসম আছিল সেই বিতৰ্কৰ অন্যতম সম্প্ৰসাৰণ বিন্দু। অসমত স্ত্ৰী শিক্ষাক কায়মনোবাক্যে স্বাগতম জনাইছিল আনন্দৰাম ঢেকিয়াল ফুকনে। তেওঁৰ পদাংক অনুসৰণ কৰে গুণাভিৰাম বৰুৱা আৰু তেওঁৰ আন অসমীয়া আৰু বঙালী ব্ৰাহ্ম সতীৰ্থসকলে।

উৎপত্তিস্থলত এই বিতৰ্কৰ এটি সংক্ষিপ্ত খতিয়ান আমাৰ আলোচনাৰ বাবে প্ৰাসংগিক হ'ব। বংগদেশত স্ত্ৰী শিক্ষা জনপ্ৰিয় কৰা সকলৰ ভিতৰত আগৰণুৱা আছিল ৰাজা ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ, দ্বাৰকানাথ গঙ্গোপাধ্যায়, কেশৱচন্দ্ৰ সেন আৰু ড্ৰিংকৱাটাৰ বেথুন।

স্ত্ৰী শিক্ষাৰ বিৰোধীসকলৰ ভিতৰত আটাইতকৈ প্ৰভাৱশালী আছিল ঈশ্বৰচন্দ্ৰ গুপ্ত। তেওঁ স্ত্ৰী শিক্ষাক তাচ্ছিল্য কৰি লিখিছিল:

> কেতাব হাতে নিচ্ছে যবে
> বিলাতী বোল কবেই কবে,
> পাবেই পাবে, দেখতে পাবে
> গড়েৰ মাঠে হাওয়া খাবে।[১৯]

ইংৰাজী কিতাপ পঢ়া ছোৱালীয়ে ইংৰাজী ভাষাত কথা ক'ব আৰু অচিৰেই তেওঁলোকক মুক্তভাৱে ঘূৰিফুৰা দেখা যাব। এই দ্বিধা-দ্বন্দ্ব বহুদিনলৈ সক্ৰিয় হৈ আছিল। সি সম্পূৰ্ণৰূপে নিৰসন হ'বলৈ নৌ পাওঁতেই ১৮৮৩ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা কাদম্বিনী গঙ্গোপাধ্যায় আৰু চন্দ্ৰমুখী বসুৱে বি এ পাছ কৰে। এওঁলোকেই ভাৰতৰ

প্ৰথম মহিলা স্নাতক। কবি হেমচন্দ্ৰ বন্দ্যোপাধ্যায়ে তেওঁলোকক অভিনন্দন জনালে এই বুলি :

> হৰিন নয়না শুন কাদম্বিনী বালা
> শুন ওগো চন্দ্ৰমুখী কৌমুদীৰ মালা
> ... ... ... ... ... ...
> বেঁচে থাক, সুখে থাক, চিৰসুখে আৰ
> কে বলেৰে বাঙালীৰ জীৱন অসাৰ ? [২০]

ডিগ্ৰী লাভ নকৰাকৈয়ো সম্ভ্ৰমস্থলত বংগললনাই ইংৰাজী শিক্ষা ঘৰতে আয়ত্ত কৰিছিল। বলিনাৰায়ণ বৰা নগাঁৱত চেকেণ্ড এচিষ্টেণ্ট ইঞ্জিনীয়াৰ হৈ থকাৰ সময়ত তেওঁৰ মুৰব্বী, নগাঁও জিলাৰ চিভিল ইঞ্জিনীয়াৰ আছিল জয়গোপাল ৰক্ষিত। তেওঁৰ বৰজীয়ৰী ইন্দুমতীয়ে ঘৰতে "ইংৰাজী ভাষাৰ বিশেষ জ্ঞান লাভ কৰিছিল আৰু তেওঁ ৱৰ্ডছৱৰ্থ, বায়ৰণ, কীটছ আদি কবিসকলৰ ৰচনাৰ লগত পৰিচিত আছিল।" এই ইন্দুমতীৰ বিয়া হৈছিল বংগদেশৰ স্বনামধন্য দাৰ্শনিক, আচাৰ্য ব্ৰজেন্দ্ৰনাথ শীলৰ লগত (১৮৮৪)। [২১] এনে বিদ্যাবিহাৰ বহিৰ্ভূত বিদ্যাচৰ্চাৰ প্ৰতি বোধহয় বলিনাৰায়ণৰ বিৰাগ নাছিল।

"ঘৰেই ছোৱালীৰ ঘাই পঢ়াশালি"— এয়ে মৌৰ মত। ছোৱালীয়ে ঘৰতে লেখা-পঢ়া কৰিব লাগে। নিজৰ ভাষাটো ভালকৈ ক'ব, লিখিব আৰু বুজিব পৰা হ'লেই হ'ল। ইয়াৰ লগতে ভূগোল, বুৰঞ্জী আৰু সদায় ঘৰত প্ৰয়োজন হোৱা হিচাপ-পত্ৰৰ বাবে সামান্য অংকৰ জ্ঞানেই যথেষ্ট। ইতিমধ্যে, ঘৰতে লেখা-পঢ়া কৰি আনন্দৰাম ঢেকিয়াল ফুকনৰ জীয়ৰী পদ্মাৱতী দেৱী ফুকননীয়ে 'সুধৰ্ম্মাৰ উপাখ্যান' (১৮৮৪) আৰু 'হিত-সাধিকা' (১৮৮৫) আৰু গুণাভিৰাম বৰুৱাৰ পত্নী বিষ্ণুপ্ৰিয়াই 'নীতিকথা' (১৮৮৩) লিখি প্ৰকাশ কৰিছিল। গুণাভিৰামৰ গুণৱতী কন্যা স্বৰ্ণলতাই পঢ়িছিল কলিকতাৰ বেথুন স্কুলত। তেওঁৰ 'আৰ্হি-তিৰোতা' ওলাবলৈ তেতিয়াও বাকী।

> মুনিহৰ আৰু তিৰুতাৰ বন ভিন ভিন। মুনিহ বইচা, তিৰুতা নাও, দুইও এফেলগে ভাহি যায়, মুনিহটে শক্তি লগা বনখিনি কৰে অৰ্থাৎ বঠা মাৰে, আৰু তিৰুতাজনীয়ে সহনগুণ লগা বনখিনি কৰে, অৰ্থাৎ ভাৰ বয়। ...মুনিহে হাল বাব তিৰুতাই কব, মুনিহে ভাৰ কান্ধত ল'ব তিৰুতাই পহাৰ দিব, মুনিহে মাছ মাৰিব, তিৰুতাই বেচিব।

বলিনাৰায়ণ বৰাৰ এই ধাৰণা ঊনবিংশ শতিকাৰ ইংলেণ্ডত সাধাৰণভাৱে প্ৰচলিত ধাৰণাতকৈ যে পিছপৰা নাছিল সেই কথা ধৰিব পাৰি আলফ্ৰেড টেনিছনৰ (১৮০৯-১৮৯২) The Princess কবিতাটিৰ এই স্তৱকটিৰ পৰা :

> Man for the field, woman for the hearth,
> Man for the sword and for the needle she.
> Man with the head and woman with the heart,
> Man to command and woman to obey. [২২]

প্ৰসিদ্ধ লেখক জন ৰাস্কিনেও (১৮১৯-১৯০০) কৈছিল, 'The man's work for his own home is to secure its maintenance, progress and defence; the woman's to secure its order, comfort and loveliness.' [২৩] বামাবোধিনী পত্ৰিকাৰ মতেও— "পুৰুষেৰা এক প্ৰকাৰ গুণে, নাৰীগণ অন্য প্ৰকাৰ গুণে বিখ্যাত হইবেন এটি অখণ্ডনীয় ঐশিক নিয়ম, যাঁহাৰা এ প্ৰভেদ স্বীকাৰ না কৰেন, তাঁহাৰা নাৰীপ্ৰকৃতি অৱগত নহেন।" (১৮৭২)। [২৪]

সময় আগবঢ়াৰ লগে লগে বামাবোধিনী গোষ্ঠীৰ চিন্তাৰ স্বচ্ছতাও বৃদ্ধি পায়। যেনে— (১) উচ্চ জ্ঞানালঙ্কৃতা নাৰীৰ দ্বাৰা পবিত্ৰ গাৰ্হস্থ্য ধৰ্ম প্ৰতিপালনৰ ক্ৰটি হোৱা দূৰৰ কথা, সি আৰু ভালভাৱে সম্পন্ন হোৱা সম্ভৱ (১৮৮৫) আৰু (২) নাৰীসকলক শিক্ষিত, চিন্তাশীল, কাৰ্যক্ষম আৰু সকলো বিষয়ে লগৰ লগৰীয়া কৰিবলৈ চেষ্টা কৰিব লাগিব, তেতিয়াহে সমাজ পৰিপুষ্ট আৰু পূৰ্ণাংগ হৈ সৰ্বতোভাৱে নিজৰ কৰ্তব্য সাধনত সমৰ্থ হ'ব (১৮৮৫)। (অনুবাদ আমাৰ) [২৫]

নাৰী স্বাধীনতাৰ প্ৰশ্নটোৰ লগত যে বলিনাৰায়ণ সুপৰিচিত আছিল সেই কথা গম পায় 'পুৰুষ স্বাধীনতা' ৰচনাখন পঢ়িলে। নাৰী শিক্ষাৰ বিষয়টোৱে প্ৰাচ্য আৰু প্ৰতীচ্যত ক্ৰমে উদাৰ স্বীকৃতি আৰু সমাদৰ লাভ কৰিছিল যদিও নাৰী স্বাধীনতাৰ বিষয়টোৱে সিমানখিনি স্বীকৃতি পোৱা নাছিল। লেডী এম্বাৰলি নামৰ প্ৰভাৱশালী মহিলা-গৰাকীয়ে ইংলেণ্ডত মহিলাৰ ভোটাধিকাৰ দাবী কৰা বুলি শুনিয়েই ৰাণী ভিক্টোৰীয়া খঙত ফলিপকি উঠিছিল। তেওঁ প্ৰজাক এই বুলি জনালে :

> The Queen is most anxious to enlist everyone who can speak or write or join in checking that mad, wicked folly of Woman's Rights with all its attendant horrors, on which her poor feeble sex is bent, forgetting every sense of womanly feeling and propriety. Lady Amberley ought to get a good whipping. [২৬]

মৌৰ মতে নাৰী কেৱল পুৰুষৰ অধীন। কিন্তু পুৰুষ আৰ্থিক পৰিস্থিতিৰ অধীন। ইয়াৰ অন্তৰ্নিহিত অৰ্থ এনেকুৱা: পুৰুষৰ ওচৰত অধীনতাই নাৰীৰ আৰ্থিক নিৰাপত্তা নিশ্চিত কৰে। ঠাই আৰু সময়ভেদে নাৰীৰ দৈহিক নিৰাপত্তাৰো প্ৰয়োজন। যি সময়ত নাৰীৰ উপাৰ্জনৰ সুযোগ আছিল অতি সীমিত, সেই সময়ত পুৰুষৰ ওপৰত নিৰ্ভৰশীলতাই আছিল নাৰীৰ বাবে নিৰাপদ পথ। তেনে অৱস্থাত পুৰুষ যদি আৰ্থিকভাৱে স্বাৱলম্বী নহয়, তেন্তে নাৰীৰ কি গতি হ'ব ?

বলিনাৰায়ণৰ চকুত আছিল পৰিশ্ৰমবিমুখ অসমীয়া পুৰুষজন। সেয়ে তেওঁ সোঁৱৰাই দিছিল 'সকলো উন্নতিৰ মূল পৰিশ্ৰম।' এশ দহ বছৰৰ পিছতো এই উক্তি অসমীয়া সমাজৰ বাবে সমানেই প্ৰাসংগিক হৈ আছে। মৌৱে সেই সময়ত নাৰীৰ সামাজিক স্বাধীনতাতকৈ পুৰুষৰ আৰ্থিক স্বাধীনতাক অধিক গুৰুত্ব দিছিল।

তত্ত্বকথা শ্ৰুতিমধুৰ হ'লেও যে কাৰ্যক্ষেত্ৰত নিষ্ফল হ'ব পাৰে তাৰ উদাহৰণ জ্বই পৰি যোৱা সমাজতান্ত্ৰিক ব্যৱস্থা। ৰোজা লুক্সেমবাৰ্গ, বিয়েট্ৰিছ ৱেব বা মাডাম কুৰিৰ দৰে চিৰপ্ৰসিদ্ধ নাৰীৰ কথা বাদেই, সেই বহুবন্দিত ব্যৱস্থাই এগৰাকীও দেশনেত্ৰী সৃষ্টি কৰিব নোৱৰাটো কম বিফলতা নহয়। সমাজতান্ত্ৰিক মিচ্ছেল ফুকোৱেও এই প্ৰশ্ন এৰাই চলিছে। ইউৰোপৰ অভিজ্ঞতাৰ ভিত্তিত নাৰী-পুৰুষৰ সমস্যা আৰু সামাজিক ব্যাধিৰ নিদান নিৰ্ণয়ত তেওঁ যি গভীৰ অন্তৰ্দৃষ্টি আৰু কৃতিত্ব দেখুৱাইছে, প্ৰতিবিধান নিৰ্দেশত তেনে সাফল্য দেখুৱাব পৰা নাই।

বলিনাৰায়ণে সমাজৰ সুনিয়ন্ত্ৰিত (orderly) প্ৰগতিত বিশ্বাস কৰিছিল। সেই নিয়ন্ত্ৰণৰ সৰ্বময় কৰ্তা চৰকাৰ। তেওঁ ধৰিব পৰা নাছিল যে ইংৰাজ শাসনৰ তথাকথিত পিতৃতান্ত্ৰিকতাৰ (paternalism) যুগো অন্ত পৰিছে। বুদ্ধিজীৱী হিচাপে তেওঁৰ বিফলতা হ'ল সেই সময়ৰ ঐতিহাসিক প্ৰৱণতা (trend) তেওঁ বুজিব নোৱৰাটো।

### ইংৰাজী শিক্ষা

মৌত প্ৰকাশিত 'ইংৰাজি শিক্ষা' আৰু 'উচ্চ শিক্ষা' শীৰ্ষক ৰচনাকেইখনে বলিনাৰায়ণ বৰাৰ পূৰঠ মন আৰু অশান্ত চেতনাৰ পৰিচয় দিয়ে। আনন্দৰাম ঢেকিয়াল ফুকনৰ পিছত ঊনবিংশ শতিকাত আন কোনো অসমীয়াই শিক্ষা সমস্যাৰ বিষয়ে ইমান গভীৰভাৱে চিন্তা-ভাবনা কৰা নাছিল। অসমত "ইংৰাজি শিক্ষাৰ যিমান উন্নতি হ'ব লাগে তিমান হোৱা নাই" —এই উপলব্ধিয়ে বলিনাৰায়ণক উদ্বিগ্ন কৰিছিল। আমাৰ দেশত ইংৰাজী শিক্ষাৰ অবিহনে আজিও উচ্চ শিক্ষাৰ দুৱাৰ বন্ধ। সেই দিনতো ইংৰাজী শিক্ষা আৰু উচ্চ শিক্ষা আছিল সমাৰ্থক।

বলিনাৰায়ণৰ মতে অসমত ইংৰাজী শিক্ষাৰ আৰম্ভণি বংগদেশতকৈ বৰ পলমকৈ হোৱা নাছিল, অথচ অসম বংগদেশতকৈ বহু পিছ পৰি থাকিল। তেওঁ কুৰিখন স্কুল-কলেজৰ বয়স উল্লেখ কৰি তুলনাৰ দ্বাৰা সিদ্ধান্ত কৰিছিল: "এটা পঢ়াশালিহে গুৱাহাটীৰ পঢ়াশালিতকৈ পুৰণি আৰু সিও কেৱল চাৰি বছৰে মাথোন আগ।" সেইমতে কলিকতাৰ জেনেৰেল এছেম্বলিজ ইনষ্টিটিউশ্যানখনেই সবাতোকৈ পুৰণি; ৫৬ বছৰ বুলি দেখুৱাইছে। আলেকজেণ্ডাৰ ডাফে ১৮৩০ চনত এই বিদ্যালয় প্ৰতিষ্ঠা কৰিছিল।

পিছে বলিনাৰায়ণৰ সেই জৰীপ নিৰ্ভুল নাছিল। তেওঁনো কেনেকৈ ইমান প্ৰমাদত পৰিল ভাবিলে আচৰিত হ'ব লাগে। প্ৰকৃততে তেওঁ ভবাৰ এশ বছৰৰ আগেয়েই বংগদেশত ইংৰাজী শিক্ষাৰ শুভাৰম্ভ হয়। পলাশী যুদ্ধৰ পূৰ্বেই, ১৭৩১ চনত প্ৰতিষ্ঠা হয় জাৰ্ভাৰ বেলামিৰ চেৰিটি স্কুল। ১৭৫৮ চনত মিশ্যন স্কুল, ১৭৮৫ চনত জন ষ্টানবৰোৰ স্কুল, ১৭৮৮ চনত জে. টি. হপৰ স্কুল, ১৭৯৩ চনত জন ফাৰ্লিৰ স্কুল আৰু ইউনিয়ন স্কুল, ১৭৯৫ চনত উইলিয়াম কামিংছৰ কলিকতা একাডেমী আৰু ১৭৯৬ চনত ছোৱালীৰ বাবে ফ্ৰি স্কুল প্ৰতিষ্ঠা হয়। এইবোৰৰ পিছতেই প্ৰতিষ্ঠা শ্বেৰবাৰ্ণ, মাৰ্টিন বোলছ, কলুটোলা স্কুল, ধৰ্মতলা একাডেমী আৰু পেৰেণ্টেল একাডেমিক ইনষ্টিটিউশ্যান।[২৭]

১৮১৩ চনত চনদ আইন পাছ হোৱাৰ পিছৰ পৰা বংগদেশত মিছনেৰিসকলৰ দ্বাৰা স্কুল পতাৰ ধুম উঠে। ১৮১৭ চনত হিন্দু কলেজ, ১৮১৯ চনত বিশ্বপ কলেজ আৰু ১৮২১ চনত বেপ্তিষ্ট মিশ্যন কলেজ প্ৰতিষ্ঠা হয়। গতিকে দেখা যায়, অসমীয়াই ইংৰাজী শিক্ষাৰ বাটত খোজ নৌ পেলাওঁতেই বঙালীয়ে তাত যোঁৰা চেকুৰ দিব পৰা হৈছিল। ভৌগোলিক অৱস্থান আৰু কালৰ প্ৰত্যক্ষ প্ৰভাৱত বঙালীৰ চৰিত্ৰধৰ্মৰ ৰূপান্তৰ ঘটিছিল। পেছোৱাৰৰ পৰা শদিয়ালৈকে কেৱল ইংৰাজী বিদ্যাৰ বলত বঙালীৰ বিজয়কেতন উৰিবলৈ ধৰিলে।

> অসমীয়াক বঙালিয়ে নপতুৱালে কাম নচলে, অসমীয়াৰ গোচৰ জগৰ বঙালি হাকিমে নুসুধিলে নচলে, অসমীয়াৰ বঙালি উকিল নহ'লে নচলে, আমাৰ দেশত আনকি বঙালি কেৰাণি নহ'লেও নচলা যেন দেখি।

মৌৰ এই কথাত কোনো বাগবাহুল্য নাইকিয়া। ইংৰাজী শিক্ষাত অসম আশানুৰূপভাৱে আগবাঢ়িব

নোৱৰাৰ কাৰণ বিশ্লেষণ কৰিবলৈকো বলিনাৰায়ণে যত্ন কৰিছিল। তেওঁৰ মতে ইয়াৰ "ঘাই কাৰণ এই যে আসামত মানুহ অল্পীয়া, বংগদেশত মানুহ ঘন।" জনবসতি পাতল বাবে জিলাখনে প্রতি থকা মাত্র এখন হাইস্কুলত গৈ দূৰ-দূৰণিৰ ল'ৰাই পঢ়া-শুনা কৰাৰ সুযোগ নাপাইছিল। ইতিপূৰ্বে আমি দেখুৱাইছো যে বংগদেশত ইংৰাজী শিক্ষাৰ জন্মপৰ্ব আৰু যাত্ৰালগ্ন গণনা কৰাত বলিনাৰায়ণৰ ভুল হৈছিল, সেয়ে তাৰ অনুসিদ্ধান্ত প্রমাদমুক্ত বুলি গ্রহণ কৰিব নোৱাৰি।

অসমৰ জনসংখ্যা বৃদ্ধি হোৱাটো যে উনবিংশ শতিকাৰ অসমৰ প্ৰতিজন চিন্তাশীল ব্যক্তিয়েই কামনা কৰিছিল সেই বিষয়ে সন্দেহ কৰিবলগীয়া নাই। আধুনিক অৰ্থনীতিবিদৰ কাম্য জনসংখ্যা তত্ত্বৰ পোহৰত বুজিব পাৰি যে সেই সময়ত অসম আছিল নিম্নজনসংখ্যাৰ মাটি। গতিকে আৰ্থিক উন্নতিৰ বাবে অসমৰ জনসংখ্যা বৃদ্ধি হোৱাটো সকলোৰে বাঞ্ছনীয় আছিল। এই বিষয়ে বঙালী বিদ্বৎ সমাজৰ মধ্যমণি বংকিমচন্দ্ৰৰ মতৰ লগত তুলনা কৰিলে বলিনাৰায়ণ বৰাৰ চিন্তাৰ স্বাতন্ত্ৰ্য ধৰা পৰে। ১৮৮১ চনত প্ৰকাশিত 'কমধন পেঁদ' নামৰ ৰচনা এখনত বংকিমচন্দ্ৰই কৈছিল : "পৃথিৱীৰ কোন দেশই বুঝি বাঙ্গালাৰ মত প্ৰজাবহুলা নহে। বাঙ্গালাৰ অতিশয় প্ৰজাবৃদ্ধিই বাঙ্গালাৰ প্ৰজাৰ অৱনতিৰ কাৰণ।"[২৭] দুখন প্ৰতিবেশী প্ৰদেশৰ দুটা বিপৰীতমুখী সমস্যাৰ বিষয়ে দুয়োজন ব্যক্তিৰ চিন্তাৰ মৌলিকতা লক্ষণীয়।

সামান্য ইংৰাজী শিক্ষা গ্ৰহণ কৰিয়েই অসমত চাকৰি পোৱা তেতিয়ালৈকে সুচল আছিল। চৰকাৰী অফিচৰ কেৰাণী, চিৰস্তাদাৰ, মহৰী, মণ্ডল, ডাৰোগা, চাহ বাগিচাৰ সৰু বৰ বাবু আৰু একাধিক শ্ৰেণীবদ্ধ মহৰীৰ চাকৰিৰ আকাল নাছিল। মৌৰ মতে "উপযুক্ত মানুহৰ সংখ্যাতকৈ অসমৰ কাম কাজৰ সংখ্যা অপেক্ষাকৃত সৰহ।" এনেবোৰ চাকৰিৰ বাবে লাগতিয়াল ন্যূনতম শিক্ষাকণ ল'ব পাৰিলেই হ'ল, আৰু উধাৰলৈ কাৰো "ভং নাথাকে।" উচ্চপদ আৰু উচ্চশিক্ষাৰ অভিলাষ সেইদিনত অসমীয়াৰ মাজত শুকান পানীৰ দৰেই দুৰ্লভ আছিল। আহোম ৰাজতন্ত্ৰৰ দিনত একাধিক বিষয়াৰ স্বেচ্ছাচাৰিতা আৰু শেহলৈ সেইসকলৰ কৰুণ পৰিণতি দেখি জনসাধাৰণৰ দৃঢ় ধাৰণা হৈছিল— 'বিষয় ছাই আলি।' সেয়ে বিষয়ৰ প্ৰতি বিৰাগ আৰু সংশয় তেওঁলোকৰ মনস্তত্ত্বত বহুদিনলৈ সক্ৰিয় হৈ আছিল। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ শিপা বাঢ়িবলৈ লোৱাৰ লগে লগে সেই ধাৰণাবোৰ ক্ৰমে নাইকিয়া হয়।

চাৰিকুৰি টকা মাহিলি দৰমহা পোৱা পদৰ বাবে এজনো উপযুক্ত অসমীয়া প্ৰাৰ্থী নোলোৱা বুলি চৰকাৰে খেদ প্ৰকাশ কৰিবলগীয়া হোৱাটো বলিনাৰায়ণে চৰকাৰৰ বাবেহে লাজৰ কথা বুলি কৈছিল। সকলো অসমীয়া ছাত্ৰৰেই যাতে আধাডুখৰীয়া শিক্ষা লৈ অনায়াসে চাকৰিত সোমাব নোৱাৰে তাৰ বাবে "অসমীয়া মানুহে ভাল নাপাব" বুলি জানিও বলিনাৰায়ণে এটি উপায় আগবঢ়াইছিল : "সেই উপায় এই যে গবৰ্ণমেণ্টৰ সকলো কেৰাণি মহৰি কামবোৰ খালি হ'লেই অসমীয়াক নিদি বঙালিক দিব লাগে।" ইয়াক এজন অসমীয়া বুদ্ধিজীৱীৰ সুনৃতবচন বুলি চিহ্নিত কৰিব নোৱাৰি। কিন্তু ইয়াৰ দ্বাৰা যে অলপতে সন্তুষ্ট হোৱা, প্ৰতিযোগিতাবিমুখ মানুহখিনিক তেওঁ প্ৰতিযোগিতামুখী, শ্ৰমশীল আৰু উচ্চাভিলাষী কৰিব খুজিছিল সেই কথাটো উপেক্ষণীয় নহয়।

উচ্চশিক্ষাৰ ক্ষেত্ৰতো প্ৰতিজন ছাত্ৰকে বৃত্তি দিব লাগে বুলি জনপ্ৰিয় দাবী উত্থাপন কৰাৰ পৰিৱৰ্তে "পৰীক্ষাত বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিলেহে বৃত্তি দিব লাগে" বুলি ক'বলৈ মৌৰ কোনো দ্বিধা নাছিল। উচ্চশিক্ষাৰ অন্যতম প্ৰস্তুতিক্ষেত্ৰ হ'ল হাইস্কুলীয়া শিক্ষা, অসমত ইয়াৰ ভেটি আছিল নিশকতীয়া। প্ৰয়োজনৰ তুলনাত উপযুক্ত শিক্ষকৰ অভাৱ অসমত হাইস্কুলীয়া শিক্ষাবিস্তাৰৰ এটা প্ৰধান অন্তৰায় আছিল। বলিনাৰায়ণে মৰ্মে মৰ্মে অনুভৱ কৰিছিল— "যি দেশত শিক্ষকৰে উচ্চশিক্ষা নাই, তাত উচ্চশিক্ষা ক'ৰ পৰা হ'ব" উচ্চ আদৰ্শৰ দ্বাৰা ছাত্ৰ অনুপ্ৰাণিত হ'ব পৰা দৃষ্টান্ত আছিল বিৰল, পাগত শিক্ষকৰ সংখ্যাও আছিল অতি নগণ্য। বলিনাৰায়ণৰ উপলব্ধি যে বাস্তৱজ্ঞানসম্পন্ন, সেই কথা বুজিব পাৰি অসমীয়া সাহিত্যত বিখ্যাত হৈ থকা এখন জীৱনচৰিত আৰু দুখন আত্মচৰিতৰ পৰা।

সূৰ্যকুমাৰ ভূঞাই আনন্দৰাম বৰুৱাৰ জীৱনচৰিতত লিখিছে :

> গুৱাহাটীৰ তদানীন্তন সমাজত ভাল আদৰ্শৰ অভাৱৰ দোষতে হওক বা আন কাৰণতে হওক আনন্দৰামে সৰুকালত বিশেষ প্ৰতিভাৰ চিন নেদেখুৱাইছিল। বিশ্ববিদ্যালয়ত ওখ ঠাই অধিকাৰ কৰিলে যে বিশেষ সন্মান পোৱা যায় সেই সন্মানৰ আদৰ্শ অসমত তেতিয়ালৈকে ওপজা নাছিল। আনন্দৰামৰ আগতো তেনে আদৰ্শ কোনেও স্থাপন কৰা নাছিল। ...পূব আৰু পশ্চিমৰ জ্ঞান-জেউতিৰে দিপ্‌লিপ কলিকতালৈ গৈহে

> তেওঁ জগতৰ সকলো কাণ্ডকাৰখানা গম পাবলৈ ধৰিলে।[২৯]

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই (১৮৬৪-১৯৩৮) 'মোৰ জীৱন সোঁৱৰণ'ত লিখিছে :

> পৰ আচৰিত কথা যে ইমানবোৰ শিক্ষকৰ তলত মোৰ বিদ্যাশিক্ষা ঘটিছিল, কিন্তু প্ৰকৃত শ্ৰদ্ধা, ভক্তি বা ভালপোৱাৰে এজনেও মোৰ মন আকৰ্ষণ কৰিব নোৱাৰিছিল।[৩০]

পদ্মনাথ গোহাঞিবৰুৱাই (১৮৭১-১৯৪৬) 'মোৰ সোঁৱৰণী'ত লিখিছে যে তেওঁৰ হাইস্কুলীয়া শিক্ষাত্ৰ সময়ত পণ্ডিত চন্দ্ৰমোহন গোস্বামী কহিমা গবৰ্ণমেণ্ট হাইস্কুলৰ হেডমাষ্টৰ পদলৈ বদলি হৈ যায়। "তেখেত হঠাতে বদলি হৈ যোৱাত সেইখিনিতে সৰুকৈ মাত্ৰ মোৰ মন ভাগি পৰিবলৈ ধৰিলে। তেখেতৰ শিক্ষাদানত আমাৰ শিক্ষাত সমাপ্তি মোৰ মন নষ্ট হ'ল।"[৩১] গোহাঞিবৰুৱাই আছিল ভাল শিক্ষকৰ সন্ধানত। সেয়েহে পদ্মনাথে দুৰ্গম পথ অতিক্ৰম কৰি কহিমা পালেগৈ আৰু তেওঁৰ প্ৰিয় শিক্ষকৰ সান্নিধ্যত ভাল পঢ়াই এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰিলে।

চন্দ্ৰমোহন গোস্বামী আনন্দৰাম বৰুৱাৰো 'আদৰ্শ শিক্ষক' আছিল বুলি সত্যেন্দ্ৰনাথ শৰ্মাই উল্লেখ কৰিছে। বেজবৰুৱাৰ মতে, "শিক্ষাৰ সৌৰৱত চন্দ্ৰমোহন গোস্বামী পূৰ্ণিমাৰ জোন যেন আছিল।"

বলিনাৰায়ণো চন্দ্ৰমোহন গোস্বামীৰ ছাত্ৰ আছিল। জন্মেজয় দাস (এওঁক সূৰ্যকুমাৰে অসমৰ ভূদেব মুখাৰ্জী বুলিছে), চন্দ্ৰমোহন গোস্বামী আৰু ৰামেশ্বৰ সেনৰ দৰে কৃতী শিক্ষকৰ সংখ্যা অসমত বৃদ্ধি হোৱাটো বলিনাৰায়ণে মনেপ্ৰাণে কামনা কৰিছিল। অন্যান্য বৃত্তিলৈকো আদৰ্শনীয় বঙালী মানুহ অহাত তেওঁৰ কোনো আপত্তি নাছিল। তেওঁ ভাবিছিল, "সুশিক্ষিত বঙালি মানুহ যিমান সৰহকৈ অসমলৈ আহে, এই দেশৰ তিমান মংগল। ওখ আদৰ্শ এটা চকুৰ আগত নাথাকিলে দেশ মানুহৰ যেনে জাতিৰও তেনে উন্নতি নহয়।"

সেই সময়ত চৰকাৰী উচ্চপদত অসমীয়া মানুহ প্ৰায় নাছিলেই। পিছলৈ বিখ্যাত হোৱা মাধৱচন্দ্ৰ বৰদলৈ আৰু শিৱৰাম বৰাই এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰাৰ পূৰ্বেই বা ঠিক পাছ কৰিয়েই কেৰাণীৰ চাকৰিৰ বাবে আবেদন জনাইছিল।[৩৩] উচ্চশিক্ষা লৈ শিক্ষকতাৰ বৃত্তি গ্ৰহণ কৰিবলৈ মুষ্টিমেয় অসমীয়া ডিগ্ৰীধাৰী লোকসকলৰো আগ্ৰহ আছিল কম। ওকালতি কৰা বা মাটিৰ হাকিম হোৱাটোহে তেওঁলোকৰ স্বপ্ন আছিল।

আলোচিত ৰচনা দুখনক এজন সৎ আৰু নিৰ্ভীক শিক্ষাব্ৰতীৰ প্ৰতিবেদন বুলিও অভিহিত কৰিব পাৰি। অসমত স্কুলীয়া শিক্ষা সাং কৰি কলিকতাৰ কলেজত পঢ়িবলৈ যোৱা ছাত্ৰসকল বহুদিনলৈকে শ্ৰেণীত পাঠগ্ৰহণ কৰিবলৈ অপাৰগ হৈ ৰয়। "দুষ্ট আৰু অশুধ শিক্ষাৰ ফল জীৱনত কেতিয়াও গাৰ পৰা জোকাৰি পেলাব নোৱাৰি।" ইয়াক বলিনাৰায়ণ বৰাৰ আত্মজৈৱনিক উক্তি বুলি ধৰি লৈয়ো ক'ব লাগিব যে সেই পৰিস্থিতিৰ মৌলিক পৰিৱৰ্তন আমাৰ ৰাজ্যত আজিও নহ'ল। শিক্ষক নিযুক্তি প্ৰসংগত বলিনাৰায়ণ বৰাই যি ভাষাৰে নিজৰ অভিমত প্ৰকাশ কৰিছিল, কুৰি শতিকাৰ শেষ দশকৰ যিকোনো শিক্ষা আয়োগে লোধহয় সেই বিষয়ে সেই ভাষাতেই প্ৰতিবেদন দিব লগা হ'ব। "যোগ্যলোকসকলে উচ্চশিক্ষাৰ সুবিধা পাই যি হাইস্কুলবোৰত যদি উপযুক্ত শিক্ষক সুমাবলৈ প্ৰকৃতপক্ষে নকৰে তেতিয়ালৈকে এই দেশত শিক্ষাৰ উন্নতি নহয়, সুফল নোলায়। অসামৰ হাইস্কুলবোৰৰ পৰিবৰ্তন কি দিশত এই দুইৰ এটা ধাৰ্য্য হোৱাটো উচিত।"

উচ্চপদত চৰকাৰী বিষয়া বলিনাৰায়ণে নিশ্চয় ধাৰণা কৰিছিল যে অসমত উচ্চশিক্ষা সম্প্ৰসাৰণৰ বাবে চৰকাৰে সাহায্য কৰিব লাগিছিল, সেইখিনি নকৰাত বহু বছৰ ধৰি অৱস্থাৰ কোনো পৰিৱৰ্তন ঘটা নাই। অথচ সৰকাৰৰ কাম চৰকাৰেই কৰিব লাগিব। "এই বিষয়ত গবৰ্ণমেণ্টে আওকণীয়া ভাব ধৰিছে আৰু নচলাত পৰিছে, স্থিত অৱস্থাত বহুদিন থাকা গ'ল, এতিয়া অলপ গতিৰ আৱশ্যক হইছে।" চৰকাৰৰ ধনৰ অভাৱ যে এটা ফাঁকি মাত্ৰ সেই কথাও প্ৰতিবেদনত ব্যয়ৰ হিচাপ আৰু যুক্তিৰে দেখুৱা হৈছে। অসমৰ দৰে পিছপৰা প্ৰদেশখনৰ মানুহৰ আৱশ্যকতাৰ প্ৰতিও চৰকাৰ 'অজ্ঞ' সেই কথাও কোৱা হৈছে। চৰকাৰক প্ৰায় প্ৰত্যাহ্বান জনাই কোৱা হৈছিল :

> আমাৰ মাথোন জনা আৱশ্যক গবৰ্ণমেণ্টে আসামত উচ্চশিক্ষা দিব খোজে নে নোখোজে। যদি নোখোজে, তেন্তে হাইস্কুলবোৰ উঠাই দিয়ক, তাত আমাৰ কাৰও ওজৰ আপত্তি নাই, আমি নিজে উচ্চশিক্ষাৰ বেচ দিব পাৰোঁ যদি লাগে, নোয়াৰোঁ যদি নলওঁ।

লক্ষণীয় কথা হ'ল, মৌৰ পিছত কেবাজনো তেজাল ছাত্ৰ আৰু ডেকা সাহিত্যিকৰ যত্নত প্ৰকাশ হোৱা 'জোনাকী' আৰু 'বিজুলী'ত এই প্ৰত্যাহ্বানৰ সুৰ এবাৰলৈকো শুনা নগৈছিল।

আশানুৰূপ ফল দেখুৱাব নোৱৰা হাইস্কুলবোৰ চোৱা-চিতা কৰিবৰ বাবে সৰহীয়া দৰমহা দি ইন্সপেক্টৰ এজন ৰখাৰ চৰকাৰী নীতিও বলিনাৰায়ণে সমালোচনা কৰিছিল। ইন্সপেক্টৰজনৰ কাম এজন চেক্ৰেটেৰীৰ দ্বাৰা

জিলাৰ উপায়ুক্তসকলৰ সহযোগত অনায়াসে কৰিব পৰা হ'ব বুলি তেওঁ মত প্ৰকাশ কৰিছিল। ইয়াৰ দ্বাৰা শিক্ষা বিভাগে বছৰি বাৰৰ পৰা ওঠৰ হাজাৰ টকা ৰাহি কৰিব পাৰিব। আধামৰা স্কুলকেইখনক লৈ ইন্সপেক্টৰজনৰ "ডিণ্ডিত কলথক্যাৰে ঢোল আৰি দি, আসামৰ উচ্চশিক্ষাৰ হুচৰি গাই ফুৰাত আমি এখনো সকাম নেদেখোঁ।"

উচ্চশিক্ষা বিস্তাৰৰ বাবে তেওঁ চাৰিটা পৰামৰ্শ আগবঢ়াইছিল : সুশিক্ষিত বঙালী মানুহক অসমলৈ অনা, এখন কলেজ প্ৰতিষ্ঠা কৰা, কলেজৰ পৰা পাছ কৰা ছাত্ৰসকলক বৃত্তি দি কলিকতা আৰু বিলাতলৈ পঠোৱা আৰু অসমৰ হাইস্কুলবোৰৰ অৱস্থা ভাল কৰা। যুক্তিসংগত ক্ষোভেৰেই তেওঁ লিখিছিল : "মামৰে ধৰা, বাঢ়িব নাজানা হাইস্কুলৰ বহুয়া কেইটামান ৰাখাত ফল কি ?"

### অসমীয়া আৰু বঙালী

সুশিক্ষিত বঙালী মানুহক অসমলৈ আদৰণি জনোৱা বলিনাৰায়ণৰ মনোভাৱ আৰু উদীয়মান অসমীয়া মধ্যবিত্ত লোকৰ চিন্তা-চেতনাৰ অৱস্থান আছিল কুমেৰু-সুমেৰু দুই বিন্দুত। মৌৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত 'অসমীয়া আৰু বঙালি' ৰচনাখনে বলিনাৰায়ণক বুজাত আমাক সহায় কৰিব পাৰে।

ঊনবিংশ শতিকাৰ বঙালী বৃটিছ ভাৰতৰ কলম্বাছ। বঙালীৰ জাতীয় জীৱনলৈ তাতোকৈ বেঁছ আত্মবিশ্বাসৰ যুগ আৰু অহা নাছিল। What Bengal thinks today, India thinks tomorrow— গোপালকৃষ্ণ গোখলেই এই প্ৰবাদবাক্যেৰে বঙালীসকলৰ অপ্ৰমিত প্ৰতিভাৰ প্ৰাপ্য স্বীকৃতি দিছিল। বঙালী ছাত্ৰ, শিক্ষক, উকীল, ডাক্তৰ, কেৰাণী, বিষয়া, ভদ্ৰলোকবাবু, অভিজাত বঙ্গললনা আৰু তেওঁলোকৰ বিদ্যাভাস, সাহিত্যাভিমান, বিজ্ঞানচৰ্চা, খাদ্যবিলাস, সংগীতপ্ৰিয়তা আদি দেশৰ আন ঠাইৰ মানুহৰ বাবে আছিল এটা পৰিপূৰ্ণ মডেল। বঙালীৰ অত্যধিক আত্মপ্ৰত্যয়ে তেওঁলোকক অভিমানী কৰি তুলিছিল আৰু তাৰ নেতিবাচক পৰিণতিও ঊনবিংশ শতিকাৰ শেষৰ ফালে স্পষ্ট হৈ পৰে।

সম্ভ্ৰান্ত বঙালী পৰিয়াল, সমাজজীৱন আৰু বঙালী মনস্তত্ত্বৰ লগত ঘনিষ্ঠ পৰিচয়সূত্ৰে বলিনাৰায়ণে ধৰিব পাৰিছিল, "বঙালি মানুহে অসমীয়াক অসভ্য জাতিযেন ভাবে, বঙালি লগ পালে অসমীয়াক লগ নিবিচাৰে, অসমীয়া ভাষা অসভ্য জাতিৰ ভাষা বুলি নিশিকে।' বলিনাৰায়ণৰ অভিযোগ যে আক্ষৰিক অৰ্থত সত্য আছিল সেই কথাৰ প্ৰমাণ এই যুগৰ এজন যশস্বী বুৰঞ্জীবিদ নিশীথৰঞ্জন ৰায়ৰ এটি আত্মসমীক্ষামূলক আলোচনাৰ পৰা দিব পাৰি :

> মাতৃভাষা ছাড়া অন্য ভাষাৰ সঙ্গে পৰিচয় না থাকাৰ দৰুন আমাদেৰ মানসিকতাৰ প্ৰসাৰেৰ অন্তৰায় দেখা দিচ্ছে। ইংৰেজি শিক্ষাৰ দৌলতে আমৰা নিজ প্ৰদেশে এবং অপৰপ্ৰদেশে যেসব উচ্চপদে আসীন ছিলাম তাৰ প্ৰভাবে আমাদেৰ যে মানসিকতা গড়ে উঠেছিল তা উন্নাসিকতাৰ নামান্তৰ।[৩৮]

বঙালীসকলৰ সেই সুপৰিচিত উচ্চভাষিতা সত্ত্বেও বলিনাৰায়ণে তেওঁলোকৰ লগত "যিমান ঘনিষ্ঠতা বাঢ়ে তিমান আসামৰ মঙ্গল" বুলি বুজিছিল; সম্ভাৱৰ দ্বাৰাহে জাতীয় ঐক্য আৰু উন্নতি সম্ভৱ বুলি পাঠকক পতিয়ন নিয়াব খুজিছিল। তেওঁৰ সেই প্ৰীতিভাবনাৰ অন্তৰালত আছিল ভাৰতভূমিৰ উন্নতি চিন্তা। তেওঁ আহ্বান জনাইছিল,

> হে অসমীয়া ! হৃদয় বহল কৰা, আৰু সেই বহল হৃদয়ত গোটেই ভাৰতবৰ্ষৰ সকলো জাতিক ভ্ৰাতৃস্থান দিয়া, পৰস্পৰৰ সামান্য বিভিন্নতা যিবোৰ আছে, সেইবোৰ যদি গুছাব পৰা যায় গুচোয়া, যদি নাযায় লুকাই থোয়া, আকাশত বিভিন্নতাৰ ছত্ৰ নুৰাই, যিহৰ দ্বাৰায় একতা সাধিত হ'ব, তাৰেহে ছত্ৰ লোয়া, তেনে আসামৰও উন্নতি হ'ব আৰু ভাৰতৰও উন্নতি হব।

পৰাধীনতাৰ যুগত জাতিৰ ঐক্য আৰু উন্নতি সাধনা কৰাই জাতীয়তাবাদৰ আদৰ্শ। জাতীয়তাবাদেই জাতীয় উন্নতিৰ পথ অনুসন্ধান কৰে আৰু জাতীয় মুক্তিৰ পথেই যে জাতীয় উন্নতিৰ পথ সেই কথা প্ৰতিপন্ন কৰে। অৱশ্যে, যিসকলে গালাঘাৰ-ৰবিনছন কেম্ব্ৰিজ গোষ্ঠীৰ প্ৰৰোচনাত জাতীয়তাবাদক আদৰ্শহীন, আবেগসৰ্বস্ব বৈপৰীত্যৰ সমষ্টি বুলি গণ্য কৰে তেওঁলোকে বলিনাৰায়ণৰ উক্তিৰ কোনো সাৰবত্তা বিচাৰি নাপাব। সেইদৰে চাবল্টাৰ্ণ বিদ্যাস্নাতসকলেও ভাবিব পাৰে যে এলিট চেতনাক আমি অনাহকতে অধিক গুৰুত্ব দিছোঁ। আমি কেৱল মনত ৰখা ভাল যে ঐতিহাসিক সত্য কোনো গোষ্ঠীৰ হৃদয়সম্পুটত মহামন্ত্ৰ হৈ লুকাই থকা বস্তু নহয়।

বলিনাৰায়ণৰ বিপৰীত চিন্তাও অফুট হৈ থকা নাছিল। জোনাকী যুগৰ দুই মহাৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী এবাৰ ঘৰলৈ আহিবলৈ বুলি কলিকতাৰ শিয়ালদহ ষ্টেশ্যনত ৰেলত উঠিল। বাটত তেওঁলোকে কোনো বঙালীৰ লগত কথা নাপাতিবলৈ সংকল্প ল'লে।

সেইখন ৰেলেৰে আহি সাৰাঘাট ষ্টেশানত দাৰ্জিলিং আৰু অসমলৈ যোৱা আন দুখন ৰেলত যাত্ৰীসকল উঠাৰ নিয়ম। ৰাতি সাৰাঘাট পাই বেজবৰুৱা আৰু গোস্বামীয়ে কাকো সোধপোছ নকৰাকৈ দাৰ্জিলিংমুখী ৰেলত উঠিলগৈ। পিছদিনা পুৱাহে তেওঁলোকৰ ভ্ৰম ভাগিল। [৩৫] বেজবৰুৱাই তেওঁৰ আত্মচৰিতত উল্লেখ কৰা এই কাহিনীটো এটা apocryphal বা অপ্ৰমাণিত গল্প হোৱা হ'লেও সি সমানেই বিশ্বাসযোগ্য আৰু তাৰ সাৰ কথাও একেই হ'লহেঁতেন। বঙালী-বিদ্বেষে অসমীয়া মনীষা আৰু মনস্তত্ত্বক নেতিবাচক ৰূপ দি বিপথগামী কৰিলে।

সমিলমিল আৰু একতা মানে যে আত্মবিলুপ্তি নহয়, স্বকীয়া অস্তিত্বৰহে স্বীকৃতি, সেই কথা হৃদয়ঙ্গম কৰিব পৰা অসমীয়া মানুহৰ সংখ্যা দুখ লগাকৈ কম আছিল। বঙালীৰ সৈতে হৃদ্যতা বৃদ্ধিৰ বাবে সদা সচেষ্ট গুণাভিৰাম, তস্যপুত্ৰ জ্ঞানদাভিৰাম আৰু বলিনাৰায়ণৰ উদ্দেশ্যক মানুহে সন্দেহৰ চকুৰে চাইছিল। অসম আৰু অসমীয়া বুলি যিজন আনন্দৰাম ঢেকিয়াল ফুকনৰ উৎসাহ আৰু উচ্চাকাংক্ষাৰ অৱধি নাছিল, মানুহে ভাবিছিল তেওঁ ধৰ্মভ্ৰষ্ট হোৱা বুলি। অসমৰ ভোটা তৰা, চিভিলিয়ান আনন্দৰাম বৰুৱাৰ পূৰ্ণাংগ জীৱন-চৰিত প্ৰকাশ হৈছিল তেওঁৰ মৃত্যুৰ ত্ৰিশ বছৰৰ পিছত--- খুব সম্ভৱ তেওঁৰ সুপৰিজ্ঞাত বঙ্গসন্তান সংসৰ্গ আৰু অসমীয়াপ্ৰীতি-প্ৰকাশক নগদ প্ৰমাণ নথকাৰ বাবে। বলিনাৰায়ণে 'ভাৰতৰ সকলো জাতিৰ' একতাৰ কথা ভাবিছিল। তেওঁ বাৰুকৈয়ে বুজিছিল, একতাই শক্তি আৰু শক্তি হ'লেহে এটা জাতিয়ে মুক্তিৰ কথা ভাবিব পাৰে।

## অসমীয়া বাবু

বঙালী বাবুৰ লগত অসমীয়া বাবুজনেও সুবিধা বুজি ফেৰ মাৰিব বিচাৰিছিল। আনহাতে অসমীয়া ডাঙৰীয়াজনৰ যুগো তেতিয়ালৈকে অন্তৰ্হিত হোৱা নাই। এই দুই চৰিত্ৰক লৈ মৌৰ দুটা সংখ্যাত দুটা ব্যঙ্গ কবিতা প্ৰকাশ হৈছিল। ডাঙৰ ধুতী পিন্ধি, মথুৰা পাগ মাৰি ঘৰে বাহিৰে [illegible]ধুটি হৈ সকলো সুযোগ আত্মসাৎ কৰি ফুৰা ডাঙৰীয়াজন কালধৰ্মৰ লগত খাপ নোখোৱা ফুটংগিৰী। এই হেৰোৱা পৃথিৱীৰ নায়কজন কেতিয়াবা নতুন দিনৰ তুচ্ছ বেহেৰাৰ ওচৰতো লেতুসেতু।

"তিৰুতাৰ আগত পুৰুষালি, গোলামক খুন্দা যম।
লৰাৰ আগত বৰ কথা, সমনীয়াৰ আগত কম।
চাপৰাচিৰ আগত কেকোৰাকেকুৰি, সাহাবৰ আগত কুজা
এওঁ এই আমাৰ আসামৰ ডাঙৰীয়া বুঢ়া॥"

এই ডাঙৰীয়াজন কেৱল অসমৰ ভুঁই ফুটি ওলোৱা তৰাৰ গজালি নহয়। বংগদেশৰ কবি মধুসূদনৰ তুলিকাত সেইজনৰ ছবিখন চাওক:

বাইৰে ছিল সাধুৰ আকাৰ
মনটা কিন্তু ধৰ্ম ধোয়া
পুণ্য খাতায় জমা শূন্য
ভণ্ডামিতে চাৰটি পোয়া
শিক্ষা দিলে কিলেৰ চোটে
হাড় গুঁড়িয়ে খোয়েৰ মোয়া
যেমন কৰ্ম ফললো ধৰ্ম
বুড়ো শালিকেৰ ঘাড়ে ৰোঁয়া। [৩৬]

যুগসন্ধিৰ এই আত্মভ্ৰষ্ট চৰিত্ৰই অসমৰ সমাজমঞ্চৰ পৰা চিৰবিদায় লৈছিল গান্ধীবাদী আন্দোলনৰ অভিঘাতত। সম্প্ৰতি সি আমাৰ আলোচ্য বিষয় নহয়। তাৰ আগেয়েই অসমীয়া বাবুৰ অভ্যুদয়। জন্মলগ্নৰ পৰাই এই বাবুৱে বিশিষ্ট চৰিত্ৰ অৰ্জন কৰিছিল। বলিনাৰায়ণৰ প্ৰায় সিকি শতাব্দীৰ পূৰ্বেই অসমীয়া বাবুজনক নিৰীক্ষণ কৰিছিল 'কলি-ভাৰত বুৰঞ্জী'ৰ ৰচক দুতিৰাম হাজৰিকাই। যথা:

শুনিয়া আমোলা বাণী পাচহয়া যায়,
মিছা সাক্ষী দিয়া নিয়া ধনক খুৱাই।
ধন আশে সিসৰে নকৰে পাচ ভৰি,
সত্য বুলি অসত্যক কৰে আগবাঢ়ি। [৩৭]

গুণাভিৰাম বৰুৱাৰ 'আসাম-বন্ধু'ৰ পাতত লম্বোদৰ বৰাই বাবু চৰিত্ৰ ব্যাখ্যা কৰিছিল। যাৰ বাব আছে তেৱেঁই বাবু। সেই 'বাব'বোৰ হ'ল--- ইংৰাজৰ অনুকৰণ, আপোন জাতিক ঘিণোৱা, কথাৰে আৰু কলমেৰে ভাৰত উদ্ধাৰ কৰা, দুখীয়াৰ ভেটি খোৱা। যি ঘৈণীয়েকৰ গুৰিত সিংহ, ইংৰাজৰ গুৰিত শিয়াল, যি দুপৰীয়া অফিচলৈ লৰে, গধূলি ঘৰলৈ লৰে, ৰাতি পদূলি সুঙে সিয়েই বাবু। [৩৮] বলিনাৰায়ণ বৰাই অসমীয়া বাবুজনৰ পৰিচয় দিছে এইদৰে:

তেল খাৰণীয়া ইংৰাজীৰ ঘটোমটো কৰি।
উদুৰ কথা বুদুক বুজাই দিনটো কটাই ঘূৰি॥
গাখীৰ, গুড়, মাছ তামোলটো, সকসুৰা ভেঁটি।
পায় যদিস্যাৎ সিদিন নহয় দিনটো ক্ষতি॥

০০০

খং উঠিলে তপত তেল, কিল খালে বাবু।
এওঁ এই আমাৰ আসামৰ অসমীয়া বাবু॥

'বাঁহী'ৰ যুগলৈ এই বাবুৰ মাহাত্ম্য আৰু বৃদ্ধি পাইছিল। কৈশোৰ অতিক্ৰম কৰি অসমীয়া বাবুৱে যেন যযাতিৰ যৌৱন লাভ কৰিছিল। ৩৯

## মৌৰ ৰাজনৈতিক সংবাদসেৱা

মৌৱে ৰাজনৈতিক সংবাদসেৱাত গঠনমূলক সমালোচনাৰ ধাৰা প্ৰবৰ্তন কৰে। পূৰ্বধাৰণাপুষ্ট হৈ চৰকাৰৰ যশ গোৱা অথবা চৰকাৰৰ সকলো নীতি আৰু কাৰ্যৰ অন্ধবিৰোধিতা কৰা— এই দুই চৰম অৱস্থানৰ পৰা মৌ সততে দূৰত আছিল। চিৎকাৰপ্ৰধান পত্ৰ-পত্ৰিকা সেই দিনতো আছিল, কিন্তু বলিনাৰায়ণ বৰাৰ ওখ খাপৰ সাংবাদিকতাৰ লগত থকা পৰিচয়ে তেওঁক বিষয়ৰ যুক্তিপূৰ্ণ, শান্ত প্ৰতিপাদন নীতিত বেছি আস্থাশীল কৰি তুলিছিল। প্ৰথমবিধ সাংবাদিকতাৰ উদ্দেশ্য কৰ্তৃপক্ষৰ বিৰুদ্ধে ক্ষোভ সৃষ্টি কৰা, দ্বিতীয়বিধৰ উদ্দেশ্য ৰাইজৰ কল্যাণৰ অৰ্থে কাৰ্যসিদ্ধি কৰা। দুয়োবিধে সৃষ্টি কৰিব পৰা তাপ আৰু পোহৰৰ ঐতিহাসিক মুহূৰ্তত প্ৰয়োজন সম, সেয়ে সম্পূৰ্ণ গ্ৰহণ বা বৰ্জনৰ নীতিৰে সিহঁতৰ উপযোগিতা নিৰ্ণয় কৰিব নোৱাৰি।

মৌ প্ৰকাশৰ ঠিক আগে আগে তেজপুৰ ৰায়ত সভা, নগাঁও ৰায়ত সভা, আপাৰ আচাম এছোচিয়েশ্যন প্ৰতিষ্ঠা হয়। যোৰহাট সাৰ্বজনিক সভা ৰায়ত সভাৰ সমগোত্ৰীয় নাছিল। জিলা সভাবোৰৰ বাদেও ঠায়ে ঠায়ে দিনটীয়াকৈ ৰায়তৰ সভা অনুষ্ঠিত হৈছিল। এই ৰায়ত সভাবিলাকৰ প্ৰতি বলিনাৰায়ণ বৰাৰ সহানুভূতি নাছিল।

> এটা শীয়ালে হোৱা দিলে এটাইবোৰে হোৱা দিয়ে।
> বঙ্গদেশত ৰায়ত সভা কেটামান হোৱাৰ পিছত,
> আসামতও ঠাইযে ঠাইয়ে ৰায়তে গোট খাই সভা
> পাতিবলৈ ধৰিলে। ৰায়তৰ সভা পাতা এটা
> বায়ু চৰিল।
> আজলা, গাওঁলীয়া মানুহবোৰৰ মাজত সঁচামিছাকৈ
> নানা ৰকম ঘটনা উঠিল।

ৰায়ত সভাৰ প্ৰতি সহানুভূতিহীনতাক বলিনাৰায়ণৰ ইংৰাজভক্তি বা ৰায়তৰ প্ৰতি সহানুভূতিহীনতাৰ নিদৰ্শন বুলি বুজিলে নিশ্চয় ভুল হ'ব। বৰং বতৰত পানীৰ অভাৱ দূৰ কৰা, গৰু-ম'হৰ মহামাৰী ৰোধ কৰা, গাঁৱলীয়া বাট-ঘাটৰ উন্নতি আদি কৃষকৰ লগত পোনপটীয়াভাৱে জড়িত বিষয় লৈ ৰায়ত সভাৰ উদ্যোক্তাসকলে মাত নামাতি, মাটিৰ স্বত্ব, কাঠৰ মাচুল, অস্ত্ৰ আইন ৰদ আদি বিষয় লৈ তেওঁলোকে যেনেকৈ পতাতহে বলিনাৰায়ণৰ ক্ষোভ। তেওঁৰ মতে, "ৰায়তৰ মাজত কেওএই এইবোৰ বিষয় একোকে বুজ নাপায়।" ৰাজনৈতিক আন্দোলনৰ ধৰ্মই হ'ল কোনো অভিলাষৰ বাবে চেতনা সঞ্চাৰ কৰা; মানুহে বুজি নোপোৱা কথাটো অভিষ্টৰূপত তেওঁলোকক বুজাই দিয়া। চেতনাৰ পৰাহে প্ৰেৰণা আহে।

বলিনাৰায়ণ বৰাৰ আৰু অভিযোগ হ'ল ৰায়ত সভাবিলাকৰ মূলত আছে "কেজনমান নিষ্কৰ্মা বহি থকা, টৌ তুলি ফুৰা, অৰ্দ্ধজীৱী, টেঙৰ, নাউ উলিয়াব খোজা ডেকা।" এই অভিযোগৰ ভেটি দুৰ্বল। ৰায়তৰ মাজত ক্ষোভৰ কাৰণ (খাজনা বৃদ্ধি) উপস্থিত আছিল বুলিয়েই ৰায়তসকলে তেওঁলোকৰ কাষ চপা এচাম ডেকাৰ নেতৃত্ব মানি লৈছিল। ৰায়ত সভা শ্ৰেণীভিত্তিক সংগঠন নাছিল। ইয়াৰ স্বীকৃত নেতৃত্ব নথকাত সাংগঠনিক ধাৰাবাহিকতাও নাছিল। ৰায়ত সভা নামটো বৰ শিথিলভাৱে ব্যৱহাৰ কৰা হৈছিল। ধনী খেতিয়ক, মহাজন, মাটিগিৰী মৌজাদাৰো ৰায়তসভাৰ লগত আছিল। কৃষক আন্দোলনৰ স্বাতন্ত্ৰ্য (autonomy) আধুনিক যুগত সীমাবদ্ধ হ'বলৈ বাধ্য।

আমাৰ হাতত কোনো প্ৰমাণ নাই যদিও অনুমানৰ থল আছে যে ৰায়তৰ অৱস্থা সম্পৰ্কে বলিনাৰায়ণ বৰাৰ ধাৰণা গঢ়ি উঠিছিল তেওঁৰ শহুৰেক স্বনামধন্য চিৰ্ভিলিয়ান ৰমেশচন্দ্ৰ দত্তই ১৮৭৪ চনত প্ৰকাশ কৰা 'দা পিজেণ্ট্ৰি অব্ বেঙ্গল' গ্ৰন্থ অধ্যয়নৰ ভিত্তিত।

বঙ্কিমচন্দ্ৰই প্ৰকৃত ৰূপত দেখুৱা, দাৰিদ্ৰ্য আৰু পুণ্যাহ পাৰ্বণী- আগমনী চালামীৰ হেঁচাত পিষ্ট বঙ্গদেশৰ কৃষক হাছিম শ্বেখ, ৰামা কৈৱৰ্ত আৰু পৰাণ মণ্ডলৰ জীৱন কাহিনী পুনৰুক্তি কৰিও ৰমেশচন্দ্ৰ দত্তই ইংৰাজ শাসনৰ আশীৰ্বাদ প্ৰাচুৰ্য্যৰ ('profusion of blessing') উল্লেখ কৰিছিল। তেওঁ জমিদাৰ আৰু ৰায়তৰ মাজতহে চিৰস্থায়ী বন্দবস্ত বিচাৰিছিল, যিহেতু "justice is now better administered in this country than under the best of the Mahommedan rulers" ৪০ অসমৰ ৰায়তৰ অৱস্থা বঙ্গদেশৰ তুলনাত যে ভাল আছিল সেই কথা বলিনাৰায়ণে বুজি পাইছিল। ৰমেশচন্দ্ৰ দত্তৰ দৰে তেৰোঁ ইংৰাজ চৰকাৰৰ ন্যায়নিষ্ঠতাৰ ওপৰত ভাৰসা ৰাখিছিল। বুদ্ধিজীৱী হিচাপে বলিনাৰায়ণ বৰা সেই যুগৰ নৈতিক স্ববিৰোধ আৰু সীমাবদ্ধতাৰ উৰ্ধত নাছিল। ঐতিহাসিক তপন ৰায়চৌধুৰীয়েও বঙ্কিমচন্দ্ৰৰ স্বদেশিকতাত এই স্ববিৰোধ লক্ষ্য কৰিছে— "there is the fact of his faith in the benificence of British rule and plea for loyality." যিজন স্বামী বিবেকানন্দই বৃটিছ শাসনক 'Bible, bayonet and brandy'ৰ প্ৰতীক বুলি কৈছিল, তেওঁৰ বিষয়েও ডঃ

ৰায়চৌধুৰীৰ মন্তব্য— "The same complexity marks the Swami's view of the British rule in India..." [৪১]

বলিনাৰায়ণ আপোচহীন, সাম্রাজ্যবাদবিৰোধী, বিপ্লৱপন্থী জাতীয়তাবাদী কৃষকবন্ধু নাছিল বুলি ক'লে কওঁতাজনৰ নিজৰ বিপ্লৱীমানস হয়তো প্রকাশ হয়, কিন্তু ঐতিহাসিক সত্য কোৱা নহয়। অন্য যুগ অন্য পুৰুষৰ স্ববিৰোধ আৰু দৃষ্টিবিভ্ৰম আমাৰ সততে চকুত পৰে। যিবোৰ সামাজিক আৰু ৰাজনৈতিক ধাৰণাৰ (ideas) আলমত সেই দিনত ভাৰতীয় বুদ্ধিজীৱীসকলে ইংৰাজ শাসন ব্যৱস্থা সম্বন্ধে মত প্রকাশ কৰিছিল বা তাৰ উন্নতি কামনা কৰিছিল, বলিনাৰায়ণো সেইবোৰৰ দ্বাৰা প্রভাৱিত হৈছিল। ইংৰাজ উপযোগবাদী (utilitarian) সকলকেই তেওঁলোকে ইংলণ্ডৰ পচন্দৰ প্রতিনিধি বুলি গণ্য কৰিছিল। সকলোৰে সেই ভুল ভাগিছিল ১৯০৫ চনৰ বঙ্গভঙ্গ পৰ্বৰ সূচনাত।

## চাহ-বনুৱাৰ কথা

মৌৰ প্রথম সংখ্যাত প্রকাশিত 'চাহ বাগিচাৰ কুলি' আৰু সেই বিষয়ে তৃতীয় সংখ্যাত প্রকাশিত লক্ষ্মীনাথ বেজবৰুৱাৰ প্রতিবাদ আৰু লেখকৰ উত্তৰ আৰু চতুৰ্থ সংখ্যাত প্রকাশিত 'অসমীয়া কুলি'— এই লেখাসমূহত আবেগৰ উষ্ণতা আৰু যুক্তিৰ উদ্ভাস দুয়োটাই আছে।

কলিকতীয়া কাকতত অসমৰ চাহ বাগিচাৰ বনুৱাৰ বিষয়ে ওলোৱা বাতৰি কিছুমান দেখি বলিনাৰায়ণ বৰা খঙত টিঙিৰি তুলা হৈ আছিল। তেওঁ নাম উল্লেখ নকৰিলেও সহজে অনুমান কৰিব পাৰি যে সোমপ্রকাশ, সঞ্জীৱনী আৰু বেঙ্গলী— এই কাকতকেইখনে তেওঁক বৰকৈ বিন্ধিছিল (ভাৰত শ্রমজীৱী নামৰ মাহিলি কাকতখনো তাৰ ভিতৰত থাকিব পাৰে)। বলিনাৰায়ণৰ দৃঢ়মত আছিল যে বহু বিষয়ত অসমৰ গাৱঁলীয়া ৰাইজৰ তুলনাত বনুৱাসকল সুখত থাকে।

নীলকৰসকলৰ অত্যাচাৰৰ প্রতি প্রথমে উদাসীন হৈ থাকি ইংৰাজ চৰকাৰে আগেয়ে এসেকা পাই থৈছিল। ভাৰতৰ কথাই নাই, ইংলেণ্ডৰ মানুহেও চৰকাৰক ধিক্কাৰ দিছিল। চাহবনুৱাৰ ক্ষেত্রত যাতে সেই আন্ধাৰ পৰ্বৰ পুনৰাবৃত্তি নঘটে তাৰ প্রতি চৰকাৰ প্রথমৰ পৰাই সচেষ্ট আছিল। তাৰ মাজতে ব্রাহ্ম সমাজৰ প্রচাৰক ৰামকুমাৰ বিদ্যাৰত্ন আৰু দ্বাৰকানাথ গাঙ্গুলী অসমলৈ আহি বিস্তৰ বাধা নেওচি চাহ বাগিচা কিছুমানৰ পৰিস্থিতি অধ্যয়ন কৰিছিল। বাতৰি কাকতত প্রকাশ হোৱা তেওঁলোকৰ ভ্রমণ কাহিনী আৰু প্লেণ্টাৰসকলৰ বনুৱানিগ্রহৰ বৃত্তান্তই শিক্ষিত সমাজত আলোড়নৰ সৃষ্টি কৰিছিল। কলিকতীয়া কাকতত যে অসমৰ চাহবনুৱা লাঞ্ছিত হোৱাৰ সংবাদ অতিৰঞ্জিতভাৱে প্রকাশ নহৈছিল সেই কথা ডাঠি ক'ব নোৱাৰি। কিয়নো উল্লিখিত সংবদপত্রসমূহ নিৰ্ভীক হ'লেও নিৰপেক্ষ নাছিল। সেইবোৰত অবিৰতভাৱে নিৰ্দিষ্ট দৃষ্টিভঙ্গীৰহে প্রতিফলন ঘটিছিল। তথাপি এই কথা অনস্বীকাৰ্য যে বনুৱাৰ প্রতি চৰকাৰৰ বিশেষ মনোযোগৰ অন্তৰালত ৰামকুমাৰ-দ্বাৰকানাথ বা সংবাদপত্রসমূহৰ ইতিবাচক অৱিহণা আছিল।

এই চাহবনুৱাৰ কথাকে লৈ বলিনাৰায়ণ বৰা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ ভাল কলম-যুদ্ধ এখন লাগিল। মৌৰ পূৰ্বে কোনো অসমীয়া কাকতত এনেকুৱা তৰ্কপটু গদ্যৰ ব্যৱহাৰ পোৱা নাই। আধাড়ুখৰীয়া উদ্ধৃতিয়ে মূলৰ সৌন্দৰ্য হয়তো ম্লান কৰিব, তথাপি দুটামান উদাহৰণ দিয়া গ'ল।

(ক) বেজবৰুৱাৰ মতে অসমলৈ কুলি চালান দিয়াসকলে কিমান কৌশল কৰে "তাক নজনা মানুহ আজিকালি অতি কম।" বৰাৰ মন্তব্য— "আমাৰ বিশ্বাস যে তাক দেখা মানুহ তাতোকৈ কম।" বেজবৰুৱাৰ অভিযোগ সঁচা হোৱা হ'লে 'কুলিকষ্ট নিবাৰণী সভা' কেইখনমান গজি উঠিলহেঁতেন।

(খ) বেজবৰুৱাই লিখিছিল যে বনুৱাৰ দৰমহাৰ উপৰি ধাৰ লাগে। বৰাই উত্তৰ দিছিল— বনুৱাৰ অৱস্থা যে ভাল ধাৰ লগাটোৱেই তাৰ চিন। ধাৰ পৰিশোধৰ ক্ষমতা থাকিলেহে ধাৰ পোৱাৰ নিশ্চয়তা থাকে।

(গ) বেজবৰুৱাৰ মতে মালিকে অত্যাচাৰ কৰিলেও বনুৱাই মালিকৰ বিৰুদ্ধে জিলা মেজিষ্ট্রেটৰ ওচৰত গোচৰ দিব নোখোজে, কিয়নো বাগিচাৰ মালিক আৰু জিলাৰ চাহাব দুয়ো "হৰিহৰ অভেদ বস্তু বা জোৰা সন্দেশ।" বনুৱাৰ জুহালত বহিহে সকলো জানিব পাৰি। বৰাই উত্তৰত ক'লে যে বনুৱাৰ মাজত ঘূৰি ফুৰিয়েই তেওঁ সিহঁতৰ ভাবচৰিত্ৰৰ ভু পাইছে। "কুলিৰ অৱস্থা জানিবলৈ কুলিৰ জপুৰীত জুহালৰ ওচৰত বহি তাৰ মুখে সাধু কথা শুনাৰ আৱশ্যক নকৰে। কুলিৰ শকত গা, ভৰপুৰ মুখ, চিকোন কাপোৰকানি, ঘৰবাৰিৰ গৃহস্থালি এইবোৰেই তাৰ অৱস্থাৰ আৰ্চি।"

বলিনাৰায়ণ বৰাৰ ক্ষোভ আৰু দুশ্চিন্তাৰ কাৰণ আছিল গভীৰ। অসমৰ চাহখেতিৰ পৰা হোৱা উপকাৰ আৰু ইয়াৰ সম্ভাৱনাৰ বিষয়ে গুণাভিৰাম বৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, বলিনাৰায়ণ বৰাৰ দৰে মুষ্টিমেয় কেইজনমান ব্যক্তিৰহে স্পষ্ট ধাৰণা আছিল। এই সম্ভাৱনা

নাশ হোৱাটো তেওঁলোকৰ বাবে আছিল এটা ডাঙৰ দুৰ্ভাবনা। ইতিপূৰ্বে নীলকৰ চাহাবহঁতে নীলখেতিৰ পৰা চিৰবিদায় লোৱাৰ দৃষ্টান্ত আছিলেই। সেয়ে বলিনাৰায়ণে জোৰ দি কৈছিল, "কাল্পনিক কথাবোৰ উলিয়াই মিছা আন্দোলন কৰি যি মানুহে এই বাগিচাবোৰ ভাঙিবলৈ চেষ্টা কৰে তাক আসামৰ ঘোৰ শত্ৰু নুবুলি নোৱাৰি।"

আনহাতে তেওঁ দেখিছিল যে কৃষক ৰায়তৰ ফালে চকু দিওঁতা কোনো নাই। বিশেষকৈ বেগাৰ ধৰা প্ৰথা তেতিয়াও চলি থকাত তেওঁ ব্যথিত হৈছিল আৰু তাক একেবাৰে উঠাই দিবলৈ তেওঁ চৰকাৰক অনুৰোধ জনাইছিল। সিফালে বনুৱা-বিপত্তিৰ বিষয়টো আছিল ইংৰাজবিৰোধী প্ৰচাৰৰ উত্তম ৰছদ। আৰু তাকে লৈ কলিকতীয়া বাতৰি কাকতে ঢোল বজায় আৰু আমি "ততালিকে নাচি উঠোহঁক।" বঙ্গদেশত তেতিয়া জাতীয়তাবাদী সৰৱ সাংবাদিকতাৰ যুগ আৰম্ভ হৈ গৈছে। ১৮৮৩ চনৰ ইলবাৰ্ট বিল বিতৰ্কৰ পিছত শ্বেতাঙ্গবিৰোধী তলসোঁত ক্ৰমে বৃদ্ধি হয়।

ঐতিহাসিকভাৱে, ১৮৫৩ চনত মোফাট মিলছৰ অসম ভ্ৰমণৰ দিনৰ পৰা ১৯০৩ চনত আসাম এছোচিয়েশ্যন গঠন হোৱা দিনলৈকে, অৰ্ধশতাব্দীকাল অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইংৰাজৰ সৈতে আপোচ সখিত্বৰ (reconciliation) যুগ। সেয়ে যুঁজৰ কুকুৰাহেন কলিকতীয়া সংবাদপত্ৰৰ লগত বলিনাৰায়ণ খোজত খোজ মিলাই চলাটো সম্ভৱ নাছিল।

### চৰকাৰৰ কাৰ্য : মত-অমত

মৌত চৰকাৰৰ কাৰ্যৰ চোকা সমালোচনাও প্ৰকাশ হৈছিল। চৰকাৰী ব্যয় কমোৱাৰ উপায় বিচাৰি ভাৰত চৰকাৰে নিয়োগ কৰা ইলিয়ট কমিটীৰ প্ৰতিবেদন প্ৰকাশৰ পূৰ্বেই চৰকাৰী আয়-ব্যয়ৰ তলানলা পোৱা বলিনাৰায়ণে নিজৰ মত সাহসেৰে ব্যক্ত কৰিছিল। ৰাইজৰ কামত নহা ওপৰ-গধুৰ বিভাগবিলাকত চৰকাৰী ব্যয় হ্ৰাস কৰিবলৈ তেওঁ পৰামৰ্শ দিছিল। দাদাভাই নাওৰজি, ৰমেশচন্দ্ৰ দত্ত আদি জাতীয়তাবাদী অৰ্থনীতিবিদসকলে সমুদায় ৰপ্তানি উদ্বৃত্ত দেশৰ বাবে ক্ষতিকাৰক নিষ্কাশন (drain) বুলি গণ্য কৰিছিল। এই নিষ্কাশনৰ এটা প্ৰধান বাট আছিল সেৱাখণ্ড। কথাটো যে বলিনাৰায়ণেও টং কৰি চাইছিল সেইটো বুজিব পাৰি তেওঁৰ লেখাৰ পৰা— "বেৰত গোবৰ জাপিবলৈ আৰু বাঁহৰ দলঙ সাজিবলৈ বিলাতৰ পৰা ইঞ্জিনিয়াৰ আনাৰ আৱশ্যক নাই।"

অসমৰ ৰাজহ ব্যৱস্থাৰ অবিচ্ছেদ্য অঙ্গ হ'ল মৌজাদাৰসকল। তেওঁলোকৰ অৱস্থিতিৰ অনিশ্চয়তাত মৌৱে অসন্তুষ্টি প্ৰকাশ কৰিছিল। সেই সময়ৰ চৰকাৰী প্ৰতিবেদনসমূহৰ পৰা জানিব পাৰি যে জিলাধিপতিসকলে অতি ঘনাই মৌজাদাৰ ভঙা-পতা কৰিছিল। লেখাটো বলিনাৰায়ণৰে হওক বা গুণাভিৰামৰে হওক, লেখকৰ যে অসমৰ সমাজজীৱনৰ বিৱৰ্তনৰ লগত ঘনিষ্ঠ পৰিচয় আছিল সেই বিষয়ে সন্দেহ নাই। পুৰণি ডা-ডাঙৰীয়া শ্ৰেণীটোৰ ক্ৰমাৱনতি আৰু পতনে লেখকৰ সহানুভূতিৰ উদ্ৰেক কৰিছিল। সেই শ্ৰেণীটোৰ দুৰৱস্থা চৰকাৰৰ "এক অকাট্য দুৰ্যশ।"

মৌজাদাৰৰ পুত্ৰ পদ্মনাথ গোহাঞিবৰুৱাইহে জানিছিল কেনেকৈ জিলাচাহাব আহিব বুলিলেই মৌজাদাৰৰ বুকুৱে ধান বানিছিল। [৪২] (পিছলৈ মৌজাদাৰসকলৰ প্ৰতিপত্তি আৰু মৰ্যাদা বৃদ্ধি হৈছিল)। অসমত নতুনকৈ কাৰ্যকৰী কৰা আচাম লেণ্ড এণ্ড ৰেভিনিউ ৰেগুলেশ্যনক মৌৱে আদৰণি জনাইছিল।

'লোকেল বোৰ্ড' ৰচনাখন বলিনাৰায়ণৰ নৈতিক সততা আৰু নিৰ্ভীক সাংবাদিকতাৰ উদাহৰণৰূপে গ্ৰহণ কৰিব পাৰি। ভাইচৰয় লৰ্ড ৰিপণে ১৮৮২ চনত প্ৰৱৰ্তন কৰা স্থানীয় স্বায়ত্ত শাসন পদ্ধতিৰ গুণাগুণ আলোচনাই লেখকৰ উদ্দেশ্য। ৰিপণৰ প্ৰকৃত প্ৰস্তাৱ জনাৰ পূৰ্বেই দেশৰ মানুহৰ মাজত সেই বিষয়ে অফুৰন্ত উচ্ছ্বাস দেখা গৈছিল। প্ৰস্তাৱত দেখা গ'ল যে সেই স্বায়ত্ত শাসন আমোলাতন্ত্ৰৰ কৰ্তৃত্বাধীন। বলিনাৰায়ণৰ ভাষাত, "ইমান আতাহ পিতাহৰ ফল পৰ্বতৰ প্ৰসব বেদনাত এন্দুৰ ওপজাৰ নিচিনা মাথোন।"

ৰাইজৰ দ্বাৰা নিৰ্বাচিত আৰু চৰকাৰৰ দ্বাৰা মনোনীত সদস্যৰ ভাৰসাম্য ৰক্ষা কৰাত চৰকাৰৰ নিশ্চয় স্বাৰ্থ আছিল। কিন্তু "যি মেলত ৰায়তৰ মুখ্য মানুহ নাই সেই মেল স্বায়ত্ত শাসন শিক্ষাৰ নিমিত্তে পাতা নাপাতা সমান।" চৰকাৰৰ মনোনীত সদস্যসকলৰ সৰ্বাগ্ৰগণ্য বিবেচ্য গুণ হ'ল আনুগত্য। তেনে লোকৰ দ্বাৰা ৰাজহুৱা কাম নিসিজে। গুৱাহাটী, বৰপেটা, যোৰহাট, শিৱসাগৰ আদি আগবঢ়া ঠাইতে ৰায়তে প্ৰতিনিধি নিৰ্বাচন কৰাৰ সুযোগ পাইছিল। তেজপুৰ, নগাঁও আদিত যিসকল চৰকাৰৰ দ্বাৰা মনোনীত সদস্য আছিল— "সেইবিলাক প্ৰায় গাধ আৰু অকামিলা।"

বলিনাৰায়ণ বৰাই লোকেল ব'ৰ্ডৰ কাৰ্যপ্ৰণালীকো চোকা ভাষাৰে সমালোচনা কৰিছিল। বিষয়াসকলেই আছিল সৰ্বেসৰ্বা। ৰায়তৰ মতামতক তেওঁলোকে মুঠেই গুৰুত্ব নিদিছিল। পিছপৰা ৰাজ্য বুলিয়েই আন ৰাজ্যৰ

তুলনাত অসমৰ লোকেল ব'ৰ্ডসমূহত বহল জনমত প্ৰতিফলিত হোৱাৰ ব্যৱস্থা আইনতেই নাছিল। ফলত "মেলৰ এক্তিয়াৰ বিষযাবিলাকে কাঢ়ি লৈছে।" তেওঁলোকেই আয়ৰ গৰাকী, ব্যয়ৰ নিয়ন্তা আৰু হিচাপ দিওঁতা-লওঁতা। এনে পৰিস্থিতিত এতিয়া স্বাধীন দেশত যি হয় তেতিয়াও সেয়ে হৈছিল। অকণো লুকঢাক নকৰাকৈ বলিনাৰায়ণে লিখিছিল :

বন বেয়া হয়, টকাৰ শ্ৰাদ্ধ হয়। ইপিনে বিষয়া বপুৰা তেল ঘঁহা চোৰ; মেলেও ধৰিব নোয়াৰে, গবৰ্ণমেণ্টেও ধৰিব নোয়াৰে।

তেওঁ এনেকুৱা 'ভেকোভাওনা মেলবোৰ' আগবঢ়া প্ৰদেশবোৰৰ আৰ্হিত পুনৰ্গঠন কৰিবলৈ দাবী জনাইছিল।

### ভাৰতৰ জাতীয় কংগ্ৰেছ

১৮৮৬ চনৰ শেষত কলিকতাত ভাৰতৰ জাতীয় কংগ্ৰেছৰ দ্বিতীয় অধিবেশন অনুষ্ঠিত হৈ যোৱাৰ পিছত বলিনাৰাযণ বৰাই মৌ কাকতত 'জাতীয় মহাসমিতি' শীৰ্ষক প্ৰতিবেদন প্ৰকাশ কৰিছিল। ভাৰতৰ মানুহৰ সীমাহীন বৈচিত্ৰ্য সত্ত্বেও "এক ৰাজনীতি সূতাৰে আৰু এক মাতৃভূমিৰ নামেৰে সকলোকে যে বান্ধি একেলগ কৰিব পাৰি এই মহামেলেই তাৰ চিন"— এই বুলি তেওঁ অধিবেশনৰ গুৰুত্ব প্ৰকাশ কৰিছিল।

কলিকতাৰ অধিবেশনলৈ "কেজনমান আসামৰ ভুবাতৰি নোপোয়া বঙালি মানুহক আৰু কেজনমান কলেজত পঢ়া ল'ৰাক আসামৰ প্ৰতিনিধি" কৰি পঠোৱাত তেওঁ আক্ষেপ কৰিছিল। অসহযোগ আন্দোলনৰ অব্যৱহিত পূৰ্বে অসমে পূৰ্ণপৰ্যায়ৰ প্ৰদেশৰ মৰ্যাদা লাভ নকৰা পৰ্যন্ত অসম আৰু অসমীয়াৰ নামযশ প্ৰতিপন্ন (facelift) কৰাটোৱেই আছিল শিক্ষিত মধ্যবিত্ত লোকৰ হাবিয়াস। বলিনাৰায়ণ বৰাও ইয়াৰ ব্যতিক্ৰম নাছিল। তেৰোঁ ভাবিছিল, "ভাৰতৰ মহাযজ্ঞত আমাৰ নাম উলিয়াব লাগে।"

জাতীয় কংগ্ৰেছে ভাৰতত ইংৰাজ শাসনৰ অৱসানৰ স্বপ্ন তেতিয়ালৈকে দেখা নাছিল। দেশৰ ৰাজনৈতিক ঐক্য সাধন কৰা ইংৰাজ শাসনৰ "মাহাত্ম্য" তেতিয়া দেদীপ্যমান। সেই শাসন "চিৰকলীয়া" হওক এয়ে আছিল বলিনাৰায়ণৰ বাঞ্ছা। শাসকৰ প্ৰতি শুভেচ্ছা প্ৰকাশ কৰাটো সেই সময়ৰ এটা সাধাৰণ ফৰ্ম্ বুলিহে ধাৰণা হয়। মাতৃভূমিৰ নামত সকলো ভেদাভেদ পাহৰি দেশৰ এচাম মানুহ ৰাজনৈতিকভাৱে এক হোৱাটো এই দেশত এটা নতুন কথা, এটা নতুন দীক্ষণীয় আদৰ্শ। এই বিষয়ে বলিনাৰায়ণৰ স্মৰণীয় উক্তি আছিল— "পৰস্পৰৰ সামান্য বিভিন্নতা পাহৰাই এই অনুষ্ঠানৰ মহামন্ত্ৰ আৰু সেই মন্ত্ৰত আমিও দীক্ষিত।"

ভাৰতৰ জাতীয় কংগ্ৰেছতকৈ বলিনাৰায়ণ বৰা বিপ্লৱী নাছিল সঁচা, কিন্তু কংগ্ৰেছ পতাকাৰ তলত যি উদাৰ জাতীয়তাবাদী ঐতিহ্য আৰু সংগ্ৰাম গঢ়ি উঠিছিল, সি স্বীকৃত হৈ থকালৈকে বলিনাৰায়ণৰ স্বদেশপ্ৰেম আৰু জাতীয়তাবাদো অস্বীকাৰ কৰিব পৰা নাযাব। ভাৰতত যে এদিন বৃটিছ শাসনৰ ওৰ পৰিব সেই কথা আন দহজন বুদ্ধিজীৱীৰ দৰে বলিনাৰায়ণেও বুজিছিল। 'পাবলিক চাৰ্ভিছ কমিশ্যন' নামৰ টোকাটোত তাৰ ইঙ্গিত আছে। ভাৰতৰ সকলো চৰকাৰী পদ দেশৰ মানুহে এদিন দখল কৰিবই, তাৰ লক্ষণ তেওঁ "ভাৰতৰ ভৱিষ্যৎ ৰাজনৈতিক আকাশত" দেখিছিল। কিন্তু সি উপযুক্ত সময়তহে হোৱা ভাল। ঘোঁৰা হলেহে চাবুক।

বঙ্গদেশৰ জাতীয়তাবাদী শিক্ষাবিদ ভূদেব মুখোপাধ্যায়েও ইংৰাজ শাসনৰ প্ৰতি নিজৰ দৃষ্টিভঙ্গী প্ৰকাশ কৰিছিল এই বুলি— "আমৰা বাঁচিয়া থাকিতে চাই, একেবাৰে ইংৰেজেৰ জিনিস হইয়া যাইতে চাহি না। ... আমৰা ইংলণ্ড হইতে স্বাতন্ত্ৰিকতা চাহি না, অন্ততঃ বহুকালেৰ জন্য তাহা চাহি না।" [৪৩] বলিনাৰায়ণো কেতিয়াও ইংৰাজৰ 'জিনিচ' হৈ যোৱা নাছিল।

লক্ষ্মীনাথ বেজবৰুৱা আৰু তেওঁৰ সতীৰ্থসকলে মৌ 'মাৰিবৰ চেষ্টাৰে' যি পাৰে সকলো কৰি পিছত অনুতপ্ত হৈছিল। বেজবৰুৱাই তেওঁৰ আত্মচৰিতত লিখিছিল : "নতুন কংগ্ৰেছৰ ৰাজনৈতিক মতৰ কমাৰশালে আমাৰ মন পুৰি ৰঙাকৈ থৈছিল।" [৪৪] তেওঁ এই কথা লিখিছিল ১৯৩০-৩১ চনত, অৰ্থাৎ মৌ নিধনৰ দুকুৰি তিনি-চাৰি বছৰৰ পিছত। ১৮৮৬ চনৰ কংগ্ৰেছ অধিবেশনে তেওঁলোকৰ মন পুৰি ৰঙা কৰা উক্তিটো কামৰ পিছত হোৱা বোধোদয়ৰ (hindsight) উত্তেজনা বুলিহে আমাৰ প্ৰবল অনুমান। বেজবৰুৱাই গান্ধী যুগৰ কংগ্ৰেছ আন্দোলনৰ উত্তেজনাৰে পুৰণি দিনৰ কথা স্মৰণ (reenact) কৰিছিল মাত্ৰ। ভাৰতৰ জাতীয় কংগ্ৰেছৰ ইতিহাসৰ পৰা আন সিদ্ধান্ত কৰাৰ উপায় নাই। ১৮৮৬ ৰ পৰৱৰ্তী বেজবৰুৱাৰ জীৱন-পৰিক্ৰমায়ো আমাৰ অনুমানৰ সপক্ষেই প্ৰমাণ দিয়ে।

যি চাহবনুৱাৰ কথা লৈ কলিকতীয়া কাকত তোলপাৰ, সেই সম্পৰ্কে চেষ্টা কৰিও কংগ্ৰেছ অধিবেশনত কোনেও এটা প্ৰস্তাৱ উত্থাপন কৰিব নোৱাৰিলে। 'আঞ্চলিক বিষয়' বুলি কংগ্ৰেছে চাহবনুৱাৰ বিষয়টো আলোচনা নকৰিলে।

ঐতিহাসিক অমলেশ ত্ৰিপাঠীৰ মতে ১৮৮৫ চনৰ পৰা ১৯০৫ চনলৈ কংগ্ৰেছৰ ৰাজনৈতিক আদৰ্শৰ ভিত্তি আছিল বৃটিছ উদাৰতন্ত্ৰৰ ওপৰত দুৰ্মৰ বিশ্বাস।[৪৫]

### বিবিধ

বিশ্বাস আৰু সংশয়ৰ স্বাধীনতাক মৌৱে শ্ৰদ্ধা কৰিছিল। আগতে উল্লেখ কৰা বেজবৰুৱাৰ প্ৰতিবাদৰ বাদেও তেওঁৰ আন এজন সতীৰ্থ মথুৰামোহন বৰুৱায়ো মৌৰ সম্পাদকলৈ এখন প্ৰৰোচনামূলক চিঠি দিছিল। সম্পাদকে নিজৰ মন্তব্যসহ সেই চিঠিও প্ৰকাশ কৰিছিল।

১৮৮৭ চনৰ ১৬ ফেব্ৰুৱাৰী তাৰিখে ইংলেণ্ডৰ ৰাণী ভিক্টোৰিয়াৰ পঞ্চাশ বছৰ ৰাজত্ব পূৰ্ণ হোৱা উপলক্ষে ভাৰতত মহা ধুমধামেৰে জুবিলি উৎসৱ পতা হৈছিল অসমত এই উৎসৱ উদ্‌যাপনৰ বাতৰি মৌত প্ৰকাশ হৈছিল। দূষিত পানীয়েই যে জনস্বাস্থ্যৰ প্ৰধান অন্তৰায়, এই কথা মৌৱে ৰজা-প্ৰজা সকলোকে দঢ়াই কৈছিল। ৰন্ধনপটু হ'ব বিচৰা সকলেও মৌত কেইপদমান ব্যঞ্জনৰ পাক প্ৰণালী লাভ কৰিছিল।

মৌৰ চতুৰ্থ সংখ্যাৰ পৰা কামৰূপীয়া কথ্যভাষাত 'আসাম ৰহস্য' বুলি এখন লঘু ৰচনাৰ প্ৰকাশ আৰম্ভ হৈছিল। দুজন বন্ধুৰ আলোচনা শুনক :

১ম : সি কইছি তাৰ সুক্তি মাছৰ স্পৃহা নাই, আৰ ভকতক নমস্কাৰ কৰি ৰৌ মাছ মাগছি।

২য় : খাউৰীয়াৰ পুতাক। একেহে শুনলি। পুথি পঢ়ছি শুনা নাই না। 'মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো ৰসময় মাগোহোঁ ভকতি।'

১ম : 'মুক্তি' নহয় 'সুক্তি' বুলি কইছি আৰু 'ৰৌ মই মাগোহোঁ ভকত' বুলি কইছি। নাজনাহ্ না আমাৰ দলবাৰি পচেৰিয়াত মানুহৰ ঘৰ হলি ওজা গিলাই পান্তাভাত আৰ সুক্তি মাছ খাবা দেই।

ইয়াৰ বহু বছৰৰ পিছত সাহিত্যৰথী বেজবৰুৱাই তেওঁৰ 'বাঁহী'ত উমেশচন্দ্ৰ বৰুৱা আৰু ধনীৰাম দত্তই কামৰূপীয়া কথ্যভাষাত ৰচনা কৰা দুটা ধেমেলীয়া কবিতা প্ৰকাশ কৰিছিল।

### ইংলিছমেনৰ প্ৰশংসা : মৌৰ ইন্তেকাল

বেজবৰুৱাই আত্ম-চৰিতত উল্লেখ কৰা মতে, কংগ্ৰেছ-বিৰোধী ইংৰাজী 'ইংলিছমেন' কাকতত এবাৰ মৌৰ প্ৰশংসা ওলালত তেওঁলোকক পায় কোনে? "আমি প্ৰতাপ চন্দ্ৰ চাটুৰ্জী লেনৰ মেছত বহি সভাৰ উপৰি সভা কৰি মৌ মাৰিবলৈ কঁকালত টঙালি বান্ধি উঠিলোহঁক।"[৪৬] (দুখৰ বিষয়, বহু চেষ্টা কৰিও আমি ইংলিছমেন কাকতৰ সেই প্ৰশংসা উদ্ধাৰ কৰিব নোৱাৰিলোঁ)। আশাকৰোঁ ই কেতিয়াবা উদ্ধাৰ হ'ব।

জে. ওব্ৰিয়েন চ'ণ্ডাৰ্ছ পৰিয়ালৰ কাকত ইংলিছমেনৰ বিখ্যাত সম্পাদকজন আছিল আই চি এছৰ পৰা পদত্যাগ কৰি ওলাই অহা জে. ডব্লিউ. ফাৰেল। ১৮৮৩ চনৰ ইলবাৰ্ট বিৰোধী আন্দোলনৰ সময়ত ফাৰেলে উগ্ৰ ভাৰত-বিৰোধী ভূমিকা লৈ ইংলিছমেনক শ্বেতাংগসকলৰ মুখপত্ৰ কৰি তোলে। ফাৰেলৰ ভূমিকাত অসন্তুষ্ট হৈ চ'ণ্ডাৰ্ছে তেওঁক চাকৰিৰ পৰা বিদায় দিয়ে। ১৮৮৩ চনৰ পৰা ১৮৯৭ চনলৈ ইংলিছমেনৰ সম্পাদক আছিল এণ্ড্ৰু মেকডনাল্ড। ফাৰেল যোৱাৰ পিছত ইংলিছমেনৰ সুৰ সলনি হয় আৰু চ'ণ্ডাৰ্ছেও কাকতৰ পৰৱৰ্তী সম্পাদকজনক নিজৰ নিয়ন্ত্ৰণত ৰাখিছিল।[৪৭] মেকডনাল্ড সম্পাদক হৈ থকা কালত ইংলিছমেনৰ কি প্ৰশংসাই বেজবৰুৱাহঁতক বিতত কৰিছে সেইটো সঠিকভাৱে বুজিব নোৱাৰিলেও সেই প্ৰশংসাত মৌৰ গা উঠিছিল বুলি ক'ব নোৱাৰি; অন্ততঃ মৌৰ গাত তেনে কোনো প্ৰমাণ নাই।

বেজবৰুৱাই মৌ-বিৰোধিতাৰ উল্লেখ কৰা কাৰণটোৰ বাদেও অন্ততঃ এটা উল্লেখ নকৰা কাৰণ থাকিব পাৰে, সি হ'ল তেওঁলোকৰ দৃষ্টিত মৌৰ বঙালীপ্ৰীতি। কিয়নো সেইটো আছিল বঙালীসকলৰ ভাষিক আৰু সাংস্কৃতিক কৰ্তৃত্ববাদৰ বিৰুদ্ধে কলিকতাৰ অসমীয়া ছাত্ৰসকলৰ ভৈৰৱ-নিনাদৰ পূৰ্বমুহূৰ্ত।

আচৰিত কথা এয়ে যে 'কংগ্ৰেছবিৰোধী' ইংলিছমেন পঢ়ি ল'ৰাহঁতে কংগ্ৰেছ-অনুৰাগী মৌক বধ কৰিলে। মৌৱে কংগ্ৰেছক বিৰোধিতা কৰা দূৰৰ কথা উপেক্ষাও কৰা নাছিল, বৰং আগ্ৰহেৰে আদৰণি জনাইছিল।

সক নাৱত গুৰুভাৰ লৈ মৌৰ বুৰিল। ই আকস্মিক ঘটনা। মৌৰ শেষ সংখ্যাতো সম্পাদকে সেই বিপৰ্যয়ৰ পূৰ্বাভাস পোৱা নাছিল। 'ৰচনা চাতুৰ্য্য উৎসাহাৰ্থে' মৌৱে পৰৱৰ্তী এপ্ৰিল সংখ্যাৰ পৰা তিনিটা মাহিলি পুৰস্কাৰ ঘোষণা কৰিছিল। এপ্ৰিল সংখ্যা (১৮৮৭) আৰু নোলাল। এজন মানুহৰ মূৰৰ ওপৰতে সম্পাদনা, প্ৰতিবেদন-প্ৰত্যুত্তৰ আৰু ৰুচিসম্মত ভাবগধুৰ ৰচনা প্ৰস্তুতকৰণৰ হেঁচা, অপৰিচিত পথ-সংকুলতা, গ্ৰাহকৰ উদাসীনতা, অৱশ্যম্ভাবী বাণিজ্যিক বিফলতা আৰু কলিকতাত থকা বাছকবনীয়া অসমীয়া ছাত্ৰসকলৰ নিৰলস আক্ৰমণৰ হতাশাজনক অভিজ্ঞতা, সকলো মিলিয়েই গুৰুভাৰ সৃষ্টি হৈছিল।

মৌৰ আকস্মিক মৃত্যুৱে সমকালীন অসমীয়া বিদ্বৎসমাজৰ দুৰ্বলতাকে আঙুলিয়াই দিয়ে। সেই সমাজে মৌৰ নতুন ঠাঁচৰ বৌদ্ধিক আবেদনৰ প্ৰতি যথোচিত সহাৰি জনোৱা হ'লে অসমীয়া মানুহৰ এক সুস্থ জীৱন-দৰ্শন গঢ়ি উঠিলহেঁতেন আৰু দেশৰ স্বাধীনতাৰ লগে লগে ই এক নতুন গতি লাভ কৰিলেহেঁতেন।

জম্মু-কাশ্মীৰ, বিহাৰ আৰু উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহত কোনো অৰ্থনৈতিক পুনৰুজ্জীৱনৰ সম্ভাৱনা আজিও দেখা নগ'ল। পৰৰ মূৰত খোৱা, ভটীয়া নাৱত যোৱা এইবোৰ মুলুকৰ সাধাৰণ ধৰ্ম।

ড° মহেশ্বৰ নেওগৰ মতে, "মৌ কাকতৰ নতুন ৰুচি সৃষ্টি কৰিবৰ যত্ন আৰু বেজবৰুৱা আদি উঠি অহা ডেকাৰ কুমলীয়া কাকতখনিৰ মৃত্যু এটি বৰ ত্ৰাসজনক ঘটনা।" [৪৮]

মৌৱে অনুকৰণপ্ৰিয়তাৰ সলনি উদ্ভাৱনশীলতা, অনুগ্ৰহযাচনাৰ সলনি প্ৰতিযোগিতামুখিতা, আবেগিকতাৰ সলনি যুক্তিনিৰ্ভৰতা আৰু চিৎকাৰপ্ৰৱণতাৰ সলনি বুদ্ধিমত্তাক উৎসাহিত কৰিছিল। মৌ নিধনত আগভাগ লোৱা সাহিত্যৰথী বেজবৰুৱাই শেষত বয়সত অতীত কৰ্মৰ বাবে যি অনুশোচনা প্ৰকাশ কৰিছিল সিও মৌৰ মহত্ত্ব উপলব্ধি কৰাত আমাক সহায় কৰিব — "আমি ল'ৰালি কৰি তেতিয়া নুবুজিলোঁ যে মৌৰ নিচিনা এখন ভাল কাকত বধ কৰি আমাৰ দেশৰ কি অনিষ্টকে সাধন কৰিলোঁ।" [৪৯]

মৌৰ ইন্তেকাল হ'ল আৰু অসমীয়া সাহিত্যয়ো এজন প্ৰতিভাবান সাহিত্যসেৱীক চিৰদিনৰ বাবে হেৰুৱালে।

**প্ৰসঙ্গ :**

১। মৌ ৭ মদন দত্ত লেন, বৌবাজাৰ, কলিকতাৰ ইণ্ডিয়া প্ৰেছৰ পৰা বি. চি. চক্ৰৱৰ্তীৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত হৈছিল। প্ৰতি সংখ্যাৰ বেচ আছিল ছ অনা, বাৰ্ষিক মূল্য তিনি টকা। প্ৰচাৰ সংখ্যা জনা নাযায়। মৌৰ বিষয়ে আমাৰ আলোচনাৰ ভিত্তি ড. সত্যেন্দ্ৰনাথ শৰ্মাৰ দ্বাৰা সম্পাদিত আৰু মূলৰ অবিকৃত ৰূপত শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াৰ দ্বাৰা প্ৰকাশিত মৌ, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, জুলাই, ১৯৮০। মৌ সকলো উদ্ধৃতি এই সংস্কৰণৰ পৰা দিয়া হৈছে। প্ৰসংগটোকা ভাৰাক্ৰান্ত হোৱাৰ আশংকাত মৌৰ উদ্ধৃতি সূত্ৰবোৰ বৰ্জন কৰা হৈছে। সেইবোৰ সহজলভ্য।

২। **মহেশ্বৰ নেওগ ৰচনাৱলী,** (প্ৰথম খণ্ড), ডিব্ৰুগড়, ১৯৮৬, পৃ ৭০০

৩। I N Borra *Bolinarayan Borrah— His Life, Work and Musings* Calcutta, 1967, p 41 p 41

৪। loc cit

৫। ড. নগেন শইকীয়া (সম্পা.) **আসাম-বন্ধু,** গুৱাহাটী, ১৯৮৪, পৃ. ৩

৬। এই বিষয়ে অনুসন্ধান কৰি আমাক অনুগৃহীত কৰিছে শ্ৰীযুত অজিৎ বৰুৱাই। তেখেতৰ চিঠি, ২৮.৪ ৯৫।

৭। G S Rousseau (ed) ***Goldsmith*** (The critical Heritage), London, 1974ৰ পৰা সংগৃহীত তথ্য।

৮। ড. ক্ষেত্ৰ গুপ্ত (সম্পা.) **মধুসূদন ৰচনাৱলী,** কলিকতা, ১৯৮৭, পৃ: ৩৫

৯। I N Borra, op cit p 44

১০। loc cit

১১। E J Hobsbawm, ***The Age of Empire*** (1875 1914) New Delhi, 1992, pp. 1-2 (Indian Edition, 1992)

১২। ড. ভাৰতী ৰায় (সম্পা.) **সেকালেৰ নাৰী শিক্ষা,** ৰামাবোধিনী পত্ৰিকা, কলিকতা বিশ্ববিদ্যালয়, ১৯৯৪, ভূমিকা আৰু ড. বসন্তকুমাৰ সামন্ত, **হিতকাৰী সভা স্ত্ৰীশিক্ষা ও তৎকালীন বংগসমাজ,** কলিকতা, ১৯৮৭ দ্ৰষ্টব্য।

১৩। Amaury de Riencourt, ***Woman and Power in History,*** New Delhi, 1st Indian Edition, 1989, pp 232-242

১৪। Francois Bedarida, ***A Social History of England,*** (1851-1990) (tr. by A. S. Forster) 2nd Edition, London, 1991, p 122 (quoted)

১৫। Riencourt, op cit. p. 322

১৬। যোগেশ চন্দ্ৰ বাগল (সম্পা:) **বঙ্কিম ৰচনাৱলী,** কলিকতা, ১৩৯৫, ২য় খণ্ড, পৃ: ২৫২

১৭। যোগেন্দ্ৰ নাৰায়ণ ভূঞা (সম্পা:) **বড়েশ্বৰ মহন্ত ৰচনাৱলী,** গুৱাহাটী, ১৯৭৭, পৃ: ২০৮-২১০, পৃ: ২১৫-২২৯ আৰু নন্দ তালুকদাৰ (সম্পা:) **লম্বোদৰ বৰা ৰচনাৱলী,** গুৱাহাটী, ১৯৮৩, পৃ: ৫৬-৫৮ চাওক।

১৮। **বঙ্কিম ৰচনাৱলী**, op. cit. পৃ: ২৫৩-২৫৪
১৯। সুধীৰ কুমাৰ গংঙ্গোপাধ্যায় আৰু অন্যান্য (সম্পা:) **বাংলাৰ মনীষা** ১ম খণ্ড, কলিকতা, ১৯৮৬, পৃ: ১৬১
২০। op cit. পৃ: ১৬৩
২১। op cit পৃ: ১৮৩
২২। Bedarida, op cit p 118
২৩। Iop cit
২৪। **বামাবোধিনী পত্রিকা**, op cit পৃ: ১২৫
২৫। op cit পৃ: ১৯৯ আৰু পৃ: ২০৫
২৬। Riencourt, op cit p. 315 (quoted)
২৭। অলোক ৰায়, **আলেকজেণ্ডাৰ ডাফ ও অনুগামী কয়েকজন**, কলিকতা, ১৯৮০, পৃ: ৬
সুনীল বন্দোপাধ্যায়, **বংগীয় ৰনেসাঁসেস পাশ্চাত্যবিদ্যাৰ ভূমিকা**, কলিকতা, ১৩৮৬, পৃ: ২৩-৩৭ আৰু N. R. Ray and P C Gupta (ed) **Hundred Years of the University of Calcutta,** c.u. 1957, chapter 1
২৮। **বঙ্কিম ৰচনাৱলী**, op cit. পৃ: ৩৭৮
২৯। সূৰ্য্যকুমাৰ ভূঞা, **আনন্দৰাম বৰুৱা**, ৮ম তাঙৰণ, গুৱাহাটী, ১৯১২, পৃ: ১৭, পৃ: ২০
৩০। **বেজবৰুৱা গ্ৰন্থাৱলী**, প্ৰথম খণ্ড, দ্বিতীয় প্ৰকাশ, গুৱাহাটী, ১৯৮৮, পৃ: ২৪
৩১। পদ্মনাথগোহাঞিৰ বৰুৱা, **মোৰ সোঁৱৰণী**, অসম প্ৰকাশন পৰিষদ, ২য় প্ৰকাশ, ১৯৮৭, পৃ: ১৩
৩২। **বেজবৰুৱা গ্ৰন্থাৱলী**, op cit. পৃ: ২৬
৩৩। যোগেন্দ্ৰ নাৰায়ণ ভূঞা, **উনবিংশ শতিকাৰ অসম সংবাদ**, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৯০, বিতং বিৱৰণৰ বাবে- পৃ: ১৪২-১৪৮, পৃ: ১৬৫-১৭০, পৃ: ১৮৩-২১০
উনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত অসমত হাইস্কুলীয়া শিক্ষা সম্প্ৰসাৰণৰ ৰোমাঞ্চকৰ বিৱৰণৰ বাবে এখন পঠনীয়া গ্ৰন্থ হ'ল— ৰামেশ্বৰ সেন, **আত্মকাহিনী বা স্বৰচিত জীৱনকথা**, শান্তিপুৰ, সুতৰাগড় (পশ্চিমবংগ), ১৩৩৯
৩৪। নিশীথৰঞ্জন ৰায়, "দৰ্পণে বাঙালি", দ্ৰ: পথিক বসু (সম্পা:) **বিভৱ প্ৰবন্ধ সংকলন**, কলিকতা, ১৯৯৪, পৃ: ৯১, পৃ. ৯৩
৩৫। **বেজবৰুৱা গ্ৰন্থাৱলী**, op. cit. পৃ: ৫৫
৩৬। **মধুসূদন ৰচনাৱলী**, op. cit. পৃ: ২৬৮
৩৭। সূৰ্য্যকুমাৰ ভূঞা, (সম্পা:) **অসমৰ পদ্যবুৰঞ্জী**, গুৱাহাটী, ১৯৩৩, পৃ: ২০৬-২০৮
৩৮। **লম্বোদৰ বৰা ৰচনাৱলী**, op. cit পৃ: ৬০
৩৯। **বাঁহী**, তৃতীয় বছৰ, ১৮৩৩, ৪ৰ্থ সংখ্যাত প্ৰকাশিত জনৈক শ্ৰীচাৰুবীদাস শৰ্মাৰ, 'হাকিম-সৃষ্টি' কবিতা দ্ৰষ্টব্য।
৪০। R C Dutt. ***The Peasantry of Bengal,*** Reprint, Calcutta, 1980, p. 76 (1st published in 1874)
৪১। Tapan Raychaudhuri, ***Europe Reconsidered,*** oup. Delhi, 1988, p 132, p. 312
৪২। ১৮৯৭ চনত প্ৰকাশ হোৱা পদ্মনাথ গোহাঞিবৰুৱাৰ **গাওঁবুঢ়া** নাটকখনত মৌজাদাৰৰ ছবিখন পাব পাৰি।
৪৩। ভূদেব মুখোপাধ্যায়, **সামাজিক প্ৰবন্ধ**, (প্ৰথম প্ৰকাশ, ১৮৮৭) পশ্চিমবংগ ৰাজ্য পুস্তক পৰ্যদ সংস্কৰণ, কলিকতা, ১৯৮১, পৃ: ৪
৪৪। **বেজবৰুৱা গ্ৰন্থাৱলী**, op. cit. পৃ: ৪৬
৪৫। অমলেশ ত্ৰিপাঠী, **স্বাধীনতা সংগ্ৰামে ভাৰতেৰ জাতীয় কংগ্ৰেছ**, কলিকতা, ১৩৯৭, পৃ: ৩৭-৪৮
৪৬। **বেজবৰুৱা গন্থাৱলী**, Ioc. cit
৪৭। J N Basu, ***Romance of Indian Journalism,*** Calcutta University, 1979, pp. 210-215
৪৮। **মহেশ্বৰ নেওগ ৰচনাৱলী**, op. cit. পৃ: ১০৬
৪৯। **বেজবৰুৱা গ্ৰন্থাৱলী** 10c cit.

বানান সম্পৰ্কে টোকা

মৌৰ পৰা পাঠ উদ্ধৃত কৰোঁতে বঙলা হৰফৰ 'ৰ' অসমীয়া হৰফলৈ অনাৰ বাদে আখৰ-জোঁটনিত আমি হাত দিয়া নাই। মৌৰ ভাষা, বানান আৰু প্ৰকাশ ৰীতিৰ বৈশিষ্ট্যৰ বাবে আগ্ৰহী পাঠকে ড: সত্যেন্দ্ৰনাথ শৰ্মাৰ ভূমিকা চাব পাৰে।

# আসাম হিতৈষীৰ অৱদান

**পৰমানন্দ মজুমদাৰ**

**এক**

অসমৰ সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক প্ৰেক্ষাপটত অসমৰ কাকত-আলোচনীসমূহৰ ভূমিকা গুৰুত্বপূৰ্ণ। বহুদিশত কাকত-আলোচনীবোৰে ঐতিহাসিক দায়িত্বও পালন কৰিছিল। অৰুনোদইৰ পৰা আৰম্ভ কৰি মৌ, আসাম বন্ধু, জোনাকীলৈকে ঊনবিংশ শতিকাৰ আটাইকেইখন কাকতে আমাক সেই শতিকাৰ সমাজজীৱন আৰু সাংস্কৃতিক চিন্তা-ভাৱনাৰ একোখনি প্ৰতিচ্ছবি আমাৰ আগত তুলি ধৰে। তেনেদৰে বাঁহী, চেতনা, আৱাহনলৈকে বিংশ শতিকাৰ প্ৰথমাৰ্ধৰ কাকতকেইখনতো আমি সেই কালৰ সামাজিক-সাংস্কৃতিক তথা ৰাজনৈতিক পটভূমিৰ চানেকি পাওঁ।

প্ৰতিখন কাকতৰে জন্ম এক পৃথক সামাজিক-ৰাজনৈতিক পটভূমিত। গতিকে কাকতসমূহত দৃষ্টি পেলালে সেই সুকীয়া সময়ৰ ছবিখনো আমাৰ চকুত ধৰা দিয়ে। আসাম হিতৈষী আছিল তেনেকুৱা এখন কাকত। অৰুনোদই, মৌ, জোনাকী, বাঁহী কিম্বা আৱাহনৰ দৰে যশ-কীৰ্তিৰ অধিকাৰী এই কাকতখন নাছিল। সাহিত্যৰ বুৰঞ্জীত তেনেৰূপত কাকতখনক কোনোৱে উপস্থাপনো কৰা নাই। হয়তো সাহিত্য-কৃতিৰ পৰা কাকতখন এখন লেখত লবলগীয়া কাকত নহয়। কাকতখন আছিল অসংখ্য বৰ্ণাশুদ্ধিৰে ভৰা। পিছে তৎকালীন সমাজ আৰু ৰাজনৈতিক প্ৰেক্ষাপটত চাবলৈ গ'লে আসাম হিতৈষীৰ ভূমিকা উলাই কৰিব পৰা বিধৰ নাছিল। বৰং আমি ক'ব পাৰো অসম তথা ভাৰতৰ বিশেষ ঐতিহাসিক পৰিস্থিতিত আসাম হিতৈষীৰ ভূমিকা আছিল অতন্দ্ৰ প্ৰহৰীৰ দৰে।

বিশেষ ঐতিহাসিক পৰিস্থিতি বুলিছো এইবাবে যে আসাম হিতৈষী প্ৰকাশক সময়ছোৱা আছিল অৰুনোদই যুগ অথবা জোনাকীতকৈ সুকীয়া। আনকি বাঁহীৰ জন্ম মুহূৰ্ত্ততকৈ পৃথক। সমগ্ৰ ভাৰতবৰ্ষ জুৰি তেতিয়া স্বাধীনতা আন্দোলনৰ দাবানল। মহাত্মা গান্ধীয়ে ইতিমধ্যে আৰম্ভ কৰিছে অসহযোগ আন্দোলন। তাৰ আগে আগে সংঘটিত হৈছে খিলাফত আন্দোলন। অসমতো স্বাধীনতা আন্দোলনৰ স্পৰ্শ পৰিছেহি। ১৯১৬ চনত অসমত সংগঠিত হৈছে অসম ছাত্ৰ সন্মিলন। প্ৰাদেশিক ভিত্তিত গঠিত হোৱা এইখনেই আছিল ভাৰতৰ দ্বিতীয় ছাত্ৰ সন্মিলন। এই সময়তে অসমত গঠিত হয় আসাম এছোচিয়েশ্যন। ই আছিল কুৰি শতিকাৰ প্ৰথম দশকৰ প্ৰধান ৰাজনৈতিক সংগঠন। অসমীয়া মধ্যশ্ৰেণীৰ নেতৃত্বত সংগঠিত আসাম এছোচিয়েশ্যনৰ ৰাজনৈতিক কাৰ্য-কলাপ আছিল সমসাময়িক সৰ্বভাৰতীয় কংগ্ৰেছৰ নৰমপন্থী গোটৰ সমতুল্য। ইয়াৰ পৰৱৰ্তীকালত অসমতো স্বাধীনতা আন্দোলনৰ স্থিতি দৃঢ় হ'বলৈ ধৰে। ১৯২০ চনত আসাম এছোচিয়েশ্যনৰ উদ্যোক্তাসকলেই গঢ়ি তোলে কংগ্ৰেছ দল। অসহযোগৰ আহ্বানে অসমীয়া ছাত্ৰ সমাজকো প্ৰভাৱিত কৰে। কলিকতাৰ প্ৰবাসী অসমীয়া ছাত্ৰসকলেও কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰে। আন্দোলনৰ সময়ছোৱাতে চৌৰিচোৰাত সংঘটিত হ'ল হিংসাত্মক সংঘৰ্ষ। এই আটাইবোৰ ঘটনাই কুৰি শতিকাৰ দ্বিতীয় দশকটি অসম তথা ভাৰতৰ ইতিহাসত গুৰুত্বপূৰ্ণ দশক হিচাপে পৰিগণিত হৈছিল।

এনে এক যুগসন্ধিৰ কালতে ১৯২৫ চনত কলিকতাত আসাম হিতৈষীয়ে জন্ম লাভ কৰে। এই সময়ত অসমত চলি আছিল বাঁহী, আৱাহন ওলাবলৈ তেওঁয়াও চাৰি বছৰ আছিল বাকী। তাৰ আগেয়ে জাতীয় চেতনাৰে পুষ্ট হৈ অসমত ভুমুকি মাৰিছিল ডেকা অসমে। আসাম হিতৈষী কলিকতাৰ ৪৪ মাণিকতলা ষ্ট্ৰীটৰ পৰা প্ৰতি অসমীয়া মাহৰ ৬ আৰু ২১ তাৰিখে প্ৰকাশ হৈছিল। কাকতখনৰ স্বত্বাধিকাৰী আছিল বঙলা লেখক ভূদেব মুখোপাধ্যায়ৰ পুত্ৰ কুমাৰ দেব মুখোপাধ্যায়। কাকতখনৰ যুটীয়া সম্পাদকৰ দায়িত্বত আছিল সেই সময়ৰ দুগৰাকী সৰৱৰহী ব্যক্তি। এগৰাকী হ'ল অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য (১৮৫৩-১৯৩৬)। চৰকাৰী চাকৰি ত্যাগ কৰি তেওঁ হৰিবিলাস আগৰৱালাৰ লগত স্বাধীন ব্যৱসায়ত লাগিছিল। এগৰাকী প্ৰখৰ জাতীয়ভাবাপন্ন লোক বুলি খ্যাতি লাভ

কৰিছিল। ঊনবিংশ শতিকাৰ শেহাৰ্ধতে কবি হিচাপে তেওঁ প্ৰতিষ্ঠা লাভ কৰিছিল। তেওঁৰ সুখ্যাত চিন্তানল নামৰ কবিতা পুথিখন ছপা হৈছিল ১৮৯০ চনত। কলিকতাত অনুষ্ঠিত কংগ্ৰেছৰ প্ৰথম অধিবেশনত উপস্থিত থাকি কমলাকান্তই সৰ্বভাৰতীয় চেতনাৰো পৰিচয় দিছিল। আসাম হিতৈষীৰ আনগৰাকী সম্পাদক হ'ল মহাদেৱ শৰ্মা (১৮৮৮-১৯৬৮)। বয়সত তেওঁ আছিল কমলাকান্ততকৈ ডেৰকুৰিৰো অধিক কনিষ্ঠ। কিন্তু সংবাদপত্ৰৰ ইতিহাসৰ মতে তেওঁ আছিল পাৰিবাৰিকভাৱে যুক্ত। তেওঁৰ দেউতাক জয়দেৱ শৰ্মা আছিল আসাম বন্তিৰ অন্যতম সম্পাদক। তেজপুৰ আৰু কলিকতাত শিক্ষাগ্ৰহণ কৰা মহাদেৱ শৰ্মাই ১৯২০ চনত চৰকাৰী চাকৰি ইস্তাফা দি স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিছিল। কলিকতাৰ পৰা ১৯২৪ চনত তৰুণ নামৰ এখন শিশু আলোচনী উলিয়াইছিল। পৰৱৰ্তীকালত মইনা নামে এখন আলোচনীও সম্পাদনা কৰিছিল। ঘাইকৈ শিশু-সাহিত্যিক হিচাপে মহাদেৱ শৰ্মাই খ্যাতি লাভ কৰিছিল।

দুয়োগৰাকী জাতীয়ভাবাপন্ন স্বদেশানুৰাগী ব্যক্তিৰ সম্পাদনাত আসাম হিতৈষীৰ প্ৰকাশ এইসময়ৰ এক গুৰুত্বপূৰ্ণ ঘটনা বুলিয়েই ক'ব পাৰি। জোনাকী, বাঁহী আদিৰ ঘাই উদ্দেশ্যই আছিল অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিষ্ঠা। ঊনবিংশ শতিকাৰ অসমীয়া ভাষাৰ দুৰ্যোগেই জোনাকীক গঢ় দিছিল। সি যেন পৰিণত ৰূপ পাইছিল বাঁহীৰ পাতত। আসাম হিতৈষীয়ে কঢ়িয়াই আনিলে স্বাধীনতা আন্দোলনৰ চেতনা। অসমীয়া জাতিৰ সংকটৰ কাৰণসমূহো আসাম হিতৈষীয়ে ফঁহিয়াই চাবলৈ যত্ন কৰিলে। সংস্কাৰবাদী দৃষ্টিভংগীৰে আগবাঢ়িবলৈ সদৌ অসমবাসীক আসাম হিতৈষীয়ে আহ্বান জনালে। নতুন চিন্তাৰ পোহৰত অসমীয়া জাতিক গঢ়ি তোলাত ব্ৰতী হ'বলৈ যাওঁতে আসাম হিতৈষীয়ে আন্তৰ্জাতিক চিন্তা-চেতনাৰ পোহৰ দিবলৈও প্ৰতিজ্ঞাবদ্ধ হৈছে। ক'বলৈ গ'লে আসাম হিতৈষীত তিনিটা দৃষ্টিভংগী পুৰিপুষ্ট হয়: অসমীয়া জাতীয় চেতনা, সৰ্বভাৰতীয় চেতনা স্বাধীনতাৰ আকাংক্ষা আৰু আন্তৰ্জাতিক চেতনা।

কাকতখনে নানা দিশ সামৰি লৈছিল। দেশ-বিদেশৰ বা-বাতৰিৰ পৰা আৰম্ভ কৰি বিভিন্ন বিষয়ৰ চিন্তামূলক প্ৰবন্ধ, কবিতা, গল্প, উপন্যাস, কেতিয়াবা বিজ্ঞানবিষয়ক ৰচনা, স্বাস্থ্য টোকা আদিৰে আসাম হিতৈষী আছিল পৰিপূৰ্ণ। ইয়াৰ ভিতৰত প্ৰবন্ধবোৰেই আছিল গুৰুত্বপূৰ্ণ। জাতীয় চেতনাবিষয়ক তথা বুৰঞ্জীমূলক ভালেমান ৰচনা আসাম হিতৈষীত প্ৰকাশিত হৈছিল। বেছিভাগ ৰচনাই আছিল বিশ্লেষণাত্মক। বুৰঞ্জীমূলক ৰচনাৰ ভিতৰত উল্লেখযোগ্য হ'ল: হৰিনাৰায়ণ দত্ত বৰুৱাৰ 'শিৰোমণি ভূঞা ৰাজ্য', পৰমানন্দ ওজাৰ 'বৰ্ণাশ্ৰম', ৰজনীকান্ত বৰদলৈৰ 'তাম্ৰেশ্বৰী মন্দিৰ', মুক্তাধৰ শৰ্মাৰ 'কামাখ্যাৰ বিৱৰণ', মহাদেৱ শৰ্মাৰ 'আধুনিক আসামত শ্ৰীশ্ৰীশংকৰদেৱ', লেখকৰ নাম নথকা ৰচনাবোৰৰ ভিতৰত 'মণিপুৰৰ ইতিবৃত্ত', 'গুৱালপাৰা জিলা আৰু পুৰণি কামৰূপ ৰাজ্য', আদি। জাতীয় চেতনামূলক ৰচনাবোৰৰ ভিতৰত ৰাধানাথ হাজৰিকাৰ 'অসমীয়াত জাতীয়তা ক'ত', 'আসাম ছাত্ৰ সন্মিলনী' আৰু 'অসমীয়া ছাত্ৰ' আদি উল্লেখযোগ্য। জীৱনীমূলক ৰচনা হ'ল আসাম হিতৈষীৰ আন এক বৈশিষ্ট্য। তাৰে কেইখনমান ৰচনালৈ আমি আঙুলিয়াব খোজো: কমলাকান্ত ভট্টাচাৰ্যৰ 'দেশবন্ধু চিত্তৰঞ্জন দাস', উপেন্দ্ৰনাথ বৰুৱাৰ 'বেঞ্জামিন ফ্ৰেঙ্কলিন', আৰু লেখকৰ নাম উল্লেখ নথকা জীৱনী দুটামান হ'লঃ 'দ্বিজেন্দ্ৰ নাথ ঠাকুৰ', 'গঙ্গা গোবিন্দ ফুকন', 'মহাপুৰুষ মাধৱদেৱ' আদি। সমাজ-সংস্কাৰকমূলক দুখনমান ৰচনা হ'ল লক্ষ্মীধৰ শৰ্মাৰ 'অসমীয়া নাৰী সম্পৰ্কে আমাৰদিয়েক', ৰাধানাথ হাজৰিকাৰ 'কটন কলেজত হিন্দু ছাত্ৰাবাসত কাটনী ছাত্ৰৰ ঠাই', 'মিৰি জাতি সংস্কাৰত শ্ৰীশ্ৰীযুক্ত গড়মুৰীয়া সত্ৰাধিকাৰ গোস্বামী' আদি। ভিন্ন বিষয়ৰ আনকেতবোৰ প্ৰকাশিত নিবন্ধ হ'ল : 'স্বৰাজৰ বিৰুদ্ধে বেমেজেলিয়া কথা', 'অনাথ আশ্ৰম', 'পতিব্ৰতা', 'পাৰিবাৰিক সম্বন্ধ', 'দলাঘণ্টাৰ চিকাৰ' আৰু 'অসমীয়া তিৰোতাৰ সাহ'। ন দুৱাৰ ৰায়তসভাৰ প্ৰথম বাৰ্ষিক অধিবেশন, আসাম চুটীয়া সন্মিলনৰ দিঘলীয়া বিৱৰণীমূলক টোকাৰ উপৰিও আসাম হিতৈষীত প্ৰকাশ হৈছিল অসম ছাত্ৰ সন্মিলনৰ ডিব্ৰুগড়ত বহা ১১শ অধিবেশনত ৰেভাৰেণ্ড জেম্ছ জনমোহন নিকলাচ ৰয়ে সভাপতি হিচাপে দিয়া অভিভাষণ। মাজে-সময়ে কাকতখনত প্ৰকাশ হৈছিল বিজ্ঞান, অৰ্থনৈতিক আৰু স্বাস্থ্য সম্বন্ধীয় ৰচনাও। তাৰ ভিতৰত বিশেষকৈ উল্লেখ কৰিব পাৰি ফণীধৰ দত্তৰ 'সৌৰজগতত এভুমুকি'। সৌৰজগতৰ সকলো দিশ সাঙুৰি লিখা এইটো এটা মূল্যবান বিজ্ঞান বিষয়ক ৰচনা। দুলাল চন্দ্ৰ বৰুৱাৰ 'স্বাস্থ্য বিধান' আন এটি উল্লেখনীয় স্বাস্থ্য সম্বন্ধীয় ৰচনা। পানী, বায়ু, থকাঘৰ, আহাৰ, নিদ্ৰা, পিন্ধাকাপোৰ আৰু শোৱা বিছনা, শাৰীৰিক পৰিশ্ৰম বা ব্যায়াম, ৰাগীয়াল বস্তু, ফুৰণ, চাকন, আচাৰ, ব্যৱহাৰ, স্নান আদি সকলো দিশতে ল'বলগা যত্ন আৰু কৰণীয় সম্বন্ধে বিশ্লেষণ কৰা হৈছে ৰচনাখনত।

যদিও নিয়মীয়াকৈ প্ৰকাশ পোৱা নাছিল কবিতা আৰু গল্পৰ ক্ষেত্ৰতো আসাম হিতৈষীৰ অৰিহণা সামান্য নহয়। কবিসকলৰ ভিতৰত পাওঁ: দুলাল চন্দ্ৰ বৰুৱা (মহাত্মা গান্ধী, জয়মতী কুঁৱৰী), বিনন্দ চন্দ্ৰ বৰুৱা (মিলন সঙ্গীত, 'মোগল দূতৰ প্ৰতি লাচিত বৰফুকন'), দুৰ্গেশ্বৰ শৰ্মা (পাৰঘাটত), ভ্ৰান্তিবালা কাকতী (এটি চকুলো), নীৰৱ চন্দ্ৰ গোহাঁই (পূৰ্বস্মৃতি), কনক চন্দ্ৰ চাংকাকতি (অৰূপ আহ্বান), কমলাকান্ত ভট্টাচাৰ্য (গোপাল চন্দ্ৰ দেৱ অকাল মৃত্যুত), তৰণীচৰণ দাস (অজ্ঞান অতিথি), ৰঘুনাথ গোস্বামী

(সমাজ), তৰুণ ভট্টাচাৰ্য (প্ৰাৰ্থনা), মাধৱ চন্দ্ৰ শৰ্মা (কবিতা), শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস (দৰিদ্ৰ গাৱঁলীয়া ডেকা), লোকনাথ শইকীয়া (প্ৰতিধ্বনি) আদি। প্ৰকৃতি, প্ৰেম, অতীত ঐতিহ্য আৰু জাতীয় চেতনাই ঘাইকৈ কবিতাসমূহত মূৰ্ত হৈছিল। যথা :

ভগা গঢ়াৰ ভুল ভাবোঁতে
তোমাৰ কথা লেখা
ভুবন মোহন হে মোৰ জীৱন সখা
আহা তুমি সাগৰ বোৱাই
মলিন শত সিন্ধু ধুৱাই
বেলিৰ দৰে উদয় পুৰে
পাৱত কিৰণ বৈয়া।
(তাৰিণীচৰণ দাস : **অজান অতিথি,**
১ম বছৰ : ৬ ষ্ঠ সংখ্যা)

অথবা/
নাওঁ আনা নাৱৰীয়া পাৰ কৰি দিয়া
বেলি আৰু নাই বেচি পৰ
আকাশত ক'লা ক'লা আঁচ আঁচ যেন
গছবোৰ দেখি সিপাৰৰ।
(দুৰ্গেশ্বৰ শৰ্মা : **পাৰঘাটত,**
২য় বছৰ ৭ ম সংখ্যা)

তেনেদৰে গল্পকাৰসকলৰ ভিতৰত উল্লেখ কৰিব পাৰি : কুমাৰী স্নেহলতা ভট্টাচাৰ্য (বীণাৰ কথা), ত্ৰৈলোক্যনাথ বৰুৱা (মৰাণ), স্নেহলতা ভট্টাচাৰ্য (তীৰ্থ), মহম্মদ জামাল উদ্দিন (হেম-প্ৰভা), চিদানন্দ দাস (চিম্বেলিন), ত্ৰৈলোক্যনাথ বৰুৱা (আই) আদিৰ নাম। উমাকান্ত তামুলীৰ 'স্নেহলতা' নামেৰে এখন উপন্যাসো কাকতখনত প্ৰকাশিত হৈছিল। অৱশ্যে গল্পসমূহৰো দুই-এটা অতি দীঘল, ধাৰাবাহিকভাৱ প্ৰকাশিত, যাক উপন্যাস আকৃতিৰ বুলিও ক'ব পাৰি। গল্প-উপন্যাসমূহ সামাজিক পটভূমিতে ৰচিত য'ত বিৰহ, স্বদেশী আন্দোলন আদিয়ে ভুমুকি মাৰিছে। তাৰ দুই-এটাৰ তাৎপৰ্যপূৰ্ণ দিশ পিছত আমি উনুকিয়াম।

আসাম হিতৈষীৰ আটাইতকৈ আকৰ্ষণীয় সম্পদ আছিল ইয়াৰ সম্পাদকীয় স্তম্ভ সম্পাদকৰ বুলনি। সম্পাদকৰ বুলনি প্ৰায়ে আছিল দীঘলীয়া আৰু বিশ্লেষণাত্মক। বুলনিৰ মাজেৰে কাকতখনৰ বলিষ্ঠ দৃষ্টিভংগীৰ লগতে সেই সময়ৰ সমাজ-ইতিহাসৰ ছবিখন আমাৰ সমুখত স্পষ্ট হৈ পৰে। কাকতখনৰ প্ৰতি সংখ্যাতে সমুখৰ পৃষ্ঠাত আছিল নিম্নোক্ত কবিতাৰ পংক্তিটি :

**আহিছো ধৰালৈ ভূদেৱ হ'বলৈ ঈশ্বৰত ভক্তি মানুহৰ প্ৰীতি জীৱন সামৰো পশু ভাও দি ইয়াক নকৰি কৰিছো কি ?**

কবিতা কেইফাকিৰ তলতে আছিল 'মঙ্গলাচৰণম' আৰু 'মহদ্বাণী'। মঙ্গলাচৰণমত আছিল এটি শ্লোক আৰু মহদ্বাণীত উপদেশমূলক বাণী প্ৰকাশিত হৈছিল। এই বাণী আছিল কেতিয়াবা প্ৰাচীন পুথিৰ পৰা সংগৃহীত আৰু কেতিয়াবা আছিল দেশহিতৈষী কোনো প্ৰখ্যাত ব্যক্তিৰ। যথা :

১। মানুহে ঈশ্বৰৰ অভাৱ সদায় বোধ কৰে। অতি বুদ্ধিমান বোলোৱা অহঙ্কাৰী লোকে ঈশ্বৰক এৰি পেলাব খোজে। বিদ্যাবুদ্ধি ঐশ্বৰ্য্য ক্ষমতাৰ খল প্ৰকৃতি লোকে সাধুসকলৰ উল্টা ব্যৱহাৰ কৰে।

— সাধু বাক্য

২। স্বৰাজৰ নিমিত্তে মৰা জীয়া সোঁ আধিকৈ ধৰা। দেশক সেৱা কৰি সক বৰ নাভাবি স্বজাতিক সেৱা কৰিলে ভগবানক সেৱা কৰা হয়।

— চিত্তৰঞ্জন দাস

আসাম হিতৈষীৰ আয়ুস আছিল তেনেই চুটি, মাথো তিনি বছৰ। ১৯২৫ চনৰ পৰা ১৯২৮ চনলৈ কাকতখন ওলাই আছিল। কমলাকান্ত ভট্টাচাৰ্য এবছৰ কালহে সম্পাদকৰ দায়িত্বত আছিল। ১৯২৬ চনৰ ১৩ জুন পৰ্যন্ত তেওঁ সেই দায়িত্ব বহন কৰিছিল। এই সম্পৰ্কে তেওঁ হেমচন্দ্ৰ গোস্বামীলৈ লিখা এখন চিঠিত এনেদৰে উল্লেখ কৰিছে, .. 'আসাম হিতৈষী'খন এৰিলোঁ, কাৰণ অসমীয়া মানুহৰ পৰা ধন আনি বংগালীক খাবলৈ দিয়া হয়।' (কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী সম্পাদক : প্ৰফুল্লদত্ত গোস্বামী, পৃঃ ১২)।

কমলাকান্তই দায়িত্ব এৰাৰ পিছত মহাদেৱ শৰ্মাও সৰহ দিন সম্পাদকৰ দায়িত্বত নাথাকিল। সম্পাদকৰ বুলনিতে সেই কথা উল্লেখ কৰা হৈছে এনেদৰে, '...যোৱা জেঠ মাহৰ পৰা 'হিতৈষী'ৰ সম্পাদকীয় কামত বহুতো গোলমাল ঘটিছে। যি কাৰণত শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য ডাঙৰীয়াই হিতৈষীৰ সম্পাদকীয় কাম এৰিলে তাক 'অসমীয়া'ত স্পষ্টভাৱেই প্ৰকাশ কৰিছে। আমি বিশেষ কাৰণত সেই কামৰ ভাৰ অকলে লবলৈ অপাৰগ হৈ এফালে স্বত্বাধিকাৰী আৰু আনফালে ৰাইজক জনাবলৈ 'অসমীয়া'ৰ সাহায্য লোৱা সত্বেও স্বত্বাধিকাৰী মহাশয়ৰ বিশেষ অনুৰোধত আৰু এমাহ মাথোন সম্পাদনৰ ভাৰ ললো।' (২য় বছৰ, ৭ম সংখ্যা, ৩১ জুলাই, ১৯২৬)।

থুলমূলকৈ এয়াই 'আসাম হিতৈষী'ৰ জন্ম বৃত্তান্ত আৰু পৰিচয়।

## দুই

এইবাৰ আমি আসাম হিতৈষীৰ কেতবোৰ তাৎপৰ্যপূৰ্ণ বৈশিষ্ট্যত ভুমুকি মাৰিবলৈ যত্ন কৰিছোহঁক। কাকতখনৰ যিটো দিশ আটাইতকৈ লক্ষণীয় বুলি আমি চিহ্নিত কৰিছো

সেয়া হ'ল তেতিয়াৰ দেশীয় পৰিস্থিতিত কাকতখনে লোৱা ভূমিকা। আমি আগতেই উনুকিয়াইছো যে আসাম হিতৈষী প্ৰকাশৰ সময়ছোৱা আছিল ভাৰতৰ ইতিহাসৰো গুৰুত্বপূৰ্ণ কাল। এহাতে এয়া আছিল ব্ৰিটিছৰ শাসনৰ ভৰপক সময়, আনহাতে ভাৰতৰ স্বাধীনতা আন্দোলনো আহি এক গুৰুত্বপূৰ্ণ অধ্যায়ৰ মুখামুখি হৈছিল। ভাৰতবাসীৰ মনত নানা ধৰণৰ প্ৰশ্নই জুমুৰি দি ধৰিছিলহি। লক্ষ্যত উদয় হৈছিল নানা সংশয় আৰু বিবাদ। তাৰ ভিতৰত আটাইতকৈ স্পৰ্শকাতৰ বিষয়টি আছিল হিন্দু-মুছলমানক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা সমস্যা। কাৰণ স্বাধীনতা আন্দোলনৰ তীব্ৰতাৰ লগে লগে ভাৰতৰ বিভিন্ন প্ৰান্তত হিন্দু-মুছলমানৰ মাজত হিংসা-বিদ্বেষ তথা সংঘৰ্ষৰ ঘটনাও বাঢ়িবলৈ লৈছিল। ভাৰতবাসীয়ে বিচাৰিছিল হিন্দু-মুছলমানৰ ঐক্যবদ্ধ সংগ্ৰামহে। আসাম হিতৈষীত এনে পৰিস্থিতিৰ প্ৰতিক্ৰিয়া আছিল পোনপটীয়া। দেখদেখকৈ কাকতখনে স্বাধীনতাৰ পক্ষ অৱলম্বন কৰি ঘোষণা কৰিছিল : 'কংগ্ৰেছ হৈছে আমাৰ জাতীয় একতাৰ শিক্ষালয়, তাত যেন হিন্দু-মুছলমান দুয়ো সমানে যোগ দিয়ে।' (২য় বৰ্ষ, ১৯ মে'-১৩ জুন, ১৯২৬)।

দুটা বাতৰিৰ উদ্ধৃতিৰে কাকতখনৰ স্পষ্ট দৃষ্টিভঙ্গীৰ উমান ল'ব পাৰি :

(ক) 'কলিকতাৰ খিদিৰপুৰ ডকত গল কালি ২ জুন বুধবাৰে হিন্দু আৰু মুছলমান কুলিৰ ঈদ পৰ্বৰ বাবে গৰু কটা কথালৈ কীলাকীলি টঙ্গনা-টঙনি লাগি গ'ল। এজন মুছলমান মৰিল ৩৭ জন খুন হ'ল। মহাত্মাই নিজে গৈছে মাৰপিট বন্ধ কৰিবলৈ। দোষ হিন্দুৰ গাত। মুৰখালি স্বভাব আৰু অকাৰণ হিংসাই হিন্দু মুছলমান দুয়োৰো উন্নতিৰ মূৰ খালে আৰু স্বৰাজ পোৱা বাট বন্ধ কৰিলে।' (১ম বৰ্ষ, জুলাই, ১৯২৫)।

(খ) 'গল কালি ২ এপ্ৰিল তাৰিখে ৩ টা মান বজাত সময় আৰ্য্য সমাজৰ উৎসৱৰ সমাৰোহ বাহিৰ হৈ ফুৰকতে এটি মছজিদৰ ওচৰেদি যাওতে মচলমান সকল ক্ষেপি উঠি আৰ্য্যসমাজৰ লোকসকলৰে সৈতে কীলাকীলি পাতে পিছে গৈ গৈ ডাঙৰ ডাঙ্গা হৈ উঠিল। হিন্দু মচলমান দুই পক্ষৰেই বহুত মানুহৰ সাংঘাতিক জখম হয়, ৩ জন মচলমান ৩ জন হিন্দু মুঠতে ৬ জন লোক একেবাৰে মৰা বুলি শুনা যায়। প্ৰায় হিন্দু মচলমান সমানে এশমান মানুহ ঘাইল হৈ হাস্পাতালত পৰি আছে। সাতদিন মৰা কীলা চলাৰ পিছতহে শান্তি স্থাপিত হৈছে। ভাৰতৰ হিন্দু মচলমানৰ ভিতৰত হিংসা-হিংসী পাপ খণ্ডন নহলে বা নুগুচিলে কাৰো মঙ্গল নাই।' (১ম বৰ্ষ, ২৯ মাৰ্চ, ১৯২৬)।

বাতৰি দুটাৰ পৰিবেশন মন কৰিবলগীয়া। দুয়োটা ঘটনাতে দুটা সম্প্ৰদায় দায়ী। তাক মুকলিকৈ ক'বলৈ কোনো দ্বিধা কৰা নাই কাৰণে প্ৰথমটো ঘটনাৰ বাবে হিন্দুসকলক আৰু দ্বিতীয়টো ঘটনাৰ বাবে মুছলমানসকলক জগৰীয়া কৰিব পাৰিছে। এই খোলোচা দৃষ্টিভঙ্গীযেই হ'ল আসাম হিতৈষীৰ ঘাই সম্বল।

কাকতখনৰ 'সম্পাদকৰ বুলনি'য়ে তাৰ চানেকি আৰু অধিক উজ্জ্বল ৰূপত আমাৰ সমুখত তুলি ধৰে। যুক্তিবাদী আৰু ইতিহাস নিষ্ঠাৰে হিন্দু- মুছলমানৰ সংকটৰ প্ৰসঙ্গত সম্পাদকীয় স্তম্ভত কোৱা হৈছে, হিন্দু-মুছলমান দুয়ো পৰাধীন জাতি। দুয়োকো দুয়ো শত্ৰু কৰি তোলাৰ অৰ্থ হ'ল নিজৰ ভৰিত নিজে কুঠাৰ মৰা। গতিকে দুয়ো সম্প্ৰদায়ৰে জ্ঞানী লোক সকলে পৰস্পৰৰ মাজত ভ্ৰাতৃত্ববোধ গঢ়াৰ কাৰণে অহোপুৰুষাৰ্থ কৰিব লাগে (১৩ জুন, ১৯২৬)। আন এটা সম্পদকীয়ত হিন্দু-মুছলমানৰ মাজৰ বিদ্বেষক 'স্বদেশৰ কাৰণে বেমেজিলিয়া কথা' আখ্যা দি বিদ্বেষৰ কাৰণ নিৰ্ণয় কৰিছে এনেদৰে :

'হিন্দু মুচলমানৰ ভিতৰত বৰ্ত্তমান মনোমালিন্য ঘটাৰ মূল কাৰণ আৰ্য্য সমাজে কিছুমান মুচলমানক শুদ্ধি ব্যৱস্থাৰ দ্বাৰাই হিন্দু ধৰ্ম্মলৈ উলটি অনা। আজি কালি শুনা যায় নবা হিন্দু সম্প্ৰদায়েও হেনো এই কথাত মত দিছে। নিকপকপীয়া হিন্দু সম্প্ৰদায়ে হলে ইয়াত মত দিয়া নাই, আৰু সেইসকল মানুহক হিন্দু সমাজত ভুক্তও নকৰে, লগত লৈ নাখায়ও আদান প্ৰদান কেতিয়াও নচলায়। এতিয়া মুঠতে দেখা যায় হিন্দু সমাজৰ ভিতৰতো এটি খেলিমেলি লাগি পৰিছে। মহাত্মা গান্ধীক শুনা যায় নিকপকপীয়া হিন্দু সকলে অহিন্দু পাতি নিন্দা বখনাহে কৰিছে।'

'... আমাৰ ব্ৰাহ্মণ ভট্টাচাৰ্য্যসকলৰ শূদ্ৰিৰক ঠেঙৰ তলত ৰখা, হীন জাতৰ ছাটী পৰ্য্যন্ত নোচোৱা দোষতেই অনেক তল খাপৰ হিন্দুৱে ইসলাম ধৰ্ম্ম আৰু খৃষ্টান ধৰ্ম্মগ্ৰহণ কৰিলে, এই কাৰণে হিন্দু সংখ্যা বছৰি বছৰি কমি আহিব ধৰিছে দেখি এতিয়া হিন্দু সকলৰ ভিতৰৰ কিছুমানৰ গা জুই পোৱা দৰে চেংচেঙ্গাইছে। এই কাৰণে সংখ্যা বঢ়োৱা অৰ্থে খৃষ্টান, মুচলমানক হিন্দু কৰিব ধৰিছে। আমি হ'লে ইয়াকেইহে জানো যে ধৰ্ম্ম একেটা বস্তু ঈশ্বৰ যেনে এজেন ধৰ্ম্মও তেনে একেটা। আচল ধৰ্ম্ম হৈছে বিশ্বপ্ৰেম যাক সৰল আৰু নিভাজ প্ৰেম বোলে।' (১ম বৰ্ষ, ৬ আগষ্ট, ১৯২৫)

সম্পাদকীয়টোত শিক্ষিতসকলৰ প্ৰতি আহ্বান জনোৱা হৈছে : 'ধাৰ্ম্মিক নহৈ আমি ধৰ্ম্মক ভাগ ভাগকৈ বাঁটি বাঁটি মাখোন দ্বন্দ হাই কাজিয়া মানুহৰ ভিতৰত লগাই মৰা মৰি কীলাকীলি কৰোঁহক আৰু পৃথিৱীত তেজেৰে বোকা কৰো

মাথোন। আমাৰ শিক্ষিত হিন্দু মুছলমানসকলে যেন এই কথা নিজেও বুজি চায় আৰু আনকো যেন বুজায়। হিন্দু মুছলমানৰ মাজত যেন ভাল্লৰকৈ একতা হয় ইয়াকেই সকলোৱে চেষ্টা কৰা উচিত।' (ঐ)।

মহাপুৰুষসকলক দোহাই দি আন এটা সম্পাদকীয়ত কোৱা হৈছে যে ধৰ্মৰ কোনো নাম নাই। শ্ৰীকৃষ্ণই যিদৰে নিজকে বৈষ্ণৱ বুলি কোৱা নাই, তেনেদৰে যীচুৱে নিজক খ্ৰীষ্টান বুলি ভবা নাছিল, আৰৌ হজৰত মহম্মদেও নিজকে মুছলমান বুলি নাজানিছিল। আচলতে মানুহে নিজা নিজা ভাষাৰে ধৰ্মৰ একোটি নাম দি পেলাইছে। ধৰ্মৰ বেলেগ বেলেগ নামেই কাল হ'ল। (সম্পাদকৰ ভাষাত 'শনি') অথচ বেদ, বাইবেল, কোৰাণে একে সত্যকে প্ৰচাৰ কৰে: 'হিন্দু মুছলমান সমাজৰ ধৰ্ম আৰু নৈতিক শিক্ষাৰ প্ৰয়োজনীয়তা' শীৰ্ষক এটি সম্পাদকীয় বক্তব্য প্ৰণিধানযোগ্য :

'...ইউৰোপীয় নজনা খৃষ্টিয়ানসকলৰ ধাৰণা যে হজৰত মহম্মদে এহাতে তৰোৱাল আনহাতে কোৰাণ চৰিফ লৈ ধৰ্ম্ম প্ৰচাৰ কৰিছিল, এই কথা নিজেই অমূলক আৰু মিছা। তেখেতে তৰোৱালক বৰ ঘিণ কৰিছিল আৰু আনৰ হাতৰ পৰাও তৰোৱাল খহাইহে পেলাইছিল।

'...পৃথিবীৰ সদৌ মানৱ জাতিৰ ধৰ্ম্ম পুৰোহিতবিলাকৰ দ্বাৰাই ধৰ্ম্মশাস্ত্ৰৰ বিকৃত ব্যাখ্যাই অবোধ অজ্ঞান জনপদ বিলাকক পৰিচালিত কৰি, এই পৃথিবীত মানুহৰ ভিতৰত দ্বন্দ্ব কাজিয়া লগাই ইয়াক তেজেৰে ৰাঙলি কৰা হয়।' (২য় বৰ্ষ, ১৩ জুন, ১৯২৬)

অসমত হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ চানেকি আন এটা সম্পাদকীয়ত এনেদৰে তুলি ধৰা হৈছে :

'...আসাম পূৰ্ব্বপৰৰে পৰা স্বতন্ত্ৰ আৰু স্বাধীন ৰাজ্য থকা হেতুকে ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ হিন্দু মুছলমানেৰে সৈতে আসামৰ হিন্দু মুছলমানৰ আচাৰ-ব্যৱহাৰ থকা মেলা, খোৱা লোৱা ফুৰা চকা আৰু ভাষা একেবাৰে বেলেগ। এই নিমিত্তে আসামবাসী কি হিন্দু, কি মুছলমান, সকলোৱে অসমীয়া। অসমী ৰজাৰ দিনত ৰজাই হিন্দু মুছলমান এই দুই সম্প্ৰদায়ৰ মানুহকে ৰজাঘৰীয়া খিতাপ দি সমানে সন্মান কৰিছিল। হিন্দুৰ ভিতৰত যেনে বৰুৱা, হাজৰিকা, বৰা ইত্যাদি পুৰুষে পুৰুষে যে লানি নিচিগা খিতাপ আছিল মুছলমানৰ ভিতৰতো তেনে আছিল। অসম ৰজাই যেনেকৈ হিন্দুৰ সত্ৰ আৰু দেৱালয় বিলাকত মাটি বৃত্তি দান কৰিছিল মুছলমানৰ মছজিদতো তেনেকৈ বৃত্তি দান কৰিছিল।' (১ম বৰ্ষ, ১৫ ডিচেম্বৰ, ১৯২৫)।

সম্পাদকীয়টিত মুছলমানসকলক 'গৰীয়া' বুলি তুচ্ছাৰ্থত ব্যৱহাৰ কৰা যে উচিত নহয় তাক উনুকিয়াই দি লিখিছে যে শিৱসাগৰৰ কছাৰি ঘৰৰ কাষত থকা ডাঙৰ দীঘল ৰৰটোপটি গোবৰ গৰীয়াই নিৰ্মাণ কৰাৰ কথা তাৰ গাত লিখা আছে। গৰীয়া হ'ল গৌৰীয়া শব্দৰ অপভ্ৰংশ। মুছলমান সকল গৌৰ দেশৰ পৰা অহা হেতুকে কালক্ৰমত গৌৰীয়া শব্দৰ ঠাইত গৰীয়া হ'ল। গতিকে তাক অপমানজনক অৰ্থত ব্যৱহাৰ কৰা উচিত নহয়।

ভাৰতত সাম্প্ৰদায়িকতাৰ ভিত্তি দৃঢ় কৰাত নিৰ্বাচনত সম্প্ৰদায় ভিত্তিক আসন সংৰক্ষণ ব্যৱস্থাক বহুতে দায়ী কৰে। আসাম হিতৈষীও আছিল এনে ব্যৱস্থাৰ বিৰোধী। আৰু ইয়াৰ বাবে ভাৰতবাসীয়ে বিশেষ প্ৰতিবাদ সাব্যস্ত নকৰা বাবে কটাক্ষ কৰিবলৈও কাকতখনে দ্বিধা কৰা নাই :

'শাসন সংস্কাৰত সাম্প্ৰদায়িক নিৰ্বাচনৰ প্ৰয়োজনীয়তা কি আছিল এতিয়াহে ভালকৈ বুজিছো। এতিয়া আৰু সুন্দৰভাৱে হিন্দু আৰু মুছলমান ভাই ভাইৰ ভিতৰত বিদ্বেষ বহ্নি ডাঙৰ কৰিবলৈ গবৰ্ণমেণ্টৰ কাৰ্য্য সমৰ্থনকাৰী দৰবাৰি আৰু যো হুকুমদাৰ সকলো এইবাবে কম দায়ী নহয়—ই বিলাকে ফুৰাই দি বহ্নি জ্বলাই ৰাখে।

'...বহুতে স্বীকাৰ কৰে সাম্প্ৰদায়িক নিৰ্বাচন প্ৰণালী ভাৰতৰ স্বাধীনতা লাভৰ ভয়ানক প্ৰতিকূলে। আমিতো ইয় বিৰুদ্ধে লগাই নাই বৰং ইয়াৰে উচিলা খাই লই সময় আৰু ঠাই বিশেষে নিজৰ প্ৰাধান্য স্থাপনৰ অৰ্থে নিজৰ ভিতৰত গোলমাল লগাবলৈ মানুহক উদগাই দিবলৈকো পিচ পৰা নাই।' (২য় বছৰ, ১ আৰু ১৭ মে' ১৯২৬)

তেনেদৰে খিলাফত আন্দোলনৰ মাজেদি ভাৰতৰ হিন্দু-মুছলমানৰ মাজত যি একতা স্থাপিত হৈছিল সেই একতা নিৰ্মূল কৰাৰ মূলতো ব্ৰিটিছসকল বুলি আসাম হিতৈষীয়ে অভিহিত কৰিছে। সম্পাদকজনৰ ভাষাত সেই কাহিনী হ'ল এনেকুৱা :

'খিলাফতৰ সৈতে হিন্দুৰ সম্পৰ্ক নথকা স্থলতো যে ভাৰতৰ মুছলমান ভ্ৰাতাসকলক হিন্দুৱে সহানুভূতি দেখাইছিল এই কথাই উভয় সম্প্ৰদায়ৰ লোকৰ ভিতৰত প্ৰেম ভাব দেখাই একতা স্থাপন কৰাৰ দিহা হোৱা নাছিলনে ? এনে একতাৰ দিহাক কিহে নষ্ট কৰিলে এইটি ভাবিবলগীয়া কথা। ভাবিলেই কথা ওলাই পৰে যে হিন্দু মুছলমানৰ একতা হ'লেই ভাৰতবৰ্ষক স্বৰাজ নিদিয়াকৈ ৰাখিব নোৱাৰে। লৰ্ড নৰ্থ ক্লিফ যে বিলাতৰ টাইমছ সম্বাদ পত্ৰৰ স্বত্বাধিকাৰী তাক সকলোৱে জানে। নন্-কো-অপাৰেচন আৰু খিলাফত আন্দোলনৰ সময়ত তেওঁ মনে মনে ভাৰতবৰ্ষৰ হিন্দু মুছলমানৰ মনৰ ভাব বুজিবলৈ আহি কেবামাহো ভাৰতৰ বিখ্যাত ঠাইবিলাক ঘূৰি চাকি নিভাজ মাৰি সোমাই থাকি সম্ভৱতঃ এ্যাংলো-ইণ্ডিয়ান ভাই সকলৰে সৈতে পৰামৰ্শ কৰি এই বুদ্ধি চান্দি ঠিক কৰিলে যে মছলমান সম্প্ৰদায়টিয়েই

হৈছে ভয়ানক (dangerous) মানুহ। ইহঁতক খুছি কৰি ৰাখিব পাৰিলেই হিন্দুক কোনে পোছ কৰে? এনে কথাৰ প্ৰবন্ধ তেওঁ বিলাতৰ টাইমছ পত্ৰিকাত লেখা মনত পৰে আৰু শেহত ভাৰত এৰি বিলাতলৈ গৈ এই কথা লৈ বৰমুৰীয়া সকলৰ সৈতে বোধকৰো আলোচনা কৰে। এই সময়ৰ পৰাই বৃটীচ গৱৰ্ণমেণ্টে খিলাফত সমস্যা সমাধান কৰি ভাৰতৰ মচলমান সকলক সন্তুষ্ট কৰে আৰু এইখিনিৰেই পৰা ভাৰতৰ মচলমান সকলে ক্ৰমে ভাব সলাই হিন্দুৰ কথাত বেলেগ মত দিবলৈ আৰম্ভ কৰিলে।' (২য় বৰ্ষ ১ম সংখ্যা, ১৯২৬)।

গোহত্যা বা গোমাংস ভক্ষণক কেন্দ্ৰ কৰি ভাৰতৰ হিন্দু মুছলমানৰ মাজত বিবাদৰ অন্ত নাছিল। স্বাধীনতা আন্দোলনৰ সময়ছোৱাত এই লৈ যথেষ্ট বাদানুবাদো হৈছিল। গান্ধী নিজেই আছিল গো-সংৰক্ষণৰ প্ৰবক্তা। ইয়ে অৱশ্যে মুছলমানসকলৰ মনত জেদ বঢ়াইও তুলিছিল। মুছলমানসকলক উদ্দেশি আসাম হিতৈষীয়ে মুকলিকৈ এইবুলি কৈছিল, 'গোমাংস ভক্ষণ কৰিলেহে যে মচলমান হয় এনে কথা শাস্ত্ৰত নাই। গতিকে হিন্দুসকলৰ আগত গো-বধ কৰা জেদ মচলমানসকলে এৰি পেলোৱা যুগুত।' (২য় বছৰ, ১ম সংখ্যা, ১৯২৬)।

আৰু মুছলমানসকলৰ মাজত হিন্দু বিদ্বেষ জগাই তোলাত যে কিছুমান বিদেশী মোল্লাই ইন্ধন যোগাইছে তাকো সম্পাদকীয় স্তম্ভত দ্বিধা নোহোৱাকৈ সদৰি কৰিছে। (২য় বৰ্ষ, ১৯ মে'-১৩ জুন, ১৯২৬)।

সম্পাদকীয় স্তম্ভৰ মূল আবেদন আছিল :

'আমাৰ অজ্ঞানতাই আজি ভীষণ ৰূপ ধাৰণ কৰিছে— এই সাম্প্ৰদায়িক বিৰোধৰ মাজেদি। ...আমাক অজ্ঞান হৈ পৰি থাকিবলৈ দি সাম্ৰাজ্যবাদৰ বিজয় ভেৰি বাজি উঠাত আন্তৰিক আনন্দত মতলীয়া হৈ উঠিছে।

'আমি এতিয়াও এই কথা যদি নুবুজো, এতিয়াও যদি দুযো সামান্য কথাৰ উচিলা লৈ নিজৰ ভিতৰলৈ ব্যৱধান আনো তাৰ কিন্তু বিষময় ফলৰ ভাগ অসুৰলৈ ৰব আৰু অমৃতৰ ভাগ পাব বৃটিচ সাম্ৰাজ্যবাদী দেৱতাসকললৈ নিশ্চয় নিশ্চয়-নিশ্চয়।' (২য় বছৰ, ১ আৰু ১৭ মে', ১৯২৬)

## তিনি

অসম তথা অসমীয়া জাতিৰ স্বকীয়তা ৰক্ষা আৰু দেশৰ স্বাধীনতা আছিল আসাম হিতৈষীৰ কাম্য। কাকতখনে মৰ্মে মৰ্মে উপলব্ধি কৰিছিল যে স্বৰাজ অবিহনে ভাৰতৰ ৰাইজৰ দুৰ্গতি নুগুচে। দেশবন্ধু চিত্তৰঞ্জন দাসৰ স্মৃতিচাৰণ কৰি লিখা এখন ৰচনাত (১ম বৰ্ষ, জুলাই, ১৯২৫) কমলাকান্ত ভট্টাচাৰ্যই বৃটিছ ৰাজে সৃষ্টি কৰা সমস্যাবোৰ অতি সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰি লিখিছে যে বৃটিছ ৰাজ সুনিয়মৰ ওপৰত প্ৰতিষ্ঠিত তথাপি এই ৰাজ বিদেশী ভাবৰ ওপৰত চলা কাৰণে দেশীয় লোকৰ ভাত কাপোৰৰ অভাৱ বাঢ়িছে। কমলাকান্তই বৃটিছ ৰাজৰ এই ৰূপটিক ভাৰতৰ অত্যাচাৰী ৰাজৰ শাসননীতিৰ লগত তুলনা কৰি কৈছে, 'এই ৰজাসকলৰ দিনতো এনেদৰে প্ৰজাৰ ভাত কাপোৰৰ অভাৱ হোৱা নাছিল। সেই দিনতো প্ৰজাৰ ভিতৰত একপ্ৰকাৰ স্বৰাজ আছিল। সমাজে নিজেই থকা খোৱাৰ ব্যৱস্থা কৰি লৈছিল। আনহাতে বৃটিছে ভাৰতলৈ আহি ভাৰতৰ জনসাধাৰণৰ উপকাৰৰ কাৰণে শাসন কৰা নাই। ভাৰতৰ ধন-সম্পদেৰে তেওঁলোকে নিজৰ স্বদেশকহে চহকী কৰিছে। ইংৰাজসকলৰ এই মনোবৃত্তিৰ বাবেই ভাৰতলৈ দুৰৱস্থা আহিছে।'

বৃটিছ ৰাজৰ সতে আহোম ৰাজক তুলনা কৰি সম্পাদকৰ বুলনিত এনেদৰে ব্যাখ্যা দিয়া হৈছে :

'অজ্ঞানতাৰ কাৰণে অসমীয়া মানুহে আহোম ৰাজত্বৰ দিনক দোষ দিয়ে। আহোম ৰাজত্ব যে কি সুখৰ ৰাজত্ব আছিল তাক ভাবি চিন্তি নেচাও। সেই দিনত দেশৰ ধন বিদেশলৈ নগৈছিল, নিজ দেশতে আছিল, স্বদেশী ৰজা হাজাৰো অত্যাচাৰী হ'ক তথাপি নিজা দেশৰ প্ৰজাৰ প্ৰতি বৰ মৰম থাকে। তেতিয়া ৰাইজে নিজৰ ভাল বেয়া বিচাৰ নিজে কৰি আৰু অপায় অমঙ্গল নিজে বিধান বান্ধি গুচাব পাৰিছিল। কোনো বিদেশী বেপাৰী আহি দেশৰ ধন চুঁচি নিব নোৱাৰিছিল। ...এতিয়া আচল টকা বুধি ছলনেৰে ছলি বিদেশীয়ে আমাৰ হাতৰ পৰা গম নোপোৱাকৈ নিয়াৰ কাৰণে আমাৰ নিঃকিন হৈ পৰিল।' (১ম বৰ্ষ, ৬ আগষ্ট, ১৯২৫)।

এনেকৈ যুক্তি-ব্যাখ্যাৰে আসাম হিতৈষীয়ে মানুহক স্বৰাজৰ সপক্ষে উদ্বুদ্ধ কৰিবলৈ যত্ন কৰিছিল। কাকতখনৰ অন্যান্য ৰচনাতো আমি তাৰ প্ৰতিচ্ছবি দেখিবলৈ পাওঁ। আমি কাকতখনত প্ৰকাশিত কিছু গল্পৰ নাম উল্লেখ কৰিছো। মহম্মদ জামাল উদ্দিনৰ প্ৰকাশিত এটি গল্প হেম-প্ৰভাৰ নায়ক আৰু নায়িকা হ'ল ক্ৰমে হেমচন্দ্ৰ আৰু প্ৰভাৱতী। প্ৰভা হ'ল মহাত্মা গান্ধীৰ অনুৰাগী— গান্ধীৰ প্ৰতি সঁহাৰি জনাই যঁতৰত সূতা কাটে। কিন্তু প্ৰভাৰ স্বামী হেমে স্বৰাজৰ আহ্বানৰ প্ৰতি কোনো সঁহাৰি জনোৱা নাই। প্ৰভাই সেয়ে হেমক তিৰস্কাৰৰ সুৰত এনেদৰে কৈছে :

'দেশত আজি এই কেনে ডাঙৰ আন্দোলন চলিছে। প্ৰত্যেক মানুহে যি যেনেকৈ পাৰে দেশৰ হকে এফেৰি হ'লেও কিবা কৰিছে। যি একো নাই পৰা খদৰৰ কাপোৰ ডোখৰকে পিন্ধিছে; যি তাকো আমোলাতন্ত্ৰৰ ভয়ত কৰিব পৰা নাই, অন্ততঃ দেশী কাপোৰ ডোখৰকে হলেও পিন্ধিবলৈ চেষ্টা কৰিছে। কিন্তু আপোনাৰ দেখোন সেইফালে

অকণো মন-কাণ নাই! আপুনি জানো দেশৰ মানুহ নহয়? আপুনি জানো ভাৰতৰ বাহিৰৰ মানুহ? যদি ভাৰতৰ পুত্ৰ হয়, তেন্তে ভাৰতৰ হকে আপোনাৰ এফেৰিও কৰিবলগীয়া নাই নেকি? যদিহে আছে; তেন্তে আপুনি কি কৰিছে? দেশত আজি কত নৰনাৰী বিপন্ন অৱস্থাত আছে! কতই যে এমুঠি চাউলৰ কাৰণে 'হায়' 'হায়' কৰিছে! তথাপি আপোনালোকৰ এনে বিলাসিতাৰ দিন যোৱা নাই? বিদেশী কাপোৰত পইছা কেইটা নিদি, অন্ততঃ দেশী কাপোৰ ডোখৰত পইছা কেইটি দিলেও যে বহুত পইছা দেশতে থাকে।' (১ম বছৰ, ৬ষ্ঠ সংখ্যা, ১৯২৫)

স্বৰাজৰ পক্ষে দেশৰ মানুহক সচেতন কৰাৰ লগে লগে আসাম হিতৈষীয়ে অসমীয়া জাতীয় জীৱনৰ কেতবোৰ দিশতো আলোকপাত কৰিবলৈ যত্ন কৰিছিল। অসমীয়া ভাষা-সংস্কৃতি সম্পৰ্কে অসমীয়া শিক্ষিতসকলৰ উদাসীনতা, বাংলা ভাষা প্ৰচলনৰ প্ৰসঙ্গ, পমুৱা সমস্যা আদি বিষয়ে সম্পাদকীয় স্তম্ভত ঠাই পাইছিল। উনবিংশ শতিকাত অসমত চলা বঙলা ভাষাই যে অসমীয়া জাতিৰ বিকাশৰ পথত হেঙাৰ দিছিল সেই বিষয়ে এটি সম্পাদকীয়ত আলচ কৰি উল্লেখ কৰা হৈছে যে বৃটিছ চৰকাৰে বঙলা প্ৰচলন কৰি সেই অন্যায় কৰিছে আৰু শিক্ষিত ডেকাসকলেও অসমীয়া ভাষাক তুচ্ছ জ্ঞান কৰি ভাষাটোৰ বিকাশত হেঙাৰ দিছে :

'...আমাৰ দেশ মানৰ উপদ্ৰৱ কমাৰ পিছত ইংৰাজে অধিকাৰ কৰিলেহি, সেই সময়ত ইংৰাজে কেৰাণী, মহৰী আদি লোক বঙ্গদেশৰ পৰা আনি জয়জয়তে দেশত বঙ্গ ভাষা চলাই দিলে, তাৰ পিছত ইংৰাজী ভাষা চলাই অসমীয়া জাতিক জাতীয় ভাবেৰে গঢ়ি উঠা স্বাভাৱিক গতিৰ ভাবটিৰ বাটত ডাঙৰ এখন হেঙাৰ মাৰি বাধা দিলে। ...যেতিয়াৰে পৰা অসমীয়াই বঙলা ইংৰাজী শিক্ষা কৰি দুই ভাষাৰে লেখা কিতাপ, বাতৰি আৰু আলোচনী আদি কাকত বিনা পৰিশ্ৰমে পঢ়ি পৰে উলিয়াই দিয়া জ্ঞান বিজ্ঞানৰ কথাবিলাক পালে কোনে পৰিশ্ৰম কৰি মূলতত্ব বিচাৰে? আৰু অসমীয়া ভাষাত কিটো আছে এনে কথাবিলাক গজালি গজালি গজালি আমাৰ শিক্ষিত বোলোৱা সকলে মুখত সুমাই লৈ মাতৃভাষাক তুচ্ছ জ্ঞান কৰিবলৈ ধৰিলে।' (১ম বৰ্ষ, ২ নৱেম্বৰ, ১৯২৫)।

অত্যাধিক ভাষা-প্ৰীতিয়ে কেতিয়াবা 'হিতৈষী'ৰ চিন্তাত আউল নলগোৱাকৈ থকাও নাছিল। এই প্ৰসঙ্গত 'কছাৰী বৰো জাতিৰ বুৰঞ্জীৰ আভাস আৰু অসমীয়া ভাষা' শীৰ্ষক এটি অতি গুৰুত্বপূৰ্ণ 'সম্পাদকৰ বুলনি' লৈ আমি আঙুলিয়াব খোজোঁ। ৰচনাটোত শ্ৰদ্ধাৰে উল্লেখ কৰা হৈছে যে কছাৰীসকলেই আদিম অসমীয়া। কছাৰী জাতিৰ বুৰঞ্জীয়েই হ'ল আসাম বুৰঞ্জী। তদুপৰি এই জাতিৰ ভিতৰৰ পৰাই কোচ, চুটীয়া, ডিমাছা, জয়ন্তীয়া আৰু ত্ৰিপুৰা আদি জাতি উৎপত্তি হৈ ৰাজ্য ভোগ কৰে। একেখন ৰচনাত সম্পাদকদ্বয়ে মন্তব্য কৰিছে সদৌ জনজাতিসকলৰ বিকাশ অসমীয়া ভাষাৰ মাজেৰেহে সম্ভৱ— নিজস্ব দোৱানেৰে নহয়। অৰ্থাৎ কেৱল অসমীয়া ভাষাহে অসমীয়া জাতিৰ জাতীয়তাৰ চিন। জনজাতিসকলৰ নিজস্ব দোৱানৰ আগ্ৰহৰ মাজত খ্ৰীষ্টান পাদুৰীসকলৰ অভিপ্ৰায়হে থকা বুলি ৰচনাখনত উল্লেখ কৰিছে। সম্পাদকদ্বয়ৰ ভাষাত :

'আসামৰ ফালৰ সৰহুভাগ কছাৰীয়ে কেতিয়াবাই দোৱান পাহৰিলে, অসমীয়া ভাষাইহে তেখেতসকলৰ মাতৃভাষা নহয় হেতুকে জাতীয় ভাষা হব নোৱাৰে। আগেয়ে বৰো দোৱানক ভাষা কোনো কথাই নাছিল, সৰল চিত্তৰ কছাৰীসকলক খৃষ্টান কৰিবৰ অভিপ্ৰায়ে পাদুৰী ছাহাবসকলে, গাৰো, খাছীয়া দোৱানক ৰোমান আখৰেৰে বেলেগ ভাষা কৰি পেলোৱাৰ দৰে কছাৰী দোৱানকো ভাষা কৰা দ্বাৰাই অসমীয়া জাতিৰ জাতীয়তা পতা সম্পৰ্কে কি যে অনিষ্ট সাধন কৰিছে ভাবিলেই দুখ লাগে। বৰ্তমান আমাৰ শিক্ষিত কছাৰী যুৱকসকলে যেন কথাটি ভাবি চায়।'... (১ম বৰ্ষ, ২২ চেপ্তেম্বৰ, ১৯২৫)

এই শতিকাৰ প্ৰথম আৰু দ্বিতীয় দশকৰ অসমৰ কাকত-আলোচনীৰ এক আলোচ্য বিষয় হৈ পৰিছিল পমুৱাৰ সমস্যা। পমুৱা তথা আন বহিৰাগতৰ আগমনে বিশেষকৈ অসমীয়া মধ্যবিত্তৰ মনত একপ্ৰকাৰ আতঙ্কৰ সৃষ্টি কৰিছিল আৰু এই অবাধ প্ৰব্ৰজনে অসমীয়া জাতিৰ অস্তিত্বই ভৱিষ্যতে সংকটাপন্ন কৰি তুলিব বুলি আসাম হিতৈষীয়েও সম্পাদকীয় স্তম্ভকে ধৰি একাধিক ৰচনাত উল্লেখ কৰিছে। অসমৰ মাটিত অবাধে মৈমনচিঙিয়া সকলে আহি অধিকাৰ কৰা কাৰ্যত কাকতখনে অসহিষ্ণুতা প্ৰদৰ্শন কৰি হিন্দু মুছলমান নিৰ্বিশেষে সকলোকে তেনে লোকক প্ৰশ্ৰয় নিদিবলৈ আহ্বান জনাইছে (১ম বৰ্ষ, ৬ আগষ্ট, ১৯২৫)। এনে অবাধ প্ৰব্ৰজনৰ বাবে পৰোক্ষভাৱে কাকতখনে ইংৰাজ চৰকাৰকে দোষী কৰিছে। চৰকাৰৰ এনে স্থিতিৰ বিপক্ষে সঠিকভাৱেই কাকতখনে ৰাইজক 'আইনসঙ্গত'ভাৱে আগবাঢ়িবলৈ আবেদন জনাইছে। তাৰ পৰাই অসমীয়া জাতিৰ মাজত বিভেদৰ বীজ সিঁচাত ইংৰাজ চৰকাৰৰ অৰিহণাৰ উমান লব পাৰি :

'...বৰ্তমান আসাম চৰকাৰে নিজ দেশৰ মানুহলৈ বিচাৰ কৰি নেচাই বিদেশী মানুহবিলাকক মাটি দি অসমীয়া জাতিৰ ভিকাচন মৰা হেতুকে অসমীয়াই আগৰ দস্তৰ মতে পুৰণি ঠাইতে থাকি কলাজ্বৰ, ম্যালেৰিয়া ভুগি ভুগি ক্ষয় প্ৰাপ্ত হৈ আহিছে। ...এতেকে হে অসমীয়াসকল, আমাৰ ভিতৰুৱা কাজিয়া, জাতকুল, পদমৰ্য্যাদাৰ মান অভিমান সকলোবিলাক পাহৰি এক হোৱা আসামৰ মাটি গবৰ্ণমেণ্টে

আৰু যেন কোনো বিদেশীক নিদিয়ে এই সম্পৰ্কে শান্তভাবে আইনসঙ্গতভাৱে যুক্তি দৰ্শাই গবৰ্ণমেণ্টক জনোৱা। ...আসাম কাউন্সিলতো ৰাইজৰ হকে মেম্বৰসকলে এই বিষয়ৰ প্ৰস্তাৱ গ্ৰহণ কৰি সকলো একমত হৈ গবৰ্ণমেণ্টত Move আন্দোলন কৰক। অসমীয়া জাতিৰ অস্তিত্ব অকল মাটিয়েহে।' (১ম বৰ্ষ, ১৫ ডিচেম্বৰ, ১৯২৫)

মৈমনচিঙীয়াৰ অবাধ আগমন সম্পৰ্কেই কেৱল নহয়, অসমলৈ আন বহিৰাগতৰ আগমন সম্পৰ্কেও আসাম হিতৈষীয়ে এনেদৰে আহ্বান জনাইছে :

'অসমীয়া ৰাইজসকল, কেঞা মাৰোৱাৰীক কাপোৰৰ লাভ খাই ধনী হব নিদিবা আৰু ভাতৰ কাৰণ, খাজনাৰ কাৰণ সিহঁতক মাটিবাৰী বন্ধক নিদিবা। মনপুতি খেতি কৰিব ধৰা আৰু সূতা কাটি কাপোৰ বৈ লব ধৰা।' (১ম বৰ্ষ, জুলাই, ১৯২৫)।

## চাৰি

আসাম হিতৈষী সংস্কাৰবাদী ভূমিকাতো অবতীৰ্ণ হৈছিল। সুশিক্ষাৰ প্ৰয়োজনীয়তা, শিশুৰ মঙ্গলৰ চিন্তা, নাৰীৰ অধিকাৰ, জাত প্ৰথা, ধৰ্মান্ধতা আদি বিষয়ে সময়ে সময়ে সমাজলৈ সকীয়নি দিবলৈ যত্ন কৰিছিল। কাকতখনত প্ৰকাশিত কবিতাত পাওঁ :

কু-শিক্ষাই শিক্ষিতৰ আৱৰিলে মুখ,
জনমিল ভেদাভেদ সমাজপ্ৰাণত,
কুহেলিকাময় হল আসাম প্ৰদেশ,
পৰিল বিঘিনি ধৰ্ম্ম উন্নতি পথত।
(ৰঘুনাথ গোস্বামী, সমাজ, ১ম বছৰ ৬ষ্ঠ সংখ্যা, ১৯২৫)

তেনেদৰে জাত-পাত, ধৰ্মৰ প্ৰসঙ্গতো কাকতখনত প্ৰকাশিত এটি ব্যঙ্গ কবিতাত পাওঁ :

জাতটোলৈ মাথো সদাই ভয়
কি জানি ক'ৰবালৈ যায়,
এনেতে বাপুৰ লাগিল ভোক
কি হ'ব উপায় ?
শাস্ত্ৰৰ বচন মনত কৰি
পিঠা এৰি টোপোলা খুলি
খাবলৈ বাপুৱে কৰিলে আৰম্ভ
জপিয়াই ভৰি তুলি !

ধৰ্ম্মৰ টোপোলা লৈ বোকোচাত
আনন্দেৰে বাপু ঘৰমুৱা হ'ল
ক'লে বামুণীক— ৰেলত ফুৰোতে
হায় হায় মোৰ জাতটো গ'ল।
(শ্ৰীৰামচন্দ্ৰ দাস, 'হায় হায়! মোৰ জাতটো গ'ল', ১ম বৰ্ষ, ২৭ ফেব্ৰুৱাৰী, ১৯২৬)

অসমীয়া জাতিৰ প্ৰগতিৰ পথত বৰ্ণাশ্ৰম ধৰ্মই সৃষ্টি কৰা জাতৰ পৰা নমা বা জাত যোৱা প্ৰথা প্ৰধান অন্তৰায় বুলিও কাকতখনত মন্তব্য কৰা হৈছে। তেনেদৰে অসমীয়া জাতিৰ প্ৰাণপুৰুষ হিচাপে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক অভিহিত কৰি মুকলিকৈ এই কথাও লিখিবলৈ দ্বিধা কৰা নাই যে শংকৰদেৱৰ বৈষ্ণৱ ধৰ্মৰ নতুনকৈ আলোচনা-বিলোচনা নোহোৱা কাৰণে 'মুৰ্খসকলে' নিজৰ মতেৰে পৰিচালনা কৰিব পাৰিছে। কাকতখনৰ মতে মহাপুৰুষীয়া ধৰ্মক এতিয়া জ্ঞান-বিজ্ঞানৰে সৈতে মিলাই বেদান্ত আৰু উপনিষদৰ সাৰ তত্বৰ লগত মিলাই গঢ়ি তোলা প্ৰয়োজন। (১ম বছৰ, ৬ষ্ঠ সংখ্যা, ১৯২৫)।

তেনেদৰে, জাতিৰ মঙ্গলৰ কাৰণে শিশুমঙ্গল এটা আৱশ্যকীয় কথা কিয়নো আজিৰ শিশুৱেই কাইলৈ দেশবাসী হ'ব। এই বিষয়ে একান্তভাবে চিন্তা কৰা বাঞ্ছনীয় বুলি উল্লেখ কৰি এষাৰ তাৎপৰ্যপূৰ্ণ মন্তব্য কৰিছে। সেয়া হ'ল : দাসত্ব আমাৰ মজ্জাগত হৈ পৰিছে। দাসত্বৰ ওৰ নেপেলোৱাকৈ আমি প্ৰকৃততে শিশুৰ মঙ্গলৰ চিন্তা কৰিব নোৱাৰো। (১ম বৰ্ষ, জুলাই, ১৯২৫)

মিৰি জাতিৰ সংস্কাৰ সম্পৰ্কীয় এখন ৰচনাত অন্য দৃষ্টিভংগীহে পাওঁ। ৰাধানাথ হাজৰিকাই গড়মূৰীয়া সত্ৰাধিকাৰ গোস্বামীৰ পৰা মিৰি জাতিৰ সংস্কাৰৰ ক্ষেত্ৰত মতামত বিচাৰি পোৱা চিঠিৰ উল্লেখেৰে লিখা প্ৰবন্ধত (মিৰি জাতি সংস্কাৰত শ্ৰীশ্ৰীযুক্ত গড়মূৰীয়া সত্ৰাধিকাৰ গোস্বামী, ১ম বছৰ, ৬ষ্ঠ সংখ্যা) সত্ৰাধিকাৰ গোস্বামীয়ে দিয়া বিধানৰ কেইটিমান আছিল :

ক) মিৰিবিলাকৰ ভিতৰত এখন সভা স্থায়ীকৈ গঠন কৰিব লাগিব।

খ) সকলো মিৰি তাৰ সভ্য হ'ব লাগিব, সভাই সকলো মিৰিকে একে মতাবলম্বী কৰিবলৈ যত্ন কৰিব লাগিব।

গ) সকলো মিৰিকে প্ৰায়শ্চিত্ত কৰাব লাগিব।

ঘ) মিৰিৰ পুৰাতন আচাৰ ব্যৱহাৰ গুচুৱাই পেলাব লাগিব।

অন্তিম পৰ্বত আমি পূৰ্বে উল্লেখ কৰা লক্ষ্মীধৰ শৰ্মাৰ ৰচনাখনৰ বিষয়ে চমু আলচ কৰিব খুজিছো। কিয়নো নাৰীৰ প্ৰতি শ্ৰদ্ধাসূচক ৰচনা চুবুৰীয়া বংগদেশত যেনে সুলভ আছিল, আমাৰ অসমত তেনে নাছিল। যদিও ঊনবিংশ শতিকাত গুণাভিৰাম, হেমচন্দ্ৰ বৰুৱাই আমালৈ বাট পোনাই থৈছিল, বিংশ শতিকাৰ প্ৰথমাৰ্ধলৈকে এই সম্পৰ্কীয় আলোচনা-বিলোচনাৰ প্ৰতি সৰহভাগ বুদ্ধিজীৱিৰে কোনো উৎসাহ দেখা নগৈছিল। প্ৰসিদ্ধ মুক্তিযোদ্ধা তথা প্ৰখ্যাত সংস্কাৰবাদী লেখক লক্ষ্মীধৰ শৰ্মা আছিল গুণাভিৰাম-হেমচন্দ্ৰৰ উত্তৰসূৰী। আসাম হিতৈষীত প্ৰকাশিত তেওঁৰ 'অসমীয়া নাৰী সম্বন্ধে আমাৰ দিয়েক'

(১ম বৰ্ষ, ২২ চেপ্তেম্বৰ, ১৯২৫) ৰচনাখন কেৱল গুৰুত্বপূৰ্ণই নহয় সমাজ-ইতিহাসৰ দৃষ্টিকোণৰ পৰাও লেখত লবলগীয়া।

ৰচনাখনত পৃথিৱীব্যাপী নাৰীসকলৰ মাজত যি চাঞ্চল্য দেখা গৈছে তাৰ প্ৰতি স্বাগতম জনোৱা হৈছে আৰু এই নাৰী জাগৰণক এটা জাগতিক আন্দোলনৰ এক অধ্যায় বুলি অভিহিত কৰা হৈছে। ইয়াকো উল্লেখ কৰা হৈছে যে সমাজত নাৰীৰ স্থান সম্পৰ্কত পুৰুষৰ গাত দোষ দিলেই নহব, বিষয়টো ঐতিহাসিক প্ৰেক্ষাপটত চাব লাগিব। কিয়নো নাৰীক যি স্থান দিয়া উচিত সেই স্থান কোনোকালেই দি অহা হোৱা নাই। লেখকৰ ভাষাত :

'সমাজৰ আৱশ্যকীয় অংশ পুৰুষ নহয়, স্ত্ৰীহে, কাৰণ সমাজৰ ভৱিষ্যৎ বংশধৰ সকলৰ জন্ম আৰু চৰিত্ৰ শিক্ষা তেওঁলোকেই দিয়ে। এনে অৱস্থাত তিৰোতাক দাস দাসীৰ শাৰীত ৰাখিলে সমাজৰ অৱস্থা ক্ৰমে শোচনীয় হোৱা স্বাভাৱিক।'

বিধবা বিবাহ যুক্তিসঙ্গত বুলি মন্তব্য কৰি লক্ষ্মীধৰে কৈছে, আচলতে অৰ্থহীন বৈধব্যৰ পীড়নেহে সমাজক ক্ৰমে তললৈ লৈ গৈছে। সেয়ে নাৰী জাগৰণ জৰুৰী হৈ পৰিছে। ৰচনাখনত নাৰীৰ এই জাগৰণৰ বিৰুদ্ধে থিয় হোৱা সকলক যুক্তিৰে এনেদৰে কটাক্ষ কৰা হৈছে :

'...সমাজ পদাৰ্থটি তেওঁলোকৰ মানত এটি জীৱন্ত পদাৰ্থ নহয়। ই প্ৰাণহীন, অৰ্থহীন, ভাবহীন এটি মত— যি মনু বা পৰাশৰ ইঙ্গিতত হাত তুলিব, ভৰি তুলি নাচিব। ইয়াৰ ভাব ভাষা সকলো শাস্ত্ৰ। মনুৱে দুহাজাৰ বছৰৰ আগেয়ে কি কৈ গৈছে তাক ভালকৈ উপলব্ধি নকৰিলে তেওঁলোকে একো মত দিব নোৱাৰে। অৱশ্যে তেওঁলোকে পাহৰে যে মনুৰ দিনৰ সমাজ, ধৰ্ম্ম, ৰাজনীতি আজি নাই, মনুৰ দিনৰ সামাজিক প্ৰশ্ন আজিৰ নহয়, মনুৰ দিনৰ চিন্তাৰ সোঁত শুকাই গৈ আজি অন্যফালে অন্যভাবে, অন্য আলোকত মানৱ জীৱনৰ নৱধাৰা হৈ গৈছে। কিন্তু তথাপি মনুকে আকোৱালি ধৰি থাকিব লাগিব। নহ'লে সমাজ তল গৈ তপত বালিত ডুবি একেবাৰে তলি পাবগৈ।'

আকৌ, বিধবা বিবাহৰ বিৰুদ্ধে থিয় হোৱাসকলৰ যুক্তি খণ্ডন কৰি লক্ষ্মীধৰে আন এক ইতিহাসগত ব্যাখ্যা দিছে এনেদৰে :

'...বিধবা বিবাহৰ বিৰুদ্ধে আটাইতকৈ ডাঙৰ কথা ইয়াৰ দ্বাৰা হিন্দু ধৰ্ম্ম নষ্ট হ'ব। বাৰু হিন্দু ধৰ্ম্মৰ কোন অংশটি বিধবা বিবাহৰ পৰা নষ্ট হ'ব তাক তেওঁলোকে বুজাই ক'বনে? অৱশ্যে বিধবাসকলৰ আত্মাৰ প্ৰতি এওঁলোকৰ সদায় সকৰুণ দৃষ্টি আছে। যি বস্তু এবাৰ দান কৰা হৈছে তাক পুনৰ দান কৰাৰ ভিতৰত যি অসত্তৰ পদাৰ্থটি আছে সি এওঁলোকৰ ভীতিৰ সঞ্চাৰ কৰে। সম্প্ৰদান কথাটিৰ মাজত নাৰী জাতিৰ ভীষণ অপমান লুকাই আছে তাক ভাবিলেও স্তব্ধ হ'ব লাগে। পিতাৰ কন্যাৰূপ এটি পদাৰ্থ আছে। তেওঁ সেই পদাৰ্থটি ঘৰত ৰখাৰ সুবিধা যেন নেদেখি মানুহ এজন মাতি আনি তাক দান কৰি দানৰ পূণ্য সঞ্চয় কৰে। অৰ্থাৎ তিৰোতাৰ স্থান সামগ্ৰীৰ মাজত। তেনে চিন্তা এসময়ত স্বাভাৱিক আছিল যেতিয়া সমাজত দাস-দাসী বিক্ৰী হৈছিল আৰু পুত্ৰ সন্তান গৃহস্বামী সম্পত্তি আছিল। জগতৰ ইতিহাস চালেই দেখা যায় যে প্ৰায় সমাজৰ আদি কালত এনে অৱস্থা আছিল। সেই অৱস্থা আজিও ৰাখি যদি সভ্যতাৰ দুন্দুভি কোনোবাই বজাব খোজে বৰ্জাওক আমি তাক অসভ্যচিত ৰীতি নুবুলি নোৱাৰো।'

বিধবা বিবাহৰ বিৰোধীসকলে কয় যে এনে বিবাহে সমাজত বিশৃংখলা আনে। এই সন্দৰ্ভতে লক্ষ্মীধৰে প্ৰশ্ন অৱতাৰণা কৰি কৈছে যে সতীত্ব কেৱল তিৰোতাৰে আৱশ্যক, পুৰুষৰ নহয় এনে কথা হ'ব নোৱাৰে। তদুপৰি তেওঁৰ মতে বিধবা বিবাহ প্ৰচলনৰ অবিহনেহে সমাজত বিশৃংখলা হোৱাৰ সম্ভাৱনা বেছি। 'মুনিহৰ ব্ৰহ্মচৰ্যৰ আৱশ্যক নাই, আছে দুৰ্ব্বলা তিৰোতাৰ। কি অপূৰ্ব্ব বিচাৰ!' ৰচনাখনত শাস্ত্ৰগত আৰু ভালেমান দিশৰ প্ৰতিও লক্ষ্মীধৰে নানা প্ৰশ্ন উত্থাপন কৰিছে!

## উপসংহাৰ

আসাম হিতৈষী প্ৰকৃততে আছিল অসমৰ হিতৈষী। কাকতখনে ক্ষন্তেকীয়া আয়ুসেৰে ১৯২৫-২৮ৰ সময়ছোৱাত অসমত যি চিন্তাৰ বীজ সিঁচিছিল সি কেৱল সংবাদপত্ৰৰ ইতিহাসৰে পৰম সম্পদ নাছিল, সি আছিল অসমৰ জাতীয় জীৱনৰো এক গৌৰৱোজ্জ্বল অধ্যায়। এই অধ্যায়ৰ সূচনাকাৰী হিচাপে কমলাকান্ত ভট্টাচাৰ্য আৰু মহাদেৱ শৰ্মা যিদৰে আমাৰ নমস্য তেনেদৰে নমস্য কুমাৰ দেব মুখোপাধ্যায়ো। বঙ্গদেশৰ লোক হৈয়ো কুমাৰ দেৱে আসাম হিতৈষী প্ৰকাশ কৰি অসমত জাতীয় চেতনা সঞ্চাৰত অৰিহণা যোগাইছিল। প্ৰকাশিত ৰচনাবোৰৰ বিষয়ে নিশ্চয় বিতৰ্কৰ অৱকাশ আছে। কেতিয়াবা তাত উছাহ-প্ৰৱণতাৰ প্ৰভাৱে হয়তো ঠেক দৃষ্টিভংগীৰ কথাও আমাৰ মনত পেলাই দিব পাৰে। সেয়াও হয়তো ঐতিহাসিক কাৰণতে উদ্ভৱ হৈছে। কিন্তু মূলতঃ কাকতখনৰ ভূমিকা আছিল অসাম্প্ৰদায়িক। ধৰ্মীয় ক্ষেত্ৰত কোনোপধ্যেই কাকতখনে সাম্প্ৰদায়িকতাৰ ওচৰত সমৰ্পণ কৰা নাই। কাকতখনৰ আহ্বানেই আছিল : 'ধৰ্ম্ম ক্ষেত্ৰত জাতকুলৰ একো বিচাৰ নাৰাখি সকলো মানুহক সমান দেখাহে কৰ্ত্তব্য। ধৰ্ম্ম মন্দিৰত বা ঈশ্বৰৰ ভজনালয়ত গোলাম বাদছাহ উভয়ে সমান,

ইসলাম ধৰ্ম্মই যে অকল এই শিক্ষা দিছে এনে নহয়, হিন্দুৰ বৈষ্ণৱ ধৰ্ম্মেও গুৰিৰে পৰা একে শিক্ষাকে দিছে।' তাহানিৰ আসাম হিতৈষীৰ এই আহ্বান আজিৰ ভাৰতবৰ্ষত আৰু অধিক তাৎপৰ্যপূৰ্ণ হৈ পৰিছে। সেইফালৰ পৰা কাকতখনৰ ভূমিকা ঐতিহাসিক। কাকতখনে আনকি পাঠকসকলৈও এনেদৰে আবেদন জনাইছিল: '...হিন্দু-মচলমান ভাইসকলৰ ভিতৰৰ যিসকলে 'আসাম হিতৈষী' পঢ়ে সেই সকলে যেন সাম্প্ৰদায়িকতা ভাব এৰি দোষগুণ বিচাৰ কৰি দেখে। আমি বুঢ়া হলোঁহি ইমান দিন হিন্দু মচলমানৰ ভিতৰত দ্বন্দ্ব কাজিয়া হাই উৰুমি দেখা মনত নপৰে, দুয়ো সমানে ভ্ৰাতৃভাবেৰে দিন কটোৱাহে দেখা পাইছিলোঁ।'

তেনেদৰে অসমীয়া জাতিকো এক সংকীৰ্ণ ভাবাবেগত নিমজ্জিত হোৱাটো কাকতখনে কামনা কৰা নাছিল। নিজস্ব অভিব্যক্তিৰে অসমীয়া মানুহে আত্মপ্ৰকাশ কৰাটো বিচাৰিছিল। অৰ্থাৎ স্বজীৱী, পৰজীৱী নহয়। এই ক্ষেত্ৰত বিশ্বৰ সকলো জাতিৰ পৰা শিক্ষা গ্ৰহণ কৰাও অসমীয়াৰ কৰ্ত্তব্য বুলি বিবেচনা কৰিছিল। কেৱল নিজস্ব বিসৰ্জন দিয়া অনুচিত— এয়ে আছিল কাকতখনৰ দৃষ্টিভংগী। সম্পাদকৰ বুলনিতে উল্লেখ পোৱা যায়: 'সত্য জ্ঞান আৰু বিজ্ঞান আদি বিদ্যা সকলো জাতিৰ পৰাই শিক্ষা কৰা কৰ্ত্তব্য বুলি বৰ্ত্তমান যুগে আমাক দঢ়াই দঢ়াই কৈছে। কিন্তু নিজস্ব এৰি পৰৰ আচৰণ, পৰৰ ধৰণ ধৰোতা কথা হ'লে নিজ জাতীয় অস্তিত্ব লোপ কৰা হে হয়। স্বদেশী বস্তু ব্যৱহাৰ আৰু স্বদেশী মতে থকাটিহে আমাৰ স্বধৰ্ম্ম আৰু এয়েহে আমাৰ মুক্তিৰ পথ।'

আসাম হিতৈষীৰ অ-সাম্প্ৰদায়িক আৰু নিৰ্মোহ দৃষ্টিভংগী অসমৰ সমাজ-ইতিহাসত সদায় স্মৰণীয় হৈ ৰ'ব। কাকতখনলৈ শুভেচ্ছা যাচি ৰঘুনাথ গোস্বামীয়ে 'উদ্বোধন' নামৰ কবিতাত এনেদৰে লিখিছিল :

কোন স্বৰগৰ চিকুণ তৰাটি কৰিছে ধৰাত মধুৰ দৃষ্টি,  
মৰু হৃদয়ৰ নিৰাশ প্ৰাণত কৰিছে আশাৰ ঝৰণা সৃষ্টি।  
স্বৰগ জ্যোতিৰ ৰহণ লগোৱা মুখত মাণিকীমধুৰী হাস্য  
মহান মহৎ অজৰ অমল অচল অটল ভাবৰ বাচ্য।

# অসমীয়া ভাষা-সাহিত্যলৈ বাঁহীৰ অৱদান ঃ সম্পাদক বেজবৰুৱাৰ কৃতিত্ব

ডঃ নমিতা ডেকা

বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছিল, "বিশ্ব যদি চলে যায় কাঁদিতে কাঁদিতে, আমি একা বসে ৰব উদ্দেশ্য সাধিতে।" উদ্দেশ্য সাধন কৰিবলৈ হ'লে সৎ কাৰ্যৰ জৰিয়তে উদাত্তকণ্ঠে চিঞৰিবৰ সাহস, শক্তি আৰু আদৰ্শ থাকিব লাগিব। জাতিৰ মঙ্গল সাধনৰ অৰ্থে, জাতীয় ভাষা-সাহিত্যৰ উন্নতিৰ বাবে পৃথিৱীৰ প্ৰত্যেক জাতিৰ মাজতে সাহস আৰু আদৰ্শমিহলি কণ্ঠেৰে চিঞৰিবলৈ একো একোজন ক্ষণজন্মা পুৰুষৰ জন্ম হোৱা দেখা যায়। অসমীয়া জাতিৰ, জাতিটোৰ ভাষা-সাহিত্যৰ উন্নতি সাধনৰ বাবেও যেন এজন কাণ্ডাৰীৰ আৱিৰ্ভাব হ'ল, নাম যাৰ লক্ষ্মীনাথ বেজবৰুৱা। লক্ষ্মীনাথ বেজবৰুৱায়ো নীৰৱে বহি চকুলো নুটুকি 'নিজৰি কাপেৰে' চিয়াঁহী নিগৰাই অসমীয়া ভাষা-সাহিত্যৰ বাবে আগবঢ়ালে এক নতুন আদৰ্শ। ফলস্বৰূপে সৃষ্টি হ'ল 'নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে' এই আদৰ্শ শিৰত লৈ 'বাঁহী' আলোচনীৰ। সেয়া ১৯০৯ চনৰ ডিচেম্বৰ মাহৰ কথা। লক্ষ্মীনাথ বেজবৰুৱাদেৱে 'বাঁহী'ত ফু দিয়াৰ লগে লগেই অসমীয়া আলোচনীৰ ইতিহাসত এক নতুন যুগৰ সূচনা হ'ল। এই যুগ 'বাঁহী'ৰ যুগ। যেতিয়া এটা যুগ সাহিত্যৰ বুকুত জীয়াই থাকে, তেতিয়া সময়েও তাক জাহ নিয়াব নোৱাৰে। 'বাঁহী' আলোচনীৰ পাতত সৃষ্টি হোৱা ভাষা-সাহিত্যৰ বুকুৰ উম লৈ 'বাঁহী'ৰ যুগ জীয়াই আছে।

'বাঁহী'ৰ সৃষ্টি হ'ল কিয়? বেণুধৰ শৰ্মাৰ ভাষাত "'উষা' কাকতৰ লগত 'কৃপাবৰ বৰুৱা'ৰ অমত হোৱাটোৱেই ইয়াৰ কাৰণ।" ১৯০৫ চনত 'উষা'ৰ উদয় হ'বৰে পৰা লক্ষ্মীনাথ বেজবৰুৱাই নিজৰ আৰু 'কৃপাবৰ' নামেৰে নানান প্ৰবন্ধ-পাতি লিখি 'উষা'ৰ পোষকতা কৰি আহিছিল। কিন্তু ১৮৩০ শকৰ ভাদ মাহত প্ৰকাশিত 'কৃপাবৰ'ৰ এটি প্ৰবন্ধক লৈয়ে বেজবৰুৱা আৰু 'উষা'ৰ সম্পাদক পদ্মনাথ বৰুৱাৰ মাজত মনোমালিন্যৰ সৃষ্টি হয়। এই অমতৰ বাবেই বেজবৰুৱাই নিজৰ সম্পাদনাত 'বাঁহী' উলিয়াবলৈ সিদ্ধান্ত লয়। বেজবৰুৱা আৰু 'উষা'ৰ সম্পাদকৰ অমত অসমীয়া ভাষা-সাহিত্যলৈ অন্য অৰ্থত আশীৰ্বাদস্বৰূপহে হৈ পৰিল। সেয়া নহ'লে হয়তো 'বাঁহী'ৰ সৃষ্টিয়েই নহ'লহেঁতেন। বেণুধৰ শৰ্মাই লিখি থৈ গৈছে, "প্ৰবীণ লেখকসকলৰ আলম 'উষা'ৰ লগত অমত হোৱা বাবেই বা বেজবৰুৱাৰ গাইগুটীয়া মতত হৰিভৰ নিদিয়া বাবেই বহুত পুৰণি আৰু নতুন লেখকৰ মাজত দলৰ সৃষ্টি হ'ল। এটা দলে 'উষা'ৰ লগ ল'লে আনটোৱে 'বাঁহী'ক ধৰিলে। কলীয়া ডাৱৰৰ দাঁতিত ৰূপালী ৰেখা বিৰিঙাৰ দৰে, এই দল সৃষ্টিৰ পৰা আমাৰ সাহিত্যত ৰূপালী ৰেখাহে বিৰিঙিবলৈ ধৰিলে। সঁচাসঁচিকৈ 'উষা-বাঁহী'ৰ মতভেদ অসমীয়া আলোচনী-কাকতৰ বুৰঞ্জীত এটি লেখত ল'বলগীয়া অধ্যায়।"

কলিকতাৰ ২ নং লালবাজাৰ ষ্ট্ৰীট, আসাম বেঙ্গল ষ্টোৰ্চৰ এইছ বেজবৰুৱাৰ দ্বাৰাই প্ৰকাশিত, 'বাঁহী' চলকীয়া প্ৰিন্টিং ৱৰ্কচৰ খুদীৰাম পাত্ৰৰ দ্বাৰা ছপোৱা হৈছিল।

"(মোৰ)
একেটি সুৰত বাঁহীটি বজা
একেটি মাথোন মাত;
ৰাতিয়ে দিনে এটি হুমুনীয়া
একেটি আনন্দ তাত।"

বুলি বেজবৰুৱাদেৱে তেওঁৰ ভাষা-সাহিত্যৰ প্ৰতি থকা অতুলনীয় প্ৰেমৰ ভৰা সুঁতিত নাও মেলি 'বাঁহী' বজাই গ'ল মৃত্যুৰ আগলৈ। 'প্ৰাণৰ ধন' 'বাঁহী'ক ত্যাগী লক্ষ্মীনাথ বেজবৰুৱাই পৰলোকলৈ গমন কৰিলে, লগে লগেই 'বাঁহী'ৰ পথতো যেন এক যতি পৰিল। অৱশ্যে বেজবৰুৱাৰ সুযোগ্য ভতিজাক ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱাৰ ঐকান্তিক প্ৰচেষ্টা আৰু নিষ্ঠাৰ বলত 'বাঁহী'

পুনৰ ঠন ধৰি উঠিল। এই ক্ষেত্ৰত কোৱা হৈছে, "অসমীয়া সাহিত্যৰ অধিকাৰীপুৰুষ স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ 'সোঁৱৰণি' ৰখাৰ ভাব লৈয়েই তেখেতৰ প্ৰাণস্বৰূপ 'বাঁহী'টিত আকৌ ফু দিবলৈ বুলি অসমীয়া ৰাইজৰ আগলৈ উলিওৱা হৈছে।" মুঠতে মাধৱচন্দ্ৰ বেজবৰুৱাৰ সম্পাদনাত কলিকতাৰ ২৮-এ চাৰ্কাছ এভিনিউৰ 'বাঁহী' পাব্লিছিং হাউচৰ পৰা 'বাঁহী' পুনৰ প্ৰকাশিত হ'ল। 'বাঁহী' প্ৰকাশৰ নতুন আয়োজন দেখি পদ্মনাথ গোহাঞিবৰুৱাই লিখিলে, "'বাঁহী'ৰ জনক, অসমৰ অপূৰুগীয়া ৰত্ন ৺লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ পৰলোকপ্ৰাপ্তিৰ আগতে, ক'লা লাগি, 'বাঁহী' নিমাত হয়। এতিয়া, 'বাঁহী' - স্ৰষ্টা ভগৱন্ত শ্ৰীকৃষ্ণদেৱৰ ইচ্ছাত, সেই অমৰ জনকৰ সুযোগ্য বংশধৰ শ্ৰীমান মাধৱ বেজবৰুৱাদেৱে পৰম উলাহেৰে পুনৰপি বজাব বুলি 'বাঁহী' হাতত তুলি লোৱা দেখি মোৰ অন্তৰত আনন্দে নধৰা হৈছে।" 'বাঁহী'ৰ পুনৰ প্ৰকাশৰ আয়োজনে বিশিষ্ট সাহিত্যিকসকলৰ মনত আনন্দৰ হেন্দোলনি তুলিলে; যেন বাৰিষাৰ আকাশৰ কলচা আঁতৰাই শৰতৰ শুভ্ৰতাই আত্মপ্ৰকাশ কৰিলে। ৰজনীকান্ত বৰদলৈয়ে আশীষ নিৰ্মালি জনালে এনেদৰে: "বেজবৰুৱাৰ মৃত্যু তিথি উপলক্ষে 'বাঁহী' আকৌ ওলাব বুলি শুনি বৰ সন্তোষ পালো।" বেণুধৰ ৰাজখোৱাৰ ভাষাত, "বেজবৰুৱাৰ অতি মৰমৰ 'বাঁহী'ৰ পুনৰ জনমেই তেখেতৰ প্ৰকৃত শ্ৰাদ্ধ।" চন্দ্ৰধৰ বৰুৱাৰ আশীষ নিৰ্মালিত পাওঁ, "'বাঁহী' সমূহ অসমীয়াৰ আদৰৰ সম্পত্তি। 'বাঁহী'য়ে অসমীয়া ৰাইজৰ সমাদৰ পাওঁক, বেজবৰুৱাৰ মুক্ত আত্মাৰ আশীৰ্ব্বাদ লাভ কৰক।" আনন্দচন্দ্ৰ আগৰৱালাই আকৌ 'বাঁহী'ৰ পুনৰ প্ৰকাশত সন্তোষ প্ৰকাশ কৰি লিখিছে, "অসম গৌৰৱ স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ অতি মৰমৰ 'বাঁহী' কাকতখন আকৌ প্ৰকাশ কৰাত আমি অতিশয় সন্তোষ পাইছো। আমি 'বাঁহী'ৰ সুদীৰ্ঘ গৌৰৱময় জীৱন কামনা কৰিছো।" লক্ষ্মীনাথ বেজবৰুৱাৰ সহধৰ্মিণী প্ৰজ্ঞাসুন্দৰী দেৱীয়েও আনন্দাপ্লুত হৈ লিখিছে, "... তেখেতৰ 'বাঁহী'ত তেখেতে নামকীৰ্তন কৰি, ভক্তি ৰসত ডুবাই সকলোকে বিমুগ্ধ কৰি গ'ল। এতিয়া সেই 'বাঁহী'খনকে আকৌ তেখেতৰ স্মৃতি ৰক্ষাৰ উদ্দেশ্যে উলিয়াবলৈ আগবঢ়াইছে। ঈশ্বৰে কৰক যাতে এই 'বাঁহী'ৰ সুৰলা সুৰে সকলোকে একেটা তানেৰে আহ্বান কৰক।" নীলমণি ফুকনে 'বাঁহী'ক সম্বোধি কৈছে, "বাঁহী! 'লক্ষ্মী'প্ৰাণ চেনেহী ভাষা জননীৰ প্ৰাণত আকৌ এবাৰ সুৰ সঞ্চাৰ কৰি দিয়া। অসম জননীৰ কাব্য কাননত মাধৱিকা ডালিৰ গাত তোমাৰ সুৰ পুঞ্জীভূত হৈ ৰস বোৱাওক, তোমাৰ নতুন সুৰ অসমৰ পৰ্ব্বতে-কন্দৰে, হাবিয়ে-বননিয়ে মুখৰিত হৈ উঠক।"

বিশিষ্ট সাহিত্যিকসকলৰ আশীষ নিৰ্মালিত এই কথা অতি স্পষ্ট যে লক্ষ্মীনাথ বেজবৰুৱাক আঁতৰাই 'বাঁহী'ৰ নাম কেতিয়াও উচ্চাৰিত হ'ব নোৱাৰে। সম্পাদক হিচাপে বেজবৰুৱাৰ কৃতিত্বই হয়তো ইয়াৰ প্ৰধান কাৰণ। কাৰ্লাইলে "ভাৰতবৰ্ষ আমাৰ হাতত থাকক বা নাথাকক; আজি হক, কালি হক ভাৰতবৰ্ষ আমাৰ হাতৰ পৰা যাব; কিন্তু আমি আমাৰ শ্বেইক্সপীয়েৰক কাহানিও এৰি দিব নোৱাৰো" বুলি কোৱাৰ দৰে অইন সকলো বাদ দিও 'বাঁহী'ৰ সম্পাদক বেজবৰুৱাক আমি কেতিয়াও 'বাঁহী'ৰ পৰা আঁতৰাই থ'ব নোৱাৰো। সম্পাদক বেজবৰুৱাৰ কৃতিত্বই তেওঁৰ ব্যক্তিত্বক আৰু অধিক আকৰ্ষণীয় কৰি তোলে। বেজবৰুৱা আৰু 'বাঁহী'ৰ সম্পৰ্ক ইমানেই নিবিড় আছিল যে এটাক বাদ দি আনটোৰ অস্তিত্ব উপলব্ধি কৰিব নোৱাৰি। সেয়ে বেজবৰুৱাৰ মৃত্যুত কেৱল 'বাঁহী'য়ে নহয়, চল্লিছৰ দশকৰ সাহিত্যৰ জগতখনো যেন কিছু নিষ্প্ৰভ হৈ পৰিছিল। এই কথালৈ লক্ষ্য ৰাখিয়ে হয়তো মাধৱচন্দ্ৰ বেজবৰুৱাই 'বাঁহী' পুনৰ প্ৰকাশত আত্মনিয়োগ কৰিলে। তেওঁৰ ভাষাতে, "সাহিত্যৰথী স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ স্মৃতি ৰক্ষাৰ্থে আমি মৰসাহ কৰিও 'বাঁহী'খন আকৌ প্ৰকাশ কৰিবলৈ হাতত ল'লো।"

'বাঁহী'ৰ ২৬শ বছৰ, কাতি সংখ্যাটো লক্ষ্মীনাথ বেজবৰুৱাৰ জন্মমাহ হিচাপে বিশেষ সংখ্যা হিচাপে উলিয়াইছিল। 'বাঁহী'ৰ মাজেদি লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰতি ডেকাবোজৰ গভীৰতম শ্ৰদ্ধাৰ নিদৰ্শন ফুটি উঠিছে। মুঠতে বেজবৰুৱাৰ প্ৰতি থকা শ্ৰদ্ধা আৰু ভাষা-সাহিত্যৰ প্ৰতি থকা আন্তৰিক প্ৰীতি মাধৱচন্দ্ৰ বেজবৰুৱাৰ 'বাঁহী' সম্পাদনাৰ নিয়ামক শক্তি। এনেবোৰ কথাই বেজবৰুৱাৰ সম্পাদকীয় কাৰ্যৰ কৃতিত্বৰ কথাকে ঘোষণা কৰে। এইখিনিতে উল্লেখনীয় যে ১৯০৯ চনত প্ৰকাশিত 'বাঁহী' নিয়মীয়া হৈ প্ৰকাশিত নোহোৱাৰ কাৰণ হিচাপে আমি কেতবোৰ কথালৈ আঙুলিয়াব পাৰো। ইয়াৰ ভিতৰত যুদ্ধৰ বাতাবৰণ, কেৰাচিনৰ অভাৱ, বস্তুৰ মূল্যবৃদ্ধি আদিয়েই উল্লেখযোগ্য।

অসমীয়া এনে এটা জাতি, যি জাতিৰ ভাষা-সাহিত্যৰ নামত গৌৰৱ কৰিবলৈ অতীজৰে পৰা অনেক সমল আছে। অসমীয়া জাতিৰ ভাগ্যৰবি দুগুণে উজ্বলাই তুলিলে ভাষা-সাহিত্যলৈ 'বাঁহী'ৰ অনবদ্য বৰঙণিয়ে। বিংশ শতাব্দীৰ দ্বিতীয় দশকৰ প্ৰাৰম্ভৰ পৰা চতুৰ্থ দশকৰ প্ৰাৰম্ভলৈকে অসমীয়া সাহিত্যৰ ধাৰা প্ৰবহমান হৈ থকাত

'বাঁহী'ৰ ভূমিকা অন্যতম। 'বাঁহী'ৰ সুৰে অসমত সাহিত্য-সংস্কৃতিৰ উপযোগী পৰিবেশ সৃষ্টি কৰি অসমীয়া সাহিত্যৰ চৰ্চা আৰু আলোচনাৰ পৰিসৰ বৃদ্ধি কৰিলে। সেই সময়ৰ অসমৰ প্ৰতিকূল সমাজ তথা জীৱন-যাত্ৰাৰ নানান হেঙাৰ নেওচি যিসকল অত্যুৎসাহী তথা সচেতন অসমীয়া আলোচনী প্ৰকাশৰ পথত অগ্ৰসৰ হৈছিল, সেইসকলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱাৰ জাতীয় চেতনাসম্ভূত নেতৃত্বৰ কথা স্বীকাৰ কৰিব লাগিব। এই কথা স্বীকাৰ কৰোতেই অসমীয়া আলোচনীৰ ইতিহাসত 'বাঁহী'ৰ ভূমিকাৰ কথাও মনলৈ আহে।

অসমীয়া ভাষা-সাহিত্যলৈ অতুলনীয় অৱদান আগবঢ়োৱা 'বাঁহী'ৰ 'সত্ত্বৰজ তম ত্ৰিগুণময়' সুৰে জনসাধাৰণক কেনেদৰে আকৰ্ষণ কৰি সাহিত্যৰ কাষ চপাই লৈ গৈছিল, নিম্নোক্ত কবিতাফাঁকিয়েই তাৰ প্ৰমাণ,

"বজোৱা বজোৱা হেৰা গোপীনাথ
কোমল ওঁঠত বাঁহীটি লই।
থোৱা থোৱা থোৱা হেৰা লক্ষ্মীনাথ,
আমাৰ মনক একেথৰ কই।।"
(গোলোকচন্দ্ৰ বৰুৱা : ৬ষ্ঠ বছৰ, ১ ম সংখ্যা)

'বাঁহী' প্ৰকাশৰ লগে লগেই একাংশ লেখকৰ সাহিত্যিক প্ৰতিভাও প্ৰতিভাত হৈ উঠিল। প্ৰবীণ-নবীন সকলো লেখকৰ বাবেই 'বাঁহী'ৰ দুৱাৰ সদায় উন্মুখ আছিল। বিশেষকৈ নতুন লেখকক 'বাঁহী'ৰ পাতত আত্মপ্ৰকাশৰ সুবিধা দি এচাম পৈণত আৰু আত্মপ্ৰত্যয়শীল লেখকৰ সৃষ্টি কৰাটোত 'বাঁহী'য়ে যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। 'বাঁহী'ত সন্নিবিষ্ট বিজ্ঞাপনতে এই কথাৰ নিদৰ্শন সুন্দৰভাৱে পৰিস্ফুট হৈছে। "ন-লেখাকসকললৈ 'বাঁহী'ৰ দুৱাৰ সদায় মুকলি। লিখক সমাজ গঢ়ি তোলাটোৱেই 'বাঁহী'ৰ গৌৰৱ।" ডঃ মহেশ্বৰ নেওগদেৱে 'বাঁহী'ক অসমীয়া সাহিত্যিকৰ তীৰ্থস্থানৰূপে অভিহিত কৰিছে। 'জোনাকী' কাকতৰ দ্বাৰা প্ৰতিষ্ঠাপিত আদৰ্শক 'বাঁহী'য়ে সঞ্জীৱনী মন্ত্ৰেৰে সঞ্জীৱিত কৰি অসমীয়া সাহিত্যক এটি গতিশীল প্ৰক্ৰিয়া প্ৰদান কৰিছিল। এচাম নতুন লেখকক জন্ম দিয়াৰ লগতে 'বাঁহী'য়ে অসমীয়া সাহিত্যত নতুন ভাৱধাৰা আৰু আদৰ্শৰ সন্ধান দিলে।

সৃজনীশীল সাহিত্য সৃষ্টিত 'বাঁহী'য়ে অপৰিসীম বৰঙণি আগবঢ়াইছিল আৰু এইবোৰৰ যোগেদি নতুন নতুন সাহিত্যিক সমলবো প্ৰকাশ ঘটিছিল। ব্যঙ্গাত্মক কবিতা, প্ৰবন্ধ, ব্যক্তিমুখী নিবন্ধ, মনোবিশ্লেষণাত্মক গল্প, প্ৰবন্ধ, দেশপ্ৰেমমূলক ৰচনা, স্ত্ৰীজাতিৰ প্ৰতিফলন, অসমীয়া সংস্কৃতি আৰু সাহিত্য সম্পৰ্কে চেতনাযুক্ত মনোভাৱৰ প্ৰকাশ আৰু সংৰক্ষণ, সংস্কাৰকামী ৰচনা, অতীতৰ গৌৰৱময় ইতিহাসৰ মূল্যায়ন, অনুবাদ সাহিত্য, প্ৰকৃতি, প্ৰেম, জাতীয় জাগৰণ, অতীতপ্ৰীতি, ভাষা সম্পৰ্কীয় আলোচনা আদি ভাষা-সাহিত্যৰ সকলো বিভাগতে 'বাঁহী'ত চিন্তাপূৰ্ণ ৰচনা লিখাৰ পৰম্পৰাই নিগাজীকৈ খোপনি পুতি লৈছিল। ফলত 'বাঁহী'ৰ যুগত নিৰ্মাণ হৈছিল ভাষা-সাহিত্যৰ এটি সুস্থ-সবল ভেটি। 'বাঁহী'ৰ সম্পাদক হিচাপে লক্ষ্মীনাথ বেজবৰুৱাই এই কথা ভালদৰে উপলব্ধি কৰিছিল যে ভাষাই সাহিত্যৰ দেহ। ভাষাক আওকাণ কৰি সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিবলৈ যোৱাটো দেহলৈ আওকাণ কৰি মনক সুস্থ কৰিবলৈ যোৱাৰ সমান। সেয়ে 'বাঁহী'ৰ জৰিয়তে সাহিত্যৰ শ্ৰীবৃদ্ধি কৰাৰ লগতে সাহিত্যৰ দেহস্বৰূপ অসমীয়া ভাষাৰ উন্নতি সাধনৰ অৰ্থেও বেজবৰুৱাৰ কলম মুখৰিত হৈ উঠিছিল।

অসমীয়া ভাষা-সাহিত্যই যাতে এটা শুদ্ধ ৰূপ পৰিগ্ৰহণ কৰিব পাৰে, তালৈ 'বাঁহী'ৰ চোকা দৃষ্টি আছিল। 'বাঁহী'ৰ ১ ম বছৰ ৪ ৰ্থ সংখ্যাত বেজবৰুৱাদেৱে কৈছে, "হেমকোষ ওলাবৰ আজি কত বছৰ হ'ল। তাৰ বাহিৰে অসমীয়া ভাল লেখকসকলে অনেক পৰিশ্ৰম কৰি বৰ্ণবিন্যাসৰ এটা প্ৰণালী থিয় কৰিছে। এনেস্থলত তালৈ চকু নিদি মইমতভাৱে লেখাৰ মানে কি আমি বুজিব নোৱাৰো। অসমীয়া আখৰ জোঁটনিত উচ্চাৰণৰ প্ৰভাৱ সম্পৰ্কে 'বাঁহী'ত আলোচনা কৰা হৈছিল। উচ্চাৰণৰ পৰাই যে আখৰৰ গঢ়ৰ লৰচৰ হয়, সেই কথাও এনে প্ৰবন্ধত সুস্পষ্ট। পৰৱৰ্তীয়া জাতিৰ দৰেই জিভাত উচ্চাৰণ ফুটি নুঠাৰ বাবেই অসমীয়া সাহিত্যত বহুতো শব্দৰ আখৰ জোঁটনিত বেমেজালি ঘটা দেখা যায়। এই সকলোবোৰ দিশলৈ লক্ষ্য ৰাখি অসমীয়া ভাষা-সাহিত্যক এটা শুদ্ধ ৰূপ দিয়াত 'বাঁহী'য়ে আগভাগ লৈছিল। 'আখৰ জোঁটনিত উচ্চাৰণৰ প্ৰভাৱ' (২৬ শ বছৰ, ৩য় সংখ্যা) শীৰ্ষক প্ৰবন্ধত উচ্চাৰণৰ প্ৰতি গুৰুত্ব আৰোপ কৰি কোৱা হৈছে, "আকাশলৈ বুলি দলি মাৰিলে মূখচত পৰা সম্ভৱ। সেই কাৰণেই, একোটা আদৰ্শ আগত লৈ মানুহে যত্নপৰ হয়। আখৰ জোঁটনিৰ লগত এটা জাতিৰ অধোগতি বা উন্নতিৰ সম্পৰ্ক আছে। অনা অসমীয়া গায়িকাই 'কিয় তইনো আহিলি কুলি' নুবুলি 'ক্য তৈনু আহিল কুটলি' গালে আমি তাকে অনুকৰণ নকৰো। কোনো কোনোৰ প্ৰভুত্বলৈ সেৱা জনাই, আখৰ জোঁটনিৰ আৰু দুৰ্গতি আনিলে — তথা, ভাৰতীয় সংস্কৃতিৰ পিচ পৰিলে গোটেই জাতিৰ অভিশাপ পুৰুষ-পৰম্পৰা ক্ৰমে ভুগিব লাগিব।"

ডঃ বাণীকান্ত কাকতিদেৱে 'বাঁহী'ৰ পাততে অসমীয়া ভাষা সম্পৰ্কে গুৰুত্বপূৰ্ণ আলোচনা আগবঢ়াই থৈ গৈছে। অসমীয়াত ব্যৱহৃত বিভিন্ন ঠাইৰ নাম, জন্তুৰ নাম,

সম্বন্ধবাচক শব্দ, যৌন অঙ্গবোধক শব্দ আদিত অষ্ট্রিক ভাষাৰ প্ৰভাৱৰ কথা ডঃ কাকতিয়ে গৱেষণাৰ দ্বাৰা উদ্ঘাটন কৰি 'বাঁহী'ৰ যোগেদি পাঠকৰ দৃষ্টিগোচৰ কৰিছিল। 'অসমীয়া ভাষাৰ অষ্ট্ৰিক অধঃস্তৰ' (২৬শ বছৰ ২য় সংখ্যা) প্ৰবন্ধত ডঃ কাকতিয়ে লিখিছে: "ব্যাকৰণগত গাঁঠনি আৰু বহুসংখ্যক উচ্চাৰিত শব্দৰ (vocable) প্ৰকৃতিত অসমীয়া ভাষা এটা পূৰ্ণতাপ্ৰাপ্ত ইণ্ডএৰিয়ান (ভাৰতীয় আৰ্য্য) ভাষা হ'লেও নানাফালৰ পৰা ওচৰ-চুবুৰীয়া অনাৰ্য্য ভাষাবিলাকৰ প্ৰভাব আহি ইয়াৰ ওপৰত পৰিছে। কিন্তু এইটো মনকৰিবলগীয়া যে দাঁতি কাষৰৰ পাৰ্ব্বত্য অঞ্চলত কথিত 'তিবেতো বাৰ্ম্মান' জাতিৰ ভাষাৰ শব্দমালাৰ লগত অসমীয়া ভাষাৰ শব্দমালাৰ যি সাদৃশ্য আছে, তাতকৈও বেছি আৰু সুস্পষ্ট সাদৃশ্য দেখিবলৈ পোৱা যায় অসমীয়া আৰু সুদূৰ মালয় উপদ্বীপৰ আদিম ভাষাসমূহ আৰু ওচৰৰ মুন্দাৰি, সান্তালি আৰু খাছি ভাষাৰ শব্দমালাৰ লগতহে। এই সাদৃশ্যবোধক (correspondence) অসমীয়া ভাষাৰ এটা অবিচ্ছেদ্য অধঃস্তৰ (substartum) বুলি ধৰিবৰ কাৰণ আছে।"

প্ৰাচীন সাহিত্যৰ পুথি সংগ্ৰহৰ ওপৰত গুৰুত্ব আৰোপ কৰি তেনে সাহিত্য সম্বন্ধীয় আলোচনাও 'বাঁহী'য়ে প্ৰকাশ কৰিছিল। সোণাৰাম চৌধুৰীৰ 'পুৰণি অসমীয়া পুথি সংগ্ৰহ' (৪ৰ্থ বছৰ, ৪ৰ্থ সংখ্যা) নামৰ এটি প্ৰবন্ধত পোৱা যায়, "শঙ্কৰী যুগৰ আগেয়ে কি কি পুথি আছিল তাৰো একো ভাল নিৰাকৰণ হৈ উঠা নাই। এই যুগৰ আগৰ কেৱল দীপিকাছন্দ ১১শ শতাব্দীৰ আৰু ডাকৰ বচন ৬ষ্ঠ শতাব্দীৰ বুলি প্ৰমাণ পোৱা যায়। আমাৰ ভাষাক বহুত ইংৰাজ লেখকে আন কোনো ভাষাৰ সহায় নোলোৱাকৈ স্বাধীনভাৱে পৰিপুষ্ট হৈছে বুলি কয় আৰু বঙ্গলা ভাষাতকৈ আগৰ বুলি বিশ্বাস কৰে। ... স্বৰ্গীয় ৰায় মাধৱচন্দ্ৰ বৰদলৈ বাহাদুৰৰ মতে দীপিকাছন্দ পুথি ১১শ শতাব্দীৰ, কিন্তু বঙ্গালী সমালোচকে ইয়াক ১৬শ শতাব্দীৰ পাছলৈ টানি আনিব খোজে। এইবিলাক কথাৰ যথাযথ সমালোচনা কৰিবলৈ হ'লে আমাৰ হাতত বহুত সঁজুলিৰ দৰকাৰ।"

মহাপুৰুষ শঙ্কৰদেৱ-মাধৱদেৱৰ পিছতে তেওঁলোকৰ অনুগামী হিচাপে অনন্ত কন্দলিৰ নাম স্মৰণযোগ্য। 'ৰামায়ণ', 'কুমৰ হৰণ', ভাগৱত ষষ্ঠ স্কন্ধৰ 'বৃত্ৰাসুৰ বধ', 'মধ্য আৰু শেষ দশম', 'মহীৰাৱণ বধ' কাব্য, 'সীতাৰ পাতাল প্ৰবেশ নাট' আদি ৰচনাৰে অনন্ত কন্দলিয়ে শঙ্কৰী যুগৰ বৈষ্ণৱ সাহিত্য চৰ্চ্চা কৰি থৈ গৈছে। এইজনা অনন্ত কন্দলিৰে ভাষা আৰু ৰংপুৰ প্ৰভৃতি অঞ্চলত প্ৰচলিত পুৰণি পুথি আৰু সাঁথৰৰ ভাষাক পুৰণি বঙ্গভাষা বুলি বঙালী সাহিত্যিকসকলে মত পোষণ কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাদেৱে 'বাঁহী'ৰ ১ম বছৰ ১০ম সংখ্যাৰ 'সম্পাদকৰ চ'ৰা'ত যুক্তি আৰু উদ্ধৃতিৰে তাৰ প্ৰতিবাদ জনাই অসমীয়া ভাষাৰ মৰ্যাদা ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিছিল। তেওঁ লিখিছিল, "অনন্ত কন্দলি শঙ্কৰদেৱৰ সমসাময়িক। কৃত্তিবাসো তেওঁলোকৰ সময়ৰে। কৃত্তিবাসৰ জন্ম ১৪৩২ খৃষ্টাব্দত। শঙ্কৰদেৱৰ জন্ম ১৪৪৯ খৃষ্টাব্দত। মাধৱ কন্দলি এওঁলোকৰ আগ। এতেকে প্ৰায় একে সময়তে লেখা কবি মাধৱ কন্দলি, অনন্ত কন্দলি আৰু শঙ্কৰদেৱৰ ভাষাৰে আচল বঙ্গালী কবি কৃত্তিবাসৰ ভাষা পাঠকসকলে মিলাই চাওক, কি ফটফটীয়া প্ৰভেদ। কৃত্তিবাসৰ ভাষাক কোনোবা অসমীয়াই পুৰণি অসমীয়া ভাষা বুলি সামৰি ল'ব পাৰেনে? কেতিয়াও নোৱাৰে। তেন্তেনো অনন্ত কন্দলি আদি আমাৰ কবিসকলৰ পুথিবোৰ বঙ্গালী সাহিত্যিকসকলে সামৰি বঙ্গলা ভাষাৰ টোটোলাত সুমাবলৈ যায় কিয়?"

অসমীয়া ভাষা যে প্ৰাচীন কালৰে পৰা এটা চহকী ভাষা সেই কথা 'বাঁহী'য়ে অতি স্পষ্টভাৱে ঘোষণা কৰিছে। 'সম্পাদকৰ চ'ৰা'তে বেজবৰুৱাই তাৰ সন্তেদ দি লিখিছে, "যি কামৰূপৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰে দুৰূহ জ্যোতিষবিদ্যা চৰ্চ্চাত প্ৰতিপত্তি লভি ভাৰতত প্ৰখ্যাত হৈছিল, যি কামাখ্যা তীৰ্থৰ অশেষ মহিমা হিমালয়ৰ পৰা কন্যা কুমাৰীলৈকে জনাজাত আছিল, যি কামৰূপৰ বশিষ্ঠ গালৱ গোকৰ্ণ আদি আৰ্য্য মহাঋষিসকলৰ তপস্যাৰ স্থান আছিল, সেই পুৰণি কামৰূপৰ ভাষাৰ প্ৰবল প্ৰভাৱৰ কথা অস্বীকাৰ 'কোন মাইকীৰ পোৱে' কৰিব? অতি প্ৰাচীনকালৰ কথাকে নালাগে, যি অসমীয়া কোচবেহাৰৰ নৰনাৰায়ণ ৰজাৰ সভ্য বঙ্গদেশৰ নানা ঠাইৰ পৰা অহা আগাঢ় পণ্ডিতসকলে উজ্জ্বল কৰিছিল, আৰু যিসকলক নিজৰ গুণেৰে হুৰুৱাই অসমীয়া মহাকবি ৰামসৰস্বতীয়ে মহাভাৰতৰ অসমীয়া ভাঙনি কৰিবলৈ ৰজাৰ পৰা অনুজ্ঞা লভিছিল, সেই কামৰূপৰ ভাষাৰ ক্ষমতা কোন মূৰ্খই অস্বীকাৰ কৰিব? অনেকে নাজানে যে কলিকতাৰ ঠাকুৰ বংশৰ উপৰিপুৰুষ বিখ্যাত পুৰুষোত্তম বিদ্যাবাগীশে কোচবেহাৰৰ ৰাজসভাত থাকি ৰজাৰ অনুজ্ঞা মতে অসমত প্ৰচলিত 'ৰত্নমালা ব্যাকৰণ' ৰচনা কৰিছিল।" যোগেশ চন্দ্ৰ ৰায় বিদ্যানিধি নামে এজনাই 'মৃন্ময়ী' নামৰ বঙলা মাহেকীয়া কাকতত প্ৰকাশিত তেওঁৰ 'আসামের ও উৎকলের বঙ্গভাষা' প্ৰবন্ধত অসমীয়া ভাষাটো যে বঙ্গভাষাৰে সৈতে সুকীয়া নহয় সেই কথা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল। বেজবৰুৱাই তেওঁৰ ক্ষুৰধাৰ কলমেৰে 'বাঁহী'ৰ পাতত তাৰ প্ৰতিবাদৰ সুৰত লিখিছে,

"আজিকালিৰ বঙালী ন সাহিত্যিকসকলৰ বায়ুটো যে বৰ কম নহয় ইয়েই তাৰ এটা প্ৰমাণ।" অসমীয়া ভাষাৰ ন্যায্য স্থান, মৰ্যাদা অক্ষুন্ন ৰখাৰ ক্ষেত্ৰত 'বাঁহী'ৰ অৱদান চিৰস্মৰণীয়।

পুৰণি বুৰঞ্জীমূলক নামৰ উচ্চাৰণতো 'বাঁহী'য়ে মতামত আগবঢ়াই অসমীয়া ভাষাৰ উচ্চাৰণ ৰীতিত এটা শুদ্ধ জনমত গঢ়ি তুলিবলৈ যত্ন কৰিছিল। 'বাঁহী'ৰ ৬ ষ্ঠ বছৰ ২ য় সংখ্যাত 'প্ৰমতেশ্বৰী নে প্ৰমথেশ্বৰী' এই সম্পৰ্কে এটি আলোচনা হৈছিল। ৬ ষ্ঠ বছৰ ৪ ৰ্থ সংখ্যাত পোৱা যায়, "১৮৯৮ চনত সদিয়াৰ তাহানিধনৰ প্ৰধান ৰজাঘৰীয়া কৰ্মচাৰী মি. নিধাম চাহাবে টেঙাপানী নৈৰ বহুত উজনিত এটা ডাঙৰ পিতলৰ ডবা পায়। ডবাৰ গাত তলত লিখা শ্লোকটো কটা আছিল।

নৃপঃ শিৱসিংহ বৃহৎ ৰাট্ প্ৰমথেশ্বৰী।
দম্পতিত্বাব কুৰুতা এতৎ পিত্তল দন্দুভিং॥

ইয়াৰ পৰা প্ৰমথেশ্বৰী নামটোহে শুদ্ধ বুলি বুজা যায়।"

১৯০২ চনত ডিব্ৰুগড়ৰ শ্ৰীমালভোগৰাম দত্ত ভৰালী নামে এজন 'প্ৰকাশক গ্ৰন্থকাৰে' মহাপুৰুষ শঙ্কৰদেৱৰ 'ভকতি প্ৰদীপ'খন নিজে গৰুড় পুৰাণৰ পৰা ভাঙি তাৰ শব্দ পদ বদলি কৰি ছপা কৰি উলিয়াইছিল। শ্ৰীজে বেজবৰুৱাই এই কথা সম্পাদকলৈ লিখা চিঠিৰ যোগে জনোৱাত লক্ষ্মীনাথ বেজবৰুৱাই 'বাঁহী'ত প্ৰকাশ কৰাৰ লগতে এনে ভণ্ড সাহিত্যিকক কলমৰ খোচেৰে থকা-সৰকা কৰিছিল।

'বাঁহী'ৰ ১ ম বছৰ ৩য় সংখ্যাত 'বৰ্ত্তমান ভাষাৰ অৱস্থা' প্ৰবন্ধত অসমীয়া আখৰ জোঁটনি, উচ্চাৰণ, ব্যাকৰণ সম্বন্ধে যিখিনি কথা প্ৰকাশ পাইছে, সি অসমীয়া ভাষা-সাহিত্যৰ অমূল্য সম্পদৰ শাৰীত প্ৰতিষ্ঠিত। ব্যাকৰণৰ শুদ্ধতাৰ ওপৰত গুৰুত্ব আৰোপ কৰি কোৱা হৈছে যে শব্দ যিয়েই হওঁক ব্যাকৰণ শুদ্ধ নহ'লে সি গোটেই অশুদ্ধ। সেই সময়ৰ পঢ়াশলীয়া পাঠ্যপুথিৰ বৈয়াকৰণিক ভুল-ভ্ৰান্তিও 'বাঁহী'য়ে আঙুলিয়াই দেখুৱাই ভৱিষ্যতৰ ছাত্ৰসকলৰ মঙ্গল সাধন কৰিছিল লগতে অসমীয়া ভাষায়ো শুদ্ধ ৰূপ এটা গ্ৰহণ কৰিছিল। প্ৰবন্ধটিত লিখা আছে, "অসমীয়া ভাষাৰ আলোচনা কৰিবলৈ যাওঁতে নতুন আখৰ-জোঁটনি, নতুন শব্দ উদ্ভাৱন, নতুন গঠনেৰে লিখা উলিয়াবলৈ যোৱাটো বৰ বেয়া। কিন্তু এই কথাও সঁচা যে যদিও হেমকোষ অভিধানে আমাৰ শব্দবিলাকৰ আখৰ জোঁটনিৰ বাট উলিয়াই দিলে, তথাপি এনে বহুত শব্দ আছে যাৰ বিষয়ে আমি এতিয়াও থিৰাং হ'ব পৰা নাই। হেমকোষত থকা শব্দবিলাকৰ আখৰ-জোঁটনি সম্বন্ধে সকলো এক হ'ব লাগে। হেমকোষত যি আখৰ-জোঁটনি বান্ধি দিছে, তাত আমি আপত্তি কৰিব নেলাগে আৰু হেমকোষৰ বাহিৰে যিবিলাক শব্দ আছে সেইবিলাকৰো এটা ভাল মীমাংসা কৰি সকলোৱে একে আখৰ জোঁটনি গ্ৰহণ কৰিব লাগে।" অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰত বিদেশী শব্দৰ প্ৰভাৱ নুই কৰিব নোৱাৰি। অসমীয়া ভাষাত ভালেমান বিদেশী শব্দ সোমাই পৰিছে। এই ক্ষেত্ৰত সেইবোৰ শব্দৰ উচ্চাৰণ অনুসৰি আখৰ-জোঁটনি হ'ব লাগে বুলি 'বাঁহী'য়ে মত আগবঢ়াইছে। "বিদেশী শব্দ আমাৰ ভাষাত সোমালে তাৰ উচ্চাৰণ অনুসৰি আখৰ-জোঁটনি হয়, আৰু হ'ব লাগে। চাহাব যেনেকৈ লিখোইক, চোলেমান, চৰজমিন, মাছুল, চাৰে (আধা), চমন, চনি, পোছাক, চিয়ালদহ, চুকীয়া, ষ্ট্ৰীট ইত্যাদিও লিখা উচিত। ইংৰাজীৰ 'S'ক চৰে, 'Sh'ক ছৰে, 'Ch'ক চ্চৰে লিখিলেই বোধকৰো বিদেশী শব্দৰ উচ্চাৰণৰ বহুত ওচৰ চাপিব পাৰিমহঁক।" এনেদৰে 'বাঁহী'য়ে অসমীয়া ভাষা সম্পৰ্কীয় বিভিন্ন লেখকৰ বিবিধ ৰচনাৰাজিৰে অসমীয়া ভাষাৰ উন্নতিৰ হকে অৱদান আগবঢ়াই থৈ গৈছে।

অসমীয়া ভাষা সম্পৰ্কীয় বিভিন্ন আলোচনাই জাতিটোক নিজ ভাষা সম্পৰ্কে সচেতন কৰি তুলিছিল। তদুপৰি উজনি আৰু নামনি অসমৰ ভাষাৰ পাৰ্থক্যই যাতে অসমীয়া ভাষাৰ গুৰিত বিভেদৰ সৃষ্টি নকৰে তাৰ প্ৰতিও সততে দৃষ্টি ৰখা হৈছিল। 'বাঁহী'ৰ ১ ম বছৰ ২ য় সংখ্যাত বেজবৰুৱাই লিখিছে: "অসমীয়া ভাষা উজনিৰো অকলশৰীয়া ভাষা নহয় ভাটীৰো অকলশৰীয়া ভাষা নহয়, সি গোটেই অসমৰ ভাষা। শঙ্কৰ-মাধৱ আৰু কন্দলিসকলৰ দিনৰে পৰা আজিলৈকে যি ভাষাত কিতাপ-পুথি ৰচিত হৈ আহিছে, যি ভাষাত অসমৰ মানুহে, ঘাইকৈ ওপৰ খাপৰ মানুহে ইজনে-সিজনৰ ভিতৰত দিনৌ মনৰ ভাব সলনা-সলনি কৰি আহিছে আৰু কৰে, সেইটোৱেই অসমীয়া ভাষা। সেই ভাষাটোত উজনিৰ প্ৰাধান্য থাকিব পাৰে, উজনিৰ মাত-কথা প্ৰকাশ কৰিবৰ ভঙ্গী সৰহীয়াকৈ থাকিব পাৰে, আৰু ভাটীৰ তাকৰীয়াকৈ থাকিব পাৰে, কিন্তু সি যে অসমৰ আচল অসমীয়া ভাষা তাত সন্দেহ নাই।" একে প্ৰবন্ধতে বেজবৰুৱাই অতি স্পষ্টভাৱেই এষাৰ কথা উল্লেখ কৰি থৈ গৈছে, "অসমীয়া ভাষাটো যে আন ভাষাৰ অপভ্ৰংশ নহয়, আৰু সি যে সুকীয়া ভাষা আৰু গোটেই আসামৰ নিজা ভাষা এইবোৰ কথা প্ৰমাণ কৰি থাকিবলৈ এতিয়াও আমি মাজে মাজে খনে খনে খুন্দাখুন্দা যুঁজ কৰিয়েই থাকিব লাগিব নেকি? আমাৰ আগৰ জ্ঞানী বিদ্বান বুদ্ধিমান ভাষাজ্ঞ পণ্ডিতসকলে এইবিলাক বিষয়ৰ আলচ

কৰি মীমাংসা কৰি যোৱা কথাবোৰে আমাক শিকনি দিয়লে নটা হৈছেনে?"

'বাঁহী'ত অসমীয়া ভাষা সম্পৰ্কীয় বিবিধ প্ৰবন্ধ প্ৰকাশৰ যোগেদি, ইয়াৰ চৰ্চাৰ জৰিয়তে অসমীয়া ভাষাৰ সম্পদ দিনে দিনে বৃদ্ধি পাইছিল। ভাষা-সাহিত্যৰ প্ৰতি 'বাঁহী'ৰ এই উপকাৰ অসমীয়া ভাষা-সাহিত্যৰ গৌৰৱমণ্ডিত কীৰিটিৰ এটি ৰক্তিম পোৱালমণি। 'বাঁহী'ৰ সতে আদিৰে পৰা সম্পৰ্ক ৰখা চন্দ্ৰকুমাৰ আগৰৱালাই তেওঁৰ চিন্তা-চৰ্চাৰে আলোচনীখনৰ যোগেদি অসমীয়া বৰ্ণবিন্যাস প্ৰণালী স্থিৰীকৰণত অৰিহণা যোগাইছিল।

'বাঁহী' ১ ম বছৰ ১ ম সংখ্যা 'বাঁহী' নামৰ কবিতা, 'জগৰামগুলৰ প্ৰেমাভিনয়', 'খুহুঁতীয়া ৰচনা', 'ৰেডিয়াম' নামৰ বিজ্ঞানবিষয়ক প্ৰবন্ধ, 'অসমীয়া' শীৰ্ষক প্ৰবন্ধ, 'আনন্দৰাম বৰুৱাৰ চমু জীৱনচৰিত', 'দিনৰ সপোন', 'চন্দ্ৰ', 'কুলি', 'খোৱাখোৱা', 'ক'লা-বগা', 'আমাৰ জন্মভূমি', 'ছয় ঋতুৰ ডাক' নামৰ শ্ৰীকৃপাবৰৰ গীত আৰু কাৰ্টুনযুক্ত কবিতা এইখিনি ৰচনা সম্ভাৰেৰে সজাই তোলা হৈছিল। ১ ম বছৰ ১ ম সংখ্যাৰ বিশিষ্ট আকৰ্ষণ 'অসমীয়া ভাষাৰ সম্পৰ্কে আধাৰচেৰেক কথা' শীৰ্ষক বেজবৰুৱাৰ সম্পাদকীয়ৰ আসনত স্থান পোৱা প্ৰবন্ধটি। বেজবৰুৱাই সুকীয়াকৈ সম্পাদকীয় নিলিখি কলিকতাৰ অসমীয়া ছাত্ৰৰ সভাত পঢ়া প্ৰবন্ধটোকে ইয়াত প্ৰকাশ কৰিছিল। প্ৰবন্ধটিত তেওঁ লিখিছে: "... জনা বা শুনা পুৰণি উপদেশকো মাজে-সময়ে নকৈ খুচৰি উজাৰি দিলে এইফেৰা উপকাৰ হয়, যে পাহৰণিত বান্ধ খাই অচল হৈ থকা মনে আকৌ তাৰ ফালে ঢাল লয়। সঁচা কথা কেতিয়াও পুৰণি নহয়, মাত্ৰ কালক্ৰমত তাৰ গাৰ ওপৰত শেলায়ে ধৰে। সেই শেলাই ঘঁহি গুচাই দিলেই সি আকৌ আগৰ নিচিনা চিকুণ হৈ ওলায়। সকলো কামতকৈ উপদেশ দিয়াটো উজু। সেইদেখি উজু কাম হাতত লৈ শলাগ মগনিয়াৰ হ'বৰ আকাংক্ষা মোৰ নাই। কিন্তু বয়সৰ লগে লগে লোকক উপদেশ দিয়াটো এটা অভ্যাসত পৰেগৈ, আৰু লাহে লাহে সেই অভ্যাসটো গোট মাৰি মানুহৰ পৰ্কিতি অৰ্থাৎ স্বভাৱৰ দ্বিতীয় শাৰীলৈ উঠে।

... কুৰি বছৰৰ আগেয়ে কলিকতাৰ কলেজত পঢ়িবলৈ অহা অসমীয়া ছাত্ৰসকলৰ ভিতৰত এটা আন্দোলনৰ সূত্ৰপাত হয়। সেই আন্দোলন আজিকালিৰ নিচিনা গোলমলীয়া স্বদেশী, ভয় লগা 'বইকট', কৰ্কথকনি মৰা 'একষ্ট্ৰীমিষ্ট' নাইবা কোচ পাতোতা 'মডৰেট'ৰ আন্দোলন নহয়। সেই আন্দোলন অতি সৰল, অতি মৃদু, অতি নম্ৰ অথচ বৰ ওখ, বৰ মহৎ; অৰ্থাৎ সি আমাৰ কৰ্ত্তব্য পুণ্যকাম মাতৃভাষাৰ উন্নতি সাধন ব্ৰত।" বেজবৰুৱাৰ 'বাঁহী' প্ৰকাশৰ উদ্দেশ্যও আমি এইবুলি দোহাৰিব পাৰো। সেই উদ্দেশ্যত ফলৱতী যে হৈছে সেই কথা 'বাঁহী'ৰ প্ৰতি ছত্ৰে ছত্ৰে অনুৰণিত হৈ আছে। তেওঁ আকৌ কৈছে, "সেই মহাব্ৰতত দীক্ষিত হৈ নিঃসহায় নিঃসম্বল প্ৰবাসী ছাত্ৰসকলে আসামৰ ইমূৰৰ পৰা সিমূৰলৈকে আন্দোলনৰ এনে এটা ডাঙৰ ঢৌ তুলি দিলে যে তাৰ ফলত আমাৰ জুমুৰা বিৰস বিবৰ্ণ মাতৃভাষা সজীৱ তেজাল হৈ পাত ফুল ফলেৰে সুশোভিত হৈ উঠিল। অৱশ্যে সেই ঢলৰ পিছত যে লালিকৈ খৰ হৈয়েই আছিল আৰু আছে, এনে বুলিব নোৱাৰো, কিন্তু এইফেৰা দুখ নকৰি নোৱাৰি যে, সেই মুঠি ডেকা ছাত্ৰৰ পিছত তেওঁলোকতকৈও বেছি নাইবা তেনেকুৱাও উৎসাহ লৈ মাতৃভাষাৰ হকে খাটোঁতা ছাত্ৰ নোলাল আৰু ওলোৱা নাই। অৱশ্যে তেতিয়াৰ পৰা এইডোখৰ কাল যে একেবাৰেই উদং আৰু টকল হৈ আছিছে এনেও নহয়; বৰং মোৰ কথাৰ ব্যতিক্ৰমস্বৰূপে কেইবাজনো যোগ্য আৰু উৎসাহী ডেকাই এইডোখৰ কালত নিজৰ সময় আৰু যত্ন মাতৃভাষাৰ অৰ্থে ব্যয় কৰি নিজৰ জীৱন সাৰ্থক কৰিছে।" বেজবৰুৱায়ো নিজৰ সময় আৰু যত্ন মাতৃভাষা, সাহিত্যৰ উন্নতিৰ অৰ্থে নিয়োগ কৰি কৃতিত্ব অৰ্জন কৰি থৈ গৈছে। 'বাঁহী'ৰ প্ৰতিখিলা পাততেই যেন বেজবৰুৱাৰ কৃতিত্বৰ পৰিচয় সগৌৰৱে ঘোষিত হৈছে। প্ৰবন্ধটিৰ শেষৰ কথাখিনি আজি পৰ্যন্ত প্ৰতিজন অসমীয়াৰ বাবে মহৌষধস্বৰূপ। তেওঁ বুকু ডাঠ কৰি কৈছে, "... আপোনাসকলে সাৰোগতকৈ জানিব, অসমীয়া ভাষাৰ উন্নতি অসমীয়া সাহিত্যৰ উন্নতি অসমৰ উন্নতিৰ প্ৰথম ঢাপ। আমি একান্ত মনে পৰিশ্ৰম কৰি তাৰ উন্নতিৰ অৰ্থে লাগি গ'লে নিশ্চয় আমাৰ যত্নই ফল ফলিয়াবই। বঙ্গদেশৰ মানুহৰ লেখ সৰহ, আমাৰ দেশৰ লেখ তাকৰ, সেইবাবে আমি তেওঁলোকৰ সৈতে সমানে আগবাঢ়িব পৰা নাই, এনেবিধৰ কথা কৈ মনত প্ৰবোধ দিয়াসকলে জানিব যে সেই প্ৰবোধ মিছা, তাৰে আমাৰ গা নৰয়। লেখত তাকৰীয়া মানুহেও লেখত সৰহীয়াতকৈ ডাঙৰ আৰু সৰহ কাম কৰিছে আৰু কৰিব পাৰে। জাপান আৰু চীন, ইংলণ্ড আৰু ভাৰতবৰ্ষ আমাৰ কথাৰ জলজলীয়া প্ৰমাণ। আমি মানুহ-মুৱা হ'লেই আমাৰ উন্নতিৰ প্ৰবল গতি কোনেও বোধ কৰিব নোৱাৰে। আমি হেৰুৱা মনুষ্যত্ব আকৌ লভিব পাৰিলে আমাৰ উন্নতিৰ প্ৰচণ্ড প্ৰতাপে আকৌ দিশ-বিদিশ তোলপাৰ লগাব। আমাৰ গাৰ পৰা মিছা ভেম গৈ তাৰ ঠাইলৈ প্ৰকৃত আত্মসম্মান আহিলে আমি এইদৰে মুজুৱা লাগি থাকিব নোৱাৰো নিশ্চয় জানিব। এইবোৰ পাৰব

প্ৰধান উপায় জ্ঞান উপাৰ্জ্জন, বিদ্যা উপাৰ্জ্জন আৰু মাতৃভাষাৰ উন্নতি সাধন। স্বদেশৰ আৰু স্বজাতিৰ উন্নতি আৰু মঙ্গল-মন্দিৰৰ সিংহদুৱাৰ হৈছে মাতৃভাষা।" অসমীয়া ভাষা-সাহিত্যৰ বাবে এনে উক্তিৰ তাৎপৰ্য আমি আজিও অনুভৱ কৰা উচিত। এইখিনিতেই মনকৰিবলগীয়া কথা হ'ল যে বেজবৰুৱাই 'বাঁহী'ৰ ১ম বছৰ ১ম সংখ্যাটো বেজবৰুৱা আৰু শ্ৰীকৃপাবৰবৰুৱা নিজৰ ৰচনাৰে যুগুত কৰি প্ৰকাশ কৰিছিল। বেজবৰুৱাৰ অদম্য হেঁপাহ, যত্ন আৰু আত্মবিশ্বাসৰ ফলতেই তেওঁ এই কাৰ্যত কৃতকাৰ্য হোৱা বুলি ক'ব পাৰি। সম্পাদক হিচাপে এয়া বেজবৰুৱাৰ অমোঘ প্ৰচেষ্টা লগতে যুগজয়ী কৃতিত্ব।

অসমীয়া ভাষাৰ প্ৰসাৰ আৰু উন্নতিৰ অৰ্থে 'বাঁহী'ৰ পাতত ভালেমান মূল্যবান প্ৰবন্ধ প্ৰকাশিত হৈছিল। এই ক্ষেত্ৰত 'অসমীয়া ভাষা প্ৰচলন', 'অসমীয়া ভাষা আৰু বৰ্ণমালা সম্বন্ধে যৎ কিঞ্চিৎ', 'গোৱালপাৰাত অসমীয়া ভাষা', 'লেৰেলা অসমীয়া ভাষাটো পিছত বলিশাললৈ উলিয়ালে কোনে? আদি প্ৰবন্ধৰ ভূমিকা নিঃসন্দেহে গুৰুত্বপূৰ্ণ বুলি ক'ব পাৰি। ৰত্নকান্ত বৰকাকতীয়ে অসমীয়া ভাষাৰ ভৱিষ্যতৰ প্ৰতি সন্দিহান হৈ কৈছে, "বাস্তৱতে আজি অসমৰ আৰ্থিক আৰু ৰাজনৈতিক পৰিস্থিতিলৈ চাই অসমীয়া জাতি অদূৰ ভৱিষ্যতত বোম্বাইৰ পাৰ্চী সম্প্ৰদায়ৰ (Persian community) দৰে এটা সম্প্ৰদায় হৈয়ো টিকিবগৈ পাৰিবনে নোৱাৰিব সন্দেহৰ কথা হৈ পৰিল। পাৰ্চীবিলাকৰ জনবল নাই যদিও, ধনবল আছে। অসমীয়া জাতিৰ আছে কি? অসমীয়া জাতিৰ আছিল মাথোন বাপতী সাহোন ভাষাটো, তাকো যদি এতিয়াই বলিশাললৈ আগবঢ়োৱা হয়, তেন্তে আৰু থাকিল কি?"

'বাঁহী'ৰ বুকুত প্ৰতিষ্ঠা লাভ কৰা প্ৰবন্ধসমূহৰ মাজেদি যাতে অসমীয়া ভাষা-সাহিত্যই নিৰ্দিষ্ট ৰূপ লাভ কৰিব পাৰে, শুদ্ধ শব্দৰ প্ৰয়োগ হয় তাৰ বাবে সম্পাদক হিচাপে বেজবৰুৱাক চোকা দৃষ্টি ৰাখিবলৈ সকীয়াই দিয়াও হৈছিল। এনে এটি প্ৰবন্ধ তোলনচন্দ্ৰ শইকীয়াৰ 'অসমীয়া সাহিত্য আৰু ন লিখাৰু' 'বাঁহী'ৰ ১৫শ বছৰ ৯ম সংখ্যাত প্ৰকাশিত হৈছিল। তেওঁ লিখিছিল, "কেঁচুৱা ল'ৰাই প্ৰথমে খোজ কাঢ়িবলৈ ধৰোতে পদে পদে পিছলি পৰাটো সম্পূৰ্ণ স্বাভাৱিক; কিন্তু সেই বুলি ডেকাই ঠটা মাটিত পিছলি পৰাটো অস্বাভাৱিক আৰু দেখিলে হাঁহি উঠা কথা। সেইদৰেই ন লিখকে সাহিত্য ক্ষেত্ৰত নামি প্ৰথমতে শব্দ যোজনত, বাক্য গঠনত পিছল খোৱাটো স্বাভাৱিক আৰু তেওঁলোকৰ সেই দোষ মাৰ্জ্জনীয়। কিন্তু এজন বিজ্ঞ পুৰণি সু-নায়ক সাহিত্য ক্ষেত্ৰত বাৰে বাৰে পিছলি যুৱা দেখিও যদি সাহিত্যৰথী শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই তেখেতক এজন ন লিখাৰু বুলি ধৰি থয় আৰু সেই দোষ শুধৰাবলৈ চেষ্টা নকৰি 'দাৰুভূতো মুৰাৰি' হৈ বহি থাকে তেনেহলে আমি নিশ্চয় ধৰি লব লাগিব যে বৰ্ত্তমান অসমীয়া সাহিত্যৰ ঠেক নাই। আৰু লগে লগে এইটোও নিশ্চয় জানি লব লাগিব যে এই ভাৱেৰে অসমীয়া সাহিত্য ক্ষেত্ৰৰ কাৰ্য্য চলি থাকিলে ভৱিষ্যতলৈ এসময়ত ই আন এটা মূৰ্ত্তি ধাৰণ কৰিব বুলি আমাৰ বিশ্বাস। আমাৰ বোধেৰে শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই এই দোষ শুধৰাবলৈ বেছি পৰিশ্ৰম কৰিব নেলাগিব।" ভাষাৰ শ্ৰেষ্ঠত্ব তাৰ প্ৰকাশ ক্ষমতা আৰু ধাৰাবাহিকতাৰ ওপৰত নিৰ্ভৰ কৰে। এই কথাৰ প্ৰতি 'বাঁহী'ৰ সচেতনতা প্ৰমাণিত হয় 'বাঁহী'ত প্ৰকাশিত লেখনীৰ জৰিয়তে।

আলোচনী, সংবাদ-পত্ৰই সকলো দেশতে ভাষা-সাহিত্যৰ যুগমীয়া প্ৰচাৰ আৰু প্ৰতিষ্ঠাত অৰিহণা যোগাই আহিছে। অসমীয়া ভাষা আৰু সাহিত্যৰ বিকাশ আৰু প্ৰচাৰত 'বাঁহী'য়ে এক মচিব নোৱাৰা স্বাক্ষৰ ৰাখি থৈ গৈছে। সাহিত্য, বুৰঞ্জী, সংস্কৃতি, ধৰ্ম, দৰ্শন, বিজ্ঞান আদি সকলো বিভাগতে 'বাঁহী'ৰ অৱদান প্ৰচুৰ। চুটিগল্প, নাটক, কবিতা, উপন্যাস আদিৰে মনোৰঞ্জন যোগোৱাৰ লগতে সামাজিক নৈতিকতাৰ আদৰ্শও 'বাঁহী'য়ে দাঙি ধৰিছিল। 'বাঁহী'ত কবিতা, প্ৰবন্ধ, গল্প আদি প্ৰকাশৰ উপৰিও কেইটামান নতুন ধৰণৰ শিতান খোলা হৈছিল, যাৰ ফলত আলোচনীখনৰ গভীৰতা আৰু বৃদ্ধি পাইছিল। 'বাঁহী'য়ে সাহিত্য-সমালোচনাৰ এক নিৰ্দিষ্ট ধাৰা প্ৰবাহিত কৰি থৈ গ'ল। কমলাকান্ত ভট্টাচাৰ্যৰ 'চিন্তা-তৰঙ্গ'ৰ দৰে মূল্যবান গ্ৰন্থৰ ৰজনীকান্ত বৰদলৈয়ে কৰা সমালোচনা 'বাঁহী'ত প্ৰকাশিত হৈছিল। 'শঙ্কৰদেৱ আৰু চৈতন্যদেৱ' শীৰ্ষক সমালোচনামূলক আলোচনাও কালিৰাম মেধিয়ে 'বাঁহী'ৰ পাততে আগবঢ়াই থৈ গৈছে। 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী' নামৰ দেবেন্দ্ৰনাথ বেজবৰুৱাৰ গ্ৰন্থ, দেবানন্দ ভৰালীৰ 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' আদি গ্ৰন্থৰ সমালোচনাই অসমীয়া জনসাধাৰণক গ্ৰন্থৰ সম্ভেদ দিয়াত সহায় কৰিছিল। 'টেটোন তামুলী', 'সাদৰী', গ্ৰন্থৰ সমালোচনা হৈছিল 'বাঁহী'ৰ বুকুত। সম্পাদকৰ চ'ৰা, বিভিন্ন বিজ্ঞাপন, কাঁহুলী আৰু খাৰলি আদি শিতানৰ যোগেদি 'বাঁহী'য়ে অভাৱনীয় অৱদান আগবঢ়াই থৈ গৈছে। 'সম্পাদকৰ চ'ৰা'ত সম্পাদক তথা সমালোচক সম্পৰ্কে সুন্দৰ বিশ্লেষণ পোৱা যায়। 'সমালোচনা কাৰ্যৰ বিচক্ষণতা আৰু গভীৰতালৈ আঙুলিয়াই কোৱা হৈছে, "...এইটো নিশ্চয় যে

সমালোচনা বৰ টান কাম। সমালোচকজন ধৰমী ন্যায়বন্ত বিচক্ষণ আৰু সুবিচাৰক হ'ব লাগে, নতুবা তেওঁ প্ৰকৃত সমালোচনাৰ আসনত বহিব নোৱাৰে। ...সমালোচক নাম লৈ চলা লোক কুৰিয়ে কুৰিয়ে পোৱা যায়, কিন্তু তেওঁলোকক বজাই চালে সঁচা সমালোচক বজাদি তেওঁলোক নাবাজে।" বেজবৰুৱাই ভালদৰে অনুভৱ কৰিছিল যে সম্পাদক হৈ সমালোচক হোৱা বৰ কঠিন। সেয়ে সম্পাদক হিচাপে তেওঁলৈ 'বাঁহী'ত সমালোচনা কৰিবলৈ বহুতো কিতাপ আহিছিল যদিও তেওঁ নিজৰ যোগ্যতাত সন্দিহান হৈ সেইবোৰৰ সমালোচনা উপযুক্ত লোকৰ হতুৱাই নিৰপেক্ষভাৱে কৰোৱাই 'বাঁহী'লৈ পঠিয়াবলৈ অনুৰোধ কৰিছিল। অসমীয়া পাঠকৰ মন চুই যাব পৰাকৈ ভাষা-সাহিত্য, বুৰঞ্জী সম্পৰ্কীয় বিভিন্ন মূল্যবান তথ্যৰে সজাই তোলা 'কাঁহুদী আৰু খাৰলি' শিতানটো আছিল অতি সময়োপযোগী।

'বাঁহী'ৰ পাততেই কমলাকান্ত ভট্টাচাৰ্যৰ গুটিদিয়েক চিন্তাৰ ঢৌ'ৱে খলকনি তুলিছিল। 'বাঁহী'ৰ সুৰত মতলীয়া হৈ বহুতো প্ৰতিভাসম্পন্ন ব্যক্তিয়ে হাতত কাপ-মৈলাম তুলি লৈছিল। ৰজনীকুমাৰ পদ্মপতিৰ 'পুৰণি আসামত ভুমুকি' নামৰ প্ৰবন্ধৰ প্ৰকাশে পুৰণি অসমৰ বৃত্তান্ত জনাত সহায় কৰিছিল। ভবানন্দ পাঠক বা বাণীকান্ত কাকতিৰ 'বিজুলী'ৰ চিক্‌মিকনিয়ে অসমীয়া সাহিত্যলৈ পোহৰৰ কণিকা কঢ়িয়াই আনিছিল। এটা জাতিক উচ্চস্থান প্ৰদান কৰাত, জাতিটোক বিশ্বৰ দৰবাৰত চিনাকি কৰি দিয়াত সাহিত্যৰ ভূমিকা অনন্য। আনন্দচন্দ্ৰ আগৰৱালাৰ 'বাঁহী'ত প্ৰকাশিত ঐতিহাসিক গৱেষণাৰ প্ৰবন্ধসমূহে অসমীয়া জাতিটোক উচ্চ স্থানত প্ৰতিষ্ঠিত কৰাত সহায় কৰিছিল। ফলত অসমৰ গৌৰৱ ৰশ্মি সাহিত্যৰ মাজেদি বিচ্ছুৰিত হৈ অসমৰ সীমাৰেখা অতিক্ৰমি দূৰ-দূৰণিলৈ বিয়পি পৰিছিল। সেইদৰেই প্ৰেমধৰ চলিহাৰ 'চিংফৌ খামতিৰ বুৰঞ্জী'ৰ দৰে প্ৰবন্ধই জনজাতিৰ বিষয়ে জনাত সহায় কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ 'আহোম' প্ৰবন্ধত আহোমসকলৰ গুৰি সম্পৰ্কে সবিশেষ বৰ্ণিত হৈছে। 'বাঁহী'ৰ পাতত প্ৰকাশিত জ্ঞানদাভিৰাম বৰুৱাৰ 'বিলাতৰ চিঠি' অসমীয়া সাহিত্যৰ এক অপুৰুণীয়া সম্পদ। তাহানিৰ অসমীয়া ডেকা জ্ঞানদাভিৰাম বৰুৱাই 'বিলাতৰ চিঠি'ৰ যোগেদি বিলাতৰ শিক্ষা, সংস্কৃতি, সমাজ-ব্যৱস্থা আদিৰ সম্ভেদ পঠিয়াই অসমীয়া মানুহৰ মনত চিন্ময় জ্ঞানৰ উন্মেষ ঘটাইছিল। লক্ষ্মীনাথ বেজবৰুৱাক 'সম্পাদক'-এই নতুন সম্বোধনেৰে মাতি আনন্দিত হোৱা জ্ঞানদাভিৰাম বৰুৱাই প্ৰমথন 'বিলাতৰ চিঠি'ত লিখিছে : "পৰীক্ষা পাছ কৰি শিক্ষা লয়। মনৰ শিক্ষা। মনৰ শিক্ষা বিশ্ববিদ্যালয় কি স্কুল কলেজৰ পৰীক্ষা পাছ কৰি যে নহয় আমি এই কথা কোৱা নাই। স্কুল কলেজ বিশ্ববিদ্যালয় মনৰ উন্নতিৰ প্ৰধান সহায়, কিন্তু এই প্ৰধান সহায়ৰ বিনা সাহায্যতো মনৰ উন্নতি হ'ব পাৰে; যদিও সি টান কথা। ঘৰত বহিও মনৰ উন্নতি কৰা যায়। তাতকৈও, বিশ্ববিদ্যালয়ৰ পৰীক্ষা পাছ কৰি কৰাতকৈও, মনৰ উন্নতি হয় ভ্ৰমণৰ পৰা।"

কবিতাৰ দিশত 'বাঁহী'ৰ অৱদান প্ৰচুৰ। 'জোনাকী' কাকতত অঙ্কুৰিত হোৱা ৰোমাণ্টিক কবিতাৰ ধাৰা প্ৰবাহিত হৈ আহি 'বাঁহী'ৰ বুকুত কাব্য সৰোবৰৰ সৃষ্টি কৰিলে। ৰোমাণ্টিক কবিতাৰ দ্বিতীয় স্তৰে 'বাঁহী'ৰ বুকুতেই পেখম ধৰিলে। 'বাঁহী'ৰ ১ম বছৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত 'কবিতা' প্ৰবন্ধত কবি যতীন্দ্ৰনাথ দুৱৰাই কৈছিল, "কবিতাই আমাক সেই ৰাজ্যলৈ লৈ যায় যি ৰাজ্যত বহি কবিয়ে কল্পনাৰ বলেৰে ছবি আঁকিছিল। আমি সেই ৰাজ্যৰ অসীম সৌন্দৰ্য্য দেখি সংসাৰৰ জ্বালা-যন্ত্ৰণা পাহৰি কবিৰ ভাবতে ভোল গৈ আপোন হেৰুৱা হওঁ। আৰু কবিতাই কি কৰে ? কবিতাই কল্পনাৰ ৰাজ্যত ফুৰাই, পাৰিজাত ফুল ফুলি থকা নন্দন কাননৰ দাঁতিয়েদি বৈ যোৱা মন্দাকিনীৰ তীৰৰ অপ্সৰাসকলৰ সুমধুৰ সঙ্গীত পৰিপূৰ্ণ স্বৰগৰ অপূৰ্ব্ব শোভা দেখুৱাই, মন আনন্দেৰে প্ৰফুল্লিত কৰি, পুনৰ মৰতলৈ নমাই মেঘৰ গাজনিৰে সৈতে ভীষণ ধুমুহাপূৰ্ণ প্ৰকৃতিৰ ভয়ঙ্কৰ মূৰ্ত্তি আগত তুলি ধৰি ভয় লগুৱাই, হৃদয় বিদাৰক মৃত্যুৰ ছবিৰ কাষেদি লৈ গৈ, প্ৰাণত শোকৰ বেগ উঠলাই, শৰতৰ নিৰ্ম্মল জোনাক সৰগৰ তলেদি আনি, বসন্তৰ কুঁহি কুঁহি নতুন ফুল-পাতেৰে জক্‌মকোৱা, গছলতাৰে সুসজ্জিত প্ৰকৃতিৰ বিতোপন মনমোহা ৰূপেৰে, হৃদয়ক বিস্ময় ৰসেৰে বুৰুৱাই, নিৰ্জীৱ মনৰ ভাব সজীৱ কৰি, মৰমৰ প্ৰাণত শান্তিৰ পানী ছটিয়াই দিয়ে।" 'বাঁহী'ত প্ৰকাশিত কবিতাসমূহে এনেবোৰ গুণেৰে বিভূষিত হৈ অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাৰ লগতে এচাম কবিক প্ৰতিষ্ঠিত কৰি গ'ল। যতীন্দ্ৰনাথ দুৱৰাৰ কাব্যিক প্ৰতিভাৰ স্ফুৰণ ঘটে 'বাঁহী'ৰ পাততে। দুৱৰাক 'বাঁহী'য়ে এজন শ্ৰেষ্ঠ কবি হিচাপে স্বীকৃতি দি থৈ গ'ল। চন্দ্ৰকুমাৰ আগৰৱালাৰ ধাৰাবাহিকভাৱে ওলোৱা 'বীণ-ব'ৰাগী'ৰ সুৰে 'বাঁহী'ৰ বুকুত জোঁৱাৰ তুলিলে। সেই জোৱাৰৰ খেও ধৰি অসমীয়া কবিতাৰ ইতিহাস আৰু এখাপ ওপৰলৈ উন্নীত হ'ল। 'বসন্ত ! তোমাক মই বৰ ভালপাওঁ, জগত ভুলোৱা ৰূপ দেখি ভোল যাওঁ' বুলি কবি দণ্ডিনাথ কলিতাই 'বাঁহী'ৰ পাততেই মনৰ ভাব প্ৰকাশ কৰিছিল। পদ্মাৱতী দেৱী ফুকননী, অম্বিকানাথ বৰা, তৰুণৰাম

ফুকন, ঘনশ্যাম শৰ্মা, জ্ঞাননাথ বৰা, চাৰুচন্দ্ৰ শৰ্মাঠাকুৰ, লক্ষ্মীধৰ শৰ্মা, শৈলেন্দ্ৰনাথ ফুকন, উমেশচন্দ্ৰ বৰুৱা আদিৰ কবিতা 'বাঁহী'ত প্ৰকাশিত হৈছিল। সেইদৰেই জ্যোতিপ্ৰসাদ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীনাথ বেজবৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, সূৰ্যকুমাৰ ভূঞা, বিনন্দচন্দ্ৰ বৰুৱা, ৰঘুনাথ চৌধাৰী, ডিম্বেশ্বৰ নেওগ, অতুলচন্দ্ৰ হাজৰিকা, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, যমুনা খাটনিয়াৰ, প্ৰসন্নলাল চৌধুৰী, নলিনীবালা দেৱী আদি কবি হিচাপে প্ৰতিষ্ঠিত হোৱাত 'বাঁহী'ৰ অৰিহণা আকাশলংঘী। ৰত্নকান্ত বৰকাকতীয়ে

'চকু নে সি দুটি
দুটি পদুমৰ পাহি ?
ভ্ৰম হয়চোন
দেখিলেই তাৰ হাঁহি !'

বুলি 'বাঁহী'ৰ পাততে তেওঁৰ ভ্ৰমৰ বতৰা সদৰি কৰিছিল। কবি ৰঘুনাথ চৌধাৰীৰ ফুলনিত এপাহ ফুল ফুলা এটি অকণমান কাঞ্চন পুলিয়ে দোকমোকালিতে উঠি 'ফাগুনী মলয়া বাত লাহতী খোপাত পিন্ধি ফুল এটি' কবি অতুলচন্দ্ৰ হাজৰিকাক মাত লগোৱাত 'বাঁহী'ৰ পাততে তেওঁ 'কাঞ্চনীৰ কথা' প্ৰকাশ কৰিছিল। অম্বেশ্বৰ চেতিয়া ফুকনৰ 'শিলঘাট' নামৰ বুৰঞ্জীমূলক কবিতাটি 'বাঁহী'ৰ বুকুত উজ্জ্বল স্বাক্ষৰ।

মৌলিক কবিতাৰ উপৰিও অনূদিত কবিতাৰ প্ৰকাশে বাঁহীৰ বুকুত অনুবাদ সাহিত্যৰ সূচনা কৰিলে। দেবেশ্বৰ চলিহাই কৰা শ্যেলীৰ 'To a Skylark'ৰ অসমীয়া ভাঙনি 'স্কাইলাৰ্ক' ৬ষ্ঠ বছৰ ১ম সংখ্যাত প্ৰকাশিত হৈছিল।

"সোণৰ ৰহণ ঢালি
আকাশত পাখি মেলি
মঘৰ লগত মিলি
মৌসনা গীত তুলি
কোন তুমি কোৱাচোন ভুৱন ভুলোৱা ?
চৰাই নোহোৱা তুমি
ঘিণ কৰি মৰ্ত্তভূমি,
উঠি গৈ আকাশত
লুকাই মেঘৰ ছাঁত
গীত-মধু বৰষুণ সদাই পঠিওৱা ?
যেন্হঁজালি সময়তে
উঠি তুমি পোনচাতে
পোৱা গৈ আকাশৰ
তোমাৰ সাদৰি ঘৰ,
আৰু তাতে গান গাই সাঁজলৈকে নিউৱা।
দুপৰীয়া গা ঢাকি
তৰাৰ লগতে থাকি
শুনোৱা তুমি বীণ
শূইন আকাশত যেন
তোমাৰ ৰঙৰ টৌৱে পৃথিৱী যে বুৰুৱা।
পাতৰ আঁৰত থাকি
সৌৰভতে গা ঢাকি
যেনেকৈ ফুলটিয়ে
গোন্ধেৰে চিনাকি দিয়ে
গীতেৰে চিনাকি দি তুমিও তেনে লুকুৱা।
পৃথিৱীত যতখিনি
ভাল বস্তু আছে মানে
জহত জুৰণি পানী
গছলতা মুক্তামণি
সকলোটি পৰাজয় তোমাৰেহে আগতে।
কিহত ইমান ৰং
পোৱা তুমি নিত্যানন্দ,
চৰাই নে তুমি বাৰু
নাই স্বৰগৰ পাৰু ?
তুমি হেন ৰাওঁয়াল নাই এই মৰ্ত্ততে।"

তৰুণৰাম ফুকনৰ 'বাঁহী'ৰ ২য় বছৰ ১ম সংখ্যাত প্ৰকাশিত 'তেওঁলৈ' কবিতাটি Gatullersৰ আৰ্হি লৈ ByronএEllen লৈ লিখা কবিতাৰ ভাঙনি। সেইদৰেই তেওঁৰ ২য় বছৰ ২য় সংখ্যাত প্ৰকাশিত 'তোমালৈ' নামৰ কবিতাটো Byronৰ কবিতাৰ ভাঙনি। মুঠতে 'বাঁহী'তে অসমীয়া অনুবাদ সাহিত্যৰ-কবিতাৰ পথাৰত কবিসকলৰ পদচিহ্নত 'গোষ্পদে নভোমণ্ডলম্' দেখাৰ দৰে অসমীয়া কাব্য সাহিত্যৰ ভৱিষ্যৎ জিলিকি উঠিছিল। তৰুণৰাম ফুকনে মুছলমানৰ আদি স্তুতি আলহাম দুল্লিলাৰ ভাঙনি 'স্তুতিমালা'ৰ অনুবাদ ঈশস্তুতিত লিখিছে,

'তোমাৰ মহিমা পৰম ঈশ্বৰ
বিশ্বৰ পালক তুমি;
অতি কাৰুণিক পৰম দয়ালু,
ধৰ্ম্ম বিচাৰৰ স্বামী।' ইত্যাদি

এই ধৰণৰ কবিতাই অসমীয়া পাঠকক এই বিষয়টিৰ লগত পৰিচয় কৰাই দিছিল। সেইদৰেই যতীন্দ্ৰনাথ দুৱৰাই Alphouse Dandet ৰ ছাঁ লৈ লিখা 'মোৰ শেষ পাঠ' কথা কবিতাও 'বাঁহী'ৰ বুকুত সোণৰ দুগদুগী।

অসমীয়া গীতি-সাহিত্যৰ ৰৱৰৱতো 'বাঁহী'য়ে সুকীয়া আসন পাতি দৈছিল। শ্ৰীকৃপাবৰ, কলাগুৰু বিষ্ণুৰাভা, আনন্দচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা,

অম্বেশ্বৰ চেতিয়াফুকন, ৰামচন্দ্ৰ দাস, অপূৰ্বচন্দ্ৰ বৰদলৈ, যদুনাথ হাজৰিকা আদি গীতিকাৰৰ গীতে অসমীয়া গীতি-সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি থৈ গৈছে। বেজবৰুৱাৰ 'বাঁহী'ৰ পাতৰ 'অ মোৰ আপোনাৰ দেশ' গীতটিয়েই জাতীয় সংগীতৰ সন্মান পাইছে। এই প্ৰসংগতে তেওঁ 'বাঁহী'ৰ ১৮ শ বছৰ ৩য় সংখ্যাত লিখিছিল, "মোৰ এটা ধাৰণা আছে, সি শুধেই হওক বা অশুধেই হওক, কিন্তু আছে। গছৰ পকা ফল সৰি পৰিলে, গছৰে সৈতে তাৰ আৰু সম্পৰ্ক নেথাকে। সি তলত পৰি গজে নাইবা জীৱ-জন্তুৰ পেটলৈ যায় নাইবা বতাহে তাক উৰাই নি দূৰ-দূৰান্তৰত পেলায়। গছ তাৰ আলৈ-আথানি বা আদৰ-সাদৰৰ পৰা আঁতৰত। অৱশ্যে তাৰ আদৰ দেখিবলৈ পালে গছৰ যে সন্তোষ নহয় অথবা আলৈ-আথানি চকুত পৰিলে যে গছ অলপ নহয় অলপ ব্যথিত নহ'ব, এনে নহয়; তথাপি গছ তাৰ বিষয়ে নিৰ্লিপ্ত। শ্ৰীমন্ত শংকৰদেৱৰ প্ৰথম পুথি 'হৰিশ্চন্দ্ৰ উপাখ্যান'। এদিন তেওঁ পাটবাউসীত থাকোঁতে, এটা মগনিয়াৰে হৰিশ্চন্দ্ৰ পুথিৰ পদ মাতি, মাগি ফুৰা দেখি তেওঁ দুখ কৰি কৈছিল, 'মোৰ প্ৰথম মানস-সন্তান ভিক্ষাৰী হ'ল।' মোৰ ৰচিত এই গীতটি, ভিক্ষাৰী হোৱা দূৰত থাওক, 'National Anthem' অৰ্থাৎ জাতীয় সংগীতৰূপে ৰাজৰাজেশ্বৰ হোৱা দেখি অৱশ্যে মোৰ আনন্দ যে কুলাই-পাচিয়ে নধৰা হৈছে তাক নক'লেও হ'ব।"

'বাঁহী'ৰ ৬ষ্ঠ বছৰ ১ম সংখ্যাত পদ্মধৰ চলিহাই ৰবীন্দ্ৰনাথৰ গীতৰ সুৰ 'আজি প্ৰণমি তোমাৰে চলিব নাথ'ৰ অনুকৰণত গীত ৰচিলে :

"আমি ভকতি আঁজলি যাচিছোঁ প্ৰভু বন্দনা গানে।
প্ৰভু তোমাৰ করুণা কিৰণ ঢালা মঙ্গল দানে।
গাইছে চৰায়ে তোমাৰে মহিমা,
জোন বেলি তৰা ঘোষিছে গৰিমা,
বিবিধ ছন্দে তব গুণ-গান, পঞ্চম তানে।
গুচোৱা মনৰ কুঁৱলী আন্ধাৰ,
দিয়া গিয়ান অমৃতধাৰ,
ফুটোৱা প্ৰীতি, নীতি, অনুভূতি, আমাৰ প্ৰাণে প্ৰাণে।
অৰপি বাসনা তোমাৰ চৰণে
জীৱন কৰ্ম্ম সাধো ৰঙ্গমনে
পূজিম অমোঘ মন্ত্ৰে নিতে, উন্নতি ধ্যানে॥"

সেইদৰেই ৬ষ্ঠ বছৰ ২য় সংখ্যাত তেওঁ ডি. এল্. ৰায়ৰ 'ঘনতমসাবৃত অম্বৰ ধৰণী' সুৰৰ অনুকৰণত লিখিছে,

"কি সাহেনো যাওঁ প্ৰভু আন্ধাৰে মুধাৰে,
জ্বলোৱা বন্তি জ্ঞানৰ শলাৰে।
মোহেৰে অন্ধ, মায়াৰে বন্ধ,
দুৰ্ব্বল হিয়া, লাগিছে ভয়।
চিন্তা ভাবনা, বিষাদ দৈন্য,
আছে দলে দলে বিপদ- সৈন্য",
ইত্যাদি

বনগীত, টোকাৰীগীত, বিহুগীত, সতী জয়মতীৰ গীতৰ ধ্বনিয়ে 'বাঁহী'ৰ বুকুত সুৰীয়া পৰিবেশৰ সৃষ্টি কৰিছিল।

অসমীয়া চুটি গল্পলৈও 'বাঁহী'ৰ অৱদান বহল পৰিসৰৰ। 'বাঁহী'ৰ ২৬ শ বছৰ ১ ম সংখ্যাত উমাকান্ত শৰ্মাৰ 'ঘূৰণীয়া পৃথিৱীৰ বেঁকা পথ' নামৰ গল্প প্ৰকাশৰ যোগেদি গল্প-সাহিত্যৰ ক্ষেত্ৰত এক নতুন মনোবৈজ্ঞানিক দৃষ্টিভংগীৰ সূচনা হৈছিল। এই সম্পৰ্কীয় মন্তব্যত 'অসমীয়া কথা-সাহিত্যত চাইক'লজিৰ নতুন আলোকসম্পাত' বুলি কোৱা হৈছে। মানুহে কিয় ভাল পাই এই প্ৰশ্নৰ উত্তৰত গল্পটিত কোৱা হৈছে, "ভাল নাপালে মানুহৰ মানসিক মৃত্যু হয়। মানুহৰ আত্মাই সদায় বিচাৰে বিস্তৃতি। এই বিস্তৃতিক আঁকোৱালি ধৰিবলৈ যাওঁতে সি পায় মানুহ, সি পায় ব্ৰহ্মাণ্ড, সি পায় ঈশ্বৰ।" ইয়াৰ বাহিৰেও কৃষ্ণ ভূঞাৰ 'প্ৰগতি আৰু প্ৰকৃতি', হৰগোবিন্দ শৰ্মাৰ 'কাৰ বাবে দিলা এনে আত্ম বলিদান', ৰুদ্ৰনাথ দেৱশৰ্মাৰ 'কবিৰাজ', গোলোকচন্দ্ৰ শৰ্মাৰ 'চণ্ডিকা', গোলোকচন্দ্ৰ পূজাৰীৰ 'পগলা', অম্বেশ্বৰ চেতিয়া ফুকনৰ 'সুৱৰ্ণলতা', বেজবৰুৱাৰ 'পাটমুগী', জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'ৰূপহী', অপূৰ্বচন্দ্ৰ বৰদলৈৰ 'সপোন' আদি ভালেমান প্ৰসিদ্ধ গল্পকাৰৰ গল্পই 'বাঁহী'ৰ পাত শুৱনি কৰি থৈ গৈছে। 'বাঁহী'ৰ পাতত 'গোলাপৰ পত্নীব্ৰত' গল্প লিখিয়েই বলীন্দ্ৰৰাম খাউণ্ড বৈৰাগী হৈছিল। অসমীয়া গল্প-সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰত এই গল্পবোৰৰ সংযোজন নিশ্চয় গুৰুত্বপূৰ্ণ। জাপানী সাধুকথাৰ ইংৰাজী অনুবাদৰ সহায়ত লিখা 'প্ৰিয়তমৰ পূজা' 'বাঁহী'ৰ ২৬ শ বছৰ ৩য় সংখ্যাত প্ৰকাশিত হৈছিল। ২৬ শ বছৰ ১২ শ সংখ্যাত প্ৰকাশিত হৈছিল লীলাদেৱীৰ মোপাঁচাৰ গল্পৰ আৰ্হিত লিখা 'সপোন নে' নামৰ গল্পটি। গতিকে দেখা যায় কবিতাৰ দৰে গল্পৰ ক্ষেত্ৰতো অনূদিত গল্পই 'বাঁহী'ৰ যোগেদি বৰঙণি আগবঢ়াই থৈ গৈছে।

নাট্য-সাহিত্যৰ ক্ষেত্ৰতো যাতে অসমীয়া সাহিত্যই উন্নতি কৰিব পাৰে তাৰ প্ৰতিও 'বাঁহী'ৰ গভীৰ দৃষ্টি আছিল। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'ইন্দ্ৰমালতী' নাটৰ চমু পৰিচয় 'বাঁহী'য়ে প্ৰচাৰ কৰি নাট্য-বিপ্লৱৰ সূচনা কৰিছিল। 'নীলাঞ্জন' গীতি-নাট,

'মগলু-খুঁৱৰী' নাটিকা, 'বাৰেমতৰা' তিনি অংকীয়া নাটৰ যোগেদি 'বাঁহী'য়ে নাট্য-সাহিত্যলৈ অবিহণা যোগাই থৈ গৈছে।

উপন্যাসৰ ক্ষেত্ৰতো 'বাঁহী'ৰ অৱদান আছে। শৰৎচন্দ্ৰ গোস্বামীৰ 'পানীপথ' উপন্যাস 'বাঁহী'ৰেই অমূল্য সম্পদ। বিজ্ঞান বিষয়ক প্ৰবন্ধ 'ৰেডিয়াম', 'বিনা-তাঁৰৰ বাতৰি', 'প্ৰলয়ৰ কথা' আদিৰ সহায়ত 'বাঁহী'য়ে বিজ্ঞানৰ পোহৰ চৌদিশে ছটিয়াই দিছিল।

আনন্দৰাম বৰুৱা, হৰিবিলাস আগৰৱালা, দামোদৰ দেৱ, কনকলাল বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি মহান আৰু প্ৰসিদ্ধ ব্যক্তিসকলৰ ব্যক্তিত্বৰ সংবাদ 'বাঁহী'য়ে সদৰি কৰি জনসাধাৰণৰ মনত প্ৰেৰণাৰ সঞ্চাৰ কৰিছিল আৰু আদৰ্শৰ বীজ ৰোপণ কৰিছিল। ইয়াৰ বাহিৰেও 'বাঁহী'ৰ পাতত ভালেমান মূল্যৱান প্ৰবন্ধ প্ৰকাশিত হৈছিল যিবোৰৰ প্ৰমূল্য আজিও অটুট আছে। 'অসমীয়া সাহিত্যত আজান ফকিৰৰ প্ৰতিভা', 'বেজবৰুৱাৰ সাহিত্য প্ৰতিভা', 'জ্যোতিপ্ৰকাশ', 'আধুনিক সাহিত্যত বুদ্ধিশক্তিৰ অগ্নিপ্ৰয়োগ', 'অসমীয়া গীতা', 'জ্যোতিকণা', 'শংকৰদেৱৰ ৰচনাৱলীত সৌন্দৰ্য্য-প্ৰকাশ', 'বেজবৰুৱাৰ জাতীয় কবিতা', 'ৰবীন্দ্ৰনাথৰ কাব্য আৰু কাব্যতত্ত্ব', 'বেজবৰুৱাৰ সাহিত্যত চুটিগল্প', 'সাহিত্য কাব্য-কলা', 'বৰগীত', 'উপন্যাস', 'মাধৱকন্দলি', 'মোৰ মাতৃমুখ দৰ্শন' আদি 'বাঁহী'ত প্ৰকাশিত সাহিত্য বিষয়ক প্ৰবন্ধ চিৰজীৱি হৈয়ে আছে। সেইদৰেই সংস্কৃতি, বুৰঞ্জী, ধৰ্ম, দৰ্শন সকলো বিভাগতে 'বাঁহী'ৰ অৱদান আছিল অপৰিসীম। ইয়াৰ কলত 'বাঁহী'য়ে কমলাকান্ত ভট্টাচাৰ্য, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, জ্ঞানদাভিৰাম বৰুৱা, বেণুধৰ শৰ্মা, যতীন্দ্ৰনাথ গোস্বামী, জ্যোতিপ্ৰসাদ আগৰৱালা, বাণীকান্ত কাকতি,সোণাৰাম চৌধুৰী, তৰুণৰাম ফুকন, তাৰিণীকান্ত ভট্টাচাৰ্য, প্ৰফুল্লদত্ত গোস্বামী, সত্যপ্ৰসাদ বৰুৱা, বিৰিঞ্চিকুমাৰ বৰুৱা, কনকলাল বৰুৱা, সূৰ্যকুমাৰ ভূঞা, হেমচন্দ্ৰ গোস্বামী, কৃষ্ণকান্ত সন্দিকৈ, ৰজনীকান্ত বৰদলৈ, কালিৰাম মেধি আদি এচাম প্ৰসিদ্ধ প্ৰবন্ধকাৰৰ প্ৰতিভা বিকাশ কৰাৰ সুবিধা পাইছিল লগতে সাহিত্যৰ ভঁৰালত জ্ঞান বিধান সংৰক্ষিত হৈছিল। 'এদনীয়া শাসন', 'অৰাষ্ট্ৰবাদ', 'অৰ্থনৈতিক অৰাষ্ট্ৰবাদ' আদি ৰাজনীতি বিষয়ক প্ৰবন্ধয়ো 'বাঁহী'ৰ অবিহণাত সহায় কৰিছিল।

বেণুধৰ শৰ্মাৰ ভাষাত " 'বাঁহী'য়ে আটাইতকৈ ডাঙৰ কাম দুটা কৰিলে— এটা শ্ৰীমন্ত শংকৰক পুনৰ সঞ্জীৱিত কৰিলে আৰু আনটো কৰিলে 'জোনাকী' যুগৰ আধৰুৱা কামখিনিৰ সম্পূৰ্ণতা।" 'মহাপুৰুষীয়া ধৰ্মৰ বৈশিষ্ট্য', 'মহাপুৰুষ শংকৰদেৱৰ হৰিনাম কীৰ্তন তত্ত্ব', 'শ্ৰীমন্ত শংকৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম', 'কৃষি শক্তিকাত শ্ৰীমন্ত শংকৰ', 'শংকৰী সাহিত্যৰ বৈশিষ্ট্য' আদি 'বাঁহী'ত প্ৰকাশিত প্ৰবন্ধই শ্ৰীমন্ত শংকৰদেৱ বিষয়ক এক সুস্থ চিন্তাধাৰা প্ৰৱৰ্তন কৰিছিল। বেজবৰুৱাৰ 'কৃষ্ণকথা', 'তত্ত্বকথা' আদি 'বাঁহী'ত নিয়মিতৰূপে প্ৰকাশ হোৱা তেওঁৰ গভীৰ জ্ঞান আৰু চিন্তাযুক্ত প্ৰবন্ধাৱলীয়ে বৈষ্ণৱ ধৰ্মৰ বিভিন্ন দিশ পোহৰাই তুলিছিল। একেদৰে 'মহাপুৰুষ মাধৱদেৱৰ ধৰ্মমত' 'বাঁহী'ত প্ৰকাশিত উল্লেখনীয় প্ৰবন্ধ। শংকৰী ধৰ্মৰ বিষয়ে তেওঁ লিখিছিল, "মাগুৰ মাছ বোকাতে থাকে, কিন্তু তাৰ গাত বোকা নেলাগে। জনক ৰজাই ৰাজত্ব কৰিও জীৱন্মুক্ত হৈ আছিল। শংকৰদেৱে পূৰা গৃহস্থী হৈ, সংসাৰ সম্বোধৰত থাকিও, পদুম পাতখিলা যেন গাত পানী নলগা হৈ আছিল।....এইবাবে আমাৰ শংকৰদেৱে সন্ন্যাসীয়া ফকিৰা ধৰ্মৰ কালে মানুহক ঢাল ল'ব নিদি, নিজৰ ঘৰতে থাকি, 'আসনতে সুখে থাকি' দৈনিক জীৱনৰ কাৰ্য্যৰ ওলট-পালট নকৰি, ঈশ্বৰৰ নামগুণ শ্ৰৱণ-কীৰ্তন কৰি সুখে তৰি যাবলৈ ব্যৱস্থা দিছিল। এনে সহজ অথচ উন্নত উদাৰ আৰু যাৰ ধৰ্ম্ম সৌভাগ্যক্ৰমে আমাৰ জাতীয় ধৰ্ম্ম। এনে জাতীয় ধৰ্ম্ম পৰিত্যাগ কৰি বা তাক ভালকৈ বুজিবলৈ চেষ্টা নকৰি বা নুবুজি, আজিকালি আমাৰ দেশৰ শিক্ষিত ডেকাই বিদেশী ধৰ্ম্ম বিচাৰি হাবাথুৰি খাই মৰে, কি দুখৰ কথা।" বেজবৰুৱাই শংকৰ-মাধৱৰ গৌৰৱত গৌৰৱান্বিত হৈ কৈছে, "যদি আমাৰ চেনেহৰ আয়ে এই মহাপুৰুষসকলক একালত গৰ্ভত ধাৰণ কৰি ধন্য নহ'লহেঁতেন, তেন্তে আজি আমি অসমীয়া ভাষা, অসমীয়া সাহিত্য, অসমীয়াৰ বিশুদ্ধ সমাজ আৰু উদাৰ মহান ধৰ্ম্মৰ উত্তৰাধিকাৰী হৈ সেই গৌৰৱত নিজক গৌৰৱান্বিত কৰি মূৰ দাঙি ভাৰত মাতৃৰ এই উত্তৰ-পূবচুকীয়া প্ৰদেশখনত থিয় হৈ থাকিব নোৱাৰিলোহেঁতেন।"

সাহিত্যৰ নৱৰসৰ ভিতৰত হাস্যৰসো এবিধ। এজন ইংৰাজ লেখকে কৈছিল যে আমি যিটো দিনত এবাৰো হঁহা নাই, সেই দিনটো অথলে গ'ল বুলি ধৰি ল'ব লাগে। লক্ষ্মীনাথ বেজবৰুৱাই 'বাঁহী'ৰ পাতত হাঁহিৰ খলকনি তুলি আনন্দৰ প্লাৱন আনিছিল। বসুকান্ত বৰকাকতীৰ ভাষাত, "...অসমীয়া জাতীয় জীৱনৰ পৰিধিলৈ চাই অৱস্থাৰ ব'দ বতাহ বুলি বেজবৰুৱাই সাহিত্যত প্ৰথমেই যি হাস্য-ব্যঙ্গৰস সৃষ্টিৰে নিৰানন্দ অসমীয়াৰ প্ৰাণত আনন্দ দান কৰিলে, যি ৰস ঢালিলে, সি বাস্তৱতে জগতৰ সাহিত্যত বিৰল।" টোপনিতো হাঁহিৰ খলকনি তোলাব পৰা কৃপাবৰ বৰুৱাৰ বুদ্ধীয়া

কথাৰ সম্ভাৰ আছিল 'বাঁহী'ৰ অন্য এক আকৰ্ষণ। কৃপাবৰবৰুৱা লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়াৰ আৱৰ্জনা, ভণ্ডামি, কুসংস্কাৰ, অবিশ্বাস, মিছা ভেম আদি নিৰ্মূল কৰি সমাজ সংস্কাৰৰ উদ্দেশ্যে 'বাঁহী'ৰ পাতত ভালেমান প্ৰবন্ধ, কবিতা আদি প্ৰকাশ কৰি অসমীয়া সাহিত্যৰ ব্যঙ্গাত্মক দিশটো পৰিপূৰ্ণ কৰি থৈ গৈছে।

কচ্ছদেশীয় যোজনাবো অসমীয়া অনুবাদ 'বাঁহী'য়ে প্ৰকাশ কৰিছিল। যেনে- ধনে কথা ক'লে সত্যাই মনে মনে থাকে, জমিদাৰৰ মৰম নিয়ৰৰ নিচিনা ক্ষণস্থায়ী, তিৰোতাৰ চুলি দীঘল, কিন্তু জ্ঞান চুটি, প্ৰতি শিয়ালেই নেজডালৰ যত্ন লয়। পৰীক্ষা নকৰা বন্ধু নফটা বাদামৰ দৰে ইত্যাদি।

সাহিত্য নিজেই এক জাতীয় ইতিহাস। সেই ইতিহাস ৰচা সাহিত্য সৃষ্টি কৰিবলৈ এটা জাতিৰ হাত হ'ব লাগিব পুষ্ঠ, শক্তিশালী। উপযুক্ত সাহিত্য সৃষ্টি কৰিবলৈ, সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিবলৈ জাতিটোও সুস্থ-সবল হোৱা উচিত। সেয়ে 'বাঁহী'য়ে এই কথালৈ সততে দৃষ্টি ৰাখিছিল। সাহিত্যৰ জৰিয়তে মানসিক শ্ৰীবৃদ্ধি ঘটোৱাৰ লগতে স্বাস্থ্য-বিজ্ঞান সম্পৰ্কীয় ৰচনা প্ৰকাশৰ যোগেদি শাৰীৰিক সুস্থতাৰ প্ৰতি আগবঢ়োৱা 'বাঁহী'ৰ উপদেশ-পৰামৰ্শ আজিও গ্ৰহণযোগ্য। 'অসমীয়াৰ আহাৰ আৰু স্বাস্থ্য' (৬ ষ্ঠ বছৰ, ১২ শ সংখ্যা) প্ৰবন্ধত চাঙেটেঙাৰ জোল, মাটিকাঁদুৰীৰ জোল, ঢেঁকীয়াৰ জোল, অমিতাৰ খাৰ, শোকোতাৰ খাৰ, তিতাফুলৰ খাৰ, বৰ কচুৰ খাৰ, দহিকচুৰ খাৰ, পচলাৰ খাৰ, নিম পাতৰ ভজা, কোৱোলালতি পাতৰ ভজা, চজিনা পাতৰ ভজা, মানিমুনি, ওলকচু আদিৰ গুণাগুণ বৰ্ণনা কৰা আছে। তদুপৰি সেই সময়ত কানিৰ গ্ৰাসত পৰি জুকলা হোৱা অসমীয়া সমাজখনক উদ্ধাৰ কৰিবলৈ 'বাঁহী'য়ে 'কানিৰ প্ৰতিকাৰ' শীৰ্ষক বিজ্ঞাপনো প্ৰচাৰ কৰিছিল।

মিত্ৰদেৱ মহন্তই কৈছিল, "সন্তান-সন্ততিসকলক সজ আলোচনা আৰু সৎ সাহিত্য অধ্যয়ন কৰিবলৈ যি প্ৰেৰণা দিব লাগে সেই প্ৰেৰণাৰ মূলতে মাতৃ। এগৰাকী মাতৃৰ স্থান ওপৰত।" 'বাঁহী'য়ে নাৰী জাতিৰ উন্নতিৰ প্ৰচেষ্টাত ব্ৰতী হৈ সাহিত্য-সংস্কৃতিৰ মজিয়ালৈ তেওঁলোকক উলিয়াই আনিছিল। প্ৰজ্ঞাসুন্দৰী দেৱী, ৰত্না দেৱী, অন্নদাদেৱী বৰকটকী, আজলীতৰা নেওগ, লক্ষ্মীপ্ৰিয়া দাস, ৰত্নাৱলী দেৱী, বসন্তলতা হাজৰিকা, স্নেহলতা ভট্টাচাৰ্য, চন্দ্ৰপ্ৰভা শইকীয়ানী আদি লেখিকাসকলৰ প্ৰতিভা বিকাশত 'বাঁহী'য়ে সহায় কৰিছিল।

'বাঁহী'ৰ ২৬ শ বছৰ ১ম সংখ্যাৰ 'কাহিনী আৰু খাৰলি'ত উল্লেখ আছে, "আকাশৰ জোনৰ দৰে 'বাঁহী'ও বাঢ়িছে-টুটিছে, সময়ে সময়ে 'গ্ৰহণ'ৰ আচ্ছাৰত একেবাৰে অদৃশ্য হৈয়ো পৰিছে, তথাপি 'বাঁহী' মৰা নাই। আজি দুকুৰি পাঁচ বছৰ হ'ল, এই কলিকতাৰে দুই নম্বৰ লালবাজাৰ ষ্ট্ৰিটৰ 'আসাম বেঙ্গল ষ্ট'ৰ'ৰ পৰা ১৮৩১ শকৰ আঘোণ মহীয়া পোনপ্ৰথম 'বাঁহী'ৰ সুৰৰ ধ্বনি অসমলৈ বৈ যায়। সেই দিনৰে পৰা ১৮৬১ শকৰ আজিৰ এই চ'তৰ সংক্ৰান্তিলৈকে 'বাঁহী'ৰ যি হ'ল সেইখিনি 'বুৰঞ্জী'— অসমৰ সাহিত্যিক আৰু কৃষ্টিগত বুৰঞ্জীৰ এটা দীঘল অধ্যায়।" প্ৰকৃতাৰ্থত 'বাঁহী' অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰত এক আশীৰ্বাদস্বৰূপ। এই আশীৰ্বাদ বৰষা প্ৰধান পূজাৰীজন হ'ল সম্পাদক লক্ষ্মীনাথ বেজবৰুৱা। 'বাঁহী'ৰ সম্পাদক হিচাপে তেওঁৰ প্ৰধান কৃতিত্ব সেইখিনিতেই। আগতেই উনুকিওৱা হৈছে যে কেৱল নিজৰ ৰচনাৰে মৰসাহ কৰি বেজবৰুৱাই 'বাঁহী'ৰ প্ৰথম খণ্ড উলিয়াবলগীয়া হৈছিল। 'বাঁহী'ৰ ২য় বছৰত বিপৰ্যয়ৰ সৃষ্টি হৈছিল যদিও বেজবৰুৱাই ঐকান্তিক নিষ্ঠা আৰু মনোবলেৰে 'বাঁহী'ক জীয়াই ৰাখিছিল। ইয়াৰ গুৰিতে আছিল বেজবৰুৱাৰ সম্পাদকীয় মনৰ বলিষ্ঠ ব্যক্তিত্ব। 'বাঁহী' যেন এলেহুৱা অসমীয়াৰ প্ৰতি বেজবৰুৱাৰ 'কলঙীং বেল' স্বৰূপ।

'কলঙীং বীজ লৈ বাঁহীয়ে অসম ঘূৰে,
চল পাই য'তে ত'তে বীজ সিচি দিয়ে,
উৰ্বৰা গোপ-গোপী-মন-পথাৰত পৰি
গজি তাতে ডাল-পাত ঠন ধৰি জীয়ে।"
(গোলোকচন্দ্ৰ বৰুৱা)

চৌদিশৰ পৰা অহা আক্ৰমণৰ তীব্ৰ আঘাত, অভাৱ, অনাটন আদিৰ বোকোচাত উঠিয়েই 'বাঁহী' ডাঙৰ-দীঘল হৈছিল; ১৯২৯ খৃষ্টাব্দ পৰ্যন্ত বেজবৰুৱাই ধ্যানস্থ হৈ একেৰাহে 'বাঁহী'ত সুৰ আৰোপ কৰি গ'ল। "বৃটিছ সিংহই অসম অধিকাৰ কৰাৰ পিছত দেশপ্ৰাণ মণিৰাম দেৱানৰ ফাঁচি হৈ যোৱাৰ পিছত, সৰ্বসাধাৰণ অসমীয়া প্ৰজাগণ ভয়ত নিশ্চয় স্বাভাৱিকতে কম-বেছি পৰিমাণে বিহ্বল হৈ পৰিছিল; কিন্তু 'জোনাকী' কাকতে যথাসাধ্য সান্ত্বনা দিলে। তাৰ পিছত বেজবৰুৱাই নিজ হাতে 'বাঁহী' বজাই, নিমাত অসমীয়াৰ মাত উলিয়াবলৈ, কণা অসমীয়াক পতানৰ বদলি ধান বাছি ল'বলৈ সকীয়াই দিলে। 'অসমীয়াই চকুৰে যদি ভালদৰে দেখা নেপায় তেন্তে বীতচকু লগাই লওঁক'— এনেবোৰ উপদেশ তেওঁ পোনপটীয়াকৈ মুখেৰে প্ৰকাশ কৰিব কিমান! বক্তৃতাৰ যোগেদি বুজাব কিমান! সেয়েহে, 'বাঁহী'ক সাৰথিৰূপে

হাতত লৈ, যেতিয়াই যেনে প্রয়োজন, সেইমতেই তাক সুৰ-সংযত কৰিব ধৰিলে।" এয়া বেজবৰুৱাৰ কৃতিত্বৰে পৰিচায়ক।

'বাঁহী'ৰ তৃতীয় সংখ্যাত এখনি চিত্র সংযোজিত হৈছে, য'ত বুকুত মেঠনি মৰা এগৰাকী নাৰীয়ে বাঁহী বজাই আছে; ওচৰত পেখম্ ধৰি থকা এটি ম'ৰা চৰাই। এই চিত্র সম্পৰ্কে শ্ৰীশ্ৰীআউনীআটীয়া গোস্বামীয়ে 'নিৰ্ম্মালি' (১ ম বছৰ ৮ ম সংখ্যা) কবিতাত লিখিলে :

"আজি ৰাতি দহ্ বজাত স্নান কৰি আহি।
পঢ়িবলৈ ধৰোতে পৰিল হাতত 'বাঁহী'।।
ময়ূৰ পক্ষীয়ে পাখি কৰি পাহি পাহি।
বাঁহীত নাচিছে ম'ৰা দেখি উঠিল হাঁহি।।
নন্দৰ নন্দনে বাঁহীত ম'ৰা নচুৱায়।
ব্রজবাসী গোপীগণে বেৰি বেৰি চায়।।
আজিকালি কলিকতাত ৰাধাই বজায়।
বুকুত মেঠনি মাৰি ম'ৰা নচুৱায়।।
ৰাধাৰ মুৰুলি ধ্বনি শুনিবলৈ কেনে।
সম্পাদক মহাশয় বৰুৱাইহে জানে।।
আমিও নেজানো গুণ নুশুনিলো কাণে।
ইমান দূৰৰ পৰা বুজাব নো কোনে।।
ৰাধাই এদিন বাঁহী বজাইছিল হেনো।
কাইছিল কৃষ্ণই ইয়াকেহে জানো।।
নাহিল শৰীৰৰ ভাঁজ, নেডাগিল জানু।
হাঁহি উঠি গুচি গ'ল বৃন্দাবনৰ কানু।।
ৰাধাই বজাই বাঁহী ক'তো শুনাই নাই।
উত্তৰ পঠাব মোলৈ বেজবৰুৱাই।"

বেজবৰুৱাই কোনো প্রতিবাদ নকৰি কবিতাটো 'বাঁহী'ত প্রকাশ কৰিছে। গোস্বামীদেৱলৈ সম্মান জনাই বেজবৰুৱাই সেই ছবি 'বাঁহী'ৰ পাতৰ পৰা আঁতৰাই দিলে। সম্পাদকৰ এনে মহান ব্যক্তিত্বৰে 'বাঁহী' অধিক অলংকৃত হৈ পৰিছিল। অতুলচন্দ্র হাজৰিকাৰ ভাষাত, "'বাঁহী'ৰ প্রথম তিনি বছৰমান প্রায় প্রতি সংখ্যাতে 'কৃপাবৰ বৰুৱাৰ সামৰণি' শিতানত কিছুমান কাৰ্টুন বা কৌতুক চিত্র প্রকাশ হৈছিল। আজিকালি এনে ব্যঙ্গ চিত্রৰ প্রচলন ভাত-মাছ খোৱা কথা হৈছে যদিও সেই কালত সমালোচনাৰ বিকল্প পৰিপূৰক হিচাপে আগৰণুৱা হৈ ইয়াক প্রৱর্তন কৰিব পৰাত বেজবৰুৱাৰ কৃতিত্ব নিশ্চয় উলাই কৰিব পৰা বিধৰ নহয়।"

লক্ষ্মীনাথ বেজবৰুৱাই কেৱল আলোচনীখন জীয়াই ৰখাটোতে গুৰুত্ব দিয়া নাছিল, আলোচনীখনকে উপযুক্ত মাধ্যম হিচাপে লৈ বুদ্ধি আৰু কলমেৰে অসমীয়া ভাষা-সাহিত্যক ন্যায্য স্থানত প্রতিষ্ঠিত কৰিবলৈ থৈয়া-নথৈয়া যুদ্ধত পদাৰ্পণ কৰিছিল। অসমীয়াৰ অপপ্রচাৰ, অসমীয়া ভাষাৰ অপপ্রচাৰ নাইবা অসমৰ বিৰুদ্ধে কোৱা কথাৰ প্রতিবাদ কৰিবলৈ বেজবৰুৱাই 'বাঁহী'ৰ পাতত সিংহমূৰ্তি ধাৰণ কৰিছিল। সেই অন্তৰাত বেজবৰুৱাৰ মনত সৃষ্টি হোৱা বিষোদ্গাৰৰ পৰাই তেওঁৰ কলমেৰে অমৃতময় লিখনীৰ সৃষ্টি হৈছিল; সেই অমৃত সুধা পান কৰি অসম-অসমীয়াৰ বিৰোধীজনো উপকৃত হৈছিল। 'অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য সভা' সম্পৰ্কীয় প্রবন্ধটোৱে ইয়াৰ জলন্ত প্রমাণ দাঙি ধৰিব। এই প্রসংগত ডঃ বাণীকান্ত কাকতিদেৱে কৈছে : "...'বাঁহী' নতুনকৈ ওলাইছে। আমি 'অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য সভা' বুলি ধাৰাবাহিক বেজবৰুৱাৰ পৰা যি তিতা-মিঠা ৰস মিহলোৱা প্রবন্ধ কেতবোৰ ওলাইছিল, তাৰ ভিতৰত বেজবৰুৱাৰ অফুৰন্ত হাস্যৰসৰ কথাবোৰে আমাক বৰকৈ আমোদ দিছিল আৰু হাস্যৰসৰ ধুমুহাকেই আমি তৰ্কতকৈও বেছি প্রবল যেন পাইছিলো। তাৰ ভিতৰত সভাপতিক লক্ষ্য কৰি কোৱা 'বিদ্যাবিনোদ ভায়া' আদি কেতবোৰ কথা কলেজত পঢ়োতেও অধ্যাপক বিদ্যাবিনোদক দেখিলে মনত পৰিছিল। সেই যে বিদেশী প্রভাৱৰ বিৰুদ্ধে আত্মমৰ্য্যাদা জাগি উঠিল, তাৰ কোবত প্রবাসীয়ে আৰু বেছি দিনলৈ মূৰ দাঙিব নোৱাৰিলে। তাৰ পিছত কামাখ্যা পৰ্ব্বতত আৰু এবাৰ বঙ্গীয় সাহিত্য-পৰিষদ বহিছিল। তাৰ পিছতে আৰু অসমৰ পৰা ইয়াৰ তিৰোধান।" সম্পাদক হিচাপে তেওঁ অপ্রিয় হ'লেও সত্যক প্রকাশ কৰাত সদায় আগ্রহী আছিল।

প্রথম বছৰ ২য় সংখ্যাৰ 'সম্পাদক চ'ৰা' বাঁহীৰ আত্মকথা'ত বেজবৰুৱাই লিখিছে: "কাৰ্য্যক্ষেত্ৰত সোমাই নিজৰ ক্ষুদ্র শক্তি অনুসৰি লাহে লাহে কাম কৰি যোৱাটোহে বাঁহীৰ ইচ্ছা। কাৰ্য্যহে যোগ্যতা-অযোগ্যতাৰ চিনাকি, ডাডৰ দীঘল জাননী নহয়। ক্ষুদ্র বাঁহী টিকিবৰ অযোগ্য হ'লে ৰসাতললৈ যাব আৰু যোগ্য হ'লে ওপৰলৈ উধাব, এইটো নিশ্চয়। ...যদি আমাৰ এই ক্ষুদ্র নগণ্য বাঁহীৰ বিনাশ ঘটে, তেন্তে তাৰ নিমিত্তে আমিহে জগৰীয়া, গ্রাহকসকল নহয়। আমি নিজৰ ত্রুটি আৰু যোগ্যতাৰ অভাৱত টিকিব নোৱাৰিম, অথচ গ্রাহকৰ গাত সোপাকে দায় দি নিজৰ গাটোত এপোছ ধল সানি তাক বগাকৈ দেখুৱাম এনে অভিপ্রায় আমাৰ নাই। আমাৰ কাকতক গ্রাহকৰ লাগতিয়াল কৰি তুলিব পাৰিলে, আমি গ্রাহকসকলৰ অনুগ্রহৰ পৰা বঞ্চিত নহওঁ বুলি আমাৰ বিশ্বাস। আৰু এটি কথা, আমি যদি বতৰত ওলাব নোৱাৰি, কেনাই খোৱা মুজুৰা আৰু আবতৰীয়া হৈ ওলাই

'মোক তোল, মোক তোল' কৰি তেওঁলোকক আমনি কৰি থাকো তেন্তে তেওঁলোকে যদি আমাক তুলি ল'বলৈ অমান্তি হয় তেনেহ'লে আমাৰ নিজৰ গাত জগৰৰ ভাগ তেওঁলোকৰ গাতকৈ যে সৰহ হ'ব সেইটো আমি নুবুজি নাথাকো।

আসামত কাকত নচলাৰ যিবোৰ কাৰণ আজিলৈকে আমি শুনি আহিছো, সঁচাকৈ ক'বলৈ গ'লে সেইবোৰৰ ওপৰত আমাৰ আস্থা নাই। আমি যদি লোকক গাৰ্খীৰৰ নামে পানী খুৱাবলৈ যাওঁ আৰু দোলাৰ নামে শিকিয়াত তুলি নিবলৈ যাওঁ, তেন্তে সেই পনীয়া পদাৰ্থ পান কৰিবলৈ আৰু দোলায়মান বাহনত গতি কৰিবলৈ অমান্তি হোৱাসকলৰ গাত দায় দিয়াটো যুক্তিসংগত হ'ব নে ?" বেজবৰুৱাৰ এই কথাখিনি বৰ্তমানৰ আলোচনী-কাকতৰ ক্ষেত্ৰতো বৰ গুৰুত্বপূৰ্ণ বুলি অনুভৱ কৰো।

'বাঁহী'ৰ সুৰদি সুৰ আৰু বাদক বেজবৰুৱাৰ কৃতিত্বৰ প্ৰতি আকৃষ্ট হৈয়ে কবি-নাট্যকাৰ চন্দ্ৰধৰ বৰুৱাই 'নৰ'বা নৰ'বা দেখি, আকৌ বজোৱা, বাঁহীৰ শুৱলা মাত আকৌ শুনোৱা' বুলি বেজবৰুৱাক সঞ্জীৱনী শক্তি প্ৰদান কৰিছিল। 'বাঁহী'ৰ জৰিয়তে মহাপুৰুষ শংকৰদেৱক জাতীয় গুৰুৰূপে প্ৰতিষ্ঠা কৰাত বেজবৰুৱাৰ কৃতিত্ব চিৰস্থায়ী। ডিম্বেশ্বৰ নেওগদেৱৰ ভাষাত, "শংকৰদেৱক জাতীয় গুৰুৰূপে আবিষ্কাৰ কৰি বেজবৰুৱাই বিশেষ বিচক্ষণতাৰ চিনাকি দিছিল।"

বৰ্তমানৰ আলোচনী, বাতৰিকাকতৰ ওপৰত 'বাঁহী'কে আদি কৰি পুৰণি আলোচনী আৰু সেইবোৰৰ সম্পাদকসকলৰ প্ৰভাৱে ভাষা-সাহিত্যৰ উন্নতিৰ দিশত সহযোগিতা আগবঢ়াব পাৰে। বৰ্তমানৰ আলোচনী, বাতৰিকাকত সম্বন্ধে মন্তব্য আগবঢ়াই বিনন্দচন্দ্ৰ বৰুৱাই কৈছিল, "সাহিত্যত স্বেচ্ছাচাৰিতাৰ স্থান নাই। আমাক অনেক লিখকৰ আৱশ্যক হৈ পৰিছে। গতিকে অকল এচাম লিখকৰ ওপৰতে নিৰ্ভৰ কৰি নাথাকি, সম্পাদকসকলে উঠি অহা লিখকসকলক উৎসাহ দিবৰ ব্যৱস্থা, কষ্ট কৰি হ'লেও কৰিবলগীয়া হৈছে। এই বিষয়ে তাহানিৰ 'বাঁহী', 'উষা' আদিৰ স্বনামপ্ৰসিদ্ধ সম্পাদকসকলৰ আৰ্হি সুন্দৰ আৰু গঠনমূলক।" এনে মন্তব্যই সম্পাদক হিচাপে বেজবৰুৱাৰ কৃতিত্বক নিশ্চয় নিৰূপণ কৰিব। ভাষা-সাহিত্যৰ ভঁৰাল ওপচাই পেলাবলৈ কেৱল এচাম মাত্ৰ লিখকৰ ওপৰতে 'বাঁহী'য়ে ভৰসা কৰা নাছিল। লিখক সৃষ্টিৰ প্ৰতিও বাঁহী সমানেই দায়িত্বশীল আছিল। প্ৰবীণ-নবীন সকলো লিখকৰ বাবেই 'বাঁহী'ৰ দুৱাৰ আছিল সদায় উন্মুখ। বিশেষকৈ নতুন লিখকক 'বাঁহী'ৰ পাতত আত্মপ্ৰকাশৰ সুবিধা দি এচাম শৈশৱত আৰু আত্মপ্ৰত্যয়শীল লিখকৰ সৃষ্টি কৰাটোত 'বাঁহী'য়ে যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। 'বাঁহী'ত সন্নিবিষ্ট বিজ্ঞাপনতে এই কথাৰ নিদৰ্শন সুন্দৰভাৱে পৰিস্ফুট হৈছে। "ন-লেখাকসকললৈ 'বাঁহী'ৰ দুৱাৰ সদায় মুকলি। লিখকসমাজ গঢ়ি তোলাটোৱেই 'বাঁহী'ৰ গৌৰৱ।"

শিল্প, শিক্ষা, সাহিত্য-চৰ্চা, সমালোচনা, সমাজ-ধৰ্ম, বিজ্ঞান বিষয়কেই নিবিচাৰো কিয়, 'বাঁহী'ৰ পাতত তাৰেই পৰিতৃপ্তি লাভ কৰিব পৰা গৈছিল। অন্য ভাষাত 'বাঁহী' যেন হৈ পৰিছিল সাহিত্যজাত কল্পতৰু। সেই দিশৰ পৰা 'বাঁহী' হৈ পৰিছিল বিভিন্ন মনোৰঞ্জনেৰে পৰিপূৰ্ণ এখন উৎকৃষ্ট আলোচনী; 'অসমীয়াৰ চিৰলগৰীয়া'।

লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী'ৰ ৰীতি-নীতি পৰৱৰ্তী সম্পাদকসকলেও ৰক্ষা কৰি চলিবলৈ যত্নপৰ হৈছিল। 'বাঁহী'ৰ নীতি আৰু ৰীতি অনুসৰি " 'বাঁহী' কোনো দলৰ বিশেষ বাহন নহয় আৰু সেই ভাৱত 'বাঁহী'ৰ কোনো দলবিশিষ্ট নীতিও নাই। যদি 'বাঁহী'ৰ কাৰণে কিবা দল আছে, যদি 'বাঁহী'য়ে কিবা নীতিত আস্থা ৰাখি চলিব খোজে বা খুজিব পাৰে, তেন্তে সি অইন একো নহৈ সেই দল বিশেষৰ নীতিয়েই 'বাঁহী'ৰো নীতি হ'ব, সেই দলে 'বাঁহী'ৰো দল হ'ব, - য'ত অসমৰ ছয়ত্ৰিছ জাত-কুল-সম্প্ৰদায়, সকলোকে একমুঠ কৰি বান্ধি এক বৃহৎ অসমীয়া জাতি গঠন হোৱাৰ ব্যৱস্থা, বাট আৰু উদ্দেশ্য নিহিত আছে, য'ত কোনো সম্প্ৰদায়ে সম্প্ৰদায়ে, জাতে-কুলে, দলে-ব্যক্তিৰে ভিতৰত ঈৰ্ষা-দ্বেষ, ঘৃণা-পৰিহাস আদিৰ গোন্ধ পাবলৈ নাই, য'ত অসম নিবাসী সকলোৱেই অসমক নিজৰ দেশ, অসমীয়া ভাষাক নিজৰ ভাষা, অসমীয়া কৃষ্টি সভ্যতাক নিজৰ গৌৰৱৰ স্থল আৰু অসমৰ জলবায়ুক নিজৰ আপোন শোৱনী ঘৰ বুলি ভাবি চৌৰিছ ঘণ্টাই নিজৰ দেশৰ ভিতৰত, নিজৰ ঘৰৰ ভিতৰত নিজৰ জাতিৰ ভিতৰতে আছো বুলি দেহে-মনে-কায়ে অনুভৱ কৰিব পাৰে— সেই অৱস্থাত, সেই চুক্তিত, সেই স্বত্বত অসমনিবাসী সকলো অসমীয়া আৰু নবাগত অসমীয়াকে লৈ যি মহান অসমীয়া জাতি গঠন হ'ব সেয়েই হ'ব 'বাঁহী'ৰো দল, —সেই দলৰ নীতিয়েই হ'ব 'বাঁহী'ৰো নীতি, সেই নীতি প্ৰচাৰেই হ'ব 'বাঁহী'ৰো লক্ষ্য।" এই মহা-মন্ত্ৰকে বুকুত সাবটি লৈ বেজবৰুৱাই 'বাঁহী'ক অসমীয়া ভাষা-সাহিত্যৰ এক গধুৰ দায়িত্ব বহন কৰিবলৈ উলিয়াই আনিলে। 'বাঁহী'ৰ ২ য় বছৰ জটিলতাৰ মাজেদি পাৰ হোৱা বছৰ। এই জটিলতাৰ উন্মুক্তনিত পৰি—

"নবজাওঁ বাঁহী, মোক উন্মাদ কৰিছে,

পয়চা নাই, বাঁহী বাই, মুখবিষাই গৈছে।
টোকাৰীৰ টোকৰে পতি তিনি সিকি আছে।
বজাম টোকাৰী, লোকে হাঁহেই বা কান্দেই।"

বুলি টোকাৰী হাতত লৈ ব্যঙ্গচিত্ৰৰ জৰিয়তে মনৰ দুৰৱস্থা প্ৰকাশ কৰিছিল যদিও উক্‌মুকনিৰ গৰ্ভ ভেদি 'বাঁহী'ৰ সুৰ সঙ্গত কৰি ৰাখি বলিষ্ঠ ব্যক্তিত্ব আৰু কৃতিত্বৰ পৰিচয় দি থৈ গ'ল।

'বাঁহী'লৈ অহা কবিতা-প্ৰবন্ধৰ সংখ্যাও কম নাছিল। কেতিয়াবা ন-লিখকৰ লিখনী 'বাঁহী'ত প্ৰকাশ নাপালে বেজবৰুৱা ভাবুকিৰো সন্মুখীন হ'বলগীয়া হৈছিল। তেতিয়া বেজবৰুৱাই সেই কবিতাবোৰেৰে সজা মেজিত জুই লগাই দিয়া দৃশ্যৰ কাষতে কবিকুলে হুক্‌হুকাই কন্দাৰ ব্যঙ্গচিত্ৰ 'বাঁহী'ত প্ৰকাশ কৰিছিল। এনে ব্যঙ্গচিত্ৰই ন-লিখকক অসৎ মনোবৃত্তি পৰিত্যাগ কৰি পুনৰ কবিতা ৰচনাত মনোনিবেশ কৰিবলৈ প্ৰেৰণা যোগাইছিল। এয়া বেজবৰুৱাৰ সম্পাদকীয় সফলতাৰ আন এক উজ্জ্বল নিদৰ্শন।

'বাঁহী'ৰ আকৰ্ষণ এককথাত বেজবৰুৱাৰেই আকৰ্ষণ। 'বাঁহী-প্ৰাণ' বেজবৰুৱাৰ 'বাঁহী'ৰ সুৰদি সুৰে সকলোকে মোহিত কৰিছিল। কবি দুৰ্গেশ্বৰ শৰ্মাই 'বাঁহী'ৰ আকৰ্ষণৰে সৈতে সংগতি ৰাখি লিখিছিল,

"জাগিছিল বৃন্দাবন তোমাৰ সুৰত,
গোপালে বজালে বাঁহী সন্ধিয়া কালত,—
ঘৰ এৰি ৰাধিকাই বাঁহীৰ মাতত,
অৰ্পিছিল প্ৰাণ মন কৃষ্ণৰ পাৱত।
সেই বাঁহী পৃথিৱীত আজিও বাজিছে,
বসন্তত বৃন্দাবনে আজিও শোভিছে,
ভক্তিৰ চকুৰে চালে কৃষ্ণয়ো নাচিছে,
ৰাধিকাও বাঁহী শুনি প্ৰেমত মজিছে।
প্ৰকৃতি বিভোল হয় বাঁহীৰ মাতত;
দূৰণিৰ বাঁহী মাত স্তব্ধ আকাশত
শুনো যদি কেতিয়াবা নিশাৰ কালত,
আৰু এটি বাঁহী বাজে মোৰ হৃদয়ত।" ইত্যাদি
(১ ম বছৰ ৩ য় সংখ্যা)

বেজবৰুৱাই 'বাঁহী' সম্পাদনা কৰি অসমীয়া ভাষা-সাহিত্যক খোজ কাঢ়িবলৈ শিকালে বুলি ক'লেও অত্যুক্তি কৰা নহয়। 'বাঁহী'ৰ জৰিয়তে বেজবৰুৱাই অসমীয়া ভাষা-সাহিত্য সম্পৰ্কে বি মত আগবঢ়াই থৈ গ'ল, সিয়ে বৰ্তমানৰ সুৱৰ্ণৰ দৌল গঢ়াত সহায় কৰিলে। 'বাঁহী'য়ে পাঠকক হাঁহিবলৈ শিকালে, স্বদেশপ্ৰেমৰ প্ৰমূল্য উপলব্ধি কৰালে, স্বজাতি, স্বভাষা আৰু স্ব-সাহিত্যৰ প্ৰতি প্ৰতিজন অসমীয়াকে দায়বদ্ধ কৰি তুলিলে। তদুপৰি অসমীয়া ভাষা-সাহিত্যৰ সেন্দুৰীয়া গতিপথ বান্ধি দি ভৱিষ্যতৰ সেউজ সপোন ৰচনা কৰিছিল। 'বাঁহী'ৰ পাতত প্ৰকাশিত প্ৰতিটো মন্তব্য, সমালোচনাই আছিল দিক্‌নিৰ্ণায়ক স্বৰূপ। কেৱল প্ৰতিভা বিকাশতে নহয়, প্ৰতিভাৰ স্বীকৃতিও আছিল 'বাঁহী'ৰ পাতৰ অমূল্য ৰতন। জ্ঞানদাভিৰাম বৰুৱাই বিলাতৰ পৰা বেৰিষ্টাৰ হৈ অহাত 'বাঁহী'ৰ ১ ম বছৰ, ৩য়সংখ্যাত লিখিছে, "বৰ আনন্দৰ কথা যে আসামৰ গৌৰৱ ৺ ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ পুতেক শ্ৰদ্ধাস্পদ শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাই বিলাতত বাৰিষ্টাৰি পৰীক্ষাত ভালৰূপে উত্তীৰ্ণ হৈ কলিকতালৈ উভতি আহিছে। আজিকালি বাৰিষ্টাৰি পৰীক্ষা 'পাচ' কৰাটো আগৰ কালৰ নিচিনা উজু নহয়। বৰুৱা ডাঙৰীয়াই 'হিন্দু আৰু মহম্মদীয়' আইনৰ পৰীক্ষাত দ্বিতীয় বিভাগৰ প্ৰথম ঠাই অধিকাৰ কৰিছিল। আজিলৈকে পাঁচজন অসমীয়া বাৰিষ্টাৰি মহলাত উঠিছে। (১) ৺ আনন্দৰাম বৰুৱা (২) মিষ্টৰ মজিদ (৩) মিষ্টৰ তৰুণৰাম ফুকন (৪) মিষ্টৰ ৰাজেন্দ্ৰনাথ চৌধাৰী (৫) মিষ্টৰ জ্ঞানদাভিৰাম বৰুৱা। আমাক আৰু বাৰিষ্টাৰ লাগে।"

বেজবৰুৱাই সম্পাদক হিচাপে সম্পূৰ্ণৰূপে কৃতিত্ব দাবী কৰিব পাৰে। বেজবৰুৱাই 'প্ৰাণৰ ধন' 'বাঁহী'ক ত্যাগী পৰলোকলৈ গমন কৰাৰ পিছতো মাধৱচন্দ্ৰ বেজবৰুৱা সম্পাদিত 'বাঁহী'ৰ আদৰ কমা নাছিল। ইয়াৰ গুৰিতে ঘাইকৈ বেজবৰুৱাৰ প্ৰতি থকা জনসাধাৰণৰ পূৰ্বৰ আকৰ্ষণৰ কথাকে উল্লেখ কৰিব পাৰি। মাধৱচন্দ্ৰ বেজবৰুৱাৰ ভাষাত, "সাহিত্যৰথী স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ স্মৃতি ৰক্ষাৰ্থেই আমি মৰসাহ কৰিও 'বাঁহী'খন আকৌ প্ৰকাশ কৰিবলৈ হাতত ল'লোঁ।" তদুপৰি দেখা যায় যে 'বাঁহী'ৰ নামটোৰ তলত লক্ষ্মীনাথ বেজবৰুৱাৰ নামটো লিখা হৈছিল। 'বাঁহী'ৰ বেছিভাগ সংখ্যাতে বেজবৰুৱাৰ প্ৰবন্ধ, সম্পাদকীয়ৰ পুনৰ্মুদ্ৰণ লক্ষ্য কৰা যায়। ফলত মাধৱচন্দ্ৰ বেজবৰুৱা সম্পাদিত 'বাঁহী'ৰ মাজতো পাঠকে লক্ষ্মীনাথৰ সান্নিধ্য লাভ কৰিবলৈ সমৰ্থ হৈছিল। এনেবোৰ কথাই বেজবৰুৱাৰ সাফল্যৰ কথাকে বহন কৰে। সেয়ে হয়তো অতুলচন্দ্ৰ হাজৰিকাদেৱে সপ্তৰ্ষিৰ এজনা হিচাপে 'লক্ষ্মীনাথ' কবিতাৰে 'বাঁহী'ৰ পাতত লিখিছিল,

"অসমৰ সাহিত্যৰ আচাৰ্য্য লক্ষ্মীনাথ
সব্যসাচী ধনুৰ্বাণধাৰী,
অসমৰ ভঁৰালৰ কেঁচাসোণ লক্ষ্মীনাথ
জ্বলি আছে তিৰবিৰ কৰি!
অসমৰ লুইতৰ গুৰিয়াল লক্ষ্মীনাথ

ভাষা-নাও নাচি-বাগি যায়-
অসমৰ সমৰৰ সেনাপতি লক্ষ্মীনাথ
যুঁজ কৰা ভয় একো নাই।"

'বাঁহী'ৰ সম্পাদকৰ ভুল ধৰিছিল পোনপ্ৰথমে চন্দ্ৰনাথ শৰ্মাই। তেওঁৰ অভিযোগ আছিল, 'বাঁহী'ৰ সম্পাদকে 'হেমকোষ'ৰ বৰ্ণবিন্যাসৰ নিয়ম মানি নচলে। ইয়াৰ প্ৰত্যুত্তৰত বেজবৰুৱাই তেওঁক বৃটিছ পাৰ্লিয়ামেণ্টৰ পীটৰ লগত তুলনা কৰিছিল। আচৰিত কথা, বেজবৰুৱাৰ সেই কথাই আশীৰ্বাদস্বৰূপ হৈ চন্দ্ৰনাথ শৰ্মাক অসমৰ আগৰণুৱা নেতাৰ শাৰীত প্ৰতিষ্ঠিত কৰিলে। যুৱজীৱিদ বেণুধৰ শৰ্মাৰ ভাষাত, "চন্দ্ৰ শৰ্মাক অসমৰ আগৰণুৱা নেতাৰ শাৰীত পেলোৱাৰ গুৰি এই 'বাঁহী' কাকতেই।"

বেজবৰুৱাৰ অগ্নিময় ব্যক্তিত্বৰ উজ্জ্বলতাই প্ৰতিজন 'বাঁহী'ৰ পাঠককে নতুন উদ্দীপনাৰে উদ্দীপ্ত কৰি তুলিছিল। বেজবৰুৱাৰ সম্পাদনাৰ কালত 'কাঁহুদী আৰু খাৰলি' আছিল অতি আকৰ্ষণীয় শিতান। সেয়ে হয়তো মাধৱচন্দ্ৰ বেজবৰুৱাই 'বাঁহী' সম্পাদনা কৰোতে এই শিতানটো সম্পৰ্কে লিখিছিল, "কাঁহুদী আৰু খাৰলি' বুলিলে বহুতৰ মন - বেজবৰুৱাৰ 'বাঁহী'ৰ দিনলৈ উভতি যাব,— বহুতৰ ওঠ-জিভা-মুখ বেজবৰুৱাৰ 'কাঁহুদী আৰু খাৰলি'ৰ সোৱাদ ল'বলৈ লালায়িত হ'ব।"

'অকল বাট দেখুৱাই ক্ষান্ত নাথাকি ফালৰি কাটিলে বাট পোনাই দিযাতহে নেতৃত্বৰ সৌষ্ঠৱ।' বেজবৰুৱাই 'বাঁহী'ৰ জৰিয়তে এনে নেতৃত্বৰ আদৰ্শ দাঙি ধৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ অভাৱত ভাষাৰ বিশুদ্ধিকৰণ সম্পৰ্কে বেজবৰুৱাই যেনেদৰে বিধান দিছিল, সেইদৰেই সমালোচনাৰ জৰিয়তেও আদৰ্শপূৰ্ণ সাহিত্যসৃষ্টিৰ প্ৰতি আহ্বান জনাইছিল। এটা সৰু উদাহৰণ এইখিনিতে দাঙি ধৰিব খুজিছোঁ। 'শাহুআই' নামৰ নকুলচন্দ্ৰ ভূঞাৰ এখন সৰু নাট সমালোচনা কৰি বেৰবৰুৱাই কৈছিল যে চিত্ৰ বহুত প্ৰকাৰ থাকে কিন্তু আটাইবোৰেই চ'ৰাঘৰৰ বেৰত আঁৰিব নোৱাৰি। সেইদৰে সমাজৰ ভাল-বেয়া সকলো কথাই সাহিত্যত সমানে ঠাই পোৱা অযুগুত। আকৌ উপেন্দ্ৰ বৰুৱাই 'বাঁহী'ৰ পাতত মহাপুৰুষ শঙ্কৰদেৱৰ 'কীৰ্ত্তন' পুথিৰ অন্তৰ্গত 'ওঁস্বোবৰ্ণম' তেওঁৰ ৰচনা নহয়, ই প্ৰক্ষিপ্তহে বুলি কৰা মন্তব্যৰ প্ৰত্যুত্তৰত বেজবৰুৱাই তেওঁক যুক্তিৰে চোকা ভাষাৰে সমালোচনা কৰিবলৈও কুণ্ঠাবোধ কৰা নাছিল। মুঠতে, মিঠা-তিতা মাতৰ অধিকাৰী হৈও 'বাঁহী' লগতে 'বাঁহী'ৰ সম্পাদক প্ৰতিজন অসমীয়াৰ হিয়াৰ আমঠু হৈ পৰিছিল।

আলোচনী এখন সৃষ্টি কৰি, তাৰ যোগেদি জাতিৰ হুকে মাত মাতি, জাতিৰ ভাষা-সাহিত্যৰ প্ৰতি অপৰিসীম বৰঙণি আগবঢ়াই বেজবৰুৱাই যি আৰ্হি আমাৰ সন্মুখত ৰাখি থৈ গ'ল, তাৰ প্ৰতি আমি প্ৰতিজন অসমীয়াই শিৰ নত কৰি প্ৰণাম জনোৱা উচিত। অসমীয়া আলোচনীৰ ইতিহাসত 'বাঁহী'ৰ উদ্ভৱ যেনেদৰে এক মহৎ ঘটনা, সেইদৰে অসমীয়া ভাষা-সাহিত্যলৈ 'বাঁহী'ৰ অৱদানো এক যুগজয়ী কীৰ্তি। ইয়াৰ সমূহ কৃতিত্ব কেৱল এগৰাকী ব্যক্তিতে থুপ খাইছি; তেঁৱেই হৈছে সম্পাদক বেজবৰুৱা।

# পদ্মনাথ গোহাঞিবৰুৱাৰ উষা আৰু বিজুলীৰ অৱদান

উপেন্দ্ৰ বৰকটকী

নানা আঁহে আহুকালৰ মাজেদি অসমীয়া আলোচনী সাংবাদিকতাক জাতীয় চিন্তাধাৰাৰে উদ্বুদ্ধ কৰি থৈ যোৱা পদ্মনাথ গোহাঞিবৰুৱা ঘাইকৈ আধুনিক অসমীয়া সাহিত্যৰ এগৰাকী পথ-প্ৰদৰ্শকহে। অসমীয়া সাহিত্যৰ সংকটকালত গোহাঞিবৰুৱাই যথাৰ্থতে পথ-প্ৰদৰ্শকৰ ভূমিকা ল'বলগীয়া হৈছিল। অকল সেয়ে নহয় সেই সময়ৰ স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ কাৰণেও তেওঁ ভালেসংখ্যক পাঠ্যপুথি ৰচনা কৰিবলগীয়া হৈছিল। "ছাত্ৰাৱস্থাত ল'ৰা-ছোৱালীয়ে বেজবৰুৱাৰ নাম বৰকৈ শুনা নাছিল ; পদ্ম বৰুৱাক হ'লে প্ৰায় সকলোৱেই জানিছিল।" [1] কিয়নো ঊনবিংশ শতিকাৰ শেষভাগৰ পৰা কুৰি শতিকাৰ তিনি দশকমানলৈকে অসমৰ শিক্ষানুষ্ঠানসমূহত গোহাঞিবৰুৱাৰ পুথি অপৰিহাৰ্য আছিল।

আধুনিক অসমীয়া সাহিত্যৰ এগৰাকী গুৰি ধৰোতা হিচাপে আৰু পাঠ্যপুথি ৰচক হিচাপে গোহাঞিবৰুৱাৰ যিদৰে সুখ্যাতি আছে, সাংবাদিক হিচাপে সেই সুখ্যাতি ৰজনজনা নহলেও 'জোনাকী' যুগৰ আৰু সেই যুগৰ পিছৰ ভালেসংখ্যক লিখকৰ কাৰণে পদ্মনাথ বৰুৱা বা পদ্মনাথ গোহাঞিবৰুৱা অনুপ্ৰেৰণাৰ উৎস আছিল। এই ক্ষেত্ৰত গোহাঞিবৰুৱাৰ সম্পাদনাত প্ৰকাশ পোৱা 'বিজুলী' আৰু 'উষা' আলোচনী আৰু 'অসম বন্তি' নামৰ কাকতখনৰ বিশেষ অৱদান আছে। 'বিজুলী' ঊনবিংশ শতিকাৰ শেষ দশকত কেইবছৰমান (১৮৯০-৯৩) আৰু 'উষা' ১৯০৭ চনৰ পৰা ১৯১২ চনলৈকে প্ৰকাশ পাইছিল। তেনেদৰে ১৯০১ চনৰ ১৪ জানুৱাৰীত প্ৰকাশ পোৱা 'আসাম বন্তি' নামৰ কাকতখনৰ সম্পাদনাৰ দায়িত্ব ১৯০২ চনৰ মাজভাগৰ পৰা প্ৰায় চাৰিদশক ধৰি তেওঁ বহন কৰিছিল। এই কেইখন কাকত-আলোচনীৰ জৰিয়তে গোহাঞিবৰুৱাই এচাম লেখৰ সাহিত্যিকক সৃষ্টি কৰি থৈ গ'ল। বেণুধৰ শৰ্মাদেৱৰ ভাষাত— "গোহাঞিবৰুৱাৰ একনিষ্ঠতাই অসমীয়া সাহিত্য-ভঁড়াল যে চহকী কৰিলেই নে, চাম গছৰ দৰে এচাম সাহিত্যিককো সৃষ্টি কৰি গ'ল। 'উষা'- 'বন্তি' নোহোৱা হ'লে সু-সাহিত্যিক জনদিয়েকৰ সুখ্যাতি ফুলিবলৈকে নেপালেহেঁতেন।" [2] এই কথাত কোনো সন্দেহ নাই যে আলোচনী আৰু বাতৰিকাকতেই লিখক-লিখিকাৰ সৃষ্টি কৰে। লগতে আলোচনী আৰু বাতৰিকাকতৰ জন্ম কাহিনীৰ লগত নানা ধৰণৰ ঘটনা জড়িত থাকে। সাধাৰণতে দেশ আৰু জাতিৰ বৃহত্তৰ স্বাৰ্থৰ কাৰণে বা কোনো মহৎ উদ্দেশ্য লৈ কাকত-আলোচনীৰ জন্ম দিয়া হয়। কিন্তু অপ্ৰিয় হ'লেও ক'ব লাগিব কেতিয়াবা লিখক-সাহিত্যিকৰ মাজত হোৱা মতান্তৰৰ কাৰণেও কোনো কোনো কাকত-আলোচনীৰ সৃষ্টি হয়। গোহাঞিবৰুৱা সম্পাদিত 'বিজুলী'ৰ জন্ম কাহিনীৰ লগতো তেনে এক ঘটনাই জড়িত আছে। মতান্তৰ বা মনান্তৰ যি কাৰণতেই নহওক 'বিজুলী'ৰ সৃষ্টিয়ে অসমৰ জাতীয় জীৱনত বিশেষ প্ৰভাৱ পেলোৱাৰ লগতে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ দিশত ভালেখিনি অৱদান আগবঢ়াই থৈ গৈছে।

স্কুলত পঢ়ি থকা অৱস্থাত পদ্মনাথে অসমীয়া ভাষা-সাহিত্যৰ 'আকাশীগংগা' চন্দ্ৰকুমাৰ আগৰৱালা সম্পাদিত 'জোনাকী' পঢ়ি অনুপ্ৰাণিত হৈছিল। পিছত তেওঁ স্বীকাৰ কৰিছে : "স্বৰূপকৈ অসমীয়া সাহিত্যচৰ্চালৈ মোৰ মন টনাৰ আকৰ্ষণী শক্তি এই জোনাকীহে।" [3] কলিকতাত পঢ়িবলৈ যোৱা এমুঠিমান ছাত্ৰই 'জোনাকী' চলোৱাৰ ব্যৱস্থা দেখি আৰু আলোচনীখন জীয়াই ৰখাৰ কাৰণে ত্যাগ আৰু কষ্ট কৰা দেখি পদ্মনাথ মুগ্ধ হ'ল।

সেই কথা গোহাঞিবৰুৱাই আত্মজীৱনীত উল্লেখ কৰিছে। তেওঁ সেই কেইগৰাকী ছাত্রৰ লগত নাছিল যদিও বাহিৰৰ পৰাই সমৰ্থন দিছিল। পিছে মাহচেবেকৰ পাছত সেই কলিকতাৰ বুকুতে আন এখন অসমীয়া আলোচনীৰ সৃষ্টি হ'ল। কৃষ্ণপ্ৰসাদ দুৱৰাৰ সম্পাদনাত প্ৰকাশ পোৱা এই নতুন মাহেকীয়াখনৰ জন্মলগ্নত যিটো কাহিনীয়ে বিশেষ প্ৰভাৱ পেলাইছিল সেই কাহিনীটো এনে ধৰণৰ : পদ্মনাথ বৰুৱা আৰু বেণুধৰ ৰাজখোৱাই বিহু দৃশ্যক আধাৰ হিচাপে লৈ 'ডেকা গাভৰু' নামৰ এখন ধেমেলীয়া নাটিকা ছপাই উলিয়াইছিল। পুথিখনৰ বিৰূপ সমালোচনা এটি দ্বিতীয় বছৰ একাদশ সংখ্যা 'জোনাকী'ত প্ৰকাশ পাইছিল। সমালোচনাটিৰ উত্তৰ 'জোনাকী'লৈ পঠোৱা হৈছিল যদিও সম্পাদকে সেই উত্তৰ প্ৰকাশ নকৰি এনেদৰেহে মন্তব্য কৰিছিল : ''আমি আচৰিত মানিছোঁ যে 'ডেকা-গাভৰু লেখাৰু দল' নামে দল এটা হৈছে। বাস্তৱিক পক্ষে 'ডেকা-গাভৰু'ৰ নিচিনা এখন তুচ্ছ কিতাপৰ বিষয়ে 'জোনাকী'ত আমি ইমান ঠাই খৰচ কৰিব লগাত পৰিলোঁ, ই বৰ বেজাৰৰ কথা।....শেহত কওঁ যে 'ডেকা-গাভৰু'ৰ বিষয়ে আৰু আমি কাৰো লেখা নছপাওঁ। এনেবিলাক ল'ৰালি কথাৰ বাহিৰে 'জোনাকী'ত ছপাবলগীয়া ভালেমান সাৰুৱা কথা আছে।''[৪]

'জোনাকী'ৰ সম্পাদকৰ এনে উত্তৰত বিতুষ্ট হৈ দুগৰাকীমান লিখক ফালৰি কাটি আহিল। ইয়াৰ লগতে অৱশ্যে আন এটি কথাযো তেওঁলোকক অসন্তুষ্ট কৰিছিল। সাতে পাঁচে কলিকতাৰ ১৪নং প্ৰতাপ চন্দ্ৰ চাটুৰ্জি লেনত থকা এই কেইগৰাকী ডেকাই লগে লগে 'অসমীয়া সাহিত্য সভা' (আচামীজ্ লিটাৰেৰী ক্লাব) নামৰ অনুষ্ঠান এটা গঠন কৰিলে আৰু লগতে 'বিজুলী' আলোচনীৰ জন্ম দিলে। গোহাঞিবৰুৱাই 'মোৰ সোঁৱৰণী'ত 'বিজুলী'ৰ বিষয়ে এইদৰে লিখিছে : ''....মোৰ কলিকতীয়া কালৰ মাহ চাৰেক পাৰ হওঁতে নহওঁতেই মোৰ অন্তৰঙ্গ বন্ধু -কৃষ্ণপ্ৰসাদ দুৱৰাৰ উদ্যমত, অসমীয়া ছাত্ৰাবাস ১৪ নং প্ৰতাপ চন্দ্ৰ চাটুৰ্জী লেনৰ পৰা 'বিজুলী' নামেৰে আৰু এখন অসমীয়া আলোচনী মাহে মাহে ওলাবলৈ ধৰে। সেই বাবে মোৰ মনত নথৈ আনন্দ হ'ল; আৰু ততালিকে মই সেই কাকতক সৰ্বতোভাৱে সহায় কৰিবলৈ বুলি লগৰীয়া বন্ধু দুৱৰাৰ ওচৰত প্ৰতিশ্ৰুত হলোঁ। সেই প্ৰসঙ্গতে মই আৰু মোৰ অনুজপ্ৰতিম আদৰুৱা বন্ধু শ্ৰীযুত বেণুধৰ ৰাজখোৱা দেৱে ৬৭ নং মিৰ্জাপুৰ ষ্ট্ৰীটৰ মেচৰ পৰা ১৪নং প্ৰতাপ চন্দ্ৰ চাটুৰ্জী লেনত পতা অসমীয়া 'মেচ'লৈ আমাৰ ঠাই সলনি কৰিলোঁহঁক'' (পৃঃ ২৯)। ওপৰৰ 'আৰু এখন' শব্দ দুটিৰ দ্বাৰা থকাখনৰ ইংগিত দিয়া হৈছে আৰু থকাখন যে 'জোনাকী' আছিল ইয়াত কোনো সন্দেহ নাই। বিজুলীৰ অন্যতম জন্মদাতা বেণুধৰ ৰাজখোৱাদেৱে তেখেতৰ 'মোৰ জীৱন দাপোণ'ত এনেদৰে লিখিছে : ''....মই ১৮৯১ চনৰ আদিতে প্ৰেচিডেন্সী কলেজৰ পৰা এফ-এ পৰীক্ষা দিছিলোঁ। কিন্তু কেইমাহমানৰ আগতে আমি কেইজনমানে গোটখাই (কৃষ্ণপ্ৰসাদ দুৱৰা, পদ্মনাথ বৰুৱা আৰু মই- ১৮৯১) 'বিজুলী' কাকত উলিয়ালোঁ। দেহে-কেহে সেই কামত লাগি থাকোতেই মোৰ লিখা-পঢ়াৰ পিনে পৰালি পৰিল''— (পৃঃ ৯২)। নিজৰ পঢ়াশুনালৈ পিঠি দি আলোচনী উলিওৱা কামত এনেদৰে ব্ৰতী হোৱা দৃষ্টান্ত বাস্তৱিকে বিৰল। বেণুধৰ ৰাজখোৱাৰ পঢ়াশুনাৰ পিনে 'পৰালি পৰিল', গোহাঞিবৰুৱা কিন্তু 'বিজুলী'ৰ লগত সৰ্বস্বান্ত হ'ল। 'বিজুলী'ৰ কাৰণে নিয়মীয়াকৈ প্ৰবন্ধপাতি লিখাৰ উপৰি তেওঁ আন লিখকৰ প্ৰবন্ধ আদি সংগ্ৰহ কৰিবলগা হৈছিল। তাতোকৈ আলোচনীখন জীয়াই ৰাখিবৰ কাৰণে কলিকতাৰ বিভিন্ন সৰু-বৰ দোকানৰ পৰা তেৱেঁই বিজ্ঞাপন সংগ্ৰহ কৰাত আগভাগ লব লগা হৈছিল।

'বিজুলী'ৰ দ্বিতীয় বছৰৰ তৃতীয় সংখ্যাৰ পৰা গোহাঞিবৰুৱাই সম্পাদনাৰ দায়িত্ব মূৰপাতি লবলগীয়া হয়। কৃষ্ণপ্ৰসাদ দুৱৰা কলিকতাৰ পৰা ঘৰলৈ অহাত 'বিজুলী'ৰ সমস্ত দায়িত্ব গোহাঞিবৰুৱাৰ ওপৰতে পৰিল। তেওঁ তৃতীয় বছৰটোও সুকলমে চলালে। কিন্তু আৰ্থিক দিশত তেওঁ পদে পদে উজুতি খাইছিল। গোহাঞিবৰুৱাৰ নিজৰ ভাষাত : ''আৰ্থিক বিধত কিন্তু কাৰোপৰা কোনো পাকে এফেৰিমানো সহায় পোৱা নাছিলোঁ। কলে লোকে নপতিয়াব কিজানি, এই পাকত মোক 'বিজুলী'য়ে 'নওঠা বৰাগী' কৰিছিল ; পিন্ধিবলৈ জোতা নাই, মেছৰ লগৰীয়া ছাত্ৰৰ আৰ তাৰ ফটা চিতা যি পাওঁ এজোৰ পিন্ধি বাহিৰলৈ ওলাও। তিয়াবলৈ তিয়নী নাই, আনৰ তিয়নী তিয়াই গা ধোওঁ....ইত্যাদি বৰাগী আচৰণেৰে বছৰটো কটাব লগাত পৰিছিলোঁ। অৱশ্যে এই ব্ৰত ধৰোতে গাত যিমান দুখ পাইছিলোঁ মনত তাৰ চতুৰ্গুণ সুখ অনুভৱ কৰিছিলোঁ। এইদৰেই সেই একবছৰীয়া কঠোৰ ব্ৰতৰ সাধনা সিদ্ধি হ'লগৈ— অকলশৰীয়া মই এহতীয়াকৈ 'বিজুলী'ৰ তৃতীয় ভাগ সম্পূৰ্ণ কৰিলোঁ।''[৫] প্ৰথম আৰু দ্বিতীয় বছৰত অৱশ্যে তেওঁৰ ওপৰত ইমান বোজা পৰা নাছিল। সৃষ্টি কৰ্মত ভালদৰেই মনোনিবেশ কৰিব পাৰিছিল। প্ৰথম বছৰ 'বিজুলী'ত তেওঁৰ 'ভানুমতী' উপন্যাসখন ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল। উপন্যাসৰ আঙ্গিকৰ ফালৰ পৰা 'ভানুমতী'ক (১৮৯১) প্ৰথম অসমীয়া উপন্যাস বুলি

কোৱা হয়।[৬] 'ভানুমতী'ৰ উপৰি গোহাঞিবৰুৱাৰ আন লিখনীও এই দুবছৰত প্ৰকাশ হৈছিল। তৃতীয় বছৰ বিজুলী চলাওতে গুণাভিৰাম বৰুৱাই প্ৰবন্ধ-পাতিৰে তেওঁক 'আশাতীত সহানুভূতি' (পৃঃ ৩১) দেখুৱায় বুলি 'মোৰ সোঁৱৰণী'ত উল্লেখ কৰিছে। তৃতীয় বছৰৰ পিছত বিজুলীৰ চতুৰ্থ ভাগ শ্বিলঙৰ পৰা প্ৰকাশ হৈছিল। ১৯০২ চনত লক্ষ্মীনাথ শৰ্মা বি. এৰ সম্পাদনাত চতুৰ্থ বছৰ বিজুলীৰ কেইটিমান সংখ্যাহে প্ৰকাশ হৈছিল।

গোহাঞিবৰুৱাই সম্পাদনা কৰা 'বিজুলী'ৰ কেতবোৰ বিশেষত্ব আছে। সেই বিষয়ে আলোচনা কৰাৰ আগেয়ে 'বিজুলী'ৰ লিখকসকল আৰু তেখেতসকলৰ প্ৰবন্ধসমূহৰ বিষয়ে আভাস দিয়া উচিত হব। 'বিজুলী'ৰ দ্বিতীয় ভাগৰ এগৰাকী নিয়মীয়া লিখক আছিল গুণাভিৰাম বৰুৱা। 'বিজুলী'ৰ দ্বিতীয় ভাগত তেখেতৰ 'অসমৰ উন্নতি', আমাৰ শাসন, শাসক আৰু একতা 'আসাম যাত্ৰা', 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' চিকাগো প্ৰদৰ্শনী, বৈজ্ঞানিক প্ৰসঙ্গ, ভ্ৰমপ্ৰসাদ, মান্যবৰ দাদাভাই নাওৰজী, স্যৰ জৰ্জ কেম্বেল, স্মাৰ্তভট্ট ৰঘুনন্দন আদি ভিন্নধৰ্মী লিখনি 'বিজুলী'ৰ দ্বিতীয় ভাগত প্ৰকাশ পাইছিল। সম্পাদক গোহাঞিবৰুৱাই সম্পাদকীয় প্ৰবন্ধ পাঁচটা লিখাৰ উপৰি 'অসমৰ ৰাজহৰ নতুন নিয়ম' (১৩০ পৃঃ) 'অসমীয়া ডেকা সমাজ' (পৃঃ ৪০), 'অসমৰ বাতৰি কাকত' (পৃঃ ১৩) 'আমাৰ বৰ্তমান অৱস্থা' (পৃঃ ১৯) 'আহোমৰ দিন' (পৃঃ ১৯৬), 'জুৰি বিচাৰ' (১৬৬), 'মণ্ডল আৰু গাওঁবুঢ়া', (পৃঃ ৫৭), 'জাপান দেশৰ খেতি' (পৃঃ ৩৩), 'মহাৰাণী ভিক্টোৰীয়াৰ ঘোষণা পত্ৰ' আৰু 'নগা'—ৰ বিষয়ে প্ৰবন্ধ লিখিছিল। এইকেইটা প্ৰবন্ধৰ উপৰি তেওঁৰ এঘাৰটা কবিতা দ্বিতীয় ভাগ 'বিজুলী'ত ওলাইছিল। গুণাভিৰাম বৰুৱা আৰু গোহাঞিবৰুৱাৰ বাহিৰে গোবিন্দ চন্দ্ৰ কটকীয়ে 'অসমীয়া বাতৰি কাকতৰ অৱস্থা' (পৃঃ ১৩৯), বেণুধৰ ৰাজখোৱাই "অসমীয়া ভাষা কেনেকৈ বেলেগ ভাষা" (পৃঃ ১৬২, ১৮২, ২২৭- তিনিটা সংখ্যাত), 'উন্নতি ও অসম' (পৃঃ ৯১), লম্বোদৰ বৰাই 'আনন্দৰাম বৰুৱা (পৃঃ ১১৩), আনন্দ চন্দ্ৰ গুপ্তই লম্বোদৰ বৰা, (পৃঃ ৪৬), লক্ষ্মীকান্ত গগৈয়ে 'আহোম বংশৰ উৎপত্তি' (পৃঃ ৬৫), নীলকণ্ঠ বৰুৱাই 'মধ্যাকৰ্ষণ' (পৃঃ ৫৭) আৰু 'মেম' উপন্যাসিকা প্ৰকাশ কৰিছিল। পূৰ্ণচন্দ্ৰ কোঁৱৰে 'আমাৰ শিক্ষা', বিনন্দচন্দ্ৰ ৰাজগুৰু ফুকনে 'কালাজ্বৰ' ৰামেশ্বৰ গোস্বামীয়ে 'ডাক্তৰ আৰজন্যা'ৰ বিষয়ে লিখিছিল। প্ৰসন্নকুমাৰ ঘোষে 'গোৱালপাৰা'ৰ লগত অসমৰ সম্পৰ্কৰ বিষয়ে 'গোৱালপাৰা' প্ৰবন্ধত আলোচনা কৰিছিল। 'অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ কাৰ্য বিৱৰণ' ৰমাকান্ত বৰকাকতীৰ নামত প্ৰকাশ হৈছিল। বিজুলীয়ে সময়ত শুধৰণিও দিব লগা হৈছিল। সেইদৰে কোনো প্ৰবন্ধৰ খুঁত আঙুলিয়াই দিলে লগে লগে তাকো প্ৰকাশ কৰিছিল।

'বিজুলী'ৰ তৃতীয় ভাগত প্ৰকাশ হোৱা প্ৰবন্ধসমূহৰ ভিতৰত 'মেঘদূত', 'মেৰিয়চ', 'জোন', 'জীয়াৰী জীৱন', 'শান্তি ক'ত'— লিখকৰ আত্মকথা', 'মানৱ জাতিৰ সভ্যতা', 'এখন ফলি' 'আসামৰ পেট্ৰিয়ত আৰু পথ-প্ৰদৰ্শক', 'কবিতা', 'স্যাৰ আইজেক নিউটন,' 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা', 'সতীৰ পতিভক্তি বা সেন্দুৰীয়া পৰ্ব,' 'সৌৰজগতৰ কথা', 'ৰোগকীট' আদি উল্লেখযোগ্য। ইয়াৰে 'এখন ফলি' আলোচনাটোত 'স্বৰ্গদেৱ শিৱসিংহ মহাৰাজাই তেওঁৰ কুঁৱৰী অম্বিকাদেৱীৰ সৈতে দুয়ো কামৰূপ দেশৰ বৰপেটা থানলৈ কিছুমান মাটি বৃত্তি দান' (তৃতীয় ভাগৰ চতুৰ্থ সংখ্যা পৃঃ ৬৫) কৰাৰ বৰ্ণনা আছে। ১৬৫৭ শকত দান কৰা সেই দান পত্ৰৰ ভাষাৰ দ্বাৰা তেতিয়াৰ আমাৰ ৰজাঘৰীয়া ভাষাটোৰ বিষয়ে জনা যায়। 'বিজুলী'ত সেই তামৰ ফলিৰ প্ৰতিলিপিও দিয়া হৈছিল। তৃতীয় ভাগ চতুৰ্থ সংখ্যাত প্ৰকাশ পোৱা 'লেখকৰ আত্মকথা' আৰু সেই বছৰৰে পঞ্চম সংখ্যাত (১৮১৭ শক আঘোণ) ওলোৱা 'আসামৰ পেট্ৰিয়ত আৰু পথ প্ৰদৰ্শক' প্ৰবন্ধ দুটা শুনাত গধুৰ প্ৰবন্ধ যেন লাগিলেও দৰাচলতে লঘু প্ৰবন্ধহে। উদাহৰণস্বৰূপে 'লেখকৰ আত্মকথা'ত সেই কালৰ এচাম লিখকক উদ্দেশ্য কৰি পৰোক্ষভাৱে 'শিক্ষা' লবলৈ কোৱা হৈছে। প্ৰবন্ধটোত আছে: (১) সখী, প্ৰিয়তমা-প্ৰেম, ফুল (বিশেষকৈ পদুম) মলয়া, কুলি, অনন্ত আৰু সপোন, পদ্যত এই কেইটা কথাৰ উল্লেখ থাকিবই। (২) মই কেতিয়াও ব্যাকৰণলৈ চকু নেৰাখোঁ, কিয়নো সেয়ে নহ'লে মোৰ লেখাৰ বিশেষত্ব নেথাকিব। (৩) পদ্যত মই সদাই কল্পনাত ফুৰিম। (৪) দুভাগ ঠাইত বঙ্গলা শব্দৰ প্ৰয়োগ থাকিব, কাৰণ মই ভাল অসমীয়া নেজানোঁ।

ইয়াৰ পাছত 'লিখাৰ কৌশল' সম্পৰ্কে এনেদৰে ব্যঙ্গভাৱে কোৱা হৈছে: "ৰচনাৰ 'নামটি' জ্ঞানগৰ্ভ হব লাগে।" ..."কোনো ৰচনাৰ সাৰুৱা অংশ নিচেই তলত লিখিব লাগে। কাৰণ গুণাগুণ বিচাৰৰ কালত ওপৰৰ কথা পাঠকৰ বৰকৈ মনত নেথাকে।" ..."অপ্ৰচলিত শব্দৰ প্ৰয়োগ বেছিকৈ কৰিলে, ভাবাৰ ওজা হব পাৰি"— আদি। কিন্তু সেই বছৰৰে প্ৰথম সংখ্যাত প্ৰকাশ হোৱা 'আমাৰ বৰ্তমান অৱস্থা' চতুৰ্থ সংখ্যাত ওলোৱা 'মানৱ জাতিৰ সভ্যতা' দুটি গধুৰ প্ৰবন্ধ।

গুণাভিৰাম বৰুৱাৰ দীঘলীয়া ভ্ৰমণ কাহিনী 'আসাম যাত্ৰা' বিজুলীত আৰম্ভণিৰে পৰা ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। 'আসাম যাত্ৰা' প্ৰবন্ধৰ জৰিয়তে লিখকে অসমৰ ঐতিহাসিক, ভৌগোলিক, ৰাজনৈতিক, সামাজিক আদি বিভিন্ন বিষয়ৰ জ্ঞান দিছিল। সেই কালত অসমীয়া মানুহৰ কোনো ক্ষেত্ৰতে আধিপত্য নাছিল। প্ৰবন্ধটোত আছে : "...কছাৰীৰ উকীল প্ৰায়েই বঙ্গালী। বাটে-পথে কাম কৰা যি মানুহ দেখোঁ যেনে কমাৰ, চমাৰ, চহিচ, গাড়োয়ান, চাপ্ৰাছি, বৰকন্দাজ, মাজী, দোকানী, অধিকাংশই ভাটী ফালৰ মানুহ। দেশৰ মানুহৰ সংখ্যা অপেক্ষাকৃত কম। দেশৰ কোনঠাী ভাটিফালৰ মানুহৰহে ভোগ। দেশৰ মানুহৰ কঁপালত নাই। ইয়াৰ দায় কাৰ গাঁত।" তেওঁৰ সেই প্ৰবন্ধত গুৱাহাটীৰ বিখ্যাত ছটা পুখুৰীৰো বৰ্ণনা আছে। এই কেইটা হ'ল : উগ্ৰতাৰা পুখুৰী, দীঘলীপুখুৰী, জ্জাৰ ঘৰৰ পুখুৰী, নাগপোত্ৰা পুখুৰী, কমাৰপটীৰ পুখুৰী আৰু ন-কুনীয়া পুখুৰী। আনহাতে 'অসমৰ উন্নতি' (প্ৰথম খণ্ড, দশম সংখ্যা, ১৮১৩ শক) নামৰ প্ৰবন্ধত গুণাভিৰাম বৰুৱাই সেই সময়ত উচ্চ পদত থকা অসমীয়াৰ সংখ্যা দাঙি ধৰাৰ লগতে কৈছে : "আমাৰ অনেক দেশহিতৈষীসকলে আমাৰ দেশৰ লোকসকলৰ উন্নতি নেদেখি বৰ শোক কৰে। আৰু পাৰেমানে উন্নতি সাধিবলৈ যত্ন কৰে। কিন্তু আমাৰ দেশত সৰহ স্থাবৰ বৃত্তি থকা লোক নাই। প্ৰশস্ত বেপাৰী লোক নাই। কছাৰীত কাম কৰা লোক আৰু মৌজাদাৰ এই সকলেই বৰ মানুহ আৰু ধনীৰ ঠাই পোৱা লোক। আমাৰ দেশৰ অসমীয়া হাকিম ৬ জন মাত্ৰ। তলতীয়া হাকিমৰ সংখ্যাও ৮ জনমান হ'ব আৰু তহচীলদাৰ হাকিমৰ সংখ্যাও সৰ্বমুঠে সেইমানহে হব। ইয়াৰ বাহিৰে বিলাতত শিক্ষা কৰি উচ্চ পদ পোৱা এজন ডাক্তৰ আৰু এজন ইঞ্জিনীয়াৰ আছে। আঙুলীৰ মূৰত লেখিব পৰা গবৰ্ণমেন্টৰ উচ্চ পদ পোৱা লোক এই কেইজন মাত্ৰ। ইয়াৰ বাহিৰে অসমীয়া চাহ বাগিচাৰ গৰাকীৰ সংখ্যাও সকৰে বৰে ১৫ জনমান হ'ব। এই আমাৰ স্বাধীন ব্যৱসায়ী।" মন কৰিবলগীয়া যে শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীদেৱে সম্পাদনা কৰা 'জাগৰণ' আৰু জোনাক' (অঃ সাঃ সঃ) পুথিত 'বিজুলী'ৰ দ্বিতীয় ভাগৰ সূচীপত্ৰ দিওতে 'অসমৰ উন্নতি' (পৃঃ ৭০) প্ৰবন্ধটোৰ নাম উল্লেখ আছে। ইয়াৰ পৰা অনুমান কৰিব পাৰি 'আসাম যাত্ৰা'ৰ দৰেই 'অসমৰ উন্নতি' প্ৰবন্ধটো ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল।

'বিজুলী'ৰ প্ৰথম বছৰত (দশম সংখ্যা) প্ৰকাশ পোৱা 'মণ্ডল আৰু গাওঁবুঢ়া' এটা দীঘল প্ৰবন্ধ। প্ৰবন্ধটোৰ লিখক গোহাঞিবৰুৱাই শাসন কাৰ্য আৰু ৰাজহ ব্যৱস্থাৰ লগত জড়িত বিষয়া-কৰ্মচাৰীসকলৰ বিষয়ে বিশদভাৱে আলোচনা কৰিছে। মণ্ডলসকলে 'লেলেটীয়া' কাম কৰিবলগা হয় আৰু তেওঁলোকৰ কামৰ কোনো নিৰ্দ্ধাৰিত সময় নাই বুলি তেওঁ সেইসকলৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰিছে। সেইদৰে গাওঁবুঢ়াৰ দুৰৱস্থাৰ কথাও উল্লেখ কৰিছে।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় 'বিজুলী'য়ে বিবিধ সমস্যাৰ বিষয়ে আলোচনা আগবঢ়াইছিল। বিশেষকৈ অসম আৰু অসমীয়াৰ সৰ্বাংগীন উন্নতিৰ হকে বিজুলীয়ে আত্মনিয়োগ কৰিছিল। প্ৰবন্ধসমূহৰ বিষয়বস্তু আৰু নামকৰণেই তাৰ স্পষ্ট আভাস দিয়ে। মন কৰিবলগীয়া যে 'বিজুলী'ত 'সম্পাদকীয়' বুলি উল্লেখ কৰা হোৱা নাছিল, কিন্তু সেই বুলি উল্লেখ নকৰিলেও তেনে এটা শিতান আছিল। সম্পাদকে নিজৰ নামত লিখা বিবিধ প্ৰবন্ধত সাধাৰণতে অসমৰ বিভিন্ন কথাই ঠাই পাইছিল। দ্বিতীয় বছৰৰ আৰম্ভণিতে 'দ্বিতীয় বছৰ' বুলি উল্লেখ কৰি সম্পাদকে নানা বাধা-বিঘিনিৰ মাজেদি যে 'বিজুলী'য়ে প্ৰথম বছৰ অতিক্ৰম কৰিছিল তাৰ আভাস দিছে। বিজুলীৰ 'মহাব্ৰত' আৰু 'মূলমন্ত্ৰ' সম্পৰ্কে সম্পাদকে সেই একেটা সংখ্যাত এইদৰে কৈছে : "দেশৰ অভাৱ আৰু দুৰ্গতি দূৰ কৰাই বিজুলীৰ মহাব্ৰত আৰু মূলমন্ত্ৰ হৈছে। সেই দেখি বিজুলীৰ ক্ষুদ্ৰ শক্তিৰ দেশৰ হুন্তে যি পাৰে কৰিবলৈ অলপো ত্ৰুটি নকৰে, আৰু এই মহৎ উদ্দেশ্যৰ অলপো সাধিব পাৰিলেই বিজুলীয়ে নিজকে কৃতাৰ্থ মানিব। যোৱা বছৰ অসংখ্য বাধা-বিঘিনি লৈ চালুকীয়া বিজুলীয়ে কিমান দূৰ উধাব পাৰিলে তাক তেওঁৰ গ্ৰাহকসকলেহে জানে। এতিয়া নতুন উছাহ নতুন উদ্যমে বিজুলীয়ে নতুন বছৰৰ কাৰ্যত হাত দিছেহি।" দেশৰ অভাৱ বা দুৰ্গতিৰ বিষয়ে লিখিবলৈ লওতে স্বাভাৱিকতে বিভিন্ন সমস্যাৰ কথা উল্লেখ থাকিবই। তেনে সমস্যাৰ কথা তেওঁ 'ৰাজনৈতিক প্ৰবন্ধ' শিতানটিতো আলোচনা কৰিছিল। এই শিতানটি সম্পাদকেই পৰিচালনা কৰিছিল।

কিন্তু সাহিত্যৰ আলোচনী হিচাপে 'বিজুলী'ৰ বিশেষ অৱদান আছে। 'অসমীয়া ভাষা কেনেকৈ বেলেগ ভাষা'* বিজুলীত প্ৰকাশ পোৱা বেণুধৰ ৰাজখোৱাদেৱৰ এই প্ৰবন্ধটোৰ জৰিয়তে অসমীয়া ভাষাৰ স্বকীয়তা প্ৰতিপন্ন কৰা হৈছে। এই প্ৰবন্ধটো অঃ ভাঃ উঃ সাঃ সভাত

---

ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে প্ৰবন্ধটোৰ নাম 'অসমীয়া ভাষাৰ স্বতন্ত্ৰতা' (সংক্ৰান্তি, জোনাকীৰ শতবাৰ্ষিকীৰ বিশেষ সংখ্যা, ১ জানুৱাৰী, ১৯৮৯) বুলি উল্লেখ কৰিছে : লিখক।

পাঠ কৰা হৈছিল আৰু পিছত 'বিজুলী'ৰ তিনিটা সংখ্যাত প্ৰকাশ কৰা হৈছিল। এই প্ৰবন্ধৰ জৰিয়তে বঙলা ভাষাৰ লগত অসমীয়া ভাষাৰ পাৰ্থক্য দাঙি ধৰা হৈছে। লগতে আমাৰ ভাষাৰ জতুৱা ঠাঁচ আৰু শব্দৰ মাহাত্ম্য সম্পৰ্কেও লিখকৰ অভিমত দাঙি ধৰিছে। দ্বিতীয় বছৰত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা গুণাভিৰাম বৰুৱাৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' নামৰ দীঘল প্ৰবন্ধটি ব্যঙ্গ ৰচনা যদিও ইয়াত জাতীয় প্ৰীতিয়ে প্ৰাধান্য পাইছে। গুণাভিৰাম বৰুৱাৰ সুযোগ্য পুত্ৰ জ্ঞানদাভিৰাম বৰুৱাই ১৮৩৩ শকত 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' কিতাপ আকাৰে প্ৰকাশ কৰে। কিতাপখনৰ পাততনিত জ্ঞানদাভিৰাম বৰুৱাই এইদৰে উল্লেখ কৰিছে: "....আমাৰ ভাষা, দেশ আৰু অসমীয়া মানুহৰ প্ৰতি মৰম তেখেতৰ প্ৰত্যেক প্ৰবন্ধতে জাজ্বল্যমান।"[১] তৃতীয় বছৰ 'বিজুলী'ত প্ৰকাশ হোৱা দুটা উল্লেখযোগ্য প্ৰবন্ধ হ'ল, 'কবিতা' আৰু 'মেঘদূত'। ইয়াৰে প্ৰথম সংখ্যাত প্ৰকাশিত 'মেঘদূত' প্ৰবন্ধত কালিদাসৰ 'মেঘদূত' কাব্য গ্ৰন্থখনৰ বিষয়ে আলোচনা কৰা হৈছে। 'কবিতা' নামৰ প্ৰবন্ধটোত (পঞ্চম সংখ্যা তৃতীয় বছৰ) কবিতাৰ বিভিন্ন দিশ আৰু বৈশিষ্ট্য সম্পৰ্কে আলোচনা কৰা হৈছে।

দ্বিতীয় বছৰত প্ৰকাশ হোৱা 'আহোমৰ দিন' আৰু 'আহোম বংশৰ উৎপত্তি' দুটি ঐতিহাসিক প্ৰবন্ধ। 'আহোম বংশৰ উৎপত্তি'ৰ বিষয়ে লক্ষ্মীকান্ত গগৈয়ে লিখা প্ৰবন্ধটোত কাশীনাথ তামুলী ফুকন আৰু গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীত আহোম বংশৰ উৎপত্তি সম্পৰ্কে লিখা কথাখিনি ভুল বুলি কোৱা হৈছে যদিও লিখকে সবল যুক্তি প্ৰদৰ্শন কৰিব পৰা নাই বা যুক্তি খণ্ডন কৰিব পৰা নাই।

'বিজুলী'ত প্ৰায় নিয়মীয়াকৈ জীৱনী প্ৰকাশত গুৰুত্ব দিয়া হৈছিল। সেই জীৱনীসমূহৰ ভিতৰত নিজ দেশৰ বাহিৰেও 'ৰোমান বীৰ মেৰিয়াছ' (তৃতীয় ভাগ প্ৰথম সংখ্যা), 'স্যাৰ আইজেক নিউটন (৩য় বছৰ ৫ম সংখ্যা), মহাত্মা জন হাৱাৰ্ড (তৃতীয় ভাগ ২য় সংখ্যা) আদি উল্লেখযোগ্য আছিল। সেই সময়ত এতিয়াৰ দৰে বিজ্ঞানৰ কোনো চিন্তা-চৰ্চা হোৱা নাছিল। সেয়ে হলেও দ্বিতীয় আৰু তৃতীয় ভাগ 'বিজুলী'ত 'বৈজ্ঞানিক প্ৰসঙ্গ' 'মধ্যাকৰ্ষণ,' 'জোন', 'সৌৰজগতৰ কথা' আদি প্ৰবন্ধ প্ৰকাশ পাইছিল। স্বাস্থ্য বিজ্ঞানৰ প্ৰতি লক্ষ্য ৰাখি সম্পাদকে 'কলাজ্বৰ', 'ৰোগ কীট' আদি প্ৰবন্ধ ছপাইছিল। সেই সময়ত সঘনে কলাজ্বৰ হৈছিল আৰু এই জ্বৰত শ-শ লোকৰ প্ৰাণহানি হোৱাটো এটা সাধাৰণ কথাৰ দৰে হৈ পৰিছিল। আনহাতে 'কানি' সেৱন কৰি বহুতৰে হাহাকাৰ অৱস্থা হৈছিল। সম্পাদকে কানিৰ অপকাৰিতাৰ বিষয়ে প্ৰবন্ধ ছপাই জনসাধাৰণক সজাগ কৰিছিল। এইদৰেই 'বিজুলী'ত সীমিত পৃষ্ঠাৰ ভিতৰত বিধ বিধ প্ৰবন্ধ ছপাই সম্পাদকে নিজৰ বিচক্ষণতাৰ পৰিচয় দিছিল। বিভিন্ন ৰুচিৰ পাঠকৰ মনোৰঞ্জনৰ কাৰণে সম্পাদকে ভিন্নধৰ্মী ৰচনা প্ৰকাশ কৰাত গুৰুত্ব দিছিল। দ্বিতীয় বছৰত 'মেম' উপন্যাসিকা প্ৰকাশ কৰাৰ কাৰণো সেয়ে আছিল। আনহাতে সম্পাদকে মহিলা লিখিকাৰ লিখনিকো 'বিজুলী'ত স্থান দি মহিলাক উৎসাহ যোগাইছিল। সেই সময়ত মহিলা লিখিকা আঙুলিৰ মূৰত লেখিব পৰা কেইগৰাকীমানহে আছিল। 'বিজুলী'ৰ তৃতীয় বছৰ তৃতীয় সংখ্যাত ভোগেশ্বৰী বৰুৱাই* 'জীয়াৰী জীৱন'ৰ বিষয়ে লিখা প্ৰবন্ধটোত জীয়ৰী কালৰ প্ৰয়োজনীয় প্ৰায় সকলো কথাই আছে। সেই একে সংখ্যাতে 'শান্তি ক'ত' নামৰ নীতি শিক্ষামূলক আন এটা প্ৰবন্ধও প্ৰকাশ হৈছিল।

'বিজুলী'ৰ প্ৰায় প্ৰতিটো সংখ্যাতে সাধাৰণতে এটা বা কেতিয়াবা দুটা কবিতা প্ৰকাশ কৰা হৈছিল। ইয়াৰে সৰহ সংখ্যক কবিতা গোহাঞিবৰুৱাৰে আছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে 'বিজুলী'ৰ সূচীপত্ৰৰ বছৰনিৰ ভিতৰত 'পদ্য' বুলিহে লিখা হৈছিল। 'বিজুলী'ত প্ৰকাশ হোৱা গোহাঞিবৰুৱাৰ প্ৰায় সকলো কবিতা পিছত তেওঁৰ কাব্যগ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। 'বিজুলী'তে প্ৰকাশিত তেওঁৰ 'লুকুৱা হাঁহি' কবিতাটোৰ লগত চন্দ্ৰকুমাৰ আগৰৱালাৰ 'মাধুৰী' কবিতাটোৰ সাদৃশ্য আছে। অৱশ্যে আগৰৱালাৰ 'মাধুৰী'ৰ দৰে ছন্দৰ লালিত্য 'লুকুৱা হাঁহি'ত পোৱা নাযায়। গোহাঞিবৰুৱাই 'বিজুলী' নামৰ কবিতাটো 'বিজুলী' আলোচনীখনক উদ্দেশ্য কৰিয়েই লিখিছিল। 'বিজুলী'ৰ মাজেদি কবিয়ে এই আশা পোষণ কৰিছে: "অভান্তত উৎপন বতেক উন্নতি/বিচাৰা তাকেই তুমি;/দেখাতে অভাৱ ঘন ডাৱৰেৰে ঢকা/দুখুনী অসম ভূমি;/বিজুলীৰ আবিৰ্ভাৱ উদ্ধাৰ কাৰণ,/ঘনে ডাৱৰ ভেদাই/অসম আকাশ জুৰি নৱ জেউতিৰে/দিয়ে পন্থা পোহৰাই।"/

'বিজুলী'ৰ তৃতীয় ভাগত পোন্ধৰটামান কবিতা প্ৰকাশ হৈছিল। 'বিজুলী'ৰ কবিতাৰ বিষয়ে ডঃ সত্যেন্দ্ৰনাথ শৰ্মা দেৱে এইদৰে কৈছে: "যদিও সৰহভাগ কবিতাই লিৰিক জাতীয় মন্ময়ধৰ্মী, 'দ্বৈপায়ন হ্ৰদত যুদ্ধ'ৰ দৰে বৰ্ণনাধৰ্মী

---

ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে 'সংক্ৰান্তি'ত ভোগেশ্বৰী দত্ত বুলি উল্লেখ কৰিছে। কিন্তু সূচীপত্ৰত উপাধি 'বৰুৱা'হে আছে— লিখক।

তন্ময় কবিতাও প্ৰকাশ হৈছিল।"[৮] এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে তৃতীয় ভাগ 'বিজুলী'ৰ সূচীপত্ৰত প্ৰবন্ধ বা কবিতা লিখকৰ নাম দিয়া হোৱা নাই। দ্বিতীয় ভাগত ওলোৱা 'গীতা' নামৰ কবিতাটো বেণুধৰ ৰাজখোৱাৰ বুলি উল্লেখ আছে। 'দ্বৈপায়ন হ্ৰদৰ যুদ্ধ' কবিতাটোও ৰাজখোৱাদেৱৰে বুলি জনা যায়।

'বিজুলী'ত কিতাপৰ সমালোচনাও ওলাইছিল। ৰত্নেশ্বৰ শৰ্মাৰ (মহন্ত) 'কবিতাৰ হাৰ', লম্বোদৰ বৰাৰ 'জ্ঞানোদয়' আদি পুথিৰ সমালোচনা 'বিজুলী'ত প্ৰকাশ হৈছিল। আনহাতে অঃ ভাঃ উঃ সাঃ সভাৰ কাৰ্য বিৱৰণী (তৃতীয় বছৰ, চতুৰ্থ সংখ্যাত) প্ৰকাশ কৰাৰ বাহিৰেও 'বিজুলী'য়ে কলিকতাৰ এলবাৰ্ট হলত অনুষ্ঠিত হোৱা অসমীয়া ছাত্ৰৰ সাহিত্য সভাৰ অষ্টম বাৰ্ষিক অধিবেশনৰ বিশদ বিৱৰণীও (তৃতীয় বছৰ পঞ্চম সংখ্যাত) ছপাইছিল। এই প্ৰসঙ্গত ৰমাকান্ত বৰকাকতীয়ে অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ তৃতীয় আৰু চতুৰ্থ বছৰৰ কাৰ্য বিৱৰণীত 'বিজুলী' আৰু 'জোনাকী'ৰ এনেদৰে শলাগ লৈছে: "'জোনাকী' আৰু 'বিজুলী' দুয়ো সভাৰ কামত ব্ৰতী। সভাৰ নিমিত্তে সদায় খাটিবলৈ আওহেলা কৰা নাই। আৰু দুই কাকতকে সভাই নিয়মমতে পাই আছে। সেই কাকতৰ সম্পাদক, প্ৰকাশক আৰু স্বত্বাধিকাৰীসকলৰ ওচৰত আমি চিৰকৃতজ্ঞ আছোঁ আৰু আগলৈকো থাকিম।"[৯] স্বৰূপাৰ্থত ক'বলৈ হ'লে 'জোনাকী' আৰু 'বিজুলী' অঃ ভাঃ উঃ সাঃ সভাৰ মুখপত্ৰ আছিল।

'জোনাকী' আৰু 'বিজুলী'ৰ অৰিয়াঅৰিয়েও পাঠকক বেছ আমোদ দিছিল। 'জোনাকী'ৰ চতুৰ্থ ভাগ দ্বিতীয় সংখ্যাটোৰ বিষয়ে 'বিজুলী'ত এইদৰে সমালোচনা কৰা হৈছিল— 'জোনাকী' : চতুৰ্থ ভাগ, ২য় সংখ্যা : এই সংখ্যাৰ 'আত্মজীৱন চৰিত' প্ৰবন্ধটি পঢ়ি আমি বৰ সন্তোষ পাইছোঁ। ১ম সংখ্যাত ওলোৱা চুটিয়া প্ৰবন্ধটি আৰু আত্মজীৱন চৰিত এই দুটিত বাজে সাৰুৱা কথা একোকে নেপালোঁ। সততে যিমান পিঠি থাকে তাতোকৈও পিঠি কম। মুঠতে ধৰিবলৈ গ'লে, 'জোনাকী'ৰ ক্ৰমিক অধোগতিহে বুলিব লাগে। আনে দোষ ধৰিলে 'জোনাকী'য়ে যুক্তিৰ মূৰ চোবাই খড়্গহস্ত, হ'ব নেলাগে। দৰ্শক, পাঠক সকলৰো চকু আছে। 'জোনাকী'য়ে চকু মুদি নুই কৰিলে কি হ'ব ? 'জোনাকী'য়ে নো সমালোচনাৰ অৰ্থ কি বুলি বুজে, 'বিজুলী'য়ে নো, কোন জনা ব্যক্তিক 'ব্যক্তিগত আক্ৰমণ' কৰিলে, 'জোনাকী' চলাওঁতা নো নিজে কিমান ভদ্ৰ আৰু তেওঁৰ গাত নো সমালোচনা, ব্যক্তিগত আক্ৰমণ আৰু ভদ্ৰতাৰ কিমান কাণ্ডজ্ঞান আছে, সমালোচনাৰ উত্তৰতে বিশেষ বুজা গৈছে। প্ৰতিহিংসাপোষক আৰু যুক্তিৰ ফালে দৃষ্টিহীন মানুহে আলোচনী চলোৱাৰ ভাৰ লোৱাটো বিড়ম্বনাহে বুলিব লাগে। 'জোনাকী'য়ে যদি এইদৰে ওফন্দি নিজকে স্বৰ্গৰ তৰাও সাজিব খোজে, আমি তালৈ ঋিণৰ চকুৰেহে চাম।"[১০] 'বিজুলী' ওলোৱাৰ পিছত 'জোনাকী'য়ে লিখিছিল : "আজি আমি বৰত মজিছোঁ যে দুখুনী আসাম আইৰ সেৱা-শুশ্ৰূষা, প্ৰতিপাল কৰিবলৈ, আলপৈচান ধৰিবলৈ আমি আমাৰ লগৰীয়ানী এজনী পালোঁ।" এইদৰে আৰম্ভ কৰি পিছত আকৌ লিখিছে "...আইটী তোমাৰ গাৰ ঠায়ে ঠায়ে অলপ দোষ আছে। তাৰ মাজে মাজে গোটাচেৰেক দেখুৱাওঁ, সেইবোৰ শুধৰাই লোৱা। আখৰ-যোঁটনিত তুমি র আৰু য় ব্যৱহাৰ কৰোতে ভুল কৰা। 'সকলোয়ে', 'বাপুয়ে', 'ছোৱালী' আদি নেলেখি সকলোৱে, বাপুৱে, ছোৱালীয়ে লেখিলে হে শুদ্ধ হয়। কৰ্তাকাৰক অকাৰ বা অকাৰান্ত হ'লে তাৰ পাছত য় নহয়, ই হে হয়। সেই দেখি 'পকৰাই পাই বাটকৰাই বাট হেৰুৱায়'— এইদৰে লেখিলেহে শুদ্ধ হ'ব। এনেবিলাক ভুল অহাবাৰৰ পৰা শুধৰাবা দেই আইটী"[১১] (জোনাকী, চতুৰ্থ ভাগ, পুথিৰ গুণাগুণ বিচাৰ।) 'বিজুলী'ৰ দ্বিতীয় সংখ্যাৰ বিষয়ে 'জোনাকী'ত এইদৰে প্ৰকাশ কৰা হৈছিল— "....১ম সংখ্যাতকৈ এই সংখ্যাত বৰ্ণাশুদ্ধিৰ দোষ কমা নাই; তথাপি এই সংখ্যাৰ অলপ উন্নতি দেখি আমি সন্তোষ পাইছোঁ। এই সংখ্যাত দুটা ভাল প্ৰবন্ধ ওলাইছে— কনগ্ৰেছ আৰু অসমত মুছলমান।"[১২]

'জোনাকী', 'বিজুলী'ৰ মাজত 'কুঁৱাৰি' ভাব থাকিলেও দুয়োখন সেই সময়ত অসমীয়া ভাষা-সাহিত্যৰ মুখপত্ৰৰ দৰে আছিল। অৱশ্যে জাতীয় জীৱনৰ লগত জড়িত থকা সমস্যাবিলাক প্ৰকাশ কৰাত 'বিজুলী'য়ে বিশেষ গুৰুত্ব দিছিল। গোহাঞিবৰুৱাৰ পিছত লক্ষ্মীনাথ শৰ্মা বি. এৰ সম্পাদনাত 'বিজুলী'ৰ চতুৰ্থভাগ শিলঙৰ পৰা ১৮২৪ শকত (ইং ১৯০৬) প্ৰকাশ হৈছিল। চতুৰ্থ ভাগৰ ছটামান সংখ্যা প্ৰকাশ হ'লেও সেই সংখ্যাকেইটাত সম্পাদকে পূৰ্বৰ খ্যাতি অক্ষুণ্ণ ৰাখিবলৈ সততে চেষ্টা কৰিছিল। উদাহৰণস্বৰূপে 'জাতীয় উন্নতি আৰু জাতীয় সাহিত্য', 'বুদ্ধি আৰু পৰিশ্ৰম', 'চৰিত্ৰ আৰু শিক্ষা' আদি প্ৰবন্ধৰ কথা উল্লেখ কৰিব পাৰি। সেই বছৰৰে ষষ্ঠ সংখ্যাত প্ৰকাশ হোৱা 'আসাম' নামৰ কবিতাটোত অসমৰ গৌৰৱময় কাহিনী কবিয়ে বৰ্ণনা কৰি শেষত দুৰৱস্থাৰ কথা এনেদৰে উল্লেখ কৰিছে : "দুখৰ কেতিয়া হ'ব ওৰ/ চকুলো মছিব কোনে তোৰ।" চতুৰ্থ বছৰত 'বিজুলী'ৰ প্ৰকাশ বন্ধ হ'ল যদিও অসমৰ সংবাদ-পত্ৰ আৰু

* হেমচন্দ্ৰ বৰুৱাৰ

আলোচনীৰ জগতত 'বিজুলী'য়ে উল্লেখনীয় অৱদান আগবঢ়াই থৈ গ'ল।

'বিজুলী'ৰ কলেবৰ ডাঙৰ নাছিল। ডিমাই ১/৮ আকৃতিৰ 'বিজুলী'ৰ দ্বিতীয় বছৰত মুঠ ২৬৫ পৃষ্ঠা হৈছিল। প্ৰতি সংখ্যাত সাধাৰণতে ২৬/২৭ টা মান পৃষ্ঠা আৰু পৃষ্ঠাই প্ৰতি তেইশৰ পৰা আঠাইশটা মান শাৰী আছিল। শাৰীয়ে প্ৰতি সাধাৰণতে নৰ পৰা এঘাৰটা মান শব্দ আছিল। কলিকতাৰ ৬৮নং বলৰাম দেৱ ষ্ট্ৰীটৰ 'কৃপাসিন্ধু'* প্ৰেছৰ পৰা 'বিজুলী' ছপা হৈছিল। প্ৰিণ্টাৰ আছিল নফৰ চন্দ্ৰ সৰকাৰ। 'বিজুলী'ৰ 'বেচ বছৰি ১ টকা। আগ ধৰি দিব লাগে।'— এই বুলি তৃতীয় ভাগ চতুৰ্থ সংখ্যাৰ সূচীপত্ৰত (কাতি ১৮১৫ শক) উল্লেখ আছে। সেই বছৰৰে প্ৰথম সংখ্যাত বেটুপাতৰ পৃষ্ঠাত থকা সূচীপত্ৰত তলতে প্ৰকাশক হিচাপে এনেদৰে আছে :

প্ৰকাশক— শ্ৰীদুৰ্গাধৰ বৰকটকী
১৪নং হেৰিচন ৰোড।

কিন্তু ইয়াৰ পিছৰ কেইটামান সংখ্যাত প্ৰকাশক দুৰ্গাধৰ বৰকটকীৰ নামৰ তলত '২৭ নং মুছলমান পাড়া লেন' বুলি আছে। ইয়াৰ দ্বাৰা বুজা যায় যে 'বিজুলী'ৰ কাৰ্যালয় সঘনে সলনি হৈ আছিল। আনহাতে 'বিজুলী'ৰ ব্যৱস্থাপনাত দুৰ্গাধৰ বৰকটকীও জড়িত থকা কথা সূচীপত্ৰৰ পৰাই জানিব পৰা যায়। অসমীয়া কিতাপ পত্ৰ আৰু আলোচনী আদি প্ৰকাশৰ ক্ষেত্ৰত দুৰ্গাধৰ বৰকটকীয়ে সেই সময়ত আগভাগ লৈছিল।

## উষা

যি কাৰণত 'বিজুলী'ৰ উদ্ভৱ হৈছিল, সেই কাৰণ অৱশ্যে 'উষা'ৰ ক্ষেত্ৰত হোৱা নাছিল। সেয়ে হ'লেও 'বিজুলী'ৰ চিকমিকনি আৰু 'উষা'ৰ পোহৰে অসমীয়া আলোচনী সাহিত্যত ঐতিহাসিক পদক্ষেপ পেলাই থৈ গ'ল।

চতুৰ্থ ভাগ 'বিজুলী' বন্ধ হোৱাৰ এবছৰ পিছতে 'উষা' প্ৰকাশ পায়। খ্ৰীঃ ১৯০৭-১২ চনত তেজপুৰৰ পৰা আলোচনীখন প্ৰকাশ পাইছিল। গোহাঞিবৰুৱাই অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনত 'তেজপুৰৰ পৰা প্ৰচাৰিত হৈছিল' বুলি উল্লেখ কৰিছে।'/ বেণুধৰ শৰ্মাদেৱে কৈছে : "প্ৰবীণ সাহিত্যিক সকলৰ আশীৰ্বাদ সহায়-সহানুভূতি শিৰত লৈ ন-লেখাৰু সকলকো কাষলৈ চপাই আনি পদ্মনাথ বৰুৱা ডাঙৰীয়াই 'উষা'ৰ উষা যাত্ৰা আৰম্ভ কৰি দিলে ১৮২৮ শকৰ বহাগ মাহত, ডবল ডিমাই কাগজৰ ৩২ পিঠিয়া কলেবৰেৰে প্ৰথম পৃষ্ঠাত অৰুণোদয়ৰ ছবি এটিৰে সৈতে।"[১৩]

'মুকলিমূৰীয়াকৈ' আৰু 'একাণপতীয়াকৈ' সাহিত্য সেৱা কৰাৰ উদ্দেশ্য লৈয়ে গোহাঞিবৰুৱাই 'উষা' উলিয়াইছিল। 'মোৰ সোঁৱৰণী' গ্ৰন্থত তেখেতে সেই কথাৰ এইদৰে ব্যাখ্যা কৰিছে: "সাহিত্যিক পেঞ্চন প্ৰাপ্তিৰ পাছত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি উঠি মুকলিমূৰীয়াকৈ আৰু একাণপতীয়াকৈ সাহিত্য চৰ্চাত মন পাৰি লাগি গলোঁ। তাৰ লগতে 'বান্তি'ৰ অৱস্থাও টনকীয়াল হৈ উঠাত মোৰ মন দুগুণে উলাহিত হ'ল। মোৰ নিজা সাহিত্য চৰ্চাৰ লগে লগে সমনীয়া আৰু উঠি অহা সাহিত্যিক সকলৰো যাতে একে উদ্দেশ্য ধাউতি ক্ৰমাৎ অযাচিতে আগবঢ়াব পাৰি সেই বিষয়ক চিন্তাই মোৰ মনত ছেগ বুজি খেলিবলৈ ধৰিলে। দেখিলোঁ সেই সময়ত সিবিলাকৰ সেই চৰ্চালৈ কাৰ্যক্ষেত্ৰ নোহোৱা হৈ পৰাত প্ৰবীণ লেখকৰ কাপত মামৰে ধৰিছে আৰু নবীন সকলৰ কাপে ঠমক খাই ৰৈছে, কিয়নো আগৰ আলোচনী কাকত এখনো নোহোৱাত পৰিল,— 'জোনাকী'ৰ দ্বিতীয় খণ্ড গুৱাহাটীৰ পৰা ওলাই আকৌ অকালতে মাৰ গ'ল। ভাবি চালো এনে সময়ত এখন আলোচনী কাকতৰ নিতান্ত প্ৰয়োজন।" সেই চিন্তা লৈয়ে তেওঁ সাহিত্যিক বন্ধুসকলৰ সৈতে যোগাযোগ কৰিলে। তেওঁৰ ভাষাতে: "এই চিন্তালোচনালৈ মই একেৰাহে মাহচেৰেক কটালোঁ। তাৰ পাছত এদিন সেই চিন্তালোচনাৰ গুপুত কথা প্ৰকাশ্যে মোৰ প্ৰিয়তম সাহিত্যিক বন্ধু ৺হেমচন্দ্ৰ গোস্বামীদেৱৰ আগত ব্যক্ত কৰি তেওঁৰে সৈতে সেই বিষয়ে পৰামৰ্শ কৰিলোঁ। মোৰ প্ৰস্তাৱ মুখৰ পৰা ওলোৱা মাত্ৰে গোঁসাইদেৱে পৰম উলাহেৰে তাক এই বুলি সাবটি ধৰিলে,— 'এই দুৰ্দিনত আপুনি যদি এখন অসমীয়া আলোচনী কাকত উলিয়াবলৈ আগবাঢ়ে তেন্তে আপুনি মোৰ পৰা সৰ্বপ্ৰকাৰে যথা সম্ভৱ সহায় আৰু সহানুভূতি পাব।' গোঁসাইদেৱৰ সেই প্ৰতিশ্ৰুতিৰ উলাহত ময়ো উলাহিত হ'লোঁ আৰু মনতে স্থিৰ কৰিলো যে আলোচনী এখন নিতান্তই উলিয়াম। কিন্তু লগতে এই আশঙ্কায়ো মনৰ গভিত ভেটা মাৰি ধৰিলে, জানোচা তাৰ বাবে যত্ন চেষ্টা আৰু মনোযোগ দিওঁতে ইফালে হাতৰ 'বান্তি' নিস্তেজ হৈ পৰে। সেই আশঙ্কাও ভাঙি আলোচনা কৰাত গোঁসাইদেৱ আৰু মোৰ আন্তৰিক প্ৰেৰণাপ্ৰসূত যুটীয়া যুক্তিয়ে তাক পানীকৃত কৰি উকৰাই পঠিয়ালে। তাৰ পাচত মোৰ অন্যতম সাহিত্যিক

* 'জোন আৰু জোনাকী' পুথিত (পৃঃ ৪৭) 'কৃপানন্দ যন্ত্ৰ' বুলি উল্লেখ আছে— লিখক।

বন্ধুবৰ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, ৺সত্যনাথ বৰা প্ৰমুখ্যে জনদিয়েক প্ৰবীণ সাহিত্যিকৰ লগত পৰামৰ্শ কৰি সিবিলাকৰ সমৰ্থনৰ বল পাই সংকল্পিত আলোচনীখন অনতিপলমে প্ৰচাৰ কৰা সঙ্কল্প ৰাষ্ট্ৰ কৰি দি নিজকে নিজে বান্ধ খুৱাই ললোঁ" (পৃঃ ১৮৬)। এই কথাখিনিৰ পৰা গোহাঞিবৰুৱাই কেনে এক প্ৰতিকূল অৱস্থাৰ মাজেদি 'উষা' উলিয়াবলৈ 'সঙ্কল্প' লৈছিল সেই কথা হেমচন্দ্ৰ গোস্বামীৰ উক্তিৰ পৰাই অনুমান কৰিব পাৰি। গোহাঞিবৰুৱাৰ প্ৰচেষ্টাত গোস্বামীদেৱে কি দৰে উদগনি দিছিল তাকো জনা যায়। গোহাঞিবৰুৱাই মন বান্ধি লোৱাৰ পিছতো কেইমাহমানলৈ 'উষা' উলিয়াব পৰা নাছিল। কিয়নো তেওঁৰ পৰম হিতাকাঙ্ক্ষী, ধনাঢ্য ব্যক্তি 'বি. এ জগন্নাথ'ৰ সেই সময়তে পৰলোকপ্ৰাপ্তি হয়। যি হওক তেওঁৰ আন্তৰিক চেষ্টাত আৰু বন্ধু-বান্ধৱৰ সহযোগত 'উষা' প্ৰকাশ হ'ল। প্ৰথম সংখ্যা 'উষা'ৰ সম্পাদকৰ শৰাইত 'উষা'ৰ জন্ম কাহিনী আৰু আলোচনীখনৰ উদ্দেশ্য সম্পৰ্কে বিশদভাৱে আলোচনা কৰা হৈছে। এই আলোচনাত 'উষা' ওলোৱাৰ আগলৈকে অসমীয়া বাতৰিকাকত আৰু আলোচনীৰো এটি সংক্ষিপ্ত বিৱৰণ দাঙি ধৰা হৈছে। 'অভাৱেই আবিৰ্ভাবৰ মূল' এই বাক্যৰে তেওঁ 'উষা'ৰ আবিৰ্ভাবৰ কাৰণ ব্যাখ্যা কৰিছে আৰু লগতে এই আশা পোষণ কৰিছে: "...এতিয়া উষা-যাত্ৰাৰ শুভক্ষণ পালেহি; অসমীয়াই এই শুভক্ষণত শুভযাত্ৰা কৰি, জাতীয় উন্নতিৰ নিচান লৈ, কাৰ্যক্ষেত্ৰলৈ আগবাঢ়িব লাগে। চিৰকাল সময়ানুযায়ী শুভকৰ্ম্মলৈ আঙুলিয়াই থাকিবলৈ 'উষা'ৰ আবিৰ্ভাব। অসমীয়াৰ এফালৰ পৰা দিনে দিনে কাৰ্যাৰম্ভণৰ শুভক্ষণ আহক, দিনে দিনে আজীৱন অসমীয়াই উন্নতিৰ গতিত শুভযাত্ৰা কৰি কাৰ্যপৰায়ণ হওক, দিনে দিনে আসামৰ অশেষ অভাৱ আঁতৰ হওক।"

আলোচনীখনৰ 'উদ্দেশ্য'ৰ বিষয়ে সম্পাদকে কৈছে: "একে আষাৰে কবলৈ হ'লে জাতীয় সাহিত্যৰ উন্নতি সাধনেই আলোচনীৰ মূল উদ্দেশ্য। এই সাধনাৰ সিদ্ধিৰ লগতে দেশৰ সমাজ, বিজ্ঞান, কৃষি, শিল্প, বাণিজ্য এই বিলাক বিষয়ৰ উন্নতিৰো আলোচনা কৰা হয় কিম্বা এই আলোচনাই প্ৰথম সাধনাৰ সিদ্ধিত সহায় কৰে। মাথোন, ৰাজনৈতিক আৰু ধৰ্ম্মমূলক বিষয় আলোচনীৰ সীমাৰ বাজ। কিয়নো এই দুই বিষয়ৰ সংযোগত থকা ৰাজহুৱা আৰু ভিতৰুৱা জঞ্জালে সাহিত্য-সেৱাত অসুচল ঘটায়। সাহিত্য সেৱা একপ্ৰকাৰ উদাসীন ধৰ্ম্ম, ইয়াত ৰাজকীয় আৰু ধৰ্ম্ম সম্পৰ্কীয় জঞ্জালীয়া বিষয়ৰ যোগ থকাটো বাঞ্ছনীয়ও নহয়। তথাপি সাধাৰণ ৰাজনীতি আৰু সকলোৰে উমৈহতীয়া ধৰ্ম্মভাবৰ চৰ্চ্চা আলোচনীৰ পৰা একেবাৰে বাদ নপৰে। এইখিনিতে ইয়াকো ক'ব লাগে যে, আলোচনী কেৱল আলোচনীৰ নিমিত্তে, ই সাধাৰণৰ মনোবাদৰ স্থল নহয়। কোনো বিষয়ৰ আলোচনাত সাধাৰণৰ ভিতৰত মতভেদ ঘটিলে তাক যুক্তিৰে সৈতে মিলাবলৈহে চাব লাগে, লিখকৰ প্ৰতি পোনচাতেই খড়্গহস্ত হোৱাটো বিধি নহয়।"

জাতীয় সাহিত্যৰ উন্নতিৰ হকে 'উষা'ই আৰম্ভণিৰে পৰা আত্মনিয়োগ কৰিছিল। ইয়াৰ লগে লগে অৱশ্যে অসমৰ আৰ্থ-সামাজিক সমস্যাৰাজিও 'উষা'ৰ পাতত তথ্যপাতিৰে সৈতে ভালদৰে দাঙি ধৰা হৈছিল। প্ৰথম ভাগ 'উষা'ত অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ কথা চিন্তা কৰি শৰৎ চন্দ্ৰ গোস্বামীয়ে 'আমাৰ সাহিত্যত অভাৱ' এই বিষয়ে প্ৰবন্ধ লিখিছিল। দেৱেশ্বৰ চলিহাই 'অসমীয়া ভাষা' এই নামত লিখা প্ৰবন্ধটোত অসমীয়া ভাষাৰ শব্দভাণ্ডাৰ চহকী কৰিবলৈ আৰু আখৰ জোঁটনিৰ আউল মাৰিবলৈ কেতবোৰ মূল্যবান পৰামৰ্শ আগবঢ়াইছিল। 'উষা'ৰ তিনিটা সংখ্যাত প্ৰকাশ হোৱা প্ৰবন্ধটোৰ জৰিয়তে লিখকে অসমীয়া ভাষাৰ বিভক্তি, শব্দ, উচ্চাৰণ আদি আলোচনা কৰাৰ লগতে ন লিখকসকলক ভাষাটো ভালকৈ আয়ত্ত কৰিবলৈ পৰামৰ্শ দিছিল। অসমীয়া ভাষা যে চহকী তাৰ যুক্তি প্ৰদৰ্শন কৰি লিখকে কৈছে: "অসমীয়া ভাষা দুখীয়া বুলি যি বিলাকে মনে মনে খেদ কৰে, তেওঁ বিলাকক কব পাৰো যে অন্ততঃ ভাৰতীয় ভাষাৰ জোৰ দিওঁতা ভাষা এক, বা যদি বেছি হয়, দুইতকৈ কোনো মতে বেছি ওলাব নোৱাৰে। ইমান সুসভ্য ভাষা, ইমান কবিতা লায়েক ভাষা ভাৰতৰ ভিতৰত অদ্বিতীয় যেন মোৰ বিবেচনা হয়। আলোচনাৰ অৱহেলাত অসমীয়া ভাষাই ফুটি ওলাই জগতক চিনাকী দিব পৰা নাই হয়, কিন্তু তাৰে আলোচনা কৰি তাৰ মোল বুজি গুণৰ সোৱাদ লওতাসকলে অসমীয়া ভাষাৰ প্ৰাধান্যতাৰ গম পাইছে।... অসমীয়া ভাষাৰ বাহিৰে কোন ভাষাত অতি বেয়া ভাবৰ কথাবিলাক ভাষাৰ সুৱলা ঢাকনেৰে ঢাকি বেয়া ভাবৰ ছাঁ আঁতৰাই সমাজত অক্লৃম মনেৰে কথা-বতৰা ক'ব পাৰি? 'গা এৰা', 'গা এৰা দিয়া', 'গা খৰা', গা-ধোৱা ইত্যাদিৰ নিচিনা অৰ্থেৰে ভৰা কথা আন ভাষাত বহুত কম। 'অমুকীয়ে প্ৰসৱ কৰিছে', বা 'অমুকীয়ে লৰা পাইছে' এনে কথাৰ সলনি 'অমুকীৰ গা লৰিছে' কথা কেনে ভাষাৰ সুৱলা ঢাকনি?"

---

* অসম সাহিত্য সভাৰ ভাষণাৱলী: প্ৰথম ভাগ, পৃঃ ১৮

ভাষা-সাহিত্য সম্পৰ্কীয় প্ৰবন্ধৰ বাহিৰে প্ৰথম ভাগ 'উষা'ত হেমচন্দ্ৰ গোস্বামীৰ বিখ্যাত 'শৰাইঘাটৰ যুদ্ধ' (দ্বিতীয় সংখ্যা), ৰাধানাথ ফুকনৰ 'অসমীয়াৰ ভৱিষ্যৎ', লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীৰ 'আমাৰ উন্নতিৰ মূল', সত্যনাথ বৰাৰ 'কৰ্ম্ম', 'কৰ্ত্তব্য জ্ঞান', 'ধন ও ধনৰ ব্যৱহাৰ', 'ছেগ', 'ৰাগিয়াল বস্তু', 'শৰীৰ আৰু বস্ত্ৰৰ শুদ্ধতা' আদি সাৰুৱা মৌলিক প্ৰবন্ধ, যোগেন্দ্ৰনাথ বৰুৱাৰ পাৰিবাৰিক জীৱনৰ বিষয়ে লিখা 'অসমীয়া বোৱাৰী' প্ৰবন্ধ প্ৰকাশ পাইছিল। ৰজনীকান্ত বৰদলৈৰ 'মনোবিজ্ঞান' শীৰ্ষক প্ৰবন্ধ এলানি প্ৰথম সংখ্যাৰ পৰাই ধাৰাবাহিকভাৱে প্ৰকাশ হৈছিল। নাৰায়ণ চন্দ্ৰ বৰুৱা নামৰ নীৰৱ সাহিত্যিকগৰাকীয়ে সত্যনাথ বৰাৰ প্ৰবন্ধৰ পৰ্যায়ৰ কেবাটাও প্ৰবন্ধ 'উষা'ৰ প্ৰথম ভাগত লিখিছিল। ভূধৰ চৌধুৰীয়ে 'খেতি'ৰ বিষয়ে লিখা দীঘল প্ৰবন্ধটো প্ৰথম সংখ্যাৰ পৰা মুঠ ছটা সংখ্যাত প্ৰকাশ হৈছিল। সেই প্ৰবন্ধত তেওঁ খেতিৰ সা-সৰঞ্জামবিলাকৰ বিষয়ে আলোচনা কৰাৰ উপৰি খেতি কৰাৰ নিয়ম পদ্ধতি গৰু-ম'হ প্ৰতিপাল কৰা আৰু বিভিন্ন ধৰণৰ খেতিৰ বিশদ বিৱৰণ দিছিল। সেই তেতিয়াই লিখকে "গাৱঁলীয়া পঢ়াশালিত কৃষি বিষয়ৰ পুথিয়ে বেছিকৈ ঠাই পাব লাগে" বুলি যুক্তি দৰ্শাইছিল। ঘাইকৈ কৃষি কৰ্মৰ ওপৰত নিৰ্ভৰ কৰি তেতিয়াৰ অসমৰ মানুহ বৰ্তি আছিল। সেই ফালৰ পৰা সম্পাদকে এনেধৰণৰ প্ৰবন্ধ প্ৰকাশত গুৰুত্ব দিছিল বুলিব পাৰি। খেতিৰ বাহিৰেও বাণিজ্য বিষয়ক প্ৰবন্ধও প্ৰথম ভাগ 'উষা'ত ছপা হৈছিল। দ্বিতীয়-তৃতীয় সংখ্যাত প্ৰকাশ হোৱা 'বাণিজ্য' নামৰ প্ৰবন্ধটোত লিখক যোগেন্দ্ৰনাথ বৰুৱাই বেহা-বেপাৰত অসমীয়া মানুহক মনোনিবেশ কৰিবলৈ আহ্বান জনাইছিল। অসমৰ সম্পদৰাজিৰ বিষয়েও প্ৰথম ভাগ 'উষা'ত প্ৰবন্ধ ছপা হৈছিল। এই প্ৰসঙ্গত হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া লো' প্ৰবন্ধৰ কথা উনুকিয়াব পাৰি। প্ৰথম ভাগ 'উষা'ত প্ৰকাশ হোৱা বেণুধৰ ৰাজখোৱাৰ 'মানুহৰ জীৱনৰ উদ্দেশ্য' আৰু দেবেশ্বৰ চলিহাৰ 'মানুহ পশুতকৈ কিয় শ্ৰেষ্ঠ'— এই দুটা প্ৰবন্ধত মানুহৰ সৰ্বাংগীন উন্নতি কামনা কৰা হৈছিল। আনহাতে প্ৰত্নতত্ত্ব সম্বন্ধীয় প্ৰবন্ধৰ ভিতৰত উমাদেৱ গোস্বামীৰ 'আসামৰ মন্দিৰ', 'বশিষ্ঠাশ্ৰম' আদিৰ নাম উল্লেখ কৰিব পাৰি।

'উষা'ৰ প্ৰথম ভাগৰ শেষৰ তিনিটা সংখ্যাত সংগীতৰ বিষয়ে প্ৰবন্ধ লিখিছিল লক্ষ্মীৰাম বৰুৱাই। তেখেতৰ সেই বিষয়ক প্ৰবন্ধ দ্বিতীয় ভাগ 'উষা'তো ধাৰাবাহিকভাৱে প্ৰকাশ হৈছিল। আৰম্ভণিৰে পৰা 'উষা'ৰ এগৰাকী নিয়মীয়া লিখক আছিল আনন্দচন্দ্ৰ গুপ্ত। অসমীয়া সাহিত্যত 'আগুনি কোঁৱৰ' নামে সু-পৰিচিত আনন্দচন্দ্ৰ গুপ্তৰ (পিছলৈ আগৰৱালা) 'চন্দ্ৰ আৰু পণ্ডিত'ৰ (দ্বিতীয় সংখ্যা) দৰে শুৱলা পদ্যসমূহৰ বাহিৰেও 'আঙুলি কটপা' (প্ৰথম সংখ্যা), 'মান' (তৃতীয় সংখ্যা), 'ঘৰুৱা জীৱনত বৈদীৰ কৰ্ত্তব্য' (চতুৰ্থ আৰু নৱম সংখ্যা) আদি প্ৰবন্ধ প্ৰকাশ হৈছিল। তেখেতৰ আন এটা উল্লেখযোগ্য প্ৰবন্ধ 'ব্ৰহ্মদেশত অসমীয়া মানুহ' প্ৰথম ভাগ 'উষা'ত (১৩১ পৃষ্ঠা) প্ৰকাশ হৈছিল। এইসকল লিখকৰ উপৰি অম্বিকানাথ বৰাই প্ৰথম ভাগ 'উষা'ৰ পাঁচটা সংখ্যাত 'চন্দ্ৰলোকলৈ গমন' নামৰ প্ৰবন্ধ লিখি আলোচনীখনৰ গুৰুত্ব বঢ়াইছিল।

'উষা'ৰ যশ আৰু জনপ্ৰিয়তা বৃদ্ধি কৰাত 'কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাগমন' শীৰ্ষক প্ৰবন্ধলানিয়ে অৱদান যোগাইছিল। মূল প্ৰবন্ধৰ তলত 'ভাৰত উদ্ধাৰ' 'বন্দেমাতৰং', 'স্বদেশী আৰু বইকট', 'ভুল', 'সমালোচনা', 'হিন্দু আৰু মুছলমান', 'পাৰ্লেমেণ্ট', 'বম', 'এংলো ইণ্ডিয়ান' আদি নামেৰে বাৰটা 'পাজি প্ৰবন্ধ'* প্ৰকাশ হৈছিল। প্ৰথম ভাগৰ দ্বিতীয় সংখ্যাৰ পৰা প্ৰকাশ হোৱা বেজবৰুৱাৰ এই প্ৰবন্ধলানিয়ে পাঠকক বুদ্ধিদীপ্ত হাস্যৰসৰ খোৰাক যোগাইছিল। 'উষা'ৰ প্ৰথম ভাগত প্ৰকাশ হোৱা বিভিন্ন বিষয়ৰ আন কেইটামান প্ৰবন্ধৰ ভিতৰত দেবানন্দ ভঁড়ালীৰ 'অলংকাৰ আৰু দৰকাৰ', গোহাঞিবৰুৱাৰ 'কছাৰি ৰজা', নবীন চন্দ্ৰ দৈৱজ্ঞৰ 'চাৰিযুগ', দুৰ্গেশ্বৰ শৰ্মাৰ 'কিণ্ডাৰ গাৰ্টেন', লোকেশ্বৰ গোস্বামীৰ 'সৎ সাহস', লক্ষেশ্বৰ বৰঠাকুৰৰ 'জাপান যাত্ৰীৰ পত্ৰ' আৰু 'জাপানৰ ইতিহাস সম্পৰ্কে' আৰু শ্ৰীমতী কুইন আইটাৰ 'শৃংখলা আৰু বন্দবস্ত'ৰ নাম উনুকিয়াব পাৰি। বেজবৰুৱাৰ 'বাপিৰাম' গল্পটো 'উষা'ৰ প্ৰথম সংখ্যাত ওলাইছিল। গোহাঞিবৰুৱাৰ কেবাটাও কবিতা আৰু জগন্নাথ বৰুৱাৰ বিয়োগক লৈ ৰাধানাথ ফুকন, লক্ষ্মীৰাম বৰুৱা আৰু সম্পাদকে ৰচনা কৰা তিনিটা 'শোকগীত' প্ৰথম ভাগ 'উষা'ত প্ৰকাশ হৈছিল।

প্ৰথম ভাগ 'উষা'ৰ 'সম্পাদকৰ শৰাই' শিতানত ভাষা, সাহিত্য আৰু জাতীয় জীৱন সম্পৰ্কীয় ভালেমান বিষয় লৈ আলোচনা কৰা হৈছিল। মন কৰিবলগীয়া যে তেওঁ এই শিতানত বৃটিছ চৰকাৰৰ বিষয়ে সমালোচনা কৰি কোনো কথা লিখা নাছিল। আৰম্ভণিৰ বছৰত প্ৰকাশ

---

* 'কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাগমন' এই শিতানত বেজবৰুৱাই লিখা প্ৰবন্ধসমূহক বেণুধৰ শৰ্মাই 'পাজি প্ৰবন্ধ' বুলি উল্লেখ কৰিছে। (পদ্মনাথ গোহাঞিবৰুৱা, অঃ প্ৰঃ পঃ পৃঃ ১১৭)।

হোৱা সম্পাদকীয় (?) সমূহৰ বিষয়বস্তু এনেধৰণৰ আছিল : 'উৎসাহ আৰু হুতাশ', 'অসমীয়া বৰ্ণ বিন্যাস', 'লেখা আৰু লিখা', 'বিহু', 'ভাৱনা', 'অতিথি সেৱা', 'অন্ধ বিশ্বাস', 'সভা-সমিতি', 'দেখি-নেদেখা', 'সাহিত্য-সেৱা', 'সভ্যতাৰ চিনাকি', 'মূৰ্ত্তি পূজা', 'উন্নতিৰ মূল', 'একতা আৰু কাৰ্য', 'অসমীয়া পুথিভঁড়াল', 'আসামৰ স্বদেশী', 'অসমীয়া ৰুপাহী', 'আসামৰ উৎপন্ন', 'গাঁৱলীয়া স্বাস্থ্য', 'ধন আৰু ধনৰ ব্যৱহাৰ', 'আমাৰ সাহিত্যত অভাৱ' ইত্যাদি। দেখা যায় জনসাধাৰণক উদ্দেশ্য কৰি লিখাৰ বাহিৰে অৰ্থনৈতিক বা ৰাজনৈতিক সমস্যাৰ বিষয়ে সম্পাদকীয়ত আলোচনা কৰা হোৱা নাছিল। উদাহৰণ স্বৰূপে তৃতীয় সংখ্যাত 'অন্ধ বিশ্বাস'ৰ বিষয়ে এইদৰে লিখিছে : "কথাৰ আগগুৰি নাই, 'নেপায়' শব্দ এটা আমাৰ মানুহৰ মুখত লগা আছেই। কিন্তু নেপায়, তাৰ ব্যাখ্যা দিয়াৰ আৱশ্যক অভিভাৱকে নেদেখে।" চতুৰ্থ সংখ্যাত 'সাহিত্য সেৱা'ৰ বিষয়ে আলোচনা কৰোতে এখন পাঠক সমাজ গঢ়ি তোলা কথাত তেওঁ গুৰুত্ব দিছে। সম্পাদকে কৈছে : "আমাৰ দেশত বৰ্তমান পঢ়াতকৈ লিখাৰ ধাউতি প্ৰবল দেখা যায়। কিন্তু পঢ়াইহে লিখাৰ মূল, এই কথা মনত ৰাখিব লাগে। আৰু ই নতুনকৈ উন্নতিলৈ মুখ কৰা জাতিৰ লক্ষণ।" অসম সাহিত্য সভাই আশীৰ দশকত যি উদ্দেশ্য লৈ 'জাতীয় ন্যাস পুঁজি' আৰম্ভ কৰিছিল গোহাঞিবৰুৱাই সেই বিষয়ে চাৰি কুৰি বছৰৰ আগেয়ে চিন্তা কৰি উষাৰ সম্পাদকীয় (পঞ্চম সংখ্যা)ত লিখিছিল : "জাতীয় উন্নতি কল্পে জাতীয় পুঁজি থকাটো সজীৱ জাতিৰ চিন, ...ৰাইজে নখ জোকাৰিলে নৈ বয়, সেই ৰাইজৰে এজন বুলি আমাৰ সমাজৰ প্ৰত্যেকেই অৱস্থানুযায়ী আগবঢ়ালেও আমাৰ উদ্দেশ্য সফল হ'ব।" অঃ ভাঃ উঃ সাঃ সভাৰ পৰিসৰ বৃদ্ধি কৰা প্ৰসংগত তেওঁ 'জাতীয় পুঁজি'ৰ আৱশ্যকতাৰ কাৰণে পৰামৰ্শ আগবঢ়াইছিল। 'আসামৰ স্বদেশী' সম্পাদকীয়ত তেওঁ নিজ দেশৰ সাজপাৰ পৰিধান কৰিবলৈ আৰু 'আসামৰ উৎপন্ন'ৰ বিষয়ে লিখোতে অসমীয়াক নিজ দেশৰ সম্পদৰ গৰাকী হ'বলৈ আহ্বান জনাইছে। এই সম্পাদকীয়টি কিছু পৰিমাণে ব্যতিক্ৰম আছিল। সম্পাদকে ইয়াত এইদৰে ক্ষোভ প্ৰকাশ কৰিছে : "দুখৰ বিষয়, আসামৰ এই বিলাক উৎপন্নৰ গৰাকী অসমীয়া হ'ব পৰা নাই, কিন্তু বিদেশীয়ে ইয়াৰ কাৰবাৰৰ সৈতে দৌলত বাঢ়িছে। ...সঁচাকৈ বিদেশীক চহকী কৰিবলৈহে অসম মাতৃ এনে ৰত্নগৰ্ভা। 'সাত সাগৰ তেৰ নৈ' পাৰ হৈ আহি বিদেশীয়ে ইয়াৰ ৰত্নাৱলী দিনে হৰণ কৰিব লাগিছে, কিন্তু ভেবা অসমীয়াই বেচাইছে সিবিলাকৰ নেওচা যোৱা দুদিনীয়া ফটাকানি। স্বদেশী আন্দোলনে যদি এই বিলাকলৈকে আমাৰ মানুহৰ চকু মুকলি কৰে তেনেহলেও বহুত।" 'গাঁৱলীয়া স্বাস্থ্য'ৰ বিষয়ে লিখা সম্পাদকীয়ত প্ৰায় এশ বছৰৰ আগৰ অসমীয়া মানুহৰ ঘৰ-বাৰীৰ এটি চিত্ৰ পোৱা যায়। সেই সময়ৰ অসমীয়া মানুহৰ ঘৰ ওখ নাছিল। সাধাৰণতে বৰঘৰ আৰু মাৰল ঘৰ বুলি দুটা ঘৰহে আছিল। ঘাই দুৱাৰ এখন আছিল। বেৰাবিলাক গোবৰ মাটিৰে লিপা হৈছিল। খিৰিকী আৰু আন দুৱাৰ তেনেকৈ নাছিল। এনে বৰ্ণনাই সম্পাদকীয়টিত আছে।

অসমীয়া জাতিৰ সৰ্বতোপ্ৰকাৰে মংগল কামনা কৰাৰ লগতে জাতিটোৰ ভৱিষ্যৎ সম্পৰ্কত গোহাঞিবৰুৱা যেন বেছি চিন্তিত আছিল! সম্পাদকীয়ৰ উপৰি 'উষা'ৰ প্ৰতিটো সংখ্যাত তেনে ভাবধাৰাৰ প্ৰবন্ধ প্ৰকাশ কৰি অসমীয়াক সজাগ কৰিবলৈ তেওঁ সততে চেষ্টা কৰিছিল। ইয়াৰ দ্বাৰা গোহাঞিবৰুৱাৰ জাতীয়তাবাদী চিন্তাধাৰাৰ বিষয়ে ধাৰণা কৰিব পাৰি। প্ৰথম ভাগত প্ৰকাশ কৰা 'অসমীয়াৰ ভৱিষ্যৎ' প্ৰবন্ধৰ লিখক ৰাধানাথ ফুকনে উল্লেখ কৰা কথাখিনিৰ যথাৰ্থতা কোনো প্ৰকাৰে নুই কৰিব নোৱাৰি। লিখকে কৈছে : "...আমাৰ দেশৰ মাটি বৰ উৰ্বৰা আৰু তাত অলপ পৰিশ্ৰম কৰিলেই খেতি হয়। প্ৰকৃতিৰ নিয়ম মতে এনে দেশৰ উন্নতি হ'ব নোৱাৰে।" আকৌ কৈছেঃ "এনেয়ে এলেহুৱা অসমীয়া জাতি, জলবায়ুৰ দোষত দুগুণ এলেহুৱা হৈ উঠিছে।" তেতিয়াৰ আমাৰ মানুহে স্বাস্থ্য ৰক্ষাৰ নিয়মো যে সমূলি মানি চলা নাছিল সেই কথাও প্ৰবন্ধটোত আছে।

উষাৰ দ্বিতীয় ভাগৰ প্ৰথম সংখ্যা প্ৰকাশ হৈছিল ১৮২৯ শকত, ইং ১৯০৭ চনত। দ্বিতীয় ভাগত প্ৰকাশ হোৱা এঘাৰটা কবিতাৰ ভিতৰত 'উষা' নামৰ তিনিটা কবিতা ৰচনা কৰিছিল ক্ৰমে মাণিকচন্দ্ৰ হাজৰিকা, অম্বিকানাথ বৰা আৰু সূৰ্যকুমাৰ দাসে।* অম্বিকানাথ বৰাই বাণ ৰজাৰ জীয়েক 'উষা'ক লৈ লিখিছিল। উষাৰ নিয়মীয়া লিখক সূৰ্যকুমাৰ দাসে 'উষা'ক লৈ এই আশা পোষণ কৰিছিল :

"শিৰ ফুটা অসমীয়া পাই মিত্ৰবৰ
কটাবা নে সুকলমে তৃতীয় বছৰ ?" (২৮৬ পৃঃ)

দ্বিতীয় ভাগ 'উষা'ৰ পাঁচটা সংখ্যাত 'কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাগমন' শীৰ্ষক প্ৰবন্ধখনি প্ৰকাশ হৈছিল। বেজবৰুৱাৰে 'নিস্তাৰিণী দেৱী বা ফাতেমা বিবি',

---

* সূৰ্যকুমাৰ দাস বুলি 'উষা'ৰ সূচীপত্ৰত আছে। তেতিয়া উষাত সূৰ্য কুমাৰ ভূঞাই উপাধি দাস লিখিছিল— লিখক।

'ফিৰিঙতিৰ পৰা খাণ্ডৱদাহ আৰু লম্বোদৰ ডেকা' গল্পও প্ৰকাশ হৈছিল। তেওঁ শ্ৰীকৃপাবৰ বৰবৰুৱাৰ নামত 'জগন্নাথ বৰুৱা'ৰ বিষয়ে এটি কবিতাও লিখিছিল। সত্যনাথ বৰাদেৱে প্ৰথম ভাগৰ দৰেই 'অভ্যাস', 'উৎসাহ', 'প্ৰতিজ্ঞা' এনে বিষয়বস্তু লৈ ভালেকেইটি প্ৰবন্ধ আগবঢ়ালে। তেওঁৱে 'ভকতীয়া ব্যাকৰণ' নামৰ আন এটি ভিন্নধৰ্মী লিখনীও দ্বিতীয় ভাগ 'উষা'ত প্ৰকাশ হৈছিল। আনহাতে নীতি উপদেশমূলক কেইটিমান প্ৰবন্ধও প্ৰকাশ কৰা হৈছিল। হেমচন্দ্ৰ গোস্বামীয়ে কিন্তু দ্বিতীয় ভাগত দুখন কিতাপৰহে সমালোচনা আগবঢ়াইছিল। ইয়াৰে এখনৰ নাম হ'ল 'শিয়াল গোঁসাইৰ পুথি' আৰু আনখন হ'ল গোহাঞিবৰুৱাৰ 'গদাধৰ'। ৰজনী কান্ত বৰদলৈয়ে মনোবিজ্ঞানৰ বিষয়ে লিখা প্ৰবন্ধ দ্বিতীয় ভাগৰ প্ৰতিটো সংখ্যাতে প্ৰকাশ হৈছিল।

অসম আৰু অসমীয়াৰ বিভিন্ন সমস্যাক লৈ দ্বিতীয় ভাগ উষাত লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীয়ে 'আমাৰ উন্নতিৰ মূল', হলিৰাম দাসে 'আমাৰ ভৱিষ্যৎ' আৰু লক্ষ্মীনাথ শৰ্মাই 'আসামৰ ভৱিষ্যৎ' নামৰ প্ৰবন্ধ লিখিছিল। মিশ্ৰ ভাগৱতীয়ে প্ৰথম ভাগতে প্ৰবন্ধটো আৰম্ভ কৰিছিল। তেওঁ কানিৰ অপকাৰিতাৰ বিষয়ে দ্বিতীয় ভাগৰ তিনিটা সংখ্যাত এটা দীঘল প্ৰবন্ধ লিখাৰ উপৰিও কমলাকান্ত বৰদলৈয়েও একে নামৰ আন এটা প্ৰবন্ধ লিখি কানিৰ অপকাৰিতাৰ বিষয়ে জনসাধাৰণক সতৰ্ক কৰি দিছিল। সেই সময়ত কানি বৰবিহে অসমীয়াক পঙ্গু কৰি পেলাইছিল। মিশ্ৰ ভাগৱতীয়ে 'আমাৰ উন্নতিৰ মূল' নামৰ প্ৰবন্ধটোত মানসিক শিক্ষাৰ লগতে শাৰীৰিক শিক্ষা আহৰণ কৰা কথাত গুৰুত্ব দিছিল। তেওঁ আনকি ধীৰ প্ৰসৱিনী জননী হ'বৰ কাৰণে তিৰোতাক ব্যায়াম কৰিবলৈকো পৰামৰ্শ দিছিল। তেওঁৰ ভাষাত: "দুৰ্ব্বলী মাকৰ পৰা বলৱন্ত পুত্ৰ লাভৰ আশা কৰা পৰ্ব্বতৰ ওপৰত কাছকণি বিচৰাৰ নিচিনা।" বেহা-বেপাৰ, সাহিত্য-সংস্কৃতি আৰু আন সকলো বিষয়তে অসম আৰু অসমীয়াৰ উন্নতি কামনা কৰি তেওঁ এই প্ৰবন্ধ ৰচনা কৰিছিল। লক্ষ্মীনাথ শৰ্মাৰ 'আসামৰ ভৱিষ্যৎ' নামৰ প্ৰবন্ধত সেই সময়ত অসমে ৰপ্তানি কৰা মূল্যবান সম্পদসমূহৰ তথ্য পোৱা যায়। সেই সময়ত অসমে ৯০ লাখ মোন চাহ, ২৪ হাজাৰ মোন লা আৰু ৫০০ মোন ৰবৰ (এতিয়াৰ হিচাপত প্ৰায় ৩৩৩০০ মেট্ৰিক টন চাহ, ৮৮৮ মেঃ টঃ লা আৰু ১৮৫ মেঃটঃ ৰবৰ) আৰু যুজন পৰিমাণৰ কয়লা, কেৰাচিন, কপাহ আৰু বনজ সম্পদ ৰপ্তানি কৰিছিল। এনেদৰে উল্লেখ কৰি তেওঁ প্ৰবন্ধটোৰ শেষত এই বুলিও আক্ষেপ কৰিছে: "আসামত নাই কি, শিয়ালৰ শিং বিচাৰিলেও পায়। কিন্তু আমি এনে সোৰোপা যে আমাৰ মুখৰ ভাতো কাউৰীয়ে ঠপিয়াই নিছে।" এই প্ৰবন্ধতে তেওঁ চেনিমৰা চাহ বাগিচা সম্পৰ্কত কৈছে: "উইলিয়ামচন ফগুৰ কথা বোধকৰো সকলোৱে শুনিছে। তেওঁ প্ৰথমতে আসাম কোং চাহ বাগিচাৰ চাকৰ আছিল, কোম্পানীৰ মন নিমিলাত তেওঁ যোৰহাটলৈ আহি চেনিমৰাত গোটাদিয়েক চাওদাং লৈ এটি বহা সজাই লৈ এখনি কোৰ আৰু এখনি কুঠাৰ লৈ নিজে বাগিছা খুলিবলৈ আৰম্ভ কৰে। তাৰে পৰা লাহে লাহে চাহ বাগিছা খোলে। তেওঁ চাহাব হৈয়ো কচু-ঢেকিয়াৰে ভাত খাই কামত ধৰিছিল। সেই যোৰহাট কোংৰ তেওঁৰ যোৱাৰ সময়ত ২৫ খনি বাগিছা হৈছিল, এতিয়াও আছে, চেনিমৰা বাগিছা উজনীত এখন ৰব ডাঙৰ বাগিছা। তেওঁ যাবৰ সময়ত আসামৰ উপকাৰৰ হকে চাৰি লাখ টকা দি যায়, তাৰে খৰছ ভগন লৈ এতিয়াও প্ৰায় আঢ়ৈ লাখ আছেগৈ—" * (পৃঃ ৭০) এনে ধৰণৰ তথ্য সমৃদ্ধ প্ৰবন্ধই 'উষা'ৰ মৰ্যাদা বঢ়াইছিল।

সাহিত্য সম্পৰ্কীয় প্ৰবন্ধৰ ভিতৰত অসমীয়া ভাষা লিখোতাসকলক উদ্দেশ্য কৰি ৰমানন্দ চৌধুৰীয়ে লিখা— 'অসমীয়া ভাষা লিখোতাসকলৰ ওচৰত কিছুমান কথা' নামৰ প্ৰবন্ধটিত কেইটিমান সাৰুৱা পৰামৰ্শ আছিল। তাৰে এটি পৰামৰ্শ হ'ল— "যি লিখা হয় তাক বেগ্যবেগীকৈ প্ৰকাশ কৰিব নেলাগে। কিছুমান দিন থৈ দিলে ক্ৰমোন্নতি অনুসাৰে তাত অনেক ভুল ওলায়, তেতিয়া সেই বিলাক সংশোধন কৰি তাক প্ৰকাশ কৰিব লাগে।" ধন আৰু যশস্যৰ কাৰণে সাহিত্য চৰ্চা কৰিব নালাগে বুলিও তেওঁ পৰামৰ্শ আগবঢ়াইছে। দ্বিতীয় ভাগত সিদ্ধেশ্বৰ গোহাঁই, প্ৰেমধৰ গোহাঁই, ৰামেশ্বৰ বৰুৱা, জগৎ চন্দ্ৰ বৰুৱা, পূৰ্ণানন্দ শৰ্মা, নীলমণি ফুকন, দুৰ্গেশ্বৰ শৰ্মা, হৰিনাৰায়ণ দত্তবৰুৱা, যাদৱ চন্দ্ৰ দাস, বেণুৰাম দাস, দীননাথ মেধি, মাণিক চন্দ্ৰ দত্ত, হৰেন্দ্ৰনাৰায়ণ দত্ত, শৰৎ চন্দ্ৰ গোস্বামী, হীৰানাথ দত্ত, গণেশ চন্দ্ৰ দত্ত, আনন্দৰাম চৌধাৰী প্ৰভৃতিয়ে কবিতা, গল্প আৰু প্ৰবন্ধৰে উষাৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল। সম্পাদক গোহাঞিবৰুৱাৰ তিনিটা কবিতা সেই ভাগত প্ৰকাশ

---

* চেংলু আৰু চেনিমৰা চাহ বাগিচা মণিৰাম দেৱানে পাতিছিল বুলি জনা যায়। অধ্যাপক অজিত কুমাৰ শৰ্মাই 'অসমৰ চাহ উদ্যোগত বিদেশী মূলধন' (দ্বিতীয় সংস্কৰণ পৃঃ ১১) পুথিখনত কৈছে: 'মণিৰাম দেৱানে নতুন চাহ বাগিচা নিজাকৈ খুলিছিল, যদিও তেওঁক ১৮৫৮ চনতে ফাঁচি দিয়াৰ পিছতে কোম্পানীয়ে সেই নতুন বাগিচাও হস্তগত কৰি লয়।"
—লেখক

হৈছিল। সূৰ্যকুমাৰ ভূঞাই ভাল আৰু বেয়াৰ বিজনি দেখুৱাই 'সু আৰু কু' নামৰ এটি কবিতা লিখিছিল। দ্বিতীয় ভাগত অম্বিকানাথ বৰাই 'মহাপুৰুষ শঙ্কৰদেৱৰ' বিষয়ে লিখা প্ৰবন্ধটোৰ আঁসোৱাহ ধৰিছিল হৰিনাৰায়ণ দত্তবৰুৱাই। 'সঙ্গীত'ৰ বিষয়ে লক্ষ্মীৰাম বৰুৱাই লিখা প্ৰবন্ধ দ্বিতীয় ভাগৰ সাতটা সংখ্যাত প্ৰকাশ হৈছিল। এই প্ৰসঙ্গতে কব পাৰি সংগীতৰ বিষয়ে ধাৰাবাহিকভাৱে 'উষা'ৰ বাহিৰে তেতিয়া আৰু তাৰ পিছতো কোনো আলোচনীতে প্ৰবন্ধ ছপা হোৱা নাছিল। স্ত্ৰী-শিক্ষা বিষয়তো 'উষা'ই গুৰুত্ব দিছিল। ধনীৰাম দত্তই এই বিষয়ে লিখিছিল।

দ্বিতীয় ভাগ 'উষা'ৰ প্ৰতিটো সংখ্যাৰে 'সম্পাদকৰ শৰাই' শিতানৰ বিষয়বস্তুসমূহৰ লগত জাতীয় ভাব, জাতীয় চিন্তা আৰু জাতীয় স্বাৰ্থৰ কথাই জড়িত আছে। দ্বিতীয় ভাগৰ প্ৰথম সংখ্যাত সম্পাদকে এইদৰে আহ্বান জনাইছিল: "সকলো পিনে আমাৰ দেশৰ অৱস্থা চাই আমি সকলোটি কাৰ্যক্ষেত্ৰত নামিব লগা হৈছে। আমাৰ সমাজৰ প্ৰত্যেকজনাই এনে ধাৰণা মনত লব লাগিব যে, তেওঁৰ সহায় নহ'লেই জাতীয় উন্নতিৰ অঙ্গক্ষতি হ'ব।"

'অসমীয়া সাহিত্যৰ উন্নতি নে?' এই শীৰ্ষক এটি সম্পাদকীয়ত তেওঁ কৈছে: "১৮০৮ শকৰ পৰা ১৮২০ শকলৈ এই বাৰ বছৰতো অসমীয়া লিখাৰুৰ সংখ্যা আশাতীতৰূপে বাঢ়িছিল আৰু তাৰ ফলস্বৰূপে আমাৰ জাতীয় সাহিত্যই বৰ্তমানৰ উন্নত গঢ় লাভ কৰিলে। কিন্তু দুখৰ বিষয় তাৰ পিছৰ পৰা আমাৰ সাহিত্যৰ উন্নতিয়ে আগবঢ়া দেখা নেযায়। কাৰণ, তেতিয়াৰ পৰা আমাৰ ন-লিখাৰুৰ সংখ্যা বঢ়া নাই বুলিলেই হয়।" ইয়াৰ পিছৰ সংখ্যাৰ সম্পাদকৰ শৰাইত (ক) 'বঙ্গলা ভাষা অসমীয়াৰ আহিঁৰ যোগ্য নে?' আৰু (খ) 'অসমীয়া আৰু বঙ্গলাৰ মিল' এই বিষয়ে আলোচনা কৰি অসমীয়া যে বঙ্গলাৰ অপভ্ৰংশ নহয় তাক যুক্তিৰে খণ্ডন কৰিছে। তৃতীয় সংখ্যাত 'অসমীয়া ভাষাৰ বুৰঞ্জী' সম্পৰ্কে আলোচনা কৰি তিনিছোৱাত ভগাইছে। সম্পাদকৰ মতে— (১) 'নিচেই আদিৰে পৰা শঙ্কৰদেৱৰ জন্মলৈকে, (২) শঙ্কৰদেৱৰ দিনৰ পৰা বৃটিছ গৱৰ্ণমেণ্টৰ আগমনলৈকে আৰু (৩) বৃটিছ শাসনৰ আৰম্ভণৰ পৰা বৰ্তমানলৈকে'— অৰ্থাৎ বেজবৰুৱা, গোহাঞিবৰুৱাৰ দিনলৈকে। অসমীয়া ভাষাৰ পুনৰ উত্থানৰ প্ৰসংগ উল্লেখ কৰি উক্ত সম্পাদকীয়ত সম্পাদকে আৰু কৈছে: "বিশেষ ১৮৭১ খৃষ্টাব্দৰে পৰা ৰাজ অনুগ্ৰহ আৰু অসমীয়া সাহিত্য সেৱক সকলৰ সেৱা শুশ্ৰূষাৰ বলত অসমীয়া ভাষা ক্ৰমাৎ টনকিয়াল হৈ উঠিছে। এইখিনিতে ৰজাঘৰৰ শলাগ লৈ কৈ থব লাগে যে, সদাশয় গৱৰ্ণমেণ্টে অনুগ্ৰহ কৰি অসমীয়া ভাষাৰ বৰৰ্ত্তৌস্বৰূপ 'হেমকোষ' অভিধানখন প্ৰকাশ কৰি দিয়াত, আজিকালিৰ ন-লিখাৰু বিলাকৰ ভিতৰত আখৰ জোঁটনিৰ বিভ্ৰাট গুচিছে; এতিয়া সকলো অসমীয়াই একেটা বাট ধৰি মাতৃভাষাৰ উন্নতিকল্পে পুৰুষাৰ্থ কৰা দেখি আনন্দ লগা হৈছে।" আগেয়ে উল্লেখ কৰি অহা হৈছে যে জাতীয় স্বাৰ্থ আৰু জাতীয় সাহিত্যৰ কথাত তেওঁ বিশেষ গুৰুত্ব দিছিল। এই প্ৰসংগত দ্বিতীয় ভাগ পঞ্চম সংখ্যাত 'আমাৰ উন্নতিৰ গতি' এই বিষয়ে লিখা সম্পাদকীয়ত জাতীয় জীৱন ৰক্ষা কৰিবৰ কাৰণে তেওঁ আগবঢ়োৱা পৰামৰ্শ বৰ্তমান পৰিস্থিতিতো চিন্তা কৰি চাবলগীয়া। তেওঁ কৈছিল: "গুটীয়া জীৱনত আৰ্থিক বা মানসিক উন্নতিয়েই জাতীয় উন্নতি নহয়; তাৰ দ্বাৰা স্বজাতীয় আন বিলাকৰ বিশেষকৈ সাধাৰণ মানুহৰ অৱস্থাৰ উন্নতি হ'লেহে আচল উন্নতি লাভ বুজিব লাগে। দুই-চাৰিজন ধনী, মানী, শিক্ষিত, সভ্য হ'লেই এটা জাতিয়ে গা কৰিব নোৱাৰে, সেই ধন, মান, শিক্ষা আৰু সভ্যতাই সৰ্বসাধাৰণৰ মাজত ব্যাপিব পাৰিলেহে জাতীয় জীৱন ৰক্ষা পৰে।" এই প্ৰসংগত তেওঁ বাতৰিকাকতৰ প্ৰচলন বৃদ্ধি কৰাত গুৰুত্ব দিছে। তেওঁ কৈছে: "আজি কালি পৃথিৱীত যি দেশেই শিক্ষিত, সভ্য আৰু উন্নত হৈ জিলিকিছে, সেই দেশতে বাতৰি কাকতৰ প্ৰচলন বহুল, অৰ্থাৎ সেই বিলাক দেশত বাতৰি কাকতৰ গ্ৰাহক সৰহ।" ইয়াৰ বিপৰীতে অসমীয়া মানুহৰ বাতৰিকাকতৰ প্ৰতি আগ্ৰহ কম হোৱাত তেওঁ অসন্তুষ্টি প্ৰকাশ কৰি কৈছে: "আজি আসামত ধন দি বাতৰি কাকত পঢ়িবলৈ কাৰ কিমান ধাউতি তাক বিচাৰ কৰিলেই বুজা যাব।" মন কৰিবলগীয়া যে উক্ত সম্পাদকীয়ত তেওঁ তেতিয়াৰ পণ্ডিত, মণ্ডল, গাওঁবুঢ়া, আদি-মহৰী আদিয়েহে মূল্য দি কাকত পঢ়ে বুলি কোৱা কথাষাৰ তাৎপৰ্যপূৰ্ণ। অৱশ্যে তেতিয়াৰ তুলনাত এতিয়া বাতৰিকাকতৰ সংখ্যা বাঢ়িছে। বাতৰিকাকতৰ জনপ্ৰিয়তা দূৰদৰ্শন, অনাতাঁৰ আদিয়ে ম্লান কৰিব পৰা নাই। কিন্তু উচ্চস্তৰৰ সাহিত্য-সংস্কৃতিমূলক অসমীয়া আলোচনী এতিয়াও আঙুলিৰ মূৰত লিখিব পৰা অৱস্থাতে আছে।

দ্বিতীয় ভাগৰ শেষৰ পৰা 'উষা'ৰ অৱস্থা ক্ৰমাৎ বেয়ালৈ গৈছিল বুলি উষাতে প্ৰকাশিত 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন এখন মুকলি চিঠি'— এই নামৰ বেজবৰুৱাৰ ব্যঙ্গ লিখাটো পঢ়ি অনুমান কৰিব পাৰি। 'উষা'ক 'আইটি'! বুলি সম্বোধন কৰি কৃপাবৰ বৰুৱাই তুমি হেনো মৰিব খুজিছা? — এইদৰে প্ৰশ্ন কৰি কৈছে: "অসমীয়া

অজাতবীয়াই তোমাক তোমাৰ প্ৰাপ্য ফেৰা নিদিয়ে নাই, সেই বাবে তুমি বিহ খাই মৰি যাব নালাগে আইটি হে। অসমীয়া চিৰকাল পৰৰ ওপৰত খোৱা, ভটীয়া পানীত যোৱা। এনে গতিয়ে অসমীয়া যিমান দিন চলিব সিমান দিন সিহঁতৰ অৱস্থা কাউৰী, কুকুৰে নোখোৱা হৈয়েই থাকিব তাত তুমি সন্দেহ নকৰিবা। সিহঁতে পইছা দি বিদেশী কাকত পঢ়ে, কিন্তু অসমীয়া কাকতৰ বেলিকা সিহঁতৰ খুলশালীয়েকহঁতৰ মূৰকেইটা খোৱা যেন শোক পায়। সিহঁতৰ অনেকে হেনো অসমীয়া কাকত দেখিলে নাক কোচায় আৰু পেংলায় কৰে। অসমীয়া কাকতৰ একুৰি এটা দায় তেতিয়া সিহঁতৰ চকুত পৰে আৰু সিহঁতে কয় তাৰ লেখা ভাল নহয়, ছপা ভাল নহয়, ওলোৱা সময়ৰ ঠিক নাই, এনেবিলাক এনেবিলাক। কিন্তু অসমীয়াই এবাৰো ভাবি নেচায় যে, এইবোৰ দোষৰ বাবে কোন জগৰীয়া। সিহঁত নহয়নে? বোলোঁ বৰ পণ্ডিতহঁত। লিখা যাতে ভাল হয় তাৰ চেষ্টা নকৰ কিয়? ভীম টোকাহঁত। তহঁতে ভাল প্ৰবন্ধ নেলেখ কিয়? অসমীয়াৰ কাকতৰ সম্পাদকে তহঁতক তেওঁৰ কাকতত নেলেখিবলৈ মূৰে শপতাইছে নে কি? কাকতৰ সামান্য বেচ যেন্ধাকে নিদিয়, ইফালে কাকতৰ ছপা ভাল হ'ব লাগে, কাকতে কিংখাপৰ মেখেলা আৰু গাজৰ ৰিহা পিন্ধি ওলাব লাগে। সম্পাদকৰ ঘৰত সোণ-ৰূপৰ গছ এজোপা আছে নে কি যে তেওঁ সেই গছ জোপা জোকাৰি ধন বুটলি আনি তাকে ভাঙ্গি ৰমক-জমক কৰি কাকত চলাব। তেওঁ সম্পাদকৰ বাবটো ললে বুলি কিবা মহা পাপ কৰিলে নে কি?" (পৃঃ ১৭৭-১৭৯)। অসমীয়া কাকত- আলোচনীৰ প্ৰতি অনীহা আৰু অধ্যয়নস্পৃহা নেদেখি এচাম উচ্চ মধ্যবিত্ত আৰু মধ্যবিত্তক বেজবৰুৱাই 'উষা'ৰ পাতত এনেদৰেই তীব্ৰ বাক্য বাণেৰে থকা-সৰকা কৰিছিল।

১৮৩১-৩২ শকত প্ৰকাশ হোৱা তৃতীয় ভাগ 'উষা'ত জীৱনীয়ে বিশেষ স্থান পাইছিল। জীৱনীসমূহৰ ভিতৰত আনন্দৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, কৰ্ণেল জালনুৰ আলি, কৰ্ণেল শিৱৰাম বৰা, গুণাভিৰাম বৰুৱা, ঘিণাৰাম বৰুৱা, জয়মতী কুঁৱৰী, ডাক্তৰ আৰজুপ্যা, দীননাথ বেজবৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, মাধৱচন্দ্ৰ বৰদলৈ, ৰমণী গাভৰু, লম্বোদৰ বৰা, লক্ষেশ্বৰ শৰ্মা, গদাধৰ সিংহ, হেমচন্দ্ৰ বৰুৱা প্ৰমুখ্যে ব্যক্তিসকল আছিল। হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ বৰুৱা, ৰুলতিৰাম লহকৰ, ৰাধানাথ ফুকন, সূৰ্যকুমাৰ ভূঞা আদিয়ে জীৱনীসমূ লিখিছিল। ভূঞাদেৱে গদাধৰ সিংহৰ জীৱনী লিখাৰ উপৰি জয়মতী কুঁৱৰী, মাণিকচন্দ্ৰ বৰুৱাৰ বিষয়ে কাব্য ৰচনা কৰিছিল। জ্ঞাননাথ বৰাই ৰমণী গাভৰুৰ বিষয়ে কবিতাই লিখিছিল। গোহাঞিবৰুৱাই আন জীৱনীৰ লগতে সম্রাট সপ্তম এডোৱাৰ্ডৰ বিষয়েও লিখিছিল। বৃটিছ চৰকাৰৰ তেওঁ যে একান্ত অনুৰক্ত আছিল তৃতীয় ভাগত প্ৰকাশ হোৱা 'ৰাজভক্তি' নামৰ কবিতাটোৱে ইংগিত দিয়ে। তেওঁ লিখিছিল :

'অৰ্দ্ধযুগ পাৰ হ'ল ঘোৰ সমস্যাত
নহ'ল সহায় কাৰো আপদ জোখায়।
বৃটিচ সিংহই মাথো কৰিলেহে শান্ত
বিপদ-তাৰণ যোগ্য কাৰ্য দেখুৱাই।

সি যিয়েই নহওক গোহাঞিবৰুৱাই 'উষা'ৰ পাতত ভালেসংখ্যক জীৱনী প্ৰকাশ কৰি মহৎ জাতীয় কৰ্তব্য পালন কৰিলে। বেণুধৰ শৰ্মাৰ ভাষাত : "পদ্মনাথ বৰুৱাই এই জীৱনীবিলাক ডোখৰ-ডোখৰকৈ 'উষা'ত প্ৰকাশ কৰি থৈ নোযোৱা হ'লে আজি আমি 'অসমৰ কোন কি'ৰ বুৰঞ্জী লিখিবলৈ হাতত কাপ তুলি লওঁতে, ভাঁকে ওপৰলৈ মুখ মেলি চাই থাকিব লাগিলহেঁতেন।" [১৪]

জীৱনীৰ উপৰি তৃতীয় ভাগত ভাষা, সাহিত্য, শিক্ষা আৰু ইতিহাস সম্পৰ্কীয় মূল্যবান প্ৰবন্ধ প্ৰকাশ হৈছিল। ইয়াৰ ভিতৰত সূৰ্যকুমাৰ ভূঞাৰ 'অসমৰ পুৰণি বুৰঞ্জী', 'আহোম ৰজাৰ নৈদাম', 'কোঁচৰ অসম আক্ৰমণ', 'তুঙ্গখুঙ্গীয়া ফৈদৰ কলংক' আদি বুৰঞ্জীমূলক প্ৰবন্ধ, বাবু দেৱনাৰায়ণ ঘোষৰ 'কুৰুক্ষেত্ৰত কামৰূপ', হেমচন্দ্ৰ গোস্বামীৰ ভাষা-সাহিত্য বিষয়ক প্ৰবন্ধৰাজি, ৰজনীকান্ত বৰদলৈৰ 'অসমীয়ানীৰ সাজপাৰ', শৰৎ চন্দ্ৰ গোস্বামীৰ 'শিশু শিক্ষা আৰু অসমীয়া সাহিত্য', দেবানন্দ ভড়ালীয়ে শিশুৰ বুদ্ধি, স্মৃতি আৰু কল্পনাৰ বিষয়ে লিখা 'ল'ৰা শিক্ষা' প্ৰবন্ধ, লক্ষ্মীৰাম বৰুৱাৰ 'ৰাগ-ৰাগিনী গোৱাৰ সময় আৰু ঠাই', পদ্মধৰ চলিহাৰ 'স্ত্ৰী শিক্ষাৰ উপায় আৰু উপকাৰিতা' আৰু দালিম চন্দ্ৰ বৰাৰ 'অসমীয়া ভাষা' প্ৰবন্ধৰ নাম উল্লেখ কৰিব পাৰি। আনহাতে 'অসমীয়া ভাষাৰ আশীৰ্বাদ' আৰু 'অসমীয়া ভাষাৰ উক্তি' নামৰ দুটি কবিতা লিখিছিল যথাক্ৰমে মহীচন্দ্ৰ বৰা আৰু সূৰ্যকুমাৰ ভূঞাই। পদ্মনাথ বৰুৱাই বৃটিছ চৰকাৰৰ পৰা সাহিত্যিক পেন্সন পাওতে ভূঞাই সেই কবিতাটোত ওলগ জনাই লিখিছিল—

'লভিলা জীৱন-বৃত্তি থাপিলা নতুন কীৰ্ত্তি
সাৰ্থক তোমাৰ আজি সাহিত্য-জীৱন।'

তৃতীয় ভাগ উষাত পূৰ্বৰ লিখক কেইগৰাকীমানৰ লগতে যোগেশ চন্দ্ৰ তামুলী, ভ্ৰমৰ চন্দ্ৰ চুতীয়া, তুলসীচন্দ্ৰ বৰুৱা, বস্তুকান্ত বৰকাকতী, যতীন্দ্ৰনাথ দুৱৰা, দেবেশ্বৰ শৰ্মা, কমলা কুমাৰী বৰা, দলপতি কলিতা, ইন্দ্ৰেশ্বৰ

বৰঠাকুৰ, সেখ মহুলানুদ্দিন আহমদ, সৰ্বেশ্বৰ শৰ্মা বৰুৱা আদিয়ে বিশিষ্ট অৰিহণা আগবঢ়াইছিল। 'উষা'ৰ পাতত আত্মপ্ৰকাশ কৰা এই সকলৰ কেবাগৰাকী পিছৰ কালত সু-প্ৰতিষ্ঠিত হৈছিল। 'উষা'ক লৈয়ো ভালেকেইটি লিখনী প্ৰকাশ হৈছিল। দণ্ডিনাথ কলিতা আৰু শৈলধৰ ৰাজখোৱাই 'উষা'ৰ দীৰ্ঘ জীৱন কামনা কৰি কবিতা লিখিছিল। কিন্তু কমলাকান্ত ভট্টাচাৰ্যই লিখা 'উষা' নামৰ প্ৰবন্ধটোত তেওঁৰ স্বাভাৱিক ভংগীৰে অসমীয়া জাতিৰ অধঃপতনৰ কথাহে ব্যাখ্যা কৰিছে। তৃতীয় ভাগ 'উষা'ৰ কেবাটাও সংখ্যাত প্ৰবন্ধটো প্ৰকাশ হৈছিল। তেওঁ ইয়াত এইদৰে খেদ কৰিছে: এতিয়া আসামৰ উন্নতিৰ উষা নে অস্ত যোৱাৰ সন্ধ্যা, তাক মই ভাবি স্থিৰ কৰিব নোৱাৰি বিমোৰত পৰি মোৰ মতে ইয়াকেহে পাইছো যে অসমীয়া জাতিৰ অস্তযোৱা সন্ধ্যাহে মিলিছেহি।"

আহোমসকলৰ ঐতিহ্য আৰু অৱদানৰ বিষয়ে ভালেকেইটি প্ৰবন্ধ তৃতীয় ভাগ উষাত প্ৰকাশ হৈছিল। উমানাথ গোহাঁইৰ 'আহোম', বেজবৰুৱাৰ 'আহোম ৰজাৰ উৎপত্তি', সূৰ্যকুমাৰ ভূঞাৰ 'আহোম ৰজাৰ মৈদাম' আৰু সৰ্বেশ্বৰ শৰ্মা বৰুৱাৰ 'আহোম শব্দৰ উৎপত্তি' উল্লেখযোগ্য প্ৰবন্ধ আছিল। ভূঞাই উষাৰ চতুৰ্থ ভাগৰ নটা সংখ্যাতো 'আহোম দিন'ৰ বিষয়ে ধাৰাবাহিকভাৱে লিখিছিল। শেষৰ প্ৰবন্ধটোত তেওঁ আহোম ৰাজ্য পতনৰ কাৰণ ব্যাখ্যা কৰিছিল।

তৃতীয় ভাগ 'উষা'ৰ আন এটি বৈশিষ্ট্য হ'ল— এই ভাগত ভালেকেইটি বিতৰ্কমূলক প্ৰবন্ধই ঠাই পাইছিল। আনহাতে বৃটিছ চৰকাৰক ব্যঙ্গ কৰি লিখা 'কৃপাবৰ বৰুৱাৰ নতুন টোপোলা: এংলো ইণ্ডিয়ান' (তৃতীয় সংখ্যা।) প্ৰবন্ধৰ কাৰণে 'উষা'ৰ প্ৰকাশ নমাহ ধৰি বন্ধ আছিল। প্ৰবন্ধটোৰ কাৰণে বৃটিছ চৰকাৰ অসন্তুষ্ট হৈ উষাৰ বিৰুদ্ধে মোকৰ্দমা তৰিছিল। পিছত প্ৰবন্ধটোৰ কাৰণে সম্পাদকে নিজৰ দোষ স্বীকাৰ কৰি লিখা কথাখিনি অষ্টম সংখ্যা 'উষা'ত প্ৰকাশ কৰা হৈছিল। প্ৰকাশকেও 'উষা' পলমকৈ ওলোৱাৰ কাৰণ সেই সংখ্যাত উল্লেখ কৰিছিল। 'উষা'ৰ সম্পাদকে— "ৰজা আৰু ৰাইজৰ সন্তোষ লগাকৈ সাহিত্যচৰ্চা কৰাইহে 'উষা'ৰ ঘাই কৰ্তব্য; জাতিগত আক্ৰমণ বা আন কোনো প্ৰকাৰে কাৰো মনত অসন্তোষ লগোৱা কেতিয়াও আমাৰ উদ্দেশ্য নহয়"— এনে ধৰণৰে লিখাত স্বাভাৱিকতে এচাম সাহিত্যিক ক্ষুণ্ণ হ'ল। ফলস্বৰূপে এটা দল আঁতৰি আহি বেজবৰুৱাৰ লগ লাগি 'বাঁহী' উলিয়ালে। এসময়ত বেজবৰুৱা আদিৰ লগত মতান্তৰ হৈ বেণুধৰ ৰাজখোৱা, গোহাঞিবৰুৱা আদিয়ে 'বিজুলী' প্ৰকাশ কৰিছিল, এতিয়া গোহাঞি বৰুৱাৰ বৃটিছ চৰকাৰৰ প্ৰতি দেখ দেখ আনুগত্য প্ৰকাশ পোৱাত ক্ষুণ্ণ হৈ কেইগৰাকীমানে 'বাঁহী' উলিয়ালে। এনে হোৱাত 'উষা'ৰ বহুখিনি ক্ষতি হ'ল, খ্যাতিও ম্লান হ'ল। গ্ৰাহকো বহুখিনি কমিল্ তথাপি সম্পাদকে 'উষা'ৰ প্ৰকাশ বন্ধ নকৰিলে।

এনে হোৱা সত্ত্বেও গোহাঞিবৰুৱাই অসমৰ স্বাৰ্থৰ হকে 'উষা'ত ধাৰাবাহিকভাৱে প্ৰবন্ধ ছপাইছিল আৰু অসমীয়া ভাষা, সাহিত্য আৰু অসম সম্পৰ্কে বিৰূপ মন্তব্য দিয়া সকলৰ বিৰুদ্ধে 'উষা'ত লগে লগে প্ৰতিবাদ কৰিছিল। উদাহৰণস্বৰূপে 'শ্ৰীৰাম কীৰ্ত্তন' পুথিখন বঙালী পুথি বুলি দীনেশ চন্দ্ৰ সেনে তেওঁৰ 'বঙ্গ ভাষা ও সাহিত্য' কিতাপখনত অন্তৰ্ভুক্ত কৰাৰ প্ৰতিবাদ তৃতীয় ভাগ 'উষা'ত প্ৰকাশ কৰা হৈছিল। হৰিনাৰায়ণ দত্ত বৰুৱা আৰু দেবেশ্বৰ চলিহাই এই পুথিখন যে অনন্ত কন্দলিয়ে লিখা, তাৰ যুক্তি প্ৰদৰ্শন কৰিছিল। ইয়াৰ আগেয়েও প্ৰথম ভাগ 'উষা'ৰ তৃতীয় সংখ্যাত 'চৈতন্য পটল' নামৰ এখন পুথি সমালোচনা কৰিছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে। উক্ত পুথিখনত শংকৰদেৱ, মাধৱদেৱ আৰু তেওঁবিলাকৰ মতক তুচ্ছ কৰি দেখুওৱা হৈছিল। অসমীয়া ভাষা-সাহিত্যৰ বিষয়ে ভুল তথ্য দিয়াৰ প্ৰতিবাদ কৰি চতুৰ্থ ভাগ 'উষা'ত আন দুটি যুক্তিমূলক আৰু তথ্যপূৰ্ণ প্ৰবন্ধ আগবঢ়াইছিল সোণাৰাম চৌধুৰী আৰু চন্দ্ৰনাথ শৰ্মাই। চৌধুৰীয়ে 'অসমীয়া আৰু বঙলা ভাষা' প্ৰবন্ধত পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদৰ মত খণ্ডন কৰি 'প্ৰাচীন পদ্য আৰু গদ্য সাহিত্য'ত অসমীয়া ভাষা যে চহকী আৰু আগবঢ়া সেই বিষয়ে যুক্তি প্ৰদৰ্শন কৰিছিল। আনহাতে চতুৰ্থ ভাগৰ প্ৰথম সংখ্যাতে 'অসমীয়া সাহিত্য আৰু দীনেশচন্দ্ৰ সেন' নামৰ আন এটি প্ৰবন্ধত ক্ষুৰধাৰ সমালোচনা আগবঢ়াইছিল— চন্দ্ৰনাথ শৰ্মাই। চন্দ্ৰনাথ শৰ্মাই প্ৰবন্ধটোত দীনেশচন্দ্ৰ সেনে "কেবাখনিও ভাল অসমীয়া পুৰণি পুথি হাত কৰি লৈ তাক তেওঁৰ বহল পাণ্ডিত্য আৰু প্ৰত্নতত্ত্বতাৰ চিনাকি স্বৰূপ বৃহৎ 'বঙ্গ ভাষা ও সাহিত্য' কিতাপত ঠাই দি অভ্ৰাণ কৰিছে" বুলি যুক্তি প্ৰদৰ্শন কৰিছে। বঙলা ভাষাত অপ্ৰচলিত শব্দক প্ৰন্থখনত ঠাই দিয়াৰ বাহিৰেও বিভক্তি, ক্ৰিয়া আদি নিৰ্ণয় কৰোতে সেনে কি উপায় লৈছিল সেই বিষয়েও শৰ্মাই আলোচনা কৰিছিল। এই সম্পৰ্কত দণ্ডিনাথ কলিতাই কোৱা এষাৰ কথা এইখিনিতে উনুকিওৱা হ'ল। কলিতাই কৈছিল: "কলেজলৈ যোৱাৰ পৰা চন্দ্ৰনাথে প্ৰায়ে 'উষা'ত প্ৰবন্ধ লিখিছিল। সেই কালত লিখা তেওঁৰ প্ৰবন্ধ আছিল 'অসমীয়া সাহিত্য আৰু দীনেশচন্দ্ৰ সেন।' বাবু দীনেশচন্দ্ৰ সেনে তেওঁৰ 'বঙ্গভাষা ও সাহিত্য' কিতাপত অসমীয়া

পুথি আৰু গ্ৰন্থকাৰৰ সম্পৰ্কে যিবোৰ মাৰাত্মক ভুল কৰিছিল এই প্ৰবন্ধত তাৰেই তীব্ৰ অথচ যুক্তিযুক্ত সমালোচনা কৰা হৈছিল। মুঠতে দুই এটা সাধাৰণ খুঁত থাকিলেও প্ৰবন্ধটো মনোৰম হৈছিল।" [১৫]

পদ্মনাথ গোহাঞিবৰুৱা কোনো কথাতে বিচলিত হোৱা নাছিল। বাঁহীত তেওঁৰ 'টেটোন তামুলী'ক লৈ বিৰূপ সমালোচনা কৰা হৈছিল। তেওঁৰ ব্যঙ্গ চিত্ৰও ওলিয়াইছিল। কিন্তু এই সকলো তেওঁ উদাৰ ভাবেৰে লৈছিল। উদাৰতা তেওঁৰ জীৱনৰ এক বৈশিষ্ট্য আছিল। এই বৈশিষ্ট্য বা মহৎ গুণ থকা কাৰণে 'স্বাধীনতাৰ ফিৰিঙতি' হিচাপে সুপৰিচিত চন্দ্ৰনাথ শৰ্মায়ো 'উষা'ক বিভিন্ন প্ৰকাৰে সহায় কৰিছিল। সৰ্বেশ্বৰ বৰুৱাও আগশাৰীৰ কংগ্ৰেছ কৰ্মী আছিল। বৰুৱাৰ প্ৰবন্ধপাতিয়েও 'উষা'ৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল। গোহাঞিবৰুৱা নিজে বৃটিছৰ ভক্ত হ'লেও অসম আৰু অসমীয়াৰ স্বাৰ্থক সদায় অগ্ৰাধিকাৰ দিছিল। তেওঁৰ সেই ভাবধাৰা ব্যক্ত কৰিবৰ কাৰণে আলোচনী, বাতৰিকাকত উলিয়াইছিল। গতিকে 'উষা' বন্ধ হোৱা কথাটো তেওঁ কোনো প্ৰকাৰে সহজভাৱে ল'ব পৰা নাছিল। কিয়নো বাতৰিকাকত আৰু আলোচনীয়েই তেতিয়া জাতীয় ভাবধাৰা প্ৰচাৰৰ একমাত্ৰ মাধ্যম আছিল। এই প্ৰসঙ্গত 'প্ৰেৰণাৰ উৎস পদ্মনাথ' নামৰ এটা প্ৰবন্ধত এগৰাকী লিখকে এনেদৰে যুক্তি প্ৰদৰ্শন কৰিছে: "আনহাতে উষাত প্ৰকাশিত কৃপাবৰী প্ৰবন্ধৰ প্ৰতি বিতুষ্ট হোৱাহেঁতেন পদ্মনাথে পূৰ্বতেই প্ৰবন্ধ নছপালেহেঁতেন— কাৰণ যি পদ্মনাথে ন-লেখাৰু সকলৰ ভুলৰ বাবৰি ফুলবছা প্ৰবন্ধও কাটিকুটি হাত ফুৰাই কষ্ট কৰি প্ৰকাশ কৰে— এনে স্থলত সম্পাদক পদ্মনাথে নোচোৱাকৈ প্ৰবন্ধ প্ৰকাশ কৰা কথাটো হাত সাৰিবলৈ লিখা উক্তিহে। ৯ মাহ উষা বন্ধ হব লগা অৱস্থাত পদ্মনাথে বৃটিছ চৰকাৰৰ লগত বিদ্বেষ নকৰি সিমানতে ইতি পেলাই হয়তো 'উষা' কাকতখন জীয়াই ৰাখিবলৈ মনস্থ কৰিছিল। কাৰণ 'উষা' ৰাজৰোষত পৰি বন্ধ হোৱা মানে অসমীয়া সাহিত্যৰ এখন আলোচনীৰ অপমৃত্যু হোৱা।" [১৬] আলোচনী উলিয়াই পদ্মনাথ 'বৰাগী' (?) হৈছিল যদিও তেওঁ জাতীয় সাহিত্যৰ বিকাশত আত্মনিয়োগ কৰাৰ লগে লগে এচাম প্ৰতিভাশালী লিখক সৃষ্টি কৰিও মহৎ উপকাৰ সাধিলে। চন্দ্ৰনাথ শৰ্মা আৰু দণ্ডিনাথ কলিতাক— "তোমালোকে উষালৈ প্ৰবন্ধ নিলিখা কিয়?" [১৭] বুলি গোহাঞিবৰুৱাই তেওঁলোকক উৎসাহ যোগাইছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে চন্দ্ৰনাথৰ 'উষা'ত প্ৰকাশিত 'বঙলা ভাষা আৰু আনন্দৰাম বৰুৱা' প্ৰবন্ধটো স্কুলত পঢ়োতে লিখা। দণ্ডিনাথ কলিতায়ো 'উষা'ত গহীন আৰু ধেমেলীয়া— এই দুয়োবিধৰ প্ৰবন্ধ আৰু কবিতা লিখিছিল। চন্দ্ৰনাথ শৰ্মা 'উষাৰ বৰ সেনাপতি'" [১৮] আছিল বুলি কলিতাই উল্লেখ কৰিছে। আনহাতে বেণুধৰ শৰ্মাই দণ্ডিনাথ কলিতাক— 'নিনাও চোবাংচোৱাৰূপে পাখি সেনাপতি আছিল'" [১৯] বুলি অভিহিত কৰিছে। সেই নামেৰেই কলিতাই 'উষা'ত লিখিছিল।

ৰজাঘৰৰ লগত পিছত গোহাঞিবৰুৱাই সম্পৰ্ক মধুৰ কৰিবলৈ চেষ্টা কৰিলে। বৃটিছৰ প্ৰতি তেওঁৰ আনুগত্য কবিতা, ৰচনা আদিত প্ৰকাশ পালে। সিবিলাকক তুষ্ট কৰিবলৈ তেওঁ 'সম্পাদকৰ শৰাই'ত গুণ কীৰ্তন কৰিলে। তৃতীয় ভাগৰ 'ৰাজভক্তি' নামৰ লিখাটোত তেওঁ স্পষ্টভাৱে কৈছে: "সৰল ৰাজভক্তিৰে সৈতে ৰজাৰ সহানুভূতি লাভ কৰাটোহে অসমীয়াৰ উদ্দেশ্য হব লাগে, অদূৰদৰ্শী বিপ্লৱপ্ৰিয় চুবুৰীয়াৰ হৈ-চৈ-লৈ কাণ পাতিব নালাগে।" 'গৱৰ্ণমেণ্ট', 'আমাৰ বৰ্তমান ৰজা' এই নামৰেও লিখি তেওঁ বৃটিছৰ গুণ গাইছিল। পঞ্চম জৰ্জ্জ ভাৰতৰ সম্ৰাটৰূপে অধিষ্ঠিত হোৱাত গদ্ গদ্ হৈ তেওঁ সম্পাদকীয় লিখিছিল। আন সম্পাদকীয়তো তেওঁ বৃটিছৰ প্ৰশস্তিয়েই গাইছে। উদাহৰণস্বৰূপে 'কৃষি বিভাগৰ সৃষ্টি' নামৰ সম্পাদকীয়ত বৃটিছ চৰকাৰে খেতিৰ উন্নতি সাধিবৰ অৰ্থে লোৱা প্ৰচেষ্টাৰো শলাগ লৈছে। তেওঁ কোনো প্ৰকাৰেই জটিল সমস্যাসমূহ সম্পাদকীয়ত উল্লেখ নকৰিছিল। অসম আৰু অসমীয়াৰ উন্নতিৰ হকে লিখা সম্পাদকীয়সমূহতো তেওঁ চৰকাৰক আজুৰিবলৈ নিবিচাৰিছিল। কিন্তু অসমীয়া মানুহ যাতে পৰিশ্ৰমী আৰু স্বাৱলম্বী হয় সেই কথাত গুৰুত্ব দি সম্পাদকীয়ও লিখিছিল, প্ৰবন্ধও ছপাইছিল। তৃতীয় ভাগ 'উষা'ত তেনে ধৰণৰ ভালেমান লিখনী প্ৰকাশ হৈছিল।

তৃতীয় ভাগ 'উষা'ৰ এটা উল্লেখযোগ্য সম্পাদকীয় হ'ল— 'অসমীয়া পাঠক শ্ৰেণী।' সেই তেতিয়াই তেওঁ উক্ত সম্পাদকীয়ত লিখিছিল: "আমাৰ শিক্ষিত সমাজে জাতীয় উন্নতিৰ সকলো কামতকৈ এইটোহে (কাকত-পত্ৰ পঢ়াৰ স্পৃহা) আগ কৰি হাতত লোৱা উচিত।" সেইসকলক তেওঁ এটি দায়িত্ব লবলৈও আহ্বান জনাইছে। তেওঁৰ ভাষাত: "যি যি উপায়েৰে সৰ্ব্বসাধাৰণৰ মাজত পাঠস্পৃহা জন্মাই তাক বহলাব পাৰি তাৰ নিমিত্তে সকলো শিক্ষিত অসমীয়া কাচি পাৰি লাগি যোৱা উচিত।" এতিয়া অৱশ্যে অসমত শিক্ষিত লোকৰ সংখ্যা বহুত বাঢ়িল, কিন্তু অসমীয়া মানুহৰ অধ্যয়নস্পৃহা তেনেদৰে নহ'ল। গভীৰ অধ্যয়নে যে এটা জাতিক বহুখিনি আগুৱাই নিব পাৰে সেই কথা গোহাঞিবৰুৱাই অন্তৰেৰে উপলব্ধি কৰিছিল।

১৮৩২ শকৰ আহিন মাহৰ পৰা প্ৰকাশ হোৱা চতুৰ্থ ভাগ 'উষা'ত চন্দ্ৰনাথ শৰ্মা, ৰত্নকান্ত বৰকাকতী, সোণাৰাম চৌধুৰী আৰু সৰ্বেশ্বৰ বৰুৱাৰ প্ৰবন্ধই বেছি ঠাই জুৰিছিল। আগৰ লিখকসকলৰ ভিতৰত লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী, পদ্মধৰ চলিহা, তুলসীচন্দ্ৰ বৰুৱা আৰু সূৰ্যকুমাৰ ভূঞাৰো ভালেসংখ্যক লিখনি প্ৰকাশ হৈছিল। লক্ষ্মীনাথ ফুকনে 'উষা'ক লৈ এইদৰে আশা পোষণ কৰিছিল :

"নিতউ উষাই আহি জগতবাসীক
দেখুৱাব জীৱনৰ পথ।
নিতউ পুৱাতে উঠি অসম সন্তানে
আগুৱাব উন্নতিৰ ৰথ।"

(চতুৰ্থ ভাগ চতুৰ্থ সংখ্যা)

নতুন লিখকসকলৰ ভিতৰত যোগানন্দ দত্তৰ 'অসমীয়া খেনবংশী ৰজা', 'আবৰ জাতি', 'খৃষ্টীয় পঞ্চম শতিকাত আৰ্মেৰিকাত বৌদ্ধ ধৰ্ম' আদি তেনে ধৰণৰ প্ৰবন্ধ চতুৰ্থ ভাগত প্ৰকাশ হৈছিল। তেওঁ কেবাখনো পুথিৰো সমালোচনা আগবঢ়াইছিল। এইখিনিতে উল্লেখযোগ্য যে তেওঁ চতুৰ্থ ভাগ 'উষা'ৰ প্ৰকাশকো আছিল। ভৃৰাম বৰুৱা নামৰ আন এগৰাকীয়ে 'পৰিব্ৰাজক হোয়েনছাঙৰ ভাৰত ভ্ৰমণ'ৰ উপৰি 'আমাৰ শিক্ষা' এই বিষয়ে দুটি প্ৰবন্ধ লিখিছিল। ৰজনীকান্ত বৰদলৈৰ 'মনোবিজ্ঞান' সম্পৰ্কীয় প্ৰবন্ধ আগৰ তিনিটা ভাগৰ দৰেই চতুৰ্থ ভাগতো তিনিটা সংখ্যাত প্ৰকাশ হৈছিল। ডাক্তৰ গোলাপ চন্দ্ৰ বেজবৰুৱা, ভাষাবিদ্ পণ্ডিত হৰিনাথ দে, মহাৰাজ চাৰ নৃপেন্দ্ৰ নাৰায়ণ ভূপ বাহাদুৰ, লক্ষ্মীনাথ কাকতী — এই কেইগৰাকী গুণী লোকৰ বিষয়ে দেৱেন্দ্ৰনাথ বেজবৰুৱা, সূৰ্যকুমাৰ ভূঞা, চন্দ্ৰনাথ শৰ্মা আৰু কালীনাথ হাজৰিকাই জীৱনী লিখিছিল। ভূঞাৰ 'শিলা নহয় ফুল', 'প্ৰণয়ৰ পৰিণাম' এই নামৰ দুটা গল্পও চতুৰ্থ ভাগ 'উষা'ত প্ৰকাশ হৈছিল।

চতুৰ্থ ভাগ 'উষা'ত কবিতা তেনেদৰে প্ৰকাশ হোৱা নাছিল। পদ্মনাথ চলিহা, জ্ঞাননাথ বৰা আৰু সিদ্ধিনাথ শৰ্মাৰ কবিতা সেই ভাগ 'উষা'ত ছপা হৈছিল। সিদ্ধিনাথ শৰ্মাৰ দুটিমান কবিতা মনপৰশা আছিল। ইয়াৰে 'ডেকাডেও' কবিতা (তৃতীয় সংখ্যা)ত কবিয়ে লিখিছিল : "নাভাবিবা হেৰা দেও, ডাঙৰীয়া বুলি,/ নাই কোনো তোমাৰ সমান ;/ তুমিয়েহে মাথোঁ এক বিশ্ব বহ্মাণ্ডত/ জ্ঞানে-মানে যশে বলীয়ান।/" সেইদৰে তেওঁৰ 'সন্তোষ' কবিতাটিৰ বিষয়েও উল্লেখ কৰিব পাৰি। কবিয়ে লিখিছিল : "নোখোজো একোকে মই এই সংসাৰত/ মাথো চাওঁ তোমাক লগৰী ;/ তুতি কৰো সদা তোমাৰ পাৱত পৰি ? দিয়া মোক সন্তোষ সাদৰি/"। অসমত ৰাজনীতিত সু-পৰিচিত সিদ্ধিনাথ শৰ্মাজনেই এইজন হব পাৰে। কিয়নো পাছৰ জীৱনত ৰাজনীতি কৰা অসমৰ কেবাগৰাকীয়ে জীৱনৰ আগছোৱাত সাহিত্য সেৱাই কৰিছিল।

চতুৰ্থ ভাগ 'উষা'ত হৰিনাৰায়ণ দত্ত বৰুৱা, জগতিৰাম লহকৰ, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, আনন্দৰাম চৌধাৰী, শৰৎ চন্দ্ৰ গোস্বামী, যোগেন্দ্ৰনাথ বুজৰবৰুৱা, মহানন্দ বৰুৱা, যোগীন্দ্ৰনাথ ভট্টাচাৰ্য, তাৰাপ্ৰসাদ চলিহা, দীনেশ্বৰ গোহাঁই, সিদ্ধেশ্বৰ গোহাঁই, হিমকলাল বৰুৱা আদি অনেকৰে বিভিন্ন ধৰণৰ লিখনি প্ৰকাশ হৈছিল। প্ৰত্নতত্ত্ববিদ্ সৰ্বেশ্বৰ শৰ্মা কটকীয়ে 'আমাৰ জাতীয় অৱনতি' এই প্ৰবন্ধত আমাৰ মানুহৰ পৰিশ্ৰমৰ প্ৰতি অনীহাৰ কথা আলোচনা কৰিছে আৰু 'কাম কৰাকে জীৱনৰ ব্ৰত' হিচাপে লবলৈ আহ্বান জনাইছে। সেই সময়ত কানি আৰু ভাঙৰ অবাধ প্ৰচলনে অসমীয়া জাতিক সোৰোপা কৰা কথা লিখকে এইদৰে বৰ্ণাইছে : "আমাৰ দেশৰ মানুহে ভাং খোৱা, কানি খোৱা, জীৱনৰ মূল সুখ বুলি মুঠি মাৰি ধৰিছে।"

চন্দ্ৰনাথ শৰ্মাই ঘাইকৈ বিতৰ্কমূলক প্ৰবন্ধ লিখিছিল। অৱশ্যে আবৰ জাতি, 'বিদ্যাসাগৰৰ চৰিত্ৰত মাতৃ শিক্ষা' এনে বিষয় লৈয়ো তেওঁ আলোচনা কৰিছিল। 'অসমীয়া ভাষাৰ আখৰ জোঁটনিৰ ওপৰত মতামত' এই প্ৰবন্ধত তেওঁ কৈছে : "হেমচন্দ্ৰ বৰুৱা আৰু লম্বোদৰ বৰাই অশেষ যত্ন আৰু স্বাৰ্থত্যাগৰ বলেৰে আখৰ জোঁটনি সম্বন্ধে যি অকাট্য নিয়ম প্ৰণালী বান্ধি দি গৈছে, আৰু বৰ্ত্তমান ভাষাৰ গুৰিয়ালসকলে যাক পালি চলিছে, মোৰ মনেৰে ডেকা লিখাক সকলেও এই বাটেদি আগবাঢ়িলে একো হানি নহব।" উল্লেখযোগ্য যে অসমীয়া আখৰ জোঁটনি সম্পৰ্কে ৰত্নকান্ত বৰকাকতীয়ে চতুৰ্থ সংখ্যাত লিখা এটা প্ৰবন্ধত— 'অসম, আসাম আৰু অসমীয়া' এই তিনিটা শব্দৰ উপৰি আন কিছুমান শব্দ লৈ আলোচনা আগবঢ়াইছিল। চন্দ্ৰনাথ শৰ্মাই বৰকাকতীৰ মত খণ্ডন কৰি এইদৰেহে মন্তব্য কৰিছিল : "সজ আলোচনা যিমানেই বাঢ়ে সিমান ভাষাৰ মঙ্গল বুজিব লাগে।"

বৰকাকতীয়ে ইয়াৰ পিছত 'অসমীয়া আখৰ জোঁটনিৰ ওপৰত মতামতৰ ওপৰত মতামত' এই বিষয়ে আলোচনা কৰিলে। বৰকাকতীয়ে সেই আলোচনাত চন্দ্ৰনাথ শৰ্মাৰ প্ৰতিভা স্বীকাৰ কৰিছিল আৰু কৈছিল : "তেওঁৰ প্ৰবন্ধই আমাক অসন্তুষ্ট নকৰি উৎসাহ বলহে দিলে।" বৰকাকতীয়ে লগতে আৰু কৈছিল : "আমাৰ প্ৰবন্ধৰ ওপৰত মতামত দিওঁতা বন্ধুৱে যেন আমাৰ ওপৰত

অলপো কষ্ট নহে তেওঁৰ আৰু কিবা ক'ব লগা থাকিলে ক'ব। আৰু এইবিলাক কথা অকল দুজনৰ ভিতৰতে এৰি নিদি আন আন কৃতবিদ্য মাতৃভাষানুৰাগী লিখকেও যেন আলোচনাৰ ভিতৰত লয়।" 'উষা'ৰ পাতত এই গৰাকী প্ৰথিতযশা কবি-সাহিত্যিকে ভালেকেইটা সমালোচনামূলক প্ৰবন্ধ আগবঢ়াইছিল। তেওঁৰ আটাইকেইটি প্ৰবন্ধই মাৰ্জিত ৰুচিসম্পন্ন। 'অসমীয়া লিখাৰু ছাত্ৰৰ সকলৰ ওপৰত দোষাৰোপ সম্পৰ্কে দু-আষাৰমান'— নামৰ দুটা সংখ্যাত প্ৰকাশ হোৱা তেওঁৰ আন এটা প্ৰবন্ধত দুগৰাকী খ্যাতিসম্পন্ন সাহিত্যিকৰ মতান্তৰৰ বিষয়ে জানিব পাৰি। এই আলোচনাটোত তেওঁ উল্লেখ কৰা কথাখিনিও মন কৰিবলগীয়া। তেওঁ লিখিছে: "আজি কিছুমান দিনৰ পৰা দুজন প্ৰবীণ অসমীয়া সাহিত্যিকৰ মাজত অনৰ্থক মতান্তৰ ঘটাৰ ফলে কিছুমান অনৰ্থক কথাৰো সৃষ্টি হৈছে। তাৰ ভিতৰত অসমীয়া লিখাৰু ছাত্ৰৰ সকলক দোষাৰোপ কৰাটোও এটা।" উল্লেখযোগ্য যে এজনে 'পদ্য' লিখা ছাত্ৰসকলক 'বাৰিষাৰ ভেঁকুলী' আখ্যা দিছিল। সম্ভৱ এই গৰাকী বেজবৰুৱাই হ'ব। বৰকাকতীয়ে এই কথাত আক্ষেপ কৰি লিখিছিল: "হওঁতে হয়, অসম পুখুৰীৰ বোকাপানীত ভেঁকুলী নাথাকি কি থাকিব?" এই বুলি আৰম্ভ কৰি তেওঁ দেশ-বিদেশৰ প্ৰখ্যাত কবি-সাহিত্যিক সকলে ছাত্ৰাৱস্থাৰে পৰা সাহিত্য সেৱা কৰাৰ উদাহৰণ দাঙি ধৰিছে আৰু এই প্ৰসংগত বেজবৰুৱা, গোহাঞিবৰুৱা, সত্যনাথ বৰা আৰু হেমচন্দ্ৰ গোস্বামীৰ নাম উল্লেখ কৰিছে। সৰুৰে পৰা কবিতা লিখাৰ সপক্ষে তেওঁ কৈছে: "ল'ৰাকালত বিশেষকৈ যৌৱন কালত মানুহৰ ভাববিলাক কবিতাময় হোৱাৰ লগে লগে মানসিক শক্তিও বৰ প্ৰবল থাকে। সেই গতিকে প্ৰায়বিলাক কবিৰ যৌৱনৰ অৱস্থাৰ কবিতাহে সৰহ আৰু হৃদয়ৰ ধাৰ নিছিগা।" বৰকাকতীয়ে এই আলোচনাটোত শিক্ষিত অসমীয়াই নিজ ভাষাক অনাদৰ কৰাৰ বিষয়েও দুখেৰে উল্লেখ কৰিছে।

আধুনিক অসমীয়া সাহিত্যিৰ গুৰিধৰোতা লক্ষ্মীনাথ বেজবৰুৱাৰ লগত যুঁজ কৰিবলৈ সেই সময়ৰ ডেকা লিখকসকলে ইতস্ততঃ কৰিছিল। ন-লিখকক বেজবৰুৱাই বিৰূপ মন্তব্য কৰা কাৰণে ৰত্নকান্ত বৰকাকতী আৰু দণ্ডিনাথ কলিতাই পৰোক্ষভাৱেহে বেজবৰুৱালৈ কলম টোঁৱাইছিল। কিন্তু চন্দ্ৰনাথ শৰ্মাই বেজবৰুৱাৰ লগত যুক্তি-তৰ্ক কৰিবলৈ কোনো কুণ্ঠাবোধ কৰা নাছিল। 'উষা'ৰ সম্পাদকেও শৰ্মাৰ তেনে ধৰণৰ প্ৰবন্ধ ছপাইছিল। চতুৰ্থ ভাগ দ্বিতীয় সংখ্যা 'উষা'ত চন্দ্ৰনাথ শৰ্মাই 'হেমকোষ আৰু বাঁহী'ৰ বিষয়ে লিখা প্ৰবন্ধত বেজবৰুৱাৰ 'বাঁহী'ত যে অলেখ বৰ্ণাশুদ্ধি থাকে সেই বিষয়ে আলোচনা কৰিছিল। হেমকোষৰ সপক্ষে যুক্তি দি 'বাঁহী'ৰ সম্পাদকলৈ লিখা চিঠিৰ কথাও শৰ্মাই উল্লেখ কৰিছিল। বেজবৰুৱা নিজৰ মতত অবিচল থকা দেখি শৰ্মাই লিখিছিল: "বাঁহী পঢ়োতে চকুত পৰা জলজল পটপট ভুল কিছুমান দেখুৱাইহে দিছিলোঁ। সেইবোৰ ভুল-দোষ সম্পাদক ডাঙৰীয়াই ভুল নহয় বুলি প্ৰমাণ কৰিবলৈ যাওতে যে লাজকুৰীয়া গাভৰুৰ দৰে আগফালে ওৰণী টানি মুখ লুকুৱাই পিচফাল তেনেই উদি কৰি তেওঁৰ টেঙৰালি দেখুৱাইছে তাকো আমি এই প্ৰবন্ধত লাহে লাহে দেখুৱাম।" বেজবৰুৱায়ো চন্দ্ৰনাথৰ লগত সমানেই ফেপেৰি পাতিছিল। চন্দ্ৰনাথৰ 'আনন্দৰাম বৰুৱা আৰু বঙলা ভাষা' প্ৰবন্ধ সম্পৰ্কত বেজবৰুৱাই প্ৰথমে একো কোৱা নাছিল যদিও সেই প্ৰবন্ধটোৰ খুঁত ধৰে আৰু কোনো কোনো কথা অসত্য বুলি প্ৰতিবাদ কৰিছিল। আনকি "যি ল'ৰাই তেনে নাভুত-নাশ্ৰুত মিছা কথা লিখিব পাৰে, তেনে ল'ৰা লিখকৰ লিখাত কি সাৰ থাকিব পাৰে তাক ৰাইজে বুজিবলৈ টান নাপায়।"[২০] এই বুলি কটূক্তি কৰিছিল। চন্দ্ৰনাথে ইয়াৰো প্ৰতিবাদ কৰিছিল। বেজবৰুৱাই চন্দ্ৰনাথক ইংলণ্ডৰ পিট্ চাহাবৰ লগত তুলনা কৰাত চন্দ্ৰনাথে তাৰো উত্তৰ দিছিল। 'উষা' আৰু 'বাঁহী'ত প্ৰকাশ হোৱা এনে বাদানুবাদে পাঠকক কিন্তু বেছ আমোদ দিছিল।

'উষা'ৰ নিয়মীয়া লিখক সোণাৰাম চৌধুৰী এনে বিতৰ্কৰ মাজত সোমাই পৰা নাছিল। তেওঁৰ সৰহ ভাগ প্ৰবন্ধই জাতীয় ভাবধাৰাৰে পৰিপুষ্ট আছিল। 'আমাৰ জাতীয় ভাৱত বিশৃঙ্খলতা' নামৰ প্ৰবন্ধটোত তেওঁ কৈছে: "নিজৰ দেশৰ বস্তুলৈ আওহেলা কৰি পৰৰ বস্তুৰ ব্যৱহাৰ বঢ়াই নিলেও জাতীয় ভাবৰ একো মান নাথাকে।" তেওঁ সেই প্ৰবন্ধত আশংকা কৰা কেতবোৰ কথা একেবাৰে অমূলক বুলি মানি ল'ব নোৱাৰি। তেওঁ কৈছিল: "আৰু বেচি দিন নালাগে, অলপ দিনৰ পিচতে ৰেল- জাহাজৰ যহত অসমীয়াই অস্তিত্ব হেৰুৱাই এটা ভিন জাতিত পৰিণত হোৱাৰ সম্ভাৱনা হৈ উঠিছে।" তেওঁৰ খাক্যবোৰো মনোগ্ৰাহী। উদাহৰণ স্বৰূপে— "যি কাৰ্য্যত বিলাসিতা বাঢ়ে, যি অনুকৰণত উপাৰ্জ্জনৰ দুগুণ পইচা খৰচ হয়, তেনেবোৰ অনুকৰণৰ দ্বাৰা বৰং পৰিহে যাবা, উঠিব নোৱাৰা", "যি শিক্ষাত স্বজাতি-প্ৰেম ফুটি নোলায় আৰু স্বজাতি প্ৰিয়তাৰ চিন মুকলিকৈ দেখা নাযায়, সেই শিক্ষাত জাতীয় ভাব পৈণত হৈ নুঠে" ইত্যাদি। চৌধুৰীয়ে ভালেকেইখন পুৰণি পুথিৰো সমালোচনা 'উষা'ত

আগবঢ়াইছিল। তাৰে ভিতৰত আহোম ৰাজত্বৰ দিনৰ কবি ৰামচন্দ্ৰ বৰপাত্ৰৰ সাঁচিপতীয়া পুথি 'মণিকুট' আৰু আন এখন পুথি 'লীলাৱতী' উল্লেখযোগ্য আছিল।

বুৰঞ্জীবিদ সৰ্বেশ্বৰ বৰুৱাৰ 'সাহিত্য আৰু সাহিত্যত বুৰঞ্জীৰ ঠাই' এই চিন্তাশীল প্ৰবন্ধটো চতুৰ্থ ভাগ উষাৰ কেবাটাও সংখ্যাত প্ৰকাশ হৈছিল। লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীয়ে বঙলা ভাষাত প্ৰকাশিত ' আসাম, গোয়ালপাড়া এবং আসামী ভাষা' নামৰ পুস্তিকাখনত থকা বিদ্বেষপূৰ্ণ আৰু অসত্য কথাৰ তীব্ৰ প্ৰতিবাদ কৰিছিল চতুৰ্থ ভাগ 'উষা'ৰ পাততে। এই পুস্তিকাখনত "স্মৰণাতীত কাল হইতে গোয়ালপাড়া বঙ্গদেশেৰে অধীন" বুলি উল্লেখ কৰা হৈছিল।

সেই সময়ত এটা চক্ৰই চলোৱা তেনে প্ৰচেষ্টাৰ বিৰুদ্ধে 'উষা'ৰ সম্পাদকীয়তো সঘনে প্ৰতিবাদ কৰা হৈছিল। চতুৰ্থ ভাগ 'উষা'ত প্ৰকাশ হোৱা 'আমাৰ দেশত আমাৰ ভাষাৰ প্ৰচলন' আৰু 'বঙ্গলা আৰু অসমীয়া' এই দুটি সম্পাদকীয়ৰ কথা এইখিনিতে উনুকিয়াব পাৰি। ইয়াৰে দ্বিতীয়তো যুক্তি আৰু তথ্যৰে পৰিপূৰ্ণ আছিল। এই সম্পাদকীয়টিত তেওঁ আত্মপক্ষ সমৰ্থনত অসমীয়া ভাষাৰ মাহাত্ম্যৰ বিষয়ে 'বিখ্যাত বুৰঞ্জীবেত্তা' পণ্ডিত হণ্টাৰ চাহাবৰ 'Imperial Gazeteer ৰ পৰা উদ্ধৃতি দাঙি ধৰিছে। হণ্টাৰে কৈছিল : "The literary style of Assamese is happily free from Sanskritism which deface that of Bengalee The literature itself is of ancient date and is varied in its character being particularly rich in historical works." অৰ্থাৎ— সুখৰ বিষয়, বঙ্গলা সাহিত্যক কুৎচ কৰা অতিচাৰ সংস্কৃতীয়া দোষ অসমীয়া সাহিত্যত নাই। অসমীয়া সাহিত্য অতি পুৰণিকলীয়া আৰু গঠনত বহুৰঙীয়া; বিশেষকৈ বুৰঞ্জী আদিৰে চহকী। চতুৰ্থ ভাগ উষাৰ 'সম্পাদকৰ শৰাইত' 'আমাৰ গ্ৰাহক, পাঠক আৰু লেখক', 'আমাৰ নাটক ৰচনা', 'আমাৰ খেতি', 'আমাৰ আখৰ জোঁটনি আৰু ব্যাকৰণ', 'আমাৰ উন্নতি নে অৱনতি', 'অসমীয়া আখৰ', 'উপদেশ আৰু পটন্তৰ' আদি বিষয়সমূহ অন্তৰ্ভুক্ত কৰা হৈছিল। ইয়াৰে 'আমাৰ গ্ৰাহক, পাঠক আৰু লেখক' সম্পাদকীয়ত তেওঁ এষাৰ বৰ তাৎপৰ্যপূৰ্ণ কথা উল্লেখ কৰিছে। কথাষাৰ হ'ল : 'অসমীয়া বাতৰি কাকতৰ ঘাইকৈ 'আলোচনী'ৰ গ্ৰাহকতকৈও পাঠকৰ অভাৱ। শিক্ষিত শ্ৰেণীৰ কিছুমানে দেশী ভাষাৰ কাকত বুলি অনুগ্ৰহকৈ গ্ৰাহক হলেও পাঠক হবলৈ টান পায়।" চতুৰ্থ ভাগ প্ৰথম সংখ্যাৰ আমাৰ 'গদ্য আৰু পদ্য লিখাৰ' সম্পাদকীয়ত তেওঁ "গদ্য লিখোতাতকৈ পদ্য লিখোতাৰ লেখ সৰহ' বুলি উল্লেখ কৰা কথাষাৰ এতিয়াও খাটে। এই প্ৰসংগত তেওঁৰ কথাখিনিও অনুধাৱন কৰিবলগীয়া। তেওঁ কৈছে : "গদ্য লিখাৰ চৰ্চ্চা নাবাঢ়িলে অকল পদ্য ৰচনাৰে ভাষাক পুষ্ঠ কৰিব পাৰিলেও, সাহিত্যক চহকী কৰিবলৈ টান। আৰু এইটো চাব লাগে যে পদ্যৰ বেছিভাগ ভাৱগ্ৰাহী, কিন্তু গদ্যৰ সৰহভাগ কাৰ্যকৰী। সংসাৰৰ কৰ্ত্তব্য সাধিবলৈ হ'লে কেৱল সপোনৰ ভাৱত উপঙি ফুৰিলেই নহয়, দিঠকৰ কৰ্মক্ষেত্ৰতো নামিব লাগিব।"

'আমাৰ উন্নতি নে অৱনতি'— এই সম্পাদকীয়টিৰ পৰা সেই সময়ত চাৰিখন আলোচনী আৰু তিনিখন বাতৰিকাকত অসমৰ পৰা প্ৰকাশ হৈছিল বুলি জানিব পৰা যায়। তেওঁৰ ভাষাতে : "সম্প্ৰতি নাই বুলিও, আমাৰ চাৰিখন আলোচনী আৰু তিনিখন বাতৰিকাকত চলিছে, কিন্তু এখনৰো আৰ্থিক অৱস্থা টনকিয়াল দেখিছানে ?" সৰহভাগ গ্ৰাহকক তেওঁ 'আশীৰ্বদীয়া' আখ্যা দিছে। লগতে আৰু এষাৰ কথা ক্ষোভেৰে উল্লেখ কৰিছে। তেওঁ কৈছে : "আমাৰ দেশৰ কাকত জন্মে আত্মকন্দল বঢ়াবলৈ, কাৰবাৰ উঠে কাৰবাৰ পেলাবলৈ।" এই সম্পাদকীয়টিত সকলো ক্ষেত্ৰতে যে আমাৰ অৱনতি হৈছে সেই বিষয়েও তেওঁ আলোচনা কৰিছে।

শেষৰ ফালে 'উষা'ৰ প্ৰকাশ অনিয়মীয়া হৈছিল। চতুৰ্থ ভাগয় শেষ সংখ্যা সম্পাদকীয়ত অনিয়মীয়া হোৱাৰ কাৰণো সম্পাদকে ব্যাখ্যা কৰিছে। তথাপি 'উষা'ৰ পঞ্চম ভাগৰ দশম সংখ্যা পৰ্যন্ত প্ৰকাশ হৈছিল। অৱশ্যে দ্বিতীয় আৰু তৃতীয় সংখ্যা আৰু নৱম আৰু দশম সংখ্যা একেলগ কৰি উলিওৱা হৈছিল। সেইফালৰ পৰা পঞ্চম বছৰত আঠটা সংখ্যাহে ওলাইছিল। আগৰ কেইবছৰৰ দৰে পঞ্চম বছৰত প্ৰবন্ধ-পাতিৰ ক্ষেত্ৰতো বিশেষ বৈশিষ্ট্য নাছিল। সেয়ে হলেও সৰ্বেশ্বৰ বৰুৱা, সৰ্বেশ্বৰ শৰ্মা কটকী, সোণাৰাম চৌধুৰী, সূৰ্যকুমাৰ ভূঞা, সিদ্ধেশ্বৰ গোহাঞি, পদ্মধৰ চলিহা প্ৰমুখ্যে সাহিত্যিকসকলে 'উষা'ৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ সততে চেষ্টা কৰিছিল। সৰ্বেশ্বৰ বৰুৱাৰ 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী'— এই সমালোচনামূলক প্ৰবন্ধটি দ্বিতীয়- তৃতীয় সংখ্যাৰ পৰা অষ্টম সংখ্যালৈকে প্ৰকাশ কৰা হৈছিল। প্ৰবন্ধটোত তেওঁ কোনো কোনো লিখকক অতি চোকা ভাষাৰে সমালোচনা কৰিছিল। তেওঁৰে বিখ্যাত 'লাচিত বৰফুকন' প্ৰবন্ধটো প্ৰকাশ হৈছিল নৱম- দশম সংখ্যাত।

পঞ্চম ভাগত প্ৰকাশ হোৱা আন কেইটামান ভিন্নধৰ্মী প্ৰবন্ধৰ ভিতৰত সৰ্বেশ্বৰ শৰ্মা কটকীৰ— 'আৰ্যৰ আদিম বাসস্থান সম্বন্ধে মতৰ পাৰ্থক্যতা', যোগানন্দ দত্তৰ 'কুমাৰ

ভাস্কৰ বৰ্মা', সিদ্ধেশ্বৰ গোহাঞিৰ 'ধৰ্ম্মভাব', .... 'আহোমৰ সৌমাৰলৈ আগমন আৰু ৰাজ্য বিস্তাৰ', ৰঘুনাথ চৌধাৰীৰ 'পঞ্চদশ শতিকাৰ অসমীয়া গদ্য পুথি', সোণাৰাম চৌধুৰীৰ 'ৰাম সৰস্বতীৰ বংশ তালিকা', তুলসী চন্দ্ৰ বৰুৱাৰ, 'ফিৰিঙতিৰ পৰা খাণ্ডৱদাহ', গণপতি ভূঞাৰ, 'অসমত কায়স্থাধিকাৰ বৰভূঞাৰ শাসন' আৰু বসন্ত কুমাৰ বৰুৱাৰ 'বৰ্ত্তমান অসমীয়া ৰচনা' উল্লেখযোগ্য আছিল। ইয়াৰে 'পঞ্চদশ শতিকাৰ অসমীয়া গদ্যপুথি' প্ৰবন্ধটোত প্ৰায় ১২৫ পৃষ্ঠাজোৰা সাঁচিপতীয়া পুথি এখনৰ বিষয়ে আলোচনা কৰা হৈছে। পুথিখনত বিশ্বসিংহ ৰজা, জয়ন্তীয়া ৰজা, কছাৰী ৰজা আদিৰ বিশদ বৰ্ণনা আছে। আনহাতে 'ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ' প্ৰবন্ধত প্ৰথম মহাসমৰৰ বিৱৰণ দিয়া হৈছে। লিখকে ইয়াত বৃটিছৰ পক্ষে আৰু জাৰ্মানৰ বিপক্ষে যুক্তি প্ৰদৰ্শন কৰিছে।

পঞ্চম ভাগ 'উষা'ৰ ক্যোনো প্ৰবন্ধই বিতৰ্কৰো সৃষ্টি কৰিছিল। চন্দ্ৰনাথ শৰ্মাই সেই ভাগৰে চতুৰ্থ সংখ্যাত লিখা 'বৰ্ত্তমানৰ অসমীয়া ৰচনা'* নামৰ প্ৰবন্ধটোৰ দ্বাৰা 'হেমকোষ'ৰ পক্ষে ওকালতি কৰিছিল আৰু লগতে নামনি অসমৰ অৰ্থবাচক আৰু ভাবপূৰ্ণ শব্দবিলাক সাহিত্যত অন্তৰ্ভুক্ত কৰাৰ সপক্ষে যুক্তি প্ৰদৰ্শন কৰিছিল। লিখকৰ ভাষাত: "আমাৰ অসমতে বিশেষকৈ নামনি খণ্ডত কিছুমান এনে সুন্দৰ অৰ্থবাচক আৰু ভাবপূৰ্ণ শব্দ সাহিত্যত ঠাই নোপোৱাকৈ আছে যে তাত সকলো শুদ্ধমনা লোক মুগ্ধ হব। সেইবোৰ শব্দ উদ্ধাৰ কৰি আমাৰ লিখা সাহিত্যত প্ৰচুৰ পৰিমাণে ব্যৱহাৰ নকৰাটো আমাৰ লিখক সকলৰ অন্যায় হৈছে। সোণতৰা, আদৰ মালতী, আগুৰাণ, মহৰি, পেঁক, আপা এইবোৰ শব্দ যে এতিয়াও কিয় আন্ধাৰত পৰি আছে আমি ভাবি নাপাওঁ।" অসমীয়া ভাষাত শব্দ প্ৰয়োগ সম্পৰ্কত চন্দ্ৰনাথ শৰ্মাৰ উদাৰতা আৰু দূৰদৰ্শিতা কথাখিনিত প্ৰকাশ পাইছে। উজনি আৰু নামনি অসমৰ সম্পৰ্ক দৃঢ় কৰাৰ স্বাৰ্থতে তেখেতে এনে মত পোষণ কৰিছিল।

প্ৰবন্ধৰ বাহিৰে পঞ্চম ভাগ 'উষা'ৰ 'ফুলৰ চানেকী' শিতানৰ প্ৰতিটো সংখ্যাতে নিয়মীয়াকৈ কবিতা প্ৰকাশ কৰা হৈছিল। ইয়াৰ উপৰি 'জীৱনী', 'পুথি সমালোচনা, প্ৰত্নতত্ত্বমূলক প্ৰবন্ধ প্ৰকাশ কৰি সম্পাদকে 'উষা'ৰ গাম্ভীৰ্য বঢ়াইছিল। সেই ভাগৰ দ্বিতীয় আৰু তৃতীয় সংখ্যাত 'গুৱাহাটীৰ শিলৰ ফলি'ৰ বিষয়ে লিখা কথাখিনিত কামৰূপৰ ৰজা ধৰ্ম্মপালৰ ৰাজত্বৰ সময় ৭৫০ খ্ৰীষ্টাব্দ বুলি উল্লেখ আছে। ১৬৬০ শকত শিৱসিংহ স্বৰ্গদেৱৰ দিনত তৰুণৰাম বৰুৱা বৰফুকনৰ দ্বাৰা স্থাপিত এই ফলিত 'দুৰ্গম প্ৰাচীৰেৰে বেষ্টিত বিচিত্ৰ দৰবাৰ গৃহ'ৰ সুন্দৰ বৰ্ণনা আছে। ফলিখনৰ বিষয়ে লিখিছিল সোণাৰাম চৌধুৰীয়ে। আনহাতে 'আমিনা' নামৰ চুটি উপন্যাস এখনো পঞ্চম ভাগৰ প্ৰথম সংখ্যাৰ পৰা প্ৰকাশ কৰা হৈছিল।

'উষা'ই পঞ্চম বছৰ সম্পূৰ্ণ কৰিবলৈ নাপালে। প্ৰথম ভাগ 'উষা'ত প্ৰায় ৩৪৪ পৃষ্ঠা, দ্বিতীয় ভাগত ২৯৪ পৃষ্ঠা, তৃতীয় ভাগত ৩৫৪ তকৈ বেছি আৰু চতুৰ্থ ভাগতো ৩৩৪ পৃষ্ঠাতকৈ অধিক আছিল।[২১] পঞ্চম ভাগৰ পৃষ্ঠাৰ বিষয়ে সঠিককৈ জনা নাযায়।

পঞ্চম ভাগত যিকেইটা সংখ্যা ওলাইছিল সেইকেইটাৰ 'সম্পাদকৰ শৰাই' শিতানত কোনো গুৰুত্বপূৰ্ণ বিষয় লৈ আলোচনা কৰা হোৱা নাছিল। সেই ভাগৰ চতুৰ্থ সংখ্যাৰ 'আত্ম খৰিয়াল' নামৰ সম্পাদকীয়ত তেতিয়াৰ আলোচনীকেইখনৰ মাজত হোৱা বিতৰ্কৰ বিষয়ে এইদৰে উল্লেখ কৰা হৈছে: "আমাৰ ভিতৰতে আমাৰ ভাষাক মাজত লৈ যেনে বাক্-বিতণ্ডা চলিবলৈ ধৰিছে, আৰু তাৰ ফলস্বৰূপে দন্দ খৰিয়াল লাগি জাতীয় অনিষ্টৰ আশঙ্কা বাঢ়িছে, তাৰে চাই আমি মাজতে সোমাই দু-আষাৰ নকৈ নোৱাৰাত পৰিছোঁ। আজি কিছুমান দিনৰ পৰা— 'বান্ধৱ', 'বাঁহী' আৰু 'আলোচনী' ই বিলাকৰ ভিতৰত আমাৰ ভাষা আৰু সাহিত্য সম্বন্ধীয় কথা লৈ উত্তৰা-উত্তৰি বা চুপতা-চুপতি চলিছে, সি আমাক বৰ বেজাৰ দিছে, আৰু তাৰ শেষ ফল অতি বিষময় বোধ হৈছে।" সেয়ে সম্পাদকে এই আশা পোষণ কৰিছে: "আমাৰ তিনিওটি ভনীৰ উদ্দেশ্য আমাৰে সৈতে একে; আমি চাৰিও সজ আৰু সৰল কথাৰে মিলাপ্ৰীতি ৰাখি আমাৰ জাতীয় সাহিত্যৰ উন্নতিলৈহে চাব লাগে, বিদ্ৰূপ বাক্যেৰে মনান্তৰ ঘটাই আত্ম খৰিয়ালৰ ফলস্বৰূপ তাৰ অৱনতি ঘটাবলৈ যাব নালাগে।" এনে দৃষ্টিভংগী ললেহে জাতীয় জীৱনৰো উন্নতি হ'ব, পদ্মনাথে এই কথাকে মনে প্ৰাণে বিশ্বাস কৰিছিল। 'জাতীয় স্বাৰ্থৰ লগত জাতীয় সাহিত্যৰ সম্পৰ্কক তেওঁ পৃথক কৰি লোৱা নাছিল। 'জাতীয় সাহিত্যৰ উন্নতি সাধনেই আলোচনীৰ মূল উদ্দেশ্য' বুলি আৰম্ভণিতে তেওঁ যি সঙ্কল্প কৰিছিল সেই সঙ্কল্প তেওঁ আখৰে আখৰে পালন কৰিছিল। অসমীয়া ভাষা সাহিত্যৰ মাজেদিয়েই অসমৰ মুখ উজ্জ্বলোৱাটো তেওঁ কামনা কৰিছিল। 'ভাৰতীয় ভাষাৰ মাজত অসমীয়া ভাষাৰ ঠাই'— পঞ্চম ভাগ সপ্তম সংখ্যাৰ এই সম্পাদকীয়তো তেওঁ স্পষ্টভাৱে কৈছিল:

---

* দণ্ডিনাথ কলিতাই প্ৰবন্ধটোৰ নাম 'অসমীয়া ভাষা' বুলি উল্লেখ কৰিছে— (কৰ্মবীৰ চন্দ্ৰনাথ, পৃঃ ৭৫) : লিখক

"...ভাৰতবৰ্ষত যেনেকৈ হিন্দীৰ সৰ্ব্বত্ৰ প্ৰভুত্ব আসাম তেনেকৈ ভাৰতবৰ্ষৰ আহিঁ আৰু আসামত তেনেকৈ অসমীয়াৰ সৰ্ব্বত্ৰ প্ৰভুত্ব চলিব লাগিছে আৰু চলি থাকিব।"

মাতৃভাষাৰ প্ৰতি থকা অফুৰন্ত স্নেহ আৰু শ্ৰদ্ধা পদ্মনাথৰ লিখনী আৰু আন কৰ্মৰ মাজেদি প্ৰকাশ পাইছিল। নকলেও হব, এই ক্ষেত্ৰত তেওঁ সম্পাদনা কৰা আলোচনী আৰু বাতৰিকাকতকেইখনে বহুখিনি সহায় কৰিছিল। অৱশ্যে 'বিজুলী', 'বন্তি', আৰু 'উষা' কোনোখনেই নাথাকিল। কিন্তু তেওঁৰ নিজৰ সাহিত্য কৰ্মৰ বাহিৰেও এইকেইখনে তেওঁক সদায় স্মৰণীয় কৰি ৰাখিব। পঞ্চম ভাগৰ পিছত মাধৱ বেজবৰুৱাই 'উষা'ক সুকীয়া ৰূপ দি উলিয়াবলৈ মনস্থ কৰাত গোহাঞি বৰুৱাই তেওঁলৈ লিখিছিল :

মৰমৰ শ্ৰীমান মাধৱ মইনা!

পদ্মকুটীৰ, তেজপুৰ, অসম
ভাদ, শ্ৰীকৃষ্ণাষ্টমী
১৮৬২ শক

সম্প্ৰতি মেঘৰ আঁৰত থকা মোৰ সাদৰী জীয়াৰী 'উষা'ৰ পোহৰ পুনঃ প্ৰচাৰ কৰিবলৈ মনস্থ কৰা শুনি বৰ বং পাইছোঁ। তোমাৰ প্ৰস্তাৱ মতে, মোক প্ৰতিষ্ঠাতা স্বৰূপে ৰাখি কাকতখন ষষ্ঠ ভাগৰ পৰা প্ৰচাৰ কৰিবলৈ তোমাক সৰ্ব্বস্বত্ব দান কৰিলোঁ। আশাকৰোঁ তোমাৰ হাতত 'উষা'ৰ আগৰ আদৰ সুখ্যাতিৰ জেউতি চৰিব।

ইতি
তোমাৰ মৰমৰ
শ্ৰীপদ্মনাথ গোহাঞিবৰুৱা

মাধৱ বেজবৰুৱাৰ 'উষা'ও নাথাকিল। কিন্তু 'উষা'ৰ 'আদৰ' আৰু 'সুখ্যাতি' থাকি গ'ল অনন্তকাললৈ।

* আসাম বান্ধৱ

**প্ৰসঙ্গ :**

১। বেণুধৰ শৰ্মা, অৰ্ঘ্যাৱলী (দ্বিতীয় অঙৰণ- ১৯৬৯ পৃঃ ৪২)
২। বেণুধৰ শৰ্মা অৰ্ঘ্যাৱলী (দ্বিতীয় অঙৰণ পৃঃ ৪৯)
৩। পদ্মনাথ গোহাঞিবৰুৱা, মোৰ সোঁৱৰণী (অঃ প্ৰঃ পঃ পৃঃ ২৯)
৪। যতীন্দ্ৰনাথ গোস্বামী, জাগৰণ আৰু জোনাক (অঃ সাঃ সঃ পৃঃ ৪৫)
৫। পদ্মনাথ গোহাঞিবৰুৱা, মোৰ সোঁৱৰণী (পৃঃ-৩২)
৬। ড০ সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া উপন্যাসৰ ভূমিকা (স্থানীয় সংস্কৰণ, পৃঃ ৫৬)
৭। যোগেন্দ্ৰনাৰায়ণ ভূঞা, গুণাভিৰাম বৰুৱাৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' (প্ৰবন্ধ); গৰীয়সী : প্ৰথম বছৰ : একাদশ সংখ্যা, আগষ্ট '৯৪ পৃঃ ৬১)
৮। সত্যেন্দ্ৰনাথ শৰ্মা, জোনাকীৰ সহচৰী বিজুলী (প্ৰবন্ধ) এ এছ এল ক্লাবৰ মুখপত্ৰ, অঃ তাঃ উঃ সাঃ সভা আৰু 'জোনাকী'ৰ শতবাৰ্ষিকী॥ বিশেষ সংখ্যা, সম্পাদনা শঙ্কৰ কাকতী বৰা, ১ জানুৱাৰী, ১৯৮৯ (পৃঃ ৩১)
৯। নন্দ তালুকদাৰ, সাংবাদিক গোহাঞি বৰুৱা (প্ৰবন্ধ) গোহাঞি বৰুৱা প্ৰতিভা (অঃ সাঃ সঃ পৃঃ ১৬৫)
১০। ড০ সত্যেন্দ্ৰনাথ শৰ্মা, জোনাকীৰ সহচৰী বিজুলী (প্ৰবন্ধ) সংক্ৰান্তি (পৃঃ ৩২)
১১। যতীন্দ্ৰনাথ গোস্বামী, জাগৰণ আৰু জোনাক (অঃ সাঃ সঃ পৃঃ ৪৭-৪৮)
১২। যতীন্দ্ৰনাথ গোস্বামী, জাগৰণ আৰু জোনাক (অঃ সাঃ সঃ পৃঃ ৪৮)
১৩। বেণুধৰ শৰ্মা, গোহাঞিবৰুৱাৰ বন্তি আৰু উষা (প্ৰবন্ধ) পদ্মনাথ বৰুৱা গ্ৰন্থ (অঃ প্ৰঃ পঃ- পৃঃ ১১৩)
১৪। বেণুধৰ শৰ্মা, গোহাঞিবৰুৱাৰ বন্তি আৰু উষা (অঃ প্ৰঃ পঃ পৃষ্ঠা ১১৬)
১৫। দণ্ডিনাথ কলিতা, কৰ্মবীৰ চন্দ্ৰনাথ (অঃ প্ৰঃ পঃ-পৃঃ ২৪-২৫)
১৬। হৰিপ্ৰসাদ নেওগ, পদ্মনাথ গোহাঞি বৰুৱা
১৭। দণ্ডিনাথ কলিতা, কৰ্মবীৰ চন্দ্ৰনাথ (পৃঃ ১৩)
১৮। বেণুধৰ শৰ্মা, গোহাঞিবৰুৱাৰ বন্তি আৰু উষা পৃঃ ১২৩)
১৯। বেণুধৰ শৰ্মা : গোহাঞিবৰুৱাৰ বন্তি আৰু উষা (প্ৰবন্ধ) অসম প্ৰকাশন পৰিষদ, পৃঃ ১২৩)
২০। দণ্ডিনাথ কলিতা, কৰ্মবীৰ চন্দ্ৰনাথ (অঃ প্ৰঃ পঃ- পৃঃ ২৭)
২১। পৰাগ চলিহা, সম্পাদক গোহাঞি বৰুৱা : 'উষা'ৰ জিলিঙনি (প্ৰবন্ধ) (অসম প্ৰকাশন পৰিষদ, পৃঃ ১৩৮)

# অসমৰ অসমীয়া আৰু ইংৰাজী বাতৰি কাকত

**প্ৰফুল্ল চন্দ্ৰ বৰুৱা**

বাতৰিকাকতৰ প্ৰকাশৰ লগত ছপাযন্ত্ৰ ওতপ্ৰোতভাৱে জড়িত। ভাৰতলৈ সৰ্বপ্ৰথম ছপাশাল অনা হৈছিল ১৫৫৭ চনত। আনিছিল পৰ্তুগীজসকলে। মন কৰিব লগা কথা যে বাতৰিকাকত ছপাৰ বাবে নহয়, ছপাশাল ভাৰতলৈ প্ৰথমে অনা হৈছিল এই দেশত খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবেহে।

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৬৭৪ চনত বোম্বাইত, ১৭৭২ চনত মাদ্ৰাজত আৰু ১৭৭৯ চনত কলিকতাত ছপাশাল স্থাপন কৰে। অসমলৈও ছপাশাল আনে বেপ্টিষ্ট মিছনেৰিসকলেহে। উদ্দেশ্য আছিল একেই— খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে সেই ধৰ্মৰ পুথি ছপা কৰাটো। অথচ ভাবিলে আচৰিত লাগে যে খৃষ্টান মিছনেৰিয়ে শিৱসাগৰত স্থাপন কৰা ছপাশালৰ পৰা ১৮৪৬ চনৰ জানুৱাৰী মাহত প্ৰকাশ কৰা মাহেকীয়া কাকত 'অৰুনোদই' যাইকৈ অসমত খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে প্ৰকাশ কৰা হ'লেও এইখন কাকতেই অসমীয়া ভাষাৰ প্ৰথমখন বাতৰিকাকত বুলি পৰিগণিত হ'ল। এইখনেই আছিল অসমৰ প্ৰথমখন বাতৰিকাকতো।

তাৎপৰ্যপূৰ্ণ কথা যে বঙলা ভাষাৰ প্ৰথমখন কাকত 'সমাচাৰ দৰ্পণ' প্ৰকাশ কৰিছিল শ্ৰীৰামপুৰৰ পৰা বৃটিছ মিছনেৰিয়ে। কেৱল সেয়ে নহয়, "১৭৯২ চনতেই গুজৰাটী টাইপ কাটি উলিওৱাত বৃটিছ মিছনেৰিসকলে আগভাগ লৈছিল। ....মাদ্ৰাজতো তামিল আৰু মালয়ালম ছপাশাল আৰু বাতৰিকাকত আৰম্ভ কৰাত মিছনেৰিসকলেই আছিল বাটকটীয়া। কানাড়া সাংবাদিকতাৰ ক্ষেত্ৰত মিছনেৰিসকলেই প্ৰথম প্ৰচেষ্টা চলাইছিল।"[1]

অসমলৈ প্ৰথমটো ছপাশাল আনিছিল মিছনেৰীসকলে। ডঃ মহেশ্বৰ নেওগৰ ভাষাত "অসমৰ উত্তৰ-পূব চুকত খান মিছন চলাবলৈ নাথান ব্ৰাউনে বৰ্মা এৰি কলিকতালৈ আহি লগত এটা ছপাখানা আৰু ও. টি. কাট্টাৰ নামে প্ৰিণ্টাৰক লগত লৈ ১২ নৱেম্বৰ ১৮৩৫ত বঙালী মাঝিৰ নাৱেৰে উজাই যাত্ৰা কৰি ২৩ মাৰ্চ ১৮৩৬ত সদিয়া পায়হি। তেওঁলোকে লগত বঙলা ফাউণ্ট, ইংৰাজী ফাউণ্ট কটিয়াই আনিছিল। অসমত ছপাশাল এয়ে প্ৰথম হ'ল।"[2] শিৱসাগৰত ছপাশালটো বহুওৱা হ'ল ১৮৪০ চনত।[3]

### 'অৰুনোদই'

মিছনেৰিসকলে অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিষ্ঠা আৰু উন্নয়নৰ বাবে যিখিনি অৱদান আগবঢ়ালে, সেয়া অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীত এক বিশেষ উল্লেখযোগ্য অধ্যায়। সেই দিশটো 'অৰুনোদই'ৰ ক্ষেত্ৰত এৰাই চলিব নোৱাৰি, কিয়নো, যি কোনো ভাষা-সাহিত্যৰ অগ্ৰগতিৰ লগত সেই ভাষাৰ বাতৰিকাকতৰ প্ৰকাশ আৰু অগ্ৰগতিৰ ওতপ্ৰোত সম্পৰ্ক বিৰাজমান। উল্লেখ কৰা প্ৰয়োজন যে মিছনেৰিসকল অসমলৈ অহাৰ বছৰতে অৰ্থাৎ ১৮৩৬ চনত অসমত অসমীয়া ভাষাক স্কুল-কাছাৰীৰ পৰা নিৰ্বাসিত কৰা হৈছিল আৰু তাৰ ঠাইত প্ৰবৰ্তন কৰা হৈছিল বাংলা ভাষা। কিয়নো ইংৰাজে অসম অধিকাৰ কৰাৰ সময়ত তেওঁলোকে তেতিয়া লগত লৈ অনা বংগদেশৰ কেৰাণী-মহৰীসকলে অসমীয়া ভাষাটো বাংলা ভাষাৰ অপভ্ৰংশহে বুলি বুজাই দিয়াত ১৮৩৬ চনত অসমৰ স্কুল-কাছাৰীৰ মাধ্যম বাংলা ভাষা কৰা হ'ল। তেনে অৱস্থাত অসমীয়া ভাষা পুনৰুদ্ধাৰৰ যিখন যুঁজ অসমত আৰম্ভ হ'ল, সেইখন যুঁজৰ আগৰণুৱা হ'ল এই মিছনেৰিসকল আৰু তাত 'অৰুনোদই'ৰ এক ঐতিহাসিক আৰু গৌৰৱান্বিত ভূমিকা আছিল। ডঃ মহেশ্বৰ নেওগৰ মতে "বেপ্টিষ্টসকলে অসমীয়া ব্যাকৰণ, অভিধান, পঢ়াশলীয়া পুথি, জ্ঞান-বিজ্ঞানৰ পুথি লিখি আৰু প্ৰকাশ

কৰি, আলোচনী তথা খবৰ কাগজৰ উৎকৃষ্ট নিদৰ্শন 'অৰুনোদই'ত সাতত্ৰিশ বছৰ চলাই, পঢ়াশালি-আদালতত অসমীয়া ভাষাৰ হেৰোৱা ঠাই পুনৰুদ্ধাৰৰ যুঁজত প্ৰথম আৰু শক্তিশালী যুঁজাৰু হৈ, অসমীয়া লেখকক নতুন অসমীয়া ভাষা লিখাত কলম ধৰাই.... শিকালে।"[৪]

১৮২৬ চনৰ ২৬ ফেব্ৰুৱাৰীত মান দেশৰ (বৰ্তমানৰ ম্যানমাৰ) সৈতে কৰা চুক্তি (ইয়াণ্ডাবু চুক্তি) মৰ্মে অসম ইংৰাজৰ অধীন হ'ল। লগে লগে বৰ্বৰ মানৰ দীৰ্ঘদিনীয়া অত্যাচাৰৰ পৰা অসমে পৰিত্ৰাণ পালে। মানহতে অসম অধিকাৰ কৰি থকাৰ সময় আছিল মুঠতে তিনি বছৰ দহ মাহ উনৈশ দিন।[৫]

ইংৰাজে অসম অধিকাৰ কৰাৰ লগে লগে বহিঃজগতৰ লগত অসমৰ বন্ধ দুৱাৰখন বহলকৈ খোল খালে। বিভিন্ন কাৰণত আৰু ঘাইকৈ ভৌগোলিক অৱস্থিতিৰ কাৰণে কলিকতা হৈ পৰিল বহিঃজগতৰ লগত অসমৰ সংযোগৰ দুৱাৰমুখ। কলিকতাৰ পৰা ইতিমধ্যে ভাৰতৰ প্ৰথমখন বাতৰিকাকত 'বেংগল গেজেট' (১৭৮০ চনৰ ২৯ জানুৱাৰী) প্ৰকাশ পাইছিল। ভাৰতৰ আন দুটা ঘাই বাণিজ্য আৰু শিক্ষা কেন্দ্ৰ বোম্বাই আৰু মাদ্ৰাজৰ পৰাও বাতৰিকাকত প্ৰকাশ পাইছিল। কলিকতাৰ পৰা প্ৰকাশিত বাতৰিকাকতৰ প্ৰচলন অসমত যথেষ্ট আছিল। আনহে নেলাগে বঙলা ভাষাৰ প্ৰথমখন বাতৰিকাকত 'সমাচাৰ দৰ্পণ'ত এই বুলিও বাতৰি ওলাইছিল যে "অসম দেশত যিমানবোৰ বাতৰিকাকত চলিছে, সিমানবোৰ বংগদেশৰ ভিতৰত কোনো জিলাতেই নচলে।[৬] অসমত তেতিয়া শিক্ষিতৰ সংখ্যা কম হ'লেও, বাতৰি কাকত প্ৰকাশ আৰু প্ৰচাৰৰ বাবে অসমত উৰ্বৰ ভূমি প্ৰস্তুত হৈছিল। দূৰদৰ্শী মিছনেৰিসকলে খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে স্বাভাৱিকতে এই সুবিধা গ্ৰহণ কৰিলে। ভাষা লৈ সমস্যা হৈছিল। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে, খৃষ্টান ধৰ্ম প্ৰচাৰ আৰম্ভ কৰোতেই দেখা দিলে ভাষা সমস্যাই। তেওঁলোকে বঢ়িয়াকৈ বুজিছিল যে থলুৱা ভাষাত ধৰ্ম সম্পৰ্কীয় পুথি-পাজী প্ৰকাশ নকৰি বিদেশী বাংলা ভাষাৰ সহায় ল'লে উদ্দেশ্য সিদ্ধি নহয়। অথচ দেখা পালে যে মাতৃভাষাৰ সলনি তেতিয়া পঢ়াশালি, আইন-আদালত আৰু শাসন ব্যৱস্থা সকলোতে বঙলাৰহে প্ৰচলন। বিদেশী আচহুৱা ভাষাৰ যোগেদি যে এটা জাতিক শিক্ষিত আৰু জ্ঞানী কৰি তুলিব নোৱাৰি সেই কথা মিছনেৰিসকলে বুজি পাইছিল। কিন্তু শাসকসকলেহে সেই সাধাৰণ কথাটো বুজিও নুবুজাৰ দৰে বঙালী প্ৰৱৰ্তন কৰিবলৈ লৈছিল। ....কেৱল অসমীয়াত পুথি প্ৰণয়ন কৰিয়েই মিছনেৰিসকল ক্ষান্ত থকা নাছিল। বঙালী ভাষাক অসমীয়াৰ ওপৰত জাপি দি তেতিয়াৰ ইংৰাজ চৰকাৰে যি ভুল ভাষা নীতি লৈছিল, তাৰ বিৰুদ্ধে এওঁলোকে যুদ্ধ দিছিল। ....ইংৰাজ চৰকাৰে নিজৰ ভুল বুজি পাই ১৮৭৩ চনত পঢ়াশালি আৰু আদালতত অসমীয়া ভাষাক পুনৰ প্ৰতিষ্ঠা কৰি ন্যায্য স্থান ঘূৰাই দিয়ে। ১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈকে বঙালী ভাষা প্ৰচলন হোৱা কাৰণে অসমৰ শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰত যি অপূৰণীয় ক্ষতি হ'ল তাৰ ফলত অসমীয়া আন প্ৰদেশৰ বাসিন্দাৰ তুলনাত বহুতো পিছ পৰি গ'ল।"

খৃষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে ১৮৪৬ চনৰ জানুৱাৰী মাহত প্ৰকাশ কৰা মাহেকীয়া কাকত 'অৰুনোদই' কিমান দিন প্ৰকাশ হৈছিল সেই বিষয়ে মতভেদ আছে।[৮] ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ লগতে ডিম্বেশ্বৰ নেওগৰ মতেও "৩৬ বছৰ কাল মহা পয়োভৰেৰে চলি ১৮৮২ মান"[৯] লৈকে এই কাকত চলে বুলি ক'লেও ছুছান আৰ্ ৱাৰ্ডৰ মতে ১৮৮০ চনৰ ডিচেম্বৰত এই কাকতখনৰ প্ৰকাশ বন্ধ হয়।[১০] ডঃ মহেশ্বৰ নেওগে ৱাৰ্ডৰ তথ্য 'নিৰ্ভৰযোগ্য'[১১] বুলি ভাবে। যি কি নহওক, যিকোনো ভাষাৰ প্ৰথমখন কাকতে ৩৪ বা ৩৬ বছৰ আয়ুস পোৱাটো কম কথা নহয়। বিশেষকৈ যেতিয়া ভাৰতত বাতৰিকাকতৰ প্ৰকাশৰ আদি কালৰ বিভিন্ন কাকতৰ আয়ুসৰ কথা বিবেচনা কৰা হয়। ভাৰতৰ প্ৰথমখন বাতৰিকাকত জেমছ আগষ্টাছ হিকীৰ 'বেংগল গেজেট' ১৭৮০ চনৰ ২৯ জানুৱাৰীৰ দিনা প্ৰকাশ পালেও এইখন কাকতৰ 'অপমৃত্যু' ঘটিছিল ১৭৮২ চনত অৰ্থাৎ কাকতখনৰ আয়ুস আছিল মাত্ৰ দুবছৰ। একেদৰে মাদ্ৰাজৰ পৰা প্ৰকাশ পোৱা প্ৰথমখন বাতৰিকাকত 'মাদ্ৰাজ কুৰিয়াৰ' (প্ৰকাশ আৰম্ভ ১৭৮৫) আৰু বোম্বাইৰ পৰা প্ৰকাশ পোৱা প্ৰথমখন বাতৰিকাকত 'বোম্বে হেৰল্ড' (প্ৰকাশ আৰম্ভ ১৭৮৯ চন)ৰ আয়ুস দীঘলীয়া নাছিল।

'অৰুনোদই' কাকতে ইমান দীঘলীয়া আয়ুস পোৱাৰ কাৰণ বহুতো। ডিম্বেশ্বৰ নেওগৰ মতে "ইলাষ্ট্ৰেটেড লণ্ডন নিউজ কাকতৰ চিত্ৰৰ পৰা অসমীয়া চিত্ৰকৰৰ হতুৱাই ব্লক কটাই এই কাকত সচিত্ৰ কৰা হৈছিল। ধৰ্ম, সাহিত্য, বুৰঞ্জী, বিজ্ঞান, দেশ-বিদেশৰ বাতৰি আদিয়ে ইয়াত ঠাই পাইছিল; আৰু ইয়াৰ ভাষা বুৰঞ্জী গদ্যৰ দৰেই সহজ-সৰল আৰু সৰ্বসাধাৰণ অসমীয়াৰ কথা-বাৰ্তাৰ গঢ়ত লিখা আছিল বাবে ই অতি সমবৰহী হৈ উঠিছিল। ১৮৬৭-৬৮ চনত এই কাকতৰ গ্ৰাহকৰ লেখ সাতশৰ ওচৰা-উজৰি হৈছিল। স্বৰূপতে ইয়াৰ ৫০/৬০ বছৰৰ

পাছলৈকো অসমীয়া আলোচনী আৰু বাতৰি কাকতৰ বাবে এনে গ্ৰাহক সংখ্যা আকাংক্ষাৰ কথা আছিল। ইয়াত প্ৰকাশিত অসংখ্য বহুমূলীয়া প্ৰবন্ধৰ ভিতৰত চুটিয়া বুৰঞ্জী, আহোম বুৰঞ্জী আৰু দেশ-বিদেশৰ বুৰঞ্জী কেইখনমান আৰু লেখকসকলৰ ভিতৰত ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আদি কেইজনমান চিৰস্মৰণীয়। ৩৬ বছৰ মহা পয়োভৰেৰে চলি ১৮৮২ মানত এই কাকত ওলাবলৈ এৰে।”[১২]

ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে, “এই কাকত প্ৰধানকৈ খৃষ্টধৰ্ম প্ৰচাৰৰ কাৰণে উলিওৱা হৈছিল যদিও 'অনেক দেশৰ সংবাদ', বিভিন্ন দেশৰ প্ৰসিদ্ধ ঐতিহাসিক ঘটনাৰ পৰিচয়, বাইবেলৰ কাহিনীৰ অনুবাদ, ধৰমৰ কথা; প্ৰকৃতি অধ্যয়ন, নৈতিক শিক্ষা, হিন্দুস্থানৰ বিৱৰণ, পুৰণি অসম বুৰঞ্জী, চুটি সাধু, জীৱনী, সাময়িক সংবাদ, ভূগোল বিষয়ক ৰচনা, বৈজ্ঞানিক আৱিষ্কাৰ, স্তুতি গীত, আদি বিবিধ বিষয়ে ইয়াত ঠাই পাইছিল। এই কাকতে আলোচনী আৰু বাতৰি কাকত দুয়োটাৰ কাম কৰিছিল। দেশ-বিদেশৰ তথ্যপূৰ্ণ ভাওনিৰ উপৰিও পুৰণি অসমীয়া বুৰঞ্জী আৰু জ্ঞানৰ পুথি ছোৱা-ছোৱাকৈ ইয়াত প্ৰকাশ কৰিছিল। আলোচনীখনত ঠায়ে ঠায়ে চিত্ৰ সংযোগ কৰি আকৰ্ষণীয় কৰি তোলা হৈছিল। তদুপৰি ৰাম নৱমী নাট, Pilgrims Progress অৰ অনুবাদ আদিয়ে কাকতখন আকৰ্ষণীয় কৰি তুলিছিল।”

'অৰুনোদই'ৰ জন্মৰ পৰা আৰম্ভ কৰি এই কাকতৰ বিশেষত্ব আৰু অসমীয়া ভাষা- সাহিত্যলৈ বৰঙণি সম্পৰ্কে এই পৰ্যন্ত সৰ্বাধিক তথ্যসমৃদ্ধ বিস্তৃত বিশ্লেষণটো দাঙি ধৰিছে 'অৰুনোদই (১৮৪৬-১৮৫৪)' গ্ৰন্থৰ সুদীৰ্ঘ 'ভূমিকা'ত ডঃ মহেশ্বৰ নেওগে।

স্বাভাৱিকতে, এই কাকতে ইংৰাজ চৰকাৰ আৰু তেতিয়া অসম শাসন কৰা ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাম-কাজৰ প্ৰশংসা কৰিছিল। এই দিশটো বাদ দিলে বাতৰিকাকত এখনৰ থাকিবলগীয়া বহুবোৰ গুণ এই কাকতৰ আছিল। প্ৰকাশিত বাতৰিৰ সত্যতা আৰু বিশ্বাসযোগ্যতাৰ প্ৰতি দৃষ্টি ৰখাৰ একাধিক দৃষ্টান্ত 'অৰুনোদই'ত দেখা যায়।” আনহাতে 'সম্পাদকলৈ চিঠি' বুলি কোনো শিতান নাথাকিলেও, বিভিন্ন সময়ত সম্পাদকলৈ লিখা ভালেমান চিঠি প্ৰকাশ কৰা হৈছিল। ১৮৫৪ চনৰ আগষ্টৰ সংখ্যাত প্ৰকাশিত এখন চিঠিত ইংৰাজীত 'লেটাৰ টু দি এডিটৰ' বুলি উল্লেখ আছে।

আনহাতে সাম্প্ৰতিক কালৰ বাতৰিকাকতত কোনো গুৰুত্বপূৰ্ণ বিষয়ত লিখা চিঠিৰ সন্দৰ্ভত বিভিন্নজনে দিয়া মতামত প্ৰকাশ কৰা হয়। আৰু শেষত সেই মতামত সন্দৰ্ভত বিষয়টো আৰম্ভ কৰা পত্ৰ লিখকক মতামত প্ৰকাশৰ সুবিধা দিয়া হয়। এই বিষয়তো বাতৰিকাকতত 'অৰুনোদই' বাটকটীয়া।[১৩]

চিঠিৰ জৰিয়তে ভ্ৰমণ কাহিনী লিখা এবিধ সাহিত্য অসমীয়া ভাষাতো আৰম্ভ কৰাৰ কৃতিত্ব 'অৰুনোদই'ৰে। উদাহৰণ: ১৮৪৯ চনৰ ছেপ্টেম্বৰ সংখ্যাত আমেৰিকালৈ যোৱা 'নগাও স্কুলৰ চাতৰ' যুচি এন. হেইডনৰ চিঠি। অনুবাদ সাহিত্য, সচিত্ৰ বিজ্ঞানৰ প্ৰবন্ধ, তথ্যসমৃদ্ধ ভৌগোলিক বিৱৰণ, বিভিন্ন জন-জাতিৰ বিৱৰণ, বুৰঞ্জী, নতুন গ্ৰন্থৰ চিনাকি, হাস্য-ব্যংগ ৰচনা আদি প্ৰকাশৰ ক্ষেত্ৰতো 'অৰুনোদই' পথ প্ৰদৰ্শক আছিল। ধৰ্মৰ দিশটো বাদ দি আধুনিক বাতৰিকাকতত থকা আৰু প্ৰকাশিত সকলোবোৰ উপাদান সামৰা 'অৰুনোদই' প্ৰকৃত অৰ্থতেই অসমৰ বাতৰিকাকতৰ বুৰঞ্জীত 'অৰুণ' অৰ্থাৎ সূৰ্যৰ দৰে 'উদয়' হৈছিল। অসমীয়া ভাষাৰ এই প্ৰথম বাতৰিকাকতখন সুদীৰ্ঘ ৩৪ বছৰ চলাটো এক ৰেকৰ্ড। আন কথা বাদেই, 'অৰুনোদই'ৰ এই ৰেকৰ্ড ভংগ কৰাৰ বাবে অসমীয়া ভাষা-সাহিত্যপ্ৰেমী ৰাইজ অপেক্ষা কৰিব লগা হৈছিল ১৯১৯ চনত ডিব্ৰুগড়ত প্ৰকাশ আৰম্ভ হোৱা সাপ্তাহিক 'অসমীয়া' কাকতলৈ আজিকালি বাতৰিকাকতৰ লগত বা পৃথকে কেইটামান পৃষ্ঠা পৰিপূৰিকা বা আলোচনী বুলি প্ৰকাশ কৰাৰ এটি পৰম্পৰা হৈছে। ভাবিলে আচৰিত হ'বৰ কথা যে অসমৰ প্ৰথম বাতৰিকাকতখনত এনে ব্যৱস্থা প্ৰচলিত থকা বুলি ডঃ মহেশ্বৰ নেওগে প্ৰমাণসহকাৰে কৈছে। ডঃ নেওগৰ মতে, “আমি বস্তুতে নাজানো বা গম নলও বা নুশুনো যে 'অৰুনোদই'ৰ সংবাদপত্ৰ আৰু আলোচনী, এই দুটা ৰূপ আছিল” আলোচনীৰ ৰূপটো গিয়ান ভাণ্ডাৰ বুলি অভিহিত কৰা হৈছিল। আন এটা উল্লেখযোগ্য কথা হৈছে 'অৰুনোদই'ৰ প্ৰচলন সংখ্যা। যি সময়ত অসমত শিক্ষিত লোকৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পৰা, সেই সময়ত 'সম্বাদ পত্ৰ' আৰু 'গিয়ান ভাণ্ডাৰ' উভয়ে মিলি 'অৰুনোদই' ছপা হোৱাৰ সংখ্যা আছিল ১৮৪৬ চনতেই (৬০০+৫০০) ১১০০ খন। এই সংখ্যা ১৮৫১ চনত ১৪০০ খনলৈ বৃদ্ধি পাইছিল।

'অৰুনোদই'ৰ আটাইবোৰ সংখ্যা এতিয়া পাবলৈ নাই বাবে এই 'সম্বাদ পত্ৰ'ৰ সম্পাদকসকলৰ এখন শুদ্ধ তালিকা প্ৰণয়ন কৰাটো অতি কঠিন কাম আছিল। ডঃ মহেশ্বৰ নেওগে তথ্য সহকাৰে যিখন তালিকা 'অৰুনোদই' (১৮৪৬-১৮৫৪) গ্ৰন্থৰ সংকলন আৰু পুনঃ সম্পাদনাত দিছে,সেইখনেই নতুন তথ্য নোলোৱা পৰ্যন্ত সৰ্বজনগ্ৰাহ্য বুলি বিবেচিত হৈছে। সেই তালিকা অনুসৰি 'অৰুনোদই'ৰ সম্পাদকসকল হ'ল তলত দিয়াৰ দৰে।

| বছৰৰ সংখ্যা | বছৰ | সম্পাদক |
|---|---|---|
| ১—৯ | ১৮৪৬-১৮৫৪ | নাথান ব্ৰাউন |
| ১০—১১ | ১৮৫৫-১৮৫৬ | এপ্লটন্ হাও ডেনফোৰ্থ |
| ১২ | ১৮৫৭ | এপ্লটন্ হাও ডেনফোৰ্থ (জানুৱাৰী) ছেমুৱেল এম্ হোৱাইটিং (ফেব্ৰুৱাৰী-ডিচেম্বৰ) |
| ১৩—১৫ | ১৮৫৮-১৮৬০ | ছেমুৱেল এম্ হোৱাইটিং (১৮৫৯ ৰ 'অৰুনোদই' বৰ্তমানে ক'তো পোৱা নাযায়) |
| ১৬-২৩ | ১৮৬১-১৮৬৮ | উইলিয়াম্ বাৰ্ড্ (১৮৬২ আৰু তাৰ পিছৰ 'অৰুনোদই'ৰ কোনো ভাগ ক'তো থকাৰ খবৰ আমি পোৱা নাই। ১৮৬৬ ত বাৰ্ডে তেওঁৰ ৰিপোৰ্টত 'The Oruno doi, newspaper or magazine, has completed six volumes since I took charge of it' বুলি লিখিছিল। Baptist Missionary Magazine ত ১৮৬৭, ১৮৬৮ ৰ 'অৰুনোদই'ৰ প্ৰকাশৰ কথা ৰিপোৰ্টত ওলাইছিল। |
| ২৪—২৮ | ১৮৬৯-১৮৭৩ | উইলিয়াম বাৰ্ড আৰু এডোৱাৰ্ড্ ডব্লিউ ক্লাৰ্ক ? (এই কালৰ প্ৰথম ছোৱাত শিৱসাগৰত মাথোন বাৰ্ড্ আৰু শ্ৰীমতী বাৰ্ড আছিল। তেতিয়া বোধহয় বাৰ্ড সম্পাদক আছিল। ১৮৬৯ চনত তেওঁ সপৰিবাৰে শিৱসাগৰ এৰে, ক্লাৰ্ক আৰু শ্ৰীমতী ক্লাৰ্কক গলনি দি। তেতিয়াই সম্ভৱতঃ ক্লাৰ্ক সম্পাদক হয়। ১৮৭৩ ত বাৰ্ড্-দম্পতী শিৱসাগৰলৈ ঘূৰে আৰু সেই বছৰৰ ১ আগষ্টত বাৰ্ডৰ মৃত্যু হয়। ক্লাৰ্কে ১৮৭১ মে'ত 'যোৱা বছৰ দুয়েক' (of late years) সম্পাদক থকাৰ কথা লিখিছিল। |
| —২৯ | ১৮৭৪ | এডোৱাৰ্ড্ ডব্লিউ ক্লাৰ্ক বা শ্ৰীমতী ছুছান আৰু বাৰ্ড ? (১৮৭৪ ত শিৱসাগৰত এওঁলোক দুই মিছনেৰিহে আছিল; বছৰৰ পিছভাগত এ. কে. গাৰ্নি আৰু শ্ৰীমতী গাৰ্নি আহি তেওঁলোকৰ লগ লয়।) |
| ৩০—৩৩ | ১৮৭৫-১৮৭৮ | ক্লাৰ্ক, শ্ৰীমতী বাৰ্ড, এ. কে. গাৰ্নি ? (মাৰ্চ ১৮৭৬ পৰ্যন্ত ক্লাৰ্ক শিৱসাগৰত থাকি গাৰ্নিৰ হাতত ছপাখানাটো এৰি যায়। শ্ৰীমতী বাৰ্ডে ১৮৭৮ ৰ শেষভাগত শিৱসাগৰ এৰে। গাৰ্নি সমস্ত কালছোৱা সেই ঠাইতে আছিল। ১৮৭৮ ৰ Baptist Missionary Magazine ত প্ৰকাশিত ৰিপোৰ্ট মতে গাৰ্নিয়ে 'অৰুনোদই' সম্পাদনা কৰি আছিল। |
| —৩৪ | ১৮৭৯ | এ. কে. গাৰ্নি (এই বছৰৰ এক লেখাত গাৰ্নিয়ে নিজে 'অৰুনোদই' সম্পাদনা কৰাৰ কথা উল্লেখ কৰিছে।) |
| —৩৫ | ১৮৮০ | ? |

উল্লেখ কৰা উচিত হ'ব যে 'অৰুনোদই'ত ছপাৰ ভুল প্ৰায় নাছিলেই।

## 'আসাম বিলাসিনী'

মিছনেৰিসকলে অসমত ধৰ্ম প্ৰচাৰ কৰিবলৈ ছপাযন্ত্ৰ পাতি, তাৰে পৰা ধৰ্মপুথি আৰু বাতৰিকাকত প্ৰকাশ কৰিবলৈ লোৱা দেখি মাজুলীৰ আউনীআটীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীয়ে তাৰ পৰা অনুপ্ৰেৰণা লভি এটা অভাৱনীয় কাম কৰিলে। যোগাযোগৰ বাবে অত্যন্ত অসুবিধাজনক মাজুলীত এটা ছপাশাল বহুৱালে। নাম দিলে 'ধৰ্ম প্ৰকাশ যন্ত্ৰ'। তাৰে পৰাই ১৯৭১ চনত প্ৰকাশ কৰিলে 'আসাম বিলাসিনী' নামৰ কাকতখন। 'অৰুনোদই'ৰ দৰে এইখনো হ'ল মাহেকীয়া। কাকতখন চলিল সুদীৰ্ঘ বাৰ বছৰ।

অসমীয়া ভাষা-সাহিত্য-সাংবাদিকতালৈ 'আসাম বিলাসিনী'ৰ এই প্ৰথম পৰ্যায়ৰ (১৮৭১-১৮৮৩) বৰঙণি কেনে ধৰণৰ তাৰ এক সঠিক মূল্যাংকন কৰাটো টান। কিয়নো, কাকতখনৰ কপিবোৰ পাবলৈ নাই।

'আসাম বিলাসিনী' অসমীয়া লোকে প্ৰতিষ্ঠা কৰা প্ৰথমখন বাতৰিকাকত বুলি দাবী কৰা হ'লেও অসমীয়া ভাষা-সাহিত্যলৈ বৰঙণি যোগোৱাৰ ক্ষেত্ৰত 'অৰুনোদই'ৰ আগত এইখন কাকত আছিল একেবাৰে নিষ্প্ৰভ।

মাজুলীৰ সত্ৰত পৰি থকা ধৰ্ম প্ৰকাশ যন্ত্ৰৰ প্ৰেছটো আনি, একে নামেৰে আৰু একেটা নামাঙ্কনেৰে 'আসাম বিলাসিনী' দ্বিতীয় পৰ্যায় সাপ্তাহিকৰূপে প্ৰকাশ কৰে পেস্কাৰ ⁄ কৃষ্ণকুমাৰ ভট্টাচাৰ্যই যোৰহাটৰ তৰাজানৰ পৰা। কোন চনত কাকতখনৰ দ্বিতীয় পৰ্যায় উলিওৱা হয়, সেই বিষয়ে যথেষ্ট মতভেদ থাকিলেও বিশিষ্ট সাংবাদিক ⁄ হৰেন্দ্ৰনাথ বৰুৱাই ১৯১৩ চনৰ পৰা ১৯২৪ চন বুলি[১৮] উল্লেখ কৰা তথ্যকে গ্ৰহণযোগ্য বুলি ধৰিব পাৰি, যি পৰ্যন্ত এই বিষয়ে সুনিশ্চিত তথ্য উদ্ভাৱন নহয়।

স্বাধীনতা আন্দোলনত অসমৰ যিকেইখন কাকতে উল্লেখযোগ্য বৰঙণি আগবঢ়াইছিল, তাৰে এখন হ'ল কৃষ্ণ কান্ত ভট্টাচাৰ্যৰ দ্বাৰা সম্পাদিত 'আসাম বিলসিনী'ৰ দ্বিতীয় পৰ্যাযৰ সাপ্তাহিক কাকতখন। "ইউৰোপীয লোকৰ বিষয়ে ওলোৱা বাৰ্তাবোৰ তেওঁ ইংৰাজীত ছপাইছিল (যদিও কাকতখন অসমীযাতহে প্ৰকাশ হৈছিল) কাৰণ, তেতিযাহে ইংৰাজসকলৰ চকু সেই বাতৰিবোৰৰ ওপৰত পৰিব।" অৱশ্যে মন কৰিবলগীয়া যে দ্বিতীয় পৰ্যায়ৰ 'আসাম বিলাসিনী' প্ৰকাশৰ আগে পিছে প্ৰকাশিত কাকতৰ দুখনত 'আসাম নিউচ' আৰু 'আসাম বন্তি'ত কিছুমান বিযয ইংৰাজীতো ছপা হৈছিল। আনহাতে, সেই সময়ৰ সমসাময়িক কাকত 'আসাম' প্ৰকাশ হৈছিল দুটা ভাষাত। ইয়াৰ একমাত্ৰ কাৰণ নিশ্চয আছিল সেই সময়ৰ শাসক ইংৰাজসকলৰ যাতে সংশ্লিষ্ট বিষয়ত মনোযোগ আকৰ্ষণ কৰিব পাৰি। অৱশ্যে তাহানিৰ 'আসাম বিলাসিনী'ৰ এই দিশটো আজিৰ কৰ্বি শতিকাতো অসমীয়া ভাষাৰ কাকতত নাই বুলি ক'ব নোৱাৰি। দুই এখন সৰু-সুৰা এনে কাকত এতিয়াও আছে। উদ্দেশ্য মূলতঃ একেটাই, আগৰ ইংৰাজৰ ঠাইত এতিয়া জানিবা অসমীয়া নজনা অনা-অসমীয়াই যাতে সেইবোৰ জানিব পাৰে।

সি যি কি নহওক, পেস্কাৰ চাকৰি কৰি থাকি বাতৰিকাকত উলিয়াই সেই কাকতক স্বাধীনতা আন্দোলনৰ সমৰ্থন কৰাৰ ফলস্বৰূপে কাকতখনৰ বিৰুদ্ধে ব্যৱস্থা লোৱাতে তেতিয়াৰ ইংৰাজ চৰকাৰ ক্ষান্ত নাথাকিল। কৃষ্ণকান্ত ভট্টাচাৰ্য অসুখত ভোগা বাবে তেওঁ ছুটী বিচাৰিছিল। ছুটী নিদি 'ইনভেলিড পেঞ্চন' দি তেওঁক ইংৰাজ চৰকাৰে চাকৰিৰ পৰা বিদায় দিলে। শেষত তেওঁৰ পেঞ্চনো বন্ধ কৰি দিলে। আনহাতে ভাৰতীয় প্ৰেছ আইনৰ ধাৰা প্ৰয়োগ কৰি ভট্টাচাৰ্যৰ পৰা চৰকাৰে দুহেজাৰ টকাৰ জামিন বিচাৰিলে। বাধ্য হৈ সেই ধন কোনোমতে আদায় দিলেও কাকতখনৰ অৱস্থা শোচনীয় হয়। ১৯২৪ চনত কাকতখন একেবাৰে বন্ধ হোৱাৰ আগতে কাকতখনৰ প্ৰকাশ মাজতে দুবছৰমান বন্ধ কৰিবলগীয়া হয় বুলি ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই উল্লেখ কৰিছে। তেওঁৰ মতে "প্ৰেছ আইনৰ কবলত পৰি বিলাসিনী বন্ধ হয় ১৯২১ চনৰ এপ্ৰিল মাহত। পুনৰ উলিয়ায় ১৯২৩ চনৰ ৫ জুলাইত।"[২০] কৃষ্ণকান্ত ভট্টাচাই সম্পাদনা কৰা 'আসাম বিলাসিনী' স্বাধীনতা আন্দোলনৰ সমৰ্থক হোৱাৰ উপৰিও কাকতখন আছিল নিৰ্ভীক, দুৰ্নীতি-অনীতিৰ বিৰুদ্ধে অতি সৰৱ। প্ৰেছ আইনৰ অধীনত ইংৰাজ চৰকাৰে দুহেজাৰ টকাৰ দাবী কৰোতে কাকতখনে লিখিছিল, "জনমতৰ মুখত সোপা দিয়াই প্ৰেছ আইনৰ মূল। ..... ভাৰতীয় বাতৰি কাকতে কেৱল ইউৰোপীয় বিষয়াসকলৰ গুণগানহে কৰিব লাগে বুলি ক'তো বিধান দিয়া নাই।"[২১] বিশিষ্ট সাংবাদিক সাহিত্যিক কীৰ্তিনাথ হাজৰিকাৰ মতে, "জোৰ যাৰ মুলুক তাৰ— এই নীতিৰে চলা ইউৰোপীয় বিষয়াসকলক ফণ্ডিত বান্দৰ নচুৱাদি নচুৱাইছিল বিলাসিনীৰ সম্পাদকে।"

দ্বিতীয় পৰ্যায়ৰ 'আসাম বিলাসিনী'ৰ (১৯১৩ ১৯২৪) জীৱিত কালতে সাপ্তাহিক 'অসমীয়া' ১৯১৮ চনত ডিব্ৰুগড়ৰ পৰা প্ৰকাশ পায়। দেখা যায় যে অসহযোগ আন্দোলনক সমৰ্থন কৰি অসমত এই আন্দোলন আগবঢ়াই নিয়াত 'আসাম বিলাসিনী'ৰ লগতে 'অসমীয়া'ই হাত মিলালে আৰু 'বিলাসিনী'ৰ প্ৰকাশ বন্ধ হোৱাৰ পিছতো 'অসমীয়া'ই সেই দায়িত্ব পালনৰ কাম অব্যাহত ৰাখিলে — দেশে স্বাধীনতা পোৱাৰ সময়লৈকে। স্বাধীনতা আন্দোলনক যোল অনাই সমৰ্থন কৰি অসমত জাতীয়তাবাদৰ চিন্তাধাৰা আগবঢ়াই নিয়াৰ ক্ষেত্ৰত দ্বিতীয় পৰ্যায়ৰ 'আসাম বিলাসিনী' হ'ল অসমীয়া বাৰ্তাবকাকতৰ ক্ষেত্ৰত বাটকটীয়া। 'অৰুনোদই', আসাম নিউচ', 'আসাম', 'আসাম বন্তি', (পিছত 'অসম বন্তি'), আদি যি কেইখন অসমীয়া কাকত দ্বিতীয় পৰ্যায়ৰ 'আসাম বিলাসিনী'ৰ আগতে ওলাইছিল, তাৰ কোনো এখনেই ইংৰাজ চৰকাৰৰ বিৰুদ্ধে মাত মতা নাছিল। আনহাতে যোৰহাট নগৰৰ পৰা প্ৰকাশিত প্ৰথমখন বাতৰিকাকত আছিল দ্বিতীয় পৰ্যায়ৰ 'আসাম বিলাসিনী'। সেয়ে হ'লেও আৰু স্বাভাৱিক কাৰণত যোৰহাটৰ বা-বাতৰিয়ে কিছু প্ৰাধান্য পালেও কাকতখনৰ সম্পাদকীয়ৰ বিষয়বস্তু কিন্তু ব্যাপক আছিল। আনহাতে সম্পাদকীয়ই আছিল কাকতখনৰ ঘাই আকৰ্ষণ।

আলোচনাৰ সুবিধাৰ বাবেহে 'আসাম বিলাসিনী'ৰ প্ৰথম পৰ্যায়ৰ কথা আলোচনা কৰোতে এই কাকতৰ দ্বিতীয় পৰ্যায়ৰ কথা আলোচনা কৰা হ'ল। বছৰৰ ক্ৰমাংক হিচাপত প্ৰথম পৰ্যায়ৰ 'আসাম বিলাসিনী'ৰ (১৮৭১-১৮৮৩) পিছত প্ৰকাশিত কাকতখন হ'ল দ্বিভাষী (ইংৰাজী- অসমীয়া) 'আসাম নিউচ' (১৮৮২-১৮৮৫)।

### 'আসাম নিউচ'

মাহেকীয়া 'আসাম বিলাসিনী' (১৮৭১-১৮৮৩) ৰ জীৱিত কালতে গুৱাহাটীৰ পৰা প্ৰকাশ পায় 'আসাম নিউচ' ১৮৮২ চনত। এইখনেই প্ৰথম অসমীয়া সাপ্তাহিক। কেৱল সেয়ে নহয়, অসমীয়া আৰু ইংৰাজী দুটা ভাগত প্ৰকাশ পোৱা কাকত এইখনেই প্ৰথম। মাণিক চন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ঢেকিয়াল ফুকনৰ (আনন্দৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ) 'বৰুৱা-ফুকন ব্ৰাদাৰ্চ'ৰ দ্বাৰা প্ৰতিষ্ঠিত 'আসাম প্ৰিণ্টিং কৰ্পোৰেচন'ত মুদ্ৰিত এইখন কাকতৰ সম্পাদক আছিল 'হেম-কোষ' প্ৰণেতা অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা। 'আসাম নিউচ' প্ৰকাশ কৰা 'বৰুৱা-ফুকন ব্ৰাদাৰ্চ' হ'ল অসমীয়া লোকে গঠন কৰা সেই সময়ৰ এক বিখ্যাত ব্যৱসায়ী প্ৰতিষ্ঠান।

অসমীয়া ভাষা আয়ত্ত কৰি এই ভাষাৰ ব্যাকৰণ, অভিধান, পাঠ্যপুথি আদি ৰচনা কৰা ভালেমান মিছনেৰি 'অৰুনোদই'ৰ লগত জড়িত থকাৰ কথা জনাজাত। 'অৰুনোদই'ত ব্যৱহৃত আখৰ জোটনিৰ তীব্ৰ বিৰোধ কৰি শেষত সফল হ'লেও সেই 'অৰুনোদই'তে সাহিত্য জগতত ভুমুকি মৰা হেমচন্দ্ৰ বৰুৱা হ'ল ডঃ মহেশ্বৰ নেওগৰ ভাষাত "আধুনিক অসমীয়া ভাষাৰ এজন প্ৰধান দ্ৰষ্টা আৰু স্ৰষ্টা।"[২২] তেনে এজন ব্যক্তিয়ে সম্পাদনা কৰা 'আসাম নিউচ' কাকতে অসমীয়া সাংবাদিকতাক ভালেমান দিশত আগবঢ়াই নিলে। আনহে নেলাগে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই স্বীকাৰ কৰি গৈছে যে ".... বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকো।"[২৩]বেণুধৰ শৰ্মাৰ মতে ".... নিউচ'ৰ ভাষা বৰ গহীন, বিশুদ্ধ আৰু প্ৰয়োগ প্ৰমাদহীন। সেই দেখি এই কাকতৰ ভাষাই আছিল বস্তুত দিনলৈকে 'বাতৰি কাকত'ৰ আহিঁ ভাষা।"[২৪] ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে — "এই কাকতেই বৰ্তমান অসমীয়া বৰ্ণবিন্যাস পদ্ধতিৰ মান স্থিৰ কৰি দিয়ে ।"[২৫] ইংৰাজী News Paper শব্দটোৰ অসমীয়া ৰূপান্তৰ 'বাতৰি কাকত' কৰি এই কাকততে এই শব্দটোৰ প্ৰথম ব্যৱহাৰ কৰা হয় বুলি জনা যায়। পুথি সমালোচনাৰ ক্ষেত্ৰত 'আসাম নিউচ' আছিল বাটকটীয়াৰ স্বৰূপ।

হেমচন্দ্ৰ বৰুৱাই 'আসাম নিউচ'ৰ সম্পাদকৰ দায়িত্ব লওতে তেওঁ ইতিমধ্যে চাকৰিৰ (অসমৰ জুডিছিয়েল কমিছনাৰ অফিচৰ চুপাৰিনটেণ্ডেণ্ট) পৰা অৱসৰ লৈছিল (১৮৮১)। তাৰ পিছৰ বছৰ অৰ্থাৎ ১৮৮২ চনত বৰুৱাৰ সম্পাদনাত 'আসাম নিউচ' ওলায়। সেয়ে, ইংৰাজ চৰকাৰৰ কিছুমান নীতি আৰু কাম-কাজক এইখন কাকতে সমালোচনা কৰিছিল। 'আসাম নিউচ'ৰ আগতে অসমীয়া ভাষাত প্ৰকাশ পোৱা দুখন কাকত 'অৰুনোদই' আৰু প্ৰথম পৰ্যায়ৰ 'আসাম বিলাসিনী'য়ে এনে ভূমিকা লোৱা নাছিল। ".... প্ৰজাৰ প্ৰতি চৰকাৰে কিবা অনিয়ম বা অতি কঠিন নিয়ম প্ৰৱৰ্তন কৰিলে তৎক্ষণাত বৰুৱাই (হেমচন্দ্ৰ বৰুৱাই) 'আসাম নিউচ'ত তাৰ প্ৰতিবাদ কৰি লিখিছিল। এবাৰ তেনেকৈ বন বিভাগৰ খাজনাৰ নিৰিখ অতি বেছিকৈ বঢ়োৱা বুলি বৰুৱাই লিখা দেখি চৰকাৰৰ ঘৰৰ পৰা বৰুৱাৰ লগত চিঠিৰ আদান-প্ৰদান কৰি শেষত তাৰ প্ৰতিকাৰৰ ব্যৱস্থা লোৱা হ'ব বুলি তেওঁক জনাইছিল। এইদৰে এফালে ৰাইজৰ অভাৱ-অভিযোগ আৰু আনফালে চৰকাৰৰ প্ৰশাসনীয় ৰীতি-নীতি আৰু কাম-কাজ এই দুয়ো দিশতে শেন চকু ৰাখি তেওঁ 'আসাম নিউচ'ৰ সম্পাদনা নীতি নিৰ্দ্ধাৰণ কৰিছিল।"[২৬]

বেণুধৰ শৰ্মাৰ মতে, "আসাম নিউচ'ৰ সম্পাদক বৰুৱা ডাঙৰীয়া political radical উগ্ৰপন্থী ৰাজনীতিক আছিল বুলি সমসাময়িক লোকে কৈছিল। সঁচাকৈয়ে আছিলও। চৰ্কাৰৰ ৰাজহ নীতি, অসমীয়া ভাষা নীতি আৰু বৃটিছ কৰ্মচাৰী বিলাকৰ অসৎ আচৰণ ব্যৱহাৰৰ প্ৰতি তেখেতৰ লিখা দেৰদেৰীয়া চোকা আছিল ....।"[২৭]

সকলো দিশৰ পৰাই উন্নত বুলি স্বীকৃত এই কাকতখনৰ আয়ুস কিয় দীঘলীয়া নহ'ল সেই বিষয়ে সুনিশ্চিত তথ্যৰ অভাৱ। "কাকতখন ঘাইকৈ ৺হেমচন্দ্ৰ বৰুৱাৰ শাৰীৰিক অসুস্থতাৰ নিমিত্তে দীৰ্ঘকাল স্থায়ী নহ'ল"[২৮] বুলি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই লিখিলেও ৺বৰুৱাই কিন্তু তেওঁৰ 'আত্মজীৱনী চৰিত'ত লিখা মতে, ...."আনৰ পৰা অধিক সহায়তা নোলোৱাকৈ এক্কে হাতে সেই কাকত চলাওঁ; কিন্তু কওঁতে বেজাৰ লাগে যে সি চিৰজীৱী নহ'ল।" ১৮৮৫ চনত 'আসাম নিউচ'ৰ প্ৰকাশ বন্ধ হয়।

১৮৮৫ চনত 'আসাম নিউচ' বন্ধ হোৱাৰ পিছত ১৮৯৪ চনত 'আসাম' নামৰ দ্বিতীয়খন সাপ্তাহিক কাকত প্ৰকাশৰ সময়লৈকে এই প্ৰায় ৯ বছৰ কাল অসমীয়া ভাষাত কোনো উল্লেখযোগ্য বাতৰিকাকত প্ৰকাশ হোৱা

বুলি জনা নাযায়। শিক্ষা বিভাগৰ বিষয়া (ছাত্ৰ-ইন্সপেক্টৰ) পদৰ পৰা অৱসৰ লৈ গুৱাহাটীৰ শিক্ষানুৰাগী ব্যক্তি কালীৰাম বৰুৱাই 'আসাম নিউচ'ৰ আৰ্হি লৈ দ্বিভাষী (অসমীয়া-ইংৰাজী) 'আসাম' নামৰ কাকতখন প্ৰকাশ কৰে। 'আসাম নিউচ' কাকতৰ প্ৰকাশক 'বৰুৱা- ফুকন বাদাৰ্চ'ৰ 'বৰুৱা' আছিল মাণিকচন্দ্ৰ বৰুৱা। সেই মাণিক চন্দ্ৰই 'আসাম' কাকত প্ৰকাশত কালীৰাম বৰুৱাক সহায় কৰে। কেৱল সেয়ে নহয়, "মাণিকচন্দ্ৰই এই কাকতত ('আসাম') এবছৰ নে দুবছৰ ইংৰাজী ভাগৰ সম্পাদনাৰ কাম চলাইছিল। অসমীয়া ভাগত কালীৰাম বৰুৱাক সহায় কৰিছিল সত্যনাথ বৰাই।"[২৯]

পণ্ডিত তীৰ্থনাথ শৰ্মাৰ মতে .... এই কাকতৰ সম্পাদকীয় লেখাত স্বৰচিত প্ৰবন্ধ পাতিত বৰুৱা ডাঙৰীয়াৰ নিৰ্ভীক সমালোচনা, জাতীয় কাৰ্য্যৰ প্ৰতি উজ্জাগৰ দৃষ্টি আৰু অসমীয়া জাতীয়ত্ববোধৰ তীব্ৰতাৰ প্ৰমাণ পোৱা যায়। কাকতখন ১৮৯৪ চনত আৰম্ভ হৈ প্ৰায় ৭ বছৰ চলি ১৯০১ চনত বন্ধ হয়। ইয়াৰ কাৰণে বৰুৱাই বিস্তৰ ক্ষতি গা-পাতি ল'ব লগা হৈছিল।"[৩০]

'আসাম' কাকত চলি থকা সময়তে অসমত তিনিখন উল্লেখযোগ্য কাকত প্ৰকাশ পায়। এখন হ'ল অসমৰ প্ৰথম ইংৰাজী ভাষাৰ বাতৰিকাকত সাপ্তাহিক 'টাইমচ্ অব্ আছাম' ডিব্ৰুগড়ৰ পৰা ১৮১৫ চনত, আনখন হ'ল ১৯০০ চনত তেজপুৰৰ পৰা 'অসম বন্তি' আৰু তৃতীয়খন হ'ল সুৰমা উপত্যকাৰ পৰা ১৯০০ চনত শচীন্দ্ৰ সিংহৰ সম্পাদনাত প্ৰকাশিত 'উইক্‌লি ক্ৰনিকোল'। অসম চৰকাৰৰ দ্বাৰা প্ৰণীত আৰু প্ৰকাশিত 'পলিটিকেল হিষ্টৰী অব্ আসাম' নামৰ গ্ৰন্থখনত উল্লেখ থকা মতে, "অসম উপত্যকাত 'টাইমছ অব্ আসাম'ৰ যি প্ৰভাৱ আছিল, কাছাৰ আৰু চিলেট জিলাত 'উইকলি ক্ৰনিকোল'ৰ একে প্ৰভাৱ আছিল।"[৩১]

### 'আসাম বন্তি'

"ৰাজহুৱা সভা পাতি দান-বৰঙণি সংগ্ৰহ কৰি তাৰে আগতে অসমত হোৱা বুলি জনা নাযায়।"[৩৮] এই কাকতৰ জন্ম লগ্নৰে পৰা জড়িত ব্যক্তিগৰাকী আছিল অসম সাহিত্য সভাৰ প্ৰথমজন সভাপতি ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱা। অৱশ্যে কাকতখনৰ প্ৰথম সম্পাদক আছিল পৰৱৰ্তী কালত 'এডভোকেট অব্ আছাম' নামৰ সাপ্তাহিক কাকত এখন উলিয়াই চাঞ্চল্যৰ সৃষ্টি কৰা আৰু ইংৰাজ চৰকাৰৰ চোকা সমালোচক মথুৰামোহন বৰুৱা। 'অসম বন্তি' চলোৱাসকলৰ লগত মত নিমিলাত মথুৰামোহন বৰুৱাই সম্পাদকৰ দায়িত্বভাৰ এৰিলে। বৰুৱা ডেৰ বছৰমান সম্পাদকৰ দায়িত্বত আছিল। প্ৰথমৰে পৰা কাকতখনৰ ঘাই চালিকা শক্তি পদ্মনাথ গোহাঞিবৰুৱা আছিল যদিও তেওঁ চৰকাৰী চাকৰি কৰি থকাত মুকলিভাৱে সম্পাদকৰ দায়িত্ব ল'ব নোৱাৰাত কাকতখনৰ লগত ঘনিষ্ঠভাৱে জড়িত জয়নাথ শৰ্মাক সম্পাদকৰ দায়িত্ব দিয়া হ'ল। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত গোহাঞিবৰুৱাৰ নাম সম্পাদক বুলি প্ৰকাশ হয়।

বিভিন্ন সমস্যাৰ সন্মুখীন হৈও ১৯০০ চনত প্ৰকাশ আৰম্ভ হোৱা এই কাকতখন চলে ৪৪ বছৰ। এই কাকতখনৰ লগত জড়িত আন এজন বিশিষ্ট ব্যক্তি হ'ল অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য। উল্লেখযোগ্য কথা যে ৰাজহুৱা সভা পাতি আৰু ৰাইজৰ পৰা দান-বৰঙণি তুলি এটা প্ৰেছ (অসম চেণ্ট্ৰেল প্ৰেছ) প্ৰতিষ্ঠা কৰি তাৰ পৰা এই কাকতখনৰ প্ৰকাশ আৰম্ভ কৰা হয়। আনহাতে কাকতখন প্ৰথমতে সাপ্তাহিক আছিল যদিও পিছত কাকতখন অনিয়মিত হৈ শেষত পষেকীয়াৰ দৰে হয়গৈ। বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ মতে "বন্তিখন জন্ম হৈছিল 'আসাম বন্তি' নাম লৈ। 'আসাম'ৰ সলনি 'অসম' হ'ব লাগে বোলা আন্দোলন হোৱাত নাম হ'ল 'অসম বন্তি' আৰু আহোম সভাক পুনৰ জীৱন দিয়াৰ পিছত হ'ল কেৱল 'বন্তি'।...."[৩৩]

ইংৰাজ চৰকাৰৰ বিৰুদ্ধে দেশৰ আন ঠাইৰ লগতে অসমতো অসহযোগ আন্দোলন প্ৰবল হৈ উঠাৰ পৰিপ্ৰেক্ষিতত 'বন্তি'ৰ ভূমিকা নিষ্প্ৰভ হৈ পৰিল। ছপাকে ধৰি কাকতখনৰ আন দিশবো মানদণ্ড আশানুৰূপ নোহোৱাত আৰু বিত্তীয় সমস্যাকে ধৰি বিভিন্ন কাৰণত কাকতখনৰ প্ৰকাশ ১৯৪৪ চনত বন্ধ হ'ল।

### 'অসমীয়া'

এই কাকতখন চলি থকাৰ সময়তে ডিব্ৰুগড়ৰ পৰা ১৯১৮ চনত 'অসমীয়া' নামৰ এনে এখন জনপ্ৰিয় কাকতৰ প্ৰকাশ আৰম্ভ হ'ল, যিখন কাকতে অসমীয়া সাংবাদিকতাত এটা নতুন যুগৰ সৃষ্টি কৰিলে। 'অৰুনোদই' কাকতে অসমৰ বাতৰিকাকতৰ ইতিহাসত এটা যুগৰ সৃষ্টি কৰিলে বুলি যি অৰ্থত কোৱা হয়, সেই অৰ্থত 'অসমীয়া' কাকতেও অসমৰ বাতৰিকাকতৰ ইতিহাসত সৃষ্টি কৰা যুগটো হ'ল অসমীয়া সাংবাদিকতাৰ আধুনিক যুগ। সাপ্তাহিক 'অসমীয়া' জীয়াই আছিল ৪০ বছৰ কাল (১৯১৮-১৯৫৮)। এই সুদীৰ্ঘ কালছোৱাৰ ভিতৰত বিখ্যাত কবি-ব্যৱসায়ী চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা এই প্ৰতিষ্ঠান (অসম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিছাৰ্চ লিমিটেড) ৰ পৰা প্ৰায় দহ বছৰ কাল 'অসমীয়া'ৰ এটা তিনিদিনীয়া সংস্কৰণ উলিয়াইছিল। কেৱল সেয়ে নহয়,

১৯২৬ চনত পাণ্ডুত কংগ্ৰেছ অধিবেশন বহাৰ সময়ত কাকতখন দুদিনমান দৈনিক কৰা হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালাই কাকতখন দৈনিক কৰাৰ সপোন দেখিছিল কিন্তু তেওঁৰ জীৱিত কালত তেনে কাম সম্ভৱ নহ'ল। তেওঁৰ মৃত্যু (১৯৩৮ চন) ৰ ৮ বছৰৰ পিছত ''চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিষ্ঠিত 'অসমীয়া'ৰ দৈনিক সংস্কৰণ" বুলি প্ৰথম পৃষ্ঠাৰ শীৰ্ষত থকা ঘোষণাৰে 'দৈনিক অসমীয়া' ১৯৪৬ চনৰ ২৬ জানুৱাৰীৰ পৰা প্ৰকাশ পায়। অৱশ্যে এই কাকতৰ আয়ুস দীঘলীয়া নহ'ল। ১৯৪৮ চনত এই কাকতৰ প্ৰকাশ বন্ধ হ'ল।

অসহযোগ আন্দোলনৰ সমৰ্থনত এই জাতীয়তাবাদী কাকতখনে লোৱা ভূমিকাৰ বাবে দেশৰ আন ভালেমান কাকতৰ দৰে গুৰুতৰ ক্ষতিৰ সন্মুখীন হ'বলগীয়া হয়। ১৯৩০ চনৰ প্ৰেছ আইন অনুসৰি ইংৰাজ চৰকাৰে বিচৰা জামিন দিবলৈ অস্বীকাৰ কৰা দেশৰ কেইখনমান কাকতৰ ভিতৰত 'অসমীয়া'ও আছিল অন্যতম। এইখন কাকতত আঠ বছৰ (১৯৩৪-৪২) সম্পাদকৰ পদত থকা আৰু পৰৱৰ্তী কালত 'নতুন অসমীয়া'ৰ সম্পাদকৰূপে খ্যাতি লাভ কৰা হৰেন্দ্ৰনাথ বৰুৱাৰ মতে "এই আইন জাৰি হোৱাৰ ফলত ভাৰতীয় বাতৰিকাকতৰ পৰা দুই লাখ ষাঠি হাজাৰ টকা জামিন দাবী কৰা হৈছিল। ১৩১ খন কাকতে জামিন দিছিল। ৯ খন কাকতে জামিন নিদি কাকতৰ প্ৰকাশ কৰিব লগা হৈছিল। ইয়াৰ ভিতৰত তিনদিনীয়া অসমীয়াও আছিল। আঢ়ৈ মাহ কাম বন্ধ ৰাখি পুনৰ ১৯ জুলাই (১৯৩০) তাৰিখৰ পৰা কাকত চলাবলৈ আৰম্ভ কৰা হয়।"[৩৪]

১৯১৮ চনত 'অসমীয়া' কাকতৰ প্ৰকাশ আৰম্ভ হোৱাৰ চাৰি বছৰৰ পিছত ১৯২২ চনত এই কাকতত প্ৰকাশ কৰা বাতৰি এটাৰ সন্দৰ্ভত তেতিয়াৰ বৰপেটা মহকুমাৰ এ. এছ. পি ডব্লিউ এইছ কেলভাৰ্টে কাকতখনৰ সম্পাদক, মুদ্ৰক আৰু প্ৰকাশকৰ বিৰুদ্ধে এটা মানহানি মোকৰ্দমা তৰে। অসমত বাতৰিকাকতৰ বিৰুদ্ধে এয়ে প্ৰথম মোকৰ্দমা। এই মোকৰ্দমাত কাকতখনৰ ভালেমান ধন ব্যয় হয়। কেৱল সেয়ে নহয়, গোচৰত হাৰি সম্পাদক আৰু মুদ্ৰকে জৰিমনাৰূপে যথেষ্ট পৰিমাণৰ ধন ভৰিব লগা হয়। গোচৰটো চলাওতেও কাকতখনৰ কৰ্তৃপক্ষৰ যথেষ্ট ধন ব্যয় হয়। এনে অৱস্থাত কাকতখনৰ প্ৰকাশ বন্ধ হ'ব পাৰে বুলি কোনো কোনোৱে আশংকা কৰিছিল, কিন্তু কাকতখনৰ ছাই পৰিচালক চন্দ্ৰকুমাৰ আগৰৱালা আছিল অতিশয় দৃঢ়মনা। তেওঁ "ৰাইজে নখ জোকাৰিলে নৈ বয়"[৩৫] বুলি এটা বিজ্ঞাপন দি পাঠুৱৈ ৰাইজৰ প্ৰতিজনকে "দুই চাৰিজন গ্ৰাহক দি আৰু যথাসাধ্য আৰ্থিক দানেৰে" কাকতখনক সহায় কৰিবলৈ আহ্বান জনায়। যিসকলে কাকতখনলৈ দান পঠালে, সেইসকলৰ নাম আৰু দান দিয়া ধনৰ পৰিমাণ কাকতখনত প্ৰকাশ কৰিলে। দান সংগ্ৰহৰ বাবে বিশেষকৈ চাহ বাগিচাবোৰলৈ চন্দ্ৰকুমাৰে মানুহো পঠালে। তদুপৰি, "আন এক বিশেষ ব্যৱস্থাৰূপে কাকতখন চলাওতা কোম্পানীটোৰ অংশ কিনাৰ বাবে ৰাইজক আহ্বান জনাই ডাঙৰ বিজ্ঞাপন কাকতখনত প্ৰকাশ কৰা হয়। বাতৰিকাকত এখন চলাওতাসকলে এনেদৰে ৰাইজৰ পৰা আৰ্থিক দান বিচৰাটো আৰু ৰাইজে তাৰ প্ৰতি সঁহাৰি জনোৱাৰ দৃষ্টান্ত অসমত কিয়, দেশৰ বাতৰিকাকতৰ ইতিহাসতে বৰ বেছি নাই।"[৩৬]

'প্ৰতিমা' নামৰ কবিতা পুথিৰ ৰচক আৰু 'জোনাকী' আলোচনীৰ প্ৰতিষ্ঠাপক আৰু সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালা অসমীয়া ভাষা-সাহিত্য জগতৰ বিশিষ্ট ব্যক্তি হোৱা হেতুকে "অসমীয়া" কাকতৰ লগত জড়িত থকাসকলৰ বেছিভাগেই আছিল বিশিষ্ট অসমীয়া সাহিত্যিক। নামজলা উকীল সদানন্দ দুৱৰা আছিল 'অসমীয়া'ৰ প্ৰথম সম্পাদক। কাকতখনৰ আন সম্পাদকসকলৰ ভিতৰত উল্লেখযোগ্যসকল হ'ল— মহেশ্বৰ বৰুৱা, অমিয়কুমাৰ দাস, হৰেন্দ্ৰনাথ বৰুৱা, লক্ষ্মীনাথ ফুকন, আনন্দচন্দ্ৰ বৰুৱা, মোহনচন্দ্ৰ মহন্ত, পদ্মধৰ চলিহা, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু যোগেন্দ্ৰনাথ বৰকাকতি আদি।

## 'দৈনিক অসমীয়া'

'অসমীয়া' প্ৰকাশ কৰা প্ৰতিষ্ঠানৰ পৰাই ১৯৪৬ চনৰ ২৬ জানুৱাৰীত দেৱকান্ত বৰুৱাৰ সম্পাদনাত 'দৈনিক অসমীয়া' প্ৰকাশ পায়। মফজ্জল হোছেন সম্পাদিত 'নগৰৰ কথা'ক "প্ৰকৃত দৈনিক কাকত নহয় বুলি ধৰিলে, 'দৈনিক অসমীয়া' হ'ল দ্বিতীয়খন অসমীয়া দৈনিক। দেৱকান্ত বৰুৱাৰ পিছত এইখন কাকতৰ সম্পাদক হয় হৰেন্দ্ৰনাথ বৰুৱা। "১৯৪৮ চনৰ শেষৰফালে 'দৈনিক অসমীয়া' অৰ্থনৈতিক আৰু শ্ৰমিক আন্দোলনৰ বাবে বন্ধ হয়।"[৩৭] ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ মতে, "১৯৪৬ চন মানৰ পৰা অসমত আধুনিক সাংবাদিকতাৰ যুগ আৰম্ভ হ'ল বুলি ক'লে বোধহয় ভুল নহ'ব।.... দেৱকান্ত সম্পাদিত 'দৈনিক অসমীয়া' অসমীয়া ভাষাৰ দৈনিক সাংবাদিকতাৰ আধুনিকীকৰণৰ দ্বিতীয় খোজ।"[৩৮]... প্ৰকৃতপক্ষে 'আসাম ট্ৰিবিউন' আৰু 'দৈনিক অসমীয়া'ৰ যোগেদি বৃত্তিমূলক সাংবাদিক এজমৰ সৃষ্টি হয়। এই দুখন কাকতেই প্ৰথম টেলিপ্ৰিণ্টাৰ ব্যৱহাৰ কৰে।

লক্ষ্য কৰিবলগা যে ডিব্ৰুগড়ত প্ৰকাশ আৰম্ভ কৰি গুৱাহাটীলৈ স্থান সলনি কৰা অসমৰ যি দুটা বাতৰিকাকত প্ৰকাশন প্ৰতিষ্ঠান আছিল, তাৰ ভিতৰত 'অসমীয়া' হ'ল প্ৰথম, 'আছাম ট্ৰিবিউন' দ্বিতীয়। সাপ্তাহিক 'অসমীয়া' ১৯১৮ চনৰ পৰা ১৯২৪ চনলৈকে প্ৰকাশ পাইছিল ডিব্ৰুগড়ৰ পৰা। তাৰ পিছত প্ৰকাশৰ স্থান সলনি কৰা হয় গুৱাহাটীলৈ। ১৯৪৮ চনৰ চাৰি আগষ্টত ডিব্ৰুগড়ত সাপ্তাহিকৰূপে প্ৰকাশ আৰম্ভ হোৱা 'দি আসাম ট্ৰিবিউন' কাকতখনৰ প্ৰকাশৰ স্থান ১৯৪৬ চনৰ আগষ্ট মাহত স্থানান্তৰ কৰা হয় গুৱাহাটীলৈ।

'অসমীয়া' কাকতৰ আলোচনাৰ ধাৰাবাহিকতা ৰক্ষাৰ বাবে ১৯১৮ চনৰ পৰা ১৯৪৮ পাবহি লগা হ'ল। ১৯০০ চনৰ পৰা ১৯৩৫ চন— এই ৩৫ বছৰৰ সময়ছোৱাত প্ৰকাশ পোৱা কাকতৰ ভিতৰত 'অসম বন্তি', 'অসমীয়া', 'ডেকা অসম', 'বাতৰি' আৰু 'দৈনিক বাতৰি' আছিল উল্লেখযোগ্য— যদিও কম গুৰুত্বপূৰ্ণ আৰু সৰু-সুৰা কেইবাখনো কাকত এই সময়ছোৱাত প্ৰকাশ পায়। সেইবোৰৰ ভিতৰত আছিল 'বিশ্ববাৰ্তা' (সাপ্তাহিক, ঢাকাৰ পৰা), 'অসম ৰাইজ' (সাপ্তাহিক- ডিব্ৰুগড়ৰ পৰা), 'আসাম হিতৈষী' (পষেকীয়া, কলিকতাৰ পৰা) আৰু 'সত্যবাদী' (ডিব্ৰুগড়ৰ পৰা)। মন কৰিবলগীয়া কথাটো হৈছে যে ঢাকাৰ পৰা সেই সময়ত 'বিশ্ববাৰ্তা' নামৰ যিখন অসমীয়া বাতৰিকাকত প্ৰকাশ পাইছিল, সেইখন কাকত প্ৰকাশ কৰিছিল তেতিয়াৰ ইংৰাজ চৰকাৰে। পৰৱৰ্তী কালত ঢাকাৰ পৰা অসমীয়া বাতৰিকাকত প্ৰকাশ পোৱা বুলি কোনো তথ্য এই পৰ্যন্ত উদ্ধাৰ হোৱা নাই। আন এটি দিশ হৈছে— কলিকতাৰ পৰাও এখন কাকত (পষেকীয়া— 'আসাম হিতৈষী') সেই সময়ত বাংলাভাষী লোকে (কুমাৰদেৱ মুখোপাধ্যায়) প্ৰকাশ কৰাটো। স্বাভাৱিক কাৰণতে এই কাকত দুখনৰ আয়ুস দীঘলীয়া নাছিল।

## 'ডেকা অসম'

'সংৰক্ষিণী সভাৰ সাদিনীয়া মুখপত্ৰ' 'ডেকা অসম' প্ৰকাশ পায় গুৱাহাটীৰ পৰা ১৯৩৫ চনত। 'ডেকা অসম'ৰ সম্পাদক অম্বিকাগিৰি ৰায়চৌধুৰীয়ে কাকতখনৰ প্ৰথম সংখ্যাৰ 'নিবেদন'ত কৈছিল, "....দেশবাসীয়ে 'ডেকা অসম'ক বাতৰিকাকতৰ শাৰীত লৈ বিচাৰ নকৰি জাতি সংগঠন আৰু সংৰক্ষণ বিষয়ক ক্ষুদ্ৰ পত্ৰিকা বুলি ধৰিলেহে উচিত হ'ব।" তথাপিও 'ডেকা অসম'ক বাতৰিকাকতৰ শাৰীৰ পৰা আঁতৰাই ৰাখিব নোৱৰাৰ সপক্ষে যুক্তি হ'ল, "অসম আৰু অসমীয়াৰ স্বাৰ্থ সম্পৰ্কীয় বিভিন্ন বা-বাতৰি, প্ৰবন্ধ, চিঠি-পত্ৰ, নতুন কিতাপৰ পৰিচয়...খবৰ বাতৰি,....আদি প্ৰকাশ কৰাত 'ডেকা অসম'ক বাতৰিকাকতৰ শাৰীৰ পৰা আঁতৰাই ৰাখিব নোৱাৰি।"[৩৯]

১৯৬৭ চনৰ ছয় জানুৱাৰীত, ৰায়চৌধুৰীৰ পৰলোকপ্ৰাপ্তি ঘটাৰ সময়লৈকে 'ডেকা অসম' এৰাধৰাকৈ হ'লেও প্ৰকাশ পাই আছিল। 'অসমীয়া জাতীয়তাবাদ' গঢ়ি তোলাত এইখন কাকতৰ ভূমিকা আছিল অসামান্য।

## 'দৈনিক বাতৰি'

'ডেকা অসম' প্ৰকাশৰ আগে-পিছে আৰু গুৱাহাটীৰ পৰা সাপ্তাহিক আৰু 'তিনিদিনীয়া' অসমীয়া প্ৰকাশ হৈ থকাৰ সময়তে যোৰহাটৰ পৰা বাতৰিকাকত প্ৰকাশৰ বাবে এটি সফল প্ৰচেষ্টা চলায় চাহ উদ্যোগপতি ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই। 'বাতৰি' নামৰ সাপ্তাহিক কাকত এখন বৰুৱাই ১৯৩০ চনত উলিয়ায় আৰু ১৯৩৫ চনৰ ১২ আগষ্টৰ পৰা 'দৈনিক বাতৰি' প্ৰকাশ কৰে। সম্পাদক আছিল বাগ্মীবৰ নীলমণি ফুকন। বিশিষ্ট সাংবাদিক-সাহিত্যিক আৰু এইখন কাকতত কিছুদিন কাম কৰা ~লক্ষ্মীনাথ ফুকনৰ মতে, "কাকতখন যি ঠাইৰ পৰা ওলাইছিল, সেই ঠেঙাল এনে এখন গাওঁ আছিল য'ত নাছিল এটা ডাকঘৰ। অৱশ্যে, 'দৈনিক বাতৰি'ৰ লগে লগে তাত টোকোনাকৈ এটা ডাকঘৰ পতা হৈছিল। ভাৰতবৰ্ষৰ কোনো গাৱঁৰ পৰা কোনো ভাষাতে দৈনিক বাতৰিকাকত ওলোৱা নাছিল।"[৪০]

'দৈনিক বাতৰি'ৰ নীতি সম্পৰ্কে এজেন ব্যক্তিৰ মন্তব্যৰ কেইশাৰীমান উদ্ধৃত কৰা হ'ল।

"কাকতখন কংগ্ৰেছপন্থীতো নাছিলেই, বৰং কংগ্ৰেছৰ বিপৰীত পন্থীহে আছিল। শিৱপ্ৰসাদ বৰুৱা আৰু নীলমণি ফুকন দুয়ো আছিল মধ্যমপন্থী অৰ্থাৎ 'মডাৰেট' বা 'লিবাৰেল' দলৰ লোক আৰু সেই দলৰ নীতি অনুসৰিয়েই 'দৈনিক বাতৰি' চলোৱা হৈছিল। মহাত্মা গান্ধীৰ অসহযোগ নীতিৰ লগত কাকতখনৰ ৰাহি নাহিছিল। সেই 'নীতি' বাতৰিয়ে সমৰ্থন নকৰিছিল। আৰু নকৰিছিল সমৰ্থন বাল গংগাধৰ তিলকৰ সহযোগত সহযোগ আৰু অসহযোগত অসহযোগ (ৰেছপনচিভ কো-অপাৰেছন) নীতি।"[৪১]

কাকতখনৰ ছপা উন্নত হোৱাৰ লগতে কলিকতাত বনাই অনা বিশিষ্ট ব্যক্তিসকলৰ 'ব্লক' ব্যৱহাৰ কৰাৰ উপৰিও তেতিয়াৰ দুটা বাতৰি প্ৰতিষ্ঠানৰ (ৰয়টাৰ আৰু এ.পি) বাতৰি পৰিৱেশন কৰা সত্ত্বেও 'কাকতখন যি অনুপাতে টকা ব্যয় কৰা হৈছিল, সেই অনুপাতে নহৈছিল কাকতখনৰ আয়।' ফলত কাকতখনৰ আয়ুস দীঘলীয়া নহ'ল।

ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ মতে, "১৯৩৫ চনতে

চৈঙালৰ পৰা ওলোৱা 'দৈনিক বাতৰি'য়ে অসমীয়া ভাষাত দৈনিক সাংবাদিকতাৰ যুগ প্ৰৱৰ্তন কৰে। অসমত পাকৈত আৰু আধুনিক সম্পাদনাৰ নীতিৰ প্ৰৱৰ্তক লক্ষ্মীনাথ ফুকনে ইয়াক 'ভাৰতীয় ভাষাৰ মজলীয়া ধৰণৰ দৈনিক বাতৰিসমূহৰ' সমতুল্য বুলিছে। এই কাকততে টেলিগ্ৰাফাৰে অনা ৰয়টাৰ আৰু এছোচিয়েটেড প্ৰেছৰ অনূদিত বাৰ্তাৰ প্ৰথম প্ৰকাশিত হয়। সম্ভৱত : তেতিয়াই অসমীয়া সাংবাদিকতাত 'লৰালৰি'ৰ অনুবাদ সাহিত্যৰ প্ৰবৰ্তন হয়।"[illegible]

'নগৰৰ কথা'

'দৈনিক বাৰ্তাৰ' প্ৰকাশ হয় ১৯৩৫ চনৰ ১২ আগষ্টত। তাৰ আগ মাহত 'নগৰৰ কথা' নামৰ 'নামত দৈনিক' কাকত এখন যোৰহাটৰ পৰা মফজল হোসেনে প্ৰকাশ কৰে। 'নামত দৈনিক' বুলি কোৱা হৈছে বিশিষ্ট সাংবাদিক সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ এযাৰ গুৰুত্বপূৰ্ণ মন্তব্যৰ ওপৰত ভিত্তি কৰি। ফুকনৰ মতে, "প্ৰথম অসমীয়া দৈনিক বাতৰি কাকত আছিল 'দৈনিক বাতৰি'। আগতে যোৰহাটৰ পৰা মফজল হোসেনে 'নগৰৰ কথা' নাম দি নিজে সম্পাদক হৈ দিনৌ ওলোৱা কাকত এখন কিছুদিন চলাইছিল। কিন্তু প্ৰকৃতপক্ষে সেইখন বাতৰি কাকত নাছিল। প্ৰথম পৃথিৱী যুদ্ধৰ সময়ত ডিব্ৰুগড়ত সূৰ্যধৰ ৰাজখোৱাৰ ছপাশালৰ পৰা দিনৌ ওলোৱা 'ৰণৰ বাৰ্তা'ৰ দৰে 'নগৰৰ কথা' কৰলৈ গলে বুলেটিনহে আছিল। কিন্তু 'দৈনিক বাৰ্তাৰ' আছিল নামে-গাবে আৰু কথা-বতৰাই দৈনিক বাতৰি কাকত।"[illegible]

"'নগৰৰ কথা' আছিল যোৰহাট নগৰৰ দৰে এটা সৰু সীমিত অঞ্চলৰ বাবে এখন দৈনিক কাকত। ভাৰতৰ তেনে ধৰণৰ কোনোবা সৰু নগৰত তেতিয়া এনে প্ৰচেষ্টা চলোৱা হৈছিল নেকি জনা নেযায়, কিন্তু অসমত তেতিয়া কিয় -- এতিয়াও এনে ধৰণৰ চেষ্টা বৰ কম। সেইফালৰ পৰা অন্ততঃ 'নগৰৰ কথা' বাতিকটীয়া।"[illegible]

কাকতখনৰ সম্পাদক তথা স্বত্বাধিকাৰী মফজল হোসেনেই কাকতখনৰ সকলো কৰিছিল। কাকতখনত প্ৰকাশ হ'বলগীয়া সকলোবোৰ লিখা প্ৰস্তুত কৰিছিল, বিজ্ঞাপন সংগ্ৰহ কৰিছিল, ছপাশালত ছপা কামৰ তদাৰক কৰিছিল আৰু প্ৰকাশ হোৱাৰ পিছত কাকতখন বিক্ৰী কৰি ফুৰিছিল। এই কাকতখনৰ আয়ুস আছিল চমু। হ'লেও কিমান দিন প্ৰকাশ হৈছিল তাক সুনিশ্চিতভাৱে জনা নাযায়।

অসমৰ বাতৰিকাকতৰ বুৰঞ্জীত ১৯৩৫ চনটো যোৰহাটৰ বাবে বিশেষ তাৎপৰ্যপূৰ্ণ। কিয়নো 'বাতৰি', 'দৈনিক বাতৰি', 'নগৰৰ কথা'ৰ উপৰিও সেই বছৰতে 'দানবীৰ' বুলি খ্যাত যোৰহাটৰ ৰাধাকান্ত সন্দিকৈয়ে বিশিষ্ট সংগীতজ্ঞ কীৰ্তিনাথ শৰ্মাবৰদলৈকে সম্পাদকৰূপে লৈ 'অসম' নামৰ দুদিনীয়া কাকত এখন প্ৰকাশ কৰে। এইখনেই অসমীয়া ভাষাত প্ৰকাশিত প্ৰথমখন দুদিনীয়া বাতৰি কাকত।

উল্লেখ নকৰিলেও হ'ব যে এই কাকতবোৰৰ আয়ুস দীঘলীয়া নাছিল। ১৯৩৫ চনৰ পৰা ১৯৪৭ চনলৈকে প্ৰকাশিত অসমীয়া কাকতবোৰৰ ভিতৰত উল্লেখযোগ্য হৈছে— 'অসম ৰাইজ' (যোৰহাট), 'অসম সেৱক' (গুৱাহাটী আৰু তেজপুৰ), 'স্বৰাজ' (যোৰহাট), 'তৰুণ অসম' (ডিব্ৰুগড়), 'পঞ্চায়ত' (গুৱাহাটী), 'জনমভূমি' (যোৰহাট) আৰু 'বিহলঙনি' (নগাওঁ)। এই সময়ছোৱাত প্ৰকাশ হৈ থকা 'অসমীয়া' আৰু ১৯৪৬ চনত প্ৰকাশ পোৱা 'দৈনিক অসমীয়া'ৰ কথা প্ৰসংগক্ৰমে আগতেই উল্লেখ কৰা হৈছে।

'অসম সেৱক'

১৯৩৭ চনত সাপ্তাহিক 'অসম সেৱক' প্ৰকাশৰ মূলতে আছিল এজন বিশিষ্ট স্বাধীনতা সংগ্ৰামী ডাঃ হৰিকৃষ্ণ দাস। এই কাকতৰ লগত জড়িত আন দুজনা হ'ল— নামজ্বলা স্বাধীনতা সংগ্ৰামী ৺দেবেন্দ্ৰনাথ শৰ্মা আৰু বিজয়চন্দ্ৰ ভাগৱতী। গুৱাহাটীত কাকতখন দুবছৰ চলাৰ পিছত প্ৰকাশৰ স্থান সলনি কৰা হয় তেজপুৰলৈ। ১৯৩৯ চনৰ পৰা কাকতখন তেজপুৰত চলি থাকে। "কিন্তু বিয়াল্লিছৰ গণবিপ্লৱ আৰম্ভ হোৱাৰ দুদিনমান পিছতে পুলিচে 'অসম সেৱক'ৰ প্ৰেছ তলা মাৰি বন্ধ কৰি দিয়ে।"[illegible] পিছত ১৯৪৫ চনৰ পৰা কাকতখন পুনৰ ওলায় আৰু ১৯৫৩ চনত কাকতখনৰ প্ৰকাশ বন্ধ হয়।

'তৰুণ অসম'

ডিব্ৰুগড়ৰ বিশিষ্ট উদ্যোগপতি নন্দেশ্বৰ চক্ৰৱৰ্তীয়ে ১৯৩৯ চনত উলিওৱা সাপ্তাহিক 'তৰুণ অসম' চলে ১৯৪২ চনলৈকে। ইংৰাজ চৰকাৰক সমৰ্থন কৰাৰ নীতি লোৱা এই কাকত আৰ্থিক কাৰণত বন্ধ হয়। তৰুণ কুমাৰ ভট্টাচাৰ্য আছিল কাকতখনৰ প্ৰথম সম্পাদক। কাকতখন বন্ধ হোৱাৰ সময়লৈকে এই কাকতৰ সম্পাদক আছিল খ্যাতনামা সাহিত্যিক-বুৰঞ্জীবিদ বেণুধৰ শৰ্মা।

'বিহলঙনি'

নগাওঁৰ বিশিষ্ট শিক্ষাবিদ মহেশচন্দ্ৰ দেৱগোস্বামীয়ে "সামাজিক স্খলন, বিকৃত ৰুচিবোধ আৰু মানসিক অধঃপতনৰ দৰে খেতৰবোৰক জাবিবলৈকে আৰু জাবি লৈ এখন নিষ্কলুষ সমাজ প্ৰতিষ্ঠাৰ বাট সুগম কৰিবলৈকে" ১৯৪৭ চনত 'বিহলঙনি' নামৰ এখন ব্যতিক্ৰম ধৰণৰ পষেকীয়া কাকত প্ৰকাশ কৰে। এই কাকতখনৰ প্ৰকাশ অনিয়মিত আছিল যদিও ১৯৮০ চন মানলৈকে এই কাকত প্ৰকাশ পায়।

### 'জনমভূমি' / 'দৈনিক জনমভূমি'

১৯৪৭ চনত যোৰহাটৰ শৰ্মা ভাতৃদ্বয়ে (দেৱেশ্বৰ শৰ্মা আৰু কনকচন্দ্ৰ শৰ্মা) সাপ্তাহিক 'জনমভূমি'ৰ প্ৰকাশ আৰম্ভ কৰি অসমৰ বাতৰিকাকতৰ জগতত এটা শক্তিশালী আৰু প্ৰভাৱশালী প্ৰকাশন গোষ্ঠীৰ কঠীয়া সিঁচে। এই প্ৰতিষ্ঠানৰ পৰাই পৰৱৰ্তী কালত অসমীয়া দৈনিক 'দৈনিক জনমভূমি' (প্ৰকাশ আৰম্ভ ১৯৭২ চনৰ এক জুন) আৰু ইংৰাজী দৈনিক 'ইষ্টাৰ্ণ ক্লেৰিয়ন' (প্ৰকাশ আৰম্ভ ১৯৯১ চনৰ ১৬ জুন) প্ৰকাশ পায়।

সাপ্তাহিক 'জনমভূমি' হৈছে বৰ্তমান অসমীয়া ভাষাত প্ৰকাশ হৈ থকা বাতৰিকাকতবোৰৰ ভিতৰত সৰ্বাধিক পুৰণি। এই কাকতৰ সম্পাদকসকল হ'ল— দুলালচন্দ্ৰ ভূঞা, জগদীশ ফুকন, ত্ৰৈলোক্যনাথ শৰ্মা, মোহনচন্দ্ৰ মহন্ত, প্ৰফুল্ল বৰুৱা আৰু মনোৰম বৰুৱা।

প্ৰথম অৱস্থাত 'জনমভূমি' কংগ্ৰেছ দলৰ সমৰ্থক আছিল যদিও পৰৱৰ্তী কালত এই কাকতৰ ভূমিকা সলনি হয়। নতুন এচাম লিখক-লিখিকা সৃষ্টি কৰাত এই কাকতৰ ভূমিকা উল্লেখযোগ্য। স্বৰ্ণ জয়ন্তী পালন কৰা অসমীয়া ভাষাৰ প্ৰথম কাকতখন হ'ল 'জনমভূমি'।

১৯৭২ চনত এই প্ৰতিষ্ঠানৰ পৰা প্ৰকাশ পোৱা 'দৈনিক জনমভূমি' হ'ল ওপৰত উল্লেখ কৰা শৰ্মা ভাতৃদ্বয়ৰ অন্যতম কনকচন্দ্ৰ শৰ্মাৰ কীৰ্তিস্তম্ভস্বৰূপ। 'দৈনিক জনমভূমি'ৰ আগতে গুৱাহাটীক বাদ দি অসমৰ কোনো এখন জিলাৰ সদৰৰ পৰা প্ৰকাশিত দৈনিক কাকতৰ আয়ুস ইমান দীঘলীয়া নাছিল। জৰুৰী অৱস্থাৰ সময়ত (১৯৭৬) অসমৰ যিকেইখন কাকতত প্ৰি-চেঞ্চৰশ্বিপ প্ৰযোজ্য কৰা হৈছিল, তাৰ ভিতৰত এই কাকতো অন্যতম। চৰকাৰৰ ৰোষত পৰি ১৯৮১ আৰু ১৯৮৩ চনত মুঠতে দুবাৰ এই কাকতৰ সম্পাদকক গ্ৰেপ্তাৰ কৰা হৈছিল, কিন্তু ইয়াৰ ফলত কাকতখনৰ জনপ্ৰিয়তা বাঢ়িছিলহে। কাকতখনৰ সম্পাদকসকল হ'ল— প্ৰফুল্ল বৰুৱা, ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী, যতীন্দ্ৰকুমাৰ বৰগোহাঞি, ডঃ যোগেন্দ্ৰ নাথ বৰুৱা আৰু দেৱকুমাৰ বৰা। কাকতখনৰ অন্যতম স্বত্বাধিকাৰ কনকচন্দ্ৰ শৰ্মাৰ নাম দুবাৰ পৰিচালক সম্পাদকৰূপে প্ৰকাশ পাইছিল। 'বিদেশী'ৰ বিৰুদ্ধে হোৱা আন্দোলনত এইখন কাকতে বিশেষ ভূমিকা লয়।

### 'নতুন অসমীয়া'

১৯৪৯ চনৰ ৩১ মাৰ্চত 'দৈনিক অসমীয়া'ৰ প্ৰকাশ বন্ধ হোৱাৰ পিছত ১৯৪৯ চনৰ ২৬ জুনৰ দিনা প্ৰকাশ পায় গুৱাহাটীৰ 'কামধেনু প্ৰকাশ লিমিটেড'ৰ পৰা 'নতুন অসমীয়া' নামৰ অসমীয়া বাতৰি কাকতৰ বুৰঞ্জীত বিশিষ্ট স্থান লাভ কৰা দৈনিক কাকত এখন।

"নতুন অসমীয়াখন কিছুদিন সাপ্তাহিক আছিল। তেতিয়া ইয়াৰ সম্পাদক আছিল দেৱকান্ত বৰুৱা আৰু সহকাৰী সম্পাদক আছিল কীৰ্তিনাথ হাজৰিকা।

দেৱকান্ত বৰুৱা এম.পি. হৈ যাওতে কীৰ্তিনাথ হাজৰিকা 'নতুন অসমীয়া'ৰ সম্পাদক হয় আৰু এইখন দৈনিক হিচাপে ওলাবলৈ ধৰে। ...মালিক পক্ষৰ লগত মনোমালিন্য হোৱাত সম্পাদক কীৰ্তিনাথ হাজৰিকাই 'নতুন অসমীয়া' এৰে। ...১৯৫৫ চনত 'নতুন অসমীয়া'ৰ সম্পাদক হৈ আহে হৰেন্দ্ৰনাথ বৰুৱা ... 'নতুন অসমীয়া' প্ৰথমে উজান বজাৰৰ বিৰিঞ্চিকুমাৰ বৰুৱা থকা ঠাইতে আছিল। তাৰ পিছত 'নতুন অসমীয়া' চেনিকুঠীলৈ আহে।...ইয়াৰ পিছত ভূতনাথৰ ওচৰলৈ যায়।... হৰেন্দ্ৰনাথ বৰুৱাই একেৰাহে ২০ বছৰ কাল 'নতুন অসমীয়া'ত কাম কৰি ১৯৭৬ চনত ... অৱসৰ লয়। বৰুৱাৰ অৱসৰৰ পাচত 'নতুন অসমীয়া'ৰ সম্পাদক হয় ৰাধিকামোহন ভাগৱতী। 'তিনিদিনীয়া' (১৯৮০) বাতৰিকাকতৰ (নতুন অসমীয়া) সম্পাদক আছিল ৰাধিকামোহন ভাগৱতী আৰু উপদেষ্টা পৰিষদৰ সভাপতি আছিল হৰেন্দ্ৰনাথ বৰুৱা।"[৮]

প্ৰসন্ন কুমাৰ ফুকনৰ মতে, "শ্ৰীদেৱকান্ত বৰুৱাৰ পিছত 'নতুন অসমীয়া'ৰ সম্পাদনাৰ ভাৰ লৈছিল ক্ৰমে ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীকীৰ্তিনাথ হাজৰিকা, হৰেন্দ্ৰনাথ বৰুৱা আৰু শ্ৰীৰাধিকামোহন ভাগৱতীয়ে। এই দৈনিক কাকতখন ১৯৮২ চনত সাদিনীয়া হৈ প্ৰকাশ বন্ধ হয়।"[৪৭] কাকতখনৰ মূল মানুহজন আছিল ইন্দ্ৰ কমল বেজবৰুৱা। প্ৰকৃততে ইন্দ্ৰ কমল বেজবৰুৱাৰ মৃত্যুৰ লগে লগে এই কাকতখনৰ ধৰণী লৰে আৰু উপযুক্ত পৰিচালনাৰ অভাৱত আৰ্থিক ক্ষতিৰ সন্মুখীন হৈ প্ৰথমে তিনিদিনীয়া আৰু শেষত সাপ্তাহিক হৈ ১৯৮২ চনত কাকতখন মৃত্যুৰ মুখত পৰিবলগা হয়।

অসমীয়া ভাষাৰ বাতৰিকাকতৰ বুৰঞ্জীত 'নতুন অসমীয়া' কাকতৰ ভূমিকা বহুবোৰ কাৰণত চিৰসেউজীয়া হৈ থাকিব। দৈনিক অসমীয়া কাকতৰ আয়ুস যে 'কচু পাতৰ পানী নহয়', সেই কথা এই কাকতে প্ৰমাণ কৰিলে ডেৰ কুৰি বছৰৰো অধিক কাল জীয়াই থাকি। গ্ৰাহকৰ অভাৱৰ বাবে নহয়, পৰিচালনাৰ ত্ৰুটি-বিচ্যুতিৰ বাবেহে কাকতখন মৰিল। জনমত গঠনত বাতৰিকাকতৰ ভূমিকা কিমান শক্তিশালী হ'ব পাৰে সেই কথা এইখন কাকতে প্ৰতিপন্ন কৰিলে— ৰাজ্যিক ভাষা, ৰাজ্য পুনৰ্গঠন,

শোধনাগাৰ প্ৰতিষ্ঠাকে ধৰি অসমৰ বিভিন্ন জ্বলন্ত বিষয় আৰু সমস্যাৰ ক্ষেত্ৰত। অসমত সাংবাদিকতাক বৃত্তিৰূপে ল'বলৈ আগ্ৰহীসকলৰ বাবে এইখন কাকতে এক অনুকূল পৰিবেশৰ সৃষ্টি কৰিলে। অসমীয়া ভাষা-সাহিত্যৰ অগ্ৰগতিত বাতৰিকাকতৰ ভূমিকা কিমান গুৰুত্বপূৰ্ণ হ'ব পাৰে, সেই কথা এইখন কাকতে পুনৰবাৰ প্ৰতিপন্ন কৰিলে।

### 'দৈনিক অসম'

'নতুন অসমীয়া' জীয়াই থকাৰ সময়তে ১৯৬৫ চনৰ ৪ আগষ্টত প্ৰকাশ পালে আন এক উল্লেখযোগ্য দৈনিক— 'দৈনিক অসম'। এই কাকতৰ প্ৰথম সংখ্যাৰ সম্পাদকীয়ৰ শিৰোনামা আছিল 'পাতনি : আমাৰ ওলগ'। কাকতখনৰ প্ৰথম সম্পাদকীয়ৰ আৰম্ভণিৰ বাক্য তিনিটা আছিল এইদৰে— 'এয়া পোহৰৰ প্ৰথম পুৱা। পোহৰে প্ৰাণ দিয়ে, প্ৰেৰণা দিয়ে আৰু দিয়ে গতিপথৰ সংকেত। এই সচেতনতা লৈয়েই 'দৈনিক অসম'ৰ এয়া প্ৰথম পদক্ষেপ।' একেটা সম্পাদকীয়তে 'অসম সদায় অচিনাকি বাটৰুৱা' হৈ থকা অৱস্থা 'কাব্যৰ উপেক্ষিত নাৰীৰ বৰ্ণনাতকৈও কৰুণ' বুলি অভিহিত কৰি কোৱা হয় 'এই কৰুণ পৰিণতি দূৰ কৰিবলৈ কৰুণা বিচাৰিলে নহ'ব তাৰ সন্মুখত থিয় দিব লাগিব যোগ্যতাৰ দাবী লৈ।'

এই কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক কীৰ্তিনাথ হাজৰিকাৰ মতে, 'দলীয় ৰাজনীতি আৰু গোষ্ঠী গঠনৰ পৰা আঁতৰত থাকি ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ আহিলাৰূপে কাকতখনক ব্যৱহাৰ নকৰি সাধ্যমতে সাংবাদিকতাৰ শুদ্ধতা ৰক্ষা কৰিবলৈ আত্মনিয়োগ কৰিছিলো।'[৪৮] ফেডাৰেল আঁচনি, জৰুৰী অৱস্থা আদিকে ধৰি বহুবোৰ জটিল সমস্যাৰ ক্ষেত্ৰত এইখন কাকতে অসম আৰু অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ্থে দৃঢ়ভাৱে মাত মাতিলেও অসমত থকা বিদেশী চিনাক্তকৰণ আৰু বহিষ্কাৰৰ বাবে হোৱা আন্দোলনত এইখন কাকতে লোৱা ভূমিকা আছিল সবাতোকৈ উল্লেখযোগ্য। সাংবাদিকতাৰ প্ৰতি আগবঢ়োৱা বৰঙণিৰ বাবে এইখন কাকতৰ সম্পাদক হৈ থাকোঁতেই শ্ৰীহাজৰিকাই 'ইণ্ডিয়ান এক্সপ্ৰেছ' কাকত গোষ্ঠীৰ দ্বাৰা প্ৰতিষ্ঠিত গোৱেংকা বঁটা লাভ কৰাটো উল্লেখযোগ্য কথা। ইয়াৰ আগতে অসমৰ কোনো সাংবাদিকে এনে ধৰণৰ সৰ্বভাৰতীয় সন্মানজনক বঁটা লাভ কৰা নাছিল। ১৯৮৬ চনত শ্ৰীহাজৰিকাই অৱসৰ লোৱাৰ পিছত এই কাকতৰ সম্পাদকৰ দায়িত্বভাৰ লয় 'দৈনিক জনমভূমি'ৰ সম্পাদক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱাই। শ্ৰীবৰুৱাই 'বিশেষ' কাৰণত ১৯৯৫ চনৰ নৱেম্বৰ মাহত পদত্যাগ কৰাত শ্ৰীহাজৰিকাই পুনৰ এইখন কাকতত মুখ্য সম্পাদকৰূপে যোগদান কৰে।

অসমীয়া ভাষাৰ সাংবাদিকতাক উচ্চস্তৰলৈ নিয়াত এইখন কাকতৰ বৰঙণি প্ৰচুৰ। 'দৈনিক অসমীয়া' আৰু 'নতুন অসমীয়া'ই অসমীয়া সাংবাদিকতাক এখোপ আগবঢ়াই নিয়াৰ পিছত প্ৰকৃতপক্ষে 'দৈনিক অসম' কাকতে অসমীয়া ভাষাৰ সাংবাদিকতাক পুৰঠ অৱস্থালৈ নিয়ে। প্ৰধানকৈ, অসমত ফটো-সাংবাদিকতা আৰু কাৰ্টুন-সাংবাদিকতাক এইখন কাকতে সন্মানজনক অৱস্থালৈ নিয়ে।

১৯৮০ চনত ৰাজ্য চৰকাৰে অসমৰ যিকেইখন কাকতৰ ওপৰত চেন্সৰ প্ৰৱৰ্তন কৰিছিল, 'দৈনিক অসম' আছিল তাৰ ভিতৰত অন্যতম। চেন্সৰ প্ৰৱৰ্তন কৰা ১৯৬০ চনৰ অসম বিশেষ ক্ষমতা (প্ৰেছ) আইনক আদালতত প্ৰত্যাহ্বান জনোৱাৰ ক্ষেত্ৰত 'দৈনিক অসম' ওৰফে আছাম ট্ৰিবিউন প্ৰতিষ্ঠান আছিল অগ্ৰণী। জনমত গঠনৰ জৰিয়তে এক শক্তিশালী আন্দোলন গঢ়ি তোলাত কাকতে কিমান গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে, সেই কথা এইখন কাকতে বিদেশী নাগৰিক প্ৰসংগত প্ৰমাণ কৰি দিলে। অৱশ্যে এই ক্ষেত্ৰত যোৰহাটৰ পৰা প্ৰকাশিত 'দৈনিক জনমভূমি'ৰ ভূমিকাও 'দৈনিক অসম'তকৈ কোনো গুণে কম নাছিল।

'জনমভূমি' আৰু 'দৈনিক জনমভূমি'ৰ কথা ইতিমধ্যে প্ৰসংগক্ৰমে উনুকিওৱা হৈছে। বৰ্তমানে প্ৰকাশিত অসমীয়া ভাষাৰ বাতৰি কাকতবোৰৰ ভিতৰত সৰ্বাধিক পুৰণি হ'ল সাপ্তাহিক 'জনমভূমি'। এইখন কাকতৰ প্ৰকাশ আৰম্ভ হয় ১৯৪৭ চনৰ মাৰ্চ মাহৰ পৰা। যোৰহাটৰ পৰা শৰ্মা ভাতৃদ্বয়ে (৺দেৱেশ্বৰ শৰ্মা আৰু ৺কনক চন্দ্ৰ শৰ্মা) প্ৰকাশ কৰা এই কাকতৰ প্ৰথম সম্পাদক আছিল দুলাল চন্দ্ৰ ভূঞা। পৰৱৰ্তী সম্পাদককেইজন হ'ল জগদীশ ফুকন, ত্ৰৈলোক্য নাথ শৰ্মা (মাজতে কেইমাহমান মোহন চন্দ্ৰ মহন্ত), প্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু মনোৰম বৰুৱা। প্ৰথম অৱস্থাত কংগ্ৰেছৰ সমৰ্থক এই জাতীয়তাবাদী কাকতখনে পৰৱৰ্তী কালত এটা সময়ত কংগ্ৰেছ চৰকাৰৰ তীব্ৰ সমালোচক হৈ উঠে। অসমত যিকেইখন কাকতৰ ওপৰত ১৯৮০ চনত অসম চৰকাৰে ১৯৬০ চনৰ অসম বিশেষ ক্ষমতা (প্ৰেছ) আইনৰ অধীনত চেন্সৰশ্বিপ প্ৰৱৰ্তন কৰিছিল, তাৰ ভিতৰত 'জনমভূমি' কাকতো আছিল। 'জনমভূমি'ত প্ৰকাশিত শিশু-চ'ৰা 'মইনা মেল'ৰ পৰাই অসমত ৰাজ্যিক ভিত্তিত শিশুৰ শিক্ষামূলক জনপ্ৰিয় আৰু প্ৰভাৱশালী সংগঠন 'সদৌ অসম মইনা মেল'ৰ জন্ম হোৱাটো এই কাকতখনৰ এক ডাঙৰ কৃতিত্ব। এনে ধৰণৰ কৃতিত্ব অসমৰ আন কোনো কাকতৰে নাই। 'টাইমছ অৱ আছাম' কাকতত এসময়ত সম্পাদকৰূপে

কাম কৰা বিশিষ্ট চিন্তাবিদ কেদাৰনাথ গোস্বামীয়ে 'জনমভূমি'ত নিয়মীয়াকৈ ৰাজনৈতিক পৰ্যালোচনা লিখিছিল। অসমীয়া ভাষাৰ কাকতত ৰাজনৈতিক পৰ্যালোচনা নিয়মীয়াকৈ প্ৰকাশ কৰাৰ ক্ষেত্ৰত সাপ্তাহিক জনমভূমি অন্যতম বাটকটীয়া। আনহাতে, চাহ বাগিচাৰ ছাত্ৰ-ছাত্ৰী আৰু যুৱক-যুৱতীসকলক সাহিত্য চৰ্চাৰ সুবিধা দিবলৈ 'জনমভূমি'য়ে এটি বিশেষ শিতান খুলি এই দিশতো বাটকটীয়া হয়।

'জনমভূমি' প্ৰতিষ্ঠানৰে পৰা ১৯৭২ চনৰ ১ জুনৰ পৰা প্ৰকাশ পায় 'দৈনিক জনমভূমি'। বিদেশী নাগৰিক চিনাক্তকৰণ আৰু বহিষ্কাৰৰ দাবীত হোৱা আন্দোলনৰ সময়ত লোৱা ভূমিকাৰ বাবে এই কাকতখন জনপ্ৰিয় হৈ উঠে। আনহাতে, তেতিয়া উজনি অসমৰ পৰা প্ৰকাশিত একমাত্ৰ অসমীয়া দৈনিক হোৱা বাবে কাকতখন ধাইকৈ সেই অঞ্চলত অতি জনপ্ৰিয় আৰু প্ৰভাৱশালী হৈ উঠে। এটা সময়ত এই কাকতখনে অসমৰ সৰ্বাধিক প্ৰচাৰিত দৈনিক হোৱাৰ কৃতিত্বও অৰ্জন কৰে।

১৯৮০ চনত এইখন কাকতৰ ওপৰতো অসম বিশেষ ক্ষমতা প্ৰেছ আইনৰ জৰিয়তে চেন্সৰশ্বিপ প্ৰযোজ্য কৰা হয়। আনহাতে আপত্তিকৰ কথা প্ৰকাশ কৰা বুলি সম্পাদক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱাক দুবাৰ গ্ৰেপ্তাৰ কৰিলেও, সম্পাদকজনৰ বিৰুদ্ধে অনা অভিযোগ চৰকাৰে প্ৰমাণ কৰিব নোৱাৰিলে।

কাকতখনৰ অন্যতম স্বত্বাধিকাৰী শ্ৰীকনক চন্দ্ৰ শৰ্মাই একাধিকবাৰ কাকতখনৰ পৰিচালক সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে। কাকতখনৰ সম্পাদকসকল হ'ল ক্ৰমে সৰ্বশ্ৰী প্ৰফুল্ল চন্দ্ৰ বৰুৱা, যতীন্দ্ৰ কুমাৰ বৰগোহাঞি, ধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী, দেৱকুমাৰ বৰা আৰু হেমন্ত বৰ্মন। বিশিষ্ট বিজ্ঞানী ডঃ যোগেন্দ্ৰনাথ বৰুৱাই কিছুদিন কাকতখনৰ মুখ্য উপদেষ্টাৰূপে কাৰ্যনিৰ্বাহ কৰে।

## 'শান্তিদূত'

'নতুন অসমীয়া'ৰ প্ৰকাশ আৰম্ভ হোৱা (১৯৪৯ চনৰ ২৬ জুন)ৰ দুবছৰৰ পিছত 'গীতামৃত'কে ধৰি কেইবাখনো গ্ৰন্থৰ লেখক গুৱাহাটীৰ অন্যতম ব্যৱসায়ী তাৰিণী দাসে সাপ্তাহিক 'শান্তিদূত' প্ৰকাশ কৰে। এইখন কাকতৰ জন্ম ১৯৫১ চনৰ ৭ ডিচেম্বৰত। কাকতখনৰ নাম 'শান্তিদূত' শব্দ দুটাৰ মাজত আছিল গান্ধীজীৰ ছবি। ছবিৰ ওপৰত আছিল 'অহিংসা পৰম ধৰ্ম' বুলি। ১৯৫৪ চনৰ ২ অক্টোবৰত এইখন কাকত দৈনিক কৰা হয়। নাম দিয়া হয় 'দৈনিক শান্তিদূত'। প্ৰকাশৰ স্থান সলনি কৰা হয়— গুৱাহাটীৰ ফাঁচী বজাৰৰ সাধনা প্ৰেছৰ পৰা পাণ্ডুলৈ। অৱশ্যে সাপ্তাহিক 'শান্তিদূত'ৰ দৰে 'দৈনিক শান্তিদূত'ৰ শিৰোনামাত গান্ধীজীৰ ছবি নাছিল। বিভিন্ন কাৰণত কাকতখনৰ প্ৰকাশ ১৯৫৬ চনত বন্ধ হয়।

প্ৰতিষ্ঠাপক দাসেই আছিল সাপ্তাহিকখনৰ সম্পাদক। দৈনিকখনৰ সম্পাদক আছিল দেৱেন্দ্ৰনাথ শৰ্মা আৰু দাস আছিল কাকতখনৰ পৰিচালক সম্পাদক। সুপৰিচালনাৰ অভাৱতে কাকতখন বন্ধ হয়। পৰৱৰ্তী কালত বিশিষ্ট সাংবাদিকৰূপে খ্যাতি লাভ কৰা কেইবাজনো বিশিষ্ট সাংবাদিকৰ জুইশাল আছিল এইখন কাকত।

## 'প্ৰতিদিন'

১৯৮২ চনৰ ছেপ্টেম্বৰ মাহত গুৱাহাটীৰ খানাপাৰাৰ জয়ানগৰত প্ৰাতঃ প্ৰবাহ প্ৰেছৰ পৰা প্ৰকাশ পায় 'প্ৰতিদিন' নামৰ এখন অসমীয়া দৈনিক। 'আফজালুৰ ৰহমানৰ হৈ ফয়জুল হুক চৌধুৰীৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত' অসমীয়া দৈনিক প্ৰতিদিন আছিল চাৰি পৃষ্ঠাৰ। বাতৰি আৰু প্ৰবন্ধাদি পৰিবেশনত এইখন কাকতে কোনো ধৰণৰ নতুনত্বৰ সোৱাদ দিব নোৱাৰাত কাকতখনক ৰাইজে স্বাভাৱিকতে গ্ৰহণ নকৰিলে। কাকতখন মাত্ৰ কেইমাহমানহে চলিল।

'প্ৰতিদিন'ৰ সম্পাদক আছিল শিলচৰৰ খ্যাতনামা সাংবাদিক বিধুভূষণ চৌধুৰীৰ অন্যতম পুত্ৰ ৰবিজিৎ চৌধুৰী। মাতৃভাষা বাংলা হোৱা সত্ত্বেও অসমীয়া ভাষাৰ দৈনিক কাকতৰ সম্পাদকৰ পদ অলংকৃত কৰা দ্বিতীয়জন ব্যক্তি এই পৰ্যন্ত নাই। অসমীয়া দৈনিক 'প্ৰতিদিন'ৰ স্বত্বাধিকাৰী শ্ৰীআফজালুৰ ৰহমান আছিল কংগ্ৰেছী লোক। ৰবিজিৎ চৌধুৰী কিন্তু তেনে নাছিল— তেওঁ আছিল সম্পূৰ্ণ পেছাদাৰী সাংবাদিক। কাকতখনক সকলো শ্ৰেণীৰ ৰাইজৰ গ্ৰহণযোগ্য কৰি তুলিবলৈ তেওঁ সৰ্বাত্মক প্ৰচেষ্টা চলাইছিল যদিও সফল নহ'ল। কাকতখনৰ সোনকালে অপমৃত্যু ঘটিল।

## 'তিনিদিনীয়া বাতৰি'

১৯৮১ চনৰ ১৯ অক্টোবৰত বিশিষ্ট সাংবাদিক-সাহিত্যিক শ্ৰীৰাধিকামোহন ভাগৱতীৰ সম্পাদনাত প্ৰকাশ পায় 'তিনিদিনীয়া বাতৰি'। সম্পাদকীয় সমিতিৰ সভাপতি আছিল স্বনামধন্য সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱা। কাকতখন 'গুৱাহাটী, এ.টি. ৰোড, আঠগাওঁ প্ৰিণ্টাৰ্ছত বাতৰি পাব্লিকেশ্বনছৰ হৈ শ্ৰীচট্টৰ সিঙৰ দ্বাৰা' প্ৰকাশিত হৈছিল। ১৯৮৩ চনৰ সাত এপ্ৰিলত এই কাকতখন বন্ধ হ'ল। সেই একেটা প্ৰতিষ্ঠানৰ পৰা (বাতৰি পাব্লিকেশ্বনছ) ১৯৮৩ চনৰ শেষৰ পিনে 'ৰাষ্ট্ৰীয় বাতৰি' নামৰ দৈনিক অসমীয়া কাকত এখনৰ প্ৰকাশ আৰম্ভ হয়। এইখন কাকতো বেছিদিন

নচলিল। কাকতখনৰ সম্পাদক আছিল পিছত মন্ত্ৰীপদত অধিষ্ঠিত হোৱা শ্ৰীনকুল দাস আৰু আনজন হ'ল কাকতখনৰ স্বত্বাধিকাৰী শ্ৰীচট্টৰ সিং।

তিনিদিনীয়া 'বাতৰি'ৰ প্ৰথম সংখ্যাত 'আত্মনিবেদন' শীৰ্ষক দীঘলীয়া সম্পাদকীয়টো আৰম্ভ কৰা হৈছিল এইবুলি, 'অসমত দৈনিক আৰু অদৈনিক কাকত কেইবাখনো আছে, কিন্তু যথেষ্ট নহয়। সৰ্বভাৰতীয় হিচাপেৰে চালে ইয়াত কমেও ষোল-সোতৰখন দৈনিক কাকত চলাৰ থল আছে।' 'বাতৰি কোনো দলৰ মুখপত্ৰ নহ'ব'কে ধৰি গতানুগতিক মন্তব্য সম্পাদকীয়ত থাকিলেও, এক তাৎপৰ্যপূৰ্ণ মন্তব্যও সম্পাদকীয়টোত উল্লেখ কৰা হয়। 'বাতৰি'ৰ নীতি ঘোষণাৰ লগতে সম্পাদকীয়টোত কোৱা হয়, "বাতৰি'ৰ এনে আশাৰ লগতে দাবীও আছে। অসম আৰু জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে অসমীয়াৰ অস্তিত্ব তথা সংহতি ৰক্ষা আদি কোনো প্ৰয়োজন যদি এই কাকতে পূৰণ কৰিব নোৱাৰে, তেনেহ'লে এই জন্ম অসাৰ্থক আৰু ভৱিষ্যতো শূন্য।' 'গুৱাহাটীৰ ডায়েৰী', 'ওপৰ চকুৱাৰ চ'ৰা', 'বাতৰিৰ সমীক্ষা', 'আঞ্চলিক পাৰ্শ্বজ্যোতি', 'ৰাজ্যে ৰাজ্যে বাৰ্তাবৰ পৰিক্ৰমা', 'বিশ্ব পৰিক্ৰমা', 'চিন্তনীয়', 'কলা-সংস্কৃতি' ইত্যাদি ভালেমান শিতানেৰে সমৃদ্ধ তিনিদিনীয়া বাতৰি দৈনিক হোৱাৰ আশা এই সম্পাদকীয়ত কৰা হৈছিল, কিন্তু কৰ্তৃপক্ষৰ লগত মতানৈক্য ঘটি সম্পাদকৰ পদৰ পৰা শ্ৰীভাগৱতী আঁতৰি আহিল। বিভিন্ন কাৰণত 'ৰাষ্ট্ৰীয় বাতৰি' বেছিদিন জীয়াই নাথাকিল।

## 'আজিৰ অসম'

'ছেণ্টিনেল' গোষ্ঠীৰ পৰা ১৯৮৭ চনৰ ১৫ আগষ্টত প্ৰকাশ পালে 'অসমবাসী সকলোৰে হাতত জাতীয় জীৱনৰ এখন দপণ নিতৌ তুলি দিয়াৰ' সংকল্প লৈ 'আজিৰ অসম' নামৰ দৈনিক অসমীয়া কাকতখন। তেতিয়া গুৱাহাটীৰ পৰা 'দৈনিক অসম' আৰু যোৰহাটৰ পৰা 'দৈনিক জনমভূমি' প্ৰকাশ হৈ আছিল বাবে তৃতীয় এখন অসমীয়া দৈনিকৰ 'জন্ম হোৱাটো অসমৰ ইতিহাসৰ এক উল্লেখ কৰিব লগা ঘটনা' বুলি কাকতখনৰ প্ৰথম সম্পাদকীয়ত উল্লেখ কৰা হয়। কাকতখনৰ সম্পাদক শ্ৰীৰাধিকামোহন ভাগৱতীয়ে 'আমাৰ সংকল্প' শীৰ্ষক এই প্ৰথম সম্পাদকীয়টোত কাকতখনৰ নীতি ঘোষণা কৰি অন্যান্য কথাৰ লগতে কয়, ......'অকল অথিৰ অবিৰ ৰাজনীতিক খামোচ মাৰি ধৰি নাথাকি কিম্বা চাঞ্চল্যকৰ খবৰ পৰিবেশন কৰি বাণিজ্যিক বিস্তাৰৰ প্ৰতি আকৰ্ষিত নহৈ যি স্থিৰ মানৱতীয়বোধে সামগ্ৰিকভাৱে জীৱনৰ প্ৰমূল্য আৰু মৰ্যাদা বৃদ্ধি কৰে, ভাতৃত্ববোধ আৰু বৈশ্বিক চেতনা গঢ়ি তুলিব পাৰে, সেইবোৰেই হ'ব আমাৰ প্ৰধান অভিষ্ট।'....

'আজিৰ অসম (দৈনিক) প্ৰাইভেট লিমিটেড'ৰ হৈ 'ওমেগা প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ'ত প্ৰকাশিত বুলি প্ৰিণ্টাৰ্ছ লাইনত উল্লেখ থকা এই প্ৰতিষ্ঠানটোৰ মূল মানুহজন হ'ল শ্ৰীশংকৰ ৰাজখোৱা। এই প্ৰতিষ্ঠানৰ পৰা প্ৰকাশিত আন কাকতকেইখন হ'ল ইংৰাজী দৈনিক 'ছেণ্টিনেল', বাংলা দৈনিক 'সময় প্ৰবাহ' আৰু কমল গগৈ সম্পাদিত সাপ্তাহিক 'প্ৰহৰী', (এইখন কাকতৰ প্ৰকাশ ইতিমধ্যে বন্ধ হৈছে) খাছী ভাষাৰ কাকত সাপ্তাহিক 'ডংমোচা', হিন্দী 'ছেণ্টিনেল' আৰু প্ৰবাসী উত্তৰ-পূৰ্বাঞ্চলৰ ৰাইজৰ বাবে 'হ'ম লিংক'।

## 'নতুন দৈনিক'

এজন উদীয়মান গ্ৰন্থ ব্যৱসায়ী শ্ৰীসূৰ্য হাজৰিকাই ১৯৮৮ চনৰ জানুৱাৰী মাহত আৰম্ভ কৰে এখন দৈনিক অসমীয়া বাতৰিকাকত। নাম 'নতুন দৈনিক'। গুৱাহাটীৰ তৰুণ নগৰৰ চন্দ্ৰকান্ত প্ৰেছ প্ৰাইভেট লিমিটেডৰ পৰা প্ৰকাশিত 'নতুন দৈনিক'ৰ সফলতাৰ পিছত একেটা প্ৰতিষ্ঠানৰে পৰা পৰৱৰ্তী কালত প্ৰকাশ পায় দৈনিক 'সান্ধ্য বাতৰি', পযেকীয়া 'চিত্ৰ সংবাদ' আৰু এখন ক্ৰীড়া সাপ্তাহিক 'খেল সংবাদ'। 'নতুন দৈনিক'ৰ প্ৰতিষ্ঠাপক সম্পাদক হ'ল প্ৰসিদ্ধ গল্পকাৰ,ঔপন্যাসিক শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া। ১৯৮৮ চনৰ এক জানুৱাৰীত প্ৰকাশিত উদ্বোধনী সংখ্যাত 'এখন কাকতৰ জন্ম' শীৰ্ষক সম্পাদকীয় কাকতখনৰ নীতি ব্যাখ্যা কৰি অন্যান্য কথাৰ লগতে লিখা হয়, 'প্ৰতিশ্ৰুতি ৰক্ষা কৰাটো আজিকালিৰ দিনত কষ্টসাধ্য। তথাপি এখন সুস্থ আৰু সৰহ সংখ্যক পাঠকে আনন্দেৰে গ্ৰহণ কৰিব পৰা কাকত সম্পাদনাৰ বাবে আমি ক্লান্তিহীন যত্ন কৰিম।.... মানুহৰ মূল সমস্যাৰ বিষয়ে সেই মানুহকে অহৰহ সজাগ কৰি ৰখাই হ'ল সুস্থ সাংবাদিকতাৰ প্ৰতিশ্ৰুতি....।' সম্পাদকীয়টোত সম্পাদক শ্ৰীশইকীয়াই বাতৰিকাকতৰ প্ৰতি ভাৰতৰ পঢ়ুৱৈ ৰাইজ আকৰ্ষিত হোৱাৰ এক নতুন বিশ্লেষণ দাঙি ধৰে। শ্ৰীশইকীয়াৰ মতে, 'মহাত্মা গান্ধী, নেহৰু, ৰাধাকৃষ্ণণৰ দৰে মহান ব্যক্তিৰ উদাৰ, নীতিগত অনুপ্ৰেৰণাদায়ক কথা শুনি এদিন দেশবাসী উদ্বুদ্ধ হৈছিল। কিন্তু এতিয়া তেনে ধৰণৰ নেতা নোহোৱাৰ বাবে সততে দেশবাসীয়ে কাকতৰ আশ্ৰয় লয়।' শ্ৰীশইকীয়াৰ আন এক ব্যাখ্যা হ'ল 'সাধাৰণ মানুহে যিকোনো সমস্যাৰ বিষয়ে সহজ এক ধাৰণা নিজেই কৰি ল'ব পাৰে, কিন্তু নিজৰ সহজাত বুদ্ধিৰে নিজৰ ধাৰণাৰ

লগত বাতৰিকাকতৰ সিদ্ধান্ত মিলাই তেওঁলোকৰ মনৰ অনুসন্ধিৎসা অথবা সন্দেহ দূৰ কৰে।' আনহাতে সম্পাদকীয়টোত উল্লেখ কৰা মতে, 'মানুহ বাতৰিকাকত-সৰ্বস্ব হোৱাৰ অন্য এক কাৰণ হ'ল বৰ্তমানৰ সাহিত্যিকে আধুনিক মানুহৰ মনৰ প্ৰকৃত খবৰ প্ৰকাশ কৰিব নোৱাৰাটো। তেওঁলোকৰ বহুতৰে ৰচনা সাংবাদিকতাৰ প্ৰতিফলন মাত্ৰ। পাঠকে আজিকালিৰ বাতৰিকাকততে সাহিত্য-কলা-পৰম্পৰা আদি সম্পৰ্কীয় লেখা পঢ়ি তৃপ্ত হয়।'

এচাম নবীন অথচ প্ৰতিশ্ৰুত সাংবাদিকে যোগদান কৰা 'নতুন দৈনিক' কাকতে বাতৰি পৰিবেশনত নতুনত্ব আনে। 'দেওবৰীয়া নতুন দৈনিক', 'বিজ্ঞান প্ৰযুক্তি বিদ্যা' আদি শিতানৰ যোগেদি এক নতুন স্বাদ দিবলৈ কাকতখনে যত্ন কৰে। পূৰ্ববৰ্তী অসমীয়া দৈনিক কাকতত সাহিত্য, সংস্কৃতি, নাৰী, যুৱক আদি বিষয়ৰ বিশেষ পৃষ্ঠা প্ৰকাশ হৈছিল যদিও নতুন দৃষ্টিভংগী আৰু আকৰ্ষণীয় উপস্থাপনাৰে 'নতুন দৈনিক' কাকতখনে পঢুৱৈ ৰাইজৰ বিশেষ দৃষ্টি লাভ কৰিবলৈ সক্ষম হয়।

### 'আজিৰ বাতৰি'

১৯৯১ চনৰ ডিচেম্বৰ মাহৰ ১৬ তাৰিখত গুৱাহাটীৰ বিহাবাৰীৰ 'ৰাজশ্ৰী পাব্লিকেশ্বনছ প্ৰাইভেট লিমিটেড'ৰ পৰা শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীৰ সম্পাদনাত প্ৰকাশ পায় দৈনিক 'আজিৰ বাতৰি'ৰ প্ৰস্তাৱনা সংখ্যা। সেই সংখ্যাৰ 'জন্ম লগ্নত' শীৰ্ষক সম্পাদকীয়ত অন্যান্য কথাৰ লগতে কোৱা হয়, ....'আজিৰ পৃথিৱীৰ দুখ-দাৰিদ্ৰ্য আৰু হিংসা উন্মাদনাৰ বা-বাতৰি পৰিবেশন কৰাতেই ক্ষান্ত নাথাকি অসমীয়া মানুহৰ কাৰণে নতুন দিনৰ আশাৰ বাতৰি কঢ়িয়াই আনিবৰ বাবে সংকল্পবদ্ধ হৈছে 'আজিৰ বাতৰি'।' কাকতখনৰ নিয়মিত প্ৰকাশ আৰম্ভ হয় ১৯৯১ চনৰ ১৬ ডিচেম্বৰৰ পৰা। শ্ৰীৰাজেন্দ্ৰ প্ৰসাদ বড়াই প্ৰকাশ কৰা এই কাকতত 'নতুন দৈনিক' কাকতৰ ভালেসংখ্যক নবীন সাংবাদিকে যোগ দিয়াত 'নতুন দৈনিক'ৰ কাকতৰ ৰীতি-নীতিয়ে এইখন কাকতত বিশেষ প্ৰভাৱ পেলায়।

কাকতখনৰ কাৰ্যবাহী সম্পাদকৰূপে পৰৱৰ্তী কালত নিযুক্তি পায় বিশিষ্ট গল্পকাৰ শ্ৰীমনোজ গোস্বামীয়ে।

একেটা প্ৰতিষ্ঠান অৰ্থাৎ 'ৰাজশ্ৰী পাব্লিকেশ্বনছ প্ৰাইভেট লিমিটেড, বিহাবাৰী, গুৱাহাটী ৭৮১০০৮'ৰ পৰা ১৯৯২ চনৰ ২০ এপ্ৰিল তাৰিখে উন্মোচন কৰা হয় সাপ্তাহিক 'ৰংপুৰ' কাকত। প্ৰতিষ্ঠাপক-সম্পাদক বিশিষ্ট সাহিত্যিক ডঃ লক্ষ্মীনন্দন বৰা। শ্ৰীবৰাই ১৯৯৫ চনৰ প্ৰথম ভাগত দায়িত্বভাৰ এৰাত 'আজিৰ বাতৰি'ৰ সম্পাদক শ্ৰীধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তীয়ে 'ৰংপুৰ' কাকতৰো সম্পাদক হয়। কাৰ্যবাহী সম্পাদকৰ নিযুক্তি পায় আৰম্ভণিতে পৰা সেই কাকতত কাম কৰা শ্ৰীমনিকুন্তল শইকীয়াই। শ্ৰীচক্ৰৱৰ্তীৰ ঠাইত ১৯৯৫ চনৰ শেষৰ পিনে 'ৰংপুৰ'ৰ সম্পাদক হয় শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা। শ্ৰীবৰুৱাই ১৯৯৭ চনৰ মাৰ্চ মাহত পদত্যাগ কৰাত কাকতখনৰ কাৰ্যবাহী সম্পাদক পদত অধিষ্ঠিত হয় শ্ৰীৰয়েল আহমদে। একেটা প্ৰতিষ্ঠানৰে পৰা ১৯৯২ চনৰ ২ অক্টোবৰত প্ৰকাশ পায় দৈনিক ইংৰাজী কাকত 'দি নৰ্থ ইষ্ট অবজাৰভাৰ'। কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক হ'ল শ্ৰীগিৰীশ শৰ্মা।

### 'আজিৰ সংবাদ'

গুৱাহাটীৰ সৰু মৰ্টবীয়াৰ পৰা ১৯৯৪ চনত প্ৰকাশ পায় 'আজিৰ সংবাদ' নামৰ এখন অসমীয়া দৈনিক। সেই সময়ত আন চাৰিখন অসমীয়া দৈনিক প্ৰকাশ হৈ আছিল।

'আজিৰ সংবাদ পাব্লিকেশ্বনছ প্ৰাইভেট লিমিটেড, সৰুমটবীয়া, গুৱাহাটী ৭৮১০০৬'ৰ পৰা শ্ৰীহিৰণময় পাটোৱাৰীৰ হৈ শ্ৰীদেবেন্দ্ৰনাথ দাসৰ দ্বাৰা প্ৰাঞ্জল প্ৰিন্টাৰ্ছ, সৰুমটবীয়া, গুৱাহাটীত প্ৰকাশিত আৰু মুদ্ৰিত' এই কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল 'হাজোৰ বাতৰি' নামৰ এখন আঞ্চলিক সৰু কাকতৰ সম্পাদনা কৰি থকা শ্ৰীপৰেশ বৈশ্য। কাকতখন প্ৰকাশৰ প্ৰস্তুতি আছিল অতি ব্যাপক। 'আজিৰ সংবাদক ব্যতিক্ৰমধৰ্মী আৰু সৰ্বাধুনিক ৰূপত উপস্থাপনৰ নিৰলস প্ৰয়াস' কৰাৰ প্ৰতিশ্ৰুতিৰে আৰম্ভ কৰা কাকতখনে প্ৰায় এবছৰৰ পিছতে সংকটৰ সন্মুখীন হ'বলগা হয় আৰু বিভিন্ন কাৰণত কাকতখনৰ প্ৰকাশ প্ৰথমে অনিয়মিত হয় আৰু শেষত বন্ধ হয়।

### 'অসমীয়া প্ৰতিদিন'

১৯৯৫ চনৰ ২০ ফেব্ৰুৱাৰীত প্ৰকাশ পালে 'অসমীয়া প্ৰতিদিন'। 'সাদিন' গোষ্ঠীৰ পৰা প্ৰকাশিত এই অসমীয়া দৈনিকখনৰ সম্পাদক শ্ৰীঅজিত কুমাৰ ভূঞা আৰু কাৰ্যবাহী সম্পাদক হ'ল 'বুধবাৰ' আৰু 'আগান'ৰ প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীপৰাগ কুমাৰ দাস। 'জয়ন্ত বৰুৱাৰ দ্বাৰা প্ৰকাশিত আৰু সাদিন প্ৰিন্টাৰ্ছ, গুৱাহাটী ২১ ত মুদ্ৰিত' এই কাকতখনে আঁৰ-বেৰ নোহোৱাকৈ সেই সময়ৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া বিৰোধী স্থিতি লোৱাৰ লগতে বহু নেতা-পালিনেতাৰ অপকৰ্ম উদঙাই দিয়া আৰু বাতৰি পৰিবেশনত এক নতুন সোৱাদ দিবলৈ যত্ন কৰাত কাকতখনে সোনকালে জনপ্ৰিয়তা অৰ্জন কৰে।

'প্ৰতিবাদী সাহসৰ প্ৰতিদিন' বুলি কাকতখনৰ নীতি ঘোষণা কৰা সম্পাদকীয়টোৰ (২০ ফেব্ৰুৱাৰী, ১৯৯৫)

**আৰম্ভতে কোৱা হয়, 'অসম আৰু অসমীয়াৰ প্ৰতিবাদী কণ্ঠক সবল ৰূপত দাঙি ধৰাৰ উদ্দেশ্যেই জন্ম হ'ল আৰু আন এখন কাকতৰ।' সম্পাদকীয়টোত আৰু কোৱা হয়, ....'জাতিৰ অস্তিত্বৰ প্ৰশ্নটোৱেই হৈছে সাম্প্ৰতিক অসমৰ সবাতোকৈ গুৰুত্বপূৰ্ণ প্ৰশ্ন। প্ৰশ্নটো যিহেতু এক ৰাজনৈতিক গণতান্ত্ৰিক অধিকাৰৰ প্ৰশ্ন, গতিকে এই প্ৰশ্নৰ মীমাংসা অবিহনে অসম উত্তপ্ত হৈয়ে থাকিব, অস্থিৰতা চলিয়েই থাকিব, আলফাৰ দৰে শক্তিৰ আৱিৰ্ভাৱ ঘটিয়েই থাকিব।...'**

**'সাদিন'ৰ চৰিত্ৰ অক্ষুণ্ণ ৰাখি 'প্ৰতিদিনে'ও হাস্য আৰু ব্যংগ ৰচনা প্ৰকাশত গুৰুত্ব দি এই দিশত অসমীয়া বাতৰি কাকতত এক নতুন মাত্ৰা যোগ দিয়ে। কাকতখনৰ কৰ্তৃপক্ষৰ লগত নীতি বিষয়ক কথাত মতান্তৰৰ ঘটাত শ্ৰীঅজিত কুমাৰ ভূঞাই পদত্যাগ কৰাত ১৯৯৭ চনৰ ১৯ ডিচেম্বৰৰ পৰা কাকতখনৰ স্বত্বাধিকাৰ শ্ৰীজয়ন্ত বৰুৱাৰ নাম 'ভাৰপ্ৰাপ্ত সম্পাদক' বুলি কাকতখনত প্ৰকাশ পায়। ১৫ জানুৱাৰী '৯৮ ৰ পৰা সম্পাদকৰ দায়িত্ব লয় হাইদৰ হুছেইনে। কাৰ্যবাহী সম্পাদক মনজিৎ মহন্ত।**

**১৯৯৬ চনৰ ১৭ মে' তাৰিখে 'দৈনিক প্ৰতিদিন' কাকতৰ কাৰ্যবাহী সম্পাদক পৰাগ কুমাৰ দাসক দিন-দুপৰতে গুৱাহাটীত অচিনাক্ত আততায়ীয়ে হত্যা কৰে। ইয়াৰ আগতে অসমত কোনো কাকতৰ সম্পাদক এইদৰে আততায়ীৰ হাতত নিহত হ'ব লগা হোৱা নাছিল।**

### 'দৈনিক অগ্ৰদূত'

১৯৯৫ চনৰ ৬ অক্টোবৰত 'অগ্ৰদূত' গোষ্ঠী ('অগ্ৰদূত পাব্লিচাৰ্চ প্ৰাইভেট লিমিটেড গুৱাহাটী ৬')ৰ পৰা প্ৰকাশ পায় আৰু এখন অসমীয়া দৈনিক 'দৈনিক অগ্ৰদূত'। সম্পাদক হ'ল--- কাকতখনৰ স্বত্বাধিকাৰ আৰু ইতিমধ্যে তিনিদিনীয়া 'অগ্ৰদূত'ক ৰূপালী জয়ন্তী বৰ্ষ অতিক্ৰম কৰাবলৈ সক্ষম হোৱা শ্ৰীকনকসেন ডেকা।

'দৈনিক অগ্ৰদূত'ৰ প্ৰথম সম্পাদকীয়টোৰ শিৰোনামা আছিল "ভয় নাই"--- যিটো শিৰোনামা দেখাতেই কিছু ব্যতিক্ৰম ধৰণৰ। কাকতখনে কিয় প্ৰথম সংখ্যাতেই তেনেদৰে প্ৰতিশ্ৰুতি দিবলৈ ওলাল, তাৰ কাৰণ ব্যাখ্যা কৰি ক'লে, "নতুন কাকত এখন প্ৰকাশত ভয় বহুতৰ, সমগোত্ৰীয়সকলৰ প্ৰতিদ্বন্দ্বিতাৰ ভয়, প্ৰকাশিতব্য কাকতে কেনে মূৰ্তি ধাৰণ কৰে সেই লৈ সমাজৰ বিভিন্ন স্তৰৰ লোকৰ ভয় আৰু বহুতো কাৰণতেই বহুতে ভয় পোৱা দেখা যায়। সেয়েহে আমাৰ প্ৰথম প্ৰতিশ্ৰুতি, আমাৰ পৰা কোনোৱে ভয় পাব লগা নহয়।" লগতে সম্পাদকীয়ত কোৱা হ'ল আবেগ আৰু ভাবোচ্ছাসৰ সলনি যুক্তিৰ ভেটী প্ৰতিষ্ঠা কৰিবলৈ দৈনিক অগ্ৰদূতে প্ৰচেষ্টা চলাব।

সম্পাদক শ্ৰীডেকাৰ মতে, "বস্তুনিষ্ঠ সাংবাদিকতাই হ'ল দৈনিক অগ্ৰদূতৰ বৈশিষ্ট্য।" দৈনিক কাকতত থকা বিভিন্ন শিতানৰ লগতে কেইটামান বিশেষ শিতান এইখন কাকতে প্ৰকাশ কৰে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল প্ৰখ্যাত ব্যক্তি আৰু ধৰ্মগ্ৰন্থৰ পৰা দীঘলীয়াকৈ উদ্ধৃত কৰা শিতান 'শাশ্বত কথা', হাস্য-ব্যংগৰ শিতান 'বিলাসনন্দন চ'ৰা' আৰু 'শিৰোনামাত ব্যক্তি-ঘটনা' আদি। কাকতখনে বিভিন্ন কাৰণত সোনকালে জনপ্ৰিয়তা অৰ্জন কৰাটো মন কৰিবলগা কথা।

১৯৯৭ চনৰ এপ্ৰিল মাহৰ পৰা 'জি এল পাব্লিকেশ্যনচ লিমিটেড, জি এছ ৰোড, উলুবাৰী, গুৱাহাটী-৭" ৰ পৰা প্ৰকাশ পায় আৰু এখন অসমীয়া দৈনিক। নাম--- 'আমাৰ অসম'। আন দৈনিক অসমীয়া কাকতত নথকা কেইবাটাও নতুন শিতানেৰে সমৃদ্ধ এইখন কাকতৰ বৈশিষ্ট্য কেইবাটাও। প্ৰথম, দুঠাইৰ পৰা (গুৱাহাটী আৰু যোৰহাট) প্ৰকাশিত এইখন হ'ল অসমৰ প্ৰথম বাতৰি কাকত, দ্বিতীয়, নিয়মিতভাৱে এইখন কাকতে প্ৰথম পৃষ্ঠাত ৰঙীণ ছবি প্ৰকাশ কৰিবলৈ লয় আৰু তৃতীয়, এইখন কাকতৰ প্ৰথম পৃষ্ঠাৰ 'আমাৰ অসম' নামটোৰ ওপৰত কাকতখনৰ নীতি 'সত্যনিষ্ঠ সাংবাদিকতাত উৎসৰ্গিত' বুলি প্ৰকাশ কৰা হয়--- যিটো দেখাতেই ব্যতিক্ৰম।

কাকতখনৰ সম্পাদক হ'ল--- বিশিষ্ট সাহিত্যিক শ্ৰীহোমেন বৰগোহাঞি, কাৰ্যবাহী সম্পাদক শ্ৰীমনোজ কুমাৰ গোস্বামী আৰু আৱাসিক সম্পাদক (যোৰহাট সংস্কৰণ) শ্ৰীসুমন্ত চলিহা।

এইখন কাকতেও বিভিন্ন কাৰণত সোনকালে জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হোৱাটো লক্ষ্যণীয় কথা।

### সান্ধ্য দৈনিক

**দেশৰ আন ঠাইৰ দৰে গুৱাহাটীত বিয়লি/সন্ধিয়া পৰত দৈনিক কাকত প্ৰকাশৰ চেষ্টা আৰম্ভ হয় ১৯৮০ চনৰ পৰা। ডাঃ নন্দ কুমাৰ হাজৰিকাৰ সম্পাদনাত 'বিয়লিৰ বাতৰি' নামৰ কাকতখন এই ক্ষেত্ৰত হ'ল বাটকটীয়া। এইখন কাকত অৱশ্যে বেছিদিন নচলিল। আন বহু কাৰণৰ লগতে মুখ্য কাৰণ হ'ল--- বাতৰি প্ৰতিষ্ঠানৰ বাতৰিকে ধৰি সকলোবোৰ বাতৰি আৰু ছবি তপতে তপতে পাব পৰাৰ সুবিধা প্ৰতিষ্ঠানটোৱে কৰি ল'ব পৰা নাছিল।**

১৯৯১ চনৰ ১ জানুৱাৰীত শ্ৰীসূৰ্যকান্ত হাজৰিকাৰ সম্পাদনাত চন্দ্ৰকান্ত প্ৰেছ প্ৰাইভেট লিমিটেডৰ পৰা অৰ্থাৎ 'নতুন দৈনিক' কাকত প্ৰকাশ কৰা প্ৰতিষ্ঠানৰ পৰা প্ৰকাশ পায় 'সান্ধ্য বাতৰি'। দৈনিক কাকত এখন প্ৰকাশৰ বাবে সকলোবোৰ সা-সুবিধা থকাৰ লগতে ব্যৱসায়িক দিশত থকা কাকতৰ কৰ্তৃপক্ষৰ দূৰদৃষ্টিৰ বাবে 'সান্ধ্য বাতৰি'য়ে প্ৰথমতে সফলতা লাভ কৰিছিল যদিও এই কাকতখন পিছত অনিয়মীয়া হৈ বন্ধ হয়। 'সান্ধ্য বাতৰি'ৰ প্ৰথম সংখ্যাত (১৯৯১ চনৰ ১ জানুৱাৰী) 'স্বাগতম '৯১' শীৰ্ষক সম্পাদকীয়ত এইখন কাকতৰ প্ৰকাশৰ উদ্দেশ্য ব্যাখ্যা কৰি কোৱা হয়, 'আমি অনুভৱ কৰিছো, গুৱাহাটীৰ দৰে এখন বৰ্দ্ধিষ্ণু ব্যস্ততাপূৰ্ণ মহানগৰীৰ বাবে এখন সান্ধ্য দৈনিকৰ দীৰ্ঘদিনৰ অভাৱ। এহাতে এই নতুন কাকতে মহানগৰীয় জীৱনৰ এক চাহিদা পূৰণ কৰাৰ লগে লগে অসমৰ সাংবাদিকতাৰ জগতৰ কিছু ৰিক্ততা দূৰ কৰিব বুলি আশা কৰা হৈছে। এনে এখন সান্ধ্য দৈনিক কাকতৰ পৰিসৰ সংকীৰ্ণ বুলি ভবা অনুচিত। বৰঞ্চ এনে কাকতৰ ভূমিকা এখন মহানগৰীৰ বাবে বিশেষ অৰ্থপূৰ্ণ হ'ব পাৰে।.....

সংবাদ পৰিবেশনৰ ক্ষেত্ৰত সান্ধ্য কাকতসমূহৰ বিশেষ তাৎপৰ্য আছে। সাম্প্ৰতিক যুগৰ ক্ষিপ্ৰ পৰিৱৰ্তনৰ সৈতে সংগতি ৰাখি বহু সময়ত এনে কাকত অপৰিহাৰ্য হৈ পৰে। সংবাদপত্ৰৰ প্ৰভাতী সংস্কৰণসমূহত সাধাৰণতে মাজনিশাৰ পাছৰ ঘটনাৱলীৰ সংবাদ পৰিবেশন কৰা সম্ভৱ নহয়। সেয়ে শেষ নিশাৰ সংঘটিত বিষয়ৰ সংবাদ প্ৰভাতী দৈনিকৰ পৰৱৰ্তী সংস্কৰণলৈ ৰাখিব লগা হয়। কিন্তু পাঠকৰ বাবে এনে বিষয়সমূহ বাহী হিচাপে পৰিগণিত হয়। সেয়ে সান্ধ্য দৈনিক কাকতৰ প্ৰয়োজনো বৃদ্ধি পাবলৈ ধৰিছে।....'

১৯৯১ চনৰ ১৫ জুলাইত প্ৰকাশ পায় আন এখন সন্ধিয়াৰ দৈনিক 'মহানগৰ'। অভিজ্ঞান প্ৰিণ্টাৰ্ছত মুদ্ৰিত গুৱাহাটী-২১ ৰ পৰা প্ৰকাশিত এইখন কাকতৰ সম্পাদনা কৰিছিল তাৰ দুবছৰৰ আগতে প্ৰকাশিত সাপ্তাহিক 'অসম'ৰ অন্যতম মূল শ্ৰীমতী অৰূপা বৰুৱাই। ওপৰত 'বিয়লিৰ বাতৰি'ৰ ক্ষেত্ৰত উল্লেখ কৰা একে কাৰণতে এইখন কাকতো বেছি দিন নিটিকিল।

## সাপ্তাহিক / অৰ্দ্ধ-সাপ্তাহিক

ওপৰৰ আলোচনাত অসমীয়া ভাষাত প্ৰকাশিত সাপ্তাহিক, অৰ্দ্ধ-সাপ্তাহিক বা পষেকীয়া কাকতৰ বিষয়ে পৃথকে আলোচনা কৰা হোৱা নাই— প্ৰসংগক্ৰমে সকলোবোৰ কাকতৰ কথা সামৰা হৈছে। দেশে স্বাধীনতা লাভ কৰাৰ পৰৱৰ্তী কালত এনেবোৰ কাকতৰ বিষয়ে এই অধ্যায়ত বেলেগে আলোচনা কৰিব খোজা হৈছে। অৱশ্যে ইয়াকে কৰোঁতে সকলোবোৰ কাকতৰ নাম উল্লেখ কৰাটো অসম্ভৱ বাবে কেৱলমাত্ৰ দীঘলীয়া আয়ুস পোৱা আৰু অসমীয়া বাতৰি কাকতৰ বুৰঞ্জীৰ গতিপথত বিশেষ ভূমিকা লোৱা বুলি স্বীকৃত কাকতৰ বিষয়েহে চমুকৈ আলোচনা কৰিবলৈ যত্ন কৰা হৈছে।

এইখিনিতে উল্লেখ কৰাটো ভাল হ'ব যে যোগাযোগ আৰু পৰিবহণত পিছপৰি থকা অৱস্থাৰ লগতে মূলধনৰ ক্ষেত্ৰত থকা সমস্যাৰ বাবে অসমত সাপ্তাহিক, অৰ্দ্ধ-সাপ্তাহিক আৰু পষেকীয়া কাকতৰ সংখ্যা অধিক। আৰু এটা বিশেষ দিশ আছে। দেশে স্বাধীনতা পোৱাৰ আগতে প্ৰকাশ পোৱা দৈনিক কাকতকেইখন প্ৰথমে সাপ্তাহিক ৰূপেহে আৰম্ভ হৈছিল। 'দৈনিক বাতৰি' প্ৰকাশৰ আগতে যোৰহাটৰ ঠেঙালৰ বৰুৱা পৰিয়ালে সাপ্তাহিক 'বাতৰি'হে উলিয়াইছিল। 'অসমীয়া' কাকতখনো প্ৰথমে সাপ্তাহিক আছিল। সাপ্তাহিক কাকত পৰিচালনাৰ অভিজ্ঞতাৰে সাপ্তাহিকৰ লগতে 'দৈনিক অসমীয়া' প্ৰকাশ হয়। ৰাধাগোবিন্দ বৰুৱাৰ ইংৰাজী দৈনিক 'আছাম ট্ৰিবিউন' কাকতো প্ৰথমে সাপ্তাহিকহে আছিল। দীৰ্ঘদিন ধৰি সাপ্তাহিক 'জনমভূমি' প্ৰকাশ কৰাৰ দীৰ্ঘদিনীয়া অভিজ্ঞতাৰেহে যোৰহাটৰ শৰ্মা পৰিয়ালে 'দৈনিক জনমভূমি' প্ৰকাশ কৰিছিল।

### 'অসম বাণী'

দেশে স্বাধীনতা লাভ কৰাৰ পিছত উল্লেখযোগ্য প্ৰথম সাপ্তাহিক অসমীয়া কাকতখন হ'ল 'অসম বাণী'। এই কাকতখন প্ৰকাশ কৰে 'আছাম ট্ৰিবিউন' প্ৰতিষ্ঠানে। ১৯৫৫ চনত প্ৰকাশিত এইখন কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক হ'ল শ্ৰীসতীশ চন্দ্ৰ কাকতী – যিজন আছিল তেতিয়া সেই প্ৰতিষ্ঠানৰ পৰা প্ৰকাশিত দৈনিক ইংৰাজী কাকত 'আছাম ট্ৰিবিউন'ৰো সম্পাদক। ১৯৫৫ চনৰ এক জুলাইৰ পৰা এইখন কাকতৰ প্ৰকাশ আৰম্ভ হয়।

কাকতখনৰ প্ৰথম সংখ্যাত প্ৰকাশিত 'আমাৰ সংকল্প' শীৰ্ষক সম্পাদকীয়ত অন্যান্য কথাৰ লগতে কোৱা হয়, 'অসমলৈ নিতৌ অহা বাহিৰৰ কাকতে অসমৰ আত্মপ্ৰতিষ্ঠাৰ বাটত ভেটা দিবলৈ সকলোবিধ অপচেষ্টা কৰিছে— ই অৱশ্যে নতুন কথা নহয়— পুৰণি কথা, নতুন পৰ্যায় আৰু উৎকট ৰূপত আমাক ই আঘাত কৰিবলৈ চেষ্টা কৰিছে। এই আঘাতক প্ৰতিৰোধ কৰিবলৈ বৃজন সংখ্যক বাতৰিকাকত আমাৰ মাজত নথকাত আমি কেতিয়াবা নিঃসহায় অনুভৱ কৰিছো।

বাহিৰৰ অপপ্ৰচাৰ ইমান প্ৰবল যে আমাক আৰু সৰহ সংখ্যক বাতৰিকাকত লাগে।

অসমৰ প্ৰায় ২৫,০০০ গাৱঁত বাতৰিকাকত পৰিচালনা কৰা কেৱল ব্যয়বহুল কথাই নহয়, ইয়াৰ বাটত অলেখ বাধা-বিঘিনিও আছে। তথাপিও আমি ভাবিছো অসমীয়া জাতিৰ এই সন্ধিক্ষণত ব্যয়বাহুল্য হ'লেও নতুন বাতৰিকাকত উলিওৱা এক জাতীয় কৰ্তব্য। এই কৰ্তব্যৰ আহ্বানতেই 'অসম বাণী'ক ৰাইজৰ ওচৰত আগবঢোৱা হ'ল।'

সুন্দৰ ছপা, অংগসজ্জা আৰু প্ৰায় প্ৰতি পৃষ্ঠাত ছবিৰে বিভিন্ন আকৰ্ষণীয় শিতানেৰে প্ৰথমৰ পৰাই কাকতখনে পঢ়ুৱৈ ৰাইজৰ আদৰ পাবলৈ ধৰে। 'সপ্তাহটোৰ ৰাশিফল' আৰু 'সপ্তাহপঞ্জী'-- এই দুটা শিতানৰ উপৰি কাকতখনৰ জনপ্ৰিয় কেইটামান শিতান হ'ল--- 'কথাচহকী ভলভলীয়া'ৰ 'কথাৰ সাগৰ', 'মইনা-পাৰিজাত চ'ৰা', 'খেলপথাৰৰ পৰা', 'আইদেউৰ বুলনি', 'ব্যক্তিত্ব এভুমুকি', 'মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ' আৰু চলচ্চিত্ৰ নাটক- ৰেডিঅ' আদিৰ বিষয়ে থকা এটা বিশেষ পৃষ্ঠা। প্ৰথম অৱস্থাত ভালেমান নতুন চ'ৰা মুকলি কৰিলেও পৰৱৰ্তী কালত সেইবোৰৰ সৰহভাগেই স্থায়ী নহ'ল। অৱশ্যে প্ৰথমৰে পৰা কাকতখনে সেই সময়ৰ বিখ্যাত অসমীয়া লেখক-লেখিকাসকলৰ যোগেদি প্ৰবন্ধাদি লেখোৱাত কাকতখনৰ গুৰুত্ব বাঢ়িছিল। ডঃ মহেশ্বৰ নেওগ, ডঃ মহেন্দ্ৰ বৰা, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ লক্ষ্মীহীৰা দাস, প্ৰীতি ভট্টাচাৰ্য (বৰুৱা) আদি আছিল কাকতখনৰ নিয়মীয়া লেখক লেখিকা। আনহাতে, 'বাপটি'ৰ কাৰ্টুন আছিল আন এক আকৰ্ষণ। হাস্য আৰু ব্যংগ ৰচনাৰ নিয়মিত শিতান 'কথাৰ সাগৰ'ৰ 'কথাচহকী' আছিল পূৰ্বৰ 'অসমীয়া' কাকতৰ অন্যতম সম্পাদক যোগেন্দ্ৰ নাথ বৰকাকতী। মৃত্যু পৰ্যন্ত তেওঁ এই শিতান লিখিছিল।

শ্ৰীসতীশ চন্দ্ৰ কাকতীৰ দিনত কাকতখনৰ চৰিত্ৰ আছিল 'পৰিয়ালৰ সকলোৰে বাবে উপযোগী এখন কাকত'। পৰৱৰ্তী সম্পাদক শ্ৰীতিলক চন্দ্ৰ হাজৰিকাৰ দিনত কাকতখনৰ চৰিত্ৰ সলনি হয়— কাকতখন হৈ পৰে চৰকাৰৰ দোষ ত্ৰুটি চোকা ভাষাত উদঙাই দিয়া 'এক শক্তিশালী মাধ্যম'। তাৰ পিছৰজনা সম্পাদক শ্ৰীফণী তালুকদাৰৰ দিনত সেই চৰিত্ৰ সলনি হয় আৰু কাকতখন হৈ পৰে 'স্থিতাৱস্থা' ৰক্ষাৰ পৃষ্ঠপোষক। পৰৱৰ্তী সম্পাদক শ্ৰীনিৰোদ চৌধুৰীয়ে শ্ৰীতালুকদাৰৰ পৰা ফালৰি কাটি কিছু ব্যতিক্ৰম চৰিত্ৰ দিবলৈ যত্ন কৰে। শ্ৰীহোমেন বৰগোহাঞিয়ে সেই নীতি সলনি কৰি চৰকাৰৰ বিভিন্ন ত্ৰুটি-বিচ্যুতি শক্তিশালীভাৱে উদঙাই দিবলৈ যত্ন কৰে। শ্ৰীবৰগোহাঞিৰ পৰৱৰ্তী সম্পাদক হয় শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া। 'গৰীয়সী'ৰ সম্পাদক হৈ থকা সময়তে অস্থায়ীভাৱেহে তেওঁ কাকতখনৰ দায়িত্ব ল'ব লগা হয়। পৰৱৰ্তী সম্পাদক হ'ল শ্ৰীদিলীপ চন্দন।

## 'অসম বাতৰি'

অসমীয়া ভাষাৰ সাংবাদিকতাৰ গতিপথত এক নতুন অধ্যায়ৰ সূচনা কৰে ১৯৬৩ চনত গুৱাহাটীৰ ভৰলুমুখৰ গুৱাহাটী প্ৰেছ প্ৰাইভেট লিমিটেডৰ পৰা শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত প্ৰকাশিত তিনিদিনীয়া 'অসম বাতৰি' নামৰ কাকতখনে। 'আমাৰ পদক্ষেপ' নামৰ কাকতখনৰ উদ্বোধনী সংখ্যাত প্ৰকাশিত সম্পাদকীয়ত অন্যান্য কথাৰ লগতে কোৱা হয়, . .'পঢ়ুৱৈ সমাজৰ সদা-জাগ্ৰত সচেতন মনে পৰিপুষ্টিৰ বাবে নানা সমল বিচাৰিছে। আজিৰ এই ক্ষিপ্ৰ ৰকেটৰ যুগত বিৰাটাকাৰ কিতাপ পঢ়িবলৈ বহুতৰে সময় নাই। তেওঁলোকে বাতৰি কাকত পঢ়িযেই ক্ষান্ত হয়, কাৰণ, আজিৰ বাতৰিকাকত এখন কেৱল ৰসহীন সংবাদৰ তালিকাই নহয়, তাত পোৱা যাব শিল্প সাহিত্য কলা আৰু বিবিধ ক্ৰীড়া প্ৰমোদৰ সুন্দৰ আলেখ্য। সাংবাদিকতা আৰু কলাৰ মৰ্যাদা অটুট ৰাখি অবিকৃতভাৱে দেশ-বিদেশৰ বাতৰি ৰসঘন নানান কথা কাহিনীচিত্ৰ আৰু সমালোচনা আমাৰ সহৃদয় পাঠক সমাজৰ আগত দাঙি ধৰাটো হ'ব আমাৰ কামা।' .

কাকতখনৰ বিভিন্ন শিতানৰ দায়িত্বত আছিল সেই সময়ৰ বিভিন্ন বিশিষ্ট ব্যক্তি। যেনে— শিশুৰ শিতান 'ওমলা ঘৰ' চলাইছিল 'সপোন ককা'ৰ নামত খ্যাতনামা কবি শ্ৰীনৱকান্ত বৰুৱাই। 'ৰঙ্গমঞ্চ-বোলছবি' শিতানৰ দায়িত্বত আছিল বিশিষ্ট গল্পকাৰ- ঔপন্যাসিক শ্ৰীনিৰোদ চৌধুৰী। খেলৰ শিতান চলাইছিল তেতিয়াৰ আইনজীৱী, 'আকাশবাণী'ত খেলৰ চলন্ত বিৱৰণি দিওঁতা আৰু পৰৱৰ্তী কালত কেন্দ্ৰীয় মন্ত্ৰী হোৱা দীনেশ চন্দ্ৰ গোস্বামীয়ে। 'মহিলা জগত'ৰ দায়িত্বত আছিল বিশিষ্ট সাহিত্যিক শ্ৰীযুতা প্ৰবীণা শইকীয়া। 'দেৱাঃ ন জানন্তি' নামৰ অতিশয় জনপ্ৰিয় শিতানটোৰ লেখক আছিল কাকতখনৰ সম্পাদক শ্ৰীশইকীয়া নিজেই।

এই কাকতৰ যোগেদিয়েই সাংবাদিকতাৰ জগতত প্ৰবেশ কৰি পৰৱৰ্তী কালত অসমৰ সাংবাদিক জগতত বিশিষ্ট স্থান লাভ কৰা সাংবাদিক যথেষ্ট সংখ্যক আছে। সুদক্ষ পৰিচালনাৰ অভাৱত এই জনপ্ৰিয় কাকতখনৰ আয়ুস আশা কৰাৰ দৰে দীঘলীয়া নহ'ল। সম্পাদক পদৰ পৰা শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই ১৯৬৭ চনত পদত্যাগ কৰাত

শ্ৰীচাৰু মহন্তই কাকতখনৰ দায়িত্ব লয়। তেওঁ বেছিদিন নাথাকিল। তেওঁৰ পিছত পৰৱৰ্তী কালত বিধায়ক আৰু মন্ত্ৰী হোৱা অনিল দাসে আৰু শেষত নীৰণ ভূঞা সম্পাদক হয়। প্ৰায় ১৯৭০ চনত কাকতখন বন্ধ হয়।

### 'সাপ্তাহিক নীলাচল'

ৰাজ্যখনৰ বিশিষ্ট, গ্ৰন্থ প্ৰকাশক প্ৰতিষ্ঠানৰূপে এসময়ত নলবাৰীৰ 'দত্ত বৰুৱা এণ্ড কোম্পানী' জনাজাত আছিল। এই প্ৰতিষ্ঠানৰ পৰিয়ালে মালিগাওঁত 'শ্ৰীগুৰু প্ৰেছ' নামেৰে এটা প্ৰেছ প্ৰতিষ্ঠা কৰি তাৰে পৰাই ১৯৬৮ চনৰ ২ অক্টোবৰত প্ৰকাশ কৰে সাপ্তাহিক 'নীলাচল'। লগে লগে অসমৰ সাংবাদিকতাৰ জগতত আনুষ্ঠানিকভাৱে প্ৰৱেশ কৰে গল্পকাৰ-ঔপন্যাসিক শ্ৰীহোমেন বৰগোহাঞিয়ে। শ্ৰীবৰগোহাঞিৰ সম্পাদনাত প্ৰকাশ পোৱা এইখন কাকতৰ প্ৰথম সংখ্যাত 'আমাৰ কথা' শীৰ্ষক সম্পাদকীয়ত কাকতখনৰ নীতি ব্যাখ্যা কৰি অন্যান্য কথাৰ লগতে কোৱা হয়, 'আমাৰ উদ্দেশ্য হ'ব বিভিন্ন দৃষ্টিকোণৰ পৰা সমাজৰ বিষয়ে খৰচি মাৰি চিন্তা কৰা, আলোচনা কৰা, বিশ্লেষণ কৰা আৰু সমালোচনা কৰা যাতে চিন্তাবিমুখ স্বাৰ্থপৰ নেতাৰ হাতৰ পৰা প্ৰাথমিক মিথ্যাচাৰৰ পৰা, অৰ্দ্ধসত্য, অসত্য আৰু ভুল সংস্কাৰৰ নাগপাশৰ পৰা আমি সমাজক মুক্ত কৰিব পাৰো।'

১৯৭৭ চনত শ্ৰীবৰগোহাঞিয়ে কাকতখনৰ সম্পাদকৰ পদ এৰাত অন্যতম স্বত্বাধিকাৰী শ্ৰীমুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই সম্পাদকৰ দায়িত্ব লয়। পৰৱৰ্তী সম্পাদকসকল হ'ল সৰ্বশ্ৰী ভবেন্দ্ৰনাৰায়ণ দত্তবৰুৱা, ৰমেন্দ্ৰনাৰায়ণ দত্তবৰুৱা (মুখ্য সম্পাদক), অঞ্জন শৰ্মা, ডঃ গোবিন্দ দাস আৰু শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা। মুখ্য সম্পাদক তথা অন্যতম স্বত্বাধিকাৰ শ্ৰীৰমেন্দ্ৰনাৰায়ণ দত্তবৰুৱাক ১৯৯৪ চনত টাডা'ত গ্ৰেপ্তাৰ কৰাত কাকতখনৰ প্ৰকাশ প্ৰায় ছমাহ বন্ধ থাকে।

### 'গণতন্ত্ৰ'/'মহাজাতি'

ৰাজ্যখনৰ দুখন জিলাৰ সদৰ— নগাওঁ জিলা নগাওঁ আৰু দৰং জিলাৰ তেজপুৰৰ পৰা নিয়মীয়াকৈ দুখন সাপ্তাহিক কাকত প্ৰকাশ পোৱাটো উল্লেখযোগ্য। বিশিষ্ট মুক্তিযুঁজাৰু পূৰ্ণকান্ত শৰ্মাই নগাৱঁৰ গণতন্ত্ৰ প্ৰেছৰ পৰা 'গণতন্ত্ৰ'ৰ প্ৰকাশ আৰম্ভ কৰে ১৯৬২ চনত। শ্ৰীশৰ্মাৰ পিছত তেওঁৰ পুত্ৰ জীতেন শৰ্মাই আৰু তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ পত্নী আৰতী শৰ্মাই কাকতখন সম্পাদনাৰ দায়িত্ব লয়। কাকতখন নগাওঁ জিলাতে ঘাইকৈ সীমিত। আনহাতে, শ্ৰীপূৰ্ণনাৰায়ণ সিংহই তেজপুৰৰ পৰা ১৯৬৪ চনত আৰম্ভ কৰে সাপ্তাহিক 'মহাজাতি'। পৰৱৰ্তী কালত শ্ৰীসিংহ মুখ্য সম্পাদক আৰু তেওঁৰ পুত্ৰ শ্ৰীপ্ৰণৱ সিংহ সম্পাদক হয়। এই দুয়োখন কাকত এতিয়াও নিয়মীয়াকৈ প্ৰকাশ পাই আছে।

### সাদিনীয়া 'নৱযুগ'

বাংলা ভাষাৰ জনপ্ৰিয় আলোচনী 'দেশ'ৰ নিচিনা সাপ্তাহিক বাতালোচনী এখন অসমীয়া ভাষাত উলিওৱাৰ উদ্দেশ্য আগত লৈ, ১৯৬৩ চনত গুৱাহাটীৰ লক্ষ্মী প্ৰিন্টিং প্ৰেছৰ পৰা ৰেলতলাৰ ৰাণীৰ পৰিয়ালে প্ৰকাশ কৰে 'সাদিনীয়া নৱযুগ' সম্পাদকৰ দায়িত্ব লয় প্ৰথিতযশা সাহিত্যিক ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই। এই বাতালোচনীখনৰ লগত জড়িত বিশিষ্ট সাহিত্য সেৱীসকলৰ ভিতৰত অন্যতম আছিল কমলনাৰায়ণ চৌধুৰী, যিজনে 'চিন্তাহৰণ হাজৰিকা'ৰ নামত এটা ব্যংগ ৰচনাৰ শিতান লিখিছিল। প্ৰথম অৱস্থাত শ্ৰীলক্ষ্যধৰ চৌধুৰীয়েও 'মিঠা-তিতা' নামৰ এটা শিতান লিখিছিল, বিশিষ্ট কলা সমালোচক শ্ৰীনীলমণি ফুকনৰ উপৰিও আব্দুল লেইচ, শ্ৰীসদা শইকীয়া, শ্ৰীপুলক গগৈ আদি ব্যক্তি ঘনিষ্ঠভাৱে জড়িত থকাত বাৰ্তালোচনীখন জনপ্ৰিয় হ'লেও, পৰিচালনাৰ ক্ৰটিৰ বাবে দীঘলীয়া আয়ুস নাপালে। ১৯৬৬ চনত সাদিনীয়া নৱযুগ বন্ধ হৈ গ'ল।

### 'অগ্ৰদূত'

১৯৭১ চনৰ এক ফেব্ৰুৱাৰীত পষেকীয়া অসমীয়া কাকতৰূপে মঙলদৈত প্ৰকাশ আৰম্ভ হোৱা 'অগ্ৰদূত' নামৰ কাকতখনৰ সম্পাদক আৰু স্বত্বাধিকাৰী হ'ল শ্ৰীকনকসেন ডেকা। কাকতখন প্ৰকাশৰ স্থান ১৯৭৩ চনৰ জুলাই মাহত গুৱাহাটীলৈ স্থানান্তৰ কৰাৰ লগে লগে কাকতখন সাপ্তাহিক আৰু ১৯৭৪ চনত অৰ্দ্ধ-সাপ্তাহিকলৈ ৰূপান্তৰ কৰা হয়। ১৯৯৫ চনৰ ফেব্ৰুৱাৰী মাহত 'অগ্ৰদূত'ৰ ৰূপালী জয়ন্তী পালন কৰা হয়।

দেশত আভ্যন্তৰীণ জৰুৰী অৱস্থা প্ৰৱৰ্তনৰ সময়ত অসমৰ আন কেইবাখনো কাকতৰ লগতে এইখন কাকততো ১৯৭৬ চনত প্ৰি-চেন্সৰশ্বিপ প্ৰৱৰ্তন কৰা হয়। কাকতখনৰ সম্পাদক শ্ৰীডেকাৰ মতে, ('অগ্ৰদূত'— ৰূপালী জয়ন্তী সংখ্যা 'অগ্ৰদূত পঁচিশ বছৰত' শীৰ্ষক প্ৰবন্ধ) 'অগ্ৰদূতত প্ৰকাশিত এলানি সম্পাদকীয় পুথিৰ আকাৰত প্ৰকাশ পোৱাত চাৰি বছৰৰ ভিতৰতেই ১৩ বাৰ মুদ্ৰণ হোৱাটো অসমৰেই নহয়, দেশখনৰেই অভিলেখ সৃষ্টিকাৰী ঘটনা।'

১৯৮০ চনত অসমৰ যিকেইখন বাতৰিকাকতৰ ওপৰত 'চেন্সৰশ্বিপ' প্ৰয়োগ কৰিছিল, তাৰ ভিতৰত 'অগ্ৰদূত' কাকতো আছিল অন্যতম।

একেটা প্ৰতিষ্ঠানৰে পৰা 'অকণিৰ অগ্ৰদূত' (শিশুৰ মাহেকীয়া) আৰু 'শ্ৰীময়ী' (মহিলাৰ মাহেকীয়া) আলোচনী প্ৰকাশ পায়। সম্পাদক হ'ল ক্ৰমে শ্ৰীবেণী মাধব আৰু শ্ৰীৰমেন শইকীয়া। 'দৈনিক অগ্ৰদূত'ৰ কথা ওপৰত উল্লেখ কৰা হৈছে।

## 'সাদিন'

'৮০ আৰু '৯০ দশক দুটা অসমীৰ বাতৰিকাকতৰ বুৰঞ্জীত অতি উল্লেখযোগ্য বুলি চিহ্নিত হৈ ৰ'ব। সাপ্তাহিক কাকতৰ কথালৈ আহিলে দেখা যায় যে ১৯৮৯ চনত দুখন ভিন্ন স্বাদৰ অথচ প্ৰায় একে দৃষ্টিভংগীৰ সাপ্তাহিক কাকত গুৱাহাটীৰ পৰা প্ৰকাশ পায় প্ৰায় তিনি মাহৰ আগা পিছাকৈ। 'অসম বাণী'ৰ সম্পাদকৰূপে খ্যাতি লাভ কৰা শ্ৰীতিলক হাজৰিকা মুখ্য সম্পাদক আৰু শ্ৰীঅজিত কুমাৰ ভূঞাক সম্পাদকৰূপে লৈ 'সাদিন'ৰ নিয়মীয়া প্ৰথম সংখ্যাটো প্ৰকাশ পায় ১৯৮৯ চনৰ ৬ জানুৱাৰী তাৰিখে। কাকতখনৰ চানেকি সংখ্যা প্ৰকাশ পাইছিল ১৯৮৮ চনৰ ১৮ ডিচেম্বৰ তাৰিখে। সেই সংখ্যাত কাকতখনৰ নীতি ঘোষণা কৰি অন্যান্য কথাৰ লগতে কোৱা হয়, ' এক স্থিৰ বিশ্বাস আৰু পবিত্ৰ অনুভূতি দ্বাৰা আমি পৰিচালিত হৈছো। সেইটো হৈছে সংবাদৰ প্ৰথম চৰ্তটো। এই চৰ্তই ৰাইজক দিছে সকলো কথা জনাৰ অধিকাৰ আৰু বাতৰিকাকতক দিছে সকলো কথাকে ৰাইজক জনোৱাৰ অধিকাৰ। এই অধিকাৰ মৌলিক অধিকাৰ। সংবাদপত্ৰ মাথোন ৰাইজৰ কণ্ঠস্বৰ। এই সুউচ্চ আদৰ্শ আৰু মহৎ বিশ্বাসক আগত ৰাখি আমি 'সাদিন'ৰ শুভাৰম্ভ কৰিছো ।'

মুখ্য সম্পাদক পদৰ পৰা শ্ৰীতিলক চন্দ্ৰ হাজৰিকাই স্বাস্থ্যজনিত কাৰণত অৱসৰ লয় ১৯৯২ চনৰ শেষৰ পিনে।

সম্পাদক ভূঞাক তিনিবাৰ গ্ৰেপ্তাৰ কৰা হয়। প্ৰথমবাৰ ১৯৯২ চনৰ ৬ মাৰ্চত ৰাষ্ট্ৰীয় নিৰাপত্তা আইনত। ৩ মে'ত তেওঁক মুক্তি দিয়া হয়। দ্বিতীয়বাৰ গ্ৰেপ্তাৰ কৰা হয় ১৯৯৪ চনৰ ৪ জুলাইত। মুক্তি দিয়া হয় ২৬ ছেপ্টেম্বৰত। ১৯৯৭ চনৰ ২৪ আগষ্টৰ নিশা ভূঞাক বিভিন্ন অভিযোগত গ্ৰেপ্তাৰ কৰা হয় আৰু গুৱাহাটীৰ উচ্চ ন্যায়ালয়ে তেওঁক জামিনত মুক্তি দিয়ে একে বছৰৰে ৩ ডিচেম্বৰ তাৰিখে।

**বাতৰি পৰিবেশনত নতুনত্বৰ স্বাক্ষৰ বহন কৰা এইখন কাকতে ভালেমান জনপ্ৰিয় শিতানৰ সংযোজন কৰে। ৰাজনৈতিক ব্যংগ লেখা প্ৰকাশতো এইখন কাকতে বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰে।**

**'সাদিন' গোষ্ঠীৰ পৰাই 'পষেক' নামৰ এখন পষেকীয়া বাৰ্তালোচনী শ্ৰীঅজিত কুমাৰ ভূঞাৰ সম্পাদনাতে ওলায় যদিও এইখন স্থায়ী নহ'ল।**

## 'বুধবাৰ'

শ্ৰীপৰাগ কুমাৰ দাসৰ সম্পাদনাত 'বুধবাৰ' প্ৰকাশ কৰে 'এছ ডি পাব্লিকেশ্বনছ (প্ৰাঃ) লিমিটেডে'। "সূচনা সংখ্যা" প্ৰকাশ পায় ১৯৮৯ চনৰ ২৯ মাৰ্চত। 'আমাৰ চিনাকি' শীৰ্ষক সেই সংখ্যাত প্ৰকাশিত সম্পাদকীয়ত কাকতখন প্ৰকাশৰ পটভূমি আৰু নীতি ব্যাখ্যা কৰি অন্যান্য কথাৰ লগতে কোৱা হয়, "অসমত আজি আৰ্থ সামাজিক দিশৰ সৰ্বাংগীন উন্নয়নৰ নিমিত্তে নতুন চিন্তা-চৰ্চাৰ প্ৰয়োজন হৈছে, মুকলি-মূৰীয়া মনৰ প্ৰয়োজন হৈছে। নিৰপেক্ষভাৱে ৰাইজৰ স্বাৰ্থৰ হকে মাত-মাতিব পৰাকৈ নতুন মঞ্চৰ প্ৰয়োজন হৈছে।"

নতুন নতুন শিতানেৰে সমৃদ্ধ এই কাকতখনে বিভিন্ন সমস্যাৰ বিষয়ে মেজমেল পাতি, সেই আলোচনাৰ সবিশেষ প্ৰকাশ কৰি এক অভিনৱ প্ৰথাৰ সূচনা কৰে। কাকতখনৰ নিয়মিত প্ৰকাশ আৰম্ভ হয় ১৯৮৯ চনৰ ২৯ এপ্ৰিলৰ পৰা।

কাকতখনৰ তীব্ৰ চৰকাৰবিৰোধী ভূমিকাৰ বাবে চৰকাৰে সম্পাদক শ্ৰীপৰাগ কুমাৰ দাসক দুবাৰ গ্ৰেপ্তাৰ কৰে। প্ৰথমবাৰ গ্ৰেপ্তাৰ কৰে ১৯৫২ চনৰ ৬ মাৰ্চত, দ্বিতীয়বাৰ ১৯৯৩ চনৰ ৮ ফেব্ৰুৱাৰীত শ্ৰীদাসৰ লগতে কাকতখনৰ প্ৰকাশক শ্ৰীকৃষ্ণকান্ত বৰুৱা আৰু মুদ্ৰক শ্ৰীনৃপেন শৰ্মাকো 'টাডা'ত গ্ৰেপ্তাৰ কৰা হয়। চৰকাৰে অভিযোগ প্ৰতিপন্ন কৰিব নোৱাৰাত আদালতে তিনিওজনক মুক্তি দিয়ে।

নীতিগত বিষয়ত মতান্তৰ ঘটাত ১৯৯৩ চনত শ্ৰীপৰাগ কুমাৰ দাসক কাকতখনৰ কৰ্তৃপক্ষই সম্পাদক পদৰ পৰা অব্যাহতি দিয়ে। তাৰ পিছত শ্ৰীদাসে 'আগান' নামৰ দহদিনীয়া কাকত এখন উলিয়ায় (প্ৰথম সংখ্যাৰ প্ৰকাশ ১৯৯৪ চনৰ ২১ এপ্ৰিল) যদিও সেই কাকতখন স্থায়ী নহ'ল। অসমীয়া ভাষাত দহদিনীয়া কাকত এইখনেই সৰ্বপ্ৰথম।

পৰৱৰ্তী সম্পাদক হয় শ্ৰীকমল চন্দ্ৰ গগৈ। ১৯৯৫ চনৰ ফেব্ৰুৱাৰীৰ পৰা প্ৰায় দহ মাহ তেওঁ কাকতখন সম্পাদনা কৰে। দ্বিতীয়বাৰৰ বাবে কাকতখনৰ প্ৰকাশ কিছুদিন বন্ধ ৰখা হয়। পুনৰ শ্ৰীদীপক মহন্তৰ সম্পাদনাত

কাকতখন ১৯৯৫ চনৰ মাজ ভাগৰ পৰা প্ৰকাশ পালেও শ্ৰীমহন্তই পদত্যাগ কৰাত সেই বছৰৰে শেষৰ পিনে কাকতখনৰ পৰিচালক সম্পাদকৰ দায়িত্বভাৰ লয় কাকতখনৰ অন্যতম স্বত্বাধিকাৰ শ্ৰীদিলীপ শৰ্মাই।

**'প্ৰান্তিক'**

১৯৮১ চনৰ এক ডিচেম্বৰত প্ৰকাশ পায় "শ্ৰীপ্ৰদীপ বৰুৱাৰ দ্বাৰা মুদ্ৰিত, প্ৰকাশিত আৰু সম্পাদিত" 'প্ৰান্তিক' নামৰ বাৰ্তালোচনীখন— যিখন ইতিমধ্যে অসমীয়া বাতৰি কাকতৰ জগততেই নহয়- অসমীয়া ভাষা সাহিত্যৰ জগততো বিশিষ্ট স্থান অধিকাৰ কৰিছে। সাহিত্য আৰু চলচ্চিত্ৰ জগতৰ স্বনামধন্য ব্যক্তি ডঃ ভবেন্দ্ৰ নাথ শইকীয়া হ'ল এই পয়েকীয়া আলোচনীখনৰ মুখ্য সম্পাদক। সম্পাদক শ্ৰীপ্ৰদীপ গোবিন্দ বৰুৱা।

**'উৰুলি'**

অসমীয়া ভাষাত কেৱল মহিলাৰ বাবে প্ৰকাশিত প্ৰথমখন বাতৰি কাকত আছিল পয়েকীয়া 'উৰুলি'। "অসমীয়া ভাষাত সৰ্বপ্ৰথম মহিলাৰ পয়েকীয়া পত্ৰিকা" বুলি ঘোষণা কৰা এই কাকতখন প্ৰকাশ হৈছিল গুৱাহাটীৰ বামদেৱ প্ৰেছৰ পৰা ১৯৬৪ চনৰ ১৬ মে' তাৰিখে। তাৎপৰ্যপূৰ্ণভাৱে মহিলাৰ এই পয়েকীয়া কাকতখনৰ সম্পাদক মহিলা নাছিল— আছিল পুৰুষহে। তেওঁ হ'ল বিশিষ্ট সাহিত্যিক শ্ৰীহেমচন্দ্ৰ শৰ্মা। কাকতখনৰ "আবাহন" শীৰ্ষক প্ৰথম সংখ্যাত প্ৰকাশিত সম্পাদকীয়ত অন্যান্য কথাৰ লগতে কোৱা হয় "অন্যান্য উন্নত দেশৰ সমানে খোজ মিলাবলৈ আজি আমাৰ দেশে ক্ষিপ্ৰভাৱে খোজ দিব লগা হৈছে। আমাৰ মুঠ জনসংখ্যাৰ প্ৰায় আধা অংশ এটা নিষ্ক্ৰিয় হৈ থাকিলে সামূহিক প্ৰগতিৰ এই খোজ মন্থৰ হ'বলৈ বাধ্য। আজি জাতিৰ সাংস্কৃতিক, আৰ্থিক, নৈতিক— এই সৰ্বাংগীন উন্নয়ন প্ৰচেষ্টাত নাৰীয়ে প্ৰশংসনীয় সেৱা আগবঢ়াইছে যদিও ক্ষিপ্ৰ প্ৰগতিৰ বাবে দেশে নাৰী সমাজৰ পৰা আৰু সহযোগিতা বিচাৰিছে— পূৰ্ণ সহযোগিতা। দেশে দাবী কৰা এই পূৰ্ণ সহযোগিতাৰ বাবে 'উৰুলি'য়ে আমাৰ মহিলা সমাজক সামান্যভাৱে হ'লেও অনুপ্ৰেৰণা দিয়ক— এয়ে আমাৰ কামনা।" .

এই কাকতখনৰ আয়ুস দীঘলীয়া নহ'ল।

## ইংৰাজী ভাষাৰ কাকত

**'টাইমছ অৱ আছাম'**

অসমত ইংৰাজী ভাষাৰ প্ৰথমখন কাকত 'টাইমছ অৱ আছাম' ডিব্ৰুগড়ৰ পৰা ১৮৯৫ চনৰ ৫ জানুৱাৰীত প্ৰকাশ কৰে ৰাধানাথ চাংকাকতিয়ে। ১৯৯৭ চন পৰ্যন্ত অসমত মাত্ৰ তিনিখন কাকতেহে ৫০ বছৰ অতিক্ৰম কৰিব পাৰিছে। প্ৰথমখন হ'ল "টাইমছ অৱ আছাম" (১৮৯৫-১৯৪৭ আৰু ১৯৪৮-১৯৫০(?), দ্বিতীয়খন হ'ল "আছাম ট্ৰিবিউন" ১৯৩৯—) আৰু তৃতীয়খন হ'ল সাপ্তাহিক 'জনমভূমি' (১৯৪৭-১৯৯৭)।

১৮৫৩ চনত জন্ম গ্ৰহণ কৰা আৰু তেতিয়াৰ এণ্ট্ৰেন্স (এতিয়াৰ হাইস্কুল শিক্ষান্ত) পৰীক্ষাত উত্তীৰ্ণ হৈ ডিব্ৰুগড়তে চাকৰি কৰা চাংকাকতিয়ে ১৮৮১ চনত ডিব্ৰুগড়ৰ আমোলাপট্টিৰ থিয়েটাৰ ঘৰৰ ওচৰতে খেৰী ঘৰ এটাত ছপাশাল আৰম্ভ কৰি বিভিন্ন দুৰ্যোগৰ সন্মুখীন হৈও পৰাজয় স্বীকাৰ নকৰি অসমৰ প্ৰথমখন ইংৰাজী কাকত প্ৰকাশ কৰাৰ কাহিনী অতি চমকপ্ৰদ। হাতত সম্বল নাথাকিলেও উদ্যম, অধ্যৱসায় আৰু মনৰ দৃঢ়তাৰ ফলত কেনেদৰে সফলকাম হ'ব পাৰি, চাংকাকতিৰ জীৱনেই তাৰ উজ্জ্বল প্ৰমাণ।

ডিব্ৰুগড়ৰ 'চিভিল চাৰ্জন' (আজিকালি জিলা স্বাস্থ্য বিষয়া) তেতিয়া আছিল স্বনামধন্য ব্যক্তি ডাঃ বেৰী হোৱাইট। ইংৰাজী বাৰ্তাৰকাকত এখন প্ৰকাশৰ বাবে উৎসাহ দিয়াতেই ক্ষান্ত নাথাকি ডাঃ হোৱাইটে ইংলেণ্ডৰ পৰা ডিব্ৰুগড়ত থকা ৰেল কোম্পানীৰ উচ্চ বিষয়া এজনৰ মাৰফৎ সকলোবোৰ সা-সৰঞ্জামেৰে এটি ছপাশাল পঠায়। ছপাশালটো কিন্তু চাংকাকতিৰ ওচৰ নাপালেহি— ৰেল কোম্পানীৰ মেনেজাৰজনে সেইটো ৰাখি থৈ দিলে— ৰেলৰ টিকট আদি ছপা কৰিবলৈ। চাংকাকতিয়ে বন্ধু-বান্ধৱৰ পৰা ধনৰ যোগাৰ কৰি কলিকতাৰ পৰা কাঠৰ ছপাশাল এটা আনিলে। ছপাশালটো বহুৱাই সৰুসুৰা ছপাৰ কাম আৰম্ভ কৰোঁতেই কোনোবাই নিশা জুই লগাই দিয়াত ছপাশালটো ধ্বংস পালে। চাংকাকতি কিন্তু হতাশ নহ'ল। পুনৰ ধাৰ-ধুৰ কৰি সেই ঠাইতে এটি ছপাশাল বহুৱালে। অনহাতে কাকতখনৰ কাম আৰম্ভ কৰিবলৈ বৰপেটাৰ কীৰ্তন ঘৰৰ পৰাই নহয়— আউনিআটীয় সত্ৰাধিকাৰ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীকে (যিগৰাকীয়ে 'আসাম বিলাসিনী প্ৰকাশ কৰিছিল) ধৰি অসমৰ বিভিন্ন ঠাইৰ পৰা ধন সংগ্ৰহ কৰি ১৮৯৫ চনৰ ৫ জানুৱাৰীত অসমৰ প্ৰথম ইংৰাজী কাকতখনৰ প্ৰকাশ আৰম্ভ কৰিলে। বৃটিছ চৰকাৰ আৰু বৃটিছ ব্যৱসায়ীসকলৰ পৃষ্ঠপোষকতাত কাকতখন ঠন ধৰি উঠিল।

কাকতখনৰ স্বত্বাধিকাৰী ৰাধানাথ চাংকাকতিয়েই আছিল কাকতখনৰ সম্পাদক। ১৯২৩ চনৰ ৭ মাৰ্চত চাংকাকতিৰ মৃত্যুৰ পিছত লক্ষ্মীনাথ ফুকনে সম্পাদকৰ

দায়িত্ব লয়। কাকতখনৰ পৰৱৰ্তী সম্পাদকসকল হ'ল— প্ৰবোধ চন্দ্ৰ দত্ত, তিলক চন্দ্ৰ শৰ্মা, কেদাৰ নাথ গোস্বামী, মহম্মদ আব্দুল্লা, প্ৰভাত চন্দ্ৰ শৰ্মা আৰু ইন্দুভূষণ চক্ৰবৰ্তী। ১৯৪৭ চনৰ ছেপ্টেম্বৰ মাহত কাকতখনৰ প্ৰকাশ বন্ধ হয়। লক্ষ্মীনাথ ফুকনৰ মতে, "জীৱন ৰাম ফুকনে নতুন বন্দবস্ত কৰি নিজে সম্পাদক হৈ কাকতখন ১৯৪৮ চনৰ ১৫ আগষ্টৰ দিনা আকৌ উলিয়াইছিল। পিছে এবছৰৰ মূৰত আকৌ ১৫ আগষ্টত কাকতখন তিনিদিনীয়া কৰাৰ লগে লগে চিৰ দিনৰ কাৰণে বন্ধ হৈ যায়।" [49]

ডিব্ৰুগড়ৰ প্ৰবীণ শিক্ষাবিদ শ্ৰীভীমকান্ত কোঁৱৰৰ মতে, 'প্ৰসিদ্ধ 'টাইমছ অৱ আসাম'ৰ ১৯৫০ চনৰ অক্টোবৰ মাহৰ ২২ তাৰিখে সমাজকৰ্মী স্বনামধন্য জীৱন ৰাম ফুকনৰ ব্ৰহ্মপুত্ৰৰ বুকুত সলিল সমাধি ঘটাৰ লগে লগে চিৰদিনৰ বাবেই হয়তো নাম নুমাল। ডিব্ৰুগড়ৰ ব্যৱসায়ী মহাবীৰ তুলসীয়ান ডাঙৰীয়াৰ সম্পত্তিলৈ টাইমছৰ সকলো সম্পত্তি এই চনতেই হস্তান্তৰিত হ'ল।" [50]

ৰাধানাথ চাংকাকতি জীযাই থকালৈকে অৰ্থাৎ ১৯২৩ চন পৰ্যন্ত এই কাকতখন আছিল গান্ধীজী আৰু অসহযোগ আন্দোলনৰ তীব্ৰ সমালোচক। ফলত কাকতখনে ষোল অনাই ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰিছিল।

### 'এডভোকেট অৱ আছাম'

মথুৰা মোহন বৰুৱাই গুৱাহাটীৰ পৰা ১৯০৩ চনত প্ৰকাশ কৰা 'এডভোকেট অৱ আছাম'ৰ আয়ুস দীঘলীয়া নহ'লেও জাতীয়তাবাদী আৰু নিৰ্ভীক এই সাপ্তাহিক ইংৰাজী কাকতখনৰ ৰৰগুণি উল্লেখযোগ্য আছিল।

### 'আছাম ট্ৰিবিউন'

অসমৰে নহয়, দেশৰ উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথমখন ইংৰাজী দৈনিক 'দি আছাম ট্ৰিবিউন'ৰ প্ৰকাশ আৰম্ভ হৈছিল সাপ্তাহিকৰূপে ১৯৩৯ চনৰ ৪ আগষ্টত ডিব্ৰুগড়ৰ বৰুৱা প্ৰেছৰ পৰা। ৰাধাগোবিন্দ বৰুৱাই প্ৰতিষ্ঠা কৰা এই কাকতখন ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত শেষ সংখ্যা হ'ল ১৯৪৬ চনৰ ৭ আগষ্ট। পৰৱৰ্তী সংখ্যা অৰ্থাৎ ১৪ আগষ্টৰ সংখ্যা প্ৰকাশ পায় গুৱাহাটীৰ পৰা। কাকতখনৰ প্ৰতিষ্ঠাপক আৰু স্বত্বাধিকাৰী ৰাধাগোবিন্দ বৰুৱাৰ কথাৰে ক'বলৈ হ'লে ..."প্ৰকাশৰ স্থান এসপ্তাহৰ ভিতৰত সলনি কৰিব লগা হ'ল আৰু দুয়োখন ঠাইৰ দূৰত্ব যথেষ্ট হোৱা সত্ত্বেও কোনো বিৰতি নোহোৱাকৈ আমি আমাৰ কাকতৰ প্ৰকাশ অব্যাহত ৰখাত সফল হ'লো। মই এই কাৰ্যক এক বৃহৎ সাফল্য বুলি বিবেচনা কৰো। সাপ্তাহিকখন দৈনিকলৈ ৰূপান্তৰিত কৰা হ'ল ১৯৪৬ চনৰ ৩০ ছেপ্টেম্বৰৰ পৰা।" [50]

বিশিষ্ট সাহিত্যিক লক্ষ্মীনাথ ফুকন আছিল এইখন কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক। তেওঁৰ পৰৱৰ্তী সম্পাদক কেইগৰাকী হ'ল (১৯৯৭ চনত এই প্ৰবন্ধ লিখা পৰ্যন্ত) সৰ্বশ্ৰী সতীশ চন্দ্ৰ কাকতি, ৰবীন্দ্ৰনাথ বৰুৱা, নৰেন্দ্ৰ নাথ ডেকা আৰু প্ৰফুল্ল গোবিন্দ বৰুৱা।

সোণালী জয়ন্তী অৰ্থাৎ ৫০ বছৰ অতিক্ৰম কৰা "আছাম ট্ৰিবিউন" হ'ল অসমৰ দ্বিতীয়খন কাকত। প্ৰথমখন হ'ল "টাইমছ অৱ আছাম"। ১৯৯৫ চন পৰ্যন্ত অসমৰ যি দুখন বাতৰি কাকতে সোণালী জয়ন্তী পালন কৰিছিল, সেই দুয়োখনেই ইংৰাজী ভাষাৰ হোৱাটো মন কৰিব লগা কথা। 'আছাম ট্ৰিবিউন'ৰ কৃতিত্ব এয়ে যে এইখন কাকতে সোণালী জয়ন্তী পালন কৰাই নহয়, প্ৰকাশৰ ক্ষেত্ৰত অসমৰ বাতৰি কাকতৰ বুৰঞ্জীত এক অভিলেখ স্থাপনৰ বাবে সগৌৰৱে আৰু সতেজভাৱে আগুৱাই গৈ আছে। অৱশ্যে এতিয়া এইখন কাকতৰ পূৰ্বৰ একচেটিয়া কৰ্তৃত্ব নাই— এই প্ৰবন্ধ লিখাৰ সময়ত (১৯৯৭ চন) কেৱল গুৱাহাটীৰ পৰাই আন ৬ খন ইংৰাজী দৈনিক চলি আছে। যোৰহাট আৰু শিলচৰৰ পৰা এখনকৈ ইংৰাজী দৈনিক প্ৰকাশৰ কথা বাদেই দিলো।

ইয়াৰ কাৰণ কি?

ডিব্ৰুগড় বিশ্ববিদ্যালযৰ লক্ষ্মীনাথ বেজবৰুৱা আসনৰ অধ্যাপক ডঃ মহেন্দ্ৰ বৰাৰ ভাষাত "আছাম ট্ৰিবিউন মাথোন এখন বাতৰিকাকতৰ নাম নহয়, বৰং ই এটা সৰু জাতিৰ আত্ম সাধনাৰ মাইলৰ খুঁটি। আছাম ট্ৰিবিউনে মাত মাতি গৈছিল নিজৰ ধৰণেৰে। তাৰে কেতিয়াবা ৰজাঘৰত জগৰ লাগিছিল। কাকতখনৰ নাম চৰকাৰৰ ক'লা তালিকাত সোমাইছিলগৈ— চৰকাৰী বিজ্ঞাপন বন্ধ, 'হাতে নেমাৰিবা, ভাতে মাৰিবা।' পিছে চাহাবৰ ভাষাৰ মাত বন্ধ নহ'ল .।" [51]

কাকতখনৰ নীতি সম্পৰ্কত প্ৰতিষ্ঠাপক সম্পাদক লক্ষ্মীনাথ ফুকনে লিখিছিল.. "স্বতন্ত্ৰীয়া কাকত যদিও কংগ্ৰেছৰ প্ৰতি দুৰ্বলতা থকা আছাম ট্ৰিবিউন ছাদুল্লা মন্ত্ৰীসভাৰ প্ৰতি অতিশয় সমালোচনাত্মক আছিল। গোপীনাথ বৰদলৈ মন্ত্ৰীসভাকো এইখন কাকতে শুদাই এৰা নাছিল। .পাকিস্থানী অনুপ্ৰৱেশ, নগা বিদ্ৰোহী, পৃথক পাৰ্বত্য ৰাজ্য, বানপানী আৰু খহনীয়া, মূল্যবৃদ্ধি আদি সমস্যাবোৰৰ ক্ষেত্ৰত আছাম ট্ৰিবিউনে দ্ব্যৰ্থহীনভাৱে জনপ্ৰিয় মতামত দাঙি ধৰিছিল।...." [50]

প্ৰবীণ ৰাজনীতিক শ্ৰীগৌৰীশংকৰ ভট্টাচাৰ্যৰ উদ্ধৃতি দিবলৈ হ'লে... "সকলো ৰাইজৰ শুভেচ্ছা পাব পৰা পৰ্যায়লৈ উঠিব পৰাত এই কাকতখন সফল হৈছিল। লগতে অসমত এক সুস্থ জনমত গঢ়ি তোলাত এই কাকতখন হৈ পৰিছিল এক প্ৰাথমিক যন্ত্ৰ।.."

কাকতখনৰ ৰূপালী জয়ন্তী উছৱ উপলক্ষে এটি প্ৰবন্ধত কাকতখনৰ প্ৰতিষ্ঠাপক ৰাধাগোবিন্দ বৰুৱাই অন্যান্য কথাৰ লগতে লিখিছিল... "আছাম ট্ৰিবিউন এটি জাতীয় প্ৰতিষ্ঠানৰূপে গঢ় লৈ উঠিছে।" ....এই প্ৰসংগত তেওঁ উল্লেখ কৰিছিল।....

"মই গৌৰৱেৰে কওঁ যে মই মোৰ কৰ্মচাৰীসকলক ভাল দৰমহা দিব পাৰিছো। বেতন ব'ৰ্ডৰ অনুমোদন সৰ্বপ্ৰথমে দেশৰ যিবোৰ বাতৰিকাকতে কাৰ্যকৰী কৰিছিল, সেইবোৰৰ অন্যতম হ'ল আছাম ট্ৰিবিউন। প্ৰকৃততে এই কাকতখন যি শ্ৰেণীত পৰে, সেই শ্ৰেণীৰ বাবে বেতন ব'ৰ্ডে অনুমোদন কৰাতকৈ বেছি ধন কাকতখনৰ সম্পাদনা সমিতিৰ সদস্যসকলক দিছো। আছাম ট্ৰিবিউনে আজি প্ৰায় চাৰিশ লোকক চাকৰি দিছে। "

এনেদৰে গৌৰৱ কৰিব পৰা বাতৰিকাকতৰ স্বত্বাধিকাৰ অসমততো নায়েই, ভাৰতত কিমানজন আছে সেয়া সন্দেহজনক।

১৯৮০ চনত অসমত যিকেইখন বাতৰি কাকতৰ ওপৰত চেন্সৰ ব্যৱস্থা প্ৰযোজ্য কৰিছিল, আছাম ট্ৰিবিউনো তাৰ ভিতৰত আছিল। চেন্সৰ প্ৰৱৰ্তন কৰা ১৯৬০ চনৰ অসম বিশেষ ক্ষমতা (প্ৰেছ) আইনক আদালতত প্ৰত্যাহ্বান জনোৱাত এইখন কাকতেও অগ্ৰণী ভূমিকা লয়।

### 'আছাম এক্সপ্ৰেছ'

'উইকলী এক্সপ্ৰেছ' নামেৰে সাপ্তাহিক ইংৰাজী কাকত এখন শ্ৰীজীৱকান্ত গগৈয়ে গুৱাহাটীত আৰম্ভ কৰিছিল ১৯৬৯ চনৰ ২৬ জানুৱাৰী তাৰিখে। ১৯৭১ চনৰ ১৫ নৱেম্বৰত সেইখন কাকত দৈনিকলৈ ৰূপান্তৰিত কৰা হয়। কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল বিশিষ্ট ৰাজনীতিক আৰু সাহিত্যিক হেম বৰুৱা। ১৯৭২ চনৰ পৰা ১৯৮২ চনলৈকে আৰু পিছত ১৯৮৫ চনৰ পৰা ১৯৯১ চনলৈকে স্বত্বাধিকাৰী শ্ৰীগগৈয়েই কাকতখনৰ সম্পাদক হয়। মাজতে প্ৰায় ৩ বছৰ শ্ৰীনকুল দাসে সম্পাদকৰ দায়িত্ব বহন কৰে। শ্ৰীজীৱকান্ত গগৈ অসম মন্ত্ৰীসভাত অন্তৰ্ভুক্ত হোৱাত ১৯৯১ চনৰ পৰা পৰিচালক সম্পাদক হয় তেওঁৰ পুত্ৰ শ্ৰীদীপক গগৈ।

১৯৯৩ চনৰ ১৪ নৱেম্বৰত কাকতখনৰ ৰূপালী জয়ন্তী পালন কৰা হয়। কাকতখন আছিল মূলতঃ কংগ্ৰেছ(ই) পন্থী।

'আছাম এক্সপ্ৰেছ' প্ৰতিষ্ঠানৰে পৰা সাদিনীয়া 'নাগৰিক' নামৰ এখন কাকত ১৯৭৭ চনৰ পৰা প্ৰকাশ পায়। খ্যাতনামা সাহিত্যিক হোমেন বৰগোহাঞি আছিল কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক। পৰৱৰ্তী সম্পাদক-কেইজন হ'ল সৰ্বশ্ৰী নকুল দাস, জীৱকান্ত গগৈ আৰু দীপক গগৈ। শ্ৰীদীপক গগৈৰ কাৰ্যকালত কাৰ্যবাহী সম্পাদক হয় এম চালেহউদ্দিন চৌধুৰী।

### 'নিউজ ষ্টাৰ'

১৯৮২ চনৰ ৩০ জানুৱাৰীত অসমৰ বাবে এখন সম্পূৰ্ণ নতুন ধৰণৰ দৈনিক ইংৰাজী কাকত প্ৰকাশ পায়, মালিগাওঁৰ পৰা। শ্ৰীৰমেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ সম্পাদনাত প্ৰকাশিত 'নিউজ ষ্টাৰ' নামৰ এইখন কাকতৰ প্ৰিণ্টাৰ্ছ লাইনত উল্লেখ থকা মতে কাকতখনৰ প্ৰকাশক আছিল শ্ৰীৰত্ন ওজা আৰু ছপা হৈছিল মালিগাওঁৰ শ্ৰীগুৰু প্ৰেছত। 'টেবলইদ' আকাৰৰ বাৰ পৃষ্ঠাৰ এইখন কাকতৰ প্ৰথম পৃষ্ঠা বাদ দি বাকী এঘাৰটা পৃষ্ঠাৰ বেলেগ বেলেগ নাম দি কাকতখন অগতানুগতিক কৰিবলৈ যত্ন কৰা হৈছিল। অৱশ্যে আশা কৰা মতে কাকতখনে পঢ়ুৱৈ ৰাইজৰ পৰা সঁহাৰি নাপালে। ফলত কাকতখনৰ প্ৰকাশ অনিয়মিত হ'বলৈ ধৰে। কেইবছৰমানৰ পিছত কাকতখন সাধাৰণ দৈনিক কাকতৰ আকাৰৰ কৰা হয় যদিও কাকতখনৰ প্ৰকাশ অনিয়মিত হৈয়ে থাকিল।

### 'ছেন্টিনেল'

১৯৮৩ চনৰ ১৩ এপ্ৰিলত অৰ্থাৎ ৰঙালী বিহুৰ আগে আগে গুৱাহাটীৰ 'ওমেগা প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ প্ৰাইভেট লিমিটেড'ৰ পৰা শ্ৰীধীৰেন্দ্ৰনাথ বেজবৰুৱাৰ সম্পাদনাত প্ৰকাশ পায় দৈনিক 'ছেন্টিনেল'। কাকতখনৰ প্ৰথম সংখ্যাত প্ৰকাশিত সম্পাদকীয়ৰ শিৰোনামা আছিল "হোৱাই আনাদাৰ ইংলিছ ডেইলী"। অসমত তেতিয়া ইংৰাজী ভাষাত তিনিখন দৈনিক আছিল বাবে চতুৰ্থখন ইংৰাজী দৈনিকৰ প্ৰয়োজন কিয় অৰ্থাৎ 'ছেন্টিনেল' কাকতখন প্ৰকাশ কৰাৰ কিয় সিদ্ধান্ত লোৱা হয়— সেই কথা সম্পাদকীয়টোত ব্যাখ্যা কৰা হৈছিল। বিষয়টোৰ বিভিন্ন দিশ আলোচনা কৰি লগতে কোৱা হয়, . "একোখন কাকতে আন কোনোখন কাকতৰ গাত গা নলগাকৈ ভিন্ন ভিন্ন সোৱাদ বিলাবলৈ এই অঞ্চলত ভালে সংখ্যক দৈনিকৰ বাবে ঠাই আছে। মুঠৰ

ওপৰত উত্তৰ-পূৰ্বাঞ্চলৰ মাত্ৰ এক শতাংশ লোকে যদি ইংৰাজী ভাষাৰ বাতৰিকাকত পঢ়ে তেন্তে মুঠ প্ৰচাৰ সংখ্যা ২,৭০,০০০ৰ বুজন অংশ প্ৰতিখন কাকতে পাব পাৰে।"

আড়ম্বৰহীনভাৱে আৰম্ভ কৰা এইখন কাকতে ক্ৰমশঃ জনপ্ৰিয় হ'বলৈ ধৰে। শনিবৰীয়া আৰু দেওবৰীয়া সংখ্যাত প্ৰকাশিত ভালেমান আকৰ্ষণীয় শিতানে পঢ়ুৱৈক আকৰ্ষিত কৰে।

এইখন কাকত প্ৰকাশ কৰা 'ওমেগা প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ লিমিটেডে' বিদেশত থকা উত্তৰ-পূৰ্বাঞ্চলৰ লোক আৰু অসমীয়া ৰাইজৰ বাবে 'হ'ম লিংক' নামৰ 'ছেণ্টিনেল' আৰু 'আজিৰ অসম' কাকতৰ বিদেশৰ সংস্কৰণ এটা উলিয়াই অসমৰ বাতৰিকাকতৰ বুৰঞ্জীত এক নতুন অধ্যায়ৰ সূচনা কৰে।

ওমেগা প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ লিমিটেডৰ মূল মানুহজন হ'ল শ্ৰীশংকৰ ৰাজখোৱা, যিজন প্ৰথমতে এটা বিজ্ঞাপন প্ৰতিষ্ঠান আৰম্ভ কৰি সফল হোৱাত বাতৰি কাকতৰ প্ৰতিষ্ঠান এটি গঢ়ি তুলিবলৈ সক্ষম হয়। বৰ্তমান এই প্ৰতিষ্ঠানৰ পৰা প্ৰকাশিত বাতৰিকাকতৰ সংখ্যা মুঠতে ৫ খন।

এই প্ৰতিষ্ঠানৰ পৰা 'সাপ্তাহিক প্ৰহৰী' নামৰ অসমীয়া সাপ্তাহিক এখন শ্ৰীকমল গগৈৰ সম্পাদনাত ১৯৮৫ চনত প্ৰকাশ পাইছিল যদিও সেই কাকতখন স্থায়ী নহ'ল।

### 'নৰ্থ ইষ্ট টাইমছ'

গুৱাহাটীৰ জি, এল পাব্লিকেশ্যনৰ পৰা ১৯৯০ চনৰ ২ অক্টোবৰত প্ৰকাশ পায় 'দি নৰ্থ ইষ্ট টাইমছ' নামৰ আন এখন ইংৰাজী দৈনিক। প্ৰবীণ সাংবাদিক ডঃ ক্ষীৰেণ ৰায়ৰ সম্পাদনাত এই কাকতৰ প্ৰকাশ আৰম্ভ হ'লেও ডঃ ৰায় কিছুদিনৰ পিছত কাকতখনৰ পৰা আঁতৰি যাব লগা হয়। তাৰ পিছত কাকতখনৰ স্বত্বাধিকাৰ শ্ৰীজি এল আগৰৱালাই নিজেই কিছুদিন কাকতখন চলোৱাৰ পিছত প্ৰবীণ সাংবাদিক শ্ৰীচাৰু মহন্তই সম্পাদনাৰ দায়িত্ব লয়। শ্ৰীমহন্তও স্থায়ী নহ'ল। শ্ৰীমহন্তৰ পিছত কাৰ্যবাহী সম্পাদকৰূপে শ্ৰীগৌৰীশংকৰ কলিতাই যোগ দিয়ে। শ্ৰীকলিতাই এই প্ৰতিষ্ঠান এৰি যোৱাত কাকতখনৰ সম্পাদকৰ দায়িত্বভাৰ লয় শ্ৰীহোমেন বৰগোহাঞিয়ে। শ্ৰীবৰগোহাঞিৰ কাৰ্যকাল আছিল চমু। তেওঁৰ পিছত দায়িত্ব লয় 'আছাম ট্ৰিবিউন'ৰ পৰা অৱসৰ লোৱা শ্ৰীনৰেন্দ্ৰ নাথ ডেকাই। কাকতখনৰ স্বত্বাধিকাৰী শ্ৰীজি এল আগৰৱালাই আৰম্ভৰে পৰা পৰিচালক সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে।

'পূৰ্বাঞ্চল প্ৰহৰী' নামৰ হিন্দী দৈনিক এখনৰ প্ৰকাশ ১৯৮৯ চনৰ ১৬ মে'ত আৰম্ভ কৰা জি এল পাব্লিকেশ্যন লিমিটেডৰ পৰা প্ৰকাশিত হিন্দী, অসমীয়া আৰু ইংৰাজী কাকত-আলোচনীৰ সংখ্যা মুঠতে পাঁচখন। প্ৰতিষ্ঠানটোৰ প্ৰতিষ্ঠাপক আৰু মূল মানুহজন হ'ল শ্ৰীজি. এল আগৰৱালা।

### 'ইষ্টাৰ্ণ ক্ৰেৰিয়ন'

১৯৯১ চনৰ জুন মাহত যোৰহাটৰ পৰা প্ৰকাশ পায় 'দি ইষ্টাৰ্ণ ক্ৰেৰিয়ন' নামৰ এখন ইংৰাজী দৈনিক। যোৰহাটৰ পৰা প্ৰকাশিত এইখনেই প্ৰথম ইংৰাজী দৈনিক। কাকতখনৰ প্ৰকাশ কৰে যোৰহাটৰ ঐতিহ্যপূৰ্ণ বাতৰিকাকত গোষ্ঠী 'জনমভূমি'য়ে। কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক হ'ল বিশিষ্ট সাহিত্যিক ডঃ মহেন্দ্ৰ বৰা।

### 'নিউজ ফ্ৰণ্ট'

১৯৯১ চনৰ ১৫ আগষ্টত গুৱাহাটীৰ পৰা প্ৰকাশ পায় আন এখন ইংৰাজী দৈনিক 'নিউজ ফ্ৰণ্ট'। শ্ৰীগকুল বৰাই প্ৰকাশ কৰা এইখন কাকতৰ সম্পাদক হ'ল প্ৰবীণ সাংবাদিক শ্ৰীঅমিত কুমাৰ নাগ। শ্ৰীবৰা হয় কাকতখনৰ পৰিচালক সম্পাদক। কাকতখন প্ৰকাশ হয় বামুণীমৈদামৰ ঔদ্যোগিক অঞ্চলৰ "অসম মেট্ৰ'গ্ৰাফছ (ইণ্ডিয়া) প্ৰাইভেট লিমিটেড'ৰ পৰা। একেজন স্বত্বাধিকাৰীয়ে প্ৰকাশ কৰা আন কাকতকেইখন হ'ল—'গণপত্ৰিকা' (বাংলা দৈনিক) আৰু সাপ্তাহিক অসমীয়া 'অমৰজ্যোতি'। 'নিউজ ফ্ৰণ্ট' এৰা-ধৰাকৈ চলি আছে যদিও বাকী দুখন কাকতৰ প্ৰকাশ ইতিমধ্যে বন্ধ হৈছে।

### 'নৰ্থ ইষ্ট অবজাৰভাৰ'

শ্ৰীৰাজেন্দ্ৰ প্ৰসাদ বড়াৰ প্ৰতিষ্ঠান গুৱাহাটীৰ ৰিহাবাৰীৰ ৰাজশ্ৰী পাব্লিকেশ্যনছৰ পৰা ১৯৯২ চনৰ ২ আগষ্টত প্ৰকাশ পায় 'দি নৰ্থ ইষ্ট অবজাৰভাৰ'। সম্পাদক শ্ৰীগিৰীশ চন্দ্ৰ শৰ্মা। একেটা প্ৰতিষ্ঠানৰ পৰা প্ৰকাশ পোৱা আন দুখন কাকত হ'ল দৈনিক 'আজিৰ বাতৰি' আৰু সাপ্তাহিক 'ৰংপুৰ'।

ওপৰত কৰা আলোচনা ব্ৰহ্মপুত্ৰ উপত্যকাৰ। সুৰমা উপত্যকাৰ পৰাও কেইখনমান ইংৰাজী বাতৰি কাকত প্ৰকাশ পায়। "তাৰ ভিতৰত উল্লেখযোগ্য হৈছে 'উইকলী ক্ৰনিকোল (১৯০০)- সম্পাদক শচীন্দ্ৰ সিংহ আৰু 'চিলেট ক্ৰনিকোল' (১৯২১)- সম্পাদক যোগেশ চন্দ্ৰ চৌধুৰী।...[৫৪]

অসম উপত্যকাত 'টাইমছ অৱ আছাম'ৰ যি প্ৰভাৱ, কাছাৰ আৰু চিলেট জিলাত 'উইকলী ক্ৰনিকোল'ৰ একে প্ৰভাৱ আছিল।

**'ফ্ৰণ্টিয়াৰ ছান'**

প্ৰাক-স্বাধীনতা কালত সুৰমা উপত্যকা বুলি জনজাত অঞ্চলটো স্বৰাজোত্তৰ কালত বৰাক উপত্যকা বুলি কোৱা হয়। এই অঞ্চলৰ পৰা প্ৰকাশিত একমাত্ৰ দৈনিক ইংৰাজী কাকতখন হ'ল 'ফ্ৰণ্টিয়াৰ ছান'। শিলচৰৰ একেটা প্ৰতিষ্ঠানৰ পৰা 'এনাৰ্জি এৰা' নামৰ এখন ইংৰাজী সাপ্তাহিক আৰু 'সোনাৰ কাছাৰ' নামৰ এখন বাংলা দৈনিক প্ৰকাশ পায়। প্ৰতিষ্ঠানটোৰ মূল মানুহজন হ'ল শ্ৰীৰণবীৰ ৰয়।

**প্ৰসঙ্গ :**

১ হিষ্ট্ৰী অৱ্ ইণ্ডিয়ান জাৰ্ণেলিজম — পৃ· ৬৭।
২ অৰুণোদই (১৮৪৬-১৮৫৪) ভূমিকা ৭৫।
৩ অসমীয়া সাহিত্যৰ ইতিবৃত্ত : পৃ ২১০।
৪ অসমীয়া সাহিত্যৰ ৰূপৰেখা : চতুৰ্থ সংস্কৰণ, পৃ. ২৪১।
৫ আহোমৰ দিন — পৃ ৩২৯।
৬ গৰীয়সী, ১৯৯৪ চনৰ ডিচেম্বৰ সংখ্যা পৃ ৭৫।
৭ অসমীয়া সাহিত্যৰ ইতিহাস, পৃ ২০৪।
৮ "অৰুণোদই'ৰ প্ৰথম সংখ্যাৰ শেষৰ পৃষ্ঠাৰ তলত যিটো আজিকালি 'প্ৰিণ্টাৰ্ছ লাইন' বুলি কোৱা হয়, তাত উল্লেখ আছিল—
THE ARUNODOI, A monthly paper, devoted to Religion, Science and General Intelligence "
৯ নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, পৃ ২৯০।
১০ অসমৰ বাতৰিকাকত : এটি ৰূপৰেখা, পৃ : ৯।
১১ অৰুণোদই, (১৮৪৬-১৮৫৪) ভূমিকা ১৪৯।
১২ নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, পৃ ২৮৯।
১৩ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃ ২১২।
১৪ অৰুণোদই, ভূমিকা ১৪
১৫ অসমৰ বাতৰিকাকত : এটি ৰূপৰেখা, পৃ ২৩।
১৬ অসমৰ বাতৰিকাকত : এটি ৰূপৰেখা, পৃ ৩৯।
১৭ অৰুণোদই, (১৮৪৬-১৮৫৪) ভূমিকা ১৩৯।
১৮ ৰাধানাথ চাংকাকতি পৃ ৯৮।
১৯ অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা, পৃ. ৫৮।
২০ নতুন অসমীয়াৰ ১৯৫২ চনৰ ২৬ জুনৰ সংখ্যা।
২১ অসমৰ বাতৰিকাকত : এটি ৰূপৰেখা, পৃ ৫৬।
২২ অৰুণোদই, (১৮৪৬-১৮৫৪) পৃ ১৪৯।
২৩ মোৰ জীৱন সোঁৱৰণ ('বেজবৰুৱা গ্ৰন্থাৱলী' ১ম খণ্ড প্ৰথম প্ৰকাশ পৃ· ৩৯)।
২৪ জনমভূমি কাকতত প্ৰকাশিত প্ৰবন্ধ, ৭ মাৰ্চ ১৯৭৩।
২৫ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃ ২২৭।
২৬ হেমচন্দ্ৰ বৰুৱা সাহিত্য প্ৰতিভা শীৰ্ষক গ্ৰন্থত শ্ৰীনগেন্দ্ৰ নাথ ডেকাৰ প্ৰবন্ধ 'ওজা সাহিত্যিক হেমচন্দ্ৰ বৰুৱা', পৃ: ৩৩।
২৭ সাপ্তাহিক জনমভূমি, ৭ মাৰ্চ, ১৯৭৩ চন।
২৮ মোৰ জীৱন সোঁৱৰণ—
২৯ মাণিক চন্দ্ৰ বৰুৱা — পৃ : ২৫।
৩০ কৰ্মযোগী কামাখ্যা ৰাম বৰুৱা।
৩১ পলিটিকেল হিষ্ট্ৰী অৱ আছাম, প্ৰথম খণ্ড, প্ৰথম সংস্কৰণ, পৃ: ১৫৩।
৩২ অসমৰ বাতৰিকাকত : এটি ৰূপৰেখা, পৃ : ৭৪।
৩৩ অৰুণোদইৰ পৰা 'জনমভূমি'লৈকে অসমীয়া ভাষাৰ বাতৰি কাকতৰ ইতিহাস, '('জনমভূমি', ৭ মাৰ্চ, ১৯৭৩)।
৩৪ "ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ সাংবাদিকতাৰ বুৰঞ্জী" শীৰ্ষক 'ৰাধানাথ চাংকাকতী' নামৰ গ্ৰন্থত প্ৰকাশিত প্ৰবন্ধ।

৩৫ ১৯২২ চনৰ ১৬ জুলাইৰ সংখ্যা ''অসমীয়া''ত এই বিজ্ঞাপন সৰ্বপ্ৰথমে প্ৰকাশ পায়।
৩৬ অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা — পৃ: ৮৮।
৩৭ অসমপ্ৰাণ হৰেন্দ্ৰনাথ বৰুৱা, —পৃ: ৭।
৩৮ অসম সাহিত্য সভাৰ তিতাবৰ অধিৱেশনত (১৯৭৫) সংবাদ সাহিত্য সম্পৰ্কীয় আলোচনা-চক্ৰৰ সভাপতিৰ ভাষণ।
৩৯ অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা — পৃ: ১২০।
৪০ মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, (২য় প্ৰকাশ) — পৃ: ১৪৮।
৪১ " ঐ — পৃ: ১৪৯।
৪২ অসম সাহিত্য সভাৰ তিতাবৰ অধিৱেশনত সংবাদ সাহিত্য সম্পৰ্কীয় আলোচনা-চক্ৰৰ সভাপতিৰ ভাষণ।
৪৩ মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ — পৃ: ১৪৭।
৪৪ অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা — পৃ: ১৩৮।
৪৫ দৈনিক অসমৰ জলস্তাইদি অসমৰ বাতৰিকাকত — পৃ ৬৪।
৪৬ অসমপ্ৰাণ হৰেন্দ্ৰনাথ বৰুৱা— পৃ: ৮ আৰু ৯।
৪৭ দৈনিক অসমৰ জলস্তাইদি অসমৰ বাতৰিকাকত— পৃ: ৩৪।
৪৮ 'দৈনিক অসমৰ জলস্তাইদি অসমৰ বাতৰি কাকত' পৃঃ ৬৯
৪৯ 'ৰাধানাথ চাংকাকতি' শীৰ্ষক প্ৰবন্ধ।
৫০ 'আছাম ট্ৰিবিউন'ৰ স্বৰ্ণ জয়ন্তীত প্ৰকাশিত প্ৰবন্ধ।
৫১ 'অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা' শীৰ্ষক গ্ৰন্থত থকা শ্ৰীকোঁৱৰৰ প্ৰবন্ধ। প্ৰথম সংস্কৰণ পৃঃ ২৬৪
৫২ ১৯৮৮ চনৰ ২১ ডিচেম্বৰ সংখ্যাত 'দৈনিক অসম'ত প্ৰকাশিত প্ৰবন্ধ।
৫৩ ১৯৬৪ চনত সদৌ অসম সাংবাদিক অভিবৰ্তনৰ স্মাৰক গ্ৰন্থত প্ৰকাশিত প্ৰবন্ধ।
৫৪ 'অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা' পৃঃ ২৬০

# ৰাধানাথ চাংকাকতী

## লক্ষ্মীনাথ ফুকন

হাইস্কুলৰ একেবাৰে ওপৰ শ্ৰেণীত পঢ়োঁতে দেৰগাঁৱৰপৰা দেৰগাঁৱৰ খবৰ এটা ইংৰাজীত লিখি মই 'টাইম্‌ছ অব্ আসাম'লৈ পঠিয়াই দিছিলোঁ। অলপ সংশোধিত হৈ খবৰটো কাকতখনত ওলাল। কাকতখনৰ স্বত্বাধিকাৰী আৰু সম্পাদক ৰাধানাথ চাংকাকতীৰপৰা মোলৈ এডুখৰি চিঠিও আহিল। মই মোৰ লিখাত চিনাকি উজু শব্দ ব্যৱহাৰ নকৰি আচহুৱা কঠিন শব্দ ব্যৱহাৰ কৰিছিলোঁ হ'বপায়। তাতে আসোঁৱাহ ধৰি তেওঁ মোক আগলৈ তেনে শব্দ ব্যৱহাৰ কৰিবলৈ মানা কৰিলে। তেতিয়া ময়েই বা ভাবিব পাৰিছিলোঁ, চাংকাকতীয়েই ভাবিব পাৰিছিল নে যে তেওঁৰ পিচত ময়ো 'টাইম্‌ছ অব্ আসাম'ৰ সম্পাদক হ'ম!

মই লিখি পঠিওৱা খবৰটো কাকতখনত পঢ়ি মোৰ ভাল লাগি আছিলেই, চাংকাকতীৰ কাৰ্ডটো পাই আৰু ভাল লাগি গ'ল। 'টাইম্‌ছ অব্ আসাম'ৰ স্বত্বাধিকাৰী আৰু সম্পাদকৰ পৰা চিঠি পালোঁ মই। কাকতখনত ওলোৱা খবৰটো কেইবাদিনো কেইবাবাৰো মই পঢ়িলোঁ, কাৰ্ডটোও। ইয়াৰ কিছু আগতে পদ্মনাথ গোহাঞিবৰুৱাৰ দ্বাৰাই সম্পাদিত 'অসম বন্তি'লৈ মই দেৰগাঁৱৰ কিবা এটা খবৰ অসমীয়াত লিখি ছপাবলৈ পঠিয়াইছিলোঁ। খবৰটো কাকতখনত নোলাল, আৰু তেতিয়া নুবুজিলেও এতিয়া বুজিছোঁ যে খবৰটো উলিয়াব পৰা বিধৰ নাছিল। পিছে গোহাঞিবৰুৱাৰ হাতৰ আখৰ এটিকে পোৱা নাছিলোঁ মই সেই বিষয়ে। চাংকাকতীৰ কাৰ্ডটো পাই উৎফুল্ল হোৱাৰ সিও এটা কাৰণ। মোৰ ইংৰাজী বিদ্যা তেওঁ যে তেওঁৰ কাকতখন যোগে জাহিৰ কৰিলেই, মোলৈ আকৌ উপদেশ-বাণীও পঠিয়ালে।

যোৰহাটত ১৯১৪ চনৰ বৰদিনৰ বন্ধত ফণীধৰ চলিহাৰ সভাপতিত্বত বহা আসাম এছোচিয়েশ্যনৰ বাৰ্ষিক অধিবেশনত ৰাধানাথ চাংকাকতীক মই দেখা পালোঁ। তেওঁ আন জনচেৰেকৰ সৈতে ডিব্ৰুগড়ৰ প্ৰতিনিধি স্বৰূপে সভাত যোগ দিছিলহি। জন্মৰপৰা কেইবা বছৰলৈ আসাম এছোচিয়েশ্যনৰ ধৰণী স্বৰূপ আছিল গৌৰীপুৰৰ ৰজা বাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱা আৰু গুৱাহাটীৰ মাণিকচন্দ্ৰ বৰুৱা। তেওঁলোকৰ দিনত সভাৰ কাৰ্যাৱলী ইংৰাজীত হৈছিল। সেই একে পদ্ধতিকে যোৰহাটতো অৱলম্বন কৰিব খোজাত প্ৰতিনিধিসকলৰ এচামে আপত্তি কৰিলে আৰু ইংৰাজীৰ ঠাই ললে অসমীয়াই। কিবা এটা প্ৰস্তাৱ উত্থাপন কৰোঁতে ইংৰাজীৰ বদলি অসমীয়াত বক্তৃতা দিবলগীয়া হোৱাত বোধকৰোঁ চাংকাকতী অলপ অসুবিধাত পৰিছিল। তেওঁ তেওঁৰ বক্তৃতাৰ মাজে মাজে "কিবা বুলিছিলে নে" কথাষাৰ ব্যৱহাৰ কৰিছিল। কিন্তু মই পিচত ডিব্ৰুগড়ত শুনা তেওঁৰ এটা অসমীয়া বক্তৃতাত এই লবৃজৰ উভঁহা নোলাইছিল। ডিব্ৰুগড়ত তেওঁৰ ইংৰাজী বক্তৃতাও মই এবাৰ নে দুবাৰ শুনিছিলোঁ— এবাৰ শুনিছিলোঁ গৱৰ্ণমেণ্ট হাইস্কুলৰ বঁটা বিতৰণী সভাত। সেই বক্তৃতা আছিল খোকোজা-নলগা সৰসৰীয়া।

পিচৰ বছৰ মই ডিব্ৰুগড়লৈ যোৱাৰ কেইদিনমানৰ ভিতৰতে তেওঁক তেওঁৰ ঘৰত দেখা কৰিলোঁগৈ। আমোলাপট্টিৰ মাজেদি যোৱা ৰেল লাইনৰ দাঁতিতে তেওঁৰ ঘৰ আছিল। কাঠৰ গেটখন লগোৱা ইটাৰ খুঁটা দুটাৰ এটাৰ গাত, ভিৰোভাই ভিষ্টিত পিষ্কা গজপতাৰ দৰে, জিলিকি আছিল পিতলৰ ফলি থকা-সৰকা কৰি লিখা তেওঁৰ চমু নামটো— আৰ-এন চাংকাকতী। গেটখন খুলি কেইখোজমান গ'লেই খোলা পৰ্টিকো থকা এটা বৰ সৰুও নহয় বৰ ডাঙৰো নহয় বিধৰ টিনৰ বঙলা। পৰ্টিকোটোৰ লগতে গোটেই ঘৰটোৰ দীঘে দীঘে এখন বাৰাণ্ডা। বাৰাণ্ডাৰ মুখামুখিকৈ ঘৰটোৰ তিনিটা কোঠা, তাৰে জুইৰ চিম্‌নীৰে আধুনিক কৰি তোলা সোঁফালৰ কোঠাটোত থাকে চাংকাকতী নিজে। বঙলাটোৰ পিছত এখন বহল চোতাল আৰু চোতালৰ মুখে মুখে ডাঙৰ আন এটা খেৰৰ ছালৰ পকী বঙলা। এই ঘৰটোৰ বা

অন্দৰমহলৰ সৰ্বময় কৰ্ত্ৰী হ'ল চাংকাকতীৰ পত্নী পদ্মাৱতী দেৱী চাংকাকতী।

বাওঁফালৰ কোঠাটোৰ আগত পৰ্টিকো আৰু বাৰাণ্ডা লগ লগা ঠাই ডুখৰিতে চকী এখনত গেটখনৰ ফালে মুখ কৰি বহি চাংকাকতীয়ে ঘূৰণীয়া মেজ এখনত কাগজ-পত্ৰ লৈ কিবাকিবি লিখি আছিল। এনেতে মই ওলালোগৈ। তেওঁ মূৰ তুলি চালে আৰু পৰ্টিকোটৰ দুখন বেঞ্চ-চকীৰ এখনত মোক বহিবলৈ ক'লে। দুই-চাৰি আষাৰ কথা মাত্ৰ তেওঁ মোৰ লগত হ'ল। 'টাইমছ অব্ আসাম'ৰ এচুকত প্ৰকাশ পোৱা মোৰ ইংৰাজী সাংবাদিকতাৰ প্ৰথম নিদৰ্শন সেই ক্ষুদ্ৰ খবৰটোৰ উল্লেখ কৰি মই মোৰ চিনাকি দিলোঁ আৰু মোলৈ লিখি পঠিওৱা উপদেশকণৰ বাবে মই যে তেওঁৰ ওচৰত কিমান কৃতজ্ঞ সেই কথাও ক'লোঁ। জৰ্জ ইন্সটিটিউশ্যনত শিক্ষকৰ কামত সোমোৱাৰ কথাও জনালোঁ। তেওঁ সুধিলে, "তুমি দেৰগাৱঁত 'টাইমছ অব্ আসাম' ক'ত পঢ়িবলৈ পোৱা'"? মোৰ বৰ মোমাইদেউ চন্দ্ৰনাথ খাউণ্ডে কেইবাখনো বঙলা আৰু অসমীয়া মাহেকীয়া-সাদিনীয়া কাকতৰ লগতে 'টাইমছ অব্ আসাম' খনো লৈছিল। মই তেওঁৰ নাম কৈ তেওঁৰ ঘৰতে পঢ়িবলৈ পাওঁ বুলি ক'লোঁ। সেইদিনা শনিবাৰ আছিল আৰু প্ৰতি শনিবাৰে পুৱা 'টাইমছ অব্ আসাম' ওলাইছিল। তেওঁ "আজিৰ কাগজখন পঢ়িছানে?" বুলি মোক সুধিলে। মই নাই পঢ়া বুলি ক'লত তেওঁ মেজখনৰপৰা সেইদিনাৰ 'টাইমছ অব্ আসাম' এখন মোক দিলে; তাত পঢ়িবলৈকে নহয়; লৈ আহিবলৈকে দিলে কাকতখন। মই লৈ গুচি আহিলোঁ।

চাংকাকতীৰ ঘৰলৈ মই মাজে মাজে গৈ থাকিলোঁ, ঘনাই নহয়, সেৰেঙাকৈ। শুদা হাতেৰে নগৈ তেওঁলৈ প্ৰায়েই কিবা এটি সম্ভাৰ লৈ গৈছিলোঁ মই, কোনো সভাৰ বিৱৰণীয়েই হওক, সম্পাদকলৈ চিঠিয়েই হওক বা টোকাই হওক 'আলোচনী'ৰ বিষয়ে। প্ৰতি মাহৰ 'আলোচনী' নহয়, কিন্তু চাই চাই একো সংখ্যাত ওলোৱা প্ৰবন্ধাদিৰ গুণ বখানি লিখা টোকা এটা (ইংৰাজীত যাক ৰাইট্ আপ্ বোলে) নি তেওঁক দিছিলোগৈ, আৰু তেওঁ তাক কাকতখনত উলিয়াই দিছিল বিশেষ একো কাট-কুট নকৰাকৈ। উলিয়াইছিল আকৌ তেওঁ সম্পাদকীয় চ'ৰাতে শেষৰ ফালে। মোৰ ভাল লাগি গৈছিল, পিছে ইমানখিনি মান নিদি মোৰ টোকাটো বেলেগে উলিওৱা হ'লেও মই অকণো বেয়া নাপালোহেঁতেন। 'টাইমছ অব্ আসাম'ৰ সম্পাদকীয় চ'ৰাত যিবিলাক বিষয়ৰ অৱতাৰণা কৰা হৈছিল তাত ক'বলৈ গ'লে ৰাজভগনৰ পৰা কলথোকা বাদুলিয়ে খোৱা ধৰণৰ কথালৈকে আছিল। ফলত সম্পাদকীয় চৰাই এপিঠিৰপৰা আন পিঠি পাইছিলগৈ, অৰ্থাৎ এপিঠিৰ পাঁচ কলমত নাথাকি তাৰ পিছৰ পিঠিৰ এক কলম বা দুকলম হৈছিল, কেতিয়াবা তাতকৈও অলপ বেছি। আন্তৰ্জাতিক ৰাজনীতি, সৰ্বভাৰতীয় প্ৰশ্ন বা অসমৰ সমস্যা সম্বন্ধে যিদৰে সম্পাদকীয় ওলাইছিল, সেইদৰে ওলাইছিল ডিব্ৰুগড়ত আবকাৰী দোকান বন্দবস্ত কৰোঁতে হোৱা খামখেয়ালীৰ বিষয়ে, খোৱাগুলৈ যোৱা ৰাস্তাটো ৰাতি চোৰ-ডকাইতৰপৰা নিৰাপদ নহয় বুলি অভিযোগ কৰি, ডিব্ৰুগড়ৰপৰা বদলি হোৱা কোনোবা এজন ই-এ-ছিয়ে কাকতখনক একো 'খাদ্য' নিদিয়ে বুলি আক্ষেপ কৰি— 'খাদ্য' অৰ্থাৎ বিষয়াজনৰ সপক্ষে বা বিপক্ষে; বিশেষকৈ বিপক্ষে লিখিবলৈ সমল— আৰু গৰমৰ দিনত মাখি খেদাবলৈ নেজ এডাল থকা দৰকাৰ বুলি। ডেপুটী কমিছনাৰ জি, ডি, ৱাকাৰে এজলাচত বহি মোকৰ্দমা লৈ থাকোঁতে দেছুৱালী আচামীটোৱে চাহাবৰ গাললৈকে ভৰিৰ জোতা এপাট মাৰি পঠিওৱা খবৰটোও টিপ্পনী দি সম্পাদকীয় কৰি প্ৰকাশ কৰা হৈছিল। সাধাৰণতে ঘাই সম্পাদকীয়বিলাক লিখিছিল ডিব্ৰুগড়ৰ প্ৰখ্যাত উকীল বশম্বদ মিত্ৰই।

আগতে কেনেকৈ কৰিছিল নাজানো, কিন্তু মই চাংকাকতীক লগ পোৱা কালছোৱাত তেওঁ ঘৰতেই 'টাইমছ অব্ আসাম'ৰ সম্পাদক স্বৰূপে কৰিবলগীয়া কামখিনি কৰিছিল। বিশেষ দৰকাৰ নপৰিলে সপ্তাহৰ ভিতৰত এদিন মাথোন তেওঁ মাৰোৱাৰী ৰোডত থকা 'টাইমছ অব্ আসাম'ৰ অফিচলৈ গৈছিল। সেই দিন আছিল শুকুৰবাৰ। প্ৰত্যেক শুকুৰবাৰে আবেলি তেওঁ তালৈ গৈ আড়ম্বৰহীন সম্পাদকীয় কোঠাটোত বহিছিল আৰু কাছাৰীৰ কাম শেষ কৰি মিত্ৰও তাতে তেওঁৰ লগ লৈছিলহি। দুয়ো বহি শেহতীয়া কামখিনি কৰি প্ৰুফ আদি চাই কাকতখনৰ শেষ ফৰ্মাটো ছপা কৰিবলৈ আদেশ দি নমান বজাত ঘৰাঘৰি গৈছিল। দুয়োজনেই নিজৰ দায়িত্ব বঢ়িয়াকৈ বুজিছিল আৰু সেই দায়িত্ব পালনো কৰিছিল বঢ়িয়াকৈ। চাংকাকতীৰ ল'ৰা-ছোৱালীৰ মৃত্যুতো তেওঁ কাকতখনৰ কামত একো গাফিলী নকৰিছিল। এদিন শুকুৰবাৰে আবেলি তেওঁৰ চৈধ্য বছৰীয়া বৰপুতেক ঢুকাল। ঘৰে ঘৰোৱাহ শোকত বিহ্বল, চাংকাকতীৰ চকুও ঢুলঢুলীয়া। অনেকে ভাবিলে, কাইলৈ আৰু 'টাইমছ অব্ আসাম' ক'ত ওলাব! তাতে মিত্ৰও তেতিয়া 'টাইমছ অব্ আসাম'ত নাছিল আৰু চাংকাকতীয়েই কৰিব লগা

হৈছিল সকলো কাম। পিচে নোলোৱাকৈ নাথাকিল কাকতখন, ওলাল। চাংকাকতীৰ ঘৰুৱা বিপদে আৰু ব্যক্তিগত শোকে তেওঁক কৰ্তব্যৰপৰা বিৰত ৰাখিব নোৱাৰিলে। মিত্ৰৰ বিষয়ে শুনিবলৈ পাইছিলোঁ যে এনে দিনো গৈছে যিদিনা তেওঁ কাম শেষ কৰি ঘৰলৈ উলটিছে, পিচে ৰাস্তাতে খেলালে অমুক শব্দটোৰ ঠাইত তমুক শব্দটো দিয়া হ'লে বা সেই বাক্যষাৰ অলপ সলনি কৰা হ'লে বেছি ভাল হ'লহেঁতেন। তেওঁ আকৌ অফিচলৈ গৈ শব্দটো বা বাক্যষাৰ সলাই দি আহিছিল। এবাৰ মিত্ৰ নিজৰ কামত কলিকতাত কিছুদিন আছিলগৈ, কিন্তু তেতিয়াও তাৰপৰা তেওঁ কাকতখনলৈ সম্পাদকীয় পঠিয়াই দিছিল। মই সেই সময়ত কলিকতাত আছিলোঁ আৰু গধূলি তেওঁৰ ওচৰলৈ গ'লে তেওঁক এবোদিনা সম্পাদকীয় লিখি থকা পাইছিলোঁ।

'টাইম্‌ছ অব্ আসামে' ১৮৯৫ চনৰ ৫ জানুৱাৰী তাৰিখে জন্ম গ্ৰহণ কৰে। পঁচিশ বছৰীয়া হ'লত কাকতখনৰ অফিচত যি ৰূপালী জয়ন্তী পালন কৰা হয় তাত ময়ো উপস্থিত আছিলোঁ। নিৰ্মন্ত্ৰিত ভদ্ৰলোকসকলক লৈ এখন সভা পতা হ'ল আৰু সেই সভাত ৰাধানাথ চাংকাকতীয়ে কাকতখনৰ বিষয়ে আদ্যোপান্ত বিবৰি ক'লে। কাকত উলিয়াব পৰা সংস্থান তেওঁৰ নাছিল, কিন্তু তেওঁৰ আছিল উৎসাহ, উদ্যম, অধ্যবসায় আৰু দৃঢ় মনোবল। সাপ্তাহিক বাতৰি কাকত এখন উলিওৱাৰ ভাব ১৮৮০-৮১ চনতে তেওঁৰ মনত খেলায়, আৰু এই বিষয়ত তেওঁ বিশেষ উৎসাহ পায় ডিব্ৰুগড়ৰ চিভিল চাৰ্জন ডাক্তৰ জন বেৰী হোৱাইটৰপৰা। প্ৰগতিশীল ভাবেৰে উদ্বুদ্ধ এই ইংৰাজজনৰ যত্নতে ডিব্ৰুগড়ত ঘোঁৰা দৌৰৰ সূত্ৰপাত হয়, ডিব্ৰু-সদিয়া ৰেল, চলাচল কৰে আসাম ৰেলৱেজ ট্ৰেডিং কোম্পানী হয় আৰু তেওঁ দিয়া ধনৰ বলতে স্থাপিত হয় বেৰী হোৱাইট মেডিকেল স্কুল। অকল মুখৰ কথাৰে উৎসাহ নিদি ডাক্তৰ বেৰী হোৱাইটে আনকি বিলাতৰপৰা চাংকাকতীলৈ বুলি ৰেল কোম্পানীৰ চীফ ইঞ্জিনীয়াৰৰ ঠিকনাত পঠিয়াই দিছিল সকলো সৰঞ্জামৰ সৈতে এখন ছপাশাল। পিচে ছপাশালখন চাংকাকতীক নিদি ৰেল কোম্পানীৰ নতুন মেনেজাৰজনে ৰেলৰ টিকট আদি ছপাবৰ বাবে লৈ থলে। চাংকাকতীয়ে তেওঁৰ বন্ধু-বান্ধৱৰপৰা ৫০০ টকা যোগাৰ কৰি ১৮৮১ চনতে কলিকতাৰ পৰা ফুলস্কেপ আকাৰৰ কাঠৰ ছপাশাল এখন আনি আমোলাপট্টিৰ থিয়েটাৰ ঘৰৰ ওচৰতে খেৰী ঘৰ এটাত পাতি সৰু সুৰা কাম আৰম্ভ কৰিছিল। দুবছৰমান হওঁতে নৌহওঁতেই এদিন ৰাতি কোনোবাই জুই লগাই দিয়াত ঘৰ আৰু ছপাশাল জুইত জাহ গ'ল। কি কৰিব এতিয়া চাংকাকতীয়ে? আকৌ টকাৰ যোগাৰ কৰিব কেনেকৈ? তেওঁতো একেবাৰে সম্বলহীন! বন্ধু এজনে ধৰাত মাৰোৱাৰী এজনে তেওঁক ১৫০০ টকা ধাৰে দিব বুলি কথা দিলে। পিচে যেই তেওঁ চাৰে সাত টকীয়া টিকট লগোৱা দলিল লৈ মাৰোৱাৰীজনৰপৰা টকা আনিবলৈ গ'ল তেওঁ নিদিয়া হ'ল। তথাপি হতাশ নামানি চাংকাকতীয়ে অ'ৰ-ত'ৰ পৰা কিছু টকা যোগাৰ কৰি আগৰ ঠাইতে ডিমাই আকাৰৰ লোহাৰ ছপাশাল পাতিলে। কানি কমিছনৰ (ৰয়েল অপিয়ম কমিছন) আগত সাক্ষী দিবলৈ যাওক চাংকাকতীয়ে ১৮৯৩ চনত কলিকতালৈ। সাক্ষী দি অসমলৈ ঘূৰি আহোঁতে তেওঁ ঠায়ে ঠায়ে সোমাই আহিল তেওঁ পাণ্ডি থোৱা কাকতখন উলিয়াবৰ কাৰণে অৰ্থ সংগ্ৰহৰ মানসেৰে। কিন্তু বৰপেটাৰ কীৰ্তন ঘৰৰ পুঁজিৰ পৰা দিয়া ১০০ টকা আৰু গুৱাহাটীৰ মহেশ্বৰ গোস্বামী আৰু কালীচৰণ সেনে (পিচত ৰায় বাহাদুৰ) তেওঁলোকৰ এছোচিয়েশ্যনৰপৰা দিয়া ৩০০ টকাৰ বাহিৰে তেওঁ তেজপুৰ, নগাওঁ, গোলাঘাট, যোৰহাট আৰু শিৱসাগৰত একো নাপালে। ঘূৰিপকি পিচ বছৰ যেতিয়া তেওঁ ডিব্ৰুগড় পালেহি তেতিয়া তাতে আউনিআটীয় সত্ৰাধিকাৰ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী বাহৰ কৰি আছিল। তেখেতৰ ওচৰ চপাত গোসাই প্ৰভুৱে চাংকাকতীক দিলে ২০০ টকা। এই ৬০০ টকাৰ ওপৰতে নিৰ্ভৰ কৰি তেওঁ কামত লাগি গ'ল। 'টাইম্‌ছ অব্ আসাম' ওলাল। ডিব্ৰুগড়ৰ নহয়, গোটেই অসমৰ কাৰণে নতুন কথা। এইদৰেই চাংকাকতীৰ কাকত উলিওৱাৰ সপোন পোন্ধৰ বছৰৰ মূৰত দিঠকত পৰিণত হ'ল।

কাকতখনৰ 'টাইম্‌ছ অব্ আসাম' নামটো দিছিল খনিকৰ বাগিচাৰ এফ্-ছি মৰাণে। তেওঁ সেই সময়ত ডিব্ৰুগড় লোকেল বৰ্ডৰ ভাইচ চেয়াৰমেনো আছিল। চাংকাকতীয়ে কোৱাত মৰাণে তেওঁলোকৰ কলিকতাৰ এজেণ্টৰ যোগেদি তেওঁক কাগিয়নকৈ ৩০০ টকাৰ আখৰো অনাই দিছিল। ৰূপালী জয়ন্তী পালনৰ দিনা চাংকাকতীয়ে কোৱা মতে, কাকতখনৰ 'পলিচি' নিৰ্দ্ধাৰণ কৰি দিছিল ইংৰাজে— চাহখেতি কৰা আৰু ৰজাঘৰীয়া কাম কৰা ইংৰাজে। 'টাইম্‌ছ অব্ আসাম' ওলোৱা বছৰেই অক্টোবৰ মাহত আমগুৰি চাহ বাগিচাৰ জেম্‌ছ্ বাকিংহামে (পিচত চাহ আৰু পাৰ্লিয়ামেণ্টৰ সভ্য) চাংকাকতীক টেলিগ্ৰামেৰে মাতি পঠিয়ালে পূজাৰ ছুটীখিনি তেওঁৰ আলহী হৈ কটাবলৈ। তেওঁ গ'ল আৰু এসপ্তাহ বাকিংহামৰ লগত থাকিল। বাকিংহামে চাংকাকতীৰ লগত

কাকতখন কি ধৰণে চলাব লাগিব সেই বিষয়ে বহুত কথা পাতিলে, গোটেই সপ্তাহজুৰি বহুত পৰামৰ্শ দিলে, বিশেষকৈ তেওঁ চাংকাকতীক দঢ়াই দঢ়াই ক'লে যেন কাকতখন দলীয় কাকত কৰা নহয়। প্ৰথমৰ পৰাই 'টাইমৃছ অব্ আসামে' ইংৰাজ চাহ খেতিয়ক সম্প্ৰদায়ৰ পোষকতা পালে। অসম গৱৰ্ণমেণ্টেও কাকতখন শুভদৃষ্টিৰে চালে। চীফ্ কমিছনাৰ চাৰ উইলিয়াম ব্ৰাৰ্ডে গৱৰ্ণমেণ্টে অসমত ছপা কৰিবলগীয়া সকলো কামৰ বাবে 'টাইমৃছ অব্ আসাম' ছপাশালক নিযুক্ত কৰিলে। এড্‌ওৱাৰ্ড গেইটে (পিচত বিহাৰৰ গৱৰ্ণৰ আৰু চাৰ) অসম গৱৰ্ণমেণ্টৰ চীফ্ চেক্ৰেটেৰী থাকোঁতে কাকতখন ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰত্যেক জিলাধিপতি আৰু মহকুমাধিপতিলৈ পঠিয়াবলৈ নিৰ্দেশ দিলে। গৱৰ্ণমেণ্টৰপৰা বিজ্ঞাপনো আহিল। আগেয়েই আহিবলৈ ধৰিছিল চাহ বাগিচাবিলাকৰপৰা কাম-খালীৰ বিজ্ঞাপন। চাহ বাগিচাৰ কাৰণে দৰকাৰী যন্ত্ৰপাতি, লোহাৰ বেৰা-জপনা, কোৰ-কটাৰী আদিৰ বিজ্ঞাপনো কলিকতাৰ দেশী-বিদেশী কোম্পানী বিলাকৰ পৰা আহিবলৈ ধৰিলে। দুই-এখন বিজ্ঞাপন বিলাতৰপৰাও পোনে পোনে আহিল। প্ৰথমতে 'টাইমৃছ অব্ আসাম' ডিমাই চাৰিপিঠি হৈ ওলাইছিল, কিছুদিনৰ পিচত চুপাৰ ৰয়েল চাৰিপিঠি কৰা গ'ল, আৰু কালক্ৰমত ৰয়েল আঠ পিঠি হ'ল। সেই আঠ পিঠি সময়ৰ লগে লগে বাঢ়ি গৈ বাৰ-চৈধ্য পিঠি হ'ল আৰু তাৰ সৰহভাগ ঠাই ল'লে বিজ্ঞাপনে। বিজ্ঞাপনে ধন আনে, আৰু যিমানে বিজ্ঞাপন সিমানে ধন। চাংকাকতীয়ে সফলতাৰ হাঁহি হাঁহিলে। আমোলাপট্টি খেৰী ঘৰৰপৰা কেতিয়াবাই 'টাইমৃছ অব্ আসাম'ৰ ছপাশাল আৰু অফিচ মাৰোৱাৰী ৰোডৰ ভেৰোণীয়া ঘৰলৈ উঠি আহিছিল। বছৰচেৰেকৰ পিচত সেই একেটা ৰাস্তাৰ দাঁতিতে 'টাইমৃছ অব্ আসাম'ৰ নিজা ঘৰ উঠিল আৰু নিজা ঘৰৰপৰা নতুনকৈ অনা ডাঙৰ ছপাশালত ছপা হৈ নতুন উদ্যমেৰে কাকতখন ওলাবলৈ ধৰিলে।

বশম্বদ মিত্ৰ 'টাইমৃছ অব্ আসাম'ৰ লগত সংশ্লিষ্ট আছিল প্ৰথমতেই। পিচে তিনি বছৰমানৰ পিচত তেওঁ কাকতখনৰ লগত সম্পৰ্ক ছিঙি এখন এখনুকৈ দুখন সাদিনীয়া ইংৰাজী কাকত উলিয়ালেগৈ। প্ৰথমখন হ'ল 'চিটিজেন', যিখন সম্পাদনা কৰিছিল কালীনাথ ৰায়ে, যিজনে পিচত লাহোৰৰ 'ট্ৰিবিউন'ৰ সম্পাদক স্বৰূপে জালিয়ানৱালাবাগৰ হত্যাকাণ্ড সম্পৰ্কে লিখা প্ৰবন্ধাদিৰ বাবে পঞ্জাব গৱৰ্ণমেণ্টৰ দ্বাৰা নিৰ্যাতিত হৈ ভাৰতজোৰা খ্যাতি অৰ্জন কৰিছিল। ইখন হ'ল 'ইষ্টাৰ্ণ হিৰাল্ড' যাৰ সম্পাদক আছিল মিত্ৰ নিজে। অকল ৰাজনীতিয়েই নহয়, ৰাজনীতিতকৈও ওখ খাপৰ প্ৰবন্ধ তেওঁ তাত লিখিছিল, ভাব আৰু ভাষাৰে মহীয়ান কৰি। প্ৰবন্ধবোৰে আচাৰ্য ব্ৰজেন্দ্ৰ নাথ শীলৰ নিচিনা লোকৰো মনোযোগ আকৰ্ষণ কৰিছিল আৰু তেওঁ মিত্ৰলৈ লিখিছিল যে তেওঁৰ নিচিনা মানুহৰ কাৰণে ডিব্ৰুগড় উপযুক্ত ঠাই নহয়, তেওঁ কলিকতালৈ উঠি অহা উচিত। এই কথা কৈছিল মোক হেমচন্দ্ৰ গোস্বামীয়ে। 'ইষ্টাৰ্ণ হিৰাল্ড'ত ওলোৱা প্ৰবন্ধ কেইটামান গোটাই মিত্ৰই 'থট্‌ছ্-ইষ্টাৰ্ণ এণ্ড ৱেষ্টাৰ্ণ' (চিন্তা পূব দেশীয় আৰু পশ্চিম দেশীয়) নাম দি এখন কিতাপ উলিয়াইছিল। পিচে প্ৰবন্ধ সম্ভাৰেৰে সমৃদ্ধ হ'লেও দুয়োখন কাকতেই সৰহদিন নিটিকিল। ইতিমধ্যে ১৯১০ চনত নতুন প্ৰেছ আইন বলবৎ হ'লত চাংকাকতীয়ে কাকতখন চলোৱাত আইনজ্ঞ এজন তেওঁৰ সহায়কাৰী হ'লে ভাল হ'ব বুলি বিবেচনা কৰিলে। মিত্ৰ আকৌ 'টাইমৃছ অব্ আসাম'লৈ আহিল। চাংকাকতীৰ হাতত কাকতখন ইংৰাজ চাহ-খেতিয়ক সম্প্ৰদায়ৰ কাগজ যেন হৈ পৰিছিল। একেবাৰে ওলোটা খৰ নামাৰি কাকতখন অসম আৰু অসমীয়াৰ মুখপত্ৰ কৰি তুলিবলৈ প্ৰয়াস কৰিছিল মিত্ৰই আৰু বহুতখিনি সফলো হৈছিল।

বৰ পুতেকৰ মৃত্যুৰ পিচত পুতেক বুলিবলৈ কেও নথকাত ৰাধানাথ চাংকাকতীয়ে ভাগিনীয়েক যোগেন্দ্ৰনাথ চাংকাকতীক পোষ্যপুত্ৰ স্বৰূপে লোৱাদি লৈ বিয়া-বাৰু কৰাই দি তেওঁৰ লগতে ৰাখিছিল। যোগেন্দ্ৰনাথেই আছিল 'টাইমৃছ অব্ আসাম' প্ৰতিষ্ঠানটোৰ মেনেজাৰ। কামৰ মানুহ আছিল তেওঁ আৰু সকলো পিনে চকু দি সকলো কাম এনে নিয়াৰিকৈ সমাধা কৰিছিল যে চাংকাকতীয়ে কাকতখন সম্পাদনা কৰাৰ বাহিৰে আনফালে তেনেকৈ চকু দিব লগা নহৈছিল। মোমায়েকৰ মনত সন্তোষ, তেওঁ আশা কৰা মতে তেওঁৰ অবিহনে ভাগিনীয়েকে 'টাইমৃছ অব্ আসাম'ৰ ভাৰ ল'ব পাৰিব। 'টাইমৃছ অব্ আসাম' নিঠকুৱা নহয়, ঘৰখনৰো সাঁফি নলৰে। পিচে মানুহে পাণ্ডে, ঈশ্বৰে ভাণ্ডে। নৰিয়াত পৰি যোগেন্দ্ৰনাথে ভৰ ডেকা বয়সতে গাভৰু ঘৈণীয়েক আৰু এটি নে দুটি সন্তান এৰি এই সংসাৰৰপৰা বিদায় ল'লে। চাংকাকতীৰ সকলো আশা চূৰমাৰ হৈ গ'ল। তেওঁ চাৰিওপিনে এন্ধাৰ দেখিলে। বৰ পুতেকৰ অকাল বিয়োগে তেওঁক সিমান জঠৰ কৰিব পৰা নাছিল, সিমান কৰিলে ভাগিনীয়েকৰ মৃত্যুৱে। মিত্ৰৰ তত্ত্বাৱধানত 'টাইমৃছ অব্ আসাম' আগৰ দৰে ওলাই থাকিল, কিন্তু চাংকাকতী থাকিব নোৱাৰিলে আগৰ দৰে। শুকুৰবাৰে গধূলি তেওঁক 'টাইমৃছ অব্ আসাম'ৰ অফিচত দেখা পোৱা

নগ'ল। হাতত তেওঁৰ কাপ নুঠা হ'ল, দেহাই তেওঁক টানিব নুখুজিলে। এদিন তেওঁ বিছনা ল'লে। তেওঁ আৰু মিত্র দুয়ো বুজিলে যে এনে অৱস্থাত কাকতখনৰ কাৰণে এজন মানুহ লোৱা দৰকাৰ। চাংকাকতীৰ দৰে মিত্রয়ো মোক জানিছিল, তাতে মই 'অমৃত বাজাৰ পত্রিকা'ত সোমোৱাৰ কথা 'টাইমৃছ অব্ আসাম'ত ওলাই গৈ মোৰ প্রতি দুয়োজনৰে সম্ভ্রম বঢ়াই থৈছিল। মোকে তেওঁলোকে ল'বলৈ থিৰাং কৰিলে। মই 'অমৃত বাজাৰ পত্রিকা'ৰ কাম এৰি তেতিয়া ডিব্রুগড়ত আছিলোঁহি। যোগেন্দ্রনাথৰ মৃত্যুৰ পিচত প্রিণ্টাৰৰপৰা প্রমোছন পাই মেনেজাৰ হোৱা মহম্মদ আব্দুল্লাই মই থকা ঠাইলৈকে আহি মোক লগ ধৰি 'টাইমৃছ অব্ আসাম'ৰ সহকাৰী সম্পাদকৰ পদ যাচিলে। মই ৰাজী হলোঁ আৰু পিচদিনা কামত যোগ দিলোঁ।

চাংকাকতীৰ নৰিযাৰ কথা মই আগতে জনা নাছিলোঁ। মই তেওঁক চাবলৈ গ'লোঁ। তেওঁৰ স্বাস্থ্য ভাল আছিল, এনে ভাল আছিল যে তেওঁ তিনিকুৰিৰ ডেওনা কেইবছৰমান আগবাঢ়িলেও তেওঁৰ বয়স বাৱন-চৌৱনতকৈ বেছি যেন নালাগিছিল। তেওঁ দিনৌ পুৱা-আবেলি ফুৰিছিল আৰু নিয়মমতে ব্যায়াম কৰিছিল। তেওঁ দীঘল আৰু পোন আছিল, তেওঁ আছিল লাহী আৰু আটিল। বয়সৰ আঁচ তেওঁৰ কপালত বা নাকৰ দুকাষে জিলিকা নাছিল। চুটিকৈ কটা চুলিত তেওঁ লগাইছিল কলপ, সৰুফুটীয়া গোঁফখিনিতো। চেহেৰাই-পাতিয়ে আৰু কাপোৰ-কানিয়ে তেওঁ বয়সক বৰকৈ খোপনি পুতিবলৈ নিদিয়াকৈ থাকিব খুজিছিল। সাজপাৰত তেওঁৰ চখ্ আছিল ভালকৈয়ে। গৰমকালি তেওঁ ফিৰফিৰীয়া চুৰিয়া, কোমল মিহি পঞ্জাবী আৰু 'পাম্প্-চু' পিন্ধি ফুৰিবলৈ গৈছিল। তেওঁ কোট-পেণ্টো পিন্ধিছিল চাহাব সাজি। পুৰা মিলিটাৰীও নহয় 'গলফ চুটো' নহয় এনে এটা পোছাকো কৰিছিল তেওঁ— ডিঙিত বুটাম আৰু কঁকালত পেটী মৰা কোট, আঁঠুৰ ওপৰত বুটাম লগাই চেপি ধৰা পেণ্ট আৰু মূৰত বয় স্কাউটে পিন্ধা ধৰণৰ এটা টুপী। উপলক্ষ্য বিশেষে তেওঁ পিন্ধিছিল, যেনে যোৰহাটত বহা আসাম এছোচিয়েশানত ক'লা ৰঙৰ খোলা কোট আৰু দীঘল পেণ্ট আৰু মূৰত এটা নেজ থকা ক'লা টুপী। বংগদেশৰ দুই-চাৰিজন সম্ভ্রান্ত লোকক তাহানিখন কলিকতাত এই বেশত দেখিছিলোঁ, কিন্তু অসমত একমাত্র চাংকাকতীকহে এই বেশত দেখা পাইছিলোঁ মই। চাংকাকতীয়ে সাজপাৰ কৰিব জানিছিল। নাজানিবইবা কিয় ? ডেকাকালত থিয়েটাৰত দুষ্মন্ত আৰু অন্যান্য ভাও দিয়া তেওঁ যে শিল্পী ! সেই শিল্পী এতিয়া, শৰশয্যাত ভীষ্মৰ দৰে, তেওঁৰ বিছনাখনত দীঘল দি পৰি আছে গোটেই গা কাপোৰেৰে ঢাকি, আৰু ওচৰতে চকী এখনত বহি আছে যশম্বদ মিত্র। চাংকাকতীয়ে মোৰ ফালে চালে, কিন্তু মই 'টাইমৃছ অব্ আসাম'ত যোগ দিয়া সম্পর্কে একো কথাকে মোক নুসুধিলে, কেতিয়া মই কলিকতাৰ পৰা আহিলোঁ, আহি মই ডিব্রুগড়ত ক'ত উঠিছোঁহি, এনেবোৰ ঘৰুৱা প্রশ্ন যে নকৰিলেই। তেওঁ মোক মাথোন প্রশ্ন কৰিলে, "তুমি পৰজন্ম মানানে নামানা ?" কি উত্তৰ দিম মই ? পৰজন্ম মানো বা নামানো বুলি ক'বলৈ মোৰ ভাল নালাগিল। মই সঁচা কথাকে ক'লোঁ, "সেইবোৰ কথা এতিয়ালৈকে মই ভবাই নাই।" চাংকাকতীৰ মনলৈ হয়তো মৃত্যুৰ ভাব আহিছিল, কিন্তু মই তেওঁৰ মুখলৈ চাই তেওঁ ইমান সোনকালে এই সংসাৰ এৰি যাব বুলি ভাবিব পৰা নাছিলোঁ। তিনি নে চাৰিদিনৰ পিচত মই পুৱা 'টাইমৃছ অব্ আসাম'ৰ অফিচলৈ যাওঁতে চাংকাকতীৰ ঘৰৰ আগত দেখিলোঁ মানুহৰ জুম, পৰিৱেশ নিৰানন্দময়। কান্দোনৰ ৰোল শাম কাটিছে তেতিয়া, কিন্তু শাম কটা নাই গুলুপ মাৰি ধৰা নিৰ্বাক শোকৰ ওন্দোলা মেঘ। মিত্রও ঘৰৰপৰা ওলালহি, মহম্মদ আব্দুল্লাও। ব্রহ্মপুত্রৰ বালিত 'টাইমৃছ অব্ আসাম'ৰ একমাত্র স্বত্বাধিকাৰী আৰু সম্পাদক ৰাধানাথ চাংকাকতীৰ অন্ত্যেষ্টিক্রিয়া যথাবিধি সম্পন্ন কৰা হ'ল।

চাংকাকতীৰ মৃত্যুৰ লগে লগে আঠাইশ বছৰীয়া মই আঠাইশ বছৰীয়া 'টাইমৃছ অব্ আসাম'ৰ সম্পাদক হলোঁ। দেশৰ হাৱা বদলিছে। দেশজুৰি মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন, আইন অমান্য চৰকাৰী আদালত আৰু স্কুল-কলেজ ত্যাগ, বিদেশী বস্ত্র বর্জন আদিৰ সোঁত বলিছে। অসমতো উঠিছে তাৰ খলকনি। মই সেই সোঁতত গা এৰি নিদি কাকতখনৰ সুৰ কংগ্রেছী নকৰি পুৰা জাতীয়তাবাদী কৰি তুলিবলৈ যত্ন কৰিলোঁ। চাংকাকতীৰ দিনত যেনেকৈ, মোৰ দিনতো তেনেকৈ সম্পাদকীয় লিখিলে মোতকৈ মিত্রই বেছি। সম্পাদকীয়ৰ সংখ্যা মই কমাই আনি তিনি-চাৰি কলমৰ ভিতৰত ৰাখিলোঁ, তথাপি প্রতি সংখ্যাতে তিনিটামানকৈ সম্পাদকীয় ওলাইছিল, কোনো সংখ্যাত চাৰিটাকৈও। মিত্রৰ সম্পাদকীয় পকা হাতৰ লিখা, তাত মই আসোঁৱাহ ধৰিবলৈ একো নাপালোঁ। পিচে এবাৰ তেওঁৰ সম্পাদকীয়ত মই ভালকৈয়ে আসোঁৱাহ ধৰিলোঁ— মাৰাত্মক আসোঁৱাহ। অসমত কানিৰ প্রচলন বন্ধ কৰাৰ বিৰুদ্ধে মত দি লিখিছে তেওঁ কানিৰ সম্পাদকীয়। অসম কংগ্রেছৰ কুলধৰ

চলিহাক চেয়াৰমেন কৰি পাতি দিয়া তদন্ত কমিটী ডিব্ৰুগড়লৈ আহিলত মই তাত সাক্ষী দিওঁতে কানি বৰবিহ অসমৰপৰা উচ্ছেদ কৰিব লাগে বুলি মত দিছিলোঁ। সেয়ে অসমৰ 'এনলাইটেড্ পাবলিক অপিনিয়ন' বা উদাৰ ৰাজহুৱা মত। এই মতৰ বিৰুদ্ধে মত দিলে মিত্ৰই। মই তেওঁ লিখা সম্পাদকীয়টো নছপাবলৈ থিবাং কৰি সেই একে বিষয়েই মোৰ মতেৰে আন এটা সম্পাদকীয় লিখি ছপাই দিলোঁ। মিত্ৰ কিছু ক্ষুন্ন হ'ল, পিচে কাকতখনৰ মতামতৰ বাবে মোৰে যে সম্পূৰ্ণ দায়িত্ব সেই কথা জানি আৰু মানি একো আপত্তি নকৰিলে। তেওঁ মাথো তেওঁৰ সম্পাদকীয়টো আনভাবে মোক প্ৰকাশ কৰিবলৈ ক'লে। মই তেওঁৰ কথা ৰাখি প্ৰবন্ধটোৰ ঠিক ওপৰতে 'কনট্ৰিবিউটেড' বা 'প্ৰাপ্ত' শব্দটো লগাই দি কাকতখনত উলিয়াই দিলোঁ। পিচে তেওঁৰ প্ৰবন্ধটো অথলে যোৱাদিয়েই গ'ল। দীনবন্ধু চি, এফ, এণ্ড্ৰুজে 'টাইমছ অব্ আসাম'ত অসমত কানি সম্পৰ্কে লিখা ছটা প্ৰবন্ধই মিত্ৰৰ প্ৰবন্ধটোৰ যুক্তিবোৰ, বানপানীৰ ঢলে উই হা ফলু উটাই নিয়াৰ দৰে, উটাই লৈ গ'ল। অসম কংগ্ৰেছৰ কানি তদন্ত কমিটীৰ কামত ডিব্ৰুগড়লৈ আহোতে তেওঁ মোক প্ৰবন্ধ ছটা দি গৈছিল আৰু প্ৰথম প্ৰবন্ধটোৰ প্ৰুফ চাই গৈছিল তেওঁ নিজে। মিত্ৰৰ লগত আন কোনো কামত মোৰ মতৰ তেনেকৈ অমিল হোৱা নাছিল, তাতে বয়স আৰু বিদ্যাত তেওঁ মোতকৈ বহুত ওপৰত দেখি মই তেওঁক সদায়েই সমীহ কৰি চলিছিলোঁ। মিত্ৰই সম্পাদকীয় লিখা আৰু তাৰ প্ৰুফ চোৱাৰ বাহিৰে বিশেষ একো কৰিব নালাগিছিল। কাকতখনত ওলোৱা অন্যান্য কথাবিলাকৰ ভাৰ মোৰ ওপৰত আছিল আৰু মই সেই ভাৰ লৈ সেইবিলাক প্ৰকাশ কৰাৰ ধৰণ সলাই পেলালোঁ। অসমৰ বিভিন্ন ঠাইৰপৰা অহা খবৰবিলাক আগতে 'লোকেল এণ্ড প্ৰভিঞ্চিয়েল' বা 'স্থানীয় আৰু প্ৰাদেশিক' বুলি এক কলমীয়া শিতান এটাৰ তলত গুৱাহাটী, ছিলং, ধুবুৰী, তেজপুৰ, যোৰহাট, শিৱসাগৰ, গোলাঘাট আদি নামবোৰ সকুকৈ লগে লগে দি 'সোপায়ং নম:' কৰি লেখাৰি নিছিগাভাৱে কেইবাটাও কলমত টানিওৱা হৈছিল। ডাঙৰ সৰু দৰকাৰী কম-দৰকাৰী অনুসাৰে খবৰবোৰ ভাগ ভাগ কৰি বেলেগ বেলেগ শিতান দি মই সেইবোৰ প্ৰকাশ কৰিবলৈ ধৰিলো। সম্পাদকীয় চ'ৰাৰ পিচৰটো পিঠিৰ পাঁচোটা কলমৰ মূৰে মূৰে যাতে এটা গহীন বা চাঞ্চল্যকৰ খবৰ ডাঙৰ আখৰৰ শিতানেৰে ওলায়— মই তালৈ চকু দিলোঁ। এইদৰেই মই 'অমৃত বাজাৰ পত্ৰিকা'ৰ অভিজ্ঞতা যি পাৰোঁ কামত লগালোঁ।

কিন্তু সৰহ দিন 'টাইমছ অব্ আসাম'ত মই কাম কৰিবলৈ নাপালোঁ, তিনি বছৰ পূৰ হওঁতে নৌহওঁতেই মোৰ কাম গ'ল। মোৰ পিচত ক্ৰমান্বয়ে এইকেইজন সম্পাদক হৈছিল— শ্ৰীপ্ৰবোধচন্দ্ৰ দত্ত, শ্ৰীতিলকচন্দ্ৰ শৰ্মা, কেদাৰনাথ গোস্বামী, মহম্মদ আব্দুল্লা, শ্ৰীপ্ৰভাতচন্দ্ৰ শৰ্মা, শ্ৰীইন্দুভূষণ চক্ৰৱৰ্তী আৰু শ্ৰীসাৰদাশঙ্কৰ প্ৰসাদ দত্ত। বশম্বদ মিত্ৰ বছৰচেৰেক কাগজখনত আছিল যদিও, কেইজনমান সম্পাদকৰ দিনত 'টাইমছ অব্ আসাম' দেখ্‌দেখকৈ কংগ্ৰেছী হৈ উঠিল। অসহযোগ আন্দোলন আৰম্ভ হওঁতে যিখন কাকতত ওলাইছিল 'দি পেৰট ক্ৰাই অব্ ৰিপ্ৰেছন' অৰ্থাৎ 'উৎপীড়নৰ ভাটৌ চিঞঁৰ' নামৰ প্ৰবন্ধলানি, সেইখন কাকতত প্ৰকাশ পালে অসহযোগ আন্দোলনৰ সমৰ্থন আৰু বনুৱা আন্দোলনৰ প্ৰতি নিৰ্ভেজাল সহানুভূতি। ইংৰাজ চাহ-খেতিয়ক সম্প্ৰদায় জঁকি উঠিল আৰু তেওঁলোকৰ আপত্তিতে কেদাৰনাথ গোস্বামীয়ে বিদায় ল'ব লগা হ'ল। কিন্তু কাকতখনৰ সুৰৰ বিশেষ সলনি নহ'ল, সলনি নহ'ল ইংৰাজ চাহ-খেতিয়ক সম্প্ৰদায়ৰ জঁকি উঠা মন। ডিব্ৰুগড়ত আৰু ছপাশাল হোৱাত আগবদৰে চাহ বাগিচাবিলাকৰপৰা 'টাইমছ অব্ আসামে' ছপাৰ কাম নোপোৱা হৈ আহিছিল, এতিয়া আৰু নোপোৱা হ'ল আৰু কাকতখনৰ গ্ৰাহকো কমি আহিবলৈ ধৰিলে। অসম গৱৰ্ণমেণ্টৰ পোষকতাও আগৰদৰে নাথাকিল। ফলত আয় কমি গ'ল আৰু তাৰ লগে লগে কিবাকিবি বেমেজালিয়েও দেখা দিলে। হাতলৈ অহা ধনেৰে কাকতখন চলাবলৈ মস্কিল হ'ল। এনে অৱস্থাত যি হয় সেয়ে হ'ল, অৰ্থাৎ ধাৰ লাগিল। সেই ধাৰ ক্ৰমাৎ বাঢ়িলহে, নুটুটিল। সোমেশ্বৰ বৰুৱা আৰু শ্ৰীৰাধাগোবিন্দ বৰুৱাই বৰুৱা প্ৰেছৰপৰা 'আসাম ট্ৰিবিউন' উলিয়ালত বহুতৰে মন তালৈ ঢাল খালে, বিশেষকৈ ইংৰাজ চাহ খেতিয়কবিলাকৰ, আৰু 'টাইমছ অব্ আসাম'ৰ গ্ৰাহকৰ সংখ্যা আৰু কমিল। দ্বিতীয় পৃথিৱী যুদ্ধ আহিল আৰু গ'ল। ৰূপালী জয়ন্তীৰ সমানে নহ'লেও 'টাইমছ অব্ আসাম'ৰ সোণালী জয়ন্তীও পালন কৰা হ'ল অলপ পয়োভৰকৈয়ে। কিন্তু জনাই জানিলে আৰু বুজাই বুজিলে, ধাৰে অনা তেলো শেষ হৈ আহিছে, চাকি কিমান দিন জ্বলে ঠিক নাই। ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ এমাহৰ পিছতে, অৰ্থাৎ ১৯৪৭ চনৰ ছেপ্টেম্বৰ মাহৰ এক শনিবাৰে 'টাইমছ অব্ আসাম' নুমাল; দুৰ্গা পূজাত দুসপ্তাহ বন্ধ থকাৰ বাহিৰে যি 'টাইমছ অব্ আসাম' কোনো শনিবাৰে নোলোৱাকৈ নাথাকিছিল, সেই 'টাইমছ

অব্ আসাম' নোলাল। তাৰ পিছৰ শনিবাৰেও নোলাল, নোলাল যি নোলালেই। নহয়, ওলাইছিল, জীৱনৰাম ফুকনে নতুন বন্দৱস্ত কৰি নিজে সম্পাদক হৈ কাকতখন ১৯৪৮ চনৰ আগষ্টৰ দিনা আকৌ উলিয়াইছিল। পিছে এবছৰৰ মূৰত আকৌ ১৫ আগষ্টত কাকতখন তিনিদিনীয়া কৰাৰ লগে লগে চিৰদিনৰ কাৰণে বন্ধ হৈ গ'ল। আজি 'টাইমছ অব্ আসাম'ৰ ঘৰ-দুৱাৰ মাৰোৱাৰীৰ সম্পত্তি। তাত ছপাশাল নচলে, আন কাৰবাৰ চলে। ছপাশাল কাহানিবাই তাৰপৰা গ'ল। আচুতীয়াকৈ যতনকৈ ৰখা 'টাইমছ অব্ আসাম'ৰ পকা-বন্ধা ফাইলবোৰ যুদ্ধৰ দিনত পেলোৱা কাগজৰ দামত বিক্ৰী কৰি দিয়া হ'ল। চাংকাকতীয়ে জন্মৰপৰা তুলি-তালি ডাঙৰ-দীঘল কৰি জয়জয়-ময়ময় অৱস্থাত থৈ যোৱা 'টাইমছ অব্ আসাম'ৰ কি করুণ পৰিণতি!

চাংকাকতীৰ দিনত 'টাইমছ অব্ আসাম' যিদৰে সুচাৰুৰূপে চলিছিল অসমত আগতে সেইদৰে কোনো কাগজ চলা নাছিল। সাহিত্যৰথী বেজবৰুৱাই প্ৰথম বছৰৰ দ্বিতীয় সংখ্যা 'বাঁহী'ত অৰ্থাৎ ১৯১০ চনৰ জানুৱাৰী মাহত 'টাইমছ অব্ আসাম' কাকতখন "ইমান সুকলমে চলি আছে কিয়" বুলি প্ৰশ্ন কৰি নিজেই তাৰ উত্তৰ দিছিল, "ব্যৱসায় বুদ্ধি।" চাংকাকতীৰ ব্যৱসায় বুদ্ধি যে যোল্ল অনাই আছিল তাত অকণো সন্দেহ নাই। নহ'লে তেওঁ টকা-পইচাৰ জোৰ নথকাতো যোগাৰ-যন্ত্ৰ কৰি ছপাশাল পাতি 'টাইমছ অব্ আসাম' উলিয়াই গঢ়ি তুলিব নোৱাৰিলেহেঁতেন আৰু গঢ়ি তুলি দোপতদোপে উধাই যাবও নোৱাৰিলেহেঁতেন। সমৰ্থবান নহৈও তেওঁ সমৰ্থবান হৈ উঠিছিল তেওঁৰ কাকতখনৰপৰাই। 'টাইমছ অব্ আসাম'ৰ নিজা মাটি আৰু ঘৰ কাকতখনৰ অহা ধনেৰেতো হৈছিলেই, আমোলাপট্টিৰ চাংকাকতীৰ ঘৰেও মোট সলাই নতুন ৰেহৰূপ লৈছিল আৰু শান্তিপাৰাত নতুন ঘৰ এখন হৈ উঠিছিল। বছৰেকত ছটকীয়া বৰঙণিৰ 'টাইমছ অব্ আসাম'ৰ গ্ৰাহক হেজাৰ-বাৰশৰ বেছি নাছিল, আৰু এই আটাইবোৰেই নাছিল সময়মতে বৰঙণি আদায় কৰি দিয়া গ্ৰাহক, কিন্তু বিজ্ঞাপন আৰু ছপা কামৰপৰা ধন আহিছিল যথেষ্ট। তেতিয়াৰ দিনত অন্যান্য খৰচৰ দৰে কাকত চলোৱাৰ খৰচো এতিয়াতকৈ বহুত কম আছিল আৰু 'টাইমছ অব্ আসাম'ৰ কোনো সংবাদদাতাকে বানচ বা মাননি দিব লগা নহৈছিল। মোৰ দিনলৈকে (পিছৰ কথা অৱশ্যে মই ক'ব নোৱাৰো) একমাত্ৰ ব্যতিক্ৰম আছিল ছিলঙৰ টি ৰিভেট-কাৰ্ণাক, বছৰচেৰেক তেওঁ মাহেকে পঞ্চাশ টকাকৈ পাইছিল।

প্ৰথম পৃথিৱী যুদ্ধৰ সময়লৈকে কেইবছৰমান এগৰাকী মহিলাই বিলাতৰপৰা নিয়মমতে একোখন চিঠি লিখিছিল একো টকা-পইচা নোলোৱাকৈ, আৰু এজন ইংৰাজে লিখিছিল কলিকতাৰপৰা তেওঁ নমৰালৈকে কৃষি-বিষয়ক কথা। গুৱাহাটীৰ সত্যনাথ বৰাই কিছুদিন 'ষ্ট্ৰে থট্‌ছ' বা 'খেলিমেলি ভাব', ডিব্ৰুগড়ৰ দুৰ্গানাথ চাংকাকতীয়ে 'বেম্বলাৰ্চ বেগ' বা মেখিৰ জোলোঙা লিখিছিল, লিখিবলৈ ভাল পাইছিল দেখিয়েই। অৱশ্যে টনকিয়াল হৈ অহাৰ লগে লগে চাংকাকতীয়ে পিছলৈ ধুৰি চাব নলগা হৈছিল। অৰ্থতকৈও কাকতখনৰ শ্ৰীবৃদ্ধিৰ লগে লগে তেওঁৰ বাঢ়িছিল নাম আৰু প্ৰতিপত্তি।

পিছে চাংকাকতীৰ নাম যিমান হৈছিল, তাতকৈও বেছিকৈ হৈছিল ডিব্ৰুগড়ৰ গাৱেঁ-ভূঞে 'টাইমছ অব্ আসাম'ৰ নাম। চাংকাকতী জীয়াই থাকোঁতেই এবাৰ মই সাদিনীয়া অসমীয়াৰ তৰফৰপৰা তাত ওলোৱা অভিযোগ এটাৰ তদন্ত কৰিবলৈ টেঙাখাট মৌজাৰ গোকাট গাৱঁলৈ গৈছিলো। আৰুকালিৰ আৱস্তু, গাৱঁৰ বাট-পথ শুকান। কিন্তু তেতিয়াও হোলা এটাইদি এঁকাঠুৱা পানী ভাঙি মই যাব খোজা চুবুৰিটোলৈ যাবলগীয়া হৈছিল। যিজন মানুহৰ ওচৰলৈ গৈছিলোঁ তেওঁক ঘৰতে পালোঁগৈ। ঘৰ-দুৱাৰ যেনে টোকোনা, মানুহৰ মুখ আৰু শৰীৰো তেনে টোকোনা। জুহালৰ ওপৰত পানীৰ টেকেলি ওলমাই ৰখা ফিকা চাহ এবাটি গুৰ এলডাৰে মানুহজনৰ ঘৈণীয়েকে মোক খাবলৈ দিলে। চাহ খাই খাই মই মোৰ অহাৰ কাৰণ ক'লো। গাৱঁৰ আন এজন মানুহো আহি ওলালহি। গৃহস্থজনে মোক তেওঁক চিনাকি কৰি দিলে, "এওঁ 'টাইমছ অব্' পৰা আহিছে।" মই স্পষ্ট ক'লোঁ, 'অসমীয়া'ৰ পৰা আহিছোঁ বুলি, কিন্তু 'অসমীয়া'ৰ নামকে নুলিয়ালে। সাদিনীয়া 'অসমীয়া' তেতিয়া জনাজাত হোৱা নাছিল আৰু বাতৰিকাকত বুলিলেই অনেকে বুজিছিল 'টাইমছ অব্ আসাম।' কাকতখনৰ নাম গাওঁ পৰ্যন্ত ভেদিছিল, পিছে গাৱঁত 'টাইমছ অব্ আসাম' বা অকল 'টাইমছ' নুবুলি বোলা হৈছিল 'টাইমছ অব্', যেনেকৈ তাহানিখন 'অৰুনোদই'ক বোলা হৈছিল 'অৰুন্দই'।

হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউজ'ৰ এছোৱা ইংৰাজী হ'লেও, ৰাধানাথ চাংকাকতীৰ 'টাইমছ অব্ আসামে'ই অসমত প্ৰথম সাদিনীয়া ইংৰাজী কাকত। অৰুনোদইৰ দিনৰপৰা অসমত এতিয়ালৈকে যিকেইখন কাকত ওলাল, কি মাহেকীয়া, কি পষেকীয়া, কি দিনেকীয়া; তাৰ ভিতৰত সৰহদিন জীয়াই আছিল 'টাইমছ অব্ আসামে'ই— একেৰাহে বাৱন বছৰ। চাংকাকতীয়ে

কাকতখনৰ সম্পাদকতা কৰিলে আঠাইশ বছৰ, তেওঁৰ আগে বা পিছে এতিয়ালৈকে অসমৰ কোনো কাকতত একেলেথাৰিয়ে ইমান দিন কোনো সম্পাদক থকা নাই। সফল বাটকটীয়া আৰু আৰ্হি দেখুৱাওতা হিচাপে অসমৰ সাংবাদিকতাৰ ক্ষেত্ৰত চাংকাকতীৰ অৱদান অতুলনীয়। অসমৰ সাংবাদিকতাৰ বুৰঞ্জীত তেওঁৰ নাম চিৰদিন জিলিকি থাকিব। কিন্তু এনে এজন লোকক অসমীয়াই আজি পাহৰিলে। তেওঁৰ মৃত্যু-তিথি বছৰে বছৰে আহে আৰু যায়, কিন্তু কেনিও সেইদিনা তেওঁৰ বিষয়ে এষাৰ কথাও শুনা নাযায়। যি ডিব্ৰুগড়ত তেওঁ একালত মুকুটবিহীন ৰজা যেন হৈ আছিল সেই ডিব্ৰুগড়েও যে তেওঁক পাহৰিলে, তাতকৈ আৰু পৰিতাপৰ বিষয় কি হ'ব পাৰে!

# টাইম্‌ছ অব্ ... আৰু ৰাধা চাংকাকতী

মুনীন বৰকটকী

চাৰি দশকমানৰ আগতে স্কুলীয়া ছাত্ৰ হিচাপে দেখা পাতে পাতে চাহ বাগানৰ লোহা-লক্কৰৰ বিজ্ঞাপনেৰে ভৰা, সময়ত যোল-ওঠৰ পাতলৈকে থকা 'টাইম্‌ছ অব্ আছাম্'খনলৈ এতিয়াও ফট্‌ফটীয়াকৈ মনত পৰে। তেতিয়া অৱশ্যে সেইখনেই অসমৰ 'একমেবাদ্বিতীয়ম' বাতৰি কাকত নাছিল, গুৱাহাটীৰপৰা সাদিনীয়া, ত্ৰিনির্দিনীয় অসমীয়াও ওলাইছিল। তথাপি আমাৰ অসম দেশতো যে সুদূৰ ডিব্ৰুগড়ৰ পৰা নিয়মীয়াকৈ এখন ইংৰাজী কাকত ওলাই আছিল ভাবিয়ে গৰ্বৰ ভাব আহিছিল মনলৈ। স্কুলীয়া ল'ৰা হিচাপে বিজ্ঞাপনৰ মেটমৰা সম্ভাৰ ভেদ কৰি কাগজখনত অ'ৰ-ত'ৰপৰা বুটলি আনি প্ৰকাশ কৰা ভাল ভাল প্ৰবন্ধ একোটা পঢ়িবলৈ পাই নিজকে পৰম সৌভাগ্যশালী যেন লাগিছিল। কেতিয়াবা সম্পাদকলৈ চিঠিত চাৰি-পাঁচ শাৰীৰ চিঠি এখন নাইবা কিবা লাপি-লুপা বা-বাতৰি একোটা উলিয়াব পাৰিলেতো কথাই নাই। অনেক বছৰ প্ৰত্যেক শনিবাৰে নিয়মীয়াকৈ ওলাই থকা 'টাইম্‌ছ অব্ আছাম'খন তেতিয়া আমি ন-কৈ ইংৰাজী শিকা ল'ৰা-ছোৱালীৰ কাৰণে এটা অতি আপুৰুগীয়া বস্তু আছিল। 'লণ্ডন টাইম্‌ছ' বা মাৰ্কিন 'নিউইয়ৰ্ক' টাইম্‌ছ'ৰ নাম তেতিয়া বৰকৈ শুনা নাছিলোঁ যদিও বোম্বাইৰ পৰা ওলোৱা চাহাব-চুবহৰ দৈনিক 'টাইম্‌ছ অব্ ইণ্ডিয়া'খন নেদেখিলেও থকা কথা শুনিছিলোঁ আৰু আমাৰ ডিব্ৰুগড়ীয়া 'টাইম্‌ছ অব্ আছাম'খনো তাৰ সৈতে ফেৰ মাৰিব পৰা ইংৰাজী কাগজ বুলি মনতে ভাবি লৈ তেনে এখন কাগজ উলিয়াব পৰা অজ্ঞাত বিৰাট পুৰুষজনলৈ অশেষ শ্ৰদ্ধা-ভক্তিৰ ভাব পোষণ কৰিছিলোঁ।

'টাইম্‌ছ অব্ আছাম'ৰ নাম শুনিছিলোঁ হয়, কিন্তু নাজানিছিলোঁ ৰাধানাথ চাংকাকতীয়েই তাৰ গুৰি ধৰোতা, পৰিচালক-প্ৰতিষ্ঠাতা আৰু সম্পাদক। এইটোও নাজানিছিলোঁ যে 'টাইম্‌ছ অব্ আছামে'ই আমাৰ আটাইতকৈ পুৰণি বাতৰি কাকত— ইংৰাজী, অসমীয়া দুয়োবিধ ধৰি। বহুতে পিছতহে এই তথ্য আৱিষ্কাৰ কৰিছিলোঁ আৰু নাজানিছিলোঁ স্বাধীনতা লাভৰ প্ৰথম বছৰতে মাৰ যোৱাৰ সময়লৈকে আমাৰ অসমৰ বাতৰি কাকতৰ ভিতৰত 'টাইম্‌ছে'ই আটাইতকৈ দীৰ্ঘলীয়া আয়ুস পাইছিল— সোণালী জয়ন্তী পালন কৰিব পাৰিছিল— ১৮৯৫ চনৰ ৫ জানুৱাৰীৰ পৰা একেৰাহে ১৯৪৭ চনৰ ছেপ্টেম্বৰ মাহলৈকে, অৰ্থাৎ দেশ স্বাধীন হোৱাৰ এমাহৰ পিছলৈকে। আমাৰ আটাইতকৈ প্ৰবীণ সাংবাদিক শ্ৰীলক্ষ্মীনাথ ফুকনৰ— যিজনে চাংকাকতীৰ পৰলোকৰ পিচত নিজে কেবা বছৰো কাকতখনৰ সম্পাদনা কৰিছিল— 'মহাত্মাৰপৰা কাপকোঁৱৰলৈ' (১৯৬৯) কিতাপখনত থকা ৰাধানাথ চাংকাকতী সম্বন্ধীয় প্ৰবন্ধটো পাঢ়িবলৈ নোপোৱা হ'লে হয়তো আমাৰ এনে এজন 'পায়'নিয়াৰ', 'ডয়েন' সাংবাদিকৰ বিষয়ে এনেবোৰ প্ৰেৰণাদায়ক তথ্য আমি জানিবলৈ নাপালোঁহেঁতেন।

১৮৯৫ চনৰ সময়টো তাৎপৰ্যপূৰ্ণ। ভাৰতবৰ্ষৰ অন্যতম প্ৰাচীন ইংৰাজী দৈনিক 'ষ্টেট্‌চমেন' কাকতৰ জন্ম হৈছিল ১৮৯৬ চনতহে— 'টাইম্‌ছ'ৰ এবছৰৰ পিচত। আমাৰ আটাইতকৈ পুৰণি ইংৰাজী দৈনিক 'টাইম্‌ছ অব্ ইণ্ডিয়া' প্ৰথম ওলাইছিল ১৮৮৩ চনত (নে ১৮৫৮ অন্যমতে), 'অমৃত বাজাৰ পত্ৰিকা' তাৰ ৩০ বছৰ পিচত ১৮৬৮ চনত। প্ৰথমখনে ডেৰশ বছৰীয়া উৎসৱ পাতো পাতো, পাচৰখন কাকতৰ শতবাৰ্ষিকী পালন কৰা অলপ দিনহে হৈছে। দৈনিক নহ'লেই যেনিবা, অসমৰ পৰা ওলোৱা একমাত্ৰ ইংৰাজী বাতৰি কাকতখন চাংকাকতীয়ে 'ষ্টেট্‌চমেন' কাকততকৈও এবছৰ আগতে উলিয়াব পাৰিছিল, সেইটোনো কম গৌৰৱৰ কথানে? এইটোও উল্লেখযোগ্য যে আমাৰ এতিয়াৰ একমাত্ৰ ইংৰাজী দৈনিক 'আসাম ট্ৰিবিউন' পোনতে সাদিনীয়াকৈ আৰম্ভ হৈছিল 'টাইম্‌ছ' মাৰ যোৱাৰ বছেৰেক নে দুবছৰ আগতেহে।

সেই হিচাপে আমাৰ এতিয়াৰ একমাত্ৰ ইংৰাজী দৈনিকখনে পুৰণি 'টাইম্‌ছ অব্ আছামে' সূচনা কৰা ইংৰাজী বাতৰি কাকতৰ হ'বলগীয়া শতবৰ্ষপূৰ্তিৰ কাম চপাইছে বুলি ভাবিলেও বৰ বেছি উদ্ভট কল্পনা কৰা যেন নহ'ব। শেহলৈ এবছৰমান তিনিদিনীয়া হৈ ওলাইছিল যদিও 'টাইম্‌ছ অব্ আছাম' কেতিয়াও দৈনিক হৈ ওলোৱা নাছিল সঁচা, তথাপি ইয়াৰ প্ৰাচীনত্বত আৰু অসমৰ পৰা অতদিনৰ আগতে ওলোৱা একমাত্ৰ আৰু আধা শতিকাৰো ওপৰ আয়ুস পোৱা কাকত হিচাপে এইখন কাকতক এতিয়াৰ একমাত্ৰ ইংৰাজী দৈনিকখনেৰে একে মৰ্যাদা দি চোৱাত কোনো দোষ থাকিব নোৱাৰে। কোনে জানে, ৰাধানাথ চাংকাকতীয়ে আৰু আঁয়ুস পোৱা হ'লে কিজানি তেওঁেই আমাৰ একমাত্ৰ ইংৰাজী দৈনিকৰ প্ৰতিষ্ঠাতা হৈ অমৰ হৈ ৰ'লহেঁতেন!

ঊনবিংশ শতিকাৰ শেষ ভাগত, যি সময়ত সদৌ দেশতে ইংৰাজী বাতৰি কাকতৰ সংখ্যা এখন হাতৰ আঙুলিৰ মূৰত লেখিব পৰা অৱস্থাতে আছিল— অসমৰ এটা মূৰৰ এচুকত থকা, ডিবুৰু চহৰৰ মাটি-পানীৰে ডাঙৰ-দীঘল হোৱা, নাতি উচ্চশিক্ষিত এগৰাকী অসমীয়াৰ মনত ইমান দিনৰ আগতে এখন ইংৰাজী বাতৰি কাকত উলিওৱাৰ বাসনাই বাহ লোৱাটো নিঃসন্দেহে এক ঐতিহাসিক তাৎপৰ্যবিশিষ্ট ঘটনা। 'টাইম্‌ছ অব্ আছাম' তথা ৰাধানাথ চাংকাকতীৰ ঐতিহাসিক তাৎপৰ্য তাৰ বাহিৰে এই বুলিও যে, যাইকৈ তদানীন্তন অসমৰ ইংৰাজ চাহ খেতিয়ক সম্প্ৰদায় তথা শাসকীয় বণিক শ্ৰেণীৰ বাণিজ্যিক স্বাৰ্থ সংৰক্ষণ আৰু সম্প্ৰসাৰণৰ অৰ্থে প্ৰবৰ্তন কৰা এখন বিদেশী ভাষাৰ কাকতক তেওঁ এনেকৈ জনপ্ৰিয় কৰি তুলিবলৈ সমৰ্থ হৈছিল যে অভাবনীয়ভাৱে অসমৰ ভাবেঁ-ভূঞে 'টাইম্‌ছ অব্ আছাম' কাকতৰ যশস্যা আৰু জনপ্ৰিয়তা দিনকদিনে চৰি গৈছিল। লক্ষ্মীনাথ ফুকনে 'টাইম্‌ছ অব্'ৰ মহিমা আৰু প্ৰচাৰ সম্পৰ্কে তেখেতৰ প্ৰবন্ধত বৰ আমোদজনককৈ লিখিছে। 'টাইম্‌ছ' নামটো চাংকাকতীয়ে দিয়া নহয়, দিছিল সম্ভৱতঃ তেতিয়া ভাৰতৰ 'টাইম্‌ছ অব্ ইণ্ডিয়া'ৰ সৈতে সুপৰিচিত আৰু 'হোম' (home) ত ইংলণ্ডৰ ইতিহাস-প্ৰসিদ্ধ 'টাইম্‌ছ'ৰ নাম মনত মচ্ খাব নোৱাৰাকৈ বৈ যোৱা বাগিচাৰ চাহাব এজনে। কাকতখন কেনেকৈ চলাব লাগিব তাৰ দিহা-পৰামৰ্শ দিছিল আন এজন বাগানৰ চাহাবে আৰু ই গৱৰ্ণমেণ্টৰ ঘৰত খোপনি পোতাত তেতিয়াৰ বৃটিছ চীফ্ কমিশ্যনাৰ আৰু চীফ চেক্ৰেটাৰী প্ৰভৃতিয়ে গা লাগি সহায় কৰি দিছিল। চাহাব চৰকাৰৰ পৃষ্ঠপোষকতা অবিহনে থিয়-দণ্ডা দিব নোৱাৰা এনে এখন বিজতৰীয়া ভাষাৰ কাকত— যি সময়ত অসমৰ বৰগছ নোহোৱা হাবিত এৰাগছেই বৰগোছজোপা যেন হৈ জিলিকি— কেনেকৈ গাবেঁ-ভূঞে নামজ্বলা 'টাইম্‌ছ অব্'ত পৰিণত হ'ব পাৰিলে, সিও আন এটা ঐতিহাসিক গুৰুত্বসম্পন্ন কথা।

অতীতৰ পিনে উচিত 'পাৰ্চপেক্‌টিভ'ত দৃষ্টিপাত কৰিলে 'টাইম্‌ছ অব্ আছাম'ৰ আৱিৰ্ভাব আৰু প্ৰসাৰৰ কাহিনী অসমৰ সাংবাদিকতা বুৰঞ্জীৰ এক চমকপ্ৰদ অংগ। ফুকনে আঙুলিয়াই দেখুৱাইছে কেনেকৈ চাংকাকতীৰ নামতকৈও 'টাইম্‌ছ অব্ আছাম'ৰ নামহে চাৰিওপিনে বৈ-বৈ গৈছিল। এনেকৈ প্ৰচাৰিত হৈছিল যে এসময়ত 'হেজেলিন' বুলিয়েই মুখত ঘঁহা মলম হোৱাদি গাৱঁলীয়া ৰাইজৰ মনত 'টাইম্‌ছ অব্'টো বাতৰি কাকতমাত্ৰৰে নাম যেন হৈ পৰিছিল। সাদিনীয়া অসমীয়া কাকতৰ হৈ ফুকন এবাৰ ভিতৰুৱা কোনোবা গাৱঁত কিবা তদন্ত কৰিবলৈ যাওঁতে তেওঁ 'টাইম্‌ছ অব্'ৰ পৰা আহিছে বুলিহে চিনাকি দিবলগীয়া হৈছিল। তেতিয়াহে গাৱঁলীয়া মানুহে বুজিছিল যে তেওঁ বাতৰি কাকতৰ মানুহ, ইংৰাজীত 'নিউজ্‌মেন'। অসমৰপৰা প্ৰকৃততে প্ৰথম ইংৰাজী বাতৰি কাকত উলিয়াই তাক শতাব্দীৰ পাতনিতে গাবেঁ-ভূঞে সৰবৰহী কৰি তুলিব পৰা 'টাইম্‌ছ অব্ আছাম'ৰ ঐতিহাসিক বৈশিষ্ট্যৰ গুৰিত থকা চাংকাকতী মানুহজনৰ নাম নাই সেই সময়ৰ গাওঁ-ভূঁইৰ মানুহে ভু ৰখাৰ কথাই নাই, আমিও কাকতখনৰ নাম জানিলেও প্ৰতিষ্ঠাপক-সম্পাদকজনৰ কথা জনা নাছিলোঁ— আজিকালিৰ সৰহভাগেই চাংকাকতীৰ নামটোকে শুনা নাই। সেই বুলি অসমৰ এখন ঐতিহাসিক সংবাদপত্ৰৰ সম্পাদক হিচাপে, সফল বাটকটীয়া আৰু আহি দেখুওঁতা হিচাপে, ৰাধানাথ চাংকাকতী অকল অসমৰ সাংবাদিকতাৰ পিতৃপুৰুষ স্বৰূপেই নহয়, আমাৰ জাতীয় নবাভ্যুদয়ৰ খনিকৰ স্বৰূপেও ঐতিহাসিক বিশেষত্বৰ অধিকাৰী। এনে এজন মানুহৰ নাম ভাৰতত প্ৰচাৰিত হোৱা উচিত আছিল।

ৰাধানাথ চাংকাকতী আমাৰ সাংবাদিকতাৰ বাটকটীয়া, যাক ইংৰাজীত 'প্ৰেছ' বোলা হয়— তাৰ আগৰণুৱাৰূপে আমি তেওঁৰ ওচৰত কৃতজ্ঞ। কিন্তু সাংবাদিক হিচাপে, সম্পাদক হিচাপে চাংকাকতীৰ ঠাই কি হ'ব পাৰে, সম-সাময়িক আগশাৰীৰ বাৰ্তাৰ কাকত সম্পাদকসকলেৰে সৈতে তেখেতৰ প্ৰতিভা নাইবা অৱদানৰ বিজনি কৰা সম্ভৱনে নাইবা উচিতনে? —এনেবোৰ প্ৰশ্নৰ বিচাৰ কৰিবলৈ হ'লে উল্লাস বা জাতীয় ভাৱপ্ৰৱণতা এৰি আমি এখন সুকীয়া নিৰপেক্ষ বাস্তৱনিষ্ঠ plane বা অৱস্থানৰ পৰা বিচাৰ কৰিলেহে

মূল্যায়ন সাৰ্থক হ'ব পাৰিব। এই ক্ষেত্ৰত লাজ-কাজ বা সংকোচ নকৰাকৈয়ে নামানি উপায় নাই যে অকল সাংবাদিক বা সম্পাদক হিচাপে প্ৰকৃততে চাংকাকতীয়ে বৰ উচ্চ আসনৰ দাবী কৰিব নোৱাৰে। 'টাইমছ অব্ আছাম' কাকতখনৰ নামটো যেনেকৈ বহুলভাৱে জনাজাত হৈছিল, তেনেকৈ সম্পাদক হিচাপে চাংকাকতীৰ নাম সৰহভাগেই নজনাত সম্পাদকীয় কৃতিত্বৰ পৰিচয় আছে নে বিফলতাৰ পৰিচয় আছে কোৱা টান। কিন্তু উনৈশ শতিকাৰ শেষছোৱা আৰু বৰ্তমান শতিকাৰ আগছোৱাত ভাৰতীয় সাংবাদিকতাৰ সফল বাতৰিকাকত পৰিচালকতকৈ বিশিষ্ট মত পোষণ কৰা গুৰুত্বপূৰ্ণ সাংবাদিকৰ প্ৰতিপত্তিহে বেছি আছিল। ৰাধানাথ চাংকাকতীয়ে অসমত বাতৰি কাকত চলোৱাৰ লেখীয়া আপাতদৃষ্টিত লাভজনক যেন নলগা ব্যৱসায় এটাত নামি আজীৱন তাতে লাগি থাকি আৰু কাকত হিচাপে কাগজখনৰ উৎকৰ্ষতকৈও তাৰ আলমত ব্যক্তিগতভাৱে যথেষ্ট বৈষয়িক উন্নতি আৰু সমৃদ্ধি সাধন কৰিলে। সেই কৃতিত্ব দৰাচলতে সাংবাদিকৰ বা সম্পাদকৰ কৃতিত্বতকৈ পৰিচালক বা ব্যৱসায়ীৰ কৃতিত্বহে। আমি পাহৰিব নোৱাৰো যে যি সময়ত চাংকাকতীয়ে 'টাইমছ অব্ আছাম' কাকতৰ সম্পাদনা কৰিছিল সেই সময়ত অসমৰ বাহিৰত মতিলাল ঘোষ, ৰামানন্দ চট্টোপাধ্যায়, কালীনাথ ৰায়, চি-আই চিন্তামণি, কস্তুৰী শ্ৰীনিবাসন প্ৰভৃতিৰ দৰে বিৰাট ব্যক্তিত্বসম্পন্ন একোগৰাকী সম্পাদকে নিজৰ ব্যক্তিত্ব আৰু নিৰ্ভীক মতবাদৰ বলেৰে একোখন বাতৰি কাকতক গৰিমা প্ৰদান কৰাৰ উপৰিও দেশৰ মানুহৰ মতামত গঠন, জাতীয় আন্দোলনৰ দিক্ নিৰ্ণয়, বিদেশী শাসকবৰ্গৰ বিৰুদ্ধে কনফ্ৰন্টেশ্যন' বা সমুখ-সমৰ চলাই থকাত নেতৃত্ব গ্ৰহণ কৰিছিল। সেইসকল সম্পাদকৰ ব্যৱসায়িক পৰিপক্কতা বা দক্ষতা কিমান আছিল-নাছিল তালৈ নাচাই সকলোৱে তেওঁলোকৰ নামৰ বাবেই কাকতবিশেষক আদৰ কৰিছিল, ভয় কৰিছিল, শ্ৰদ্ধা কৰিছিল।

দৰাচলতে, সময়ৰ ফালৰপৰা 'টাইমছ অব্ আছাম'ৰ জীৱন-ইতিহাসে ভাৰতীয় সাংবাদিকতাৰ সেই মহিমান্বিত, আদৰ্শবাদী যুগটোক সামৰিছিল যিটো যুগৰ সম্ভৱতঃ 'টাইমছ' মাৰ যোৱা বছৰটোমানৰ পৰাই অৱসান ঘটিল। তথাপি সেই যুগ যন্ত্ৰণাৰ প্ৰতিধ্বনি ১৯২৩ চনত ৰাধা চাংকাকতীৰ জীৱনাৱসানৰ পিছত 'টাইমছ অব্ আছাম'ৰ পাতত মাজেদি সম্পাদক ভেদে কম-বেছি পৰিমাণে শুনা পাবলৈ ধৰিছিল যদিও তেখেতৰ জীৱদ্দশাত, মোটামুটিকৈ কাকতখনৰ ৰূপালী জয়ন্তী পালনৰ কাললৈকে তেনেকৈ শুনা নগৈছিল। কাকতখন এক প্ৰকাৰ প্ৰতিক্ৰিয়াশীলতাপন্থীয়েই আছিল। আচলতে আমাৰ থলুৱা সম্পাদকৰ দেশীয় কাকত ইংৰাজী 'টাইমছ অব্ আছাম' আছিল চাহাবী 'টাইমছ অব্ ইণ্ডিয়া' আদিৰহে সমগোত্ৰীয়। বাতৰি কাকতৰ লগৰে সময় সচেতন বস্তু খুব কমেই থাকে, অথচ তেনে এখন বাতৰি কাকতেই সময়ৰ শৰলৈ প্ৰায় ভ্ৰূক্ষেপ নকৰাকৈয়ে থাকিব পাৰিছিল— ভাবিলে আচৰিত লাগে।

এনে হোৱাৰ কাৰণ বিচাৰি সৰহ দূৰ যোৱাৰ দৰকাৰ নকৰে। ৰাধানাথ চাংকাকতী কিয় সাংবাদিকতাৰ জগতলৈ আহিছিল, আন কথাত তেওঁৰ মূল 'মটিভেশ্যন' কি আছিল তালৈ অলপ মন কৰিলেই তেওঁ সম্পাদক হিচাপে কিয় সিমান উল্লেখযোগ্য নহয় সেইটো বুজিব পাৰি আৰু তেওঁ যি প্ৰকৃততে নাছিল তাৰ বাবে খেদ নকৰি যি আছিল তাৰবাবেই তেওঁৰ সহানুভূতিৰে শলাগ ল'ব পাৰি। চাংকাকতীৰ হাবিয়াস আছিল কেনেকৈ ছপাশাল এটা লৈ এখন ইংৰাজী কাকত উলিয়াই ব্যৱসায় কৰিব পাৰি আৰু তাৰ পৰা পাৰ্যমানে ধন ঘটি জাগতিক অৱস্থা টনকিয়াল কৰিব পাৰি। চাংকাকতীৰ কাপোৰ-কানি পিন্ধাৰ ৰুচি, তেখেতৰ চাহাবিয়ানাপ্ৰীতি, বাগিচাৰ বণিকসকলৰ সৈতে তাল মিলাই চলাৰ আকাংক্ষা— ইত্যাদিবিলাক কথাই আমাৰ সমুখত যিজন মানুহৰ ৰূপ দাঙি ধৰে সেইজন এজন বিলাতী 'country squire' বা চহা মাটিগিৰি আৰু নতুনকৈ বাগানৰ চাহাবৰ কায়দা, ধৰণ-কৰণ লোৱা বাগিচাৰ ছোটচাহাব। সাংবাদিকতাক ব্ৰত হিচাপে লৈ আগবাঢ়ি অহা সাংবাদিক তেওঁ নাছিল, তেওঁ আছিল বিলাতী চাহাবৰ দ্বাৰা শিক্ষিত আৰু দীক্ষিত হোৱা মেনেজাৰ বা 'কৰ্তা' সংবাদ ব্যৱসায়ী। কাৰ্যক্ষেত্ৰতো কাকতখনৰ ভালেখিনি সম্পাদকৰ কাম চাংকাকতীয়েই কৰিছিল যদিও ঘাই সম্পাদকীয় কামটো তেওঁ কাচিংহে কৰিছিল আৰু যেতিয়া কৰিছিল তেতিয়া ফুকনে কোৱা দি সৰহভাগ ডিব্ৰুগড়ত আবকাৰী দোকান বন্দৱস্ত কৰোঁতে হোৱা খামখেয়ালিৰ বিষয়ে নাইবা জিলাৰ বৰচাহাব ব্ৰাকাৰ চাহাবে এজলাচত বহি মকৰ্দমা লৈ থাকোঁতে দেচুৱালী আচামীয়ে চাহাবৰ গাললৈকে ভৰিৰ জোতা এপাট মাৰি দিয়াৰ নিচিনা ঘটনাৰ ওপৰত সম্পাদকীয় লিখিছিল। ফুকনে কোৱামতে 'টাইমছ'ৰ সম্পাদকীয় চ'ৰাত মান ভগন পৰা কলথোকা বাদুলিয়ে নিয়ালৈকে সকলো ধৰণৰ কথাই ঠাই পাইছিল।

এইখিনিতে আমাৰ অতীতৰ অসমীয়া সাংবাদিক-সম্পাদকসকলৰ আৰু চাংকাকতীৰ মাজত থকা প্ৰণিধানযোগ্য বিভিন্নতালৈকো আঙুলিয়াব লাগিব।

ভাৰতত পাশ্চাত্যৰ পৰা অহা নতুন ভাবধাৰাৰ প্ৰভাৱত বা তাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়াৰ চিনস্বৰূপে দেশৰ আন আন ঠাইৰ দৰে অসমতো এচাম দেশপ্ৰেমিক, আৱেগপ্ৰৱণ, আদৰ্শবাদী সম্পাদক- সাংবাদিক নোহোৱা নহয়। ৺কৃষ্ণকান্ত ভট্টাচাৰ্য (অসম বিলাসিনী), ৺মথুৰা মোহন বৰুৱা প্ৰভৃতি এনে সাংবাদিক প্ৰতিভা। তেওঁলোকৰ কলমৰ চোক আছিল যদিও পৰিচালনাৰ গুণ নাছিল আৰু কোনেও তেওঁলোকৰ কামসমূহক স্থায়িত্ব দিব পৰা নাছিল। ৰাধানাথ চাংকাকতী তেওঁলোকৰ সমসাময়িক হৈ সম্পাদকৰূপে সিমান বিচক্ষণ হ'ব নোৱাৰিলেও এনে সুপৰিচালক হ'ব পৰাটো অতিশয় উল্লেখযোগ্য কথা।

এপিনৰপৰা চাবলৈ গ'লে স্বাধীনতা পূৰ্বযুগৰ আমাৰ কাকতবোৰৰ ৰাজনীতিসৰ্বস্বতাৰ obsessionৰ পৰিপ্ৰেক্ষিতত 'টাইমছ অব্ আছাম'ৰ নিচিনা কাকত এখনে সম্পাদকীয় দৃষ্টি তেনেকৈ অন্যান্য বিষয়লৈ, বিশেষকৈ বাণিজ্যলৈ ঘূৰাব পৰাটো আৰু সম্পাদকীয়ত বিচিত্ৰ বিষয়ৰ সমাবেশ কৰিব পৰাটো আজিকালিৰ বিবেচনাৰে এটা আদৰণীয় ব্যতিক্ৰম আছিল বুলি ক'ব পাৰি আৰু একে যুক্তিৰে তেওঁৰ কাকতখনৰ সৰহভাগ সম্পাদকীয়েই সম্পাদক হৈও তেওঁ নিজে নিলিখি আনৰ হাতুৰাই লিখাই যথেষ্ট আধুনিক সাংবাদিকতা-কৌশল অৱলম্বনৰো চিনাকি দিছিল। সেই হিচাপে ৰাধানাথ চাংকাকতীয়ে একো দোষৰ কাম নকৰি অতিশয় আধুনিক কাম কৰিছিল বুলিহে ক'ব লাগিব। কিন্তু চাংকাকতীক সম্পাদক বা সাংবাদিক হিচাপে জুখিবলৈ হ'লে আমি তেওঁৰ সমসাময়িক সম্পাদকসকলৰ লগতলৈ নিহে চাব লাগিব। তেওঁৰ সময়ত সম্পাদকসকল প্ৰধানতঃ যেনে আছিল আমাৰ চাংকাকতী ঠিক তেনে নাছিল। ৰাধানাথ চাংকাকতী আছিল 'টাইমছ অব্ আছাম' কাকতৰ স্বত্বাধিকাৰী সম্পাদক। প্ৰকৃততে তেওঁ মুখ্যতঃ স্বত্বাধিকাৰীহে আছিল, সম্পাদক গৌণভাৱেহে আৰু টেক্নিকেলিহে। গতিকে ৰাধানাথ চাংকাকতী অসমৰ সাংবাদিকতাৰ এজন অগ্ৰণী হৈ আছিল যদিও উচ্চ স্তৰৰ সাংবাদিক বা সম্পাদক বুলি নহয়, যাইকৈ তেওঁৰ পৰিচালনা-দক্ষতা আৰু কাৰ্যকৰী কৃতিত্বৰ বলতহে।

সেইটো সঁচা হ'লেও চাংকাকতীক সম্পাদকৰ সন্মান নিদিয়াকৈ থকাও একাধিক অৰ্থত টান। "চাংকাকতীৰ দিনত 'টাইমছ অব্ আছাম' যিদৰে সুচাৰুৰূপে চলিছিল অসমত আগতে সেইদৰে কোনো কাকত চলা নাছিল" বুলি লক্ষ্মীনাথ ফুকনেই লিখিছে। ১৯১০ চনৰ জানুৱাৰী মাহত ওলোৱা 'বাঁহী'ত লক্ষ্মীনাথ বেজবৰুৱাই এঠাইত 'টা-অ-আ' কাকতখন ইমান সুকলমে চলি আছে বুলি প্ৰশ্ন কৰি নিজেই উত্তৰত কৈছিল যে 'ব্যৱসায়-বুদ্ধি'ৰ শ্ৰেষ্ঠতাৰ গুণতহে সেইটো সম্ভৱ হৈছে। এই 'ব্যৱসায়-বুদ্ধি' বোলা গুণটো সাৰ্থক সম্পাদকৰ বাবে আৱশ্যকীয় গুণ হয় নে নহয়? আজিকালি আমি যদিও সম্পাদকসকলৰ কামৰ ভিতৰত তীক্ষ্ণ ব্যৱসায়-বুদ্ধি নাইবা ব্যৱসায়িক পিনৰপৰা কৃতকাৰ্যতাৰে পৰিচালনা কৰিব পৰা শক্তিটো তেনেকৈ নধৰোঁ, প্ৰকৃত সৰ্বাংগসুন্দৰ সম্পাদকীয় শ্ৰেষ্ঠত্বৰ বাবে এনেবিলাক গুণৰো প্ৰয়োজন নুই কৰিব নোৱাৰি। ব্যৱসায়-বুদ্ধিৰ অভাৱৰ বাবে কোনো এজন নামজ্বলা সম্পাদকৰ নামত ওলোৱা কোনো কাকত যদি বন্ধ হৈ যাবলৈ হয় তেনেহলে তেনে স্থলত বিফলতাৰ বদনামৰ সম্পাদকো কৰ্মকৰ্তাসকলৰ লগতে ভাগী হ'বলগীয়া হয়। পূৰ্বে আমাৰ কেবাজনো চোকা সম্পাদকৰ বেলিকা ঠিক তেনেকুৱাই হৈছিল। কৃতকাৰ্য সম্পাদকৰ প্ৰখৰ ব্যৱসায়-বুদ্ধি আৰু পৰিচালনা-ক্ষমতাও থাকিব লাগে। ৰাধানাথ চাংকাকতীয়ে এই পিনৰ পৰা চালে এজন লেখত ল'বলগীয়া সম্পাদকো আছিল সি খাটাং। সাংবাদিক বুলিলে যদি কোনো কাগজৰ সাৰ্বিক বিকাশ আৰু ভৱিষ্যতৰ সৈতে সংশ্লিষ্ট লোক হ'ব লাগে তেনেহলে ৰাধানাথ চাংকাকতী কেৱল আমাৰ এজন অগ্ৰগণী সাংবাদিকেই নহয়, এজন আদৰ্শনীয় সম্পাদকো আছিল। আজিকালি বহু ক্ষেত্ৰত সাংবাদিকতা আৰু ব্যৱসায়-বুদ্ধিৰ ভাল সমন্বয়ৰ অভাৱতে বহুতো প্ৰতিভাশালী সাংবাদিক তথা প্ৰতিশ্ৰুতিসম্পন্ন কাকত অকালতে মৰহি যাব লগীয়া হৈছে। ৰাধানাথ চাংকাকতী এই ক্ষেত্ৰত যেনেকৈ এজন আহিঁ পুৰুষ তেনেকৈ এক উল্লেখযোগ্য ব্যতিক্ৰম।

১৯২৩ চনতে আমাক এৰি যোৱা ৰাধানাথ চাংকাকতী আমাতকৈ বহু দিনৰ আগৰ পুৰণি, বিগত যুগৰ প্ৰতিনিধি। যোৱা আদ্ধশতিকাত আমাৰ সাংবাদিকতাৰ জগতত বিৰাট পৰিৱৰ্তন হৈ গৈছে। তথাপিতো চাংকাকতী সাংবাদিক হিচাপে কেবাটাও দিশত এনে অপ্ৰত্যাশিতভাৱে আধুনিক আছিল যে ভাবিলে আচৰিত মানিব লাগে। এইটো এতিয়া সকলোৱে গম পাইছে যে আধুনিক কালত বাতৰি কাকত তথা 'প্ৰেছ'ৰ যি অভূতপূৰ্ব সম্প্ৰসাৰণ আৰু সমৃদ্ধি হৈছে, আধুনিক ৰাষ্ট্ৰৰ প্ৰায় চতুৰ্থ অংগ বুলি স্বীকৃত এই 'ফোৰ্থ এষ্টেটে' বৰ্তমান যুগত যি প্ৰভাৱ আৰু প্ৰতিপত্তিৰ অধিকাৰী হৈছে তাৰ মূলতে আছে অন্যান্য উপাদানৰ লগতে বাতৰি কাকতৰ বিজ্ঞাপন। চাংকাকতীয়ে যি সময়ত 'টাইম্ছ অব্ আছাম' চলাইছিল তেতিয়া বাতৰি কাকত আৰু বিজ্ঞাপনৰ পাৰস্পৰিকভাৱে অবিচ্ছেদ্য সম্বন্ধটো আমাৰ অতি কম লোকেইহে ভালদৰে উপলব্ধি কৰিছিল।

তেওঁ কিন্তু আৰম্ভণিৰে পৰা জানিছিল যে বিজ্ঞাপনেই বাতৰি কাকতৰ ঘাই জীৱনীশক্তি। প্ৰচুৰ পৰিমাণে বিজ্ঞাপন গোটাব নোৱাৰিলে যিকোনো কাকতৰ আৰ্থিক ভৱিষ্যৎ বিপন্ন হৈ থাকিব। চাংকাকতীয়ে কাগজৰ কাম আৰম্ভ কৰাৰ লগে লগে বিজ্ঞাপন গোটোৱাত মন দিছিল আৰু ঘাইকৈ চাহ বাগিচা সম্পৰ্কীয় জাননী হ'লেও, আজি ডেৰকুৰি দুকুৰি বছৰৰ আগত 'টাইমছ অব্ আছাম'ত যিমান বিজ্ঞাপন আছিল সি আজিকালিৰ বহুত বহুল-চলন্তি কাকতকো চেৰ পেলাব। বিজ্ঞাপনৰ সম্ভাৱনীয়তাৰ বুজ লোৱাত চাংকাকতী অদ্বিতীয় আছিল বুলি ক'লেও ভুল কোৱা নহ'ব। আজিকালিৰ কাকতৰ বাবে পৰিচালক-সম্পাদক থাকে, বিজিনেচ-মেনেজাৰ থাকে, সুকীয়া বিজ্ঞাপন বিভাগ থাকে। ৰাধানাথ চাংকাকতীয়ে 'টাইম্‌ছ্ অব্ আছাম'ৰ কোন পাতত কি যাব চোৱাৰ উপৰিও, সময়ত সম্পাদকীয় লিখাৰ উপৰিও নানান ঠাইৰ পৰা ধন-অহা বিজ্ঞাপন কোৱোনাৰে ছপাইছিল। এই ক্ষেত্ৰত তেওঁৰ সমসাময়িকৰ বিপৰীতে ৰাধানাথ চাংকাকতী এজন অতি বিচক্ষণ আৰু সফল পথ-প্ৰদৰ্শক। তেওঁ হয়তো অসমৰ 'প্ৰেছ-মেগনেট'ই হ'বগৈ পৰা নাছিল, কিন্তু তেওঁৰ মাজত যে আধুনিক 'মেগনেট'ৰ ভ্ৰূণ দেখা নগৈছিল তাকো কোৱা টান। কৃতকাৰ্য সাংবাদিকতাৰ এই এটা দিশ তেওঁ সম্পূৰ্ণ আয়ত্ত কৰিছিল।

স্বৰ্গীয় ৰাধানাথ চাংকাকতী অসমত সাংবাদিকৰ বাটকটীয়া আছিল— সেইটো ডাঙৰ কথা। তাতোকৈ এই বুলিয়েহে তেওঁৰ কথা মনলৈ আনিলে বিস্ময়াভিভূত হ'ব লাগে যে, তেওঁ পঞ্চাশ বছৰৰ আগতে কেনেকৈ এনে আধুনিক চিন্তা আৰু আজিৰ দৃষ্টিভংগী থকা সাংবাদিকৰূপে দেখা দিব পাৰিছিল। চাংকাকতীৰ সম্পাদকতাত ব্যক্তিগত উল্লেখনীয়তা নাথাকিব পাৰে, তেওঁৰ সাংবাদিকতাত বিশুদ্ধ সাংবাদিকৰ ভাবাদৰ্শগত স্পষ্টতা কিম্বা মেধাগত উৎকৃষ্টতা কম হ'ব পাৰে, কিন্তু তেওঁ যে বিচাৰে-বিবেচনাই এজন অতি তীক্ষ্ণ ব্যৱসায়িক বুদ্ধিসম্পন্ন ভৱিষ্যদ্দৰ্শী আধুনিক প্ৰকৃতিৰ সাংবাদিক আছিল সেইটো আমি এতিয়াও গভীৰভাৱে অধ্যয়ন কৰি চোৱাৰ আৱশ্যকতা আছে। সংবাদপত্ৰৰ জগতত আজিকালি বহুত ক্ষেত্ৰত সম্পাদকে স্বত্বাধিকাৰীৰ পাছফালে আসন ল'বলগীয়াত পৰিছে নতুবা পৰিচালনা আৰু সম্পাদনাৰ কাৰ্যকৰী সমন্বয় ঘটোৱা এক শ্ৰেণীৰ নতুন পৰিচালক-সম্পাদকে বাতৰি কাকতৰ নেতৃত্ব গ্ৰহণ কৰিছে। যিমানেই 'মনোপলী প্ৰেছ'ৰ নিন্দাবাদ কৰা নহওক কিয়, ভৱিষ্যতলৈ সংবাদপত্ৰৰ গতি নিৰ্দ্ধাৰণৰ আৰু ৰূপদানৰ সৰ্বাত্মক দায়িত্বভাৰ এনে এশ্ৰেণীৰ সম্পাদক-যোগ-পৰিচালকৰ হাতলৈ যোৱাটো একপ্ৰকাৰ অৱধাৰিত। ৰাধানাথ চাংকাকতী সময়ৰ হিচাপত পুৰণি হ'লেও বাস্তৱিকতে এনেকুৱা আধুনিক ধৰণৰ সম্পাদক-স্বত্বাধিকাৰী সাংবাদিক আছিল। আশ্চৰ্যভাৱে তেওঁ একেবাৰে নতুন চাম বাতৰি কাকতৰো 'প্ৰটো-টাইপ'স্বৰূপ। আধুনিক যুগ-ভাবনাৰ সৈতে ৰাধানাথ চাংকাকতীৰ কৰ্ম আৰু ভাবনাৰ এই বিস্ময়জনক সংগতি মোৰ মনেৰে অত্যন্ত তাৎপৰ্যপূৰ্ণ আৰু সেইবাবেই এক বিগত যুগৰ সাক্ষী হ'লেও তেওঁৰ পৰা আমি আজিৰ যুগত জৰুৰী হোৱা সাংবাদিকতাৰ সমল সংগ্ৰহ কৰি তেওঁক পুনৰ্সংস্থাপিত কৰাৰ অশেষ সাৰ্থকতা আছে।

# অসমৰ প্ৰথমখন দৈনিক বাতৰি কাকত
# দৈনিক বাতৰি

প্ৰকাশ গোস্বামী

## পটভূমি

ভাৰতবৰ্ষত মুদ্ৰণ-শিল্পৰ ইতিহাস আৰম্ভ হয় পৰ্তুগীজসকলে ভাৰতবৰ্ষত প্ৰবেশ কৰাৰ পাছৰে পৰা। ভাস্কো ডা গামাই ভাৰতৰ মাটিত ভৰি দিয়াৰ ৫৯ বছৰৰ পিছত ষোড়শ শতিকাৰ দ্বিতীয়াৰ্দ্ধত ভাৰতবৰ্ষত ছাপাখানাৰ বুৰঞ্জী আৰম্ভ হৈছে। পৰ্তুগীজ মিছনেৰি-সকলৰ দ্বাৰা গোৱাত স্থাপিত ভাৰতবৰ্ষৰ প্ৰথমটো ছাপাখানাৰ পৰা ১৫৫৭ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষৰ প্ৰথমখন গ্ৰন্থই মুদ্ৰণৰূপ লাভ কৰিলে।[1] অৱশ্যে এই গ্ৰন্থৰ ভাষা আছিল পৰ্তুগীজ। ইয়াৰ দুশ বছৰৰ পিছতহে আধুনিক ভাৰতৰ মুদ্ৰণ-শিল্পৰ কেন্দ্ৰস্বৰূপ কলিকতাত ১৭৭৭ খ্ৰীষ্টাব্দত ছপাযন্ত্ৰ প্ৰতিষ্ঠিত হয়। এই ছপাযন্ত্ৰতে ভাৰতবৰ্ষৰ প্ৰথমখন সম্বাদপত্ৰ 'বেংগল গেজেট' মুদ্ৰিত হৈছিল আৰু এই কৃতিত্বৰ দাবীদাৰ আছিল হিকি নামৰ এজন ইংৰাজ।[2]

১৭৮০ খ্ৰীষ্টাব্দত প্ৰকাশিত এই সাপ্তাহিক সম্বাদপত্ৰখনিৰ পৰাই ভাৰতবৰ্ষৰ সম্বাদপত্ৰৰ বুৰঞ্জী আৰম্ভ হৈছে। ইংৰাজী ভাষাত প্ৰকাশিত এই প্ৰথমখন সম্বাদপত্ৰৰ পিছত প্ৰাদেশিক ভাষাসমূহত প্ৰথমখন সম্বাদপত্ৰও বংগদেশতেই ছপা হৈছিল। ১৮১৮ খ্ৰীষ্টাব্দত প্ৰকাশিত বাংলা ভাষাৰ এই মাহেকীয়া কাকতখনৰ নাম আছিল 'দিগ্‌দৰ্শন'।[3] শ্ৰীৰামপুৰৰ খ্ৰীষ্টান মিছনেৰি প্ৰেছৰ পৰা প্ৰকাশিত এই মাহেকীয়া কাকতখনৰ প্ৰকাশৰ বছৰতেই একেজন সম্পাদকৰ সম্পাদনাত[4] 'সমাচাৰ দৰ্পণ' নামৰ এখনি সাপ্তাহিক কাকত প্ৰকাশিত হয় আৰু প্ৰায় আঢৈ কুৰি বছৰ ধৰি থকা এই সম্বাদপত্ৰখনিৰ পৰাই বাংলা সম্বাদপত্ৰৰ গৌৰৱোজ্জ্বল বুৰঞ্জী আৰম্ভ হয়।

বাংলা ভাষাৰ প্ৰথমখন সম্বাদপত্ৰৰ জন্মৰ পৰা অসমীয়া ভাষাৰ প্ৰথমখন সম্বাদপত্ৰৰ জন্মলৈ সময়ৰ ব্যৱধান বছৰৰ লেখেৰে একুৰি আঠ বছৰ। একেই খ্ৰীষ্টিয়ান মিছনেৰিসকলেই এই দুয়োটা প্ৰতিবেশী ভাষাৰ সম্বাদপত্ৰ প্ৰকাশত আগৰণুৱাৰ ভূমিকা গ্ৰহণ কৰি দুয়োটা ভাষাৰ-সাহিত্যৰ বুৰঞ্জীত যাউতিযুগীয়া খ্যাতি ৰাখি গৈছে। প্ৰথম অসমীয়া সম্পাদপত্ৰ 'অৰুনোদই'ৰ আৰ্হি আছিল সম্ভৱতঃ বাংলাভাষাৰ এই 'সমাচাৰ দৰ্পণে'ই।[5]

'অৰুনোদয়ে' কাটি দিয়া এই পটিয়েদিয়েই ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা অসমীয়া সম্বাদপত্ৰৰ গৌৰৱপূৰ্ণ ইতিহাসৰ আৰম্ভণি ঘটে।

'অৰুনোদই'— পৰৱৰ্তী সম্বাদপত্ৰ...' সমূহৰ জন্মৰ অন্তৰালত প্ৰধানভাৱে ক্ৰিয়া কৰি আছিল অসমৰ নব্য-শিক্ষিত শ্ৰেণীটোৰ ভাষা-চেতনা আৰু জাতীয় চেতনাই। ঊনিবংশ শতিকাৰ দ্বিতীয়াৰ্ধত ভাষাৰ ভিত্তিত গঢ়ি উঠা জাতীয় চেতনাৰ উন্মেষে অসমীয়া শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৰ সকলো ধৰণৰ কাৰ্যকলাপত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰি আছিল। এটা জাতীয়-প্ৰীতি মনোভাৱেৰে উদ্বুদ্ধ হোৱাৰ ফলতেই 'আসাম বিলাসিনী', 'আসাম বন্ধু', 'জোনাকী', 'বিজুলী' আদি আলোচনী তথা সম্বাদপত্ৰই জন্ম লাভ কৰিছিল। ঊনিবংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা কুৰি শতিকাৰ প্ৰথম তিনিটামান দশকলৈকে অসমীয়া শিক্ষিত শ্ৰেণীটোৰ মাজত গঢ়ি উঠিছিল এক সাংস্কৃতিক জাতীয়তাবোধ। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি সমন্বিতে নিজৰ জন্মভূমিৰ প্ৰতি এক গভীৰ ভালপোৱাৰ মনোভাৱ আছিল এনে সাংস্কৃতিক জাতীয়তাবোধৰে ফল।

এই জাতীয়তাবোধৰ প্ৰেৰণাৰে উদ্বুদ্ধ হৈ এচাম শিক্ষিত অসমীয়া লোক আমাৰ আলোচনী-সম্বাদপত্ৰ-

সমূহৰ প্ৰকাশকস্বৰূপে ওলাই আহিছিল। এনে জাতীয়তাবোধৰ প্ৰেৰণা কিমান ব্যাপক আৰু সুদূৰপ্ৰসাৰী আছিল তাৰ উমান পাব পাৰি মাজুলীৰ দৰে এখনি আওহতীয়া, সকলো ধৰণৰ যোগাযোগৰ বাবে অসুচল স্থানৰ পৰা ১৮৭১ খ্ৰীষ্টাব্দতে প্ৰকাশিত হোৱা 'আসাম বিলাসিনী' নামৰ মাহেকীয়া আলোচনীখনিৰ প্ৰকাশৰ পৰা। মনকৰিবলগীয়া কথা যে স্বাধীনতাপূৰ্ব কালৰ অসমীয়া কাকত-আলোচনীয়ে সদায় লোকচানেই ভৰি আহিছিল। কাকত-আলোচনীৰ প্ৰকাশ আজিৰ দৰে সেই কালৰ 'ব্যৱসায়' নাছিল। এনে এখন লোকচানৰ ক্ষেত্ৰলৈ ৰাজহুৱা সভা পাতি দান-বৰঙণি সংগ্ৰহ কৰি আলোচনী প্ৰকাশৰ ব্যৱস্থা কৰিবলৈ ওলাই অহা কাৰ্যৰ আঁৰতো জাতীয়তাবোধৰ প্ৰেৰণায়েই ক্ৰিয়া কৰি আছিল। এই প্ৰসংগত ১৯০০ খ্ৰীষ্টাব্দত প্ৰকাশিত পদ্মনাথ গোহাঞিবৰুৱাৰ 'অসম বন্তি'ৰ কথা স্মৰণ কৰিব পাৰি।[৬] লগতে স্মৰণ কৰিব পাৰি চন্দ্ৰকুমাৰ আগৰৱালাৰ 'সাদিনীয়া অসমীয়া'ই জটিল আৰ্থিক অৱস্থাৰ সমাধানকল্পে ৰাইজৰ ওচৰত হাত পতাত[৭] ৰাইজে দান-বৰঙণি দি কাকতখনক সহায় কৰা কথাটো।[৮]

প্ৰথমখন অসমীয়া দৈনিক বাৰ্তাৰকাকত 'দৈনিক বাতৰি'ৰ প্ৰকাশৰ অন্তৰালতো একে ধৰণৰ জাতীয়তাবাদী চিন্তাধাৰায়েই ক্ৰিয়া কৰিছিল। 'দৈনিক বাৰ্তৰি'ৰ স্বত্বাধিকাৰী শিৱপ্ৰসাদ বৰুৱা আছিল 'পুৰণি চহকী আৰু অসমীয়াৰ ভিতৰত সবাতোকৈ প্ৰভাৱশালী ধনাঢ্য চাহ খেতিয়ক'।[৯] বৰুৱাৰ দৰে ধনবান চাহ খেতিয়কে বাতৰিকাকত প্ৰকাশৰ দৰে লোকচান ভৰা কাৰবাৰ লৈ ওলাই অহাৰ আঁৰত নিশ্চয় জাতীয়তাবাদী চিন্তাধাৰায়েই অনুপ্ৰেৰণাৰ যোগান ধৰিছিল। প্ৰফুল্ল বৰুৱাই সঠিকভাৱেই লক্ষ্য কৰিছে: "শিৱপ্ৰসাদ বৰুৱা নিজে চাহ খেতিয়ক যেতিয়া 'বাতৰি'ত সুমুওৱা টকাখিনিৰে তেওঁ চাহ বাগিচাত খটুৱাব পাৰিলেহেঁতেন, যাৰ পৰা তেওঁৰ লাভৰ সম্ভাৱনা আছিল। তেনেদৰে খটুৱা ধনেৰে তেওঁৰ নিজৰ ধনৰ ভঁৰাল অধিক বৃদ্ধিও কৰিব পাৰিলেহেঁতেন। কিন্তু তেনে সহজ পন্থা নললৈ সমস্যাবহুল বাতৰিকাকত— তাকো অসমীয়া ভাষাত প্ৰকাশ কৰি"[১০] শিৱপ্ৰসাদ বৰুৱাই যি দু:সাহসৰ পৰিচয় দিলে তাৰ আঁৰত প্ৰধানভাৱে ক্ৰিয়া কৰি আছিল এক গভীৰ জাতীয়তাবোধেই। সামগ্ৰিকভাৱে স্বাধীনতাপূৰ্ব কালৰ সমগ্ৰ অসমীয়া কাকত- আলোচনীয়েই অসমীয়া মানুহৰ ভাষা-চেতনা, জাতীয়-চেতনা তথা স্বদেশপ্ৰীতিৰ ফল বুলি শংকাবিহীনভাৱে অভিমত ব্যক্ত কৰিব পাৰি।

## 'দৈনিক বাতৰি'ৰ স্বত্বাধিকাৰী : শিৱপ্ৰসাদ বৰুৱা

শিৱপ্ৰসাদ বৰুৱা আছিল যোৰহাটৰ বিখ্যাত খড়ীয়া বৰুৱা বংশৰ এক উজ্জ্বল ৰত্ন। শিৱপ্ৰসাদৰ উপৰিপুৰুষ এজনে আহোম স্বৰ্গদেৱৰ পৰা খড়ীয়া বৰুৱা বিষয় লাভ কৰিছিল। এই বংশৰ কেবাজনো ব্যক্তিয়ে অসমৰ সামাজিক, সাংস্কৃতিক আৰু ব্যৱসায় ক্ষেত্ৰত প্ৰতিষ্ঠা লাভ কৰিছিল। ইংৰাজ শাসন ব্যৱস্থা প্ৰৱৰ্তনৰ আৰম্ভণিত ইংৰাজ চৰকাৰে সমাজৰ নেতৃস্থানীয় ব্যক্তিসকলক বিষয়-বাব প্ৰদান কৰিছিল। শিৱপ্ৰসাদৰ ককাক ভোবেলে খড়ীয়া বৰুৱাই ইংৰাজ চৰকাৰৰ দ্বাৰা ঠেঙাল মৌজাৰ মৌজাদাৰ হিচাপে নিযুক্তি লাভ কৰিছিল। শিৱপ্ৰসাদৰ পিতৃ বিষ্টুৰাম বৰুৱাই নিজৰ কাৰ্যদক্ষতাৰ গুণত বৃটিছৰ প্ৰিয়পাত্ৰ হৈ কেবাটাও মৌজাৰ মৌজাদাৰী লাভ কৰিবলৈ সমৰ্থ হৈছিল। পৰৱৰ্তী কালত নিজৰ অধ্যৱসায় আৰু ব্যৱসায়-কৌশলৰ দ্বাৰা তেওঁ কেবাখনো চাহ বাগিচাৰ গৰাকী হৈছিলগৈ। ১৯২৪ চনত এইজন প্ৰখ্যাত অসমীয়া চাহ খেতিয়কৰ মৃত্যু হ'ল। কিন্তু ইতিমধ্যে তেওঁ খড়ীয়া বৰুৱা বংশক অসমৰ এটা প্ৰসিদ্ধ চাহ খেতিয়কৰ বংশত পৰিণত কৰি গ'ল।[১১] বিষ্টুৰাম বৰুৱাৰ চৰিত্ৰৰ সবাতোকৈ লক্ষ্যণীয় বিশেষত্ব হ'ল তেওঁ আছিল সাজে-পোছাকে কথাই-কামে সম্পূৰ্ণ অসমীয়া। প্ৰচুৰ ঐশ্বৰ্য-বৈভৱ আৰু মৰ্যাদাৰ অধিকাৰী হোৱা সত্ত্বেও তেওঁ যে অসমীয়া সেই কথা পাহৰি যোৱা নাছিল। পৰৱৰ্তী কালত পুত্ৰ শিৱপ্ৰসাদৰ চৰিত্ৰত অসমীয়া জাতীয়তাবাদী চিন্তাধাৰাৰ যি স্ফুৰণ লক্ষ্য কৰা যায় সেয়া শিৱপ্ৰসাদে পিতৃৰ পৰাই উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিছিল।

শিৱপ্ৰসাদ আছিল বিষ্টুৰাম বৰুৱাৰ যোগ্য উত্তৰাধিকাৰী। শিৱপ্ৰসাদৰ চৰিত্ৰত বিবিধ গুণৰ সমাবেশ— তেওঁ আছিল একাধাৰে চাহ খেতিয়ক, ব্যৱসায়ী, ৰাজনীতিবিদ আৰু সাংবাদিক। উত্তৰাধিকাৰী সূত্ৰে শিৱপ্ৰসাদ বৰুৱা কেবাখনো চাহ বাগিচাৰ মালিক হ'লেও, কেবাটাও মৌজাৰ মৌজাদাৰ হ'লেও তেওঁ তাতে ক্ষান্ত থকা নাছিল, নিজৰ চেষ্টা আৰু কৌশলৰ দ্বাৰা ব্যৱসায় সম্প্ৰসাৰণ কৰি তেওঁ প্ৰভূত অৰ্থ আহৰণ কৰিবলৈ সক্ষম হৈছিল আৰু তাৰ ফলত কুৰি শতিকাৰ তৃতীয় দশকমানত শিৱপ্ৰসাদ বৰুৱা সমগ্ৰ অসমৰ ভিতৰতে সবাতোকৈ আঢ্যৱন্ত ব্যক্তিত পৰিণত হৈছিল। ব্যৱসায় বুদ্ধিত শিৱপ্ৰসাদ আছিল যথেষ্ট সাৱধান। এই প্ৰসংগত মন্তব্য দি লক্ষ্মীনাথ ফুকনে কৈছে : "অসমীয়া চাহ খেতিয়কসকলৰ ভিতৰত শিৱপ্ৰসাদ বৰুৱা অগ্ৰগণী আছিল। .... অসমীয়া চাহ খেতিয়কে সাধাৰণতে

যেনেকৈ যেছি খৰচ নেপেলাই বাগিচা চলাইছিল তেনেকৈয়ে বাগিচা চলাইছিল শিৱপ্ৰসাদ বৰুৱাই। ... 'আগ গুণি নুগুণে পাছ' এনে বিধৰ মানুহ নাছিল তেওঁ। অকল চাহ বাগিচা চলোৱাতে নহয়, তেওঁ তেওঁৰ প্ৰায় কামতে পিছটোও গুণি চাইছিল।"[১২]

পিতৃ বিষ্টুৰাম বৰুৱাৰ ইংৰাজ চৰকাৰৰ লগত সংশ্ৰৱ আছিল যদিও ৰাজনীতি তেওঁ পৰিহাৰ কৰি চলিছিল। কিন্তু স্বাধীনচিতীয়া মনোভাৱৰ শিৱপ্ৰসাদে পোনপটীয়াভাৱে সক্ৰিয় ৰাজনীতিত প্ৰৱেশ কৰিছিল। ব্যৱসায়িক কাৰণত ইংৰাজৰ লগত তেওঁ নিকট সংশ্ৰৱ ৰাখিব লগা হৈছিল, সেই দিশৰ পৰা আন অসমীয়া চাহ খেতিয়কসকলৰ দৰেই তেওঁ আছিল বৃটিছ ভক্ত। সমগ্ৰ ভাৰত তল-ওপৰ কৰা ভাৰতৰ মুক্তি সংগ্ৰাম তেওঁৰ দিনতে সংঘটিত হৈছিল। কংগ্ৰেছ দলৰ সৰ্বভাৰতীয় দৃষ্টিকোণ তেওঁ সমৰ্থন কৰা নাছিল, তাৰ বিপৰীতে তেওঁ অসমীয়া জাতীয়তাবাদৰহে মুখ্য প্ৰবক্তাৰ ভূমিকা গ্ৰহণ কৰিছিল। তেওঁৰ এই ৰাজনৈতিক দৃষ্টিভংগীত সহযোগী আছিল নীলমণি ফুকন। দুয়ো আছিল অন্তৰংগ বন্ধু আৰু দুয়ো একেলগে কংগ্ৰেছৰ বিৰোধিতা কৰি ৰাজনীতিত প্ৰৱেশ কৰিছিল। অৱশ্যে ১৯৩০ চন মানত শিৱপ্ৰসাদে সক্ৰিয় ৰাজনীতি পৰিহাৰ কৰিছিল।

## 'বাতৰি' - 'দৈনিক বাতৰি'ৰ জন্ম

এজন অগ্ৰগণ্য ব্যৱসায়ীৰূপে শিৱপ্ৰসাদ বৰুৱা সফল হ'লেও ৰাজনৈতিক ক্ষেত্ৰত বিশেষ সফল হোৱা নাছিল। নিজৰ ভগ্ন স্বাস্থ্যও সেই বিফলতাৰ অন্যতম কাৰক আছিল। সেয়ে ৰাজনৈতিক ক্ষেত্ৰ পৰিহাৰ কৰি শিৱপ্ৰসাদে এক নতুন ক্ষেত্ৰত প্ৰৱেশৰ প্ৰস্তুতি চলালে আৰু সেই ক্ষেত্ৰ হ'ল বাতৰিকাকত যাৰ বাবে শিৱপ্ৰসাদ বৰুৱাৰ নামটো অসমীয়া সম্বাদ-সাহিত্যৰ বুৰঞ্জীত স্মৰণীয় হৈ থাকিব। ১৯৩০ চনৰ ১৮ অক্টোবৰ তাৰিখে (বিজয়া দশমী, ১৮৫২ শক) শিৱপ্ৰসাদে বহুদিন গুণি-গঁথি থকা 'সাদিনীয়া বাতৰি'ৰ জন্ম হ'ল। 'সাদিনীয়া বাতৰি'ৰ প্ৰথম সম্পাদক আছিল শিৱপ্ৰসাদ বৰুৱা। লক্ষ্মীনাথ ফুকনে কোৱা মতে 'বাতৰি'ৰ প্ৰথম সম্পাদক হোৱাৰ কথা আছিল লক্ষ্মীনাথ ফুকনেই আৰু ফুকনৰ দৰমহা পৰ্যন্ত স্থিৰ হৈ গৈছিল। ফুকনে কোৱা মতে বাতৰি আৰু কিছু বছৰৰ পূৰ্বেই ওলোৱাৰ কথা আছিল। প্ৰকাশৰ ক্ষেত্ৰত পলম হোৱাৰ বাবে ফুকনে এদিন শিৱপ্ৰসাদ বৰুৱাক এষাৰ নক'বলগীয়া কথা ক'লে আৰু সেইবাবেই শিৱপ্ৰসাদ বিতুষ্ট হোৱাত ফুকন আৰু 'বাতৰি'ৰ সম্পাদক হোৱা নহ'লগৈ।[১৩]

অৰূপ দত্তই লিখিছে: 'সাদিনীয়া বাতৰি'ৰ কাৰ্যবাহী সম্পাদক আছিল শিৱপ্ৰসাদ বৰুৱা কিন্তু প্ৰকৃততে সম্পাদকীয়বোৰ লিখিছিল প্ৰবীণ আইনজীৱী আৰু সাহিত্যিক দেৱেশ্বৰ চলিহাই। কিন্তু এমাহমানৰ পিছত, 'বাতৰি'ৰ প্ৰকাশৰ ক্ষেত্ৰত প্ৰধান উদ্‌গনি দিওঁতা, নীলমণি চাহ বাগিচাৰ মালিক নীলমণি ফুকনে সম্পাদকৰূপে দায়িত্ব কান্ধপাতি লয়। প্ৰথম অৱস্থাত ফুকনে বাগিচাৰ পৰাই সম্পাদকীয় পঠাইছিল আৰু সেয়ে কাকতখনিৰ সম্পাদনাৰ প্ৰকৃততে ভাৰ পৰিছিল সহযোগী সম্পাদক কীৰ্তিনাথ শৰ্মা বৰদলৈৰ হাতত।'[১৪] লক্ষ্মীনাথ ফুকনৰ মতে শিৱপ্ৰসাদ বৰুৱা 'বাতৰি'ৰ সম্পাদক আছিল যদিও 'তেওঁ সম্পাদকীয় কাম একো কৰা নাছিল।' বেণুধৰ শৰ্মায়ো একে সুৰতে কৈছে: 'বাতৰিৰ সম্পাদকীয় কীৰ্তিনাথ শৰ্মা বৰদলৈয়ে লিখিছিল।' উল্লিখিত মন্তব্যবোৰৰ পৰা প্ৰতীয়মান হয় যে 'বাতৰি'ত সম্পাদক স্বৰূপে শিৱপ্ৰসাদ বৰুৱাৰ নাম ছপা হ'লেও কাকতখনিৰ সম্পাদকস্বৰূপে নীলমণি ফুকনে কাৰ্যভাৰ লোৱাৰ আগলৈকে সম্পাদনাৰ ক্ষেত্ৰত শিৱপ্ৰসাদৰ অৱদান বোধকৰোঁ নাছিলেই।

'সাদিনীয়া বাতৰি'ৰ মুখ্য কাৰ্যালয় আছিল শিৱপ্ৰসাদ বৰুৱাৰ ঠেঙালৰ বাসগৃহ। কাকতখনি ছপা হৈছিল যোৰহাটৰ দাস এণ্ড কোম্পানীৰ ছপাশাল আসাম প্ৰিণ্টিং ৱৰ্কছত। 'বাতৰি' প্ৰকাশ হোৱাৰ কেইমাহমানৰ পিছত লক্ষ্মীনাথ ফুকনে সহকাৰী সম্পাদকৰূপে 'বাতৰি'ত যোগ দিলেহি। ফুকনে কোৱা মতে মেনেজাৰ বুলি বাতৰিত কোনো নাছিল, কেৰেণী এজনে কেৰেণীৰ কৰিব লগা কামখিনি কৰিছিল। টকা-পইচা সংক্ৰান্ত কামবোৰ চোৱা-চিতা কৰিছিল হৰনাথ পৰ্বতীয়া বৰুৱাৰ নাতি যদুনাথ বৰুৱা নামৰ উকীল এজনে। এই উকীলজনৰ লগত ফুকনৰ ঠোটা-মোজা লগাৰ বাবেই লক্ষ্মীনাথ ফুকনে 'সাদিনীয়া বাতৰি'ৰ কামটো হেৰুৱাব লগা হ'ল অৰ্থাৎ মালিক পক্ষই তেওঁক কামৰ পৰা অব্যাহতি দিলে।[১৫]

'সাদিনীয়া বাতৰি' প্ৰকাশৰ দুবছৰমানৰ পিছত শিৱপ্ৰসাদ বৰুৱাই সাদিনীয়া কাকতখনি দৈনিক কৰাৰ মনস্থ কৰিলে। এই সন্দৰ্ভত বৰুৱাৰ ঠেঙালৰ বাসগৃহত যাৱতীয় আয়োজন সম্পূৰ্ণ হ'ল। বৰুৱাৰ ঠেঙালৰ বাসগৃহলৈ যোৰহাট নগৰৰ পৰা দূৰত্ব আঠ মাইল। সেই সময়ত ঠেঙাল এখন ডাঙৰ গাওঁ মাথোন। দৈনিক কাকত এখন উলিয়াব পৰাকৈ নগৰ বা মহানগৰত থকা সুবিধাবোৰ যেনে টেলিফোন, টেলিগ্ৰাফ, বেংক, ডাকঘৰ

আদিৰ কোনো সুবিধা ঠেঙালত নাছিল। আনহে নালাগে, ঠেঙালৰ পৰা যোৰহাট নগৰলৈ যোৱা ৰাস্তাটোও পকা নাছিল। ৰাস্তাত শিলগুটি পৰিছিল যদিও বাৰিষা সেই পথেৰে অহা-যোৱা কৰাৰে এটা সমস্যা আছিল। শিৱপ্ৰসাদ বৰুৱা কেনে ধৰণৰ দু:সাহসী আছিল সেই কথা ঠেঙালৰ দৰে আওহতীয়া এখন গাৱঁৰ পৰা (য'ৰ পৰা ওচৰৰ টেলিগ্ৰাফ অফিচটোলৈ দূৰত্বও আছিল চাৰি মাইল) দৈনিক কাকত এখন প্ৰকাশ কৰিবলৈ লোৱাৰ পৰাই প্ৰমাণিত হয়। লক্ষ্মীনাথ ফুকনে সঠিকভাৱেই মন্তব্য কৰিছে : "ভাৰতবৰ্ষৰ কোনো গাৱঁৰ পৰা কোনো ভাষাতে দৈনিক বাতৰি কাকত ওলোৱা নাছিল। সেইফালৰ পৰা 'বাতৰি'ৰ অসুবিধা আছিল বহুতো।"[১৬] এনে ধৰণৰ প্ৰতিকূল অৱস্থাৰ মাজেদিয়েই অসমৰ প্ৰথমখন দৈনিক কাকতে আত্মপ্ৰকাশ লাভ কৰিছিল।

'দৈনিক বাতৰি'ক 'প্ৰথম অসমীয়া দৈনিক কাকত' আখ্যা দিয়া হয় যদিও 'দৈনিক বাতৰি'ৰ পূৰ্বেই ১৯৩৫ চনৰ ২০ জুলাই তাৰিখে যোৰহাটৰ পৰা মি: মফজ্জল হোসেনৰ সম্পাদনাত 'অসমৰ সৰ্বপ্ৰথম দৈনিক বাতৰি কাকত' অভিধাৰে এখন কাকত ওলাইছিল। কিন্তু "কাকতখনিত যোৰহাট নগৰৰ সৰু-সুৰা খবৰহে ওলাইছিল- দেশ-বিদেশৰ বাতৰি আদি ওলোৱা নাছিল, সেয়ে এই কাকতখনিক অসমৰ প্ৰথম দৈনিক বাতৰি কাকত বুলি কোনোৱেই স্বীকৃতি দিব নোখোজে।"[১৭] এই সন্দৰ্ভত লক্ষ্মীনাথ ফুকনৰ মন্তব্যটো প্ৰণিধানযোগ্য : "প্ৰথম অসমীয়া দৈনিক বাতৰি কাকত আছিল 'দৈনিক বাতৰি'। আগতে যোৰহাটৰ পৰা মফজ্জল হুছেইনে 'নগৰৰ কথা' নাম দি নিজে সম্পাদক হৈ দিনৌ ওলোৱা কাকত এখন কিছুদিন চলাইছিল। কিন্তু প্ৰকৃতপক্ষে সেইখন বাতৰি কাকত নাছিল। প্ৰথম পৃথিৱী যুদ্ধৰ সময়ত ডিব্ৰুগড়ৰ সূৰ্যধৰ ৰাজখোৱাৰ ছপাশালৰ পৰা দিনৌ ওলোৱা 'ৰণৰ বাতৰি'ৰ দৰে 'নগৰৰ কথা' ক'বলৈ গলে বুলেটিনহে আছিল।"[১৮] ড: বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই 'নগৰৰ কথা'ক প্ৰথম অসমীয়া দৈনিক কাকত অভিধাৰে বিভূষিত কৰি 'দৈনিক বাতৰি'ক দ্বিতীয়খন দৈনিক কাকতৰূপে চিহ্নিত কৰিছে।[১৯] যদিও ফুকনৰ দৰে বেণুধৰ শৰ্মায়ো 'দৈনিক বাতৰি'কহে প্ৰথম অসমীয়া দৈনিক কাকতৰূপে স্বীকৃতি দিছিল : "১৯৩৫ চনৰ ১২ আগষ্টত 'দৈনিক বাতৰি' ওলোৱাৰ এমাহমান আগতে 'নগৰৰ কথা' বুলি বাপুতা বা ম: মফজ্জল হুছেইনে যোৰহাট নগৰৰ খণ্ডীয়া-খুচুৰীয়া বাতৰি প্ৰকাশ কৰি এখিলীয়া পাতেৰে এখন দৈনিক কাকত প্ৰকাশ কৰে। কিন্তু দুমাহমানৰ মূৰত কাগজখন নাইকিয়া হ'ল। যোৰহাটতে আবদ্ধ থকা বাবে আঁতৰৰ মানুহে তাৰ কথা শুনিবলৈ নেপাইছিল। 'দৈনিক বাতৰি' আছিল সদৌ অসমৰ মুখপত্ৰ ৰূপে। সেই গুণে, সদৌ অসমৰ পোন প্ৰথম দৈনিক কাকত কোনখন বুলিলে 'দৈনিক বাতৰি'কে আঙুলিয়াব লাগিব।"[২০] এনেদৰে 'দৈনিক বাতৰি'ৰ 'প্ৰথম' সম্পৰ্কত কিছু মতদ্বৈধতা থাকিলেও সৰহসংখ্যকে বেণুধৰ শৰ্মা, লক্ষ্মীনাথ ফুকনৰ মতকে সমৰ্থন কৰে।

সি যি কি নহওক, দৈনিক বাতৰি উলিয়াবৰ বাবে শিৱপ্ৰসাদ বৰুৱাই কলিকতাৰ পৰা মেচ্চিন অনাই ঠেঙালত প্ৰতিষ্ঠা কৰিলে। কৰ্মচাৰীসকলৰ সৰহ সংখ্যককে বৰুৱাৰ হাউলিৰ ওচৰতে নিৰ্মিত কিছুমান ঘৰত থকাৰ ব্যৱস্থা কৰা হ'ল। বেণুধৰ শৰ্মাই অভিহিত কৰা এই 'ঠেঙাল নগৰী'ৰ আবাসিক কৰ্মচাৰীসকলৰ সকলোৰে থকা-খোৱাৰ ব্যৱস্থা কাকতৰ তৰফৰ পৰাই কৰা হৈছিল। কাকতখনিৰ জন্মলগ্নৰ পৰা জড়িত 'দৈনিক বাতৰি'ৰ প্ৰধান মুদ্ৰাকৰ... নন্দকান্ত গোস্বামীয়ে বাতৰিৰ স্মৃতি ৰোমন্থন কৰি কৈছে: "ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই এখন দৈনিক কাকতৰ অভাৱ অনুভৱ কৰিছিল। সেয়েহে তেওঁ জালুকনিবাৰীৰ নিজৰ বাসস্থানৰ কাষতে এটা ডাঙৰ ছপাশাল খুলিবলৈ ডাঙৰ ঘৰ সজালে। সেই সময়ত 'বাতৰি'ৰ পৰা আৰ্থিক দিশত লাভৰ মুখ দেখা নাছিল, বৰং লোকচানহে ভৰিছিল। ... ৰায়বাহাদুৰে প্ৰেছটো স্থাপন কৰিবলৈ যো-জা কৰিলে। ... কলিকতাৰ পৰা 'জন ডি জংচন' কোম্পানীয়ে প্ৰেছৰ মেচ্চিন পঠিয়ালে। ৰয়েল ফ্লেট মেচ্চিন বহুওৱা হ'ল। ... প্ৰেছত সৰ্বমুঠ বিছজন কম্পজিটৰ নিয়োগ কৰা হ'ল। প্ৰতিষ্ঠানটোত কৰ্মচাৰীৰ সংখ্যা হ'লগৈ ৫৫ জন। ... ১৯৩৫ চনৰ ১২ আগষ্ট তাৰিখে প্ৰথম অসমীয়া দৈনিক বাতৰি কাকত 'দৈনিক বাতৰি'ৰ উন্মোচন হ'ল। ... বিদ্যুৎ চালিত হোৱা বাবে মুদ্ৰণৰ সময়ো লাগিছিল কম। আনহাতে এইটোৱেই আছিল প্ৰথম অট'মেটিক ছেট-আপৰ মেচ্চিন। শেহ নিশা ৪.৩০ বজাত কাকতখন ছপাৰ বাবে মেচ্চিনত উঠোৱা হয়। পুৱা ৬.৩০ বজাত তিতাবৰ ৰেল ষ্টেচনৰ পৰা মেইলত কাগজ নিৰ্দিষ্ট স্থানলৈ পঠিওৱা হয়। আনহাতে লোকেল বিলি পুৱা ৮ বজাৰ পৰা ৯ বজাৰ ভিতৰত হৈ যায়।"[২১]

এনেদৰে ১৯৩৫ চনৰ ১২ আগষ্ট সোমবাৰে অসমৰ প্ৰথমখন দৈনিক কাকত 'দৈনিক বাতৰি'য়ে জন্ম লাভ কৰিলে। প্ৰথম সংখ্যাৰ পৰাই কাকতখনৰ পৃষ্ঠা সংখ্যা আঠ, আকাৰ দীঘ ৪৫ ছেণ্টিমিটাৰ, প্ৰস্থ ৩০ ছেণ্টিমিটাৰ। প্ৰথম সংখ্যাতে কলপুলি, ফুলৰ মালাৰে

মাংগলিক সামগ্রীসহ ১০ ছেণ্টিমিটাৰ বহল আৰু ১৭ ছেণ্টিমিটাৰ দীঘল এটি প্ৰতীক প্ৰকাশিত হৈছিল। প্ৰতীকৰ ভিতৰত লিখা আছিল : "আই! তোৰ বাতৰি, পৰ্বতে ভৈয়ামে জানে জুৰিয়ে বওক।" এই প্ৰতীকটো আঁকিছিল মহেন্দ্ৰনাথ ডেকাফুকনে। প্ৰথম সংখ্যাৰ পৰা পৰৱৰ্তী দুটামান সংখ্যাত 'দৈনিক বাতৰি'ৰ প্ৰতি ডেকাফুকনে জনোৱা তলৰ ওলগটিও ছাপা হৈছিল—

"মান্যবৰ ফুকন ককাইদেউ,

সদাশিৱ প্ৰতিম শিৱপ্ৰসাদৰ অপ্ৰতুল ঐশ্বৰ্য্যৰ উত্তৰাধিকাৰিণী স্বৰূপা হৈ, অপূৰ্ব্ব, অমিতপ্ৰভ, মহামানী নীলমণিক কণ্ঠত লৈ ডেকা-গাভৰুৰ বুকুৰ "বাতৰি'য়ে সাদিনীয়াৰ পৰা এই দুদিনৰ মূৰতে সদাই দিনীয়াকৈ দোপ্‌ ল'ব। ইয়াতকৈও ৰঙৰ 'বাতৰি' অসমত বাৰু কোনটি ?

বিদূৰৰ পঁজা উৰুৱাও, উদণ্ডও, আগবঢ়াবলৈ একোটো নাই। সেইগুণে, ৰণুবাৰ সপোনপুৰীৰ পৰা কিব্যকিবি এমুঠি লৈ দোক মোকালিতে উঠি, পূবলৈ চাই মালা এধাৰিকে গাথি পঠিয়ালো। চলে যদি 'বাতৰি'ৰ একাষে ঠাই দিব। ইতি,

'দৈনিক বাতৰি'লৈ বাট চাই ৰলো
শ্ৰীডেকাফুকন মহেন্দ্ৰনাথ"

গুৱাহাটী
৮/৮/৩৫

প্ৰথম সংখ্যাত 'দৈনিক বাতৰি'তে সম্পাদকীয় স্তম্ভত প্ৰকাশিত হৈছিল : "বাতৰিয়ে আজি ৫ বছৰে ৰাইজৰ যি ফেৰা আদৰ-সমাদৰ পাই অসম মাতৃৰ চৰণ সেৱা কৰি আহিব পাৰিছে তাৰ অকণ পুণ্য ফলতেই আজি আকৌ দৈনিক হৈ দিনে দিনে অসমীয়া ৰাইজক অসম মাতৃৰ প্ৰাণৰ কথাৰ বাতৰি দিবলৈ হেপাহেৰে আগ বাঢ়িছে। এই কামত গুৰু-বৈষ্ণৱ আৰু ৰাইজৰ আশীৰ্ব্বাদ শিৰত লৈ 'দৈনিক বাতৰি'য়ে কৰ্তব্য পথত আগ বাঢ়িবলৈ বুকুত সাহ বান্ধি ওলাইছে। ফলাফল একমাত্ৰ বিভূৰ হাতত।

এই শুভক্ষণত আমি সকলোলৈকে এখনি শ্ৰদ্ধাঞ্জলিপূৰ্ণ শৰাই আগবঢ়াই সেৱা জনাইছোঁ।

'দৈনিক বাতৰি'য়ে আজি বিশেষভাৱে ক'বলগীয়া একো নাই। এদিন অসম জননীয়ে পাতকাইত শিৰ থৈ, বুকুত নীলাচল লৈ, সাগৰত পাৱ পথালিছিল। সেই কালত অসম নন্দনত পাৰিজাত ফুলিছিল, বনত চন্দন গোন্ধাইছিল; নৈয়ে সোণ কমাইছিল, পৰ্বত কন্দৰে ঋষি মুনিৰ আশ্ৰমত দেৱতায়ো আহি শান্তি লাভ কৰিছিল। ভস্মীভূত কামনা ৰাশিয়েও এই ঠাইতে স্বৰূপ পাই এদিন ইয়াক কাম্যভূমি কৰি তুলিছিল। এই ঠাইৰ আত্মশক্তিয়ে (Genius) আৰ্য্য-অনাৰ্য্য সকলো শক্তিকে পৰাস্ত কৰি এখন সুকীয়া নৰলোক সৃষ্টি কৰিছিল।

এনে মুনিজন মনলোভা ভূস্বৰ্গৰ এই নন্দনত যিদিনাই কাপুৰুষ দৈৱই খেদি আনি হাতী মেলিলেহি, অমৰাৰ দৰে ৰম্যপুৰী অসমীয়াৰ ঘৰঘৰত ফেটী সুমাই দিলেহি, সেই দিন ধৰি অসম এৰাবাৰী হৈ পৰিল, পেৰেতে বাহ ল'লে। অসম আকাশৰ বেলি সেই দিনাই মাৰ গ'ল।

মাৰ যোৱা বেলিৰ পুনৰ উদয় অৱশ্যম্ভাবী। সেই মাহেন্দ্ৰক্ষণ প্ৰতীক্ষা কৰি 'দৈনিক বাতৰি'য়ে ডাঁড়ৰ বাতৰি ডাঁড়ে ডাঁড়ে দি থাকিবলৈ আজি সংকল্প লৈছে। এই কামলৈ কুৰুক্ষেত্ৰে যুদ্ধত ধৃতৰাষ্ট্ৰক ডাঁড়ৰ বাতৰি ডাঁড়ে দি থাকিব পৰা সঞ্জয়ৰ দিব্যদৃষ্টি 'দৈনিক বাতৰি'ৰ নাই যদিও পাখি ভাগি পৰি থকা জটায়ুৰ দৰে সীতা আইৰ বাতৰি দিবলৈ কেতিয়াও কুণ্ঠিত নহ'ব। জটায়ুৰ বিশ্বাসেৰে 'দৈনিক বাতৰি'য়ে আজি ক'ব অসম আইৰ উদ্ধাৰ হ'বই লাগিব। দহমূৰীয়া ৰাৱণৰ দৰে দহ ফালৰ পৰা কুৰি হাতেৰে অসম জননীৰ শ্ৰীসম্পদ হৰণ হ'ব নোৱাৰে।

'দৈনিক বাতৰি'য়ে কামদা কামৰূপা অসম জননীৰ অতীতৰ ক্ষীণ সুৰবিলাক বৰ্তমানৰ ডেকা অসমৰ প্ৰেৰণাৰ বেতাৰ যন্ত্ৰত (wireless) পেলাই সুদূৰ ভৱিষ্যতেও স্পষ্ট ভাষাৰে শুনাকৈ ধৰিবৰ চেষ্টা কৰিব। 'দৈনিক বাতৰি'ৰ বিশ্বাস তাৰ নিমিত্তে অসম আকাশ মুকলি, সেউজীয়া পথাৰৰ শস্যৰ ওপৰত বাগৰি যোৱা ৰিৱ ৰিৱ বতাহৰ তালত এই সুৰে কাণত আৰু মৌ বৰষিব।

অসম দেশ যাইকৈ অসমীয়াৰ বাবেহে এই উদ্দেশ্য লক্ষ্য কৰি 'দৈনিক বাতৰি'য়ে কৰ্ত্তব্য পথত আগবাঢ়িব। ইয়াত যদি কোনোৱে বিধিপথালি দিয়ে 'দৈনিক বাতৰি'য়ে দেশতকৈ মোমাই ডাঙৰ নহয় বুলি বাট নিষ্কণ্টক কৰিবলৈ পিছ নুহঁহকিব। অসমীয়া জাতিৰ আত্মৰক্ষাৰ যেয়ে সহায় কৰিব সেয়ে অসমীয়াৰ আপোনজন হ'ব। অসমীয়াৰ মাতৃভাষা যেয়ে গ্ৰহণ কৰিব সেয়ে অসমীয়াৰ সোদৰোপম ভাই ককাই 'দৈনিক বাতৰি'য়ে এই কথা প্ৰচাৰ কৰিব।

'দৈনিক বাতৰি'ৰ মনৰ এই সংকল্প মনতে মাৰ যাব পাৰে। কিন্তু এই সংকল্পবিহীন জীৱন 'দৈনিক বাতৰি'য়ে এদিনলৈকে যাপন কৰিবৰ ইচ্ছা নকৰে।

'দৈনিক বাতৰি'য়ে আজি আকৌ সোণৰ অসমৰ স্বপ্ন দেখিছে। এই স্বপ্ন যেন ভঙ্গ কৰিবলৈ কোনেও চেষ্টা নকৰে— এয়ে সৰল মিনতি। এই স্বপ্ন দিঠক হোৱা দেখিলে 'দৈনিক বাতৰি'ৰ জন্ম সাৰ্থক হ'ব। নহ'লেও এটা স্বপ্ন বুকুত বান্ধি মৰিবলৈকো ভাল পাব। শত্ৰু মিত্ৰ আপোন পৰ সকলোকে এই শুভ মুহূৰ্ত্তত 'দৈনিক

বাতৰি'য়ে আকৌ সেৱা জনাই, আশীৰ্বাদ ভিক্ষা কৰি কৰ্ত্তব্য পথত আগবাঢ়ি যাবলৈ ওলাইছে।

অসম মাতৃৰ জয় হওক।"

পৰৱৰ্তী দুটামান সংখ্যাত 'দৈনিক বাতৰিৰ আত্ম বিশ্বাস' ডাঙৰ ডাঙৰ হৰফেৰে এনেদৰে প্ৰথম পৃষ্ঠাতে ছপা হৈছিল: "আমাক বিদেশী সকলে চেপি-খুন্দি আনিছে— আমি একো কৰিব নোৱাৰো বুলি হাত সাৱটি বহি থাকিলেই নহ'ব। আমি নিজকে শক্তিহীন ভাবিলে নচলিব। আমাৰ দাতি-কাষৰত থকা বা আমাৰ মাজতে থকা সকলক আমি আমাৰ আপোন কৰি ল'ব লাগিব— তেওঁলোকক আমি চাৰিওফালৰ পৰা চেপি ধৰিব লাগিব। তেওঁলোকক আমি অসমীয়া কৰি ল'বই লাগিব। আমাৰ জন্মভূমিৰ আমিয়ে সৰ্ব্বে সৰ্ব্বা, আমাৰ ওপৰত কাৰো কোনো স্বত্ব নাই— আমাৰ পৰা বিদেশীয়ে একো কাঢ়ি নিব নোৱাৰে। অসমীয়া জাতি পৰিমৰা জাতি নহয়। আমাৰ অসমীয়া এমুঠি হ'ব পাৰে, জাতীয়তা আদৰ্শত আমি কেতিয়াও পিচপৰা নহওঁ। জাতীয় আদৰ্শইহে আমাক ওপৰলৈ তুলিব।"[২২]

ছেপ্টেম্বৰ মাহৰ পৰা বাতৰিৰ প্ৰতীকটোৰ বাওঁফালে আৰু সোঁফালে ডাঙৰ হৰফেৰে এই কথাখিনি ছপা হৈছিল: "দৈনিক বাতৰিয়ে ডাঁড়ৰ বাতৰি ডাঁডে ডাঁডে দি থাকিব। অসমীয়াৰ প্ৰাণৰ কথা দিনে দিনে ফুটাই ক'ব। অসমমাতৃৰ পতাকাৰ তলত মাতৃ-ভূমিৰ সেৱাত জাতি বৰ্ণ নিৰ্ব্বিশেষে আহ্বান দিব।" এনেদৰে কাকতখনিৰ প্ৰথমটো সম্পাদকীয় আৰু পৰৱৰ্তী কালত প্ৰকাশিত 'আত্ম বিশ্বাস' কথাখিনিৰ পৰা কাকতখনিৰ জাতীয়তাবাদী চৰিত্ৰটো স্পষ্ট ৰূপত প্ৰতিভাত হৈছে।

## সম্পাদক নীলমণি ফুকন

নীলমণি-শিৱপ্ৰসাদ সম্বন্ধত পৰম্পৰে মোমাই-ভাগিন। নীলমণি ফুকনৰ ডাঙৰগৰাকী বাইদেৱেক লোপামুদ্ৰা আছিল বিষ্টুৰাম বৰুৱাৰ তৃতীয়গৰাকী পত্নী। বিষ্টুৰামৰ প্ৰথমা পত্নী চন্দ্ৰাৱতীৰ গৰ্ভত জন্ম শিৱপ্ৰসাদৰ। নীলমণি ফুকন আৰু শিৱপ্ৰসাদ বৰুৱাৰ জন্মও একে বছৰতে— ১৮৮০ চন, জুনৰ ২২ তাৰিখে নীলমণিৰ আৰু জুলাইৰ ৩১ তাৰিখে শিৱপ্ৰসাদৰ জন্ম। ১৯০৭ চনত কোচবিহাৰৰ ভিক্টোৰীয়া কলেজৰ পৰা বি.এ. পাছ কৰি ফুকনে চৰকাৰী চাকৰি নকৰি আইন পঢ়িবলৈ লয়। আইনৰ ফাইনেল পৰীক্ষাত অকৃতকাৰ্য হৈ তেওঁ ডিব্ৰুগড়ত নতুনকৈ প্ৰতিষ্ঠিত হোৱা জৰ্জ ইন্‌ষ্টিটিউচনৰ প্ৰধান শিক্ষক হয়হি। ১৯২৭ চনলৈকে প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰি থকা কালছোৱাতে তেওঁ নীলমণি চাহ বাগিচা খোলে। কিন্তু চাহ বাগিচাত তেওঁ কৃতকাৰ্য নহ'ল। সেয়ে শিৱপ্ৰসাদ বৰুৱাৰ 'সাদিনীয়া বাতৰি'ৰ সম্পাদনাৰ বাবে অহা আহ্বানত সঁহাৰি দি ১৯৩০ চনত নীলমণি ফুকন সাদিনীয়া বাতৰিৰ সম্পাদক হ'লহি।

নীলমণি ফুকনৰ সাংবাদিক জীৱন আৰম্ভ হৈছিল ডিব্ৰুগড়ৰ অসমীয়া ভাষা আলোচনী সভাৰ পৰা উলিওৱা 'আলোচনী'ৰ পৰা। 'আলোচনী' নীলমণি ফুকন আৰু প্ৰসন্নকুমাৰ বৰুৱাৰ দ্বাৰা যুটীয়াভাৱে সম্পাদিত হৈছিল। আলোচনীৰ পিছত ১৯১৮ চনত চন্দ্ৰকুমাৰ আগৰৱালাৰ 'সাদিনীয়া অসমীয়া' কাকতৰো সম্পাদনাৰ ক্ষেত্ৰত নীলমণি ফুকন জড়িত হৈ পৰিছিল। লক্ষ্মীনাথ ফুকনে কৈছে: "সেইকালত কাকত-আলোচনীত সম্পাদকৰ নাম প্ৰকাশ নকৰিলেও হৈছিল, আৰু 'অসমীয়া'ত কোনো সম্পাদকৰ নাম ওলোৱা নাছিল। নাম এনেকৈ নোলালেও 'অসমীয়া'ৰ প্ৰথম সম্পাদক আছিল সদানন্দ দুৱৰা, কিন্তু বেছিভাগ সম্পাদকীয় কাম কৰিছিল তেওঁৰে বন্ধু আন এজন মানুহে, কাকতখন উলিওৱাত যিজনৰ উদ্যম আছিল আগৰৱালাতকৈ অলপহে কম। তেওঁ শ্ৰীনীলমণি ফুকন।"[২৩] ১৯৩০ চনত ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ আমন্ত্ৰণক্ৰমে নীলমণি ফুকন 'বাতৰি'লৈ আহিল। অৱশ্যে নীলমণি ফুকন অহাৰ আগতেই 'বাতৰি'ৰ কিছু সংখ্যা প্ৰকাশিত হৈছিল।[২৪] ফুকনে কিছুদিন নীলমণি চাহ বাগিচাৰ পৰাই সম্পাদনাৰ কাম-কাজ চলাইছিল, পিছত যোৰহাটলৈ আহি নগৰত থকা ৰায়বাহাদুৰৰ ঘৰত থিতাপি লৈ তাৰ পৰা কাম-কাজ চলাবলৈ ধৰিলে। 'আলোচনী'ৰ যোগেদি গঢ় লৈ উঠা ফুকনৰ সাংবাদিক জীৱনৰ এক পূৰ্ণতা ঘটিল 'বাতৰি'তে।

ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰাৰ আগলৈকে ফুকনৰ সাজ-পোছাক আছিল ইংৰাজৰ দৰেই। ফুকনৰ একালৰ সতীৰ্থ এজনে লিখিছে: "সেই সময়ত ফুকনৰ পৰিচ্ছদ আছিল হেট-পেণ্ট, বগা কামিজ, ডিঙিত টাই। তেখেতৰ গাৰ মুখমণ্ডলৰ ৰক্তিম গৌৰ বৰ্ণই উপৰোক্ত পৰিচ্ছদে তেখেতৰ ব্যক্তিত্ব বেছিকৈ বঢ়াইছিল।"[২৫] আকৌ, "ইউৰোপীয়ান সম্প্ৰদায়ৰ মাজত ফুকন বৰ জনপ্ৰিয় আছিল। ডিব্ৰু নৈৰ পাৰৰ সেন্দুৰী আলিত ইউৰোপীয় সকলৰ 'মেচানিক লজ' নামৰ এটা ক্লাব ঘৰ আছিল। ফুকনদেৱ সেই লজৰ এজন সৰবৰহী সক্ৰিয় সদস্য আছিল। সেই সময়ত আমি এফেজন ফুকনকে দুটা ৰূপত দেখা পাইছিলো— জৰ্জ ইন্‌ষ্টিটিউচনৰ প্ৰধান শিক্ষক নীলমণি ফুকন আৰু চাহাব নীলমণি ফুকন।"[২৬] বেণুধৰ শৰ্মাই যথাৰ্থভাৱেই কৈছে: "নীলমণি ফুকন তেতিয়া ইংৰাজতকৈও এখোপ চৰা।

নীলমণি চাহ বাগিচাৰ স্বত্বাধিকাৰী আৰু স্বয়ং তাৰ মেনেজাৰ : গাৰ বৰণ তেজ বেগাৰা, আটোম-টোকাৰি সাজপাৰ— ভাল ভাল বিলাতী চাহাবেও ধুন মৰাত চেৰ পেলাব নোৱাৰে। মুখত ভিক্টোৰীয়ান যুগৰ ইংৰাজী মাত-কথা আখৈ ফুটাদি ফুটি থাকে। ৰেল বা জাহাজত আজি কালিৰ প্ৰথম শ্ৰেণীতকৈও ওপৰ, তেতিয়াৰ দ্বিতীয় শ্ৰেণীত ফুৰা ফুকনৰ সজ।"[২৭]

এনে এজন 'চাহাব' নীলমণি ফুকনেই 'বাতৰি'ৰ সম্পাদকৰ বাব লৈ অসম আৰু অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ বাবে কেনেদৰে যুঁজ দিছিল 'সাদিনীয়া বাতৰি' আৰু 'দৈনিক বাতৰি'ৰ সম্পাদকীয়াখিনিয়েই সেই কথা প্ৰমাণ কৰিব। এই প্ৰসংগত বেণুধৰ শৰ্মাই উল্লেখ কৰা এটা ঘটনাৰ কথা স্মৰণ কৰিব পাৰি। ১৯৩০ চনত চাৰিঙত আয়োজিত মণিৰাম দেৱানৰ তিথিৰ সভাপতিৰূপে নীলমণি ফুকনক আমন্ত্ৰণ জনোৱা হৈছিল। সভাপতিৰূপে ফুকনে টুইল নে টচৰ কাপোৰৰ কামিজ এটা পিন্ধি, ডিঙিত চেলেং মেৰিয়াই সভাপতিৰূপে আসন গ্ৰহণ কৰিব খোজোঁতেই সভাৰ মাজৰে এজনে "বিলাতী কাপোৰ পিন্ধি সভাপতি হ'ব নোৱাৰে" বুলি কোৱাত সভাত হুলস্থুল লাগিল। ফুকনে তেতিয়া গলগলীয়া মাতেৰে ক'লে, "স্বদেশপ্ৰেম গাৰ কাপোৰ ডোখৰত সোমাই নাথাকে। থকা বুলি ভবা জনত পৰ খালত পৰা লোক আৰু নাই। এই মুহূৰ্ততে মই গাৰ কাপোৰ দলিয়াই পেলাব পাৰোঁ। মোৰ বুকু ফালি চক, দেখিব হনুমন্তৰ দৰে মোৰ বুকুতো লেখা আছে অসমৰ প্ৰতি ভক্তি— 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।' জন্মভূমিৰ অৰ্থে প্ৰাণ দিম সিও ভাল, তথাপি কাপোৰ পিন্ধি দেশভক্ত হোৱাটো কেতিয়াও স্বীকাৰ নকৰোঁ। শুদা গাটোৰেই মণিৰামৰ তীৰ্থ পাতি যাম, তত্ৰাচ কাপোৰ ডোখৰৰ পৰা দেশাত্মবোধ নিৰূপণ নকৰোঁ।"[২৮]

নীলমণি ফুকন আছিল অসমীয়া জাতীয়তাবাদৰ অন্যতম প্ৰবক্তা। 'বাতৰি'ৰ প্ৰতিষ্ঠাপক শিৱপ্ৰসাদ বৰুৱাও আছিল 'অসমীয়া জাতীয়তাৰ ডাঙৰ পৃষ্ঠপোষক'। দুয়োজনৰ স্বদেশ প্ৰীতিৰ এনে মনোভাৱ 'বাতৰি'ত স্বাভাৱিকভাৱেই প্ৰতিফলিত হৈছিল। প্ৰাথমিক অৱস্থাত ফুকন আছিল সম্পূৰ্ণৰূপে বৃটিছভক্ত আৰু কংগ্ৰেছৰ বিৰোধী। ১৯২১ চনৰ অসহযোগ আন্দোলনত ফুকনে অংশগ্ৰহণ কৰা দূৰৰ কথা "বিলাতী কাপোৰ পুৰি ইংৰাজৰ শাসন ওৰ পেলোৱা কথাষাৰ ফুকনৰ নিমিত্তে বিশ্বাসৰ অতীত" আছিল। ফুকনে সক্ৰিয় ৰাজনীতিত প্ৰৱেশ কৰিছিল ১৯২০ চনত। ১৯২০ চনত অনুষ্ঠিত ব্যৱস্থাপক সভাৰ নিৰ্বাচনত তেওঁ স্বতন্ত্ৰ প্ৰাৰ্থীৰূপে জয়ী হৈছিল। কিন্তু ১৯২৩ চনৰ নিৰ্বাচনত ফুকন আৰু শিৱপ্ৰসাদ বৰুৱা দুয়ো পৰাজিত হয়। কিন্তু দুয়োজনেই চাহ খেতিয়কৰ বাবে থকা সংৰক্ষিত আসনত মনোনীত হয়। ফুকনে অসম ব্যৱস্থাপক সভালৈ তৃতীয়বাৰৰ বাবে মনোনীত হৈ ১৯২৭-২৮ চনলৈকে কংগ্ৰেছবিৰোধী স্থিতিত অবিচল থাকে। এই সময়ছোৱাত "চৰ্কাৰী নীতি সমৰ্থন কৰাত ফুকনে সদায় আগভাগ লৈছিল। সেইবুলি অসমীয়া জাতি বিধ্বংসনা প্ৰস্তাৱ ওলালেই, হয় ওলোটা প্ৰস্তাৱ দি, নহয় জাউৰিয়ে জাউৰিয়ে থকা-সৰকাকে সমালোচনা কৰি সেই প্ৰস্তাৱ ওফোৰাই পঠাইছিল।"[২৯]

১৯২৬ চনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'অসমীয়া সংৰক্ষিণী সভা'ৰ শুভাৰম্ভ হয়। অসম আৰু অসমবাসীৰ জাতীয় অস্তিত্ব ৰক্ষাৰ সংকল্পেৰে গঠিত এই অনুষ্ঠানত নীলমণি ফুকন পোনপটীয়াকৈ জড়িত হৈ পৰে। তেওঁ সংৰক্ষিণী কৰ্মীদলৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৩৫ চনত সংৰক্ষিণীৰ মুখপত্ৰ স্বৰূপে 'ডেকা অসম' প্ৰকাশিত হয়। 'ডেকা অসম'ৰ জন্মক আদৰণি জনাই নীলমণি ফুকনে 'বাতৰি'ত লিখিলে : "সংৰক্ষিণী সভাৰ প্ৰাণস্বৰূপে চৌধুৰী ডাঙৰীয়াৰ প্ৰাণত খুন্দিয়াখুন্দি কৰি থকা ডেকা অসমৰ প্ৰাণত স্পন্দন দিবলৈ ওলাব খোজা প্ৰাণৱন্ত কথাখিনি দেশক বিলাই দিবলৈকে 'ডেকা অসম'ৰ জন্ম। আজি 'বাতৰি'ক সাহ আৰু আশা দিবলৈ 'বাতৰি'য়ে 'ডেকা অসম'তকৈ আপোন বোধকৰো কাকো নাপাব। আমাৰো এই কথাত হৃদয় নাচি উঠিছে। 'ডেকা অসম'ৰ প্ৰথম সংখ্যাতেই যিখিনি কথা প্ৰকাশ পাইছে, সেয়ে অসমীয়া জাতি অসমত থকা বিদেশী গৱৰ্ণমেণ্ট সকলোৰে প্ৰাণ স্পৰ্শ কৰা উচিত।"[৩০]

সংৰক্ষিণীৰ নীতি আৰু কাৰ্যপ্ৰণালী নীলমণি ফুকনে পোনপটীয়াকৈ সমৰ্থন কৰিছিল। ভালেমান কংগ্ৰেছ কৰ্মীয়েও যে সংৰক্ষিণীৰ নীতি সমৰ্থন কৰা নাছিল এনে নহয়, কিন্তু সৰহভাগ কংগ্ৰেছী লোকেই সংৰক্ষিণীৰ বিৰোধিতা কৰি চলিছিল। 'বাতৰি'ত সংৰক্ষিণীৰ নীতি পোনপটীয়াকৈ প্ৰতিফলিত হৈছিল। অসম আৰু অসমীয়াৰ স্বাৰ্থ ত্যাগ কৰা আৰু কংগ্ৰেছক বিৰোধিতা কৰা নীলমণি ফুকনৰ স্থিতিক সেই সময়ৰ কংগ্ৰেছী লোকসকলে সেয়ে সমালোচনা কৰিছিল। অৱশ্যে এটা কথা স্পষ্ট যে নীলমণি আৰু শিৱপ্ৰসাদ দুয়ো চৰকাৰ-বিৰোধী কোনো ধৰণৰ কথা 'বাতৰি'ত প্ৰকাশ কৰা নাছিল। এই সন্দৰ্ভত মন্তব্য দি লক্ষ্মীনাথ ফুকনে কৈছে : "কাকতখন কংগ্ৰেছপন্থীতো নাছিলেই, বৰং কংগ্ৰেছৰ বিপৰীত পন্থীহে আছিল। শিৱপ্ৰসাদ বৰুৱা আৰু

শ্ৰীনীলমণি ফুকন দুয়ো আছিল মধ্যমপন্থী, অৰ্থাৎ 'মডাৰেট' বা 'লিবাৰেল' দলৰ লোক আৰু সেই দলৰ নীতি অনুসৰিয়েই 'দৈনিক বাতৰি' চলোৱা হৈছিল।"[৩১] এই সন্দৰ্ভত অধিক স্পষ্টভাৱে কৈছে বেণুধৰ শৰ্মাই: "বৰুৱা ডাঙৰীয়া ৰায়বাহাদুৰ আৰু ফুকন ডাঙৰীয়া খিতাপবিহীন। ৰায়বাহাদুৰ যেতিয়া চৰকাৰৰ নীতি খোল অনা সমৰ্থন কৰা হ'বই লাগিব। ভিতৰি নহ'লেও অন্ততঃ মুখপত্ৰৰ পাতত। ফুকনৰ মত স্পষ্ট— তেখেতে নিজা যুক্তি আৰু আত্ম বিশ্বাসেৰে যিটো সত্য বুলি ভাৱে তাক ব্যক্ত কৰিবই— তেহেলৈ সি ৰজা-ৰাইজৰ সপক্ষেই যাওক বা বিপক্ষেই যাওক। মতৰ ইফাল-সিফাল হোৱা বাবেই অৰ্থাৎ প্ৰতিষ্ঠাপক আৰু সম্পাদকৰ নীতি কেতিয়াবা কেতিয়াবা বেঁকাই যোৱাত দুয়োগৰাকীৰে ভিতৰত মাজে-সময়ে অলপ-অচৰপ ক্ষন্তেকীয়া খকা-খুন্দা একোটা নলগাকৈ নাছিল। তথাপি শিক্ষা, ৰাজনীতি আৰু ভাষাৰ ক্ষেত্ৰত অসমীয়াৰ স্বাৰ্থ সম্পূৰ্ণে ৰজাই ৰখা নীতিত উভয়ৰে পানী একে নলীয়ে গৈছিল।"[৩২]

প্ৰতিষ্ঠাপক আৰু সম্পাদকৰ মাজত বেণুধৰ শৰ্মাই কোৱাৰ দৰে হয়তো 'ক্ষন্তেকীয়া খকা-খুন্দা' লাগিছিল, কিন্তু সেয়া স্থায়ী হৈ ৰোৱা নাছিল। দুয়োখন কাকতৰ সম্পাদনাৰ ক্ষেত্ৰত শিৱপ্ৰসাদে ফুকনক সম্পূৰ্ণ স্বাধীনতা দিছিল বুলি ফুকনেই নিজেই কৈছে: "তেখেতে (শিৱপ্ৰসাদ বৰুৱাই) নিজে আমাৰ কামত 'বাতৰি'ৰ জন্মদিন ধৰি কোনো হস্তক্ষেপ কৰা নাই।"[৩৩] সম্পাদনাৰ ক্ষেত্ৰত নীলমণি ফুকনৰ মতেই হয়তো প্ৰাধান্য লাভ কৰিছিল। অৱশ্যে শিৱপ্ৰসাদৰ লগত নীলমণি ফুকনৰ নীতি আৰু দৃষ্টিভংগীৰ ঐক্য আছিল। সেয়ে বেণুধৰ শৰ্মাই কোৱা দুয়োৰে মত পাৰ্থক্য গুৰুতৰ ধৰণৰ নাছিল। অৰূপ দত্তই সেয়ে ক'বলৈ প্ৰয়াস পাইছে: "ফুকন যদি বাতৰিৰ কণ্ঠ তেনেহ'লে শিৱপ্ৰসাদ আছিল আত্মা।"[৩৪]

সম্পাদক হিচাপে নীলমণি ফুকনেই যে দুয়োখন কাকতৰ সৰ্বেসৰ্বা আছিল তাৰ উমান পাব পাৰি তলৰ ঘটনাটোত। ফুকনে কংগ্ৰেছৰ খবৰ 'বাতৰি'ত ছপা হোৱাটো পছন্দ কৰা নাছিল। 'বাতৰি'ৰ এজন সম্পাদনা-সহযোগী ৰাম বৰুৱাই কৈছে: "কংগ্ৰেছৰ জুবিলিৰ সময়ত কংগ্ৰেছৰ কথা ছপা হ'ল 'বাতৰি'ত। ৺নীলমণি ফুকনৰ অজ্ঞাতে। পিছদিনা 'বাতৰি'খন পাই মটৰেৰে লগে লগে চৈঙোল পালেগৈ। ৺নীলমণি ফুকন আছিল সেই সময়ৰ কংগ্ৰেছৰ তীব্ৰ বিৰোধী। শতকৰ খবৰ মোৰ কাকতত ওলায়। এনে ভাব। তাতে এটা কপি তেতিয়া বৰচাহাবক দিব লাগে। এটা কপি পুলিচ চাহাবক। গৈ পায়েই চিধা ছাপাশাললৈ গৈ লাঠিৰে মাটিত খুন্দিয়াই, খুন্দিয়াই কোনে কংগ্ৰেছৰ কথা লিখি মোৰ কাগজখন নষ্ট কৰিছে বুলি আটাহ পাৰিলে।"[৩৫]

## সম্পাদনাৰ সহযোগীসকল

'দৈনিক বাতৰি'ৰ সম্পাদনাৰ সহযোগীসকল আছিল বেণুধৰ শৰ্মা, লক্ষ্মীনাথ ফুকন, কৰুণাকান্ত গগৈ, ৰাজীৱ লোচন বৰুৱা আৰু ৰাম বৰুৱা। 'সাদিনীয়া বাতৰি'ৰ সম্পাদনাৰ লগত প্ৰথমে কীৰ্তিনাথ শৰ্মা বৰদলৈ আৰু কেইমাহমানৰ পিছত লক্ষ্মীনাথ ফুকন জড়িত আছিল। কিন্তু 'বাতৰি'ৰ টকা-পইচাৰ হিচাপ ৰখা যদুনাথ বৰুৱাৰ লগত ফুকনৰ খকা-খুন্দা লগাত ফুকনে 'বাতৰি' ত্যাগ কৰিব লগা হয়। ফুকন যোৱাৰ পাছত সম্ভৱতঃ আনন্দচন্দ্ৰ বৰুৱাই সহকাৰী সম্পাদকৰূপে 'বাতৰি'ত যোগ দিছিল। কিন্তু আনন্দচন্দ্ৰ বৰুৱাই "মনপূতি সাহিত্য-চৰ্চা কৰিবলৈ বুলি চৈঙোল এৰি নিজৰ ঘৰ সোমালেগৈ। ৰায়বাহাদুৰে মতাই মতাই আনিব নোৱাৰিলে।"[৩৬] সেয়ে 'সাদিনীয়া বাতৰি' দৈনিক কৰাৰ সময়ত ৰাজীৱ লোচন বৰুৱা, কৰুণাকান্ত গগৈ আৰু ৰাম বৰুৱাহে নীলমণি ফুকনৰ সহযোগী আছিল। কৰুণাকান্ত গগৈয়ে কোৱা মতে "এই ত্ৰি মূৰ্তিয়েই হেলৌ হৈচৌ কৰি ৰয়টাৰ, এচছিয়েট প্ৰেছৰ তাঁৰৰ বাতৰি ভঙাৰ পৰা স্থানীয় বাৰে-বাংকৰা খবৰবোৰ জুকিয়াই (কাৰণ অসমীয়া কাকতলৈ তেতিয়া নগাই ল'ৰা পোৱা নাগিনীয়ে জাল খোৱা ধৰণৰ খবৰ দে ধাৰ আহে) শিতান দি প্ৰুফ চাই চেপাৰ অনুমতি দিয়ালৈকে পুৱাৰ পৰা নিশাৰ এপৰলৈকে কাম কৰি গৈ আছোঁ। ভাগৰ নাই, জিৰণি নাই। কেতিয়াবা এগুৱায়ো। তথাপি নেৰিবন্ত।"[৩৭]

এইকেইজনৰ সহযোগত 'দৈনিক বাতৰি' ওলোৱাৰ কিছু দিনৰ পিছত ৰায়বাহাদুৰৰ আমন্ত্ৰণক্ৰমে বেণুধৰ শৰ্মাই সহকাৰী সম্পাদকৰূপে বাতৰিত যোগ দিলেহি।[৩৮] বেণুধৰ শৰ্মাৰ জীৱনীগ্ৰন্থত তীৰ্থনাথ শৰ্মাই '৩৫ চনৰ মাজভাগত 'দৈনিক বাতৰি'ৰ সম্পাদক গোষ্ঠীৰ অন্যতমৰূপে বেণু শৰ্মায়ো যোগ দিলে' কৈছে যদিও যোগদানৰ তাৰিখটো কোৱা নাই। পিছে নীলমণি ফুকনৰ 'আমাৰ সহকাৰী' শীৰ্ষক সম্পাদকীয় উক্তি এটাৰ পৰা[৩৯] বেণুধৰ শৰ্মাই ১৯৩৫ চনৰ আগষ্ট মাহৰ ২৮ তাৰিখে 'বাতৰি'ত যোগ দিয়া বুলি নিশ্চিত কৰিব পৰা যায়। বেণুধৰ শৰ্মাই নিজে কোৱা মতে— "নীলমণি ফুকন সম্পাদক, তেখেত থাকিব যোৰহাটত, ৰায়বাহাদুৰ নিজে থাকিব চৈঙোলত— স্বত্বাধিকাৰী হৈ। ... মোক পাতিলে সহকাৰী সম্পাদক— দৰমহা ৭০ টকা। কিন্তু কোৱা

খৰচ ৰায়বাহাদুৰৰ নিজা। ... সহকাৰী সম্পাদকৰ গাদীত বহা মোৰেই অধিকাৰ আছিল যদিও আৰু দুজন ডেকা আছিল সহযোগী। সেই দুজনৰ এজন হ'ল করুণাকান্ত গগৈ। ... ইজন হ'ল ৰাজীৱলোচন বৰুৱা। ... মোৰ কাম আছিল বিশেষকৈ ৰয়টাৰ আৰু এচ'ছিয়েটেড প্ৰেছৰ টেলিগ্ৰামবোৰ অসমীয়া কৰা আৰু টেলিগ্ৰামত অহা বাতৰিবোৰৰ একোটা চাঞ্চল্যকৰ হেডিং বা শিতান দিয়া— অৱশ্যে 'বাতৰি'ৰ নীতিৰ সগত ৰজিতা থুৱাই।"[৪০]

বেণুধৰ শৰ্মা অহাৰ লগে লগে 'দৈনিক বাতৰি'ৰ বাতৰিৰ শিৰোনামা বা হেডিং 'চাঞ্চল্যকৰ' হ'বলৈ আৰম্ভ কৰিলে। এই প্ৰসংগত তলৰ বাতৰিৰ শিৰোনামাবোৰ উল্লেখ কৰিব পাৰি— 'মদোন্মত্ত মুছলিনিৰ আসুৰিক আস্ফালন' (৩০.৮.৩৫), 'বৰঘৰত গোম সাপৰ ফণী পৰাৰ উপক্ৰম- তেজপুৰত বঙালী হাইস্কুল' (৩০.৮.৩৫), 'অসমী আইৰ বুকুত নতুন শ্ৰীহট্ট' (৮.৯.৩৫), 'ইংৰাজলৈ ইটালীৰ আশ্বস্ত বাণী' (৩১.৮.৩৫), 'ৰাচিয়া তলে পুতল' (১৫.৯.৩৫), 'হয় ৰণলৈ ওলোৱা নহ'লে ফাঁচী যোৱা- যুদ্ধলৈ আবিছিনীয়া সৃষ্টম' (২০.৯.৩৫), 'ফৰাচীৰ টাঙ্গি-ভুঙ্গি' (২২.৯.৩৫), 'ৰণমত্ত ইটালীৰ দপদপনি' (৪.১০.৩৫) ইত্যাদি। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে বেণুধৰ শৰ্মা অহাৰ আগতে আৰু বেণুধৰ শৰ্মা 'বাতৰি'ৰ পৰা যোৱাৰ পিছত 'দৈনিক বাতৰি'ত এনে ধৰণৰ চাঞ্চল্যকৰ শিৰোনামাৰ অনুপস্থিতিয়ে স্পষ্টভাৱে প্ৰমাণ কৰে যে এই শিৰোনামাসমূহ বেণুধৰ শৰ্মায়েই চয়ন কৰিছিল। তীৰ্থনাথ শৰ্মাই সঠিকভাৱেই মন্তব্য কৰিছে: "সাংবাদিকতাৰ নীৰস ভাষাকো তেখেতে ভাষাৰ সৌষ্ঠৱেৰে ৰসাল ৰচনাৰ শাৰীলৈ তুলিছিল। বাতৰিৰ ভাষা সৌষ্ঠৱৰ গুৰিতে নীলমণি ফুকন আৰু বেণু শৰ্মাৰ বৰঙণি অতুলনীয়। ... বঙলুৱা কাকতৰ শব্দাৱলীয়ে যাতে অসমীয়া সংবাদপত্ৰৰ ভাষাত চোৰাংকৈ সোমাই উঠিৰজা হৈ নপৰে তাৰ প্ৰতি এটাই কেউজন সম্পাদকেই সতৰ্ক আছিল। সতৰ্কতাৰ পহৰীয়া আছিল বেণু শৰ্মা। শব্দৰ খনিকৰ এজনৰ সান্নিধ্য আৰু তেখেতৰ তাৎকালিক শব্দগঠনৰ ক্ষমতাই দৈনিক বাতৰিক ভাষাৰ সৌষ্ঠৱেৰে মহিমান্বিত কৰিছিল।"[৪১] 'বাতৰি'ৰ শিতান দিয়া আৰু সংবাদবোৰৰ ভাষা পোনাই দিয়াৰ উপৰিও ৰয়টাৰ আৰু এচছিয়েট প্ৰেছৰ পৰা টেলিগ্ৰাফত অহা বাতৰিবোৰ তৰ্জমা কৰিবলৈ 'শব্দশাল' এখনো বেণুধৰ শৰ্মাই নিৰ্মাণ কৰিছিল। এই শব্দশালতে নতুন নতুন শব্দ চয়ন কৰা হৈছিল। শৰ্মাই বিশ্বাস কৰিছিল "বাতৰি কাকতৰ কাম অকল বাতৰি যোগোৱাই নহয়— ভাষাৰ বিশুদ্ধতা আৰু পবিত্ৰতা ৰক্ষা কৰাও তাৰ এটি অপৰিহাৰ্য্য অঙ্গ।"[৪২] 'দৈনিক বাতৰি'ত থকা কালছোৱাত বেণুধৰ শৰ্মাই এই ক্ষেত্ৰত অবাধ আৰু একাধিপত্যৰ সুযোগ পোৱা নাছিল, কিন্তু পৰৱৰ্তী কালত 'তৰুণ অসম'ৰ সম্পাদকৰূপে 'বিশুদ্ধ নিটোল অসমীয়াক সংবাদ জগতৰ আদৰ্শৰূপে প্ৰতিষ্ঠা কৰিবলৈ একপ্ৰকাৰ সংকল্প লৈছিল।"[৪৩]

বেণুধৰ শৰ্মা 'বাতৰি'ত বেছি দিন স্থায়ী নহ'ল। তাৰ কাৰণ সম্পাদক ফুকন আৰু সহকাৰী সম্পাদক বেণুধৰ শৰ্মাৰ ৰাজনৈতিক ক্ষেত্ৰত মতৰ অমিল ('অশ্বমহিষ সংযোগ')। তীৰ্থনাথ শৰ্মাই কৈছে: "ব্যক্তিগত চৰিত্ৰটো দুয়োজন কাঠত কাঠ। নীলমণি ফুকন আত্মগৌৰৱী আৰু কৰ্তৃত্বকঠোৰ, বেণু শৰ্মাও সেও হ'ব নজনা উগ্ৰধতুৱা পুৰুষ। কৰ্তৃত্বৰ তাপ সহিব পৰা ধাতু শৰ্মাৰ মুঠৈই নাই। ফুকনেও নিজৰ কৰ্তৃত্ব অৱহেলিত হ'লে বাহু ডাঙ্গি উঠে। এনে কাঠত কাঠে ঘৰ্ষণ হ'লে জুই নালাগিলেও উত্তপ্ত অৱস্থাৰ উদ্ভৱ হ'বলৈ কেতপৰ লাগিছে।"[৪৪] এই 'উত্তপ্ত অৱস্থা'ৰ কথা বেণুধৰ শৰ্মাই আত্মজীৱনীত বিশদভাৱে কৈছে। সম্পাদক নীলমণি ফুকন অসম সাহিত্য সভাৰ মঙলদৈ অধিবেশনত যোগ দিবলৈ যাওঁতে এদিন সম্পাদকীয় নোহোৱাকৈ 'দৈনিক বাতৰি' প্ৰকাশ হ'ল। সম্পাদক নহ'লে সহকাৰী সম্পাদকে সম্পাদকীয় স্তম্ভ পূৰা কৰিব লাগিছিল, বেণুধৰ শৰ্মাই পূৰা নকৰিলে। সহকাৰী সম্পাদকৰ এই দায়িত্ব পালন নকৰাৰ বাবেই 'বাতৰি'ৰ লগত তেওঁৰ সম্পৰ্ক ছেদ হ'ল। 'বাতৰি'ত লাভ কৰা অভিজ্ঞতাৰ ভেটিতেই পৰৱৰ্তী কালত বেণুধৰ শৰ্মাই এষাৰি বৰ তাৎপৰ্যপূৰ্ণ কথা কৈছে: "প্ৰতিষ্ঠাপক, সম্পাদক, সহকাৰী সম্পাদক, প্ৰবন্ধ আৰু আৰ্হিকাকত চাওতা সকলোৰে মত ইজনৰ লগত সিজনৰ নিমিলিলে কোনো বাতৰি কাকতেই সৰবৰহী আৰু স্থায়ী হ'ব নোৱাৰে।"[৪৫]

বেণুধৰ শৰ্মা যোৱাৰ পিছত সহকাৰী সম্পাদকৰূপে লক্ষ্মীনাথ ফুকনে পুনৰ 'দৈনিক বাতৰি'ত যোগ দিলেহি। 'সাদিনীয়া বাতৰি'ৰ পৰা গৈ ফুকনে কলিকতাৰ 'ফৰৱাৰ্ড' কাকতত কাম কৰিছিলগৈ। শিৱপ্ৰসাদ বৰুৱা এবাৰ চিকিৎসাৰ বাবে কলিকতালৈ যাওঁতে ফুকনক পুনৰ 'বাতৰি'ত কাম কৰিবলৈ মাতিলে। ফুকন আহি সহকাৰী সম্পাদকৰূপে কাৰ্যভাৰ ল'লে। বেণুধৰ শৰ্মাই কৰা সকলোখিনি কাম কৰাৰ উপৰিও সম্পাদকৰ অনুপস্থিতিত ফুকনে সম্পাদকীয়ও লিখিব লগা হৈছিল। কাকতখন বন্ধ হোৱাৰ সময়লৈকে ফুকন 'দৈনিক বাতৰি'ৰ লগত জড়িত হৈ আছিল।

বেণুধৰ শৰ্মা আৰু লক্ষ্মীনাথ ফুকনৰ উপৰিও সম্পাদনাৰ সহযোগী আছিল করুণাকান্ত গগৈ আৰু ৰাজীৱলোচন বৰুৱা। করুণাকান্ত গগৈক 'বাতৰি'লৈ নিমন্ত্ৰণ কৰি আনিছিল পাৰ্বতিপ্ৰসাদ বৰুৱাই। "তেওঁ আছিল কবি-সাহিত্যিক আৰু সংস্কৃত ভাষাত সুন্দৰ জ্ঞান থকা লোক। তেওঁ বৰ্ণবিন্যাসত ইমান পোক্ত আছিল যে তেওঁ কাচিৎহে 'হেমকোষ' চাবলগীয়া হৈছিল। তেওঁ নগা-বিহুনাম কিছুমানৰ এনেকুৱা শুৱলা ভাঙনি কৰি 'আৱাহন'ত প্ৰকাশ কৰিছিল যে সেইবোৰ সুকীয়াকৈ দিয়া হ'লে, যেয়ে-সেয়ে পঢ়ি কলেহেঁতেন— এইবোৰ করুণা গগৈয়ে নিজে লিখা। চিঠি-পত্ৰ আৰু 'বাতৰি'ৰ শিতান দিয়াত এওঁ বৰ কাজুৱা আছিল। ... ৰাজীৱলোচন বৰুৱা লুকুৱা কবি, লুকাই লুকাই কবিতা লেখে, কথাত ৰসো উলিয়াব। বিষয় এটি পালেই এওঁ বহুলাই লিখিব পাৰে। 'বাতৰি'ত থাকোতেই ৰাজীৱে 'অৰুণোদই' আদি কেইটামান প্ৰবন্ধ লিখিছিল।"[৪৬]

এই কেইজন সম্পাদনাৰ সহযোগীয়েই 'পুৱাৰ পৰা নিশা এপৰলৈ কাম কৰি' 'দৈনিক বাতৰি'খন নিয়মীয়াকৈ উলিয়াইছিল। কাকতখন বন্ধ হোৱাৰ সময়লৈকে বেণুধৰ শৰ্মাৰ বাহিৰে বাকী কেউজন 'বাতৰি'ৰ সম্পাদনাৰ লগত জড়িত হৈ আছিল।

### 'দৈনিক বাতৰি'ৰ সম্পাদকীয়

'দৈনিক বাতৰি'ৰ সম্পাদকীয় নীতি কি আছিল তাৰ উমান পাব পাৰি পূৰ্বোল্লিখিত ১ম সংখ্যাত প্ৰকাশিত সম্পাদকীয় নিবন্ধটিৰ পৰাই। 'অসম দেশ থাইকৈ অসমীয়াৰ বাবেহে'— এই উদ্দেশ্য 'দৈনিক বাতৰি'ৰ সম্পাদকীয়ত বিশেষভাৱে প্ৰতিফলিত হৈছিল। অসম আৰু অসমীয়াৰ জাতীয় স্বাৰ্থ ৰক্ষাতে সেয়ে 'দৈনিক বাতৰি'য়ে গুৰুত্ব দিছিল। বিভিন্ন সম্পাদকীয়ত ইয়াৰ প্ৰতিফলন লক্ষ্য কৰিব পাৰি। 'বৰ্ত্তমান আমাৰ কৰ্ত্তব্য' শীৰ্ষক এটি সম্পাদকীয়ত কোৱা হৈছে— "অসম দেশ অসমীয়াৰ বাবেহে'— এয়ে বৰ্তমান সময়ত অসমীয়া জাতিৰ মূল মন্ত্ৰ। ইয়াত 'অসমীয়া' শব্দৰ অৰ্থ অসমীয়া সংৰক্ষিণী সভাৰ সংজ্ঞাকে ধৰা হৈছে। আমি অসমীয়া সংজ্ঞাত কোনো ধৰ্ম্ম সম্প্ৰদায় জাতকুল বিশেষভাৱে নিবিচাৰোঁ। যেয়ে অসমীয়া ভাষা মাতৃভাষা বুলি গ্ৰহণ কৰিব, যেয়ে অসমৰ বাহিৰে আৰু এখন স্থায়ী ঘৰ প্ৰকাৰান্তেও ৰাখি নিজক ইয়াৰ স্থায়ী যেন বিবেচনা নকৰে, যাৰ অৰ্থনৈতিক স্বাৰ্থ অসমৰ থাইকৈ থাকিব, মূলতঃ তেওঁকেই আমি অসমীয়া বুলি গ্ৰহণ কৰিম।"[৪৭]

'দৈনিক বাতৰি' যে অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'অসম সংৰক্ষিণী সভা'ৰ ঘোষিত নীতিৰ দৃঢ় সমৰ্থক আছিল সেই কথা 'বাতৰি'ৰ বিভিন্ন সম্পাদকীয়ত প্ৰকাশিত হৈছে। ১৯৩৬ চনৰ ২৬ জুন তাৰিখৰ এটি সম্পাদকীয়ত সেয়ে কোৱা হৈছে: "অসমীয়া জাতিয়ে এটা কথা ভালদৰে মন কৰি হৃদয়ঙ্গম কৰি উঠিছে যে অসমীয়া জাতিটোক আগধৰি সৰ্ব্বতোভাৱে অসমীয়া কৰি ৰক্ষা কৰিব নোৱাৰিলে, আনক ৰক্ষা কৰা দূৰত থাওক, নিজৰ অস্তিত্বই নাথাকিব। এই কথা আজি অসমীয়া জাতিৰ প্ৰাণত ফটিকৰ নাইবা তাতোকৈ নিৰ্ম্মল হৈ বৈ গৈছে। তাক যেয়ে যি ভাৱে ঘোলাব্লি দিবলৈ চেষ্টা নকৰক, সেই চেষ্টা ফলৱতী হৈ নুঠে। সংৰক্ষিণী নীতি সমৰ্থন কৰা বাবে আজি যি সকলে আমাক ব্যক্তিগতভাৱেও আক্ৰমণ কৰি সুখ পাইছে, তেওঁলোকক আমি সেই সুখৰ পৰা বঞ্চিত কৰিব নোখোজোঁ। ... আমি মাথোন এইখিনিতে এষাৰ কথা আকৌ ক'ব খোজোঁ যে 'বাতৰি'ৰ অসমীয়া জাতিৰ অসমীয়াত্ব ৰক্ষা কৰিবলৈ যোৱাৰ বাহিৰে আন উদ্দেশ্য নাই। এই উদ্দেশ্য সিদ্ধি কৰিবলৈ যাওঁতে 'বাতৰি'য়ে কাৰো অমঙ্গল চিন্তা নকৰে, সকলোৰে সহায় বিচাৰিব, কিন্তু কাৰো বাধা নামানে।" 'দৈনিক বাতৰি'ৰ সম্পাদকীয়ত প্ৰকাশিত 'অসম অসমীয়াৰ বাবে' নীতিক সংকীৰ্ণতাবাদী বুলি অভিহিত কৰি সেই সময়ৰ এচাম লোকে সম্পাদক ফুকনক বিদ্ৰূপ কৰিছিল। তেনে লোকসকলক এটা সম্পাদকীয়ত 'বদন' বুলি অভিহিত কৰি সম্পাদকে সমালোচনাৰে থকা-সৰকা কৰিছে।[৪৮]

কুৰি শতিকাৰ তৃতীয় আৰু চতুৰ্থ দশকটো অসমৰ বাবে আছিল গভীৰ সংকটৰ কাল। চিলেটৰ বিচ্ছেদ, গোৱালপাৰা আৰু কাছাৰক কেন্দ্ৰ কৰি অসমৰ অংগচ্ছেদৰ অপচেষ্টা, সেই সময়ৰ পূব পাকিস্থানৰ পৰা অবাৰিত গতিত হোৱা পমুৱাৰ প্ৰব্ৰজন, অসমীয়া ভাষাক ন্যায়সংগত মৰ্যাদাদানৰ বাবে চলা টনা-আঁজোৰা আদি ঘটনাই সমগ্ৰ অসমৰ ৰাজনৈতিক পৰিবেশ অস্থিৰ কৰি তুলিছিল। অসমৰ এই সংকট মুহূৰ্ত্তত অম্বিকাগিৰীৰ সংৰক্ষিণী সভাই অসমীয়া জাতিটোক আত্ম সচেতন কৰি তুলিব খোজা প্ৰচেষ্টাত সহায়ৰ হাত আগবঢ়াইছিল 'বাতৰি'য়ে। এই প্ৰসংগত 'বাতৰি'ত প্ৰকাশিত সম্পাদকীয়সমূহ— যেনে, 'শ্ৰীহট্ট বিচ্ছেদ' (২৪.৮.৩৫), 'অসমত মৈমনচিঙীয়া (৪.৯.৩৫), 'শ্ৰীহট্ট বিচ্ছেদত অসমীয়া মুচলমান' (১১.৯.৩৫), 'অসমত ইমিগ্ৰেন্টচ' (১২.৯.৩৫) আদিৰ কথা স্মৰণ কৰিব পাৰি। শৰণাৰ্থীসকলৰ সম্পৰ্কত 'দৈনিক বাতৰি'ৰ মত আছিল স্পষ্ট: "অসমত বিদেশী বুলি কথা এটা

স্বীকাৰ কৰা নাযায় যিসকলে ইয়াত বসবাস কৰি নিগাজী হৈছে বা হ'বৰ ইচ্ছা কৰে তেওঁলোকে মাতৃভাষা অসমীয়া বুলি মুখেৰে নহয়, কাৰ্যত গ্ৰহণ কৰি দেখুৱাব লাগিব। আৰু কুৰি বছৰো ইয়াত থাকক সেই কথাই যথেষ্ট নহ'ব, যদি দেশতো ঘৰ বুলি এখন গৃহস্থালি ৰাখিবলৈ নেৰে। তেনে লোকৰ সুবিধাবাদক আমি সন্দেহ কৰিম। দুই নাৱত দুই ভৰি হ'লে অসমৰ কোনো কামত নাহিব।"[৪৯]

অসমীয়া ভাষাৰ প্ৰকৃত মৰ্যাদা ৰক্ষাত 'বাতৰি' আছিল সদায় তৎপৰ। বিশেষকৈ "প্ৰায় এক শতাব্দী বঙলা ভাষাই অসমীয়া জাতিৰ অস্তিত্ব লোপ কৰিবলৈ যি কুমটিখনা দি থৈছে" সেই ষড়যন্ত্ৰ প্ৰতিহত কৰিবলৈ 'বাতৰি'য়ে অনবৰতে অসমীয়া জনসাধাৰণক সতৰ্ক কৰি আহিছিল। এই সন্দৰ্ভত অসমীয়া মানুহক 'বাতৰি'য়ে প্ৰয়োজনবোধে ভৰ্ৎসনাও নকৰাকৈ থকা নাছিল — "আজি আমাৰ মুখৰ ভাত যে বঙালীয়ে কাঢ়ি খাব পাৰিছে — তাৰ গুৰিতেই হৈছে প্ৰথমে আমি বঙালীৰ মুখৰ মাত আনি নিজৰ মুখত দি পঞ্চামৃত বুলি খোৱা। এতিয়া আমাৰ প্ৰধান কৰ্ত্তব্য হ'ব অসমীয়া গাৱঁত ঘৰে ঘৰে যেতিয়ালৈকে এই ভাব নেথায় কেৱল অসমীয়া পদ পুথি চলোৱা আৰু মৰিলেও অসমত বসবাস কৰি থকা বঙালী ভাইসকলৰ লগত কথা-বতৰা বঙলাৰে নপতা। এই কথা নিচেই ক্ষুদ্ৰ বুলি বহুতে ভাবিব পাৰে, কিন্তু এনেবিলাক সুৰুঙাইদিহে ঘৰলৈ ফেঁটীসাপ সোমায়, দুৱাৰ মুখেদি নহয়।"[৫০]

'বৃহত্তৰ বাংলা'ৰ সপোন দেখাসকলক 'বাতৰি'য়ে বিভিন্ন সময়ত সাৱধান বাণী শুনাই আহিছিল। এই প্ৰসংগত 'অসমীয়া হোৱা বঙালী' (৪.৯.৩৫), 'অসমীয়া স্বাৰ্থত বাগীকুঠাৰ' (৪.৯.৩৫), 'অসমীয়া কাছাৰত হাত দিওঁতা কোন' (৭.৯.৩৫), 'চিলটীয়া নাৰেজা' (১১.৯.৩৫) আদি সম্পাদকীয়লৈ আঙুলিয়াব পাৰি।

১৯৩৫ চনৰ আগষ্ট মাহত তেজপুৰৰ বংগভাষী সম্প্ৰদায়ে এখন বঙালী স্কুল পাতিবলৈ যো-জা কৰি শিক্ষা বিভাগৰ মুৰব্বীৰ লগত যোগাযোগ কৰাৰ বাতৰি পাই 'বাতৰি' গৰজি উঠিছিল। বঙালী হাইস্কুল স্থাপনৰ প্ৰতিবাদত, 'দৈনিক বাতৰি'ত সেই চনৰে আগষ্ট মাহৰ পৰা নবেম্বৰ মাহলৈকে ভালেমান প্ৰতিবাদৰ বাঁতৰি, চিঠি-পত্ৰ আদি প্ৰকাশিত হোৱাৰ উপৰিও তিনিটা সম্পাদকীয়ও প্ৰকাশিত হৈছিল।[৫১] এই ক্ষেত্ৰত 'অসমীয়াৰ বৰঘৰত এনেকৈ দুটা চক জুৰিবলৈ দিয়া' চৰকাৰকো বাতৰিয়ে কণমান সমালোচনা নকৰাকৈ থকা নাছিল। বঙলা ভাষাৰ আধিপত্য প্ৰতিহত কৰিবলৈ 'বাতৰি'য়ে সেই তেতিয়াই স্পষ্টভাৱে কৈছিল : "অসমত দুৱলীয়া ভাষা বঙলা হ'ব নোৱাৰে, আমাৰ দুৱলীয়া ভাষা একমাত্ৰ ইংৰাজীৰ বাহিৰে আন একো হ'ব নোৱাৰে — এই কথা যেন সকলোৱে মনত ৰাখে।"[৫২] বাংলাভাষীসকলৰ প্ৰতি 'বাতৰি'ৰ এনে স্থিতিৰ বাবেই 'বাতৰি'ৰ প্ৰতি অসন্তুষ্ট বাংলাভাষী এচাম লোকে, বেণুধৰ শৰ্মাই কোৱা মতে, তেজপুৰ আৰু মাৰ্ঘেৰিটাত 'বাতৰি'ৰ পাৰ্চেল পুৰি পেলাইছিল।

অসমীয়া ভাষাক উচ্চশিক্ষাৰ মাধ্যম কৰিবলৈ ১৯৭২ চনত অসমৰ ছাত্ৰ-ছাত্ৰীয়ে আন্দোলন কৰিব লগা হৈছিল। 'বাতৰি'য়ে কিন্তু ১৯৩৫ চনতে এই বিষয়ত স্পষ্ট মত ব্যক্ত কৰিছিল — "অসম উপত্যকাৰ শিক্ষাস্থলীবিলাকত অসমীয়াৰ বাহিৰে শিক্ষাৰ বাহন আন একো ভাষাই হ'ব নোৱাৰে।... অসমীয়াই শিক্ষাৰ বাহন হ'ব লাগিব — এই কথা অসমীয়া জাতিয়ে নিঃশ্বাস প্ৰশ্বাসৰ লগত অনুভৱ কৰিছে। তেহেঁলে কলঢোপ কলঢোপ কৰাসকলে যি মাতকে নামাতক।"[৫৩]

অসমত এখন বিশ্ববিদ্যালয় স্থাপনৰ দাবী বহুদিনীয়া। বিশ্ববিদ্যালয় এখন স্থাপনত জনমত গঢ়ি তোলাত 'দৈনিক বাতৰি'য়ে এক বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। স্মৰণযোগ্য যে বিশ্ববিদ্যালয় সম্পৰ্কত বাতৰিত ৬টা সম্পাদকীয় প্ৰকাশিত হৈছিল।[৫৪] 'বাতৰি'য়ে 'কলিকতা বিশ্ববিদ্যালয়ৰ দ্বিতীয় সংস্কৰণ' অসমত স্থাপন হোৱাটো নিবিচাৰিছিল। 'বাতৰি'য়ে এনে এখন বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাটো বিচাৰিছিল "যিখন বিশ্ববিদ্যালয়ে দিব লাগিব অসমীয়া জাতিক মেধা শক্তি, দিব লাগিব কাৰ্যক্ষেত্ৰত হাত দিব পৰা উদ্ভাৱিকা শক্তি, অৱস্থা বিপৰ্যয়ৰ মাজত চৰিত্ৰ-বল দিব পৰা শিক্ষা, বৰ্ত্তমান যুগৰ উপযোগী শিল্প-কলা-বুৰঞ্জী।... মুঠতে অসম বিশ্ববিদ্যালয়ে জগতৰ সকলো প্ৰকাৰৰ জ্ঞান-বিজ্ঞান আহৰণ কৰি অসমীয়া জাতিৰ বহল জীৱন গঢ়ি তুলি আকৌ নতুন অসমীয়া জাতিৰ প্ৰাণ প্ৰতিষ্ঠাই অসম বিশ্ববিদ্যালয়ৰ মুখ্য উদ্দেশ্য হ'ব লাগিব।"[৫৫] বিশ্ববিদ্যালয়ৰ দৰে অসমত এখনি হাইক'ৰ্ট আৰু এখনি মিউজিয়াম স্থাপনৰ বাবেও 'বাতৰি'য়ে দাবী জনাই আহিছিল।[৫৬] বৃহত্তৰ অসমীয়া চাহ মজদুৰ সম্প্ৰদায়ৰ মাজত অসমীয়া শিক্ষা প্ৰসাৰৰ অৰ্থে ব্যৱস্থা ল'বলৈ 'বাতৰি'য়ে আহ্বান জনাইছিল।[৫৭] আন এক সম্পাদকীয়ত পৰ্বতীয়া স্কুলত অসমীয়া আখৰেৰে শিক্ষাদান কৰাত 'বাতৰি'য়ে অভিমত ব্যক্ত কৰি কৈছিল : "আমি এতিয়া সকলো ফালৰ পৰা পৰ্বত আৰু ভৈয়ামৰ জিলাকেইখন লৈ যেতিয়া অসম প্ৰদেশ আৰু এটা ডাঙৰ অসমীয়া জাতি সৃষ্টি কৰাৰ আৱশ্যকতা দেখিছো আৰু স্বভাৱতে

যেতিয়া অসমৰ পৰ্বত-ভৈয়াম জান-জুৰিৰ সম্বন্ধ আচ্ছেদ্য অভেদ্যভাৱে অনন্তকাল চলি আহিছে, সেই স্থলত আজি অসমীয়া ভাষা সাহিত্যৰ ধ্বনিয়ে এই সকলোবিলাক ঠাইকে পূৰ্ণ কৰি ৰাখিব লাগিব।"[৫৮]

দেশৰ অৰ্থনৈতিক অৱস্থা টনকিয়াল কৰিব নোৱাৰিলে জাতি তথা দেশখনৰ উন্নতি নহয়। সেয়ে 'দৈনিক বাতৰি'য়ে 'অৰ্থনৈতিক অসমীয়া স্বৰাজ' স্থাপনৰ বাবে আহ্বান জনাই কৈছিল — "দেশৰ বেহা-বেপাৰ আজি সকলোখিনি বিদেশীৰ হাতলৈ গ'ল। এতিয়া সেই বিষয়ে আমি কৰা উচিত ? দুটা উপায় আছে — প্ৰতিযোগিতা আৰু বৰ্জন। আৰু আনটো হৈছে নিজৰ যি আছে তাকে গ্ৰহণ কৰা।... আজি দেশত যেতিয়া বেহা-বেপাৰ কৰিব লাগে বুলি সকলোৰে বুজি উঠিছে, তেনেস্থলত যি য'ত যেনেদৰে পাৰে কাঙ্ক্ষত ভাৰ এখন লৈ হ'লেও নিজৰ বেহা-বেপাৰ সক-সুৰাকৈ নিজেই কৰিম এই প্ৰতিজ্ঞা কৰক আৰু এক মুহূৰ্তও অপেক্ষা নকৰি ভাৰ এখন কান্ধত লওক।"[৫৯] 'ব্যৱসায়ত মাৰোৱাৰীৰ পৰা শিক্ষা' (১৭.৮.৩৫), 'অসমীয়া বেহা-বেপাৰ' (৯.১১.৩৫), 'অসমীয়া জাতিৰ দুৰ্বলতা ক'ত' (২২.১০.৩৬), 'অসমীয়া জাতিৰ শক্তিসঞ্চয় কিহত' (২২.১১.৩৬), 'অসমীয়া জাতিৰ উপস্থিত কৰ্ত্তব্য (১৭.১.৩৭) আদি সম্পাদকীয়ৰ জৰিয়তেও দেশ তথা জাতিৰ অৰ্থনৈতিক উন্নতিৰ ওপৰতে গুৰুত্ব দিয়া হৈছিল। 'বাতৰি'য়ে বিশ্বাস কৰিছিল — "দেশত সৰ্ববিধ অনুষ্ঠান, সৰ্ববিধ কৰ্মক্ষেত্ৰৰ মাজেদি অৰ্থনৈতিক সম্পদ বঢ়াব নোৱাৰিলে এটা জাতি সঞ্জীৱিত হৈ বহুকাল কেতিয়াও তিষ্ঠিব নোৱাৰে। সেয়ে অসমীয়াই সংঘবদ্ধ হৈ আত্মসম্মানবোধ জাগ্ৰত কৰি বেহা-বেপাৰত হাত দিয়ক। লক্ষ্মী নিজে আহি সোমাবহি।"[৬০]

এনেদৰে 'দৈনিক বাতৰি'ৰ সৰহভাগ সম্পাদকীয় অসম আৰু অসমীয়াৰ স্বাৰ্থৰক্ষাৰ ক্ষেত্ৰত একোটি উদ্দীপনাময় বাণীস্বৰূপ আছিল। কৃষক ৰাইজৰ সমস্যাৰ কথাও কোনো কোনো সম্পাদকীয় আলোচিত হৈছিল।[৬১] বংগদেশৰ ৰামকৃষ্ণ মিশ্যনৰ দৰে অসমতো শঙ্কৰদেৱৰ নামত এটি মিশ্যন প্ৰতিষ্ঠা কৰিব লাগে বুলি আহ্বান জনাই 'দৈনিক বাতৰি'য়ে কৈছিল : "দেশত আজি সেৱা ধৰ্ম পালন কৰিবৰ দিন আহিছে। আজি অসমীয়া সমাজত লোকহিতকৰ কাম কৰিবলৈ ইমানবিলাক পন্থা ওলাইছে যে তাৰ আগত ঘৰত হাতসাৱটি বহি জপ-তপ কৰিবৰ দিন গৈছে। এতিয়া সেই এনে নামধৰ্মই সেৱা ধৰ্মত পৰিণত হ'ব লাগিব। তাৰ ভিতৰত দেশত বানপানী উপদ্ৰৱ আৰু অন্যান্য আতুৰত ভৰোৱা কামত এটা দল তৈয়াৰ কৰিব পাৰি। আন এটা দলে দাতি-কাষৰীয়া পৰ্বতীয়া ভাইসকলৰ মাজত মহাপুৰুষে নিজৰ জীৱনকালতেই দেখুৱাই দিয়া আচাৰ-নীতি শিক্ষা দিয়া আৰু অসমীয়া ভাষাৰ জৰিয়তে শিক্ষা দি তেওঁলোকৰ প্ৰাণতো অসমীয়া ভাষা-সাহিত্যৰ সোৱাদ দিবলৈ চেষ্টা কৰিব পাৰে।"[৬২]

ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে 'দৈনিক বাতৰি'য়ে সংৰক্ষিণী নীতি তথা অসমীয়া জাতীয়তাবাদৰ কথা কোৱাৰ বাবেই সৰ্বভাৰতীয় স্বাধীনতা আন্দোলনৰ ব্যাপক প্ৰভাৱৰ সময়ত ভালেমান কংগ্ৰেছী লোকৰ 'বাতৰি' অপ্ৰিয়ভাজন হৈছিল। সংৰক্ষিণী নীতিৰ লগত যিহেতু কংগ্ৰেছৰ নীতিৰ মিল নাছিল সেয়ে এচাম কংগ্ৰেছী লোকে সংৰক্ষিণীৰ প্ৰবল বিৰোধিতা কৰিছিল। তেওঁলোকৰ এচামে সংৰক্ষিণীক কংগ্ৰেছৰ বিৰোধী বা প্ৰতিদ্বন্দ্বী অনুষ্ঠানৰূপে জনসমাজত হেয় কৰিবলৈ যত্ন কৰিছিল। সংৰক্ষিণীৰ মূল নীতি তল পেলাই সংৰক্ষিণীৰ বিৰুদ্ধে কাৰ্যকলাপত ৰত লোকসকলৰ কাম-কাজৰ প্ৰতিবাদস্বৰূপে 'দৈনিক বাতৰি'ত ভালেমান প্ৰতিবাদ টোকাও প্ৰকাশিত হৈছিল। 'দৈনিক বাতৰি'য়ে সংৰক্ষিণীৰ স্থিতি স্পষ্টভাৱে দাঙি ধৰিছে 'কংগ্ৰেছ আৰু সংৰক্ষিণী' শীৰ্ষক এটি সম্পাদকীয়ত (১৭ জুন, ১৯৩৬)। পূৰ্বৰ এটা সংখ্যাতো 'ডেকা অসম'ৰ সম্পাদকীয় উদ্ধৃতি দি 'দৈনিক বাতৰি'ৰ সম্পাদকীয়ত কোৱা হৈছিল — "অসমত সু-সংগঠিত হৈ উঠা সবল অসমীয়া জাতিক এফালে ভাৰতীয় স্বৰাজতন্ত্ৰৰ এজন সবল সদস্য কৰিবৰ বাবে আৰু আনফালে অসমত বিভিন্ন স্বাৰ্থসম্ভূত বিৰোধৰ সু-সমাধান কৰিবৰ উদ্দেশ্য লৈ গঢ়ি তোলা একমাত্ৰ ৰাজহুৱা বস্তু কংগ্ৰেছে যিদৰে মুখ্যভাৱে সমূহ ভাৰতীয় জাতীয়তাৰ বাবে কাম কৰিছে সেইদৰে সংৰক্ষিণী সভায়ো অসমীয়া জাতীয়ত্বৰ বাবে কাম কৰিছে। কংগ্ৰেছে যিদৰে এই লক্ষ্যত উপনীত হ'বলৈকে যথাসৰ্বস্ব ত্যাগ কৰিবলৈ প্ৰস্তুত আছে, সেইদৰে সংৰক্ষিণী সভায়ো তাৰ লক্ষ্যত উপনীত হ'বলৈকে যথাসৰ্বস্ব প্ৰস্তুত থকাৰ অনুপ্ৰেৰণা আছে।"[৬৩]

সংৰক্ষিণীৰ বাবে অসমীয়া জাতিৰ স্বাৰ্থ প্ৰধান আৰু আগ। শ্ৰীহট্ট বিচ্ছেদ, বেহা-বেপাৰত অসমীয়াৰ একাধিপত্য প্ৰতিষ্ঠা, অসমৰ পঢ়াশালিত অসমীয়া ভাষাৰ বাহিৰে আন ভাষাত শিক্ষা নিদিয়া, পমুৱাসকলক বৃহত্তৰ অসমীয়া জাতিত পৰিণত কৰা, বিদেশী প্ৰব্ৰজন ৰোধ কৰা আদি সমস্যাবোৰ সংৰক্ষিণীৰ দৃষ্টিত অসমীয়া জীৱন-মৰণ সমস্যা। 'দৈনিক বাতৰি'ৰ অধিকাংশ সম্পাদকীয়ত এনেবোৰ সমস্যাক গুৰুত্ব প্ৰদানৰ চেষ্টা

লক্ষ্য কৰা যায়। কিন্তু সেই সময়ৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীত এই সমস্যাবোৰ উত্থাপিত হোৱা নাছিল বা ইবোৰত গুৰুত্ব দিয়া হোৱা নাছিল। কংগ্ৰেছৰ লগত সংৰক্ষিণী তথা 'দৈনিক বাতৰি'ৰ বিৰোধৰ অন্যতম প্ৰধান কাৰণো আছিল এইটোৱেই।

কংগ্ৰেছবিৰোধী এই স্থিতিৰ বাবেই হয়তো 'দৈনিক বাতৰি'ৰ কোনো এটি সম্পাদকীয়তে ইংৰাজ চৰকাৰবিৰোধী কোনো কথা কোৱা হোৱা নাছিল। কেতিয়াবা কোনো সম্পাদকীয়ত চৰকাৰবিৰোধী প্ৰতিবাদৰ ক্ষীণ ইংগিত এটি থাকিলেও সেই প্ৰতিবাদৰ সুৰ আছিল অতি কোমল। সাংবাদিক তিলক হাজৰিকাই যথাৰ্থভাৱেই কৈছে: "এই দুয়োখন কাকতেই (আনখন 'তৰুণ অসম') আছিল চৰকাৰৰ সমৰ্থক। কাকতকেইখনৰ মূল নীতি আৰু উদ্দেশ্য আছিল বান্দৰৰ মুখৰ কল ভুকুৱাই সকওৱা আৰু ৰাদ্ধনীক উচটাই জোল খোৱা বিধৰ। অৰ্থাৎ চৰকাৰৰ লগত কোনো কথাৰে সমালোচনালৈ নাহি অসমীয়াৰ হক ৰক্ষা কৰা আৰু জাতীয় জীৱন গঢ়ি তোলা।"[৬৪]

### 'দৈনিক বাতৰি'ৰ বাতৰি পৰিবেশন ৰীতি

'দৈনিক বাতৰি'ৰ মুঠ পৃষ্ঠা সংখ্যা আছিল ৮। বৰ্তমান সময়ৰ দৈনিক কাকতসমূহৰ দৰে প্ৰথম পৃষ্ঠাতে গুৰুত্বপূৰ্ণ বাতৰিসমূহৰ প্ৰকাশ হোৱা নাছিল। প্ৰথম পৃষ্ঠাৰ মাজভাগতে 'দৈনিক বাতৰি'ৰ প্ৰতীকটো প্ৰকাশিত হৈছিল আৰু তাৰ তলে-ওপৰে প্ৰকাশিত হৈছিল বিজ্ঞাপন। দ্বিতীয় পৃষ্ঠাত দুটামান বাতৰি আৰু বিজ্ঞাপন; তৃতীয় পৃষ্ঠাত স্থানীয় আৰু প্ৰাদেশিক বাতৰি; চতুৰ্থ পৃষ্ঠাত সম্পাদকীয়; পঞ্চম আৰু ষষ্ঠ পৃষ্ঠাত দেশ-বিদেশৰ বাতৰি, চিঠি-পত্ৰ; সপ্তম পৃষ্ঠাত বিজ্ঞাপন আৰু দুটামান বাতৰি আৰু অষ্টম পৃষ্ঠাত সম্পূৰ্ণ বিজ্ঞাপন প্ৰকাশিত হৈছিল। মাজে মাজে পঞ্চম পৃষ্ঠাত বিদেশৰ উল্লেখযোগ্য বাতৰিবোৰৰ ডাঙৰ হৰফেৰে শিৰোনামা কৰি ওপৰফালে সহজে চকুত পৰাকৈ দিছিল।

কাকতখনিৰ বাতৰিৰ প্ৰধান উৎস আছিল 'ৰয়টাৰ' আৰু এচছিয়েটেড প্ৰেছৰ (এতিয়াৰ প্ৰেছ ট্ৰাষ্ট অৱ্ ইণ্ডিয়া) পৰা অহা টেলিগ্ৰাম। "অসমৰ বাতৰি কাকতৰ ভিতৰত প্ৰথমে 'বাতৰি'য়েই এই দুটা খবৰ-যোগনীয়া অনুষ্ঠানৰ গ্ৰাহক হয়।"[৬৫] ইয়াৰ উপৰিও 'দৈনিক বাতৰি'ৰ স্থানীয় সংবাদদাতা আছিল ভালেমান। এনে সংবাদদাতাসকলক সততে এনেদৰে সকীয়াই আছিল — "দৈনিক বাতৰি'লৈ সংবাদ দিওঁতে পাতনিৰ দৰে একো নিলিখিব; সভা-সমিতিৰ আয়োজনৰ কথা যৰ বিতংকৈ নিলিখিব; নিজৰ কোনো মত নিদিব; মূল কথাখিনি (পইণ্টছ) দিব; হুবহু বাহুল্যভাৱে লিখা দৰকাৰ নাই। মনত ৰাখিব আপুনি নিজেও আন ঠাইৰ মোটামুটি খা-খবৰ 'দৈনিক বাতৰি' মেলিয়েই বিচাৰিব। কাজেই সেই বিলাকলৈ আমি ঠাই কৰিব লাগিব।" অৱশ্যে ৰয়টাৰ বা এচ'ছিয়েট প্ৰেছৰ গ্ৰাহক হোৱা সত্ত্বেও যান্ত্ৰিক বা ডাক সংযোগ ব্যৱস্থা সবল নোহোৱা বাবে হয়তো 'দৈনিক বাতৰি'য়ে বিদেশৰ বাতৰি তপতে তপতে পৰিবেশন কৰিব পৰা নাছিল। "কলিকতা, বম্বে, নয়াদিল্লী, মাদ্ৰাজ, পেৰিছ আৰু লণ্ডনৰ পৰা অহা বাতৰিবোৰ সেয়ে নিম্নতম তিনিদিনৰ মূৰতহে প্ৰকাশিত হৈছিল। আনহাতে বিদেশৰ পৰা অহা ইংৰাজী ভাষাৰ বাতৰিবোৰ অসমীয়ালৈ অনুবাদ কৰা পদ্ধতিটো আছিলেই।"[৬৬]

প্ৰকাশিত বাতৰিসমূহৰ সৰহভাগ আছিল স্থানীয় বা প্ৰাদেশিক বাতৰি। এনে বা-বাতৰিসমূহৰ ভিতৰত 'বজ্ৰপাত পৰি মৃত্যু', 'অজগৰৰ পেটত ল'ৰা', 'উচ্চশিক্ষাৰ বাবে বিলাত যাত্ৰা', 'ভোগদৈৰ বানপানীৰ তাণ্ডৱ' আদি স্থানীয় বা-বাতৰিয়ে প্ৰাধান্য লাভ কৰিছিল। ডঃ বাণীকান্ত কাকতিয়ে ভাষাতত্ত্ব বিষয়ত গৱেষণা কৰি প্ৰথম পি. এইচ্. ডি ডিগ্ৰী লাভ কৰাত ডঃ কাকতিৰ ফটোসহ 'বাতৰি'য়ে অভিনন্দন প্ৰকাশ কৰিছিল (২১.৮.৩৫)। পৰৱৰ্তী কেবাটাও সংখ্যাত কাকতখনিত ডঃ কাকতিক অসমৰ বিভিন্ন ঠাইত জনোৱা সম্বৰ্ধনাৰ বাতৰি প্ৰকাশিত হৈছিল। যোৰহাটৰ জগন্নাথ বৰুৱা কলেজ (তেতিয়াৰ যোৰহাট কলেজ) স্থাপনৰ ক্ষেত্ৰত বিভিন্ন ব্যক্তি-প্ৰতিষ্ঠানে লোৱা উদ্যোগৰ কথা 'দৈনিক বাতৰি'ত সবিশেষ প্ৰকাশিত হৈছিল। কলেজখনলৈ দান-বৰঙণি দিওঁতাসকলৰ নামো বাতৰিয়ে প্ৰকাশ কৰিছিল। অসমত পূৰ্বে বিহুমেটেকা নাছিল। 'দৈনিক বাতৰি'ত প্ৰকাশিত এটি বাতৰিৰ পৰা ('অসমত বিহুমেটেকা') জনা যায় ছিলেটৰ পৰা কাচ পেক কৰি অনা বাকচতে পোনপ্ৰথমে বিহুমেটেকা অসমলৈ আহে। কাচ জীয়াই ৰখা খালত বিহুমেটেকা বাঢ়িবলৈ ধৰে। নাজিৰা আৰু তিনিচুকীয়াতে বিহুমেটেকাৰ বিস্তৃতি প্ৰথমে আৰম্ভ হয়।[৬৭]

'দৈনিক বাতৰি' কংগ্ৰেছৰ বিৰোধী আছিল যদিও কংগ্ৰেছৰ বা-বাতৰি কাকতখনিত প্ৰকাশ নোহোৱাকৈ থকা নাছিল। কংগ্ৰেছৰ সোণালী জয়ন্তী উৎসৱ (১৯৩৫) বিশদ বিৱৰণ কাকতখনিৰ বিভিন্ন সংখ্যাত প্ৰকাশিত হৈছিল। উদাহৰণস্বৰূপে কাকতখনিৰ ১৯৩৬ চনৰ এক জানুৱাৰী সংখ্যাতে কলিকতা, মাদ্ৰাজ, বোম্বাই, বিলাত, জাঁজী, বালিগাওঁ আদিত অনুষ্ঠিত কংগ্ৰেছ জয়ন্তীৰ বিতং বিৱৰণ প্ৰকাশিত হৈছিল।

'দৈনিক বাতৰি'ত প্ৰবন্ধ-পাতিৰ প্ৰকাশ আছিল সীমাবদ্ধ। কাকতখনিত কোনো দেওবৰীয়া চ'ৰা নাছিল যদিও মাজে-সময়ে দুই-এটি প্ৰবন্ধ-পাতি প্ৰকাশিত হৈছিল। লক্ষ্মীনাথ বেজবৰুৱাই 'দৈনিক বাতৰি'ত কেবাটাও প্ৰবন্ধ লিখিছিল। কাকতখনিৰ ১৯৩৫ চনৰ ১৫, ১৯ আৰু ২২ নৱেম্বৰ সংখ্যাত প্ৰকাশিত বেজবৰুৱাৰ 'মোৰ মাতৃমুখ দৰ্শন', 'আমাক ইংৰাজী দৈনিক কিয় লাগে', 'গোটাচেৰেক কথা' আদি প্ৰবন্ধ এই প্ৰসংগত স্মৰণ কৰিব পাৰি। কেতিয়াবা পুথি সমালোচনাও ওলাইছিল। ১৯৩৬ চনৰ এক জানুৱাৰী সংখ্যাত লক্ষ্মীধৰ শৰ্মাৰ 'ব্যৰ্থতাৰ দান' গ্ৰন্থৰ কমলেশ্বৰ চলিহাই কৰা এটা সমালোচনা প্ৰকাশিত হৈছিল। প্ৰবন্ধ, চিঠি-পত্ৰ দীঘলীয়া হ'লে প্ৰকাশ কৰা নহৈছিল। তেনে লিখকসকললৈ সম্পাদকে 'বাতৰি'তে পোনপটীয়াকৈ যোগাযোগ কৰিছিল।[৬৮]

'দৈনিক বাতৰি'ৰ বৰ্ধিত আকাৰত এটা মাথোন 'বিশেষ সংখ্যা' ওলাইছিল আৰু সেই সংখ্যাটো (১৮৯ সংখ্যা) 'ৰঙালি বিহু' সংখ্যাৰূপে ১৯৩৭ চনৰ ১৩ এপ্ৰিল তাৰিখে প্ৰকাশিত হৈছিল। এই বিশেষ সংখ্যাটোত বিহুগীত, কবিতা আৰু প্ৰবন্ধ প্ৰকাশিত হৈছিল। সহকাৰী সম্পাদক কৰুণাকান্ত গগৈৰ 'আঙ্গামি বিহুগীত' এই সংখ্যাতে প্ৰকাশিত হৈছিল। এই বিশেষ সংখ্যাৰ উল্লেখযোগ্য লিখকসকল আছিল পদ্মনাথ গোহাঞিবৰুৱা, জ্ঞানদাভিৰাম বৰুৱা, দীননাথ শৰ্মা, মাধৱচন্দ্ৰ বেজবৰুৱা, অতুলচন্দ্ৰ হাজৰিকা ইত্যাদি। এই সংখ্যাটোৰ প্ৰতিটো পৃষ্ঠা ৰঙীন আখৰত ছপা হৈছিল।

'দৈনিক বাতৰি'ৰ ''ছাপা আছিল ফটফটীয়া আৰু কাগজো আছিল বগা আৰু মিহি। দেশী-বিদেশী প্ৰখ্যাত লোক ভালেমানৰ ব্লক কলিকতাৰ পৰা আনি মজুত ৰখা হৈছিল আৰু সময় মতে সেইবিলাকৰ কৰা হৈছিল ব্যৱহাৰ।''[৬৯] কাকতখনিৰ বিভিন্ন সংখ্যাত ৰাণী ভিক্টোৰীয়া, এলিজাবেথ, হিটলাৰ, মুছোলিনী, মহাত্মা গান্ধী, ৰাজেন্দ্ৰপ্ৰসাদ, জৱাহৰলাল নেহৰু, বল্লভ ভাই পেটেল, ৰবীন্দ্ৰনাথ ঠাকুৰ, জগদীশচন্দ্ৰ বসু, বেজবৰুৱা, গোহাঞিবৰুৱা আদি সমসাময়িক কালৰ প্ৰসিদ্ধ ব্যক্তিসকলৰ ছবি প্ৰকাশিত হৈছিল। মাজে মাজে প্ৰাচীন অসমৰ গৌৰৱ চিহ্ন ৰংঘৰ, কাৰেংঘৰ আৰু তলাতল ঘৰৰ ছবিও প্ৰকাশিত হৈছিল।

## 'দৈনিক বাতৰি'ত বিজ্ঞাপন

একোখন দৈনিক কাকত বিজ্ঞাপন অবিহনে চলাটো সম্ভৱ নহয়। 'দৈনিক বাতৰি'য়েও সেয়ে বিজ্ঞাপনৰ ওপৰত গুৰুত্ব দিছিল। কাকতখনৰ প্ৰথম পৃষ্ঠাতে বিজ্ঞাপনৰ নিৰিখ দিয়া হৈছিল।

লক্ষ্মীনাথ ফুকনে ''কাকতখনত বিজ্ঞাপন আছিল খুব কম, পৃৰা এপিঠিও বিজ্ঞাপনে নুজুৰিছিল' বুলি কোৱা কথাষাৰ মানি ল'বলৈ টান। কাৰণ আমি দেখা 'দৈনিক বাতৰি'ৰ ১ম সংখ্যাৰ পৰা ২য় বছৰ ২৪৭ নম্বৰ সংখ্যালৈকে (২৯ জুন, ১৯৩৭) কাকতখনত প্ৰচুৰ বিজ্ঞাপন প্ৰকাশিত হৈছিল। সেয়ে ফুকনে কোৱা 'পৃৰা এপিঠিও বিজ্ঞাপনে নুজুৰিছিল' বোলা কথাষাৰ সমৰ্থনযোগ্য নহয়। আমাৰ ধাৰণাত আঠ পৃষ্ঠাৰ কাকতখনিত তিনি পৃষ্ঠামান বিজ্ঞাপনেই আছিল। বিশেষকৈ শেহৰ পৃষ্ঠাটোত বিজ্ঞাপনৰ বাহিৰে আন একো প্ৰকাশিত নহৈছিল। সম্পাদনাৰ সহযোগী ৰাম বৰুৱাই কোৱা মতে কেতিয়াবা কিবা কাৰণত 'বাতৰি'ৰ ফৰ্মা পূৰণ কৰিব নোৱাৰিলে 'ৰবিনছন বাৰ্লি'ৰ ডাঙৰ ব্লকটো দিয়েই ফৰ্মা পূৰা কৰি দিছিল। এই বিজ্ঞাপন সমূহো আছিল বিচিত্ৰ ধৰণৰ — অৰ্থনাশী বটিকা, প্ৰমেহাসৱ — বিফলে মূল্য ফেৰৎ, বাঁজী তিৰুতাৰ নিশ্চয় ল'ৰা হ'ব, ৰজঃ প্ৰবৰ্তিনী, বিনা অস্ত্ৰে হাৰ্ণিয়া আৰোগ্য, বগা-পখৰাৰ অতি আচৰিত কৌশলৰ পৰা আৰম্ভ কৰি শূলামৃত, নিমসাৰ তৈল, মদনানন্দ মোদক আদি সকলো সোমাইছিল। নিৰুদ্দেশ, বিক্ৰীৰ জাননী, কৰ্মখালীৰ বিজ্ঞাপনো সঘনে প্ৰকাশিত হৈছিল। 'আৱাহন', 'লখিমী', 'অৰুণ', 'পখিলা' আদি বিভিন্ন অসমীয়া আলোচনীৰ বিজ্ঞাপনৰ উপৰিও বিভিন্ন অসমীয়া গ্ৰন্থৰ (যেনে- ব্যৰ্থতাৰ দান, গীতাসাৰ, নিজৰা, ৰুপৃমী, সংসাৰ চিত্ৰ আদি) বিজ্ঞাপনো প্ৰচাৰিত হৈছিল। 'হেৰাইছে' শীৰ্ষক এটি বিজ্ঞাপনত (২১.১০.৩৬) 'চাবুৱা ষ্টেচনৰ পৰা হেৰোৱা ৰঙা চুটকেচ' এটা ঘূৰাই পালে উচিত পুৰস্কাৰ দিয়াৰ ঘোষণা প্ৰকাশিত হৈছিল। প্ৰথম পৃষ্ঠাতে যোৰহাটত প্ৰদৰ্শিত হ'ব লগা 'ইম্পেৰিয়েল টকীজ'ৰ চিনেমাৰ বিজ্ঞাপনো ছবিসহ (যেনে- ৰাজনটী বসন্ত সেনা, তুফান তৰুণী, ব্লেক ৰাইডাৰ, চিৰকুমাৰ সভা, থ্ৰি মাছকেটিয়াৰ্ছ আদি) প্ৰকাশিত হৈছিল।

## 'দৈনিক বাতৰি'ৰ প্ৰচালন সংখ্যা

প্ৰথম অসমীয়া দৈনিক বাতৰি কাকতখনৰ প্ৰচালন সংখ্যা কিমান আছিল- এই বিষয়ত পৰস্পৰবিৰোধী মন্তব্য লক্ষ্য কৰা যায়। লক্ষ্মীনাথ ফুকনৰ মতে 'কাকতখনৰ প্ৰচাৰ ২৫০০ খনতকৈ বেছি নাছিল।' 'দৈনিক বাতৰি'ৰ প্ৰধান মুদ্ৰাকৰ নন্দকান্ত গোস্বামীৰ মতে কাকতখনৰ 'প্ৰথম মুদ্ৰনেই আছিল দহ হাজাৰতো অধিক কপি।' আনহাতে সম্পাদনাৰ সহযোগী ৰাম বৰুৱাৰ মতে-

"প্ৰথম অৱস্থাত 'দৈনিক বাতৰি'ৰ গ্ৰাহক পাঁচশ মানহে আছিল। পিছত উইলিয়ামচন মেগৰৰ আৰু আই টি. এৰ বাগানসমূহৰ চাহাবৰ পৰা মহৰীলৈকে সকলোৱে কাগজখন লোৱাত আৰু ক্ৰমান্বয়ে কাগজখনেও জনপ্ৰিয়তা অৰ্জন কৰাত গ্ৰাহকৰ সংখ্যা হাজাৰৰ ওপৰত হৈছিল।"[১০] আনহাতে অৰূপ দত্তই কৈছে: "দৈনিক বাতৰি'ৰ প্ৰচালন সংখ্যা তিনি হাজাৰমান আছিল, তাৰে তিনিভাগৰ এভাগমান শিৱপ্ৰসাদ বৰুৱা নিজে সদস্য হৈ থকা ভাৰতীয় চাহ সন্থাই কিনি লৈছিল।"[১১]

প্ৰচালন সন্দৰ্ভত থকা এই পৰস্পৰবিৰোধী সংখ্যাবোৰৰ পৰা কাকতখনিৰ প্ৰকৃত প্ৰচালন সংখ্যাটো উলিৱাটো কঠিন যদিও সেই সময়ৰ অসমীয়া সমাজত শিক্ষিত লোকৰ হাৰ, উন্নত যোগাযোগ ব্যৱস্থাৰ অভাৱ, বাতৰিকাকত কিনি পঢ়া ৰুচিৰ অভাৱ আদি দিশ বিচাৰ কৰি ধাৰণা হয় সম্ভৱত: লক্ষ্মীনাথ ফুকনে কোৱা সংখ্যাটোৱেই (২৫০০) কাকতখনৰ প্ৰকৃত প্ৰচলন সংখ্যা আছিল। কাকতখনিৰ দামো বেছি আছিল বুলি ক'ব পৰা নাযায়। প্ৰথম সংখ্যাৰে পৰা বন্ধ হোৱালৈকে কাকতখনৰ দাম আছিল "বছৰেকীয়া বৰঙণি ১০ টকা, ছমাহত ৬ টকা, মাহে ১ টকা, খনে ৬ পাই।"

প্ৰসংগক্ৰমে স্মৰণযোগ্য যে সমগ্ৰ অসমত 'দৈনিক বাতৰি'ৰ এজেন্টৰ সংখ্যা আছিল ৩১ জনহে (১৯৩৬)। এজেন্টসকলৰ নাম, ঠিকনা কাকতখনিত প্ৰকাশিত হৈছিল। সেই নাম-ঠিকনাৰ পৰা জানিব পাৰি গুৱাহাটী, পাঠশালা, নলবাৰী, বৰপেটা, শ্বিলং আদি নামনি অসমৰ এজেন্টকেইজনৰ বাহিৰে সৰহভাগ এজেন্ট আছিল উজনি অসমৰে। যোৰহাটৰ পৰাই প্ৰকাশিত কাকতখনৰ যোৰহাটৰ দুজন এজেন্ট আছিল- এজন চ'ক বজাৰৰ আৰু আনজন যোৰহাটৰ পশ্চিমৰ টিলিকি আমৰ। কাকতখনত "ঠায়ে ঠায়ে দৈনিক বাতৰিলৈ আৰু এজেন্ট লাগে" শীৰ্ষক এটি বিজ্ঞাপন সঘনে প্ৰচাৰিত হৈছিল। এজেন্সিৰ নিয়মাৱলী কিছু কঠোৰ আছিল- ২৫ খনৰ কমত এজেন্সি দিয়া নহৈছিল; প্ৰতিখন কাকতৰ বাবে আমানত আছিল চাৰি অনা; প্ৰতি সপ্তাহৰ কাকত বেচা ধন পিছৰ সপ্তাহৰ সোমবাৰে এজেন্টে নিজৰ খৰচত বাতৰি কাৰ্যালয়লৈ পঠাব লাগিছিল; বুধবাৰৰ ভিতৰত টকা নাপালে বৃহস্পতিবাৰৰ পৰা কাকত বন্ধ কৰা হৈছিল; প্ৰত্যেক সপ্তাহৰ হিচাপৰ লগতে অবিক্ৰীত কাকতৰ হেডিংবিলাক কাটি পঠাব লাগিছিল; এজেন্টৰ কমিছন আছিল শতকৰা পোন্ধৰ টকা; মাহৰ শেহত টকা পঠাওতে এজেন্টে সেই কমিচন কাটি ৰাখিব পাৰিছিল; এজেন্সি ল'ব খোজা সকলে মেনেজাৰৰ লগত চুক্তিপত্ৰত চহী কৰিব লাগিছিল। এজেন্সিৰ এনে কঠোৰ নিয়মাৱলীয়ে কাকতখনিৰ প্ৰচালনৰ ক্ষেত্ৰত হয়তো কিছু বাধাৰ সৃষ্টি কৰিছিল।

**'দৈনিক বাতৰি'ৰ অন্তকাল**

'দৈনিক বাতৰি'ৰ প্ৰকাশ কেতিয়ালৈকে চলি আছিল সেই কথা নিশ্চিতভাৱে কোৱাটো সম্ভৱ নহয়। কাৰণ 'দৈনিক বাতৰি'ৰ ১ম সংখ্যাৰ পৰা শেহৰ সংখ্যালৈ সম্পূৰ্ণ কপি বৰ্তমান অসমত ক'তো পোৱা অৱস্থাত নাই। অন্ততঃ আমি অনুসন্ধান কৰা সকলো উৎসতে শেষ সংখ্যাটো কি আছিল সেই বিষয়ত আমি নিশ্চিত হ'ব পৰা নাই। তাৰ উপৰি 'দৈনিক বাতৰি' আৰু শিৱপ্ৰসাদ বৰুৱাৰ বিষয়ে লিখাসকলেও (যেনে- বেণুধৰ শৰ্মা, লক্ষ্মীনাথ ফুকন, কৰুণাকান্ত গগৈ, অৰূপ দত্ত আদি) 'বাতৰি'ৰ প্ৰকাশ কেতিয়া বন্ধ হ'ল সেই বিষয়ে উল্লেখ কৰা নাই। 'দৈনিক বাতৰি'ৰ লগত পোনপটীয়াকৈ জড়িত জীৱিত লোকসকলৰ ভিতৰত আমি মাথোন এজনকহে লগ পাইছো আৰু সেইজনেই হ'ল 'দৈনিক বাতৰি'ৰ প্ৰধান মুদ্ৰাকৰ নন্দকান্ত গোস্বামী। গোস্বামীৰ বয়স বৰ্তমান ৯৮ বছৰ। আমাৰ এক ব্যক্তিগত সাক্ষাৎকাৰত গোস্বামীক আমি এই বিষয়ে প্ৰশ্ন কৰিছিলো। কিন্তু ৬০ বছৰৰ আগৰ স্মৃতি ৰোমন্থন কৰি তেখেতে বাতৰি প্ৰকাশৰ শেষ তাৰিখটো আমাক নিশ্চিতভাৱে জনাব নোৱাৰিলে। কিন্তু 'বাতৰি' বন্ধ হৈ যোৱালৈকে তেখেত কাকতখনৰ লগত জড়িত হৈ আছিল।

অৰূপ দত্তৰ বৰ্ণনামতে ১৯৩৬ চনত শিৱপ্ৰসাদ বৰুৱা চিকিৎসাৰ বাবে কলিকতালৈ যায়। যোৱাৰ আগতে শিৱপ্ৰসাদে 'বাতৰি'ৰ প্ৰকাশ আৰু বাতৰি প্ৰেছৰ সম্পূৰ্ণ দায়িত্ব নীলমণি ফুকনক দি যায়। বাগ্মীবৰে কাকতখন উলিয়াই ৰাখিবলৈ যত্ন কৰিছিল যদিও শিৱপ্ৰসাদৰ অনুপস্থিতিত সেয়া সম্ভৱ হৈ নুঠিল। ১৯৩৭ চনৰ ভিতৰতে তেওঁ 'বাতৰি'ৰ প্ৰকাশ বন্ধ কৰি প্ৰেছৰ মেছিন বিক্ৰী কৰি দিলে।[১২] দত্তৰ বৰ্ণনাত কাকতখন কেতিয়া বন্ধ হ'ল তাৰ উল্লেখ নাই। আনহাতে লক্ষ্মীনাথ ফুকনে কৈছে যে শিৱপ্ৰসাদ চিকিৎসাৰ বাবে কলিকতালৈ যোৱাৰ পিছত ফুকনেও ঠেঙালৰ পৰা 'পাক মাৰি আহো বুলি' কলিকতালৈ গ'ল আৰু শিৱপ্ৰসাদ থকা ঘৰতে আলহী হ'লগৈ। কলিকতাত থকাৰ এমাহমানৰ ভিতৰতে তেওঁ শুনিলে যে 'বাতৰি' বন্ধ হ'ল।[১৩] ফুকনৰ বৰ্ণনাৰ পৰাও বাতৰিৰ প্ৰকাশ কোন তাৰিখৰ পৰা বন্ধ হ'ল সেই কথা থিৰাং কৰিব পৰা নাযায়। ১৯৩৬ চনৰ শেহৰ ফালে শিৱপ্ৰসাদ চিকিৎসাৰ বাবে কলিকতালৈ যায় আৰু ১৯৩৮ চনৰ এপ্ৰিল মাহত কলিকতাতে তেখেতৰ মৃত্যু

হয়। ১৯৩৭ চনত ফুকনে বাতৰিৰ প্ৰেছ বিক্ৰী কৰিলে। সেয়ে ১৯৩৭ চনলৈকে কাকতখন যে ওলাই আছিল সেই বিষয়ত কোনো সন্দেহ নাই।

'অসমীয়া ভাষাৰ দৈনিক বাতৰি কাকত' শীৰ্ষক এটি প্ৰবন্ধত প্ৰসন্নকুমাৰ ফুকনে 'দৈনিক বাতৰি'ৰ প্ৰকাশকাল সম্পৰ্কে মন্তব্য দি কৈছে : "কাকতখন ১৯৩৬ চনলৈকে প্ৰকাশ হৈ থকাৰ তথ্য পোৱা গৈছে।" সাংবাদিক প্ৰফুল্ল বৰুৱাই 'অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা' গ্ৰন্থত ১৯৩৬ চনত 'দৈনিক বাতৰি'ৰ প্ৰকাশ বন্ধ হয় বুলি কৈছে। উল্লিখিত এই দুয়োটা তথ্যই শুদ্ধ নহয়। কাৰণ ১৯৩৭ চনৰ ২৯ জুনলৈকে যে (২য় বছৰ, ২৪৭ সংখ্যা) কাকতখন প্ৰকাশ হৈ আছিল সেই কথা আমি নিশ্চিতভাৱে ক'ব পাৰো। কাৰণ সেই সংখ্যালৈকে আমি দেখিছো। সম্ভৱত: ৩০ জুনৰ সংখ্যাটোও প্ৰকাশিত হৈছিল। মাহটো সম্পূৰ্ণ কৰাৰ পিছতহে যোধকৰো 'দৈনিক বাতৰি'ৰ প্ৰকাশ চিৰদিনৰ বাবে বন্ধ হৈ গ'ল।*

**এই নিবন্ধ ৰচনাত বিশেষভাৱে সহায় কৰোতা, ৰাজ্যসভাৰ প্ৰাক্তন সদস্য গুৱাহাটীৰ অজিতকুমাৰ শৰ্মা আৰু 'দৈনিক জনমভূমি' কাকতৰ সহকাৰী সম্পাদক দীপজ্যোতি গোস্বামীক ধন্যবাদ জনালো।**

প্ৰসংগ ঃ

১. B S Kesavan, ***History of Printing and Publishing in India.*** Vol 1 P 7.
২. সম্বাদপত্ৰখনিৰ সম্পূৰ্ণ নাম আছিল Bengal Gazette or The Original Calcutta General Advertiser সম্পাদকজনৰ নাম আছিল James Augustus Hicky.
দ্ৰষ্টব্য : উল্লিখিত গ্ৰন্থ, পৃষ্ঠা— ২০৮-২১২
৩. S K De ***Bengali Literature in Nineteenth Century,*** P 208
৪. এই দুয়োখন কাকতৰ সম্পাদকজনৰ নাম আছিল জন ক্লাৰ্ক মাৰ্শমেন।
৫. ডঃ মহেশ্বৰ নেওগ, 'ভূমিকা', **'অৰুনোদই'ৰ একত্ৰ সংকলন,** পৃষ্ঠা-৯৩
৬. দ্ৰষ্টব্য : পদ্মনাথ গোহাঞিবৰুৱা, মোৰ সোঁৱৰণী, পৃষ্ঠা- ১০২
৭. দ্ৰষ্টব্য : সম্পাদকীয়, সাদিনীয়া অসমীয়া, ১৬ জুলাই, ১৯২২ চন
৮. দ্ৰষ্টব্য : লক্ষ্মীনাথ ফুকন, **মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ,** পৃষ্ঠা-১৯৪
৯. বেণুধৰ শৰ্মা, **মজিয়াৰ পৰা মেজলৈ,** পৃষ্ঠা- ৪৮১
১০. প্ৰফুল্লচন্দ্ৰ বৰুৱা, **অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা,** পৃষ্ঠা- ১২৫
১১. Arup Kumar Dutta, *The Khongia Barooahs of Thengal,* P -47-57.
১২. লক্ষ্মীনাথ ফুকন, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ১৫১
১৩. লক্ষ্মীনাথ ফুকন, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ১৪০-১৪১
১৪. অৰূপ কুমাৰ দত্ত, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ৮০
১৫. লক্ষ্মীনাথ ফুকন, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ১৪৪
১৬. লক্ষ্মীনাথ ফুকন, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ১৪৮
১৭. প্ৰফুল্ল বৰুৱা, **পূৰ্বোক্ত গ্ৰন্থ,** - ১৩৪
১৮. লক্ষ্মীনাথ ফুকন, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ১৪৭.
১৯. 'সজিকণত অসমীয়া দৈনিক', **দৈনিক অসমৰ জলন্তাইদি,** পৃষ্ঠা- ৭
২০. বেণুধৰ শৰ্মা, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ৫৪৫
২১. অতুল্যমাধৱ গোস্বামী, 'প্ৰথম অসমীয়া দৈনিকৰ প্ৰধান মুদ্ৰাকৰজন', **দৈনিক অসম,** ২৫ ডিচেম্বৰ,১৯৯৪
২২. দৈনিক বাতৰি, ২৫ আগষ্ট,১৯৩৫
২৩. লক্ষ্মীনাথ ফুকন, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা-৩৬
২৪. 'প্ৰথম চাৰি মাহমান ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ সম্পাদনাতে বাতৰি ওলাইছিল।'— ধাম বৰুৱা, 'বাতৰিৰ স্মৃতি', **অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা,** পৃষ্ঠা-২০২
২৫. যজ্ঞেশ্বৰ শৰ্মা, 'বাগ্মীবৰ নীলমণি ফুকন আৰু জৰ্জ ইনষ্টিটিউচন', **অসম সাহিত্য সভা পত্ৰিকা,** পঞ্চত্ৰিংশ বছৰ, ২য় সংখ্যা, পৃষ্ঠা-১৯
২৬. কুশকান্ত পাটে, **উল্লিখিত গ্ৰন্থ,** পৃষ্ঠা-১৩

২৭. বেণুধৰ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-১৮১
২৮. বেণুধৰ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-৪৮৮
২৯. বেণুধৰ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-৪৮২
৩০. 'সাদিনীয়া বাতৰি'ৰ সম্পাদকীয়, ২০ জুলাই, ১৯৩৫
৩১. লক্ষ্মীনাথ ফুকন, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-১৪৯
৩২. বেণুধৰ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-৫৪৫
৩৩. 'দৈনিক বাতৰি'ৰ সম্পাদকীয়, ২১ ছেপ্টেম্বৰ, ১৯৩৫
৩৪. অৰূপ দত্ত, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-১৯
৩৫. ৰাম বৰুৱা, 'বাতৰিৰ স্মৃতি', অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা, পৃষ্ঠা-২০৪
৩৬. তীৰ্থনাথ শৰ্মা, বেণুধৰ শৰ্মা, অসম সাহিত্য সভা, ১৯৮৩, পৃষ্ঠা-১১১
৩৭. কৰুণাকান্ত গগৈ, 'বেণুধৰ শৰ্মাৰ তিনি ৰূপ', বেণুধৰ শৰ্মা অভিনন্দন গ্ৰন্থ, সংকলয়িতা, উপেন্দ্ৰ বৰকটকী, ১৯৬৯, পৃষ্ঠা-৫৩
৩৮. 'এনেতে কোনোবা এদিন শুভ প্ৰভাতত সেই বিখ্যাত চাইকেলখনত উঠি শ্ৰীবেণুধৰ শৰ্মাদেৱ আমাৰ মাজত ওলাই একেখন নাৱতে ভৰি দিলেহি। টলং ভটং নাও কিছু স্থিৰ হয়। আমি এবললৈ উশাহ পাই ঠন ধৰি উঠোঁ।'— কৰুণাকান্ত গগৈ, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-৫৩
৩৯ 'সহকাৰী স্বৰূপে সুযোগ্য সাহিত্যিক ডেকা বন্ধু শ্ৰীবেণুধৰ শৰ্মাদেৱক আজিৰ পৰা পাই উশাহ ল'ব পাৰিম বুলি ভাবিছোঁ।'— সম্পাদকীয়, দৈনিক বাতৰি, ২৮ আগষ্ট, ১৯৩৫
৪০. বেণুধৰ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, ৫৪৫-৪৬
৪১. তীৰ্থনাথ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-১১৩
৪২. বেণুধৰ শৰ্মা, সভাপতিৰ অভিভাষণ, অসম সাহিত্য সভা, ৰূপালী জয়ন্তী বৰ্ষ, ধুবুৰী, ১৯৫৬
৪৩. তীৰ্থনাথ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-১২৩
৪৪. তীৰ্থনাথ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-১১৪
৪৫ সংগম, ৩য় বছৰ, ২য় খণ্ড, পৃষ্ঠা-২১
৪৬ বেণুধৰ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-৫৪৬
৪৭ সম্পাদকীয়, ২ অক্টোবৰ, ১৯৩৫
৪৮. দ্ৰষ্টব্য : 'দৈনিক বাতৰি'ৰ সম্পাদকীয়, ৩ অক্টোবৰ, ১৯৩৫
৪৯ 'অসমত ইমিগ্ৰেণ্টচ', দৈনিক বাতৰি, ২২ ছেপ্টেম্বৰ, ১৯৩৫
৫০. 'বৰ্ত্তমান আমাৰ কৰ্ত্তব্য', সম্পাদকীয়, ২ অক্টোবৰ, ১৯৯৩৫
৫১ যেনে — 'অসমীয়া তেজপুৰত বঙালী হাইস্কুল' (৩০ ৮ ৩৫), 'অসমত সুকীয়া বঙালী হাইস্কুল হ'ব নোৱাৰে' (৩০.১১.৩৫), 'অসমীয়া হাইস্কুলত বঙালী শিক্ষক' (২৭.৮.৩৬) ইত্যাদি।
৫২ সম্পাদকীয়, ৮ ছেপ্টেম্বৰ, ১৯৩৫
৫৩ 'অসমৰ স্কুলৰ শিক্ষাৰ বাহন অসমীয়া', সম্পাদকীয়, ২৭ ছেপ্টেম্বৰ, ১৯৩৫
৫৪ যেনে — 'অসমত বিশ্ববিদ্যালয় হ'ব পাৰিব' (১৮.৮.৩৫), 'অসম বিশ্ববিদ্যালয় আদৰ্শ' (২০.৯.৩৫), 'বিশ্ববিদ্যালয় এটা জাতীয় অভাৱ' (১০.১০.৩৫), 'অসমত বিশ্ববিদ্যালয় আঁচনি' (২৯.১১.৩৫), 'অসম বিশ্ববিদ্যালয় পুঁজি' (২৩.৫.৩৭), 'অসমত বিশ্ববিদ্যালয় সোনকালে লাগে কিয়' (২৬.৬.৩৭)
৫৫. অসম বিশ্ববিদ্যালয়ৰ আদৰ্শ, ২০ ছেপ্টেম্বৰ, ১৯৩৫
৫৬. দ্ৰষ্টব্য : 'দৈনিক বাতৰি'ৰ সম্পাদকীয়, ৭ ছেপ্টেম্বৰ, ১৩ নৱেম্বৰ, ১৯৩৬
৫৭ সম্পাদকীয়, ২০ ছেপ্টেম্বৰ, ১৯৩৫
৫৮ সম্পাদকীয়, ২৯ ছেপ্টেম্বৰ, ১৯৩৫
৫৯. অসমীয়া জাতিৰ একমাত্ৰ কৰ্ত্তব্য, ৭ নৱেম্বৰ, ১৯৩৫
৬০. অসমীয়া বেহা-বেপাৰ, ৯ নৱেম্বৰ, ১৯৩৫
৬১. দ্ৰষ্টব্য : খাজনাৰ হেঁচা (২৪.৯.৩৫), 'মাটিৰ খাজনা ৰেহাই' (৫.১১.৩৫)
৬২. শঙ্কৰদেৱ মিশ্যন, ১৬ আগষ্ট, ১৯৩৫
৬৩. দৈনিক বাতৰিৰ সম্পাদকীয়, ১০ নৱেম্বৰ, ১৯৩৫
৬৪. 'সাংবাদিক বেণুধৰ শৰ্মা', বেণুধৰ শৰ্মা অভিনন্দন গ্ৰন্থ, পৃষ্ঠা-৮০
৬৫ লক্ষ্মীনাথ ফুকন, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা- ১৪৮
৬৬. প্ৰসন্নকুমাৰ ফুকন, পূৰ্বোক্ত প্ৰবন্ধ, দৈনিক অসমৰ জনতাইদি, পৃষ্ঠা- ৩২
৬৭. প্ৰসংগক্ৰমে উল্লেখযোগ্য যে বিহুমেটেকাৰ ভয়াবহতাৰ কথা সকীয়াই দি ১৯৩৫ চনৰ ১৩ ছেপ্টেম্বৰ তাৰিখে 'দৈনিক বাতৰি'ত এটি সম্পাদকীয়ও প্ৰকাশিত হৈছিল।

৬৮. যেনে — **'আপোনাৰ প্ৰবন্ধটি দীঘলীয়া হোৱাত আৰু কাগজৰ দুয়োপিঠিয়ে লেখাত প্ৰকাশ কৰিব পৰা নহ'ল।'** (২০ **নৱেম্বৰ,** ১৯৩৫) 'আপোনাৰ মুকলি চিঠি সম্পৰ্কে দুৱাযাৰমান বোলা চিঠি **বৰ দীঘলীয়া হোৱাত প্ৰকাশ কৰিব পৰা নহ'ল।'** (২০ **নৱেম্বৰ,** ১৯৩৫)

৬৯. লক্ষ্মীনাথ **ফুকন, পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ১৪৮

৭০ **ৰাম বৰুৱা**, পূৰ্বোক্ত প্ৰবন্ধ, **অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা,** পৃষ্ঠা- ২০৫

৭১ অৰূপ দত্ত, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ৮৩

৭২ অৰূপ দত্ত, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ৮৪

৭৩ লক্ষ্মীনাথ ফুকন, **পূৰ্বোক্ত গ্ৰন্থ,** পৃষ্ঠা- ১৫০

# তৰুণ অসম ঃ
# অসমীয়া সংবাদপত্ৰীয় ভাষা প্ৰতিষ্ঠাৰ নিঃসংগ বাটকটীয়া

**শান্তনু কৌশিক বৰুৱা**

অসমৰ সংবাদপত্ৰৰ সংগ্ৰাম আৰু উত্তৰণৰ ইতিহাসত যি কেইখন সংবাদপত্ৰই, বিশেষকৈ, ভাষাৰ সমৃদ্ধিৰ বাবে নিজস্ব বিশ্বাস আৰু পদ্ধতিৰে স্মৰণীয় অৰিহণা যোগাই থৈ গৈছে, তাৰ ভিতৰত বেণুধৰ শৰ্মা সম্পাদিত 'তৰুণ অসম' (১৯৩৯-৪২) নিঃসন্দেহে শ্ৰদ্ধাৰে উল্লেখযোগ্য। বয়সৰ জোখাৰে 'তৰুণ অসম'ৰ আয়ুকাল নিচেই তাকৰীয়া (মাথো তিনি বছৰ) আছিল যদিও ঘৰুৱা ভাব-ভাষা, বৰ্ণবিন্যাস আৰু শব্দাৱলীৰ ব্যৱহাৰেৰে কাকতখনে এক সুকীয়া আৰু সমুজ্জ্বল বৈশিষ্ট্য দাঙি ধৰিছিল। ঘাইকৈ বুৰঞ্জীবিদ আৰু জীৱন-চৰিতকাৰৰূপে পৰিচিত আৰু প্ৰখ্যাত বেণুধৰ শৰ্মায়ো এই কাকতৰ জৰিয়তে এজন অনুপম-অতুলনীয় সাংবাদিকৰ ৰূপত প্ৰতিষ্ঠা আৰু স্বীকৃতি লাভ কৰিলে। সাংবাদিকতাত বেণুধৰৰ ওজা ৰূপটোৱেও 'তৰুণ অসম'ৰ পাততে পৰিপূৰ্ণতা লাভ কৰিলে বুলি ক'ব পাৰি।

১৯৩৯ চনৰ ২৯ জুলাইত ডিব্ৰুগড়ৰ সদাশিৱ প্ৰেছৰ পৰা এখন সাদিনীয়া বাতৰি কাকতৰ ৰূপত 'তৰুণ অসমে' আত্মপ্ৰকাশ কৰে। কাকতখনৰ প্ৰতিষ্ঠাপক তথা স্বত্বাধিকাৰী আছিল ডিব্ৰুগড়ৰ খ্যাতনামা চাহ খেতিয়ক আৰু উদ্যোগী ব্যৱসায়ী নন্দেশ্বৰ চক্ৰৱৰ্তী। কাকতখনৰ জন্মৰ বিষয়ে 'কৰ্মযোগী স্বৰ্গীয় নন্দেশ্বৰ চক্ৰৱৰ্তীৰ জীৱন আলেখ্য' শীৰ্ষক গ্ৰন্থত উল্লেখ আছে এনেদৰে: "জন্মভূমিৰ মহিমা গাবলৈ আৰু অসমত সংবাদসেৱা কৰিবলৈ নন্দেশ্বৰ চক্ৰৱৰ্তীদেৱে সংবাদপত্ৰৰ প্ৰতিষ্ঠান এটা ডিব্ৰুগড়ত গঢ়ি তুলিবলৈ যথেষ্ট চেষ্টা কৰিলে; কৃতকাৰ্যও হৈছিল। সেই কৃতকাৰ্যতাৰ ফলতেই জন্ম হৈছিল সাপ্তাহিক অসমীয়া কাকত 'তৰুণ অসম'।"[1] কাকতখনৰ প্ৰথম সম্পাদক আছিল অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ জ্যেষ্ঠ পুত্ৰ তৰুণ কুমাৰ ভট্টাচাৰ্য।[2] তৰুণ কুমাৰ ভট্টাচাৰ্য পূৰ্বতে শ্বিলঙৰ পৰা প্ৰকাশিত 'ইণ্টাৰনেছনেল টাইমছ' (International Times) নামৰ সাদিনীয়া ইংৰাজী বাতৰিকাকত এখনৰ সম্পাদক আছিল। সেইখন কাকতত বিদেশৰ বিভিন্ন ঠাইৰ বাতৰিবোৰ 'আমাৰ নিজা সংবাদদাতাৰ পৰা পোৱা বাতৰি' বুলি কাকতৰ বহু অংশ জুৰি প্ৰকাশ হৈছিল। তেনেদৰে বিদেশৰ বাতৰি প্ৰকাশ হোৱাৰ ফলতে কাকতখনে বিশ্বাসযোগ্যতা হেৰুৱায় আৰু কাকতখনৰ প্ৰকাশ বন্ধ হয়। তাৰ পিছত ভট্টাচাৰ্য আহি 'তৰুণ অসম'ৰ সম্পাদক হয়হি আৰু তাতো আগৰখনৰ দৰেই "...সংবাদৰ কল্পিত সঁফুৰা মলিবলৈ (মেলিবলৈ?) ধৰাত প্ৰতিষ্ঠাতাই তেওঁক গুচাই শ্ৰীবেণুধৰ শৰ্মাক সম্পাদক পাতে। সহঃ সম্পাদক শ্ৰীসাৰদা শংকৰ প্ৰসাদ দত্ত আৰু শ্ৰীকৃষ্ণকান্ত বৰুৱা। মেনেজাৰ ৰামেশ্বৰ ভট্টাচাৰ্য আৰু গিৰীশচন্দ্ৰ বৰুৱা।"[3] 'তৰুণ অসম'ৰ পূৰ্বে বেণুধৰ শৰ্মাই অসমৰ প্ৰথমখন দৈনিক বাতৰিকাকত 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদকৰূপে কাম কৰিছিল আৰু তাতেই তেওঁৰ শব্দ গঠনৰ ক্ষমতা আৰু দক্ষতাই পোখা মেলিছিল। কাকত-কৰ্তৃপক্ষৰ লগত হোৱা মতানৈক্যৰ বাবে তেওঁ অৱশ্যে 'দৈনিক বাতৰি'ৰ লগত সম্পৰ্ক ছেদ কৰিবলগীয়া হয়। 'তৰুণ অসম'ৰ প্ৰতিষ্ঠাতা নন্দেশ্বৰ "চক্ৰৱৰ্তী ডাঙৰীয়াৰ লগত [বেণুধৰ] শৰ্মাৰ শিৱসাগৰীয়া ছাত্ৰ জীৱনৰ পৰাই পৰিচয় আছিল। শিৱসাগৰত পঢ়ি থাকোতেই এবাৰ ডিব্ৰুগড় চাবলৈ যাওঁতে বেণু শৰ্মা এই চক্ৰৱৰ্তীৰ ঘৰতে আছিল। লগতে আলোচনী সভা নামৰ সভা (আলোচনী কাকতৰ জন্মদাতা) অধিৱেশন এটাও চাই আৰু শুনি প্ৰেৰণা আহৰণ কৰিছিল। চক্ৰৱৰ্তী

ডাঙৰীয়াই তেতিয়াই তীক্ষ্ণধীসম্পন্ন চেঙেলীয়া ডেকাজনৰ সাহিত্যিক উদীয়মানতাৰ প্ৰতি লক্ষ্য কৰিছিল। পাছতো বহুত বাৰ দেখা-শুনা হোৱাত সেই ধাৰণা প্ৰবলতৰ হৈছিল। 'দৈনিক বাতৰি'ৰ পৰা অব্যাহতি লোৱাৰ খবৰ পাই মনতে এইজন ভাষাত তুখুং, তাৱত অসম জাতীয়তাৰ উগ্ৰ সমৰ্থকেই উপযুক্ত সম্পাদক হ'ব বুলি থিৰাং কৰিছিল।"[8] এনেদৰেই তৰুণ কুমাৰ ভট্টাচাৰ্যৰ পিছত বেণুধৰ শৰ্মাই 'তৰুণ অসম'ৰ সম্পাদকৰ সাঙ্গীভাৰখন কান্ধপাতি লয়।

১৯৩৯ চনৰ পৰা ১৯৪২ চনৰ জুন মাহলৈকে, অৰ্থাৎ, কাকতখন বন্ধ হোৱাৰ সময়লৈকে বেণুধৰ শৰ্মা 'তৰুণ অসম'ৰ সম্পাদক আছিল। কাকতখনৰ তাৎপৰ্যৰ বিষয়ে বেণুধৰ শৰ্মাই তেওঁৰ জীৱন সোঁৱৰণ 'মজিয়াৰ পৰা মেজলৈ' গ্ৰন্থত লিখিছে, "তৰুণ অসমৰ জন্মৰ লগত তিনিটা বিশেষত্ব জড়িত আছে। প্ৰথম, দেশভক্ত তৰুণৰাম ফুকনৰ; দ্বিতীয়, অসমৰ ডেকা শক্তিৰ; তৃতীয়, চিৰতৰুণ, অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ বৰপুতেক তৰুণ কুমাৰৰ। ১৯৩৮ চনৰ ৩১ জুলাই তাৰিখে তৰুণ ফুকন স্বৰ্গী হয় আৰু ১৯৩৯ চনৰ ৩১ জুলাইত তেওঁৰ বছৰেকীয়া শ্ৰাদ্ধ। সেই শ্ৰাদ্ধৰ দিনাই'তৰুণ অসম'ৰজন্ম। সেই গুণে, ইয়াৰ লগত তৰুণ ফুকনৰ স্মৃতি বিজড়িত। অসমৰ তৰুণ শক্তিক জগাবৰ নিমিত্তেই 'তৰুণ অসম'ক জন্ম দিয়া হৈছিল। সেই বাবেই ডেকাহঁতৰ আশা-আকাংক্ষা ইয়াৰ লগত সাংগোৰা [সাঙোৰা] আৰু তৰুণ কুমাৰ ভট্টাচাৰ্যই ইয়াৰ হোতা। সেই দেখি 'তৰুণ অসম'ৰ জন্মৰ লগত তিনি তৰুণৰ সংযোগ।"[৫]

বৰ্তমানৰ দৈনিক বাতৰিকাকত এখনৰ আকাৰৰ 'তৰুণ অসম' দেখনিয়াৰ শীৰ্ষনামা (Masthead) এটাৰে প্ৰতি দেওবাৰে বাতিপুৱা প্ৰকাশ হৈছিল। শীৰ্ষনামাটো আঁকিছিল ভৰত বৰপূজাৰীয়ে।[৬] শীৰ্ষনামাটোৰ ধুনীয়া আখৰকেইটাৰ প্ৰায় সোঁমাজতে এটা দৌলৰ অৰ্দ্ধাংশৰ ছবি আছিল; তাৰ পিছত উদিত সূৰ্যৰে এখন নদী (নদীখন ব্ৰহ্মপুত্ৰ বুলি বৰপূজাৰীয়ে স্থানান্তৰত উল্লেখ কৰিছে); নদীৰ দুয়োপাৰ গছ-গছনিৰে আৱৰা (অসমৰ মাটি যে সাৰুৱা তাৰে প্ৰতীকী ছবি এখন ইয়াৰ জৰিয়তে দিব খোজা যেন ভাব হয়); শীৰ্ষনামাটোৰ বাওঁকাষে উদিত সূৰ্যৰ কিৰণৰ পৰশত শংখধ্বনি কৰি থকা অৱস্থাত দণ্ডায়মান এজন তৰুণ,— তৰুণ অসমৰ সাৰ্থক প্ৰতিনিধি। শীৰ্ষনামাটোৰ তলতে লিখা আছিল, 'উঠা, সজাগ হোৱা, শ্ৰেষ্ঠ সম্পদ লাভ কৰা।' এই বাক্যাংশৰ তলতে যৰ বন্ধনীৰ ভিতৰত লিখা আছিল 'শ্ৰীযুত নন্দেশ্বৰ চক্ৰৱৰ্তীৰ দ্বাৰা প্ৰতিষ্ঠিত' আৰু তাৰ ঠিক তলতে ইংৰাজীত লিখা আছিল, 'The 'TARUN ASSAM', Commanding the largest circulation in Assam'। একোটা সুদীৰ্ঘ আৰু সাৱলীল ছন্দৰ দেশপ্ৰেমমূলক জাতীয়তাবাদী সুৰৰ কবিতা শীৰ্ষনামাটোৰ দুয়োকাষে দুভাগ কৰি আঁৰি দিয়া হৈছিল। কবিতাবোৰৰ একো অংশ আছিল এনে ধৰণৰ :

> গগনে-পবনে বাজিছে সঘনে বাজিছে শংখ-বীণ;
> 'তৰুণ'ৰ আজি নবীন প্ৰেৰণা জননী পূজাৰ দিন।
> এলাহ-নিহালি এৰুলীয়া কৰি পূজাৰ সম্ভাৰ লই;
> আহা আগবাঢ়ি আগমনী পাই পূজাৰ পূজাৰি হই।
>
> .... .... ....
>
> অসম দেশৰ তৰুণ আমি
> তৰুণ আমাৰ প্ৰাণ,
> জন্মভূমিৰ কল্যাণ সাধি
> ৰাখিম দেশৰ মান।
>
> .... .... ....
>
> বিজয় দুন্দভি বজাব লাগিব
> শুণাব লাগিব জগত জুৰি
> অসম আমাৰ চিৰ চেনেহৰ
> প্ৰাণতো অধিক জনমভূমি।

উল্লিখিত পংক্তিকেইটাৰ শেষৰটি সম্পূৰ্ণকৈ কাকতখনত বহু দিনলৈকে প্ৰকাশ হৈছিল। কাকতখনৰ প্ৰতিষ্ঠাতা নন্দেশ্বৰ চক্ৰৱৰ্তীৰ এইটো কবিতা বৰ প্ৰিয় আছিল আৰু তেৱেঁই কবিতাটি কাকতখনৰ বাবে নিৰ্বাচন কৰি দিছিল।

সমসাময়িক আন কেইবাখনো কাকতৰ দৰে 'তৰুণ অসম'ৰো প্ৰথম পৃষ্ঠাটো বাতৰিৰ পৰিৱৰ্তে বিজ্ঞাপনেৰে পৰিপূৰ্ণ আছিল। বিজ্ঞাপনবোৰৰ ভিতৰত 'ত্ৰিপুৰা মডাৰ্ণ বেংক লিমিটেড', 'কনক হেয়াৰ অয়ল', 'ওকনিৰ মহৌষধ', 'পানীন্দ্ৰ নাথ গগৈৰ ল'ৰা শিক্ষা', 'নিবেদিতা কটন মিলছ', 'মদাৰহাটৰ গুৰ' আদিৰ বিজ্ঞাপন সততে চকুত পৰে। কাকতখনৰ মূল্য আছিল এক অনা; ছমহীয়া আৰু বছৰেকীয়া বৰঙণি ক্ৰমে এটকা বাৰ অনা আৰু তিনি টকা। 'তৰুণ অসম'ৰ 'জাননী'ৰ (বিজ্ঞাপন) নিৰিখ প্ৰতি ইঞ্চিৰ বাবে ধাৰ্য কৰা হৈছিল এনেদৰে :

| | |
|---|---|
| ১ বাৰ | ১ টকা |
| ৪ বাৰ | ৩ টকা |
| ১২ বাৰ | ৫ টকা |
| ২৪ বাৰ | ৯ টকা |
| ৩৬ বাৰ | ১৬ টকা |

'তৰুণ অসম'ৰ সমসাময়িকভাৱে অসমত যিকেইখন কাকত প্ৰকাশ হৈছিল সেইবোৰৰ সৰহভাগেই ব্যৱসায়িক দৃষ্টিভংগীৰে প্ৰকাশ হোৱা নাছিল। (কুটিৰ শিল্প বুলিলেও চলে।) ব্যৱসায়িক সাফল্য আহিব পৰাকৈ সেইবোৰ সংবাদপত্ৰৰ প্ৰচালন সংখ্যাও আশানুৰূপ নাছিল। আনহাতে যথোপযুক্ত দ্ৰুত যোগাযোগ ব্যৱস্থাৰ অভাৱত সংবাদ গ্ৰহণ আৰু সংবাদ প্ৰেৰণৰ ক্ষেত্ৰত সংবাদপত্ৰবোৰে আধুনিক সাংবাদিকতাৰ লগত খোজ মিলাই বাট বুলিব নোৱাৰিছিল। অৱশ্যে ১৯৩৫ চনতে প্ৰকাশিত অসমৰ প্ৰথমখন দৈনিক বাতৰি কাকত 'দৈনিক বাতৰি'য়ে পোন প্ৰথমবাৰৰ বাবে ৰয়টাৰ, এছ'চিয়েট প্ৰেছ আদি বাতৰি প্ৰতিষ্ঠানৰ টেলিগ্ৰাফিক বাতৰি কিনি নিতৌ তপতে তপতে অনুবাদ কৰি কাকতত চকুত লগা শিতানেৰে প্ৰকাশ কৰি অসমৰ সংবাদপত্ৰৰ জগতলৈ এক নতুনত্ব অনাৰ প্ৰয়াস কৰিছিল। কিন্তু সেই ব্যৱস্থা তেতিয়াও সিমান সুলভ আৰু জনপ্ৰিয় হোৱা নাছিল। দৰাচলতে অসমৰ সাংবাদিকতাত 'প্ৰফেছনেলিজম' বা বৃত্তিগত চিন্তাধাৰাই তেতিয়াও প্ৰাধান্য লাভ কৰা নাছিল। প্ৰচাৰ বৃদ্ধিৰ বাবে অভিযান, সংবাদপত্ৰৰ মুদ্ৰণ পাৰিপাট্য, তপত খবৰ সংগ্ৰহ প্ৰভৃতি বিষয় সেইবোৰ সংবাদপত্ৰত প্ৰায় উপেক্ষিত হৈয়েই ৰৈছিল। সঁচা কথা ক'বলৈ গ'লে, সেই সময়ত সংবাদপত্ৰক উদ্যোগ হিচাপে গ্ৰহণ কৰাটো অকল্পনীয় কথা আছিল। কোনো এটা সাময়িক সংখ্যাত বা বিশিষ্ট সম্পাদকৰ ব্যক্তিত্ব বা লিখনিৰ জোৰত কোনোখন সংবাদপত্ৰই সাময়িকভাৱে লাভ (আৰ্থিক) কৰিলেও পৰৱৰ্তী কালত সেই আৰ্থিক সমৃদ্ধিৰ পাৰম্পৰ্য ৰক্ষা হোৱা নাছিল। সেই সময়ত সংবাদপত্ৰ আছিল কেৱল মতামত প্ৰকাশৰ মাধ্যম, সংগ্ৰাম আৰু সংস্কাৰৰ আহিলা। দেশপ্ৰেম, ভাষাপ্ৰেম, স্বাধীনতাৰ প্ৰতি আগ্ৰহেই আছিল সেইবোৰ সংবাদপত্ৰৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্য।

তৎকালীন অসমৰ সংবাদপত্ৰসমূহৰ লগত 'তৰুণ অসম'ৰ চৰিত্ৰ কিছু সুকীয়া আছিল যেন বোধ হয়। কাকতখনৰ সম্পাদক বেণুধৰ শৰ্মাৰ ভাষাত 'তৰুণ অসম' আছিল (বৃটিছ) 'সাম্ৰাজ্যৰ স্বাৰ্থৰক্ষী' কাকত।[৭] কাকতখনে পোনপটীয়াকৈ চৰকাৰক বিৰোধিতা কৰা নাছিল। তেনেদৰে 'তৰুণ অসমে' স্বাধীনতা আন্দোলনৰো পোনপটীয়াকৈ বিৰোধিতা কৰা নাছিল। প্ৰবীণ সাংবাদিক তিলক হাজৰিকাৰ ভাষাত 'তৰুণ অসম'ৰ মূল নীতি আছিল 'বান্দৰৰ কল ভুকুওৱাই সকওৱা আৰু ৰান্ধনী উচতাই জোল খোৱা।' যি কি নহওক, কাকতখনে অৱশ্যে ৰাজহুৱাকৈ নিজ উদ্দেশ্য আৰু পৰিচিতি কাকতখনৰ দ্বিতীয় বছৰ প্ৰথম সংখ্যাতহে (৪ আগষ্ট, ১৯৪০) ঘোষণা কৰিছিল এনেদৰে : "কানি আৰু টোপনিৰ জালৰ পৰা এলাহ আৰু নিৰাশাৰ বশীভূত অৱস্থাৰ পৰা জোকাৰি তুলি অসমীয়া জাতিক সজাগ অৱস্থালৈ উদ্দীপিত, অনুপ্ৰাণিত কৰাই 'তৰুণ অসম'ৰ উদ্দেশ্য (Regeneration of Assam from lethargy and ignorance)। অসমৰ নতুন জাতীয় সংগঠনৰ উদ্দেশ্য লৈ তৰুণৰ জন্ম। 'প্ৰেমৰ স্বৰাজেই' তৰুণৰ লক্ষ্য; জাগা, উঠা, সজাগ হোৱা তৰুণ কাকতৰ উকি।" কাকতখনৰ এই ঘোষিত উদ্দেশ্যৰ পৰাই কাকতখন যে ঘাইকৈ অসমীয়াৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ্থে প্ৰকাশ হৈছিল সেই কথাৰ উমান পাব পাৰি। শেষ সময়লৈকে কাকতখনে এই উদ্দেশ্য পূৰণত কিছু পৰিমাণে হ'লেও সফল হৈছিল।

দেশ-বিদেশৰ বা-বাতৰিৰ উপৰি 'তৰুণ অসম'ত বিবিধ বিষয়ৰ প্ৰবন্ধ, ৰচনা আদিও নিয়মীয়াকৈ প্ৰকাশ হৈছিল: প্ৰথম বছৰ ২০শ সংখ্যাৰ (১৭ ডিচেম্বৰ, ১৯৩৯) পৰা কাকতখনত 'সম্পাদকলৈ চিঠি' শিতানটিও চকুত পৰে। তদুপৰি মাজে মাজে প্ৰকাশ হৈছিল 'অসম গেজেট'ৰ বাতৰি। তাত চৰকাৰৰ বিভিন্ন নিযুক্তি, বদলি, নিৰ্বাচনৰ তাৰিখ আদিৰ খবৰ আছিল। 'তৰুণ অসম'ৰ প্ৰথম বছৰ ৩৪শ সংখ্যাৰ পৰা সম্পাদক বেণুধৰ শৰ্মাই কাকতখনত শব্দ শৃংখলৰ এটি শিতান মুকলি কৰিছিল। শব্দ শৃংখল শুদ্ধকৈ পূৰ কৰাজনক এশ টকা পুৰস্কাৰ দিয়াৰো ব্যৱস্থা আছিল। সম্পাদক শৰ্মাই এই শব্দ শৃংখলৰ নামটোও দিছিল নিভাঁজ অসমীয়া : 'হাঁচতি খেল'।

কাকতখনৰ প্ৰথম বছৰ ২১ সংখ্যাত (২৪ ডিচেম্বৰ, ১৯৩৯) 'আমেৰিকান বেপ্টিষ্ট মিশ্যনৰ মহৎ দান' শীৰ্ষক এটি ৰচনা প্ৰকাশ হৈছিল। ৰচনাটিৰ লেখকৰ নামৰ ঠাইত লিখা আছিল 'অঞ্জলিৰ পৰা'। অসমৰ সংবাদসেৱাৰ ইতিহাস সম্পৰ্কীয় এইটোৱেই সম্ভৱতঃ প্ৰথম প্ৰকাশিত ৰচনা।

আন বা-বাতৰিৰ উপৰি 'তৰুণ অসম'ত মাজে মাজে বিভিন্নজনৰ বিয়া-বাৰুৰ খবৰো প্ৰকাশ হৈছিল। 'সোণত সুৱগা' শিতানেৰে প্ৰকাশিত এনে দুটা বাতৰি এই প্ৰসংগতে যোগ দিব পাৰি। কাকতখনৰ ৮ মাৰ্চ, ১৯৪২ সংখ্যাত 'দাস শইকীয়াৰ শুভ-পৰিণয়' শীৰ্ষক এটা বাতৰি আছিল এনে: "অসমৰ বিখ্যাত নিস্বাৰ্থ কংগ্ৰেছ সেৱিকিনী শ্ৰীযুতা পুষ্পলতা শইকীয়াৰ লগত অকৃত্ৰিম কংগ্ৰেছ সেৱক আৰু সুপ্ৰসিদ্ধ দেশসেৱক শ্ৰীযুত অমিয় কুমাৰ দাস এম এল-এ ডাঙৰীয়াৰ শুভ পৰিণয় যোৱা সপ্তাহত গন্ধৰ্ব প্ৰথামতে গুৱাহাটীত সুসম্পন্ন হৈ গ'ল। নৱ দম্পতীৰ বৈবাহিক জীৱন স্বদেশৰ অৰ্থেই নিয়োজিত

হওক বুলি দেশবাসীয়ে বিভুৰ চৰণত আশাৰ অঞ্জলি যাচিছে।"

সেই একেটা সংখ্যাতে ভাৰতৰ প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ বিবাহ সম্পৰ্কীয় বাতৰি এটাও প্ৰকাশ হৈছিল। 'শ্ৰীমতী ইন্দীৰা নেহৰু (ইন্দিৰা নেহৰু) অলপতে শ্ৰীআঙঠি সলাব' শীৰ্ষক বাতৰিটো আছিল এনে : "ভাৰতীয় বাতৰি কাকত এখনৰ সম্ভ্ৰান্ত সাম্বাদিক মিঃ ফিৰোজ গান্ধী (গান্ধী?) বিলাতৰ পৰা প্ৰত্যাৱৰ্তন কৰি ভাৰত ভূমিত পদাৰ্পণ কৰিছেহি। পণ্ডিত জৱাহৰলাল নেহৰুৰ আতোল তোলকৈ তোলা একমাত্ৰ আদৰৰ জীয়াৰী শ্ৰীমতী ইন্দীৰা নেহৰুয়ে তেওঁৰ লগতে অলপতে শ্ৰীআঙঠি সলাব অৰ্থাৎ তেওঁকেই স্বামী বৰণ কৰিব। মিঃ গান্ধী বোম্বাইৰ অগ্নি উপাস পাৰ্চি সম্প্ৰদায়ৰ লোক।"

উল্লিখিত দুয়োটা বাতৰিতে বাতৰি যোগনিয়াৰৰ নাম নাই। প্ৰসংগতে উল্লেখযোগ্য যে 'তৰুণ অসম'ৰ বাতৰিবোৰ সাধাৰণতে বাতৰি পঠাওঁতাজনৰ নামত প্ৰকাশ হৈছিল অথবা কাৰো নাম নাছিল। আজিকালিৰ বাতৰিকাকতৰ দৰে 'তৰুণ অসম'ৰ পাতত 'নিজা বাতৰি দিওঁতা', 'নিজা সংবাদদাতা', 'ষ্টাফ ৰিপ'ৰ্টাৰ' আদি দিয়া চকুত নপৰে।

কাকতখনে জাতীয় ভাৱাপন্ন ৰচনাক উৎসাহিত কৰিছিল। 'তৰুণ অসম'ৰ প্ৰথম বছৰ ১৯ শ সংখ্যাত (১০ ডিচেম্বৰ, ১৯৩৯) 'অসমৰ চাহ বাগিচা আৰু অসমীয়া কাকত' শীৰ্ষক এটি চমু প্ৰবন্ধ প্ৰকাশ হৈছিল, য'ত লেখকে চাহ বাগিচাৰ অসমীয়া লোকে অসমীয়া কাকত নপঢ়ে বুলি আক্ষেপ কৰিছিল আৰু চাহ বাগিচা বিলাকত অন্য ভাষাৰ কাকত আহি নৌ সোমাওঁতেই সকলোকে অসমীয়া কাকত ল'বলৈ আৰু পঢ়িবলৈ আহ্বান জনাইছিল।

মাজে মাজে কাকতখনত 'প্ৰবন্ধ লিখকসকললৈ টোকা' শীৰ্ষক ঘোষণা এটি প্ৰকাশ হৈছিল। তাত সম্পাদকে কাকতখনলৈ কেনেদৰে কি ধৰণৰ প্ৰবন্ধ-পাতি পঠিয়াব লাগে তাৰ দিহা দিছিল এনেদৰে : "প্ৰবন্ধটি যিমান পাৰে চুটি, চমু আৰু সৰল ভাষাত চিত্তাকৰ্ষক হ'ব লাগে; দীঘল প্ৰবন্ধই বেমেজালি ঘটায়; কাৰণ এনে এটি প্ৰবন্ধই ৪/৫ টা ভাল ভাল প্ৰবন্ধৰ ঠাই জুৰি লয়, জাতীয়-ভাৱৰ উদগনি দিয়া আৰু ৰং-ধেমালি আৰু ৰহস্যজনক ৰসাল চুটি গল্প আদৰণীয় হ'ব। ঠাইৰ অভাৱ নহ'লে প্ৰবন্ধ নিশ্চয় ছপা হ'ব।"

'তৰুণ অসম'ৰ সম্পাদক বেণুধৰ শৰ্মাই ঘৰুৱা অসমীয়া ভাষাৰ শুদ্ধ আৰু সাৰ্থক প্ৰয়োগত যথেষ্ট গুৰুত্ব দিছিল; নিভাঁজ অসমীয়া শব্দ লিখা আৰু অসমীয়া খণ্ড বাক্য ব্যৱহাৰ কৰাৰ ওপৰত তেওঁ বৰ জোৰ দিছিল। অসমীয়া ভাষাৰ যে এক সুকীয়া ঠাঁচ আছে, এক সুকীয়া মাধুৰ্য আছে, সেই কথা প্ৰতীয়মান কৰিবলৈ তেওঁ 'তৰুণ অসম'ৰ জৰিয়তে অহোপুৰুষাৰ্থ কৰিছিল। এইখন কাকতৰ পাততে বেণুধৰ শৰ্মাৰ ভাব-ভাষা আৰু ৰচনা-ৰীতিৰ জেউতি চৰিছিল; 'বেণুধৰী গদ্য'ই পুলি-পোখা মেলি বিৰাট বটবৃক্ষলৈ পৰিণত হোৱাৰ আগজাননী দিছিল। বেণুধৰ শৰ্মাৰ ভাষা-প্ৰীতি তথা অসমীয়া ভাষা আৰু অসমীয়াক স্বস্থানত প্ৰতিষ্ঠা কৰিবলৈ তেওঁ যি প্ৰচেষ্টা বা পৰীক্ষা চলাইছিল সেয়া 'তৰুণ অসম'ৰ পাতত বহুলাংশে প্ৰতিফলিত হৈছিল।

'তৰুণ অসম'ত প্ৰকাশিত বা-বাতৰি, প্ৰবন্ধ আদিৰ শিৰোনামাবোৰ আছিল চকুত লগা আৰু ঘৰুৱা ভাষা সম্বলিত। এবাৰ কাকতখনত প্ৰকাশিত হিটলাৰ আৰু তেওঁৰ বাৰজন মন্ত্ৰীৰ চমু জীৱন-টোকা এটিৰ শিৰোনামা আছিল, 'হিৰণ্যকশিপু আৰু দ্বাদশ দৈত্য : যেনে গুৰু তেনে শিষ্য'। আৰু কেইটামান তেনে আকৰ্ষণীয় শিৰোনামা হ'ল : 'বাহাদুৰ সিঙৰ আকৌ বাহাদুৰি', 'বিলাতৰ মলয়াত জাৰ্মেনীৰ বিমান বনাই ফুৰিছে', 'জয়লাভেই মৰোঁ-জীউ- সোঁ-আধি লক্ষ্য, যুদ্ধৰ সম্বল : পৰিশ্ৰম, ৰক্তপাত, অশ্ৰু আৰু ঘাম', 'হিটলাৰে লেটা কুন্দাইছে', 'এইবেলি শেনৰ এজাত', 'ছাদুল্লাৰ অনুগ্ৰহত মৈমনসিঙৰ পৰা মৈৰাবাৰীলৈকে এক লাইন', 'জাৰ্মেনীৰ বাসন্তী অভিযান', ইত্যাদি।

শিৰোনামাৰ দৰে শব্দ প্ৰয়োগতো বেণুধৰ শৰ্মাই অসমীয়া ভাষাৰ স্বকীয়তা ৰক্ষাৰ বাবে বিশেষভাৱে মনোযোগ আৰু গুৰুত্ব দিছিল। বিশেষকৈ, বিদেশী শব্দ একোটাক নিভাঁজ অসমীয়ালৈ তৰ্জমা কৰাত বা সিবোৰক সম্পূৰ্ণ অসমীয়া গোন্ধৰ কৰি নতুনকৈ গঢ়ি তোলাত বেণুধৰ শৰ্মাই অসামান্য কৃতিত্ব আৰু দক্ষতা প্ৰদৰ্শন কৰিছিল। বেণুধৰ শৰ্মাই তেওঁৰ শব্দৰ সোণাৰীশালত লেখ-জোখ নোহোৱা বিদেশী শব্দক এনেদৰে অসমীয়া ঘৰুৱা ঠেও দিলে, পঢ়িলে ভাব হয়, সেইবোৰ যেন বিদেশী শব্দৰ অসমীয়া ভাঙনি নহয়, মূলতেই অসমীয়া! তেনে কেইটিমান শব্দ হ'ল : ছাবমেৰিন (শিহু জাহাজ), টাইম ব'ম্ব (খেন বোমা), হুইপ (সৌকাধৰা), কৰেছপণ্ডেণ্ট/ নিউজ ৰিপ'ৰ্টাৰ (বাতৰি যোগনিয়াৰ), ক্ৰছৱৰ্ড (হাঁচতি খেল), ৰাউণ্ড টেবুল কনফাৰেন্স (চাকলি পীৰাৰ মেল), ষ্টেডিয়াম (আৱং পথাৰ), প'ষ্ট কাৰ্ড (ডাক পখিলী) ইত্যাদি। সেইদৰে কেতবোৰ অসমীয়া শব্দকো অধিক শুৱলাকৈ তেওঁ ব্যৱহাৰ কৰিছিল। তেনে দুটিমান

শব্দ হ'ল: উৰাজাহাজ (বিমান), মেজ (টেবুল), সাক্ষৰতা অভিযান (নিৰক্ষৰতা দূৰীকৰণ), ঘৰফলীয়া কংগ্ৰেছ (বিসম্বাদী কংগ্ৰেছ)[৮], লঘোণ বা উপবাস বা সঁজোত (অনশন) ইত্যাদি। একেদৰে 'জৰমাৰ দিয়া', 'সল্লিশিয়ান', 'গেলা গপত ওফন্দা', 'জাকত জীন নোযোৱা' আদিৰ দৰে শব্দ আৰু খণ্ডবাক্যবোৰৰ প্ৰয়োগেৰে বেণুধৰ শৰ্মাই 'তৰুণ অসম'ৰ পাতত আপোন বিশ্বাস আৰু পদ্ধতিৰে অসমীয়া ভাষাৰ সমৃদ্ধিৰ বাবে প্ৰচেষ্টা বা পৰীক্ষা চলাইছিল। বেণুধৰ শৰ্মাই সৃষ্টি কৰা 'বাতৰি যোগনিয়াৰ'ৰ দৰে নতুন শব্দ আৰু 'গেলা গপত ওফন্দা', 'জৰমাৰ দিয়া' আদিৰ লেখীয়া খণ্ডবাক্য চিৰকলীয়াকৈ ৰৈ গ'ল। কিছুমান মচ খাই গ'ল; 'সৌকাধৰা', 'চাকলি পীৰাৰ মেল', 'ডাক পখিলী'ৰ দৰে সোঁৱৰণিটোহে মাথোন থাকি গ'ল! নতুন শব্দ গঢ়া আৰু প্ৰয়োগ কৰাৰ প্ৰতি বেণুধৰ শৰ্মাৰ যি বিশেষ আকৰ্ষণ আৰু দক্ষতা আছিল, সেই বিষয়ে তেওঁৰ জীৱনীকাৰ পণ্ডিত তীৰ্থনাথ শৰ্মাই লিখিছে: "কোনোৱে ইয়াক অতীত মোহৰ আতিশয্য বুলিলেও বুলিব পাৰে। সকলো শব্দৰ এটা নিজা পৰিৱেশ আছে, তাৰ পৰা বুটলি আনি আন এটা পৰিৱেশত বহুৱাই দিলেই খাজ খাই নপৰে, কেতিয়াবাহে ব্যতিক্ৰম ঘটে। ... শব্দ গঢ়া সহজ নহ'লেও নোৱাৰা কাম নহয়। পাছে তাক বিনা দ্বিধাই লেখক পাঠকে গ্ৰহণ কৰি প্ৰয়োগ কৰাযাৰহে সাৰ্থক কথা। ... সংবাদপত্ৰীয় শব্দ গঠন অথবা পুৰণি শব্দক পুনৰাভিষেক কৰাত বেণু শৰ্মা যথোচিতভাৱে কৃতকাৰ্য্য হৈছিল বুলি ঘপৰাই একে আষাৰতে ক'ব নোৱাৰিলেও 'তৰুণ অসম'ৰ সম্পাদকৰ শৰাইখনত উপাদেয় আৰু উৎকৃষ্ট উক্তি ভৰি আছে।"[৯]

বেণুধৰ শৰ্মাই 'তৰুণ অসম'ৰ যোগেদি বিশুদ্ধ, নিটোল অসমীয়া ভাষাক অসমৰ সংবাদ জগতৰ আদৰ্শৰূপে প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছিল। থলুৱা অথচ দেখাত নিমাখিত শব্দবোৰত চেতনা সঞ্চাৰ কৰাৰ ক্ষমতা আৰু তেওঁৰ বিপুলায়তন শব্দৰ ভাণ্ডাৰে বেণুধৰক গভীৰভাৱে প্ৰভাৱিত কৰিছিল আৰু ইয়াৰ ফলত সাধাৰণ শব্দ একোটাইও প্ৰয়োগৰ কুশলতাত প্ৰাণৱন্ত হৈ জিলিকি উঠিছিল।

'তৰুণ অসম'ত সম্পাদক বেণুধৰ শৰ্মাই নিভাঁজ, ঘৰুৱা অসমীয়া শব্দ ব্যৱহাৰ কৰাৰ ফলত তেওঁ একাধিকবাৰ আহুকালত পৰিবলগীয়া হৈছিল। একোটা সামান্য শব্দ পাকতে ব্যৱহাৰ কৰাৰ ফলত আৰু তেনে শব্দ তৎকালীন ইংৰাজ আমোলা-বিষয়াই বুজি নোপোৱাত বা ওলোটাকৈ বুজাত কেতিয়াবা সম্পাদক বেণুধৰ শৰ্মাৰ বৰ লটিঘটি হৈছিল। তদুপৰি বেণুধৰ শৰ্মা পূৰ্বৰ কংগ্ৰেছ কৰ্মী হোৱা বাবে ইংৰাজ বিষয়া-কৰ্মচাৰীয়ে তেওঁৰ লেখাবোৰত ছাঁটোকে বাঘটো যেন দেখিছিল।

কাকতখনৰ বাতৰি শিতানত এবাৰ এটা বাতৰি প্ৰকাশ হৈছিল। বাতৰিটোৰ শিৰোনামা আছিল: 'পশ্চিম সীমান্তত জাৰ্মান সেনাই লেটা কুন্দাইছে'। শিৰোনামাটোৰ অৰ্থ হ'ল, জাৰ্মান সৈন্য নিতাল মাৰি আছে; এনেয়ে থকা নাই, আয়োজন কৰি আছে। আকৌ আক্ৰমণ কৰিব। মুগাৰ বাহটোৰ ভিতৰত পোকটোৱে লেটা কুন্দাই দেখাত নিতাল মাৰি থাকে; কিন্তু এনেয়ে নহয়, পখিলা হৈ উৰিবলৈহে। শিৰোনামাটো নিতান্তই অৰ্থব্যঞ্জক। কিন্তু অসমীয়া ভাষা-সংস্কৃতিৰ লগত পৰিচয় নথকা, পুৰণি সমাজৰ আঁত ধৰিব নোৱৰা মানুহৰ বাবে ইয়াক বুজিবলৈ টান। উল্লিখিত বাতৰিটোৰ ক্ষেত্ৰতো সেয়াই হ'ল। এই বিষয়ে বেণুধৰ শৰ্মাই লিখিছে: "...'তৰুণ অসম'ৰ বাতৰি শিতানত প্ৰকাশ হ'ল 'হিটলাৰে লেটা কুন্দাইছে'। অসমীয়া নুবুজা বঙালী চি আই ডিয়ে ৰিপৰ্ট দিলে, "তৰুণ অসমে হিটলাৰৰ জয় জয় ঘোষণা কৰিছে।" ৰিপৰ্ট পাই গৰ্জি উঠিল মিঃ চি এছ গনিং আৰু তৎক্ষণাৎ দুটা চিপাহী পঠিয়াই তৰুণ অসম অফিচৰ পৰা মোক নিয়ালে ধৰাই। আন কাল গনিঙৰ ওচৰলৈ গ'লেই শ্লিপখন (ভিজিটিং কাৰ্ড নাছিল) দিয়া মাত্ৰক মোক ওপৰলৈ মাতি নিয়ে আৰু 'গুডমৰ্ণিং চাৰ' বুলি চেলাম দিলেই, চাহাবেও মৰমতে পমি যোৱাৰ দৰে লেনিয়াই গু উদ মৰৰন্‌ইঙ বেণু ইউ ধৰ বুলি সম্ভাষণ জনাইছিল। সেই দিনা পাওঁগে দেখোন লাঁখুটি ডাঙতে ভেজা দি চাহাব বঙলাৰ খটখটিতে থিয় হৈ আছে। যেন মোলৈকে ৰৈহে আছে। মই চেলাম দিবলৈ নৌপাওঁতেই তেওঁ বাঘে ধৰাদি খেচ্ খেচ্ কৰে ধৰিলেই "Well Benudhar, what do you mean by হিটলাৰে লেটা কুন্দাইছে?" মোৰ থৰযুগুতি হেৰাল। ক'ৰ পৰানো মনত পৰিল ক'ব নোৱাৰো। হঠাৎ কৰে মুখৰ পৰা ওলাল "Hitler is digging his own grave, sir" (হিটলাৰ মৰিবলৈ ওলাইছে)। "How" (কেনেকৈ) বুলি মোক কথাষাৰ বুজাই দিবলৈ ওপৰলৈ মাতি নিলে। দেখিলোগৈ তেওঁৰ মেজত হেমকোষ, চন্দ্ৰকান্ত অভিধান, মাখন চলিহা আৰু বুদ্ধীন্দ্ৰ ভট্টাচাৰ্য্যৰ অভিধান কেউখন থাক পাতি থোৱা আছে। ওপৰলৈ উঠি যাওঁতে মোৰো ভয়ত এক প্ৰকাৰ চুলিৰ আগে জীৱ উৰি যাওঁ যেন হৈছিল। সেইদিনা মোৰ কপালো ভালেই আছিল, কাৰণ ৰাতিপুৱা কিবা এটা কথাত ৰবিঞ্চন চাহাবৰ অসম বুৰঞ্জীখন পঢ়িবলগীয়া হৈছিল। তাকে পঢ়োঁতে মুগা পলুৱে কেনেকৈ লেটা কুন্দাই মুগাৰ বাহ

বাদ্ধে তাৰ ইংৰাজী শব্দ কেইটা মনত আছিল। এতিয়া কুঁজৰ মূৰত কিল বহুৱাবলগীয়া হোৱাত, পলুৰ পৰিবৰ্তনটো বুজাই দিবলৈ চল ওলাল। ৰবিঞ্চনৰ শব্দৰেই চকৰা-চকৰী পখিলাৰ পৰা আৰম্ভ কৰি ছাই ওলাই লেটা হোৱালৈকে গোটেইখিনি ৰূপান্তৰৰ কথা ফঁহিয়াই দিলোঁ। শেহত পলুটোৱে আপোনা আপুনি মৰিবলৈকে, বাহ বান্ধে বুলিও দোহাৰি কলোঁ। এই বাহ বন্ধাকে লেটা কুন্দোৱা বোলে। সেই পলুৰ দৰেই এতিয়া হিটলাৰেও লেটা কুন্দোৱাৰ দৰে দেশ জয় কৰিছে, পাছত তাৰ মাজতে সোমাই সি মৰি থাকিব। সেই দেখিহে লেখিছিলোঁ 'হিটলাৰে লেটা কুন্দাইছে' অৰ্থাৎ আপোনাৰ মৰণ আপুনি মাতি আনিছে নাইবা আপোনঘাতী হ'ব খুজিছে। মোৰ ব্যাখ্যাটো হেমকোষৰ অৰ্থৰ লগত ৰজিতা খাই যোৱা দেখি গনিঙে বুঢ়াগোঁহায়া হাঁহি এটি মাৰি কলমটো থৈ "That is allright, Benudhar" বুলি হাত জোকাৰি বিদায় দিলে। ..."[১০]

আন এবাৰ তেনেদৰে কাকতখনত 'শদিয়া মাইনৰ স্কুলৰ শিক্ষক' (দ্বিতীয় বছৰ, ৪১ সংখ্যা; ১ জুন, ১৯৪১) শীৰ্ষক এক সম্পাদকীয় প্ৰবন্ধ প্ৰকাশ হৈছিল। সেই প্ৰবন্ধটোতে এটা শব্দ আছিল : 'টেঙৰ'। সেইটো শব্দকে লৈ সম্পাদক বেণুধৰ শৰ্মাৰ এবাৰ বৰ লটিঘটি হৈছিল। বেণুধৰ শৰ্মাৰ ভাষাত ঘটনাটো আছিল এনে : "... তৰুণ অসমৰ কোনোবা এটা সংখ্যাত এখন চিঠি আৰু সেই চিঠিকে ভেঁটি কৰি লেখা এটি সম্পাদকীয় প্ৰবন্ধ ওলাইছিল। চিঠিখন লেখিছিল শদিয়াৰ হৰিনাথ গগৈ নামৰ এজন সংবাদদাতাই। চিঠিখনৰ মূল বস্তু আছিল, শদিয়া হাইস্কুলত বঙালী শিক্ষক এজন নিযুক্ত কৰাৰ প্ৰতিবাদ। সেই শিক্ষকজন শদিয়া পলিটিকেল অফিচৰ বৰ কেৰেণীৰ কোনোবা সম্পৰ্কীয় আছিল। চিঠিখনৰ ভাষা অৱশ্যে চোকাই আছিল কিন্তু সম্পূৰ্ণ সত্য। সেই চিঠিতে ভেঁজা দি সম্পাদকীয়ত লেখিলোঁ যাৰ চমু আভাস এই : অসমৰ মাজ তালু শদিয়া চহৰত বঙালী মাষ্টৰ নিয়োগ! কি চমৎকাৰ খবৰ! অসমীয়া ডেকা কোন ক'ত আছা হেঁপোৰ পিটি ডেও দিয়াহঁক আৰু খেৰৰ ঘৰবোৰত জুই লগাই দি হাত চাপৰি বাই নাচাহঁক ... এৰা, টেঙৰ বঙালী নহ'লে বুচিছে জানো সাম্ৰাজ্যবাদৰ লাই খুঁটাটো পুতিব পাৰে? ...

সেই সংখ্যা কাকত প্ৰকাশ হোৱাৰ লগে লগে, শদিয়া পলিটিকেল অফিচৰ বৰ কেৰাণীজনৰ পৰা 'নটিছ' পালোহিয়েই — মই হেনো 'তৰুণ অসমত' তেওঁৰ বিৰুদ্ধে মিছা কথা লিখি তেওঁৰ মান হানি কৰিছোঁ আৰু সেই বাবেই মই ৫০০০ টকা ক্ষতিপূৰণ দিব লাগে আৰু প্ৰকাশ্যে ক্ষমা খুজিবও লাগে। ১৫ দিনৰ ভিতৰত ইয়াৰ সন্তোষজনক কৈফিয়ৎ নেপালে তেওঁ মোৰ ওপৰত মান-হানি মোকৰ্দমা কৰিবই।

মই পিচে তাৰ উত্তৰ দিবলৈ নহ'ল। ২০ দিন মানৰ মূৰত দেখোন 'বডি ৱাৰেণ্ট'ৰ (যেনে আছে তেনেই ধৰি অনা) কাগজ লৈ দুটা চিপাহীয়ে মোক ধৰি নিবলৈ আহিলেই। অগত্যা শদিয়া পালোঁগৈ। ফণীধৰ গোঁহাই পুলিচ ইন্‌স্পেক্টৰে সকলো আগ পিছ কৰি দিলে। পলিটিকেল অফিচৰ কাছাৰী ঘৰটো পাইছোঁগৈ হে এনেতে অসমীয়া কৰ্মচাৰী যি কেইজন আছিল তেওঁবিলাকৰ প্ৰত্যেকেই মোক মাতি নি একোটোপা চাহ খুৱাই বিদায় দি সম্বৰ্দ্ধনা জনালে — যেন মই বন্দিশাললৈ নিয়া পঠা ছাগলীটোহে — পলিটিকেল অফিচাৰৰ ওচৰ পালে ঘূৰি অহাৰ আশা নাই। নাই নাই বুলিও, লাগে লাগে পোনেই তিনিমাহ শ্ৰীঘৰত বাস কৰিবগৈয়ে লাগিব। অজাতি মুলুকৰ বিচাৰ নাই। সেইবাবেই ইমান সংকাৰ।

সি যি হওক, পলিটিকেল অফিচাৰৰ এজলাচ্ পালোঁগৈ। অফিচাৰজন আছিল মিঃ গডফ্ৰে। পোৱা মাত্ৰকে, অভিযুক্ত আছামী যদিও, ভদ্ৰভাৱে সম্ভাষণ কৰি তেওঁ মোক বহিবলৈ ক'লে। তাৰ পিচত গুচৰীয়া কেৰেণীজনক তেওঁৰ গোচৰৰ কাৰণ উত্থাপন কৰিবলৈ আদেশ দিলে। গুচৰীয়াই আৰম্ভ কৰিলে :

"হৰিনাথ গগৈ নামেৰে এজন সংবাদদাতাৰ মিছা বাতৰিৰ ওপৰত নিৰ্ভৰ কৰি "তৰুণ অসম"ৰ সম্পাদক শ্ৰীযুত বেণুধৰ শৰ্মাই মোক 'টেঙৰ' বুলি কৈ অপমান কৰিছে। 'টেঙৰ'ৰ অৰ্থ হৈছে, cunning, sly and wily অৰ্থাৎ ধূৰ্ত্ত, দগাবাজ, দুষ্ট ইত্যাদি। গতিকে, 'টেঙৰ' শব্দ প্ৰয়োগ কৰি মোক 'তৰুণ অসম'ৰ সম্পাদকে দস্তুৰমতে মানহানি কৰিছে আৰু ৰাইজৰ আগতে হেয় প্ৰতিপন্ন কৰিছে। সম্পাদকে ৫০০০ টকা দিয়ক আৰু আদালতৰ নিৰ্দেশমতে ক্ষমা খোজক। এয়ে মোৰ গোচৰৰ কাৰণ।"

চাহাবে মোক সুধিলে, "হৰিনাথ গগৈ কোন? তেওঁৰ নাম ঠিকনা জানিবলৈ দিলেই আপোনাক এই অভিযোগৰ পৰা অব্যাহতি দিয়া হ'ব।"

মই ক'লো, "বাতৰি-কাকতৰ সম্পাদকে বাতৰি যোগনিয়াৰৰ নাম প্ৰকাশ কৰাটো সাংবাদিকতাৰ নিয়ম নহয়। অভিযোগৰ সত্যাসত্য প্ৰমাণ কৰাটোহে ডাঙৰ কথা। আপুনি চাব লাগিব শদিয়া হাইস্কুলত হাটখোৱা বঙালী এজনক শিক্ষক নিয়োগ কৰাটো সঁচানে মিছা? আৰু তেওঁৰ সেই কাম পাব পৰা উপযুক্ততা আছেনে নাই?" সেই প্ৰশ্নটো তল পেলাই তেওঁ মোক আকৌ জেৰা

কৰিলে— "What do you mean by Tengar ?" টেঙৰ মানে আপুনি কি বুজাইছে ? মোৰ উত্তৰ : Tengar means clever; টেঙৰ মানে বুধিয়ক।

গডফ্ৰেৰ মেজত হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ', মাখন লালৰ অভিধান, বুদ্ধীন্দ্ৰ ভট্টাচাৰ্যৰ অভিধান এই কেয়োখন থাক পাতি থোৱা আছিল। মই কোৱা অৰ্থটো মিলাই চাবলৈ তেওঁ কেউখন অভিধানৰ পাত লুটিয়াই চালে। পালে টেঙৰ মানে Shrewd, Intelligent, Sly, Clever smart ইত্যাদি। চাহাব পৰিল বিমোৰত। উপায় নেপাই ওচৰতে থিয় হৈ থকা তেওঁৰ এচিষ্টেণ্ট পলিটিকেল অফিচাৰজনক সুধিলে "টেঙৰৰ ইংৰাজী কি ?" এ.পি.অ'ই টপৰাই কৈ পেলালে — হয় কেৰেণীয়ে কোৱাটোৱেই অৰ্থাৎ wily (ৱাইলি)।

শুনি, মোৰ টিণ্ডিচকৰে খং উঠিল। মোৰ হাতত সৌকা বেত এডাল আছিল, সেই ডালকে টোৱাই, ঘপ কৰে থিয় হৈ জেক্ জেক্ কৰে ধৰিলো 'হেৰি, সৌ ল'ৰাটো বৰ টেঙৰ। তাক ৱাইলি বুলিয়েই ক'বনে ?'

খং মূৰ্ত্তিৰে সোধা মোৰ প্ৰশ্নটোৰ গতিটোলৈ চাই গডফ্ৰে চাহাবে সেই পিনে থৰ লাগিল। খন্তেক মানৰ পিচতে, তেওঁ মোক অভিযোগৰ পৰা নিস্কৃতি দি সসম্মানে ডিব্ৰুগড়ত থোৱাই দিলে।

মাতষাৰ টানি খামিডাঠকৈ নোকোৱা হ'লে সেইদিনা নিশ্চয় সেই অসমীয়া এ.পি.অ'. জনৰ ভাষাজ্ঞানে মোক বগাঘৰত সুমুৱালেগৈহেঁতেন। পিচত জানিব পাৰিলোঁ, সেইজন ডেকা এ.পি.অ' হেনো যোৰহাটৰ এজন সাত পুৰুষীয়া অসমীয়া।"[১১]

বেণুধৰ শৰ্মাই বাতৰিকাকতৰ আন সকলো দায়িত্বতকৈ ভাষাৰ দায়িত্বক অধিক গুৰুত্ব দিছিল আৰু সম্পাদক হিচাপে তেওঁ সেইটো মানি চলিবলৈও প্ৰয়াস কৰিছিল। 'তৰুণ অসম'ৰ সম্পাদক হোৱাৰ বহু বছৰৰ পিছত ১৯৫৬ চনত অসম সাহিত্য সভাৰ ধুবুৰীত বহা ৰূপালী জয়ন্তী অধিবেশনৰ অভিভাষণখনৰো এক সুকীয়া অধ্যায়ত বেণুধৰ শৰ্মাই বাতৰিকাকতৰ আন দায়িত্বতকৈ ভাষাৰ দায়িত্বখিনিলৈহে আঙুলিয়াই দিছিল। অভিভাষণখনত থকা 'বাতৰিকাকতৰ দায়িত্ব' শীৰ্ষক এই অংশত আছে এনেদৰে :

"বাতৰিকাকত এহাতে যেনেকৈ চতুৰ্থ ৰাষ্ট্ৰ, আনহাতে তেনেকৈ ভাষা-সাহিত্যৰো পৰিসৰ বঢ়াওঁতা। বাতৰিকাকতৰ কাম অকল বাতৰি যোগোৱাই নহয়— ভাষাৰ বিশুদ্ধতা আৰু পবিত্ৰতা ৰক্ষা কৰাও তাৰ এটি অপৰিহাৰ্য্য অঙ্গ। আমাৰ কাকতবিলাকত প্ৰায়েই গধুৰ ভাৱৰ প্ৰবন্ধতকৈ পাতল ভাৱৰ ফুচুং ৰচনাইহে সৰহ ঠাই পায়। আমাৰ দুখনমান কাকতে, "পুৰণি পুৰণি, অ' আই পুৰণি"ৰ মৰম এৰিব নোৱাৰিয়েই হবলা, আজিও সেই মান্ধাতা আমোলীয়া — "জওহৰলাল নেহেৰু" নামটোকে লিখি আছে। ইপিনে যে, "জৱাহৰলাল নেহৰু"ৰ নামটোৰ আগত থকা 'পণ্ডিত'টোও উঠি গৈ উকা "শ্ৰী"টো হে হ'ল, সেই বাতৰিৰো বাতৰিকাকত কিখনে ভু লোৱা নাই। এইবিলাক কাকতে আমাৰ প্ৰধানমন্ত্ৰী গৰাকীৰ নামটোকে ভুলকৈ শিকাই "শিশুপশী সৰক" কি শৰ পছটো মাৰি খুৱাব ? সেইদৰে, "পঞ্চশীল"ৰ সললি "পঞ্চশীলা", "যঁতৰ-জয়ন্তী"ৰ ঠাইত "চৰ্খা জয়ন্তী", চিঠিৰ সামৰণিত "ইতি", "বাইদেৱেৰা" বা "বায়েৰা"ৰ ঠাইত "বাইদেও" লেখি আৰু- কত-আছে- কিমান-কম সেইবোৰ লেখি, অকণ-অকণ ল'ৰা-ছোৱালীৰ মনত ভুলৰ কেৰোণহে সুমুৱাই দিছে। তাৰ উপৰিও, "নামকৰণ" নেলেখি, "নামাকৰণ" লেখা, "কথা ৰজালোঁ" নেলেখি "কথা বজালোঁ" লেখা, এইবোৰ যে আছেই। "সহায় খৰতকীয়া" নহয়, এলাহ নোহোৱা মানুহ বা গৰুক হে অসমীয়া মানুহে "খৰতকীয়া" বোলে। "ব্যক্তি পৰিচিতি" কেনেকৈ ব্যাকৰণসিদ্ধ, বুজা টান। শুদ্ধ অসমীয়া কোৱাজনে, "ভাল চাহ ইয়াত পোৱা যায়" বুলি নকয়, কয় — "ইয়াত ভাল চাহ পায়" বুলি হে। বিদেশী শব্দ এটা পালে তৎক্ষণাৎ তৰ্জ্জমা কৰা টান। সেই বুলি বঙলা কাকতৰ গোট-টোপটো গোটে গোটে গিলিলে বৰশীত লগা মাছটোৰ দশা নহ'ব জানো ? আজি-কালি বাতৰি কাকত অকল বাতৰিৰে কাকত হৈ থকা নাই, তিনিখিলা কাগজতে সপ্তাহত তিনিবাৰকৈ বিধে-বিধে লেজুৱা প্ৰবন্ধও পঢ়িবলৈ পোৱা হয়। প্ৰবন্ধ-পাতিবোৰ উচ্চ স্তৰৰ হোৱা বাঞ্ছনীয়। হোৱায়-নোহোৱায় ভাদমহীয়াও কিমাননো চ'তৰ বিহুৰ ঢোল কোবাই থাকিব ? দৃষ্টিভঙ্গী তুচ্ছত পেলাই উচ্চলৈ যাব খোজোতে, তুচ্ছতাৰ নিকৃষ্ট নগ্ন ছবিবোৰ আঁকি সাহিত্য আৰু সমাজৰ মানভঞ্জন নকৰে যেন। সাহিত্য সমাজবাদী হ'লেও ভদ্ৰতাশূন্য হ'ব নোৱাৰে। বাস্তবৰো সীমা আৰু মৰ্য্যাদা আছে।

বতৰৰ বস্তু বতৰতহে ভাল লাগে। আবতৰীয়া বেঙেনা কোনেও ভাল নেপায়। বৰষুণ গ'লে জাপি লোৱা যেনে, অসময়ত বজোৱা বাঁহীৰ সুৰো তেনে।

কাকতত সমজুৱা উন্নতিৰ চিন্তাশীলতাতকৈ গাইগুটীয়া অভিৰুচিৰ প্ৰকাশ সৰহ। বানছ দি হ'লেও, চিকিৎসা, বিজ্ঞান, অৰ্থনীতি, ৰাজনীতি সম্পৰ্কীয় প্ৰবন্ধ প্ৰচাৰ কৰি দেশখনক বৈজ্ঞানিক মনোভাবাপন্ন কৰাটো

"চতুৰ্থ ৰাষ্ট্ৰ"ৰ আনুষংগিক কৰ্ত্তব্য। তাকে কৰিলে, অসমীয়া ভাষাৰ পোত গৈ থকা বহুত শব্দইতো মুক্তিলাভ কৰিবই আৰু পঢ়োতাৰো চকু মেল খাব।"[১২]

বাতৰি কাকত এখনৰ সম্পাদকীয় টোকা আৰু সম্পাদকীয় স্তম্ভটোৰ ৰচনাই সম্পাদকজনক ভাষাৰ বোল চৰাবলৈ সুবিধা দিয়ে; সাংবাদিকতাৰ ভাষাক নিজৰ ঠাঁচ এটা দিবলৈ হ'লেও সম্পাদকীয় স্তম্ভই প্ৰচুৰ প্ৰভাৱ বিস্তাৰ কৰে। বেণুধৰ শৰ্মাই 'তৰুণ অসম'ৰ পূৰ্বে দৈনিক বাতৰিৰ সহকাৰী সম্পাদকৰূপে কাম কৰোতে ভাষাৰ পূৰ্ণ প্ৰয়োগৰ 'অবাধ আৰু একাধিপত্য সুযোগ' পোৱা নাছিল। 'তৰুণ অসম'ত তেওঁ সেই সুযোগ লাভ কৰিলে; ভাষাৰ ওজা আৰু অসমীয়া ভাষাৰ কালিকা বুজা বেণুধৰৰ হাতত পৰি তথাকথিত নিৰস সম্পাদকীয় স্তম্ভটো সৰস সুখপাঠ্য ৰচনা একোটিলৈ পৰিণত হ'ল।

কাকতখনৰ প্ৰতিটো সম্পাদকীয় প্ৰবন্ধৰ শীৰ্ষত মহাত্মা গান্ধীৰ 'প্ৰেমৰ স্বৰাজৰ ধ্বংস নাই' শীৰ্ষক বাণীষাৰি আঁৰি দিয়া হৈছিল। সম্পাদকীয় স্তম্ভত মাজে মাজে একাধিক সম্পাদকীয় প্ৰবন্ধও প্ৰকাশ হোৱা চকুত পৰে। কাকতখনৰ সম্পাদকীয়বোৰে সমকালীন সমস্যা আৰু স্বাৰ্থৰ প্ৰতি ৰাইজক সজাগ আৰু সচেতন কৰিবলৈ সমৰ্থ হৈছিল, লগতে বাতৰিকাকতৰ বস্তুনিষ্ঠ বিষয়ৰাজিতো যে আত্মনিষ্ঠ ৰসালুতা আধান কৰিব পাৰি তাকো প্ৰতীয়মান কৰিছিল। সম্পাদকীয় প্ৰবন্ধবোৰো আছিল বিশ্লেষণাত্মক আৰু সুদূৰপ্ৰসাৰী প্ৰভাৱ থকা।

'তৰুণ অসম'ত প্ৰকাশিত বিবিধ বাতৰি, প্ৰবন্ধ, সম্পাদকীয় আদিবোৰ পঢ়িলে বঙালী সম্প্ৰদায় আৰু বাংলা ভাষাৰ প্ৰতি কাকতখনৰ বৰ সম্ভাৱ নাছিল যেন ভাব হয়। কাকতখনৰ সম্পাদক বেণুধৰ শৰ্মা উগ্ৰ জাতীয়তাবাদী ভাবৰ হোৱাৰ বাবে তেওঁ অসমীয়াৰ বিপন্ন অস্তিত্ব সম্পৰ্কে কেইবাবাৰো তেওঁৰ শাণিত লিখনিৰে সকীয়াইছিল। বংগ ভাষা-সংস্কৃতিৰ প্ৰভাৱত অসমৰ ভৱিষ্যৎ বিপদাপন্ন বুলি শংকা কৰি তেওঁ 'তৰুণ অসম'ৰ পাততে 'অসমীয়াৰ অস্তিত্ব' শীৰ্ষক এক সম্পাদকীয় প্ৰবন্ধত লিখিছিল এনেদৰে, "আমাৰ উঠি অহা ডেকাসকলৰ অৰ্থাৎ উদ্দীয়মান যুৱকসকলৰ প্ৰায় বিলাকৰে মনোৰাজ্যখনত বংগীয় মৰীচিকাই এনেভাবে তৰবৰাই আছে যে অচিৰেই তাৰ আকৰ্ষণীৰ অনুগ্ৰহত অসম দেশখন বঙ্গদেশৰ ক্ৰীতদাস বা নিকিনা গোলাম হোৱাৰ আগন্তুক দেখা গৈছে। সেই মোহিনী বাণত পৰি অসমীয়া ডেকাৰ আত্মপ্ৰতিষ্ঠা কৰা শক্তি লোপ পাইছে; অনাৱশ্যকীয় বিদেশী প্ৰভাৱ প্ৰতিৰোধ কৰিবলৈ সাহসৰ নাটনি পৰিছে। এটা জাতিয়ে এটা জাতিৰ বুকুত মূৰ সুমুৱাই কেতিয়া ? যেতিয়া মূৰ সুমুৱা জাতিটো কেউফালে লৰচৰ কৰিব নোৱাৰি কোণ্ঠা হৈ পৰে, তেতিয়া আমাৰ এই চাকোলা অৱস্থা সৃষ্টি কৰা বাবে, আমি নিজেই জগৰীয়া। বঙ্গদেশৰ সংস্কৃতি-সভ্যতাৰ বৰ গাৰুটোত আউজিবলৈ বঙ্গদেশে আমাক মতা নাই; আমি নিজেহে তাত মূৰটো থৈছোগৈ। বঙ্গদেশে বিৰাট বঙ্গৰ সুবিস্তৃত জালখন তৰি থৈছে — তাত আমিহে নিজে নিজে সোমাইছোগৈ বা ধৰা দিছোগৈ। কামাখ্যা পৰ্ব্বতটো অসমৰ মাজ তালুতে, তথাপি আমি তাত থকা মাইহাং বেজৰ বেজালী মন্ত্ৰখিনি শিকি ল'ব পৰা নাই। বৃহৎ বাংলাৰ সদস্যসকলে সেই মন্ত্ৰ শিকি অকল ওজাই যে হৈছে এনে নহয়; ঘূৰি আকৌ সেই মন্ত্ৰেৰে জাৰি-ফুঁকি ধূলি এছাটি মাৰি আমাক ভেড়াকৈ থৈছে। আমাৰেই বস্তু, আমি ব্যৱহাৰ কৰিব জনা নাই, কৰিছে লোকে — সেইবাবে দোষ কাৰ ?

সৰ্ব্বভাৰতীয় ৰাজনৈতিক অনুষ্ঠান কংগ্ৰেছেও প্ৰাদেশিক ভাষা ধ্বংস কৰি মাহী আইৰ ভাষা ল'বলৈ কোৱা নাই — অন্ততঃ প্ৰস্তাবাদিত। অসমৰ বাহিৰে সকলো প্ৰদেশৰ ডেকা মাত্ৰেই ভাৰতীয় আন্দোলনত যোগ দিছে নিজা নিজা প্ৰদেশৰ সংস্কৃতি-সভ্যতা অটুট ৰাখিহে। তেওঁবিলাকে নিজৰ বিশিষ্টতাখিনি ধ্বংস কৰি আন্দোলনত যোগ দিবলৈ যোৱা নাই। অলপতে ত্ৰিবাঙ্কুৰৰ দেৱানে ইংৰাজী ভাষাৰে বক্তৃতা দিছিল। ইংৰাজীৰে বক্তৃতা নিদি মালায়ালাম ভাষাত বক্তৃতা দিবলৈ ডেকাবিলাকে টানি ধৰাত দেৱানে মালায়ালাম ভাষাত বক্তৃতা দিবলৈ বাধ্য হৈছে। ইচ্ছাক ডেটা দিব পৰা শক্তি যে কাৰো নাই, এয়ে তাৰ প্ৰমাণ।

"বঙাল অধীন হৈ থকাতকৈ মৰাই ভাল" বুলি যি স্বাধীন অসমীয়া জাতিয়ে ১৭ বাৰকৈ বিদেশী আক্ৰমণ ওফৰাই পঠিয়াইছিল সেই অসমীয়া জাতিৰ আজোনাতিবিলাকে আজি অম্লান বদনে মাহী আই বঙলা ভাষাৰ চৰণত শৰণে পশা দেখি আমি লাজত ম্ৰিয়মান হৈছো। ৰাজনৈতিক, বৈষয়িক আৰু ব্যৱসায় ক্ষেত্ৰত বঙালী বকাসুৰে এফালৰ পৰা আমাক গিলি আনিছে, তথাপি তালৈ আমাৰ ভ্ৰূক্ষেপ নাই। অইন কি সেইসকলে গুৰি ধৰি চলাই নিয়া ভটিয়া নাৱত উঠি আমি আমাৰ মুখৰ ভাষাটিকো জলাঞ্জলি দিছো।

সিদিনা মহাত্মা গান্ধীয়ে কোৱাৰ দৰে, ইংৰাজী ভাষাত আধে-ফুটুৱাব পাৰিলেই ভাৰতীয় ডেকা এজনে যেনেকৈ শিক্ষাৰ অভিমানত গজ্জাটোপ হৈ ফুৰে, ব্যাকৰণৰ শ্ৰাদ্ধ কৰি হিন্দী-বঙ্গলা মিহলাই বঙলা আৰ্য্যাৰে লিখিব বা ক'ব পাৰিলেই আমাৰ ভালেমান নবীন ডেকা

দেশোদ্ধাৰকে সাৰ্বজনীন প্ৰেম প্ৰতিষ্ঠা কৰিলো বুলি ভাবে। এই নবীন ডেকাসকলৰ সৰহ ভাগেই পৰিছে, মৌ-পিয়াৰ দৰে কচিয়াৰ আদৰ্শ বিচাৰি হাবাথুৰি খাই যুৱাসকলৰ শ্ৰেণীত।

সভা-সমিতিত দিয়া তেওঁলোকৰ বক্তৃতা, প্ৰবন্ধপাতিত লেখা তেওঁলোকৰ ভাষাৰ ঠাঁচ, কথা-বতৰা কোৱাত তেওঁলোকৰ ধৰণ-কৰণ এইবোৰ দেখিলে, এনে কোন মাইকীৰ পো আছে যি তেওঁলোকক বঙালী অনুকৰণত অনুন্নত বুলি নকৈ পাৰিব ? তাৰ দৃষ্টান্ত আমাৰ হাততে। বিশ্বজগতৰ নতুন ভাবৰ ধাৰা আহিব লাগিছে, যাব লাগিছে, সেইবোৰক বঙলা ছাকনীৰে ছেকি আমাৰ মাজত বিলালে হে হয়; অসমীয়া ভাষাৰ অমৃত কুণ্ডত স্নান কৰোৱাই অমৃতময়ী কৰি বিলালে নহয় জানো। অসমীয়া পটন্তৰ, অসমীয়া যোজোনা, অসমীয়া খণ্ডবাক্য, অসমীয়া সামৰিক শব্দাৱলী, অসমীয়া ৰেহৰূপৰ বাক্য অলঙ্কাৰেৰে সেইবোৰ সজাই-পৰাই উলিয়ালে চিন্তাৰাশি প্ৰচাৰত বিঘাট ঘটে নে কি ? আজি শতকৰা ৯০ জন ছাত্ৰই 'লাহ বিলাহ' বা 'তেল টেঙা' ভাল নেপায়, ভাল পায় 'প্ৰসাধন'হে। কোৰে কাটি গ্ৰহ্নী চপোৱা বুলিলে চহা হয়। 'খাল কাটি কুম্ভীৰ ডাকা' বুলিলে সাৰ্বজনীন হয়। আমাক জীৱনী শক্তি দিওতা গাৱঁলীয়া জীৱন তেওঁলোকৰ মানত নৰকৰ কুণ্ড, বোলছবিত লীলাখেলা দেখুৱা লীলাময়ী অলীক ৰাজ্যখন হ'লে স্বৰ্গপুৰী। দেশৰ মাতৃভাষাৰ সম্পদখিনি বেয়া হ'লে তাক চাঁচি, চুৰুকি চিকণাই নলৈ, হেলাৰঙে লোকৰ ভাল বস্তু এটি আত্মসাৎ কৰিবলৈ কোৱাটো যে নীচ লোকৰ কাম তাক বুজিবলৈ তেওঁলোক এতিয়াও ঢেকৰা-ঠাৰি হৈয়ে আছে।

এইসকলে মাতৃভাষাৰে সাহিত্য প্ৰচাৰ কৰা দূৰে থাওক, বিদেশীৰ আগত মুখৰ মাতষাৰ মাতিবলৈকে কেৰেলুৱাৰ দৰে কোঁচ খাই যায়। এওঁলোকৰ পৰা অনুগ্ৰহত, ভাষাই যেতিয়া টাঙ্গি-টোপোলা বান্ধি যমদূৱাৰৰ ফালে গতি কৰিবলৈ ওলাইছে, অসমৰ হাট-বজাৰ, দোকান-পোহাৰ, চিনেমা-থিয়েটাৰ, অফিচ কাছাৰীত অসমীয়া ভাষা বিচাৰিলে পৰ্বতত কাছ কণী বিচৰাহে হ'ব। গতিকে লেখাকে লেখি, পিহাকে পিহি, কোৱাকে কৈ উপস্থিত কৰ্তব্যৰ বিষয়ে দোহাৰিবৰ দৰ্কাৰ নাই। অসমীয়াৰ হৃত গৌৰৱ উদ্ধাৰ কৰিবলৈ হ'লে, কি কৰিব লাগিব সেই কথা ফৰিংফুটা জোনাকৰ দৰে ফটফটীয়াকৈ ওলাই আছে — হেজাৰ 'ব্লেক আউট' হওক, তাৰ মাজেদি সেই চিঞাৰ ওলাবই ওলাব।

ফেঁচু বজা হ'ল, তেলীয়াসাবেজে নখ চিকুণাই থাকোতেই বিনে গুটিয়ে দেশ জুৰি পৰিলহি, আমি আদৰ্শবাদত মুগ্ধ হৈ থাকোতেই, অভ্যাসগতেই বল্ললেপ হলহি গুৰিতে ঠাই কুৰুকি সোমাবলৈ দিয়া যাবেই। গতিকেই, নতুন যুগৰ নতুন পাতনত অসমীয়া বুলি মূল জিলিকাবলৈ হ'লে, অতীত ইতিহাসৰ পুনৰ অভিনয় কৰিব লাগিব। অসমীয়াৰ অস্তিত্ব জীয়াই ৰাখিবলৈ অসমীয়াৰ তেজেৰে বৰ নৈ বোৱাব লাগিব।"[১৩]

সম্পাদকীয় প্ৰবন্ধৰ উপৰি 'তৰুণ অসম'ৰ একাধিক সংখ্যাৰ অন্যান্য ৰচনাত কাকতখনৰ যে বাংলা ভাষা আৰু বঙালী সম্প্ৰদায়ৰ প্ৰতি এক বিৰূপ মনোভাব আছিল তাৰ উমান পোৱা যায়। আন কথাত ক'বলৈ গ'লে কাকতখনে অসম আৰু অসমীয়াৰ স্বাৰ্থক সৰ্বাধিক গুৰুত্ব আৰু প্ৰাধান্য দিছিল। বঙলা ভাষা-সংস্কৃতিৰ প্ৰাদুৰ্ভাৱ বা আন যি কাৰণতেই নহওক অসম আৰু অসমীয়াৰ স্বাৰ্থ ক্ষুন্ন হ'ব পৰা যিকোনো কাৰ্যকে 'তৰুণ অসমে' সমৰ্থন কৰা নাছিল। কাকতখনে কেইবাবাৰো অসমৰ শিক্ষানুষ্ঠানসমূহৰ পৰা বাংলা ভাষাৰ অপসৰণৰো দাবী কৰিছিল। 'তৰুণ অসম'ৰ ১৯৪১ চনৰ ৯ নৱেম্বৰ সংখ্যাত প্ৰকাশিত 'অসমীয়া শিকোৱাৰ ব্যৱস্থা কৰক' শীৰ্ষক এটা বাতৰি আছিল এনে, "গোঁসাইগাওঁ থানাৰ পশ্চিম চুকত হাবাপুটা মিছনত ছোৱালীৰ বাবে এখন মজলীয়া এম-ই স্কুল আছে। অৱশ্যে চহৰ নগৰত গৈ উচ্চ শিক্ষা লাভ কৰিব নোৱাৰা দুখীয়া ৰাইজৰ ছোৱালী সকলৰ শিক্ষা বিস্তাৰৰ কাৰণে সুযোগ কৰি দিয়াত মিছনৰ কৰ্তৃপক্ষৰ ওচৰত আমি কৃতজ্ঞ। কিন্তু বৰ দুখৰ বিষয় স্কুলত বঙালী ভাষা চলোৱাত বহুত দিনৰ পৰা স্থানীয় অসমীয়া ছোৱালী বিলাকে বহুত অসুবিধা ভুগি আহিছে। আৰু ভৱিষ্যততো ভুগিবও। বঙালী ভাষাৰ প্ৰচলনত অসমীয়া ছোৱালী শিক্ষাৰ অসুবিধা দেখি শুনিও অসমৰ স্কুল কৰ্তৃপক্ষই একো প্ৰতিকাৰৰ ব্যৱস্থা নকৰা দেখি আমি ৰাইজে বৰ আচৰিত মানিছো। অসমৰ সন্ততি হৈ অসমীয়া ভাষী অপমান। আশা কৰো যাতে উপৰুক্ত স্কুলত অনতি বিলম্বে অসমীয়া ভাষাৰ কাৰণে সুকীয়া ব্যৱস্থা কৰি বা একেবাৰে বঙালী ভাষা উঠাই অসমীয়া বাহন কৰি অসম গৱৰ্ণমেণ্টে ৰাজ্যৰ উপকাৰ সাধন কৰে।'[১৪]

এই প্ৰসংগতে কাকতখনৰ ১৯৪০ চনৰ ১৭ মাৰ্চ সংখ্যাত প্ৰকাশিত এটি ৰচনাৰো কিছু অংশ যোগ দিব পাৰি। 'তৰুণ অসম'ৰ সম্পাদকীয় প্ৰবন্ধৰ লগতে 'কথা প্ৰসংগ' শিতানত প্ৰকাশিত এইটো ৰচনা আছিল এনে, "বংগদেশৰ শিলুৱা ষ্টেচনৰ ওচৰত মহাত্মা গান্ধীৰ গালৈ বাবু সুভাষ চন্দ্ৰ বসুৰ দেশৰ এজন মানুহে জোতা এপাট

ফৰ্মুটি মাৰি পঠিয়াইছিল। বঙালীৰ মানত সুভাষ বাবুৱেই ভাৰতৰ একমাত্ৰ নেতা, তেওঁৰ বাহিৰে ভাৰতৰ আৰু গণ্টিৰ মানুহ নাই। এই বাতৰি বিজুলীসঞ্চাৰে যেই ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে প্ৰচাৰিত হ'ল সেই কেউফালৰ পৰা অতিথি সংকাৰৰ বঙালী নমুনাৰ বিষয়ে কথন মথন হ'বলৈ ধৰিলে,— হয়হে কানি মুনি বাই মোৰ গাত দোষ নাই বুলি বংগৰ গঙ্গাটোপ বাবু শৰৎ চন্দ্ৰ বসুৱে মহাত্মাজীৰ ওচৰত শৰণে পশিছেগৈ তথাপি মানুহৰ গাৱনি মাৰ নিয়াব পৰা নাই — "সেৱকে কৰে অপকাৰ। স্বামীক পাৱে অপযশে তাৰ।"

"মহাত্মাজীৰ গালৈ জোতা দলিয়াই বঙালীয়ে জগত বৰেণ্য নেতাক যি ৰূপে আদৰ অভ্যাৰ্থনা জনালে ঝাজ্ৰিবাসী সকলেও ঠিক তাৰ বিপৰীতে সিদিনা বঙ্গনেতা বাবু সুভাষ বসুক অভিনন্দন দিলে। অলপতে সুভাষ বাবু গৈছিল ঝাজ্ৰিলৈ। তেওঁক সম্বৰ্দ্ধনা জনাবৰ নিমিত্তে এখন ৰাজহুৱা সভা পতা হ'ল। অভ্যাৰ্থনা সমিতিৰ সভাপতিয়ে জয়ে জয়ে আৰম্ভ কৰিলে। "মহাত্মাজীৰ গালৈ জোতা দলিওৱাৰ বাবে আপুনি আজি শুদা ভৰিৰে সেৱা গাঁৱলৈ গৈ মহাত্মাজীৰ ওচৰত আজি আপোনাৰ দেশবাসীৰ হৈ পাপৰ প্ৰায়শ্চিত্ত কৰি আহকগৈ। আপোনাক মান কৰিছো বুলি আপুনি নেভাবিব যে আমি মহাত্মা গান্ধী বা কংগ্ৰেছক উলাই কৰিছো। এনে স্পষ্ট মিষ্ট সম্ভাষণ বঙ্গবৰেণ্য বাবু সুভাষ চন্দ্ৰ বসুৱে কোন কাহানিকৈ বিস্মৃত গৰ্ভত বিলীন নিয়াব পাৰিব ? ঝাজ্ৰিৰ ওচৰৰে গাওঁ এখনত সুভাষ বসুক চাবলৈ দৰ্শকৰ উদুলি-মুদুলি লাগিছিল। হোজা গাৱঁলীয়া এজনক মটৰত সভালৈ নিওঁ বুলিলতো নগ'ল। সি মাত্ৰ ইয়াকেহে ক'লে "মই গান্ধীৰ ছেলাজনক দেখিলো।" এই দৃশ্যৰ লগত বংগদেশৰ জোতা দলিওৱা দৃশ্যটো খন্তেকমান তুলনা কৰি চাওক। বঙালী-অবঙালীৰ অতিথি সংকাৰৰ নমুনা কিমানৰ প্ৰভেদ।"[১৫]

'তৰুণ অসম'ৰ প্ৰথম বছৰ ২৪ শ সংখ্যাত (১৪ জানুৱাৰী, ১৯৪০) 'ওলগ' নামৰ এটি কবিতা সম্পাদকীয় স্তম্ভত প্ৰকাশ হৈছিল। ভোগালী বিহুৰ ওলগ জনাই সম্পাদকীয় স্তম্ভত এনেদৰে কবিতা প্ৰকাশ কৰা পৰম্পৰা সমসাময়িক অসমৰ আন বাতৰিকাকতত চকুত নপৰে।

সম্পাদকীয় আৰু অন্যান্য প্ৰবন্ধৰ দৰে বাতৰি আদি প্ৰকাশতো 'তৰুণ অসমে' স্বকীয় বৈশিষ্ট্য প্ৰদৰ্শন কৰিছিল। কাকতখনৰ প্ৰথম বছৰ ২৯ শ সংখ্যাত (২৫ ফেব্ৰুৱাৰী, ১৯৪০) প্ৰকাশিত তেনে এটা বাতৰি আছিল অতিশয় তাৎপৰ্যপূৰ্ণ আৰু সাম্প্ৰতিক কালতো অতি প্ৰাসংগিক। 'অসমীয়া জাতি ধ্বংস পাবলৈ আৰু ২০ বছৰহে আছে' বুলি উল্লেখ কৰি হাতত কোৰ লৈ থকা পমুৱা মুছলমান একোজনক লেখ চিত্ৰৰ আকাৰত সজাই কেনেদৰে বছৰি অসমলৈ বিদেশী প্ৰব্ৰজন ঘটিছে তাক পৰিসংখ্যাৰে কাকতখনে দেখুৱাইছিল। লেখ চিত্ৰৰ পৰা পৰিসংখ্যা অনুযায়ী ১৯১১ চনৰ পৰা ১৯৩১ চনলৈ, এই কুৰি বছৰত অসমত বিদেশীৰ সংখ্যা বৃদ্ধি পাইছিল এনেদৰে :

| চন / জিলা | গোৱালপাৰা | কামৰূপ | নগাওঁ |
|---|---|---|---|
| ১৯১১ | ৩০,০০০ | — | — |
| ১৯২১ | ৭০,০০০ | ২৮,০০০ | ৫০,০০০ |
| ১৯৩১ | ৮০,০০০ | ৯০,০০০ | ১,০০,০০০ |

লেখ চিত্ৰটিৰ লগতে অসমৰ ভৱিষ্যৎ সম্পৰ্কে সন্দিহান হৈ চি এছ মুলান আৰু ১৯৩১ চনৰ লোকপিয়লৰ প্ৰতিবেদনৰ উল্লেখেৰে কাকতখনে লিখিছিল, "এতিয়াও পমুৱাৰ কাৰণে দৰং লক্ষীমপুৰৰ মাটি মুকলি আছে। (Wheresoever the carcase, there will the vultures be gathered together। শ দেখিলেই জাকে জাকে শগুণ পৰে।)"

"পতিত মাটি দেখিলেই (কাকতী ফৰিঙৰ দৰে) মৈমনছিঙীয়া জাকি মাৰি পৰেহি। ছৰ্কাৰী ৰাজহ ভড়ালৰ একো ক্ষতি হ'বলৈ নিদিয়াকৈ, ছৰ্কাৰী কৰ্মচাৰীক আমনি নিদিয়াকৈ বংগদেশৰ পৰা ৫০ লাখ মানুহ আহি অসম উপত্যকাত বহিছেহি। পঙ্গপাৰ লানিৰ দৰে মৈমনছিঙীয়া আহিবই লাগিছে।"

"১৯২১ চনতে পমুৱাবিলাকে গুৱালপাৰাত খুটি পুতিলেহি। তাৰ পিছত তেওঁবিলাকে জয় কৰিলে নগাওঁ। বৰপেটা আৰু দৰং জিলাও আধা-আধি অধিকাৰ কৰিছে। ৪০ বছৰৰ আগেয়ে নগাওঁ জিলাত (অসমীয়া) মুছলমান আছিল মুঠ জনসংখ্যাৰ শতকৰা ৪.১। কিন্তু ১৯৩১ চনত (অসমীয়া-বঙালী মিলাই) হ'লগৈ শতকৰা ৩১.৬ জন।" — মি. চি এছ মুলান, ১১ জুলাই, ১৯৩২ চন।

"১৯২১ চনৰ পৰা ১৯৩১ চনলৈকে দৰং জিলাখনত বংগদেশৰ হিন্দু মুছলমানেই ভৰি পৰিলহি। অসমীয়াই খেতি-বাতি বহলাবলৈ আৰু ভাত মাই নাইকিয়া হ'ল।"

"পমুৱা মানুহৰ সংখ্যা দিনক দিনে ইমান বাঢ়িছে যে আৰু ত্ৰিছ বছৰৰ পিছত অসমীয়াৰ ঘৰ বুলিবলৈ অকল শিৱসাগৰখনহে থাকিবগৈ। — ১৯৩১ চনৰ মানুহ পিয়লৰ ৰিপৰ্ট।"

কাকতখনৰ এনে শংকিত ভৱিষ্যংবাণী কিমান শুদ্ধ আৰু সময়োপযোগী আছিল তাক সাম্প্ৰতিক অসমৰ লগত তুলনা কৰিলেই ওলাই পৰে।

বা-বাতৰি, প্ৰবন্ধৰ উপৰি কাকতখনত সময়ে সময়ে টংকেশ্বৰ বৰুৱা, অম্বেশ্বৰ চেতিয়াফুকন, বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা আদিৰ কবিতাও প্ৰকাশ হৈছিল। কাকতখনৰ স্বত্বাধিকাৰী নন্দেশ্বৰ চক্ৰৱৰ্তীও কাব্যৰসিক আছিল আৰু তেৱেঁই 'তৰুণ অসম'ত কবিতা প্ৰকাশৰ পোষকতা কৰিছিল।

পূৰ্বতে উল্লেখ কৰি অহা হৈছে যে 'তৰুণ অসমে' পোনপটীয়াকৈ চৰকাৰৰ বিৰোধিতা কৰা নাছিল। কাকতখনৰ স্বত্বাধিকাৰী নন্দেশ্বৰ চক্ৰৱৰ্তীৰ প্ৰতিও চৰকাৰৰ বিৰূপ মনোভাব নাছিল যেন লাগে। চক্ৰৱৰ্তীয়ে নিজেও চৰকাৰৰ লগত এক সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক ৰক্ষা কৰি চলিবলৈ চেষ্টা কৰিছিল। তদুপৰি তেওঁ আছিল অপৰিমিতিভাৱে দূৰদৰ্শী, বিচক্ষণ ব্যৱসায়ী। ব্যৱসায়িক স্বাৰ্থতেই তেওঁ তৎকালীন ছাদুল্লা চৰকাৰক সমৰ্থন কৰিছিল আৰু চৰকাৰৰ পৰা দুশখন 'তৰুণ অসম'ৰ বৰঙণি আদায় কৰিছিল। সেই সময়তে (১৯৩৯) ডিব্ৰুগড়ৰ পৰা ইংৰাজী 'আছাম ট্ৰিবিউন' কাকত প্ৰকাশ হৈছিল। স্বাভাৱিকতে এখন অসমীয়া সাপ্তাহিকৰো খোপনি পুতিবলৈ ডিব্ৰুগড়ত যথেষ্ট সুবিধা আছিল। কিন্তু 'তৰুণ অসমে' সেই সুবিধা গ্ৰহণ কৰিব নোৱাৰিলে। কাকতখনৰ আয়ুকাল দীঘলীয়া নহ'ল। ১৯৩৯ চনৰ জুলাইৰ পৰা ১৯৪২ চনৰ জুন মাহলৈকে প্ৰায় তিনি বছৰ চলাৰ পিছত 'তৰুণ অসম' নিথৰ হয়। যুদ্ধৰ সময়ত হোৱা অনাটনৰ বাবে কাকতখন বন্ধ হোৱা বুলি[৭] কোৱা হৈছিল যদিও 'তৰুণ অসম'ৰ প্ৰকাশ বন্ধ হোৱাৰ নেপথ্যত একাধিক কাৰকে ক্ৰিয়া কৰিছিল। এইবোৰৰ সংমিশ্ৰিত আৰু সামূহিক ফলশ্ৰুতিতেই 'তৰুণ অসম'ৰ প্ৰকাশ চিৰদিনলৈ বন্ধ হৈ গ'ল।

সামগ্ৰিকভাৱে বিশ্লেষণ কৰি চালে নিম্নোক্ত কাৰককেইটাকে 'তৰুণ অসম'ৰ অকাল স্মৰণৰ বাবে জগৰীয়া যেন আমাৰ বোধ হয়:

(১) কাকতখনৰ স্বত্বাধিকাৰী নন্দেশ্বৰ চক্ৰৱৰ্তীয়ে একাধিক ব্যৱসায় সাঙুৰি লোৱাত কাকতখনৰ ব্যৱসায়িক আৰু প্ৰশাসনিক দিশটোৰ প্ৰতি যথোচিত মনোযোগ আৰু গুৰুত্ব দিব পৰা নাছিল।

(২) সম্পাদক বেণুধৰ শৰ্মায়ো কাকতখনত ভাষাৰ দিশটোৰ প্ৰতি যিমান চকু দিছিল বৰ্ণাশুদ্ধি, ছপা আদিৰ প্ৰতি সিমান চকু দিয়া নাছিল যেন বোধ হয়। ফলত কাকতখনৰ প্ৰতিটো সংখ্যাতে বহু বৰ্ণাশুদ্ধি ৰৈ গৈছিল, যাৰ বাবে কাকতখন পাঠক সমাজৰ মাজত আশানুৰূপভাৱে জনপ্ৰিয় হ'ব পৰা নাছিল।

(৩) কাকতখনৰ ব্যৱসায়িক আৰু প্ৰশাসনিক দিশটো কিছু দুৰ্বল হোৱা হেতুকে কাকতখনৰ এজেণ্ট, পৰিবেশক আদিয়ে নিয়মীয়াকৈ কাকতৰ ধন আদায় দিয়াত হেমাহি কৰিবলৈ সুবিধা পাইছিল। ফলত কাকতখনৰ অৰ্থনৈতিক দিশটো ক্ৰমশঃ দুৰ্বল হৈ পৰিছিল।

(৪) কাকতখনে গ্ৰহণ কৰা নীতিও সকলোৱে গ্ৰহণ কৰিব পৰা নাছিল। সেই বাবে পৰ্যাপ্ত ক্ৰেতা-পঢ়ুৱৈৰ অভাৱত কাকতখনে লাভৰ মুখ দেখা নাছিল।

(৫) এখন সাপ্তাহিক কাকত স্বচ্ছলভাৱে চলিবলৈ যি ধৰণৰ পৰিবেশ আৰু পঢ়ুৱৈৰ প্ৰয়োজন, তৎকালীন অসমত সেই পৰিবেশ গঢ় লৈ উঠা নাছিল।

(৬) ঘৰুৱা ভাব-ভাষা, ফকৰা-যোজনা আদিৰ প্ৰয়োগেৰে কাকতখনে এক নতুনত্ব অনাৰ প্ৰয়াস কৰিলেও বাতৰি আদিৰ সম্পাদনাৰ ক্ৰটি, ছপাৰ ভুল আদিৰ বাবে কাকতখন পঢ়ুৱৈ সমাজে আশানুৰূপভাৱে আদৰি লোৱা নাছিল।

(৭) সেই সময়ত (এতিয়াও) কাকত কিনি পঢ়া পঢ়ুৱৈৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা আছিল। ফলত কাকতখনৰ মূলধন ঘূৰি অহাতকৈ লোকচান হৈছিল বেছি।

(৮) সেই সময়তে আৰম্ভ হৈছিল দ্বিতীয় মহাসমৰ। যুদ্ধৰ সময় হোৱা বাবে কাকত ছপাবলৈ প্ৰয়োজন হোৱা কাগজৰ (নিউজ প্ৰিণ্ট) নাটনিয়ে 'তৰুণ অসম'ৰ নিয়মীয়া প্ৰকাশত বাধা জন্মাইছিল।

(৯) সৰ্বোপৰি কাকতখনৰ স্বত্বাধিকাৰী আৰু সম্পাদকৰ মতবিৰোধ 'তৰুণ অসম'ৰ অকাল মৃত্যুৰ ঘাই কাৰণ যেন আমাৰ বোধ হয়। এই বিষয়ে সম্পাদক বেণুধৰ শৰ্মাই তেওঁৰ আত্মজীৱনীত লিখিছে, " 'তৰুণ অসম'ৰ নীতি আছিল ছাদুল্লা গৱৰ্ণমেণ্টৰ নীতি। সেই নীতিৰ লগত মই আছিলো তেল-পানী — গতিকেই প্ৰতিষ্ঠাপকৰ নীতি-নিৰ্দেশ মানি চলিব নোৱৰাত, প্ৰায়েই ঠেক পোৱা হৈছিল। ফৌজদাৰী দণ্ডবিধি আইনৰ কবলত পৰি দণ্ডিত হোৱাতকৈও মালিকী স্বত্বাধীন কাকত চলোৱাৰ বিপৰ্যয় আছিল বেচি গুৰুতৰ। 'তৰুণ অসম'ত থাকোতে মই নামতহে সম্পাদক। চক্ৰৱৰ্তীৰ হাকবচন আৰু নিৰ্দেশ মতেই প্ৰবন্ধ লেখিব লাগে। তেতিয়া ছাদুল্লা গৱৰ্ণমেণ্ট। ছাদুল্লাক সন্তোষ দি চক্ৰৱৰ্তীয়ে কেনেকৈ দিষ্টিলেৰী [মদৰ ভাতী]টো ল'ব পাৰে তাৰহে কেৱল চিন্তা। ...চক্ৰৱৰ্তীয়ে ছাদুল্লা মন্ত্ৰীসভাক সমৰ্থন কৰিছিল। ...চক্ৰৱৰ্তীয়ে সদায় মোক দোষ ধৰে — কাগজখন মই নেচাও বুলি। মই

লিখিপঢ়ি বাতৰিবোৰ চাইচিতি দিয়াটোৱেই মোৰ কাম। সেই কাম অন্ত হ'লেই প্ৰেছত বোন্দাপৰ দি থকাৰ সকাম কি ? কাগজত প্ৰায়েই বৰ্ণ বিন্যাসৰ ভুল থাকে। শুধৰাই দিলেও কম্পজিটৰে শুদ্ধ নকৰে বা কৰিব নোৱাৰে। চক্ৰৱৰ্তীয়ে এদিন ভুল দুটামানলৈ আঙুলিয়াই দি মোক খেচ্ খেচ্ কৰি ধৰিলে — "আপুনি একোকে নেচায়। বাৰেপাচি ভুলে সৈতে কাগজ ওলালে কাগজ কি চলিব ? আপোনাক মিছাকৈয়ে সম্পাদক ৰাখিছো।" মই ক'লো, "আপুনি দেখৰমানে অপদাৰ্থ কম্পজিটৰ ৰাখিছে, সিহঁতৰ পৰা কি ভাল কাম হ'ব ? দৰ্মহা [দৰমহা] সৰহকৈ দি ভাল কাম জনা মানুহ ৰাখিলেহে কাম ভাল হয়।" ...সেই দিনাৰ পৰাই আমাৰ ভিতৰত এক প্ৰকাৰ কুমাৰি ভাব সোমাল। ইপিনে জাৰ্মান যুদ্ধ আহিছে খৰতৰ বেগে। চৰ্কাৰেও ৰণুৱা চিপাহীক মদ খুৱাবলৈ মদ যোগাবলগীয়া হ'ল। সেইদেখি অতি সোনকালেই ছাদুল্লায়ো নন্দেশ্বৰ চক্ৰৱৰ্তীক মদাৰখাটতে মদৰ ভাতী খুলিবলৈ আইন মতে চুক্তিপত্ৰ সম্পাদন কৰিলে। 'তৰুণ অসমো' যুদ্ধৰ অনাতন বুলি বন্ধ কৰা হ'ল।"[১৭]

ছপাৰ ভুল, সম্পাদনাৰ ত্ৰুটি, প্ৰশাসনিক আসোঁৱাহ আদি নানান দুৰ্বলতা-সীমাবদ্ধতা সত্ত্বেও এটা কথা স্বীকাৰ কৰিব লাগিব যে পৰাধীন অসমত, বাংলা ভাষাৰ আধিপত্যৰ দিনত প্ৰায় অকলশৰীয়াকৈ নিজস্ব বিশ্বাস আৰু পদ্ধতিৰে অসমীয়া ভাষাৰ সমৃদ্ধিৰ বাবে কাকতখনে যি প্ৰচেষ্টা বা পৰীক্ষা চলালে, তাৰ বাবেই 'তৰুণ অসম' স্মৰণীয় আৰু অমৰ। অনেকবোৰ দোষ-দুৰ্বলতায়ো অসমীয়া ভাষাৰ সমৃদ্ধিত কাকতখনৰ অৱদান আৰু ঐতিহাসিক গুৰুত্ব কোনোটোকে মলচিব নোৱাৰে। পৰিস্থিতিৰ তাড়নাত আদবাটতে কাকতখনৰ যাত্ৰাৰ ওৰ নপৰা হ'লে অসমৰ সংবাদপত্ৰৰ ইতিহাসত আমি আৰু এক উজ্জ্বল অধ্যায় লাভ কৰিলোহেঁতেন; অসমীয়া সংবাদপত্ৰৰ ভাষা, বৰ্ণ-বিন্যাসৰ ক্ষেত্ৰত থকা অনেক গুৰুতৰ ত্ৰুটি-বিচ্যুতিবো বেহা লাগিলহেঁতেন।

'তৰুণ অসম' আৰু ইয়াৰ সমসাময়িক সময়ছোৱা আছিল অসমৰ সংবাদসেৱাৰ আত্মপ্ৰতিষ্ঠা আৰু বিস্তাৰৰ যুগ। অসমৰ সংবাদ সেৱাৰ এই উত্তৰণমুখী যাত্ৰাত কাকতখনৰ তেনে কোনো বিশেষ অৱিহণা নাই যদিও, অসমীয়া ভাষা-সাহিত্য, বিশেষকৈ, সংবাদপত্ৰীয় ভাষাৰ ক্ষেত্ৰলৈ যে কাকতখনে এক অনুপম আৰু অতুলনীয় পৰিৱৰ্তন আনিলে তাত সন্দেহ নাই। কাকতখনৰ সম্পাদক বেণুধৰ শৰ্মাৰ অসমীয়া ভাষাত থকা দখল আৰু ভাষাটোৰ সাৰ্থক প্ৰয়োগৰ প্ৰতি থকা আগ্ৰহেই কাকতখনক এই কৃতিত্বৰ দাবীদাৰ কৰি তুলিব পাৰিছিল।

অসমীয়া সংবাদপত্ৰৰ ভাষাগত দিশৰ ক্ষেত্ৰত 'তৰুণ অসমে' এক মঞ্চ প্ৰদান কৰাৰ লগতে তাৰ বৌদ্ধিক নেতৃত্বৰো ভাৰ বহন কৰিছিল। সম্পাদক বেণুধৰ শৰ্মায়ো প্ৰাণৰ শক্তি আৰু সুষমাৰে 'তৰুণ অসম'ৰ জৰিয়তে অসমীয়া ভাষাক, বিশেষকৈ, সংবাদপত্ৰীয় ভাষাৰ প্ৰতিষ্ঠা আৰু বিকাশৰ বাবে প্ৰয়োজনীয় আৰু উপযোগী এক পটভূমি প্ৰদান আৰু প্ৰস্তুত কৰি থৈ গ'ল। এই মহৎ অৱদানৰ বাবে সকলোবোৰ দোষ-ত্ৰুটি, দুৰ্বলতা-সীমাবদ্ধতা সত্ত্বেও 'তৰুণ অসম'ক এক প্ৰোজ্জ্বল মহিমাময় মৰ্যাদাপূৰ্ণ আসনত থাপিব পাৰি। ক্ৰান্তিকালৰ অগ্ৰদূত, অসমীয়া সংবাদপত্ৰীয় ভাষা প্ৰতিষ্ঠাৰ অন্যতম বাটকটীয়া 'তৰুণ অসম' অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসত দূৰ আকাশৰ এক নিঃসংগ তৰাৰ দৰে আপোন ৰূপেৰে চিৰদিন যে উজলি থাকিব সি ধ্ৰুৱ। কোনো প্ৰকাৰৰ সন্দেহে ইয়াক মোলান পেলাব নোৱাৰে।

প্ৰসংগ ঃ

(১) উদ্ধৃতি-উৎস : প্ৰফুল্ল চন্দ্ৰ বৰুৱা, অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা, গুৱাহাটী, ১৯৯৩, পৃ. ১৫০।

(২) বেণুধৰ শৰ্মাই তেওঁৰ অসমীয়া বাতৰি কাকতৰ ইতিহাস শীৰ্ষক প্ৰবন্ধত 'তৰুণ অসম'ৰ জন্ম ১৯৩৯ চনৰ ২৯ জুলাই বুলি উল্লেখ কৰিছে। (দ্ৰষ্টব্য : অজিত কুমাৰ শৰ্মা (সম্পাদিত) : বেণুধৰ শৰ্মা ৰচনাৱলী, দ্বিতীয় খণ্ড (দুৱৰীৰ সঁফুৰা), পৃ. ৪৬৮)। আনহাতে তেওঁৰ ৰচনাৱলীৰ প্ৰথম খণ্ড মজিয়াৰ পৰা মেজলৈ গ্ৰন্থত উল্লেখ আছে, "১৯৩৯ চনৰ আগষ্টৰ পৰা ১৯৪২ চনৰ জুন মাহলৈকে (মই) 'তৰুণ অসম'ৰ সম্পাদক আছিলো।" (পৃ. ৫৫৩) সেই একে অধ্যায়তে তেওঁ আৰু লিখিছে, "১৯৩৮ চনৰ ৩১ জুলাই তাৰিখে তৰুণ ফুকন স্বৰ্গী হয়, আৰু ১৯৩৯ চনৰ ৩১ জুলাইত তেওঁৰ বছৰেকীয়া শ্ৰাদ্ধ। সেই শ্ৰাদ্ধৰ দিনাই 'তৰুণ অসম'ৰ জন্ম।" আকৌ বেণুধৰ শৰ্মাৰ জীৱনীকাৰ পণ্ডিত তীৰ্থনাথ শৰ্মাই তেওঁৰ বেণুধৰ শৰ্মা গ্ৰন্থত উল্লেখ কৰিছে, "...বেণু শৰ্মাক মতাই আনি সম্পাদকৰ দায়িত্ব দিলে ১৯৩৯ চনৰ ৩১ জুলাইত।" (পৃ. ১১৮) বেণুধৰ শৰ্মাৰ মজিয়াৰ পৰা মেজলৈ গ্ৰন্থত আৰু উল্লেখ আছে, "তৰুণ কুমাৰ ভট্টাচাৰ্যই দুমাহমান সম্পাদক হৈ কাকত চলোৱাৰ পিছত... মোক প্ৰথমে যুটীয়াকৈ আৰু এমাহৰ পাছতে, সম্পাদকৰ সম্পূৰ্ণ দায়িত্ব দি 'তৰুণ অসম' চলাবলৈ ক'লে।" (পৃ. ৫৫৪) আনহাতে কাকতখনৰ প্ৰথম

**বছৰ ১৯ শ সংখ্যাৰ পৰাহে** (১০ ডিচেম্বৰ, ১৯৩৯) সম্পাদকৰূপে বেণুধৰ **শৰ্মাৰ নাম কাকতখনত প্ৰকাশ হোৱা চকুত পৰে। উল্লিখিত তথ্যকেইটাৰ পৰা** বেণুধৰ শৰ্মা 'তৰুণ অসম'ৰ সম্পাদক হৈ থকাৰ **প্ৰকৃত সময়খিনি ঠাৱৰ কৰা** টান।

(৩) অজিত কুমাৰ শৰ্মা (সম্পা), **বেণুধৰ শৰ্মা ৰচনাৱলী,** দ্বিতীয় খণ্ড (বুৰঞ্জীৰ সঁফুৰা), গুৱাহাটী, ১৯৮৭, পৃ. ৪৬৮-৪৬৯।
(৪) তীৰ্থনাথ শৰ্মা, **বেণুধৰ শৰ্মা,** যোৰহাট, ১৯৮৩, পৃ. ১১৮-১১৯।
(৫) উল্লিখিত গ্ৰন্থ, পৃ. ৫৫৩।
(৬) শীৰ্ষনামাটোৰ প্ৰসংগত ভৰত বৰপূজাৰীয়ে লিখিছে এনেদৰে, "১৯৩৯ চনৰ কথা। তেতিয়া মই নৱম শ্ৰেণীৰ ছাত্ৰ। ককাদেউতা স্বৰ্গীয় নন্দেশ্বৰ চক্ৰৱৰ্তীয়ে (স্বৰ্গীয় নন্দেশ্বৰ চক্ৰৱৰ্তীৰ কাকইদেৱেক স্বৰ্গীয় ৰামেশ্বৰ চক্ৰৱৰ্তীৰ বৰজীয়ৰী মোৰ মা) এদিন মোক ক'লে যে তেওঁ এখন বাতৰিকাকত উলিয়াব। ...কাকতখনৰ নাম হ'ব 'তৰুণ অসম'। 'তৰুণ অসম'ত ছপাবলৈ কাকতখনৰ নামটোৰে মই এটা নামচিত্ৰ আঁকি দিব লাগে। নামচিত্ৰটো কেনেকুৱা হ'ব লাগে তাকো ক'লে। ...মই তিনিটা নে চাৰিটা বেলেগ বেলেগ চিত্ৰ সন্নিলিত নামছবি আঁকি দিলো। এটা বাছি ল'লে আৰু কলিকতাৰ পৰা সেইটোৰে ব্লক কৰাই অনালে আৰু 'তৰুণ অসম'ত ছপালে। (দ্ৰষ্টব্য: 'তৰুণ অসম আৰু বেণুধৰ শৰ্মা', দৈনিক অসম, ২৯ জানুৱাৰী, ১৯৯৪)।
(৭) দ্ৰষ্টব্য: তীৰ্থনাথ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১১৯।
(৮) ১৯৩৭ চনত বেণুধৰ শৰ্মাই ঘৰফলীয়া কংগ্ৰেছ নাম দি এটি ৰাজনৈতিক দলো গঠন কৰিছিল।
(৯) তীৰ্থনাথ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃ ১২৫-১২৬।
(১০) তীৰ্থনাথ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১১৯-১২০।
(১১) দ্ৰষ্টব্য: **মজিয়াৰ পৰা মেজলৈ,** পৃ. ৫৫৪-৫৫৬।
(১২) অতুল চন্দ্ৰ হাজৰিকা (সম্পা.) **অসম সাহিত্য সভাৰ ভাষণাৱলী,** (দ্বিতীয় ভাগ), শিৱসাগৰ, ১৯৫৭, পৃ. ২২৭।
(১৩) দ্ৰষ্টব্য: 'তৰুণ অসম', ৮ মাৰ্চ, ১৯৪২।
(১৪) উদ্ধৃতি-উৎস: প্ৰফুল্ল চন্দ্ৰ বৰুৱা, **অসমৰ বাতৰি কাকত: এটি ৰূপৰেখা,** গুৱাহাটী, ১৯৯৩, পৃ. ২০৭।
(১৫) তীৰ্থনাথ শৰ্মা, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১২৭-১২৮।
(১৬) দ্ৰষ্টব্য: **মজিয়াৰ পৰা মেজলৈ,** পৃ. ৫৫৮।
(১৭) **মজিয়াৰ পৰা মেজলৈ,** পৃ. ৫৫৭-৫৫৮।

# আছাম ট্ৰিবিউন ঃ
# অসমৰ সাংবাদিকতালৈ ঐতিহাসিক অৱদান

**ৰবীন্দ্ৰনাথ বৰুৱা**

"দেশৰ এটা অংশ ছেদ হোৱাৰ পৰা ৰক্ষা কৰাত সহায় কৰা বাবে জাতিটোৱে "দ্য আছাম ট্ৰিবিউন"ৰ প্ৰতি এটা কৃতজ্ঞতাৰ ঋণ শোধ কৰিবলগীয়া আছে।"

এই কথাষাৰ কৈছিল প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে ১৯৮৯ চনৰ ১৮ ছেপ্টেম্বৰত নতুন দিল্লীৰ বিজ্ঞান ভৱনত। উপলক্ষ্য আছিল অসম তথা উত্তৰ ভাৰতৰ প্ৰথম ইংৰাজী দৈনিক বাতৰিকাকতখনৰ সোণালী জয়ন্তী উৎসৱ আৰু উৎসৱত মুখ্য অতিথি আছিল ৰাজীৱ গান্ধী। সেইটো এটা স্মৰণীয় দিন আৰু স্মৰণীয় ঘটনা।

প্ৰধানমন্ত্ৰীয়ে যদিও তেওঁ কৰা প্ৰশংসাৰ ব্যাখ্যা দিয়া নাছিল, এই প্ৰশংসাৰ কাৰণ হ'ল বৃটিছ কেবিনেট মিছনৰ ১৯৪৬ চনৰ ১৬ মে'ৰ গ্ৰুপিং আঁচনিৰ বিৰোধিতা কৰি কাকতখনে অসমত যি প্ৰবল জনমত গঢ়ি তুলিছিল আৰু লগতে তেতিয়াৰ কংগ্ৰেছী নেতা লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ হাত অধিক শক্তিশালী কৰি তুলিছিল তাৰ বাবে অসমক 'চি' গ্ৰুপৰ অন্তৰ্ভুক্ত কৰাৰ যি চক্ৰান্ত চলিছিল সেইটো ব্যৰ্থ হ'ল। সেই সময়ত অসমত এখনো দৈনিক কাগজ নাছিল। চন্দ্ৰকুমাৰ আগৰৱালাৰ দ্বাৰা প্ৰতিষ্ঠিত 'অসমীয়া' আৰু ডিব্ৰুগড়ৰ পৰা ওলোৱা ইংৰাজী সাপ্তাহিক 'আছাম ট্ৰিবিউনে'ই প্ৰধান কাকত আছিল আৰু দুয়োখনেই গ্ৰুপিং আঁচনিৰ তীব্ৰ বিৰোধিতা কৰিছিল। কেবিনেট মিছনৰ প্ৰস্তাৱ মতে 'চি'গ্ৰুপত বঙ্গদেশ, অসম আদি পূব প্ৰান্তৰ অঞ্চলখিনি পৰে। তেতিয়াৰ পূব বঙ্গ, পশ্চিম বঙ্গ, অসম আদি লগ লগালে মুছলমানসকল সংখ্যাগৰিষ্ঠ হয়; গতিকে এই 'চি গ্ৰুপটো'ত মুছলমান সংখ্যাগৰিষ্ঠ হ'লহেঁতেন। এই আঁচনি সেইবাবে অসম তথা অসমীয়া আৰু খিলঞ্জীয়া লোকসকলৰ বাবে মাৰাত্মক হ'লহেঁতেন। বৰদলৈয়ে মহাত্মা গান্ধীক লগ ধৰি অসমলৈ আহিব ধৰা বিপদৰ কথা ক'লে। মহাত্মাই সাহস দি ক'লে, নিজে গ্ৰহণ নকৰিলে আন কোনেও এটা নতুন ব্যৱস্থা জাপি দিব নোৱাৰে। অসমৰ মানুহে মাৰ খাব্বি এই আঁচনিৰ বিৰোধিতা কৰিব লাগিব। মহাত্মাৰ আশিস শিৰত লৈ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছে তীব্ৰ বিৰোধিতা কৰিলে আৰু আছাম ট্ৰিবিউনেও এই বিৰোধিতাত বৰদলৈক তথা কংগ্ৰেছক সমৰ্থন দি জনমত গঢ়াত আৰু অসমৰ বাহিৰৰ লোকক সমস্যাটো বুজিবলৈ সহায় কৰিলে। ইয়াৰ ফলতে গ্ৰুপিং আঁচনি অগ্ৰাহ্য হয় আৰু অসম ভাৰতৰ অঙ্গ হিচাপে ৰৈ গ'ল।

কেৱল যে গ্ৰুপিং আঁচনিৰ বিৰুদ্ধেহে কাকতখনে মাত মাতিছিল, সেই কথা নহয়। অসমৰ প্ৰত্যেকটো সমস্যাতে আছাম ট্ৰিবিউনে এটা বলিষ্ঠ ভূমিকা লৈ আহিছে। স্বাধীনতাৰ আগৰ কালছোৱাত কাকতখনে ছাদুল্লা চৰকাৰৰ ভূমি নীতি আৰু মৈমনসিং ৰংপুৰ আদি জিলাৰ পৰা লোক আনি অসমত বসবাস কৰিবলৈ দিয়া নীতিৰ ঘোৰ বিৰোধিতা কৰিছিল। এই পৰম্পৰা কাকতখনে স্বাধীনতাৰ পাছতো ৰক্ষা কৰি আহিছে আৰু এটা ৰাষ্ট্ৰীয় বহল নীতিৰ পৰিপ্ৰেক্ষিতত অসমৰ বৃহত্তৰ স্বাৰ্থৰ বাবে সকলো সময়তে জনমত গঢ়াত এটা বিশিষ্ট ভূমিকা লৈ আহিছে।

**জন্ম ১৯৩৯ চনত**

আছাম ট্ৰিবিউনৰ জন্ম হয় ১৯৩৯ চনৰ ৪ আগষ্টত। এমাহ নৌ হওঁতেই ১ ছেপ্টেম্বৰত হিটলাৰৰ জাৰ্মেনীয়ে পোলেণ্ড আক্ৰমণ কৰে আৰু তাৰ দুদিন পাছতে অৰ্থাৎ ৩ ছেপ্টেম্বৰত ইংলেণ্ডে জাৰ্মেনী আৰু ইটালিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। লীগ

অব্ নেহৰুৰ অকাল মৃত্যু ঘটিল। আছাম ট্ৰিবিউনৰ প্ৰথম সম্পাদকীয়টোত এই যুদ্ধৰ ভয়াবহতাৰ আশংকা কৰিয়েই হয়তো সম্পাদক লক্ষ্মীনাথ ফুকনে লিখিছিল : "A new Phoenix must arise out of the ashes of the existing coordination among nations with a new message for disturbed humanity. But one cannot help shuddering at the magnitude of the fiery ordeal for which the world is preparing". ["বৰ্তমানে চলি থকা ৰাষ্ট্ৰসমূহৰ মাজৰ সমন্বয়ৰ ভস্মস্তূপৰ পৰা এটা নতুন ফীনিক্স্ আবিৰ্ভাব হৈ অশান্ত মানৱ জাতিৰ বাবে এটা নতুন বাৰ্তা কঢ়িয়াই আনিব লাগিব। কিন্তু বিশ্বই যি এটা জ্বলন্ত অগ্নিপৰীক্ষাৰ বাবে প্ৰস্তুত হ'বলৈ ধৰিছে তাৰ ভয়াবহতাৰ কথা চিন্তা কৰিলে কঁপনি নুঠাকৈ নাথাকে।"]

এই আশংকা যে অমূলক নাছিল তাৰ প্ৰমাণ এমাহৰ ভিতৰতে পোৱা গ'ল। এখন মহাযুদ্ধৰ পাতনি মেলা হ'ল। কোনে জানিছিল এই যুদ্ধই এদিন সমগ্ৰ বিশ্বক আগুৰি ধৰিব? এই যুদ্ধৰ কেৱল ছাঁয়েই নহয়, ইয়াৰ এখন ৰণথলী হৈছিল অসমৰ গাতে লাগি থকা মণিপুৰ আৰু ব্ৰহ্মদেশ। অসমৰ ভিতৰৰে নগা পাহাৰলৈকে আগবাঢ়ি আহিল যুদ্ধৰ বিভীষিকা। এই যুদ্ধত কোনো কোনো লোকৰ বিস্তৰ ক্ষতি হ'ল; কোনো কোনোৱে ইয়াৰ সুযোগ লৈ চহকী হ'ল। যুদ্ধৰ প্ৰায় ছবছৰ কাল আছাম ট্ৰিবিউনে যথেষ্ট কষ্ট স্বীকাৰ কৰি আৰু নানান আহুকাল নেওচি অকল যে তিষ্ঠিয়েই থাকিল এনে নহয়; ই এখন বাছৰুৱনীয়া স্থায়ী বাৰ্তৰিকাকতলৈ পৰিণত হ'ল। অসম তথা উত্তৰ-পূৰ্বাঞ্চলে ট্ৰিবিউনক নিজৰ কাগজ বুলি স্বীকৃতি দিলে। জনপ্ৰিয়তা বঢ়াৰ লগে লগে ইয়াৰ প্ৰতিষ্ঠাপক উদ্যোগী ৰাধাগোবিন্দ বৰুৱাই কাকতখনক সাদিনীয়াৰ পৰা দৈনিকলৈ ৰূপান্তৰ কৰিবলৈ উপায় চিন্তিবলৈ আৰম্ভ কৰিলে।

১৯৩৯ চনত ৰাধাগোবিন্দ বৰুৱাই যেতিয়া ইংৰাজী সাপ্তাহিক এখন খোলাৰ সিদ্ধান্ত লয় তেওঁ দুটা সমস্যাৰ সন্মুখীন হয়। এটা হৈছে কাকতখনৰ নাম কি হ'ব আৰু তাৰ সম্পাদক কোন হ'ব? বৰুৱা নিজে সাংবাদিক নাছিল। কেৱল এটা ছপাশালৰ মালিক হৈ এখন ইংৰাজী কাকত খোলাৰ কথা ৰাধাগোবিন্দৰ নিচিনা এজন উদ্যোগী আৰু সাহসী লোকেহে চিন্তা কৰিব পাৰে। তেওঁৰ দুজন শুভাকাংক্ষী বিপিন বৰগোহাঁই আৰু জীৱন ৰাম ফুকনৰ লগত মাইজান বাগিচাৰ মেনেজাৰ মিঃ ৰয়েলৰ ওচৰ চাপিল আৰু ৰয়েলে আগবঢ়োৱা তিনিটা নামৰ ভিতৰত আছাম ট্ৰিবিউন নামটো ভাল পাই তাকেই বাছি ল'লে। সম্পাদকৰ দায়িত্ব ল'বলৈ মানুহ বিচাৰি পোৱা নাই। বৰুৱাই নিজে আমূল বেজাৰুৰ কথা ভাবিছিল। কেদাৰ নাথ গোস্বামীকো ধৰিছিল। তেওঁ ৰাজী নহ'ল। বিপিন বৰগোহাঁয়ে ক'লে যদি ভাল উপযুক্ত মানুহ বিচাৰিছে তেনেহ'লে লক্ষ্মীনাথ ফুকনক আনক।

লক্ষ্মীনাথ ফুকনে ডিব্ৰুগড়ৰে পৰা প্ৰকাশিত দ্য টাইমছ্ অব্ আছাম কাকতটো কাম কৰিছিল। পিছলৈ সম্পাদকৰ দায়িত্বও বহন কৰিছিল। গুৱাহাটীৰ পৰা প্ৰকাশিত তিনিদিনীয়া অসমীয়াতো চাকৰি কৰিছিল। অসমৰ বাতৰিকাকতত তিক্ততাৰ অভিজ্ঞতা লৈ সাংবাদিকতা জীৱনৰ লক্ষ্য কৰি লৈ তেওঁ কলিকতালৈ গৈ তাত প্ৰথমতে 'ফৰৱাৰ্ড' কাগজত কাম কৰিছিল। পাছত হিন্দুস্থান ষ্টেণ্ডাৰ্ড কাগজত যোগ দিয়েগৈ। বৰগোহাঁয়ে জানিছিল লক্ষ্মীনাথ ফুকন এজন পেশাদাৰী সাংবাদিক আৰু তেওঁ ইতিমধ্যে যথেষ্ট অভিজ্ঞতাও অৰ্জন কৰিছে। ৰাধাগোবিন্দ বৰুৱাই কলিকতালৈ গৈ ফুকন থকা হোটেলত ফুকনৰ লগত কথা হ'ল। কিন্তু বৰুৱাৰ অনুৰোধে ফুকনক টলাব নোৱাৰিলে। তেওঁ কোনোপধ্যেই আহিবলৈ সন্মত নহ'ল। ৰাধাগোবিন্দ বৰুৱা সহজে হাৰমনা বিধৰ মানুহ নহয়। এইবাৰ সোমেশ্বৰ বৰুৱাৰ যোগেদি ফুকনৰ ওপৰত হেঁচা পৰিল। সোমেশ্বৰ বৰুৱা ফুকনৰ পুৰণি বন্ধু আৰু শুভাকাংক্ষী। তেওঁৰ কথা পেলাব নোৱাৰি কলিকতা এৰি ডিব্ৰুগড় পালেহি। ৰাধাগোবিন্দ বৰুৱাৰ ব্যৱসায়িক বুদ্ধি আৰু সাহস আৰু লক্ষ্মীনাথ ফুকনৰ নিঃস্বাৰ্থ সাংবাদিকতাৰ সেৱাৰ বলত আছাম ট্ৰিবিউন সাদিনীয়া ইংৰাজী কাকতখন অতি কম দিনৰ ভিতৰতে জনপ্ৰিয় হৈ উঠিল।

আছাম ট্ৰিবিউনে কম দিনৰ ভিতৰতে প্ৰতিষ্ঠা লাভ কৰাৰ প্ৰধান কাৰণ হ'ল এইখনেই উত্তৰ-পূৰ্বাঞ্চলৰ পৰা প্ৰকাশিত প্ৰথম ব্যৱসায়িক ভিত্তিত পৰিচালনা কৰা বাতৰি-কাকত। ফুকনে কামত যোগ দিয়াৰ আগতে ৰাধাগোবিন্দ বৰুৱাক কৈছিল যথেষ্ট পৰিমাণৰ বিজ্ঞাপন নহ'লে কাগজ চলোৱা মস্কিল হ'ব। সেই বাবে সেই দিশলৈ বৰুৱাই প্ৰথমৰে পৰা চকু দিছিল। নিজেই অত্যন্ত পৰিশ্ৰমী বৰুৱাই আনৰ পৰাও তেনেকৈ পৰিশ্ৰম আদায় কৰিব পাৰিছিল। আনহাতে লক্ষ্মীনাথ ফুকনো এজন কৃতী আৰু একাণপতীয়া সাংবাদিক আৰু তেওঁ আনৰ পৰা তেনে একাগ্ৰতা আৰু কৰ্তব্য পৰায়ণতা আশা কৰিছিল। কাগজখনত কিবা ভুল-ত্ৰুটি থাকিলে যি জনৰ বাবে তেনে হৈছিল তেওঁ সহজে সাৰি যাব নোৱাৰিছিল। ৰাধাগোবিন্দ বৰুৱা আৰু লক্ষ্মীনাথ ফুকন— এই দুটা নাম অসমৰ

বাতৰিকাকত উদ্যোগৰ বাটকটীয়া হিচাপে চিৰস্মৰণীয় হৈ ৰ'ব। ফুকন এজন নিষ্ঠাবান সাংবাদিক আছিল আৰু তেওঁ কাকতখন পৰিপাটিকৈ ভুল-ত্ৰুটি নথকাকৈ প্ৰকাশ কৰাত মনে-প্ৰাণে বিশ্বাস কৰিছিল। বহু সময়ত নিজেই প্ৰুফ্ চাইছিল যাতে বানান বা ছপাৰ ভুল নাথাকে। সকলো খুটি-নাটি চাওঁতে কেতিয়াবা কাগজ ওলাওঁতে পলম হৈ যায়। ফুকনৰ মতে "ভাল কাকত এখন কাকতেই নহয়, ই এটা ৱৰ্ক অব্ আৰ্ট", অৰ্থাৎ এটা খনিকৰী বস্তু। তেওঁ

অসমৰ বাতৰিকাকতৰ ইতিহাসত যি "প্ৰফেছনেল এপ্ৰছ্" এটা আনি দিলে সি বাতৰিকাকতক এটা উদ্যোগত পৰিণত কৰাৰ উপৰিও সাংবাদিকতাক এটা পেশা বা জীৱন ধাৰণৰ উপায়লৈ পৰিৱৰ্তন কৰিলে। এই ক্ষেত্ৰত ৰাধাগোবিন্দ বৰুৱাৰ ভূমিকাও কম নহয়; কিয়নো তেওঁ উপযুক্ত লোকক সৰহ বেতন দি হ'লেও আনি কামত লগাই কাকতখনৰ সৌষ্ঠৱ বঢ়াইছিল। প্ৰথমছোৱাত বৰুৱাই নিজেই বিজ্ঞাপন, চাৰ্কুলেচন আদিৰ কামৰ বাহিৰেও কেতিয়াবা ৰিপ'ৰ্টাৰক গাড়ীত তুলি নিজে গাড়ী চলাই দূৰণিবটীয়া সভা-সমিতিলৈ লৈ গৈছিল।

অসমৰ সাংবাদিকতাৰ লগত জড়িত এই দুজন ব্যক্তিৰ জীৱনধাৰা একেবাৰে সুকীয়া আছিল। বৰুৱা সৰৱ; ফুকন নীৰৱ। বৰুৱা নতুনত্বৰ প্ৰতি আকৰ্ষিত; ফুকন ৰক্ষণশীল মনোভাৱৰ। বৰুৱাৰ সাহ শাৰীৰিক আৰু বিত্তীয় অৰ্থাৎ তেওঁ ৰিস্ক্ ল'বলৈ ভাল পাইছিল; ফুকনৰ সাহ আছিল কলমৰ আগত আৰু তেওঁৰ আদৰ্শক ভিত্তি কৰি। বৰুৱাই সকলোৰে পৰামৰ্শ আওকাণ কৰি নিজেই সকলো দায়িত্ব লৈ আৰু লোকচান হ'লে নিজৰ পৰাই খৰছ দিব বুলি কৈ গুৱাহাটীলৈ দাৰা সিঙৰ দলৰ ফ্ৰী ষ্টাইল ৰেষ্টলিং আমন্ত্ৰণ কৰি আনিছিল আৰু যথেষ্ট লাভ কৰি ষ্টেডিয়াম নিৰ্মাণৰ কামত ব্যৱহাৰ কৰিছিল। ফুকনে এবাৰ এজন মুখ্যমন্ত্ৰীৰ নিমন্ত্ৰণ ক্ৰমে ভাত এসাজ খাবলৈ গৈ কোনোবাই চৰকাৰৰ প্ৰতি কাকতখনৰ সমৰ্থন বিচৰাৰ কথা উলিওৱা বাবে ভাতৰ পাতৰ পৰাই উঠি আহিবলৈ ওলাইছিল। ফুকন কোনো ৰাজনৈতিক দল বা চৰকাৰৰ সমৰ্থক নাছিল আৰু সেই বাবে আছাম ট্ৰিবিউনখনক এখন নিৰপেক্ষ কাগজ হিচাপে গঢ়ি তুলিব পাৰিছিল। বৰুৱা আৰু ফুকন দুয়ো দুয়োকে সমানে চেনেহ আৰু সম্মান কৰিছিল। বৰুৱাই ফুকনৰ সাংবাদিকতাৰ প্ৰতি সম্মান কৰিছিল আৰু ফুকনে বৰুৱাৰ ব্যৱসায়িক বুদ্ধি আৰু কৰ্ম-কুশলতাক সম্মান কৰিছিল। এই দুই ব্যক্তিৰ যুগ্মতাই আছিল আছাম ট্ৰিবিউনৰ শক্তি আৰু সামৰ্থ্যৰ ভেটি।

## প্ৰথম ইংৰাজী দৈনিক

দ্বিতীয় মহাসমৰৰ ছটা বছৰৰ ভিতৰতে আছাম ট্ৰিবিউন চালুকীয়া অৱস্থাৰ পৰা এটা হৃষ্টপুষ্ট শিশুত পৰিণত হ'ল। ৰাধাগোবিন্দ বৰুৱা এজন উচ্চাভিলাষী লোক আছিল। এখন সাপ্তাহিক কাকত স্থাপন কৰিয়েই ক্ষান্ত হৈ থকা লোক নহয়। ফুকনৰ লগত পৰামৰ্শ কৰিলে। ফুকনে কলিকতাত ইংৰাজী দৈনিক হিন্দুস্থান ষ্টেণ্ডাৰ্ডত কাম কৰি আহিছিল। তেওঁ সুবিধা, অসুবিধাৰ কথা বুজালে। কিন্তু বৰুৱাই কিবা এটা ভাবিলে তাক ৰূপায়ণ কৰিহে এৰিব। তেওঁ বুজিলে যে ইংৰাজী দৈনিক এখন গুৱাহাটীৰ পৰাহে চলিব। ডিব্ৰুগড়ৰ পৰা নহয়। গতিকে কাগজখন গুৱাহাটীলৈ আনিব লাগিব। গোটেই প্ৰেছটোকে গুৱাহাটীলৈ আনিলে। এটা সংখ্যাও বাদ নপৰাকৈ আছাম ট্ৰিবিউন ১৯৪৬ চনৰ ১৪ আগষ্টত সাপ্তাহিক হিচাপে গুৱাহাটীৰ পৰা প্ৰথম প্ৰকাশ পায়। ডেৰমাহ পাছতেই ১৯৪৬ চনতে ৩০ ছেপ্টেম্বৰত এই অঞ্চলৰ প্ৰথম ইংৰাজী দৈনিক হিচাপে দ্য আছাম ট্ৰিবিউনে প্ৰথম পোহৰ দেখে।

প্ৰথম ইংৰাজী দৈনিক হিচাপে আছাম ট্ৰিবিউনে অসমৰ সকলো ঠাইতে জনপ্ৰিয়তা অৰ্জন কৰে। জন্মলগ্নৰে পৰা কাগজখনে অসমৰ হকে মাত মাতি আহিছে। উত্তৰ-পূৰ্বাঞ্চলৰ একমাত্ৰ ইংৰাজী দৈনিক হিচাপে ই কেৱল এই অঞ্চলতেই নহয় ভাৰতৰ সকলো ঠাইতে এটা সুকীয়া আৰু স্বকীয় আসন দখল কৰি আহিছে। অসমীয়া কাকতসমূহে কেন্দ্ৰৰ অৱহেলা বা ৰাজ্যৰ আন সমস্যাসমূহ যিমান চোকা ভাষাৰে সমালোচনা নকৰক, ই দিল্লীক সহজে টলাব নোৱাৰে। কিন্তু আছাম ট্ৰিবিউনৰ মাত শুনিবলৈ বাধ্য হৈছিল। অসমত প্ৰথম ৰাজহুৱা খণ্ডৰ তেল শোধনাগাৰ স্থাপন কৰা, ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ কৰা, অসমত অসমীয়াক চৰকাৰী ভাষা কৰা বিধেয়ক অনাৰ ক্ষেত্ৰত, চীনা আক্ৰমণৰ সময়ত, শিক্ষাৰ মাধ্যম আন্দোলনত, পাকিস্তানৰ লগত হোৱা যুদ্ধৰ সময়ত বা বিদেশী নাগৰিকৰ সমস্যা লৈ ৰাজ্যজুৰি হোৱা আন্দোলনৰ সময়তো আছাম ট্ৰিবিউনে সক্ৰিয় ভূমিকা লৈ অসমৰ তথা ভাৰতৰ স্বাৰ্থ টনকিয়াল কৰিবলৈ প্ৰয়াস কৰিছিল।

স্বাধীনতাৰ আগৰ কালছোৱাত সাপ্তাহিক অৱস্থাত ভাৰতৰ আন আন জাতীয়তাবাদী কাকতৰ দৰে আছাম ট্ৰিবিউনেও ভাৰতৰ স্বাধীনতাৰ হকে সংগ্ৰাম কৰা কংগ্ৰেছৰ প্ৰতি কিছু দুৰ্বলতা প্ৰকাশ কৰিলেও হকে-বিহকে কংগ্ৰেছক সমৰ্থন কৰা নাছিল। লক্ষ্মীনাথ

ফুকনৰ নিজৰ ভাষাত :"মই সেই সোঁতত গা এৰি নিদি কাকতখনৰ সুৰ কংগ্ৰেছী নকৰি পূৰা জাতীয়তাবাদী কৰি তুলিবলৈ যত্ন কৰিলোঁ।" এই জাতীয়তাবাদী দৃষ্টিভংগী কাকতখনে সদায় বজাই ৰাখিবলৈ চেষ্টা কৰি আহিছে। লক্ষ্মীনাথ ফুকনৰ দিনত ছাদুল্লা মন্ত্রীসভাৰ তীব্র সমালোচক আছিল, বিশেষকৈ চৰকাৰৰ অন্তঃপ্রব্রজন নীতিৰ (immigration policy) সম্পৰ্কত। সেই বাবে কাকতখন চৰকাৰৰ কোপদৃষ্টিত পৰিছিল আৰু চৰকাৰে এশিকনি দিওঁ বুলি ঢেকীয়াজুলিৰ গুলীচালনাৰ বিষয়ে লিখা এটা সম্পাদকীয়ৰ মন্তব্যৰ ওপৰত এটা ফৌজদাৰী মোকৰ্দমা তৰিলে। কিন্তু গোচৰ শেষ হোৱাৰ আগতে ছাদুল্লা চৰকাৰৰ পতন হোৱাত একো ক্ষতি নহ'ল। গোপীনাথ বৰদলৈৰ চৰকাৰৰ দিনতো এটা সম্পাদকীয়ৰ বাবে ৰুষ্ট হৈ চৰকাৰে কাগজখনক ব্লেকলিষ্টেড্ কৰি বিজ্ঞাপন বন্ধ কৰি দিছিল। অৱশেষত চৰকাৰ আৰু আছাম ট্রিবিউনৰ মাজত এটা আলোচনা হ'ল আৰু বিজ্ঞাপন পুনৰ আহিবলৈ ধৰিলে। এই ঘটনাকেইটা উল্লেখ কৰা হ'ল এই বাবেই যে লক্ষ্মীনাথ ফুকন সম্পাদক হৈ থকা কালছোৱাত কাকতখনে কোনো ৰাজনৈতিক দল বা চৰকাৰক অন্ধ সমৰ্থন কৰা নাছিল। সদায় এটা নিৰপেক্ষ স্থিতি ল'বলৈ সক্ষম হৈছিল আৰু সেই বাবে ই পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিব পাৰিছিল। লক্ষ্মীনাথ ফুকনৰ পাছত সতীশচন্দ্ৰ কাকতী সম্পাদক হৈ থকা কালছোৱাত অসমত কংগ্ৰেছী চৰকাৰ আছিল। কাকতী নিজেই এজন মুক্তিযোদ্ধা আৰু কংগ্ৰেছী ভাৱাপন্ন লোক। কংগ্ৰেছ সমৰ্থক আছিল যদিও সম্পাদকীয় নীতিৰ পৰিৱৰ্তন কৰা নাছিল আৰু তেওঁ সাধ্যানুসাৰে নিৰপেক্ষ সাংবাদিকতা কৰিবলৈ সক্ষম হৈছিল। কাকতীৰ পাছত মই সম্পাদকৰ দায়িত্ব লৈছিলো আৰু মই কোনো ৰাজনৈতিক দলৰ লগত প্রকাশ্যে বা পৰোক্ষে জড়িত নাছিলো। গতিকে সকলো দলৰ পৰা সমান দূৰত্বত চলিব পাৰিছিলোঁ বুলি মোৰ বিশ্বাস। সম্পাদকীয় নীতি সম্পৰ্কে স্বত্বাধিকাৰী পক্ষৰ পৰা কোনো ধৰণৰ হেঁচা পোৱা মনত নপৰে। ৰাধাগোবিন্দ বৰুৱাৰ দিনৰে পৰা এই পৰম্পৰা চলি আহিছে। অসমৰ পৰা প্রকাশিত প্রথম ব্যৱসায় ভিত্তিত আৰম্ভ কৰা আছাম ট্রিবিউনৰ ৰাধাগোবিন্দ বৰুৱা আছিল প্রথম বাতৰিকাকত উদ্যোগী আৰু লক্ষ্মীনাথ ফুকন প্রথম পেশাদাৰী সাংবাদিক সম্পাদক। মালিক হিচাপে বৰুৱাই সম্পাদকৰ কামত কোনো ধৰণৰ হস্তক্ষেপ নকৰিছিল। সম্পাদকে নিজে ছাব এডিটৰ, প্রুফ-ৰীডাৰ আদি নিয়োগ কৰিছিল। মালিকৰ ফালৰ পৰা বা তেওঁৰ অনুমোদনত কাৰবাক চাকৰি দিবলৈ হ'লেও নিয়োগ-পত্র সম্পাদকেহে দিছিল। এই পৰম্পৰা ফুকনৰ দিনত, কাকতীৰ দিনত, মোৰ সময়তো চলি আছিল।

লক্ষ্মীনাথ ফুকনে সাংবাদিকতাত যি প্রফেছনেলিজম্ আনি দিছিল তাৰ ভিত্তিতে অসমত পেশাদাৰী সাংবাদিকতাৰ জন্ম বুলি ক'ব লাগিব। বাতৰিকাকত এতিয়া ব্যক্তিগত অভিলাষ চৰিতাৰ্থ কৰাৰ বাহন নহয়; কোনো ৰাজনৈতিক স্বাৰ্থ পূৰণৰ বাবেও নহয়। ই এটা উদ্যোগ আৰু গুৱাহাটী তথা অসমৰ পৰা প্রকাশিত দৈনিক, সাপ্তাহিক আদি কাকতৰ সংখ্যালৈ চাই মনে ধৰে বাতৰিকাকতক এটা লাভজনক ব্যৱসায় বুলি বহুতে ভাবিছে। এটা উদ্যোগ বা ব্যৱসায়িক প্রতিষ্ঠান সুচাৰুৰূপে চলাবলৈ যি দক্ষতাৰ প্রয়োজন সেই দক্ষতা ৰাধাগোবিন্দ বৰুৱাৰ আছিল বাবেই কাকতখনে নানানটা অসুবিধা, অন্তৰায় নেওচি আজি ৫৮ বছৰত ভৰি দিছেহি। ৰাইজৰ সেৱা কৰিবলৈ যাওঁতে বহুতো বাধা অতিক্রম কৰিবলগীয়া হৈছিল। প্রথমতে ছাদুল্লা চৰকাৰৰ গোচৰ, গোপীনাথ বৰদলৈৰ দিনত বিজ্ঞাপন প্রত্যাহাৰ, আন্তঃৰ্বৰ্তী জৰুৰীকালীন অৱস্থাত (Internal Emergency) ১৯৭৫-৭৬ চনত আন কেইবাখনো কাকতৰ লগতে কেন্দ্ৰীয় তথা ৰাজ্য চৰকাৰৰ দমনমূলক নীতি আৰু কাৰ্য আদিৰ উপৰিও ১৯৭৮ ৮৫ চনত বিদেশী নাগৰিক সংক্রান্তত আন্দোলনৰ সময়ত চেন্সৰছিপ আদি জাপি দি কাকতখনৰ ওপৰত ভালেমান শাস্তিমূলক ব্যৱস্থা গ্রহণ কৰা চকুত পৰে। এই চেন্সৰছিপ ব্যৱস্থা মই সম্পাদক হৈ থকা কালতে হোৱা বাবে মোৰ অভিজ্ঞতাৰ বিষয়ে কিছু কথা পাছত উল্লেখ কৰিবৰ মন আছে।

আছাম ট্রিবিউনে যে হমানবোৰ হেঙাৰ অতিক্রম কৰি এতিয়া ৫৯ বছৰত ভৰি দিছেহি ইয়াৰ কৃতিত্ব ৰাধাগোবিন্দ বৰুৱা আৰু লক্ষ্মীনাথ ফুকনৰ। প্রথমজনৰ ব্যৱসায়িক বুদ্ধি, সাহস আৰু অধ্যৱসায়; দ্বিতীয়জনৰ সাংবাদিকতাৰ আদৰ্শ আৰু সুস্থ নীতি। ফুকনে যি পৰম্পৰা স্থাপন কৰিছিল, সতীশচন্দ্ৰ কাকতী, তাৰ পাছত মই আৰু মোৰ পিছত নৱেন্দ্ৰ নাথ ডেকাই মানি চলিছিল। এই পৰম্পৰা হৈছে এটা সম্ভ্রান্ত ৰক্ষণশীলতা, চাঞ্চল্যকৰ বাতৰি পৰিৱেশন নকৰা, বাতৰিৰ সত্যাসত্যৰ ওপৰত গুৰুত্ব দিয়া, সম্পাদকীয় মন্তব্যৰ মাজেদি কাকতখনক ৰাজনৈতিক দলৰ পৰা সমান দূৰত্বত ৰখা বা কোনো দলকে গোনে গোনে সমৰ্থন নিদিয়া— মোটামুটিভাৱে এটা বস্তুনিষ্ঠ, নিৰপেক্ষ সাংবাদিকতাৰ নীতি মানি চলা। এই ৰক্ষণশীলতা এতিয়ালৈকে চলি আছে আৰু অসমীয়া পঢ়ুৱৈ সমাজে ইয়াক গ্রহণ কৰি আছে। কিন্তু আৰু কিমান দিন চলে ক'ব নোৱাৰি কিয়নো বাতৰিকাকতৰ প্রকাশন,

মুদ্ৰণ আদিত নতুন নতুন পদ্ধতি আৰু প্ৰযুক্তিবিদ্যা প্ৰচলিত হৈছে। মানুহৰ অভিৰুচি সলনি হৈছে আৰু ইংৰাজী মাধ্যমৰ স্কুলৰ ফলস্বৰূপে এক নতুন শ্ৰেণীৰ পঢ়ুৱৈ সমাজ গঢ়ি উঠিছে। তদুপৰি ভালেমান নতুন কাগজ প্ৰকাশ হৈছে আৰু পঢ়ুৱৈক আকৰ্ষণ কৰিবলৈ ভালেমান কায়দা-কিটিপ ওলাইছে। তথাপি এখন গতানুগতিক কাগজ হিচাপে আছাম ট্ৰিবিউনে অসমত তথা ভাৰততে এখন বিশেষ আসন দখল কৰি আছে যেন অনুমান হয়।

লক্ষ্মীনাথ ফুকন এগৰাকী সু-সাহিত্যিক আছিল। তেওঁৰ কবিতা, চুটিগল্প আৰু সাংবাদিকতাৰ ভিত্তিত লিখা পুথিয়ে অসমীয়া ভাষা চহকী কৰি তুলিছে। সাংবাদিক জীৱনত বিভিন্ন সময়ত সান্নিধ্যলৈ অহা প্ৰখ্যাত ব্যক্তি বা নেতাৰ বিষয়ে লিখা পুথি "মহাত্মাৰ পৰা ৰূপ কোৱঁৰলৈ" এখন অতি সুন্দৰ ৰচনা। ইয়াৰ বাবে তেওঁ সাহিত্য একাডেমীৰ পুৰস্কাৰো পাইছিল। কবি হিচাপেও ফুকনে স্বীকৃতি পাইছিল আৰু তেওঁৰ 'ব্ৰহ্মপুত্ৰৰ প্ৰতি' নামৰ কবিতা আমাৰ কলেজত পাঠ্যপুথিত অন্তৰ্ভুক্ত আছিল। সতীশচন্দ্ৰ কাকতীৰো অসমীয়া ভাষাত যথেষ্ট ব্যুৎপত্তি আছিল আৰু তেৰোঁ দুখন জীৱনী গ্ৰন্থ আৰু ছোভিয়েট ৰুছিয়া সম্বন্ধে কিতাপ লিখি সুখ্যাতি অৰ্জন কৰিছিল। ছোভিয়েটলৈওৰ দ্বাৰা পুৰস্কৃতও হৈছিল। কাকতীয়ে ইংৰাজীত উত্তৰ-পূৰ্বাঞ্চল আৰু অসমৰ বিষয়ে নানান তথ্যগধুৰ প্ৰবন্ধ কলিকতাৰ দ্য ষ্টেট্‌ছমেন আৰু দ্য টেলিগ্ৰাফ কাগজত লিখি অসমক ভাৰতত অধিক চিনাকি কৰি দিবলৈ সমৰ্থ হৈছে। ফুকন আৰু কাকতী দুয়োৰো অসমীয়া ভাষা-সাহিত্য পুঁজিলৈ যথেষ্ট বৰঙণি আছে। তাৰ পাছৰ দুজন সম্পাদক মই আৰু নৰেন্দ্ৰনাথ ডেকা এই বিষয়ে ব্যতিক্ৰম বুলিয়েই ক'ব লাগিব।

### ব্যক্তিগত স্মৃতি

মই গৰ্ব আৰু গৌৰৱৰে সোঁৱৰো যে মই সম্পাদক হৈ থকা কালতে আছাম ট্ৰিবিউনে পঞ্চাশ বছৰ সম্পূৰ্ণ কৰিলে আৰু কাকতখনৰ সোণালী জয়ন্তী মহা ধুমধামেৰে পালন কৰা হৈছিল। জয়ন্তী উৎসৱ অকল গুৱাহাটীতেই নহয়, দিল্লী, কলিকতা, মুম্বাই, শ্বিলং আদি চহৰতো পতা হৈছিল। সোণালী জয়ন্তী উৎসৱ উদ্বোধন কৰিছিল ৰাষ্ট্ৰপতি আৰ ভেনকাটাৰমনে। ১৯৮৮ চনৰ ২১ ডিচেম্বৰত গুৱাহাটীত আছাম ট্ৰিবিউন কাৰ্যালয় প্ৰাঙ্গণতে এই সমাবেশ হৈছিল আৰু তাত অংশগ্ৰহণ কৰিছিল ৰাজ্যপাল ভীষ্মনাৰায়ণ সিং আৰু মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই। মঞ্চত অতিথি ৰূপে আছিল মেঘালয়ৰ মুখ্যমন্ত্ৰী পূৰ্ণ এ ছাংমা আৰু অসমৰ গৃহমন্ত্ৰী ভৃগু কুমাৰ ফুকন। কাকতখনৰ হৈ আদৰণি ভাষণ পাঠ কৰিছিল আছাম ট্ৰিবিউন (প্ৰাইভেট) লিমিটেডৰ অধ্যক্ষ তুলসী গোবিন্দ বৰুৱাই আৰু শলাগৰ শৰাই আগবঢ়াইছিলো সম্পাদক হিচাপে মই।

ৰাষ্ট্ৰপতি ভেনকাটাৰমনে তেওঁৰ ভাষণত উল্লেখ কৰিছিল যে বহু বছৰ ধৰি আছাম ট্ৰিবিউন কাকতখনে তাৰ স্বতন্ত্ৰতা আৰু বস্তুনিষ্ঠতাৰ পৰা সকলোৰে সমাদৰ পাই আহিছে। "১৯৪৬ চনতে দৈনিকলৈ ৰূপান্তৰিত হোৱা এই কাকতখনে এই অঞ্চলৰ ইংৰাজী জনা প্ৰত্যেক ঘৰ আৰু কাৰ্যালয়ত প্ৰবেশ কৰিছে আৰু উল্লেখযোগ্য ভাবে ই অসমৰ সামূহিক চেতনাত সোমাই পৰিছে।" ৰাজ্যপাল ভীষ্মনাৰায়ণ সিঙে কৈছিল যে এই পঞ্চাশ বছৰটো উত্তৰ-পূৰ্বাঞ্চলৰ সাংবাদিকতাৰ এটা স্মৃতিস্তম্ভ বুলি ধৰিব লাগিব আৰু "এইটো নিঃসন্দেহ যে আছাম ট্ৰিবিউনে পঢ়ুৱৈ সমাজত এটা বিশ্বাসযোগ্যতাৰ সুনাম আৰ্জিব পাৰিছিল।" তেওঁ আৰু কৈছিল যে আঞ্চলিক প্ৰশ্ন আৰু সমস্যাসমূহৰ ওপৰত জোৰ দিও কাকতখনে ৰাষ্ট্ৰীয় পটভূমিৰ লগত সদায় জড়িত হৈ আছিল। এই নীতি অৰ্থাৎ ৰাষ্ট্ৰীয় পৰিস্থিতিৰ লগত সঙ্গতি ৰাখি অসমৰ তথা উত্তৰ-পূৰ্বাঞ্চলৰ সমস্যাসমূহৰ ওপৰত দৃষ্টিপাত কৰি থকাটো আছাম ট্ৰিবিউনৰ এটা পৰম্পৰাত পৰিণত হৈছেগৈ। আনকি বিদেশী নাগৰিকৰ সমস্যা লৈ গঢ় লোৱা অসম আন্দোলনৰ শীৰ্ষ মুহূৰ্ততো কাকতখনে ৰাষ্ট্ৰীয় স্বাৰ্থ বা ৰাষ্ট্ৰীয় ঐক্য বজাই ৰাখিছিল আৰু ৰাষ্ট্ৰীয় দৃষ্টিভঙ্গী ত্যাগ কৰা নাছিল বুলি মই ন দি ক'ব পাৰো। সোণালী জয়ন্তী উৎসৱত মুখ্যমন্ত্ৰী মহন্তই তেওঁৰ ভাষণত মন্তব্য কৰিছিল যে আছাম ট্ৰিবিউনে সাংবাদিকতাৰ উচ্চমান ৰক্ষা কৰি চলিছে আৰু ভৱিষ্যতেও নিঃস্বাৰ্থভাৱে ৰাইজৰ সেৱা কৰি যাব বুলি তেওঁ আশা প্ৰকাশ কৰে।

আছাম ট্ৰিবিউনৰ সোণালী জয়ন্তী দিল্লী, কলিকতা, মুম্বাই আৰু শ্বিলঙতো পতা হৈছিল। দিল্লীৰ বিজ্ঞান ভৱনত অনুষ্ঠিত সভাত প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে ভাষণ দিয়া কথা প্ৰথমতেই উল্লেখ কৰা হৈছে। এই অনুষ্ঠানো গুৱাহাটীখনৰ দৰে আটকধুনীয়া হৈছিল। দিল্লীৰ কাগজৰ সম্পাদক, কেইগৰাকীমান সাংসদ, অসমীয়া বাসিন্দা, তাত চাকৰি কৰি থকা অসমীয়া বিষয়া, কৰ্মচাৰী আদি ভালেমান লোক উপস্থিত আছিল। মঞ্চত প্ৰধানমন্ত্ৰীৰ বাহিৰেও তথ্য আৰু অনাতাঁৰ মন্ত্ৰী এইছ কে এল ভগত, ট্ৰিবিউনৰ তৰফৰ পৰা অধ্যক্ষ তুলসী গোবিন্দ বৰুৱা আৰু মই আছিলো। শলাগৰ শৰাই আগবঢ়াওঁতে মই প্ৰধানমন্ত্ৰীয়ে কাকতখনৰ প্ৰতি যঁচা কৃতজ্ঞতাৰ শলাগ অভ্ৰেশ্যেই লৈছিলো। কঢ়া নিৰাপত্তাৰ ব্যৱস্থাৰ মাজেৰে

এই সভা অনুষ্ঠিত হৈছিল। ইয়াত যোৰিকা আছিল দূৰদৰ্শনৰ জ্যেষ্ঠ ইংৰাজী বাতৰি পৰিবেশিকা নীতি ৰবিন্দ্ৰম্। অনুষ্ঠানৰ অন্তত চাহ জলপান পৰিবেশন কৰা হৈছিল আৰু তাৰ পাছত সকলোকে অবাক কৰি ৰাজীৱ গান্ধীয়ে নিজেই গাড়ী চলাই গুচি গৈছিল।

দ্বিতীয় অনুষ্ঠানৰ পাছৰ বছৰ (১৯৯০ চনত) কলিকতা, মুম্বাই আৰু শ্বিলঙত অনুষ্ঠান পতা হৈছিল। মুম্বাইৰটো মূলতঃ ব্যৱসায়িক কাৰণত আৰু এই অনুষ্ঠানলৈ মই যোৱা নাছিলো। কলিকতাৰ অনুষ্ঠানত মুখ্য অতিথি আছিল উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ সব্যসাচী মুখাৰ্জী। কলিকতাৰ মেয়ৰ কমল বসু বিশিষ্ট অতিথি আছিল। অনুষ্ঠান তাজ বেঙ্গল হোটেলত পতা হৈছিল। শ্বিলঙৰ উৎসৱ পতা হৈছিল ৰাজ্যিক পুথিভঁৰালত। মেঘালয়ৰ ৰাজ্যপাল এ এ ৰহিম মুখ্য অতিথি, মুখ্যমন্ত্ৰী পূৰ্ণ এ ছাংমা বিশিষ্ট অতিথি আৰু পিটাৰ মাৰবানিয়াং, হীৰেন দত্ত আদিয়ে তাত ভাষণ দিছিল। দুয়োটা অনুষ্ঠান গাম্ভীৰ্যপূৰ্ণ হৈছিল আৰু মোৰ বিশ্বাস ইয়াৰ যোগেদি কাকতখনৰ ভাবমূৰ্তি বহুতো বাঢ়িছিল। এই উৎসৱ সমূহত যথেষ্ট ব্যয় হৈছিল, কিন্তু ৰাধাগোবিন্দ বৰুৱাই যেনেকৈ ডাঙৰ ডাঙৰ পৰিকল্পনা হাতত লৈছিল আৰু ১৯৬৫ চনত যিদৰে ৰূপালী জয়ন্তী মহা ধুমধামেৰে পাতিছিল তেনেদৰে তেওঁৰ উত্তৰাধিকাৰী সকলেও যে ৰাষ্ট্ৰপতি, প্ৰধানমন্ত্ৰী, ভাৰতৰ মুখ্য ন্যায়াধীশ আদিক নিমন্ত্ৰণ কৰি সোণালী জয়ন্তী মহা পয়োভৰেৰে পাতিব পাৰে সেই বাবে মনত আনন্দ পাইছিলোঁ আৰু সম্পাদক হিচাপে এই অনুষ্ঠানসমূহত ভাগ ল'বলৈ পাই নিজকে ধন্য মানিছোঁ।

### চাৰি দশকৰ সম্পৰ্ক

আছাম ট্ৰিবিউনৰ লগত মোৰ সম্বন্ধ ৪০ বছৰৰো অধিক। মই ১৯৪৯ চনৰ ১৬ মাৰ্চত সহ-সম্পাদক (Sub-Editor) হিচাপে প্ৰথম সোমাওঁ। দৰমহা ১২৫ টকা। সম্পাদক লক্ষ্মীনাথ ফুকনৰ সৈতে আগৰ পৰিচয় নাছিল। সেই বাবে মোৰ শুভাকাংক্ষী সতীশচন্দ্ৰ কাকতীৰ জৰিয়তে ফুকনক লগ ধৰিছিলো। লগে লগে চাকৰি হৈ গ'ল। সেই সময়ত বোধকৰো ডেস্কত বহুত মানুহ দৰকাৰ হৈছিল কিয়নো মই যোগ দিয়াৰ ১৫ দিন পাছতেই অৰ্থাৎ ১ এপ্ৰিলৰ (১৯৪৯) পৰা দেৱানন্দ গোস্বামী আৰু কোচ বিহাৰৰ অৰুণ চন্দ্ৰ ভট্টাচাৰ্য কামত সোমাইছিল। গোস্বামী ট্ৰিবিউনতে থাকি গ'ল। ভট্টাচাৰ্যই আইন পাছ কৰি কোচ বিহাৰলৈ ঘূৰি গ'ল ওকালতি কৰিবলৈ। মই কামত সোমাওঁতে সম্পাদকীয় লিখা ইন্দুভূষণ চক্ৰৱৰ্তীৰ বাহিৰে আছিল যোগেন চৌধুৰী, জগন্নাথ ঠাকুৰ (পাছত প্ৰচাৰ বিভাগ, অসম প্ৰশাসনীয় সেৱা আৰু শেষত ওকালতি) আৰু নৰেশ ৰাজখোৱা। ৰাজখোৱাই দিল্লী অফিচৰ মেনেজাৰ-প্ৰতিনিধি হিচাপে অৱসৰ লৈছিল। সম্পাদক ফুকনে নিজৰ কোঠালিলৈ যাওঁতে নিউজ ৰুমৰ মাজেৰে যাবলগীয়া হৈছিল। গতিকে আহোঁতে যাওঁতে কিছু সময় ঠিয় হৈ বা কেতিয়াবা বহি লৈ কি বাতৰি আহিছে কি মেইন লিড্ কৰিম সেই বিষয়ে সোধ্‌পোচ্ কৰিছিল।

আগতেই কৈছোঁ ফুকনে কাকতখনত ভুল-ভ্ৰান্তি মুঠেই সহ্য কৰিব নোৱাৰিছিল। তেওঁ প্ৰত্যেকদিনৰ কাগজ নিখুঁতভাৱে উলিওৱাত জোৰ দিছিল। বানান বা বাক্য গাঁথনিত ভুল সহ্য নকৰিছিল। ভুলবোৰ ছপাৰ নে সম্পাদনাৰ নে প্ৰুফ ৰীডাৰৰ সেইটো চাই সেই মতে দোষী ব্যক্তিজনে কটু কথা শুনিবলগীয়া হৈছিল। তেওঁৰ দিনতে লাহে লাহে যি কাৰণতেই নহওক ভুল বেছিকৈ হ'বলৈ ধৰিলে। তেওঁ কাগজখন তন্ন তন্নকৈ পঢ়ি (বিশেষকৈ প্ৰথম আৰু শেষ পৃষ্ঠা) ৰঙা চিয়াহিৰে শুধৰাই নিউজ ৰুমলৈ পঠিয়াই দিছিল আৰু সকলোৰে চহী হোৱাৰ পাছত কাগজখন তেওঁলৈ ওভোতাই পঠোৱা নিয়ম কৰি দিছিল। কাগজখনত ফুকনে কিছুমান আৰ্হি মানি চলিছিল। যেনে 'organise', 'realise', শব্দত 's' ৰ সলনি 'z' ব্যৱহাৰ কৰা বাধ্যতামূলক কৰিছিল। সেইদৰে Government শব্দটো চমুকৈ Govt. লিখা মানা আছিল। আনকি হেদিঙতো। এদিন দ্য ষ্টেট্‌ছমেন কাগজত প্ৰথম পৃষ্ঠাতে এটা মাৰত্মক ভুল আমাৰ চকুত পৰিল। ফুকনক দেখুৱালত তেওঁ মন্তব্য কৰিছিল,"তাতো আমাৰ দৰে কেইজনমান পণ্ডিত লগ লাগিছেগৈ।"

লক্ষ্মীনাথ ফুকনৰ তলত চৈধ্য-পোন্ধৰ বছৰ কাম কৰি মোৰ মনে ধৰে সাংবাদিকতাৰ অ-আ, ক-খ যেন তেওঁৰ পৰাই শিকিছো। তেওঁ বহুতো কথা কৈছিল বক্তৃতা দিয়াৰ দৰে নহয়, কথা প্ৰসঙ্গত। তাৰ ভিতৰত তিনি-চাৰিটা কথা মনত পৰিছে। তেওঁ সদায় কৈছিল, news is sacred. অৰ্থাৎ বাতৰি পৱিত্ৰ। তাৰ পৱিত্ৰতা নষ্ট কৰাৰ অধিকাৰ নাই। প্ৰকৃত সংবাদ এটা মিছা ৰূপেৰে সজাই-পৰাই পঢ়ুৱৈক ভুৱা দিয়াটো তেওঁ সমূলি ভাল নাপাইছিল আৰু সেই নীতি আছাম ট্ৰিবিউনে মানি চলিছিল। তেওঁ ইংৰাজী শুদ্ধকৈ লিখাৰ ওপৰত খুব গুৰুত্ব দিছিল। ভুল-ত্ৰুটি সহ্য কৰিব নোৱাৰিছিল। তৃতীয়তে তেওঁ চৰিত্ৰ-হননৰ (character-assassination) সম্পূৰ্ণ বিৰোধী আছিল। এই কাম বাতৰিকাকতৰ ধৰ্মৰ বিৰোধী বুলি ভাবিছিল। আৰু এটা কথাত তেওঁ জোৰ দিছিল— সেইটো হৈছে পৰৱৰ্তী

বাতৰি— অৰ্থাৎ follow-up. আজি এটা বাতৰি ওলালে তাৰ পৰিণতি কি হ'ল সেইটো জানিবলৈ মানুহৰ আগ্ৰহ হ'বই। সেই বাবে নিজৰ বাতৰিয়েই হওক বা বাতৰি যোগনিয়াৰৰ বাতৰিয়েই হওক পৰৱৰ্তী বাতৰি প্ৰকাশ কৰাত জোৰ দিছিল। আমি অৰ্থাৎ তেওঁৰ পৰা শিক্ষালাভ কৰা সাংবাদিকসকলে এইকেইটা কথা পালন কৰিবলৈ সদায় যত্নপৰ হৈছিলো।

ফুকন যদিও অফিচত বা ডিউটিৰ সময়ত কঢ়া আৰু ভুল-ভ্ৰান্তিৰ সময়ত কঠোৰ হ'ব পাৰিছিল, ঘৰুৱা পৰিবেশত তেওঁ অতি সহৃদয় আৰু মৰমিয়াল ব্যক্তি আছিল। ঘৰত কিবা কথাত দেখা কৰিবলৈ গ'লে চাহ একাপ নুখুওৱাকৈ নপঠাইছিল। ১৯৬০ চনত ভাষা আন্দোলনৰ সময়ত গুৱাহাটীত প্ৰথম সান্ধ্য আইন (curfew) জাৰি কৰা হৈছিল। বাঙালী ছাব-এডিটৰ, প্ৰুফ ৰীডাৰ আৰু আন বিভাগৰ বাঙালী কৰ্মচাৰীসকলৰ কোনো কোনোৱে চাকৰি এৰি গুচি গ'ল; বাকী সকলেও কামলৈ অহা বন্ধ কৰি দিলে। সেই সময়ত লক্ষ্মীনাথ ফুকন সম্পাদক আছিল আৰু সহকাৰী সম্পাদক সতীশ চন্দ্ৰ কাকতী মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ আমন্ত্ৰণ ক্ৰমে গৈছিল। ডেস্কত মই, চন্দ্ৰপ্ৰসাদ শইকীয়া আদি কেইজনমান। নিৰোদ চৌধুৰীও আছিল আমাক সহায় কৰিবলৈ। আমাক গাড়ীৰে অনা-নিয়া কৰিছিল আৰু কেতিয়াবা দিনত কাম কৰি ৰাতি আকৌ ডিউটিলৈ আহিবলগীয়া হৈছিল। চন্দ্ৰ শইকীয়াই দুসাজমান ভাত ফুকনৰ ঘৰতে খাবলগীয়া হৈছিল। এদিন দিনৰ ভাগত ফুকনৰ ঘৰত ভাত খাই থাকোতে খুব গৰম থকাত আৰু বিদ্যুৎ সৰবৰাহ বন্ধ হৈ থকা বাবে ফুকনে ওচৰতে বহি তেওঁক হাত-বিচনীৰে বিচি আছিল। সেই কথা চন্দ্ৰ শইকীয়াই আজিও শ্ৰদ্ধাৰে সোঁৱৰে।

ফুকনৰ পিছত সতীশচন্দ্ৰ কাকতীৰ অধীনতো কাম কৰাৰ সৌভাগ্য ঘটিছিল। কাকতীৰ দৃষ্টিভংগী ফুকনতকৈ সুকীয়া আছিল। মূলত: কংগ্ৰেছী ভাবাপন্ন বাবে হয়তো কোনো কোনো সময়ত তাৰ প্ৰভাৱ পৰিছিল। ৰাজনৈতিক অভিলাশো তেওঁৰ কিছু আছিল আৰু সেইমতে কোনো কোনো মহলত তেওঁৰ সহৃদয়তা আছিল। কিন্তু সংগপ্ৰিয় বাবেই সেই অভ্যাস তেওঁ এতিয়াও ৰাখিছে। ৰাজ্যপাল, মুখ্যমন্ত্ৰী, কেন্দ্ৰীয় নেতা, প্ৰথিতযশা সম্পাদক, সাংবাদিক বহুতৰে লগত কাকতীৰ পৰিচয় আৰু সৌহাৰ্দ্য আছিল আৰু এতিয়াও চিঠিৰ আদান-প্ৰদান কৰে। তেওঁ আছাম ট্ৰিবিউনলৈ কিছু নতুনত্ব আনিবলৈ চেষ্টা কৰিছিল। তেওঁৰ দিনতে শিশুৰ বাবে childrens corner খোলা হৈছিল। তেওঁ কাগজখনৰ বাবে পৰিকল্পনা আগতীয়াকৈ কৰিবলৈ চেষ্টা কৰিছিল। কোনে কি কাম কৰিব ভালকৈ ভগাই দিছিল আৰু কোনোবাই কিবা ত্ৰুটি কৰিলে তেওঁ সচৰাচৰ "তোমালোকৰ ট্ৰেনিং নাই হে" বুলি ট্ৰাকৰ যে পৰিকল্পনাৰ অভাৱ সেই কথা বুজাইছিল। কাকতীৰ সম্পাদনাতে অসম বাণী প্ৰথম প্ৰকাশ হৈছিল আৰু এই সাপ্তাহিক কাকতখনে তেওঁৰ দিনতে যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছিল। ট্ৰিবিউনৰ সম্পাদক হিচাপেও তেওঁ যথেষ্ট খ্যাতি অৰ্জন কৰিছিল আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰ, ব্ৰিটেইন, জাৰ্মানী আদি দেশলৈ আমন্ত্ৰিত হৈ যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল। তেওঁ এজন অতি সহৃদয় আৰু মৰমিয়াল মুৰব্বী আছিল।

আছাম ট্ৰিবিউনত কাম কৰাটো একালত চৰকাৰী চাকৰি প্ৰাৰ্থী বা প্ৰতিযোগিতামূলক পৰীক্ষাৰ প্ৰাৰ্থীসকলৰ বাবে অপৰিহাৰ্য হৈ পৰিছিল। কাগজৰ লগত সম্পৰ্ক থাকিলে সকলো ধৰণৰ বাতৰি পৰিবেশন কৰোতে শেহতীয়া বাতৰিৰ বিষয়ে আপোনা-আপুনি যথেষ্ট জানিব পৰা হৈ পৰে। সেই বাবেও কোনো কোনোৱে কাগজত কাম কৰিবলৈ আহে। আছাম ট্ৰিবিউনত কম-বেছি দিন কাম কৰি যোৱাৰ ভিতৰত কেইজনমানৰ নাম মনত পৰে; যেনে, ৰেৱতী মোহন দত্ত চৌধুৰী (শীলভদ্ৰ), জিতেন্দ্ৰনাথ ৰায়চৌধুৰী, প্ৰদীপ চন্দ্ৰ মহন্ত (পিছলৈ আই পি এছ), তাৰাপ্ৰসাদ চক্ৰৱৰ্তী (উচ্চ আৰক্ষী বিষয়া) আদি। একে ধৰণৰ চাকৰি অৰ্থাৎ তথ্য, অনাতাঁৰ বা প্ৰচাৰ মাধ্যমলৈ যোৱা সকলৰ ভিতৰত আছে ৰবীন্দ্ৰ চন্দ্ৰ দে, পুলিন বিহাৰী বৰঠাকুৰ, ধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী, চন্দ্ৰপ্ৰসাদ শইকীয়া আদি। প্ৰথম দুজন কেন্দ্ৰীয় প্ৰচাৰ মাধ্যমৰ শীৰ্ষ পদলৈ আগবাঢ়িছিল। চক্ৰৱৰ্তীয়ে ৰাজ্যিক প্ৰচাৰ সঞ্চালকৰ পদৰ পৰা অৱসৰ লৈ এতিয়া 'আজিৰ বাতৰি'ৰ সম্পাদক আৰু চন্দ্ৰপ্ৰসাদ শইকীয়াই সাদিনীয়া কাকতৰ সম্পাদক, অসম প্ৰকাশন পৰিষদৰ সচিব, পুনৰ দৈনিক বাতৰি কাকতৰ সম্পাদক আদি কাম কৰি বৰ্তমানে গৰীয়সী আলোচনীৰ সম্পাদকৰ দায়িত্ব বহন কৰি আছে।

ময়ো মাজতে কুৰি মাহৰ বাবে অসম অসামৰিক সেৱাত যোগ দিছিলো, কিন্তু এবাৰ সাংবাদিকতাৰ সোৱাদ পোৱাৰ পাছত আন চাকৰিত হেঁপাহ নোহোৱা হ'ল। গতিকে ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি অহাৰ দৰে পুনৰ আহিলো আৰু ১৯৫২ চনৰ পৰা ১৯৯০ চনলৈ ৩৮ বছৰ কাল একেৰাহে ট্ৰিবিউনতে অতিবাহিত কৰিলো। এই সংক্ৰান্তত কিছু কথা ৰোমন্থন কৰাৰ লোভ সামৰিব নোৱাৰিলো। আমি প্ৰথমতে আছাম ট্ৰিবিউনত সোমাওঁতে যি আন্তৰিকতা আৰু আগ্ৰহেৰে প্ৰায় সেৱাৰ মনোভাৱেৰে কাম কৰিছিলো আজিকালি তেনে

মনোভাৱ সাধাৰণতে দেখা পোৱা নাযায়। আমি এসপ্তাহৰ অন্তৰে অন্তৰে এসপ্তাহকৈ নিশা ডিউটি কৰিব লাগিছিল; কিন্তু কোনেও আপত্তি কৰাৰ প্ৰশ্নই উঠা নাছিল। কেতিয়াবা দিনত কাম কৰি ৰাতি আকৌ আহিবলগীয়া হৈছিল। তাতো আপত্তি নাই। জগন্নাথ ঠাকুৰ, যোগেন চৌধুৰী, নৰেশ ৰাজখোৱা, দেৱানন্দ গোস্বামী, মধুসূদন গোস্বামী, ত্ৰিপুৰেন্দ্ৰ দাসগুপ্ত, প্ৰদীপ দাসগুপ্ত, ৰবীন দে, পুলিন বৰঠাকুৰ, তাৰাপ্ৰসাদ চক্ৰৱৰ্তী, চন্দ্ৰপ্ৰসাদ শইকীয়া, পুলিন দাস, প্ৰিয়লাল দাস আদিৰ লগত একেলগে কাম কৰি মনত অপাৰ আনন্দ লাভ কৰিছিলো। সকলোৰে লগত মোৰ সৌহাৰ্দ্য আছিল আৰু সকলোৰে মাজত এটা বুদ্ধিদীপ্ত মন দেখিবলৈ পাইছিলো আৰু সেই বাবে দৈনিক বাতৰিকাকতৰ নিশ্বাস ল'বলৈ সময় নোহোৱা ব্যস্ততাৰ মাজতো স্ফূৰ্তি-তামাছাত খোৰাক পাইছিলো। আমি এটা টীমৰ দৰে সদায় কাম কৰি আহিছো আৰু এজনে কিবা ভুল কৰিলেও আনবিলাকে তেওঁৰ বিৰুদ্ধে লগোৱা দূৰৰ কথা তেওঁক ৰক্ষণাবেক্ষণ দিবলৈহে যত্ন কৰিছিলো। বিশেষকৈ আগৰ কালছোৱাত কেতিয়াবা কোনোবা এজনৰ হঠাতে কিবা কাৰণত ৰাতিৰ ডিউটিত আহিব নোৱাৰিলে আন এজনে তেওঁৰ হৈ কাম কৰি দিছিলো। সম্পাদকে (তেতিয়া ফুকন সম্পাদক আছিল) পিছদিনাহে গম পাইছিল।

১৯৫১ চনত মই চৰকাৰী চাকৰিত থাকোতে আছাম ট্ৰিবিউনৰ শ্বিলং অফিচ খোলা হয় আৰু নৰেশ ৰাজখোৱাক তাৰ মেনেজাৰ পতা হয়। তেওঁ বাতৰি পঠোৱাৰ বাহিৰেও বিজ্ঞাপন গ্ৰহণ কৰা আৰু অফিচিয়েল কাম বহুতো কৰিবলগীয়া হৈছিল (তেতিয়া অসমৰ ৰাজধানী শ্বিলঙতে আছিল)। সেইমতে পাৰিতোষিকো দিয়া হৈছিল অৱশ্যে। ৰাজখোৱাই গুৱাহাটীত থকাৰ সময়তে সৰহভাগ সময় ৰিপ'ৰ্টিং ডিউটিযেই কৰিছিল, সেইবাবে তেওঁ শ্বিলঙত ভালেই পালে। ১৯৭৪ চনত দিল্লীত পূৰ্ণ পৰ্যায়ৰ অফিচ খোলাত ৰাজখোৱাক দিল্লীলৈ বদলি কৰা হ'ল আৰু শ্বিলঙত ক্ষীৰেণ ৰায়ক দিয়া হ'ল। ১৯৫২ চনত সতীশচন্দ্ৰ কাকতীয়ে অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ কাম এৰি আহি ট্ৰিবিউনৰ সহকাৰী সম্পাদকৰ পদত যোগ দিয়েহি। এই নিয়োগ ৰাধাগোবিন্দ বৰুৱাই দিছিল। কাকতীয়ে ১৯৬৪ চনত সম্পাদকৰ-ভাৰ লয় আৰু ১৯৭৬ চনত অৱসৰ গ্ৰহণ কৰে। ইতিমধ্যে ষ্টাফত বহুতো সাল-সলনি হয়। কাকতী সম্পাদক থকা কালত মই সহকাৰী সম্পাদকৰ ভাৰ পালো আৰু তেওঁ অৱসৰ লোৱাত মোকেই সম্পাদকৰ গধুৰ দায়িত্ব দিলে।

মই আছাম ট্ৰিবিউনৰ লগত মুঠ ৪১ বছৰমান জড়িত আছিলো। এই সময়ছোৱাত বহুতৰ লগতে একেলগে কাম কৰাৰ সুযোগ পাইছিলো আৰু কেইজনমানৰ লগত বেছ ঘনিষ্ঠও হৈছিলো। তাৰ ভিতৰত এতিয়াও মাজে-সময়ে লগ পাওঁ নৰেশ ৰাজখোৱা, চন্দ্ৰপ্ৰসাদ শইকীয়া, ৰবীন দে, পুলিন বৰঠাকুৰ, মধুসূদন গোস্বামী, পুলিন দাস আদিক। চন্দ্ৰ শইকীয়াই ১৯৫৫ চনৰ পৰা ১৯৬৩ চনলৈ মাত্ৰ আঠ বছৰমানহে কাম কৰিছিল যদিও তেওঁ এটা চাব বহুৱাব পাৰিছিল বুলি মনে ধৰে। ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত মই, চন্দ্ৰ শইকীয়া আৰু নিৰোদ চৌধুৰী আৰু কেইজনমানে কাগজখন (বিশেষকৈ আন্দোলন সম্পৰ্কীয় বাতৰি পৰিৱেশন কৰাত) উলিয়াই আছিলো বুলি ক'লে বৰাই কৰা নহ'ব বুলি ভাবো। আমি কেইজনমানে ১৪/১৫ ঘণ্টামানকৈ কাম কৰিবলগীয়া হৈছিল, কিন্তু সকলোৱে অতি উৎসাহেৰে কাম কৰি গৈছিলো।

### চীনা আক্ৰমণ

একে ধৰণৰ নহ'লেও কেইটামান ৰাষ্ট্ৰীয় বিপদ যেনে ১৯৬২ চনৰ চীনা আক্ৰমণ, ১৯৬৫ চনৰ ভাৰত-পাকিস্তান যুদ্ধ আৰু ১৯৭১ চনত বাংলাদেশত মুক্তি যুদ্ধৰ সময়তো ব্ৰেক আউট, আতংক আদিৰ মাজেৰে কাম কৰিবলগীয়া হৈছিল। ৰাতিক দিন কৰি, দিনক ৰাতি কৰি খাটিবলগীয়া হৈছিল আৰু অতি সাৱধানেৰে বাতৰি পৰিৱেশন কৰিবলগীয়া হৈছিল। এই তিনিওটা সন্ধিক্ষণত যুদ্ধৰ ছাঁ অসমত বাৰুকৈয়ে পৰিছিল, কিয়নো যুদ্ধথলীৰ পৰা অসম তেনেই ওচৰতে। চীনা আক্ৰমণত চীনে অৰুণাচল প্ৰদেশ (তেতিয়াৰ নেফা) পাৰ হৈ আহি অসমৰ সীমা পাইছিলহি।

১৯৬২ চনৰ অক্টোবৰত চীনে ভাৰত আক্ৰমণ কৰাৰ কালছোৱাতে আছাম ট্ৰিবিউনে ৰাইজৰ মনোবল শক্তিশালী কৰিবলৈ দেহে-কেহে খাটিব লগা হৈছিল। চীনা সৈন্য অৰুণাচল প্ৰদেশত (তেতিয়াৰ নেফা) সোমাই অবিশ্ৰান্তভাৱে আগবাঢ়ি অহাত তাৰ পৰা জনজাতি লোকসকল নামি আহি অসমৰ ঠায়ে ঠায়ে আশ্ৰয় লয়হি। বুমলা, ৱালং আদি ঠাইৰ পতন হোৱাত আৰু চীনা সৈন্য আহি ফুটহিল পোৱাত অসমত যি আতংকৰ সৃষ্টি হৈছিল তাক বুজোৱা টান। সেই সময়ত ৰাইজৰ মনৰ পৰা সন্ত্ৰাসৰ ভয় গুচাবলৈ আছাম ট্ৰিবিউনে সাহসৰ বাণী শুনোৱাৰ কথা মনত পৰে। ভিতৰৰ এটা পৃষ্ঠাত অসমৰ বিভিন্ন স্থানৰ পৰা অহা চীনা আক্ৰমণৰ বিৰুদ্ধে মাৰ বান্ধি থিয় হ'বলৈ লোৱা সংকল্প আদিৰ বাতৰি থূপ খুৱাই একেলগে প্ৰকাশ কৰা হৈছিল। এই কামত চন্দ্ৰপ্ৰসাদ শইকীয়াই আগভাগ লৈছিল। আছাম ট্ৰিবিউনৰ ৰাষ্ট্ৰীয় মূল্যবোধ আৰু দৃষ্টিভংগী সেই বাতৰি, আৰু তাৰ সম্পাদকীয়

আদিত ওলাই পৰে। প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে অসমৰ লোকসকললৈ দিয়া বিদায়ৰ বাণীৰ পৰিপ্ৰেক্ষিতত আছাম ট্ৰিবিউনে এটা সবল নেতৃত্ব দি ৰাইজৰ মনোবল জীয়াই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। অনা-অসমীয়া বহু বাসিন্দা অসম এৰি বিভিন্ন ৰাজ্যলৈ ঢাপলি মেলিছিল। তেজপুৰ খালি হৈ পৰিছিল। আমি গুৱাহাটীত আছাম ট্ৰিবিউন নিয়মিতভাৱে প্ৰকাশ কৰাত সহায় কৰি থাকিলোঁ। ১৯৬৫ চনৰ ভাৰত-পাকিস্থান যুদ্ধ আৰু ১৯৭১ চনৰ বাংলাদেশৰ মুক্তি সংগামৰ সময়তো ভাৰত-পাকিস্থানৰ মাজত যি যুদ্ধ হৈছিল সেই সময়তো আছাম ট্ৰিবিউনে এটা সম্পূৰ্ণ ৰাষ্ট্ৰীয় দৃষ্টিভংগীৰে বিদেশীৰ বিৰুদ্ধে কৰা সংগ্ৰামত অৰিহণা যোগাইছিল।

১৯৭১ চনৰ বাংলাদেশৰ মুক্তি যুদ্ধৰ সময়ত অসমৰ ইণ্ডিয়ান এয়াৰ ফ'ৰ্চৰ বিমান কোঠৰ পৰাই কেইবাটাও আক্ৰমণ চলিছিল। গতিকে অসমো এখন ৰণথলী বুলি ক'লে ভুল নহ'ব। এই আটাইকেইটা ৰাষ্ট্ৰীয় বিপদৰ সময়ত অসমৰ জনমত সুদৃঢ় কৰিবলৈ, অনাহকত ভয় নাখাবলৈ, উৰা বাতৰি খণ্ডন কৰিবলৈ আছাম ট্ৰিবিউনে এটা গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিবলগীয়া হৈছিল আৰু মোৰ বিশ্বাস সেই দায়িত্ব কাগজখনে যথাসাধ্য কৃতকাৰ্যতাৰে সমাধা কৰিছিল। গাঁৱে-ভূঞে হোৱা সভা-সমিতিৰ বাতৰি এক গোট কৰি ডাঙৰ ডাঙৰ হৰফেৰে বাতৰি পৰিৱেশন কৰি, সম্পাদকীয় আদিৰে ৰাইজৰ বনোবল অটুট ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। চীনা আক্ৰমণৰ সময়ত বা পাকিস্তানৰ লগত যুদ্ধ লগাৰ সময়ত আছাম ট্ৰিবিউনে যি দেশাত্মবোধৰ পৰিচয় দিছিল তাৰ বাবে কোনেও কাকতখনক প্ৰশংসা কৰা মনত নপৰে কিন্তু ১৯৭৮ চনৰ পৰা ১৯৮৫ চনলৈ ছাত্ৰ সন্থাৰ দ্বাৰা পৰিচালিত বিদেশী আন্দোলনৰ সময়ত আছাম ট্ৰিবিউনে অসমৰ স্বাৰ্থৰক্ষাৰ্থে ছাত্ৰ সন্থাক সমৰ্থন দি যি ভূমিকা পালন কৰিলে তাৰ বাবে অসমৰ মানুহে কৃতজ্ঞতা প্ৰকাশ কৰিলেও আন ৰাজ্যত বিশেষকৈ পশ্চিম বংগত আছাম ট্ৰিবিউনক আঞ্চলিকতাবাদী, সংকীৰ্ণমনা আদি আখ্যা দিয়া মানুহ বহুতো ওলাল।

## বিদেশী নাগৰিক সম্পৰ্কে আন্দোলন

বিদেশী নাগৰিকৰ সমস্যা লৈ কৰা আন্দোলন মই আছাম ট্ৰিবিউনৰ সম্পাদক হৈ থকা কালতে হৈছিল। আছাম ট্ৰিবিউনে সেই সময়ত যি ভূমিকা লৈছিল, তাৰ বাবে বহুতৰ প্ৰশংসা আৰু কোনো কোনোৰ সমালোচনা পাইছো যদিও সম্পাদক হিচাপে কাকতৰ যদি কিবা দোষ-ত্ৰুটি ঘটিল তাৰ বাবে ময়েই প্ৰধানতঃ দায়ী। প্ৰশংসা পালেও সেই প্ৰশংসা স্বত্বাধিকাৰীসকলেও পাব কিয়নো স্বত্বাধিকাৰীৰ পক্ষৰ পৰা সম্পূৰ্ণ সমৰ্থন পাইছিলো আৰু ই আমাক অধিক সাহস আৰু মনোবল আগবঢ়াইছিল। আন্দোলনৰ কেইজনমান উগ্ৰ সমৰ্থকৰ বাবে কেইটামান বাতৰি অতিৰঞ্জিত হৈছিল সেই কথা স্বীকাৰ কৰিবই লাগিব। তথাপি কাকতখনত চাঞ্চল্যকৰ বাতৰি প্ৰকাশ কৰি কাকো উচটাই দিবৰ চেষ্টা কৰা হোৱা নাছিল। সম্পাদকীয়বিলাকতো বিদেশী নাগৰিক সংক্ৰান্তত মোটামুটিভাৱে আন্দোলনৰ স্থিতি সমৰ্থন কৰিলেও হিংসাত্মক কাৰ্যৰ সম্পূৰ্ণ বিৰোধিতা কৰি আৰু ৰাষ্ট্ৰৰ ঐক্য চকুৰ আগত ৰাখিহে সকলো লিখা হৈছিল। অৱশ্যে দুই-এজন অত্যুৎসাহী ছাব-এডিটৰৰ বাবে দুই-এটা বাতৰি অতিৰঞ্জিত নোহোৱাকৈ থকা নাছিল, কিন্তু সম্পাদকীয় লিখনিত কোনো ধৰণৰ হিংসাত্মক বা ৰাষ্ট্ৰ-বিৰোধী মন্তব্য নাছিল বুলি মোৰ দৃঢ় বিশ্বাস। আছাম ট্ৰিবিউনৰ ওপৰত যে তেতিয়াৰ চৰকাৰ অত্যন্ত কষ্ট হৈছিল সেই কথা কাকতখনৰ ওপৰত জাপি দিয়া চেন্সৰশ্বিপ ব্যৱস্থাৰ পৰাই বুজিব পাৰি। কেতিয়াবা এটা পৃষ্ঠা মেক্-আপ কৰাৰ পাছত তাৰে দুটা বা এটা বাতৰি হয়তো নিষেধ কৰিছিল; তেতিয়া বহু কষ্টে আৰু সময় খৰচ কৰি নতুন বাতৰি দিবলগীয়া হৈছিল। দৈনিক অসমে তেনে পৰিস্থিতিত বাতৰিটো উঠাই দি সেই স্থান উকা কৰি ৰাখিছিল আৰু তাৰ বাবে চৰকাৰৰ অধিক অপ্ৰিয়ভাজন হৈছিল। মই আন্দোলন সংক্ৰান্ত বাতৰি, বিবৃতি আদি নিজে চাই-চিতি সন্দেহজনক বাতৰিবোৰ আগতেই কাটি-কুটি চেন্সৰৰ কোপদৃষ্টিৰ পৰা আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিছিলো আৰু এই কামত যথেষ্ট খাটনিও হৈছিল।

এই সংক্ৰান্তত দুই-এটা আমোদজনক ঘটনা মনলৈ আহে। চেন্সৰশ্বিপৰ কাম কৰিছিল তথ্য আৰু প্ৰচাৰ বিভাগৰ বিষয়াসকলে। দুই-এজনৰ বুদ্ধি আৰু জ্ঞানৰ দৌৰ আৰু যুক্তিৰ মাপকাঠি দেখি খং উঠাতকৈ হাঁহিহে উঠিছিল। এবাৰ দিল্লীত পুলিচ আৰু ৰাইজ (police and public) সম্পৰ্কীয় এখন আলোচনা হৈছিল। গৃহমন্ত্ৰীয়ে উদ্বোধন কৰা এই আলোচনাত উচ্চ পুলিচ বিষয়া, ৰাজনৈতিক নেতা আদিয়ে অংশ গ্ৰহণ কৰিছিল। প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়াৰ (পি, টি, আই) এটা বাতৰি চেন্সৰৰ বাবে পঠিয়াই দিয়া হ'ল। প্ৰকাশ কৰিব নোৱাৰে বা not to be published ৰবৰ ষ্টাম্প লৈ ঘূৰি আহিল। আমাৰ কাকতত প্ৰকাশ নহ'ল, কিন্তু কলিকতা-দিল্লীৰ সকলো কাগজতে সেই বাতৰি প্ৰকাশ পালে। সেই বাতৰি অসমৰ বাতৰি কাকত পঢ়ুৱৈসকলে পঢ়িলেও। তেনেহ'লে আছাম ট্ৰিবিউন বা দৈনিক

অসমত সেই বাতৰি পৰিবেশন কৰিবলৈ নিদিয়াৰ যুক্তিযুক্ততা ক'ত? চেন্সৰশ্বিপ চলি থকা অৱস্থাতে অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী তথা মাদ্ৰাজৰ (পাছলৈ তামিলনাডু) প্ৰাক্তন ৰাজ্যপাল বিষ্ণুৰাম মেধিৰ পৰলোক ঘটে। নানান ঠাইত শোকসভা আদি পতাৰ খবৰ কাগজলৈ আহিছিল। পাছৰফালে স্থানৰ অভাৱত কেৱল শোকসভা পতা অনুষ্ঠানসমূহৰ নামেৰে এখন তালিকা তৈয়াৰ কৰি প্ৰকাশ কৰিছিলো। কেৱল নাম প্ৰকাশ কৰোতেই আধা কলমৰ বেছি হৈছিল। তেনে এখন তালিকাৰ পৰা তথ্য আৰু প্ৰচাৰ বিভাগৰ চেন্সৰজনে সদৌ অসম ছাত্ৰ সন্থাৰ নামটো কাটি দিলে। ছাত্ৰ সন্থাৰ মেধিৰ মৃত্যুত শোক প্ৰকাশ কৰা অধিকাৰ নাই নেকি? বিষয়াজনৰ ছাত্ৰ সন্থাৰ প্ৰতি থকা এলাৰ্জীৰ নমুনা দেখি হাঁহিমেই নে কান্দিমেই ক'ব নোৱৰা হ'লো।

আছাম ট্ৰিবিউনৰ কৰ্তৃপক্ষ আৰু আছাম ট্ৰিবিউন এমপ্লয়ীজ ইউনিয়নৰ তৰফৰ পৰা চৰকাৰৰ এই চেন্সৰশ্বিপৰ বৈধতা সম্পৰ্কে গুৱাহাটীত উচ্চ ন্যায়ালয়ত গোচৰ তৰা হৈছিল আৰু ন্যায়ালয়ে সেই হুকুম ৰদ কৰে। উচ্চ ন্যায়ালয়ে দিয়া এই ৰায়ে আছাম ট্ৰিবিউনৰ স্থিতি বজাই ৰাখে। অসমৰ সাংবাদিকতা বা অসমৰ বাতৰি কাকতৰ বাবে এইটো এটা ডাঙৰ বিজয় বুলি ধৰিব লাগিব।

সম্পাদক হিচাপে মোৰ ওপৰতো কোপদৃষ্টি নপৰা নহয়। কেইবাবাৰো পুলিচ বিষয়া আহি অফিচত দিগদাৰি কৰেহি। কাকতৰ কৰ্তৃপক্ষই 'এণ্টিছিপেটৰী' জামিনৰ ব্যৱস্থা কৰি ৰাখিছিল। ভাগ্যে এনে জামিন মজুত আছিল। এদিনতো মোক গ্ৰেপ্তাৰ কৰিবলৈ এডিছনেল এছ. পি. আহি ঘৰত উপস্থিত। 'এণ্টিছিপেটৰী বেইল'ত থকা বাবে জেলৰ ভাত খাবলগীয়া নহ'ল যেনিবা।

বিদেশী নাগৰিক সংক্ৰান্ত আন্দোলনে গোটেই ভাৰততে তোলপাৰ লগালে। ভাৰতৰ বাহিৰতো ইয়াৰ বহুল প্ৰচাৰ হৈছিল। সেই সময়ত আছাম ট্ৰিবিউনখনেই অসমৰ পৰা প্ৰকাশিত প্ৰখ্যাত ইংৰাজী বাতৰি কাকত আছিল। আৰু দুখন ইংৰাজী দৈনিক আছিল যদিও সেইকেইখনৰ প্ৰচাৰ কম আছিল বাবে আছাম ট্ৰিবিউনৰ চাহিদা বাঢ়ি গৈছিল। বিশেষকৈ বাহিৰৰ প্ৰৰা অহা সাংবাদিক, পৰ্যবেক্ষক আদিয়ে বাতৰিৰ বাবে বা আন্দোলনৰ আৱন্তণি আদি জানিবলৈ আছাম ট্ৰিবিউনলৈ ঢাপলি মেলিছিল। সেই সময়ত ভাৰতৰ কেইজনমান প্ৰখ্যাত সাংবাদিকক লগ পোৱাৰ সুবিধাও হৈছিল। ইয়াৰ ভিতৰত মনত পৰে ইলাষ্ট্ৰেটেড্ উইক্‌লী অব্ ইণ্ডিয়াৰ এম. ভি. কামাথ, ইন্‌ফাৰ ইন্দৰ জিৎ, ৰীডাৰ্চ ডাইজেষ্টৰ অশোক মহাদেৱনক। তাৰ বাহিৰেও ভালেমান সৰু-ডাঙৰ বাতৰি কাকতৰ প্ৰতিনিধিয়ে আহি আমাক লগ ধৰি সাক্ষাৎকাৰ লৈছিল, আন্দোলনৰ গুৰিৰ পম খেদিবলৈ। জাৰ্মান সংবাদ-আলোচনী ডাৰ্ স্পীগেলৰ দক্ষিণ এচিয়াৰ প্ৰতিনিধি শ্যামসুন্দৰ সিন্‌হাই মোৰ লগত বহু সময় ধৰি কথা পাতি আন্দোলনৰ বিষয়ে বুজ লৈছিল।

সৰহভাগ বাহিৰৰ সাংবাদিকে আছাম ট্ৰিবিউনৰ পুৰণা সংখ্যাবোৰ পঢ়িবলৈ বিচাৰিছিল। বহুতক আকৌ ফটোও জোগাৰ কৰি দিবলগীয়া হৈছিল। মৌন শোভাযাত্ৰা, জোৰ লৈ শোভাযাত্ৰা, সংকল্প দিবস আদিৰ ছবিবোৰ ইমান মনোগ্ৰাহী হৈছিল যে বহুত কাগজে তাৰ কপি খুজিছিল আৰু আমি বিনামূলীয়াকৈ যোগান ধৰিছিলো। কিছুমান ভাল ছবিৰ সৰহকৈ কপি কৰি ৰখা হৈছিল। এই কামত তেতিয়াৰ স্বত্বাধিকাৰীৰ এজন প্ৰদীপ বৰুৱাৰ পৰা যথেষ্ট সহায় আৰু উৎসাহ পাইছিলো।

## ১৯৮৩ চনৰ নিৰ্বাচন

মঙ্গলদৈ লোকসভা সমষ্টিৰ সাংসদ হীৰালাল পাটোৱাৰীৰ মৃত্যু হোৱাত সেই আসনৰ বাবে উপ-নিৰ্বাচন পতা ঠিক হ'ল। তেতিয়া ভোটাৰ তালিকাত বহুসংখ্যক সন্দেহযুক্ত বিদেশী নাগৰিকৰ নাম ধৰা পৰাত আপত্তি উঠিল আৰু আপত্তিৰ তদন্তত ৩৬ হাজাৰমান ভোটাৰৰ নাগৰিকত্ব সন্দেহযুক্ত হৈ ৰ'ল। তেতিয়া সদৌ অসম ছাত্ৰ সন্থাই (আছু) ঘোৰ আপত্তি তুলিলে আৰু আছাম ট্ৰিবিউন আৰু দৈনিক অসম প্ৰমুখ্যে কেইখনমান বাতৰিকাকতে ছাত্ৰ সন্থাৰ আন্দোলনক সমৰ্থন দিয়ে আৰু ভোটাৰ তালিকা শুধৰাবলৈ আৰু লগতে বিদেশীসকলক চিনাক্তকৰণ আৰু বিতাৰণ— এই তিনিদফীয়া দাবী উত্থাপন কৰা হয়। ইংৰাজীত এই তিনিদফীয়া দাবী detection, deportation আৰু deletion of names from voters list অৰ্থাৎ three D's বা 'D' নামে জনাজাত হ'ল। এই আন্দোলন প্ৰথমছোৱাত অৰ্থাৎ ১৯৭৯ চনৰ আগভাগৰ পৰা সম্পূৰ্ণ গণতান্ত্ৰিক আৰু শান্তিপূৰ্ণ আছিল আৰু ই এনে এটা জনজাগৰণৰ সৃষ্টি কৰিলে যে অসমৰে নহয়, সমগ্ৰ ভাৰতত, আনকি ভাৰতৰ বাহিৰতো সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে। এই আন্দোলন এটা অতি যুক্তিসংগত আৰু দেশৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত আছিল বুলি ক'বই লাগিব, কিয়নো স্বাধীন ৰাষ্ট্ৰ এখনে বিদেশী নাগৰিকক ভোট দিবলৈ দিয়াৰ ক্ষমতা প্ৰদান কৰা কথা কল্পনা কৰিব নোৱাৰি। কেন্দ্ৰীয় চৰকাৰেও আন্দোলনৰ নীতিগত দিশটো অস্বীকাৰ কৰিব পৰা নাছিল; কিন্তু পশ্চিম বংগ আৰু ধৰ্মীয় তথা ভাষিক সংখ্যালঘুৰ লবীৰ সমৰ্থন হেৰুৱাৰ ভয়ত এটা বলিষ্ঠ পদক্ষেপ ল'ব নোৱাৰিলে।

ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী থকা কালত (দ্বিতীয়বাৰ) সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ লগত কেইবাবাৰো আলোচনা পাতিলে, কিন্তু কোনো মীমাংসা নোহোৱাত ১৯৮৩ চনত ভোটাৰ তালিকা শুদ্ধ নকৰাকৈ অৰ্থাৎ বিদেশীৰ নাম নকটাকৈ অসমৰ খিলঞ্জীয়া বাসিন্দাসকলৰ সকলো ওজৰ-আপত্তি, বিৰুদ্ধাচৰণ কাতি কৰি এটা সাধাৰণ নিৰ্বাচন গাৰ বলেৰে জাপি দিলে। এই নিৰ্বাচনকে কেন্দ্ৰ কৰি অসমত ভালেমান হিংসাত্মক কাৰ্য সংঘটিত হ'ল, নিৰ্বাচনত বাধা দিবলৈ কাঠৰ দলং আদি জ্বলাই দিয়া হ'ল। এনে পৰিস্থিতি আন কোনো ৰাজ্যতে হোৱাৰ উদাহৰণ নাই। অসমৰ ভালেমান বিষয়া-কৰ্মচাৰীয়ে নিৰ্বাচনৰ কামত ভাগ ল'বলৈ অস্বীকাৰ কৰাত ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা বিষয়া-কৰ্মচাৰী বিমানযোগে আনি নিৰ্বাচন পাতিবলগীয়া হৈছিল। বিভ্ৰান্ত হৈ নিৰ্বাচন বিৰোধীসকলে দলঙত অগ্নি সংযোগ আদি নানা ধৰণৰ হিংসাত্মক কাৰ্যত অৱতীৰ্ণ হ'ল। বহু ঠাইত সংঘৰ্ষও হ'ল। সংঘৰ্ষ কোনো কোনো ঠাইত ধৰ্মজনিক, কোনো কোনো ঠাইত ভাষাজনিক, কোনো কোনো ঠাইত গোষ্ঠীজনিক হৈছিল। অসম এখন কুৰুক্ষেত্ৰত পৰিণত হৈ পৰিল।

নিৰ্বাচনটো যে এটা প্ৰহসন হৈ পৰিছিল সেই কথা সকলোৱে স্বীকাৰ কৰিব। কোনোবাই এশ বা দুশ ভোট পায়ো নিৰ্বাচিত হ'ল। বহুত ঠাইত ভোটগ্ৰহণৰ কেন্দ্ৰই স্থাপন কৰিব নোৱাৰিলে। গুৱাহাটী চহৰতে কোনো ঠাইত আৰক্ষীৰ গাড়ীতে ভোটগ্ৰহণ কেন্দ্ৰ খুলিবলগীয়া হ'ল। কিন্তু চৰকাৰৰ আত্মসন্মানৰ কথা জড়িত বাবে ছলে-বলে- কৌশলে নিৰ্বাচন পাতিলে আৰু কংগ্ৰেছ (ই) দলে প্ৰায় বিনা প্ৰতিদ্বন্দ্বিতাৰে জয়লাভ কৰি হিতেশ্বৰ শইকীয়াৰ নেতৃত্বত চৰকাৰ গঠন কৰিলে।

নিৰ্বাচনৰ সময়ছোৱাত আৰু তাৰ আগতে ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা ভালেমান লব্ধপ্ৰতিষ্ঠ সাংবাদিকৰ উপৰিও বিভিন্ন ৰাজনৈতিক দলৰ নেতা পৰিস্থিতিৰ বুজ ল'বলৈ অসমলৈ আহিছিল। তাৰে বহুতৰ সৈতে আলাপ-আলোচনাও হৈছিল। আছাম ট্ৰিবিউনৰ সম্পাদক হিচাপে বহুতে মোক লগত পাবলৈ বিচাৰিছিল। কেইজনমান এনেকৈ লগ পোৱা অটল বিহাৰী বাজপায়ী, ছিকাণ্ডাৰ বখ্‌ট, ৰাজনাৰায়ণ, ৰামকৃষ্ণ হেগড়ে, জৰ্জ ফাৰ্ণাণ্ডেজ আদি বহুতো। ফাৰ্ণাণ্ডেজে আছাম ট্ৰিবিউন প্ৰাংগণত ঢেলৰশ্বিপৰ বিৰুদ্ধে ভাষণো দিছিল। দুই-এজন এনেকুৱা ৰাজনৈতিক নেতাও পাইছিলো যি অসমৰ সেই অভিঘাতজনক পৰিস্থিতিৰ প্ৰতি সহানুভূতি দেখুওৱাতকৈ কেনেকৈ নিজৰ দলৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰে তেনে ধৰণৰ অভিপ্ৰায় লৈহে যেন আহিছিল তেনেকুৱা ভাব হৈছিল। কিন্তু বিদেশী নাগৰিকৰ আন্দোলনলৈ সমৰ্থন আগবঢ়াই আছাম ট্ৰিবিউনে যি ভূমিকা গ্ৰহণ কৰিছিল তাৰ বাবে কাগজখন ভাৰতত অধিক জনাজাত হৈছিল আৰু অসমত প্ৰসাৰ বাঢ়িছিল।

আছাম ট্ৰিবিউন আগবে পৰা অল ইণ্ডিয়া নিউজ পেপাৰ এডিটৰ্চ কনফাৰেন্সৰ সভ্য আছিল। সতীশচন্দ্ৰ কাকতী এই সংগঠনৰ সক্ৰিয় সভ্য আছিল আৰু তেওঁৰ আমন্ত্ৰণক্ৰমে ১৯৬৫ চনত সংগঠনৰ এটা অধিবেশন গুৱাহাটীতো পতা হৈছিল। তেওঁ সংগঠনৰ ষ্টেণ্ডিং কমিটীৰো সদস্য আছিল। মই কনফাৰেন্সৰ দুখন সভাত উপস্থিত আছিলো। এবাৰ ৰাজীৱ গান্ধীয়ে সম্পাদকসকলক ঘনিষ্ঠভাৱে লগ পাবলৈ বিচৰাত তালৈও গৈছিলো। মই সভা-সমিতিবোৰ স্বভাৱগতভাৱেই পৰাপক্ষত এৰাই চলিছিলো। ১৯৮৫ চনত মোৰ অৱসৰ গ্ৰহণৰ সময় অহাত স্বত্বাধিকাৰীসকলৰ তুলসীগোবিন্দ বৰুৱা আৰু প্ৰফুল্লগোবিন্দ বৰুৱাৰ অনুৰোধক্ৰমে কাম কৰি থাকিলো। অৱশেষত ১৯৯০ চনৰ ৩০ জুলাইত সম্পূৰ্ণৰূপে অব্যাহতি লৈ মোৰ উত্তৰাধিকাৰী নৰেন্দ্ৰ নাথ ডেকাক ভাৰ চমজাই দিলো। ডেকায়ো লক্ষ্মীনাথ ফুকনে আৰম্ভ কৰি দিয়া আৰু সতীশচন্দ্ৰ কাকতী আৰু মই জীয়াই ৰখা পৰম্পৰাতে কাম কৰি থকা চকুত পৰিছিল।

আছাম ট্ৰিবিউন যে অসমৰ সংবাদপত্ৰ উদ্যোগৰ বাটকটীয়া তাৰ আন এটা প্ৰমাণ এইয়ে যে এই প্ৰতিষ্ঠানে ৰাষ্ট্ৰৰ সাংবাদিক আৰু পাছলৈ সাংবাদিক, অ-সাংবাদিক সম্পৰ্কে গঠন কৰা দৰমহা আয়োগ আদিৰ পৰামৰ্শাৱলী প্ৰথমৰে পৰা পালন কৰি আহিছে। এই বিষয়ে কাকতখন দেশৰ আগশাৰীৰ সংবাদপত্ৰৰ সমকক্ষ বুলি ক'ব পাৰি। অসমৰ বাহিৰত কাকতখনৰ নাম যথেষ্ট জনাজাত আছিল। আমি পৰিয়ালৰ লগত কেতিয়াবা ক'ৰবালৈ ফুৰিবলৈ গ'লে চিনাকি দিবলগীয়া হ'লে সকলোৱে কাকতখনৰ নাম শুনা বুলি কোৱা লক্ষ্য কৰিছো। প্ৰতিষ্ঠানটোৰ সকলো কৰ্মচাৰী, কৰ্মীয়ে ভাল দৰমহা পায় বুলি এটা খ্যাতি আছে আৰু সেই বাবে ইয়াত চাকৰি প্ৰাৰ্থীৰ সংখ্যাও সৰহ।

১৯৯৭ চনৰ ২৮ ফেব্ৰুৱাৰীত সম্পাদক নৰেন্দ্ৰনাথ ডেকা বয়স অনুসাৰে অৱসৰ ল'বৰ সময় হোৱাত প্ৰথমবাৰৰ বাবে মালিকপক্ষৰ পৰা প্ৰফুল্লগোবিন্দ (পি. জি.) বৰুৱাই সম্পাদকৰ দায়িত্ব বহন কৰিবলগীয়া হয়। কি পৰিস্থিতিত বৰ্তমানে কৰ্মৰত এজনক এই বাব দিয়া নহ'ল সেই বিষয়ে মই কিছু জানো। মই জনা মতে বৰুৱাই দায়িত্ব লৈছে অস্থায়ীভাৱেহে। এজন উপযুক্ত ব্যক্তি সম্পাদক হিচাপে যোগ দিলে তেওঁ অব্যাহতি ল'ব বুলি

ভাবিবৰ থল আছে। যিকেইমাহ বৰুৱাৰ সম্পাদনাত আছাম ট্ৰিবিউনখন প্ৰকাশ হৈছে তাৰ নীতি বা ফৰ্মটিৰ কোনো পৰিৱৰ্তন চকুত পৰা নাই। পূৰ্বৰ পৰম্পৰা তেওঁ মানি চলিছে। সেইবাবে পঢ়ুৱৈ সমাজত কোনো ধৰণৰ উত্তেজনা কিম্বা উদ্বিগ্নতা পৰিলক্ষিত হোৱা নাই।

১৯৮৫ চনৰ নিৰ্বাচনৰ সময়ত মই মাৰ্কিন যুক্তৰাষ্ট্ৰত আছিলো। ঘূৰি আহি পাওঁ মানে প্ৰফুল্ল কুমাৰ মহন্তৰ চৰকাৰে শাসনকাৰ্য চলাবলৈ আৰম্ভ কৰিছেই। মহন্ত চৰকাৰৰ লগত ট্ৰিবিউনৰ সম্পৰ্ক ভালেই আছিল। শেষৰ পিনে সংযুক্ত মুক্তি বাহিনী, অসমৰ (আলফা) কাৰ্য-কলাপ বৃদ্ধি পোৱাত ১৯৯০ চনত ৰাষ্ট্ৰপতিৰ শাসন বলবৎ কৰিলে। সেই সময়ত দেৱীদাস ঠাকুৰ অসমৰ ৰাজ্যপাল আছিল। আছাম ট্ৰিবিউনত তেতিয়াও আলফাৰ হিংসাত্মক কাৰ্যৰ নিন্দা কৰা হৈছিল আৰু অসম যে ভাৰতৰ এখন অবিচ্ছেদ্য অংগ সেই কথা সোঁৱৰাই থকা হৈছিল। এবাৰ ৰাজ্যপাল ঠাকুৰে মোক পুৱাৰ চাহৰ নিমন্ত্ৰণলৈ মাতি অসমৰ বুৰঞ্জী আৰু তেতিয়াৰ পৰিস্থিতিৰ বিষয়ে বহুতো কথা জানিবলৈ বিচাৰিলে। আছাম ট্ৰিবিউনত উগ্ৰপন্থীসকলক সমালোচনা কৰা বাবে জীৱনলৈ ভয় থাকিব পাৰে বুলি ভাবি মোক নিৰাপত্তাৰক্ষী দিবলৈ প্ৰস্তাৱ আগবঢ়াইছিল। মই গা-ৰক্ষী ল'বলৈ অস্বীকাৰ কৰিলো। অসম আন্দোলনৰ সময়ত জীৱনলৈ ভাবুকি দিয়া দুই-এখন বেনামী চিঠি পাইছিলো। সেইবোৰ অগ্ৰাহ্য কৰিছিলো। দুদিনমান ঘৰলৈ টেলিফোন কৰি ভাবুকিও দিছিল। কথাটো তেতিয়াৰ আৰক্ষী মহাপৰিদৰ্শক প্ৰদীপচন্দ্ৰ দাসক জনাই থৈছিলো। তেৱোঁ ঘৰত পহৰা দিয়াৰ ব্যৱস্থা কৰিব খুজিছিল। মই ৰাজী নহ'লো।

এইখিনি কথা লিখিবলগীয়া হ'ল এই বাবে যে আজিকালি বাতৰি কাকতৰ সম্পাদকসকলেও নিৰাপত্তা বিচৰাৰ আৱশ্যক হৈ পৰিছে। মুকলি চিন্তা যে কিমান বিপজ্জনক হয়াৰ পৰাই বুজিব পাৰি। এতিয়া সমস্যাটো আৰু বেছি গম্ভীৰ হৈ পৰিছে। ভালেমান সম্পাদকে গা-ৰক্ষী লৈ ফুৰিবলৈ বাধ্য হৈছে। এইটো এটা অশুভ লক্ষণ। কিন্তু সম্পাদক বা সাংবাদিকৰ ওপৰত সন্ত্ৰাসবাদীৰ আক্ৰমণ নতুন কথা নহয়। গতিকে হয়াত আচৰিত হ'বলগীয়া একো নাই। পৰাগ দাসৰ হত্যাই প্ৰমাণ কৰিলে যে চোকা কলমে বিপদ মাতি আনে। আছাম ট্ৰিবিউনে এটা মধ্যম পন্থা অৱলম্বন কৰি আহিছে বাবে আশংকাৰ কাৰণ কম বুলি মনে ধৰে। তথাপি বাতৰিকাকতৰ স্বাধীনতাৰ ওপৰত বৰ্তমানে চলি থকা আক্ৰমণৰ কাৰণে বাতৰিকাকতৰ ভৱিষ্যতৰ বাবে সকলো সাংবাদিকৰে কম পৰিমাণে হ'লেও কিছু চিন্তিত হোৱাটো স্বাভাৱিক।

শেষত আছাম ট্ৰিবিউনৰ সুদীৰ্ঘ জীৱন কামনা কৰাৰ লগতে আশা কৰিছো সম্পাদক, সাংবাদিক আদিৰ মূৰৰ ওপৰত ওলমি থকা ডেমক্লিছৰ তৰোৱালখন যেন শীঘ্ৰেই আঁতৰ হয়।

# অসম বাণীৰ অৰিহণা

## সতীশ চন্দ্ৰ কাকতী

১৯৫৫ চনৰ এপ্ৰিল মাহ। ৰঙালী বিহুৰ উখল-মাখলৰ পৰিবেশ সমাপ্তিৰ পথত। মই তেতিয়া অসমৰ একমাত্ৰ ইংৰাজী দৈনিক বাতৰিকাকত 'আসাম ট্ৰিবিউন'ৰ সহকাৰী সম্পাদক। দৈনিক বাতৰিকাকত হিচাপে 'ট্ৰিবিউন' দহ বছৰৰ ভিতৰতেই অসমত জনপ্ৰিয় হৈ উঠিছে। তাৰ কাৰণে ট্ৰিবিউন প্ৰতিষ্ঠানৰ পিতৃ-পুৰুষ ৰাধাগোবিন্দ বৰুৱাই বাতৰিকাকত প্ৰকাশত সেই সময়ৰ যিখিনি আধুনিক যন্ত্ৰপাতি আৱশ্যক, যেনে লাইনো টাইপ, লগতে মনো টাইপ, ছপাৰ কাৰণে ৰটাৰী মেচিন, ব্লক কৰাৰ কাৰণে প্ৰচেছ-যন্ত্ৰ আদি সকলোবোৰৰ ব্যৱস্থা কৰিছিল। প্ৰায় দুকুৰি বছৰৰ আগতে অসমত বাতৰিকাকত ছপাৰ বাবে তেনে ব্যৱস্থা নাছিল। আজিকালি অৱশ্যে অত্যাধুনিক ব্যৱস্থাৰে বাতৰিকাকত ছপোৱাৰ প্ৰতিযোগিতা চলিছে।

'আসাম ট্ৰিবিউন'ৰ প্ৰাণ-স্বৰূপ ৰাধাগোবিন্দ বৰুৱা এদিন মোৰ সৰু কোঠালীত উপস্থিত হয়, যিদৰে সম্পাদক আৰু সহকাৰী সম্পাদকৰ কোঠালীলৈ তেওঁ মাজে-সময়ে আগতেও আহিছিল। আৰ.জি.য়ে সম্পাদকক তেওঁৰ অফিচলৈ মাতি নি কোনো বিষয়ে আলোচনা কৰা নাছিল, তেওঁ নিজেহে সম্পাদকৰ কোঠালীলৈ আহি আলোচনা কৰিছিল। তাৰ দ্বাৰা বৰুৱাই সম্পাদকৰ স্বাধীনতাকে স্বীকাৰ কৰিছিল যেন লাগে। এপ্ৰিল মাহৰ কোনো এটা দিনত মোৰ কোঠালীত বহি তেওঁ প্ৰস্তাৱ দাঙি ধৰিলে যে তেওঁ এখন আলোচনী উলিয়াবলৈ মন কৰিছে। আলোচনীখন বোম্বাইৰ (আজিকালি মুম্বাই) বিখ্যাত টাইমচ্ অব ইণ্ডিয়া কাকতগোষ্ঠীৰ দ্বাৰা প্ৰকাশিত জনপ্ৰিয় সচিত্ৰ সাপ্তাহিক The Illustrated Weekly of India কাকতখনৰ আৰ্হিতেই হ'ব আৰু নাম হ'ব The Illustrated Weekly of Assam। বৰুৱা ডাঙৰীয়াৰ প্ৰস্তাৱটোত মই আচৰিত হ'লো। এই বিষয়ে মোৰ মতামত কি তাক জনাবলৈ কোৱাত মই খিতাতে কৈছিলো যে অসমত তেনে এখন আলোচনীৰ প্ৰচলনৰ সম্ভাৱনা ক্ষীণ। কিন্তু বৰুৱাই যে এখন সাপ্তাহিক বাতৰিকাকত উলিয়াবই তাক ডাঠি ক'লে আৰু এই বিষয়ে মোৰ মতামত জানিবলৈ বিচৰাত অসমত এখন সৰু আকাৰৰ সাপ্তাহিক বাতৰিকাকতহে জনপ্ৰিয় হোৱাৰ থল আছে বুলি মই ক'লো। মোৰ প্ৰস্তাৱৰ অনুসৰি এটা পৰিকল্পনা তৈয়াৰ কৰি পিছদিনাই তেখেতৰ হাতত দিবলৈ মোক কয়। এই বিষয়ে মই মানসিকভাৱে প্ৰস্তুত নাছিলো যদিও প্ৰস্তাৱিত সাপ্তাহিক কাকতখনৰ এটা পৰিকল্পনা কৰিলো: যিখন কাকতত থাকিব সপ্তাহটোৰ ৰাতৰিৰ চমু-টোকা, আইনডেটৰ বুলনি, স্কুলীয়া স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ বাবে এটা চ'ৰা, খেলৰ বাতৰি, কথাছবিৰ বা-বাতৰি, কৃষি সম্পৰ্কীয় টোকা। ইয়াৰ উপৰিও প্ৰস্তাৱিত কাকতখনত থাকিব খুহুতীয়া কথা আৰু ব্যক্তি-পৰিচয় শিতানৰ এটি নিয়মীয়া কলম, য'ত অসমৰ বিভিন্ন ক্ষেত্ৰৰ কৃতী লিখক-লিখিকাসকলক পঢ়ুৱৈ সমাজৰ লগত চিনাকি কৰি দিয়া হ'ব। বৰুৱাই নিজে প্ৰতি সংখ্যাতে ৰাশিফল শিতান এটা প্ৰকাশ কৰিবলৈ দিহা দিয়ে, আৰু নলবাৰী অঞ্চলৰ বিখ্যাত জ্যোতিষী অধ্যাপক পুৰুষোত্তম ভট্টাচাৰ্যক এই কামত জড়িত কৰাৰ প্ৰস্তাৱ দিয়ে। লগতে প্ৰস্তাৱিত সাপ্তাহিকখনত কাৰ্টুন প্ৰকাশৰ ব্যৱস্থা কৰিব লাগে বুলিও তেওঁ পৰামৰ্শ দিয়ে। প্ৰথম অৱস্থাত কাৰ্টুন প্ৰকাশ কৰিব পৰা নগৈছিল, কিন্তু পিছত বৰুৱাই বাপাট নামৰ এজন মাৰাঠীক কাৰ্টুনিষ্ট হিচাপে নিয়োগ কৰিছিল।

সাপ্তাহিক বাতৰিকাকত প্ৰকাশৰ সিদ্ধান্ত হোৱাৰ পিছত স্বাভাৱিকতেই সম্পাদক আৰু সম্পাদকীয় বিভাগৰ প্ৰশ্ন উঠিছিল আৰু প্ৰশ্ন উঠিছিল প্ৰস্তাৱিত বাতৰিকাকতখনৰ নামৰ সন্দৰ্ভত। আৰ. জি. বৰুৱাই মোকেই কাকতখনৰ সম্পাদকৰ দায়িত্ব দিয়ে আৰু 'আসাম ট্ৰিবিউন'ৰ সহকাৰী সম্পাদকৰ দায়িত্বও যে মোৰ ওপৰতেই থাকিব, তাকো মোক জানিবলৈ দিয়ে। গোনতে মই দুখন কাকতৰ দায়িত্ব লবলৈ ইতস্ততঃ কৰিছিলো, কিন্তু শেষত বৰুৱাৰ ইচ্ছাত অসম বাণীৰ সম্পাদকৰ দায়িত্বও লৈছিলো আৰু সম্পাদকীয় বিভাগৰ আৱশ্যকীয় সহকাৰী হিচাপে নীৰেণ বৰুৱা, শশ

ৰায়বৰুৱা, মণিকা বৰুৱা, নিবোদ চৌধুৰী, জয়ন্ত মাধৱক লৈ 'অসম বাণী'ৰ কাম আৰম্ভ কৰো। নিবোদ চৌধুৰীয়ে 'আসাম ট্ৰিবিউন' কাকতৰ সম্পাদকীয় বিভাগতো কাম কৰিছিল। জয়ন্ত মাধৱে 'অসম বাণী'ৰ চাকৰি এৰি পিছত এছিয়ান ডেভেলপমেন্ট বেঙ্ক নামৰ আন্তৰ্জাতিক বেঙ্কত যোগ দিয়ে। সম্প্ৰতি তেওঁ এজন আন্তৰ্জাতিক খ্যাতিসম্পন্ন অৰ্থনীতিবিদ বুলি পৰিচিত। 'অসম বাণী'ৰ খুহুতীয়া স্তম্ভৰ কাৰণে গুৱাহাটীৰ সাংবাদিক আৰু সাহিত্যিক যোগেন্দ্ৰনাথ বৰকাকতীক নিয়োগ কৰা হৈছিল। বৰকাকতীয়ে কথাচহকী ভলভলীয়া উপনামত এই জনপ্ৰিয় স্তম্ভটো লিখিছিল। প্ৰুফৰিডাৰ হিচাপে তাৰক শৰ্মা আৰু গৰ্গ বৰ্মন আৰু প্ৰিণ্টাৰৰ দায়িত্বত থকা ননী ভট্টাচাৰ্যৰ কাকতখনলৈ আগবঢ়োৱা অৰিহণা কেতিয়াও পাহৰিব নোৱাৰো।

'অসম বাণী' নামেৰে সাপ্তাহিক বাতৰিকাকত প্ৰকাশ কৰা সিদ্ধান্তৰ পিছত বৰুৱাদেৱে নতুন কাকত প্ৰচাৰ কৰাৰ প্ৰয়াসে এটা অভিনৱ পন্থা লৈছিল। অসমৰ প্ৰাথমিক স্কুল আৰু গাওঁবুঢ়াসকলৰ নাম-ঠিকনা সংগ্ৰহ কৰি অসম বাণীৰ আৰ্হি সংখ্যাটো পাঁচ হাজাৰ কপি ছপাই বিতৰণ কৰিছিল। অসম বাণীৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাটোও (১৬ আহাৰ, ১৮৭৭ শক, ১ জুলাই, ১৯৫৫ চন, শুকুৰবাৰ) প্ৰাথমিক স্কুলৰ শিক্ষক আৰু গাওঁবুঢ়াসকললৈ পঠিয়াইছিল। প্ৰচাৰৰ বিষয়ত প্ৰাথমিক অৱস্থাত ট্ৰিবিউন প্ৰেছৰ সুদক্ষ পৰিচালক নব বৰঠাকুৰৰ কৃতিত্ব শলাগিবলগীয়া।

'অসম বাণী'ৰ প্ৰথম সংখ্যাত আমাৰ সংকল্প শিতানৰ প্ৰথম সম্পাদকীয়ত নতুন সাপ্তাহিকখনৰ উদ্দেশ্য সম্পৰ্কে লিখা হৈছিল এইদৰে :

"অসমীয়া ৰাইজৰ মাজত সম্প্ৰতি এটা জাতীয় চৈতন্য লক্ষ্য কৰা হৈছে। এই চৈতন্যৰ কাৰণ বিশ্লেষণ কৰি আমি দেখিছো যে অসমৰ বিবিধ সমস্যাসমূহ সমাধান নোহোৱাত ৰাইজৰ মাজত অসন্তুষ্টি নহ'লেও আক্ষেপ আহিছে। যি হওক, বৰ আনন্দৰ কথা যে এই চৈতন্যৰ যোগেদি আমাৰ অসমীয়া লোকৰ মাজত ঐক্যৰ ভেঁটি দৃঢ় হব ধৰিছে। অসমক এখন সমস্যাবহুল ৰাজ্য বুলি আওৰোৱা বহুতক দেখিছো। সেই সমস্যাবোৰৰ সমাধানৰ বাবে অসমীয়া ৰাইজে মুঠ বান্ধি চেষ্টা কৰি আহিছে যদিও, বাহিৰৰ পৰা সহাৰি নোপোৱাত অসমৰ ৰাইজ অসমৰ ভৱিষ্যতৰ বিষয়ে আশাবাদী হৈ উঠিব পৰা নাই। ই আমাৰ কথা নহয়, নিৰপেক্ষ পৰ্যবেক্ষকৰ মত। পুৰণি আমোলৰ কথা আমি বাদ দিলেও স্বাধীনতাৰ উত্তৰ কালত এশ এটা জঞ্জালে আগুৰি ধৰিছেহি। ১৯৪৭ চনৰ দেশ বিভাজনৰ পিছত নতুন কেতবোৰ সমস্যাই বিব্ৰত কৰি তুলিছে— ধৈৰ্যচ্যুত অৱশ্যে কৰিব পৰা নাই। পূৰ্ব বঙ্গৰ লাখ লাখ ভগনীয়াৰ সোঁত অসমলৈ এতিয়াও বৈ আছে; খোৱা বস্তুৰ দুৰ্মূল্য আজিকোপতি নুগুচিল। ফলত অসমীয়াৰ দৈনন্দিন জীৱনত আউল লাগিয়েই আছে। সমস্যাৰ হ'লে ওৰ পৰা নাই। ১৯৫০ চনৰ ১৫ আগষ্টৰ বৰ ভূঁইকঁপে ৰাজ্যলৈ নতুন সমস্যা আনিলে। তাৰ লগে লগে বানপানী আৰু গৰা-খহনীয়াৰ ফলত খেতি-বাতিৰ পয়মাল অৱশ্যে লাগিয়েই আছে।

"সুখৰ বিষয়, অসমীয়া ৰাইজে এইবোৰ সমস্যা সাহসেৰে সমাধান কৰিবলৈ শিকিছে, কিয়নো অসমীয়া ৰাইজে আত্ম-প্ৰতিষ্ঠাৰ মোল বুজে। অসমীয়াই স্বাধীনতা হেৰুৱাইছিল সিদিনা ১৮২৬ চনতহে অৰ্থাৎ ভাৰতৰ গোটেইবোৰ ৰাজ্যৰ পিছতহে। প্ৰাক-স্বাধীনতাৰ কালছোৱাত এখন বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয় বা উচ্চ কাৰিকৰী শিক্ষা প্ৰতিষ্ঠান নোহোৱাত বংগৰ মুখাপেক্ষী হৈ অসমে কি আহুকাল পাইছিল তাক ইয়াত বৰ্ণনা কৰিবৰ আৱশ্যক আমি বোধ কৰা নাই। অসমীয়াই ১৯৪৭ চনৰ পিছৰ পৰা আত্ম-প্ৰতিষ্ঠা নিৰ্মাণৰ কামত লাগিছে। কিন্তু ভাৰত চৰকাৰে পাতি দিয়া ৰাজ্য পুনৰ্গঠন আয়োগৰ আলোড়নত অসমৰ ভিতৰৰ আৰু বাহিৰৰ কেতবোৰ লোকে অসমৰ অস্তিত্বৰ ওপৰত অস্ত্ৰোপচাৰ কৰিবলৈ যি অপচেষ্টা কৰিছে তাৰ ফলত অসমীয়া ৰাইজৰ নতুন নিৰ্মাণকাৰ্যত বেমেজালিৰ ভয় হ'ল। ৰঘুমলাৰ লেখীয়া কেতবোৰ লোকে যেনে পূৰ্বাঞ্চল আন্দোলনকাৰী লোকে অসমৰ কিছু অঞ্চলক আঁতৰাই নি নতুন ৰাজ্য গঢ়াৰ সপোন দেখিলে; আকৌ আন কেতবোৰ লোকে অসমৰ গোৱালপাৰা ছেদ কৰি বঙ্গভুক্তিৰ অলৌকিক কল্পনাও কৰিলে। অসমৰ জনজাতীয় কেতবোৰ স্বয়ম্ভূ নেতায়ো পাৰ্বত্য ৰাজ্য গঢ়াৰ অপচেষ্টাত লাগিল। ৰাজ্য পুনৰ্গঠন আয়োগৰ আগত এই দলবোৰে অসমীয়া জাতিৰ বিৰুদ্ধে বিষোদগাৰ কৰি যি ভূমিকা দেখুৱালে তাৰ দ্বাৰা অসমীয়া লোক স্তম্ভিত হ'ল সঁচা, কিন্তু লগতে একগোট হ'বলৈও শিকিলে। আয়োগৰ পৰামৰ্শসমূহ এতিয়া বিকাশ হোৱা নাই। তথাপি আমি ভৰষা ৰাখিছো অসমীয়াৰ নায্যদাবী প্ৰতিষ্ঠা হ'ব।

"পিছে সমস্যাৰ জাউৰিয়ে অসমীয়া ৰাইজক কি শিকালে? জাতি, ধৰ্ম, দল, উপদল পাহৰি অসমীয়াক একগোট হ'বলৈ শিকালে। এয়ে হ'ল আমাৰ নতুন চৈতন্যৰ বুনিয়াদ, কিন্তু ইয়াৰ ভিতৰত আমি ডাঙৰ অভাৱো লক্ষ্য কৰি আহিছো। অসমলৈ নিতৌ অহা বাহিৰৰ কেতবোৰ কাকতে অসমৰ আত্ম-প্ৰতিষ্ঠাৰ বাটত ভেঁটা দিবলৈ সকলোবিধ অপচেষ্টা কৰিছে। ই অৱশ্যে নতুন কথা নহয়, ই পুৰণি কথা; নতুন পৰ্যায় আৰু উৎকট ৰূপত আমাক আঘাত কৰিবলৈ চেষ্টা কৰি আহিছে মাথোন। এই আঘাতক প্ৰতিৰোধ কৰিবলৈ কুজনসংখ্যক বাতৰিকাকত আমাৰ মাজত

নথকাত আমি কেতিয়াবা নিঃসহায় বোধ কৰিছো। সম্প্ৰতি আমাৰ এখন ইংৰাজী আৰু দুখন অসমীয়া বাতৰিকাকতে অসমীয়া স্বাৰ্থৰ প্ৰতিষ্ঠাৰ বাটত ঢেৰ অৰিহণা যোগাইছে। কিন্তু বাহিৰৰ অপ-প্ৰচাৰৰ সোঁত ইমান প্ৰবল যে আমাক আৰু সৰহসংখ্যক বাতৰিকাকত লাগে। আমাৰ প্ৰায় ২৫,০০০ গাৰঁত বাতৰিকাকত পৰিচালনা কৰা ব্যয়বহুল কথাই নহয়— ইয়াৰ বাটত অলেখ বাধা-বিঘিনিও আছে। তথাপি আমি ভাবিছো অসমীয়া জাতিৰ এই সন্ধিক্ষণত ব্যয়বাহুল্য হ'লেও নতুন বাতৰি উলিওৱাটো এটা জাতীয় কৰ্তব্য। এই কৰ্তব্যৰ আহ্বানতে 'অসম বাণী'ক ৰাইজৰ ওচৰত আগবঢ়োৱা হ'ল। স্বাধীন ভাৰতৰ বাতৰি কাকতসমূহৰ পৰিসৰ আৰু সংবাদসেৱীসকলৰ দায়িত্বৰ পৰিবৰ্তন আহিছে। এই পৰিবৰ্তনৰ লগত খাপ খোৱাকৈ যাতে আমাৰ ভূমিকাত কৃতকাৰ্য হ'ব পাৰো তাৰ কাৰণে শুদ্ধ চিত্তে চেষ্টা কৰিম।

"আমি ভৰষা ৰাখিছো অসমৰ ৰাইজৰ সহায় আৰু পৰামৰ্শ লৈ অসমীয়া জাতিৰ বৃহত্তৰ স্বাৰ্থত আমি কৰ্তব্য পালন কৰিব পাৰিম দ্বিধাহীনভাৱে। 'অসম বাণী'য়ে অসমীয়া ৰাইজৰ হৰ্ষ-বিষাদৰ লগে লগে নতুন অসম নিৰ্মাণকাৰ্যত আত্ম-নিয়োগ কৰিবলৈ সংকল্প লৈছে। আশা কৰিছো ভৈয়াম আৰু জনজাতীয় ৰাইজে 'অসম বাণী'ক আপোন বুলি সাৱটি লৈ অসমৰ বাণী প্ৰচাৰ কৰিবলৈ আমাক শক্তি আৰু আশীৰ্বাদ আগবঢ়াব।"

১৯৫৫ চনৰ ১ জুলাইত জন্ম লাভ কৰা 'অসম বাণী'য়ে বিগত ৪৩ টা বছৰত আশাতীতভাৱে পঢ়ুৱৈৰ সমাদৰ লাভ কৰিছে। ইয়াৰ কাৰণ মই কল্পনা কৰা মতে এই সাপ্তাহিক বাতৰিকাকতখন এটা পৰিয়ালৰ প্ৰত্যেকজনৰ বাবে পঢ়াৰ যোগ্য হ'ব পাৰিছিল আৰু অসমৰ প্ৰতি ঘৰে, প্ৰতি গাঁৱে, প্ৰতি চহৰে 'অসম বাণী'য়ে সমাদৰ লাভ কৰিছিল। এটা সময়ত 'অসম বাণী'ৰ প্ৰচাৰ সংখ্যা সপ্তাহত ৮০ হাজাৰলৈ বৃদ্ধি হৈছিল, যেতিয়া ধুবুৰী চহৰৰ এটা লোমহৰ্ষক হত্যাকাণ্ডৰ বিৱৰণী বিস্তাৰিতভাৱে কাকতখনত প্ৰকাশ কৰা হৈছিল, যিদৰে ত্ৰিশৰ দশকত বঙ্গদেশৰ 'ভাওৱাল হত্যাকাণ্ড'ৰ বিৱৰণ কলিকতাৰ অমৃত বাজাৰ পত্ৰিকাত প্ৰকাশ হৈছিল। ঘটনাটো আছিল লোমহৰ্ষক, কাৰণ ধুবুৰীৰ এজন জিলা আৰু চেছন জজ উপেন্দ্ৰ নাথ ৰাজখোৱাই তেওঁৰ পৰিবাৰ আৰু তিনিজনী ছোৱালীক তেওঁৰ চৰকাৰী বাসভৱনত হত্যা কৰি ঘৰৰ চৌহদত পুতি থৈছিল। বিচাৰত ৰাজখোৱাক মৃত্যুদণ্ড দিয়া হয়। কটন কলেজত ছাত্ৰাৱস্থাত তেওঁক মই ব্যক্তিগতভাৱে জানিছিলো। তেওঁ বৰ অমায়িক আছিল। কিন্তু ৰাজখোৱাই এনে হত্যাকাণ্ড কৰিবলৈ কিয় উদ্যত হৈছিল, সেয়া আজিও ৰহস্য হৈ আছে। এই হত্যাকাণ্ডৰ বিচাৰৰ বিৱৰণী 'অসম বাণী'ৰ কাৰণে যুগুতাইছিল লব্ধ-প্ৰতিষ্ঠ সাংবাদিক আৰু ঔপন্যাসিক 'অসম বাণী'ৰ প্ৰতিবেদক নিৰোদ চৌধুৰীয়ে, যাৰ ফলত বাতৰি কাকতখনৰ চাৰ্কুলেচন অভাৱনীয়ভাৱে বৃদ্ধি হৈছিল ৮০ হাজাৰলৈ। সাপ্তাহিক বাতৰিকাকত অসম বাণীৰ এই অভূতপূৰ্ব সাফল্যৰ বাবে সম্পাদক হিচাপে মোৰ লগতে সম্পাদকীয় বিভাগৰ মোৰ সহকৰ্মীসকলে গৌৰৱ কৰিব পাৰিছিলো।

'অসম বাণী'ৰ জন্মলগ্নৰ পৰা আজি দুকুৰি বছৰ পাৰ হৈ গ'ল। এই সুদীৰ্ঘ কালছোৱাত মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকুৰেদি বহুত পানী বাগৰিও গ'ল, কিন্তু 'অসম বাণী'ৰ প্ৰথম সম্পাদকীয়টোত যিকেইটা সমস্যাৰ উল্লেখ কৰিছিলো সেই সমস্যাকেইটাৰ কিন্তু সমাধান হোৱা নাই, বৰং সমস্যাবোৰৰ আকাৰ-প্ৰকাৰ বৃদ্ধি আৰু ভয়াবহহে হৈছে। ১৯৬৭ চনত ৰাজ্য পুনৰ গঠনৰ সময়ত অসমক খণ্ড-বিখণ্ড কৰাৰ যি প্ৰচেষ্টা হৈছিল আৰু তাৰ বিৰুদ্ধে 'অসম বাণী'য়ে যি জনমত গ্ৰহণ কৰিছিল, তেনে সমস্যা সম্প্ৰতি নাই, কিন্তু তাতকৈ গুৰুতৰ সমস্যাৰ উদ্ভৱ হৈছে। যেনে, স্বাধীন অসম আৰু স্বাধীন বড়োলেণ্ডৰ ধ্বনি, বিভিন্ন ভাষিক আৰু সাম্প্ৰদায়িক গোষ্ঠীৰ বিচ্ছেদমুখী আন্দোলন, উগ্ৰ আঞ্চলিকতাবাদে অসমৰ জাতীয় জীৱনক বিপদাপন্ন কৰিও তুলিছে। অসম বাণীৰ যোগেদি ষষ্ঠ আৰু সপ্তম দশকত পাৰ্বত্য জিলা কেইখনক পৃথক কৰি সুকীয়া ৰাজ্য গঠনৰ আন্দোলনৰ বিৰুদ্ধে প্ৰবল জনমত গঢ়ি তোলা হৈছিল, কিন্তু অসমক বিভাজন কৰাৰ প্ৰতিবাদ উপেক্ষিত হ'ল, মানে অসমখনক বিভাজিত কৰি নগালেণ্ড, মেঘালয়, মিজোৰাম আৰু অৰুণাচল প্ৰদেশ গঠন কৰা হ'ল। তথাপি খণ্ডিত অসমক পুনৰ বিভাজন কৰি বড়োলেণ্ড নামৰ নতুন ৰাজ্য স্থাপনৰ আন্দোলন তীব্ৰ হৈ উঠিছে।

এই সম্পৰ্কত উল্লেখ কৰা অসংগত নহ'ব যে পাৰ্বত্য গোষ্ঠীবিশেষকেইটাৰ আন্দোলনৰ বিৰুদ্ধে 'অসম বাণী'য়ে তীব্ৰ ভাষাত সম্পাদকীয় লিখিছিল। সেই কাৰণে নগা বিদ্ৰোহীৰ পৰা সম্পাদক হিচাপে মোক মৃত্যুদণ্ড দিয়াৰ ভাবুকি একাধিক পত্ৰযোগে পাইছিলো। মই এই বিষয়ে তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা ডাঙৰীয়াক অৱগত কৰাত মুখ্যমন্ত্ৰীয়ে তেতিয়াৰ গৃহসচিব যতীন হাজৰিকাৰ হতুৱাই মোৰ নিৰাপত্তাৰ ব্যৱস্থা কৰিছিল। চলিহাদেৱে মোক ব্যক্তিগত ব্যৱহাৰৰ কাৰণে এটা ৰিভলভাৰ দিয়াৰ ব্যৱস্থাও কৰিছিল, কিন্তু মই তাক গ্ৰহণ নকৰি নিৰাপত্তাৰ কাৰণে গা-ৰখীয়াৰ ব্যৱস্থাকে গ্ৰহণ কৰিছিলো। এয়া মোৰ সাংবাদিক জীৱনৰ কাৰণে এটা নতুন অভিজ্ঞতাই আছিল বুলি কব পাৰি।

'আসাম ট্ৰিবিউন' (১৯৩৯) আৰু 'অসম বাণী' (১৯৫৫) বাতৰিকাকতৰ বিষয়ে লিখাত মোৰ nothing succeeds like success কথাষাৰ মনত পৰিছে। ৰাধাগোবিন্দ বৰুৱাই এই বাতৰিকাকত দুখনৰ সাফল্যত উৎসাহিত হৈ এখন দৈনিক বাতৰিকাকত উলিয়াবলৈ সিদ্ধান্ত কৰে ১৯৬৫ চনত। সেই সময়ত কিন্তু নিউজপ্ৰিণ্টৰ সমস্যা আছিল, মানে কেন্দ্ৰীয় চৰকাৰৰ ৰেজিষ্ট্ৰাৰ অব নিউজ পেপাৰচৰ পৰা লাইচেন্স লব লাগিছিল। তথাপি বৰুৱা নতুন অসমীয়া দৈনিক প্ৰকাশৰ সিদ্ধান্তত অচল-অটল। সেইকালত অসমত তথা গুৱাহাটীত মাত্ৰ নতুন অসমীয়া নামৰ এখনহে দৈনিক বাতৰিকাকত আছিল। নিউজ প্ৰিণ্টৰ বাবে বৰুৱা ১৯৬৪ চনৰ ২৬ মে'ত নতুন দিল্লীলৈ যাবলগীয়া হৈছিল। লগতে মোকো লৈ গৈছিল। কিন্তু পিছদিনা প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ হঠাৎ মৃত্যু হোৱাত বৰুৱাদেৱৰ উদ্দেশ্য বিফল হৈছিল যেনেই লাগিছিল, কিন্তু প্ৰখ্যাত সাংবাদিক দুৰ্গা দাসৰ সাহায্যত আৱশ্যকীয় নিউজপ্ৰিণ্টৰ লাইচেন্স পোৱাত নতুন অসমীয়া কাকতখন প্ৰকাশৰ বাধা আঁতৰিছিল আৰু ১৯৬৫ চনৰ ৪ আগষ্টৰ দিনা 'দৈনিক অসম'ৰ প্ৰকাশ হয় ট্ৰিবিউন গোষ্ঠী তথা ৰাধাগোবিন্দ বৰুৱাৰ মালিকীস্বত্বত। ইতিমধ্যে ১৯৮৯ চনত উলহ-মালহেৰে তেতিয়াৰ ৰাষ্ট্ৰপতি আৰ ভেঙ্কটৰমণে গুৱাহাটীত 'ট্ৰিবিউন'ৰ সোণালী জয়ন্তী উৎসৱ উদ্বোধন কৰে আৰু তাৰ পিছত কলিকতা আৰু নতুন দিল্লীতো উৎসৱ পালন কৰা হয়। ৰাজধানীৰ উৎসৱ উদ্বোধন কৰে তেতিয়াৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে, যিজনে তেওঁৰ বক্তৃতা প্ৰসঙ্গত 'ট্ৰিবিউন'ৰ নেতৃত্বৰ কাৰণেই উত্তৰ-পূব অঞ্চল গ্ৰুপিং-প্ৰস্তাৱৰ মাৰাত্মক আঁচনিৰ পৰা ৰক্ষা পৰিছিল বুলি কাকতখনৰ প্ৰশংসা কৰিছিল। 'অসম বাণী'য়ে এতিয়া ৪২ বছৰ সম্পূৰ্ণ কৰি ৪৩ বছৰত সোমাইছে যদিও, কাকতখনৰ তেনে উৎসৱ পতা নহ'ল, কিন্তু মোৰ ভৰষা যে কাকতখনৰ সোণালী জয়ন্তী যথাসময়ত পালন কৰা হ'ব। 'দৈনিক অসম'বো আনুষ্ঠানিক ভাবে ৰূপালী জয়ন্তী পতা নহ'ল, কিন্তু কাকতখনে সোণালী জয়ন্তী বৰ্ষলৈ আগবাঢ়ি আছে।

'অসম বাণী'ৰ আন এটা উল্লেখযোগ্য কথা যে ১৯৬০ চনৰ অসমীয়া আৰু বঙালীৰ মাজত ভাষা আন্দোলনৰ সময়ত পশ্চিমবঙ্গৰ প্ৰাক্তন আই-চি-এছ বিষয়া, বিখ্যাত লিখক অন্নদাশঙ্কৰ ৰায়ে অসম বাণীলৈ গঠনমূলক পৰামৰ্শ সম্বলিত প্ৰবন্ধ পঠাইছিল। ৰায়ে আন্দোলনৰ কাৰণে ঘাইকৈ বঙালী সম্প্ৰদায়কে জগৰীয়া কৰিছিল।

সাধাৰণতে প্ৰশ্ন হয় : প্ৰয়াত ৰাধাগোবিন্দ বৰুৱাই যে বাতৰিকাকতৰ প্ৰকাশত সাফল্য লাভ কৰিছিল তাৰ বাবে তেওঁৰ কি যাদু আছিল? অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া ইতিহাসত কেইবাখনো বাতৰিকাকত আৰু আলোচনী প্ৰকাশ হৈছে, কিন্তু 'সাপ্তাহিক জনমভূমি'ৰ বাহিৰে আন কোনো কাকতে সোণালী জয়ন্তী তথা পঞ্চাশ বছৰ বৰ্তি থকাৰ নজিৰ নাই। আৰ. জিয়ে তাৰ ব্যতিক্ৰম কৰি ৭৭ বছৰীয়া জীৱনকালত তিনিখন জনপ্ৰিয় বাতৰিকাকত— 'দি আসাম ট্ৰিবিউন', 'অসম বাণী' আৰু 'দৈনিক অসম'ক দীৰ্ঘজীৱী কৰি দেশসেৱাত উচৰ্গা কৰি গৈছে। এয়া নিঃসন্দেহে অসমৰ সংবাদ-জগতৰ এটা যুগান্তকাৰী অধ্যায় বুলি ক'ব পাৰি। বৰুৱাৰ আত্মবিশ্বাস, কামত একাগ্ৰতা, নিয়মানুবৰ্তিতা, সময়নিষ্ঠা, সহকৰ্মীৰ প্ৰতি সহনশীলতা আৰু সৰু-বৰ সকলোৰে সহযোগিতা লাভৰ বিচক্ষণ কৌশলেই বৰুৱাৰ সফল জীৱনৰ যাদু আছিল বুলি মোৰ ধাৰণা। অসমত বাতৰিকাকত কচুপাতৰ পানীৰ দৰে যি অপবাদ আছিল আৰ. জি.য়ে সেই অপবাদ আঁতৰাইছে।

সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাৰ পৰম্পৰা অনুসৰি তেওঁৰ পুত্ৰ তুলসী গোবিন্দ বৰুৱা আৰু প্ৰফুল্ল গোবিন্দ বৰুৱাই 'গৰীয়সী' নামৰ এখন উচ্চমানৰ মাহেকীয়া আলোচনী উলিয়াইছে। ইতিমধ্যে আলোচনীখন পঞ্চম বছৰত সোমাইছে। প্ৰখ্যাত সাংবাদিক আৰু সাহিত্যিক চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত 'গৰীয়সী' বিশিষ্ট আলোচনীৰূপে স্বীকৃত হৈছে। মোৰ ধাৰণা, 'দি আসাম ট্ৰিবিউন', 'অসম বাণী' আৰু 'দৈনিক অসম'ৰ দৰে 'গৰীয়সী'ও দীৰ্ঘজীৱী হ'ব, কাৰণ ইয়াৰ লগত ৰাধা গোবিন্দ বৰুৱাৰ পৰম্পৰা জড়িত আছে। আৰ. জিৰ তৃতীয় পুত্ৰ প্ৰদীপ বৰুৱায়ো 'প্ৰান্তিক' নামৰ উচ্চ মানৰ অসমীয়া সাময়িকী এখন প্ৰকাশ কৰি পিতৃৰ পৰম্পৰা চিৰস্মৰণীয় কৰিছে।

এই প্ৰবন্ধত মোৰ কল্পনাৰ 'অসম বাণী'ৰ সম্পৰ্কত কিছু সম্ভেদ লিখিবলৈ গৈ প্ৰয়াত ৰাধাগোবিন্দ বৰুৱাৰ বিষয়ে চমুকৈ উল্লেখ কৰা হ'ল এই কাৰণেই যে যি সময়ত অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী পালন কৰা হৈছে, সেই সময়ত আৰ. জিৰ বাতৰিকাকত জগতলৈ দিয়া অৱদান প্ৰাসঙ্গিক হ'ব বুলি মই ভাবো। প্ৰকৃততে অসমত বাতৰিকাকতৰ ডেৰশ বছৰীয়া উৎসৱ পালনত কিম্বা ২০০০ চনত হ'বলগীয়া প্ৰয়াত বৰুৱাৰ জন্ম শতবাৰ্ষিকী উৎসৱৰ সময়ত সাংবাদিকতাৰ বিষয়ে এটা স্থায়ী স্মৃতিৰ ব্যৱস্থা উপযোগী হ'ব বুলি মই অনুভৱ কৰো।

সৰ্বশেষত, 'অসম বাণী'ৰ সাফল্যৰ কাৰণে মই বিনীতভাৱে মোৰ সহকৰ্মীসকলৰ শৰণাগ লৈছো, কাৰণ

কোনো বাতৰিকাকত বা আলোচনীয়ে সহকৰ্মীবৃন্দৰ আশাশুধীয়া সহযোগ নহ'লে সম্পাদকে তাৰ সাফল্য তথা জনপ্ৰিয়তা লাভ কৰিব নোৱাৰে। ইতিমধ্যে মোৰ সহকৰ্মী নীৰেণ বৰুৱা, মণিকা বৰুৱা, শশ ৰায়বৰুৱা, তাৰক শৰ্মা, ননী ভট্টাচাৰ্য ঢুকাইছে, কিন্তু যি কেইজনে মোৰ পৰৱৰ্তী কালত যথাক্ৰমে 'অসম বাণী'ৰ সম্পাদকৰ দায়িত্ব লৈছে যেনে তিলক হাজৰিকা, ফণী তালুকদাৰ, নিৰোদ চৌধুৰী আৰু হোমেন বৰগোহাঞিয়ে 'অসম বাণী'ৰ পৰম্পৰা ৰাখি গৈছে। কাকতখনৰ বৰ্তমান সম্পাদক দিলীপ চন্দনে যোগ্যতাৰে দায়িত্ব বহন কৰাও কাকতখনৰ প্ৰতিষ্ঠাতা-সম্পাদক হিচাপে মই লক্ষ্য কৰিছো। 'অসম বাণী' দীৰ্ঘজীৱী হওক।

# দৈনিক অসমৰ তিনিটা দশক

## ফণী তালুকদাৰ

ত্ৰিশ বছৰ। তিনিটা দশক। অসমীয়া দৈনিক বাতৰিকাকতৰ বাবে এই দীঘলীয়া কালৰ অবিৰত প্ৰকাশ সহজসাধ্য নহয়। সমস্যাৰে পূৰ্ণ বৃহত্তৰ অসম ভূমিৰ বিভিন্ন জনগোষ্ঠীৰ আশা-আকাংক্ষা আৰু অভাৱ-অভিযোগৰ দৈনিক খতিয়ান ৰাইজ আৰু চৰকাৰৰ দৃষ্টিগোচৰ কৰাৰ দায়িত্ব 'দৈনিক অসমে' যোৱা তিনিটা দশকত কিদৰে পালন কৰি একত্ৰিশ বছৰত সোমাইছেহি তাৰেই চমু আভাস এটি দিবলৈ চেষ্টা কৰিছো।

'দৈনিক অসম'ৰ প্ৰথম প্ৰকাশ হয় ১৯৬৫ চনৰ চাৰি আগষ্ট তাৰিখে। সেই সময়ত গুৱাহাটীৰ পৰাই আন এখন দৈনিক কাকত 'নতুন অসমীয়া' আৰু এখন ইংৰাজী দৈনিক 'আসাম ট্ৰিবিউন' প্ৰকাশ হৈ আছিল। সেই সময়ত পঢ়ুৱৈৰ সংখ্যাও তাকৰীয়া আছিল আৰু ব্যৱসায়ী দিশেৰে বিজ্ঞাপন আদিও যথেষ্ট নাছিল। আনহাতে যোৰহাটৰ পৰা প্ৰায় সাত বছৰ পিছত 'দৈনিক জনমভূমি' নামৰ অসমীয়া আন এখন দৈনিক কাকত প্ৰকাশ পালেও, ইতিমধ্যে 'দৈনিক অসমে' এটা সম্মানজনক স্থিতি লাভ কৰাত — তেতিয়াও উজনি অসমতো — পলমকৈ পালেও 'দৈনিক অসম'ৰহে চাহিদা বহু দিনলৈকে অধিক আছিল। অৱশ্যে যোৱা প্ৰায় এক দশকৰ ভিতৰত গুৱাহাটীৰ পৰাই ছখনমান অসমীয়া দৈনিক কাকতৰ উপৰি বহুকেইখন দৈনিক ইংৰাজী, হিন্দী আৰু বাংলা কাকত প্ৰকাশ হোৱা কাৰণে আৰু সেই অনুপাতে যোৱা ত্ৰিশ বছৰত জনসংখ্যা বৃদ্ধিৰ তুলনাত পঢ়ুৱৈৰ সংখ্যা নবঢ়াত স্বাভাৱিকতে প্ৰচাৰ সংখ্যা সীমিত হৈছে। কিন্তু অকল প্ৰচাৰ সংখ্যাৰ হিচাপেৰে একোখন কাকতৰ মৰ্যাদাৰ জোখ নহয়। বিশ্বাসযোগ্যতা আৰু তাৰ ফলত জনমত সৃষ্টিত সফলতাই বিশেষ একোটা প্ৰচাৰ মাধ্যমৰ (মুদ্ৰণেই হওক বা ইলেক্ট্ৰনিকেই হওক) মান-মৰ্যাদা নিৰূপণ কৰে। তেনে বিচাৰেৰে 'দৈনিক অসমে' আজি তিনিটা দশকজুৰি অসমৰ জনসাধাৰণৰ মনত প্ৰতিষ্ঠা লাভ কৰাৰ কথা, যিকোনো নিৰপেক্ষ পক্ষই স্বীকাৰ কৰে।

### পৰিচালনাৰ কৃতিত্ব

'দৈনিক অসম' প্ৰকাশন গোষ্ঠীৰ পূৰ্ব-প্ৰকাশিত ইংৰাজী দৈনিক 'আসাম ট্ৰিবিউন' আৰু অসমীয়া সাপ্তাহিক 'অসম বাণী'ৰ উপৰি শেহতীয়া মাহেকীয়া 'গৰীয়সী'লৈকে পৰিচালক তথা প্ৰকাশকৰ দূৰদৃষ্টি আৰু দক্ষতাও উল্লেখনীয়। বিশেষকৈ অসমৰ সংবাদ জগতৰ অন্যতম দিকদ্ৰষ্টা আৰু সফল ব্যক্তি ৰাধাগোবিন্দ বৰুৱাই অতিশয় দূৰদৃষ্টিৰে ১৯৩৯ চনৰ চাৰি আগষ্টৰ পৰাই সাপ্তাহিকৰূপে ইংৰাজী 'আসাম ট্ৰিবিউন' প্ৰথমে ডিব্ৰুগড়ৰ পৰা আৰু তাৰ পিছত ১৪ আগষ্টত গুৱাহাটীৰ পৰা প্ৰকাশ কৰা কথা এই ক্ষেত্ৰত উল্লেখনীয়। তেতিয়া বিশ্বজুৰি এক অস্থিৰ সময়। আগন্তুক দ্বিতীয় মহাসমৰৰ ক'লা ডাৱৰ। ভাৰততো স্বাধীনতা সংগ্ৰামৰ শেষ পৰ্যায়। সেই দিশেৰে কাকতখনে এটা সঙ্কটময় যুগত বিশেষ দায়িত্ব পালন কৰিবলগীয়া হৈছিল। বিদেশী শাসন-শোষণ তথা দমনৰ বিৰুদ্ধে দেশবাসীৰ জাগৰণৰ কালছোৱাৰ ঘটনাবহুল পৰিবেশৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি ১৯৪৬ চনৰ ৩০ ছেপ্টেম্বৰ তাৰিখৰ পৰা ইংৰাজী সাপ্তাহিক 'আসাম ট্ৰিবিউন' দৈনিকৰূপে লক্ষ্মীনাথ ফুকনক সম্পাদকৰূপে লৈ প্ৰকাশ আৰম্ভ কৰিছিল। স্বাধীনতাৰ প্ৰাক্‌মুহূৰ্ত আৰু স্বাধীনতা লাভৰ পিছত বৃহত্তৰ অসম তথা দেশৰ নতুন নতুন সমস্যাৰ সন্মুখীন হৈও এই কাকতখনে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলতেই সংবাদ জগতৰ দৃঢ় ভেটি স্থাপন কৰিবলৈ সমৰ্থ হয়। এই সফলতাৰ পিছত ৰাধাগোবিন্দ বৰুৱাই অসমৰ গ্ৰাম্য অঞ্চলৰ জনসাধাৰণক সামৰি আঞ্চলিক ভাষাৰ সাংবাদিকতাৰ পাতনি মেলে — নবছৰ পিছত ১৯৫৫ চনৰ পহিলা জুলাইৰ পৰা প্ৰকাশিত 'অসম বাণী' নামৰ অতি জনপ্ৰিয় আৰু পৰিয়ালৰ

সকলোৰে বাবে আকৰ্ষণীয় সাপ্তাহিক বাৰ্তালোচনীৰ যোগেৰে। সেইগৰাকী বৰেণ্য পুৰুষৰ ব্যক্তিগত উৎসাহ আৰু প্ৰথম সম্পাদক শ্ৰীসতীশ চন্দ্ৰ কাকতীৰ সহযোগত 'অসম বাণী'য়েও অসমৰ সাংবাদিকতাত যুগজয়ী স্থান লাভ কৰিবলৈ সমৰ্থ হয়। তাৰ দহ বছৰ পিছত শ্ৰীকীৰ্তিনাথ হাজৰিকাৰ সম্পাদনাত ১৯৬৫ চনৰ চাৰি আগষ্টৰ পৰা আৰম্ভ কৰে 'দৈনিক অসম'ৰ জয়যাত্ৰা। এইদৰে অকল বাতৰিকাকত প্ৰকাশনৰ লগতে, চাৰিশৰো অধিক কৰ্মীক জীৱিকাৰ সংস্থান দিয়া, 'আসাম ট্ৰিবিউন গোষ্ঠীৰ বৰুৱা আছিল প্ৰতিষ্ঠাপক--পিতৃস্বৰূপ। তেওঁৰ বিয়োগৰ পিছতো একে আদৰ্শকে অনুসৰণ কৰি তেওঁৰ উত্তৰপুৰুষ তথা পৰিচালক মণ্ডলীয়ে প্ৰতিষ্ঠানটোৰ গৌৰৱ অটুট ৰখাৰ প্ৰচেষ্টা সফলভাৱে চলাই আছে। তেওঁলোকে কৰ্মীসকলৰ বানচ আদি দানতো বিভিন্ন 'বেজ বোৰ্ড'ৰ নিৰ্দেশ মানি লোৱা কথাও এই ক্ষেত্ৰত উল্লেখনীয়।

## 'দৈনিক অসম'ৰ জন্মলগ্ন

১৯৩৯ চনৰ চাৰি আগষ্ট আৰু ১৯৬৫ চনৰ চাৰি আগষ্ট অৰ্থাৎ অসমৰ সংবাদ জগতত সাপ্তাহিক ইংৰাজী 'আসাম ট্ৰিবিউন'ৰ পৰা 'দৈনিক অসম'লৈ উত্তৰণৰ কালৰ মাজতে দ্বিতীয় মহাযুদ্ধ, মহাসমৰৰ পিছৰ আৰ্থ সামাজিক ৰাজনৈতিক ক্ষেত্ৰত বিশ্বজুৰি পৰিৱৰ্তন; বিজ্ঞানে চমু চপাই অনা পৃথিৱীৰ অঙ্গৰূপে প্ৰতিটো অঞ্চলৰে জীৱনযাত্ৰা তথা জনমানসিকতাৰ বৈপ্লৱিক অনুশীলন, জনসংখ্যা বৃদ্ধিৰ লগতে ভাৰতৰ দৰে দেশৰ দাৰিদ্ৰ্য কুশিক্ষা, অশিক্ষাৰ বিস্তাৰ, বিকেন্দ্ৰীকৰণৰ ধাৰণাৰ সৈতে কেন্দ্ৰীভূত নিয়ন্ত্ৰণৰ সংঘাত, স্বৰাজোত্তৰ ভাৰতত ৰাজ্যবোৰৰ অগ্ৰগতিত বৈষম্য আৰু জনগণৰ আৰ্থ সামাজিক প্ৰগতিৰ স্বপ্নভঙ্গৰ ক্ষোভ-সংঘৰ্ষ আদি বহু জটিল সমস্যাই গা কৰি উঠিছে। তদুপৰি প্ৰাকৃতিক দুৰ্যোগ আৰু বিভিন্ন দেশত শক্তি কেন্দ্ৰৰ ক্ষমতাৰ সংঘাত আছেই। অসমৰ দৰে প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ অঞ্চলতো শোষণ আৰু দমনৰ পয়োভৰে বিভ্ৰান্ত অঞ্চলবাসীক ক্ষুদ্ৰ গোষ্ঠীস্বাৰ্থৰ গুহালৈ ক্ৰমে অৱনমিত কৰি থকাৰ প্ৰৱণতাযো দেখা দিছে। ৰাজনৈতিক ক্ষমতাৰ বাবে চলা অনৈতিক অভিলাষে হেজাৰ বছৰীয়া মূল্যবোধ ধৰাশায়ী কৰি আছে। সন্ত্ৰাসৰ পৰিস্থিতিত জনসাধাৰণৰ একাংশৰ লগতে প্ৰশাসনো জড়িত হোৱাত মানৱতাবাদৰ অপমৃত্যুৰ আশঙ্কাই সচেতন দেশবাসীক উদ্বিগ্ন কৰিছে। এই পৰিবেশৰ মাজত দেশত নানা ধৰণৰ দুৰ্নীতি আৰু বিত্তীয় কেলেঙ্কাৰীৰ পোখা মেলিছে। অসমকে ধৰি উত্তৰ-পূৰ্বাঞ্চলৰ আপেক্ষিকভাৱে পিছপৰা অঞ্চলৰ ৰাইজকো জটিলতৰ হৈ অহা আৰ্থ-সামাজিক-ৰাজনৈতিক চাকনৈয়াই জুৰুলা কৰিছে। যোৱা তিনিটা দশকত এইবোৰ বিৰূপ পৰিস্থিতিৰ মাজত নিৰপেক্ষ দৃষ্টি লৈ আৰু জনসাধাৰণৰ বিশ্বাসযোগ্যতা স্থিৰ ৰাখি বাতৰিকাকত চলোৱাটো প্ৰকৃততে এটা 'চেলেঞ্জ' বা প্ৰত্যাহ্বান বুলি ক'ব লাগিব। দ্বিখণ্ডিত হৈ স্বাধীনতা লাভ কৰা ভাৰতে সাম্প্ৰদায়িক সংঘাত, জাতি-বিদ্বেষৰ সঙ্কট আদিৰ উপৰি বাধ্য হৈ চুবুৰীয়া ৰাষ্ট্ৰ বিশেষৰ লগতো সংগ্ৰামত লিপ্ত হ'বলগীয়া হয়। পাকিস্তানৰ লগত সংঘাত আৰু চীনৰ আক্ৰমণে অসমকে ধৰি উত্তৰ-পূৰ্বাঞ্চলক বিভিন্ন ধৰণে আতঙ্কগ্ৰস্ত কৰে; বিদেশী প্ৰব্ৰজনৰ আজিলৈকে অন্ত নপৰা জটিল সমস্যাৰো সৃষ্টি হয়। বাষষ্ঠি চনৰ চীনৰ দ্বাৰা আক্ৰান্ত অসম তথা উত্তৰ পূৰ্বাঞ্চলক সেই সময়ৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে দুখেৰে বিদায় দিয়াৰ লেখীয়া ভাষণ দিয়াত আৰু তেনে বিপদৰ সময়তে অঞ্চলটোৰ চাহ-তেল আদি বিভিন্ন উদ্যোগ তথা নানান ব্যৱসায়ত লিপ্ত অন্যান্য ৰাজ্যৰ লোকসকলে অসম এৰি পলায়ন কৰা পৰিবেশত থলুৱা ৰাইজ মৰ্মাহত তথা ক্ষুব্ধ হোৱাটো স্বাভাৱিক আছিল। সেয়েহে তেতিয়াৰ পৰা তথাকথিত আঞ্চলিকতাবাদী দৃষ্টিভঙ্গীৰ বৃত্তত বিশেষকৈ বৃহত্তৰ অসমৰ থলুৱা জনগোষ্ঠীসকল অধিক দৃঢ়তাৰে সোমাই পৰে। কেন্দ্ৰীয় প্ৰশাসনৰো এই অঞ্চলৰ সম্পদ আহৰণতহে আগ্ৰহ অথচ জনকল্যাণৰ বাবে বাস্তৱ ইচ্ছাৰ অভাৱ --- এই ধাৰণা অঞ্চলবাসীৰ মনত গভীৰভাৱে অনুভূত হয়। আনকি ব্ৰহ্মপুত্ৰৰ ওপৰত দলং এখন বা খাৰুৱা তেলৰ শোধনাগাৰ এটাৰ বাবেও জন আন্দোলনৰ আৱশ্যক হোৱা বা ৰেলৰে ডিভিজনৰ দপ্তৰ স্থাপন তথা কেন্দ্ৰীয় চাকৰি-বাকৰি, ঠিকা-ঠুকলিত থলুৱা লোকে অগ্ৰাধিকাৰ নোপোৱাৰ ক্ষোভে ৰাইজক বিতুষ্ট কৰে। এনেবোৰ পুঞ্জীভূত ক্ষোভৰ পৰিণতিয়ে একালৰ শান্তিপ্ৰিয় অসমবাসীৰো এচামক হিংস্ৰ কৰি তোলা; তাৰ ক্ৰিয়া প্ৰতিক্ৰিয়াই ৰাজ্যাঞ্চলৰ আৰ্থ-সামাজিক প্ৰগতিৰ গতি ৰুদ্ধ কৰাৰ লগতে যুৱশক্তিক হতাশ-বিভ্ৰান্ত কৰা আৰু ক্ৰমে নৈতিক অৱক্ষয়ে সমগ্ৰ সমাজখনকেই দুৰ্নীতিগ্ৰস্ত কৰা কথা কাৰো অবিদিত নহয়। যোৱা ত্ৰিশ বছৰে এনেকুৱা অবিৰত সঙ্কটময় পৰিস্থিতিত 'দৈনিক অসমে' সময়োপযোগী জনমত সৃষ্টি কৰা আৰু অন্যায়ৰ প্ৰতিবাদ কৰাত কি অৰিহণা যোগাইছে তাৰ বিচাৰ ৰাইজে কৰিব। কিন্তু জন্মলগ্নৰে পৰা বিশেষকৈ অসমৰ গাওঁ-ভূঁই, চহৰ-নগৰ, উৎপাদন কেন্দ্ৰ, শিক্ষা-সাহিত্য-সংস্কৃতি, ব্যৱসায়-উদ্যোগ, কৃষিকৰ্ম সকলো দিশতে দিগদৰ্শনৰ

প্ৰচেষ্টা কাকতখনে কৰি থকা কথা সকলোৱে স্বীকাৰ কৰে। আনহাতে এই দৃষ্টিভঙ্গীয়েই কাকতখনৰ চৰিত্ৰ নিৰ্ণয় কৰি আহিছে। সেয়েহে যোৱা তিনি দশকৰ সংগ্ৰামী প্ৰত্যাহ্বান গ্ৰহণ কৰি 'দৈনিক অসম'ৰ জন্মলগ্নৰ সময়ত ৰাধাগোবিন্দ বৰুৱাৰ সাহস তথা দূৰদৃষ্টি অসমৰ সাংবাদিকতাৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা হব বুলিয়েই আমাৰ বিশ্বাস। আনহাতে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীকীৰ্তিনাথ হাজৰিকা আৰু তেওঁৰ সতীৰ্থসকলৰ অবিস্মৰণীয় অৱদানৰ লগতে ১৯৮৭ চনৰ পৰা সম্পাদক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু তেওঁৰ সতীৰ্থসকলৰো কাকতখনৰ বিভিন্ন দিশৰ উন্নয়নত আন্তৰিক কাৰ্যকৰী প্ৰচেষ্টাৰ কথাও স্মৰণীয় হৈ থাকিব।

### প্ৰথম সংখ্যা কাকত

কাকতখন প্ৰকাশৰ আগতে প্ৰায় তিনিমাহ কাল সম্পাদক আৰু প্ৰতিষ্ঠাপক উভয়ে আলোচনা কৰি অসমৰ বিভিন্ন ঠাইৰ চৰকাৰী-বেচৰকাৰী অনুষ্ঠান প্ৰতিষ্ঠান, পুথিভঁৰাল -বিদ্যালয় আদিৰ লগত যোগাযোগ কৰিছিল। আনহাতে তেতিয়াৰ আসাম ট্ৰিবিউনৰ সম্পাদক শ্ৰীসতীশ চন্দ্ৰ কাকতীক লৈ ৰাধাগোবিন্দ বৰুৱাই ১৯৬৫ চনৰ ২৬ মে' তাৰিখে দিল্লীলৈ যায় আৰু পিছদিনা প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ মৃত্যুৰ বাতৰি বিয়পাৰ আগে আগে সংশ্লিষ্ট দপ্তৰৰ পৰা অতি তৎপৰতাৰে 'নিউজ প্ৰিন্ট'ৰ অনুমতি উলিয়াবলৈ সমৰ্থ হয়। তাৰ পিছত দুমাহৰ ভিতৰতে কাকতৰ বাবে আৱশ্যকীয় সম্পাদকীয় বিভাগ আৰু কাৰিকৰী কৰ্মী আদি নিয়োগ কৰি চাৰি আগষ্ট তাৰিখে প্ৰথম দিনাই আঠ পৃষ্ঠাৰ চাৰি হেজাৰ কপি 'দৈনিক অসম' উলিয়ায়। নিতৌ ছয় পৃষ্ঠাৰ আৰু দেওবাৰে আলোচনী অংশৰে আঠ পৃষ্ঠাৰ এই নতুন কাকতখনিয়ে কেবা বছৰ ধৰি লোকচান ভৰিহে শেষলৈ অসমৰ তথা উত্তৰ-পূৰ্বাঞ্চলৰ যিকোনো ভাষাৰ দৈনিক কাকতৰ প্ৰচাৰ সংখ্যাৰ দিশেৰে অভিলেখ স্থাপন কৰিব পাৰিছিল। অসম আন্দোলনৰ সময়ত এলাখৰো অধিক গ্ৰাহকৰ চাহিদা 'নিউজ প্ৰিন্ট'ৰ অভাৱত পূৰণ কৰিব নোৱাৰিলেও, নিতৌ এটা সময়ত সত্তৰ-আশী হেজাৰ কাকত ছপোৱা হৈছিল।

'দৈনিক অসম'ৰ প্ৰথম সংখ্যা কাকততে বিশিষ্ট সাংবাদিক আৰু দৈনিক আসাম ট্ৰিবিউনৰ প্ৰতিষ্ঠাপক সম্পাদক লক্ষ্মীনাথ ফুকনে 'অসমত সাংবাদিকতা' শীৰ্ষক এটা প্ৰবন্ধত লিখিছিল : "কাকত ভাল কৰিবলৈ লাগিব ভাল যন্ত্ৰপাতি আৰু সাজ-সৰঞ্জাম আৰু সেইবোৰৰ লগতে লাগিব ভাল দৰমহা দি ৰখা ভাল মানুহ। কিন্তু অকল ভাল মানুহ ৰাখিলেই নহ'ব, তেওঁলোকে যাতে ভাল কাম দেখুৱাবলৈ সকলো সুবিধা আৰু উদগনি পায় তালৈ চকু দিব লাগিব। কিমান কাম কৰিলে সেইটোৱেই সকলো কথা নহয়, কিমান ভালকৈ কাম কৰিলে সেইটোহে আচল কথা। সম্পাদক আৰু সম্পাদকীয় লিখকৰ পৰা আৰম্ভ কৰি সহকাৰী সম্পাদক আৰু মফচলৰ সংবাদদাতালৈ এই কথা খাটে। ভাল কাকত এখন অকল কাকতেই নহয় ই ইংৰাজীত ক'বলৈ গ'লে 'A WORK OF ART' — খনিকৰী বস্তু এটি।" প্ৰকৃততে আসাম ট্ৰিবিউন গোষ্ঠীৰ প্ৰকাশক তথা সম্পাদকসকলে উক্ত আদৰ্শকে গঢ় দি যোৱাৰ চেষ্টা কৰিছে বুলি কব পাৰি। 'দৈনিক অসম'ৰ প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীকীৰ্তিনাথ হাজৰিকাই সুদীৰ্ঘ একৈশ বছৰে আৰু তেওঁৰ পিছত আনজন অভিজ্ঞ সম্পাদক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱায়ো প্ৰায় নবছৰ তেনে আদৰ্শৰেই কাকতখনৰ বিশ্বাসযোগ্যতা তথা নিৰপেক্ষ সাংবাদিকতাৰ দৃষ্টান্ত অনুসৰণ কৰি আছিল।

### বাতৰি পৰিবেশন

প্ৰথম দিনাৰ আঠ পৃষ্ঠাৰ কাকতখনৰ প্ৰথম পৃষ্ঠাৰ মূল বাতৰি আছিল "অসমত বান, খহনীয়াৰ সমস্যা : ৰাষ্ট্ৰীয় সমাধান প্ৰয়োজনীয়"। দ্বিতীয় গুৰুত্বপূৰ্ণ বাতৰিটো আছিল : "এঘাৰজন এম.এল.এৰ প্ৰতি সতৰ্কবাণী : কংগ্ৰেছ কাৰ্যনিৰ্বাহকৰ প্ৰস্তাৱ।" উল্লেখযোগ্য যে তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই মন্তব্য দিছিল যে বানপানী, গৰাখহনীয়াই বছৰি অনা দুৰ্যোগৰ ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰ আৰু পৰিকল্পনা আয়োগে ৰাষ্ট্ৰীয় ভিত্তিত এই সমস্যাৰ সমাধানৰ চিন্তা কৰিব লাগে। আনহাতে অসম বিধানসভাৰ তেতিয়াৰ এঘাৰজন সদস্যই পাকিস্তানী লোকৰ বহিষ্কাৰৰ ক্ষেত্ৰত অসন্তুষ্টি প্ৰকাশ কৰি পদত্যাগৰ ভাবুকি দিয়া স্মাৰকপত্ৰৰ বিষয়ে বিশদভাৱে আলোচনা কৰে আৰু সদস্যকেইজনৰ কামত দুখ প্ৰকাশ কৰি ভৱিষ্যতে এনে কাৰ্যৰ বাবে সতৰ্ক কৰি দিয়ে। মন কৰিবলগীয়া কথা যে আজি ত্ৰিশ বছৰৰ পিছতো দুয়োটা বাতৰিৰ প্ৰাসঙ্গিকতা সহজেই চকুত পৰে। বানপানীৰ সমস্যাৰ বিপৰীতে ব্ৰহ্মপুত্ৰ-বৰাক নিয়ন্ত্ৰণৰ আঁচনিৰ বাতৰি শেহতীয়াকৈও ওলাইছে আৰু তেতিয়াৰ পূব-পাকিস্তান তথা পিছলৈ বাংলাদেশৰ পৰা হোৱা প্ৰব্ৰজনৰ সমস্যা আজিও প্ৰায় একে অৱস্থাত নাই জানো ? সেই প্ৰথম সংখ্যাৰ সম্পাদকীয়ত শ্ৰীহাজৰিকাই বিভিন্ন সমস্যাৰ জটিলতাৰ কথা উনুকিয়াই মন্তব্য দিছিল এইদৰে : "সময়ৰ লগে লগে সেইবোৰ আহুকাল পাতলি যাব বুলিয়েই আমি আশা কৰিছো। কিন্তু সেইবুলি বাট চোৱাৰ সময় নাই— আমি আগবাঢ়িব লাগিব, অক্ষয় সংগ্ৰাম চলাই যাব লাগিব। তাৰ বাবে লাগিব সংকল্পৰ

দৃঢ়তা আৰু আন্তৰিক প্ৰচেষ্টা। আৰু লাগিব অসমৰ নগৰে-গাঁৱে থকা ৰাইজৰ চেনেহৰ এচেৰেঙা পোহৰৰ উম। আমাৰ বিশ্বাস — আমি তাকে পাম আৰু অসমক সমৃদ্ধ কৰি তোলাৰ মহান যাত্ৰাত আমি সকলো সহযাত্ৰী হম।"

উক্ত উদ্ধৃতিৰ পৰা দৈনিক অসমৰ লক্ষ্য আৰু বাতৰি পৰিৱেশন নীতি তথা সমাজৰ প্ৰতি থকা দায়বদ্ধতাৰ আভাস পোৱা যায়। তেনে কাৰণতে আকৌ সময়ে সময়ে চৰকাৰ বা ন্যস্তস্বাৰ্থৰ ৰোষত পৰাও স্বাভাৱিক আছিল। প্ৰতিষ্ঠাপক সম্পাদকেই এটা প্ৰবন্ধত উল্লেখ কৰিছে কেনেকৈ এইখিনি সময়তে সৰ্বনশীয়া ফেডাৰেল আঁচনিৰ প্ৰস্তাৱ উত্থাপিত হৈছিল, অৱশ্যে ৰাইজ আৰু বাতৰিকাকতৰ সমবেত প্ৰতিবাদত সেই অশুভ চেষ্টা ব্যৰ্থ হয়। তদুপৰি দিল্লী আৰু অসমৰ এক বিশেষ চক্ৰই অঞ্চলটোৰ থলুৱা স্বাৰ্থৰ বিপৰীতে চক্ৰান্ত চলাই থকাৰ ফলতো উত্তৰ-পূব পৰিষদৰ নিচিনা ব্যৱস্থা এটা জাপি দিয়া আৰু পৰিষদখনক উপদেশমূলক হ'ব বুলি কৈ শেষত অঞ্চলটোৰ ৰাজ্যবোৰৰ স্বায়ত্ত শাসনৰ সীমা অতিক্ৰম কৰা বুলি তেওঁ আঙুলিয়াই এই ক্ষেত্ৰত দৈনিক অসমে জনমত সৃষ্টি কৰাৰ কথা কৈছে। তদুপৰি তেওঁ দুখেৰে মন্তব্য কৰে "আমোলাতন্ত্ৰৰ এটা বৃজন ভাগেই বাতৰি কাকতক গণতন্ত্ৰৰ সহযোগী বুলি গণ্য নকৰে— প্ৰতিপক্ষ বুলিহে ভাবে। সেইদেখি অপ্ৰিয় সত্য প্ৰকাশ পালে কাকতৰ ওপৰত পৰোক্ষভাৱে হেঁচা দিয়াৰ প্ৰৱণতাহে বেছি। সেই বেমাৰ ৰাজনৈতিক নেতা এভাগৰো নোহোৱা নহয়। তেওঁলোকেও আঁৰৰ পৰা সেই খেলকে খেলে।"

এনে কাৰণতে ১৯৭৫ চনৰ জৰুৰী অৱস্থাৰ 'চেন্সৰ'ৰ উপৰি ১৯৭৯ চনৰ পৰা আৰম্ভ হোৱা অসম আন্দোলনৰ বাবে ১৯৮১ চনত ৰাজ্য চৰকাৰৰ চেন্সৰৰ অতিচাৰ কাকতখনে সহ্য কৰিবলগীয়া হৈছিল। তদুপৰি প্ৰেছ কাউন্সিল, আদালত আদিত দিয়া বহুতো গোচৰেৰেও হাৰাশাস্তি কৰা হৈছিল। বিজ্ঞাপনৰ ক্ষেত্ৰতো চৰকাৰী কোপদৃষ্টিত পৰা কথা উনুকিয়াব পাৰি। নিউজ প্ৰিন্টৰ অভাৱ, সময় মতে কাকত বিতৰণৰ অসুবিধা, বিমান সেৱাৰ ক্ষেত্ৰতো থলুৱা কাকতৰ প্ৰতি বৈষম্যমূলক ব্যৱস্থা আদিৰ সমস্যা আছেই। সেয়ে আৰম্ভণিতে ছয়-আঠ পৃষ্ঠাৰ কাকত উলিয়াই, সময় বিশেষে চাৰি পৃষ্ঠাহে প্ৰকাশ কৰিবলগীয়া হৈছিল; ফলত নিয়মীয়া শিতান কিছুমান মাজে সময়ে বন্ধ আছিল। তথাপিও ৰাইজৰ চাহিদা আৰু কৰ্মীসকলৰ আন্তৰিকতাই 'দৈনিক অসম'ক মৰ্যাদাৰে জীয়াই থকাত অৰিহণা যোগাইছিল। আনহাতে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সময়ত 'দৈনিক অসম'ৰ জনপ্ৰিয়তা আৰু দিকদৰ্শনৰ ভূমিকাই অসমৰ বাতৰিকাকতৰ ইতিহাসত এক অবিস্মৰণীয় অভিলেখ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। এতিয়াও বহু সংখ্যক দৈনিক কাকতৰ মাজতো তেনে আদৰ্শৰেই নিৰপেক্ষ সাহসী সাংবাদিকতাৰ গৌৰৱ উজ্জ্বল ৰাখিবলৈ কাকতখন সমৰ্থ হৈ থকা বুলি ক'লে হয়তো বঢ়াই কোৱা নহয়। আকৌ এসময়ত ন্যস্তস্বাৰ্থ তথা চৰকাৰৰ হেঁচাত আৰ্থিক দিশেৰে অভাৱনীয় পৰিস্থিতি ঘটা, আনকি প্ৰতিষ্ঠানটো বাহিৰৰ গোষ্ঠী এটাই ক্ৰয় কৰিব বুলিও প্ৰবল জনৰৱ হোৱাৰ বিপৰীতে অসীম ধৈৰ্য্যেৰে পৰিচালকমণ্ডলীয়ে প্ৰতিষ্ঠানটোক মুমূৰ্ষু অৱস্থাৰ পৰা উদ্ধাৰ কৰাত অসমৰ ৰাইজৰ সক্ৰিয় সহযোগৰ কথাও এই ক্ষেত্ৰত উল্লেখনীয়।

এই সমস্যাবোৰৰ ভিতৰত অসমৰ সমূহীয়া স্বাৰ্থৰ বিপৰীতে কিছুমান কাম চলি থকা কথাত দুৰ্ঘোৰ প্ৰতিবাদৰ দায়িত্ব লৈছিল 'দৈনিক অসমে'। প্ৰতিষ্ঠাপক সম্পাদকগৰাকীয়ে স্পষ্টভাৱে কয়, "দিল্লী আৰু অসমৰ একোটা বিশেষ বিষয়া চক্ৰ — - বিশেষকৈ দিল্লীৰ গৃহমন্ত্ৰী দপ্তৰৰ এটা চক্ৰ এনেবোৰ বিষয়ত বেছ সক্ৰিয় বুলি ধাৰণা হয়। আন ৰাজ্যৰ ইচ্ছা-আকাংক্ষাৰ কথা দিল্লীৰ দৰবাৰ পোনপটীয়াকৈ পায়গৈ। কিন্তু অসমৰ প্ৰায় সকলো কথাই গৃহমন্ত্ৰী দপ্তৰৰ চালনিৰে চালিজাৰি চোৱাৰ পিছতহে পৰৱৰ্তী পৰ্যায় পায়গৈ। গৃহমন্ত্ৰী দপ্তৰৰ লগত জড়িত থকা পদাধিকাৰীক অসমলৈ পঠোৱাটো যেন এটা অলিখিত অনুশাসনহে। আনকি ১৯৮১ চনলৈকে ধৰা এটা হিচাপ মতে অসমলৈ ৰাজ্যপালৰূপে পঠোৱা সকলৰ ভিতৰত মাত্ৰ তিনিজনহে প্ৰত্যক্ষ বা পৰোক্ষভাৱে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ লগত জড়িত থকা লোক নাছিল — তাৰো এজনৰ কাৰ্যভাৰ লোৱাৰ আগতে পৰলোকপ্ৰাপ্তি ঘটে।" এই দৃষ্টিৰেই তেওঁ ফেডাৰেল আঁচনিৰ প্ৰস্তাৱ উত্থাপনৰ কথা কৈছিল আৰু ৰাইজ আৰু 'দৈনিক অসম'কে ধৰি বাতৰিকাকতৰ সমবেত প্ৰতিবাদতহে সেই চেষ্টা ব্যৰ্থ হৈছিল। আনহাতে উত্তৰ-পূব পৰিষদৰ ব্যৱস্থা জাপি দিয়া কথাও উল্লেখনীয়। ক্ষমতাত থকা অসমৰ কংগ্ৰেছ দলেও পোনতে উক্ত দিশত বিৰোধিতা কৰিছিল যদিও, নেতৃত্বৰ দুৰ্বলতাৰ বাবে তেনে ব্যৱস্থা কেন্দ্ৰই জাপি দিবলৈ সক্ষম হয়। ফলত যেনিবা অঞ্চলটোতহে এখন সমান্তৰাল আমোলাতান্ত্ৰিক চৰকাৰ গঠিত হৈছিল। আমি প্ৰতিষ্ঠাপক সম্পাদকৰ মন্তব্যসমূহত গুৰুত্ব দিছো এই কাৰণতে যে বাতৰিকাকতখনৰ 'চৰিত্ৰ' সৃষ্টি আৰু দৃঢ়তাৰে তেনে দৃষ্টিভংগী চলাই ৰখাত সম্পাদকৰ দৃঢ়মন আৰু প্ৰকাশকৰ সহযোগিতাৰ ভেটিতেই 'দৈনিক অসম'ৰ

ব্যক্তিত্ব গঠিত হৈছে আৰু এতিয়াও তাৰ ব্যতিক্ৰম হোৱা নাই। তদুপৰি ক্ষমতাত থকা ব্যক্তি বা গোষ্ঠীৰ কথা আৰু কামৰ প্ৰহৰীৰূপে দায়িত্ব পালন কৰোতে, এই কাকতে ক'ৰ পৰা বাতৰি সংগ্ৰহ কৰে সেয়া পাবলৈ আমোলাতন্ত্ৰই বহুবাৰ হেঁচা প্ৰয়োগ কৰিও বিফল হৈছে। তাৰবাবে সম্পাদক, মুদ্ৰক আৰু প্ৰকাশকক হাৰাশাস্তি কৰা; সঘনে বিভিন্ন স্থানত গোচৰ তৰা বা বিধানসভা-প্ৰেছ কাউন্সিলত হাজিৰ কৰোৱা আৰু কাকত গোষ্ঠীক বিজ্ঞাপন দানত অন্যায় কৰা বা সময় মতে তাৰ বাবে প্ৰাপ্য ধন আদায় নিদিয়া আদি কথা আছেই। তথাপি ৰাইজৰ 'বিশ্বাসযোগ্যতা'কে মূলধন কৰাৰ ফলত এসময়ত নিউজপ্ৰিণ্টৰ যোগান চেৰাই প্ৰায় আশী হেজাৰ গ্ৰাহকৰ চাহিদা পূৰণ কৰাৰ স্থিতি পাইছিল। নিউজপ্ৰিণ্টৰ অভাৱত পৃষ্ঠা কমাই চাৰি পৃষ্ঠাৰ কৰি আৰু শিশু, বিজ্ঞান, কলা-সংস্কৃতি আদিৰ বিৱৰণ বাদ দিও অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ একপ্ৰকাৰ তথ্যৰ ভঁৰালৰ লগতে গতি-নিৰ্ণায়কৰ ভূমিকা এই কাকতে লব পাৰিছিল।

১৯৭২ চনত অসমত আঞ্চলিক ভাষাক শিক্ষাৰ মাধ্যম স্বৰূপে প্ৰৱৰ্তন কৰা লৈও অসমীয়াবিৰোধী চক্ৰৰ বিৰোধিতাৰ সময়ত 'দৈনিক অসমে' সক্ৰিয় ভূমিকা লৈছিল। সদৌ অসম ছাত্ৰ সন্থাৰ তেতিয়াৰ সাধাৰণ সম্পাদক প্ৰসন্ন নাৰায়ণ চৌধুৰীয়ে তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহই ২৭/৫/৭২ তাৰিখে কাছাৰ জিলাৰ কংগ্ৰেছ কৰ্মী অভিবৰ্তনত "বিশ্ববিদ্যালয়ৰ আগন্তুক ৬ জুনৰ সভাত বঙালীকো অন্যতম মাধ্যম হিচাপে লোৱাৰ প্ৰশ্ন বিবেচনা কৰিব" বুলি দিয়া আশ্বাসৰ প্ৰতিবাদ কৰিছিল। "এই প্ৰতিবাদৰ বিবৃতি দৈনিক অসমত চকুত লগাকৈ প্ৰকাশ কৰি জাতীয় স্বাৰ্থ ৰক্ষাৰ হকে প্ৰথম যুদ্ধ ঘোষণা কৰিছিল" বুলি শিক্ষাবিদ অধ্যাপক শ্ৰীবিশ্বেশ্বৰ হাজৰিকাই এটি প্ৰবন্ধত উল্লেখ কৰিছে। তেওঁ লিখিছে : "এই যুদ্ধত দৈনিক অসমে ছাত্ৰ সন্থাৰ বিবৃতি প্ৰকাশ কৰি, আন্দোলন সম্পৰ্কীয় বাতৰি আৰু আলোকচিত্ৰ পৰিবেশন কৰি, আন্দোলনৰ সমৰ্থনত লিখা প্ৰবন্ধ, চিঠি প্ৰকাশ কৰি সম্পাদকীয় লিখি নিজ দায়িত্ব পালন কৰিছিল। মুখ্যমন্ত্ৰী শ্ৰীসিংহই ১১/৮১/৭২ তাৰিখে এটা বিবৃতি যোগে সদৌ অসম ছাত্ৰ সন্থাৰ যোগেদি অসমৰ ৰাইজে কৰা দাবী মানি লয়। কিন্তু অসমবিৰোধী বঙালীপ্ৰেমী সেই সময়ৰ শাসক কংগ্ৰেছৰ চৰকাৰে কেন্দ্ৰীয় গৃহমন্ত্ৰী শ্ৰীকে চি পন্তৰ সৈতে ১৮/৪/৭৩ তাৰিখে ১১ নৱেম্বৰৰ বিবৃতি উলাই কৰি বিশ্ববিদ্যালয় অনুদান আয়োগৰ মাধ্যম নীতি ভংগ কৰিবলৈ সমৰ্থ হয়।" আনহাতে অধ্যাপক বিশ্বেশ্বৰ হাজৰিকাই এই বুলিও কৈছে, "চুক্তি ভংগৰ বিপক্ষে অৱশ্যে দৈনিক অসমে কোনো আন্দোলনৰ নেতৃত্ব নিদিলে।" কথা হ'ল বাতৰিকাকতৰ দায়িত্ব ৰাইজৰ আগত একোটা সমস্যাৰ আঁতিগুৰি ফহিয়াই সমাজৰ সকলোকে সচেতন কৰা। কিন্তু সমাজে যদি উক্ত দিশেৰে চিন্তা-চৰ্চা কৰি সক্ৰিয় নহয়, তেনেহ'লে বাতৰিকাকতৰ পিনৰ পৰা একোটা সমস্যাকে লৈ আন্দোলনৰ সূত্ৰপাত কৰি থকাটো সম্ভৱ নহ'বও পাৰে। বৰং প্ৰতিনিধিমূলক গণতান্ত্ৰিক সমাজ এখনে তেওঁলোকৰ নেতাসকলৰ পৰাহে তেনে অবিৰত কল্যাণকামী প্ৰচেষ্টা বিচৰাৰ দাবী কৰিব পাৰে। যি কি নহওক, উক্ত মাধ্যম আন্দোলনৰ গতিপথৰ নিৰ্ণয়তো দৈনিক অসমে কিছু পৰিমাণে আৱশ্যকীয় দায়িত্ব পালন কৰাটো উল্লেখনীয়।

### অস্তিত্ব ৰক্ষাৰ আন্দোলনত অবিস্মৰণীয় নেতৃত্ব

অসমত প্ৰবলতম জনমত গঢ়ি তোলাত আৰু লগতে ১৯৭৯ চনৰ পৰা সদৌ অসম ছাত্ৰ সন্থাই (আছু) আৰম্ভ কৰা বিদেশীৰ অবাধ অনুপ্ৰবেশৰ বিৰুদ্ধে গণ আন্দোলনৰ গতি-নিৰ্ণায়কৰ ভূমিকা পালন কৰাত 'দৈনিক অসম'ৰ অৱদান চিৰস্মৰণীয় হৈ ৰ'ব। এই ক্ষেত্ৰত আন্দোলনৰ গুণাগুণ, দোষ-ক্ৰটি আৰু কাকতখনৰো ভূমিকাৰ বিষয়ে যি সমালোচনাই নহওক কিয়, এইটো নিশ্চিত যে সমগ্ৰ গণ আন্দোলনটোৰ পৰিচালনা গুৱাহাটীকেন্দ্ৰিক হোৱাত ছাত্ৰ সন্থা আৰু 'দৈনিক অসম'ৰ সমদৃষ্টিৰ পদক্ষেপে অসমৰ সমাজ জীৱনক অভূতপূৰ্বভাৱে নিয়ন্ত্ৰিত কৰাত সক্ষম হৈছিল। বিদেশী নাগৰিকৰ অবাধ অনুপ্ৰবেশৰ প্ৰতিবাদত ১৯৭৯ চনৰ আঠ জুন তাৰিখে 'আছু'ৱে 'অসম বন্ধ' ঘোষণা কৰিছিল। তেতিয়াৰে পৰা 'অসম চুক্তি' স্বাক্ষৰিত হোৱা ১৯৮৫ চনৰ ১৫ আগষ্টলৈকে অবিৰাম গতিত চলা গণ আন্দোলনে বিশ্বতে এক জনজাগৰণৰ অভিলেখ স্থাপন কৰিছিল। গান্ধীজীৰ অহিংস নীতিৰে আৰম্ভ কৰা তেনে এক ঐতিহাসিক গণ আন্দোলনত ছাত্ৰ সন্থাৰ লগত সহযোগ কৰিছিল অসম আৰু অসমীয়া জাতিৰ আৰ্থ-সামাজিক তথা ৰাজনৈতিক স্বাৰ্থ ৰক্ষাত আগ্ৰহী থলুৱা ৰাজনৈতিক গোটবোৰৰ উপৰি অসম সাহিত্য সভা আদি অৰাজনৈতিক সংগঠনবোৰে। এনেদৰে সংগঠিত সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ আহ্বানত ৰাজ্যখনৰ শতকৰা নবৈ ভাগৰো অধিক লোক জড়িত হৈছিল। আনকি চৰকাৰী কৰ্মচাৰী, অৰ্দ্ধ চৰকাৰী প্ৰতিষ্ঠানৰ কৰ্মী আদিয়েও তাত যোগ দিছিল। এনে এক ব্যাপক জনজাগৰণক নিয়ন্ত্ৰণ কৰি আইন-শৃংখলা

অব্যাহত ৰখাটো অতি দুৰূহ কাম। সেয়ে দুই-চাৰিটা বিক্ষিপ্ত হিংস্র ঘটনাও নঘটাকৈ থকা নাছিল। তথাপি সামগ্রিকভাৱে অহিংস সত্যাগ্রহৰ লেখীয়া এই গণ আন্দোলনক সংযত আৰু সংহত কৰি ৰখাত তেতিয়াৰ থলুৱা বাতৰিকাকতবোৰৰ অৰিহণা কম নহয়। তদুপৰি ৰাজ্যৰ বাহিৰৰ তথাকথিত ৰাষ্ট্ৰীয় কাকত কিছুমানৰ আৰু অসমৰ ভিতৰৰে ন্যস্তস্বাৰ্থ জড়িত তথা অসমীয়াবিৰোধী চক্ৰ বিশেষৰ চক্ৰান্তৰ বিপৰীতেও থলুৱা কাকতকেইখনে প্ৰতিবাদ কৰি সততাৰে দায়িত্ব পালন কৰিবলগীয়া হৈছিল। স্বাভাৱিকতে তেনে সংগ্ৰামী পৰিস্থিতিত যুক্তিৰ লগতে আবেগেও মাজে মাজে সমাজ জীৱনক আন্দোলিত কৰে; বাতৰিকাকতৰ কৰ্মীসকলো একেখন সমাজৰে অংগৰূপে তেনে ধৰণৰ প্ৰভাৱ কাকতবিলাকতো প্ৰতিফলিত নোহোৱাকৈ নাছিল। 'দৈনিক অসম' কাকতো ব্যতিক্ৰম নহয়; কাৰণ সমগ্ৰ আন্দোলনটো পৰিচালিত হৈছিল তেতিয়াৰ নৱপ্ৰজন্ম ছাত্ৰ সমাজৰ দ্বাৰা আৰু প্ৰবীণসকলেও ভৱিষ্যতৰ অসমৰ ভয়াবহতাৰ শঙ্কাৰে একমুঠ হৈ তেওঁলোকক অনুসৰণ কৰিছিল। বাতৰি প্ৰকাশৰ গতি-প্ৰকৃতি; আন্দোলনৰ শক্তি গঢ়ি তোলাৰ অৰ্থে বিবৃতি আৰু তথ্যৰ চকুত লগা ধৰণে নিবেদন, সম্পাদকীয় যোগে গতি-নিৰ্দেশ তথা উদগনি আদিৰ কথা এই সময়ৰ বাতৰিকাকতবোৰত বিচাৰিলে পোৱা যায়। 'আহ ঐ, ওলাই আহ' আৰু 'জয় আই অসম' ধ্বনিৰে উত্তেজিত কৰি তোলা অসমৰ লাখ লাখ জনতাক সংযত কৰি ৰখাটো কম কথা নাছিল। খাৰুৱা তেল বন্ধ কৰা আন্দোলনৰ বাবে সেই আহ্বানত সঁহাৰি দি গুৱাহাটী তেল শোধনাগাৰলৈ মৃত্যুৰ সম্ভাৱনাকো নেওচি হেজাৰ হেজাৰ জনতাই খোজকাঢ়ি কৰা ঐতিহাসিক যাত্ৰা যেনিবা তেতিয়াৰ উপায়ুক্তগৰাকীৰ ধৈৰ্য আৰু দূৰদৰ্শিতাৰ কাৰণে ৰক্তাক্ত নোহোৱাকৈ আছিল।

১৯৭৫ চনৰ তিনি জুন তাৰিখেই 'দৈনিক অসম'ৰ প্ৰথম পৃষ্ঠাত ডাঙৰ ডাঙৰ হৰফেৰে 'বাংলাদেশীৰ অনুপ্ৰবেশৰ আঁৰত' শিতানেৰে ওলোৱা বাতৰিৰে যে এই কাকতে আগতীয়াকৈ জনগণক সকীয়নি দি সাজু হোৱাৰ ইংগিত দিছিল, সেই কথা এই কাকততে এসময়ত কাম কৰা বৰ্তমানৰ অধ্যাপক শ্ৰীউপেন্দ্ৰ বৰকটকীয়ে এটি নিবন্ধত উল্লেখ কৰিছে। "অসমক বিক্ৰী কৰিলে কোনে?" (২৯ আগষ্ট, '৭৯), "ৰাজ্যৰ সৰ্বনাশ সাধিবৰ বাবে কংগ্ৰেছ নেতাৰ অপপ্ৰচাৰ" (২০ ছেপ্টেম্বৰ, '৭৯) আদি শিৰোনামাৰ বাতৰিৰ কথাও উল্লেখ কৰি অধ্যাপক শ্ৰীবৰকটকীয়ে লিখিছে: "অসমক বিক্ৰী কৰিলে কোনে? এই বাতৰিটোত কেন্দ্ৰীয় চৰকাৰে দিয়া নিৰ্দেশ কেতিয়াৰ ৰাজ্য চৰকাৰে লুকুৱাই ৰখাৰ কথা আছিল। অসমৰ ভোটাৰ তালিকাত বিদেশী নাগৰিকে চোৰাংভাৱে নাম ভৰোৱা বুলি জানি কেন্দ্ৰই আৱশ্যকীয় বিধি-ব্যৱস্থা লবলৈ ৰাজ্য চৰকাৰক ১৯৭৫ চনতে স্পষ্ট নিৰ্দেশ দিছিল। ৰাজ্য চৰকাৰে সেই নিৰ্দেশ লুকুৱাই ৰখা বুলি দোষাৰোপ কৰি 'দৈনিক অসমে' এই বুলি উল্লেখ কৰিছিল — "ইমান স্পষ্ট নিৰ্দেশ পায়ো ১৯৭৫ চনৰ পৰা তেতিয়াৰ ৰাজ্য চৰকাৰে সেই নিৰ্দেশ লুকুৱাই ৰাখিলে আৰু ৰাজ্যখনক চৰম সংকটৰ মাজলৈ ঠেলি পঠালে। ভোটৰ লোভত এনেদৰে বদনৰ ভূমিকা লোৱাৰ দ্বিতীয় উদাহৰণ হয়তো নোলাব।" ...সেই একে বছৰৰে ফেব্ৰুৱাৰী মাহৰ দুই তাৰিখৰ পৰা তিনিটা সংখ্যাত 'দৈনিক অসম'ত ওলোৱা "বিদেশী নাগৰিকৰ ব্যাপক অনুপ্ৰবেশ : এটা গুৰুতৰ সঙ্কট" শীৰ্ষক বাতৰিটোত লাখ লাখ অনুপ্ৰবেশকাৰীয়ে কিদৰে উঃ পূঃ অঞ্চলত খোপনি পুতি লৈছে সেই কথা তথ্যপাতিৰে বিস্তৃতভাৱে দাঙি ধৰা হৈছিল।

এনেদৰে এই ক্ষেত্ৰত আন বহুতো বাতৰি বিশ্লেষণ কৰি চালে অনুমান কৰিব পাৰি কেনেকৈ পৰিকল্পিতভাৱে এই সমস্যাটোৰ আঁতিগুৰি ফহিয়াই আৰু এই দিশত জনজাগৰণৰ আৱশ্যকতাক build up কৰি অৰ্থাৎ জনমানসত ক্ৰমে গঢ়ি তুলি সমস্ত অসমপ্ৰেমী ৰাইজক জাগৰিত কৰাত কাকতখনে বৰঙণি যোগাইছিল। একেদৰে ১৯৭৫ চনৰ জৰুৰী অৱস্থা ঘোষণাৰ আগৰে পৰা ভাৰতৰ পটভূমিত কেন্দ্ৰীয় চৰকাৰৰ জনবিৰোধী স্থিতিৰ বিপৰীতে এইখন কাকতত পঢ়ুৱৈৰ উৎকণ্ঠা জীয়াই ৰখা ধৰণে জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বৰ বিহাৰৰ গণ আন্দোলনৰ আৰম্ভৰ বিভিন্ন বাতৰিবোৰ ক্ৰম অনুসৰি গঢ়ি তোলাত কাকতখনে কৃতিত্ব দেখুৱাইছিল। ১৯৭৫ চনৰ তিনি জানুৱাৰী তাৰিখে 'দৈনিক অসম'ত (যেতিয়া নিউজ প্ৰিণ্টৰ নাটনিত কাকতখন চাৰি পৃষ্ঠাৰহে ওলাইছিল) ভোটদাতাক সচেতন কৰাৰ বাবে প্ৰথম পৃষ্ঠাত 'বক্স আইটেম' হিচাপে 'ভোটাৰ তালিকা প্ৰস্তুত'ৰ বাতৰিৰ লগতে প্ৰথম 'কলম'ত 'বৰপেটা সমষ্টিৰ উপ-নিৰ্বাচন' বাতৰিটি চকুত পৰাকৈ প্ৰকাশ কৰা হৈছিল। আনহাতে অন্য উপযোগী বাতৰিতো গুৰুত্ব নিদিয়াকৈ থকা নাছিল; যেনে "অনাহাৰত মৃত্যু; মাজুলীত ২৮ জনৰ মৃত্যু", "মাৰ্কিন খাদ্য সাহায্যৰ 'নতুন পি.এল. ৪০০' চুক্তি অপমানজনক"; "ৰেলমন্ত্ৰী ললিত নাৰায়ণ মিশ্ৰ আৰু দুজন সাংসদ বোমা বিস্ফোৰণত আহত" ইত্যাদি। আনহাতে প্ৰথম পৃষ্ঠাত তিনি কলমৰ বাতৰি

আছিল 'চৰকাৰী সাংস্কৃতিক সন্মিলনত ছয় লাখটকীয়া আয়োজন'। এইদৰে আজিলৈকে জেৰ টনা চৰকাৰী অপব্যয় তথা তাৰ আঁৰৰ দুষ্কৃতিৰ প্ৰতিও পঢ়ুৱৈসকলক আগতীয়াকৈ সকীয়াই আছিল। পিচদিনা এখন 'কাৰ্টুনো' ওলাইছিল — য'ত লিখা কথাখিনি আছিল এনে ধৰণৰ : "বিদূষক কহে বোলে শুনা জনগণ/দুষ্কৃতি ঘটিল বহু কৰা মৰিষণ।" মন কৰিব পাৰি আজি কুৰি বছৰ পিছতো ৰাজ্যৰ সাংস্কৃতিক বিভাগত তেনে অপকৰ্ম কমক ছাৰি বাঢ়িছেহে। গতিকে 'দৈনিক অসম'ৰ আগতীয়া সকীয়নিত দূৰদৃষ্টিৰ আভাস আছিল।

অসমৰ খিলঞ্জীয়াসকলৰ স্বাৰ্থৰ দৃষ্টিৰে সেই সপ্তাহতে প্ৰকাশিত এটা সম্পাদকীয়ত আছিল : "অসমত কোনো সংগত ব্যৱস্থা ল'লেই সেয়া প্ৰাদেশিকতা-দুষ্ট ব্যৱস্থা বুলি পৰিগণিত হয়। কিন্তু আন ৰাজ্যৰ কথা সুকীয়া। সম্প্ৰতি উত্তৰ প্ৰদেশ চৰকাৰে সিদ্ধান্ত লৈছে যে উত্তৰ প্ৰদেশ চৰকাৰৰ ধনেৰে গঠন কৰা নিগম আৰু চৰকাৰী প্ৰতিষ্ঠানত ৫০০ টকালৈকে দৰমহা নিৰূপিত হোৱা চাকৰিত স্থানীয় লোকৰ নিয়োগ কৰা হ'ব। কোনো ক্ষেত্ৰত যদি এই নিয়ম পালন কৰিব পৰা নহয়, তেন্তে সংশ্লিষ্ট কৰ্তৃপক্ষই তাৰ কাৰণ দৰ্শাব লাগিব। যিহেতু উত্তৰ প্ৰদেশে এই ব্যৱস্থা লৈছে, সেইদেখি ইয়াৰ প্ৰতি সকলোৱে ওলগ জনাব। কিন্তু অসমত তাকে কৰা হ'লে — সকলোৱে হৈ-চৈ লগালেহেঁতেন।..." অসমৰ ক্ষেত্ৰত বহিৰাগতৰ দ্বাৰা চাকৰি-বাকৰি, ঠিকা-ঠুকলিৰ সুবিধা গ্ৰহণৰ প্ৰক্ৰিয়া কিন্তু আজি কুৰি বছৰ পিছতো নাই জানো? তদুপৰি ৰাজ্যৰ এচাম আমোলা-বিষয়া আৰু থলুৱা ন্যস্তস্বাৰ্থৰ ব্যক্তি বা গোটে ডাঙৰ ঠিকা, যোগান আদি ৰাজ্যৰ বাহিৰৰ লোককে দিয়াৰ অভিযোগ উঠি আছে। চৰকাৰী, অৰ্দ্ধ চৰকাৰী অনুষ্ঠানতো অনুৰূপ কাৰ্য চলি থকাটো মন কৰিবলগীয়া; ইয়াৰ দ্বাৰা থলুৱা স্বাৰ্থৰ ক্ষতি হৈছে। মাত্ৰ দালাল মধ্যভোগী এচামে অন্যায়ৰ ধনবিতৰ ভাগ লৈছে।

আনহাতে গুৱাহাটী পৌৰ নিগমত কংগ্ৰেছবিৰোধী মৰ্চাৰ মেয়ৰ, ডেপুটী মেয়ৰ নিৰ্বাচিত হোৱাত তেতিয়াৰ ৰাজ্য চৰকাৰে দেখুওৱা মনোভাৱৰ সমালোচনা কৰি ১৯৭৫ চনৰ ২২ জানুৱাৰীৰ সম্পাদকীয়ত লিখা হৈছিল : ...."গুৱাহাটী পৌৰ নিগমৰ পট্টনে এই জৰাজীৰ্ণ মহানগৰীক নতুন জীৱন দিব বুলি সকলোৱে আশা কৰিছিল। কিন্তু ইতিমধ্যে এনে কিছুমান পৰিস্থিতিয়ে দেখা দিলে যাৰ ফলত নিগমৰ সমুখৰ পথ কণ্টকিত হৈ পৰিল। মৰ্চাৰ দ্বাৰা পৰিচালিত গুৱাহাটী পৌৰ নিগমে ৰাজ্য চৰকাৰৰ পৰা পাবলগীয়া সহযোগিতাকণো নেপালে; নিগমৰ কৰকাটলৰ প্ৰস্তাব আৰু অন্যান্য ব্যৱস্থা সম্পৰ্কে ৰাজ্য চৰকাৰৰ পৰা যি অনুমোদন পাব লাগিছিল তাকো নোপোৱা বাবে নিগমৰ আৰ্থিক দিশটো সম্পূৰ্ণ অচল হৈ থাকিল। যদি পৌৰ নিগম মৰ্চাৰ দখলত থকা দোষতে চৰকাৰে এইদৰে নিগমৰ লগত হোকা-পানী নিষেধ কৰিলে, তেন্তে বুজিব লাগিব যে গণতন্ত্ৰৰ ধ্বজাবাহী বুলি নিজকে চিনাকি দিয়া সকলে গণতন্ত্ৰৰ মূল সূত্ৰকে অস্বীকাৰ কৰিছে। অৱশ্যে এনে মনোভাৱ অকল পৌৰ নিগমৰ ক্ষেত্ৰতে যে দেখুওৱা হৈছে সেইটো নহয়।..." লগতে তেতিয়াৰ মন্ত্ৰী এজনে গোলোকগঞ্জত কোৱা কথাও উল্লেখ কৰিছিল যে উক্ত মন্ত্ৰীগৰাকীয়ে কৈছিল — কংগ্ৰেছক ভোট নিদি উক্ত অঞ্চলে সুবিধা লাভৰ পৰা নিজে বঞ্চিত হ'ল ইত্যাদি। এইদৰে ৰাজ্যখনৰ আৰু দেশৰ আন ঠাইৰো সাময়িক যিকোনো সমস্যা বা অন্যায় ব্যৱস্থাৰ ওপৰত স্পষ্ট মত সম্পাদকীয়বোৰত আছিল। খেলা-ধূলা, কলা-সংস্কৃতি, শিক্ষা-বিজ্ঞান, নাৰী প্ৰগতি আদি বিষয়তো সময়মতে বা-বাতৰিক গুৰুত্ব দান আৰু সম্পাদকীয় প্ৰকাশ কৰাতো কাকতখনে মন কৰিছিল।

সেই বছৰৰে দহ ফেব্ৰুৱাৰীৰ সম্পাদকীয়ত 'বিহাৰৰ জটিল সমস্যা' শীৰ্ষক নিবন্ধত মন্তব্য আছিল : "প্ৰধানমন্ত্ৰী শ্ৰীমতী গান্ধী আৰু কংগ্ৰেছ উৰ্দ্ধতন কৰ্তৃপক্ষক বৰ্তমানে বিহাৰে যিদৰে ব্যতিব্যস্ত কৰি তুলিছে, সেইদৰে দেশৰ আন কোনো সমস্যাই হয়তো তেওঁলোকক আমনি দিব পৰা নাছিল। বিহাৰত সৰ্বোদয় নেতা শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত চলা আন্দোলনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া এতিয়াও শেষ হোৱা নাই....।" এই সমস্যাৰ জেৰ টানি কাকতখনে জৰুৰী অৱস্থা ঘোষণালৈকে এটা ক্ৰম ৰাখি বা-বাতৰিবিলাক পৰিবেশন কৰিছিল।

আনহাতে অসম চৰকাৰৰ প্ৰশংসনীয় কামৰ বেলিকাও কাকতখন নীৰৱ নাছিল। সেই বছৰৰে ২০ ফেব্ৰুৱাৰীৰ সম্পাদকীয়ত 'এটি আদৰণীয় প্ৰস্তাৱ' শিতানত মন্তব্য কৰা হৈছিল এইদৰে : "অসম বিধানসভাই পৰহি সৰ্বসন্মতিক্ৰমে অসমত তৃতীয় শোধনাগাৰ স্থাপনৰ বাবে ভাৰত চৰকাৰক অনুৰোধ জনাই লোৱা প্ৰস্তাৱৰ বাবে আমি ওলগ জনাইছো।" উক্ত প্ৰসংগতে কোৱা হৈছিল গুৱাহাটীত প্ৰতি টন খাৰুৱা তেল শোধনৰ ব্যয় ২১ টকা ৬০ পইচা অথচ বাৰাউনীত ব্যয় ৩৭ টকা ৯৮ পইচা। "মুখ্যমন্ত্ৰীয়ে দিয়া হিচাপ মতে ১৯৭৮-৭৯ চনলৈ বৃদ্ধি হ'বলগীয়া প্ৰায় ডেৰ নিযুত টন অতিৰিক্ত তেল শোধনৰ বাবে এতিয়াই তৃতীয় শোধনাগাৰৰ ভেটি স্থাপন কৰা উচিত হ'ব। লগতে থলুৱা

লোকক আৱশ্যকীয় প্ৰশিক্ষণ এতিয়াৰ পৰাই দিব লাগিব।" তদুপৰি লিখা হৈছিল : "আগৰ অতিৰিক্ত তেল বাহিৰলৈ নিয়াৰ কথা বাদ দি, প্ৰস্তাৱিত পাইপলাইনৰ ব্যয় কমাই হ'লেও বৰ্তমানে গুৱাহাটী শোধনাগাৰক সম্প্ৰসাৰিত কৰা আৰু বঙাইগাওঁ শোধনাগাৰৰ কাম খৰতকীয়া কৰাৰ কথাও কেন্দ্ৰীয় চৰকাৰে ভবা উচিত হ'ব। পৃথিৱীৰ তেল সম্পদৰ অধিকাৰী সৰু সৰু ৰাষ্ট্ৰবোৰৰ অৰ্থনৈতিক প্ৰগতিৰ লগত ৰিজাই চালে অসমক অতি সমৃদ্ধিশালী হৈও ভোলানাথৰ দৰে কমণ্ডলুধাৰী হৈ থকা যেনেই লাগে।" এনে ধৰণে তেতিয়াৰ পৰা খাৰুৱা তেলৰ ক্ষেত্ৰত হোৱা অন্যায়ৰ কথা জনমানসত আৰু বিশেষকৈ নৱপ্ৰজন্মক সকীয়াই থকাৰ ফলতেই— 'তেজ দিম, তেল নিদিওঁ' বোলা দৃঢ়তাৰে অসম আন্দোলনৰ এছোৱা কালত কেনে উত্তেজনাৰ সৃষ্টি হৈছিল তাক নোদোহাৰিলেও হ'ব।

এই ধৰণে অসমৰ অস্তিত্ব ৰক্ষাৰ চেতনাৰ বীজ অঙ্কুৰিত কৰাত 'দৈনিক অসম'ৰ ভূমিকা ইতিহাসে বিচাৰ কৰিব। শেষত এই আন্দোলনৰ পৰিণতিত ইন্দিৰা কংগ্ৰেছ চৰকাৰক আঁতৰাই অসম গণ পৰিষদৰ চৰকাৰ গঠন কেনেদৰে হ'ল; কেনেদৰে অভিজ্ঞতাহীনতা তথা ক্ষুদ্ৰ স্বাৰ্থৰ হেতাওপৰাত উক্ত ৰাইজৰ চৰকাৰখনো পদচ্যুত হ'ল; আৰু বৰ্তমানে যোৱা কেইবছৰত কেনেদৰে এক হিংস্ৰ পৰিস্থিতিৰ লগতে চৰম দুৰ্নীতিৰ মাজত অসমৰ জনজীৱন ব্যতিব্যস্ত হৈ আছে— এই সকলো ক্ষেত্ৰতে কাকতখনে এটি নিৰপেক্ষ সাহসী স্থিতি লৈ থকাটো উল্লেখনীয়। ১৯৮৬ চনৰ ৩১ ডিচেম্বৰলৈ প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীকীৰ্তিনাথ হাজৰিকাৰ দায়িত্বত কাকতখনে যি ভূমিকা লৈছিল, তেনে আদৰ্শকে অনুসৰণ কৰি ১৯৮৭ চনৰ পহিলা জানুৱাৰীৰ পৰা শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ সম্পাদনাতো চলি আছিল বুলি ক'ব পাৰি। উল্লেখযোগ্য যে এই গৰাকী ব্যক্তিয়ে আগতে 'দৈনিক জনমভূমি' কাকতৰ সম্পাদকৰূপে অসমৰ গণ আন্দোলনত সম-দায়িত্বেৰে অসমবাসী ৰাইজৰ স্বাৰ্থ চিন্তাৰে সেই দৈনিক কাকতখন সম্পাদনা কৰিছিল।

### পূৰ্বতি নিশাৰ মৃত্যুৰ ধুমুহা

শিৰোনামাটো দিছিল সম্পাদক শ্ৰীহাজৰিকাই। 'ষ্টাফ ৰিপ'ৰ্টাৰ' বুলি আবেগিকভাৱে বাতৰিটো লিখিছিলো মই। ১১ ডিচেম্বৰৰ (১৯৭৯) দৈনিক অসমৰ প্ৰথম পৃষ্ঠাৰ প্ৰথম আৰু দ্বিতীয় 'কলাম'ত 'বক্স' কৰি ছপা হোৱা বাতৰিটোৱে পঢ়ুৱৈ সমাজৰ মৰ্ম স্পৰ্শ কৰিছিল। শ্ৰীকীৰ্তিনাথ হাজৰিকাই সিদিনা আগবেলা মোৰ টেবুললৈ আহি কৈ গ'ল— 'আপোনাৰ লেখাটোৱে আমাৰ গৃহিণীক কন্দুৱালে।' তেতিয়া মই কাকতখনৰ অন্যতম এছিষ্টেণ্ট এডিটৰ (আন গৰাকী শ্ৰীকমল গগৈ), মোৰ দায়িত্ব বিশেষকৈ আলোচনী অংশ, কলা-সংস্কৃতি বিভাগ আৰু স্থানীয় বাতৰিৰ সম্পাদনাত সহায় কৰা। আনহাতে দহ ডিচেম্বৰত মই লিখা উক্ত বাতৰিটোৰ জন্ম কাহিনী আছিল এনেকুৱা : দহ তাৰিখে নিচেই পুৱাতে মোৰ ঘৰৰ টেলিফোন বাজি উঠিছিল। বৰপেটাৰ তেতিয়াৰ সংবাদদাতা শিক্ষক শ্ৰীগণেশ দাসে ক'লে : "দাদা, এটা বেয়া খবৰ, কালি শেষ নিশা ভবানীপুৰত চি আৰ পিৰ প্ৰহাৰত এজন ছাত্ৰ নেতাৰ মৃত্যু হ'ল; নাম খৰ্গেশ্বৰ তালুকদাৰ...।" মই তুৰন্তে সম্পাদকৰ ঘৰলৈ ফোন কৰিলো। তেওঁ খন্তেক স্তব্ধ হৈ ক'লে, "অলপ সোনকালে প্ৰেছলৈ আহিবচোন।" মই পি.টি.আইৰ তেতিয়া দায়িত্বত থকা শ্ৰীকাৰ্তিক বৰুৱাক বাতৰিটো দিলো; ইউ.এন.আই আৰু দুই-চাৰি ঠাইত। খবৰটো কোনেও পোৱা নাছিল; দিছপুৰেও। সিদিনা প্ৰেছত এটা মৃত্যুশীতল স্থবিৰতাৰ ভাব সকলোৰে মুখত। আবেলি ঘৰলৈ ওভতাৰ আগতে কি জানো ভাবি উক্ত বাতৰিটো লিখি সম্পাদকলৈ পঠিয়ালো। পিছদিনা ১১ ডিচেম্বৰৰ কাকতত ছয় কলামৰ ডাঙৰ হৰফেৰে মূল, বাতৰিটি প্ৰকাশ পালে; শিৰোণামা— 'ভবানীপুৰত চি. আৰ. পিৰ লাঠীৰ কোবত ছাত্ৰ নেতাৰ মৃত্যু।' আনহাতে প্ৰথম দুটা কলামত 'বক্স'ৰ মাজত ওলাল 'পূৰ্বতি নিশাৰ মৃত্যুৰ ধুমুহা'। বাতৰিটো এনেকুৱা আছিল :

"ষ্টাফ ৰিপ'ৰ্টাৰ। দহ ডিচেম্বৰ। পূৰ্বতি নিশা। ভবানীপুৰৰ আলিবাটৰ ধূলি তেজেৰে ৰাঙলী কৰি শেষ নিশ্বাস এৰিলে এটা সম্ভাৱনা ভৰা জীৱনে। নাম তেওঁৰ খৰ্গেশ্বৰ তালুকদাৰ। বৰপেটাৰ ভবানীপুৰ অঞ্চল শাখা ছাত্ৰ সন্থাৰ সম্পাদক। আনহাতে বহুতো ছাত্ৰ-যুৱক-শিক্ষক-ৰাইজক শৰাইঘাট দলঙৰ পৰা বাটে বাটে লাঠিৰে কোবাই— চঙীনেৰে খুচি আগবাঢ়িছিল ৭খন মিলিটাৰী ট্ৰাক, এখন এম্বুলেঞ্চ গাড়ী, এগৰাকী অতিৰিক্ত মুখ্য সচিব, কুখ্যাত ডি.আই.জি. শ্ৰীগিল, এছ পি শ্ৰীবাস্তৱ, এ ডি এম-এ মালিক। এই যুদ্ধকালীন সজ্জাৰ 'কনভয়' গৈছিল এগৰাকী নিৰ্বাচনী-প্ৰাৰ্থিনী বা তেওঁৰ এজেন্টক নিৰাপত্তা দিবলৈ— নিশা শেষৰ এই অভিযানত বিজয়ীসকলে ৰাতিপুৱা ৫ বজাত বৰপেটাৰ দ্বাৰপ্ৰান্তত এগৰাকী হৃদয়হীনা, ক্ষমতালোভী নাৰীক সেই অঞ্চলৰ প্ৰতিনিধি পতাৰ সূচনা কৰি দিবলৈ। ফলত বাটে বাটে বহু লোক সাংঘাতিকভাৱে আহত হ'ল। বৰ্জিয়া, নলবাৰী, পাঠশালা আৰু ভবানীপুৰ...। ভবানীপুৰত এটা

পৰিকল্পিত হত্যাকাণ্ড ঘটিল। খৰ্গেশ্বৰ তালুকদাৰৰ মৃত্যু হ'ল। এগৰাকী জননীৰ বুকু শুদা হ'ল। এটা পৰিয়ালৰ কলিজা উলিয়াই নিয়া হ'ল। এটা উদিত সূৰ্য তেজৰ চাকনৈয়াত অস্ত গ'ল।

"দহ ডিচেম্বৰৰ ৰক্তক্ষৰা প্ৰভাতৰ সূৰ্য বেদনাত মূছকছ গ'ল। আৰু ইপিনে সেই দিনাই মহাপয়োভৰেৰে ৰক্তগঙ্গা বোৱাই এগৰাকী নাৰীয়ে (মাতৃ বোলাৰ সত নেযায়) দিল্লীৰ প্ৰাসাদত থাকি বৰপেটা সমষ্টিৰ লক্ষজনৰ প্ৰতিনিধিত্ব কৰিবলৈ মনোনয়ন পত্ৰ দাখিল কৰিলে। অতি পৰিতাপৰ বিষয় সেইগৰাকী নাৰী অসমৰ প্ৰত্যেকৰে পৰম শ্ৰদ্ধাৰ মৰহুম ফখৰুদ্দিন আলী আহমদৰ পত্নী।

"বৰপেটাৰ আমাৰ সংবাদদাতাই পুৱা ৬ বজাত যেতিয়া ফোনেৰে বাতৰি দিলে যে ভবানীপুৰত কেবাজনো ছাত্ৰ-যুৱক হতাহত হৈছে, তেতিয়াও আমাৰ ৰাজধানী দিছপুৰত থকা সেই অঞ্চলৰ বিধায়ক আৰু মুখ্যমন্ত্ৰীকে আদি কৰি কোনেও একোকে নেজানে।"

**কাৰ শাসন চলিছে অসমত?**

"নগাৱঁত হেনো কাৰ্ফিউ দিবই লাগিব বুলি এজন ব্যক্তিয়ে উপায়ুক্তকো চেৰাই দিছপুৰৰ পৰা হুকুম নিয়াইছিল আগদিনা আবেলি। অথচ অতি শক্তিশালী হেজাৰ হেজাৰ সত্যাগ্ৰহীয়ে মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ আদৰ্শত দিনে-নিশাই মাথো অতন্দ্ৰপ্ৰহৰী হৈ আছিল। বৰপেটাতো এগৰাকী ব্যক্তিৰ বাবেই 'কাৰ্ফিউ' জাপি দিয়া হ'ল — দহ তাৰিখৰ নিশা দুই বজাত।

"এয়া যদি গণতন্ত্ৰ হয়, এইদৰেই যদি গণতান্ত্ৰিক নিৰ্বাচন পাতিব পাৰি, তেনেহ'লে একনায়কত্ববাদ আৰু সামৰিক শাসন কাক বোলে — ৰাইজে প্ৰশ্ন তুলিছে। ব্যক্তিবিশেষৰ চৰম অহমিকা, পদমৰ্যাদাৰ উদগ্ৰ লালসাৰ বলি হ'ল শান্তিকামী ছাত্ৰ-যুৱকসকল। আজি এমাহজুৰি, বিশেষকৈ যোৱা সাতদিনে অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰতি ঠাইতে ইমান উজাগৰী নিশা, ইমান কষ্ট-যাতনা, ইমান ক্ষতিত্যাগ স্বীকাৰ কৰাৰ মূৰকত মুষ্টিমেয় অসৎ ৰাজনীতিৰে জীৱিকা কৰা মানুহৰ খামখেয়ালি চৰিতাৰ্থ কৰিবলৈ দিল্লীৰ পৰা দিছপুৰলৈ সমাজ শাসনযন্ত্ৰ সক্ষম হোৱা অদ্ভুত কাণ্ডলৈ চাই, অসমবাসীয়ে যদি ভাবে যে তেওঁলোকক আন ৰাজ্যৰ মানুহে কীট-পতঙ্গ বুলিহে গণ্য কৰে, তেনেহলে তেনে চিন্তাধাৰাৰ মাজত অযুক্তিৰে বা ঠাই ক'ত?

"কিন্তু, এই বলিদানৰ পৰিণতিয়ে যদি অসম আৰু আমাৰ ৰাইজক শান্তিপূৰ্ণ আৰু শৃঙ্খলাবদ্ধভাৱে যুঁজিবলৈ নতুন সংকল্প ল'বলৈ সকিয়াই দিয়ে, তেনেহ'লে খৰ্গেশ্বৰ মৰিও অমৰ হ'ব। সেই লক্ষ্য সফল কৰাৰ সংগ্ৰাম এতিয়া আৰম্ভ হ'ল; কেন্দ্ৰীয় ৰাজ্যিক চৰকাৰে যেন এই কথা মনত ৰাখে — জনতাৰ ৰথচক্ৰ নিষ্ক্ৰিয় কৰি দিয়াৰ সাধ্য চক্ৰান্তকাৰীৰ নাই।"

সেইদিনাৰ সম্পাদকীয় শ্ৰীহাজৰিকাই নিজে লিখিছিল : শিৰোনামা - 'বৰ্বৰতাৰ বিৰুদ্ধে প্ৰত্যাহ্বান।' তেওঁ লিখিছিল : "... অসমৰ প্ৰতিজন লোক এতিয়া চৰম প্ৰত্যাহ্বানৰ সন্মুখীন। শ্ৰীগিল আৰু শ্ৰীশ্ৰীবাস্তৱৰ লাঠিয়েই অসমক শেষ কৰিব নোৱাৰে। চঙীনেৰে মানুহ খুচি, লাঠিৰে মূৰ ভাঙি মনোনয়ন পত্ৰ দাখিল কৰাব পাৰিব। কিন্তু নিৰ্বাচন প্ৰক্ৰিয়াৰ সেয়ে শেষ কথা নহয়। নিৰ্বাচন যাতে পাতিব নোৱাৰে, তাৰ বাবে অসহযোগ প্ৰক্ৰিয়া প্ৰতি স্তৰতে ৰাইজে গঢ়ি তোলক। মাত্ৰ ৰাইজ সংযত হওক, উত্তেজনা পৰিহাৰ কৰক, শৃঙ্খলা অটুট ৰাখক; সকলো সংঘবদ্ধ হওক। সেয়ে অসহযোগৰ প্ৰক্ৰিয়াক পূৰ্ণাঙ্গ কৰি তুলিব আৰু ঈপ্সিত লক্ষ্যত ৰাইজক উপনীত কৰিব। শ্ৰীগিলৰ নিচিনা লোকৰ আৰু লগতে আঁৰৰ ৰংচোৱা ধুৰন্ধৰ কেইটাৰ প্ৰতি যোগ্য প্ৰত্যুত্তৰ হ'ব সেয়ে। অসমক ভালপোৱা আৰু জনজাগৰণৰ টৌৱে অন্তৰপৰশা ৰাইজৰ প্ৰতি এয়ে আমাৰ একান্ত মিনতি।"

এইদৰেই প্ৰকৃতাৰ্থত 'দৈনিক অসমে' তেতিয়াৰ বলপূৰ্বক জাপি দিয়া নিৰ্বাচন প্ৰক্ৰিয়াৰ বিৰুদ্ধে অসমৰ ৰাইজক প্ৰতি পদক্ষেপতে আৱশ্যকীয় পৰামৰ্শ, উদগনি দিয়াটো কৰ্তব্যৰূপে গ্ৰহণ কৰে। মনত পৰে যেতিয়া ছাত্ৰসকলৰ নেতৃত্বৰ আন্দোলন এটা সময়ত স্তিমিত হ'ব খুজিছিল তেতিয়া সম্পাদকে মোক মাতি নি খেদ কৰিছিল আৰু ইঙ্গিত দিছিল লিখনীৰ শক্তিৰে সংগ্ৰামী শক্তিক পুনৰ জগাই তোলাৰ। তেখেতে নিজে আৰু আমাকো তেনেদৰে এই দিশত উৎসাহ আৰু পৰামৰ্শ দিছিল; যাৰ ফলত ১৯৭৯ৰ পৰা ১৯৮৩ চনৰ ৰক্তাক্ত অবৈধ নিৰ্বাচনলৈ আৰু তাৰ পিছতো অসমৰ জনমতৰ লগত কাকতখনৰ একাত্মীয়তা গঢ় লৈছিল। তাৰ চিন হিচাপে কাকতখনৰ চাহিদা অসম্ভৱৰূপে বাঢ়িছিল আৰু অন্যান্য নানান কাকত ওলালেও এই কাকতত ওলোৱা বাতৰিহে বিশ্বাসযোগ্য বুলি সৰ্বসাধাৰণে গ্ৰহণ কৰিছিল।

এই সফলতাৰ আঁৰত আছিল সম্পাদকৰ ব্যক্তিগতভাৱে দিনে-নিশাই কৰা পৰিশ্ৰম, বাতৰি নিবেদনৰ কৌশলৰ সুপ্ৰয়োগ আৰু জনসংযোগৰ প্ৰচেষ্টা। বিভিন্ন অঞ্চলৰ বাতৰি যোগনিয়াৰসকলৰ লগত সংযোগ তথা সমন্বয়ৰ আন এটা দিশ এই ক্ষেত্ৰত মনকৰিবলগীয়া আছিল। সেয়ে অকল নগৰাঞ্চলেই

নহয়, গাওঁভূঁই সকলোতে 'দৈনিক অসম'ৰ বিশেষ প্ৰভাৱ বিয়পি পৰিছিল।

আনহাতে সেই সংগ্ৰামী কালছোৱাত কাকতখনৰ আলোচনী বিভাগতো দেশপ্ৰেমমূলক দৃষ্টিভঙ্গী তথা অসমৰ কল্যাণমূলক প্ৰবন্ধপাতি, কবিতা আদি পৰিকল্পিতভাৱে নিবেদন কৰা হৈছিল। আন সময়তো 'কাঁহুদী'ৰ দৰে জনপ্ৰিয় কাৰ্টুন-কথাৰে সমাজৰ বিভিন্ন দিশত আলোকপাত কৰাটোও মনকৰিবলগীয়া। সপ্তাহত অন্ততঃ এদিনৰ সম্পাদকীয়ত ধেমেলীয়াকৈ বিভিন্ন সমস্যাৰ ওপৰত কৰা আলোকপাতো উল্লেখনীয়; এই ক্ষেত্ৰত বাহিৰৰ পৰা হ'লেও অধ্যাপক যোগেশ দাসৰ বৰঙণি যথেষ্ট আছিল (তেওঁ ১৯৬৫ চনৰ আগষ্টৰ পৰা দুবছৰহে কলেজৰ পৰা 'লিয়েন'ত আহি অন্যতম এছিষ্টেণ্ট এডিটৰৰ কাম কৰিছিল যদিও পিছতো আজি কেইবছৰমান আগলৈকো সম্পাদকীয় নিবন্ধও সপ্তাহৰ নিৰ্দিষ্ট দিনত লিখিছিল।)

আচলতে দৈনিক অসমৰ সংগ্ৰামী ইতিহাস লিখিবলৈ গ'লে বৃহৎ পুস্তক এখন হ'বগৈ। আমি ইয়াত মাত্ৰ কাকতখনৰ অসম আৰু অসমবাসীৰ প্ৰতি থকা দায়িত্ববোধ আৰু চৰকাৰৰ আক্ৰোশ নেওচি সাহসেৰে জনমতক শুদ্ধপথে নিয়াবলৈ কৰা প্ৰচেষ্টাৰ কেইটামান উদাহৰণহে দিলো। বিশেষকৈ ৰাজ্যখনৰ ওপৰত চলা শোষণ-দমনৰ বিপৰীতে প্ৰথমৰ পৰাই কাকতখনে স্পষ্টভাৱে বিৰোধিতা কৰি আহিছে। অসমকে ধৰি উত্তৰ পূৰ্বাঞ্চলৰ কেন্দ্ৰীয় চৰকাৰ তথা ৰাষ্ট্ৰীয় দলবোৰৰ অৱহেলা আৰু অন্যায়ৰ প্ৰতিবাদ কৰাতো আগভাগ লৈ আহিছে। জৰুৰী অৱস্থাৰ আগে-পিছে এই কাকতে শাসনৰ বাগডৰী ধৰাসকলক তেওঁলোকৰ ত্ৰুটি-বিচ্যুতিৰ বাবে তীব্ৰ ভাষাৰে আক্ৰমণ কৰিছে। অসম গণ পৰিষদ চৰকাৰৰো দোষ-ত্ৰুটি সময়ে সময়ে আঙুলিয়াই দিয়াতো দৈনিক অসমে আগভাগ নোলোৱাকৈ থকা নাছিল। এক নিৰপেক্ষ দৃষ্টিভঙ্গীৰে অথচ থলুৱা স্বাৰ্থৰ প্ৰতি সততে সজাগ দৃষ্টি ৰাখি কাকতখনৰ সম্পাদনাৰ নীতি এতিয়াও অক্ষুণ্ণ থকা বুলি ৰাইজে কয়। ইতিমধ্যে বহু কাকত বিচিত্ৰ ধৰণে প্ৰকাশ পাইছে। আনহাতে সেই অনুপাতে অসমীয়া বাতৰিকাকতৰ পঢ়ুৱৈৰ সংখ্যা বঢ়া নাই। গতিকে প্ৰচাৰ সংখ্যাৰ হিচাপেৰে নহয়, সৎ সাংবাদিকতাৰ দৃষ্টিৰে 'দৈনিক অসম'ৰ জয়যাত্ৰা অব্যাহত থকাটোকে শুভেচ্ছুসকলে কামনা কৰে। অৱশ্যে প্ৰতিযোগিতাৰ মাজত সময়সাপেক্ষ ৰুচি, বিষয়বস্তু, আৰু নিবেদনৰ আকৰ্ষণীয়তাৰ প্ৰশ্ন আহিবই। প্ৰকাশকৰ পিনৰ পৰা বিত্তীয় দিশত সাংবাদিক-অসাংবাদিক কৰ্মীসকলৰ প্ৰতি সহানুভূতিশীল দৃষ্টি আছে যেতিয়া কৰ্মীবৃন্দয়ো প্ৰতিষ্ঠানটিক আপোন জ্ঞান কৰি প্ৰকাশিত দৈনিক, সাপ্তাহিক, মাহেকীয়া সকলোকেইখন কাকতৰে উত্তৰোত্তৰ উন্নতিত সকলোধৰণে সহযোগ কৰি আছে আৰু থাকিবও।

### সামৰণি

'দৈনিক অসম'ৰ ক্ষেত্ৰতো আমাৰ ট্ৰিবিউন গোষ্ঠীৰ পিতৃপুৰুষ ৰাধাগোবিন্দ বৰুৱাৰ দূৰদৃষ্টি তথা আৰম্ভৰে পৰা সাহসী পদক্ষেপৰ কথা মনত নেপেলালে আমাৰ আলোচনা আধৰুৱা হ'ব। প্ৰকাশৰ আগৰে পৰা অসমজুৰি চিঠিপত্ৰৰে গ্ৰাহক সংগঠনৰ পৰা কাকতখন ছপা হৈ ওলোৱালৈকে সকলো দিশতে তেখেতে ব্যক্তিগতভাৱে চকু দিছিল। কাকতখনৰ সম্পাদকৰ লগত তেখেতে আৰু তেখেতৰ উত্তৰাধিকাৰী তথা পৰিচালনাত সংযুক্তসকলে সংযোগ ৰাখিছিল। কাকতৰ ওপৰত চৰকাৰৰ ৰোষৰ বেলিকাও তেখেতসকলে সম্পাদক, মুদ্ৰক আৰু কৰ্মীসকলক সকলোধৰণে ৰক্ষণাবেক্ষণ দিছিল। তদুপৰি দৈনিক অসমৰ বৈশিষ্ট্যৰ বিষয়ে থূলমূলকৈ তলত দিয়া কথাবোৰ লক্ষণীয় :

প্ৰথমৰে পৰা 'কাঁহুদী', 'সময়ৰ শৰ' দুটা অতি জনপ্ৰিয় অনুষ্ঠান সম্পাদকে নিজৰ পোনপটীয়া তত্ত্বাৱধানত আৰু বিশিষ্ট কাৰ্টুনিষ্ট তথা শিল্পী শ্ৰীত্ৰৈলোক্য দত্তৰ (পিছলৈ মঃ ইউছুফো) সহযোগত প্ৰকাশ কৰি আহিছে।

বহু তত্ত্ব-তথ্য বিষয়ক শিতান— ফটোফিচাৰ, আলোকচিত্ৰৰে কাহিনী, প্ৰবন্ধ, কাৰ্টুন, গাৱঁৰ কথা, শিশু-মহিলা শিতান, শিক্ষা-বিজ্ঞান, গল্প-কবিতা, খেল-ধেমালিৰ বাতৰি, কলা-সংস্কৃতিৰ বাতৰি প্ৰকাশ।

বাৰ্ষিক ফটোগ্ৰাফীৰ প্ৰতিযোগিতা পাতি পাতি অসমত ফটো-সাংবাদিকতাৰ আৰম্ভ কৰা কথাও উল্লেখযোগ্য। এই ক্ষেত্ৰত প্ৰতিষ্ঠানৰ পৰিচালক-সঞ্চালক শ্ৰীপ্ৰফুল্লগোবিন্দ বৰুৱা আৰু মই আলোচনা কৰি বিভিন্ন বিষয়ত বহু নতুন ফটোগ্ৰাফাৰক আকৰ্ষিত কৰাৰ কথা ক'ব পাৰি।

'নতুন লেখকৰ সন্ধানত' শিতানেৰে বহুৰি চুটিগল্পৰ আৰু মাজে সময়ে উপন্যাস ৰচনাতো উৎসাহিত কৰা হৈছিল। ১৯৮৮ চনত ৰবীন্দ্ৰভৱনত পুৰস্কাৰ বিতৰণ উৎসৱ পতাও উল্লেখনীয়।

১৯৬৬ চনৰ পৰাই পুথিৰ আকাৰত উচ্চমানৰ 'শাৰদীয় আলোচনী' সংখ্যাত ন-পুৰণি লিখকসকলৰ ৰচনা সংগ্ৰহ।

দেওবৰীয়া আলোচনা পৃষ্ঠাৰো ক্ৰম উত্তৰণ।

লিখক-লিখিকা-ফটোগ্ৰাফাৰ আদিলৈ পাৰিশ্ৰমিক দান।

নিৰপেক্ষ দৃষ্টিৰে বিভিন্ন মতামত প্ৰকাশৰ সুযোগ দান।

আনহাতে সাংবাদিক আৰু অন্য সকলো কৰ্মীলৈ কেন্দ্ৰীয় বেতন আঁচনি মতে দৰমহা-বানচ দিয়াটো প্ৰতিষ্ঠানটোৰ এক বিশেষত্ব। সেয়ে মালিকপক্ষ আৰু ইউনিয়নৰ মাজত সম্ভাৱ লক্ষ্যণীয়।

আন্তৰ্জাতিক P.E.N Literary Journal ত একাধিকবাৰ 'দৈনিক অসম'ৰ শাৰদীয় সংখ্যাৰ প্ৰশংসা প্ৰকাশ পাইছে। অনুবাদ সাহিত্য প্ৰচাৰৰ বাবে সম্পাদক শ্ৰীকীৰ্তিনাথ হাজৰিকা আৰু আলোচনী সম্পাদকৰূপে মোক ফিলিপাইনছৰ ৰাষ্ট্ৰীয় সাংস্কৃতিক বিভাগৰ ডিপ্লোমা অব্ মেৰিট তথা স্বৰ্ণপদক দিছিল। তদুপৰি প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীহাজৰিকাই ৰাজ্যৰ তথা ৰাষ্ট্ৰৰ বহুতো পুৰস্কাৰ লাভ কৰিছিল, তাৰ ভিতৰত ৰাষ্ট্ৰীয় গোৱেঙ্কা এৱাৰ্ড, ৰজ্যািক শঙ্কৰদেৱ বঁটা আদি উল্লেখনীয়। তদুপৰি কাকতৰ কেবাগৰাকী সাংবাদিকে ৰাজ্য তথা ৰাষ্ট্ৰৰ সাংবাদিকতা, ক্ৰীড়া সাংস্কৃতিক ক্ষেত্ৰত পদমৰ্যাদা, আন্তৰ্জাতিক আলোচনা-চক্ৰ বা মহোৎসৱলৈ নিমন্ত্ৰিত হোৱা কথা উল্লেখনীয়। আমি নিজে এই কাকতৰ প্ৰতিনিধিৰূপে প্ৰেছ কাউন্সিল অব্ ইণ্ডিয়াৰ তিনি বছৰলৈ সদস্য হোৱা, দক্ষিণ-পূব এছিয়াৰ গ্ৰাম্য সাংবাদিকতাৰ আন্তৰ্জাতিক প্ৰেছ ইনষ্টিটিউটত অসমক প্ৰতিনিধিত্ব কৰা আৰু পশ্চিমবঙ্গ সাংবাদিক সম্মিলনৰ 'দিশাৰী বঁটা' আদি লাভৰ সুবিধা পাইছো।

'দৈনিক অসম'ৰ জ্যেষ্ঠ সাংবাদিক কেবাগৰাকী অন্যান্য ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান বা সংবাদসেৱীলৈ গৈ কৃতিত্ব দেখুওৱা আৰু ৰাজ্যৰো বিভিন্ন প্ৰতিষ্ঠান আনকি মন্ত্ৰীসভাতো যোগ দিয়াৰ পটন্তৰ আছে। বৰ্তমানে কেবাগৰাকী নবীন সাংবাদিকে যোগ দিয়া 'দৈনিক অসম'ৰ জ্যেষ্ঠ আৰু অভিজ্ঞসকলৰ ভিতৰত সৰ্বশ্ৰী পৰেশ পাঠক, অনিল বৰুৱা, প্ৰেমধৰ শৰ্মা, জয়কান্ত শৰ্মা, ভূপেন মহন্ত, অমৰেন্দ্ৰ গোস্বামী, পুষ্পকান্ত গোস্বামী, অৰ্কেন্দু বৰুৱা, প্ৰমোদ চৌধুৰী, ভক্তি ৰায়, গুণহাস গোস্বামী, বিপিন শৰ্মা আদিয়ে নিষ্ঠাৰে কাকতখনৰ গুৰি ধৰি আছে। তেওঁলোকৰ পদোন্নতিও হৈছে। কাকতখনৰ বিভিন্ন শিতান বিশেষকৈ দেওবৰীয়া আলোচনী তথা বাৰ্ষিক শাৰদীয় সংখ্যা আদিৰ মান উন্নত হৈছে। একেদৰে খেল শিতান আৰু সাংস্কৃতিক শিতানো তথ্যবহুল তথা আকৰ্ষণীয় হৈছে। কাকতখনত আগতে কাম কৰা কেইগৰাকীমানে অন্য ক্ষেত্ৰতো সুনাম অৰ্জা কথাও সুঁৱৰিব পাৰি; সেইসকলৰ ভিতৰত অধ্যক্ষ বন্ধুৰাম ডেকা, অধ্যাপক হিতেন ভট্টাচাৰ্য্য, ৰাজনীতিবিদ অনিল দাস, বিশিষ্ট সাংবাদিক নব শৰ্মা, অধ্যাপক উপেন্দ্ৰ বৰকটকী আদিৰ লগতে বিশিষ্ট সংবাদদাতা বিবুধ কলিতা, বদন বৰুৱা, গণেশ দাস, মায়াৰাম তামুলী (এসময়ৰ ষ্টাফ ৰিপ'ৰ্টাৰ), জ্যোতিষ বৰুৱা, পৰশু গোস্বামী, চন্দ্ৰ মজুমদাৰ, প্ৰভাত খাটনিয়াৰ আদিৰ নাম মনত পৰে। নতুনকৈ যোগ দিয়া সকলৰ নাম উল্লেখ কৰা নহ'ল; আনহাতে বিভিন্ন ঠাইৰ বাতৰি দিওঁতাৰ নামো দিব নোৱাৰিলেও এই সকলোটিৰে যুটীয়া প্ৰচেষ্টাত 'দৈনিক অসম'ৰ বিশ্বাসযোগ্যতা তথা বিশিষ্ট মৰ্যাদা অব্যাহত থকা কথা সৰ্বসাধাৰণ পঢ়ুৱৈ সমাজে স্বীকাৰ কৰে।

তদুপৰি মনত পৰে 'দৈনিক অসম'ৰ আৰম্ভণিৰ সদায় হাঁহিমুখ লৈ কাম কৰা মুদ্ৰক মোহন তামুলী আৰু তেওঁৰ পিছত এতিয়ালৈ নিষ্ঠাৰে কৰ্তব্যপালন কৰি থকা মুদ্ৰক সুৰেন্দ্ৰ সিওক। আনহাতে আহিকাকত চোৱা, ছপাকাৰ্যত সংলগ্নি হৈ অহা বিভিন্ন যন্ত্ৰপাতিৰ লগত জড়িত আৰু প্ৰচাৰকাৰ্যৰ দায়িত্বত থকা সকলৰ সহযোগিতাৰ কথাও উল্লেখনীয়। প্ৰতিষ্ঠানটোৰ জ্যেষ্ঠ অধিকাৰী তথা বৰ্তমানৰ পৰিচালক মণ্ডলীৰ সভাপতি শ্ৰীতুলসীগোবিন্দ বৰুৱা, পৰিচালন সঞ্চালক শ্ৰীপ্ৰফুল্লগোবিন্দ বৰুৱা, অন্যান্য পৰিচালক সদস্যসকলৰ লগতে বহু বছৰলৈ সংযুক্ত থকা ৰাধাগোবিন্দ বৰুৱাৰ কনিষ্ঠ পুত্ৰ শ্ৰীপ্ৰদীপ বৰুৱাৰো 'দৈনিক অসম'ৰ উত্তৰণলৈ যোগোৱা বিশেষ অৱিহণাৰ কথা স্মৰণীয়। প্ৰতিষ্ঠাতা-সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাৰ দূৰদৃষ্টিসম্পন্ন মহৎ কৃতিত্বৰ কথা পোনতে উল্লেখ কৰিছোৱেই।

আনহাতে বৰ্তমানে অসমত দেখা দিয়া এক নতুন ধৰণৰ প্ৰত্যাহ্বানৰ পৰত বাতৰিকাকতবোৰৰ ওপৰত সামাজিক দায়বদ্ধতাৰ দৃষ্টিৰে অধিক দায়িত্ব আহিছে। চৰম নৈতিক অৱক্ষয়, দুৰ্নীতিৰ ব্যাপকতা, অপৰাধীৰ লগত আমোলা আৰু ৰাজনৈতিক নেতাৰ যোগ, হিংস্ৰ উগ্ৰপন্থী তথা বিচ্ছিন্নতাবাদীৰ সমস্যা, ৰাষ্ট্ৰীয় সন্ত্ৰাস, ক্ষমতালাভৰ নিৰ্লজ্জ অভিযানত ৰাজ্য তথা দেশৰ স্বাৰ্থ বিপন্ন হোৱা স্থিতি আদিৰ বিপৰীতে জনমত সৃষ্টি কৰা আৰু গণজাগৰণ সুপথে পৰিচালিত কৰাৰ এনে প্ৰত্যাহ্বানৰ মুখামুখি হ'বলগীয়া হৈছে। অসমৰ সকলো বাতৰি প্ৰতিষ্ঠানে এই ক্ষেত্ৰত কেনে ভূমিকা লয় আৰু 'দৈনিক অসমে'ও সুস্থ সাহসী সাংবাদিকতাৰে এই দিশত কিমান বৰঙণি যোগায় সেয়া ভৱিষ্যতৰ ইতিহাসে বিচাৰ কৰিব। আমি ভাবো ঐতিহ্য পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধা জনাই এইখন বাতৰিকাকতে বিগত তিনিটা দশকৰ দৰে সদায় জনসাধাৰণৰ বাবে বৰণীয় হৈ থকাত সচেষ্ট থাকিব। ইয়াকে কামনা কৰি মোৰ এই নিবন্ধটি আগবঢ়ালো। শেষত বহুতো তথ্য আৰু বিশেষকৈ বহুতৰে নাম আৰু বৰঙণিৰ বিষয়ে উল্লেখ কৰিব নোৱাৰাৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিছো।

# প্ৰবাদপুৰুষ লক্ষ্মীনাথ ফুকন

চন্দ্ৰপ্ৰসাদ শইকীয়া

অসমৰ জাতীয় জীৱনত বাতৰিকাকতৰ এক ঐতিহাসিক আৰু গুৰুত্বপূৰ্ণ ভূমিকাই আমাক মুগ্ধ কৰে। অসমীয়া সাহিত্যৰ আটাইকেইখন ইতিহাসত অসমীয়া বাতৰিকাকত আৰু আলোচনী সম্পৰ্কীয় একোটা অধ্যায় আছে। আমাৰ বাবে অতি গৌৰৱৰ কথা হ'ল ঃ অসমত একোখন বাতৰিকাকত, বিশেষকৈ একোখন সাহিত্য আলোচনীৰ নামেৰে সাহিত্যৰ একোটা যুগ নিৰ্ণীত হয। যেনে ঃ অৰুনোদই যুগ, জোনাকী যুগ, বাঁহী যুগ, আৱাহন যুগ, ৰামধেনু যুগ। পৃথিৱীৰ সাহিত্যৰ ইতিহাসত কাকত-আলোচনীৰ এনে মহত্ত্বপূৰ্ণ ভূমিকাৰ কথা সততে পোৱা নাযায। একোজন মহাপ্ৰতাপী শাসক, একোজন অমৰ সাহিত্যিক, একোটা যুগান্তকাৰী ঘটনাৰ নামেৰে সাহিত্যৰ এটা যুগৰ নামকৰণৰ উদাহৰণ অনেক আছে। কিন্তু কাকত-আলোচনীৰ নামেৰে নামকৰণ কৰা সাহিত্যৰ যুগৰ কাহিনী অতি দুৰ্লভ। এই ক্ষেত্ৰত অসমীয়া কাকত-আলোচনীৰ ইতিহাসে অসমৰ জাতীয় আৰু সাংস্কৃতিক জীৱনক উদ্বেলিত কৰে।

অসমীয়া সংবাদ জগতৰ অন্য এক গৌৰৱপূৰ্ণ কাহিনী হ'ল ঃ বিগত যুগৰ সাংবাদিকৰূপে খ্যাত আটাইকেইজন সাংবাদিকেই অসমীয়া সাহিত্যৰ একোজন অমৰ সাহিত্যিকৰূপে বন্দিত। হেমচন্দ্ৰ বৰুৱাৰ পৰাই আৰম্ভ কৰিব পাৰি। তেওঁ অৰুনোদই কাকতৰ ব্যাকৰণবিহীন আৰু সংস্কৃত পৰম্পৰাৰ লগত সংহতি নথকা ভাষাক প্ৰত্যাহ্বান জনাই নিজে ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাৰে 'আসাম নিউচ' নামৰ কাকত প্ৰকাশ কৰিছিল। তেওঁৰ 'হেমকোষ অভিধান' কেৱল এখন শব্দকোষেই নহয়, এইখন হ'ল অসমীয়াৰ এক জীৱনীশক্তি স্বৰূপ। তেওঁ অসমীয়া ভাষা-চিন্তাৰ পুনৰুত্থান ঘটালে, অৰুনোদইৰ প্ৰভাৱৰ পৰা আঁতৰাই তেওঁ অসমীয়া ভাষা-চিন্তাক সৰ্বভাৰতীয় তাত্ত্বিক দিশত, বিশেষকৈ শঙ্কৰদেৱ-মাধৱদেৱৰ দাৰ্শনিক চিন্তাৰ লগত পুনৰ একাত্ম কৰিলে।

লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা আদি অসমৰ বৰণীয় লেখকসকলৰ সাংবাদিকতা জগতৰ পৰা সাহিত্যৰ জগতলৈ উত্তৰণ ঘটিছিল। লক্ষ্মীনাথ, চন্দ্ৰকুমাৰ আৰু হেমচন্দ্ৰ ঃ এই তিনিজন যুৱকে কলিকতাৰ কলেজত পঢ়িবলৈ গৈ 'জোনাকী' নামৰ আলোচনী প্ৰকাশ কৰাৰ কাহিনী আমাৰ জাতীয় আৰু সংস্কৃতি-সাহিত্য জগতৰ এক মহৎ আলোকসন্ধানী ঘটনা।

লক্ষ্মীনাথ ফুকনে সেই একে পৰম্পৰাকে বহন কৰিছিল। সাংবাদিকতাৰ জগতপৰা তেওঁৰ সাহিত্য জগতলৈ উত্তৰণ ঘটিছিল। তেওঁ একাধাৰে অসমৰ এজন মহৎ পৰ্যায়ৰ সাংবাদিক, কবি আৰু গল্পলেখক। গদ্য আৰু কবিতা এই দুয়ো ক্ষেত্ৰতে তেওঁৰ বিচক্ষণতাই আমাক মুগ্ধ কৰে। সাংবাদিকৰূপে তেওঁ অসম ৰাজ্যত অধিক প্ৰখ্যাত হ'লেও তেওঁ অসমৰ এজন জাতীয় কবি। তেওঁৰ "মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ"ৰ গদ্য অসামান্য আৰু অননুকৰণীয়। সেই গ্ৰন্থৰ বাবে তেওঁ লাভ কৰিছিল সৰ্বভাৰতীয় সাহিত্য অকাডেমি পুৰস্কাৰ।

লক্ষ্মীনাথ ফুকন ১৯১৫ চনৰ পৰা ১৯৬৪ চনলৈ সম্পূৰ্ণ অৰ্ধশতাব্দী কাল অসমৰ সাংবাদিকতাৰ অগ্ৰগণ্য ব্যক্তি হিচাপে প্ৰতিভাত হৈছিল। প্ৰখ্যাত সাংবাদিক প্ৰফুল্লচন্দ্ৰ বৰুৱাই অতি সঠিকভাৱেই নিৰ্ণয় কৰিছে ঃ "অৰুনোদই, আসাম বিলাসিনী, আসাম নিউচ, এডভোকেট অৱ আসামক বাদ দিলে সংবাদ-পত্ৰ আৰু সাংবাদিকতাৰ বুৰঞ্জী হ'ল প্ৰকৃতপক্ষে লক্ষ্মীনাথ ফুকনৰ সাংবাদিক জীৱনৰ বুৰঞ্জী।" এনে এক সন্মানৰ অধিকাৰী

হৈ ফুকনে অসমৰ সাংবাদিকতাক এক দৰ্শন আৰু বিশিষ্ট চৰিত্ৰ দান কৰিছিল।

ইমানবোৰ কাকতৰ সম্পাদক আৰু সাংবাদিকৰূপে লক্ষ্মীনাথ ফুকন অসমত অপ্ৰতিদ্বন্দ্বী। ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আলোচনী' নামৰ কাকতত সাংবাদিক জীৱন আৰম্ভ কৰি অৰ্ধশতাব্দীৰ পিছত তেওঁ 'আসাম ট্ৰিবিউন'ৰ সম্পাদকৰূপে অৱসৰ লয়। 'আলোচনী'ৰ পিছত তেওঁ 'টাইমছ অৱ আছাম', 'বাতৰি', 'অসমীয়া' আৰু কলিকতাত থাকি সৰ্বভাৰতীয় পৰ্যায়ৰ প্ৰখ্যাত জাতীয়তাবাদী কাকত 'অমৃত বাজাৰ পত্ৰিকা', 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' আৰু 'ইণ্ডিপেণ্ডেণ্ট'ৰ সহকাৰী সম্পাদক হ'ব পাৰিছিল। ইয়াৰ পৰা প্ৰমাণ হয়, তেওঁ কিমান প্ৰতিভাসম্পন্ন সম্পাদক আছিল। কলিকতাৰ সেই কাকতকেইখনৰ লগত তেতিয়া দেশৰ জাতীয় জীৱন আৰু স্বাধীনতা সংগ্ৰামৰ কেইবাগৰাকী মহাপ্ৰাণ ব্যক্তি ওতপ্ৰোতভাৱে জড়িত আছিল।

লক্ষ্মীনাথ ফুকনৰ কেইটামান অতি মূল্যবান আৰু আন্তৰিক প্ৰবন্ধৰ মাজেৰে স্বাধীনতাৰ পূৰ্বৰ বহুত বছৰৰ আৰু স্বাধীনতাৰ পিছৰ প্ৰায় ডেৰ দশকৰ অসমৰ সাংবাদিকতাৰ এক আলোকসন্ধানী ৰূপ আমি দেখিবলৈ পাওঁ। সেই প্ৰবন্ধবোৰ তেওঁৰ গ্ৰন্থ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ'ত সন্নিবিষ্ট হৈছে। বিশেষকৈ 'ৰাধানাথ চাংকাকতী' আৰু 'চন্দ্ৰকুমাৰ আগৰৱালা' শীৰ্ষক ৰচনাত অসমৰ সাংবাদিকতাৰ সেই কঠিন দিনবোৰৰ কাহিনী বিবৃত হৈছে। ৰাধানাথ চাংকাকতীৰ 'টাইমছ অৱ আছাম'ৰ বিষয়ে লিপিবদ্ধ ফুকনৰ কথা আমাৰ সাংবাদিকতাৰ দিশতে নহয়, আমাৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতো এক উদ্দীপনাময় অপূৰ্ব ৰচনা। অসমীয়া সাংবাদিকৰ জীৱনৰ প্ৰথম অভিজ্ঞতা কেনে হ'ব পাৰে, সেই ৰচনাৰ প্ৰথম পংক্তিতে তাৰ বিৱৰণ স্পষ্ট হৈ পৰিছেঃ "হাইস্কুলৰ একেবাৰে ওপৰ শ্ৰেণীত পঢ়োতে দেৰগাৱঁৰ পৰা দেৰগাৱঁৰ খবৰ এটা ইংৰাজীত লিখি মই 'টাইমছ অৱ আসাম'লৈ পঠাই দিছিলো। অলপ সংশোধিত হৈ খবৰটো কাকতখনত ওলাল। কাকতখনৰ স্বত্বাধিকাৰী আৰু সম্পাদক ৰাধানাথ চাংকাকতীৰ পুৰা মোলৈ এডুখৰি চিঠিও আহিল। মই মোৰ লিখাত চিনাকি উজু শব্দ ব্যৱহাৰ নকৰি আচহুৱা কঠিন শব্দ ব্যৱহাৰ কৰিছিলো হ'ব পায়। তাতে আঁসোৱাহ ধৰি তেওঁ মোক আগলৈ তেনে শব্দ ব্যৱহাৰ কৰিবলৈ মানা কৰিলে। তেতিয়া ময়েই বা ভাবিব পাৰিছিলো, চাংকাকতীয়েই বা ভাবিব পাৰিছিল, তেওঁৰ পিছত ময়ে 'টাইমছ অৱ আসাম'ৰ সম্পাদক হ'ম! ....মোৰ ইংৰাজী বিদ্যা তেওঁ যে তেওঁৰ কাকতখনৰ যোগে জাহিৰ কৰিলেই, মোলৈ আকৌ উপদেশ বাণীও পঠালে।" অসমৰ সাংবাদিকতাৰ এক খ্যাতিমান ব্যক্তিয়ে এনেদৰেই এদিন সাংবাদিক জগতত প্ৰৱেশৰ প্ৰস্তুতি চলাইছিল।

ৰাধানাথ চাংকাকতীৰ "মৃত্যুৰ লগে লগে আঠাইশ বছৰীয়া মই আঠাইশ বছৰীয়া 'টাইমছ অৱ আছাম'ৰ সম্পাদক হ'লো।" সেই আঠাইশ বছৰ বয়সতে তেওঁ কাকতখনৰ নীতি সুপ্ৰতিষ্ঠা কৰি ল'লে। তেতিয়া মহাত্মা গান্ধী আৰু কংগ্ৰেছৰ নেতৃত্বত অসহযোগ আন্দোলনৰ উত্তাল গতি। কিন্তু ফুকনে সেই সোঁতত গা এৰি নিদি কাকতখনৰ সুৰ কংগ্ৰেছী নকৰি সম্পূৰ্ণ জাতীয়তাবাদী কৰি তুলিলে।

কাকতখনৰ সম্পাদকীয় লিখা বসম্বদ মিত্ৰৰ লগত ফুকনৰ সম্পৰ্ক কেনে আন্তৰিক আৰু সহিষ্ণু আছিল, তাক তেওঁ লিখাৰ পৰাই জানিব পাৰি। "মিত্ৰৰ সম্পাদকীয় পকা হাতৰ লিখা, তাত মই আঁসোৱাহ ধৰিবলৈ একো নাপালো। পিছে এবাৰ তেওঁ সম্পাদকীয়ত মই ভালকৈয়ে আঁসোৱাহ কৰিলো— মাৰাত্মক আসোৱাহ। অসমত কানিৰ প্ৰচলন বন্ধ কৰাৰ বিৰুদ্ধে মত দি লিখিছে তেওঁ তেওঁৰ সম্পাদকীয়। অসম কংগ্ৰেছে কুলধৰ চলিহাক চেয়াৰমেন পাতি গঠন কৰি দিয়া তদন্ত কমিটী ডিব্ৰুগড়লৈ আহিলত মই তাত সাক্ষী দিওঁতে কানি বৰবিহ অসমৰ পৰা উচ্ছেদ কৰিব লাগে বুলি মত দিছিলো। সেয়ে অসমৰ 'এনলাইটেন্‌ড পাব্‌লিক অপিনিয়ন' বা উদাৰ ৰাজহুৱা মত। এই মতৰ বিৰুদ্ধে মত দিলে মিত্ৰই। মই তেওঁ লিখা সম্পাদকীয়টো নছপাবলৈ থিৰাং কৰি সেই একে বিষয়েই মোৰ মতেৰে আন এটা সম্পাদকীয় লিখি ছপাই দিলো। মিত্ৰ কিছু ক্ষুণ্ণ হ'ল, কিন্তু কাকতখনৰ মতামতৰ বাবে মোৰ যে সম্পূৰ্ণ দায়িত্ব সেই কথা জানি আৰু মানি একো আপত্তি নকৰিলে। তেওঁ মাথোন তেওঁৰ সম্পাদকীয়টো আন ভাৱে মোক প্ৰকাশ কৰিবলৈ ক'লে। মই তেওঁৰ কথা ৰাখি প্ৰবন্ধটোৰ ঠিক ওপৰতে 'কন্‌ট্ৰিবিউটেড' বা 'প্ৰাপ্ত' শব্দটো লগাই দিলো।" ফুকনৰ এনে উদাৰতাৰ উদাহৰণ তেওঁৰ সুদীৰ্ঘ সাংবাদিক জীৱনত অনেক আছে।

'টাইমছ অৱ আছাম' সম্পাদনা কৰোঁতে ফুকনে যি কঠোৰ পৰিশ্ৰম কৰিছিল আৰু যি গভীৰ সমস্যাৰ সন্মুখীন হৈছিল, তাৰ কাহিনী শুনি আজিৰ দিনৰ অনেক সাংবাদিক স্তম্ভিত নোহোৱাকৈ নাথাকিব।

তেতিয়াৰ দিনত অসমৰ অনেক লোকে বাতৰিকাকত বুলিলে 'টাইমছ অৱ আছাম'কহে চিনি পাইছিল। 'টাইমছ অৱ আছাম' বা 'টাইমছ' নুবুলি মানুহে বুলিছিল 'টাইমছ

অৱ'। ফুকনে এক ৰসাল ঘটনা বৰ্ণনা কৰিছে। চাংকাকতী জীয়াই থাকোতেই 'সাদিনীয়া অসমীয়া'ত প্ৰকাশিত এটা অভিযোগৰ তদন্ত কৰিবলৈ ফুকন টেঙাখাতৰ এখন গোকাট গাৱঁলৈ গৈছিল। যিজন মানুহক লগ পাবলৈ তেওঁ গৈছিল, তেওঁৰ "ঘৰ-দুৱাৰ যেনে টোকোনা মানুহজনৰ মুখ আৰু শৰীৰো তেনে টোকোনা। জুহালৰ ওপৰত পানীৰ টেকেলি ওলমাই কৰা ফিকা চাহ এবাটি গুৰ এলডাৰে মানুহজনৰ ঘৈণীয়েকে মোক খাবলৈ দিলে। চাহ খাই খাই মই মোৰ অহাৰ কাৰণ ক'লো। গাৱঁৰ আন এজন মানুহো ওলালহি। গৃহস্থজনে মোক তেওঁক চিনাকি কৰি দিলে, 'এও 'টাইমছ অৱ'ৰ পৰা আহিছে।' মই স্পষ্ট ক'লোঁ 'অসমীয়া'ৰ পৰা আহিছো বুলি, কিন্তু তেওঁ 'অসমীয়া'ৰ নামকে নুলিয়ালে। 'সাদিনীয়া অসমীয়া' তেতিয়া জনাজাত হোৱা নাছিল আৰু বাতৰিকাকত বুলিলেই অনেকে বুজিছিল 'টাইমছ অৱ আছাম'।

ফুকনৰ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' গ্ৰন্থৰ চন্দ্ৰকুমাৰ আগৰৱালা সম্পৰ্কীয় প্ৰবন্ধত সেই যুগৰ বাতৰিকাকতৰ এক কঠিন ৰূপ ফুটি উঠিছে।

চন্দ্ৰকুমাৰ আগৰৱালাই ১৯১৮ চনত 'অসমীয়া' নামৰ সাদিনীয়া কাকতখন প্ৰতিষ্ঠা কৰিলে লম্বোদৰ বৰা ৰচিত 'স্বৰ্গতো অধিক জনমভূমি' বাণী শিৰত লৈ। কাকতখন ডিব্ৰুগড়ৰ পৰা আনি গুৱাহাটীৰ খাৰঘুলি পাহাৰৰ পৰা প্ৰকাশ কৰোতে চন্দ্ৰকুমাৰৰ অনুৰোধত লক্ষ্মীনাথ ফুকনে তাৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰিলে। খাৰঘুলি তেতিয়া আছিল বাঘ-ভালুক-বান্দৰৰ ৰাজ্য। ব্ৰহ্মপুত্ৰৰ পাৰৰ এই সমস্ত অঞ্চল অৰণ্যৰে আছিল আবৰা। এতিয়াৰ পৰা প্ৰায় আশী বছৰৰ পূৰ্বতে তেনে এক অঞ্চলৰ পৰা বাতৰিকাকত এখন কেনেকৈ প্ৰকাশ পাইছিল, সেই কথা ভাবি আজি আচৰিত হ'বলগীয়া হয়।

ফুকনে লিখিছে যে চন্দ্ৰকুমাৰ আগৰৱালাই সম্পাদকৰ মৰ্যাদা ভালদৰে বুজি পাইছিল আৰু সম্পাদকৰ কামত হস্তক্ষেপ নকৰিছিল। "সম্পাদকে পাবলগীয়া কোনো প্ৰশংসা তেওঁক কোনোবাই দিলে তেওঁ সেই প্ৰশংসা সম্পাদকৰহে প্ৰাপ্য বুলি ক'বলৈ কুণ্ঠিত নহৈছিল আৰু এই বিষয়ে তেওঁ বাহিৰে এটা ভিতৰে এটা নাছিল। সম্পাদকীয়ত আঁসোৱাহ ধৰি তেওঁ কোনো দিনে এটা কথাও মোক কোৱা নাছিল আৰুময়ো কোনো বিষয়ত মতামত দিওঁতে যাতে সীমা অতিক্ৰম নকৰো তালৈ মন কৰিছিলো। তেওঁ মাথোন বিচাৰিছিল কাকতখন ঠিকমতে কাকত হৈ ঠিক সময়ত ওলাব লাগে আৰু অলপমান দেৰি হোৱাও তেওঁ সহ্য কৰিব নোৱাৰিছিল।"

লক্ষ্মীনাথ ফুকনৰ মন কেনে স্বাধীন আৰু বেপৰোৱা আছিল, তাৰ এক স্মৰণীয় বিৱৰণ প্ৰবন্ধটোত আমি পাওঁ। কাকতখন এদিন ওলোৱাত যথেষ্ট পলম হোৱাত চন্দ্ৰকুমাৰ আগৰৱালাই "জলজলাই উঠিল আৰু কাকতখন ওলোৱাত দেৰি হোৱা বাবে মোক দস্তুৰ মতে খং কৰিলে। মোৰো খং মূৰৰ চুলি পালেগৈ আৰু ময়ো খঙৰ ভমকতে কিবাকিবি তেওঁক কৈ সেইখিনিত নাথাকি মই থকা ঘৰটোলৈ গুচি আহিলো। মই আগৰৱালাক কি কৈছিলো মোৰ এতিয়া মনত নাই। কিন্তু তেওঁক তেনেকৈ কোৱাতো যে মোৰ অন্যায় হ'ল সেই কথা মই পিছত বুজিলো, বিশেষকৈ বুজিছিলো এই কাৰণে যে কাকতখন ওলোৱাত দেৰি হোৱা বাবে মোৰ দোষ নথকা নহয়। ...মোৰ ওচৰলৈ তেওঁ নাহেও, মোক মাতিও কোনো কথা নোসোধে আৰু ময়ো তেওঁৰ ওচৰলৈ উপযাচি নেযাওঁ আৰু গৈ তেওঁক কোনো কথা নকওঁ। চন্দ্ৰকুমাৰ আগৰৱালা কবি আৰু এয়া যে কবিৰ অভিমান তাক মই নুবুজাকৈ থকা নাছিলো, কিন্তু সেই অভিমান ভাঙিবলৈ মোৰ ফালৰ পৰা একো যত্ন হোৱা নাছিল। দুয়ো দুয়োৰ ভাগে চলি আছিলো। এনেতে এদিন হেমচন্দ্ৰ বৰুৱাই (পিছত ত্যাগবীৰ) মোক লগ পাই ক'লে যে 'আগৰৱালাই আপোনাৰ কথাত বৰ বেজাৰ পাইছে, আপুনি তেওঁক এবাৰ ক'লেই সকলো ঠিক হৈ যাব, আপুনি এবাৰ নকয় কেলেই?' সেই মতে মই পিছদিনা আগৰৱালা অফিচৰ আগত বহি থাকোতে তেওঁৰ ওচৰলৈ গৈ তেওঁক তেনেকৈ কোৱাৰ বাবে দুখ প্ৰকাশ কৰি মোক মাফ কৰিবলৈ ক'লো। সকলো আকৌ আগৰ দৰে হৈ গ'ল।"

চন্দ্ৰকুমাৰ আগৰৱালাই অফিচত ফুকনক যিয়েই নকক, তেওঁৰ ঘৰলৈ গ'লে ফুকনক তেওঁ বৰ আদৰ কৰিছিল। তেওঁৰ ভাষাতে ঃ "ঘৰলৈ গ'লে তেওঁ বৰ ভাল পায় আৰু চাহ-জলপান নুখুওৱাকৈ কেতিয়াও নপঠিয়ায়। দেওঁবাৰৰ দিনা পুৱা গ'লে দুপৰীয়া ভাত খাই যাবলৈ কয় আৰু ভাত খোৱাৰ পিছত আগৰৱালাই নিজেই সোধে, "ধপাত খাবানেকি?" সেই কালত মই ধপাত নাখালেও চিগাৰেট ভালকৈয়ে খাইছিলো, কিন্তু সেই বুলি তেনেকৈ আগৰৱালাই সোধাতো ভাল নাপাইছিলো আৰু কৈ দিছিলো নেখাওঁ বুলি। আগৰৱালাই ভাত খাই উঠি আৰু এনেয়েও হোঁকাত ধপাত খাইছিল।"

প্ৰবন্ধৰ শেষত ফুকনে মন্তব্য কৰিছে ঃ "হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়াৰ গাত দেখা পোৱা 'পৰহিংসুক, পৰনিন্দুক আৰু পৰশ্ৰীকাতৰ' দোষে তেওঁক লেশমাত্ৰও

কলুষিত নকৰিছিল। তেওঁৰ আটাইতকৈ ডাঙৰ গুণ আছিল অসম আৰু অসমীয়াৰ প্ৰতি প্ৰেম। দেশক ভালপোৱা আৰু দেশৰ কাৰণে কাম কৰা অসমীয়া নথকা নহয়, আছে আৰু যিমান আছে তাতকৈ বহুত বেছি আছে দেশৰ কাম কৰিছো বুলি ঢাকঢোল পিটি বা নিপিটি নিজৰ স্বাৰ্থ পূৰণ কৰা অসমীয়া। কিন্তু আগৰৱালাৰ দৰে মনে-প্ৰাণে আৰু নিঃস্বাৰ্থভাৱে অসম আৰু অসমীয়াক ভাল পোৱা আৰু অসমীয়াৰ হিত চিন্তা কৰা অসমীয়া আছে কেইজন? চন্দ্ৰকুমাৰ আগৰৱালা মোৰ চিৰ-নমস্য।" (এইখিনি কথা প্ৰকৃততে ফুকনৰ ক্ষেত্ৰতো ক'ব পাৰি।)

লক্ষ্মীনাথ ফুকনে সাংবাদিকতাক জীৱনৰ মহৎ আদৰ্শৰ লগত একাকাৰ কৰি লৈছিল ঃ কাকতৰ স্বত্বাধিকাৰীৰ কাষত তেওঁ মূৰ নোদোৱাইছিল। কিন্তু তেনে স্বত্বাধিকাৰীৰ গুণৰ প্ৰশংসা কৰিবলৈ তেওঁ সততে সাজু আছিল।

মোৰ পৰম সৌভাগ্য, সেইগৰাকী অসমৰ সাংবাদিকতা আৰু সাহিত্যৰ প্ৰবাদপুৰুষ লক্ষ্মীনাথ ফুকন 'আছাম ট্ৰিবিউন'ৰ সম্পাদক হৈ থকা কালত মই তেওঁৰ অধীনত চাৰে ছবছৰ কাল সেই কাকতৰ ছাব এডিটৰ হৈ আছিলো, ১৯৫৭ চনৰ পৰা ১৯৬৩ চনলৈ। স্বাধীনতা আন্দোলনত দুবাৰ কাৰাবৰণ কৰা আৰু 'আছাম ট্ৰিবিউন'ত সাংবাদিকতা কৰা ঃ এই দুটা মোৰ জীৱনৰ অতি গৌৰৱপূৰ্ণ অধ্যায়।

ফুকনৰ লগত মোৰ পৰিচয় ঘটিছিল সেই তেতিয়াই, এতিযাৰ পৰা অৰ্ধশতাব্দীৰ পূৰ্বতে। আধুনিক অসমৰ বাতৰিকাকত উদ্যোগৰ অগ্ৰগণ্য আৰু পিছলৈ সিংহ পুৰুষৰূপে খ্যাত ৰাধাগোবিন্দ বৰুৱাই ১৯৪৬ চনত ডিব্ৰুগড়ৰ পৰা আনি 'আছাম ট্ৰিবিউন' কাকত দৈনিক ৰূপে গুৱাহাটীত প্ৰতিষ্ঠা কৰিলে। ১৯৪৮-৪৯ চনত মই কটন কলেজৰ বি এ শ্ৰেণীত পঢ়ি থাকোতে আছাম ট্ৰিবিউন কাৰ্যালয় চাবলৈ গৈছিলো। আমাৰ বাবে আছিল সেই ট্ৰিবিউন কাৰ্যালয় 'আউটপষ্ট অব প্ৰগ্ৰেছ'ৰ দৰে, কাৰণ তেতিয়া তাৰ পূবলৈ গুৱাহাটী আছিল যেন এক বিস্তীৰ্ণ অন্ধকাৰ ৰাজ্য।

কবিৰূপে ফুকন আছিল তেতিয়াই জাতীয় পৰ্যায়ত প্ৰখ্যাত। প্ৰথম দিনা তেওঁৰ ওচৰলৈ গ'লো এক বিশেষ অনুৰোধেৰে। মই তেতিয়া আছিলো কটন কলেজ অধ্যয়ন চক্ৰৰ সম্পাদক। প্ৰতি সপ্তাহত দেওবাৰে কলেজৰ নিউ বিল্ডিঙৰ এটা ডাঙৰ কোঠাত অধ্যয়ন চক্ৰ বহে। একোজন প্ৰখ্যাত ব্যক্তিয়ে এটা বিষয়ে বক্তৃতা দিছিল। সেই অধ্যয়ন চক্ৰ উদ্বোধন কৰিছিল কলেজৰ অধ্যক্ষ ডঃ বাণীকান্ত কাকতিয়ে। তেওঁৰ বক্তৃতাৰ বিষয় আছিল ঃ পৃথিৱীৰ কেইজনমান মহৎ সাহিত্যিকৰ জীৱনৰ কৃচ্ছ্ৰসাধনা ঃ কি নিদাৰুণ পৰিশ্ৰম কৰি সাহিত্যিকৰ মহৎ পৰ্যায়লৈ উত্তৰণ ঘটে, সেইটো আছিল তেওঁৰ বিষয়। মনত আছে পঢ়া-শুনাত মন নিদি, লাইব্ৰেৰীত কিতাপ নপঢ়ি মিটিং- আন্দোলন কৰি ফুৰা ছাত্ৰক তেওঁ কঠিন ভাষাত ঠাট্টা কৰিছিল।

এদিন লক্ষ্মীনাথ ফুকনৰ ওচৰলৈ গ'লো ঃ অধ্যয়ন চক্ৰত অসমৰ সাংবাদিকতাৰ ঐতিহাসিক কাহিনীৰ বিষয়ে এটা বক্তৃতা দিবলৈ তেওঁক অনুৰোধ কৰিলো। মোৰ কথা শুনিয়েই তেওঁ হাঁহিলে, সেই শিশু সুলভ বহল উদাৰ হাঁহি। প্ৰথমেই সুধিলে, "মোৰ কবিতা কি পঢ়িছা?" লগে লগে তেওঁৰ 'ব্ৰহ্মপুত্ৰ' নামৰ কবিতাৰ কেবাফাকিও আবৃত্তি কৰিলো ঃ 'হে বিশাল ব্ৰহ্মপুত্ৰ, কত শত বৰষৰ কত শত বেদনাৰ কথা/তোমাৰেই অন্তৰত গথাঁ/ক'ত প্ৰাণ মুঞ্জৰিলে তোমাকেই সাক্ষী ৰাখি কত হিয়া উঠলি উঠিলে/লুকুৱালে বিৰহৰ ব্যথাঁ।' ....পুনৰ সেই বহল হাঁহি। তেওঁ ক'লে, 'মিটিঙৰ লগত মোৰ ৰাহি-জোৰা নিমিলে, মিটিঙলৈ মোক নেমাতিবা। মিটিঙত লেকচাৰ দিবলৈ গ'লে কাগজ চলিব কেনেকৈ?"

সেইদিনাই তেওঁ মোক ট্ৰিবিউনত প্ৰকাশৰ বাবে সম্পাদকলৈ চিঠি লিখিবলৈ ক'লে। মোৰ তিনিখন চিঠি প্ৰকাশ পাইছিল। তাৰে অতিৰঞ্জন আৰু বিশেষণৰ সংখ্যা কমাই চিঠিকেইখন তেওঁ সৰুকৈ উলিয়াইছিল।

১৯৫৩ চনত মই তেওঁক পুনৰ দেখা পালো কলিকতাত। তেতিয়া মই কলিকতা বিশ্ববিদ্যালয়ৰ এম. এ. শ্ৰেণীৰ ছাত্ৰ। ৰয়েল হোটেলত মই আৰু মোৰ সহপাঠী মহেন্দ্ৰ বৰাই (ডঃ মহেন্দ্ৰ বৰা, বৰ্তমান প্ৰয়াত) তেওঁক দেখা কৰো। তেওঁ থিয়েটাৰ চাবলৈ ইচ্ছা কৰিলে। থিয়েটাৰ আৰু চিনেমা চোৱাটো আছিল তেওঁৰ জীৱনৰ ডাঙৰ চখ। ষ্টাৰ থিয়েটাৰ হলত তেতিয়া দ্বিজেন্দ্ৰলাল ৰায়ৰ ছাহজাহান নাটক মঞ্চস্থ হৈছে। বিখ্যাত অভিনেতা শিশিৰ ভাদুৰীয়ে একেলগে ছাহজাহান আৰু আউৰেংজেবৰ অভিনয় কৰিছিল। সেই অভিনয় চাই তেওঁ অভিভূত হ'ল। পিছদিনা ৰাতিপুৱা তেওঁ কলেজ ষ্ট্ৰীটৰ প্ৰখ্যাত ভীমনাগৰ দোকানত আমাক ৰসগোল্লা খুৱালে।

আছাম ট্ৰিবিউনত ছাব-এডিটৰৰূপে যোগ দিয়াৰ দুদিনমানৰ পিছতে লক্ষ্মীনাথ ফুকনৰ কৰ্তৃত্বশীল কঠোৰ মনৰ পৰিচয় পালো। দায়িত্ব পালন আছিল তেওঁ জীৱনৰ ব্ৰত ঃ কৰ্মবিমুখতা তেওঁ একেবাৰে সহ্য কৰিব নোৱাৰিছিল। বাতৰিৰ সামান্য এক ভুল হ'লেই তেওঁ নিজৰ কোঠালৈ মাতি নি ছাব এডিটৰক বহুত সময় থিয়

কৰাই থয়। খণ্ডত কেতিয়াবা তেওঁৰ বগা মুখখন ৰঙা হৈ পৰে। 'তুমি আছাম ট্ৰিবিউনৰ পৰা বাহিৰ হৈ যাবা, তুমি ভাবিছা নেকি তুমি নহ'লে কাগজ নচলিব?' — খণ্ডত তেওঁ তেনেদৰে কৈছিল। মই দুবাৰমান এনেদৰে তেওঁক কোৱা মনত আছেঃ 'আপুনি ডিছচাৰ্জ নটিচ নিদিয়ে কিয়?' 'দিম, দিম, আজিয়েই পাবা।' কিন্তু তেনে নটিচ তেওঁ কোনো দিনেই নিদিলে।

অনুতপ্ত হওঁ, ক্ষমা প্ৰাৰ্থনা কৰো। তেওঁৰ মুখত দেখা পাওঁ সেই হাঁহিটো, শিশুৰ হাঁহিৰ দৰে মনোৰম। আমি সততে মনত ৰাখো, তেওঁ আমাৰ এজন জাতীয় কবি, প্ৰখ্যাত গল্প-লেখক।

এদিন তেওঁ ক'লে 'মোৰ খং উঠিলে তোমালোকে ভয় নাখাবা। জীৱনত অতি কষ্টৰ মাজেৰে মই কাগজৰ কাম কৰি আহিছো।'

কিন্তু সেই কঠোৰ মানুহজনকে তেওঁৰ ঘৰত মধুৰ ৰূপত দেখা পাইছিলো। তেনে মধুৰ ব্যৱহাৰে তেওঁৰ লগত আমাৰ সম্পৰ্ক সহজ কৰি তুলিছিল। নিজৰ ঘৰত (ট্ৰিবিউন ভৱনৰ চৌহদতে তেওঁ আছিল) তেওঁ হাঁহি হাঁহি ভাষা-সাহিত্যৰ কথা পাতিছিল, চাহ-মিঠাইৰে আমাক আপ্যায়ন কৰিছিল। তেতিয়া এই কথা আমাৰ মনত নপৰে যে তেওঁ অফিচত তাহানিৰ হেডমাষ্টৰে ছাত্ৰক কৰা ব্যৱহাৰ আমাক কৰিছিল। ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত নগৰত কাৰ্ফিউৰ বাবে সন্ধিয়াৰ আগে আগে অফিচলৈ যাবলগীয়া হৈছিল। সেই কেইদিন গধূলি ভাত খাইছিলো তেওঁৰ ঘৰত। গৰমৰ দিন, লাইট-ফেন নাই। তেওঁ কাষত বহি বিচনীৰে বিচি দিছিল। সেই স্মৃতি জীৱনত অবিস্মৰণীয় হৈ থাকিব।

এতিয়াৰ দৰে আমাৰ দিনত ছাব-এডিটৰৰ কোনো নিৰ্দিষ্ট কাম নাছিল। সম্পাদকৰ নিৰ্দেশমতে আমি বাতৰি সংগ্ৰহৰ পৰা সকলো কামকে কৰিবলগীয়া হৈছিল। ছাব-এডিটৰ আছিল মাত্ৰ কেইজনমান। আমি পি.টি আই বাতৰি সম্পাদনা কৰিব লাগিছিল, বিভিন্ন ঠাইৰ পৰা অহা বাতৰি চাবলগীয়া হৈছিল, অসমীয়া বাতৰি ইংৰাজীলৈ অনুবাদ কৰিবলগীয়া হৈছিল। মোক দিয়া হৈছিল ষ্টাফ ৰিপৰ্টাৰৰ দায়িত্ব। ষ্টাফ ৰিপৰ্টিং কৰাৰ পাছত ৰাতিও কাম কৰিবলগীয়া হৈছিল। গধূলি চাৰে আঠ বজাত কামলৈ আহি পিছদিনা ৰাতিপুৱা চাৰি-পাঁচ বজাৰ আগতে ঘৰলৈ উভতিব পৰা নাছিলোঁ। তেনেকৈ ৰাতি সপ্তাহত তিনি-চাৰিদিনকৈ খাটিব লগা হৈছিল। পি.টি আইৰ লাইন প্ৰায়ে ডাউন থাকে, বাৰিষাৰ দিনততো কথাই নাই। তেতিয়া আছিল লাইন' টাইপ মেচিন, এটানে দুটা ম'ন টাইপো আছিল।

লক্ষ্মীনাথ ফুকনে মোক ষ্টাফ ৰিপৰ্টিংৰ বাবে কেইটামান কাম নিৰ্দিষ্ট কৰি দিছিল। প্ৰতি বছৰে অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনলৈ মই যাবই লাগিব। তিনিবাৰ মোক পঠিয়াইছিল ভাৰতীয় কংগ্ৰেছৰ অধিবেশনলৈ। সাহিত্য-সংস্কৃতি সম্পৰ্কীয় কেইটামান সম্পাদকীয় লিখিবলৈ দিছিল। সেইবোৰ চাই দিছিল প্ৰথমে ৰবীন্দ্ৰনাথ বৰুৱাই। বৰুৱাৰ ইংৰাজীত সামান্য এটাও ভুল নাছিল। শেষত ফুকনে চাই অতিৰঞ্জিত শব্দবোৰ বাদ দিছিল। তেওঁ সম্পাদকীয় আৰু প্ৰায়ে বাতৰিৰ প্ৰুফ চাইছিল। এটা শব্দৰো ভুল তেওঁ সহ্য কৰিব নোৱাৰিছিল।

লক্ষ্মীনাথ ফুকনে আছাম ট্ৰিবিউনৰ নীতি বা পলিচি কাকতখনৰ প্ৰতিষ্ঠাৰ দিনাৰ পৰাই নিৰ্ণয় কৰি দিছিল। জাতীয়তাবাদ আছিল কাকতখনৰ মূল নীতি। অসম আৰু অসমৰ সেৱাই আছিল ব্ৰত। জাতীয়তাবাদ মানে কংগ্ৰেছক সম্পূৰ্ণভাৱে, সমালোচনা নকৰাকৈ সমৰ্থন কৰা নীতি ফুকনে অগ্ৰাহ্য কৰিছিল। কংগ্ৰেছৰ ভুলবোৰ তেওঁ দেখুৱাই নিৰ্মমভাৱে সমালোচনা কৰিছিল। গোপীনাথ বৰদলৈ চৰকাৰক এবাৰ তেওঁ তীব্ৰভাৱে সমালোচনা কৰি সম্পাদকীয়ত মন্তব্য কৰিছিল লৰ্ড এক্টনৰ ভাষাৰেঃ "power corrupts and absolute power corrupts absolutely।" চৰকাৰে কাকতখনক 'ব্লেক-লিষ্টেড' কৰিলে আৰু বন্ধ কৰি দিলে বিজ্ঞাপন। ফুকনে ভালেমান বিশিষ্ট ব্যক্তিৰ মত প্ৰকাশ কৰি চৰকাৰী নীতিৰ তীব্ৰ সমালোচনা কৰিলে। ফুকনৰ ভাষাতে, 'অৱশেষত চৰকাৰ আৰু আছাম ট্ৰিবিউনৰ মাজত এক আলোচনা হ'ল, আৰু কাকতখনে পুনৰ চৰকাৰী বিজ্ঞাপন পাবলৈ ধৰিলে।'

দেশ স্বাধীন হোৱাৰ পিছত লক্ষ্মীনাথ ফুকনে নিজৰ নীতি এনেদৰে নিৰ্ণয় কৰিছিল ঃ যিহেতু স্বাধীনতাৰ পিছত কংগ্ৰেছ একচেতীয়া শাসক হৈ পৰিল, বিৰোধী দল প্ৰায় নাথাকিলেই, সেয়ে সংবাদপত্ৰবোৰে গণতান্ত্ৰিক নীতিৰে বিৰোধী দলৰ ভূমিকা ল'ব লাগিব। এনে দ্ব্যৰ্থহীন, সুদূৰপ্ৰসাৰী নীতি গ্ৰহণ কৰাৰ বাবেই তেওঁ আমাৰ সাংবাদিক জগতৰ শ্ৰেষ্ঠ পথ-প্ৰদৰ্শক হ'ব পাৰিছিল।

বৃটিছৰ গ্ৰুপিং আঁচনি ব্যৰ্থ কৰি অসমক ভাৰতৰ অবিচ্ছেদ্য অংগ কৰি ৰখা, ছাদুল্লা চৰকাৰৰ ভূমি নীতিৰ বিৰুদ্ধে তীব্ৰ সংগ্ৰাম আৰু ভাষা আন্দোলনৰ সময়ত অসমৰ অস্তিত্ব ৰক্ষাৰ ক্ষেত্ৰত আছাম ট্ৰিবিউনৰ ভূমিকা আছিল গৌৰৱপূৰ্ণ। অসমৰ প্ৰথম ৰাজহুৱা খণ্ডত তেল শোধানাগাৰ স্থাপন কৰা, ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ কৰা, অসমত অসমীয়া চৰকাৰী ভাষা কৰা, চীনা আক্ৰমণৰ সময়ত, শিক্ষা মাধ্যম আন্দোলনত, পাকিস্তানৰ বিৰুদ্ধে ভাৰতৰ যুদ্ধৰ সময়ত, ইন্দিৰা গান্ধীৰ জৰুৰীকালীন অৱস্থা ঘোষণাৰ সময়ত, বিদেশী নাগৰিক সমস্যা আন্দোলনৰ সময়ত আছাম ট্ৰিবিউনৰ ভূমিকা অসমৰ কেৱল বাতৰি কাকতৰ ইতিহাসতে নহয়, অসমৰ সাংস্কৃতিক, ৰাজনৈতিক আৰু সামাজিক জীৱনতো স্বৰ্ণমণ্ডিত হৈ থাকিব।

মই আছাম ট্ৰিবিউনৰ পৰা ১৯৬৩ চনৰ অক্টোবৰত বিদায় ল'লোঁ। বিদায় সভাত মোৰ চকুৰ পৰা পানী ওলাই আহিছিল। 'অসম বাতৰি' নামৰ তিনিদিনীয়া কাকতৰ মই সম্পাদক হ'লোঁ। (দিন অতিবাহিত হয় ক্ষমাহীন দ্ৰুততাৰে। আছাম ট্ৰিবিউন এৰি যোৱাৰ সম্পূৰ্ণ ত্ৰিশ বছৰৰ পিছত সেই অনুষ্ঠানলৈকে প্ৰত্যাবৰ্তন কৰিলোঁ ১৯৯৩ চনত। আশ্চৰ্যৰ কথা, যিটো কোঠাত বহি অখণ্ড প্ৰতাপ আৰু গৌৰবেৰে লক্ষ্মীনাথ ফুকনে ট্ৰিবিউন সম্পাদনা কৰিছিল, সেইটো কোঠাতে বহি তেওঁৰ যোগ্যতা আৰু প্ৰতিভাৰ সামান্যভাৱেও সমকক্ষ নোহোৱাকৈ মই এতিয়া 'গৰীয়সী' নামৰ সাহিত্য আলোচনী সম্পাদনা কৰোঁ।)

লক্ষ্মীনাথ ফুকন অসমৰ এগৰাকী জাতীয় কবি। তেওঁৰ কবিতাৰ বিষয়ে ডঃ বাণীকান্ত কাকতিয়ে লিখিছে, কবিতাবোৰত ইন্দ্ৰিয়ৰ উন্মাদনা নাই, তাত পৰিষ্কাৰকৈ ফুটি ওলাইছে সৌন্দৰ্যৰ ধ্যান আৰু তন্ময়তা। কবিতাবোৰৰ ভাষাত সপোনৰ যাদুকৰী শক্তি এটা আছে। প্ৰত্যেকটো কবিতাৰ ভাষা আৰু ছন্দৰ স্পন্দনে প্ৰধান ভাবটোৰ টৌ মনত তোলাই দিয়ে।" ('সোণালী সপোন'ৰ পাতনি)। তেওঁৰ 'ব্ৰহ্মপুত্ৰ' নামৰ কবিতাই মন উদ্বেলিত কৰে। কবিতাৰ ভাষা তেওঁৰ ব্যঞ্জনাময় : চিত্ৰকল্প, উপমা, ৰূপক, অলংকাৰ আৰু ছন্দ সজ্জাৰে তেওঁৰ কবিতা আলোকিত। 'দেখা পায়ে কিয়বা লুকালা/মণিটি যে সুলকি পৰিল/' 'গছৰ ডালত পখীটিৰ গীত/নীৰলে শুনো,/ কেনিবাদি তুমি আহিছা বুলি যে/কত কি শুনো'/। এনেবোৰ কবিতাৰ পংক্তিয়ে মন উদ্দীপিত কৰে।

সাহিত্য অকাডেমি পুৰস্কাৰপ্ৰাপ্ত 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' গ্ৰন্থত যি ওঠৰজন প্ৰখ্যাত লোকৰ ওপৰত ফুকনে আলোকপাত কৰিছে, তেওঁলোকৰ আটাইৰে লগত তেওঁ অন্তৰংগ সম্পৰ্ক আছিল। সেইবাবেই সেই ৰচনাখিনিয়ে লিখকৰ গভীৰ আন্তৰিকতাৰ স্পৰ্শেৰে অনবদ্য ৰূপ ধাৰণ কৰিছে। মহাত্মা গান্ধীৰ তেওঁ সাক্ষাৎ গ্ৰহণ কৰিছিল, জৱাহৰলাল নেহৰুৰ তেওঁ সান্নিধ্যলৈ আহিছিল, লক্ষ্মীনাথ বেজবৰুৱাৰ লগত আছিল তেওঁৰ আন্তৰিক সম্পৰ্ক, চন্দ্ৰকুমাৰ আগৰৱালাৰ লগত তেওঁৰ সম্পৰ্কৰ কথা এই ৰচনাতে উল্লেখ কৰিছোঁ। হেমচন্দ্ৰ গোস্বামী, ভোলানাথ বৰুৱা, বাণীকান্ত কাকতি, সূৰ্যকুমাৰ ভূঞা, ৰত্নকান্ত বৰকাকতীৰ লগত থকা তেওঁৰ গভীৰ আন্তৰিক সম্পৰ্কই অসমীয়া সাহিত্য-সংস্কৃতিৰ উজ্জ্বল দিশটোৰ প্ৰতি আমাৰ মন আকৰ্ষণ কৰে। ৰাধানাথ চাংকাকতীৰ লগত তেওঁৰ সম্পৰ্কৰ কথা আগতে উল্লেখ কৰা হৈছে। জ্যোতিপ্ৰসাদৰ বিষয়ে ফুকনে লিখিছে : 'মেজখনৰ এদাঁতিয়ে (চন্দ্ৰকুমাৰ আগৰৱালাৰ ঘৰত) চকী এখনত দেখিবলৈ পালোঁ বহলমুখীয়া ল'ৰা এজন 'দৰশিত সুন্দৰ গৌৰ কলেবৰ যৈসন সূৰ পৰকাশ'। তেওঁক মই কেইবাদিনো তেনেকৈ কিতাপ মেলি বহি থকা দেখিছিলোঁ, কিন্তু এদিনো তেওঁ মুখৰ মাত শুনা নাছিলোঁ। এনেকৈ নিমাতে থাকি তেওঁ আগৰৱালাৰে-মোৰ কথা-বতৰালৈ কাণ দিছিলনেকি? হয়তো আমাৰ কথা শুনাতকৈ অথবা আমাৰ কথাৰ ভাগ লোৱাৰ লগে লগে তেওঁৰ মন কোনোবা সপোনপুৰীত বিচৰণ কৰি ফুৰিছিল। আগৰৱালাই কথাৰ মাজতে তেওঁক মাতি হয়তো কৈছিল, 'যোৱাচোন, ফুকনলৈ চাহ আনিবলৈ কোৱাগৈ।' তেতিয়া ৰূপকোঁৱৰ আখ্যা নাপালেও 'আয়ত কমল নয়ন বৰ সুন্দৰ বয়ন চান্দকহো জ্যোতি' এই ল'ৰাজনেই আছিল জ্যোতিপ্ৰসাদ আগৰৱালা। এনে কথাৰ মাজেৰে জ্যোতিপ্ৰসাদক আমি যেন মনৰ চকুৰ আগত দেখা পাওঁ।

অসমীয়া গল্প-সাহিত্যতো ফুকনৰ স্থান অতি উচ্চত। তেওঁৰ গল্প সংকলন পাঁচখন : 'মালা', 'ওফাইডাং', 'মৰমৰ মাধুৰী', 'আশাত উৎফুল্ল প্ৰাণ' আৰু 'আনন্দে নধৰে হিয়া'। মানুহৰ চৰিত্ৰ অংকনত তেওঁ আছিল অসাধাৰণ, হাস্যৰস সৃষ্টিত আছিল তেওঁ নিপুণ। সমাজত স্বীকৃতি নোপোৱা সাধাৰণ মানুহৰ মাজত থকা মানৱসুলভ গুণৰাশি ফুটাই তোলাত তেওঁৰ ক্ষমতা অসীম।

স্বাধীনতা সংগ্ৰামত যোগ নিদিয়াকৈয়ে লক্ষ্মীনাথ ফুকন এজন বৰণীয় দেশপ্ৰেমিক। জাতীয়তাবোধ আছিল তেওঁৰ ৰচনা আৰু সাংবাদিকতাৰ মূল শক্তি আৰু অনুপ্ৰেৰণা। অসম আৰু অসমৰ মানুহক তেওঁ গভীৰ আন্তৰিকতাৰে ভাল পাইছিল : অসম আৰু অসমীয়াৰ মঙ্গলৰ হকে তেওঁ সমগ্ৰ জীৱন অবিৰতভাৱে নিজকে ব্ৰতী কৰিছিল।

১৯৯৭ চনত অসমৰ সাংবাদিকতাৰ প্ৰবাদপুৰুষ লক্ষ্মীনাথ ফুকনৰ জন্মশতবৰ্ষ উদ্‌যাপিত হয়। ৰবীন্দ্ৰনাথৰ কবিতাৰে লক্ষ্মীনাথ ফুকনৰ জন্ম-শতবৰ্ষ কালত আমাৰ ঐকান্তিক শ্ৰদ্ধা নিবেদন কৰিলোঁ : 'তুমি তোমাৰ লগত এক মৃত্যুহীন প্ৰাণ লৈ আহিছিলা আৰু তোমাৰ মৃত্যুত তাকেই আমাক তুমি দান কৰি থৈ গ'লা।'

# আৱাহনৰ অৱদান

## উপেন্দ্ৰনাথ শৰ্মা

অসহযোগ আন্দোলনৰ আঠ বছৰৰ পিছত আৰু মহাত্মা গান্ধীৰ দাণ্ডিযাত্ৰাৰ প্ৰাক্-মুহূৰ্তত ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত ১৯২৯ চনৰ অক্টোবৰ মাহৰ পৰা কলিকতাৰ পৰা সচিত্ৰ আৱাহন আলোচনীখন প্ৰকাশ হ'বলৈ ধৰে আৰু জোনাকী যুগৰ উত্তৰকালক প্ৰতিনিধিত্ব কৰা আৱাহন যুগৰ পাতনি মেলে। প্ৰায় ডেৰ দশক কাল ধৰি (১৯২৯ ১৯৪৫) আলোচনীখনে অসমৰ জনজীৱনত তীব্ৰ আলোড়নৰ সৃষ্টি কৰে। আৱাহনে অসমীয়া সাহিত্য আৰু চিন্তা জগতত এটা নতুন যুগৰ সূচনা কৰিলে। এই যুগটোক 'অসমীয়া সাহিত্যৰ স্বৰ্ণযুগ' বুলি অভিহিত কৰিব পাৰি। আলোচনীখনে তেতিয়াৰ ন-পুৰণি অসমীয়া সাহিত্যিক সকলৰ চিন্তা জগত আৰু আনুভূতিক জগত উভয়কে আৱৰি ৰাখিছিল। দুয়োটা স্বাধীনতা আন্দোলনৰ (১৯২১-১৯৩০)·মাজৰ সময়ছোৱাত তৰুণ অসম সকলো অভিজ্ঞতাৰ ফালে উন্মুখ হৈ পৰিছিল। বেজবৰুৱা আৰু ৰবীন্দ্ৰনাথৰ সমসাময়িক চেকভ আৰু মোপাঁছাৰ দৰে ফ্ৰয়ড আৰু লৰেন্সেও তৰুণ লেখকসকলৰ মনোজগতত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিবলৈ ধৰিলে। এনেয়ো দুই মহাযুদ্ধৰ মাজৰ কালছোৱা মানসিক দিগন্তৰ বিস্তৃতিৰ সময়— মুক্তিৰ আস্বাদন আকাংক্ষা কৰা সময়। নাৰী মুক্তি আন্দোলনৰ ধ্বজ্জাবাহিকা আৰু স্বাধীনতা আন্দোলনৰ নেত্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানীৰ উদাত্ত আহ্বান আৰু লক্ষ্মীধৰ শৰ্মাৰ সমাজ বিশ্লেষণসমূহ অধ্যয়ন কৰিলে এই কথা প্ৰতীয়মান হ'ব।

অসমীয়া ভাষা-সংস্কৃতিৰ জগতত আৱাহনৰ স্থান অতুলনীয়। ৰামধেনু যুগৰ প্ৰখ্যাত গল্পকাৰ যোগেশ দাসে লিখিছে :

'ডাঃ দীননাথ শৰ্মাৰ সুযোগ্য সম্পাদনাত কলিকতাৰ পৰা প্ৰকাশিত 'আৱাহনে' ১৯২৯ চনতে ওলাই এটা দশকমানৰ ভিতৰতে 'জোনাকী' 'বাঁহী'ৰ ৰোমাণ্টিক ভাবধাৰাক সূক্ষ্মতৰ, পৰিসীমিত ৰূপত প্ৰতিষ্ঠা কৰিলে আৰু আধুনিক অসমীয়া সাহিত্যক দ্বিতীয় মহাযুদ্ধৰ সময়লৈকে তাৰ স্বাভাৱিক গতিপথত আগবঢ়াই দিলে। আধুনিক সাহিত্যৰ বিস্তাৰ আৰু বিকাশৰ ক্ষেত্ৰত আলোচনীৰ গুৰুত্বলৈ চাই 'আৱাহন'ৰ নিচিনা এখন আলোচনী সেই সময়ত নোলোৱা হ'লে আমাৰ সাহিত্যৰ বিকাশ আজিৰ অৱস্থালৈ আহিলহেঁতেন নে নাই সন্দেহ।'

লক্ষ্মীপুৰৰ জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু তেওঁৰ তৰুণ বন্ধু ডাঃ দীননাথ শৰ্মাৰ যুটীয়া প্ৰচেষ্টাত আৱাহনৰ জন্ম হয়। ১৯২৬ চনত অসম সাহিত্য সভাৰ গোৱালপাৰা অধিৱেশনৰ পিছত গৌৰীপুৰৰ জমিদাৰৰ পৃষ্ঠপোষকতাত গোৱালপাৰাৰ পৰা 'প্ৰান্তবাসী' নামৰ বাংলা আলোচনী এখন ওলাইছিল। তাত অসমীয়া ভাষা-সংস্কৃতি সম্পৰ্কে বিৰূপ মন্তব্য প্ৰকাশ হৈছিল। তাকে দেখি ক্ষুন্ন হৈ ডাঃ শৰ্মাই নগেন্দ্ৰনাৰায়ণ চৌধুৰীক তেওঁৰ কলিকতাস্থিত বাসভৱনত লগ ধৰি এখন উচ্চ মানবিশিষ্ট আলোচনী উলিওৱাৰ প্ৰয়োজনীয়তাৰ কথা দোহাৰে আৰু তেওঁক এই আলোচনীৰ পৃষ্ঠপোষক হ'বলৈ অনুৰোধ কৰে। তেওঁ আলোচনীখন প্ৰকাশ কৰিবলৈ আৰ্থিক সাহায্য দিয়াৰ উপৰিও সকলো প্ৰকাৰে সহায় কৰিবলৈ গাত ল'লে আৰু 'মাসিক বসুমতী', 'ভাৰতবৰ্ষ' আৰু 'প্ৰবাসী'ৰ দৰে সৰ্বাংগসুন্দৰ আলোচনী এখন উলিয়াবলৈ যো-যা কৰা হ'ল। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী এগৰাকী প্ৰতিভাসম্পন্ন লিখক আছিল যদিও সম্পাদকৰ ভাৰ ল'বলৈ অস্বীকাৰ কৰাত ডাঃ শৰ্মাৰ ওপৰতে এই গুৰু দায়িত্বৰ ভাৰ পৰিল। সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱে লিখিছে :

"এই কথা বহুতে নাজানে যে অসমীয়া সাহিত্যৰ যুগ প্ৰৱৰ্তক সচিত্ৰ 'আৱাহন' আলোচনী প্ৰকাশ কৰাটো সম্ভৱ হৈছিল চৌধুৰী ডাঙৰীয়াৰ বদান্যতা আৰু আৰ্থিক পৃষ্ঠপোষকতাত। প্ৰথম অসমীয়া দৈনিক যোৰহাটৰ 'দৈনিক বাতৰি'ৰ লগত প্ৰতিষ্ঠাতা ৰায়বাহাদুৰ শিৱপ্ৰসাদ

বৰুৱা আৰু সম্পাদক বাগ্মীবৰ নীলমণি ফুকনৰ যি সম্পৰ্ক আৱাহন কাকতৰ প্ৰতিষ্ঠাতা নগেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু সম্পাদক ডাঃ দীননাথ শৰ্মাৰো একে সম্পৰ্ক। চৌধুৰী আৰু শৰ্মাক আৱাহনে পাহৰিব নোৱাৰে, পাহৰাটো উচিত নহয়। আৱাহনৰ অন্যতম শ্ৰেষ্ঠ গল্প লেখক হিচাপে চৌধুৰী ডাঙৰীয়াক মই জানিছিলো আৰু শ্ৰদ্ধাও কৰিছিলো। মই তেওঁৰ গল্পবোৰ পঢ়ি ভাল পাইছিলো এই বাবেই যে তাত কোনো অস্বাভাৱিকতা নাছিল। গাওঁৰ সাধাৰণ শ্ৰেণীৰ মানুহৰ জীৱনৰ প্ৰতিচ্ছবি সেইবোৰত প্ৰতিফলিত হৈছিল। তেওঁ গল্পবোৰত গোৱালপৰীয়া কথ্য ভাষাও ৰঞ্জিতা খুৱাই শুৱলাকৈ ব্যৱহাৰ কৰিব জানিছিল।"

১৯২৫ চনৰ পৰা আৱাহন উলিওৱা বছৰলৈকে চাৰি বছৰ কাল ধৰি কলিকতাত অধ্যয়ন কৰি থকা বিনন্দচন্দ্ৰ বৰুৱাই লিখা মতে এইকেইবছৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ ঘৰত বিভিন্ন উৎসৱ আৰু সাহিত্যালোচনাত প্ৰস্তাৱিত আলোচনীখনৰ প্ৰস্তুতিপৰ্ব চলিছিল। সময়ছোৱা আলোচনীখনৰ বাবে গুৰুত্বপূৰ্ণ সময় আছিল। কলিকতাতে আৰম্ভ হোৱা অসমীয়া সাহিত্যৰ জোনাকী যুগ ক্ৰমে ক্ষীণ হৈ আহিছিল যদিও আঁত হেৰুৱাই যোৱা নাছিল। তেতিয়াৰ কলিকতা পুৰণি চাম প্ৰথিতযশা সাহিত্যিকসকলৰ লগতে উঠি অহা প্ৰবাসী ছাত্ৰ আৰু সাহিত্যসেৱীৰো সাংস্কৃতিক জীৱনৰ মিলনভূমি আছিল। চৌধুৰীদেৱৰ অতুলনীয় ব্যক্তিত্বই সকলো অসমীয়া সাহিত্যিক, দেশপ্ৰেমিককে আকৰ্ষণ কৰিছিল। সকলোৱে এনে এখন আলোচনীৰ জন্মলগ্নৰ বাবেই আগ্ৰহেৰে অপেক্ষা কৰি আছিল। বিনন্দচন্দ্ৰ বৰুৱাৰ ভাষাত:

"এই আৱাহন যুগৰ প্ৰৱৰ্তক হ'ল জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী ডাঙৰীয়া। তেখেতে আৰ্থিক, মানসিক, শাৰীৰিক সকলো ধৰণে আৱাহনৰ গুৰি ধৰিলে। এই সময়োপযোগী আলোচনীখনৰ সম্পাদক হ'ল বিশিষ্ট সাহিত্যসেৱী, অক্লান্ত কৰ্মী ডাঃ দীননাথ শৰ্মাদেৱ। ছবি আদিৰে জাকজমক হৈ, সময়ৰ লগত খাপ খোৱাকৈ, বিবিধ বিষয়ৰ প্ৰবন্ধপাতি, নাটক, কবিতা আদিৰে গহীন হৈ কলিকতাৰ পৰাই আৱাহন ওলাল। পঢ়ুৱৈ সমাজেও আগ্ৰহেৰে আৰু আদৰেৰে ভৱিষ্যতৰ অনেক আশা পোষণ কৰি আৱাহনক গ্ৰহণ কৰিলে। প্ৰায় এযুগ ধৰি আৱাহনে অসমীয়া ভাষা-সাহিত্যৰ মুখপত্ৰৰ নিচিনাকৈ অসমীয়া সাহিত্যৰ সমাজখন গহীনকৈ ৰাখিলে। এই যুগতেই সৰৱৰহী কবি, নাট্যকাৰ, কথা-সাহিত্যিক, চিন্তাশীল প্ৰবন্ধ লেখক বহুতো ওলাল। এয়েই বৰ্তমান যুগটোত ভৰপক দিছেহি।" আৱাহনৰ আবিৰ্ভাৱে এটা নতুন যুগৰ সূচনা কৰিলেও নিকট অতীতৰ লগত তাৰ সংযোগ পূৰামাত্ৰাই বিদ্যমান আছিল। আৱাহনৰ কৃতিত্বৰ ভিতৰত এয়াও এটা যে পুৰণি আৰু নতুন উভয় গোষ্ঠীৰ লিখকসকলে আৱাহনক নিজৰ যেন জ্ঞান কৰিছিল। জোনাকী যুগৰ কৰ্ণধাৰ লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪-১৯৩৮) তেতিয়াও তেওঁৰ সৃষ্টিৰ চৰম শিখৰত অধিষ্ঠিত হৈ আছিল। আৱাহনৰ পাততে তেওঁৰ অসাধাৰণ ভাৱৰ বুৰ্বুৰণিসমূহ উঠে আৰু মাৰ যায়। ৰজনীকান্ত বৰদলৈৰ বিখ্যাত গল্প 'গা-ধন' আৱাহনৰ প্ৰথম বছৰতে প্ৰকাশিত হয়। গল্পটোত সাম্প্ৰতিক কালৰ ঘৃণিত যৌতুক প্ৰথাৰ প্ৰতিৰূপ 'গা-ধন' প্ৰথাৰ বিভীষিকাৰ পটভূমিত এটা ৰোমাণ্টিক কাহিনী ৰূপায়িত হৈছে। গল্পটো অসমীয়া ভাষাৰ এটা 'ক্লাছিক' গল্প।

'আৱাহন'ৰ স্বাধীনচিতীয়া আদৰ্শবাদে নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ আদি স্বাধীনতা সংগ্ৰামীসকলক আকৰ্ষণ কৰিছিল। নবীন চন্দ্ৰ বৰদলৈয়ে এগৰাকী নাট্যকাৰ হিচাপেও প্ৰতিষ্ঠা লাভ কৰিছিল। আৱাহনৰ প্ৰথম বছৰতে তেওঁ শ্বেইক্সপীয়েৰৰ 'সৰ্বাধুনিক' নাটক 'ট্ৰয়লাচ এণ্ড ক্ৰেচিডা'ক 'তৰুণ-কাঞ্চন' নাম দি অসমীয়ালৈ ৰূপান্তৰিত কৰি প্ৰকাশ কৰে। আচৰিত ত'বলগীয়া কথা এয়ে, যে এই নাটকখন শ্বেইক্সপীয়েৰৰ সমূহ নাটকৰ ভিতৰতে এলাগী আছিল। হোমাৰৰ বহুপ্ৰশংসিত মিথ তছনছ কৰা বাবে এই প্ৰতিক্ৰিয়া বহুত দিন ধৰি বাহাল আছিল। এই শতাব্দীত দুয়োখন মহাযুদ্ধৰ মাজ ডোখৰতহে এই নাটকখন জনপ্ৰিয় হয়। দ্বিতীয় মহাযুদ্ধৰ পৰিস্থিতিসমূহৰ লগত তুলনা কৰি বিশিষ্ট কবি-সমালোচক জান কটে নাটকখনক অদ্ভুতভাৱে আধুনিক (amazing and modern) বুলি অভিহিত কৰিছে। উত্তৰইবচেনীয় দিনত ইউৰোপত গদ্য নাটকৰ পয়োভৰ ঘটিছিল। শ্বেইক্সপীয়েৰে নিজেও নাটকীয় গদ্যৰ অভূতপূৰ্ব নিদৰ্শন ৰাখি থৈ গৈছে। বৰদলৈয়ে নাটকখন গদ্যত তৰ্জমা কৰে। তেওঁ মূলৰ পৰা আঁতৰি নহাকৈ এখন সুখপাঠ্য আৰু অভিনয়ৰ উপযোগী অসমীয়া নাটকৰ সৃষ্টি কৰে। মূলৰ পৰা আঁতৰি নাহিলেও তেওঁ চৰিত্ৰসমূহক ভাৰতীয় সাজপাৰ পিন্ধাই ভাৰতীয় নামেৰে বিভূষিত কৰি মঞ্চত তুলিছিল। চৰিত্ৰসমূহৰ প্ৰথম আক্ষৰিক ধ্বনিটো অৱশ্যে ৰক্ষা কৰিছিল। সেই বাবে নাটকখনৰ নাম হৈছিল 'তৰুণ-কাঞ্চন'। প্ৰথম মহাযুদ্ধৰ পিছৰ পৰা শ্বেইক্সপীয়েৰৰ 'ট্ৰয়লাচ এণ্ড ক্ৰেচিডা'ৰ আদৰ বৃদ্ধি পোৱাৰ কাৰণ এয়ে, যে তাত বিংশ শতাব্দীৰ সংঘৰ্ষসমূহ প্ৰাক্-চিত্ৰিত হৈছে। ধৰ দৰে শ্বেইক্সপীয়েৰো যুদ্ধবিৰোধী

আছিল। এই ধাৰণাৰ সত্যতাৰ উদাহৰণ তেওঁৰ উৎকৃষ্ট ঐতিহাসিক নাটকৰ পাতে পাতে বিদ্যমান। শ্বই 'দ্য আৰ্মচ এণ্ড দ্য মেন' (The Arms and The Man) অত কৰাৰ দৰেকৈ শ্বেইক্সপীয়েৰেও 'ট্ৰয়লাচ এণ্ড ক্ৰেচিডা'ত যুদ্ধক প্ৰেমাৰশূন্যভাৱে চিত্ৰিত কৰিছিল। — 'fools on both sides' সাম্প্ৰতিক কালত নাটকখনৰ ওপৰত মাৰ্ক্সবাদী আৰু অস্তিত্ববাদী দৃষ্টিভঙ্গীৰ পোহৰ পেলাবলৈ যত্ন কৰা হৈছে। বৰদলৈয়ে অৱশ্যে নাটকখনক 'এলিজাবেথান' নাটক হিচাপে যথাযথভাৱে নিবদ্ধ কৰিছিল। অমিত্ৰাক্ষৰ ছন্দৰ চৈনিক দেৱালৰ পৰা আঁতৰি আহিব পৰাটোও ৰাজনীতিজ্ঞ তথা কবি-নাট্যকাৰজনৰ বাবে কম দুঃসাহসিক কথা নাছিল।

ৰোমাণ্টিক যুগৰ কবি ৰঘুনাথ চৌধাৰীৰ 'গিৰিমল্লিকা' আৰু যতীন্দ্ৰনাথ দুৱৰাৰ 'অতীতক নাযাবা পাহৰি' কবিতা দুটিও আৱাহনৰ প্ৰথম বছৰতে প্ৰকাশিত হয়। দুয়োটা কবিতাকে আধুনিক ৰোমাণ্টিক কবিতাৰ মাইলৰ খুঁটি বুলি ক'ব পাৰি। 'গিৰিমল্লিকা' কবিতাৰ অনিৰ্বচনীয় ছান্দসিক হিল্লোলে দেৱকান্ত বৰুৱা আদি পিছৰ চাম কবিৰ ওপৰত গভীৰ প্ৰভাৱ পেলাইছিল :

'ৰঞ্জি মনিকৰ্ণিকাৰ হৰিৎ মেখা
আছা শোভি শুভ্ৰবেশে কৰি সুৰভিত
লৌহিত্যৰ তীৰভূমি শ্যামল বননি।' (গিৰিমল্লিকা)

'নীলিম সলিল ৰাশি বাধাহীন উৰ্মিমালা
আছে দূৰ দিগন্ত বিয়াপি।' (সাগৰ দেখিছা)

ৰোমাণ্টিক যুগৰ কবিসকল অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগৰ ক্ষেত্ৰত ভোলানাথ দাসৰ পৰীক্ষা-নিৰীক্ষাৰ পৰা ভালেখিনি আঁতৰি আহিল। ৱৰ্ডছৱৰ্থেও সেইদৰে মিল্টনৰ পৰা ফালৰি কাটি আহিছিল। ৰঘুনাথ চৌধাৰীৰ 'গিৰি মল্লিকা'ৰ দৰে কবিতা পঢ়ি প্ৰতীয়মান হয় যে গ্ৰেৰ সমালোচনাহে নিৰ্ভুল— সমসাময়িক কথ্য ভাষাই নিৰাভৰণ ৰূপত কবিতাৰ ভাষা হিচাপে স্বীকৃতি পাব নোৱাৰে। ৱৰ্ডছৱৰ্থ আৰু ৰঘুনাথ চৌধাৰীৰ অমিত্ৰাক্ষৰ ছন্দত এটা ধ্ৰুপদী অথচ মধুৰ সুৰ বাজিছে :

'The sounding cataract haunted me like a passion'

(Tintern Abbey)

'প্ৰিয়ে, তুমি ঢালিলা কি মোহন মদিৰা
হাঁহি কটাক্ষৰ ?' (গিৰিমল্লিকা)

চৌধাৰীয়ে 'গিৰিমল্লিকা'ত ফুলটোৰ প্ৰতি দেখুওৱা ভালপোৱাৰ ভাষাত যি আনুভূতিক আন্দোলন আৰু তীব্ৰতা অনুভৱ কৰা যায়, সি শেষ আৱাহন যুগৰ প্ৰেমৰ কবিতাত অনুভূত নহয়।

দুৱৰাৰ 'অতীতক নাযাবা পাহৰি' আৰু অন্যান্য 'পাহৰণি' কবিতাত প্ৰকাশ পোৱা বিষাদৰ সুৰটোৰ উৎস এতিয়াও উদঘাটিত হোৱা নাই। দুৱৰা অসমীয়া ভাষাৰ শ্ৰেষ্ঠ 'ভিক্ট'ৰিয়ান' কবি আৰু বিষাদৰ সুৰ ইংৰাজী 'ভিক্ট'ৰিয়ান' কবিতাৰ মজ্জাগত। টেনিচনে তেওঁৰ প্ৰিয়বন্ধু হেলামৰ মৃত্যুৰ পিছত সুদীৰ্ঘকাল ধৰি ৰচনা কৰা 'ইন মেম'ৰিয়াম' নামৰ দীঘলীয়া কবিতাটো সমাপ্ত নকৰালৈকে তেওঁৰ বাগ্দত্তাৰ পাণিগ্ৰহণ কৰিব পৰা নাছিল। এলিজিটো সমাপ্ত কৰাৰ পিছতহে জীৱনৰ মাজ বয়সত তেওঁ বিবাহ পাশত আবদ্ধ হয়। বিষাদানুভূতিৰ ৰোমাণ্টিক আদৰ্শই দুৱৰাৰ কবিতাকো প্ৰভাৱান্বিত কৰিছিল। তেওঁৰ প্ৰিয় কবি শ্বেলীয়ে লিখিছিল :

'We look before and after
And pine for what is not
Our sincerest laughter
With some pain is fraught
Our sweetest songs are those that tell of saddest thought'

(To a Skylark)

দুৱৰাৰ ভালেমান শ্ৰেষ্ঠ কবিতাও বিষাদ ভাবেৰে ভাৰাক্ৰান্ত।

ৰোমাণ্টিক আৰু উত্তৰ-আৱাহন যুগৰ বিশিষ্ট গল্পকাৰ লক্ষ্মীনাথ ফুকনে আৱাহনৰ পাতত ৰোমাণ্টিক কবি হিচাপেহে সুপ্ৰতিষ্ঠিত হয়। তেওঁৰ 'সাক্ষী' আৰু অন্যান্য কবিতাত 'ভিক্ট'ৰিয়ান' যুগৰ 'প্ৰি-ৰাফেলাইট' সুৰটো সুন্দৰভাৱে আন্দোলিত হৈছে। এই সুৰটো টেনিচনৰ 'মড' কবিতাৰ 'কাম ইনটু দ্য গাৰ'ডেন মড' ছেদটোত প্ৰথমে অনুৰণিত হৈছিল। কবিতাটোত প্ৰকাশ পোৱা টেনিচনধৰ্মী ধ্বনিমাধুৰ্য মন কৰিবলগীয়া :

'এতিয়াও গছৰ পাতত
লাগি আছে উশাহ তোমাৰ
এতিয়াও তোমাৰ সুবাসে
মলয়াক দিছে সুধা-ধাৰ
এতিয়াও লাজুকী বনৰ
গুচা নাই কুচিমুটি ভাও
এতিয়াও মৌ-মাখিবোৰে
কাটিয়ে ফুৰিছে হামৰাও' (সাক্ষী)

'From the meadows your walks have left so sweet
That whenever a March wind sighs

He sets the jewel print of your feet
In violets blue as your eyes,' (Come Into the Garden, Maud)

আনন্দচন্দ্ৰ বৰুৱাৰ 'আৱাহন' কবিতাটো আলোচনীখনৰ প্ৰথম সংখ্যাৰ প্ৰথম পাতত ওলায়। তেওঁ 'হাফিজৰ সুৰ'সমূহ অসমীয়ালৈ অনুবাদ কৰে। তেওঁৰ মৌলিক কবিতাতো এটা নতুন সুৰ বাজি উঠা দেখা যায়।

গণেশ গগৈ (১৯০৭-১৯৩৮) আৱাহন যুগৰ এক অনন্যসাধাৰণ প্ৰতিভা। অকালতে মৰহি যোৱা কবিগৰাকীক সাধাৰণতে কীট্‌ছৰ লগত তুলনা কৰা হয়। কীট্‌ছৰ দৰে তেওঁৰ কবিতাও বৰ্ণবৈচিত্ৰ্যময়। তেওঁৰ কবিতাত ৰোমাণ্টিক কবিতাৰ বিভিন্ন দিশ জীন যোৱা যেন লাগে। তেওঁৰ বৰ্ণনাত এটা 'প্ৰি-ৰাফেলাইট' সুলভ মাংসল ইন্দ্ৰিয়গ্ৰাহ্যতাও পৰিলক্ষিত হয়। দৈহিক সৌন্দৰ্যৰ বৰ্ণনাত গগৈক চেৰ পেলোৱা সহজ নহয়।—

'জালিকটা ৰিহাৰেই ঢাকিলে কি হ'ব সখী
পাহি মেলি ফুলি অহা পদুমৰ কলি ?
আবেগৰ বা লাগি নুৰিবনে ৰেণু তাৰ
নাহিবনে কাষ চাপি মতলীয়া অলি ?
কেচাসোণ বৰণীয়া তোমাৰ লবণু তনু
দহি বটা খনীয়াৰে নোৱাৰা ঢাকিব,
বিৰিঙি বিৰিঙি সখী মনোৰম ৰূপ-ৰেখা
জোনাকী পৰুৱা হই জিলিকি আহিব। (ৰূপজ্যোতি)

দেৱকান্ত বৰুৱা সকলো সময়ৰে শ্ৰেষ্ঠ অসমীয়া কবিসকলৰ অন্যতম। তেওঁ আৱাহন যুগৰ শ্ৰেষ্ঠ কবি। তেওঁৰ লেখনীত অসমীয়া ৰোমাণ্টিক কবিতাই ব্যাপ্তি লাভ কৰিছে। প্ৰেমৰ কবি হিচাপে তেওঁ অম্বিকাগিৰী ৰায়চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা আৰু ৰত্নকান্ত বৰকাকতিৰ সমকক্ষ। দুৱৰাৰ প্ৰেমৰ কবিতা প্লেট'নিক। ৰত্নকান্ত বৰকাকতি আৰু অম্বিকাগিৰীৰ কবিতায়ো ৰহস্যবাদৰ অন্তৰালত আত্মগোপন কৰিছিল। বৰুৱাই তেজ-মঙহৰ মানুহৰ জীৱনৰ গীত গাইছে। তেওঁ অৱশ্যে কেৱল প্ৰেমৰ কবি নহয়। তেওঁ সামগ্ৰিক জীৱৰ কবি, যিয়ে—

'ছন্দৰ তুলিৰে আঁকে অশ্ৰুক্লান্ত জীৱনৰ
সোণোৱালী ছবি।'

ডঃ নেওগে ক'বৰ দৰে বৰুৱাৰ প্ৰেমৰ কবিতাতো এটা বিদ্ৰোহৰ সুৰ শুনিবলৈ পোৱা যায়।

দেৱকান্ত বৰুৱাৰ ইংৰাজী, বঙলা আৰু অসমীয়া সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ কবিসকলৰ কৰ্মৰ লগত নিবিড় পৰিচয় ঘটিছিল। তেওঁৰ 'শেৱালি কবিৰ প্ৰতি' অগ্ৰজ কবিক যচা এক মনোৰম শ্ৰদ্ধাৰ্ঘ্য—

'বৰাগী তোমাৰ কোমল গানে
মধুমালতীৰ সুৰভি জানে,
সখি পখীটিৰ ডিঙিত বিনায়
অশ্ৰুগধুৰ
তোমাৰ সুৰ।'

এই সকল শ্ৰেষ্ঠ কবিৰ কবিতা বৰুৱাৰ প্ৰেৰণাৰ উৎস। বৰুৱাৰ কবিতাত আমি এক বিস্তৃত কাব্যিক পৰম্পৰাৰ সন্ধেদ পাওঁ। তেওঁৰ কবিতাত সমগ্ৰ ৰবীন্দ্ৰোত্তৰ যুগৰ সুৰ একে লগে বাজিছে। ভাল জহুৰীৰ জৱহৰ চিনিবলৈ সৰহ পৰ নালাগে। ডঃ কাকতিয়ে দেৱকান্ত বৰুৱাৰ তীক্ষ্ণ কাব্যিক প্ৰতিভা চিনাক্ত কৰি তাৰ পূৰ্ণ বিকাশৰ পথ চিহ্নিত কৰিছিল। তেওঁৰ উপদেশ গ্ৰহণ কৰিয়েই বৰুৱাই ঠেক পৰিসৰৰ পৰা ওলাই আহি বৃহত্তৰ সৃষ্টিকৰ্মৰ জগতখনলৈ ঢাপলি মেলিছিল। এই অভিযান সফল হোৱা দেখা পাওঁ আৱাহনত ওলোৱা পৰিপক্ক কবিতাসমূহত।

মধ্যযুগত কবিক 'সাজোতা' (maker) আখ্যা দিয়া হৈছিল। 'সাজোতা' কবিৰ সৃষ্টিৰ সঁজুলি হ'ল ভাষিক উপাদানসমূহ। এইবোৰৰ সুসংহত প্ৰয়োগৰ যোগেদিহে কবিয়ে তেওঁৰ ভাৱচিন্তাক চিৰন্তন কৰিব পাৰে। কবি হিচাপে দেৱকান্ত বৰুৱাৰ শ্ৰেষ্ঠত্বৰ অন্তৰালত আছে ভাব আৰু ভাষাৰ এই সুসংহত আত্মীয়তা। তেওঁৰ মতে কবিয়ে 'ছন্দৰ তুলিৰে' জীৱনৰ ছবি আঁকে। বৰুৱাৰ প্ৰাণৱন্ত ভাষা, চিত্তপ্ৰমাথী অনুভূতি আৰু সাংগীতিক আলোড়নে এক অপূৰ্ব ৰসৰ সৃষ্টি কৰে। বৰুৱাৰ সময়ৰ পূৰ্বে ভাষাৰ এই সীমাহীন সম্ভাৱনা সম্পৰ্কে আমাৰ কবিসকল সম্পূৰ্ণভাৱে অৱহিত হোৱা নাছিল।

দেৱকান্ত বৰুৱাৰ কবিতাৰ ভাষাত ৰঘুনাথ চৌধাৰীৰ বলিষ্ঠতা আৰু দুৱৰাৰ কান্ত কোমলতা একাকাৰ হৈছে। এয়াই হ'ল আৱাহন যুগত আৱিষ্কাৰ হোৱা 'কান্তকোমল ৰীতি' (dolce stil nuovo)। 'সাগৰ দেখিছা' কবিতা লিখিবৰ সময়ত কবিয়ে সাগৰ দেখা নাছিল। কিন্তু আনুপ্ৰাসিক শব্দ চয়নৰ সহায়ত তেওঁ সাগৰৰ উপস্থিতিৰ অনুভৱক চিৰন্তন কৰিব পাৰিছিল :

'সাগৰ দেখিছা ? দেখা নাই কেতিয়াও ? ময়ো
দেখা নাই,
শুনিছোঁ তথাপি,
নীলিম সলিল ৰাশি, বাধাহীন উৰ্মিমালা আছে দূৰ
দিগন্ত বিয়াপি। (সাগৰ দেখিছা)

এই ছবি অকল যথাৰ্থই নহয়— ঔদাৰ্যগুণযুক্তও। হ্ৰস্বদীৰ্ঘ স্বৰৰ যথোপযুক্ত সমাহাৰক তেওঁ কুশলভাৱে কামত লগাইছে। তেওঁৰ পংক্তিকেইটাৰ পৰা এটা শব্দও হেৰফেৰ কৰিব নোৱাৰি। কেৱলমাত্ৰ ঘৰুৱা শব্দেৰে (যেনে উৰ্মিৰ ঠাই ঢেউ)— এই বিশালতাৰ ৰূপ অংকন

কৰা অসম্ভৱ। কাব্যৰ শব্দসংযোজন সম্পৰ্কে ৱৰ্ডছৱৰ্থতকৈ কোলৰিজৰ তাত্ত্বিক ঘোষণাহে অধিক প্ৰণিধানযোগ্য।

সাগৰৰ দৃশ্যপট অংকন এক আলংকাৰিক প্ৰক্ৰিয়া। দৰাচলতে কবিয়ে ইয়াত হৃদয় সাগৰৰ কথাহে ক'ব খুজিছে। তেওঁৰ হৃদয়খনিও নোপোৱাৰ বেদনাৰে ক'লা হৈ গৈছে আৰু চিত্তপ্ৰমাথী বাসনাৰ উত্তাল তৰংগই তাত আলোড়নৰ সৃষ্টি কৰিছে। কবিয়ে তেওঁৰ উদগ্ৰ হেপাঁহক মূৰ্ত কৰিবলৈ আন চিত্ৰকল্পৰো সহায় লৈছে।— প্ৰেমৰ পৰশত হৃদয় ফুলনিত বসন্তৰ মৃদুগুঞ্জৰণ, হৃদয় আকাশত ৰামধেনুৰ বৰ্ণচ্ছটা। কেতেকীৰ হিয়া ভঙা মাততো কবিৰ হৃদয়ৰ ব্যথাই ধ্বনিত হৈছে।—

'ভাবিছানে এটিবাৰো পখীৰ ডিঙিত কান্দে
মানুহৰ বুকুৰ সম্বাদ?'

তেওঁৰ পূৰ্বসূৰী ৰঘুনাথ চৌধাৰীয়েও যুগযুগ ধৰি সঞ্চিত সৌন্দৰ্য আৰু সৌন্দৰ্যপিয়াসী মানুহৰ হা-হুতাশ গোলাপতে স্তূপীকৃত হোৱা বুলি কল্পনা কৰিছিল :

'বিজড়িত তোৰ প্ৰাণৰ কণ্ঠত
কত বিৰহীৰ হা-হুতাশ।' (গোলাপ)

কবিৰ প্ৰেমিকাই তেওঁৰ কামনাৰ গভীৰতা জুখিব পৰা নাই। ব্ৰাউনিঙৰ 'টু ইন দ্য কেম্পানা'ৰ প্ৰেমিকৰ দৰে তেৱোঁ দুটি সত্তাৰ আত্মবিলোপনৰ সূত্ৰডাল আয়ত্তাধীন কৰিব পৰা নাই :

'তুমি জানা মাথো
তুমি তুমি মই মই'

কবিৰ আকাঙ্ক্ষা, তেওঁ যেন পৃথিৱীৰ সমস্ত দুখৰ বোকাৰে মিলনৰ সোণালী কাৰেং সজায়। তেওঁ জানে, তেওঁৰ এন্ধাৰ জগতক মাথোন তেওঁৰ প্ৰেমিকাৰ চকুৰ দীপ্তিয়েহে পোহৰাই তুলিব পাৰে। এইদৰে বিভিন্ন চিত্ৰকল্পৰ মালা গুঠি বৰুৱাই ব্ৰাউনিং আৰু ডানৰ গীতি কবিতাৰ যুক্তিনিৰ্ভৰ আৱহাওৱাৰ সৃষ্টি কৰে।

প্ৰেমৰ কবি হিচাপে দেৱকান্ত বৰুৱাও ডানৰ দৰে বলিষ্ঠ আৰু অকুতোভয়। তেওঁৰ অতিশয়োক্তিৰ কুশল প্ৰয়োগো ডানসুলভ। ডানৰ দৰে তেওঁৰ চিত্ৰকল্পও বহুত সময়ত দূৰৰ পৰা হাকুটিয়াই অনা :

'যিছাটি জোনাক দেহি আজিও পোৱাহি নাই
ধৰণীৰ ধূলিৰ পৰশ
তুমি সেই আনন্দৰ আগমণি অনুভূতি
যৌৱনৰ প্ৰকাশ হৰষ। (ওলগ)

দেৱকান্ত বৰুৱাৰ কবিতাৰ গাঁথনিত ব্ৰাউনিঙৰ প্ৰভাৱ অনস্বীকাৰ্য। তেওঁ ব্ৰাউনিঙৰ 'ড্ৰামাটিক মনলগ' অসমীয়া কবিতাত প্ৰৱৰ্তন কৰে। অৱশ্যে ব্ৰাউনিঙৰ কবিতাৰ নৈৰ্ব্যক্তিক সুৰটো বৰুৱাৰ আয়ত্তাধীন নাছিল। তেওঁ 'টু ইন দ্যা কেম্পানা' আৰু 'লাভ এমং দ্য ৰুইনজ' আদি কবিতাৰ ব্যক্তি- সাপেক্ষ লিৰিকধৰ্মী সুৰটোৰ প্ৰতিহে বেছিকৈ আকৃষ্ট হৈছিল। বৰুৱাৰ কবিতাত শ্লেলীয় বা দুৰৱাধৰ্মী বিষাদানুভূতি আৰু আকাঙ্ক্ষাও মূৰ্ত হৈ উঠিছে।—

'প্ৰীতিৰ বতাহে মোৰ আকাশীতৰাৰ হায় হিয়া
নকঁপায়।'

'The desire of the moth for the star'
(Shelley)

সেয়া হ'লেও বৰুৱাৰ কবিতাত ঘাইকৈ যৌৱনৰ উদাত্ত জয়গানহে ধ্বনিত হৈছে। তেওঁ বলিষ্ঠ প্ৰেমৰ কবি আৰু নাৰী সৌন্দৰ্যৰ উপাসক। যুগে যুগে মানুহে তিলোত্তমাত জগতৰ সমস্যা, ৰূপ আৰু সংঘৰ্ষ আৰোপ কৰি সান্ত্বনা লভিছে :

'কোন ৰূপদক্ষ ভাস্কৰৰ তিলে তিলে গঢ়া তুমি ৰূপৰ প্ৰতিমা
চিৰ নিৰুপমা,
তোমাৰ কাৰণে ৰাণী! সদা অবিৰাম ভায়ে ভায়ে
কৰিছে সংগ্ৰাম
হেৰা তিলোত্তমা।'
'বুভুক্ষু দেৱতা কাম গৰজিছে বিশ্বজুৰি ৰূপদীপ্তা তুমি তাৰ
পূজাৰ গোলাপ,
সন্ধ্যাৰ কোমল ছাঁত প্ৰিয়াৰ হাতৰ তুমি চেতাৰৰ
অপূৰ্ব আলাপ।' (তিলোত্তমা)

তিলোত্তমা আৰু কাম দেৱতাৰ, ক্ষয়ংকৰী ৰূপৰ ছবি অংকন কৰি কবিয়ে প্ৰেমৰ সাৰ্বভৌমত্ব প্ৰতিষ্ঠা কৰিছে।

আৱাহনৰ প্ৰথম সংখ্যাতে ডঃ বাণীকান্ত কাকতিয়ে 'কবিৰ অহৈতুকী প্ৰীতি' নামৰ গুৰুত্বপূৰ্ণ প্ৰবন্ধটিৰে তত্ত্বগধুৰ সাহিত্য আলোচনাৰ পাতনি মেলে। প্ৰবন্ধটোত ডাণ্টেধৰ্মী 'ৰাজসভাৰ প্ৰেম'ৰ (courtly love or amor courtois) স্বৰূপ নিৰ্দ্ধাৰণ কৰা হৈছে। দ্বাদশ শতাব্দীত বিভিন্ন ঐতিহাসিক কাৰণত ট্ৰুবেডুৰসকলৰ লিখনীত এক জটিল ধৰণৰ ৰোমাণ্টিক প্ৰেমৰ জন্ম হয়। উচ্চবৰ্গসুলভ এই প্ৰেমক ফৰাচী সমালোচকসকলে 'আমৰ কৰ্টোৱা' বা 'কোৰ্ট লি লাভ' আখ্যা দিছে। অন্ততঃ আঠশ বছৰ ধৰি এই প্ৰেমে ইউৰোপীয় সাহিত্যৰ দিক্ নিৰ্ণয় কৰি আহিছে। ডাণ্টেৰ Vita Nuovaত এই প্ৰেমৰ ভাস্বৰ ৰূপ ফুটি উঠিছে। ডঃ কাকতিয়ে 'ভিটা নুওভা'ৰ অন্তৰ্লীণ অনুভূতি বিশদভাৱে আলোচনা কৰিছে। কোনো কোনো পণ্ডিতৰ মতে উচ্চবৰ্গৰ ভালপোৱাৰ সংগঠনত

মধ্যযুগৰ ইউৰোপত ঘটা আৰবীয় সভ্যতাবিস্তাৰৰ ভূমিকা থকাটোও সম্ভৱ। এই আপাহত চণ্ডীদাসৰ কাব্য আৰু অভিজ্ঞতাক আলোচনাৰ ভিতৰুৱা কৰাত তুলনামূলক সাহিত্য বিচাৰৰ বাট মুকলি হৈছে।

আৱাহনৰ প্ৰথম বছৰতে প্ৰকাশ হোৱা ড: কাকতিৰ আন এটি প্ৰবন্ধত আমিয়েলৰ দীনপঞ্জীসমূহৰ বিশদ বিশ্লেষণ সন্নিবিষ্ট হৈছে। পিছত প্ৰবন্ধটো 'পণ্ডিতৰ ভূমাস্পৃহা' নামত প্ৰকাশিত হয়। আমিয়েলে সমগ্ৰ ব্ৰাহ্মণ্ডিক সত্তাতে নিজৰ ৰূপ দেখিছিল। এই সন্দৰ্ভত ডঃ কাকতিয়ে দেৱীসূক্তৰ প্ৰসিদ্ধা মহিলা কবি বাক্‌দেৱীৰ শ্লোকসমূহ অনুবাদ কৰি বিশ্লেষণ কৰাত তুলনামূলক সাহিত্যৰ আন এটি দিশ উন্মোচিত হৈছে। দেৱীসূক্তৰ কবয়িত্ৰীৰ মতে তেৱেঁই তেওঁৰ পিতৃ আকাশ। তেৱেঁই বিশ্বচৰাচৰ, সকলো।

আৱাহনৰ প্ৰথম বছৰত ওলোৱা কাকতিৰ 'বেজবৰুৱা' এটি দিক্‌নিৰ্ণয়ী প্ৰবন্ধ। অসমীয়া গদ্য-সাহিত্যৰ ক্ষেত্ৰত বেজবৰুৱাৰ কেন্দ্ৰীয়তা (centrality) তাত সুন্দৰভাৱে নিৰূপণ কৰা হৈছে। তাত ডঃ জনচনে এডিচনৰ ওপৰত কৰা উক্তি এটাৰ ওপৰত ভেজা দি ডঃ কাকতিয়ে দৃঢ় মত পোষণ কৰিছে যে, 'বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা।' জাগ্ৰত স্বদেশানুৰাগ, অপূৰ্ব ৰচনা পদ্ধতি আৰু প্ৰকৃত হাস্যৰস এই তিনিটা প্ৰধান দিশ বিশ্লেষণ কৰি প্ৰবন্ধটোত বেজবৰুৱাৰ সামগ্ৰিক মহত্ত্ব নিৰ্ণয় কৰা হৈছে।

কৃষ্ণকান্ত সন্দিকৈয়ে এক গঠনমূলক ভূমিকাৰে সৈতে সমালোচক হিচাপে অৱতীৰ্ণ হয়। তেওঁ 'আৱাহন'ৰ পাততে তেওঁৰ বহুমূলীয়া প্ৰবন্ধবোৰ লিখে। অসমীয়া সাহিত্যৰ পয়াঁলগা অৱস্থাৰ বাবে অনুবাদ সাহিত্যৰ অভাৱেই জগৰীয়া, এই মত তেওঁ দৃঢ়ভাৱে পোষণ কৰিছিল। এলিজাবেথান যুগৰ সৃষ্টিৰ প্ৰাচুৰ্যৰ মূলতে আছিল বানপানীৰ দৰেকৈ সোমাই অহা ক্লাছিকেল আৰু কন্টিনেন্টাল সাহিত্যৰ যুগমীয়া অনুবাদসমূহ। সন্দিকৈয়ে অসমীয়া সাহিত্যৰো নৱজাগৰণৰ সপোন দেখিছিল। আৱাহনত সন্নিৱিষ্ট সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত তেওঁ অনুবাদৰ প্ৰয়োজনৰ কথাকে দোহাৰিছিল। তেওঁ ইউৰোপীয়ান ক্লাছিকসমূহ বিশ্লেষণ কৰিছিল আৰু তাৰ পোহৰত অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি হ'ব— এই আশা পোষণ কৰিছিল। সন্দিকৈয়ে স্পেনিছ ভাষাৰ 'ৰোমিও- জুলিয়েট' হিচাপে জনাজাত হুৱান হাৰ্টজচেন বুশ্বৰ Los Amantes de Teruiel নামৰ নাটকখনৰ লগত 'ৰোমিও এণ্ড জুলিয়েট' নাটকখন তুলনা কৰি এটা গভীৰ বিশ্লেষণ দাঙি ধৰে। তেওঁ ইচাবেল আৰু তেওঁৰ প্ৰেমিকৰ মাজত হোৱা প্ৰেমৰ মহত্ত্ব নিৰ্ণয় কৰি সংস্কৃত কবি-দাৰ্শনিকৰ উদ্ধৃতিৰ সহায়ত ফহিয়াই দেখুৱায়, যে জন্মান্তৰৰ হেপাঁহ- সম্বলিত প্ৰেমৰ ধাৰণা ভাৰতীয় চিন্তাৰ মজ্জাগত। সন্দিকৈয়ে দাঙি ধৰা স্পেনিছ নাটকখনৰ সাৰমৰ্ম চাই আনন্দচন্দ্ৰ বৰুৱাই 'বিজয়া' নাটকখন লিখি উলিয়ায়। কৃষ্ণকান্ত সন্দিকৈ অসমীয়া ধ্ৰুপদী গদ্যৰ এগৰাকী শ্ৰেষ্ঠ ৰীতিকাৰ (stylist). ।

আৱাহনৰ পাততে সূৰ্যকুমাৰ ভূঞাই তেওঁৰ বুৰঞ্জীমূলক প্ৰবন্ধ ৰচনাৰ পাতনি মেলে। তেওঁ বুৰঞ্জীৰ বাণী উদ্ধাৰ কৰি এটা আত্মবিস্মৃত জাতিৰ চৈতন্য জগাবলৈ যত্ন কৰিছিল। স্বৰাজৰ জন্মলগ্নত স্বাধীনতাপ্ৰিয় জাতি এটাৰ সম্ভাব্য লাঞ্ছনাৰ বাবেও তেওঁ কম উৎকণ্ঠিত নহৈছিল। আনন্দচন্দ্ৰ আগৰৱালা, বেণুধৰ শৰ্মা আৰু সোণাৰাম চৌধুৰীয়েও প্ৰত্নতাত্ত্বিক প্ৰবন্ধৰাজিৰে আৱাহনৰ পাত সমৃদ্ধ কৰিছিল। আৱাহনৰ পাততে আধুনিক অসমীয়া গদ্যই দ্ৰুত গতিত পৰিপক্কতাৰ ফালে আগবাঢ়ে। জ্ঞানদাভিৰাম বৰুৱাৰ 'খ্ৰীষ্টানুসৰণ' আদি ধাৰাবাহিক ৰচনাসমূহ ব্যক্তিসাপেক্ষ (subjective) 'এছেধৰ্মী' ৰচনাৰ ভাল নিদৰ্শন। জ্ঞাননাথ বৰাৰ শৈশৱৰ স্মৃতি ৰোমন্থনো মনোৰম। তাত গুৱাহাটীৰ অধুনাবিস্মৃত জীৱনৰ ছবিৰ পুনৰাবৃত্তি ঘটিছে। নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ স্মৃতিকথা আৰু ভ্ৰমণ কাহিনীবোৰে আজিও আমাৰ প্ৰাণত জোকাৰণি তোলে।

নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে আৱাহনত বিভিন্ন বিষয়ত প্ৰাঞ্জল ভাষাত ভালেমান প্ৰবন্ধও লিখিছিল। বিজ্ঞান ('লুপ্ত অতিকায় প্ৰাণী', 'চিয়াহী' আদি), সংস্কৃতি ('ভাৰতীয় নৃত্য', সংগীত আদি), খেলাধূলা আদি অনেক বিষয়ত সুন্দৰ প্ৰবন্ধৰ যোগান ধৰিছিল। 'ডমিচাইল্ডৰ ডিগবাজি' নামৰ প্ৰবন্ধত তুলসীদাসৰ

'যাহ বয়ঠে ওহি সুন্দৰ দেশ
যো প্ৰতিপালে ওহি শ্ৰেষ্ঠ নৰেশ'

— এই অসম উদ্ধৃতি দি তেওঁ থলুৱা আৰু বহিৰাগত সকলোকে মিলি জুলি বহল অসমীয়া জাতি গঠন কৰিবলৈ উপদেশ দিছিল। আৱাহনৰ যুগতে তেওঁ অসম তথা ভাৰতক জুকলা কৰা 'বিদেশী' সমস্যাৰ বিষয়ে ভৱিষ্যদ্বাণী কৰিছিল :

'সাম্প্ৰদায়িক ভাগ-বাটোৱাৰাৰ পৰা অসমত যিখিনি মনোমালিন্য সৃষ্টি হোৱা নাছিল আজি সেইখিনি হৈ উঠিছে এই ডমিচাইল্ড অৰ্থাৎ প্ৰৱাসীৰ 'দিগবাজি' অৰ্থাৎ ওভোতা মতৰ উপদ্ৰৱৰ পৰা যাৰ বিষময় ফল ভুগিব গোটেই ভাৰতে।'

আৱাহনৰ পাততে অসমীয়া চুটিগল্পই পৰিণতি লাভ কৰে। জোনাকী যুগৰ চুটিগল্পই সাধাৰণতে চহা জীৱনকে আশ্রয় কৰি গাৱঁলীয়া পটভূমিত ঘটনা পৰম্পৰাক উন্মোচিত কৰা দেখা যায়। আৱাহনৰ গল্পৰ চৰিত্ৰসমূহ ঘাইকৈ দ্ৰুতভাৱে গঢ় লৈ উঠা মধ্যবিত্ত আৰু চহৰকেন্দ্ৰিক জীৱনৰ প্ৰতিভূ। শিক্ষা-দীক্ষা বাঢ়ি অহাৰ লগে লগে নৰ-নাৰীৰ সম্পৰ্কও জটিল আৰু বৰ্ণবৈচিত্ৰ্যময় হৈ আহে আৰু পশ্চিমীয়া ধৰণৰ ৰোমাণ্টিক গল্প ৰচনাৰ বাবে উপযুক্ত বাতাবৰণৰ সৃষ্টি হয়। এই সময়তে লক্ষ্মীধৰ শৰ্মা, ৰমা দাশ আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ দৰে গল্পকাৰসকলে তেওঁলোকৰ ৰোমাণ্টিক গল্পত ফ্ৰয়ড, য়ুঙ আৰু এড্‌লাৰৰ মনস্তাত্ত্বিক চিন্তা-চৰ্চাক কামত লগাবলৈ ধৰে আৰু নৰ-নাৰীৰ নিগূঢ় সম্পৰ্কৰ অন্তৰালত আত্মগোপন কৰা মানসিক প্ৰতিক্ৰিয়াসমূহৰ স্বৰূপ নিৰ্দ্ধাৰণ কৰিবলৈ আগবাঢ়ি আহে। অসহযোগ আন্দোলনৰ পৰৱৰ্তী কালৰ লেখকসকল অনিবাৰ্যভাৱে আদৰ্শবাদী আৰু সংস্কাৰপ্ৰৱণ। নাৰী মুক্তিৰ চেতনাও বহুত গল্প লেখক আৰু লেখিকাৰ প্ৰধান উপজীব্য হৈ পৰে।

নগেন্দ্ৰনাৰায়ণ চৌধুৰী (১৮৮১-১৯৪৭) অকল আৱাহনৰ প্ৰতিষ্ঠাপকেই নহয়, তেওঁ এগৰাকী সাৰ্থক গল্পকাৰো। তেওঁ আমাৰ ভাষাৰ এগৰাকী সাৰ্থক 'মেন অব লেটাৰ্জ'। বয়সৰ ফালৰ পৰা তেওঁ বেজবৰুৱা (১৮৬৪-১৯৩৮) আৰু শৰৎচন্দ্ৰ গোস্বামীৰ (১৮৮৭-১৯৪৪) মধ্যৱৰ্তী হ'লও তেওঁ গোস্বামীতকৈ পলমকৈ— আৱাহনৰ প্ৰতিষ্ঠাৰ লগে লগেহে আঠচল্লিছ বছৰমান বয়সত অসমীয়া ভাষা- সাহিত্যৰ জগতখনত সোমাই পৰে। অৱশ্যে প্ৰথম ডোখৰত তেওঁ বাংলা ভাষাত সাহিত্য চৰ্চা কৰে। তেওঁ এঠাইত লিখিছে, যে আহোম ৰাজবংশৰ প্ৰফুল্লবালা দেৱীচৌধুৰাণীক বিয়া কৰোৱাৰ পিছত মাইকেল মধুসূদন দত্তই ইংৰাজী এৰি মাতৃভাষাত লিখিবলৈ ধৰাৰ দৰেকৈ তেৰোঁ বাংলা ভাষাৰ প্ৰশস্ত চাৰণভূমি এৰি মাতৃভাষা অসমীয়াৰ উন্নতিকল্পে পুৰুষাৰ্থ কৰিবলৈ সংকল্প লয়।

চৌধুৰীৰ 'পোহৰী' গল্পত ৰাভা জনজাতীয় গাভৰু এগৰাকীৰ মৰ্মন্তুদ দুখ-কষ্টৰ কাহিনী বৰ্ণিত হৈছে। গল্পটোৰ পৰিপ্ৰেক্ষিত আৰু পটভূমি সামাজিক হ'লেও চৌধুৰীৰ গল্পত সাধাৰণতে থকাৰ দৰেকৈ তাৰ এটা ৰোমাণ্টিক সূত্ৰও বৰ্তমান। পোহৰীৰ ভালপোৱা কৃতজ্ঞতাৰ নামান্তৰ, আৰু সেই বাবে আঁকোৰগোঁজ। সহৃদয় ডাঃ দীনবন্ধুৱে তাইহঁতৰ ভাল কৰিবলৈ গৈ দুখৰহে কাৰণ হৈ পৰে। সামাজিক অবিচাৰৰ কাহিনী এটা ৰোমাণ্টিক প্ৰেমানুভূতিৰ লগত দৃঢ়ভাৱে গ্ৰথিত হৈছে।

চৌধুৰীয়ে সমসাময়িক মধ্যবিত্ত জীৱনত পৰিদৃশ্যমান লোভ, ঈৰ্ষা, কলহপ্ৰৱণতা, ধৰ্ষণকামী মনোবৃত্তি আদিক চিৰন্তন কৰিছে। তেওঁৰ অভিজ্ঞতাৰ ব্যাপ্তিৰ জোখাই চৰিত্ৰায়ণৰ পৰিধিও ব্যাপক। চৌধুৰীয়ে আঠচল্লিশ বছৰমান বয়সৰ পৰাহে অসমীয়া সাহিত্যৰ ক্ষেত্ৰত প্ৰবেশ কৰে। গতিকে তেওঁ তেওঁৰ গল্পত মাথোন ডেকা-গাভৰুৰ প্ৰেমঘটিত বিষয়বস্তুকেই আশ্ৰয় নকৰি জীৱনৰ বিচিত্ৰ ৰূপ আৰু সংঘাতবোৰৰ প্ৰতিহে বেছি দৃষ্টি দিয়া দেখা যায়। 'ৰসায়ন' গল্পত তেওঁ বৃদ্ধ এজনে ডেকা হোৱা ঔষধ প্ৰয়োগ কৰি বেছি জোখত সেৱন কৰা বাবে কেনেকৈ ক্ৰমাৎ সৰু হৈ গৈ এটা বান্দৰত পৰিণত হ'ল তাৰ উদ্ভট বৰ্ণনা দাঙি ধৰিছে। গল্পটোৰ অন্তৰালত এক ধৰণৰ 'বৈজ্ঞানিক' মনোবৃত্তিয়ে ক্ৰিয়া কৰিছে।

চৌধুৰী এগৰাকী সমাজসচেতন গল্পকাৰ। তেওঁ প্ৰেমৰ গল্পবোৰতো পৰিস্থিতি সাপেক্ষে সমাজৰ কুপ্ৰথাৰ বিৰুদ্ধে তীৰ্যক শ্লেষ হানে। 'বীণাৰ ঝংকাৰ' চৌধুৰীৰ এটা মনোৰম প্ৰেমৰ গল্প। ৰমেনে বন্ধুসকলৰ লগত বীণাক চাবলৈ আহিছে। বীণা ওলাই আহিল যদিও সাজপাৰ নকৰি সাধাৰণভাৱে আহিল। এজনে সুধিলে,— তাই গীত গাব জানে নে? দেউতাকে তাইক গীত এটি শুনাবলৈ কৈছিল। বীণাই গীত গাবৰ কোনো লক্ষণ প্ৰকাশ নকৰিলে। বিয়া কৰাই ছোৱালী লৈ গৈ এওঁলোকে চিনেমা কোম্পানীত চাকৰি দিব খোজে, নে বাইখেমটা পাৰ্টি খুলিব খোজে? এজনে চেতাৰ বা এচৰাজ বজাই শুনাবলৈ অনুৰোধ কৰিছিল। তাই গ্ৰাহ্যই নকৰিলে। তাইৰ মনোভাব লেখকে এইদৰে ব্যক্ত কৰিছে। 'তেনেকুৱা গীত বাদ্যত পাৰ্গত বহুত ছোৱালী দেখা গৈছে। পিছে বিয়াৰ কেইদিনমান পিছতে সিহঁতৰ অকল গীতৰ ধাউতি নোহোৱাই নহয়, চেতাৰৰ তাঁৰ নোহোৱা, এছৰাজৰ কাণ হেৰাই যোৱা যন্ত্ৰবোৰ বেৰত আঁৰি থোৱাৰ দৃষ্টান্ত প্ৰায় ঘৰে ঘৰে, তথাপি কাৰো আক্কেল নহয় দেখোন?' ইয়াত লেখকে মধ্যবিত্ত জীৱনৰ বৈষম্যবোৰৰ ওপৰত তীৰ্যক দৃষ্টিপাত কৰিছে। আধুনিক ভাৰতীয় সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ কলিকতাৰ জীৱন আৰু সাহিত্যৰ লগত চৌধুৰীৰ গভীৰ সংযোগ আছিল। তেওঁৰ দৰে বহুধাবিভক্ত প্ৰতিভাধৰ ব্যক্তি অসমত কিয় ভাৰততে বিৰল। তেওঁ একাধাৰে, নাট্যকাৰ, সংগীতজ্ঞ, কলাকাৰ, যাদুকৰ, চাৰ্কাচ পৰিচালক, ব্যায়ামবীৰ, ক্ৰীড়া সংগঠক, আয়ুৰ্বেদীয় চিকিৎসক, কবি আৰু গল্পকাৰ। জমিদাৰ হৈও তেওঁ সৰ্বসাধাৰণ মানুহৰ লগত বন্ধুৰ দৰে ব্যৱহাৰ কৰিব

পাৰিছিল। তেওঁৰ জিলাৰ জনজাতীয় সাধাৰণ মানুহৰ জীৱনৰ লগতো তেওঁৰ নিবিড় পৰিচয় আছিল। গতিকে তেওঁৰ অভিজ্ঞতাৰ ব্যাপ্তি আৰু গভীৰতা সম্বন্ধে নিঃসন্দেহ হ'ব পাৰি।

ঘাইকৈ 'আৱাহন'ৰ পাততে চৌধুৰীয়ে তেওঁৰ অসাধাৰণ গল্পসমূহ প্ৰকাশ কৰে। বৃহত্তৰ গণজীৱন আৰু সাহিত্যিক গোষ্ঠীৰ সান্নিধ্যই তেওঁৰ ৰচনাক ব্যাপ্তি দিছিল। চৌধুৰীৰ বিখ্যাত গল্প 'ভাগ বাটোৱাৰা'ত প্ৰকাশ পোৱা পাৰিবাৰিক ভুল বুজাবুজি আৰু সংকটৰ ছবিয়ে শৰৎচন্দ্ৰৰ সামাজিক চেতনাবোধলৈ মনত পেলায়। হোমেন বৰগোহাঞিয়ে চৌধুৰীৰ এনেবোৰ গল্পত মধ্যবিত্তৰ চালিকা শক্তি টকা-পইচাৰ (Cash nexus) সামাজিক ভূমিকাৰ নিদৰ্শন দেখা পাইছে। এই সূক্ষ্ম অভিমতৰ শুদ্ধতা সম্পৰ্কে কোনো সন্দেহ থাকিব নোৱাৰে। অকল বয়সৰ ফালৰ পৰাই নহয়, চেতনাৰ ফালৰ পৰাও চৌধুৰী বেজবৰুৱা আৰু শৰৎচন্দ্ৰ গোস্বামীৰ মধ্যৱৰ্তী গল্পকাৰ। তেওঁৰ ৰূপায়ণপদ্ধতি বেজবৰুৱাৰ লগত মিলে। এইফালৰ পৰা তেওঁৰ 'গোৱালপাৰাৰ ৰসৰাজ' নাম সাৰ্থক। বেজবৰুৱাই ঘাইকৈ উজনি অসমৰ গণজীৱনৰ প্ৰতিনিধিত্ব কৰিছিল, চৌধুৰীয়ে নামনি অসমৰ— বিশেষকৈ গোৱালপাৰা জিলাৰ। দয়ালু জমিদাৰ হিচাপে তেওঁ দেখা অন্যায়-অবিচাৰৰ খতিয়ান তেওঁ ৰাখি গৈছিল। সাধাৰণ কৃষক হজুৱা মানুহ বিশেষকৈ জনজাতীয় মানুহৰ ওপৰত হোৱা শোষণৰ স্বৰূপ তেওঁ বুজিছিল আৰু তাক নৈৰ্ব্যক্তিক সমালোচনাৰ দৃষ্টিভংগীৰে প্ৰতিফলিত কৰিছিল।

চৌধুৰীৰ গল্পবোৰ সেই দিনত অত্যন্ত জনপ্ৰিয় হৈছিল। কোনোবা সংখ্যাত তেওঁৰ গল্প নোলালে 'আৱাহন'ৰ মূল্যই যেন কমি গৈছিল। আৱাহনত প্ৰকাশ পোৱা চৌধুৰীৰ 'মোৰ জীৱন স্মৃতি' বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'ৰ দৰে এখন সুখপাঠ্য ঐতিহাসিক দলিল। জীৱন স্মৃতি সম্পৰ্কে তেওঁৰ সুদৃঢ় ধাৰণা আছিল। তেওঁৰ স্মৃতিচাৰণ 'দৈনন্দিন জীৱনৰ সাধাৰণ ঘটনা'ৰ পুনৰাবৃত্তি নহয়। নাইবা কোন আস্থানত বহি জিওমিট্ৰিৰ এক্সট্ৰা কৰা হৈছিল অথবা কোনো উত্তেজনাবিহীন বিবাহ উৎসৱৰ পিছত কেইগৰাকী বন্ধুক নিমন্ত্ৰণ খুওৱা হ'ল আৰু ঘৈণী কল্পনাসুন্দৰী হয় নে নহয়, সেইবোৰ সাধাৰণৰ আগ্ৰহ নোপজা কথা লিখি পাঠকৰ বিৰক্তি জন্মাবলৈ ওলোৱা নাই। ... ই মোৰ এটি কৈফিয়ৎ বিশেষ— ভৱিষ্যতে জীৱনী লিখিবলৈ সমল গোটোৱাৰ উদ্দেশ্য নহয়।'তেওঁ লিখিছে :

**'যেতিয়া গোৱালপাৰাবাসীয়ে বঙলা ভাষা-ভাষী বুলি নিজক গৌৰৱান্বিত বোধ কৰিছিল, ঠিক তেতিয়াই মোৰ** বিয়া হৈ গ'ল গুৱাহাটীয়া ছোৱালীৰ লগত, বিশেষকৈ এটি 'বুনিয়াদি' পৰিয়ালৰ জীয়াৰীৰ সৈতে' (ভূতপূৰ্ব আহোম ৰজাসকলৰ এক বংশধাৰিণীৰ লগত)। এতেকে মোক অসমীয়া ভাষা চৰ্চা কৰা দেখি মোৰ কোনো কোনো ওচৰ সম্বন্ধীয় আত্মীয়ই ক'বলৈ ইতস্ততঃ নকৰিলে যে মই মাতৃভাষা এৰি স্ত্ৰী-ভাষাৰ চৰ্চা আৰম্ভ কৰি দিছোঁ। কথাষাৰ যে শ্লেষ আৰু বিদ্ৰূপপূৰ্ণ তাক বহলাই ক'বৰ দৰকাৰ নকৰে। অৱশ্যে সেই বিদ্ৰূপত বিচলিত হ'বৰ একো কাৰণ নাথাকিলেও সেই দলৰ কিছুমানক প্ৰকৃত কথাটো কি তাক ক'বৰ আৱশ্যক আছে বুলি ভাবো। কাৰণ বৰ্তমান সময়লৈকে গোৱালপাৰা জিলাৰ কিছুমান মানুহৰ বঙালী সাজিবৰ উৎকট প্ৰবৃত্তি বৰ বিষম যেন দেখিবলৈ পোৱা যায়। তেওঁলোকৰ ওচৰত মোৰ জীৱনৰ যৎকিঞ্চিৎ সোঁৱৰণী প্ৰকাশ কৰিবৰ দৰ্কাৰ। কাৰণ মোৰ জীৱনৰ এছোৱাৰ লগত সি ঠাইৰ বহুতৰে কিছু কিছু সম্পৰ্ক থকা নিতান্ত স্বাভাৱিক।'

প্ৰবন্ধটোৰ একাংশ বিবাদমূলক (polemical), কিন্তু তাৰ সৰ্বাধিক আকৰ্ষণীয় ছেদটো হ'ল তেওঁৰ অসমীয়া ভাষা শিক্ষাৰ ৰোমাঞ্চকৰ অভিজ্ঞতাৰ বিৱৰণ। তেতিয়াৰ দিনত গোৱালপাৰাৰ স্কুলত অসমীয়া শিকোৱাৰ ব্যৱস্থা নাছিল। গতিকে বাধ্য হৈ তেওঁ ঘৰতে অসমীয়া শিকিবলৈ ল'লে। ৰজনীকান্ত বৰদলৈয়ে তেওঁৰ দেউতাকক দিয়া 'মনোমতী'খনৰ যোগেদি তেওঁৰ 'হাতেখড়ি' হ'ল। তেওঁ গ্ৰন্থখনত পোৱা আচহুৱা শব্দবোৰ ঘৰৰ 'নলবেৰীয়া' লগুৱাটোৰ সাহায্যত হৃদয়ঙ্গম কৰিবলৈ পুৰুষাৰ্থ কৰিবলৈ ধৰিলে। 'গাভৰু' শব্দটোৰ অৰ্থ লগুৱাটোৱেই ভাঙি দিছিল— 'আপীবিলাক যেতিয়া যৌৱন অৱস্থা পায় সেই অৱস্থাকে গাভৰু বোলে।' 'ভাল কথা। ধুবুৰী, ৰংপুৰ, কোচবিহাৰ প্ৰভৃতি ঠাইত তাকে কয়, 'গাবুৰ'। জনা কথা, অথচ 'গাভৰু' শব্দটো পোৱা মাত্ৰকে শিক্ষানুযায়ী পোনপ্ৰথমে বঙলা কথাৰ লগত মিল বিচাৰিবলৈ গৈ তাৰ অৰ্থ বিচাৰি নোপোৱা হৈছিলো। বৰং শুদ্ধ হ'ল গাভৰু শব্দটোহে; অৰ্থাৎ গা যেতিয়া ভৰপূৰ বা পূৰ্ণ হৈ উঠে। তেতিয়াৰ পৰা যি কোনো শব্দ পালেই গোৱালপাৰাৰ ভাষাৰ ভিতৰত তাৰ অনুৰূপ শব্দ বিচাৰিবলৈ ধৰিলো। দুই- চাৰিটা শব্দৰ বাহিৰে সকলো কথা অনায়াসে বুজি পোৱা হ'লো। 'মনোমতী'ৰ পিছতে 'মিৰি জীয়ৰী' পঢ়া হ'ল। বোধকৰো গোৱালপাৰাত বহি এইবোৰ কিতাপ নপঢ়ি নিজৰ ঘৰ লক্ষীপুৰত বহি পঢ়া হ'লে বুজিবলৈ ইয়াতকৈ অলপ টান হ'লহেঁতেন। কাৰণ পঁচিশ-ত্ৰিশ মাইল দূৰৰ ভাষা কিছু বেলেগ হ'ব। কিন্তু গোৱালপাৰা চহৰৰ ভাষা এইবোৰ কিতাপৰ ভাষাতকৈ

বৰ বেছি পৃথক নহয়। যেনে— উজনি অসমত কয়, 'ক'ব নোৱাৰোঁ', তাকে গোৱালপাৰা টাউনত কয়, 'কবা নক'। কিন্তু লক্ষীপুৰত কয়, 'কবা নাপাং' বুলি। এইবাবে দেখুৱাব পৰা যায় ব্যৱহাৰ কৰা কথাৰ বাৰ অনা কি চৈধ্য অনা অসমীয়া।'

আৱাহনত ওলোৱা চৌধুৰীৰ ভ্ৰমণ কাহিনী দুটাও মনোৰম। প্ৰথমটোত আছে কুম্ভমেলা দৰ্শনৰ আনুপূৰ্বিক বৰ্ণনা। দ্বিতীয়টোত আগ্ৰা ভ্ৰমণৰ হুবহু বৰ্ণনা সংস্থাপিত হৈছে। ১৯৩০ চনৰ ২৫ জানুৱাৰীৰ দিনা কলিকতাৰ কালীঘাটৰ 'কবি নফৰকুণ্ড ৰোড'ত বাস কৰি থকা সময়ত এদিন তেওঁ কোচবিহাৰৰ কুমাৰ যোগেন্দ্ৰনাৰায়ণক কুম্ভমেলা চাবলৈ ওলাই অহা দেখি তেৰোঁ ওলাই আহিল। গাড়ীত অত্যন্ত ভিৰ হোৱাত ঠাই উলিয়াব নোৱাৰি তেওঁ নিজাকে চাকৰ হিচাপে সজাই সেই দিনৰ ব্যৱস্থা মতে চাকৰসকলৰ বাবে আছুতীয়াকৈ ৰখা 'চাৰ্ভেণ্ট ক্লাছ'ত বহি গৈছিল। বৃটিছ আমোলৰ ৰেল গাড়ী ভ্ৰমণ কেনেকুৱা আছিল চৌধুৰীৰ বৰ্ণনাৰ পৰা বুজিব পাৰি। ডঃ কাকতিয়ে 'বেজবৰুৱা' প্ৰবন্ধত বেজবৰুৱাৰ স্বদেশ-প্ৰীতিৰ বিষয়ে লিখিবলৈ গৈ তাক বাৰ্ণচৰ জন্মভূমিৰ প্ৰতি থকা হেঁপাহৰ লগত তুলনা কৰিছিল।—

'My heart's in the highlands wherever I go'

নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বেজবৰুৱাৰ লগত থকা অসংখ্য মিলৰ ভিতৰত স্বদেশপ্ৰীতিও এটা। বিন্ধ্যপৰ্বতৰ পৰা শিলৰ পতা অসমলৈ আমদানি কৰিবলগীয়া হোৱা কথা মনলৈ অহাত তেওঁ দুখ কৰি লিখিছে:

'গুৱাহাটীৰ ব্ৰহ্মপুত্ৰ নৈৰ ইপাৰে-সিপাৰে পানীৰ কাষৰ শিলবোৰ দেখিলে ক'ব পাৰি সিবিলাক কাটিবৰ নিমিত্তে গাঁত কৰা হৈছিল। কোনে ক'ব, এইবোৰ শিল্পীৰ বংশধৰবিলাক ক'লৈ গ'ল?' অসমীয়া বস্তুৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবলৈ পালে তেওঁক একো নালাগিছিল। গাড়ীত দবাৰ আন মানুহক এৰী কাপোৰৰ বিষয়ে দিয়া বৰ্ণনা এটা এইদৰে ফেৰিৱালাৰ ঢঙত লিপিবদ্ধ হৈছে:

'এৰি কাপোৰ সকলো ৰকম ব্যৱহাৰৰ নিমিত্তে ভাল। গাত ল'ব পাৰি, জাৰত উৰিব পাৰি, বিছনাত পাৰি শুব পাৰি, বজাৰৰ পৰা বয়-বস্তু লৈ আহিব পাৰি। এখন কাপোৰ কিনিলে উইল কৰি যাব পাৰি। দাম যোৰে ৪০ টকা। শ্বাল এখনত ৬০/৭০ টকা। শ্বাল যি কোনো সময়তে পোকে কাটিব পাৰে, মলিয়ন হ'লে যেয়ে সেয়ে ধুব নোৱাৰে। সকলো কামত ব্যৱহাৰ নচলে।'

তেওঁ আগ্ৰাত থকা হোটেলখন বাহিৰত সুদৃশ্য আছিল যদিও ভিতৰত লোৰ চিক, ভগা টৌ, ভগা পিয়ালো আদি মজিয়াতে অপৰিপাটিকৈ পেলাই থোৱা দেখি নেটিভৰ 'নেটিভত্ব নুগুচাটো বিধাতাৰে বিধান নেকি' বুলি মন্তব্য কৰিবলৈ বাধ্য হৈছিল। তাজমহলৰ বাহ্যিক ৰূপ দাঙি ধৰিয়েই তেওঁ ক্ষান্ত থকা নাছিল। কি পৰিস্থিতিত তাজমহল সৃষ্টি হ'ল, কোন কাৰিকৰে সৃষ্টি কৰিলে, মাৰ্বল, ৰঙ-বালি আদি ক'ৰ পৰা আনিলে সকলো কথাৰ বিতং খবৰ পৰিবেশন কৰিছিল। বৃন্দাবনলৈ গৈছিল যদিও চৌধুৰীয়ে বৃন্দাবন ভ্ৰমণৰ বৃত্তান্ত লিখি থৈ যোৱা নাই। কিন্তু মণিপুৰৰ ৰাজকুমাৰ টিকেন্দ্ৰজিতৰ বিধবা পত্নী ৰাণী লোকমানী দেৱী বৃন্দাবনত আৰ্থিক দুখত কষ্ট পোৱা দেখি ঘৰলৈ উভতি আহি 'আৱাহন'ত তেওঁৰ বাবে আৰ্থিক সাহায্য প্ৰাৰ্থনা কৰি বিজ্ঞাপন দিছিল। কাৰণ বৃটিছে তেওঁক বৃত্তিৰ পৰা বঞ্চিত কৰিছে। এয়াও চৌধুৰীদেৱৰ স্বদেশহিতৈষণাৰ জ্বলন্ত চিনাকি।

নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে তেওঁৰ গল্পবোৰত ভালেমান গোৱালপৰীয়া জিলাৰ শব্দ ব্যৱহাৰ কৰিছিল। তেওঁৰ ইচ্ছা আছিল, অসমীয়া ভাষাত বিভিন্ন জিলাৰ শব্দসম্ভাৰৰ প্ৰাদুৰ্ভাৱ ঘটক। অসাধাৰণ অন্তৰ্দৃষ্টিসম্পন্ন সাহিত্যিকগৰাকীয়ে বুজিছিল, যে এনে ধৰণৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া অবিহনে ভাষা-সাহিত্যৰ ঐশ্বৰ্য বৃদ্ধি নহয়। তেওঁ অসমীয়া ভাষা যিমান ভাল পাইছিল, গোৱালপৰীয়া ভাষাকো সিমানে ভাল পাইছিল।

নকুল চন্দ্ৰ ভূঞা এগৰাকী আদৰ্শবাদী গল্পকাৰ। তেওঁৰ গল্পত অসমীয়া সমাজৰ পুৰণি, জীপাল ৰূপটোৰ মোহাবিষ্টতাৰ ছাপ আছে যদিও তেওঁ পৰিৱৰ্তিত সমাজৰ সমস্যাসমূহৰ প্ৰতিও সচেতন। লক্ষ্মীনাথ বেজবৰুৱাৰ আদৰ্শ অনুসৰণকাৰী ভূঞাই তেওঁৰ গল্পত গাৱঁলীয়া জীৱনৰ সজীৱ চিত্ৰ ফুটাই তুলিছে। তেওঁৰ কোনো কোনো গল্পত 'বহাগীৰ' কবিগৰাকীকো বিচাৰি পোৱা যায়। তেওঁ অসমীয়া জনজীৱনৰ ক্ৰমবিলীয়মান স্বাস্থ্যকৰ ৰূপটো ফুটাই তুলিবলৈ সক্ষম হৈছিল। তেওঁৰ ভাল চৰিত্ৰৰ ডেকা-গাভৰু তেজাল আৰু মুকলিমূৰীয়া। 'গাভৰুৰ বাছনি' ভূঞাৰ এটা দিকনিৰ্ণয়ী গল্প। তাত মুকলিমূৰীয়া গাভৰু এগৰাকীৰ সহজ সাহসিকতাৰ পৰিচয় পোৱা যায়। ফুলে বীৰ বাহাদুৰক ভাল পাইছিল। কিন্তু কাচাৰীত কাম কৰা ৰাম বাহাদুৰৰ লগতহে তাইৰ বিয়াৰ বন্দবস্ত হয়। তাই বীৰ বাহাদুৰৰ লগত পলাই গ'ল। ৰাম বাহাদুৰে তাইক ধৰাই আনি হাকিমৰ ওচৰ পোৱালেগৈ। তাই হাকিমক বুজাবলৈ সক্ষম হ'ল, যে তাই এগৰাকী কৰ্মদক্ষ স্বামী বিচাৰে অকৰ্মণ্য দৰ্মহা খোৱা আমোলাক বিয়া কৰাবলৈ তাই ৰাজী হ'ব নোৱাৰে। ফুল নতুন নাৰী (New Woman) নহয়, চিৰন্তন নাৰীহে। নকুলচন্দ্ৰ ভূঞাই তৃতীয় দশকতে লিখিবলৈ লৈছিল যদিও আৱাহন যুগতহে

তেওঁৰ গল্পই পৰিপক্কতা লাভ কৰে। তেওঁৰ গল্প একোটি খণ্ডচিত্ৰৰ দৰে।

চন্দ্ৰপ্ৰভা শইকীয়ানী আৱাহন যুগৰ লিখিকাসকলৰ ভিতৰত সৰ্বাধিক উল্লেখযোগ্য। তেওঁৰ জীৱনত মেৰি উলষ্টনক্ৰাফ্‌ট আৰু জৰ্জ চেণ্ডৰ দৰে মহীয়সী নাৰীৰ সম্ভাৱনা লুকাই আছিল যদিও তেওঁৰ সমাজৰ অনগ্ৰসৰতা আৰু সামগ্ৰিক পৰিবেশ এনে পৰিণতিৰ অনুকূল নাছিল। গান্ধীৰ আবিৰ্ভাৱৰ পৰৱৰ্তী যুগটোৱে জাত-পাত আৰু নৰ-নাৰীৰ সংঘাতৰ উৰ্ধ্বত মুক্তি আস্বাদনৰ সম্ভাৱনা কঢ়িয়াই আনিছিল। চিন্তাশীল গদ্যত তেওঁ নাৰীমুক্তি আন্দোলনৰ ধাৰাবাহিকা আছিল। আৱাহনৰ প্ৰথম বছৰত প্ৰকাশ পোৱা কছাৰী মহিলা সভাৰ সভাপতিৰ আসনৰ পৰা দিয়া অভিভাষণ অসমৰ জনজাতিভিত্তিক সমাজৰ বিশ্লেষণেৰে ভৰা এক প্ৰামাণ্য দলিল। জনজাতীয়সকলৰ উন্নতিৰ বাবে তেওঁ ভাবি উলিওৱা আঁচনি আজিকোপতি সময়াতীত হৈ যোৱা নাই। তেওঁৰ বিশ্লেষণাত্মক গদ্য স্বচ্ছন্দপ্ৰবাহী। কোনো কোনো প্ৰবন্ধত তেওঁ ধৰ্মীয় গ্ৰন্থৰ (বেদাদি) পাঠ উদ্ধাৰ কৰি নাৰী নিৰ্যাতনৰ বিৰুদ্ধে যুক্তি-তৰ্কৰ অৱতাৰণা কৰিছিল।

আৱাহনৰ বাবে তেওঁ কেইটামান সময়োপযোগী গল্পও লিখে। তেওঁৰ 'দৈৱজ্ঞদুহিতা' গল্পটো শিথিলবন্ধী হ'লেও তীব্ৰ সমাজ চেতনাৰ পোহৰত উজ্জ্বল। তাত আপাতদৃষ্টিত 'পতিতা' আৰু বিদ্ৰোহিনী নাৰীয়ে সমাজৰ অবিচাৰৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ মৰ্মন্তুদ ছবি অংকিত হৈছে। নিজৰ অশ্ৰুসিক্ত জীৱনৰ কষটিশিলত যাচাই কৰাৰ কাৰণে গল্পটোত প্ৰকাশ পোৱা উপলব্ধিত গাঢ়তাৰ ছাপ পৰিলক্ষিত হৈছে। গল্পটো লক্ষীধৰ শৰ্মাৰ 'বিদ্ৰোহিনীৰ' পৰিপূৰক। সম্ভাব্য পাৰস্পৰিক প্ৰভাৱৰ প্ৰশ্নটোও অবান্তৰ নহয়। পুৰুষভিত্তিক জীৱনত শিক্ষিতা সমাজসচেতন নাৰীৰ আবিৰ্ভাৱে সৃষ্টি কৰা সংঘাতৰ ওপৰত ভিত্তি কৰি তেওঁ 'আকুল পথিক' নামৰ এখন চুটি উপন্যাসিকা ৰচনা কৰে। আৱাহনৰ প্ৰথম সংখ্যাতে গল্পটো প্ৰকাশিত হয়। 'আৱাহন'ৰ ষষ্ঠ বছৰৰ প্ৰথম সংখ্যাত লীলাদেৱীয়ে 'ৰিক্তা' নামৰ এটি সুখপাঠ্য মনস্তাত্ত্বিক তথা আদৰ্শবাদী গল্প লিখিছিল। সেই বছৰৰে নৱম সংখ্যাতো প্ৰকাশিত চশমে নূৰজাহান বেগমৰ 'স্নেহৰ টান' গল্পটোত নাৰীৰ আত্মত্যাগৰ মহিমা প্ৰতিফলিত হৈছে।

লক্ষীধৰ শৰ্মাই সমাজ সংস্কাৰকৰ ভূমিকা লৈ চুটিগল্পৰ জগতত প্ৰবেশ কৰে। তেওঁৰ 'ছিৰাজ' এটি অসাধাৰণ গল্প। গল্পটোৰ সংগঠন নিৰংকুশ। শৰ্মাৰ সমালোচনাত্মক চেতনা প্ৰখৰ হোৱা বাবে তেওঁ গল্পটোৰ কাঠামো অক্ষুণ্ণ ৰাখিবলৈ সমৰ্থ হৈছে। ই এক কঠিন কাম, কাৰণ, গল্পভাগ ঔপন্যাসিক সমলেৰে ভাৰাক্ৰান্ত। সাবিত্ৰীৰ দুঃখ-কষ্ট তেওঁৰ জীয়েক সীতালৈকে সম্প্ৰসাৰিত হ'ল। দুখুনী সীতা আকৌ ছিৰাজৰ বুকুলৈ উভতি আহিল। পূৰ্ব পুৰুষে যদি টেঙা ফল খায়, তেনেহ'লে অধস্তন পুৰুষৰ দাঁত টেঙায় জানো ? গ্ৰীক ট্ৰেজেডিকাৰে হয়তো ক'ব—টেঙায়। ছিৰাজ ঠিক হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ আলেখ্য নহয়। অসমৰ চিৰাচৰিত সম্প্ৰীতিক মূল গল্পৰ আধাৰ হিচাপেহে লোৱা হৈছে। লক্ষীধৰ শৰ্মাৰ কোনো কোনো নাৰীয়ে সমাজৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰে। 'বিদ্ৰোহিনী'ৰ নায়িকা ললিতাই যি বিদ্ৰোহৰ অগনি জ্বলাইছে, তাৰ প্ৰভাৱ ইবচেনৰ ন'ৰা হেলমাৰে মাৰি যোৱা পতিগৃহৰ দৰ্জাৰ আঘাতটোৰ দৰে সুদূৰপ্ৰসাৰী। 'ব্যৰ্থতাৰ দান' গল্পৰ নায়িকা ঠিক বিদ্ৰোহিনী নহয়। তেওঁৰ ওপৰত পৰিবেশৰ স্বভাৱধৰ্মী (naturalistic) প্ৰভাৱ পৰিছে আৰু তেওঁ জাজিঁৰ দৰেকৈ যৌন আকাঙ্ক্ষাৰ সোঁতত উটি-ভাহি ফুৰিছে। ললিতৰ বিষাদক্লিষ্ট পত্নীপ্ৰেমৰ প্ৰশান্ত সাগৰৰ ৰূপ দেখি তেওঁ এক 'একজিষ্টেন্চ'ৰ (existence) সন্মুখীন হৈছে, আৰু অনিবাৰ্যভাৱে তেওঁৰ আত্মোপলব্ধি ঘটিছে। লক্ষীধৰ শৰ্মাৰ এনেবোৰ গল্পত নাৰী মনস্তত্ত্বৰ বিভিন্ন দিশ উন্মোচিত হোৱা দেখিবলৈ পোৱা যায়।

লক্ষীধৰ শৰ্মা এগৰাকী 'আভংগাৰ' (avant gard) লেখক। আৱাহনৰ চালুকীয়া অৱস্থাত প্ৰকাশ হোৱা এই গল্পবোৰে সমাজ আৰু সাহিত্যত আমূল পৰিৱৰ্তনৰ বাট মুকলি কৰিছিল। নৰ-নাৰীৰ যৌন আকৰ্ষণৰ বিষয়ে তেওঁ মুকলিকৈ শিখিছিল বাবে তেওঁ তীক্ষ্ণ সমালোচনাৰ সন্মুখীন হ'বলগীয়া হৈছিল। এই ক্ষেত্ৰত আৱাহন কাকতৰ সাহসিক স্থিতি প্ৰশংসনীয়।

ত্ৰৈলোক্যনাথ গোস্বামী আৱাহন যুগৰ অন্যতম শ্ৰেষ্ঠ গল্পকাৰ। দৰিদ্ৰ আৰু নিষ্পেষিত নৰ-নাৰীৰ প্ৰতি অনুকম্পা তেওঁৰ গল্পৰ কেন্দ্ৰীয় অনুভৱ। নলবাৰী অঞ্চলৰ দুখীয়া গাওঁবোৰত নিপিষ্ট হ'ব ধৰা নাৰীৰ নিৰ্যাতিত জীৱনৰ ছবি তেওঁ সযত্নে, বহুবাগ্মিতাৰ আশ্ৰয় নোলোৱাকৈ গ্ৰথিত কৰিছে। তেওঁ প্ৰেম আৰু সমাজৰ সংঘৰ্ষৰ ছবিও অংকন কৰিছে। সমাজ-সংস্কাৰপ্ৰৱণতা তেওঁৰ প্ৰেৰণাৰ উৎস। আৱাহন যুগত লিখা ৰোমাণ্টিক গল্পসমূহতো সামাজিক দৃশ্যপট যত্নসহকাৰে নিৰ্মাণ কৰা হৈছে। মানুহৰ ভাগ্য সমাজেই নিয়ন্ত্ৰিত কৰে। তেওঁৰ ভালেমান গল্পৰ নায়ক দৰিদ্ৰ, অথচ উচ্চ শিক্ষিত বেকাৰ। কোনো কোনোৱে ভাগ্যৰ ওচৰত অথবা জীৱন যুদ্ধত হাৰ মানি বেপৰোৱা ছন্নছাড়া জীৱন যাপন কৰিবলৈ লয়।

'পতিত আৰু পতিতা' সম্ভৱতঃ তেওঁৰ শ্ৰেষ্ঠ গল্প। এগৰাকী বিপত্নীক তৰুণ ব্ৰাহ্মণে তেওঁ পূজা কৰা পৰিয়ালৰ ধৰ্মপ্ৰাণা বিধবা বোৱাৰীগৰাকীৰ ক্ৰমবৰ্দ্ধমান লাঞ্ছনাৰ ভয়াৱহ ৰূপ দেখি তেওঁক অনিবাৰ্য পতিতালয়ৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে লৈ যায় আৰু জনজাতীয় অঞ্চলত সমাজৰ ৰঙা চকুৰ পৰা বহুত আঁতৰত 'পতিত' আৰু 'পতিতাৰ' জীৱন যাপন কৰিবলৈ লয়। শেষ আৱাহন যুগতো গোস্বামীয়ে সমাজবাদী বিপ্লৱৰ সংগ্ৰামৰ আধাৰত যুদ্ধকালীন ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে গল্প লিখিবলৈ লয়। গোস্বামীৰ 'ক্লাছিকধৰ্মী' গল্পবোৰত আদি, মধ্য আৰু অন্ত ঘনসন্নিবদ্ধভাৱে গ্ৰথিত হোৱা দেখা যায়। ৰাজনৈতিক চিন্তাধাৰাৰ দ্বাৰা অনুপ্ৰাণিত গল্পতো ক'তো বাগাড়ম্বৰ নাই। পৰিহাস আৰু বক্ৰাঘাত তেওঁৰ সমাজ সমালোচনাৰ প্ৰধান হাতিয়াৰ।

আৱাহন যুগৰ গল্পকাৰ মহীচন্দ্ৰ বৰা, হলীৰাম ডেকা আৰু লক্ষ্মীনাথ ফুকনৰ গল্পত মধ্যবিত্ত জীৱনৰ সংঘাত, ঠেক চিন্তা-চৰ্চা, সামাজিক স্তৰত আৰোহণপ্ৰৱণতা ভণ্ডামি আৰু শঠতাৰ হাস্যৰসসিক্ত আৰু ব্যংগাত্মক ছবি অংকিত হৈছে। আৱাহন যুগৰ লক্ষ্মীনাথ ফুকন এগৰাকী কৃতী উত্তৰৰোমাণ্টিক কবি। তেওঁৰ গল্প আৱাহনত প্ৰকাশ পোৱা নাই।

মহীচন্দ্ৰ বৰা বেজবৰুৱাৰ উপযুক্ত উত্তৰসাধক। সমসাময়িক জীৱনৰ সামূহিক অৱক্ষয়ৰ ছবি তেওঁৰ গল্পত সুন্দৰভাৱে পৰিস্ফূট হৈছে। ব্যংগ তেওঁৰ সামাজিক বিশ্লেষণৰ প্ৰধান হাতিয়াৰ। 'সম্ভৱামি যুগে যুগে' গল্পত এনে এটি টাইপ চৰিত্ৰ ৰূপায়িত হৈছে যাৰ গুণগত ৰূপ স্বৰাজোত্তৰ যুগৰ ভাৰতীয় সমাজ জীৱনত বেছিহে পৰিস্ফূট হৈছে। তেতিয়া অৱশ্যে বৃটিছৰ দিন।

'টিটিটিক জনাই কংগ্ৰেছৰ প্ৰচেছনতো যোগ দিয়ে, পুলিচ ফুলিচ দেখিলেও বেঙেমূতা গৰুৰ দৰে কঁপে, চাহাবৰ কুকুৰকো চালাম ঠুকে।'
বৰ্ণনাক আশ্ৰয় নকৰি কথোপকথনৰ সহায়ত চৰিত্ৰ পৰিস্ফূট কৰাত বৰা সিদ্ধহস্ত।

মহীচন্দ্ৰ বৰা ঘাইকৈ ব্যঙ্গাত্মক গল্প ৰচনাত সিদ্ধহস্ত। গল্পৰ সংগঠন সাধাৰণতে বেজবৰুৱাৰ 'ভোকেন্দ্ৰ বৰুৱা'ৰ দৰে শিথিল। বেজবৰুৱাই তেওঁৰ গল্পত সামন্ত যুগৰ কবলৰ পৰা উঠি আহি নতুন শিক্ষিত বা অৰ্ধ শিক্ষিতৰ কবলত পৰিব ধৰা সমাজ এখনৰ হুবহু চিত্ৰ আকিছিল। মহীচন্দ্ৰ বৰাই ইতিমধ্যে গঢ় লোৱা মধ্যবিত্ত জীৱনৰ ভণ্ডামি, সুবিধাবাদী মনোবৃত্তি, লোভ আদিৰ জীৱন্ত ছবি অংকন কৰিছে। তীব্ৰ শ্লেষাত্মক ব্যঙ্গৰ সহায়ত তেওঁ তেওঁৰ সমসাময়িক জীৱনৰ সামগ্ৰিক ৰূপ ফুটাই তুলিছে। তাকে কৰোতে তেওঁ গল্পৰ নিটোল ৰূপটোৰ প্ৰতি অৱহেলা নকৰাকৈ থকা নাই। 'লাভ লোকচান' এটা সুখপাঠ্য ব্যঙ্গাত্মক গল্প। তাত ছোৱালীৰ প্ৰতি কৰা সামন্তযুগসুলভ অৱহেলাৰ হাস্যমধুৰ ছবি অংকন কৰা হৈছে। অধম কৃপণ শইকীয়াই বাপেকৰ অন্ন ধ্বংস কৰিবলৈ আৰু সম্পত্তি নাশ কৰিবলৈ ছোৱালীবোৰ জন্মে কিয় তাকে ভাবিগুণি পাৰ নোপোৱা হৈছে। তেওঁৰ ছোৱালীয়ে সম্প্ৰতি কুৰি বছৰত ভৰি দিছে, ৰাখিবও নোৱাৰি, ধন ভাঙি বিয়াও দিব নোৱাৰি। বিয়োৰত পাৰ তেওঁ তেওঁৰ নলে গলে লগা মহৰিক মাতি পঠিয়ালে। মহৰিৰ চৰিত্ৰ অংকনত বৰাৰ ব্যঙ্গাত্মক ৰীতিয়ে চৰম শিখৰত আৰোহণ কৰিছে।

'ডেৰ কুৰি বছৰৰ আগৰ কথা। ইংৰাজী স্কুলৰ সপ্তম শ্ৰেণীৰ পৰা খেদা খাই, মহৰীৰ ভাষাৰে ক'বলৈ গ'লে তেওঁ আই ভি এছ অৰ্থাৎ ইণ্ডিয়ান ভেগাবণ্ড ছাৰ্ভিছত ভৰ্তি হৈ কিছুকাল অনাই-বনাই ফুৰি শেহত কপালৰ গুণত গড়কাপ্তানী বিভাগৰ মহৰি কামত সোমায়।' চাহাবৰ চকুত ধূলি মাৰি সম্পত্তি কোৰেৰে চপোৱা মহৰীৰ বুদ্ধিৰ ওপৰত শইকীয়াৰ বৰ ভৰসা। মহৰীয়ে শইকীয়াৰ লগত আলোচনা কৰি 'সেৱা' নামৰ কাকত এখন উদ্ভাৱন কৰি সম্পাদক লাগে বুলি বিজ্ঞাপন দিলে আৰু তাৰে জাতে পাতে মিলা এগৰাকী 'কলি পেলোৱা' তৰুণ সাহিত্যিকক মকৰল কৰিলে। মহৰীয়ে তাৰ কবিতাবোৰ হাত কৰি তাৰ মাজত প্ৰভা নামটো বিচাৰি উলিয়ালে আৰু শইকীয়াৰ জীয়েক প্ৰভাৰ নামত কবিতা ৰচা বুলি অপবাদ দি, ব্লেক মেইল কৰি প্ৰভাক তাৰ হাতত গতালে। ১৫০ টকা খৰচ হৈছিল। কিন্তু সাহিত্যিকৰ দ্বাৰা ৰচিত 'জাবৰবোৰ'ৰ কপি ৰাইট বিক্ৰী কৰিও ১৫০ টকা পোৱা গ'ল। গতিকে লাভ লোকচানৰ ঘৰত থাকিল এটা বিৰাট শূন্য। গল্পটোত ভুৱা সাহিত্য সেৱা আৰু সাংবাদিকতাৰ ওপৰতো ব্যঙ্গ কৰা হৈছে।

কৃষ্ণকান্ত সন্দিকৈয়ে মহীচন্দ্ৰ বৰাৰ লেখনীত ব্যংগ কাৰ বেজবৰুৱাৰ সম্ভাৱনা দেখিছিল। তেওঁৰ ব্যংগ বেজবৰুৱাতকৈ অধিক শ্লেষাত্মক— হেমচন্দ্ৰ বৰুৱাৰ ওচৰ চপা।

হলীৰাম ডেকাৰ গল্পত এক ধৰণৰ মননশীলতা আৰু ব্যক্তিবিনষ্টতাৰ সন্ধেদ পোৱা যায়। নৰনাৰী মাজত ঘটা বিচিত্ৰ সম্পৰ্ক তেওঁৰ ভালেমান গল্পৰে কেন্দ্ৰীয় সমল। তেওঁৰ গল্পত এটা মৃদু পৰিহাসৰ জোকাৰণি অনুভূত হয়। হিষ্টেৰিয়া আদি মনস্তাত্ত্বিক বিক্ৰিয়াজনিত অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰিও তেওঁ ভাল গল্প ৰচনা কৰিছে। যৌন জীৱনৰ

ওপৰতো তেওঁ তীক্ষ্ণ পোহৰ পেলোৱাৰ নজীৰ আছে। 'বিয়াবিভ্ৰাট' গল্পত এটা তীব্ৰ, অথচ সংযত হাস্য ৰসৰ খলকনি উঠিছে। দুটিৰামে অপৰ্ণাক প্ৰথম দৃষ্টিতে ভাল পাই পেলাইছিল। কিন্তু তেওঁ ধনীৰ ঘৰৰ ছোৱালী বাবে বিয়াৰ প্ৰস্তাব দিব পৰা নাছিল। মোহিতেও অৰ্পণাক বিয়া কৰাবলৈ ইচ্ছা কৰিছিল আৰু প্ৰস্তাৱো দিছিল। ফলত মোহিতৰ লগতে অৰ্পণাৰ বিয়া থিক হ'ল। দেউতাকে দুটিৰাম আৰু অৰ্পণাৰ মনৰ ভাব বুজি আৰু দুটিৰামৰ প্ৰতিও স্নেহশীল আছিল বাবে দুটিৰামকে জোঁৱাই হিচাপে বৰণ কৰিলে। একেখন ৰভাথলীতে তেওঁৰ লিগিৰী লক্ষ্মীক মোহিতকৈ বিয়া দিয়া হ'ল। 'পৰ্বতৰ টিঙৰ বঙলা ঘৰ' গল্পত স্বামীৰ অনুপস্থিতিত স্খলিত হোৱা নাৰী এগৰাকীৰ কাহিনী বৰ্ণিত হৈছে। এদিন তাই বঙলাটোৰ বাৰাণ্ডাত এগৰাকী আহত মানুহক দেখি শুশ্ৰূষা কৰিবলৈ গ'ল আৰু স্বামী বুলি চিনি পাই দোষৰ বাবে ক্ষমা খুজিলে। তাইৰ স্বামীয়েও তাইক ক্ষমা কৰিম বুলি আশ্বাস দিলে। 'বিধান' গল্পত তৰুণে লাৱণ্যক শান্তি বিয়া নকৰালে এই অজুহাতত যে তাই তাৰ বন্ধু নবীনক ভাল পায়। নবীনক গ্ৰহণ কৰিবলৈ অনুমতি দি সি গুচি গ'ল। ঘৰৰ পৰা আঁতৰত তৰুণৰ যক্ষ্মা ৰোগত মৃত্যু হ'ল। সি এৰি থৈ যোৱা চিঠিৰ পৰা জানিবলৈ পৰা গ'ল, যে যক্ষ্মা ৰোগত ভোগা বাবেহে সি শান্তি বিয়া কৰা নাছিল। দৰাচলতে সি নবীনৰ লগত তাইৰ কোনো অবৈধ সম্পৰ্ক থকা বুলি ভবা নাছিল। লাবণ্যাই তৰুণৰ স্মৃতিকে বুকুত বান্ধি জীৱন নিয়ালে।

হলীৰাম ডেকাৰ ৰচনাত অসমীয়া গল্পই ব্যাপ্তি লাভ কৰিলে। তেওঁৰ ৰচনা ৰীতি প্ৰাঞ্জল অথচ মনোৰম। হাস্যৰসৰ পাতল আবৰণ এটা সততে লাগি থাকে :

'এজনী অনিশ্চিত ৰূপৰ গাভৰুৰ মন পাবলৈ জগতখন কিয় ইমান ব্যস্ত, মই বুজিব পৰা নাই। আজিও বুজা নাই; কিন্তু যি সত্য সি সত্যই, মই বুজিব পাৰো বা নোৱাৰো। এই গাভৰু গৰাকী আন কোনো নহয়, চিৰ অনায়ত্ত নিজৰ ভৱিষ্যৎ। মই ভৱিষ্যতে কি হ'ম, কি কৰিম, কোনজন হ'ম, ধন জন, স্বাস্থ্যৰ অৱস্থা কি হ'ব, ওচৰ চুবুৰীয়াৰ ধৰা-বন্ধা হিচাপত মই কিমান দূৰ উঠিম বা পৰিম, এয়ে মোৰ নিত্য-নৈমিত্তিক সমস্যা— ইয়াতেই যেন মোৰ জীৱনৰ সকলো সাধনা, সকলো আশা-আকাঙ্ক্ষা, সকলো হা-হুমুনিয়াহৰ পৰিণতি: অথবা ই যেন আজন্ম উত্থিত কলৰব, বিষাদ-বিননি সকলো মাৰ যোৱা অস্পষ্ট আভাস আলোড়িত জীৱনৰ এটি অনুদাত্ত সুৰ !'

হলীৰাম ডেকাই আৱাহনত 'চিত্ৰসেন যথবীয়া' ছদ্ম নামত এলানি আক্ৰমণাত্মক প্ৰবন্ধও লিখিছিল। তেওঁৰ কাটি কাটি কথাধাৰ ছুটিওৱা ধৰণৰ ব্যংগাত্মক আক্ৰমনত ধৰাশায়ীসকলে দুৰ্যোৰ আপত্তি জনাই সম্পাদকলৈ চিঠি দিয়াত যথবীয়াৰ কণ্ঠ ৰুদ্ধ হ'ল। তেতিয়াৰ দিনত হলীৰাম ডেকাৰ ঘৰত নতুবা নগেন্দ্ৰনাৰায়ণ চৌধুৰীদেৱৰ ঘৰত নাইবা ডঃ দীননাথ শৰ্মাৰ ঘৰত, নহ'লে হাৰ্ডিঞ্জ হোষ্টেলত সাপ্তাহিক সম্পাদকীয় বৈঠক বহিছিল। এবাৰ মহাত্মা গান্ধীৰ সোঁহাত স্বৰূপ মহম্মদ আলিৰ মৃত্যুৰ পিছত অসমৰ কাকতত সৌৱৰণীমূলক মন্তব্য নোলোৱাৰ বাবে খেদ প্ৰকাশ কৰাত হলীৰাম ডেকাকে কিবা অলপ লিখি দিবলৈ কোৱা হ'লত তেওঁ 'হলায়ুধ' ছদ্ম নামত এটা কবিতা লিখি দিলে। এই অনন্য সাধাৰণ প্ৰতিভাধৰ ব্যক্তিগৰাকীৰ সাহিত্যিক অৱদানৰ বিষয়ে সম্যক আলোচনা নোহোৱাটো পৰিতাপৰ কথা হৈছে।

প্ৰসিদ্ধ চিকিৎসা বিজ্ঞানী ডাঃ হেম বৰুৱাৰ গল্পতো বাস্তৱ জীৱনৰ স্বাস্থ্যকৰ বা-বতাহ বলাৰ সম্ভেদ পোৱা যায়। মনস্তাত্ত্বিক দৃষ্টিভংগী আৰু সামাজিক ৰূপান্তৰৰ চেতনা তেওঁৰ গল্পৰ আধাৰ। অবিশ্বাস আৰু অন্ধবিশ্বাসৰ ওপৰত পোহৰ পেলাইও তেওঁ গল্প লিখিছে। ডাঃ হেম বৰুৱাই 'চপনীয়া'ৰ দৰে গ্ৰাম্যভিত্তিক প্ৰেমৰ গল্পও লিখিছে। পয়মালে সৰু কালৰ পৰা গোলাপীৰ লগত ধেমালি-ধুমুলা কৰি কাল কটাইছিল। তাই গাভৰু হ'লত সি তাইক পলুৱাই নিবলৈ ইচ্ছা কৰিছিল; কিন্তু তাই নিজেই তাৰ ওচৰলৈ আহিল। গোলাপীৰ দেউতাক শনিৰামে সিহঁতকে ঘৰখন এৰি দি বাৰী এগৰাকীৰ ওচৰত চপনীয়া হৈ থাকিল।

ডাঃ বৰুৱাৰ 'চিলা আটিৰ পাতচলা' শৈশৱৰ স্মৃতি বিজৰিত হাস্যৰসসিক্ত আলেখ্য। 'প্ৰেতাত্মাৰ প্ৰেম' গল্পত বাগানৰ বনুৱা এগৰাকীয়ে মদ খাই উভটি আহোতে প্ৰেতিনীৰ কবলত পৰি নগুৰ্ণাগতি হয়। ডাঃ বৰুৱাই ফ্ৰয়ডীয় মতত্তত্ত্বৰ আধাৰত যৌন বিকৃতিৰ ছবিও নগ্নভাৱে উপস্থাপিত কৰিছে। 'জহৰা' তেনে এটি গল্প।

বীণা বৰুৱাৰ বিখ্যাত উপন্যাস 'জীৱনৰ বাটত' চল্লিছৰ দশকত ওলায় যদিও তাৰ অন্তৰালত থকা জীৱনবোধ আৱাহনৰ পৰিপক্ক কালছোৱাৰে অন্তৰ্গত। তেওঁ আৱাহনত গল্প লিখিছিল। 'আঘোণী বাই' তেওঁৰ এটি তাৎপৰ্যপূৰ্ণ গল্প। এই গল্পটোত অসমৰ গাঁৱলীয়া জীৱনৰ বিশ্বস্ত চিত্ৰ ফুটি উঠিছে। 'আঘোণী বাই' গাঁৱৰ অংগ স্বৰূপ হৈ তিষ্ঠি আছে যদিও দৰিদ্ৰ অৱস্থাৰ বাবে যৌৱনৰ ওচৰত লাঞ্ছনা ভুগিছে। তাইৰ মিছলীয়া আৰু চুৰুণী অপবাদো লগত যোৱা। আঘোণীৰ দিন সদায় এনে নাছিল। তাইৰ গিৰিয়েক ৰতন এদিন গোঁসাইৰ ল'ৰা চাব ডেপুটি কালেক্টৰৰ লগত চিকাৰলৈ গৈ উভতি নাহিল।

পুতেকৰ অনুৰোধত গোসাঁনীয়ে তাইক নিজৰ লগতে ৰাখিছিল। কিন্তু তেওঁৰ বৰ পুতেক তাইৰ ৰূপত মুগ্ধ হোৱা বুলি সন্দেহ কৰি তেওঁ তাইক আশ্ৰয়ৰ পৰা বঞ্চিত কৰিলে। তাইৰ ৰূপত মুগ্ধ গাৱঁৰ ডেকাসকলৰ উৎপাত সহিব নোৱাৰি তাই পুনৰ গোঁসানীৰ আশ্ৰয় ভিক্ষা কৰিছিল, কিন্তু তেওঁ তাইক আশ্ৰয় নিদিলে। আঘোণীৰ গিৰিয়েক ঢুকোৱৰ সময়ত তাইৰ ছোৱালী লয়নী চাৰি বছৰীয়া। তাই গাভৰু হ'লত, হাকিমৰ পিয়াদা পদোৰ ফুচুলনিত পৰি তাত বিয়া সোমালগৈ। আঘোণীয়ে খঙত জীয়েক জোৱায়েকৰ ঘৰলৈ নাহিল। লয়নীয়ে পদোৰ ঘৰত অনাদৰ-অৱহেলাত দিন কটাবলৈ ধৰিলে। এদিন তাই মুমূৰ্ষু অৱস্থাত মাকৰ ওচৰ পালেগৈ আৰু এমাহ মানৰ পিছত লেওৰেী ছোৱালী এজনী জন্ম দি তাই মৃত্যুবৰণ কৰিলে। আঘোণীয়ে তাইকে সাবটি অ'ত ত'ত কাম কৰি কোনোমতে জীয়াই থাকিল। গল্পটোত বাস্তৱ চেতনাৰ এটা নতুন দিশ উন্মোচিত হৈছে। পৰিবেশ ৰচনাৰ ক্ষেত্ৰত গল্পটোৱে বৰুৱাৰ মহত্ত্বৰ সৃষ্টি কৰ্ম 'জীৱনৰ বাটত' গ্ৰন্থখনলৈ পোনায়।

বীণা বৰুৱাই কোনো কোনো গল্পত গাৱঁলীয়া আৰু পাহাৰী ডেকা-গাভৰুৰ সৰল ভালপোৱা চিত্ৰিত কৰিছে। কহিমাৰ ওচৰৰ গাভৰু লাপেলীয়ে ভৈয়ামৰ পৰা অহা ডাক্তৰ এজনক ভাল পাইছিল। তাকে দেখি নগা সমাজ ডাক্তৰৰ প্ৰতি বিতুস্ত হৈ পৰিল। তেওঁ তাইক পলুৱাই নিব খুজিছিল; কিন্তু তাই নগ'ল। ডাক্তৰকহে পলুৱাই পঠিয়াবলৈ বাছষ্টেণ্ডৰ ওচৰত আনি ৰাখিলে। ৰাতিটো দুঃখ-কষ্টত কটাই পুৱাই ডাক্তৰে দেখিলে, লাপেলীৰ মৃতদেহ পথাৰৰ দাঁতিত পৰি আছে। পাহাৰ-ভৈয়ামৰ সম্প্ৰীতিৰ ভাব-চিন্তা গল্পটোৰ পৰিপ্ৰেক্ষিত। বীণা বৰুৱাৰ 'দেউতা-এ অনা পইছা' ৰূঢ় বাস্তৱতাৰ আধাৰত লিখা এটা করুণ, মানৱীয় অনুকম্পাসম্পৃক্ত গল্প। দুটি সৰু ল'ৰা-ছোৱালীয়ে ভিক্ষা কৰি ফুৰিছিল। পূজাৰ ভিৰত বেলুন উৰোৱা চাই থাকোতে ভিকহু ল'ৰাটোৰ ধনী মানুহৰ ল'ৰা এটাৰ লগত জোটাপুটি লাগিল। ধনী মানুহজনে ভিক্ষাৰী ল'ৰাটোক কাণত ধৰি গতিয়াই দিয়াত বায়েকে তাক চিনেমা হলৰ হেণ্ডবিল এখন দি নিচুকালে। এবাৰ ছোৱালীজনীয়ে এজন সম্ভ্ৰান্ত ডেকাৰ পাঞ্জাবীত ধৰি পইচা খুজিছিল। সি তাইক চৰ মাৰি পেলাই দিলে। তাইক পুলিচে ধৰিলৈ গ'ল। সি থানাত সাক্ষ্য দিলে যে ছোৱালীজনীয়ে তাৰ মনিবেগটো চুৰি কৰিছে। পিছত ঘৰৰ ড্ৰয়াৰতে বেগটো পাই সি তাৰ ভুল বুজিব পাৰিলে। বীণা বৰুৱাৰ গল্প এনে ধৰণৰ মানৱীয় আবেদনেৰে সম্পৃক্ত।

কবিতাৰ ক্ষেত্ৰত দেৱকান্ত বৰুৱাৰ যি স্থান, চুটি গল্পৰ ক্ষেত্ৰত ৰমাদাশৰো সেই স্থান। দুয়োগৰাকী তাৎপৰ্যপূৰ্ণ লেখকৰ সৃষ্টিতেই অভিনৱ ৰোমাণ্টিক চেতনা মূৰ্ত হৈ উঠিছে। জীৱনৰ প্ৰতি দাশৰ দৃষ্টি কবোধৰ্মী। উগ্ৰ ৰোমাণ্টিক প্ৰেমৰ ছবি অংকণত তেওঁ সিদ্ধহস্ত। 'বৰ্ষা যেতিয়া নামে' তেওঁৰ প্ৰখ্যাত প্ৰেমৰ গল্প। অসমীয়া সাহিত্যত সৰ্বাৰ প্ৰতীকীয় পৰিবেশমুখৰতা পশ্চিমীয়া ধ্যান-ধাৰণাৰ ওচৰ চপা। ছিলঙৰ বৰ্ষাৰ মাদকতা ভুক্তভোগী মাত্ৰেই উপলব্ধি কৰে। 'বাই দ্য ফায়াৰচাইড' কবিতাত ব্ৰাউনিং দম্পতীৰ যি প্ৰেমৰ ছবি ৰোমন্থিত হৈছে তাত প্ৰেমৰ গাঢ়তাবৰ্দ্ধক শক্তি হিচাপে বননিৰ ভূমিকা অনস্বীকাৰ্য। 'The forest has done it'। 'বৰ্ষা যেতিয়া নামে' গল্পতো জয়ন্তৰ সিদ্ধান্তক অবিশ্ৰান্ত বৰষুণে অনিবাৰ্য কৰি তুলিছে। এই উমাল বৰষুণত কোনো তৰুণে ঘৰত সোমাই থাকিব নোৱাৰে। —বন্দনাহঁতৰ বহা কোঠালীৰ ব্যয়সাপেক্ষ আচবাবৰ মাজততো নহয়েই। গৃহাভ্যন্তৰৰ (interor) এনেবোৰ বৰ্ণনাই উনবিংশ শতাব্দীৰ ফৰাচী বাস্তৱবাদীসকলৰ শিল্প কৰ্মলৈ মনত পেলাই দিয়ে।

'অচল টকা' গল্পত মোহনীয় গাভৰু এগৰাকীৰ অচল টকা এটাই নৱবিবাহিতা দম্পতীৰ যুগ্ম জীৱনক বিপৰ্যস্ত কৰিব খোজে। গল্পটো মোহনীয়ভাৱে পৰিণতিৰ ফালে আগবাঢ়িছে। কিন্তু 'মাৰ্চেন্ট অৱ ভেনিচ'ৰ দৰে ৰমা দাশৰ এই গল্পটোতো এগৰাকী প্ৰকৃত নায়কৰ অভাৱ অনুভূত হৈছে। এনেবোৰ দায়িত্বহীন চৰিত্ৰই হেনৰি জেম্চৰ দ্বাৰা চিহ্নিত অপৰিণীলিত হৃদয়সম্বলিত (undeveloped heart) চৰিত্ৰৰ কথা মনত পেলায়। দাশৰ আন গল্পৰ নায়ক সমূহ অৱশ্যে এনে দায়িত্বহীন নহয়। প্ৰেয় আৰু শ্ৰেয়ৰ সংঘাতত শ্ৰেয়ৰেই জয় হয়, শেষ পৰ্যন্ত।

ৰমা দাশৰ 'জীৱনৰ এৰাতি' গল্পৰ নায়কৰ বন্ধু-পত্নীও লক্ষ্মীধৰ শৰ্মাৰ লিলিৰ দৰেকৈ পৰপুৰুষৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ আগবাঢ়িছে। কিন্তু দুটা দেহৰ মাজত পিছলি পৰা কম্বল এখনে ট্ৰিষ্টান মিথৰ ট্ৰিষ্টান আৰু ইচিউল্টৰ মাজৰ তৰোৱালখনৰ দৰেকৈ থাকি পৰিস্থিতি ৰক্ষা কৰিছে। 'প্ৰেম আৰু পৃথিৱী' গল্পত নায়কে পৰকীয়া প্ৰীতিৰ উম্মাদনাত গলদঘৰ্ম হৈ শেহাতৰত ঘৰলৈ উভতি গৈ দেখিছে, যে তেওঁৰ বাবে ভাত বাঢ়ি অপেক্ষা কৰি থাকি তেওঁৰ পত্নী ক্লান্তিত টেবুলতে মূৰ থৈ টোপনি গৈছে।

ৰমা দাশৰ মনস্তাত্ত্বিক পৰিপ্ৰেক্ষিত নিখুঁত। 'অবুজ মায়া' নামৰ এটা গল্পত এজন কিশোৰৰ মনত সমাজ বহিৰ্ভূতৰ প্ৰতি দৰদ উথলি উঠিছে। এই 'অবুজ মায়া'ৰ তাৎপৰ্য কি? —যাৰ বাবে তাই তাইৰ জীৱনেৰে দাম

ভৱিষ্যলগীয়া হ'ল? যৌবনোদ্গমৰ আৰ্তি? ৰমা দাশ দায়িত্বহীন গল্পকাৰ নহয়। নহ'লে দত্ত আৰু অপৰা চলিহাৰ কৰুণ কাহিনী লিপিবদ্ধ কৰিব নোৱাৰিলেহেঁতেন। এওঁলোকৰ ৰোমাণ্টিক ট্ৰেজেডিত কোনো খলনায়ক নাই। —Passion spins the plot. ৰমাদাশৰ গল্পত কেতিয়াবা দুৰ্যোগৰ ৰাতিয়েহে মনৰ বাট পোহৰ কৰে। 'দুৰ্যোগৰ ৰাতি' নামৰ গল্পৰ নায়কে এগৰাকী বিলাসিনী গাভৰুৰ পিছত ঘূৰি ক্লান্ত আৰু অৱসন্ন হৈ পৰিছে। সৰল গছ উভালি পৰা বৰ্ষণমুখৰ ৰাতিৰ দুৰ্যোগেহে তাক 'বাসন্তী' নামৰ শ্ৰেয়ৰ ফালে আকৰ্ষণ কৰে। কৃতকাৰ্যতাৰ শেষ খতিয়ানৰ ফলাফল যিয়েই নহওক, ৰমা দাশ যে আৱাহন যুগৰ অনন্যসাধাৰণ আৰু শ্ৰেষ্ঠ প্ৰতিভা তাত সন্দেহ নাই। ভাব-ভাষা আৰু ধ্বনিৰ সাৱলীলতা তেওঁৰ সৃষ্টিৰ উপযুক্ত হাতিয়াৰ।

দীননাথ শৰ্মায়ো আৱাহনলৈ গল্প আৰু উপন্যাস পঠিয়াইছিল। তেওঁৰ 'উষা' নামৰ উপন্যাসখন তাত ধাৰাবাহিকভাৱে ওলাইছিল। হৰিপ্ৰসাদ গোৰ্খা ৰায়, ইন্দীবৰ গগৈ, হৰেন্দ্ৰনাথ কলিতা, জমিৰুদ্দিন আহমেদ, চিত্ৰভানু চৌধুৰী, গোবিন্দ চন্দ্ৰ পৈৰা আদি অনেক গল্পকাৰে আৱাহনৰ পাত সমৃদ্ধ কৰিছিল।

ৰাধিকামোহন গোস্বামী আৱাহন যুগৰ এগৰাকী লেখত ল'বলগীয়া গল্পকাৰ। তেওঁৰ গল্পত তেতিয়াৰ অৰ্থনৈতিক সংকটৰ দিনৰ মধ্যবিত্ত জীৱনৰ সামগ্ৰিক ৰূপ ফুটি উঠিছে! 'নিয়তি' গল্পৰ আখ্যানভাগ এনেকুৱা। এজন ড্ৰাইভাৰে এজনী ৰূপহী গাভৰুক ভাল পাই বিয়া কৰাইছিল। তাৰ পিছত দুৰাৰোগ্য বেমাৰত ভুগি সি পৰিয়ালক পোহপাল দিব নোৱাৰা হয়। উকীলৰ ঘৰৰ 'বৰবোপা'কে ধৰি নানানজনে তাইক তাইৰ দেহৰ বিনিময়ত সহায়ৰ হাত আগবঢ়াবলৈ উৎসুক। এজনী মধ্যৱৰ্তিনীয়ে বৰবোপাক ৰাতি সিহঁতৰ ঘৰলৈ আনে আৰু ৰুগ্ন ড্ৰাইভাৰজনে (শ্লেষাত্মকভাৱে) তাইক বৰবোপাৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ উদগায়। এখন উৰ্ব্বলি যোৱা সমাজত দুখীয়াৰ মান-সন্মান নিৰৰ্থক— এনে চিন্তাই পাঠকৰ চিত্তচাঞ্চল্য ঘটায়। দীননাথ শৰ্মায়ো পাৰিবাৰিক আৰু সামাজিক জীৱনৰ আধাৰত কেইটামান ভাল গল্প ৰচনা কৰিছে।

শেষ আৱাহন যুগত গল্পৰ নান্দনিক দিশটোৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছিল। কৃষ্ণ ভূঞা এই সময়ছোৱাৰ প্ৰতিভূ স্থানীয় লেখক। তেওঁৰ 'নিৰুদ্দেশ' এটা মৰ্মন্তুদ চুটি গল্প। আখ্যায়ক সামান্য দৰ্মহা পোৱা এগৰাকী নিম্নবৰ্গৰ চাকৰিয়াল। তেওঁ ঘৰত ল'ৰা-ছোৱালী এৰি চহৰত থাকিও খৰচৰ জোৰা মাৰিব নোৱাৰে। এনেতে এটি কম বয়সীয়া ল'ৰা তেওঁৰ ঘৰলৈ চাকৰ খাটিবলৈ আহিল। কাম কৰা ল'ৰা ৰাখিবলৈ তেওঁৰ সামৰ্থ্য নাই। ল'ৰাটোৱে বিনা দৰ্মহাত খাটিম বুলি কৈ তেওঁৰ আশ্ৰয় ভিক্ষা কৰিলে। আগৰ গিৰিহঁতে নিৰ্মমভাৱে প্ৰহাৰ কৰা কাৰণে সি পলাই আহিছিল। ল'ৰা-ছোৱালীৰ বেমাৰ হোৱা শুনি আখ্যায়ক গাৱঁৰ ঘৰলৈ গ'ল। লগতে ল'ৰাটোও লৈ গ'ল। কিন্তু তেওঁৰ নিজৰ ল'ৰাৰ বেমাৰ চাবলৈ পইছা নাছিল। এদিন খবৰৰ কাগজৰ পাত লুটিয়াই থাকোঁতে এটা বিজ্ঞাপন তেওঁৰ চকুত পৰিল। পলাই যোৱা চাকৰৰ ল'ৰা আনি দিব পাৰিলে এহেজাৰ টকা পুৰস্কাৰ দিয়া হ'ব। ল'ৰাটিৰ ওপৰত হোৰ তুলিবলৈকে সেই নৰ পিশাচটোৱে নিশ্চয় বিজ্ঞাপন দিছে। আখ্যায়কে কথাটো তল পেলালে। কিন্তু ল'ৰাটিয়ে গম পাই তেওঁক সঁহাৰি দি টকা হাজাৰ ল'বলৈ বাধ্য কৰিলে। সি পুৰণা গিৰিহঁতৰ ঘৰলৈ উভতি গ'ল। বিবেকৰ জ্বালাত ভুগি আখ্যায়কে ল'ৰাটিৰ খবৰ কৰাত তেওঁ জানিবলৈ পাৰিলে যে সি তাৰ গিৰিহঁতৰ নিষ্ঠুৰ অত্যাচাৰত ৰ'ব নোৱাৰি আত্মহত্যা কৰিছে। গল্পটোত মেলড্ৰামাৰ খোৰাক আছিল, বহুবক্তিতাৰ বাবেও ঠাই হ'লহেঁতেন। কিন্তু ভূঞাৰ হাতত গল্পটো মুক্তামণিৰ দৰে নিটোল হৈ থাকিল। গল্পটোত গল্পভাগ আৰু তাৰ বাণী সমাৰ্থক। ভূঞাৰ গল্পৰ ৰীতি প্ৰাঞ্জল। উচ্ছ্বাস নাই যদিও ফৰ্ষ্টাৰে বিচৰা আনুভূতিক আন্দোলন সৰ্বত্ৰ বিয়পি আছে।

চমাৰচেট ম'মৰ 'ৰেইন' গল্পটোৰ লগত তুলনীয় 'যাদুঘৰ' গল্পটোৰ নৈতিক অনিশ্চয়তাই পাঠকক বিব্ৰত নকৰাকৈ নাথাকে। গগ'লৰ 'অ'ভাৰকোট'টোৰ পৰা কছদেশৰ সাহিত্যৰাজি ওলোৱা বুলি কোৱা হয়। গল্পটোৰ প্ৰভাৱত অসমীয়া ভাষাতো আধা ডজনমান ভাল গল্প ওলাইছে। কৃষ্ণ ভূঞাৰ 'এটা গৰম কোট' তেনে এটি গল্প।

কৃষ্ণ ভূঞাৰ 'শৈশৱৰ প্ৰিয়া' এটি মনোৰম ৰোমাণ্টিক গল্প। 'মানুহ আৰু নিয়ম' গল্পত তেওঁ নৰ-নাৰীৰ বিচিত্ৰ সম্বন্ধৰ ওপৰত গুৰুত্ব দি সমাজে বান্ধি দিয়া নিয়মৰ অন্তঃসাৰশূন্যতা উদঙাই দেখুৱাইছে। হোমেন বৰগোহাঞিৰ এটা মন্তব্য এই ক্ষেত্ৰত প্ৰণিধানযোগ্য :

'আৱাহন যুগ'ৰ কেইবাজনো শক্তিশালী গল্প লেখকৰ প্ৰিয় বিষয়বস্তু আছিল নৰ-নাৰীৰ সম্পৰ্কৰ অন্তহীন ৰহস্যানুসন্ধান।'

এই ৰহস্যানুসন্ধানত তেতিয়াৰ তৰুণ লেখকসকলৰ ভিতৰত কৃষ্ণ ভূঞাৰ এটা সুকীয়া স্থান আছে। তেওঁৰ ৰচনা ৰীতি প্ৰাঞ্জল। অথচ সূক্ষ্ম অনুভূতিৰ পৰিবাহক। তেওঁৰ ভাষা সংযত আৰু প্ৰকাশিকা শক্তিসম্পন্ন।

এই সময়ছোৱাত মহম্মদ ৰাইহান শ্বাহেও কেইটামান সুখপাঠ্য ৰোমাণ্টিক গল্পেৰে আৱাহনৰ পাত সমৃদ্ধ কৰিছিল।

মুনীন বৰকটকী আৱাহন যুগৰ এগৰাকী শক্তিশালী গল্প লেখক। তেওঁ সেই দিনতে চেতনস্রোতৰ ধাৰণাক পাঠকৰ বাবে মূৰ্ত কৰি তুলিছিল। 'অপ্ৰকাশৰ বেদনা' বাস্তৱ পৰিবেশত লিখা এটা সুখপাঠ্য ৰোমাণ্টিক গল্প। তাত যক্ষ্মাৰোগাক্ৰান্ত দৰিদ্ৰ আদৰ্শবাদী শিক্ষক এগৰাকীয়ে নিজৰ ভালপোৱা প্ৰকাশ কৰিব নোৱাৰা বাবে তেওঁৰ প্ৰেমিকাক হেৰুৱাই তেওঁৰ প্ৰেমিকা আৰু তেওঁক জীৱনপাত কৰি শুশ্ৰূষা কৰিও একো প্ৰতিদান নোপোৱা পত্নীৰ মাজত যোগসূত্ৰ স্থাপন কৰিব নোৱাৰি দোদুল্যমান চেতনাৰে মৃত্যুৰ ক্ষণ গণিছে।

উমাকান্ত শৰ্মা শেষ আৱাহন যুগৰ এগৰাকী শক্তিশালী গল্পকাৰ। তেওঁৰ ৰোমাণ্টিক প্ৰেমৰ আধাৰত লিখা গল্পবোৰ সুখপাঠ্য। 'পথী' গল্পত এজন তৰুণে লোৱাৰ হাফলঙত থাকোতে তাৰে কম বয়সীয়া পাটগাভৰু এগৰাকীৰ হৃদয়ত প্ৰেমত বীজ সুমুৱাই দি ঘৰৰ ল'ৰা ঘৰলৈ উভতি পৰিয়ালৰ অনুশাসনত বান্ধ খাই বিবাহপাশত আবদ্ধ হৈছে। পৰিস্থিতিটো মৰ্মস্পৰ্শী। 'ঘূৰণীয়া পৃথিৱীৰ বেঁকা পথ' গল্পত নৰ-নাৰীৰ সম্পৰ্ক মনস্তাত্ত্বিক বিশ্লেষণৰ আধাৰত উজ্জলাই তোলা হৈছে। অসীম আঁচনিৰ প্ৰতি আকৃষ্ট হৈছিল; কিন্তু আঁচনিয়ে সহজতে ধৰা দিয়া নাছিল। এদিন অসীমে তাইক ফুৰিবলৈ লগ ধৰি প্ৰত্যাখ্যিত হ'ল। সি মনৰ দুখত দাৰ্জিলিঙলৈ যোৱাৰ সিদ্ধান্ত ল'লে। এনেতে আচনি তাৰ ঘৰলৈ আহিল, অসীমেও আঁচনিৰ গোপন ভালপোৱাৰ ৰূপ দেখি আনন্দত ডুব গ'ল।

সুপ্ৰভা গোস্বামী শেষ আৱাহন যুগৰ এগৰাকী প্ৰতিভাসম্পন্না লেখিকা। তেওঁৰ 'লুইতৰ মোহ' এটা অনতিক্ৰম্য মানস্তাত্ত্বিক চেনাৰ গল্প। এনে গল্প শৰৎ চন্দ্ৰ গোস্বামীৰ দুহিতাইহে লিখিব পাৰে এই কথাও মনলৈ নহাকৈ নাথাকে। গল্পটো বহুত দিশৰ পৰাই দিকনিৰ্ণয়ী। প্ৰবোধ চন্দ্ৰ গোস্বামীয়েও শেষ আৱাহন যুগত কেইটামান ভাল বাস্তৱ চেতনাৰ গল্প লিখিছে। 'বকুল যেতিয়া সৰে' সংকলনৰ সেই নামৰ গল্পটোত মধ্যবিত্ত জীৱনৰ প্ৰত্যাহ্নিকতাৰ লগত পুৰণি গাৰ্হস্থীয়া মানসিক সমৃদ্ধিৰ বৈসাদৃশ্য দাঙি ধৰা হৈছে। প্ৰফুল্লদত্ত গোস্বামীও শেষ আৱাহন যুগৰ এগৰাকী প্ৰতিভাসম্পন্ন গল্পকাৰ। তেওঁৰ 'নিফুট বচন' এটা বাস্তৱভিত্তিক ৰোমাণ্টিক গল্প। তেওঁৰ সমাজ সচেতন গল্পসমূহত বলো শইকীয়া নামৰ উদ্ভাৱিত মিথকীয় চৰিত্ৰই যুদ্ধকালীন স্থূলতাৰ প্ৰতিনিধিত্ব কৰিছে।

জগদীশ মেধি বাস্তৱ চেতনাৰ ফালৰ পৰা আৱাহন যুগৰে গল্পকাৰ। তেওঁৰ তীক্ষ্ণ সমাজ বিশ্লেষণৰ আধাৰত লিখা 'বিপদ ভঞ্জন' গল্পটো আৱাহনৰ পাতত প্ৰকাশ নাপালেও তাৰ অন্তৰ্বৰ্তী আলোড়নে আৱাহনৰ কালচৈতন্যৰে প্ৰতিনিধিত্ব কৰিছে। ইয়াত মেধিয়ে গ্ৰাম্য পৰিবেশত অস্তিত্ববাদী চিন্তাৰ বাট মুকলি কৰিছে। দৰিদ্ৰ পিতৃহাৰা নিঃস্ব বিপদভঞ্জনৰ সন্মুখত পুৰোহিত, ডাক্তৰ, উকীল, মহাজন (ভূস্বামী) সকলোৱে একোটা একজিষ্টেন্স হিচাপে থিয় দিছে আৰু বিপদভঞ্জনে তেওঁলোকে দিয়া নতুন চৈতন্যৰ পোহৰত নৰহত্যা কৰি ফাঁচি কাঠত ওলমিছে।

মালিকৰ 'প্ৰাণ পোৱাৰ পিছত' গল্পত শেষ আৱাহনৰ বৰ্ণচ্ছটা পৰিছে। উত্তৰ উদয়শংকৰ যুগৰ প্ৰেৰণাত দীক্ষিত হেমন্ত প্ৰতিভাৰ সন্ধানত গাৱঁলৈ আহিছে। কিন্তু বৈকুণ্ঠ সোণাৰীৰ ছোৱালী জুৰিৰ বাহিৰে আন কোনো ছোৱালী ওলাই নাহিল। নতুন পিগমেলিয়নে জুৰিক অনন্য-সাধাৰণ নৃত্য পটিয়সী হিচাপে প্ৰতিষ্ঠিত কৰিলে আৰু তাইৰ প্ৰতি অনিবাৰ্যভাৱে আকৰ্ষিত হ'ল। কিন্তু তেওঁ প্ৰাণ দিয়া গালাটিয়া যোত্ৰবান মানুহৰ অংকশায়িনী হ'বলৈহে আগবাঢ়ি গ'ল।

'আৱাহন'ৰ প্ৰথম বছৰতে পাৰ্বতীপ্ৰসাদ বৰুৱাৰ নৃত্য-নাটিকা 'সোণৰ সোলেং' ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। এই সময়তে বিনন্দচন্দ্ৰ বৰুৱা, ডিম্বেশ্বৰ নেওগ, অতুলচন্দ্ৰ হাজৰিকা, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, নলিনীবালা দেৱী আদি কবিয়েও ভালেমান অবিস্মৰণীয় কবিতা আৱাহনত প্ৰকাশ কৰে। দেৱকান্ত বৰুৱা, আনন্দ চন্দ্ৰ বৰুৱা, গণেশ গগৈ আদি তৰুণতৰ কবিৰ কবিতাত ৰোমাণ্টিক যুগৰ কবিতাৰ প্ৰাণবত্তা অক্ষুণ্ণ আছিল যদিও ভালেমান নতুন কবিৰ কবিতা অস্পষ্ট তাৰল্যতা আৰু যান্ত্ৰিক ছন্দোময়তাৰ অন্ধগলিত আবদ্ধ হৈ পৰে। এইবোৰৰ পৰিপ্ৰেক্ষিতত নতুন আদৰ্শৰ অনুসন্ধান অৱশ্যম্ভাৱী হৈ পৰে। ডঃ মহেশ্বৰ নেওগ, হেম বৰুৱা, অমূল্য বৰুৱা আৰু ভবানন্দ দত্তই আৱাহন যুগৰ শেষৰ ফালে নতুন কবিতাৰ ভেটি নিৰ্মাণ কৰিবলৈ আৰম্ভ কৰে।

'আৱাহন'ত সাহিত্য আলোচনায়ো গুৰুত্ব লাভ কৰিছিল। বিৰিঞ্চি কুমাৰ বৰুৱা, ত্ৰৈলোক্যনাথ গোস্বামী, তীৰ্থনাথ শৰ্মা আৰু তৰুণতৰ গোষ্ঠীৰ হেম বৰুৱা, ডঃ মহেশ্বৰ নেওগ, প্ৰফুল্ল দত্ত গোস্বামী আদি সমালোচকে আৱাহনলৈ বিশিষ্ট বৰঙণি আগবঢ়াইছিল। ইন্দ্ৰেশ্বৰ বৰঠাকুৰে 'পঞ্চপ্ৰদীপ' নাম দি এলানি নাট্য-সাহিত্য সমালোচনাৰ প্ৰবন্ধ আৱাহনত ধাৰাবাহিকভাৱে প্ৰকাশ কৰিছিল।

আৱাহন চতুৰ্থ দশকত ন-পুৰণি লিখকৰবিচৰণ ভূমিৰ দৰে আছিল। সেই সময়ৰ শ্ৰেষ্ঠ লিখকসকলে আৱাহনৰ পাততে ভিৰ কৰিছিল। বিনন্দচন্দ্ৰ বৰুৱা আৰু বিৰিঞ্চি কুমাৰ বৰুৱাৰ দৰে লিখকে সততে কলিকতাত থকা আৱাহন অফিচত খবৰ কৰিছিল। কলিকতাত পঢ়া মেধাৱী ছাত্ৰসকলে আৱাহনৰ বাবে গল্প-প্ৰবন্ধ লিখাৰ উপৰিও আলোচনীখনৰ বাবে দেহেকেহে খাটিছিল। তেতিয়া কলিকতা হাইকোৰ্টত ওকালতি কৰা গল্পকাৰ হলীৰাম ডেকা আৱাহন কাৰ্যালয়ৰ অঙ্গস্বৰূপ আছিল। এইসকল লোকৰ মেধা কামত লগোৱাৰ ক্ষেত্ৰত সম্পাদক ডাঃ দীননাথ শৰ্মাৰ কৃতিত্ব অতুলনীয়।

ডাঃ দীননাথ শৰ্মা এগৰাকী দায়িত্বশীল আৰু ক্ষণজন্মা সম্পাদক আছিল। তেওঁৰ দিনত 'আৱাহন'ৰ জাতীয় স্থিতি অবিসম্বাদী। 'লোন কৰ অমান্য' আন্দোলনৰ সময়ত শৰ্মাই মহাত্মা গান্ধীৰ প্ৰবন্ধৰ পৰা দীঘলীয়া উদ্ধৃতি দি সুদীৰ্ঘ সম্পাদকীয় লিখিছিল। 'আৱাহন'ৰ বিভিন্ন সংখ্যাত দেশৰ খ্যাতনামা কৰ্মী আৰু নেতৃবৃন্দৰ ছবি ছপাই পাঠকৰ মন জাতীয় চৈতন্যেৰে উদ্বুদ্ধ কৰিছিল। ৰুছ বিপ্লৱৰ কিছুদিন পিছত ভাৰতৰ মুক্তি সংগ্ৰাম জোৰাল হয়। এই বিপ্লৱে প্ৰসন্নলাল চৌধুৰীৰ দৰে বিদ্ৰোহী কবিক উদ্বুদ্ধ কৰে। ধীৰেন্দ্ৰ নাথ দত্তৰ 'কাঠ মিস্ত্ৰীৰ ঘৰ' আদি কবিতাও এই ক্ষেত্ৰত উল্লেখযোগ্য। চতুৰ্থ দশকত ভাৰতৰ জাতীয় জীৱনত গান্ধীবাদী আন্দোলনৰ লগতে কম্যুনিষ্ট আন্দোলন ঘনীভূত হ'বলৈ ধৰে। এই সময়ছোৱাত ৰুছ দেশৰ চিন্তা-চৰ্চা আৰু সংগ্ৰামৰ প্ৰতি ইতিবাচক সঁহাৰি দেখুৱাই প্ৰবন্ধ আৰু সম্পাদকীয় আদি ওলাবলৈ ধৰে। ইয়াতে উল্লেখযোগ্য যে, দয়ানন্দ বৰুৱাই আৱাহনতে মেক্সিম গোৰ্কীৰ উপন্যাস 'মাতৃ' অসমীয়া ভাষালৈ অনুবাদ কৰে। এইবোৰে 'আৱাহন' আলোচনীখনক এটা প্ৰগতিশীল ৰূপ দান কৰে। আৱাহনে তীক্ষ্ণধী অৰ্থনীতিবিদ (তেতিয়াৰ কলিকতা বিশ্ববিদ্যালয়ৰ আটাইতকৈ মেধাবী ছাত্ৰ) জিতেন্দ্ৰ নাথ দাসৰ 'অৰ্থনীতিৰ ক খ'ৰ উপৰিও মাৰ্ক্সীয় তথ্যসম্বলিত 'পায়োনিয়াৰ' প্ৰবন্ধাৱলী ছপাই ৰুছ-বিপ্লৱ আৰু ভাৰতৰ জাতীয় আন্দোলনসমূহৰ মাজত থকা যোগসূত্ৰডাল পাঠকৰ সন্মুখত দাঙি ধৰিবলৈ প্ৰয়াস কৰিছিল। কাৰণ ভাৰতৰ গণ আন্দোলন মহাত্মা গান্ধীৰ নেতৃত্বত দলিতসকলৰ অৰ্থনৈতিক মুক্তিৰ আন্দোলনতে পৰ্যবসিত হৈছিল। পত্ৰিকা আৰু আলোচনীৰ সম্পাদকসকলৰ কাৰ্যকলাপৰ ওপৰত শাসন যন্ত্ৰৰ কঢ়া নজৰ আছিল। তথাপি ডঃ দীননাথ শৰ্মা আৰু তেওঁৰ সতীৰ্থসকলে আৱাহনৰ জাতীয়তাবাদী স্থিতি এৰি দিয়া নাছিল। দেশপ্ৰেমৰ সাধনাত দীক্ষিত লক্ষ্মীধৰ শৰ্মাৰ বৈপ্লৱিক সমাজ চেতনাৰ গল্পবোৰে সম্পাদকক আহুকালত পেলোৱা কথা ঔপন্যাসিক দীননাথ শৰ্মাৰ লেখনীত এনেদৰে পোৱা যায়:

'লক্ষ্মীধৰৰ গল্প প্ৰকাশ হোৱাৰ পাছত লাহে লাহে নৈতিকতাসেৱীসকলে সংযম আৰু সুৰুচিৰ অজুহাত তুলি তীক্ষ্ণ সমালোচনা কৰিবলৈ আৰম্ভ কৰিলে। আৱাহনে বিপ্লৱী লক্ষ্মীধৰৰ পাছত দৃঢ়ভাৱে থিয় হ'ল।'

চতুৰ্থ দশকৰ মাজভাগতে নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে ডঃ শৰ্মাক আৱাহন পৰিচালনাৰ সমস্ত দায়িত্ব গ্ৰহণ কৰিবলৈ অনুৰোধ কৰাত তেওঁ অশেষ কষ্ট স্বীকাৰ কৰি আৱাহনখন চলাই থাকে। আৱাহন এতিয়াৰ পৰা আৰ্থিক দিশত স্বাৱলম্বী হোৱাৰ প্ৰয়োজন হ'ল। প্ৰমোদ শৰ্মা, হৰগোবিন্দ শৰ্মা আৰু তাৰকচন্দ্ৰ শৰ্মা প্ৰমুখ্যে আৱাহনৰ কৰ্মীবৃন্দই গোটেই অসম ঘূৰি গ্ৰাহক সংগ্ৰহ কৰিছিল। ১৯৩৬ চনৰ পৰা দুবছৰ কাল সহকাৰী সম্পাদকৰ দায়িত্বত থকা ৰজনীকান্ত দেৱশৰ্মাৰ মতে সেই দিনত আৱাহনৰ ৫০০০ কপি ছপোৱা হৈছিল আৰু তাৰে আধাখিনি চাহ বাগানলৈ পঠিওৱা হৈছিল।

ডাঃ শৰ্মা সম্পাদকসুলভ অনেক গুণেৰে বিভূষিত আছিল। তেওঁ অক্লান্ত পৰিশ্ৰমী ব্যক্তি আছিল। তেওঁ কাৰ্যালয়ৰ সকলো কৰ্মীকে সেৱাৰ মনোবৃত্তিৰে কাম কৰি যাবলৈ প্ৰেৰণা যোগাইছিল। তেওঁ প্ৰবন্ধ সংশোধনৰ কাম নিয়াৰিকৈ কৰাইছিল। ৰজনীকান্ত শৰ্মা দেৱে লিখিছে:

'আৱাহনে' গ্ৰহণ কৰা নীতি অনুসৰি আখৰ জোঁটনি কৰিব লাগে। ভাষাত ক'ৰবাত বঙলুৱা ঠাঁচ দেখিলে তাক গুচাব লাগে। সম্পাদক ডাঃ শৰ্মাই কয়- 'চোৱা এই উঠি পৰিল, বহি পৰিল, শুই পৰিল, এইবোৰ বঙলা ভাষাৰ প্ৰভাৱ, এইবোৰে আমাৰ ভাষাটো বিজতৰীয়া কৰিব।' 'আৱাহন'ত 'মহিলা জগৎ', 'বৈজ্ঞানিক জগৎ' আৰু 'বিশ্ব প্ৰবাহ' নামৰ তিনিটা নিয়মীয়া শিতান আছিল। চৌৰংগীৰ পৰা পুৰণি ইংৰাজী মেগাজিন সস্তাত কিনি আনি তাৰ পৰা তথ্যপাতি সংগ্ৰহ কৰা হৈছিল। জগৎ কছাৰী আৰু প্ৰতাপ বৰুৱা আদি নামজ্বলা শিল্পীৰ দ্বাৰা ছবি অকাই আলোচনীখন আকৰ্ষনীয় কৰি তোলা হৈছিল। বিভিন্ন শিতানত 'নাট্য জগত', 'চিনেমা জগত', অভিনয় আদিৰ বিষয়ে সচিত্ৰ খবৰ যোগোৱা হৈছিল। গল্প, কবিতা আৰু প্ৰবন্ধৰ উপৰিও ভ্ৰমণ কাহিনী আদি সন্নিবিষ্ট কৰা হৈছিল। অসমৰ সকলো ঠাইৰ লেখকে সঁহাৰি জনাইছিল যদিও কেতিয়াবা প্ৰবন্ধপাতি যথেষ্ট ৰকমে সংগ্ৰহ নহ'লে একোজন সম্পাদকগোষ্ঠীৰ লেখকে একাধিক প্ৰবন্ধ-কবিতা লিখলগীয়া হৈছিল। তেতিয়া ছদ্মনামৰ আশ্ৰয় লোৱা হৈছিল।

# অম্বিকাগিৰী ৰায়চৌধুৰী আৰু অসমীয়া সাংবাদিকতা

ডঃ সুনীল পৱন বৰুৱা

ভাৰতত ইংৰাজ শাসক বণিক গোষ্ঠী আৰু আন শ্বেতাঙ্গ গোষ্ঠীৰ মাজত দেখা দিয়া সংঘৰ্ষৰ মাজেদিয়েই দুশ বছৰ অতিক্ৰম কৰা সাংবাদিকতাৰ বুৰঞ্জী আৰম্ভ হয়। অৱশ্যে প্ৰাৰম্ভিক সময়ছোৱাত ইংৰাজী ভাষাত প্ৰকাশিত আৰু সম্পাদিত কাকতসমূহৰ সীমিত পৰিধিত ঘাইকৈ বিদেশী শ্বেতাঙ্গসকলৰ গোষ্ঠীগত বিবাদ তথা স্বাৰ্থইহে প্ৰাধান্য লাভ কৰিছিল, সাধাৰণভাৱে থলুৱা ভাৰতীয়সকলৰ সমস্যা অথবা অনুভূতিয়ে ঠাই পোৱা নাছিল। দেশীয় পৃষ্ঠপোষকতাত গঢ়ি উঠা সাংবাদিকতাৰ মাধ্যমতহে প্ৰকৃত অৰ্থত থলুৱা ৰাইজৰ স্বাৰ্থক ৰক্ষণাবেক্ষণ দিয়াৰ কাম আৰম্ভ হ'ল। ইংৰাজ চৰকাৰেও ইংৰাজ নিয়ন্ত্ৰিত বাতৰিকাকত আৰু ভাৰতীয়সকলৰ দ্বাৰা প্ৰকাশিত কাকত-আলোচনীৰ মাজত থকা মৌলিক পাৰ্থক্য দেখা পালে। ইয়াৰ লগে লগে আৰম্ভ হ'ল সুদীৰ্ঘ কালজোৰা বিদেশী চৰকাৰ আৰু পৰাধীন ভাৰতৰ সংবাদ পত্ৰসমূহৰ মাজত একপ্ৰকাৰৰ শীতল যুদ্ধ, যিটো সময়ে সময়ে প্ৰত্যক্ষ সংঘৰ্ষলৈ ৰূপান্তৰিত হৈছিল। এইটো এক চিৰন্তন সত্য যে বাতৰিকাকতৰ অবাধ স্বাধীনতা আৰু বিদেশী শাসন দুয়োটা কেতিয়াও একেলগে তিষ্ঠি থাকিব নোৱাৰে। স্বাভাৱিকভাৱেই স্বাধীনচিতীয়া বাতৰিকাকত আৰু শাসক গোষ্ঠীৰ মাজত বুজাপৰাৰ কোনো থল নাথাকে, কিয়নো পৰাধীন দেশ এখনত বাতৰিকাকতৰ মূল কৰ্তব্যই হৈছে অন্যায়-অবিচাৰ, শোষণ আৰু কুশাসনৰ বিৰুদ্ধে জনমতক সংগঠিত কৰা আৰু এই ক্ষেত্ৰত প্ৰকৃত পথৰ সন্ধান দিয়া। এনে পৰিস্থিতিত ইংৰাজ চৰকাৰেও সময়ে সময়ে দমনমূলক আইন জাৰি কৰি বিৰোধী জনমতক নিয়ন্ত্ৰণ কৰিবলৈ চেষ্টা কৰিছিল আৰু দেশৰ স্বাধীনতা লাভলৈকে এই চেষ্টা অব্যাহত আছিল। ১৮৮৫ খৃষ্টাব্দত ভাৰতীয় জাতীয় কংগ্ৰেছ প্ৰতিষ্ঠাৰ লগে লগে ভাৰতৰ সাংবাদিকতাই এক নতুন অধ্যায়ত প্ৰবেশ কৰে আৰু ইয়াৰ প্ৰকৃত জাতিয়তাবাদী ধাৰাটো প্ৰৱৰ্তিত হয়। কুৰি শতিকাৰ প্ৰথম দশকতে স্বদেশী আদৰ্শৰে অনুপ্ৰাণিত সন্ত্ৰাসবাদী ৰাজনীতিৰ সূচনা হোৱাত সাংবাদিকতাৰ বুৰঞ্জীতো তাৰ প্ৰভাৱ পৰে। বঙ্গ-ভঙ্গ আন্দোলন আৰু স্বদেশী আদৰ্শৰ মুখপত্ৰ 'যুগান্তৰ' কাকতে মূলতে ভাৰতৰ সাংবাদিকতাত সংগ্ৰামী ধাৰাটোৰ ভেটি স্থাপন আৰু ইয়াৰ লগতে ভাৰতৰ ৰাজনীতিতো যুগান্তৰৰ সূচনা কৰিলে। এই প্ৰসংগতে উনুকিয়াব পাৰি যে — "১৯০৬ চনৰ মাৰ্চ মাহত অৰ্থাৎ বঙ্গ ভঙ্গৰ পাচ মাহৰ পিছত 'যুগান্তৰ' নামৰ সাপ্তাহিক কাকত এখন ৰাস্তাৰ মোড়ে মোড়ে যুৱকসকলে বিক্ৰী কৰা দেখা গ'ল। যি পঢ়িছিল তেওঁলোক চমক খাই উঠিল— ইয়াৰ ভাব আৰু ভাষা 'হিতবাদী', 'বঙ্গবাসী', 'সঞ্জীবনী' প্ৰভৃতি সাপ্তাহিকৰ পৰা সম্পূৰ্ণ পৃথক। শাৰীৰিক শক্তিৰ দ্বাৰা ভাৰতত বৃটিছ সাম্ৰাজ্য ধ্বংস কৰিব লাগিব, হত্যা পাপ নহয়— গীতাত স্বয়ং শ্ৰীকৃষ্ণই অৰ্জুনক হত্যাৰ বাবে প্ৰৰোচিত কৰিছিল, আত্মা অমৰ— এই শিক্ষা দি 'যুগান্তৰে' যুৱকসকলক মৃত্যুহীন কৰি গঢ়ি তোলাৰ প্ৰয়াসী"[১] কিন্তু চৰকাৰৰ তীব্ৰ দমনমূলক নীতিৰ ফলত মাত্ৰ দুবছৰৰ পিছতে 'যুগান্তৰৰ'ৰ মৃত্যু হয়।

ভাৰতীয় সংবাদ-পত্ৰৰ বুৰঞ্জীৰ প্ৰথমছোৱাৰ লগত তুলনা কৰিলে অসমত এই ক্ষেত্ৰত সংঘাতৰ পৰিৱৰ্তে সংযোগিতাইহে প্ৰাধান্য লাভ কৰা দেখা যায়। ঊনবিংশ শতিকাৰ প্ৰায় দ্বিতীয় ভাগত অৰুনোদইৰ জন্মৰে পৰা পৰৱৰ্তী চাৰিটা দশকত অসমীয়া সাংবাদিকতাই প্ৰকৃত অৰ্থত জনমত গঠনত বিশেষ অৰিহণা যোগাব পৰা নাছিল। হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬) সম্পাদিত 'আসাম নিউচ' (১৮৮২-১৮৮৫) প্ৰকাশৰ মাজেদিহে অসমীয়া সাংবাদিকতাত আধুনিকতাৰ পাতনি মেল

খাইছিল। কুৰি শতিকাৰ আৰম্ভণিতে প্ৰকাশিত মথুৰা মোহন বৰুৱাৰ (১৮৬৩-১৯১৯) দ্বাৰা সম্পাদিত ইংৰাজী সাপ্তাহিক কাকত 'এড্‌ভোকেট অব আসামে' (১৯০৫-১৯১২) জাতীয়তাবাদী ধাৰাটো প্ৰবৰ্তন কৰিছিল। স্বদেশী আন্দোলনৰ প্ৰভাৱৰ পৰা সাধাৰণভাৱে অসম আঁতৰি থাকিল। মাথোন বঙ্গদেশৰ পৰা গুৱাহাটীলৈ আশ্ৰয় বিচাৰি অহা কেইগৰাকীমান বিপ্লৱীৰ সান্নিধ্যই এমুঠিমান অসমীয়া যুৱককহে আকৃষ্ট কৰিছিল। এনেদৰে স্বদেশী মন্ত্ৰত দীক্ষিত হোৱা মুষ্টিমেয় অসমীয়া যুৱকৰ মাজত অন্যতম আছিল পৰৱৰ্তী যুগত অসমকেশৰী আখ্যা পোৱা অম্বিকাগিৰী ৰায়চৌধুৰী (১৮৮৫-১৯৬৭)। স্বদেশী মন্ত্ৰৰ প্ৰভাৱেৰে ৰায়চৌধুৰীয়ে ১৯০৬ চনত তেওঁৰ প্ৰথম বিদ্ৰোহাত্মক নাট 'বন্দিনী ভাৰত' লিখি কটন কলেজিয়েট স্কুলত অভিনয় কৰিছিল আৰু তাৰ অভিনয় চলি থাকোঁতেই সেই নাট বাজেযাপ্ত কৰা হৈছিল। যিযেই নহওক ইংৰাজ শাসন উচ্ছেদ আৰু স্বাধীনতা অৰ্জনৰ বাবে বঙ্গদেশৰ বিপ্লৱীসকলৰ আহ্বানত অসমতো 'এনাৰ্কিষ্ট' দল খোলা হ'ল যদিও ইয়াৰ উদ্দেশ্য আছিল কিছু পৃথক।[২] বঙ্গ ভঙ্গৰ বিষয়টো বাদ দি 'এনাৰ্কিষ্ট' দল খোলাৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। দীঘলীপুখুৰীৰ পাৰত থকা ইউৰোপীয় নৈশ ক্লাবত অগ্নিসংযোগ, পূৰ্ববঙ্গ আৰু অসমৰ প্ৰথম গৰাকী লেফটেনেণ্ট গৱৰ্ণৰ ছাৰ বেম্পফিল্ড ফুলাৰক হত্যাৰ চেষ্টা আদি এলানি বিক্ষিপ্ত সন্ত্ৰাসবাদী কাৰ্য-কলাপৰ মাজতে অসমত এনাৰ্কিষ্ট দলৰ প্ৰভাৱ স্তিমিত হৈ পৰিল। কিন্তু স্বদেশী আন্দোলনত গ্ৰহণ কৰা ৰাজনৈতিক দীক্ষাই অম্বিকাগিৰী ৰায়চৌধুৰীক আজীৱন দেশৰ সেৱাত নিজকে উছৰ্গা কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। ইয়াৰ আলমতে সাংবাদিকতাৰ মাধ্যমত স্বাধীন ভাৱেৰে নিজৰ মতাদৰ্শ ব্যক্ত কৰাৰ উদ্দেশ্য লৈ কুৰি শতিকাৰ দ্বিতীয় ভাগৰ সামৰণিত অসমীয়া সাংবাদিকতাত তেওঁ বলিষ্ঠ সংগ্ৰামী জাতীয়তাবাদৰ ধাৰাটো মুকলি কৰিছিল। কিন্তু আচৰিত কথা হ'ল যে আপোচবিহীন সংগ্ৰামী যুৱক অম্বিকাগিৰীয়ে এনে এক সংবাদ-পত্ৰৰ যোগেদি সাংবাদিকতাৰ জীৱন আৰম্ভ কৰিছিল য'ত ৰাজনীতিক সাৱধানেৰে আঁতৰাই ৰখা হৈছিল।

সন্ত্ৰাসবাদী কাৰ্যকলাপত লিপ্ত থকাৰ অপৰাধত ৰায়চৌধুৰীক ইংৰাজ চৰকাৰে গুৱাহাটীৰ পৰা বহিষ্কাৰ কৰি প্ৰায় সাত বছৰ কাল বৰপেটাত নজৰবন্দী কৰি ৰাখিছিল। ১৯০৮ চনৰ পৰা ১৯১৪ চনলৈকে তেওঁৰ জন্মস্থান বৰপেটাত থকা সময়ছোৱা সাহিত্য চৰ্চা, সংগীত সাধনা আৰু অভিনয় আদিৰ মাজেদি পাৰ কৰিছিল। ইতিমধ্যে বিশ্বযুদ্ধ আৰম্ভ হোৱাত তেতিয়াৰ ভাৰতৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে মিত্ৰ-শক্তিৰ পক্ষে ইচ্ছুক ভাৰতীয় সকলক যোগদান কৰিবলৈ আহ্বান জনাইছিল। এই আহ্বানৰ প্ৰতি সঁহাৰি জনাই ৰায়চৌধুৰীয়ে যুদ্ধত যোগদান কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। লৰ্ড হাৰ্ডিঞ্জেও তেওঁক ধন্যবাদ জনাই চিঠিৰ প্ৰাপ্তিস্বীকাৰ কৰে। সেই চিঠি বৰপেটাৰ মহকুমা অধিপতি আৰু পুলিচ বিষয়াসকলক দেখুৱাই তাৰ নকল এটা ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'টাইমছ্ অব আসামত' প্ৰকাশৰ ব্যৱস্থা কৰে।[৩] এনেদৰে তেওঁ এনাৰ্কিষ্ট আখ্যাৰ পৰা নিষ্কৃতি লাভ কৰি সেই বছৰৰে নৱেম্বৰ মাহত ডিব্ৰুগড়লৈ যাত্ৰা কৰে। ১৯১৭ চনলৈকে তেওঁ ডিব্ৰুগড়ত আছিল। সমগ্ৰ পৃথিৱী জুৰি প্ৰথম মহাযুদ্ধ চলি থকাৰ এই সময়ছোৱাত অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰত্যক্ষভাৱে সাংবাদিকতাৰ জীৱন আৰম্ভ হয়। ১৯১০ চনত তেজপুৰ বান্ধৱ সমিতিয়ে 'আসাম বান্ধৱ' নামৰ এখনি মাহেকীয়া আলোচনী প্ৰকাশ কৰিছিল। কবিৰাজ মহেশ্বৰ দেৱগোস্বামী আছিল ইয়াৰ প্ৰকাশক আৰু পণ্ডিত তাৰানাথ চক্ৰৱৰ্তী কাব্যবিনোদে কাকতখন সম্পাদনা কৰিছিল। ইয়াৰ ঘোষিত নীতি অনুসৰি কাকতখনত কোনো ধৰণৰ 'ৰাজনৈতিক প্ৰবন্ধ' অথবা 'জাতীয় বিদ্বেষমূলক' প্ৰবন্ধই ঠাই নাপাব। 'আসাম বান্ধৱে' আৰম্ভণিৰে পৰা আধুনিক অসমীয়া ভাষাৰ গঠনত নামনি অসমৰ কথিত ভাষাৰ স্থানীয় তথা বিশেষ পৰিচয় অক্ষুণ্ণ ৰখাৰ ওপৰত গুৰুত্ব দি আহিছিল। প্ৰথম বছৰ অষ্টম সংখ্যাৰ পৰা 'আসাম বান্ধৱ'ৰ প্ৰকাশ তেজপুৰৰ পৰা ডিব্ৰুগড়লৈ স্থানান্তৰ কৰা হয় আৰু গঙ্গাৰাম চৌধুৰীয়ে প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰে। সেই সময়ত ডিব্ৰুগড়ৰ বিশিষ্ট নাগৰিক ডাঃ হৰেকৃষ্ণ দাস, কালীৰাম মেধি, ভাৰত চন্দ্ৰ দাস আদি লোকসকলে কাকতখনৰ পৃষ্ঠপোষকতা কৰিছিল। 'আসাম বান্ধৱ' প্ৰকাশৰ লগত অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক শিক্ষাবিদ শৰৎ চন্দ্ৰ গোস্বামীও (১৮৮৭-১৯৪৫) বিশেষভাৱে জড়িত হৈ পৰিছিল। স্বৰ্গীয় গোস্বামীদেৱৰ মতে— "বাঁহী আৰু আসাম বান্ধৱৰ মাজত উজনীয়া নামনীয়া ভাষা লৈ যি প্ৰচণ্ড তৰ্ক আৰু অনেক সময়ত বীভৎস গালা-গালি, বিশেষকৈ বেজবৰুৱাৰ ফালৰ পৰা — তাৰ প্ৰতি মোৰ মন বৰ বিৰূপ আছিল। আৰু এনে তৰ্ক আৰু খৰিয়াল ভাষাৰ উন্নতিৰ পক্ষে হানিকাৰক বুলি মোৰ বিশ্বাস আছিল। সেই বিশ্বাস এতিয়াও আছে। ফলত ময়ো চাকৰি কৰি 'আসাম বান্ধৱ' চলাবলৈ কেইশমান টকা দিছিলো।"[৪]

কোৱা বাহুল্য যে, কাকতখনৰ ঘোষিত নীতিৰ লগত সমসাময়িক আন আন কাকতৰ অমিল ঘটাত 'আসাম বান্ধব'ৰ লগত বাদ-বিসম্বাদত লিপ্ত হৈ পৰে। এই প্ৰসংগত লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী' আৰু 'আসাম বান্ধব'ৰ মাজত সৃষ্টি হোৱা বাদানুবাদে অসমীয়া সাহিত্য আৰু সাংবাদিকতাৰ বুৰঞ্জীত সাময়িকভাৱে এক তিক্ততাপূৰ্ণ আৰু বিদ্বেষৰ মনোভাব সৃষ্টি কৰিছিল। এৰা-ধৰাকৈ প্ৰায় নবছৰ প্ৰকাশ হোৱাৰ পিছত লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীৰ সম্পাদনাৰ সময়ছোৱাত 'আসাম বান্ধব'ৰ প্ৰকাশন বন্ধ হৈ পৰে। অৱশ্যে প্ৰকাশৰ আৰম্ভণিৰ পৰা সামৰণিলৈকে কাকতখনৰ মূল নীতিৰ ক্ষেত্ৰত কোনো সালসলনি ঘটা নাছিল।[৫] ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত হোৱাৰে পৰা ডাঃ হৰেকৃষ্ণ দাসে ঘাইকৈ কাকতখন চলোৱাৰ দায়িত্ব গ্ৰহণ কৰিব লাগিছিল। এনে সময়তে ডাঃ দাসৰ পৰিচিত অম্বিকাগিৰী ৰায়চৌধুৰী ডিব্ৰুগড়ত উপস্থিত হোৱাত তেওঁ 'আসাম বান্ধব' কাকতৰ সহকাৰী সম্পাদক হিচাপে যোগদান কৰে। ইতিমধ্যে সম্পাদক তাৰানাথ চক্ৰৱৰ্তী দীঘলীয়া সময়ৰ বাবে ছুটী লৈ কামৰূপৰ ঘৰলৈ যোৱাত ডাঃ হৰেকৃষ্ণ দাসৰ তত্ত্বাৱধানত 'আসাম বান্ধব'ৰ সম্পাদনাৰ দায়িত্ব ৰায়চৌধুৰীৰ ওপৰতে অৰ্পণ কৰা হৈছিল। সেই সময়ত ভাষা প্ৰয়োগক কেন্দ্ৰ কৰি 'বাঁহী'ৰ লগত চলা বাদানুবাদ পূৰ্ণ পৰ্যায়ত উপনীত হৈছিল। এনে অপ্ৰীতিকৰ পৰিস্থিতিৰ হাত সাৰিবলৈ ৰায়চৌধুৰীয়ে ডাঃ হৰেকৃষ্ণ দাসক প্ৰস্তাৱ দিছিল যে, প্ৰতিষ্ঠাবান লেখকসকলে প্ৰবন্ধত বানান শব্দ আৰু প্ৰত্যয়াদি প্ৰয়োগৰ বিষয়ত যেনেকৈ লিখে, 'আসাম বান্ধব'ৰ ঠাঁচত কাট-কুট নকৰাকৈ ছপোৱা উচিত হ'ব। কিন্তু ডাঃ দাস এই কথাত সন্মত নহ'ল। ইমানতে কাকতখনৰ লগত ৰায়চৌধুৰীৰ সম্পৰ্কৰ ওৰ পৰিল। 'আসাম বান্ধব'ৰ দায়িত্ব ত্যাগ কৰি নিজে ভবামতে এখন কাকত উলিয়াবলৈ ১৯১৭ চনৰ মে' মাহত তেওঁ গুৱাহাটীলৈ যাত্ৰা কৰে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে, একে সময়তে নীলমণি ফুকন (১৮৮০-১৯৭৮) সম্পাদিত 'আলোচনী' (১৯০৯-১৯১৭) কাকতৰ সহকাৰী সম্পাদক পৰৱৰ্তী কালত অসমীয়া সাংবাদিকতাৰ বুৰঞ্জীত অতি বিশিষ্ট সেৱা আগবঢ়োৱা লক্ষ্মীনাথ ফুকনে (১৮৯৭-১৯৭৫) ডিব্ৰুগড় ত্যাগ কৰি নতুন পথৰ সন্ধানত ভৰি দিছিল। দুয়োগৰাকী লোকে ইতিমধ্যে লাভ কৰা সাংবাদিকতাৰ অভিজ্ঞতাৰে গুৱাহাটীৰ পৰা এখন উচ্চ শ্ৰেণীৰ মাহেকীয়া কাকত উলিয়াবলৈ সংকল্প কৰিছিল। প্ৰায় এবছৰৰ পিছত নৱ-প্ৰতিষ্ঠিত অৰুণা প্ৰেছৰ পৰা এখন ভিন্ন মতৰ মাহেকীয়া কাকত ওলাল ঠিকেই, কিন্তু এই প্ৰচেষ্টাত লক্ষ্মীনাথ ফুকন অংশীদাৰ নহ'ল।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰবল ইচ্ছাশক্তি আৰু সংগ্ৰামী জীৱনৰ প্ৰতীক আছিল অৰুণা প্ৰেছ। এই অৰুণা প্ৰেছেই আছিল তেওঁৰ সাহিত্যিক, সাংবাদিক আৰু ৰাজনৈতিক জীৱন দৰ্শনৰ মূল ক্ষেত্ৰ। অৰুণা প্ৰেছৰ জন্ম বৃত্তান্তও আছিল বিচিত্ৰ। বাস্তৱিকতে এই প্ৰেছৰ জন্মৰ লগে লগেই তেওঁৰ মৃত্যু পৰ্যন্ত একেৰাহে গুৱাহাটী তেওঁৰ প্ৰধান কৰ্মস্থলীলৈ ৰূপান্তৰিত হৈ পৰিল। ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহিয়েই ৰায়চৌধুৰী এটা প্ৰেছ প্ৰতিষ্ঠা কৰাৰ কামত ব্ৰতী হ'ল। বিভিন্নজনৰ লগত তেওঁ পৰামৰ্শ কৰিলে। গুৱাহাটীত প্ৰতিষ্ঠিত পূৰ্বৰ প্ৰেছসমূহে বেয়া ধৰণে ব্যৱসায়িক ক্ষতিৰ সন্মুখীন হোৱাৰ কথা দোহাৰি বেছিভাগ লোকে তেওঁক নিৰুৎসাহিত কৰিলে। কিন্তু ৰায়চৌধুৰী আছিল নিজ সংকল্পত অটল। উল্লেখযোগ্য যে, নিজাববীয়াকৈ প্ৰেছ এটা প্ৰতিষ্ঠাৰ কাম আৰম্ভ কৰোঁতে তেওঁৰ হাতত মূলধন আছিল মাথোন দুটকা। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে, ভাৰতীয় সংবাদ জগতত প্ৰথম জাতীয় সংবাদ-পত্ৰৰ পৰিচয় বহন কৰা ১৮৬৮ খৃষ্টাব্দৰ ২০ ফেব্ৰুৱাৰীত প্ৰকাশিত 'অমৃত বাজাৰ পত্ৰিকা' ছপা হৈছিল ৩২ টকা মূল্যৰ এটা মুদ্ৰা যন্ত্ৰত। অৰুণা প্ৰেছ আছিল গুৱাহাটীত প্ৰতিষ্ঠিত চতুৰ্থ প্ৰেছ। ১৮৭২ খৃষ্টাব্দত প্ৰথম প্ৰতিষ্ঠিত চিদানন্দ প্ৰেছৰ পৰা গুৱাহাটীৰ পৰা প্ৰকাশিত প্ৰথম কাকত 'আসাম মিহিৰ' প্ৰকাশ হৈছিল। অৰুণা প্ৰেছত ব্যৱহাৰ কৰা দুটা হেণ্ড মেচিনৰ এটাত ১৯০৫ চনত প্ৰতিষ্ঠিত ভিক্টোৰিয়া প্ৰেছত মথুৰা মোহন বৰুৱা সম্পাদিত 'এড্‌ভোকেট অব আসাম' প্ৰকাশিত হৈছিল। ইয়াৰ পূৰ্বে এই মেচিনটো বৰপেটাৰ 'শাস্ত্ৰ প্ৰকাশ প্ৰেছ'ৰ পৰা অনা হৈছিল। ঘটনাক্ৰমে অৰুণা প্ৰেছৰ আনটো মেচিনো বৰপেটাৰ পৰা যোগাৰ কৰা হৈছিল। যিয়েই নহওক, দুয়োটা মেচিন হাত বাগৰি পুনৰ বৰপেটাৰে কৃতী সন্তান ৰায়চৌধুৰীৰ জিম্মালৈ আহিল। সেই সময়ত গুৱাহাটীত একমাত্ৰ প্ৰেছ হোৱাৰ বাবে ভালেমান লোকে ব্যক্তিগত কাম-কাজ অৰুণা প্ৰেছত কৰাইছিল। অসহযোগ আন্দোলনৰ সময়ত কংগ্ৰেছ দলেও প্ৰায়বোৰ সাংগঠনিক ছপা কাম অৰুণা প্ৰেছতে কৰাইছিল। স্বয়ং ইংৰাজ চৰকাৰেও ১৯২০ চনত অসমৰ প্ৰথমখন ভোটাৰ তালিকাৰ আৰ্হি অৰুণা প্ৰেছতে ছপা কৰি উলিয়াইছিল। দুৰ্ভাগ্যক্ৰমে অসহযোগ আন্দোলনৰ সময়ছোৱাত ১৯২১ চনৰ ১০ মাৰ্চত অৰুণা প্ৰেছ জুইত জাহ গ'ল। ইয়াৰ লগতে ৰায়চৌধুৰীৰ ভালেমান হাতে

লিখা পুথিৰ পাণ্ডুলিপিও ভস্মীভূত হ'ল। ১৯২২ চনত জেলৰ পৰা মুক্ত হৈ তেওঁ পুনৰ অৰুণা প্ৰেছ গঢ়ি তুলিলে আৰু প্ৰায় তিনি দশক কাল নানা আলৈ-আথানিৰ মাজত খণ্ডিত ৰূপত তেওঁৰ প্ৰধান কৰ্মভূতি হিচাপে জোৰা-তাপলিৰ মাজেদি বৰ্তি থাকি অৱশেষত ই সম্পূৰ্ণ বন্ধ হৈ পৰিল। এই প্ৰসঙ্গত ৰায়চৌধুৰীৰ নিজা বক্তব্য হ'ল — "এইদৰেই, মই মাত্ৰ দুটকা মূলধন লৈ বুকুৰ তেজেৰে প্ৰতিষ্ঠা কৰা, যি 'অৰুণা প্ৰেছ'ৰ শক্তিৰেই চেতনা, ডেকা-অসম, কংগ্ৰেছ, সংৰক্ষিণী সভা, শিক্ষা, প্ৰচাৰ সমিতি, স্বদেশী কিনক সঙ্গ, শুদ্ধি সংগঠন, শ্ৰীহট্টবাদ আন্দোলন, অসমীয়া জাতিৰ সংগঠন, গ্ৰুপিং বিৰোধ, অসম পাকিস্থানৰ পৰা ৰক্ষাৰ আন্দোলন আদিৰে সমগ্ৰ অসম ব্যাপী আলোড়নৰ ঢৌ তুলিবলৈ সক্ষম হৈছিলো সেই অৰুণা প্ৰেছৰ সমাধি ঘটিল। মোৰ জীৱন-ব্যাপী সংগ্ৰাম ব্যৰ্থতাৰ বেদনাত পোত গ'ল।"[৭] ৰায়চৌধুৰীৰ পত্নী কৌশল্যা দেৱীৰ দৃষ্টিত প্ৰেছটো 'প্ৰকৃততে তেখেতৰ মনত সৰু ঘৰুৱা শিল্প এটাৰ দৰে আছিল।' অৰুণা প্ৰেছ প্ৰতিষ্ঠা হোৱাৰ প্ৰায় পাঁচ বছৰমানৰ পিছত তেওঁৰ বিয়া হৈছিল। প্ৰেছৰ কামত ৰায়চৌধুৰীৰ লগত বয়সৰ যথেষ্ট ব্যৱধান থকা ফুলকুমলীয়া নৱ-বিবাহিতা পত্নী, পিছলৈ তেওঁৰ নাবালিকা কন্যা, একমাত্ৰ পুত্ৰ সকলোকে কামত লগাইছিল, ঘৰলৈ অহা আলহী আনকি সম্বন্ধত সন্মানীয় ব্যক্তি শহুৰ কালীচৰণ চৌধুৰীও ইয়াৰ পৰা বাদ পৰা নাছিল। পুৱাৰ পৰা বিয়লি দুই-তিনি বজালৈকে আৰু সন্ধিয়াৰ পৰা নিশা দুই মান বজালৈকে তেওঁ প্ৰেছত কাম কৰিছিল। এই কথা প্ৰণিধানযোগ্য যে ৰায়চৌধুৰীৰ বিপদসংকুল কঠোৰ সংগ্ৰামী জীৱনৰ স্বেচ্ছাই অংশীদাৰ হোৱা তেওঁৰ পত্নীৰ লগত ঘটা বৈবাহিক সম্বন্ধও কিছু অগতানুগতিক আছিল। বাস্তৱিকতে তেওঁৰ সাংবাদিক জীৱনৰ নিজ হাতৰ প্ৰথম ফচল 'চেতনা'ৰ প্ৰভাৱতে এই সম্বন্ধ স্থিৰ হৈছিল।[৮]

প্ৰথমছোৱাত অনেক আলৈ-আথানি অতিক্ৰম কৰি অৰুণা প্ৰেছ প্ৰতিষ্ঠাৰ এবছৰমানৰ ভিতৰতে ৰায়চৌধুৰীৰ আৰ্থিক অৱস্থা কিছু পৰিমাণে টনকিয়াল হৈ পৰিল। এইবাৰ তেওঁ দীৰ্ঘদিনীয়া সপোন বাস্তৱত ৰূপ দিয়াৰ কাৰ্যত আগবাঢ়িল। ভাৱালৈ অনা এটা ক্ষুদ্ৰ হেণ্ড মেচিনেৰে ১৯১৮ চনত প্ৰতিষ্ঠিত এই অৰুণা প্ৰেছে অসমীয়া সাংবাদিকতাৰ বুৰঞ্জীতো নতুন অধ্যায়ৰ সূচনা কৰিলে। 'উত্তিষ্ঠিত জাগ্ৰত প্ৰাপ্য বৰাননি বোধতে'— ভাৰতীয় দৰ্শনৰ মূল শিকনি উপনিষদৰ এই বাণী শিৰৰ ভূষণ হিচাপে লৈ ১৯১৯ চনৰ ছেপ্টেম্বৰ মাহত (১৮৪১ শক ভাদ) "ভাৰতীয় মহা জাতীয়তাবাদৰ লগত নিবিড় সামঞ্জস্য ৰক্ষা কৰি অসমীয়া জাতীয়তাবাদৰ নিচান শিৰত তুলি লৈ" মাহেকীয়া চেতনা কাকত প্ৰকাশিত হয়। সাহিত্য, সমাজ, স্বাস্থ্য বিষয়ক আলোচনী চেতনাৰ যুটীয়া সম্পাদক আছিল চন্দ্ৰনাথ শৰ্মা বি, এল আৰু অম্বিকাচৰণ ৰায়চৌধুৰী (পিচলৈ অম্বিকাগিৰী ৰায়চৌধুৰী)। কাকতখন প্ৰকাশ কৰিছিল অম্বিকাচৰণ ৰায়চৌধুৰীয়ে আৰু অসমৰ ছপা শিল্পৰ লগত জড়িত অন্যতম প্ৰধান ব্যক্তি দুতিৰাম মেধিয়ে প্ৰিণ্টাৰৰ দায়িত্ব বহন কৰিছিল। অসমীয়া ৰাজনৈতিক জীৱনলৈ আগবঢ়োৱা বহুমূলীয়া সেৱাৰ বাবে দেশপ্ৰাণ আখ্যাৰে বিভূষিত চন্দ্ৰনাথ শৰ্মা (১৮৮৯-১৯২২) আছিল সেই সময়ত আসাম এছোচিয়েচনৰ সহকাৰী সম্পাদক। দুৰ্ভাগ্যক্ৰমে 'চেতনা' প্ৰকাশ হোৱাৰ তিনি বছৰৰ পিছত ভৰ ডেকা বয়সতে তেওঁৰ মৃত্যু হয়। প্ৰথম সংখ্যা চেতনাৰ ৪৮ পৃষ্ঠাৰ ভিতৰত আঠোটা পৃষ্ঠা কাকতখনৰ উদ্দেশ্য আৰু লক্ষ্য সম্বন্ধে বিৱৰণত ব্যয় কৰা হৈছিল। "ভাৰতীয় মহাজাতিৰ বিশিষ্ট বিৰাট ঠেঙুলি অসমীয়া (কামৰূপী) জাতিয়ে মাথোন পূৰ্ব গৌৰৱ প্ৰচাৰতে আবদ্ধ নাথাকি প্ৰাচীন সভ্য জাতি সমূহে নিজৰ দুৰ্বলতা আঁতৰাই কেনে পন্থা হাতত লৈছিল," সেই কথা উনুকিয়াই বৰ্তমান অৱস্থাত সেই মতে অসমীয়া জাতিৰ সন্মুখত আহি পৰা কৰ্তব্যৰ কথা সোঁৱৰাই দিয়া হৈছিল। অসমীয়াৰ লক্ষ্য আৰু উদ্দেশ্য সম্বন্ধে কোৱা হৈছিল— "অসমীয়া জাতিয়ে স্পষ্টকৈ বুজিব লাগিব যে, দেশৰ জাতীয় স্বাৰ্থৰ আগত ব্যক্তিগত স্বাৰ্থ অতি হীন, দেশৰ জাতীয় গৌৰৱৰ আগত নিজৰ সাম্প্ৰদায়িক আৰু ব্যক্তিগত স্বাৰ্থ অতি ঠেক, দেশৰ জাতীয় গৌৰৱৰ মঙ্গলৰ তুলনাত ব্যক্তিগত আৰু সাম্প্ৰদায়িক মঙ্গল অতি তুচ্ছ। অসমীয়া জাতিয়ে বুজিব লাগিব যে, জাতীয় যজ্ঞ সম্পাদনত নিজৰ জীৱন বলি দিয়াটো অতি সজ কথা, ইয়াত ধৰ্ম-কৰ্ম প্ৰাণতাৰ সম্পূৰ্ণ গৌৰৱ স্থিৰ থাকে। অসমীয়া জাতিয়ে বুজিব লাগিব যে, জাতীয় ভাব-সম্পদ, চিন্তা-সম্পদ, সংস্কৃতি-সম্পদৰ ওচৰত আন সকলো ভাব, চিন্তা সংস্কৃতিৰ ধাৰা সম্পূৰ্ণ বিজাতীয়; সেইবোৰক অৰ্থাৎ এই বিজাতীয় ভাব চিন্তা সংস্কৃতিৰ ধাৰাত অনুপ্ৰাণিত হৈ চলিলে অসমীয়াই নিজত্ব হেৰুৱাই বিজাতীয় হৈ পৰিব। .... অসমীয়া জাতিয়ে বুজিব লাগিব, জাতীয় মঙ্গলৰ নিমিত্তে সমাজনীতিৰ দৰকাৰ, জাতীয় মঙ্গলৰ বাবে ৰাজনীতিৰ প্ৰয়োজন, জাতিৰ মেৰুদণ্ড শক্তিশালীকৈ সবল ৰাখিবলৈকে কৃষি, শিল্প, শ্ৰম, বাণিজ্য ব্যৱসায় প্ৰধান অস্ত্ৰ, জাতীয় সম্পদ বঢ়াবলৈকে দৰ্শন, বিজ্ঞান, সাহিত্য, জ্যোতিৰ্বিদ্যা আদি

মূল্যবান অলংকাৰ। সেইবাবে আমি সমাজনীতি, কৃষি, শিল্প, বাণিজ্য, ব্যৱসায়, বিজ্ঞান, দৰ্শন ইত্যাদিৰ সহায়েৰে অসমীয়াৰ জাতীয়তাবোধৰ আহল-বহল, ডাঙৰ-দীঘল ৰাজআলি বান্ধি তুলিবলৈ আগবাঢ়িম, যাতে জাতীয়তাবোধ যেতিয়া শকত আবত হৈ বীৰ দৰ্পেৰে আদৰ্শৰ ফালে লক্ষ্য ৰাখি চলিবৰ সময় আহিব, তেতিয়া এই ৰাজআলি ঠেক বুলি যাতে সি উজুটি খাই পৰিব নালাগে, এই সত্যৰ সৌন্দৰ্য বঢ়োৱাটোৱে 'চেতনা'ৰ ঘাই লক্ষ্য।[৯]

সাধাৰণভাৱে 'চেতনা'ত সম্পাদকৰ আলোচনা, দেশ-বিদেশৰ বাতৰি, পোৱা কিতাপৰ সংক্ষেপ পৰিচয়, নানা কথা, বাদ-প্ৰতিবাদ, আলোচনা, সম্পাদকলৈ চিঠি, সম্পাদকীয় টোকা আৰু আলোচনা আদি নিয়মিত শিতানসমূহ প্ৰকাশিত হৈছিল। অৱশ্যে 'চেতনা' প্ৰকাশৰ প্ৰথমছোৱাত এই ৰীতি আছিল কিছু বেলেগ। উদাহৰণ স্বৰূপে, চেতনাৰ প্ৰথম বছৰ দ্বিতীয় সংখ্যাৰ বিষয়বস্তু আছিল এনেধৰণৰ ঃ

পুৰণি অসমীয়া সাহিত্য বাণীকান্ত কাকতি, প্ৰশ্ন উত্তৰ— শ্ৰীৰত্নকান্ত বৰকাকতি, বৰ্ত্তমান অসমীয়া সাহিত্য SKB, ফটোগ্ৰাফৰ ৰহস্য, অসমত বৌদ্ধ ধৰ্মাৱলম্বী চাম জাতি, মাধুৰী (কবিতা), স্মৃতি (কবিতা), যোৰহাটত -হেমচন্দ্ৰ বৰুৱাৰ সোঁৱৰণী সভা উপলক্ষে শ্ৰীযুত শৰৎ চন্দ্ৰ গোস্বামীৰ বক্তৃতা, বিশ্ব নাট্য, সম্পাদকীয়— দেশৰ অৱস্থা— জাতীয়তাৰ মূল— মনুষ্যত্ব কি— অসমত জাতীয় সমস্যা— বিলাতত অসমৰ প্ৰতিনিধি, সাহিত্যৰ কথা, শুধৰনি। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, অম্বিকা বৰা, ৰত্নকান্ত বৰকাকতি, কমলাকান্ত ভট্টাচাৰ্য্য, শৰৎ চন্দ্ৰ গোস্বামী, মহামহোপধ্যায়, ধীৰেশ্বৰাচাৰ্য্য, সূৰ্য্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি, ৰজনীকান্ত বৰদলৈ আদি সমসাময়িক বিশিষ্ট লোকসকলে 'চেতনাৰ' লগত সহযোগ কৰিছিল। 'চেতনাই' লিখকসকলক কোনো মাননি দিব পৰা নাছিল আৰু তাৰ বাবে সম্পাদকে আক্ষেপ প্ৰকাশ কৰিছিল। 'চেতনাই' অসমীয়া স্বাৰ্থ হানি হোৱা বাহিৰৰ ব্যৱসায়ীৰ বিজ্ঞাপন প্ৰচাৰ কৰা নাছিল আৰু যাইকে গ্ৰাহকৰ বৰঙণিৰ ওপৰতে কাকতখনে নিৰ্ভৰ কৰিবলগীয়া হৈছিল। দ্বিতীয় বছৰত এনে ধৰণৰ গ্ৰাহকৰ সংখ্যা দুহেজাৰতকৈ ওপৰ আছিল বিটো সেই সময়ৰ পটভূমিত অসমীয়া কাকত-আলোচনীৰ বাবে যথেষ্ট উৎসাহজনক বুলি ধাৰণা কৰা হৈছিল। ৰায়চৌধুৰীৰ মতে, "সেই সময়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ উচিত সুৰটো ৰাইজক যোগান ধৰিবলৈ চেতনাৰ বাহিৰে আন কাকত নাছিল বাবেই" অসমীয়া ৰাইজৰ মাজত চেতনাৰ জনপ্ৰিয়তা বাঢ়ি গৈছিল। তদুপৰি 'প্ৰথম সংখ্যা 'চেতনা'ত প্ৰচাৰ কৰা তাৰ উদ্দেশ্য, লক্ষ্য, আদৰ্শ আৰু সংগ্ৰামশীলতা ব্যাপক জাতীয়তাৰ বাণীয়ে সকলোৰে মন আকৰ্ষণ কৰিলে। আগৰ আলোচনীবিলাক, বিজুলী, বাঁহী, উষা, আসাম বান্ধব, আলোচনী আদিত এই স্পষ্ট জাতীয়তাবাদৰ আভাস নাছিল আৰু তাৰ বাবে সংগ্ৰাম-শীলতাৰ কোনো প্ৰকাৰৰ ঔৎসুক্য নাছিল। সকলো ফালৰপৰা উৎসাহপূৰ্ণ চিঠি-পত্ৰ পাবলৈ ধৰিলো।"[১০] ১৯২৭ চনলৈকে 'চেতনা' প্ৰায় সাত বছৰ চলিছিল। অসহযোগ আন্দোলনৰ সময়ত ৰায়চৌধুৰীয়ে কাৰাবাস খাটোতে কিছুদিনৰ বাবে অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ প্ৰথম সম্পাদক গৰ্গনাৰায়ণ চৌধুৰীয়ে 'চেতনা' সম্পাদনা কৰিছিল। প্ৰথম অৱস্থাত চেতনাই যথেষ্ট লাভৰ মুখ দেখিছিল যদিও পিছলৈ বিভিন্ন কাৰণত কাকতখনৰ প্ৰায় দুহেজাৰ দুশ টকা ক্ষতি হৈছিল।[১১]

ব্যাপক আৰ্থিক ক্ষতি আৰু লগতে চৰকাৰী দমন নীতিৰ সন্মুখীন হৈ 'চেতনাৰ' প্ৰকাশন বন্ধ হোৱাৰ কেইমাহমানৰ পূৰ্বে ১৯২৬ চনত পাণ্ডুত জাতীয় কংগ্ৰেছৰ ৪১তম অধিবেশন বহিছিল। অম্বিকাগিৰী ৰায়চৌধুৰী তেতিয়া আছিল কংগ্ৰেছ দলৰ সক্ৰিয় সদস্য। পাণ্ডু কংগ্ৰেছত উপস্থিত হোৱা সমগ্ৰ ভাৰতৰ জন-প্ৰতিনিধিসকলক "বন্দোকি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ" গীতেৰে উদাত্ত কণ্ঠেৰে আদৰণি জনোৱাৰ বছৰটোত তেওঁ অসমীয়া জাতীয়তাবাদৰ প্ৰাণ প্ৰতিষ্ঠা আৰু আঞ্চলিক ৰাজনীতিৰ ভেটি স্থাপন কৰি "অসম সংৰক্ষিণী সভা" স্থাপন কৰিছিল। গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ পীতাম্বৰ গোস্বামীদেৱৰ সভাপতিত্বত কংগ্ৰেছ অধিবেশনৰ মণ্ডপতে এই সভাৰ প্ৰথম অধিবেশন বহিছিল। অসম আৰু অসমীয়াৰ সকলো প্ৰকাৰৰ স্বাৰ্থ সংৰক্ষণ কৰাৰ দৃঢ়তাৰে প্ৰতিষ্ঠা কৰা সংৰক্ষিণী সভাৰ উদ্দেশ্য আৰু পৰিধি বহল হোৱাত ১৯৩৫ চনত এই সভা অসম জাতীয় মহাসভাৰূপে পুনৰ গঠিত হয়। এই সংগঠনৰ বিশেষত্ব হ'ল যে কংগ্ৰেছৰ লগত পোনপটীয়াভাৱে সম্পৰ্ক ত্যাগ নকৰাকৈয়ে ৰায়চৌধুৰীয়ে 'সংৰক্ষিণী মতবাদ' প্ৰতিষ্ঠা কৰিছিল। স্বাধীনতা আন্দোলনৰ শেষ স্তৰত সমাজবাদী আদৰ্শৰে প্ৰভাৱান্বিত অনেক বিশিষ্ট কংগ্ৰেছ কৰ্মীয়ে কংগ্ৰেছ দলৰ ভিতৰতে সুকীয়া ৰাজনৈতিক গোট গঠন কৰিছিল। সেই দিশৰ পৰা ভিন্ন নীতিৰে ৰায়চৌধুৰীয়েও পিছলৈ সম্পূৰ্ণ অসমীয়াৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখিহে স্বাধীনতা আন্দোলনৰ পথত খোজ পেলাবলৈ স্থিৰ কৰিছিল।

উল্লেখযোগ্য যে স্বাধীনতাৰ দিন চমু চাপি অহাৰ লগে লগে অসমৰ বেছিভাগ কাকত-আলোচনীৰ মাজতে অস্বস্তি আৰু শংকাৰ ভাব এটা ফুটি উঠিছিল। ইয়াৰ মূল কাৰণ হ'ল সেই সময়ত "বহিৰাগতৰ সমস্যাই" অসমৰ ৰাজনীতি, অৰ্থনীতি আৰু সাংস্কৃতিক জীৱনক বিশেষভাৱে প্ৰভাৱান্বিত কৰিছিল। ফলত অসমলৈ চলি থকা অবিৰত জন-প্ৰব্ৰজনত ৰাজ্যখনৰ সুকীয়া অস্তিত্ব বিপন্ন হোৱাৰ শংকাই মূল. স্বাধীনতাৰ প্ৰশ্নটো সময়ে সময়ে তল পেলাই দিযাৰ চিন ফুটি উঠিছিল। বাস্তৱিকতে বঙ্গদেশ বিভাজনৰ ফলত অসমক পূৰ্ববঙ্গৰ লগত সাঙুৰি এখন নতুন প্ৰদেশ সৃষ্টি কৰাৰ পৰাই এই সমস্যাৰ উদ্ভৱ হৈছিল। পিছত বঙ্গ বিভাজনৰ প্ৰস্তাৱ ৰদ কৰি অসমৰ সুকীয়া অস্তিত্ব ঘূৰাই অনা হ'ল যদিও চিলেট (শ্ৰীহট্ট) জিলাখন দেশ বিভাজনৰ সময়লৈকে অসমৰ লগত থাকি যোৱাত সমস্যাটো চলি থাকে। প্ৰকৃতপক্ষে ত্ৰিশৰ দশকৰ পৰাই জনমত গঠনত এই সমস্যাটোৱে প্ৰাধান্য লাভ কৰিবলৈ ধৰে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে ১৯৩৫-৩৬ চনৰ বাতৰিকাকতৰ মাধ্যমত প্ৰকাশ পোৱা জনমতৰ ৰেহৰূপ চাই প্ৰাদেশিক বৃটিছ চৰকাৰে অভিমত দিছিল যে, সাধাৰণভাৱে প্ৰেছৰ সুৰ আছিল নৰম। চিলেটী আৰু অসমীয়াসকল সংঘৰ্ষত লিপ্ত হোৱা বিষযসমূহৰ মাজততহে ঘাইকৈ সাময়িক উন্মাদনা (hysteria) আবদ্ধ হৈ আছিল।[১২] বাতৰিকাকতৰ নৰম সুৰ বুলি কওঁতে সাধাৰণভাৱে ইংৰাজ বিদ্বেষী বিৰোধী ৰাজনীতিৰ কথাকে বুজোৱা হৈছিল। ইতিমধ্যে অসহযোগ আন্দোলন আৰম্ভ হওঁতে ভাৰতৰ আন আন প্ৰদেশৰ দৰে অসমতো ইংৰাজ চৰকাৰে বাতৰিকাকতৰ প্ৰতি কঠোৰ মনোভাব গ্ৰহণ কৰিছিল। স্বাধীনতা আন্দোলনৰ সমান্তৰালভাৱে অম্বিকাগিৰী ৰায়চৌধুৰী আৰু তেওঁৰ মতবাদৰ সমৰ্থকসকলে অসম সংৰক্ষিণী সভা আৰু অসম জাতীয় মহাসভাৰ যোগেদি পূৰ্ববঙ্গৰ পৰা অবাধ পৰিব্ৰজন, অসমৰ অনাবাদী মাটি দখল, ওচৰৰ অসমীয়া গাৱঁৰ ওপৰত পমুৱাৰ অত্যাচাৰ, বঙলা ভাষাৰ ক্ৰমবৰ্দ্ধমান প্ৰভাব, অসমীয়াৰ আসন্ন বিপদৰ প্ৰতি উদাসীনতা, তেওঁলোকৰ মাজত স্বদেশপ্ৰীতি আৰু ঐক্যভাব সৃষ্টি, নিয়মানুৰ্বৰ্তিতা আৰু সংযমৰ প্ৰবৰ্তন, লীগ মন্ত্ৰীসভাৰ ষড়যন্ত্ৰৰ বিৰুদ্ধে শক্তি আহৰণ কৰা, ডমিচাইল্ড প্ৰশ্ন, শ্ৰীহট্ট বিচ্ছেদ, আত্মৰক্ষাবাহিনী গঠন, চেঞ্চাচ সমস্যা আৰু সৰ্বশেষত অসমীয়া খিলঞ্জীয়া লোকৰ সকলো স্বাৰ্থ সংৰক্ষণ এই সকলোবোৰ বিষয়ে জনমত গঢ় দিবলৈ চেষ্টা কৰিছিল আৰু শাখা-প্ৰশাখা স্থাপন কৰি সাধ্যানুসাৰে কাৰ্যকৰী ব্যৱস্থা লোৱাৰো ব্যৱস্থা কৰিছিল।[১৩] অসমৰ সংবাদজগতত জনমত গঠনৰ বাবে চলি থকা এনে এক পটভূমিতে ১৯৩৫ চনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পাদনাত অৰুণা প্ৰেছৰ পৰা দ্বিতীয় কাকত 'ডেকা অসম' প্ৰকাশিত হয়।

কাকতখনৰ উদ্দেশ্য আৰু লক্ষ্য সম্পৰ্কে 'ডেকা অসম'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত (সোমবাৰ, ৩০ আহাৰ ১৮৭৫ শক) নিবেদন শীৰ্ষক নিবন্ধত কোৱা হৈছিল যে উচ্চ-নীচ, ধনী-নিধনী, জাতি-ধৰ্ম নিৰ্বিশেষে অসমীয়া জাতি সংগঠন সম্বন্ধে "সংৰক্ষিণী সভাৰ" যি লক্ষ্য, তাৰ মুখপত্ৰ 'ডেকা অসমৰো' সেয়ে লক্ষ্য। 'ডেকা অসমে' যিদৰে অসমত অসমীয়াৰ সবল জাতীয় অস্তিত্ব প্ৰতিষ্ঠা কৰি তোলাৰ ফালে ঘাইকৈ মনোযোগ ৰাখি চলিব সেইদৰে ভাৰতৰ বহল জাতীয় স্বাৰ্থৰ লগতো বিশেষভাৱে সংশ্ৰৱ ৰাখি তাত অসমীয়াৰ সত্তা স্থাযী কৰি তুলিবৰ চেষ্টা কৰিব। কিন্তু অসমীয়াৰ জাতীয় জীৱন পৰিপুষ্টিৰ অনুকূল কাৰ্যৰ ফালে ঘাইকৈ চকু ৰাখি চলিব। জাতিৰ ভগ্ন স্বাস্থ্য উদ্ধাৰৰ উদ্দেশ্য ডেকা অসমে অকল নৰ্দ্দমা পৰীক্ষক (ড্ৰেইন ইন্সপেক্টৰ) হৈয়ে নাথাকিব, নৰ্দমা পৰিস্কাৰক (ড্ৰেইন চুইপাৰ) হৈ অসমীয়া জাতিৰ আগত সমাজসেৱাৰ মহান আদৰ্শও দাঙি ধৰিবলৈ দিহা কৰিব। দেশবাসীয়ে ডেকা অসমক বাতৰি কাকতৰ শাৰীত লৈ বিচাৰ নকৰি জাতি সংগঠন আৰু সংৰক্ষণ বিষয়ক ক্ষুদ্ৰ পত্ৰিকা বুলি ধৰিলেহে উচিত হ'ব। . 'ডেকা অসমৰ' পণ— হয় অসমীয়া জাতিৰ সম্পূৰ্ণ জীৱন লাভ নহয় সম্পূৰ্ণ মৰণত তাৰ নিৰ্বাণ লাভ। আধা জীৱন আধা মৰণ 'ডেকা অসমৰ' সাধনা নহয়।

নিজৰ ঘোষিত নীতি আৰু আদৰ্শ যিমান দূৰ সম্ভৱ প্ৰতিফলিত কৰি 'ডেকা অসমে' সাপ্তাহিক পযেকীয়া আদি ভিন্ ভিন্ ৰূপত ১৯৩৫ চনৰ পৰা ১৯৪৪ চনলৈকে প্ৰায় নিয়মীয়াকৈ চলি আছিল। কাকতখনৰ নিজস্ব চৰিত্ৰ সম্পৰ্কে ৰায়চৌধুৰীৰ এগৰাকী গুণমুগ্ধ অথচ চোকা সমালোচকৰ অভিমত প্ৰণিধানযোগ্য। তেওঁৰ দৃষ্টিত— "ডেকা অসমখন সৰ্বসাধাৰণে ভবা বিধৰ সাপ্তাহিক বাতৰি কাকত নহয়। ইয়াত সম্পাদকীয় প্ৰবন্ধ এটাহে থাকে। সেইটোৱেই ইমূৰৰ পৰা সিমূৰলৈ গোটেই কাগজখন জুৰি লয়। তাতে ঠায়ে ঠায়ে ছাব-হেডিং একোটা দিয়া হয়। ৰায়চৌধুৰীয়ে প্ৰেছতে বহি সম্পাদকীয়টো লিখে। এখিলা এখিলাকৈ পাত কম্পজিটৰক দি থাকে। কাচিৎহে খালি ঠাই পূৰণ কৰিবলৈ দুই-এটা বা-বাতৰি দিয়ে। যদি কম্পজিটৰে আহি কয়, ষ্টিক পূৰা নহ'ল, তেন্তে তেওঁ নিজে ষ্টিক লৈ

কেছৰ কাষত বহি বাকীখিনি যোৰা লগাই দিয়ে। আগত কপি নাই; মনলৈ যি আহে তাকে কম্পজ কৰি পেলায়। অম্বিকাগিৰীৰ সম্পাদকীয় হ'ল একপ্ৰকাৰ এটা বক্তৃতা। চোলাৰ জেপত থকা টুকুৰা কাগজ দুই-এখনত কিবা কথা টুকি থোৱা পালে কেতিয়াবা ব্যৱহাৰ কৰে। নহ'লে নাই, এনেয়ে লিখি যায়। ই যেন থিয়েটাৰ কৰোতে কোনোবা অভিনেতাৰ মুখত ওলোৱা স্বগত উক্তি।[১৪]

উপৰোক্ত কথাখিনিয়ে থূলমূলকৈ ৰায়চৌধুৰীৰ সাংবাদিকতা সম্বন্ধে এটা স্পষ্ট ধাৰণা দিয়াত সহায় কৰিব। এনেদৰে "অৰ্থকষ্ট" আৰু সম্পাদকৰ বাৰ্দ্ধক্যজনিত কাৰণত বছৰত কেতিয়াবা মাথোন এটা সংখ্যা হ'লেও কাকতখন চলি আছিল। বিশেষ সমস্যা একোটাক কেন্দ্ৰ কৰি বিশেষ বিশেষ সময়ত পিছলৈ ডেকা অসমে মাজে মাজে ভুমুকি মৰাৰ কাৰণ হ'ল যে, ৰায়চৌধুৰীয়ে তেওঁৰ অগতানুগতিক ভিন্ন মতক উপযুক্তভাৱে সঁহাৰি জনাব পৰা কাকত-আলোচনী সততে বিচাৰি নাপাইছিল। 'ডেকা অসম'ত প্ৰকাশিত— "বৰপেটাত অসমীয়া মৰিল", "আগতে জাতীয় ঘৰ জাতীয় অস্তিত্ব ৰক্ষা কৰক," "অসমক হিংসা কৰিছে কোনে বেছি (বৃহত্তৰ বঙ্গদেশৰ সপোন)", "বঙ্গ সাম্ৰাজ্য বিস্তাৰত অসম চৰকাৰৰ আত্মসমৰ্পণৰ নমুনা", "দুৰ্নীতিৰে জনকল্যাণ ৰাষ্ট্ৰ গঠনৰ জঘন্য মনোভাব ত্যাগ কৰক", "ট্ৰাইবেলক অসমৰ ভাৰ দিয়ক", "পেটৰ খাদ্যতো সাম্প্ৰদায়িক জঘন্যতা", "অৰ্থহীন হিন্দুৰ কোবাৰি ফটা ৰায়", "অসমীয়াৰ মুখৰ পৰা কাঢ়ি নি ইমিগ্ৰেণ্টক দিয়া", "পাকিস্তানৰ গৰাহত পৰা বৰপেটাৰ আৰ্ত্তনাদ" আদি বাতৰি আৰু মন্তব্যৰ শিৰোনামাসমূহে কোনো ধৰণৰ আঁৰ-বেৰ নোহোৱাকৈ পোনপটীয়াভাৱে সেই সময়ৰ অসমৰ ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ স্বৰূপ উদঙাই দেখুৱাইছিল। কিন্তু কেৱল অসমৰ সমস্যা লৈয়ে তেওঁ সকলো সময়তে ব্যস্ত আছিলে বুলি ভাবিলে ভুল কৰা হ'ব। অসম জাতীয় মহাসভাৰ বাণী সাৰোগত কৰি ডেকা অসমে "কুইট ইণ্ডিয়া, কুইট এচিয়া আৰু কুইট আসাম" ধ্বনি দিছিল। এই সম্পৰ্কত ব্যাখ্যা আগবঢ়াই ডেকা অসমৰ সম্পাদকীয়ত কোৱা হৈছিল— "নিজস্ব মুক্তিৰ লগত বিশ্ব মুক্তিৰ নেৰানেপেৰা ঘনিষ্ঠ সম্বন্ধ। যি মুহূৰ্ত্তত মানুহে নিজস্ব মুক্তিৰ বাবে অধীনতাৰ বিৰুদ্ধে দেহমনৰ সকলো শক্তি প্ৰয়োগ কৰে, সেই মুহূৰ্ত্তত, সি জনাকৈয়ে হওক বা নজনাকৈয়ে হওক, তাৰ দৰে দলিত নিষ্পেষিত মানৱ সমষ্টিৰ মুক্তিৰ সপোনটোও তাৰ আকাংক্ষাত প্ৰতিফলিত হৈ উঠে। সেইবাবে তাৰ নিজস্ব মুক্তি প্ৰয়াসৰ লগতে তাৰ সীমাৰ বাহিৰৰ বন্ধনত আৰ্ত্তনাদ তুলি পৰি থকাখিনিৰ মুক্তিৰ বাবেও সি ওকালতি কৰিবলগীয়াত পৰে। ভাৰতে আজি তাৰ নিজস্ব মুক্তি যুদ্ধত ঘাণ্টকৈ লিপ্ত থাকিও, ইণ্ডোনেছিয়া, ইণ্ডোচীন, ব্ৰহ্মদেশ আদিৰ মুক্তিৰ বাবে সমান জোৰেৰে সুৰ ফুটাই "ভাৰত ত্যাগ"ৰ লগতে "এচিয়া ত্যাগ"ৰ যুদ্ধ গীতটো গোৱাৰ কাৰণো এয়ে। নিজস্ব মুক্তিৰ সুৰত বিশ্ব মুক্তিৰ সুৰটো নুফুটিলে, তেনে মুক্তিৰ আকাংক্ষাতো প্ৰাণহীন স্বাৰ্থপৰতাৰ অঙ্গঘাতী বিদ্ৰুপত পৰি ব্যৰ্থ হয়।[১৫]

অসমীয়া ভাষাত প্ৰকাশিত কাকত-আলোচনীসমূহৰ ভিতৰত নিচেই কমসংখ্যক কাকতেহে সংৰক্ষিণী মতবাদক মুকলিভাৱে সমৰ্থন জনাইছিল। অৱশ্যে অসম আৰু অসমীয়াৰ অস্তিত্বৰ প্ৰশ্নটো পোনপটীয়াকৈ আওকাণ নকৰিলেও এই ক্ষেত্ৰত কিছু পৰিমাণে সাৱধানতা অৱলম্বন কৰিছিল। এই ক্ষেত্ৰত মাথোন শিৱপ্ৰসাদ বৰুৱা প্ৰতিষ্ঠিত আৰু নীলমণি ফুকন সম্পাদিত 'দৈনিক বাতৰি'যেহে মুকলিভাৱে সংৰক্ষিণী নীতি প্ৰচাৰ কৰিছিল। এনে অৱস্থাত অসম দেশ অসমীয়াৰ বাবেহে বুলি ঘোষণা কৰা 'দৈনিক বাতৰি'য়ে 'ডেকা অসম' প্ৰকাশ পোৱাত বিশেষভাৱে আনন্দ প্ৰকাশ কৰিছিল। অৱশ্যে বেণুধৰ শৰ্মা সম্পাদিত 'তৰুণ অসমতো' অসম প্ৰেমৰ নিজস্ব সুৰ এটা ফুটি উঠিছিল। বাগ্মীবৰ নীলমণি ফুকনৰ মতে, "অসম কেশৰী অম্বিকাগিৰীৰ 'চেতনা' আৰু 'ডেকা অসম'ৰ কলেবৰ কিটো আছিল? কিন্তু কলিজাটোৱে কাকতখন জিনি আছিল।" প্ৰকৃতপক্ষে সম্পাদকীয়সমূহেই আছিল কাকত দুখনৰ মূল সম্পদ। ইয়াৰ যোগেদিয়েই ৰায়চৌধুৰীয়ে বৰ্তমান পৃথিৱীত অসমীয়া জাতিৰ নিজৰ স্থিতি আৰু ভৱিষ্যতৰ স্বৰূপ সম্বন্ধে সকীয়াই আছিল। সেই দিশৰ পৰা চালে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত এই লিখনিসমূহক একো একোখন মূল্যবান দলিল হিচাপে অভিহিত কৰিব পাৰি। ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ (চেতনা, ২য় বছৰ ১৯২০ চন), আত্মচেতনাহীনতাৰ পৰিণাম আত্মবিলোপ (ডেকা অসম, ষষ্ঠ বছৰ ১৯৪০ চন) অসমীয়াক কি লাগে আৰু কি নালাগে (ডেকা অসম, ৪ৰ্থ বছৰ ১৯৩৮), জাতীয়তা আৰু মহাজাতীয়তা (ডেকা অসম, ১ম বছৰ ১৯৩৫) আদি লিখনিসমূহত অসমীয়াৰ অস্তিত্ব, নেতৃত্বৰ ব্যৰ্থতা আৰু বৰ্তমান অৱস্থাত তেওঁলোকৰ কৰ্তব্য সম্বন্ধে বিশদ ব্যাখ্যা আগবঢ়োৱা হৈছে। এই প্ৰসঙ্গত বিশ্ব ইতিহাস সম্বন্ধে থকা তেওঁৰ স্পষ্ট ধাৰণাৰ কথাও প্ৰকাশ পাইছে। আন্তৰ্জাতিকতাবাদ সম্বন্ধে থকা সমসাময়িক ধাৰণাক

কঠোৰভাৱে সমালোচনা কৰি তেওঁ প্ৰকাশ কৰিছিল যে আত্মৰক্ষাৰ বাবে প্ৰবল জাতীয়-ভাব লাগে। (ডেকা অসম, ৪ৰ্থ, বছৰ ১৯৩৮ চন)। তেওঁ বিশ্বাস কৰিছিল, "আন্তৰ্জাতিক জীৱনৰ সাফল্যৰ বাবেই জাতীয় জীৱনৰ সম্যক পৰিপুষ্টিৰ প্ৰয়োজন"। ভৱিষ্যৎ ৰাষ্ট্ৰ বা মানৱ তন্ত্ৰ (চেতনা, ২য় বছৰ ১৯২০ চন) শীৰ্ষক লিখনিত আগতীয়াকৈ মহামানৱতন্ত্ৰৰ প্ৰতিষ্ঠাৰ সপোনেৰে তেওঁ এখনি আঁচনি দাঙি ধৰিছিল। মৌলিক চিন্তাৰ অবিহনে এনে ধৰণৰ কল্পনা সকলোৰে বাবে সম্ভৱ নহয়। স্বাধীনতাৰ দুবছৰৰ পূৰ্বে ১৯৪৫ চনত 'ডেকা অসমে' "দলাদলিত মাতৃভূমিৰ সৰ্বনাশ" শীৰ্ষক সম্পাদকীয়ত "অৰ্থহীন নেতৃত্বৰ উৎকট মোহৰ" পৰা আঁতৰি থাকিবলৈ যুৱক-যুৱতীসকলৰ প্ৰতি আগবঢোৱা সাৱধান বাণীৰ প্ৰাসঙ্গিকতা আজিও অটুট হৈ আছে। এই সাৱধান বাণীৰ যোগেদি ছাত্ৰ-ছাত্ৰীসকলক সতৰ্ক কৰি ডেকা অসমে কৈছিল,

— ব্যক্তিগত, শ্ৰেণীগত আৰু সম্প্ৰদায়গত নানা স্বাৰ্থত জড়ীভূত বৰ্ত্তমান পকা নেতাসকলৰ কথা নকওঁ, ভৱিষ্যৎ নেতা আমাৰ ছাত্ৰ-ছাত্ৰীসকলৰো এই দলাদলিৰ অন্ধতাই আমাৰ জাতিৰ, জাতীয় ঘৰৰ সৰ্বনাশ ক্ৰমে ওচৰ চপাই হে আনিছে।

(১) বহিৰাক্ৰমণৰ প্ৰচণ্ডতাই আমাৰ সোণৰ জন্মভূমিৰ চতুঃসীমা ভেদ কৰি মৰ্ম্মস্থলকো অধিকাৰ কৰিলেহি।
(২) অসমীয়াৰ জাতীয় ঘৰৰ পকা খুটাকেটা বহিৰাক্ৰমণৰ আঘাতত হালি পৰিল।
(৩) অসমীয়াৰ জাতীয় ঘৰত তাৰ নিজ ভাষাতকৈ আন ভাষাৰ প্ৰতিপত্তি বেছি হ'ল।
(৪) অসমীয়াৰ বাবে তাৰ নিজ ঘৰত ঠাইৰ নাটনি হ'ল।
(৫) অনা অসমীয়াৰ অসংখ্য বেঙ্ক, ইন্সিযৰেঞ্চ কোম্পানীয়ে অসমীয়াৰ আৰ্থিক ক্ষেত্ৰ ছাটি পেলালে।
(৬) অসমৰ বেহা-বেপাৰ কাম-কাজ, চাকৰি-বাকৰিৰ ক্ষেত্ৰত অসমীয়া চিটিকি পৰিল।
(৭) অসমৰ ভৱিষ্যৎ জাতি গঠনৰ শ্ৰম শিল্পৰ ক্ষেত্ৰবিলাক অনা-অসমীয়াৰ অধিকাৰত পৰিল।
(৮) অসমীয়া জাতি হিন্দু-মুছলমান, বামুণ-অবামুণ, কেওঁট-কলিতা, ট্ৰাইবেল-চিডিউল্ড, আহোম-চুতীয়া, কোঁচ-কাটনী আদিত ছিনিভিন দুৰ্বল হ'ল। অথচ, জাতিটোৰ এই দুৰবস্থাটোলৈ আওকাণ কৰি, নিজ ভৱিষ্যতলৈ চকু জপাই দেশৰ ভৱিষ্যৎ মালিক ছাত্ৰ-ছাত্ৰী দলেও আজি "ইজোম শ্লোগান" গাই কেৱল অৰ্থহীন নেতৃত্বৰ উৎকট মোহত আশাধাৰী। কিন্তু নিজ দেশখন আনে ছাটি পেলালে, নিজ জাতীয় মানুহ কেগণ্ডা ক্ষেত্ৰৰ অভাৱত অস্তিত্ব নোহোৱা হলে, তেওঁলোকে ভৱিষ্যৎ নেতৃত্ব চলাব কাৰ আৰু কিহৰ ওপৰত? মাত্ৰ 'ইজম শ্লোগানে' আনৰ ওপৰত নেতৃত্ব কৰি দিবলৈ এৰি দিবনে? স্থিৰকৈ চিন্তা কৰি অসমীয়া ছাত্ৰ-ছাত্ৰী সমাজে গোট বান্ধি আন সকলো "ইজম" বাদ দি মাত্ৰ "এচামিজম" বা অসমীয়াবাদক মনে-প্ৰাণে সাবটি ধৰক।"

সংবাদ মাধ্যম যে জনসংযোগৰ বলিষ্ঠ মাধ্যম সেই কথা তেওঁ অতি ভালদৰে উপলব্ধি কৰিছিল। সেয়েহে ৰাজ্যখনে সন্মুখীন হোৱা জ্বলন্ত সমস্যাসমূহৰ লগত জনসাধাৰণক পৰিচিত কৰি দিবলৈ সাংবাদিক হিচাপে ৰায়চৌধুৰীয়ে তেওঁৰ সম্পাদনাত প্ৰকাশিত কাকতক সম্পূৰ্ণভাৱে ব্যৱহাৰ কৰিছিল। আনকি গ্ৰুপিঙৰ পৰা অসমখন ৰক্ষা কৰিবলৈ তেওঁ কলিকতাৰ পৰা প্ৰকাশিত বাংলা কাকতৰ সহায় বিচাৰিবলৈও কুণ্ঠা বোধ কৰা নাছিল।[১৬]

সংবাদ-পত্ৰৰ লগত ইয়াৰ পৰিচালকগৰাকীৰ সম্পৰ্ক নিৰ্ণয কৰিবলৈ যাওঁতে এই কথাত সততে গুৰুত্ব দিয়া হয় যে কাকতখনৰ সাধুতা অথবা অসাধুতা ঘাইকৈ নিৰ্ভৰ কৰে ইয়াৰ পৰিচালকজনৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ ওপৰত। এই সত্যতাৰ পটভূমিত অম্বিকাগিৰী ৰায়চৌধুৰীৰ চাৰিত্ৰিক বৈশিষ্ট্য বিশ্লেষণ নকৰাকৈ তেওঁৰ দ্বাৰা সম্পাদিত কাকত আৰু তেওঁৰ সাংবাদিকতাৰ বৈশিষ্ট্যতাৰ বিষয়ে কৰা যিকোনো আলোচনা আধৰুৱা হৈ থাকিব। ৰায়চৌধুৰী আছিল জীৱনযুদ্ধত এজন আপোচবিহীন সংগ্ৰামী। তেওঁৰ সকলো কথা পোনপটীয়া। গোপনীয় বুলি কোনো কথা নাই। কোনো ধৰণৰ ভণ্ডামিক তেওঁ প্ৰশ্ৰয় নিদিয়ে। বাস্তৱিকতে সাধাৰণ অৰ্থত জনপ্ৰিয় হবলৈ যিবোৰ গুণৰ প্ৰয়োজন তেওঁৰ বাবে সেইবোৰৰ অভাৱ ঘটিছিল। ৰাজনৈতিক জীৱনতো তৎকালীনভাৱে যি অভিনয়ৰ প্ৰয়োজন সেয়া তেওঁৰ নাছিল। কিন্তু মাত-কথা আচাৰ-ব্যৱহাৰত বাহিৰত কঠোৰ হলেও তেওঁৰ মনটো আছিল শিশুৰ দৰে কোমল। অতি সহজে ভাবাবেগত উথলি উঠে। ভাৰতীয় সংস্কৃতিয়ে সত্যৰ ওপৰত যুগে যুগে গুৰুত্ব দি আহিছে। অথচ অপ্ৰিয় হ'লে সত্যও প্ৰকাশ কৰিবলৈ নিষেধ কৰিছে। কিন্তু অপ্ৰিয় সত্য প্ৰকাশ কৰাত যেন ৰায়চৌধুৰীৰ তুলনা নাই। তেওঁ নিজেই কৈছে, "মই মোৰ জীৱনত কোনো সময়তে কোনো ক্ষেত্ৰতেই লুকধাককৈ

কোনো চিন্তা আৰু কাম কৰা নাই। সাহিত্যিক, সামাজিক, ৰাজনৈতিক, ৰাজহুৱা, কোনো ক্ষেত্ৰতেই লুকধাককৈ চলাতো অৰ্থাৎ ৰাজহুৱা জীৱনৰ ভিতৰত এটা আৰু বাহিৰত আন এটা বুলি চলিবলৈ মই ভাল নাপাওঁ। লোকৰঞ্জনকাৰিতা বা জনপ্ৰিয়তা অৰ্জন কৰালৈ দৃষ্টি ৰাখি অৰ্থাৎ কোনোবাই মোক ভাল বোলক নাইবা মোক মৰম কৰক বা ঘৃণা কৰক বুলি ভাবি চিন্তা আৰু কৰ্মপ্ৰবাহত চলা ধাতু মোৰ নহয়। মনত যেতিয়া যি ভাবৰ উদয় হয় আৰু আত্মপ্ৰকাশৰ বাবে যিহে উকমুক লগায় তাকেই তেতিয়া, ভাষাৰ কোনো বন্ধনলৈকে ভ্ৰূক্ষেপ নকৰি, নিখুঁতকৈ ৰূপ দিবলৈকে যত্ন কৰো— জনপ্ৰিয়তা বা অপ্ৰিয়তালৈ লক্ষ্য নাৰাখি''।[১৭] প্ৰকৃতপক্ষে অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাংবাদিকতা আছিল যেন তেওঁৰ ব্যক্তিগত চৰিত্ৰৰ ফটোকপি। আধুনিক ৰীতি অনুসৰি সংবাদ-পত্ৰত থাকিব লাগে সৰ্বাধিক পৰিমাণৰ সংবাদ তথ্য আৰু সকলোতকৈ কম থাকিব লাগে মন্তব্য। এই আপ্ত বাক্য মানি চলিলে দেখা যায় যে তেওঁৰ সাংবাদিকতাই সুবিধা পালেই এনে নীতিৰ পৰা ফালৰি কাটি যাবলৈ চেষ্টা কৰিছিল। তেওঁৰ জীৱন নিৰ্বাহৰ দৰেই সাংবাদিকতাও আছিল অগতানুগতিক। প্ৰথমতে প্ৰকাশিত 'চেতনাৰ' ক্ষেত্ৰত এনেধৰণৰ নীতি-নিয়ম কিছু পৰিমাণে মানি চলিলেও 'ডেকা অসম'ৰ ক্ষেত্ৰত তেওঁ বিভিন্ন পৰীক্ষা-নিৰীক্ষা চলোৱা দেখা গৈছিল।

সাংবাদিকে কোনো ক্ষেত্ৰতে সাহিত্যৰ প্ৰতি থকা দায়বদ্ধতাৰ কথা পাহৰি থাকিব নোৱাৰে। এই কথা মনত ৰাখিলে সাম্প্ৰতিক কালত সংবাদ-পত্ৰসমূহ মাথোন কিছুমান বিক্ষিপ্ত সংবাদৰ মাজতে সীমাবদ্ধ হৈ থকাৰ প্ৰশ্ন নুঠে। ইফালে সাংবাদিকৰ কামৰ পৰিধি বৃদ্ধি হোৱাৰ লগে লগে সাহিত্যিক আৰু সাংবাদিকৰ মাজত থকা মৌলিক পাৰ্থক্যও ক্ৰমশঃ হ্ৰাস পাই আহিছে। বৰ্তমান সময়ত সাংবাদিকৰ লিখনিক সকলো সময়তে পঢ়াৰ পিছত পেলনীয়া কাকত বুলি গণ্য কৰিব নোৱাৰি। সাংবাদিকধৰ্মী ৰচনাযো অনেক সময়ত উচ্চ পৰ্যায়ৰ সাহিত্যৰ মৰ্যাদা লাভ কৰি আহিছে। পৃথিৱীৰ দেশে দেশে অনেক সফল সাংবাদিক হৈ পৰিছে প্ৰতিষ্ঠিত সাহিত্যিক। ভাৰতবৰ্ষৰ সাংবাদিকতাৰ ক্ষেত্ৰতো তেনে উদাহৰণ অনেক আছে। অসমীয়া সাংবাদিকতাও ইয়াৰ ব্যতিক্ৰম নহয়। অসমীয়া সাংবাদিকতাৰ বাটকটীয়াসকলো প্ৰতিগৰাকীয়েই অসমীয়া সাহিত্যৰো একো গৰাকী নিষ্ঠাবান সেৱক হোৱাৰ বাবে তেওঁলোকৰ জীৱনত সাহিত্য আৰু সাংবাদিকতা একেলগে আগবাঢ়িছিল। এক কথাত কবলৈ হ'লে সংবাদ-পত্ৰৰ মাজেদিয়েই গৰিষ্ঠসংখ্যক অসমীয়া সাহিত্যিকে প্ৰতিষ্ঠা লাভ কৰিছিল। উদাহৰণস্বৰূপে অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাহিত্যৰ কথাকে উনুকিয়াব পাৰি। তেওঁৰ দ্বাৰা সম্পাদিত 'চেতনা' আৰু 'ডেকা অসম'ৰ প্ৰকাশিত সম্পাদকীয়সমূহেই 'আহুতি' নামৰ গ্ৰন্থত অন্তৰ্ভুক্ত হৈছে। 'আহুতি'ৰ বিষয়বস্তু উচ্চস্তৰৰ সাহিত্য-কৰ্ম হিচাপে স্বীকৃতি দি বিশ্ববিদ্যালয়ৰ সাহিত্য বিষয়ত পাঠ্যপুথি হিচাপে অন্তৰ্ভুক্ত কৰা হৈছে। দৰাচলতে ৰায়চৌধুৰীৰ মাজত সোমাই থকা সাহিত্যিক প্ৰতিভাই তেওঁৰ বলিষ্ঠ সাংবাদিকতাত ভালে পৰিমাণে সহায় কৰিছে। ৰায়চৌধুৰী সম্পাদিত চেতনাতে ৰজনীকান্ত বৰদলৈৰ প্ৰখ্যাত বুৰঞ্জীমূলক উপন্যাস 'দন্দুৱাদ্ৰোহ' ছোৱাছোৱাকৈ প্ৰকাশ পাইছিল।

অৰুনোদইৰ পৰা অসমীয়া সংবাদ-পত্ৰ ভাষাৰ উপযুক্ত ব্যৱহাৰ লৈ অনেক বাদানুবাদৰ সৃষ্টি হৈছে। আসাম নিউচ (১৮৮২-১৮৮৫), আসাম বন্ধু (১৮৮৫-১৮৮৬), আসাম বন্তি (১৯০০-১৯৪৪), উষা (১৯০৭-১৯১৫), বাঁহী (১৯০৯-১৯৪৫), আসাম বান্ধব (১৯১০-১৯১৯), অসমীয়া (১৯১৮-১৯৫৮), বাতৰি (১৯৩০-১৯৩৬), তৰুণ অসম (১৯৩৯-১৯৪২) আদি কাকতে নিজস্ব আৰ্হিৰ ভাষা এটা প্ৰবৰ্তন কৰিবলৈ চেষ্টা কৰিছিল। তাৰবাবে সময়ে সময়ে উত্তপ্ত বাক-বিতণ্ডাৰো সৃষ্টি হৈছিল। কিন্তু সাংবাদিকতাত ভাষা সম্বন্ধে ৰায়চৌধুৰীৰ কোনো ধৰণৰ গোড়ামি নাছিল। ইয়াক মাথোন ভাব প্ৰকাশৰ মাধ্যম হিচাপেহে গণ্য কৰা হৈছিল। আন আন দিশলৈ তেওঁ বিশেষ সজাগ নাছিল। যদিও তেওঁৰ লিখনিত যথেষ্ট পৰিমাণৰ কামৰূপী শব্দ ব্যৱহৃত হৈছিল কিন্তু এই লৈ তেওঁ কোনো ধৰণৰ নিজস্ব ৰীতি এটা প্ৰবৰ্তন কৰিবলৈ কৰা চেষ্টা চকুত নপৰে। এনেধৰণৰ কঠোৰতা তেওঁ সমৰ্থন কৰা নাছিল বাবেই 'আসাম বান্ধব'ৰ লগত সংশ্ৰৱ ত্যাগ কৰিছিল। অৱশ্যে মাজে সময়ে তেওঁ ব্যৱহাৰ কৰা অগতানুগতিকভাৱে ভাষাই আমোদৰো খোৰাক যোগাইছিল।[১৮]

অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্মলগ্নৰে পৰা দেশখনৰ ইতিহাস যেন তেওঁৰ জীৱনৰ লগত সাঙোৰ খাই আছে। তেওঁৰ জন্মৰ বছৰটোতে জাতীয়তাবাদী চিন্তাধাৰাৰ প্ৰতীকস্বৰূপ সাংগঠনিক ৰূপত ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম হয়। ভৰ যৌৱনত ভৰি দিওঁতেই সমগ্ৰ ভাৰত কঁপাই তোলা বঙ্গভঙ্গ অথবা স্বদেশী আন্দোলনে তেওঁক দেশমাতৃৰ সেৱাত জীৱন উচৰ্গা কৰা সন্ত্ৰাসবাদী মুক্তিযোদ্ধালৈ ৰূপান্তৰিত কৰিছিল। সন্ত্ৰাসবাদ ত্যাগ কৰি অসমীয়া সাংবাদিকতাৰ সংগ্ৰামী ধাৰাটোৰ নেতৃত্ব

দিবলৈ 'চেতনা' প্ৰকাশৰ সময়তে মহাত্মা গান্ধীৰ নেতৃত্বত সমগ্ৰ দেশ জুৰি আৰম্ভ হোৱা অহিংস অসহযোগ আন্দোলনত জপিয়াই পৰি তেওঁ কাৰাবাস খাটিছিল। ১৯২৬ চনত মহাভাৰতীয় সংস্কৃতিৰ প্ৰতিনিধিসকলক পাণ্ডু কংগ্ৰেছত উদাত্ত কণ্ঠেৰে আদৰণি জনোৱাৰ বছৰটোতে অসমীয়া আঞ্চলিকতাবাদৰ বীজ ৰোপণ কৰি তেওঁ সংৰক্ষিণী সভা প্ৰতিষ্ঠা কৰিছিল। ১৯৩৫ চনত ভাৰত শাসন আইনৰ প্ৰবৰ্তনে প্ৰাদেশিক স্বায়ত্ত শাসন প্ৰতিষ্ঠাৰ যোগেদি ভাৰতবৰ্ষক স্বাধীনতাৰ পথত আৰু এখোজ আগুৱাই নিয়াৰ বছৰটোতে, তেওঁৰ সাংবাদিকতাৰ পূৰ্ঠ চিন্তাৰে সংৰক্ষিণী সভাৰ মুখপত্ৰ 'ডেকা অসম'ৰ জন্ম দি অসমীয়া জাতীয়তাবাদৰ ধ্বজা উৰুৱাইছিল। আশ্চৰ্যকৰভাৱে তেওঁৰ জন্ম শতবাৰ্ষিকীৰ সামৰণিৰ বছৰটোতে, অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনজোৰা সপোনে যেন বাস্তৱত ৰূপ লৈ প্ৰকৃতাৰ্থত অসমীয়াৰ প্ৰতিনিধি বুলি দাবী কৰা, আঞ্চলিক ৰাজনৈতিক দলে অসমত শাসনভাৰ গ্ৰহণ কৰিছিল। 'অসমখন গ'ল' বুলি ওৰেটো জীৱন ধৰি ঘৰে-বাহিৰে, বাটে-ঘাটে, হাটে-বজাৰে, অসমীয়া ৰাইজক বিশেষকৈ ডেকাসকলক তেওঁ তিৰস্কাৰ কৰি ফুৰিছিল। যাৰ বাবে তেওঁ অনেকৰ অপ্ৰিয় আৰু উপহাসৰ পাত্ৰ হৈছিল। তেওঁ দাঙি ধৰা ৰাজনৈতিক মতবাদৰ বাবে কোনোৱে উগ্ৰ জাতীয়তাবাদী, সংকীৰ্ণ দেশপ্ৰেমিক, কোনোৱে অসমৰ হিটলাৰ, কোনোৱে আকৌ বঙাল খেদা আন্দোলনৰ নেতা বুলি উপলুঙা কৰিছিল। অৱশ্যে পিছলৈ তেওঁৰ নিভাঁজ দেশপ্ৰেমৰ সত্য উপলব্ধি কৰি অনেকে আক্ষেপ প্ৰকাশো কৰিছিল। প্ৰথম অৱস্থাত তেওঁৰ জীৱন দৰ্শনত সঁহাৰি দিব নোখোজা এগৰাকী অসমীয়া ডেকা বুদ্ধিজীৱীয়ে এই প্ৰসংগত লাভ কৰা অভিজ্ঞতাৰ কথা বৰ্ণনা কৰি কৈছিল, "সেইদিনা যেন মোৰ মাজত সমগ্ৰ অসমীয়া জাতিটোৰ মুখামুখি হৈ থিয় দিছিল। স্বদেশ আৰু স্বজাতিৰ কাৰণে তেওঁ সমস্ত জীৱন যি অপৰিমেয় বেদনা বহন কৰি লৈ ফুৰিছিল তাকে তেওঁ মোৰ আগত ঢালি দিব খুজিছিল, আৰু অসমীয়া জাতিয়ে তেওঁৰ কথালৈ কৰ্ণপাত নকৰি মুখ ঘূৰাই নিয়াৰ দৰে, ময়ো অক্ষমণীয় মূৰ্খতাবশতঃ তেওঁক অৱজ্ঞা কৰি আঁতৰি গৈছিলো। এই পাপৰ প্ৰায়শ্চিত্ত আমি সকলোৱে এদিনা কৰিবই লাগিব।"[১১] চীনত জাতীয়তাবাদী ভাবধাৰাৰ প্ৰাণ প্ৰতিষ্ঠা কৰা ডাঃ চান ইয়েট চেনৰ সম্বন্ধে কোৱা হয় যে জীৱিত চানতকৈ মৃত চান ইয়েট চেন অধিক শক্তিশালী। জাতীয়তাবাদী আন্দোলনৰ ফলশ্ৰুতি হিচাপে ১৯১১ চনত চীন দেশত ৰাজতন্ত্ৰৰ পতন ঘটি জাতীয়তাবাদী গণৰাজ্য এখন গঠন হৈছিল যদিও চীনা জনসাধাৰণে তেওঁৰ নীতি আৰু আদৰ্শ ভালদৰে বুজিব পৰা নাছিল। ফলত জাতীয়তাবাদী চীনদেশত দেখা দিলে অনৈক্য, গৃহযুদ্ধ আৰু সীমাহীন বেমেজালি। বাস্তৱিকতে চান ইয়েট চেনৰ মৃত্যুৰ পিছতহে চীনা জনসাধাৰণে তেওঁৰ নীতি-আদৰ্শ আৰু জাতীয়তাবাদী ঐক্যৰ প্ৰয়োজনীয়তাৰ কথা উপলব্ধি কৰিব পাৰিলে আৰু এনে উপলব্ধিৰ মাজতে চীন দেশত জাতীয় ঐক্য প্ৰতিষ্ঠাৰ কাম সম্ভৱ হৈ পৰিছিল। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ভাৰতৰ বুকুত প্ৰতিষ্ঠা কৰিবলৈ বিচৰা অসমীয়া জাতীয়তাবাদৰ লগত পোনপটীয়াভাৱে হয়তো এই ঘটনাক তুলনা কৰিব নোৱাৰি। কিন্তু এটা ক্ষেত্ৰত দুয়োটাৰ মাজত বিশেষ মিল আছে। সেইটো হৈছে জীৱিত কালত ৰায়চৌধুৰীৰ ৰাজনৈতিক দৰ্শন অথবা সংৰক্ষিণী নীতিয়ে বিশেষ সঁহাৰি নেপালে। এমুঠিমান দৃঢ়মনা অসমপ্ৰেমীৰ মাজতে তেওঁৰ নীতি আৰু আদৰ্শ সীমাবদ্ধ হৈ থাকিল। কিয়নো সেই সময়ত পৰাধীনতাৰ শিকলি খোল খোৱাৰ সপোনত বিভোৰ হৈ থকা অসমীয়া ৰাইজে তেওঁৰ সাৱধান বাণীলৈ কৰ্ণপাত কৰা নাছিল। স্বাধীনতাৰ ৰ'দ-কাচলিত বহি নৱলব্ধ মুক্তিৰ উম লোৱাৰ সময়তো, অসমীয়া ৰাইজে সৰ্বভাৰতীয় দৃষ্টিভঙ্গীৰে ৰাজ্যখনৰ সমস্যাসমূহ অনুধাৱন কৰিবলৈ চেষ্টা কৰাত, বহিৰাগতৰ হেঁচাত অসমৰ সংস্কৃতি আৰু অৰ্থনীতি বিপৰ্যস্ত হোৱাৰ আশঙ্কাকো অমূলক বুলি নাকচ কৰিছিল। কিন্তু ঘটনাক্ৰমে সৰ্বভাৰতীয় নেতৃত্বৰ অৱহেলা, ৰাজ্যখনৰ সমস্যাসমূহ সমাধানৰ বাবে প্ৰয়োজনীয় তৎপৰতাৰ অভাৱ, চুবুৰীয়া ৰাষ্ট্ৰত দেখা দিয়া অশান্ত পৰিস্থিতিত যি মুহূৰ্ততে ভৱিষ্যদ্ৰষ্টা হিচাপে ৰায়চৌধুৰীৰ সন্দেহ আৰু শঙ্কা সত্যত পৰিণত হৈ পৰিল, আৰু সেই মুহূৰ্ততে অম্বিকাগিৰীৰ মহাভাৰতীয় সংস্কৃতিৰ প্ৰধান অংশ ৰূপে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা চলোৱা অসমীয়া জাতীয়তাবাদৰ প্ৰাসঙ্গিকতায়ো নতুন ৰূপত সাৰ পাই উঠিল। সুপ্ত অসমীয়া ৰাইজক নিজৰ অধিকাৰ সম্বন্ধে সচেতন কৰিবলৈ ব্যাকুল হৈ কৰা, তেওঁৰ জীৱনজোৰা সাধনাই অৱশেষত সাফল্যৰ মুখ দেখিলে। অসমীয়া সাংবাদিকতাৰ বুৰঞ্জীত এই সত্যই ৰায়চৌধুৰীৰ স্থান নিৰূপণ কৰিব। এই ক্ষেত্ৰত 'চেতনা' আৰু 'ডেকা অসম'ক অসমীয়া জাতীয়তাবাদী ধ্যান-ধাৰণাৰ দুটা মাইলৰ খুটিৰূপে গণ্য কৰিব পাৰি। সত্তৰ দশকৰ সামৰণিৰ পৰা ভালেমান অসমীয়া কাকতে 'চেতনা' আৰু 'ডেকা অসম'ৰ নীতিক পোনপটীয়াভাৱে অনুসৰণ কৰাত লাগিল।

উনবিংশ শতিকাৰ প্ৰথম ভাগত এগৰাকী বিতৰ্কিত ৰাজনীতিজ্ঞই ইউৰোপৰ ৰাজনীতিত ব্যাপক প্ৰভাৱ বিস্তাৰ কৰিছিল। কিন্তু শেহত ব্যৰ্থতাৰ মাজেদি এই কথা প্ৰতীয়মান হৈছিল যে প্ৰকৃতপক্ষে এক ভাগৰুৱা ভীৰু প্ৰজন্মৰ বাবেহে তেওঁৰ নেতৃত্ব আৱশ্যক। যি কাৰণত তেওঁ আক্ষেপ কৰি কৈছিল যে পৃথিৱীলৈ হয় তেওঁ সোনকালে আহিল নহয় তেওঁৰ অহাত অধিক পলম ঘটিল। ইতিহাসৰ পুনৰাবৃত্তি ঘটে। অসমৰ ক্ষুদ্ৰ পৰিসৰত অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনতো ভিন্ন ৰূপত সেই কথাৰে পুনৰাবৃত্তি ঘটিল। বাস্তৱিকতে অসমৰ ৰাজনৈতিক তথা সামাজিক ক্ষেত্ৰত তেওঁৰ উপস্থিতি যেন কিছু আগতীয়া হ'ল। সেই কথা তেওঁ নিজেও হয়তো বুজি পাইছিল। যি কাৰণত প্ৰয়োজনীয় সঁহাৰিৰ অভাৱত ১৯২৭ চনত 'চেতনা' কাকতখন বন্ধ হৈ যোৱাত ইয়াৰ 'ৰাজনৈতিক মত আৰু সামাজিক মত অগ্ৰগামী হোৱা' বুলি তেওঁ আক্ষেপ কৰিছিল।

**প্ৰসঙ্গ ঃ**


১। তাৰাপদ পাল— ভাৰতেৰ সংবাদপত্ৰ (সাহিত্য সদন, কলিকাতা, ১৯৭২) পৃষ্ঠা ১৪০ ১৪৮
২। সত্যেন্দ্ৰনাথ শৰ্মা (সম্পাদিত)— অম্বিকাগিৰী ৰায়চৌধুৰীৰ ৰচনাৱলী (অসম প্ৰকাশন পৰিষদ ১৯৮৬) পৃষ্ঠা ৬৫৯
৩। ঐ — পৃষ্ঠা ৬৬৯
৪। শৰৎচন্দ্ৰ গোস্বামী অসম সাহিত্য সভা পত্ৰিকা (নতুন প্ৰকাশ, ২য়-৩য় সংখ্যা ১৮৭৪ শক)
৫। আসাম বান্ধৱ— ৯ম বছৰ, ১২শ সংখ্যা (মে ১৯১৯ চন)
৬। ৰচনাৱলী— পৃষ্ঠা ৬৮৭
৭। ঐ — পৃষ্ঠা ৭২৯
৮। অম্বিকাগিৰী ৰায়চৌধুৰী (সংকলন) অসম প্ৰকাশন পৰিষদ (১৯৮৬) পৃষ্ঠা ১৪৬
৯। ৰচনাৱলী— পৃষ্ঠা ৭০৮-৭০৯
১০। ঐ — পৃষ্ঠা ৭১১
১১। চেতনা— ৭ম বছৰ, ১২ সংখ্যা
১২। Report on the Administration of the Province of Assam, for the year 1935-1936 (Shillong 1936)
১৩। ৰচনাৱলী— পৃষ্ঠা ০ ১১
১৪। অম্বিকাগিৰী— পৃষ্ঠা ১৮৫
১৫। ৰচনাৱলী— পৃষ্ঠা ৬১৪
১৬। অম্বিকাগিৰী— পৃষ্ঠা ৬৩-৬৪
১৭। ৰচনাৱলী— পৃষ্ঠা ৭৪৯
১৮। অম্বিকাগিৰী— পৃষ্ঠা ১৪৮
১৯। ঐ — পৃষ্ঠা ১০৯

# ৰামধেনুৰ অৱদান

ডঃ আনন্দ বৰমূদৈ

'ৰামধেনু' আলোচনীক কেন্দ্ৰ কৰি অসমীয়া সাহিত্যত গঢ় লোৱা আধুনিকতাবাদৰ কথা ক'বলৈ গ'লেই অনেক প্ৰশ্নই একে সময়তে জুমুৰি দি ধৰে ঃ আধুনিকতাবাদ কি? 'ৰামধেনু'ৰ সকলো লিখকেই আধুনিকতাবাদী আছিলনে? আধুনিকতাবাদী চিন্তা-চেতনা অসমৰ মাটি- পানী আৰু জন-জীৱনৰ অভিজ্ঞতালব্ধ আছিল নে আমদানিকৃত? 'ৰামধেনু'ৰ লিখকসকলে আধুনিকতাবাদৰ একেটা ধাৰাতে থাকি লিখিছিলনে? লিখকসকল জীৱন- দৰ্শনৰ ফালৰ পৰা একেটা গোটৰে আছিলনে? অসম প্ৰসংগত 'আধুনিকতাবাদ' শব্দটোৰে অৰ্থ বিভিন্ন গোটে বিভিন্ন ধৰণেৰে কৰিছিল নেকি? কি কাৰণত 'ৰামধেনু'ৰ লিখকসকলে ৰমন্যাসিকসকলৰ সাহিত্য-চিন্তা আৰু শৈলীৰ পৰা আঁতৰি আহিছিল? ইত্যাদি।

সাহিত্য জগতত 'আধুনিকতাবাদ' শব্দটোৰ অৰ্থ আৰু তাৎপৰ্য বৰ বিশাল! কুৰি শতিকাৰ আৰম্ভণিৰ কেইটামান দশক আৰু বিশেষকৈ প্ৰথম মহাসমৰৰ পিছৰ যুগৰ সাহিত্যৰ আৰু তাৰ লগতে আন কলাৰো বিষয়, নিৰ্মাণ কৌশল, ধাৰণা, আংগিক আদি নিৰ্দিষ্ট বৈশিষ্ট্যক চিহ্নিত কৰিবলৈ এই শব্দটোক অথবা পৰিভাষাটোক ব্যৱহাৰ কৰোতে ইয়াৰ নিৰ্দিষ্ট তাৎপৰ্যৰ কিছু ইফাল-সিফাল হ'লেও সমালোচকসকল এই ক্ষেত্ৰত একমত যে ই পশ্চিমীয়া কলা-সংস্কৃতিৰ পৰম্পৰাগত ভেটিটোৰ পৰা সচেতনভাৱে আৰু বৈপ্লৱিক ধৰণেৰে আঁতৰি অহাৰ কথাকে বুজায়। আধুনিকতাবাদৰ অগ্ৰণী বুদ্ধিজীৱীসকলে এই ক্ষেত্ৰত পৰম্পৰাগতভাৱে সমাজৰ অনুষ্ঠান, প্ৰতিষ্ঠান আদিৰ ধৰণী ধৰি থকা ধৰ্মীয় বিশ্বাস, নৈতিক প্ৰমূল্য আৰু মানুহৰ সত্তা সম্পৰ্কীয় ধাৰণা আদিকে প্ৰশ্ন কৰিলে। এই বুদ্ধিজীৱীসকলৰ ভিতৰত ঘাইকৈ ফ্ৰেডেৰিক নীৎছে, কাৰ্ল মাৰ্ক্স, চিগমাণ্ড ফ্ৰয়ড আৰু জেইমচ জি. ফ্ৰেজাৰৰ নাম ল'ব পাৰি।

প্ৰথম মহাসমৰৰ পিছৰ পৰাই যুৰোপীয় সাহিত্য জগতলৈ দ্ৰুতগতিত পৰিৱৰ্তন আহিছিল। ১৯২২ চনটোক আধুনিকতাবাদৰ শীৰ্ষবিন্দুৰ বছৰ বুলি ক'ব পাৰি। সেই বছৰতে আধুনিকতাবাদৰ কীৰ্তিস্তম্ভস্বৰূপ জেইমচ জইছৰ য়ুলিচিছ, এলিয়টৰ দা ৱেইষ্ট লাণ্ড, ভাৰ্জিনিয়া উলফ্ৰ জেকবজ ৰুম আৰু ভালেমান পৰীক্ষামূলক আধুনিকতাবাদী কিতাপ প্ৰকাশিত হয়। মহাসমৰে জনজীৱনলৈ কঢ়িয়াই অনা আকাশলংঘা ধ্বংস আৰু দুৰ্যোগে পশ্চিমীয়া সভ্যতাৰ ওপৰত মানুহৰ আস্থা আৰু বিশ্বাসক ধ্বংস কৰিলে। শিল্প-সাহিত্যৰ পৰম্পৰাগত ৰূপ আৰু শৈলীত যুদ্ধোত্তৰ যুগৰ কৰ্কশ আৰু নিৰ্মম বাস্তৱক প্ৰকাশ কৰিব পৰা হ'বনে নহয় তাক লৈ শিল্পী-সাহিত্যিকৰ সন্দেহ উপজিল।

যুদ্ধোত্তৰ যুৰোপৰ সামাজিক পৰিস্থিতি অসমত উপস্থিত নাছিল। ভাৰতবৰ্ষৰ পৰিস্থিতি এফালৰ পৰা চাবলৈ গ'লে সম্পূৰ্ণ বিপৰীতহে আছিল। দেশে স্বাধীনতা অৰ্জন কৰাৰ লগে লগে জনগণৰ মনত নতুন আশাই পোখা মেলিছিল আৰু ভাবিছিল নেতাসকলে তেওঁলোকৰ কৌটিকলীয়া দুখ গুচাই মুখত হাঁহি ফুল ফুলাব। পঞ্চাশৰ দশক ভাৰতবৰ্ষত নৱলব্ধ স্বাধীনতাৰ দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে নৈৰাশ্য, ক্লান্তিবোধ, অনাস্থা আদিৰ দশক নহয়; নতুন উৎসাহ আৰু উদ্দীপনাৰ দশকহে। স্বাধীন ভাৰতৰ নেতৃবৃন্দৰ সংকীৰ্ণতা, ভণ্ডামি আৰু নেতৃত্বৰ বিফলতাত জ্যোতিপ্ৰসাদৰ দৰে শিল্পীয়েও গভীৰ ক্ৰোধত ১৯৪৮ চনত ভণ্ড নেতাক সাৱধান কৰি দি কবিতা লিখিছিল। কিন্তু ৰাজনৈতিক নেতৃত্বৰ ভণ্ডামিয়ে সৃষ্টি কৰা মোহভংগ আৰু নৈৰাশ্যৰ স্বৰূপ আধুনিকতাবাদীৰ নৈৰাশ্যৰ লগত একে নহয়। জ্যোতিপ্ৰসাদে জনগণৰ শক্তিৰ ওপৰত গভীৰ আস্থা ৰাখি কৈছিল : "তই যাক ভাব মূৰ্খ জনতা, মূঢ় জনতা, ৰূঢ় জনতা বুলি/সেই জনতা আজি প্ৰবুদ্ধ হ'ল।"

অসমীয়া সাহিত্যত আধুনিকতাবাদ আৰু 'ৰামধেনু'ৰ লিখকসকলৰ ভিতৰত অগ্ৰণী লিখক হেম বৰুৱাৰ কবিতা আলোচনা প্ৰসংগত ডঃ হীৰেন গোহাঁইদেৱে এটা গুৰুত্বপূৰ্ণ মন্তব্য কৰিছে ঃ "....গতি পৰিবৰ্তনৰ সময়ত অসমীয়া কবিতাই মননশীল এলিয়টী ভংগীক আৰ্হি হিচাপে লোৱাটো দুৰ্ভাগ্যজনক ঘটনা আছিল; আৰু এই সিদ্ধান্তত হেম বৰুৱাৰ নেতৃত্ব আৰু প্ৰভাৱ আছিল বিশেষ কাৰ্যকৰী। সন্দেহ নাই যে স্বাধীনতাৰ পিছত শিক্ষিত অসমীয়া মধ্যবিত্তই অসমৰ জনগণৰ আশা-আকাংক্ষাৰ নেতৃত্ব দিবলৈ এৰি সুবিধাভোগী শ্ৰেণীগত স্বাৰ্থৰ নিৰাপত্তাৰ ওপৰত বেছি জোৰ দিবলৈ ধৰিলে। সেয়ে তেওঁলোকৰ কবিতাতো আত্মকেন্দ্ৰিক, অন্তৰ্মুখী আৰু বিদগ্ধ সুৰ এটা বাজি উঠিল। এই মানাসিকতাৰ মাপকাঠিত জনগণৰ দাবীসমূহ স্থূলস্থূলীয়া ৰাজনীতি যেন লগাটো আছিল স্বাভাৱিক। অতি আচৰিত কথা আছিল এয়ে যে কবিতাৰ আংগিকৰ এই সুঁতি পৰিবৰ্তনত নেতৃত্ব দিছিল জনগণৰ আপোন মানুহ হেম বৰুৱাই। পাব্ল' নেৰুডা আদিৰ আৰ্হি তেওঁ কিয় নল'লে সি এটা সংগত প্ৰশ্ন।" (বিশ্বায়তন, পৃঃ ৫৫-৫৬)

'ৰামধেনু'ৰ কবিতাৰ ক্ষেত্ৰত ডঃ গোহাঁয়ে উল্লেখ কৰা আত্মকেন্দ্ৰিক, অন্তৰ্মুখী আৰু বিদগ্ধ সুৰটোৱে কবিতাক পাঠকৰ পৰা যিমান দূৰলৈ আঁতৰাই নিলে সেই দূৰত্ব সাম্প্ৰতিক কালৰ কবিয়েহে কমাইছে বুলি ক'ব লাগিব। অসমীয়া ৰমন্যাসিক কবিসকলৰ জনপ্ৰিয়তা আধুনিকতাবাদী 'ৰামধেনু'ৰ কবিসকলে লাভ কৰিছিল বুলি ক'ব নোৱাৰি। সাধাৰণ পাঠকৰ কথা বাদেই, ৰামধেনু যুগতে গল্প লিখি প্ৰতিষ্ঠা লাভ কৰা আগশাৰীৰ লিখকেও কবিতাৰ আধুনিকতাবাদক সম্পূৰ্ণ সমৰ্থন জনাব পৰা নাছিল আৰু আধুনিকতাবাদী কবিতাৰ দুৰ্বোধ্যতাক সঁচা বুলি ভাবিছিল। ইয়াৰ কাৰণ সমাজ বাস্তৱত কোনো ভিত্তি নথকাকৈয়ে 'ৰামধেনু'ৰ আধুনিকতাবাদী সাহিত্যত আৰু বিশেষকৈ কবিতাত, যুৰোপীয় সাহিত্যৰ আৰ্হিত কিছুমান লক্ষণ ফুটি উঠিল। ঈশ্বৰ, ধৰ্ম, প্ৰেম, সৌন্দৰ্য আদিৰ প্ৰতি আধুনিকতাবাদী অসমীয়া লিখক সন্দিহান হৈ পৰিল। লিখকসকলে দেহাতীত প্ৰেমৰ ঠাইত প্ৰেমৰ লগত দেহজ সম্পৰ্কক প্ৰত্যক্ষ কৰিলে। হেম বৰুৱাৰ কবিতাৰ বিষয়ে এই প্ৰসংগত ডঃ কবীন ফুকনে কৰা এটা উক্তি উল্লেখ কৰিব পাৰি ঃ "....নাৰী সান্নিধ্যৰ শিহৰণ হেম বৰুৱাৰ কবিতাত সবাতোকৈ প্ৰাথমিক শিহৰণ; তেওঁৰ কবিতাত আন সকলো অভিজ্ঞতাৰ স্বৰূপ নিৰ্ণয়ৰ কাৰণে বিভিন্ন নাৰী মূৰ্তিৰ বিশেষ বিশেষ প্ৰকৃতি একোটা জোখ।" (কবিতাৰ জুতি বিচাৰি, পৃঃ ৬৭)

'ৰামধেনু'ৰ কবিসকলৰ অগ্ৰণীসকলে সচেতনভাৱে পৃথিবীৰ বিভিন্ন দেশৰ কাব্য পৰম্পৰা আৰু ঐতিহ্যৰ পৰা সমল আহৰণ কৰিছিল। ফৰাছী প্ৰতীকবাদ, ইংগ মাৰ্কিন চিত্ৰকল্পবাদ, ফ্ৰয়ডীয় মনোবিশ্লেষণ, অবচেতন মনৰ চিন্তাৰ অসংলগ্নতা, মৃত্যু-চেতনা, মাৰ্ক্সীয় চিন্তা, চাৰৰিয়েলিজম্, নৈৰাজ্যবাদ, অস্তিত্ববাদ, নাৰীবাদ আদি বিভিন্ন চিন্তা আধুনিকতাবাদী সাহিত্যলৈ সোমাই আহিল। ইংৰাজ, ফৰাছী, স্পেনীয়, মাৰ্কিন, চীনা-জাপানী আদি কবিৰ প্ৰভাৱ অসমীয়া কবিৰ ওপৰত ঘাইকৈ ইংৰাজী ভাষাৰ মাধ্যমেদি পৰিবলৈ ধৰিলে। 'ৰামধেনু'ত সেই বাবে নতুন সৃষ্টিশীল ৰচনাৰ লগতে অনুবাদৰ ভূমিকাও মন কৰিবলগীয়া। এলিয়ট, য়েটচ্, এজৰা পাউণ্ড, ডিলান টমাচ, ডব্লিও এইচ অওডেন, হুইটমেন, মালাৰ্মে, বডেলায়াৰ, ৰাঁবো, গাৰ্চিয়া লৰ্কা, মায়াকভ্স্কি, নেৰুডা, নাজিম হিকমত, খলিল জিব্ৰান আদিৰ পৰা নানা প্ৰভাৱ অসমীয়া কবিৰ ওপৰত পৰিল। কবিতাৰ নিৰ্মাণ কৌশল আৰু আংগিকৰ ক্ষেত্ৰত 'ৰামধেনু'ৰ অগ্ৰণী কবিসকল ৰমন্যাসিক কবি-প্ৰসিদ্ধিৰ পৰা আঁতৰি আহিল। শব্দ নিৰ্বাচন আৰু সংযোজনত ৰমণ্যাসিকৰ কাব্যিকতা অথবা কাব্যিক পূৰ্বসিদ্ধান্তক (preconceptions) শুচিবায়ুগ্ৰস্ততা বুলি গণ্য কৰি তেওঁলোকে তাক পৰিহাৰ কৰিলে আৰু এক মিশ্ৰিত বাকৰীতিয়ে গঢ় ল'লে।

'ৰামধেনু'ৰ কবিতাক আধুনিকতাবাদী বুলি কোৱা হয় যদিও এই আধুনিকতাবাদৰ মাজত গণমুখী প্ৰগতিশীল আৰু ক্ষীণ ৰমন্যাসিক সুঁতি দুটাও বৈ আছিল। হেম বৰুৱা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, ৰাম গগৈ, নলিনীধৰ ভট্টাচাৰ্য, কেশৱ মহন্ত, অমলেন্দু গুহ, হেমাংগ বিশ্বাস, সদা শইকীয়া, হীৰেন গোহাঁই আদি কবিসকল প্ৰগতিশীল গণমুখী ধাৰাটোৰ কবি। পঞ্চাশৰ দশকৰ 'ৰামধেনু'ৰ যি কোনো এটা সংখ্যাৰ কবিতা পঢ়ি চাই এই বুলি সিদ্ধান্ত কৰিব নোৱাৰি যে সকলো কবিয়েই আধুনিকতাবাদী কবিতা লিখিছে। কিন্তু কবিসকল যে ৰঙা লাইট জ্বলি থকা এটা পুলিচ পইণ্টৰ আলি-দোমোজাত আহি বৈছিলহি তাক অনুমান কৰিব পাৰি। নীলা লাইট জ্বলাৰ পিছতো আটায়ে চাৰিআলি পাৰ হ'বলৈ মন নকৰিলে। আংগিকৰ ক্ষেত্ৰত সৰহভাগ কবিয়ে মিত্ৰাক্ষৰ ছন্দ পৰিহাৰ কৰি মুক্ত ছন্দত কবিতা ৰচনা কৰিছিল যদিও চিন্তা, অনুভূতি, ভাব আৰু জীৱন আৰু জগতৰ প্ৰতি কবি মনৰ সঁহাৰি ৰমন্যাসিক হৈয়ে আছিল। প্ৰায়বিলাক

কবিতাতে ভাব-অনুভূতিৰ গাঁথনি শিথিল আৰু সামাজিক অন্যায়, স্খলন, পতন আদিৰ প্ৰতিবাদ ব্যক্তিগত পৰ্যায়তে আছে।

১১শ বছৰ ১ম সংখ্যা 'ৰামধেনু'ৰ কবিতাকেইটা পঢ়িলে দেখা যায় যে কবিসকলে নগৰীয়া জীৱনৰ মাজত কোনো নতুন সৌন্দৰ্য বা ছন্দ বিচাৰি পোৱা নাই। কবিৰ বাবে নগৰীয়া জীৱনৰ কোলাহল আৰু হুলস্থূল আমনিদায়ক। অসমীয়া মধ্যবিত্ত কবিয়ে গাৱঁৰ লগত প্ৰাণৰ সম্পৰ্ক ছিঙিব পৰা নাই। নগৰীয়া জীৱন-যাত্ৰাক স্বাগতম জনোৱা কবিতা চকুত নপৰে, কবিতাই নগৰীয়া জীৱনৰ কদৰ্য ৰূপটোৰ ওপৰতহে সততে আলোকপাত কৰে। "পুলিচ মেন" কবিতাত ছৈয়দ আব্দুল হেলিমে লিখিছে ঃ "ধূলি আৰু ধূৱলীৰ কুৱলীৰ মাজে মাজে/এয়া ধ্বনি অস্পষ্ট অযুত খোজৰ/হাঁহি আৰু চকুলোৰ ভাষাৰে বাউল হোৱা/এয়া বাট ভৰা চহৰৰ/.. .. ব'লা আমি যাও গুছি ব'লা ঘৰলৈ।" নগৰীয়া জীৱনৰ পৰা আঁতৰি 'জীৱনৰ ৰঙা বেলি শুই নপৰা' ঠাইলৈ গুছি যোৱাৰ হাবিয়াস ৰমন্যাসিক হাবিয়াস। এই সংখ্যাতে ডঃ কবীন ফুকনে "ত্ৰাস, তমসা আৰু মালিন্য"ৰ কবি আখ্যা দিয়া দিনেশ গোস্বামীৰ "নৰকত এৰাতি" প্ৰকাশ পাইছে। কবিৰ কল্পনাত আধুনিক নগৰীয়া জীৱনৰ প্ৰাণশক্তি জৈৱিক আৰু দেহজ কামনাই কাঢ়ি লৈছে; ই অন্ধকাৰময়, বীভৎস। সমাজ-জীৱনৰ বাস্তৱৰ আধাৰত নৰকত এৰাতি অতিৰঞ্জিত বীভৎসতা যেন লাগিব পাৰে, কিন্তু নগৰীয়া জীৱনৰ সেই বীভৎস দিশ অনুপস্থিত নিশ্চয় নহয় ঃ "ক্ৰিমিভোগ্য দুগৰ্ন্ধই কৰিছে আচ্ছন্ন এই নিৰন্ধ্ৰ অন্ধকাৰ"— বুলি কবিতাটো আৰম্ভ হৈছে। সংস্কৃতগন্ধী শব্দৰ অবিৰাম প্ৰয়োগেৰে কবিতাটোত নৰকৰ শ্বাসৰুদ্ধকাৰী পৰিৱেশ সৃষ্টি কৰা হৈছে। একেটা সংখ্যাতে প্ৰকাশ পাইছে সুশীল শৰ্মাৰ এটা সুখপাঠ্য কবিতা "আমাৰ গাওঁ"। কবিতাটো শিশুৰ দৃষ্টিৰে আপোন গাওঁখন চাই কৰা বৰ্ণনা। নগৰীয়া জীৱনৰ ধূলি-মাকতি, হাই-উৰুমি, নিস্তৰংগ জীৱন আৰু কদৰ্যতাৰ বিপৰীতে কবি কল্পনাত গাৱঁৰ জীৱন ছন্দোবদ্ধ, সংহত, নিকা, সবল আৰু অমংগলৰ আক্ৰমণৰ পৰা মুক্ত। গাঁৱৰ জীৱনৰ দৰেই কবিতাটোও ছন্দোবদ্ধ। ধ্বনি ব্যঞ্জনাই বিনন্দচন্দ্ৰ বৰুৱাৰ "গড়গাওঁ" কবিতালৈ মনত পেলায় ঃ "এয়েই চিনাকি বাট, চিনাকি গাৱঁৰ বাট, গছেৰেনে আবেলিৰ ভিৰ/বাঁহবাৰী শাৰী শাৰী, আইত বটৰ লানি, অ'ত ত'ত চিলনিৰ নীড়।" ৰাম গগৈয়ে জীৱনৰ নিৰুত্তাপ মৌনতা অথবা গতিহীন স্থবিৰতা অনুভৱ কৰিলেও এই স্থবিৰতাৰ পৰা মুক্তিৰ প্ৰতিশ্ৰুতিও দেখা পাইছে। এই সংখ্যাৰ "মুক্তি" নামৰ কবিতাত তেওঁ লিখিছে ঃ "ৰাত্ৰি নক্ষত্ৰৰ দৰে/অথবা নক্ষত্ৰাকীৰ্ণ ৰাত্ৰি আকাশৰ দৰে/নিৰুত্তাপ, মৌন, নীৰৱ/...নতুন সূৰ্য জ্বলে মুক্তিৰ চকুৰ আগত..."। দিনেশ গোস্বামীৰ দৰে ৰাম গগৈয়েও সংস্কৃতগন্ধী শব্দ সংযোজনেৰে পৰিৱেশ বা পৰিস্থিতিৰ আয়তন বৃদ্ধি কৰে আৰু আনুভূতিক ছাপ সৃষ্টি কৰে।

১১শ বছৰ দ্বিতীয় সংখ্যাৰ কবিসকল হ'ল হোমেন বৰগোহাঞি, বীৰেণ বৰকটকী, তৰুণ ভৰালী, কুলধৰ গগৈ, সুশীল শৰ্মা আৰু নিত্যানন্দ বড়া। কবিতাকেইটাৰ ভিতৰত হোমেন বৰগোহাঞিৰ "সাতজন বুঢ়া মানুহ" শীৰ্ষক অনুবাদ কবিতাটো বিশেষভাৱে উল্লেখযোগ্য। আধুনিকতাবাদৰ ওপৰত ফৰাছী প্ৰতীকবাদী বডেলায়াৰৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। অনূদিত কবিতাটোৰ শেষৰ স্তৱকটোৱে আধুনিক মানুহৰ বিপন্ন, বিচ্ছিন্ন আৰু অসহায় পৰিস্থিতিটোক প্ৰকট কৰিছে ঃ "বুদ্ধিৰ বিফল চেষ্টা বালিগড়া পাৰ হোৱা উত্তাল নদীৰ/ঘূৰি আহে বাৰে বাৰে ধুমুহাত প্ৰতিহত হৈ/আৰু মোৰ আত্মা, সি যে ছিন্ন পাল বিধ্বস্ত জাহাজ/উপকূলহীন এক ভয়ংকৰ ৰুদ্ৰ সমুদ্ৰত।" তৰুণ ভৰালীয়ে "কালাপাহাৰ-৫৮"ত 'মৃত্যুৰ ভীৰ', 'ভীত নগৰী', 'অসুস্থ নাড়ী' আদি শব্দ সংযোজনৰ লগতে হাতুৰী, কোৰ, ট্ৰাক, ইস্পাত, বোমা আদি শব্দচয়নেৰে কবিতাক আধুনিকতাৰ কাষ চপাই আনিছে। কুলধৰ গগৈয়ে "স্নেপ শ্বট"ত পাঁচখন চিত্ৰকল্প আঁকি সচেতনভাৱে আধুনিকতাবাদৰ আন এক লক্ষণ কবিতাত ফুটাই তুলিছে। নিত্যানন্দ বড়াই বৰ্ষাৰ বৰ্ণনাত ইন্দ্ৰিয় সান-মিহলি কৌশলৰ প্ৰযোগ কৰিছে।

১১শ বছৰ ৩য় সংখ্যা 'ৰামধেনু'ত প্ৰকাশিত কবিতাৰ সংখ্যা পূৰ্বৰ সংখ্যাতকৈ বৃদ্ধি পাইছে। দেৱকান্ত বৰুৱাৰ "এটি প্ৰাৰ্থনা" কবিতাত তেল নোহোৱা বিশ্বাস প্ৰদীপৰ শলিতা নুমাই যোৱাৰ সংবাদ আছে। ধৰ্ম, ঈশ্বৰ, নাৰী প্ৰেম আদিয়ে মানুহৰ আত্মাক যোগাব পৰা শক্তি নিঃশেষ হৈ অহাৰ কথা কবিয়ে অনুভৱ কৰিছে ঃ "হে অমিতাভ! নিৰুপায়/নিৰুপায় ধৰ্ম-সংঘ, নিৰুপায়"। বিশ্বাসৰ সৰোবৰ শুকাই গৈ ঈশ্বৰ অক্ষম হোৱা বুলি অনুভৱ কৰি নীলমণি ফুকনে লিখিলে "এটা মোক আজি ঈশ্বৰ লাগে"। নিৰ্মলপ্ৰভা বৰদলৈয়ে নগৰীয়া বন্ধুক সুধিছে কথা এটা শুনিবৰ বাবে তেওঁৰ অকণমান আজৰি সঁচাকৈয়ে ওলাব নে নোলায়। 'ৰামধেনু'ৰ অনুবাদ সাহিত্য কেৱল বিদেশী সাহিত্যৰ অনুবাদতে সীমাবদ্ধ নাছিল। এই সংখ্যাত সুজয়ানন্দ ভিক্ষুৱে খামতী বনগীত এটা অসমীয়ালৈ অনুবাদ কৰিছে। প্ৰতীক পট্টম আৰু

মহেন্দ্ৰ বৰঠাকুৰে আবৰ লোকগীত এটাও সংগ্ৰহ কৰি প্ৰকাশ কৰিছে। ইমৰাণ শ্বাহ আৰু ধীৰাজ দাসৰ কবিতা দুটাও আংগিক আৰু শৈলীৰ দিশৰ পৰা আধুনিকতাবাদী। ১১শ বছৰ চতুৰ্থ সংখ্যাত বচন চন্দ্ৰ পেগুৱে আঠটা মিচিং ঐনিতম বা বনগীত অসমীয়া গদ্য ভাঙনিৰে সৈতে প্ৰকাশ কৰিছে।

১১শ বছৰ পঞ্চম সংখ্যাত মহেন্দ্ৰ প্ৰসাদ বৰুৱাই আধুনিক মানুহৰ খোৰা দেহ-মনৰ বিপৰীতে খোৰা জগলুৰ কণ্ঠৰ প্ৰাণময় গীতৰ কথা কৈছে। এই সংখ্যাতে পল্লব বৰুৱাই প্ৰাচীন চীনা কাব্য "গ্লি চিও"ৰ পৰা এটা কবিতাৰ থুলমূল অসমীয়া অনুবাদ প্ৰকাশ কৰিছে। মূল্যবোধৰ স্খলন-পতন দেখি কেশৱ মহন্তই লিখিছে : "এতিয়া ৰাতি যে আন্ধাৰ প্ৰভু/ধনৰ জুইৰে পোহৰ নহয় মহাভাৰতৰ পথ।" হেম বৰুৱাই আধুনিকতাবাদী ৰীতিত লিখা "আকৃতি" কবিতাত শৰৎ কালৰ ম্লান সন্ধিয়াৰ মাজত মনৰ ভাবাবেগৰ ভৌতিক ৰূপ বিচাৰি পাইছে। সদা শইকীয়াই "কৃষ্ণালৈ ঃ বহুতো দিনৰ মূৰত" কবিতাত সংশয়ৰ মাজেদিয়ে প্ৰিয়ালৈ প্ৰতীক্ষা কৰিছে। বীৰেন বৰকটকীৰ "প্ৰাণ-বন্দৰ"ত অগ্ৰগামী নাবিকৰ গতিক মৃত্যু-চেতনাই ৰুদ্ধ কৰিব পৰা নাই। চৈইদৰ "কবিতাৰ মৃত্যু" কবিতাত নগৰীয়া জীৱনৰ অভিঘাত আৰু জীৱনৰ উদ্দেশ্য আৰু লক্ষ্যবিহীনতাৰ সুৰ স্পষ্ট। ইমৰাণ শ্বাহৰ "মেঘ" কবিতা জীৱনৰ সকলো ৰং মিছা বুলি অনাস্থাৰে আৰম্ভ হৈছে।

'ৰামধেনু'ৰ কবিসকল দেশ-বিদেশৰ কবিৰ প্ৰসিদ্ধিৰ লগত পৰিচিত হৈ অসমীয়া কবিতা পৰম্পৰাক চহকী কৰাটো নিশ্চয় আদৰণীয়; কিন্তু কবিতাৰ পাঠকে অনুভৱ কৰে যে তেওঁলোকৰ কাব্যকৃতি সামগ্ৰিকভাৱে পুথিগত তাত্ত্বিক জ্ঞানৰ ওপৰতে নিৰ্ভৰশীল আছিল। এই প্ৰসংগত 'ৰামধেনু'ৰ সম্পাদক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই কৰা এটা উক্তি মনত পেলাব পাৰি ঃ "জ্ঞান আৰু সৃষ্টিৰ সমন্বয় সাধিত হ'ব একমাত্ৰ সামাজিক তাৎপৰ্যপূৰ্ণ ক্ৰান্তিমূলক কৰ্মত অংশ গ্ৰহণৰ দ্বাৰা। "(ড্ৰেৰশ বছৰীয়া অসমীয়া সংস্কৃতিত এভুমুকি", পৃঃ ৭২) এলিয়টৰ উপৰিও আন আধুনিক ইংৰাজ কবিৰ প্ৰসিদ্ধিৰ প্ৰতি 'ৰামধেনু'ৰ কবি সমাজ কিমান আগ্ৰহী আছিল সেই কথা পৰেশমল্ল বৰুৱাৰ "অ'ডেন আৰু অ'ডেন কাব্য", "স্পেণ্ডাৰ আৰু স্পেণ্ডাৰ কাব্য" আদি 'ৰামধেনু'ত প্ৰকাশিত প্ৰবন্ধৰ পৰা অনুমান কৰিব পাৰি। 'ৰামধেনু'ৰ আধুনিকতা বহু পৰিমাণে তাত্ত্বিক আৰু জ্ঞানলব্ধ হোৱাৰ কাৰণে দেশৰ মাটি-পানী আৰু সাংস্কৃতিক জলবায়ুৰ পৰা সি আঁতৰি আছিল আৰু সেই বাবেই 'ৰামধেনু'ৰপাততেই আধুনিকতাবাদে সাহিত্য-সংস্কৃতিৰ জাতীয় বৈশিষ্ট্য নষ্ট কৰাৰ আশংকাত কোনো কোনোৱে তাৰ প্ৰতিবাদো কৰিছিল। স্থানান্তৰত সেই কথা আলোচনা কৰা হ'ব।

'ৰামধেনু'ৰ ১১শ বছৰ ষষ্ঠ সংখ্যাটো কবিতাৰ ক্ষেত্ৰত বিশেষ তাৎপৰ্যপূৰ্ণ। আধুনিকতাবাদৰ অগ্ৰণী কেবাগৰাকী কবিৰ কবিতা এই সংখ্যাত থুপ খাইছে : নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, দিলীপ বৰুৱা, হোমেন বৰগোহাঞি, নিৰ্মলপ্ৰভা বৰদলৈ আদি। আধুনিকতাবাদক জ্ঞানলব্ধ আৰু তাত্ত্বিক বুলি কৈ থকাৰ সময়তে অসমৰ মহানগৰত অথবা কলিকতাৰ ব্যস্ত জীৱনত য়ুৰোপীয় সমাজ জীৱনৰ বিচ্ছিন্নতা, নৈৰাশ্য, ক্লান্তি, নিঃসংগতা আদি সমাজ বাস্তৱৰ সত্য হ'বলৈ আৰম্ভ কৰিলে। বহু পৰিমাণে ভাৰতৰ নগৰীয়া জীৱনতো আনুভূতিক জীৱনৰ প্ৰবাহ স্তিমিত হ'ল। হৃদয়ে অনুভৱ কৰিব পৰাৰ ক্ষমতা হেৰুৱালে। সমাজ জীৱনৰ পৰা বিচ্ছিন্ন ব্যক্তিয়ে যান্ত্ৰিক জীৱন এটা কেৱল যুক্তিনিৰ্ভৰ হৈ জীয়াই থাকিব লগা হ'ল। নৱকান্ত বৰুৱাই এই অনুভৱ কৰিব পৰা ক্ষমতা হেৰুৱাই পেলোৱাৰ অনুভৱ আৰু চিন্তাক ইংৰাজী, ফৰাছী আদি কবিৰ প্ৰভাৱত হ'লেও নিজা ভংগিমা আৰু ৰীতিৰে কবিতাত ধৰি ৰাখিলে। আলোচ্য সংখ্যাত প্ৰকাশিত কবিতাটো "জোখ"। আধুনিক মানুহ যুক্তিনিৰ্ভৰ, সকলো কাম হিচাপ কৰি, ভাবি-চিন্তি, আগপিছ চাই কৰে। জুখি-মাখি নোচোৱাকৈ আধুনিক মানুহে কাম নকৰে। সকলো কথা আৰু কামক শ্ৰেণীবিভক্ত (compartmentalise) কৰাটো আধুনিক শিক্ষা-সংস্কৃতিৰ এটা লক্ষণ। কিন্তু বাহিৰৰ জগতখনৰ বস্তুৰ জোখ-মাখ লওঁতে লওঁতে ক্লান্ত নগৰীয়া আধুনিক মানুহে সামগ্ৰিকভাৱে হৃদয়কো সামৰি মানুহটোৰ জোখকে পাহৰি গৈছে। নাটকীয় ভংগীত দৈনন্দিন কথা-বতৰাৰ ভাষাৰ পৰা শব্দ নিৰ্বাচন কৰি ধেমেলীয়া সুৰত নৱকান্ত বৰুৱাই নগৰীয়া জীৱনৰ গহীন বাস্তৱ সমস্যা এটাক দাঙি ধৰিছে।

নতুন কবিতা সংকলন কৰি ৰামধেনু যুগত আধুনিক অসমীয়া কবিতাক প্ৰতিষ্ঠা কৰা মহেন্দ্ৰ বৰাই আলোচ্য সংখ্যাত লিখিলে "উল্কাৰ পোহৰ"। বৰাৰ কবিতাসমূহৰ ভিতৰত এই কবিতাটো এটা লেখৰ কবিতা। আধুনিকতাবাদীৰ নৈৰাশ্য, ক্লান্তি, অৱসাদ, লক্ষ্যহীনতা আদি বৰাৰ কবিতাত সুলভ নহয়। নৈৰাশ্য থাকিলেও তাৰ মাজতে বৰাই সুন্দৰ জীৱনৰ সপোন দেখিব পাৰে; সপোন বাস্তৱ হোৱাৰ প্ৰত্যয় নথকাকৈ দেখা সপোন এক ধৰণৰ ৰমন্যাসবাদ।. আলোচ্য কবিতাটোত আধুনিক মানুহৰ খণ্ডিত জীৱনৰ চেতনা আছে ঃ "ভঙা টুকুৰাত

বহি/মনে মনে ভাঙিছো সাঁথৰ"। জীৱনক জানিবৰ কাৰণে জ্ঞানতাত্ত্বিক প্ৰশ্নৰ উত্থাপনো কৰা হৈছে ঃ " . আমাৰ মগজু/ঢুকিযে নেপায সি জীৱন চক্ৰৰ এই জটিল সাঁথৰ।" অতীত আৰু বৰ্তমান হীৰাৰ চুৰিযে কাটি খণ্ডিত কৰিছে যদিও আৰু সম্ভাৱনা গভীৰ অন্ধকাৰময় হ'লেও উল্কাৰ পোহৰে মুহূৰ্তৰ বাবে আন্ধাৰ বিনাশি ৰহস্যময় পোহৰ পৰিবেশ সৃষ্টি কৰাৰ সম্ভাৱনাও শেষ হোৱা নাই ঃ "এই যে পৃথিৱী, তাতে আছে অমৃতৰ অংগীকাৰ।"

'ৰামধেনু'ৰ আধুনিকতাবাদী আন্দোলনটোক হোমেন বৰগোহাঞিও গল্প, কবিতা, প্ৰবন্ধ, অনুবাদ কবিতা, অনুবাদ প্ৰবন্ধ আৰু সমালোচনা প্ৰবন্ধৰে নেতৃত্ব দিছিল। আলোচ্য সংখ্যাত তেওঁৰ "বহুত দিনৰ পাছত" নামৰ কবিতাটো প্ৰকাশ পাইছে। আধুনিক মানুহৰ বাবে আকাংক্ষাই অপ্ৰাসংগিক, জীৱনে সৃজনী ক্ষমতা হেৰুৱাইছে। "কটুৰ মাটিত বীজ পুতি" ফচল আকাংক্ষা কৰি উজ্জ্বল হাঁহি মৰাজনৰ পৰিস্থিতি কবি চেতনাত এটা শ্লেষধৰ্মী পৰিস্থিতি। ক্লেশ আৰু ক্লান্তিৰ লগতে আধুনিক জীৱনতো যন্ত্ৰণা আছে, কিন্তু এই যন্ত্ৰণাত নৱজন্মৰ সম্ভাৱনা নাই। বন্ধ্যা ধৰণীৰ ক্লীব যন্ত্ৰণাৰ অন্তত নতুন জীৱন আৰম্ভ হোৱাৰ আশা নাই। ৰোমান্তিক প্ৰেম, আদৰ্শ, পৰম্পৰাগত নৈতিকতা, বিশ্বাস, প্ৰমূল্য আদিৰ ওপৰত সম্পূৰ্ণ অনাস্থা প্ৰস্তাৱ কৰি কবিয়ে লিখিছে ঃ "যিহেতু এদিন এটা মূৰ্খ আছিল/সি কেৱল জানিছিল/প্ৰিয়াৰ বুকুত আছে অনন্ত অমৃত/সি কেবল জানিছিল/গুটি ৰুলে গছ হয।"

দিলীপ বৰুৱা আধুনিকতাবাদী কবি যদিও তেওঁৰ চেতনা নৈৰাশ্য, ক্লান্তি আৰু আন্ধাৰ অনুভৱ কৰাতে সীমাবদ্ধ নাথাকে। আলোচ্য সংখ্যাৰ "দৃষ্টি ঃ কান্ত কাউৰীৰ" কবিতাত তৎকালীন সমাজ জীৱনৰ সত্যৰ নিৰ্দেশ আছে ঃ "নাইপিয়া-দৰ্শনৰ মহান দীক্ষাত/জীৱনৰ গতি আগুৱায।" নাইপিয়া আৰু তেজপিয়া দুবিধ বেলেগ জীৱ যদিও পঞ্চাশৰ দশকৰ দেশৰ ৰাজনৈতিক নেতাৰ দৰ্শন তেজপিয়াৰহে দৰ্শন। তেজপিয়াৰ লগত জড়িত লোকবিশ্বাস মতে সি তেজ শুহি ৰং সলাই ৰঙা হয। স্বাধীনতাই কোটি কোটি জনসাধাৰণৰ মনত প্ৰাণ-গংগাৰ জোৱাৰ সৃষ্টি কৰিলেও নেতাৰ নাইপিয়া দৰ্শনৰ কাৰণে তেওঁলোকৰ আশা-আকাংক্ষা 'নিৰ্জ্জীৱ আকৃতি' আৰু 'মহা অপেক্ষা' হৈ আছে। ভৱিষ্যৎ আন্ধাৰ আৰু অনিশ্চয়তাৰ প্ৰতি নতুন পুৰুষৰ নিৰুদ্বেগে কবিৰ উদ্বেগ বৃদ্ধি কৰিছে আৰু ব্যংগাত্মক সুৰ ত্যাগ কৰি কবিয়ে পোনপটীয়াকৈ উদ্বেগ প্ৰকাশ কৰিছে ঃ "এই ডেকাইতে কেতিয়াবা দেখিবনে বাৰু/আলিৰ কাষৰ কোনো স্তব্ধ গুহাৰ/কাৰাৰুদ্ধ হৈ থকা এমুঠি আন্ধাৰ?" এই পোনপটীয়া উদ্বেগ প্ৰকাশৰ লগে লগে ৰাজনৈতিক নেতাৰ ভণ্ডামিৰ ব্যংগও পোনপটীয়া হৈ পৰিছে ঃ "চাৰ্চফিল্ড মুখৰিত নেতাৰ বাণীৰে"। নেতাৰ ভুৱা প্ৰতিশ্ৰুতিয়ে জনতাৰ মনত জগোৱা মিছা আকাংক্ষাৰ কথা বুজাবলৈ দেৱকান্ত বৰুৱাক ইচ্ছাকৃতভাৱে প্ৰতিধ্বনি কৰি কোৱা হৈছে ঃ "উঠিছে নামিছে যত শত ঢৌ জন সমুদ্ৰৰ/কতজনে কৈ গ'ল কত কথা, ৰাজনীতি সমাজ নীতিৰ/নিশ্বাসেৰে সৃষ্টি কৰি কুঁহক ফুৱলি ।" 'ফুৱলি' বুলি অসমীয়া ভাষাত প্ৰচলিত কোনো শব্দ নাই, কবি গৰাকীয়ে শব্দটো 'ফুঁ', 'ফুঁই', 'ধুৱলি' আদি শব্দৰ তাৎপৰ্যক একত্ৰিত কৰি উদ্ভাৱন কৰা যেন লাগে। ৰাজনৈতিক নেতাই কথাৰ ফুলজাৰি আৰু মিছা প্ৰতিশ্ৰুতিৰে ৰহস্যময়, যাদুকৰী আৰু ধুঁৱলি কুঁৱলী পৰিবেশহে সৃষ্টি কৰে। কবিৰ প্ৰশ্ন হ'ল, নতুন পুৰুষে সত্য-অসত্যৰ মিছা প্ৰাচীৰ ভাঙিব পাৰিবনে নোৱাৰে? এলিযটৰ দা ৱেইষ্ট লাণ্ডৰ প্ৰতিধ্বনি কৰি তেওঁ কৈছে ঃ "বুৰঞ্জীৰ পিছল খুটাত বগাই থাকোতে/কেতিযাবা পাৰিবনে বাৰু/এমুঠি বালিৰে কৰিব সৃষ্টি মহৎ ভয়ৰ।" ৱেইষ্ট লাণ্ডৰ বিখ্যাত শাৰীটো হ'ল ঃ "I will show you fear in a handful of dust"

এলিযটে জন ডানৰ পৰা লোৱা 'এমুঠি ধূলি' বাক্যাংশত মানুহে নিজকে এমুঠি ধূলিলৈ সংকোচন কৰাৰ ধাৰণা সোমাই আছে। বাইবেলত উল্লেখ থকা মতেও এমুঠি ধূলিয়ে প্ৰতীক হিচাপে মানুহৰ শাৰীৰিক বিনাশৰ কথাকে সোঁৱৰায। ধূলিৰ আন এটা নিৰ্দেশতো ভয়ৰ কথা সোমাই আছে ঃ চিবিলে এপলৰ পৰা নিজৰ হাতৰ মুঠিত থকা বালিকণাবোৰৰ সমান বছৰৰ আয়ুস খুজিছিল কিন্তু চিৰন্তন যৌৱন প্ৰাৰ্থনা কৰিবলৈ পাহৰি গৈছিল। প্ৰাৰ্থনা মঞ্জুৰ হোৱাৰ ফলাফল ভয়াবহ হৈছিল। দিলীপ বৰুৱাই এমুঠি বালিৰে যি মহৎ ভয়ৰ সৃষ্টি কৰাৰ কথা উল্লেখ কৰিছে তাৰ মাজতো মৰণশীলতা চেতনাৰ ইংগিত আছে; কিন্তু এই চেতনা নাইপিয়া দৰ্শনৰ পথ অনুসৰণ কৰা নেতাৰ ক্ষেত্ৰতহে প্ৰাসংগিক। ভণ্ড নেতাই নিজকে অমৰ বুলি ভাবিয়েই নাইপিয়া দৰ্শনত দীক্ষিত হৈ ভণ্ডামি কৰি যায়। জীৱন উছন কৰি নতুন পৃথিৱী গঢ়িব খোজাসকলে মহাজীৱনৰ কথা নভবাই ভাল।

হেম বৰুৱাই 'ৰামধেনু'ত প্ৰতীকবাদৰ ওপৰত দীঘলীয়া প্ৰবন্ধ লিখিছে যদিও তেওঁৰ কবিতাত আধুনিক সমাজৰ লগত বিচ্ছিন্নতাবোধতকৈ পৰিবৰ্তিত সমাজ জীৱনৰ ছন্দৰ লগত মিলি গৈ নতুন সমাজ গঢ়াৰ আশা

'ৰামধেনু'ৰ আধুনিক আৰু আধুনিকতাবাদী কবিৰ কাৰণে কবিতাৰ বিষয় হিচাপে ৰোমাণ্টিক কবিৰ প্ৰিয় বিষয় দেশপ্ৰেম আৰু বিশেষকৈ জাতীয়তাবাদে জনপ্ৰিয়তা হেৰুৱালে। সাহিত্য বিশ্বাভিমুখী হৈ অন্তৰ্জাতিকতাৰ ফালে গতি কৰাই তাৰ কাৰণ। 'ৰামধেনু'ত প্ৰকাশিত (১১শ বছৰ, ৭ম সংখ্যা) অম্বিকাগিৰী ৰায়চৌধুৰীৰ "হায়! হায়! হায়! অসমীয়া দেখো এজনো নাই" বোধহয় শেষ উল্লেখযোগ্য জাতীয়তাবাদী কবিতা। নেতাৰ ভণ্ডামি, বিশ্বাসঘাতকতা আৰু জাত-পাতৰ বিভেদ বিচাৰত দেশখন 'গুটি গুটিকৈ ভাগি-ছিগি' যোৱা বুলি কবিয়ে গভীৰ উদ্বেগ প্ৰকাশ কৰিছে : "নেতাৰ বেদীত দলীয় দাপৰ/উন্মাদনাৰ ধৰিছে ফাপৰ/পাছ দুৱাৰেদি ভোটৰ হাটত দেশ বিক্ৰীৰ গুণ গুণনি/আগ দুৱাৰেদি কোৱাৰী বিদৰা 'আইডোলজী'ৰ কাকধ্বনি।" ইয়াৰ পৰৱৰ্তী সংখ্যাত হোমেন বৰগোহাঞে ৰাইনাৰ মাৰিযা ৰিলকেৰ কবিতা অনুবাদ কৰিছে : "নিজৰ কাৰণে আৰু অঘৰীয়ে নেসাজিব ঘৰ/ নিঃসংগ যি, হ'ব তেওঁ দীৰ্ঘদিন নিঃসংগ পুনৰ/সাৰ পাব, লিখিব দীঘল চিঠি পঢ়িব কিতাপ/সৰাপাত উৰি ফুৰা নিৰ্জন ধূসৰ পথে পথে/ফুৰিব অকলে ঘূৰি ভাগৰুৱা অস্থিৰ খোজেৰে।"

হোমেন বৰগোহাঞিয়ে বডেলায়াৰ আৰু ৰিলকেৰ কবিতা অথবা হেন্‌ৰি মিলাৰৰ "সাহিত্য চিন্তা" আদি অনুবাদ কৰাৰ আঁৰত নিশ্চয় নিৰ্দিষ্ট সাহিত্য চিন্তাই ক্ৰিয়া কৰিছিল। ১১শ বছৰ চতুৰ্থ সংখ্যাত বৰগোহাঞিয়ে "সমকালিন অসমীয়া চুটিগল্প" শীৰ্ষক প্ৰবন্ধত এই বুলি মন্তব্য কৰিছে : "ৰামধেনু যুগৰ গল্প সমূহৰ এই মনস্তাত্ত্বিক বিচাৰ প্ৰৱণতাই সাধাৰণ লক্ষণ বুলি মই ভাবো। এই বিচাৰ প্ৰৱণতা অনেক ক্ষেত্ৰত স্বাশ্ৰয়ী— অৰ্থাৎ বিচাৰ্য বিষয় লিখক নিজে। যিবোৰ গল্পত লিখকে নিজক অতিক্ৰম কৰি আনৰ জীৱনত প্ৰবেশ কৰিছে সেই ক্ষেত্ৰতো কল্পিত চৰিত্ৰসমূহ লিখকৰ আপোন ব্যক্তিত্বৰ প্ৰক্ষেপন বুলি ভাবিবৰ কাৰণ আছে অনেক স্থলত। এক নতুন ধৰণৰ ৰুগ্ন অহং-কেন্দ্ৰিকতা বা নিৰ্জনতাবোধ আৰু ব্যক্তিসত্তাৰ নতুন মূল্যাংকনৰ প্ৰয়াসো এই গল্পবোৰত পৰিলক্ষিত হয়।" যিকোনো সৃষ্টিশীল লিখকে সমালোচনা সাধাৰণতে নিজৰ সৃষ্টিকৰ্মৰ সমৰ্থনতে ৰচনা কৰে। সমালোচনা তেনে লিখকৰ কাৰণে সৃষ্টিশীল কামৰো তাত্ত্বিক ভিত্তি। বৰগোহাঞিৰ গল্প সমালোচনাই নিজৰ গল্পৰে কেৱল নহয়, তেওঁৰ কবিতাৰ ভিত্তিকো আঙুলিয়াইছে। 'ৰুগ্ন অহং-কেন্দ্ৰিকতা' বা 'নিৰ্জনতাবোধ' তেওঁৰ কবিতাৰো এটা ভিত্তি আৰু ৰামধেনু যুগৰ আন আৰু উদ্দীপনাৰ সংবাদহে শুনা যায়। নৱম বছৰ দ্বিতীয় সংখ্যাৰ "উপকণ্ঠ" শীৰ্ষক কবিতাত তেওঁ লিখিছে : "আমি যন্ত্ৰৰ অবিৰাম গতি হৈ, তেজ আৰু বুকু ঢালি/ হাতুৰীৰে স্বপ্ন সাজো : নতুন দিনৰ আৰু নতুন পৃথিবীৰ/ ...তীখাৰ বুকুত লেখো নৱ অভিধান।" একে সংখ্যাৰ নলিনীধৰ ভট্টাচাৰ্যৰ কবিতাতো নতুন জীৱনক আদৰণি জনোৱা হৈছে : "ৰচো আমি মহাজীৱনৰ গান/এই গান পোহৰৰ, লহৰত তাৰ দূৰ হয়/আজিৰ আন্ধাৰ।" হেম বৰুৱাৰ নতুন দিনৰ স্বপ্নত কিছু পৰিমাণে ভবিষ্যৎবাণী (futurist) শিল্পী-সাহিত্যিকৰ আশা আৰু প্ৰত্যয় যিদৰে ফুটি উঠিছে সেইদৰে ভট্টাচাৰ্যৰ কবিতাত সভ্যতাৰ সমালোচনা আৰু 'মৰণ নৈ'ৰ পানী নোখোৱা দুৰ্দশাগ্ৰস্ত বিশাল জনগণৰ ওপৰত আস্থা প্ৰকাশ পাইছে। দুযোগৰাকীৰে ক্ষেত্ৰত কাব্যানুভূতিৰ পৃষ্ঠভূমি সমগ্ৰ বিশ্ব বুলি ক'ব পাৰি। ভট্টাচাৰ্যৰ কবিতাত যি পোহৰৰ গানৰ কথা আছে সি বিশ্ব আলোকিত কৰা পোহৰ। হেম বৰুৱাৰ কবিতাত যি যন্ত্ৰৰ গতিৰ কথা আছে অথবা তীখাৰ বুকুত অভিধান লিখাৰ কথা আছে সেই যন্ত্ৰ আৰু কল-কাৰখানা অসমৰ জনজীৱনৰ ছন্দ হ'বলৈ এতিয়াও বাকী, কিন্তু জনগণৰ প্ৰতি দৰদ আৰু আশাবাদ মূলকথা। এই দৰদ, আশাবাদ, বিশ্বাস, প্ৰত্যয় আদিয়ে শিথিলভাৱে হ'লেও 'ৰামধেনু'ৰ কেইগৰাকীমান কবিক একগোট কৰিছে। এই গোটৰ আন কেইজনমান কবি ৰাম গগৈ, কেশৱ মহন্ত, অমলেন্দু গুহ, হেমাংগ বিশ্বাস, সদা শইকীয়া, হীৰেন গোহাঁই আৰু 'ৰামধেনু'ৰ সম্পাদক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আদি।

অমলেন্দু গুহৰ "বামুণী পাহাৰ" কবিতাটো (১১শ বছৰ, ৭ম সংখ্যা) ইতিহাস অনুসন্ধান, কল্পনাৰে নিপীড়িত মানুহৰ ইতিহাস পুনৰ্নিৰ্মান আৰু সংগ্ৰামী দৃঢ়তাৰ মৰ্মস্পৰ্শী কবিতা। দেৱদাসী পুৰোহিতৰ যৌন অত্যাচাৰত নিঃশেষ হৈ যোৱাৰ কাহিনী সৰল ভাষাৰে বৰ্ণনা কৰিও অত্যাচাৰ আৰু যন্ত্ৰণাক মূৰ্ত কৰা হৈছে : "হেজাৰ মুখৰ পৰা ঘামৰ মুকুতাৰাজি জৰি পৰিলো/ ভৰিৰে নেওচি ক্লান্ত নুপুৰৰ অক্ষম মিনতি/ওৰে নিশা আমি নাচিছিলো/ওৰে নিশা মন্দিৰৰ পুৰোহিত দল/ লোলুপ নয়ন মেলি দেখিছিল যৌৱনৰ হেজাৰ শাখাত/ ঘামচেঁচা নিপোটল বুকুৰ নাচোন।" কবিয়ে মানুহৰ ইতিহাসক সামাজিক অন্যায়ৰ বিৰুদ্ধে সংগ্ৰামৰ ইতিহাস হিচাপে পাঠ কৰিছে : "মানুহৰ হৃদয়ত যদি থাকে উম/ যদি থাকে আশা আৰু প্ৰেম/আমাৰ চকুৰ পৰা ধুমুহাৰ ঢল নামি আহি/বুৰাব সকলো পাপ, ভাঙিবহি পাপৰ মন্দিৰ।"

আধুনিকতাবাদী কবিৰ ক্ষেত্ৰতো ব্যক্তিকেন্দ্ৰিকতা, ক্লান্তি, নৈৰাশ্য আৰু নিঃসংগতা-বিচ্ছিন্নতা আদি বহু পৰিমাণে তত্বমূলক।

আধুনিকতাবাদী কবিৰ ওপৰত চিত্ৰকল্পবাদ আৰু প্ৰতীকবাদৰ প্ৰভাৱ সকলোৰে বিদিত। 'ৰামধেনু'ৰ নৱম বছৰৰ একাদশ সংখ্যাত প্ৰকাশিত নীলমণি ফুকনৰ ছটা কবিতাত চিত্ৰকল্পৰ চমৎকাৰ প্ৰয়োগ ঘটিছে। তাৰে এটা কবিতা : "ভুলতে তোমাক বিচ্ছনাখনত/খেপিয়াই ফুৰিছিলো/তুমি যে/পৰ্বতটোৰ নামনিত/তিলফুল হৈ/ হালিজালি ফুলি আছা।" কেৱল চৈধ্যটা শব্দৰে নিৰ্মাণ কৰা এই কবিতাটোৰ মৰ্মই মুহূৰ্তৰ বাবে হ'লেও পাঠকক সন্নিকট স্থান আৰু কালৰ সীমাৰ পৰা মুক্ত কৰি জীৱনৰ বিশালতা আৰু গভীৰতাৰ মুখামুখি কৰি দিয়ে। চিত্ৰকল্পৰ সম্ভাব্য তড়িৎ গতিৰ ই এক উৎকৃষ্ট উদাহৰণ।

কবিতাটোৰ প্ৰথম দুশাৰীত সংগীক ভুলতে বিচনাত খেপিয়াই ফুৰাজনৰ নিঃসংগতা, বেদনা, সংগী বিয়োগৰ বিষাদ হৈ পৰিছে চাক্ষুষ আৰু মৰ্মস্পৰ্শী। সংগীজনৰ মৃত্যুক তেওঁ মানি ল'ব পৰা নাই। সংগীজন হাত মেলিলেই চুই চাব পৰা দূৰত্বত আছে বুলি তেওঁৰ ভুল হয়। ভুলটো ঠিক এক মুহূৰ্তৰ ভ্ৰম বুলিও ক'ব নোৱাৰি। 'খেপিয়াই ফুৰিছিলো' বুলি ক'লে খেপিওৱা কাৰ্য মুহূৰ্ততে শেষ নহৈ অতীতত কিছু সময়ৰ বাবে চলি আছিল বুলিহে বুজা যায়। কাজেই বাক্যাংশই নিঃসংগতা আৰু আকুলতাৰ সময়ৰো নিৰ্দেশ কৰিছে। বাহিৰৰ যি আন্ধাৰৰ কাৰণে খেপিয়াই চাব লগা হৈছে, সেই আন্ধাৰ খেপিয়াই চোৱাজনৰ মনৰ জগতলৈও প্ৰসাৰিত হৈ বহিৰ্জগতৰ লগতে হৃদয় আৰু মনো আন্ধাৰ কৰি পেলাইছে। দ্বিতীয়খন চিত্ৰকল্প এই বিচ্ছেদ, নিঃসংগতা, আন্ধাৰ, বেদনা আৰু হাঁহাকাৰৰ তীব্ৰ বিৰোধত উপস্থাপন কৰা হৈছে।

দ্বিতীয়টো চিত্ৰকল্প চাক্ষুষ, সুষম, সুন্দৰ। এইখন ছবিত পৰ্বতটোৰ নামনিত তিলফুল হালিজালি ফুলি আছে। দুটা অনুষংগই ছবিখনক ব্যঞ্জনা আৰু অনুৰণন দান কৰিছে। দৈহিক সৌন্দৰ্যৰ বৰ্ণনাত অসমীয়া মাতকথাত তিলফুল সততে ব্যৱহৃত উপমা : 'তিলফুলৰ নিচিনা নাক'। আন এটা অনুষংগ আহিছে সামাজিক আচাৰৰ পৰা। সি আহি তিলফুলৰ সুষম সৌন্দৰ্যৰ লগত লগ লাগি চিত্ৰকল্পৰ ব্যঞ্জনা বৃদ্ধি কৰিছে। তিল আৰু সোণ কোনো লোকৰ মৃত্যুৰ পিছত মৃতকৰ কাৰণে কৰা কৰ্মত উৎসৰ্গা কৰাটো নিয়ম। 'তিলনি' মানে তিলৰ খেতি কৰা ঠাই আৰু মৃত্যুৰ তৃতীয়দিনা মৃতকক উদ্দেশ্য কৰি তিল-জল আদি দিয়া কাৰ্য। চিনাকি পৰ্বতটোৰ নামনিৰ চিনাকি ঠাইকণত হালিজালি ফুলি থকা তিলফুলৰ উৎপত্তি মৃতকৰ কাৰণে পালন কৰা আচাৰৰ লগত জড়িত হৈ আছে। চিত্ৰকল্পৰ বৌদ্ধিক আৰু আনুভূতিক প্ৰকল্পৰ বিষয় মৃত্যু নহয়; মৃত্যুৱে সৃষ্টি কৰা নিঃসংগতা, আন্ধাৰ আৰু বিষাদৰ পৰা পোহৰ, হাঁহি আৰু আনন্দলৈ হঠাতে হোৱা উত্তৰণ। মৃত্যুজনিত নিঃসংগতা আৰু বিষাদ তড়িৎ গতিৰে তিলফুলৰ আনন্দলৈ সলনি হৈছে। মৃত্যুৱে মৃতকক ৰ'দৰ পোহৰ, বতাহৰ বা আৰু ফুলৰ সুষম সৌন্দৰ্যলৈ সলনি কৰি সীমাহীন আৰু অনন্ত আন এক জীৱনৰ কাষ চপাই দিছে।

আধুনিক অসমীয়া কবিতালৈ 'ৰামধেনু'ৰ মহিলা কবিসকলৰ বৰঙণিও মন কৰিবলগীয়া। প্ৰবীণা শইকীয়া, বাণী বৰুৱা, মায়াশ্ৰী বৰকটকী আদি কবি সকলৰ শাব্দিক নিৰ্মাণ ৰোমাণ্টিক কবিৰ কাব্য পৰম্পৰাৰ পৰা বহুদূৰ আঁতৰি আহিছিল। ব্যক্তিকেন্দ্ৰিক মননশীলতা তেওঁলোকৰ কবিতাৰ উমৈহতীয়া লক্ষণ।

১১শ বছৰ সপ্তম সংখ্যাত প্ৰকাশিত মায়াশ্ৰী বৰকটকীৰ "এৰাতি" কবিতাত এটা ইন্দ্ৰিয়গ্ৰাহ্য চিত্ৰকল্পৰ মাজেদি জীৱনৰ প্ৰতি নিৰ্দিষ্ট এক দৃষ্টিভংগীৰ চিন্তা প্ৰকাশ পাইছে। অবিৰাম প্ৰাত্যহিক জীৱন সংগ্ৰামৰ মাজতে মুহূৰ্তৰ সুখৰ অনুভূতিয়ে জীৱন সংগ্ৰামৰ ছবিখন মনোমোহা কৰি তুলিছে। এই বছৰৰে প্ৰথম সংখ্যাত বাণী বৰুৱাই লিখিছিল "শীতৰ নদীৰ প্ৰতি"। বাণী বৰুৱাৰ শব্দ সংযোজন অগতানুগতিক আৰু তেওঁৰ চিন্তা আধুনিকতাবাদী : "ক'ত উধাও আজি বৰ্ষাৰ ছন্দময় সোণোৱালী দিন"। ছন্দময় সোণালী দিনলৈ কবিয়ে অতীত প্ৰীতিৰে উভতি চোৱা নাই; কিন্তু তৎকালীন সমাজ বাস্তৱৰ আধাৰত নিজৰ জীৱনৰো ছন্দপতনৰ কাৰুণ্য কবিতাটোত ফুটাই তুলিছে : "সমগ্ৰ সত্তাই মোৰ পাখি ভগা চৰাইৰ দৰে এক অসংখ্য বেথাত/উঠে কঁপি কঁপি, নদী, মোৰ হৃদয় আজি তোমাৰেই নিৰ্ভুল প্ৰতীক।"

প্ৰবীণা শইকীয়াই চুটিগল্প আৰু উপন্যাস লিখি অসমীয়া সাহিত্যত প্ৰতিষ্ঠা লাভ কৰিলে। কবি হিচাপে তেওঁ বিখ্যাত নহ'ল যদিও 'ৰামধেনু'ত প্ৰকাশিত দুই-এটা কবিতাই প্ৰতিশ্ৰুতি বহন কৰিছিল। ১৪শ বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত "মৃত্যুঞ্জয়" কবিতাটোত চিন্তাৰ প্ৰাধান্য মন কৰিবলগীয়া। জীৱন আৰু মৃত্যুৰ অবিৰাম দ্বন্দ্ব-বিৰোধৰ মাজেদি যুগে যুগে জীৱনে মৃত্যুক জয় কৰি আহিছে। কোনো বিশেষ অধিবিদ্যাৰ আধাৰত কবিয়ে আদৰ্শ বা উচ্ছ্বাসৰ কথা কোৱা নাই; নিজে অনুভৱ কৰা অনুভূতিৰ লগত চিন্তাৰ সংমিশ্ৰণত জীৱনৰ প্ৰতি এক স্বকীয় দৃষ্টিভংগী কবিতাটোৰ মাজেদি প্ৰকাশ পাইছে।

আধুনিকতাবাদী কবিৰ ৰুদ্ধ জীৱনৰ অনুভৱে এই কবিতাত নাৰী দৃষ্টিকোণ গ্ৰহণ কৰিছে : "সেয়া যেন নদীও নহয় : মূক শুষ্ক ভাৰাক্ৰান্ত হিয়া/এটি নাৰী তাই বন্দিনী অৱধি জীৱন, পাষাণ ফ্ৰেমৰ/....স্থবিৰতা ভীষণ ৰূপত আহি গতি তাৰ ৰুদ্ধ কৰি দিলে।"

অসমীয়া চুটিগল্পৰ ক্ষেত্ৰত 'ৰামধেনু'ৰ বৰঙণি বিশেষভাৱে মন কৰিবলগীয়া। পঞ্চাশৰ দশকত আৰু ষাঠিৰ দশকৰ আগভাগত যিসকল গল্পকাৰে এই আলোচনীৰ পাতত আত্মপ্ৰকাশ কৰিছিল আৰু আন যি কেইগৰাকী লিখকে ইতিমধ্যে গল্প ৰচনাৰ যোগেদি অসমীয়া পাঠকৰ লগত পৰিচিত হৈয়ো 'ৰামধেনু'ত গল্প লিখি গৈছিল সেইসকল গল্প লিখকেই আধুনিক অসমীয়া চুটিগল্পৰ ধাৰাটোৰ গতিবেগ আৰু গভিৰতা দান কৰিছে। আধুনিক অসমীয়া কবিতাত প্ৰগতিশীল, আধুনিকতাবাদী আৰু ৰমন্যাসিক বুলি চিহ্নিত কৰিব পৰা সুঁতিকেইটাৰ দৰে চুটিগল্পত সুঁতি বিভাজন কৰিব নোবাৰি। 'ৰামধেনু'ৰ পাততে নীলমণি ফুকনে (ডাঙৰজন) সিদ্ধিৰামৰ স্বৰ্গ যাত্ৰাৰ নিচিনা সাধুকো গল্পৰ শিতানতে লিখিছে যদিও সেই সাধুৱে দাঙি ধৰা কথন ৰীতি, ভংগী আদি আচলতে বৈজবৰুৱাৰ সাধুকথাৰ ৰীতি আৰু ভংগী। 'ৰামধেনু'ৰ গল্প লিখকসকলে অসমীয়া চুটিগল্পলৈ বিষয়, কথন-ৰীতি, ভাষা, মনস্তাত্ত্বিক বিশ্লেষণ, নিৰ্মাণ আদিৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ নতুনত্ব কঢ়িয়াই আনিলে। লিখকসকলে দ্বিতীয় মহাযুদ্ধ, ভাৰতৰ স্বাধীনতা সংগ্ৰাম, স্বাধীনতা লাভ, স্বাধীনতাই ভাৰতীয় মানুহৰ মনত সৃষ্টি কৰা নতুন আশা-আকাংক্ষাৰ জোৱাৰ, নতুন নেতৃত্বৰ বিফলতা, বিজ্ঞানৰ নতুন আৱিষ্কাৰে মানুহৰ জীৱনবোধ সম্পৰ্কে অনা পৰিবৰ্তন আদিৰ আধাৰত ব্যক্তিৰ মনৰ জগত আৰু সমাজ জীৱনক সূক্ষ্মভাৱে নিৰীক্ষণ কৰিবলৈ ধৰিছে। পশ্চিমীয়া জগতৰ সাহিত্য আৰু দাৰ্শনিক চিন্তাই উচ্চ শিক্ষাৰ যোগেদি সততে প্ৰভাৱিত কৰি থকা আধুনিক অসমীয়া গল্প লিখকসকলৰ বিষয় নিৰ্বাচন আৰু তাৰ শিল্পৰূপ নিৰ্মাণত মোপাঁছা, ছেকভ, অ' হেন্ৰি আদি কালজয়ী গল্প লিখকৰ প্ৰভাৱ পৰিল। গল্পৰ ক্ষেত্ৰত দেশী-বিদেশী বিভিন্ন লিখকৰ প্ৰভাৱে আধুনিক অসমীয়া চুটিগল্পক নতুন শক্তি আৰু বৈচিত্ৰ্য দান কৰিলে। কোনো কোনো আধুনিকতাবাদী কবিতাই পাঠকৰ লগত যোগাযোগৰ ক্ষেত্ৰত সৃষ্টি কৰা জটিলতা চুটিগল্পৰ ক্ষেত্ৰত আজিও সৃষ্টি হোৱা নাই। সাম্প্ৰতিক কালৰ চুটিগল্পৰ তুলনাত 'ৰামধেনু'ত প্ৰকাশিত কিছুমান গল্পৰ দৈৰ্ঘ যথেষ্ট বেছি। ৰোহিণীকুমাৰ কাকতিৰ "মৃত্তিকা"ৰ দৰে গল্প একাদিক্ৰমে তিনিটা সংখ্যাত প্ৰকাশিত হৈছিল। হোমেন বৰগোহাঞি, চন্দ্ৰপ্ৰসাদ শইকীয়া আদি লিখকেও যথেষ্ট দীঘল চুটিগল্প লিখিছিল। দৈৰ্ঘৰ প্ৰসংগটো এই বাবেই অনা হৈছে যে লিখকসকলে একোটা পৰিবেশ, ঘটনাৰ পৃষ্ঠভূমি, ব্যক্তিমনৰ এক বিশেষ অৱস্থা আদি সৃষ্টি কৰিবলৈ বৰ্ণনাৰ আশ্ৰয় লৈছিল। তাত্ত্বিক দিশৰ পৰা বিচাৰ কৰিলে 'ৰামধেনু'ৰ কিছুমান দীঘল গল্প উপন্যাসৰহে বেছি ওচৰ চপা বুলিও ক'ব পাৰি। গল্প লিখকসকলে নতুন জীৱনবোধেৰে প্ৰতিষ্ঠিত নৈতিকতা আৰু মূল্যবোধক পুনৰ পৰীক্ষা কৰিছে। এই ক্ষেত্ৰত তেওঁলোকৰ চালিকাশক্তি আছিল ফ্ৰয়ডীয় মনস্তত্ত্ব আৰু মাৰ্ক্সবাদ। ডাঃ হৰনাথ শৰ্মা বৰদলৈয়ে 'ৰামধেনু'ৰ পাততে ফ্ৰয়ডীয় মনোবিশ্লেষণৰ ওপৰত একাধিক মূল্যবান প্ৰবন্ধ লিখিছিল। দেহজ কামনা-বাসনা, যৌন আকৰ্ষণ, বেশ্যা বৃত্তি আদি বিষয়ক 'ৰামধেনু'ৰ গল্প লিখকে নিজৰ সৃষ্টিশীল ৰচনাৰ মাজলৈ টানি আনিলে। ব্যক্তিবাদী, মননশীল আৰু অন্তৰ্মুখী গল্পৰ কাৰণে গঞা সমাজতকৈ নগৰীয়া শিক্ষিত মধ্যবিত্তৰ সমাজ বেছি সম্ভাৱনাপূৰ্ণ সমল হোৱা বাবে 'ৰামধেনু'ৰ গল্পই সামগ্ৰিকভাৱে শিক্ষিত মধ্যবিত্তৰ জীৱনক কেন্দ্ৰ কৰিয়েই গা কৰি উঠিল। ভ্ৰষ্টাচাৰ, দুৰ্নীতি, মূল্যবোধৰ স্খলন-পতনৰ ক্ষেত্ৰতো এই শ্ৰেণীটোৱেই আগৰণুৱা বাবেও লিখকসকলে এই শ্ৰেণীৰ মানুহৰ কথা লিখিব লগা হ'ল। হোজা, গাৱঁলীয়া, সহজ-সৰল লোকৰ প্ৰতি অৱশ্যে লিখকসকলৰ সহানুভূতিশীল শ্ৰদ্ধা আছিল। অভিজ্ঞতালব্ধ নহ'লেও জ্ঞানলব্ধ আধুনিকতাবাদী নৈৰাশ্য, নিঃসংগতা, ক্লান্তি, বিচ্ছিন্নতা আদি সমস্যাৰ সম্মুখীন হোৱা আধুনিক অসমীয়া গল্প লিখকৰ আত্মিক সংযোগ গাৱঁৰ মাটি-পানী, আকাশ আৰু বতাহৰ লগতে আছিল। দুতৰপীয়া কথন আৰু বহুমাত্ৰিক চেতনাৰে গল্প লিখা ৰামধেনুৰ কনিষ্ঠতম গল্প লিখক অপূৰ্ব শৰ্মাৰ গল্পতে এই দ্বন্দ্বটো ফুটি উঠিছে : "বন্ধ হৈ থকা খিৰিকীখন তাই খুলি দিলে। ...তাইৰ তাহানিৰ গাওঁ। তাইৰ ব্যাপ্তিশীল কল্পনাই অৰ্দ্ধবিস্মৃত অভিজ্ঞতাৰ স্পষ্ট লোকৰ পৰা টানি আনিলে অসংখ্য দীপ্যমান মায়াময় ছবিৰ মিছিল। শিল পেলোৱা ডাঙৰ চৰকাৰী ৰাস্তাৰ পৰা গাৱঁলৈ সোমাই যোৱা দীঘলীয়া কেঁচা বাট। ....বিবিধ ৰঙৰ সৰু সৰু বাছ চৰকাৰী ৰাস্তাইদি দৌৰি গৈছে আৰু সিহঁতে অসীম তৃপ্তিৰে পোৱা পেট্ৰোলৰ গোন্ধ উশাহৰ লগত টানি লৈছে। ....টেলিগ্ৰাফৰ খুঁটাত কাণ পাতি সিহঁতে 'খবৰ যোৱাৰ' গম্‌গুমনি শুনে। মোহনহঁতে তাঁৰবোৰলৈ শিল দলিয়ায়, .....তৰাগছ তাঁৰবোৰত

ওলোমাই থয়। ....ৰাতি বামুণভেকোলা আৰু জিলিৰ অবিৰাম বৰষা সঙ্গীতৰ সুৰ", ইত্যাদি।

'ৰামধেনু'ৰ পঞ্চদশ বছৰ একাদশ সংখ্যাত প্ৰকাশিত অপূৰ্ব শৰ্মাৰ যিটো গল্পৰ পৰা উদ্ধৃতি দিয়া হৈছে সেই গল্পটোৰ (সাগৰ সঙ্গীত) কাহিনীকাৰ আইমানুৰ অন্তৰ্দ্বন্দ্বত আধুনিকতাবাদী সমস্যাসমূহ পৰিস্ফুট হৈছেঃ "তাই অনুভৱ কৰিলে তাই বৰ নিঃসংগ। .এইবোৰ তাইৰ অৱশ, দুৰ্বল মনৰ অনৃত কল্পনা, আপোন আত্মাৰ প্ৰতি তাইৰ আত্মসৃষ্ট ভ্ৰান্ত আশ্বাস। ...চৰাইৰ গান তেতিয়া বন্ধ হৈছে। কেটলিটোৰ পানী গৰম হৈ এটা কাতৰপ্ৰায় অস্পষ্ট চেঁ চেঁ শব্দ হৈছে। ....পোহৰক উৰ্ধমুখী ধোঁৱাৰ জটিল কুণ্ডলীবোৰে বাধা দিছে। তাইৰ সমস্ত চেতনা এক অনিশ্চয় অস্থিৰতাই তোলপাৰ লগাইছে। তাই যে এতিয়াও নাজানে সম্ভাব্য সত্য কোনটো। তাইৰ মন এতিয়াও দ্বিধাযুক্ত চিন্তাত দোদুল্যমান। . অনিশ্চয় খেলিমেলিত জীৱনৰ মূল ভিত্তি অস্থিৰ হৈ পৰিছে। মানৱ আত্মাৰ গভীৰ স্থিতপ্ৰজ্ঞ চেতনা বিশৃংখল আৰু অশান্ত হৈ পৰিছে।"

'ৰামধেনু'ৰ একাদশ বছৰ ৪ৰ্থ সংখ্যাত "সমকালীন অসমীয়া চুটিগল্প" শীৰ্ষক আলোচনাত হোমেন বৰগোহাঞিয়ে লিখিছেঃ "ৰামধেনু যুগৰ তৰুণ গল্প লিখকৰ দৃষ্টিভংগী ঘাইকৈ মনস্তাত্ত্বিক। .. এই বিচাৰ প্ৰৱণতা অনেক ক্ষেত্ৰত স্বাশ্ৰয়ী— অৰ্থাৎ বিচাৰ্য বিষয় লিখক নিজে। যিবোৰ গল্পত লিখকে নিজক অতিক্ৰম কৰি আনৰ জীৱনত প্ৰবেশ কৰিছে, সেই ক্ষেত্ৰতো কল্পিত চৰিত্ৰসমূহ লিখকৰ আপোন ব্যক্তিত্বৰ প্ৰক্ষেপন বুলি ভাবিবৰ কাৰণ আছে। এক নতুন ধৰণৰ ৰুগ্ন অহং-কেন্দ্ৰিকতা বা নিৰ্জনতাবোধ বা ব্যক্তিসত্তাৰ নতুন মূল্যাংকনৰ প্ৰয়াসো এই গল্পবোৰত পৰিলক্ষিত হয়। তাৰ কাৰণ প্ৰাচীন ধৰ্মীয় ঐতিহ্যত আস্থাহীনতা, ব্যক্তিত্ব গঠনৰ ভিত্তি ভূমিত নিজ্ঞান মনৰ আৱিষ্কাৰ, নৰ-নাৰীৰ সম্পৰ্কত ফ্ৰয়ডীয় মনোবিজ্ঞানৰ আলোকপাত, যুদ্ধৰ ভযাবহ স্মৃতিপুষ্ট ব্যক্তি জীৱনৰ মূল্যহীনতাৰ চেতনা, জীৱিকাৰ ক্ষেত্ৰত কৃষিনিৰ্ভৰ সমাজৰ সহযোগিতাবোধৰ পৰিবৰ্তে তীব্ৰ প্ৰতিযোগিতাৰ তাড়না ইত্যাদি।" বৰগোহাঞিদেৱে অনেক ক্ষেত্ৰত ৰামধেনু যুগৰ চুটি-গল্পক স্বাশ্ৰয়ী বুলি কৈ এটা গুৰুত্বপূৰ্ণ দিশৰ কথা উল্লেখ কৰিছে। আধুনিক কবিতাৰ দৰে গল্প-উপন্যাসত নৈৰ্ব্যক্তিকতা লাভ কৰাটো বোধহয় সম্ভৱ নহয়। গল্প বা উপন্যাসত কাহিনীকাৰ সম্পূৰ্ণ অনুপস্থিত হ'ব নোৱাৰে। কিন্তু সেই বাবেই গল্প এটাত বিচাৰ্য বিষয় নিজে হোৱাৰো প্ৰয়োজন নাই। গল্প-উপন্যাসত লিখক বা কাহিনীকাৰে গ্ৰহণ কৰা দৃষ্টিকোণ গুৰুত্বপূৰ্ণ কথা। গল্প এটাৰ অৰ্থ আৰু তাৎপৰ্য কাহিনীকাৰ আৰু কাহিনীৰ সম্পৰ্কৰ মাজতে সোমাই থাকে। তৃতীয় পুৰুষ কথনৰ সৰ্বজ্ঞাতা কাহিনীকাৰজনেও কাহিনী প্ৰবাহত হস্তক্ষেপ নকৰাকৈ থাকিব পাৰে।

'ৰামধেনু'ৰ প্ৰায়বোৰ গল্পই তৃতীয় পুৰুষত বৰ্ণিত। হোমেন বৰগোহাঞি, অতুলানন্দ গোস্বামী আদি দুই-এক লিখকেহে সময়ত প্ৰথম পুৰুষত কাহিনীক বিশ্বাসযোগ্য কৰাৰ তাগিদাত প্ৰথম পুৰুষ কথন-ৰীতি প্ৰয়োগ কৰিছে। কিন্তু প্ৰায় সকলো গল্পতে মূল্যবোধৰ বিচাৰ চকুত পৰে। ব্যক্তিৰ মনোজগতৰ দ্বন্দ্ব অথবা ব্যক্তি আৰু সমাজৰ মাজত উপস্থিত দ্বন্দ্বত কোনো এক দৃষ্টিকোণৰ পৰা লিখকে কৰা বিচাৰত 'বিচাৰ্য বিষয়' লিখক নিজে বুলি কৰা সিদ্ধান্ত নিৰাপদ নহয়। জীৱন আৰু জগত নিৰীক্ষণত বস্তুনিষ্ঠতা লাভ কৰিব পৰাৰ কাৰণেহে 'ৰামধেনু'ৰ গল্পলিখকসকলে এক বহল মানৱতাবোধৰ ভেটি তৈয়াৰ কৰিব পাৰিছিল।

প্ৰতিষ্ঠিত যিকেইজন লিখকে 'ৰামধেনু'তো লিখিছিল, সেইসকলৰ ভিতৰত অননুকৰণীয় ভংগীত লিখা মানুহজন লক্ষ্মীনাথ ফুকন। নিৰাবেগ বস্তুনিষ্ঠ বৰ্ণনা আৰু বিদ্বেষহীন হাস্য ফুকনৰ স্বকীয় বৈশিষ্ট্য। নাটকীয় পৰিস্থিতি উদ্ভাৱনী কৌশলত ফুকন সিদ্ধহস্ত। দৃষ্টিকোণৰ অভাৱত তেখেতৰ ভালেসংখ্যক চুটিগল্প সন্তোষজনক পৰিণতিৰ পৰা বঞ্চিত। 'ৰামধেনু'ত প্ৰকাশিত "মহিমাময়ী"ত ব্যংগৰ মাজেৰে পাঠকৰ পুতৌৰ পাত্ৰী কৰা হৈছে মানৱীয় মূল্যবোধতকৈও নগদ টকা সঁচাৰ প্ৰতি তেওঁৰ বাঢ়ি অহা আগ্ৰহৰ কাৰণে। মনৰ ভাব গোপন কৰি লেৰেলা সাদৰ দেখুওৱা মহিমাময়ী নবীনৰ ওচৰত পৰাজিত হৈছে বুদ্ধিৰ যুদ্ধত আৰু কৃপণালিৰ মাত্ৰা চেৰাই যোৱাৰ ফলত খৰছ অনেক গুণ বৃদ্ধি পাইছে। নগদ ধনৰ প্ৰতি মোহে কিদৰে পুৰণি মানৱীয় সম্পৰ্কক সলনি কৰিছে তাৰ ইংগিত গল্পটোত আছে। মহিমাময়ীৰ স্বভাৱৰ কোনো পৰিবৰ্তন হোৱাৰ সম্ভাৱনা নাই।

'ৰামধেনু'ৰ আন এগৰাকী গল্পলিখক ৰমা দাশৰ কথন-ৰীতি আকৰ্ষণীয়, ভাষা মসৃণ আৰু গল্পসমূহৰ কাহিনী দ্বন্দ্ব-বিৰোধৰ মাজেৰে আগবাঢ়ে। "ৰোডোডেণ্ড্ৰনৰ বিলাস"ত কল্পনাবিলাস আৰু বাস্তৱৰ বিৰোধৰ মাজেদি তৰল জীৱনবোধৰ সমালোচনা কৰা হৈছে। চিত্ৰ তাৰকাৰ চালচলন অনুকৰণ কৰি বিলাসত ওপঙি থাকি জীৱনবোধক টুলুঙা আৰু তৰল কৰিবহে পাৰি। কোনো সৃষ্টিশীল কামত নিজকে নিয়োগ নকৰা বিত্তবান তিৰোতাৰ মনক কল্পনাবিলাসে আগুৰি ধৰাটো

স্বাভাৱিক। ৰোডোডেণ্ড্ৰনৰ বিলাস কৰা মিচেচ কাকতিৰ চৰিত্ৰটোক লিখকে নেতিবাচক চৰিত্ৰ হিচাপে দেখুৱা নাই : "....যদিও মিচেচ কাকতিৰ বয়স আনৰ হিচাপত আজি ছয়ত্ৰিছৰ ঘৰ পাইছেগৈ.... যত্ন আৰু পুৰুষাৰ্থৰ গুণতেই সময়ে আজিও তেওঁক জয় কৰিব পৰা নাই। তেওঁৰ অঙ্গৰ সেই লোভনীয় মাধুৰিমা, কমনীয় শোনিমাখিনিৰ ওপৰত তাৰ ক'লা হাতৰ আঁচোৰ সমূলি বহুৱাব পৰা নাই।" নাৰী সৌন্দৰ্য বৰ্ণনাত 'অঙ্গৰ লোভনীয় মাধুৰিমা'ৰ উল্লেখ অথবা দেহজ কামনাৰ মুকলি আলোচনাই গল্পৰ এটা নতুন দিশৰে ইংগিত দিছে। আধুনিকতাবাদী চিন্তাই গল্পটোত কলি পেলাইছে : "কেতিয়াবা অলপ বিচিত্ৰতা লাগে, ধেমালি-ধুমুলা লাগে, মুকলি বতাহৰ আস্বাদ লাগে। নহ'লে মানুহবোৰ হয় ঠিক মেচিনৰ দৰেই। ..তেওঁ কিয় জানো জীৱনৰ সকলো আগ্ৰহ হেৰুৱাই লাহে লাহে এটি জড-পিণ্ড যেন হৈ আহিব লাগিছে।" চকা-মকাকৈ হ'লেও শিক্ষিতা নাৰীয়ে পুৰুষৰ লগত সমঅধিকাৰৰ দাবী কৰাৰ ছবি চকুত পৰে : "যদি মোক ইমান কম বয়সতে বিয়া দিবলৈ হয়, তেনেহ'লে তোমালোকে মোক পঢ়ুৱাইছিলা কেলেই?" বিজ্ঞানৰ নতুন আৱিষ্কাৰৰ উল্লেখ তুলনাৰ মাজেদি সোমাই আহিছে : "....তলপেটটো বাঢ়ি আকৃতিটো প্ৰায় 'স্পুটনিক'ৰ দৰেই হৈ আহিছে। .....ঘৰখনত কি হুলস্থূল! যেন কোনোবা এটা নতুন উপগ্ৰহলৈ যোৱাৰ আয়োজনহে চলিব ধৰিছে।"

'ৰামধেনু'ৰ ৮ম বছৰৰ ১১-১২শ সংখ্যাত প্ৰকাশিত কৃষ্ণ ভূএগ্ৰাৰ "ছিলঙৰ কেৰেণী" গল্পটো ষাঠী টকীয়া কেৰেণী পৰিয়াল এটাৰ আৰ্থিক দুৰ্দশা আৰু দৈন্যৰ ছবি। যৌৱনৰ সপোন আৰ্থিক দুৰ্দশাই চূৰমাৰ কৰাৰ পিছতো নতুন সন্তান লাভৰ আনন্দই কেৰেণীৰ পৰিয়ালটোক মানৱীয় সম্পৰ্কৰ মাজতে সুখৰ সন্ধান কৰিবলৈ শিকাইছে। প্ৰকৃতিৰ বৰ্ণনাই মানুহৰ মনৰ জগতখনৰ চিন্তা-ভাবনাক গল্পটোত ফুটাই তুলিছে। অফিচৰ কামৰ হেঁচা, বৰবাবুৰ ঠাট্টা-মস্কৰা, আৰ্থিক অনাটনে জীৱনক তিক্ত কৰি চাকৰিৰ প্ৰতি বিতৃষ্ণা জন্মোৱাৰ সময়ত ৰত্নেশ্বৰে দেখিছে : "শীতৰ বৰফ পৰি আজি সেই সকলো ফুল শুকাই গৈছে। ফুলনিৰ এচুকে ডালিয়া ফুলৰ অনাদৃত আধা শুকান ঠাৰিবোৰ হেৰোৱা সৌন্দৰ্যৰ স্মৃতি স্বৰূপে কৰুণভাৱে থিয় হৈ আছে। ....কেৱল মাত্ৰ কেইজোপামান ৰঙা গোলাপৰ গছত আৱতৰীয়া দুই-চাৰিপাহ ফুল ফুলি বিগতযৌৱনা তিৰোতাৰ উিঙিত গোৱালমণিৰ দৰে ফুলনিৰ কণ্ঠ আগুৰি আছে।" এই ফুলনিখন চাই ৰত্নেশ্বৰে অনুভৱ কৰিছে যে তাৰ জীৱনৰ পৰা কিবা এটা হেৰাই গৈছে। কিন্তু একেটা মানুহেই ঘৈণীয়েক অন্তঃসত্তা হোৱাৰ খবৰ পোৱাৰ লগে লগে জীৱনৰ নতুন অৰ্থ বিচাৰি পাইছে : "....ৱান ম'ৰ ডাৰ্লিং টু লাভ"। তেতিয়া তেওঁ আগৰ ফুলনিখনতে দেখিছে : "..ফুলবোৰ আকৌ ৰমক-জমক হৈ ফুলি উঠিছে। ৰত্নেশ্বৰ তেতিয়াও ছিলঙৰ কেৰেণী।"

'ৰামধেনু'ত গল্প লিখা লেখিকাসকলৰ ভিতৰত স্নেহ দেৱীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। পুৰুষপ্ৰধান সমাজ এখনত নাৰীৰ দৃষ্টিকোণৰ পৰা নাৰীৰ চেতন-অৱচেতন মনৰ অনেক সংবাদ এই লেখিকাগৰাকীয়ে পোহৰলৈ আনি অসমীয়া গল্প-সাহিত্যৰ পৰিসৰ বৃদ্ধি কৰিছে। লেখিকাৰ মনস্তাত্ত্বিক বিশ্লেষণ, মিতব্যয়িতা, ইংগিতধৰ্মিতা আৰু দ্বন্দ্ব-বিৰোধৰ সহায়ত কাহিনী আগবঢ়াই নি পাঠকৰ কৌতূহল আৰু উৎকণ্ঠা বৃদ্ধি কৰাৰ কৌশল চমৎকাৰ। 'ৰামধেনু'ৰ নৱম বছৰৰ নৱম সংখ্যাত প্ৰকাশিত "প্ৰেৰণাৰ সমাধি" শীৰ্ষক গল্পটোৱে আধুনিক চিন্তাৰ বাৰ্তা বহন কৰিছে। এগৰাকী বিবাহিতা মহিলাই স্বামীৰ বন্ধুৰ চকুযুৰিৰ প্ৰতি আকৰ্ষণৰ কথা মুক্তভাৱে স্বীকাৰ কৰিছে। প্ৰতিষ্ঠিত মূল্যবোধক পুনৰ নিৰীক্ষণ কৰি তেওঁ প্ৰত্যয়েৰে সাব্যস্ত কৰিছে যে সেই আকৰ্ষণত কোনো পাপ নাই। একেটা সংখ্যাৰে তিলক হাজৰিকাৰ "উৰুকা" গল্পত ৰামধেনুৰ গল্প-সাহিত্যৰ আন এটা দিশ চকুত পৰে : লিখকৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক চেতনা তীব্ৰ আৰু দৃষ্টিকোণ সমাজবাদী। শাসক শ্ৰেণীৰ প্ৰতাৰণাক লিখকে ব্যংগ কৰিছে।

অসমীয়া ভাষাত সৰ্বাধিক গল্প-উপন্যাস দীৰ্ঘকাল জুৰি লিখি থকা কথা-সাহিত্যিক চৈয়দ আব্দুল মালিক। 'ৰামধেনু'ৰ তেওঁ এগৰাকী নিয়মীয়া লিখক। গদ্যৰ স্বতঃস্ফূৰ্ত গতি, সূক্ষ্ম হাস্যৰস, সাধাৰণ মানুহৰ প্ৰাত্যহিক সংগ্ৰাম আৰু দুখ-দুৰ্দশাৰ প্ৰতি গভীৰ সহানুভূতি, নাটকীয় পৰিস্থিতি উদ্ভাৱনৰ চমৎকাৰ দক্ষতা, বুদ্ধিদীপ্ত সংলাপ ইত্যাদি তেওঁৰ ৰচনা-ৰীতিৰ বৈশিষ্ট্য। তেওঁৰ গল্প কাহিনী-প্ৰধান আৰু গল্পৰ শিল্পৰূপ নিৰ্মাণ কৌশলতকৈ কাহিনীৰ গতিবেগ ক্ৰমান্বয়ে বঢ়াই নি পাঠকৰ উৎকণ্ঠা বৃদ্ধি কৰাতহে তেওঁ অধিক আগ্ৰহী। গতিবেগ বৃদ্ধিৰ প্ৰতি অধিক আগ্ৰহী হোৱাৰ বাবেই তেওঁৰ গল্প-উপন্যাসৰ কাহিনী সময়ত নিজৰ গতিত আগুৱাই গৈ লিখকৰ নিয়ন্ত্ৰণৰ বাহিৰ হৈয়ো যায়। মালিকৰ বাস্তৱবাদ ফটোগ্ৰাফিক। 'ৰামধেনু'ৰ ৬ষ্ঠ বছৰ, ১২শ সংখ্যাত প্ৰকাশিত "ৰেলৰ আলিৰ দুবৰি বন" গল্পটোৱে ১৯৯৭ চনৰ ডিচেম্বৰ মাহত প্ৰকাশিত আৰু হৃদয়ানন্দ গগৈৰ দ্বাৰা সংকলিত আৰু সম্পাদিত 'ৰামধেনুৰ শ্ৰেষ্ঠ গল্প'ত

ঠাই পাইছে। গল্পটোৰ কাহিনী দুৰ্নীতিগ্ৰস্ত, ক্ষমতাশালী, লম্পট মানুহৰ সহজ-সৰল দুখীয়া মানুহৰ ওপৰত দানৱীয় অত্যাচাৰৰ কাহিনী।

আলোচ্য গল্পটোৰ কাহিনী তৃতীয় পুৰুষ বৰ্ণনা আৰু নাটকীয় সংলাপৰ স্বতঃস্ফূৰ্ত গতিৰে পৰিণতিৰ ফালে আগবাঢ়িছে। কাহিনীকাৰৰ মতামত, বিচাৰ আৰু হস্তক্ষেপ ক'তো আমনিদায়ক হোৱা নাই। কাহিনীক বিশ্বাসযোগ্য কৰাত লিখক সফল হৈছে, কিন্তু কাহিনীকাৰৰ লগত কাহিনীৰ সম্পৰ্কৰ পৰা গল্পটোৰ তাৎপৰ্য ওলাই অহা নাই। কাৰ্তিকৰ ওপৰত ফুকনৰ বৰ্বৰ শাৰীৰিক আক্ৰমণ আৰু বেলৰ আগত পৰি কাৰ্তিকৰ আত্মহত্যাত সমাজ জীৱনৰ সত্য ফটোগ্ৰাফিক হৈ আছে, ই লিখকৰ অথবা কাহিনীকাৰৰ দৃষ্টিভংগীৰ ইংগিত নিদিয়ে।

নিৰাবেগ বস্তুনিষ্ঠ বৰ্ণনা আৰু ভাষাৰ মিতব্যয়িতা মালিকৰ গল্পটোৰ এটা বিশিষ্ট গুণ। সাধাৰণ মানুহৰ জীৱনক কাষৰ পৰা সহানুভূতিৰে চোৱাৰ বাবে লিখকে তেওঁলোকৰ সমাজ জীৱনৰ সত্যক স্বকীয় ভংগীৰ বৰ্ণনাত ধৰি ৰাখিব পাৰিছে ঃ "কাৰ্তিকৰ লগৰীয়া এদল। কাৰোবাৰ মাক নাই, কাৰোবাৰ বাপেক নাই, কাৰোবাৰ দুয়োটা নাই, কাৰোবাৰ দুয়োটা আছে, কিন্তু থকাৰ সাৰ্থকতা নাই আটাইখিনি অভাৱৰ সন্তান। মানুহ হ'বৰ চেষ্টা কৰি জীৱনৰ কেইটামান সোণালী বছৰ এনেয়ে কটাই দিয়ে।" গল্পটোত তৎকালীন সমাজ জীৱনৰ যিখন ছবি ফুটি উঠিছে তাত গাওঁ আৰু নগৰৰ দৰিদ্ৰতা, শিক্ষিত ধনীৰ ভ্ৰষ্টাচাৰ, সাধাৰণ মানুহৰ মৰম স্নেহ আদি পৰিষ্কাৰ হৈ আছে। দেশনেতা ফুকনৰ হিংস্ৰতা আৰু বৰ্বৰতাই ডেকা কাৰ্তিকৰ ব্যক্তিত্বক এনেদৰে চুৰমাৰ কৰিছে যে তেওঁ আত্মহত্যা কৰিবলৈ বাধ্য হৈছে। নৰ-নাৰীৰ যৌন সম্পৰ্কৰ কথা আৰু ব্যভিচাৰৰ কথা মালিকে সাহসেৰে মুকলিকৈ আলোচনা কৰিব পাৰে। ৰামধেনু যুগৰ গল্প-সাহিত্যৰ সেইটোও এটা দিশ। মালিকৰ "বীভৎস বেদনা" গল্পক কেন্দ্ৰ কৰি জ্ঞানানন্দ শৰ্মা পাঠকে ৰামধেনুৰ পাততে সাহিত্যত অশ্লীলতা আৰু শ্লীলতা কি তাক লৈ দীঘলীয়া আলোচনা কৰিছিল।

প্ৰফুল্ল দত্ত গোস্বামীৰ গল্প মননশীল। 'ৰামধেনুৰ' ৩য় বছৰ, ৮ম সংখ্যাত প্ৰকাশিত "বোবা বোলে কোনে"

গল্পটোত এটা জটিল বিষয় বাছি লোৱা হৈছে ঃ বোবা ছোৱালী এজনীৰ প্ৰতি কাহিনীকাৰৰ আকৰ্ষণ। অনুৰাগ আৰু অনুশোচনাৰ মাজতে কাহিনী শেষ হোৱা বাবে বোবা ছোৱালীজনীৰ মনৰ জগতখনত লিখকে সোমাব পৰা নাই। ছোৱালীজনী কাহিনীকাৰৰ প্ৰতি আকৰ্ষিত হোৱা বুলি নিশ্চিত হোৱাৰ বাবে প্ৰশ্ন উঠিছে ঃ বোবা বোলে কোনে।

দীৰ্ঘকাল 'ৰামধেনু' সম্পাদনা কৰি আধুনিক অসমীয়া সাহিত্যত এটা নতুন যুগৰ সৃষ্টি কৰা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'ৰামধেনু'ত প্ৰকাশিত গল্পত এক নিৰ্দিষ্ট জীৱনবোধৰ পৰিচয় পোৱা যায়। বিশ্ব-সাহিত্যৰ লগত পৰিচয় আৰু নতুন চিন্তাৰ সৰবৰাহৰ মাজেৰে তেওঁ আধুনিক অসমীয়া সাহিত্যৰ ভেটি টনকিয়াল হোৱাটো বিচাৰিছিল। নৱম বছৰৰ নৱম সংখ্যাৰ সম্পাদকীয়ত তেওঁ লিখিছে ঃ " ..আমাৰ সৰ্বপ্ৰথম আৱশ্যক হৈছে সাহিত্যৰ ক্ষেত্ৰত মানৱ সমাজৰ শ্ৰেষ্ঠ ভাৱসমূহৰ প্ৰচাৰ কৰা মানৱ সমাজৰ প্ৰগতিৰ সৈতে আমাৰ মনৰ সংযোগ স্থাপন নকৰিলে আজিৰ যুগত কেৱল স্বদেশ- প্ৰেমৰ ভেটিত আমি এটি মহৎ সাহিত্য গঢ়ি তুলিব নোৱাৰো। কিন্তু ভাষা সাহিত্যৰ উন্নতিৰ অৰ্থে সমাজত সামাজিক ৰূপান্তৰো আৱশ্যক। আমাৰ অৰ্থনৈতিক ব্যৱস্থা, শিক্ষা ব্যৱস্থা, আৰু ৰাষ্ট্ৰ ব্যৱস্থাৰ আমূল পৰিবৰ্তন নহ'লে অসমীয়া ভাষা-সাহিত্যৰ উন্নতি সম্ভৱপৰ নহয়।" অসমীয়া সাহিত্যক 'ৰামধেনু'ৱে সচেতনভাৱে বিশ্বাভিমুখী কৰাৰ চেষ্টা কৰিছিল। আধুনিক অসমীয়া সাহিত্যক জন্মলগ্নৰে পৰা ইউৰোপীয় সাহিত্যই প্ৰভাৱিত কৰি আহিছে যদিও জোনাকী যুগ আৰু ৰামধেনু যুগৰ ওপৰত পৰা প্ৰভাৱৰ পাৰ্থক্য আছে। ইউৰোপৰ উদাৰনৈতিক ভাৱধাৰাই জোনাকী যুগৰ জাতীয় চৈতন্যক সৃষ্টিশীল কৰিছিল। 'ৰামধেনু'ৰ অগ্ৰণী লিখকসকলে এই জাতীয় চৈতন্যক বিশ্বাভিমুখী কৰিবলৈ সচেতন প্ৰচেষ্টা চলাইছিল। আলোচ্য সংখ্যাত সাময়িক প্ৰসংগত অসম সাহিত্য সভাই কি কৰা উচিত সেই বিষয়ে ক'বলৈ গৈ আৰম্ভ কৰা হৈছে ঃ " আমি আধুনিক সাহিত্যক এটি অন্তৰ্জাতিক পটভূমিত বহল আৰু গতিশীল মানৱতাৰ পতাকা লৈ আগবাঢ়ি যাবলৈ সদায় সকীযাই আহিছো। নহ'লে আধুনিক সাহিত্যও বোৱতি সুঁতিৰ সলনি দ পথাৰৰ পিতনিত পৰিণত হ'বগৈ। ...অসমীয়া চেতনাত পুষ্ট সাহিত্যসেৱীসকলে যদি সঁচাকৈয়ে অসমীয়া সাহিত্যক বিশ্বৰূপ দিব খোজে, তেন্তে তেওঁলোকে এই নৱজীৱনৰ উত্থানত ভাগ ল'বই লাগিব।" সাহিত্যক গতিশীল কৰি ৰখা আৰু সাহিত্যৰ যোগেদি পাঠকক পৃথিৱীৰ শ্ৰেষ্ঠ চিন্তাৰ লগত পৰিচয় কৰাই দিয়াৰ সংকল্প আদৰণীয়। 'ৰামধেনু' এই ক্ষেত্ৰত সফলো হৈছিল। জাতীয় সাহিত্যক বাহিৰৰ জগতৰ প্ৰভাৱৰ পৰা ৰক্ষা কৰি ৰাখিবও নোৱাৰি আৰু ৰক্ষা কৰাৰ প্ৰয়োজনো নাই। কিন্তু আধুনিক

অসমীয়া সাহিত্যক বিশ্বাভিমুখী কৰাৰ প্ৰচেষ্টাক সাহিত্য-সংস্কৃতিৰ সকলো কৰ্ণধাৰে আৰু 'ৰামধেনু'ৰ সকলো পাঠকে বিনা দ্বিধাই সমৰ্থন কৰা নাছিল। অসমীয়া সাহিত্যৰ বিশ্বাভিমুখী গতিয়ে সাহিত্য-সংস্কৃতিৰ জাতীয় বৈশিষ্ট্যক ধ্বংস কৰিব বুলি অনেকে আশংকা আৰু উদ্বেগ প্ৰকাশ কৰিছিল। উদাহৰণস্বৰূপে অসম সাহিত্য সভাৰ সভাপতি বেণুধৰ শৰ্মাদেৱে ক'লে ঃ "সভ্যতাৰ কুৰুৱা পচোৱা বতাহে চিন্তা-চৰ্চাৰ জোৱাৰ ভাটা তোলাত কোনো দেশেই চান্দ সদাগৰৰ মেৰঘৰ সাজি আছুতীয়াকৈ বা অকলশৰীয়া হৈ থাকিব পৰা নাই। তাত থকা কুন্দ্ৰাক্ষইদি দেশ-বিদেশৰ পোহৰ সোমাই কোনোখনক উদ্ভাসিত আৰু কোনোখনক চিতৰাপখৰা কৰিছে। ঐতিহ্যভ্ৰষ্টৰ ভয়ত পুৰণি সোঁতটোত কোচামুঠীয়াকৈ খামোচ মাৰি ধৰি থাকিলেও গতিশীল জগতত দুৰ্গতি হোৱা ধ্ৰুৱ নিশ্চয়। চাক্ষুষ প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি সময়ৰ সোঁতত চলা যেনে সুবিজ্ঞতাৰ পৰিচায়ক দিক্‌ছৌ বাটৰ অজীৰ্ণ কল্পনাৰে নগ্ন আদৰ্শ পূজা কৰাও তেনে ভয়ংকৰ অভিজ্ঞতাৰ চিন।" দেশ-বিদেশৰ পোহৰ সোমাই অসমীয়া সাহিত্যক কেৱল উদ্ভাসিত কৰা বুলি ভবা হ'লে 'চাক্ষুষ প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি সময়ৰ সোঁতত চলাৰ' কথা নক'লেহেঁতেন। আধুনিক অসমীয়া সাহিত্যক বিশ্বাভিমুখী কৰিবলৈ কৰা চেষ্টাৰ ফলতে ক'ৰবাত 'দিক্‌ছৌ বাটৰ অজীৰ্ণ কল্পনা' আৰু 'নগ্ন আদৰ্শ পূজা'ও তেওঁ দেখা পাইছিল। আচলতে সাহিত্য-সংস্কৃতিৰ জাতীয় বৈশিষ্ট্য ধ্বংস হোৱাৰ আশংকা কৰি তেওঁ সেইদৰে কৈছিল। জ্যোতিপ্ৰসাদৰ দৰেই শৰ্মাদেৱেও বিচাৰিছিল যে বাহিৰৰ জগতৰ পৰা অহা চিন্তাধাৰা আমাৰ পৰম্পৰাৰ ভেটিত জীণ যাব লাগে। কিন্তু জাতীয় সাহিত্য-সংস্কৃতিৰ ভেটিটোত আধুনিকতাবাদী চিন্তা জীণ যোৱাৰ উপায় নাই। ধৰ্ম, ঈশ্বৰ, ব্যক্তি সত্তা আদি ধাৰণাবোৰৰ আমূল পৰিবৰ্তন হোৱাৰ পিছত বিজ্ঞান আৰু অৱচেতন মনৰ ক্ৰিয়া-কলাপত আগ্ৰহী মানুহে পৰম্পৰাগত মূল্যবোধ, নৈতিকতা, আচাৰ আৰু সামাজিক অনুষ্ঠানত আস্থা হেৰুৱাই পেলাবলৈ বাধ্য হৈছিল। আধ্যাত্মিকতাবাদ, ধৰ্ম, ঈশ্বৰ, দেশপ্ৰেম, জাতীয়তাবাদ আদিক কেন্দ্ৰ কৰি গঢ়ি উঠা সাহিত্য-সংস্কৃতিৰ ভেটিটোত আধুনিকতাবাদী সাহিত্য জীণ যাব নোৱাৰে। আধুনিকতাবাদী সাহিত্যে পৰম্পৰাৰ পৰা আঁতৰি আহিবলৈ বাধ্য আছিল।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই 'ৰামধেনু'ৰ সম্পাদকীয় আৰু সাময়িক প্ৰসংগ আদিৰ মাজেৰে যি নীতিৰ প্ৰতি আস্থা প্ৰকাশ কৰিছিল, সেই নীতিয়েই তেওঁৰ গল্পৰ আঁৰতো ক্ৰিয়াশীল হৈ আছিল। 'ৰামধেনু'ৰ নৱম বছৰৰ অষ্টম সংখ্যাত প্ৰকাশিত ভট্টাচাৰ্যৰ "ৱাৰ্ড নং দুই" গল্পত কাহিনীকাৰে ঈশ্বৰৰ কৰুণাৰ ধাৰণাক পোনপটীয়াকৈ নাকচ কৰিছে ঃ "বণিতাই মোৰ পদধূলা লৈ ক'লে, 'ভগৱানে ৰক্ষা কৰিলে'। মই প্ৰতিবাদ কৰিলো, 'তোমাৰ ভগৱানে ৰক্ষা কৰা নাই বণিতা, মোক মানুহেহে ৰক্ষা কৰিলে— যিবোৰ মানুহে মানুহৰ কথা বুজে।" দশম বছৰৰ এঘাৰ শ সংখ্যাত প্ৰকাশিত "শলিতা মামী" গল্পটো বিষয়বস্তুৰ ফালৰ পৰা গল্প-সাহিত্যৰ পৰিসৰ বহল কৰিব পৰাকৈ নতুন। সামাজিক ৰীতি-নীতি আৰু পৰম্পৰাগত নাৰী-পুৰুষ সম্পৰ্কৰ ধাৰণাৰ সীমনা অতিক্ৰম কৰি বিবাহিত পুৰুষ এজনৰ লগত এগৰাকী বিধবাৰ দৈহিক আৰু মানসিক সম্পৰ্ক বিন্যাস কৰা হৈছে। পখিলীৰ গিৰিয়েক বগীৰামৰ পখিলী জীয়াই থকা অৱস্থাতে শলিতাৰ প্ৰতি সৰ্বাত্মক আকৰ্ষণৰ ন্যায্যতা অথবা আকৰ্ষণক বিশ্বাসযোগ্য কৰিবৰ জোখাৰে পৰিস্থিতি, ঘটনা আৰু আবেগ-আবেগ অনুভূতিৰ ছাপ লিখকে সৃষ্টি কৰা নাই। সমাজৰ ভয়ত গোপন কৰি ৰখা দৈহিক সম্পৰ্কক ঢাকোন দিবলৈ বগীৰাম আৰু শলিতাই অবৈধ শিশুক হত্যা কৰিছে, কিন্তু পৰম্পৰাগত পাপ-পুণ্যৰ আধাৰত কাহিনীকাৰে ঘটনাটো বিচাৰ কৰা নাই ঃ "মানুহৰ সম্পৰ্কবোৰ কি অদ্ভুত। পৰিমিত ব্যৱহাৰৰ সৈতে অপৰিমিত প্ৰবৃত্তিৰ এই সংঘৰ্ষই পৰিমিত ব্যৱহাৰৰ জয় ঘোষণা নকৰে, জয় ঘোষণা কৰে মানুহৰ মানুহৰ অপৰিমিত আবেগ-আকাঙ্খাৰ, ভয়ৰ।"

নৱম বছৰৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত মহিম বৰাৰ "কাঠনিবাৰী ঘাট" গল্পটোৱে চুটি গল্প কোৱা কৌশললৈ বৈচিত্ৰ্য কঢ়িয়াই আনিছিল। গল্পটোৰ কাহিনী আৰু চৰিত্ৰতকৈ কাহিনী কোৱাৰ কৌশল, পৰিবেশ ৰচনা, কাহিনীৰ লগত কাহিনীকাৰৰ সম্পৰ্ক, দৃষ্টিকোণ, সূক্ষ্ম পৰ্যবেক্ষণ, ঘাটৰ ৰাতিৰ শব্দ, চিত্ৰ আদিয়ে নতুনত্ব কঢ়িয়াই আনিছে। গল্পটোত চিত্ৰকল্পৰ প্ৰয়োগ চমৎকাৰ ঃ ".....প্ৰকাণ্ড সেন্দুৰ বাটি যেন হৈ পৰা বেলিটোলৈ চাই আছিলো। ....চাওঁতে চাওঁতে সৰু সৰু টৌবিলাকে সৰু সৰু আঙুলিৰে সেন্দুৰবিলাক টপটপ সানি ক'ৰবাত মৌমেল চাবলৈ লৰ ধৰিলে। ....কোনোবাই খঙত যেন গোটেই সেন্দুৰখিনি থেকেচা মাৰি সিইঁতৰ গাতে পেলাই দিলে, উকা কপালৰ তিৰোতা এজনী যেনেই লাগিল।" ব্ৰহ্মপুত্ৰৰ পানীত সূৰ্যাস্তৰ এই ছবিখনে প্ৰতীকী ব্যঞ্জনা লাভ কৰি গল্পটোৰ কেন্দ্ৰৰ পৰা পৰিধিলৈকে ব্যাপ্ত হৈ পৰিছে। সেন্দুৰ বাটি যেন হৈ পৰা বেলিটো হৈ পৰিছে বৰুণৰ বাইদেৱেকৰ কপালৰ ফোঁটটো ঃ "সেন্দুৰৰ

ফোঁটটো! কি দগমগীয়া ৰঙা জুই সেইকুৰা! পুৱাৰ ৰ'দত মুখৰ বৰণ কেঁচাসোণৰ— নহয় কেঁচা হালধি গাঁঠি যেন হৈ পৰিছে। সোণৰ বৰণ প্ৰাণহীন।" এই ফোঁটটোৰ চিত্ৰকল্পক কেন্দ্ৰ কৰি কাহিনীকাৰৰ অজ্ঞান আশংকাৰ কথাও ব্যক্ত কৰা হৈছে ঃ "হঠাৎ চকুত পৰিল বৰুণৰ বাইদেৱেকৰ ফোঁটটো তেজৰ দৰে দগমগাবলৈ ধৰিছে। নাকৰ পৰা মূৰটো অলপ হলাই দিয়াত টৌৰ প্ৰতিবিম্ববোৰ গোটেই মুখখনেদি চকচকাই পাৰ হৈ গৈছে। টৌবোৰে যেন ফোঁটটো ভাগ বাটি লৈ যাব।" সৰু সৰু টৌবিলাকে আৰম্ভণিতে অস্ত যাবলৈ ধৰা সূৰ্যটোৰ সেন্দুৰীয়া ৰং সৰু সৰু আঙুলিৰে টপাটপ গাত সানি লৈছিল। গল্পৰ শেষৰ ফালে টৌবোৰে কপালৰ ফোঁটটো ভাগবাটি লৈ যাবলৈ বিচৰা বুলি লিখকে অনুভৱ কৰিছে।

নৈতিক প্ৰমূল্যৰ পতন-স্খলন ৰামধেনু যুগৰ চুটিগল্পৰ এক সাধাৰণ বৈশিষ্ট্য যদিও এই পতন-স্খলন আৰু মূল্যবোধৰ পুনৰসংস্থাপনৰ কাৰণে আটাইতকৈ চিন্তিত গল্প লিখকজন হ'ল চন্দ্ৰপ্ৰসাদ শইকীয়া। আধুনিকতাবাদী সাহিত্য আৰু জীৱনবোধৰ লগত সুপৰিচিত এই লিখকগৰাকীয়ে আধুনিক জীৱনতো মহৎ আদৰ্শ আৰু প্ৰমূল্যকো পুনৰসংস্থাপন কৰি জীৱনৰ হেৰাই যোৱা ৰং আৰু সৌষ্ঠৱক ঘূৰাই আনিব পাৰি বুলি প্ৰত্যয়েৰে পাঠকক জানিবলৈ দিব পাৰে। ভাৰতীয় দৰ্শন আৰু ইতিহাসৰ চেতনা তেওঁৰ গল্প-উপন্যাসত ক্ৰিয়াশীল। গাৱঁৰ জীৱনেই হওক বা নগৰৰ জীৱনেই হওক, লিখকগৰাকীৰ বাস্তৱবাদী নিৰীক্ষণ আদৰ্শ-ভিত্তিক। তেওঁৰ প্ৰায়বোৰ গল্পৰে বিৰোধ আৰু আতিতি (tension) আদৰ্শক কেন্দ্ৰ কৰি গঢ়ি উঠে আৰু পৰিণতিয়ে গভীৰ আশাবাদৰ ইংগিত দিয়ে। শব্দৰ মিতব্যয়িতাৰে তেওঁ একোটা পৰিবেশ সৃষ্টি কৰিব পাৰে আৰু প্ৰয়োজন হ'লে কাহিনীৰ গতিবেগ দ্ৰুততৰ কৰিব পাৰে। 'ৰামধেনু'ত প্ৰকাশিত (নৱম বছৰ, দ্বিতীয় সংখ্যা) "উত্তৰাৰ উত্তৰ" তেওঁৰ এটা উল্লেখযোগ্য গল্প। গল্পৰ পটভূমি কলিকতা মহানগৰ। বেশ্যাবৃত্তিক লৈ ৰামধেনু যুগত অনেক চুটিগল্প লিখা হৈছিল, কিন্তু চন্দ্ৰপ্ৰসাদ শইকীয়া অথবা হোমেন বৰগোহাঞিয়ে এই বৃত্তিটোক পৰম্পৰাগত নৈতিকতা আৰু যৌনতাৰ আধাৰত বিশ্লেষণ কৰা নাছিল। উত্তৰা নামৰ বেশ্যাজনীৰ উত্তৰৰ মাজেদি প্ৰকাশ পাইছে যে পুৰুষৰ লম্পট চৰিত্ৰ আৰু তিৰোতাৰ যৌন বিকৃতিৰ কাৰণে আধুনিক নগৰ-চহৰত বেশ্যালয় গঢ়ি উঠা নাই। ছোৱালী এজনীয়ে বেশ্যাবৃত্তি গ্ৰহণ কৰাৰ আঁৰত ব্যক্তিগত, পাৰিবাৰিক, সামাজিক আৰু মনস্তাত্ত্বিক অনেক কাৰণ সোমাই থাকে। সমস্যাটো যান্ত্ৰিক সভ্যতাই মূলতে সৃষ্টি কৰিছে, ই আধুনিক সভ্যতাৰ সমস্যা। মহান আদৰ্শ যেতিয়া দ্বন্দ্বৰ আধাৰ হয়, লিখকে আদৰ্শৰ সংঘাতৰ আঁৰত আবেগ-অনুভূতিৰ ছাপ এটা সৃষ্টি কৰিবলৈ সুবিধা পায় আৰু গল্পকাৰ শইকীয়াই এই সুবিধা গ্ৰহণ কৰিছে। তেওঁৰ "মায়ামৃগ" (১২শ বছৰ, ২য় সংখ্যা) 'ৰামধেনু'ৰ আন এটা উল্লেখযোগ্য গল্প। গল্পটোৰ শীৰ্ষ বিন্দুত শিক্ষক পৰশুৰাম আৰু ছাত্ৰ হেমন্তৰ মাজত হোৱা আদৰ্শকেন্দ্ৰিক বিতৰ্কই পাঠকৰ মনত সাঁচ বহুৱাব পৰা আনুভূতিক ছাপ এটাৰো সৃষ্টি কৰিছে।

ৰামধেনু যুগৰ এগৰাকী প্ৰখ্যাত গল্পকাৰ যোগেশ দাসৰ চুটিগল্পৰ স্বকীয় বিশিষ্টতা আছে। তেওঁৰ কথন-ৰীতি নিৰাবেগ আৰু বস্তুনিষ্ঠ। গল্পৰ পাঠকক সম্বোধন কৰা মাতটো তেওঁৰ মৃদু। ইচ্ছা কৰিলে পাঠকৰ চকু জলকতবক লগাই দিব পৰা অথবা শ্বাসৰুদ্ধকাৰী উৎকণ্ঠা সৃষ্টি কৰিব পৰা ক্ষমতা দাসৰ আছে, কিন্তু সিবোৰ কৌশল তেওঁ গল্পত অতি কঠোৰভাৱে নিয়ন্ত্ৰণ কৰি ৰাখে। নাটকীয় পৰিস্থিতি উদ্ভাৱন কৌশল তেওঁৰ গল্পৰ এক বৈশিষ্ট্য আৰু তেওঁৰ অনেক গল্পক সহজে নাটকৰ ৰূপ দিব পাৰি। 'ৰামধেনু'ৰ ৫ম বছৰ ১২শ সংখ্যাত প্ৰকাশিত "কলপটুৱাৰ মৃত্যু" গল্পটোৰ কেইবাটাও দিশে অসমীয়া চুটিগল্পৰ পৰিসৰ বৃদ্ধি কৰিছে। গল্পটোৰ কাহিনী বৰ্ণনাত নাটকীয় সংলাপৰ প্ৰয়োগ কমাই কৰা হৈছে যদিও তৃতীয় পুৰুষ বৰ্ণনাই নাটকীয় ছবিৰ ৰূপ পাইছে। ইয়াত থকা চিত্ৰসমূহ ইংগিতময় আৰু পৰিণতিৰ শ্লেষ চমৎকাৰ। ধনীৰাম নামৰ লগুৱাটোৰ চৰিত্ৰৰ বিস্তাৰ (magnitude) মন কৰিবলগীয়া। মৌজাদাৰৰ ঘৰত গাত চাৰিমাহ হোৱা ৰূপেশ্বৰীক কেৱল আৰ্থিক অভাৱৰ কাৰণে তাইক এসময়ত পলুৱাই নিম বুলি ভবা ধনীৰামে নিজৰ তিৰোতা হিচাপে গ্ৰহণ কৰি লোৱা নাই। সামন্তযুগীয় চিন্তাৰ প্ৰতাপী মৌজাদাৰৰ পৰিয়ালে যৌন নৈতিকতাৰ ওপৰত আৰোপ কৰা গুৰুত্ব ধনীৰামৰ কাৰণে এটা মানৱীয় সমস্যা। ভাত-কাপোৰ, চিকিৎসা, সংস্থান আদিৰ চিন্তা ভৰত থকা ধনীৰামৰ মানৱীয় সহানুভূতিৰ ওচৰত মৌজাদাৰৰ বৰবোপাৰ অন্যায়, ভ্ৰষ্টাচাৰ আৰু ক্ষয়িষ্ণু মূল্যবোধৰ মৃত্যুমুখী ৰূপটো প্ৰকট হৈ পৰিছে। সামন্তযুগীয় চিন্তাৰ মৃত্যুমুখী ৰূপটো চিত্ৰধৰ্মী বৰ্ণনাৰে ইংগিত কৰা হৈছে ঃ "...এবুকুৱা ভেটিটোত শেলাই গজিছে। ওপৰলৈ যোৱা খটখটীডাল পৰি যাওঁ পৰি যাওঁকৈ আছে। ....বতাহ এছাটিও মাৰিব নেপায়নে? বহুল গেটখনৰ কাঠ এছটা এৰি আছে, দাঁত নিকটাই থকাৰ দৰে দেখি। অমংগলৰ চিন বুলি ভাবিবলৈকে তাৰ

ভয় লাগে।" গল্পটোৰ শেষ বাক্যৰ শ্লেষে দৰিদ্ৰ মানুহৰ আকাংক্ষাক কৰুণ কৰিছে।

ৰামধেনু যুগৰ অসমীয়া চুটিগল্পৰ ৰীতি আৰু আংগিকৰ পৰীক্ষা-নিৰীক্ষাৰ কথা কওঁতে সৌৰভ কুমাৰ চলিহাৰ গল্পৰ কথাকে ঘাইকৈ আলোচনা কৰা হয়। আধুনিক মানুহৰ জীৱনৰ বিভিন্ন দিশ, অনিশ্চয়তা, অস্থিৰতা আদি তেওঁৰ গল্পত ফুটি উঠিছে। ডঃ হীৰেন গোহাঁয়ে আঙুলিয়াই দিয়া চেতনাস্ৰোত ৰীতিৰ কথাত লিখক একমত নহ'লেও তেওঁৰ গল্পত চেতনাস্ৰোত ৰীতিৰ প্ৰয়োগ পাঠকৰ চকুত পৰে। চলিহাৰ গল্পত পৰম্পৰাগত কাহিনী আৰু চৰিত্ৰৰ পৰিবৰ্তন ঘটিছে আৰু চিন্তা, ঘটনা আদিক পোনপটীয়াকৈ চৰিত্ৰৰ মনৰ জগতৰ পৰা লৈ অহা হৈছে। তেওঁৰ গল্পতো সমাজ বাস্তৱৰ ছবিয়েই ফুটি উঠিছে কাৰণ সমাজ জীৱনৰ ঘটনাপ্ৰবাহেই অবিৰাম ব্যক্তিৰ মনৰ ওপৰতো ক্ৰিয়া কৰি তেওঁৰ মনোজগতৰ চিন্তাক সংশোধন কৰি থাকে। 'ৰামধেনু'ৰ পাততেই চলিহাৰ "আচ্ছন্ন", "বাৰ্‌কাৰ'ল" আদি গল্পৰ লগতে অনূদিত গল্পও প্ৰকাশ পাইছিল।

'ৰামধেনু'ৰ গল্পলিখক ভবেন্দ্ৰনাথ শইকীয়াৰ গল্প আৰু পৰৱৰ্তী কালত লিখকজনে ৰচনা কৰা উপন্যাসৰ এটা প্ৰধান বিষয় মুনিহ-তিৰোতা সম্পৰ্ক। সামাজিক পৰিবেশ আৰু মনস্তত্ত্বৰ আধাৰত এই সম্পৰ্কক তেওঁ সূক্ষ্মভাৱে নিৰীক্ষণ কৰে। তেওঁৰ গল্পত আবেগ-অনুভূতি সংযত ৰূপত নিয়ন্ত্ৰিত হৈ থাকে। সূক্ষ্ম, খুটি-নাটি মাৰি কৰা বৰ্ণনাৰে তেওঁ একোটা পৰিবেশ যিদৰে ৰচনা কৰিব পাৰে, নাটকীয় পৰিস্থিতি ৰচনাৰে কাহিনীক নিজৰ গতিত আগুৱাই যাবলৈও এৰি দিব পাৰে। খুটি-নাটি বৰ্ণনাৰে পৰিবেশ ৰচনা কৰাৰ আঁৰতে তেওঁৰ কাহিনী বিশ্বাসযোগ্য কৰাৰ কৌশলো সোমাই থাকে।

'ৰামধেনু'ৰ ১০ম বছৰ ১০ম-১১শ সংখ্যাত প্ৰকাশিত "গঙ্গাস্নান" ভবেন্দ্ৰনাথ শইকীয়াৰ এটা উল্লেখযোগ্য গল্প। চন্দ্ৰা-তিলকৰ বিয়াৰ পিছতে চন্দ্ৰাৰ বিয়াৰ আগৰ যৌন অভিজ্ঞতাৰ কাহিনী এটা তিলকে জানিব পাৰিছে— তাকে কেন্দ্ৰ কৰি সাময়িক বিপৰ্যয় আৰম্ভ হৈছে। এই বিপৰ্যয় অতিক্ৰম কৰিবলৈ তিলকে নাৰী-পুৰুষ সম্পৰ্কৰ বিভিন্ন দিশ, দৈহিক তাড়না, সমাজত নাৰীৰ স্থান আদিক পুনৰ পৰীক্ষা কৰিছে। গল্পটোত চিন্তা আৰু অনুভূতিৰ সংযোগ ঘটিছে। বিবাহপূৰ্ব যৌন মিলনক অনুমোদন জনোৱা হোৱা নাই যদিও চন্দ্ৰাৰ প্ৰভাতৰ লগত কেইনিশামানৰ উচ্ছৃংখল যৌন মিলনে চন্দ্ৰা আৰু তিলকৰ বৈবাহিক সম্পৰ্কক ধ্বংস কৰিব পৰা নাই। অতীতক পাহৰি বৰ্তমানক লৈ ভৱিষ্যৎ গঢ়াৰ ব্যৱহাৰিক দৃষ্টিভংগী গ্ৰহণ কৰি দুয়ো চকুলোৰে হৃদয় ধুই পৰিষ্কাৰ হোৱাৰ বাবেই গল্পৰ শিৰোনামা "গঙ্গা স্নান"।

আধুনিক মানুহৰ ক্লান্তি, নিৰাশা, নিঃসংগতা, মনস্তাত্বিক বিশ্লেষণ আদি হোমেন বৰগোহাঞিৰ কবিতা আৰু গল্পৰ বৈশিষ্ট্য যদিও তেওঁৰ গল্পত সামাজিক চেতনাও উপস্থিত। 'ৰামধেনু'ৰ ১১শ বছৰ ১১শ সংখ্যাত প্ৰকাশিত "ইস্মাইল শেখৰ সন্ধান"ত তেনে এটা গল্প। নগৰৰ অন্ধকাৰৰ মাজত ডুব গৈ থকা দৰিদ্ৰ মানুহৰ জীয়াই থকাৰ আকাংক্ষা, মানবীয় মূল্যবোধৰ মৃত্যু আৰু বীভৎস যন্ত্ৰণাৰ ছবি হোমেন বৰগোহাঞিৰ গল্পত ফুটি উঠে। মানবীয় সমস্যাবোৰক তেওঁ ৰাজনৈতিক আৰু অৰ্থনৈতিক ঘটনাপ্ৰবাহৰ আধাৰত পৰীক্ষা কৰিছে। ইস্মাইলৰ অনুসৰণে গল্পটোত ফুটাই তোলা ছবিখন যন্ত্ৰণাকাতৰ, সৰ্বস্ব হেৰুৱাই পেলোৱা, ঠেৰু ছিগা মানুহৰ ছবি আৰু কাহিনীকাৰৰ বিবেক দংশনৰ স্বীকাৰোক্তি।

'ৰামধেনু'ত প্ৰকাশিত এটা উল্লেখযোগ্য গল্প হ'ল ক্ষীৰোদ শইকীয়াৰ "আশ্ৰয়" (১১শ বছৰ ৭ম সংখ্যা)। গল্পটোৰ কেন্দ্ৰত এটা জটিল বিষয়ক ৰখা হৈছে ঃ এগৰাকী তিৰোতাৰ প্ৰথম সন্তানৰ প্ৰসব বেদনা। প্ৰসব বেদনাত তিৰোতাগৰাকীৰ যি শাৰীৰিক যন্ত্ৰণা আৰু মানসিক দ্বন্দ্ব আৰম্ভ হয় তাৰ খুঁটি-নাটি মৰা অথচ কাব্যিক বৰ্ণনাই গল্পৰ বিষয়বস্তুলৈ বৈচিত্ৰ্য আনিছে। প্ৰথম মাতৃত্বক কেন্দ্ৰ কৰি তিৰোতাগৰাকী আৰু ঘৰখনলৈ অহা পৰিবৰ্তনক লিখকে সূক্ষ্ম নিৰীক্ষণৰ কাৰণে ধৰি ৰাখিব পাৰিছে। নাৰীসুলভ গুণৰ অধিকাৰী হৈয়ো নায়িকা কৰবীয়ে প্ৰেম আৰু বিশ্বাসক যুক্তিৰে বিশ্লেষণ কৰি চাই সমাজৰ নিয়ম ভাঙি ভাল পোৱা মানুহজনৰ কাষলৈ আহিছে। গল্পটোৰ উজ্জ্বল আশাবাদ, প্ৰেমত আস্থা আৰু বিশ্বাস আনন্দদায়ক। নগৰীয়া সভ্যতা অথবা আধুনিকতাই ছোৱালীক ভীৰুহে কৰিছে বুলি ইংগিত দিয়া হৈছে।

'ৰামধেনু'ত প্ৰকাশিত নাৰী দৃষ্টিকোণৰ পৰা লিখা দুটা উল্লেখযোগ্য গল্প নিৰুপমা বৰগোহাঞিৰ "ঢেঁকীৰ সৰগ" আৰু প্ৰবীণা শইকীয়াৰ "কৰব কাহেৰি সাৰ"। দুয়োৰে দৃষ্টিকোণ অৱশ্যে সুকীয়া। ঢেঁকীয়ে স্বৰ্গলৈ গ'লেও যিদৰে ধানকে বানিব লাগে, মুখ্য চৰিত্ৰ স্মৃতিয়েও সেইদৰে কেৱল ঘৰুৱা কামকে কৰিছে ঃ "অষ্টপ্ৰহৰ চকৰিৰ দৰে ঘূৰি তাই যত কাম কৰিব লাগে, এইবাৰ সেই বলদৰ ঘানিৰ পৰা তাই চিৰদিনলৈ মুক্তি পাব। এইবাৰ তাই নিজাকৈ ঘৰ এখন পাব য'ত তায়ো নিজৰ মতামত খটুৱাৰ অধিকাৰ পাব।" বিয়াৰ বন্দোবস্ত হোৱাৰ লগে লগে স্মৃতিৰ মনলৈ ঘানিত ঘূৰাৰ পৰা

মুক্তিৰ কথা আহিছে যদিও বোৱাৰী হৈয়ো তাই একেই ঘানিতে ঘূৰিব লগা হৈছে। নাৰীৰ মুক্তি আৰু সমঅধিকাৰ সম্পৰ্কীয় কিছু আলোচনা 'ৰামধেনু'ত প্ৰকাশিত হৈছিল। চুটিগল্পত এনে ধৰণৰ চিন্তাই গল্প-সাহিত্যক এক নতুন মাত্ৰা দিছিল। সূক্ষ্ম হাস্য আৰু ব্যংগৰ সহায়ত "কৰব কাহেৰি সাৰ'ত প্ৰবীণা শইকীয়াই নাৰী অধিকাৰৰ আন এটা দিশ দেখুৱাইছে। একো কথা নজনা বা জানিবলৈ আগ্ৰহ নথকা আৰু কেৱল ঘৰ, টকা-পইচাকে সৰ্বস্ব বুলি ধৰি থকা তিৰোতাই সামান্য পৰিবৰ্তিত পৰিস্থিতিতে জীৱনৰ বাট হেৰুৱায় আৰু নিজৰ সংকীৰ্ণ চিন্তাই জন্ম দিয়া কল্পিত শত্ৰুৰ ওচৰত তেওঁলোক পৰাজিত হয়। স্বামীক চৰকাৰৰ এপদ বস্তু বেছিকৈ ল'বলৈ উদগনি দিয়া পাৰুলে নিজৰ ঘৰটোৰ একাংশ স্বামীয়ে নতুন এচিষ্টেণ্ট নীলিমাক ভাড়ালৈ দিয়াৰ পিছত স্বামীৰ ওপৰত সন্দেহ আৰু ঈৰ্ষাত জ্বলিপুৰি মৰি শেষত নিজৰ অসাৱধানতাৰ বাবে দুৰ্ঘটনাত পৰি বিছনা লৈছে আৰু বিকলাঙ্গ হোৱাৰ দুৰ্ভাবনাই তেওঁক বেৰি ধৰিছে। পাৰুলৰ তেতিয়াও জীৱন আৰু জগত সম্পৰ্কে কোনো নতুন জ্ঞান লাভ হোৱা নাই। তেওঁ কেৱল নিজকে ঈশ্বৰ্যৰ গহ্বৰত বন্দী আলিবাবা যেন অনুভৱ কৰিছে।

'ৰামধেনু'ত "পদুমৰ পাহি সৰে" (১১ শ বছৰ, ১০ ম সংখ্যা), "হেমন্তৰ হিমে ধোৱা" (১১ শ বছৰ, ৮ম সংখ্যা) আদি ৰোমাণ্টিক আদৰ্শবাদৰ গল্প লিখা লক্ষ্মীনন্দন বৰাৰ এটা উল্লেখযোগ্য গল্প "এৰাবাৰীৰ লেছেৰী" (১০ ম বছৰ, ১২শ সংখ্যা)। অন্ধবিশ্বাস, কু-সংস্কাৰ আদিৰ পৰা এৰাবাৰীখনৰ বিষয়ে প্ৰচাৰ হোৱা উৰা বাতৰি আৰু ভূত-প্ৰেতৰ গল্পৰ পৰা লিখকে যিখিনি লেছেৰী বুটলিছে তাতো ধানৰ লগত পতান মিহলি হৈ আছে। তাৰ এটা কাৰণ কাহিনীকাৰৰ দৃষ্টিকোণৰ অভাব আৰু দ্বিতীয় কাৰণ নাৰীৰ যৌন স্বাধীনতাকে কাহিনীকাৰ তাঁৰেয়ে অধিকাৰ আৰু মুক্তিৰ সমাৰ্থক বুলি কৰা ভুল। গল্প লিখক হিচাপে বৰাৰ বৈশিষ্ট্য হ'ল গাৱঁলীয়া জীৱনৰ লগত নিবিড় পৰিচয়, সহজ-সৰল মানুহৰ প্ৰতি মহানুভূতিশীল শ্ৰদ্ধা আৰু কথন-ৰীতিত থকা সাৱলীল স্বতঃস্ফূৰ্ত গতি। চৈয়দ আব্দুল মালিকৰ দৰে এইগৰাকী লিখকেও কাহিনীক নিজৰ গতিত আগবাঢ়ি যাবলৈ দিয়ে আৰু ফলত কাহিনীকাৰৰ দৃষ্টিকোণ ফুটি উঠিবলৈ নাপায়।

তাৰাপুৰ সত্ৰৰ ভিতৰে-বাহিৰে যি অন্ধ বিশ্বাস আৰু কু-সংস্কাৰ ব্যাপ্ত হৈ আছে আৰু সত্ৰ ধ্বংস হৈ এৰাবাৰী হোৱাৰ কেবাদশক পিছতো কাষৰ গাওঁৰ ৰাইজৰ মন আচ্ছন্ন কৰি ৰখা কু-সংস্কাৰৰ পৰিপ্ৰেক্ষিতত বিধবা ৰঞ্জিতা গোঁসানী আৰু চন্দনৰ গোপন প্ৰেম আৰু দৈহিক সম্পৰ্কক সামাজিক স্বীকৃতি দিয়াৰ আগতে সমাজ বিপ্লৱ এটা হ'ব লাগিব। গল্পটোত বৰাৰ বাস্তৱবাদ ফটোগ্ৰাফিক হৈ আছে। তাঁৰৰ কাহিনীক বিশ্বাসযোগ্য কৰিবৰ কাৰণে লিখকে সুন্দৰ কৌশল প্ৰয়োগ কৰিছে : "ইয়াৰ পিছত তাঁৰেয়ে কৈ যোৱা কথাখিনিৰ যি মনত আছে তাকে বৰ্ণাবলৈ প্ৰয়াস কৰিম।" তাঁৰৰ বৈজ্ঞানিক দৃষ্টিভংগীৰ ইংগিত দিবলৈ কোৱা হৈছে : "এইকেইটা তিতা কেৰেলা ভাজিবি। ইয়াক আজিকালি খালে বসন্ত ৰোগ দূৰ হয়।" কিন্তু তাঁৰৰ কাহিনী সাৰাংশৰ পৰা তাৰাপুৰ সত্ৰ ধ্বংসৰ কাৰণ ঠাৱৰ কৰিব নোৱাৰি। তাঁৰেয়ে নিজেই প্ৰথম খণ্ডৰ কাহিনীকাৰক প্ৰশ্ন কৰিছে : "ইমানতো তই ভাবনে যে তিৰোতা পাপ পংকত মজাৰ কাৰণেই সত্ৰৰ পিৰি উঠিল?" কিন্তু খন্তেক পিছতে তাঁৰেয়ে আকৌ কৈছে : "এজনী যুৱতীৰ কামনাৰ জুয়ে সকলোকে সামৰিলে।" কাহিনীৰ শেষৰ ফালে কোৱা হৈছে, "এজনী তিৰোতাৰ আশা-আকাংক্ষাক পুলিতে মোচোকা মাৰি থোৱা কাৰণে এই সত্ৰৰ নিষ্ঠুৰ ব্যৱস্থাক ভৱিষ্যতৰ কোনো মানুহে ক্ষমাৰ চকুৰে নেচাব।" দৃষ্টিকোণৰ অস্বচ্ছতাক বাদ দিলে গল্পটোৰ অনেক চমৎকাৰ দিশো চকুত পৰে। গাভৰু কালতে বিধবা হোৱা ৰঞ্জিতাৰ হতাশা আৰু যন্ত্ৰণা বৰ্ণনা কৰোতে গদ্যই কবিতাৰ ইংগিত আৰু ব্যঞ্জনা লাভ কৰিছে: " ৰঞ্জিতাই শুকান পৃথিৱীত নিয়ৰে চকুলো টোকাই দেখা পালে। নিয়ৰৰ টোপালত মুকুতা নসৰে; দিনে দিনে বেদনাহে বাষ্প হয়।" একেজনী মানুহকে গোপন প্ৰেমে জীৱনৰ বাটলৈ ওভোতাই অনাৰ বৰ্ণনাও ইংগিতধৰ্মী : "ভাওনাৰ আগতে ভোটাটো বা বৰগছাৰ চাকিৰ শলিতা দিহা কৰি দিয়ে ৰঞ্জিতাইহে। আৰিয়া তৈয়াৰ কৰা, সূত্ৰধাৰীৰ পাগটোৰ কাৰণে মিহি চাদৰ বৈ দিয়া, গোটেই নামঘৰটো চাফ-চিকুণকৈ মোচাঁলৈকে সকলো কাম ৰঞ্জিতায়ে কৰে। মানুহেও বহুত দিনৰ মূৰত তাইক শলাগিবলৈ লয়।"

ৰঞ্জিতাৰ যন্ত্ৰণা বৰ্ণনাত আধুনিকতাবাদী চিন্তাৰ প্ৰকাশ ঘটিছে : "মানুহে এজনক শলাগ লোৱাও ভাল নাইবা শত্ৰুতা কৰাও ভাল, কিন্তু এজনৰ প্ৰতি উদাসীন হোৱাৰ দৰে দ্বিতীয় শাস্তি দিয়াৰ উপায় নাই।" সত্ৰাধিকাৰৰ অৰ্থনৈতিক শোষণ, ভণ্ডামি আৰু শিষ্যক শিক্ষালাভৰ পৰা আঁতৰাই ৰাখি নিজৰ প্ৰভাৱ বিস্তাৰ কৰি ৰখা কৌশলৰ প্ৰতি কাহিনীকাৰৰ দৃষ্টিভংগী তীব্ৰ সমালোচনাত্মক। আচল অৰ্থত সত্ৰৰ ধ্বংসৰ কাহিনী সত্ৰাধিকাৰৰ অহংকাৰ আৰু অদূৰদৰ্শিতাৰ মাজতে থকা

বুলি ইংগিত দিয়াৰ পিছতো নিশাৰ অভিসাৰ, জোনালী ৰাতিৰ সম্ভোগৰ কাহিনীটো সোমাই পৰি সত্ৰ ধ্বংসৰ কাৰণ অনিশ্চিত কৰি পেলালে। যুক্তিবাদী তাঁৰেয়েও মন্তব্য কৰিলে ঃ "সকলো অদৃষ্টৰ লিখন।"

'ৰামধেনু'ত গল্প লিখি আধুনিক অসমীয়া সাহিত্যৰ ভেটি সুদৃঢ় কৰা আন গল্পকাৰসকল হ'ল প্ৰভাত গোস্বামী, কমল গগৈ, লম্বেশ্বৰ বৰুৱা, দ্বিজেন বৰুৱা, সত্যৰেখা বৰুৱা, মিহিৰ বৰুৱা, দীননাথ শৰ্মা, উপেন্দ্ৰ গোস্বামী, সদা মৰল, পূৰ্ণ মজুমদাৰ, অৱনীন্দ্ৰ চন্দ্ৰ বৰা, অৰুণ কুমাৰ দাস, মেৰিনা বেগম, নিৰুপমা তামুলী, নৱেন শৰ্মা, পুণ্যেশ্বৰ গগৈ, ৰবীন গোঁহাই, দেবেন গগৈ, নিৰোদ কুমাৰ চৌধুৰী, কুমাৰ কিশোৰ, দেবেন্দ্ৰনাথ সোণোৱাল, চন্দ্ৰপ্ৰভা চৌধুৰী, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, লাৱণ্য দেৱী, হেম শৰ্মা, যোগেন চেতিয়া, ৰবীন দাস, প্ৰীতি ভট্টাচাৰ্য, যোগেন শৰ্মা, নজৰুল হুছেইন, নাৰায়ণ চন্দ্ৰ বৰপূজাৰী, চিত্ৰকান্ত শইকীয়া, ননীগোপাল শৰ্মা, মৰ্জিযানা বেগম, খগেন্দ্ৰ নাথ চহৰীয়া, ৰাধিকামোহন দেৱগোস্বামী, চন্দন পাঠক, বসন্তকুমাৰ শইকীয়া, হেম বৰদলৈ, ভূপেন বেজবৰুৱা, কমলিনী বৰবৰা, ভোলানাথ দাস, বীণা দেৱী, প্ৰকাশ চলিহা, লক্ষ্যধৰ চৌধুৰী, জাবালি, নীলিমা দেৱী, ললিতচন্দ্ৰ বৰা, শিৱপ্ৰসাদ সিংহ, মেদিনী চৌধুৰী, ত্ৰৈলোক্য গোস্বামী, আব্দুছ চাত্তাৰ, ধীৰেন্দ্ৰ কুমাৰ বৰঠাকুৰ, জয় চহৰীয়া, প্ৰেমনাৰায়ণ দত্ত, ৰাজেন্দ্ৰনাথ হাজৰিকা, প্ৰেমধৰ ৰাজখোৱা, জীৱনচন্দ্ৰ গোস্বামী, আনন্দেশ্বৰ বৰঠাকুৰ, মহম্মদ তাহেৰ, ছন্দা দেৱী, দ্বিজেন শৰ্মা, শচীন দাস, কৈলাশ চন্দ্ৰ দত্ত, হৰিপ্ৰসাদ বৰুৱা, গোবিন্দ চন্দ্ৰ পৈৰা, ৰাজেন্দ্ৰনাথ বুজৰবৰুৱা, মাণিক নেওগ, ৰেণু দেৱী, ৰাণাজ্যোতি, মণীন্দ্ৰ বৰদলৈ, কুলনাথ গগৈ, বীৰেশ্বৰ বৰুৱা, কমলা দাস, যোগেন শৰ্মা, নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষ্মীনাথ বড়া, মহেন্দ্ৰ বৰা, প্ৰতুল শৰ্মা, তৰুণ ভৰালী, গোলাপ বৰুৱা, ভদ্ৰ বৰা, বীৰেন বৰকটকী, কুশ দত্ত, প্ৰবীণ ফুকন, প্ৰফুল্ল শইকীয়া, ডাঃ হেম বৰুৱা, যামিনী কুমাৰ বৰুৱা, কেশৱ চন্দ্ৰ শৰ্মা, নকুল চন্দ্ৰ ভূঞা, ৰুণু বৰুৱা, কীৰ্তিনাথ হাজৰিকা, হিৰণ্ময়ী দেৱী, দেৱীদাস নেওগ, ৰূপেন চৌধুৰী, ভুবন দাস, নীলিমা বৰকাকতি, আলিমুন্নিচা পিয়াৰ, বন্দনা বৰুৱা, কমলাকান্ত বৰা, কালীপ্ৰসাদ গোস্বামী, দুলু ফুকন, হেম চেতিয়া, সুশীল শৰ্মা, কাঞ্চন চৌধুৰী, দীপালি বৰা, মনোজ কুমাৰ শৰ্মা, ধীৰেশ্বৰ শৰ্মা, লুম্বেৰ দাই, পজিৰউদ্দিন আহমদ, পানু চৌধুৰী, শৈলেন মেধি, সোমেশ্বৰ দত্ত, অতুল চন্দ্ৰ চক্ৰবৰ্তী, ঘনকান্ত চেতিয়া ফুকন, কনক কোঁৱৰ, অতুলানন্দ গোস্বামী, গোলোক গগৈ, গোলাপ খাউণ্ড, ছাঈদুল ইছলাম, শান্তাৰাম সবনীস, অতুল শৰ্মা, কৃষ্ণানন্দ দাস, পৰীক্ষিত হাজৰিকা, নীলমণি ফুকন (ডাঙৰজন), ৰত্ন ওজা, ডম্বৰু দাস, সদা শইকীয়া, উমেশচন্দ্ৰ শইকীয়া, চন্দ্ৰেশ্বৰ ভট্টাচাৰ্য, চপলা দাস, তাৰানাথ ভট্টাচাৰ্য, দেৱেন হাজৰিকা, বিশ্বেশ্বৰ হাজৰিকা, মনোৰঞ্জন বসুমতাৰী, যদু বৰপূজাৰী, অনিমা ভৰালী, গোবিন্দ প্ৰসাদ শৰ্মা, যতীন বৰা, জোনালী বৰুৱা, নিত্যানন্দ তামুলী, ৰুদ্ৰপ্ৰসাদ কাকতি, প্ৰবোধচন্দ্ৰ গোস্বামী, বিনোদ শৰ্মা, অতুল চক্ৰৱৰ্তী, ৰিজু হাজৰিকা, সৰ্বেশ্বৰ দত্ত, জমিৰুদ্দিন আহমদ, নীৰেন শইকীয়া, অখিল চক্ৰৱৰ্তী, ভাস্কৰ তালুকদাৰ, সদা দত্ত, কুসুম বৰা, পুস্কৰ, টিকেন্দ্ৰনাথ গগৈ, গগনচন্দ্ৰ অধিকাৰী, অৰুণ ভূঞা, ৰাজীৱ কুমাৰ ৰাজখোৱা, গুণাভিৰাম চৌধুৰী, অভয় শিকদাৰ, বাসন্তী বৰুৱা, ইন্দ্ৰপ্ৰসাদ হাজৰিকা, নগেন শইকীয়া, ইদ্ৰিছ আলি। এইসকলৰ অনেকেই বিভিন্ন কাৰণত নিৰৱচ্ছিন্নভাৱে সাহিত্য সাধনা কৰিব পৰা নাই আৰু আন অংশই গল্পৰ লগতে সাহিত্যৰ আন ঠালকো সৃষ্টিকৰ্মৰে সবল কৰিছে। মেদিনী চৌধুৰী, অতুলানন্দ গোস্বামী আদিয়ে গল্পৰ লগতে অসমীয়া উপন্যাস সাহিত্যক বিশেষভাৱে সমৃদ্ধ কৰিছে। কোনোৱে নাটক, কোনোগৰাকীয়ে কবিতা আৰু আন কেইগৰাকীমানে সাংবাদিকতা আৰু সাহিত্য সমালোচনালৈ বিশিষ্ট বৰঙণি আগবঢ়াইছে। ৰামধেনুৰ গল্পলিখক আটায়ে নিজক গল্প লিখক হিচাপে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে অথবা প্ৰতিষ্ঠা কৰিবলৈ নিবিচাৰিলে যদিও এইসকল লেখক-লেখিকাই গল্প-সাহিত্যৰ মজবুত ভেটিটো বান্ধিবৰ কাৰণে যি সাহিত্য-চিন্তাৰ বাতাবৰণৰ প্ৰয়োজন হৈছিল সেই বাতাবৰণ সৃষ্টি কৰিছিল। ভুবন মোহন দাস, ডাঃ হেম বৰুৱা আদি গল্পলিখকে কমসংখ্যক গল্পৰ মাজেদিয়ে পাঠকৰ মনত সাঁচ বহুৱাব পাৰিছিল।

সমালোচনা সাহিত্যৰ ক্ষেত্ৰতো 'ৰামধেনু'ৰ বৰঙণি উল্লেখযোগ্য। নিয়মীয়া পুথি পৰ্যালোচনাৰ উপৰিও তৎকালীন অসমীয়া সাহিত্যৰ সমালোচনাও আলোচনীখনত প্ৰকাশ পাইছিল। হোমেন বৰগোহাঞিয়ে সমসাময়িক অসমীয়া চুটিগল্প আৰু ডঃ হীৰেন গোহায়ে নীলমণি ফুকনৰ কবিতাৰ বিষয়ে কৰা সমালোচনাৰ কথা উদাহৰণস্বৰূপে আঙুলিয়াব পাৰি। সমালোচনাক সহায় কৰিব পৰা সাহিত্যতত্ত্ব সম্পৰ্কীয় প্ৰবন্ধসমূহৰ কথাও ইয়াৰ লগতে মনত পেলাব পাৰি। হেম বৰুৱাই প্ৰতীকবাদ সম্পৰ্কে নতুন কবি আৰু পাঠকৰ সহায় হওক বুলি প্ৰতীকবাদৰ ওপৰত দীঘলীয়া প্ৰবন্ধ লিখিছিল। এইটোও এটা মাত্ৰ উদাহৰণহে।

অসমত বৈজ্ঞানিক চিন্তা-চৰ্চাৰ পৰিবেশ এটা গঢ়িবৰ কাৰণে 'অৰুনোদই'ৰ পৰা আৰম্ভ কৰি কম-বেছি পৰিমাণে সকলো কাকত-আলোচনীয়েই চেষ্টা কৰি আহিছে আৰু সেই ক্ষেত্ৰত 'ৰামধেনু'ৰ বৰঙণিও উল্লেখযোগ্য। নৱম বছৰ দ্বিতীয় সংখ্যাত ডাঃ হৰনাথ শৰ্মা বৰদলৈয়ে লিখা "চেতনাৰ দৈহিক ভিত্তি" শীৰ্ষক প্ৰবন্ধ এই ক্ষেত্ৰত মূল্যবান। এই প্ৰবন্ধৰ উদ্দেশ্য পশ্চিমীয়া দেশত বিজ্ঞানে কৰা অগ্ৰগতিৰ লগত অসমীয়া পাঠকক চিনাকি কৰি দিয়া। এই সংখ্যাৰে উমাকান্ত শৰ্মাৰ "ৰুচিয়াৰ পৰিবৰ্তিত নীতি আৰু বিশ্ব-সাম্যবাদ" নামৰ প্ৰবন্ধই অন্তৰ্জাতিক ৰাজনীতিৰ বিচাৰ-বিশ্লেষণ আগবঢ়াইছে। 'বিজ্ঞানৰ চ'ৰা', 'বিজ্ঞানৰ বাৰেমতৰা' আদি নিয়মীয়া শিতানসমূহে 'ৰামধেনু'ৰে বিজ্ঞান শিক্ষা আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ ওপৰত দিয়া গুৰুত্বৰ কথা কয়।

'ৰামধেনু'ৰ সাহিত্যসম্ভাৰে অসমীয়া সাহিত্যত আধুনিক চিন্তা-চৰ্চাৰ প্ৰসাৰ ঘটোৱাৰ কথা কওঁতে নাৰীবাদী লিখনিসমূহৰ কথা মন কৰিবলগীয়া। 'লেছেৰি' শিতানত বনেলি খংমেনৰ 'বিবাহ আৰু বিবাহবিচ্ছেদ' প্ৰবন্ধৰ পাদটীকাত এইবুলি কোৱা হৈছে ঃ "শ্ৰীমতী বনেলি খংমেন এম. পিএ ১৯৫৪ চনৰ ১৪ মে' তাৰিখে হিন্দু বিবাহ আৰু বিবাহবিচ্ছেদ বিল সমৰ্থন কৰি দিয়া বক্তৃতাৰ টোকা এটাত অসমৰ তিৰোতাসকলৰ স্বাধীনতাৰ আশা-আকাংক্ষা আৰু প্ৰগতিশীল মনোভাৱ সুন্দৰভাৱে ব্যক্ত হৈছে।" একে সংখ্যাৰে লক্ষহীৰা দাসৰ "অতীত ভাৰতত নাৰীৰ স্থান" শীৰ্ষক প্ৰবন্ধও একে নাৰী দৃষ্টিকোণৰ পৰা লিখা হৈছে। এই সংখ্যাতে সকলোতে আগবঢ়া মণিপুৰী তিৰোতাৰ বিষযেও এটা টোকা আৰু লগতে এখন ছবি আছে। টোকাটোত মণিপুৰী তিৰোতাই আধুনিক জীৱন-যাত্ৰা আদৰি লোৱাৰ বৰ্ণনা আছে ঃ "দ্বিতীয় মহাসমৰ আৰু আধুনিক ভাবধাৰাই মণিপুৰী তিৰোতাসকলৰ মানসিকতাত উচ্চশিক্ষা আৰু আধুনিকতাৰ মোহ সুমুৱাই দিছে। নৃত্যগীত, বেহা-বেপাৰত তেওঁলোক যিদৰে আগবঢ়া, শিক্ষা আৰু আধুনিক জীৱন গ্ৰহণ কৰোতেও তেওঁলোক সিমানেই আগবাঢ়িছে। ..ইম্ফলৰ বাটত শিক্ষিতা গাভৰুৱে মুকলিমূৰীয়াকৈ চাইকেল চলাই যোৱা দৃশ্যই বাস্তৱিকতে আধুনিক শিক্ষিতাসকলৰ স্বাধীনচিতীয়া মনৰ পৰিচয় দিয়ে। আধুনিক মণিপুৰী তিৰোতাই প্ৰেম, বিবাহ আৰু বিবাহ-বিচ্ছেদৰ স্বাধীনতাও বহুদূৰ ল'বলৈ সমৰ্থ হৈছে।"

'ৰামধেনু'ৰ সৃজনীমূলক সাহিত্যই ধৰ্মীয় বিশ্বাস সমাজত ক্ৰিয়াশীল হৈ থকাৰ সময়তে আধুনিক মানুহৰ ওপৰত ধৰ্মৰ প্ৰভাৱ বিলোপ হোৱা বুলি ঘোষণা কৰি পশ্চিমীয়া দেশৰ সকলো আধুনিকতাবাদী চিন্তা-চৰ্চাক আদৰি পশ্চিমীয়া আৰ্হিৰে আধুনিক অসমীয়া সাহিত্য সৃষ্টিৰ কামত ব্ৰতী হ'ল। "সাহিত্যত সেন্দুৰ" শীৰ্ষক এক সম্পাদকীয়ত অসমীয়া নাৰীক সাহিত্য-শিল্প সৃষ্টিৰ কামত ব্ৰতী হ'বলৈ আহ্বান কৰা হ'ল। তাৰ মাজতে সাহিত্য চিন্তাত সম্পাদকে ঊনবিংশ শতিকাৰ স্বতঃস্ফূৰ্ততাৰ তত্ত্বক নাকচ কৰি আধুনিক দৃষ্টিভংগী প্ৰকাশ কৰা হৈছে ঃ "সাহিত্যিক প্ৰতিভা তামোল কটা কটাৰীৰ দৰে, ধৰাই নেথাকিলে ভোটা হয়।" 'ৰামধেনু'ৰ সম্পাদক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই বৌদ্ধিক আলোচনা আৰু চিন্তাৰ দুৱাৰ সদায় খোলা ৰাখিছিল। সুকীয়া মতামতক তেওঁ শ্ৰদ্ধা কৰিছিল আৰু অসমৰ বৌদ্ধিক জগতখনৰ উপকাৰৰ কাৰণেই সিবিলাক 'ৰামধেনু'ত প্ৰকাশ কৰিছিল।

সমালোচনা সাহিত্যৰ ক্ষেত্ৰতো 'ৰামধেনু'ৰ বৰঙণি উল্লেখযোগ্য। নৱম বছৰ দ্বিতীয় সংখ্যাত ডঃ দিলীপ বৰুৱাই ডঃ মহেন্দ্ৰ বৰাই সম্পাদনা কৰা 'নতুন কবিতা'ত কবিতাৰ নিৰ্বাচন আৰু ডঃ বৰাৰ কবিতাৰ নতুনত্ব সম্পৰ্কীয় চিন্তাক সমালোচনা কৰিছে। সম্পাদক গৰাকীয়ে সংকলনটোৰ গুৰুত্ব স্বীকাৰ কৰিও ডঃ বৰুৱাৰ সমালোচনাক আদৰণি জনাই টোকা এটা দি লিখিছে ঃ "মহেন্দ্ৰ বৰাৰ 'নতুন কবিতা' আধুনিক অসমীয়া কবিতাৰ একমাত্ৰ সাৰ্থক সংকলন। যুদ্ধোত্তৰ যুগৰ কবিতাত ভাব আৰু ছন্দৰ পৰিবৰ্তনৰ মূল নীতিলৈ লক্ষ্য ৰাখি বৰাই এই সংকলনটি যুগুত কৰিছে। তেখেতৰ সংকলন পদ্ধতি সৰ্বসন্মত নহ'লেও সি আধুনিক অসমীয়া কাব্য আন্দোলনৰ বিভিন্ন ধাৰাৰ স্বীকৃতি দিয়াত সফল হৈছে। বৰ্তমান লিখকে উক্ত পদ্ধতি সম্পৰ্কে এটি বেলেগ মতামত দাঙি ধৰিবলৈ চেষ্টা কৰিছে। ..প্ৰকৃতপক্ষে কোনো কোনোৱে কোৱামতে আধুনিক কবিসকল কোনো এক বিশেষ চুবুৰীত বাস নকৰে, তেওঁলোকৰ বাসস্থান বিশ্ব।" সম্পাদক ভট্টাচাৰ্যৰ শেষৰ বাক্যটো গুৰুত্বপূৰ্ণ। পাঠকৰ উপকাৰ হওক-নহওক, 'ৰামধেনু'ৰ আধুনিক অসমীয়া সৃজনীশীল সাহিত্যই বিশ্বাভিমুখী গতি লাভ কৰিছিল। অসমীয়া কবিয়ে পশ্চিমীয়া দেশৰ কাব্য-চিন্তা আৰু ৰীতিৰ লগত পৰিচিত হৈ আধুনিকতাবাদী চেতনাৰে উচ্চমানবিশিষ্ট কবিতা সৃষ্টি কৰিছিল। কিন্তু অসমীয়া কবিতাৰ পাঠক নতুন ৰীতি আৰু নিৰ্মাণ কৌশলৰ লগত পৰিচিত নোহোৱাৰ বাবে আধুনিক কবিতাৰ জটিলতাৰ কথাও আলোচিত হৈছিল। ৰামধেনুৰ

যুগতেই কবিতাৰ ক্ষেত্ৰত কবি আৰু পাঠকৰ মাজত মধ্যস্থতা কৰিব পৰা সমালোচকৰো প্ৰয়োজন আহি পৰিছিল।

নতুনকৈ লাভ কৰা স্বাধীনতাই আনি দিয়া আশা, আনন্দ আৰু উচ্ছ্বাসৰ বাবে ৰামধেনু যুগৰ লিখক-পাঠক আটায়ে নতুন চিন্তা, নতুন আংগিক আৰু ৰীতিৰ সাহিত্য আৰু সাহিত্যৰ বিশ্বাভিমুখী গতিক আদৰণি জনাইছিল বুলি ক'ব পাৰি যদিও একাংশ লিখক-পাঠক সাহিত্যৰ বিশ্বাভিমুখী গতিৰ বিষয়ে সন্দিহান আছিল। এই সংশয় প্ৰকাশ কৰা অংশটো সংখ্যাগৰিষ্ঠ নাছিল বাবেই 'ৰামধেনু' আধুনিক সাহিত্যৰ মজবুত ভেটি এটা বন্ধাত সফল হ'ল।

আধুনিক অসমীয়া সাহিত্যত কবিতা, গল্প, উপন্যাস, সমালোচনা আদিৰ তুলনাত আধুনিক নাটক কিছু উপেক্ষিত। নাটক মূলতে মঞ্চস্থ কৰিবলৈ লিখা হয় বাবেই অসমীয়া আলোচনীত নাটকৰ প্ৰকাশ অতি সীমিত। আধুনিক কবিতা, গল্প প্ৰকাশ পোৱাদি 'ৰামধেনু'ত নাটক প্ৰকাশ পোৱা নাই। নাটক আটাইতকৈ শক্তিশালী গণমাধ্যম হোৱা সত্বেও 'ৰামধেনু'ৰ কবি, গল্পকাৰ বা ঔপন্যাসিক নাটক ৰচনাৰ প্ৰতি আকৰ্ষিত হৈছিল বুলি ক'ব নোৱাৰি। স্থায়ী মঞ্চৰ অভাৱ ইয়াৰ এটা কাৰণ। কবিতা বা গল্প এটা যিদৰে মননশীল বা ব্যক্তিকেন্দ্ৰিক চিন্তা-অনুভূতিৰ প্ৰকাশ মাধ্যম হ'ব পাৰে, নাটক এখন হ'ব নোৱাৰে কাৰণ নাটক বস্তুনিষ্ঠ কলা। 'ৰামধেনু'ত অনূদিত নাটকৰ লগতো আধুনিকতাবাদী আৰু বিশ্বাভিমুখী গতিটোৰ সম্পৰ্ক আছিল। নৱম বছৰ দশম সংখ্যাত অমিয়চৰণ গোহাঁয়ে জাঁ পল চাৰ্ত্ৰেৰ Muisclos নাটকখন 'ৰুদ্ধদুৱাৰ' নাম দি অসমীয়ালৈ কৰা ভাঙনিৰ আগকথাত অনুবাদকে কৈছে ঃ "বৰ্তমানৰ সমাজখন এক সংক্ৰামক ব্যাধিৰে আক্ৰান্ত। উদাৰতা, মানৱতাবোধ আৰু চৰিত্ৰৰ বাকী উজ্জ্বলতাখিনিয়েই মানুহৰ জীৱনৰ সম্পূৰ্ণ ছবিখন নহয়, জীৱনৰ আৰু এটি ফাল আছে, সেই ফালটো অতিশয় ভীষণ, এন্ধাৰেৰে ভৰা, কুৎসিত আৰু নঙঠা....।" 'ৰামধেনু'ৰ সাহিত্য-সম্ভাৰত জীৱনৰ এই ভীষণ, এন্ধাৰ, কুৎসিত আৰু নঙঠা ৰূপটোৱেও প্ৰকাশ লাভ কৰিছিল।

'ৰামধেনু'ৱে অসমত সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত যিমান বৰঙণি যোগালে, এককভাৱে আন কোনো আলোচনীয়ে তেতিয়ালৈকে সেই কাম কৰিব পৰা নাছিল। নতুন ধ্যান-ধাৰণাক আদৰি আনিবলৈ আলোচনীখনে অনুবাদৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। হোমেন বৰগোহাঞিয়ে ফৰাছী কবিতাৰ লগতে হেনৰি মিলাৰৰ প্ৰবন্ধও সুন্দৰ অসমীয়ালৈ অনুবাদ কৰিছিল, নলিনীধৰ ভট্টাচাৰ্যই অনুবাদ কৰিছিল ৰবিচ পেষ্টাৰনেকৰ ডাঃ ঝিভাগো, সৌৰভ কুমাৰ চলিহাই গল্প অনুবাদ কৰিলে। দেশ-বিদেশৰ বিভিন্ন নতুন চিন্তাৰ লগতে লুম্বেৰ দাই, গোবিন্দ পৈৰা আদি লিখকৰ গল্পই সাহিত্যক নতুন পৰিসৰ এটা দিলে। এইয়া মাত্ৰ কেইটামান উদাহৰণ। ষ্টিফেন স্পেণ্ডাৰে ভিন্‌চেণ্ট ভেন্‌গোগৰ বিষয়ে লিখা প্ৰবন্ধ অসমীয়ালৈ অনূদিত হ'ল। সাহিত্য জগতৰ দুৱাৰ 'ৰামধেনু'ৰ যোগেদি দেশ-বিদেশৰ চিন্তা-চৰ্চাৰ বাবে মুকলি হৈ পৰাৰ বাবেই সেই যুগৰ কবি-সাহিত্যিকৰ চিন্তা জগতৰ পৰিধিয়েও ব্যাপ্তি লাভ কৰিছিল।

'ৰামধেনু'ৱে অসমীয়া পাঠকক বিশ্বৰ নতুন চিন্তা আৰু বিজ্ঞানৰ নতুন আবিষ্কাৰ আৰু অগ্ৰগতিৰ লগত চিনাকি কৰি দিছিল যদিও নগৰকেন্দ্ৰিক আধুনিকতাবাদী শিল্পী-সাহিত্যিকসকলৰো আত্মাৰ সংযোগ অসমৰ গাৱঁৰ লগতেই ৰৈ গৈছিল। তেওঁলোকে আধুনিক যান্ত্ৰিক সভ্যতাক স্বীকাৰ কৰি ল'ব পৰা নাছিল। ইউৰোপৰ ভৱিষ্যৎবাণী আৰু অগ্ৰণী শিল্পী-সাহিত্যিকে বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু যান্ত্ৰিক সভ্যতাক মানি লৈ তাৰ গুণগান কৰাৰ দৰে অসমীয়া কবি-সাহিত্যিকে নগৰীয়া জীৱনক আদৰণি নজনালে। নগৰীয়া জীৱনলৈ অহা পৰিৱৰ্তন-সমূহ সমস্যা, অশান্তি, মূল্যবোধৰ পতন-স্খলন হিচাপেহে সাহিত্যত প্ৰতিফলিত হ'ল। নগৰৰ কোলাহল, দৰিদ্ৰতা, খণ্ডিত জীৱন, ক্লান্তি, নিঃসংগতা, প্ৰাত্যহিক একাকীত্ব, মানৱীয় সম্পৰ্কলৈ অহা সাল-সলনি, সমস্যাত অতিষ্ঠ নগৰীয়া জীৱন আদিয়ে লিখকসকলৰ অধিক মনোযোগ আকৰ্ষণ কৰিলে।

সাহিত্য জগতৰ নতুন চিন্তা-চৰ্চা কোনো এখন দেশৰ ভৌগোলিক সীমাৰ মাজত আবদ্ধ নাথাকে। 'ৰামধেনু'ৰ যোগেদি অসমীয়া সাহিত্যলৈ আধুনিক চিন্তা, ৰীতি, আংগিক আদি অহাৰ সময়ত সিবিলাক কিছু বাধাৰ সন্মুখীন হৈছিল যদিও বৰ্তমান সেই আধুনিকতা অসমীয়া সাহিত্যৰ ঐতিহ্য পৰম্পৰাৰ অংগীভূত হৈ পৰিছে। পঞ্চাশৰ দশকত কোনো কোনোৱে আধুনিকতাবাদে অসমীয়া সাহিত্যৰ জাতীয় বৈশিষ্ট্য ধ্বংস কৰিব পাৰে বুলি আশংকা প্ৰকাশ কৰিছিল যদিও এতিয়া আমি সাহিত্যৰ ভেটিটোক আধুনিকতাবাদে দিয়া ব্যাপ্তিৰ কথা অনুভৱ কৰিব পাৰো। 'ৰামেধনু'ৰ সাহিত্য-সম্ভাৰক বাদ দি আজি অসমীয়া সাহিত্যৰ কথা কল্পনা কৰিব নোৱাৰি। 'ৰামধেনু'ৰ সাহিত্য-সম্ভাৰৰ আধুনিকতা আৰু সেই আধুনিকতাবাদৰ সমালোচনা— এই দুয়োটাই এতিয়া অসমীয়া সাহিত্য পৰম্পৰাৰ ভিতৰুৱা।

# প্ৰাক্-ৰামধেনু আৰু ৰামধেনু পৰৱৰ্তী অসমীয়া সাহিত্য-আলোচনী

মুনীন বায়ন

অসমীয়া সাহিত্যৰ প্ৰাণৱন্ত ধাৰাটোৰ জন্ম আৰু বিকাশত আলোচনীসমূহৰ ভূমিকা অপৰিসীম। ১৮৪৬ চনত বেপ্টিষ্ট মিছনেৰীৰ উদোগত প্ৰকাশিত 'অৰুনোদই'ৰ পৰা আৰম্ভ কৰি উনবিংশ শতিকাৰ শেষাৰ্দ্ধলৈ 'মৌ', 'আসাম বন্ধু', 'আসাম বিলাসিনী' প্ৰভৃতি প্ৰাক্-ৰোমাণ্টিক পৰ্বৰ সাময়িক পত্ৰিকাবোৰত অসমীয়া সাহিত্যৰ বিভিন্ন দিশত আধুনিকতাৰ উন্মেষ ঘটিছিল। ১৮৮৯ চনত কলিকতাৰ পৰা 'জোনাকী' কাকতৰ প্ৰকাশ অসমীয়া সাহিত্যৰ কাৰণে এক যুগান্তকাৰী ঘটনা। অসমীয়া সাহিত্যত প্ৰকৃতাৰ্থত আৰু বলিষ্ঠ ৰূপৰ ৰোমাণ্টিক আন্দোলনৰ সূচনা কৰে এই 'জোনাকী' কাকতেই। অসমীয়া সাহিত্যৰ তিনিগৰাকী প্ৰবাদপ্ৰতিম পুৰুষ, চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ সম্মিলিত প্ৰয়াস আৰু সৃজনশীলতা 'জোনাকী'ৰ জৰিয়তে অসমীয়া সমাজত প্ৰতিষ্ঠিত হৈ পৰিছিল। 'জোনাকী'ৰ পাছত 'বিজুলী' 'উষা' 'বাঁহী' আদি আলোচনী প্ৰকাশ পাইছিল যদিও উনবিংশ শতিকাৰ শেষ দশকটোত জোনাকীয়ে প্ৰতিষ্ঠা কৰা সাহিত্যাদৰ্শক উল্লিখিত কোনোখন কাকতেই অতিক্ৰম কৰিব পৰা নাছিল। ডঃ মহেশ্বৰ নেওগে লিখিছে, ''জোনাকী আৰু 'জোনাকী'ৰ আদৰ্শ অসমীয়া সাহিত্যত বৰ্তমান শতকৰ চতুৰ্থ দৰ্শকলৈকে অব্যাহতভাৱে চলি আছিল ঃ তাৰ নানাভাৱে বিস্তাৰ ঘটিছিল, কিন্তু সাৰ্থক পৰিবৰ্তন বিশেষ ঘটা নাছিল। 'জোনাকী'তে আৰম্ভ কৰি এই সময়লৈকে ওলোৱা আলোচনীক কেন্দ্ৰ কৰিয়ে অসমৰ সাহিত্য আন্দোলন চলিছিল, আৰু সকলোবোৰ আলোচনীয়ে 'জোনাকী'ৰ আদৰ্শকে কম-বেছি পৰিমাণে দাঙি ধৰিছিল।''[১]

১৯২৯ চনত কলিকতাৰ পৰা দীননাথ শৰ্মাৰ সম্পাদনাত 'আৱাহন' প্ৰকাশ হয়। 'জোনাকী'য়ে সূচনা কৰা ৰোমাণ্টিক যুগৰ বিস্তাৰ পৰ্বৰ অন্যতম প্ৰতিনিধি হিচাপে 'আৱাহন' আৰু বেজবৰুৱাই প্ৰতিষ্ঠা কৰা 'বাঁহী' ত্ৰিশৰ দশকটোত সক্ৰিয় হৈ থাকে। ১৯৩৮ চনত বেজবৰুৱাৰ মৃত্যুৱে যেন ৰোমাণ্টিক যুগৰো সমাপ্তি ঘোষণা কৰিলে। ত্ৰিছৰ দশকত 'আৱাহন'ত প্ৰকাশিত গল্প-কবিতাত আংগিক পৰিবৰ্তনৰ প্ৰয়াসে ৰোমাণ্টিক সাহিত্যাদৰ্শৰ বিদায় আৰু নতুন এক যুগৰ উন্মেষৰ বতৰাও কঢ়িয়াই আনে। বেজবৰুৱাৰ মৃত্যুৰ পাছত ১৯৩৮ চনত মাধৱ চন্দ্ৰ বেজবৰুৱাৰ সম্পাদনাত পুনৰ কলিকতাৰ পৰা 'বাঁহী' (১৯৩৮-৪৫) প্ৰকাশ পায়। নতুন 'বাঁহী'ৰ সুৰ লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী'ৰ সুৰতকৈ বেলেগ হ'লেও বেজবৰুৱাই উদ্‌গনি যোগোৱা মননশীল, যুক্তিবাদী সাহিত্য-সংস্কৃতিৰ ধাৰাটো মাধৱ বেজবৰুৱাৰ 'বাঁহী'তো সমানে সক্ৰিয় আছিল। ডঃ লীলা গগৈয়ে উল্লেখ কৰিছে যে 'বাঁহী'ৰ নিয়মীয়া লেখকসকলৰ ইতিহাস চিন্তা আৰু গৱেষণাও আছিল দেশপ্ৰেম-নিৰ্ভৰ। তেওঁবিলাক আধুনিক বিচাৰ-বিশ্লেষণ প্ৰক্ৰিয়াতকৈ জাতীয়-চেতনাৰে অধিক উদ্বুদ্ধ আছিল।... এই সময়ৰ পৰাই গভীৰ চিন্তাপূৰ্ণ ৰচনা লিখাৰ পৰম্পৰা আৰম্ভ হৈছিল। 'বাঁহী'য়ে দীৰ্ঘদিন ধৰি অসমীয়া সাহিত্যলৈ সেৱা আগবঢ়াই এমুঠি কৃতী চিন্তাশীল লেখকক উলিয়াই আনিছিল।[২] 'বাঁহী'ত সঘনে লিখি থকা অসমীয়া কৃতী লেখকসকলৰ ভিতৰত ডঃ বাণীকান্ত কাকতি আছিল বিশেষভাৱে স্মৰণীয়। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিত মহাপুৰুষ শংকৰদেৱৰ বৈষ্ণৱ আন্দোলনৰ কেন্দ্ৰীয় গুৰুত্বক যথোচিত মৰ্যাদা দিও আৰ্য-

ভিন্ন অন্য সাংস্কৃতিক উপাদানৰ স্বীকৃতিৰে অসমীয়া সাহিত্য-সংস্কৃতিৰ বিশ্লেষণ আৰু তাৰ ভিত্তি বহলোৱাত ডঃ কাকতিয়ে 'বাঁহী'ৰ জৰিয়তে বিশেষ ভূমিকা লৈছিল।

'অৰুনোদই'ৰ পৰা 'বাঁহী'লৈকে অসমীয়া আলোচনীসমূহৰ অন্তৰ্নিহিত বৈশিষ্ট্যটো আছিল অসমীয়া ভাষাৰ স্বতন্ত্ৰতা প্ৰতিষ্ঠাৰ অহৰহ প্ৰয়াস আৰু পশ্চিমৰ আলোকপ্ৰাপ্তিৰ (enlightenment) সহায়ত অসমীয়া সমাজক নতুনকৈ চোৱাৰ চেষ্টা। অৱশ্যে অসমীয়া জাতীয়তাবাদ আৰম্ভণিৰে পৰা ভাষা-নিৰ্ভৰ হৈ পৰাৰ বাবে প্ৰায় এক শতাব্দীজুৰি অসমীয়া আলোচনীসমূহত অসমীয়া ভাষাৰ স্বতন্ত্ৰতা ঘোষণাৰ প্ৰয়াসে কেন্দ্ৰীয় গুৰুত্ব লাভ কৰিছিল। 'বাঁহী'য়ে আৰম্ভণিৰে পৰা শেষলৈ চিন্তাশীল লেখনিৰ ধাৰাটোত বিশেষ গুৰুত্ব দিছিল। আনহাতে ত্ৰিশৰ দশকটোত জনপ্ৰিয় হৈ পৰা 'আৱাহন'ত সৃজনশীল সাহিত্যৰ ধাৰাটোৱেও প্ৰাধান্য লাভ কৰিবলৈ ধৰে। 'আৱাহন'ৰ পাতত প্ৰকাশিত নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, লক্ষ্মীধৰ শৰ্মা, ৰমা দাশ, কৃষ্ণ ভূঞা আদিৰ গল্পই উত্তৰ ৰোমাণ্টিক যুগৰ কিছুমান সাৰ্থক বৈশিষ্ট্য বহনেৰে নতুন যুগৰ বাৰ্তা কঢ়িয়াই আনিলে। কবিতাৰ ক্ষেত্ৰতো 'আৱাহন'তে সন্ধিকালৰ ছবি ফুটি উঠিবলৈ ধৰে।

ত্ৰিশৰ দশকৰ শেহাৰ্ধৰ পৰা আন্তৰ্জাতিক আৰু জাতীয় পৰিস্থিতিৰ হেঁচাত অসমৰ ৰাজনৈতিক-সামাজিক পৰিবেশো চঞ্চল হৈ পৰিবলৈ ধৰে। বিশ্বজুৰি অৰ্থনৈতিক সংকট, দ্বিতীয় মহাযুদ্ধৰ সৰ্বগ্ৰাসী উন্মাদনা আৰু স্বাধীনতা সংগ্ৰামৰ ক্ৰমবৰ্ধমান জোৱাৰে অসমৰ শিক্ষিত শ্ৰেণীটোৰ চিন্তা-ভাৱনাতো খলক তোলে। যোগেন্দ্ৰ নাৰায়ণ ভূঞাই লিখিছে যে অসমৰ ভাষিক সমস্যা তথা অসমীয়া লিপিক লৈ মতানৈক্য, বহিৰাগত আৰু বিদেশীৰ অবাধ প্ৰব্ৰজনেও সেই সময়ছোৱাত অসমীয়া শিক্ষিত শ্ৰেণীক উদ্বিগ্ন কৰি ৰাখিছিল। ভূঞাৰ মতে একুৰি এটা সমস্যাৰে জুৰুলা অসমত সংঘবদ্ধ প্ৰচেষ্টাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিয়ে কেইগৰাকীমান লোকে আলোচনী প্ৰকাশৰ উদ্যোগ লৈছিল।[৩] যি নহওক এই সমস্ত ঘটনাৱলীৰ ফলশ্ৰুতিয়ে অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ সমূহীয়া চেতনাত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে তাৰ প্ৰথম অভিব্যক্তি ঘটিল 'জয়ন্তী'ৰ জৰিয়তে। কেশৱকান্ত বৰুৱাৰ পৃষ্ঠপোষকতাত পষেকীয়া জয়ন্তী প্ৰকাশ পাইছিল ১৯৩৮ চনৰ জানুৱাৰীত, কাকতখনৰ সম্পাদক আছিল অসমীয়া ৰোমাণ্টিক কবিতাৰ শেষ পৰ্বটোৰ আন এগৰাকী উজ্জ্বল তাৰকা ৰঘুনাথ চৌধাৰী। অসমীয়া ভাষা-সাহিত্যৰ জগতলৈ নতুন চিন্তা আৰু সম্পৰীক্ষাৰ ঢল বোৱাই অনাটো 'জয়ন্তী'ৰ অন্যতম লক্ষ্য আছিল যদিও অসমৰ প্ৰতিটো জটিল ৰাজনৈতিক সমস্যা সমাধানৰ অৰ্থে অনুকূল জনমত সৃষ্টি কৰাটো 'জয়ন্তী'ৰ ঘোষিত লক্ষ্য আছিল। 'জয়ন্তী'ৰ প্ৰথম সংখ্যাৰ সম্পাদকীয়ত কোৱা হৈছিল, "জয়ন্তীয়ে কোনো দল-সম্প্ৰদায় বা ব্যক্তি বিশেষৰ আলধৰী হ'ব নোখোজে, খোজে ন্যায়-সত্যৰ আদৰ্শ লৈ প্ৰগতিৰ বাৰ্তাবাহিকা হ'বলৈ; অসমৰ এই সন্ধিক্ষণত ক্ষুদ্ৰ স্বাৰ্থ বা আত্ম-ম্ভৰিতাৰ উপসৰ্গ লৈ, কিম্বা সামান্য অবিবেচনা বা উটনুৱা স্বভাৱৰ প্ৰশ্ৰয় লৈ আমাৰ সমাজত যথেষ্ট ভেদ নীতিৰ বৰবিহ প্ৰয়োগ কৰা হৈছে। সেই বৰবিহ জাৰি সমাজক ৰোগমুক্ত কৰাই একান্ত আৱশ্যক।" কোৱা বাহুল্য, 'জয়ন্তী'য়ে অসমীয়া সমাজৰ বৈষয়িক উন্নয়নৰ দিশটোৰ প্ৰতি আৰম্ভণিৰে পৰা গুৰুত্ব দিছিল। কোনো এক জাতিৰ সাংস্কৃতিক বিকাশৰ লগতে যে বৈষয়িক শ্ৰীবৃদ্ধি অৰ্থাৎ অৰ্থনৈতিক স্বনিৰ্ভৰশীলতাৰ প্ৰশ্নটো নিবিড়ভাৱে জড়িত সেই কথা 'জয়ন্তী'য়ে সততে মনত ৰাখিছিল। অসমৰ কৃষি সমস্যা, বেহা-বেপাৰ তথা পুঁজিৰ সমস্যা লৈ 'জয়ন্তী'ত নিয়মিত আলোচনা হৈছিল। স্থানীয় সমস্যাৰ প্ৰতি এনে মনযোগৰ বাবেই 'জয়ন্তী'য়ে ৰাজনীতিক একেবাৰে এলাগী বুলি ভাবিব পৰা নাছিল। এনে সচেতনতাই 'জয়ন্তী'ৰ সাহিত্য-ৰচনাকো ধীৰে ধীৰে এক স্বতন্ত্ৰ পৰিচয় দান কৰিবলৈ ধৰিছিল। অৱশ্যে আৰম্ভণিতে 'জয়ন্তী'ৰ গল্প-কবিতাত তাৰ সচেতন প্ৰয়াস ধৰা পৰা নাছিল। কবি-সমালোচক কবীন ফুকনে 'চল্লিছৰ দশকৰ অসমীয়া সাহিত্য, সামাজিক আৰু বৌদ্ধিক পটভূমি' শীৰ্ষক গুৰুত্বপূৰ্ণ প্ৰবন্ধটোত কৈছে, "চল্লিছৰ দশকত আধুনিক যুগৰ আদিৰে পৰা হৈ অহা বৌদ্ধিক-সামাজিক বিবৰ্তনৰ ফলত অসমৰ বিদ্বৎ সমাজৰ ভাৱজগত তিনিটা সুকীয়া ধাৰাত ত্ৰিখণ্ডিত হৈছিল। ইয়াৰে প্ৰথমটো আছিল অসমীয়া ভাষিক জাতীয়তাবোধৰ ধাৰা। ই কালৰ লগে লগে নগৰৰ পৰা গাৱঁলৈ বিয়পিছিল। এই প্ৰথম ধাৰাক কেতিয়াবা ৰেহাই দি আৰু কেতিয়াবা ৰেহাই নিদিয়াকৈ প্ৰবাহিত হৈছিল সৰ্বভাৰতীয় জাতীয়তাবাদৰ ধাৰাটো। তৃতীয়টো আছিল বৈজ্ঞানিক বস্তুবাদৰ ভিত্তিত সমাজবাদী তথা সাম্যবাদী চিন্তাৰ ধাৰা। চল্লিছৰ দশকত প্ৰথম দুটা ধাৰাৰ পৰা পৃথককৈ স্পষ্টকৈ ওলাই পৰিছিল তৃতীয় ধাৰাটো।"[৪]

চল্লিশৰ দশকটোত 'জয়ন্তী'য়ে প্ৰগতিশীল সাম্যবাদী ধাৰাটোৰ প্ৰতিনিধি হিচাপেই স্বকীয় চৰিত্ৰ অৰ্জন কৰিবলৈ ধৰিছিল। 'জয়ন্তী'ৰ প্ৰথম সংখ্যাতে প্ৰকাশ পাইছিল প্ৰসন্নলাল চৌধুৰীৰ 'নাঙলৰ গীত' নামৰ

কবিতাটো, শ্ৰমজীৱী লোকৰ ঘাম আৰু ব্যথাৰ সংবাদ থকা এই কবিতা তৎকালীন ৰোমাণ্টিক বিস্তাৰ পৰ্বৰ কবিতাত এক ব্যতিক্ৰম আছিল। অৱশ্যে 'জয়ন্তী'ৰ প্ৰথম সংখ্যাবোৰত ৰোমাণ্টিক উচ্ছ্বাস আৰু আবেগেৰে ভৰা কবিতাৰ সংখ্যা কম নাছিল। এই সময়ছোৱাত কবিতা লিখাসকলৰ ভিতৰত আছিল অতুল চন্দ্ৰ হাজৰিকা, নলিনীবালা দেৱী, ভৱপ্ৰসাদ ৰাজখোৱা, নীলমণি ফুকন, শশীকান্ত গগৈ, মহেশ দেৱ গোস্বামী, যতিনাৰায়ণ শৰ্মা, ছৈয়দ আব্দুল মালিক আৰু মহেশ্বৰ নেওগ। কিন্তু 'জয়ন্তী'য়ে অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতখনত ভালকৈ প্ৰভাৱ সঞ্চাৰ কৰিবলৈ নৌপাওঁতেই প্ৰতিষ্ঠাপক কেশৱকান্ত বৰুৱাৰ লগত মতানৈক্য হোৱাত চৌধাৰীয়ে দ্বিতীয় বছৰ চতুৰ্দশ সংখ্যাৰ (১৯৩৯ আগষ্ট) পৰা সম্পাদনাৰ ভাৰ এৰি দিয়ে। তেতিয়া পঞ্চদশ সংখ্যাৰ পৰা 'জয়ন্তী'ৰ সম্পাদনাৰ ভাৰ লয় গিৰীশ চন্দ্ৰ বৰুৱাই। কিন্তু 'জয়ন্তী'ৰ সৈতে চৌধাৰীৰ বিচ্ছেদ দীৰ্ঘদিনীয়া নহ'ল। তেওঁ পুনৰ চতুৰ্থ বছৰ প্ৰথম সংখ্যা (১৯৪১ চনৰ জানুৱাৰী)ৰ পৰা সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। ইয়াৰ কেইবছৰমান পাছত 'জয়ন্তী'ৰ সম্পাদনাৰ ভাৰ লয় কমল নাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্যই। শেহলৈ শুক্ৰেশ্বৰ বৰাই সম্পাদনাৰ দায়িত্ব লোৱা 'জয়ন্তী' পঞ্চাশৰ দশকৰ প্ৰথমাৰ্ধলৈ প্ৰায় ডেৰ দশক কাল সক্ৰিয় হৈ থাকি এচাম লেখক-লেখিকা সৃষ্টি কৰাৰ লগতে এক নতুন সাহিত্যাদৰ্শৰো ভিত্তি পত্তন কৰিলে। 'জয়ন্তী'ৰ পদাংক অনুসৰণ কৰিয়ে হেম বৰুৱাই উলিয়ায় 'পছোৱা' (১৯৪৮-৪৯)। পঞ্চম বছৰৰ শেষৰ পিনৰ পৰা প্ৰগতিশীল ভাবধাৰাৰ প্ৰভাৱ গভীৰ হৈ অহা 'জয়ন্তী'ত বাস্তৱবাদী কবিতাৰ সংখ্যাটো বাঢ়িবলৈ ধৰে। এতিয়াৰ পৰা 'জয়ন্তী'য়ে ৰোমাণ্টিক সাহিত্যাদৰ্শৰ ভাবালুতা আৰু তাৰ যৌক্তিকতা সচেতনভাৱে বৰ্জন কৰিবলৈ ধৰে। অৱশ্যে ডঃ নেওগৰ মতে "যদিও 'জয়ন্তী'ৰ থূলে বহতো প্ৰতিশ্ৰুতিৰে নতুন সাহিত্যৰ তত্ত্ব ঘোষণা কৰিলে, কীৰ্তিৰ ক্ষেত্ৰত মাত্ৰ কবিতাত এটি নতুন ভংগী স্থাপন কৰিবলৈহে এওঁলোক সক্ষম হ'ল।"[৮] 'জয়ন্তী'ৰ এই প্ৰয়াসৰ ফলতে অসমীয়া সাহিত্যত বিশেষকৈ কবিতাত জ্যোতিপ্ৰসাদ আগৰৱালা, নচিকেতা (ভবানন্দ দত্ত), অমূল্য বৰুৱা, হেম বৰুৱা, সীমা দত্ত, কেশৱ মহন্তৰ দৰে এচাম নতুন স্বৰ আৰু শৈলীৰ প্ৰগতিশীল কবিৰ বলিষ্ঠ আত্মপ্ৰকাশ ঘটিল। 'জয়ন্তী'ৰ পাতত আত্মপ্ৰকাশ কৰা এই নব্য ধাৰাৰ উজ্জ্বল নিদৰ্শন হ'ল জ্যোতিপ্ৰসাদৰ 'আজিৰ কবিতা', নচিকেতাৰ 'ৰাজপথ', অমূল্য বৰুৱাৰ 'বিপ্লৱী', 'বেশ্যা', হেম বৰুৱাৰ 'গুৱাহাটী- ১৯৪৪', সীমা দত্তৰ 'প্ৰাৰ্থনা' আৰু কেশৱ মহন্তৰ 'চোৰৰ কৈফিয়ৎ'। অৱশ্যে 'জয়ন্তী'য়ে মননশীল আধুনিক কবিতাৰ ধাৰাটোৰ পিনেও একেবাৰে পিঠি দিয়া নাছিল। প্ৰগতিশীল কবিসকলৰ সমান্তৰালকৈ ইয়াত নৱকান্ত বৰুৱা, অজিৎ বৰুৱাৰ কবিতাও প্ৰকাশ পাইছিল।

যুদ্ধোত্তৰ যুগৰ কেবাগৰাকী প্ৰতিষ্ঠিত লেখকে 'জয়ন্তী'ৰ পাততে নিয়মিত গল্প লিখিছিল। তেওঁলোকৰ ভিতৰত সবাতোকৈ প্ৰথমে উল্লেখ কৰিব পাৰি ছৈয়দ আব্দুল মালিকৰ নাম। মালিকৰ উপৰি আৱাহন যুগৰ কেইগৰাকীমান প্ৰভাৱশালী গল্পকাৰ দীননাথ শৰ্মা, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, কৃষ্ণ ভূএগ, জগদীশ চন্দ্ৰ মেধি, সদানন্দ দাস, ত্ৰৈলোক্যনাথ গোস্বামী, দৈৱচন্দ্ৰ তালুকদাৰ আদিৰ গল্পইও 'জয়ন্তী'ৰ সৌষ্ঠৱ বঢ়াইছিল। তুলনামূলকভাৱে নবীনসকলৰ ভিতৰত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, প্ৰফুল্ল দত্ত গোস্বামী, চক্ৰেশ্বৰ ভট্টাচাৰ্য, যদুনাথ শইকীয়া, ৰাধিকামোহন ভাগৱতীৰ গল্পও 'জয়ন্তী'ত প্ৰকাশ পাইছিল। অৱশ্যে সাহিত্যৰ অন্য দিশত 'জয়ন্তী'য়ে যি প্ৰগতিশীল ভাবধাৰাৰ সূচনা কৰিছিল "তাৰ তুলনাত গল্পবোৰত প্ৰকাশ পোৱা প্ৰগতিশীলতাৰ সুৰ কিছু দুৰ্বল" বুলি তীৰ্থ ফুকনে 'জয়ন্তী যুগৰ সাহিত্য'ত মন্তব্য কৰিছে।[৯]

চিন্তামূলক প্ৰবন্ধৰ ক্ষেত্ৰতো 'জয়ন্তী'ৰ অৰিহণা উল্লেখনীয়। সম্পাদক কমল নাৰায়ণ দেৱে 'প্ৰগতিশীল সাহিত্যৰ ভূমিকা' শীৰ্ষক প্ৰবন্ধটোত প্ৰগতিশীল সাহিত্যাদৰ্শৰ এক ৰূপৰেখা দাঙি ধৰি মাৰ্ক্সীয় দৰ্শন আৰু ফ্ৰয়েডীয় মনোবিজ্ঞানৰ আধাৰত আধুনিক জীৱন-জগতৰ জটিলতাত আলোকপাত কৰা সাহিত্যকে বাস্তৱবাদী সাহিত্য বুলি অভিহিত কৰিছিল। 'জয়ন্তী'ৰ পাতত গুৰু-গম্ভীৰ প্ৰবন্ধ লিখাসকলৰ ভিতৰত অন্যতম দুগৰাকী লেখক হৈছে ডঃ বাণীকান্ত কাকতি আৰু ভবানন্দ দত্ত। কাকতিয়ে 'জয়ন্তী'ত প্ৰাচীন অসমৰ ধৰ্মৰ বিষয়ে বিজ্ঞানসম্মত আলোচনাৰ পাতনি মেলিছিল। আনহাতে চল্লিশৰ দশকৰ শেহৰ পৰা 'জয়ন্তী'ত একাধিক সাহিত্য-সমাজ বিষয়ক চিন্তাগধুৰ প্ৰবন্ধৰে ভবানন্দ দত্তই প্ৰগতিশীল চিন্তাধাৰাৰ বিকাশত উল্লেখযোগ্য অৰিহণা যোগায়। 'জয়ন্তী'ৰ দশম আৰু একাদশ বছৰৰ বিভিন্ন সংখ্যাত প্ৰকাশ পোৱা দত্তৰ উৎকৃষ্ট ৰচনাৰাজি হ'ল 'অসমীয়াৰ দাৰ্শনিকতা', 'অসমৰ জাতীয় সমস্যাৰ বিবৰ্তন', 'অসম বুৰঞ্জীত এভুমুকি', 'বিশ্ব শান্তিৰ সমস্যা', 'বৌদ্ধ মতবাদৰ সামাজিক তাৎপৰ্য', 'ভাৰতীয় সংস্কৃতিত পাশ্চাত্যৰ প্ৰভাৱ', 'জীৱনৰ চৰম লক্ষ্য' আৰু 'ৰবীন্দ্ৰ প্ৰসংগ'। বিভিন্ন কাৰণত পঞ্চাশৰ দশকৰ প্ৰথমাৰ্ধত

'জয়ন্তী'ৰ প্ৰকাশ বন্ধ হৈ যায়। কিন্তু ডেৰ দশক ধৰি এই আলোচনীয়ে অসমৰ চিন্তাৰ জগতত যি সঞ্জীৱনী সূচনা কৰিছিল তাৰ ধাৰাবাহিকতা পৰৱৰ্তী দশকবোৰতো বিয়পি পৰিল।

'জয়ন্তী'ৰ লগত মতান্তৰ হোৱাৰ পাছত ৰঘুনাথ চৌধাৰীয়ে ১৯৪০ চনৰ জানুৱাৰীত নতুন আলোচনী 'সুৰভি'ৰ দায়িত্ব গ্ৰহণ কৰে। পৰেকীয়া এই আলোচনীখনৰ চৰিত্ৰ প্ৰথমাৱস্থাৰ 'জয়ন্তী'ৰ লেখিয়াই আছিল। সাহিত্য-সমাজ-অৰ্থনীতি বিষয়ক প্ৰবন্ধ-পাতিৰ লগতে 'সুৰভি'ত গল্প-কবিতাও যথেষ্টসংখ্যক প্ৰকাশ কৰা হৈছিল। 'সুৰভি'ৰ প্ৰথম সংখ্যাৰ বেটুপাতত লিখা হৈছিল ঃ "যি মানৱ জীৱনৰ বিচিত্ৰ সুখ-দুখৰ ইতিহাস, মানৱ চৰিত্ৰৰ বিচিত্ৰ অভিব্যক্তি, মানুহৰ মৰ্মবাণী আৰু সমাজৰ সকলো সমস্যা ফুটাই তুলিবলৈ চেষ্টা কৰে, সেয়ে বাস্তৱ সাহিত্য— সেয়ে বিশ্ব সাহিত্য। গণ মানৱৰ প্ৰাণৰ অনুভূতি বিশ্ব সাহিত্যতহে আত্মপ্ৰকাশ কৰে।" চল্লিশৰ দশকৰ উত্তাল পৰিবেশটোলৈ স্মৰণ কৰিলে 'সুৰভি'ৰ এই ঘোষণা তাৎপৰ্যপূৰ্ণ যেন লাগে। অৱশ্যে ছেগাচোৰোকাকৈ প্ৰকাশ পোৱা 'সুৰভি'ৰ সৃষ্টিশীল সাহিত্যৰ শিতানটো 'জয়ন্তী'ৰ দৰে বৈচিত্ৰ্যপূৰ্ণ নাছিল। 'সুৰভি'ৰ প্ৰথম সংখ্যাত প্ৰসন্নলাল চৌধুৰী, অতুল চন্দ্ৰ হাজৰিকাৰ কবিতাৰ লগতে ছৈয়দ আব্দুল মালিকৰ 'দুটা ঘাট' নামৰ গল্পটো প্ৰকাশ পাইছিল। পাছলৈ 'সুৰভি'ৰ বিভিন্ন সংখ্যাত মালিকৰ উপৰি বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, গোবিন্দ চন্দ্ৰ পৈৰা প্ৰমুখ্যে তেতিয়াৰ নবীন গল্পকাৰসকলৰ গল্পও প্ৰকাশ পাইছিল। 'সুৰভি'ত ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক প্ৰবন্ধ লিখাসকলৰ ভিতৰত আছিল ৰাজমোহন নাথ, আনন্দ চন্দ্ৰ বৰুৱা, কালীৰাম মেধি, প্ৰফুল্ল দত্ত গোস্বামী, কেশৱ নাৰায়ণ দত্ত, মনোৰঞ্জন শাস্ত্ৰী, প্ৰমোদ ভট্টাচাৰ্য আদি। 'সুৰভি' জাতীয়তাবাদী ভাবাদৰ্শৰে চালিত আলোচনী আছিল। সেয়ে এই আলোচনীত অসমীয়াৰ ৰাজনৈতিক অধিকাৰ লাভৰ সমস্যা আৰু আঞ্চলিক উন্নয়নৰ প্ৰসংগটোৱে যথেষ্ট গুৰুত্ব পাইছিল। ডমিনিয়ন ষ্টেটাছ লৈ বিতৰ্ক, অসমীয়া জাতীয়তাবাদৰ স্বৰূপ বিচাৰ আৰু পমুৱা মুছলমানৰ সৈতে মূল অসমীয়া সমাজখনৰ ঐক্যৰ সমস্যাৰ বিষয়ে 'সুৰভি'ত ভিন্নধৰ্মী লেখনিয়ে সম্পাদকীয় দৃষ্টিকোণ স্পষ্ট কৰি তোলে।

অৱশ্যে 'সুৰভি'য়ে কঁকাল পোনাবলৈ লওঁতেই আৰু কিছুমান পৰিবৰ্তন ঘটিল। সম্পাদক চৌধাৰী এবছৰ পাছত পুনৰ সসম্মানে 'জয়ন্তী'লৈ ঘূৰি আহিল। দ্বিতীয় বছৰৰ প্ৰথম সংখ্যাৰ 'সুৰভি' আত্মপ্ৰকাশ কৰে দীৰ্ঘ বিৰতিৰ পাছত, ১৯৪৬ চনত। তেতিয়ালৈ চৌধাৰী আকৌ 'সুৰভি'ৰ সম্পাদক হৈছে। 'সুৰভি' ইয়াৰ পাছত ছেগাচোৰোকাকৈ ১৯৪৮ চনলৈ চলি থাকে।

দ্বিতীয় মহাযুদ্ধৰ সমাপ্তি আৰু ভাৰতৰ স্বাধীনতা লাভৰ আগে-পাছে অৰ্থাৎ চল্লিশৰ দশকৰ শেহাৰ্দ্ধত প্ৰকাশ পোৱা আন সাময়িক পত্ৰিকাসমূহৰ ভিতৰত ছৈয়দ আব্দুল মালিক সম্পাদিত 'পায়গাম' (১৯৪৬), ধৰণীধৰ দাসৰ 'অভিযান' (১৯৪৭), চন্দ্ৰপ্ৰভা শইকীয়ানীৰ 'অভিযাত্ৰী' আৰু বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত 'ৰংঘৰ' (১৯৪৮) ৰ নাম স্মৰণীয়। 'ৰংঘৰ' পোনতে শিশু উপযোগী আলোচনীৰূপে প্ৰকাশ কৰা হৈছিল যদিও দ্বিতীয় বছৰতে ইয়াক সকলো পঢ়ুৱৈৰ উপযোগী কৰি তোলা হয়। পঞ্চাশৰ দশকত এই 'ৰংঘৰ' আলোচনীয়ে 'ৰামধেনু'লৈ ৰূপান্তৰিত হৈ অসমীয়া সাহিত্যৰ বিভিন্ন দিশত প্ৰবল উদ্দীপনাৰ জোৱাৰ আনিছিল।

'জয়ন্তী'য়ে সূচনা কৰা প্ৰগতিশীল সাহিত্যৰ ধাৰাটো আৰু বেছি সংহত আৰু মননশীল ৰূপ পাইছিল হেম বৰুৱাৰ সম্পাদনাত প্ৰকাশ পোৱা 'পছোৱা' (১৯৪৮-৪৯) ত। 'পছোৱা'ৰ আয়ুস তেনেই চুটি আছিল। ই দুবছৰো অতিক্ৰম কৰিব নোৱাৰিলে। কিন্তু জীৱনকাল চুটি হ'লেও আধুনিক অসমীয়া সাহিত্যলৈ 'পছোৱা'ৰ অৰিহণা সামান্য নহয়। এই আলোচনীত 'জয়ন্তী'ৰ থূলৰ লেখকসকল বিশেষকৈ পিছৰ চামে লিখিছিল। আৱাহন যুগৰ লেখকসকলৰ লগত এইচাম নতুন লেখকৰ যোগসূত্ৰ থাকিলেও তেওঁলোকৰ মেজাজ আৰু ভংগী ৰোমাণ্টিক যুগৰ লেখকৰ তুলনাত সম্পূৰ্ণ পৃথক আছিল। আধুনিকতাৰ অগ্ৰদূত কাৰ্ল মাৰ্ক্স, ছিগমুণ্ড ফ্ৰয়েডৰ চিন্তাধাৰা আৰু পাশ্চাত্য সাহিত্য, বিশেষকৈ কবিতাত টি এছ এলিয়টৰ প্ৰভাৱ আত্মস্থ কৰি চল্লিশৰ দশকৰ পৰা এইচাম লেখক নতুন নতুন পৰীক্ষা-নিৰীক্ষাত ৰত হৈছিল। ক্ষণজীৱী 'পছোৱাই' 'জয়ন্তী' আৰু 'ৰামধেনু'ৰ মাজত কিছুমান ক্ষেত্ৰত যেন সেতুৰ কাম কৰিছিল। যিসকলৰ বিশিষ্ট সাহিত্য-কৰ্মই 'পছোৱা'ক চমু সময়ৰ ভিতৰতে মৰ্যাদাপূৰ্ণ কৰি তুলিছিল তেওঁলোকৰ ভিতৰত মহেশ্বৰ নেওগ, ৰমা দাশ, ছৈয়দ আব্দুল মালিক, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, নৱকান্ত বৰুৱা, উমা শৰ্মা, ভৱপ্ৰসাদ ৰাজখোৱা বিশেষভাৱে উল্লেখযোগ্য। গদ্যৰ ক্ষেত্ৰত 'পছোৱা'ৰ অৱিহণা স্মৰণীয় নহ'লেও অসমীয়া কাব্যৰ ক্ষেত্ৰত 'পছোৱা'ৰ অৱদান বহুতেই উল্লেখনীয় বুলি ক'ব খোজে। যোগেশ দাসৰ

মতে অসমীয়া সাহিত্যত আধুনিক ধাৰাটো দৰাচলতে সূচনা কৰিছিল 'পছোৱা'ইহে।"

স্বৰাজোত্তৰ কালত আধুনিক অসমীয়া সাহিত্যত প্ৰভাৱৰ দিশৰ পৰা 'ৰামধেনু'ৰ পৰ্যায়ৰ নহ'লেও এখন উল্লেখযোগ্য সাহিত্যালোচনী হ'ল 'মণিদীপ'। মহেন্দ্ৰ বৰাৰ সম্পাদনাত ১৯৬০ চনৰ নৱেম্বৰত আত্মপ্ৰকাশ কৰা 'মণিদীপ' আলোচনীয়েও বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰামধেনু'ৰে চিকুণাই যোৱা সৃজনশীল সাহিত্য আৰু আধুনিক ৰুচিবোধৰ উৎকৰ্ষ সাধনৰ পথটোত গুৰুত্ব দিছিল। প্ৰায় আঠ বছৰ জীয়াই থকা 'মণিদীপ'ত ষাঠিৰ দশকৰ অসমৰ ভালেকেইগৰাকী নবীন-প্ৰবীণ লেখক-লেখিকাই নিয়মিত লিখিছিল। প্ৰথম সংখ্যাৰ সম্পাদকীয় 'চিন্তা আৰু ৰুচি'ত বৰাই সংকীৰ্ণ প্ৰাদেশিকতাৰ বিৰুদ্ধে সকীয়নিৰে চিন্তাৰ পুনৰ্গঠনত জোৰ দিছিল। অসমীয়া সৃজনশীল সাহিত্যৰ মান উন্নত কৰিবলৈ হ'লে ৰুচিবোধৰ লগতে চিন্তাৰ জগততো যে নিত্য-নতুন সক্ৰিয়তা প্ৰয়োজন সেই কথা প্ৰথম সংখ্যাৰ সম্পাদকীয়তে উল্লেখ কৰা হৈছিল। 'মণিদীপ'ৰ পাতত সম্পাদকৰ এই উচ্চাকাংক্ষাৰ প্ৰতিফলনো ঘটিছিল। প্ৰথম বছৰ প্ৰথম সংখ্যাত হেম বৰুৱাৰ কবিতাৰ উপৰি প্ৰকাশ পাইছিল মহেন্দ্ৰ বৰাৰ সুবিখ্যাত ৰচনা 'অসমীয়া ছন্দৰ উপকৰণ'। 'মণিদীপ'ত ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা (পাছলৈ গ্ৰন্থাকাৰে) এই প্ৰবন্ধলানিতে অসমীয়া কবিতাৰ ছন্দৰ বিভিন্ন দিশৰ প্ৰাঞ্জল ব্যাখ্যা পোৱা গৈছিল। বিশ্ব সাহিত্যৰ লগত এক সাৰ্থক যোগসূত্ৰ 'মণিদীপ'ৰ যে কাম্য আছিল সেয়া প্ৰথম সংখ্যাতে ফুটি উঠিছিল। এই সংখ্যাৰ পৰা প্ৰকাশিত হৈছিল অস্কাৰ ৱাইল্ডৰ বিখ্যাত উপন্যাস 'দী পিক্‌চাৰ অফ্ দী ডোৰিয়ান গ্ৰে'। উপন্যাসখনৰ অনুবাদ আছিল লক্ষহীৰা দাসৰ। প্ৰথম বছৰ দ্বিতীয় সংখ্যাৰ পৰা আৰম্ভ হৈছিল নৱকান্ত বৰুৱাৰ 'ককাদেউতাৰ হাঁড়'। ইতিহাস-আশ্ৰয়ী বিষয়বস্তুও সংবেদনশীল কবিৰ ৰচনাত কেনেদৰে জীৱন্ত হৈ পৰিব পাৰে সেয়া কবি বৰুৱাৰ 'ককাদেউতাৰ হাঁড়' উপন্যাসে সুন্দৰকৈ দেখুৱাই দিছিল। দ্বিতীয় সংখ্যাত আছিল 'ৰামধেনু'ৰ পাতত চমকপ্ৰদ কথনশৈলীৰে আত্মপ্ৰকাশ কৰা সৌৰভ কুমাৰ চলিহাৰ 'বাসন্তিকা'। একেটা সংখ্যাতে অসমীয়া সাহিত্যৰ বৰ্তমানৰ এগৰাকী খ্যাতিমান লেখিকা মামণি গোস্বামীৰ 'দৃষ্টি হুল' নামৰ গল্পটো প্ৰকাশ পাইছিল। দ্বিতীয় সংখ্যাৰ সম্পাদকীয় আছিল 'অসমীয়া ভাষাৰ লিপি'। বিভিন্ন সময়ত লিপি সমস্যাই অসমৰ সাহিত্য-সংস্কৃতি জগতত কেনে অস্বস্তিকৰ প্ৰভাৱ পেলাইছিল তাৰ ইংগিত এই সম্পাদকীয়ত ফুটি উঠিছে। ষাঠিৰ দশকত অসমীয়া ভাষাৰ প্ৰচলিত লিপি দেৱনাগৰী লিপিলৈ পৰিৱৰ্তন কৰাৰ বাবে একাংশ লোকে জনাই অহা দাবী খণ্ডন কৰাই এই সম্পাদকীয়ৰ প্ৰধান উদ্দেশ্য আছিল। সুলিখিত এই সম্পাদকীয়ত আদবাটতে লিপি সলনি কৰি দেৱনাগৰী লোৱাৰ বিপদ সম্পৰ্কে যুক্তিপূৰ্ণ ব্যাখ্যাৰ লগতে প্ৰচলিত অসমীয়া লিপিৰ ঐতিহাসিক স্বতন্ত্ৰতাৰ দৃষ্টান্ত কিছুমান উল্লেখ কৰি এই লিপি যে বঙালী লিপি নহয়, তাক ফঁহিয়াই দেখুওৱা হৈছিল।

'মণিদীপ'ৰ পৰৱৰ্তী সংখ্যাবোৰতো সাৰ্থক গল্প-কবিতা-উপন্যাসৰ লগতে সাহিত্য-সংস্কৃতি বিষয়ক চিন্তাগধুৰ লেখনি গুৰুত্ব সহকাৰে প্ৰকাশ পাইছিল। প্ৰথম বছৰ চতুৰ্থ সংখ্যাত নৱকান্ত বৰুৱাৰ প্ৰখ্যাত কবিতা 'ইয়াত নদী আছিল', হেম বৰুৱাৰ 'জানুৱাৰী ৩০'ৰ উপৰি হোমেন বৰগোহাঞিয়ে কৰা বিদেশী কবিতাৰ অনুবাদ প্ৰকাশিত হৈছিল। প্ৰথম বছৰ সপ্তম সংখ্যাটোত ৰবীন্দ্ৰনাথ ঠাকুৰৰ জন্ম শতবাৰ্ষিকী উপলক্ষে কেবাটাও গুৰুত্বপূৰ্ণ প্ৰবন্ধ ছপোৱা হৈছিল। ইয়াত ৰবীন্দ্ৰনাথক কবি-সাহিত্যিক হিচাপেই মূল্যায়ন কৰাত ক্ষান্ত নাথাকি তেওঁৰ মানৱতাবাদী চিন্তা-ধাৰা আৰু সমাজ সংগঠনৰ বিভিন্ন দিশো চালি-জাৰি চোৱাৰ প্ৰয়াস আছিল। প্ৰবন্ধকেইটা আছিল নৱকান্ত বৰুৱাৰ 'ৰবীন্দ্ৰনাথ, পশ্চিম আৰু মহামানৱ', নীলিমা দত্তৰ 'শিশু শিক্ষক ৰূপে ৰবীন্দ্ৰনাথ', ৰতন শৰ্মাৰ 'ভাৰতীয় লিখক হিচাপে ৰবীন্দ্ৰনাথৰ গুৰুত্ব' আৰু মহেন্দ্ৰ বৰাৰ 'শেষ বয়সৰ ৰবীন্দ্ৰনাথ'। নক'লেও হ'ব সেই সংখ্যাৰ সম্পাদকীয়ও আছিল 'কবিগুৰু শতবাৰ্ষিকী'। এই বিশেষ সংখ্যাটোৰ পাছতে প্ৰথম বছৰ নৱম সংখ্যাত প্ৰাক্-আধুনিক যুগৰ বিশিষ্ট কবি ৰত্ন বৰকাকতীৰ 'ৰবীন্দ্ৰ শতবাৰ্ষিকী জয়ন্তী' নামৰ আন এটা লেখা প্ৰকাশ পাইছিল। কবিগুৰুৰ জন্ম শতবাৰ্ষিকীয়ে পশ্চিমবংগৰ লগতে অসমতো ৰবীন্দ্ৰনাথ সম্পৰ্কে কিছুমান নতুন কৌতূহল জাগ্ৰত কৰিছিল, সেই কথা এনেবোৰ আলোচনাই সামান্য হ'লেও প্ৰতিফলিত কৰিছিল।

প্ৰথম বছৰ অষ্টম সংখ্যাৰ পৰা 'মণিদীপ'ত উপগুপ্ত নামেৰে প্ৰকাশ হৈছিল ধীৰেন বৰঠাকুৰৰ বিশিষ্ট ঐতিহাসিক উপন্যাস 'বাঙ্গচাহেবা'। একেটা সংখ্যাতে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুইংগম' আৰু লুম্মেৰ দাইৰ 'পাহাৰৰ শিলে শিলে'ৰ বিষয়ে মহেশ্বৰ নেওগৰ প্ৰবন্ধ 'জনজাতীয় জীৱনৰ অভিব্যক্তি' প্ৰকাশ পাইছিল। গদ্য-সাহিত্যৰ বিভিন্ন দিশৰ প্ৰতি পঢ়ুৱৈৰ কৌতূহল আৰু আকৰ্ষণ জাগ্ৰত কৰাৰ ক্ষেত্ৰত 'মণিদীপ'ৰ ভূমিকা খুব

সামান্য নাছিল। পঢুৱৈৰ মানসিক দিগন্ত প্ৰসাৰিত কৰাৰ উদ্দেশ্যেই 'মণিদীপ'ত দেশী-বিদেশী সাহিত্যৰ অনুবাদ প্ৰায় নিয়মিত প্ৰকাশ কৰা হৈছিল। তৃতীয় বছৰৰ পঞ্চম-ষষ্ঠ যুটীয়া সংখ্যাটো আন্তৰ্জাতিক সংখ্যা হিচাপে প্ৰকাশ কৰা হৈছিল। গুৰুত্বপূৰ্ণ এই সংখ্যাত ফিয়ডৰ ডষ্টয়েভ্স্কিৰ উপন্যাস 'হোৱাইট নাইট'ৰ অনুবাদ 'শুকুলা ৰাতি'ৰ উপৰি মিলোভান জিলাছ, এলবাৰ্টো মোৰাভিয়া, জিম হাণ্টাৰ আদিৰ গল্প, ইভো আন্দ্ৰিক, কাৰ্ল কাৰ্লভ্, আহমদ আল-চকি আল নজফিৰ কবিতা অন্তৰ্ভুক্ত হৈছিল। 'মণিদীপ'ৰ সাধাৰণ সংখ্যাবোৰত দেশী-বিদেশী যিসকল লেখকৰ ৰচনা প্ৰকাশিত হৈছিল, তেওঁলোকৰ ভিতৰত আছে মুলকৰাজ আনন্দ, যশপাল, অমৃতা প্ৰীতম, ডাইলন টমাছ, টমাছ মান, জে বি প্ৰিষ্টলে, বাৰ্ট্ৰাণ্ড ৰাছেল, ইভ্গেনী ইভ্তুচেংকো, জৰ্জ চেফাৰিচ্ আদি।

'মণিদীপ'ৰ সাত-আঠ বছৰীয়া প্ৰকাশ কালত তদানীন্তন অসমীয়া লেখক-লেখিকাৰ বিচিত্ৰ ৰচনা-সম্ভাৰে যাঠিৰ দশকৰ অসমীয়া সাহিত্যৰ সজীৱ পৰিৱেশটোৰ কথাই সোঁৰৰাই দিয়ে। পঞ্চম বছৰৰ পৰা 'মণিদীপ'ৰ সম্পাদনাৰ দায়িত্ব লয় আন এগৰাকী সুযোগ্য সাহিত্যিক তথা সাংবাদিক চন্দ্ৰপ্ৰসাদ শইকীয়াই। শইকীয়াৰ সম্পাদনাতো 'মণিদীপ'ত সৃজনশীল সাহিত্য সৃষ্টিত উদ্গনি যোগোৱা পৰম্পৰা অটুট থাকে। শইকীয়াৰ পাছত কম সময়ৰ বাবে 'মণিদীপ'ৰ সম্পাদনাৰ ভাৰ লয় ক্ৰমে নীলমণি ফুকন আৰু চাৰু মহন্তই। 'মণিদীপ'ৰ নাতিদীৰ্ঘ ইতিহাসত যিসকল বৰেণ্য লেখক-লেখিকাই অসমীয়া পঢুৱৈৰ ৰুচি আৰু চিন্তাৰ জগতত ন-ন খোৰাক যোগাইছিল তেওঁলোকৰ ভিতৰত ইতিপূৰ্বে উল্লেখ কৰাসকলৰ উপৰি আছিল অম্বিকাগিৰী ৰায়চৌধুৰী, বেণুধৰ শৰ্মা, জ্ঞাননাথ বৰা, প্ৰসন্নলাল চৌধুৰী, যোগীৰাজ বসু, সত্যেন্দ্ৰ নাথ শৰ্মা, অমিয় কুমাৰ দাস, স্নেহ দেৱী, ভবেন্দ্ৰ নাথ শইকীয়া, নিৰুপমা বৰগোহাঞি, হৰেকৃষ্ণ ডেকা, অপূৰ্ব শৰ্মা, বিজনলাল চৌধুৰী, তাৰকচন্দ্ৰ গোস্বামী, মেদিনী চৌধুৰী আদি ভালেমান প্ৰতিভাবান সাহিত্যিক।

'মণিদীপ'ৰ পাছতে সাহিত্য আলোচনী হিচাপে 'অসমীয়া'ৰ প্ৰকাশ নিঃসন্দেহে তাৎপৰ্যপূৰ্ণ ঘটনা আছিল। শেহৰ পিনে 'মণিদীপ'ৰ সম্পাদনাৰ ভাৰ লোৱা চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত 'অসমীয়া'ই আত্মপ্ৰকাশ কৰে ১৯৬৮ চনৰ মে'ত। মাহেকীয়া এই আলোচনীখন দুবছৰমানহে জীয়াই আছিল। কিন্তু ক্ষণজীৱী হ'লেও আধুনিক অসমীয়া সাহিত্য-চৰ্চা আৰু বিকাশত 'অসমীয়া'ৰ অৱদান স্মৰণীয়। 'মণিদীপ' আৰু সমসাময়িক 'আমাৰ প্ৰতিনিধি'ত নতুন কিতাপ আৰু সাহিত্যৰ বিষয়ে আলোচনা দুৰ্লভ নহ'লেও সেই দিশত বিশেষত্ব প্ৰতিষ্ঠা আৰু ধাৰাবাহিকতা ৰক্ষাৰ সচেতন উদ্যোগ চকুত পৰাকৈ পৰিলক্ষিত হোৱা নাছিল। শইকীয়াৰ 'অসমীয়া'ত মৌলিক সাহিত্যৰাজিৰ লগতে ৰোমাণ্টিক আৰু স্বাধীনোত্তৰ অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ কিছুমান দিশৰ বিষয়ে মৌলিক আলোচনা প্ৰকাশ পাইছিল। 'অসমীয়া'ৰ প্ৰথম সংখ্যাত যজ্ঞেশ্বৰ শৰ্মাৰ 'অসমীয়া সাহিত্য আৰু চন্দ্ৰকুমাৰ আগৰৱালা', হোমেন বৰগোহাঞিৰ 'অসমীয়া ভাষাত জীৱনী সাহিত্যৰ অভাৱ কিয়?' ইয়াৰ উদাহৰণ। 'অসমীয়া'ৰ পৰৱৰ্তী সংখ্যাবোৰত সমালোচনামূলক প্ৰবন্ধৰ গুণগত মান আৰু সংখ্যা বাঢ়িবলৈ ধৰিছিল। অসমীয়া সাহিত্যৰ দুগৰাকী বিশিষ্ট চিন্তাশীল সমালোচক হীৰেন গোহাঁই আৰু ভবেন বৰুৱাৰ কেবাটাও মৌলিকতাসম্পন্ন প্ৰবন্ধই 'অসমীয়া'ৰ সৌষ্ঠৱ ভালেখিনি বৃদ্ধি কৰিছিল। এই আলোচনীত প্ৰকাশিত হীৰেন গোহাঁইৰ 'বেজবৰুৱা আৰু নতুন জীৱনাদৰ্শ'ই ঔপনিবেশিক আমোলৰ অসমীয়া বুদ্ধিজীৱীৰ অনালোকিত দিশ কিছুমান সুগভীৰ বিশ্লেষণেৰে পোহৰলৈ আনিছিল। ভবেন বৰুৱাৰ 'বেজবৰুৱাৰ সাহিত্য জগতত প্ৰাচ্য আৰু পাশ্চাত্য' আৰু কবিতাৰ আলোচনাত 'চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰকৃতি' আৰু 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ তন্দ্ৰা-ভংগ'ৰ মননশীল সূক্ষ্ম বিচাৰে অসমীয়া সাহিত্য সমালোচনাত নতুন উপাদান যোগ দিছিল। ললিতকুমাৰ বৰুৱাৰ 'বেজবৰুৱা আৰু ঊনৈশ শতিকাৰ নৱোন্মেষ' শীৰ্ষক আন এটা গুৰুত্বপূৰ্ণ প্ৰবন্ধ 'অসমীয়া'ৰ দ্বিতীয় বছৰ পঞ্চম সংখ্যাত প্ৰকাশ পাইছিল। ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা হোমেন বৰগোহাঞিৰ 'সাহিত্য আৰু জীৱন' 'অসমীয়া'ৰ অন্যতম আকৰ্ষণ আছিল। সাহিত্য-সংস্কৃতিৰ উপৰি ভাৰতৰ ৰাজনৈতিক ব্যৱস্থাৰ বিষয়ে ছিৰিয়াছ আলোচনা কমকৈ হ'লেও 'অসমীয়া'ৰ পাতত দেখা গৈছিল। মহাত্মা গান্ধীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে 'অসমীয়া'ৰ দ্বিতীয় বছৰ ষষ্ঠ সংখ্যাটো মহাত্মা গান্ধী সংখ্যা হিচাপে প্ৰকাশিত হৈছিল। এই বিশেষ সংখ্যাত অমিয়কুমাৰ দাসৰ 'বিংশ শতাব্দীত গান্ধী বিচাৰৰ প্ৰাসংগিকতা' আৰু হৰেন্দ্ৰ নাথ বৰুৱাৰ 'গ্ৰোপিণ্ডৰ প্ৰাসৰ পৰা মহাত্মাই কেনেকৈ অসমক ৰক্ষা কৰিলে' শীৰ্ষক ৰচনাৰ লগতে হীৰেন গোহাঁইৰ 'গান্ধীজীৰ সমাজবাদত ব্যুৎপত্তি' নামৰ ভিন্নমতধৰ্মী প্ৰবন্ধটো প্ৰকাশ পাইছিল।

অসমীয়া ভাষাৰ বিশিষ্ট সাহিত্য-কৰ্ম কিছুমানৰ বাবেও 'অসমীয়া'ই সুকীয়া কৃতিত্ব দাবী কৰিব পাৰে।

'অসমীয়া'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাৰ পৰা প্ৰকাশ হৈছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ জ্ঞানপীঠ বঁটা বিজয়ী অন্যতম উপন্যাস 'মৃত্যুঞ্জয়'। দ্বিতীয় বছৰত মহিম বৰাৰ সৰু কলেবৰৰ উপন্যাস 'এই নদীৰ সোঁতে' প্ৰকাশ পাইছিল। চন্দ্ৰপ্ৰসাদ শইকীয়াৰ উপন্যাস 'তীৰ্থযাত্ৰা'ও 'অসমীয়া'ত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। বেণুধৰ শৰ্মাৰ অননুকৰণীয় আত্মজৈৱনিক দীৰ্ঘ ৰচনা 'মজিয়াৰ পৰা মেজলৈ' 'অসমীয়া'ত ছোৱা ছোৱাকৈ প্ৰকাশ পাইছিল। এই আলোচনীৰ স্বল্প আয়ুসকালত গল্প প্ৰকাশ পোৱা বিশিষ্ট গল্পকাৰসকল আছিল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, মহিম বৰা, লক্ষ্মীনন্দন বৰা, ছৈয়দ আব্দুল মালিক, ভবেন্দ্ৰ নাথ শইকীয়া নিৰুপমা বৰগোহাঞি, অতুলানন্দ গোস্বামী, কুমুদ গোস্বামী, আদি।

এলিয়টৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱিত অজিৎ বৰুৱাৰ 'জেংৰাই — ১৯৬৩' নামৰ ব্যতিক্ৰমধৰ্মী কবিতাটো প্ৰকাশ পাইছিল 'অসমীয়া'ত। এই আলোচনীৰ বিভিন্ন সংখ্যাত কবিতা লিখিছিল নীলমণি ফুকন, ভবেন বৰুৱা, নৱকান্ত বৰুৱা, হৰি বৰকাকতী, নিৰ্মলপ্ৰভা বৰদলৈ, বীৰেশ্বৰ বৰুৱা, হৰেকৃষ্ণ ডেকা, হীৰেন্দ্ৰ নাথ দত্ত আদিয়ে। 'অসমীয়া'তে প্ৰকাশ পাইছিল নীলমণি ফুকন অনূদিত একুৰি জাপানী কবিতা। ইমানবোৰ সৃষ্টিশীল সাহিত্যিকৰ মৌলিক ৰচনাৰ উপৰি 'নতুন কিতাপ' শিতানত বিশিষ্ট সাহিত্য কৰ্মৰ মননশীল আলোচনা 'অসমীয়া'ৰ অন্যতম বৈশিষ্ট্য আছিল। অনুবাদৰ ক্ষেত্ৰত 'অসমীয়া'ত প্ৰকাশিত অমূল্য কুমাৰ চক্ৰৱৰ্তীৰ 'ওডিছী' সৰ্বাগ্ৰে স্মৰণীয়।

'মণিদীপ' আৰু 'অসমীয়া'ৰ সমসাময়িক আনখন উল্লেখযোগ্য মাহেকীয়া আলোচনী আছিল 'আমাৰ প্ৰতিনিধি'। 'মণিদীপ'তকৈ এবছৰ আগেয়ে ১৯৫৯ চনত কলিকতাৰ পৰা 'আমাৰ প্ৰতিনিধি' প্ৰকাশ পায়। এই আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল ভালেকেইখন উপন্যাসেৰে জনপ্ৰিয় হৈ পৰা পদ্ম বৰকটকী। 'মণিদীপ' আৰু 'অসমীয়া' যদি পূৰ্ণাংগ সাহিত্যালোচনী আছিল তেতিয়াহ'লে 'আমাৰ প্ৰতিনিধি' আছিল ফিচাৰধৰ্মী আলোচনী। বৰ্ণাঢ্য আৰু সচিত্ৰ আলোচনীখনৰ বেটুপাততে উল্লেখ কৰা হৈছিল 'সমসাময়িক কলা-সাহিত্যৰ এদনীয়া মাহেকীয়া' বুলি। 'আমাৰ প্ৰতিনিধি'ত গল্প-উপন্যাস-কবিতা-প্ৰবন্ধৰ লগতে কলা-সংস্কৃতি বিশেষকৈ চলচ্চিত্ৰ পৰ্যালোচনা আৰু এই উদ্যোগৰ বা-বাতৰি নিয়মিত প্ৰকাশ কৰা হৈছিল। আৰম্ভণিৰ পৰাই 'আমাৰ প্ৰতিনিধি'ৰ জনপ্ৰিয় হৈ পৰা শিতান দুটা আছিল বৰকটকীৰ সম্পাদকীয় আৰু ভূপেন হাজৰিকাৰ শিল্পীৰ পৃথিৱী। পূৰ্বৰ আলোচনীসমূহৰ তুলনাত 'আমাৰ প্ৰতিনিধি' আছিল ব্যৱসায়-ভিত্তিক আলোচনী। সেয়ে সমসাময়িক 'মণিদীপ' আৰু 'অসমীয়া'ৰ দৰে এচাম উন্নত সংস্কৃতিমনস্ক পঢ়ুৱৈৰ চাহিদা পূৰণতে 'আমাৰ প্ৰতিনিধি' ক্ষান্ত হৈ থকা নাছিল। বৃহৎ পাঠক সমাজৰ কাষ চাপিবলৈকে 'আমাৰ প্ৰতিনিধি'য়ে ভিন্নধৰ্মী প্ৰবন্ধ-ফিচাৰৰ লগতে সুখপাঠ্য গল্প-উপন্যাস প্ৰকাশত গুৰুত্ব দিছিল। অৱশ্যে ছিৰিয়াছ আৰু পৰীক্ষামূলক সাহিত্য-কৰ্মৰ প্ৰতিও 'আমাৰ প্ৰতিনিধি'ৰ আগ্ৰহ কম নাছিল। কুৰি বছৰতকৈ অধিক কাল জীয়াই থকা এই আলোচনীখনে উল্লিখিত কাৰণবোৰৰ বাবেই অসমৰ প্ৰায়বোৰ ন-পুৰণি লেখক-লেখিকাক সামৰি ল'ব পাৰিছিল। 'আমাৰ প্ৰতিনিধি'ত বেণুধৰ শৰ্মা, ডিম্বেশ্বৰ নেওগ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, প্ৰফুল্ল দত্ত গোস্বামী, অমলেন্দু গুহ, হীৰেন গোহাঁই, মহেশ্বৰ নেওগ, হেমাংগ বিশ্বাস আদিৰ দৰে লব্ধপ্ৰতিষ্ঠ লেখকৰ উপৰি এচাম প্ৰতিশ্ৰুতিবান তৰুণ লেখক-লেখিকাৰো দীপ্ত আবিৰ্ভাৱ ঘটিছিল। তেওঁলোকৰ ভিতৰত অৰুণ গোস্বামী, আনন্দ গোস্বামী, পোলেন বৰকটকী, ভূপেন শৰ্মা, ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য, ৰিজু হাজৰিকা, ৰুদ্ৰপ্ৰসাদ কাকতি আদিৰ নাম উল্লেখযোগ্য। 'আমাৰ প্ৰতিনিধি'ত ছৈয়দ আব্দুল মালিকৰ 'ডাঃ অৰুণাভৰ অসম্পূৰ্ণ জীৱনী', 'একাবেঁকা বৃত্ত', 'অগ্নিগৰ্ভ', 'ৰজনীগন্ধাৰ চকুলো', 'অন্য নাম মৃত্যু', 'শৰীৰত একুৰা জুই', বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'চিনাকী সঁতি', 'এটি নিশা', 'টব আৰু ইভা', পদ্ম বৰকটকীৰ 'এটি ক্ষণ মাগো মই', হোমেন বৰগোহাঞিৰ 'ধুমুহা', আনন্দ গোস্বামীৰ 'অন্য মনুৰ দিন', অৰুণ গোস্বামীৰ 'যুদ্ধ পৰ্বৰ আখৰা'ৰ দৰে জনপ্ৰিয় আৰু সাৰ্থক উপন্যাসসমূহ প্ৰকাশ পাইছিল। বিশ্ব সাহিত্যৰ অনুবাদৰ ক্ষেত্ৰতো 'আমাৰ প্ৰতিনিধি'ৰ ভূমিকা আছিল উল্লেখনীয়। এই আলোচনীত জাঁ পল ছাৰ্ত, বাৰ্টোল্ট ব্ৰেখ্ট, এলবাৰ্টো মোৰাভিয়া, আনা আখ্‌তামোভা আদিৰ লেখনিৰ অনুবাদ প্ৰকাশ পাইছিল। ৰহস্য উপন্যাস 'দস্যু ভাস্কৰ'ৰ আবিৰ্ভাৱ 'আমাৰ প্ৰতিনিধি'তে। জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভাৰ বিশেষ সংখ্যাৰ উপৰি ৰঙালী বিহু আৰু শাৰদীয় সংখ্যা 'আমাৰ প্ৰতিনিধি'ৰ বিচিত্ৰ সাহিত্য-সম্ভাৰ পঢ়ুৱৈৰ বাবে আছিল অতুলনীয় খোৰাক। পঞ্চম বছৰৰ পৰা আমাৰ প্ৰতিনিধিৰ সম্পাদনাৰ দায়িত্ব লৈছিল ভূপেন হাজৰিকাই। কিন্তু সম্পাদক সলনি হ'লেও 'আমাৰ প্ৰতিনিধি'ৰ চৰিত্ৰৰ কোনো পৰিবৰ্তন হোৱা নাছিল।

ষাঠিৰ দশকত প্ৰকাশ পোৱা আন এখন আলোচনী আছিল ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'সাদিনীয়া নৱযুগ'। 'ৰামধেনু', 'মণিদীপ'ৰ লেখীয়া 'সাদিনীয়া নৱযুগ' সাহিত্যসৰ্বস্ব আলোচনী নাছিল যদিও এই আলোচনীত গল্প-কবিতা আৰু ধাৰাবাহিকভাৱে উপন্যাসো প্ৰকাশ কৰা হৈছিল। নীলিমা দত্তৰ 'আকাশ বন্তি' উপন্যাস ইয়াতেই প্ৰকাশ পাইছিল। 'নৱযুগ'ত লক্ষ্মীনাথ ফুকন,ডঃ ভবেন শইকীয়া,ডঃ লক্ষ্মীনন্দন বৰা আদিৰদৰে বিশিষ্ট লেখকৰ গল্প আৰু নৱকান্ত বৰুৱা, আনন্দ চন্দ্ৰ বৰুৱা, হীৰেন ভট্টাচাৰ্য, বিনন্দ চন্দ্ৰ বৰুৱা আদিৰ কবিতা প্ৰকাশ হৈছিল।

বৌদ্ধিক ক্ষেত্ৰত চল্লিশৰ দশকটোৱে যেনেদৰে এক সন্ধিক্ষণৰ সাক্ষ্য বহন কৰিছিল তেনেদৰে সত্তৰৰ দশকটোতো বৌদ্ধিক জগতখনত কিছুমান গুৰুত্বপূৰ্ণ পৰিৱৰ্তন পৰিলক্ষিত হৈছিল। স্বাধীনতাই আনি দিয়া ৰাজনৈতিক উচ্ছ্বাস ষাঠিৰ দশকটোত দ্ৰুতগতিত অন্তৰ্হিত হ'বলৈ ধৰাত ৰাজনৈতিক আৰু বৌদ্ধিক দিশত নতুন প্ৰশ্ন আৰু অনুসন্ধিৎসাই ভুমুকি মাৰে। অৰ্থনৈতিক, ৰাজনৈতিক সংকট আৰু তাৰ জটিলতাই সাহিত্য-সংস্কৃতিৰ জগতখনতো প্ৰভাৱ পেলায়। ষাঠিৰ দশকৰ শেষৰ ফালৰ পৰা অসমৰ বৌদ্ধিক মহলত প্ৰগতিশীল ধাৰাটোৰ লগত লিবাৰেল বুদ্ধিবাদী ধাৰাটোৰ ব্যৱধান বাঢ়িবলৈ ধৰে। প্ৰগতিশীল ধাৰাটোৰ লগত ৰাজনৈতিক সক্ৰিয়তা আৰু সচেতনতাৰ যোগসূত্ৰ ক্ৰমান্বয়ে নিবিড় হৈ পৰিছিল। আনহাতে বুদ্ধিবাদী ধাৰাটোত মাৰ্ক্সবাদৰ সমস্ত প্ৰাসংগিকতাই যে নস্যাৎ হৈ পৰিছিল এনে নহয়। কিন্তু এই ধাৰাটোৰ বুদ্ধিজীৱীসকলে অসমীয়া সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ উদ্দেশ্যে যি উন্নত মনন আৰু ৰুচিৰ পোষকতা কৰিছিল সেয়া মুষ্টিমেয় শিক্ষিত লোকৰ মাজতে সীমাবদ্ধ হৈ পৰিছিল। সত্তৰৰ দশকত আত্মপ্ৰকাশ কৰা এনে মননশীল আলোচনীৰ ভিতৰত ভবেন বৰুৱা সম্পাদিত 'সংলাপ'ৰ নাম প্ৰথমেই আহে। বছৰেকীয়া সংকলনৰ ৰূপত ১৯৭১ চনত প্ৰথম প্ৰকাশ পোৱা 'সংলাপ'ৰ তিনিটা সংখ্যাহে প্ৰকাশ হৈছিল। কিন্তু তিনিওটা সংখ্যাত প্ৰকাশিত সাহিত্য আৰু প্ৰবন্ধ-সম্ভাৰৰ মান আৰু বৈচিত্ৰ্য আছিল অভিনৱ। বিশুদ্ধ সাহিত্যৰ উপৰি 'সংলাপ'ত দৰ্শন, চিত্ৰকলা, সংগীত আৰু বিজ্ঞান বিষয়ক মনোজ্ঞ আলোচনা কৰা হৈছিল। 'সংলাপ'ত বিভিন্ন দিশ আৰু অভিব্যক্তিৰ মাজত অন্তৰ্লীন যোগসূত্ৰ ৰক্ষাৰে আধুনিকতাৰ সমগ্ৰ স্বৰূপটো ধৰাৰ প্ৰয়াস কৰা হৈছিল। 'সংলাপ'ৰ প্ৰথম সংখ্যাত সম্পাদকে লিখিছিল, "সংলাপ একাধাৰে এক বহু-বোধ আৰু সংযোগ-সাধনাৰ সাক্ষ্য। চিন্তা আৰু অনুভূতি, সজ্ঞান আৰু নিৰ্জ্ঞান, যৌক্তিকতা আৰু অযৌক্তিকতা, অন্তৰ্জগত আৰু বহিৰ্জগত, বিশ্বাস আৰু অবিশ্বাস, ব্যক্তি আৰু সমাজ— এই বিভিন্ন বৈপৰীত্যবোৰৰ মাজত সংলাপৰ যোগেদিয়েই জীৱনৰ স্বৰসংহতিপূৰ্ণ এটা ৰূপ আৰু আদৰ্শৰ আভাসে আমাৰ মনৰ মাজত দেখা দিব পাৰে।"

বিভিন্ন বৈপৰীত্যৰ মাজত ব্যক্তি আৰু সমাজৰ অন্তৰ্লীন মৰ্মাৰ্থ উপলব্ধিৰ প্ৰয়াসৰ চিন 'সংলাপ'ৰ তিনিওটা সংখ্যাই বহন কৰিছিল। কাৰ্ল মাৰ্ক্স, ছিগমুণ্ড ফ্ৰয়েড, এলবাৰ্ট আইনষ্টাইন, বাৰ্ট্ৰাণ্ড ৰাছেল আদি বিশিষ্ট চিন্তাবিদৰ ৰচনাৰ লগতে তেওঁলোকৰ চিন্তাধাৰাৰ বিষয়ে আলোচনা 'সংলাপ'ত গুৰুত্বসহকাৰে কৰা হৈছিল। 'সংলাপ'ৰ তিনিওটা সংখ্যাত প্ৰকাশিত গল্প-কবিতাখিনিও লেখত ল'বলগীয়া। ইয়াৰ প্ৰথম সংখ্যাত প্ৰকাশ পাইছিল মহিম বৰাৰ 'আবুৰ' আৰু সৌৰভ কুমাৰ চলিহাৰ 'বীণা কুটিৰ'ৰ দৰে সাৰ্থক গল্প। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ উপন্যাস 'ডাইনী' আৰু অৰুণ শৰ্মাৰ পৰীক্ষামূলক বিখ্যাত নাটক 'আহাব'ৰ প্ৰকাশ 'সংলাপ'ৰ এই সংখ্যাতে। কবিতা লিখিছিল অজিৎ বৰুৱা, নীলমণি ফুকন, হীৰেন ভট্টাচাৰ্য, ভবেন বৰুৱা হৰেকৃষ্ণ ডেকা আদিয়ে। দ্বিতীয় সংখ্যাত গল্প লিখিছিল যোগেশ দাস (আই), ভবেন্দ্ৰনাথ শইকীয়া (বালিভোজ), সৌৰভ কুমাৰ চলিহা (ভ্ৰমণ বিৰতি), শীলভদ্ৰ (অগ্ৰাধিকাৰ) আদিয়ে। এই সংখ্যাত ফিয়ডৰ ডষ্টয়েভ্‌স্কিৰ গল্পৰ লগতে শ্বাৰ্ল ব'দলেয়াৰৰ তিনিটা আৰু পঞ্চাশটা জাপানী কবিতা প্ৰকাশ পাইছিল। তৃতীয় সংখ্যাত প্ৰণৱজ্যোতি ডেকা, কুমুদ গোস্বামীৰ গল্পৰ উপৰি নগেন শইকীয়াৰ গল্পাংকিকা 'নিসংগ-অস্তিত্ব' প্ৰকাশ পাইছিল। এই সংখ্যাৰ কবিতাৰ শিতানটো আন দুটা সংখ্যাৰ তুলনাত গধুৰ আছিল। এই সংখ্যাত অসমীয়া বিশিষ্ট কবিসকলৰ কবিতাৰ লগতে অজিৎ বৰুৱাৰ দুটা কবিতাৰ সমালোচক ভবেন বৰুৱাই কৰা সূক্ষ্ম আলোচনা অন্তৰ্ভুক্ত হৈছিল। কবিতাৰ নেপথ্যৰ কথা লিখিছিল নীলমণি ফুকনে। মুঠতে 'সংলাপ'ৰ তিনিওটা সংখ্যাৰ জৰিয়তে আধুনিক অসমীয়া সাহিত্যৰ এক বিশেষ ভংগীৰ সন্ধান কৰাৰ লগতে পঢ়ুৱৈক তাৰ উপযোগী এক ৰুচিবোধ দিবলৈয়ো প্ৰয়াস কৰা হৈছিল।

'সংলাপ'ৰ পিছত ১৯৭৫ চনত প্ৰকাশিত প্ৰায় একে ধৰণৰ মননশীল আলোচনীখন হ'ল 'সংজ্ঞা'। সাহিত্য-সংস্কৃতি বিষয়ক তিনিমহীয়া 'সংজ্ঞা'ৰ সম্পাদক আছিল

প্ৰসিদ্ধ কবি নীলমণি ফুকন। 'সংজ্ঞা'ৰ প্ৰস্তাৱনা সংখ্যাত ঘোষণা কৰা হৈছিল, "সমাজ এখনত মানসিক প্ৰগতিৰ বাবে একান্তভাৱে প্ৰয়োজনীয় উচ্চ পৰ্যায়ৰ বৌদ্ধিক চিন্তা আৰু যথাৰ্থ নান্দনিক চেতনাৰ এটি প্ৰাণবান ধাৰা প্ৰবাহিত কৰা আৰু কৰি ৰাখিবলৈ যত্ন কৰাই 'সংজ্ঞা'ৰ উদ্দেশ্য।" 'সংজ্ঞা'ই এই বাবেই সৃজনশীল সাহিত্যত গুৰুত্ব দিয়াৰ লগতে অসমৰ সামাজিক আৰু সাংস্কৃতিক সংকট কিছুমানত আলোকপাত কৰি অসমীয়া সমাজৰ গণতান্ত্ৰিক বিকাশত জোৰ দিছিল। ১৯৭৮ চনলৈ ওলাই থকা 'সংজ্ঞা'ত গল্প লিখিছিল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, যোগেশ দাস, ভবেন্দ্ৰনাথ শইকীয়া, শীলভদ্ৰ, সৌৰভকুমাৰ চলিহা, নিৰুপমা বৰগোহাঞি, স্নেহ দেৱী, নগেন শইকীয়া, মেদিনী চৌধুৰী, হৰেকৃষ্ণ ডেকা, কুমুদ গোস্বামী আদি। তেনেদৰে কবিতাৰ ক্ষেত্ৰতো 'সংজ্ঞা'ত প্ৰকাশিত কবিতাৰ সংখ্যা আৰু মানদণ্ড লেখত ল'বলগীয়া। 'সংজ্ঞা'ৰ পাতত নীলমণি ফুকনে কৰা স্পেনিছ কবি গাৰ্থিয়া লৰ্কা আৰু চীনা কবিতাৰ অনুবাদৰ কথা স্মৰণীয়। 'সংজ্ঞা'ৰ একাধিক সংখ্যাত আধুনিক কবিতাৰ বিষয়ে ভবেন বৰুৱা, ললিত কুমাৰ বৰুৱাই আগবঢ়োৱা সুগভীৰ আলোচনায়ো পঢ়ুৱৈক উদ্দীপিত কৰিছিল।

'সংলাপ' আৰু 'সংজ্ঞা'ৰ সমান্তৰালভাৱে সত্তৰৰ দশকত আত্মপ্ৰকাশ কৰা প্ৰগতিশীল ভাৱধাৰাৰ আলোচনীকেইখনৰ ভিতৰত 'নতুন পৃথিৱী'ৰ ভূমিকা নিঃসন্দেহে উল্লেখযোগ্য। হীৰেন গোহাঁইৰ সম্পাদনাত 'নতুন পৃথিৱী' প্ৰথম প্ৰকাশ পায় ১৯৭২ চনত। তিনিমহীয়া 'নতুন পৃথিৱী'ত প্ৰকাশিত গল্প-কবিতা-প্ৰবন্ধত মাৰ্ক্সবাদী চিন্তাধাৰাৰ প্ৰভাৱ সুস্পষ্ট। 'জয়ন্তী', 'পছোৱা'ৰ মাজেদি প্ৰবাহিত হৈ থকা অসমীয়া প্ৰগতিশীল ভাবাদৰ্শ 'নতুন পৃথিৱী'ৰ জৰিয়তেই প্ৰথমে অধিক ৰাজনৈতিক চৰিত্ৰ পৰিগ্ৰহ কৰিছিল। সাহিত্যক সমাজ ৰূপান্তৰৰ অন্যতম আহিলা কৰি তাক জনমুখী কৰি তোলাত 'নতুন পৃথিৱী'য়ে গুৰুত্ব দিছিল। এই আলোচনীৰ পাতত প্ৰগতিশীল মতাদৰ্শৰে উদ্বুদ্ধ এচাম ন লেখক-লেখিকাই বলিষ্ঠ ৰূপত আত্মপ্ৰকাশ কৰিছিল। 'নতুন পৃথিৱী'ত হীৰেন ভট্টাচাৰ্য, ৰবীন্দ্ৰ সৰকাৰ, মোহনকৃষ্ণ মিশ্ৰ, জ্ঞান পূজাৰী, সুভাষ সাহা, অৰ্চনা পূজাৰীকে ধৰি বহুতো ন-পুৰণি কবিয়ে কবিতা লিখিছিল। গল্পৰ ক্ষেত্ৰতো বিপুল খাটনিয়াৰৰ দৰে গল্পকাৰৰ আবিৰ্ভাৱ 'নতুন পৃথিৱী'তে। 'নতুন পৃথিৱী'ৰ সম্ভৱতঃ গুৰুত্বপূৰ্ণ অৰিহণা হ'ল মাৰ্ক্সবাদী দৃষ্টিকোণেৰে সাহিত্য-সংস্কৃতি-ইতিহাৰ নতুন ব্যাখ্যাতহে। এই ক্ষেত্ৰত নতুন পৃথিৱীত ডঃ অমলেন্দু গুহ, ডাঃ হীৰেন গোহাঁই, তাৰকচন্দ্ৰ গোস্বামী, শিৱনাথ বৰ্মন, অনিল ৰায়চৌধুৰী, উমা শৰ্মা, ৰঞ্জিৎ কুমাৰ দেৱগোস্বামী, বিজনলাল চৌধুৰী, ৰঞ্জিৎ নাৰায়ণ ডেকা, ধনী বৰা আদিৰ লিখনিসমূহৰ গুৰুত্ব আজিও হ্ৰাস পোৱা নাই। ডঃ গোহাঁইৰ পাছত 'নতুন পৃথিৱী'ৰ সম্পাদনাৰ ভাৰ আন কেবাগৰাকীয়ে বহন কৰে যদিও পাছলৈ জনপ্ৰিয়তা অলপ কমিবলৈ ধৰে। যি নহওক দীৰ্ঘদিনজুৰি এই আলোচনী অনিয়মীয়াকৈ হ'লেও সৌ সিদিনালৈকে প্ৰকাশ পাই আছিল।

নিত্য বৰা সম্পাদিত 'সাম্প্ৰতিক সাময়িকী' নামৰ বাওঁপন্থী আলোচনীখন ১৯৭৬ চনত প্ৰকাশ পাইছিল। এই আলোচনীৰ প্ৰথম তিনিটা সংখ্যা তিনিমহীয়া আছিল, পাছলৈ আলোচনীখন মাহেকীয়া হয়গৈ। অৱশ্যে মাহেকীয়া হ'লেও 'সাম্প্ৰতিক সাময়িকী' নিয়মীয়া আছিল বুলি ক'ব নোৱাৰি। ১৯৮৫ চনলৈ এই আলোচনীৰ মুঠতে ৪৭ টা সংখ্যা প্ৰকাশ পাইছিল। এই আলোচনীতো ৰাজনৈতিক ঘটনাপ্ৰবাহৰ বিশ্লেষণৰ লগতে গল্প-কবিতা আৰু সাহিত্যৰ বস্তুনিষ্ঠ আলোচনাও কৰা হৈছিল। 'সাম্প্ৰতিক সাময়িকী'ত বাস্তৱবাদী ধাৰাৰ গল্প-উপন্যাস লিখি পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হোৱা লেখকসকলৰ ভিতৰত জয়ন্ত ৰংপী, তপন বৰুৱা, ধ্ৰুৱজ্যোতি বৰা বিশেষভাৱে উল্লেখযোগ্য। 'সাম্প্ৰতিক সাময়িকী'ত হীৰেন ভট্টাচাৰ্য, অৱনী চক্ৰৱৰ্তী, পুণ্ডৰীকাক্ষ ভৰালী, জ্ঞান পূজাৰী, ৰবীন্দ্ৰ সৰকাৰ, ৰবীন্দ্ৰ বৰা আদিৰ উপৰি দিলীপ ফুকন, সনন্ত তাঁতি, সমীৰ তাঁতী, বিপুলজ্যোতি শইকীয়া প্ৰমুখ্যে প্ৰগতিশীল কবিসকলে কবিতা লিখিছিল। সাহিত্য সমালোচনাৰ ক্ষেত্ৰত এই আলোচনীত হীৰেন গোহাঁই, নলিনীধৰ ভট্টাচাৰ্য, প্ৰসেনজিৎ চৌধুৰী, প্ৰদীপ আচাৰ্য প্ৰমুখ্যে বিশিষ্ট লেখকসকলে আগবঢ়োৱা আলোচনা আছিল নতুনত্বৰ বাৰ্তাবাহী।

'নতুন পৃথিৱী' আৰু 'সাম্প্ৰতিক সাময়িকী'ৰ সমসাময়িক আৰু অগা-পিছাকৈ প্ৰকাশ পোৱা বাওঁপন্থী প্ৰগতিশীল ভাবাদৰ্শসমৃদ্ধ আন আলোচনীসমূহৰ ভিতৰত 'বিন্দু', 'সমকালীন', 'নক্সা', 'পদাতিক' আদিৰ নাম উল্লেখযোগ্য।

অসম প্ৰকাশন পৰিষদৰ পৰা ১৯৭৫ চনত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সুসম্পানাত প্ৰকাশিত হয় 'প্ৰকাশ'। আধুনিক অসমীয়া সাহিত্যৰ বিকাশত সত্তৰ আৰু আশীৰ দশকটোত বিশিষ্ট ভূমিকা গ্ৰহণ কৰা এই সাহিত্য

আলোচনীখন প্ৰথমে তিনিমহীয়া ৰূপত উলিওৱা হৈছিল যদিও কেইটামান সংখ্যাৰ পাছতে তাক মাহেকীয়ালৈ ৰূপান্তৰ কৰা হয়। এক দশকতকৈয়ো অধিক কাল সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰা শইকীয়াই আশীৰ দশকৰ শেহৰ পিনে 'প্ৰকাশ'ৰ পৰা আঁতৰি অহাত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, কুমুদ গোস্বামীকে ধৰি কেবাগৰাকী সাহিত্যিকে তাৰ সম্পাদনাৰ ভাৰ লয়। প্ৰায় দুটা দশক চলাৰ পাছত এই আলোচনীখনৰ প্ৰকাশ বন্ধ হৈ যায়। অৱশ্যে সৃজনশীল সাহিত্য-সম্ভাৰ আৰু সমালোচনামূলক প্ৰবন্ধ-পাতিৰ মানদণ্ডৰ বাবে শইকীয়াৰ সম্পাদনাত ওলোৱা 'প্ৰকাশ'ৰ সংখ্যাবোৰেহে বিশিষ্টতা দাবী কৰিব। 'প্ৰকাশ'ৰ আন এটি বৈশিষ্ট্য আছিল ইয়াত অগ্ৰজ-অনুজ, বাওঁপন্থী-লিবাৰেল সকলো শিবিৰৰে বিশিষ্ট লেখক-লেখিকাসকলে লিখিছিল। 'প্ৰকাশে' বাওঁপন্থী মতাদৰ্শক প্ৰতিনিধিত্ব নকৰিলেও এনে মতাদৰ্শৰ দ্বাৰা উদ্বুদ্ধ আৰু প্ৰভাৱিত বহুতো মূল্যবান লিখনি প্ৰকাশ কৰিছিল। অসমীয়া সাহিত্য-সংস্কৃতি আৰু সমালোচনা বিষয়ক একাধিক আলোচনাই 'প্ৰকাশ'ৰ প্ৰতিটো সংখ্যাকে সমৃদ্ধ কৰিছিল। 'প্ৰকাশ'ৰ দীৰ্ঘ জীৱনত প্ৰকাশ পোৱা প্ৰবন্ধৰাজিৰ গুৰুত্ব অসমীয়া সাহিত্যত সহজে উলাই কৰিব পৰা বিধৰ নহয়। এই আলোচনীত বেণুধৰ শৰ্মা, যোগীৰাজ বসু, মহেশ্বৰ নেওগ, ত্ৰৈলোক্যনাথ গোস্বামী, ৰজনীকান্ত দেৱশৰ্মা, প্ৰফুল্ল দত্ত গোস্বামী, তীৰ্থনাথ শৰ্মা, হেৰম্বকান্ত বৰপূজাৰী, মুনীন বৰকটকী, হীৰেন গোহাঁই, ভবেন বৰুৱা, ৰঞ্জিৎ কুমাৰ দেৱগোস্বামী, প্ৰদীপ খাটনিয়াৰ, পৰমানন্দ মহন্ত, শিৱনাথ বৰ্মন, ধনী বৰা আদিকে ধৰি অসমীয়া সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশত জড়িত প্ৰায়বোৰ লেখক-লেখিকাই পঢ়ুৱৈৰ চিন্তা-জগতত নিত্যনতুন খোৰাক যোগাইছিল। অসমীয়া সাহিত্যৰ কেবাখনো সাৰ্থক আৰু গুৰুত্বপূৰ্ণ উপন্যাস ধাৰাবাহিকভাৱে প্ৰকাশৰ বাবেও 'প্ৰকাশ'ৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এই আলোচনীত ৰংবং টেৰাঙৰ কাৰ্বি জনজীৱনভিত্তিক সাৰ্থক উপন্যাস 'ৰংমিলিৰ হাঁহি', দেৱেন্দ্ৰ নাথ আচাৰ্যৰ 'জংগম' আৰু মামণি ৰয়ছম গোস্বামীৰ জনপ্ৰিয় উপন্যাস 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা' প্ৰকাশ পাইছিল। তদুপৰি নৱকান্ত বৰুৱাৰ ঐতিহাসিক উপন্যাস 'গৰমা কুঁৱৰী'ও প্ৰকাশ পাইছিল 'প্ৰকাশ'ৰ পাতত। এই আলোচনীত কুমুদ গোস্বামীয়ে কৰা য়ুচুনাৰী কাৱাবাতাৰ জাপানী উপন্যাসৰ অনুবাদ 'বৰফৰ দেশ' ছোৱা-ছোৱাকৈ প্ৰকাশ পাইছিল। চুটিগল্পৰ ক্ষেত্ৰতে 'প্ৰকাশ'ৰ ভূমিকা উল্লেখনীয়। পাছৰ কালছোৱাত জনপ্ৰিয় হৈ পৰা ভালেকেইজন কবি-গল্পকাৰে এই আলোচনীতে ভুমুকি মাৰি প্ৰতিষ্ঠা লাভ কৰিছিল। 'প্ৰকাশ'ত প্ৰতিষ্ঠা লাভ কৰা সেই সময়ৰ তৰুণ গল্পকাৰসকলৰ ভিতৰত দেৱব্ৰত দাস, ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য, অৰূপা পটঙীয়া কলিতা, হেমন্ত বৰ্মন, ভূপেন শৰ্মা, কমলা বৰগোহাঁই, নয়ন কুমাৰ মেধি, পূৰৱী বৰমুদৈ, মদন শৰ্মাৰ নাম প্ৰথমেই আহে।

সাহিত্য সমালোচনাৰ ক্ষেত্ৰত 'প্ৰকাশ'ত নতুন সমালোচনাৰ লগতে মাৰ্ক্সবাদী সাহিত্য সমালোচনাৰ ধাৰাটোৰো অভিব্যক্তি পৰিলক্ষিত হয়। ভবেন বৰুৱা, ললিত কুমাৰ বৰুৱা আদিৰ লগতে হীৰেন গোহাঁই, ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীৰ সাহিত্য বিষয়ক প্ৰবন্ধৰাজি ইয়াৰে দৃষ্টান্ত। মুঠতে 'ৰামধেনু', 'মণিদীপ'ৰ পাছতে সাহিত্য আলোচনী হিচাপে 'প্ৰকাশ'ৰ ভূমিকা আৰু গুৰুত্ব আধুনিক অসমীয়া সাহিত্যত বহু দিশৰ পৰাই অপৰিসীম।

অসম সাহিত্য সভাৰ দ্বাৰা ১৯২৬ চনৰ পৰা প্ৰকাশিত 'সাহিত্য সভা পত্ৰিকা'খনেও অসমীয়া ভাষা-সাহিত্যৰ বিভিন্ন দিশত আলোকপাত কৰি আহিছে। অসমীয়া ভাষা-সাহিত্যৰ গৱেষণাধৰ্মী বিশ্লেষণাত্মক ভালেমান প্ৰবন্ধৰ বাবে 'সাহিত্য সভা পত্ৰিকা'ই আছুতীয়া আসন দাবী কৰিব পাৰে। এই পত্ৰিকাত এই শতিকাটোৰ লব্ধ-প্ৰতিষ্ঠ প্ৰায়বোৰ লেখকৰে প্ৰবন্ধ প্ৰকাশ পাইছে। কিন্তু অসম সাহিত্য সভাৰ দৰে বৃহৎ অনুষ্ঠানৰ পৰা আমোলাতান্ত্ৰিক পদ্ধতিৰে প্ৰকাশ হৈ অহা 'সাহিত্য সভা পত্ৰিকা'ৰ প্ৰভাৱত সাহিত্য সভাৰ মুষ্টিমেয় সদস্য আৰু অনুৰাগীৰ মাজতে সীমাবদ্ধ। আশীৰ দশকৰ পিনে এই পত্ৰিকা বিদ্বৎ মহলত জনপ্ৰিয় কৰি তোলাৰ বাবে প্ৰয়াস কৰা দেখা গৈছিল যদিও সেয়া অব্যাহত নাথাকিল। হৰিপ্ৰসাদ নেওগে ঠিকেই লিখিছে, "অধিক গণতান্ত্ৰিক ব্যৱস্থাৰে সম্পাদিত হোৱাৰ কাৰণেই হয়তো পত্ৰিকাখনে সাহিত্য জগতত প্ৰাপ্য স্থান লাভ কৰিব পৰা নাই।"[৮]

সত্তৰৰ দশকত প্ৰকাশ পোৱা আন এখন তিনিমহীয়া জনপ্ৰিয় আলোচনী আছিল 'প্ৰাসংগিক'। তেজপুৰৰ পৰা সত্যৰঞ্জন কলিতা সম্পাদিত এই আলোচনীত বিশুদ্ধ সাহিত্য-চৰ্চা নহ'লেও ভালেমান বিশিষ্ট গল্পকাৰৰ কিছু সংখ্যক সুখপাঠ্য গল্প প্ৰকাশ পাইছিল। তেওঁলোকৰ ভিতৰত চন্দ্ৰপ্ৰসাদ শইকীয়া, পদ্ম বৰকটকী, নিৰুপমা বৰগোহাঞি প্ৰভৃতিৰ নাম উল্লেখ কৰিব পাৰি।

১৯৮১ চনত ভবেন্দ্ৰ নাথ শইকীয়াক মুখ্য সম্পাদক হিচাপে লৈ প্ৰদীপ বৰুৱা সম্পাদিত জনপ্ৰিয় পষেকীয়া আলোচনী 'প্ৰান্তিক' প্ৰকাশ পায়। এই আলোচনীত বিচাৰধৰ্মী লিখনিয়ে প্ৰাধান্য পালেও ইয়াৰ সাহিত্য

শিতানটো এতিয়াও বাছকবনীয়া। 'প্ৰান্তিক'ত ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা ভবেন্দ্ৰনাথ শইকীয়াৰ 'অন্তৰীপ' আৰু ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীৰ 'অনুৰাধাৰ দেশ'ৰ প্ৰতি পঢ়ুৱৈৰ সঁহাৰি আছিল যথেষ্ট উৎসাহজনক। এই আলোচনীত অৰুণ শৰ্মাৰ উপন্যাসো প্ৰকাশ পাইছিল। অৱশ্যে 'প্ৰান্তিক'ৰ প্ৰধান ভূমিকা সম্ভৱতঃ এচাম প্ৰতিশ্ৰুতিবান তৰুণ গল্পকাৰক উলিয়াই অনাটোহে। 'প্ৰান্তিক'ৰ প্ৰতিটো সংখ্যাত প্ৰকাশিত গল্পৰ মাজেদি এই অভিপ্ৰায় প্ৰকাশিত হৈছে। আশীৰ দশকৰ প্ৰায়বোৰ সাৰ্থক গল্পকাৰে 'প্ৰান্তিক'ৰ পাততে ঘাইকৈ লিখিছে। তেওঁলোকৰ ভিতৰত মনোজ কুমাৰ গোস্বামী, জ্যোতিষ শিকদাৰ, ইন্দ্ৰকান্ত কাৰ্কী, বিকীৰণ বৰদলৈ, অভিজিৎ শৰ্মা বৰুৱা, প্ৰশান্ত ৰাজগুৰু, নৱনীতা গগৈ, প্ৰশান্ত কুমাৰ দাস আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

ফণী তালুকদাৰ সম্পাদিত পষেকীয়া 'নৱদূতে'ও পাঁচ-ছটা বছৰে অসমীয়া সাহিত্যলৈ কিছু বৰঙণি যোগাবলৈ সক্ষম হৈছিল। উমাকান্ত শৰ্মাক মুখ্য সম্পাদক হিচাপে লৈ 'নৱদূত' প্ৰথম প্ৰকাশ পাইছিল ১৯৮৫ চনৰ জানুৱাৰীত। 'নৱদূত'ত সাহিত্য বিষয়ক কৌতূহলোদ্দীপক ভালেমান ৰচনাৰ লগতে প্ৰখ্যাত লেখকসকলৰ স্মৃতিচাৰণমূলক লেখনিও প্ৰকাশ কৰা হৈছিল। অতুল চন্দ্ৰ হাজৰিকা, ছৈয়দ আব্দুল মালিক, গোবিন্দ চন্দ্ৰ পৈৰা, যজ্ঞেশ্বৰ শৰ্মা, বিনন্দ চন্দ্ৰ বৰুৱা প্ৰভৃতি লব্ধপ্ৰতিষ্ঠ লেখকৰ অতীত জীৱনৰ স্মৃতিকথা 'নৱদূত'ৰ অন্যতম আকৰ্ষণ আছিল। প্ৰবন্ধৰ ক্ষেত্ৰতো 'নৱদূত'ৰ গুৰুত্ব সমূলি কম নাছিল। সাহিত্য-সংস্কৃতিৰ উপৰি বিজ্ঞান আৰু ৰাজনীতি বিষয়ক চিন্তা-গধুৰ প্ৰবন্ধ 'নৱদূত'ৰ বিভিন্ন সংখ্যাত প্ৰকাশ পাইছিল। হীৰেন গোহাঁইৰ বিতৰ্কমূলক প্ৰবন্ধ 'ৰবীন্দ্ৰনাথ আৰু গান্ধী ঃ ভূতগ্ৰস্ত ঐতিহ্য' 'নৱদূত'ত ধাৰাবাহিক প্ৰকাশ পাইছিল। আধুনিক উপন্যাস সম্পৰ্কে ডঃ গোবিন্দ প্ৰসাদ শৰ্মাৰ মননশীল আলোচনাও এই প্ৰসংগতে স্মৰণীয়।

১৯৮৫ চনৰ জুনত প্ৰকাশিত 'আজিৰ সময়'তো সাহিত্য-চৰ্চাৰ এটা ব্যতিক্ৰম ধাৰা পৰিলক্ষিত হৈছিল। প্ৰথমে মাহেকীয়া ৰূপে প্ৰকাশিত আৰু অচিৰেই পষেকীয়াকৈ ৰূপান্তৰ হোৱা আজিৰ সময়ৰ মুখ্য সম্পাদক আছিল পদ্ম বৰকটকী আৰু সম্পাদক আছিল ধ্ৰুৱজ্যোতি বৰা। 'আজিৰ সময়'ৰ নিয়মীয়া গল্প আৰু কবিতাৰ শিতান ন-পুৰণি বহুতো লেখক-লেখিকাৰ লেখনিৰে সমৃদ্ধ আছিল। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, মামণি ৰয়ছম গোস্বামী, নিৰুপমা বৰগোহাঞি, শীলভদ্ৰ, পোলেন বৰকটকী, জয়ন্ত ৰংপী, দেৱব্ৰত দাস, ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰী, মনোজ কুমাৰ গোস্বামী, মদন শৰ্মা, অৰূপা পটংগীয়া কলিতা, নয়ন কুমাৰ মেধি, দীপক কুমাৰ শৰ্মা, জয়ন্ত মাধৱ বৰা আদিৰ ভালেমান উল্লেখযোগ্য গল্প 'আজিৰ সময়'ত প্ৰকাশ পাইছিল। মামণি ৰয়ছম গোস্বামীৰ উপন্যাস 'জখমী যাত্ৰী'ৰ প্ৰকাশ 'আজিৰ সময়'তে। তিনি বছৰ অতিক্ৰম কৰা 'আজিৰ সময়'ত সাহিত্য বিষয়ক প্ৰবন্ধৰ উপৰি বাছকবনীয়া গ্ৰন্থৰ পৰ্যালোচনাও আগবঢ়োৱা হৈছিল। 'আজিৰ সময়'ত কবিতা লিখাসকলৰ ভিতৰত ৰবীন্দ্ৰ সৰকাৰ, অৱনী চক্ৰৱৰ্তী, ৰবীন্দ্ৰ বৰা, ৰোহিণী কুমাৰ কাকতি, শংকৰ শইকীয়া, জ্ঞান পূজাৰী, উদয় শৰ্মা, অৰ্চনা পূজাৰী, সনন্ত তাঁতী, সমীৰ তাঁতী উল্লেখযোগ্য।

'আমাৰ প্ৰতিনিধি'ৰ পাছত ভূপেন হাজৰিকাৰ সম্পাদনাত প্ৰকাশ হোৱা আনখন আলোচনী হ'ল 'প্ৰতিধ্বনি'। ১৯৮৪ চনত প্ৰকাশ পোৱা 'প্ৰতিধ্বনি' প্ৰথমে তিনিমহীয়া আছিল যদিও পাছলৈ উমহীয়া হয়গৈ। ১৯৯২ চনলৈকে প্ৰকাশ পাই থকা 'প্ৰতিধ্বনি'ত ভালেমান জনপ্ৰিয় সাহিত্যিকৰ গল্প-উপন্যাস প্ৰকাশ পাইছিল। পৰিপাটি আৰু অত্যাধুনিক মুদ্ৰণেৰে শোভন এই আলোচনীত পদ্ম বৰকটকী, নিৰোদ চৌধুৰী, ডাঃ পুণ্যধৰ দাস, ফুলেন বৰ্মণ, দেৱব্ৰত দাস আদিৰ ভালেকেইখন সুখপাঠ্য উপন্যাস; স্নেহ দেৱী, কামাখ্যা সভাপণ্ডিত, নয়ন কুমাৰ মেধি, কমলা বৰগোহাঁই, ৰবীন শৰ্মা, অমূল্য কাকতি প্ৰমুখ্যে খ্যাতিমান নবীন-প্ৰবীণৰ গল্প, ভূপেন হাজৰিকা, কেশৱ মহন্ত, অৱনী চক্ৰৱৰ্তী, বিৰিঞ্চি ভট্টাচাৰ্য, শোণিত বিজয় দাস, ৰাজীৱ বৰুৱা, নিত্যা দত্ত, ৰাজীৱ কুমাৰ ফুকনকে ধৰি বহুসংখ্যক অসমীয়া কবিৰ কবিতা প্ৰকাশ পাইছিল। নৱকান্ত বৰুৱাই কৰা তেতিয়াৰ যুগোশ্লাভিয়াৰ কবি ভাস্কো পোপাৰ কবিতাৰ অনুবাদো 'প্ৰতিধ্বনি'তে প্ৰকাশ হৈছিল। এই আলোচনীত সাহিত্য বিষয়ক প্ৰবন্ধ লিখাসকলৰ ভিতৰত আছিল নগেন শইকীয়া, হেম বুঢ়াগোহাঁঞি, ৰবীন্দ্ৰ বৰা, সুমন্ত চলিহা, আদি।

আশীৰ দশকত প্ৰকাশিত ক্ষণজীৱী সাহিত্য-আলোচনীসমূহৰ ভিতৰত নৱকান্ত বৰুৱা সম্পাদিত 'সীৱলু' আৰু যোগেশ দাস সম্পাদিত 'অধিনায়ক'ৰ কথা উল্লেখ কৰিব লাগিব। 'সীৱলু'ত সাহিত্যৰ আন শিতানসমূহৰ লগতে কেবাখনো সাৰ্থক উপন্যাস প্ৰকাশ পাইছিল। হোমেন বৰগোহাঞিৰ 'মৎস্যগন্ধা', মেদিনী চৌধুৰীৰ 'যুগ যুগ গুৱাহাটী' 'সীৱলু'তে আৰম্ভ হৈছিল। যোগেশ দাসৰ 'অধিনায়ক'ত অতুলানন্দ গোস্বামীৰ

'নামঘৰীয়া', চন্দ্ৰ কটকীৰ ধাৰাবাহিক উপন্যাসৰ উপৰি কিছু সংখ্যক সাহিত্য বিষয়ক প্ৰবন্ধ প্ৰকাশ পাইছিল।

এই সময়ছোৱাত প্ৰকাশিত আৰু কিছুদিনৰ পাছতে প্ৰকাশ বন্ধ হৈ পৰা আন কিছুমান আলোচনীৰ ভিতৰত 'সময়', অসম প্ৰগতিশীল শিল্পী-সাহিত্যিক সংঘৰ পৰা প্ৰকাশিত 'লুইত', 'প্ৰবাহ', 'নতুন প্ৰবাহ', 'লোকায়ত', 'প্ৰতীতি', 'নতুন প্ৰতিনিধি', 'বৰ্তমান' আৰু ৰাধিকা-মোহন ভাগৱতীৰ সম্পাদনাত নৈকে প্ৰকাশ পোৱা 'ৰামধেনু'ৰ নাম ল'ব পাৰি। সদানন্দ চলিহাৰ সম্পাদনাত ১৯৮৮ চনত প্ৰকাশ পোৱা 'ৰূপান্তৰ' নামৰ আলোচনীখন বেছিদিন জীয়াই নাথাকিলেও দেশী-বিদেশী সাহিত্যৰ অনুবাদ আৰু প্ৰগতিশীল সাহিত্য-আদৰ্শৰে ভালেমান লেখক-পঢ়ুৱৈক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল।

সামাজিক সাংস্কৃতিক অনুষ্ঠান অন্বেষাৰ দ্বাৰা ১৯৮৭ চনত প্ৰকাশিত 'ডেউকা' নামৰ সাময়িক পত্ৰিকাখনে সামাজিক-ৰাজনৈতিক সমস্যা আৰু বিষয়ৰ বস্তুনিষ্ঠ অনুসন্ধানতে গুৰুত্ব দি আহিছে যদিও সাহিত্যৰ পিনে একেবাৰে পিঠি দিয়া নাই। এই আলোচনীত প্ৰদীপ আচাৰ্যই কৰা 'পেপিছা জ'অনা'ৰ অনুবাদ, ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীৰ 'অমৃত প্ৰেম' ইয়াৰে প্ৰমাণ। তদুপৰি সাহিত্য সংস্কৃতি বিষয়ক গুৰুত্বপূৰ্ণ আলোচনাই 'ডেউকা'ৰ প্ৰতিটো সংখ্যাকে সমৃদ্ধ কৰিছে। এনেবোৰ বিষয়ত 'ডেউকা'ত হীৰেন গোহাঁই, নলিনীধৰ ভট্টাচাৰ্য, বীৰেন্দ্ৰনাথ দত্ত, কেশৱ মহন্ত, প্ৰদীপ আচাৰ্য, সমিৰণ বৰুৱা, মুনীন বায়ন আদিয়ে লিখা প্ৰবন্ধাৱলীৰ কথাই উল্লেখ কৰিব পাৰি।

হোমেন বৰগোহাঞিৰ সম্পাদনাত ১৯৮৯ চনত প্ৰকাশিত 'সূত্ৰধাৰ' নামৰ অধুনালুপ্ত আলোচনীটো সাহিত্য-চৰ্চাৰ এক ধাৰা পৰিলক্ষিত হৈছিল। এই আলোচনীত বৰগোহাঞিৰ অসম্পূৰ্ণ উপন্যাস 'জীৱন-মৃত্যু', ডাঃ আনন্দেশ্বৰ বৰঠাকুৰৰ 'কালচক্ৰ-সন্ধিক্ষণ' প্ৰকাশ হৈছিল। এই আলোচনীত ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য, তোষেশ্বৰ চেতিয়া, ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীৰ উপৰি ভালেসংখ্যক নতুন লেখকৰ গল্প-উপন্যাস কবিতাও প্ৰকাশ পাইছিল।

আশীৰ দশকৰ শেহত আৰু নব্বৈৰ দশকৰ প্ৰথমাৰ্দ্ধত প্ৰকাশ পোৱা অন্যান্য পত্ৰিকাৰ ভিতৰত অজিত কুমাৰ ভূঞা সম্পাদিত 'পথেক' আৰু বেণী মাধৱ আৰু পাছলৈ হেমন্ত বৰ্মন সম্পাদিত 'শ্ৰীময়ী'ৰ সাহিত্য শিতানটোও আকৰ্ষণীয় আছিল।

চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত প্ৰকাশ পোৱা শেহতীয়া উল্লেখযোগ্য সাহিত্য আলোচনীখন হ'ল 'গৰীয়সী'। সাহিত্য প্ৰকাশৰ পৰা প্ৰকাশিত মাহেকীয়া 'গৰীয়সী'ৰ প্ৰথম সংখ্যা ওলায় ১৯৯৩ চনৰ অক্টোবৰত। অসমীয়া ভাষাৰ পূৰ্ণাংগ সাহিত্য পত্ৰিকা বুলিলে এতিয়া 'গৰীয়সী'ৰ কথাই মনলৈ আহে। এই আলোচনীত অসমীয়া সাহিত্যৰ বিভিন্ন শাখাৰ বিষয়ে ছিৰিয়াছ গৱেষণাধৰ্মী লেখনিৰ লগতে বিশ্ব-সাহিত্যৰ শেহতীয়া গতিবিধি সম্পৰ্কেও ছোগাচোৰোকাকৈ হ'লেও আলোচনা পৰিলক্ষিত হয়। অসম আৰু বাহিৰৰ ভালেকেইগৰাকী খ্যাতিমান লেখকৰ সৈতে 'গৰীয়সী'ৰ সম্পাদকৰ সাক্ষাৎ-প্ৰসংগ আলোচনীখনৰ উল্লেখযোগ্য দিশ বুলি ক'ব পাৰি। 'গৰীয়সী'ত সাম্প্ৰতিক কালৰ জনপ্ৰিয় ন-পুৰণি লেখকৰ গল্প-কবিতাৰ উপৰি প্ৰকাশিত উপন্যাসৰ মান আৰু সংখ্যাটোও মন কৰিবলগীয়া। 'গৰীয়সী'ত প্ৰকাশিত ধাৰাবাহিক উপন্যাসকেইখনৰ ভিতৰত ডঃ লক্ষ্মীনন্দন বৰাৰ শ্ৰীমন্ত শংকৰদেৱৰ জীৱনভিত্তিক 'যাকেৰি নাহিকে উপাম', ধ্ৰুৱজ্যোতি বৰাৰ 'কালান্তৰৰ গদ্য' আৰু মেদিনী চৌধুৰীৰ 'ফাগুনত আজাৰৰ ফুল'ৰ কথা উল্লেখ কৰিব পাৰি। 'প্ৰকাশ'ৰ দৰে 'গৰীয়সী'ৰ দৃষ্টিকোণ শিতানত সম্পাদক শইকীয়াই লিখা সুচিন্তিত আৰু সুলিখিত মতামতেও পঢ়ুৱৈক আকৃষ্ট কৰি আহিছে। পঞ্চম বছৰত প্ৰৱেশ কৰা 'গৰীয়সী'ত বিগত সময়ছোৱাত প্ৰকাশিত কিছুসংখ্যক সমালোচনামূলক প্ৰবন্ধই অসমীয়া সাহিত্য সমালোচনাৰ সুস্থ ধাৰাটোৰ স্বাক্ষৰ বহন কৰিছে। দেৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, মহেশ্বৰ নেওগ, যজ্ঞেশ্বৰ শৰ্মা, লক্ষ্মীনাথ ফুকন প্ৰমুখ্যে ভালেকেইগৰাকী সাহিত্যিকৰ সামগ্ৰিক মূল্যায়নৰ উদ্দেশ্যে বিশেষ সংখ্যা উলিওৱা 'গৰীয়সী'ৰ গ্ৰন্থ-সমালোচনা শিতানৰ বৈচিত্ৰ্য আৰু গুৰুত্বও অসমীয়া সাহিত্যৰ সাম্প্ৰতিক পৰিৱেশত যথেষ্ট ব্যতিক্ৰম।

১৯৯৩ চনত মাত্ৰ এটা সংখ্যা প্ৰকাশ পোৱা 'কথা' নামৰ সাহিত্য আলোচনীখনৰ কথাও এই প্ৰসংগত উল্লেখযোগ্য। 'কথা'ৰ মুখ্য সম্পাদক আছিল ৰঞ্জিৎ কুমাৰ দেৱগোস্বামী আৰু সম্পাদক আছিল শোণিত বিজয় দাস। ভালেসংখ্যক সুচিন্তিত প্ৰবন্ধ, আত্মকথা, ব্যক্তিগত ৰচনা, গল্প, কবিতা, গ্ৰন্থ সমালোচনাৰে বৈচিত্ৰ্যপূৰ্ণ 'কথা'ৰ এই সংখ্যাটোৰ মুখ্য আকৰ্ষণ আছিল ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীয়ে লোৱা ডঃ প্ৰফুল্ল দত্ত গোস্বামী আৰু শোণিত বিজয় দাসে লোৱা কবি-গল্পকাৰ মহিম বৰাৰ সাহিত্য-কৃতিৰ বিভিন্ন দিশ সামৰি লোৱা

পূৰ্ণাংগ সাক্ষাৎকাৰ দুটা। এই সংখ্যাত উমাকান্ত শৰ্মাৰ 'কাণ্টৰ লাৱণ্য তত্ত্ব'ৰ উপৰি উত্তৰ-আধুনিক সাহিত্য তত্ত্বৰ বিষয়েও আলোচনা সন্নিবিষ্ট হৈছিল। এই দিশত হীৰেন গোহাঁই, প্ৰভাত বৰা আৰু ধ্ৰুৱজ্যোতি বৰাৰ প্ৰবন্ধ তিনিটাৰ কথা উল্লেখ কৰিব পাৰি।

কবিতা বিষয়ক আলোচনীৰ ক্ষেত্ৰত অসমীয়া কবিতাৰ ইতিহাসলৈ বিশিষ্ট অবিহণা আগবঢ়োৱা আলোচনীখন হৈছে 'পাণ্ডুপাদপ'। কবিতা দত্ত সম্পাদিত এই আলোচনীখনে সত্তৰৰ দশকৰ পৰা ছেগাচোৰোকাকৈ হ'লেও অসমত কাব্য-চৰ্চাৰ নিৰৱচ্ছিন্ন ধাৰাটো সুকীয়াকৈ প্ৰতিনিধিত্ব কৰি আছে। 'পাণ্ডুপাদপ'ত নপ্ৰকাশিত কবিৰ অসংখ্য কবিতাৰ উপৰি কবি আৰু কবিতা বিষয়ক আলোচনা, অনুবাদ কবিতা আৰু একো একোটা কবিতাৰ অনুপুংখ আলোচনাৰে কবিতাৰ সুকীয়া প্ৰকৰণ আৰু তাৰ আবেদনৰ প্ৰতি পঢ়ুৱৈৰ অনুসন্ধিৎসা জাগ্ৰত কৰাৰ প্ৰচেষ্টা পৰিলক্ষিত হয়। 'পাণ্ডুপাদপ'ৰ পিছতে কবিতা আলোচনী হিচাপে 'সেউজী সেউজী' আৰু অসম কবি সমাজৰ মুখপত্ৰ 'কবি আৰু কবিতা'ৰ কথা উল্লেখ কৰিব পাৰি। কবিতা চৰ্চাৰ এই সুস্থ ধাৰাটোত শেহতীয়াকৈ যোগ হৈছে শোণিত বিজয় দাস সম্পাদিত 'কবিতা' নামৰ সুশোভিত দ্বি-ভাষিক আলোচনীখন। ১৯৯৬ চনত প্ৰকাশ পোৱা তিনিমহীয়া কবিতাৰ এতিয়ালৈ ছটা সংখ্যা প্ৰকাশ পাইছে। এই ছটা সংখ্যাত অজিৎ বৰুৱা, নবকান্ত বৰুৱা, হীৰেন ভট্টাচাৰ্য, বীৰেশ্বৰ বৰুৱা, কেশৱ মহন্ত, হৰেকৃষ্ণ ডেকা, হৰি বৰকাকতী, নলিনীধৰ ভট্টাচাৰ্য, নিৰ্মলপ্ৰভা বৰদলৈ, নীলিম কুমাৰ, অনুপমা বসুমতাৰী আদিৰ কিছুসংখ্যক উৎকৃষ্ট কবিতাৰ লগতে কবি আৰু কবিতাৰ বিষয়ে কেইখনমান সুপৰিকল্পিত ৰচনা প্ৰকাশ পাইছে।

সমাজ আৰু সাহিত্য-সংস্কৃতি বিষয়ক শেহতীয়া তিনিমহীয়া আলোচনী 'পথিক'ৰ মাত্ৰ দুটা সংখ্যাহে প্ৰকাশ পাইছে। পৰমানন্দ মজুমদাৰ সম্পাদিত 'পথিক'ৰ সুপৰিকল্পিত দুয়োটা সংখ্যাত বিজ্ঞান আৰু যুক্তিবাদ আৰু জাতি সমস্যাৰ আলোকসন্ধানী আলোচনাৰ লগতে এমুঠিমান বছা বছা গল্প-কবিতাও প্ৰকাশ পাইছে। 'পথিক'ৰ দুয়োটা সংখ্যাৰ গ্ৰন্থ সমালোচনা শিতানটোও চিত্তাকৰ্ষক।

যোৱা পাঁচটা দশকত কেবাখনো শিশু আলোচনী প্ৰকাশ পাইছিল যদিও তাৰ কোনোখন দীৰ্ঘজীৱী নহ'ল। চল্লিশৰ দশকত আত্মপ্ৰকাশ কৰা 'ৰংঘৰ' পাছলৈ পূৰ্ণাংগ আলোচনী 'ৰামধেনু'লৈ ৰূপান্তৰ হোৱাৰ পাছত পঞ্চাশৰ দশকত গৌৰীকান্ত তালুকদাৰৰ সম্পাদনাত 'দীপক' প্ৰকাশ হয়। 'দীপক'ত শিক্ষামূলক তথ্য, বাবাতৰিৰ লগতে শিশু উপযোগী গল্প আৰু কিশোৰ মনত কল্পনা উদ্দীপ্ত কৰিব পৰাকৈ ৰচনা কৰা এনে গল্প-কবিতাসমূহৰ সাহিত্য-মূল্যও যথেষ্ট আছিল। 'দীপক'ত দেৱকান্ত বৰুৱাৰ 'ৰংঘৰ', 'আমৈৰ ঘৰ', নবকান্ত বৰুৱাৰ 'খৰা শিয়ালৰ বিয়া' আদিৰ দৰে আমোদজনক কবিতাৰ লগতে নলিনীবালা দেৱী, আলিমুন্নিছা পিয়াৰ, হৰিপ্ৰসাদ বৰুৱা, তৰুণচন্দ্ৰ পামেগাম, নীলিমা দত্তৰ লেখনিও প্ৰকাশ পাইছিল। 'দীপক'ৰ পাছত প্ৰকাশ পোৱা আনখন শিশু আলোচনী হৈছে 'জোনবাই'। 'জোনবাই'ৰ প্ৰতিষ্ঠাপক সম্পাদক নবকান্ত বৰুৱা আছিল, পাছলৈ ইয়াৰ সম্পাদনাৰ দায়িত্ব লয় ক্ৰমে নন্দ তালুকদাৰ আৰু নৱেন শৰ্মাই। ষাঠিৰ দশকত 'জোনবাই'ৰ সমসাময়িক আনকেইখনমান শিশু আলোচনী হৈছে 'কাঁচিজোন' আৰু 'ৰ'দালী'।

১৯৭৯ চনত প্ৰীতি বৰুৱাৰ সম্পাদনাত প্ৰকাশ পায় 'আকাশ'। মাহেকীয়া 'আকাশ' প্ৰথম দুটা বছৰ নিয়মীয়াকৈ প্ৰকাশ পাইছিল যদিও পাছলৈ অনিয়মীয়া হ'বলৈ ধৰিছিল। 'আকাশ'ত শিশু মনস্তত্ত্বক প্ৰভাৱিত কৰিব পৰা সুচিন্তিত আন লেখনিৰ লগতে গল্প-কবিতাও প্ৰকাশ কৰা হৈছিল। আশীৰ দশকত প্ৰকাশিত আন দুখন শিশু আলোচনী হৈছে ভবেন্দ্ৰ নাথ শইকীয়া সম্পাদিত 'সঁফুৰা' আৰু শান্তনু তামুলী সম্পাদিত 'মৌচাক'। শিশু আৰু কিশোৰৰ উপযোগী বিভিন্ন ৰচনাৰে সমৃদ্ধ 'সঁফুৰা' প্ৰথমে তিনিমহীয়া আছিল, অৱশ্যে পাছলৈ ইয়াৰো প্ৰকাশ অনিয়মীয়া হ'বলৈ ধৰে। 'সঁফুৰা'ত ভবেন্দ্ৰনাথ শইকীয়াৰ কিশোৰ উপযোগী উপন্যাস ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাৰ উপৰি গগনচন্দ্ৰ অধিকাৰীৰ লেখনিও প্ৰকাশ পাইছিল। শান্তনু তামুলী সম্পাদিত 'মৌচাক' যোৰহাটৰ পৰা প্ৰকাশ হয় ১৯৮৪ চনত। মাহেকীয়া 'মৌচাক' অৱশ্যে এতিয়াও সক্ৰিয়। শিশু আৰু কিশোৰৰ মনৰ খোৰাক যোগাব পৰা অসংখ্য ৰচনা প্ৰকাশৰ লগতে কণ কণ প্ৰতিভা বিকাশৰ সাহিত্য-মঞ্চ ৰূপে 'মৌচাক'ৰ অৱিহণা কোনেও নুই কৰিব নোৱাৰে। এই দুখন আলোচনীৰ পাছত প্ৰকাশন পৰিষদৰ পৰা কুমুদ গোস্বামী সম্পাদিত 'মুকুতা' প্ৰকাশ পায়। ১৯৯১ চনৰ ছেপ্টেম্বৰত হোমেন বৰগোহাঞিৰ সম্পাদনাত প্ৰকাশ পাইছিল 'কিশোৰ' নামৰ আলোচনীখন। সুসম্পাদিত এই আলোচনীত কিশোৰ উপযোগী উৎকৃষ্টমানৰ কিছুসংখ্যক লেখনি প্ৰকাশ পাইছিল। অৱশ্যে মাহেকীয়া 'কিশোৰ' আঠটা সংখ্যা প্ৰকাশৰ পাছত বন্ধ হৈ যায়। 'কিশোৰ'ত

যিসকলৰ লেখনি প্ৰকাশ পাইছিল তেওঁলোকৰ ভিতৰত প্ৰীতি বৰুৱা, প্ৰীতি কাকতি, অৰূপা পটংগীয়া কলিতা, দীপিকা বৰগোঁহাই, তোষপ্ৰভা কলিতা, গীতাৰ্থ পাঠক, বিপুলজ্যোতি শইকীয়া আদি উল্লেখযোগ্য। নৱৈৰ দশকত প্ৰকাশিত আন এখন উল্লেখযোগ্য শিশু আলোচনী হৈছে ৰমেন শইকীয়া সম্পাদিত 'অকণিৰ অগ্ৰদূত'। এই আলোচনীত গল্প-কবিতাৰ উপৰি জীৱনীমূলক ৰচনা আৰু সাক্ষাৎকাৰ প্ৰকাশতো গুৰুত্ব দিয়া হৈছিল। এই সময়ছোৱাত প্ৰকাশিত আন কিছুমান ক্ষণজীৱী শিশু আলোচনী হৈছে 'পোহৰ', 'ৰং আহে পাখি মেলি', 'আৱিষ্কাৰ', 'ফুল' আৰু 'ৰং বিৰং'।

অসমীয়া সমাজত নাৰীৰ স্থান আৰু সমস্যা সম্পৰ্কে ক্ৰমবৰ্ধমান সচেতনা আৰু নাৰীবাদী ধ্যান-ধাৰণাৰ প্ৰসাৰৰ লগে লগে কিছুসংখ্যক মহিলা আলোচনীও প্ৰকাশ পাইছে। অৱশ্যে আনবোৰ আলোচনীৰ তুলনাত এনেবোৰ আলোচনীৰ জনপ্ৰিয়তা আৰু স্থায়িত্ব স্বাভাৱিকতে কম। কিন্তু জনপ্ৰিয়তা সীমাবদ্ধ হ'লেও অসমীয়া সাহিত্য-ক্ষেত্ৰলৈ এনে আলোচনীসমূহৰ অৱদান উলাই কৰিব পৰা নহয়। এনেবোৰ আলোচনীৰ পাতত ভালেকেইগৰাকী লেখিকাৰ গল্প-কবিতা-আত্মজৈৱনিক ৰচনা সিঁচৰতি হৈ আছে। বৃহৎ বাতৰি প্ৰতিষ্ঠান যেনে অগ্ৰদূত পাব্লিচাৰ্ছৰ পৰা প্ৰকাশিত 'শ্ৰীময়ী' আৰু জি এল পাব্লিচাৰ্ছৰ পৰা প্ৰকাশিত 'পূবালী' আদিকে ধৰি কেইখনমান মহিলা আলোচনীয়ে বহুসংখ্যক মহিলা কবি-গল্পকাৰ-ঔপন্যাসিকক আত্মপ্ৰকাশৰ সুযোগ দিছে। বৰ্তমানে বেণীমাধৱ সম্পাদিত 'শ্ৰীময়ী'ত কিছু বছৰ পূৰ্বে (তেতিয়া সম্পাদক আছিল হেমন্ত বৰ্মন) নিৰুপমা বৰগোহাঞিৰ আত্মজৈৱনিক বৃত্তান্ত 'বিশ্বাস আৰু সংশয়ৰ মাজেদি' ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাৰ উপৰি ভূপেন শৰ্মা, অৰূপা পটংগীয়া কলিতা, নয়নকুমাৰ মেধিৰ গল্প-উপন্যাস, অনিমা গুহ, অপৰ্ণা মহন্ত আদিৰ মূল্যবান লেখনি প্ৰকাশ পাইছিল। এতিয়াও 'শ্ৰীময়ী'ত গল্প-কবিতা নিয়মিত প্ৰকাশ হৈ থাকে।

আনহাতে বিভিন্ন মহিলা সংগঠন, গোষ্ঠী আৰু ব্যক্তিগত উদ্যোগত প্ৰকাশ হৈ থকা মহিলা আলোচনীসমূহে মহিলাৰ আছুতীয়া সমস্যাৰ ওপৰত আলোকপাত কৰাৰ লগতে সৃজনশীল ৰচনা প্ৰকাশতো গুৰুত্ব দি আহিছে। অৱশ্যে এনেকৈ প্ৰকাশ পোৱা বেছিভাগ আলোচনীয়ে দীৰ্ঘজীৱী হোৱাৰ সুযোগ নাপালে। এনে আলোচনীসমূহৰ ভিতৰত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আইদেউৰ জোনাকী বাট'ৰ নাম প্ৰথমে ল'ব পাৰি। মহিলা সন্থাৰ দ্বাৰা ১৯৮৩ চনৰ মাৰ্চত ভূমুকি মৰা এই আলোচনীৰ সম্পাদনাৰ দায়িত্বত আছিল অপৰ্ণা মহন্ত আৰু ৰাজু বৰুৱা। নাৰী সমাজক ৰাজনৈতিকভাৱে সচেতন কৰাৰ লক্ষ্যৰে প্ৰকাশ কৰা 'আইদেউৰ জোনাকী বাট'ত ডঃ স্বৰ্ণলতা বৰুৱা, অঞ্জনা গোস্বামীৰ প্ৰবন্ধ, প্ৰণতি গোস্বামী, অপৰাজিতা চৌধুৰী, মৌচুমী কোঁৱৰ আদিৰ গল্প আৰু প্ৰগতিশীল ভাৱাদৰ্শৰে অনুপ্ৰাণিত ভালেসংখ্যক কবিতা প্ৰকাশ পাইছিল। গুৱাহাটীৰ পৰা কিছু বছৰ পূৰ্বে প্ৰকাশিত 'অংগণা' নামৰ আলোচনীখনতো গল্প-কবিতা প্ৰকাশ পাইছিল।

বিগত দশককেইটাত আন কেবাখনো মহিলা আলোচনীয়ে ক্ষণকালৰ বাবে হ'লেও অসমীয়া সাহিত্য জগতত ভূমুকি মাৰি মৃদু স্পন্দন তুলিছিল। তেনে আলোচনীবোৰৰ ভিতৰত 'কংকন', 'ওৰণি', 'অজন্তা', 'উৰুলি', 'সচেতনা' আদিয়ে প্ৰধান।

আনহাতে যোৱা দুটা-তিনিটা দশকত অসমত কেবাখনো ৰহস্য-থ্ৰিলাৰ সাহিত্যভিত্তিক আলোচনী প্ৰকাশ পাইছে। অৱশ্যে ইয়াৰ ভিতৰত শশী ফুকন সম্পাদিত 'বিস্ময়'হে এনে সাহিত্য সৃষ্টি আৰু জনপ্ৰিয়তাৰ নিৰিখত সাফল্য দাবী কৰিব পাৰে। 'বিস্ময়'ত অসংখ্য মনোৰঞ্জনধৰ্মী উপন্যাস-গল্পৰ লগতে কিছুসংখ্যক সাৰ্থক ৰহস্যধৰ্মী আৰু সামাজিক উপন্যাসো প্ৰকাশ পাইছিল। জনপ্ৰিয় সাহিত্য-সংস্কৃতি বিষয়ক আলোচনী হিচাপে বিস্ময় প্ৰকাশনৰ পৰা প্ৰকাশিত 'ৰংঘৰ' আলোচনীও এইক্ষেত্ৰত উল্লেখনীয়।

পৰিশেষত ক'ব পাৰি অসমীয়া ভাষাত বিভিন্ন সময়ত প্ৰকাশ পোৱা সৰু-বৰ সাহিত্য-আলোচনীৰ মাজেদিয়ে অসমীয়া সাহিত্যৰ প্ৰাণচঞ্চল ধাৰাটো অন্তঃসলিলা ফল্গুৰ দৰে নিৰৱচ্ছিন্নভাৱে প্ৰবাহিত হৈ আছে। 'দৈনিক অসম', 'আজিৰ অসম', 'আজিৰ বাতৰি' আদি বিভিন্ন অসমীয়া দৈনিক আৰু 'অসম বাণী', 'সাদিন', 'অগ্ৰদূত' আদি সাপ্তাহিক আৰু তিনিদিনীয়া কাকতৰ ৰঙালী বিহু আৰু শাৰদীয় বিশেষ সংখ্যাৰ সাহিত্য-ৰাজিয়েও অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধিত অৰিহণা যোগাই আহিছে। তাৎপৰ্যপূৰ্ণ কথা এয়ে, সামাজিক, ৰাজনৈতিক, বিজ্ঞান-প্ৰযুক্তি আদি বিষয়ৰ প্ৰাধান্যৰে অসমীয়াত ফিচাৰধৰ্মী আলোচনী প্ৰকাশ পালেও সৃজনধৰ্মী সাহিত্য ৰচনাৰ প্ৰতি কোনোখন আলোচনীয়ে উদাসীনতা প্ৰদৰ্শন কৰিব পৰা নাই। কেৱল সাহিত্য

বিষয়ক বা সাহিত্যসৰ্বস্ব আলোচনীকেইখনৰ কথা বাদ দি অন্যান্য জনপ্ৰিয় আলোচনীসমূহৰো এই সাহিত্য-নিৰ্ভৰতা অসমীয়া সাহিত্যৰ বাবে নিঃসন্দেহে শুভ লক্ষণ।

**প্ৰসঙ্গ ঃ**

১। অসমীয়া সাহিত্যৰ ৰূপৰেখা, লয়াৰ্ছ বুক ষ্টল, ১৯৬২, পৃঃ ৩১৪-১৫
২। ৰাহীৰ পাতত চিন্তাৰ বেঙুণি, সম্পাদনা ঃ ডঃ নমিতা ডেকা, বনলতা, ১৯৯৪, পৃ ঃ গ
৩। অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠ খণ্ড, সম্পাদক ঃ হোমেন বৰগোহাঞি, আবিলেক, ১৯৯৩, পৃঃ ৪৪-৪৬।
৪। পূৰ্বোক্ত গ্ৰন্থ, পৃ ঃ ৩০
৫। অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ৪০২
৬। অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠ সংখ্যা, পৃ ঃ ৭৩
৭। মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য, সম্পাদনা ঃ তফজ্জুল আলি, অসম সাহিত্য সভা, ১৯৭৪, পৃঃ ২৪১
৮। বিংশ শতাব্দীৰ অসমীয়া সাহিত্য, সম্পাদক ঃ হোমেন বৰগোহাঞি, বনলতা, ১৯৮৭, পৃঃ ১৩৪।

# চন্দ্ৰকুমাৰৰ অসমীয়া ঃ অসমীয়াৰ চাৰি দশকৰ ইতিহাস
## (১৯১৮-১৯৫৮)

### ৰাধিকামোহন ভাগৱতী

চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা ডিব্ৰুগড়ৰ পৰা ১৯১৮ চনত প্ৰকাশ পোৱা "অসমীয়া" অসমীয়াৰ জাতি-সত্তা দৃঢ়ীকৰণ আৰু জাতীয়তাৰ উত্তৰণৰ এক বলিষ্ঠ পদক্ষেপ। অসমীয়া জাতিৰ পট্টন হোৱা উজনিৰ ডিব্ৰুগড় চহৰৰ পৰা ওলোৱা "অসমীয়া"ই ক্ৰমান্বয়ে স্বাভাৱিকতে জাতিৰ ইতিহাসৰ খচৰা ৰূপ ধাৰণ কৰে। ঊনবিংশ শতিকাৰ শেহভাগত ডিব্ৰুগড় অসমৰ ভিতৰতে অন্যতম মুখ্য চহৰ আছিল। ডিব্ৰুগড় জিলাৰ সদৰো আছিল। গেইটে তেওঁৰ প্ৰতিবেদনত লিখিছিল যে ১৮৭২ চনত ডিব্ৰুগড় এখন গাওঁহে আছিল। কিন্তু ১৮৯১ চনত চহৰখন অভূতপূৰ্বভাৱে সকলোপিনে সমৃদ্ধ হৈ পৰে, ইয়াৰ জনসংখ্যাও বাঢ়ি যায়। ইয়াৰ মূলতে যে চাহ উদ্যোগৰ প্ৰসাৰ, ইয়াত মুঠেই সন্দেহ নাই। ১৮৮৯ চনত ডিগবৈত তেল আৰু কয়লা উৎপাদন ব্যৱস্থা আৰম্ভ হোৱাত অঞ্চলটোৰ গুৰুত্ব বাঢ়ি যায়। কাঠ-তেল-কয়লা আদি উজনিৰ প্ৰাকৃতিক সম্পদবিলাক বাহিৰলৈ প্ৰেৰণ কৰাৰ বাবে ডিব্ৰুগড়েই ঘাই ঘাটি হৈ পৰিছিল। ডিব্ৰুগড়তে উজনিৰ জাহাজ ঘাটো আছিল। ৰেলপথ (১৮৮২ চনত ইয়াত প্ৰথম ৰেল লাইন বহুওৱা হয়) আৰু জলপথৰ (১৮৫৬ চনত) সুবিধা থকাত ডিব্ৰুগড় বাহিৰৰ মাৰোৱাৰী, বিহাৰী আদি বিভিন্ন সম্প্ৰদায়ৰ বসতিস্থল হ'ল। সুদূৰ ঢাকাৰপৰাও লোক আহি ইয়াত বসতি কৰিবলৈ লয়। এইবিলাক বাসিন্দাই ডিব্ৰুগড়ৰ পূৰ্বৰ চৰিত্ৰ সলনি কৰি দিয়ে। যদিও ইয়াৰ ঐতিহ্য তুলনামূলকভাৱে সিমান উল্লেখযোগ্য নাছিল, তথাপি আধুনিক চহৰৰ বিশেষত্ব বহন কৰি ডিব্ৰুগড় অসমীয়া সংস্কৃতিৰ পথ প্ৰদৰ্শক হ'ল আৰু ইয়াৰ অসমীয়া ব্যৱসায়ী আৰু অন্যান্য মহলক কেন্দ্ৰ কৰি নতুন মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি হ'ল।

ইতিমধ্যে "আলোচনী" নামৰ মাহেকীয়া আলোচনীখনৰ যোগেদি উঠি অহা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৱে মনৰ ভাৱ প্ৰকাশ কৰাৰ মাধ্যম এটা পাইছিল। "আসাম বান্ধৱ" আলোচনীয়ে অসমীয়া ভাষা লিখাৰ ধৰণ-কৰণ সম্পৰ্কত নতুন ৰীতিৰে বেলেগ মত প্ৰচলন কৰি আলোড়নৰ সৃষ্টি কৰিছিল। "আসাম বান্ধৱে" মহাপুৰুষীয়া সংস্কৃতিৰ বিপৰীতে দুৰ্গোৎসৱক অসমীয়াৰ জাতীয় উৎসৱ বুলি সাব্যস্ত কৰিবলৈও প্ৰয়াস পাইছিল। চাহ উদ্যোগপতিৰ মুখপত্ৰস্বৰূপ "টাইমছ অৱ আছাম"ৰ লগতে "আসাম বান্ধৱ" গোষ্ঠীয়ে অসমীয়া ঐতিহ্যৰ ওপৰত আঘাত কৰাটো লক্ষ্য কৰি চন্দ্ৰকুমাৰ আগৰৱালাৰ দৰে অসমীয়া-প্ৰাণ ভৱিষ্যৎ-দ্ৰষ্টা অসমীয়াই তাহানিৰ "জোনাকী"ৰ আদৰ্শেৰে প্ৰতিবাদী মাধ্যম প্ৰতিষ্ঠা কৰিবলৈ তৎপৰ হৈ পৰাটো অনিবাৰ্য হ'ল। "অসমীয়া" ওলোৱাৰ সময়ত বঙালী কাকত "সঞ্জীৱনী", "হিতবাদী", "বংগবাসী" আদিয়ে অসম ঢৌৱাই পেলাইছিল। এইবিলাকৰ প্ৰভাৱৰ পৰা অসমীয়া শিক্ষিতসকলক মুক্ত কৰাৰ উপৰি অশিক্ষিত আৰু অৰ্দ্ধশিক্ষিত শ্ৰেণীৰ অসমীয়াক পোহৰ দেখুৱাবৰ বাবে এখন মুখপত্ৰৰ অভাৱ চন্দ্ৰকুমাৰ আগৰৱালাক কেন্দ্ৰ কৰি গঢ়ি উঠা অসম-হিতৈষী মধ্যবিত্ত সমাজে অনুভৱ কৰাৰ ফলত "অসমীয়া"ই আত্মপ্ৰকাশ কৰিব পাৰিলে।

বৃটিছ চৰকাৰৰ বাণিজ্যিক চাহিদা পূৰণৰ মাধ্যম হিচাপে ৰাধানাথ চাংকাকতীৰ ইংৰাজী সাপ্তাহিক "টাইমছ অৱ আছাম"ৰ (১৮৯৫-১৯৪৮) জন্ম হোৱাটো আৰু ইয়াৰ 'পলিচী' ইংৰাজে— চাহখেতি কৰা আৰু ৰজাঘৰীয়া কাম কৰা ইংৰাজে নিৰ্দ্ধাৰণ কৰি দিয়াটো' সময়ৰ পটভূমিত একো আচৰিত কথা নাছিল।

সাংবাদিকতাৰ ইতিহাসত এনে দৃষ্টান্ত সৰহ। আনকি ভাৰতবৰ্ষৰ প্ৰথমখন ইংৰাজী সংবাদ-পত্ৰ 'হিক্কীৰ গেজেট'ৰো পোনতে উদ্দেশ্য আছিল ভাৰতলৈ অহা বণিকসকলৰ ব্যৱহাৰত অহাঁকৈ সংবাদ আদিৰ পৰিৱেশন কৰা। আমাৰ প্ৰথম সংবাদপত্ৰ "অৰুণোদই"ত জন্মৰ মূল কথাও পাদুৰীসকলৰ স্বাৰ্থৰ লগত জড়িত থকাটো স্পষ্ট। বিংশ শতাব্দীৰ প্ৰথমভাগত ডিব্ৰুগড়ত ইংৰাজী সাপ্তাহিক জন্ম হোৱাৰ পিছত আৰু কাকতখনৰ নীতিৰ জনাজনি হ'লত স্বাভাৱিকতে অসমীয়া সমাজখনৰ বাবে উপযোগী এখন অসমীয়া কাকতৰ অভাৱে দেখা দিয়ে। সেই সময়ৰ বিখ্যাত চাহ খেতিয়ক চন্দ্ৰকুমাৰ আগৰৱালাৰ ধন আৰু বিদ্যা দুয়োটা থকা বাবে অসমীয়া বাতৰিকাকত এখন উলিয়াবলৈ বহুতে কুটুৰি আছিল। বেণুধৰ ৰাজখোৱাই 'মোৰ জীৱন দাপোণ'ত লিখিছে ঃ 'শেষত ঈশ্বৰৰ ইচ্ছা খাটনিৰ ফল ধৰিলে।' ৰাজখোৱাই চন্দ্ৰকুমাৰক কলিকতাৰ পৰা প্ৰকাশিত "The Bengalee" কাকতৰ দৰে "The Assamese" নাম দি এখন ইংৰাজী দৈনিক কাকত উলিয়াবলৈ কৈছিল।[২] কিন্তু চন্দ্ৰকুমাৰে এইটো নকৰি "যি কৰিলে (সাদিনীয়া অসমীয়া) তাৰ বাবে আমি অসমীয়া মাত্ৰেই চিৰ ধৰুৱা।" কাকতখনৰ নাম "অসমীয়া" ৰখাৰ পিছফালে কলিকতাৰ 'বেংগলী'ৰ প্ৰেৰণা থকা বুলি ভাব হ'লেও কাকতখনৰ পটভূমিটো যে বৰ বহল আৰু বৰ অসমেই কাকতখনৰ মূল লক্ষ্য, তাক বুজা টান নহয়। "জোনাকী"ৰ তিক্ত অভিজ্ঞতা লৈও চন্দ্ৰকুমাৰে পুনৰ সংবাদ-পত্ৰৰ ব্যৱসায়ত হাত দিওঁতে তেওঁৰ প্ৰেৰণা সম্পূৰ্ণ আন্তৰিক আৰু এই প্ৰয়াসো যে তেওঁৰ ব্যক্তি মনৰ বা তেওঁৰ ব্যক্তিত্বৰেই সম্প্ৰসাৰণহে, তাক অকল কাকতখনেই নহয়, কাকতৰ ব্যৱসায়টোৰ পৰিচালনাৰ ৰীতি-প্ৰকৃতি আদিয়ে দেখুৱাই দিছিল। বোধহয় অসমীয়া কাকতৰ আয়ুস কচুপাতৰ পানীৰ দৰেই বুলি জানি-বুজি চন্দ্ৰকুমাৰে "অসমীয়া"খন নামে-কামে সকলো পিনে অসমীয়াৰ কৰি তুলিবলৈ গুৰিৰে পৰা তৎপৰ হৈছিল আৰু ইয়াৰ ফলত কাকতখনৰ মাধ্যমত অসমীয়া জাতীয় মনটো বিকশিত হৈ পৰাৰ সুযোগ ওলাইছিল।

ডিব্ৰুগড়ৰ তামোলবাৰী চাহ বাগিচাৰ (তামোলবাৰীৰ তামোল নহয়, তামোলবাৰীৰ চাহ খাই সকলোৱে কৰে আঃ আঃ আঃ ঃ "অসমীয়া"ত প্ৰকাশিত বিজ্ঞাপন) সাফল্যৰ পিছতে অসমীয়া মানুহক সমূহীয়া ব্যৱসায়ৰ যোগেদি আৰু সংবাদপত্ৰৰ দৰে আপোনাৰ মাধ্যমটোৰ যোগে সকলোকে জড়িত কৰি লোৱাৰ প্ৰাণপণ প্ৰয়াস হিচাপে চন্দ্ৰকুমাৰে মাত্ৰ ৫০ হেজাৰ টকাৰ মূলধনেৰে আসাম প্ৰিন্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ লিমিটেড্ স্থাপন কৰে আৰু ইয়াৰ পৰাই "সাদিনীয়া অসমীয়া" প্ৰকাশ কৰে। ব্যৱসায়ী চন্দ্ৰকুমাৰৰ বিষয়ে পৰিচয় দাঙি ধৰি বিবেকানন্দ আগৰৱালাই লিখিছে, "অসমীয়া মানুহক আৰ্থিক হিচাপে টনকিয়াল কৰিবৰ বাবে তেওঁৰ বহুমুখী প্ৰতিভাৰ চানেকি বহু অনুষ্ঠানত পোৱা যায়। চাহ বাগিচাখন (তামোলবাৰী) গজগজীয়াকৈ প্ৰতিষ্ঠা কৰাৰ পিছত চিৰগতিশীল চন্দ্ৰকুমাৰৰ সাহিত্যানুৰাগী মনটোৱে ঢাপলি মেলিলে তেখেতৰ আদৰ্শৰ সপোন বাস্তৱত ৰূপায়িত কৰিবলৈ। ১৯১৮ চনত স্বৰ্গীয় সদানন্দ দুৱৰা, নীলমণি ফুকন প্ৰমুখ্যে গণ্যমান্য লিখকসকলক অংশীদাৰ স্বৰূপে লৈ যৌথ কাৰবাৰী সংস্থা আসাম প্ৰিন্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ লিমিটেড নাম দি এটা ছপাশাল প্ৰতিষ্ঠা কৰে।"[৩] উল্লেখযোগ্য যে প্ৰতিষ্ঠানটোৰ প্ৰতিনিধিসকলক দূৰ-দূৰণিৰ গাঁৱলৈ পঠিয়াই অংশীদাৰ সংগ্ৰহ কৰা হৈছিল। অমিয়কুমাৰ দাস আৰু লক্ষ্মীনাথ ফুকনে বিভিন্ন অঞ্চলৰ পৰা অংশীদাৰ গোটাইছিল। অমিয়কুমাৰ দাসক ১৯২৩ চনত সম্পাদকৰ দায়িত্ব দিয়াত প্ৰতি মাহে ৯০ টকাকৈ আৰু কোম্পানীৰ প্ৰচাৰৰ লগতে অন্যান্য কাম-কাজ চলাই নিয়াৰ বাবে মাহে নিৰ্দ্ধাৰিত ভ্ৰমণ বানচ ৫০ টকাকৈ মাননী দিয়া হৈছিল। পিছত পৰিচালনা বোৰ্ডৰ ২৫/৬/২৪ তাৰিখৰ সিদ্ধান্তমৰ্মে দ্বিতীয়জন সম্পাদক মহেশ্বৰ বৰুৱাই পদত্যাগ কৰাত অমিয়কুমাৰ দাস "অসমীয়া"ৰ সম্পাদক হয়। দাসে এবছৰৰ বাবে ছুটী লোৱাত লক্ষ্মীনাথ ফুকনক কাকতখনৰ সম্পাদকৰ দায়িত্ব দিয়া হয়। (১৯২৮ চনৰ ৩০ জুন তাৰিখে পৰিচালনা বোৰ্ডে এই মৰ্মে সিদ্ধান্ত গ্ৰহণ কৰে।) ইয়াৰ আগতে প্ৰেছটোৰ মেনেজাৰ হৈ থকা জ্যোতিপ্ৰসাদ আগৰৱালাক অজৰাই দি দক্ষৰাম বৰুৱাক এই ভাৰ অৰ্পণ কৰা হৈছিল।

কোম্পানীৰ প্ৰথম বৈঠকত ৰায়বাহাদুৰ পৰশুৰাম খাউণ্ডৰ সভাপতিত্বত কেতবোৰ গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱা হৈছিল। জনামতে কোম্পানীৰ ১০০ টকীয়া অংশ আছিল আৰু অংশ পাবলৈ সন্মত হোৱা অংশীদাৰী সংখ্যা পোনতে চন্দ্ৰকুমাৰকে ধৰি ১৯জন আছিল। প্ৰত্যেকৰে এটা বা দুটাকৈ অংশ আছিল। তেওঁলোক তিনিচুকীয়া, ডিব্ৰুগড়, যোৰহাটৰ নামজ্বলা বাসিন্দা আছিল। পিছলৈ অসমজোৰা অংশীদাৰী হৈছিল। প্ৰথমজন সম্পাদক সদানন্দ দুৱৰাৰ দুটা অংশ

আছিল। তেওঁ পৰিচালনা বৰ্ডৰো সভ্য আছিল। কোম্পানীৰ প্ৰথম বৈঠকতে সদানন্দ দুৱৰা বি এলক "অসমীয়া" কাকতৰ সম্পাদক হিচাপে নিযুক্তি দিয়া হৈছিল। তেওঁ কোম্পানীৰ চৰ্ত মানি ল'ব বুলি সন্মত হৈছিল। সম্পাদকৰ দায়িত্বৰ বাবে তেওঁ দৰ্মহা লোৱা নাছিল। প্ৰথম বৈঠকত চন্দ্ৰকুমাৰে কোম্পানীৰ বাবদ কোম্পানী গঠনৰ পূৰ্বে খৰচ কৰা ১৮৬ টকা ৫ অনা ৬ পইচা আদায় দিয়াৰ উপৰি লক্ষ্মীনাথ ফুকনক কোম্পানীৰ সচিব আৰু মেনেজাৰৰ দায়িত্ব দি কাকতৰ ঘোষণা (Declaration) পঞ্জীভুক্ত কৰা আৰু বিজ্ঞাপন আদিৰ ব্যৱস্থা কৰাৰ বাবে নিৰ্দেশ দিছিল।

### অসমীয়াৰ বিজ্ঞাপন

"অসমীয়া"ৰ আবিৰ্ভাৱ হয় মাধৱদেৱৰ তিথিৰ দিনা। তিথি সম্পৰ্কে প্ৰথম সংখ্যাটোত এনেদৰে লিখা হৈছিল ঃ

"আজি ভাদৰ কৃষ্ণা পঞ্চমী— শ্ৰীমাধৱদেৱৰ তিৰোভাৱৰ দিন।। শ্ৰীশঙ্কৰদেৱৰ "একান্ত" শিষ্য, তেওঁৰ ধৰ্মৰ ধাৰক, পৰিপালক, প্ৰচাৰক, গুৰুগত-প্ৰাণ শ্ৰীমাধৱদেৱে ৩২২ বছৰৰ পূৰ্বে নশ্বৰদেহ এৰি অমৰত্ব লভিলে। শঙ্কৰ-মাধৱৰ অমৰ শক্তি অসমৰ প্ৰাণে প্ৰাণে নিহিত হৈ আছে। যুগল-মূৰ্ত্তি শ্ৰীশঙ্কৰ-মাধৱৰ প্ৰাণেৰে অসম মাতৃ অনুপ্ৰাণিত আজি বিশেষভাৱে সেই প্ৰাণৰ সোঁৱৰণৰ দিন— সেই শক্তিৰ বোধনৰ দিন। সেই প্ৰাণ জগাই তোলা, হে অসমীয়া, নিজ প্ৰাণত সেই শক্তি অনুভৱ কৰাঁ, দুৰ্ব্বলী হৈও বল পাবা। আকৌ শঙ্কৰ-মাধৱৰ আবিৰ্ভাব হওক।"

শঙ্কৰ-মাধৱৰ সোঁৱৰণী দিনত জন্মলাভ কৰি "অসমীয়া"ই তেওঁলোকৰ শক্তিৰ বোধনৰ বাবে সংকল্প গ্ৰহণ কৰাৰ ঘাই উদ্দেশ্য কাকতখনৰ প্ৰথম সংখ্যাত প্ৰকাশ কৰা বিজ্ঞাপনতে ওলাই পৰিছে।

চন্দ্ৰকুমাৰ আগৰৱালা, সদানন্দ দুৱৰা আৰু গঙ্গাৰাম চৌধুৰীৰ নামত প্ৰকাশিত বিজ্ঞাপনটো এনে ধৰণৰ আছিল ঃ

নতুন সাদিনীয়া বাতৰি কাকত
"অসমীয়া"
অহা ভাদ মাহৰ পৰা নিয়ম মতে ওলাব
এই জাননীৰ আকাৰৰ ৮ পিঠি
বেছ বছৰি ডাক মাচুলে সৈতে ৩ টকা;
ভি-পিত ৩৬ টকা ১ অনা মাথোন।

### "অসমীয়া"ৰ মূলমন্ত্ৰ

সকলো সম্প্ৰদায়কে সামৰি ধৰি সমূহ অসমীয়াৰ সেৱা আৰু মঙ্গল কামনা। অসমীয়াৰ দুখ, দুৰ্দ্দশা, অভাৱ, অসুবিধা বুজিবলৈ বুজাবলৈ মুখ লাগে। ভয়, সংশয়, ভ্ৰান্তি, দুৰ্ব্বলতা গুচাই প্ৰীতি, প্ৰত্যয়, বিশ্বাস, বল বান্ধিবলৈ সংকল্প লাগে। অসমীয়া জনসাধাৰণৰ মত প্ৰকাশৰ সুবিধা লগাই দি একমত সৃষ্টি কৰিব লাগে। এনেবিলাক কামলৈকে "অসমীয়া"ৰ জন্ম।

### অসমীয়া ৰাইজ

আগবাঢ়ক। নিজে নিজৰ কাম কৰিবলৈ দৃঢ় সংকল্প কৰি অসমীয়া ৰাইজ আগবঢ়াক। যি যেনেভাৱে পাৰে "অসমীয়া"ৰ সহায় হওক।

### ধনেৰে

সহায় কৰিবলৈ সকলো গ্ৰাহকে আগধৰি বেচ পঠাই সহায় কৰক। প্ৰত্যেক লিখা-পঢ়া জনা অসমীয়া মানুহ "অসমীয়া"ৰ গ্ৰাহক হওক।

### প্ৰবন্ধেৰে

সহায কৰাসকলে প্ৰবন্ধেৰে সহায় কৰক। বিশেষ বিষয়ত পাৰ্গতালি থকাসকলে নিজ নিজ বিষয়ৰ লিখা সোনকালে পঠাই দিয়ক। অভাব-অভিযোগৰ কথা সকলোৱে লিখক। দেশত নতুন উদ্যম, নতুন উৎসাহ জাগি উঠক।

### এজেন্ট স্বৰূপে

সহায় কৰিব পৰাসকলে সেই বাব লওক। যাৰ হাতত এই জাননী পৰিব, মন কৰিলে, প্ৰত্যেকে অন্ততঃ এজনকৈ গ্ৰাহক অনায়াসে বিচাৰি দিব পাৰিব। প্ৰতি অসমীয়াই কায় বাক্য মনে "অসমীয়া"ৰ উপকাৰ চিন্তিলে সমূহৰ উপকাৰ ওচৰ চাপিব।

### "অসমীয়া"ৰ গুৰি

কাকত কৰিবৰ অৰ্থে ৫০,০০০ টকা মূলধনেৰে "আসাম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিশ্যাৰ্চ লিমিটেড" নামে এটি প্ৰাইভেট লিমিটেড কোম্পানী ৰেজেষ্ট্ৰী হৈছে। সেই কোম্পানীৰ "অসমীয়া" প্ৰেছ নামৰ নিজৰ প্ৰেছত এই কাকত ছপা হ'ব। ইয়াত কাম কম পৰিমাণে সুচল হৈ উঠিব।

### "অসমীয়া" চিৰঞ্জীবী

হৈ নিজৰ কৰ্ত্তব্য সাধন কৰিবলৈ হ'লে অসমীয়া ৰাইজৰ আশীৰ্ব্বাদ লাগিব। ৰাইজৰ সহায় নেপালে এনে কামত কৃতকাৰ্য্য হোৱা অসম্ভব।

### "অসমীয়া"ৰ আশা

অসমীয়া মানুহৰ আদৰ-চেনেহ পাই দিনে দিনে ডাঙৰ-দীঘল হ'ব— সেৱা ধৰ্ম্ম গ্ৰহণ কৰি অসম মাতৃৰ সেৱাত মগ্ন থাকি নিজকে নিজে ধন্য মানিব।

**"অসমীয়া"ৰ প্ৰতিষ্ঠা**

সদৌ অসমীয়া ৰাইজৰ আন্তৰিক সহানুভূতিৰ ওপৰত। "অসমীয়া"ৰ গধূৰ ভাৰ পাতলাবলৈ গ্ৰাহকসকলৰ সহানুভূতি লাগে। চাওঁতাসকলৰ বিশেষ সুবিধালৈ চাই, কাকতৰ বেচ ফেৰা আগধৰি পঠিয়াই গ্ৰাহক শ্ৰেণীত ভুক্ত হওক— "অসমীয়া"ৰ কল্যাণ সাধক।"

কাকতৰ বেচ পঠাবৰ
ঠিকনা—
মেনেজাৰ "অসমীয়া" এজেণ্টৰ নিয়ম জানিবলৈ
ডিব্ৰুগড় চিঠি লিখক—

**অধ্যয়নৰ দৃষ্টিভংগী**

ভাৰতৰ আন আন ৰাজ্যৰ তুলনাত সংবাদপত্ৰৰ জন্মৰ সময় আৰু প্ৰসাৰত অসম পিছপৰা হ'লেও জনসাধাৰণৰ ওপৰত এইবিলাক গণ-মাধ্যমৰ প্ৰভাৱ কেতিয়াও উলাই কৰিব পৰা বিধৰ নহয়। প্ৰকৃতপক্ষে এইবিলাকৰ প্ৰভাৱৰ বিষয়ে আলোচনা নকৰিলে অসমীয়া জাতীয় জীৱন বুজিবই পৰা নহ'ব। অৰ্থাৎ সংবাদপত্ৰ সামাজিক সৃষ্টি (social product) বুলি ধৰি ল'বই লাগিব। সমাজ অধ্যয়নৰ বিশেষ দৃষ্টিভংগী থকাৰ দৰেই এই সমাজখনৰ সৃষ্টি সাহিত্য-আলোচনী, সংবাদপত্ৰ আদি ছপা মাধ্যমৰ অধ্যয়নৰ ভিত্তি কি হ'ব এই বিষয়ে সুবিস্তৃত আলোচনা হৈছে। দেখা যায়, সংবাদ মাধ্যমৰ সামাজিক ভিত্তি লক্ষ্য কৰি সমাজ বিজ্ঞানীৰ দৃষ্টিৰেই এইবিলাকৰ পৰ্যালোচনা কৰাত গুৰুত্ব দিয়া হৈছে। তাকে কৰিবলৈ যাওঁতে অৱশ্যে নিয়ম-পদ্ধতিমূলক বিতৰ্কৰো সূত্ৰপাত হৈছে। Raymond Williams, Barnard Barlson, A C.H. Smithৰ 'Paper Voice আদি এই প্ৰসংগত উল্লেখযোগ্য। আমাৰ ইয়াত এই বিষয়টোৰ সন্দৰ্ভত আলোকপাত হোৱা নাই। এই বিষয়ৰ আলোচনা তেনেই নগণ্য বাবে সাহিত্য ইতিহাসত সন্নিবিষ্ট হোৱা ধৰণে সংবাদপত্ৰৰ তালিকাভিত্তিক বিৱৰণেই সংবাদপত্ৰৰ ইতিহাস হৈ পৰিছে। অমুক কাকতৰ জন্ম অমুক চন, সম্পাদক অমুক আৰু চলিছিল ইমান চনলৈ— এয়ে সংবাদপত্ৰৰ ইতিহাস। কিন্তু ইতিপূৰ্বে ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, মুনীন বৰকটকী আৰু তিলক হাজৰিকাই কোনো কোনো প্ৰবন্ধত সংবাদপত্ৰৰ সমাজতাত্ত্বিক ভিত্তিৰ ওপৰত আলোকপাত কৰি গৈছে। ডঃ ভট্টাচাৰ্যই ১৯৭৫ চনত তিতাবৰত বহা অসম সাহিত্য সভা অধিবেশনৰ সংবাদপত্ৰ সম্বন্ধীয় আলোচনাচক্ৰত আধুনিক সমাজৰ বিশ্লেষণমূলক সংবাদপত্ৰৰ ইতিহাস ৰচনাত গুৰুত্ব দিছিল। সমাজ পৰিৱৰ্তনৰ ঐতিহাসিক পদ্ধতিটোৰ বিশেষ অংগ হিচাপে সংবাদপত্ৰ অধ্যয়নৰ ক্ষেত্ৰত সামাজিক পৰিৱৰ্তনৰ বিভিন্ন দিশৰ লগতে সমাজ অধ্যয়নৰ বিভিন্ন সূত্ৰৰ দ্বন্দ্বাত্মক সম্বন্ধ তথা সেইবিলাকৰ ব্যৱহাৰিক দিশৰ বিষয়েও গৱেষণা নকৰিলে সংবাদবিলাকৰ দৃশ্যৰূপৰ (যিটো সংবাদপত্ৰত প্ৰকাশ পায়) উপৰি সেইবিলাকৰ পটভূমিত লুকাই থকা সংবাদক বিশেষভাৱে পৰ্যবেক্ষণৰ বিষয় কৰি ল'ব নোৱাৰিলে এনে মাধ্যমৰ বৌদ্ধিক আৰু সামাজিক পটভূমি বুজিব পৰা নহ'ব। সেই বাবে এইবিলাকৰ গৱেষণা হাতত ল'লেই কোনো প্ৰকাৰৰ আহিলা বা সজুলি (tools)ৰ আশ্ৰয় ল'ব লগা হয়। তাকে নকৰি ওপৰে ওপৰে অধ্যয়ন কৰিলে অধ্যয়ন অসম্পূৰ্ণ হোৱাই স্বাভাৱিক। সমাজবিজ্ঞানী অধ্যাপক ভিনচেণ্ট মোছকোৱে (Prof Vincent Mosco) উল্লেখ কৰা এনে অধ্যয়নত ব্যৱহাৰ কৰিব পৰা তিনিটা সজুলি হ'ল: commodification, spatialization, structuration- পণ্যদ্ৰব্য, স্থানিক বা স্থানগত বৈশিষ্ট্যৰে হোৱা সৃষ্টি, গঠন প্ৰণালী বা সংস্কৃতি সম্বন্ধীয় অধ্যয়ন।[৪] এইকেইটাক সজুলি কৰি সমাজ বিজ্ঞানীজনে ছপা মাধ্যমে আনি দিয়া পৰিৱৰ্তনৰ বাবে অধ্যয়নৰ political-economy ৰাজনৈতিক-অৰ্থনৈতিক দৃষ্টিভংগী গ্ৰহণ কৰা উচিত বুলি মত দিছে। কিন্তু আমাৰ বোধেৰে তেওঁ কোৱা ধৰণে সংবাদ-পত্ৰক পণ্যদ্ৰব্য হিচাপে লৈ অধ্যয়ন কৰিব লাগিলে সংবাদপত্ৰৰূপী বৌদ্ধিক দ্ৰব্যৰ বাণিজ্যিক প্ৰক্ৰিয়াৰ অধ্যয়ন হৈ পৰিব। সেই অৰ্থত জনসাধাৰণক নগণ্য ক্ৰয়কাৰীৰ পৰ্যায়লৈ নমাই নিয়া হ'ব যেন লগাত আৰু আমাৰ অধ্যয়নৰ সংবাদপত্ৰখনৰ সাৰ্থক সজুলি তথা অসমীয়া জাতীয় জীৱনৰ ইতিহাসৰ খচৰা হিচাপে অধ্যয়ন কৰিব খোজাত বিশেষ ধৰণৰ দৃষ্টিভংগী ল'বৰ প্ৰয়াস পোৱা হৈছে। আমাৰ পক্ষে সময়গত বা স্থানিক বৈশিষ্ট্যটো (spatiatlization) অতিশয় লাগতিয়াল বিষয়। আমাৰ অধ্যয়নত সংবাদ-পত্ৰক অকল বাণিজ্যিক সামগ্ৰী বুলি আৰু তেতিয়াৰ জনসাধাৰণক ভোক্তাৰ পৰ্যায়ত ধৰি ল'ব খোজা নাই। তেওঁলোকৰ অৰ্থনৈতিক দিশতো আলোকপাত কৰা হৈছে— যাতে ই বহলভাৱে সামাজিক অধ্যয়ন হৈ পৰে।

এইখিনিতে উল্লেখ কৰা উচিত হ'ব, আমি ইতিপূৰ্বে সাহিত্য সভাৰ পত্ৰিকাত (অক্টোবৰ-ডিচেম্বৰ ১৯৯৩ চন) সমাজ পত্ৰৰ সামাজিক ইতিহাস সন্দৰ্ভত যৎকিঞ্চিৎ নামৰ প্ৰবন্ধত লিখিছিলোঁ: "আমি সাংবাদিকতাৰ ইতিহাস ৰচনা কৰিবলৈ যাওঁতে একোখন আলোচনীৰ নামত একোটাইত যুগ বিভাজন (সাহিত্যৰ যুগ বিভাজন

হ'ব পাৰে) কৰাটো বিষয় আৰু ব্যাপক অধ্যয়ন উপযোগী আধুনিক ব্যৱস্থা নহয়। এনে প্ৰথাৰ বিপৰীতে সি (ইতিহাস) হ'ব লাগিব— সমাজৰ ৰাজনৈতিক চিন্তা, গঠন আৰু বিৱৰ্তন অনুকূলে সংবাদপত্ৰই গঢ় দিয়া সময় তথা সমাজৰ একোটাইত অধ্যায় যাৰ ইতিহাসেই জাতীয় ইতিহাস।"[৫]

সদায় সকলো ঠাইতে সংবাদপত্ৰৰ পঢ়ুৱৈ হিচাপে মধ্যবিত্ত শ্ৰেণী এটা গঢ় লৈ উঠে। এইটো সাধাৰণ ঘটনা। তেওঁলোকে একোখন সংবাদপত্ৰক status symbol কৰিও লয়। কিন্তু অসমত চন্দ্ৰকুমাৰ আগৰৱালাৰ "অসমীয়া"ই এটা ব্যতিক্ৰমী ধাৰাৰ প্ৰবৰ্তন কৰা দেখা যায়। "অসমীয়া"ত জাতিৰ প্ৰতিৰূপ দেখাতকৈ জাতীয় আত্মাসাক্ষাৎ হোৱা দেখি বৃহত্তৰ অসমৰ সকলো শ্ৰেণীৰ লোকে "অসমীয়া"ক আদৰি লোৱা বুলি ক'ব পাৰি। অৱশ্যে আজিৰ দৰে "অসমীয়া" গণভোগ্য সামগ্ৰী হৈ পৰা নাছিল যদিও "অৰুনোদই" আৰু ডিব্ৰুগড়ৰ পৰা প্ৰকাশ পোৱা মাহেকীয়া "আলোচনী"ৰ পিছত অসমীয়া মানুহে নিজস্ব অস্তিত্বৰ ধাৰণাও সলনি কৰে আৰু সমাজখনৰ পটভূমিত তেওঁলোকৰ গুৰুত্ব উপলব্ধি কৰিবলৈ লোৱা "অসমীয়া"ৰ আৰম্ভণি বছৰতে আভাস পোৱা যায়। "অসমীয়া"ৰ মেনেজাৰলৈ এজনে লিখা এখন চিঠিত কোৱা হৈছে ঃ

"মহোদয়,

"আপুনি জাননী দিছে যে দেশৰ শিক্ষিত জনা বুজা সকলোলৈকে আপুনি আপোনাৰ কাকত পঠাইছে। কিন্তু শিক্ষিত জনা বুজা কথা কেইষাৰৰ আপুনি কি অৰ্থ কৰিছে আমি সেইটো বুজিব পৰা নাই। আপুনি আমাৰ গাৱঁৰ চাবেক মৌজাদাৰ শ্ৰীযুত বৰুৱালৈ কাকত পঠাইছে। অথচ মোলৈ পঠোৱা নাই। মই যে লম্বাই মোহনতকৈ কত ওপৰত সেইটো এই অঞ্চলত কোনে নেজানে?

"আপুনি খবৰ কাকত চলাবলৈ আগবাঢ়িছে, অথচ এইটো কথাকে নেজানে। আপুনি মোৰ নামে কাগজ নপঠোৱাৰ পৰা মই সমাজৰ আগত অপদস্থ হৈছোঁ। চহা মানুহবিলাকৰ ভিতৰত এনে এটা বিশ্বাস সোমাইছে যে যাৰ 'অসমীয়া' কাকত নাহে, তেওঁ অসমীয়া ভদ্ৰলোকেই নহয়। আপোনাৰ কাগজ নোলাল, আমাৰ অপযশ হ'বৰ এটা বাটহে মুকলি হ'ল।" (১৯১৮, ১৪ অক্টোবৰ সংখ্যা)

## স্বাধীনতা সংগ্ৰামত ভূমিকা

ঔপনিবেশিক শাসন সন্দৰ্ভত "অসমীয়া"ৰ মত অতিশয় স্পষ্ট আৰু নিৰ্ভীক আছিল। দৰাচলতে কাকতখনৰ প্ৰতিবাদী স্থিতিটো দেখুৱাই সেই সময়ত এক দৃষ্টান্ত হৈ পৰিছিল। সমাজখনক অফুৰন্ত প্ৰেৰণা দিছিল। কাকতখনৰ মতৰ দৃঢ়তা দ্ৰোহৰ পৰ্যায় বুলি তেতিয়াৰ প্ৰশাসনে গণ্য কৰিলেও কাকতখনে তালৈ কেৰেপ নকৰাটো তাহানিৰ মণিৰাম-পিয়ালি-বাহাদুৰ গাওঁবুঢ়াৰ দৰে প্ৰকৃততে বিদ্ৰোহী অসমীয়া মনটোৰেই এক নতুন ৰূপ আছিল। "আলহী গৱৰ্ণমেণ্ট" শীৰ্ষক সম্পাদকীয় "অসমীয়া" কাকতৰ ইতিহাসৰ এক একক সম্পদ। সম্পাদকীয়টোত লিখা হৈছিল ঃ

"অসমত ইংৰাজ গৱৰ্ণমেণ্টক আলহী গৱৰ্ণমেণ্টহে বুলিব লাগে। এশ বছৰৰ আগতে যেতিয়া মানে অসম দেশত অমানুষিক অত্যাচাৰ কৰি দেশ গোটেই উজাৰ কৰিছিল, তেতিয়া অসম ৰজাই ওচৰ-চুবুৰীয়া বুলি ইংৰাজ কোম্পানীৰ সহায় খোজাত তেওঁলোকে একে আষাৰে কৈ পেলাইছিল— "লোকৰ ৰাজ্যৰ ঘৰুৱা কথাত যোগ দিবলৈ বৰছাহাবসকলে মানা কৰি পঠিয়াইছে, এতেকে বেয়া নেপাব, যাব নোৱাৰিম।" এই কথামতে ইংৰাজ থকাহেতেন কথাই নাছিল। কিন্তু যেতিয়া পোহাৰী ইংৰাজে দেখিলে যে আহোম ৰাজ্যৰ কাৰেং ঘৰৰ পকা ভেটি মানে ভাঙি গুৰি কৰিলে তেতিয়া পৰৰ ৰাজ্যত হস্তক্ষেপ নকৰা নীতি কেনিবা উৰাই পঠিয়ালে আৰু চট্টগ্ৰামত নিজৰ ৰাজ্যত মান সোমাইছে বুলি চেলু লৈ অসম দখল কৰি গজগজীয়া হৈ বহিলহি। পৰৰ ৰাজ্যত হস্তক্ষেপ নকৰা নীতি কেনিবা উৰাই ইংৰাজে মানক নিজ ৰাজ্যৰ পৰা খেদিযেই সন্তুষ্ট থাকিব লাগিছিল। ইয়াণ্ডাবু সন্ধিমতে অসম ইংৰাজৰ হাতলৈ যাব লাগে বুলি হিতা-হিত জ্ঞান থকা মানুহে নকয়।

"ইংৰাজে মান দেশৰ ৰজাৰে সন্ধি কৰি অসম দেশ লোৱাটো নিশ্চয় নীতি বিগৰ্হীত কাম হৈছিল। মান ৰজাই অসম ইংৰাজক দিবৰ অধিকাৰ নাই। সেই কথা ইংৰাজে বেছকৈ জানে। সেই দেখি নিজৰ গাৰ পৰা দোষ এৰুৱাবৰ নিমিত্তে ইংৰাজে পুৰন্দৰ সিংহ ৰজাক ৰাজ্য দি চালে। পুৰন্দৰ সিংহৰজাই বঙ্গৰ নবাবৰ নিচিনাকৈ প্ৰজাৰ ওপৰত পাশৱিক অত্যাচাৰ কৰিব জনাহৈঁতেন তেওঁৰ ওপৰত চাৰ্জ্জ কৰা খাজনাৰ টকা যেনে-তেনে আদায় দি ৰজাহে থাকিবলৈ ইচ্ছা কৰিলেহেঁতেন। কিন্তু যি প্ৰজাবৎসল ৰাজপৰিয়ালে প্ৰজাৰ নিমিত্তে নিজৰ নিজৰ সকলো ত্যাগ কৰি প্ৰজা পালন কৰিলে সেই ৰাজ পৰিয়ালৰ বংশ মৰ্য্যাদাই শেষ স্বৰ্গদেৱৰ অন্তৰত এই অনুমতি নিদিলে। এই ছলতেই ইংৰাজে দেশখন নিজৰ কৰি ল'লে। হোজা অসমীয়াৰ মনত ডাঠ হৈ বহি যোৱা বৰটী চাহাবে দেশ লোৱা উপাখ্যানটোৰ প্ৰকৃত অৰ্থলৈ চালে মিছা বুলি উৰাই দিব নোৱাৰি। ৰঘুমলাই "মাহী আই মোকো ঠাই এডোখৰ দিয়া" বুলি ঠাই লৈ ঘাই গছৰ

ওপৰত উঠি ঘাইগছ বোলোৱাৰ দৰে বণিয়া ইংৰাজেও দেশখন শুহি গিলি পেলালে। তেওঁলোকৰ গাত দোষ নাই, দোষ আমাৰ গাত হে। এনেকুৱা সুবিধা যদি আমি পাওঁ, আমিও সতকাই এৰি দিয়া বিধৰ ভকত নহওঁ। এতিয়া অসমীয়া ৰাইজৰ কৰ্ত্তব্য আলহী গবৰ্ণমেণ্টক বিদায় দি নিজৰ ঘৰ নিজে চম্ভালি খাবলৈ কাৰবাৰ কৰা। ইয়াকে কৰিবলৈ হ'লে আলহীক অসমীয়া ৰাইজে খোলাখোলিকৈ কৈ দিয়া উচিত, 'তোমালোকে আহোম ৰাজ্যৰ বেলি পৰাৰ পিছত গধূলি বেলিকা আহি ওলাইছিলাহি। গধূলিৰ অতিথি সাক্ষাৎ ঈশ্বৰ বুলি ভাবি লৈ তোমালোকক আমি যোৱা এশবছৰে ঈশ্বৰ দেখাৰ দৰে দেখিলোঁ। তোমালোকে অসময়ত আহি ওলালাহি। সময়ত অহা হ'লে আমাৰ কিজানি বস্তুত উপকাৰ হ'লহেতেন। তোমালোকে অৱতৰত আহি যিখিনি কৰিলা তাৰ বাবে আমি যোৱা এশ বছৰত যিমান খুৱালোঁ, যিমান পিন্ধালোঁ, আৰু সকলো সময়তে ঈশ্বৰ যেনকৈ যি সেৱা কৰিলোঁ, তাৰ উপৰি তোমালোকক তোমালোকৰ অহা বাট-খৰচ বুলি দিবলৈ একো বাকী নাই। আমাক নামুৱাকৈ যদি ভালে ভালে গ'লাহেঁতেন, তেনেহ'লে যোৱা খৰচ ফেৰাকে দিলোঁহেতেন, এতিয়া আকৌ দিবলৈ নাই। মানে-মৰাণে যিমান চুছিলে তোমালোকে তাতকৈ কম চোছা নাই। এতিয়া বিদায় হে দিব খোজোঁ, যোৱা যদি ৰসতে নাম ৰাখি ভালে ভালে যোৱা, আমাৰ আৰু খুৱাব-বুৱাবলৈ নাই।'

"অসমৰ ইতিহাস অসমৰ স্বাধীনতাৰ ওপৰত প্ৰতিষ্ঠিত। যোৱা এশ বছৰত অসম পৰাধীন হৈ যিমান তললৈ নামিল আৰু কোনোকালে সিমান নমা নাই। এই এশ বছৰত যশ-মান, ধন-বিত, সকলো গ'ল। ৰক্ষাকৰ্ত্তা, মা-বাপ গবৰ্ণমেণ্টৰ অনুগ্ৰহত বিদেশীয়ে অসমৰ প্ৰাকৃতিক সম্পদ সকলোকে অসমীয়াৰ হকে মাৰি, শুহি, গিলি ল'লেহি। অসমীযা আজি নিজৰ দেশত নিজে বিদেশী। দেশ কেউপিনে কঙাল হ'ল। এনে অৱস্থাত আজি অসমীয়া ৰাইজে মহাত্মা গান্ধীয়ে দেখুৱা শান্তিপূৰ্ণ অহিংস আন্দোলনৰ নিচিনা মুকলি বাটেদি গৈ নিজৰ ৰাজ্য নিজে চলাবলৈ ল'বৰ নিমিত্তে চেষ্টা কৰাটোৱেই তেওঁলোকৰ সকলোতকৈ আগ কাম। অসমীয়াৰ মুখে মুখে থকা "ৰাইজেই ৰজা" বোলা কথাষাৰৰ প্ৰকৃত অৰ্থ প্ৰকাশ কৰাকৈ কাৰ্য্য হাতত ল'বৰ নিমিত্তে এয়েই সময়। গোটেই ভাৰতে স্বাধীনতা লাভৰ নিমিত্তে সাজু হৈছে,— অসমে নিজৰ ন্যায়সঙ্গত দাবী কৰিবলৈ পাছ হোহঁকা কেতিয়াও উচিত নহয়।"

("অসমীয়া" ২ মাৰ্চ, ১৯৩০)

১৯৩০ চনত প্ৰকাশিত এই সম্পাদকীয় প্ৰবন্ধটোত বৃটিছ চৰকাৰক আলহী চৰকাৰ বুলি কোৱা হৈছিল। মানৰ আক্ৰমণত জুৰুলা হৈ অসমে বৃটিছৰ সহায় ভিক্ষা কৰাত অসমত বৃটিছ ঘৰ-গিৰিহঁত হ'ল। সম্পাদকীয়টোৰ কথা হ'ল এই আলহী বৃটিছ চৰকাৰে অসম এৰি গুচি যাব লাগে আৰু গিৰিহঁতক অৰ্থাৎ অসমবাসী ৰাইজক অসম গতাই দিব লাগে। প্ৰবন্ধটো লিখিছিল মোহন মহন্ত ডাঙৰীয়াই, সম্পাদক আছিল লক্ষ্মীনাথ ফুকন। ফুকনে এইটো "অসমীয়া"ৰ সম্পাদকীয় হিচাপে ছপাই দিছিল। প্ৰবন্ধটো ৰাজদ্ৰোহৰ অপৰাধত পেলাবলৈ তেতিয়াৰ আমোলাই চেষ্টা কৰিছিল, কিন্তু পাকত পেলাব নোৱাৰি 'অসমীয়া' জাতিৰ মুখবন্ধ কৰিবলৈ 'অসমীয়া'ৰ কণ্ঠ ৰোধ কৰিবলৈ অৰডিনেন্স (অধ্যাদেশ) জাৰি কৰিবলগা হ'ল। আৰু "অসমীয়া"লৈ হুকুম আহিল যে ২৫০০ টকা জামিন নিদিলে "অসমীযা" প্ৰকাশ কৰিব নোৱাৰিব। এনে অৰডিনেন্সৰ কাৰণে "অসমীযা" কাকতৰ প্ৰকাশ বন্ধ কৰিব লগা হৈছিল[৬] যদিও অসমীয়াৰ পৰিচালক মণ্ডলীয়ে জাতীয় আন্দোলনৰ সময়ত অসমৰ একমাত্ৰ জাতীযতাবাদী কাকত "অসমীয়া" বন্ধ নাৰাখিলে, অন্যায়ৰ প্ৰতিবাদ কৰিলে। জৰুৰী প্ৰেছ আইন মতে শাস্তি ভোগা কাকত "অসমীযা"ই বৃটিছ চৰকাৰৰ বিৰুদ্ধে জাতীযসত্তাৰ বিদ্ৰোহৰ প্ৰতিনিধিত্ব কৰিছিল। ইয়াৰ আগেযেও অসহযোগৰ আন্দোলনৰ সময়তে (১৯২২ চনত) আমোলাতন্ত্ৰৰ দমন নীতিৰ পয়োভৰ কালত উচ্চপদস্থ চৰকাৰী কৰ্মচাৰীযে দলে-বলে গৈ "উৎপাত কৰা আৰু জোতাৰে বৰপেটাৰ কীৰ্তন ঘৰ সোমাই তাক অপবিত্ৰ" কৰা বুলি প্ৰকাশ কৰা বাতৰি আৰু সেই সম্পৰ্কীয় চোকা আৰু নিৰ্ভীক সম্পাদকীয় মন্তব্যৰ কাৰণে কৰ্তৃপক্ষই সেইবিলাক কথা মিছা বুলি "অসমীয়া"ৰ ওপৰত মানহানিৰ মকৰ্দ্দমা কৰে। সুদীৰ্ঘকাল এই মকৰ্দ্দমা চলে আৰু অসংখ্য সাক্ষ্য প্ৰমাণ সংগ্ৰহ, অসমৰ স্থানীয় বহুত বিশিষ্ট আইনজ্ঞৰ নিয়োগ কৰাৰ উপৰিও কুমিল্লাৰ বিখ্যাত এডভোকেট শ্ৰীযুত অখিল চন্দ্ৰ দত্ত (ভাৰতীয় ব্যৱস্থা পৰিষদৰ ডেপুটি প্ৰেছিডেণ্ট আৰু জাতীয় দলৰ নেতা) প্ৰভৃতি আইনজ্ঞসকলক নিয়োগ কৰা ইত্যাদি কামত "অসমীয়া"ৰ গুৰিয়ালসকলৰ আৰু অনুষ্ঠানৰ বহুত হাজাৰ টকা খৰচ হয়। অন্তত ১৯২২ চনৰ মাজভাগত মকৰ্দ্দমাৰ ওৰ পৰে আৰু "অসমীয়া"ৰ সম্পাদকৰ ১০০০, এহেজাৰ আৰু প্ৰিণ্টাৰৰ ২৫০ টকা অৰ্থদণ্ড আৰু নিদিলে কাৰাদণ্ডৰ আদেশ হয়। "অসমীয়া"ৰ পৰিচালক মণ্ডলীয়ে অভিজ্ঞ সম্পাদক আৰু প্ৰিণ্টাৰক জেললৈ

পঠিওৱাতকৈ জৰিমনাকে দি দুগুণ উৎসাহেৰে জাতীয় সংগ্ৰামত "অসমীয়া"ক লিপ্ত ৰখাৰ স্থিৰ কৰিলে।

"অসমীয়া"ৰ বিৰুদ্ধে তোলা মানহানি গোচৰ আৰু ইয়াৰ ৰায়ৰ সবিশেষ পৰিশিষ্টত প্ৰকাশ কৰা হৈছে। উল্লেখযোগ্য যে স্বাধীনতা সংগ্ৰামত নিগৃহীত হৈ "অসমীয়া"ই জাতীয় আন্দোলনৰ গুৰি ধৰি আহিছিল। কাকতখন নহ'লে অসমত স্বাধীনতা আন্দোলন ইমান ব্যাপক হৈ নপৰিলহেঁতেন বুলি দিয়া মন্তব্যৰ যথাৰ্থতা বুজিব পাৰি। স্বাধীনতা আন্দোলনত কাকতখনৰ বৰঙণি অসমৰ জাতীয় ইতিহাসত স্মৰণীয় হৈ থাকিব। "অসমীয়া"ই "এহাতে অসম আৰু অসমীয়াৰ আৰ্থিক অৱস্থা, কৃষ্টি আৰু জাতীয় স্বাতন্ত্ৰ্যৰ উন্নতি সাধন কৰা আৰু আনহাতে বৃহত্তৰ সৰ্বভাৰতীয় জাতীয় ক্ষেত্ৰত তেওঁলোকক উপযুক্ত স্থান আৰু ভাগ দিয়াৰ কাৰণে কাকতৰ জন্মাৱধি চেষ্টা কৰি" অহাত অসমীয়া জাতি আৰু "অসমীয়া" কাকত একাত্ম হৈ পৰে। "অসমীয়া"ৰ বিৱৰ্তন অসমীয়া জাতিৰ বিৱৰ্তনৰ ইতিহাস। জন্মৰ সময়ত "অসমীয়া"ই ভাৰতক দিব খোজা মণ্টেগু চেমছ ফোৰ্ড শাসন সংস্কাৰৰ দিনৰ পৰা মহাত্মা গান্ধীৰ নেতৃত্বত আৰু পঞ্জাৱ কেশৰী লালা লাজপৎৰায়ৰ সভাপতিত্বত কংগ্ৰেছে সেই শাসন বৰ্জন কৰিবলৈ লোৱা আন্দোলনৰ সিদ্ধান্তত সহযোগ কৰি কাকতখনে অসমীয়া জাতিৰ স্বাধীন চেতনাৰ ধ্বজা ধৰি আহিছিল। এনে গুৰুত্বপূৰ্ণ ভূমিকা কাকতখন বন্ধ হোৱা দিনলৈকে (১৯৪৮ চন) চলি অহাত কাকতখনৰ প্ৰতিষ্ঠাতা চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰাণ প্ৰতিমাৰ সাকাৰ ৰূপ হিচাপে "অসমীয়া" কাকতখনক অসমীয়াই গণ্য নকৰি নোৱাৰিব। "অসমীয়া"ৰ বিৰুদ্ধে তৰা মানহানিৰ গোচৰৰ সময়ত কাকতখনে অসমবাসী ৰাইজৰ পৰা অভূতপূৰ্ব সঁহাৰি আৰু সহায় পাইছিল। কাকতখনে এনেদৰে ৰাইজলৈ গোহাৰি জনাইছিল ঃ

"ৰাইজে নখ জোকাৰিলে নৈ বয়

"আজি সেযেহে আপোনালোকৰ সেৱক "অসমীয়া"ই আপোনালোকৰ ওচৰত হাত পাতিছে। আশা আছে আপোনালোকে "অসমীয়া"ক শুদা হাতে ওলোটাই নপঠিয়াব।

"আজি প্ৰায় চাৰি বছৰকাল আপোনালোকৰ পৰা "অসমীয়া"ই যথেষ্ট আদৰ-সমাদৰ পাই আহিছে। কিন্তু সেই অনুপাতে "অসমীয়া"ই আপোনালোকৰ কামত লাগিব পাৰিছেনে নাই সন্দেহ। চেষ্টাৰ হ'লে ত্ৰুটি কেতিয়াও কৰা নাই। দেশৰ আৰু সমাজৰ সেৱাত বিপদ-আপদলৈও "অসমীয়া"ই ভ্ৰূক্ষেপ কৰা নাই। এইবাবেই আজি "অসমীয়া"ৰ একৰকম মহা দুৰ্দ্দিন বুলিব লাগে। দহজনৰ হাতলৈ চাওঁতে এজন দুজনৰ জেওৰা লাগিবৰে কথা। সঁচাকৈয়ে সেয়ে হ'ল। তাৰ ফলস্বৰূপে বৰ্ত্তমান "অসমীয়া"ৰ ওপৰত যি গোচৰ চলিছিল তাত এতিয়ালৈকে ৪,০০০ মান টকা যে ভগন হ'লেই, আৰু যে কিমান হয় তাৰে বা ঠিক কি? কিন্তু সেই বুলি ইমানতে "অসমীয়া"ই কঁকাল পেলাব বুলি কোনেও যেন স্বপ্নটো মনত ঠাই নিদিয়ে। এনেকৈ ডাঠি কোৱাৰ কাৰণ এয়ে যে— "আপোনালোকৰ সহায় আশীৰ্বাদ এই সময়ত "অসমীয়া"ই কেতিয়াও নোপোৱাকৈ নাথাকে । এনে বিপদত পৰিলেও চহকী দেশৰ চহকী কাকতেও কেতিয়াবা ৰাইজৰ পৰা পইচা তুলিহে তৰণী পায়। সেইদেখি আপোনালোকৰ ওচৰত "অসমীয়া"ৰ এয়ে নিবেদন যেন আপোনালোকৰ প্ৰত্যেকেই দুই-চাৰিজনকৈ গ্ৰাহক দি যথাসাধ্যে আৰ্থিক দানেৰে "অসমীয়া"ক সহায় কৰে। আমাৰ মানুহে কয়— তেজ ধুলে উটে কিন্তু মঙহ ধুলে নুটে— এই কথাফাকিৰ একো মূল্য নাইনেকি? আপোনালোকেইটো "অসমীয়া"ৰ সকলো,— আপোনালোকত বাজে 'অসমীয়া'ৰ আৰু কেৰোঁ নাই। আমাৰ দুখীয়া দেশৰ একেখন মাথোঁ বাতৰি কাকত। তাক পোহপাল দিয়াটো আপোনালোকৰ সকলোৰে এটা কৰিবলগীয়া কাম নহয় জানো?

"আপোনালোকৰ বল পালে অসমীয়াক আৰু একো নালাগে। "অসমীয়া" আগেযেও লক্ষ্য ভ্ৰষ্ট হোৱা নাই, আগলৈও যে নহয় এই কথা ধ্ৰুৱ।"

| | |
|---|---|
| **চন্দ্ৰকুমাৰ আগৰৱালা** | **ধীৰেন্দ্ৰ নাথ আগৰৱালা** |
| **গঙ্গাৰাম চৌধুৰী** | **ডাইৰেক্টৰ সকল** |
| **মহীন্দ্ৰ ৰাম খাউণ্ড** | **আসাম প্ৰিণ্টাৰ্ছ এণ্ড** |
| | **পাব্লিচাৰ্ছ লিমিটেড** |

"অসমীয়া" ২৮ জুন, ১৯২২ চন, ডিব্ৰুগড়।

ৰাইজে দিয়া বৰঙণিৰ স্বীকৃতি দিয়া হৈছিল ঃ

## "অসমীয়ালৈ দান"

"আমাৰ ওপৰত অলপতে যি মানহানিৰ গোচৰ হৈ গ'ল তাৰ লেঠা এতিয়াও ছিগা নাই। এই গোচৰত আমাৰ যে ভালেমান ধন ভগন হ'ব, এই কথা ধ্ৰুৱ, কিন্তু আশা আছে এনে সময়ত আমাৰ সদাশয়— গ্ৰাহক, পাঠকসকলে আমাক শক্তি অনুসৰি টকা কড়িৰে সহায় নকৰাকৈ নাথাকে। ইয়াকে ভাবি এই অৰ্থে এটি পুঁজি খোলা হৈছে— এই পুঁজিলৈ যি দান পোৱা যাব তাক

স্বীকাৰ কৰি আমি দাতাসকলৰ নাম যথা নিয়মে কাকতত প্ৰকাশ কৰিম।"
("অসমীয়া", ৬ আগষ্ট, দেওবাৰ
১৯২২ চন, পৃষ্ঠা- ৩)

ইতি
সম্পাদক— "অসমীয়া", ডিব্ৰুগড়
(প্ৰাপ্তিস্বীকাৰ)

আগৰ জমা— ৬১,
শ্ৰীযুত কেৰেট চন্দ্ৰ বৰা, চেলেংহাট— ১,
সৰ্বমুঠ— ৬২।

## শ্ৰমিক সংগ্ৰামেই স্বাধীনতাৰ সংগ্ৰাম

প্ৰথম মহাযুদ্ধৰ শেষ নোহোৱা পৰ্যন্ত কংগ্ৰেছে প্ৰকৃতপক্ষে শ্ৰমিকসকলৰ সামাজিক অৰ্থনৈতিক সংস্কাৰমূলক কাৰ্যপন্থাৰ ওপৰত গুৰুত্ব দিয়া নাছিল। কিন্তু সুৰমা উপত্যকা ৰাজনৈতিক সন্মিলনে (১৯২০ চনৰ ১৯-২০ ছেপ্টেম্বৰ) কংগ্ৰেছৰ ঘোষিত নীতিৰ বিপৰীতে প্ৰস্তাৱ গ্ৰহণ কৰে যে চাহ শ্ৰমিকসকলে ইউৰোপীয় মালিকৰ লগত অসহযোগিতাৰ কাৰ্যসূচী গ্ৰহণ কৰিব লাগে। পিছত কংগ্ৰেছৰ নিখিল ভাৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছ স্থাপন কৰা হৈছিল যদিও চাহ শ্ৰমিকৰ মাজত ইয়াৰ কাৰ্যসূচীয়ে বিস্তাৰ লাভ কৰিব পৰা নাছিল। কিন্তু কংগ্ৰেছী নেতাসকলে শ্ৰমিকসকলৰ সমস্যাৰ প্ৰতি আগ্ৰহী হৈ পৰিছিল আৰু সুৰমা উপত্যকা প্ৰস্তাৱে তেওঁলোকক প্ৰভাৱান্বিত কৰা বুলি ক'ব পাৰি। পিছলৈ চাহবাগিছাবিলাকৰ একাংশ শ্ৰমিকৰ অভাৱ সম্বন্ধীয় দাবীত ধৰ্মঘট আদি হৈছিল আৰু সেইবিলাক সফলো হৈছিল। পিছত ১৯২১-১৯২২ চনৰ গান্ধীজীৰ অসহযোগ আন্দোলনে চাহ বাগিছাবিলাকৰ ওপৰত বিশেষ প্ৰভাৱ পেলাইছিল। কিন্তু অসমত ত্ৰিছ দশক পৰ্যন্ত কোনো ধৰণৰ ট্ৰেড ইউনিয়ন সংগঠন পঞ্জীভূত নোহোৱাটো আৰু তৎসত্বেও শ্ৰমিকৰ দাবী পূৰণৰ আন্দোলন অব্যাহত থকাটো মন কৰিবলগীয়া বিষয়।[৭]

পিছলৈ চাহ শ্ৰমিকসকলৰ আন্দোলনে সংগঠিত ৰূপ ধাৰণ কৰে। "অসমীয়া"ই সম্পূৰ্ণ নিৰপেক্ষভাৱে চাহ শ্ৰমিকসকলৰ অভাৱ-অভিযোগৰ ওপৰত আলোকপাত কৰি আহিছিল। 'Planters Raj' ৰ দৰে শব্দ "অসমীয়া"ই সংচালনি কৰিছিল।

ঔদ্যোগিক বিকাশ নোহোৱাত উপনিবেশিক সীমাবদ্ধতাৰ মাজত চাহ শ্ৰমিকসকলে দাসবিলাকৰ দৰেই কাম কৰি যাবলৈ বাধ্য হৈছিল। কিন্তু তেওঁলোকৰ সংগ্ৰামৰ বাণীয়ে তেওঁলোকৰ ক্ষেত্ৰৰ অবধি চেৰাই সৰ্বত্ৰ বিয়পি পৰিছিল। লেনিনৰ কথাষাৰ আমাৰ ইয়াত সত্য বুলি প্ৰতিপন্ন হৈছিল। লেনিনে কৈছিল, "Only the Economists of sad memory believed that workers party slogan s are advanced only for the workers, These slogans are advance for the whole working population, for the whole population" চাহ শ্ৰমিকসকলৰ উপৰি ৰেল, ধুবুৰীৰ মেচ ফেক্টৰী, ডিগবৈৰ তেল কোম্পানীৰ বনুৱাৰ ধৰ্মঘটে খাটি খোৱাসকলৰ ন্যায় দাবী তথা শৃংখল মুক্তিৰ আন্দোলনে স্বাধীনতা সংগ্ৰামক অৰ্থবহ কৰি তুলিছিল।

অসমৰ ধুবুৰীত থকা ছুইডেনৰ পুঁজিপতিৰ মেচ ফেক্টৰীৰ সংগঠিত বনুৱাৰ ধৰ্মঘট (১৯৩৬ চনৰ ১৪ ডিচেম্বৰ) সম্পৰ্কত "অসমীয়া"ই লিখিছিল ঃ

"আমাৰ অসমত যে আজি ৫ পাঁচ মাহ ধুবুৰীৰ মেচ ফেক্টৰীৰ প্ৰায় চাৰিশ দুৰ্ভগীয়া বনুৱাৰ কাৰখানাৰ মালিকসকলৰ ওপৰত নানান উৎপীড়নমূলক অভিযোগ কৰি ধৰ্মঘট কৰি আছে, অসমৰ প্ৰধানমন্ত্ৰী ছাৰ শ্বাদুল্লা ছাহাবে তাৰ কিবা গম পায় নে আৰু তাৰ প্ৰতিকাৰৰ কথা কিবা ভাবিছেনে? কিম্বা তেওঁ তেওঁৰ মন্ত্ৰীসভা স্থায়ী কৰাৰ উপায় উদ্ভাৱনতে ব্যস্ত? অসমত আন প্ৰদেশৰ দৰে কোনো শক্তিশালী শ্ৰমিকপ্ৰতিষ্ঠান বা ট্ৰেড ইউনিয়ন নাই। হ'বৰ সুবিধা নাই। যিবা অসম লেবাৰ এছচিয়েছন নামে শ্ৰমিক প্ৰতিষ্ঠান এটা পতা হৈছিল, তাৰ ওপৰতো গবৰ্ণমেণ্ট ৰুষ্ট। অসমৰ জনসাধাৰণ আৰু নেতৃস্থানীয় লোকসকল অসমৰ এই বিৰাট শ্ৰমিক সমস্যাৰ প্ৰতি উদাসীন। এনেস্থলত এই দুৰ্ভগীয়া শ্ৰমিকসকলৰ উপায় কি? আমাৰ কাউন্সিলাৰসকল আৰু অন্যান্য নেতৃস্থানীয়সকলে এই বিষয়ে অলপ চকু মেলি চাব নে?"

ডিগবৈৰ ধৰ্মঘটত ১০ হাজাৰ শ্ৰমিকৰ ভৱিষ্যৎ জড়িত হৈ পৰিছিল। জৱাহৰলাল নেহৰুৱে অসম অয়ল কোম্পানীৰ বনুৱা শোষণ নীতিৰ কঠোৰ সমালোচনা কৰিছিল। অসম ৰাইফল বাহিনীয়ে গুলী চলাই ৩ জন শ্ৰমিকক হত্যা কৰাত পৰিস্থিতি জটিল হৈ পৰে। এই হত্যাকাণ্ডৰ বিষয়ে দণ্ডাধীশ বাবু পবিত্ৰ নাথ দাসৰ তদন্তৰ প্ৰতিবেদন সম্পৰ্কত ঘোৰ সন্দেহ প্ৰকাশ কৰি "অসমীয়া"ই কৈছিল যে এনে পক্ষপাতিতামূলক প্ৰতিবেদন গ্ৰহণ কৰি থ'লে দেশবাসীৰ বিক্ষোভ আৰু শংকা কেতিয়াও দূৰীভূত নহ'ব বুলি আমি জোৰেৰে কওঁ। ("অসমীয়া" ২৭ মে', ১৯৩৯ চন)

সুদীৰ্ঘ দিন ধৰি চলা এই আন্দোলন সম্পৰ্কত "অসমীয়া"ই বিভিন্ন পৰ্যায়ত সম্পাদকীয় মন্তব্য কৰাৰ

উপৰি এই বিষয়ে সকলো ধৰণৰ বা-বাতৰি চকুত পৰাকৈ পৰিবেশন কৰি ইয়াৰ সপক্ষে জনমত গঢ়ি তুলিছিল বাবেই আন্দোলনত সকলো জড়িত হোৱা যেন হৈছিল। এই বনুৱাসকলৰ সাহায্য সমিতিত বিভিন্ন পৰ্যায়ৰ লোক জড়িত হৈছিল আৰু তেওঁলোকে "অসমীয়া"ৰ যোগেদি আৰ্থিক সাহায্যৰ বাবে আবেদন কৰিছিল। বিশজন বিশিষ্ট নেতা কৰ্মীৰ নামত "অসমীয়া"ত প্ৰকাশ পোৱা গোহাৰিত শংকৰ চন্দ্ৰ বৰুৱা, সম্পাদক হেমচন্দ্ৰ বৰুৱা (সভাপতি প্ৰাদেশিক কংগ্ৰেছ কমিটী) আদি জড়িত আছিল। ইয়াত তেতিয়া কংগ্ৰেছী নেতা হিচাপে পৰিচিত কেদাৰনাথ গোস্বামী আছিল। পিছত তেওঁ বনুৱা নেতা বুলি পৰিগণিত হৈছিল। "অসমীয়া"ই ডিগবৈৰ সংগ্ৰামক প্ৰকৃত স্বাধীনতাৰ সংগ্ৰাম বুলি গণ্য কৰাটো অসমীয়া সাংবাদিকতা দৃষ্টিভংগীৰ এক পৰিপক্কতাৰ পৰিচায়ক। বিদেশী পুঁজিৰ পৰা মুক্তি পোৱাৰ সংগ্ৰামক কাকতখনে স্বাধীনতা সংগ্ৰাম বুলি ধৰি লৈ যথেষ্ট গুৰুত্ব সহকাৰে মৰ্যাদা দিছিল। আৰু ই অসমীয়া সাংবাদিকতাৰ সজাগতাৰো চিন। কাকতখনত এনে বাতৰিয়ে প্ৰাধান্য পাইছিল, "আমি ইমান দিনে যি স্বাধীনতাৰ কথা শুনি আহিছিলো, তাৰ এখন সংগ্ৰাম অসমত আৰম্ভ হৈছে। ই আমাৰ মুক্তিৰ সংগ্ৰাম। এই সংগ্ৰামত জয়ী হ'লে আমি মুক্তিৰ পথত আৰু এখোজ আগ বাঢ়িম।" বনুৱাসকলৰ সাহায্যাৰ্থে কলিকতাত বহা বিৰাট ৰাজহুৱা সভাৰ বাতৰি। ("অসমীয়া" ১০ জুন, ১৯৩৯ চন)

শিৱ প্ৰসাদ বৰুৱাই প্ৰতিষ্ঠা কৰা সাদিনীয়া 'বাতৰি'খনকে দিনেকীয়া কৰি প্ৰকাশ কৰাটো আছিল অসমবাসীৰ পক্ষে সবাতোকৈ 'ৰঙৰ বাতৰি'।[৮] যোৰহাট নগৰৰ পৰা আঠ মাইল নিলগত থকা ৰায়বাহাদুৰ শিৱ প্ৰসাদ বৰুৱাৰ জন্ম ঠাই ঠেঙালৰ পৰা ১৮৫৭ শকৰ ২৭ ফাগুন সোমবাৰে (১৯৩৫ চনৰ ১২ আগষ্ট তাৰিখে) অসমৰ প্ৰথমখন নিয়মীয়া দৈনিক সংবাদপত্ৰ প্ৰকাশ পোৱাটো অসমৰ সাংবাদিকতাৰ ইতিহাসত স্মৰণীয় দিন নিশ্চয়। ইয়াৰ আগতে ১৯৩৫ চনৰ ২০ জুলাই তাৰিখত যোৰহাটৰ পৰা 'দৈনিক নগৰৰ কথা' মফজ্জল হোসেনৰ সম্পাদনাত ওলাইছিল। লক্ষ্মীনাথ ফুকনে এইখনক বুলেটিন বুলি আখ্যা দিছে। নামে-গাৱে আৰু কথাই-বতৰাই দৈনিক বাতৰিকাকত হিচাপে অসমবাসীয়ে সমাদৰ জনোৱা সত্ত্বেও 'বাতৰি' মাত্ৰ এবছৰ চলি বন্ধ (১৯৩৬ চন) হোৱাত অসম অসমীয়া দৈনিক মুখপত্ৰৰ পুনৰ অভাৱৰ শূলী হ'ল। কোৱাই বাহুল্য, কাকতখনৰ কমসংখ্যক প্ৰচলন (চাৰ্কুলেছন) আছিল যদিও (আঢ়ৈ হাজাৰতো বেছি নহয় বুলি কোৱা হৈছে) ভাৰতীয় ৰাজনীতিত নৰমপন্থীসকলে গ্ৰহণ কৰা দৃষ্টিভংগীৰ দৰেই কাকতখনে তেনে মত লৈ সেই অনুসাৰে চলিছিল। কিন্তু কাকতখনে অসমীয়া ডেকাশক্তিৰ দেশাত্মবোধ পুনৰ্জীৱিত কৰি তোলাত বৰঙণি যোগোৱা বুলি কাকতৰ লগত জড়িত থকা বেণুধৰ শৰ্মাই দিয়া মন্তব্য উল্লেখযোগ্য। সেই দৃষ্টিকোণৰ পৰাই কাকতখন কম সময়তে বন্ধ হৈ যোৱাটো অসমৰ বাবে ডাঙৰ ক্ষতি। উজনিৰ গাওঁ অঞ্চলৰ পৰা এখন দৈনিক কাকত সেই সময়ত প্ৰকাশ কৰাৰ সাহসৰ কথা ভাবিলে আৰু লগতে তেতিয়াই এছোছিয়েটেড প্ৰেছ (এ. পি.) আৰু ৰয়টাৰ নামৰ ইংৰাজী প্ৰতিষ্ঠানৰ বাতৰি নিয়মীয়াকৈ ব্যৱহাৰ কৰি অসমীয়াই কাকত চলোৱা ব্যৱসায়ৰ লগতে বৃত্তিমূলক কৃতিত্বৰ বাবে প্ৰয়াস পোৱা দৃষ্টান্তলৈ মন কৰিলে আজিও বুকু ডাঠ হৈ যায়। ক'ব পাৰি অসমীয়া ই বাতৰিকাকতক ব্যৱসায়ত জনসেৱাৰ সফল মাধ্যম কৰি গঢ়ি তুলিবলৈ যত্নৰ ক্ৰটি কৰা নাছিল।

তথাপিতো কাকতখন সৰহকাল চলিব নোৱাৰিলে। কাকতৰ স্বত্বাধিকাৰী ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ অকাল বিয়োগো অন্যতম কাৰণ হোৱা সম্ভৱ। 'বাতৰি'ৰ পিছত দুই-চাৰিখন সাদিনীয়া, মাহেকীয়া আলোচনী চলি থাকিলেও এইবিলাকে পূৰ্ণাংগ সাপ্তাহিক বা দৈনিক সংবাদপত্ৰৰ অভাৱ পূৰ কৰিব নোৱাৰাই স্বাভাৱিক। সেই বাবে এখন সময়োপযোগী দৈনিক সংবাদপত্ৰ প্ৰকাশৰ ব্যৱস্থা কৰাটো অসমবাসীৰ পক্ষে ডাঙৰ প্ৰত্যাহ্বানস্বৰূপ হ'ল। দৈনিক সংবাদপত্ৰৰ লগতে অসমৰ এখন বিশ্ববিদ্যালয় নোহোৱাটো অস্তিত্ব ৰক্ষাৰ ক্ষেত্ৰত একে পৰ্যায়ৰ অভাৱ যেন হৈ পৰিল। সেই সময়ছোৱাত চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা আৰু জাতি গঠনত গুৰুত্বপূৰ্ণ বৰঙণি যোগাই সমগ্ৰ অসমবাসীৰ আপোন হৈ পৰা সাদিনীয়া "অসমীয়া"নো যুদ্ধৰ সমস্যাত পেপুৱা লাগি বন্ধ কৰি দিব লগা হোৱাত লেখৰ সংবাদপত্ৰ নোহোৱাই হ'ল। বিশ্ববিদ্যালয়ৰ অভাৱ দূৰ কৰিবলৈ পৰিকল্পনা গ্ৰহণ কৰি ইয়াৰ সমৰ্থনত লুইতৰ পাৰত টৌৱে আফালি যোৱা পৰিবেশ ৰচনা কৰাৰ ক্ষেত্ৰত অন্যতম কাণ্ডাৰী হৈ পৰা মাধৱচন্দ্ৰ বেজবৰুৱাই (ডেকাবেজ) সংবাদপত্ৰৰ অভাৱ দূৰ কৰাৰ বাবেও পৰিকল্পনা কৰিছিল।

এই প্ৰচেষ্টাত শ্ৰীশ্ৰীদক্ষিণপাটীয় আৰু শ্ৰীশ্ৰীআউনী-আটীয় সত্ৰাধিকাৰসকলৰ আশীৰ্বাদ পোৱা বুলি ডেকাবেজে সাদিনীয়া 'বাঁহী'ত 'বাইজলৈ একেষাৰ' শিতানত এই বুলি লিখিছিল—"অসমত এখনি দৈনিক অসমীয়া স্থাপনৰ সংকল্পত ব্ৰতী হৈ আৰু যোৱা বছৰটো

প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভেটি বন্ধাৰ বাবদ নিজৰ শৰীৰ-স্বাস্থ্যলৈ অলপো লক্ষ্য নকৰি সাধ্যাতীতভাৱে গা এৰি দিয়াত বৰ্তমান আমাৰ স্বাস্থ্য একেবাৰে ভাগি পৰিছে আৰু আমি শয্যাশায়ী হৈ পৰিছোঁ। শ্ৰীশ্ৰীদক্ষিণপাটীয় আৰু শ্ৰীশ্ৰীআউনীআটীয় সত্ৰাধিকাৰসকলৰ পৰা আশীষ-নিৰ্মালী লাভ কৰিও দৈনিক কাকতৰ সেই পৰিকল্পনা এৰি দিবলৈ বাধ্য হৈছোঁ।" (বাঁহী, ১৮৬৭, ২১ ভাদ সংখ্যা)

সাদিনীয়া বাঁহীৰ 'বিশেষ ঘোষণা'তো সম্পাদক মাধৱ বেজবৰুৱাই অসমীয়া ৰাইজৰ কেইবাটাও অভাৱ আমাৰ চকুত পেলায় আৰু 'এটা-এটাকৈ সকলোখিনি মোচন কৰিবলৈ আমি মন মেলো' বুলি কৈ দিনেকীয়া কাকতৰ পৰিকল্পনা এৰি সাদিনীয়া 'বাঁহী'কে সুন্দৰকৈ উলিয়াবলৈ লয়। কিন্তু তেওঁ উল্লেখ কৰা অভাৱ আৰু জাতীয় গ্লানি থিতাতে দূৰ নোহোৱা দেখি তেওঁ সাদিনীয়া বাঁহীৰ পাতত 'দৈনিক বাতৰি কাকত' শীৰ্ষক এটা সম্পাদকীয় লিখিছিল। ইতিপূৰ্বে সাংবাদিক সন্মিলনৰ যোগেদি অসমৰ সাংবাদিকসকলেও সংবাদপত্ৰৰ দাবী উত্থাপন কৰিছিল। স্বৰ্গীয় গোপীনাথ বৰদলৈয়ে তেতিয়া এক বিবৃতিযোগে এই মৰ্মে খেদ প্ৰকাশ কৰিছিল। ডেকাবেজৰ সাদিনীয়া বাঁহীৰ ১৮ জেঠ সংখ্যাত এই বিবৃতি আৰু উক্ত সম্পাদকীযত তাৰ উল্লেখ আছে। গোপীনাথ বৰদলৈয়ে কৈছিল— "অসমত দৈনিক কাকতৰ অভাৱ মোৰ দৰে কোনোৱে অনুভৱ কৰা নাই। মই আত্মনিৰ্ভৰশীলতাত বিশ্বাস কৰোঁ। অসমৰ সমস্যাবোৰৰ সমালোচনা আৰু সমাধানৰ কাৰণে আন প্ৰদেশৰ বাতৰিকাকতৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাটো অসহনীয় কথা। অসমত দৈনিক বাতৰিকাকত এখন প্ৰতিষ্ঠাৰ কাৰণে মই যথাসাধ্য সহায় কৰিবলৈ সাজু আছোঁ। কিন্তু বাতৰিকাকতৰ উদ্দেশ্য ব্যৱসায় কৰি ধন ঘটা হ'ব নালাগে— হ'ব লাগে ৰাইজৰ সেৱা। তাৰ বাবে আৱশ্যক হ'লে কষ্ট স্বীকাৰ কৰিবলৈকো সাংবাদিকসকলৰ সাহ হ'ব লাগে।"

বাঁহীৰ সম্পাদকীয়ত বেজবৰুৱাই লিখিছিল এনেদৰে : "অসমৰ এখন দৈনিক বাতৰি কাকত নাই— এই অভাৱ লৈ আমি সদায় দুখ-বেজাৰ কৰি আহিছোঁ, বিদেশত মুখ উলিয়াব নোৱৰা হৈছোঁ আৰু লগে লগে আমাৰ সুকীয়া সমস্যাবোৰৰ আঙমতে আন্দোলন গঢ়ি তুলিবলৈ আমাৰ ডাঙৰ অস্ত্ৰ এখনৰ অভাৱ প্ৰতিক্ষণে অনুভৱ কৰি আহিছোঁ। সিদিনা গুৱাহাটীত বহা সাংবাদিক সন্মিলনে এই বিষয়ে যি প্ৰস্তাৱ লৈছে সি সময়োপযোগীয়েই হৈছে। এতিয়া দেশবাসীয়ে সেই কাম হাতত লোৱাৰহে কথা। দেশনেতা শ্ৰীযুত গোপীনাথ বৰদলৈ ডাঙৰীয়াই সেই উপলক্ষে যিটো বক্তৃতা দিলে সিয়ো বিশেষকৈ লক্ষ্য কৰিবলগীয়া।

"আমাক এখন দৈনিক কাকত লাগে— সেই বুলি সেই দৈনিক কাগজ কেইখনমান বা কোনো ব্যক্তি বিশেষৰ ধন ঘটাৰ থলি সুবিধা কৰি দিবলৈ বা সেই বাতৰিকাকতৰ যোগেদি গভৰ্ণমেণ্টৰ ওচৰত প্ৰতিপত্তি ৰাখি তাৰ যোগেদি বিশেষ সুবিধা লাভ কৰিবলৈ এটা ব্যৱস্থা কৰা সকলৰ দ্বাৰা স্থাপিত হ'লে দেশৰ প্ৰকৃত কল্যাণ নহ'ব। সি হ'ব লাগিব ৰাইজৰ সেৱাৰ কাৰণে। দেশৰ স্বাৰ্থ, জাতিৰ স্বাৰ্থ আগ কৰি যি আগবাঢ়িব তেনে বাতৰিকাকতেহে আমাৰ প্ৰকৃত অভাৱ মোচন কৰিব। শ্ৰীযুত বৰদলৈ ডাঙৰীয়াই ঠিকেই কৈছে যে বাতৰিকাকতৰ উদ্দেশ্য ব্যৱসায় কৰি ধন ঘটা হ'ব নালাগে— হ'ব লাগে ৰাইজৰ সেৱা। উদ্বোধনী বক্তৃতাত ফকৰুদ্দিন আহমদে তেনে ভাৱতেই কৈছে : 'মোৰ বোধেৰে বাতৰিকাকতৰ পৰিচালনাৰ উদ্দেশ্য হ'ব লাগে দলগত ৰাজনীতিৰ পৰা মুক্ত হৈ দেশ আৰু দহৰ সেৱা কৰা।"

অসমত দৈনিক বাতৰিকাকত নোহোৱা কথাটোলৈ লক্ষ্য কৰি সবল জনমত গঢ়ি তোলাৰ স্বাৰ্থত 'জয়ন্তী' মাহেকীয়া আলোচনীত সম্পাদকীয় মন্তব্যযোগে এনেদৰে কোৱা হৈছিল : "যোৱা ১৪ মে' তাৰিখে গুৱাহাটীত বহা অসম বাতৰিজীৱী সংঘই এটা অতি আৱশ্যকীয় বিষয় লৈ ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছে। অসমত এখন দৈনিক বাতৰিকাকত নথকাটো এটা দুখ লগা জাতীয় দৈন্য। অসমৰ জাতীয় জীৱনৰ বৰ্তমান সন্ধিক্ষণত যেতিয়া প্ৰতিমুহূৰ্তেই অসমীয়া ৰাইজ সতৰ্ক হৈ থাকিব লগা হৈছে সেই সময়ত অসমৰ নিচিনা এখন প্ৰদেশত দৈনিক বাতৰিকাকত এখন নথকাটো কিমান শোচনীয় তাক কোনে অনুভৱ নকৰি পাৰে! তদুপৰি অসমৰ চুবুৰীয়া বঙ্গদেশৰ এচাম নেতাৰ স্বাৰ্থ অসমৰ জাতীয় জীৱনৰ প্ৰতিকূলে যোৱাত এই অভাৱ আৰু মাৰাত্মক হৈ দেখা দিছে। এতেকে এই সময়ত আমাৰ জনমতৰ প্ৰতিধ্বনি তুলিবলৈ অন্ততঃ এখন জাতীয় দৈনিক নহ'লে অসমৰ ভালেখিনি জাতীয় স্বাৰ্থ প্ৰৱঞ্চিত হ'ব। অসম বাতৰিজীৱী সংঘই অচিৰতে অন্ততঃ দুখন দৈনিক কাকত, এখন ইংৰাজী আনখন অসমীয়া প্ৰকাশ কৰাৰ উদ্দেশ্যে প্ৰস্তাৱ গ্ৰহণ কৰি দেশবাসীৰ ওচৰত যি গোহাৰি জনাইছে আমি তাক সৰ্বান্তঃকৰণে সমৰ্থন কৰোঁ। আমি ঘুনুক-ঘানাককৈ শুনিবলৈ পাইছোঁ অসমীয়া দুই-এগৰাকী ব্যৱসায়ীয়ে হেনো এই বিষয়ে ইতিমধ্যে কথাটো অলপ সক্ৰিয়ভাৱে আলোচনা কৰিবলৈ লাগি গৈছে। অতি সুখৰ খবৰ।

"অসমত প্ৰথমতে দৈনিক কাকত প্ৰকাশ কৰিলে হয়তো কিছু দিনলৈ লাভ নহ'বও পাৰে। সেই বাবে ব্যৱসায়ৰ ফালৰ পৰা বাতৰিকাকত বৰ লাভজনক যেন নালাগিব পাৰে। কিন্তু অসমৰ জাতীয় অস্তিত্ব, অসমীয়া ৰাইজৰ আশা অকল ব্যৱসায় বুদ্ধিৰ গাতে শোধাই থৈয়ে জানো চিৰদিন চলি থাকিব ? সেই বাবে আমাৰ বোধেৰে অসমত দৈনিক কাকত চলাবলৈ হ'লে প্ৰথমতে এটা ৰাইজৰ আস্থাভাজন ট্ৰাষ্টবোৰ্ড গঠন কৰি লোৱা যুগুত। তাৰ পিছত লিমিটেড কোম্পানীৰ আদৰ্শেৰে অন্ততঃ তিনি লাখ টকাৰ অংশ সদ্যহতে বেচাৰ বন্দৱস্ত কৰা উচিত। অসমীয়া ৰাইজৰ কিনা শক্তিৰ অনুপাতে অংশৰ নিৰিখ যিমান কমাই ধৰিব পাৰি তালৈ লক্ষ্য ৰখা এই ট্ৰাষ্ট বোৰ্ডৰ উচিত হ'ব। আমি ভাবোঁ অসমীয়া ৰাইজে এনে দৰৰ কোনো আঁচনিত অতি আনন্দেৰে সহযোগ দিব। তেতিয়া এনেকুৱা কাকতখনো ৰাইজৰ আপোন হৈ পৰিব আৰু সি কোনো দিনে ৰাজহুৱা স্বাৰ্থৰ প্ৰতি ধনিষ্ঠামানো উদাসীন হৈ থাকিব নোৱাৰিব। অসমত দৈনিক বাতৰিকাকত এখন লাগে ই এটা জাতীয় দাবী আৰু সি যে অসমীয়া ৰাইজৰ হে হ'ব লাগিব সিও তেনেই ফটফটীয়া কথা।" ('জয়ন্তী' ৭ম বছৰ, ২য় সংখ্যা, জেঠ, ১৮৬৭ শক)

এইখিনিতে উল্লেখ কৰিব পাৰি যে অসমৰ সম্পাদক আৰু সাংবাদিকসকলেও দৈনিক সংবাদপত্ৰ নোহোৱাত গভীৰ উদ্বেগ প্ৰকাশ কৰিছিল আৰু শীঘ্ৰে এখন দৈনিক সংবাদপত্ৰ প্ৰকাশ কৰিবলৈয়ে অসমবাসীৰ প্ৰতি আহ্বান কৰিছিল। এই মৰ্মে গুৱাহাটী কামৰূপ একাডেমীত বহা সম্পাদক আৰু সাংবাদিক সন্মিলনে এনে সংবাদ প্ৰকাশ কৰিবলৈ আহ্বান জনাই প্ৰস্তাৱ গ্ৰহণ কৰিছিল। সন্মিলনখনৰ সভাপতি আছিল শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা আৰু সন্মিলন মুকলি কৰিছিল ফখৰুদ্দিন আলী আহমদে, দেৱকান্ত বৰুৱা এই সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল।

১৯৪৫ চনৰ ১৮ মে' তাৰিখে আছাম ট্ৰিবিউন কাকতত সন্মিলনৰ বাতৰিটো এনেদৰে প্ৰকাশ পাইছেঃ

Assam Editors in conference/ Stress on need of a Daily.

Guahati, May 15—

The Assam Editors and Journalists Conference met yesterday in the Kamrup Academy Hall. Mr. Harendranath Baruah, former Editor of 'Assaimya' presided. Mr Fakharuddin Ali Ahmed, ex-minister, performed the opening ceremony.

In opening the conference Mr. Ahmed urged the Newspaper to function boldly without consideration to party politics in the best interests of the people by expressing freely the real conditions in the country. Stressed the need of a daily newspaper in Assam immediately and hoped that such a paper which must come sooner or later, must be guided by the above cardinal principle of free press

Mr Baruah in his presidential address dwelt on the various restrictions imposed by Government on the press in India and criticized the manner in which the provincial press Advisory Committee in Assam worked and hoped for immediate leaders of public opinion and the public in Assam to start a daily paper in the province without further delay

Mr. Devakanta Baruah, Chairman, reception committee, welcomed the journalists and visitors and referred to the conditions of the press in Assam, where severe restrictions were still operating on the news papers.

Mr. Gopinath Bordaloi, ex-premier, Dr. Harikrishna Das, Dr. G. S. Das and others also addressed the conference. (Friday, May 18, 1945)

অসমত দৈনিক কাকতৰ আৱশ্যকতাৰ সম্পৰ্কত সাদিনীয়া অসমীয়া কাকতত সম্পাদক দেৱকান্ত বৰুৱাই অসমীয়া ৰাইজৰ সন্মিলিত যত্নত অসমত সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ সম্ভাৱনা হোৱা দৰেই দৈনিক বাতৰিকাকত নহ'বনে বুলি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছে। ১৯৪৫ চনৰ, ১৯ মে' ৫ম সংখ্যাত—

'অসমীয়াই' লিখিছিল এনেদৰেঃ

অসমত দৈনিক কাকতৰ আৱশ্যকতা

"১৪ মে' তাৰিখে গুৱাহাটীত হৈ যোৱা অসম সম্পাদক আৰু সাংবাদিক সন্মিলনৰ প্ৰথম অধিৱেশনত গৃহীত

হোৱা প্ৰস্তাৱবিলাকৰ ভিতৰত সকলোতকৈ সকলোৰে মনোযোগ আকৰ্ষণ কৰিছিল অসমত দুখন দৈনিক বাতৰি কাকত— এখন ইংৰাজী আৰু আনখন অসমীয়া প্ৰতিষ্ঠা কৰিবলৈ অসমৰ নেতৃস্থানীয় লোকসকলক অনুৰোধ কৰা প্ৰস্তাৱটোৱে। ভূতপূৰ্ব অৰ্থমন্ত্ৰী ফখৰুদ্দিন আলী আহমদ চাহাবৰ উদ্বোধনী বক্তৃতাৰ পৰা ভূতপূৰ্ব প্ৰধানমন্ত্ৰী শ্ৰীযুত গোপীনাথ বৰদলৈ ডাঙৰীয়ালৈকে সকলো বক্তাই অসমত দৈনিক বাতৰিকাকতৰ অভাৱৰ কথা কৈ দুখ কৰিছিল। অসমত দৈনিক কাকত নোহোৱাত অসমীয়া জাতিৰ যি অপূৰণীয় ক্ষতি হৈছে, আৰু হ'ব তাক দোহাৰিবৰ সকাম নাই। আজিকালি গণতন্ত্ৰৰ যুগ; আত্মপ্ৰতিষ্ঠাৰ যুগ। প্ৰত্যেক দেশ আৰু জাতিৰ বৰ্তমান আৰু ভৱিষ্যৎ নিৰ্ভৰ কৰে জনসাধাৰণৰ মতামতৰ ওপৰত। অসমীয়া জাতিৰ অস্তিত্ব লৈ আজি টনা-আঁজোৰা লাগিছে। শিক্ষা-দীক্ষা আৰু ব্যৱসায়-বাণিজ্যত অসমীয়া নিচেই পিছপৰা; অসমৰ সাৰুৱা মাটিৰ এটা ডাঙৰ ভাগ আজি পমুৱাৰ হাতত, এতিয়া আকৌ পাকিস্তানৰ গৰাহত অসমৰ সুকীয়া অস্তিত্বও যাওঁ যাওঁ। এনে সময়ত অসমীয়া ৰাইজে মাত নেমাতিলে অসমীয়াৰ সোঁৱৰণী মাথোন বুৰঞ্জীৰ পাততহে ৰ'বগৈ। কিন্তু জনমতৰ একমাত্ৰ বাহন বাতৰিকাকত। ৰাইজৰ সুখ-দুখ, অভাৱ-অভিযোগ, আশা-আকাঙ্ক্ষা প্ৰকাশ কৰিবৰ আলম মাথোন বাতৰিকাকতৰ পৃষ্ঠাকেইটা। অসমীয়া জাতিয়ে সন্মুখীন হোৱা সমস্যাবোৰৰ বহল আলোচনা কৰিবলৈ আৰু দেশ-বিদেশৰ ঘটনাৱলী ভাৱৰাশিক অসমৰ ৰাইজৰ আগত দাঙি ধৰিবলৈ সাদিনীয়া বাতৰিকাকতে নাটে।

"অসমৰ ৰাজনীতিৰ পিছপৰা অৱস্থাৰ কাৰণ যে দৈনিক বাতৰিকাকতৰ অভাৱ সেইটো ফখৰুদ্দিন আলী আহমদ চাহাবে দেখুৱাই দিছে। উৰিষ্যাই সুকীয়া প্ৰদেশৰ মৰ্যাদা পালে নতুন শাসন সংস্কাৰ হোৱাৰ পৰা মাথোন। এতিয়া উৰিষ্যাত তিনিখন দৈনিক বাতৰিকাকত চলে।

"দৈনিক বাতৰিকাকত চলোৱা জটিল কাম; খৰচো বহুত লাগে। ইয়াৰ আগেয়ে ওলোৱা 'দৈনিক বাতৰি' বন্ধ হ'বলগীয়া হৈছিল আয়তকৈ ব্যয় সৰহ হোৱাত। অসমত বাতৰিকাকতৰ ব্যৱসায়ৰ পৰা ধন ঘটিবলৈ আশা কৰা মিছা হ'লেও অন্ততঃ পক্ষে খৰচ চলি থাকিব লাগিব। গতিকে ৰাইজৰ কামে-কাজে সহানুভূতিৰ ধন দি বাতৰিকাকত কিনি পঢ়াৰ অভ্যাসৰ ওপৰত অসমীয়া দৈনিক বাতৰিকাকতৰ প্ৰতিষ্ঠা আৰু প্ৰচলনৰ সৰহখিনি নিৰ্ভৰ কৰিছে।

"বৰদলৈ ডাঙৰীয়াই দুখেৰে সৈতে কৈছে, 'অসমৰ সমস্যাবোৰৰ আলোচনা আৰু সমাধানৰ কাৰণে আন প্ৰদেশৰ বাতৰিকাকতৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাটো অসহনীয় কথা।' অকল অসহনীয় নহয়, অসম্ভৱো। অসমৰ আৰু অসমীয়াৰ স্বাৰ্থৰ লগত বহুতো ক্ষেত্ৰত আন প্ৰদেশৰ বিশেষকৈ বঙ্গদেশৰ স্বাৰ্থ খাপ নেখায়। এনে অৱস্থাত কলিকতীয়া কাকতৰ মৰ্জিৰ ওপৰত আমাৰ অভাৱ-অভিযোগৰ প্ৰকাশৰ বাবে আৰু অসমীয়া ৰাইজৰ ৰাজনৈতিক শিক্ষাৰ কাৰণে আশাপালি থকাটো কলিকতা বিশ্ববিদ্যালয়ৰ যোগেদি অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ উন্নতি কৰিবলৈ যোৱাৰ দৰে নিষ্ফল।

"অসমীয়া ৰাইজৰ সন্মিলিত যত্নত সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ সম্ভাৱনা হৈছে;

"দৈনিক বাতৰি কাকত নহ'বনে ?"

এই প্ৰসংগত খেদেৰে উল্লেখ কৰিব লগা কথাটো হ'ল— ১৯১৮ চনতে ডিব্ৰুগড়ৰ পৰা সাদিনীয়া ৰূপত নিয়মীয়াকৈ ওলাই "অসমীয়া"ই জাতি গঠনত ভূমিকা লৈছিল হয়, কিন্তু কাকতখনক পূৰ্ণাংগ ৰূপ দি দিনেকীয়া নকৰালৈকে আগৰৱালাৰ 'মানসী প্ৰতিমা'ই প্ৰকৃত গঢ় পোৱা নাছিল। অসমবাসীৰ বাতৰিকাকত বুলি গণ্য কৰিব পৰা অসমীয়া বাতৰিকাকতৰ অভাৱ পূৰণৰ যি প্ৰথম আৰু প্ৰধান উদ্দেশ্য আছিল তাৰ ফলিৱত কৰাৰ বাবে আগৰৱালাই কাকতখন গুৱাহাটীলৈ স্থানান্তৰ কৰি লৈছিল সাদিনীয়া "অসমীয়া" প্ৰকাশ পোৱাৰ তিনি বছৰ পিছত ১৯২১ চনত। "অসমীয়া"ই আৰম্ভণিৰে পৰা সুনিপুণ 'ৰাজনীতিজ্ঞ আৰু উগ্ৰপন্থী' হৈ বাট বুলাই গৈছিল বুলি বেণুধৰ শৰ্মাই কোৱা কথাষাৰৰ তাৎপৰ্য অসমীয়াৰ পাতে পাতে স্পষ্ট হৈ আছে। কিন্তু চন্দ্ৰকুমাৰৰ দৰে বাতৰিকাকতৰ 'কাজুৱা গুৰিয়াল'ৰো "অসমীয়া"ক পূৰ্ণাংগ ৰূপ দি (দৈনিক) অসমীয়াৰ 'অভাৱ আৰু গ্লানি' দূৰ কৰালৈ ২৮ বছৰ লাগিল। অৰ্থাৎ ১৯৪৬ চনৰ ২৬ জানুৱাৰী তাৰিখে "অসমীয়া"ই দিনেকীয়া ৰূপেৰে জাতীয় জীৱনত চন্দ্ৰকুমাৰৰ 'প্ৰতিমা'ৰ প্ৰাণ প্ৰতিষ্ঠা কৰাৰ সোণালী সুযোগটো পালে।

"অসমীয়া"ৰ দিনেকীয়া নতুন জীৱন অসমীয়া জাতিৰো নতুন জীৱনৰ পাতনি— স্বাধীনতাৰ দোকমোকালি।

কিন্তু ইতিপূৰ্বে ১৯৩৮ চনৰ ২ মাৰ্চত কাজুৱা গুৰিয়াল আগৰৱালা ইহ সংসাৰৰ পৰা আঁতৰি গ'ল যদিও জাতিৰ জীৱনত তেওঁ যি অমিয় জোকাৰণি তুলিবলৈ সক্ষম হৈছিল, তাৰ অৱশেষ বৈ গ'ল। তাৰ সাকাৰ ৰূপেই "অসমীয়া"। 'অসম-সুষমা-কামৰূপা'ৰ কাণ্ডাৰীস্বৰূপ চন্দ্ৰকুমাৰে সাংবাদিকতাৰ কীৰ্ত্তিস্তম্ভ "অসমীয়া" উলিওৱা দেখি লক্ষ্মীনাথ বেজবৰুৱাই কৈছিল— "অসমীয়া"ৰ গুৰিত হাতত 'গুৰিবঠা' লৈ সেই আমাৰ 'জোনাকী'ৰ

গুৰিয়াল। অসমীয়া ! ভয় নাই, পাৰি দিয়া। তোমাৰ গুৰিত পৈণত মাঝী।'[৯]

সন্দেহ নাই, চন্দ্ৰকুমাৰৰ নেতৃত্বত ৰাইজৰ সেৱাক 'মিশ্যন' কৰি লোৱা সাংবাদিক পৰিয়ালটো 'অসমীয়া'ৰ আশ্ৰয়তে গঢ় লৈ উঠিছিল। এইসকলৰ মূল প্ৰেৰণা আছিল চন্দ্ৰকুমাৰ। 'জোনাকী'ৰ গুৰিয়ালজনে 'পৰাধীন জাতিৰ ৰাজনীতি নাই' বুলি 'জোনাকী'ত ঘোষণা কৰিছিল। কিন্তু পিছত সকলো ওলট-পালট হ'ল। বৃটিছৰ শাসনৰ তলতে থাকি নিজা শাসনৰ চিন্তাৰ ভেটিত নতুন জাতীয়তা গঢ় দি ল'বৰ আকাঙ্ক্ষাৰ সাৰ্থক ৰূপ দিয়াৰ বাবে জনমত সৃষ্টি কৰাটো অত্যাৱশ্যকীয় হৈ পৰিল। তাৰ বাবেই মাধ্যমৰ প্ৰয়োজনীয়তা বুজিয়ে 'অসমীয়া'ৰ জন্ম দিয়া কথাটো ইয়াৰ গুৰি থকাসকলৰ মনৰ পৰা আঁতৰি নোযোৱা বাবেই নানান বিপৰ্যয়ৰ মাজতো 'অসমীয়া'ক দিনেকীয়া কৰিব লগা হ'ল। সেই পৈণত 'মাঝী'[১০] জনৰ অবিহনেও তেওঁৰ মানসিকতাৰ প্ৰভাৱেই 'স্বৰ্গতো অধিক জনমভূমি'ৰ সেৱা কৰাসৈ শক্তি প্ৰদান কৰাটো সহজে বোধগম্য।

এই পৈণত মাঝিয়ে মানুহেই দেৱ, মানুহেই সেৱ, মানুহবিনে নাই কেৱ বুলি মানৱতন্ত্ৰৰ মহাবাণীৰে অসমৰ নৱজাগৰণক আদৰণি জনাইছিল। সেই নৱজাগৰণ পথত অসমবাসীক আগুৱাই নিবলৈ তেওঁ সংকল্প গ্ৰহণ কৰিছিল। তাৰ আৰম্ভণি অৱশ্যে 'জোনাকী'তে হৈছিল। সাংবাদিক জীৱনৰ সেই চন্দ্ৰোদয়ৰ সময়তে চন্দ্ৰকুমাৰে 'আত্মকথাত' সাব্যস্ত কৰিছিল যে 'আমি নিজকে নিজে যোগ্য নকৰিলে অন্যে বাট নিদিয়েহি। এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপাতলৈ যাব— survival of the fittest' জগত অতি জটিল, ইয়াত বিচাৰ-বুদ্ধিৰেই সাহস সহকাৰে নিজৰ অস্তিত্ব ৰক্ষা কৰিব লাগিব। জাতিটোক আনে গঢ়ি নিদিয়ে, নিজে নিজক গঢ়ি লোৱাৰ আত্মবিশ্বাস আনি দিব পাৰিলেই 'তুহঁৰ জুইৰ দৰে' অসমীয়াৰ 'তেজ' আৰু 'উৎসাহ' এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে, এবাৰ ভমকাই উঠিবই উঠিব। (আত্মকথা- জোনাকী) এনে আত্মবিশ্বাসেৰে জাতি গঠন কৰিবলৈ সংকল্প লোৱা 'মাঝী'জনহে পৈণত আৰু তেওঁহে জাতি গঠনত সকলো বিপদ-বিঘিনি অতিক্ৰম কৰিবলৈ প্ৰেৰণা আৰু বৌদ্ধিক নেতৃত্ব দিব পাৰে—ইয়াত তিলমানো সন্দেহ কৰিব লগা নাই। মানসিক দাসত্বৰ পৰা মুক্ত হৈ 'অসমীয়া'ই সেই বাটকটীয়াৰ ভূমিকাৰে জাতিটো গঢ়াৰ ধাৰণাক সক্ৰিয় কৰি তোলাত বৰঙণি যোগাই অসমীয়া জাতীয় জীৱনত উজ্জ্বল অধ্যায় ৰচনা কৰিলে।

দৈনিক কাকত হিছাপে আত্মপ্ৰকাশ কৰি 'আমাৰ দুআষাৰ'ত দৈনিক অসমীয়াই 'চন্দ্ৰকুমাৰৰ পৱিত্ৰ আদৰ্শ অক্ষুণ্ণ ৰাখি চলিবলৈ সমৰ্থ হোৱাৰ বাবে প্ৰাৰ্থনা জনালোঁ।

দৰাচলতে চন্দ্ৰকুমাৰৰ নৱজাগৰণমুখী ধ্যান-ধাৰণাক বাস্তৱ ৰূপ দিয়াৰ আকাঙ্ক্ষাৰ ক্ৰমান্বয়িতা ৰক্ষাৰ ব্ৰত প্ৰকাশ কৰাটো স্পষ্ট হ'ল। এইবাৰৰ 'অসমীয়া'ৰ ব্ৰতৰ বহল আধাৰ প্ৰকট হৈ পৰিল; লগতে অসমলৈ জোনাক নমাই আনিব খোজা চন্দ্ৰকুমাৰৰ আদৰ্শৰো বাস্তৱ ৰূপ দিব খোজা হ'ল। ইয়াত কোৱা হৈছে : "সদৌ অসমবাসীৰ উমৈহতীয়া মঙ্গল সাধন দৈনিক 'অসমীয়া'ৰ ব্ৰত। বিশেষকৈ অনুন্নত সম্প্ৰদায়, ভৈয়াম আৰু পৰ্বতৰ ট্ৰাইবেল আৰু বনুৱাসকলৰ সৰ্বাংগীন উন্নতিলৈ 'অসমীয়া'ই সদায় চকু দি আহিছে, যাতে বিভিন্ন শ্ৰেণী আৰু সম্প্ৰদায়ৰ বিভিন্নতা মাৰ গৈ স্বাধীন ভাৰতবৰ্ষত অসমীয়া জাতিয়ে সন্মানজনক ঠাই ল'ব পাৰে।"

**গণতান্ত্ৰিক আকাঙ্ক্ষা :**
**অসমৰ সাংবাদিকতাৰ ঐতিহ্য**

১৯৪৬ চনৰ ২৬ জানুৱাৰীত আত্মপ্ৰকাশ কৰা 'দৈনিক অসমীয়া'ই অসমৰ বহু বৰ্ণিল সমাজখনৰ সকলো লোকৰে উন্নতিৰ বাবে স্বাধীন ভাৰতৰ বা-বতাহ বলাৰ সময়ত প্ৰথমে গণতান্ত্ৰিক আকাঙ্ক্ষা প্ৰকাশ কৰে। উল্লেখযোগ্য যে এনে আকাঙ্ক্ষাৰ কথা উল্লেখ কৰোতেও চন্দ্ৰকুমাৰ আগৰৱালাৰ নাম আৰু আদৰ্শৰ কথা স্মৰণ কৰা হৈছে। সদৌ অসমবাসীৰ উমৈহতীয়া মঙ্গলসাধন কৰাৰ ব্ৰত লৈ 'অসমীয়া'ই নিজৰ উদ্দেশ্য সম্পাদকীয়ভাৱে এনেদৰে ব্যক্ত কৰিছে :

"দৈনিক বাতৰিকাকত চলোৱা বৰ ব্যয়সাধ্য আৰু আমাৰ দৰে পিছপৰা প্ৰদেশত কষ্টসাধ্য কাম। এশ এটা আহুকাল কাটিকৈ থৈ এই দুৰূহ কাম আমি হাতত লৈছো মাথোন জাতীয় জীৱনৰ এই সন্ধিক্ষণত অসমীয়া ৰাইজক সেৱা কৰিবলৈ। এই একেটা উদ্দেশ্য লৈয়ে স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাদেৱে একুৰি আঠ বছৰ আগেয়ে সাপ্তাহিক অসমীয়া প্ৰতিষ্ঠা কৰিছিল। ভগৱানৰ ওচৰত আমাৰ প্ৰাৰ্থনা যাতে 'দৈনিক অসমীয়া'ই তেখেতৰ পৱিত্ৰ আদৰ্শ অক্ষুণ্ণ ৰাখি চলিবলৈ সমৰ্থ হয়।

"অসমৰ সমুখত আজি বিপদৰ জাউৰি। অসম আৰু অসমীয়াৰ নাম নুমাবলৈ বৃটিছ সাম্ৰাজ্যবাদ আৰু তাৰ সমৰ্থকবিলাকৰ তৎপৰতাৰ সীমা নাই। বিভেদজনিত বিবিধ আওপকীয়া সমস্যাই আমাৰ আত্মৰক্ষাৰ শক্তি দুৰ্বল কৰিছে। অসমৰ জাতীয় জীৱনীশক্তিৰ এই দুৰ্বলতাৰ মূল ভাৰতবৰ্ষৰ পৰাধীনতা। স্বাধীনতাৰ যেতিয়া পোহৰত

পৰাধীনতাৰ চেচুকত গজা এই বিহ গছৰ পুলিবোৰ জঁয় পৰি যাব বুলি আমাৰ বিশ্বাস। স্বাধীনতাৰ এই আহ্বান অসমৰ পৰ্বতে-ভৈয়ামে প্ৰতিধ্বনিত কৰিবলৈ 'সাদিনীয়া অসমীয়াৰ'দৰে 'দৈনিক অসমীয়া'য়ো আপ্ৰাণ যত্ন কৰিব।

"সদৌ অসমবাসীৰ উমৈহতীয়া মঙ্গল সাধন দৈনিক অসমীয়াৰ ব্ৰত। বিশেষকৈ অনুন্নত সম্প্ৰদায়, ভৈয়াম আৰু পৰ্বতৰ ট্ৰাইবেল আৰু বনুৱাসকলৰ সৰ্বাঙ্গীন উন্নতিলৈ 'অসমীয়া'ই সদায় চকু দি আহিছে যাতে বিভিন্ন শ্ৰেণী আৰু সম্প্ৰদায়ৰ বিভিন্নতা মাৰ গৈ স্বাধীন ভাৰতবৰ্ষত অসমীয়া জাতিয়ে সন্মানজনক ঠাই ল'ব পাৰে।

"আমাৰ সাধ্য অনুসৰি দৈনিক অসমীয়াখন ভালকৈ উলিয়াবলৈ আমি যত্নৰ ত্ৰুটি কৰা নাই। কিন্তু ভাৰত গৱৰ্ণমেণ্টে বহুতো টনা-আঁজোৰাৰ পিছত যিমানখিনি বাতৰিকাকতৰ ছপা কাগজ (News Print) আমাৰ ভাগত দিলে তাৰে কাকতখনৰ আকাৰ বঢ়োৱা সম্ভৱপৰ নহয়। কাগজৰ নাটনি গুছিলেই কাকতৰ আকাৰ ডাঙৰ কৰিবলৈ আমি চেষ্টা কৰিম।

"অসমীয়া ৰাইজে তপতে তপতে বাতৰি পাবলৈ আমি ৰয়টাৰ, এছোচিয়েটেড প্ৰেছ আৰু ইউনাইটেড প্ৰেছ— এই তিনিটা বিখ্যাত বাতৰি যোগনীয়া কোম্পানীৰ পৰা টেলিগ্ৰাফেৰে বাতৰি আনিবলৈ বন্দৱস্ত কৰিছো। কিন্তু টেলিগ্ৰাফৰ খৰচৰে সৈতে সমুদায় ধন আগধৰি দিয়া সত্ত্বেও টেলিগ্ৰাফৰ বেমেজালিত ৰয়টাৰ আৰু এছোচিয়েটেড প্ৰেছে আজি বাতৰি পঠাব নোৱাৰিলে। দুই-এদিনতে এই আহুকাল আঁতৰিব বুলি আশা কৰো। তেতিয়ালৈকে সহৃদয় পাঠক-পাঠিকাসকলক আমাৰ এই অসম্পূৰ্ণতা ক্ষমা কৰিবলৈ নিবেদন জনালোঁ।

"আজি স্বাধীনতা দিৱস। ত্ৰিবৰ্ণৰঞ্জিত জাতীয় পতাকাৰ তলত অসমীয়া ৰাইজে বাৰে বাৰে হাঁহিমুখে কঠোৰ নিৰ্যাতন ভোগ কৰিছে। অসমীয়া নৰ-নাৰীয়ে দেশ জননীৰ আহ্বানত 'ডিঙি পাতি তেজেৰে বলিশাল বোলাই গৈছে।' আমাৰ স্বাধীনতাৰ ৰণৰ ওৰ নৌপৰে এখোন। ভাৰতৰ অগণন উৎপীড়িত জনসাধাৰণৰ মুক্তিৰ শেহ সংগ্ৰাম আহিব লাগিছে। অসমীয়া ডেকা-গাভৰুসকলক তাৰ কাৰণে সাজু হোৱাতহে এফেৰি সহায় কৰিব পাৰিলেও দৈনিক অসমীয়া প্ৰকাশ কৰা সাৰ্থক হ'ব। জয়হিন্দ।"[১১]

'অসমীয়াই' খণ্ডিত জাতিসত্তাৰ ৰক্ষাৰ বাবে কলম চলোৱা নাছিল। দৈনিক বাতৰি পৰিবেশন, উপস্থাপন আৰু গুৰুত্বৰ দিশলৈ লক্ষ্য কৰিলে 'অসমীয়া'ই দিনেকীয়া অৱস্থাতো ঘোষণা কৰা ব্ৰত কাৰ্য কৰি কৰাৰ বাবে তৎপৰ হৈ থকা প্ৰমাণ পোৱা যায়। অসমীয়া জাতি যদি এটি 'পদুম' বুলি ধৰা হয়, শতপাহে যিদৰে পদুম সম্পূৰ্ণ কৰে, সেইদৰে প্ৰতি পাহৰ পূৰ্ণতাৰো প্ৰয়োজন হৈ পৰে। খণ্ডিত জাতীয়তা অসমীয়াৰ লক্ষ্য নাছিল বাবে সেই সময়ৰ একমাত্ৰ দৈনিক হিচাপে কাকতখন সদৌ অসমবাসীৰ আপোনাৰ হৈ পৰিছিল। কাকতখনৰ সম্পাদকীয় মতামতেও এনে নিদৰ্শন স্পষ্টভাৱে দাঙি ধৰিছিল। সাম্প্ৰদায়িকতাৰ বিৰোধিতা কাকতখনৰ অন্যতম উদ্দেশ্য থকাটো ভালদৰে বুজিব পাৰি। ১৯৪৭ চনৰ ১৬ আগষ্ট তাৰিখৰ সম্পাদকীয়ত স্বাধীনতাই জাতিলৈ নতুন জাগৰণ অনাৰ সময়ত 'অসমীয়া হিন্দু-মুছলমান ভাই-ককাই' শীৰ্ষক সম্পাদকীয়ত হিন্দু-মুছলমানৰ সম্প্ৰীতি কামনা কৰি মন্তব্য দিয়া হৈছিল যে 'অসমবাসী হিন্দু-মুছলমানৰ সন্মিলিত উদ্যমৰ অসম অদূৰ ভৱিষ্যতত সোণৰ অসম হ'ব।' ইয়াত লিখা হৈছিল এনেদৰে :

"বঙ্গদেশৰ ওচৰ চুবুৰীয়া দেশ হিচাপে আৰু শিক্ষা, বাণিজ্য, শিল্প সকলো বিষয়তে কলিকতাৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাত অসমৰ ওপৰত বঙ্গদেশৰ ভাল-বেয়া দুয়ো বিধৰে প্ৰভাৱ স্বাভাৱিকতে পৰিছে। বঙ্গদেশৰ ওচৰত বিশেষকৈ কলিকতা বিশ্ববিদ্যালয়ৰ ওচৰত আমি আমাৰ শিক্ষা বিস্তাৰৰ কাৰণে ঋণী। সেইদৰে আমাৰ ৰাজনৈতিক চেতনাত 'বন্দেমাতৰম্' ধ্বনি আৰু 'জনগণ মন অধিনায়ক' সঙ্গীতে কম প্ৰভাৱ বিস্তাৰ কৰা নাই। কিন্তু শিক্ষা আৰু জাতীয়তাবাদৰ লগতে বঙ্গদেশৰ পৰা বিহ মেটেকাৰ দৰে যে সাম্প্ৰদায়িকতাও আহিছে তাক অস্বীকাৰ কৰিব নোৱাৰি। অসমীয়া মানুহৰ দোষ ভালেমান আছে; কিন্তু সাম্প্ৰদায়িক মনোবৃত্তি তাৰ ভিতৰৰ এটা নহয়। আগৰে পৰা অসমত বিভিন্ন ধৰ্ম আৰু সম্প্ৰদায়ৰ মানুহে মিলা-প্ৰীতিৰে বসতি কৰি আহিছে; কোনেও কাৰো ধৰ্মমতৰ ওপৰত হস্তাবধা কৰা নাই বা তাৰ বাবে কাকো কোনো ন্যায্য অধিকাৰৰ পৰা বঞ্চিত কৰা নাই। প্ৰাক্ বৃটিশ যুগৰ কথা নেলাগে, ইংৰাজৰ আমোলতো অসমীয়া হিন্দু-মুছলমানে সদায়ে একে ভাই-ককাই বুলি অনুভৱ কৰি আহিছে। আহোম স্বৰ্গদেৱ কন্দৰ্পেশ্বৰ সিংহক অসমৰ ৰাজপাটত বহুৱাবলৈ কলিতা মণিৰাম দেৱান আৰু বামুণ পিয়ালী বৰুৱাৰ সহকৰ্মীসকলৰ ভিতৰত ফৰ্মুদ আলি আৰু বাহাদুৰ নামৰ দুজন মুছলমান দেশপ্ৰেমিকো আছিল। দুয়োজনে দেশপ্ৰেমৰ অপৰাধত দ্বীপান্তৰ নিকাৰ ভুঞ্জিবলগীয়া হৈছিল। ১৮৯৩ খৃষ্টাব্দত নামনি অসমজুৰি হোৱা প্ৰজা বিদ্ৰোহত বৃটিশৰ বন্দুকৰ গুলীত প্ৰাণ দিছিল পাথৰি ঘাটত দৰঙী মুছলমানে। ১৯২১ চনতো অসহযোগ

আন্দোলনত অসমীয়া মুছলমানে জঁপিয়াই পৰিছিল। ৰাজনৈতিক আন্দোলনৰ বাহিৰেও ঘৰুৱা জীৱনত অসমীয়া হিন্দু আৰু মুছলমানে ধৰ্মগত আৰু আচাৰগত পাৰ্থক্য সত্ত্বেও ইটোৱে-সিটোক একে তেজ-মঙহ বুলি ভাবিছিল। অসমীয়া হিন্দু আৰু মুছলমানে কেনেকৈ একে মাক-বাপেকৰ সন্তান হৈ আছিল তাৰ কিছুমান নিদৰ্শন এতিয়াও পুৰণিগুদামৰ দৰে গাঁৱত পোৱা যায়। আনকি অসমীয়া হিন্দু-মুছলমানৰ এই মিলা-প্ৰীতিয়ে পমুৱাবিলাকৰ ওপৰতো সাঁচ বহুৱাইছিল। পোন পহিলাতে অসমলৈ অহা পমুৱা মুছলমানবিলাকে অসমৰ গৱৰ্ণৰক অসমীয়া পঢ়িবলৈ সুযোগ দিবৰ বাবে আবেদন জনাইছিল আৰু তেওঁলোকৰ মাজত অসমীয়া ভাষা শিকিবলৈ যথেষ্ট আগ্ৰহ দেখা গৈছিল।

"দুখৰ কথা যে বঙ্গদেশৰ লগত পমুৱাবিলাক অহাৰ লগে লগে আমাৰ সম্পৰ্ক ঘনিষ্ঠ হ'ল আৰু লাহে লাহে বঙ্গদেশৰ পাৰ্থক্য জৰ্জৰিত জীৱনৰ প্ৰভাৱ অসমলৈকো বিয়পিলে। প্ৰথমতে তাৰ কুফল দেখা গ'ল পমুৱাবিলাকৰ মাজত। বৃহত্তৰ বঙ্গ স্থাপনৰ বাবে অসম প্ৰবাসী বঙ্গালী হিন্দুসকলে 'ডমিচাইল্ড এণ্ড চেটলাৰ্ছ এছোচিয়েশ্যন' পাতি অসমীয়া বিদ্বেষৰ যি ব্যাপক প্ৰচাৰ চলাইছিল পমুৱা মুছলমানবিলাকৰ মাজতো সি শিপোৱাৰ ফলত তেওঁলোকেও অসমীয়া ভাষা এৰি বঙ্গালী পঢ়িবলৈ কাছিপৰি ওলাল। যি পমুৱা মুখিয়ালসকলে অসমীয়া স্কুল লাগে বুলি গৱৰ্ণৰৰ ওচৰলৈ সঁজাতী দল আৰু আবেদন-পত্ৰ পঠাইছিল, তেওঁলোকেই বৰঙণি তুলি বঙ্গালী স্কুল গঢ়াত আগৰণুৱা হ'ল। বঙ্গ-প্ৰীতিৰ এই বানপানী নামি নৌ যাওঁতেই আহিল মুছলিম লীগৰ সাম্প্ৰদায়িকতাৰ ঢৌ। পাকিস্তানৰ চমকপ্ৰদ আদৰ্শই ভাৰতৰ অন্যান্য প্ৰদেশৰ মুছলমানসকলৰ দৰে অসমৰ মুছলমানসকলৰো মন আকৰ্ষণ কৰাত অৱশ্যে একো আচৰিত হ'বলগীয়া নাছিল। মুছলিম সংখ্যাগৰিষ্ঠ অঞ্চলবোৰত সাৰ্বভৌম ৰাষ্ট্ৰ স্থাপনৰ এই আদৰ্শ অসম মুছলিম লীগৰ পমুৱা ছিলেটীয়াৰ নেতাসকলৰ চক্ৰান্তত পৰি মুছলমানপ্ৰধান অসমকো গ্ৰাস কৰাৰ বলিয়ালিত পৰিণত হ'ল। যুক্তপ্ৰদেশ আৰু বোম্বাই প্ৰদেশৰ মুছলমানে পঞ্জাব আৰু বঙ্গদেশৰ দৰে সমানে পাকিস্তানৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল; সেই বুলি কায়দে আজম জিন্নাই তেওঁৰ নিজা প্ৰদেশ বোম্বাইক বা চৌধুৰী মালিকুজ্জামানে যুক্তপ্ৰদেশক কেতিয়াও পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ বিচৰা নাছিল। দুখৰ বিষয় যে পমুৱাবিলাকৰ মাটিৰ খঁকে পাকিস্তানৰ গণতান্ত্ৰিক আদৰ্শক অসমত দিন-ডকাইতিৰ খাপলৈ নমালে আৰু মঙ্গলদৈ, তেজপুৰ, বৰপেটা, গুৱাহাটী আৰু নগাঁৱত গাৰ বলেৰে অসমীয়া ৰায়তৰ পট্টাৰ মাটি আৰু চৰকাৰী ৰিজাৰ্ভ দখল কৰি, দেশত অৰাজকতাৰ সৃষ্টি কৰি সেই আদৰ্শত কালিমা সানিলে। তাতোকৈ দুখৰ কথা যে অসমীয়া মুছলমানে পমুৱাবিলাকৰ চলাহ দিয়া কথাত ভোল গৈ আৰু পাকিস্তানৰ প্ৰকৃত তাৎপৰ্য নুবুজি অসমক পমুৱাস্থান কৰাত লাগি গ'ল।

"আমি সেই ভুল শুধৰাবৰ হ'ল। মুছলমানসকল য'ত সংখ্যাগৰিষ্ঠ তেনে অঞ্চলবোৰত পাকিস্তান ৰাষ্ট্ৰ স্থাপিত হৈছে আৰু কায়দে আজম জিন্নাই তাতে সন্তুষ্ট হৈ পাকিস্তান ৰাষ্ট্ৰৰ কৃতকাৰ্যতাৰ বাবে যত্নৱান হৈছে। ভাৰতীয় ইউনিয়নত থকা মুছলমানসকলে ভাৰতীয় নাগৰিকত্ব মানি লৈ ত্ৰিৰঙ্গা পতাকাক নিজৰ জাতীয় পতাকা বুলি গ্ৰহণ কৰিছে। গতিকে অসমৰ মুছলমানসকলৰো মনত কোনো প্ৰকাৰৰ অসন্তোষ বা ভিনভাৱ থাকিব নেলাগে। পাকিস্তানৰ হিন্দু-মুছলমানে তেওঁলোকৰ ভাগ্য নিজে নিৰ্ণয় কৰক; ভাৰতৰ তথা অসমৰ হিন্দু-মুছলমানে একেলগে আমাৰ ভৱিষ্যৎ নিজে গঢ়োহঁক। বিশেষকৈ আমি হিন্দু আৰু মুছলমানৰ কাৰণে সেই দায়িত্ব বৰ গধুৰ হৈ পৰিছে। বিৰাট ভাৰতবৰ্ষত আমি এমুঠি মানুহ; ভাষা, সাহিত্য, শিল্প, বাণিজ্য সকলোতে আমি পিছপৰা। গতিকে আমি স্বাধীন ভাৰতৰ এটা স্বায়ত্তশাসিত আৰু সুকীয়া সমষ্টি হিচাপে জীয়াই থাকিবলৈ হ'লে সকলো অসমীয়া মুঠ বান্ধিব লাগিব। আমাৰ এই সম্মিলনলৈ পমুৱা মুছলমানসকলকো আমি আদৰি আনি তেওঁলোকক আপোন কৰি ল'ব লাগিব। তেহে অসমত অসমীয়াৰ আত্মপ্ৰতিষ্ঠা সম্ভৱ হ'ব। অসমীয়া মুছলমানসকলৰ মাজত এনে এটা মানসিক পৰিৱৰ্তন আমি দেখি সন্তোষ পাইছো।"

হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ উপৰি বৃহত্তৰ অসমীয়াৰ জাতীয় সত্তাৰ অন্যতম অংশীদাৰ জনজাতিসকলৰ উন্নতি আৰু সামাজিক ন্যায়ৰ ওপৰত সমানে 'অসমীয়া'ই গুৰুত্ব আৰোপ কৰিছিল। ১৯৪৬ চনৰ জুলাই মাহত অসম কংগ্ৰেছ আৰু ট্ৰাইবেল লীগৰ মাজত অসম কংগ্ৰেছত স্থান পোৱা অসমৰ প্ৰভাৱশালী ভূতপূৰ্ব মন্ত্ৰী আৰু ট্ৰাইবেল বিশিষ্ট নেতা ভীমবৰ দেউৰীৰ পৰলোক প্ৰাপ্তিৰ বাতৰিটো গুৰুত্ব সহকাৰে প্ৰকাশ কৰা হৈছিল আৰু ইয়াৰ প্ৰথম ছেদটো বৰ হৰফেৰে উপস্থাপন কৰা হৈছিল। তদুপৰি ১৯৪৭ চনৰ ৬ ডিচেম্বৰত প্ৰকাশ পোৱা মৃত্যু বাতৰিৰ পৰৱৰ্তী সংখ্যাৰ 'অসমীয়া'ত কেইবাজনো বিশিষ্ট লোকে ভীমবৰ দেউৰীৰ জীৱনৰ ওপৰত আলোকপাত কৰিছিল।

অসমৰ চাহ বনুৱাবিলাকৰ উন্নতিৰ সাধন অবিহনে অসমীয়াৰ উন্নতি সম্পূৰ্ণ হ'ব নোৱাৰে। তেওঁলোকো অসমীয়া জাতিসত্তাৰ অন্তৰ্ভুক্ত হৈ পৰিছে। তেওঁলোকৰ দুৰৱস্থাৰ বিষয়ে ১৯৪৬ চনত কেন্দ্ৰীয় চৰকাৰে গঠন কৰি দিয়া বিশেষজ্ঞ কমিটীক সমাদৰ জনাই 'অসমীয়া'ৰ সম্পাদকীয় স্তম্ভত এই বিষয়ে পৰ্যালোচনা দাঙি ধৰি অসমতো তেওঁলোকৰ অৱস্থাৰ বিষয়ে অনুসন্ধান চলাই পৰামৰ্শ দিবলৈ কমিটী গঠন কৰিবলৈ অসম মন্ত্ৰীসভালৈ আহ্বান জনাইছিল। দেৱকান্ত বৰুৱাৰ সম্পাদনাত প্ৰকাশিত অসমীয়াৰ ১৯৪৬ চনৰ ২৭ এপ্ৰিল সংখ্যাত লিখা হৈছিল এনেদৰে :

"আমাৰ ঘৰতে চাহ বাগিচাবিলাকত আৰু কয়লাৰ খনিত বনুৱাবিলাকৰ কি দুৰৱস্থা তাৰ প্ৰকৃত খবৰ কেইজনে জানিবলৈ যত্ন কৰিছে বা যত্ন কৰিলেও কি উপায় আছে? ইমান দিন চিভিল ছাৰ্ভিচ আৰু 'হয় হজুৰ'বিলাকৰ সহায়ত অসমত 'প্লেণ্টাৰ ৰাজ' চলি আছিল। গতিকে বাগিচাৰ বনুৱাবিলাকো মানুহৰ দৰে জীয়াই থাকিবৰ অধিকাৰৰ পৰা বঞ্চিত হৈ আছিল। এতিয়া আমাৰ দুৰ্ভগীয়া ভাই-ককাইবিলাকৰ এই দুৰ্গতিৰ ওৰ পেলাবলৈ ৰাইজৰ প্ৰতিনিধিৰে গঠিত গৱৰ্ণমেণ্টে যথাসাধ্যে কৰিব লাগিব। তাৰ প্ৰথম খাপ হ'ব বাগিচাৰ আৰু খনিৰ বনুৱাবিলাকৰ অৱস্থাৰ বিষয়ে তদন্ত কৰিবলৈ এটা যোগ্যতাসম্পন্ন মানুহৰে গঠিত কমিটী বহুওৱা। আশা কৰোঁ মন্ত্ৰীসভাই অনতিপলমে এই বিষয়ে আগবাঢ়িব।"

### গ্ৰুপিং প্ৰস্তাৱ : অসমীয়াৰ প্ৰথম ঐক্যবদ্ধ প্ৰতিবাদ

১৯৪৫ চনত বিশ্ব মহাযুদ্ধ শেষ হ'লত বৃটেইন কেউপিনৰ জৰ্জৰিত অৱস্থাৰ সন্মুখীন হৈছিল। প্ৰকৃততে বিশ্ব যুদ্ধত বৃটেইন বিধ্বস্তহে হ'ল। এই অৱস্থাত বৃটেইনৰ অপৰাজেয় শক্তিৰ অৰ্থ নোহোৱা হৈ পৰিল। আনহাতে ঔপনিবেশ ৰাজ্যবিলাক ধৰি ৰখাৰ শক্তিও বৃটেইনে হেৰুৱাই পেলালে। সেয়ে তেওঁলোকৰ স্বাৰ্থ ৰক্ষাৰ বাবেই ঔপনিবেশ ৰাজ্যৰ আন্দোলনৰ পৰিপ্ৰেক্ষিতত এটা সন্তোষজনক মীমাংসালৈ অহাটো তেওঁলোকৰ পক্ষে অপৰিহাৰ্য হৈ পৰিল। ভাৰতবৰ্ষত পূৰ্বৰ গণ আন্দোলনৰ জোৰ চলি থকা অৱস্থাত ১৯৪৬ চনৰ ফেব্ৰুৱাৰীত বোম্বাইত থকা বৃটিছ নৌবাহিনীয়ে বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল। সেই বিদ্ৰোহ কলিকতা আৰু কৰাচীলৈ বিয়পি পৰিছিল।

বিদ্ৰোহৰ গতি-গোত্ৰ দেখি প্ৰতিৰক্ষাৰ ক্ষেত্ৰত হোৱা এনে কাৰ্যৰ প্ৰতিক্ৰিয়া ভাবি সাম্ৰাজ্যবাদী প্ৰশাসন বিমোৰত পৰাই স্বাভাৱিক আছিল। পিছলৈ বল্লভভাই পেটেলৰ মধ্যস্থতাত বিদ্ৰোহ শেষ কৰালে যদিও প্ৰশাসনৰ ওপৰত ইয়াৰ আঘাত গভীৰ হৈ ৰ'ল। নৌবিদ্ৰোহীসকলৰ অন্যান্য শ্ৰমিকেও সমৰ্থন জনোৱাত বিদ্ৰোহীৰ পতন অধিক গভীৰলৈ সোমাই পৰিছিল।

এই অৱস্থাত ভাৰতৰ স্বাধীনতা সম্পৰ্কত নতুনকৈ চিন্তা কৰিবলগীয়া হৈ পৰাত বৃটেইনৰ প্ৰধানমন্ত্ৰী এট্লীয়ে কেবিনেট মিছন গঠনৰ ঘোষণা কৰে। ১৯৪৬ চনৰ ১৫ মাৰ্চত তেওঁ কমন্স সভাত দিয়া ঘোষণা এটা তাৎপৰ্যপূৰ্ণ। তেওঁ কৈছিল : "ভাৰতত ১৯৪৬ চনৰ জ্বৰৰ তাপ ১৯২০, ১৯৩০ বা ১৯৪২ চনৰ দৰে নহয়। ভাৰতৰ স্বাধীনতা হস্তান্তৰ যিমান পাৰি সোনকালে সম্ভৱ কৰি তুলিবৰ বাবে সাহায্য কৰাৰ উদ্দেশ্য লৈয়েই তেওঁৰ সতীৰ্থসকলক ভাৰতলৈ নিছে।" মিছনে ১৯৪৬ চনৰ ২৪ মাৰ্চ তাৰিখে ভাৰত পদাৰ্পণ কৰে। মিছনৰ এগৰাকী সদস্যই প্ৰেছ বিজ্ঞপ্তিত জনাইছিল যে "স্বাধীনতা আৰু স্বায়ত্ত শাসন নীতিগতভাৱে স্বীকাৰ কৰি লোৱা হৈছে। এতিয়া ঘাই সমস্যাটো হ'ল— ভাৰতবাসীসকলক কিদৰে হস্তান্তৰ কৰা হয়, তাৰ পদ্ধতি নিৰ্দ্ধাৰণ কৰাটো।"

১৯৪৬ চনৰ ১৬ মে' তাৰিখে দিল্লীত কেবিনেট মিছনে বৃটিছ চৰকাৰৰ এই অনিষ্টকাৰী আঁচনিৰ কথা প্ৰকাশ কৰে। আঁচনিক গ্ৰুপিং আঁচনি বুলি কোৱা হৈছিল। "বেনামা পাকিস্তান ৰাজ্য"[১২] ৰ পৰা অসম কেনেকৈ মুক্ত হৈছিল আৰু কেনেকৈ অসম তথা ভাৰতৰ ৰাজনৈতিক আৰু শাসনমূলক ইতিহাসৰ আৰম্ভ হৈছিল; ইয়াত গান্ধীজীৰ সমৰ্থন কেনে আছিল— এইবিলাক অসমৰ জাতীয় ইতিহাসত সোণালী অধ্যায়।

উল্লেখযোগ্য যে ইতিপূৰ্বে ১৯৪০ চনত মুছলিম লীগে ভাৰতৰ মুছলমানসকলক বেলেগ জাতি বুলি ধৰি লৈ পৃথক পাকিস্তান ৰাষ্ট্ৰৰ দাবী তুলিছিল। কংগ্ৰেছে এনে দাবীৰ অসাৰতা— অৰ্থাৎ ভাৰতক বিভাজন কৰাৰ প্ৰয়াস স্বৰূপে সম্প্ৰতি মুছলিম লীগক সৈমান কৰিব নোৱাৰিলে কেবিনেট মিছনে ভাৰতক ভাগ কৰাৰ পৰিৱৰ্তে গ্ৰুপিং (সমষ্টিকৰণ) আঁচনি আগবঢ়াব বুলি মত দাঙি ধৰিছিল। এনে আঁচনি অনুসৰি ভাৰতৰ প্ৰদেশবিলাক আৰু দেশীয় ৰাজ্যবিলাক লগ লগাই এখন ফেডাৰেল (সন্মিলিত) ৰাষ্ট্ৰ গঢ়ি তোলা হ'ব। এখন কেন্দ্ৰীয় চৰকাৰ থাকিব। এই চৰকাৰৰ অধীনত প্ৰতিৰক্ষা, বিত্ত, বৈদেশিক নীতি আৰু যোগাযোগ ব্যৱস্থা থাকিব। আঁচনিত দেশখন তিনিটা খণ্ডত বা শাখাত বিভক্ত কৰিব খোজা হৈছিল। 'ক' শাখাত উত্তৰপ্ৰদেশ, বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, বোম্বাই আৰু মাদ্ৰাজ প্ৰদেশ থাকিব; 'খ' শাখাত পঞ্জাব, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, সিন্ধু প্ৰদেশ আৰু 'গ' শাখাত বংগ আৰু

অসম থাকিব।[১৩] ভাৰতৰ সংবিধান ৰচনা কৰাৰ বাবে গণ পৰিষদ (Constituent Assembly) গঠনৰ প্ৰস্তাৱো আছিল। মুছলিম লীগে 'খ' আৰু 'গ' শাখাটিক লগ লগাই সুকীয়া পাকিস্তান স্থাপনৰ প্ৰস্তাৱ লৈছিল। ইয়াৰ আগতে এপ্ৰিল মাহত বিভিন্ন প্ৰাদেশিক আইন সভাত থকা মুছলমান সদস্যসকলক লৈ লীগৰ এখন সভাত চুৰাৱৰ্দীয়ে সাৰ্বভৌম পাকিস্তানৰ প্ৰস্তাৱ কৰে। ইয়াত থাকিব বংগদেশ, অসম, পঞ্জাব, উত্তৰ-পশ্চিম সীমান্ত অঞ্চল, সিন্ধু আৰু বেলুচিস্তান। গণ পৰিষদ দুখন হ'ব লাগিব। দুখন বেলেগ সংবিধান ৰচনা কৰিব লাগিব। সংখ্যালঘুসকলৰ স্বাৰ্থ ৰক্ষা কৰিব লাগিব। তেতিয়াহে তেওঁলোকে অন্তৰ্বৰ্তী চৰকাৰত যোগদান কৰিব পাৰে।[১৪]

সমষ্টিকৰণ (গ্ৰুপিং) আঁচনিয়ে অসমক জটিল সমস্যাৰ মাজত পেলাই দিছিল আৰু অস্তিত্ব ৰক্ষাৰ প্ৰশ্নটো সাধাৰণতে গুৰুত্বপূৰ্ণ হৈ পৰিছিল। পঞ্জাবৰ শিখসকলৰ দৰেই অসমেও এনে সৰ্বনাশীয়া আঁচনিক মাৰবান্ধি বিৰোধিতা কৰে। সমষ্টিকৰণত অসমবাসীৰ ক্ষোভ এনে পৰ্যায় পাইছিল যে অসমক স্বতন্ত্ৰ স্বাধীন ৰাষ্ট্ৰ গঠন কৰিব লাগে বুলি ৰাজহুৱা সভাত আলোচনা কৰা হৈছিল।[১৫]

শিখসকলে মত প্ৰকাশ কৰিছিল যে তেওঁলোকে অখণ্ড ভাৰত বিচাৰে। ভাৰতক যদি বিভাগ কৰিব লগা হয়, তেতিয়া তেওঁলোকক স্বতন্ত্ৰ ৰাষ্ট্ৰ লাগিব। ইচ্ছা সাপেক্ষে তেওঁলোকে ভাৰত বা পাকিস্তানত যোগদান কৰিব। তেতিয়াই 'খালিস্তান'ৰ প্ৰস্তাৱৰো উত্থাপন কৰা হৈছিল।

অসম মুছলমানপ্ৰধান প্ৰদেশ নোহোৱা সত্ত্বেও বঙ্গদেশৰ লগত চামিল কৰি 'গ' সমষ্টি কৰাৰ প্ৰস্তাৱে অসমত জনমত যিদৰে একগোট কৰি তুলিলে তাকো অকল '৪২ চনৰ জাগৰণৰ লগতহে তুলনা কৰিব পাৰি। স্বদেশী, বিদেশী সামগ্ৰী বৰ্জন কৰা বংগ বিভাজনৰ প্ৰস্তাৱে ১৯০৫ চনত যিদৰে বঙ্গবাসীক জাগ্ৰত কৰি তুলিছিল আৰু জাতীয় জীৱনৰ সজাগতা বঢ়াই তুলিছিল,[১৬] গ্ৰুপিং প্ৰস্তাৱেও অসমবাসীক জাতীয় অস্তিত্ব ৰক্ষাৰ বাবে সক্ষম হ'বলৈ সকীয়াই একমুঠ কৰি তুলিলে। বিয়াল্লিছৰ গণ আন্দোলনৰ পিছত ইয়াৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী হৈ পৰিল। দৈনিক অসমীয়াই এই বিষয়ত মত দি জনমত সৃষ্টি কৰিবলৈ লোৱা ঐতিহাসিক ভূমিকাৰ বাবেই কাকতখন চিৰস্মৰণীয় হৈ ৰোৱাৰ উপৰি অসমীয়া জাতীয় জীৱনৰ অপৰিহাৰ্য অংগ হৈ পৰিল।

'দৈনিক অসমীয়া'ৰ এনে সৰ্বব্যাপী প্ৰভাৱৰ গুণেই অসমৰ জনমত পুনৰ তুলনাবিহীনভাৱে প্ৰতিবাদী হৈ উঠিল। '৪৭ চনৰ কাকতখনৰ পাত লুটিয়ালে এই কথাৰ সত্যতা ওলাই পৰে।

'দৈনিক অসমীয়া'ৰ ৩ মে'ৰ (১৯৪৭ চন) সংখ্যাৰ কাকতত এনে বাতৰি প্ৰকাশ পাইছিল : বৰ বৰ হৰফেৰে প্ৰথম পৃষ্ঠাত প্ৰকাশিত বাতৰিটো মন কৰিবলগীয়া :

**পঁইত্ৰিশ হেজাৰ গুৰ্খা অসমৰ হকে মৰিবলৈ সাজু**
**ট্ৰাইবেল সকলো পবিত্ৰ অসম ভূমি ৰক্ষাৰ্থে দৃঢ় প্ৰতিজ্ঞ**

**মিঃ জিন্নাৰ শেহতীয়া বলিয়ালিৰ প্ৰতিক্ৰিয়া**
**(আমাৰ শ্বিলং অফিচৰ পৰা)**

**শ্বিলং, ১ মে'ই—** অসমকো তথাকথিত পাকিস্তানৰ ভিতৰত সুমাই ল'বৰ কাৰণে দাবী কৰি মিঃ জিন্নাই দিয়া শেহতীয়া বিবৃতিটো শুনি শ্বিলঙৰ ৰাজনৈতিক মহলে বিদ্ৰূপসূচক মন্তব্য প্ৰকাশ কৰে আৰু কয় যে এই দাবী ঘৃণাৰ চকুৰেহে চাব লাগিব। গুৰ্খা হেড কোৱাৰ্টাৰৰ পৰা লীগৰ দাবীৰ প্ৰতি গভীৰ উৎকণ্ঠা প্ৰকাশ কৰা হৈছে আৰু স্পষ্ট ঘোষণা কৰা হৈছে যে যদি মুছলিম লীগৰ বাটি অহা আক্ৰোশৰ পৰা অসমক ৰক্ষা কৰিবৰ প্ৰয়োজন হয়, তেনেহ'লে ৩৫ হেজাৰ গুৰ্খাই আগৰণুৱা হৈ নিজৰ জীৱন উছৰ্গা কৰিব। মণিপুৰ আৰু আন আন জাতিসকলে ইতিমধ্যেই সময়ৰ সলনিছোৱাত যি বিপদে দেখা দিব পাৰে তাৰ কাৰণে সাজু হৈ আছে, আৰু যিকোনো উপায়েৰে পবিত্ৰ অসম ভূমিক ৰক্ষা কৰিবৰ কাৰণে দৃঢ় সংকল্প প্ৰকাশ কৰিছে। বহিৰাক্ৰমণৰ পৰা অসমৰ আশঙ্কা দূৰ নোহোৱালৈকে জিৰণিৰ সময় নাই বুলিয়েই তেওঁলোকে ভাবে।

সন্দেহ নাই, অসমবাসীৰ এনে অভূতপূৰ্ব একমুঠীয়া প্ৰতিবাদৰ গুৰিতে 'দৈনিক অসমীয়া'ই লোৱা ভূমিকা। কাকতখনত প্ৰকাশ পোৱা মততেই জনমতৰ প্ৰতিফলন ঘটিছিল। জাতীয় সমস্যাৰ লগত কাকতখনৰ একাত্মীয়তাই অসমীয়া সাংবাদিকতাৰ মহৎ পৰম্পৰা পাতন কৰিলে।

গ্ৰুপিং কি, ইয়াৰ পৰা ভৱিষ্যতে অসমৰ লোকচান কি হ'ব, এই বিষয়ে ব্যাখ্যা দাঙি ধৰা হৰেন্দ্ৰনাথ বৰুৱাই লিখা প্ৰবন্ধটোৰ পৰাই বুজিব পাৰি, অসমৰ জনমতৰ কাণ্ডাৰীসকলে সমস্যাটোৰ গুৰুত্ব কিদৰে উপলব্ধি কৰিছিল আৰু তাৰ বিৰুদ্ধে সকীয়াই তেওঁলোকে জাতিৰ জাগ্ৰত প্ৰহৰীৰ ভূমিকা অৱলম্বন কৰিছিল।

হৰেন্দ্ৰনাথ বৰুৱাৰ বিস্তৃত প্ৰবন্ধত কিয় অসমবাসীয়ে অকল কংগ্ৰেছৰ কথাতে নিৰ্ভৰ নকৰি সকলোৱে মাৰবান্ধি প্ৰতিবাদ কৰা উচিত, তাৰ ব্যাখ্যা ইয়াত প্ৰাঞ্জলতাৰে

দাঙি ধৰি ১৯৪৬ চনৰ. ৬ জুলাইৰ 'দৈনিক অসমীয়া'ত এনেদৰে লিখা হৈছিল :

"নতুন শাসন তন্ত্রত অসমক বঙ্গদেশৰ লগ লগাই এখন সমষ্টি ৰাজ্য (গ-সমষ্টি) আৰু সমষ্টি গৱৰ্ণমেণ্টে প্রতিষ্ঠা কৰাৰ প্রস্তাৱৰ অসমবাসীয়ে দুৰ্ঘোৰ প্রতিবাদ কৰি আহিছে। অসম প্রাদেশিক কংগ্রেছৰ প্রতিনিধি দলে গৈ এই প্রস্তাৱৰ বিৰুদ্ধে ভাৰতৰ কেইবাখনো প্রদেশত বহুল প্রচাৰ কৰি সেইবিলাক ঠাইৰ সংবাদপত্র আৰু নেতৃস্থানীয় লোকসকলৰ সমৰ্থন লাভ কৰিলে। কংগ্রেছ ৱৰ্কিং কমিটীয়ে আমাক আশ্বাস দিলে যে কংগ্রেছ বাধ্যতামূলক সমষ্টি গঠন প্রস্তাৱৰ ঘোৰ বিৰোধী। ৱৰ্কিং কমিটীয়ে তথা কংগ্রেছ কমিটীয়ে এই সমষ্টি গঠনৰ বিৰোধিতা কৰিব। অৱশ্যে কোনো প্রদেশ বিশেষে স্ব-ইচ্ছাই এটা সমষ্টি গঠন কৰিব খুজিলে সেইটো বেলেগ কথা। তেওঁলোকে প্রতিশ্রুতি দিলে যে কংগ্রেছে অসমৰ সমষ্টি বৰ্জন সিদ্ধান্ত আৰু আত্ম নিয়ন্ত্রণৰ দাবী সম্পূর্ণৰূপে সমৰ্থন কৰিব। কিন্তু আমি ইয়াতেই আশ্বস্ত কিম্বা নিশ্চেষ্ট হ'ব পৰা হ'লোনে ? কেতিয়াও হোৱা নাই। আমাৰ পথত এতিয়াও যথেষ্ট অন্তৰায় আছে আৰু সেইবিলাকৰ বিষয়ে সজাগ হৈ আমি আমাৰ কৰ্তব্য কৰি যাব লাগিব।

"প্রথম কথা, অসম যে সমষ্টিৰ ভিতৰত নোসোমায়, এই কথা সুৰমা উপত্যকা সমন্বিতে সদৌ অসমৰ প্রতিনিধিমূলকভাৱে আৰু স্পষ্টভাৱে প্রকাশ কৰাৰ আৱশ্যক। "অসম সমষ্টিত নোসোমায়" বোলোতে সুৰমা উপত্যকা বাদ দি অকল খাচ অসমক বেলেগে সমৰ্থন কৰাটো বৰ্তমান অৱস্থাত ৱৰ্কিং কমিটীৰ পক্ষে যে অসুবিধাজনক, সেই কথা তেওঁলোকে আমাক জনাইছে। তেওঁলোকে আমাক কৈছে যে অকল খাচ অসমৰ প্রতিনিধিমূলক আন প্রাদেশিক কংগ্রেছ কমিটীয়ে কোৱাতকৈ দুয়ো উপত্যকাৰ প্রতিনিধিমূলক অসম ব্যৱস্থা পৰিষদে অসম সমষ্টিত নোসোমায় বুলি ক'লে সেই মত বেছি সবল আৰু যুক্তিসঙ্গত হয়। এই প্রসঙ্গত আমি ছিলেটৰ কেইজনমান কংগ্রেছী বন্ধুৱে বে-সুৰে মত দিয়াৰ বিষয়ে কিছু আলোচনা কৰিছিলো। ৱৰ্কিং কমিটীয়ে যেতিয়া এই অভিমত প্রকাশ কৰিছিল যে— কোনো কংগ্রেছী মানুহে সমষ্টি সমৰ্থন কৰাটো উচিত নহয়। বঙালী হিচাপে ছিলেটীসকলে বঙ্গদেশৰ লগত চামিল হ'বলৈ বিচৰাটো স্বাভাৱিক। কিন্তু সেইটো হৈছে প্রদেশ বিলাকৰ সীমা সংশোধনৰ বিষয়ক কথা। সীমা সংশোধনৰ প্রশ্নৰ লগত বৃটিছ গৱৰ্ণমেণ্টৰ প্রস্তাৱিত সমষ্টি গঠনৰ প্রশ্ন সানমিহলি কৰা উচিত নহয়। ছিলেটীয়া কংগ্রেছী বন্ধুসকলে যাতে এনে ভুল নকৰে, সেই বিষয়ে তেওঁলোকে (ৱৰ্কিং কমিটীয়ে) চকু দিব বুলি আমাক কয়।

"সি যি নহওক, আমি এই কাম (অসম ব্যৱস্থা পৰিষদত অসম কোনো সমষ্টিত নোসোমায় বুলি প্রস্তাৱ গৃহীত কৰা) কৰিব লগা হৈ আছে।

"দ্বিতীয় কথা কংগ্রেছে প্রদেশবিলাকৰ সমষ্টি গঠনৰ বিৰোধিতা ঠিক কোন অৱস্থাত কৰিব, সেই কথা এতিয়াও স্পষ্টৰূপে কোৱা নাই। আমি দেখিবলৈ পাওঁ যে বৃটিশ মন্ত্রী প্রতিনিধিবৰ্গৰ আঁচনিত সমষ্টি কিম্বা গ্রুপৰ বাহিৰেও শাখা বা 'ছেক্সন' বুলি এটা পৰিকল্পনা আছে। মন্ত্রী প্রতিনিধি দলৰ ঘোষণাৰ ১৯ ধাৰাৰ (৩), (৪) আৰু (৫) উপধাৰাত কোৱা হৈছে যে প্রদেশসমূহৰ পৰা নিৰ্বাচিত গণ পৰিষদৰ সকলো সদস্য নতুন দিল্লীত এখন সভাত সমবেত হৈ গণ পৰিষদৰ সভাপতিজন আৰু অন্যান্য কৰ্মচাৰী কেইজন আৰু সংখ্যালঘিষ্ঠ সম্প্রদায়সমূহ আৰু শাসনতন্ত্র বহির্ভূত অঞ্চল বিষয়ত উপদেষ্টা কমিটী এখন নিৰ্বাচিত কৰি দিয়েই 'ক', 'খ' আৰু 'গ', তিনিখন শাখা পৰিষদত বিভক্ত হ'ব। (এই শাখা পৰিষদ তিনিখনত অন্তর্ভুক্ত কৰা প্রদেশ আৰু প্রস্তাৱিত 'ক', 'খ', 'গ' সমষ্টিৰ অন্তর্ভুক্ত কৰা প্রদেশৰ তালিকা অৱশ্যে সম্পূর্ণ ৰূপে একে।) এই প্রতিখন শাখা পৰিষদে তাৰ অন্তর্ভুক্ত প্রদেশকেইখনৰ প্রাদেশিক শাসনতন্ত্র ৰচনা কৰিব আৰু সেই প্রদেশকেইখনলৈ এটা সমষ্টি গঠন কৰিবনে—এই বিষয়ে সিদ্ধান্ত কৰিব আৰু সমষ্টি গঠন কৰাটো স্থিৰ হ'লে সেই "সমষ্টি-গৱৰ্ণমেণ্টে" কি কি বিষয়ত শাসন কাৰ্য চলাব, তাকো স্থিৰ কৰিব।

"গতিকে দেখা যায় যে মন্ত্রী প্রতিনিধিবৰ্গৰ আঁচনিমতে সমষ্টিতকৈ 'ছেক্সন' বা 'শাখা' পৰিষদ গঠন বাধ্যতামূলক অথচ কংগ্রেছ ৱৰ্কিং কমিটীয়ে এতিয়ালৈকে সমষ্টিৰহে বিৰোধিতা কৰিছে, ছেক্সনৰ বিৰোধিতা কৰা নাই। মন্ত্রী প্রতিনিধিৰ ঘোষণাৰ ১৫ ধাৰাৰ (৫) উপধাৰাত কোৱা হৈছে যে প্রদেশবিলাকে তেওঁলোকৰ ভিতৰত কোনো সমষ্টি গঠন কৰিব নে নকৰে, এই বিচাৰ কৰিবলৈ প্রদেশসমূহৰ স্বাধীনতা থাকিব। ("province will be free to form "groups" with executives and legislatives and each "groups" could determine the provincial subjects to be taken in common.")

"কংগ্রেছ ৱৰ্কিং কমিটীয়ে এই ধাৰাৰ মৰ্মানুসাৰে (১৯ ধাৰাৰ উপৰোক্ত উপধাৰাৰ মৰ্মানুসাৰে নহয়) সমষ্টি বা গ্রুপ গঠনৰ বিৰোধিতা কৰিছে আৰু এই বিষয়ত প্রদেশ বিলাকৰ অধিকাৰ মানি লৈছে। কিন্তু শাখা পৰিষদক

'ছেক্সন' গঠনৰ কোনো স্পষ্ট বিৰোধিতা কৰা নাই। অথচ মন্ত্ৰী, প্ৰতিনিধিবৰ্গৰ পৰিকল্পিত 'গ' শাখা পৰিষদে অসমৰ প্ৰাদেশিক শাসনতন্ত্ৰ ৰচনা কৰিব লগা হ'লে আমাৰ কি বিপদ, সেই কথা বহলাই নকলেও হ'ব। সেই শাখা পৰিষদত মুঠ ৭০ জন সদস্যৰ ভিতৰত অসমৰ সদস্য থাকিব মাত্ৰ ১০ জন। তাৰ ভিতৰতো অসমীয়া ৫ জনৰ সৰহ হ'বৰ সম্ভাৱনা নাই। গতিকে এই ৬৫ জন অনা-অসমীয়াই কৰা অসমৰ শাসনতন্ত্ৰৰ ৰূপ কি হ'ব, তাক সহজে অনুমান কৰিব পাৰি। সেই কাৰণেই আমি অসমৰ শাসনতন্ত্ৰ অসমৰ প্ৰতিনিধিকেইজনে (গণ পৰিষদ) ৰচনা কৰাৰ দাবী কৰিছো। ছেক্সন বা শাখা পৰিষদৰো বিৰোধিতা কৰিছো। কংগ্ৰেছ ৱৰ্কিং কমিটীয়ে আমাৰ এই দাবী যুক্তিসঙ্গত বুলি স্বীকাৰ কৰিছে আৰু সমৰ্থন কৰিবলৈ গাত লৈছে। কিন্তু সমষ্টি বা বিৰোধিতা কৰাৰ দৰেই তেওঁলোকে ছেক্সন বা শাখা পৰিষদৰো মূলতে বিৰোধিতা কৰা হ'লে ভাল আছিল। আৰু এতিয়াও তেওঁলোকক তাকে কৰাবৰ কাৰণে আমাৰ চেষ্টা হ'ব লাগে।

"তৃতীয়তঃ লক্ষ্য কৰিব লগা কথা এই যে, ছেক্সন বা শাখা পৰিষদত অসমৰ শাসন তন্ত্ৰ ৰচনা কৰাত আমাৰ যি বিপদ, গণ পৰিষদৰ অসমৰ প্ৰতিনিধিকেইজনে অসমৰ শাসন তন্ত্ৰ ৰচনা কৰাটো তাতোকৈ আমাৰ বিপদ কম নহয়। অসমৰ ১০ জন প্ৰতিনিধিৰ ভিতৰত তিনিজন মুছলিম লীগৰ। সেই তিনিজনৰ ভিতৰত এজন অসমীয়া মুছলমান হ'ব পাৰে যদিও অসমৰ স্বাতন্ত্ৰ্য আৰু বৈশিষ্ট্য ৰক্ষা কৰাৰ বিষয়ত তেওঁৰ কোনো আগ্ৰহ হয়তো নহ'ব।

"দুজন হ'ব সুৰমা উপত্যকাৰ হিন্দু। গতিকে এই ৫ জন সদস্য অসম আৰু অসমীয়াৰ স্বাৰ্থৰ অনুকূল নহ'ব বুলি ধৰিব পাৰি। বাকী ৫ জন সদস্যৰো আটাইকেইজনেই বহলমনা দূৰদৰ্শী আৰু অসমৰ স্বাৰ্থৰ পৰিপোষক সুদক্ষ অসমীয়া সদস্য হ'ব বুলি আমি আশা কৰিব পাৰোনে? কথাটো সিমান সহজ নহয়। আৰু এই কথাটোৰ ওপৰতে অসমৰ ভৱিষ্যৎ শাসন তন্ত্ৰৰ ৰূপ বহু পৰিমাণে নিৰ্ভৰ কৰিছে। গতিকে গণ পৰিষদৰ অসমীয়া প্ৰতিনিধিকেইজনৰ নিৰ্বাচন বিষয়ত আমাৰ নিৰ্বাচন সমিতি আৰু নিৰ্বাচক মণ্ডলীয়ে অতিশয় সাৱধানতাৰে কাম কৰিব লাগিব।

"চতুৰ্থতঃ এই নতুন শাসনতন্ত্ৰ ৰচনা কৰোতেই অসমৰ এটা প্ৰধান সমস্যা ছিলেট জিলাক অসমৰ পৰা পৃথক কৰাৰ চেষ্টা কৰিব লাগে। এই বঙালী জিলাখন অসমৰ লগত অস্বাভাৱিকভাৱে সংলগ্ন থকাৰ কাৰণে অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু শাসনতান্ত্ৰিক ক্ষেত্ৰত কেনে অবাঞ্ছনীয় পৰিস্থিতিৰ উদ্ভৱ হৈছে, সেই বিষয়ে আলোচনা নিষ্প্ৰয়োজন। এই ছিলেট জিলাকে গয়না লৈ অসমত বঙালীসকলে কেনেকৈ অন্যায় প্ৰাদুৰ্ভাৱৰ প্ৰয়াস পাইছে, সেই কথাও অসমবাসী মাত্ৰেই হাড়ে হাড়ে বুজিছে। এই অৱস্থাৰ পৰা অসমীয়া কিম্বা ছিলেটীয়া কোনো পক্ষৰে শান্তি হোৱা নাই। গতিকে উভয় পক্ষৰে মাজত শান্তি আৰু সম্ভাৱ স্থাপনৰ কাৰণেও ছিলেটৰ বঙ্গভুক্তিৰ আৱশ্যক। এই নতুন শাসনতন্ত্ৰতে এই কাম কৰিব নোৱাৰিলে ইয়াৰ পিছত বেগতে এই কাম কৰা সম্ভৱ নহ'ব আৰু ইতিমধ্যে অসমীয়া জাতিৰ অৱস্থা বহু পৰিমাণে ক্ষীণতৰ আৰু ছিলেটীয়াসকলৰো বঙ্গভুক্তিৰ আগ্ৰহ হ্ৰাস হ'ব পাৰে। বঙ্গদেশেও ছিলেটক নিবলৈ ইচ্ছা নকৰা হ'ব পাৰে। এতিয়াই বঙ্গদেশৰ মুছলমানসকলৰ সৰহভাগৰ উপৰি এদল হিন্দুৱেও। আনকি ভাষা আৰু কৃষ্টিৰ ভিত্তিত প্ৰদেশবিলাকৰ সীমা নিৰ্দ্ধাৰণ নীতি অৱলম্বনকাৰী কংগ্ৰেছৰ ভিতৰতো এদল এই বিষয়ত বিমুখ হোৱা দেখা গৈছে। সিদিনা কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্য ডাঃ প্ৰফুল্ল চন্দ্ৰ ঘোষ বাবুৱেও আলোচনা প্ৰসঙ্গত এনে মন্তব্য কৰি আমাক বিস্মিত কৰিছে। তেখেতৰ মতে ভাষা আৰু কৃষ্টিৰ ভিত্তিত প্ৰদেশসমূহৰ সীমা নিৰ্দ্ধাৰণ কৰা কংগ্ৰেছৰ নীতিটো চিৰস্থায়ী কিম্বা অপৰিৱৰ্তনীয় নীতি হ'ব নোৱাৰে।

"গতিকে এই শাসন তন্ত্ৰ ৰচনাৰ লগে লগেই ছিলেটৰ বঙ্গভুক্তিৰ ব্যৱস্থা কৰা আৱশ্যক। এই ব্যৱস্থা নিয়ম-সঙ্গতভাৱে কৰিব পাৰে সদৌ ভাৰতীয় গণ পৰিষদে। আমি কংগ্ৰেছ ৱৰ্কিং কমিটীৰ কেইবাজনো সদস্যৰ আগত এই কথা উত্থাপন কৰিছিলো আৰু তেওঁলোকৰ ভিতৰত ডঃ ৰাজেন্দ্ৰপ্ৰসাদে আমাৰ প্ৰস্তাৱ সম্পূৰ্ণৰূপে অনুমোদন কৰিছিল আৰু এই বিষয়ত যথাসাধ্য কৰিব বুলি আশ্বাস দিছিল। ৱৰ্কিং কমিটী তথা গণ পৰিষদে যাতে এই কাম হাতত লয়, এই বিষয়ে আমি চেষ্টা কৰা উচিত।"

হৰেন্দ্ৰনাথ বৰুৱাই দেখুৱাই দিছিল : (১) কংগ্ৰেছে সমষ্টিকৰণৰহে বিৰোধিতা কৰিছে, কিন্তু ছেক্সন গঠন কৰাৰ বিৰোধিতা কৰা নাই, কিম্বা স্পষ্টভাৱে মত দিয়া নাই; (২) শাসন পৰিষদে ভৱিষ্যৎ শাসনতন্ত্ৰ ৰচনা কৰিলে অসমীয়াৰ বিপদ হ'ব; (৩) ছেক্সন বা গণ পৰিষদত থকা অসমৰ প্ৰতিনিধিসকলে শাসনতন্ত্ৰ ৰচনা কৰিলেও একে বিপদেই হ'ব। কিয়নো ১০ জন প্ৰতিনিধিৰ তিনিজন মুছলিম লীগৰ দুজন সুৰমা উপত্যকাৰ হিন্দু। এই ৫ জন অসমীয়া থাকিব। গতিকে শাসন পৰিষদৰ মুঠ ৭০ জন সদস্যৰ ভিতৰত ৬০ জনেই অনা-অসমীয়া। এইসকলে প্ৰস্তুত কৰা শাসনতন্ত্ৰৰ ৰূপ

কি হ'বগৈ, তাক সহজে বুজিব পাৰিব; (৪) অসমৰ শাসনতন্ত্ৰ গণ পৰিষদৰ অসমৰ সদস্য কেইগৰাকীয়ে ৰচনা কৰাৰ পোষকতা কৰা হৈছে; (৫) গণ পৰিষদত থকা মুছলিমৰ ৩ জন সদস্যৰ ভিতৰত এজন অসমীয়া মুছলমান হ'ব পাৰে যদিও তেওঁ অকলে অসমৰ স্বতন্ত্ৰ আৰু বৈশিষ্ট্য কিমান দূৰ ৰক্ষা কৰিবলৈ সক্ষম হয়, ভাবিব লগীয়া; (৬) এইবিলাক সমস্যালৈ দূৰদৰ্শিতাসহকাৰে অসমৰ ভৱিষ্যৎ স্বাৰ্থত উনুকিয়াই অসমীয়া সাংবাদিকতাৰ গুৰি ধৰি নথকা অৱস্থাতো (তেতিয়া তেওঁ কাকতৰ সম্পদনাৰ লগত জড়িত নাছিল) হৰেন্দ্ৰনাথ বৰুৱাই সজাগ জনমত সৃষ্টি কৰিবলৈ প্ৰয়াস পাইছিল। তেতিয়াই তেওঁৰ দূৰদৃষ্টি আৰু অসমপ্ৰাণতাৰ পৰিচয় স্পষ্ট হৈ পৰে। সকলো ক্ষেত্ৰত কংগ্ৰেছৰ কৰ্তব্যত ভৰষা নকৰি প্ৰদেশ আৰু জাতিৰ স্বাৰ্থত সেই সংগঠনৰ অভিমতৰ বিৰোধিতা কৰি হ'লেও জাতিৰ হিতৈষণা অটুট ৰাখিবলৈ তন্নিষ্ঠ জাতি প্ৰেমেই এইসকল জনমত সৃষ্টিকাৰীক চিৰস্মৰণীয় কৰিলে আৰু ফলস্বৰূপে জাতিৰ অস্তিত্ব ৰ'ল। অসমীয়া জাতীয় সংগ্ৰামৰ তাতেই শেষ নোহোৱাটো বেলেগ বিষয়। হৰেন্দ্ৰ নাথ বৰুৱাৰ বিস্তৃত পৰ্যালোচনাৰ পূৰ্বে "অসমীয়া'ই ১৯৪৬ চনৰ ১৫ জুন তাৰিখে 'অসমৰ ৰায়' শিতানত স্পষ্টভাৱে উল্লেখ কৰিছিল যে অসমে নিখিল ভাৰত কংগ্ৰেছ মহাসভাৰ পৰা সমৰ্থন পাইছে যেতিয়া বৃটিছ কূটনীতিক ভৰিৰে মোহাৰি পেলাবলৈ সক্ষম। কোৱাই বাহুল্য এইটো অসমৰ ঐক্যবদ্ধ ৰূপ আছিল— অৰ্থাৎ অসমে সৰ্বনশীয়া বাধ্যতামূলক সমষ্টিকৰণ আঁচনি গ্ৰহণ নকৰে।

### অসমৰ ৰায় : জাতিৰ উদাত্ত কণ্ঠ

মন্ত্ৰী মিছনৰ তথাকথিত সদইচ্ছাৰ জোলোঙাৰ পৰা অসমৰ কাৰণে কি অৱদান ওলাল তাৰ নগ্নঠা ৰূপটো কেৱল আজি অসমৰে নহয় সমগ্ৰ ভাৰতৰ আগত ফটফটীয়াকৈ ওলাই পৰিছে। অসমৰ চহৰে-নগৰে গাৱেঁ-ভূঞে, পৰ্বতে-ভৈয়ামে বিভিন্ন কণ্ঠৰ পৰা বিভিন্ন ধাৰাত এই অপূৰ্ব অৱদানৰ প্ৰতিবাদ প্ৰতিধ্বনিত হৈছে। নিজৰ ক্ষমতাৰ ভিতৰত থকা সকলোখিনি শক্তি প্ৰয়োগ কৰিও আৰু চৰম ত্যাগলৈকে আগবাঢ়ি গৈ হ'লেও অসমে বৃটিছ কূটনীতিৰ সৰ্বনশীয়া মায়াজাল স্বৰূপ বাধ্যতামূলক সমষ্টি গঠন পৰিকল্পনা মানি নলয়— এয়ে হ'ল অসমৰ ঐক্যবদ্ধ ৰায়। মাত্ৰ কেইজনমান প্ৰতিক্ৰিয়াশীল স্বাৰ্থান্ধ ক্ষমতালোভী ৰাজনৈতিক আৰু তেওঁবিলাকৰ প্ৰৰোচনা আৰু প্ৰলোভনত বিপথচালিত হোৱা এমুঠি বিজতৰীয়া মানুহৰ বাহিৰে সমগ্ৰ অসম নিজৰ স্বতন্ত্ৰ জাতীয়তা ভাষা, সংস্কৃতি, ঐতিহ্য ৰক্ষা কৰিবৰ কাৰণে দৃঢ় পৰিকৰ। আনকি সুৰমা উপত্যকাৰ ছিলেট জিলা আৰু পশ্চিম কাছাৰৰ বঙালী জনসাধাৰণেও অসমৰ এই সমষ্টিবিৰোধী আন্দোলন সমৰ্থন কৰিছে।

ভাৰতীয় ইউনিয়নৰ অন্তৰ্ভুক্ত এটা স্বতন্ত্ৰ সমষ্টি হিচাপে অসমে নিজে অসমৰ ভৱিষ্যৎ শাসনতন্ত্ৰৰ ৰচনা কৰিব। অসমৰ এই প্ৰাণৰ ভাষাৰ উত্তৰত ৱৰ্কিং কমিটীৰ হৈ মৌলনা আজাদে অসমৰ এই জন্মস্বত্ব কংগ্ৰেছে মানি ল'ব বুলি স্পষ্টভাৱে ঘোষণা কৰিলে। অসমৰ জয় হ'ল। মৌলনা আজাদৰ এই কথাষাৰেই অসমৰ কাৰণে অসমীয়া জাতিৰ কাৰণে মেগ্নাকাৰ্টা।

কোনো কাগজত লিখা নাথাকিলেও এইকেইটা শব্দ প্ৰত্যেক অসমীয়াৰ প্ৰাণৰ ফলিত চিৰকালৰ কাৰণে অংকিত থাকিব। এই চনদৰ চৰ্তভঙ্গ অসমে কেতিয়াও সহ্য নকৰে আৰু কৰিব নোৱাৰে। বৃটিছ কৰ্তৃপক্ষৰ পৰা আমাক প্ৰতিশ্ৰুতিৰ অনুগ্ৰহ নালাগে। বৃটিছ প্ৰতিশ্ৰুতিৰ মূল্য কিমানখিনি ইঙ্গ-ভাৰতীয় ইতিহাসৰ প্ৰত্যেক পাতে পাতে তাৰ প্ৰমাণ আছে। অসমে নিখিল ভাৰত কংগ্ৰেছ মহাসভাৰ পৰা সমৰ্থন পাইছে যেতিয়া বৃটিছ কূটনীতিকো ভৰিৰে মোহাৰি পেলাবলৈ আজি সক্ষম। বাধ্যতামূলক সমষ্টি গঠনৰ বলি শালত কেৱল যে অসমৰ স্বাৰ্থকে বলি দিয়া হৈছে এনে নহয়, এই ঘৃণনীয় প্ৰস্তাৱে গণতন্ত্ৰৰ উচ্চতম নীতি— জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰটোকে খৰ্ব কৰি বিশ্বৰ প্ৰগতিবাদী ৰাজনীতিৰ ধাৰাটো প্ৰতিক্ৰিয়াশীলতাৰ ফাললৈ ঘূৰাই নিবৰ চেষ্টা কৰিছিল। অসমেই প্ৰথমে এই হীন প্ৰচেষ্টাৰ মূৰত পদাঘাত কৰি আনৰো পথ-প্ৰদৰ্শক হ'ল "অসমীয়া"।

### "প্ৰথমে অসমীয়া পাছতহে আইন"

সেই সময়ছোৱাত 'অসমীয়া'ই লোৱা ভূমিকাই কেনেকৈ অসমৰ চুকে-কোণে সকলোৰে এই জাতীয় সমস্যা সম্পৰ্কে সজাগ কৰি তুলিছিল, তাৰ প্ৰমাণ কাকতখনত সহজে পাব পাৰি। লীগৰ অনিষ্টকাৰী প্ৰস্তাৱৰ বিৰুদ্ধে অসমবাসী মুছলমানসকলেও আদৰ্শমূলকভাৱে প্ৰতিবাদ সাব্যস্তৰে অসমীয়াৰ পানী নসৰকা সামাজিক মাৰ-একতাৰ প্ৰমাণ জগতবাসীক দেখুৱাই অসমৰ ঐতিহ্য নিহিত শক্তিৰ পুনৰ সঞ্জীৱিত কৰি তুলিছিল। সৰহ কি, লীগে অসমক কৰা আক্ৰমণৰ বিৰুদ্ধে প্ৰতিবাদ জনাই তেতিয়াৰ লোকেল বোৰ্ডৰ ভাইচ চেয়াৰমেন আৰু প্ৰাক্তন লীগ নেতা ডাঃ মহবুব আলীয়ে মুছলিম লীগৰ পৰা পদত্যাগ কৰিছিল।

'অসমীয়া'ৰ ২৬ এপ্ৰিল সংখ্যাত মঙ্গলদৈৰ পৰা পৰিবেশন কৰা বাতৰিত কোৱা হৈছে :

**লীগৰ আক্ৰমণ প্ৰতিৰোধ প্ৰত্যেক অসমীয়াৰ পবিত্ৰ কৰ্তব্য**

**মঙ্গলদৈ, ১৯ এপ্ৰিল :** "মুছলমান হ'লেও বা হিন্দু হ'লেও প্ৰথমতে আমি অসমীয়া। মুছলিম লীগে অসম ধ্বংস কৰি যি ব্যাপক অভিযান কৰিছে, তাক প্ৰতিৰোধ কৰা প্ৰত্যেক হিন্দু-মুছলমানৰে পবিত্ৰ কৰ্তব্য।" এই বুলি ১৩ এপ্ৰিলৰ দিনা বগুলাগড় শিবিৰ প্ৰাংগণত জাতীয় সপ্তাহৰ শেষ দিন উপলক্ষে বহা এখন সভাত বক্তৃতা প্ৰসংগত মঙ্গলদৈ লোকেল বোৰ্ডৰ ভাইচ্ চেয়াৰমেন আৰু প্ৰাক্তন লীগ নেতা ডাঃ মহবুব আলীয়ে কয়।

১৯৪৭ চনৰ ৩ মে' তাৰিখে "অসমীয়া"ত প্ৰকাশ পোৱা আন এক বাতৰি :

**"লীগৰ আক্ৰমণ অসমীয়া মুছলমানৰ কাৰণে বেছি অনিষ্টকৰ" : অসমীয়া মুছলমান নেতাৰ উক্তি "আমি প্ৰথমে অসমীয়া পাছতহে অইন"**
**(স্থানীয় বাতৰি দিওঁতা)**

**ৰহা, ২৭ এপ্ৰিল :** যোৱা বুধবাৰে ৰহা মজলীয়া স্কুলত মহম্মদ জুবেদাৰ ৰহমান ডাঙৰীয়াৰ সভাপতিত্বত দেশৰ বৰ্তমান পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিবৰ নিমিত্তে ৰহা অঞ্চলৰ সমূহ হিন্দু-মুছলমান ৰাইজৰ এখন সভা বহে। সভাত ভালেমান অসমীয়া মুছলমান উপস্থিত আছিল। মহম্মদ ৰহিমুদ্দিন ডাঙৰীয়াই সভাত বক্তৃতা দিওঁতে কয় যে মুছলিম লীগে যি পাকিস্তানৰ নাম লৈ আমাৰ অসম দেশত অশান্তিৰ সৃষ্টি কৰিছে তেনে পাকিস্তানৰ এনে অশান্তিমূলক নীতি কেতিয়াও প্ৰতিষ্ঠিত হ'ব নোৱাৰে। বৰং সেই নীতি প্ৰকৃত পাকিস্তানৰ সম্পূৰ্ণ বিৰোধীহে। তেওঁ আৰু কয়, লীগৰ এই আক্ৰমণ হিন্দুতকৈ অসমীয়া মুছলমানৰ পক্ষেহে বেছি অনিষ্টকৰ। লীগে ভ্ৰান্ত কল্পনাত আতুৰ হৈ অসমীয়া মুছলমানৰ মূৰত কঁঠাল ভাঙি বিদেশী শাসনৰ প্ৰতিষ্ঠা কৰিব খুজিছে। অসমীয়া মুছলমানসকল এনে প্ৰৰোচনাত ভোল গ'লে স্বদেশৰ প্ৰতি ঘোৰ অন্যায় কৰা হ'ব। বিদেশীৰ কবলৰ পৰা আমি অসমীয়াই অসমক ৰক্ষা কৰিবই লাগিব। তাৰ বাবে অসমীয়া হিন্দু-মুছলমান ঐক্যবদ্ধ হৈ লীগৰ এই আক্ৰমণ প্ৰতিৰোধ কৰা উচিত। প্ৰথমে আমি অসমীয়া পাছতহে অইন।"

'অসমীয়া'ৰ ১৭ মে' তাৰিখ সংখ্যাৰ ৫ পৃষ্ঠাত প্ৰকাশিত বাতৰিৰ পৰাই ভালদৰে বুজিব পাৰি লীগৰ অনিষ্টকাৰী আঁচনিৰ বিৰুদ্ধে অসমীয়া সমাজৰ সকলো স্তৰৰ ৰাইজে সংঘবদ্ধ হৈ পৰিছিল। তাৰে নমুনা স্বৰূপ এটা বাতৰি :

অসমৰ কৃষক শ্ৰেণীক সংঘবদ্ধ হ'বলৈ আলোচাওখাট মৌজাৰ কৃষক সম্মিলনত বাগ্মীবৰ ফুকনদেৱৰ বক্তৃতা "অসমীয়া মুছলমানে লীগৰ কথা কিয় শুনিব?" "মহম্মদ চালেহৰ উদ্দীপনাময়ী বক্তৃতাত লীগ আন্দোলনৰ স্বৰূপ উদ্‌ঘাটন।"

**কাকজান, তিনিচুকীয়া, ৮ মে' :** সময় থাকোতেই কৃষকসকল যদি সংঘবদ্ধ নহয়, তেনেহ'লে আমাৰ দেশ স্বাধীন হোৱাৰ পিছতো তেওঁলোকে ধনিক শ্ৰেণীৰ শোষণৰ পৰা মুক্তি নাপায়। চাওখাট মৌজাৰ কৃষক সম্মিলনৰ সভাপতি বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকনদেৱে এই বুলি কয়। বক্তৃতা প্ৰসংগত মহম্মদ চালেহ ডাঙৰীয়াই কয়, "আমি প্ৰথমতে অসমীয়া পাছতহে মুছলমান।" অসমত হিন্দু-মুছলমানৰ বহুকলীয়া মিলাপ্ৰীতি ভাবৰ উল্লেখ কৰি কয়, "অসমত হিন্দুস্থান-পাকিস্তানৰ প্ৰশ্ন উঠিব নোৱাৰে, আমি বিচাৰো স্বাধীনতা।" তেখেতে আৰু কয়, "অসমীয়া মুছলমান গতিকে মুছলিম লীগৰ কথা কিয় শুনিব? লীগে বিচাৰিছে অসমীয়া মুছলমান খেতিয়কক সৰ্বহাৰা কৰিবলৈ। অসমক পাকিস্তানত পৰিণত কৰাটোৱে হৈছে লীগৰ উদ্দেশ্য আৰু ব্যৱসায়। পমুৱাৰ শতকৰা ৪৫ জনেই অমুছলমান। গতিকে অসম চৰকাৰৰ বিৰুদ্ধে অসম-বঙ্গ যুটীয়া লীগ পৰিষদৰে অভিযানৰ মূল্য ক'ত ভাবি চাওক।"

গ্ৰুপিং আঁচনিয়ে অকল অসমবাসীৰ প্ৰাণত খলকনি তুলিছিল বুলি ধৰিব নালাগে। ইয়াৰ ঢৌৱে অসমৰ বাহিৰত থকা প্ৰবাসী অসমীয়াৰ লগত প্ৰবাসী ভাৰতীয় মাত্ৰকে স্পৰ্শ কৰিছিল। এই সমস্যা সম্পৰ্কত বিলাতী কাকততো গুৰুত্বসহকাৰে বাতৰি প্ৰকাশ পাইছিল :

**মুছলিম লীগৰ অসম অভিযানৰ বাতৰিত লণ্ডনত উৎকণ্ঠা, কঠোৰ হাতেৰে আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ অনুৰোধ কৰি বিভিন্ন ব্যক্তিৰ চিঠি-পত্ৰ বিলাতী কাকতত অসমৰ বাতৰিৰ প্ৰতি গুৰুত্ব আৰোপ**
**(আমাৰ শ্বিলং অফিচৰ পৰা)**

**২৪ এপ্ৰিল :** "মুছলীম লীগৰ অসম অভিযানৰ বাতৰি সম্পৰ্কে বাতৰিকাকতত পঢ়িবলৈ পাই লণ্ডনত থকা ভাৰতীয়সকল বৰ চিন্তিত হৈ পৰিছে আৰু তেওঁলোকৰ বহুতে এই বিষয়ে সবিশেষ জনাবলৈ আৰু লগতে অভিযান প্ৰতিৰোধৰ কাৰণে কঠোৰ ব্যৱস্থা

ল'বলৈ অনুৰোধ জনাই অসম চৰকাৰলৈ চিঠি দিছে বুলি 'অসমীয়া'ই জানিব পাৰিছোঁ।" লণ্ডনত থকা এই ভাৰতীয়সকলৰ সংস্পৰ্শত অহা ইংৰাজসকলে মুছলিম লীগৰ প্ৰতিক্ৰিয়াশীল আৰু ধ্বংসমূলক নীতিৰ তীব্ৰ নিন্দা কৰিছে বুলি কেতবোৰ বাতৰিত উল্লেখ কৰা হৈছে। লণ্ডনৰ বাতৰি কাকতবিলাকতো মুছলিম লীগে অসমত পাকিস্তান স্থাপনৰ বাবে যো-জা কৰা বাতৰিবিলাকত বিশেষ গুৰুত্ব দিছে আৰু সেইবোৰ বাতৰি ডাঙৰ ডাঙৰ আখৰেৰে প্ৰকাশ কৰিছে। লণ্ডনত উচ্চ শিক্ষা ল'বলৈ যোৱা অসমীয়াসকলেও এই পৰিস্থিতিলৈ লক্ষ্য ৰাখি অসম চৰকাৰলৈ চিঠি-পত্ৰ দিছে। সিদিনা লণ্ডনৰ পৰা ডাঃ পদ্মনাথ হাজৰিকা এ ডি পি এইচ আৰু শ্ৰীযুত আব কে চৌধুৰীযে অসম চৰকাৰৰ স্বৰাস্ত্ৰ সচিব শ্ৰীবসন্ত কুমাৰ দাসলৈ দিয়া চিঠিত গভীৰ উৎকণ্ঠা প্ৰকাশ কৰিছে। লগতে কঠোৰ হাতেৰে এই পৰিস্থিতিৰ সন্মুখীন হ'বলৈ অনুৰোধ জনাইছে। অসমত ব্যৱসায় বাণিজ্য কৰা ইংৰাজসকলে অসমত থকা তেওঁলোকৰ ইংৰাজ এজেণ্টসকলক এই সময়ত অসম চৰকাৰক সকলো প্ৰকাৰে সহায়, সমৰ্থন কৰিবলৈ চিঠিত উল্লেখ কৰিছে।

তেওঁলোকে স্বৰাস্ত্ৰ সচিবলৈ দিয়া চিঠিখনৰ লগতে "লণ্ডন টাইমছে" কাকতত ডাঙৰ ডাঙৰ আখৰেৰে ওলোৱা বাতৰি এটাও কাটি দি পঠাইছে। সেই বাতৰিটো হৈছে - অসম-বঙ্গ সীমান্তত অসম অভিযানৰ বাবে মুছলীম লীগে মুছলিম লীগ জাতীয় ৰক্ষী বাহিনী সমাবেশ কৰা বিষয়ে কেন্দ্ৰীয় পৰিষদত শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰীৰ প্ৰশ্ন আৰু দেশ ৰক্ষা বিভাগৰ চেক্ৰেটাৰী মিঃ ভালজাৰৰ উত্তৰৰ বিৱৰণী। 'লণ্ডন টাইমছ'ত এই বাতৰিটোৱে বিশেষ প্ৰাধান্য লাভ কৰিছে। লীগৰ আন্দোলনে চূড়ান্ত ৰূপ ধাৰণ কৰি হিংস্ৰবাদী হৈ পৰিছিল। বুজিব পাৰি, প্ৰবাসী অসমীয়াই এনে হিংস্ৰ কাৰ্য-কলাপৰ বিৰুদ্ধে সৰৱ হৈ পৰিছিল আৰু ভাৰতৰ বাহিৰত বিশেষকৈ লণ্ডনত প্ৰভাৱ পৰাকৈ তেওঁলোকে কাৰ্যসূচী লৈ জনমত সৃষ্টি কৰাৰ প্ৰয়াস পাইছিল।

পূব পাকিস্তানৰ মুছলিম নেছনেল গাৰ্ডৰ লোক অসম সোমাই প্ৰচাৰ তথা উগ্ৰ কাৰ্যকলাপলৈ প্ৰৰোচিত কৰাৰ বাতৰিত "অসমীয়া"ত প্ৰকাশ পাইছিল। এটা বাতৰি : (স্থানীয় বাতৰি দিওঁতা)

**হাউলি, ২৮ মাৰ্চ:** পূব পাকিস্তানৰ পৰা মুছলিম নেশ্যনেল গাৰ্ড আহি অসমৰ ঠায়ে ঠায়ে সোমাইছেহি বুলি বাতৰি পোৱা গৈছে। হাউলি অঞ্চলত আজি তিনি-চাৰিদিন মান ঘূৰি ফুৰা এজন আচহুৱা মানুহৰ লগত কথা-বতৰা মতে মানুহজনে স্বীকাৰ কৰে যে তেওঁ পাকিস্তান মুছলিম নেশ্যনেল গাৰ্ড ইত্যাদি। ৩ এপ্ৰিল ১৯৪৭ চন।

লীগপন্থীসকলে তেতিয়া থানা, ডাকঘৰ, জেলখানা, স্কুল আদি আক্ৰমণ কৰিছিল। 'অসমীয়া'ত তেতিয়া ৰাজহমন্ত্ৰী আৰু গৃহমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে এনে হিংস্ৰ আন্দোলন পৰিহাৰ কৰিবলৈ আবেদন কৰা বাতৰি প্ৰকাশ পাইছে। (২৭ এপ্ৰিল, ১৯৪৭ চন) কাকতত প্ৰকাশ পোৱা তেওঁ দিয়া বিৱৰণ মতে :

**কৰিমগঞ্জত লীগৰ কাৰ্য্যকলাপ**

লীগ শোভাযাত্ৰাকাৰীসকলে ১৮ এপ্ৰিলৰ দিনা কৰিমগঞ্জত আদালত, ডাকঘৰ, স্কুল, হিন্দু ছাত্ৰাবাস, টাউনপৰীয়া ঘৰ আদি আক্ৰমণ কৰে। এই অবৈধ জনতাই বিদ্বেষমূলক ধ্বনি কৰি পুলিচ-কনিষ্টবলক খেদি দোকান বজাৰ লুট কৰিবলৈ চেষ্টা কৰিছিল।

**জেলখানা আৰু থানা আক্ৰমণ**

১৮ এপ্ৰিলৰ দিনা ছিলেটৰ দায়িত্বশীল লীগ নেতাৰ পৰিচালনাত এটা সমদলে জেলখানাৰফালে গৈ জেলৰ দুৱাৰ মুখত "মৰকে লেঙ্গে পাকিস্তান" আদি ধ্বনি দি জেলখানা আক্ৰমণ কৰি এজন পৰীয়াক আহত কৰে আৰু লীগ পতাকা উত্তোলন কৰে। ২৩ তাৰিখে গ্ৰেপ্তাৰ কৰি ৰখা মহম্মদ আব্দুল ৰাবিকক তেওঁলোকে পুলিচৰ হাতৰ পৰা বলেৰে মুক্ত কৰি নিয়ে। পুনৰ ২০ তাৰিখে একে ঠাইতে প্ৰায় ২০০ লীগ আক্ৰমণকাৰীয়ে নগৰৰ পুলিচ থানা আক্ৰমণ কৰি ইটা দলিয়াবলৈ ধৰে। পুলিচে আক্ৰমণকাৰীৰ ইটা আৰু শিল বৰ্ষণৰ পৰা ৰক্ষা পাবলৈ প্ৰথমে লাঠী চলাই আৰু তাৰ পিছত উদ্যত হৈ গুলী বৰ্ষণ কৰে।

## বজাৰ কৰি থাকোতে সৈন্য আহত

যোৱা ২২ এপ্ৰিলৰ দিনা মানকাছাৰত এদল ৰাইফলধাৰীয়ে বজাৰ কৰি থাকোতে এটা লীগ জনতাই তেওঁলোকক বেটি লৈ শিল দলিয়াই এজন জোৱানক আহত কৰে। সৈন্যৰ দলটো পিছলৈ হুহকাত লীগ জনতাই হিংস্ৰ হৈ খেদি খেদি শিল দলিয়াবলৈ ধৰাত সৈন্য দলে উপায়ান্ত হৈ জনতাৰ ওপৰত গুলীবৰ্ষণ কৰে।

## সশস্ত্ৰ পমুৱাৰ দ্বাৰা পুলিচ বাহিনী আক্ৰান্ত

(আমাৰ নিজা প্ৰতিনিধিৰ পৰা)

**তেজপুৰ, ১৫ মে' :** কালি কুমলীয়া ৰিজাৰ্ভত ক্ষিপ্ত আৰু উচ্ছৃংখল পমুৱা কিছুমানে পুলিচ বাহিনীক আক্ৰমণ

কৰাত পুলিচে গুলী চলাবলৈ বাধ্য হয়। পুলিচৰ গুলীত এজন পমুৱা নিহত হয়। আন এজনক চিকিৎসালয়লৈ আনোতে বাটতে মৃত্যু হয়। কুমলীয়া আৰু বাঘমাৰী ৰিজাৰ্ভত পমুৱাসকলে প্ৰচণ্ড সংগ্ৰামৰ কাৰণে বিৰাট আয়োজন কৰিছে বুলি প্ৰকাশ। 'অসমীয়া', ১৭ মে', ১৯৪৭।

উল্লেখযোগ্য, ১৯৪৬ চনৰ জুলাইত বোম্বাইত বহা মুছলিম লীগৰ কাউন্সিলৰ এক বৈঠকত কেবিনেট মিছনৰ আঁচনি প্ৰত্যাখ্যান কৰা হয় আৰু তেওঁলোকৰ পাকিস্তানৰ দাবী প্ৰতিপন্ন কৰিবলৈ প্ৰত্যক্ষ কৰ্মসূচী (Direct Action) গ্ৰহণ কৰাৰ সিদ্ধান্ত লোৱা হয়। জিন্নাৰ পাকিস্তানৰ প্ৰস্তাৱ সম্পৰ্কত তেতিয়াৰ কংগ্ৰেছ সভাপতি তৈয়বউল্লাই "কাৰাগাৰ চিঠিত" দিনক দিনে লীগৰ উপদ্ৰৱ উদ্ভগুলি (Gangstarism) বাঢ়ি গৈছিল, তাৰে অসমত হোৱা ঘটনাবিলাকৰ তেওঁ বৰ্ণনা দিছে।[১৭]

তেওঁ লিখিছে, মিঃ জিন্নাই ভালদৰে জানে যে আজাদী আৰু ৰুছিৰ আদৰ্শত অনুপ্ৰাণিত কৰিব লাগিলে পাকিস্তান ৰূপ ভুৱা ইছলাম ৰাষ্ট্ৰৰ (পাকিস্তান শব্দৰ অৰ্থ পাক—পৱিত্ৰ ভূমি) ছবি মুছলমানসমূহৰ সন্মুখত ধৰিব লাগিব। সৰল, অজ্ঞান, অতি পিছপৰা ধৰ্মপ্ৰাণ মুছলিমক জিন্নাৰ জালত ক্ৰমে ল'লে বাছি। আজাদী আৰু ৰুছিৰ আদৰ্শ নিশ্চয় মহান। উদ্দেশ্য আৰু পৰিণামো (End) মহৎ। মিঃ জিন্নাৰ ৰাজনৈতিক বিশ্বাস কিন্তু এইটো পন্থা (Means) যেনেকুৱাই নহওক, উদ্দেশ্য (End) সফল হ'লেই হ'ল।[১৮]

উদ্দেশ্য আৰু উপায়ৰ সামঞ্জস্য নোহোৱাৰ বাবে জিন্নাৰ নেতৃত্বাধীন লীগে ৰাজ্যখনত ১৯৪৫-৪৬ চনত সাম্প্ৰদায়িকতাৰ মনোভাব বিয়পাই দিবৰ সৰ্বাত্মক প্ৰচেষ্টা লোৱাটো স্পষ্ট হৈ পৰিছিল। লীগপন্থীসকলৰ প্ৰৰোচনাত ৰাজ্যখনত চৰ অঞ্চলত নতুনকৈ বসতি কৰা পমুৱা মৈমনছিঙীয়া বিলাকৰ দৌৰাত্ম্যাই ইয়াৰ আশে-পাশে থকা অঞ্চলত বৰকৈ অশান্তিৰ সৃষ্টি কৰিছিল। কিন্তু এই বিলাকে অসমবাসী একত্ৰিত হোৱাত বাধা দিব পৰা নাছিল বৰং সকলোৱে একমুঠ হৈ অসমৰ সমষ্টিকৰণৰ প্ৰস্তাৱ প্ৰতিহত কৰিছিল। লীগপন্থীসকলৰ প্ৰৰোচনাত পমুৱাবিলাকে ৰাজ্যৰ বিভিন্ন ঠাইত উপদ্ৰৱ কৰাৰ বাতৰিবিলাকে অসমীয়াৰ মনলৈ প্ৰতিশোধৰ ভাব জগাই তুলিব নোৱৰাৰ কাৰণ বিচাৰি চাবলগীয়া। এই প্ৰসংগত অসমীয়া সংবাদপত্ৰৰ সৰ্বব্যাপী ভূমিকা স্মৰণীয় দৃষ্টান্ত। 'অসমীয়া'ই আগভাগ লৈ অসমীয়া জাতীয়তাৰ দৃঢ় ভিত্তি ব্যাপক আৰু দৃঢ় কৰি তুলিছিল।

গুণ্ডাৰ হাতত "অসমীয়া"ৰ সম্পাদক দেৱকান্ত বৰুৱা আহত হৈছিল। এই কাকতখনৰ বিৰুদ্ধে কিছুমান লোক অসহিষ্ণু হৈ পৰাৰ কাৰণ সহজে বোধগম্য। লগতে কাকতখনৰ ভূমিকাৰ পৰিচয়ো এই ঘটনাই সদৰি কৰি দিয়ে। এনে গুণ্ডাৰ কাৰ্যকলাপ এনেকৈ বিয়পি পৰিছিল যে সেই সময়ৰ ছাত্ৰ নেতাক অৰক্ষিত অৱস্থাত লীগ পন্থীয়ে আক্ৰমণ কৰিছিল।

১৯৪৬ চনৰ ২ জুন তাৰিখে "দৈনিক অসমীয়া"ত প্ৰকাশ :

**ছাত্ৰনেতাক লীগপন্থী সমদলৰ আক্ৰমণ**

কটন কলেজৰ ছাত্ৰ শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আবেলি খোজকাঢ়ি ভৰলুৰ ফালে গৈ থকা অৱস্থাত বিপৰীত ফালৰ পৰা অহা মুছলিম লীগপন্থীসকলৰ আন্দোলনকাৰীৰে ভৰ্তি এখন বাছৰ পৰা কেইজনমান লীগ নেতা নামি আহি শইকীয়াক অপমান কৰাৰ উপৰিও শইকীয়াৰ গাত আঘাত কৰি লগে লগে পুনৰ বাছখনত গুচি যায়। আহত শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া বৰ্তমান চিকিৎসাধীন হৈ আছে।

উল্লেখযোগ্য এই সমষ্টিকৰণ বিৰোধী প্ৰবল আন্দোলনৰ সময়ছোৱাত অসম জাতীয় মহাসভাৰ সম্পাদক শ্ৰীঅম্বিকাগিৰী ৰায় চৌধুৰীয়ে "অসম আত্মৰক্ষা ফৌজ" গঠন কৰাৰ প্ৰয়াস পাইছিল। কিন্তু এইবিলাকেও ৰাজ্যখনত প্ৰতিশোধমূলক হিংসাত্মক কাৰ্যকলাপ সংঘটিত কৰাত কোনো প্ৰকাৰে ইন্ধন যোগোৱা নাছিল। সাম্ৰাজ্যবাদী বৃটিছ আৰু লীগৰ সাম্প্ৰদায়িকতাবাদী প্ৰৰোচনা সত্ত্বেও ৰাজ্যখনত প্ৰতি আক্ৰমণাত্মক ঘটনাৰ যোগেদি কেনিও ৰক্তপাতৰ সৃষ্টি নোহোৱাটো সেই সময়ৰ নেতৃত্ব আৰু জনমত সৃষ্টিকাৰী সংবাদ-পত্ৰৰ ভূমিকা— বিশেষকৈ সম্পাদকীয়ৰ ভূমিকা অগ্ৰগণ্য হৈ পৰাটো স্বাভাৱিক। সংবাদ-পত্ৰৰ এনে ভূমিকা আৰু ডঃ হীৰেন গোহাঁয়ে কোৱাৰ দৰে নেতাসকলৰ গণতান্ত্ৰিক দেশপ্ৰেম[১৯] আদৰ্শ স্থায়ী হৈ ৰ'ব। এই দুয়োটাই অসমক আত্মৰক্ষাৰ সংগ্ৰামত বিজয়ী কৰি তুলিছিল। দৰাচলতে অসমীয়াৰ সন্মিলিত প্ৰয়াসত মহাত্মা গান্ধীজীয়ে[২০] অসমৰ নেতাসকলক সকীয়াই দিয়া কথাষাৰ সাৰ্থক হৈ পৰিছিল; তেওঁ কৈছিল : "If you cannot act correctly and now, Assam will be finished. Assam must not lose its soul. It must uphold it against the whole world."

অসমক ৰক্ষা কৰাৰ সাৰ্থক পথৰ নিৰ্দেশ "অসমীয়া"ৰ পাতত স্পষ্ট হৈ ওলাই পৰিছিল বাবেই ভয়ানক প্ৰৰোচনাৰ মাজতো অসমীয়াই অগণতান্ত্ৰিক আসুৰিক ৰূপ গ্ৰহণ কৰিব নোৱাৰাৰ অনুকূল পৰিস্থিতি গঢ় লৈ উঠিছিল।

ইয়াৰ বাবে যাই কৃতিত্ব "অসমীয়া"ই দাবী কৰিব পাৰে। গণতান্ত্ৰিক আৰু দূৰদৃষ্টিসম্পন্ন দৃষ্টিভংগী গ্ৰহণকাৰী তেতিয়া "অসমীয়া" কাকতে '৪২ চনৰ গণ বিপ্লৱৰ পিছত স্বাধীনতাৰ দোকমোকালিত যি আদৰ্শস্থানীয় ভূমিকা অৱলম্বন কৰিবলৈ সক্ষম হৈছিল পিছৰ কালত হোৱা বিদেশী বহিষ্কাৰৰ সুদীৰ্ঘ আন্দোলনত (১৯৭৯-১৯৮৫ চন) অসমৰ সংবাদ-পত্ৰই তেনে ভূমিকা সামগ্ৰিকভাৱে গ্ৰহণ কৰিব নোৱৰাত "অসমীয়া"ই প্ৰতিষ্ঠা কৰি যোৱা মহৎ পৰম্পৰাত আঘাত পৰাটো স্বাভাৱিক হৈ পৰিল। অথচ এই গ্ৰুপিং আন্দোলন যেতিয়া সমগ্ৰ অসমত বিয়পি পৰিছিল তাৰ শীৰ্ষ পৰ্যায়ত লীগ নেতা 'জিন্না' অসম ভ্ৰমণলৈ আহিছিল আৰু গুৱাহাটীৰ উপৰি শ্বিলং আৰু ছিলেটলৈ গৈছিল। তেওঁ গুৱাহাটীৰ জুবিলী পথাৰত বহা ৰাজহুৱা সভাত ভাষণ দিছিল আৰু অসমত এসপ্তাহ থকাৰ পিছত এটা দীঘলীয়া বিবৃতি দিছিল। "অসমীয়া"ই এইবিলাক বাতৰি সমান গুৰুত্বসহকাৰে স্থান দি গণতান্ত্ৰিক আদৰ্শ দাঙি ধৰিছিল।

**গুৱাহাটীত মিঃ জিন্নাৰ বক্তৃতা**

**গুৱাহাটী, ৬ মাৰ্চ:** আজি ৩ বজাত স্থানীয় জুবিলী পথাৰত হোৱা এখন সভাত নিখিল ভাৰত মুছলিম লীগৰ সভাপতি— মিঃ জিন্নাই বক্তৃতা দিয়ে। বক্তৃতা প্ৰসঙ্গত তেওঁ কয়, "আমি পাকিস্তান অৰ্জন কৰিমেই। আমি বিচাৰো হিন্দু স্থানত হিন্দু আৰু পাকিস্তানত মুছলমান ৰাজত্ব। স্বাধীন হৈ হিন্দুৰ তলত গোলামী কৰিবলৈ আমি নিবিচাৰো।" তেওঁ আৰু কয় যে, "সকলো মুছলমান এক হোৱা। দহ কোটি মুছলমান এক হ'লে দুনিয়াত কোনেও আমাক ৰোধ কৰিব নোৱাৰে।" মিঃ জিন্নাই প্ৰায় ৮ মিনিট সময় বক্তৃতা দিছিল। মৌলনা হামিদ খানে সভাপতিত্ব কৰা সভাত মুছলমান ছাত্ৰ, ৰাইজ আৰু মহিলাসকলৰ ফালৰ পৰা তেওঁক অভিনন্দন আৰু টকাৰ টোপোলা উপহাৰ দিছিল।

(দৈনিক অসমীয়া : ৭ মাৰ্চ, ১৯৪৬ চন, ৪১শ সংখ্যা।)

কিন্তু ইয়াৰ বিপৰীতে গ্ৰুপিং বিৰোধী একোখন ৰাজহুৱা সভাত দিয়া জননেতাসকলৰ ভাষণেই সেই সময়ত নেতা তথা অসমীয়া সমাজখনৰ আত্মৰক্ষাৰ পথ সঁচাকৈয়ে কোন পথে তাক দেখুৱাই দিছিল। ১৯৪৬ চনৰ ১৬ মে' তাৰিখে "অসমীয়াত" এনে এখন ৰাজহুৱা সভাৰ বাতৰি বৰ বৰ হৰফেৰে এনেদৰে প্ৰকাশ পাইছিল :

**বাগিচাৰ বনুৱা আৰু পাহাৰীসকল**
**অসমীয়া জাতিৰ অঙ্গ**

**জামুগুৰিহাট, ১১ মে' :** কালি শ্ৰীযুত অমিয় কুমাৰ দাস, এম এল এৰ সভাপতিত্বত ইয়াত এখন ৰাজহুৱা সভা হয়। অত্যাচাৰ তদন্ত কমিটীৰ অন্যতম সদস্য শ্ৰীযুত হৰেশ্বৰ গোস্বামী বাৰ, এট্, ল, ই সভাত বক্তৃতা দিওঁতে কয় যে '৪২ চনৰ আন্দোলন আমাৰ শেষ আন্দোলন নহয়। স্বাধীনতা নোপোৱালৈকে আমাৰ আন্দোলন শেষ হ'ব নোৱাৰে। ছাত্ৰসকলক তেওঁ সম্বোধন কৰি কয় যে '৪২ চনৰ আন্দোলনত ছাত্ৰসকলৰ বৰঙণি কম নহয়। শ্ৰীযুত বিজয়চন্দ্ৰ ভাগৱতীয়ে বক্তৃতা প্ৰসংগত কয় যে নতুন শাসনতন্ত্ৰ ৰচনাত ছিলেটক বাদ দি অসম প্ৰদেশ গঠন কৰাটো আমাৰ দাবী। ইংৰাজে ১৮৭৪ চনত ছিলেট জিলা অসমৰ লগত জাপি দিয়ে। তেতিয়া ছিলেটৰ ৰাইজে ইয়াৰ দুৰ্যোৰ আপত্তি কৰিছিল। ইয়াৰ পিছত পাহাৰী জাতি, বাগিচাৰ বনুৱা, অসমত থকা নেপালী আৰু আন আন পিছপৰা জাতিসকলক লৈ বিৰাট অসমীয়া জাতি গঠনৰ কথা উল্লেখ কৰি শ্ৰীযুত ভাগৱতীয়ে কয় যে পাহাৰীয়া জাতি, বাগিচাৰ বনুৱা নেপালীসকল অসমীয়া জাতিৰ একোটা অংশ। তেওঁলোকক বাদ দি আমি জাতীয় জীৱন প্ৰতিষ্ঠা কৰিব নোৱাৰো। তেওঁলোক সকলোকে আমি বুকুত সাৱটি ল'ব লাগিব। পুৰণি সমাজৰ মলি-মাকতি ধুই-পখালি আমি আজি নতুন যুগৰ লগত খোজ মিলাই আহিব লাগিব।

**নতুন যুগৰ বাৰ্তাবাহক**

সংবাদ-পত্ৰই সদায় জাতিৰ নৱজাগৰণত আহিলা যোগাই আহিছে। অসমৰ সংবাদপত্ৰৰ এই ভূমিকাৰ কথা বেলেগে কোৱাৰ সকাম নাই। বৃটিছ ঔপনিবেশিক শাসনৰ কালত অসমত চলোৱা প্ৰশাসন সংক্ৰান্তীয় সমস্যা আৰু সেইবিলাকৰ পৰা মুক্ত হ'বৰ বাবে সমগ্ৰ ভাৰতবাসীৰ লগত সমানে আৰু বহুতো সময়ত ঐতিহাসিক ভূমিকাৰে অসম আগবাঢ়ি যোৱাৰ ইতিহাসেই ভাৰতীয় সংবাদপত্ৰৰ দৰেই অসমৰ সংবাদ-পত্ৰৰ বিৱৰ্তনৰ ইতিহাস।[২১] "অসমীয়া"ই তাৰ স্বাক্ষৰ বহন কৰি ভাৰতীয় সংবাদ পত্ৰৰ মহান ইতিহাসৰ অংশ হৈ পৰিছে।

এটা দিশৰ পৰা চালে ১৯২১ চনত অসমত প্ৰাদেশিক কংগ্ৰেছ কমিটী গঠন হোৱাৰ পিছৰে পৰা সৰ্বভাৰতীয় কাৰ্যক্ৰমত অসম জড়িত হৈ পৰিল। কংগ্ৰেছ সেই যোগসূত্ৰ হ'ল, গান্ধীজীৰ প্ৰভাৱ বিস্তাৰ হ'লত অসমত স্বাধীনতা আন্দোলনৰ তেজ বাঢ়িল আৰু এটা নতুন যুগৰ সূচনা হ'ল "অসমীয়া" কাকতৰ এগৰাকী সম্পাদক মোহন চন্দ্ৰ মহন্তই কোৱা দৰে— এই নতুন যুগৰ বাৰ্তাবাহী হৈছিল তেতিয়াদিনৰ একমাত্ৰ জাতীয়তাবাদী সাপ্তাহিক কাকত "অসমীয়া"। এই কাকতখনৰ অভাৱত এই জাতীয় আন্দোলনৰ মুক্তিবাণী অসমৰ গাৱেঁ-ভূঞে প্ৰচাৰিত হৈ

সমগ্ৰ ৰাজ্যত এক অভিনৱ জাগৰণ তুলিব নোৱাৰিলেহেঁতেন।[২২]

অসমত মৌখিক শিক্ষাৰ পৰম্পৰা আগৰে পৰা চলি আহিছে,"চৰিত তোলা"ৰ দৰে অনুষ্ঠানৰ কথা পাহৰিব নোৱাৰি। আখৰৰ চাৰি চুক নিচিনিও কীৰ্তন, দশম কণ্ঠস্থ কৰাৰ সবল পৰম্পৰাই এতিয়াও অসমীয়াক এৰা দিয়া নাই। এনে অৱস্থাত সাক্ষৰতা আৰু অন্যান্য প্ৰভাৱৰ গুণত গণ মাধ্যম সংবাদ-পত্ৰই অসমীয়া সমাজত জনমত গঢ় দিয়াত বলিষ্ঠ ভূমিকা লোৱাই স্বাভাৱিক। জাতীয় আন্দোলনৰ সময়ত প্ৰচলিত একমাত্ৰ শক্তিশালী গণ মাধ্যম "অসমীয়া"ই পূৰ্বৰ অসমীয়া সমাজৰ মধ্যবিত্ত শ্ৰেণীৰ "ষ্টেটাছ চিম্বল"ৰ সীমা ভঙ্গ কৰিলে আৰু কাকতখনে পাঠকৰ সীমিত সংখ্যাৰ পৰা ওপৰলৈ উঠি জনসাধাৰণৰ অন্তৰত প্ৰবেশ কৰাটো অস্বীকাৰ কৰিব নোৱাৰি। তাৰ উপৰি 'অসমীয়া'খন হৈ পৰিল জনসাধাৰণৰ কাকত। সেই বাবে মোহন চন্দ্ৰ মহন্ত ডাঙৰীয়াই কোৱা দৰে "অসমীয়া"ৰ অবিহনে অসমৰ জাতীয় আন্দোলনৰ কল্পনাকে কৰিব নোৱাৰি।[২৩] সাক্ষৰ লোকসকলৰ উপৰি নিৰক্ষৰ লোকৰ মাজত সংবাদ-পত্ৰ নোহোৱা অৱস্থাত কংগ্ৰেছ দলে প্ৰচাৰৰ কাম হাতে লিখা বুলেটিনবিলাকৰ প্ৰভাৱৰ দৃষ্টান্ত মনলৈ আনিলেই সমাজত সংবাদ-পত্ৰ প্ৰভাৱৰ উমান পোৱা যায়। "অসমীয়া" কাকতখন বন্ধ হোৱাত লুকাই-চুৰকৈ 'কংগ্ৰেছ' নামৰ হাতে লিখা বুলেটিন প্ৰচাৰৰ যোগেদি কংগ্ৰেছৰ বাতৰি প্ৰকাশ পোৱা জনা হৈছিল। (পৰিশিষ্ট ৪২ চনত 'হাতেলিখা' হাতে হাতে বিলাই দিয়া বুলেটিনৰ নমুনা দিয়া হৈছে)। "অসমীয়া" বন্ধ হৈ যোৱাৰ পিছতো যিকোনো কাকত দেখিলেই 'পাঠকে' "অসমীয়া"নে বুলি সোধা প্ৰশ্নৰ পৰাই কাকতখনৰ সমাজত স্থানৰ কথা বুজিব পাৰি। অসমত সকলো কাকতকে "অসমীয়া" বোলা ৰীতি চলিছিল। যিদৰে আলোচনী বুলিলে এসময়ত "আৱাহন" বুজাইছিল।

আন্দোলনৰ সময়ত এই কাকতৰ প্ৰচাৰ সংখ্যা[২৪] আজিৰ কাকতৰ দৰে হোৱা নাছিল; কিন্তু 'পাঠক সমাজ' বুলিলে যাক বুজায় তাৰ সংখ্যা আজিৰ তুলনাতো বৰ কম নাছিল।

ৰবীন কাকতী ডাঙৰীয়াই স্বাধীনতা যুঁজৰ সোঁৱৰণ কৰি লিখিছে : "অসংখ্য অজ্ঞাত কৰ্মীয়েই এদিন স্বাধীনতা আন্দোলনত যথাসৰ্বস্ব দি দুখ-কষ্ট ভোগ কৰি মৰি গ'ল। ঘৰুৱা কাম-বন সকলো বাদ দি দিনৰ পাছত দিন ধৰি বলিয়াৰ দৰে ঘূৰি স্বাধীনতা আন্দোলনৰ জয়-গান গাই ফুৰিছিল, এনে নিস্বাৰ্থ কৰ্মীসকলেই। দেশত বোৱাইছিল স্বাধীনতাৰ চিন্তা আৰু গঢ়ি তুলিছিল গাৱেঁ-ভূঞে জনতাৰ মাজত আলোড়ন।

"কুন্দাই সাউদে পঢ়িব নেজানে; কিন্তু খবৰ কাগজখন দেখিলেই হাতত তুলি লৈ একান্ত মনে ঘূৰাই-পকাই চাব। হয়তো ওভোতা কৰিয়েই লৈছে। হাতত কাগজৰ টোপোলা। ক'ৰবাত হয়তো কাৰোবাৰ ঘৰত স্কুলৰ ল'ৰাকে ক'ব— এই পঢ়াচোন, কি লিখিছে? একান্তমনে শুনিব। বাটত স্কুলৰ ল'ৰা লগ পালেই মাতি নিব ঘৰলৈ কাগজ পঢ়াই শুনিব।"[২৫]

অসম মুছলমানপ্ৰধান ৰাষ্ট্ৰ নোহোৱা সত্ত্বেও পাকিস্তানত অন্তৰ্ভুক্ত কৰাৰ প্ৰস্তাৱিত সমষ্টিকৰণ আঁচনি নীতিগতভাৱে কংগ্ৰেছ (মহাত্মা গান্ধীয়ে অসম ভ্ৰমণ কৰিছিল, তাৰ প্ৰেৰণাতে অসমত মৰণ-পণ প্ৰথম প্ৰতিবাদী আন্দোলন সফল হৈছিল) আৰু মুছলিম লীগে আমনি দিয়া সত্ত্বেও পঞ্জাৱ আৰু অসমৰ প্ৰবল বিৰোধিতাৰ বাবেই কেবিনেট মিছনে সমষ্টিকৰণ (গ্ৰুপিং) আঁচনি পৰিহাৰ কৰে। স্বাধীনতাৰ প্ৰাক ভাগত অসমবাসীৰ এনে প্ৰতিবাদত কেইটামান কথা ঐতিহাসিক হৈ পৰে। অসমবাসীৰ এক মুঠ প্ৰতিবাদৰে সবল ভিত্তি গঢ় লৈ উঠে। আচলতে অসমৰ সু-প্ৰচীন ঐতিহ্যৰে আধুনিক সম্প্ৰসাৰণহে। পুৰণিৰ ভিত্তিত নতুনকৈ গঢ়ি উঠা এই ৰাজনৈতিক জাগৰণৰ পুৰোধা হিচাপে সংবাদ-পত্ৰৰ ভূমিকা স্মৰণীয় হৈ পৰে— বিশেষকৈ ১৯১৮ চনত জন্মলভা "অসমীয়া"ই অবিচ্ছিন্নভাৱে অসমৰ গণ তান্ত্ৰিক দেশপ্ৰেমিক নেতাসকলৰ লগতে যথাৰ্থভাৱে দেশ সেৱা কৰি অসমীয়াৰ জাতীয় জীৱনৰ নতুন যুগৰ সূচনা কৰে।[২৬]

অসমীয়াৰ নতুন যুগৰ উপযোগী হোৱাকৈ অসমীয়া কোন, বঙাল কোন আদিৰ প্ৰশ্নৰে সময়োচিত ব্যাখ্যা দাঙি ধৰিবলগীয়া হৈছিল— বিশেষকৈ স্বাধীনতাৰ পিছৰ অসমত এনে প্ৰশ্ন উঠাও স্বাভাৱিক— যাৰ প্ৰাসংগিকতা আজিও আছে। স্বাধীনতা যুঁজৰ আৰম্ভণিৰে পৰা অসম ৰায়ত সভাৰ দিনবোৰ "অসম অসমীয়াৰ" ধ্বনিৰে সৰবৰহী হৈ পৰিছিল। নতুন আৰু প্ৰগতিশীল সমন্বয় গঢ়ি তোলাৰ উদ্দেশ্য সাৰোগত কৰি লোৱা "অসমীয়াই" এই বিষয়ত জনমত গঢ়ি তোলাৰ প্ৰয়োজনীয়তা অনুভৱ কৰাই স্বাভাৱিক। ইতিমধ্যে অম্বিকাগিৰী ৰায়চৌধুৰীৰ অসমীয়া সংৰক্ষণী সভাই অসমীয়া কোন ইয়াৰ এক সংজ্ঞা সম্ভালনি কৰাৰ প্ৰয়াস পাই অহা অৱস্থাত আৰু অসম দেশ অসমীয়াৰ বাবেহে বুলি অসমীয়া জাতিৰ মূলমন্ত্ৰ বুলি কেউপিনে চলন্তি হোৱা সময়ত অসমীয়াৰ প্ৰগতিশীল আৰু যুক্তিগ্ৰাহ্য ব্যাখ্যাৰে সকলো অসমবাসীৰ

**মাজত জাগৰণ আনিব পৰাকৈ জনমত সৃষ্টিৰ দায়িত্ব লোৱাটো জনপ্ৰিয় কাকত "অসমীয়া"ৰ পক্ষে অপৰিহাৰ্য হৈ পৰিল।**

**দেৱকান্ত বৰুৱাৰ সম্পাদনাত "দৈনিক অসমীয়া"ই** বঙ্গ যোগে সকলো পাঠকৰে চকুত পৰাকৈ পৰিবেশিত কৰা "বঙাল কোন" সংজ্ঞাটো এই প্ৰসংগত উল্লেখযোগ্য : .

**বঙাল কোন ?**

অসমৰ পুৰণি বুৰঞ্জীত বিদেশী আক্ৰমণকাৰী মাত্ৰকে বঙাল বোলা হৈছিল। বঙাল-বঙালী দুয়োটা শব্দ একে অৰ্থত ব্যৱহাৰ কৰিলে ভুল কৰা হ'ব। বঙ্গ দেশত বাস কৰক বা অসমতে বাস কৰক বঙালীৰ বিৰুদ্ধে কোনো শত্ৰুতা নাই। কিন্তু অসমৰ ভিতৰৰে হওক বা বাহিৰৰে হওক অসমবাসীৰ স্বাৰ্থৰ বিৰুদ্ধে যেয়ে থিয় দিয়ে সেয়ে বঙাল। বঙ্গ ভাষীয়েই হওক বা অন্য ভাষীয়েই হওক, অসমলৈ আহি অসমীয়াৰ সৈতে ককাই-ভাইৰ দৰে যিসকলে অসমীয়াৰ স্বাৰ্থৰ বিৰুদ্ধে নগৈ অসমত বাস কৰিছে, তেওঁলোকক "অসমীয়া"ই বঙাল বোলা নাই। ছিলেটৰো বসন্ত কুমাৰ দাস, বৈদ্যনাথ মুখাৰ্জী আদি যিসকল মাননীয় নেতাই অসমীয়াৰ ন্যায্য স্বাৰ্থৰ হকে মাত মাতিছে বঙলা ভাষাত কথা ক'লেও তেওঁলোক অসমীয়াৰ ককাই-ভাই। কিন্তু ইংলেণ্ডৰ পৰাই আহক, বঙ্গ দেশতে থাকক, ছিলেটতে থাকক বা গুৱাহাটীতে থাকক অসমৰ এই জাতীয় সঙ্কটৰ সময়ত যেয়ে অসমৰ ওপৰত অযথা আক্ৰমণ চলাব সেয়ে বঙাল— সেয়ে বিদেশী আক্ৰমণকাৰী তেওঁলোকক নিৰ্মূল কৰিবৰ বাবে মুক্ত কৰাটো অসমীয়াৰ ঐতিহাসিক ধৰ্ম।

সম্পাদক<br>
দৈনিক 'অসমীয়া'

"দৈনিক অসমীয়া"ই প্ৰচাৰ কৰা এই সংজ্ঞাটো ইয়াৰ আগতে "দৈনিক বাতৰি"য়ে 'বৰ্তমান আমাৰ কৰ্তব্য' শিতানত লিখা সম্পাদকীয়ৰ অসমীয়াৰ সংজ্ঞাৰ লগত ৰিজনি কৰি লোৱাটো সময়ৰ পাৰ্শ্বপ্ৰেক্ষিত মূল্যবান। নীলমণি ফুকনৰ সম্পাদনাত প্ৰকাশ পোৱা "দৈনিক বাতৰি"ৰ ১৯৩৫ চনৰ ২ অক্টোবৰ সংখ্যাত লিখা হৈছিল; "আমি অসমীয়া সংজ্ঞাত কোনো ধৰ্ম সম্প্ৰদায়, জাত-কুল বিশেষভাৱে নিবিচাৰোঁ, যেয়ে অসমীয়া ভাষা মাতৃ ভাষা বুলি গ্ৰহণ কৰিব যেয়ে অসমৰ বাহিৰ আৰু এজন স্থায়ীবেৰ প্ৰকাৰান্তৰেও ৰাখি নিজক ইয়াৰ স্থায়ী আলহী যেন বিবেচনা নকৰে, যাৰ অৰ্থনৈতিক স্বাৰ্থ অসমত থাইকৈ থাকিব, স্থূলভাৱে তেওঁকেই আমি অসমীয়া বুলি গ্ৰহণ কৰিম।" — দৈনিক বাতৰি, ২ অক্টোবৰ, ১৯৩৫ চন।

কোৱাই বাহুল্য "অসমীয়া" কাকতে ক্ৰমান্বয়িতাৰে গঢ দিয়া জনমতৰ স্বৰূপ "অসমীয়া"ই দাঙি ধৰা "অসমীয়াৰ" সংজ্ঞাত প্ৰকট হৈ পৰিছে। "অসমীয়া"ৰ এনে মহান আৰু প্ৰগতিশীল প্ৰেৰণাৰ ফলতেই অসমবাসীয়ে গ্ৰুপিংবিৰোধী প্ৰতিবাদ সৰ্বাত্মক কৰি তোলাই নহয় সমষ্টি চৰকাৰৰ দাসত্বৰ শিকলিৰে বান্ধ খোৱাতকৈ মৰণেই ভাল প্ৰতিজ্ঞাৰে সকলো একমুঠ হৈ অসমীয়া জাতিৰ নিহিত শক্তিৰ তুলনাহীন পৰিচয় সদৰি কৰিবলৈ সক্ষম হৈছিল। কোচৰজা পৰীক্ষিত নাৰায়ণৰ এষাৰ বাণীক "অসমীয়া"ই বক্স বাতৰি হিচাপে পৰিবেশন কৰি অসমবাসীক নিজৰ অন্তৰৰ কথাকে জনাই দিছিল মাথোন।

## "তেওঁৰ মোৰ শত্ৰুতা ভাব, প্ৰাণ গেলেও সেৱা নকৰোঁ" কোচৰজা পৰিক্ষীত নাৰায়ণ।

**মীৰজুমলাৰ হাতত পৰাস্ত হোৱাত আহোম ৰজা স্বৰ্গদেৱ জয়ধ্বজ সিংহলৈ মোগল বাদচাহ চিৰপাত দি দোৰবেগ, ৰোস্তমবেগ দুই উকীলক পঠালে। পাৎশ্যাৰ দুই উকীলক গুৱাহাটীতে থৈ বাঁহবৰীয়া এ এদগা আহি বৰুথাত ৵দেৱৰ জনালেহি, বোলে— 'পাৎশ্যাৰ চিৰপাত দি দোৰবেগ, ৰোস্তমবেগ দুই উকীল পঠাইছে।' এই কথা ৵দেৱে শুনি বোলে— 'মোৰ বুপা পুখাৰে পুলিনেৰ বঙ্গালৰ পাৎশ্যাৰ কাপৰ পিন্ধা নাই। এতিয়া যে মই পিন্ধি ল'ব লাগিব তাত কৰি মৰণেসে ভাল।' বিজয় পৰ্বত মদগৰ্বী মোগলে আহোম স্বৰ্গদেৱক পৰাজিত হোৱাৰ চিন স্বৰূপে তেওঁ দিয়া পোষাক পিন্ধাব খুজিছিল। কিন্তু আজি বীৰদৰ্প বৃটিছ সাম্ৰাজ্যবাদীয়ে অসমীয়াক অকল পৰাধীনতাৰ বস্ত্ৰ পিন্ধাবলৈকে ধৰা নাই; সমষ্টি চৰকাৰৰ দাসত্ব শিকলিৰে অসমক চিৰকাললৈ বান্ধি থব খুজিছে। স্বৰ্গদেৱৰ ভাষাতে ক'বলৈ গ'লে সেই বিলাকত পাক খোৱাতকৈ "মৰণেহে ভাল"।**

**(দৈঃ অঃ—২১। ৪ জুন, ১৯৪৬, ১২৮ সংখ্যা)**

**সমষ্টিকৰণৰ প্ৰস্তাৱে অসমবাসীৰ সমূহীয়া প্ৰতিবাদ আৰু জাতীয় সংহতিক বিশেষ স্তৰলৈ নিয়াৰ একমাত্ৰ কাণ্ডাৰী আছিল "অসমীয়া"। অসমীয়াই অসমীয়াৰ জাতিৰ আত্মৰক্ষাৰ সঠিক পথ দেখুৱাই সেই অনুসাৰে সুদৃঢ় জনমত গঢ়ি তুলিছিল আৰু "অসমীয়া জাতীয় জীৱন**

গঢ়াত অসমত জাতীয় স্বাৰ্থ ৰক্ষা কৰাত অসমীয়াৰ নিৰ্ভীক ভূমিকা''[২৭] এনেকৈয়ে সাৰ্থক হৈ পৰে।

দেখা গ'ল ''অসমীয়া''ই সাৰ্থকভাৱে অসমীয়াৰ প্ৰতিনিধিত্ব কৰিবলৈ সক্ষম হ'ল। ইয়াৰ ৰিজনি দৰাচলতে ১৮৭৮ চনত প্ৰকাশ পোৱা ইংৰাজী সাপ্তাহিক ''হিন্দু'' কাকতৰ লগতহে পোৱা যায়। সেই সময়ত ''হিন্দু'' মানেই ভাৰতীয়ক বুজাইছিল। মহম্মদ ইকবালে সেই ভাৰতীয়ৰ পৰিচয় দাঙি ধৰিছিল তেওঁৰ ''চাৰে জাহা ছে আচ্ছা'' কবিতাৰ যোগেদি। ''হিন্দু'' প্ৰতিষ্ঠাৰ গুৰিতে আছিল নবাব হুমায়ুন শ্বাহ বাহাদুৰ। তেওঁ টিপু চুলতানৰ নাতি। ইয়াৰ প্ৰথম সম্পাদক আছিল এগৰাকী সুবিখ্যাত খৃষ্টধৰ্মী ব্যক্তি। তেওঁক এবাৰ হিন্দু নামটোৰ সম্পৰ্কে প্ৰশ্ন সোধা হৈছিল— তেওঁৰ দৰে অহিন্দু লোকে কেনেকৈ হিন্দু নাম সমৰ্থন কৰিব পাৰে। তাৰ উত্তৰত তেওঁ কৈছিল : It is the best name because it expressed the national sentiment best [২৮]

''অসমীয়া''ইও নামে-কামে অসমীয়া জাতীয়তাৰ সম্যক পৰিচয় লৈ অসমীয়াৰ লগত একাত্ম হৈ পৰিছিল— ''অসমীয়া''ই অসমীয়া হৈছিল।

### নৱজাগৰণৰ কাণ্ডাৰী

ৰাষ্ট্ৰীয় কংগ্ৰেছৰ লগত অসমৰ যোগদানে অকল মহাভাৰতীয় (Pan Indian) যোগসূত্ৰ স্থাপন কৰাই নহয় নতুনকৈ উত্থান হোৱা মধ্যবিত্ত শ্ৰেণীৰ নেতৃত্বক নিজা অৱস্থিতি সম্বন্ধৰ সাৱহিত হ'বলৈও সকীয়াই দিছিল। গণতান্ত্ৰিক নেতৃত্বই প্ৰবলভাৱে সুকীয়া জাতীয় সত্তাৰ সংবৰ্দ্ধনৰ প্ৰয়োজনীয়তাৰ লগে লগে অনুভৱ কৰিবলৈ লৈছিল বাবে ঔপনিবেশিক শোষণ-শাসনৰ বিৰুদ্ধে হোৱা সংগ্ৰামে জাতীয় সত্তাৰ প্ৰতিও তেওঁলোকক একেদৰে সজাগ-সচেতন কৰি তুলিছিল— বিশেষকৈ ৰাষ্ট্ৰীয় কংগ্ৰেছক ধৰি থাকিলেই সম্পূৰ্ণ জাতীয় হিতসাধন নহ'বগৈ, সেই সজাগতা নেতৃত্বৰ পৰা জনসাধাৰণলৈ সঞ্চাৰিত হোৱাত গ্ৰুপিঙৰ দৰে সৰ্বনশীয়া পৰিকল্পনাৰ পৰা অসম মুক্ত হ'বলৈ সমৰ্থ হ'ল। এনে সজাগতাৰ ভিত্তি একেদিনাই হোৱা নাই। জাতীয় লুইতৰ পাৰ জিলিকাই তুলিবলৈ প্ৰতিষ্ঠা কৰিব খোজা সুকীয়া বিশ্ববিদ্যালয়ৰ আন্দোলনৰ ব্যাপ্তিৰ মাজত তেনে সজাগতাৰ প্ৰমাণ ওলাই পৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ওলাই আহি অসমত নিজাকৈ সুকীয়া বিশ্ববিদ্যালয় এখন স্থাপন কৰাৰ বাবে অসমবাসীয়ে তিনি দশক জোৰা যি আন্দোলন কৰিছিল তাৰ গতিবেগেই জাতিৰ নৱজাগৰণৰ আকাঙ্ক্ষাক সাকাৰ কৰি তুলিছিল। ''অসমীয়া''ই এনে আন্দোলনৰ গুৰিৰে পৰা গুৰি ধৰি জাতীয় আকাঙ্ক্ষাৰ লগত এক হৈ পৰিছিল। কাকতখনে বিশ্ববিদ্যালয়ক ''অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ মণিকূট— অসমীয়া জাতিৰ আত্মপ্ৰতিষ্ঠাৰ সোণালী পতাকা'' বুলি গণ্য কৰিছিল।

১৯৪৭ চনৰ ২১ ডিচেম্বৰ সংখ্যাৰ সম্পাদকীয়ত ''অসমীয়া''ই বিশ্ববিদ্যালয় সম্বন্ধত লিখিছিল :

''পৰহি অসমৰ কলেজৰ অধ্যক্ষ, অধ্যাপক আৰু বিদ্বানসকলৰ সভাত সবাতোকৈ সুখী মানুহ আছিল প্ৰধানমন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈ ডাঙৰীয়া। কথা এষাৰ আছে— মনে খন্দা পুখুৰীৰ পানী খোৱাৰ কপাল সৰহ মানুহৰে নাই; বৰদলৈ ডাঙৰীয়াৰ ভাগ্যত হ'লে তেওঁ পাতিব খোজা আৰু তাৰ বাবে অক্লান্ত পৰিশ্ৰম কৰা গুৱাহাটী বিশ্ববিদ্যালয় সপোনৰ পৰা দিঠকত পৰিণত হোৱাটো ঘটিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাৰণে অসমৰ সুধী সমাজে যোৱা পোন্ধৰ, ষোল্ল বছৰ ধৰি আন্দোলন কৰি আহিছে; বাতৰি কাকত আৰু আলোচনীৰ পাতত, কলেজীয়া অধ্যাপকৰ কোঠাত, বাৰ লাইব্ৰেৰীৰ মেলত আৰু নগৰৰ ড্ৰয়িং ৰুমত অসমৰ কাৰণে যে এখন সুকীয়া বিশ্ববিদ্যালয় লাগে আৰু সেইখন যে গুৱাহাটীতে পাতিব লাগে সেইটো বহলকৈ আলোচনা হৈছে। এবাৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মিঃ কাৰ্নিংহামে আৰু তাৰ পিছত অসম এছ'চিয়েশ্যনে আৰু ছাদুল্লা চৰকাৰে তাৰ আঁচনিও তৈয়াৰ কৰিছিল; কিন্তু বৰদলৈ ডাঙৰীয়াই দেশনেতা হিচাপে প্ৰথমেই তাক নগৰৰ ড্ৰয়িং ৰুমৰ পৰা গাঁৱৰ জুহালৰ গুৰিলৈ নি এমুঠি শিক্ষিত মানুহৰ সীমাবদ্ধ আন্দোলনৰ পৰা বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ যত্নক এটা জাতীয় কৰ্তব্যৰ মৰ্যাদা দিলে। গুৱাহাটী বিশ্ববিদ্যালয়ে বৰদলৈ ডাঙৰীয়াৰ নেতৃত্বত অসমৰ জাতীয় সংস্কৃতিৰ প্ৰতীকৰ ৰূপ ল'লে।

''আজি তিনি বছৰৰ আগেয়ে গুৱাহাটী চহৰতে বৰদলৈ দেৱৰ সভাপতিত্বত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কনভেনশ্যন বহিছিল। তেতিয়া আছিল যুদ্ধৰ সোঁমাজ; কংগ্ৰেছ নেতা আৰু কৰ্মীসকল আছিল বন্দীশালত আৰু বাহিৰত সামৰিক সাজ -সজ্জাৰ হেঁচাত অসমবাসীৰ জীৱন অতিষ্ঠ হৈ উঠিছিল। বৰদলৈ ডাঙৰীয়া নিজেও অন্তৰীণ হৈ আছিল। লগতে তেওঁৰ স্বাস্থ্যও আছিল ঘূণীয়া। শিক্ষাৰ কাৰণে এনে প্ৰতিকূল সময় আৰু অৱস্থা আৰু কোনো কোনো জাতীয়তাবাদী উগ্ৰপন্থীৰ অৱজ্ঞা স্বত্বেও অসমীয়া ৰাইজৰ আশা আকাঙ্ক্ষা পূৰণৰ বাবে বৰদলৈ ডাঙৰীয়াৰ ঘূণীয়া দেহাৰে ৰাজ্যৰোষত হাত-ভৰি বন্ধা অৱস্থাত বিশ্ববিদ্যালয় পতাৰ গধুৰ-বৰ গধুৰ-ভাৰখন কান্ধ পাতি ল'লে। আৰু লৈয়ে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ...

ভিক্ষা পাত্ৰ লৈ কেইবা লাখো টকা বিশ্ববিদ্যালয় পুঁজিলৈ গোটালে। চহকী ব্যৱসায়ীৰ পৰা খেতিয়কলৈকে সকলো শ্ৰেণীৰ অসমীয়া ৰাইজে মুকলি হাতে বৰদলৈদেৱৰ আহ্বানত এই পুঁজিলৈ দান দি প্ৰমাণ কৰিলে যে গুৱাহাটী বিশ্ববিদ্যালয় অন্যান্য ভালেমান বিশ্ববিদ্যালয়ৰ দৰে কেৱল পৰীক্ষা সাগৰ পাৰ হোৱা বিদ্যাৰ জাহাজ নহয়; গুৱাহাটী বিশ্ববিদ্যালয় অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ মণিকূট; অসমীয়া জাতিৰ আত্মপ্ৰতিষ্ঠাৰ সোণালী পতাকা।

"তিনি বছৰৰ ভিতৰতে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱা সামান্য কথা নহয়। সিদিনাখন হোৱা বিশ্ববিদ্যালয় কনভেনশ্যনত উপস্থিত থকা কেইজনে ভাবিছিল যে ৰাইজৰ নখ জোকাৰণিৰে এই দৰে নৈ বোৱাব পাৰিব; যিমানে আশা কৰিব পাৰিছিল যে বিদেশী শাসনৰ পৰিসমাপ্তি হৈ আমাৰ আত্ম প্ৰতিষ্ঠা আৰু আত্ম বিকাশৰ সুযোগ ইমান সোনকালে আহিব। আমি বৰদলৈদেৱৰ আমোলত হোৱা শাসন ব্যৱস্থাৰ অন্ধ সমৰ্থক নহয়, অসমীয়া ৰাইজে সেইটো জানে; শাসন কাৰ্যৰ নানা দোষ ত্ৰুটি আমি ৰাইজৰ আৰু গৱৰ্ণমেণ্টৰ আগত সংশোধনৰ বাবে দাঙি ধৰিছো। কিন্তু এইটো বৰদলৈ ডাঙৰীয়াৰ সাত শতৰুৱে স্বীকাৰ কৰিব লাগিব যে তেওঁ বিশ্ববিদ্যালয় প্ৰতিষ্ঠাত দেশ নেতা আৰু প্ৰধানমন্ত্ৰী হিচাপে যি সফলতা লাভ কৰিছে, সি তেওঁৰ নাম অসমীয়াৰ মনত চিৰস্মৰণীয় কৰি ৰাখিব। বিশ্ববিদ্যালয়ৰ বাবে ধন তোলা আৰু আইন প্ৰণয়ন কৰা কাম টান; কিন্তু বিশ্ববিদ্যালয়ৰ প্ৰাণ প্ৰতিষ্ঠা কৰা, তাক প্ৰকৃত জ্ঞান-বিজ্ঞানৰ কেন্দ্ৰস্থল কৰি তোলা তাতোকৈ টান। বিশ্ববিদ্যালয়ৰ পুঁজি ঘৰ-দুৱাৰ সকলো জড়। অধ্যাপক, ছাত্ৰ আৰু পৰিচালকসকল চেতন। চেতনে চলালেহে জড় চলে। অধ্যাপক, ছাত্ৰ আৰু পৰিচালকসকলৰ জ্ঞান, স্পৃহা আৰু একনিষ্ঠতা থাকিলেহে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকৃত বিশ্ববিদ্যালয় হ'ব পাৰিব। উচ্চ শিক্ষাৰ এটা ঐতিহ্য সৃষ্টি কৰা সহজ নহয়; গুৰিৰে পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিয়ম-কানুন কটকটীয়া; পঢ়া-শুনাৰ পদ্ধতি ওখ ধৰণৰ নহ'লে আৰু তাৰ পৰিচালনাত যোগ্যতাতকৈ দলা-দলিৰ প্ৰাদুৰ্ভাব বেছি হ'লে আমাৰ বিশ্ববিদ্যালয়খন আমাৰ গৌৰৱৰ বস্তু নহৈ অপযশৰ কাৰণ হোৱা আশঙ্কা আছে। বৰদলৈ ডাঙৰীয়াই কৈ দিছে যে এতিয়াৰ পৰা কেৱল ধন আৰু হিচাপৰ বাহিৰে বিশ্ববিদ্যালয়ৰ পৰিচালনাত চৰকাৰৰ হাত নাথাকে। অসমৰ শিক্ষাবিদসকলে তাক চলাব। আমি তেওঁৰ মত আৰম্ভণিৰে পৰা সমৰ্থন কৰি আহিছোহঁক; আমি আশা কৰো আমাৰ শিক্ষাবিদসকলে অসমীয়া ৰাইজৰ এই পবিত্ৰ দায়িত্ব পালন কৰোঁতে যত্নৰ অকণো ত্ৰুটি নকৰিব। বৰদলৈ ডাঙৰীয়া ৰাজনৈতিক দলৰ নেতা হৈয়ো যি সৰ্বদলীয় আৰু দল নিৰপেক্ষভাৱে বিশ্ববিদ্যালয়ৰ ভেটি পাতিলে, তাৰ পৰিচালনাতো কৰ্তৃপক্ষই একে আদৰ্শ মানি চলিলে গুৱাহাটী বিশ্ববিদ্যালয় অসমীয়াৰ অতি মৰমৰ আৰু অসমৰ গৌৰৱৰ বস্তু হ'ব।"

উল্লেখযোগ্য, ১৯৪৮ চনৰ ১ জানুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয় আৰম্ভ হয়। অসমবাসীৰ কেইবা দশকজোৰা আন্দোলনৰ মুখ্য প্ৰতিবিম্ব বিশ্ববিদ্যালয় আৰম্ভ হোৱাৰ বাতৰি "অসমীয়া"ই দুই স্তম্ভ জোৰা বৰ বৰ হৰফেৰে এনেদৰে প্ৰকাশ কৰিছিল :

## "১৯৪৮ চনৰ প্ৰথম জানুৱাৰীৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয় আৰম্ভ। শিক্ষাবিদসকলৰ সন্মিলনত সাময়িক পৰীক্ষা ব'ৰ্ড গঠনৰ দিহা। বিশ্ববিদ্যালয় আন্দোলনৰ ইতিহাস বৰ্ণাই বৰদলৈ ডাঙৰীয়াৰ বক্তৃতা"

**গুৱাহাটী, ২০ ডিচেম্বৰ :** ১৯৪৮ চনৰ প্ৰথম জানুৱাৰীৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয় আইনখন বলবৎ কৰাৰ লগে লগে অসমত বিশ্ববিদ্যালয় লাগে বুলি আজি তিনি দশককাল কৰি অহা অসমৰ ৰাজহুৱা দাবীটি দিঠকত পৰিণত হ'ব। সেইদিনাখনৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ জীৱনকাল আৰম্ভ হ'ব।

কালি গধূলি ছুদমাৰ্ছন হলত বহু স্থানীয় আৰু প্ৰাদেশিক শিক্ষাবিদসকলৰ সভাত এই সিদ্ধান্ত লোৱা হয়। অসমৰ প্ৰধান আৰু শিক্ষামন্ত্ৰী শ্ৰীযুত গোপীনাথ বৰদলৈয়ে সভাপতি আসনৰ পৰা বিশ্ববিদ্যালয়ৰ আন্দোলনৰ চমু চিনাকি, বৰ্তমান কৰ্তব্য আৰু বিশ্ববিদ্যালয়ৰ পুঁজিৰ আৰ্থিক অৱস্থাৰ কথা বৰ্ণাই এটি বক্তৃতা দিয়ে। তেওঁৰ বক্তৃতাৰ পৰা জনা গৈছে যে বিশ্ববিদ্যালয়ৰ ট্ৰাষ্ট ব'ৰ্ডৰ পুঁজিত প্ৰায় ৫৭০,০০০ টকা জমা আছে, এই টকাখিনি এতিয়া বিশ্ববিদ্যালয়ৰ হাতলৈ যাব।

উক্ত সভাতে বিশ্ববিদ্যালয়ৰ পৰীক্ষাবোৰ চলোৱাৰ নিমিত্তে প্ৰকৃত অনুষ্ঠান গঢ়ি নুঠা পৰ্যন্ত, এখন সাময়িক পৰীক্ষা ব'ৰ্ড গঠন কৰা হয় আৰু তাৰ বাবে কিছুমান মানুহৰ নামো বাছি দিয়া হয়। কিন্তু বাছনিৰ ক্ষমতা প্ৰাদেশিক চৰকাৰৰ হাতত থকা বাবে, আচল বাছনি কৰাৰ কাম পিছুৱাই থোৱা হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ আইনৰ ৩৮ ধাৰা অনুসৰি গৱৰ্ণমেণ্টে পাছত উক্ত নামৰ

তালিকাৰ পৰা নাম বাছি ব'ৰ্ডখন গঠন কৰিব। বিশ্ববিদ্যালয় আন্দোলনৰ চমু বুৰঞ্জী বৰ্ণাওতে শ্ৰীযুত বৰদলৈয়ে স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামী আৰু মাধৱচন্দ্ৰ বেজবৰুৱাৰ সেৱাৰ শলাগ লৈ তেওঁলোকৰ স্মৃতিৰ উদ্দেশ্যে শ্ৰদ্ধাঞ্জলি আগবঢ়ায়।

জয়জয়তে সভাই গোট খোৱা শিক্ষাবিদসকলক প্ৰদেশত এটি নিখুঁত শিক্ষা প্ৰণালী গঢ়ি তুলিবলৈ আহ্বান জনাই শ্ৰীযুত বৰদলৈয়ে দিয়া বক্তৃতাটি তলত দিয়া হ'ল :

"১৯১৭ চনতে বিখ্যাত শিক্ষাবিদ চাৰ মাইকেল ছিড্ৰলীয়ে কৈছিল যে গুৱাহাটীখনত এটি সৰু অথচ আদৰ্শ ৰেছিডেন্সিয়েল বিশ্ববিদ্যালয় পাতিব পৰা যায়। এনে এটা বিশ্ববিদ্যালয় সোনকালে গুৱাহাটীতে পাতিবৰ বাবে স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈকে আদি কৰি অসমৰ নেতাসকলে একেৰাহে বাতৰি কাকত, সভামঞ্চ আৰু শেষত আইন পৰিষদৰ যোগেদিও দাবী জনাই আহিছিল। তেনে অৱস্থাত অসম গৱৰ্ণৰ মাইকেল কীনে ১৯৩৩-৩৫ চনৰ শিক্ষা বিভাগৰ ভূতপূৰ্ব ডাইৰেক্টৰ কাৰ্ণিংহামৰ হতুৱাই গোটেই প্ৰশ্নটো বিবেচনা কৰি চাবলৈ ঠিক কৰি দিয়া হয়। চাৰি নে পাঁচ মাহৰ যত্নৰ পাছত তেওঁ অসমত বিশ্ববিদ্যালয় পাতিবৰ বাবে এখন আঁচনি ৰচনা কৰে। কিন্তু এই আঁচনিখন উপত্যকাৰ মানুহৰ মনঃপুত নহ'ল। ৰাইজৰ তৰফৰ পৰা অসম এছ'চিয়েশ্যনে গুৱাহাটীৰ কটন কলেজটোকে ৰেছিডেন্সিয়েল বিশ্ববিদ্যালয়ৰ কেন্দ্ৰ হিছাপে ধৰি কাম আৰম্ভ কৰিবলৈ এখন সম্ভৱপৰ আঁচনি দাখিল কৰে। পিছত দেখা গ'ল যে যি কোনো কাৰণতেই নহওক গৱৰ্ণমেণ্টে এই বিষয়ে কাণষাৰ নকৰিলে আৰু শেষত প্ৰস্তাৱটোকে বাদ দি থ'লে। ১৯৩৫ চনৰ আইনৰ বলত শাসন সংস্কাৰ হোৱাৰ পিছতে আন্দোলনৰ মাত্ৰা চৰি আহিল। ১৯৪০ চনতে মহম্মদ ছাদুল্লাই চলোৱা চৰকাৰে অসমত বিশ্ববিদ্যালয় পাতিবৰ বাবে এখন বিল গ্ৰহণ কৰিবলৈ বাধ্য হয়। উক্ত বিলৰ বিষয়ে উপদেশ দিবৰ বাবে অসমৰ বাহিৰৰ পৰা শ্ৰীযুত শ্যামাপ্ৰসাদ মুখাৰ্জীকে আদি কৰি কেবাজনো শিক্ষাবিদক মাতিলগৈ অনা হয়। সেই সময়ৰ শিক্ষামন্ত্ৰী শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰীয়ে বিলখন চিলেক্ট কমিটীলৈ পঠিওৱাৰ পিছত আইন পৰিষদত উঠাব খোজোতেই মন্ত্ৰীসভাই ইস্তফা দিব লগা হয়।

"যুদ্ধ যোৱাৰ পাছতে গৱৰ্ণমেণ্টে নিজে পাতিব পাৰক-নোৱাৰক ৰাইজে নিজেই এটি বিশ্ববিদ্যালয় পাতিবৰ বাবে কাম হাতত ল'লে। ১৯৪৫ চনত এই অভাজনক সভাপতি পাতি লৈ এখন ট্ৰাষ্ট ব'ৰ্ড গঠন হয়। তাৰ পাছতে পুঁজি সংগ্ৰহৰ বাবে চেষ্টা কৰা হয়। উক্ত চেষ্টাত ধনী আৰু দুখীয়া নিৰ্বিশেষে এই উপত্যকাৰ ৰাইজে সহযোগ কৰে। প্ৰদেশৰ ৰাইজৰ সহযোগে এনে ৰূপ ধাৰণ কৰিলে গৈ যে এই আন্দোলনত সকলো মানুহৰ সমৰ্থন আছেনে? সেই বিষয়ে আৰু অকণো সন্দেহ নৰ'ল। তিনি আৰু চাৰিমাহ মানৰ ভিতৰতে চাৰে পাঁচ লাখমান টকা উঠিল আৰু প্ৰায় দুগুণ মানৰ প্ৰতিশ্ৰুতি আদায় কৰা হ'ল। ১ মাইল দীঘল আৰু ১ মাইল বহল এটুকুৰা মাটি লবৰো বন্দৱস্ত কৰা হয়।

"এই চৰকাৰে এই জনপ্ৰিয় দাবী স্বাভাৱিকতে মানি চলিব লাগিব। তদুপৰি দেখা গ'ল আমাৰ উঠি অহা ডেকাসকলৰ উচ্চ শিক্ষা আৰু গৱেষণাৰ বাবে এটি শিক্ষা কেন্দ্ৰৰ অভাৱ ঘটিছে, বিশেষকৈ যেতিয়া আনবোৰ শিক্ষা কেন্দ্ৰত আমাৰ দৰকাৰ অনুসৰি সুবিধা পোৱাৰ অসুবিধা হৈছে, তেতিয়া এনে এটা অনুষ্ঠানৰ আৱশ্যকতা বৰকৈ অনুভৱ কৰা হ'ল।"

বিশ্ববিদ্যালয় আইনখনৰ যোগেদি গুৱাহাটী বিশ্ববিদ্যালয়খনক সম্পূৰ্ণ ৰূপে স্বায়ত্ত শাসিত অনুষ্ঠান হিচাপে পাতিবলৈ দিহা কৰা হৈছে বুলি কৈ শ্ৰীযুত বৰদলৈ ডাঙৰীয়াই কয় যে বিশ্ববিদ্যালয়ৰ পৰিচালনাত কোনো প্ৰকাৰৰ বাহিৰা হস্তক্ষেপ নপৰে। এই কথা অনুষ্ঠানবোৰৰ সদস্যসকলক চালেই ধৰা পৰি যাব। তেওঁ কয় যে প্ৰদেশৰ শিক্ষাবিদসকলৰ হাততেই বিশ্ববিদ্যালয় পৰিচালনাৰ ভাৰ থাকিব। ছাত্ৰৰ শিক্ষা, তেওঁলোকৰ শিক্ষা জীৱন আৰু কলেজৰ অন্তৰ্ভুক্তিৰ দিহা আদি বহুত বিষয়ে এওঁলোকৰ গাত দায়িত্ব থাকিব। তেওঁৰ মতে কেৱল গৱৰ্ণমেণ্টৰ হাতত ধন ভৰালী আৰু অডিটৰ নিয়োগ কৰা ক্ষমতাহে থাকিব।

১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাম-কাজ আৰম্ভ হৈছিল যদিও বিশ্ববিদ্যালয়খনৰ প্ৰতিষ্ঠাৰ দিনলৈকে অসমবাসীয়ে মাৰ বান্ধি যি আন্দোলন আলোড়ন কৰিছিল, তাৰ তুলনা পোৱা টান। অসমীয়াৰ স্বাধিকাৰ স্থাপনৰ বাবে হোৱা এনে আন্দোলনত অসমবাসীৰ সঁহাৰি চিৰস্মৰণীয় হৈ ৰ'ব। জাগ্ৰত জনমতৰ পৰ্বতীত সবল অসমীয়া নেতৃত্বৰ আত্মত্যাগে বিশ্ববিদ্যালয়খন স্থাপনৰ ক্ষেত্ৰত দেখা দিয়া সকলো ধৰণৰ 'অন্তৰায়' হেলাৰঙে অতিক্ৰম কৰিবলৈ সক্ষম হৈছিল, বিশ্ববিদ্যালয়ৰ স্থাপনৰ বাণীয়ে সকলোকে জোকাৰি দিছিল আৰু সেই অনুসাৰে ধনে-জনে সকলোৱে বৰঙণি যোগাইছিল। চাহ বাগিচাৰ কৰ্মচাৰীসকলেও ঘৰে ঘৰে নিজে ঢোল, পেঁপা, তাল, তকা আদি লৈ হুঁচৰি গাই সংগ্ৰহ কৰা পুঁজি গুৱাহাটী বিশ্ববিদ্যালয় পুঁজিলৈ দান দিছিল। (বাতৰি ১৯৪৬ চন, ৩ মে')

কিন্তু অসমবাসীৰ এনে বিপুল সঁহাৰি আৰু আকাঙ্ক্ষাৰ বিপৰীতে বিশ্ববিদ্যালয় বিৰোধী মহলো কম সক্ৰিয় হোৱা নাছিল। জনসাধাৰণে সেই বিলাকৰ বিৰুদ্ধে থিয় দিছিল, "অসমীয়া"ই ইয়াৰ গুৰি ধৰিছিল— বিশেষকৈ চৰকাৰী, ছিলেটীয়া মহল আৰু তেওঁলোকৰ প্ৰভাৱপুষ্ট বিৰুদ্ধবাদী মহলৰ বিৰুদ্ধে "অসমীয়া"ই তীব্ৰ ভাষাৰে প্ৰতিবাদ কৰি জনমতৰ নেতৃত্ব দিছিল। ১৯৩৫ চনত বিশ্ববিদ্যালয় সম্পৰ্কে বিশেষজ্ঞ কমিটী গঠনৰ বিষয়ে মন্তব্য দি "অসমীয়া"ই 'কথা-প্ৰসঙ্গ' শিতানত বিশ্ববিদ্যালযৰ সম্পৰ্কত ন্যস্তস্বাৰ্থৰ কাৰছাজি উদঙাই দিছিল আৰু বিশ্ববিদ্যালযৰ উপৰি হাইকোৰ্ট স্থাপন কৰি অসমৰ নতুন যুগৰ কেনেকৈ সূচনা কৰিব পৰা হ'ব, সেই বিষয়ে কাকতখনে সবল মন্তব্য দাঙি ধৰিছিল :

"অসম বিশ্ববিদ্যালয় স্থাপন সম্পৰ্কে আৱশ্যকীয় তথ্য সংগ্ৰহ কৰিবৰ কাৰণে অসম গৱৰ্ণমেণ্টে ভূতপূৰ্ব প্ৰিন্সিপাল মিঃ ৰবাৰ্টছক নিয়োগ কৰা বুলি ইতিপূৰ্বে ওলোৱা বাতৰি সঁচা বুলি এখন ছিলেটী কাকতে বোলে খাটাং খবৰ পাইছে। তাতোকৈ আৱশ্যকীয় কথা, উক্ত কাৰ্যৰ কাৰণে অসম গৱৰ্ণমেণ্টে বোলে ৩৫ হাজাৰৰ পৰা ৪০ হাজাৰ টকা মঞ্জুৰ কৰিছে। এখন বিশ্ববিদ্যালয় স্থাপন সম্পৰ্কে আৱশ্যকীয় তথ্য সংগ্ৰহৰ কাৰণে ইমান টকা খৰচ কৰাৰ কথা আমি কোনো বিশ্ববিদ্যালয়ৰ ক্ষেত্ৰত শুনা নাই। বিশ্ববিদ্যালয় সম্পৰ্কে তথ্য সংগ্ৰহ কৰাত ৩০/৪০ হাজাৰ টকা খৰচ, তেন্তে সেই বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে যে কত টকাৰ আৱশ্যকতা দেখুৱাব পাৰে, সেইটো সহজে অনুমেয়। তথ্য সংগ্ৰহ কৰিবৰ কাৰণে যিজনক নিয়োগ কৰা হৈছে আৰু যেনেভাৱে তেওঁক তথ্য সংগ্ৰহ কৰিবলৈ দিয়া হৈছে— সেই বিষয়ে আমাৰ আপত্তিৰ কথা আমি ইতিপূৰ্বেই কৈছো। মুঠতে আমি ক'ব খোজো যে এই বিষয়ত শিক্ষামন্ত্ৰী অসম গৱৰ্ণমেণ্টে যুক্তি সংগত আৰু খোলা-খুলিভাৱে কাৰ্য কৰা নাই।"

**"অসম হাইকোৰ্ট"**

"বিশ্ববিদ্যালয় সম্পৰ্কে সেয়েই। অসমৰ হাইকোৰ্টৰ বিষয়ে কি? অসমত বিশ্ববিদ্যালয়, হাইকোৰ্ট, ইঞ্জিনিয়াৰিং, মেডিকেল ইত্যাদিৰ কলেজ প্ৰভৃতি এখন স্বতন্ত্ৰ প্ৰদেশৰ কাৰণে আৱশ্যকীয় সকলো অনুষ্ঠানৰ কাৰণে ব্যৱস্থা কৰাটো গৱৰ্ণমেণ্টৰ কৰ্তব্য। বিশেষতঃ এই সকলোবোৰ স্থাপনৰ ভিত্তিত গৱৰ্ণমেণ্টে এটা হিচাপ কৰি অহা চবভেনশ্যন্ কমিটীৰ আগত অসমৰ কাৰণে উপযুক্ত চবভেনশ্যনৰ দাবী উপস্থিত কৰা উচিত। কিন্তু আমি অহৰ কাণে-পহৰ কাণে শুনিবলৈ পাইছো যে অলপতে অসম গৱৰ্ণমেণ্টৰ শাসন পৰিষদে নতুন শাসনতন্ত্ৰত অসমৰ কাৰণে সুকীয়া হাইকোৰ্ট নালাগে বুলিয়েই সিদ্ধান্ত কৰিলে আৰু তাৰ কাৰণে চবভেনশ্যন্ নিবিচাৰিবলৈ স্থিৰ কৰিলে। ই সঁচা হ'লে ঘোৰ আপত্তিজনক কথা। নতুন শাসনতন্ত্ৰত সঁচাই-মিচাই "প্ৰভিন্সিয়েল অটনমি"ৰ দিনত স্বতন্ত্ৰ অসমক এটা সুকীয়া হাইকোৰ্ট নালাগিব কিয়? আৰু তাৰ কাৰণে টকা দাবী কৰা নহ'ব নেকি? হ'ব পাৰে হাইকোৰ্টৰ কাৰণে অসমৰ কাম কম; পিছে সেই হিচাপে তাৰ দামো কম হ'ব। কিন্তু তাৰ ব্যৱস্থা হ'লে হ'বই লাগিব। অসমৰ কাউন্সিলাৰসকলে এই বিষয়ে মন কৰে যেন।"

(অসমীয়া, ৩ আগষ্ট ১৯৩৫ চন)

তাহানি "বাঁহীৰ" দিনৰ পৰা অসমত সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ দাবীয়ে অসমীয়া জাতিক সমগ্ৰভাৱে আলোড়িত কৰি আহিছে। বিভিন্ন আলোচনী, কাকত আদি গণমাধ্যমে শিক্ষা বিষয়ত অসমক বঙ্গ দেশৰ তললৈ টানি নিয়াত ঘোৰ আপত্তি কৰি আহিছে। ১৯১৭ চনত বেজবৰুৱা সম্পাদিত "বাঁহী"য়ে লিখিছিল :

"যদি কলিকতা বিশ্ববিদ্যালয় বঙ্গীয় গভৰ্ণমেণ্টৰ তললৈ যাব লাগিল, তেন্তে বিহাৰৰ নিচিনাকৈ অসমকো সুকীয়া বিশ্ববিদ্যালয় দিয়ক, নতুবা আমাৰ ক্ষতি বিস্তৰ আৰু অসমীয়াই মৰ্ম্মান্তিক বেজাৰ পাব।... কলিকতা বিশ্ববিদ্যালযত এতিয়াই কাৰ্য্যতঃ অসমৰ মাত নাই বুলিলেই হয়; আৰু তেতিয়া যে কি হ'ব সেইটো ভালদৰে অনুমান কৰিবলৈ টান নহয়।... আমাক সুকীয়া বিশ্ববিদ্যালয দিলে, তেতিয়া কলিকতা বিশ্ববিদ্যালয় যাৰ তলতে থাওক— তাত আমাৰ একো ক'বলৈ নাথাকে।" শিক্ষা বিষয়ত কলিকতা বিশ্ববিদ্যালয়ৰ তলত অসমৰ উপৰিও বিহাৰ আৰু ব্ৰহ্মদেশ আছিল। অসমতকৈ আগেয়ে বিহাৰে বিশ্ববিদ্যালয় পায় আৰু ব্ৰহ্মদেশ আঁতৰি যায়। গতিকে অসম সম্পূৰ্ণৰূপে শিক্ষা বিষয়ত বঙ্গৰ অধীন হৈ থাকিবলগীয়া হয়। "বাঁহী" কাকতে বিহাৰৰ নিচিনাকৈ অসমকো সুকীয়া বিশ্ববিদ্যালয় দিবলৈ আৰু অসমৰ বিস্তৰ ক্ষতি সাধন নকৰিবলৈ অসমীয়াক মৰ্ম্মান্তিক বেজাৰ নিদিবলৈ দাবী জনাই আহিছিল। এই দাবীটো অতিশয় পুৰণি যদিও অসমবাসীয়ে "বাঁহী"য়ে কোৱা দৰে "মাহীমাক" স্বৰূপ কলিকতা বিশ্ববিদ্যালয়ৰ তলত চলি আহিব লগা হৈছিল। "বাঁহী"য়ে এই আন্দোলনটোৰ গুৰি ধৰিছিল যদিও পিছলৈ এই গোটেই আন্দোলনটোৱে জাতীয়ৰূপ লয়। ১৯৩৫ চনত অসমৰ সুকীয়া বিশ্ববিদ্যালয়ৰ দাবীক আৰু এই বিষয়ৰ আন্দোলন কলিকতাৰ পৰা চলাওঁতে "বাঁহী"ৰ সম্পাদক বেজবৰুৱাই এনেদৰে কৈছিল :

"অসমত আমাক যে এটা সুকীয়া বিশ্ববিদ্যালয় লাগে এইটো নিশ্চয় কথা... অসম এখন সুকীয়া প্ৰদেশ তাত এটা বিশ্ববিদ্যালয় নাই, এইটো বৰ দুখৰ কথা।... নিজৰ মাক আৰু মাহীমাকৰ ভিতৰত যেনে প্ৰভেদ, নিজৰ দেশৰ বিশ্ববিদ্যালয় আৰু বিদেশী বিশ্ববিদ্যালযৰ ভিতৰত তেনে প্ৰভেদ। মই বুকু ফিন্দাই ভৱিষ্যৎ বাণী কৰিব পাৰোঁ যে সুকীয়াকৈ নিজৰ বিশ্ববিদ্যালয় পালে পাঁচ বছৰৰ ভিতৰতে অসমে আশাতীতৰূপে উন্নতিৰ বাটত আগুৱাব। অসমত সুকীয়াকৈ হোৱা কটন কলেজেই ইয়াৰ উদাহৰণ।"

অসমীয়া ৰাইজৰ সুকীয়া বিশ্ববিদ্যালয দাবীয়ে প্ৰায় তিনিদশক জুৰি বিভিন্ন পৰ্যায় পাৰ হৈ যায়। অসম বিশ্ববিদ্যালয দাবীয়ে গুৱাহাটী বিশ্ববিদ্যালযৰ স্থাপনৰ দাবীলৈ পৰিণত হয়। ১৯৪৫ চনত এই উদ্দেশ্যে প্ৰয়োজনীয় ব্যৱস্থা ল'বলৈ অৰ্থ সংগ্ৰহকে ধৰি এখনি 'ট্ৰাষ্ট ব'ৰ্ড' বা ন্যাসিক সভা গঠন কৰা হয। ইয়াত ১৮ জন সদস্য আছিল। ইয়াৰ উদ্দেশ্য আছিল অসমৰ বাবে সুকীয়াকৈ গুৱাহাটী চহৰৰ আশেপাশে কোনো উপযোগী ঠাইত গুৱাহাটী বিশ্ববিদ্যালয নামেৰে এখনি বিশ্ববিদ্যালয প্ৰতিষ্ঠা কৰাৰ অৰ্থে অৰ্থ সংগ্ৰহ কৰাটো। এই ন্যাসৰ অধীনত আঠখন কেন্দ্ৰ। সংগ্ৰহ সমিতি আৰু অনেক উপসমিতিয়ে অৰ্থ সংগ্ৰহৰ কাম চলাই যায। 'অসমীয়া'ই বিশ্ববিদ্যালয়ৰ বা-বাতৰি নিয়মীয়াকৈ প্ৰকাশ কৰি গৈছিল আৰু ১৯৪৬ চনৰ ৪ মাৰ্চ তাৰিখৰ দৈনিক 'অসমীয়া'খনত ন্যাসৰ কাৰ্যকলাপ সম্পৰ্কীয় বাতৰিত কোৱা হৈছিল যে :

"প্ৰায় প্ৰত্যেকখনি সমিতিয়ে ৰাহ লগাই তিনি, চাৰি মাহতকৈ অধিককাল কামত লাগি থাকিব পৰা নাই। ইয়াৰ ঘাই কাৰণ ইমানেই যে সমিতিবিলাকৰ কাৰ্যকাৰকসকল অবৈতনিক; এই মহৎ জাতীয় অনুষ্ঠানৰ বাবে লাগিছে বুলিয়েইহে তেখেতসকলে ইমান কষ্ট স্বীকাৰ কৰিব পাৰিছে। এই হেতুকে তেখেতসকল সমগ্ৰ জাতিৰ প্ৰশংসাৰ পাত্ৰ।

"১৯৪৪ চনত সুকীয়া বিশ্ববিদ্যালয় আন্দোলনে অসমৰ বাহিৰে-ভিতৰে বিশেষ গুৰুত্ব আৰু প্ৰসাৰ লাভ কৰে। কলিকতাত থকা অম্বিকা নাথ বৰা ডাঙৰীয়াৰ ঘৰত বহা এই সময়তে কলিকতাৰ প্ৰবাসী আৰু কলিকতালৈ অহা অসমীয়া ভদ্ৰলোকসকলৰ এখনি ঘৰুৱা আলোচনা সভাত অসমৰ প্ৰস্তাৱিত বিশ্ববিদ্যালয়ৰ নাম গুৱাহাটী বিশ্ববিদ্যালয় ৰাখিবলৈ স্থিৰ কৰি ইয়াতে গুৱাহাটী বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ড গঠন কৰি ৰেজিষ্টাৰ কৰিবলৈ সিদ্ধান্ত লোৱা হয়। তদুপৰি ইয়াতে সিদ্ধান্ত কৰা হয় যে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰচাৰ কাৰ্য কলিকতাৰ পৰাই চলাই নিবৰ বাবে 'বাঁহী'ৰ তেতিয়াৰ সম্পাদক মাধৱচন্দ্ৰ বেজবৰুৱাদেৱক ভাৰ দিয়া হয়। ইয়াৰ পিছত অসম বিশ্ববিদ্যালয় সম্পৰ্কীয় যাৱতীয় কাম হাতত ল'বলৈ ১৯৪৪ চনৰে ডিচেম্বৰ মাহত বিশ্ববিদ্যালয় সম্মিলন এখন অনুষ্ঠিত কৰিবলৈ ট্ৰাষ্ট বোৰ্ডক ভাৰ দিয়া হয়। উক্ত সম্মিলনতে ৩০ ডিচেম্বৰ ১৯৪৪ চনৰ সম্মিলনত প্ৰস্তাৱ কৰা হয় যে অসমৰ বিশ্ববিদ্যালয়খন এনে হ'ব লাগিব যে ইয়াৰ সহায়েৰে যেন আমি কৃষ্টিমূলক, ভাষামূলক আৰু ৰাজনীতিমূলক জাতীয় সত্তা উপলব্ধি কৰিব পাৰো। এই সম্মিলনৰ (convention) পূৰ্বে অসমত সুকীয়া বিশ্ববিদ্যালয় সম্পৰ্কত অন্যান্য অনুষ্ঠান-প্ৰতিষ্ঠানবিলাকে প্ৰচেষ্টা চলাই আহিছিল। ১৯৩৫ চনত অসম এছ'চিয়েশ্যানে বিশ্ববিদ্যালয়ৰ আঁচনি তৈয়াৰ সম্পৰ্কে প্ৰচেষ্টা হাতত লোৱা দেখা যায়। 'অসমীয়া'ই এনে বাতৰি পৰিবেশন কৰি জনসজাগতা বঢ়াই তুলিছিল।

"অসমৰ কাৰণে এটা সুকীয়া বিশ্ববিদ্যালয়ৰ দাবী আজি দেশৰ চুকে-কোণে বিয়পি পৰিছে। অসম এছ'চিয়েশ্যানে প্ৰায় দুবছৰৰ আগতে এই প্ৰস্তাৱ সমৰ্থন কৰি সম্প্ৰতি এখন বিশ্ববিদ্যালয় আঁচনি তৈয়াৰ কৰিবৰ কাৰণে আৱশ্যকীয় তথ্যসম্বল গোটোৱাত ৰত হৈ আছে।

"আমি অসমৰ কাৰণে সুকীয়া বিশ্ববিদ্যালয়ৰ দাবী কৰিছো— কলিকতা বিশ্ববিদ্যালয়ৰ শিক্ষা পদ্ধতি বেয়া বুলি কিম্বা কৰ্তা বিশ্ববিদ্যালয়ৰ পৰা আমি একো উপকাৰ পোৱা নাই বুলি নহয়। আমি মাত্ৰ সম্পূৰ্ণ যুক্তিসঙ্গতভাৱে কওঁ যে না না কাৰণ আৰু প্ৰতিকূল অৱস্থাৰ কাৰণে কলিকতা বিশ্ববিদ্যালয়ে শিক্ষা বিষয়ত অসমৰ বিশেষ অভাৱ আৰু আৱশ্যকতাবিলাক পূৰণ কৰিব নোৱাৰে। কলিকতা বিশ্ববিদ্যালয়ৰ শ্ৰেষ্ঠ আৰু সুধীবৃন্দয়ো এই কথা সমৰ্থন কৰিছে। কলিকতাৰ 'আছামীজ ষ্টুডেন্টছ ৱেলফেয়াৰ লীগে' অলপতে অসমত বিশ্ববিদ্যালয় পতা সম্পৰ্কে মতামত সংগ্ৰহ কৰে।" ১০ আগষ্ট, ১৯৩৫ চন।

এনে ধৰণৰ বাতৰিৰ পৰা বুজিব পাৰি, অসমত সুকীয়া বিশ্ববিদ্যালয়ৰ স্থাপনৰ দাবীয়ে কেবা দশকো ধৰি অসমবাসীক প্ৰবলভাৱে জোকাৰি দিছিল আৰু এই জোকাৰণিৰ আভাস 'অসমীয়া'ৰ পাতে পাতে পোৱা যায় বাবে 'অসমীয়া'খন অসমীয়াৰ জাতীয় জীৱনৰ বিৱৰ্তনৰ ইতিহাসত থচৰা হৈ পৰে।

বিশ্ববিদ্যালয়ৰ হৈ পৰা বিলম্বই স্বাভাৱিকতে অসমবাসীৰ প্ৰাণত আঘাত দিছিল। 'অসমীয়া'ই

অসমবাসীৰ এনে উদ্বিগ্নতা প্ৰকাশ কৰি মন্তব্য দিছিল— 'বিশ্ববিদ্যালয় লাগে এতিয়াই।'

১৯৪৬ চনৰ ১৯ এপ্ৰিল তাৰিখৰ সংখ্যা 'অসমীয়া'ৰ সম্পাদকীয় শিতানতো আছিল বিশ্ববিদ্যালয় লাগে এতিয়াই। ইয়াত লিখা হৈছিল :

"দুবছৰ তিনি মাহৰ পূৰ্বে গুৱাহাটী নগৰত গুৱাহাটী বিশ্ববিদ্যালয় সন্মিলনীৰ প্ৰথম অধিৱেশন বহে। দেশত তেতিয়া ঘোৰ দুৰ্দিন। ৰণুৱাৰ দোপদোপনিত, সামৰিক যান-বাহনৰ হুলস্থূল, ভাত-কাপোৰৰ চিন্তা এই সকলোবোৰে অসমবাসীক অতিষ্ঠ কৰি তুলিছিল। সৰহভাগ দেশসেৱক তেতিয়া বন্দীশালৰ ভিতৰত— যিকেইজন মুকলি হৈ বাহিৰ ওলাইছিল পুলিচ ৰাজৰ উপদ্ৰৱত তেওঁলোকৰো প্ৰায়খিনিৰ ওপৰত অন্তৰীণৰ আদেশ জাৰী আছিল। আনৰ কথাকে নেলাগে শ্ৰীযুত গোপীনাথ বৰদলৈ ডাঙৰীয়াও গুৱাহাটীৰ মিউনিচিপালটীৰ চাৰি সীমাৰ বাহিৰ ওলাবৰ অধিকাৰৰ পৰা বঞ্চিত আছিল। এনে আহুকলীয়া সময়তে স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদেৱৰ উদ্যোগত কেইবাজনো উৎসাহী শিক্ষিত ডেকাই অসমত এখন সুকীয়া বিশ্ববিদ্যালয় পাতিবলৈ ওলায় আৰু তেওঁলোকে বৰদলৈ ডাঙৰীয়াৰ ওচৰ চাপে। বিদ্যুৎসাহী বৰদলৈ দেৱেও ডেকাসকলৰ এই সজ উদ্যমৰ শলাগ লৈ নিজেও অসমৰ এই জাতীয় অভাৱ দূৰ কৰিবলৈ আগবাঢ়ি আহে। সেই উদ্দেশ্যেই ধন তোলা আদি যাবতীয় কাম কৰিবৰ কাৰণে অসমৰ প্ৰত্যেক মহকুমাৰ প্ৰতিনিধিসকলৰ এখন বিশ্ববিদ্যালয় সন্মিলনী পাতিবলৈ স্থিৰ কৰা হয়। কিন্তু বিনামেঘে বজ্ৰপাত হোৱাৰ দৰে তাৰ কেইদিনমান আগতে সন্মিলনীৰ গুৰিধৰোতা স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামীদেৱৰ দিল্লী নগৰত আকস্মিক মৃত্যুৰ সংবাদে সকলোৰে মনত বিষাদৰ ছাঁ পেলায়।

"বৰদলৈ ডাঙৰীয়াৰ মনৰ দৃঢ়তাই সেইখিনি সময়ত কৰ্মীসকলৰ মন ভাঙি যোৱাৰ পৰা ৰক্ষা কৰে। অহা-যোৱাৰ ঘোৰ অসুবিধাৰ মাজতো অসমৰ প্ৰায় ঠাইৰ পৰা প্ৰতিনিধি আৰু দৰ্শকৰ উপস্থিতিত সমাৰোহেৰে বিশ্ববিদ্যালয় সন্মিলনী হৈ যায় আৰু বৰদলৈ ডাঙৰীয়াৰ সভাপতিত্বত গঠিত ট্ৰাষ্ট বোৰ্ডক গুৱাহাটী বিশ্ববিদ্যালয় পাতিবৰ কাৰণে ধন তোলা আৰু সকলো আৱশ্যকীয় ব্যৱস্থা ল'বলৈ দায়িত্ব আৰু ক্ষমতা দিয়া হয়।"

গুৱাহাটীত অনুষ্ঠিত প্ৰস্তাৱিত বিশ্ববিদ্যালয় সম্পৰ্কীয় অভিবৰ্তনৰ দুবছৰৰ পিছত 'অসমীয়া'ত লিখা দেৱকান্ত বৰুৱাৰ 'বিশ্ববিদ্যালয় এতিয়াই লাগে' সম্পাদকীয়ৰ দুই বছৰৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয় আৰম্ভ হ'ল। অসমবাসীৰ সুদীৰ্ঘ আন্দোলনৰ সামৰণি পৰিল। এই বিশ্ববিদ্যালয়খনৰ সহায়েৰে অসমীয়াৰ কৃষ্টিমূলক, ভাষামূলক আৰু ৰাজনীতিমূলক জাতীয় সত্তা উপলব্ধি কৰাৰ আকাংক্ষা সফল হৈছে নে নাই, কিম্বা ই যথাৰ্থতে অসমীয়া জাতিৰ ভাষা, সাহিত্য, সংস্কৃতিৰ মণিকূট হৈছে নে নাই— সেইটো বেলেগ কথা।

অসমৰ অতবোৰ মানুহে মহাত্মা গান্ধীয়ে কোৱা দৰে মানুহ নামত কিবা ক্ষুদ্ৰ জন্তু (মেনিকিং) | নোহোৱাটো সাব্যস্ত কৰা বাবে ক্ৰিপছৰ মহা অনিষ্টকাৰী গ্ৰুপিং আঁচনি ব্যৰ্থ হ'ল। ঠিক সেইদৰে অসমৰ বিশ্ববিদ্যালয় আন্দোলনৰ নোযোৱা-নুপুওৱা দিনবোৰ ১৯১৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ ছেদলাৰ আয়োগৰ কণ্ঠত প্ৰথমে উচ্চাৰিত হোৱা অসমৰ বিশ্ববিদ্যালয় প্ৰস্তাৱৰ যোগে আৰম্ভ হৈ ক্ৰমান্বয়ে ১৯৪৮ চনৰ বিভিন্ন আন্দোলনৰ মাজেদি পৰিসমাপ্তি ঘটে— গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰা হয়। অসমীয়াৰ স্বপ্ন দিঠকত পৰিণত হ'ল আৰু কিছুমানৰ বিশেষকৈ ছিলেটীয়াসকলৰ কুতৰ্ক আৰু ষড়যন্ত্ৰ সামৰণি পৰিল। বিশ্ববিদ্যালয় সমিতিৰ সম্পাদক গোপীনাথ বৰদলৈয়ে স্পষ্ট কৰি দিছিল আৰু তেওঁ কৈছিল, "অসমত বিশ্ববিদ্যালয় স্থাপনৰ যিখন আঁচনি তৈয়াৰ কৰিছিল, তাত অসমীয়াৰ লগতে বঙলা আৰু হিন্দীৰো শিক্ষণৰ ব্যৱস্থা সামৰি লৈছিল, কাৰণ 'ডক্টৰ টেগোৰ, বঙ্কিম চেটাৰ্জি, ডি এল ৰায় আৰু আনসকলৰ লেখনীৰ দ্বাৰা সমৃদ্ধ হোৱা সাহিত্যৰ পৰা আমি আঁতৰি থাকিব নোৱাৰোঁ।"[২৯]

গ্ৰুপিঙৰ সময়ত অসমীয়া কোন স্পষ্ট হৈ পৰাৰ দৰেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমত বিশ্ববিদ্যালয় বিচৰা আন্দোলনে অসমীয়াৰ সংজ্ঞাটো স্পষ্ট হৈছিল 'বাঁহী'ত। শৰৎচন্দ্ৰ গোস্বামীয়ে লিখিছিল : "যি লোকে অসমীয়া ভাষাক নিজৰ ভাষা বুলি স্বীকাৰ কৰিছে, আৰু অসমীয়াৰ কৃষ্টিক নিজা কৰি লৈ তাৰ প্ৰতি আদৰ কৰিব পাৰিছে, তেৱেঁই অসমীয়া। অসম উপত্যকাৰ আৰু দাঁতি কাষৰীয়া পৰ্বতীয়া আৰু সীমান্ত জিলাসমূহৰ অধিবাসীসকল অসমীয়া। এইসকল মানুহৰ কাৰণে এখন বিশ্ববিদ্যালয় লাগে। ... সত্তৰ লক্ষ অসমীয়া মানুহৰ কাৰণে এখন বিশ্ববিদ্যালয়ৰ নিতান্ত আৱশ্যক।"[৩০]

'বাঁহী'ৰ সম্পাদক ডেকাবেজে ১৯৪৪ চনৰ মে' মাহত লিখিছিল : "এতিয়া অসমীয়াৰ কৰ্তব্য কি ? অসমীয়াৰ কৰ্তব্য এটাৰ বাহিৰে দুটা নাই। বৰ্তমান অসমীয়াৰ কৰ্তব্য হৈছে লোকৰ লেজুত ধৰি বল দিবলৈ নগৈ নিজে নিজে নিজাকৈ বিশ্ববিদ্যালয়টো পাতি লোৱা। ... অসম দেশখন যাতে বঙ্গদেশৰ এই কলুষিত হাৱাত পৰিবলৈ নাপায়,

তাৰ ব্যৱস্থা ল'বলৈ সাজু হৈ অসম বিশ্ববিদ্যালয় আন্দোলন পুনৰ আৰম্ভ কৰিম।'[৩১]

সাদিনীয়া 'অসমীয়া'ৰ তেতিয়াৰ সম্পাদক জ্যোতিপ্ৰসাদ আগৰৱালাই ১৯৪৪ চনত অসমৰ বিশ্ববিদ্যালয় সম্পৰ্কে লিখিছিল : "আজিৰ দিনত সভ্য জগতত উপযুক্ত স্থান বিচৰা এটা জাতিৰ কাৰণে এটা নিজস্ব বিশ্ববিদ্যালয় যে অপৰিহাৰ্য, এই কথাটো প্ৰতিক্ৰিয়াশীল গৱৰ্ণমেণ্টে নুবুজিলে বুলিয়েই যে অসমীয়া ৰাইজে উপলব্ধি নকৰাকৈ আছে, এনে নহয়। অসমীয়া চহৰীয়াৰ পৰা গাৱঁলীয়ালৈকে, পণ্ডিতৰ পৰা ছাত্ৰলৈকে সকলোৱেই বুজিব পাৰিছে যে আজি আমাৰ এটা বিশ্ববিদ্যালয় পাতি যদি অসমীয়াৰ চিন্তা শক্তি কেন্দ্ৰীভূত কৰিব নোৱাৰি, তেন্তে আমাৰ জাতীয় সংস্কৃতি বিপন্ন হ'ব।"[৩২]

আমাৰ জাতীয় সংস্কৃতি বিপন্ন হোৱাৰ পথ কেনি— এই বিষয়ে জ্যোতিপ্ৰসাদ আগৰৱালাই যি সঁকীয়নি দিছিল সি আজিও সত্য হৈ আছে।

### বিদেশী পমুৱা সমস্যা

অসমীয়াৰ উন্নতিৰ পথত ডাঙৰ অন্তৰায়ৰূপে থিয় দিয়া বিদেশী পমুৱাবিলাকে গ্ৰেজিং ৰিজাৰ্ভৰ বেদখল কৰাৰ সমস্যা সন্দৰ্ভত 'অসমীয়া'ই যুক্তিসংগত ভূমিকা অৱলম্বন কৰি সজাগ জনমত সৃষ্টি কৰি তুলিছিল। অসমীয়া সাংবাদিকতাৰো এই ভূমিকা এক বলিষ্ঠ আৰু আদৰ্শ স্থানীয় ঐতিহ্য। পমুৱাবিলাকে ৰাজ্যখনৰ অ'ত ত'ত থকা পতিত মাটিবিলাক দখল কৰি লৈছিল। চৰকাৰী পতিত মাটি আৰু ৰিজাৰ্ভৰ পৰা পমুৱাক উচ্ছেদ কৰাৰ ব্যৱস্থা, সেই বিলাকক স্থায়ী পট্টন দি গোজকে গজ-গজীয়া কৰিবলৈ লোৱা ব্যৱস্থা— অৰ্থাৎ তেতিয়াৰ ছাদুল্লা চৰকাৰে এনে মাটি বন্দোবস্তি নীতি গ্ৰহণ কৰি লৈ তাৰ যোগেদি বেদখলবিলাক আইনসিদ্ধ কৰি পেলোৱা হ'ল। 'অসমীয়া'ই অতীজৰে পৰা চৰকাৰৰ এনে ঘোৰ অনিষ্টকাৰী নীতি সম্পৰ্কত চৰকাৰক সতৰ্ক কৰি দিছিল আৰু এইটোক জাতীয় প্ৰতিবাদ সাব্যস্ত কৰিবলৈ প্ৰয়াস পাইছিল। চৰকাৰী মাটি পট্টন নীতিৰ অনিষ্টকাৰিতাৰ বিভিন্ন দিশ পৰ্যালোচনা কৰাৰ লগতে 'অসমীয়া'ই ছাদুল্লা মন্ত্ৰীসভাৰ দৃষ্টিভংগী আৰু কাৰ্যকলাপৰ বিৰুদ্ধে তীব্ৰ সমালোচনা কৰি আহিছে। প্ৰধানমন্ত্ৰী ছাদুল্লা চৰকাৰৰ বিভিন্ন প্ৰকাৰৰ 'চালাকি'ৰ বিৰুদ্ধে (সম্পাদকীয় ১৯৩৮ চন, ৮ ফেব্ৰুৱাৰী) মত প্ৰকাশ কৰে। ছাদুল্লা মন্ত্ৰীসভাত নতুনকৈ স্থান পোৱা আব্দুল মতিন চৌধুৰীয়েহে মন্ত্ৰীসভা ছাদুল্লাৰ নহয় বুলি মন্তব্য কৰি এহাতে তেতিয়াৰ গৱৰ্ণৰগৰাকীয়ে কংগ্ৰেছক চৰকাৰ গঠনৰ সুবিধা নিদি ছাদুল্লাক দ্বিতীয়বাৰ চৰকাৰ গঠন কৰিবলৈ দিয়াটো পৰিষদৰ সৰ্বপ্ৰধান দল কংগ্ৰেছৰ প্ৰতি থকা ঘৃণাৰ চিন (সম্পাদকীয় ১৯৩৮, ৮ ফেব্ৰুৱাৰী) বুলি অভিহিত কৰিছিল; আনহাতে প্ৰধানমন্ত্ৰী ছাদুল্লাৰ দুৰ্বলতা দেখুৱাই দিছিল। 'অসমীয়া'ই এই প্ৰসংগত প্ৰশ্ন তুলিছিল— আন কোন প্ৰদেশত গৱৰ্ণৰে এনে দায়িত্বহীনতাৰ পৰিচয় দিছে ? দেশবাসীয়ে ইয়াৰ সমিধান দিব বুলি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰাটো মন কৰিবলগীয়া। ছাদুল্লা মন্ত্ৰীসভাত যোগদান কৰা ৰোহিণী কুমাৰ চৌধুৰীকো কঠোৰভাৱে সমালোচনা কৰি সম্পাদক হৰেন্দ্ৰ নাথ বৰুৱাই 'পূৰা সাম্প্ৰদায়িকতাবাদী মন্ত্ৰীসভাৰ অংশীদাৰ হৈ' তেওঁৰ অৱস্থা 'শোচনীয়' কৰি তোলাৰ কথাটো স্পষ্ট কৰি দিছিল। লাইন প্ৰথা উঠাই দিবৰ বাবে প্ৰাণপণে চেষ্টা কৰি অহা মন্ত্ৰী মতিন চৌধুৰীৰ সৈতে মন্ত্ৰিত্বৰ বোজা বহন কৰাত ৰোহিণী কুমাৰ চৌধুৰীয়ে তেওঁৰ নিঃস্বাৰ্থতা, নিৰ্ভীকতা আৰু দেশপ্ৰেম ভুৱা বুলি প্ৰমাণিত কৰা নাইনে বুলিও প্ৰশ্ন কৰিছে।

নতুন মন্ত্ৰীসভা গঠনৰ বাতৰিটো প্ৰথম পৃষ্ঠাত প্ৰকাশ কৰি (৫ ফেব্ৰুৱাৰী) 'নতুন মন্ত্ৰীসভাত চৌধুৰী ডাঙৰীয়াৰ ক্ষমতা হ্ৰাস' শিৰোনামা দিছিল। বাতৰিত কোৱা হৈছিল : শাসনতান্ত্ৰিক বিধান অনুসাৰে অনাস্থা বা অক্ষমতা হেতু পদত্যাগ কৰা এই (ছাদুল্লা) মন্ত্ৰীসভাৰ মুৰব্বীক (ছাদুল্লাক) পুনৰ নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান নকৰি পৰিষদৰ সৰ্বপ্ৰধান দল কংগ্ৰেছ দলৰ নেতাকহে গৱৰ্ণৰে নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান কৰাটো উচিত আছিল। উল্লেখযোগ্য সম্প্ৰতি ছাৰকাৰিয়া আয়োগৰ প্ৰতিবেদনত এনে পৰামৰ্শ আগবঢ়োৱা হৈছে। 'অসমীয়া'ই ১৯৩৮ চনতে এই বিষয়ে অভিমত দাঙি ধৰি দূৰদৰ্শী ৰাজনৈতিক চিন্তাৰ পৰিচয় সদাৰি কৰিছিল। ছাদুল্লা মন্ত্ৰীসভাৰখনৰ ছজন সদস্যৰ দপ্তৰবিলাক ভাগ কৰোতে মন্ত্ৰীসভাৰ দ্বিতীয় স্থানত থকা ৰোহিণী কুমাৰ চৌধুৰী আৰু পুৰণি মন্ত্ৰী ৰেভাৰেণ্ড নিকলছ্‌ ৰয়ক কম গুৰুত্বপূৰ্ণ দপ্তৰ দিয়াত বিশেষকৈ চৌধুৰীৰ হাতৰ পৰা বিচাৰ বিভাগ এৰুৱাই 'জঙ্গলী' (বন) বিভাগৰ দায়িত্ব দিয়াটো বহুতে চৌধুৰীৰ ক্ষমতা খৰ্ব কৰা বুলি ভবাৰ বাতৰিও দিছিল। কাকতখনে পৰ্যালোচনামূলক ৰাজনৈতিক বাতৰি পৰিবেশনৰ দিশ মুকলি কৰে।

ৰাজ্যৰ স্বাৰ্থত আঘাত কৰা সকলো দিশৰ সমস্যাৰ প্ৰতি 'অসমীয়া'ই সজাগ হৈ প্ৰকৃতাৰ্থত জাতিৰ প্ৰহৰীলৈ (watch dog) পৰিণত হৈছিল। ইয়াৰ গুৰিত থকা দেশপ্ৰেমিক সম্পাদকসকলৰ ব্যক্তিত্বৰেই সুহ প্ৰতিফলন কাকতখনত ঘটিছিল। সেই অৰ্থত 'অসমীয়া' যুক্তিনিষ্ঠ

জাতীয়তাবাদী ব্যক্তিত্বৰ সম্প্ৰসাৰণ স্বৰূপ হৈছিল। জাতীয় স্বাৰ্থৰ বিঘিনিকাৰক বিষয় সন্দৰ্ভত কাকতখনৰ মত স্পষ্ট আছিল। নিৰ্ভীকতা অসমীয়াৰ ব্যক্তিত্ব। সম্পূৰ্ণ নিঃস্বাৰ্থ হ'লে আৰু দূৰদৃষ্টি থাকিলেহে এনেদৰে নিৰ্ভীক হ'ব পাৰি। ই সাংবাদিকতাৰ বাবেও এক শিকনি। ১৯৪১ চনৰ ৩ মাৰ্চ তাৰিখে অসমৰ তৃতীয় ছাদুল্লা মন্ত্ৰীসভাৰ বাজেট সন্দৰ্ভত বিশেষকৈ আগৰ ছাদুল্লাৰ অৰ্থ মন্ত্ৰিত্বৰ বিপৰীতে খানবাহাদুৰ ছৈয়দুৰ ৰহমান চাহাবৰ বাজেটৰ বিষয়ে লিখা কাকতখনৰ মন্তব্য মন কৰিবলগীয়া। ১৯৪১ চনৰ ৭ মাৰ্চ তাৰিখৰ সম্পাদকীয়ত সেই বছৰৰ বাজেটত ১১ লাখতকৈও অধিক টকা ধাৰ্য কৰাত আশ্চৰ্য প্ৰকাশ কৰা হৈছে। লগতে বাজেটৰ আন ক্ষতিকাৰক দিশবো স্পষ্ট ভাষাত সমালোচনা দাঙি ধৰি কোৱা হৈছে:

"সৰু-বৰ অসংখ্য নতুনকৈ সৃষ্টি কৰা চাকৰিযাল পদৰ কাৰণে কৰা ব্যৱস্থাৰে এই বাজেট পৰিপূৰ্ণ। ইয়াৰ সৰহভাগ পদেই অস্পষ্ট অনাৱশ্যক আৰু মন্ত্ৰীসভাৰ নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে সৃষ্টি বুলি ভাবি কওঁ। কি চিভিল ছাৰ্ভিছ, কি শিক্ষা বিভাগ, কি তথাকথিত প্ৰায়উন্নতি কোনো ক্ষেত্ৰতে ইমানবিলাক নতুন মানুহ ল'বৰ আৱশ্যক নাই।"

### দেশ বিক্ৰীৰ স্কীম

বিংশ শতাব্দীৰ আৰম্ভণিৰে পৰা পূব বংগৰ পৰা অসমলৈ বিপুলসংখ্যক লোকৰ প্ৰব্ৰজন ঘটে। সেইবিলাকক তেতিয়া পমুৱা বোলা হৈছিল। পাকিস্তান সৃষ্টি হোৱাৰ পিছত এই সোঁতক বিদেশীৰ প্ৰব্ৰজন বোলা হয়। পমুৱাবিলাকৰ চৰ-চাপৰি সংশোধিত গ্ৰেজিং দখল কৰি বসতি কৰিবলৈ লয়। শতাব্দীৰ আৰম্ভণিৰ প্ৰায় ২৫ বছৰৰ ভিতৰতে পমুৱাবিলাকৰ সংখ্যা ১০ লাখৰ অধিক হোৱা বুলি কোৱা হৈছিল। এই বিষয়ৰ প্ৰামাণিক নথি হিচাপে ১৯৩১ চনৰ লোকপিয়ল উল্লেখযোগ্য। ইয়াত বিদেশী আই চি এছ ছুপাৰিণ্টেণ্ডেণ্ট (অসমৰ) মিঃ চি এছ মুলানে পমুৱাৰ সোঁতৰ পৰিণতিলৈ লক্ষ্য কৰি তেতিয়াই সকীয়াই দিছিল যে এই প্ৰব্ৰজনৰ সোঁত অব্যাহত থাকিলে— অৰ্থাৎ তেতিয়াৰ পূববংগৰ পৰা অসমলৈ পমুৱা আহি থাকিলে অহা ৩০ বছৰৰ ভিতৰত উজনি অসমৰ শিৱসাগৰ জিলাৰ বাহিৰে সমগ্ৰ অসম এইবিলাকৰ কবলত পৰিব। ইয়াৰ পিছত গঠিত মুছলিম লীগৰ মন্ত্ৰীসভাই পূববংগৰ পমুৱা প্ৰব্ৰজনক প্ৰত্যক্ষভাৱেই পোষকতা কৰি আহে।

ছাদুল্লা মন্ত্ৰীসভাই ১৯৪১ চনত ডেভেলপমেণ্ট স্কীম নামৰ ব্যৱস্থাৰে ইতিপূৰ্বে বলবৎ হৈ থকা লাইন প্ৰথা আৰু পতিত মাটি বন্দবস্তি নীতি উলাই কৰি পমুৱাবিলাকক উৎসাহ প্ৰদান কৰে। ছাদুল্লা মন্ত্ৰীসভাই গ্ৰহণ কৰা এনে দৃষ্টিভংগীৰ ঘোৰ বিৰোধিতা কৰি 'অসমীয়া'ই ১৯৪১ চনৰ ৮ আগষ্ট সংখ্যাৰ কাকতত এনেদৰে সকীয়াই দিছিল : ছাদুল্লা মন্ত্ৰীসভাই লাইন প্ৰথা আৰু পতিত মাটিৰ বন্দবস্তিৰ সম্পৰ্কে গোপনে কিম্বা উদাসীনভাৱে যিমানে পাৰে অসমীয়াৰ অন্যায় আৰু অনিষ্ট কৰাৰ পিছত ১৯৪০ চনৰ ২৬ জুন কাকতত এই অন্যায় প্ৰকাশ্যে যি মনোভাৱ প্ৰকাশ আৰু যি মনোভাৱকে ভিত্তি কৰি ১৯৪০ চনৰ ৪ ডিচেম্বৰৰ অসম গেজেটত যি ঘোৰ অমংগলজনক তথাকথিত ডেভেলপমেণ্ট স্কীম ঘোষণা কৰিছিল, ইতিপূৰ্বে আমি সেই মনোভাৱ আৰু আঁচনিৰ বাহুল্য সমালোচনা কৰি আহিছোঁ আৰু সেই 'ডেভেলপমেণ্ট স্কীম'ক দেশ বিক্ৰীৰ স্কীম বুলি অভিহিত কৰি অসমীয়া ৰাইজক সেই বিষয়ে সতৰ্ক কৰি দিছিলো। সম্প্ৰতি সেই তথাকথিত 'ডেভেলপমেণ্ট স্কীম' কাৰ্যকৰি কৰিবৰ কাৰণে ছাদুল্লা মন্ত্ৰীসভাই নিযুক্ত কৰা ডেভেলপমেণ্ট স্কীম অফিচাৰ মৌঃ চুধুৰীযে সেই স্কীম কাৰ্যকৰি কৰিবৰ বাবে যি ৰিপ'ৰ্ট দিছে, সেই ৰিপ'ৰ্টে আমাৰ উক্ত বক্তব্যৰ সত্যতা ভালকৈ প্ৰমাণ কৰিছে।' (সম্পাদকীয়— 'অসমীয়া' ১৯৪১ চন, ৮ আগষ্ট)

ছাদুল্লাই মন্ত্ৰীৰ পমুৱা নীতিৰ কঠোৰ সমালোচনা কৰি ইয়াৰ জাতীয় স্বাৰ্থবিৰোধী দৃষ্টিভংগীক উদঙাই দিয়াৰ দৰেই 'অসমীয়া'ই ছাদুল্লাৰ শিক্ষা, ট্ৰাইবেল জনসাধাৰণৰ স্বাৰ্থহানিৰ কাৰ্যকলাপ সম্পৰ্কত স্পষ্ট মত দিছিল। ছাদুল্লাৰ শিক্ষা নীতিৰ বিৰোধিতা কৰি তেতিয়াৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মিঃ স্মলে পদত্যাগ কৰিব লগা হৈছিল যদিও অৱশ্যে অৱসৰ গ্ৰহণ কৰে বুলিহে বাতৰি ওলাইছিল কিন্তু মিঃ স্মলৰ অৱসৰ গ্ৰহণ কৰা আঁৰৰ কথা কলিকতাৰ এখন কাকতত প্ৰকাশ পোৱা চিঠিত প্ৰকাশ পাইছিল। 'অসমীয়া'ই নিৰ্ভীকভাৱে ছাদুল্লা মন্ত্ৰীসভাৰ কেলেংকাৰী শিতানত লিখা সম্পাদকীয়ত কথাবিলাক জনসাধাৰণৰ দৃষ্টিলৈ আনিবলৈ সক্ষম হৈছিল।

ইয়াত উল্লেখ কৰা হয়, "মিঃ স্মলৰ এই চিঠিৰ পৰা দেখা যায় যে ছাদুল্লা মন্ত্ৰীসভাই শিক্ষা বিভাগৰ নিযোগ, বদলি, প্ৰমোচন আদি সৰু-বৰ অসংখ্য কামত ডাইৰেক্টৰ মিঃ স্মল আৰু তেওঁৰ সহকাৰী ইন্সপেক্টৰ কাৰ্যত পদে পদে হস্তক্ষেপ কৰি শিক্ষাৰ লগত কোনো সম্বন্ধ নথকা স্বাৰ্থ পূৰণৰ উদ্দেশ্যে নিজৰ মইমতীয়া ক্ষমতা চলাইছিল। অনেক ক্ষেত্ৰত শিক্ষা বিভাগৰ মুৰব্বী ডিৰেক্টৰ ডাঙৰীয়াৰ কোনো পৰামৰ্শকে বিচৰা হোৱা নাছিল। শেহত সুৰমা উপত্যকা বিভাগৰ স্কুল ইন্সপেক্টৰ

নিয়োগ কৰাৰ নিচিনা গুৰুত্বপূৰ্ণ কাৰ্য এটাতো যেতিয়া তেওঁৰ কোনো অভিমতকে বিচৰা নহ'ল আৰু সম্পূৰ্ণ অ-শিক্ষামূলক উদ্দেশ্যে এজন সুযোগ্য কৰ্মচাৰী মিঃ আবু লেইছক শিক্ষামন্ত্ৰী মহোদয়ে ভৰ্তি কৰিলে তেতিয়া আৰু তেওঁৰ (মিঃ স্মলৰ) পক্ষে অসহ্য হৈ উঠিল আৰু এই মন্ত্ৰীসভাৰ তলত কাম কৰিবলৈ অসম্মত হৈ ছুটী বিচাৰিলে।" (অসমীয়া— ২৬ আগষ্ট ১৯৪১ চন)।

ছাদুল্লা মন্ত্ৰীসভাৰ ট্ৰাইবেলৰ স্বাৰ্থ ৰক্ষাৰ নমুনা শীৰ্ষক সম্পাদকীয়ত 'অসমীয়া'ই লিখিছিল :

"ছাদুল্লা মন্ত্ৰীসভাৰ আমোলত ট্ৰাইবেল জনসাধাৰণৰ স্বাৰ্থ কেনেকৈ পদে পদে হানি হ'ব লাগিছে, সেই কথা আমি বহুবাৰ আলোচনা কৰি দেখুৱাই আহিছোঁ আৰু ট্ৰাইবেল সম্প্ৰদায়ৰ বহুত ভুক্তভোগী লোকেও এই কাকতৰ যোগেই প্ৰকাশ কৰি আহিছে। ছাদুল্লা মন্ত্ৰীসভাই তেওঁলোকৰ মন্ত্ৰিত্ব ৰক্ষা কৰিবৰ কাৰণে অসমৰ হিন্দুৰ সংখ্যা কৃত্ৰিমভাৱে হ্ৰাস কৰিবৰ কাৰণে আৰু বংগদেশৰ পৰা মুছলমান পমুৱা আমদানি কৰি অসম প্ৰদেশ মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশত পৰিণত কৰি ভৱিষ্যতে বঙ্গৰ সৈতে সংযুক্ত কৰি মিঃ জিন্নাৰ কল্পিত পূব পাকিস্থান মুছলিম ৰাজ্যত পৰিণত কৰিবৰ উদ্দেশ্যে ট্ৰাইবেল সম্প্ৰদায়ৰ এম এল এ আৰু এম এল চি কেইজনক কিছুমান ভুৱা দি কিম্বা ব্যক্তিগতভাৱে অলপ পুৰস্কাৰ দি কেনেকৈ হাত কৰিছে আৰু তেওঁলোকৰ সহায়ত ছাদুল্লা চাহাবে কেনেকৈ তেওঁৰ পাকিস্থান স্থাপনৰ পথত অগ্ৰসৰ হৈছে, সেই কথা আৰু চকু থকা লোক মাত্ৰেই বুজিছে আৰু দেখিছে।" (অসমীয়া, সম্পাদকীয় ১৯৪১, ৫ ছেপ্টেম্বৰ)

১৯৪১ চনৰ শেহ ভাগত ছাদুল্লা মন্ত্ৰীসভাৰ অপ্ৰত্যাশিতভাৱে পতন হোৱাত 'অসমীয়া'ই কৰা মন্তব্য মন কৰিবলগীয়া : "তৃতীয় ছাদুল্লা মন্ত্ৰীসভাৰ পতন হৈছে। কথাতে কয় বোলে তিনিবাৰেহে নিবাৰ। গতিকে আমি আশা কৰো তৃতীয়বাৰ পতন হোৱাৰ পিছত আৰু এই অবাঞ্ছনীয় মন্ত্ৰীসভাৰ পুনৰুদ্ভৱ নহ'ব— ই চিৰকাললৈ লুপ্ত হ'ব।"

উল্লেখযোগ্য, কাকতখন মুছলিম লীগৰ লগতে কংগ্ৰেছ দলৰ উত্থান-পতনৰ ক্ষেত্ৰতো সততে সজাগ আছিল আৰু ৰাজ্যখনৰ ভৱিষ্যৎ কাম হাতত নিৰাপদ হ'বগৈ যে পাৰে— সেই কথাত কাকতখনে এনেকৈ স্পষ্ট দৃষ্টিভংগী গ্ৰহণ কৰি আহিছিল। প্ৰগতিশীল জাতীয়তাবাদী ধাৰাটো কাকতখনত অব্যাহত আছিল।

একেই সজাগতাৰ বাবেই পমুৱাৰ সোঁত তথা লাইন প্ৰথা সন্দৰ্ভত কাকতখনে অসমীয়া ৰাইজৰ ক্ষতিকাৰক চৰকাৰী নীতিৰ সমালোচনা কৰি গৈছিল। আনকি কংগ্ৰেছ দলে এই ক্ষেত্ৰত দেখুৱা উদাসীনতা কাকতখনে সকীয়াই দি নিৰপেক্ষতা অৱলম্বন কৰিছিল।

উল্লেখযোগ্য, পমুৱাবিলাকে অসমীয়া ৰাইজে বসতি কৰা বা ভোগ দখলত থকা মাটিত বেদখল কৰিবলৈ আবদ্ধ কৰাত ১৯১৬ চনত নগাওঁ জিলাৰ বৰকলা কৰ্তৃপক্ষই লাইন ছিষ্টেম (লাইন প্ৰথা) নামৰ এক ব্যৱস্থা উদ্ভাৱন কৰে। ১৯২০ চনৰ পৰা জিলাখনত প্ৰয়োগ কৰা হয় আৰু পিছলৈ কামৰূপ জিলাৰ বৰপেটা মহকুমাতো এই প্ৰথা বলবৎ কৰা হয়। প্ৰথা মতে মাটিবিলাক বিভাগ কৰি পেলোৱা হয়। (১) কিছুমান মাটিত পমুৱাবিলাক নিৰ্বিবাদে বসতি কৰিব পাৰিব; (২) যিবিলাকত পমুৱাৰ বসতি গ্ৰাহ্য কৰা নহয়; (৩) য'ত লাইন থাকিব তাৰ বাহিৰতহে এইবিলাকে বসতি কৰিব পাৰিব।[৩৩] পমুৱাৰ বসতিৰ বিৰুদ্ধে লাইন প্ৰথা উপযুক্ত প্ৰতিবিধান নাছিল। বিভাগীয় কৰ্মচাৰীৰ অৱহেলা আৰু স্বাৰ্থপৰ কাৰ্যকলাপৰ বাবে পমুৱাই সুবিধা উলিয়াই লৈছিল আৰু গ্ৰেজিংবিলাক পমুৱাৰ স্থায়ী বসতিলৈ পৰিণত হৈছিল। উচ্ছেদ কৰা যদিও হৈছিল, তেনে উচ্ছেদেও মূৰকত কোনো ফল ধৰা নাছিল। ভেটীৰ ব্যৱহাৰ হৈছিল।

'অসমীয়া'ই তেনে বাতৰিও চকুত পৰাকৈ পৰিবেশন কৰিছিল; কেবাজনো পমুৱা মুখীয়াল গ্ৰেপ্তাৰ/টকা খোৱাৰ অভিযোগ/বৰপেটাৰ গ্ৰেজিঙত পমুৱা বহুওৱা ফিকিৰ/গ্ৰেজিং ৰিজাৰ্ভ আৰু পতিত মাটিত নতুন মানুহ বহুৱাই অজস্ৰ টকা লোৱাত এই মহকুমাৰ কেবাজনো দেৱানী আৰু পমুৱা মুখীয়াল মানুহক মাটি দি টকা লোৱা সংক্ৰান্তত গ্ৰেপ্তাৰ কৰা হৈছে। (অসমীয়া, ১২ মে' ১৯৪৪ চন)

বিভিন্ন অঞ্চলত পমুৱা আৰু স্থানীয় লোকৰ মাজত অকল তিক্ততাই নহয়, সংঘৰ্ষৰ পৰিস্থিতিৰ সৃষ্টি হৈছিল। সংঘৰ্ষত আহত হোৱাৰ উপৰিও পুলিচে শান্তি ৰক্ষাৰ্থে গুলীবৰ্ষণ কৰিবলগীয়া ঘটনাও হৈছিল :

নগাৱঁত পমুৱা গ্ৰেজিয়াৰ সংঘৰ্ষ; এজন নেপালী জখম সিঙুখোৰ ৰিজাৰ্ভত মৈমনছিঙীয়াৰ বেদখল।।

... ১০ হেজাৰ বিঘা মাটি ট্ৰাইবেল সিঙুখোৰ মৌজাৰ পৰা মৈমনছিঙীয়াক দিবলৈ স্থিৰ কৰে। নগাৱঁৰ উপায়ুক্তক আপত্তি জনাই পমুৱাসকলে দৰ্খাস্ত দিয়াত কোনো ফল নধৰাত মৈমনছিঙীয়া পমুৱাই সুবিধা পাই অত্যাচাৰ আৰম্ভ কৰে। এজন নেপালী মানুহক নিজৰ গৰুৰ খুটিতে দাৰে ঘপিয়াই জখম কৰে।

কাৱৈমাৰী ৰিজাৰ্ভত নপমুৱাৰ ওপৰত গুলীবৰ্ষণ, বৰপেটাৰ কাৱৈমাৰী ৰিজাৰ্ভত কিছুমান নপমুৱাই আইন

অমান্য কৰি জোৰ কৈ মাটি দখল কৰি ঘৰ-বাৰী সাজি থকাত মহকুমাধিপতিয়ে তেওঁলোকক উচ্ছেদ কৰিব লগা হোৱাত তেওঁলোকৰ শান্তিভংগৰ কাৰণে উদ্যত হৈছিল আৰু সেই দেখি পুলিচে গুলী কৰিবলৈ বাধ্য হৈছিল। (অসমীয়া, ১০ মার্চ, ১৯৪৫ চন)

বাংলাভাষী পমুৱাসকল ডাঙৰ সমস্যা বুলি 'অসমীয়া'ত প্ৰবন্ধপাতি প্ৰকাশ পোৱাটো মন কৰিবলগীয়া— বিশেষকৈ হৰেন্দ্ৰ নাথ বৰুৱাই 'অসমৰ ভৱিষ্যৎ' শীৰ্ষক এলানি প্ৰবন্ধযোগে এই জটিল সমস্যাবোৰ আতিগুৰি বিশ্লেষণ কৰি জনমতৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰাটো বুজিব পাৰি। অসমীয়াৰ প্ৰাক্তন সম্পাদকগৰাকীয়ে ১৯৪০ চনৰ ৩ মার্চ তাৰিখৰ 'অসমৰ ভৱিষ্যৎ', পমুৱাৰ বে-দখল আৰু অন্যান্য আনুষংগিক বিপদৰ বিষয়ে এনেদৰে লিখিছিল :

"আটাইতকৈ বিপদৰ কাৰণ হৈ উঠিছে বঙালী পমুৱাসকল আৰু তেওঁলোকৰ সমৰ্থক স্থানীয় বঙ্গালীসকল। চাহ বাগিচাৰ বনুৱাসকল যি নহওক কিস্তিবন্দী হিচাপে অসমলৈ আহিছে। তেওঁলোকৰ সৰহভাগেই আহি আছে গৈ আছে; অসমত কোনো স্থায়ী খুটি পুতিবলৈ বা অসমীয়া মানুহৰ লগত তেওঁলোকৰ বিশেষ অৰিযাঅৰিও নাই। তেওঁলোকৰ যিসকলে চাহ বাগানৰ পৰা ওলাই নিজ প্ৰদেশলৈ ঘূৰি নগৈ অসমত বসতি কৰিছে তেওঁলোকে অসমীয়া মানুহৰ লগত মিলেৰেই আছে, অসমীয়া ভাষা লৈছে আৰু আন নীতি-নিয়মো গ্ৰহণ কৰি সময়ত অসমীয়াৰ লগত একেবাৰে মিলি যাবলৈ আশা কৰিছে। কিন্তু বঙালী পমুৱাসকল আহিছে ইয়াত নিগাজীভাৱে বসতি কৰিবলৈ। এই শতিকাৰ কেইবছৰমানৰ পিছৰ পৰাই তেওঁলোকে দলে দলে এই প্ৰদেশলৈ আহিবলৈ ধৰিছে। মোটামুটি-ভাৱে যোৱা ৪০ বছৰৰ ভিতৰত তেওঁলোকৰ সংখ্যা ইমান বেছি (৮ লাখৰো অধিক) হৈছে গৈ যে তেওঁলোকে দলে দলে আহি অসমৰ ভাল ভাল, পতিত মাটিবিলাকতো দখল কৰিছেই কমূলীয়া চৰকাৰী ৰিজাৰ্ভবিলাক আৰু বহুত অসমীয়া মানুহৰ (বিশেষকৈ ট্ৰাইবেল আৰু অনুন্নত সম্প্ৰদায়ৰ) দখল ভুক্ত মাটিও অসমীয়াক খেদি বলেৰে দখল কৰিছে। ১৯৩৫ চনৰ শাসনতন্ত্ৰ আইনৰ শাসন প্ৰৱৰ্তিত হোৱাৰ আগতে অসম গৱৰ্ণমেণ্টে বঙ্গদেশীয় পমুৱাৰ এনে উৎপাতত কিছু বাধা দিছিল; ১৯৩৭ চনত উক্ত নতুন শাসনতন্ত্ৰ প্ৰৱৰ্তিত হ'বৰ পিছৰ পৰাই মাজতে মাত্ৰ এবছৰ কংগ্ৰেছীযুক্ত মন্ত্ৰীসভাৰ শাসনৰ বাহিৰে সাম্প্ৰদায়িকতাবাদী ছাদুল্লা মন্ত্ৰীসভাৰেই শাসন বাহাল থকাৰ সুবিধা লৈ বঙ্গদেশীয় মুছলমান পমুৱাই প্ৰায় অবাধে দিগ্বিজয় কৰিব লাগিছে। সাম্প্ৰদায়িকতাবাদী ছাদুল্লা মন্ত্ৰীসভাই তেওঁলোকক বাধা দিয়াটো দূৰৰ কথা, প্ৰশ্ৰয়হে দিছে। পমুৱাসকলে বেআইনীভাৱে দখল কৰা নানান চৰকাৰী পতিত আৰু ৰিজাৰ্ভ মাটিৰ পৰা তেওঁলোকক উচ্ছেদ কৰাটো দূৰতে থাওক তেওঁলোকক সেইবিলাক মাটিৰ পট্টাহে দিয়া হৈছে আৰু এই পদ্ধতিক ছাদুল্লা গৱৰ্ণমেণ্টে নিৰ্লজ্জভাৱে 'Regularization of Settlement'— অৰ্থাৎ অশুদ্ধ দখলৰ শুদ্ধিকৰণ বুলি অভিহিত কৰিছে। তদুপৰি কেইটামান ফৰেষ্ট আৰু গ্ৰেজিং ৰিজাৰ্ভ নতুনকৈ বিদেশী পমুৱাক পট্টা দিবৰ কাৰণে খুলি দিয়াৰ প্ৰস্তাৱ কৰিছে। হাজাৰ হাজাৰ মাটি নোহোৱা অসমীয়াক মাটি দি বহুৱাই অন্ন সংস্থানৰ পথ দিবলৈ অসম গৱৰ্ণমেণ্টে মনোযোগ দিয়া নাই। গ্ৰেজিং ৰিজাৰ্ভবিলাকত বঙালী পমুৱা বহাৰ পৰা গৰু, ম'হৰ চৰণীয়া পথাৰৰ অভাৱত হাজাৰ-বিজাৰ অসমীয়া খেতিয়কৰ আৰু শ শ ব্যৱসায়ী গ্ৰেজিয়াৰৰ কি মহা বিপদ হৈছে, তালৈ গৱৰ্ণমেণ্টে ভ্ৰূক্ষেপ কৰা নাই। গৱৰ্ণমেণ্টৰ নিজা হিচাপ মতেই অসম উপত্যকাত অৱশিষ্ট থকা মাত্ৰ কেইলাখমান বিঘা পতিত মাটি এইদৰে সমুদায় বিদেশীক দি দিলে বৰ্তমান মাটি নোহোৱা অসমীয়া মানুহবিলাকৰ আৰু ভৱিষ্যতে সংখ্যা বৃদ্ধি পোৱা অসমৰ মানুহ ক'ত থাকিব, তেওঁলোকৰ কি বিলাই হ'ব, সেই বিষয়ে গৱৰ্ণমেণ্টৰ ভ্ৰূক্ষেপ নাই। মৈমনছিঙীয়া পমুৱাই মাটি-বাৰী কাঢ়ি লোৱা কিম্বা বেদখল দিয়া, অসমীয়া মিৰি, মিকিৰ, কছাৰি, ৰাভা আদি হোজা ট্ৰাইবেল মানুহবিলাকক ছাদুল্লা গৱৰ্ণমেণ্টে আশ্বাস দিছে যে তেওঁলোকক পৰ্বতৰ কাষত একোখণ্ড আছুতীয়া ঠাইত মাটি বন্দবস্তি দিয়া হ'ব। ভৈয়ামৰ সমতল সাৰুৱা ভূমিখিনি মৈমনছিঙীয়াক দি খাঁচ অসমীয়া হোজা ট্ৰাইবেলসকলক পৰ্বতৰ দাঁতিকাষৰীয়া মেলেৰিয়া আদি বেমাৰৰ ঠাইবিলাকলৈ নিৰ্বাসিত কৰি ছাদুল্লা গৱৰ্ণমেণ্টে কেনে সুবিচাৰৰ পৰিচয় দিছে !!" ... মাটি বন্দবস্তি দিয়া নীতি সম্পৰ্কে গৱৰ্ণমেণ্টৰ নতুন সিদ্ধান্ত আৰু কমিশ্যনাৰলৈ দিয়া চিঠিয়ে যেনিবা মথাউৰি ভাঙি বানপানীৰ বাট মুকলি কৰি দিলে। পমুৱাবোৰে যোৱা কেইসপ্তাহত চুৱাগুৰিৰ পশ্চিমে থকা ভোজমাৰি, কুমলীয়া, চিপৰিয়াল ৰিজাৰ্ভত আক্ৰমণ কৰিছে। মই নিজেই চিপৰিয়ালত নতুন পামৰ ঘৰবোৰ দেখি আহিছো। মই শুনিছো, সিহঁতে আঁতৰত থকা চুৱাগুৰিৰ পৰা জাকে জাকে আহি ঘৰ সাজে আৰু খেতি আৰম্ভ কৰে। স্থানীয় মুষ্টিমেয় গ্ৰেজিয়াৰে তাৰ প্ৰতিবাদ কৰাৰ আৰু চৰকাৰী বিষয়াসকলৰ শৰণাপন্ন হোৱাৰ বাহিৰে একো কৰিব নোৱাৰে। স্থানীয়

বিষয়াসকলৰ হাত-ভৰি চৰকাৰী হুকুমে বান্ধি থৈছে। ... বেদখলকাৰী পমুৱাৰ কাৰণে অসমলৈও আৰু ৰেভিনিউৰেগুলেশ্যন নাই বুলিলেও হয়। ... 'চুৰি-ডকাইত, পাশৱিক অত্যাচাৰ আদি অসমীয়া ৰাইজৰ ওপৰত এই পমুৱাবিলাকৰ উপদ্ৰৱৰ কথা কোৱা বাহুল্য মাথোন। অসমৰ এজন ভূতপূৰ্ব পুলিচ ইন্সপেক্টৰ জেনেৰেল আৰু কেবাজনো ডেপুটি কমিশ্যনাৰৰ পৰা আৰম্ভ কৰি অনেক চৰকাৰী বিষয়াৰ মুখেই সেইবিলাক কথা প্ৰকাশ পাইছে।"

১৯৪০ চনত লীগে তথা মিঃ জিন্নাই পাকিস্তানৰ আঁচনি গ্ৰহণ কৰাৰ পূৰ্বে অসমলৈ অহা বঙালী পমুৱাবিলাকক মাটি দিয়া নিয়ম সম্পৰ্কত দুটা মতৰ সৃষ্টি হৈছিল। এটা মতে অসমক পৰিকল্পিতভাৱে পাকিস্তানত সুমুৱাৰ কাৰণেই পমুৱাবিলাক আহিছে। সেইবিলাকক মাটিৰ বন্দবস্তি দিয়াত অসমীয়া ৰাইজৰ অনিষ্ট হয় বুলি ভাবিছিল। আনহাতে আনটো মতে বিশেষকৈ কমিউনিষ্টসকলে ১৯৪০ চনৰ আগেয়ে অহাসকলক পতিত মাটিত বহিবলৈ দিব লাগে বুলি দৃষ্টিভংগী গ্ৰহণ কৰিছিল। 'অসমীয়া'ই সকলো পমুৱাৰ উচ্ছেদৰ ওপৰত গুৰুত্ব দিছিল আৰু ইয়াত সকলোৰে সহযোগিতা কামনা কৰিছিল— কিয়নো অসমীয়া ৰাইজৰ ভৱিষ্যতে সুৰমাৰ বাবেই এনে সোঁতত বাধা দিয়া আৱশ্যক বাবে ইয়াৰ বিৰোধিতা কৰাসকলক অসমহিতৈষী বুলি পৰিগণিত কৰা নাছিল। 'অসমীয়া'ই অসমীয়া ৰাইজ কোন— ইয়াৰ সূত্ৰ বান্ধি ব্যাখ্যা নকৰিলেও অসমবাসী সকলোৰে হিতৰ বাবে জোৰ দিছিল। কিন্তু ইয়াৰ ভিতৰতে 'দৈনিক বাতৰি'য়ে ১৯৩৫ চনত অসমৰ প্ৰব্ৰজন সমস্যা সন্দৰ্ভত স্পষ্ট মত দি পৰিস্থিতিৰ পটভূমি ব্যাখ্যা কৰি দিছিল।

### অসমত ইমিগ্ৰেণ্টছ

"অসমত বিদেশীৰ অহা-যোৱা প্ৰথমৰ পৰাই অধিক। তাৰ কাৰণ, অসম দেশৰ স্বাভাৱিক সম্পদ বহুত আৰু যথেষ্ট মাটি পৰি আছিল আৰু চাকৰি-ব্যৱসায়ত অসমীয়া মানুহ সিমান আগবঢ়া নাছিল আৰু এতিয়া আগবাঢ়িব খুজিলেও বিদেশীক ঠেলি যাবলগীয়া হৈছে। কাজেই খুন্দা খাই ফুৰিছে; সুবিধা পোৱা নাই। অথচ অসমত দৰকাৰ পৰা নাছিল কাৰণেও বিদেশী অহা-যোৱা সম্বন্ধে কোনো নিয়ন্ত্ৰণ কৰা আইনো নাছিল। অসমত স্থায়ীভাৱে বসবাস কৰিবলৈ ধৰে প্ৰথমতে চাহ বাগিচাৰ বনুৱাবিলাক। তাৰ পাছত লগে ভাগে অহা সৰু-সুৰু দোকানীবিলাকো গাৱেঁ-ভূঞে সোমাই সোমাই মাটিবাৰী লৈ, খেতি-পথাৰো কৰি, বিশেষকৈ খেতিৰ উৎপন্ন শস্যবিলাক কিনি লৈ ব্যৱসায় চলাই বহিবলৈ ধৰে। কেঞা মহাজনৰ বহুতেও এই পন্থা অৱলম্বন কৰে। এইদৰে সানমিহলি হৈ বিদেশীয়ে ঠায়ে ঠায়ে স্থায়ীভাৱে বহিবলৈ ধৰে।

"ইয়াৰ পাছত ছিলেটীয়াসকলৰ যথেষ্ট লোক আহি বিশেষকৈ ধোদৰ আলিটো জুৰিয়েই বহিবলৈ ধৰে। অন্য ঠাইতো বহে।

"নেপালীবিলাকেও প্ৰথমতে গাখীৰৰ কাৰবাৰ কৰিবলৈ ম'হৰ খুটি পাতি ঠায়ে ঠায়ে বহে। লাহে লাহে খেতি-বাতি কৰিও বহি যায়। তেওঁলোকে খেতিৰ ভিতৰত কুঁহিয়াৰ খেতিয়েই ঘাইকৈ ধৰে। এই সকলোবিলাক বিদেশী ছেটেলাৰ্ছৰ ভিতৰত ছিলটীয়াখিনি বাদে বাকীবিলাকে অসমীয়া ভাৱাপন্ন হৈ অসমীয়া মাত-কথা মাতি একেৰকম অসমীয়া হৈ গৈছে। ছিলটীয়াসকলৰ ভিতৰতো অসমীয়া ছিলটীয়া গাওঁ এখনেই গোলাঘাট অঞ্চলত হৈ গৈছে। ইয়াৰ ভিতৰত নগাৱঁৰ অসমীয়া শিখবিলাকৰ কথা আমি ধৰাই নাই। কাৰণ তেওঁলোক আজি খাচ অসমীয়া।

"শেহত আহে পৰুৱাৰ লানিৰে মৈমনছিঙীয়াসকল; এওঁলোকৰ আগমনত প্ৰথম ইমিগ্ৰেণ্টছ্সকলৰ ওপৰত আমাৰ মানুহৰ চকু পৰে। তাৰ কাৰণো আছিল। এওঁবিলাকৰ কিছুমান আমাৰ মানুহৰ মাজত শান্তিৰে বসবাস কৰাবিধৰ লোক নাছিল। এতিয়াও বহুত ক্ষেত্ৰত নহয়। বেছিভাগ মুছলমান। কাজেই, হিন্দুপ্ৰধান ঠাইবিলাকত, আচাৰ-ব্যৱহাৰ বেলেগ হোৱাত তাতে highest sentiment অৰ্থাৎ, মনৰ উৎকৰ্ষতা নথকা স্বভাৱতে কথাই কথাই মিলতকৈ অমিলৰ ভাববিলাক বেছিকৈ ওলাই পৰিছিল। সেই কাৰণে প্ৰথম ছোৱাত গোলমালো বহুত হৈ গ'ল। যি হওক, এই মৈমনছিঙীয়া লোকবিলাকক বেলেগ বেলেগ ঠাই নিৰ্দেশ কৰি বহুৱাবৰ ব্যৱস্থা কিছুদূৰ হ'ল।

"এতিয়া এই বিদেশী ছেটেলাৰ্ছবিলাক অতিশীঘ্ৰে সম্পূৰ্ণ অসমীয়া ভাৱাপন্ন হৈ গ'লে তেওঁলোকৰো মঙ্গল, অসমীয়া জাতিৰো, বিশেষ আপত্তিৰ কাৰণ নেথাকিব। আৰু এই কাম বঙালী ছেটেলাৰ্ছসকলৰ বাহিৰে আপোনা-আপুনি একেৰকম হৈ আহিছে। বঙালী ছেটেলাৰ্ছসকলো সেই ভাবতেই পেটে পেটে থাকিলেও শিক্ষিত অসম প্ৰবাসী বঙালীসকলে (Race arrogance) বঙালী জাতি উন্নত জাতি ভাবি অসমীয়া হৈ সেইবিলাক লোক আমাৰ মাজত জাহ যোৱা কথাটো পছন্দ নকৰে। আজি সকলো জাতি সঙ্ঘৰ গুৰিতেই বঙালীসকলৰ এই অহঙ্কাৰৰ ভাবে বাধা দিছে। ইমানেই প্ৰকৃত ঘটনা।

"এতিয়া মৈমনছিঙীয়াসকলে সেই কথা বুজি উঠিছে যেন আমাৰ বিশ্বাস। কাৰণ, তেওঁবিলাকৰ ভিতৰত খেতি-বাতি কৰি খোৱা অথচ শিক্ষিত নেতৃস্থানীয়কেইজনে অসমীয়া হৈ মাটি-বাৰী, ঘৰ-দুৱাৰ কৰি অসমীয়া গাৱঁত সোমাই শান্তিৰে নিজে আনকো থাকিবলৈ দিয়াটোহে নিজৰো স্বাৰ্থ সিদ্ধি কৰাৰ একমাত্ৰ উপায় বুলি ভাবিছে। যদিও কৰ্ণপিশাচসকলে তেওঁলোকক আনদৰে বুজাই দিব খোজে।

"আমি মুছলিম কন্‌ফাৰেঞ্চৰ অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে এই বিষয়ে যিখিনি কথা কৈছে মূলতঃ সমৰ্থন কৰোঁ। তেওঁ কৈছে, "অসম উপত্যকাৰ মুছলমানৰ ভিতৰতেই বঙ্গদেশৰ পৰা অহা ইমিগ্ৰেণ্টসকলে ক্ৰমে ক্ৰমে অসমীয়া হৈ পৰিছে। আমাৰ অৱশ্যে কৰ্তব্য হৈ পৰিছে তেওঁবিলাকৰ উন্নতি আৰু হিতাৰ্থে কাৰ্য কৰা। অসমীয়া ভাষাৰ জৰিয়তে প্ৰাথমিক শিক্ষা ইমিগ্ৰেণ্ট অঞ্চলত বাধ্যতামূলক কৰা উচিত। আৰু তাৰ কাৰণে অসম গৱৰ্ণমেণ্টে বাজেটত বিশেষকৈ টকা মঞ্জুৰ কৰিব লাগিব। আগলৈ আহিবলগীয়া ইমিগ্ৰেণ্টসকলক অসমত মাটি-ভেটি দিয়াত এনেকুৱা নীতি গৱৰ্ণমেণ্টে অৱলম্বন কৰিব লাগিব যাতে অসমৰ নিজ সন্তানসকলৰ কাৰণে প্ৰচুৰ পৰিমাণে মাটি সংৰক্ষিত কৰি থোৱা হয়। ইমিগ্ৰেণ্টসকলৰ বৰ্তমানে থকা বিশেষ অসুবিধাবোৰ ক্ৰমে তুলি দিয়া উচিত।"

মোৰ বিবেচনাত এই কনফাৰেঞ্চত এটা যুগমীয়া 'অসম মুছলিম ইমিগ্ৰেণ্ট ছেটেলাৰ্ছ উন্নতি সাধিনী কমিটী' নিযুক্ত কৰি দিয়া উচিত, যি কমিটীয়ে তেওঁবিলাকৰ অভাৱ-অভিযোগ আদি জানি সেইবোৰ দূৰীভূত কৰিবলৈ আৰু তেওঁবিলাকৰ উন্নতি আৰু হিতাৰ্থে কাৰ্য কৰিবলৈ উপযুক্ত ব্যৱস্থা কৰিব পাৰে। অলপতে গঠিত হোৱা 'অসম প্ৰৱাসী আৰু ছেটেলাৰ্ছ এছোচিয়েশ্যনে' অসমৰ মুছলিম ইমিগ্ৰেণ্টসকলৰ প্ৰতিনিধিত্ব কৰিব নোৱাৰে।

"আমি নিজেও বিশ্বাস কৰি আহিছোঁ মৈমনছিঙীয়া ইমিগ্ৰেণ্টসকল প্ৰকৃততে অসমীয়া হ'বলৈ ইচ্ছুক আৰু নহ'লে তেওঁবিলাক কেতিয়াও আমাৰ বুকুত এখন সুকীয়া মৈমনসিং পাতি সুখে-শান্তিৰে খাই-বৈ থাকিবলৈ সুবিধা নেপাব। তাৰ ফলত তেওঁবিলাকৰ নাতি-পুতিয়ে শেহত শাও দিবলৈ বাধ্য হ'ব। যিসকলে 'জাত ভাই' বুলিয়েই (Unrestricted imigration) বিদেশীৰ আগমনৰ কোনো নিয়ন্ত্ৰণ হোৱা উচিত বুলি বিবেচনা নকৰে আৰু এই বাবে হিন্দু সম্প্ৰদায়ে তেনে কথা উলিয়ালেই অন্যভাব পোষণ কৰে তেওঁবিলাকে আজি মৌলবী তৈয়বুল্লা চাহাবৰ এই বিষয়ে যুক্তিপূৰ্ণ কথাখিনি ভালদৰে কাণপাতি শুনক। এখন দেশৰ হাৱাপানী-অন্নেৰে বৰ্ধিত হ'ব লাগিলে সেই হাৱাপানী আৰু অন্ন নিজৰ জোখাৰে হ'বই লাগিব। নিজে উশাহ নলৈ আনক জীওৱা টান।

"আমি শেহত আজি ইমানকে ক'ব খোজোঁ, অসমত বিদেশী বুলি কথা এটা স্বীকাৰ কৰা নেযাব। যিসকলে ইয়াত বসবাস কৰি নিগাজী হৈছে বা হ'বৰ ইচ্ছা কৰে তেওঁলোকে মাতৃভাষা অসমীয়া বুলি মুখেৰে নহয়, কাৰ্যত গ্ৰহণ কৰি দেখুৱাব লাগিব। আৰু কুৰি বছৰো ইয়াত থাকক সেই কথাই যথেষ্ট নহ'ব, যদিহে দেশতো ঘৰ বুলি এখন গৃহস্থালি ৰাখিবলৈ নেৰে। তেনে লোকৰ সুবিধাবাদক আমি সন্দেহ কৰিম দুই নাৱত দুই ভৰি হ'লে আমাৰ কোনো কামত নাহিব। নিজলৈকে টান। লগতে ইমিগ্ৰেণ্টসকলক মৌলবী তৈয়বুল্লা চাহাবৰ লগত আমিও কওঁ, "অসম প্ৰবাসী আৰু ছেটলাৰ্ছ এছোচিয়েশ্যনে যি বৰশী চিপ পেলাইছিল তাত যেন নপৰে। 'প্ৰৱাসী' সকলকো কওঁ— এনেখন ছেটলাৰ্ছ এছোচিয়েশ্যন যেন তেওবিলাকে সোনকালে (Settle-up) শেষ কৰি পেলায়।"[৩৪] (২৬ ভাদ, ১৮৫৭ ॥ ১২ ছেপ্টেম্বৰ, ১৯৩৫)

"দৈনিক বাতৰি'ৰ সম্পাদকীয়টিত খাঁচ অসমীয়া ৰাইজ কোনখিনি— অসমত থকা আৰু থাকিবলৈ অহাখিনিৰ ভিতৰত কোনখিনি আচল অসমীয়া ৰাইজ হ'ব পাৰে— তাৰ ব্যাখ্যা ফৰিংফুটা হৈ পৰিছে। এই বিষয়ত কোনো ধৰণৰ বিভ্ৰান্তিৰ থল নাই। অৱশ্যে ইয়াৰ পটভূমি "অসমীয়া"ই কেতিয়াবাই পৰিষ্কাৰ কৰি থৈছে। ১৯২৯ চনৰ ২০ জুলাই তাৰিখৰ লক্ষ্মীনাথ ফুকনৰ সম্পাদনাত ওলোৱা "অসমীয়া" কাকতে "অসমীয়া আৰু মৈমনছিঙীয়া" শিতানত গোটেই অসমৰ পৰিস্থিতি দি ব্যাখ্যা কৰিছে। ইয়াত লিখা হৈছিল এনেদৰে :

"আজি নগাওঁ জিলাৰ টিং অঞ্চলত মৈমনছিঙীয়াৰ পৰা অসমীয়া ৰাইজৰ বিলৈ কুলাই-পাচিয়ে নধৰা হৈছে। অসমৰ আন আন ঠাইতো মৈমনছিঙীয়াৰ প্ৰতাপত অসমীয়া মানুহ তিষ্টিব নোৱৰা হৈছে, কিন্তু নগাৱঁৰ টিং অঞ্চলত তাৰে কোব সকলোতকৈ চৰা। টিং অঞ্চলত গৱৰ্ণমেণ্টে মৈমনছিঙীয়াবিলাকক সুমুৱাই দি অসমীয়া ৰাইজক জোলোকা-জোলোকে যি ত্যক্ত দিব লাগিছে তাক ব্যক্ত কৰিবৰ ভাষা বিচাৰি পোৱা টান। মৈমনছিঙীয়াবিলাক সচৰাচৰ মৈমনসিঙত জমিদাৰসকলৰ তলত থাকি ঘেটা খাই না না অত্যাচাৰ ভুঞ্জি ত্যক্ত পাই অসম দেশলৈ আহি সম্পূৰ্ণ স্বাধীন হোৱাদি হ'ল। মাটিৰ লগত ক'ত কি যে কটা-কটি মৰা-মৰি হৈছে তাৰ ইয়ত্তা নাই। এই মাটি খকুৱা মানুহবিলাকে সময়ে সময়ে

গৱৰ্ণমেণ্টৰ আইনো উলঙ্ঘা কৰিবলৈ উপেক্ষা কৰা নাই। কোনো কোনো ক্ষেত্ৰত গৱৰ্ণমেণ্টৰহে পৰাজয় হোৱা দেখা গৈছে। তাৰ প্ৰমাণস্বৰূপে টিং চাৰ্কেলৰ চহৰি পাম, শলগুৰি পথাৰ, দাতিয়ালবাৰী, কাঙিকাজাৰি, বোৱালমাৰি, হাঙধিবাৰী, বৰখাবল, ঔতলাবৰী আদি প্ৰায় বহুতো লাইনৰ নক্সা যেতিয়া সম্পূৰ্ণ অসমীয়া লাইন হৈ আছিল তেতিয়া মৈমনছিঙীয়াবিলাকে এই লাইনবিলাক বলেৰে দখল কৰাতো দুই-তিনিবাৰ জৰিমনা কৰিও তুলিব নোৱাৰি শেষত সান-মিহলি লাইন দিবলৈ গৱৰ্ণমেণ্ট বাধ্য হৈছিল। এই বিষয়ে আগেয়ে কেইবাবাৰো বিস্তৃত বিৱৰণ 'অসমীয়া'ত ওলাই গৈছে। গৱৰ্ণমেণ্টে চল্লিশ-পঞ্চাশটামান অসমীয়া লাইন সান-মিহলি লাইন কৰি দিয়াৰ পাছতো অন্ততঃ এই চাৰ্কেলত পঞ্চাশ-ষাঠিটা ব্লক সম্পূৰ্ণ অসমীয়া লাইন হৈ আছিল। তাকো গৱৰ্ণমেণ্টে খাজনা পোৱাৰ আশাতেই নে কি ক'ব নোৱাৰি উনত্ৰিশটা লাইন সম্পূৰ্ণ মৈমনছিঙীয়া লাইন কৰি বিঘাই প্ৰতি ২৫ টকাকৈ ছাৰ্ভে ফি আদায় কৰি মৈমনছিঙীয়াবিলাকক বহিবলৈ দি ধন ঘটিবলৈ উজু উপায় উলিযাই লৈ ভৱিষ্যৎ অসমীয়াসকলৰ মূৰত টাঙোন মাৰি মাটি-খকুৱাবিলাকৰ অশেষ পুণ্যৰ ভাগী হ'ল।

"বৰ্তমানে শুনিবলৈ পোৱা গৈছে যে যিবিলাক অসমীয়া লাইন খুলি দিয়া হৈছে তাৰ কোনো কোনো লাইনত অসমীয়া ৰায়তে ভাঙি খেতি কৰা মাটি বহুতো আছে আৰু বৰ্তমানেও খেতি কৰি খাই আছে, তেনে মাটিকো অসমীয়াসকলক বঞ্চিত কৰি মৈমনছিঙীয়াবিলাকক দি ছাৰ্ভে ফি আদায় কৰা হৈছে। যদি প্ৰকৃততে এই কথা সঁচা হয় তেন্তে অসমীয়াসকলৰ যে কি অৱস্থা হৈছে তাক ভাবিলেও গা বেজবেজাই যায়। তাত যিগৰাকী লোকক মাটি ভাগ কৰি বাটি দিবলৈ গৱৰ্ণমেণ্টে পঠাইছে তেওঁ হ'ল ছিলটীয়া মুছলমান। তেওঁনো অসমীয়া ৰায়তৰ দুখ-দুৰ্গতিলৈ চাই স্বজাতিসকলৰ অপকাৰ কৰিবনে? এই বিষয়ে অসমীয়াসকলে বহুতো কৰিও বোলে চৰকাৰৰ পৰা কোনো সমিধান পোৱা নাই। এই লাইনবিলাক খুলি দিয়াৰ ফলত অত্যাচাৰপ্ৰিয় মৈমনছিঙীয়ানিলাকৰ মাজত সোমাই নিৰীহ অসমীয়া ৰায়ত ল'ৰা-তিৰোতা লৈ থকাটো অতি সাংঘাতিক কথা হৈ পৰিছে। তাৰে ওপৰত আকৌ বজ্ৰপাত, — অসমীয়াসকলক ছেটেলমেণ্টত ম্যাদি পট্টা দিয়া নহয়, কিন্তু মৈমনছিঙীয়বিলাকে অসমীয়াৰ একসনীয়া মাটি কাটি কাটি লৈ বিলাই-বিপত্তি নোহোৱা কৰি অসমীয়াক সাতাম পুৰুষীয়া মাটি ভেটিৰ পৰা যে বঞ্চিত কৰি পৰ্বতে-পাহাৰে নেখেদিব তাত কোনো সন্দেহ নাই। গৱৰ্ণমেণ্টে অন্ততঃ এইখিনি ভাবি চোৱা উচিত যে অসমীয়া ৰায়ত নিৰীহ শান্তিপ্ৰিয়, কাঁজিয়া-পেচাঁলৰ পৰা আঁতৰত থাকিবলৈ তেওঁলোকে ভাল পায় আৰু মৈমনছিঙীয়াবিলাক ঠিক তাৰ বিপৰীত। মৈমনছিঙীয়াই কটা-কটি, কাঁজিয়া, পেঁচাল, গোচৰ-মোকৰ্দমা নকৰাকৈ থাকিবই নোৱাৰে। এনে স্থলত অসমীয়া ৰাইজ যাতে সাতামপুৰুষীয়া মাটি-ভেটিৰ পৰা বঞ্চিত নহয়, তাৰ অৰ্থে ম্যাদি পট্টা দিয়া নিতান্ত উচিত।

"ইয়াৰ উপৰিও আৰু এটা কথা অতিশয় দুখ-লগা। অসমীয়া ৰায়ত অসমৰে খাছ বাসিন্দা মৈমনছিঙীয়াবিলাকক মাটি আধি দিব নোৱাৰে, অথচ মৈমনছিঙীয়াই মৈমনছিঙীয়াক দিব পাৰে। এই সুযোগতে কতবিলাক সামান্য লিখা-পঢ়া জনা মানুহে নিজ দেশত কোনো প্ৰকাৰে অন্নসংস্থান কৰিব নোৱাৰি অসমলৈ আহি এশ-দুশ পুৰাকৈ মাটি ৰাখি মাতব্বৰ নাম ধাৰণ কৰি যে জমিদাৰী খিতাপ আৰম্ভ কৰিছে তাৰ লেখ-জোখ নাই। অথচ কত মধ্যবিত্ত শ্ৰেণীৰ অসমীয়াই হালোৱা-পথৰুৱাৰ অভাৱত ঋণগ্ৰস্ত হ'ব লাগিছে তাৰ ইয়ত্বা নাই। দুখীয়া অসমীয়া ৰায়ত মৈমনছিঙীয়াবিলাকৰ প্ৰতাপত থাকিব নোৱাৰি অইন ঠাইলৈ ভাগি যোৱাৰ ফলত মাজ মূৰত মধ্যবিত্তসকলৰ মৰণ হৈছে। তেনেস্থলত মৈমনছিঙীয়াবিলাকক আধি নিদিলে এই শ্ৰেণীৰ মানুহ তৰে কেনেকৈ তাক এবাৰ গৱৰ্ণমেণ্টে ভাবি চোৱা উচিত। আকৌ মৈমনছিঙীয়াবিলাকে পাঁচ পুৰাতকৈ বেছি মাটি পাব নোৱৰাৰ আইন থকাতো একো একোজনক এশ-দুশ পুৰাকৈ মাটি দি এনেকৈ প্ৰচণ্ড প্ৰতাপ কৰিবলৈ দিয়াটো যুক্তিসঙ্গত হোৱা নাই। মুঠৰ ওপৰত গৱৰ্ণমেণ্টে একেজনকে ইমান মাটি নিদি তাৰ কিছুমান মাটি কাটি অইন মাটি নোহোৱা মানুহক দিব পাৰে দেখোন। তেতিয়াহ'লে অসমীয়াৰ লগত কাঁজিয়া কৰাটোৰ কিছু শাম কটাৰ সম্ভৱ, আৰু কিছুমান অসমীয়া লাইনো ৰক্ষা পাবৰ সম্ভৱ। এতিয়াই কত অসমীয়াই যে মাটিৰ নিমিত্তে হাহাকাৰ কৰি ফুৰিছে তাৰ অন্ত নাই। একো একোজন মৈমনছিঙীয়াক এনেভাৱে প্ৰচণ্ড প্ৰতাপ কৰিবলৈ দিয়াৰ ফলত অসমীয়া জাতিক হেঁচা মাৰি ধ্বংস কৰিবলৈ সুবিধা দিয়াহে হৈছে মাথোন।"

অসমীয়া জাতিৰ ভৱিষ্যৎ ৰক্ষাৰ বাবেই চৰ-পতিত মাটিত বেশৰোৱাভাৱে বেদখল কৰি থকা মৈমনছিঙীয়াবিলাকক উচ্ছেদ কৰা বাবে অসমীয়াই দাবী কৰি চৰকাৰৰ উদাসীনতাৰ পক্ষে সমালোচনা কৰা দেখা যায় "বেদখলকাৰীবিলাকক উচ্ছেদ কৰক" শিতানত দেৱকান্ত বৰুৱাৰ সম্পাদিত 'অসমীয়া'ত লিখিছিল :

**বেদখলকাৰীবিলাকক উচ্ছেদ কৰক**

"অবাধে পতিত মাটি পোৱাৰ উপৰিও অসম প্ৰাদেশিক মুছলিম লীগৰ পমুৱা সভাপতি আৰু আন আন লীগ নেতাৰ উচটনিত পমুৱাবিলাকে গ্ৰেজিং ৰিজাৰ্ভত বেদখল কৰি যি অৰাজকতাৰ সৃষ্টি কৰিছিল আৰু লীগপন্থী মন্ত্ৰীসভাই সেই বেদখলবোৰ আইন মতে সিদ্ধ (regularise) কৰি আৰু .বাকীবোৰ ৰিজাৰ্ভ পমুৱাক বিলাই দি অসমক পাকিস্থানত পৰিণত কৰিবৰ যি চক্ৰান্ত কৰিছিল, তাক বাধা দিবলৈ অসম ব্যৱস্থা পৰিষদৰ প্ৰায় সকলোবোৰ সদস্যই থিয় দিছিল। ছাদুল্লা- চৌধুৰী- বৰদলৈ চুক্তি তাৰে ফল আৰু লীগ ট্ৰাইবেল আদি সকলোবোৰ দলে তাক মানি লোৱাত ছাৰ মহম্মদ ছাদুল্লাৰ নেতৃত্বত কংগ্ৰেছ সমাৰ্থিত মন্ত্ৰীসভাৰ গঠন হয়। এই চুক্তিৰ এটা ঘাই চৰ্ত আছিল ১৯৩৮ চনৰ পহিলা জানুৱাৰীৰ আগেয়ে অহা বা নৈয়ে মাটি খহাই নিয়াত বাধ্য হৈ বসতি কৰা মানুহবিলাকৰ বাহিৰে গ্ৰেজিং ৰিজাৰ্ভত বেদখল কৰা আন মানুহবিলাকক ততালিকে উচ্ছেদ কৰা হ'ব। মন্ত্ৰীসভাই শাসনভাৰ লোৱাৰ দুমাহৰো সৰহকাল হ'ল। কিন্তু এতিয়াও বেদখলকাৰীবিলাকে নিৰ্বিবাদে ৰিজাৰ্ভত মাটি খাই আছে। কোনো কোনো ঠাইত সিহঁতক উচ্ছেদ কৰিবৰ যি যত্ন হৈছে, সি নামমাত্ৰ মাথোন। বৰপেটা মহকুমাৰ ফুলৰা, মন্দিয়া, পকাবেতবাৰী আৰু কাৱৈমাৰী— কেৱল এই চাৰিখন ৰিজাৰ্ভতে ষোলশতকৈ সৰহঘৰ নতুনকৈ বহা বেদখলকাৰী আছে। তাৰ ভিতৰত মাথোন ২৯০ ঘৰ মানুহক উচ্ছেদ কৰা হৈছে। আমি জানিব পাৰিছো যে মঙ্গলদৈ মহকুমাৰ এহেজাৰ ঘৰতকৈও সৰহঘৰ, তেনে বেদখলকাৰী মাথোন আঢৈ কুৰিঘৰ মানুহকহে তুলি দিয়া হৈছে। গুৱাহাটী মহকুমাৰো অকল পুখুৰীপাৰ আৰু অঙনামাৰী ৰিজাৰ্ভত মাথোন বেদখলকাৰীবিলাকক উচ্ছেদ কৰিবলৈ চেষ্টা চলিছে। আইন ভঙ্গকাৰী বেদখল কৰা মানুহবিলাকক উচ্ছেদ কৰিবলৈ গৱৰ্ণমেণ্টৰ উৎসাহৰ অভাৱৰ কাৰণ কি? স্বাভাৱিকতে এই প্ৰশ্নই মানুহৰ মনত খুন্দিয়াই। শ্বিলঙত এটা খবৰ ওলাইছে যে ৰাজহ মন্ত্ৰী শ্ৰীযুত ৰোহিনী কুমাৰ চৌধুৰী ডাঙৰীয়াই চুক্তি মতে বেদখলকাৰীবিলাকক উচ্ছেদ কৰিবলৈ নিৰ্দেশ দিছিল কিন্তু উগ্ৰপন্থী মন্ত্ৰীকেইজনৰ প্ৰৰোচনাত প্ৰধানমন্ত্ৰীয়ে চৌধুৰী ডাঙৰীয়াক বৰ্তমানে কাম কৰাত হকা-বাধা কৰিছে। তাৰ কাৰণ দেখুৱা হৈছে যে বাৰিষা উচ্ছেদ কৰিলে বেদখলকাৰীবিলাকৰ বৰ কষ্ট হ'ব আৰু খেতি-বাতিও নষ্ট হ'ব। গৱৰ্ণৰেও হেনো বঙ্গ দেশৰ গৱৰ্ণৰৰ অনুৰোধত একে কাৰণেই উচ্ছেদ সম্প্ৰতি স্থগিত ৰাখিবলৈ কৈছে।" (অসমীয়া ২ জুন, ১৯৪৫ চন)।

কিন্তু প্ৰকৃত বেদখলকাৰীক উচ্ছেদ নকৰি ৰাজনৈতিক স্বাৰ্থত সেই কামলৈ আওকাণ কৰা হৈছিল আৰু বনুৱা লোকক নিৰ্বিচাৰে উচ্ছেদ কৰা তেওঁলোকৰ প্ৰতি অন্যায় আচৰণ আৰু দৌৰাত্ম্য কৰা হৈছিল। চৰকাৰী বিষয়াৰ এনে কাণ্ডৰ বাতৰি দুই জোৰাকৈ প্ৰকাশ কৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল :

**"তিনিশ মিকিৰ পৰিয়ালৰ ঘৰত অগ্নিসংযোগ।। গৱৰ্ণমেণ্ট কৰ্মচাৰীৰ চাঞ্চল্যকৰ কাণ্ড।। গৱৰ্ণমেণ্টলৈ শ্ৰীযুত অমিয়কুমাৰ দাস এম এল এৰ চিঠি।।**

**(আমাৰ নিজা বাতৰি দিওঁতা)**

**তেজপুৰ, ২৫ ছেপ্টেম্বৰ:** "গৱৰ্ণমেণ্টে বেদখলকাৰী পমুৱাসকলক গৱৰ্ণমেণ্ট ৰিজাৰ্ভলেণ্ডৰ পৰা অনেক ক্ষেত্ৰত উঠাই দিব নোৱাৰি হাৰ মনাৰ কথা সকলোৱে জানিলেও অসমৰ স্থায়ী বাসিন্দাসকলৰ ওপৰত নিষ্ঠুৰ আৰু বে-আইনীভাৱে অত্যাচাৰ-উৎপীড়ন কৰাত আমাৰ গৱৰ্ণমেণ্ট কিমান পকা, — তাৰ এটি দৃষ্টান্ত সিদিনা শ্ৰীযুত অমিয় কুমাৰ দাস, এম এল এ দেৱে শাকোমঠা মৌজাৰ তিনিশ মিকিৰ পৰিয়ালৰ অভাৱ-অভিযোগৰ বিষয়ে অবিলম্বে অনুসন্ধানৰ অনুৰোধ জনাই অসম গৱৰ্ণমেণ্টলৈ লিখা এখন চিঠিত ভালদৰে প্ৰকাশ পাইছে। শ্ৰীযুত দাসে লিখিছে— মিকিৰবিলাক মাটিবিহীনভাৱে দৰং জিলাৰ পৰ্বতৰ দাঁতিয়ে-কাষৰেই পুৰুষানুক্ৰমে বসতি কৰি আহিছে। চাহ বাগানবিলাক বহাৰ লগে লগে তেওঁলোকে ৰিজাৰ্ভবিলাকত তলতীয়া হিচাপে থাকি বাগানত কুলি কাম কৰি জীৱিকা নিৰ্বাহ কৰিব লগাত পৰে। মই এতিয়া সাকোমঠা মৌজাৰ ৩০০ মিকিৰ পৰিয়ালৰ দুৰ্দশাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰোঁ। এই মিকিৰবিলাক বৰপুখুৰী, ধূলি আৰু মাজুলিগড় বাগানত কুলি কাম কৰি অন্য মহাজনৰ মাটিত তলতীয়া ৰায়ত হিচাপে খেতি-বাতি কৰি কোনো মতে জীৱিকা নিৰ্বাহ কৰিছিল।" (অসমীয়া, ৬ অক্টোবৰ, ১৯৪৫ চন)।

উচ্ছেদৰ নামত এনেকৈ হোৱা ধেমালিৰো তীব্ৰ সমালোচনা কৰা হৈছিল। 'অসমীয়া'ই ১৯৪৫ চনৰ ৩০ জুন তাৰিখে সম্পাদকীয়ত 'উচ্ছেদৰ ল'ৰা-ধেমালি'

শিতানত চৰকাৰৰ এনে কাৰ্যক কটু সমালোচনা কৰা হ'ল :

"বিয়াল্লিছ চনৰ উৎপীড়নত অসমীয়া ৰাইজৰ দুৰ্দশাৰ সুযোগ লৈ পমুৱাবিলাকে অসম দখলৰ যি আয়োজন কৰিছিল তাৰ পৰা অসম আৰু অসমীয়া জাতিক ৰক্ষা কৰিবলৈ এছেম্ব্লীৰ কংগ্ৰেছ সদস্যসকলে বৰদলৈ-ছাদুল্লা- চৌধুৰী চুক্তি মতে নতুন ছাদুল্লা মন্ত্ৰীসভাক সমৰ্থন কৰে। কিন্তু আজি তিনি মাহ পাৰ হৈ যোৱাতো ৰিজাৰ্ভত বেদখলকাৰী পমুৱাবিলাকক উচ্ছেদ কৰা নহ'ল; যি অলপ কুৰুং কাৰাং কৰাৰ যত্ন দেখা গৈছিল সিও ভেকোভাওনাতহে পৰিণত হৈছে। 'অসমীয়া'ৰ পঢ়ুৱৈসকলে জানিব পাৰিছে কি দৰে উচ্ছেদৰ নামত নামনি অসমৰ গ্ৰেজিং ৰিজাৰ্ভবোৰত ল'ৰা-ধেমালি পতা হৈছে।" (অসমীয়া, ১৯৪৫ চন, ৩০ জুন)

'অসমীয়া'ই অসমীয়া জাতিক ৰক্ষা কৰিবলৈ চৰকাৰলৈ এনেকৈ ১৯৪৫ চনতে সকীয়াই দিছিল। তেতিয়া পমুৱাৰ বেদখল উচ্ছেদ সম্পৰ্কত ল'ৰা-ধেমালি বন্ধ কৰিবলৈ আহ্বান কৰি সময়ৰ দাবী তুলিছিল 'অসমীয়া'ই। ই জাতীয় দাবী আছিল। কিন্তু অতি পৰিতাপৰ বিষয়, এনে দাবীৰ প্ৰতি জাতীয় চৰকাৰক সঁহাৰি দিবলৈ বাধ্য কৰোৱাৰ বাবে অৰ্দ্ধ-শতিকাজোৰা আন্দোলন কৰিব লগা হ'ল। ১৯৮৫ চন (১৫ আগষ্ট)ত 'অসম চুক্তি' হ'ল, কিন্তু ইয়াৰ অস্পষ্টতা আৰু অসম্পূৰ্ণতাই সমস্যাটোৰ স্থায়ী সমাধান কৰিব নোৱাৰিলে। সমস্যা— সমস্যা হৈয়ে থাকিল, অসম চুক্তিৰ নিকৃষ্টতা চৰকাৰৰ কপটতাৰ সাক্ষী হৈ ৰ'ল।

### জাতীয় পূৰ্ণ বিপ্লৱলৈ বৰঙণি

জাতিৰ উন্নতিৰ পথত অন্তৰায়ৰূপে দেখা দিয়া সকলো সমস্যা নিৰ্মূল কৰিবৰ বাবে জনসাধাৰণক সজাগ, স্পষ্ট কৰি তুলিব নোৱাৰিলে কোনো জাতিৰেই জাতীয় আন্দোলন সম্পূৰ্ণ হ'ব নোৱাৰে। 'অসমীয়া'ই গুৰিৰে পৰা এই পূৰ্ণ বিপ্লৱৰ সূচনা কৰি আহি ইয়াক এক সমাপ্তিৰ পিনে নিবৰ বাবে তৎপৰ হোৱাটো বুজিব পাৰি। অসমীয়া সমাজৰ বৰবিহ স্বৰূপ তাহানিৰ কানি বৰ্জনৰ সৰ্বাত্মক আন্দোলনৰ দিনৰে পৰা গান্ধীজীৰ গঠনমূলক 'কাৰ্যসূচীৰ প্ৰেৰণাত অসমত গঢ়ি উঠা আন্দোলনৰ বাহক হৈ পৰিছিল আৰু জাগ্ৰত অসমীয়াৰ আধুনিক প্ৰগতিশীল সমাজ গঠনত বৰঙণি যোগাইছিল। বিধৱা বিবাহ প্ৰচলন, কম বয়সীয়া ছোৱালীক 'গৌৰী'দান, যৌতুক প্ৰথা আদিৰ দৰে সামাজিক কু-সংস্কাৰৰ বিৰুদ্ধে অবিৰতভাৱে অসমীয়া সমাজক সকীয়াই আহিছিল 'অসমীয়া' কাকতে। পুৰণিকালৰ 'ৰাইজমেল'ৰ আধুনিক আৰু প্ৰাতিষ্ঠানিক ৰূপ অসম ৰায়ত সভাবিলাকে গ্ৰহণ কৰা সামাজিক সংস্কাৰমূলক কাৰ্যসূচীবিলাক 'অসমীয়া'ত স্থান দি সমাজ পৰিৱৰ্তনৰ গতি ত্বৰান্বিত কৰিছিল।

মহেশ্বৰ বৰুৱাৰ সম্পাদিত 'অসমীয়া' ১৯২৪ চনৰ কাকতত 'অসমীয়া বিধৱা বিবাহ' সম্পৰ্কীয় বিতৰ্কৰ পৰাই ওলাই পৰিছে যে কাকতখনে এই বিষয়ত স্পষ্ট মত পোষণ কৰে। ইয়াৰ পিছতো এই কাকতে বিধৱা বিবাহৰ সপক্ষে মত দাঙি ধৰা দেখা যায়। ১৯৪৫ চনৰ ৫ মে' তাৰিখে প্ৰকাশ পোৱা এই সম্পৰ্কত সম্পাদকলৈ লিখা আৰু সম্পাদকে (দেৱকান্ত বৰুৱাই) সকলো দায়িত্ব লোৱা এখন চিঠি মন কৰিবলগীয়া :

॥ ব্ৰাহ্মণ বিধৱা কন্যাৰ পুনৰ বিবাহ ॥

কামৰূপ জিলাৰ অসমীয়া উচ্চ বংশৰ গৃহকৰ্মনিপুণা শিক্ষিতা ১৬ বছৰ বয়সৰ শান্তি বিয়া হোৱাৰ আগেয়ে বিধৱা হোৱা ব্ৰাহ্মণ কন্যা এগৰাকীৰ বিবাহৰ প্ৰস্তাৱ উঠিছে। ...

আশা কৰো সৎসাহযুক্ত আত্মনিৰ্ভৰশীল কোনো শিক্ষিত ব্ৰাহ্মণ যুৱকে এই মহৎ সমাজ সংস্কাৰ কাৰ্যত অগ্ৰণী হৈ নিজৰ আৰু সমাজৰ হিত সাধিবলৈ কুণ্ঠিত নহ'ব।

গুৱাহাটী বিধৱা বিবাহ সহায়ক সমাজ
মাৰফৎ সম্পাদক,'অসমীয়া'।

অসমীয়া সমাজত বিয়া সম্পৰ্কীয় কুসংস্কাৰবিলাক ক্ৰমান্বয়ে বাহিৰৰ পৰা অহা আৰু পিছত ইয়াত থিতাপি লোৱাটো স্পষ্ট হৈ পৰে। কিন্তু বিশেষত্ব এয়ে যে অসমীয়া সমাজে পণ বা যৌতুক প্ৰথা আৰু অন্যান্য কুপ্ৰথাৰ সম্পৰ্কত এক সজাগ দৃষ্টিভংগী গ্ৰহণ কৰি আহিছে। সমাজৰ এই মনোভাৱ 'অসমীয়া'ত ভালদৰে প্ৰতিফলন হোৱা দেখা যায়, আৰু ইয়াৰ ক্ৰমান্বয়িতা কাকতখনে আদ্যন্ত ৰক্ষা কৰি চলে। পিছলৈ ই পূৰ্ণতা লাভ কৰে আৰু সমাজৰ বিভিন্ন শাখা-প্ৰশাখালৈ প্ৰসাৰিত হয়। বিংশ শতাব্দীৰ ত্ৰিশ দশকত সমাজৰ এইবিলাক কু-সংস্কাৰৰ বিৰুদ্ধে প্ৰবল জনমত সৃষ্টি কৰাত 'অসমীয়া'ই বিশেষ ভূমিকা গ্ৰহণ কৰে আৰু সেইটো অসমীয়া সমাজৰ আকাঙ্ক্ষাৰ অনুগামী মাত্ৰ হয়। — অৰ্থাৎ অসমীয়াৰ সমাজ মনটো 'অসমীয়া'ত প্ৰতিফলিত হোৱা দেখা যায়। 'অসমীয়া'ই প্ৰথম বছৰতে অসমীয়া সমাজৰ এনে গুৰুত্বপূৰ্ণ সামাজিক সংস্কাৰত আগভাগ লৈ আহিছিল। 'অসমীয়া' কাকতখনৰ প্ৰথম বছৰৰ ২৭ সংখ্যা কাকতত (১৯১৯ চনৰ ৭ ফেব্ৰুৱাৰী) 'মুকলি চ'ৰা' শিতানত অসমীয়া সমাজৰ পণ প্ৰথা সম্পৰ্কে

পৰ্যালোচনা আগবঢ়াই এই বিষয়ৰ জনমত গঢ়াৰ পথ মুকলি কৰিছিল। ইয়াত লেখা হৈছিল :

॥ অসমীয়া সমাজত পণ প্ৰথা ॥

"লুকাই চুৰকৈ কোনোৱে টকা-কড়ি পণস্বৰূপে, অথবা বিয়াৰ খৰচপাতি স্বৰূপে লৈ বিয়া কৰালেও প্ৰকাশ্যে পণ লৈ বিয়া কৰোৱা প্ৰথা আজিলৈকে শিক্ষিত অসমীয়া সমাজত সোমোৱা নাছিল। অশিক্ষিত তল শ্ৰেণীৰ লোকৰ ভিতৰত কন্যাপক্ষৰ পৰা লোৱাহে ৰীতি কোনো কোনো ঠাইত আছে। কিন্তু সিও লাহে লাহে নোহোৱা হৈ আহিছে। বহুত দুখীয়া উচ্চ শিক্ষাৰ্থী ছাত্ৰই পঢ়াৰ খৰচপাতি লৈ বিয়া কৰাব খোজে, তাতো চিন্তাশীল সদ্‌বিবেক অভিভাবকে, সমাজত এই কুদস্তৰৰ চলতি হয় বুলিযেই আগধৰি তাৰ পকা লিখিত বন্দবস্ত কৰি ছোৱালী ধৰা আমি শুনা নাই। দুখীয়া আৰু শিক্ষাধীন ডেকালৈ ছোৱালী বিয়া দি শিক্ষাত খৰচ কৰা উদাহৰণ দুই-এটি আছে, তাক নিতান্ত বেয়া বুলিব নোৱাৰি। কিন্তু আমাৰ সমাজত শিক্ষিত লোকৰ সংখ্যা বাঢ়ি অসমীয়া সমাজত এই অত্যন্ত অনিষ্টকৰ অন্যায় আৰু নীচ প্ৰথা সুমুৱাবলৈ দুই-এজনৰ চেষ্টা আৰু ইচ্ছা দেখি আমি অত্যন্ত ব্যথিত হৈছো আৰু স্বদেশৰ দোহাই দি আমি সিবিলাকক কওঁ যে সিবিলাকে এনে কাম কৰি স্বদেশদ্ৰোহী নহ'ব। এই বিষয়ে পণ লওঁতা আৰু পণ দিওঁতা উভয়ে দোষী। ধনীসকলে ধন আছে বুলিয়েইহে সমাজৰ অমঙ্গলকৰ কাৰ্যত সেই ধন নিয়োগ কৰি সমাজত বিষবৃক্ষ ৰোপণ কৰিব লাগে এনে নহয় আৰু শিক্ষিত দৰাৰ নিমিত্তে পণ দাবী কৰাটো যে কিমান অন্যায় আৰু নীচ তাক আমি নক'লেও হ'ব। সম্প্ৰতি এই পণলৈ কৰাব খোজা বিয়া এখনৰ কথা আমি শুনিছো। এশ টকাত গৱৰ্ণমেণ্টৰ ভাল চাকৰি কৰা এজন গ্ৰেজুৱেটে এজন ধনী প্ৰভাৱশালী লোকৰ পৰা ১০০০ হেজাৰ টকা ধাৰে লৈ ছোৱালী বিয়া কৰাবৰ বন্দবস্ত কৰিছে। ধাৰৰ নামত হ'লেও এই হাজাৰ টকা পণ বুলি ধৰিবলৈ বাধ্য হৈছো দুটা কাৰণত— প্ৰথম ডেকা গ্ৰেজুৱেটজনৰ অৱস্থা স্বচ্ছল; আৰু নিতান্তই ধাৰ কৰিবলগীয়া হ'লে তেওঁৰ শহুৰেকৰ ওচৰত হাত নপতাকৈও ৫০০০ হাজাৰ টকা ধাৰ কৰিব পাৰে। দ্বিতীয়তে, তেওঁৰ ধনী শহুৰেকে জীয়েকৰ জীৱন্ত কালত সেই টকা সাধিব বুলি বিশ্বাস কৰা টান। গতিকে সেই ডেকাজনে আজি প্ৰায় দুবছৰ ঘূৰাই-পকাই অন্ততঃ এনে এটা ঘিণ লগা ব্যৱস্থা কৰি বিয়া কৰাবলৈ ৰাজী হোৱাত পণৰ 'পাটী মুতুৱা মাছ'টো তেওঁ মাছ বুলি নেখাই জিজি বুলি খাব খুজিছে বুলি আমি বুজিছো। আমি উভয়পক্ষক সাৱধান কৰি দিওঁ তেওঁলোকে যাতে এতিয়াই ক্ষান্ত হয়। নহ'লে এনে মানুহ সমাজচ্যুত হোৱা নিতান্তই উচিত।"

পণ প্ৰথাৰ ঘোৰ বিৰোধিতাই অসমীয়া সমাজক এক বেলেগ স্থিতি আৰু সজাগতা প্ৰদান কৰাৰ বাবেই মহিলা সমাজত পুৰুষসকলে সুমাই দিয়া কিছুমান সু-সংস্কাৰমূলক প্ৰথাৰ বিৰুদ্ধেও অসমীয়া মহিলা সমাজত আলোড়ন হোৱাটো মন কৰিবলগীয়া। স্বাৱলম্বিতাৰ বাবে খাদী কাপোৰ নিজে বৈ লৈ ব্যৱহাৰ কৰাৰ আদৰ্শক সাংগঠনিকভাৱে প্ৰচাৰৰ ব্যৱস্থাটো সঞ্চালনি হোৱাত গান্ধীজীৰ গঠনমূলক কাৰ্যসূচীৰ প্ৰেৰণা থাকিলেও— ই অসমীয়া সমাজৰ আগৰে প'' চলি অহা প্ৰথা— অসমীয়া মহিলাই নিজা কাপোৰখিনি নিজে বৈ লৈ পিন্ধে। কিন্তু সেই ব্যৱস্থাটোৰ ক্ৰমান্বয়ে কেণা লগাত আৰু কাল-গতিত তাৰ প্ৰচলন কমি যোৱাত সমাজত পুনৰজাগৰণ ঘটোৱাৰ প্ৰয়োজন হৈছিল। বিলাতী বস্ত্ৰ বৰ্জন কৰাৰ বাবে যি আন্দোলনৰ সূত্ৰপাত হৈছিল সি অসমীয়া মহিলা সমাজক পুনৰ সজাগ কৰি তোলে। 'অসমীয়া' কাকতত এনে মত প্ৰকাশ পোৱা দেখা যায় যে অসমীয়া মহিলাই দিনৌ এঘণ্টাকৈ তাঁত বয় তেনেহ'লে নিজৰ দৈনিক ব্যৱহাৰ্য লাগতিয়াল ৰিহা-মেখেলা, চুৰিয়া-চেলেং আদি বস্তুবিলাক বৈ ল'বলৈ একো নথকা নহয়। সেয়ে হ'লে আৰু দোকানৰ পৰা চুৰিয়া-চেলেং আদি কিনি পইচা ভাঙিব নালাগে। বৰ দুখৰ বিষয় যে আমাৰ মানুহে নিজে বৈ ল'ব পৰা সত্বেও বৈ ন'লৈ দোকানৰ পৰা আমাক গামোচাও কিনি আনি ব্যৱহাৰ কৰা দেখা যায়। ইয়াতকৈ আৰু বেজাৰৰ কথা কিবা আছে নে? (আইসকলৰ বৰ্তমান কৰ্তব্য— দেৱেশ্বৰ ঠাকুৰ, অসমীয়া, ১৯২৯ চন)

স্বাৱলম্বিতাৰ আদৰ্শ পুনৰায় সমাজত ভালদৰে শিপাই অহাটো সহজে অনুমান কৰিব পাৰি। সৰহ কি, অসমীয়া কইনাই দৰা ঘৰৰ পৰা দিয়া ৰংচঙীয়া বিলাতী কাপোৰ পৰিধান নকৰি নিজ হাতে কটা সূতাৰে বৈ লোৱা ৰিহা-মেখেলাৰে সৈতে বিয়াত বহি যাৱতীয় সংস্কাৰ কাৰ্য সম্পাদন কৰাৰ বাতৰি 'অসমীয়া'ৰ পাতত পোৱা যায়। বাতৰিটোৰ মতে দেৰগাওঁৰ গঙ্গাৰাম মেধি°° ৰ জীয়েকে এনেকৈ বোৱা কাপোৰ পিন্ধি বিবাহৰ কাৰ্য সমাপ্ত কৰিছিল। (ঐ প্ৰবন্ধ অসমীয়া ১৯২৯, জুলাই)

এনে প্ৰথাৰ বহুল প্ৰচাৰৰ কাৰণে কাকতখনে কাচি-পাৰি লগা দেখা যায়। মহাত্মা গান্ধীজীৰ অভিজ্ঞতাৰ কথা উল্লেখ কৰি মহিলা আন্দোলনৰ গতিবেগ বঢ়াই তোলাৰ প্ৰয়োগৰ পৰিণতি অসমীয়া সমাজত ফৰিংফুটা হৈ পৰিছিল। ১৯৪২ চনৰ পণ আন্দোলনেই ইয়াৰ থাই

সাক্ষী। অসমলৈ আহি গান্ধীজীয়ে কৈছিল— 'মই ইমান ঠাই ঘূৰিলোঁ, তথাপি আসামৰ আইসকলৰ দৰে তাঁতবোৱা আৰু সূতাকটা কাৰ্য জনা কোনো ঠাইতে নেদেখিলোঁ। যদি কোনোবাই সোনকালে স্বৰাজ লাভ কৰিব পাৰে, তেনেহ'লে প্ৰথমে অসমেহে পাৰিব।' (অসমীয়া, ১৯২৯ চন)

অসমীয়া মহিলা সমাজৰ আন্দোলনৰ এক ৰকমৰ পূৰ্ণতা প্ৰাপ্তি গণ বিপ্লৱত স্পষ্ট হৈ পৰিছিল যদিও সমাজখনৰ কু-সংস্কাৰ আৰু অন্তৰায়বিলাক দূৰ কৰি সকলো থানথিত কৰি সংগঠিত কৰাটো বৰ সহজ নাছিল। কিন্তু চন্দ্ৰপ্ৰভা শইকীয়ানীৰ দৰে বিপ্লৱী মহিলাই, এনে আন্দোলনৰ গুৰি ধৰিছিল বাবেই ইয়াৰ গতি অপ্ৰতিৰোধ্য হৈ পৰিছিল। বিহু গীত, নাচ অশ্লীল বুলি সেই সময়ত একাংশ লোকে ইয়াৰ নাম শুনিলেই নাক কোচাই দিয়া দৰে সংৰক্ষণী মনোভাৱাপন্ন লোকে মহিলা সমাজৰ সংস্কাৰৰ বেলিকাত ওলোটা মত দিয়াটো একো আচৰিত কথা নাছিল। কমলা ৰায় কাকতী আৰু কনকলতা চলিহাৰ সম্পাদিত 'তিৰুতা সমাজৰ মুখপাত' 'ঘৰ জেউতি' অসম প্ৰাদেশিক মহিলা সমিতিৰ পত্ৰিকা হৈ পৰাৰ লগতে অসমৰ নাৰী আন্দোলনৰ বাৰ্তাবাহক হৈ পৰিছিল যদিও 'অসমীয়া'ই দিক্‌দৰ্শন দেখুৱাই দিয়াটো সহজে বোধগম্য। মহিলা সমাজৰ বা-বাতৰিৰ উপৰি গোটেই আন্দোলনৰ প্ৰাণস্বৰূপ চন্দ্ৰপ্ৰভা শইকীয়াৰ প্ৰৱন্ধপাতিক অসমীয়াই বিশেষ প্ৰাধান্য দিয়া দেখা যায়। 'অসম সাহিত্য সভা পত্ৰিকা'ত 'তিৰী জাগৰণ' নাম দি বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্যই লিখা প্ৰৱন্ধৰ বিৰোধিতামূলক প্ৰতিবাদ প্ৰবন্ধকো 'অসমীয়া'ই স্থান দিছিল। ইয়াত চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে লিখিছিল :

"বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্যই কৈছে যে প্ৰকৃততে আমাৰ সমাজত হেনো পৰ্দা নাই, আৰু যি আছে তাৰ পৰা কোনো অনিষ্টও হোৱা নাই, বৰং ইংৰাজী ধৰণেৰে ফুৰিবলৈ ওলোৱাসকলে হৈ চৈ কৰি কথাটো বঢ়াই পেলাইছে। বৰ বঢ়িয়া কথা। কিন্তু সোধোঁ, এই যে এঘাৰ-বাৰ বছৰীয়া হ'লেই 'ডাঙৰ' হ'ল বুলি ছোৱালীজনীক স্কুললৈ নপঠিয়ায়, বাটে-ঘাটে ওলাবলৈ নিদিয়ে, ঘৰৰ তিৰোতাসকলক এনেকি বুঢ়া মাকজনাকো যান-বহন নহ'লে আলিবাটত মুখ আৰু ভৰি উলিয়াই খোজ এটাকে কাঢ়িবলৈ নিদিয়ে, আৰু কোনোবাই কাঢ়িলেও হৈ চৈ লগাই প্ৰকৃততে ইউৰোপীয়ান ষ্টাইলৰ হওকেই বা নহওকেই ইউৰোপীয়ান মেমৰ দৰে হৈছে বুলি কিৰিলি পাৰিবলৈ ধৰে, ই কিহৰ চিন? এয়ে যদি পৰ্দা বা অৱৰোধ প্ৰথা নহয় তেন্তে ইয়াক কি বোলে? ইয়াতকৈও আৰু কিবা ডাঙৰ ৰকমৰ অৱৰোধ আছেনে? তেওঁলোকে ক'ব ই ডাঙৰ মানুহৰ চিন, — ডাঙৰ বংশৰ গৌৰৱ। কিন্তু আমি কওঁ সি সঁচা নহয়— ই মাথোন এটা সংকীৰ্ণ মনৰ স্বাৰ্থজড়িত কুসংস্কাৰ মাথোন। বহুতে আকৌ ক'ব খোজে নগৰত নানা মানুহৰ সমাগমৰ কাৰণেহে এইখিনি নিয়ম কৰা হৈছে, গাৱঁত যেতিয়া অৱৰোধ নাই, এইখিনিয়ে কি কৰিব পাৰে? কিন্তু ক্ৰমেই যে গাৱঁৰ মাজতো এই সংক্ৰামক ব্যাধিৰ বীজ সোমাই জাতিটোকে সুঁচৰিব ধৰিছে তাৰ তৎ পাইছেনে নাই? গাৱঁৰ তিৰোতাৰ অৱৰোধ নাছিল সঁচা, আৰু আজিও বহু ঠাইত যদিও নাই তথাপি ক্ৰমেই দেখা গৈছে যে অলপ ধনী-মানী হ'লেই তিৰোতাসকলক আৰু বাহিৰলৈ ওলাবলৈ নিদিয়ে, সচৰাচৰ সকলো ছোৱালীকে এঘাৰ-বাৰ বছৰ হ'লেই 'ডাঙৰ' হ'ল বুলি আৰু স্কুললৈ যাবলৈ নিদিয়ে। ... এনে অৱস্থাত অসমীয়া নাৰী সমাজো সঙ্ঘবদ্ধ হৈ শক্তি আৰু ক্ষমতা উপাৰ্জন কৰি নিজৰ আৰু পুৰুষৰ মনকো সংস্কাৰ কৰিবৰ দিন আহি পৰিছে। আমি পশ্চিমীয়া তিৰোতা নালাগে, আমাৰ পুৰুষসকলৰ সমানেই স্বাধীনতা বিচৰা নাই, আমি কেৱল বিচাৰিছোঁ পুৰুষৰ মনৰ উচ্চতা, উদাৰতা— আমি বিচাৰিছোঁ শিক্ষাত আমাৰ ভাগ আমি পাব লাগে, তিৰোতাৰ ওপৰত থকা পুৰুষৰ অনুচিত কৰ্তৃত্বভাৰ আৰু তাচ্ছিল্যতা দূৰ হ'ব লাগে, — পৰ্দাপ্ৰথা সামাজিক ৰীতি হৈ থাকিব নালাগে।" ...

তেওঁ কৈছে, "মুঠতে দেখা গৈছে, পৰ্দা প্ৰথা এই দেশৰ বস্তু নহয়, আৰু ই সমাজৰ অশেষ ক্ষতিজনকৰ বাহিৰে অকণমানো শুভজনক নহয়। ইয়াক দূৰ কৰিবৰ চেষ্টা কৰা দেখিলে কোনেও ভাবিব নালাগে যে ই উদণ্ডীয়া গৰুৰ স্বাধীনতা বা পশ্চিমীয়া মেমৰ হেদাণ্ডিমেলা স্বাধীনতা। এনে কুণ্ঠিত কথা ক'বলৈ যেন জিভা আড়ষ্ট হয় আৰু পৰ্দাৰ দোহাই দি সমাজক আৰু তললৈ টানি নিয়া নহয়।"

চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে অসমীয়া মহিলা সমাজক ওপৰলৈ আনিবলৈ যি আজোৰ দিলে তাৰ জোৰ অব্যাহত ৰ'ল আৰু বিভিন্ন শাখা-প্ৰশাখালৈ ই প্ৰসাৰিত হোৱাত অসমৰ মহিলা সমাজৰ সময়োচিত প্ৰতিবাদে নাৰী শক্তিক মহীয়ান কৰি তুলিলে। ইয়াৰ জ্যোতি সত্তা— কনকলতা, ভোগেশ্বৰী ফুকননী, অমলপ্ৰভা দাস আদি অকল অসমীয়া সমাজেই নহয় ভাৰতবাসীয়ে প্ৰত্যক্ষ কৰিলে। আনকি বিয়াল্লিছৰ গণ বিপ্লৱকো 'অসমীয়া নাৰীত্বৰ সংগ্ৰাম বুলি অসমৰ বাহীৰৰ পৰ্যবেক্ষকসকলেও অভিহিত কৰা দেখা যায়।[৩৩]

### নিশকতীয়া অসমীয়াৰ উন্নতিৰ বুনিয়াদ

দেশখনৰ ৯০ শতাংশৰ অৱস্থা অতি শোচনীয়। এনে পতনৰ শিক্ষাকে সাৰোগত কৰি 'অসমীয়া' কাকত আগবাঢ়ি যোৱাৰ প্ৰমাণ দিলে। জীৱনৰ লক্ষণ যে চেষ্টা আৰু সেই চেষ্টাক জীয়াই ৰাখিবৰ বাবে আত্মশক্তিৰ বিকাশৰ প্ৰয়োজন। এনে আত্মশক্তিৰ ওচৰত সকলো পদানত হ'ব, ঘটনাচক্ৰ হাতলৈ আহিব, তোমাৰ দেশ সুখ-স্বচ্ছলতাৰ, প্ৰীতি বিশ্বাসৰ ঠাই হ'ব, দেশবাসীৰ মনৰ পৰা ভয়, ভ্ৰান্তি, সংশয় দূৰ হ'ব, দেশত পুৰুষ উপজি আতকঠীয়া হাবি-বনৰ লাহে লাহে ওৰ পৰিব। তোমাৰ মাতৃভূমি বাস্তৱিকতে স্বৰ্গতো অধিক হ'ব। ... 'অসমীয়া' অসমীয়াৰ সেৱালৈকে জন্ম, অসমীয়াই নিজৰ নিজৰ কাম কৰিব লাগিব।

'অসমীয়া' দিনেকীয়া হৈ প্ৰকাশ পোৱাৰ সময়তো (১৯৪৬ চন, ২৬ জানুৱাৰী) 'অসমীয়া'ই ১৯১৮ চনৰ ২৬ আগষ্টত কাকতখনে জন্ম লভিবৰ সময়ত লোৱা সকল্প সুঁৱৰি নতুন সংকল্প লোৱাৰ পৰাই বুজিব লাগিব যে কাকতখনে ঘোষিত উদ্দেশ্যৰ পৰা চুলি এডালমানো আঁতৰি যাব খোজা নাই। অসমীয়া সাংবাদিকতাৰ এনে সংকল্পৰ পটভূমি মন কৰিবলগীয়া আৰু ই আন ভাষাৰ সাংবাদিকতাৰ তুলনাত প্ৰেৰণাদায়কো নিশ্চয়। 'অসমীয়া'ই আত্মপ্ৰকাশ কৰিবৰ ১০০ বছৰ পূৰ্বে ১৮১৮ চনৰ পিছত চুবুৰীয়া ৰাজ্যত ২২৯ খন আলোচনী আৰু সংবাদপত্ৰ প্ৰকাশ পাইছিল। সেইবিলাকৰ প্ৰভাৱৰ বিষয়ে ইংৰাজ শাসকসকলে ভালদৰে উপলব্ধি কৰিছিল বাবেই এই শাসকসকলে ১৮৭৮ চনত ভাষিক প্ৰেছ আইন বলবৎ কৰি এইবিলাকৰ কণ্ঠৰোধ কৰাৰ প্ৰয়াস পাইছিল।[১৮] সেই সময়ছোৱাত অসমীয়া সাংবাদিকতাৰ ইতিহাসত 'আসাম নিউজ' (১৮৮২-৮৫), 'আসাম বন্ধু', 'মৌ'ৰ সংযোজন হৈছিল। এইবিলাকৰ ভিতৰত 'আসাম নিউজ'ৰ পিছতেই 'জোনাকী' (১৮৮৯ চন, ৯ ফেব্ৰুৱাৰী)ৰ প্ৰভাৱ অসমীয়া জীৱনৰ ওপৰত উল্লেখযোগ্য আছিল। সেই কাকতৰ গুৰি ধৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমীয়া'ই ইয়াৰ প্ৰভাৱ অসমীয়া সমাজৰ ওপৰত বিয়পাই দিব পাৰিছিল। এই কাকতৰ উদ্দেশ্যৰ ব্যতিক্ৰমধৰ্মিতাই অসমীয়া সাংবাদিকতাৰ পক্ষেই এক আৰ্হি হৈ ৰয়। এই কাকত প্ৰকাশ পোৱাৰ ১০০ বছৰ পূৰ্বৰ আগৰ কথা বাদেই অসমৰ ওপৰত বিশেষ প্ৰভাৱ পৰা বঙ্গৰ আলোচনী আৰু সংবাদপত্ৰবিলাকৰ গুৰিত শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ ঘাইকৈ জড়িত থকাত দুই-এক ব্যতিক্ৰম থাকিলেও এইবিলাক গণ মাধ্যমেই নগৰীয়া লোকৰ সমস্যাৰ প্ৰতি অধিক সাৱহিত আছিল, অৱশ্যে দেশবাসীক শিক্ষিত কৰি তোলাৰ দৰে আকাঙ্ক্ষা এইবিলাকত প্ৰতিফলিত হৈছিল। ইয়াৰ বিপৰীতে অসমীয়া সাংবাদিকতাই গুৰিৰে পৰা গ্ৰামাঞ্চলৰ লোকসকলৰ সমস্যাবিলাকৰ প্ৰতিহে অধিক চিন্তিত হোৱা দেখা যায়— বিশেষকৈ সকলো মিলি সামগ্ৰিকভাৱে অসমীয়া সমাজখন গঢ় লোৱাটো লক্ষ্য কৰি সেই সকলোৰে উন্নতিৰ বাবেই অসমীয়া গণ মাধ্যম হিচাপে 'অসমীয়া'ই প্ৰধান ভূমিকা অৱলম্বন কৰিছিল।

মহাযুদ্ধৰ আগে পাছে অসমৰ অৰ্থনৈতিক অৱস্থা শোচনীয় হৈ পৰে। ইয়াৰ লগতে ঔপনিবেশিক শাসনে যাক 'অসমীয়া'ই 'আলহী গৱৰ্ণমেণ্ট' বুলি আখ্যা দিছিল। অসমৰ অৰ্থনৈতিক জীৱন থান-বান কৰি দিছিল আৰু সৰহভাগ অসমীয়াৰ অৰ্থনৈতিক সমস্যাই জটিল ৰূপ ধাৰণ কৰিছিল। এনে অৱস্থাত খাজনা বৃদ্ধি, লোণ কৰকে ধৰি বিভিন্ন প্ৰকাৰৰ কৰ প্ৰয়োগ আদিয়ে অসমীয়া পৰিয়ালক ডাঙৰ সমস্যাৰ মুখলৈ ঠেলি দিছিল। আনকি অসমীয়া সমাজে সদায় ব্যৱহাৰ কৰি অহা তামোল-পাণৰ ওপৰতো কৰ লগোৱাৰ দৰে কাৰ্য সংঘটিত হোৱাত কাকতখনে প্ৰতিবাদ সাব্যস্ত কৰে। (১৯৪৫ চন, ৩ মাৰ্চ) অসমৰ খাদ্য সংকটে দেখা দিয়া সময়ত কাকতখনৰ 'কথা প্ৰসঙ্গ' শিতানত গুদামত হেজাৰ হেজাৰ মোন খাদ্য বস্তু পচি নষ্ট হৈ যোৱাৰ অৱস্থাৰ বিষয়ে চোকা মন্তব্য কৰি কাৰ অমনোযোগিতাৰ বাবে এনে কাণ্ড ঘটিব পাৰিলে তেওঁলোকক কঠোৰ শাস্তি দিয়াৰ কথা তোলে। কাকতখনে এই প্ৰসংগত মন্তব্য কৰে যে আমি ভাবো এনে অযোগ্যজনক আটাইতকৈ কম শাস্তি কামৰ পৰা বৰ্খাস্ত কৰা। (১৯৪৫ চন, ৪ আগষ্ট) একেখন কাকতৰ ৫ পৃষ্ঠাত খোৱা বস্তুৰ অভাৱত উঃ লক্ষীমপুৰৰ ভেলাই মৌজাৰ ধেনুধৰীয়া গাৱঁৰ শ্ৰীযুতা উভতি কুচুলী নামৰ এগৰাকী তিৰুতাই বানপানীৰ কেবাদিন খাবলৈ নাপায় পানীত পৰি আত্মহত্যা কৰাৰ বাতৰিত প্ৰকাশ পাইছে।

এনে উৎকট খাদ্য সমস্যাৰ সন্দৰ্ভত কাকতখনে মন্তব্য দিছে এনেদৰে :

"যুদ্ধৰ অস্বাভাৱিক অৱস্থাই আমাক সৰহকৈ আৰু বৈজ্ঞানিকভাৱে খাদ্যশস্য উৎপাদন কৰাৰ একান্ত প্ৰয়োজনৰ কথা সোঁৱৰাই দিয়াৰ লগে লগে তাক কাৰ্যকৰী কৰিবলৈ উপায়তো সৃষ্টি কৰি দিছে। যুদ্ধৰ বাবে হোৱা খাদ্য নিয়ন্ত্ৰণে কেন্দ্ৰীয় আৰু প্ৰাদেশিক গৱৰ্ণমেণ্টবিলাকক দেশৰ খাদ্যৰ বিষয়ে সকলো জানিবলৈ সুবিধা দিছে। এতিয়ালৈকে গৱৰ্ণমেণ্টৰ খাদ্য নীতিৰ উদ্দেশ্য হৈ আছে দুৰ্ভিক্ষ আৰু অনাটনৰ নিবাৰণ কৰা। কিন্তু যুদ্ধৰ পিছত গৱৰ্ণমেণ্টৰ কৰ্তব্য হ'ব সেই অমূল্য অভিজ্ঞতা কামত

খটাই ভাৰতৰ জনসাধাৰণৰ উন্নতি কৰা, পুষ্টিকৰ খাদ্যৰ ব্যৱস্থা কৰা। তাৰ তিনিটা উপায় আছে। ১। যিমান দূৰ পৰা যায় ভাৰতবৰ্ষ আৰু প্ৰদেশবিলাকক খাদ্যৰ বিষয়ে স্বাৱলম্বী কৰিব লাগে। ২। এনেদৰে খাদ্য উৎপাদনৰ বন্দোবস্ত হ'ব লাগে যাতে ভাৰতীয় ৰাইজে খাদ্যবস্তু যথেষ্ট পৰিমাণে পুষ্টিকৰ খোৱা বস্তু খাবলৈ পায়। ৩। ভাৰতীয় জনসাধাৰণৰ উপাৰ্জনৰ হাৰ বঢ়াব লাগে যাতে চহা আৰু বনুৱাইও যথেষ্ট পৰিমাণে পুষ্টিকৰ খাদ্যৰ পৰা বঞ্চিত নহয়।

"ভাৰতবৰ্ষ খাদ্য শস্যৰ কাৰণে স্বাৱলম্বী হোৱা বিশেষ টান কথা নহয়। ভাৰতৰ শতকৰা মাথোন খাদ্যশস্য বিদেশৰ পৰা আহে। খেতিৰ প্ৰণালী উন্নতি হ'লেই এইখিনি পুৰ হ'ব পাৰে। কিন্তু প্ৰধান আৱশ্যকীয় কথা হৈছে শস্যৰ বিতৰণ। ভাৰতত কৃষিৰ উদ্দেশ্য হ'ব লাগিব খাদ্যশস্যৰ পৰিমাণ বঢ়োৱা যাতে সকলোৱেই পেট ভৰাই দুবেলা দুমুঠি খাবলৈ পায়। ... ফলমূল আৰু শাক-পাচলি খেতিৰ প্ৰচলনো বঢ়াবলৈ গৱৰ্ণমেণ্টে যত্ন কৰিব লাগে। ভাল সঁচৰ অভাৱত কবি, মূলা, গাজৰ এইবাৰ শাক-পাচলিৰ খেতি কৰাত যে মানুহে অসুবিধা পাইছে সেইটো নিশ্চয় গৱৰ্ণমেণ্টৰ চকুত পৰিছে। অসমত ফলৰ উৎপাদনো বঢ়োৱা দৰকাৰ। কেবাবিধো ফল অসমৰ মাটিত ভালকৈ হয়। খাছীয়া পৰ্বত আৰু তাৰ নামনিৰ সুমথিৰা টেঙা আৰু তেজপুৰ, বৰপথাৰ ঠাইৰ মাটি কঠালৰ আদৰ অসমৰ বাহিৰতো আছে। কৃষি বিভাগে মন কৰিলে সেইবোৰ আৰু উন্নত ধৰণেৰে কৰিব পাৰি।

"কিন্তু অকল খেতিৰ উৎপাদন আৰু শস্য বঢ়ালেই ভাৰতবৰ্ষৰ খাদ্য সমস্যাৰ সমাধান নহয়। সেইবোৰ কিনি খাবলৈ ভাৰতীয় জনসাধাৰণৰ হাতত ধন থাকিব লাগিব। ভাৰতীয় ৰাইজক সৰহ গাখীৰ খুৱাবলৈ গাখীৰ খোৱা আন্দোলনৰ আৱশ্যকতা নাই। মন আৰু মুখ দুয়োখনে ৰাইজৰ আছে। সেয়ে ভাৰতৰ খাদ্য সমস্যাৰ সমাধানৰ নিৰ্ভৰ কৰে দেশৰ অৰ্থনৈতিক উন্নতিৰ ওপৰত।"(সাঃ 'অসমীয়া' ১৪ এপ্ৰিল, ১৯৪৫ চন)

### অসমীয়া জাতিৰ পীড়ি উঠিবনে ?

তৃণমূল পৰ্যায়ৰ পৰা অসমৰ উন্নতিৰ হকে কাকতখনে জনমত গঠন কৰি এই মৰ্মে ৰায়তৰ উন্নয়নকল্পে লোৱা ব্যৱস্থাৱলীৰ উচিত প্ৰভাৱৰ যোগেদি সজাগতা সঞ্চাৰণৰ ভূমিকা লোৱাত অগ্ৰণী হৈছিল। অৱশ্যে সমসাময়িকভাৱে প্ৰকাশ পোৱা অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পাদিত 'চেতনা' আলোচনীখনত অসমৰ ৰাইজৰ উন্নতিৰ পথত দেখা দিয়া অন্তৰায়বিলাকৰ সম্পৰ্কে সজাগ-সতৰ্ক কৰি তুলিছিল। 'চেতনা' আলোচনীত কমলাকান্ত ভট্টাচাৰ্যই লিখা 'অসমীয়া জাতিৰ পীড়ি উঠিব নে কি ?' ('চেতনা'- জেঠ- ১৮৪৫ শক)ৰ দৰে প্ৰবন্ধৰ সকীয়নিৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি; বৰং সেইবিলাকে সমসাময়িক অসমীয়া মনৰ ওপৰত যি বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল 'অসমীয়া'ত তাৰ প্ৰকাশ পোৱা যায়। প্ৰবন্ধটিৰ কিছুমান কথাৰ তাৎপৰ্য মন কৰিবলগীয়া।

ইয়াত লিখা হৈছিল : "সত্যক ভালদৰে বুজি পোৱা জাতি সদায় নিৰ্ভীক। সত্যৰ বাট ধৰি আগবাঢ়িবলৈ যি জাতিয়ে ভয় কৰে, সেই কাপুৰুষ জাতিৰ কোনো ধৰ্ম নাই, সেই জাতিয়েই কাফেৰ বা বিধৰ্মী। কাফেৰ বা অজ্ঞান বুদ্ধিহীন ভীৰু জাতিয়ে পৃথিৱীত কোনো দিন নিজ অস্তিত্ব ধৰি যে ৰাখিব নোৱাৰে, এই পৃথিৱীৰ পৰা নাম মচি লোপ হৈ যোৱা অনেক জাতিৰ কাহিনীয়েই তাক কয়। পৃথিৱীখন যেনেকৈ স্তৰে স্তৰে বা খাপে খাপে ওপৰলৈ উঠি অহা বুলি ভূতত্ত্ববিদ্ পণ্ডিতসকলে কয়, জ্ঞানৰ ৰাজ্যখনিও সেইদৰে, মানুহ, জন্তু অৱস্থাত থকাৰ পৰা উঠি অহা বুলি মনিষীসকলে ৰিৰ্জাই প্ৰমাণ কৰে। এই নিমিত্তে, কালে বিবেকৰ ক্ৰমোন্নতিৰ লগে লগে আমাক যি সময়ৰ জ্ঞান শিক্ষা দিয়ে, সেই জ্ঞান যি জাতিয়ে উপেক্ষা কৰে, তাৰ অধঃপতন, ই অতি নিৰ্ভুল কথা। ..."অসমীয়া জাতিৰ ভিতৰত এইদৰে চাৰিওফালৰ পৰা ক্ষয় ৰোগ প্ৰবলভাৱে দেখা দিয়াৰ মূল কাৰণ, অসমীয়া ৰাইজৰ শিক্ষাৰ ফালে অসমীয়া নেতৃত্ব- অভিমানীসকলৰ উদাসীনতাতকৈ অসমীয়া ধৰ্মগুৰু-গোসাঁই মহন্তসকল বেছি স্থায়ী। আমাৰ গোসাঁয়ে শিষ্যসকলক শৰণীয়া কৰি সত্যৰ নিমিত্তে আত্মাত প্ৰকৃতিয়ে আত্মৰক্ষাৰ নিমিত্তে দি ৰখাৰ নিৰ্ভীকতা গুণটিৰ একেবাৰে সঁচকে মাৰি পেলালে, গোলামীভাব (Slave mentality) ধৰ্ম শিক্ষাৰ লগতে অন্তৰত সুমাই দিলে। প্ৰভুসকলে ঠেঙত পেলাই শৰণ দিয়া কাৰণ গুটিটোৰ পৰা জনসাধাৰণৰ হৃদয় ক্ষেত্ৰত চাৰিউপিনে ঠেঙুলি মেলি শৰণীয়া বা দাস হৈ থকা ভাবৰ গছপুলি গজি উঠিল। সেয়ে ফলধৰি অসমীয়া মানুহক ভয়াতুৰ, ভৰিত ধৰা কাপুৰুষ কৰি পেলালে। আজিলৈ ফল ভুঞ্জিবলৈ পায়। ... এই কাৰণে দেখা যায়, মূলতঃ ধৰ্ম সমাজ সংস্কাৰেই হে ৰাজনীতি সংস্কাৰ। আমাৰ শিক্ষিত ডেকাসকলে যদি এতিয়া আসামৰ ধৰ্ম সমাজ সংস্কাৰৰ ভাৰ গ্ৰহণ নকৰে আৰু সকলো দুখ-কষ্টলৈ পিঠি দি আমাৰ জাতীয় উন্নতিৰ কামবিলাক হাতত নলয়, তেনেহ'লে ধুৰূপকৈ জানি ৰাখক, ৫০ বছৰৰ যি কথাই নাই, ২০/৩০ বছৰৰ ভিতৰতে যি অসমীয়াৰ মাটি-ভেটি আছে সিও নাথাকিব। অসমীয়া মানুহে ইয়াৰ পিছত চাহ

বাগিচাৰ বনুৱা বা কুলি কাম কৰিহে ভাত খাব লাগিব। মানুহ বুলিলে শিক্ষাৰ অধীন, অসংখ্য অজ্ঞান জনসংঘক জ্ঞানীসকলে কৈ-মেলি বুজাই শিক্ষা নিদিলে কোনো জাতি উন্নতি লাভ কৰিব নোৱাৰে।"

গান্ধীজীৰ অসহযোগ আন্দোলনৰ সময়ত (১৯২০-২১ চন) আসাম এছোচিয়েছন ভাঙি কংগ্ৰেছত সকলোৱে যোগদান কৰাত অসমত কংগ্ৰেছৰ জন্ম হ'লত একাংশ নেতাই অসম এছোচিয়েছন ভাঙি পেলোৱাত ভাল পোৱা নাছিল। জাতীয়তাবাদী স্পষ্ট ৰাজনৈতিক সাংবাদিকতাৰ বাট মুকলি কৰা 'চেতনা'ই অসহযোগ আন্দোলনৰ পিছত আসাম এছোচিয়েছনৰ 'পুনৰ্জন্ম' হোৱাত বিশেষভাৱে সন্তোষ প্ৰকাশ কৰিছিল আন প্ৰদেশত থকা দৰে দেশ সেৱাৰ বাবে কংগ্ৰেছ বিকল্প ব্যৱস্থা হিচাপে প্ৰাদেশিক কনফাৰেন্স থকাৰ গতেৰে আমাৰ ইয়াত আসাম এছোচিয়েছনে মূৰ দাঙি উঠাত 'চেতনা'ই সম্পাদকীয় মন্তব্য কৰা দেখা যায়। ইয়াতশুই মৰ্মে আশা প্ৰকাশ কৰা যায় যে 'ৰায় বাহাদুৰ ঘনশ্যাম বৰুৱা আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ দিনত নিধনা আসাম এছোচিয়েছন পুনৰ ঠন ধৰি উঠি দেশত সুস্থ ৰাজনৈতিক মত গঠন কৰিব।'

অকল ৰাজনৈতিক মত গঠনেই নহয়, এই এছোচিয়েছনে ১৯ দফীয়া কাৰ্যসূচীৰে ৰাজ্যখনত কৃষক সভাবিলাকো সংগঠিত কৰিব খুজিছিল। 'অসমীয়া'ত ১৯৩৬ চনৰ ১৩ জুন তাৰিখে এছোচিয়েছনৰ জেনেৰেল চেক্ৰেটৰী জে এন বৰুৱাৰ নামত এক জাননী প্ৰকাশ পাইছিল। আনহাতে 'অসমীয়া'ই তৃণমূলীয় উন্নয়নৰ উদ্দেশ্য আগত ৰাখি ১৯৩৬ চনত লক্ষৌ কংগ্ৰেছত ৰায়তৰ অৱস্থা সম্পৰ্কে অনুসন্ধান কৰিবলৈ লোৱা প্ৰস্তাৱৰ চকুত পৰাকৈ প্ৰচাৰ কৰিছিল। উক্ত প্ৰস্তাৱ আনকি ৩২ টা প্ৰশ্নৰ উত্তৰ ৰায়তসকলৰ পৰা বিচৰা হৈছিল। ইয়াৰ বিষয়ে চৰকাৰ আৰু খেতিয়কসকলৰ মাজত থকা লোকসকলৰ তলত থকা খেতিয়কসকলৰ স্বাৰ্থ ৰক্ষাৰ উপায়, খাজনা, কৃষি ঋণ আদি গধুৰ বোজাৰ পৰা ৰেহাই দিয়াৰ উপায়, চৰকাৰী ৰাজহ আৰু খাজনাৰ হাৰ হ্ৰাস কৰাৰ উপায়, গাৱঁলীয়া মানুহৰ সামাজিক, আৰ্থিক আৰু শিক্ষা সম্বন্ধীয় সুবিধাৰ বাবে চৰকাৰৰ পৰা উপযুক্ত পৰিমাণে সাহায্য লাভৰ উপায়, জমিদাৰ সম্প্ৰদায় আৰু চৰকাৰী চাকৰিয়ালৰ জুলুমৰ পৰা খেতিলকসকলক মুক্ত কৰাৰ উপায়, গাৱঁলীয়া নিবনুৱা সমস্যা সমাধানৰ উদ্দেশ্য, গাৱঁলীয়া ঘৰুৱা শিক্ষা বিস্তাৰৰ উপায় আদি সম্পৰ্কত প্ৰশ্নবিলাক ৰচনা কৰাৰ ভিত্তিয়ে সময়োচিত সজাগতা ইয়াত সন্দেহ নাই। ৩৬ চনৰ ৮ আগষ্টৰ কাকতত প্ৰচাৰিত প্ৰশ্নবিলাকৰ উত্তৰ ২০ আগষ্টৰ ভিতৰত কংগ্ৰেছ কৰ্মীৰ জৰিয়তে বিচৰা হৈছিল। সমাজৰ উন্নতিত কৰ্মীসকল কেনেকৈ জড়িত হৈছিল তাৰ উমান পোৱা যায়। উল্লেখযোগ্য যে ৬/৮/৩৬ তাৰিখে বিয়লি পাঁচ বজাত জ্যোতি প্ৰসাদ আগৰৱালাৰ বাসভৱনত তেজপুৰ জিলা কংগ্ৰেছ কমিটীৰ বৈঠক অনুষ্ঠিত হৈছিল। এই বৈঠকতে জ্যোতিপ্ৰসাদক জিলা কংগ্ৰেছ কমিটীৰ সদস্য কৰি লোৱা হয়। ইয়াতে জিলা কংগ্ৰেছৰ পাৰ্লামেণ্টৰী ব'ৰ্ড গঠন কৰা হয়। ইয়াত জিলা কংগ্ৰেছৰ ২১ জন আৰু তেজপুৰৰ পূব অঞ্চলৰ ৬০ জন নেতৃস্থানীয় লোকক স্থান দিয়া হৈছিল। ইয়াৰ সভাপতি গ্ৰহণচন্দ্ৰ গোস্বামী, যুটীয়া সম্পাদক, বিজয়চন্দ্ৰ ভাগৱতী আৰু পদ্মনাথ শৰ্মা আৰু সহকাৰী সম্পাদক আছিল— জ্যোতিপ্ৰসাদ আগৰৱালা। একেখন সভাতে অসমীয়া খেতিয়কসকলৰ অৱস্থাৰ বিষয়ে নিখিল ভাৰত কংগ্ৰেছ কমিটীলৈ প্ৰতিবেদন পঠোৱাৰ কাৰণে ৫ জনীয়া কমিটী গঠন কৰা হৈছিল। ইয়াত বিজয়চন্দ্ৰ ভাগৱতী আৰু জ্যোতিপ্ৰসাদ আগৰৱালা সদস্য হিচাপে আছিল। (অসমীয়া, ১৫ আগষ্ট ১৯৩৬ চন) বোধহয়, এই সময়ৰ অভিজ্ঞতাৰ পৰাই জ্যোতিপ্ৰসাদে এটা 'পাগলা খেতিয়ক' কবিতাটি ৰচনা কৰিছিল।

আজি মোৰ গানে গানে  
আলোক আৰতি

.....................

আদৰি সাদৰি জনোৱা প্ৰণতি  
জনোৱা জনোৱা প্ৰণতি, জাগা জাগা পূৰ্বভাৰতী  
('অসমীয়া' ২৮ জুলাই, ১৯৪৫ চন)

আহোমৰাজে সাতৰাজ মাৰি একৰাজ কৰাৰ পিছত শ্ৰীমন্ত শঙ্কৰদেৱে আদি কৰি মহাপুৰুষসকলে গঢ়ি তোলা বহল অসমীয়া সমাজখনৰ পীড়ি উঠি নাযাবৰ বাবে 'অসমীয়া'ই অসমীয়াৰ ভেটি নিকপকপীয়া কৰি তুলিছিল। জাতীয় উন্নয়নৰ অনুঘটকৰ ভূমিকা নিষ্ঠাৰে পালন কৰিছিল আৰু জাতিৰ ব্যৰ্থতাৰ প্ৰতি সততে সজাগ আছিল।

ভাৰতীয় সমাজখনৰ সকলোতকৈ বেছি নিপীড়িত শ্ৰেণী আছিল হৰিজনসকল। তেওঁলোক আৰু সমাজৰ অন্যান্য অনুন্নত শ্ৰেণীৰ লোকৰ প্ৰতি থকা ঘৃণাই এনে ৰূপ লৈছিল যে সমাজ গঢ়াৰ এই বৃহৎ অংশক অস্পৃশ্য বুলি অভিহিত কৰি সেই মতে তেওঁলোকৰ প্ৰতি আচৰণ কৰা হৈছিল। গান্ধীজীয়ে গঠনমূলক কাৰ্যসূচী এনে অস্পৃশ্যতা দূৰ কৰাৰ আঁচনি লয়। য'ত হৰিজনসকল নাই, তাত তেওঁ নাই— এয়া আছিল গান্ধীজীৰ নীতি।

এনে আদৰ্শৰ প্ৰচাৰৰ বাবে 'অসমীয়া'ই গুৰুত্ব দিয়ে। অসমত এনে প্ৰগতিশীল আন্দোলনৰ গুৰি ধৰোতাসকলৰ অন্যতম সত্ৰৰ চাৰিসীমাৰ পৰা ওলাই অহা প্ৰথমগৰাকী সত্ৰাধিকাৰ গড়মূৰীয়া গোস্বামীয়ে দেশবাসীৰ ওচৰত জনোৱা প্ৰাৰ্থনাক কাকতখনে যথেষ্ট গুৰুত্বসহকাৰে প্ৰকাশ কৰি পাঠক সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। সত্ৰাধিকাৰগৰাকীয়ে দৃঢ়ভাৱে ভাবিছিল যে বাল গংগাধৰ তিলক, গোপালকৃষ্ণ গোখলে, মদনমোহন মালব্য আৰু মহাত্মা গান্ধীয়ে যি অস্পৃশ্যতা বৰ্জন কৰিব নোৱাৰিলে, সেই অস্পৃশ্যতা অসম প্ৰাদেশিক হৰিজন সেৱক সংঘই দূৰ কৰিবলৈ সক্ষম হ'ব বুলি সত্ৰাধিকাৰগৰাকীয়ে বিশ্বাস কৰিছিল। সত্ৰাধিকাৰ-গৰাকীয়ে কিছুমান 'নাপায়'ৰ লক্ষ্মণ ৰেখা চেৰাই কিছুমান সত্ৰীয়া বাধা-নিষেধ ভঙ্গ কৰি সমাজ সংস্কাৰৰ বাবে ওলাই অহাত স্বাভাৱিকতে নতুন চামৰ চকুত অগনি জ্বলাই আহিছিল। সময়ৰ পৰিপ্ৰেক্ষিতত ই কম আজোৰ নাছিল। সত্ৰ গোসাঁইসকলৰ ভূমিকাক কৰা কটু সমালোচনাৰ পটভূমিত গড়মূৰীয়া গোস্বামীৰ নতুন পদক্ষেপৰ ঐতিহাসিক তাৎপৰ্য অসমীয়া জাতিৰ ইতিহাসত স্মৰণীয় হৈ ৰ'ব নিশ্চয়।

কিন্তু এই কামৰ মাধ্যম হিচাপে লোৱা অসম প্ৰাদেশিক হৰিজন সেৱক সংঘৰো অৱস্থা অতি শোচনীয় হৈ পৰাত অসমবাসীলৈ এক নিবেদন কৰিব লগা হয়। গড়মূৰীয়া গোস্বামীৰ প্ৰাৰ্থনাত কোৱা হৈছিল :

"উচ্চ হিন্দুৰ এই ঘৃণাভাৱেই চাহ বাগিচাৰ হিন্দু বনুৱাবোৰক হিন্দু সমাজৰ পৰা আঁতৰাই অন্য সম্প্ৰদায়ৰ সমাজ আৰু ধৰ্মক আপোন বুলি ধৰিবলৈ বাধ্য কৰিছে। এই সঙ্ঘৰ কামে সেইসকল হিন্দুকো অসমীয়া সমাজৰ অন্তৰ্ভুক্ত হৈ নিজক অসমীয়া হিন্দু বুলি পৰিচয় দিবলৈ শিকাব পাৰে। যাৰ ফলত অসমীয়া হিন্দুৰ জাতীয় সঙ্কট দূৰ হৈ উন্নতিৰ পথত অগ্ৰসৰ হ'বৰ সম্ভৱ হ'ব পাৰে। অসমৰ দাঁতিকাষৰীয়া পাহাৰী আদিম জাতিসমূহ বহুত আচাৰে-বিচাৰে হিন্দু হোৱা স্থলতো, কেৱল আমালোক উচ্চ হিন্দুৰ ঘৃণা ভাৱ আৰু অমনোযোগিতাৰ ফলতে সেই পাহাৰী ভাইসকলে দিনে দিনে আন ধৰ্মৰ আশ্ৰয় লৈছে। কোনোৱে বা পূৰ্বৰ নিজ ধৰ্মতে থাকিও নিজক হিন্দু বা অসমীয়া বুলি নিজেই বুজিব নোৱাৰা হৈ আছে, সেই পাহাৰী ভাইসকলেও নিজক অসমীয়া আৰু হিন্দু বুলি ভাবিবলৈ সমৰ্থবান হ'ব। ...

..."এই হৰিজন সেৱক সংঘৰ কামত ধৰোতে অসমীয়া হিন্দু জাতিৰ জাতীয় জীৱন সংগঠন কৰাৰ আশাকেহে হৃদয়ত ঠাই দিয়া হৈছিল। গুৰু আৰু সমাজপতিসকলৰ বিৰোধটো ইয়াত আছেই, তাৰোপৰি এই ভীষণ অৰ্থ সঙ্কটত পৰি ইয়াৰ কামো অচল হ'বৰ সম্ভাৱনা দেখা হৈছে। যোৱা ১৯৩৩-৩৪ চনতে স্থাপিত হোৱা ৭০-৭২ খন স্কুল অতি কষ্টেৰে চলোৱা হৈছে। তাৰ শেষ ভাগত অৰ্থাৎ ১৯৩৪ চনত ভিন্ন ভিন্ন ঠাইত কুলী গাৱঁত আৰু অন্য উপযুক্ত ঠাইত পতা ৩০-৩২ খন স্কুল অৰ্থাভাৱতে বন্ধ হৈ গৈছে। আজিও শত শত ঠাই পৰি আছে য'ত স্কুল পাতিবৰ নিতান্ত আৱশ্যকতা আছে। কিন্তু অৰ্থাভাৱতে সেইবোৰ কামলৈ হাত মেলিব নোৱাৰি মনৰ আশা মনতে মাৰ নিয়াব লগাত পৰিছে। হিন্দুৰ দুৰ্বল হোৱা, মামৰে ধৰা সমাজ সংস্কাৰ কৰি তাক সবল কৰিবলৈহে কামত নামিছিলো। কিন্তু তাক কাৰ্যত পৰিণত কৰিবলৈ যাওঁতে অৰ্থ সঙ্কট ৰূপৰ বাধা পাই তাক দূৰ কৰিব নোৱাৰি ব্যথিত হৈছো। সেই বাবে মোৰ কাৰ্যৰ প্ৰণালী আৰু অলপ বদলী কৰিব লগা আৱশ্যক যেন বুজি দেশবাসীৰ আগত নিবেদিছো, যেন দেশবাসীয়ে মোৰ নিবেদনৰ বিষয় ভাবি চাই মোক সু-পৰামৰ্শ দিয়ে।

"সকলোৰেই জানে যে চাৰিসত্ৰীয়া গোসাঞিৰ চলন-ফিৰণ বিষয়ত জগন্নাথৰ ৰথ টনাৰ দৰে যিবোৰ ৰীতি-নীতি আছিল, সেইবোৰৰ অধিকাংশকে মই ভাঙিলো, 'নৰিয়া পৰা বা আন আকষ্মিক বিপদত পৰা মানুহক চাবলৈ যোৱাৰ বাহিৰে আন কোনো ব্যক্তিগত কাৰণত লোকৰ ঘৰলৈ নাযায়।' এই নিয়মটো মই আজিলৈকে ৰক্ষা কৰি আহিছো, সম্প্ৰতি মই সেইটো নিয়ম ভঙ্গ কৰি হৰিজন সেৱক সংঘৰ নিমিত্তে ভিক্ষা খুজিবলৈ ধনী লোকসকলৰ ঘৰলৈ যাবলৈ মনস্থ কৰিছো। ধনী লোকৰ ঘৰলৈ গৈ ভিক্ষা খুজি চাম, অৱশ্যে মোৰ নিজৰ কাৰণে নহয়, হৰিজন সংঘৰ কাৰণেহে। মোৰ বন্ধু স্থানীয় যিসকল লোকে মই মোৰ পূৰ্বৰ ৰীতি-নীতি ত্যাগ কৰা বাবদ অসন্তুষ্ট হৈ আছে, সেইসকলে মোৰ এই কৰ্তব্য কিভাবে গ্ৰহণ কৰে, তাৰ মতামত জানিবলৈ আশা কৰিলো। মনত ৰাখিব যে আজি অসমীয়া হিন্দু জাতিক নানান বিপদে কেউফালৰ পৰা আগুৰি ধৰিছে আৰু তাৰ বাবে হিন্দু জাতি মৃত্যুৰ ফাললৈহে আগবাঢ়ি যাব লাগিছে। হৰিজন সেৱক সংঘৰ কামবিলাক পূৰ্ণ কৰিব পাৰিলে হিন্দু জাতিৰ জাতীয় বিপদ বহু পৰিমাণে দূৰ হ'ব। এনে স্থলত হিন্দু জাতিৰ জাতীয় উন্নতিৰ পথত আমাৰ নিচিনা নিঃকিন প্ৰাণী একোটিৰ প্ৰাণটো উছৰ্গি দিব পাৰিলেও দেশৰ প্ৰতি কিবা বিশেষ দিয়া হ'ল বুলি ক'ব নোৱাৰি। তেনেস্থলত ক্ষুদ্ৰাদপি ক্ষুদ্ৰ একোটা ৰীতি-নীতিৰ সাল-সলনি কৰি দেশৰ হিত চিন্তা কৰিবলৈ

যোৱা কথাটোৰ দ্বাৰা কাৰোবাৰ কিবা ঐহিক ব্যক্তিগত সন্মানৰ হানি হ'লেও তালৈ চকু দিব লগা নহয়।

এইষাৰ কথা ভাবিহে যেন মোৰ বন্ধুসকলে মন্তব্য প্ৰকাশ কৰে।"

শ্ৰীশ্ৰী গড়মূৰীয়া গোস্বামী
১৮/৭/৩৫
॥ 'অসমীয়া', ১৮ শাওন, ১৯৩৫ চন॥

## 'অসমীয়া' কংগ্ৰেছৰ মুখপত্ৰ আছিল ?

'অসমীয়া' কাকতখন সাপ্তাহিক আৰু দিনেকীয়া অৱস্থাৰ এগৰাকী সম্পাদক দেৱকান্ত বৰুৱাই মন্তব্য দিছে যে 'অসমীয়া' বাতৰি কাকত মানে আচলতে সেইখন কংগ্ৰেছৰ মুখপত্ৰৰ নিচিনাহে আছিল।[৩৮] কথাষাৰ ভালদৰে পৰ্যালোচনা কৰি চাবলগীয়া। আজিকালিৰ কথাই নাই, আগতেও সাংবাদিকতাই এনে সাৰ্বজনীনতা আৰু ৰাজহুৱা ৰূপ ধাৰণ কৰিছিল যে ভাষাৰ প্ৰভেদটো এৰিলে, সকলো সাংবাদিকতাই একে ধৰণৰ ধৰ্ম অৱলম্বন কৰি আহিছিল। কথাটো বহলাই ক'ব লাগিলে, কি বাংলা- কি অসমীয়া ভাষাৰ সাংবাদিকতাই স্থানীয় বা-বাতৰি পৰিবেশন কৰাৰ স্বকীয়তা দেখুৱাব লগা হ'লেও তাৰ উপস্থাপনৰ ৰীতি-নীতিৰ ঐক্যৰ সাৰ্বজনীনতা বাদ দিব নোৱাৰি। মূলতে সংবাদপত্ৰৰ ধাৰণা লৰ্ড লীটনে কোৱাৰ দৰে exotic growth[৩৯] বাহিৰৰ পৰা অহা হ'লেও ই ভাৰতবাসীৰ আত্মিক সম্পদ হৈ পৰে আৰু ক্ৰমান্বয়ে জাতিৰ গুৰুত্বপূৰ্ণ অংগ হোৱাটো সকলোৱে জনা কথা। জাতীয় জীৱনৰ পৰা সংবাদপত্ৰক নিলগাই চাব নোৱৰাৰ বাবে ইয়াত জাতিৰ জীৱনৰ প্ৰতিফলন ঘটে— সাপ্তাহিকত সাপ্তাহিকভাবে, দৈনিক বা তিনিদিনীয়াত সেই অনুসাৰেই ইয়াৰ প্ৰতিফলন হয়। আজিৰ দৰে সাংবাদিকতাৰ স্পেচিয়েলাইজেছন বা প্ৰফেছনেলাইজেছন্ বা আন কথাত বিশিষ্টতাৰ যুগ আৰম্ভ নোহোৱাত অসমীয়া সাংবাদিকতাই ভাৰতীয় সাংবাদিকতাৰ সাৰ্বজনীন ধৰ্মকে অনুসৰণ কৰিব লগা হোৱাটো মুঠেই আচৰিত কথা নাছিল। অৰ্থাৎ এক ক্ৰমৰ পূৰ্ব নিৰ্দ্ধাৰিত কিম্বা সীমিত ধৰণৰ সংবাদ পৰিবেশন তথা নীতি গ্ৰহণ কৰি অসমীয়া সাংবাদিকতা চলিব লগীয়া হৈছিল। তেতিয়া আজিৰ দৰে পাঠক সমাজ বঢ়োৱাৰ বাবে হোৱা প্ৰতিযোগিতা নাছিল, আৰ্থিক যন্ত্ৰ-পাতিৰ অভাৱ তেতিয়া থকাটো স্পষ্ট আছিল। সেইবিধৰেই বা-বাতৰি গঢ় দি প্ৰকাশ কৰিব লগাৰ সীমিত স্থিতিও আছিল। এইবিলাকক ইংৰাজীত কোৱাৰ দৰে Determinism বা পূৰ্ণ নিৰ্দ্ধাৰণ নীতি বুলি যদি ক'ব লগা হয়, তেতিয়া দৰাচলতে ভাষাৰ কথাটো বাদ দি ক'লে অসমৰ সাংবাদিকতা আৰু ভাৰতৰ আন আন ভাষাৰ সাংবাদিকতাৰ মাজত কোনো প্ৰভেদ নাছিল— এক ধৰণৰ নিৰ্দ্ধাৰণবাদৰ নীতিৰেই সংবাদপত্ৰ পৰিচালিত হৈছিল। সেই নিৰ্দ্ধাৰণবাদৰ গুৰিত যে জাতীয় আন্দোলন আছিল, তাক অস্বীকাৰ কৰিব নোৱাৰি।

ভাৰতীয় সাংবাদিকতাৰ অংগস্বৰূপ অসমীয়া সাংবাদিকতাৰ সাৰ্বজনীন ধৰ্ম বুজিবৰ বাবে ভাৰতৰ সাংবাদিকতাৰ ক্ৰমান্বয়ী ধাৰা-প্ৰবাহৰ বিষয়ে জনা দৰকাৰ। ভাৰতীয় সাংবাদিকতাক ঘাইকৈ দুটা ভাগত থ'ব পাৰি; চিপাহী বিদ্ৰোহৰ আগৰ আৰু পাছৰ যুগ। পাছৰ যুগটোৰ কেইবাটাও বিভাজন হ'ব, কিয়নো ই দেশৰ ৰাজনৈতিক বিৱৰ্তনৰ লগে লগে যোৱা প্ৰবাহ মাথোন। ১৭৮০ চনৰ ২৯ জানুৱাৰী (শনিবাৰ)ত হিক্কী গেজেটখন কলিকতাত প্ৰকাশ পাইছিল। ভাৰতৰ এইখন প্ৰথম ছপাৰ কাকত। ভাৰতত থকা ইংৰাজে ইংৰাজসকলৰ বাবে প্ৰকাশ কৰা এই ছপা মাধ্যমেই ভাৰতৰ সাংবাদিকতাৰ ইতিহাস আৰম্ভ কৰে। ভাৰতলৈ বৃটিছসকল অহাত ছপা সাংবাদিকতাৰ ধাৰাৰ আৰম্ভ হ'ল হয়, কিন্তু ইয়াৰ চৰিত্ৰ আৰম্ভণিৰে পৰাই বেলেগ ধৰণৰ আছিল। ইয়াত ভাৰতীয় স্বাধীনতাৰ আকাঙ্ক্ষাৰ কথাই স্থান পোৱা নাছিল; কিন্তু সংবাদপত্ৰৰ স্বাধীনতাৰ বাবে 'গেজেটে' যুঁজৰ আৰম্ভ কৰিছিল। দুবছৰীয়া চমু জীৱনকালৰ সেইটো গেজেটৰ বৈশিষ্ট্য আছিল। গেজেটে আৰম্ভ কৰা যুঁজখনৰ শেষ নহ'ল।[৪০] ভাৰতীয় স্বাধীনতা সংগ্ৰামত তাৰ ঐতিহ্য বেলেগ ধৰণে ভাৰতীয় সংবাদপত্ৰৰ পক্ষে সাৰ্বজনীন ধৰ্ম হৈ পৰিল। তেতিয়াৰ পৰা ১৮৫৭ চন পৰ্যন্ত ভাৰতীয় সংবাদপত্ৰৰ ৩ টা ধাৰাৰ কথা কোৱা হয়।[৪১] শিৱৰমনে কোৱাৰ দৰে এই ভাগকেইটা হ'ল: (১) ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগত অহা ইংৰাজসকলে আৰম্ভ কৰা সাময়িকীবিলাক, এইবিলাকৰ ঘাই উদ্দেশ্য আছিল ভাৰতলৈ অহা ইংৰাজসকলক বা-বাতৰিৰ যোগান ধৰা; (২) ইয়াৰ পাছৰ যুগত মিছনাৰীসকলে প্ৰকাশ কৰা ইংৰাজী আৰু ভাৰতৰ বিভিন্ন ভাষাত সাময়িকীবিলাক (যেনে: 'দিগদৰ্শন', 'সমাচাৰ', 'দৰ্পণ', ১৮১৮ চনৰ, আৰু 'অৰুণোদ'ই ১৮৪৬ চন সংবাদপত্ৰক এই ভাগত ধৰিব পাৰি। এয়া ভাষিক সাংবাদিকতাৰ সূচনাৰ যুগ); (৩) মিছনাৰীসকলৰ প্ৰচাৰধৰ্মী সাময়িকীৰ বিপৰীতে প্ৰকাশ কৰা সাময়িকীৰ যুগ। এই যুগত ১৮২১ চনত ৰামমোহন ৰায়ৰ বাংলা সাপ্তাহিক 'সম্বাদ কৌমুদী' ওলায় আৰু ব্ৰাহ্ম মতবাদক দাঙি ধৰে। এই মত খণ্ডনৰ বাবে

ভবানীচৰণ বন্দোপাধ্যায়ৰ বাংলা সাপ্তাহিক 'সমাচাৰ চন্দ্ৰিকা' প্ৰকাশিত হয়। ইয়াৰ পিছত ১৮৩১ চনত ঈশ্বৰচন্দ্ৰ গুপ্তৰ 'সংবাদ প্ৰভাকৰ'ৰ প্ৰকাশ কৰা হয় আৰু তেতিয়াৰে পৰা কলিকতাত কেইবাখনো পত্ৰ-পত্ৰিকা প্ৰকাশিত হয়। এই সময়ছোৱা ভাৰতীয় সাংবাদিকতাৰ উল্লেখযোগ্য যুগ বুলি কোৱা হয়।[৪২] ১৮২৬ চনৰ ৩০ মে' তাৰিখে কলিকতাত হিন্দী ভাষাত সাপ্তাহিক সংবাদপত্ৰ 'উদন্ত মাৰ্তণ্ড' (উদীয়মান সূৰ্য) পণ্ডিত যুগল কিশোৰ শুক্লৰ সম্পাদনাত প্ৰকাশ পায়। হিন্দী ভাষাৰ প্ৰথম সংবাদপত্ৰ অহিন্দীভাষী এলেকাৰ পৰা প্ৰকাশ পোৱাটো মন কৰিবলগীয়া। এই সময়ছোৱাৰ ঠিক পিছতে আমাৰ ইয়াত আউনিআটি সত্ৰাধিকাৰ দত্তদেব গোস্বামীৰ প্ৰচেষ্টাত মাজুলিৰ ধৰ্ম প্ৰকাশ যন্ত্ৰৰ পৰা মাহেকীয়া 'আসাম বিলাসিনী' (১৮৭১ চন-১৮৮৩ চন) ওলায়। চিপাহী বিদ্ৰোহৰ পিছৰ যুগত ওলোৱা যদিও 'আসাম বিলাসিনী'ৰ উদ্দেশ্যৰ পিনৰ পৰা আগৰ যুগৰ সাময়িকীৰ লগতহে ৰিজাব পাৰি। মাজুলীৰ ধৰ্ম প্ৰকাশ যন্ত্ৰত ছপা হোৱা আসাম বিলাসিনীয়ে ছপা যন্ত্ৰটোৰ উদ্দেশ্য সফল কৰাৰ মাধ্যম আছিল।[৪৩] কিয়নো চিপাহী বিদ্ৰোহৰ পিছৰে পৰা ভাৰতত আধুনিক সংবাদপত্ৰ ওলাবলৈ ধৰে। চিপাহী বিদ্ৰোহ পৰ্যন্ত ভাৰতত কোনো দৈনিক সংবাদপত্ৰ নাছিল। অৱশ্যে কলিকতাত হিন্দী দৈনিক 'সমাচাৰ ক্ষুধা বৰ্ষণ' প্ৰকাশ পাইছিল ১৮৫৪ চনত। কাকতখন ১০ বছৰমান চলাৰ কথা আৰ আৰ ভাটনাগৰে তেওঁৰ গ্ৰন্থত উল্লেখ কৰিছে।[৪৪] চিপাহী বিদ্ৰোহৰ পিছত সংবাদপত্ৰবিলাকৰ দৃষ্টিভংগী সলনি হৈ পৰে। ইংৰাজী কাকতবিলাকে ভাৰতীয়ৰ চৰিত্ৰৰ সমালোচনা কৰাত গুৰুত্ব দিয়ে। তাৰ বিৰুদ্ধে মতামত প্ৰকাশ কৰাটো ভাৰতীয় লোকে প্ৰকাশ কৰা সংবাদপত্ৰৰ ধৰ্ম হৈ পৰে। আৰু ভাৰতীয় লোকসকলে প্ৰচাৰ কৰা ইংৰাজী সংবাদপত্ৰই বিৰোধীৰ ভাব-ধাৰা শাসক গোষ্ঠীক জনোৱাটো গুৰুত্বপূৰ্ণ হৈ উঠে। এই সময়ত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ 'সোম প্ৰকাশ'ৰ দৰে সংবাদপত্ৰই আত্মপ্ৰকাশ কৰে আৰু 'সোম প্ৰকাশে' সংবাদপত্ৰৰ দৃষ্টিভংগী সলনি কৰি দিয়ে— বিশেষকৈ ১৮৬১ চনৰ ইণ্ডিয়ান কাউন্সিল এক্ট গৃহীত হোৱাৰ পিছৰ পৰা ভাৰতবৰ্ষত ৰাজনৈতিক বিৱৰ্তন সাধিত হয় আৰু সংবাপত্ৰবিলাকে তাৰ গুৰি ধৰি জনমত সৃষ্টি কৰাত বৰঙণি যোগায়। থোৰতে তেতিয়াৰে পৰা প্ৰকৃত অৰ্থত ৰাজনৈতিক সাংবাদিকতাৰ সূচনা হয় বুলি ক'ব পাৰি। এই সময়ৰ ভাৰতীয় সাংবাদিকতাৰ অভিঘাত (impact) ঔপনিবেশিক শাসকসকলৰ ওপৰত পৰে আৰু তাৰ ফলস্বৰূপেই ১৮৭৮ চনত 'ভাৰ্ণেকুলাৰ প্ৰিছ এক্ট' বলবৎ কৰা হয়। এই আইনৰ বিৰুদ্ধে গোটেই ভাৰতজোৰা প্ৰতিক্ৰিয়া হয় আৰু কলিকতাৰ পৰা প্ৰকাশিত 'অমৃতবাজাৰ পত্ৰিকা'ই দ্বিভাষিক ৰূপ এৰি নিশাৰ ভিতৰতে সম্পূৰ্ণ ইংৰাজী কাকত হৈ পৰে। অৱশ্যে লৰ্ড ৰিপনে ১৮৮১ চনত উক্ত আইন খাৰিজ কৰে। তেওঁ স্থানীয় প্ৰশাসনৰ ভিত্তি স্থাপন কৰি দৰাচলতে ভাৰতীয়ৰ মনলৈ ৰাজনৈতিক আকাঙ্ক্ষাৰ সঞ্চাৰ কৰে আৰু সংবাদপত্ৰই তেতিয়া সময়োচিতভাৱে জনসাধাৰণৰ মাজত ৰাজনৈতিক সজাগতা সঞ্চাৰ কৰাৰ ভূমিকা পালন কৰিবলৈ লয়। এই সময়ছোৱাৰ সংবাদপত্ৰই ইতিপূৰ্বে মতামতৰ ওপৰত গুৰুত্ব দি অহাৰ সলনি সংবাদ প্ৰচাৰৰ ওপৰত নতুনকৈ গুৰুত্ব দিয়ে। কেইবাখনো সাপ্তাহিক এই সময়ছোৱাত দৈনিক হয়। এনেকৈ ভাৰতীয় সংবাদপত্ৰৰ আধুনিক যুগত পট্টন হোৱাটো স্পষ্ট হৈ পৰে।[৪৫] হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউজ' (১৮৮২-১৮৮৫) (দ্বিভাষী সাপ্তাহিক) বেজবৰুৱাই কোৱা দৰে অসমীয়া ভাষাৰ যুগান্তৰ সৃষ্টিকাৰী কাকত এই যুগৰ মাইলৰ খুটা।[৪৬] বেণুধৰ শৰ্মাই লিখিছে 'আসাম নিউচ'ৰ সম্পাদক politically redical উগ্ৰপন্থী ৰাজনৈতিক আছিল বুলি সমসাময়িক লোকে কৈছিল। সঁচাকৈয়ে আছিলও। চৰকাৰৰ ৰাজনীতি অসমীয়া ভাষা নীতি আৰু বৃটিছ কৰ্মচাৰীবিলাকৰ অসৎ আচৰণ ব্যৱহাৰৰ প্ৰতি তেখেতৰ লিখা দেৰদেৰীয়া লগা আছিল। 'আসাম নিউজ' বন্ধ হোৱা বছৰতে 'আসাম বন্ধু' (১৮৮৫-১৮৮৬) আৰু পিছত 'মৌ' (১৮৮৬-১৮৮৭) আলোচনী ওলায়। গুণাভিৰাম বৰুৱা সম্পাদিত 'আসাম বন্ধু'খনেই ঊনবিংশ শতাব্দীৰ অষ্টম আৰু নৱম দশকৰ আলোচনীসমূহৰ ভিতৰত বিষয়বস্তু আৰু গুণমানৰ ফালৰ পৰা উৎকৃষ্ট আছিল।[৪৭]

**ৰাজনৈতিক সজাগতা আৰু ৰাজনৈতিক সাংবাদিকতা**

অসমৰ প্ৰথম সংবাদপত্ৰ 'অৰুনোদই' (১৮৪৬-১৮৮০ চন)ৰ বিষয়ে ১৮৪৬ চনৰ মাৰ্চ মাহৰ সংখ্যা 'ফ্ৰেণ্ডছ অব ইণ্ডিয়া'ই কৰা সমালোচনাৰ পৰা সংবাদপত্ৰখনৰ বিষয়ে থোৰতে জানিব পাৰি। তাত লিখিছিল—"ইয়াৰ লক্ষ্য হ'ল— আলস্যপৰায়ণ অসমৰ জনসাধাৰণৰ মাজত অনুসন্ধানৰ মনোভাৱ জগাই তোলা আৰু বৰ্দ্ধন কৰা আৰু প্ৰভাৱ গ্ৰহণ কৰিব নোৱাৰা চৰিত্ৰৰ সেই দোষ আঁতৰ কৰা— যিটো বাৰুকৈয়ে সিবিলাকৰ জাতীয় উন্নয়নৰ পৰিপন্থী। জনকল্যাণকামী উদ্যোক্তা-সকলৰ আশা ফলৱতী কৰিব পৰাকৈ ই সম্পূৰ্ণকৈ কামত আহিব বুলি আমি আশা কৰোঁ। ইমান ধুনীয়াকৈ ছপা হোৱা আৰু জনসাধাৰণৰ কৌতুহল উদ্ৰেক কৰিব পৰাকৈ

কাঠত কটা ব্লকেৰে সুশোভিত কৰা হৈছে আৰু সুদূৰ পৰ্বতে অৱস্থিত বৃটিছ সাম্রাজ্যৰ অশিক্ষিত অংশৰ ছপাশালৰ পৰা ওলোৱা বাৰ্তাৰ কাকতখনৰ এই সংখ্যা দেখি সন্তোষ পাবলৈও আছে।"

কাকতখনে গোড়া অসমীয়াকো সমৰ্থন কৰিছিল-- বিশেষকৈ 'সংযত সত্য নিষ্ঠা আত্মনিৰ্ভৰশীল;' এনে ধৰণৰ বিষয়বস্তুৱে পঢ়ুৱৈৰ মনোযোগ আকৰ্ষণ কৰিছিল। পশ্চিমীয়া ভাব আৰু বিদ্যাৰ প্ৰচাৰ কৰি 'অৰুনোদই'য়ে যুৱ চামক প্ৰেৰণা দিছিল আৰু বৌদ্ধিক, ৰাজনৈতিক জাগৰণলৈ বাট মুকলি কৰিছিল।

কিন্তু অসমীয়া ভাষাত ৰাজনৈতিক চিন্তা-চৰ্চাৰ আচল বাট মুকলি 'অৰুনোদই'ত হোৱা নাছিল, 'মৌ' (১৮৮৬ ১৮৮৭ চন) আলোচনীয়েহে এই বিষয়ত বাটকটীয়া ভূমিকা আৰম্ভ কৰিছিল। অসমত ৰাজনৈতিক চিন্তা আৰম্ভণি যুগত বিতৰ্কমূলক হ'লেও 'মৌ' কাকতৰ ভূমিকা - বিশেষকৈ ৰাষ্ট্ৰীয় কংগ্ৰেছৰ ভূমিকা সম্পৰ্কত লেখা ভূমিৰ বৃটিছৰ কিছুমান ক্ষেত্ৰত কৰা চোকা সমালোচনাৰ দৰেই উল্লেখযোগ্য আছিল। ইয়াৰ আগতে প্ৰকাশ পোৱা 'আসাম বন্ধু' (১৮৮৫ ১৮৮৬)য়ে শাসন বিকাৰ আদি ৰাজনৈতিক সমস্যাবিলাকত হস্তক্ষেপ কৰিব খোজা নাছিল। ৰাজনীতিত আমি অনভিজ্ঞ বুলি ঘোষণা কৰিছিল। ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু'ৰ এবছৰ চাৰিমহীয়া আয়ুসকালত তেতিয়াৰ অসমৰ সামাজিক উল্লেখযোগ্য, ১৮৪৬ চনৰ ১৮৮৭ চনৰ ভিতৰত অসমত ১০ খন আলোচনাকাকত প্ৰকাশ পাইছিল, (অৰুনোদই: ১৮৪৬ ১৮৮৭), আসাম বিলাসিনী: ১৮৭১ ১৮৭৩ (মাজুলি), আসাম মিহিৰ: ১৮৭২ ১৮৭৩, আসাম দৰ্পণ ১৮৭৪ ১৮৭৫, চন্দ্ৰোদয়: ১৮৭৬, আসাম দীপক: ১৮৭৬, গোৱালপাৰা হিতসাধিনী: ১৮৭৫ ১৮৭৮, আসাম নিউজ: ১৮৭২-১৮৮৫, আসাম বন্ধু: ১৮৮২-১৮৮৬, মৌ: ১৮৮৬ ১৮৮৭)। "মৌ" আলোচনীৰ বাহিৰে অইন আটাইকেইখন আনন্দৰাম ঢেকিয়াল ফুকনৰ অসম দেশৰ উন্নতিৰ বাবে কৰণীয়ৰ সব বান্ধি থোৱা হৈছিল। কিন্তু ঢেকিয়াল ফুকন, মণিৰাম দেৱানৰ দৰে চৰমপন্থী নাছিল, আছিল নৰমপন্থী। ক'ব পাৰি ৰাষ্ট্ৰীয় কংগ্ৰেছ আন্দোলনৰ মডাৰেটসকলৰ তেওঁ আছিল এগৰাকী পূৰ্বসুৰী। তাৰ মানে অসমত কংগ্ৰেছৰ মডাৰেট পন্থীসকলে লোৱা দৃষ্টিভংগীৰ ৰাজনীতিৰ সূত্ৰপাত হৈছিল ১৮৫০ৰ পৰা ১৮৮০ চনৰ ভিতৰত। এই ছোৱাতে অসমৰ ৰাজনৈতিক চৰ্চাৰ পূৰ্বাভাস বুলি ডঃ অমলেন্দু গুহই উল্লেখ কৰিছে।

মন কৰিবলগা কথাটো হ'ল, এই সময়ছোৱাতে বৃটিছৰ শাসক আৰু ৰাজত্বৰ বিৰুদ্ধে ৰাইজ জাকি উঠিছিল যদিও ইয়াত মধ্যবিত্ত শ্ৰেণীয়ে সমৰ্থন দিয়া নাছিল। আনকি পিছত আত্ম প্ৰকাশ কৰা "জোনাকী" (১৮৮৯ চনত) ৰাজনীতি চৰ্চাৰ পৰা বিৰত আছিল। "ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ। এই পৰাধীন দেশত প্ৰজানীতিহে ধৰিব লগীয়া।" অসমৰ উন্নতিৰ হকে "জোনাকী" মাহেকীয়া আলোচনীয়ে এনে সংকল্পেৰে আগবাঢ়ি যাওঁতে ইয়াৰ পটভূমিত সন্দেহাতীতভাৱে আছিল দেশপ্ৰেমৰ প্ৰেৰণা। "জোনাকী"ৰ প্ৰতিষ্ঠাতা চন্দ্ৰকুমাৰ আগৰৱালাৰ এই দেশ প্ৰেৰণাৰ মূলতে কলিকতাত থকা অৱস্থাৰ প্ৰভাৱ উল্লেখযোগ্য বুলি অমিয় কুমাৰ দাসে লিখি থৈ গৈছে। আনকি কংগ্ৰেছৰ প্ৰতিষ্ঠাতা এ, অ', হিউমে ১৮৮৫ চনত ভাৰতীয় শিক্ষিত লোকসকললৈ লিখা কথাবিলাকে ছাত্ৰ চন্দ্ৰকুমাৰৰ মনৰ ওপৰত প্ৰভাৱ পেলোৱা বুলি দাসে কৈছে। হিউমে জাতীয় উন্নতিৰ ওপৰত গুৰুত্ব দি যি প্ৰেৰণাই ইংৰাজক ইংৰাজ বুলি চিনাকি দিবলৈ সমল যোগাইছে, সেই প্ৰেৰণা আনিবলৈ আহ্বান কৰিছিল। "জোনাকী"ৰ আত্মকথাত ইয়াৰ চিটিকণি পৰা স্বাভাৱিক। হিউমে কিন্তু ভাৰতীয়সকলক প্ৰত্যক্ষভাৱে ৰাজনীতিত জড়িত হ'বলৈ আৰু সামাজিকভাৱে বিভক্ত নহ'বলৈ আহ্বান কৰিছিল।

আনহাতে ১৮৮৫ চনত ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ প্ৰাক অধিবেশনৰ আগভাগতে এলান অক্টোভিয়াৰ হিউমে (এ, অ, হিউম) উক্ত কংগ্ৰেছৰ কলিকতাত ১৮৮৩ চনত ১৭ জুলাইত বহা প্ৰাৰম্ভিক বৈঠকত ভাৰতবাসীৰ উদ্দেশ্যে এক বাণী দিছিল, ইয়াত কোৱা হৈছিল :

> If you, the picked men of the nation, cannot scorning personal ease and selfish objects, struggle to secure greater freedom for your country, a large share in the management of your own affairs, then all hopes of programme are at end until you realise that self sacrifice and unselfishness are the only unfawling greedy to freedom

"জোনাকী"ৰ গুৰি ধৰি চন্দ্ৰকুমাৰ আগৰৱালাই ৰাজনীতিৰ বাজ হৈ থাকিব খুজিছিল যদিও "এই ভাপ নাও, বিজুলী ডাকৰ দিনতো যদি হাত-ভৰি কোঁচাই বহি থাকোঁহঁত, তেনে আৰু আগবাঢ়ি যোৱাসকলৰ সংগ ধৰিবলৈ আশা কৰিব নোৱাৰি। আমি নিজকে নিজে যোগ্য

নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপতনলৈ যাব--- survival of the fittest,'' বুলি আত্ম কথাত ঘোষণা কৰিছিল। ইয়াত ৰাজনীতি নাই, কিন্তু ৰাজনীতিলৈ তেতিয়া অসমীয়াৰ পক্ষে লাগতিয়াল শিক্ষা, সাহিত্য, বেহা বেপাৰ, বিদ্যাবৰ্ষণৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। দেশৰ উন্নতিকে জোনাক বুলি ভবা হৈছিল--- ই আছিল সেই সময়ৰ ''আন্ধাৰৰ বিপক্ষে''।

চাৰলৈ গ'লে ৰাষ্ট্ৰীয় কংগ্ৰেছ চাৰি বছৰৰ পিছত জাতীয় উন্নতিৰ বুনিয়াদ গঢ়ি তুলিবলৈ আৰু অসমীয়াৰ ''তেজ'' আৰু 'উৎসাহ' ভাগ্যৰ জাপৰ তলৰ পৰা'' উলিয়াই বাজলৈ আনি ভমকাই জ্বলাই তুলিবলৈ চন্দ্ৰকুমাৰ প্ৰয়াসী হৈছিল। আন কথাত হিউমে কোৱা দৰে নিজা উন্নতিৰ বাবে লাগতিয়াল কাম-কাজত সম্পূৰ্ণ অংশ লৈ যোগ্য হোৱাৰ বাবে অসমীয়াক পথ দেখুৱাই দিবলৈ ''জোনাকী''ও আগবঢ়া হৈছিল। মাথোন ৰাজনীতি বা স্বাধীনতাৰ কথাটো নাছিল।

ইতিমধ্যে ''জোনাকী''ৰ আৱত্তণিৰ দিনবোৰ ক্ৰমান্বয়ে ইতিহাসৰ মাজলৈ সোমাই গ'ল আৰু ৰাষ্ট্ৰীয় কংগ্ৰেছেও গঠন পৰ্বৰপৰা ক্ৰমাৎ পৃথক হ'ব ধৰিলে। অসমতো ইয়াৰ প্ৰভাৱ পৰিল।

১৮৮৫ চনৰ ডিচেম্বৰৰ ২৫ৰ পৰা ২৭ তাৰিখ পৰ্যন্ত বোম্বাইত বহা ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ অধিবেশনৰ প্ৰভাৱে কলিকতা তথা অসমতো প্ৰভাৱ পেলোৱা স্বাভাৱিক। ইয়াৰ ৭২ জন প্ৰতিনিধিৰ ভিতৰত এক তৃতীয়াংশ আছিল— পৰোক্ষ বা প্ৰত্যক্ষভাৱে সমসাময়িক সংবাদ পত্ৰৰ লগত জড়িত ব্যক্তি।[৫৭] অসমৰ পৰা ''টাইমছ্ অব আছাম''ৰ সম্পাদক ৰাধানাথ চাংকাকতীয়ে ইয়াত যোগদান কৰিছিল। কংগ্ৰেছৰ জন্মৰ আগে-পাছে কলিকতাৰ ছাত্ৰ সমাজত ৰাজনীতিৰ আন্দোলনৰ টৌৱে কোবাই যোৱা সম্বন্ধত 'মৌ' আলোচনীত মন্তব্য কৰা হৈছিল। ''তাত মনৰ চাঞ্চল্য হ'লে পঢ়াত মন নাথাকে, এই নিমিত্তেই আজি দুবছৰ যাব ৰাজনীতি আন্দোলনৰ বৃদ্ধিয়ে সইতে কলিকতাত প্ৰবেশিকা পৰীক্ষাত বাগৰি পৰা ল'ৰাৰ লেখও বৃদ্ধি পোৱা'' বুলি 'মৌ'ত উল্লেখ কৰাৰ পৰাই কংগ্ৰেছ তথা ৰাজনীতিৰ প্ৰভাৱৰ কথা বুজিব পাৰি। সাহিত্যৰথী বেজবৰুৱাইও কংগ্ৰেছৰ পিনে ছাত্ৰ সমাজ আকৰ্ষিত হোৱাৰ কথা উল্লেখ কৰি গৈছে। চন্দ্ৰকুমাৰৰ মনত সেই আকৰ্ষণে সক্ৰিয় নকৰাৰ কথা ভাবিব নোৱাৰিলেও তেওঁ কিন্তু কংগ্ৰেছৰ মডাৰেট পন্থীসকলৰ মতে চলাটো বুজিব পাৰি। সেই বাবে ৰাজনীতিতকৈ প্ৰজানীতিহে তেওঁ ধৰিছিল--- সেই প্ৰজানীতিত সাহিত্য-সংস্কৃতি বেহা-বেপাৰ আদিৰ স্থান পোৱাটো মুঠেই আশ্চৰ্যকৰ নাছিল। বৰং পৰাধীন শাসকৰ বিৰুদ্ধে জাতিক সজাগ-সক্ষম কৰাৰ বাবে এইবোৰক তেওঁ সম্বল কৰি লৈছিল তেতিয়া 'জোনাকী' পৰ্বত। ঔপনিবেশিকতা বিৰোধী সংগ্ৰামৰ পাতনিত কংগ্ৰেছ বা চন্দ্ৰকুমাৰৰ প্ৰাথমিক দৃষ্টিভংগী ইয়াতকৈ বেলেগ হ'ব বুলি ভাবিব নোৱাৰি। ঔপনেবেশিকতা বিৰোধী জাতীয়তাবাদীত আন্দোলনৰ গুৰিতে সৰ্বত্ৰ এনে অৱস্থাৰ প্ৰৱৰ্তন হোৱাৰ কথা সমাজ বিজ্ঞানীসকলে এতিয়া বিশ্লেষণ কৰি দেখুৱাইছে, Elleke Boehmer-ৰ Colonial and Past Colonial Literature গ্ৰন্থত এই মৰ্মে এনেদৰে লিখা হৈছে :

''Yet, of course, the emergence of Colonial movements of self determination was at first a contingent development. Specially early on, the prospect of ultimate success for nationalist groups couldnot but be uncertain. For some indeed it appear unthinkable. Now the less, it does a predictable if unanticipated response to colonization that those who bore its burden of occupation would develop their own desire for national sovereignty and self expression. Colonial rule, that is to say, produced the conditions for its own delegitimization. Across any number of colonial territories, nationalism in the twentieth century because the plate-form for mobilizing against the occupying power in the name of a common culture, language, or history, or, in many cases, by appeal to the experience of colonial occupation itself.''

দক্ষিণ আফ্ৰিকা, কেনিয়া, নাইজেৰিয়া, অষ্ট্ৰেলিয়া আদিৰ জাতীয় আন্দোলনৰ আদি পৰ্বৰ সাম্ৰাজ্যবাদ বিৰোধী দৃষ্টিভংগীয়ে পোনতে আত্মৰক্ষাৰ বাবে উন্নতিমূলক অৱলম্বনেৰে (যেনে : গান্ধীজীৰ ১৫ দফীয় গঠনমূলক কাৰ্যসূচী) পিছলৈ ৰাজনৈতিক মুক্তি (স্বাধীনতা) কামনাৰে পৰিপক্কতা লাভ কৰে বুলি কোৱা হৈছে।[৫৫] সেই হিচাপে ১৮৮৫ চনত জন্মলাভ কৰা ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছে আদি পাতনিৰ মডাৰেট

আবেদন-নিবেদনৰ ৰাজনীতিৰ পৰা মুক্ত হৈ ১৯০৫-১৯০৮ চনৰ প্ৰতিবাদী বংগৰ স্বদেশী আন্দোলনৰ দৃষ্টিভংগীৰ দিনৰ পৰা বেলেগ পিনে গতি কৰাটো স্বাভাৱিক হৈ পৰে। পিছলৈ আইৰিছ জাতীয়তাবাদ বলশ্বেভিক বিপ্লৱৰ সাফল্য, মহাত্মা গান্ধীৰ আবিৰ্ভাৱ আদিয়ে কংগ্ৰেছক বেলেগ মাত্ৰিক প্ৰদান কৰে। এনেকৈ জাতীয় জীৱনৰ পৰিৱৰ্তনৰ লগে লগে ভাৰতীয় সাংবাদিকতাই গঢ়লৈ নিজস্ব গতিত আগবাঢ়ি যায়।

উনবিংশ শতিকাৰ পঞ্চাছৰ দশকত অসমত ৰাজনৈতিক চেতনাৰ সূত্ৰপাত হৈছিল। তাৰ আৰম্ভণি মণিৰাম দেৱান (১৮০৬-৫৮) আৰু আনন্দৰাম ঢেকিয়াল ফুকনে (১৮২৯-৫৯) মিছনৰ ওচৰত দিয়া আবেদন পত্ৰৰ যোগেদি অসমীয়া ৰাজনৈতিক আকাঙ্ক্ষাৰেই ভুমুকি মাৰিছিল। তাৰ জেৰ ধৰিয়ে অসমৰ ৰাজনৈতিক চিন্তা-চৰ্চাৰ পাতনি আৰু ক্ৰমান্বয়িতাৰ বিশ্লেষণ কৰিব পাৰি। ডঃ অমলেন্দু গুহই ১৮৮০ চনৰ পৰা ১৯৪৭ চনলৈকে— এই সময়ছোৱাৰ ৰাজনৈতিক ইতিহাসক তিনিটা অধ্যাযত ভগাইছে।[৫৬] অৱশ্যে প্ৰতিটো অধ্যায়ৰ চৰিত্ৰ বেলেগ বেলেগ আছিল; সেই মতে :

১। জিলাকেন্দ্ৰিক একাধিক অনুষ্ঠানৰ যুগৰ পৰা ১৯০৩ চনলৈ

২। ব্ৰহ্মপুত্ৰ উপত্যকাত বিয়পি পৰা অসম এছোচিয়েচনৰ যুগ (১৯০৩-১৯২০)

৩। অসম প্ৰদেশ কংগ্ৰেছৰ নেতৃত্বত জাতীয় আন্দোলনৰ যুগ (১৯২১-১৯৪৭)

চন্দ্ৰকুমাৰ আগৰৱালা কলিকতাত থকা কালত কেউপিনে ৰাজনৈতিক চিন্তা-চৰ্চাৰ আৰম্ভণি হৈছিল। তাৰ প্ৰমাণ অনেক আছে। ১৮৭৬ চনত কলিকতাত স্থাপিত "ইণ্ডিয়ান এছোচিয়েচনে" সমগ্ৰ ভাৰতবাসীক এক ৰাজনৈতিক মঞ্চলৈ অনাৰ প্ৰয়াস পাইছিল। সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে এই প্ৰসঙ্গটো উল্লেখ কৰি বংগৰ নেতাসকলৰ তেতিয়াৰ আকাঙ্ক্ষাৰ কথা বিশ্লেষণ কৰি দেখুৱাইছে।[৫৭] এই কাম যে যাইকৈ সংবাদ-পত্ৰৰ মাধ্যমতে কৰা হৈছিল, তাত সন্দেহ কৰিবলগীয়া নাই। ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছে (১৮৮৫) গ্ৰহণ কৰা উদ্দেশ্য বাস্তৱলৈ অনাত সংবাদ-পত্ৰই সহায় কৰিছিল। সেই সময়ত ভাৰতৰ প্ৰায়বিলাক নেতাই হয় সংবাদ-পত্ৰৰ মালিক আছিল, নাইবা সংবাদ-পত্ৰৰ বাবে লিখিছিল। সাংবাদিকতাক ৰাষ্ট্ৰীয় সেৱাৰ অংগ কৰি লোৱা হৈছিল আৰু সেই হিচাপে সংবাদ-পত্ৰ হৈ পৰিছিল— ৰাজনৈতিক অংশগ্ৰহণৰ অংগ স্বৰূপ।[৫৮]

"জোনাকী"ৰ গুৰি ধৰোতাই নতুনকৈ সংবাদ-পত্ৰ "অসমীয়া" উলিয়াই ১৯১৮ চনত ৰাজনীতি নিৰপেক্ষ হৈ থাকিব নোৱৰাই স্বাভাৱিক। কাগজখন ওলোৱাৰ সময়ত ১৯১৮ চনৰ ডিচেম্বৰত অসম ছাত্ৰ সন্মিলনৰ ডিব্ৰুগড অধিবেশনত সভাপতি কৰি পদ্মনাথ গোসাঁঞিবৰুৱাইও ছাত্ৰ সন্মিলনৰ নিয়ম ৰাজনীতি কৰিব নালাগে বুলি উল্লেখ কৰা কথাৰ সমালোচনা কৰি কৈছিল : "অসম ছাত্ৰ সন্মিলনৰ নিয়মে দঢ়াই কৈছে যে সেই সমাজত ৰাজনৈতিক বিষয়ৰ আলোচনা কৰিব নাপায়। গতিকে এই বিষযে প্ৰবল ইচ্ছা থকা স্থলতো তাৰ পৰা ক্ষান্ত হোৱা গ'ল। কিন্তু ৰাজনৈতিক আলোচনা ছাত্ৰ সমাজত হ'ব নাপায় কিয়, সেই বিষয়ে এনে সমাজত দু আষাৰ বুজনি দিবলৈ গ'লেও কিয দায লাগে, তাকেহে সুধিবলৈ মন যায। ছাত্ৰ জীৱনত ৰাজনৈতিক শিক্ষা লাভ নোহোৱাত, অন্ততঃ তাৰ আভাসগ্ৰাসী হ'ব নোৱাৰাটোহে পিছত বুঢ়া শালিকা দেশহিতৈষীযে ৰাজনৈতিক মাত ল'ব লগাত পৰে আৰু ফলত সেই গুৰুতৰ বিষযে কেৰ ভাঙি কথা ক'ব নাজানি অনেক অনেক বিধৰ প্ৰমাদ ঘটায, এই কথা কোনে নাজানে ?"[৫৯]

অসম ছাত্ৰ সন্মিলনে কেনেকৈ অসমত ৰাজনৈতিক শিক্ষা তথা চিন্তা-চৰ্চা আৰু কাৰ্যকলাপৰ গুৰি ধৰি ৰাজ্যখনক আগলৈ নিব লগা হৈছিল, সেইটো বেলেগে আলোচনা কৰিব লগা বিষয়। কিন্তু ৰাজনৈতিক বিষযে চিন্তা-চৰ্চা কৰাৰ প্ৰয়োজনীয়তাৰ সম্পৰ্কত গোহাঁঞি বৰুৱা ডাঙৰীযাই মত প্ৰকাশ কৰাটো ওলাই পৰিছে, চন্দ্ৰকুমাৰ আগৰৱালাও একে লুৰিৰে অসমীয়া নেতা। এই বছৰতে প্ৰকাশ পোৱা "অসমীয়া"ই আত্মপ্ৰকাশ কৰিয়ে ভাদমহীয়া প্ৰথম সংখ্যাতে "স্বৰ্গতো অধিক জনমভূমি"ৰ ব্ৰত সংকল্প লৈযে ১৯২৭ চনৰ ২০ আগষ্ট তাৰিখে ভাৰত সচিব মণ্টেগু চাহাবে কৰা ভাৰত শাসন নীতি আৰু প্ৰণালী সংস্কাৰ সমন্ধত মন্তব্য দিছিল। অৰ্থাৎ ৰাজনীতিৰেই আত্মপ্ৰকাশ কৰিবলগীয়া হোৱাটো অৱধাৰিত বিষয় কিয আছিল, তাৰ গুৰি কথা বুজা টান নহয়। এনে প্ৰয়োজনীয়তা উপলব্ধি কৰিয়েই "অসমীয়া"ই বেলেগ দৃষ্টিভংগী পোষণ কৰিবলগীয়া হ'ল।

এই মৰ্মে কাকতখনে আদি ছোৱাতে লিখিছিল এনেদৰে : "ৰাজনৈতিক আন্দোলন নথকা

প্ৰদেশবোৰেই ভাৰতত সকলোতকৈ পাছপৰা। একোটা ৰাজনৈতিক সুবিধা প্ৰজা সাধাৰণৰ অৱস্থা ইমান ভাল কৰিব পাৰে যে দিনে-ৰাতিয়ে মূৰৰ ঘাম ভৰিত পেলাই পৰিশ্ৰম কৰিও প্ৰজা সাধাৰণে নিজৰ অৱস্থা তেনেদৰে ভাল কৰিব নোৱাৰে। উদাহৰণ স্বৰূপে কওঁ, গাত বল নোহোৱা এটা দুৰ্বল মানুহে প্ৰাণ-পণে চেষ্টা কৰিও এটা কাবুলী ডকাইত এটাৰ সমান বলী হ'ব নোৱাৰে, কাজেই সি ডকাইতৰ সকলো অত্যাচাৰ সহি থাকিবলৈ বাধ্য হয়। কিন্তু আজি যদি অস্ত্ৰ আইন ৰহিত হয়, তেনেহ'লে একেদিনাই সি ডকাইতটোৰ লগত তুল্যবলশালী হৈ পৰিব। কিয়নো বন্দুক হাতত থকা দুৰ্বলীটোও সিমান বলী। বন্দুকে ক্ষন্তেকতে দুইৰো বল সমান কৰি পেলাব। এনে উদাহৰণ অসংখ্য দিব পাৰি। অভিজ্ঞ সভাসদে ৰাজনৈতিক কৌশল খটাই দেশৰ যিমান উপকাৰ কৰিব পাৰে মূৰ্খ চহাই টঙনা টঙনি কৰি প্ৰাণ-পাত কৰিও তাৰ ওচৰ চাপিব নোৱাৰে। অতএৱ ৰাজনৈতিক আন্দোলন কাৰণেই শিক্ষা আৰু আইন সঙ্গতভাৱে ৰাজনৈতিক আন্দোলন কৰা দেশহিতৈষী মাত্ৰকে মহা কৰ্ত্তব্য।"

("অসমীয়া" ৪ এপ্ৰিল, ১৯১৯চন, ৩২শ সংখ্যা)

গোহাঁই এবৰুৱাৰ দৰে অসমীয়া দেশহিতৈষী সাহিত্যিক চিন্তানায়কৰ চিন্তাধাৰাৰ ভিন্ন প্ৰকাশ ঘটিছে "অসমীয়া"ৰ পাতত। কাকতখনে শাসন সংস্কাৰ সম্বন্ধত বিস্তাৰিতভাৱে মতামত প্ৰকাশ কৰি থাকি জনমত গঢ়াৰ প্ৰয়াস পাইছিল। ইংৰাজ জাতিৰ লগ হোৱাত "আমাৰ কি মঙ্গলৰ ব্যৱস্থা" হৈছে, সেই বিষয়ে উল্লেখ কৰা হ'লেও এই সময়ছোৱা যে "ভাৰতৰ ইতিহাসৰ এটা সন্ধিস্থল', তাক স্বীকাৰ কৰা হৈছে আৰু কোৱা হৈছে যে মণ্টেগু চেমচ্ ফোৰ্ড ৰিপ'ৰ্ট মতে সংস্কাৰ হ'লে আমাৰ শাসন আগবাঢ়িব— ইয়াকে গমি চাই সকলো ৰাইজে গোট খাই ৰজাৰ ওচৰত গোহাৰি জনাব পাৰিব। কিয় তেওঁবিলাকৰ প্ৰস্তাৱ বিলাক যি দৰকাৰসমূহ পৰিৱৰ্তন হ'ব পাৰে।" (অসমীয়া, প্ৰথম সংখ্যা ৯ ভাদ, ১৮৪০ শক) ইয়াত "শাসন প্ৰণালী ৰাইজৰ গুৰিত দায়ী হোৱা" আৰু সকলো ৰাইজ গোট খাই ৰজাৰ ওচৰত গোহাৰি জনোৱাৰ কথা প্ৰকাশ কৰাটো মন কৰিবলগীয়া।

কাকতখনে সম্পাদকীয় মতামতৰ যোগেদি জনমত গঠন কৰাত গুৰুত্ব দিয়াটো স্পষ্ট কৰি দিছে। কাকতখনে অতিশয় গুৰুত্বসহকাৰে ভাৰতবাসীক দিব খোজা, শাসন সংস্কাৰ গ্ৰহণ কৰাত জোৰ দিছিল। আনকি ভূতপূৰ্ব বৰলাট লৰ্ড লান্সডাইনে শাসন সংস্কাৰৰ বিৰোধিতা কৰাত কটু সমালোচনা কৰা দেখা যায়। কাকতখনৰ মতে যিজন শাসকে দীঘলীয়া শাসনৰ মূৰতো ভাৰতবাসীক বিশ্বাসৰ চকুৰে চাব নোৱাৰিলে, সেইটো পুতৌ কৰিব লগীয়া কথা হৈছে। এনে শাসন সোনকালে দিয়াৰ বিপক্ষে মত দিব নিদিয়াত কাকতখনে আশা প্ৰকাশ কৰি দিয়া চোকা মন্তব্য মন কৰিবলগীয়া। ইয়াত কোৱা হৈছে :

"আজি ডেৰশ বছৰে ইংৰাজসকলে এই একেষাৰ কথাকেই কৈ আহিছে যে তেওঁলোকে ভাৰতবাসীক মানুহ কৰিব। ভাৰতবাসীক নিজৰ স্বাৰ্থ নিজে চম্ভালিব পৰা কৰি দিব আৰু সেই উদ্দেশ্যেৰেই তেওঁলোকে ভাৰতৰ শাসনভাৰ লৈছে। সেইখিনি কথাৰে সেই আজি তেওঁলোকৰে এদল উদাৰ ৰাজনৈতিকে আইন বন্ধ কৰিবলৈ ওলাল, সেই মুহূৰ্ত্ততে এনেবিলাকত প্ৰতিবন্ধক জন্মাবলৈ আন এদল সংস্কাৰক উপস্থিত। ....আমি কওঁ ভাৰতবাসীয়ে এইবিলাক কথাকে চাই দৃঢ়ভাৱে শাসন প্ৰস্তাৱৰ সমৰ্থন কৰক। লৰ্ড লান্সডাইনকো আমি ক'ব খোজো যে তেৰোঁ যেন মনত ৰাখে— Great empire and little mind go ill together বৃটিছ সিংহক ভয়াতুৰ দেখিলে আমি লাজ পাওঁ।" ("অসমীয়া", ১৮ নৱেম্বৰ, ১৯১৮ চন)।

বৃটিছ সিংহক সমালোচনা কৰাত কাকতখনে স্বাভাৱিকতে কঠোৰ ভাষা প্ৰয়োগ কৰিছে আৰু ঔপনিৱেশিক শাসকৰ আলহী চৰকাৰৰ ঠাইত ভাৰতৰ নিজা শাসন প্ৰতিষ্ঠাৰ হকে মাত মাতি জাতীয় আন্দোলনক সম্পূৰ্ণ সমৰ্থন কৰি গৈছিল। মণ্টেগু চেমচফোৰ্ড সংস্কাৰৰ সম্বন্ধে "মুকলি চ'ৰাত" এক মন্তব্য পোৱা যায় : "..... প্ৰশ্নাৱলীয়ে আমাৰ অইন একো উপকাৰ নকৰিলেও অন্ততঃ এই চাহ খেতিয়কসকলৰ শাসনৰ পৰা মুক্তি দিব বুলি আমাৰ মনেৰে আশা কৰিছিল। পিছে অলপতে চীফ কমিশ্যনাৰ অনাৰেবল মিঃ বীটছনবেল্স চাহাব বাহাদুৰৰ কাউন্সিলৰ বক্তৃতা পঢ়ি অনেকৰ সেই আশা নোহোৱা হৈছে। আৰু তেখেতৰ বক্তৃতাৰ পৰা এইটো কথা ফটফটীয়াকৈ অনুমান কৰিব পাৰি যে অসমীয়া বঙালী, হিন্দু-মুছলমান, আহোম-বামুণ যেয়ে যিহকে পাতক-নাপাতক, চাহ খেতিয়ক বৃটিছ প্ৰবাসীসকলৰ স্বাৰ্থ হ'লে ষোল অনা অটুট ৰাখিবলৈ নতুন শাসন পদ্ধতিত দিহা হ'ব লাগিব। এইবিলাক দেখি শুনিহে আসামত স্বায়ত্ত শাসনে স্বায়ত্ত শাসন ৰূপ ধৰেহি বুলি মনত আশংকা জন্মে। সেই দেখি আশা কৰোঁ, অসমীয়া জাতিৰ এই অমংগল প্ৰতিকাৰ কৰিবলৈ আপুনি আৰু আমাৰ নেতাসকলে সময় থাকোতেই পুৰুষাৰ্থ কৰে।"

"মুকলি চ'ৰা"ত "কু-সংস্কাৰ"ৰ নামত প্ৰকাশিত মন্তব্যখিনি মন কৰিবলগীয়া আৰু জাতীয় অস্তিত্ব ৰক্ষাত কাকতখনৰ সজাগতা সদায় স্পষ্ট।

ওপৰত এটা মাত্র দৃষ্টান্ত দাঙি ধৰা হৈছে। কাকতখনৰ সম্পাদকীয় স্তম্ভৰ উপৰি "মুকলি চ'ৰাত" এনেদৰে ৰাজ্যৰ বাবে লাগতিয়াল বিষয়ত স্পষ্ট মন্তব্য দিয়া হৈছিল। কংগ্রেছ বা জাতীয় মহা সমিতিৰ ক্ষেত্রত কাকতখনে গুৰিৰে পৰা সুকীয়া স্থিতি লোৱা দেখা যায়। এইটো কাকতখনৰ শেষ অৱস্থালৈকে অব্যাহত হৈছিল। দৃষ্টান্ত ৰূপে আদি অৱস্থাত (১৯১৮ চনৰ ২৬ ডিচেম্বৰত) দিল্লীত বহা ভাৰতবৰ্ষীয় জাতীয় সমিতিৰ (নিখিল ভাৰত ৰাষ্ট্রীয় কংগ্রেছ কমিটী) সভাপতি মদন মোহন মালব্যৰ অভিভাষণ বিশ্লেষণ কৰোতে কাকতখনে স্পষ্টভাৱেই কৈছিল যে "আমাৰ বিবেচনা মতে হ'লে পৃথিৱীৰ বৰ্তমান অৱস্থালৈ চাই তেখেতে (মদন মোহন মালব্যই) আমাৰ ফলীয়া আৰু বহুতো কথা ক'ব পাৰিলেহেঁতেন আৰু মোটতে তেখেতে উনুকিউৱা কথাখিনিৰ ভিতৰতো আমাৰ ন্যায্য সকলো আশা পূৰ্ণ হ'বৰ সম্ভাৱনাৰ চিহ্ন দেখা নাই।"

(সম্পাদকীয়, 'অসমীয়া' ৫ জানুৱাৰী, ১৯১৯ চন।)

জাতীয় স্বার্থত কাকতখনে অবশ্যে কংগ্রেছক সমালোচনামূলক সমৰ্থন (critical support) দি আহিছে, সেই হিচাপে কাকতখনে কংগ্রেছৰ চৰম আৰু নৰম পন্থীৰ মাজত মতভেদ হোৱাতেই "ভাৰতৰ এই নতুনকৈ উঠি অহা ৰাজনৈতিক জীৱনৰ পক্ষে ই এটা বৰ দুখৰ কথা বুলিব লাগে" বুলি মন্তব্য কৰিছে। কংগ্রেছৰ ক্ষেত্রত কাকতখনৰ দৃষ্টিভঙ্গী সংঘৰ্ষমূলক নাছিল। বৰং কংগ্রেছৰ যোগেদিহে জাতীয় হিত সাধন হ'ব বুলি গণ্য কৰিছিল আৰু এই পথৰ বাধাবিলাক দূৰ কৰি জনসাধাৰণক সচেতন কৰি তুলিবৰ বাবে একান্ত প্ৰয়াসী হৈছিল।

ফলস্বৰূপে অসমত কংগ্রেছ আন্দোলন আন প্ৰদেশৰ তুলনাত দুৰ্বলকৈ হয় — বিশেষকৈ অসম উপত্যকাত ১৯২০ চনত মহাত্মাৰ প্ৰেম প্লাৱ আৰু কৰ্ণিংহাম চাৰ্কুলাৰেই অসমবাসীক জগাই তোলে। বিদেশী বস্ত্ৰ বৰ্জন আৰু মাদকদ্ৰব্য বৰ্জনৰ বাবে অসমবাসীয়ে যি ৰাজহুৱা মত গ্ৰহণ কৰিছিল, তাৰ প্ৰচাৰৰ বাহন হৈছিল সংবাদ-পত্ৰত। ইয়াৰ ফলত "অসমৰ প্ৰত্যেক গাৱঁৰে মাৰ বান্ধি এই মত কাৰ্যত খটুৱায়। ফলত এইবিলাক বস্তুৰ প্ৰচলন সমাজত নিন্দনীয় হৈ উঠিছে।"

(অসমীয়া, সম্পাদকীয়, মোহন চন্দ্ৰ মহন্ত (সম্পাদক) ১৯৩০ চন, ৩০ নৱেম্বৰ।)

মন কৰিবলগীয়া কথাটো হ'ল— তাহানিৰ ৰাইজৰ প্ৰতিবাদী আন্দোলন (পথৰুঘাট, ফুলগুৰিৰ ধেৱা)ৰ দৰেই গাৱঁৰ ৰাইজে তথাকথিত নেতাৰ আদেশলৈ অপেক্ষা নকৰি স্বাধীনতা আন্দোলনত জপিয়াই পৰিছিল। কাকতখনে এনেদৰেও এই প্ৰসংগত মন্তব্য কৰিছিল যে "মহাত্মাৰ আন্দোলনে আজি নিৰক্ষৰ গাৱঁলীয়া আৰু গাৰ্হ্যী উকিলক একে শাৰীতে থিয় কৰালে। সেই দেখি অসমীয়া গাৱঁলীয়াই আজি বি-এ, এম-এ পাছ কৰাসকল নাইবা উকিল মুক্তিয়াৰসকলৰ নেতৃত্ব নহ'লেও চলিব পৰা হৈছে। ...এতিয়া গাৱঁলীয়া ৰায়তে বেছকৈ বুজি লৈছে যে মহাত্মাৰ পন্থাৰ বাহিৰে আৰু মুক্তিৰ অন্য উপায় নাই। সেই দেখি উকিল মুক্তিয়াৰ বা কলেজীয়া ছাত্ৰৰ নেতৃত্বলৈ বাট নাচাই আজি গাৱঁলীয়াই নিজে নিজে আগবাঢ়ি ওলাইছে। তেওঁলোকে আজি মহাত্মাৰ বাক্য গুৰুবাক্য ধৰা দি ধৰি লৈছে আৰু বেছকৈ বুজিব পাৰিছে যে অহিংস নীতিত অটল থাকিব পাৰিলে নেতাৰ দৰকাৰ নাই।" জনসাধাৰণৰ এনে আত্মবিশ্বাস সঞ্চাৰ কৰাত আৰু ইয়াৰ বিপৰীত ভাবধাৰাৰ স্বৰূপ দাঙি ধৰি মূল আদৰ্শ উজ্জ্বলাই তোলাত 'অসমীয়া'ৰ বৰঙণি অপৰিসীম।

গান্ধীজীয়ে ভাৰতৰ সৰ্বত্ৰ পোৱা দৰেই অসমতো সংবাদ পত্ৰৰ পৃষ্ঠপোষকতা লাভ কৰিছিল। ইয়াৰ ফলস্বৰূপে ভাৰতৰ দৰেই অসমতো সংবাদ-পত্ৰ বিশেষকৈ তেতিয়া প্ৰচলিত হৈ থকা 'অসমীয়া'ই জাতীয় আন্দোলনৰ লগত একাত্ম হোৱাত এই কাকতৰ মতামত আৰু আকাৰ প্ৰকাৰৰ গুৰুত্ব ভাৰতীয় সংবাদ পত্ৰৰ দৰেই হৈ পৰিছিল— অৰ্থাৎ জাতীয় আন্দোলনৰ গতি প্ৰকৃতিয়ে কাকতৰ গতি-প্ৰকৃতিৰ নিৰ্ণায়ক হৈ পৰিছিল। ১৯৪৭ চনলৈকে একে গতিৰেই সংবাদ পত্ৰবিলাক চলিছিল। 'হিতবাদ' কাকতৰ মুখ্য সম্পাদক এ ডি মণি এম পিয়ে এই প্ৰসংগত মন্তব্য দি লিখিছে "The fact that the Newspapers had to function as the spearhead of the nationalist movement left its indelible mark on the profession as a whole and on the format of the press in the country „

'অসমীয়া' কংগ্রেছৰ মুখপাত্র হয় নে নহয়, এনে পটভূমিত বিচাৰ কৰি চাবলগীয়া। জাতিৰ দাপোণ আৰু ইতিহাসৰ খচৰা স্বৰূপ সংবাদ-পত্ৰই সমাজ আৰু সময় চেৰাই সুকীয়াভাৱে থিয় দিব নোৱাৰে। দেশৰ মানুহখিনিয়ে সংবাদ-পত্ৰৰ একমাত্ৰ সম্পদ। সেই বাবে এই সাধাৰণ মানুহখিনিৰ স্বাৰ্থৰ বিপৰীতে সংবাদ-পত্ৰ যাব নোৱাৰে। সেই বাবে কাকতখনে যিবিলাক নতুন ৰাজনৈতিক দলে কংগ্রেছৰ বিপৰীতে জন্মলাভ কৰি আগবাঢ়ি আহে, সেইবিলাকৰ কাৰ্যসূচীৰ জনভিত্তিৰ আৰু জনস্বাৰ্থৰ অগ্ৰাধিকাৰৰ বিষয়ে পৰ্যালোচনা কৰি কটু

সমালোচনা কৰা দেখা যায়। এই প্ৰসংগত অসমত নতুনকৈ 'অসম জাতীয় দল' গঠন হোৱা সময়ত কৰা সম্পাদকীয় মন্তব্য উল্লেখযোগ্য। 'যদিও শুৱলা শুৱলা ইংৰাজী শব্দেৰে এই উদ্দেশ্য পত্ৰ (চন্দ্ৰধৰ বৰুৱাৰ সভাপতিত্ব গঠিত অসম জাতীয় দল) লিখা হৈছে, তথাপি অলপ ভালকৈ চালে দেখা যায় যে এই দলৰ মুখ্য উদ্দেশ্য হৈছে-- প্ৰজাবিৰোধী গৱৰ্ণমেণ্টৰ সৈতে সংযোগ কৰি নিজৰ স্বাৰ্থ পূৰণ। এই মন্ত্ৰী, মৌজাদাৰ, মডাৰেট, মাৰোৱাৰী প্ৰভৃতি ম-কাৰ যুক্ত প্ৰজাৰ স্বাৰ্থ বিৰোধী লোকৰ দ্বাৰাই গঠিত দলৰ উদ্দেশ্য যে নিজ স্বাৰ্থ সিদ্ধিৰ বাহিৰে অন্য একো হ'ব নোৱাৰে, তাক থিৰাংকৈ ক'ব পাৰি।" (অসমীয়া, ১৬ ফেব্ৰুৱাৰী ১৯৩০ চন, সম্পাদক লক্ষ্মীনাথ ফুকন।)

ইয়াত এই বুলিও উনুকিয়াই দিয়া হৈছে-- "সৰ্বসাধাৰণৰ বাবে এই জাতীয় দলৰ উদ্দেশ্য পত্ৰত একেষাৰ কথা উল্লেখ থকা দেখা নাযায়। এই কথাষাৰ হৈছে- সকলো শ্ৰেণী আৰু সম্প্ৰদায়ৰ মানুহ আৰু অসমৰ কৃষক আৰু বনুৱাসকলৰ মানসিক আৰু আৰ্থিক উন্নতিৰ কাৰণে ইচ্ছা। বঙালী, মাৰোৱাৰী আৰু চাহ বাগিচাৰ মালিক প্ৰভৃতি সম্প্ৰদায়বিলাক যে এই বিষয়ে সম্পূৰ্ণ উদাসীন তাক তেওঁলোকে নেজানে নে কি? যদি এই সম্প্ৰদায়বিলাকৰ স্বদেশ প্ৰীতিৰ ওপৰত নিৰ্ভৰ কৰি এই জাতীয় দলৰ সৃষ্টি হৈছে, তেনেহ'লে তাৰ ফল কি ফলিব তাক অনুমান কৰা কঠিন নহ'ব।" (উক্ত সম্পাদকীয়)।

কিছুমান নিৰ্দিষ্ট সদস্যাৰ উল্লেখ কৰি জনসাধাৰণৰ স্বাৰ্থৰ পৰিপ্ৰেক্ষিত সমালোচনা কৰাটো মন কৰিবলগীয়া। লক্ষ্মীনাথ ফুকনৰ এই সম্পাদকীয়ত কোৱা হৈছে: "অসমীয়া ৰাইজৰপক্ষে খাজানাৰ সমস্যাটো বৰ ডাঙৰ সমস্যা। এই বিষয়ে তেওঁলোকে উদ্দেশ্য-পত্ৰত কৈছে যে জইণ্ট পাৰ্লামেণ্টৰী কমিটীৰ নিৰ্দিষ্ট পথত খাজানাৰ আইন প্ৰণয়নত তেওঁলোকে সাহায্য কৰিব, কিন্তু সিমানেইহে মাথোন, তাৰ বাহিৰে তেওঁলোকৰ একো মন্তব্য নাই। সঁচাকৈয়ে এই জাতীয় দলৰ প্ৰজা প্ৰীতি দেখি আমি চমৎকৃত হৈছো।"

(অসমীয়া, ১৯৩০ চন, ১৬ ফেব্ৰুৱাৰী)

কংগ্ৰেছৰ বিৰোধী ৰাজনৈতিক দলবিলাকৰ বেলিকা এনে দৃষ্টিভঙ্গী গ্ৰহণ কৰোতে স্বাভাৱিকতে 'অসমীয়া'ই কংগ্ৰেছৰ প্ৰতি সহনশীল হৈও দলটোৰ ক্ষেত্ৰত সমালোচনামূলক যুক্তিনিষ্ঠ দৃষ্টিভঙ্গী লোৱাও দেখা যায়। সেই বাবে কাকতখনৰ স্বতন্ত্ৰতা বা নিৰপেক্ষতা সন্দেহ কৰিবলগীয়া নহয়।

স্বাধীনতা লাভ কৰাৰ পিছত কংগ্ৰেছ দলটো থাকিব লাগে নে নেলাগে, থাকিলে ইয়াৰ নতুন ৰূপ কেনে হোৱা উচিত-- এই বিষয়ে অসমীয়াত হৰেন্দ্ৰ নাথ বৰুৱাৰ সম্পাদকীয়ত বিস্তাৰিত আলোচনা কৰা হৈছিল। এই প্ৰসংগত লিখিছে, "বহুতে স্বৰাজ লাভৰ পিছত কংগ্ৰেছৰ অস্তিত্ব ৰখাৰে এতিয়া আৱশ্যক নাই বুলি অভিমত প্ৰকাশ কৰিছে আৰু এই লোকসকলৰ ভিতৰত কিছুমান অতিশয় দেশপ্ৰেমিক আৰু একনিষ্ঠ কংগ্ৰেছ সেৱকো আছে। এই সকলৰ ভিতৰত এদলৰ একমাত্ৰ যুক্তি হৈছে এই যে ভাৰতবৰ্ষই স্বৰাজ পোৱাৰ লগে লগে কংগ্ৰেছে নিজৰ লক্ষ্যত উপনীত হ'ল আৰু কংগ্ৰেছ অনুষ্ঠানৰ কাৰ্য শেষ হ'ল। সেই কাৰণে কংগ্ৰেছখন ভঙ্গ কৰি দিব লাগে। আন দলে অকল কংগ্ৰেছৰ লক্ষ্য সাধিত হ'ল বুলিয়েই নহ'ব-- আন কিছুমান কাৰণ দৰ্শাই কংগ্ৰেছখনৰ বিলোপ সাধন কৰাই বাঞ্ছনীয় বুলি কৈছে।

"...স্বাধীনতা পোৱাৰ পিছত যে দেশখন নতুনকৈ গঠন কৰিব লাগিব আৰু কংগ্ৰেছে সেই কাৰ্যও সম্পন্ন কৰিবলৈ বিচাৰে, সেই কথা কংগ্ৰেছে বাৰম্বাৰ ঘোষণা কৰি আহিছে আৰু কেনে প্ৰণালী আৰু আদৰ্শত সেই পুনৰ্গঠন কাম কৰিব তাৰো এটা আঁচনি দেশবাসীৰ আগত দাঙি ধৰিছে। এতিয়া আন একো কাৰণে নহ'লেও সেই উদ্দেশ্য সাধনৰ কাৰণেই কংগ্ৰেছ অনুষ্ঠান সম্প্ৰতি বাহাল ৰখা উচিত।

"সম্প্ৰতি কংগ্ৰেছৰ ভৱিষ্যৎ সম্পৰ্কে এই গোটেই প্ৰশ্নটো নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে নিয়োগ কৰা এটা নিয়মতন্ত্ৰ চাব কমিটীৰ বিবেচনাধীন হৈ আছে।

"উপৰোক্ত উদ্দেশ্য সাধনৰ কাৰণে কংগ্ৰেছখনক এটা নতুন ৰূপ দি সম্প্ৰতি ৰখাটো আমিও নীতিগতভাৱে সমৰ্থন কৰোঁ।"

(সম্পাদকীয়, অসমীয়া, ৭ ফেব্ৰুৱাৰী, ১৯৪৮ চন)

কংগ্ৰেছক নতুন ৰূপ দি সময়ৰ উপযোগী কৰি গঢ়ি তুলিবলৈ "অসমীয়া"ই মত পোষণ কৰাটো স্পষ্ট। অসমত খণ্ডীয়া-খুচুৰা দল গঠন কৰি খেলি-মেলি লগাই দিয়াতকৈ দেশ গঠনৰ সময়ছোৱাত কংগ্ৰেছৰ নৱৰূপায়ণৰ সপক্ষে মাত দি দেশ গঠনৰ দায়িত্ব লোৱাটো কাকতখনে কামনা কৰিছিল। মন কৰিব লগা কথাটো হ'ল--- সেই সময়ত কংগ্ৰেছৰ ভিতৰত বহুতো গোষ্ঠীৰ সৃষ্টি হৈছিল। গণতান্ত্ৰিক পদ্ধতিৰ নিৰ্বাচনৰ বাবে সেইবিলাকক সুবিধা দিয়াৰ কথাটো উপস্থিত হোৱা স্বাভাৱিক। এনে অৱস্থাত 'অসমীয়া'ই কিন্তু কংগ্ৰেছৰ সপক্ষেহে মত প্ৰকাশ কৰিছিল। কাকতখনৰ এনে দৃষ্টিভংগীত কংগ্ৰেছৰ সপক্ষে অন্ধ সমৰ্থন নাছিল বুলি কোৱাৰ থল আছে। যি কংগ্ৰেছৰ

"মুখ-পত্ৰ" বুলি অভিহিত কৰিব খোজা দেৱকান্ত বৰুৱাইও এই কাকততে কংগ্ৰেছক চোকা ভাষাৰে সমালোচনা কৰি জনস্বাৰ্থ ৰক্ষাৰ বেলিকা নিৰপেক্ষতাৰ দৃষ্টান্ত দাঙি ধৰিছিল। "যোগ্যতা, যোগ্যতা, যোগ্যতা" শীৰ্ষক সম্পাদকীয়ত তেওঁ লিখিছিল : "দেশৰ ভিতৰুৱা শান্তি ৰক্ষা আৰু বিদেশী আক্ৰমণৰ পৰা আত্মৰক্ষা কৰাও বৰ্তমান অৱস্থাত বহু গুণে টান আৰু জটিল হৈ পৰিছে। গতিকে যিবিলাক মানুহৰ হাতত এই সকলোবোৰ গধুৰ আৰু টান কামৰ ভাৰ পৰে, তেওঁলোকৰ যোগ্যতা বৰ ওখ খাপৰ হ'ব লাগিব।

"যদি আমাৰ দেশত গণতান্ত্ৰিক চৰকাৰ স্থাপন কৰি ৰাইজৰ সৰ্বাঙ্গীন উন্নতি আৰু মঙ্গল কৰা আমি বাঞ্ছা কৰোহক, তেনেহ'লে আমাৰ প্ৰতিনিধিসকল শিক্ষিত, সুযোগ্য, কৰ্মিলা আৰু চৰিত্ৰবান হ'ব লাগিব। কিন্তু এইটো দুখেৰে সৈতে ক'ব লাগিব যে অসম পৰিষদলৈ যিসকল সদস্য ৰাইজৰ প্ৰতিনিধি হৈ গৈছে, তেওঁলোকৰ সৰহভাগৰে ওপৰত কোৱা একান্ত লাগতিয়াল গুণ কেইটাৰ অভাৱ। অৱশ্যে যোগ্যতাৰ অভাৱ আমাৰ সদস্য সকলৰে একচেটীয়া সম্পত্তি, এনে নহয়। ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশতো এই অসুবিধাই দেখা দিছে।

"আমি দুখেৰে যে অৱস্থাৰ ফেৰত কংগ্ৰেছে ভালেমান ক্ষেত্ৰত নিৰ্বাচনত জিকিবলৈ কাঠৰ মূঢাকো প্ৰাৰ্থীৰূপে থিয় কৰাব লগীয়া হৈছিল। কংগ্ৰেছৰ মূৰত পানী এচলু ঢালিলে, ৰাইজৰ মংগলৰ বাবে কোতিয়াও ইফালৰ কুটা সিফালে নকৰা স্বাৰ্থপৰ মানুহকো ভোট দিবলৈ কংগ্ৰেছে জনসাধাৰণলৈ নিবেদন জনাব লগীয়া হৈছিল। 'নেশ্যনেল হেৰাল্ডে' কোৱাৰ দৰে তেতিয়া মেম্বৰসকলৰ কাম আছিল হাত দঙা, গতিকে ৰাইজেও স্বাধীনতা সংগ্ৰামৰ সৈন্য বাহিনী হিচাপে কংগ্ৰেছ অনুষ্ঠানৰ কথা মতে কাঠৰ মূঢা, ঢেকীৰ-ঠোৰা আৰু কোনো কোনো ক্ষেত্ৰত চোতাল সৰা বাঢনিকো প্ৰতিনিধি নিৰ্বাচিত কৰি পঠাইছিল। এতিয়া দেশ গঠনৰ সময়, এতিয়া ওপৰত উল্লেখ কৰা প্ৰতিনিধিসকলৰ পৰা কিবা কামৰ আশা কৰিলে তেওঁলোকক মস্কৰা কৰাহে হ'ব।

"কিন্তু দলতকৈ দেশ ডাঙৰ। আমি ভাবো যে জোঁৰ পুৰি হাত পালেহি। এতিয়াৰ পৰা ৰাইজ সজাগ নহ'লে দেশৰ সৰ্বনাশ হ'ব। অঁকৰাই মৈত উঠি ভাল পায় আৰু উঠিবলৈ পালে সতকাই নানামে; কিন্তু চিৰদিন অকৰাক মৈত তুলি ৰং চাবলৈ গ'লে খেতি নহ'ব আৰু বছৰৰ ভাত মুঠিৰে সততে মুদা মাৰিব।"

(সম্পাদকীয়, ১৩ ডিচেম্বৰ, ১৯৪৭ চন)

চোকা ভাষাৰে বাস্তৱ পৰিস্থিতিৰ পৰ্যালোচনা কৰি "অসমীয়া"ই এনেকৈয়ে সততে নিৰপেক্ষতা ৰক্ষা কৰি কাকতখনৰ নিম্ন পৰ্যায়ৰ কংগ্ৰেছ দলীয় মুখপত্ৰ হোৱাৰ পৰা নিলগাই ৰাখি নিৰ্ভীক নিৰপেক্ষ সাংবাদিকতাৰ সু-উচ্চ ঐতিহ্য প্ৰতিষ্ঠা কৰিলে। এনে ঐতিহ্য লৈ কাকতখনে প্ৰতিষ্ঠাতা চন্দ্ৰকুমাৰ আগৰৱালাৰ দিনৰ পৰা শেহলৈকে বৰঙণি যোগাই অহাটো অসমীয়া সাংবাদিকতাৰ ক্ষেত্ৰত গৌৰৱৰ বিষয়। এনে ওখ ঐতিহ্য ৰক্ষাৰ অৰ্থে "দৈনিক অসমীয়া"ৰ সম্পাদক দেৱকান্ত বৰুৱাক আঁতৰাই দিবলগীয়া হৈছিল।

এইখিনিতে ৰাষ্ট্ৰীয় কংগ্ৰেছৰ ভিতৰতে কংগ্ৰেছ ছচিয়েলিষ্ট গোট আৰু পিছত ছচিয়েলিষ্ট দল গঠনৰ বিষয়ে সংক্ষেপে উল্লেখ কৰা উচিত হ'ব। কংগ্ৰেছৰ ভিতৰত ছচিয়েলিষ্ট গোষ্ঠীৰ জন্ম হৈছিল ১৯৩৪ চনতে। আইন অমান্য আন্দোলন ব্যৰ্থ হোৱাৰ পিছত ইয়াৰ জন্ম। আচলতে ই আছিল ঘোৰ কংগ্ৰেছ পন্থীসকলে সমাজবাদ (ছচিয়েলিজম)ৰ বিৰুদ্ধে প্ৰকাশ কৰি অহা মতৰ এক প্ৰতিক্ৰিয়া। কংগ্ৰেছ ৱৰ্কিং কমিটীৰ মতে "শ্ৰেণী সংগ্ৰাম আৰু ব্যক্তিগত সম্পত্তিৰ অধিগ্ৰহণ" কৰাটো অহিংস নীতিৰ লগত খাপ নোখোৱা কথা। জৱাহৰলালে ইয়াৰ প্ৰতিবাদ কৰিছিল, কিন্তু মহাত্মা গান্ধীয়ে এই বিষয়ে গুৰুত্ব দিয়া নাছিল। পিছলৈ নেহৰুৰ প্ৰেৰণাতে কংগ্ৰেছ ছ'চিয়েলিষ্ট গোষ্ঠীটোৰ উদ্ভৱ হৈছিল আৰু জাতীয়তাবাদ তথা সমাজবাদৰ সমন্বয় সাধনৰ প্ৰয়াস চলিছিল। কংগ্ৰেছৰ নীতিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাটো আছিল এই পন্থীসকলৰ ঘাই উদ্দেশ্য। ইয়াত আছিল আচাৰ্য নৰেন্দ্ৰদেৱ, জয়প্ৰকাশ নাৰায়ণ, অশোক মেহতা, ৰামমোহন লোহিয়া আদি। মালাবাৰৰ তেতিয়াৰ কংগ্ৰেছী নেতা ই এম. এছ. নাম্বুদ্ৰিপাদেও ইয়াত যোগ দিছিল। কংগ্ৰেছৰ ভিতৰতে থাকি এই গোটটোৱে কংগ্ৰেছৰ নীতিত প্ৰভাৱ পেলাবলৈ "প্ৰেছাৰ গ্ৰুপ" হিচাপে মত নিৰ্দ্ধাৰণ কৰিছিল। কৃষক সংগঠনক তেওঁলোকে আহিলা কৰি লৈছিল।[৩]

জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বাধীন কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টীৰ ৰাজ্যিক শাখা গঠন কৰিবলৈ ডঃ ৰামমোহন লোহিয়া অসমলৈ আহিছিল আৰু গোলাঘাট, কলিয়াবৰ আদিলৈ তেওঁ গৈছিল। সেই যাত্ৰাত তেওঁ অসমত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টী গঠন কৰিবলৈ ১৯৪৬ চনৰ ২৬ আগষ্ট তাৰিখে সুবোধ হাজৰিকাক আহ্বায়ক হিচাপে লৈ সাতজনীয়া সদস্যৰে এখন কমিটী গঠন কৰিব দিয়ে। সেই কমিটীত শংকৰ বৰুৱা, হেম বৰুৱা, হৰেশ্বৰ গোস্বামী, বিপিন পাল দাস, শশী গগৈ আৰু দেৱকান্ত

বৰুৱাও সদস্য আছিল। ১৯৪৮ চনৰ মাৰ্চ মাহত কংগ্ৰেছৰ পৰা ওলাই আহি সুকীয়া ছ'চিয়েলিষ্ট পাৰ্টী গঠন হ'লত স্বাভাৱিকতে ৰাজ্যতো শাখা ছ'চিয়েলিষ্ট পাৰ্টীৰ পটন হয়। শংকৰ বৰুৱাক সভাপতি, হৰেশ্বৰ গোস্বামীক সম্পাদক পতা হয়। এই কমিটীত বিপিন পাল দাসৰ উপৰি দেৱকান্ত বৰুৱাও সদস্য আছিল।[৬১] পিছত ১৯৪৯ চনত দেৱকান্ত বৰুৱাই ছ'চিয়েলিষ্ট পাৰ্টী এৰি পুনৰ কংগ্ৰেছলৈ আহে। কিন্তু তেওঁ ছ'চিয়েলিষ্ট দলৰ সক্ৰিয় সদস্য হৈ পৰাত কেউপিনে গুঞ্জন আৰম্ভ হয়। তাৰ মাজত "অসমীয়া"ৰ নিৰপেক্ষতাৰ প্ৰশ্নটো ডাঙৰ হৈ পৰে আৰু শেহত "অসমীয়া"ৰ পৰিচালনা সমিতিয়ে দৈনিক "অসমীয়া"ৰ সম্পাদক দেৱকান্ত বৰুৱাক কামৰ পৰা আঁতৰাই দিবলৈ সিদ্ধান্ত লৈ নিৰপেক্ষ ভাবমূৰ্তিৰ এজনক এই পদত অধিষ্ঠিত কৰাৰ বাবে সুবিধা দিবলৈ দেৱকান্ত বৰুৱাক পৰিচালনা কমিটীয়ে অনুৰোধ জনায়।

দৈনিক "অসমীয়া"ৰ সম্পাদক দেৱকান্ত বৰুৱাই সক্ৰিয়ভাৱে ৰাজনৈতিক দলত যোগদান কৰাৰ বিষয়ে কাকতখনৰ পৰিচালনা সমিতিয়ে ১৯৪৭ চনৰ ১৮ ডিচেম্বৰৰ তাৰিখে বহা বৈঠকত আলোচনা কৰে। এই বৈঠকত এন. কে. আগৰৱালাই সভাপতিত্ব কৰিছিল আৰু উপস্থিত আছিল জ্যোতিপ্ৰসাদ আগৰৱালা, তৰুণ কুমাৰ আগৰৱালা। বৈঠকৰ তৃতীয় প্ৰস্তাৱত এনেদৰে উল্লেখ কৰা হৈছিল :

"The Board of Directors are of opinion that since Sreejut Devakanta Baruah, the present editor of the company's journal the "Dainik Assomia" (an independent organ), has become an active member of the Socialist Party and also one of the office bearers of the said parties top executive-his continuation as the editor naturally reflects on the outlook of the journal and also in the eyes of the public the journal looses its status of the independent outlook.

"It is the considered opinion of the Board of Directors that any suspicion by the public of the journal actual or supposed party bearings will seriously affect the influnce of the paper with the public, who look-upon it for dispassionate and unbiased criticism.

"Taking into consideration above the Directors of the company acknowledging the service of Sreejut Devakanta Baruah, the present editor, in building up the "Dainik Assomia" request him to help the Board of Directors to maintain the independent position of the journal by giving them an opportunity to select an editor who will be able to maintain a tradition comptable with the ideals, it was the dear wish of the founder of the journal, to maintain"

(পৰিশিষ্ট দ্ৰষ্টব্য)

দেৱকান্ত বৰুৱাৰ ঠাইত হৰেন্দ্ৰ নাথ বৰুৱা "দৈনিক অসমীয়া"ৰ সম্পাদক হ'ল। ইতিপূৰ্বে বৰুৱাই সাংবাদিকতা আৰু অসমৰ সমস্যা সন্দৰ্ভত নিৰপেক্ষ আৰু দূৰদৃষ্টি সম্পন্ন মতামত প্ৰকাশ কৰি জাতীয় কৰ্তব্যৰ নিৰ্দেশ দি নিজা স্থান স্পষ্ট কৰি দিছিল। ১৯৪৬ চনৰ গ্ৰুপিং আঁচনি কিম্বা অসমৰ পমুৱা আৰু মাটি বন্দৱস্তি সমস্যা সন্দৰ্ভত তেওঁৰ দৃষ্টিভংগী আৰু সাংবাদিক হিচাপে তেওঁৰ নীতি নিৰ্ণায়ক ভূমিকা জনাজাত হৈছিল। স্বাধীনতা আন্দোলনৰ সময়ত ১৯৩৯ আৰু ৪০ চনত বৰুৱাই গান্ধীজীৰ নেতৃত্বত হোৱা সত্যাগ্ৰহত অংশগ্ৰহণ কৰিছিল আৰু জেললৈও গৈছিল। পিছত পুনৰ সত্যাগ্ৰহ কৰা উচিত হ'বনে নহয়, এইভাৱে তেওঁ গান্ধীজীৰ অনুমোদন বিচাৰিছিল। গান্ধীজীয়ে তেতিয়া সত্যাগ্ৰহ কৰাতকৈ তেওঁক সাংবাদিকতাৰে জাতীয় সেৱাত ব্ৰতী হ'বলৈ নিৰ্দেশ দিছিল। এজন কংগ্ৰেছী হৈও সাংবাদিকতা কৰোতে তেওঁ কংগ্ৰেছী নাছিল, সাংবাদিকৰ নিৰপেক্ষতাৰেই তেওঁ সকলো বিষয় চালি-জাৰি চোৱাৰ দূৰদৃষ্টি আৰু বিচক্ষণতা তেওঁৰ আছিল। পিছলৈ তেওঁ সক্ৰিয় ৰাজনীতিৰ স্পৰ্শ সম্পূৰ্ণ এৰি দি সাংবাদিকতাৰে জাতিৰ সেৱা কৰিছিল।[৬২]

এইখিনিতে উল্লেখযোগ্য যে 'অসমীয়া' কাকতৰ কৰ্ণধাৰ সম্পাদকসকলে তিনিটা বিশেষ ধাৰাত সম্পাদকীয় প্ৰবন্ধ লিখাৰ ৰীতি প্ৰৱৰ্তন কৰে। 'অসমীয়া'ৰ দ্বিতীয়জন সম্পাদক মহেশ্বৰ বৰুৱাই আৰম্ভ কৰা সম্পাদকীয় লিখা ৰীতি অমিয় কুমাৰ দাসৰ পিছত মোহন মহন্তৰ হাতত ইয়াৰ বেলেগ ৰূপ প্ৰকাশিত হয়। মহন্ত বিদ্ৰোহী অসমীয়াৰ স্বাতন্ত্ৰ্যমনৰ প্ৰতিনিধি আছিল। ইয়াৰ এটা নিদৰ্শন 'আলহী গৰ্ভৰ্ণমেণ্ট' শীৰ্ষক সম্পাদকীয়ত ফুটি ওলোৱা দেখা যায়। এই ধাৰাৰ পৰিপুষ্টি হৰেন্দ্ৰ

নাথ বৰুৱাৰ হাতত সম্পূৰ্ণ হয়। দৃষ্টিভংগী, দূৰদৰ্শিতা আৰু বিশ্লেষণ ধৰ্মিতা বৰুৱাৰ বৈশিষ্ট্য। লক্ষ্মীনাথ ফুকনে সাহিত্য গুণান্বিত অথচ সংক্ষিপ্ত স্পষ্ট সম্পাদকীয় প্ৰবন্ধ লিখা দ্বিতীয় ধাৰাটোৰ গুৰি ধৰে। তৃতীয় ধাৰাটোৰ প্ৰৱৰ্তক হ'ল দেৱকান্ত বৰুৱা। তেওঁক অসমীয়া ভাষাত সম্পাদকীয় প্ৰবন্ধ লিখাৰ নতুন ৰীতিৰ প্ৰৱৰ্তক হিচাপে পৰিগণিত কৰিব পাৰি। 'লতা কটা বণ', 'যোগাত্মা যোগাত্ম' (দৈনিক অসমীয়া) আদি সম্পাদকীয় প্ৰবন্ধৰ একক বৈশিষ্ট্য মন কৰিবলগীয়া। এইটো অসমীয়া সাংবাদিকতাৰ নতুন ধাৰা প্ৰৱৰ্তনকাৰী স্মৰণীয় প্ৰবাহ নিশ্চয়। দেৱকান্তই আৰম্ভ কৰা ৰীতিৰ শক্তিশালী ৰূপ পিছৰ কালত "নতুন অসমীয়া" (দৈনিক)ৰ সোণালী যুগ (যিটোক সময় ১৯৫৪-৫৬ বুলি চিহ্নিত কৰিব পাৰি।)ত কীৰ্তিনাথ হাজৰিকাৰ লিখাত প্ৰকাশ পায়। পিছলৈ ইয়াৰে দুটা শাখা স্পষ্ট হৈ পৰে। সেই সময়ত আৰম্ভ হোৱা ৰম্য ৰচনাৰ পাতেৰে লঘু ভাৱৰ অথচ ৰসাল বৰ্ণনাত্মক ব্যংগাত্মক সম্পাদকীয় প্ৰবন্ধ (প্ৰথমে মূলৰ লগত দ্বিতীয় আৰু পিছলৈ দেওবৰীয়াত স্বতন্ত্ৰ ৰূপে) লিখাৰ ৰীতিটো দুজন বিশিষ্ট সাংবাদিক - যোগেশ দাস আৰু তুলেন্দ্ৰ হাজৰিকাৰ হাতত পৰিপক্ক হৈ পৰা দেখা যায়।

## 'অসমীয়া' বন্ধ : গুণোৎকৰ্ষৰ যুগ

সাংবাদিকতাৰ গুণোৎকৰ্ষৰ যুগ আৰম্ভ কৰা 'অসমীয়া' কাকতখনৰ দৈনিকীয় প্ৰকাশ বন্ধ কৰিব লগাটো জাতীয় জীৱনৰ এক ডাঙৰ ঘটনা। হয়তো "অসমীয়া"ৰ প্ৰাণপুৰুষ চন্দ্ৰকুমাৰ আগৰৱালাই অসমৰ বাতৰি কাকতৰ বিষয়ে "কচুপাতৰ পানী" বুলি কোৱা কথাষাৰেই মৰ্মান্তিক সত্য হ'ল। অৱশ্যে কাকতখনৰ দৈনিক প্ৰকাশ বন্ধ হ'লেও সাপ্তাহিক "অসমীয়াই" জাতিৰ সেৱাত নিমগ্ন হৈ আছিল ১৯৫৮ চন পৰ্যন্ত। দৈনিক "অসমীয়া" কাকতখন ১৯৪৯ চনৰ ৩১ মাৰ্চত বন্ধ হয়। তাৰ পাছত সাপ্তাহিক "অসমীয়া"ৰ সম্পাদনাৰ ভাৰ গ্ৰহণ কৰে নবীন ভূঞাই। তেওঁ ১৯৫১ চনৰ ৩ মাৰ্চলৈ সম্পাদনা কৰিছিল। তেওঁৰ পিছত ১৯৫৩ চনৰ ৩০ মে'লৈ কমল গগৈয়ে সাপ্তাহিক "অসমীয়া"ৰ সম্পাদনা কৰিছিল। গগৈৰ পিছত "অসমীয়া"ৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰিছিল যোগেন্দ্ৰ নাথ বৰকটকীয়ে। তেওঁ ১৯৫৮ চনৰ ৫ জুনলৈ একেৰাহে পাঁচ বছৰ কাল সাপ্তাহিক "অসমীয়া"ৰ সম্পাদক আছিল। পাঁচ জুনৰ পিছত "অসমীয়া" চিৰকাললৈ নুমাই যায়। অৱশেষ ১৯৬৮ চনৰ মাৰ্চ মাহত চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম শতবাৰ্ষিকীৰ উৎসৱৰ পিছত "অসমীয়া"ই মাহেকীয়া ৰূপত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত প্ৰকাশ পাইছিল যদিও ১৯৭০ চনৰ মে' মাহলৈ দুবছৰ চলি বন্ধ হ'ল।[৬৩]

দৈনিক "অসমীয়া"ই চতুৰ্থ বছৰত ভৰি দি ৰাইজৰ পৰা আশাতীত আদৰ আৰু সহানুভূতি নোপোৱাত আৰু অন্যান্য কিছুমান পৰিস্থিতিৰ বাবেই বন্ধ কৰিবলগীয়া হ'ল। এই সন্দৰ্ভত "অসমীয়া"ৰ কাৰ্যাধ্যক্ষৰ নামত প্ৰথম পৃষ্ঠাত প্ৰকাশ পোৱা 'নিবেদন'ত কোৱা হৈছিল এনেদৰে :

### নিবেদন...

"অসমত দৈনিক বাতৰিকাকত এখনৰ অভাৱ অনুভৱ কৰি ৰাইজৰ সহানুভূতি আৰু উৎসহ পাই ৰাইজৰ আশীৰ্বাদ শিৰত লৈ আমি "দৈনিক অসমীয়া" কাকতখনি অনেক অৰ্থ ব্যয় কৰি ৰাইজৰ আগত আগবঢ়াইছিলো। কিন্তু অতি দুখেৰে জনাবলগীয়া হৈছে যে ই ৪র্থ বছৰত ভৰি দিয়াৰ পৰা ৰাইজৰ পৰা আশাতীত আদৰ আৰু সহানুভূতি নোপোৱাত আৰু নানা আনুষঙ্গিক আহুকালৰ বাবে অহা ১ এপ্ৰিলৰ পৰা "দৈনিক অসমীয়া"ৰ প্ৰকাশ বন্ধ ৰাখিবলৈ থিৰ কৰা হৈছে।

"গ্ৰাহক গ্ৰাহিকা, পৃষ্ঠপোষক, এজেণ্টসকল আৰু সদৌ ৰাইজক আমাৰ অজানিতে কৰা ত্ৰুটিৰ বাবে ক্ষমা বিচাৰিলো।

ইতি

কাৰ্যাধ্যক্ষ, দৈনিক অসমীয়া, ৩০।৩।৪৯"

কাকতখনৰ ১৯৪৯ চনৰ ৩১ মাৰ্চ সংখ্যাত সম্পাদকীয় বিভাগৰ মেলানি শিতানত ৰাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰা হয় আৰু কাৰো ওপৰত দোষ জাপি নিদি এটি নিবেদন প্ৰকাশ কৰা হৈছিল :

### সম্পাদকীয় বিভাগৰ মেলানি

"অহাকালিৰ পৰা "দৈনিক অসমীয়া"ৰ প্ৰকাশ বন্ধ ৰাখিবলৈ থিৰ কৰি ইয়াৰ কাৰ্যাধ্যক্ষই কৰা ঘোষণা ৰাইজে কালিৰ আৰু আজিৰ সংখ্যাত দেখিবলৈ পাইছে। হাজাৰ হাজাৰ অসমবাসীয়ে "দৈনিক অসমীয়াৰ" অন্তৰ্ধানত গভীৰ বেজাৰ পাব সেইটো আমি জানো। আমি নিজেও এই কথাত কম বেদনা অনুভৱ কৰা নাই। কিন্তু এই বিষয়ত আমি নিৰুপায়।

"কি কাৰণতনো "দৈনিক অসমীয়া" বন্ধ কৰিব লগা হ'ল সেই বিষয়েও আমি একো ক'ব নোখোজো আৰু ইয়াৰ কাৰণে কাকো দোষাৰোপ কৰিবও নোখোজো। -- ৰাইজক দোষাৰোপ কৰাৰতো কথাই নাই। ইয়াৰ কাৰণে আমাৰ সম্পাদন বিভাগক কোনেও কোনো ৰকমে অভিযুক্ত নকৰিলেই আমি নিজক কৃতাৰ্থ মানিম। সম্পাদন

কাৰ্যত পূৰ্ণ বিশুদ্ধতা আৰু পৰিপাটিতা দাবী কৰাৰ স্পৰ্দ্ধা আমাৰ নাই। আমি মাত্ৰ ইমানকে আন্তৰিকভাৱে আৰু ডাঠি ক'ব পাৰো যে সীমাবদ্ধ সুবিধাৰ মাজত সীমাবদ্ধ জ্ঞান আৰু বিবেচনাৰে আমি যথা সম্ভৱ তৎপৰ আৰু নিৰপেক্ষ হ'বলৈ চেষ্টাৰ ক্ৰটি কৰা নাছিলো, সেই বিষয়ে কিমানদূৰ কৃতকাৰ্যতা হৈছিলোহক সেইটো ৰাইজে বিচাৰ কৰিব। অজানিতে হ'লেও ৰাইজৰ কিম্বা ব্যক্তি বিশেষৰ যদি আমি কেতিয়াবা কিবা অন্যায় কৰিছিলো তাৰ কাৰণে সানুনয়ে ক্ষমা প্ৰাৰ্থনা কৰি তেওঁলোকৰ পৰা মেলানি মাগিছো।"

(৪ৰ্থ ভাগ, ৩১ মাৰ্চ, বৃহস্পতিবাৰ, ১৯৪৯ চন)
("অসমীয়া" দৈনিক)

বন্ধ সম্পৰ্কত ডাইৰেক্টৰ মণ্ডলীয়ে ১৯৪৮ চনৰ ১৩ জুন তাৰিখে প্ৰেছৰ কৰ্মচাৰীসকলে দাখিল কৰা দৰ্মহা বৃদ্ধি সম্পৰ্কীয় দুখন আবেদনৰ বিষয়ে বিশদ আলোচনা কৰে। ডাইৰেক্টৰসকলৰ বৈঠকত জ্যোতিপ্ৰসাদ আগৰৱালাই সভাপতিত্ব কৰে। এই সভাত "দৈনিক অসমীয়া"ৰ তেতিয়াৰ সম্পাদক হৰেন্দ্ৰনাথ বৰুৱাই বিশেষভাৱে আমন্ত্ৰিত হৈ যোগদান কৰিছিল। এই বৈঠকে সিদ্ধান্ত লয় যে; (১) কোম্পানীৰ আৰ্থিক অৱস্থাই চাই আৰু যোৱা ৩০ বছৰে কোম্পানীৰ অংশীদাৰসকলক এপইচাও লাভাংশ দিব নোৱাৰাৰ অৱস্থাত দা-দৰ্মহা বঢ়াই দিব নোৱাৰিব, (২) বৈঠকে কৰ্মচাৰীসকলক অনুৰোধ জনায় যে কৰ্মচাৰীসকলৰ নিৰ্বাচিত প্ৰতিনিধিসকলে কোম্পানীৰ আৰ্থিক অৱস্থাৰ পৰ্যালোচনা কৰে; (৩) প্ৰেছ কৰ্মীসকলৰ দৰ্মহা সম্পৰ্কে কোনো স্থিৰ সিদ্ধান্তত উপনীত হ'বলৈ এখন কমিটী গঠন কৰা হওক আৰু এই কমিটীত গুৱাহাটীৰ সকলো প্ৰেছ কৰ্মী আৰু প্ৰতিনিধিসকলেও অংশগ্ৰহণ কৰক— অসমৰ প্ৰেছ কৰ্মীসকলৰ প্ৰতিনিধি হ'লে আৰু ভাল। কোৱাই বাহুল্য, ডিৰেক্টৰসকলে "অসমীয়া"ৰ কৰ্মচাৰীসকলৰ দৰ্মহা বৃদ্ধিৰ বাবে কৰা আন্দোলনৰ দাবী মানি ল'ব পৰাকৈ আৰ্থিক সামৰ্থ্য থকা বুলি উপলব্ধি নকৰিলে।

(পৰিশিষ্টত ব'ৰ্ডৰ কাৰ্যসূচী দ্ৰষ্টব্য)

যমপুৰীত কৃপাবৰে দুটা অভিজ্ঞতা লাভ কৰাৰ কথা উল্লেখ কৰিছিল। ইয়াৰে প্ৰথমটো: বহুতো মানুহে এঠাইত বহি মাৰোৱাৰী ভাষাত লিখা এখন বাতৰি কাকত পঢ়িবলৈ চেষ্টা কৰি আছিল। পঢ়িব নোৱৰা দেখি এজন পণ্ডিতে ভলুকা বাঁহৰ এডাল এচাৰি লৈ কোবাইছে। কিয়নো সেইবিলাক লোক পৃথিৱীত থাকোতে এখন অসমীয়া কাকত পঢ়া নাছিল। এজনে আকৌ নতুনকৈ প্ৰকাশ পোৱা "জোনাকী" কাকত পঢ়া নাছিল আৰু আন এজনে আনে "জোনাকী" পঢ়া দেখি পঢ়াজনক হাঁহিছিল। আনটো হ'ল . যমপুৰীৰ পৰা তেওঁ যেতিয়া ঘূৰি পুনৰ পৃথিৱীলৈ আহিছিল তেতিয়া এজনে কৃপাবৰক অনুৰোধ জনাই কৈছিল যে মৰতত "জোনাকী" কাকতৰ বৰঙণি মাৰিছিলে। সেইবাবে ঠিক তেওঁ ইয়াত যমপুৰীত উৎপীড়ন সহি সহি প্ৰাণ যাওঁ যাওঁ অৱস্থা— "হেৰি বৰুৱা দেও! লওক এই পাঁচ সিকি ৰূপ, "জোনাকী"ৰ সম্পাদকক দিবগৈ!"

বেজবৰুৱাৰ আৰু এটা কাৰ্টুনো আছে। ইয়াত এটা ভালুকে এটা মানুহক খেদি দিয়া দেখুওৱা হৈছিল। তাৰ কেপছনত লিখা হৈছিল এনেদৰে "ভি. পি. ভালুকে খালে ও।" অসমীয়া কাকত আলোচনীৰ ভি পি. আহিলে গ্ৰাহক পলাই যোৱাৰ কথাটো কটাক্ষ চিত্ৰটোৰ যোগেদি বেজবৰুৱাই সেই সময়ত অসমীয়া পাঠক সমাজৰ মনোভাব দেখুৱাই দিছে। এনে অৱস্থাত কাকত, আলোচনীৰ প্ৰচালন (চাৰ্কুলেছন) তথা আৰ্থিক অৱস্থা কেনে হ'ব পাৰে, তাক সহজে অনুমান কৰিব পাৰি। অসমৰ প্ৰথম মাহেকীয়া সংবাদ-পত্ৰ "অৰুনোদই"ৰ প্ৰচালন আছিল ৮০০, "জোনাকী" আলোচনী এহেজাৰ ছপোৱা বুলি জনা যায়, কিন্তু নিয়মীয়া গ্ৰাহক আছিল ৭০০, "বিজুলী" ৬০০ৰ পৰা ৭০০ৰ ভিতৰত আছিল, "বাঁহী"ৰ প্ৰচালনৰ সংখ্যা সৰ্বোচ্চ ১২০০, "আলোচনী"ৰ সৰ্বোচ্চ প্ৰচালন সংখ্যা ১৫০০ হোৱা বুলি জনা যায়। পিছৰ যুগত "আৱাহন" আৰু "ৰামধেনু"ৱে অসমীয়া সাহিত্য ইতিহাসলৈ বিশেষ বৰঙণি যোগালেও আৰ্থিক বা প্ৰচালনৰ দিশৰ পৰা বৰ উৎসাজনক বুলিব নোৱাৰি— বিশেষকৈ চুবুৰীয়া ৰাজ্যৰ লগত তুলনা কৰিলে আচল দশাটো সহজে বুজিব পাৰি। অথচ এটা সময় আছিল, যি সময়ত যি কোনো আলোচনী বুলিলেই "আৱাহন" বুলিহে কোৱা হৈছিল। —অসমৰ চাহ বাগিচা বিলাকৰ মাজতো গ্ৰাহক গোটাই প্ৰচাৰৰ নিয়মীয়া ব্যৱস্থা কৰিও "আৱাহন"ৰ প্ৰচালন সংখ্যা প্ৰথমছোৱাত ৮০০০ হেজাৰৰ ওপৰ হোৱা বুলি জনা নাযায়।[৬৪] অৱশ্যে মাজে মাজে প্ৰচালন সংখ্যাৰ অলপ ইফাল-সিফাল হৈ 'আৱাহন'ৰ প্ৰচাৰ হোৱাটো অনস্বীকাৰ্য। এনেদৰেই "ৰামধেনু"ৰো ৭০০০ হেজাৰৰ ওপৰ প্ৰচালন হোৱা নাছিল। অথচ এইবিলাকৰ জনপ্ৰিয়তা আৰু বৰঙণি কোনোপধ্যে লঘু কৰি ক'ব নোৱাৰি। তথাপি বহু হেজাৰ প্ৰচালন সংখ্যাৰে এইবিলাক স্থায়ী হোৱাৰ গৌৰৱ নৰ'ল। আলোচনী-কাকতৰ জীৱন কচুপাতৰ পানীৰ নিচিনা— এই পটভূমিৰ আমাৰ ইয়াত

সত্য হৈ ৰ'ল বাবেই একেটা বেমাৰেই "অসমীয়া" কাকতখনৰ গাতো লাগিল। অসমৰ পাঠক সমাজৰ "আশাতীত আদৰ আৰু সহানুভূতি নোপোৱাত" "দৈনিক অসমীয়া"ৰ প্ৰকাশ বন্ধ কৰিবলগীয়া হ'ল বুলি উল্লেখ কৰা কথাষাৰৰ পৰাই "অসমীয়া" কাকতৰ আৰ্থিক অৱস্থাৰ উমান পাব পাৰি। এনে অৱস্থাৰ নিমিত্তেই কৰ্মচাৰীসকলক উপযোগী দৰ্মহা হাৰ দিব পৰা নাছিল। এই আলোড়নে কাকতখনৰ ওপৰত প্ৰভাৱ পেলোৱা স্বাভাৱিক। এনে অপৰাগতাৰ বিষয়ে কাকতখনৰ পৰিচালনা মণ্ডলীয়েও প্ৰকাশ কৰিছিল। (পৰিশিষ্ট দ্ৰষ্টব্য)

অসমৰ আলোচনী কাকতৰ অৱস্থাৰ বিষয়ে আলোকপাত কৰি "অসমীয়া"ই খেদ সহকাৰে মন্তব্য কৰা দেখা যায়। ১৯৪৬ চনৰ ১৯ ফেব্ৰুৱাৰী সংখ্যা "অসমীয়া"ৰ সম্পাদকীয় আলোচনা মন কৰিবলগীয়া। ইয়াত কোৱা হৈছিল :

"সকলো ৰুচিৰ লেখক আৰু পাঠকক তৃপ্তি যোগোৱা "আৱাহন"য়ে দীঘল দীঘল উশাহ ল'বলৈ ধৰিলে। "জয়ন্তী"য়ে চকু মুদিলে, অকণমানিহঁতৰ "পাৰিজাত" পাৰিজাত ফুলৰ দৰে দুষ্প্ৰাপ্য হ'ল। সাহিত্যৰথী স্বৰ্গীয় বেজবৰুৱাৰ "বাঁহী"ৰ সুৰ— কলিকতাৰ পৰা আহি কাণত পৰিলেও অলপ "মামুলি" যেন লগা হ'ল। লব্ধ প্ৰতিষ্ঠ আৰু প্ৰতিথযশা সাহিত্যিকসকলে সাহিত্য চৰ্চাক এলাগী বুলি ভাবিবলৈ যেন সকাহ পালে। বেজবৰুৱা জীয়াই থাকোতে ডেকা বুঢ়া সাহিত্যিকসকলৰ প্ৰচেষ্টাবোৰক যিকোনো প্ৰকাৰৰ এটা একত্ব দি সহজ চকুৰ আগত মিহি চক্‌চকীয়া কৰি গৈছিল। তেওঁৰ মৃত্যুত সেই বজ্ৰলেপৰ দৰে কৰালকণো এৰাই পৰিল।"

(অসমীয়া, ১৯ ফেব্ৰুৱাৰী, ১৯৪৬ চন)

"অসমীয়া"ই এনেদৰে অসমীয়া সাহিত্যৰ গতি বিধি সম্পৰ্কত সজাগ দৃষ্টি ৰাখিছিল আৰু মন্তব্য দিছিল যে ১৯৪৩ চনত বঙ্গৰ দুৰ্ভিক্ষৰ বিভীষিকাই কৰাল ৰণচণ্ডী মূৰ্তি ধৰি একুৰি পোন্ধৰ লাখ মানুহ আঁতৰাই লৈ গ'ল যদিও বঙলা ছপাকলৰ মুখেদি কিতাপৰ উদ্গীৰণৰ মাত্ৰা অলপো নকমিল। "কিন্তু অসমৰ বেলিকা বাণী বিকল। যুদ্ধৰ অজুহাতে অসমীয়া সাহিত্য হৈ পৰিল দৃষ্টিহীন, মূক-বধিৰ পঙ্গু, গতিশক্তিহীন।"

"অসমীয়া"ই অসম সাহিত্য সভাৰ কাম কাজৰ প্ৰতিও দৃষ্টি ৰাখিছিল। সম্পাদকীয় স্তম্ভত এনেদৰে অসম সাহিত্য সভা সম্পৰ্কত "অসমীয়া"ই মন্তব্য দিছিল :

"অসমৰ সাহিত্য ক্ষেত্ৰত অসম সাহিত্য সভা এসময়ত আদৰ্শৰ পতাকাৰ দৰে থিয় দি আছিল। সাহিত্য সন্মিলনবোৰ সাহিত্যিকসকলৰ আদৰ আহ্লাদ আৰু ভাৱ বিনিময়ৰ এটি সংযোগ কেন্দ্ৰৰ দৰে হৈ পৰিছিল। কিন্তু দেখা গৈছে এই সভাখন একে ঠাইতে খাজ নলৰোৱাকৈ থাকি থাকি মামৰেৰে পোতখাই পৰিছে। কিছুদিনৰ পৰা সভাখনৰ ওপৰত চৰকাৰৰ ঘৰৰ পৰা অৱসৰ লোৱা হাকিম আৰু হাকিমী মনোবৃত্তিৰ অন্যান্যলোকে প্ৰভুত্ব কৰিবৰ বিশেষ যত্ন কৰিছে। সাহিত্যৰ প্ৰতি এওঁলোকৰ প্ৰীতি উৎসাহনীয়, কিন্তু অসমৰ একমাত্ৰ ৰাজহুৱা সাহিত্যিক অনুষ্ঠানক এওঁলোকৰ সাহিত্যপ্ৰেমে লটি-ঘটি লগোৱাটোহে দেখাই-শুনাই বেয়া হৈছে। ১৯৪১ চনত যোৰহাটত সন্মিলন বহিল, তাত হ'ল কন্দল। তাৰ পিছত ১৯৪৫ চনত শিৱসাগৰে সন্মিলন পাতি জানিবা কোদো বৰলৰ বাঁহতহে জুই দিলে। নতুন কাৰ্যনিৰ্বাহক সভাই টৌতে খৰ মাৰি যি দুই এটা কাম কৰিছে তাকো সৰহখিনি কামতকৈ ভাবতে থকা যেন দেখা গৈছে।"

অসম সাহিত্য সভাখন "কাজিয়াৰ বাহ নহৈ সাহিত্য সেৱাৰ থলী হ'লে সাহিত্য পুনৰ সাৰ পাই উঠিব"- "অসমীয়া"ই এনে আশা পোষণ কৰিছিল। সাহিত্যৰথীৰ যুগত প্ৰচলিত ধাৰণা অনুসৰি জাতীয় উন্নতিৰ প্ৰথম ঢাপ হিচাপে সাহিত্যৰ উন্নতিত 'অসমীয়া'ত গুৰুত্ব দিছিল। কিন্তু কাকতখনে সমসাময়িক সাহিত্যৰ মাধ্যম হিচাপে পৰিগণিত হ'ব পৰাৰ ভূমিকা লোৱা নাছিল। মাজে মাজে সেই সময়ত প্ৰকাশ পোৱা পুথিৰ সমালোচনা আৰু প্ৰকাশিত কাকত পত্ৰৰ বিষয়ে পৰিচয়মূলক লেখা প্ৰকাশ পোৱাৰ বাদে আজি কালিৰ দৰে সাহিত্য-আলোচনী আৰু সংবাদ-পত্ৰক একাকাৰ কৰি "অসমীয়া"ক গঢ়ি তোলা নাছিল। নামে কামে সংবাদ-পত্ৰ আছিল। আন কথাত জাতীয় সেৱা কৰিবলৈ যাওঁতে "অসমীয়া"ই সংবাদ পত্ৰৰ ভূমিকাহে অৱলম্বন কৰিছিল, সাহিত্য গুণান্বিত (literary orientation) সংবাদ-পত্ৰ হৈ পৰা নাছিল। সেই হিচাপে ক'ব পাৰি আজিৰ সংবাদ-পত্ৰই "অৰুণোদই"ৰ আৰ্হিৰে (model) (বিভিন্ন দেশ-বিদেশৰ বাতৰিৰ লগতে ভূগোল, জ্যোতি-বিদ্যা, প্ৰাকৃতিক বুৰঞ্জী, অসমীয়া ভাষাৰ প্ৰাচীন পুথি পত্ৰৰ বিৱৰণ আদিৰ একে জুকিকৈ প্ৰকাশ কৰি অসমৰ জনসাধাৰণৰ মাজত অনুসন্ধানৰ মনোভাৱ জগাই তোলাৰ প্ৰয়াস।) সংবাদ সাহিত্য মিশ্ৰিত গণ মাধ্যমৰ ৰূপ লোৱা দৰে "অসমীয়া"ই তেতিয়া আত্মপ্ৰকাশ কৰা নাছিল। সাহিত্যৰ বিষয়টো আলোচনী বিলাকলৈ এৰি দিয়াত অসমীয়া সাহিত্যৰ ইতিহাসত একোখন আলোচনীয়ে একোটাইঁত যুগ সৃষ্টি কৰাটো অৱধাৰিত হৈ পৰিছিল। 'অসমীয়া' সাহিত্যও সেই বাবে সংবাদ-পত্ৰ

কেন্দ্ৰিক নহৈ স্বাভাৱিকতে আলোচনী-নিৰ্ভৰ হৈ পৰিছিল আৰু সংবাদ আৰু সাহিত্যৰ প্ৰভেদটো প্ৰকট হৈ আছিল। সেই সময়ৰ প্ৰবন্ধ-পাতিবিলাকৰ গুণ-মানৰ দিশতো আজিৰ দৰে সংবাদ ধৰ্মী 'ৰিপৰ্টেজ' পৰ্যায়ৰ হোৱা নাছিল। "অসমীয়া"ৰ দুকুৰি বছৰীয়া কালছোৱাত আগৰ "জোনাকী", "বাঁহী", 'মৌ' আদিৰ দৰে 'চেতনা', 'আৱাহন', 'জয়ন্তী', 'ৰামধেনু' আদিয়ে স্পষ্টভাৱে সাহিত্যৰ বোৱতী সুঁতিলৈ সুকীয়া সুকীয়াকৈ বৰঙণি যোগাই আহি অসমীয়া সাহিত্যক সমৃদ্ধ কৰিছিল। একোটাইঁত বৈশিষ্ট্যেৰে একোখন আলোচনী কেন্দ্ৰী অসমীয়া সাহিত্যৰ একোটাইঁত যুগ। তেনেদৰেই আধুনিক অসমীয়া সাহিত্যৰ এছোৱাৰ যুগ বিভাজন হোৱা সম্ভৱ, কিন্তু অসমীয়া সাংবাদিকতাৰ যুগ আলোচনী বা সংবাদ পত্ৰ কেন্দ্ৰ কৰি হোৱা নাই, অসমীয়াৰ জাতীয় জীৱনৰ বিৱৰ্তন-পৰিৱৰ্তনৰ বিভিন্ন পৰ্যায়ৰ লগে লগে সাংবাদিকতাৰ একোটাইঁত যুগ বা সময়ৰ অৱধি চিহ্নিত কৰিব পৰা যায়। কিয়নো ইয়াত অকল সামাজিক পৰিৱৰ্তনৰেই প্ৰতিফলন ঘটা নাই, সামাজিক জাগৰণত তেনে পৰিৱৰ্তনৰ তাৎপৰ্যৰো প্ৰতিফলন ঘটিছে। সেই অৰ্থত সংবাদ-পত্ৰ সমাজৰ ইতিহাসৰ প্ৰথম খচৰা। "অসমীয়া"ও জাতীয় অস্তিত্ব ৰক্ষাৰ এক বলিষ্ঠ পদক্ষেপ। সময় আৰু জাতীয় সংগ্ৰামৰ লগে লগে ইয়াৰ বিভিন্ন পৰ্যায় গঢ় লৈ উঠিছিল। আচলতে ই আছিল অসমীয়া জাতীয় আকাঙ্ক্ষাৰ এক স্পষ্ট প্ৰকাশ। ইয়াৰ বাবে নিৰ্ভীকতা, স্পষ্টতা আৰু নিৰপেক্ষতা মূল আশ্ৰয় হৈ পৰিছিল আৰু অসমীয়াৰ বাবে জাতীয় উন্নতিৰ হকে নিজাকৈ কৰণীয় বহুতো, অকল ভাৰতৰ আন প্ৰদেশবিলাকৰ পিনে চাই থাকিলেই অসমৰ উন্নতি নহ'ব। ই আছিল অসমীয়া জাতীয়তাৰ এক বেলেগ ধৰণৰ আধুনিক সজাগতা।

এনে সজাগতাৰ মূলত আছিল জাতীয়তা আৰু আত্মবিশ্বাস। কাকতৰ পাতত "অসমীয়া"ই এনে নীতিৰ স্পষ্ট প্ৰতিফলন দেখুৱাই দিয়াৰ লগে লগে পৰিচালক কৰ্তৃপক্ষৰো নীতিনিষ্ঠতা তথা জাতীয় সচেতনাৰ বাবে কাকতখনৰ আদৰ্শ ফলৱতী কৰাটো সহজ হৈছিল আৰু অসমীয়া জাতিয়ে কাকতখনত আত্মআৱিষ্কাৰ কৰি কাকতখনৰ লগত একাত্ম হৈ পৰিছিল। এগৰাকী প্ৰতিষ্ঠাতা সম্পাদকক কামৰ পৰা আঁতৰাই দিওঁতে কাকতখনক independent organ স্বতন্ত্ৰ মুখপত্ৰ বুলি ঘোষণা কৰোতে ভাৰতবৰ্ষৰ প্ৰথমখন কাকত 'হিক্কীৰ গেজেট''ৰ আদৰ্শৰ কথা মনলৈ আহে। হিক্কীয়ে কাকতখনৰ নীতি ঘোষণা কৰিছিল। সেই মতে তেওঁৰ কাকতখন আছিল—'Weekly political and commercial paper open to all parties but influenced by none কোনো ৰাজনৈতিক দলৰ মুখপত্ৰ নোহোৱাটো আৰু জনসাধাৰণৰ মুখপত্ৰ হৈ তেওঁলোকৰ পক্ষ লোৱাটো হ'ল সাংবাদিকৰ নিৰপেক্ষতা। নিৰপেক্ষতা মানে নিষ্ক্ৰিয়তা নহয়। জনসাধাৰণৰ স্বাৰ্থ ৰক্ষাৰ্থে ই এক সজাগ সক্ৰিয়তা। গান্ধীজীয়েও তেনে নীতিৰ কথা ঘোষণা কৰিছিল। অসমীয়া সাংবাদিকতাত আদিতে গান্ধীৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। নিৰপেক্ষতাৰ এনে নীতি পৰিচালক কৰ্তৃপক্ষই কথাই-কামে স্পষ্ট কৰি দিয়াটো দৰাচলতে অসমীয়া সাংবাদিকতাৰো এক বেলেগ বৈশিষ্ট্য। মালিক পক্ষই সংবাদ-পত্ৰ পৰিচালনাৰ নীতি স্পষ্ট কৰি দিলেই সাংবাদিক আৰু মালিক পক্ষৰ মাজত অবাঞ্ছিত বিৰোধৰ সুৰুঙা নাথাকে— জনসাধাৰণৰ সন্দেহ আঁতৰে, কাকতৰ নীতিৰ স্বচ্ছতা ওলাই পৰে, ই জনসাধাৰণৰ পক্ষেও লাভজনক হয়। মালিকৰ ব্যৱসায়িক লাভৰ বিপৰীতে দেশ হিতৈষণাৰ কথাটো বুজিব পৰা হয়। বিদেশৰ কাকত বিলাকেও এনেকৈ নীতি সদৰি কৰাৰ নিয়ম মানি চলা দেখা যায়। (দ্ৰষ্টব্য : The Washington Post, (The first 100 years) Chalmers M Roberts, 1977, Page-92)

এইবিলাক বৈশিষ্ট্যৰ মাজত "অসমীয়া"ৰ ব্যক্তিত্বই পূৰ্ণাংগ ৰূপ লৈ অসমীয়া সাংবাদিকতাৰ গুণোৎকৰ্ষ যুগৰ পত্তন কৰিছিল। ইয়াৰ পোতন বুজিবলৈ হ'লে, কাকতখনৰ বিষয়বস্তু, সেইবিলাকৰ ৰূপ-ৰীতি, পৰিবেশনা, উপস্থাপনৰ ধৰণ-কৰণ আদিলৈ মন কৰিব লাগিব। কোৱাই বাহুল্য, "অসমীয়া" কাকতৰ ভাষাই তাহানিৰ "আসাম নিউজ"ৰ দৰেই আধুনিক অথচ সৰবৰহী (standard) ৰূপ পৰিগ্ৰহণ কৰিছিল। নতুন শব্দ গঢ়িব লগা সময়ত "অসমীয়া"ই স্বাভাৱিকতে বাটকটীয়াৰ ভূমিকা লৈছিল— বিশেষকৈ ইংৰাজী সাংবিধানিক আৰু ৰাজনৈতিক, অৰ্থনৈতিক শব্দবিলাকৰ প্ৰতিশব্দ উলিয়াওতে "অসমীয়া"ই ভাষাৰ কাৰিকা (genius) ৰাখি নতুন শব্দ সাজিছিল। নতুন সাঁচত থৈ পুৰণি কথাৰ প্ৰয়োগেৰে ভাষাক বৈভৱশালী কৰি তুলিছিল। কাকতৰ ভাষা আৰু জনসাধাৰণৰ মুখৰ ভাষাৰ লগত প্ৰভেদ নোহোৱাত "অসমীয়া" অসমীয়া জাতিৰ আপোনাৰ কাকত হৈ উঠে।

অসমীয়া ভাষা আৰু শব্দ গঢ়াৰ বাবে 'অসমীয়া'ৰ প্ৰয়াসৰ পৰিচয় পাতে পাতে পোৱা যায়। একোখন ঠাইৰ

সংবাদবিলাক দৰাচলতে একোখন 'Newsletter' হে আছিল বাবে এইবিলাকত মত মিহলি হৈ আছিল। সাপ্তাহিক পৰ্যায়ৰ "অসমীয়া"ৰ সংবাদৰ চৰিত্ৰ পিছলৈ তিনিদিনীয়া আৰু দিনেকীয়া পৰ্যায়ত সলনি হৈ আধুনিক সংবাদলৈ উন্নীত হৈছিল। অৱশ্যে সাপ্তাহিক "অসমীয়া"তো "টোকা" শিতানত সংক্ষিপ্ত সংবাদ দিওঁতে সংবাদৰ চৰিত্ৰৰ কিছু সলনি হৈছিল।

"টোকা"ৰ সংবাদ এনে ধৰণৰ আছিল :

**চাউলৰ দৰ :** কাপোৰৰ বজাৰত জুই লাগি আমাৰ মাজখাপৰ আৰু তল খাপৰ মানুহৰ কেনে দুৰ্গতি কৰিছে, তাক সকলোৱে জানে। চাউলেই যি অলপ অচৰপ সস্তা আছিল, তাৰো এতিয়াৰ দাম বাঢ়িবলে ধৰিছে। চাউলৰ দৰ আৰু বাঢ়িব বুলি বহুতে আশংকা কৰিছে। ইমানতো অলপতে ডিব্ৰুগড়ত হোৱা যুদ্ধ বিষয়ক সভাত হেনো সভ্য এজনে চাউলৰ ওপৰত কৰ বহুৱাবলৈ প্ৰস্তাৱ কৰিছিল। ("অসমীয়া", ৯ ছেপ্টেম্বৰ, ১৯১৮ চন)।

মন কৰিবলগীয়া, মধ্যবিত্ত আৰু নিম্নবিত্ত শ্ৰেণীৰ কথা বুজাবলৈ "মাজখাপ" আৰু "তলখাপ" বয় বস্তুৰ দাম বুজাবলৈ ভুলকৈ ব্যৱহাৰ হোৱা "মূল্যৰ" ঠাইত "দৰ" শব্দৰ সঠিক ব্যৱহাৰ কৰা হৈছিল। আৰু কাকতৰ লিখিত ভাষা আৰু চলতি ভাষাৰ মাজত সমন্বয় ঘটাই কাকতক গণ জ্ঞাপনৰ মাধ্যম (Mass Communication) কৰি তোলাৰ প্ৰয়াস পোৱা হৈছিল। অধিক দৃষ্টান্ত দিয়াৰ প্ৰয়োজন নাই, কাকতখনেই ইয়াৰ দৃষ্টান্ত।

নতুন শব্দৰ ব্যৱহাৰৰ বেলিকা "অসমীয়া"ই ভাগীৰথীৰ আকাঙ্ক্ষা কৰি সফল হোৱাটো "অসমীয়া" সাংবাদিকতাৰ আৰম্ভণি পৰ্যায়ৰ উৎসাহজনক বিষয়। তাৰ এটা দৃষ্টান্ত :

"অতি বেজাৰৰ কথা যে এই আহল বহল চাহ খেতিত অসমীয়াৰ ভাগ নিচেই কম। অসমীয়া আৰু ভাৰতৰ অন্য প্ৰদেশৰ সকলোৱে ভাগত এক অনাও পৰিছে নে নাই সন্দেহ। আমাৰ মানুহে এই খেতিৰ মোল বুজোঁ বুজোঁ হওঁতেই চাহলৈ উপযোগী মাটিৰ নাটনিৰ কথা চাৰিওপিনে শুনিবলৈ পোৱা গৈছে। আমাৰ উঠি অহা ডেকাসকলে আৰু ভৱিষ্যৎ বংশই এই খেতিত লাগি নিজৰ আৰু দেশৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবৰ দিনে দিনে বাট মৰি আহিছে। তদুপৰি আমাৰ ৰজাঘৰীয়া ওপৰ খাপৰ বিষয়াসকলে আমাক এই বিষয়ত সহায় কৰিবলৈ আগবঢ়া নাই; কাজেই আমাৰ শিক্ষিত সম্প্ৰদায়ে এনে এটি লাভজনক ব্যৱসায়ৰ ফালে চকু দিয়া নিতান্ত উচিত। আমাৰ ব্যৱসায়ীসকলৰ গাইগুটীয়া ধনৰ টোপোলা নিচেই পাতল। যুটীয়া কাৰবাৰ কৰিয়েই ইংৰাজ ব্যৱসায়ীসকলে এই কাৰবাৰত ইমান আগবাঢ়িব পাৰিছে। আমাৰ দেশীয় ব্যৱসায়ীসকলেও সেই একে বাটেই খোজ ল'ব লাগিব। বৰ্তমান যুগৰ উন্নতিৰ মূলত— যুটীয়া মূলধন আৰু সহায় সমবায় (Co-operation)। এতিয়াও এই দুই মন্ত্ৰেৰে দীক্ষিত হৈ আমাৰ দেশৰ এনে এটা লাভজনক ব্যৱসায়ত হাত দিলে আমি যে সেই বিষয়ে অনেক আগবাঢ়িব পাৰিম তাৰ একো সন্দেহ নাই।"

("অসমীয়া" ৯ ছেপ্টেম্বৰ, ১৯১৮ চন)

ইয়াত যুটীয়া কাৰবাৰ (Corporate), যুটীয়া মূলধন আৰু সহায় সমবায় (Co-opertive) বুজাবলৈ সমবায় শব্দৰ ব্যৱহাৰ কৰা হয় যদিও আদি অৱস্থাত অসমীয়া পাঠকৰ অৱগতিৰ সুবিধাৰ্থে সমবায়ৰ লগত সহায় শব্দ যোগ দি সকলোৰে সহায় সহযোগত গঢ় লোৱা সমবায় বুজাব খোজাৰ অভিপ্ৰায় সহজে বোধগম্য। "অসমীয়া"ই আনকি নতুন ৰাজনৈতিক শব্দাৱলীকো আচহুৱা কৰা নাছিল, তাৰ এক দৃষ্টান্ত .

"কাচিয়াই 'জাৰক' পদচ্যুত কৰি প্ৰজাতন্ত্ৰ প্ৰণালী প্ৰৱৰ্তন কৰি জাৰ্মানীৰ লগত সন্ধি স্থাপন কৰিলে হয়, কিন্তু দেখা গৈছে এতিয়াও কাচিয়াৰ ঠায়ে ঠায়ে অন্তৰ্বিদ্ৰোহৰ জুই জ্বলি আছে।" 'যুদ্ধৰ বাতৰি' ('অসমীয়া', ২৬ আগষ্ট, ১৯১৮ চন, ১ম সংখ্যা) ইয়াত "প্ৰজাতন্ত্ৰ প্ৰণালী" শব্দৰ ব্যৱহাৰ মন কৰিবলগীয়া। দেখা যায়, "অসমীয়া"ই নতুন শব্দ সৃষ্টি কৰোঁতে থলুৱা মূলৰ সংযোগ ৰাখিছিল। এইটো এক আদৰ্শস্থানীয় প্ৰয়াস, কিন্তু আধুনিক কালত অসমীয়া সাংবাদিকতাই ইয়াত গুৰুত্ব নিদি মূল ছিঙ্গি কৰি "আস্তত্ব" ৰক্ষাৰ প্ৰয়াস পাই আহিছে। ফলস্বৰূপে সোচ্চাৰ পুলিচী সন্ত্ৰাস, মুলতুবি আদি শব্দৰ অনায়াসে প্ৰয়োগ ঘটিছে। আত্মবিশ্বাসহীনতাৰ এনে দৃষ্টান্ত "অসমীয়া"ত নাই।

"অসমীয়া"ৰ সাপ্তাহিক পৰ্যায়ত "টেবলয়ড" (Tabloid 30x40 চেণ্টিমিটাৰ আকাৰৰ কাকত) গঢ়ৰ আৰু প্ৰথম অৱস্থাত ৮ পৃষ্ঠাৰ আছিল। পিছলৈ কলেবৰ ৬ পৃষ্ঠালৈ হ্ৰাস কৰা হৈছিল যদিও পুনৰ ১২ পৃষ্ঠাকৈ "আসমীয়া"ই আত্ম প্ৰকাশ কৰিছিল। সাপ্তাহিক পৰ্যায়ত প্ৰথম পৃষ্ঠা বিজ্ঞাপনেৰে পূৰ্ণ কৰা হৈছিল। বাতৰিৰ ওপৰতে প্ৰাধান্য আছিল। 'বিবিধ বাতৰি', 'সভা-সমিতি', 'স্থানীয় আৰু প্ৰাদেশিক-শিতান', 'দেশী বাতৰিৰ' শিতানত সংবাদবিলাক সজোৱা হৈছিল। 'অভাৱ-অভিযোগ', 'কথা-প্ৰসঙ্গ' শিতানত ৰাইজৰ অভাৱ-অভিযোগৰ পৰ্যালোচনা আৰু মন্তব্য প্ৰকাশ পাইছিল। বঙালী আৰু মাঘ বিহুৰ বাবে বিশেষ সংখ্যাত কম সংখ্যক হ'লেও

প্ৰৱন্ধ পাতি ওলাইছিল, কোনোবা সংখ্যা ৰঙীণ কৰা হৈছিল। বিহু উপলক্ষে প্ৰকাশ পোৱা সংখ্যাত ৰসাল ৰচনাও প্ৰকাশ পাইছিল। ১৯২২ চনৰ ২৩ আগষ্ট সংখ্যাৰ পৰা কাকতৰ ওপৰত সোঁফালে নাম-ফলক (Mast head) ৰ কাষতে সম্পাদক মহেশ্বৰ বৰুৱাৰ নাম দিয়া হৈছিল। তেওঁ "অসমীয়া"ৰ দ্বিতীয়গৰাকী সম্পাদক আছিল। সম্পাদকৰ নাম দিয়াটো আগেয়ে বাধ্যতামূলক নাছিল।

"অসমীয়া"ৰ তিনিদিনীয়া স্তৰতো 'টেবলয়ড্' আকাৰৰ ৮ পৃষ্ঠাৰ আছিল। প্ৰথম পৃষ্ঠাত সম্পূৰ্ণ বিজ্ঞাপন প্ৰকাশ পাইছিল। দুই এটা সংখ্যাত প্ৰবন্ধ প্ৰকাশ পাইছিল, কিন্তু সেইবিলাক আকৰ্ষণীয়ভাৱে উপস্থাপন কৰা নাছিল। এক স্তম্ভতে লিখাবিলাক প্ৰকাশ কৰা হৈছিল।

দৈনিক "অসমীয়া" স্বাভাৱিক বাতৰি কাকতৰ (২২x৩৬) আকাৰৰ আছিল। সাধাৰণতে ৬ পৃষ্ঠা। সম্পাদকলৈ চিঠি শিতান, বিজ্ঞাপনৰ পৃষ্ঠাও নিৰ্দ্ধাৰিত নাছিল। চিঠি-পত্ৰৰ শিতান নিয়মীয়া নাছিল। সংবাদবিলাক গুৰুত্বসহকাৰে পৰিৱেশন কৰা হৈছিল। দৈনিক "অসমীয়া"ত "খেল-ধেমালি" আৰু "অকমানিৰ চ'ৰা" সন্নিৱিষ্ট কৰা হৈছিল। ১৯৪৬ চনৰ ২০ মাৰ্চ সংখ্যাৰ পৰা "অকমানি চ'ৰা"ৰ আৰম্ভ হয়। প্ৰায় প্ৰতি সোমবাৰে প্ৰকাশ পোৱা শিতানটোৰ পৰিচালক -- "পখিলী" আছিল। অসমীয়া "ৰেডিঅ' প্ৰগ্ৰেম"ৰ বাতৰি প্ৰায় নিয়মীয়াকৈ থাকে। দৈনিক "অসমীয়া"ত কাৰ্টুন বা কটাক্ষ চিত্ৰ নাছিল। কিন্তু অসমীয়াৰ পাতত সংবাদ পৰিৱেশনৰ নতুন ৰীতিৰ প্ৰৱৰ্তন হয়-- বিশেষকৈ গ্ৰুপিং বিৰোধী আন্দোলনৰ সময়তে জাগ্ৰত অসমীয়াৰ প্ৰবল জনমতৰ অনুকূলে সংবাদ চকুত লগাকৈ পৰিৱেশন কৰা হৈছিল। একোটাইঁত পৃষ্ঠা জোৰাকৈ বিভিন্ন ঠাইৰ গ্ৰুপিং বিৰোধী সভা-সমিতিৰ বা-বাতৰি প্ৰকাশ পাইছিল। সংবাদ জন আকাঙ্ক্ষাৰ অনুকূলে দিয়া হৈছিল।

এইবিলাক সংবাদ বেনাৰ হেডিঙত ডাঙৰ ডাঙৰকৈ পৃষ্ঠা ভৰাই এনে শিতানত দিয়া হৈছিল :

## আমাক লাগে স্বাধীন ভাৰত আৰু তাৰ তলত স্বাধীন অসম :

পৃষ্ঠাটোৰ সংবাদৰ মাজত Intro হিচাপে ডাঙৰ হৰফত বক্স দিয়া হৈছিল। তাত এনেদৰে লিখা হৈছিল : "অসমৰ চহৰ নগৰৰ কথাই নাই, চুকে-কোণে থকা গাওঁ-ভূঁই, পাহাৰীয়া অঞ্চল আনকি বাগিচাৰ বনুৱাৰ বুকুও আজি কঁপাই তুলিছে— মন্ত্ৰী মিছনৰ আজি অন্যায় প্ৰস্তাৱৰ বিৰুদ্ধে তীব্ৰ বিক্ষোভৰ ধ্বনিয়ে আৰু অসমৰ জাতীয় অস্তিত্ব ৰক্ষাৰ কাৰণে এই প্ৰস্তাৱৰ বিৰুদ্ধে তেওঁলোকৰ মৰণ-পন সমৰ সজ্জাই। ....আমাৰ জয় সুনিশ্চিত।"

"অসমীয়া"ৰ সাংবাদিকতাই চাঞ্চল্য ধৰ্মী চৰিত্ৰ লোৱা নাছিল আৰু ক্ষমতাৰ ৰাজনীতিৰ ধামখুমীয়া আৰম্ভ নোহোৱাত ৰাজনৈতিক নেতাৰ বিবৃতি প্ৰধান কাকত বা বুলেটিনলৈ অধঃপতিত নোহোৱাটো এই সময়ৰ অসমীয়া সাংবাদিকতাৰ উল্লেখযোগ্য বিষয়। অৱশ্যে স্বাধীনতাৰ ঠিক পিছতে ভাৰতীয় আন ভাষাৰ সাংবাদিকতাত নতুনকৈ ফিচাৰ ধৰ্মী (feature) প্ৰতিবেদনৰ পয়োভৰ আৰম্ভ হৈছিল যদিও "অসমীয়া"ৰ সাংবাদিকতাই অকল ৰাজনীতি, সমাজ আৰু অৰ্থনীতি সম্বন্ধীয় বা-বাতৰিতে সীমিত হৈ আছিল। মানৱীয় (Human stories) সংবাদ কম আছিল, নাছিল বুলিব পাৰি, কিন্তু মানৱীয় সমস্যাৰাজিৰ প্ৰতি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু বানপানীৰ দৰে প্ৰাকৃতিক দুৰ্যোগৰ প্ৰতি সহায়ৰ আহ্বান কৰাৰ ক্ষেত্ৰত "অসমীয়া"ই আগ-ভাগ লৈছিল। আনকি বনুৱা নেতা বিশিষ্ট সাংবাদিক কেদাৰনাথ গোস্বামীৰ দৰে ব্যক্তি অসুস্থ হৈ পৰাত সহায়ৰ বাবে সংগঠিত ৰাজহুৱা সভাৰ বাতৰিৰ ওপৰত গুৰুত্ব দি উৎসাহ প্ৰদানো কৰা দেখা যায়। এনে মানৱীয় দৃষ্টিকোণ কাকতখনৰ গুৰিৰে পৰা অব্যাহত আছিল। অসমীয়া জাতিৰ নৱজাগৰণৰ অন্যতম খনিকৰ আৰু ৰেনেচাৰ উদ্গাতা চন্দ্ৰকুমাৰৰ অবিহনেও "অসমীয়া" প্ৰতিষ্ঠাপক গৰাকী 'মানুহেই দেৱ, মানুহেই সেৱ' ধৰ্ম অটুট ৰাখি "অসমীয়া"ই সাংবাদিকতাৰ ওখ পৰম্পৰা গঢ়ি তুলিলে।

"অসমীয়া"ই সংবাদ পৰিৱেশনৰ নতুন পৰম্পৰা সৃষ্টি কৰাৰ লগতে "মেমেৰা মেথিৰ চিঠি"ৰ (লিখক যোগেন্দ্ৰনাথ বৰকাকতী, তেওঁ "অসমীয়া"ৰ সম্পাদকো হৈছিল।) দৰে ব্যংগ কলমৰ প্ৰৱৰ্তন কৰি সাংবাদিকতাৰ আন এক পৰম্পৰা সংবৰ্দ্ধন কৰিছিল। সাহিত্যৰথী বেজবৰুৱাৰ হাতত পৰিপক্কতা লাভ কৰা, হাস্য-ব্যঙ্গ ৰচনাই সংবাদ পত্ৰলৈ আহি সমাজৰ নিয়মীয়া পৰ্যালোচনাৰ ৰূপ লৈছিল। এইবিলাক মিলি সংবাদ-পত্ৰক বিভিন্ন শ্ৰেণীৰ পাঠকৰ বাবে উপযোগী কৰি গঢ়ি তুলিছিল— কাকতখন সমাজখনৰেই এক সংসদ (People's parliament) স্বৰূপ। কোৱা হয়, সংবাদ পত্ৰই যেতিয়া অকল সমাজৰ প্ৰতিফলন পৰ্যায়ত থাকে, তেতিয়া ইয়াৰ স্পষ্ট ভূমিকা, ওলাই নপৰে— ইয়াক সামাজিক পৰিৱৰ্তনৰ তাৎপৰ্যৰ ব্যাখ্যা কাৰক হিচাপে গঢ় দিব পৰাটো আধুনিক সংবাদ-পত্ৰৰ বৈশিষ্ট্য। আত্মবিশ্বাস সহকাৰে "অসমীয়া"ই উপযুক্ত ভাৱাৱে

সামাজিক নৱজাগৰণৰ অভিজ্ঞতাক জনসাধাৰণৰ মনলৈ প্ৰৱেশ কৰোৱাৰ মাধ্যমৰ ঠাই লৈছিল বাবে পৰম্পৰাগত সংবাদ-পত্ৰৰ ঊৰ্ধত "অসমীয়া"ৰ স্থান।

দিনেকীয়া ৰূপ বন্ধ কৰিবলগীয়া হোৱাত "অসমীয়া" সাপ্তাহিক হ'ল যদিও এই কাকতৰ উদ্দেশ্য একেই থাকিল। "মেমেৰা মেধিৰ চিঠি"ৰ দৰে স্তম্ভই সেই সময়ত আন কাকতৰ তুলনাত বেলেগে "অসমীয়া"ক স্থান দি ৰাখিলে। "মেমেৰা মেধিৰ চিঠি" অসমীয়া সাংবাদিকতাৰ এক উল্লেখযোগ্য শিতান :

**মেমেৰা মেধিৰ চিঠি**

"সেৱকে যদি কৰে অপকাৰ চোৰে অপযশে স্বামীক তাৰ।" দৌতা সকল,

"কাকনো বুলিম ককা, আটাইৰে দাঢ়ি-চুলি পকা। ভাবিছিলো কংগ্ৰেছৰ হাতত দেশৰ শাসন ক্ষমতা পৰিছে যেতিয়া দুখীয়া ৰায়তে তেও দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পাব। পিছে দেখিছো সকলো গালো-বালৌ খোলা কটিৰ তাল। আগৰসকল বাৰেৰেহে, এতিয়াৰসকল হ'ল তেৰেৰে। ইপিনে আজি শুনিবা--- গছ পুলি ৰোৱা, কাইলৈ শুনিম--- সপ্তাহত এসাজকৈ লঘোণ দিয়া। হ'ল বুলিনো আৰু কিমান ভুতৰ মুখত "ৰাম নাম" শুনিবা। শুনি শুনি কাণ ঘোগোলা হ'ল। এই শুনিবা কাপোৰ-কানি, লোণ-তেল, গুৰ-চেনিৰ কণ্ট্ৰ'ল। পিছ মুহূৰ্ত্ততে শুনিবা— কণ্ট্ৰ'ল গুছি কন্দল হৈছে। আৰু কিমাননো ভেকো-ভাওনা চাবা? এই শুনিবা— আয়ুৰ্বেদ কলেজকে আদি কৰি— কেঞ্চাবন গজাদি গজি উঠা হেজাৰ-বিজাৰ স্কুল-কলেজৰ কথা আৰু পিছ মুহূৰ্ত্ততে শুনিবা— টকা পইচাৰ অভাৱত সেইবোৰ মৰিমূৰ কৰাৰ কথা!! হেৰ' তেন্তে আছেনো কিটো, কিটো খাবলৈনো আমি স্বাধীন হলোহঁক অ'? ...."

(সাদিনীয়া "অসমীয়া" ২৯ অক্টোবৰ, ১৯৪৯, ২৮ সংখ্যা)

১৯৫৮ চনত সাপ্তাহিক "অসমীয়া" বন্ধ হ'ল, কিন্তু বেণুধৰ শৰ্মাই কোৱা দৰে "অসমীয়া" অসমীয়া সাংবাদিকতাৰ "জুই শাল" আছিল।[৬৫] এই জুই শালৰ শ্ৰদ্ধফলৰ বাবে বেছি কাল অপেক্ষা কৰিব লগা নহ'ল।

"নতুন অসমীয়া"ই "অসমীয়া"ৰ সবল পৰম্পৰাটোক পুনৰ সঞ্জীৱিত কৰি অসমীয়া সাংবাদিকতাৰ সোণালী যুগৰ পটুন কৰিলে। ১৯৪৯ চনৰ ২৬ জুনৰ পৰা আৰম্ভ হ'ল নতুন অধ্যায়।

## 'অসমীয়া' কাকতৰ সম্পাদকসকলৰ নাম-তালিকা

| সম্পাদকৰ নাম | সময় |
|---|---|
| ১। সদানন্দ দুৱৰা | ১৯১৮-১৯২১ চন |
| ২। মহেশ্বৰ বৰুৱা | ১৯২২-১৯২৫ " |
| ৩। অমিয় কুমাৰ দাস | ১৯২৬-১৯২৮ " |
| ৪। লক্ষ্মীনাথ ফুকন | ১৯২৯-১৯৩০ " |
| ৫। আনন্দচন্দ্ৰ বৰুৱা | ১৯৩০ ৰ শেষাৰ্দ্ধত |
| ৬। মোহনচন্দ্ৰ মহন্ত | ১৯৩১ ৰ প্ৰথমাৰ্দ্ধত (প্ৰায় চাৰি মাহ) |
| ৭। দক্ষৰাম বৰুৱা | ১৯৩১-(দুমাহ) |
| ৮। মোহনচন্দ্ৰ মহন্ত | ১৯৩১-(দুমাহ) |
| ৯। বেলিৰাম দাস | ১৯৩১-(এদিন মাত্ৰ) |
| ১০। দক্ষৰাম বৰুৱা | ১৯৩১-(দুমাহ) |
| ১১। খগেন্দ্ৰনাথ দত্ত | ১৯৩১-(দুমাহ) |
| ১২। পদ্মধৰ চলিহা | ১৯৩১-১৯৩৪ |
| ১৩। হৰেন্দ্ৰনাথ বৰুৱা | ১৯৩৪-১৯৪১ |
| ১৪। যোগেন্দ্ৰনাথ বৰকাকতী | ১৯৪১-(দুমাহ) |

| | |
|---|---|
| ১৫। হৰেন্দ্ৰনাথ বৰুৱা | ১৯৪১-১৯৪২<br>(১১ এপ্ৰিল)<br>১৯৪৩-১৯৪৪<br>(কাকতবোৰ বিচাৰি<br>পোৱা নগ'ল) |
| ১৬। জ্যোতিপ্ৰসাদ আগৰৱালা | ১৯৪৪-(সাত মাহ)<br>(কাকত নাই) |
| ১৭। দেৱকান্ত বৰুৱা | ১৯৪৫-১৯৪৮ |
| ১৮। হৰেন্দ্ৰনাথ বৰুৱা | ১৯৪৮-(চাৰি মাহ) |
| ১৯। নিৰণ ভূঞা | ১৯৪৯-১৯৫১ |
| ২০। কমল গগৈ | ১৯৫১-১৯৫৩ |
| ২১। যোগেন্দ্ৰনাথ বৰকাকতী | ১৯৫৪-১৯৫৮ |

## টোকা

'অসমীয়া'ৰ ফাইলবিলাকেই অধ্যয়নৰ মূল সমল যদিও এই ক্ষেত্ৰত গ্ৰহণ কৰা বিভিন্ন ধৰণৰ সহায় সম্বন্ধে গ্ৰন্থসূচী সন্নিবিষ্ট কৰা হৈছে। পৰিশিষ্টত কিছুমান নথি-পত্ৰও বিষয়বস্তুক প্ৰত্যায়িত কৰিবৰ বাবে সংযোগ কৰা হৈছে। এইখিনিতে এটা কথা উল্লেখ কৰা উচিত হ'ব। অসম বুৰঞ্জী পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হোৱা ফাইলবিলাকত 'অসমীয়া'ৰ সকলো সংখ্যা পোৱা নাযায়। আনেও এইবিলাক সংগ্ৰহ কৰে বুলি জনা নাই। বিশেষকৈ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সম্পাদিত ''অসমীয়া'' পোৱা নাই। সেই বাবে ''অসমীয়া''ৰ অধ্যয়ন অসম্পূৰ্ণ হৈ ৰ'ব বুলি বোধ হয়। আনহাতে যিবিলাক ''অসমীয়া''ৰ সংখ্যা উক্ত বুৰঞ্জী পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হৈছে, সেইবিলাকে পাঠকৰ অসতৰ্ক হাত বুলনিত ক্ৰমান্বয়ে ছিগি যোৱাৰ দৰেই হৈছেহি, বহুতো অংশ পঢ়িব নোৱাৰা হৈ পৰিছে। সেই বাবে আমাৰ প্ৰবন্ধটিৰ উদ্ধৃতি কমোৱাতকৈ বেছি কৰি ভৱিষ্যতৰ পৰ্যালোচনাৰ বাট মুকলি কৰি থোৱাৰ প্ৰয়াস কৰা হৈছে। মাজে মাজে উদ্ধৃতি দীঘলীয়া যেন লাগিলেও অসমৰ জাতীয় ইতিহাসৰ খচৰাৰ সমল বুলি সেইবিলাক পাঠক সমাজলৈ আগবঢ়োৱা হ'ল।

## কৃতজ্ঞতা

'অসমীয়া'ৰ সম্পাদকসকলৰ নাম-তালিকাখন যুগুত কৰোতে অসমৰ বুৰঞ্জী পুৰাতত্ত্ব বিভাগত সংৰক্ষিত 'অসমীয়া'ৰ ফাইলবিলাকৰ সহায় লোৱাৰ উপৰি শ্ৰীপ্ৰসন্ন কুমাৰ ফুকন, নিত্যানন্দ বৰদলৈৰ 'পুৰণি দিনৰ ৰেঙণি'ৰ পৰা সহায় লোৱা হৈছে। তেখেতসকললৈ কৃতজ্ঞতা জনালো। এইসকলৰ উপৰি কেইবাগৰাকী লোকে আমাক বিভিন্ন প্ৰকাৰে সহায় কৰি ধন্য কৰিছে। তেখেতসকল হ'ল: উষা আগৰৱালা, ঈশ্বৰপ্ৰসন্ন চৌধুৰী, প্ৰফুল্ল বেজবৰুৱা (শিৱসাগৰ), নীলমণি ফুকন, ডঃ হীৰেন গোহাঁই, ডঃ দেৱপ্ৰসাদ বৰুৱা, শিৱচৰণ কলিতা, বিপিনপাল দাস, ডঃ অমলেন্দু গুহ, ইকবাল আহম্মদ (ডিব্ৰুগড়), সৰোজকুমাৰ দত্ত, ৰতনকুমাৰ শৰ্মা (স্বৰ্গীয়) আৰু সমীন্দ্ৰ হজুৰী। সৰ্বোপৰি শ্ৰীমান কুশ মহন্তই টোকা সংগ্ৰহকে ধৰি পাণ্ডুলিপি প্ৰস্তুত কৰি সহায় কৰাত কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ জিতেন্দ্ৰনাথ ভূঞা, গ্ৰন্থাগাৰিক ভৃগুৰাম ভৰালীকে আদি কৰি ইয়াৰ কৰ্মচাৰীসকললৈ অশেষ কৃতজ্ঞতা জনালোঁ।

লিখক

**প্ৰসংগ ঃ**

১। লক্ষ্মীনাথ ফুকন— **ৰাধানাথ চাংকাকতী, ৰাধানাথ চাংকাকতী**, অসম প্ৰকাশন পৰিষদ ১৯৭১, পৃষ্ঠা-৫, বিপিন বৰগোঁহাই, 'টাইমছ অব' উক্ত গ্ৰন্থ পৃষ্ঠা-৪৯।
২। বেণুধৰ ৰাজখোৱা, **মোৰ জীৱন দাপোণ**, ১৯৬৯, পৃষ্ঠা-২১০।
৩। বিবেকানন্দ আগৰৱালা, ব্যৱসায়ী চন্দ্ৰকুমাৰ, **চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা**, অসম সাহিত্য সভা ১৯৬৭ চন, পৃষ্ঠা-৩৯।
৪। Vincent Mosco **The Political Economy of Communication,** SAGE PUBLICATION, LONDON (1997) page 139.
৫। ৰাধিকামোহন ভাগৱতী, **অসম সাহিত্য সভা পত্ৰিকা**, তৃতীয় সংখ্যা— ১৯৯৩-৯৪, পৃষ্ঠা- ৬০।
৬। **চিন্তা-বিবিধা** ঃ মোহনচন্দ্ৰ মহন্ত, ১৯৮৮, প্ৰকাশক ডঃ পদ্মপাণি, গুৱাহাটী-১৯, পৃষ্ঠা-২২।
৭। দীপংকৰ বেনাৰ্জী, **Labour urnest in Assam: some aspects of the labour movement among the non plantation workers** (1919-39) পৃষ্ঠা-১০।
৮। লক্ষ্মীনাথ ফুকন ঃ **মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ**, প্ৰথম প্ৰকাশন, ডিচেম্বৰ ১৯৬৯ চন, পৃষ্ঠা-১৪৭।
৯। **চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা** ঃ অসম সাহিত্য সভা, অসম সাহিত্য সভা ১৯৬৭ চন— লক্ষ্মীনাথ ফুকন, আগৰৱালা মানুহজন। পৃষ্ঠা-৪৬।
১০। ঐ গ্ৰন্থ— বেণুধৰ শৰ্মা — অসমীয়া সাংবাদিকতাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা, পৃষ্ঠা-১০৩।
১১। "দৈনিক অসমীয়া"ৰ সম্পাদকীয়, ২৬ জানুৱাৰী, ১৯৪৬ চন। ১২ মাঘ, শনিবাৰ ১৮৬৭ শক, ১ম ভাগ, ১ম সংখ্যা।
১২। গান্ধীজীৰ অন্যতম ঐতিহাসিক কাৰ্য ঃ অসমৰ গ্ৰুপ মুক্তি, হৰেন্দ্ৰনাথ বৰুৱা, পৃষ্ঠা-২২ **গান্ধীজীৰ সোঁৱৰণত** ঃ সম্পাদনা চন্দ্ৰপ্ৰসাদ শইকীয়া, অসম প্ৰকাশন পৰিষদ, ১৯৬৯।
১৩। **স্বাধীনতা সংগ্ৰামত ভাৰতীয় জাতীয় কংগ্ৰেছ** ঃ অমলেশ ত্ৰিপাঠী, পৃষ্ঠা ৪০৪।
১৪। উক্ত গ্ৰন্থ ° পৃষ্ঠা-৪০৭।
১৫। **হেৰাই যোৱা দিনবোৰ** ঃ দেৱেশ্বৰ শৰ্মা, পৃষ্ঠা-৩২৯।
১৬। **A Nation in Making** Sir Surendra Nath Banarjee, page 183
১৭। **কাৰাগাৰৰ চিঠি** ঃ তৈয়বউল্লা, পৃষ্ঠা-৩৭০।
১৮। ঐ " " ১৯১।
১৯। **অসম প্ৰেমী হৰেন্দ্ৰনাথ বৰুৱা** ঃ ডঃ হীৰেন গোহাঁই
২০। **দৃষ্টিপাত** ঃ হৰেন্দ্ৰনাথ বৰুৱা স্মৃতিৰক্ষা সমিতি, ১৯৯৩, পৃষ্ঠা-৫-৬।
২১। **THE INDIAN PRESS**, by MARGARITA BANNS GEORGE ALLEW AND UNWIN LTD – Introduction
২২। **চিন্তা বিবিধা** ঃ মোহনচন্দ্ৰ মহন্ত— ১৯৮৮, পৃষ্ঠা-২০।
২৩। ঐ গ্ৰন্থ।
২৪। ঐ গ্ৰন্থ — ২৪।
২৫। দুজন কৰ্মীলৈ ভাবি ঃ ৰবীন কাকতী ঃ **ভাৰতৰ মুক্তি যুঁজত অসম** ঃ ১৯৭২,পৃষ্ঠা ৩৪০-৪১।
২৬। মোহনচন্দ্ৰ মহন্ত ঃ **চিন্তা বিবিধা** ঃ পৃষ্ঠা ২১।
২৭। উপেন্দ্ৰচন্দ্ৰ বৰকটকী ঃ জোনাকীযুগৰ ভোটাতৰা ঃ **চন্দ্ৰ স্মৃতি** ঃ চন্দ্ৰকুমাৰ আগৰৱালা জন্ম শতবাৰ্ষিকী উৎসৱ সমিতি ইং, ১৯৯২, পৃষ্ঠা-২৬।
২৮। এন এছ ৰাঘৱন ঃ **The Press in India** A New History, 1994, page-20
২৯। **বিশ্ববিদ্যালয় ভাষা-ভাষণ আৰু ভ্ৰমণ**— মহেশ্বৰ নেওগ, পৃষ্ঠা-৩৮।
৩০। ঐ গ্ৰন্থ — ৪০।
৩১। ঐ গ্ৰন্থ — ৩৯।
৩২। **বিশ্ববিদ্যালয় ভাষা-ভাষণ আৰু ভ্ৰমণ** — মহেশ্বৰ নেওগ পৃষ্ঠা-৩৯।
[টোকা ঃ ১৯৪৪ চনত 'অসমীয়া'ৰ সম্পাদক আছিল গনি মাহমানৰ কাৰণে জ্যোতিপ্ৰসাদ আগৰৱালা। বৰ্তমান অৱস্থাত এই ছোৱা "অসমীয়া" দুষ্প্ৰাপ্য হৈ পৰিছে। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হোৱা নাই।]
৩৩। **Political History of Assam** · Govt of Assam, Vol-2, pages- 309-310
৩৪। **বাতৰিৰ বিভূতি** ঃ নীলমণি ফুকন — ১৯৭৭ চন, পৃষ্ঠা-৬২, ৬৩, ৬৪, ৬৫।
৩৫। দেৰগাঁও অঞ্চলৰ দেশপ্ৰেমিক জাতীয়তাবাদী লোক বুলিলে প্ৰথমতে গঙ্গাৰাম মেধিৰ নামটো ল'বই লাগিব। দেশহিতৈষী সাংবাদিক লক্ষ্মীনাথ ফুকনৰো মনৰ সিধাৰ বাবে মেধিৰ ওচৰত ভালেখিনি ঋণী বুলি কবি নীলমণি ফুকনে সাক্ষাৎকাৰত ব্যক্ত কৰিছে।
৩৬। Mitra and Chakravarty **The Rebel India** : Calcutta-1944
৩৭। Samarjit Charkravarty **The Bengali Press,** page- 186-188
৩৮। **কলঙে লুইতে সাগৰে** ঃ তীৰ্থ ফুকন, পৃষ্ঠা-৩৯।
৩৯। A E CHARLTON The English Language News Paper **Journalism in Modern India**, page-3

৪০। NADIG KRISHNA MURTHY **Indian Journalism,** University of Mysore (1966).
৪১। SIVARAMAN . The Vernacular Language News Paper : **Journalism in Modern India,** page-16-19
৪২। বংশীমাল্লা ঃ **ভাৰতীয় সংবাদপত্ৰৰ ইতিহাস** (১৯৯৫), পৃষ্ঠা-৪৪।
৪৩। তীৰ্থনাথ শৰ্মা ঃ **আউনীআটী সত্ৰৰ বুৰঞ্জী** (১৯৭৫), পৃষ্ঠা-২৫১-২৭৯।
৪৪। R R Bhatnagar : **The Ride and Growth of Hindi Journalism,** (1948) page-428
৪৫। A N SIVARAMAN পূৰ্বোক্ত উল্লেখিত গ্ৰন্থ। পৃষ্ঠা-২০-২১।
৪৬। **বেজবৰুৱা-গ্ৰন্থাৱলী** (প্ৰথম খণ্ড)। পৃষ্ঠা-৩৯।
৪৭। সত্যেন্দ্ৰনাথ শৰ্মা ঃ "মৌ", অসম প্ৰকাশন পৰিষদ, ১৯৮০ পৃষ্ঠা-ভূমিকা ২।
৪৮। হেৰম্বকান্ত বৰপূজাৰী ঃ **আমেৰিকান মিছনেৰীসকল আৰু উনবিংশ শতিকাৰ অসম** (অসম সাহিত্য সভা ১৯৮৩) পৃষ্ঠা-৪৯।
৪৯। ঐ গ্ৰন্থ - পৃষ্ঠা-৫১।
৫০। ডঃ অমলেন্দু গুহ, **অসমৰ ইতিহাস ঃ অধ্যয়ন আৰু ৰচনা**, সৃষ্টিলেখ গুৱাহাটী-৩ (১৯৯৪) পৃষ্ঠা-২০।
৫১। ডঃ অমলেন্দু গুহ, **অসমৰ ইতিহাস ঃ অধ্যয়ন আৰু ৰচনা**, পৃষ্ঠা-১৬।
৫২। **চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা** (অসম সাহিত্য সভা) অমিয়কুমাৰ দাস সম্পাদিত পৃষ্ঠা-৬০-৬১।
৫৩। BipanChandra, **India's Struggle for Independence** (1857-1947), 1989 page-69
৫৪। Nadig Krishna Murthy **Indian Journalism,** page 63
৫৫। Elleke Bochmer, **Colonial and Past Colonial Literature,** 1995 London, page 100
৫৬। অমলেন্দু গুহ ঃ **অসমৰ ইতিহাস**, অধ্যয়ন আৰু ৰচনা, পৃষ্ঠা-১৮।
৫৭। **A NATION IN MAKING** page-38
৫৮। Bipan Chandra, **India's Struggle of Independence,** page 102-103
৫৯। পদ্মনাথ গোহাঞি বৰুৱা, **গোহাঞি বৰুৱাৰ ৰচনাৱলী**, অসম প্ৰকাশন পৰিষদ, ১৯৭১ চন, পৃষ্ঠা-৯০০।
৬০। অমলেশ ত্ৰিপাঠী ঃ **স্বাধীনতা সংগ্ৰামত ভাৰতৰ জাতীয় কংগ্ৰেছ** —১৮৮৫-১৯৪৭) পৃষ্ঠা-২১৩।
৬১। বিপিনপাল দাসৰ লগত হোৱা সাক্ষাৎকাৰৰ পৰা।
৬২। জাতিৰ জাগ্ৰত প্ৰহৰী হৰেন্দ্ৰনাথ বৰুৱা ঃ **দৃষ্টিপাত** ঃ হৰেন্দ্ৰনাথ বৰুৱা স্মৃতি ৰক্ষা সমিতি, ১৯৯৫, পৃষ্ঠা-৪২-৪৩।
৬৩। **পুৰণি দিনৰ ৰেঙণি** ঃ নিত্যানন্দ বৰদলৈ, পৃষ্ঠা-৯৪-৯০।
৬৪। দিলীপ শৰ্মা— আবাহন আৰু দীননাথ শৰ্মা ঃ ডঃ বসন্ত কুমাৰ শৰ্মা সম্পাদিত ঃ **ডাঃ দীননাথ শৰ্মা জীৱন আৰু কৃতি,** পাঠশালা ১৯৯৪-৯৫, পৃষ্ঠা-৮।
৬৫। বেণুধৰ শৰ্মা ঃ **বুৰঞ্জীৰ সঁফুৰা** ঃ পৃষ্ঠা-৪৬১, বেণুধৰ শৰ্মাৰ ৰচনাৱলী (২য় খণ্ড)।

গ্ৰন্থসূচী ঃ

১। **ৰাধানাথ চাংকোকতী**, অসম প্ৰকাশ পৰিষদ ১৯৭১ চন।
২। **মোৰ জীৱন দাপোণ**, বেণুধৰ ৰাজখোৱা ১৯৬৯।
৩। **চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা**, অসম সাহিত্য সভা ১৯৬৭ চন।
৪। Vincent Mosco, **The Political Economy of Communication**–, SAGE PUBLICATION, London 1997
৫। ৰাধিকামোহন ভাগৱতী, **অসম সাহিত্য সভা পত্ৰিকা**, তৃতীয় সংখ্যা ১৯৯৩-৯৪ চন।
৬। **চিন্তা-বিবিধা** ঃ মোহন চন্দ্ৰ মহন্ত, ১৯৮৮ চন ডঃ পদ্মপাণি, গুৱাহাটী ১৯।
৭। DIPANKAR BANERJEE **LABOUR UNREST IN ASSAM : SOME ASPECTS OF THE LABOUR MOVEMENT AMONG THE NON-PLANTATION WORKERS** (1919-39)– CENTRE FOR HISTORICAL STUDIES SCHOOL OF SOCIAL SCIENCES JHU, NEW DELHI, (UNPLISHED THESIS)
৮। প্ৰফুল্লচন্দ্ৰ বৰুৱা: **অসমৰ ৰাজবি ৰাকন্ত— এটি জলপৰেখা** (১৮৪৬-১৯৪৬-৪৭)। লয়াৰ্ছ বুক ষ্টল, পাণবজাৰ, গুৱাহাটী-১৯৯৩ চন।
৯। Amalendu Guha' : Planters Raj to Swaraj : **Freedom Struggle and Electoral Politicy in Assam** (1826 - 1947) New Delhi, 1977
১০। **মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ** ঃ লক্ষ্মীনাথ ফুকন।
১১। **চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা** ঃ অসম সাহিত্য সভা, ১৯৬৭ চন।
১২। **স্বাধীনতা সংগ্ৰামত ভাৰতীয় জাতীয় কংগ্ৰেছ** ঃ অমলেশ ত্ৰিপাঠী।
১৩। **হেৰাই যোৱা দিনবোৰ** ঃ দেৱেশ্বৰ শৰ্মা।
১৪। **A Nation in Making** : Sir Surendra Nath Banerjee.

১৫। **কাৰাগাৰৰ চিঠি :** তৈয়বউল্লা।
১৬। **দৃষ্টিপাত :** হৰেন্দ্ৰনাথ বৰুৱা স্মৃতি ৰক্ষা সমিতি, ১৯৯৩ চন।
১৭। **The Indian Press**: Marqanta Barns
১৮। **চিন্তা বিবিধা :** মোহনচন্দ্ৰ মহন্ত।
১৯। **Landmarks of the freedom struggle in Assam**: K. N Dutta, 1993.
২০। **ভাৰতৰ মুক্তি যুঁজত অসম :** হৰেন্দ্ৰ নাথ বৰুৱা সম্পাদিত, ১৯৭২।
২১। **চন্দ্ৰ স্মৃতি :** চন্দ্ৰকুমাৰ আগৰৱালা জন্ম শতবাৰ্ষিকী উৎসৱ সমিতি : ১৯৯২ চন।
২২। **The Press in India, A New History**: G N. S Raghawan 1994
২৩। **বিশ্ববিদ্যালয় ভাষা-ভাষণ আৰু ভ্ৰমণ :** মহেশ্বৰ নেওগ।
২৪। **Political History of Assam**: Govt of Assam
২৫। **বাতৰিৰ বিভূতি :** নীলমণি ফুকন, ১৯৭৭।
২৬। **The Rebel India**: Mitra & Chakravarty, 1946
২৭। **The Bengali Press**: Samarjit Chakravarty
২৮। **গান্ধীজীৰ সোৰঁৰণত :** সম্পাদনা— চন্দ্ৰপ্ৰসাদ শইকীয়া, অসম প্ৰকাশন পৰিষদ, ১৯৬৯।
২৯। **কলঙে লুইতে সাগৰে :** তীৰ্থ ফুকন।
৩০ ভাৰতীয় সংবাদপত্ৰৰ **ইতিহাস :** বংশী মান্না, ১৯৯৫।
৩১ আউনীআটী সত্ৰৰ **বুৰঞ্জী :** তীৰ্থনাথ শৰ্মা, ১৯৭৫ চন।
৩২ **Journalism in Modarn India**: edited by Roland E Woieseley- 1964
৩৩ **The Rise and growth of Hindi Journalism**: R R Bhatnagar 1948
৩৪ বেজবৰুৱা **গ্ৰন্থাৱলী** (প্ৰথম খণ্ড)।
৩৫ 'মৌ' : অসম প্ৰকাশন **পৰিষদ**, ১৯৮০ চন।
৩৬ পুৰণি দিনৰ **ৰেঙণি :** নিত্যানন্দ বৰদলৈ, ১৯৭৪ চন।
৩৭ অসমৰ **ইতিহাস : অধ্যয়ন আৰু ৰচনা,** (১৯৯৪) ডঃ অমলেন্দু গুহ।
৩৮ আমেৰিকান **মিছনেৰীসকল আৰু উনবিংশ শতিকাৰ অসম,** অসম সাহিত্য সভা : হেৰম্বকান্ত বৰপূজাৰী।
৩৯ চন্দ্ৰকুমাৰ **আগৰৱালাৰ প্ৰতিভা** (অসম সাহিত্য সভা) : অমিয়কুমাৰ দাস সম্পাদিত।
৪০ **Indias stuggle for Independence**: Bipan Chandra
৪১ **Indian Journalism**: Nadig Krishna Murthy
৪২ **Elcke Bochmer : Colonial and Past Colonial Literature,** 1995 London
৪৩ গোহাঞিবৰুৱাৰ. **ৰচনাৱলী :** অসম প্ৰকাশন পৰিষদ।
৪৪ **স্বাধীনতা** সংগ্ৰামত **ভাৰতীয় জাতীয় কংগ্ৰেছ :** অমলেশ ত্ৰিপাঠী।
৪৫ **বুৰঞ্জীৰ সঁফুৰা :** বেণুধৰ শৰ্মা।
৪৬ **ডাঃ দীননাথ শৰ্মা জীৱন আৰু কৃতি :** ডাঃ দীননাথ শৰ্মা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি, পাঠশালা। ১৯৯৪-৯৫ চন।
৪৭ **The Washington Post, The first 100 years**: Chalmers M. Roberts 1977 Houghton Mifflin Company. Boston

# পৰিশিষ্ট

## 'অসমীয়া'ৰ বিৰুদ্ধে মোকৰ্দমাৰ জজমেণ্ট (অসমীয়া দেওবাৰ, ৭ শাওণ, ১৮৪৪ চন, ২৩ জুলাই, ১৯২২ চন)

### এক

বৰপেটা টাউনৰ পৰা সুন্দৰিদিয়া গাওঁ প্ৰায় এমাইল দূৰত। এই গাৱঁত এখন সত্ৰ আৰু দুটা কীৰ্তন ঘৰ আছে। এটা নামঘৰ, সত্ৰৰ ওচৰত আইনটো অলপ দূৰ গাৱঁৰ বাহিৰে বৰপেটালৈ যোৱা আলিৰ পৰা প্ৰায় ৩০ গজমান আঁতৰত আছে। শেষৰ এই নামঘৰটোক কলীয়া কীৰ্তনঘৰ বোলা হয়। ইয়াৰ অলপ প্ৰাচীনতত্ত্ব আছে, শ্ৰীমাধৱদেৱৰ দিনৰ পৰাই ই চলি আছে আৰু এই বাবেই ইয়াক মান্য কৰা হয়। এই ঘৰটো এটা ৬ ফুট ওখকৈ টোলা হাফলুৰ ওপৰত আছে। ঘৰটো আৰু খুটাৰ ওপৰত টিনৰ ছাল আছে, বেৰ নাই মুকলি। গৰু, ছাগলী সোমাব নোৱাৰাকৈ বাঁহৰ নঙলা দিয়া আছে। ভিতৰ সোমাবলৈ পশ্চিমফালে

মাত্ৰ এটা বাট আছে। প্ৰায় গাৱঁত যিবোৰ কীৰ্তনঘৰ দেখা যায় এই ঘৰৰ আকৃতিও সেইবোৰৰ নিচিনা। চাৰিওফালে ইকৰা, খাগৰি বনে ঢাকি থৈছে, অতি কমেও পোৱা মাইল বাটৰ পৰা এই কীৰ্তনঘৰটো দেখা যায়।

Sub Divisional police ৰ Incharge A S. P মিঃ কালৰ্ভাটে ১৮ জানুৱাৰীৰ পুৱা বৰপেটাৰ পৰা সুন্দৰিদিয়ালৈ বাট ফুৰিবলৈ গৈছিল। তেখেতৰ লগত আসাম ৰাইফলছৰ দুদল গুৰ্খা আছিল। তেখেতে গাৱঁৰ সিমূৰালৈকে গৈ ঘূৰি আহি কলীয়া কীৰ্তনঘৰৰ ওচৰত ৰৈছিল। তাত কেইমিনিটমান থাকি বৰপেটালৈ গুচি আহিল।

'ইয়ং ইণ্ডিয়া' এখন সাপ্তাহিক কাকত, আহমাদাবাদত প্ৰকাশ হয়। সেই কাকতৰ ভিতৰত এডোখৰ প্ৰবন্ধ ওলাইছিল আৰু তাত থিৰাংকৈ লেখা হৈছিল যে, মিষ্টাৰ কালভাৰ্টে কলীয়া কীৰ্তনঘৰ সোমাই বুট জোতাৰে গছকি আৰু ভেটি ভাঙি মূত্ৰ ত্যাগ কৰিলে।এই বৰ্ণনা কলিকতাৰ 'ছাৰ্ডেণ্ট' বোলা কাকতে আৰু ডিব্ৰুগড়ৰ পৰা ওলোৱা 'অসমীয়া' কাকতেও ৬ ফেব্ৰুৱাৰী তাৰিখ তুলি প্ৰকাশ কৰে। এই সময়ৰ ভিতৰত মিষ্টাৰ কেলভাৰ্টে জিলা এৰি যায়। স্থানীয় গৱৰ্ণমেণ্টে তেখেতক গোচৰ কৰিবলৈ ক্ষমতা দিয়াত বৰ্তমান অভিযোগ 'অসমীয়া'ৰ সম্পাদক আৰু প্ৰিণ্টাৰ এই দুই আসামীৰ বিৰুদ্ধে ১৮ এপ্ৰিল তাৰিখে উপস্থিত কৰা হয়। মিষ্টাৰ কেলভাৰ্টে নাইবা অইন কোনো লোকে কীৰ্তনঘৰ সোমোৱাৰ ক্ষেত্ৰত সমূলি অস্বীকাৰ কৰে। আৰোপিত অন্য কাৰ্যৰটো কথাই নাই। কাকতত প্ৰকাশ কৰা প্ৰমাণ হৈছে আৰু কাৰ্যত স্বীকাৰ কৰাও হৈছে। আৰোপিত কাৰ্যবিলাকো অপমান, বিৰক্তিজনক আৰু কোনো এটা বৰ্জিত বিধিৰ ভিতৰলৈ আনিব নোৱাৰিলে কোৱা কথাবিলাকো দেখাতে মানহানি কৰিছে। আসামীৰ পক্ষে নিশ্চিত কৰি কয় যে ঘটনা সত্য আৰু সেইবোৰ প্ৰকাশ কৰি আসামীয়ে সদভিসন্ধি আৰু সম্পাদকৰ কৰ্তব্য মতে কাৰ্য কৰিছে। এইবোৰ প্ৰত্যেক বিষয়ৰ প্ৰমাণৰ ভাৰ আসামীৰ ওপৰত আছে। কিন্তু ইয়াকো ক'ব নালাগে যে যদি এই দুৰ্নামবোৰ সত্য বুলি প্ৰমাণিত হয়, নিশ্চয় ইয়াক সাধাৰণৰ উপকাৰৰ নিমিত্তে প্ৰকাশ কৰা উচিত। সদভিসন্ধিৰ প্ৰশ্নত উপস্থিত নহয়। সেই নিমিত্তে আৱশ্যক হৈছে যে, আসামীয়ে দায়মুক্ত হ'বলৈ যিবোৰ সাক্ষী প্ৰমাণ দিছে সেইবোৰ বহুলাই সাৱধানেৰে সৈতে পৰীক্ষা কৰি চাব লাগিব। আসামীৰ পক্ষৰ সুবিজ্ঞ উকিলে মোক প্ৰাৰ্থনা কৰিছিল যে মিষ্টাৰ কালভাৰ্টৰ পক্ষে এনে কাৰ্য কৰা অসাধ্য আৰু আৰোপিত অভিযোগ অসঙ্গত এনে এটা ভাব মনত লৈ মই যেন এই মোকৰ্দ্দমাৰ বিচাৰত নবহোঁ। কোৱা বাহুল্য যে মই তেনেভাৱ কৰা নাই। তথাপি ইয়াকো স্বীকাৰ কৰিব লাগে যে যিবোৰ কাম কেলভাৰ্টে কৰা বুলি কোৱা হৈছে, সেইবোৰ নিৰ্দিষ্ট নিয়মৰ ভালেমান অন্তৰ আৰু কোনো লোকেই তেনে কাৰ্য মিঃ কেলভাৰ্টৰ অৱস্থাৰ কোনো কৰ্মচাৰীৰ পৰা প্ৰত্যাশা নকৰে। মোৰ সন্দেহ নাই যে এই অভাৱনীয় সত্য গ্ৰণনেই আসামীৰ পক্ষৰ পৰা কোৱাৰ কাৰণ হৈছে যে মিঃ কেলভাৰ্টে সেই ঠাই ডোখৰ পবিত্ৰ ঠাই বুলি জনা নাছিল। কিন্তু কংগ্ৰেছ অফিচ বুলি ভুল কৰিছিল। ইও সম্ভৱ হ'ব পাৰে এই মত গ্ৰহণ কৰিলে মিঃ কেলভাৰ্টৰ কাৰ্য সম্ভৱপৰ হ'ব পৰা আছিল। কিন্তু ইয়াৰ পৰাও তেখেতৰ কাৰ্যৰ নিন্দনীয় কাৰ্যৰ পৰিমাণ মাত্ৰহে লঘু হয়। মিষ্টাৰ কেলভাৰ্টে কীৰ্তনঘৰৰ বাহিৰে অইন কিবা ঘৰ বুলি ভুল কৰাৰ বিষয়ে ফৰিয়াদী পক্ষৰ কোনো সাক্ষী প্ৰমাণে সমৰ্থন নকৰে। কেৱল এইমাত্ৰ হৈছিল যে, আসাম ৰাইফলচৰ নায়কজনে জেৰাত কৈছিল যে চাহাবে সেইটো কীৰ্তন ঘৰ নেকি বুলি সুধিছিল, এই উক্তিও সাক্ষীয়ে তৎক্ষণাৎ পৰিৱৰ্তিত কৰি ক'লে যে, তেওঁক চাহাবে কি সুধিছিল নিশ্চয়কৈ ক'ব নোৱাৰে। বাতৰি কাকতৰ বৰ্ণনাৰ পৰা লোকে এনে এটা ভাব কৰিব পাৰে যে মিঃ কেলভাৰ্টে সেই ঠাইডোখৰ ভক্তিৰ ঠাই বুলি জানে আৰু জানিও তেখেতে তেনে কাৰ্য কৰিলে। আসামী পক্ষৰ সুবিজ্ঞ উকীলে আৰু এই সূচনা কৰে যে মিঃ কেলভাৰ্টৰ মূত্ৰ ত্যাগৰ ইচ্ছা হৈছিল আৰু সেই ডোখৰ ঠাই সুবিধাজনক দেখি তাতে মূত্ৰ ত্যাগ কৰিলে। মই এই কথাটো প্ৰকৃতৰূপে হেঁচা দি ধৰা হৈছে বুলি অনুমান কৰিব নোৱাৰিলোঁ।

আসামী পক্ষৰ সাক্ষী প্ৰমাণ বাহিৰ ফালৰ পৰা ভিতৰলৈ আনিবলৈ শ্ৰম কৰা হৈছে। নিচেই অলপ সময়ৰ ভিতৰত বৰপেটাত যি জনৰব উঠে তাৰ পৰাই ইয়াৰ আৰম্ভ। যি দুটা ল'ৰাই গোটেই ঘটনা দেখা বুলি কৈছিল তাতে আহি শেষ হৈছে। মই স্বাভাৱিক ক্ৰম ধৰিবলৈহে অভিপ্ৰায় কৰিছো, প্ৰথমেই দেখা সাক্ষীৰ কথা তাৰ পিছত জনৰব নথিত যিবোৰ উপস্থিত কৰা হৈছে সেই বিষয়ে আৰু ক'বলগীয়া হ'ব। ইয়াক স্বীকাৰ কৰা হৈছে, যেতিয়া সুন্দৰীদিয়া গাৱঁৰ পৰা আসাম ৰাইফলচৰ দল ঘূৰি আহিছিল গাৱঁৰ পৰা এমখা ল'ৰাও তেওঁলোকে যোৱা ঠাইলৈকে তেওঁলোকৰ পাছে পাছে আহি আছিল। সিহঁতৰ ভিতৰৰ যোগেশ আৰু গিৰীশ বোলা দুটা ল'ৰাই কয় যে এটা চিপাহীয়ে সুধিছিল সেইটো কি ঘৰ আৰু যোগেশে ক'লে সেইটো কীৰ্তনঘৰ আৰু চাহাবে ততালিকে ক'লে সেইটো 'কমিটী হাউছ' আৰু সেই

কথাটো দুবাৰকৈ তেখেতে কীৰ্তনঘৰৰ ওপৰলৈ উঠি গ'ল। উভয় পক্ষই ইংৰাজী কথা ব্যৱহাৰ কৰিছিল, কিন্তু এই কথালৈকো মন দিব লাগে যে, মিষ্টাৰ কেলভাৰ্টে 'কংগ্ৰেছ অফিছ' এই বাক্যহে সদায় ব্যৱহাৰ কৰিছিল (এই সাক্ষী কেইটাই কি কৈছিল তেখেতে জানিব পৰা নাছিল) যদিও সেই দিনাৰ পুৰা উত্তেজনা হোৱাৰ কোনো কাৰণ ঘটা নাই। তথাপি ধৰি ল'ব লাগে উত্তেজনা প্ৰকাশ কৰিবৰ অভিপ্ৰায় কৰিছে। এই বাক্যাংশৰ পুনৰাবৃত্তি কৰা হৈছিল, আৰু মিষ্টাৰ কেলভাৰ্টেও কোনো বিৰক্তি নোপোৱাকৈ বাহিৰ ওলাই কুচ কৰাৰ সময়ত সেই ঠাই পাৰ হৈ আহিল। ইয়াৰ পিছত কোৱা হৈছে যে মিষ্টাৰ কেলভাৰ্টে তেখেতৰ লাঠীৰে ছালত লগাই ওলোমাই থোৱা এটা কেৰাচিন তেলৰ টিন খুচি দিলে, তাৰ পৰা এটা মাটিৰ চাকি তললৈ পৰিল। তেখেতে এই মাটিৰ চাকিটো গছকি ভাঙি দিলে, আৰু উত্তৰ কোণলৈ গৈ তাত মূত্ৰ ত্যাগ কৰিলে। যেতিয়া তেখেতে কীৰ্তনঘৰৰ ভিতৰত আহিল, হেমকান্ত অধিকাৰী আৰু অতি কমেও ৩ জন অইন মানুহ আহি উপস্থিত হ'ল। ঘটনা যি হ'ল যোগেশ, হেমকান্তক ক'লে কিন্তু কোনেও মিঃ কেলভাৰ্টক কোনো কথা সোধা নাই। তেখেতেও নামি আহিল আৰু চিপাহীবোৰক মাতি লৈ গুচি গ'ল। গাৱঁলীয়াবোৰ হাফলুবোৰৰ ওপৰলৈ উঠি গৈ ভঙা ছিঙা বস্তুবোৰ আৰু মাটি তিতি থকা চিন দেখিলে। হেমকান্তই আদেশ দিলে যে গাৱঁৰ অধিবাসী সকলক গোটাব লাগে, আৰু পিছত কোনো এটা যেন বিশেষ ঘটনা হোৱা নাই ইয়াক মন নকৰি এখন ওচৰ গাৱঁৰ শিয়াক দেখা কৰিবলৈ গ'ল। এই অভিপ্ৰায়েকে লৈ তেওঁ ঘৰৰ পৰা ওলাই আহিল। ইয়াকো চাব লাগে যে যদিও গছাৰ কথা বাৰ্তাৰ কাকতৰ বিৱৰণ সবিশেষৰূপে ওলাইছে তথাপি তেনে এৰা বস্তু কীৰ্তনঘৰত কোনো কালে থকা বুলি প্ৰকাশ নহ'ল। চাকিটো এটা টিনৰ ভিতৰত ছালৰ পৰা ওলোমাই থোৱা হয়। আৰু এই কথাও কোৱা নাই যে, এই টিনটো ভঙা হৈছিল। এটা সাক্ষীয়ে কৈছিল যে এই টিনটো পেলাই দিয়া হ'ল। কিন্তু সি এই জুমৰ সাক্ষী নহয়। ল'ৰাবোৰৰ বাহিৰে প্ৰধান সাক্ষী হৈছে হেমকান্ত অধিকাৰী। তেখেত সুন্দৰীদিয়া সত্ৰৰ প্ৰধান লোক। এই সত্ৰত ৮০০ ঘৰ মানুহ আছে আৰু তেওঁ শ্ৰীমাধৱদেৱৰ ভতিজা পুতেকৰ বংশৰ পৰা নামি আহিছে। এওঁৰ সামাজিক অৱস্থিতি প্ৰকাশ কৰিবলৈ আসামী পক্ষৰ বৰ যত্ন হৈছিল, কিন্তু তেওঁ স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে, এবাৰ গৰু এজনী অক্ষম কৰাৰ কাৰণে ফৌজদাৰী আদালতত তেওঁক জৰিমনা কৰা হয়। হিন্দু ধৰ্মমণ্ডলীৰ এজন প্ৰধান লোকৰ পক্ষে ই এটা গুৰুত্ব বিষয় আৰু তেওঁ সত্ৰৰ ভকত সকলৰ সৈতে অভিপ্ৰায় মন্দ ভাবত আছে। প্ৰকৃততে গোচৰ হাৰিও চলি আছে আৰু এই বিবাদৰ ফলত সত্ৰৰ ঘাই নামঘৰ মেৰামতি নোহোৱাকৈ পৰি আছে। তেওঁ কয় যে যেতিয়া তেওঁ আহিল, তেতিয়া মিঃ কেলভাৰ্টক তেওঁ কীৰ্তনঘৰৰ ভিতৰত দেখিছিল আৰু অনুমান কৰিছিল যে মিঃ কেলভাৰ্টে মূত্ৰ ত্যাগ কৰি আছিল। তেওঁৰ লগত দণ্ডা আৰু হাখে এই দুটা মানুহ আছিল। কিন্তু সিহঁতৰ আগত তেওঁৰ মনৰ সন্দেহৰ কথা কোৱা বুলি বোধ নহ'ল। অন্তত তেওঁ সেই কথা কোৱা নাই; নাইবা সিহঁতে নিজেও তেনে এটা অঘটনীয় কথা দেখা পাইছিল বুলি প্ৰকাশ কৰা নাই। যদিও উপস্থিত আছিল তথাপি সাক্ষীৰ ঠাইলৈ সিহঁতক অনা নাই। হেমকান্তৰ ইয়াৰ পিছৰ আচৰণ আৰু অসাধাৰণ। তেওঁ নিজৰ বৰ্ণনা মতে সেই মুহূৰ্ততে পবিত্ৰ ঠাইত অতি জঘন্য অবমাননা কৰা দেখিছিল আৰু সেই ঠাইৰ বিশেষ তত্ত্বাৱধানৰ ভাৰ তেওঁৰ ওপৰতেই আছিল। তথাপি এই অৱমাননা বাৰণ নকৰা নিমিত্তে ল'ৰাকেইটাৰহে দোষ দেখিছিল। কিন্তু যেতিয়া মিঃ কেলভাৰ্টে নামঘৰৰ ভিতৰত চিগাৰেট খাই আছিল তেতিয়াও নিজে থিয় হৈহে আছিল। (যদি ধপাত খোৱা কথা গিৰীশ বোলা ল'ৰাটোৱে অস্বীকাৰ কৰিছে) আৰু মিঃ কেলভাৰ্টক ৫ হাতৰ অন্তৰে পাৰ হৈ যাবলৈ দিও প্ৰতিবাদ স্বৰূপে কোনো এটা কথা নকলে, তেওঁ ভয় নাইবা ক্ৰোধত পেপুৱা লাগিব পাৰে, কিন্তু তেখেতক কোনো এটাও হৈছিল বুলি কোৱা নাই আৰু তেওঁৰ ভয় ৰাগ একো হোৱা নাই। ইয়াক এই কথাৰ পৰাই দেখা যায় যে তেওঁ অলপৰ পিছতেই তেওঁৰ নিয়মিত কামলৈ গুচি যায়। কৰ্তৃপক্ষৰ ওচৰত যে কোনো অভিযোগ উপস্থিত কৰা নহ'ল এই কথাও মই বৰকৈ প্ৰাধান্য দিয়া নাই, কিন্তু বৰপেটাত এখন 'কংগ্ৰেছ কমিটী' আছিল, (মোক আসামী পক্ষৰ সুবিজ্ঞ উকীলে নিশ্চয় কৰি কয়) সেই কমিটী অতিকৈ বিশ্বাসী মানুহৰ দ্বাৰা গঠিত হৈছিল আৰু বাতৰিকাকতত দিয়া কথাৰ মূল এই কংগেছেই, এওঁলোকলৈ কোনো সংবাদ পঠোৱা নাছিল। এপ্ৰিল মাহৰ আদিতে এই সাক্ষীৰ সৈতে পুলিচৰ Deputy Superintendent, মিঃ হৰনাথ বৰুৱাৰ কলীয়া কীৰ্তনঘৰৰ সম্পৰ্কে কথা-বাৰ্তা হোৱাৰ প্ৰকাশ আৰু এখেতক আসামীৰ পক্ষৰ পৰাও সাক্ষী দিয়া হৈছে। কি কথা হৈছিল দুয়োজনে বেলেগ ৰকমৰ বৰ্ণনা কৰে। ইয়াৰ কোনটো বিৱৰণ ন্যায়সংগত ইয়াক বিবেচনা কৰিবলৈ গৈ আসামী পক্ষৰ সুবিজ্ঞ উকীলে তৰ্ক স্থলত কৈছে যে এনেবোৰ স্থলত গৱৰ্ণমেণ্টৰ কৰ্মচাৰীসকলৰ

সত্যনিষ্ঠাতকৈ ৰাজভক্তি আগ, আশাকৰো মই ইয়াক পাহৰা নাই। মিঃ বৰুৱাই কয়, কলীয়া কীৰ্তনঘৰৰ ঘটনাৰ বিষয়ে যদি কিবা জানে ইয়াক তেখেতে অধিকাৰক সুধিছিল, অধিকাৰে ইয়াৰ বিষয়ে একো নাজানে বুলি ক'লে। ইয়াৰ পৰাই এই কথাই প্ৰকাশ হৈছে যে তেওঁ কোনো গলা গপা শুনা নাই, তেওঁৰ তেনে অৰ্থ নহয়, কিন্তু ব্যক্তিগতভাৱে তেওঁ একো নাজানে। অইনফালে অধিকাৰে কয় যে তেওঁক কোনো কথা সোধা নাই, কিন্তু কলীয়া কীৰ্তনঘৰৰ ইতিহাসৰ বিষয়ে সোধা হৈছিল। পূৰ্বৰ কোনো আয়োজন মতে এই সাক্ষ্য হোৱা নাই। সুন্দৰীদিয়া গাৱঁত আৰু সেই গাৱঁৰ মানুহৰ আগত এই কথা-বাৰ্তা পতা হয়। অৱশ্যে পুলিচৰ Deputy Superintendent যে প্ৰত্নতত্ত্বৰ অনুসন্ধানত আবদ্ধ থকা সম্ভৱ হ'লেও মই তাক বিসদৃশ ভাবিছো। অধিকাৰেও কয় যে উত্তৰবোৰ লেখি লৈছিল। কিন্তু এই কথাও উপস্থিত কৰা হৈছে যে এতিযাও কলীযা কীৰ্তন ঘৰক প্ৰকৃত কীৰ্তনঘৰ বুলি কৰ্তৃপক্ষসকলে জনা নাছিল। মই পূৰ্বেই দেখুৱাই আহিছো যে সেইটো কীৰ্তনঘৰৰ বাহিৰে অইন কোনো ঘৰ বুলি কোৱা ফৰিয়াদী পক্ষৰ গোচৰৰ কোনো ভাগতেই নাই আৰু ডি এছ পিৰ নিচিনা কোনো অসমীয়াই যে কোনো গতিকে ইয়াৰ ভুল কৰিব পাৰে ইও সম্ভৱ নহয়। অধিকাৰে নিজৰ মুখেই নিজেই আৰু এবাৰ ঘাটি খাইছে। যদিও তেওঁ নিজৰ কীৰ্তনঘৰৰ সন্মুখত নিজৰ মানুহৰ সৈতে পৰিবেষ্টিত হৈ আছিল তথাপি তেওঁৰ চকুৰ আগত কৰা এই পাশৱিক উপদ্ৰৱৰ বাবে কোনো এষাৰ কথাকেই নক'লে। এতিয়া তেওঁ এই কথাকে আমাকো বিশ্বাস কৰিবলৈ কয়। তেওঁৱে পুলিচক ভয় কৰে নাইবা অবিশ্বাস কৰে এই কথাও নহয়, কাৰণ তেওঁ স্বীকাৰ কৰিছে যে, নিজৰ ব্যক্তিগত বিষয়ত তেওঁ পুলিচৰ সহায় বিচাৰিছিল। হেমকান্ত অধিকাৰে নিজেই নিজৰ যেনে এটা ৰূপহীন চৰিত্ৰৰ পৰিচয় দিলে ইয়াক কোনো লোকে কোনো লোকৰ প্ৰতি আৰোপ কৰিবলৈ দ্বিধাবোধ কৰিলেহেঁতেন।

## দুই

মিঃ কেলভাৰ্টে কীৰ্তনঘৰত প্ৰস্ৰাৱ কৰা দেখা পাইছিল বুলি কোৱা আনজন গেৰা গলিতা, তেওঁ সত্ৰৰ ভকত আৰু ৰায়ত। তেওঁ কৈছে যে অলপ দূৰৰ পৰাহে দেখিছিল আৰু ভালকৈ দেখা পোৱা নাছিল; কিন্তু চাহাবে প্ৰস্ৰাৱ কৰা বুলি অনুমান কৰিছিল। খোজ বেগাই দিবলৈ তেওঁৰ পক্ষে এয়েই যথেষ্ট নহ'ল। তেওঁ কীৰ্তনঘৰলৈ আহি তাত হেমকান্ত, বালি, ৰতিকান্ত আৰু আন আন সকলক আগৰে পৰা থকা পাইছিল। যদি গেৰাই দেখা পাইছিল তেন্তে অইনে কিয় নেপালে, সেই কথা এতিয়াও ভাঙি কোৱা হোৱা নাই আৰু ময়ো তাৰ অৰ্থ অনুমানত ধৰি ল'বলৈ অসমৰ্থ। যেতিয়া তেওঁ উপস্থিত হয় তেতিয়া চাহাব নামি আহিছিল আৰু আলিবাটৰ ফালে খোজ লৈছিল বুলি দিয়া জবানবন্দী এই বিষয়ে হেমকান্তই দিয়াৰ লগত নিমিলে। তেওঁ কৈছে যে চিপাহীবোৰে টিপৰ ওপৰলৈ উঠা নাছিল, কিন্তু নামনিতহে আছিল। এই কথাও বালিৰ জবানবন্দীৰ লগত কিম্বা পাচদিনা লোৱা সাক্ষীৰ প্ৰমাণৰ লগত মিল নাই। গেৰা, ৰতিকান্ত আৰু বালি এইকেইজনে কৈছে যে— সেই ঠাইত লগহোৱা সকলৰ ভিতৰত সকলোৰে শেষত তেওঁলোকেই তাত উপস্থিত হৈছিল। হেমকান্তই প্ৰস্ৰাৱ কৰা নিজে দেখা পাইছিল নে নাই ল'ৰাবোৰৰ মুখৰ পৰা শুনিছিল, আদি কথাবিলাকতো অমিল ভাবৰ পৃথকতা আছে। গিৰীশে কেইজনমান চিপাহী ঘৰৰ ভিতৰলৈ সোমাইছিল বুলি কয়, কিন্তু আনবোৰে ইয়াক অস্বীকাৰ কৰে। মই সৰু বিষয়বোৰ অধিককৈ নকও, আগেয়ে দেখুৱাই আহিছো যে যদিও সন্দেহ কৰিবলৈ হেমকান্ত অধিকাৰীয়ে যথেষ্ট দেখিছিল, তথাপি যি তেওঁৰ লগত আছিল আৰু তেওঁ কোৱা মতে যি ঠিক তেওঁৰ পিছতে আহিছিল তেওঁলোকৰ ভিতৰত (তেওঁ কোৱা মতে শেষত যোৱা গেৰাৰ বাহিৰে) কেৱে একো দেখা নাছিল। নাইবা যোগেশ আৰু গিৰীশৰ বাহিৰেও কোনো ল'ৰাই কিবা দেখিছিল বুলি বোধ নহয়। আন কোনো ল'ৰাই দেখিছিল বুলি কোৱা নাই আৰু বালিয়ে সঠিকৰূপে কৈছে যে আন কোনো ল'ৰাই দেখা নাছিল। ইযাত আন কোনো ল'ৰাৰে প্ৰমাণ লোৱা নাছিল আৰু এই কাৰ্যৰ অনুসন্ধান কৰিবলৈ ঘটনাৰ দিনা বহা মেল বা সভালৈ মাতি নিয়া নাছিল। বিশেষ মনোযোগ নিদি চোৱা বিধৰ ই এটা আকস্মিক ঘটনা নহয়। কীৰ্তনঘৰৰ ভিতৰত মিঃ কেলভাৰ্টৰ উপস্থিতিয়ে নিশ্চয় সকলোৰে কষ্টদায়ক মনোযোগ আকৰ্ষণ কৰিছিল, তেওঁৰ প্ৰত্যেক খোজকে অৱশ্যে সবিশেষভাৱে চোৱা হৈছিল, আৰু উপস্থিত থকা সকলোৰে মনত দেই পুৰি ৰমৰমাই আছিল। ইয়াৰ অনুপাতত নিচেই কম সংখ্যাৰ পৰাহে মূল বিষয়ৰ সৈতে মিল থকা পোৱা যায়। কিন্তু প্ৰায় বিশেষ বৰ্ণনাৰ স্থলত কিছুমান অসাৱধানতাপূৰ্ণ উক্তিৰ সমষ্টিহে আছে। আসামী পক্ষই ঘটনাৰ পিছত কি হ'ল তাৰ প্ৰমাণ উপস্থিত কৰি আত্মপক্ষক সবল কৰিবলৈ চেষ্টা কৰিছে। হেমকান্ত অধিকাৰীৰ পৰামৰ্শ মতে পতা মেল বা সভাখন সেইদিনা আবেলি হৈছিল বুলি কোৱা হৈছে। অধিকাৰে এই অত্যাচাৰ এজন দাৰ্শনিকৰ দৰে শান্তভাৱে

গ্ৰহণ কৰিছিল যদিও কিন্তু সাধাৰণৰ পক্ষে কিছু বিৰক্তিৰ ভাব প্ৰকাশ কৰাহে আশা কৰিব পৰা যায়, আৰু বিশেষকৈ এই ঘটনাত তেনে হ'ব বুলি অলপ বিশ্বাস কৰিব পাৰি। আসামী পক্ষই নিশ্চয়কৈ কৈছে যে আগদিনা মিঃ কেলভাৰ্টে মোটৰ বাইচাইকেলত সুন্দৰীদিয়াৰ মাজেদি যাওঁতে এমখা মানুহে অৱজ্ঞাভাবেৰে তেওঁক অৱজ্ঞা কৰি থৈ দিছিল। এই আচৰণত মিঃ কেলভাৰ্টে ইমান তিক্ত হৈছিল যে তেওঁ বৈ গ'ল আৰু 'ষ্টুপিড, দেম' আদি শব্দ ব্যৱহাৰ কৰি তিৰস্কাৰো কৰিছিল। কিন্তু সেই দলৰ এটা ল'ৰাই মৰসাহ কৰি তেওঁৰ উত্তৰ কাটিছিল আৰু 'ডেমন্' বুলিও কৈছিল; তেতিয়া মিঃ কেলভাৰ্টে আকৌ উঠি গুছি আহিলে। মেলত এই বিষয়ৰ কোনো উল্লেখ নাই। হেমকান্ত অধিকাৰীয়ে ১০০ কি ১৫০ জনমান মেলত উপস্থিত আছিল বুলি কৈছিল। কিন্তু যোগেশ বোলা ল'ৰাটোৱে বৰ বেছি সংখ্যা ধৰিলে ৫০ কি ৬০ জনমান আছিল বুলি কয়। প্ৰমাণে কয় যে সত্ৰৰ প্ৰধান মানুহসকল সমূলি উপস্থিত হোৱা নাছিল। কাৰ্যপ্ৰণালী মন কৰিবলগীয়া, কাৰণ অধিকাৰে কৈছে যে তেওঁ যি দেখিছিল তাৰ পৰা চাহাবে প্ৰস্তাৱ কৰিছিল বুলি অনুমান কৰে। কিন্তু তেওঁ কোৱা নাই যে ল'ৰা দুটাই দেখিছিল আৰু তেওঁক কৈছিল। চাহাবৰ ৰাজ্য বুলি দেখাত মেলে অলপো সন্দেহ নকৰাকৈ সেই অপমান সহি থাকিবলৈ ঠিক কৰিলে আৰু মেল ভগাৰ অলপ আগতে কীৰ্তনঘৰ পবিত্ৰ কৰাৰ আগতে কীৰ্তনঘৰ পবিত্ৰ কৰাৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। চণ্ডী পণ্ডিত (যাক মাতি অনা নাছিল) তেওঁ এই বিষয়ৰ মন্তব্য কৰা নাই, হেমকান্তই ক'লে যে তাত কিছুমান ল'ৰা আছিল সিহঁতক মতাব লাগে, গিৰীশ আৰু যোগেশক মতাব লাগিব বুলি মাতি পঠিয়ালে। সিহঁতে কি দেখিছিল সেই বিষয়ে সোধা নহ'ল, কিন্তু হেমকান্তই কোৱা কথা সঁচা বুলি জানিবলৈহে মাথোন বিচাৰিছিল। গিৰীশে কয় যে প্ৰকৃততে হেমকান্তই কি কৈছিল সেই কথা কোনেও সিহঁতক কোৱা নাছিল। ল'ৰাকেইটাক কোনে প্ৰশ্ন কৰিছিল এই বিষয়ে সাক্ষাৎভাৱে অনেক অমিল। যোগেশে কয় যে হেমকান্তই তাক সেইদিনা মেললৈ যাব কৈছিল, কিন্তু তাক নমতালৈকে সি যোৱা নাছিল। গিৰীশে কয় যে হেমকান্তই তেনে কোনো কথা কোৱা নাছিল। গিৰীশৰ কথা যে সঁচা এইটো ইয়াৰ দ্বাৰা প্ৰমাণ হয় যে সি যদিও ১০০ গজমান আঁতৰত থাকে তথাপি মেল হৈছিল বুলি জনা নাছিল। হেমকান্তৰ লগত থকা আন মানুহ কাকো কোনো প্ৰশ্ন কৰা নাছিল। অইন কি গেৰাই যদিও সাক্ষীত কয় যে সি মেলত উপস্থিত আছিল তথাপি গেৰাকো কোনো প্ৰশ্ন কৰা নাছিল। এই কাৰণে ঘটনাৰ এই অংশটো গ্ৰহণ কৰা সম্ভৱ নহয়।

প্ৰায় এক পক্ষৰ পাছত শুদ্ধিৰ কাৰ্য কৰা হয়। ইমান দিনৰ পিছত কৰাৰ কাৰণ কি চাব লাগে। যদিও অপবিত্ৰ কৰা কামটো আগেপিছে নোহোৱা ধৰণৰ তথাপি তাৰ বাবে কোনো বিশেষ ক্ৰিয়াকাণ্ড কৰা যেন বোধ নহ'ল আৰু জনৰবৰ ওপৰত এই ঘটনাৰ কোনো মূল্য নাই এনে এটা ভাবিও পণ্ডিতে শাস্ত্ৰ চাই কোনো ব্যৱস্থা কৰা নাই। সেই কাৰণে মই দেখুৱাই দিয়া আৱশ্যক যে ঘটনাৰ আন আন অংশৰ দৰে এই প্ৰমাণটো বহুত অমিল আছে।

(অসমীয়া, ৩০ জুলাই, ১৯২২ চন)

**দেওবাৰ ২১ শাওণ, ৬ আগষ্ট, ১৬ শ সংখ্যা, ১৯২২ চন, পৃষ্ঠা- ৩, স্তম্ভ- ১**

### তিনি

প্ৰতিবাদী প্ৰমাণৰ দ্বিতীয়ভাগ এই ঘটনাৰ পাছদিনা আৰু তাৰ পাছত বৰপেটাত প্ৰচাৰিত হোৱা জনৰব। প্ৰতিবাদীয়ে এই প্ৰমাণ লোৱাত আপত্তি কৰিছিল, আৰু যাতে প্ৰতিবাদীৰ প্ৰমাণ সম্ভৱপৰ হয়, তাৰ বাবে মোৰ বিবেচনাৰে এই সাক্ষী গ্ৰহণ কৰা হৈছিল। এই আইনৰ বিষয়ে বিচাৰ কৰিবলৈ ইচ্ছা নকৰো। কাৰণ মই প্ৰতিবাদীক যিকোনো সন্দেহৰ সুবিধা দিবৰ অভিপ্ৰায় কৰিলো। অৱশ্যেই প্ৰত্যক্ষ প্ৰমাণৰ ঠাই অধিকাৰ কৰিব নোৱাৰে, কিন্তু প্ৰতিবাদীয়ে বিশ্বাসৰ ওপৰত কৰা প্ৰশ্নৰ লগতহে ইয়াৰ সম্বন্ধ।

প্ৰথম সাক্ষী বৰপেটাৰ মৌলবী মহিবুদ্দিন আহমদ ই, এ, ছি, তেওঁ কয় যে, ১৯ তাৰিখৰ দিনা তেওঁ আদালতত বহি থাকোতে তেওঁ নাম নজনা কিছুমান মানুহে আগদিনাৰ ঘটনাৰ বিষয়ে কোৱা মেলা কৰা শুনিছিল যে. —মিঃ কেলভাৰ্টে আৰু কিছুমান গুৰ্খা চিপাহীয়ে ৰাজনৈতিক সভা বুলি সুন্দৰীদিয়া নামঘৰত গোট খোৱা মানুহবোৰক খেদি দিয়ে। এজন কি দুজনে তাত সৰুপানী চোৱে।

তেওঁৰ পাছত এছিষ্টেণ্ট ছাৰ্জনে সাক্ষী দিওঁতে কয় যে তেওঁ কিছুমান মানুহৰ পৰা (যাৰ নাম তেওঁ নাজানে) শুনিছিল যে কিছুমান চিপাহী কলীয়া কীৰ্তনঘৰ বুট জোতাৰে সোমাই অপবিত্ৰ কৰে। এই কথাৰ লগত কাগজত প্ৰকাশিত হোৱা কথাৰ বহুত পাৰ্থক্য। এনেবোৰ কাৰণ দেখুৱাই প্ৰতিবাদীৰ প্ৰমাণ অধিক বিশ্বাসযোগ্য বোলাবলৈ আৱশ্যকীয় বুলি ই সহায় নকৰে।

এতিয়া মই বৰপেটাৰ শ্ৰীযুক্ত সদানন্দ দাস আৰু শ্ৰীযুক্ত যাদৱ চন্দ্ৰ দাস উকীল দুজনৰ সাক্ষ্যৰ কথা কওঁ। সদানন্দ বাবুৱে, যাক দেখিলে তেওঁ চিনি পায়, তেনে তিনিজন সুন্দৰীদিয়াৰ মানুহৰ মুখে মাথোন শুনিছিল যে, কিছুমান গুৰ্খা কীৰ্তনঘৰত সোমাই তাক অপবিত্ৰ কৰিছিল। তেওঁ স্বীকাৰ কৰিছে যে তেওঁ এই কথা প্ৰথমতে বিশ্বাস নকৰিছিল। কিন্তু পাছদিনা পৰমানন্দ ওজা নামে এজনৰ পৰা সেই কথা জানিবলৈ পালে। যদিও প্ৰতিবাদীয়ে এই মানুহজনক সাক্ষীৰূপে মান্য কৰিছিল তথাপি তেওঁক সাক্ষী দিয়া নহ'ল। এই মানুহজনৰ লগত সহযোগী আৰু অসহযোগী দলৰ ভালেমান মানুহ আছিল। ইয়াৰ ভিতৰত বৰপেটা কংগ্ৰেছ কমিটীৰ সম্পাদকো আছিল। কথাষাৰ এইবাৰেই প্ৰথমতে সোমাইছে, আৰু লগত আন এজনো আছিল, সম্ভৱতঃ তেওঁ সহকাৰী সম্পাদক। আকৌ এদিন কি দুদিনৰ পিছত সদানন্দ বাবুৱে আদালতত স্পষ্টকৈ গুৰু ভাবেৰে এই কথা ছাব ডিভিজনেল অফিচাৰ মিঃ বিঞ্জমেনক কৈছিল যে তেওঁ গুৰ্খাবিলাকে কীৰ্তনঘৰত সোমাই নিন্দনীয় কাম কৰিছিল বুলি শুনিছে। আৰু মিঃ বিঞ্জমেনক এই বিষয়ে অনুসন্ধান কৰিবলৈ অনুৰোধ কৰে। সেই সময়ত আদালতত আৰু তিনিজন উকীল আছিল, তেওঁলোকৰ এজন যাদৱ বাবু। এই ঘটনাটো গৈ স্পষ্টভাৱে অনিয়মিতভাৱে প্ৰেৰিত প্ৰতিনিধিৰ গড়ত উঠিল। যাদৱ বাবুৱে অন্যান্য বিষয়ৰ উল্লেখ কৰিছিল, কিন্তু এই কথা অতি গুৰুতৰৰূপে মন কৰিবলগীয়া যে, সদানন্দ বাবুৱে কীৰ্তনঘৰৰ বিষয় উল্লেখ নকৰালৈকে যাদৱ বাবুৱে সেই বিষয়ে একো শুনা নাছিল। প্ৰতিবাদী পক্ষৰ বিজ্ঞ উকীলে মিঃ বিঞ্জমেনক গৃহীত প্ৰণালীৰ বিষয়ে অতি তীব্ৰভাৱে সমালোচনা কৰিছে।

মিঃ বিঞ্জমেনে লিখিত দৰ্খাস্ত পালে অনুসন্ধান কৰিব বুলি কৈছিল। সাক্ষীৰ বৰ্ণনাৰ পৰা সুন্দৰকৈ বুজা যায় যে যদিওবা এইবিলাক ঘটনা দুই-তিনিদিনৰ আগয়ে মিঃ বিঞ্জমেনে বহি থকা ঠাইৰ পৰা এমাইলৰ ভিতৰত ঘটিছিল বুলি কোৱা হৈছে তথাপি গোচৰৰ এই কথাবোৰ বৰ অনিশ্চিত আৰু অইনৰ পৰা শুনি লোৱা কথা। এইবোৰ স্বভাৱতে মিঃ বিঞ্জমেনে অভিযোগৰ দায়িত্বভাৰ ল'বলৈ ইচ্ছুক মানুহৰ নামেৰে এখন বৰ্ণনা পত্ৰ দিবলৈ কয়। উকীলসকলে তেনে বৰ্ণনা আনি দিবলৈ প্ৰতিজ্ঞা কৰে; কিন্তু দিয়া নহ'ল। বিচাৰ মিঃ বিঞ্জমেনৰ ওপৰত নহয়। কিন্তু তেওঁ যি পথ ধৰিছিল তাক ন্যায়সংগত বুলি বোধ হয়। অভিযোগ অতিশয় গুৰুতৰ আৰু সেই অভিযোগবোৰ যে নিয়মিতৰূপে নিৰ্দ্ধাৰিত আৰু সমৰ্থিত হ'ব লাগে সেয়ে তাৰ যথেষ্ট কাৰণ। মোৰ বিবেচনাৰে এই সম্বন্ধীয় অত্যাৱশ্যকীয় আৰু এটা বিষয় ইয়াৰ আছে। শ্ৰীযুক্ত যাদৱ চন্দ্ৰ দাস কেবাবছৰো পুৰণি উকীল। (তেওঁ নিজে কৈছে যে তেওঁ অসহযোগ আন্দোলনত যোগ দিছিল আৰু ওকালতি স্থগিত কৰিছিল।) তেওঁ বৰপেটা মিউনিচিপালিটিৰো চেয়াৰমেন, শ্ৰীযুক্ত সদানন্দ দাস ওকালতিত নতুনকৈ সোমাইছে আৰু ওকালতি স্থগিত ৰখা নাছিল। কীৰ্তনঘৰৰ ঘটনা প্ৰকৃততে ঘটা হ'লে যাদৱ বাবুৱে অৱশ্যে প্ৰথমতে ইয়াৰ কথা জানিলেহেঁতেন।

গৱৰ্ণমেণ্টৰ বিৰুদ্ধে বিদ্বেষ উত্তেজনাৰ অভিপ্ৰায়েৰে ইয়াক মনে গঢ়া হোৱা হ'লে যাদৱ বাবুৱেই প্ৰথমতে শুনিলেহেঁতেন। যিজন উকীলে এতিয়াও সহযোগ কৰিবলৈ অস্বীকাৰ কৰিছে; তেওঁতকৈ আগে বাতৰি পোৱাৰ উপযুক্ত পাত্ৰ আৰু কোন হ'ব পাৰে? যিকোনো স্থলতেই হওক এনে এটা প্ৰমাণ নাই যাৰ পৰা দেখা যায় যে ভাৰতৰ এমুৰে এই গল্পটো বৰ্তমান আকাৰত প্ৰকাশ হোৱাৰ পূৰ্বে ইয়াত কোনো লোকে জানিব পাৰিছিল।

সেই কাৰণে অভিযোগৰ সত্যতাৰ বিষয়ে যি প্ৰমাণ পালে, সি আসামীৰ বিৰুদ্ধে ইয়াত মোৰ দ্বিধাবোধ নহ'ল। আৰু তৃণমূল যিবোৰ কথা কোৱা হৈছে সেইবোৰ যে সজা কথা ইয়াতো মোৰ সন্দেহ নাই। মই মোকৰ্দমাৰ এই ভাগটো বিশদৰূপে আলোচনা কৰিলোঁ। কিন্তু যিমান যোৱা হ'ল সকলোবোৰ সজ অভিপ্ৰায়ৰ প্ৰশ্নৰ মীমাংসাৰ ওপৰতেই নিৰ্ভৰ কৰে। বাতৰিকাকতে সজ অভিপ্ৰায়ৰ প্ৰমাণ কৰিবলৈ যিখিনি আৱশ্যক আইনে তাক পৰিষ্কাৰ কৰি দিছে। সেইবোৰ পুনৰাবৃত্তি কৰা নিষ্প্ৰয়োজন। ১০ কেল ১০৯ আৰু ৪১ কেল ১০২৩ এই বোৰতকৈ আৰু অধিক দূৰ যাব নালাগে। সম্পাদকে যিকোনো বৰ্ণনা কৰে তাক সৰলভাৱে সজ বুলি বিশ্বাস কৰিলেই যথেষ্ট নহয়। তেওঁ যে বিহিত সাৱধানতা আৰু মনোযোগেৰে সৈতে প্ৰতি পদত কাৰ্য কৰি গৈছে তাক দেখুৱাব পাৰিব লাগে। এই স্থলত সম্পাদকে কোনো অনুসন্ধান কৰিছিল বুলি দাবী কৰা নাই। যদি তেওঁ কৰা হ'লে মই যি সিদ্ধান্তত উপস্থিত হৈছো তেওঁ সেই সিদ্ধান্তত উপস্থিত হ'লহেঁতেন। তেওঁ উপস্থিত কৰে আৰু এই কথা উভয় আসামীতে খাটে, যে মহাত্মা গান্ধীৰ সম্পাদিত এখন সম্ভ্ৰান্ত আৰু দায়িত্বপূৰ্ণ কাকতত তেওঁ এই বিৱৰণ পাইছিল আৰু সেই নিমিত্তেই (তাৎপৰ্যমতে) সত্য।

এই এটা হেতু আসামীৰ উপকাৰত নাহে। আৰু ইয়াৰ পৰা সত্যতা প্ৰমাণৰ কৰ্তব্য কেৱল আন এজনৰ ওপৰত দিয়া হয়। যি দুটা ৰুলিং ওপৰত কোৱা হ'ল আৰু আগৰটোৱে মানহানি বিষয়ৰ বৰ্ণনাৰ ব্যৱস্থা কৰে। আৰু

ইয়াকো দেখুৱাই যে পূৰ্বে সেই বৰ্ণনা অইন এঠাইত প্ৰমাণিত হৈছে বুলি আসামীয়ে তাৰ আশ্ৰয় ল'ব নোৱাৰে। তৃতীয়বাৰৰ পুনৰুক্তিত বিশেষ সত্যনিষ্ঠাৰ কোনো সম্বন্ধ আছে তাকো কোৱা নাই। যিখন কাকতৰ পৰা এই ৰিপ'ৰ্টটো লোৱা হৈছিল সেই কাকতখন হাজাৰ হাজাৰ মাইলৰ দূৰ, কিন্তু ঘটনা আসামীৰ নিজৰ প্ৰদেশতে হৈছে বুলি কোৱা হৈছে, তথাপি ইমান ওচৰতো কোনো অনুসন্ধান কৰা নহ'ল। আসামীয়ে মহাত্মা গান্ধীৰ ঋষিতুল্য স্বভাব আৰু সত্যপ্ৰিয়ভাব (মই তেওঁলোকৰ বৰ্ণনাৰ পৰা উদ্ধৃত কৰিলো) ওপৰত বিশ্বাস স্থাপন কৰিছে আৰু মহাত্মা গান্ধীকো এনে বিৰক্তিকৰ মিছা কথা প্ৰকাশ কৰাৰ অনুমতি দিবলৈ প্ৰবৰ্তিত কৰা হৈছিল। আসামীয়ে ইয়াৰ ফল পাব লাগে, মই বুজিলো যে আসামীয়ে সজ অভিপ্ৰায়, সজ প্ৰমাণ কৰিবলৈ আৱশ্যকীয় যত্ন আৰু মনোযোগ কৰিছিল বুলি দেখুৱাব নোৱাৰিলে। আৰু অইন এটা কথাও উল্লেখ কৰাৰ আৱশ্যক, বাতৰিকাকতৰ ৰিপ'ৰ্টত যাৰ পৰা বৰ্তমান অভিযোগৰ সৃষ্টি হৈছে তাৰ ভিতৰত মিঃ কেলভাৰ্টৰ সম্বন্ধে আৰু কিছুমান ঘটনাৰ উল্লেখ আছে। মোকৰ্দমা শুনাৰ সময়ত এই কথাবোৰ বাৰে বাৰে ইঙ্গিত কৰা হৈছিল যে এই অভিযোগবিলাকৰ সম্বন্ধে যেতিয়া কোনো কাৰ্য গ্ৰহণ কৰা হোৱা নাই, সেই বিলাকক সত্য বুলি ধৰা উচিত আৰু সেই নিমিত্তে যদি উপস্থিত ঘটনা অসত্য হয় তথাপি আসামীৰ সপক্ষত সি সজ অভিপ্ৰায়হে প্ৰকাশ কৰে। ইও এটা যুক্তিহীন কল্পিত বস্তু। ই অপ্ৰমাণিত হোৱা নাই নাইবা ইয়াকো গ্ৰহণ কৰিব নোৱাৰি যে অইন অভিযোগবোৰো সত্য। নাইবা ইয়াক সত্য বুলিও মানিব নোৱাৰি আৰু মিছা বুলিও গ্ৰহণ কৰিব নোৱাৰি। সেইবোৰ উপস্থিত মোকৰ্দমাৰ বাহিৰৰ কথা, আৰু সেইবোৰকো মোকৰ্দমাৰ ভিতৰলৈ অনাৰ চেষ্টা কৰা হৈছিল, কিন্তু সেই সময়ত উল্লেখ কৰা কাৰণৰ গতিকে সেইবিলাক সোমাবলৈ নিদিলো। দণ্ডভাৰ বিষয়ত এই কথা কোৱা নাই যে, আসামীয়ে বিদ্বেষভাৱত কাৰ্য কৰিছিল। অসমীয়াৰ সাধাৰণ ভাব যুক্তিসংগত আৰু পৰিমিত বুলি দেখুৱাবলৈ প্ৰমাণ দিয়া হৈছিল। যদিও পিছৰ সংখ্যাৰ কাকতত সন্দেহৰ ইংগিত কৰা হৈছে, তথাপি আসামীয়ে সেই সময়ত সৰলভাৱে বিৱৰণ সত্য বুলি বিশ্বাস কৰিছিল, ইয়াক সন্দেহ কৰাৰ মোৰ কোনো কাৰণ নাই; এই আটাইবোৰ বিষয়ৰ মই সম্পূৰ্ণৰূপে বিবেচনা কৰিলো। এবাৰ মিঃ কেলভাৰ্ট অভিযুক্ত হৈছে আৰু তাৰ জঘন্য লজ্জাকৰ আচৰণৰ বিষয়ে দিয়া সাক্ষী প্ৰমাণো সম্পূৰ্ণ মূল্যহীন আৰু যদি সেইবোৰ সঁচা হোৱা হ'লে তেখেতৰ সুখ্যাতি আৰু জীৱনৰ উদগতি নষ্ট হ'লহেঁতেন। এই অভিযোগবোৰকেই এতিয়াও ধৰি থকা হৈছে। এই উভয় আসামীক আই পি ছিৰ ৫০০ ধাৰা মতে দোষী পালো। আৰু শ্ৰীযুক্ত মহেশ্বৰ বৰুৱাক ১০০০ টকাৰ জৰিমনাৰ আদেশ কৰিলো, বিকল্পত ৩ মাহ সশ্ৰম কাৰাবাস আৰু শ্ৰীযুত তুলসীৰাম গগৈক ১৫০ টকা জৰিমনা, বিকল্পত ১ মাহ সশ্ৰম কাৰাবাস, যদি জৰিমনা আদায় হয়, আৰু যদি এই আদেশ ৰদ নহয় ইয়াৰ ভিতৰৰ পৰা ৫০০ টকা ফৰিয়াদীক দিবলৈ আদেশ কৰিলো। মোকৰ্দমাৰ খৰচ ফৰিয়াদীৰ ওপৰত নপৰে গোটেইখিনি টকা তেওঁক নিদিয়া এয়ে কাৰণ।

**স্বাঃ এ, বেণ্টিক**
**ডি, এম্ ১৯-৬-২২**
**(সাপ্তাহিক 'অসমীয়া', ৬ আগষ্ট, ১৯২২ চন)**

# জনমভূমি কাকতৰ অৱদান আৰু কৃতিত্ব ঃ অসমৰ সাংবাদিকতাত ইয়াৰ ভূমিকা

হেমন্ত বৰদলৈ

জনমভূমি অসমৰ সকলোৰে চিনাকি, সকলোৰে আপোন আৰু চেনেহৰ এটা প্ৰতিষ্ঠান। উজনি অসমৰ প্ৰাণকেন্দ্ৰস্বৰূপ যোৰহাটৰ জনমভূমি প্ৰতিষ্ঠানৰ পৰাই প্ৰকাশ হয় অসমৰ সৰ্বাধিক প্ৰচাৰিত দৈনিক কাকত, দৈনিক জনমভূমি, অৰ্দ্ধ শতাব্দী স্পৰ্শ কৰিবলৈ ওলোৱা সাপ্তাহিক জনমভূমি আৰু ইংৰাজী দৈনিক দা ইষ্টাৰ্ণ ক্লেৰিয়ন।

জনমভূমি প্ৰতিষ্ঠান অসমৰ সংবাদপত্ৰৰ ইতিহাসৰ এক গৌৰৱোজ্জ্বল অধ্যায়। এক অনবদ্য প্ৰতিষ্ঠান। এই প্ৰতিষ্ঠানটোৰ জন্ম ক্ৰন্দন হয়তো বহুতেই শুনিছিল, কিন্তু তাৰ জন্ম-যন্ত্ৰণা গভীৰভাৱে অনুভৱ কৰিছিল মাথো দেশৰ অন্যতম সুযোগ্য সন্তান, সিংহপুৰুষ, মুক্তি সংগ্ৰামী স্বৰ্গীয় দেবেশ্বৰ শৰ্মা আৰু তেওঁৰ সোঁ-বাহুস্বৰূপ ভাতৃ স্বৰ্গীয় কনকচন্দ্ৰ শৰ্মাইহে। অক্লান্ত পৰিশ্ৰমেৰে এই দুই ভাতৃয়ে বিন্দুত সিন্ধুৰ সৃষ্টি কৰিছিল।

দেশৰ স্বাধীনতা সংগ্ৰামৰ সৈনিক, জননায়ক দেবেশ্বৰ শৰ্মাই প্ৰাক্-স্বাধীনতা কালতে উজনি অসমত বাতৰিকাকত এখনৰ অভাৱ মৰ্মে মৰ্মে অনুভৱ কৰিছিল। সেই কালত মূলতঃ অনুন্নত যোগাযোগ আৰু যাতায়াত ব্যৱস্থাৰ কাৰণেই উজনি অসমৰ মানুহ নিয়মীয়াকৈ বাতৰিকাকত পঢ়িবলৈ পোৱাৰ সুখৰ পৰা বঞ্চিত হৈছিল। নিয়মীয়াকৈ কাকত এখন পঢ়িবলৈ নাপাই বহু লোকে তপত হুমুনিয়াহ কাঢ়িছিল। সাধাৰণতে উজনিৰ মানুহে আগদিনাৰ বাতৰিকাকত পিছদিনাহে পঢ়িবলৈ পাইছিল। বহু সময়ত চাৰি-পাঁচ দিনৰ বাতৰিকাকতো একেলগেহে পঢ়িবলৈ পাইছিল। প্ৰতিদিনৰ বাতৰিকাকতখন প্ৰতিদিনে পঢ়াৰ যি তৃপ্তি আৰু মাদকতা, তাৰ পৰা উজনিৰ মানুহ বঞ্চিত হৈছিল।

দেবেশ্বৰ শৰ্মাও আছিল তেনে এজন ভুক্তভোগী। স্বাধীনতা ৰণৰ এজন অক্লান্ত সৈনিক হোৱাৰ বাবে, ব্যস্ততাৰ বাবে তেখেতে এই বিষয়ে মুকলিমূৰীয়াকৈ চিন্তা কৰিব পৰা নাছিল। কিন্তু যোৰহাটৰ পৰা বাতৰিকাকত এখন প্ৰকাশ কৰাৰ চিন্তাই তেখেতৰ মনত নিশ্চিতৰূপে স্থান পাইছিল।

বাতৰিকাকত এখন প্ৰকাশ কৰাটো মুখৰ কথা নহয়। ইয়াৰ বাবে ধনবল আৰু জনবল দুয়োটাৰে প্ৰয়োজন। এখন নিৰ্দিষ্ট আঁচনিৰো প্ৰয়োজন। সেৱাব্ৰতী, পৰিশ্ৰমী আৰু উদ্যোগী লোকেহে বাতৰিকাকত প্ৰকাশৰ নিচিনা কঠিন কাম এটাৰ বিষয়ে চিন্তা কৰিব পাৰে। সুনিৰ্দিষ্ট আঁচনিৰ অভাৱ আৰু অন্যান্য বহু অসুবিধাৰ কাৰণে বহু বাতৰিকাকত অকালতে মৃত্যুৰ মুখত পৰাৰ দৃষ্টান্তও অনেক আছে।

১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰাৰ নিশ্চয়তা দেখাৰ পিছত দেবেশ্বৰ শৰ্মাই দেশ নিৰ্মাণৰ প্ৰক্ৰিয়াত মনোনিবেশ কৰে। তেখেতে মৰ্মে মৰ্মে উপলব্ধি কৰিছিল যে এখন দেশৰ বাবে মুক্তি সংগ্ৰাম যিমান গুৰুত্বপূৰ্ণ আৰু মহত্বপূৰ্ণ, স্বাধীনতাৰ পিছত দেশ নিৰ্মাণৰ বাবে নিজৰ ভিতৰতে কৰিবলগীয়া সংগ্ৰাম তাতোকৈ বহু বেছি গুৰুত্বপূৰ্ণ। সৰ্বদেশ আৰু সৰ্বকালৰ মানুহৰ কাৰণে স্বাধীনতা যেনেকৈ পৰম বৰণীয়, সেইদৰে কষ্টোপাৰ্জিত স্বাধীনতা ৰক্ষা কৰাৰ সংগ্ৰামো পৰম বৰণীয়। সেয়ে দেশ নিৰ্মাণৰ প্ৰক্ৰিয়াৰ কথা চিন্তা কৰাৰ মাজতো তেখেতে সততে অনুভৱ কৰিছিল এখন বাতৰিকাকত প্ৰকাশৰ কথা। বাতৰিকাকত এখন প্ৰকাশ হ'লে উজনিৰ মানুহৰ বহুদিনীয়া অভাৱ এটা পূৰণ হ'ব আৰু মানুহে তৃপ্তি লাভ কৰিব বুলিও তেখেতে অনুভৱ কৰিছিল। সেয়েহে

জনমভূমি প্ৰকাশৰ পিছতে তেখেতে কৈছিল : "ৰাজসূয় যজ্ঞত কেৰ্কেটুৱা এটাই বাঁহ পাত এটাকে অৰ্ঘ্য দিয়াৰ দৰে ময়ো দেশৰ স্বাধীনতাৰ প্ৰাক্-মুহূৰ্তত জনমভূমি প্ৰকাশ কৰি দেশ জননীৰ মহান নিৰ্মাণ কাৰ্যত প্ৰথম অৰ্ঘ্য প্ৰদান কৰিলো।"

জনমভূমি দেবেশ্বৰ শৰ্মাৰ মানস কন্যা আছিল যদিও সেই কন্যাক তিলতিলকৈ তিলোত্তমাৰূপে গঢ়িলে তেখেতৰ ভাতৃ কনকচন্দ্ৰ শৰ্মাইহে। দেবেশ্বৰ শৰ্মাৰ জীৱনৰ সাফল্যৰ মূলতে আছিল তেখেতৰ কনিষ্ঠ ভাতৃ, চিৰকুমাৰ কনকচন্দ্ৰ শৰ্মা। কনকচন্দ্ৰ শৰ্মা সংসাৰী নাছিল সত্য, কিন্তু ককায়েক দেবেশ্বৰ শৰ্মাৰ সংসাৰখনৰ সকলো দায়িত্ব হৃষ্টচিত্তে বহন কৰিছিল কনকচন্দ্ৰ শৰ্মাইহে। দেবেশ্বৰ শৰ্মাই কনক শৰ্মাৰ দৰে ভাতৃ এজন নোপোৱা হ'লে দেশৰ মুক্তি সংগ্ৰাম আৰু দেশ নিৰ্মাণত কিমান মনোনিবেশ কৰিব পাৰিলেহেঁতেন তাত সন্দেহ নথকা নহয়। এই প্ৰসংগত দেবেশ্বৰ শৰ্মাই কৈছিল যে তেওঁৰ গাত ৰামৰ কিবা গুণ আছে বুলি তেওঁ কেতিয়াও নাভাবে, কিন্তু কনক শৰ্মা যে তেখেতৰ দৃষ্টিত লক্ষ্মণসদৃশ সেই কথাত দেবেশ্বৰ শৰ্মাৰ কোনো সন্দেহেই নাছিল। ভায়েকৰ ওপৰত ভৰসা কৰিয়েই দেবেশ্বৰ শৰ্মাই যোৰহাটৰ নিচিনা সীমিত সুবিধা থকা এখন নগৰৰ পৰা বাতৰিকাকত এখন প্ৰকাশ কৰাৰ সপোন দেখিছিল। দেবেশ্বৰ শৰ্মাৰ সেই সপোন দিঠকলৈ ৰূপান্তৰিত কৰিলে কনকচন্দ্ৰ শৰ্মাই।

এদিন চেগ বুজি দেবেশ্বৰ শৰ্মাই বাতৰিকাকত এখন প্ৰকাশ কৰাৰ কথা কনকচন্দ্ৰ শৰ্মাক কৈছিল। ককায়েকৰ কথা শুনি, আৰ্থিক অৱস্থা আৰু অন্যান্য সীমাবদ্ধতাৰ কথা চিন্তা কৰি ভায়েকে কৈছিল : "ককাইদেউ, তোমাৰ মূৰত এনে এটা দুৰন্ত চিন্তা সোমাল কেনেকৈ? তুমি আমাৰ ঘৰখনৰ অৱস্থাটো পাহৰি যোৱা নাইতো?" ভায়েকৰ প্ৰশ্নৰ উত্তৰ দি দেবেশ্বৰ শৰ্মাই কৈছিল : "মই একো পাহৰি যোৱা নাই। সকলো জানিও কৈছো, বাতৰিকাকত এখন আমি প্ৰকাশ কৰিব লাগে। আৰু মোৰ সাহস কেৱল তয়েই। আমাৰ হাতত ধন নাই সঁচা, সেই বুলি আমাৰ শুভাকাংক্ষীৰ অভাৱ নহ'ব। মানুহৰ শুভেচ্ছা আৰু আশীৰ্বাদকে আমি মূলধন হিচাপে গ্ৰহণ কৰিম। ৰাইজে সহায় কৰিলে আৰু তই এইটো কৰ্তব্য বুলি গ্ৰহণ কৰিলে আমি বাতৰিকাকত এখন যোৰহাটৰ পৰাই প্ৰকাশ কৰিব নোৱাৰিম বুলি নাভাবো। কথাটো তই চিন্তা কৰিবি আৰু মোক তোৰ সিদ্ধান্ত জনাবি।"

কনকচন্দ্ৰ শৰ্মা আছিল গহীন প্ৰকৃতিৰ মানুহ। ককায়েকৰ কথাই তেখেতক অধিক গহীন কৰি তুলিলে। ভায়েকৰ তেনে মৌনতা দেবেশ্বৰ শৰ্মাৰ অতি চিনাকি। তাৰ পিছত যে কনক শৰ্মাৰ অন্তৰত বিস্ফোৰণ ঘটিব আৰু ভায়েকৰ সিদ্ধান্ত যে ইতিবাচকেই হ'ব সেই কথা তেখেতে জানিছিল। দেবেশ্বৰ শৰ্মাই পুনৰ ক'লে : "তোৰ যদি মন নাই বা এইটো এটা অসম্ভৱ কথা বুলি ভাবিছ তেনেহ'লে বাদ দে। মই এটা আশা কৰিছিলো আৰু সেই আশা পূৰ নহ'ব। সেই আশাকে মই বুকুত বান্ধি মৰিব লাগিব। সেইটো নো কি ডাঙৰ কথা। সকলো মানুহৰ সকলো ইচ্ছা পূৰ্ণ হয় জানো?" এইদৰে কৈ দেবেশ্বৰ শৰ্মা ভায়েকৰ ওচৰৰ পৰা আঁতৰি গ'ল। দুদিনৰ পিছত, পুৱা চাহ খাওঁতে কনক শৰ্মাই ককায়েকক ক'লে : "সোনকালে আঁচনি এখন তৈয়াৰ কৰা। আমি কাকত এখন উলিয়াম।" সেইদিনাই যেন সম্ভাৱনা এটা শুদ্ধ ৰূপলৈ পৰিণত হ'ল।

প্ৰস্তাৱিত কাকতখনৰ নাম কি ৰখা হ'ব, ইয়াৰ নীতি কি হ'ব, আকৃতি কেনে হ'ব, সম্পাদক কাক লোৱা হ'ব ইত্যাদি কথাবোৰ তেখেতসকলৰ পৰিয়ালৰ লোক আৰু বন্ধু-বান্ধৱসকলৰ মাজত আলোচনা হ'ল। দেবেশ্বৰ শৰ্মাৰ বাসগৃহ 'প্ৰসূতি গৃহ'লৈ পৰিৱৰ্তন হ'ল। যি যেনেকৈ পাৰে সাধ্য অনুসৰি সকলোৱেই প্ৰস্তুত হ'ল। দেবেশ্বৰ শৰ্মাৰ সতীৰ্থ, দেশৰ অন্যতম সু-সন্তান, মুক্তি সংগ্ৰামী শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীয়ে প্ৰস্তাৱিত কাকতখনৰ নামকৰণ কৰিলে 'জনমভূমি' বুলি। জনমভূমিৰ মুক্তি আৰু মংগলৰ অৰ্থে দেহ-মন উছৰ্গা কৰা এজন আজীৱন সৈনিকৰ বাবে আৰু 'দেশ বুলিলে নালাগে আদেশ' বুলি গণ্য কৰা এটা পৰিয়ালৰ বাবে জনমভূমি নামটোতকৈ আন কি আকৰ্ষণীয় নাম হ'ব পাৰে? জনমভূমি নামটো সকলোৰে বাবে গ্ৰহণীয় আছিল আৰু এটা প্ৰাৰ্থনা সংগীতৰ দৰে আদৰণীয়ও আছিল। সেয়ে দেবেশ্বৰ শৰ্মাই ভাতৃজ্ঞান কৰা শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীয়ে দিয়া জনমভূমি নামটোকে প্ৰকাশ কৰিব খোজা কাকতখনৰ বাবে গ্ৰহণ কৰা হ'ল।

জনমভূমিৰ জন্ম-যন্ত্ৰণা আৰম্ভ হ'ল। সেই সময়ত যোৰহাটত বাতৰিকাকত এখন ছপা কৰিব পৰা লেখত ল'বলগীয়া ছপাশাল নাছিলেই বুলিব পাৰি। ছপাশাল নিৰ্ভৰশীল নহ'লে বাতৰিকাকত এখন নিয়মীয়াকৈ প্ৰকাশ কৰাত বহুত বাধাৰ সৃষ্টি হয়। অসমৰ অন্যতম সুযোগ্য সন্তান দৰ্পণ প্ৰেছৰ স্বত্বাধিকাৰ সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ লগতে কথা-বতৰা আৰম্ভ হ'ল। সেই সময়ত চন্দ্ৰধৰ বৰুৱাৰ পুত্ৰ নলিনী বৰুৱাই ছপাশালটো চোৱা-চিতা কৰিছিল। তেখেতসকলেও শৰ্মা ভাতৃদ্বয়ৰ এই মহৎ প্ৰচেষ্টাৰ শলাগ লৈ দৰ্পণ প্ৰেছৰ পৰাই জনমভূমি

ছপা কৰিবলৈ গাত ল'লে। দৰ্পণ প্ৰেছে সন্মতি জনোৱাৰ বাবে শৰ্মা ভাতৃদ্বয়ৰ এটা চিন্তা দূৰ হ'ল।

সেই সময়ত যোৰহাটৰ একমাত্ৰ মহাবিদ্যালয়, জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ দৰ্শন বিভাগৰ অধ্যাপক স্বৰ্গীয় দুলাল ভূঞাক জনমভূমি সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰা হ'ল। ঘড়ীৰ কাঁটাৰ দৰে কৰ্ম ব্যস্ততাৰ মাজতো দুলাল ভূঞাই জনমভূমিক সজাই-পৰাই ৰাইজৰ হাতত তুলি দিবলৈ সাজু হ'ল। অৱশেষত ১৯৪৭ চনৰ ১০ মাৰ্চত, দেশে স্বাধীনতা লাভ কৰাৰ পূৰ্বেই উষাৰ এক শুভ লগনত, দেবেশ্বৰ শৰ্মাৰ সপোন দিঠকলৈ ৰূপান্তৰিত হৈ তেখেতৰ মানস কন্যা জনমভূমি ভূমিষ্ঠ হ'ল। সেই দিন ধৰি আজিলৈকে এটা সংখ্যাও বাদ নপৰাকৈ প্ৰতি সপ্তাহে জনমভূমি নিয়মিতভাৱে প্ৰকাশ পাই আছে আৰু সংবাদপত্ৰ প্ৰকাশৰ পথত এটা মাইলৰ খুঁটি হিচাপেও চিহ্নিত হৈ আছে। জনমভূমিয়েই একমাত্ৰ অসমীয়া বাতৰিকাকত যি একেৰাহে ৫০ বছৰ প্ৰকাশ হৈ আছে।

প্ৰথমজন সম্পাদক দুলাল ভূঞাই অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি সাপ্তাহিক জনমভূমিক নিয়মিত ৰাইজৰ হাতত দিছিল। যোৰহাটৰ অন্যতম কৃতী সাংবাদিক শ্ৰীত্ৰৈলোক্যনাথ শৰ্মাই কাকতখনৰ জন্মলগ্নৰে পৰা এজন সহযোগী হিচাপে সম্পাদক ভূঞাক সকলো প্ৰকাৰে সহায় কৰিছিল আৰু কাকতখনৰ সৌষ্ঠৱ বৃদ্ধিত বৰঙণি যোগাইছিল। তেখেতৰ উপৰি কৃতী সাংবাদিক শ্ৰীপুলিন বিহাৰী বৰঠাকুৰ আৰু শ্ৰীঅৰুণ ভট্টাচাৰ্যয়ো কাকতখনৰ সহকাৰী সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। যোৰহাটৰ প্ৰবীণ সাংবাদিক শ্ৰীবদন বৰুৱাই জনমভূমিত কেবাবছৰো সহকাৰী সম্পাদক হিচাপে কাম কৰাৰ পিছত জনমভূমি প্ৰতিষ্ঠানৰ কাৰ্যাধ্যক্ষ হৈছিল। পিছলৈ একোজন কৃতী সাংবাদিক হিচাপে চিহ্নিত হোৱা ভালেকেইজন ব্যক্তিয়ে জনমভূমিতে সাংবাদিক জীৱনৰ পাতনি মেলিছিল। সেইসকলৰ ভিতৰত স্বৰ্গীয় হেমধৰ ৰাজখোৱা, সৰ্বশ্ৰী যদু কাকতি, তিলেশ্বৰ বৰদলৈ, ডম্বৰুধৰ মেধি, অজিত কুমাৰ ভূঞা, অনিল বৰুৱা, পল্লৱ বৰুৱা আদি অন্যতম। এইসকল ব্যক্তিয়ে কাকতখনৰ বাবে যিমান নিঃস্বাৰ্থভাৱে সেৱা আগবঢ়ালে বৰ্তমান সময়ত তাৰ তুলনা পাবলৈ নাই।

শৈশৱ কালতে জনমভূমি একাধিকবাৰ কঠিন সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছিল যদিও প্ৰতিবাৰেই সেইবোৰ অতিক্ৰম কৰি, সংকট দূৰ কৰি নিৰ্দিষ্ট পথেৰে অগ্ৰসৰ হৈছিল। জনমভূমি প্ৰকাশৰ বাবে দৰ্পণ প্ৰেছ আৰু শৰ্মা ভাতৃদ্বয়ৰ মাজত এখন চুক্তি হৈছিল। সেই চুক্তিমতে প্ৰেছে মাথোঁ কাকতখন ছপা কৰি দিব, বাদ বাকী সমস্ত দায়িত্ব বহন কৰিব লাগিব শৰ্মা ভাতৃদ্বয়ে। কাকতখনৰ পৰা হোৱা লাভ-লোকচান শৰ্মা ভাতৃদ্বয়ৰ। এই মতে দৰ্পণ প্ৰেছৰ পৰা জনমভূমি ছপা হৈ থকাৰ পিছত হঠাৎ এদিন প্ৰেছে কাকতখন আৰু ছপা কৰিব পৰা নহ'ব বুলি জনালে। শৰ্মা ভাতৃদ্বয়ৰ মূৰত আকাশখনহে যেন ভাগি পৰিল! প্ৰেছে যেতিয়া আমনি দিয়ে তেতিয়া সেই প্ৰেছৰ পৰা কাকতখন নিয়মিত প্ৰকাশ কৰা সম্ভৱ নহয়। দৰ্পণ প্ৰেছে অক্ষমতা প্ৰকাশ কৰিবলৈ নেৰাত জনমভূমি ছপাৰ কাম দৰ্পণ প্ৰেছৰ পৰা অন্নদা প্ৰিণ্টিং ৱৰ্কছলৈ স্থানান্তৰিত কৰা হয়।

তাৰ পিছতো কিন্তু সমস্যাটোৰ স্থায়ী সমাধান নহ'ল। অন্নদা প্ৰিণ্টিং ৱৰ্কছত জনমভূমি ছপাৰ কাম ঠিকে-ঠাকে অলপ দিন চলাৰ পিছত সেই প্ৰেছৰ স্বত্বাধিকাৰীয়েও কামৰ অজুহাত দেখুৱাই জনমভূমি আন ঠাইত ছপা কৰিবলৈ শৰ্মা ভাতৃদ্বয়ক অনুৰোধ কৰিলে। আকৌ দুৰ্যোগ নামি আহিল। অন্নদা প্ৰিণ্টিং ৱৰ্কছ সিমানতে ক্ষান্ত নাথাকিল। প্ৰথমতে অনুৰোধ জনোৱাৰ পিছতে অনতিপলমে জনমভূমিৰ ছপা কাম অন্য স্থানলৈ নিবলৈ শৰ্মা ভাতৃদ্বয়ক ইখনৰ পিছত সিখনকৈ জাননী দিবলৈ লাগিল। আগতেই উল্লেখ কৰা হৈছে যে ছপাশালে যদি আমূৰি কৰে নিৰ্দিষ্ট দিনত বাতৰিকাকত প্ৰকাশ কৰাটো প্ৰায় অসম্ভৱ কথা। নিয়মীয়াকৈ কাকত ছপা কৰাটো বাতৰিকাকত প্ৰতিষ্ঠান এটাৰ বাবে এটা অতি গুৰুত্বপূৰ্ণ কথা। নিৰ্দিষ্ট দিনত, নিৰ্দিষ্ট সময়ত বাতৰিকাকত প্ৰকাশ পাবই লাগিব। তেতিয়াহে কাকতখনো বিশ্বাসৰ পাত্ৰ হয়। ইয়াৰ পিছতো কিন্তু জনমভূমিৰ এটা সংখ্যাৰো প্ৰকাশ বন্ধ নহ'ল, শৰ্মা ভাতৃদ্বয়ে বন্ধ হ'বলৈ নিদিলে।

ছপাশাল সলাই থাকিলেই সমস্যাৰ সমাধান নহয়। লোকৰ ছপাশালত নিৰ্ভৰ কৰিলে ই সঞ্চিত গ্ৰহণীৰ দৰে মাজে মাজে উক দিবই। এই সমস্যাৰ পৰা মুক্তি পাবলৈ হ'লে জনমভূমিৰ নিজা ছপাশাল লাগিবই। এই কথাটো শৰ্মা ভাতৃদ্বয়ে গভীৰভাৱে উপলব্ধি কৰি নিজৰ ছপাশাল এটা পাতিবলৈ সিদ্ধান্ত ল'লে। নিজৰ ছপাশাল হ'লে জনমভূমি কেতিয়াও নমৰে বুলি দেবেশ্বৰ শৰ্মা আৰু কনক চন্দ্ৰ শৰ্মাই বিশ্বাস কৰিছিল। কাৰণ জনমভূমিয়ে ইতিমধ্যে ৰাইজৰ মনৰ মাজত এখন আসন তৈয়াৰ কৰি ল'বলৈ সক্ষম হৈছিল আৰু কাকতখনে যে দিনক দিনে জনপ্ৰিয়তা অৰ্জন কৰিছিল সেইটো তেখেতসকলে অনুভৱ কৰিব পাৰিছিল।

বহু চিন্তা-চৰ্চাৰ পিছত নিজৰ ঘৰৰ সন্মুখতে থকা শ্ৰীশ্ৰীগড়মূৰ সত্ৰৰ মাটি এডোখৰ 'লিজ'ত লৈ সৰু ছপাশাল এটা স্থাপন কৰাৰ প্ৰস্তুতি চলিল। ১৯৪৯ চনত

ছপাশালটো প্ৰতিষ্ঠা কৰা হ'ল আৰু নাম ৰখা হ'ল, ইতিমধ্যে ৰাইজে গ্ৰহণ কৰা নাম জনমভূমি বুলিয়েই। অৰ্থাৎ জনমভূমি প্ৰেছ। প্ৰায় দুবছৰ দুটা ছপাশালত ছপা হোৱাৰ পিছত ১৯৪৯ চনত জনমভূমি নিজৰ প্ৰেছলৈ আহিল আৰু নিয়মীয়াকৈ ছপা হ'বলৈ ধৰিলে। তাৰ পিছৰ পৰা জনমভূমিয়ে পিছলৈ ঘূৰি চোৱা নাই, ঘূৰি চোৱাৰ প্ৰয়োজনো হোৱা নাই।

১৯৪৯ চনত স্থাপন হোৱা জনমভূমি প্ৰেছ বৰ্তমান এটা ডাঙৰ প্ৰতিষ্ঠানলৈ ৰূপান্তৰিত হৈছে। বৰ্তমান এই প্ৰতিষ্ঠানটো শাখা-প্ৰশাখাৰে পল্লৱিত, পথিকক ছাঁ দিয়া এজোপা বিৰাট মহীৰূহস্বৰূপ। এই প্ৰতিষ্ঠানত বৰ্তমান দুশৰো অধিক লোকে কাম কৰে। তিনিখনকৈ বাতৰিকাকত প্ৰকাশ কৰি এই প্ৰতিষ্ঠানটোৱে কেৱল নিজৰ সুদৃঢ় স্থিতিকে ঘোষণা কৰা নাই, দেশ জননীৰো সন্মান বৃদ্ধি কৰিছে আৰু ৰাইজকো সেৱা কৰিছে। জনমভূমি কাকতৰ জন্মৰ ২৫ বছৰৰ পিছত, ১৯৭২ চনৰ এক জুনত এই প্ৰতিষ্ঠানে দৈনিক জনমভূমি আৰু ১৯৯১ চনৰ ১৬ জুনত ইংৰাজী দৈনিক কাকত দা ইষ্টাৰ্ণ ক্ৰেৰিয়ন প্ৰকাশ কৰে।

নিজা ছপাশালৰ পৰা জনমভূমি প্ৰকাশ হ'বলৈ ধৰাৰ পিছত দেবেশ্বৰ শৰ্মাই ভায়েক কনকচন্দ্ৰ শৰ্মাক সকলো দায়িত্ব অৰ্পণ কৰি, প্ৰসন্নচিত্তে আৰু পৰিপূৰ্ণ অন্তৰেৰে ৰাজনীতিত মনোনিৱেশ কৰে। ১৯৪৯ চনতে প্ৰতিষ্ঠা কৰা জনমভূমি প্ৰেছটোক এটা অত্যাধুনিক ছপাশাললৈ ৰূপান্তৰিত কৰি, বিন্দুতে সিন্ধুৰ সৃষ্টি কৰি, ইয়াৰ অংগে অংগে শোভা বৰ্দ্ধন কৰাৰ প্ৰধান খনিকৰ আছিল কনক চন্দ্ৰ শৰ্মাহে। কনকচন্দ্ৰ শৰ্মাৰ সকলো কামতে ছাঁৰ দৰে লাগি আছিল তেখেতৰ খুড়াকৰ পুত্ৰ শ্ৰীতৰুণ শৰ্মা। জনমভূমিক সাফল্যৰ দুৱাৰডলিত থিয় কৰাবলৈ কনক চন্দ্ৰ শৰ্মা আৰু শ্ৰীতৰুণ শৰ্মাই ভালেমান বিনিদ্ৰ ৰজনী পাৰ কৰিবলগীয়া হৈছিল।

চকুৰ পচাৰতে জনমভূমি (সাপ্তাহিক)

**প্ৰকাশৰ স্থান :** যোৰহাট, অসম

**প্ৰথম প্ৰকাশ :** ১০ মাৰ্চ, ১৯৪৭

**প্ৰতিষ্ঠাপক :** জননায়ক দেবেশ্বৰ শৰ্মা আৰু তেখেতৰ ভাতৃ কনকচন্দ্ৰ শৰ্মা

**প্ৰতিষ্ঠাপক সম্পাদক :** স্বৰ্গীয় দুলাল চন্দ্ৰ ভূঞা

**দ্বিতীয় সম্পাদক :** শ্ৰীজগদীশ ফুকন

**তৃতীয় সম্পাদক :** শ্ৰীত্ৰৈলোক্যনাথ শৰ্মা

**চতুৰ্থ সম্পাদক :** শ্ৰীপ্ৰফুল্ল বৰুৱা

**পঞ্চম সম্পাদক :** কনকচন্দ্ৰ শৰ্মা

**বৰ্তমানৰ সম্পাদক :** শ্ৰীমনোৰম বৰুৱা

**মুদ্ৰক আৰু প্ৰকাশক :** শ্ৰীঅৰুণ বৰঠাকুৰ

সংবাদপত্ৰ জগতলৈ জনমভূমিৰ বৰঙণি

জন্ম লগ্নৰে পৰা জনমভূমি জাতীয়তাবাদী। কাকতখনৰ প্ৰথমজন সম্পাদক স্বৰ্গীয় দুলাল ভূঞাৰ পৰা বৰ্তমানৰ সম্পাদক মনোৰাম বৰুৱালৈকে প্ৰতিজন সম্পাদকেই এই নীতিকে অনুসৰণ কৰি নিৰ্দিষ্ট পথেদি পূৰ্ণ গতিৰে আগবাঢ়িছে। জাতিটোৰ সংকটকালত আৰু ৰাজ্যখনৰ স্বাৰ্থৰক্ষাৰ ক্ষেত্ৰত জনমভূমিয়ে কাহানিও আপোচ কৰা নাই। প্ৰয়োজনত অতন্দ্ৰ প্ৰহৰীৰ দৰে পহৰা দিছে আৰু নিৰ্ভীক চিত্তে মাত মাতি আহিছে।

জনমভূমিৰ ২৫ বছৰ হোৱা উপলক্ষে জনমভূমিতে স্বনামধন্য সাহিত্যিক, বুৰঞ্জীবিদ্ আৰু ৰাজ্যখনৰ অন্যতম বাটকটীয়া সাংবাদিক বেণুধৰ শৰ্মাই "অৰুনোদইৰ পৰা জনমভূমিলৈকে অসমীয়া বাতৰিকাকতৰ ইতিহাস" নামৰ এটা প্ৰবন্ধত এইদৰে লিখিছিল :

"....ৰাষ্ট্ৰীয় স্বাধীনতা অহাৰ লগে লগে বাতৰিকাকতৰ স্বাধীনতাও আহিল। আহিলহে আহিল, সম্পাদকীয় বোজাটো কিন্তু আগতকৈ দহোগুণে লেকলেকীয়া গধুৰ হৈ আহিল। পৰিচালিত যন্ত্ৰ হোৱাটো সহজ, পৰিচালনা যন্ত্ৰী হোৱাটো কঠিন। আগেয়ে বাতৰিকাকতে দৰ্শকৰূপে চৰকাৰী কৰ্তৃপক্ষৰ কাৰ্যাৱলী ভালে-বেয়াই সমালোচনা কৰিছিল। এতিয়া সেই কৰ্তৃপক্ষকে বাতৰিকাকতেহে বুদ্ধি-পৰামৰ্শ দি দেখুৱাই শুনোৱাই নিবলগীয়া পালত পৰিল। বৰ দুখে-কষ্টে মৰণ ভুঞ্জি আমোলাতান্ত্ৰিক বিদেশী শাসন আঁতৰাই গণতান্ত্ৰিক স্বদেশী শাসন প্ৰৱৰ্তন কৰা হ'ল হয়, পাছে তাক সুখে স্বচ্ছন্দে পালি-পাচি উপভোগ কৰি যুগমীয়াকৈ ৰক্ষা কৰাটোহে ভালুকৰ সাঙী হোৱাদি হ'ল। তথাপি, জনমভূমিৰ চালুকীয়া অৱস্থাতে দুলালচন্দ্ৰ ভূঞাই সম্পাদকৰ গাদীত বহি সেই সাঙী ভাৰখন তুলি ল'লে। স্বাধীনতা ৰক্ষাৰ আনুষঙ্গিক উপায় বুদ্ধি দি তেৱেঁই জনমভূমিখন থিয় দণ্ডা দিব পৰা কৰি গ'ল। তেওঁৰ পিছতে সম্পাদক হ'ল জগদীশচন্দ্ৰ ফুকন। এওঁ নতুন তেজ সুমুৱাই কাকতখনৰ উত্তৰোত্তৰ উন্নতি সাধন কৰিলে। তাৰ পিছত সম্পাদকীয় সাঙী ভাৰখন ন্যস্ত হ'ল ত্ৰৈলোক্যনাথ শৰ্মাৰ কান্ধত। ৰাজনীতিৰ সম্পৰ্কে এওঁ আঠুৱা চাই ঠেং মেলা

নীতি অৱলম্বন কৰাত জনমভূমিখন টনকিয়াল আৰু সৰবৰহী হৈ উঠিল আৰু ই যে এখন উচ্চ শ্ৰেণীৰ সাদিনীয়া বাতৰিকাকত সেইটোও প্ৰতিপন্ন হ'ল। শৰ্মা সম্পাদকে আজৰি লোৱাৰ পিছতে প্ৰফুল্ল বৰুৱাৰ গাত সম্পাদকৰ বাব পৰিল। পানীৰ চিন ভেটেত পোৱাদি এওঁৰ সম্পাদকীয় কুশলতা আৰম্ভতেই দেখা গৈছে— জনমভূমিৰ বিতোপন সাজ-পাৰ আৰু জাতীয় সংহতিমূলক বিভিন্ন প্ৰবন্ধৰাজিত।

"সম্পাদকসকলৰ ঐকান্তিক দায়িত্ব পালন আৰু স্বদেশ হিতব্ৰতী প্ৰতিষ্ঠাপকসকলৰ অনৱচ্ছিন্ন উদ্যোগ পৰামৰ্শৰ বলত স্বাধীনতাৰ বেলি নৌ উঠাৰ পৰতে জনমভূমিয়ে জনম লৈ থকা স্বাধীনতাৰ থিয় দুপৰত ২৫ বছৰ পূৰ্ণ কৰিলে। আজি জনমভূমিৰ জন্ম জয়ন্তীৰ ৰূপালী উৎসৱ — হয় জীম নহয় মৰিম বুলি সংকল্প লৈ আগবাঢ়ি যাবৰ বছৰ।..."

জনমভূমিৰ ৰূপালী জয়ন্তী বৰ্ষত বেণুধৰ শৰ্মাই আশা কৰা মতে কাকতখনে 'হয় জীম নহয় মৰিম' মন্ত্ৰেৰে দীক্ষিত হৈ সোণালী জয়ন্তী ইতিমধ্যে অতিক্ৰম কৰিছে আৰু নীতিত অবিচল হৈ কৰ্তব্য সম্পাদন কৰি গৈছে। ইয়াত কোনো সন্দেহ নাই, কোনো দ্বিধা নাই।

অসমৰ ভাষা আন্দোলন, তেল শোধনাগাৰ আন্দোলন আৰু অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ নিচিনা ৰাজ্যখনৰ সকলো মানুহকে জোকাৰি যোৱা গণ আন্দোলনসমূহত কাকতখনে লোৱা ভূমিকাৰ কথা মনত পেলালেই সকলো সন্দেহৰ অৱসান হয়। জাতিটোৰ স্বাৰ্থ ৰক্ষাৰ ক্ষেত্ৰত কাকতখনে নিৰ্ভীকভাৱে থিয় দিয়াৰ কথা সকলোৱে জানে। ৰাজ্যখনত সততে হৈ থকা বানপানীৰ দৰে প্ৰাকৃতিক দুৰ্যোগৰ সময়ত প্ৰকৃত চিত্ৰখন চিত্ৰিত কৰি ইয়াৰ প্ৰতিকাৰৰ বাবে জনমভূমিয়ে সদায় চিঞৰি আহিছে। দেশ নিৰ্মাণ কাৰ্যত কাৰোবাৰ ত্ৰুটী হ'লে আৰু দেশসেৱাৰ নামত কোনো লোক দুৰ্নীতিত পতিত হ'লে সেই দুনীতিকাৰীৰ মুখা খুলি দিবলৈ কাকতখনে এই পৰ্যন্ত সামান্যও কুণ্ঠাবোধ কৰা নাই।

সংবাদপত্ৰ যে সমাজ জীৱনৰ এক দলিল আৰু সংবাদ পত্ৰই যে মানুহক শিক্ষিত কৰে, সচেতন কৰে আৰু উদ্দীপ্ত কৰে, সংস্কাৰ কৰে— সেই কথা কাকতখনে মনে-প্ৰাণে বিশ্বাস কৰে। সংবাদপত্ৰই বৰ্তমানক যথাৰ্থভাৱে মেলি ধৰি সমাজক সু-পথে পৰিচালিত কৰে বাবেই জনমভূমি গোষ্ঠীৰ এখন কাকতেও অসত্য আৰু অশুভ শক্তিৰ লগত কোনো ধৰণৰ আপোচ কৰা নাই। এই ক্ষেত্ৰত এই গোষ্ঠীটোৰ কেউখন কাকতেই নিজকে অকলশৰীয়া বুলি ভবা নাই। ৰাজ্যখনৰ অগণন সত্যাশ্ৰয়ী লোক যে জনমভূমিৰ এই দুৰ্গম পথৰ সংগী এই কথাও কাকতখনে মনে-প্ৰাণে বিশ্বাস কৰে। সেয়েহে ৰাইজে জনমভূমিক নিজা প্ৰতিষ্ঠান আৰু কাকতকেইখনক নিজৰ কাকত বুলিও কোৱা শুনা যায়।

দুলাল ভূঞাৰ পিছত জনমভূমিৰ সম্পাদক হয় শ্ৰীজগদীশ ফুকন। শ্ৰীফুকন আসাম ট্ৰিবিউন কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক স্বৰ্গীয় লক্ষ্মীনাথ ফুকনৰ জ্যেষ্ঠ পুত্ৰ। ধমনীত সাংবাদিকতাৰ তেজ প্ৰৱাহিত হৈ থকা জগদীশ ফুকন। কাকতখনৰ সম্পাদকৰূপে যোগ দিয়াৰ সময়ত তেওঁ আছিল এজন যুৱক। সৃষ্টিৰ আনন্দত মত্তলীয়া, যুৱক-সাংবাদিক জগদীশ ফুকনৰ সম্পাদনাৰ কালত জনমভূমিৰ বুনিয়াদ অধিক সুদৃঢ় হ'ল। তেওঁ সম্পাদক হৈ থকাৰ কালতে জনমভূমিত কেইবাটাও নিয়মীয়া শিতান খোলা হৈছিল। সেইকেইটা শিতান আজিও চলি আছে। এই শিতানকেইটাৰ ভিতৰত অকণিহঁতৰ বাবে 'মইনা মেল' আৰু মহিলাসকলৰ বাবে 'মহিলা মেল' অধিক জনপ্ৰিয় হৈ উঠিছিল। অকণিহঁতৰ বাবে মইনা মেল নামৰ শিতানটো পখীৰ নামত শ্ৰীত্ৰৈলোক্যনাথ শৰ্মাই পৰিচালনা কৰিছিল। পিছলৈ শ্ৰীশৰ্মা কাকতখনৰ সম্পাদক হোৱাত মইনা মেল শিতানটো পখীৰ নামতে হেমন্ত বৰদলৈয়ে পৰিচালনা কৰিছিল।

মহিলা মেল নামৰ শিতানটো পৰিচালনা কৰিছিল জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সেই সময়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা কমল কুমাৰী বৰুৱাই। মইনা মেল শিতানত কবিতা, সাধু কথা, প্ৰবন্ধ আদি নিয়মিতভাৱে লিখা সেই সময়ৰ ভালেমান মইনা বৰ্তমান একোজন কবি, সাহিত্যিক আৰু সাংবাদিক হিচাপে বিখ্যাত হৈছে। সেইসকলৰ ভিতৰত বৰ্তমান সাপ্তাহিক নীলাচলৰ সম্পাদক শ্ৰীপ্ৰফুল্ল বৰুৱা অন্যতম। সুখৰ কথা, জনমভূমি কাকতৰ এসময়ৰ মইনা লিখক, প্ৰফুল্ল বৰুৱা পিছলৈ সেইখন কাকতৰ সম্পাদকো হৈছিলগৈ আৰু এজন সফল আৰু গতিশীল সম্পাদক হিচাপে স্বাক্ষৰ ৰাখি যাবলৈ সমৰ্থ হৈছিল। তদুপৰি শ্ৰীবৰুৱা দৈনিক জনমভূমিৰ জন্মৰ এজন সাক্ষীও আৰু কাকতখনৰ দ্বিতীয়জন সম্পাদক আছিল।

অসমৰ একমাত্ৰ শিশু অনুষ্ঠান, সদৌ অসম মইনা পাৰিজাত— যিটো অনুষ্ঠানে যোৰহাটতে পোন প্ৰথম মইনা মেল নামেৰে আনুষ্ঠানিক ৰূপ লৈছিল—সেই অনুষ্ঠানটোৰ আশ্ৰয়স্থলো আছিল জনমভূমিয়েই। জনমভূমিৰ আশ্ৰয় নোপোৱা হ'লে, দেশৰ বুনিয়াদ গঠন কৰিবলৈ প্ৰয়াস কৰা এই অনুষ্ঠানটোৱে কেতিয়াও প্ৰসাৰতা লাভ কৰিব নোৱাৰিলেহেঁতেন। জনমভূমিৰ

মইনা মেল শিতানৰ পৰিচালক পখী, অৰ্থাৎ শ্ৰীত্ৰৈলোক্যনাথ শৰ্মাই গান্ধীজীৰ দ্বাৰা প্ৰতিষ্ঠিত ৱাৰ্দ্ধাৰ আশ্ৰমত থকা তেখেতৰ এজন বন্ধুৰ পৰা পোৱা এখন চিঠিৰ কাৰণেই জন্ম হৈছিল আৰু আনুষ্ঠানিক ৰূপ লৈছিল মইনা মেলে। সেই চিঠিখনত আশ্ৰমত বাস কৰা অকণিহঁতৰ দৈনন্দিন দিনলিপি, তেওঁলোকৰ কাম-কাজ, হাতে-কামে দিয়া শিক্ষা ইত্যাদিৰ বিৱৰণ আছিল। চিঠিখন পঢ়ি শ্ৰীশৰ্মাই সেই আৰ্হিৰে আমাৰ ইয়াতো এটা অনুষ্ঠান পাতিব পাৰি নে কি সেই বিষয়ে চিন্তা কৰিবলৈ এই লিখকক কয়। জনমভূমিৰ মইনা মেল শিতানটো পৰিচালনা কৰি আৰু এজন কৃতী শিক্ষক হিচাপে, মইনাহঁতৰ লগত তেখেতৰ এটা মানসিক সম্বন্ধ ইতিমধ্যে গঢ় লৈ উঠিছিল। আমাৰ ৰাজ্যত মইনাহঁতৰ নিজা সংগঠন এটা নথকাৰ কথাটোৱে তেখেতক মইনা মেলৰ আনুষ্ঠানিক ৰূপ দিবলৈ সম্ভৱ চিন্তা কৰাইছিল।

আমাৰ দেশত মইনাহঁতক দেশৰ বুনিয়াদ আৰু ভৱিষ্যৎ বুলি কোৱা হয় যদিও মইনাহঁতৰ বাবে বুনিয়াদ গঠনত উদ্যোগী হোৱা দেখা নাযায়। এতিয়াও আমাৰ দেশত শিশুসকল দুখ লগাকৈ উপেক্ষিত। অসুস্থ পৰিৱেশ, শিক্ষা আহৰণ কৰিবলৈ সুবিধা নোপোৱা, অপুষ্টিত ভোগা আৰু বিনা চিকিৎসাই মৃত্যুবৰণ কৰা শিশুসকলৰ উপৰি দেশত ৭.৫ নিযুত শিশু শ্ৰমিকেই আছে বুলি এটা সমীক্ষাত প্ৰকাশ পাইছে। এই শিশুসকলৰ কাহানিও নাছিল এটা মধুৰ আৰু ৰমণীয় অতীত, নহ'ল এটা সুস্থ বৰ্তমান আৰু ভৱিষ্যতটোও অন্ধকাৰাচ্ছন্ন যেন অনুভৱ হয়। এনেবোৰ কথা চিন্তা কৰিয়েই শ্ৰীশৰ্মাই জনমভূমি প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰ দেবেশ্বৰ শৰ্মা আৰু কনকচন্দ্ৰ শৰ্মাৰ লগত আলোচনা কৰি সমস্যাটো সমাধান কৰিবলৈ হয়তো নহয়, এটা সুস্থ পৰিৱেশ সৃষ্টি কৰিবলৈকে মইনা মেলক আনুষ্ঠানিক ৰূপ দিবলৈ প্ৰয়াস কৰিছিল আৰু জনমভূমিয়েও এই কামত সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল।

ৱাৰ্দ্ধাৰ আশ্ৰমৰ সেই ব্যক্তিজনৰ পৰা পোৱা চিঠিখনত বৰ্ণিত আৰ্হিৰেই এই লিখকে তেওঁৰ নিজা গাঁও, তৰাজান সোণাৰি গাৱঁত সেই গাৱঁৰ ল'ৰা-ছোৱালীবোৰ গোটাই ১৯৪৯ চনত মইনা মেলৰ প্ৰথম শাখাটো খোলে। মইনা মেলখনৰ নামকৰণ কৰা হয় তৰাজনীয়া মইনা মেল (পিছলৈ জয় হিন্দ মইনা মেল) আৰু সেইখনেই আছিল মইনা মেলৰ প্ৰথম শাখা।

১৯৫২ চনত ইতিমধ্যে ৰাজ্যখনৰ বিভিন্ন স্থানত গঠন হোৱা মইনা মেলৰ শাখাসমূহ একত্ৰিত কৰি সদৌ অসম মইনা মেলৰ মুকলি অধিৱেশন যোৰহাটত অনুষ্ঠিত কৰা হৈছিল। প্ৰথমখন মুকলি অধিৱেশন উদ্বোধন কৰিছিল সেই সময়ৰ প্ৰধানমন্ত্ৰী ঋতুৰাজ জৱাহৰলাল নেহৰুৱে। সভাপতিত্ব কৰিছিল ডিব্ৰুগড়ৰ চতুৰ্থ শ্ৰেণীৰ ছাত্ৰ শ্ৰীবিপুল কলিতাই। (বৰ্তমান আৰক্ষী বিভাগৰ আই.জি.পি)। এই উপলক্ষে যিখন অভ্যৰ্থনা সমিতি গঠন হৈছিল সেইখনৰ সভাপতি নিৰ্বাচিত হৈছিল কনকচন্দ্ৰ শৰ্মা আৰু যুটীয়া সম্পাদক নিৰ্বাচিত হৈছিল জনমভূমিৰ সম্পাদক শ্ৰীজগদীশ ফুকন আৰু শ্ৰীত্ৰৈলোক্যনাথ শৰ্মা। এইবোৰ কথাই প্ৰমাণ কৰে যে জনমভূমিৰ আশ্ৰয় নোপোৱা হ'লে ৰাজ্যখনত মইনা মেলৰ নিচিনা শিশুসকলৰ অনুষ্ঠান এটাৰ জন্মই নহ'লহেঁতেন।

মহিলা মেল নামৰ শিতানটোৱেও মহিলাসকলৰ মাজত জনপ্ৰিয়তা অৰ্জন কৰিছিল। এই শিতানটোৱে এচাম লিখিকাৰো জন্ম দিছিল। জনমভূমিৰ মহিলা মেল শিতানত লিখিবলৈ আৰম্ভ কৰি ভালেকেইগৰাকী মহিলা পিছলৈ জনপ্ৰিয় সাহিত্যিক হৈছিল। সৰোজিনী নাইডু, হেলেন কেলাৰ আদি বিদুষী মহিলাসকলৰ লিখনিৰ অনুবাদ প্ৰায়েই এই শিতানটোত প্ৰকাশ হৈছিল। পণ্ডিত নেহৰুৰ ভনীয়েক কৃষ্ণা হাথিসিঙৰ 'উইথ ন' ৰিগ্ৰেট্‌ছ'ৰ মুকলি অনুবাদ— 'অনুশোচনাৰ পৰা নিলগত'--এই শিতানত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। এই শিতানটোত ১৯৫১ চনত প্ৰকাশ হোৱা 'মই মোৰ স্বামীক কিয় বেয়া পাওঁ' শীৰ্ষক এটা লিখনিয়ে বিতৰ্কৰ সৃষ্টি কৰিছিল। সেই লিখনিৰ উত্তৰত ভালেমান মহিলাই 'মই মোৰ স্বামীক কিয় ভাল পাওঁ' বুলি প্ৰবন্ধ লিখিছিল। আজিৰ পৰা চাৰিটা দশকৰ পূৰ্বেই এনে এটা স্পৰ্শকাতৰ বিষয়ত জনমভূমিৰ পাতত এটা সুস্থ বিতৰ্ক আৰম্ভ কৰি আমাৰ সমাজ জীৱনৰ একোখন চিত্ৰ চিত্ৰিত কৰিবলৈ জনমভূমিয়ে প্ৰয়াস কৰিছিল।

শ্ৰীজগদীশ ফুকনে জনমভূমিৰ সম্পাদকৰ পদৰ পৰা অব্যাহতি লোৱাত, কাকতখনৰ জন্মলগ্নৰে পৰা নিবিড় সম্পৰ্ক ৰক্ষা কৰি অহা শ্ৰীত্ৰৈলোক্যনাথ শৰ্মাক জনমভূমিৰ সম্পাদক হিচাপে নিযুক্তি দিয়া হয়। গান্ধী দৰ্শনত গভীৰ আস্থা থকা শ্ৰীশৰ্মাই কাকতখনক গাওঁমুখী কৰি তুলিবলৈ চেষ্টা কৰিছিল।

দেশ স্বাধীন হোৱাৰ পিছতো আমাৰ গাওঁবোৰৰ সৰহভাগৰে অৱস্থাৰ কোনো পৰিৱৰ্তন নহ'ল। যাতায়াত, শিক্ষা, চিকিৎসা, খোৱা পানী, ভাল পৰিৱেশ আদি মানুহৰ বাবে অপৰিহাৰ্য সকলো ব্যৱস্থা সমস্যা হিচাপে দেখা দিছে। গাওঁ অঞ্চলৰ উন্নতি আৰু শ্ৰীবৃদ্ধি অবিহনে দেশ এখনক উন্নত দেশ বুলি ক'ব নোৱাৰি। এই কথাৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ আৰু গাওঁ অঞ্চলৰ

উন্নতি সাধনৰ বাবে ব্ৰতী হ'বলৈ চৰকাৰক আহ্বান জনাই শ্ৰীশৰ্মাই সম্পাদকীয় লিখাৰ উপৰি ভালেমান প্ৰবন্ধ-নিবন্ধ প্ৰকাশত জোৰ দিছিল আৰু জনমভূমিৰ পাতত গাওঁ অঞ্চলৰ অধিক বা-বাতৰি প্ৰকাশ কৰিছিল। শ্ৰীশৰ্মাই প্ৰৱৰ্তন কৰা নীতি আজিও কাকতখনে ৰক্ষা কৰিছে। ইয়াৰ বাদেও তেখেত সম্পাদক হৈ থকাৰ কালতে, তেখেতৰ যত্নতে জনমভূমিত এচাম নতুন লিখকৰ আবিৰ্ভাৱ ঘটিছিল। তেখেত পূৰ্বতে এজন শিক্ষক আছিল বাবেই বহু ছাত্ৰৰ লগত সংযোগ স্থাপন কৰি তেখেতে সেইসকলক জনমভূমিৰ কামত লগাইছিল।

তেল শোধনাগাৰ আন্দোলনৰ সময়ত জনমভূমিৰ ভূমিকা আছিল নিৰ্ভীক। শোধনাগাৰ স্থাপনত জনমভূমিয়ে এক সবল জনমত গঢ়ি তুলিব পাৰিছিল। "অসমৰ তেল অসমত শোধন হ'ব লাগিব" বুলি লিখা এটা সম্পাদকীয় নিবন্ধই আলোড়ন সৃষ্টি কৰিছিল আৰু আন্দোলনকাৰীসকলৰ মনোবল বৃদ্ধি কৰাত বৰঙণি যোগাইছিল।

শ্ৰীত্ৰৈলোক্যনাথ শৰ্মাৰ পিছত কাকতখনৰ সম্পাদক হয় শ্ৰীপ্ৰফুল্ল বৰুৱা। সেই সময়ত জনমভূমিৰ জনপ্ৰিয়তা উজনি অসমত শীৰ্ষস্থানত আছিল আৰু শ্ৰীবৰুৱাই সেই সুযোগ গ্ৰহণ কৰি কাকতখনক অধিক মনোগ্ৰাহী কৰি তুলিবলৈ প্ৰয়াস কৰিছিল। যুৱক-সম্পাদক প্ৰফুল্ল বৰুৱাই কাকতখনৰ পূৰ্বৰ জাতীয়তাবাদী নীতিকে আশ্ৰয় কৰি ৰাজ্যখনৰ সমস্যাবোৰ দাঙি ধৰি তাৰ প্ৰতিকাৰ বিচাৰিছিল। শ্ৰীবৰুৱাই জনগণৰ দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ সম্পাদকীয় লিখিছিল আৰু নানা প্ৰবন্ধ প্ৰকাশ কৰিছিল। ৰাইজৰ স্বাৰ্থ ৰক্ষাৰ ক্ষেত্ৰত জনমভূমিয়ে কাহানিও সংকোচ নকৰে। শ্ৰীবৰুৱাই সেই নীতি অধিক সুদৃঢ় কৰি এজন সাহসী আৰু গতিশীল সম্পাদক হিচাপে জনমানসত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল।

কনকচন্দ্ৰ শৰ্মা প্ৰায় তিনি বছৰ কাল জনমভূমিৰ পৰিচালক সম্পাদকৰূপে আছিল। এইখিনি সময়তে তেখেতে নিজকে এজন সফল সাংবাদিক হিচাপে তৈয়াৰ কৰি ল'ব পাৰিছিল। প্ৰতিষ্ঠানটোৰ স্বত্বাধিকাৰ হিচাপে সকলো ধৰণৰ দায়িত্ব বহন কৰিও তেখেত জীৱনৰ অপৰাহ্ন কালত এজন নিষ্ঠাবান সাংবাদিক যে হৈছিলগৈ তাত কোনো সন্দেহ নাই। শৰ্মাৰ লগত কাম কৰা কেবাজনো সাংবাদিকে তেখেতক এজন সফল সম্পাদক হিচাপে আজিও স্মৰণ কৰে।

কনকচন্দ্ৰ শৰ্মাৰ পৰা কাকতখনৰ বৰ্তমান সম্পাদক শ্ৰীমনোৰম বৰুৱাই সম্পাদকৰ কাৰ্যভাৰ গ্ৰহণ কৰে। দৈনিক জনমভূমি আৰু অন্যান্য দৈনিকতো কাম কৰা সাংবাদিক মনোৰম বৰুৱাই, সাংবাদিকতাকে বৃত্তি আৰু আশ্ৰয় হিচাপে গ্ৰহণ কৰা এজন ব্যক্তি হিচাপে, জনমভূমিয়ে ইমানদিনে মানি অহা জাতীয়তাবাদী নীতিকে গ্ৰহণ কৰি কাকতখন নতুন ৰূপত সজাবলৈ মন দিয়ে। বৰ্তমান ৰাজ্যখনৰ পৰা ভালেকেইখন সাপ্তাহিক আৰু দৈনিক কাকত প্ৰকাশ হয়। এই কাকতসমূহৰ মাজত এক অন্তঃস্ৰোতা প্ৰতিযোগিতা নোহোৱাকৈ থকা নাই। তদুপৰি, পাঠকসকলৰ ৰুচিবো পৰিৱৰ্তন হৈছে। তথাপি জনমভূমিৰ জনপ্ৰিয়তা অকণো নকমালৈ চাই সম্পাদক শ্ৰীবৰুৱাই জনমভূমিৰ পৃষ্ঠাত পাঠকসকলৰ মনৰ খোৰাক দিবলৈ সমৰ্থ হৈছে বুলি ক'ব লাগিব। ৰাজ্যখনৰ সমস্যাৰাজি সুন্দৰভাৱে দাঙি ধৰি জনমভূমিয়ে সেইবোৰৰ সমাধান বিচাৰিছে। দুৰ্নীতিপৰায়ণ আৰু ভ্ৰষ্টাচাৰীসকলৰ মুখাবোৰ খুলি দিবলৈ নানানভাৱে প্ৰয়াস কৰিছে। ইয়াৰ বাবে সম্পাদকজনে কলমটোক তৰোৱাল হিচাপে ব্যৱহাৰ কৰিছে যদিও কেতিয়াও কোনো ধৰণৰ অশালীন শব্দ প্ৰয়োগ কৰা নাই। বৰ্তমান জনমভূমিয়ে সোঁতৰ লগত সাঁতুৰিছে যদিও কাকো অন্যায়ভাৱে পিছ পেলাবলৈ প্ৰয়াস কৰা নাই। বৰ্তমান যুগৰ লগত, সময়ৰ লগত খাপ খুৱাই ১৯৯৬ চনত কাকতখনৰ সোণালী জয়ন্তী বৰ্ষ ঐকান্তিক উদ্দীপনা আৰু প্ৰত্যয়েৰে উদযাপন কৰা হয়।

অসমৰ দৰে উপেক্ষিত ৰাজ্য এখনত বাতৰিকাকত প্ৰকাশৰ পথটো কিন্তু সেন্দূৰীয়া নহয়। এই পথ দুৰ্গম আৰু কণ্টকপূৰ্ণ। এই কথা জানিও যিসকল ব্যক্তিয়ে এই পথেদি বাট বুলিছিল সেইসকল ব্যক্তি আমাৰ সকলোৰে বাবে নমস্য। এই দুৰ্গম, কণ্টকপূৰ্ণ পথৰ যাত্ৰীসকলৰ শোভাযাত্ৰাটোত দেবেশ্বৰ শৰ্মা আৰু কনকচন্দ্ৰ শৰ্মা চামিল হৈ জনমভূমিক এটা মাইলৰ খুঁটিৰ দৰে জিলিকাই থৈ গ'ল। নশ্বৰতাৰ আহ্বানত এখেতসকল আমাৰ মাজৰ পৰা আঁতৰি গ'ল যদিও এখেতসকলৰ সৌৰভ মানুহে সদায় পাব, কিয়নো এখেতসকল কালজয়ী লোক।

দৈনিক জনমভূমি

**প্ৰকাশৰ স্থান :** যোৰহাট, অসম

**প্ৰথম প্ৰকাশ :** এক জুন, ১৯৭২

**প্ৰতিষ্ঠাপক :** জননায়ক স্বৰ্গীয় দেবেশ্বৰ শৰ্মা আৰু তেখেতৰ ভ্ৰাতৃ স্বৰ্গীয় কনকচন্দ্ৰ শৰ্মা

**প্ৰতিষ্ঠাপক সম্পাদক :** কনকচন্দ্ৰ শৰ্মা

**দ্বিতীয় সম্পাদক :** শ্ৰীপ্ৰফুল্ল বৰুৱা

**তৃতীয় সম্পাদক :** কনকচন্দ্ৰ শৰ্মা

**চতুৰ্থ সম্পাদক :** শ্ৰীযতীন্দ্ৰ কুমাৰ বৰগোহাঞি

**পঞ্চম সম্পাদক :** শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰবৰ্তী
**ষষ্ঠ সম্পাদক :** ডঃ যোগেন্দ্ৰনাথ বৰুৱা
**বৰ্তমান সম্পাদক :** দেবকুমাৰ বৰা
**মুদ্ৰক আৰু প্ৰকাশক :** শ্ৰীঅৰুণ বৰঠাকুৰ

জনমভূমি প্ৰকাশ কৰাৰ ২৫ বছৰৰ পিছত ১৯৭২ চনৰ এক জুনত জনমভূমি প্ৰতিষ্ঠানে দৈনিক জনমভূমি নামেৰে তেওঁলোকৰ দ্বিতীয়খন কাকত প্ৰকাশ কৰে। সাপ্তাহিক কাকতখন প্ৰকাশ কৰিবলৈ শৰ্মা ভাতৃদ্বয় যিবোৰ সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছিল, দৈনিক জনমভূমি প্ৰকাশৰ সময়ত সেই ধৰণৰ কোনো অসুবিধা হোৱা নাছিল।

যোৰহাটৰ দৰে নগৰ এখনৰ পৰা দৈনিক কাকত এখন প্ৰকাশ কৰাটো মুখৰ কথা নহয়। ইয়াৰ বাবে প্ৰস্তুতি, নিষ্ঠা আৰু ধৈৰ্যৰ প্ৰয়োজন। এই কাম প্ৰায় অসাধ্য সাধন কৰাৰ নিচিনা। কিন্তু সেই অসাধ্য সাধন হৈছিল। তাৰ বাবে বিশেষকৈ প্ৰতিষ্ঠানটোৰ অন্যতম স্বত্বাধিকাৰ কনকচন্দ্ৰ শৰ্মাই কঠোৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল আৰু বহু বিনিদ্ৰ ৰজনী পাৰ কৰিবলগীয়া হৈছিল।

১৯৭২ চনৰ পহিলা জুনত দৈনিক জনমভূমিৰ শুভ উদ্বোধন অনুষ্ঠান অনুষ্ঠিত হৈছিল শৰ্মা ভাতৃদ্বয়ৰ বাসভৱনৰ আঙিনাত। সেই অনুষ্ঠানত পৌৰোহিত্য কৰিছিল ভূতপূৰ্ব মুখ্যমন্ত্ৰী স্বৰ্গীয় মহেন্দ্ৰমোহন চৌধুৰীয়ে আৰু সন্মানিত অতিথিৰ আসন অলংকৃত কৰিছিল অসমত বাতৰিকাকত প্ৰকাশৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লোৱা সিংহপুৰুষ স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাই।

আয়তীসকলৰ মংগল উৰুলি ধ্বনিৰ মাজত দৈনিক জনমভূমি উদ্বোধন কৰি সেই সময়ৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহই সমবেত ৰাইজক কৈছিল : "সমাজক নতুন ৰূপত গঢ় দিবলৈ হ'লে যি জনসংস্কৃতিৰ প্ৰয়োজন তাক সৃষ্টি কৰাৰ অত্যাৱশ্যকীয় মাধ্যম বাতৰিকাকত। বাতৰিকাকতে সমাজ তথা চৰকাৰকো সুপথে পৰিচালনা কৰাৰ মহান দায়িত্ব বহন কৰিব পাৰে।" শ্ৰীসিংহই সেই সভাতে কৈছিল : "দৈনিক জনমভূমিয়ে অসমৰ ৰাইজৰ, বিশেষকৈ উজনি অসমৰ ৰাইজৰ বহুদিনীয়া অভাৱ এটা পূৰণ কৰিব পাৰিব।"

স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাই দৈনিক জনমভূমিক শুভেচ্ছা জনাই, উদ্যোক্তাসকলৰ একাগ্ৰতাৰ কথা বৰ্ণনা কৰি, এই কাকতখন এখন সৰ্বাংগসুন্দৰ বাতৰিকাকত হৈ উঠিব বুলি আশা প্ৰকাশ কৰিছিল। সভাপতিৰ আসনৰ পৰা স্বৰ্গীয় মহেন্দ্ৰমোহন চৌধুৰীয়ে জনমভূমি প্ৰতিষ্ঠানৰ প্ৰতিষ্ঠাতাসকলে নিজৰ আৰ্থিক দিশৰ কথা চিন্তা নকৰি এটা গুৰুত্বপূৰ্ণ কাম হাতত লৈছে বুলি শৰ্মা ভাতৃদ্বয়ক আন্তৰিক অভিনন্দন জনাইছিল। অসমৰ এজন অন্যতম বাটকটীয়া সাংবাদিক, সাহিত্যিক, বাগ্মীবৰ কৰ্কা নীলমণি ফুকনে অসমৰ জাতীয় জীৱনক আত্ম-চেতনাৰে সঞ্জীৱিত কৰি তুলিবলৈ আৰু সমস্যা জৰ্জৰিত অসমক সুস্থ-সবল নেতৃত্ব দিবলৈ কাকতখনৰ কৰ্মকৰ্তাসকলক টানি অনুৰোধ কৰিছিল। সেই সভাতে দেবেশ্বৰ শৰ্মাই ঘোষণা কৰিছিল : "যিহেতুকে বাতৰিকাকত কাৰো ব্যক্তিগত সম্পত্তি হ'ব নোৱাৰে, সেই হেতু বাতৰিকাকত প্ৰকাশ কৰা অনুষ্ঠানো ৰাজহুৱা প্ৰতিষ্ঠান হিচাপে পৰিগণিত হ'ব লাগে। সেয়ে মই আজি জনমভূমিক ৰাইজৰ প্ৰতিষ্ঠান হিচাপে ঘোষণা কৰিলো।"

সেইদিনা সেই অনুষ্ঠানত লোকনায়ক স্বৰ্গীয় অমিয় কুমাৰ দাস আৰু তেখেতৰ পত্নী শ্ৰীমতী পুষ্পলতা দাসো উপস্থিত আছিল।

ৰাইজৰ আশীৰ্বাদ আৰু শুভেচ্ছাকে মূলধন হিচাপে লৈ ১৯৭২ চনৰ পৰা আজিলৈকে কাকতখনে নিজৰ যোগ্যতা আৰু শক্তিৰে ৰূপালী জয়ন্তী স্পৰ্শ কৰিবলৈ সমৰ্থ হৈছে। দৈনিক জনমভূমিৰ উদ্বোধনী অনুষ্ঠানত দেবেশ্বৰ শৰ্মাই ঘোষণা কৰা মতেই জনমভূমি প্ৰতিষ্ঠানটো ইতিমধ্যে এটা ৰাজহুৱা অনুষ্ঠানলৈ ৰূপান্তৰিত হৈছে। বাগ্মীবৰ নীলমণি ফুকনে আশা কৰাৰ দৰেই দৈনিক জনমভূমিয়ে অসমীয়া জাতীয় জীৱনক আত্মচেতনাৰে সঞ্জীৱিত কৰি সমস্যা জৰ্জৰিত অসমক সুস্থ-সবল নেতৃত্ব দিবলৈ নিৰন্তৰ প্ৰয়াস কৰিছে। সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাই বাঞ্ছা কৰা মতে দৈনিক জনমভূমিক সৰ্বাংগসুন্দৰ সংবাদপত্ৰলৈ ৰূপান্তৰিত কৰিবলৈ সকলোৱে ঐকান্তিক যত্নও কৰিছে আৰু ৰাইজেও দৈনিক জনমভূমিক অন্তৰৰ উম দি জীয়াই ৰাখিছে।

স্বৰ্গীয় কনকচন্দ্ৰ শৰ্মাই পৰিচালক সম্পাদকৰূপে প্ৰথমতে দৈনিক জনমভূমি সম্পাদনা কৰিছিল যদিও তেখেত সেই পদত সৰহ দিন নাথাকিল। শ্ৰীপ্ৰফুল্ল বৰুৱাক তেখেতে কাকতখনৰ সম্পাদকৰ দায়িত্ব অৰ্পণ কৰিলে। ইতিপূৰ্বে শ্ৰীবৰুৱাৰ দৈনিক কাকতত কাম কৰাৰ অভিজ্ঞতা নাছিল যদিও তেখেতে সেই দায়িত্ব আন্তৰিকতাৰে গ্ৰহণ কৰি নিষ্ঠা আৰু একাগ্ৰতাৰে আগবাঢ়ি গৈছিল।

আচলতে বিষয়টোক অন্তৰেৰে গ্ৰহণ কৰিলে, এক প্ৰত্যাহ্বান হিচাপে ল'লে, সুবিধা পোৱা বহুত ব্যক্তিয়ে নিজকে উন্নীত কৰি এজোকজন যে সফল সম্পাদক হ'ব

পাৰে। সেই ক্ষেত্ৰত শ্ৰীপ্ৰফুল্ল বৰুৱা আৰু বৰ্তমানৰ সম্পাদক শ্ৰীদেৱকুমাৰ বৰাই তাৰ প্ৰমাণ। নতুন দৈনিকৰ প্ৰাক্তন সম্পাদক শ্ৰীযতীন্দ্ৰকুমাৰ বৰগোহাঞি (১৯৯০), আজিৰ বাতৰিৰ সম্পাদক শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীয়ে (১৯৯১) এবছৰ এবছৰ দৈনিক জনমভূমিৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি কাকতখনক সন্মানজনক স্থানত প্ৰতিষ্ঠা কৰিবলৈ যত্নৰ ক্ৰুটী কৰা নাছিল। শ্ৰীচক্ৰৱৰ্তীৰ পিছত কাকতখনৰ উপদেষ্টা মুখ্য সম্পাদক হৈছিল প্ৰখ্যাত বিজ্ঞানী স্বৰ্গীয় ডঃ যোগেন্দ্ৰনাথ বৰুৱা। তেখেতে অসুখীয়া শৰীৰেৰে কাকতখনৰ বাবে যিদৰে পৰিশ্ৰম কৰিছিল, নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। দৈনিক জনমভূমিৰ উপদেষ্টা মুখ্য সম্পাদক হৈ থাকোতেই তেখেত স্বৰ্গগামী হ'ল। স্বৰ্গীয় বৰুৱাৰ লগতে একেলগে তেতিয়া কাৰ্যবাহী সম্পাদক হিচাপে যোগ দিয়া শ্ৰীদেৱকুমাৰ বৰায়ো কাকতখনৰ বাবে অশেষ পৰিশ্ৰম কৰিছে আৰু কাকতখনক অধিক উচ্চ স্তৰলৈ নিবলৈ সংগ্ৰাম কৰিছে।

প্ৰায় ২৫ বছৰৰ আগতে যোৰহাটৰ নিচিনা এখন নগৰৰ পৰা আৰু হাতেৰে আখৰ বাছি কম্পজ কৰাৰ দিনত দৈনিক বাতৰিকাকত এখন নিয়মিত প্ৰকাশ কৰাটো কিমান জটিল আৰু অসুবিধাজনক কথা আছিল, সেই কথা কেৱল ভুক্তভোগীসকলেহে উপলব্ধি কৰিব পাৰে। বাতৰিকাকতখন প্ৰতিদিনে জন্ম দিয়াৰ যি ক্লেশ সেই ক্লেশ অকল কনকচন্দ্ৰ শৰ্মাই বহন কৰা নাছিল। সেই ক্লেশ 'প্ৰসূতি গৃহ'ত থকা সম্পাদক প্ৰমুখ্যে প্ৰতিজন সাংবাদিক আৰু কাকতখনৰ প্ৰকাশৰ লগত জড়িত থকা প্ৰতিজন কাৰিকৰী লোকেই অনুভৱ কৰিছিল। প্ৰতিষ্ঠানটোৰ বৰ্তমান কাৰ্যাধ্যক্ষ শ্ৰীঅৰুণ বৰঠাকুৰ তেনে এজন লোক, যি প্ৰতিষ্ঠানটোক এখন মৰ্যাদাৰ আসনত অধিষ্ঠিত কৰাবলৈ আন্তৰিক সেৱা আগবঢ়াইছে আৰু দুখনকৈ দৈনিক আৰু এখন সাপ্তাহিক কাকত প্ৰকাশ কৰাৰ দায়িত্বও বহন কৰিছে।

আৰম্ভণিৰে পৰা দৈনিক জনমভূমি কাকতখনক জনপ্ৰিয় কৰি তুলিবলৈ স্বত্বাধিকাৰ কনকচন্দ্ৰ শৰ্মা আৰু সম্পাদক প্ৰফুল্ল বৰুৱাই যি বুনিয়াদ তৈয়াৰ কৰি গ'ল সেই বুনিয়াদ মজবুত আছিল বাবেই দৈনিক জনমভূমিয়ে তাৰ ওপৰত বৰ্তমান এনে এটা সৌধ নিৰ্মাণ কৰি এক সন্মানজনক স্থানত উপনীত হ'ব পাৰিছে আৰু নিজ সামৰ্থ্যৰে এখন মৰ্যাদাপূৰ্ণ আসন দখল কৰি ল'ব পৰিছে। এইখনেই বৰ্তমান অসমৰ ভিতৰত সৰ্বাধিক প্ৰচাৰিত দৈনিক কাকত। অডিট ব্যুৰো অব চাৰ্কুলেশ্যান ৰ (ABC) দ্বাৰা নিয়মীয়া পৰীক্ষণৰ পিছত এই তথ্য প্ৰতিষ্ঠা হৈছে। নিজৰ নীতিত অবিচল থকাৰ বাবেই কাকতখনে শিখৰত স্থান পাবলৈ যোগ্যতা অৰ্জন কৰিছে বুলি ক'ব লাগিব।

জন্মৰেপৰা দৈনিক জনমভূমিয়ে যি নীতি সাৰোগত কৰি আগবাঢ়িছে সি জাতীয়তাবাদী নীতি। "ৰঘুকুল ৰীতি সদা চলি আয়ি, প্ৰাণ যাই পৰ বচন নযাই"ৰ দৰে ৰামায়ণে জগতত প্ৰতিষ্ঠা কৰাৰ ৰীতি। জাতীয় জীৱনক আত্মচেতনাৰে প্ৰলুব্ধ কৰি সমস্যা-জৰ্জৰিত অসমক সুস্থ-সবল কৰি তুলিবলৈ অহৰহ সংগ্ৰাম কৰাৰ নীতি। অসমত বাস কৰা সকলো জনগোষ্ঠীক ঐক্যবদ্ধ কৰি সুন্দৰ এখন শান্তিভূমি গঢ়াৰ নীতি। কৰ্মবিমুখতা, হতাশগ্ৰস্ততা আদি মানুহৰ চিৰ শত্ৰুবোৰক ত্যাগ কৰিবলৈ আহ্বান জনোৱাৰ নীতি। "মৰে অসম জীয়ে কোন, জীয়ে অসম মৰে কোন"' ধ্বনিৰ প্ৰতি আস্থা প্ৰকাশ কৰি অসম আৰু অসমীয়া জাতিৰ স্বাৰ্থ ৰক্ষা কৰা সকলো কাৰ্যতে মুক্ত কণ্ঠে আৰু নিৰ্ভয়েৰে মাত মতাৰ নীতি। জাতিটোক বচাবলৈ দৈনিক জনমভূমিয়ে প্ৰয়োজনত অতন্দ্ৰ প্ৰহৰীৰ দৰে পহৰাও দিছে আৰু দুৰ্নীতিগ্ৰস্ত আৰু ভ্ৰষ্টাচাৰীৰ পৰা ৰাজ্যখনক মুক্ত কৰিবলৈ কলমক তৰোৱাল হিচাপে ব্যৱহাৰ কৰি জাতীয়তাবাদী নীতিৰ প্ৰতি আস্থাও প্ৰকাশ কৰিছে। সমাজ সংস্কাৰৰ বাবে কাকতখনে সাঁতোৰ মেলিছে যদিও মূল সুঁতিৰ পৰা আঁতৰি বিপৰীতে মাজে-সময়ে সাঁতোৰ নাহি দেশ গঢ়াৰ প্ৰক্ৰিয়াত দৃঢ়কণ্ঠে মাত মাতিও আহিছে।

১৯৭২ চনৰ এক জুনত দৈনিক জনমভূমিৰ উদ্বোধনী সংখ্যাটোত প্ৰকাশিত 'আমাৰ প্ৰতিশ্ৰুতি' শীৰ্ষক সম্পাদকীয় নিবন্ধটোত কাকতখনৰ নীতি কি হ'ব, কোন দিশত আৰু কাৰ স্বাৰ্থত কাকতখনে মাত মাতিব তাৰ স্পষ্ট ইংগিত দিয়া হৈছিল। সম্পাদকীয়টোত লিখা হৈছিল : "... ... দৈনিক জনমভূমি হ'ব জাতীয়তাবাদী, স্বদেশপ্ৰেমী, প্ৰগতিবাদী, অসাম্প্ৰদায়িক আৰু গোষ্ঠীবৰ্জিত কাকত। হিংসাক কোনো সময়তে আৰু কোনো কাৰণতে এই কাকতে প্ৰশ্ৰয় নিদিয়ে। হিংসাত্মক, বিদ্ৰোহাত্মক যি কোনো আন্দোলন আৰু কাৰ্যক এই কাকতে গৰিহণা দিব। দেশখন সন্মুখীন হোৱা জলন্ত সমস্যাসমূহ আমাৰ কাকতে সবল আৰু নিৰপেক্ষ দৃষ্টিভংগীৰে দাঙি ধৰিবলৈ যত্নপৰ হ'ব। চৰকাৰে অনুসৰণ কৰা নীতি আৰু কাৰ্য জনসাধাৰণৰ পৰিপন্থী বুলি বিবেচিত হ'লে তেনে নীতি আৰু কাৰ্যক এই কাকতখনে নিৰ্ভীকভাৱে গঠনমূলক সমালোচনা কৰিবলৈ পিছ নোহঁহকে। চৰকাৰী আৰু বে-চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানৰ ক্ষেত্ৰতো অনুসৰণ কৰা হ'ব একেই নীতি।

"আন্তৰিকতাৰে, নিৰপেক্ষভাৱে আৰু যথাসৰ্বস্ব শক্তিৰে জনসাধাৰণক সেৱা কৰিবলৈ আমি সদায় যত্নপৰ হ'ম আৰু এই ক্ষেত্ৰত আমি জনসাধাৰণৰ সহায় আৰু সহযোগিতা কামনা কৰিছো।"

শ্ৰীপ্ৰফুল্ল বৰুৱাই তেখেতৰ 'অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা' নামৰ গ্ৰন্থখনত 'জনমভূমি' শীৰ্ষক অধ্যায়টোত এইধৰে লিখিছে : "... ... জনমভূমিৰ নীতি আৰম্ভণিৰেপৰা জাতীয়তাবাদী। অসম আৰু অসমীয়া জাতিৰ স্বাৰ্থৰক্ষাই কাকতখনৰ ঘাই নীতি। প্ৰথমতে কাকতখনত কংগ্ৰেছ দলৰ বা-বাতৰিয়ে প্ৰাধান্য পাইছিল। পিছলৈ অৱশ্যে এই চৰিত্ৰ সলনি হ'ল। অসমৰ আন কেবাখনো কাকতৰ লগতে এই কাকতৰ ওপৰতো বিদেশী বিতাৰণ আন্দোলনৰ সময়ত 'প্ৰি চেঞ্চৰশ্বিপ্' প্ৰৱৰ্তন কৰা হৈছিল। তদুপৰি সেই সময়ত এই কাকতৰ সম্পাদক শ্ৰীপ্ৰফুল্ল বৰুৱা আৰু মুদ্ৰক শ্ৰীঅৰুণ বৰঠাকুৰৰ বিৰুদ্ধে তেতিয়াৰ চৰকাৰে ভালেমান গোচৰ তৰি হাৰাশাস্তি কৰে। শ্ৰীবৰুৱাক দুবাৰো গ্ৰেপ্তাৰ কৰে।"

জনমভূমি প্ৰতিষ্ঠানৰ পিতৃপুৰুষ দেবেশ্বৰ শৰ্মা অবিভক্ত কংগ্ৰেছ দলৰ এজন সদস্য আছিল যদিও কোনো দিনেই আৰু কোনো কাৰণতে এখন কাকতকো তেখেতে কংগ্ৰেছ দলৰ মুখপত্ৰ হ'বলৈ দিয়া নাছিল। বৰং প্ৰয়োজন সাপেক্ষে আৰু জাতিৰ আহ্বানত কংগ্ৰেছক সমালোচনা কৰিবলৈহে মত পোষণ কৰিছিল। শ্ৰীপ্ৰফুল্ল বৰুৱাই এই কথা তেখেতৰ গ্ৰন্থত উল্লেখ কৰাৰ দৰে জনমভূমিয়ে প্ৰথম অৱস্থাত কংগ্ৰেছ দলৰ বা-বাতৰি প্ৰকাশত গুৰুত্ব আৰোপ নকৰাকৈ থকা নাছিল সঁচা, কিন্তু দৈনিক জনমভূমিয়ে কোনো ৰাজনৈতিক দলক প্ৰাধান্য দি বাতৰি প্ৰকাশৰ ক্ষেত্ৰত গুৰুত্ব দিয়া নাই। প্ৰতিটো ৰাজনৈতিক দলৰ, প্ৰতিটো সেৱামূলক অনুষ্ঠানৰ, প্ৰতিটো সংগঠনৰ প্ৰয়োজনীয় বা-বাতৰি প্ৰকাশ কৰি আহিছে আৰু গঠনমূলক কাম কৰা প্ৰতিটো অনুষ্ঠান-প্ৰতিষ্ঠানৰ কামত শলাগ লৈছে। জাতীয় চেতনাৰে সমৃদ্ধ হবলৈ আহ্বান জনাইছে। সেইদৰে দোষ, অন্যায়, অনীতিক কঠোৰ সমালোচনাও কৰি আহিছে। দোষক দোষ বোলা আৰু গুণৰ প্ৰশংসা কৰাটো কাকতখনৰ এটা অন্যতম নীতি। সেই বাবেই দৈনিক জনমভূমিয়ে প্ৰয়োজনত নীতিৰ ওচৰত শিৰ নত কৰিছে কিন্তু অনীতিৰ লগত আপোচ কৰা নাই।

এই সম্পৰ্কত এটা ঘটনা উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলো। কনকচন্দ্ৰ শৰ্মা দৈনিক জনমভূমিৰ সম্পাদক থকা কালত এদিন ৩০ জনমান যুৱকৰ দল এটা বলপূৰ্বকভাৱে সম্পাদকৰ কোঠাত সোমাই তেওঁলোকৰ সংগঠনৰ খবৰ এটা কাকতখনত প্ৰকাশ নোহোৱাত ক্ষোভ প্ৰকাশ কৰি অশালীন ভাষাৰে গালি-গালাজ পাৰিছিল। সেই সময়ত এই লিখকেও কিবা এটা কথা আলোচনা কৰি সম্পাদকৰ লগতে আছিল। যুৱকসকলৰ দলটোৱে চিঞৰ-বাখৰ কৰি ভাবিব নোৱাৰা অৱস্থা এটাৰ সৃষ্টি কৰিছিল। সেই সময়ত কথা পতাৰ বা আলোচনা কৰাৰ কোনো পৰিবেশেই নাছিল। সম্পাদক শৰ্মাই তেওঁলোকৰ কোনো কথাৰ উত্তৰ নিদি মনে মনে বহি আছিল। তিনি-চাৰি মিনিটমানৰ পিছত চিঞৰ-বাখৰ কমিল। তেতিয়া কনকচন্দ্ৰ শৰ্মাই যুৱকসকলক উদ্দেশ্য কৰি ক'লে : "কথা পাতিব জনা দুজন থাকি বাকীবোৰ ওলাই যোৱা।" চিঞৰ-বাখৰ শুনি ইতিমধ্যে কাৰ্যালয়ৰ মানুহখিনি কৰিডৰত জুম বান্ধিলেহি আৰু দুই-এজনে ঠেলা-হেঁচা কৰি কোঠাটোলৈ সোমাই আহিল। কাৰ্যালয়ৰ মানুহখিনিক দেখি কনকচন্দ্ৰ শৰ্মাই ডাঙৰকৈ ক'লে : "তোমালোকক ইয়াত কি লাগে? কিয় আহিছা তোমালোক? তৎক্ষণাৎ নিজৰ নিজৰ কামলৈ যোৱাহঁক।" অনিচ্ছা সত্ত্বেও মানুহখিনি তাৰ পৰা আঁতৰি গ'ল। তেনেতে এজন যুৱকৰ সম্ভৱ চৈতন্য উদয় হ'ল আৰু তেওঁৰ বন্ধুসকলক ক'লে : "মই অকলে এখেতৰ লগত আলোচনা কৰো, তহঁত গাড়ীলৈ যা।" যুৱকৰ দলটো চাৰিখন জীপত উঠি জনমভূমিৰ কাৰ্যালয়লৈ আহিছিল।

এজনৰ বাদে বাকীসকল সম্পাদকৰ কোঠাৰ পৰা দপদপাই ওলাই যোৱাৰ পিছত কনকচন্দ্ৰ শৰ্মাই যুৱকজনক বহিবলৈ কৈ চাহ একাপ খাব নেকি সুধিলে। যুৱকজনে নালাগে বুলি কৈ কথা আৰম্ভ কৰিব খোজোতেই তেখেতে 'ষ্টপ্' বুলি কৈ যুৱকজনৰ মুখ বন্ধ কৰি দি ক'লে : "এই সম্পৰ্কে তোমাৰ লগত আলোচনা কৰাৰ আগতে তুমি এই ঘটনাটোৰ বাবে আৰু সকলোৰে হৈ ক্ষমা খুজিব লাগিব। আশী বছৰীয়া মানুহ এজনৰ লগত কেনেকৈ কথা পাতিব লাগে, কেনেকুৱা ব্যৱহাৰ কৰি লাগে আমাৰ ল'ৰাই অন্ততঃ জনাৰ দৰকাৰ।" যুৱকজনেও মিচিকিয়া হাঁহি এটা মাৰি লগে লগে 'এক্সট্ৰিমলি ছৰি, ক্ষমা কৰিব' বুলি চকীৰ পৰা থিয় হ'ল। তাৰ পিছত আলোচনা আৰম্ভ হ'ল। তেখেতে মনোযোগ দি যুৱকজনৰ সকলো কথা শুনি ক'লে : "সেই নিউজটো মই পাইছিলো যদিও প্ৰকাশ কৰিবলৈ নিদিলো। সেইটো নিউজৰ পৰা সমাজৰ একো উপকাৰ নহয়। তোমালোকে বিবৃতিটোত যিবোৰ মন্তব্য কৰিছা সেইবোৰ মন্তব্যই উত্তেজনা বৃদ্ধি কৰিব বুলি মোৰ বিশ্বাস। তেনে ধৰণৰ কোনো নিউজ বা কোনো বিবৃতি আমাৰ কাকতত প্ৰকাশ নহয়।" যুৱকজনে

তেখেতৰ স্পষ্ট উত্তৰ শুনাৰ পিছতো শেষ অনুৰোধ জনাই ক'লে : "সৰুকৈ হ'লেও প্ৰকাশ কৰক।" কনক শৰ্মাই দৃঢ়তাৰে উত্তৰ দিলে : "ন নেভাৰ!"

কোঠাটোৰ পৰা ওলাই যোৱাৰ সময়ত যুৱকজনে কৈ গ'ল : "আপুনি ভাল কাম নকৰিলে, আমি আপোনাৰ কাগজ এৰি দিম।" কনকচন্দ্ৰ শৰ্মাই ক'লে : "ডেকা ল'ৰা, তেনেকুৱা কাম একো নকৰিবা। এইখন তোমালোকৰো কাগজ, তোমালোকৰো দৰকাৰ হ'ব। কাগজৰ এটা বা দুটা পেকেট পুৰি কাগজ এখনৰ প্ৰকাশ বন্ধ কৰিব নোৱাৰা। সেই কথা নিশ্চয় তুমি জানা। এদিন দেখিবা এইখন কাগজতে তোমালোকৰ ভাল কামৰ খবৰ প্ৰকাশ হৈছে।"

ল'ৰাজন যোৱাৰ পিছত কনকচন্দ্ৰ শৰ্মাই মোক ক'লে : "মন কৰিছানে? আমাৰ ল'ৰাবোৰে কথা-বতৰা পাতিব নজনা হৈছে। ব্যৱহাৰো ভাল নহয়। ভাল কিবা এটা কেনেকৈ আশা কৰিব পাৰিবহে?" ঘটনাটো ঘটি যোৱাৰ পিছত কাৰ্যালয়ৰ মানুহ কেইজনমান আহি কনকচন্দ্ৰ শৰ্মাক পুলিচত জনাবলৈ ক'লে। গাড়ীকেইখনৰ নম্বৰো তেওঁলোকে ৰাখিছে বুলি জনালে। সকলো শুনি কনক শৰ্মাই ক'লে : "কাক পুলিচত দিম? সেইবোৰতো আমাৰে ল'ৰা। আৰু পুলিচত দিলে সিহঁতৰ জেদ আৰু বাঢ়ি যাব। পুলিচত দিলে সিহঁতৰ সংখ্যাটো দিনক দিনে বাঢ়ি যাব। যিটো মোৰ কাম্য নহয়। আমি সকলোৱে উত্তেজনা কেনেকৈ উপশম হয় আৰু উদণ্ডকাৰীৰ সংখ্যা কেনেকৈ কমে সেই কথাহে চিন্তা কৰিব লাগে।"

কনক শৰ্মাৰ কথা শুনি মনলৈ এটা কথা আহিছিল। তেখেত আছিল চিৰকুমাৰ। কিন্তু তেখেতৰ আছিল এখন পিতৃ-হৃদয়। মৰম-চেনেহেৰে উপচি থকা এখন হৃদয়। ককায়েক দেবেশ্বৰ শৰ্মাৰ সতি-সন্ততি, নাতি-নাতিনীবোৰ কনক শৰ্মা বুলিলে কিয় পাগল হয় সেই কথাটো নতুনকৈ উপলব্ধি কৰিলো। দ্বিতীয় কথাটো হ'ল, কাকত এখনৰ সম্পাদকজন নিজৰ সিদ্ধান্তত কিমান অটল হব লাগে, তেওঁ কিমান চিন্তা কৰিব লাগে সেই কথাও উপলব্ধি হ'ল। কনক শৰ্মাৰ কথা শুনাৰ পিছত আৰু সেই ঘটনাটোৰ এজন সাক্ষী হোৱাত মোৰ অনুভৱ হৈছিল, জোৰ-জুলুম কৰি, ভীতি-প্ৰদৰ্শন কৰি আৰু হেঁচা দি সম্পাদক কনকচন্দ্ৰ শৰ্মাৰ পৰা কোনেও অহৈতুক একো আদায় কৰিব নোৱাৰে।

ভাষা আন্দোলন, তেল শোধনাগাৰ আন্দোলন, বিদেশী নাগৰিক বহিষ্কাৰ আন্দোলন— এই তিনিওটা দেশৰ স্বাধীনতাৰ পিছত ৰাজ্যখনত হোৱা আৰু সকলো মানুহকে চুই যোৱা গণ আন্দোলন আছিল। বিভিন্ন সময়ত হোৱা এই তিনিওটা গণ আন্দোলন সফল কৰি তুলিবলৈ ৰাজ্যখনৰ ৰাইজে বহুতো কষ্ট আৰু ত্যাগ কৰিবলগীয়া হৈছিল। এই তিনিওটা আন্দোলনতে জনমভূমি আৰু দৈনিক জনমভূমিৰ ভূমিকাৰ কথা অসমৰ ৰাইজে পাহৰিব নোৱাৰে। আন্দোলনবোৰৰ কালত কাকত দুখনে ৰাইজৰ পক্ষত থাকি, ৰাইজৰ হিত চিন্তা কৰি, নিৰ্ভীকভাৱে মাত মাতি আন্দোলনকেইটা সফল কৰি তুলিবলৈ অহৰহ প্ৰয়াস কৰিছিল। বিদেশী নাগৰিক বহিষ্কাৰ আন্দোলনৰ সময়ত দৈনিক জনমভূমিয়ে ৰাইজৰ মত আৰু যুক্তিক গুৰুত্ব দি সত্য প্ৰতিষ্ঠা কাৰণে সংগ্ৰাম কৰিছিল। সেই সময়ত কাকতখনৰ জনপ্ৰিয়তা অভাৱনীয়ভাৱে বৃদ্ধিও পাইছিল। বৰ্তমান অসমত এনে এটা অঞ্চল নাই, এনে এখন গাওঁ নাই য'ত দৈনিক জনমভূমিয়ে স্পৰ্শ নকৰাকৈ আছে। ভিতৰুৱা গাওঁ অঞ্চলত পঢ়িব নজনা মানুহ জুম বান্ধি ছাত্ৰ-ছাত্ৰীক দৈনিক জনমভূমি পঢ়ি শুনাবলৈ অনুৰোধ কৰা বিৰল দৃশ্যও আমি দেখিছো। নামঘৰত নাম লোৱা নাইলৈক নাম শেষ হোৱাৰ পিছত দৈনিক জনমভূমিৰ বা-বাতৰি পঢ়ি শুনোৱাৰ দৃশ্যও দেখিছো। কাকতখনৰ পাতত আন্দোলনৰ কাৰ্যসূচী আৰু খা-খবৰ নিয়মিত প্ৰকাশ পোৱাত ৰাইজৰ প্ৰভূত উপকাৰ হৈছিল বাবেই সম্ভৱ দৈনিক জনমভূমিয়ে ৰাইজৰ মন জয় কৰিব পাৰিছিল।

ডিমৌ-নিতাইপুখুৰী অঞ্চলৰ এখন ৰাজহুৱা সভাত এবাৰ এজন বয়সস্থ লোকে প্ৰকাশ্যে যুৱকসকলক উদ্দেশ্য কৰি কোৱা এযাৰ কথাই আমাক অবাক কৰি তুলিছিল। সভাৰ অন্তত বৃদ্ধ মানুহজনে যুৱকসকলক কৈছিল : "আমাৰ এই সভাখনৰ খবৰ আৰু সভাৰ সিদ্ধান্তসমূহ বিতংকৈ 'আমাৰখন কাগজ'লৈ পঠাবি।" যুৱকসকলৰ মাজৰে এজনে সম্ভৱ ৰগৰ কৰিবলৈকে কৈছিল : "বৰপিতাই, তোমাৰনো কাগজ কোনখন?" মানুহজনে তপৰাই উত্তৰ দিছিল : "কিয়েই দৈনিক জনমভূমি। দৈনিক জনমভূমিহে আমাৰ কাগজ, আৰু তাতহে আমাৰ এই সভাখনৰ বিৱৰণ প্ৰকাশ হ'ব লাগে।" গাওঁ অঞ্চলৰ সমস্যা আৰু খা-খবৰে দৈনিক জনমভূমিত প্ৰাধান্য পোৱাৰ বাবেই কাকতখন গাওঁ অঞ্চলত ইমান জনপ্ৰিয়।

নিতাই-পানীদিহিং অঞ্চলটো এবাৰ বানপানীয়ে ধুই পেলাইছিল। বানপানীৰ প্ৰকোপত ভালেমান অঞ্চলৰ লোক গৃহহীন হৈ পৰিছিল আৰু ৰাইজৰ বিস্তৰ সা-সম্পত্তি হানি হৈছিল। এই সম্পৰ্কে দৈনিক জনমভূমিত বিস্তৃতৰূপে যিবোৰ খা-খবৰ প্ৰকাশ পাইছিল সেইবোৰে অঞ্চলটোৰ ৰাইজৰ মনত গভীৰভাৱে

ৰেখাপাত কৰিছিল। দুখৰ কালত মানুহে মৰমৰ মাত এষাৰ পালে যেনেকৈ সামন্যভাৱে হ'লেও মনত সকাহ পায়, সেইদৰে মাৰি-মৰকৰ প্ৰকৃত চিঠিখন খবৰ কাগজত প্ৰকাশ পালেও ভাল পায়। বহু সময়ত এনে ধৰণৰ মাৰি-মৰকবোৰৰ, প্ৰাকৃতিক দুৰ্যোগৰ প্ৰকৃত কথাবোৰ বাতৰিকাকতত প্ৰকাশ নাপায়। দুৰ্নীতিপৰায়ণ ৰাজনৈতিক নেতা আৰু ভালেমান চৰকাৰী বিষয়ায়ো বহুত সময়ত সাংবাদিকক দুৰ্গত অঞ্চললৈ নিজৰ মটৰ গাড়ীত লৈ গৈ ভুল ছবি এখনহে দাঙি ধৰে বা বিপথে পৰিচালিত কৰে। ফলত বহুত সাংবাদিকে প্ৰকৃত চিত্ৰখন দাঙি ধৰিব নোৱাৰে। বহু সময়ত অতিৰঞ্জিত বাতৰিও প্ৰেৰণ কৰে। কনকচন্দ্ৰ শৰ্মাই এইবোৰ কথালৈ বিশেষভাৱে চকু দিছিল আৰু কাকতখনৰ কাৰ্যালয়ত থকা সাংবাদিকসকলক নিজৰ যান-বাহন বা কাৰ্যালয়ৰ যান-বাহন ব্যৱহাৰ কৰিবলৈ পৰামৰ্শ দিছিল। তেখেতে কাকতখনৰ সম্পাদক হৈ থকা কালততো কথাই নাই, আন সময়তো কাকতখনৰ নিজা সংবাদদাতাসকলে পঠোৱা খবৰ-বাতৰিবোৰ প্ৰায়েই প্ৰকাশ হোৱাৰ আগতে পঢ়িছিল। বাৰ্দ্ধক্যজনিত কাৰণত যেতিয়া তেখেতে নিজে পঢ়িবলৈ কষ্ট পাইছিল তেতিয়া অন্য লোকে তেখেতক পঢ়ি শুনাইছিল। ৰাইজৰ স্বাৰ্থৰ বিপৰীতে যোৱা কোনো সংবাদ তেখেতে দৈনিক জনমভূমিত প্ৰকাশ হ'বলৈ নিদিছিল। দুৰ্নীতিপৰায়ণ লোকৰ মুখা খুলি দিবলৈ কনক শৰ্মা কঠোৰ ভাষা প্ৰয়োগ কৰাৰ পক্ষপাতী আছিল যদিও অশালীন আৰু অমাৰ্জিত এটা শব্দও প্ৰকাশ হ'বলৈ নিদিছিল। কোনো সাংবাদিকে কোনো ঘটনাৰ বিষয়ে তেখেতৰ আগত মুখেৰে বিৱৰণ দিলে, তেখেতে 'লিখি দিয়া', 'গ' এহেড্' বুলি কৈ সাংবাদিকজনক অনুপ্ৰাণিত কৰিছিল। ভাল ব্যৱহাৰ, সজ আচৰণ, সুন্দৰভাৱে কথা কোৱা আৰু পৰিপাটিকৈ পোছাক পিন্ধা মানুহৰ প্ৰতি কনক চন্দ্ৰ শৰ্মাৰ দুৰ্বলতা আছিল। এবাৰ দৈনিক জনমভূমিৰ ষ্টাফ ৰিপ'ৰ্টাৰ এজনে ফটা জোতা পিন্ধি তেতিয়াৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীক বিমানবন্দৰত লগ পাবলৈ ওলোৱাত তেখেতে তেওঁৰ জোতাযোৰ দেখি ততালিকে নিজৰ জেপৰপৰা টকা দি এযোৰ নতুন জোতা কিনি পিন্ধি লোৱাৰ পিছতহে সাংবাদিকজনক প্ৰধানমন্ত্ৰীক লগ পাবলৈ বিমানবন্দৰলৈ পঠাইছিল। আলফাৰ বিৰুদ্ধে সেনা বাহিনীয়ে অসমত চলোৱা 'অপাৰেশ্যন বজৰংগ'ৰ সময়ত সেনা বাহিনীৰ এজন মেজৰে দৈনিক জনমভূমিৰ সাংবাদিক এজনক প্ৰকাশ্যে বেয়া শব্দ ব্যৱহাৰ কৰি কথা কোৱাৰ বাবে কনকচন্দ্ৰ শৰ্মাই তাৰ তীব্ৰ প্ৰতিবাদ কৰিছিল। অৱশেষত তেখেতে ঘটনাটোৰ বিৱৰণ অসমৰ ৰাজ্যপাল আৰু ভাৰতৰ ৰাষ্ট্ৰপতিলৈ লিখি তাৰ প্ৰতিবাদ জনোৱাৰ পিছত যোৰহাটত থকা ব্ৰিগেডিয়াৰজনে কনকচন্দ্ৰ শৰ্মাৰ ঘৰলৈ আহি ঘটনাটোৰ বাবে দুখ প্ৰকাশ কৰি ক্ষমা খোজাতহে তেখেত ক্ষান্ত হৈছিল। সন্মান হানি হোৱাটো তেখেতৰ মানত মৃত্যুসম আছিল।

দৈনিক জনমভূমিত গুৰুত্বপূৰ্ণ আন্তৰ্জাতিক সংবাদো প্ৰকাশ হয় আৰু দেশৰ প্ৰধান প্ৰধান বাতৰিও প্ৰকাশ হয়। বাতৰি সংগ্ৰহ আৰু প্ৰেৰণ কৰিবলৈ বৰ্তমান আমাৰ দেশত যিবোৰ মাধ্যম আছে, যিবোৰ মাধ্যমৰ যোগেদি আৰু কৌশলৰ সহায়ত সংবাদপত্ৰবোৰলৈ সংবাদ সৰবৰাহ হয় সেই সকলো সুবিধা জনমভূমিৰ প্ৰতিষ্ঠানতো আছে। দৈনিক জনমভূমিৰ পাঠকসকলৰ সৰহভাগেই কাকতখন পঢ়ে যাইকৈ নিজৰ ৰাজ্যখনৰ, নিজৰ অঞ্চলটোৰ খা-খবৰৰ কাৰণেহে। তেনেবোৰ বা-বাতৰিৰ প্ৰতিহে পাঠকৰ ওচৰত কাকতখনৰ আকৰ্ষণ বেছি। দৈনিক জনমভূমিত অসমৰ সমস্যাৰাজিৰ ৰেখাপাত হোৱা আৰু এই বিষয়ে আলোচনা হোৱাটোহে কাকতখনৰ পাঠকসকলে বিচাৰে যেন অনুভৱ হয়। সেই কথালৈ লক্ষ্য ৰাখি কাকতখনে সদায় নিজৰ ৰাজ্যখনৰ বা-বাতৰি, সমস্যাৱলী আৰু সেইবোৰৰ সমাধানত গুৰুত্ব আৰোপ কৰে। বোধহয় অসমৰ এনে এটা ভিতৰুৱা বা পিছপৰা অঞ্চল নাই য'ৰ যাতায়াত, চিকিৎসা, খোৱাপানী, শিক্ষা, অৰ্থনীতি, সংস্কৃতি ইত্যাদি সকলো দিশৰ বা-বাতৰি দৈনিক জনমভূমিত ওলোৱা নাই। সপ্তাহত এদিনকৈ ওলোৱা কৃষি-অৰ্থনীতি শিতানটো আমাৰ কৃষক ৰাইজৰ বাবে এটা আকৰ্ষণীয় আৰু প্ৰয়োজনীয় শিতান। এই শিতানটোৰ যোগেদি কৃষক ৰাইজৰ প্ৰভূত উপকাৰ হৈছে। এই শিতানটোত কৃষি বিজ্ঞানীসকলে, বিশেষকৈ অসমৰ কৃষি বিশ্ববিদ্যালয়ৰ কৃষি বিজ্ঞানীসকলে আমাৰ কৃষক ৰাইজৰ উপকাৰত অহাকৈ নিয়মীয়াকৈ প্ৰবন্ধ-পাতি লিখি বিজ্ঞানসন্মত কৃষিৰ বাবে কৃষকসকলক সচেতন আৰু কৃষি অনুৰাগী হোৱাত সহায় কৰিছে। বিভিন্ন জিলাৰ বিভিন্ন কৃষিপ্ৰধান অঞ্চলত কৃষিৰ যোগেদি স্ব-নিৰ্ভৰশীল হ'বলৈ প্ৰয়াস কৰা শিক্ষিত নিবনুৱা যুৱকসকলক বিজ্ঞানসন্মত কৃষিৰ প্ৰতি অনুৰাগীও কৰি তুলিছে। ৰাজ্যখনৰ আদৰ্শ কৃষকসকলৰ কৃষি-কৰ্ম আৰু তেওঁলোকৰ কাম-কাজৰ ধৰণ-কৰণ, উৎপাদন আদি সকলো কথা শিতানটোত 'কৃষক পৰিচয়'ৰ যোগেদি প্ৰকাশ কৰাৰ বাবে কৃষকসকলৰ উৎসাহো বৃদ্ধি হৈছে আৰু কৃষিক জীৱনৰ আহিলাস্বৰূপে গ্ৰহণ কৰিব খোজা যুৱকসকলেও প্ৰেৰণা লাভ কৰিছে। তদুপৰি বিজ্ঞানসন্মত কৃষিৰ বিষয়ে সঠিক জ্ঞান নথকা কৃষি অনুৰাগী যুৱকক

কৃষি বিজ্ঞানীসকলৰ সৈতে লগ লগাই দিয়াৰো ব্যৱস্থা আছে। কৃষি-অৰ্থনীতি শিতানটোত প্ৰকাশিত কৃষি বিজ্ঞানীসকলৰ নিবন্ধ পঢ়ি, পৰামৰ্শ গ্ৰহণ কৰি, কৃষি অনুৰাগী হোৱা ৰাজ্যখনৰ ভালেখিনি শিক্ষিত নিবনুৱা যুৱকে বহু মীনপাম, উদ্যান শস্যৰ বাগিচা, পুলিবাৰী, হাঁহ-কুকুৰা, গাহৰি পালন ইত্যাদিৰ পাম খুলি স্ব-নিৰ্ভৰশীল হোৱাৰ চেষ্টা কৰিছে।

বৰ্তমান জনমভূমিৰ অন্যতম স্বত্বাধিকাৰ অজিত কুমাৰ শৰ্মাই এই শিতানটোৰ প্ৰতি অধিক আগ্ৰহান্বিত হৈ শিতানটো অধিক আকৰ্ষণীয় আৰু কৃষকসকলৰ বাবে মনোগ্ৰাহী কৰি তুলিবলৈ সম্পাদনা বিভাগক পৰামৰ্শ দিছে। বিজ্ঞানসম্মত কৃষি কৰ্মৰ যোগেদি আমাৰ ৰাজ্যত দেখা দিয়া অভাৱনীয় সমস্যাৰ সৃষ্টি কৰা নিবনুৱা সমস্যা ভালেখিনি সমাধান হ'ব বুলি অজিত কুমাৰ শৰ্মাই বিশ্বাস কৰে বাবেই কৃষি-অৰ্থনীতি শিতানটোত তেখেতে গুৰুত্ব আৰোপ কৰে।

দেশে স্বাধীনতা লাভ কৰাৰ প্ৰায় অৰ্দ্ধ-শতাব্দীৰ পিছতো আমাৰ ৰাজ্যৰ গাওঁ অঞ্চলবোৰৰ অৱস্থা এতিয়াও উন্নত নহ'ল। গাৱঁত বাস কৰা মানুহ এতিয়াও অৰ্থনৈতিক দিশত পিছপৰি ৰ'ল। শিক্ষা, যাতায়াত, চিকিৎসা, খোৱাপানী আদি সকলো অত্যাৱশ্যকীয় সুবিধাৰ পৰা গাওঁ অঞ্চলৰ মানুহ বঞ্চিত। কিন্তু দেবেশ্বৰ শৰ্মাৰ পৰা আৰম্ভ কৰি জনমভূমিৰ কনিষ্ঠ অংশীদাৰ সুব্ৰত শৰ্মালৈকে সকলোৱেই গাওঁ অঞ্চলৰ বা-বাতৰি প্ৰকাশত বেছি গুৰুত্ব দিবলৈ কাকতখনৰ সংবাদদাতাসকলক অনুৰোধ জনাই আহিছে।

কনকচন্দ্ৰ শৰ্মাৰ বিয়োগৰ পিছত প্ৰতিষ্ঠানটোৰ অংশীদাৰসকল ক্ৰমে অজিত কুমাৰ শৰ্মা, ডাঃ দেৱব্ৰত শৰ্মা আৰু সুব্ৰত শৰ্মাই কনকচন্দ্ৰ শৰ্মাৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰাৰ উদ্দেশ্যেৰে তেখেতৰ মৃত্যু-বাৰ্ষিকীত কাকতখনৰ একোজন সংবাদদাতাক কনকচন্দ্ৰ শৰ্মা সোঁৱৰণি সাংবাদিক বঁটা প্ৰদান কৰি আহিছে। তদুপৰি সংবাদপত্ৰ আৰু সংবাদসেৱাৰ ক্ষেত্ৰত গভীৰ জ্ঞান থকা একোজন ব্যক্তিৰ দ্বাৰা কনক শৰ্মাৰ নামত এক স্মাৰক বক্তৃতাৰো আয়োজন কৰিছে। প্ৰথমটো স্মাৰক বক্তৃতা প্ৰদান কৰিছিল মেগছেছে বঁটা বিজয়ী সাংবাদিক অৰুণ শ্বৌৰীয়ে।

দৈনিক জনমভূমিৰ প্ৰকাশত ইয়াৰ সাংবাদিকসকলৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। এওঁলোকৰ যত্নতেই কাকতখনৰ কাৰ্যালয়টো এটা ব্যস্ত সুতিকা গৃহলৈ ৰূপান্তৰিত হৈছে আৰু প্ৰতিদিনে এটা শিশুৰ জন্ম হোৱাদি এখন বাতৰিকাকত জন্ম হৈছে। লোকচকুৰ আঁৰত থকা এই সাংবাদিকসকল আৰু প্ৰতিষ্ঠানটোৰ কাৰিকৰী লোকসকলৰ বৰঙণি উল্লেখযোগ্য। কাকতখনৰ সম্পাদক দেবকুমাৰ বৰাৰ বৰাৰ উপৰি সম্পাদনা বিভাগৰ বৰ্তমান লোকসকলৰ ভিতৰত দেবেন বৰা (এছিষ্টেণ্ট এডিটৰ), অৰুণ দাস (নিউজ এডিটৰ), প্ৰতাপ হাজৰিকা, ৰেকিবুৰ ৰহমান, তাজউদ্দিন আহমেদ, ইফ্‌টিকাৰ আহমেদ চৌধুৰী, দীপজ্যোতি গোস্বামী, অশোক কুমাৰ বৰুৱা, উৎপল বৰুৱা, দিগন্ত বুঢ়াগোহাঁই, মিহিৰাম বৰা, অখিল গোস্বামী, জেতৰন বৰুৱা, শংকৰ কৌশিক বৰুৱা আৰু গিৰীশ বৰঠাকুৰ অন্যতম।

সংবাদসেৱাৰ উপৰি দৈনিক জনমভূমিয়ে মানুহৰ সংকট কালত, মাৰি-মৰকৰ সময়ত প্ৰয়োজনীয় সেৱাও আগবঢ়াইছে। ৰাজ্যখনৰ ভিতৰুৱা অঞ্চলৰ বহুতো পাঠাগাৰলৈ বহুতো কিতাপৰ টোপোলা দিছে। দৰিদ্ৰ পৰিয়ালৰ মেধাৱী ছাত্ৰক বৃত্তি দি অধ্যয়নৰ সুবিধা দিয়া, অভাৱী ছাত্ৰ-ছাত্ৰীক পাঠ্যপুথিৰ যোগান ধৰা ইত্যাদি প্ৰশংসনীয় কামো জনমভূমি প্ৰতিষ্ঠানে নীৰৱে কৰি আছে। তদুপৰি দুটা উল্লেখযোগ্য সেৱা এই কাকতখনৰ জৰিয়তে হৈছিল--- যাৰ বাবে দৈনিক জনমভূমিৰ ভাৱমূৰ্তি তপ্ত কাঞ্চনৰ দৰে তগবগাই জিলিকি আছে। ১৯৮৬ চনত ৰাজ্যখনত হোৱা প্ৰলয়ংকৰী বানত দুখ লগাকৈ ক্ষতিগ্ৰস্ত হোৱা দুৰ্গত লোকসকলৰ সাহায্যাৰ্থে দৈনিক জনমভূমিয়ে সহৃদয় পাঠক-পাঠিকা আৰু নাগৰিকসকলৰ পৰা অৰ্থ সংগ্ৰহ কৰি আৰু নিজৰ ফালৰ পৰাও বৰঙণি দি সৰ্বমুঠ ৮,০৮,২৫৬.৬৯ টকা অসমৰ মুখ্যমন্ত্ৰীৰ সাহায্য পুঁজিত জমা দিছিল। সেইদৰে ১৯৯৩ চনত মহাৰাষ্ট্ৰত হোৱা বিধ্বংসী ভূমিকম্পত ক্ষতিগ্ৰস্ত লোকসকলৰ সাহায্যাৰ্থে মহাৰাষ্ট্ৰৰ মুখ্যমন্ত্ৰীৰ সাহায্য পুঁজিলৈ ৰাইজৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰি সৰ্বমুঠ ২,৪২,৩৬৪ টকা দৈনিক জনমভূমিৰ তৰফৰ পৰা পঠাইছিল। পিছত কাকতখনত বিজ্ঞাপন দি ৰাইজক অনুৰোধ জনোৱা হৈছিল দান-বৰঙণি সংগ্ৰহ আৰু প্ৰেৰণৰ হিচাপ কাকতখনৰ কাৰ্যালয়লৈ আহি পৰীক্ষা কৰি চাবলৈ। কিন্তু এজন ব্যক্তিয়েও হিচাপ-পত্ৰ বিচাৰি নাহিল। কাকতখনৰ ওপৰত গভীৰ বিশ্বাস আৰু আস্থা নথকাহেঁতেন ৰাইজে হিচাপ-পত্ৰ বিচাৰিবলৈ নিশ্চয় আহিলহেঁতেন।

জনমভূমি প্ৰতিষ্ঠানে প্ৰতি বছৰে ৰঙালী বিহু আৰু শাৰদীয় দুৰ্গা পূজাত আলোচনী আকাৰত একোখন সাহিত্য সংকলন প্ৰকাশ কৰে। এই সংকলনবোৰত ন-পুৰণি লিখক-লিখিকাৰ ৰচনা প্ৰকাশ হয়। তদুপৰি

বিভিন্ন উপলক্ষত দৈনিক জনমভূমিয়ে ৰাইজৰ জনাৰ সুবিধাৰ্থে বিশেষ পৰিপূৰিকা প্ৰকাশ কৰে। অসমৰ উল্লেখযোগ্য লিখকসকলৰ উপৰি প্ৰখ্যাত সাংবাদিক কুলদীপ নায়াৰ, অৰুণ শৌৰিৰ দৰে ব্যক্তিৰ লিখনিও কাকতখনত প্ৰকাশ হয়।

দ' ইষ্টাৰ্ণ ক্লেৰিয়ন

**প্ৰকাশৰ স্থান :** যোৰহাট, অসম
**প্ৰথম প্ৰকাশ :** ১৬ জুন, ১৯৯১
**প্ৰতিষ্ঠাপক :** কনকচন্দ্ৰ শৰ্মা, শ্ৰীঅজিত কুমাৰ শৰ্মা আৰু শ্ৰীসুব্ৰত শৰ্মা
**প্ৰথম সম্পাদক :** ড: মহেন্দ্ৰ বৰা
**দ্বিতীয় সম্পাদক :** ড: সুনীল কুমাৰ শৰ্মা
**তৃতীয় সম্পাদক :** শ্ৰীদীপংকৰ ৰয়
**মুদ্ৰক আৰু প্ৰকাশক :** শ্ৰীঅৰুণ বৰঠাকুৰ

ঐকান্তিক সাধনাৰ অসাধ্য একো নাই। এই আপ্ত বাক্য সাৰোগত কৰি কনকচন্দ্ৰ শৰ্মাই তেখেতৰ জীৱনৰ বিয়লি বেলাত স্বপ্ন দেখিলে এখন ইংৰাজী দৈনিক কাকত প্ৰকাশ কৰাৰ। অতি আশাবাদী; দৃঢ় বিশ্বাসী আৰু গতিশীল কনকচন্দ্ৰ শৰ্মাৰ জীৱনৰ শেষ স্বপ্নটো বাস্তৱত পৰিণত হ'বলৈ বেছি দিন নালাগিল। সেই স্বপ্ন বাস্তৱত পৰিণত কৰিলে অজিত কুমাৰ শৰ্মা আৰু সুব্ৰত শৰ্মাই।

অসুস্থ হৈ কনকচন্দ্ৰ শৰ্মা শয্যাগত হৈ থকা অৱস্থাত ১৯৯১ চনৰ ১৬ জুনত 'দা ইষ্টাৰ্ণ ক্লেৰিয়ান'ৰ (The Eastern Clarion) জন্ম হ'ল। এদল তেনেই নতুন আৰু কম বয়সীয়া যুৱক-যুৱতীক নেতৃত্ব দি ড: মহেন্দ্ৰ বৰাই কাকতখনৰ সম্পাদকৰ দায়িত্বভাৰ ল'লে। পূৰ্বতে সাংবাদিকতা কৰা দুজন লোকহে প্ৰথমতে কাকতখনত আছিল। এজন বৰ্তমানৰ সম্পাদক দীপংকৰ ৰয়, আনজন ডি মোহনন (বৰ্তমান কেৰালাত)। এবছৰৰ পিছত স্বাস্থ্যজনিত কাৰণত ড: বৰাই অব্যাহতি লোৱাত কাকতখনৰ সম্পাদক হয় ড: সুনীল কুমাৰ শৰ্মা (১৯৯২)। নতুন কাকত এখনত সকলো কাম খিয়াৰিকৈ কৰাটো কিমান কঠিন আৰু জটিল সেইটো ড: বৰা আৰু ড: শৰ্মাই ভালকৈ হৃদয়ংগম কৰিছিল আৰু কাকতখনৰ বাবে দুয়োজন সম্পাদকে দেহে-কেহে খাটি এখন সুন্দৰ [illegible] কাকত হিচাপে 'দা ইষ্টাৰ্ণ ক্লেৰিয়ান'ক প্ৰতিষ্ঠা [illegible]ছিল। ১৯৯৪ চনত ড: সুনীল কুমাৰ শৰ্মাই সম্পাদক [illegible]চাপে অব্যাহতি লোৱাৰ পিছত দীপংকৰ ৰয় প্ৰায় এবছৰ [illegible]াল কাকতখনৰ ভাৰপ্ৰাপ্ত সম্পাদক (Acting Editor) হৈ থাকে আৰু ১৯৯৫ চনৰ এক এপ্ৰিলৰ পৰা সম্পাদক হয়। আৰম্ভণিৰে পৰা দীপংকৰ ৰয়ে এই কাকতখনৰ বাবে যি কষ্ট আৰু পৰিশ্ৰম কৰিছে আৰু সাংবাদিকৰ দলটোক যিদৰে শিকাই-বুজাই পাৰ্গত কৰি তুলিছে, নিজে নেদেখিলে বা নাজানিলে কোনেও উপলব্ধি কৰিব নোৱাৰে বুলি আমাৰ দৃঢ় বিশ্বাস।

তুলনামূলকভাৱে এখন নতুন কাকত হ'লেও এদিন 'দা ইষ্টাৰ্ণ ক্লেৰিয়ান' এখন লেখত ল'বলগীয়া কাকত হৈ পৰিব ই ধ্ৰুৱপ। কাকতখনৰ নতুন আৰু কম বয়সীয়া সাংবাদিকৰ দলটোৰ প্ৰত্যেকেই যি উৎসৰ্গীকৃত মনোভাবেৰে সেৱা আগবঢ়াইছে তাৰ কাৰণেই আজি কাকতখনে এখন সন্মানজনক আসন পোৱাৰ যোগ্যতা অৰ্জন কৰিছে। বিশেষকৈ উজনি অসম, অৰুণাচল প্ৰদেশ আৰু নগালেণ্ডত এই কাকতখনৰ সমাদৰ যথেষ্ট। 'The Clarionet' নামেৰে প্ৰকাশ কৰা এই কাকতখনৰ দেওবৰীয়া পৰিপূৰিকাটো অন্যান্য ইংৰাজী দৈনিক কাকতৰ দেওবৰীয়া পৰিপূৰিকাতকৈ বহু উচ্চমানৰ বুলি ক'ব লাগিব। কুলদীপ নায়াৰ, এছ সাহায়, নিখিল চক্ৰৱৰ্তী আদিৰ দৰে দেশৰ ভালেকেইজন প্ৰখ্যাত সাংবাদিক এই কাকতৰ একোজন নিয়মীয়া লিখক। তদুপৰি 'টাইমছ অৱ ইণ্ডিয়া'ৰ লগতে 'দা ইষ্টাৰ্ণ ক্লেৰিয়ান'ৰ paid arrangement আছে।

ৰাষ্ট্ৰীয়, আন্ত:ৰাষ্ট্ৰীয় সকলো বাতৰিৰ উপৰি ব্যৱসায়-বাণিজ্য, কলা-সংস্কৃতি, বিজ্ঞান, ক্ৰীড়া, বৈজ্ঞানিক আৱিষ্কাৰ আদি সম্পৰ্কীয় বছা বছা আৰু গুৰুত্বপূৰ্ণ বা-বাতৰিয়ে এই কাকতখনত ঠাই পায়।

আমেৰিকাৰ প্ৰাক্তন ৰাষ্ট্ৰপতি কেনেডীক এবাৰ এজন সাংবাদিকে প্ৰশ্ন কৰিছিল : "ৰাষ্ট্ৰপতি পদৰ পৰা অব্যাহতি লোৱাৰ পিছত আপুনি কি কৰিব ?" ৰাষ্ট্ৰপতি কেনেডীয়ে উত্তৰ দিছিল : "বাতৰিকাকত প্ৰকাশ কৰিম।"

কেনেডীৰ স্বপ্ন দিঠকলৈ পৰিৱৰ্তন হ'বলৈ নাপালে। তাৰ আগতে তেওঁ আততায়ীৰ গুলীত প্ৰাণ দিলে। কেনেডীৰ মৃত্যুৰ লগতে তেওঁৰ নশ্বৰ দেহাৰ সমাপ্তি ঘটিছিল সত্য, কিন্তু তেওঁৰ মনত জন্ম হোৱা সৎ ইচ্ছা চিৰকালৰ বাবে থাকি গ'ল।

বাতৰিকাকত এখন প্ৰকাশ কৰাৰ গৌৰৱ আৰু মাদকতাই বেলেগ। টেলিভিশ্যন আৰু ৰেডিঅ'ৰ ইমান জয় জয়কাৰ যুগতো, মানুহৰ জীৱনৰ গতি দ্ৰুতৰ পৰা দ্ৰুততৰ হোৱাৰ পিছতো বাতৰিকাকতৰ জনপ্ৰিয়তা কমা নাই। জাপানীসকল ইমানেই ব্যস্ত যে তেওঁলোকে বোলে খোজ নাকাঢ়ে, লৰহে দিয়ে! এই লৰ দিয়া ব্যস্ত মানুহৰ দেশ জাপানৰ মানুহেই সৰ্বাধিক বাতৰিকাকত পঢ়ে।

জাপানতেই বাতৰিকাকত পঢ়া মানুহৰ সংখ্যা পৃথিৱীৰ ভিতৰত বেছি। জাপানী মানুহৰ দৰে পৃথিৱীৰ সকলো ৰাষ্ট্ৰৰ মানুহে যদি ব্যস্ততাৰ খাতিৰত অদূৰ ভৱিষ্যতে খোজ কঢ়াৰ পৰিৱৰ্তে লৰ মাৰিবলৈও লয়, তেতিয়াও মানুহে বাতৰিকাকত পঢ়িবলৈ সময় উলিয়াই ল'ব। এই নিচাৰ পৰা মানুহে কাহানিও মুক্তি নাপায়। মানুহৰ এই নিচাই বাৰ্তৰিকাকতবোৰক জীয়াই ৰাখিব।

এটা সময় আছিল যিটো সময়ত বাতৰিকাকত প্ৰকাশ কৰাটো এটা সৎ ব্যৱসায় আছিল, এটা মিশ্যন আছিল। দেশ আৰু জাতিৰ প্ৰতি আনুগত্য থকাজনেহে বাতৰি-কাকত প্ৰকাশ কৰিছিল। কেৱল ধন ঘটাটোৱেই বাৰ্তকিকত প্ৰকাশৰ মূল উদ্দেশ্য নাছিল। সেইদৰে সাংবাদিকসকলো আছিল প্ৰত্যেকেই একোজন সহজ-সৰল, নিৰ্ভেজাল আৰু সেৱাব্ৰতী লোক। কিন্তু দুখেৰে সৈতে ক'ব লাগিব যে বৰ্তমান এই মহান মিশ্যনটো আৰু সম্মানীয় বৃত্তিটো ভাবিব নোৱাৰাকৈ প্ৰদূষিত হৈছে। ফলত সমাজৰ বাতাবৰণ অনিষ্ট নোহোৱাকৈ থকা নাই। বৰ্তমান আমাৰ ৰাজ্যত এনে বাতৰিকাকতো প্ৰকাশ হয় যিবোৰৰ কোনো অস্তিত্বই নাই, জনমানসত কোনো প্ৰভাৱ নাই। সেইবোৰ বাতৰিকাকত ৰাইজে দেখিবলৈ আৰু পঢ়িবলৈ নাপায়। সেই ধৰণৰ বাতৰিকাকত 'প্ৰকাশ' কৰাৰ উদ্দেশ্য হ'ল চৰকাৰী বিজ্ঞাপন আদায় কৰি ৰাইজৰ ধন লুট কৰা। ৰাতিটোৰ ভিতৰতে হাতীটোৰ সমান ধন ঘটা এই দুনীতিপৰায়ণ লোকসকলে সৎ বাতৰিকাকত প্ৰতিষ্ঠানকেইটাৰ অশেষ ক্ষতি কৰিছে আৰু এই শিল্পটোক ৰুগ্ন কৰি তুলিছে। আনহাতে নিউজপ্ৰিণ্টকে ধৰি ছপা সামগ্ৰীসমূহৰ মূল্য অভাৱনীয়ভাৱে বৃদ্ধি পোৱাত বাতৰিকাকত প্ৰতিষ্ঠানবোৰ বিপদৰ সম্মুখীন হৈছে। ভুৱা সংবাদপত্ৰ প্ৰকাশৰ ক্ষেত্ৰত কঠোৰ ব্যৱস্থা লৈ দুৰ্নীতি ৰোধ নকৰিলে সামাজিক সমস্যা আৰু বাঢ়ি যাব।

জনমভূমি প্ৰতিষ্ঠানৰ পিতৃপুৰুষ দেবেশ্বৰ শৰ্মা এজন বিদূষী লোক আছিল বাবেই দেশে স্বাধীনতা লাভ কৰাৰ পূৰ্বেই এনে এটা সুন্দৰ সপোন দেখি আৰু কৰ্মক্ষেত্ৰ নিৰ্বাচন কৰি লাগনি গছৰ গুটি সিচিছিল। কালক্ৰমত সেই বীজ অংকুৰিত হৈ তাৰ পৰা এজোপা বিৰাট লাগনি গছৰ জন্ম হ'ল। সেই জোপা গছৰ সুস্বাদু ফল কেৱল দেবেশ্বৰ শৰ্মাৰ পৰিয়ালেই নহয়, বহু পৰিযালে এতিয়া ভোগ কৰিছে।

# অসমৰ বাতৰিকাকতৰ ভূমিকা আৰু সমস্যা ঃ স্বাধীনতাৰ আগৰ আৰু পিছৰ কালছোৱাত

গৌৰীশংকৰ ভট্টাচাৰ্য

**(১) বাতৰি কাকতৰ ঐতিহাসিক ভূমিকা**

বিবেকৰ যুগ আৰু গণতান্ত্ৰিক ভাৱধাৰাৰ বিকাশৰ লগে লগে বাতৰিকাকতৰো বিকাশ হৈছে। উত্তৰ আমেৰিকাৰ বিৰাট ভূখণ্ডত দ্ৰুতগতিত গঢ়ি উঠা শিল্প-বাণিজ্য আৰু তাৰ মালিক পুঁজিপতি শ্ৰেণীৰ স্বাৰ্থ, ৰণনীতি আৰু ৰণকৌশলৰ প্ৰচাৰ, সংগঠন আৰু পথ-নিৰ্দেশনাৰ শক্তিশালী ধাৰক, বাহক আৰু যোগসূত্ৰ হিচাপে বাতৰিকাকতৰ ভূমিকা ঐতিহাসিক। সেই কাৰণে আমেৰিকাৰ ৰাষ্ট্ৰ-ব্যৱস্থা আৰু সংবিধানে ইয়াৰ স্বতন্ত্ৰতাক চকুৰ মণিৰ দৰে ৰক্ষা কৰি আহিছে। কোনো কোনো বাতৰিকাকতে কোনো কোনো সময়ত এই স্বাধীনতাৰ অপব্যৱহাৰো কৰিছে। তথাপি, সেই স্বাধীনতা খৰ্ব কৰা হোৱা নাই। আমেৰিকাৰ সংবিধানৰ অন্যতম স্ৰষ্টা জেফাৰ্চন ৰাষ্ট্ৰপতি থকা কালত তেওঁ এটা ডাঙৰ সমস্যাৰ সমুখীন হৈছিল। একাংশ শক্তিশালী বাতৰিকাকত তেওঁৰ বিৰুদ্ধে তীব্ৰ সমালোচনা আৰু ব্যক্তিগত কুৎসাৰটনাত লিপ্ত হৈছিল। তেতিয়া ৰাষ্ট্ৰপতিৰ উপদেষ্টা মণ্ডলীয়ে তেওঁক পৰামৰ্শ দিছিল যে এই ধৰণৰ বাতৰিকাকতবিলাকৰ কণ্ঠৰোধ কৰিব লাগে। ৰাষ্ট্ৰপতি জেফাৰ্চনে সেই পৰামৰ্শ নামানিলে। তেওঁ বৰং তেওঁৰ উপদেষ্টাসকলক বুজালে যে আমেৰিকান পদ্ধতিৰ গণতন্ত্ৰৰ সুৰক্ষাৰ কাৰণে বাতৰিকাকতৰ 'স্বাধীনতা অপৰিহাৰ্য। পুঁজিপতি শ্ৰেণীৰ ভিতৰতো স্বাৰ্থৰ সংঘাত আৰু দলাদলি আছে। কোনো এটা নিৰ্দিষ্ট সময়ত প্ৰশাসনৰ দায়িত্ব আৰু অধিকাৰ শাসক শ্ৰেণীটোৰ কোনো এটা অংশৰ হাতত থাকিব পাৰে। তেতিয়া সেই অংশটোৱে আন অংশৰ প্ৰতি অন্যায়-অবিচাৰ কৰাৰ আশংকা থাকে। এনেকুৱা অন্যায়-অবিচাৰৰ বিৰুদ্ধে বাতৰিকাকতে অতন্দ্ৰ প্ৰহৰী হিচাপে কাম কৰিব পাৰে। তেতিয়া শ্ৰেণীটোৰ আৰু শ্ৰেণী ৰাষ্ট্ৰখনৰ স্থায়িত্ব আৰু সুৰক্ষা সুনিশ্চিত হয়। যদিহে ধৰি লোৱা হয় যে প্ৰশাসনটো তেনে ধৰণৰ স্বাৰ্থপৰ আৰু সংকীৰ্ণ নহয়, তথাপি বাতৰিকাকতৰ সতৰ্ক দৃষ্টি প্ৰশাসনৰ ওপৰত থকাটো বাঞ্ছনীয়। কামৰ হেঁচাত বা আন যিকোনো কাৰণত এগৰাকী স্নেহময়ী মাতৃও কেতিয়াবা নিজ শিশুৰ প্ৰতি সাময়িকভাৱে অমনোযোগী হ'ব পাৰে। সেই সময়ত শিশুৱে কান্দি মাকক সচেতন কৰে। যদি প্ৰশাসন স্নেহময়ী মাতৃৰ দৰেও হয়, তথাপি শিশুৰ ক্ৰন্দনৰ দৰে ধ্বনি তুলিবলগীয়াও হ'ব পাৰে। বাতৰিকাকত গণতন্ত্ৰৰ অতন্দ্ৰ প্ৰহৰী। ইয়াৰ সুস্থতা আৰু স্বতন্ত্ৰতাৰ ওপৰত গণতন্ত্ৰৰ স্বাস্থ্য আৰু স্থায়িত্ব নিৰ্ভৰশীল।

ফৰাচী দেশৰ ৰজা চতুৰ্দশ লুই-এ বাতৰিকাকতক ৰাষ্ট্ৰ-সৌধৰ চতুৰ্থ স্তম্ভ বুলি কৈছিল। আজিকালি সেই উক্তিটোৰ অলপ সংশোধন কৰি বাতৰিকাকতক গণতন্ত্ৰৰ চতুৰ্থ কক্ষ বুলি কৈ অধিকতৰ সন্মান আৰু গুৰুত্ব আগবঢ়োৱা হয়। ৰজা লুইৰ মন্তব্যটোৰ এটা পটভূমি আছে। ফৰাচী ৰজাক শাসন কাৰ্যত সহায় কৰিবলৈ এখন 'মহা-পৰিষদ' (ইষ্টেট-জেনেৰেল) আছিল। এই মহা-পৰিষদৰ তিনিটা কক্ষ বা শাখা আছিল— (১) সামন্ত ভূস্বামীসকল, (২) ধৰ্মাচাৰ্যসকল আৰু (৩) ধনিক-বণিক পুঁজিপতি 'বুৰ্জোৱা'সকল। এই তিনিওটা কক্ষৰ আলোচনাসভা বেলেগে বেলেগে বহিছিল। ৰাজকোষ টনকিয়াল কৰিছিল বৰ্দ্ধিষ্ণু 'বুৰ্জোৱা' শ্ৰেণীয়ে : কিন্তু সন্মানত তেওঁলোক নাম-নাচ আছিল। সংখ্যাতো আছিল তাকৰীয়া। ভল্টেয়াৰ, ৰুছো, মণ্টেস্কু আদি 'বিবেক যুগ'ৰ মনীষীসকলে সংবাদ মাধ্যমৰ জৰিয়তে সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ বাণী ব্যাপক আৰু শক্তিশালী কৰি তোলাৰ ফলত ৰজাই 'বুৰ্জোৱা' কক্ষটো সংখ্যা আৰু

গুৰুত্ব উভয় দিশত শক্তিশালী কৰিবলৈ আৰু তিনিওটা কক্ষকে একেলগে বহুৱাই একেলগে আলোচনা কৰাৰ সুবিধা দিবলৈ বাধ্য হৈছিল। সামন্ত আৰু ধৰ্ম-যাজক গোষ্ঠীয়ে এই নতুন ব্যৱস্থাত আপত্তি জনোৱাৰ উত্তৰত ৰজাই কৈছিল যে জনমত সৃষ্টিকাৰী ৰাষ্ট্ৰ-সৌধৰ চতুৰ্থ স্তম্ভটো ইমান শক্তিশালী হৈ উঠিছে যে ইয়াক উপেক্ষা কৰিব নোৱাৰি।

'বুৰ্জোৱা' পদ্ধতিয়েই ইয়াৰ ঘাই প্ৰতিপক্ষ 'প্ৰলিটাৰিয়েট' বা কাৰখানা-শ্ৰমিক শ্ৰেণীক জন্ম দিয়ে। এই শ্ৰমিক শ্ৰেণী আৰু তাৰ ৰাজনৈতিক দলে বুৰ্জোৱা ব্যৱস্থাৰ পৰা বহুত শিক্ষা আৰু প্ৰমূল্য গ্ৰহণ কৰিছে। সংবাদ-মাধ্যম বা বাতৰিকাকত তেনে এটা প্ৰমূল্য, তেনে এপাত অস্ত্ৰ। মুঠতে, এই আধুনিক যুগটোত ধনতান্ত্ৰিকেই হওক বা সমাজতান্ত্ৰিকেই হওক- যি কোনো সমাজ-ব্যৱস্থাত বাতৰিকাকত অপৰিহাৰ্য। ইয়াৰ গুৰুত্ব অপৰিসীম।

সকলো বাতৰিকাকত আকাৰ, প্ৰকাৰ, দৃষ্টিভঙ্গী বা প্ৰচাৰ সংখ্যাত একে নহয়। যেতিয়া আমি ক্ষুদ্ৰ, মজলীয়া আৰু বৃহৎ হিচাপে বাতৰিকাকতৰ শ্ৰেণীবিন্যাস কৰোঁ, তেতিয়া আমি আকাৰ আৰু প্ৰচাৰ সংখ্যাটোহে লেখত লওঁ। সেইটো জকাহে; সম্পূৰ্ণ শৰীৰ নহয়— প্ৰাণৱন্ত যে নহয়েই। আজিকালি বাতৰিকাকত এটা বৃহৎ, জটিল আৰু ব্যয়সাধ্য প্ৰতিষ্ঠানত পৰিণত হৈছে। যিমানেই বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগ বৃদ্ধি পাইছে, সিমানেই এই গতি-প্ৰকৃতিটো বাঢ়িছে। সমাজৰ আৰ্থ-ৰাজনৈতিক ক্ষেত্ৰত 'মাৎস্যন্যায়' নীতি আৰু আচৰণ চলিছে অৰ্থাৎ, সৰু মাছটোক মজলীয়া মাছে, মজলীয়া মাছক ডাঙৰ মাছে, আৰু অৱশেষত ৰাঘ-বৰালিয়ে ডাঙৰ মাছকো গিলি থোৱাৰ নীতি আৰু আচৰণ চলি আছে। সেই উপমাটো বাতৰিকাকতৰ ক্ষেত্ৰতো প্ৰযোজ্য। এটা পুখুৰীত ৰাঘ-বৰালি থাকিলে সিহঁতৰ ভিতৰতো অন্তৰ্দ্বন্দ্ব হয়। বৃহৎ বাতৰিকাকত প্ৰতিষ্ঠানবোৰৰ ভিতৰতো অন্তৰ্দ্বন্দ্ব হয়। কিন্তু সেই ধৰণৰ দ্বন্দ্বৰ সীমিত প্ৰকৃতিটো পাহৰিব নোৱাৰি।

বাতৰিকাকতবোৰ বৃহৎ আৰু জটিল হৈ অহাৰ ফলত এটা বাতৰি প্ৰতিষ্ঠানৰ ভিতৰতে কাম কৰি থকা লোকসকলৰ ভিতৰতো স্বাৰ্থৰ সংঘাত হয়। এখন ডাঙৰ বাতৰিকাকতৰ কাৰণে বহুত মূলধন লাগে। ব্যক্তি বা গোষ্ঠীগতভাৱে বিত্তশালী লোকহে তাৰ মালিক হ'ব পাৰে। গ্ৰাহকৰ পৰা যি দাম পোৱা যায়, তাৰ ওপৰত নিৰ্ভৰ কৰি তেনে বাতৰিকাকত স্বচ্ছলভাৱে চলিব নোৱাৰে। এই অসুবিধাটো আঁতৰ কৰা হয় বিজ্ঞাপনৰ পৰা পোৱা ধনেৰে। ধনিকসকলেহে লাভজনক বিজ্ঞাপনবোৰ দিয়ে। গতিকে, বাতৰিকাকতৰ মালিকে অকল লাভৰ কাৰণে নহয়, জীয়াই থকাৰ তাগিদতে এই বিজ্ঞাপনদাতাসকলক সমীহ কৰি চলিবলগীয়া হয়। আজিকালি চৰকাৰ আৰু চৰকাৰ নিয়ন্ত্ৰিত অনুষ্ঠান-প্ৰতিষ্ঠানবোৰেই আটাইতকৈ গুৰুত্বপূৰ্ণ বিজ্ঞাপনদাতা। বাতৰি সংগ্ৰহ আৰু যোগান ধৰাৰ বিষয়তো বাতৰিকাকতে চৰকাৰৰ ওপৰত বহুত পৰিমাণে নিৰ্ভৰ কৰিবলগীয়া হয়। চৰকাৰে প্ৰায়েই এই পৰিস্থিতিৰ সুযোগ লবলৈ চেষ্টা কৰে।

কোনো এটা সংবাদ প্ৰতিষ্ঠানত আজিকালি বৃত্তি আৰু শিল্প দুয়োটা দিশ পোৱা যায়। যদিও দুয়োটা দিশ একে মালিকৰ অধীন, তথাপি বাতৰিকাকতৰ চৰিত্ৰ-নিৰূপণৰ বিষয়ত বৃত্তিৰ দিশটোহে আহি পায়।

### (২) বাতৰিকাকতৰ নিৰপেক্ষতা ?

কোনো কোনো বাতৰিকাকতে নিজকে 'নিৰ্ভীক' আৰু 'নিৰপেক্ষ' বুলি দাবী কৰা দেখা যায়। এই প্ৰসংগত স্বাভাৱিকতে প্ৰশ্নৰ উদয় হয়— ''কাৰ সম্পৰ্কত নিৰ্ভীক'' আৰু কোন কোন পৰস্পৰবিৰোধী পক্ষৰ মাজত 'নিৰপেক্ষ ?' কাৰ পৰা বাতৰিকাকতৰ ভয় সম্ভৱপৰ আৰু কি কাৰণে ? এটা কথা আছে যে ''ভয়ত ভজে, আশাত মজে''। চৰকাৰে নিগ্ৰহো কৰিব পাৰে, অনুগ্ৰহো কৰিব পৰে। গতিকে, নিৰ্ভীক আৰু নিৰপেক্ষ বুলি দাবী কৰা কাকতখনে চৰকাৰক লক্ষ্য কৰি এই কথাটো কোৱা বুলি ধৰি ল'ব পাৰি। কিন্তু অলপ গভীৰলৈ গ'লে আমি পাওঁ যে আজিৰ যুগৰ চৰকাৰ এখনে এটা শ্ৰেণীৰ মূল স্বাৰ্থৰ ৰক্ষণাবেক্ষণ কৰে। যদিও আমাৰ দেশৰ সংবিধানৰ উদ্দেশিকা বা প্ৰস্তাৱনাত 'সমাজতন্ত্ৰ'ৰ কথা কৈছে, সেইটো দৰাচলতে সত্য কথা নহয়। বৰ্তমান বন্দনা আৰু প্ৰশংসা কৰি থকা মুক্ত বজাৰ, উদাৰ অৰ্থনীতি আদি কথাই সেইটো স্পষ্ট কৰি দিছে। সেই অৱস্থাত এইটো কেতিয়াও সম্ভৱপৰ নহয় যে পুঁজিপতি শ্ৰেণী আৰু শ্ৰমজীৱী শ্ৰেণীৰ মৌলিক-সামাজিক সংঘাতত কোনো বাতৰিকাকতৰ ভূমিকা সম্পূৰ্ণ নিৰপেক্ষ হ'ব পাৰে। কিন্তু পুঁজিবাদী বিশ্বৰ ভিতৰতে অন্তৰ্দ্বন্দ্ব আছে। এই সমাজ-ব্যৱস্থাত 'মাৎস্যন্যায়' নীতি চলে। আগতে দুটা ৰাঘ-বৰালিৰ নেতৃত্বত বিশ্বৰ সমাজ-ব্যৱস্থা দুটা শিবিৰত বিভক্ত আছিল। আমি এই দুই শিবিৰৰ ভিতৰত নিৰপেক্ষতা দাবী কৰিছিলো আৰু ছেগ চাই দুয়োটাৰে পৰা সুবিধা ল'বলৈ বিচাৰিছিলোঁ। বৰ্তমান বিশ্ব 'এখন বিশ্ব'— বিশ্ব পুঁজিবাদৰ একচিটিয়া কৰ্তৃত্বৰ বিশ্ব। এই

পৰিৱৰ্তিত পৰিস্থিতিত আন্তৰ্জাতিক পুঁজিবাদী ব্যৱস্থা আৰু আমাৰ জাতীয় অৰ্থনৈতিক ব্যৱস্থাৰ সংঘাতৰ প্ৰশ্ন আহি পৰিবলৈ বাধ্য। আমি ভাল পাওঁ বা বেয়া পাওঁ, তাহানিৰ 'স্বদেশী' আৰ্থ-ৰাজনীতিৰ প্ৰশ্নটো পুনৰ আহিবলৈ বাধ্য। সেই পৰিস্থিতিত সকলো বাতৰিকাকত 'নিৰপেক্ষ' হৈ থাকিব নোৱাৰে। কোনো এটা বিশিষ্ট অৱস্থিতি ল'বই লাগিব। আমেৰিকাৰ ব্যৱস্থাটো সন্দেহাতীতভাৱে পুঁজিবাদী। তথাপি, 'ৱাছিংটন পোষ্ট' আৰু 'নিউইয়ৰ্ক টাইমছ'ৰ ভূমিকা বেলেগ বেলেগ। 'ৱাছিংটন পোষ্ট' পুঁজিবাদৰ সমৰ্থক হোৱা সত্ত্বেও 'ওৱাটাৰগেট কেলেংকাৰী'ক লৈ এনেকুৱা প্ৰবল জনমত তৈয়াৰ কৰিবলৈ সক্ষম হৈছিল যে পুঁজিবাদৰ অন্যতম মুখ্য প্ৰবক্তা আৰু 'ৰিপাব্লিকান পাৰ্টি'ৰ অবিসম্বাদী নেতা ৰাষ্ট্ৰপতি নিক্সন পদত্যাগ কৰিবলৈ বাধ্য হৈছিল। সকলো ৰাজনৈতিক দল বা নেতৃত্বই নিজস্ব বাতৰিকাকত গঢ়ি তোলে। তেওঁলোকে জানে যে "পৰত আশ বনত বাস।" মহাত্মা গান্ধীয়ে 'ইয়ং ইণ্ডিয়া' আৰু 'হৰিজন', বাল গঙ্গাধৰ তিলকে 'কেশৰী', জৱাহৰলাল নেহৰুৱে 'নেচন্যাল-হেৰল্ড', সুভাস বসুৱে 'ফৰৱাৰ্ড' কাকত উলিয়াইছিল। কিন্তু আজি আমি 'বাতৰি কাকত' বুলিলে যি বুজো, সেই অৰ্থত এইবোৰ বাতৰিকাকত নাছিল। ভাৰতৰ জাতীয় আন্দোলনৰ শক্তি-বৃদ্ধিৰ লগে লগে ভাৰতত 'জাতীয়' বাতৰিকাকতবোৰ ওলাবলৈ ধৰে। জাতীয় আন্দোলন সমৰ্থন কৰাৰ 'অপৰাধ'ত এই বাতৰিকাকতবোৰৰ ওপৰত বৃটিছ চৰকাৰে নানা ধৰণৰ অত্যাচাৰ চলায়, জৰিমনা কৰে, আমানত দিবলৈ বাধ্য কৰে— আনকি আমানতৰ ধন বাজেয়াপ্ত কৰে, সম্পাদকসকলক কাৰাদণ্ড দিয়ে ইত্যাদি। জুয়ে পুৰিলে সোণ বেছি নিৰ্মল আৰু উজ্জ্বল হোৱাৰ দৰে সাম্ৰাজ্যবাদী অত্যাচাৰে আমাৰ দেশৰ 'জাতীয়' বাতৰিকাকতসমূহৰ প্ৰভাৱ প্ৰতিভাত আৰু বিস্তাৰ কৰে। এই ধৰণৰ বিকাশে এই কথাটো স্পষ্ট কৰি দিয়ে যে আৰ্থ-সামাজিক-ৰাজনৈতিক সংগ্ৰামত বাতৰিকাকতৰ দৰে মহান শক্তি আৰু অনুষ্ঠান 'নিৰপেক্ষ' হৈ থাকিব নোৱাৰে। সংবাদ-সেৱীৰ বৃত্তিটো দেশৰ জনগণৰ মুক্তি আৰু বিকাশৰ সংগ্ৰামত 'মিছন' অৰ্থাৎ মহান উদ্দেশ্য সাধনৰ কাৰণে পবিত্ৰ প্ৰচাৰ। এই 'মিছন'ৰ সফলতাৰ কাৰণে তেওঁলোক যি কোনো ত্যাগৰ কাৰণে প্ৰস্তুত।

## বাতৰিকাকতৰ মিছনধৰ্মিতা

এই কথাটো বিশেষভাৱে স্মৰণীয় যে খৃষ্টান মিছনেৰিসকলে বংগদেশৰ শ্ৰীৰামপুৰৰ পৰা ভাৰতত প্ৰথমখন বাতৰিকাকত প্ৰকাশ কৰে ১৭৮০ চনত। অসমৰ প্ৰথমখন বাতৰিকাকত অৰুনোদইও খৃষ্টান মিছনেৰিসকলেই শিৱসাগৰৰ পৰা ১৮৪৬ চনত প্ৰকাশ কৰে। অৰুনোদইৰ সফলতা আৰু ক্ৰম-বৰ্দ্ধমান প্ৰভাৱ দেখি অসমৰ চিন্তাবিদ শ্ৰেণীৰ কেইগৰাকীমানে নিজৰ নিজৰ উদ্যোগত সীমিত পৰিমাণত কিছুমান কাকত প্ৰকাশ কৰিবলৈ আৰম্ভ কৰে। এই কাকতবোৰক আজিৰ পটভূমিত বাতৰিকাকত নুবুলি 'আলোচনী'হে বুলিব পাৰি। তেওঁলোকৰ 'মিছন'টো অৰুনোদই উলিওৱা খৃষ্টান মিছনেৰিবিলাকতকৈ বেলেগ আছিল। তেওঁলোকৰ মূল আলোচ্য বিষয় আছিল অসমৰ সামাজিক- সাংস্কৃতিক সমস্যাসমূহ। তেওঁলোকৰ লক্ষ্য আছিল এই সমস্যাবোৰৰ সমাধানৰ উপায় বিচাৰি উলিওৱাটো আৰু অসমীয়া সমাজক সেই বিষয়ত সজাগ কৰি কৰ্মত প্ৰবৃত্ত কৰাটো। এই নীতি আৰু কৌশলটো সময়োচিত হৈছিল। যিসকল দূৰদৰ্শী আৰু বাস্তৱধৰ্মী সমাজ সচেতন ব্যক্তি আৰু যিসকলে নিজকে সমাজৰ প্ৰতি দায়বদ্ধ বুলি ভাবে, সেই সকলে সেই নিৰ্দিষ্ট যুগৰ প্ৰয়োজন আৰু সেই প্ৰয়োজন পূৰণ কৰাৰ কাৰণে বাস্তৱ আৰু সম্ভৱপৰ উপায়ৰ কথাটো সদায় চকুৰ আগত ৰাখে। এয়েই প্ৰকৃত ঐতিহাসিক দৃষ্টিভঙ্গী। সেই কাৰণে, অৰুনোদইৰ পৰৱৰ্তী আৰু গান্ধী-যুগৰ পূৰ্ববৰ্তী কালছোৱাত অসমৰ বাৰ্তালোচনীসমূহে সমাজ-সংস্কাৰ আৰু জাতীয় চেতনাৰ বিকাশৰ কাৰণে যি নীতি গ্ৰহণ আৰু প্ৰয়োগ কৰিছিল, অসমৰ বাস্তৱ পৰিস্থিতিত সেই সময়ৰ কাৰণে সেইটোৱে সঠিক নীতি আছিল। সেই সময়ৰ অসমখন আছিল সম্পূৰ্ণ কৃষিভিত্তিক। অসমীয়া ভাষা-ভাষী লোকসকলেই আছিল সেই সমাজখনৰ ৰাজগড়। সেই সমাজখনক আৰ্থ-সামাজিকভাৱে সবল আৰু সাংস্কৃতিকভাৱে সুস্থ আৰু বহল দৃষ্টিভংগীৰ গোট হিচাপে গঢ়ি তোলাৰ ওপৰতে অসমৰ ভৱিষ্যৎ শ্ৰীবৃদ্ধি নিৰ্ভৰ কৰিছিল। কানি বৰবিহ বৰ্জন, সামাজিক কুসংস্কাৰবোৰৰ বিতাৰণ আৰু উন্নততৰ জীৱনৰ মানদণ্ডৰ কাৰণে কাম কৰাটোৱে সেই সময়ত অসমৰ প্ৰকৃত দেশপ্ৰেমিকৰ শ্ৰেষ্ঠ 'মিছন' আছিল। সেই দৃষ্টিভংগীৰে সেই সময়ৰ অসমীয়া সংবাদ-মাধ্যমৰ ভূমিকা গৌৰৱোজ্জ্বল।

১৯০৫ চনত জাপানৰ হাতত ৰুছ-সাম্ৰাজ্যৰ পৰাজয়, প্ৰথম বিশ্বযুদ্ধৰ ফলত ইংগ-মাৰ্কিন-ফৰাচী গোটৰ হাতত জাৰ্মান গোষ্ঠীৰ পৰাজয়, ১৯১৭ চনত অক্টোবৰ বিপ্লৱৰ পৰিণতি হিচাপে পৃথিৱীত প্ৰথম সমাজতান্ত্ৰিক ৰাষ্ট্ৰ ছোভিয়েট ইউনিয়নৰ প্ৰতিষ্ঠা, ধৰ্মীয় মৌলবাদী ৰাষ্ট্ৰ হিচাপে খিলাফতৰ পৰিসমাপ্তি, চীন, ভাৰত আদি

আগশাৰীৰ এছীয় দেশত জাতীয় স্বাধীনতাৰ আন্দোলনৰ বিকাশ আদি ঘটনাৰাজিয়ে বিশ্বত নতুন পৰিস্থিতিৰ সৃষ্টি কৰে। ১৯২০ চনত মহাত্মা গান্ধীৰ নেতৃত্বত স্বৰাজ অৰ্থাৎ ভাৰতৰ স্বাধীনতা আন্দোলন আৰম্ভ হয়। এই আন্দোলনৰ আগশাৰীৰ অংশীদাৰ হিচাপে ভাৰত তথা অসমৰ বাতৰিকাকতসমূহে গুৰুত্বপূৰ্ণ আৰু গৌৰৱোজ্জ্বল ভূমিকা লয়। 'স্বৰাজ' হৈ পৰে সিবিলাকৰ 'মিছন' মূল লক্ষ্য।

**স্বাধীনতা সংগ্ৰামৰ কালছোৱাত**
**অসমৰ বাতৰিকাকতৰ ভূমিকা**

প্ৰথম বিশ্বযুদ্ধ আৰু অক্টোবৰ-বিপ্লৱৰ পিছত ভাৰতৰ ৰাজনীতিলৈ সংগ্ৰামী চৰিত্ৰ আহে। মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছ আৰু খিলাফৎ আন্দোলনৰ সংহতিয়ে লৈ আহে সংগ্ৰামী সাংগঠনিক একতা আৰু গণ-প্ৰতিৰোধৰ ৰণ-নীতি। ভাৰতৰ স্বদেশী বাতৰিকাকতসমূহে এই একতা আৰু গণ-প্ৰতিৰোধ সংগঠিত কৰাত অতুলনীয় ভূমিকা লয়। বিদেশী সাম্ৰাজ্যবাদী চৰকাৰ আৰু ঐক্যবদ্ধ জনগণৰ সংগ্ৰামী প্ৰতিৰোধৰ দ্বন্দ্বত বাতৰিকাকতসমূহৰ ভূমিকা 'নিৰপেক্ষ' নাছিল। তেওঁলোক আছিল এই সংগ্ৰামৰ সক্ৰিয় অংশীদাৰ। এই অভিযানৰ প্ৰচাৰক আৰু নেতৃস্থানীয় সংগঠক হিচাপে জাতীয়তাবাদী বাতৰিকাকতবিলাকে যিকোনো ত্যাগ স্বীকাৰ কৰিবলৈ প্ৰস্তুত আছিল আৰু দৰাচলতে সেই ত্যাগ আনন্দমনে স্বীকাৰ কৰি লৈছিল। বাতৰিকাকতসমূহৰ ক্ৰমবৰ্দ্ধমান প্ৰভাৱ আৰু শক্তিক ধ্বংস কৰাৰ উদ্দেশ্যে চৰকাৰে ১৯০৮ চনৰ ফৌজদাৰী সংশোধনী আইন, ১৯১০ চনৰ ভাৰতীয় প্ৰেছ আইন আৰু ১৯১৪ চনৰ ভাৰত ৰক্ষা বিধি নিৰ্বিচাৰে আৰু নৃশংসভাৱে প্ৰয়োগ কৰিছিল। ভাৰতীয় বাতৰিকাকতসমূহে কেনেকুৱা ভূমিকা ল'ব লাগিব সেই সম্পৰ্কে গান্ধীজীয়ে ইতিমধ্যে পথ নিৰ্দেশনা দি থৈছিল। চৰকাৰ আৰু বিজ্ঞাপনদাতা শ্ৰেণীৰ মুখাপেক্ষী নহ'বলৈ তেওঁ বাতৰিকাকতসমূহক সতৰ্ক কৰি দিছিল। নিজেও বিজ্ঞাপনবিহীন বাতৰিকাকত প্ৰকাশ কৰিছিল। বিখ্যাত গৱেষক- লিখক এছ. নটৰাজনে তেওঁৰ 'হিষ্ট্ৰি অব্ দা প্ৰেছ ইন ইণ্ডিয়া' নামৰ গ্ৰন্থত ইয়াৰ বিশদ বিৱৰণ দিছে। নটৰাজনে তেওঁৰ কিতাপখনৰ ১৯৬ পৃষ্ঠাত গান্ধীজীৰ এটা উদ্ধৃতি দিছে যে "বাক্ স্বাধীনতা, সংঘবদ্ধ হোৱাৰ স্বাধীনতা আৰু বাতৰিকাকতৰ স্বাধীনতাই স্বৰাজৰ থূলমূল কথা" সংখ্যাত তাকৰ হ'লেও স্বাধীনতা সংগ্ৰামৰ যুগৰ অসমৰ বাতৰিকাকতসমূহে গান্ধীজীৰ মূল্যায়ন, বাণী আৰু পথ নিৰ্দেশনা সাহস আৰু নিষ্ঠাৰে সৈতে পালন কৰিছিল।

ভাৰতস্থ বৃটিছ চৰকাৰৰ ভাৰতবিৰোধী নীতি আৰু আচৰণ উদঙাই দেখুৱাই ভাৰতৰ প্ৰেছ এছচিয়েছনে ১৯১৯ চনত দাখিল কৰা স্মাৰকপত্ৰত কৈছিল যে ১৯১৭ চনলৈকে চৰকাৰে ২২খন বাতৰিকাকতৰ পৰা আমানত দাবী কৰিছে। তাৰ ভিতৰত ১৮ খনে চৰকাৰৰ এনেকুৱা অন্যায় আদেশ নামানি প্ৰকাশ বন্ধ কৰি দিছে। ৯৬১ খন বাতৰিকাকত আৰু প্ৰেছৰ পৰা জামিন বিচৰা হৈছে। ২৮৬ খনক লিখিতভাৱে সতৰ্ক কৰি দিয়া হৈছে। প্ৰশাসনীয় হুকুমৰ দ্বাৰা ৭০৫ খনৰ পৰা জামিন বিচৰা হৈছে। পাঁচ বছৰৰ ভিতৰত প্ৰেছ আইনৰ বলত প্ৰেছসমূহৰ পৰা পাঁচ লাখ টকা জামিন আদায় কৰা হৈছে। এনেকুৱা দমন-নীতি আৰু অন্যায় হেঁচা সত্বেও অসহযোগ আন্দোলনৰ সময়ত অসমত চলি থকা কাকতকেইখন অবিচলিত হৈ আছিল। 'টাইমছ্ অব আসাম' কাকতখন ১৯২৩ চনৰ পৰা জাতীয়তাবাদী হ'বলৈ আৰম্ভ কৰে। পিছলৈ কেদাৰনাথ গোস্বামীৰ সম্পদনাত ই শ্ৰমিক আন্দোলনৰ পোষকতা কৰিবলৈকো আৰম্ভ কৰে। সেই অপৰাধত তেওঁক সম্পাদকৰ পদৰ পৰা আঁতৰাই দিয়া হয়। ১৯১৬ৰ পৰা ১৯৪৬ চনলৈকে এই কালছোৱাত আসাম বিলাসিনী (১৯১৬-৩৮), অসমীয়া (১৯১৮-৪৮) আৰু আসাম-সেৱক (ত্ৰিছৰ দশকত) কাকতে স্বাধীনতা আন্দোলনক সৰ্বতোভাৱে সমৰ্থন কৰি আহিছিল। মহাত্মা গান্ধীৰ নেতৃত্ব আৰু জাতীয়তাবাদী বাতৰিকাকতসমূহৰ নেৰানেপেৰা প্ৰচাৰৰ ফলত স্বাধীনতা আন্দোলন জনগণৰ আন্দোলন হৈ পৰিছিল।

অসমীয়া আৰু অসম বিলাসিনী কাকতে কাৰাৰুদ্ধ নেতা আৰু কৰ্মীসকলে কাৰাগাৰত সহিবলগীয়া হোৱা নিৰ্যাতনবোৰক মৰ্মস্পৰ্শীভাৱে ধাৰাবাহিকভাৱে প্ৰকাশ কৰিছিল। ফলত, নেতা আৰু কৰ্মীসকলৰ গ্ৰেপ্তাৰে আন্দোলনক সংকুচিত কৰাৰ সলনি বিকশাইহে তুলিছিল। দূৰ-দূৰণিৰ বাতৰিবোৰ এনেকুৱা বস্তুনিষ্ঠভাৱে সংগ্ৰহ আৰু মনোগ্ৰাহীভাৱে পৰিৱেশন কৰা হৈছিল যে অসমীয়াৰ বাতৰিবোৰ ৰাইজে সত্য কথা হিচাপে গ্ৰহণ কৰিছিল। আনকি, কৰ্তৃপক্ষয়ো সেইবোৰ উপেক্ষা কৰিব নোৱাৰিছিল। অসমীয়া কাকতৰ স্বত্বাধিকাৰী আছিল চন্দ্ৰকুমাৰ আগৰৱালা। তেওঁ অৱস্থাপন্ন সম্ভ্ৰান্ত শ্ৰেণীৰ লোক। এই শ্ৰেণীৰ সচেতন লোকসকল জাতীয় স্বাধীনতা আন্দোলনৰ নেতৃত্বত আছিল। ধনিক-বণিক শ্ৰেণীৰ পৰা আৰম্ভ কৰি দুখীয়া খেতিয়ক আৰু চাহ বাগিচাৰ বনুৱালৈকে সমস্ত জনগণক স্বৰাজৰ আন্দোলনে সামৰি লৈ ইয়াক জাতীয় মুক্তিৰ আন্দোলন হিচাপে গঢ়ি তুলিছিল। সচেতন সম্ভ্ৰান্ত শ্ৰেণীৰ নেতৃত্ব আন্দোলনটোৰ

কাৰণে সময়োপযোগী হৈছিল। প্ৰকাশৰ প্ৰথমটো বছৰতে অসমীয়া কাকতখন জনমানসত সুপ্ৰতিষ্ঠিত হৈছিল। অসমীয়া ৰাইজৰ মাজত স্বৰাজৰ প্ৰতি আগ্ৰহ বঢ়োৱাটো মূল উদ্দেশ্য বুলি ঘোষণা কৰি অসমীয়া কাকতখন ৰাইজৰ মাজত কংগ্ৰেছৰ মুখপত্ৰ হিচাপে স্বীকৃত আৰু সমাদৃত হৈছিল। দ্বিতীয় বছৰত ভৰি দি অসমীয়াই পুনৰ্বাৰ ঘোষণা কৰিছিল যে :

> "মানৰ আক্ৰমণৰ পাছত ইংৰাজৰ অধীনলৈ দেশ অহাৰ পিছত অসমীয়াৰ সমাজ ভাগিল, অসম দেশ বকৰাণি হ'ল। বাকৰিৰ মাজত দুই-এজোপা গছ পাব পাৰি, কিন্তু অধিকাংশই দুৰ্বল, নিস্তেজ, আওকঠীয়া গছ। দেশৰ শতকৰা ৯০ জনৰ অৱস্থা শোচনীয়। সেই পতনৰ শিক্ষাকে সাৰোগত কৰি লৈ যাতে বৰ্তমানৰ অসমীয়া আগবাঢ়িব পাৰে, তাৰ বাবেই আমি যত্ন কৰি আহিছোঁ।"

কেৱল সম্পাদকীয় নীতি ঘোষণাতে নহয়, বাতৰি পৰিবেশনতো সেই সময়ৰ অসমীয়া বাতৰিকাকতে সত্য আৰু বস্তুনিষ্ঠভাৱে অসমৰ গৰীব জনসাধাৰণৰ ওপৰত বিদেশী সাম্ৰাজ্যবাদী চৰকাৰে চলোৱা পক্ষপাতিত্বৰ মুখা উদঙাই দি কৰ্তৃপক্ষক শ'লঠেকত পেলাইছিল। উদাহৰণ স্বৰূপে :

ডিব্ৰুগড়ৰ ওচৰৰ গৰুমৰা চাপৰিৰ মিৰি গাৱঁত চৰকাৰী উচ্ছেদ বাহিনীয়ে মিৰি লোকসকলৰ ঘৰবাৰীত জুই লগাই দি মিৰিসকলক কেনেকৈ উচ্ছেদ কৰা হৈছে সেইটো চাবলৈ সম্পাদকীয় বিভাগৰ অমিয়কুমাৰ দাসক তালৈ পঠোৱা হৈছিল। প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনা কাকতখনত ওলালত সংশ্লিষ্টসকলৰ ওপৰত তাৰ তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। কৰ্তৃপক্ষই সেই প্ৰতিবেদনত কোনো অতিশয়োক্তি বিচাৰি নাপালে।

আকৌ, গোলাঘাটৰ ওচৰৰ উখা বাগানত ইংৰাজ মেনেজাৰ বেটি চাহাবে তেহ্লু নামৰ বনুৱা এজনক গোৰ মাৰি হত্যা কৰিলে। অসমীয়া কাকতত প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনা ওলাল। কিন্তু বিচাৰত পক্ষপাতিত্ব কৰি যোৰহাটৰ ছেচন আদালতে বেটি চাহাবক নিৰ্দোষী বুলি ৰায় দি খালাচ দিলে। সেই ৰায়ৰ ওপৰত অসমীয়া কাকতে সাহসী মন্তব্য দি ক'লে, "আচামী বগা নহৈ ক'লা হোৱা হ'লে আদালতৰ বিচাৰো অন্য হ'লহেঁতেন- তাত কোনো সন্দেহ নাই।" জনমতৰ হেঁচাত অসমৰ গৱৰ্ণৰ ছাৰ লৰী হেমণ্ডে ছেচন আদালতৰ ৰায়ৰ বিৰুদ্ধে কলিকতা উচ্চ ন্যায়ালয়ত চৰকাৰী আপীল দাখিল কৰিলে। উচ্চ ন্যায়ালয়ে বেটি চাহাবক দোষী সাব্যস্ত কৰিলে। তিনিমাহ সশ্ৰম কাৰাদণ্ড আৰু ২০০ টকা জৰিমনা কৰিলে। জৰিমনাৰ টকা তেহ্লুৰ বিধৱা পত্নীক দিবলৈ ন্যায়ালয়ে নিৰ্দেশ দিলে। নকছাৰিৰ ওচৰৰ ৰাজহুৱা পথ বাগানৰ চাহাবে ৰাইজৰ কাৰণে বন্ধ কৰি দিয়াৰ বাতৰি আৰু তাৰ ওপৰত সম্পাদকীয় মন্তব্য অসমীয়াত প্ৰকাশ পালে। পথ পুনৰ ৰাইজৰ কাৰণে মুকলি হ'ল। ডুমডুমাৰ ওচৰৰ হাঁহচৰা বাগিচাত চাহাব-মেনেজাৰ আৰু বনুৱাৰ মাজত 'নিৰিখ'ৰ প্ৰশ্নত এখন সৰু কাজিয়া হৈছিল। চাহাবে বনুৱাসকলৰ বিৰুদ্ধে অতিৰঞ্জিত বৰ্ণনাৰে সৈতে এটা ফৌজদাৰী গোচৰ ৰুজু কৰিলে। চাহাবে দিয়া গোচৰ কাৰণে হাকিমে উপযুক্ত প্ৰমাণৰ অভাৱ সত্ত্বেও বনুৱাসকলক শাস্তি বিহিলে। সেই ৰায়ৰ ওপৰত মন্তব্য দি অসমীয়া কাকতে লিখিলে যে "যদি আচামী কেইজন ক'লা নহৈ বগা হ'লহেঁতেন তেন্তে আদালতৰ বিচাৰো অন্য হ'লহেঁতেন।" এনেকুৱা উদাহৰণ দেখাৰ আছে। এনেকুৱা ভূমিকাৰ কাৰণে 'অসমীয়া' অসমৰ জনগণৰ বিবেকৰ দৰে হৈ উঠিছিল।

আৰ্থিক দিশৰ পৰা অসমৰ বাতৰিকাকতকেইখনৰ গুৰি শকত নাছিল। সেই কাৰণে স্বাধীনতা সংগ্ৰামৰ বাতৰি ছপাওঁতে তেওঁলোকে পৰাপক্ষত "সাপো মৰক, লাঠিও নাভাঙক" কৌশল অৱলম্বন কৰিছিল। যাতে স্বাধীনতা সংগ্ৰামৰ যুঁজাৰুসকলৰ বা-বাতৰি মানুহে সদায় শুনি থাকে, সেইভাৱে বাতৰি ছপাইছিল। উদাহৰণস্বৰূপে ১৯২২ চনৰ ২১ মে' সংখ্যা অসমীয়াত বাতৰি প্ৰকাশ কৰা হৈছিল যে অসুস্থতাৰ কাৰণে তৰুণৰাম ফুকনক শিলচৰ জেইলৰ পৰা ডেৰ মাহৰ কাৰণে মুক্তি দিয়া হৈছে আৰু তেওঁ দাঁতৰ চিকিৎসাৰ কাৰণে কলিকতালৈ গৈছে। সাদিনীয়া কাকত এখনৰ কাৰণেই এটা বৰ ডাঙৰ খবৰ নহয়। কিন্তু কাকতখনৰ উদ্দেশ্য আছিল দেশৰ কাৰণে কাৰাৰুদ্ধ হোৱা নেতাগৰাকীক দেশবাসীৰ ওচৰত মনত পেলাই দিয়া। চকুৰ আঁতৰে মনৰো আঁতৰ। যাতে স্বাধীনতা-সংগ্ৰামী আৰু স্বাধীনতা সংগ্ৰাম দেশবাসীৰ মনৰ পৰা আঁতৰ নহয়, তাৰ বাবেই সংবাদ-বাছনি আৰু প্ৰচাৰৰ এই কৌশল। সেই একে সংখ্যাতে প্ৰকাশ কৰা হৈছিল যে জেলৰ ভিতৰত নবীন বৰদলৈৰ স্বাস্থ্যৰ অৱনতি ঘটিছে আৰু ইতিমধ্যে তেওঁৰ এঘাৰ সেৰ ওজন কমিছে। দেশসেৱকৰ কাৰণে দেশবাসীৰ অন্তৰত সহানুভূতি নিহিত থাকে। এনেকুৱা বাতৰিয়ে সেই সহানুভূতি উদ্ৰেক কৰে। দেশসেৱকৰ ভাবমূৰ্তি মলিন কৰাটো সেই সময়ৰ অসমৰ বাতৰিকাকতৰ সংস্কৃতি নাছিল। অসম বিলাসিনীৰ ভূমিকাও তেনেকুৱাই আছিল। বৰং বেছি সাহসীহে

আছিল। ১৯২৩ চনৰ জুলাই আৰু ডিচেম্বৰৰ সংখ্যাকেইটাত দুখীয়া খেতিয়ক-বনুৱাৰ শ্রেণীস্বার্থ সুৰক্ষাৰ আৰু কার্যবাহিকাৰ পৰা বিচাৰ বিভাগৰ পৃথকীকৰণৰ প্রয়োজনীয়তা, জাতীয় পতাকাৰ সন্মান ৰক্ষাৰ আহ্বান, মহাত্মা গান্ধীৰ প্রশস্তি, তুৰস্কত গাজী কামাল পাছাৰ নেতৃত্বাধীন গণ-সংগ্রামৰ প্রতি অভিনন্দন আদি বিষয়ৰ ওপৰত তেজস্বী সম্পাদকীয় লিখিছিল। ফলত, চৰকাৰে কাকতখন সম্পাদক কৃষ্ণকান্ত ভট্টাচার্যৰ ওপৰত 'ইণ্ডিয়ান প্রেছ আইন' অনুসৰি মোকৰ্দমা কৰি তেওঁক কাৰাদণ্ড বিহিছিল, তেওঁৰ পেঞ্চন বাতিল কৰিছিল আৰু আসাম বিলাসিনী কাকতৰ পৰা ২০০০ (দুহেজাৰ) টকাৰ আমানত দাবী কৰিছিল। চৰকাৰৰ দাবী নমনা কাৰণে কাকতখনৰ প্রকাশ বন্ধ কৰি দিছিল। সেই সময়ত শাসক ইংৰাজৰ বেলিকা এবিধ নিয়ম আৰু শাসিত ভাৰতীয়ৰ কাৰণে অন্যবিধ নিয়ম চলিছিল। এই বৈষম্যৰ বিৰুদ্ধে সাহসৰে থিয় দিয়া বাবে অসমীয়া কাকতৰ বিৰুদ্ধে মানহানিৰ মোকৰ্দমা কৰি সেই সময়ৰ সম্পাদক মহেশ্বৰ বৰুৱাৰ ওপৰত এহেজাৰ টকা জৰিমনা আৰু অনাদায়ে ছমাহৰ কাৰাদণ্ড আৰু প্রিণ্টাৰ তুলসী গগৈৰ ওপৰত ৩০০ টকা জৰিমনা আৰু অনাদায়ে এমাহৰ কাৰাদণ্ড বিহা হৈছিল।

### (৫) শ্রেণী-সংগ্রামত শ্রমিক শ্রেণীৰ পক্ষে

শ্রেণী-চৰিত্রৰ দিশৰ পৰা চাহ-শ্রমিকসকল দ্বৈত চৰিত্রৰ বুলি ক'ব পাৰি। তেওঁলোকক সংগ্রহ কৰা হৈছিল ভাৰতৰ বিভিন্ন প্রান্তৰ ভূমিহীন সর্বহাৰা কৃষিজীৱী সমাজৰ পৰা। চাহ বাগিচাবোৰৰ মালিকানা আৰু পৰিচালনাত পুঁজিবাদী পদ্ধতি প্রযুক্ত হৈছিল। ইয়াৰ চৰিত্রটো আছিল ঔপনিবেশিক। শতকৰা প্রায় নবৈ ভাগ বাগিচাৰ মালিক আছিল বৃটিছ পুঁজিপতি। দেশ-শাসনৰ গৰাকীও আছিল বৃটিছ। খেতিৰ উপযোগী ভূমিৰ বুজন ভাগ চাহ- বাগিচাৰ মালিকানাত আছিল। সেই মাটি বৃটিছ চাহ খেতিয়কসকলে কিনি লোৱা নাছিল। চৰকাৰৰ পৰা 'গ্রাণ্ট' অর্থাৎ অনুদান হিচাপে পাইছিল। চাহ বাগিচাবোৰ বৃটিছ মালিকৰ সুৰক্ষিত আহুতীয়া দুৰ্গৰ দৰে আছিল। তাত বাহিৰা মানুহৰ প্রবেশ নিষিদ্ধ আছিল। বাগিচাৰ বনুৱাসকলৰ অৱস্থা কাৰাবন্দীৰ লেখীয়া আছিল। বহিৰ্বিশ্বৰ লগত তেওঁলোকক কোনো সম্পৰ্ক স্থাপন কৰিবলৈ দিয়া হোৱা নাছিল। তেওঁলোকৰ মজুৰিৰ নিৰিখ ইমান কম আছিল যে বৃটিছ মেডিকেল মিছনৰ প্রতিনিধি দল এটাই তেওঁলোকৰ অৱস্থা অনুসন্ধান কৰিবলৈ আহি আশ্চর্য প্রকাশ কৰিছিল যে ইমান কম মজুৰিত তেওঁলোকে কেনেকৈ প্রাণ ধাৰণ কৰি আছে! আসাম বিলাসিনী, অসমীয়া আদি সেই সময়ৰ বাতৰিকাকতকেইখন শ্রমিক শ্রেণীৰ মুখপত্র নাছিল। সেই বিলাক আছিল জাতীয় মুক্তি আন্দোলনৰ মুখপত্র। জাতীয় স্বার্থ আৰু শ্রমিক শ্রেণীৰ স্বাৰ্থৰ ভিতৰত কোনো সংঘাত নাছিল। সমন্বয়হে আছিল। উভয়ে সংগ্রাম কৰিবলগীয়া হৈছিল বৃটিছ ঔপনিবেশিক সাম্রাজ্যবাদৰ বিৰুদ্ধে। সেই কাৰণে, সংবাদ-পৰিবেশন আৰু সম্পাদকীয় প্রবন্ধৰ মাজেদি এই বাতৰিকাকতসমূহে বৃটিছ শাসন-শোষণৰ নগ্নৰূপ উদঙাই দেখুৱাইছিল। উদাহৰণস্বৰূপে অসম বিলাসিনীৰ ৯/৯/১৯৩৭ তাৰিখৰ সংখ্যাটোৰ সম্পাদকীয়লৈ আঙুলিয়াব পাৰি। তাত লিখা হৈছিল :

'বৃটিছ চৰকাৰে অসমৰ চাহ, ৰেলপথ, জাহাজ-পথ কয়লা আৰু পেট্রোলজাত সামগ্রীৰ কাৰবাৰৰ কাৰণে বৃটিছ কোম্পানীসমূহক ১৭০ কোটি টকা ঋণ দিছে। ৬৭,২৪,০০০ একৰ মাটি কেৱল বৃটিছ চাহ কোম্পানীবোৰকে দিছে। আবণ্টন দিয়া মাটি তিনিবিধ। (১) এবিধ সম্পূর্ণৰূপে খাজনামুক্ত। (২) এবিধৰ খাজনা নাম-মাত্র। (৩) এবিধৰ ওপৰত পূৰা খাজনা। বৃটিছ চাহ কোম্পানীবোৰক দিয়া মাটি উপৰোক্ত (১) আৰু (২) শ্রেণীভুক্ত। (৩) বিধ দিয়া হৈছে অসমীয়া (ভাৰতীয়) বাগিচাবোৰক। প্রথম কেইবছৰমান চাহ বাগিচাত ধন খটুৱাবহে লাগে; লাভ পোৱা নাযায়। সেই কাৰণে, (৩) বিধ মাটি বাকী-খাজনাৰ কাৰণে বাজেয়াপ্ত হৈ চৰকাৰী হয়। তেতিয়া চৰকাৰে (১) বা (২) শ্রেণীভুক্ত কৰি সেই মাটি বৃটিছ কোম্পানীক পত্তন দিয়ে। এইদৰে, অসমীয়া মানুহক শিল্প উদ্যোগৰ কাৰণে উদ্‌গনি দিয়া দূৰৰ কথা, অসমীয়া খেতিয়কক মাটিৰ পৰা বঞ্চিত কৰি ইংৰাজ কোম্পানীক দিয়া হয়। বাতৰিকাকতখনে সেইদিনতে পৰামৰ্শ আগ বঢ়াইছিল যে সকলো মাটিত একে নিৰিখৰ খাজনা হ'ব লাগে আৰু অসমীয়া খেতিয়কসকলকো বৃটিছ কোম্পানীবোৰক দিয়াৰ দৰে সুবিধাজনক চৰ্তত ঋণ দিব লাগে।'

স্বৰাজৰ বাবে গণ আন্দোলন গঢ়ি উঠিব ধৰাৰ লগে লগে স্বাভাৱিকতে কিছুমান আনুষঙ্গিক প্রশ্নৰ উদয় হৈছিল। এই স্বৰাজ কেনেকুৱা হ'ব? সমাজৰ বিভিন্ন শ্রেণীৰ লোকৰ ইয়াত অংশীদাৰত্ব কেনেকুৱা হ'ব? কোনো এখন সংবাদপত্র যে অন্তৰ্দ্বন্দ্ব নোহোৱা একক গোট নহয় সেইটোও ওলাই পৰিছিল। উদাহৰণস্বৰূপে, টাইমচ্ অৱ্ আসামকে চাব পাৰি। তাৰ মালিকানা আৰু আৰ্থিক পৃষ্ঠপোষকতাত আছিল বৃটিছৰ স্বাৰ্থ। সম্পাদক হৈ আছিল সমাজবাদী ভাবধাৰাৰ বুদ্ধিজীৱী কেদাৰনাথ গোস্বামী। মালিক পক্ষৰ স্বাৰ্থ আছিল স্বাধীনতা সংগ্রাম

আৰু শ্ৰমিক আন্দোলনৰ বিপক্ষে। সম্পাদকৰ মন-প্ৰাণ আছিল স্বাধীনতা-সংগ্ৰাম আৰু শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থৰ পক্ষে। স্বাভাৱিকতে সংঘাত আহিল। বিবেক বিক্ৰী কৰি আত্মসমৰ্পণ নকৰা হেতুকে সম্পাদক কেদাৰনাথ গোস্বামীয়ে চাকৰিৰ পৰা খেদা খালে। আনহাতে, আসাম বিলাসিনী আৰু অসমীয়াৰ মালিক স্বদেশী আৰু স্বৰাজৰ পক্ষপাতী হোৱা হেতুকে বৃটিছ মালিক আৰু শ্ৰমিক শ্ৰেণীৰ সংঘাতত শ্ৰমিকৰ পক্ষ ল'লে। ১৯৩৯ চনত বৃটিছ মালিকানাৰ ডিগবৈ তেল কোম্পানীৰ ঐতিহাসিক শ্ৰমিক ধৰ্মঘট হয়। ১৮ এপ্ৰিল ত ৰিখে তিনিজন শ্ৰমিকক গুলীয়াই হত্যা কৰাত আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰে। এই ধৰ্মঘট সম্পৰ্কে অসমীয়া কাকতে নিয়মিতভাৱে বাতৰি প্ৰকাশ কৰি জনসাধাৰণক জাগ্ৰত কৰি ৰাখে। ১৮ এপ্ৰিলৰ গুলী-চালনাৰ খবৰ অসমীয়া কাকতে চকুত পৰাকৈ ছপায় আৰু উচ্চ পৰ্যায়ৰ ন্যায়িক তদন্ত দাবী কৰে। আনহাতে, কলিকতাৰ ষ্টেটচ্‌ম্যান কাকতে শ্ৰমিকবিৰোধী ভূমিকা লয়। অসমৰ কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাই শ্ৰমিকবিৰোধী ভূমিকা নোলোৱা বাবে অসম চৰকাৰক লুণ্ঠনকাৰী দস্যুদল আখ্যা দি ১৫/৭/১৯৩৯ তাৰিখে সম্পাদকীয় প্ৰবন্ধ লিখে। ১/৯/১৯৩৯ তাৰিখে ইংগ-জাৰ্মান যুদ্ধ আৰম্ভ হয় আৰু ৩/৯/১৯৩৯ তাৰিখে 'ভাৰত ৰক্ষা অধিনিয়ম' জাৰি কৰা হয়। এই অধিনিয়মৰ দ্বাৰা ডিগবৈৰ শ্ৰমিক ধৰ্মঘট ধ্বংস কৰা হয়। অসমীয়া বাতৰিকাকতে তথাপি ধৰ্মঘটী শ্ৰমিকসকলৰ পক্ষে বাতৰি প্ৰকাশ কৰি থাকে। অৱশেষত বাতৰি কাকতবোৰৰ ওপৰতো ভাৰত ৰক্ষা অধিনিয়মৰ খড়গাঘাত পৰে। ১৯৩৯ চনৰ ১৮ নৱেম্বৰ তাৰিখে বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰে।

বাতৰিকাকতৰ সংখ্যা আকাৰ আৰু প্ৰচাৰৰ দিশলৈ লক্ষ্য কৰিলে এই কথা ক'ব নোৱাৰি যে সেই সময়ৰ অসমৰ বাতৰিকাকতকেইখন অসমৰ নিঃস্ব শ্ৰমিক চাহ বাগিচাৰ বনুৱাসকলৰ প্ৰতি উদাসীন আছিল। এই কথাটো সততে মনত ৰখা উচিত যে সেই সময়ৰ বাতৰিকাকতসমূহৰ 'মিছন' আছিল জাতীয় স্বাধীনতা। সাধাৰণতে জাতিৰ এৰাব-নোৱাৰা আৰু অতি নিঃকিন আৰু নিষ্পেষিত অংশ হিচাপেই এই বনুৱাসকলৰ প্ৰতি দৃষ্টিপাত কৰা হৈছিল— শ্ৰেণীসংগ্ৰামৰ আহিলা হিচাপে নহয়। কিন্তু কোনো কোনো সময়ত 'বনুৱা' হিচাপেও তেওঁলোকৰ সমস্যা আৰু দাবীসমূহ দাঙি ধৰা হৈছিল। অসমীয়া কাকতৰ ১৯৩৯ চনৰ ২৪ জুন, ১৫ জুলাই, ১৮ নৱেম্বৰ আৰু ২৭ নৱেম্বৰৰ সংখ্যাসমূহত তাৰ দৃষ্টান্ত আছে।

অসহযোগ আন্দোলনৰ সময়ৰে পৰা অসমৰ বাতৰিকাকতসমূহে শ্ৰমিক শ্ৰেণীৰ সংগ্ৰামৰ বাতৰি পৰিবেশন কৰিছিল। ১৯২১ চনৰ এপ্ৰিল মাহৰ (১৮৪৩ শকৰ ১০ ব'হাগৰ) সংখ্যাত অসমীয়া কাকতে ডিব্ৰুগড়ৰ ৰেইলৱে ওৱাৰ্কছপত হোৱা ধৰ্মঘটৰ বাতৰি ছপাইছিল। ১৯২৯ চনত অসমত ট্ৰেড ইউনিয়ন আইন অনুসৰি শ্ৰমিক-সংঘৰ পঞ্জীয়ন আৰম্ভ হয়। ১৯৩৫ চনত বিপিন চন্দ্ৰ চক্ৰৱৰ্তীয়ে ধুবুৰী জুইশলা কাৰখানাত মজুৰ সংঘ খুলি তাক পঞ্জীয়ন কৰে। ডিব্ৰু-সদিয়া ৰেইলওৱেত আৰু ডুমডুমা আৰু দৰং জিলাৰ কোনো কোনো ঠাইত ট্ৰেড ইউনিয়ন সংগঠন গঢ়ি উঠিবলৈ ধৰে। এই খবৰবিলাকো অসমীয়া বাতৰিকাকতত প্ৰকাশ পাইছিল।

১৯৩৫ চনৰ ১২ আগষ্ট তাৰিখৰ পৰা শিৱপ্ৰসাদ বৰুৱাৰ মালিকানা আৰু নীলমণি ফুকনৰ সম্পাদনাত প্ৰথম অসমীয়া দৈনিক বাতৰিকাকত দৈনিক বাতৰি যোৰহাটৰ ঠেঙালৰ পৰা প্ৰকাশ হ'বলৈ লয়। এই কাকতখন সংগ্ৰামী জাতীয়তাবাদী নাছিল। ই নৰমপন্থী আছিল। অম্বিকাগিৰি ৰায়চৌধুৰীৰ ডেকা অসমৰ সুৰতে এই কাকতখনেও অসমীয়া জাতীয়তাৰ ওপৰত বেছি গুৰুত্ব দিছিল। অকল এই দুখন বাতৰিকাকতেই নহয়, অসমৰ প্ৰায় আটাইকেইখন বাতৰিকাকতেই অসমৰ সুকীয়া জাতীয় সত্তাৰ সত্যতা উপলব্ধি কৰিছিল আৰু ভাৰতীয় মহা-জাতীয়তাৰ চাৰিবেৰৰ ভিতৰত অসমৰ বিশিষ্ট জাতীয় সত্তাৰ প্ৰচাৰ চলাইছিল। সেই উদ্দেশ্যও অসমৰ সুকীয়া বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয়, ছিলেট বিচ্ছেদ, মৈমনসিঙীয়া আমদানিৰ বিৰোধিতা আদি কৰাত অ-কংগ্ৰেছী ব্যক্তি আৰু সংগঠনৰ বক্তব্য আৰু যুক্তিও প্ৰকাশ কৰিছিল।

সংগ্ৰামী জাতীয়তাবাদৰ প্ৰচাৰক হোৱাৰ উপৰিও সেই সময়ৰ অসমীয়া বাতৰিকাকতকেইখনে নাৰী-মুক্তি, মাদকতা আৰু অস্পৃশ্যতা বৰ্জন, খাদী আৰু স্বদেশী-প্ৰচলন, গাওঁ-সংগঠন আদি গঠনমূলক কামৰো প্ৰচাৰ চলাইছিল।

ভাৰতৰ স্বাধীনতাৰ কাৰণে সংগ্ৰাম কৰাৰ লগে লগে অসমৰ বাতৰিকাকতসমূহে অসমীয়া জাতিসত্তাৰ অস্তিত্বৰ কাৰণেও যুঁজ দিবলগীয়া হৈছিল। কুৰি শতিকাৰ আৰম্ভণিৰে পৰা পূব-বংগৰ (বিশেষকৈ মৈমনসিং জিলাৰ) পৰা প্ৰতি বছৰে লাখ লাখ ভূমিহীন খেতিয়ক অসমলৈ দলবদ্ধভাৱে আহি আবাদযোগ্য খালি ঠাইবোৰ দখল কৰি লৈছিল। স্বৰাজৰ কাৰণে হোৱা অসহযোগী গণ আন্দোলনৰ বিপৰীত পক্ষ হিচাপে চৰকাৰে এই প্ৰব্ৰজনক উৎসাহ আৰু সহায় আগবঢ়াইছিল। পাতল জনবসতিৰ অসম প্ৰদেশলৈ এনেকুৱা গণ-প্ৰব্ৰজনৰ সোঁত বোৱাৰ ফলত অসমৰ জন-গাঁথনিৰ বিপজ্জনক পৰিৱৰ্তন হৈ অসমীয়া জাতিৰ অস্তিত্ব বিপন্ন হোৱাৰ

আশংকা হৈছিল। এই সংকটৰ কালত অসমীয়া বাতৰিকাকতকেইখনে অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত মূল্যবান অৰিহণা আগ বঢ়াইছিল।

**(৬) ভাৰত যেতিয়া স্বাধীনতাৰ দুৱাৰ-ডলিত**

১৯৪২ চনৰ ৮ আগষ্ট তাৰিখে বোম্বাইৰ চৌপট্টীত দিয়া আৱেগপূৰ্ণ ভাষণত গান্ধীজীয়ে জাতীয়তাবাদী বাতৰিকাকতসমূহক বৃটিছ চৰকাৰৰ দমন-নীতিৰ প্ৰতিবাদত ১৬ আগষ্টৰ পৰা ১২ ছেপ্টেম্বৰলৈকে প্ৰকাশ বন্ধ ৰাখিবলৈ আহ্বান দিছিল। সেই আহ্বানৰ প্ৰতি সঁহাৰি জনাই ১৭ খন জাতীয় কাকতৰ লগতে অসমীয়া আৰু আসাম সেৱক কাকতেও প্ৰকাশ বন্ধ কৰিছিল। ন আগষ্ট তাৰিখে জাতীয় নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ পিছত উত্তেজিত ৰাইজে উৰাবাতৰি আৰু প্ৰতিৰোধৰ গোপন কেন্দ্ৰৰ পৰা কংগ্ৰেছৰ নামত প্ৰচাৰ কৰা চাইক্লোষ্টাইল বুলেটিন আৰু প্ৰচাৰপত্ৰৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হৈছিল। চৰকাৰে ভাৰত ৰক্ষা বিধানৰ ৪১ (খ) 41 (i) (b) বিধি ১৯৪২ চনৰ ৮ আগষ্ট তাৰিখৰ পৰা বলবৎ কৰে। সেই অনুসৰি কংগ্ৰেছী আন্দোলন বা তাৰ বিৰুদ্ধে চৰকাৰী ব্যৱস্থাৰ বিষয়ে চৰকাৰী বিজ্ঞপ্তি আৰু চৰকাৰৰ দ্বাৰা স্বীকৃত সংবাদ সৰবৰাহৰ মাধ্যমত বাহিৰে আন কোনো বাতৰি প্ৰকাশ কৰিব নোৱাৰে। ইয়াৰ আগত ১৯৪২ চনৰ ৩১ জুলাই তাৰিখে ভাৰত চৰকাৰৰ প্ৰেছ উপদেষ্টাই সতৰ্ক কৰি দিছিল যে কংগ্ৰেছে আৰম্ভ কৰিব খোজা আন্দোলন সমৰ্থন কৰি লিখা কোনো প্ৰবন্ধপাতি বাতৰিকাকতসমূহে আগতে কৰ্তৃপক্ষক নেদেখুৱাকৈ প্ৰকাশ কৰিব নোৱাৰিব। এইদৰে আগতীয়া পৰীক্ষা (pre-censorship)ৰ ব্যৱস্থা কৰা হৈছিল। উপৰোক্ত বাধা-নিষেধবোৰৰ কাৰণে অসমীয়া কাকত বন্ধ কৰি দিবলগীয়া হৈছিল। ১৯৪৪ চনতহে তাৰ পুনৰ প্ৰকাশ আৰম্ভ হয়।

দায়িত্বশীল বাতৰি কাকতমূহৰ প্ৰচাৰ এইদৰে বন্ধ হৈ যোৱাৰ ফলত সেই সংকটজনক আৰু গুৰুত্বপূৰ্ণ কালছোৱাত মানুহে সঁচা খবৰ নোপোৱা হৈছিল। মানুহ বাতৰিৰ কাৰণে বিয়াকুল। তাৰে সুযোগ লৈ কিছুমান মানুহে উদ্দেশ্যপ্ৰণোদিতভাৱে উৎকণ্ঠিত, আবেগবিহ্বল উত্তেজিত জনতাৰ মাজত অসত্য, অৰ্দ্ধ-সত্য আৰু উৰা বাতৰিবোৰৰ প্ৰচাৰ কৰিবলৈ ধৰিলে। সেইবোৰে জুলাজুইত ঘিঁউ ঢালিলে।

আঠ আগষ্টৰ 'ভাৰত ত্যাগ' প্ৰস্তাৱটোৰ শেহৰ ফালে আছিল যে বিগত ২২ বছৰৰ আন্দোলনৰ দৰে প্ৰস্তাৱিত আন্দোলনটোও শান্তিপূৰ্ণ হ'ব আৰু তাৰ নেতৃত্ব দিব মহাত্মা গান্ধীয়ে। সেই দায়িত্ব গ্ৰহণ কৰিবলৈ নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে মহাত্মা গান্ধীক অনুৰোধ কৰিছিল ; কি আৰু কেনেকুৱা পদক্ষেপ ল'ব লাগে সেইটো গান্ধীজীয়ে নিৰ্ণয় কৰাৰ কথা আছিল। কিন্তু সেইমতে কাম আৰম্ভ কৰিব পৰাৰ আগতে চৰকাৰে ৯ আগষ্টৰ দোকমোকালিতে মহাত্মা গান্ধী আৰু কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ কৰিলে। সত্য-সংবাদ পৰিবেশন কৰিবলৈ দায়িত্বশীল বাতৰিকাকতবোৰ নাই। কিছুমান ভুৱা নিৰ্দেশ আৰু উৰা বাতৰি মানুহৰ একমাত্ৰ সম্বল হ'ল। এনে বহুত ধ্বংসমূলক আৰু অহিংস কাম সংঘটিত হ'ল— যিবোৰ কংগ্ৰেছৰ নীতি আৰু পৰম্পৰাৰ সম্পূৰ্ণ বিৰোধী। চৰকাৰে সেইটোকে বিচাৰিছিল। কংগ্ৰেছৰ বদনাম ৰটনা কৰিবৰ বাবে এই চক্ৰান্তৰ জাল পাতিছিল। বিব্ৰত আৰু হতভম্ব হৈ গান্ধীজীয়ে ১৪ আগষ্ট তাৰিখে কাৰাগাৰৰ পৰা বৰলাটলৈ লিখিলে :

"ভাৰত চৰকাৰে অন্ততঃ মই গণ-আন্দোলন মুকলি কৰাৰ সময় পৰ্যন্ত অপেক্ষা কৰাটো উচিত আছিল। মই ৰাজহুভাৱে ঘোষণা কৰিছিলোঁ যে কোনো বাস্তৱ কৰ্মত অৱতীৰ্ণ হোৱাৰ আগতে মই আপোনাক লিখিতভাৱে জনাম।"

অসমৰ বাতৰিকাকতবোৰ বন্ধ হৈ থকা বাবে অসমৰ ৰাইজে আৰু কংগ্ৰেছ কৰ্মীসকলে এই চিঠিৰ বিষয়ে গম নাপালে। চৰকাৰে ইচ্ছা কৰিয়ে কংগ্ৰেছক শ'লঠেকত পেলোৱাৰ উদ্দেশ্যে এই চিঠিৰ কথা গোপন কৰি ৰাখিলে। তেতিয়ালৈকে অসমত কোনো হিংসাত্মক কাম সংঘটিত হোৱা নাছিল। এই চিঠিৰ কথা সদৰী হোৱা হ'লে অসমত কংগ্ৰেছৰ ঐতিহ্য-বিৰোধী হিংসামূলক কামবিলাক নহ'লহেঁতেন। অন্ততঃ ইমান ব্যাপকভাৱে নহ'লহেঁতেন। বাতৰিকাকতবিলাক বন্ধ হৈ থকা বাবে ৰাইজে গান্ধীৰ ইচ্ছাৰ কথা নাজানিলে আৰু ফলত ইমান অঘটনবোৰ ঘটিল।

অসমৰ ৰাইজে আনকি গান্ধীজীয়ে বৰলাটলৈ ১৯৪২ চনৰ ২৩ ছেপ্টেম্বৰ তাৰিখৰ এই চিঠিৰ কথাও গম নাপালে যে :

"সমস্ত কংগ্ৰেছ নেতাক গ্ৰেপ্তাৰ কৰা কাৰ্যই ৰাইজক উত্তেজিত, ক্ৰোধান্ধ আৰু আত্ম-সংযমহীন কৰা যেন অনুমান হয়। মই ভাবোঁ যে যিবিলাক ধ্বংসমূলক কাম সংঘটিত হ'ল তাৰ বাবে কংগ্ৰেছ নহয়, চৰকাৰহে দায়ী।"

১৯৪৩ চনৰ ১৫ জুলাই তাৰিখে গান্ধীজীয়ে ভাৰত চৰকাৰৰ গৃহ-বিভাগলৈ লিখা চিঠিত উল্লেখ কৰিছে যে আঠ আগষ্ট তাৰিখে নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভা শেষ হোৱাৰ পিছতে তেওঁ তলত উল্লেখ কৰা কথাবিলাক সন্নিবিষ্ট কৰি কংগ্ৰেছ কৰ্তৃপক্ষই এখন চাৰ্কুলাৰ পঠিওৱাৰ

কথা চিন্তা কৰিছিল, কিন্তু আকস্মিক গ্ৰেপ্তাৰে সেইটো হ'বলৈ নিদিলে। সেই চাৰ্কুলাৰত থাকিলহেঁতেন :

"যেতিয়ালৈকে মহাত্মাই সিদ্ধান্ত নলয়, তেতিয়ালৈকে কোনো আন্দোলন কৰাটো নাইবা সেই দিশত কোনো কাম আৰম্ভ কৰাটো অনুচিত। তেওঁ হয়তো অহিংস ধৰণৰ সিদ্ধান্তও ল'ব পাৰে। সেই কাৰণে তেওঁৰ সিদ্ধান্তৰ আগতে কোনো কাম কৰিলে ডাঙৰ ভুলো হৈ যাব পাৰে। সাজু থাকা। তৎক্ষণাৎ সংগঠিত হোৱা। সজাগ থাকা। কিন্তু নিৰ্দিষ্ট নিৰ্দেশ নহালৈকে কোনো কামত অৱতীৰ্ণ নহ'বা।"

কংগ্ৰেছৰ ইতিহাস ৰচক পট্টভি সীতাৰামায়াৰ টোকাত এই কথাবোৰ আছে। কিন্তু বিয়াল্লিছৰ আন্দোলনৰ সময়ত আন্দোলনকাৰীসকলে এই কথাবোৰ জনা নাছিল। বিশ্বাস আৰু নিৰ্ভৰযোগ্য বাতৰিকাকতৰ অভাৱৰ কাৰণে সেই সময়ত নহ'বলগীয়া বহুত কথা হৈছিল। ১৯৪৪ চনৰ পৰা আকৌ বাতৰিকাকতবোৰৰ প্ৰচলন আৰম্ভ হ'ল। তেতিয়া মানুহে পুনৰ দেশৰ বাতৰি পোৱা হ'ল। ভগ্ন-মনোৰথ মানুহবিলাকে পুনৰ আত্ম-বিশ্বাস ফিৰাই পাবলৈ ধৰিলে।

ইমানদিনে মানুহে ১৯৪২-৪৩ৰ ঘটনাবোৰক কংগ্ৰেছৰ আন্দোলন বুলি বিশ্বাস কৰি আহিছিল। কিন্তু অসমীয়া বাতৰিকাকতত পণ্ডিত জৱাহৰলাল নেহৰু, বল্লভভাই পেটেল আৰু গোবিন্দ বল্লভ পন্তৰ ১৯৪৫ চনৰ ২১ নৱেম্বৰত স্বাক্ষৰিত এটা বিবৃতিত কোৱা হ'ল যে "নিখিল ভাৰত কংগ্ৰেছ কমিটি বা মহাত্মা গান্ধীয়ে আনুষ্ঠানিকভাৱে কোনো আন্দোলন আৰম্ভ কৰা নাছিল।"

কংগ্ৰেছৰ সত্যাগ্ৰহী পদ্ধতিৰ আন্দোলনৰ যুগৰ ওৰ পৰিল। এতিয়া বাতৰিকাকতত প্ৰকাশ পাবলৈ ধৰিলে সুভাস বসুৰ নেতৃত্বাধীন ভাৰতীয় জাতীয় বাহিনীৰ (I N A) বন্দী সেনানীসকলৰ সামৰিক আদালতত বিচাৰ আৰু তাত কংগ্ৰেছী আইনজ্ঞসকলৰ ওকালতি,সেই বন্দী সেনানীসকলৰ মুক্তিৰ দাবীত গণ-বিক্ষোভ, ভাৰতীয় নৌ-বাহিনীৰ বিদ্ৰোহৰ খবৰ ইত্যাদি বেলেগ ধৰণৰ গণ-আন্দোলনৰ খবৰ। বাতৰিকাকতবোৰত প্ৰকাশ পোৱা ব্যাপক গণ-বিক্ষোভ ৰেল ধৰ্মঘটৰ প্ৰস্তুতি, ইত্যাদি নতুন ধৰণৰ গণ-সংগ্ৰামৰ খবৰ। এনে সময়তে আহিল বৃটিছ কেবিনেট মিছন। আন্তৰ্জাতিক পৰিস্থিতি আৰু মিত্ৰ-শক্তিৰ আন আন সহযোগী সদস্য ৰাষ্ট্ৰৰ হেঁচাত অনিচ্ছুক বৃটিছ চৰকাৰে ক্ষমতা হস্তান্তৰৰ প্ৰস্তাৱ লৈ ভাৰতৰ লগত আলোচনা কৰিবলৈ বাধ্য হোৱাৰ খবৰ বাতৰিকাকতসমূহত প্ৰকাশ হ'বলৈ ধৰিলে। এই কালছোৱাতে মুছলিম লীগৰ দ্ৰুত শক্তি-বৃদ্ধি আৰু পাকিস্তানৰ দাবীৰ খবৰো বাতৰিকাকতবোৰত প্ৰকাশ পালে।

এই শতিকাৰ বিছৰ দশকৰে পৰা অসমৰ বাতৰিকাকতকেইখনে সাৱধানবাণী শুনাই আহিছিল যে যেনেকুৱা বিৰাট পৰিসৰত পৰিকল্পিতভাৱে অসমলৈ মৈমনসিঙীয়াৰ সোঁত বোৱাই থকা হৈছে সেইটো প্ৰতিৰোধ নকৰিলে অচিৰে অসমৰ জন-গাঁথনিত বিৰাট বিপৰ্যয় ঘটিব। সেই সময়ৰ ৰাজনৈতিক নেতৃত্বই প্ৰশ্নটোৰ ওপৰত প্ৰয়োজনীয় গুৰুত্ব নিদিয়া কাৰণে সেই সোঁত প্ৰতিহত হ'ব দূৰৰ কথা সি আৰু বেছি বেগৱন্তহে হ'ল। ফলত মহম্মদ আলি জিন্নাৰ নেতৃত্বত মুছলিম সাম্প্ৰদায়িকতাই সম্প্ৰসাৰণবাদী ৰূপ ল'লে আৰু অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ দাবী উত্থাপন কৰিলে। মুছলিম সাম্প্ৰদায়িকতাক তোষণ কৰিবলৈ গৈ অসমৰ অস্তিত্বকে বিপন্ন কৰা হ'ল। অসমৰ বাতৰিকাকতসমূহে ইয়াৰ বিৰুদ্ধে জনমত তৈয়াৰ কৰাত সফল হ'ল। 'সৰ্ব-ভাৰতীয়' নেতৃত্বই ভাৰতক খণ্ডিত কৰি হ'লেও ৰাজ-ক্ষমতা পাবৰ কাৰণে ইমান খকুৱা হৈছিল যে 'গ্ৰুপ-চি'ৰ জলঙাৰে অসমক পাকিস্তানৰ হাতত তুলি দিবলৈ উদ্যত হৈছিল। মহাত্মা গান্ধীৰ আশীৰ্বাদ, অসমৰ বাতৰিকাকতসমূহৰ দেশপ্ৰেমিক ভূমিকা আৰু গোপীনাথ বৰদলৈদেৱৰ সাহসী নেতৃত্বৰ সমাহাৰত গঢ়ি উঠা সংগ্ৰামী গণ-চেতনাইহে অসমক পাকিস্তানৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিলে। অসম ৰক্ষা পৰিল। কিন্তু ভাৰতৰ ঐক্য আৰু অখণ্ডতা ৰক্ষা নপৰিল। সাম্ৰাজ্যবাদ আৰু সাম্প্ৰদায়িকতাবাদৰ যুটীয়া অপশক্তিৰ ওচৰত ভাৰতৰ 'জাতীয়' নেতৃত্বই আত্মসমৰ্পণ কৰিলে। ধৰ্মীয় সাম্প্ৰদায়িকতাৰ ভিত্তিত ভাৰত খণ্ডিত হ'ল।

**(৭) স্বৰাজৰ পিছত বাতৰিকাকতৰ স্বাধীনতা**

এই প্ৰবন্ধটোত 'বাতৰি কাকত' শব্দটো বহুল অৰ্থত ব্যৱহাৰ কৰা হৈছে। দৰাচলতে ইয়াৰ ভিতৰত তিনি ধৰণৰ বেলেগ স্বাৰ্থ নিহিত আছে। এই স্বাৰ্থসমূহৰ ভিতৰত পৰস্পৰ-বিৰোধো আছে; পাৰস্পৰিক সমস্বাৰ্থও আছে। বাতৰিকাকত শিল্প-প্ৰতিষ্ঠান যিমানেই বৃহৎ হোৱাৰ পিনে গতি কৰিব সিমানেই এই স্বাৰ্থ তিনিটাৰ ভিতৰত সংঘাত বৃদ্ধি পাব। কিন্তু সৰু আৰু মজলীয়া শ্ৰেণীৰ বাতৰিকাকতৰ সংখ্যাহে অসমত সৰহ হোৱা হেতুকে আমি ইয়াত আভ্যন্তৰীণ স্বাৰ্থ-সংঘাতৰ প্ৰতি সদ্যহতে আওকাণ কৰি সম-স্বাৰ্থৰ দিশটোতে গুৰুত্ব দিব পাৰোঁ।

স্বাধীন ভাৰতৰ সংবিধানখনত বাতৰিকাকতৰ স্বাধীনতা বুলি বেলেগ কোনো বস্তু নাই। ভাৰতৰ

সংবিধানৰ তৃতীয় ভাগত অর্থাৎ ১২ অনুচ্ছেদৰ পৰা ৩৫ অনুচ্ছেদলৈকে মৌলিক অধিকাৰসমূহ আৰু তাৰ বিবৃতি আৰু সাংবিধানিক প্রতিকাৰৰ ব্যৱস্থাসমূহ সন্নিবিষ্ট কৰা হৈছে।

সংবিধানৰ ১৪ অনুচ্ছেদ অনুসৰি ভাৰতৰ সকলো বাসিন্দাৰ আইনৰ দৃষ্টিত সমান অধিকাৰ— তেহেঁলে তেওঁ ভাৰতৰ নাগৰিক হওক বা নহওক। কোনো ব্যক্তিকে আইনৰ সমান অধিকাৰ আৰু সংৰক্ষণৰ পৰা বঞ্চিত কৰিব নোৱাৰে।

সংবিধানৰ ১৯ অনুচ্ছেদটো কেৱল নাগৰিকৰ ক্ষেত্ৰত প্রযোজ্য। এই নাগৰিক কোনো এজন ব্যক্তি নাইবা আইনে ব্যক্তি হিচাপে স্বীকৃতি দিয়া নাগৰিকৰ 'গোট' হ'ব পাৰে। ১৯ (১) (ক) অনুচ্ছেদে বাক্ আৰু অভিব্যক্তিৰ স্বাধীনতা সংৰক্ষিত কৰিছে। ১৯ (১) (ছ) অনুচ্ছেদৰ দ্বাৰা বৃত্তি, উপজীৱিকা, বেহা-বেপাৰ বা কাৰবাৰ চলোৱাৰ মৌলিক অধিকাৰ সংৰক্ষিত কৰিছে। এই সাংবিধানিক ব্যৱস্থাকেইটাই বাতৰিকাকতৰ মৌলিক অধিকাৰ সাব্যস্ত আৰু সংৰক্ষিত কৰিছে। ভাৰতৰ উচ্চতৰ ন্যায়ালয়ে সুস্পষ্ট ৰায় কেইটামানৰ যোগেদি এই অধিকাৰসমূহৰ সুৰক্ষাৰ ব্যৱস্থা কৰিছে।

অধিকাৰৰ লগে লগে বাতৰিকাকতসমূহৰ দায়িত্বৰ দিক এটাও আছে। এই দুয়োটা দিশ চোৱাচিতা কৰি বাতৰিকাকতসমূহৰ উচ্চমান ৰক্ষা কৰাৰ উদ্দেশ্যে ১৯৬৫ চনত ভাৰতৰ প্রথমখন প্রেছ কাউন্সিল আইন কৰা হয়। ১৯৬৬ চনৰ পৰা ১৯৭৪ চনলৈকে এই আইনৰ দ্বাৰা গঠন কৰা প্রেছ কাউন্সিলে কিছুমান গোচৰ নিষ্পত্তি কৰে। সেই অভিজ্ঞতাৰ ভিত্তিত ১৯৭৮ চনত দ্বিতীয় প্রেছ কাউন্সিল আইন গ্রহণ কৰা হয়। এই প্রেছ কাউন্সিলৰ অধ্যক্ষ হিচাপে উচ্চতম ন্যায়ালয়ৰ অৱসৰ-প্রাপ্ত ন্যায়াধীশ এগৰাকীক নিয়োগ কৰা হয়। চৰকাৰ আৰু বাতৰিকাকতৰ অভিজ্ঞতা লোক কেইগৰাকীমানক ইয়াৰ সদস্য হিচাপে লোৱা হয়। যদিও এই কাউন্সিলৰ শাস্তি দিব পৰা ক্ষমতা নাই, তথাপি সেই আইনৰ ১৩ আৰু ১৫ ধাৰাত ব্যৱস্থা কৰা ক্ষমতাসমূহৰ বলত এই কাউন্সিলে মূল্যবান উপদেশমূলক সিদ্ধান্তৰ দ্বাৰা সংশ্লিষ্ট পক্ষসমূহক সঠিক আচৰণৰ দ্বাৰা বৃত্তিটোৰ সন্মান আৰু মৰ্যাদা ৰক্ষা কৰাত অৰিহণা যোগাবলৈ যথেষ্ট উদ্‌গনি আৰু উপদেশ দিছে। অৱশ্যে, বিশেষকৈ বাতৰিকাকতসমূহৰ দিশৰ পৰা দাবী উঠিছে যে এই কাউন্সিলক 'শাস্তি দান'ৰ ক্ষমতাও দিয়া উচিত। অসমৰ কেইগৰাকীমান প্রথিতযশা সাংবাদিকে এই কাউন্সিলৰ সদস্য হিচাপে মূল্যবান সেৱা আগবঢ়াইছে। অসমৰ পৰা যোৱা ভালেমান গোচৰ এই কাউন্সিলে বিচাৰ কৰি ৰায় দিছে। তাৰ ভিতৰত বাতৰিকাকতৰ স্বাধীনতাৰ ওপৰত আক্রমণ হোৱা বুলি উত্থাপিত হোৱা কেইটামান গোচৰ সম্পৰ্কে ইয়াত উল্লেখ কৰিব খোজোঁ। তাৰ আগতে এই কথাটো কৈ থোৱাটো প্রাসঙ্গিক হ'ব যে বাতৰিকাকতৰ স্বতন্ত্রতাৰ ওপৰত আক্রমণ নতুন বা অত্যাধুনিক কথা নহয়। ১৯৪৭-৪৮ চনৰ কথা। তেতিয়াও ভাৰতৰ সংবিধান গৃহীত হৈ উঠা নাই। লোকপ্রিয় গোপীনাথ বৰদলৈ ডাঙৰীয়া অসমৰ 'প্রধান মন্ত্রী' আৰু মৌলানা তৈয়বউল্লা চাহাব প্রচাৰ বিভাগৰ মন্ত্রী। আসাম ট্রিবিউন কাকতখন ডিব্রুগড়ৰ পৰা ভটিয়াই আহি গুৱাহাটীত থিতাপি লৈছে। নতুনকৈ দৈনিক কাকত হিচাপে ওলাইছে। কাকতখনৰ নীতি জাতীয়তাবাদী; কিন্তু কংগ্রেছৰ বশংবদ নহয়। কিবা কাৰণত অসম চৰকাৰৰ বিশেষকৈ প্রচাৰ বিভাগৰ মন্ত্রী মহোদয়ৰ লগত কাকতখনৰ মতভেদ হ'ল। কাকতৰ স্বত্বাধিকাৰী ৰাধাগোবিন্দ বৰুৱা সহজে সৈমান নোহোৱা দেখি বিতুষ্ট চৰকাৰে কাকতক বিজ্ঞাপন নিদিয়া হ'ল, চৰকাৰী আৰু চৰকাৰ পৰিচালিত অনুষ্ঠান-প্রতিষ্ঠানবোৰত কাকতখন নাৰাখি কলিকতাৰ কাকত ৰখা হ'ল, চৰকাৰৰ পৰা পাবলগীয়া ধন আটক কৰি ৰাখিবলগীয়া হ'ল। উপায় নাপাই কাকতৰ মালিকে চৰকাৰৰ ওচৰত নতি স্বীকাৰ কৰিবলগীয়া হ'ল। বৰদলৈৰ অত্যন্ত অনুগত আৰু সেই সময়ত অসম চৰকাৰৰ প্রচাৰ বিভাগৰ অন্যতম কর্মকর্তা শ্রীযুত সতীশচন্দ্র কাকতীক কাকতখনৰ সম্পাদক কৰা হ'ল। নহ'লে আমাৰ দেশপ্রেমিক কংগ্রেছী চৰকাৰৰ (সিও বৰদলৈ ডাঙৰীয়াৰ নেতৃত্বৰ) হাতত অসমৰ একমাত্র দৈনিক কাকতখনৰ অকাল মৃত্যু হ'লহেঁতেন।

স্বাধীন ভাৰতৰ সংবিধান ৰচনা কৰিবলৈ নির্বাচিত হোৱা সদস্যসকলৰ ভিতৰত জাতীয় স্বাধীনতা সংগ্রামৰ শীর্ষস্থানীয় নেতা, সাংবিধানিক আইনজ্ঞ, অভিজ্ঞ প্রশাসক আৰু সামাজিক নেতা আছিল। এই সংবিধান ৰচয়িতা পৰিষদে প্রায় তিনি বছৰ (২ বছৰ ১১ মাহ ১৮ দিন) পৰিশ্রম কৰি আৰু খচৰা-সংবিধানখন ১১৪ দিন আলোচনা-বিলোচনা কৰি ১৯৪৯ চনৰ ২৩ নৱেম্বৰ তাৰিখে চূড়ান্ত ৰূপ দিয়ে আৰু ১৯৫০ চনৰ ২৬ জানুৱাৰী তাৰিখৰ পৰা ই বলবৎ হয়। এই সংবিধানৰ তৃতীয় ভাগত মৌলিক অধিকাৰসমূহ উল্লিখিত হয়। তাৰ ভিতৰত গুৰুত্বপূর্ণ আছিল ১৯ অনুচ্ছেদত বর্ণিত ব্যক্তি-স্বাধীনতাৰ ব্যৱস্থাসমূহ। তাৰ ভিতৰতো বিশেষ উল্লেখযোগ্য আছিল মত-প্রকাশৰ স্বাধীনতা। ১৯ (১) (ক) অনুচ্ছেদত ইয়াৰ উল্লেখ আছে। এই অনুচ্ছেদেই

বাতৰিকাকতৰ স্বাধীনতাকো সামৰি লৈছে। কিন্তু সংবিধান অনুসৰি ৰাষ্ট্ৰ পৰিচালনা কৰাৰ এবছৰ পিছতে ৰাষ্ট্ৰৰ পৰিচালকসকলে সাধাৰণভাৱে ব্যক্তি-স্বাধীনতা আৰু বিশেষভাৱে বাতৰিকাকতৰ স্বাধীনতাৰ মূৰত অঙ্কুশৰ টান লগায়। ১৯৫১ চনত সংবিধানৰ প্ৰথম সংশোধন সাধন কৰি ১৯৫১ চনৰ ১৮ জুন তাৰিখৰ পৰা ইয়াক বলবৎ কৰে। এই সংশোধন অনুসৰি বাক্-স্বাধীনতাৰ (বাতৰিকাকতৰ স্বাধীনতাক অন্তৰ্ভুক্ত কৰি) ওপৰত বহুত নতুন বাধা-নিষেধ আৰোপ কৰা হয়। চৰকাৰৰ মতে সুবিবেচনাসম্মত হ'লেই এই বাধা-নিষেধবোৰ আৰোপ কৰি আইন পাছ কৰি ল'ব পৰা হয়। ১৯৬০ চনৰ অসম বিশেষ ক্ষমতা (প্ৰেছ) আইনখন তেনে এখন আইন।

**(৮) অসম বিশেষ ক্ষমতা (প্ৰেছ) আইন, ১৯৬০**

১৯৫৯-৬০ চনত অসমত ভাষা-ভিত্তিক জাত্যাভিমানে উগ্ৰ ৰূপ ধাৰণ কৰে। অসমৰ দৰে বহু ভাষিক মিশ্ৰ সমাজ এখনত ভাষাৰ প্ৰশ্নটো বৰ স্পৰ্শকাতৰ বিষয়। অসমীয়া ভাষাহে অসমৰ ৰাজ্যভাষা হ'ব লাগে বুলি এটা দাবী বহুদিনৰ পৰা উত্থাপিত হৈ আছিল। বিশ্ববিদ্যালয়ৰ পৰ্যায়লৈকে অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হ'ব লাগে বুলি অসমীয়া শিক্ষক আৰু ছাত্ৰৰ মাজত এটা আন্দোলন গা কৰি উঠে। এই আন্দোলনৰ প্ৰতি সঁহাৰি জনাই চৰকাৰে বিধানসভাত অসম ৰাজ্যভাষা আইন পাছ কৰাই লয়। শিক্ষাৰ মাধ্যম অসমীয়া কৰাৰ কাৰণে আন্দোলনকাৰীসকলে চৰকাৰ আৰু বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ ওপৰত হেঁচা দিয়ে। বিশ্ববিদ্যালয়ৰ চৌহদতে আবদ্ধ নাথাকি ভাষাৰ প্ৰশ্নটোৱে অসমীয়া-বাঙালী বিদ্বেষৰ ৰূপ লয়। বাতৰিকাকতসমূহো নিৰপেক্ষ নাথাকে। বিদ্বেষ আৰু উত্তেজনা প্ৰচাৰৰ ফলত ঠায়ে ঠায়ে গোষ্ঠীগত সংঘৰ্ষ, গৃহদাহ আৰু হত্যা পৰ্যন্ত সংঘটিত হয়। শান্তি-শৃংখলা ৰক্ষাৰ উদ্দেশ্যে আৰু অসমত বসবাস কৰি থকা বিভিন্ন গোষ্ঠী আৰু সম্প্ৰদায়ৰ মাজত শান্তি আৰু মিলাপ্ৰীতি ৰক্ষা কৰাৰ উদ্দেশ্যে চৰকাৰৰ হাতত বিশেষ ক্ষমতা দান কৰি 'অসম বিশেষ ক্ষমতা (প্ৰেছ) আইন, ১৯৬০' (১৯৬১ চনৰ ৩ নং আইন) পাছ কৰা হয়। এই আইনে ১৯৬১ চনৰ ২০ জানুৱাৰী তাৰিখে ৰাষ্ট্ৰপতিৰ সম্মতি লাভ কৰে। ১৯৬১ চনৰ ২০ জানুৱাৰীত অসম ৰাজপত্ৰৰ বিশেষ সংখ্যাত প্ৰকাশিত হৈ ই কাৰ্যকৰী হয়। এই আইন ৰচনাৰ বাবে বিধান সভাত আলোচনা চলি থকা কালত আৰু আইন গৃহীত হোৱাৰ পিছতো ইয়াৰ বিৰুদ্ধে যথেষ্ট সমলোচনা হয়। বাতৰিকাকতৰ স্বাধীনতাৰ অপহৰণ আৰু ইয়াৰ কণ্ঠৰোধৰ অপচেষ্টা বুলি আইনখনক তীব্ৰভাৱে নিন্দা কৰা হয়। কিন্তু ই বাতৰিকাকতবোৰক বহুত পৰিমাণে সংযত কৰে। দৰাচলতে ইয়াৰ ব্যাপক প্ৰয়োগৰ প্ৰয়োজন নোহোৱা হয়।

**(৯) প্ৰেছ কাউন্সিলৰ ভূমিকা: অসমৰ কেইটামান গোচৰ**

সংবিধানৰ ১৯ (১) অনুচ্ছেদত মৌলিক অধিকাৰ হিচাপে স্বীকাৰ কৰা মত প্ৰকাশৰ স্বাধীনতা যাতে বাতৰিকাকতৰ ক্ষেত্ৰত সংৰক্ষিত হয়, ১৯ (২) অনুচ্ছেদে চৰকাৰক দিয়া সংকোচনকৰণৰ ক্ষমতা যাতে জধে-মধে প্ৰয়োগ নকৰি সম্পূৰ্ণ ন্যায়সংগত কাৰণতহে কদা-কাচিৎ ব্যৱহৃত হয়, চৰকাৰ আৰু সংবাদ প্ৰতিষ্ঠানৰ ভিতৰত হৃদ্যতা আৰু সংযমৰ মাজেদি যাতে বাতৰিকাকতৰ স্বাধীনতা ৰক্ষাৰ লগে লগে ইয়াৰ সামাজিক দায়বদ্ধতা আৰু উচ্চ মানদণ্ড সুৰক্ষিত আৰু সমৃদ্ধ হয়, সেই উদ্দেশ্যে নিয়োগ কৰা প্ৰেছ কাউন্সিলৰ ওচৰলৈ অসমৰ পৰাও কিছুমান গোচৰ গৈছিল। কোনো কোনো ক্ষেত্ৰত আবেদনকাৰী আছিল চৰকাৰ। আন কিছুমান ক্ষেত্ৰত বাতৰি কাকত। উদাহৰণ স্বৰূপে:

(ক) তেজপুৰৰ পৰা প্ৰকাশিত অৰ্দ্ধ-সাপ্তাহিক কাকত 'মহাজাতি'ৰ মুখ্য সম্পাদক প্ৰাক্তন সাংসদ পূৰ্ণনাৰায়ণ সিংহই প্ৰেছ কাউন্সিলৰ ওচৰত ১৯৮৩ চনত গোচৰ দিছিল যে পুলিচে গোপনে 'মহাজাতি'ৰ দপ্তৰত সন্ত্ৰাসবাদীৰ পুস্তিকা এখন লুকাই ৰাখি পিছত খানাতালাচ কৰি সেইখন জব্দ কৰি সেই অজুহাতত তেওঁৰ পুত্ৰ আৰু কাকতখনৰ সম্পাদক প্ৰণৱ সিংহক গ্ৰেপ্তাৰ কৰিছিল আৰু আবেদনকাৰীক গ্ৰেপ্তাৰ কৰিবলৈ চেগ চাই আছে। অসম চৰকাৰে অভিযোগ অস্বীকাৰ কৰি কয় যে প্ৰেছত আপত্তিজনক পুস্তিকা ৰখাৰ কাৰণেহে প্ৰণৱ সিংহক গ্ৰেপ্তাৰ কৰা হৈছিল। পুলিচে সন্দেহ কৰাৰ উপযুক্ত কাৰণ আছিল যে মহাজাতি প্ৰেছত এনেকুৱা বে-আইনী কাকত ছপা হৈ থাকে।

প্ৰেছ কাউন্সিলে উভয়পক্ষই দাখিল কৰা শপথ-পত্ৰ আদি পৰীক্ষা কৰি এই সিদ্ধান্তত উপনীত হয় যে 'মহাজাতি' কাকতে অসম আন্দোলন সমৰ্থন কৰি বাতৰি আৰু মন্তব্য আদি প্ৰকাশ কৰাৰ আখেজত পুলিচে ষড়যন্ত্ৰ কৰি কাকতখনৰ সম্পাদকক জুলুম কৰিছে আৰু এই কাৰ্যৰ দ্বাৰা বাতৰিকাকতৰ স্বাধীনতাৰ ওপৰত অন্যায় হস্তক্ষেপ হৈছে। কাউন্সিলে অসম চৰকাৰক সতৰ্ক কৰি দিয়ে যে ভৱিষ্যতে যেন এনে কাম কৰা নহয়।

(খ) ইয়াৰ আগতেও ১৯৮১ চনৰ ২ মাৰ্চ তাৰিখে উক্ত গোচৰীয়া শ্ৰীসিংহই প্ৰেছ কাউন্সিলৰ ওচৰত এটা

অভিযোগ উত্থাপন কৰিছিল। থূল-মূলকৈ সেইটো আছিল এই যে অসম চৰকাৰে 'মহাজাতি' কাকতৰ ওপৰত pre-censorship অৰ্থাৎ প্ৰকাশৰ আগতে পাছ কৰাই ল'বলৈ হুকুম জাৰি কৰিছে। ইয়াৰ কাৰণ হিচাপে তেওঁ কৈছিল যে তেওঁৰ কাকতখনে অসমৰ প্ৰশাসনে অসমৰ জনগণৰ ওপৰত চলোৱা নিৰ্যাতনৰ সত্য সংবাদ পৰিবেশন কৰে।

প্ৰেছ কাউন্সিলে অসম চৰকাৰৰ বক্তব্য বিচৰাত চৰকাৰে স্বীকাৰ কৰে যে মহাজাতি কাকতৰ ওপৰত অসম বিশেষ ক্ষমতা (প্ৰেছ) আইন, ১৯৬০ অনুসৰি 'মহাজাতি'ৰ ওপৰত হুকুম জাৰি কৰা কথাটো সত্য; কিন্তু কেৱল 'মহাজাতি' কাকতৰ ওপৰত নাইবা সত্য সংবাদ প্ৰকাশ কৰা হেতুকে নহয়, সাম্প্ৰদায়িক সম্প্ৰীতি আৰু জনগণৰ শান্তি ভংগ কৰাৰ সম্ভাৱনা থকা বাৰ্তাৰ ওপৰতহে এনেকুৱা বাধা-নিষেধ আৰোপ কৰা হৈছিল। কিন্তু দৈনিক অসম, আসাম ট্ৰিবিউন ইত্যাদি বাতৰিকাকতে গুৱাহাটী উচ্চ ন্যায়ালয়ত দাখিল কৰা লেখ আবেদন বিচাৰ কৰি উচ্চ ন্যায়ালয়ে অসম বিশেষ ক্ষমতা (প্ৰেছ) আইন, ১৯৬০ ৰ ২ (২) (গ) ধাৰাটো সংবিধান বহিৰ্ভূত বুলি ৰায় দিয়াৰ পিছত 'মহাজাতি' আৰু অন্যান্য বাতৰিকাকতৰ ওপৰত বাধা-নিষেধ আৰোপ কৰাটো বন্ধ কৰা হৈছে। চৰকাৰৰ উত্তৰত সন্তুষ্ট হৈ গোচৰীয়াই অভিযোগটো উঠাই লয়। কাউন্সিলে তাৰ ভিত্তিত আবেদন নাকচ কৰে।

(গ) যোৰহাটৰ পৰা প্ৰকাশিত 'দৈনিক জনমভূমি' কাকতৰ সম্পাদক শ্ৰীপ্ৰফুল্ল বৰুৱাই ১৯৭৯ চনৰ এপ্ৰিল মাহত ঘটা এটা ঘটনাৰ সম্পৰ্কত গোচৰ দাখিল কৰি কৈছিল যে কেন্দ্ৰীয় চৰকাৰৰ কেবিনেট মন্ত্ৰী শ্ৰীমোহন ধাৰিয়া ১৯৭৯ চনৰ ১৪ এপ্ৰিল তাৰিখে টোকলাইৰ চাহ গৱেষণা কেন্দ্ৰ চাবলৈ আহিছিল। কেন্দ্ৰীয় মন্ত্ৰীগৰাকীৰ সেই ভ্ৰমণ সম্পৰ্কে সংবাদ সংগ্ৰহ আৰু প্ৰতিবেদন দাখিল কৰাৰ কাৰণে কাকতখনৰ ষ্টাফ ৰিপ'ৰ্টাৰ চালেহ হুছেইনক তালৈ পঠিওৱা হৈছিল। কেন্দ্ৰীয় মন্ত্ৰীগৰাকীৰ লগত অসম চৰকাৰৰ গড়কাপ্টানী আৰু সৰবৰাহ বিভাগৰ মন্ত্ৰী শ্ৰীদুলাল বৰুৱা আৰু যোৰহাট জিলাৰ উপায়ুক্তও তালৈ গৈছিল। কেন্দ্ৰীয় মন্ত্ৰীগৰাকী গৱেষণাগাৰৰ ভিতৰত থকা অৱস্থাত মন্ত্ৰী শ্ৰীদুলাল বৰুৱা বাহিৰলৈ ওলাই আহে। তেওঁ জনমভূমি কাকতৰ ষ্টাফ ৰিপ'ৰ্টাৰ চালেহ হুছেইনক তাত দেখা পাই কোনো প্ৰৰোচনা নোহোৱা সত্ত্বেও অকথ্য ভাষাৰে তিৰস্কাৰ আৰু তৰ্জন-গৰ্জন কৰি কয় যে জনমভূমিত অৰুণাচল প্ৰদেশ আৰু নাগালেণ্ডত গণ্ডগোল হোৱা বুলি মিছা খবৰ প্ৰকাশ কৰা হৈছে। তেওঁ উপায়ুক্তক সেই খবৰ মিছা বুলি বিবৃতি দিবলৈকো কয়। কিন্তু দৰাচলতে জনমভূমিত কোনো অসত্য কথা প্ৰকাশিত হোৱা নাছিল আৰু তাত প্ৰকাশিত কোনো প্ৰতিবেদনকে চৰকাৰ পক্ষৰ পৰা অস্বীকাৰ কৰা হোৱা নাছিল। মন্ত্ৰীগৰাকীৰ আচৰণ আৰু ভীতি-প্ৰদৰ্শনে স্বাধীনভাৱে বাতৰি প্ৰকাশ কৰাৰ বাতৰিকাকতৰ ওপৰত অন্যায় হস্তক্ষেপ হৈছে।

প্ৰেছ কাউন্সিলে অভিযোগটো পঞ্জীয়ন কৰি অসম চৰকাৰৰ পৰা বক্তব্য বিচাৰে। চৰকাৰে উত্তৰত স্বীকাৰ কৰে যে জনমভূমিত প্ৰকাশ হোৱা বাৰ্তাৰবোৰৰ কোনো অস্বীকাৰ বা প্ৰতিবাদ কৰা হোৱা নাছিল। তাৰ কাৰণ হিচাপে কোৱা হয় যে ৰাজ্যখনৰ সীমান্ত অঞ্চলত সংঘটিত হোৱা হিংসাত্মক ঘটনা আৰু গম্ভীৰ অৱস্থা সদৰি কৰিলে চুবুৰীয়া ৰাজ্যৰ লগত ক্ষতিকৰ বাদানুবাদৰ সৃষ্টি হয় বুলি আশংকা কৰা হৈছিল। এই কথাটো স্বীকাৰ কৰা হয় যে মন্ত্ৰী শ্ৰীবৰুৱা আৰু সংবাদদাতা হুছেইনৰ সাক্ষাৎ হৈছিল; কিন্তু বৰুৱাই বাতৰিকাকতক নিয়ন্ত্ৰণ কৰাৰ কথা কোৱা নাছিল; কেৱল এই আশাহে ব্যক্ত কৰিছিল যে এনেকুৱা স্পৰ্শকাতৰ বাৰ্তাৰ প্ৰকাশ কৰাৰ আগতে কাকতে কথাটোৰ সত্যাসত্য ভালকৈ অনুসন্ধান কৰিব লাগে।

প্ৰেছ কাউন্সিলে দৈনিক জনমভূমিৰ ১৯/৪/৭৯ তাৰিখৰ সংখ্যাত প্ৰকাশ পোৱা শ্ৰীবৰুৱাৰ চিঠি এখন বিবেচনা কৰে। সেই চিঠিত বৰুৱাই কয় যে তেওঁৰ সহকৰ্মী বাতৰি যোগনিয়াৰসকলৰ সহানুভূতিৰ বাবে সংবাদদাতাই ১৪/৪/৭৯ তাৰিখৰ ঘটনাটো অতিৰঞ্জিত কৰিছে; তেওঁ বাতৰিকাকতৰ স্বতন্ত্ৰতা সম্পৰ্কে সম্পূৰ্ণ সজাগ।

কাউন্সিলে অনুভৱ কৰে যে সীমান্তৰ স্পৰ্শকাতৰ ঘটনাৰ বাতৰি প্ৰকাশে বৰুৱাক উদ্বিগ্ন কৰাটো সম্ভৱ। তেওঁৰ এই সদিচ্ছাও থাকিব পাৰে যে এনেকুৱা বাতৰি প্ৰকাশত সাৱধানতা অৱলম্বন কৰাটো বাঞ্ছনীয়। কিন্তু কাউন্সিলে ভাবে যে শ্ৰীবৰুৱা আৰু শ্ৰীহুছেইনৰ মাজত কথা কটাকটিত কিছু উষ্মতা হোৱাটো সম্ভৱপৰ কথা। কাউন্সিলে এই মন্তব্য দিয়ে যে যদিও বাতৰিকাকতৰ স্বতন্ত্ৰতা খৰ্ব কৰা বিধৰ কোনো প্ৰকাশ্য কাম হোৱা নাছিল তথাপি তেওঁৰ আচৰণ আৰু বাতৰিকাকতৰ ষ্টাফ ৰিপ'ৰ্টাৰ এজনক বাতৰি পৰিবেশন সম্পৰ্কে সেইভাৱে নিৰ্দেশ

দিয়াটো মন্ত্ৰী এজনৰ কাৰণে সমিচীন কথা নহয়। এনেকুৱা আচৰণে বাতৰিকাকতৰ স্বাধীনতা ক্ষুণ্ন কৰাৰ দৰে হয়। এই মন্তব্যৰে সৈতে বিষয়টো সামৰি থয়।

(ঘ) তেজপুৰৰ পৰা প্ৰকাশিত ‘জয় আই অসম’ পষেকীয়া কাকতৰ সম্পাদক শ্ৰীকে. চি. শৰ্মাই অভিযোগ উত্থাপন কৰে যে তেজপুৰৰ আৰক্ষী অধীক্ষক বি. এন. ফুকনে তেওঁৰ কাকতত মিছা কথাবোৰ প্ৰকাশ কৰা হয় ইত্যাদি চেলেপু অভিযোগবোৰ গাই তেওঁক গ্ৰেপ্তাৰ কৰিব বুলি ভাবুকি দি থাকে আৰু যোৰহাটৰ পৰা প্ৰকাশিত দৈনিক জনমভূমি কাকতৰ তেজপুৰীয়া স্থানীয় সংবাদদাতা হিচাপে ৪/১০/১৯৭৯ তাৰিখৰ জনমভূমিত আদালত অৱমাননাৰ গোচৰৰ সম্মুখীন হোৱা বুলি বাতৰি পৰিবেশন কৰা বুলি তেওঁক গ্ৰেপ্তাৰ কৰিব আৰু ভালকৈ এসেকা দিব বুলি ভাবুকি দেখুৱায়। তাৰ পিছত অসম চৰকাৰে বেআইনীভাৱে ‘জয় আই অসম’ কাকতৰ অফিচ ঘৰটো অধিগ্ৰহণ কৰে আৰু তাত পুলিচ ৰাখে।

১৯৮১ চনৰ ২৭ মাৰ্চত ৰাজ্য চৰকাৰে এই অভিযোগৰ উত্তৰ দি কয় যে ‘জয় আই অসম’ কাকতখন ১৮৬৭ চনৰ প্ৰেছ আৰু কিতাপ পঞ্জীয়ন আইন অনুসৰি পঞ্জীকৃত নোহোৱা কাৰণে এই কাকতখনৰ সম্পৰ্কত তদন্ত চলোৱা হয় আৰু সেই সম্পৰ্কত দৰং জিলাৰ আৰক্ষী অধীক্ষকে তেওঁক তেওঁৰ দপ্তৰলৈ মাতে। লগে লগে তেওঁ অনুসন্ধান কৰে যে সাংবাদিক শ্ৰীশৰ্মাই স্বৰ্গীয় সঞ্জয় গান্ধীৰ বিৰুদ্ধে কিবা আপত্তিজনক মন্তব্য কৰিছিল নেকি? আৰক্ষী অধীক্ষকৰ মতে তেওঁ শৰ্মাৰ প্ৰতি কোনো দুৰ্ব্যৱহাৰ কৰা নাছিল; বৰং শৰ্মাইহে উত্তেজিত হৈ অভিযোগ প্ৰমাণ কৰিবলৈ প্ৰত্যাহ্বান জনাইছিল।

কাউন্সিলে এই সম্পৰ্কত সমস্ত ঘটনা আৰু তথ্যবোৰ বিবেচনা কৰে। কাউন্সিলৰ বিবেচনাত আৰক্ষী অধীক্ষকৰ দৰে উচ্চপদস্থ চৰকাৰী বিষয়া এগৰাকীয়ে তেওঁৰ ওপৰত তেনে কোনো ক্ষমতা ন্যাস্ত নথকা সত্ত্বেও প্ৰেছ আৰু কিতাপ পঞ্জীয়ন আইনৰ ৩ ধাৰা মতে তদন্ত কৰিবলৈ বাতৰিকাকতৰ সম্পাদক এগৰাকীক এইদৰে মাতি আনি এনেকুৱা দুৰ্ব্যৱহাৰ কৰাটো এটা বিৰল ঘটনা। অধীক্ষকগৰাকীয়ে উপযুক্ত কৰ্তৃপক্ষৰ পৰা কোনো অনুৰোধ পাই তেনে কৰা বুলিও দাবী কৰা নাই। যদি ধৰি লোৱা হয় যে তেওঁ সদিচ্ছাৰে সৈতে উক্ত আইন সম্পৰ্কিত অনুসন্ধান কৰিছিল, তথাপি সেই অনুসন্ধানৰ লগত সম্পাদকগৰাকীৰ ‘জনমভূমি’লৈ পঠিওৱা বাতৰিৰ কোনো সম্পৰ্ক নাছিল। অধীক্ষকগৰাকীয়ে তেওঁৰ বক্তব্যৰ সমৰ্থনত কোনো সাক্ষ্য বা পত্ৰ-শপথো দিব পৰা নাই। কাউন্সিলে সকলো কথা ভালদৰে বিবেচনা কৰি এই সিদ্ধান্তত উপনীত হয় যে আৰক্ষী অধীক্ষকগৰাকীয়ে তেওঁৰ ক্ষমতাৰ অপব্যৱহাৰ কৰি সাংবাদিক এগৰাকীৰ ওপৰত নিৰ্যাতন চলাই বাতৰিকাকতৰ স্বাধীনতাত হস্তক্ষেপ কৰিছে।

(ঙ) সাপ্তাহিক মুক্তাহিদিন নামৰ কাকতখনে অসমৰ মুখ্যমন্ত্ৰীৰ বিৰুদ্ধে এই বুলি অভিযোগ আনিছিল যে :

* মুখ্যমন্ত্ৰীয়ে বিনাকাৰণত সেই কাকতখনলৈ চৰকাৰী বিজ্ঞাপন দিয়া নাই;
* অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ উপ-সচিবে এই কাকতখনক বিজ্ঞাপনৰ কাৰণে উপযুক্ত বুলি মন্তব্য দিয়া সত্ত্বেও মুখ্যমন্ত্ৰীয়ে বিজ্ঞাপন দিবলৈ দিয়া নাই;
* মুখ্যমন্ত্ৰীয়ে কাকতখনৰ প্ৰতি বৈষম্যমূলক ব্যৱহাৰ কৰিছে।

অসম চৰকাৰে এই অভিযোগৰ উত্তৰত জনায় যে চৰকাৰৰ বিবেচনত :

* এই কাকতখনে বাতৰিকাকতৰ মানদণ্ড ৰক্ষা কৰা নাই;
* এই কাকতখন সদিচ্ছামূলক সংবাদ পৰিবেশনৰ বিপৰীতে সাম্প্ৰদায়িক বাতাবৰণহে সৃষ্টি কৰিছে আৰু অসত্য প্ৰচাৰৰ দ্বাৰা সাম্প্ৰদায়িক বিদ্বেষ বিয়পাইছে;
* এনেকুৱা ক্ষতিকৰ অপ-প্ৰচাৰৰ প্ৰতিবাদ পঠিওৱা সত্ত্বেও এই কাকতে সেই প্ৰতিবাদবোৰ নছপায়;
* চৰকাৰী বিজ্ঞাপন দিয়াৰ যি নীতি আছে তাৰ লগত সংগতি নথকা কাৰণে কাকতখনে চৰকাৰী বিজ্ঞাপন পোৱা নাই।

কাউন্সিলে সকলো কথা বিবেচনা কৰি এই সিদ্ধান্তত উপনীত হয় যে কাকতখনে অনা অভিযোগবোৰ ভিত্তিহীন। তদুপৰি, চৰকাৰী বা বেচৰকাৰী বিজ্ঞাপন কোনো বাতৰিকাকতে ‘দাবী’ কৰিব নোৱাৰে। সেইটো দিওঁতা আৰু লওঁতাৰ ব্যৱসায়িক ব্যৱস্থাৰ কথা।

(চ) সাপ্তাহিক নীলাচলৰ অংশীদাৰ আৰ. এন. দত্তবৰুৱাই কাউন্সিলৰ ওচৰত অভিযোগ কৰে যে অসম চৰকাৰৰ কেইগৰাকীমান বিষয়াৰ মইমতালিৰ কাৰণে এই কাকতখন চৰকাৰী বিজ্ঞাপনৰ পৰা অন্যায়ভাৱে বঞ্চিত হৈছে।

চৰকাৰৰ পক্ষৰ পৰা জনোৱা হয় যে যদিও মাত্ৰ চাৰি মাহ কাল বাতৰিকাকতখন চৰকাৰী বিজ্ঞাপন নোপোৱাকৈ আছিল, পিছত সেই বাধা আৰু অসুবিধা আঁতৰোৱা হৈছে আৰু বৰ্তমান কাকতখনে নিয়মিতভাৱে বিজ্ঞাপন পাই আছে। বিষয়টো তদন্ত কৰি কাউন্সিলে এনেকুৱা ভুল বুজাবুজি আঁতৰাবলৈ পৰামৰ্শ আগবঢ়ায়। সেই অনুসৰি চৰকাৰৰ প্ৰতিনিধি আৰু বাতৰিকাকতখনৰ কৰ্তৃপক্ষৰ ভিতৰত আলোচনা আৰু বুজাপৰা হয়। তাৰ ভিত্তিত

অভিযোগকাৰীয়ে অভিযোগটো উঠাই ল'বলৈ বিচাৰে আৰু কাউন্সিলে সেই অনুমতি দিয়ে।

**(ছ) অসম সংবাদসেৱী সংঘৰ সম্পাদক আৰু প্ৰেছ কাউন্সিলৰ ভূতপূৰ্ব সদস্য ফণী মজুমদাৰে** দুখন বেলেগ বেলেগ তাঁৰবাৰ্তাৰে প্ৰেছ কাউন্সিলৰ ওচৰত অভিযোগ কৰে যে ১৯৮১ চনৰ আগষ্ট মাহত 'দৈনিক জনমভূমি'ৰ সম্পাদক আৰু মুদ্ৰকক গ্ৰেপ্তাৰ কৰা হয়। অসম সাংবাদিক সংঘৰ সম্পাদকে বিশেষভাৱে জোৰ দি কয় যে চৰকাৰৰ এনেকুৱা অতপালিয়ে অসমৰ সাংবাদিকসকলক বৰকৈ উদ্বিগ্ন কৰিছে।

কাউন্সিলে চৰকাৰৰ বক্তব্য বিচৰাত চৰকাৰে কয় যে ১৯৮১ চনৰ ১৪ আগষ্ট তাৰিখে উক্ত বাতৰিকাকতত প্ৰকাশ কৰা এটা বাতৰিৰ সম্পৰ্কত তেওঁলোকক গ্ৰেপ্তাৰ কৰা হৈছিল। সেই বাতৰিটো ১৫ আগষ্টৰ স্বাধীনতা দিৱসত ভাগ ল'বলৈ বিচৰা চৰকাৰী কৰ্মচাৰীসকলৰ বিৰুদ্ধে ভাবুকি দিয়া হৈছিল। এই চৰকাৰী বক্তব্যৰ ওপৰত মন্তব্য বিচাৰি আবেদনকাৰী দুজনলৈ বাৰে বাৰে বাৰ্তা পঠিওৱা সত্ত্বেও তেওঁলোকৰ পৰা কোনো সঁহাৰি পোৱা নগ'ল।

কাউন্সিলে চৰকাৰপক্ষৰ অধিবক্তাৰ বক্তব্য শুনি আৰু কাগজপত্ৰবোৰ পৰীক্ষা কৰি এই সিদ্ধান্তত উপনীত হ'ল যে ১৯৮১ চনৰ অভিযোগটো দুবছৰ পিছত অৰ্থাৎ ১৯৮৩ চনতহে উত্থাপন কৰি চৰকাৰে সম্পাদক আৰু মুদ্ৰকৰ ওপৰত 'খড়্গ জোকাৰি থকা'ত বাহিৰে আন একো হ'ব নোৱাৰে। তাৰ দ্বাৰা সাংবাদিকক হাৰাশাস্তি কৰা হয় আৰু ফলত বাতৰিকাকতৰ স্বাধীনতা খৰ্ব কৰা হয়। সেই কাৰণে এই অভিযোগ সত্য বুলি গ্ৰহণ কৰা হয় আৰু ভৱিষ্যতে যাতে চৰকাৰে এনেকুৱা কাম নকৰে তাৰ বাবে সকীয়াই দিয়া হয়।

সাংবাদিকসকলৰ পৰা প্ৰায়েই এই আপত্তিটো শুনা যায় যে প্ৰেছ কাউন্সিলৰ সিদ্ধান্তবোৰ "দাঁত নোহোৱা সাপৰ ফোঁপনিয়ে সাৰ।" শাস্তি দিব পৰা বা ক্ষতিপূৰণ দিবলৈ বাধ্য কৰিব পৰা ক্ষমতা প্ৰেছ কাউন্সিলৰ নোহোৱা কাৰণে ইয়াৰ ক্ষমতা অত্যন্ত সীমিত। ইয়াৰ দ্বাৰা বাতৰিকাকতৰ স্বাধীনতা সম্পূৰ্ণকৈ ৰক্ষা নপৰে। কিন্তু প্ৰেছ কাউন্সিলৰ অধ্যক্ষ ন্যায়মূৰ্তি এ. এন. গ্ৰোভাৰৰ মতে এই সমালোচনাটো শুদ্ধ নহয়। তেওঁ ১৯৭৮ চনৰ প্ৰেছ কাউন্সিল আইনৰ ১৩ ধাৰালৈ আঙুলিয়াই দি কয় যে এই ধাৰাটোৱে কাউন্সিলক দিয়া ক্ষমতাৰ দ্বাৰা বাতৰিকাকতসমূহৰ স্বতন্ত্ৰতা ৰক্ষা কৰাত আৰু বাতৰিকাকতৰ উচ্চমান ৰক্ষা কৰাত বিশেষ অৰিহণা দিছে। এই কথা সঁচা যে সংবিধানৰ ১৯ (১) অনুচ্ছেদৰ ৰক্ষাকবচ থকা সত্ত্বেও ১৯ (২) ৰ অছিলা লৈ প্ৰশাসনে 'ন্যায়সংগত' বাধা-নিষেধৰ নামত বহুত অসুবিধাৰ সৃষ্টি কৰি সংবাদপত্ৰৰ স্বতন্ত্ৰতা সীমিত কৰে। প্ৰত্যক্ষভাৱে নোৱাৰিলে 'সাংবাদিকসকলৰ ওপৰত হেঁচা আৰু জুলুম', সাংবাদিক হিচাপে স্বীকৃতি (accrediation) আৰু তাৰ সহায়ত মুক্তভাৱে সংবাদ সংগ্ৰহ কৰাৰ সুবিধাৰ পৰা বঞ্চিত কৰি, বিজ্ঞাপন আদি দিয়াত বৈষম্য আচৰণ কৰি আৰু জানিবৰ আৰু জনাবৰ অধিকাৰত অঙ্কুশ টানি পৰোক্ষভাৱে বাতৰিকাকতৰ স্বাধীনতা সংকোচনৰ দেখাৰ উদাহৰণ আছে। তথাপি প্ৰেছ কাউন্সিলে ১৯৭৮ চনৰ প্ৰেছ কাউন্সিল আইনৰ ১৩ আৰু ১৫ ধাৰাৰ প্ৰয়োগৰ দ্বাৰা বাতৰিকাকতৰ স্বাধীনতাৰ হকে ভালেখিনি কাম কৰিব পাৰিছে।

### (১০) চৰ্কাৰী গোপনীয়তা আৰু বাতৰিকাকত

বাতৰিকাকতৰ দায়িত্ব আৰু কৰ্তব্য পালনত 'চৰ্কাৰী গোপনীয়তা'ৰ প্ৰশ্নটো আটাইতকৈ ডাঙৰ বাধা হৈ পৰিছে। অসমৰ বাতৰিকাকতসমূহ এতিয়াও সিমান শক্তিশালী নহয়। সেই কাৰণে প্ৰশাসন যন্ত্ৰই 'চৰ্কাৰী গোপনীয়তা'ৰ নামত গণতন্ত্ৰকে অৰ্থহীন কৰি পেলাইছে। সংবিধান অনুসৰি ভাৰত এখন লোকতান্ত্ৰিক গণৰাজ্য। প্ৰাপ্তবয়স্কৰ সাৰ্বজনীন ভোটৰ দ্বাৰা চৰকাৰ গঠিত হয়। ৰাষ্ট্ৰৰ সাৰ্বভৌমত্বৰ চূড়ান্ত মালিক নাগৰিকসকল। ওঠৰ বছৰ বয়সৰ নাগৰিকসকলৰ ভোটাধিকাৰ আছে। গতিকে চূড়ান্ত সাৰ্বভৌমত্বৰ মালিক নাগৰিকসকলে প্ৰশাসন কেনেকৈ চলিছে সেইটো জানিব লাগে। বাতৰিকাকতৰ জৰিয়তেহে সেই কথা জানিব পৰা যায়। কিন্তু চৰকাৰী গোপনীয়তাৰ নামত বাতৰিকাকতসমূহক তাৰ পৰা বঞ্চিত কৰি ৰখা হয়। স্বাধীনতাৰ পিছত আমাৰ দেশ 'পুলিচ ৰাষ্ট্ৰ' হৈ থকা নাই। বৰ্তমানৰ ৰাষ্ট্ৰই জনগণৰ অৰ্থনৈতিক, সামাজিক আৰু ব্যক্তিগত জীৱনৰ নানা দিশত হস্তক্ষেপ কৰে। এইবিলাক বিষয়ৰ সকলো তথ্য জানিবৰ তেওঁলোকৰ অধিকাৰ আছে। কিন্তু ঔপনিবেশিক শোষণ-শাসনৰ যুগৰ পৰা চলি অহা তথা কথিত 'চৰ্কাৰী গোপনীয়তা' ৰক্ষা আইনৰ অপপ্ৰয়োগ কৰি আমোলাতন্ত্ৰই জনগণক ন্যায্য অধিকাৰৰ পৰা বঞ্চিত কৰি আছে।

ৰাষ্ট্ৰশক্তিৰ থালীটো তিনিটা উধানে ধৰি ৰাখে। (১) এটা হৈছে বিধান মণ্ডল বা আইন সভা, (২) দ্বিতীয়টো হৈছে ন্যায়পালিকা বা আদালত আৰু (৩) তৃতীয়টো হৈছে কাৰ্যপালিকা। প্ৰথম দুটাৰ কাম মুকলিভাৱে হয়। কিন্তু তৃতীয়টোৰ অৰ্থাৎ কাৰ্যপালিকাৰ কাম-কাজবোৰ

গোপনে চলে। আজিৰ ৰাষ্ট্ৰৰ নাগৰিকে কোনো ক্ষেত্ৰতে কাৰ্যপালিকাক বাদ দি চলিব নোৱাৰে। অথচ আমাৰ দেশত এই কাৰ্যপালিকাৰ কক্ষত নাগৰিকৰ গণতান্ত্ৰিক অধিকাৰৰ ৰক্ষক বাতৰিকাকতৰ প্ৰবেশ নিষেধ। কিন্তু ইংলণ্ড, আমেৰিকা আদি গণতান্ত্ৰিক দেশত আইন কৰি বাতৰিকাকতক চৰ্কাৰী খা-খবৰ লোৱাৰ অধিকাৰ দিয়া হৈছে। দেশৰ নিৰাপত্তা আৰু প্ৰতিৰক্ষাৰ বাহিৰে আন সকলো কথা জানিবৰ অধিকাৰ বাতৰিকাকতক দিয়া হৈছে। ভাৰতত স্বাধীনতা লাভৰ চাৰি বছৰ পিছত ১৯৫১ চনত সংবিধানৰ প্ৰথম সংশোধনীৰ দ্বাৰা ১৯ (১) (ক) অনুচ্ছেদত ব্যৱস্থা থকা বাক্ আৰু অভিব্যক্তি প্ৰকাশৰ মৌলিক অধিকাৰৰ ওপৰত অঙ্কুশ বহুৱাই ১৯ (২) অনুচ্ছেদক কটকটীয়া কৰা হৈছে। লোকতান্ত্ৰিক গণৰাজ্য এখনত ইয়াতকৈ বেছি ৰক্ষাকবচৰ প্ৰয়োজন নাই। তথাপি, আমাৰ দেশ পৰাধীন থকা অৱস্থাত বিদেশী ঔপনিবেশিক প্ৰশাসনৰ ৰক্ষাকবচ হিচাপে তৈয়াৰ কৰা "চৰকাৰী গোপনীয়তা আইন, ১৯২৩" খন এতিয়াও অক্ষত অৱস্থাত ৰাখি থোৱা হৈছে। আনকি, প্ৰেছ কাউন্সিলেও পৰামৰ্শ দি আহিছে যে এই আইনখন, বিশেষকৈ ইয়াৰ ৫ ম ধাৰাটো সংশোধন কৰিব লাগে। সেইটো নকৰিলে দেশত মুক্ত শাসন বুলি কোনো বস্তু থাকিব নোৱাৰে। ভাৰতৰ বাহিৰে বাকী গণতান্ত্ৰিক দেশবোৰত মুক্ত শাসনহে নিয়ম, গোপনীয়তা ব্যতিক্ৰম। আমাৰ দেশত তাৰ ঠিক ওলোটা ব্যৱস্থা। ভাৰতৰ উচ্চতম ন্যায়ালয়েও চৰ্কাৰী গোপনীয়তাৰ ঠাইত মুকলি প্ৰশাসনৰহে পোষকতা কৰিছে। ১৯৮২ চনত এছ. পি. গুপ্তা বনাম ভাৰতৰ ৰাষ্ট্ৰপতি মোকৰ্দমাটোত উচ্চতম ন্যায়ালয়ে কৈছিল যে প্ৰতিখন উদাৰনৈতিক গণতন্ত্ৰই মুক্ত সমাজৰ ফালে গতি কৰিছে। সেইটোৱে হৈছে গণতান্ত্ৰিক সংস্কৃতি। আমাৰ দেশো তাৰ ব্যতিক্ৰম হোৱা উচিত নহয়।

মাৰ্কিন যুক্তৰাষ্ট্ৰ, গ্ৰেট বৃটেইন, চুইডেন আদি গণতান্ত্ৰিক দেশে আইন প্ৰণয়ন কৰি নাগৰিক আৰু বাতৰিকাকতক চৰকাৰৰ ভিতৰৰ পৰা বাতৰি সংগ্ৰহ কৰাৰ অধিকাৰ দিছে। কেৱল নিম্ন বৰ্ণিত তথ্য সংগ্ৰহতহে বাধা আছে:

(১) প্ৰতিৰক্ষা আৰু দেশৰ নিৰাপত্তা সম্পৰ্কত বাতৰি;
(২) বৈদেশিক সম্পৰ্ক;
(৩) বিবিলাক বিত্তীয়, বৈদেশিক বাণিজ্য আৰু পৰিকল্পনা সম্পৰ্কিত বাতৰিৰ আগতীয়া প্ৰচাৰে দেশৰ নিৰাপত্তা বিঘ্নিত কৰে;
(৪) মন্ত্ৰীসভাৰ আলোচনাৰ টোকা;
(৫) আইন-শৃংখলা নষ্ট কৰিব পৰা ধৰণৰ বাতৰি;
(৬) চৰকাৰে গোপনীয়ভাৱে সংগ্ৰহ কৰা নথিপত্ৰৰ বাতৰি;
(৭) ব্যৱসায়িক গোপনীয়তা; আৰু
(৮) যি আগতীয়া বাতৰিয়ে চৰকাৰৰ ক্ষতি আৰু কোনো ব্যক্তি বিশেষৰ লাভ কৰে।

এই বাধাসমূহো সাধাৰণ নিয়ম নহয়, ব্যতিক্ৰমহে। এই পৰিপ্ৰেক্ষিতত প্ৰেছ কাউন্সিলে "চৰকাৰী গোপনীয়তা আইন, ১৯২৩"ৰ বিশেষকৈ ইয়াৰ পঞ্চম ধাৰাটোৰ আমূল সংশোধন দাবী কৰিছে। এই প্ৰসঙ্গতে আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধানৰ প্ৰথম সংশোধনীটোলৈ মনত পৰে। এই সংশোধনীটো গৃহীত হোৱাৰ আগলৈকে আমেৰিকা যুক্তৰাষ্ট্ৰতো চৰকাৰী গোপনীয়তা আৰু ৰাষ্ট্ৰৰ নিৰাপত্তাৰ স্বাৰ্থত তেনেকুৱা গোপনীয়তাৰ প্ৰয়োজনীয়তাৰ যুক্তি দাঙি ধৰি বাতৰিকাকতক প্ৰশাসনৰ ভিতৰুৱা খবৰ নিদিবৰ কাৰণে আমোলাতন্ত্ৰই যেৰপাক লগাইছিল। সেইটো ভাঙি দি সংবাদপত্ৰক প্ৰশাসনীয় বা-বাতৰিবোৰ সংগ্ৰহ কৰাৰ মৌলিক আৰু অলংঘনীয় অধিকাৰ প্ৰদান কৰি সংবিধানৰ প্ৰথম সংশোধনীয়ে এটা ঐতিহাসিক কাম কৰিলে আৰু গণতন্ত্ৰৰ ভেটি শক্তিশালী কৰিলে। তাৰ অবিহনে ৱাছিংটন পোষ্টে ওৱাটাৰগেট কেলেংকাৰী সদৰি কৰিব নোৱাৰিলেহেঁতেন আৰু নিক্সনৰ দৰে মহাশক্তিশালী প্ৰেছিডেণ্টে পদত্যাগ কৰিবলৈ বাধ্য নহ'লহেঁতেন। আনহাতে, ভাৰতৰ সংবিধানৰ প্ৰথম সংশোধনীৰ দ্বাৰা বাতৰিকাকতক চৰকাৰৰ গোপন বাতৰি সংগ্ৰহ আৰু ব্যৱহাৰ কৰাৰ পৰা বঞ্চিত কৰা কাৰণে বফ'ৰ্ছ বৰটোপৰ লেনদেনত কৰা দুৰ্নীতিৰ পৰাও চৰকাৰী বৰমূৰীয়াসকল সাৰি গ'ল।

### (১১) বাতৰিকাকতৰ স্বাধীনতা বনাম সংসদৰ বিশেষ অধিকাৰ

স্বৰাজোত্তৰ যুগত বাতৰিকাকতসমূহে বাৰে বাৰে সংসদীয় বিশেষ অধিকাৰৰ প্ৰশ্নৰ সন্মুখীন হ'বলগীয়া হৈছিল। অসমো বাদ পৰা নাছিল। তাৰ বিশেষ কাৰণ আছে। স্বাধীন ভাৰতৰ সংবিধান গৃহীত হোৱাৰ আগতে ভাৰতৰ বাতৰিকাকত আৰু আইনসভাসমূহৰ কোনো নিৰ্দিষ্ট স্বাধীনতা নাইবা বিশেষ ক্ষমতা বা অধিকাৰ লিপিবদ্ধ হোৱা নাছিল। সাধাৰণভাৱে বৃটিছ পৰম্পৰাৰ অনুসৰণ হৈছিল। ইংলণ্ডৰ নিম্ন সদনে (House of Commons) নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ দুটা দিশত যুঁজ চলাবলগীয়া হৈছিল। এফালে নৃপতি (কাৰ্যবাহী

চৰকাৰ) আৰু আনফালে উচ্চ সদন 'হাউচ অব লৰ্ডছ' (ই ইংলণ্ডৰ উচ্চতম ন্যায়ালয়ও)। ১৮৩৯ চনত হাউচ অব লৰ্ডছে ষ্টক্‌দেল বনাম হানচাৰ্দ মোকৰ্দমাত দিয়া ঐতিহাসিক সিদ্ধান্তই বৰ্তমান গ্ৰেট বৃটেইনত সংসদ আৰু ন্যায়ালয়ৰ মাজৰ ক্ষমতা আৰু অধিকাৰৰ কাজিয়াৰ প্ৰায় ওৰ পেলাইছে। বৰ্তমান উভয়ে উভয়ক সন্মান কৰাটোৱে সাধাৰণ নিয়ম হৈছে। ভাৰতৰ কেন্দ্ৰীয় আৰু ৰাজ্যিক সংসদসমূহে সংবিধানৰ ১০৫ (৩) আৰু ১৯৪ (৩) অনুচ্ছেদ অনুসৰি উত্তৰাধিকাৰী সূত্ৰে গ্ৰেট বৃটেইনৰ 'হাউচ অব কমনছত' তেতিয়ালৈকে বৰ্তি থকা বিশেষ অধিকাৰসমূহ পাইছিল। কিন্তু সংবিধানৰ ৪২ নং আৰু ৪৪ নং সংশোধনীৰ দ্বাৰা সেই ব্যৱস্থাৰ কিছু পৰিৱৰ্তন কৰা হৈছে। এই পৰিৱৰ্তন অনুসৰি কোনো নতুন সংসদীয় বিশেষ অধিকাৰ সৃষ্টি কৰিলে তাৰ সাংবিধানিক ন্যায্যতা বিচাৰ কৰিবৰ অধিকাৰ ন্যায়ালয়সমূহৰ থাকিব। চলি অহা বিশেষ অধিকাৰৰ ন্যায্যতা- অন্যায্যতা বিচাৰ কৰিবৰ অধিকাৰ ন্যায়ালয়ৰ নাই।

এনেকুৱা সংসদীয় বিশেষ অধিকাৰৰ বিপৰীতে বাতৰিকাকতসমূহৰ তেনেকুৱা কোনো বিশেষ অধিকাৰ নাই। কিন্তু সংবিধানৰ তৃতীয় ভাগত সন্নিবিষ্ট 'মৌলিক অধিকাৰ'ৰ দ্বাৰা বাতৰিকাকতসমূহো সংৰক্ষিত। সংবিধানৰ ১৯ (১) (ক) অনুচ্ছেদে বাক্-স্বাধীনতা আৰু প্ৰকাশৰ স্বাধীনতা সুৰক্ষিত কৰিছে। ১৯ (২) অনুচ্ছেদৰ দ্বাৰা ন্যায়সংগত সংকোচন আৰোপ কৰিব পাৰে সঁচা ; কিন্তু কেন্দ্ৰীয় বা ৰাজ্যিক সংসদে তেনে কোনো সংকোচনধৰ্মী আইন কৰিলে তাৰ বৈধতা আৰু ন্যায্যতাৰ প্ৰশ্ন মীমাংসা কৰিবৰ অধিকাৰ ন্যায়ালয়ৰ আছে। তাক কোনো সংসদীয় বা প্ৰশাসনীয় বিশেষ অধিকাৰে খৰ্ব কৰিব নোৱাৰে। বহুত সময়ত মৌলিক অধিকাৰ আৰু বিশেষ অধিকাৰৰ মাজত ভাৰসাম্য ৰক্ষা কৰাটোহে সমস্যা হৈ পৰে। তেতিয়া ন্যায়ালয়ৰ ওচৰ চাপিব লগা হয়। বাতৰিকাকত শক্তিশালী প্ৰতিষ্ঠান। বাতৰি প্ৰকাশ কৰাটোৱেই ইয়াৰ একমাত্ৰ কাম নহয়। বাতৰিৰ মহা-সমুদ্ৰৰ পৰা নিজৰ স্বাৰ্থৰ অনুকূলে যোৱা বাতৰিখিনি বিচাৰি-খুচৰি আনি মনোগ্ৰাহীকৈ সজোৱা-পৰোৱা, তাৰ লগত খাপ খোৱাকৈ সম্পাদকীয় টিপ্পনী আৰু বিশেষ প্ৰবন্ধ আদি সংগ্ৰহ কৰি ছপাই উলিয়াই জনমত সংগ্ৰহ কৰা আৰু এনেকুৱা মত আৰু পথৰ সংগঠন গঢ়ি তোলা আদি নানা ৰূপ উপায়ে বাতৰিকাকতে ইয়াৰ পঢ়ুৱৈসকলক বছা-বছা বাতৰি পৰিৱেশন কৰা, সেইভাৱে শিক্ষা দিয়া, জনমত তৈয়াৰ কৰা আৰু প্ৰয়োজনীয় সংগঠন গঢ়িবৰ বাবে বাতাবৰণ তৈয়াৰ কৰাৰ দৰে বহুমুখী আৰু বহুমূলীয়া কাম কৰে। এনেকুৱা গুৰুত্বপূৰ্ণ মাধ্যম এটাক কোনেও উপেক্ষা কৰিব নোৱাৰে। কেন্দ্ৰ আৰু ৰাজ্যৰ চৰকাৰ আৰু সংসদসমূহে নিতান্তই নোৱাৰে। সংবিধান অনুসৰি নিৰ্বাচিত সংসদবিলাকে ভাবে যে সম্পূৰ্ণ মুক্ত আৰু স্বাধীনভাৱে কাম কৰাটো তেওঁলোকৰ মৌলিক আৰু পবিত্ৰ অধিকাৰ আৰু দায়িত্ব। বাতৰিকাকতসমূহেও ভাবে যে নিৰ্বাচিত প্ৰতিনিধিসকলে যাতে নিৰ্বাচক মণ্ডলীৰ প্ৰতি থকা তেওঁলোকৰ দায়িত্ব সঠিকভাৱে পালন কৰে সেইটো নিৰ্ভীকভাৱে প্ৰকাশ কৰাটো তেওঁলোকৰ মৌলিক আৰু পবিত্ৰ দায়িত্ব আৰু অধিকাৰ। অধিকাৰ সচেতনতাৰ মাত্ৰাধিক্য হ'লে বাতৰিকাকত আৰু সংসদৰ ভিতৰত সংঘাত হয়। বুজাপৰা, সহনশীলতা আৰু সমন্বয়ে উভয়ক সহায় কৰে।

### (১২) সংসদীয় বিশেষ অধিকাৰ সমিতি বনাম বাতৰিকাকত

সংসদ আৰু তাৰ সদস্যসকলৰ বাক্-স্বাধীনতাৰ ওপৰত তেওঁলোকে নিজে আৰোপ কৰি লোৱা নীতি-নিয়ম, বাধ্যবাধকতা আৰু আত্মানুশাসনৰ বাহিৰে আন কোনো বাধা নাই। এই অধিকাৰ আৰু আত্মানুশাসনৰ ৰক্ষণাবেক্ষণৰ কাৰণে সংসদৰ প্ৰতিভূ হিচাপে অধ্যক্ষই এটা সমিতি মনোনীত কৰে। কোনো ক্ষেত্ৰত প্ৰশাসন নাইবা আন যিকোনো ব্যক্তিয়ে সদনৰ বা তাৰ যিকোনো সদস্যৰ বিশেষ অধিকাৰ ভংগৰ প্ৰাথমিক প্ৰমাণ দেখিলেই অধ্যক্ষই বিষয়টো চালিজাৰি চাবলৈ সদনৰ বিশেষ অধিকাৰ সমিতিলৈ পঠিয়াব পাৰে। সমিতিয়ে ইতিবাচক সঁহাৰি দিলে অভিযুক্ত পক্ষক বিশেষ অধিকাৰ সমিতিত হাজিৰ হৈ তেওঁলোকৰ বক্তব্য উত্থাপন কৰিবলৈ দিয়া হয়। সেই অৱস্থাতে কথাটোৰ নিষ্পত্তি হৈ যাব পাৰে। নহ'লে সমিতিয়ে সংসদৰ ওচৰত নিজৰ প্ৰতিবেদন দাখিল কৰিব পাৰে। তাৰ ভিত্তিত সংসদে বিচাৰ-বিবেচনা কৰি চাই অভিযুক্তক যথোচিত শাস্তিও বিহিব পাৰে। সেই বিচাৰ বা সিদ্ধান্ত চূড়ান্ত। তাৰ ওপৰত হস্তক্ষেপ কৰিবলৈ কোনো আদালতৰ কোনো ক্ষমতা নাই। কিন্তু বিশেষ অধিকাৰৰ প্ৰশ্ন বাস্তৱিকতে আছিল নে নাই সেই কথাৰ সাংবিধানিক দিশটো উচ্চ বা উচ্চতম ন্যায়ালয়ে পৰীক্ষা কৰিব পাৰে। স্বৰাজোত্তৰ কালছোৱাত সংসদীয় বিশেষ অধিকাৰ আৰু বাতৰিকাকতৰ সংবাদ প্ৰকাশৰ মৌলিক অধিকাৰৰ প্ৰশ্নত বহুত বিবাদ হৈছিল। তাৰ ভিতৰত বহুত বিবাদ উচ্চ ন্যায়ালয় আৰু উচ্চতম ন্যায়ালয়লৈ পাইছিলগৈ। সেইবোৰ পুংখানুপুংখভাৱে বিচাৰ কৰি শ্ৰেষ্ঠ কাউন্সিলে কিছুমান মূল্যবান পৰামৰ্শ

আগবঢ়াইছে। সেইমতে চলিলে বাতৰিকাকত আৰু সংসদৰ ভিতৰত সংঘাত নহৈ সংহতি আৰু সহযোগিতাহে হ'ব। তাৰ দ্বাৰা ভাৰতৰ সংসদী গণতন্ত্ৰ প্ৰভূতভাৱে উপকৃত হ'ব। অৱশ্যে 'সংঘাত' মাত্ৰেই বৰ্জনীয় নহয়। কিছুমান সংঘাত 'অশক্ৰভাৱাপন্ন।' সংঘাতৰ মাজেদিহে নতুনৰ সৃষ্টি হয়। অশক্ৰ ভাৱাপন্ন সংঘাতৰ জৰিয়তে আমাৰ পঁয়ালগা গণতান্ত্ৰিক পৰম্পৰাৰ পৰা আৱৰ্জনাবোৰ আঁতৰাই এটা নতুন আৰু বৰ্দ্ধিষ্ণু জনসাধাৰণৰ গণতান্ত্ৰিক প্ৰজন্মৰ সৃষ্টি কৰাটো সম্ভৱ। আনকি সংসদীয় পদ্ধতিৰেও অসম্ভৱ নহয়। সেই কাৰণে এইটো আশা কৰা যায় যে আমাৰ দেশপ্ৰেমিক আৰু নিভীক বাঁতৰিকাকতসমূহে গণতন্ত্ৰৰ প্ৰতি 'শক্ৰভাৱাপন্ন' সংঘাতবোৰহে এৰাই চলিব; কিন্তু জনগণৰ অস্তিত্ব আৰু বিকাশৰ কাৰণে প্ৰয়োজনীয় 'অশক্ৰভাৱাপন্ন' সংঘাতবোৰ সাহস, দৃঢ়তা আৰু সততাৰে সৈতে আগবঢ়াই নিব।

## (১৩) অসমত বিশেষাধিকাৰ গোচৰৰ গোটাচেৰেক উদাহৰণ

সংসদীয় বিশেষাধিকাৰৰ বিষয়ত ভাৰতত যিমানবিলাক গোচৰ হৈছে, সেইবোৰৰ বিষয়ে চমুটোকা লিখিবলৈ গ'লেও এখন প্ৰকাণ্ড গ্ৰন্থ হ'ব। সেই কাৰণে কেৱল অসম বিধানসভাৰ কেইটামান বিশেষাধিকাৰৰ বিষয় সম্পৰ্কেহে ইয়াত থূলমূলভাৱে উল্লেখ কৰা হ'ল।

### (ক) হৰেন্দ্ৰনাথ বনাম দেৱকান্ত (AIR 1958 Assam 160)

আগতে অসম বিধানসভাৰ সদস্যসকলৰ মাহেকীয়া দৰমহা মাত্ৰ ১৫০ টকা আছিল। সেই পৰিমাণটো ২৫০ টকালৈ বৃদ্ধি কৰাৰ বাবে চৰকাৰে এখন সংশোধনী বিধেয়ক বিধানসভাত উত্থাপন কৰে। বিধানসভাই আলোচনা কৰি কোনো সিদ্ধান্তত উপনীত হোৱাৰ আগতে নতুন অসমীয়া বাতৰিকাকতত তাৰ সম্পাদক হৰেন্দ্ৰনাথ বৰুৱাই তীব্ৰ ভাষাৰে সম্পাদকীয় মন্তব্য প্ৰকাশ কৰি কয় যে যি সময়ত ৰাইজৰ অৱস্থা অত্যন্ত দুখলগা সেই সময়ত ৰাইজৰ প্ৰতিনিধিসকলে তেওঁলোকৰ নিজৰ মাহেকীয়া দৰমহা ২৫০ টকালৈ বৃদ্ধি কৰিবলৈ বিচৰাটো অন্যায় আৰু অযুক্তিকৰ। অধ্যক্ষ দেৱকান্ত বৰুৱাই এই সম্পাদকীয় মন্তব্যটো দেখি সিদ্ধান্ত কৰে যে দেখদেখকৈ ই সদস্যসকলৰ বিশেষ অধিকাৰ উলংঘা কৰিছে। মন্তব্যটোৰ দ্বাৰা সদস্যসকলৰ নিজা মত প্ৰকাশত অন্তৰায়ৰ সৃষ্টি কৰা হৈছে। সেই কাৰণে কথাটো বিবেচনা কৰিবৰ কাৰণে তেওঁ বিষয়টো সদনৰ বিশেষ অধিকাৰ সমিতিলৈ পঠিয়ায়। ঠিক তাৰ পিছতে নতুন অসমীয়া ৰ সম্পাদকে অসম উচ্চ ন্যায়ালয়ত এখন 'ৰীট' আবেদন দাখিল কৰি অধ্যক্ষৰ প্ৰতি প্ৰত্যাহ্বান জনায়। উচ্চ ন্যায়ালয়ে সেই আবেদন নাকচ কৰি ৰায় দিয়ে যে অধ্যক্ষই কোনো বে-আইনী বা অ-সাংবিধানিক কাম কৰা নাই। পিছত নতুন অসমীয়া ৰ সম্পাদক বিধানসভাৰ বিশেষ অধিকাৰ সমিতিৰ ওচৰত হাজিৰ হৈ তেওঁৰ মন্তব্যটোৰ কাৰণে দুখ প্ৰকাশ কৰে। সমিতিয়ে তেওঁৰ কৈফিয়ৎ গ্ৰহণ কৰি তেওঁক অভিযোগমুক্ত কৰে। সমিতিয়ে সন্তোষ প্ৰকাশ কৰি কয় যে জনপ্ৰিয় বাতৰিকাকতে জনগণৰ দুখ-কষ্ট সম্পৰ্কে সজাগ থাকি জনপ্ৰতিনিধিসকলৰ দৃষ্টি আকৰ্ষণ কৰাটো প্ৰসংশনীয় আৰু বাঞ্ছনীয় কথা।

### (খ) টাইম্‌চ্‌ অব্ ইণ্ডিয়াৰ বিৰুদ্ধে অভিযোগ

১৯৬০ চন। তেতিয়া ৰাজ্য ভাষাৰ প্ৰশ্নত অসমত হুলস্থূলীয়া অৱস্থা। বিষয়টোৰ ওপৰত সদস্যসকলৰ আৰু প্ৰতিজন সদস্যৰ কি মনোভাব সেই সম্পৰ্কে ৰাইজ অত্যন্ত আগ্ৰহশীল। সেই সময়ত টাইম্‌চ্‌ অব্ ইণ্ডিয়াৰ মুখ্য সম্পাদক বিখ্যাত সাংবাদিক প্ৰেম ভাটিয়া। সেই কাকতখনৰ শিলঙৰ প্ৰতিনিধিগৰাকীয়ে এজন সদস্যৰ বিধানসভাত দিয়া ভাষণৰ বিকৃত ৰূপ এটা পঠিয়ালে আৰু টাইম্‌চ্‌ অব্ ইণ্ডিয়া কাকতত সেইটো প্ৰকাশ হ'ল। সদস্যগৰাকীয়ে সেই প্ৰতিনিধি স্থানীয় সাংবাদিকগৰাকীক লগ ধৰি সেই বাতৰিৰ প্ৰতিবাদ কৰিলে আৰু বিধানসভাত দিয়া তেওঁৰ ভাষণৰ প্ৰতিলিপি এটাও দিলে। তথাপি সংবাদদাতাজনে কোনো শুধৰণি প্ৰকাশ কৰাৰ ব্যৱস্থা নকৰিলে আৰু তেওঁৰ কৃতকৰ্মৰ কাৰণে দুখ প্ৰকাশ নকৰিলে। বিষয়টো বিধানসভাৰ বিশেষ অধিকাৰ সমিতিত উত্থাপিত হোৱাত টাইম্‌চ্‌ অব্ ইণ্ডিয়াৰ বিৰুদ্ধে গোচৰ ৰুজু কৰি কাকতখনৰ ওপৰত নটিছ জাৰি কৰা হ'ল। কাকতখনৰ মুখ্য সম্পাদক প্ৰেম ভাটিয়া নিজে সমিতিৰ ওচৰত হাজিৰ হৈ নিবেদন কৰিলে যে স্থানীয় প্ৰতিনিধিগৰাকীয়ে কোনো অসৎ উদ্দেশ্যেৰে নহয়, ভুলক্ৰমেহে ত্ৰুটীপূৰ্ণ বাতৰিটো পঠিয়াইছিল। তেওঁ এই প্ৰতিশ্ৰুতিও দিলে যে ভৱিষ্যতে ইয়াৰ পুনৰাবৃত্তি নহ'ব। কাকতৰ কৰ্তৃপক্ষই ইতিমধ্যে সাংবাদিকজনক সতৰ্ক কৰি দিছে। ভৱিষ্যতে এনেকুৱা কৰিলে তেওঁক আঁতৰাই দিয়া হ'ব। সমিতিয়ে এই কথা স্পষ্ট কৰি দিলে যে সদস্যসকলৰ ভাষণৰ সত্য সাৰ অংশ কোনো বিকৃতি নকৰাকৈ প্ৰকাশ কৰাৰ অধিকাৰ বাতৰিকাকতৰ নিশ্চয় আছে। কিন্তু বক্তৃতাৰ বিকৃত ৰূপ প্ৰকাশ কৰাটো সদনৰ প্ৰতি অৱমাননা আৰু ইয়াৰ দ্বাৰা সদনৰ বিশেষ অধিকাৰ ভংগ হয়। এই সতৰ্কবাণীৰে সৈতে সমিতিয়ে বিষয়টোৰ সিমানতে সামৰণি মাৰে।

(গ) **ইয়ং ইণ্ডিয়াৰ বিৰুদ্ধে গোচৰ**

১৯৬৩ চনত শ্বিলঙৰ পৰা প্ৰকাশিত ইয়ং ইণ্ডিয়া নামৰ ইংৰাজী ভাষাৰ সাদিনীয়া বাতৰিকাকত এখনে অসম বিধানসভাৰ কাৰ্যবিৱৰণীৰ কোনো কোনো অংশৰ উদ্ধৃতি দি বিধানসভাৰ কাৰ্যাৱলীক নিৰ্লজ্জ উদ্ধতালি (shameless impertinence) বুলি মন্তব্য কৰিছিল। এই সম্পাদকীয় মন্তব্য দেখদেখকৈ বিধানসভাৰ প্ৰতি ইচ্ছাকৃত অপমান হোৱা হেতুকে আৰু ইয়াৰ বাবে সম্পাদকে কোনো ক্ষমা নিবিচৰা নাইবা দুখ প্ৰকাশ নকৰা হেতুকে বিধানসভাই কাকতখনৰ মান্যতা প্ৰত্যাহাৰ কৰিছিল। এই গোচৰটোৰ ৰায়দান প্ৰসংগত বিধানসভাৰ বিশেষাধিকাৰ সমিতিয়ে মন্তব্য কৰিছিল যে বিধানসভা আৰু তাৰ প্ৰতিজন সদস্যই সমালোচনা সম্পৰ্কে সহিষ্ণু হোৱাটো আৰু কাৰো প্ৰতি কোনো বিদ্বেষ বা অহেতুক প্ৰীতি নৰখাটো বাঞ্ছনীয়। বিধানসভাই ৰাইজৰ আৰু বিশেষকৈ বাতৰিকাকতসমূহৰ পৰা সমালোচনাক উদ্‌গনি দিয়ে। সফল গণতন্ত্ৰৰ কাৰণে সেইটো প্ৰয়োজন। কিন্তু সমালোচনাবোৰ প্ৰকৃত তথ্যৰ ওপৰত ভিত্তি কৰা আৰু শালীন হোৱা উচিত।

(ঘ) আসাম ট্ৰিবিউন কাকতৰ গোচৰ (AIR 1995 A & N 74)

ৰাজহুৱা হিচাপ সমিতিৰ (Public Accounts Committee) অনুৰোধ আৰু বিধানসভাৰ সন্মতি অনুসৰি অসম চৰকাৰে ৰাজহুৱা স্বাৰ্থত গুৰুত্বপূৰ্ণ এটা নিৰ্দিষ্ট বিষয়ৰ তদন্ত কৰিবলৈ এটা তদন্ত আয়োগ নিয়োগ কৰিছিল। তদন্ত শেষ কৰি আয়োগে চৰকাৰৰ ওচৰত প্ৰতিবেদন দাখিল কৰে। চৰকাৰে মূল প্ৰতিবেদনখনকে হিচাপ সমিতিৰ ওচৰলৈ বিবেচনাৰ বাবে পঠিয়ায়। ইতিমধ্যে আসাম ট্ৰিবিউন কাকতে সেই প্ৰতিবেদনৰ একাংশ প্ৰকাশ কৰি মন্তব্য দিয়ে। সদনৰ বিবেচনাৰ কাৰণে ৰৈ থকা বিষয়টো বাতৰিকাকতখনে আগতে সংগ্ৰহ কৰি মন্তব্য দিয়াত সদনে ইয়াৰ বিশেষ অধিকাৰ ভংগ হোৱা বুলি প্ৰাথমিক সিদ্ধান্ত কৰি কথাটো বিচাৰ কৰি চাবলৈ বিশেষাধিকাৰ কমিটীলৈ প্ৰেৰণ কৰে। কমিটীয়ে বিচাৰটো আৰম্ভ কৰাৰ আগতে আসাম ট্ৰিব্যুউন কাকতে উচ্চ ন্যায়ালয়ত ৰীট আবেদন কৰি কয় যে সদনৰ অধ্যক্ষ, উপাধ্যক্ষ আৰু বিশেষাধিকাৰ সমিতিৰ সভাপতি আৰু সদস্যসকলৰ ওপৰত বিচাৰটো হাতত নল'বলৈ নিষেধাজ্ঞা দিব লাগে ; কাৰণ চৰকাৰেহে অনুসন্ধান আয়োগ আইন, ১৯৫২ অনুসৰি বিষয়টো বিবেচনা কৰিবলৈ আয়োগ নিয়োগ কৰিছিল আৰু সেই আয়োগে ইয়াৰ প্ৰতিবেদন চৰকাৰৰ ওচৰত দাখিল কৰিছিল। ইয়াক সদনৰ কাৰ্যবিৱৰণীৰ অংশ আৰু সদনৰ সম্পত্তি হিচাপে বিবেচনা কৰিব নোৱাৰি। এই পৰিপ্ৰেক্ষিতত সদনে এটা নতুন বিশেষাধিকাৰৰ সৃষ্টি কৰিছে। সেইটো সদনে কৰিব নোৱাৰে।

ন্যায়ালয়ে এইবিলাক কথাৰ মাজলৈ যোৱাৰ প্ৰয়োজন নাই বুলি কৈ ৰায় দিয়ে যে যিটো বস্তু বিশেষাধিকাৰ সমিতিৰ বিচাৰৰ কাৰণে ৰৈ আছে সেইটো হৈছে এই যে আয়োগৰ প্ৰতিবেদনখন আগতীয়াকৈ প্ৰকাশ কৰি মন্তব্য দিয়া কথাটোৰ বিবেচনা বিশেষ অধিকাৰ সমিতিয়ে কৰিব পাৰে নে নোৱাৰে। সমিতিয়ে নিশ্চয় সেই কথাটো বিবেচনা কৰিব পাৰে। সেই কাৰণে, এই অৱস্থাত সমিতিৰ ওপৰত নিষেধাজ্ঞা দিয়াৰ ৰীট আবেদন নাখাটে আৰু সেই কাৰণতে আসাম ট্ৰিবিউনৰ পক্ষৰ পৰা কৰা আবেদন উচ্চ ন্যায়ালয়ে অগ্ৰাহ্য কৰে। এনেকুৱা বিষয়ত সমিতিৰ 'এক্তিয়াৰ' স্বীকাৰ কৰি ন্যায়ালয়ে কয় যে সংবিধানৰ ১৯৪ (২) আৰু ২১২ অনুচ্ছেদে সদনক তাৰ কাম-কাজ বিনা বাধাই চলাবলৈ যি বিশেষ অধিকাৰ দি থৈছে তাত কোনো ন্যায়ালয়ে, কোনো ৰূপ হস্তক্ষেপ কৰিব নোৱাৰে। এই গোচৰটোৰ সংক্ৰান্তৰ বিষয়টো সদনৰ বিচাৰাধীন হৈ আলোচনা চলি আছে। সদনৰ বিশেষাধিকাৰ সমিতিৰ স্থিতি সংসদৰ দৰেই। গতিকে, ন্যায়ালয়ে তেওঁলোকৰ কাৰ্যপৰিচালনাত হুকা-বধা কৰিব নোৱাৰে। এই গোচৰটোৰ এই কাৰণে এটা বিশেষ গুৰুত্ব আৰু তাৎপৰ্য আছে যে সংসদ আৰু ন্যায়ালয়ৰ ভিতৰত পাৰস্পৰিক শ্ৰদ্ধাৰ এটা পৰম্পৰা গঢ়ি উঠিছে। এতিয়া সময় আহি পৰিছে যাতে সংসদ আৰু বাতৰিকাকতৰ ভিতৰত তেনেকুৱা এটা সুস্থ বাতাবৰণ আৰু পৰম্পৰা গঢ়ি উঠে।

(১৪) **বিশেষাধিকাৰৰ বিষয়ত প্ৰেছ কাউন্সিলৰ পৰামৰ্শ**

(ক) বৰ্তমান যিখিনি সংসদীয় বিশেষাধিকাৰ আছে, সেয়ে যথেষ্ট। আৰু বঢ়াব নালাগে।

(খ) আদালতৰ দৰে সদনতো বাতৰিকাকতৰ উপস্থিতিৰ অধিকাৰ আৰু সুব্যৱস্থা থাকিব লাগে। সদনৰ কাম-কাজৰ বাতৰি প্ৰকাশ কৰাৰ অধিকাৰ সুস্পষ্টভাৱে স্বীকৃত হ'ব লাগে।

(গ) সদনৰ কাৰ্য-বিৱৰণীৰ বাতৰি যিমান দূৰ সম্ভৱ সত্যনিষ্ঠ আৰু নিৰপেক্ষ হ'ব লাগে। কিন্তু যদি কেতিয়াবা ইয়াৰ ব্যতিক্ৰমো হয়, তথাপি সদন সহনশীল হ'ব লাগে।

(ঘ) যিমান দূৰ পৰা যায় শাস্তিমূলক ব্যৱস্থা আৰোপ কৰা বিষয়ত সাৱধান হ'ব লাগে। সংসদ, ইয়াৰ সদস্য

আৰু কৰ্মচাৰীসকলৰ ৰক্ষাৰ কাৰণে অপৰিহাৰ্য নোহোৱালৈকে শাস্তিমূলক ব্যৱস্থা এৰাই চলিব লাগে।

(ঙ) সংসদ সদস্যসকলে যিবিলাক ক্ষেত্ৰত আদালতৰ জৰিয়তে শাস্তিমূলক ব্যৱস্থা দাবী কৰিব পাৰে, তেনে ক্ষেত্ৰত শাস্তি প্ৰদানৰ কাৰণে সদনৰ বিশেষ অধিকাৰৰ ক্ষমতাৰ আশ্ৰয় বিচৰাটো অনুচিত।

(চ) সৰু-সুৰা কথাত সংসদীয় বিশেষাধিকাৰ দাবী কৰিব নালাগে।

(ছ) যেতিয়া কোনো মানুহে ভুল কৰি হ'লেও আইনসংগত কাম হিচাপে কোনো এটা কাম কৰে তেতিয়া ঘপহ কৰে তেওঁক বিশেষাধিকাৰৰ ক্ষমতাৰ প্ৰয়োগেৰে জব্দ কৰিবলৈ চেষ্টা কৰাটো অনুচিত।

(জ) সদন অৱমাননাৰ অভিযোগত কোনো মানুহক অভিযুক্ত কৰাৰ আগতে বিবেচনা কৰি চোৱা উচিত যে প্ৰস্তাৱিত অভিযুক্তৰ স্পষ্ট অসৎ উদ্দেশ্য আছিল নে নাই ? অসৎ উদ্দেশ্য নাথাকিলে বিশেষাধিকাৰৰ ক্ষেত্ৰৰ আশ্ৰয় লোৱাটো অনুচিত।

(ঝ) কোনো প্ৰাসংগিক কাকত আগতীয়াকৈ প্ৰকাশ কৰা ; ভোটভুটিত কোন পক্ষে কিমানজনে ভোট দিলে সেই তথ্য ; উত্থাপিত কোনো প্ৰস্তাৱৰ পূৰ্ণ পাঠ আৰু কোনো সদস্যই কোনো নিৰ্দিষ্ট পক্ষত ভোট দিয়াৰ বা নিদিয়াৰ কাৰণ প্ৰকাশ কৰাটো বিশেষাধিকাৰৰ গণ্ডীৰ ভিতৰলৈ অনাটো উচিত নহয়।

(ঞ) কোনো শাস্তি বিহাৰ পিছত সেই শাস্তি প্ৰত্যাহাৰ, সংকোচন আৰু ক্ষমাদানৰ অবাধ অধিকাৰ সংসদৰ থকাটো বাঞ্ছনীয়।

(ট) সদনত কোৱা কোনো কোনো কথা কোনো কোনো সময়ত অধ্যক্ষই কাৰ্যবিৱৰণীৰ পৰা বাদ দিবলৈ নিৰ্দেশ দিয়ে। কিন্তু এনেকুৱা হুলস্থূলীয়া পৰিবেশত এইবোৰ মন্তব্য কৰা হয় যে বাতৰি যোগানিয়াৰে ভালকৈ তত ধৰিব নোৱাৰে। এনেকুৱা কথা পৰাপক্ষত বিশেষাধিকাৰৰ বিষয় কৰিব নালাগে।

(ঠ) কেতিয়াবা কেতিয়াবা অধ্যক্ষই কাৰ্যবিৱৰণীৰ দীঘলীয়া অংশও বাদ দিয়াৰ নিৰ্দেশ দিয়ে। সেইটো ঠিক কথা নহয়। জনগণৰ প্ৰতিনিধিসকলে পৱিত্ৰ সদনত কেনেকুৱা কথা কয় আৰু আচৰণ কৰে সেইটো জানিবৰ সম্পূৰ্ণ অধিকাৰ জনসাধাৰণৰ আছে। নহ'লে গণতন্ত্ৰ অন্তঃসাৰশূন্য হয়। সেই বাবে এইবিলাক প্ৰকাশ কৰাত বাতৰিকাকতৰ ওপৰত কোনো বাধা-নিষেধ থকাটো অনুচিত।

(ড) বিশেষাধিকাৰৰ অভিযোগ ঘটনাটোৰ বা প্ৰকাশৰ তাৰিখটোৰ এবছৰৰ ভিতৰতে আনুষ্ঠানিকভাৱে উত্থাপিত হোৱাৰ সময় সীমা বান্ধি দিব লাগে।

(ঢ) বিশেষাধিকাৰ ভংগৰ অভিযুক্তক আত্মপক্ষ সমৰ্থনৰ সম্পূৰ্ণ সুযোগ দিব লাগে।

(ণ) বিশেষাধিকাৰ ভংগৰ অভিযুক্তক সমিতিৰ আলোচনাসমূহত উপস্থিত থাকিবলৈ, তেওঁৰ আস্থাভাজন অধিবক্তাৰ জৰিয়তে তেওঁৰ পক্ষ সমৰ্থনৰ প্ৰয়োজন হ'লে আইনী সহায় আৰু আৰ্থিক অনুদান, তেওঁৰ পক্ষীয় সাক্ষীৰ উপস্থিতি আদিৰ ব্যৱস্থা থাকিব লাগে।

(ত) বিশেষাধিকাৰ সমিতিয়ে অভিযুক্তজনক তেওঁৰ পক্ষীয় সাক্ষী সমিতিৰ ওচৰত হাজিৰ কৰিবলৈ দিব লাগে। গোচৰৰ সাক্ষীসকলৰ জবানবন্দী, জেৰা আৰু প্ৰয়োজনীয় ক্ষেত্ৰত পুনৰ পৰীক্ষাৰ ব্যৱস্থা থাকিব লাগে।

(থ) বিশেষাধিকাৰ সমিতিৰ দাখিলা প্ৰতিবেদনৰ লগতে সংশ্লিষ্ট কাকত-পত্ৰবোৰো দাখিল হ'ব লাগে।

(দ) বিশেষাধিকাৰসমূহৰ সংহিতা তৈয়াৰ কৰিব লাগে। আৰু নিৰ্দিষ্ট অধিকাৰসমূহে আইনৰ ৰূপ পাব লাগে। আৰু তাৰ বাবে আৱশ্যকীয় সকলো ব্যৱস্থা কৰি উঠিব লাগে।

(ধ) ভাৰতৰ কেন্দ্ৰীয় আৰু ৰাজ্যিক সংসদসমূহত এতিয়ালৈকে যিবিলাক বিশেষাধিকাৰ সম্পৰ্কীয় গোচৰ হৈ গৈছে চৰকাৰে তাৰ সংক্ষিপ্ত সাৰ তৈয়াৰ কৰি উলিয়াব লাগে।

সন্তোষৰ বিষয় যে ভাৰতীয় ল ইনষ্টিটিউট আৰু প্ৰেছ কাউন্সিল ৰ যুটীয়া উদ্যোগত কিছুমান তেনেকুৱা সংক্ষিপ্ত সাৰ ওলাইছে আৰু সংসদ আৰু বাতৰিকাকতসমূহে নিজৰ শুভবুদ্ধি আৰু কৰ্ম অভিজ্ঞতাৰ মাজেদি পাৰস্পৰিক শ্ৰদ্ধা আৰু সহনশীলতাৰ পৰিবেশ বহুত পৰিমাণে গঢ়ি তুলিব পাৰিছে।

## (১৫) অসমত বাতৰিকাকতৰ সংখ্যা-বৃদ্ধি আৰু নতুন নতুন সমস্যাৰ আবিৰ্ভাৱ।

স্বাধীনতাৰ আগৰ যুগত অসমত বাতৰিকাকতৰ সংখ্যা তাকৰীয়া আছিল। সেই সময়ত প্ৰায়ভাগ সংবাদপত্ৰ আৰু সংবাদ-সেৱীয়ে এই বৃত্তিটো অৰ্থকৰী ব্যৱসায় হিচাপে গণ্য নকৰি দেশ-সেৱাৰ 'মিছন' অৰ্থাৎ বিশেষ উদ্দেশ্যত নিযুক্ত মহৎ কাম হিচাপে গণ্য কৰিছিল। কেৱল টকা-পইচাৰ ফালৰ পৰাই যে লোকচান ভৰিছিল, সেইটো নহয়। চৰকাৰৰ কোপ-দৃষ্টিত পৰি জেল-জৰিমনাও ভৰিবলগীয়া হৈছিল। স্বাধীনতাৰ পিছত, বিশেষকৈ যোৱা দহ-পোন্ধৰ বছৰত বাতৰিকাকত এটা লাভজনক, সন্মানী

আৰু শক্তিশালী প্ৰতিষ্ঠানত পৰিণত হৈছে। ইয়াৰ প্ৰভাৱ-প্ৰতিপত্তি বাঢ়িছে। কোনো কোনো বাতৰিকাকত প্ৰতিষ্ঠানে অসমীয়া, বেঙ্গলী, ইংৰাজী আদি কেইবাটাও ভাষাত আৰু দৈনিক, সাপ্তাহিক, পষেকীয়া, মাহেকীয়া কাকত উলিয়াইছে। শিশু, মহিলা, সাংস্কৃতিক আদি ভিন ভিন ক্ষেত্ৰৰ কাৰণে ভিন ভিন নিধৰ কাকত উলিয়াইছে। সংবাদসেৱা আৰু সাংবাদিকতাক জীৱিকাৰ উপায় হিচাপে লোৱা প্ৰকৃত সংবাদ-সেৱীসকলৰ অৱস্থা কাৰখানাৰ শ্ৰমিকৰ দৰে হৈছে। ঠিকা-ঠুকলি আদি যি কোনো উপায়ে মূলধন থূপ খুৱাই ছপাশাল, সংবাদপত্ৰ পুঞ্জৰ গৰাকী হোৱাৰ উপৰিও কোনো কোনো ক্ষেত্ৰত মুখ্য সম্পাদকৰ ভূমিকাও নিজে লৈ ব্যক্তিগত ক্ষমতা, কৰ্তৃত্ব আৰু প্ৰভাৱ-প্ৰতিপত্তি গজগজীয়া কৰিছে আৰু এইদৰে ব্যক্তিগত বা ক্ষমতাক নিজৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক স্বাৰ্থত অপব্যৱহাৰ কৰিছে। এইদৰে নতুন সমস্যাৰ সৃষ্টি হৈছে। যদি এই নতুন ধাৰাটো বৃদ্ধি পায় তেন্তে সংবাদ-মাধ্যম এটা নতুন বৃহৎ পুঁজিৰ শক্তি হিচাপে গঢ়ি উঠাৰ আশংকা নোহোৱা নহয়। পুঁজিবাদী দেশবোৰত এক শ্ৰেণীৰ বৃহৎ পুঁজিপতি 'প্ৰেছ ব্যাৰণ' হিচাপে গঢ় লৈ উঠা মুনাফা লুণ্ঠন আৰু ক্ষমতা আহৰণৰ চেষ্টাত থাকি সামাজিক নৈতিকতা, মূল্যবোধ আৰু সৎ আদৰ্শৰ ওপৰত মাধমাৰ সোধাইছে। এই বিশেষ ক্ষমতাৰ সহায়ত চৰকাৰ ভঙা-পতা, 'ড্ৰাগ' আদি নানা অসামাজিক বাণিজ্যত ভৰিৰে জাপ বঢ়োৱাৰো দৃষ্টান্ত আছে। অশ্লীল, অপৰাধপ্ৰৱণ আৰু যৌন-উত্তেজনা বিস্ফোৰক বাতৰি আৰু চিত্ৰৰ বহুল প্ৰচাৰৰ মাজেদি এই শক্তিশালী প্ৰচাৰ মাধ্যমে আমাৰ দেশৰ কিশোৰ আৰু যুৱ মানসিকতাক যোৱা বছৰকেইটাত বহুত পৰিমাণে অৱনমিত কৰিছে আৰু 'স্বাধীনতা'ক দায়িত্বহীন উচ্ছৃংখলতাত পৰিণত কৰিছে। আন্তৰ্জাতিক পুঁজিৰ দুৰন্ত হেঁচা আৰু 'মুক্ত-অৰ্থনীতি'ৰ লগতে মুক্ত ব্যভিচাৰপ্ৰৱণতা আৰু নৈতিকতাহীন বিজতৰীয়া নগ্নতা প্ৰচাৰ আৰু পৰিবেশনত সিদ্ধহস্ত ধনকুবেৰ আন্তৰ্জাতিক প্ৰচাৰ মাধ্যমৰ মালিকৰ ওচৰত ইতিমধ্যে আমাৰ দেশৰ ৰাজশক্তিৰ কৰ্ণধাৰসকলৰ একাংশ নতশিৰ হৈছে আৰু আমাৰ দেশৰ নতুন পুৰুষৰ ভৱিষ্যৎ মানসিকতা এই শ্ৰেণীৰ প্ৰভাৱত পেলাই দিবলৈ বিশেষভাৱে যত্নপৰ হৈছে। সেই কাৰণে এই নতুন সমস্যাৰ মুখামুখি হৈ আজি আমি বাৰম্বাৰ জাতিৰ জনক মহাত্মা গান্ধীৰ সেই মহামূল্য সকীয়নি মনত পেলাবৰ প্ৰয়োজন হৈছে যে আমি নিশ্চয় আমাৰ দেশখনক কক্ষদ্বাৰ বদ্ধ-গবাক্ষৰ অন্ধকূপ হোৱাটো নিবিচাৰোঁ। বাহিৰৰ সংস্কৃতিৰ ভাল ভাল অৱদানবিলাক আমাৰ দেশৰ ভিতৰলৈ আহি আমাৰ সংস্কৃতিক আৰু বেছি মহীয়ান কৰক, সেইটো আমি নিশ্চয় বিচাৰোঁ। কিন্তু বাহিৰৰ বেয়া প্ৰভাৱ আৰু অপ-সংস্কৃতিৰ ধুমুহা আহি আমাৰ ঘৰত প্ৰবেশ কৰি আমাৰ শাশ্বত আৰু সুন্দৰ সংস্কৃতি উৰুৱাই নি অপ-সংস্কৃতিৰ জাবৰৰ দমত পেলাবলৈ এৰি দিব নোৱাৰোঁ। ইতিমধ্যে অধিকাৰ সম্পৰ্কে অতি সচেতন আৰু দায়িত্ব সম্পৰ্কে সম্পূৰ্ণ উদাসীন কিছুমান কেঁচেলুৱা বুদ্ধিজীৱী নতুন পুৰুষে সংবাদ মাধ্যমৰ ৰ'দ কাঁচলিত আশ্ৰয় লৈ সংবাদপত্ৰ আৰু সাংবাদ-সেৱীসকলৰ একাংশক উত্তেজনা আৰু দায়িত্বহীনতাৰ পথলৈ টানি নি সংবাদপত্ৰৰ জগতত বিশৃংখলাৰ সৃষ্টি কৰিছে আৰু ন্যস্ত স্বাৰ্থৰ ধামাধৰা প্ৰতিক্ৰিয়াশীল অংশক প্ৰতি-বিপ্লৱী মত আৰু পথ প্ৰৱৰ্তনৰ সুযোগ কৰি দিছে। আন ক্ষেত্ৰৰ দৰে বাতৰিকাকতৰ ক্ষেত্ৰতো দায়িত্বহীন আৰু উচ্ছৃংখল অতি বিপ্লৱবাদে দৰাচলতে প্ৰতি-বিপ্লৱ কহে সহায় কৰে। বাতৰিকাকতৰ দায়িত্বশীল মহল এতিয়াই, যথা সময়তে এই বিপদ সম্পৰ্কে সজাগ হৈ সংবাদ মাধ্যমৰ স্বাধীনতা, দায়িত্বশীলতা আৰু নতুন, প্ৰগতিশীল, নৈতিকতাসম্পন্ন কৰ্তব্য সাহস আৰু দৃঢ়তাৰে সৈতে সম্পন্ন কৰিবলৈ আগ নাবাঢ়িলে পিছলৈ বৰ পলম হৈ যাব।

**(১৬) বাতৰিকাকতত অশ্লীলতা আৰু কুৰুচি**

কোনো কোনো নতুন সাংবাদিকে প্ৰায়েই কোৱা শুনা যায় যে কুকুৰে মানুহ কামুৰিছে, সেইটো কোনো খবৰ নহয়। মানুহে কুকুৰ কামুৰিছে, সেইটোহে খবৰ আৰু তেওঁলোকে তেনেকুৱা খবৰহে বিচাৰে। এনেকুৱা অস্বাভাৱিক বাতৰিবোৰ শুনি মানুহ আচৰিত হয় আৰু মাজে সময়ে এনেকুৱা বাতৰি পৰিবেশন কৰি মনোৰঞ্জন কৰিব পৰা বাতৰিকাকত জনপ্ৰিয় হয়। এনেকুৱা জনপ্ৰিয়তাৰ কাৰণে যত্ন কৰাত কোনো দোষ নাই। কিন্তু মানুহৰ উটনুৱা নাইবা চেপা খাই থকা অসৎ মনোবৃত্তিক স্থূল বিনোদন দিয়াৰ উদ্দেশ্যে যেতিয়া হিংস্ৰ প্ৰকৃতিক নাইবা যৌন উন্মাদনাক জাগ্ৰত কৰিবলৈ বাতৰি আৰু অশ্লীল ছবি পৰিবেশন কৰা হয়, তেতিয়া সেই বাতৰিকাকতে সমাজৰ হিত নকৰি অহিত কৰা বুলি নকৈ নোৱাৰি। বিশেষকৈ যেতিয়া ইটো-সিটো অছিলা লৈ নাৰীদেহৰ কোনো কোনো বিশেষ অংশৰ বা অঙ্গৰ প্ৰদৰ্শন কৰা হয়, সেইটো সাধাৰণভাৱে সমগ্ৰ সমাজৰ কাৰণে ক্ষতিকৰ হোৱাৰ উপৰিও মাতৃ জাতিৰ প্ৰতি অসৌজন্যৰ প্ৰকাশক আৰু কিশোৰ আৰু যুৱকসকলক বিপথে পৰিচালিত কৰাৰ অপচেষ্টা। যিবিলাক এইবোৰৰ পৰিবেশক, সেই সাংবাদিকসকলেও মাতৃ আৰু বাই-ভনী

আছে। প্ৰদৰ্শিত অঙ্গটো তেওঁলোকৰ মাতৃৰো হ'ব পাৰে বা হ'ব পাৰিলেহেঁতেন! কিন্তু তেওঁলোকৰ ৰুচি আৰু শালীনতাৰ এনেকুৱা অধঃপতন হৈছে যে তেওঁলোকে সেই সম্ভাৱনাটোৰ প্ৰতিও কেৰেপ নকৰে। স্বাধীনতাৰ আগৰ যুগত অসমৰ কোনো বাতৰিকাকতে এনেকুৱা নিচ মনোবৃত্তি কেতিয়াও প্ৰদৰ্শন কৰা নাছিল। কিন্তু আমি শুনা মতে এনেকুৱা অশ্লীল ৰহস্য বা অস্বাভাৱিক আৰু অসামাজিক যৌন-ব্যভিচাৰৰ খবৰ বা গল্প প্ৰচাৰ কৰা বাতৰি-আলোচনী বিশেষৰহে হেনো বৰ্তমান প্ৰচাৰ সৰ্বাধিক। এই তথ্যটোৱে স্বাভাৱিকতে আমাক এনেকুৱা এটা নিষ্ঠুৰ আৰু দুখলগা সিদ্ধান্তলৈ লৈ যায় যে আমাৰ অজানিতে আমাৰ সমাজখন, বিশেষকৈ আমাৰ যুৱ-সমাজখন অধঃপতনৰ অতল গহ্বৰৰ পিনে গতি কৰিছে। যুৱ মানসিকতাৰ এনেকুৱা অৱনমনে আমাৰ নতুন পুৰুষৰ একাংশক হত্যা, লুণ্ঠন , চুৰি, ডকাইতি আদি অনৈতিক অসামাজিক জঘন্য অপৰাধকে ৰোমাঞ্চকৰ বিপ্লৱী কাম বুলি ক'বলৈ সুবিধা দিয়ে। দৰাচলতে সেইটো হৈছেও। নিজকে আলফা , ছালফা নাইবা আৰক্ষী বুলি জহোৱা বহুত অপৰাধী চৰিত্ৰই সন্ত্ৰাসবাদ আৰু গুলীৰ জৰিয়তে দেশ উদ্ধাৰ কৰিবলৈ ঠিকা লোৱা বুলি কয় আৰু আমাৰ বহুতো তথাকথিত 'ভাল মানুহে' আৰু 'শিক্ষিত' লোকে সেই গাজাখুৰি দাম্ভিকতাক বিশ্বাস কৰি সেই প্ৰাণীবোৰক ঘৃণা বা পুতৌ নকৰি সংগ্ৰামী গণমুক্তিকামী বুলি প্ৰমাণ পত্ৰ দিয়ে আৰু আমাৰ কিছুমান 'সন্মানী' আৰু 'দায়িত্বশীল' বাতৰিকাকতে সেই কথাবোৰকে সশ্ৰদ্ধভাৱে ছপা কৰে!

এই কথা সঁচা যে ষাঠি আৰু সত্তৰৰ দশকত ভাৰতত কিছুমান নামকৰা বাতৰিকাকতে, বিশেষকৈ কিছুমান সাপ্তাহিক আৰু কথাছবি জগতৰ লগত সম্পৰ্ক থকা পষেকীয়া আৰু মাহেকীয়া কাকতে, যেনেকৈ অশ্লীলতাৰ বেহা খুলি তোলপাৰ লগাইছিল আৰু আদালতত বিচাৰৰ সমুখীন হ'বলগীয়া হৈছিল, অসমৰ বাতৰিকাকতবোৰ সাধাৰণতে তেনেকুৱা নিম্ন স্তৰলৈ যোৱা নাছিল। কিন্তু আশীৰ দশকত অসমৰ কেইখনমান কাকতে সস্তীয়া জনপ্ৰিয়তাৰ কাৰণে সেই পথ লোৱা দেখা গৈছিল। অসমৰ সাংবাদিকসকলৰ সংঘ সময় থাকোঁতেই সেই বিষয়ে সজাগ হোৱা উচিত।

### (১৭) সাম্প্ৰদায়িক বিদ্বেষ আৰু বাতৰিকাকত

'শ্ৰেণী' আৰু 'সম্প্ৰদায়' এই শব্দ দুটা আমি বহুত সময়ত বৰ শিথিল বা ঢিলাভাৱে ব্যৱহাৰ কৰোঁ। তাৰ ফলত সমাজৰ আৰ্থ-ৰাজনৈতিক ক্ষেত্ৰত বহুত খেলিমেলি আৰু অসুবিধাৰ সৃষ্টি হয়। আধুনিক সমাজ-ব্যৱস্থাত 'শ্ৰেণী' শব্দটো ঘাইকৈ অৰ্থনৈতিক ক্ষেত্ৰত সামাজিক উৎপাদনৰ মূল আহিলা, তাৰ মালিকানা, আৰু উৎপাদকসকলৰ নিঃসহায়তা আৰু তেওঁলোকৰ ওপৰত চলা শোষণৰ প্ৰসংগত ব্যৱহাৰ হয়। অ-বিকশিত প্ৰাচীন সমাজত শ্ৰেণী আৰু বৃত্তি বা জাত-পাতৰ সাম্প্ৰদায়িকতা সাঙোৰ খাই পৰিছিল। কিন্তু দুয়োটা ভাগক সানি-পুতকি শ্ৰেণী আৰু সম্প্ৰদায়ক একে বস্তু বুলি কোৱাটো অ-বৈজ্ঞানিক। ই বিবেকৰ ঠাইত আৱেগক প্ৰাধান্য দিয়াৰ প্ৰতিক্ৰিয়াশীল প্ৰৱণতা। কিন্তু সমাজত "ৰান্ধনি উচটাই জোল খোৱা" কিছুমান বুদ্ধিজীৱী আছে। তেওঁলোকে কষ্টসাধ্য বৈজ্ঞানিক বিশ্লেষণৰ সলনি সাধাৰণ মানুহৰ সাধাৰণ আৱেগৰ সুযোগ লৈ 'সাম্প্ৰদায়িকতা'ৰ পথ লয়।

নানা প্ৰকাৰৰ সাম্প্ৰদায়িকতা আছে। পুৰণি কালৰে পৰা চলি অহা ধৰ্ম-বিশ্বাস, মাত-কথা, গোষ্ঠীমূলক ধাৰণা আদি নানা দিশত সাম্প্ৰদায়িক দৃষ্টিভংগীৰ অস্তিত্ব দেখা যায়। এই অস্তিত্বটোক অস্বীকাৰ কৰিলে বাস্তৱতাক অস্বীকাৰ কৰাৰ দৰে হয়। কিন্তু সৎ আৰু প্ৰগতিশীল বুদ্ধিজীৱীৰ কামটো কেৱল এই অস্তিত্বক ব্যাখ্যা কৰোঁতেই শেষ নহয়। তেওঁলোকৰ কৰ্তব্যৰ আন এটা দিশ আছে—আৰু এই দিশটো বেছি গুৰুত্বপূৰ্ণ। সেইটো হৈছে প্ৰগতিশীল বৈজ্ঞানিক দৃষ্টিভংগীলৈ সমাজ পৰিৱৰ্তনত নিজৰ অৰিহণা আগবঢ়োৱাটো। সাংবাদিকসকলো এচাম বুদ্ধিজীৱী। সমাজৰ প্ৰতি তেওঁলোকৰ দায়িত্ব আৰু কৰ্তব্য আছে। তেওঁলোক "ৰান্ধনি উচটাই জোল খোৱা" দুষ্ট বুদ্ধিজীৱী নহৈ সমাজক আগবঢ়াই নিবলৈ প্ৰচেষ্টা কৰা সৎ আৰু প্ৰগতিশীল বুদ্ধিজীৱী হোৱাটো বাঞ্ছনীয়। সাম্প্ৰদায়িকতাক উচটনি দি নহয়, সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে যুঁজ চলাইহে তেওঁলোকে সেই ভূমিকা যথাযথভাৱে পালন কৰিব পাৰে। অৱশ্যে সেইটো কৰিবলৈ যাওঁতে তেওঁলোক ধৈৰ্যশীল আৰু বাস্তৱধৰ্মী হোৱা উচিত। যাৰ উদ্দেশ্যে লিখা হয়, তেওঁলোকৰ মানসিক স্তৰ বুজি কলম ধৰিবৰ প্ৰয়োজন হয়।

ধৰ্মীয় সাম্প্ৰদায়িকতাৰ বিষয়ত এতিয়ালৈকে অসমৰ বাতৰিকাকতসমূহে প্ৰশংসনীয় ভূমিকা লৈ আহিছে। বৰং ধৰ্মীয় সংখ্যালঘুৰ প্ৰতি মাত্ৰাধিক মৰমহে দেখুৱাইছে। সেইটো বেয়া কথা হোৱা নাই; কাৰণ, ধৰ্মীয়ই হওক নাইবা অ-ধৰ্মীয়ই হওক, সংখ্যালঘুসকল স্পৰ্শকাতৰ আৰু সন্দিহান হয়। কিন্তু যিটো বিষয়ত অসমৰ বাতৰিকাকতসমূহ অতি সাৱধান আৰু দায়িত্বশীল হোৱা উচিত . সেইটো হৈছে ভাষা আৰু গোষ্ঠীগত

সাম্প্ৰদায়িকতা। যোৱা দুটা দশকত বিশেষকৈ, শিক্ষাৰ মাধ্যম, ৰাজ্যিক ভাষা আৰু ছবছৰীয়া 'অস্তিত্ব আৰু বিকাশ'ৰ আন্দোলনত কিছুমান অসমৰ বাতৰিকাকতে ভাৰসাম্য হেৰুৱাই সাম্প্ৰদায়িক ভূমিকা লোৱা বুলি আনকি প্ৰেছ কাউন্সিলৰ দৰে দায়িত্বশীল অনুষ্ঠানেও অসমৰ কেইখনমান বাতৰিকাকতক নিন্দা কৰিছে। সেই নিন্দা উচিত হৈছে নে অনুচিত হৈছে, সেই বিতৰ্কলৈ নগৈ ভৱিষ্যতৰ আচৰণত সাৱধান হোৱাটো উচিত হ'ব বুলি ভাবি ইয়াত প্ৰেছ কাউন্সিলৰ কেইটামান সমালোচনাৰ প্ৰতি সংশ্লিষ্ট সকলোৰে দৃষ্টি আকৰ্ষণ কৰা হ'ল।

**(ক) দৈনিক অসম ৰ বিৰুদ্ধে অসম চৰকাৰৰ গোচৰ**

প্ৰেছ কাউন্সিলৰ ১৯৮১ চনৰ বছৰেকীয়া প্ৰতিবেদনত (পৃঃ ১৫১-৫৩) পোৱা যায় যে ১৯৮০ চনৰ ১৪ অক্টোবৰ আৰু ২৭ নৱেম্বৰ তাৰিখে অসম চৰকাৰে দৈনিক অসম ৰ সেই সময়ৰ সম্পাদকৰ বিৰুদ্ধে লিখিত অভিযোগ দাখিল কৰিছে যে তেওঁ মিছা, মনেসজা আৰু বিকৃত কথা বাতৰি বুলি পৰিৱেশন আৰু প্ৰচাৰ কৰিছে। চৰকাৰৰ পক্ষৰ পৰা তাৰ প্ৰত্যাহ্বান জনাই প্ৰতিবাদ আৰু স্পষ্টীকৰণ পঠিওৱা হৈছিল। সম্পাদকে সেই প্ৰতিবাদকো প্ৰকাশ নকৰিলে। কাকতখনে প্ৰকাশ কৰা বাতৰিত অসমৰ মিশ্ৰ সমাজখনৰ বিভিন্ন জনগোষ্ঠীৰ মানুহৰ মাজত অনৈক্য, ঘৃণা আৰু খিয়লাখিয়লিৰ ভাব প্ৰচাৰ কৰাৰ প্ৰয়াস আছিল।

প্ৰেছ কাউন্সিলে সম্পাদকগৰাকীৰ মন্তব্য বিচাৰিলে। সম্পাদকে স্বীকাৰ কৰিলে যে তেওঁ চৰকাৰী প্ৰতিবাদ প্ৰকাশ নকৰিলে। কাৰণ হিচাপে তেওঁ জনালে যে যদিও বাতৰিটো অসমীয়া ভাষাত প্ৰকাশ হৈছিল, চৰকাৰী প্ৰতিবাদটো আহিছিল ইংৰাজী ভাষাত। তদুপৰি, প্ৰতিবাদটো বৰ পলমকৈ আহিছিল। প্ৰেছ কাউন্সিলে বিষয়টো বিবেচনা কৰি ৰায় দিয়ে যে চৰকাৰে পঠিওৱা প্ৰেছ টোকাটো সম্পূৰ্ণ সংগত আৰু প্ৰাসঙ্গিক আছিল। সম্পাদকে সেইটো প্ৰকাশ কৰা উচিত আছিল। চৰকাৰী প্ৰতিবাদ সময় মতে নোপোৱা বুলি কোৱা সম্পাদকৰ মন্তব্যটো প্ৰেছ কাউন্সিলৰ মতে গ্ৰহণযোগ্য নহয়। প্ৰেছ কাউন্সিলে লক্ষ্য কৰে যে অসম ৰাজ্যখন সেই সময়ত এটা কঠিন পৰিস্থিতিত আছিল। সেই সময়ত সম্পাদকগৰাকীৰ সংযম অতি প্ৰয়োজনীয় আছিল। অথচ, তেওঁ এনেবোৰ কথা প্ৰচাৰ কৰিছিল যাৰ ফলত সেই স্পৰ্শকাতৰ পৰিস্থিতিত সাম্প্ৰদায়িক বিদ্বেষ আৰু সংঘৰ্ষ বিয়পিব পাৰে। তেনে পৰিস্থিতিত কোনো বাতৰি প্ৰচাৰ কৰাৰ আগতে সাৱধানে পৰীক্ষা কৰি চাব লাগে যে ই সঁচা হয়নে নহয় আৰু ইয়াৰ প্ৰচাৰে সাম্প্ৰদায়িক বিদ্বেষৰ উদ্ৰেক আৰু বিস্তাৰ কৰাৰ আশংকা আছেনে নাই। প্ৰেছ কাউন্সিলে সম্পাদকগৰাকীক সতৰ্ক কৰি দিয়ে যাতে ভৱিষ্যতে তেওঁ সাৱধান হয়।

**(খ) অগ্ৰদূত কাকতৰ বিৰুদ্ধে গোচৰ**

অৰ্দ্ধ-সাপ্তাহিক অসমীয়া বাতৰিকাকত অগ্ৰদূত ৰ বিৰুদ্ধে অসম চৰকাৰৰ গৃহ বিভাগৰ সচিব তথা আয়ুক্তই অভিযোগ আনি কয় যে ১৯৮০ চনৰ ২৪ আগষ্ট আৰু ২৩ নৱেম্বৰ সংখ্যাত দুটা মনে গঢ়া, অসত্য আৰু চেলেপু বাতৰি প্ৰকাশ কৰিছিল। বাতৰি দুটাৰ শিতান আছিল : (১) ব্যক্তিগত স্বাৰ্থত মুখ্য কাৰ্যালয় বাৰে বাৰে স্থানান্তৰ আৰু আন্দোলনটো সম্পূৰ্ণৰূপে চূৰ্ণ-বিচূৰ্ণ কৰিবলৈ ব্যাপক আৰু বিস্তাৰিত আঁচনি। ৰাজ্য চৰকাৰক বদনাম দি চৰকাৰৰ বিৰুদ্ধে জনগণৰ মাজত অসন্তোষ আৰু বিদ্বেষভাৱ প্ৰচাৰ কৰাই এই লিখাবিলাকৰ উদ্দেশ্য নাছিল। প্ৰেছ কাউন্সিলে অনুসন্ধান কৰি পায় যে ২৪ আগষ্ট তাৰিখে প্ৰকাশ কৰা বাতৰিটো সংবাদপত্ৰৰ নৈতিকতা নাইবা ৰাজহুৱা ৰুচিৰ পৰিপন্থী নাছিল। চৰকাৰে প্ৰকাশিত বাতৰিটোৰ প্ৰতিবাদ পঠিয়াব পাৰিলেহেঁতেন। কিন্তু সেইটো কৰা নহ'ল। দ্বিতীয় বিষয়টো (২৩ নৱেম্বৰ তাৰিখৰ) সম্পৰ্কে চৰকাৰৰ বক্তব্য হ'ল এই যে বাতৰিটোত কোৱা হৈছিল যে ৩০০০ মানুহক গ্ৰেপ্তাৰ কৰাৰ ভাবুকি দিয়া হৈছে। সেই সময়ত ৰাজ্যখনত চলি থকা উত্তেজনাপূৰ্ণ অৱস্থাত এনেকুৱা বাতৰি অত্যন্ত আপত্তিজনক। চৰকাৰে সম্পাদকলৈ চিঠি লিখি বাতৰিটোৰ ভিত্তি কি সেইটো জানিবলৈ বিচাৰিলে; কিন্তু কোনো প্ৰতিবাদ ছপোৱাটো দাবী নকৰিলে। সেইটো উচিত আছিল। সেই কাৰণে, প্ৰেছ কাউন্সিলে চৰকাৰৰ অভিযোগ নাকচ কৰিলে।

**(গ) সাপ্তাহিক নীলাচল ৰ বিৰুদ্ধে গোচৰ**

১৯৭৯ চনৰ ৭ ছেপ্টেম্বৰ তাৰিখে অসম চৰকাৰে প্ৰেছ কাউন্সিলৰ ওচৰত সাপ্তাহিক নীলাচল ৰ বিৰুদ্ধে গোচৰ তৰে। গোচৰত কোৱা হয় যে ১৯৭৯ চনৰ ২৫ জুলাই তাৰিখে আলহী-সম্পাদকগৰাকীয়ে "অসম দেশৰ সমস্যা : ফুচুৰি কথাৰ হুচুৰী নহয়" শিতানত লিখা এটা সম্পাদকীয় নিবন্ধ প্ৰকাশ কৰা হয়। গোচৰটোৰ সাৰ কথা আছিল এই যে সম্পাদকীয় প্ৰবন্ধটো ভাৰতৰ সংহতি আৰু সমন্বয়ৰ পৰিপন্থী। ই অসমক ভাৰতৰ পৰা বিচ্ছিন্ন কৰাৰ বাবে প্ৰত্যক্ষ আহ্বান জনাইছে। উত্তৰ-পূব ভাৰতত ৰাজনৈতিক অস্থিৰতা সৃষ্টি কৰা আৰু অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত অমিল বৃদ্ধি কৰাটো ইয়াৰ উদ্দেশ্য। সেয়ে এটা বিশেষ জনগোষ্ঠীৰ মহিলা এগৰাকীক আন

এটা জনগোষ্ঠীৰ লোকে বলাৎকাৰ কৰাৰ ঘটনা এটাক ইমান বেছিকৈ প্ৰচাৰ চলাই উত্তেজনাৰ সৃষ্টি কৰা হৈছে।

কাকতখনৰ সম্পাদকে গোচৰটোৰ ওপৰত মন্তব্য প্ৰকাশ কৰি কয় যে চৰকাৰৰ অভিযোগ তেনেই টুলুঙা। ৰাজ্যখনত ন্যায্য সমস্যা সমাধানৰ বিষয়ত চৰকাৰ সম্পূৰ্ণ উদাসীন। ফলত, ৰাজ্যখনৰ বাসিন্দাসকল অতি ন্যায়সংগতভাৱে অত্যন্ত ক্ষুব্ধ। আলোচিত সম্পাদকীয়টো তাৰেই অভিব্যক্তি।

প্ৰেছ কাউন্সিলে বাতৰিকাকতখন ভৰ্ৎসনাৰ পাত্ৰ বুলি ৰায় দিয়ে। ভাৰত ইউনিয়নৰ পৰা অসমৰ বিচ্ছিন্নতাৰ পোষকতা কৰাটো কাকতখনৰ কাৰণে বৰ আপত্তিজনক কথা হৈছে। বাতৰিকাকতৰ দৰে দায়িত্বশীল প্ৰতিষ্ঠানে স্বাধীনতা আৰু উচ্ছৃংখলতাক একে বস্তু বুলি ভবাটো ঠিক নহয়। এই কথা সঁচা যে বাতৰি কাকতৰ স্বাধীনতাৰ পৰিসৰ যথেষ্ট বহল। চৰকাৰৰ প্ৰশাসনীয় কাম-কাজ আৰু নীতি-নিয়মৰ উচিত সমালোচনা কৰাৰ অধিকাৰ বাতৰিকাকতৰ নিশ্চয় আছে। কিন্তু প্ৰেছ কাউন্সিলৰ মতে নীলাচল কাকতে সেই অধিকাৰৰ অপপ্ৰয়োগ কৰিছে আৰু ই সংবিধানৰ ১৯(১)(ক) অনুচ্ছেদে দিয়া বাক-স্বাধীনতা আৰু প্ৰচাৰৰ স্বতন্ত্ৰতাৰ ন্যায়সংগত সীমা অতিক্ৰম কৰিছে। সেই কাৰণে প্ৰেছ কাউন্সিলে কাকতৰ সম্পাদকগৰাকীক ভৰ্ৎসনা কৰে আৰু প্ৰেছ কাউন্সিলৰ প্ৰতিবেদন লিপিবদ্ধ কৰা কথাবোৰ কাকতত প্ৰকাশ কৰিবলৈ নিৰ্দেশ দিয়ে।

### (১৮) উত্তৰ-দানৰ অধিকাৰ

ৰাইজৰ স্বাৰ্থত, গণতন্ত্ৰৰ স্বাৰ্থত বাতৰি আৰু মত প্ৰকাশৰ স্বাধীনতা বাতৰিকাকতৰ মূল্যবান আৰু গুৰুত্বপূৰ্ণ অধিকাৰ। স্পষ্ট ন্যায়সংগত কাৰণত বাহিৰে ইয়াক সংকোচন কৰাটো সংবিধানৰ বিৰোধী কথা। কিন্তু প্ৰত্যেক অধিকাৰৰ লগত দায়িত্ব জড়িত থাকে। প্ৰকাশ কৰাৰ আগতে বাতৰিকাকতৰ সম্পাদকে সাধ্য অনুসৰি পৰীক্ষা কৰি চায় যে পৰিবেশন কৰিবলৈ বিচৰা বাতৰিটোৰ সত্যতাত কিবা সন্দেহ আছে নেকি? এনেকুৱা অনুসন্ধানত সত্য যেন অনুভৱ হলেহে বাতৰিটো ছপাবলৈ দিয়া হয়। এনেকুৱা সাৱধানতা সত্ত্বেও কেতিয়াবা কেতিয়াবা প্ৰকাশিত বাতৰিত অসত্যতা ওলায়। তেতিয়া যদি তাৰ সংশোধন বা প্ৰতিবাদ আহে, তেন্তে দায়িত্বশীল বাতৰিকাকতে সেই সংশোধন বা প্ৰতিবাদ প্ৰকাশ কৰিবলৈ ইতঃস্তত নকৰে, কৰা উচিত নহয়। ই বাতৰিকাকতৰ নৈতিকতা। কিন্তু কোনো কোনো ক্ষেত্ৰত কোনো কোনো বাতৰিকাকতক এই নৈতিক কৰ্তব্য পালন কৰাত অৱহেলা কৰা দেখা যায়। তেনে পৰিস্থিতিত প্ৰেছ কাউন্সিলে হস্তক্ষেপ কৰিবলগীয়া হয়।

#### (ক) দৈনিক অসম ৰ বিৰুদ্ধে গোলোকেশ্বৰ বৰুৱাৰ অভিযোগ

১৫/২/১৯৮১ তাৰিখৰ দৈনিক অসম ত দেৱ দামোদৰ গুৰু আৰু তেওঁৰ ধৰ্ম শীৰ্ষক এটা প্ৰবন্ধ প্ৰকাশ পাইছিল। গোলোকেশ্বৰ বৰুৱাৰ মতে তাত কিছুমান ভুল কথা আছিল। সেই কাৰণে বৰুৱাই এটা প্ৰতিবাদী লেখা পঠিয়াইছিল। দৈনিক অসমে সেই লেখাটো প্ৰকাশ নকৰা হেতুকে বৰুৱাই এই কাকতখনে বাতৰিকাকতৰ নীতি আৰু শিষ্টাচাৰ ভংগ কৰা বুলি প্ৰেছ কাউন্সিলৰ ওচৰত গোচৰ উত্থাপন কৰিছিল। কাউন্সিলে দৈনিক অসম ৰ সম্পাদকৰ মন্তব্য বিচৰাত তেওঁ কয় যে কোনো প্ৰতিবাদ ছপা কৰা-নকৰাটো সম্পাদকৰ বিবেচনাৰ কথা। কোনেও এই বিষয়ত তেওঁক বাধ্য কৰিব নোৱাৰে। তদুপৰি, প্ৰতিবাদটোৰ লগতে তেওঁলৈ ভীতি-প্ৰদৰ্শন কৰি চিঠি লিখা হৈছিল। কোনো দায়িত্বশীল সম্পাদকে এনেকুৱা ভীতি-প্ৰদৰ্শনৰ ওচৰত নতি স্বীকাৰ কৰিব নোৱাৰে। অৱশ্যে যদিহে গুচৰীয়াই ৫০০ টামান শব্দৰ ভিতৰত গুচৰীয়াৰ মূল বক্তব্যখিনি লিখি পঠিয়াই, তেন্তে 'সম্পাদকলৈ চিঠি'ৰ শিতানত তেওঁ সেইটো ছপাব। প্ৰেছ কাউন্সিলে সম্পাদকৰ বক্তব্যখিনি বৰুৱালৈ পঠিয়াই দি গোচৰটোৰ সিমানতে সামৰণি মাৰে।

#### (খ) নাগৰিক ৰ বিৰুদ্ধে পূৰ্ণনাৰায়ণ সিংহৰ অভিযোগ

গুৱাহাটীৰ পৰা প্ৰকাশিত সাপ্তাহিক বাতৰিকাকত নাগৰিক ত লঙ্গাই আৰু ইছাবিল চাহ বাগিচা সম্পৰ্কে এটা তথ্যমূলক প্ৰবন্ধ প্ৰকাশ পাইছিল। তাত ভূতপূৰ্ব সাংসদ পূৰ্ণনাৰায়ণ সিংহৰ ভূমিকা সম্পৰ্কে কিছুমান কথা প্ৰকাশ পাইছিল। প্ৰবন্ধটো প্ৰকাশিত হৈছিল কাকতখনৰ ৪/১০/১৯৭৯ তাৰিখৰ সংখ্যাত। প্ৰাক্তন সাংসদগৰাকীয়ে তেওঁৰ ভূমিকা সম্পৰ্কিত কথাখিনিৰ প্ৰতিবাদ কৰি টাইপ কৰা কাগজৰ সাত পৃষ্ঠাজোৰা এটা প্ৰতিবাদ টোকা পঠিয়াইছিল। কাকতখনৰ সম্পাদকে প্ৰতিবাদ টোকাটো অলপ চমুৱাই ২৫/১০/১৯৭৯ তাৰিখত প্ৰকাশ কৰে। শ্ৰীসিংহই প্ৰেছ কাউন্সিলৰ ওচৰত গোচৰ দিয়ে যে প্ৰকাশিত প্ৰতিবাদটোত তেওঁ পঠিওৱা লিখাটোৰ ভালেখিনি গুৰুত্বপূৰ্ণ কথা বাদ দিয়া হৈছে।

প্ৰেছ কাউন্সিলে অভিযোগটোৰ অনুসন্ধান কৰে। প্ৰাক্তন সাংসদগৰাকীয়ে পঠোৱা দীঘলীয়া প্ৰতিবাদ টোকাটো আৰু বাতৰিকাকতখনে প্ৰকাশ কৰা তাৰ সংক্ষিপ্তসাৰটো ৰিজাই চাই দেখে যে কোনো মৌলিক

বা গুৰুত্বপূৰ্ণ কথা বাদ পৰা নাই। সীমিত পৰিসৰৰ নাগৰিক কাকতখনৰ সাতপৃষ্ঠা বিয়পা প্ৰতিবাদ টোকা এটা ছপাপলৈ ঠাইৰ অনাটন। এনেকুৱা সংক্ষিপ্তকৰণৰ অধিকাৰ সম্পাদকৰ আছে। গুৰুবীয়াই নিজেই প্ৰতিবাদ টোকাটো অলপ চমুৱাই লিখি পঠিয়াব পাৰিলেহেঁতেন। এই গোচৰটো নিষ্পত্তি প্ৰসংগত প্ৰেছ কাউন্সিলে ৰায় দিয়ে যে ভুল তথ্য প্ৰকাশ পালে সম্পাদকে তাৰ সংশোধনী ছপোৱা উচিত। সেই সংশোধনী দীঘলীয়া হ'লে সম্পাদকে মূল প্ৰতিপাদ্যখিনি ঠিক ৰাখি কোনো বিকৃতি নকৰাকৈ তাক চমুৱাবৰ অধিকাৰ আছে।

(১৯) মানহানিকৰ আৰু নিৰ্লজ্জ বাতৰি বৰ্জনীয়

ভাৰতীয় দণ্ডবিধি আইনৰ ৪৯৯ ধাৰাত মানহানি সম্পৰ্কীয় আইনৰ ব্যৱস্থা বাতৰিকাককতৰ ক্ষেত্ৰত কেনেকৈ আৰু কিভাৱে প্ৰযোজ্য হয় সেইটো বিস্তাৰিতভাৱে বৰ্ণনা কৰা আছে। সংখ্যাত সৰহ নহ'লেও অসমতো স্বাধীনতাৰ আগৰ যুগৰে পৰা ইয়াৰ প্ৰয়োগ হৈ আহিছে। বহুত মামলা-মোকৰ্দমাও হৈছে। ইয়াত সেইবোৰৰ পুনৰুল্লেখৰ প্ৰয়োজন নাই। এতিয়ালৈ হৈ যোৱা গোচৰবোৰৰ পৰা কিছুমান সাধাৰণ নীতি আৰু সূত্ৰ স্পষ্ট হৈছে। সেইবোৰ মানি চলিলে সকলো পক্ষৰ মঙ্গল। বিশেষকৈ এই সূত্ৰকেইটা স্মৰণীয় :

(ক) কিছুমান 'সংবাদ সেৱী' বা বাতৰিকাকতত লিখা প্ৰকাশ কৰা লোকৰ ক্ষেত্ৰত দায়িত্বশীল চৰকাৰী বিষয়া বা 'ৰাইজৰ নেতা' সম্পৰ্কে নিন্দাসূচক নাইবা ইতিকিংমূলক কথা প্ৰকাশ কৰাৰ প্ৰৱণতা দেখা যায়। সাধাৰণতে ৰাইজৰ কিছু অংশত সেই 'ডাঙৰ মানুহ'সকলৰ সম্পৰ্কে সন্দেহ বা সমালোচনাৰ ভাব থকা হেতুকে নাইবা অন্তৰ্নিহিত ঈৰ্ষাভাৱৰ কাৰণেই এনেকুৱা লিখাই প্ৰশংসা পায়। কলেজ বা বিশ্ববিদ্যালয়ৰ পৰা চিধা সম্পাদকীয় সহায়ক হিচাপে নিযুক্তি পোৱা নাইবা নবিশী কৰা ডেকা-গাভৰুৰ ক্ষেত্ৰতহে যে এই কথা প্ৰযোজ্য সেইটো নহয়। বহুত পৌঢ় নাইবা বয়সিয়াল লোকেও এই কাম কৰাটো দেখা যায়। এনেকুৱা অৱস্থাত সম্পাদকৰ দায়িত্ব বিশেষ গধুৰ। ভাৰতীয় দণ্ডবিধি আইনৰ ৪৯৯ ধাৰাটো ভালকৈ বুজি ল'লে সম্পাদকসকলৰ বিশেষ সুবিধা হ'ব পাৰে।

(খ) কোনো ৰাজনৈতিক নেতাৰ ৰাজহুৱা আচৰণ বা মত সমালোচনাৰ ঊৰ্দ্ধত নহয়, হ'ব নোৱাৰে আৰু হোৱাটো উচিত নহয়। কিন্তু সমগ্ৰ বিশ্বতে বৰ্তমান ব্যক্তিগত জীৱনৰ গোপনীয়তা এটা মৌলিক অধিকাৰ হিচাপে স্বীকৃত হৈছে। কোনো ৰাজনৈতিক বা প্ৰশাসনীয় নেতাৰ ব্যক্তিগত জীৱনে যেতিয়ালৈকে তেওঁৰ ৰাজহুৱা কৰ্তব্যত প্ৰভাৱ বা ছাঁ নেপেলায়, তেতিয়ালৈকে সি অলংঘনীয়। কিন্তু যেতিয়া নিক্সনৰ দৰে ৰাষ্ট্ৰপতি নাইবা প্ৰফ্যুমোৰ দৰে প্ৰতিৰক্ষা মন্ত্ৰীৰ ব্যক্তিগত আচৰণে ৰাজহুৱা স্বাৰ্থ বিপন্ন কৰে, তেতিয়া তাৰ বিৰুদ্ধে থিয় হৈ সাহসেৰে সৈতে যুঁজ কৰাটো দায়িত্বশীল বাতৰি-কাকতৰ কাৰণে কেৱল অধিকাৰেই নহয়, দায়িত্বও। আনহাতে 'চতুৰ্থ-স্তম্ভ' হোৱা বাবে বাতৰিকাকতৰ যি শক্তি আৰু মৰ্যাদা আছে, তাক যদিহে ব্যক্তিগত স্বাৰ্থত ৰাষ্ট্ৰদ্ৰোহী কাৰ্য, নিৰীহ লোকৰ বিৰুদ্ধে সন্ত্ৰাস, ডকাইতি নাইবা ৰাষ্ট্ৰদ্ৰোহী কাৰ্যৰ নিৰ্ভৰযোগ্য উমান পোৱা যায় তেন্তে তেনেকুৱা সাংবাদিক যিমানেই চোকা-কলমৰ বা প্ৰভাৱশালী নহওক লাগিলে, তেওঁক প্ৰশ্ৰয় দিয়াটো সংবাদ-মাধ্যম বৃত্তিটোৰ কাৰণেই লজ্জাজনক আৰু ক্ষতিকাৰক।

(২০) প্ৰশাসনীয় স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে বাতৰিকাকতৰ স্বাধীনতা অৱশ্য ৰক্ষণীয়

এই কথাটো স্পষ্টভাৱে বুজাৰ আৰু কোৱাৰ, আকৌ পুনৰুক্তি কৰাৰ খুবেই প্ৰয়োজন যে প্ৰশাসনীয় স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে বাতৰিকাকতৰ স্বাধীনতা সৰ্বতোভাৱে ৰক্ষণীয়, চকুৰ মণিৰ দৰে ৰক্ষণীয়। এই প্ৰবন্ধটোত উচ্চতম ন্যায়ালয়, উচ্চ ন্যায়ালয়, প্ৰেছ-কাউন্সিল আৰু কেন্দ্ৰীয় আৰু ৰাজ্যিক বিশেষ অধিকাৰ সমিতিসমূহৰ ভালেমান ৰায় আৰু পৰামৰ্শ উদ্ধৃত কৰা হৈছে। সেইবোৰৰ মাজেদি দেখুৱাবলৈ চেষ্টা কৰা হৈছে যে সংবাদ মাধ্যমৰ কি কি কেৰোণ আৰু দুৰ্বলতা আছে। তাৰ মানে এই নহয় যে বাতৰি মাধ্যমটো কেৰোণ, দুনীতি আৰু দুৰ্বলতাৰে ভৰা। সেইবোৰ খোচৰাৰ উদ্দেশ্য আছিল এইটোহে যে এই মাধ্যমটোক সেইবোৰৰ পৰা মুক্ত কৰি গণতন্ত্ৰ ৰক্ষা আৰু বিকাশৰ অমোঘ অস্ত্ৰ কৰিব লাগে। বাতৰিকাকতৰ স্বাধীনতাৰ ওপৰতে গণতন্ত্ৰৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে। ই জনগণৰ স্বাৰ্থৰ স্থায়ী প্ৰহৰী। গণতান্ত্ৰিক ব্যৱস্থাৰ নিজৰ ভিতৰতে ইয়াৰ মূল বৈৰী লুকাই আছে। সি হৈছে আমোলাতন্ত্ৰ, যাক সসম্মানে 'প্ৰশাসন' বুলি কোৱা হয়। ই স্থায়ী যন্ত্ৰ; অজৰ-অমৰ। ৰাজনৈতিক নেতৃত্ব আহে, যায়; আমোলাতন্ত্ৰ বোৱঁতী সুঁতিৰ দৰে বৈ থাকে। ই আদব-কায়দাত এনেভাৱে প্ৰশিক্ষিত যে ৰাজনৈতিক নেতৃত্বক সহজে বশ মনাই লয়। সেই নেতৃত্ব যদি অনভিজ্ঞ, অপৰিপক্ক, দাম্ভিক আৰু দুনীতিপৰায়ণ হয়, তেনেহ'লে কথাই নাই। দিনে দহ বাৰমান 'ইয়েছ ছাৰ' (হয় মহাশয়, হয় মহাশয়) সম্বোধন আৰু নমস্কাৰ পালেই

'গপ' গলি গেল্লাপানী হয় আৰু আমোলাতন্ত্ৰৰ অবাধ ৰাজত্ব চলি থাকে। এই প্ৰবন্ধৰ পঢ়ুৱৈসকলে নিশ্চয় জীৱনত অন্ততঃ এবাৰকৈ 'ইয়েছ, মিষ্টাৰ প্ৰাইম মিনিষ্টাৰ' আৰু 'ইয়েছ মিষ্টাৰ মিনিষ্টাৰ' নামৰ টি.ভি চিনেমা দুখন চাইছে। তাত আমোলাতন্ত্ৰই ৰাজনৈতিক নেতৃত্বক কেনেকৈ ভুচুং পছু বনায় সেইটো দেখিছে। কথাটো মুঠেই অতিৰঞ্জিত নহয়। ৰাইজেই ৰজা, মুকলি সমাজ, মুকলি চৰকাৰ ইত্যাদি ডাঙৰ ডাঙৰ কথাৰ আমোলাতন্ত্ৰৰ জেলাপীৰ পাকত সোমাই আঁত হেৰাই যায়। চৰকাৰী প্ৰশাসন যন্ত্ৰটো দেখ-দেখকৈ আমোলাতন্ত্ৰ। যদিহে ৰাজনৈতিক নেতৃত্বও আমোলাতান্ত্ৰিক হয়, তেন্তে একেবাৰে মণি-কাঞ্চন সংযোগ! বুৰ্জোৱা গণতন্ত্ৰৰ কথাই নাই, সমাজতান্ত্ৰিক গণতন্ত্ৰকো ই খতম কৰি দিব পাৰে। দৰাচলতে, আমোলাতন্ত্ৰৰ প্ৰাধান্যৰ লগে লগে সমাজতন্ত্ৰ খতম। আমাৰ জীৱদ্দশাতে ছোভিয়েট ইউনিয়নত সেই দুৰ্ভাগ্যজনক পৰিস্থিতিকে দেখিলো। আমাৰ অসমত তথা ভাৰতবৰ্ষতনো কম হৈছেনে? আমাৰ উচ্চতম ন্যায়ালয়ে কৈছে যে গণতান্ত্ৰিক সমাজবাদ হেনো আমাৰ সংবিধানৰ মৌলিক গাঁথনি! পিছে আমি সাধাৰণ মানুহে দেখোন সমাজতন্ত্ৰ দূৰৰ কথা, গণতন্ত্ৰৰ প্ৰাথমিক বস্তুখিনিকে দেখা নাপাওঁ! আমোলাতন্ত্ৰ মানে দুৰ্নীতি। দুৰ্নীতি অ'ত-ত'ত ধৰা পৰিব পাৰে। কিন্তু আমোলাতন্ত্ৰ থাকে মানে তাৰ বিচাৰ শেষ নহয়, অৱসৰ লোৱাৰ পিছত পেঞ্চনাৰৰ চাকৰি জীৱন সম্পৰ্কে ইটোৰ পিছত সিটো 'কুৱেৰি' (অনুসন্ধান), 'আপত্তি'ৰ (অৱজেক্‌ছনৰ) ওৰ নপৰাৰ দৰে। গণতন্ত্ৰৰ নামত ভাৰতত চলা আমোলাতন্ত্ৰত বফ'ৰ্ছ, আমানত কেলেংকাৰী, চুটকেচ ভৰ্তি উৎকোচৰ এফিডেভিট (ধৰ্মশপত), সাংসদী নিলামবজাৰ আদি এশ-এবুৰি দুৰ্নীতি আৰু কেলেংকাৰীৰ কথা শুনি আহিছোঁ। কিন্তু ৰাজনৈতিক আৰু প্ৰশাসনিক আমোলাতন্ত্ৰৰ মেৰপাকত সেইবোৰৰ এটাৰো শেষ সমাধান নহ'ল। ইয়াৰ কাৰণে নিৰলস আৰু নিৰৱচ্ছিন্নভাৱে যুঁজ কৰিব পৰা চিৰ-জাগ্ৰত অনুষ্ঠানটো হৈছে নিকা বাতৰিকাকত। বাতৰিকাকতৰ পবিত্ৰ ক্ষেত্ৰৰ পৰা অতি-বিপ্লৱীৰ মুখা পিন্ধা প্ৰতি-বিপ্লৱীবিলাক, চুৰি-ডকাইতি- হত্যা- সন্ত্ৰাস আদিৰ লগত জড়িত লম্পটবিলাকৰ পৰা এই পবিত্ৰ গণমাধ্যমটোক মুক্ত কৰি ইয়াৰ স্বাধীনতা আৰু প্ৰশাসনৰ সৰ্বক্ষেত্ৰত সত্য সন্ধানৰ কাৰণে প্ৰৱেশাধিকাৰ সুনিশ্চিত কৰিব লাগিব। তেহে আমাৰ দেশত গণতন্ত্ৰ ৰক্ষা পৰিব। এনেকুৱা স্বাধীনতাৰ ফলত প্ৰথম অৱস্থাত দুই-চাৰিটা অঘটন ঘটিব পাৰে। তাক সহ্য কৰিবলৈ সাজু থাকিব লাগে। গণতন্ত্ৰকামীসকল তাৰ বাবে সাজু থাকিব লাগিব। আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধানৰ প্ৰথমটো সংশোধনীৰ দ্বাৰা আমেৰিকাৰ সংবাদ মাধ্যমক এনেকুৱা স্বাধীনতা আৰু প্ৰৱেশাধিকাৰ দিবলৈ প্ৰস্তাৱ কৰোঁতেও বহুত আপত্তি আৰু সন্দেহ উত্থাপিত হৈছিল। সেইবোৰ উপেক্ষা কৰা হ'ল। সংবাদ মাধ্যমৰ স্বাধীনতা আমেৰিকাৰ গণতন্ত্ৰৰ ৰক্ষাকবচ বুলি স্বীকৃত হৈছে।

## (২১) সংবাদ প্ৰতিষ্ঠান শিল্পৰ বৃত্তিগত সমস্যা

শিল্প-উদোগৰ ক্ষেত্ৰত ডাঙৰ, মজলীয়া আৰু সৰু শিল্প আছে। এই পাৰ্থক্য অনুসৰি শিল্প আৰু শ্ৰমিক কল্যাণ আইনবোৰ। সেইবোৰ অৱস্থাৰ উপযোগী হিচাপে প্ৰযুক্ত হয়। সম্প্ৰতি বাতৰিকাকতো উদ্যোগ হৈ পৰিছে। ইয়াতো সৰু, মজলীয়া আৰু বৃহৎ অনুসৰি সংশ্লিষ্ট বিধি-বিধান আৰু প্ৰশাসনীয় নিৰ্দেশ আদিৰ প্ৰয়োগ হয়। সৰুই হওক বা ডাঙৰেই হওক, সকলো বাতৰিকাকতৰ সমান অধিকাৰ থকা উচিত। কিন্তু দেখিবলৈ পোৱা যায় যে প্ৰশাসনে কিছুমান বাতৰিকাকতক আঠ-মণ্ডলা খাবলৈ অহা দৰাৰ দৰে ব্যৱহাৰ কৰে। বাকীবোৰৰ বাবে 'কাঙালী বিদায়!' এই পাৰ্থক্য অগণতান্ত্ৰিক আৰু অসহনীয়। সকলোৰে প্ৰতি সম-দৃষ্টি বাঞ্ছনীয়। বাতৰিকাকত-বিলাকো আটায়ে চৰকাৰ-নিৰপেক্ষ বা দল-নিৰপেক্ষ নহয়। কিছুমান হয় চৰকাৰৰ 'ধামা-ধৰা' আন কিছুমান হয় চৰকাৰবিৰোধী চক্ৰবিলাকৰ কাৰণে 'পৰি-মৰা'। অসমৰ বাতৰিকাকতৰ যিটো পৰম্পৰা, সেইটো দেশপ্ৰেমিক আৰু গণতান্ত্ৰিক। কিন্তু সম্প্ৰতি কিছুমান ব্যতিক্ৰম দেখা গৈছে। কিছুমান মহানগৰত 'লাল-বাতি অঞ্চল' (ৰেড-লাইট এৰিয়া) থকাৰ দৰে সম্প্ৰতি অসমৰ বাতৰিকাকতৰ ক্ষেত্ৰতো জঘন্য আৰু ব্যভিচাৰী 'হালধীয়া সাংবাদিকতা' (ইয়েলো জাৰ্ণালিজম) সোমাইছে। এই বিলাকে সাধাৰণতে কুমলীয়া বয়সৰ 'নতুন পুৰুষ'সকলৰ একাংশক আৰু ভ্ৰষ্ট-চৰিত্ৰ, হতাশগ্ৰস্ত 'পুৰণি পুৰুষ' সকলৰ মাজতো প্ৰভাৱ বিস্তাৰ কৰিছে। গছ-নোহোৱা ঠাইত এৰাই বিৰিখৰ দৰে, কিছুমান অৰ্দ্ধশিক্ষিত নাইবা অল্পশিক্ষিত পঢ়ুৱৈ তেওঁলোকৰ গৰম বজাৰ। এই হালধীয়া চৰাইবিলাকেই লোকৰ পথাৰত পকা ধান খায়। পেটে পেটে যিয়েই নাভাবক আৰু লুকাই চুৰকৈ যিয়েই নকৰক লাগিলে, এওঁলোকে অতি-বিপ্লৱৰ গান গোৱা কিন্তু প্ৰতি-বিপ্লৱী কাম কৰা সাংবাদিকতাৰ মুখা পিন্ধা হত্যা-লুণ্ঠন, সন্ত্ৰাস আদি সমাজবিৰোধী দুষ্ট বুদ্ধিজীৱীবিলাকক 'বিপ্লৱী' সাংবাদিক 'সংগ্ৰামী'

সাংবাদিক আদি উপাধিৰে অলংকৃত কৰিবলৈ ভাল পায়। এনেকুৱা অপ-সাংবাদিক আৰু অপ-সাংবাদিকতাৰ সংখ্যা আৰু পৰিমাণ অসমত অতি নগণ্য। তেওঁলোকৰ আচৰণৰ দ্বাৰা অসমৰ বাতৰি-কাকতৰ মূল্যায়ন কৰাটো অসংগত। আনহাতে, 'আপদত নিয়ম নাস্তি' সূত্ৰৰ আলম লৈ ১৯৮৭ চনত পঞ্জাবত সন্ত্ৰাসবাদ দমন কৰিবলৈ বুলি গ্ৰহণ কৰা গণতান্ত্ৰিক নীতি-নিয়ম ভঙিৰে মোহাৰি 'বে-আইনী' 'টাডা আইন' সংবাদসেৱী আৰু অন্যান্য মানুহৰ বিৰুদ্ধে ব্যাপকভাৱে প্ৰয়োগ কৰাটো গণতন্ত্ৰবিৰোধী কাম আৰু সকলো সৎ লোকৰ দ্বাৰা নিন্দিত আৰু ভৰ্ৎসিত। এই বিষয়ত অসমৰ বাতৰিকাকতসমূহে যথেষ্ট সংযত আৰু গণতান্ত্ৰিক ভূমিকা লৈছে। সেইটো আশাৰ কথা।

বাতৰিকাকতবিলাকক শ্ৰেণীবদ্ধ কৰোতে 'জাতীয়' আৰু 'আঞ্চলিক' ভাৱে শ্ৰেণীবদ্ধ কৰা দেখা যায়। সেইটো সঠিকো নহয়, উচিতো নহয়। তথাকথিত 'জাতীয়' বাতৰিকাকতসমূহৰ দৃষ্টিভংগী আৰু আচৰণ 'জাতীয়' নহয়। 'মেট্ৰপলিটান' মহানগৰকেইখনৰ পৰা প্ৰকাশিত হোৱা কাৰণেই আৰু গ্ৰাহক আৰু বিজ্ঞাপনৰ সংখ্যা বেছি হোৱা কাৰণেই এখন কাকতে 'জাতীয়' মৰ্যাদা পোৱাটো অযুক্তিকৰ। ভাৰতৰ জনগণৰ মাজত হোৱাৰ দৰে সংবাদ-মাধ্যমতো নতুন ধৰণৰ শ্ৰেণী-বিন্যাস হবলৈ ধৰিছে। ক্ৰমে ক্ৰমে ই বৃদ্ধি পাব। এফালে বিত্তবান শ্ৰেণী আৰু তেওঁলোকৰ প্ৰশাসন-যন্ত্ৰৰ অনুগ্ৰহত মাখন খোৱা 'ক্ৰিমী লেয়াৰ' আৰু আনফালে কাঁচি, হাতুৰি, কলম চলাই শাৰীৰিক আৰু মানসিক সৃষ্টিশীল কৰ্ম কৰি বৰ্তি তকা শ্ৰমজীৱী লোকসকল। বুনিয়াদী শিক্ষা-সংস্কৃতিৰ বিকাশ আৰু বিস্তাৰৰ লগে লগে উপৰোক্ত শ্ৰেণীভিত্তিক গণ-চেতনা গঢ় লৈ উঠিল আৰু পুৰণিকলীয়া সাম্প্ৰদায়িক, গোষ্ঠীগত আৰু জাত-পাতৰ আৱেগৰ ওপৰত বৰ্তি থকা চেতনা ক্ৰমে ক্ৰমে আঁতৰি যাব। এই নতুন চেতনাই সাংগঠনিক ৰূপ লৈ কিমান সোনকালে সমাজৰ ৰূপান্তৰ আনিব পাৰিব সেইটো শ্ৰমজীৱী জনগণৰ উদ্যোগৰ ওপৰত বহুলাংশে নিৰ্ভৰ কৰিব। এই বিকাশত বাতৰি কাকতসমূহে গুৰুত্বপূৰ্ণ ভূমিকা ল'ব। থূলমূলভাৱে অসমৰ তথাকথিত 'আঞ্চলিক' বাতৰিকাকতসমূহে এই 'জাতীয়' দৃষ্টিভংগী লৈ আহিছে। জাতিটোনো কাক লৈ গঠিত? মূলতঃ দেশৰ মুঠ জনসংখ্যাৰ শতকৰা আশী ভাগতকৈও সৰহ শ্ৰমজীৱী জনগণ নহয় জানো? অসমৰ বাতৰি-কাকতসমূহে নানা ত্ৰুটী- বিচ্যুতি আৰু অসুবিধা সত্ত্বেও এওঁলোককে ভাৰতৰ যিকোনো 'জাতীয়' বাতৰিকাকতৰ তুলনাত বেছিকৈ বাতৰি আৰু আলোচনাত ঠাই দি অহা নাই জানো? এই আত্মবিশ্বাসেৰে আগবঢ়াটো নিশ্চয় দাম্ভিক আস্ফালন নহ'ব।

আগতে কোৱা হৈছে যে স্বাধীনতা সংগ্ৰামৰ সময়ত অসমত বাতৰিকাকতৰ সংখ্যা নিচেই কম আছিল, পঢ়ুৱৈৰ সংখ্যাও তাকৰ আছিল। কিন্তু শ্ৰোতা আছিল বহুত। এই শ্ৰোতাসকলেই আছিল স্বাধীনতা সংগ্ৰামৰ সেনানী। পঠন-পাঠন-শ্ৰৱণ-কীৰ্তন অসমৰ গণ-সংস্কৃতিৰ পৰম্পৰা। আজিৰ যুগৰ অসমত 'জাতীয়' বাতৰিকাকতসমূহে এই পৰম্পৰাৰে আগুৱাই যোৱাত অসমৰ জনগণক সহায় কৰিব পাৰে। তেতিয়া হ'লে এখন নতুন সমাজ, শ্ৰমজীৱী জনগণৰ দ্বাৰা শ্ৰমজীৱী জনগণৰ কাৰণে কৰ্মত নিযুক্ত এখন শোষণহীন সমাজ, গঠনত যথোপযুক্ত বৰঙণি আগবঢ়োৱা হ'ব। কামটো কষ্টসাধ্য হলেও দুঃসাধ্য নহয়। আমি সকলোৱে জানো যে জনগণৰ নিজৰ ভাষাত, তেওঁলোকৰ দৈনন্দিন জীৱনৰ অভিজ্ঞতাৰ ভিত্তিত তেওঁলোকে বুজি পোৱা ভংগীত সাৰ কথাখিনি সহজভাৱে ক'ব পাৰিলে তেওঁলোকে কথাবোৰ হৃদয়ংগম কৰিব পাৰে। অসমীয়া মাধ্যমৰ প্ৰচলনৰ পিছৰে পৰা তেনেকুৱা এচাম সংস্কৃতি কৰ্মী গঢ়ি উঠিছে। অৱশ্যে, এই কথাও সঁচা যে আধা-কেঁচেলুৱা কিছুমান নব্য সাংবাদিকে আমাৰ সাধাৰণ ৰাইজে বুজক বা নুবুজক, কিছুমান পশ্চিমীয়া কথা-কাহিনীৰে আমাৰ কিছুমান বাতৰিকাকতত পাত ভৰ্তি কৰি তেওঁলোকৰ মেধা আৰু ৰাইজৰ প্ৰজ্ঞাৰ 'অনুসন্ধানমূলক' পৰীক্ষা চলাইছে। কিন্তু সেইটো গৌণ কথা। এটা ভাল কথা চলি আছে যে অসমত 'অনুসন্ধানমূলক' সাংবাদিকতা 'অভিসন্ধিমূলক' চৰিত্ৰহননৰ পৰ্যায়লৈ অৱনমিত হোৱা নাই। এতিয়াও আমাৰ সাংবাদিকতাত স্বাধীনতা যুগৰ দৰে গাম্ভীৰ্য, একাগ্ৰতা, দেশপ্ৰেম, গণচেতনা প্ৰস্ফুটিত হৈ আছে।

যোৱা দশকটোত অসমত বাতৰিকাকতৰ যথেষ্ট প্ৰসাৰ হৈছে। বাতৰিকাকতবোৰৰ আৰ্থিক অৱস্থাও সিমান বেয়া নহয়। যিবিলাক নিশকতীয়া আছিল, সেইবিলাক প্ৰায় মৰিল। এতিয়াও কোনো কোনো আৱেগিক মুহূৰ্তত কিছুমান কাকতে সাময়িকভাৱে আত্মপ্ৰকাশ কৰি সোনকালে নাইকিয়া হৈ যায়। ভাৰতৰ আন আন ৰাজ্যতো তেনেকুৱা হৈ থাকে। আচৰিত হ'বলগীয়া একো নাই। এটা দিশত সাংবাদিক সংস্থাই মনোযোগ দিলে বেয়া নহ'ব কিজানি। মালিক প্ৰতিষ্ঠানসমূহে যাতে সাংবাদিকক নিয়মিতভাৱে নিযুক্তি দি আৱশ্যকীয় প্ৰশিক্ষণৰ দিহা কৰে। কেৱল ব্যৱসায়িক দিশতে নহয়। সমাজ-সচেতনতা, সামাজিক দায়বদ্ধতা, নৈতিকতা

আৰু অসমৰ জনগণৰ ইতিহাস সম্পৰ্কেও। যি ঠাইত থিতাপি লৈ, যি লোকসকলৰ সেৱাৰ কাৰণে, সাংবাদিকতাৰ দৰে মহৎ বৃত্তি এটা অৱলম্বন কৰিবলৈ আগবঢ়া হয় সেই অঞ্চলটোৰ জনগণক, তেওঁলোকৰ ইতিহাসক, তেওঁলোকৰ আশা-আকাংক্ষাক আৰু সফলতাৰ সম্ভাৱনাক ভালদৰে অধ্যয়ন আৰু হৃদয়ংগম কৰি লৈ কামত প্ৰবৃত্ত হ'লে সুফল পোৱাৰ সম্ভাৱনা বেছি।

স্বাধীনতা লাভৰ কাৰণে সংগ্ৰাম চলি থকা সময়ত আমাৰ দেশৰ যিসকল সাংবাদিক এই ক্ষেত্ৰলৈ আহিছিল, তেওঁলোকে ইয়াক বৃত্তি বা অৰ্থকৰী ব্যৱসায় হিচাপে লোৱা নাছিল। তেওঁলোকে ইয়াক এটা 'মিছন' অৰ্থাৎ মহৎ উদ্দেশ্য সাধনৰ কাৰণে এটা মহৎ কাম হিচাপে সাবটি লৈছিল। সেইটো কৰিবলৈ যাওঁতে তেওঁলোকে নানাভাৱে অশেষ ত্যাগ স্বীকাৰ কৰিবলগীয়া হৈছিল। বৰ্তমান সাংবাদিকতা এটা বৃত্তি বা ব্যৱসায়। তাত কোনো দোষ নাই। ই এটা সৎ আৰু মহৎ বৃত্তি। আজি সৎ সাংবাদিকতা কৰিও মানুহ মোটামুটি স্বচ্ছলভাৱে জীয়াই থাকিব পাৰে— যদিও আড্যৱন্ত হোৱাৰ সুবিধা নাই। পিছে, সহজ সৰল জীৱন-যাপন কৰা মানুহেহে মহৎ কাম কৰা দেখা যায়।

### (২২) সংবাদ-মাধ্যমৰ দুৱাৰমুখতো যন্ত্ৰ-দানৱৰ পদধ্বনি

অসম তথা ভাৰতৰ সংবাদ-মাধ্যম এটা ভয়ানক বিপদৰ সমুখীন হৈছে। আমাৰ মনত আছে যে ভাৰতৰ ৰাজনৈতিক স্বাধীনতাৰ আগে আগে বৃটিছ মন্ত্ৰী মিছনৰ ৰাজনৈতিক উপদেষ্টা কুপল্যাণ্ড চাহাবে অসম আৰু ইয়াৰ ওচৰ-পাজৰৰ অঞ্চলসমূহক সামৰি লৈ বৃটিছ ৰাজৰ উপনিবেশ হিচাপে এটা গোট সৃষ্টি কৰাৰ পৰিকল্পনা কৰিছিল। ই 'কুপল্যাণ্ড প্ল্যান' হিচাপে জনজাত হৈছিল। অধ্যাপক কুপল্যাণ্ড অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ ইতিহাস আৰু ৰাজনীতি বিভাগৰ মুৰব্বী অধ্যাপক আছিল। অসমৰ জনগণৰ ঐক্যবদ্ধ সংগ্ৰামৰ ফলত কুপল্যাণ্ড-আঁচনি সফল নহ'ল। কিন্তু সেই চেষ্টা আজিও চলি আছে।-

আমি জানো যে সংবাদ-মাধ্যম কেৱল ৰাজনৈতিক দিশৰ পৰাই নহয়, অৰ্থনীতিক দিশৰ পৰাও অতি গুৰুত্বপূৰ্ণ। সংবাদ-মাধ্যম বৰ্তমান বৰ ব্যয়বহুল উদ্যোগত পৰিণত হৈছে। প্ৰযুক্তিবিদ্যাৰ সহায়ত অতি সহজে কেইমিনিটমানৰ ভিতৰতে কম্পিউটাৰ আদি অত্যাধুনিক যন্ত্ৰৰ জৰিয়তে বিশ্বৰ যিকোনো ঠাইৰ পৰা সংবাদ সংগ্ৰহ কৰি অসমক বা ভাৰতক সৰবৰাহ কৰিব পাৰে। ইতিমধ্যে আমেৰিকাৰ একচিটিয়া পুঁজিপতি গোষ্ঠীয়ে সংবাদ-মাধ্যমৰ প্ৰযুক্তিবিজ্ঞানত কোটি কোটি নিযুত ডলাৰৰ মূলধন নিয়োগ আৰু যন্ত্ৰপাতি প্ৰয়োগ কৰি ভাবিব নোৱাৰা পৰিমাণে শক্তিশালী হৈছে। সমগ্ৰ ভাৰতৰ সমস্ত প্ৰচাৰ-মাধ্যম একগোট হ'লেও ইয়াক প্ৰতিৰোধ কৰাৰ কল্পনা কৰিব নোৱাৰে। পুঁজিবাদীৰ সংবাদ-মাধ্যম কোনো দেশত প্ৰবেশ কৰিলে যি তাত বহুৰাষ্ট্ৰীয় বৃহৎ পুঁজিৰহে সেৱা কৰে। সেইটো অতি সাধাৰণ জ্ঞান আৰু অভিজ্ঞতাৰ কথা। তাৰ কাৰণ বুজিবলৈ বহল পৰিমাণৰ পুথিগত বিদ্যাৰ প্ৰয়োজন নহয়। কিন্তু ভাৰতৰ বৰ্তমান চৰকাৰটোৱে মানুহক বিভ্ৰান্ত কৰাৰ উদ্দেশ্যে সেৱাত নিযুক্ত বুদ্ধিজীৱীসকলক দেশখনত মেলি দিছে। তেওঁলোকে নানা বিভ্ৰান্তিৰ যুক্তি-তৰ্কৰ দ্বাৰা বিষয়টো বিতৰ্কিত কৰিবলৈ চেষ্টা কৰিছে। ছোভিয়েট ইউনিয়নৰ পতনৰ পিছত ভাৰতৰ অৰ্থনীতিৰ পানীত হাঁহ নচৰা অৱস্থা হৈছিল। সেই সুযোগতে আমেৰিকাৰ ইঙ্গিতত উঠা-বহা কৰা বহু ৰাষ্ট্ৰীয় বৃহৎ পুঁজিপতি শ্ৰেণীয়ে ভাৰতবৰ্ষক গৰা মাৰি ধৰি জোলোকা জোলোকে পানী খুৱাই আছে। ভাৰতৰ বিশিষ্ট বুদ্ধিজীৱীসকলৰ এটা বুজন অংশক বহুৰাষ্ট্ৰীয় পুঁজিবাদৰ ভেৰোণীয়া প্ৰবক্তাত পৰিণত কৰিছে। জনগণক মিছা আশ্বাস দি আভুৱাভঁৰা কামত ভাৰত চৰকাৰক নিয়োগ কৰিছে। ভাৰতৰ দাল-দৰিদ্ৰ অৰ্থনীতিক দৰিদ্ৰৰ লাউ-লোটা আৰু ভিক্ষাৰ সঁজুলি লৈ পুঁজিবাদী দেশবোৰত পুঁজি প্ৰাৰ্থনা কৰি আঁঠু ল'বলৈ বাধ্য কৰিছে। অ'ত- ত'ত দুই-চাৰিটা ফুটা কড়ি সংগ্ৰহ কৰি তাকেই বিৰাট সাফল্য বুলি জহাই ফুৰিছে। নিশকতীয়া হলেও একমাত্ৰ সংবাদ-মাধ্যমৰ বাহিৰে ভাৰতৰ জনগণৰ স্বাৰ্থত মাত মাতোতা আন কোনো মাধ্যম নোহোৱাৰ দৰে অৱস্থা হৈছে। ইতিমধ্যে ভাৰতৰ অৰ্থনীতিৰ ৰাজহাড়স্বৰূপ ভাৰতৰ কৃষিক্ষেত্ৰক বহুৰাষ্ট্ৰীয় কৃষি-চক্ৰৰ জালত পেলাইছে। চৰক-শুশ্ৰুতৰ দেশৰ স্থানীয় জলবায়ুৰ লগত খাপ-খোৱা দৰব-জাতি আৰু চিকিৎসা পদ্ধতিক এলাগী কৰি বহু ব্যয়সাধ্য আমেৰিকান দৰবৰ কাৰণে ভাৰতৰ বজাৰ মুকলি কৰি দিছে। চৰকাৰী প্ৰচাৰ যন্ত্ৰই দিনে-নিশাই মিছা প্ৰচাৰ চলাইছে যে ভাৰতৰ অৰ্থনীতি নতুনকৈ ঠন ধৰি উঠিছে আৰু বস্তু-বেহানিৰ দাম নিম্নমুখী হৈছে। কিন্তু মানুহে নিষ্ঠুৰ অভিজ্ঞতাৰ মাজেদি দেখিবলৈ পাইছে যে মানুহৰ জীৱনৰ মূল্যৰ বাহিৰে আন কোনো প্ৰয়োজনীয় বস্তুৰে মূল্য-হ্ৰাস হোৱা নাই। এই প্ৰতিকূল আৰু বিপদসংকুল জাতীয় পৰিস্থিতিৰ মাজত ভাৰতৰ আৰু বিশেষকৈ অসমৰ বাতৰিকাকতসমূহে জাতীয় স্বাৰ্থৰ হকে অনবৰত মাত মাতি জনগণৰ সেৱা কৰি আছে। মূল

সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি জাতীয় ঐক্য গঢ়ি তোলাৰ কাৰণে চেষ্টা কৰি আছে। বহুৰাষ্ট্ৰীয় ষড়যন্ত্ৰৰ বলি নহৈ উত্তৰ-পূৰ্বাঞ্চলৰ সংহতি ৰক্ষাৰ কাৰণে প্ৰয়াস চলাই আছে। আন্তৰ্জাতিক আৰু বহুৰাষ্ট্ৰীয় প্ৰতিক্ৰিয়াই নানাবিধ সাম্প্ৰদায়িকতা আৰু বিচ্ছিন্নতাবাদক উঠাই দি গোষ্ঠীবাদী সন্ত্ৰাসৰ সৃষ্টি কৰিছে। সিহঁতক অতি আধুনিক অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰিছে। এই অঞ্চলৰ ভৌগোলিক অৱস্থাৰ সুযোগ লৈ এলাজুকলীয়া ধৰ্মীয় আৰু গোষ্ঠীবাদী অনৈক্য আৰু বিচ্ছিন্নতাবাদক সৰ্বতোভাৱে সহায় কৰিছে। আনকি সংবাদ-মাধ্যমৰ ভিতৰতো অনুপ্ৰৱেশ কৰিবলৈ অপচেষ্টা চলাই আছে। এই ষড়যন্ত্ৰক সংহত আৰু সফল কৰাৰ উদ্দেশ্যে ভাৰতত বহুৰাষ্ট্ৰীয়— বিশেষকৈ মাৰ্কিন প্ৰচাৰ মাধ্যমৰ-অবাধ প্ৰৱেশ দাবী কৰিছে। ভাৰত প্ৰশাসনৰ মুৰব্বীসকলে ইতিমধ্যে এই হেঁচাৰ ওচৰত মূৰ দোঁৱাইছে। আমাৰ জাতীয় প্ৰচাৰ মাধ্যমে— বিশেষকৈ অসমৰ বাতৰিকাকতবিলাকে-নিজৰ আৰু জাতিৰ অস্তিত্ব আৰু বিকাশৰ স্বাৰ্থত সমস্যাটো সম্পৰ্কে ভালদৰে অৱহিত হৈ অস্তিত্বৰ সংগ্ৰামখন চলাই যাব লাগিব।

# সাংবাদিকৰ মুখ্য দায়িত্ব ঃ সেৱা আৰু বৃত্তি

**কনকসেন ডেকা**

The sole aim of journalism should be service The news-paper press is a great power, but just as an unchained torrent of water submerges the whole countryside and devastates crops, even so an uncontrolled pen service to destroy If the control is from without it proves more poisonous then want of control It can be profitable only when exercised from within

**Mahatma Gandhi**

মহাত্মা গান্ধীৰ মতে সেৱাই সাংবাদিকৰ মুখ্য দায়িত্ব হোৱা উচিত। অৱশ্যে সংবাদপত্ৰৰ অবাধ স্বাধীনতাৰ তেওঁ পক্ষপাতী নাছিল। কৃষিৰ বাবে পানীৰ প্ৰয়োজন, কিন্তু সেই পানী ঢলৰ ৰূপত বাগৰিব লাগিলে শইচক সহায় কৰাৰ সলনি সমূলঞ্চে উটুৱাই নিয়াৰ সম্ভাৱনাই অধিক হোৱাৰ লেখীয়াকৈ কলমৰ অবাধ স্বাধীনতাই সমাজৰ ক্ষতি কৰাৰ সম্ভাৱনাই অধিক। সেইবাবেই বাহিৰৰ নিয়ন্ত্ৰণতকৈ সাংবাদিকৰ কলমৰ ক্ষেত্ৰত আত্মিক নিয়ন্ত্ৰণৰ প্ৰয়োজনেই বেছি বুলি তেওঁ বিশ্বাস কৰিছিল।

সংবাদ-পত্ৰৰ ইতিহাস দীৰ্ঘদিনীয়া নহয় যদিও ক্ৰমাৎ ইয়াৰ প্ৰভাৱ অপৰিসীম হৈ পৰা দেখা গৈছে। আমাৰ সমাজত ধৰ্ম আৰু ৰাজনীতিৰ পাছতেই সংবাদপত্ৰৰ প্ৰভাৱ সৰ্বাধিক বুলি কোৱা হয়। মাৰ্কিন ৰাষ্ট্ৰপতি প্ৰয়াত জন এফ কেনেডীক এবাৰ সোধা হৈছিল, "আঠ বছৰ হোৱাইট হাউচত থকাৰ পিছত আপুনি কি কৰিব?" উত্তৰত কেনেডীয়ে কৈছিল, "বাতৰি কাকত উলিয়াম।" সাম্প্ৰতিক বিশ্বৰ সবাতোকৈ শক্তিশালী প্ৰশাসক মাৰ্কিন ৰাষ্ট্ৰপতিগৰাকীৰ এই উক্তি নিঃসন্দেহে তাৎপৰ্যপূৰ্ণ। প্ৰথম আৰু দ্বিতীয় বিশ্বযুদ্ধৰ মাজৰ কালছোৱাত ফ্ৰান্সৰ দুগৰাকী ব্যক্তিয়ে বিশেষ ৰাজনৈতিক ভূমিকা বহন কৰিছিল আৰু তেওঁলোকৰ বিচাৰ শক্তি আৰু প্ৰভাৱৰ ফলতেই দেশখনে জটিল ৰাজনৈতিক সংকটৰ পৰা মুক্তি লাভ কৰে। সেই দুগৰাকী হ'ল মৰিচ আৰু এলবাৰ্ট চাৰুট। প্ৰথমগৰাকী মন্ত্ৰী আৰু আনগৰাকী সংবাদ প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰী। এগৰাকী ফৰাচী সাংবাদিকৰ মতে শিল্পমুখী সমাজত প্ৰশাসন, আইনসভা আৰু বিচাৰ বিভাগে পূৰ্বৰ তুলনাত মানুহৰ ব্যক্তিগত জীৱন আৰু সংগঠনবোৰৰ ওপৰত যিমান বেছি প্ৰভাৱ বিস্তাৰ কৰিছে সিমানেই লিখিত ভাষা শক্তিশালী হৈ উঠিছে। ফলস্বৰূপে সংবাদ মাধ্যম ভালেখিনি লাভবান হৈছে কিয়নো, ৰাজনৈতিক মতবাদ আৰু সাংগঠনিক গোটৰ ওপৰত চিৰাচৰিত নিৰ্ভৰশীলতা ভাগি পৰিছে।

অসমত ডেৰশ বছৰীয়া সাংবাদিকতাৰ ধাৰাৰ জন্ম দিওঁতা আমাৰ পূৰ্বসুৰীসকলে সাংবাদিকতাক সেৱা আৰু নিচা হিচাপেহে গ্ৰহণ কৰিছিল যদিও আজি কিন্তু ই বৃত্তিমুখী সেৱা হৈ পৰিছে। পূৰ্বতে সাংবাদিকতা খুব কম ক্ষেত্ৰতেই জীৱিকাৰ মাধ্যম হিচাপে গণ্য হৈছিল যদিও আজি ই জীৱিকা নিৰ্বাহৰ অন্যতম সম্মানীয় পথ হিচাপে স্বীকৃত। অৱশ্যে আজিও আমাৰ সংবাদ মাধ্যমত এনে কিছু বিশিষ্ট ব্যক্তি আছে যিসকলে একমাত্ৰ অৰ্থ উপাৰ্জনৰ মাধ্যম হিচাপে ইয়াক গ্ৰহণ কৰা নাই। বহু সাংবাদিকে হয়তো তেওঁলোকৰ ভিন্নমুখী অৰ্হতাৰ বলতেই সমাজত লোভনীয় পদবী গ্ৰহণ কৰিব পাৰিলেহেঁতেন; কিন্তু সাংবাদিকতাৰ মোহে তেওঁলোকক এই পথলৈ লৈ আহিছে। শুনিলে আচৰিত যেন লাগিলেও এইটো সঁচা যে আজিৰ পৃথিৱীত কোনো কোনো সাংবাদিকে বছৰি লাখ লাখ ডলাৰ পৰ্যন্ত উপাৰ্জন কৰে। এনে এজন ভাগ্যবান সাংবাদিক হ'ল মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ৱাশ্বিংটন নিবাসী আৰ্ট ৰাখবাল্ড। আচৰিত কথা হ'ল এয়ে যে ৰাখবাল্ডে কিন্তু বাতৰি নেলেখে বা টেলিভিশ্যনৰ পৰ্দাতো নোলায়। তেওঁ মাত্ৰ প্ৰতি সপ্তাহত একোটাকৈ চুটি সংবাদ-ভাষ্যহে লিখে আৰু সেইটো পৃথিৱীৰ তিনিশখন সংবাদপত্ৰত একেলগেই প্ৰকাশ হয়।

ৰাখবাণ্ডে বছৰি তেওঁৰ লিখনীৰ পৰা উপাৰ্জন কৰে ১৫ লাখ ডলাৰ। পোন্ধৰ লাখ ডলাৰ পায় বিভিন্ন ভাষণ আৰু ৰয়েল্টিৰ পৰা। অৰ্থাৎ ৰাখবাণ্ডৰ বাৰ্ষিক আয় হ'ল ত্ৰিশ লাখ ডলাৰ। তেনেকুৱা বিত্তশালী আন কেইগৰাকীমান সাংবাদিক হ'ল, মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জেক এণ্ডাৰচন, জেম্চ ৰেষ্টন, গে টেলাচি, আৰ্থাৰ মিলান। ইংলেণ্ডৰ হেৰল্ড ৰবিনচন, ভাৰতবৰ্ষৰ ভাৰ্গিচ, কুলদীপ নায়াৰ, প্ৰাণ চোপ্ৰা, ইন্দৰ মালহোত্ৰা, খুশৱন্ত সিং, জি আৰ মানকেকৰ, এম জে আকবৰ প্ৰভৃতি। অৱশ্যে বিশ্বৰ মাত্ৰ কিছু মুষ্টিমেয় সাংবাদিকৰ জীৱনতহে এনে প্ৰাচুৰ্য ভৰপূৰ। বহুতো সাংবাদিকৰ ভাগ্যতেই আজিও দুবেলা খাবলৈ নোজোৰে। সেয়ে হ'লেও কৰ্ম সন্তুষ্টিয়েই হ'ল সাংবাদিক এগৰাকীৰ বাবে আটাইতকৈ ডাঙৰ পুৰস্কাৰ। সাংবাদিকতাৰ মাজত যিয়ে ডুব গৈ থাকিব পাৰিব তেৱেঁই কৰ্মসন্তুষ্টি লাভ কৰে।

সাংবাদিকতা বৃত্তিয়ে দায়িত্ব গ্ৰহণ কৰাৰ লগতে নিশ্চয়তাও বিচাৰে। আত্মজ্ঞানসম্পন্ন সকলো শ্ৰেণীৰ সাংবাদিকেই সমাজৰ প্ৰতি কৰ্তব্য হিচাপে এই দায়িত্ব পালন কৰিবলৈ সদা-সচেতন হৈ থাকে। সাংবাদিকতাৰ প্ৰধান উদ্দেশ্য চাৰিটা — সংবাদ পৰিবেশন, ব্যাখ্যা কৰা, পৰিচালনা কৰা আৰু আনন্দ দান কৰা। অৱশ্যে সফল সাংবাদিক হ'বলৈ গ'লে অইন বহুতো অত্যাৱশ্যকীয় গুণৰো অধিকাৰী হ'ব লাগিব। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ নৰ্থ-ৱেষ্টাৰ্ণ বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগৰ অধ্যাপক কাৰ্টিজ ডি মেক্‌ডোগালৰ মতে নিম্নলিখিত কুৰিটা গুণৰ অধিকাৰী হ'লেহে এজন সাংবাদিকক যোগ্য সাংবাদিক বুলিব পাৰি ঃ

১) সাংবাদিকজন হ'ব লাগিব বুদ্ধিমান।

২) তেওঁ হ'ব লাগিব সমবন্ধুভাবাপন্ন। অহঙ্কাৰী, ৰুক্ষ মেজাজী, গোমোঠা মুখৰ আৰু মাৰমুখী ব্যক্তি এই পেশাৰ বাবে যোগ্য নহয়।

৩) তেওঁৰ থাকিব লাগিব বাস্তৱসম্মত কল্পনাশক্তি।

৪) যিকোনো প্ৰতিকূল পৰিস্থিতিত কাম কৰিব পাৰিব লাগিব। লাগিলে সেয়া দুৰ্ঘটনা ক্ষেত্ৰই হওঁক বা যুদ্ধক্ষেত্ৰই হওঁক।

৫) তেওঁ হ'ব লাগিব নিৰ্ভুল। কামত থাকিব লাগিব তেওঁৰ প্ৰচণ্ড ক্ষিপ্ৰতা।

৬) উদ্ভাৱনা শক্তিও তেওঁৰ থাকিব লাগিব।

৭) সাংবাদিকজন হ'ব লাগিব সাহসী কিয়নো, সাংবাদিকৰ জীৱনত বিপদ আৰু প্ৰত্যাহ্বান প্ৰচুৰ।

৮) হ'ব লাগিব সহনশীল, সু-স্বাস্থ্যৰ অধিকাৰী।

৯) থাকিব লাগিব সংগঠন শক্তি। পেশাদাৰী জীৱনতো সাংগঠনিক ক্ষমতা থকাটো উচিত। তেওঁক কোনোৱে একো কৰি নিদিয়ে, সকলো নিজেই কৰি ল'ব লাগিব।

১০) তেওঁ হ'ব লাগিব ধৈৰ্যশালী। বাৰম্বাৰ ব্যৰ্থ হ'লেও ভাগৰি পৰিব নালাগিব।

১১) মানসিক সতৰ্কতা হ'ব লাগিব তেওঁৰ আটাইতকৈ শ্ৰেষ্ঠ গুণ।

১২) সাংবাদিকতাৰ পথ অতি পিচল আৰু প্ৰলোভনেৰে ভৰা। গতিকে ইয়াৰ মুখামুখি হ'বলৈ হ'লে সাংবাদিকজন হ'ব লাগিব সৎ।

১৩) নিয়মানুবৰ্তিতাও আন এটি প্ৰধান গুণ।

১৪) তেওঁ হ'ব লাগিব সদা হাস্যমুখৰ।

১৫) সকলোবোৰ পৰ্যবেক্ষণ কৰি ভাল-বেয়া দুয়োটা দিশ বিশ্লেষণৰ ক্ষমতাও তেওঁৰ থাকিব লাগিব।

১৬) সাংবাদিক এজন কূটবুদ্ধিসম্পন্নও হ'ব লাগিব।

১৭) তেওঁ উচ্চ ৰসবোধসম্পন্নও হ'ব লাগিব।

১৮) সকলো মানুহৰ লগত মিলি থাকিব পৰা আৰু বিভিন্ন অৱস্থাত খাপ খাই থাকিব পাৰিবও লাগিব।

১৯) তেওঁ হ'ব লাগিব উদ্যোগী।

২০) তেওঁ এনে ব্যক্তিত্ব গঢ়ি তুলিব লাগিব যাতে মানুহে তেওঁক পচন্দ কৰে।

সাংবাদিকতাৰ সৰ্বপ্ৰধান দায়িত্বই হ'ল সংবাদ পৰিবেশন। সাংবাদিকতাৰ প্ৰথম উদ্দেশ্য আৰু দায়িত্ব হ'ল জনসাধাৰণে যাতে প্ৰয়োজনীয় সকলো কথা নিশ্চিতভাৱে জানিব পাৰে তাৰ প্ৰতি লক্ষ্য ৰখাটো। এই দায়িত্ব পালন কৰোঁতে এজন সফল সাংবাদিকে লক্ষ্য ৰাখে যাতে তেওঁৰ সংবাদ সম্পূৰ্ণ বাস্তৱসম্মত হয়। সাংবাদিকতাৰ লগতে পাঠকৰ চিত্ত বিনোদনৰ ওপৰতো গুৰুত্ব দিব লাগিব। বিভিন্ন বিষয়ৰ প্ৰতিভাসম্পন্ন লোকে সাংবাদিকতাক জীৱিকা বা পেশা হিচাপে গ্ৰহণ কৰিব পাৰে। মানুহে যে কেৱল সংবাদপত্ৰ বা সাময়িক পত্ৰহে পঢ়ে তেনে নহয়; আজি বিভিন্ন কাৰিকৰী পত্ৰিকা, ব্যৱসায়িক পত্ৰিকা আৰু বিশেষ বিষয়ক পত্ৰিকা আদিৰো পাঠক অলেখ। তদুপৰি ৰেডিঅ', টেলিভিশ্যন আদিত লিখামেলা কৰাৰো সুবিধা আজি বহুত। সাংবাদিকতাই আজি যি স্বাধীনতা ভোগ কৰিছে তাক বহুতো দুখ-কষ্টৰ মাজেৰেহে লাভ কৰা হৈছে। কিন্তু পৰিতাপৰ কথা এয়ে যে বহুতো সংবাদপত্ৰই আজি এই স্বাধীনতাৰ চূড়ান্ত অপব্যৱহাৰ কৰা দেখা গৈছে। সংবাদপত্ৰৰ স্বাধীনতা, সাংবাদিকৰ বৃত্তিগত মৰ্যাদা আৰু তেওঁলোকৰ অধিকাৰ যেনেদৰে কৰবাত কৰবাত বিপন্ন হৈছে, তেনেদৰে কিছু

সাংবাদিকেও সংবাদপত্ৰৰ স্বাধীনতাক প্ৰহসনত পৰিণত কৰিছে। আৰু এনেবোৰ বিষয় চোৱাচিতা কৰাৰ বাবেই দেশে দেশে গঠিত হৈছে প্ৰেছ কাউন্সিল। প্ৰেছ কাউন্সিলৰ ভূমিকা অভিভাৱকৰ দৰে। সৎ পৰামৰ্শ দিয়ে, নিয়ন্ত্ৰণ কৰে কেতিয়াবা আকৌ ধমকিও দিয়ে আৰু মৃদু শাস্তিবিধানো দিয়ে।

ইতিহাসবিদসকলৰ দৰে সাংবাদিকৰো কৰ্তব্য হ'ল সত্যটো অনুসন্ধান কৰি উলিওৱা আৰু পাঠকক সেই বিষয়ে অৱগত কৰোৱা। সাংবাদিকতা হ'ব লাগে পক্ষপাতিত্বহীন। ইচ্ছাকৃত আৰু অভিসন্ধিমূলক লিখা বা পৰিবেশন কৰাৰ পৰা বিৰত থকা উচিত। আচলতে জনসাধাৰণক, দেশৰ সেৱা কৰাৰ মনোভাব যিজন সাংবাদিকৰ অন্তৰত থাকে তেৱেঁই পক্ষপাতিত্বহীন সাংবাদিকতা কৰিব পাৰিব। সাংবাদিকতা কৰিব লাগিলে আজি আৰু সংবাদপত্ৰতেই আবদ্ধ হৈ থকাৰ যুগ নাই। সংবাদপত্ৰৰ সহযোগী হিচাপে আহিছে ৰেডিঅ' আৰু টেলিভিশ্যন। তদুপৰি আছে ফটো সাংবাদিকতা। ফটো সাংবাদিকতা আৰু কাৰ্টুন সাংবাদিকতা আজি সংবাদপত্ৰৰ এটি গুৰুত্বপূৰ্ণ দিশ। আজি একোখন সফল সংবাদপত্ৰৰ বাবে এজন ফটোগ্ৰাফাৰ বা এজন কাৰ্টুনিষ্টও এজন ৰিপ'ৰ্টাৰ বা চাব এডিটৰৰ সমানেই গুৰুত্বপূৰ্ণ। ভাৰতীয় দ্বিতীয় প্ৰেছ আয়োগেও ফটো আৰু কাৰ্টুন সাংবাদিকতাক যথেষ্ট গুৰুত্ব দিছে। সাধাৰণতে একোটা লিখিত বাতৰিতকৈ এখন ছবিৰ বিশ্বাসযোগ্যতা বহু বেছি। এটা ৰেল দুৰ্ঘটনাৰ বিষয়ে লিখি যিমানখিনি বুজাব পাৰি দুৰ্ঘটনাৰ এখন ছবি ছপাই তাতকৈ এশগুণ অধিক প্ৰকাশ কৰিব পৰা যায়। বৰ্তমান যুগত সংবাদপত্ৰ আৰু টেলিভিশ্যনৰ মাজত চলা শীতল যুদ্ধ বা প্ৰতিদ্বন্দ্বিতাৰ বাবেও ফটো সাংবাদিকতাই গুৰুত্ব পাইছে। অৱশ্যে সংবাদ পত্ৰ আৰু দৃশ্য-শ্ৰব্য মাধ্যমত সংবাদ পৰিবেশনৰ মাজত যথেষ্ট প্ৰভেদ আছে। কিন্তু সংবাদ সংগ্ৰহৰ পদ্ধতি আৰু সংবাদসূত্ৰ প্ৰায় একে। টেলিভিশ্যন হ'ল ভিচুৱেল অৰ্থাৎ দৃশ্যমান মাধ্যম। ৰেডিঅ' আৰু টি ভি সাংবাদিকে কোনো ঘটনা দেখিলে তৎক্ষণাৎ মুখে মুখে মন্তব্য কৰিব পাৰিব লাগিব। অৰ্থাৎ তেওঁ হ'ব লাগিব একাধাৰে লেখক আৰু বক্তা আৰু তেওঁৰ চেহেৰা আৰু কণ্ঠস্বৰৰ মাজতো এটি বক্তব্য থাকিব লাগিব। আমাৰ দেশত ৰেডিঅ' আৰু টেলিভিশ্যন বৰ্তমানেও চৰকাৰৰ অধীনস্থ। সেইবাবে ৰেডিঅ', টি ভিৰ সাংবাদিকসকল বাতৰিকাকতৰ সাংবাদিকৰ দৰে ৱৰ্কিং জাৰ্নেলিষ্ট আইনৰ দ্বাৰা সংৰক্ষিত নহয়। তেওঁৰ স্বাধীনতাও সীমিত আৰু দৰমহাৰ নিৰিখো ভিন্ন। কিন্তু যিবোৰ দেশত ৰেডিঅ' আৰু টি ভি স্বাধীন বা চৰকাৰী প্ৰভাৱৰ পৰা মুক্ত সেইবোৰ দেশত ৰেডিঅ' আৰু টি ভি সাংবাদিকতাও বাতৰিকাকতৰ সাংবাদিকতাৰ দৰেই বৃত্তিমুখী আৰু সমৃদ্ধ। ইয়াৰ উদাহৰণ হ'ল— বি বি চি, চি এন এন, ভইচ অব আমেৰিকা ইত্যাদি। অৱশ্যে ৰেডিঅ' আৰু টেলিভিশ্যনৰ এই আধিপত্যৰ যুগতো বাতৰি-কাকতে কিন্তু স্ব-স্থানত গাম্ভীৰ্যতাৰে ঠিকেই টিকি আছে। ইয়াৰ কাৰণ হ'ল সংবাদপত্ৰৰ কিছু জন্মগত সুবিধা আছে। প্ৰতিখন দেশৰ বিখ্যাত ৰাজনৈতিক নেতা, সাহিত্যিক, বুদ্ধিজীৱী আদি সংবাদপত্ৰৰ লগত জড়িত হৈ থাকে। ইয়াৰ ফলত সংবাদপত্ৰৰ এটি ঐতিহ্য গঢ়ি উঠিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে বাতৰিকাকত আজিও বিশ্বৰ অধিকাংশ দেশতেই বেচৰকাৰী মাধ্যম। যিকোনো দেশৰ চৰকাৰেই সংবাদপত্ৰক গুৰুত্ব দিয়াৰ উপৰিও সমীহ কৰিও চলে।

বাতৰিকাকতৰ ৰিপোৰ্টবোৰ হয় বিশ্লেষণধৰ্মী নহয় অনুসন্ধানমূলক। কিন্তু ৰেডিঅ' বা টি ভিত তেনেকুৱা ধৰণৰ নহয়। সেয়েহে পিছদিনা বাতৰিকাকতত মানুহে বিশ্লেষণ আৰু নেপথ্য কাহিনী পঢ়িবলৈ বিচাৰে। সংবাদপত্ৰৰ সাফল্যৰ মূল কাৰণবোৰ হ'ল— ই সহজ বহনযোগ্য আৰু ইয়াৰ পাঠকে সময় আৰু সুবিধামতে য'তে-ততে পঢ়িব পাৰে। সংবাদপত্ৰৰ পৰিসৰ বৃহৎ আৰু ইয়াৰ পৰিধিও সুবিস্তৃত। ব্যাখ্যা, বিশ্লেষণ আৰু বহু ধৰণৰ ঘটনা আৰু তথ্য পৰিবেশনৰ বাবে বাতৰিকাকতত যথেষ্ট থল থাকে। সেয়েহে আজি সংবাদপত্ৰই বহুতো প্ৰত্যাহ্বানৰ সন্মুখীন হৈয়ো নিজকে চন্তালি বছৰৰ পিছত বছৰ ধৰি টিকি থাকিব পাৰিছে। অৱশ্যে বহুতো সংবাদপত্ৰই ইতিহাসৰ পৰা শিক্ষা গ্ৰহণ নকৰা হেতুকে আজি অস্তিত্ব হেৰুৱাই পেলাইছে। কিন্তু যিসকলে টিকি থাকিব পাৰিছে তেওঁলোকৰ বহুতেই অৰ্জন কৰিছে সুদূৰপ্ৰসাৰী প্ৰভাৱ, অপৰিমেয় গুৰুত্ব আৰু তাৰ লগতে ব্যৱসায়িক সাফল্য। আচলতে কোনো এখন সংবাদপত্ৰৰ শ্ৰেষ্ঠতা তাৰ প্ৰচাৰৰ ওপৰত নিৰ্ভৰ নকৰে, নিৰ্ভৰ কৰে তাৰ আত্মসন্মানবোধ, সত্যনিষ্ঠা, ন্যায়পৰায়ণতা, কাৰিকৰী পাৰদৰ্শিতা, ৰচনাশৈলী আৰু সুদক্ষ কৰ্মীৰ ওপৰতহে। বেছি প্ৰচাৰ হোৱা কাকত এখনতকৈ কম প্ৰচাৰ হোৱা কাকত এখনৰো মৰ্যাদা বেছি হোৱা দেখা যায়। উদাহৰণস্বৰূপে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ দুখন সম্ভ্ৰান্ত কাকতৰেই নাম উল্লেখ কৰিব পাৰি। সেই দুখন হ'ল— 'নিউইয়ৰ্ক নিউজ' আৰু 'ৱাশ্বিংটন পোষ্ট'। প্ৰচাৰৰ পিনৰ পৰা 'নিউইয়ৰ্ক নিউজ'ৰ প্ৰচাৰ 'ৱাশ্বিংটন পোষ্ট'ৰ প্ৰচাৰতকৈ বহু বেছি। কিন্তু তথাপিও সন্মান বেছি পোষ্টৰহে। তেনেদৰে ইংলণ্ডৰো 'দি টাইমচ'ৰ প্ৰচাৰ অইন বহুতো ব্ৰিটিছ সংবাদপত্ৰতকৈ কম হোৱা সত্ত্বেও আভিজাত্যৰ দিশত ই বহু ওপৰত।

সংবাদপত্ৰৰ সুদক্ষ কৰ্মী বুলিলে অকল সাংবাদিক-কেইজনকে নুবুজায়। তাৰ লগতে থাকে কম্পোজিটৰ, মেচিনমেনৰ পৰা আৰম্ভ কৰি বিজ্ঞাপন- কৰ্মীলৈকে এই সকলোৰে ঐক্যবদ্ধ প্ৰচেষ্টা। অৰ্থাৎ সাংবাদিকতা আজি হৈ পৰিছে এক যৌথশিল্পস্বৰূপ। সংবাদপত্ৰৰ প্ৰধান আৰু একমাত্ৰ পণ্যই হ'ল সংবাদ। আৰু এই উপাদান যিয়ে আহৰণ কৰি কৰ্মশালাত প্ৰস্তুত কৰে তেৱেঁই হ'ল সাংবাদিক, বাকীবোৰ তেওঁৰ সহযোগীহে মাত্ৰ। অৰ্থাৎ সংবাদপত্ৰৰ উদ্যোগত সাংবাদিক এজনৰ ভূমিকা নায়কৰ দৰে। আনুষ্ঠানিক সাংবাদিকতাৰ শিক্ষা আহৰণ কৰিহে যে সাংবাদিক হ'ব পাৰি তেনেও নহয়। বাতৰিকাকতবোৰেও কেৱলমাত্ৰ সাংবাদিকতাৰ স্নাতকসকলকেই কামত নিয়োগ নকৰে। বিশ্ববিদ্যালয় বা কোনো প্ৰতিষ্ঠানৰ পৰা সাংবাদিকতাৰ ডিগ্ৰী লৈয়ো যদি এজন সাংবাদিকৰ নিজৰ কোনো সংবাদ চেতনা নাথাকে তেনেহ'লে তেওঁ কেতিয়াও এজন ভাল সাংবাদিক হ'ব নোৱাৰে। ইতিহাসৰ জ্ঞান নাথাকিলে যেনেদৰে এজন ইতিহাসবিদ হ'ব নোৱাৰে, তেনেদৰে সংবাদৰ জ্ঞান নাথাকিলেও এজন সাংবাদিক হ'ব নোৱাৰে। এজন সাধাৰণ নাগৰিকতকৈ এজন সাংবাদিকৰ সমাজৰ প্ৰতি দায়িত্ব অধিক। সাংবাদিকৰ লিখনীয়ে সমাজক সুপথেও পৰিচালিত কৰিব পাৰে আৰু বিপথেও পৰিচালিত কৰিব পাৰে। অৱশ্যে আজিকালি কিছু সাংবাদিকে নিজৰ সুবিধাৰ বাবে কল্পনাপ্ৰসূত উত্তেজনা সৃষ্টি কৰিব পৰা ধৰণৰ সংবাদ পৰিবেশন কৰি কলমৰ দুৰ্ব্যৱহাৰ কৰাও পৰিলক্ষিত হৈছে। এনে ধৰণৰ সাংবাদিকতাৰ নামেই হ'ল হালধীয়া সাংবাদিকতা (Yellow Journalism)। অৱশ্যে বহু ক্ষেত্ৰত চাঞ্চল্যকৰ বহু তথ্য, বহু দুৰ্নীতি আৰু নেপথ্য কাহিনী আদি সাংবাদিকৰ কলমৰ জৰিয়তেহে প্ৰকাশ পায়। তথাপিও বহুতো বৃহৎ সংবাদপত্ৰই নিৰাপদ পথেৰেহে আগুৱাব খোজে আৰু এনে প্ৰৱণতা ভাৰতীয় সংবাদপত্ৰত অধিক দেখা যায়। ইয়াৰ বিপৰীতে বিদেশৰ সংবাদপত্ৰত অসংখ্য গোপন ৰহস্য উদঘাটিত হৈছে। পেৰীৰ ৰাস্তাৰ পৰা আলজেৰিয়ান নেতা বেনবাৰাকাতক যেতিয়া অপহৰণ কৰা হৈছিল তেতিয়া তাৰ আঁৰত যে পুলিচৰ হাত আছিল সেই তথ্য L'Express কাকতখনে সদৰি কৰি দিছিল। ভাৰত-পাকিস্তান যুদ্ধৰ বিষয়ে আমেৰিকাৰ জাতীয় নিৰাপত্তা কমিটীৰ গোপন বৈঠকৰ বিৱৰণী প্ৰকাশ কৰি দিছিল জেক এণ্ডাৰচনে। তেনেদৰে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ৱাটাৰগেট কেলেংকাৰী, ইংলণ্ডৰ প্ৰফুমো কেলেংকাৰীৰ পৰা আৰম্ভ কৰি জাপানৰ লকহেড কেলেংকাৰীলৈকে এই প্ৰায়বোৰ গোপন তথ্য উদ্‌ঘাটনৰ প্ৰধান গুৰি ধৰোতা হ'ল সাংবাদিক। আমাৰ দেশতো বফৰ্চ কেলেংকাৰী, শ্বেয়াৰ কেলেংকাৰী আনকি আমাৰ অসমৰ এল অ' চি কেলেংকাৰী পৰ্যন্ত প্ৰায়বোৰ কেলেংকাৰীৰ তথ্য উদ্‌ঘাটনৰ মূলতেও হ'ল সাংবাদিকৰ কলম।

বাতৰিকাকতবোৰে কেতিয়াবা অসতৰ্কতা, কেতিয়াবা অজ্ঞতা হেতু কেতিয়াবা বা আকৌ ইচ্ছাকৃতভাৱেই ভুল খবৰ প্ৰকাশ কৰি নিজৰ লগতে সমাজৰ ওপৰতো ক্ষতিকাৰক প্ৰভাৱ পেলায়। ইয়াৰ বাবে বাতৰিকাকতৰ স্বাধীনতাৰ অপব্যৱহাৰেই দায়ী। অৱশ্যে এই ক্ষেত্ৰত কিছু সাংবাদিকো কম দায়ী নহয়। দায়িত্বহীন আৰু উদ্দেশ্যপ্ৰণোদিত খবৰ ছপাই জনসাধাৰণক বিভ্ৰান্ত কৰি কাগজৰ বিক্ৰী বঢ়োৱাৰ এটি প্ৰৱণতা আগতেও আছিল, এতিয়াও আছে। সংবাদসেৱাৰ নামত এনেবোৰ দুষ্কাৰ্য চলোৱাটো ৰোধ কৰিবলৈকে বিভিন্ন দেশত গঠিত হৈছে প্ৰেছ কাউন্সিলৰ। ১৯৫২ চনৰ কমিচন অব এনকোৱাৰি এক্ট অনুসৰি সেই বছৰৰে ২৩ ছেপ্টেম্বৰত এঘাৰজন সদস্যক লৈ প্ৰথম ভাৰতীয় প্ৰেছ কমিচন গঠন কৰা হৈছিল। বিচাৰপতি জি এচ ৰাজাধ্যক্ষক সভাপতি হিচাপে লৈ গঠন কৰা আয়োগৰ বাকী সদস্যসকল আছিল— ডঃ চি পি ৰামস্বামী আয়াৰ, আচাৰ্য নৰেন্দ্ৰ দেব, ডঃ জাকিৰ হুছেইন, ডঃ ভি কে আৰ ভি ৰাও, পি এইচ পটবৰ্ধন, টি এন সিং, জয়পাল সিং, জে নটৰাজন, এ আৰ ভাট আৰু এম চালাপতি ৰাও। দ্বিতীয় প্ৰেছ কমিচন গঠন হয় ১৯৭৮ চনৰ ২৯ মে'ত তেতিয়াৰ জনতা চৰকাৰৰ আমোলত। সভাপতি আছিল বিচাৰপতি পি কে গোস্বামী। পিছত কংগ্ৰেছ চৰকাৰ পুনৰ ক্ষমতালৈ অহাত ১৯৮০ চনত আগৰ আয়োগ ভংগ কৰি দি বিচাৰপতি কে কে মেথিউৰ সভাপতিত্বত দ্বিতীয় প্ৰেছ আয়োগ পুনৰ গঠন কৰা হয়।

পৃথিৱীৰ প্ৰায় ৬০ খনৰো অধিক দেশত সাংবাদিক সকলে নিজেই সৰ্বসম্মতিক্ৰমে তেওঁলোকৰ বাবে এখন আচৰণবিধি প্ৰস্তুত কৰি লৈছে। কিন্তু ভাৰতবৰ্ষত এনে এখনি আচৰণবিধি গঢ়ি তোলাৰ বহু চেষ্টা হ'লেও আজিও ই ফলৱতী হোৱা নাই। উল্লেখযোগ্য যে নিখিল ভাৰত সংবাদপত্ৰ সম্মিলনেও এই বিষয়ত বহুতো চেষ্টা কৰিছিল। আনকি প্ৰথম প্ৰেছ কমিচনেও পৰামৰ্শ আগবঢ়াইছিল যে, যেতিয়া প্ৰেছ কাউন্সিল গঠন হ'ব তেতিয়া যেন ভাৰতৰ সাংবাদিকসকলৰ বাবে এখন আচৰণ-বিধি প্ৰস্তুত কৰা হয়। কিন্তু ১৯৬৫ চনত প্ৰেছ কাউন্সিল আইনৰ সময়ত কেৱল কোৱা হয় যে কাউন্সিলে সংবাদপত্ৰৰ বাবে (সাংবাদিকৰ বাবে নহয়) এখনি আচৰণবিধি প্ৰস্তুত কৰিব। বিভিন্ন দেশে সাংবাদিকৰ বাবে তৈয়াৰ কৰা আচৰণ বিধিসমূহো দেশভেদে ভিন্ন ভিন্ন। অৱশ্যে

কেতবোৰ নীতি সকলো দেশতে একে। মেকব্রাইড কমিচনৰ মতে সেয়া হ'ল ঃ (১) সংবাদৰ স্বাধীনতাক সুৰক্ষিত কৰা, (২) সংবাদসূত্ৰৰ ওচৰলৈ যোৱাৰ স্বাধীনতা, (৩) সংবাদৰ বস্তুনিষ্ঠা, অভ্ৰান্ততা আৰু সত্যতা বজাই ৰখা আৰু তথ্য বিকৃত নকৰা (৪) জনসাধাৰণৰ প্ৰতি দায়িত্ববোধ, (৫) বিনা প্ৰমাণে কাকো দোষাৰোপ-মানহানি, কুৎসাৰটনা আৰু কাৰো ব্যক্তি স্বাধীনতাত বিধিপথালি নিদিয়া, (৬) দেশৰ সংহতি আৰু স্বাধীনতাৰ প্ৰতি শ্ৰদ্ধা, (৭) জনসাধাৰণৰ উত্তৰ দিয়াৰ আৰু প্ৰকাশিত খবৰৰ ভুল সংশোধনৰ অধিকাৰ সংৰক্ষিত কৰা আৰু (৮) বৃত্তিগত গোপনীয়তাৰ প্ৰতি শ্ৰদ্ধা।

সাংবাদিক এজনে ইচ্ছাকৃতভাৱে ভুল সংবাদ পৰিৱেশন কৰি সমাজৰ প্ৰভূত ক্ষতি কৰাব পাৰে। কোনো প্ৰতিবেদকে যদি ঘটনাস্থলীলৈ নোযোৱাকৈয়ে লিখে যে তেওঁ ঘটনাস্থলীলৈ গৈছিল আৰু তাৰ ফলত তেওঁৰ লিখাত কিবা তথ্যগত ভুল হৈ যায় তেনেহ'লে সেয়া মাৰাত্মক অপৰাধ। কোনো প্ৰমাণ হাতত নথকাকৈ আনৰ মুখত শুনিয়েই চাঞ্চল্যকৰ খবৰ ছপোৱাৰ পিছত সেয়া মিছা বুলি প্ৰমাণিত হ'লে সাংবাদিকজনৰ বাবে যথেষ্ট হানিকাৰক। আনকি তাৰ বাবে তেওঁ অপদস্থ বা জবাবদিহিও হ'ব লাগিব পাৰে। বহু খবৰ সংবাদসূত্ৰৰ ওপৰত নিৰ্ভৰ কৰিয়েই লিখিবলগা হ'লেও সেই ক্ষেত্ৰত সংবাদসূত্ৰ কিমানখিনি গুৰুত্বপূৰ্ণ তাকো আগতেই ভালদৰে চালিজাৰি চোৱা উচিত। যদিও সংবিধানৰ নিশ্চয়তাত সংবাদপত্ৰৰ স্বাধীনতা নিশ্চিত হৈছে, সেইবুলি কোনো কাকতেই কোনো ব্যক্তি, দল বা প্ৰতিষ্ঠানৰ সম্পৰ্কে ইচ্ছাকৃতভাৱে বা অসতৰ্কতা হেতুকে কিম্বা দৈৱক্ৰমে মিছা, ঈৰ্ষাপ্ৰণোদিত কিম্বা ক্ষতিকাৰক বিবৃতি প্ৰকাশ কৰিব নালাগে। সংবাদপত্ৰ হ'ব লাগে পক্ষপাতিত্বহীন। ভ্ৰম, অসক্তি, কুসংস্কাৰ আৰু মিছা ৰহণ সনাতো বাদ দিব পাৰিলেই সাংবাদিকতাত পক্ষপাতিত্ব-হীনতাৰ আদৰ্শ লাভ কৰা যায়। লেচলি ষ্টিফেনচ্'ৰ মতে, "সাংবাদিকতা হ'ল অ'ৰ-ত'ৰ পৰা সংবাদ সংগ্ৰহ কৰি তাক নিখুঁতভাৱে, অন্তৰ্দৃষ্টিৰে চাই তৎক্ষণাত পৰিৱেশন কৰা আৰু এনেভাৱে পৰিৱেশন কৰা, যাতে কেৱল সত্যটোহে পৰিৱেশিত হয়, যাতে তৎক্ষণাত সম্ভৱ নহ'লেও লাহে লাহে বিষয়টোৰ সত্যতা স্পষ্টতৰ হৈ উঠে।"

আজি সকলোৱে এইটো স্বীকাৰ কৰে যে বন্দুকতকৈ কলমৰ শক্তি বেছি। গণতান্ত্ৰিক দেশ এখনত বাতৰি-কাকতৰ প্ৰভাৱ অপৰিসীম। বাতৰিকাকতে যেনেদৰে বিপ্লৱৰ সৃষ্টি কৰিব পাৰে তেনেদৰে বিপ্লৱৰ অৱসানো ঘটাব পাৰে। নব্বৈ কোটি বাসিন্দাৰ দেশ ভাৰতত বাতৰি-কাকতৰ প্ৰচাৰ মাত্ৰ এক কোটি বা তাতকৈ কিছু বেছি হ'লেও ভাৰতত কিন্তু ৰথী-মহাৰথীসকলেও বাতৰি-কাকতক ভয় কৰে, শ্ৰেষ্ঠ লোকসকলে সমীহ কৰে, বুদ্ধিজীৱীসকলে খাতিৰ কৰে আৰু সাধাৰণ পাঠকসকলে সংবাদপত্ৰৰ মতামতক গুৰুত্ব দিয়ে। কিন্তু সংবাদপত্ৰইহে যেন সমাজলৈ কিবা পৰিৱৰ্তন আনে তেনেকুৱাও নহয়। কিছু সাংবাদিকৰ লিখনীয়ে সমাজলৈ বহু পৰিৱৰ্তন আনিব বুলি আশা কৰা হয়— যদিও সময় যোৱাৰ লগে লগে সেয়াও অচল টকাৰ দৰে মূল্যহীন হৈ পৰা দেখা যায়। অকল ভাৰতবৰ্ষতে নহয়, পৃথিৱীৰ অন্যান্য দেশতো সংবাদপত্ৰৰ প্ৰভাৱ সৰ্বগ্ৰাসী নহয়, সীমিতহে। বাতৰি-কাকতৰ বহুখিনি যেন সেই কাগজৰ বাঘৰ দৰে। সি কামুৰিব নোৱাৰে কেৱল ভয় দেখুৱাবহে পাৰে। সংবাদ-পত্ৰৰ মাধ্যমেৰে পৰিৱৰ্তনৰ বাণী ধ্বনিত হ'লেও সকলো পৰিৱৰ্তনকেই যে সমাজে স্বীকাৰ কৰি ল'ব, স্বীকাৰ কৰিলেও সমাজৰ সকলোৱেই যে স্বীকাৰ কৰিব তাৰ কোনো মানে নাই। সামাজিক পৰিৱৰ্তনৰ ক্ষেত্ৰত জনসাধাৰণৰ সুপ্ৰতিষ্ঠিত পচন্দ-অপচন্দই আটাইতকৈ ডাঙৰ চৰ্ত। যদি দেখা যায় নতুন কোনো পদ্ধতি গ্ৰহণ কৰিলে লাভ বেছি আৰু বিপদৰ আশংকা কম তেতিয়াহে জনসাধাৰণে তাক গ্ৰহণ কৰিব। সাংবাদিকে যদি বাৰে বাৰে কোনো বিষয়ত লিখি থাকে যাক জনসাধাৰণে দীৰ্ঘদিন ধৰি অপচন্দ কৰি আহিছে তেনেহ'লে কাকতত লিখি তাক প্ৰৱৰ্তন কৰোৱাটো অসম্ভৱ। য'ত নতুন সংস্কৃতি পুৰাতনৰেই বিকল্প অথবা পুৰাতন সংস্কৃতিৰ সংযোজন নহয়, তাত নতুন সংস্কৃতি সহজগ্ৰাহ্য নহয়। তাৰ উপৰি দ্ৰুত পৰিৱৰ্তনৰ বাবে সি বিপুল আৰু বৃহৎ পৰিমাণৰ অৰ্থ ব্যয়ৰ প্ৰয়োজন, উন্নতিশীল দেশৰ ক্ষেত্ৰত সিও পৰিৱৰ্তনৰ পৰিপন্থী। ইয়াৰ উদাহৰণস্বৰূপে আমি ক'ব পাৰো, বাতৰিকাকতত ইমান লেখা-মেলা কৰাৰ পিছতো গুৱাহাটীৰ ফাঁচীবজাৰৰ ৰাস্তাৰ পৰা হকাৰ উৎখাত হোৱা নাই কাৰণ হকাৰবোৰৰ পুনৰ্বাসনৰ বাবে মাৰ্কেট কমপ্লেক্স সাজিবলৈ গ'লে সি হ'ব প্ৰচুৰ ব্যয়সাপেক্ষ। গুৱাহাটীৰ ৰাস্তাত গাড়ী-মটৰৰ ট্ৰেফিক জাম হ'বই কাৰণ পৰ্যাপ্ত ফ্লাইঅভাৰ সাজি উলিয়াবলৈ চৰকাৰৰ হাতত সিমান টকা নাই। এই সম্পৰ্কে হেজাৰ লিখামেলা কৰিও সংবাদপত্ৰই কোনো আশু পৰিৱৰ্তন ঘটাব নোৱাৰে।

যিদৰে সকলো ক্ৰিয়াৰে প্ৰতিক্ৰিয়া থাকেই তেনেদৰে এইবোৰ লিখামেলাৰ ফলতো সমাজৰ প্ৰভাৱশালী লোকসকলৰ মাজত নতুন চিন্তাধাৰাৰ জন্ম

হ'ব পাৰে। ফলত কেতিয়াবা এনে চিন্তাধাৰাৰ অঙ্কুৰেই মহীৰুহৰ ৰূপ ধাৰণ কৰিব পাৰে। কিন্তু সেয়া হ'ব সময়সাপেক্ষ। অৱশ্যে যিবোৰ আবিষ্কাৰ আৰু উদ্ভাৱন গ্ৰহণ কৰিলে মানুহ উপকৃত হ'ব বুলি ভবা হয় আৰু যিটোক গ্ৰহণ কৰাত বিপদৰ আশংকা নাথাকে সেইবোৰ দিশক লৈহে বাতৰিকাকতত লিখামেলা কৰা উচিত। জনসাধাৰণে যিবোৰ বিষয়ৰ তথ্য পাবলৈ উদগ্ৰীৱ হৈ থাকে, সেই তথ্য প্ৰচাৰৰ ক্ষেত্ৰত সাংবাদিকৰ ভূমিকাও বহুখিনি থাকে। সাংবাদিক হ'ল বাতৰিকাকতৰ চকুৰ দৰে। কাৰণ সম্পাদকসকল সাধাৰণতে কাৰ্যালয়তে থাকে। কিন্তু ৰিপোৰ্টাৰসকলহে থাকে কৰ্মক্ষেত্ৰত। তেওঁলোকৰ কাণেৰেহে সম্পাদকে শুনে আৰু তেওঁলোকৰ মুখেৰেই কাগজৰ নীতি আৰু উদ্দেশ্যৰ কথা ঘোষিত হয়। আপাত-দৃষ্টিত অত্যন্ত সহজ আৰু সুখকৰ যেন লাগিলেও সংবাদ সংগ্ৰহ যথেষ্ট জঞ্জালৰ কাম আৰু স্কুপ বা গোপন খবৰ সংগ্ৰহ কৰাটোতো আৰু জটিল কাম। ইয়াৰ বাবে কোনটো বিষয় খবৰ তাক বুজি পোৱাৰ ক্ষমতাও সাংবাদিক এজনৰ থাকিব লাগিব। সংবাদসূত্ৰৰ লগত ব্যক্তিগত খাতিৰ ৰাখিব পাৰিলে সাংবাদিক এজনৰ বাবে লাভজনক হয়। প্ৰকৃত সাংবাদিক এজনৰ বাবে আচল কৃতিত্ব হ'ল গোপন খবৰক বিচাৰি বাহিৰ কৰি উলিওৱাতহে। ইয়াৰ বাবে বহু সময়ত তেওঁ তদন্তকাৰীৰ ভূমিকাও পালন কৰিব লাগিব। বহু ক্ষেত্ৰত তেওঁ চোৰাংচোৰাৰ দৰে ছদ্মবেশত গৈয়ো খবৰ সংগ্ৰহ কৰিব লগা হ'ব পাৰে। অৱশ্যে এনে ধৰণৰ খবৰ সংগ্ৰহ কৰিবলৈ গলে বিভিন্ন মহলত তেওঁৰ ব্যক্তিগত বন্ধু বা হিতৈষী থাকিলে আৰু ভাল। এই ক্ষেত্ৰত গ্ৰেট ব্ৰিটেইনৰ নেচনেল কাউন্সিল ফৰ দি ট্ৰেইনিং অব্ দী জাৰ্নেলিষ্ট-এ তেওঁলোকৰ শিক্ষাৰ্থীসকলক যিটো উপদেশ দি আহিছে সেয়া হ'ল ঃ "স্কুলত ইংৰাজীত ভাল বা কোনোবাটো প্ৰয়োজনীয় বিষয়ত ভাল ফল দেখুৱাইছা এইটোৱেই কিন্তু তোমাৰ ভৱিষ্যতে সাংবাদিক হোৱাৰ মাপকাঠী কেতিয়াও নহয়। তুমি যোগ্য ব্যক্তিত্বৰ অধিকাৰী হ'ব লাগিব, আলাপ কৰিব লাগিব বহুতো মানুহৰ লগত আৰু যিকোনো পৰিস্থিতিকে সকলো শ্ৰেণীৰ মানুহৰ বিশ্বাসভাজন হ'ব লাগিব। সাধাৰণ মানুহৰ লগত যেন তুমি মইবৰ ভাব নেদেখুওৱা আকৌ কৰ্তৃপক্ষৰ লগতো যেন তুমি গদগদ ভাব নেদেখুওৱা। তুমি নাছোৰবান্দা হ'ব লাগিব কিন্তু তুমি যেন অকৰুণ নোহোৱা। তুমি সহানুভূতিশীল হ'ব লাগিব কিন্তু তুমি যেন সহজেই প্ৰতাৰিত নোহোৱা— তুমি সন্দেহবাদী হ'ব পাৰা কিন্তু বিশ্বনিন্দুক নহ'বা। তোমাৰ মন সকলো সময়তে অনুসন্ধিৎসু হ'ব। তথ্যৰ বাবে তোমাৰ মনত সকলো সময়তে ক্ষুধা থাকিব আৰু ব্যক্তিগত অভিজ্ঞতাৰ ভিত্তিত তুমি সংবাদ অনুভূতি (news sense) অৰ্জন কৰিব লাগিব কাৰণ সংবাদ অনুভূতিয়েই হ'ল সাংবাদিকৰ জীৱনত আটাইতকৈ ডাঙৰ গুণ।"

যিজনে গোন্ধ শুঙিয়েই কৈ দিব পাৰে যে কোনটো খবৰ আৰু কোনটো কোনটো খবৰ নহয় তেৱেঁই দক্ষ সাংবাদিক। সাংবাদিকৰ এই গোন্ধ ল'ব পৰা নাকটোকেই কোৱা হয় nose for news. এই নাক জন্মগত। ইংৰাজীত NEWS শব্দটোৰ প্ৰতিটো বৰ্ণই খবৰৰ ইংগিত দিয়ে। NEWS অৰ্থাৎ N-North, E-East, W-West, আৰু S-South। ইয়াৰ অৰ্থ হ'ল চাৰিওফালে ভালদৰে চোৱা, সকলোতে খবৰ পাবা। অৰ্থাৎ সকলোতে খবৰ থাকিব পাৰে। কেৱল যথাসময়ত যথাযথভাৱে খবৰটো পাঠকৰ আগত পৰিবেশন কৰাটোহে আচল কথা। খবৰৰ সেই চিৰপুৰাতন সংজ্ঞাটো আমি সকলোৱে জানো যে— যেতিয়া কুকুৰ এটাই মানুহক কামোৰে তেতিয়া সি খবৰ নহয়— কিন্তু মানুহে কুকুৰক কামুৰিলেহে সেইটো খবৰ হয়। কিন্তু আজিৰ পৰিস্থিতিত এই সংজ্ঞাৰো পৰিৱৰ্তন হৈছে কাৰণ আজি কুকুৰে ভি আই পি এজনক কামুৰিলে সেয়াও খবৰ হ'ব পাৰে। পাঠকে কোনো এটা ঘটনাৰ সম্পৰ্কত প্ৰধানকৈ এই পাঁচোটা বিষয়ত জানিব বিচাৰে— কোন (who)?, কি (what)?, কিয় (why)? ক'ত?, (where)?, কেতিয়া (when)?, সাংবাদিকতাৰ জগতত ইয়াক ইংৰাজীত সেয়েহে কোৱা হয় Five W. . মেকডোগালৰ মতে খবৰ এটা আমি নিৰূপণ কৰিব লাগে এই কেইটা দিশৰ ওপৰত নিৰ্ভৰ কৰি যে— বিষয়টো টাট্‌কা হয় নে নহয় তাৰ ওপৰত, বিষয়টো আমাৰ ওচৰাউচৰি হয় নে নহয় তাৰ ওপৰত, বিষয়টো গুৰুত্বপূৰ্ণ হয় নে নহয় তাৰ ওপৰত, বিষয়টোৰ পৰিণতিয়ে জনমানসত কিবা পৰিণতিৰ সৃষ্টি কৰিলে নে নাই তাৰ ওপৰত আৰু ঘটনাটোৰ মানৱিক আবেদন নো কিমান তাৰ ওপৰত।

বস্তুনিৰপেক্ষতাও সাংবাদিকতাৰ আন এক অপৰিহাৰ্য চৰ্ত। "মানচেষ্টাৰ গাৰ্ডিয়ান'ৰ সম্পাদক চি পি স্কটে সেয়েহে কৈছে, ঘটনাক যথাযথভাৱে প্ৰতিফলিত কৰক। আপুনি নিজ ইচ্ছামতে মন্তব্য কৰিব পাৰে। অৱশ্যে সত্যক আবিষ্কাৰ কৰাটো ৰিপ'ৰ্টাৰৰ কাম নহয়, ঘটনাক যথাযথভাৱে ৰিপোৰ্ট কৰাটোহে তেওঁৰ কাম। একেটা ঘটনাৰ দুই ধৰণৰ ভাষ্য থাকিব পাৰে। ৰিপোৰ্টাৰ এজনে এই দুয়োটা ভাষ্যই প্ৰকাশ কৰা উচিত। কিবা অভিযোগ উত্থাপিত হ'লে লগে লগে অভিযুক্তজনৰ মতামত

লোৱাটোও উচিত। কাৰণ সাংবাদিকজনৰ ভূমিকা বিচাৰকৰ নহয়। সাংবাদিকসকলৰ যেনেদৰে নিৰ্ভয়ে লিখাৰ অধিকাৰ আছে সাংবাদিকৰ তেনেদৰে সমাজ আৰু ব্যক্তিৰ প্ৰতিও দায়িত্ব আছে। সাংবাদিকৰ অধিকাৰৰ ভিতৰত খবৰ সংগ্ৰহৰ স্বাধীনতাৰ লগতে স্ববিশ্বাস মতে জনস্বাৰ্থৰ খাতিৰত নিৰপেক্ষভাৱে লিখাৰ স্বাধীনতাও আছে। কিন্তু তাৰ লগতে সাংবাদিকজন এই বিষয়তো সজাগ হ'ব লাগিব যেন তেওঁৰ খবৰ ভ্ৰান্তিকৰ নহয়। সংবাদপত্ৰই সদায়েই লক্ষ্য ৰাখিব লাগিব যাতে ভুল খবৰ, বিভ্ৰান্তিকৰ কোনো খবৰ আৰু কোনোবা নিৰ্দোষ ব্যক্তিৰ সন্মান ক্ষুণ্ণ হ'ব পৰা ধৰণৰ খবৰ যেন সম্বাদপত্ৰত প্ৰকাশ নহয়।

সম্প্ৰতি মাৰ্কিন যুক্তৰাষ্ট্ৰত প্ৰচাৰধৰ্মী সাংবাদিকতাৰ এটি নতুন ধাৰা দেখিবলৈ পোৱা গৈছে। ইয়াক এডভোকেচি জাৰ্ণেলিজিম বুলিও কোৱা হয়। ভাৰতত সাংবাদিকতাই আৰম্ভণিৰে পৰা এই প্ৰচাৰধৰ্মী সাংবাদিকতাৰ ধাৰা অনুসৰণ কৰি আহিছে। এই ধৰণৰ সাংবাদিকতাৰ লক্ষ্যই হ'ল পাঠকক শিক্ষিত কৰাৰ লগতে সমাজৰ বাবে যিটো কল্যাণকৰ তাৰ সমৰ্থনত জনমত গঢ়ি তোলা। ১৯৭০ৰ দশকটোক প্ৰচাৰধৰ্মী সাংবাদিকতাৰ যুগ বুলি ধৰি ল'ব পাৰি।

১৭৮০ খৃষ্টাব্দত ভাৰতৰ প্ৰথম মুদ্ৰিত সংবাদপত্ৰ প্ৰকাশ হয়। কিন্তু প্ৰথম ভাৰতীয় সংবাদপত্ৰ প্ৰকাশিত হয় ১৮১৮ খৃষ্টাব্দত। ইয়াৰ আগতে ভাৰতৰ সংবাদপত্ৰৰ জগতখন সম্পূৰ্ণৰূপে ইংৰাজসকলৰ একচেটিয়া দখলত আছিল। তেতিয়াৰ কাকতত ভাৰতীয়সকলৰ বিষয়বস্তু আছিল সম্পূৰ্ণ উপেক্ষিত। ১৮১৮ খৃষ্টাব্দত গঙ্গাকিশোৰ ভট্টাচাৰ্য নামৰ এগৰাকী বঙালী ভদ্ৰলোকে কলিকতাৰ পৰা প্ৰকাশ কৰি উলিয়ালে প্ৰথম ভাৰতীয় সংবাদপত্ৰ— 'বেঙ্গল গেজেট'। তেতিয়াৰ পৰাহে সংবাদপত্ৰসমূহত ভাৰতীয় লোকৰ লগতে ভাৰতীয় বিষয়বস্তু, ধ্যান-ধাৰণাসমূহেও খোপনি পুতিবলৈ আৰম্ভ কৰে। সামাজিক আৰু ধৰ্মীয় সংস্কাৰৰ বীজ ৰোপিত হয়। বিভিন্ন দেশীয় ভাষাতো এখন এখনকৈ বহু ভাৰতীয় সংবাদপত্ৰ প্ৰকাশ হ'বলৈ ধৰিলে। তাৰ পিছত বহুতো উত্থান-পতনৰ মাজেদি আগবাঢ়ি আহি আহি আজি ভাৰতীয় সংবাদপত্ৰই এই সম্ভ্ৰান্তপূৰ্ণ স্থান লাভ কৰিবলৈ সক্ষম হৈছে। বৰ্তমান দৈনিক, সাপ্তাহিক, পষেকীয়া মিলি ভাৰতত প্ৰায় ১৫ হাজাৰৰো অধিক সংবাদপত্ৰ প্ৰকাশ পায়। ইয়াৰে ভিতৰত দৈনিক কাকতৰ সংখ্যা নখৰ ওচৰাউচৰি হ'ব। দৈনিক কাকতৰ প্ৰচাৰ সংখ্যাও দুই কোটিৰো অধিক।

অইন এজন সাধাৰণ খাটি খোৱা বা শ্ৰম কৰি খোৱা মানুহৰ দৰে সাংবাদিক এজনো খাটি খোৱা মানুহ। জীৱন-যাপনৰ বাবে সাংবাদিক এজনৰো অৰ্থৰ প্ৰয়োজন আৰু যিহেতু সাংবাদিকতাই তেওঁৰ জীৱিকা, গতিকে তাৰ পৰাই তেওঁ তেওঁৰ জীৱন যাপনৰ প্ৰয়োজনীয় অৰ্থ প্ৰত্যাশা কৰে। নাখাই, নিপিন্ধি কেৱল মাত্ৰ আদৰ্শৰ বাবেই সাংবাদিকতা কৰাৰ মাজত যিমানেই ৰোমাঞ্চ থাকক, তাৰ মাজত বাস্তৱতাৰ কোনো প্ৰতিফলন নঘটে আৰু কোনোবাই তেনেদৰে কাম কৰিবও নোৱাৰে। আজি সঁচা অৰ্থত ক'বলৈ গ'লে সাংবাদিকতাও এক লাভজনক পেশা। আজি ভাৰতবৰ্ষৰ প্ৰতিখন অভিজাত সংবাদ-পত্ৰৰেই বহু সাংবাদিকৰ মাহিলি বেতন কেবাহাজাৰো টকা। তদুপৰি লগতে থাকে গাড়ী, ঘৰ-দুৱাৰ, চিকিৎসাৰ সুবিধা, ভ্ৰমণ বানচ, ভৱিষ্যনিধি, বীমা আদিৰ সুবিধা। বৰ্তমান চৰকাৰেতো আকৌ সাংবাদিৰ পেঞ্চনৰ সুবিধা আগবঢ়োৱাৰ বিষয়েও বিবেচনা কৰি আছে। তদুপৰি সাংবাদিকতাৰ খোজে প্ৰতি আছে প্ৰলোভনৰ হাত-বাউলি। স্বউদ্দেশ্যপ্ৰণোদিত বাতৰি প্ৰচাৰ কৰিবলৈ সাংবাদিকক বহুতেই প্ৰলোভন দেখুৱায়। তাৰে ভিতৰত জনসংযোগৰ বিষয়া, চৰকাৰ, বিদেশী দূতাবাস, বিভিন্ন ৰাজনৈতিক দল আদিও থাকে। নিজৰ উদ্দেশ্য সিদ্ধিৰ বাবে জনসংযোগ বিষয়াই সাংবাদিকলৈ আগবঢ়ায় নানা উপহাৰ, খাদ্য আৰু পানীয়, বিদেশী দূতাবাসবোৰে নানা অজুহাতত সাংবাদিকক বিদেশ ভ্ৰমণৰ সুবিধা আগবঢ়ায়। চৰকাৰী বিষয়া আৰু ৰাজনৈতিক দলবোৰেও সাংবাদিকক সুযোগ-সুবিধা দিয়ে। কিন্তু তথাপিও শিল্পোন্নত সমাজত এজন সাধাৰণ সাংবাদিকতকৈ এজন সাধাৰণ চিকিৎসক, আইনজীৱী অথবা এজন উচ্চপদস্থ বিষয়াৰ উপাৰ্জনৰ পৰিমাণ বহু বেছি। সাংবাদিকতাৰ জগতত বেছিভাগ নাৰী আৰু পুৰুষে এতিয়া অত্যধিক পৰিশ্ৰম কৰিবলগীয়া হয় আৰু সেই অনুপাতে কিন্তু তেওঁলোকে পাৰিশ্ৰমিক পায় বহু কম। সাধাৰণ সাংবাদিকে বহু দুৰ্যোগৰ মাজেৰে জীৱন কটাবলগীয়া হয়। তেওঁৰ দৈনন্দিন জীৱনযাত্ৰাও অইন সমপৰ্যায়ৰ আন জীৱিকাৰ লোকৰ দৰে আৰামদায়ক নহয়। এখন কাকত হঠাৎ বন্ধ হৈ গ'লে তাত কাম কৰা সাংবাদিকখিনিৰ পথত থিয় দিবলগীয়া অৱস্থা হয়। তথাপিতো বিশ্বৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ সাংবাদিকতাৰ ক্লাছত ভৰ্তি হোৱাৰ বাবে ছাত্ৰ-ছাত্ৰীৰ আগ্ৰহ প্ৰবল। কাৰণ, সাংবাদিকতাৰ জৰিয়তেই বিখ্যাত ব্যক্তি বা ভি আই পি আদিৰ লগতো কথা-বতৰা হ'ব পাৰি। বিভিন্ন বিষয়ত থকা কৌতূহলো এই পেশাৰ জৰিয়তেই নিবৃত্তি

কৰিব পৰা যায়। সেয়েহে পেশা হিচাপে সাংবাদিকতা আজি ইমান আকৰ্ষণীয়।

বঙ্গৰ বিশিষ্ট লেখক ৰঞ্জনে তেওঁৰ এটি প্ৰবন্ধত ঠাট্টা কৰি কৈছিল, "আজিৰ কাকতত কেৱল দুজনৰহে নাম থাকে। ইয়াৰে এজন হ'ল কাকতখনৰ মুদ্ৰকজন, অথচ কাকতখন ছপোৱা কামটো তেওঁৰ নহয়। আৰু আনজন হ'ল কাকতখনৰ সম্পাদকজন, অথচ সম্পাদনা কৰাটো তেওঁৰ প্ৰধান কাম নহয়।" কথাটো কিন্তু মিছা নহয়। এটা সময়ত সংবাদপত্ৰত কেৱল মুদ্ৰকজনৰহে প্ৰাধান্য আছিল। আনকি নিজে কম্পোজ কৰিব নজনা সাংবাদিকৰ অফিচত কোনো সন্মানেই নাছিল। বহুতো সম্পাদকে কম্পোজিটৰ হিচাপে সাংবাদিক জীৱন আৰম্ভ কৰিছিল। ইয়াৰ পিছৰ যুগত বাতৰিকাকতবোৰত সম্পাদকৰ দায়িত্ব আছিল অধিক। সেই সময়ত বাতৰিকাকতৰ অন্যান্য দিশবোৰে (সংবাদ, ফিচাৰ, ফটো) সিমান প্ৰাধান্য লাভ কৰা নাছিল। সেয়েহে সম্পাদকৰ লিখনি আৰু ব্যক্তিত্বৰ জোৰতেই কাকত বিক্ৰী হৈছিল। কিন্তু আজিকালি বাতৰিকাকতত সম্পাদকসকলতকৈ স্তম্ভলেখক আৰু বিশেষ সংবাদদাতাসকলৰহে প্ৰাধান্য বেছি। কাকতৰ পৃষ্ঠা লুটিয়ালেই তেওঁলোকৰ নামবোৰহে জলজল-পটপটকৈ চকুত পৰে। আনকি বহুতো কাকতত তেওঁলোকৰ ছবিও প্ৰকাশ হয়। আধুনিক সংবাদপত্ৰৰ সম্পাদকে যে নিজ হাতে সম্পাদকীয় লিখিবই লাগিব তেনে নহয়। তেওঁৰ আটাইতকৈ ডাঙৰ যি গুণৰ প্ৰয়োজন সেয়া হ'ল দেশ, পাঠক আৰু সংবাদৰ গুৰুত্ব অনুভৱ কৰাৰ ক্ষমতা। ইয়াৰ উপৰিও থাকিব লাগিব সংবাদপত্ৰৰ ছপা আৰু লে-আউট সম্পৰ্কে জ্ঞান। সৰ্বোপৰি তেওঁ জানিব লাগিব কি লিখিবি লাগিব বা লেখাব লাগিব আৰু কেনেদৰে লেখাব লাগিব। এই ক্ষেত্ৰত আমি ব্ৰিটেইনৰ 'ডেইলী এক্সপ্ৰেছ' কাকতৰ সম্পাদক আৰ্থাৰ ক্ৰিষ্টিয়ানচেনৰ অভিজ্ঞতাৰ উল্লেখ কৰিব পাৰো। এবাৰ তেওঁক সোধা হৈছিল, "আপোনাৰ এই সুদীৰ্ঘ সম্পাদক জীৱনৰ সফলতাৰ ৰহস্য কি?" তেতিয়া তেওঁ উত্তৰত কৈছিল, "মই খবৰক ইমান সৰলীকৃত কৰিছো যে এজন বিদেশ সচিব আৰু তেওঁৰ কাৰ্যালয়ৰ ঝাডুদাৰ, দুয়োজনে সমানে বুজিব পাৰে। খবৰক চিত্তাকৰ্ষক কৰিবলৈ মই হৰফপৰ্যন্ত বদলাবলগীয়া হৈছে।" তথাপিতো আজি যেন সম্পাদকীয় ব্যক্তিত্বৰ গ্লেমাৰ সংবাদ-পত্ৰবোৰৰ পৰা ক্ৰমশ অপসাৰিত হ'বলৈ ধৰিছে। বহুতো সাধাৰণ পাঠকেতো তেওঁ সদায়েই পঢ়ি থকা কাকতখনৰ সম্পাদকজনৰ নামটোৱেই ক'ব নোৱাৰে। অৱশ্যে এনে কিছুমান সংবাদ-পত্ৰও আছে যিবোৰৰ সম্পাদকগৰাকীৰ বৃত্তিগত অভিজ্ঞতা আৰু জনসাধাৰণৰ তেওঁৰ ওপৰত থকা বিশ্বাসযোগ্যতাৰ বাবেও কাকতখন জনপ্ৰিয় হৈ পৰে। আকৌ কিছুমান ক্ষেত্ৰত একোগৰাকী সম্পাদকৰ প্ৰতি প্ৰাথমিক উৎসাহ হেতুকেও পাঠক প্ৰথমতে কাকতএখনৰ প্ৰতি উৎসাহিত হ'লেও যেতিয়া দেখে যে সেই কাকতখনেও পাঠকজনৰ প্ৰত্যাশা পূৰাব পৰা নাই তেতিয়া তেওঁ হতাশ হৈ পৰে। সংবাদপত্ৰত সম্পাদকজনকেই প্ৰতিষ্ঠানৰ এক নম্বৰ ব্যক্তি বুলি চৰকাৰীভাৱে স্বীকাৰ কৰা হয়। সংবাদপত্ৰৰ আৰম্ভণিতে মালিকসকলেই আছিল একাধাৰে সম্পাদক, বিজ্ঞাপন সংগ্ৰাহক, চাৰ্কুলেচন মেনেজাৰ আৰু পাৰ্চনেল মেনেজাৰ। তাৰ মাজতেই বিভিন্ন প্ৰতিষ্ঠান আৰু সংগঠনে দৰমহা দি পেশাদাৰী সাংবাদিক নিয়োগ কৰিবলৈ ধৰে। বহু মালিক সম্পাদকে যথেষ্ট কৃতিত্বৰ পৰিচয় দিছে আকৌ বহুতো মালিক সম্পাদক আচলতে মালিক বুলিয়েই সম্পাদক হ'বলৈ পাৰিছে।

বাতৰিকাকত এখনৰ সম্পাদনা বিভাগত বিভিন্ন পদবী আছে। তাৰ ভিতৰত আছে নিউজ্জ এডিটৰ, চাব এডিটৰ, চীফ চাব এডিটৰ আকৌ নিশাৰ ভাগত থাকে নাইট এডিটৰ। তাৰ পিছত আহিল ৰিপোৰ্টাৰ। ৰিপোৰ্টাৰসকলৰো বহু ভাগ আছে; যেনে- চীফ ষ্টাফ ৰিপোৰ্টাৰ, ষ্টাফ ৰিপোৰ্টাৰ, বিশেষ প্ৰতিনিধি, বিশেষ সংবাদদাতা, স্থানীয় সংবাদদাতা, খেলৰ সংবাদদাতা, বাণিজ্যিক সংবাদদাতা, সংস্কৃতিৰ সংবাদদাতা ইত্যাদি।

অভিজ্ঞ সাংবাদিকসকলে সকলো সময়তেই পাঠক সমাজৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখে। যদি তেওঁ লেখক হিচাপে চিত্তাকৰ্ষক হয় তেনেহ'লে এদিনাখন হয়তো তেওঁ যি পচন্দ কৰিব সেইটোকে জনসাধাৰণক দিব পাৰিব। কিন্তু তেওঁ এই কথাও মনত ৰাখিব লাগিব যে তেওঁ লিখে তেওঁৰ সম্পাদকক সন্তুষ্ট কৰাৰ বাবে কিয়নো পাঠকেনো কি বিচাৰে সেই সম্পৰ্কে সম্পাদকসকলে আৰু ভালদৰে বিচাৰ কৰিব পাৰে। অধিকাংশ সাংবাদিকতাৰ মূল ভিত্তিয়েই হ'ল লিখাটো। বৰ্তমান সাংবাদিক লেখকসকলে সাধাৰণ পাঠকক আগ্ৰহী কৰি তোলাৰ বাবে ঐকান্তিক প্ৰচেষ্টা চলোৱা উচিত। চাৰিটা প্ৰধান বিষয়ে সংবাদৰ মূল্য নিৰ্দ্ধাৰণ কৰে। ইয়াৰে প্ৰথমটো হ'ল সময়ানুবৰ্তিতা। পাঠকে সদায় নতুন সংবাদহে বিচাৰে। আনটো হ'ল ওচৰ সম্পৰ্কীয়। মানুহে সাধাৰণতে নিজৰ ওচৰে-পাজৰে ঘটা সৰু-সুৰা ঘটনা এটাত যিমান গুৰুত্ব দিয়ে, তাতকৈ বহু দূৰৈত ঘটা তাতকৈয়ো অপেক্ষাকৃত বেছি গুৰুতৰ ঘটনাতো সিমান গুৰুত্ব নিদিয়ে। তৃতীয় বিষয়টো হ'ল আকৃতি। আমি অতি ক্ষুদ্ৰতাত যিমান আগ্ৰহ অনুভৱ কৰো তেনেদৰে

বিশালতাতো আগ্ৰহ প্ৰকাশ কৰো। সেই বাবেই যেতিয়াই আমি কোনো দুৰ্ঘটনা বা আকস্মিক দুৰ্যোগৰ কথা শুনো, তেতিয়াই আমি প্ৰশ্ন কৰো — কিমানজনে প্ৰাণ হেৰুৱালে আৰু ক্ষতিৰ পৰিমাণ কিমান। চতুৰ্থ বিষয়টো হ'ল সংবাদৰ গুৰুত্ব।

সাংবাদিকতাৰ সংজ্ঞা আৰু বাস্তৱ ক্ষেত্ৰত ইয়াৰ কৰ্মৰ ভিতৰতো জনসাধাৰণক সেৱা কৰাৰ ভাবনাহে নিহিত হৈ আছে। ইয়াৰ প্ৰথম আৰু সৰ্বপ্ৰধান কাম হ'ল পাঠক আৰু শ্ৰোতাক ঘটনাৰ অত্যাৱশ্যকীয় তাৎপৰ্য সম্পৰ্কে সজাগ কৰি তোলাৰ চেষ্টা কৰা। উল্লেখযোগ্য যে সাংবাদিকতাৰ আৰম্ভণি হৈছিল চিত্ৰৰ দ্বাৰাহে। "আদিম মানুহে তেওঁলোকৰ মনোভাব, তেওঁলোকৰ দিনৰ কাহিনী গুহাৰ বেৰত নক্সা কাটি চিত্ৰৰ আকাৰত প্ৰকাশ কৰিছিল। ছবিয়েই প্ৰথমতে লিখিত ভাষাৰ কাম কৰিছিল আৰু আজি আমি যি আখৰ ব্যৱহাৰ কৰিছো সেই সকলোবোৰ চিত্ৰৰ পৰাই উদ্ভাৱন কৰা হৈছে। এতিয়া আমি ছবিৰ যুগত বাস কৰিছো। বাতৰিকাকত, আলোচনী, বিভিন্ন গ্ৰন্থৰ পৰা আৰম্ভ কৰি চিনেমা-টেলিভিশ্যনলৈকে সকলোতে আজি ছবিৰ ব্যাপক প্ৰযোজ্য। প্ৰতি বছৰে আমাৰ সংস্কৃতিৰ ওপৰত চিত্ৰৰ প্ৰভাৱ বাঢ়ি আহিবলৈ ধৰিছে। আমাৰ মনত ছবি এখনে যিমানখিনি প্ৰভাৱ পেলায়, মুদ্ৰিত শব্দৰ প্ৰভাৱতকৈ সি অধিক দীৰ্ঘস্থায়ী। ছপা আখৰেৰে ভৰা স্তম্ভৰ মাজলৈ বিচিত্ৰতা অনাৰ বাবেই সংবাদপত্ৰসমূহে ছবিৰ ব্যৱহাৰ কৰে। সাধাৰণতে আনুষঙ্গিক চিত্ৰ সন্নিবিষ্ট যিকোনো লিখনীয়ে তৎক্ষণাত পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়।

উন্নত দেশবোৰতকৈ উন্নয়নশীল দেশবোৰত সাংবাদিকতাৰ ছবিখন আজিও অতি শোচনীয়। উন্নয়নশীল দেশবোৰত বাতৰিকাকতে অভিজাত শ্ৰেণীৰহে স্বাৰ্থ পূৰণ কৰি অহা দেখা যায়। সেই বাবে উন্নয়নশীল দেশবোৰত সাংবাদিকসকলক তেওঁলোকৰ বিশেষ দায়িত্ব সম্পৰ্কে সচেতন কৰি দিয়া হৈছে। চাঞ্চল্যকৰ ঘটনা, অপৰাধমূলক, যৌনতাসম্পৰ্কীয়, মুখৰোচক অতিৰঞ্জিত বাতৰি পৰিৱেশন কৰাতকৈ উন্নয়নৰ বাতৰি প্ৰকাশ কৰাত গুৰুত্ব আৰোপ কৰা হৈছে। পশ্চিম বঙ্গৰ সাংবাদিকতা শিক্ষাৰ পথিকৃৎ স্বৰূপ ডঃ পাৰ্থ চট্টোপাধ্যায়ৰ মতে উন্নয়ন সাংবাদিকতাই তলত দিয়া বিষয়সমূহ সামৰি ল'ব লাগে ঃ

(১) উন্নয়নৰ পথত অন্তৰায় হ'ব পৰা বিষয়সমূহৰ অনুসন্ধান কৰা।

(২) কায়েমী স্বাৰ্থ উন্নয়নৰ পক্ষে প্ৰতিবন্ধক হ'লে তাৰ স্বৰূপ উদ্‌ঘাটন কৰা।

(৩) উন্নয়নৰ স্বাৰ্থত জনগণক সাময়িক ত্যাগ স্বীকাৰ কৰিবলৈ উদ্বুদ্ধ কৰি তোলা।

(৪) যিবোৰ কাৰণে উন্নয়নৰ গতি শামুকীয়া কৰি তোলে সেই সম্পৰ্কে পাঠকক অৱহিত কৰোৱা।

(৫) আমোলাবৰ্গৰ নানা দীৰ্ঘসূত্ৰী নীতিৰ সমালোচনা।

(৬) উন্নয়নৰ ফলত সমাজ আৰু ব্যক্তিজীৱনৰ যে নানা পৰিৱৰ্তন ঘটিব সেই সম্পৰ্কে পাঠকসকলক সচেতন কৰা।

(৭) উন্নয়নমূলক সংবাদ যে কেৱল প্ৰচাৰধৰ্মী নহয়, সিও যথেষ্ট সমালোচনামূলক সেই সম্পৰ্কে পাঠকক অৱহিত কৰোৱা।

চাৰ্লচ এ ডানাৰ মতে, "সংবাদ হ'ল তেনে বিষয় যিয়ে সমাজৰ এক বৃহৎ অংশৰ লোকক আগ্ৰহশীল কৰি তোলে আৰু যিটো বিষয়ত পূৰ্বে কেতিয়াও তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰা হোৱা নাছিল।" সংবাদ হ'ল মানুহৰ আগ্ৰহ সৃষ্টি কৰিব পৰা এনে কোনো বিষয়ৰ সময়মতে তথ্যপ্ৰদান আৰু আটাইতকৈ ভাল সংবাদ হ'ল সেয়াই যিয়ে অধিকসংখ্যক লোকক আগ্ৰহী কৰি তুলিব পাৰে। আজিৰ সাংবাদিকতা আৰু সাংবাদিকৰ নিৰ্ধাৰিত কৰ্তব্যৰ ভিতৰত অন্তৰ্ভুক্ত হোৱা বিষয়বোৰ হ'ল এনেধৰণৰ ঃ সংবাদ সংগ্ৰহ কৰা আৰু লিখা, সংবাদ সম্পাদনা, সংবাদ আৰু ঘটনাৱলীৰ ভিত্তিত সম্পাদকীয় মন্তব্য ৰচনা কৰা আৰু বিভিন্ন সংপৃক্ত তথ্য আৰু ঘটনাৱলীৰ পৰ্যালোচনামূলক ভাষ্য ৰচনা কৰা। বিজ্ঞাপন, জনসংযোগ, কাৰ্টুন বা ব্যঙ্গচিত্ৰ অঙ্কন কৰা, গ্ৰন্থ সমালোচনা। জীৱনৰ বিভিন্ন দিশ আৰু সমাজৰ বিভিন্ন অৱস্থাৰ ওপৰত আলোকপাত কৰাৰ উপৰিও তাক বিশ্লেষণ কৰি প্ৰবন্ধ লিখা। ভ্ৰমণ কাহিনী। দৈনন্দিন ঘটনাৱলী আৰু জীৱনযাত্ৰাৰ ওপৰত ব্যঙ্গ ৰচনা। বিভিন্ন শিল্পকলা বিষয়ৰ আলোচনা-সমালোচনা ইত্যাদি। আকৌ যোগাযোগৰ অন্যতম অংশ হ'ল সাংবাদিকতা। বহুতৰে ধাৰণা এয়ে যে মাধ্যম নাথাকিলে সাংবাদিকতা হ'ব নোৱাৰে। সাংবাদিকে তেওঁৰ সংবাদ যদি কোনো মাধ্যমৰ সাহায্যৰে প্ৰকাশ নকৰি পোনে পোনে বা চিঞৰি চিঞৰি কৰে তেনেহ'লে সেয়া সাংবাদিকতা নহয়। সংবাদৰ আদান-প্ৰদানেই হ'ল সাংবাদিকতাৰ মূল বিষয়। কৃতী সাংবাদিকসকলে সমাজত শ্ৰদ্ধা আৰু সন্মান দুয়োটাই লাভ কৰে। তাৰ কাৰণ কেৱল সংবাদ, ঘটনাৱলীৰ অতি গোপন নেপথ্য সত্য উদ্‌ঘাটন কৰা বা প্ৰচুৰ অৰ্থ উপাৰ্জন কৰা নহয়। কাৰণ হ'ল দূৰদৃষ্টি, সমাজ, সভ্যতা প্ৰভৃতি আৰু সংশ্লিষ্ট বিষয়সমূহত বিচক্ষণতা। বিদ্যা-বুদ্ধি-সততা, সঠিক বিশ্লেষণ আৰু ভাষ্য ৰচনাৰ ক্ষমতা, স্থিতপ্ৰজ্ঞ চিন্তাশীলতা প্ৰভৃতিয়েও সাংবাদিক

এজনৰ জীৱনলৈ কৃতিত্ব আৰু সন্মান আনি দিয়ে। সংবাদসেৱী হিচাপে সাংবাদিকৰ গুৰুত্ব যিমানখিনি, নাগৰিক হিচাপে তেওঁৰ নাগৰিক দায়িত্বৰ গুৰুত্ব তাতকৈয়ো বহু বেছি। প্ৰয়োজন হ'লে কেতিয়াবা তেওঁ হয়তো অইন নাগৰিকৰ দৰে আন সকলো বৃত্তি এৰি থৈ সৈনিকৰ বৃত্তি গ্ৰহণ কৰিবলগীয়া হয়। এয়া অকল নাগৰিক দায়িত্বই নহয় জাতীয় কৰ্তব্যও।

সাংবাদিকৰ জীৱনত সন্মান, প্ৰাচুৰ্য, সুযোগ-সুবিধা যিমানে আছে তেনেদৰে বিপদৰ সম্ভাৱনাও আছে প্ৰচুৰ। চৰকাৰী যন্ত্ৰইতো সাংবাদিকক পাৰিলে শত্ৰু হিচাপেই গণ্য কৰিব বিচাৰে। সত্য অনুসন্ধানৰ স্বাৰ্থত বহু সাংবাদিকে প্ৰাণ পৰ্যন্ত আহুতি দিবলগীয়া হয়। যুদ্ধ, বিগ্ৰহ, সংঘৰ্ষ, ৰাষ্ট্ৰবিপ্লৱ আদিৰ সময়তো বহুতো সাংবাদিকে প্ৰাণ বিসৰ্জন দিবলগীয়া হয়। ভিয়েটনামৰ যুদ্ধৰ সময়ত খবৰ সংগ্ৰহ কৰিবলৈ গৈ প্ৰাণ হেৰুৱাইছিল ৪০ জন সাংবাদিকে, আহত হৈছিল ১৬৭ জন আৰু নিখোঁজ হৈছিল প্ৰায় কুৰিজন। বাংলাদেশৰ মুক্তি যুদ্ধৰ খবৰ সংগ্ৰহ কৰিবলৈ গৈয়ো কেবাজনো ভাৰতীয় সাংবাদিকে প্ৰাণ হেৰুৱাইছিল। হিটলাৰৰ নাজী বাহিনীয়েও দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত বহুতো সাংবাদিকক হত্যা কৰিছিল। যিকোনো ৰাজনৈতিক উত্থান পতনৰ সময়তো সকলোৰে আগতে আক্ৰমণ চলে সংবাদপত্ৰৰ ওপৰত। ৰাজনৈতিক দলবোৰেও নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে সাংবাদিকসকলক খাতিৰ কৰি থাকে যদিও যেতিয়া দেখে যে সাংবাদিকৰ কলমে তেওঁলোকৰ প্ৰতিকূলেহে কাম কৰিছে তেতিয়া দলৰ গুণ্ডাবোৰক পঠিয়াই দিয়ে সাংবাদিকক ঠাণ্ডা কৰিবলৈ। তেওঁলোকে ভয় দেখুৱাই ভাবুকি দিয়াৰ উপৰিও হত্যা পৰ্যন্ত কৰি পেলায়। বৃটিছ শাসিত ভাৰতত সংবাদপত্ৰৰ কণ্ঠৰোধ কৰাৰ বাবে বৃটিছ চৰকাৰে যথেষ্ট কঠোৰ বাধা-নিষেধ আৰোপ কৰিছিল। স্বৰাজোত্তৰ ভাৰততো জৰুৰীকালীন অৱস্থাৰ সময়তো তৎকালীন প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে বহু সাংবাদিকক জেলৰ ভাত খুৱাইছিল।

আমাৰ অসমতো অসম আন্দোলনৰ সময়ৰ পৰা বাতৰিকাকত আৰু সাংবাদিকৰ ওপৰত বহু আতিশয্য চলিবলৈ ধৰিছে। বেচৰকাৰী বিভিন্ন পক্ষৰ দ্বাৰা সাংবাদিক-সংবাদপত্ৰৰ ওপৰত যিমান অত্যাচাৰ চলিছে, চৰকাৰী পক্ষৰ তৰফৰ পৰাও তেনেদৰে বিভিন্ন সময়ত বিভিন্ন সংবাদপত্ৰ আৰু সাংবাদিকৰ ওপৰত নানা দমনমূলক ব্যৱস্থা আৰোপ কৰা হৈছে। আকৌ বহু উগ্ৰপন্থী সংগঠনৰ বিৰুদ্ধে লিখিবলৈ গৈয়ো বহু সাংবাদিকে প্ৰাণ হেৰুৱাইছে। পঞ্জাব, কাশ্মীৰ, অসম আদিত বহুতো সাংবাদিকে উগ্ৰপন্থীৰ হাতত প্ৰাণ দিবলগীয়া হৈছে। আমাৰ কমলা শইকীয়া ইয়াৰে এক উল্লেখযোগ্য উদাহৰণ। ইণ্টাৰনেচনেল প্ৰেছ ইনষ্টিটিউটে আজি কেইবছৰমানৰ আগতে এটি উদ্বেগজনক খবৰ দিছিল যে সংবাদপত্ৰৰ স্বাধীনতা পৃথিৱীৰ অধিকাংশ দেশতে লংঘিত হৈছে। বিশ্বৰ অন্ততঃ ত্ৰিশখনমান দেশত সংবাদপত্ৰৰ ওপৰত নিয়মিত অত্যাচাৰ চলি আছে। আৰ্জেণ্টিনাত বছৰি বহুতো সাংবাদিক নিখোঁজ হোৱাৰ উপৰিও কাৰাৰুদ্ধও হ'বলগীয়া হয়। এচোছিয়েটেড প্ৰেছ (এ পি)ৰ সংবাদদাতা মাইকেল গোল্ড স্মিথক মধ্য আফ্ৰিকাত কাৰাৰুদ্ধ কৰা হৈছিল। বিখ্যাত সাংবাদিক জিৰি লেডাৰাৰকচেক্ প্ৰেচিডেণ্ট হুজাকে তিনি বছৰৰ কাৰাদণ্ড দিছিল। ফিলিপাইনচৰ ভূতপূৰ্ব অত্যাচাৰী ৰাষ্ট্ৰপতি মাৰ্কোচে একাধিক বাতৰিকাকতৰ প্ৰকাশকক পথৰ ভিখাৰীত পৰিণত কৰাইছিল। দক্ষিণ আফ্ৰিকাৰ চৰকাৰে এসময়ত কৃষ্ণাঙ্গ সম্পাদক পেৰচি কোবোজাৰ 'দি বৰ্ল্ড' আৰু 'দি উইক এণ্ড বৰ্ল্ড' কাকত দুখন বন্ধ কৰি দি কোবোজাক কাৰাগাৰত নিক্ষেপ কৰিছিল। দক্ষিণ আফ্ৰিকাৰ চৰকাৰেই ১৫০জন সদস্যবিশিষ্ট কৃষ্ণাঙ্গ ইউনিয়নকো এটা সময়ত নিষিদ্ধ ঘোষণা কৰিছিল। এনেদৰে পৃথিৱীৰ বিভিন্ন দেশত সাংবাদিক আৰু সংবাদপত্ৰৰ ওপৰত আক্ৰমণ চলি আহিছে, চলি আছে আৰু চলি থাকিবও। আকৌ কাৰোবাৰ কাৰোবাৰ মতে সাংবাদিকৰ জীৱন প্ৰবাহৰ ধাৰায়ো হেনো তেওঁলোকৰ জীৱনলৈ বিপদ মাতি আনে। এই সন্দৰ্ভত জিন লুইচ চাৰ্ভান স্ৰেইবাৰে লিখিছে ঃ এজন সাংবাদিকৰ চাৰিটা শত্ৰু ঃ যেতিয়াই তেতিয়াই ঘূৰি ফুৰিবলগীয়া হোৱাতো যিটোৱে এজন সাংবাদিকৰ হজম শক্তিক ক্ৰমশ পঙ্গু কৰি তোলে। 'ডেডলাইন' অৰ্থাৎ নিৰ্দিষ্ট সময়ৰ ভিতৰত বাতৰি বা খবৰ সংগ্ৰহ কৰাৰ উদ্বেগ যিয়ে তেওঁৰ হৃদযন্ত্ৰক ক্ৰমশঃ দুৰ্বল কৰি তোলে। প্ৰচুৰ চিগাৰেট সেৱন, যিয়ে তেওঁৰ হাওঁফাওঁক জীৰ্ণ কৰি তোলে আৰু সুৰা যিয়ে তেওঁৰ লিভাৰক ক্ৰমশ শীৰ্ণ কৰি তোলে। জীৱনৰ বিষাদময় দিশ আৰু তাৰ লগতে ব্যক্তিগত জীৱনত অৱহেলা আৰু আন্তঃসাৰশূন্যতাৰ কথা ভাবি ভাবি সাংবাদিক এজন কেতিয়াবা কেতিয়াবা হতাশাবাদী হৈ পৰিবলগীয়াও হয়। ব্যক্তিগত সংবাদ মনঃপূত নহ'লেও সাংবাদিকক ব্যক্তিগতভাৱে ভীতি-প্ৰদৰ্শন কৰাৰ উপৰিও মাৰধৰো কৰা হয়।

এইবাৰ আহো সাংবাদিকতা জগতৰ বাবে কলঙ্কস্বৰূপ হালধীয়া সাংবাদিকতাৰ কথালৈ। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সাংবাদিকতাৰ ইতিহাসত চাঞ্চল্যকৰ

সাংবাদিকতাৰ চূড়ান্ত উদাহৰণ দেখুৱাই থৈ যোৱা দুজন বিখ্যাত সাংবাদিক হ'ল যোচেফ পুলিৎজাৰ আৰু উইলিয়াম ৰেডফল হাৰ্ষ্ট। এওঁলোকে যোৱা শতিকাৰ শেষভাগত পৰস্পৰৰ মাজত প্ৰতিদ্বন্দ্বিতা কৰি যি চাঞ্চল্যৰ সৃষ্টি কৰি গৈছে সিয়েই পিছলৈ গৈ হালধীয়া সাংবাদিকতা নামে প্ৰখ্যাত হৈ পৰে। হালধীয়া সাংবাদিকতা সাধাৰণতে নিন্দনীয় অৰ্থতেই ব্যৱহৃত হয়। কোনো বাতৰিত অকাৰণতে চমক সৃষ্টি আৰু তাৰ লগতে অশ্লীক আৰু ভিত্তিহীন খবৰ প্ৰকাশ কৰি পাঠকক বিভ্ৰান্ত কৰাকে হালধীয়া সাংবাদিকতা বুলিব পাৰি। ভাৰতত সাপ্তাহিক পত্ৰিকাবোৰৰ মাজতহে হালধীয়া সাংবাদিকতাৰ নিদৰ্শন বেছিকৈ পোৱা যায়। ইয়াৰ কাৰণ হ'ল পাৰস্পৰিক প্ৰতিযোগিতা। ১৯৫৪ চনত প্ৰকাশিত প্ৰথম ভাৰতীয় প্ৰেছ আযোগৰ প্ৰতিবেদনত কোনো কোনো ভাৰতীয় কাকতৰ চাঞ্চল্যকৰ সংবাদ প্ৰকাশৰ প্ৰৱণতাক নিন্দা কৰা হৈছে।

এনেদৰে বহুতো যোগাত্মক আৰু বিয়োগাত্মক দিশেৰে সাংবাদিকতাই আজি সমগ্ৰ বিশ্বতে সন্মানীয় স্বাধীন পেশা হিচাপে স্বীকৃতি লাভ কৰিছে। প্ৰেছ কাউন্সিলে সাংবাদিকসকলক মূল্যবোধৰ অতন্দ্ৰ প্ৰহৰী বুলিও কৈছে। সেয়েহে বিশ্বৰ সকলো সাংবাদিকে জনসাধাৰণৰ তেওঁলোকৰ ওপৰত থকা বিশ্বাসত যেন চেকা নালাগে তাৰ প্ৰতি সততে দৃষ্টি ৰখা উচিত। সাংবাদিকতাৰ সৰ্বপ্ৰধান দায়িত্বই হ'ল সংবাদ প্ৰচাৰ কৰা। এই সংবাদ প্ৰচাৰৰ কামৰ বাবেই সাংবাদিকতাক কেন্দ্ৰীয় আৰু ৰাষ্ট্ৰীয় সংবিধানত সুৰক্ষিত কৰা হৈছে। কিন্তু তাৰে গইনা লৈ সাংবাদিকে কলমৰ অপব্যৱহাৰ কৰা উচিত নহয়। দেশ আৰু জাতিৰ পক্ষে হানিকাৰক কোনো ষড়যন্ত্ৰমূলক পৰিকল্পনা— লাগে সি শত্ৰুপক্ষৰেই হওঁক বা চৰকাৰৰেই হওঁক— তাক সংগ্ৰহ কৰি প্ৰকাশ কৰিব পৰাটো সাংবাদিকৰ সততা, কৰ্মদক্ষতা আৰু গৌৰৱৰ বিষয়।

**প্ৰসংগ ঃ**


An introduction to Journalism  F Fraser Bond
Journalism in India  R Parthasarathy
News reporters and News sources  Herbert Strentz
Media issues  K M Shrivastava
Indian Press and Freedom struggle · Aurobindo Mazumdar
Professional Journalism  M V Kamath
The Journalist's Hand-book
The Responsibilities of Journalism  Robert Schrunhl
Theory and Practice of Journalism  B N Ahuja
সাংবাদিকতা ও সংবাদপত্ৰ ভাবনা ঃ ডঃ পাৰ্থ চট্টোপাধ্যায়
ভাৰতেৰ সংবাদপত্ৰ ঃ তাৰাপদ পাল
বিষয় ঃ সাংবাদিকতা ঃ পাৰ্থ চট্টোপাধ্যায়

# অসমীয়া বাতৰি কাকতত বিজ্ঞান সম্পৰ্কীয় ৰচনা আৰু আলোচনা

ডঃ পৰমানন্দ মহন্ত

এক

আইনষ্টাইনে লিখিছিল, 'মানুহৰ প্ৰতিটো কাম-কাজ নিয়ন্ত্ৰিত হয় বাহিৰৰ আৰু ভিতৰৰ প্ৰয়োজনৰ পৰা।' আন সকলো মানৱীয় কাৰ্যকলাপৰ দৰেই অসমীয়া ভাষাত বিজ্ঞান-চৰ্চাও এনে প্ৰয়োজনৰ দ্বাৰাই স্থাপিত আৰু নিৰ্যন্ত্ৰিত হৈ আহিছে। অসমীয়া ভাষাৰ বিজ্ঞান সম্বন্ধীয় প্ৰথম ৰচনাখন প্ৰকাশ হৈছিল ১৮৪৬ চনৰ ফেব্ৰুৱাৰী সংখ্যাৰ 'অৰুনোদই'ত। ই আছিল 'অৰুনোদই'ৰ প্ৰথম বছৰ, দ্বিতীয় সংখ্যাত। ৰচনা দুখন আছিল, প্ৰথমখন 'গ্ৰহৰ বিৱৰণ' আৰু দ্বিতীয়খন 'প্ৰিথিবিৰ আকাৰৰ বিসই'। এই যি আৰম্ভ হ'ল, তাৰ পাছত বিৰামহীনভাৱে বিভিন্ন কাকত-আলোচনী আদিৰ মাধ্যমত অসমীয়া ভাষাত বিজ্ঞানৰ আলোচনাৰ ধাৰা এটা চলি আহিছে। আৰু স্বাভাৱিকভাৱেই, বৈজ্ঞানিক আলোচনাৰ এই ধাৰাৰ গতি নিৰ্যন্ত্ৰিত হৈছে 'বাহিৰৰ আৰু ভিতৰৰ প্ৰয়োজন'ৰ দ্বাৰা।

'অৰুনোদই'ত প্ৰথম প্ৰকাশ পোৱাৰ পৰা আজি ডেৰশ বছৰ ধৰি সংবাদ সাহিত্যত বিজ্ঞানৰ আলোচনাত স্বাভাৱিকভাৱেই নানা বিধৰ পৰিৱৰ্তন ঘটিছে। বিষয়বস্তুৰ বাহিৰেও পৰিবেশনৰ দিশতো এনে পৰিৱৰ্তনসমূহ বাৰুকৈয়ে চকুত পৰে। এই সমূহ ৰচনাৰাজিৰ উত্থাপনৰ মাজেদি প্ৰকাশ পোৱা দৃষ্টিভংগীও ক্ৰমাৎ সলনি হৈ আহিছে। প্ৰথমতে 'অৰুনোদই'ৰ পাতত ওলোৱা ৰচনা, আলোচনা, বাতৰিসমূহৰ পশ্চিমীয়া জ্ঞান-বিজ্ঞানৰ উৎকৰ্ষ আৰু বৃটিছ শাসনৰ গুণ-গৰিমাৰ প্ৰচাৰৰ দৃষ্টিভঙ্গীয়েই ঘাই। তাৰ পাছত প্ৰকাশ পোৱা বৈজ্ঞানিক ৰচনাসমূহত বিজ্ঞানক সাধাৰণ জানিবলগীয়া কথাৰ গণ্ডীত অন্তৰ্ভুক্ত কৰি পশ্চিমীয়া দেশসমূহত ব্যাপকভাৱে সংঘটিত হোৱা বিভিন্ন প্ৰকাৰৰ বৈজ্ঞানিক আৱিষ্কাৰসমূহৰ বাতৰিৰে অসমীয়া শিক্ষিত সমাজত বিজ্ঞানৰ প্ৰতি মনোযোগী বাতাবৰণ এটা সৃষ্টি কৰাৰ প্ৰয়াস দেখা যায়। স্বাস্থ্য সম্পৰ্কে লিখা ৰচনাও এইছোৱা সময়ত যথেষ্ট বৃদ্ধি পায়। তদুপৰি 'আৱাহন'ত প্ৰকাশ পোৱা সচিত্ৰ বাতৰিবোৰেও সাধাৰণ লোকৰ মাজত বিজ্ঞানৰ প্ৰতি ঔৎসুক্য জন্মোৱাত সহায়ক হৈছিল। বিজ্ঞান আৰু লগতে বিজ্ঞানসুলভ মানসিকতাৰ আলমত জাতীয় উৎকৰ্ষ গঢ়াত প্ৰেৰণা যোগোৱা এইছোৱা সময়ৰ আলোচনাসমূহৰ মূল লক্ষ্য যেন লাগে। এনেবোৰ আলোচনাত, বিশেষকৈ ষাঠিৰ দশকৰ পাছৰ পৰা, ভাৰতীয় বিজ্ঞানীৰ আৰু বিজ্ঞানাগাৰসমূহৰ কৃতিত্বৰ প্ৰচাৰে আগভাগ পায় যদিও সাধাৰণভাৱে বিজ্ঞানৰ অন্যান্য আলোচনাসমূহো অব্যাহত থাকে।

এই সুদীৰ্ঘ কালছোৱাত বিজ্ঞানৰ আলোচনাত বিষযবস্তুৰ লগতে ৰচনাশৈলী আৰু ভাষাৰ ক্ষেত্ৰতো অনেক পৰিৱৰ্তন হোৱা স্বাভাৱিক। 'অৰুনোদই'ত ঘাইকৈ প্ৰাণী আৰু ভূ-প্ৰকৃতি, আৰু সৌৰজগত সম্পৰ্কে অনেক সৰু-ডাঙৰ ৰচনা, পদাৰ্থবিজ্ঞান আৰু স্বাস্থ্য বিষয়ক দুই-এখন ৰচনাৰ বাহিৰেও দুই-এটা বৈজ্ঞানিক বাতৰি বিক্ষিপ্তভাৱে প্ৰকাশ পাইছিল। ইয়াৰ তুলনাত পাছৰ কালৰ ৰচনাৰ বিষয়বস্তুত প্ৰাণী জগত বা ভূ-প্ৰকৃতি বিষয়ক ৰচনা প্ৰায় নাই বুলিবই পাৰি— আনহাতে সাধাৰণ স্বাস্থ্য, আহাৰ, সৌৰজগত, আৰু জ্যোতিৰ্বিদ্যা, ডাৰউইনৰ প্ৰাণীতত্ত্ব, ভূতত্ত্ব, ৰসায়ন আৰু পদাৰ্থবিজ্ঞান সম্পৰ্কীয় আলোচনাই প্ৰাধান্য পাইছিল। বৈজ্ঞানিক আৱিষ্কাৰৰ বাতৰিৰ বিষয়বস্তুৰ পৰিসৰো এইছোৱা সময়ত বাঢ়িলে। স্বাধীনতাৰ পিছৰ কালছোৱাত বিজ্ঞান আলোচনাৰ বিষয়বস্তুত বিজ্ঞানৰ বিভিন্ন বিষয়ত

খৰতকীয়াকৈ হোৱা বিস্ময়কৰ আৱিষ্কাৰসমূহৰ অন্তৰ্ভুক্তিও লক্ষণীয়। বিশেষকৈ পাৰমাণৱিক বোমাৰ ভয়ংকাৰিতাই পৰমাণু বিজ্ঞানৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা মুকলি কৰিলে। ষাঠিৰ দশকৰ পৰা মহাকাশ গৱেষণাৰ বাতৰি, কম্পিউটাৰ, বংশগতি বিজ্ঞানৰ অভূতপূৰ্ব সাফল্যৰ পাছত জীৱবিজ্ঞান সম্পৰ্কীয় ৰচনা আৰু প্ৰায় সমান গুৰুত্বৰেই পৰিবেশ বিজ্ঞান অসমীয়া সংবাদপত্ৰৰ বৈজ্ঞানিক আলোচনাৰ বিষয়বস্তু হৈ পৰিল।

একেদৰে বিষয়সমূহৰ উপস্থাপনৰ কৌশল আৰু ভাষাৰ ক্ষেত্ৰতো এইখিনি সময়ত গুৰুত্বপূৰ্ণ বিকাশ ঘটে। 'অৰুনোদই'ত ৰচনা, কথোপকথন, বাতৰি আৰু প্ৰশ্নোত্তৰৰ জৰিয়তে বৈজ্ঞানিক আলোচনাৰ ধাৰা প্ৰৱৰ্তন কৰা হৈছিল। ইয়াৰ বিপৰীতে পিছৰ কালত ঘাইকৈ ৰচনা, আৰু বাতৰি আৰু সচিত্ৰ বাতৰিৰ মাধ্যমেৰে বৈজ্ঞানিক বিষয়বস্তুৰ আলোচনা হৈছিল। কেৱল দেখদেখকৈ শিশু, চেমনীয়াৰ বাবে যুগুতোৱা ৰচনা কেতবোৰত নাটক, গল্প, কুইজৰ সহায় লোৱা হয়। বিজ্ঞান সম্পৰ্কীয় প্ৰথম অসমীয়া কবিতাটোও এই সময়তে হেমচন্দ্ৰ গোস্বামীয়ে ৰচনা কৰা। ভাষাৰ ক্ষেত্ৰতো অনুৰূপ পৰিৱৰ্তন হৈছে। ডক্টৰ মহেশ্বৰ নেওগে 'অৰুনোদই'ৰ ভাষাৰ কথা কৈছে এই বুলি: 'পাদুৰি লেখকসকলৰ ডাঙৰ দান হ'ল সাহিত্যত নতুন ধাৰাৰ কথা বা গদ্যৰ প্ৰৱৰ্তন।' ('অৰুনোদই'ৰ ভূমিকা, পৃঃ ১৩২)। মন কৰিবলগীয়া যে 'অৰুনোদই'ৰ বিজ্ঞান আলোচনাৰ ভাষা অন্য আলোচনাৰ ভাষাতকৈ অকণো পৃথক নাছিল, কিন্তু তাৰ পৰৱৰ্তী সময়ৰ পৰাই বৈজ্ঞানিক ৰচনাৰ ভাষাৰ লগত অন্য ভাষাৰ কিবা এটা পাৰ্থক্য অনুভূত হৈ আহিছে।

## দুই
## 'অৰুনোদই' আৰু ঊনবিংশ শতিকাৰ অন্যান্য কাকতৰ বিজ্ঞান আলোচনা

মোটামুটিকৈ 'অৰুনোদই'ত প্ৰকাশ পোৱা বিজ্ঞানৰ বিভিন্ন ৰচনাসমূহৰ ভাগ কৰিব পাৰি এনেকৈ: প্ৰকৃতি বিজ্ঞান আৰু ভূ-বিজ্ঞান, সৌৰজগত, পদাৰ্থ আৰু ৰসায়ন বিজ্ঞান আৰু প্ৰযুক্তি, লগতে স্বাস্থ্য। ইয়াৰ সিংহভাগ প্ৰকৃতিবিজ্ঞানে দখল কৰিছে— আমাৰ চিনাকি চৰাই, জীৱ-জন্তুৰ পৰা অন্য দেশৰ জীৱ-জন্তুৰ বিৱৰণলৈকে ই সাঙুৰি লৈছে। তাৰ ঠিক পিছতেই পৃথিৱীৰ আকৃতিকে ধৰি সাগৰ, মহাসাগৰ আৰু বিভিন্ন দেশৰ ভৌগোলিক অৱস্থাৰ বৰ্ণনা। এই দুয়োবিধৰ ৰচনাৰ প্ৰয়োজনীয়তাও অৱশ্যে অনস্বীকাৰ্য। কোন সুদূৰৰ পৰা অহা বিদেশী লোকসকলো যে একেই মানৱজাতিৰে সন্তান, একেখন পৃথিৱীৰে বাসিন্দা, একেবোৰ জীৱ-জন্তুৰ লগতেই যে সহবাসী— এনে এটা ধাৰণাৰ প্ৰয়োজন তেতিয়া নিশ্চয় অতিকৈ আছিল। ঠেক গণ্ডীৰ বাসিন্দা হোৱাৰ কাৰণে নিজৰ ঠেক, সৰু সমাজখনেই যেন সকলো, অচিনাকি পৰিবেশ আৰু এওঁলোকৰ লগত নিমিলা অন্য লোকৰ আচৰণ এওঁলোকে আচহুৱা পায় আৰু সন্দেহশীল হয়। দৈনন্দিন জীৱনৰ লগতে কোনো প্ৰকাৰে সম্বন্ধ নথকা কথা এওঁলোকৰ বাবে অপ্ৰয়োজনীয়। আনহাতে ওপৰত উল্লেখ কৰা প্ৰকৃতি সম্পৰ্কীয় নৈৰ্ব্যক্তিক জ্ঞান কূপমণ্ডুকতাৰ পৰা উদ্ধাৰ কৰাৰ একোটা উপায়। গতিকে বিশ্ব পৰিচিতি জ্ঞাপক এনেবোৰ ৰচনাক অতি স্বাভাৱিকভাৱেই কাকতখনত ঠাই দিয়া হৈছিল। তদুপৰি বিজ্ঞানৰ নৈৰ্ব্যক্তিকতা বুজাপৰাৰ অকণমান সুৰুঙা উলিওৱা, দেখাত ভিন ভিন যেন লগা মানুহৰ মাজৰ মানৱীয়তা আৱিষ্কাৰ কৰা আৰু এনেদৰেই স্থানীয় লোকৰ সৈতে মিছনেৰিসকলৰ আকাংক্ষিত আত্মীয়তা গঢ়ি তোলা আদি নিশ্চয় স্বাভাৱিক প্ৰক্ৰিয়াৰূপেই গৃহীত হোৱাৰ কথা।

'অৰুনোদই'ত প্ৰকাশ পোৱা বাকী কেইবিধৰ ৰচনা-আলোচনাৰ মাজেদি বিজ্ঞানৰ লগত জড়িত ভালেমান গুৰুত্বপূৰ্ণ দিশে ভূমুকি মাৰিছিল। পৰ্যবেক্ষণৰ পৰা প্ৰাকৃতিক নিয়ম-নীতিৰ উদ্ভাৱন, এনে নীতি মানি অন্য নতুন তথ্যৰ ব্যাখ্যা, মানুহৰ জীৱন ধাৰণ সহজ কৰাৰ ক্ষেত্ৰত বিজ্ঞানৰ প্ৰয়োগ, আনকি বিজ্ঞানৰ আলোচনাৰ জৰিয়তে কিছুমান কু-সংস্কাৰ আৰু অন্ধবিশ্বাসক নাকচ কৰা ইত্যাদি 'অৰুনোদই'ত প্ৰকাশ পোৱা বিভিন্ন বিজ্ঞান আলোচনা, বাতৰি আদিৰ জৰিয়তে সম্পাদিত হৈছিল। কেইটামান বছা বছা ৰচনাৰ সহায়েৰে 'অৰুনোদই' কাকতত প্ৰকাশ পোৱা বৈজ্ঞানিক আলোচনাৰ এই ৰেহৰূপখিনি খৰচি মাৰি দেখুৱাবলৈ প্ৰযত্ন কৰা হ'ল :

(১) গ্ৰহৰ বিৱৰণ (ফেব্ৰুৱাৰী, ১৯৪৬, পৃঃ ১২)— এইখনেই অসমীয়া ভাষাৰ আলোচনীত প্ৰকাশ পোৱা প্ৰথম বৈজ্ঞানিক ৰচনা। দুটা চিত্ৰৰ প্ৰথমটোত সূৰ্যক কেন্দ্ৰ কৰি গ্ৰহবিলাকৰ বৃত্তীয় কক্ষপথ দেখুওৱা হৈছে। আনখনত 'প্ৰত্যেক গ্ৰহৰ ডাঙৰ-সৰু জানিবৰ নিমিত্তে পথালি জোখৰ দৰে' সিখা আছে। ভাষা পোনপটীয়া আৰু অতি সহজে বুজিব পৰা :

> "আমাৰ ওচৰত থকা জি তৰাই সুৰ্জক ঘূৰি জাই, সেইবোৰ গ্ৰহ বোলে। কোন তৰা গ্ৰহ তাক জানিব নিমিত্তে বেলিএ বেলিএ চালে ঠিক

পাই; গ্ৰহ হ্ই জদি, তাৰ ঠাই লৰে, অন্য
তৰা হ'লে ঠাই ন ৰলে (?)। গ্ৰহ ৭টা
আচে; বুধ, সুকুৰ, ভুগোল, মঙ্গল, ব্ৰিহ
শনি, হাৰ্চেল।"

ইয়াৰ পাছত গ্ৰহ কেউটাৰে সূৰ্যৰ পৰা দূৰত্ব, পৰিভ্ৰমণ কাল, পথালি জোখ, উপগ্ৰহৰ সংখ্যা আদিৰ পাছত নেজাল তৰাৰ উল্লেখো আছে—

"নেজাল তৰা হ'লে সুৰ্জক ঘুৰে, তাৰ গতিৰ দৰে— কোনো কালে সুৰ্জৰ নিচেই ওচৰলৈ আহে, পাচে অতি দূৰলৈ গৈ অনেক বচৰৰ মুৰত আকও আহে।"

প্ৰবন্ধটোত অতি সংক্ষেপে সৌৰজগতৰ নিখুঁত বৰ্ণনা এটা দিয়া হৈছে। বৰ্ণনাৰ ভঙ্গীত অকণো বাহুল্য নাই আৰু বক্তব্যও সম্পূৰ্ণ।

কিন্তু এয়াই নহয়। প্ৰবন্ধটোৰ ঠিক তলতে লিখা আছে এটা চমু সংযোজন :

"ওপৰৰ কথাত লিখাৰ পাচে লণ্ডনৰ ডাকে অনা সম্বাদ পত্ৰত এই কথা পাইচো, জাৰ্মান দেসৰ হেঙ্ক নামেৰে এজন জ্যোতিসিয়া ৮ ডিচেম্বৰত দুৰ্বিনে সৈতে তৰাবিলাকক চাওতে এক নতুন তৰা দেখা পালে; পাচে দিনচেৰেক চালত আন তৰাৰ নিচিনা নিচল নহই গ্ৰহৰ নিচিনা গতি কৰিলে, তাতে সেই তৰা এটা গ্ৰহ বুলি জানিলে; কোনো কালত তাক আগেএ দেখা পোৱা নাই। সেই গ্ৰহ কিমান ডাঙৰ আৰু কিমান দুৰ হ্ই, তাক জোখা নহ'ল; এতিয়া জুখিবলৈ উপায় কৰিছে।"

বৈজ্ঞানিক তথ্যপাতি যে মৰা গছৰ দৰে নহয়, ইয়াত নতুন সংযোজন সম্ভৱ— এই কথা সাব্যস্ত কৰা হৈছে ওপৰৰ সংযোজনৰ জৰিয়তে। তদুপৰি, বিজ্ঞানৰ তথ্যপাতিৰ পৰিবেশনত সূত্ৰৰ উল্লেখ প্ৰয়োজনীয় এই কাৰণেই যে ই বিশ্বাসযোগ্যতা আনে। ওপৰৰ সংযোজনটো মন কৰিবলগীয়া কেইটামান নিৰ্দিষ্ট বৰ্ণনাৰ বাবে— 'লণ্ডনৰ ডাকে অনা সম্বাদ', 'জাৰ্মানি দেশৰ হেঙ্ক নামেৰে জ্যোতিসিয়া' আৰু '৮ ডিচেম্বৰ'। তথ্যৰ শুদ্ধতাৰ সম্পৰ্কে প্ৰত্যয় জন্মাবলৈ এনে পুংখানুপুংখ বৰ্ণনা নিতান্তই লাগতিয়াল। মূল ৰচনাখনত গ্ৰহৰ সূত্ৰ আৰু কোনো এটা তৰা গ্ৰহ হয় নে নহয় পৰীক্ষা কৰি চাবলৈয়ো অতি সহজ পদ্ধতি এটাৰ বৰ্ণনা দিলে। বৈজ্ঞানিক পদ্ধতিৰ উদং, লুক-ঢাক নোহোৱা প্ৰকৃতি এই বৰ্ণনাত ওলাই পৰিছে। ইমান পোনপটীয়া ৰচনা-ভঙ্গী অসমীয়া বিজ্ঞান সাহিত্যত এতিয়াও বিৰল।

একে সংখ্যাতে প্ৰকাশ পোৱা আনখন ৰচনা 'প্ৰিথিবিৰ আকাৰৰ বিসই'ত পৃথিৱী ঘূৰণীয়া বুলি কেইটামান প্ৰমাণ দাঙি ধৰাৰ অন্তত, ঠিক লগৰ পৃষ্ঠাটোৰ চুকত প্ৰকাশ পোৱা আজিকালিৰ 'লেছেৰি বোটলা' জাতীয় সৰু টোকাটোলৈ মন কৰক :

"প্ৰিথিবি জে গোল আৰু সুৰ্জক ঘুৰে, গালিলিও নামে জি জন পণ্ডিতে এই কথা প্ৰমাণ দি থিৰ কৰিলে সেই কথা প্ৰকাশ কৰাৰ কাৰণে ৰুমিয়া ধৰমৰ ৰজাই তেওঁক ধৰিলে আৰু ধৰমৰ বিৰোধে মিচা কথা সিকাইচে বুলি তেওঁক বন্দিসালত থৈ অনেক দুখ তাৰণা কৰিলে।"

বিজ্ঞান আৰু ধৰ্মৰ চিৰকলীয়া বিৰোধৰ আভাসো 'অৰুনোদই'য়ে প্ৰকাশ কৰিছিল!

(২) ১৮৪৮ চনৰ মে' মাহত (পৃঃ ৩৯) প্ৰকাশিত 'ৰুচিয়া দেশত কুকুৰে চানি টানি নিয়াৰ নকচা' এটা অতি সুন্দৰ প্ৰবন্ধ। প্ৰবন্ধটোত কেইবাটাও দিশ সন্নিবিষ্ট হোৱাৰ উপৰিও 'অৰুনোদই'ত প্ৰকাশিত অন্য বাতৰিৰ লগতো ইয়াৰ সম্পৰ্ক আছে। বৰফে ঢকা পাহাৰ, বৰফ, শুকান গছ আৰু পাঁচটা কুকুৰে টনা শ্লেজ গাড়ীত এজন মানুহে বস্তুবাহানি লৈ যোৱাৰ দৃশ্য। তাৰ তলতে ছবিখনৰ শিৰোনামা 'ৰুচিয়া দেশত কুকুৰে চানি টানি নিয়াৰ নক্‌চা'— তাৰ তলতে সৰু ৰচনাখনৰ আৰম্ভণ! ৰচনাৰ বেলেগে নাম নাই— ছবিখনৰ তলতে আৰম্ভ হৈছে কাৰণে বুজিব পাৰি। দীঘল হ'লেও ৰচনাখনৰ উদ্ধৃতি দিয়া হৈছে :

"কুকুৰৰ হতুৱাই ৰুচিয়া মানুহে চানি টনাই নিত্ৰ। হিমালই পৰ্বতৰ উত্তৰ ফালে ৰুচিয়া দেস আচে, তাতে ভালেমান হিম পৰে। হিমৰ ওপৰত টানিবলৈ ভাল, পিচলি জাই। অসম দেসত জেনে হিম, তেনে সৰু হিম নহই; ওপৰৰ পানি গোট খাই হিম হৈ বখলা বখলে পৰে। তুলাৰ নিচিনা লঘু, বগাও আৰু বৰ চেঁচা; দেস খনতে পৰে মাটি পোত জাই। তাৰ ওপৰে খোজ কাঢ়িলে বালিত সোমোআৰ দৰে ভৰি সোমাই। সৰহ্কৈ অহা জোআ কৰিলে টান হৈ জাই, পাচে ভাল বাট হ্ই। এই ৰূপে জাৰ কালিত তিনি মাহমান থাকে; পাচে ঘাম কালি হলে পমি গৈ ঢুকাই। ...সিলা ব্ৰিষ্টি অৰ্থাত বৰথুনৰ সিল চোআ, সি কেনেকৈ সিল হ্ই! ওপৰৰ বৰ জাৰৰ ঠাইত পনিত্ৰ (পানী) গোট খাই টান হৈ তললৈ পৰে, তাকে বৰথুনৰ সিল বোলে।

আমেৰিকা দেসত জাৰ কালিত বিল, নৈৰ পানি চেঁচা পাই, সিল হৈ জাই। তাৰ ওপৰত মানুহে খোজ কাঢ়ে, তললৈ ভৰি নোসোমাই।

লোৰ জোঁতা পিন্ধিলে এনে নৈৰ ওপৰত পিচলি পিচলি ঘোঁৰাতকৈও বেগে জাই। কোনো বাৰত সিল এহাত মান ডাঁঠ হোআত ঘোঁৰা, গৰু তাৰ ওপৰে জাব পাৰে। এনে সিল কলিকতালৈ জাহাজেৰে আনি সৰহকৈ বেচে, সেই নগৰৰ মানুহে তাকে কিনি খাই, চেঁচা পাই বৰ ভাল।"

সুন্দৰ ছবিখনৰ উপৰিও নানা দিশৰ পৰা ওপৰৰ ৰচনাখন মন কৰিবলগীয়া। প্ৰথমতে, এখন সৰু ৰচনাতে ইমানবিলাক 'খবৰ' ইমান কম আয়াসতে সুমুৱাই দিয়া কথাটোত তবধ মানিবলগীয়া। কতো আড়ম্বৰ নাই, চোতালত গধূলি জিৰণি লওঁতে বাতৰি বিনিময় কৰাৰ সুৰত কৈ গৈছে। কথাৰ প্ৰসঙ্গই ইমান সুন্দৰকৈ এটাৰ পাছত আনটো বিষয় টানি আনিছে— শ্লেজ গাড়ী, গোটেই দেশতে হিম পৰা, সৰহকৈ পৰা হিম টান হৈ গোট মাৰি পথ হয়গৈ। আকৌ গৰম কালি এইবোৰ গ'লে। হিমনো কেনেকৈ হয় ? এই স্তৰত যেনেকৈ বুজিব পাৰি— 'ওপৰৰ বৰ চেচা পানী গোট খাই শিল বৰষুণ হয়'— বচ। পানী আৰু হিম যে একেটা বস্তুযেই তাৰো খবৰ দিয়া হৈ গ'ল। নৈ, বিলৰ পানী গোট মাৰি যি গোটা সমতল সৃষ্টি কৰে তাৰ ওপৰেদি লোৰ জোতা পিন্ধি 'ঘোৰাতকৈও বেগে' পাৰি। স্কিৰ নাম লোৱা নাই সঁচা, কিন্তু তাৰ কথাও উনুকিয়াইছে। তাৰ পাছত বৰফ কাটিযাই আনি গৰমৰ দেশ কলিকতাত বেচাৰ কথা। ইমান স্বাভাৱিক পৰিণতি!

পৰ্যবেক্ষণ, তত্ত্ব সজা, প্ৰয়োগ— বিজ্ঞানৰ বিকাশ সমাজৰ লগত তাৰ সম্পৰ্কৰ গুৰুত্বপূৰ্ণ কাৰবাৰবোৰ দেখোন এই সৰু ৰচনাখনতে ধুনীয়াকৈ প্ৰকাশ কৰি পেলালে!

ইয়াৰ আগত ১৮৪৬ চনৰ এপ্ৰিল সংখ্যা (পৃঃ ৩১)-ত প্ৰকাশিত 'কলিকতাত পানি শিলৰ ভঁৰাল' শীৰ্ষক ৰচনাত কোৱা হৈছিল কেনেকৈ এজন 'সদাগৰ সাহাবে' 'আমেৰিকা দেসৰ পৰা জাহাজেৰে অনা পানি সিল'ৰ বেপাৰ কৰি বেছ লাভবান হোৱা দেখি আন আন সদাগৰেও এই ব্যৱসায়ত নামিছিল। আমিও জানিব পাৰো কলিকতাবাসীয়ে গ্ৰীষ্মকালত এনে চেঁচা পানী খাই তৃপ্ত হৈছিল। এনেবোৰ বাতৰিয়ে বিজ্ঞানৰ বিষয়বস্তুক নিজৰ জীৱনৰ কিবা প্ৰয়োজনীয়তা পূৰণৰ যোগেদি সাধাৰণ মানুহৰ ওচৰ চপাই আনে। প্ৰয়োগৰ মাজেদিয়েই বৰফৰ অভিজ্ঞতা নোহোৱাকৈয়ো ওচৰ চুবুৰীয়া লোকে বিজ্ঞানৰ এনে প্ৰয়োগৰ সুফল লাভ কৰা দেখা পাই অসমীয়া মানুহৰো বিজ্ঞানৰ প্ৰতি ধাউতি হোৱা স্বাভাৱিক।

(৩) 'আমেৰিকা প্ৰথমে দৰ্শন হোআৰ কথা' (মাৰ্চ, ১৮৪৬, পৃঃ ২০)ত কলম্বাছৰ আমেৰিকা আৱিষ্কাৰক পৃথিৱীৰ ভিতৰত ঘটি যোৱা আচৰিত কামৰ এটা বুলি অভিহিত কৰি এই বিষয়ে বৰ্ণনা দিছে। কিন্তু ঠিক আৰম্ভণিতে বৰ্ণনা কৰিছে চুম্বকৰ উত্তৰা-দক্ষিণাকৈ থকা গুণৰ বাবেই যে কম্পাছ সাজিব পৰা হ'ল আৰু ইয়াৰে দিক নিৰ্ণয় কৰিব পৰা হোৱাৰ বাবেহে সাগৰীয়া যাতায়াতৰ সুচল হ'ল আৰু তাৰ পৰাহে যে কলম্বাছৰ নৌ-যাত্ৰা সম্ভৱ হ'ল— সংক্ষেপতে হ'লেও বিজ্ঞানৰ এই আৱিষ্কাৰক প্ৰবন্ধটোত অতি গুৰুত্বপূৰ্ণ স্থান দিছে। চুম্বকৰ সহায়েৰে কম্পাছ সজাৰ প্ৰণালী এটাৰো সৰল বৰ্ণনা দিছে। আমেৰিকা যাত্ৰাৰ আগত আৰু মাজত কলম্বাছৰ বিঘিনি, বাধা আদিৰ ধুনীয়া বৰ্ণনা আছে। ৰচনাখনত যেনেকৈ সাহস, ধৈৰ্য, কষ্টসহিষ্ণুতা, নিষ্ঠা আদিৰ দৰে মহৎ মানৱীয় গুণৰাজিৰ কথা আছে, একেদৰেই বৈজ্ঞানিক আৱিষ্কাৰ আৰু ভৌগোলিক জ্ঞানে যোগোৱা বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ বিজয়ৰ মনোৰম বৰ্ণনাও আছে। এই সমস্ত বৰ্ণনাই প্ৰবন্ধটোক এটা স্বকীয়া মৰ্যাদা দান কৰিছে। প্ৰবন্ধটোৰ তলত, অথচ ইয়াৰ ভিতৰুৱা নোহোৱা দুটা বাক্যত প্ৰকাশ পাইছে অন্ধবিশ্বাসৰ বিৰুদ্ধে দৃঢ় ঘোষণা :

> "জাহাজৰ কৰম কৰা সকলো মানুহে বোলে সুকুৰবাৰে জাহাজ মেলিলে আপদ হ'ব। তথাপি কলম্বাছে সুকুৰবাৰতে জাহাজ মেলি পচিমে জোআত অমঙ্গল হওক চাৰি প্ৰথমে আমেৰিকা পোৱা হৈছিল।"

কিমান কম শব্দতে প্ৰচলিত অবাস্তৱ ধাৰণাবোৰক নস্যাৎ কৰি দিছে। প্ৰসঙ্গক্ৰমে উল্লেখনীয় যে এনেকুৱা নিৰালম্ব ধাৰণাবোৰ 'অৰুনোদই'ৰ সম্পাদকে সহ্য কৰিবই পৰা নাছিল। 'অনেক দেশৰ সম্বাদ' শিতানত (এপ্ৰিল, ১৮৫২, পৃঃ ৬৪) প্ৰকাশ কৰা দুটা ঘটনাত এনে অন্ধবিশ্বাসৰ বিৰুদ্ধে একেই তিৰস্কাৰ, অপ্ৰকাশ্য হৈযো যি অতিকৈ সৰৱ!

> "ঘৰ পোৰে বুলি মাঘ চতত গৰ্যাবলাকে ঘৰ নেচাই, চাহাবলোকে হলে সেই কালত সৰহ কুলি পাই অনেক ঘৰ সাজি চাই চাই থাকে; কিন্তু এই কথাত ঘৰ পোৰাৰ কোনো প্ৰমাণ নাই।"

"নিগনি কুন্দা সাজোতে কাউৰিএ দেখিলে নেলাগে বুলি মানুহে কই। 'অৰুনোদই' সম্পাদকে এই কথা সুনি দুটা কুন্দা সজাই এটা দিনটো বাহিৰে কাউৰিৰ আগত থলে, এটা ভিতৰত গুপুতে ৰাখিলে। পাচে সেই ৰাতিত জিটোক কাউৰিএ দেখিলে, তাত

এটা বৰ এন্দুৰ লাগিল, সিটত তিনি দিনৰ মূৰতহে লাগিল।"

মাউৰ লগাৰ বাতৰি দিওতেও প্ৰচলিত সামাজিক অন্ধ বিশ্বাসৰ বিৰুদ্ধে অতি মিহিকৈ হ'লেও কৈছে:

"এইদৰে সেই ঠাইৰ মানুহে বুৰা ডাঙৰীয়াকে মান কৰি থকাতো পাচে অনেক মানুহ মৰিল এতিয়াও দুটা এটা মৰিবহে লাগিচে; এতেকে আমাৰ মনেৰে হলে বুৰা ডাঙৰীয়াক মান কৰাৰ একো উপকাৰ নহল। (মে' ১৮৪৭, পৃঃ ৩৭)। আকৌ "এইদৰে অসমিয়া মানুহৰ মাজত কোনোএ কোনোএ মাউৰৰ সময়ত কলৰ ভুৰ সাজি চাকি লগাই, চাউল, মাহ, গুৰ ঘিউ আদি কৰি ভুবৰ ওপৰত তুলি দি নদিতে উতাই পঠিয়াই। কোনো কোনোএ সেইদৰে চাগলিও দিএ আৰু কোনোএ মাউৰৰ নাম কৰি বামতো এৰি দিয়ে, পাচে এই সকলো বস্তু কাউৰে আৰু চোৰে খাই। ইয়াকে দিওতে ৰাজ্যৰ বিস্তৰ দুখ নাই কেৱলে টকাহে হানি হই, কিন্তু বুৰা ডাঙৰিয়াৰ কথা জি লিখিছে তাত মাউৰ গুচুক চাৰি বাৰ্হেহে।....আৰু কোনোএ কোনোএ মূৰ্তি সাজি নদিৰ পাৰত থই, আৰু গধুলি গধুলি তাৰ আগত চাকিও লগাই থই, আৰু থায়ে থায়ে জুমে জুমে সকলো খনতে গধুলি হলে ধোল কোবাই গোটেই খনতে ঘুৰি থাকে। কিন্তু আমি দেখাত এই সকলো মাউৰ গুচিব বুলি অনৰ্থক শ্ৰম কৰা হই।"

আনহাতে, নতুন অন্ধ বিশ্বাসৰ আমদানিও কৰিছে, হয়তো নিজৰ ধৰ্ম ফাললৈ মানুহক টানিবলৈকে, "আন ৰোগ জেনেকৈ আহে, ইয়ো ঈশ্বৰৰ আগ্যাতে আহে। আৰু কেৱল তেওঁৰ অধিন হৈ থাকে। আৰু ইয়াকে পাপৰ ফল বুলি নিচই জানিবা। এই নিমিত্তে পূজা পাটল এৰা আৰু পাপ কৰম তিয়াগ কৰা উচিত, কেৱল তাতেহে প্ৰভূৰ মৰম সন্তোষ জনমোৱা হই।"

এই ধৰ্ম-পক্ষপাতিতা একেদৰে (জুন, ৮৫৩ পৃঃ ৯৬)ত নগাৱঁত মাউৰৰ বিৱৰণৰ অন্তত লিখা কথাতো প্ৰকাশ পাইছে:

"কোনজনক আশ্ৰই ললে নৰকৰ পৰা উধাৰ পাম? অকল উধাৰ কৰোতা প্ৰভু য়িচুখ্ৰিষ্টত আশ্ৰই ললেহে নৰকৰ পৰা উধাৰ হৈ স্বৰগৰ পবিত্ৰ থানত বাস কৰিবলৈ পাম।"

(৪) বিজ্ঞানৰ কথা আকৰ্ষণীয় কৰিবলৈ সাধাৰণ আলোচনাৰ বাহিৰেও 'অৰুনোদই'ত তিনি বিধৰ কৌশল ছেগা-চোৰোকাকৈ ব্যৱহাৰ কৰা দেখা যায়। 'প্ৰিথিবিৰ আকৰ্ষণৰ বিসইতে দুইজনৰ কথোপকথন' (ডিচেম্বৰ ১৮৪৭, পৃঃ ৯১)ত পৃথিৱীৰ মাধ্যাকৰ্ষণৰ বিষয়ে আৰু 'বৰখুনৰ কথা' ডিচেম্বৰ ১৮৪৬, পৃঃ ৯৯ আৰু 'বৰখুনৰ আখ্যান' (ডিচেম্বৰ, ১৮৫৩, পৃঃ ১২৩)ত বৰষুণৰ উৎপত্তিত সূৰ্যৰ ভূমিকাৰ বিষয়ে দুজন লোকৰ কথা-বতৰাৰ মাজেদি অতি সহজভাৱে বুজোৱা হৈছে।

আকৌ 'মিক্ৰোস্কোপ আৰু এক নিষ্ঠুৰ ল'ৰাৰ কথা' (ছেপ্টেম্বৰ, ১৮৫৩, পৃঃ ১৪৩) এটা চুটি বিজ্ঞান ভিত্তিক গল্প-বোধকৰো ই অসমীয়া সাহিত্যৰ প্ৰথম বিজ্ঞান-ভিত্তিক গল্পই। এই গল্পৰ মাজেৰেও অণুবীক্ষণ যন্ত্ৰৰ ধাৰণা দিয়া হৈছে। ইয়াৰ আগতেও অণুবীক্ষণ যন্ত্ৰেৰে দেখা পানী এটোপালৰ ভিতৰত থাকিব পৰা অসংখ্য অণুজীৱৰ ছবিৰে এটা সচিত্ৰ বিজ্ঞান-বাতৰি প্ৰকাশ কৰা হৈছিল (জুন, ১৮৪৭, পৃঃ ৪২)। তাৰ শেষ শাৰীটোৰ শ্লেষ ভৰা উক্তি— "ইয়াতে আমি জানিচো, ব্ৰাহ্মণ, মহন্ত আদি কৰি প্ৰিথিবিৰ সকলো মানুহে পানিৰ লগতে এনে জন্তুও লাখ লাখ খাই আচে।" প্ৰকৃত জ্ঞানৰ উৎস যে বিজ্ঞানেইহে এনে ধাৰণাও এই বাতৰিটোৰ প্ৰচ্ছন্ন উক্তি।

আজিকালি জনপ্ৰিয় হোৱা কুইজৰ দৰে 'অৰুনোদই'ত তাহানিতেই প্ৰতিযোগিতাৰে জ্ঞান প্ৰসাৰৰ প্ৰচেষ্টা পৰিলক্ষিত হয়— 'জুবা ঔগয়ানি লোকলৈ নিবেদন' (মে' ১৮৫৪, পৃঃ ৭৩)-ৰ লেখীয়া ৰচনাত। ইয়াত উত্থাপিত কেইবাটাও প্ৰশ্ন কোনো প্ৰাকৃতিক ঘটনাৰ বৈজ্ঞানিক ব্যাখ্যা বিচাৰি কৰা প্ৰশ্ন।

(৫) প্ৰায়োগিক দিশত গুৰুত্ব দিয়াটো 'অৰুনোদই'ৰ বাতৰি ৰচনা ইত্যাদিৰ বৈশিষ্ট্যই আছিল। ক্লোৰোফৰ্মৰ আৱিষ্কাৰৰ বিষয়ে দিয়া বাতৰিত (মাৰ্চ, ১৮৪৮, পৃঃ ১৭) 'ক্লোৰোফৰ্ম নামে এবিধ দৰৱ জানি ডাক্তৰলোকে এতিয়া গাত দুখ নিদিয়াকৈ ভৰি হাত আদি সকলো কাটি গুচাব পাৰে বুলি কৈ (আগষ্ট ১৮৪৮) সংখ্যাত অসমৰ শিৱসাগৰত কেইবাজনো লোকে ডাক্তৰৰ ওচৰত ক্লোৰোফৰ্মৰ ব্যৱহাৰ কৰাই অনেক কটাছিঙা কৰাইয়ো দুখ নোপোৱাৰ বৰ্ণনা দিছে। এই বাতৰিৰ পৰিবেশনৰ পোনপটীয়া পদ্ধতিয়ে বিজ্ঞানৰ আচৰিত যেন লগা কথাবোৰতো পতিয়ন নিয়াব পাৰিছিল।

'লোৰ বিৱৰণ' (অক্টোবৰ, ১৮৪৬, পৃঃ ৭৮) ব্যৱহাৰিক দিশৰ বৰ্ণনা থকা আন এটা প্ৰবন্ধ। দা-কটাৰি, কোৰ, চুলা চৌকা চৰু, বেজি আদি কৰি নিত্য ব্যৱহাৰ্য বস্তুৰ উপৰিও তীখাৰ পৰা হোৱা খুৰ, চুৰি আৰু 'বেজবোৰৰ ভাল ভাল অস্ত্ৰ, ৰেলৰদ সজাকে ধৰি বহুত কাৰ্যত লাগে, লোৰ কত সঁজুলি লাগে তাক গণিবই

নোৱাৰিব।' এই প্ৰবন্ধটোত উন্মোচিত হৈছে আন এটা দিশ— অসমৰ প্ৰাকৃতিক সম্পদৰ প্ৰতি স্থানীয় লোকৰ অজ্ঞতা আৰু আওহেলাৰ সম্পৰ্কে খেদ প্ৰকাশ কৰি লেখা হৈছে :

"অসম দেসৰ সকলো পৰ্বতত লো আচে, কিন্তু অসমিয়া মানুহে তাক বুজ নেপাই এলাহ কৰি থাকে, অনেক বনিয়াৰ বহু উপকাৰি এনে লো বিচাৰকৈ পৰ্বত নে খানে, আপোনাৰ অৰ্থ বাৰ্হিবলৈ আৰু দেসৰ উপকাৰ হ'বলৈকো কোনেও একো পুৰুষাৰ্থ ন কৰে।' (অক্টোবৰ, ১৮৪৬, পৃঃ ৭৮)।

প্ৰায়ে একেই আক্ষেপৰ সুৰ প্ৰকাশ পাইছে আনন্দিৰাম ফুকনৰ 'ইংলেণ্ডৰ বিৱৰণ' (এপ্ৰেল ১৮৪৭, পৃঃ ৩০)ত: "তোমালোকে ভাপৰ ৰথ, ভাপৰ কল, ভাপৰ নাও আদি কৰিব পঢ়া হ'লে, কেনে সুখি হ'লাহেঁতেন, এতিয়াও তোমালোকৰ সাধ্যৰ বাহিৰ নহই; তোমালোকৰ ভিতৰতে ধনৱন্তসকলে এবেলি মাথোন কিচু ধন ভগন কৰি, ইংৰাজৰ সহাই লৈ, কেইজনমান দেসি ভাইক ক্ৰিসিকৰমৰ নানা জন্ত্ৰ কৰি তাৰ বেৱহাৰ শিকাওক আৰু নানা আচৰিত আচৰিত ইংৰাজি জন্ত্ৰসকল বুজাওক, ইয়াকে কৰিলে লোকে জদি তাৰ গুন দেখিলে, তেন্তে তাক নেৰি বৰ্হাকৈহে সিকিব।"

আধুনিক যন্ত্ৰপাতিৰ ব্যৱহাৰে ইউৰোপ, আমেৰিকানসকলৰ জীৱন কিমান উন্নত কৰি তুলিছে তাৰ বৰ্ণনা, কেইবাটাও প্ৰবন্ধত দিছে। ৰেলগাড়ীৰ বিৱৰণ, ৰেলগাড়ী, কেনেকৈ চলে আমেৰিকাৰ লোকে এনে গাড়ীত উঠি 'শ্ৰম নোহোৱাকৈ অহা যোৱা কৰাৰ কথা' কৈ মানুহৰ মনত এনেবোৰ বস্তুৰ প্ৰতি আকাঙ্ক্ষা জগাবলৈ সততে সচেষ্ট আছিল। টেলিগ্ৰাফৰ সহায়েৰে সহজে বাতৰি পঠোৱাৰ কথাৰ উল্লেখ কৰি ইয়াৰ উপকাৰিতা সম্পৰ্কে মন্তব্য কৰিছে এই বুলি :

"এই বিদুলি জন্ত্ৰ আৰু ভাপৰ গাড়ি চলিলে ইংৰাজ দেশাধিকাৰে নিৰ্বিঘিনিৰে ভাৰত বৰিস অধিকাৰ কৰিব পাৰিব। কিয়নো জদি কোনো ঠাইত জুধ অথবা আকাল হই, তেন্তে ইলেকট্ৰিক টেলিগ্ৰাফেৰে প্ৰাই দুই ঘণ্টামানতে সম্বাদ আহিলে ভাপৰ গাৰিৰে প্ৰাই দুই দিন মানতে সৈন্য অথবা চাউল-পাতি পঠিয়ালে সকলো বিঘিনি গুচিব।" (ছেপ্টেম্বৰ, ১৮৫৪, পৃঃ ১৩০)।

এনেবোৰ বাতৰি পৰিবেশনেৰে এহাতে ইংৰাজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ বিচৰা হৈছে আৰু আনহাতে নতুন বৈজ্ঞানিক আৱিষ্কাৰসমূহৰ বিপুল আৰু আচৰিত যেন লগা কাৰ্যদক্ষতাৰ সম্ভেদ দিয়া হৈছে। বিজ্ঞানৰ সঁজুলিবোৰেই পোনতে জনমানসত বিজ্ঞানৰ প্ৰতি সজাগতাৰ সৃষ্টি কৰি ইয়াৰ প্ৰভাৱ বৃদ্ধি কৰে।

বিভিন্ন ৰচনা আৰু বাতৰিৰে ৰেলগাড়ী, বেলুন, ছাপাখানা আদিৰ বিকাশৰ কথা সংক্ষেপে কোৱা হৈছে। এইবোৰ বৰ্ণনাৰ মাজেৰে একোটা উত্তেজনা সঞ্চাৰণ হোৱা যেন হৈছে। এনে যন্ত্ৰপাতিৰ আৱিষ্কাৰ আৰু ব্যৱহাৰৰ কথাই সাধাৰণ পঢ়ুৱৈৰ মানসত নিশ্চয় এক প্ৰকাৰৰ আশ্চৰ্যবোধৰ সৃষ্টি কৰিছিল। ভাবকচোন, যেতিয়া সাধাৰণ লোকৰ খোজ কঢ়া, গৰু গাড়ী বা নাৱৰ বাহিৰে যাতায়াতৰ আন ব্যৱস্থা নাছিল, তেনে সমাজত 'গ্লাছগোৰ পৰা এডিনবৰালৈ ৪০০ ডাৰৰ বাট ৰেল গাড়িৰে এদিনত যায়'— এই বাতৰিটোৱে কি প্ৰচণ্ড আশ্চৰ্যবোধৰ সৃষ্টিয়েই নকৰিব! অৱশ্যে আধুনিক যুগৰ স্পেছ শ্বাটলৰ অহা যোৱাৰ বাতৰিত অভ্যস্ত অসমীয়াৰ কাৰণে ইয়াত আচৰিত হ'বলৈ একো নথকাৰে কথা। একেদৰেই বেলুনত উঠি আকাশত উৰাৰ প্ৰচেষ্টাৰ ধাৰাবাহিক বৰ্ণনাও অতি প্ৰেৰণাসঞ্চাৰী। এনেবোৰ বাতৰি কেৱল চমকপ্ৰদই নহয়। পৃথিৱীৰ সভ্য জগতৰ মানুহে কেনে ধৰণৰ কাম-বনৰ প্ৰতি আকাঙ্ক্ষা কৰে তাৰো আভাস ইবিলাকৰ যোগেৰে দিয়াৰ চেষ্টা কৰা হয়। তদুপৰি কেতবোৰ লোকৰ অহোপুৰুষাৰ্থ আৰু বিজ্ঞানৰ দ্ৰুত বিকাশৰ ফলতেই যে এনেবোৰ যন্ত্ৰ-পাতি উদ্ভাৱিত হৈছে তাৰো আভাস এইবোৰ ৰচনাত পোৱা যায়।

(৬) 'সূৰ্যৰ গ্ৰহণ লগা কথা' (ফেব্ৰুৱাৰী, ১৮৮৫, পৃঃ ৯), 'চন্দ্ৰ গ্ৰহণৰ ব্যাখ্যা', 'আকৰ্ষণ আৰু তাপ' (অক্টোবৰ, ১৮৫২, পৃঃ ১৫৩), 'বায়ুৰ গধুৰ পৰিমান কৰা জন্ত্ৰ' (এপ্ৰিল, ১৮৫০, পৃঃ ৬১), অতি দূৰৈ ঠাইলে দেখা জন্ত্ৰৰ কথা' (নৱেম্বৰ, ১৮৫৩, পৃঃ ১৬৫), 'তাপমাত্ৰাৰ জন্ত্ৰ' (ছেপ্টেম্বৰ, ১৮৫৪, পৃঃ ১৪০), 'জহনিৰ বিৱৰন' (নৱেম্বৰ, ১৮৫৩, পৃঃ ১৭৩) 'আৰ্চিৰ বিষই' (আগষ্ট ১৮৫২, পৃঃ ১২০) আদি বিভিন্ন বৈজ্ঞানিক বিষয়ৰ ৰচনা 'অৰুনোদই'ত প্ৰকাশ পাইছিল। সূৰ্য গ্ৰহণ, চন্দ্ৰ গ্ৰহণৰ ব্যাখ্যাত চন্দ্ৰ আৰু পৃথিৱীৰ ছাই সূৰ্য আৰু চন্দ্ৰক ঢাকি পেলোৱাৰ কথা চমু অথচ দ্ব্যৰ্থহীন ভাষাত কৈছে। সেইদৰে আয়নাৰ বিভিন্ন ব্যৱহাৰ 'দুৰবিন, মাইক্ৰস্কোপ, বিতচকু আদি বহুমূলীয়া বস্তুবিলাক সাজিব পাৰি' (আগষ্ট ১৮৫২, পৃঃ ১২০)ৰ বাহিৰেও কাচ তৈয়াৰ কৰাৰ প্ৰণালীৰ বিৱৰণো দিছে। 'অৰুনোদই'ত বৰ্ণিত বিভিন্ন যন্ত্ৰপাতি আৰু ইহঁতৰ কাৰ্যকৰী নীতিৰ বিৱৰণ ইমান স্পষ্ট ভাষাৰে বৰ্ণোৱা যেন ইচ্ছা কৰিবলৈ পঢ়ুৱৈয়ে সেইবোৰ নিজেই সাজি ল'ব পাৰে।

সৰল উপমাৰে বিজ্ঞানৰ কথা কোৱাৰ নমুনা হিচাপে তেজ জোআ সিৰৰ বিৱৰণ' (মে' ১৮৪৬, পৃঃ ৩৭) নামৰ ৰচনাখনলৈ উনুকিয়াব পাৰি :

"জেনেকৈ লণ্ডন মহানগৰত সকলো ঘৰত জল দিবলৈ না না ঠাইত না না নলী পাতি থৈছে; তেনেকৈ সকলো সৰিলত তেজ ববলৈ সৰিলৰ নানা ঠাইতে নাম না ৰক্তসিৰ আচে। সেই নগৰৰ চাৰিওফালে জল বোআবলৈ নদিৰ তিৰত এটা দমকল সাজি থৈচে আৰু সেই দমকলৰ পৰা নানা বৰ নলা সাজি থৈচে, আৰু সেই নলাবোৰ চাৰিওফালে জাই, আৰু সেই ব্ৰিহত নলাৰ পৰা সৰু সৰু ভালেমান নলা ওলাই সকলো বাটলৈ গৈচে আৰু তাৰ পৰা তাতকৈও সৰু নানা নলাও আটাই ঘৰলৈ গৈচে। এইদৰে আমাৰ সৰিলতো আচে। নলাৰ দৰে ৰক্তসিৰ দোআৰাই সৰিলৰ সকলো ঠাইতে তেজ বৈ থাকে। লণ্ডন নগৰত থকা মানুহবিলাকে সেই জল পাই জি কামলৈ লাগে তাৰে সেই কাম কৰি থাকে। কিন্তু জি তেজ অন্তকৰণৰ পৰা ওলাই সিৰৰ দোআৰাই অঙ্গৰ অন্তলৈকে গমন কৰে তাক আকও সৰিলৰ ভিতৰলৈ লৈ জাই, সেইদৰে নহলে সৰিলৰ একো স্বস্ত হব নোআৰে।"

তেজৰ চলাচল হোৱাৰ মৌলিক প্ৰয়োজনীয়তাকে ধৰি কেনেকৈ তেজ চলাচল হয় তাৰ প্ৰায় চাক্ষুষ বৰ্ণনা উপমাটোৰে উপস্থাপন কৰা হৈছে।

প্ৰায় তিনিটা দশক জুৰি 'অৰুনোদই'এ যেনেকৈ 'অসমীয়া সাহিত্যলৈ নতুন ধাৰাৰ কথা বা গদ্যৰ প্ৰৱৰ্তন' কৰি ইয়াৰ ভেটি ৰচনা কৰিলে তেনেকৈ অসমীয়া ভাষাত আধুনিক বিজ্ঞানৰ উত্তেজনা সঞ্চাৰী তত্ত্ব আৰু প্ৰয়োগৰ বৰ্ণনাৰে অসমীয়া সমাজলৈ বিজ্ঞানৰ প্ৰতি সজাগতা সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। আধুনিক বিজ্ঞানৰ দানস্বৰূপ বিভিন্ন যন্ত্ৰপাতি আৰু বৈজ্ঞানিক ধাৰণাবোৰৰ সৈতে অসমীয়া শিক্ষিত সমাজৰ চিনাকি হয় এইবোৰ ৰচনাৰ মাজেৰেই। এই ৰচনাসমূহ পৰৱৰ্তী কালৰ বিজ্ঞান সাহিত্যৰো বাটকটীয়া।

'অৰুনোদই'ৰ পাছত যোৱা শতিকাৰ কেইবাখনো অসমীয়া আলোচনী প্ৰকাশ পালেও সৰহভাগ আলোচনীয়েই দুষ্প্ৰাপ্য। 'আসাম-বন্ধু', 'মৌ' আৰু 'জোনাকী'ৰ কেতবোৰ বৈজ্ঞানিক ৰচনাৰ পৰা এইছোৱা সময়ৰ বিজ্ঞান-আলোচনাৰ প্ৰকৃতিৰ বুজ ল'ব পাৰি।

ইংৰাজী ১৮৮৫ চনত গুণাভিৰাম বৰুৱাৰ সম্পাদনাত প্ৰকাশ পোৱা 'আসাম বন্ধু'ৰ ঘোষিত উদ্দেশ্যৰ ভিতৰত আছিল— 'আমি এই পত্ৰত সাহিত্য, বিজ্ঞান আৰু শিল্প সম্বন্ধে আলোচনা কৰিম।' দ্বিতীয় বছৰৰ আৰম্ভণিত ৰাইজৰ উৎসাহ আৰু সাহায্যত ভাটা পৰা দেখি প্ৰায় আক্ষেপেৰে কৈছে— 'আমাৰ ভাষাৰ শিশু অৱস্থা, সেই কাৰণে আমাৰ ৰুচিও শিশু', (আ. ব. পৃঃ ৪৩৪)। প্ৰথম কেইটামান সংখ্যাত বিজ্ঞানৰ ৰচনা প্ৰায় নাছিলেই, কিন্তু পাছৰ ফাললৈ কেইবাটাও মূল্যবান প্ৰবন্ধ প্ৰকাশ হৈছিল। দুটা দীঘল প্ৰবন্ধৰ প্ৰথমটোত (পিয়াহ মৰা বস্তু পৃঃ ১৯৪) পানী খোৱাৰ প্ৰয়োজনীয়তা, বিভিন্ন পাত্ৰত খোৱা পানীৰ গুণাগুণ, বিশুদ্ধ পানীৰ উৎস সম্পৰ্কে সাধাৰণ স্বাস্থ্য ৰক্ষা সম্পৰ্কীয় আলোচনা আৰু দ্বিতীয়টোত (বাৰি বিজ্ঞান, পৃঃ ৪৪৩, ৫০০) পানীৰ বিভিন্ন ধৰ্ম সম্পৰ্কে বৈজ্ঞানিক ব্যাখ্যাৰ বৰ্ণনা। পাস্কালৰ সূত্ৰ, পানীত কেনেকৈ গধুৰ বস্তু ওপঙে ইত্যাদিৰ ব্যাখ্যাৰ সৈতে এটা পূৰ্ণদৈৰ্ঘ্যৰ প্ৰবন্ধ।

'শক্তি বিজ্ঞান', (পৃঃ ৩৪৩), কৈশিকাকৰ্ষণ (পৃঃ ৫৪৪), ৰাসায়নিক আকৰ্ষণ বা সংবন্ধ (পৃঃ ৫৪৫)। চৌম্বকাকৰ্ষণ (পৃঃ ৫৪৬), তাড়িত বা বিদ্যুতাকৰ্ষণ (পৃঃ ৫৪৭), ভাৰকেন্দ্ৰ (পৃঃ ৫৪৯), জড় বস্তুৰ বিশেষ বা নৈমিত্তিক গুন' (পৃঃ ৫৭৭) আদি 'আসাম বন্ধু'ত প্ৰকাশিত পদাৰ্থ বিজ্ঞান সম্বন্ধীয় ৰচনাসমূহ। এই সমূহ ৰচনাত তাপ আৰু পোহৰৰ বাহিৰে সেই সময়ৰ পদাৰ্থ বিজ্ঞানৰ প্ৰাথমিক জ্ঞান সামৰি লোৱা হৈছে। দুই-এখন ৰচনাত প্ৰকাশভঙ্গীৰ স্পষ্টতা আৰু বিষয়বস্তুৰ ধাৰণাৰ প্ৰকাশত শুদ্ধতাৰ অভাৱ হ'লেও সাধাৰণভাৱে পদাৰ্থৰ বিভিন্ন ধৰ্মৰ সম্যক আলোচনা দাঙি ধৰা হৈছে। ভালেমান উদাহৰণেৰে বিষয়বস্তুক অধিক স্পষ্ট কৰাৰ প্ৰচেষ্টা লক্ষ্য কৰিব পাৰি।

বিভিন্ন বিষয়ৰ আন দুখন ৰচনা 'ভূমিকম্প' (পৃঃ ৩৪৯) আৰু 'জান্তৱ জীৱন' (পৃঃ ৩৭৯, ৪৩০)। মন কৰিবলগীয়া যে পদাৰ্থৰ গুণ বৰ্ণনা কৰা প্ৰবন্ধকেইটা ওলোৱা সংখ্যাটোৱেই 'আসাম বন্ধু'ৰ শেষ সংখ্যা। বিজ্ঞানৰ প্ৰবন্ধৰ সংখ্যাধিক্যৰ লগত আলোচনীখনৰ স্বল্পায়ুৰ সম্বন্ধ নাই নিশ্চয়।

'আসাম বন্ধু'ৰ সমসাময়িক আনখন অসমীয়া আলোচনী 'মৌ'। মুঠেই চাৰিটা সংখ্যা প্ৰকাশ পোৱা 'মৌ'ত দুটা সুন্দৰ বৈজ্ঞানিক প্ৰবন্ধ ওলাইছিল। ইয়াৰে প্ৰথমটো 'প্ৰাকৃতিক ভূগোল'ত (সং ১- পৃঃ ৩০, সং২- পৃঃ ৩১, সং৩- পৃঃ ১৩৮) পৃথিৱীৰ আকৃতি, আয়তন, ঘনতা, দিন-ৰাতি, ঋতু পৰিবৰ্তন, পৃথিৱীৰ উপৰি ভাগৰ স্থান নিৰূপণত অক্ষৰেখা আৰু দ্ৰাঘিমা ৰেখাৰ ব্যৱহাৰৰ উপৰিও ভৌগোলিক বিজ্ঞানত ব্যৱহৃত জল, স্থল, পৰ্বত আদিৰ সূত্ৰসহ বিশদ বিৱৰণ দিয়া হৈছে। প্ৰবন্ধটোক নানা দিশৰ পৰা এটা সাৰ্থক বাটকটীয়া বৈজ্ঞানিক প্ৰবন্ধৰ

শাৰীত থ'ব পাৰি। প্ৰবন্ধটোত আলোচ্য বিষয়সমূহ 'অৰুনোদই'ত প্ৰকাশ হোৱাতকৈ অনেক গুণে সমৃদ্ধ, প্ৰমাণ আৰু তথ্যপাতিৰ সুন্দৰ সমন্বয়, ভাষা শুৱলা আৰু ৰচনাশৈলী অধিক উন্নত। উপমাৰ ব্যৱহাৰে সহজ গতিৰে বিষয়বস্তুৰ লগত পাঠকক চিনাকি কৰি দিয়াৰ সফল প্ৰচেষ্টা। উদাহৰণস্বৰূপে পৃথিৱীৰ গতি সম্পৰ্কৰ আলোচনাত লিখিছে :

"তেল পেৰাশালত গৰুহাল যেনেকৈ শালৰ চাৰিওফালে ঘূৰি থাকে, ইও (পৃথিৱীয়ে) তেনেকৈ বেলিটোৰ চাৰিওফালে ঘূৰি আছে। এতেকে পৃথিৱীৰ সদায় দুটা গতি। এটা গতিৰে আপোনাতে আপুনি লাটুমটোৰ নিচিনাকৈ ঘূৰি থাকে, আৰু এটা গতিৰে বেলিটোক প্ৰদক্ষিণ কৰে।"

একেদৰে দিন-ৰাতিৰ বৰ্ণনাও সুন্দৰ, সৰল ভাষাৰে সমৃদ্ধ। লিখনিত বৈজ্ঞানিক দৃষ্টিভঙ্গীও জ্বলজ্বল পটপটকৈ প্ৰকাশ পাইছে। প্ৰমাণবিলাক দিয়াৰ গুৰুত্বত আৰু কেতবোৰ কথা যে কাল্পনিকহে তেনেবোৰ কথা স্পষ্টভাৱে কোৱাৰ বাবে বক্তব্যত অস্পষ্টতাৰ অৱকাশ নাই। প্ৰবন্ধলানি প্ৰাকৃতিক ভূগোলৰ প্ৰামাণ্য বিস্তৃত পাঠ বুলি গণ্য কৰিব পাৰি। আমাৰ হাতত পৰা যোৱা শতিকাত প্ৰকাশিত বিজ্ঞানমূলক ৰচনাৰাজিৰ ভিতৰত এইখন নিঃসন্দেহে জাকতজিলিকা আৰু আদৰ্শ স্থানীয় বৈজ্ঞানিক ৰচনা।

'মৌ'ৰ দ্বিতীয়খন ৰচনা 'আমাৰ স্বাস্থ্য ৰক্ষা' (সং ৪, পৃঃ ১৩৩) জহনি ৰোগত পৰা মানুহৰ সংখ্যাত শংকিত হৈ লিখা ৰচনা। এনে ৰোগৰ উৎস যে দূষিত খোৱা পানী এই বিষয়ে দ্ব্যৰ্থহীন ভাষাৰে লিখিছে: 'অন্ততঃ জহনি ৰোগৰ বিষৰ দ্বাৰায় দূষিত হোৱা পানীয়েই যে জহনি ৰোগ বিস্তাৰৰ এক ঘাই কাৰণ এই কথা মানিবলগীয়া।' গভীৰ সমাজ সচেতনতা আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গী বশতঃ লেখকে চৰকাৰৰ নীতিক চোকা সমালোচনা কৰিবলৈ কুণ্ঠিত হোৱা নাই :

"আমাৰ শাসন কৰ্তাসকল সভ্য দেশৰ পৰা আহিছে। তেওঁবিলাকৰ দেশত নো মানুহে পুখুৰিৰ পানী খাই নে, তামাক সচাকৈ কওকচোন ? তেওঁবিলাকৰ শীত প্ৰধান দেশত ও যদি পুখুৰি পানী দুষিত যেন জ্ঞান হয়, তেন্তে আমাৰ এই গ্ৰীষ্ম প্ৰধান দেশত যত মৰাশ এবেলা ৰাখিলেই গেলিবলৈ ধৰে, যত ৰোগৰ স্ৰোৎপত্তি বায়ুত, পানীত পলকে পলকে হয়, পুখুৰিৰ পানী জঘন্যৰূপে জানা শুনাকৈ চকুৰ আগতে দিন দুপৰিয়া কলুষিত কৰিলেও দূষিত নহয় বুলি কোনোবা কাণ্ড জ্ঞান থকা মানুহে এক তিলালৈকেও ভাবিব পাৰেনে ?"

স্বাস্থ্য ৰক্ষা সম্পৰ্কে স্বদেশৰ লোকৰ কৰ্তব্যৰ প্ৰতিও লেখকৰ সকীয়নি প্ৰকাশ পাইছে :

"গুছাব পৰা ৰোগ নুগুছাই যদি আমি চকুৰ আগতে হাজাৰে হাজাৰে মানুহ মৰিবলৈ দিওঁ, তেন্তে আমাৰ শিক্ষা, সভ্যতা আৰু দেশহিতৈষীতাত ধিক্।... দেশৰ স্বাস্থ্যতা বৰ্দ্ধন কৰা আমাৰ এটা ঘাই বন। এই বন আৰু আন এনেকুৱা অনেক গুঢ় আৰু লাগতিয়াল বন এৰি অসাৰ ৰাজনীতি আৰু কাল্পনিক হিতৰ অৰ্থে সাধাৰণৰ শক্তি উৎসাহ ধন মন বিতৰণ কৰা ক্ষিপ্ততা মাথোন।" (পৃঃ ১৩৫)

দুৰ্ভাগ্যবশতঃ 'মৌ'ৰ অকাল মৃত্যুত অসমীয়া সাহিত্যই বিজ্ঞান ৰচনাৰ সম্ভাৱনাপূৰ্ণ মাধ্যম এটা হেৰুৱালে।

অসমীয়া সাহিত্যৰ বিভিন্ন ভাগৰ কৰ্ষণত সমসাময়িক 'জোনাকী' কাকতখনৰ গুৰুত্ব যিমান বেছি, বিজ্ঞানৰ ৰচনাৰ ক্ষেত্ৰত ইয়াৰ প্ৰভাৱ একে শাৰীৰ বুলিব নোৱাৰি। সংখ্যা, গুণগত মান, বৈচিত্ৰ্য আদি সকলো ফালৰ পৰাই 'জোনাকী'ৰ বিজ্ঞান ৰচনা সম্ভাৰ স্তিমিত। প্ৰাণীবিদ্যা, ভূঁইকঁম্প আৰু পদাৰ্থবিদ্যাৰ কেইটামান বিষয়ৰ আলোচনা 'জোনাকী'ত প্ৰকাশ পাইছিল। আমাৰ হাতত পৰা জোনাকীৰ প্ৰবন্ধসমূহৰ ভিতৰত প্ৰাণীতত্ত্বৰ ওপৰত কনকলাল বৰুৱাই ডাৰউইনৰ তত্ত্বৰ সম্বন্ধে লিখা ৰচনাখনেই উল্লেখযোগ্য।

বিষয়বস্তু আৰু উপস্থাপনৰ বৈচিত্ৰ্যৰ ফালৰ পৰা নিঃসন্দেহে 'অৰুনোদই' কাকতৰ বিজ্ঞান ৰচনাসমূহ যোৱা শতিকাত অসমীয়াত প্ৰকাশ পোৱা ৰচনাৰাজিৰ ভিতৰত অদ্বিতীয়।

## তিনি
## কুৰি শতিকাৰ প্ৰথমছোৱাৰ কাকতত বিজ্ঞান-আলোচনী

কুৰি শতিকাৰ আৰম্ভণিৰ পৰা দ্বিতীয় মহাযুদ্ধৰ আগলৈকে এই সময়ছোৱা অনেক গুৰুত্বপূৰ্ণ আলোচনীৰে ভৰা। কিন্তু সৰহভাগ আলোচনীয়েই সহজলভ্য নহয়। এই সময়ৰ লেখত ল'বলগীয়া আলোচনীসমূহৰ ভিতৰত উষা (১৯০৬ চন), আলোচনী (১৯০৮ চন), আসাম বান্ধৱ (১৯০৯ চন), বাঁহী (১৯০৯ চন), চেতনা (১৯১৮ চন), মিলন (১৯২২ চন), আসাম হিতৈষী (১৯২৬ চন), আৱাহন (১৯২৯ চন) আৰু জয়ন্তী (১৯৩৮ চন)য়েই প্ৰধান। এইখিনি

আলোচনীৰ কেতবোৰ সংখ্যাত প্ৰকাশ পোৱা ৰচনাসমূহকে এই গুৰুত্বপূৰ্ণ সময়ছোৱাৰ আৰ্হি বুলি ধৰা হৈছে। মাতৃভাষাত বিজ্ঞান চৰ্চাৰ প্ৰয়োজনীয়তা সম্পৰ্কে এইছোৱা সময়তে সচেতনতা গঢ়ি উঠিছিল, যাৰ ফলত বিজ্ঞান বাতৰি আৰু বিজ্ঞানৰ বিভিন্ন বিষয়ৰ অনেক বৈজ্ঞানিক ৰচনাৰ প্ৰকাশ সম্ভৱ হৈছিল। এই ৰচনাসমূহৰ কিছুমান অতি উচ্চ পৰ্যায়ৰ আছিল। মাতৃভাষাত বিজ্ঞান চৰ্চাৰ সন্দৰ্ভত কালিৰাম মেধিৰ মন্তব্য প্ৰণিধানযোগ্য।

> "সকলো সভ্য জাতিৰ সাহিত্যই সমাজক উপকাৰৰ ফালে তোলে; অন্য জাতিৰ সুন্দৰ, নৈতিক আৰু কাৰ্যকৰী ভাব আৰু উপকৰণ আনি নিজ সমাজত সুমুৱায়, ইয়াৰ একমাত্ৰ বাহন সাহিত্য। নিজ ভাষাৰ সহায়েৰে পৰৰ জ্ঞান আৰু পৰৰ অনুকৰণীয় গুণ নিজৰ মাজলৈ আনিব নোৱাৰিলে আন ভাষাৰ সহায়েৰে অনা অসম্ভৱ। বিজ্ঞান সম্বন্ধীয় ভাল কিতাপ আমাৰ নাই তাক লিখিবৰ কাৰবাৰ বিদ্যা থাকিলেও ভাষা নাই। প্ৰাকৃতিক বিজ্ঞান, ৰসায়ণ, ভূতত্ত্ব, জ্যোতিষ, পশুতত্ত্ব, উদ্ভিদবিদ্যা, শৰীৰ বিজ্ঞান আৰু উচ্চ গণিতৰ পুথি দেখিবৰ কাল আমাৰ বহুত দূৰত। অসমৰ নিচিনা কৃষিপ্ৰধান দেশত কৃষি বিষয়ক বৈজ্ঞানিক পুথি এখনো নথকা কিমান লাজৰ কথা, চিকিৎসা শাস্ত্ৰ আমাৰ কিমান লাগতিয়াল, কিন্তু আমাৰ কবিৰাজি শিকোতাসকলৰ বঙলা গ্ৰন্থ নপঢ়িলে উপায় নাই।" (আঃবাঃ, ৭ম বছৰ, ১০ম সং, ১৯১৬ চন।)

সৌভাগ্যৰ কথা যে মেধি ডাঙৰীয়াই নিজে সুখপাঠ্য বৈজ্ঞানিক প্ৰবন্ধ ৰচনাৰ ক্ষেত্ৰত বাটকটীয়া হ'ল। 'আসাম বন্ধৱ' আৰু 'আলোচনী' কাকতত তেখেতে কেইবাটাও বৈজ্ঞানিক প্ৰবন্ধ প্ৰকাশ কৰি বিজ্ঞানৰ বিষয়বস্তুৰ লগত অসমীয়াভাষী ৰাইজক চিনাকি কৰি দিয়াত গুৰুত্বপূৰ্ণ ভূমিকা লয়। যাইকে বৈজ্ঞানিক ৰচনাই প্ৰাধান্য পালেও বাতৰিৰ আকাৰত অনেক বৈজ্ঞানিক তথ্যপাতি, কোনো ঘটনাৰ ব্যাখ্যা বা কাৰিকৰি অগ্ৰগতিৰ উমান পোৱা গৈছিল। 'আৱাহনে' এই উপায়টোকেই বিপুলভাৱে ব্যৱহাৰ কৰিছিল। ৰচনাসমূহৰ বিষয়বস্তুত ইয়াৰ আগৰ শতিকাৰ আলোচনীসমূহৰ দৰেই স্বাস্থ্য বিষয়ক প্ৰবন্ধপাতিয়ে সংখ্যাধিক্য লাভ কৰিলেও দুটামান নতুন বিষয়েও গুৰুত্ব লাভ কৰা পৰিলক্ষিত হয়। শিল্প-বাণিজ্য সম্পৰ্কে অসমীয়া মানুহৰ সচেতনতা বঢ়াবলৈ বিভিন্ন শিল্প সম্পৰ্কে অনেক প্ৰবন্ধ প্ৰকাশ পায়। পূৰণি কালৰ অসম আৰু ভাৰতত কেতবোৰ বিশেষ শিল্পোদ্যোগৰ সম্পৰ্কে আৰু সামাজিক দিশত পেলোৱা বিজ্ঞানৰ প্ৰভাৱ সম্পৰ্কেও, সংখ্যাত তাকৰ হ'লেও দুখনমান ৰচনা প্ৰকাশ পায়। তদুপৰি বৈজ্ঞানিক যন্ত্ৰপাতিৰ বিকাশ সম্পৰ্কেও অনুসন্ধিৎসা প্ৰকাশ কৰা হৈছে কেইখনমান ৰচনাত। এইছোৱা সময়ত আন দুটা উল্লেখযোগ্য সংযোজন হ'ল 'মিলন'ত প্ৰকাশ পোৱা বাংলা ভাষাৰ পৰা অনূদিত দুটা অতি ৰসাল প্ৰবন্ধ আৰু 'বাঁহী'ত প্ৰকাশ পোৱা এটা গুৰুত্বপূৰ্ণ বৈজ্ঞানিক বাতৰি। বাতৰিটো আছিল আমেৰিকাৰ পদাৰ্থবিদ্যাৰ আগশাৰীৰ বৈজ্ঞানিক আলোচনী 'দা ফিজিকেল ৰিভিউ'ত হান্স বেথে নামৰ বিজ্ঞানীজনে সূৰ্যই শক্তি বিকিৰণ কৰাৰ উপায়ৰ ব্যাখ্যা কৰি লিখা চুটি অথচ অতি গুৰুত্বপূৰ্ণ বৈজ্ঞানিক প্ৰবন্ধ সম্পৰ্কে। এনে এটা গুৰুত্বপূৰ্ণ বৈজ্ঞানিক ব্যাখ্যাৰ ভাবানুবাদ প্ৰকাশ কৰা কথাটো অসমীয়া আলোচনী জগতত সমানেই তাৎপৰ্যপূৰ্ণ ঘটনা। এই বাতৰিৰ প্ৰকাশত নিহিত অসমত বিজ্ঞান চৰ্চাৰ বাবে সুখবৰটো হ'ল এয়ে যে সেই সময়ত এনে অসমীয়া স্বদেশহিতৈষী বিজ্ঞান সচেতন লোকো আছিল যেয়ে উক্ত প্ৰবন্ধৰ গুৰুত্ব উপলব্ধি কৰি সহজ ভাষাত ইয়াক প্ৰকাশ কৰাটো প্ৰয়োজনীয় কথা বুলি বিবেচনা কৰিছিল।

'আসাম বান্ধৱ' আৰু 'আলোচনী' কাকতৰ মাজেদি বিজ্ঞানৰ কেইবাটাও সৰল ৰচনাৰ প্ৰবন্ধকাৰক বিশিষ্ট ভাষাবিদ কালিৰাম মেধি নিঃসন্দেহে এই সুদীৰ্ঘ কালছোৱাৰ অগ্ৰণী লিখক। 'আসাম বান্ধৱ'ত প্ৰকাশ পোৱা 'জাতি উৎপত্তি ডাৰউইনৰ মতৰ যৎকিঞ্চিৎ আভাস' (আঃ বাঃ, ৩য় বছৰ ৪ৰ্থ সং, ১৯১২) প্ৰাঞ্জল ভাষাত লিখা এটা সূক্ষ্মদৰ্শী প্ৰবন্ধ। ৰচনাখন অসমীয়া ভাষাৰে এক অমূল্য সম্পদ। একেদৰেই 'হেলীৰ নেজাল তৰা' (আঃ বাঃ, ১ম বছৰ, ৮ম সং, পৃঃ ৬-৮; আৰু ১ম বছৰ ৯ম সং, ১৯১০ চন, পৃঃ ২০৬-৮) অনেক দিশৰ পৰা এক উল্লেখযোগ্য প্ৰবন্ধ। আধুনিক বৈজ্ঞানিক ধ্যান ধাৰণাবোৰৰ প্ৰতি অসমীয়া সমাজৰ কৌতূহল জন্মোৱা, কৌতূহল নিবাৰণৰ বাবে প্ৰয়োজনীয় তথ্য আৰু তত্ত্বৰ যোগান ধৰা, আৰু কেতবোৰ সামাজিক কুসংস্কাৰৰ ভিত্তিহীনতাৰ বস্তুগত প্ৰমাণ দাঙি ধৰা এই প্ৰবন্ধটোৰ জৰিয়তে তেখেতে সমাধা কৰিছে। বাক্যবোৰ বাহুল্য বৰ্জিত, প্ৰকাশভঙ্গী সাধাৰণ লোকৰ বোধগম্য হোৱাকৈ সহজ, সৰল :

"তেওঁ (নিউটনে) ভাবিলে যে গ্রহ উপগ্রহবিলাক আমাৰ ওচৰতে থকা পোহনীয়া জন্তুৰ দৰে। ইহঁতে মোৰ বৈধ বৈধ শব্দ মানিলেও মানিব পাৰে। সকলোৱে মানিলেহে মনা। এতেকে এই অকৰা, সাত নদী সাত সাগৰ পাৰ হৈ অঘাটে, অবাটে অহা নেজাল তৰাবোৰৰ ওপৰত মোৰ এই মহাকৰ্ষণৰ হুকুম চাওচোন মানে কি নামানে। যদি মানে জানিম এইটো মোৰ বিশ্বনিয়ম। তেওঁ মনৰ কথা কামত খটুৱাই গণনাত বহিল আৰু পালে যে সূৰ্য্যই এই প্ৰবাসীবিলাককো গ্ৰহ উপগ্ৰহৰ নিচিনা মহাকৰ্ষণৰ বলত তেওঁৰ চাৰিউফালে ঘূৰাই লৈ ফুৰাব লাগিছে।"

প্ৰবন্ধটোৰ শেষৰ বাক্যটো কুসংস্কাৰৰ প্ৰতি ভৰ্ৎসনাৰ শেল স্বৰূপ :

"অনেকে ভাবে যে নেজাল তৰা ওলালে দুৰ্ভিক্ষ, মাউৰ, আদি আলৈ আহুকালে আমাক লগ দিয়ে। আজিকালিৰ পণ্ডিতসকলে এই কথা মানিব নোখোজে।"

স্মৰ্তব্য যে এই প্ৰবন্ধটো প্ৰকাশ পোৱাৰ বছৰতেই হেলীৰ নেজাল তৰাই এই শতিকাত প্ৰথমবাৰৰ বাবে ভূমুকি মাৰিছিলেহি। এই স্বৰ্গীয় ঘটনাৰ প্ৰতি কৌতূহল জন্মোৱা আৰু আনুষঙ্গিক কুসংস্কাৰ গুচাবলৈকে প্ৰবন্ধটো লিখা যেন লাগে। সেইদৰে নিজে পদাৰ্থ বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী লোৱা বাবেই হ'বলা তেখেতে 'মূল পদাৰ্থ' (আঃ বাঃ, ৩য় বছৰ ৮।৯ম নং, পৃ ২৩৭-৪৮) নামৰ প্ৰবন্ধত ১৮৯০-১৯০৮ চনৰ ভিতৰত তেজস্ক্ৰিয়তাৰ সম্পৰ্কে উদঘাটিত সকলো তথ্যও অতি সহজ ভাষাৰে বৰ্ণনা কৰিব পাৰিছিল।

যেথিৰ ৰচনাৰে সমৃদ্ধ আনখন আলোচনী আছিল 'আলোচনী'। ইয়াত লিখা 'পৃথিৱী', 'সূৰ্য', 'আয়ন বা বৈদ্যুতিক পৰমাণু', 'লিখাৰ সজুলি', 'সংখ্যা' আদি প্ৰবন্ধই লিখকৰ বিভিন্ন বৈজ্ঞানিক বিষয়ৰ ওপৰত দক্ষতা প্ৰকাশ কৰে।

দীৰ্ঘজীৱী নহ'লেও 'আলোচনী'ত এক বছৰতে বিজ্ঞানৰ কেইবাটাও উন্নত ৰচনা প্ৰকাশ পাইছিল। ডাৰউইনৰ তত্ত্বই নিশ্চয় সেই সময়ৰ শিক্ষিত সমাজৰ আলোচনাৰ বিষয় হৈছিল। 'অভিব্যক্তিবাদ' (৬ষ্ঠ বছৰ, ৬ষ্ঠ সং, ১৮৩৬ শক, পৃ: ২৪২) সৰ্বেশ্বৰ শৰ্মা কটকীৰ এই বিষয়ৰ সুলিখিত সুদীৰ্ঘ বৈজ্ঞানিক ৰচনাই সমসাময়িক বৈজ্ঞানিক চিন্তাজগতৰ লগত অসমৰ পঢ়ুৱৈৰ সংযোগ ৰক্ষা কৰিব পাৰিছিল। লক্ষ্মীপ্ৰসাদ চলিহাই খাদ্য, স্বাস্থ্য আদি বিষয়ত কেইটামান প্ৰবন্ধেৰে স্বাস্থ্য সম্বন্ধে সচেতনতা বৃদ্ধি কৰিবলৈ চেষ্টা কৰিছিল। তেখেতৰ ৰচনাত উচ্চ স্তৰৰ সামাজিক জীৱনৰ প্ৰতি প্ৰবল অভিলাস দেখা যায়। শৰৎচন্দ্ৰ গোস্বামীৰ 'নীহাৰিকাবাদ আৰু বিশ্ব ব্ৰহ্মাণ্ডৰ উদ্ভৱ' (৮ মাৰ্চ, ১২ শ সং, ১৮৩৯ শক) প্ৰবন্ধৰ ভাষা পোনপটীয়া, বক্তব্য স্পষ্ট আৰু ৰচনাশৈলী যথোপযোগী। অসমীয়া ছাত্ৰ সন্মিলনত পাঠ কৰা আৰু 'আলোচনী'ত প্ৰকাশ পোৱা লক্ষ্মীনাথ দাসৰ 'কম্পন' (৮ম বছৰ, ৬ষ্ঠ নং, ১৮৩৮ শক, পৃ: ২৬৫) আন এটা অতি সাৰ্থক বৈজ্ঞানিক প্ৰবন্ধ। ইয়াত শব্দ, তাপ, পোহৰ আদিৰ লগত কম্পনৰ সম্পৰ্ক একীভূত ৰূপত দাঙি ধৰাৰ কাৰণে 'কম্পন'এ এক স্বকীয়তা পাইছে। শব্দ, তাপ, পোহৰ আদি ইয়াৰ বিশেষ বিশেষ ৰূপ হিচাপে ওলাই পৰিছে। বিজ্ঞানৰ জনপ্ৰিয়কৰণতাৰ স্তৰত ই অতি ওখ খাপৰ ৰচনা। ইয়াৰ প্ৰকাশভঙ্গী ইমান নিখুঁত যে প্ৰবন্ধটোৰ পুনৰ্মুদ্ৰণ হ'লেও ইয়াৰ মূল্য অটুট থাকিব। এইছোৱা সময়ৰ আন এজন সাৰ্থক বৈজ্ঞানিক ৰচনাৰ প্ৰবন্ধকাৰ চৈফুদ্দিন আহমদ। 'আলোচনী'ত প্ৰকাশ পোৱা তেখেতৰ উল্লেখযোগ্য প্ৰবন্ধ 'চাহ-পাণ'ত (৬ষ্ঠ বছৰ, ৭ম সং, পৃ: ৩০৭) তেখেতে অপূৰ্ব ৰচনা কৌশলেৰে বিষয়টোৰ গুৰুত্ব সুন্দৰ-সহজ ভাষাৰে বিশ্বাসযোগ্য কৰি তোলাই নহয়, সততে পঢ়ুৱৈৰ মনোযোগ ধৰি ৰাখিবও পাৰিছে। 'আলোচনী'ৰ এটা সম্পাদকীয়ত (৮ম বছৰ, ৮ম সং, পৃ: ৩২৬) আমাৰ দেশত ডাক্তৰী শিক্ষাৰ ওপৰত আলোচনা কৰাটোও গুৰুত্বপূৰ্ণ কথা।

সাহিত্যৰ অন্য বিষয়ৰ দৰে 'বাঁহী'য়ে বৈজ্ঞানিক ৰচনা আৰু বিষয়বস্তুৰ প্ৰচাৰৰ ক্ষেত্ৰতো যথেষ্ট গুৰুত্ব দিছিল। 'বাঁহী'ত ওলোৱা বিজ্ঞান সম্পৰ্কীয় ৰচনাত প্ৰাধান্য পাইছিল স্বাস্থ্য সম্পৰ্কীয় আলোচনাই। মহানন্দ বৰুৱা প্ৰায় এককভাৱে এনে ৰচনাৰ লগত জড়িত। স্বাস্থ্য সম্পৰ্কীয় বহুল ৰচনা সম্ভাৰৰ মাজেদি তেখেতে সাধাৰণ ৰাইজৰ মাজত স্বাস্থ্য ৰক্ষাৰ প্ৰতি মনোযোগিতা বঢ়োৱা আৰু বেমাৰ-আজাৰৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তুলিবলৈ প্ৰয়োজন হোৱা সাধাৰণ স্বাস্থ্য সচেতনতা বৃদ্ধি কৰাত ব্ৰতী হৈছিল। এনে কৰোতে মাজে সময়ে তেখেতে সমাজত প্ৰচলিত স্বাস্থ্যৰ বাবে পৰিপন্থী দোষ-দন্তবিলাক অতি কঠোৰ ভাষাৰেই সমালোচনা কৰিছিল :

"আমাৰ মানুহ ইমান এলেহুৱা যে নিজে অলপ পৰিশ্ৰম কৰি দ নাদ বা পুখুৰী খানি পানীৰ সুবিধা কৰি নলয়। বাৰী চুকৰ খুকং এটাৰ পানী— তাতে মানুহে নামি গা ধুব, তাতে চাউল আদি ধুব আৰু তাতে হাঁহে চৰিব। এই কুৰি শতিকাৰ সভ্যতাৰ দিনত এনে বিধৰ আচৰণে মানুহক পশুৰ শাৰীতহে

পেলায়।" (বাঁহী ৯ম বছৰ, ২য় সং, ১৮৪০ শক)। 'হেল্‌থ এণ্ড হেপিনেছ' কাকতৰ পৰা অনেক স্বাস্থ্য সম্পৰ্কীয় সম্বাদ এখেতে সংগ্ৰহ কৰিছিল। 'মেলেৰিয়া নিবাৰণ' (১১শ সং, পৃ: ৪৮৪) নামৰ প্ৰবন্ধটোত মেলেৰিয়া বেমাৰৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা কৰিছে, কিন্তু অতি দুখ আৰু পৰিতাপৰ কথা যে ইমান দিন আগৰ পৰাই সকীয়নি থকা সত্বেও এতিয়াও অসমত বছৰি শয়ে শয়ে লোক মেলেৰিয়াত মৰি আছে।

'বাঁহী'ৰ পাতত প্ৰকাশ পোৱা আন কেইখনমানো সফল বৈজ্ঞানিক নিবন্ধৰ ভিতৰত চৈফুউদ্দিন আহমদৰ 'তামোল-পাণৰ অপকাৰিতা' (১১শ বছৰ, ১ম সং, ১৮১৩ শক, পৃ: ১৮-২৩) মনোমোহা প্ৰকাশভঙ্গী আৰু আমন্ত্ৰণমূলক আৰম্ভণিৰে এটা অতি সফল জনপ্ৰিয় বৈজ্ঞানিক নিবন্ধ। তিনি কুৰি বছৰৰ আগতে অসমীয়া ভাষাত এনে স্তৰত ৰচিত বৈজ্ঞানিক নিবন্ধ প্ৰকাশ পোৱাটো গৌৰৱৰ কথা।

"অসমৰ ভূতাত্ত্বিক বুৰঞ্জী অসমীয়া ভাষাততো দূৰৰ কথাই, ইংৰাজী ভাষাতো শৃঙ্খলাবদ্ধ হৈ ওলোৱা নাই। নোলোৱাৰ কথাই, আজিলৈকে গোটেই অসমৰ প্ৰাথমিকভাৱেও ভূতাত্ত্বিক জৰীপেই হোৱা নাই" বুলি আক্ষেপ কৰি ভূতত্ত্বৰ ওপৰত এলানি প্ৰবন্ধ ৰচনা কৰে ভূতত্ত্ববিদ সুশীল কুমাৰ বৰুৱাই (বাঁহী, ২১শ বছৰ, ২য় সং, পৃ: ৮৭, ৪ৰ্থ সং, পৃ: ১৬৬, আৰু অন্যান্য সংখ্যা) তেখেতে গঢ় দিয়া বৈজ্ঞানিক প্ৰতিশব্দ এতিয়াও অসমীয়া ভাষাত প্ৰচলিত। সহজ প্ৰকাশভঙ্গীৰে এখেতৰ পাণ্ডিত্যপূৰ্ণ ৰচনাসমূহ বৈজ্ঞানিক ৰচনাৰ পূৰ্ঠ চানেকি। বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'তাৰহীন যন্ত্ৰ' (১৭শ বছৰ, ৬ষ্ঠ সং, পৃ: ২৪৭) নগেন্দ্ৰনাথ ফুকনৰ 'স্বাস্থ্য আৰু আমাৰ আহাৰ' (৬ষ্ঠ বছৰ, ৭ম সং), গিৰীশ চন্দ্ৰ বৰুৱাৰ 'পোহৰৰ হেঁচা' (৬ষ্ঠ বছৰ, ৭ম সং) দামোদৰ হাজৰিকাৰ 'চকুৰ বিষয়' (১৭শ বছৰ, ৩য় সং, পৃ: ১৪০), নলিনী কুমাৰ মিশ্ৰৰ 'চেনি আৰু তাৰ ৰসায়ন' (২১শ বছৰ, ৭ম সং, পৃ: ৩৬২) ডিম্বেশ্বৰ নেওগৰ 'পানী আৰু বৰফ' (২০শ বছৰ, ১ম সং, পৃ: ৩৫) বাঁহীত প্ৰকাশিত অন্যান্য উল্লেখযোগ্য বৈজ্ঞানিক ৰচনা। 'বিজ্ঞানৰ ব্যৰ্থতা' (Frustration of Science) নামৰ পুথিৰ সমালোচনাত লিখকৰ বিজ্ঞানৰ অন্তৰ্নিহিত সমস্যাৰ সম্বন্ধে থকা সজাগতা প্ৰকাশ পাইছে। সমালোচনাত্মক দৃষ্টিভঙ্গীৰ পৰিচায়ক গুণেই এনে সজাগতা আদৰণীয়। বিজ্ঞানৰ প্ৰভাৱত 'অন্ধ বিশ্বাস'বিলাক যাতে আমাৰ দেশৰ পৰা দূৰীভূত হয় তাৰ বাবে শিক্ষিত লোকসকলে চেষ্টা কৰা সৰ্বতোভাৱে বিধেয়' বুলি বৈজ্ঞানিক মানসিকতাৰ আন এক স্বৰূপ উদঙাইছে কিৰণ চন্দ্ৰ গোস্বামীয়ে 'কুসংস্কাৰ বা অন্ধবিশ্বাস' (২২শ বছৰ, ২য় সং, পৃ: ৮৩) নামৰ ভিন্নসূখী ৰচনাখনত।

'চেতনা'ত প্ৰকাশ পোৱা মৌলবী চৈফুদ্দিন আহমদৰ 'আমি শুনো কিয়' ? (১ম ভাগ, ১ম সং, পৃ: ৩৫-৩৯) আৰু 'ভূমিকম্প' (১ম ভাগ, ১ম সং, পৃ: ৩১২) পৰিপাটীকৈ সজোৱা দুটা সৰল বৈজ্ঞানিক নিবন্ধ। লিখকৰ প্ৰকাশভঙ্গী মনোমোহা: "উৰহি গছৰ ওৰ লব খোজা মানুহৰ চকুৰ আগত এইবিলাক কাণ্ড হৈ থাকিব আৰু মানুহে অলপ মগজু খটাই তাৰ কাৰণ নিবিচাৰি থাকিব, এনে হ'ব নোৱাৰে।" ভূমিকম্পৰ উৎপত্তি সম্পৰ্কে থকা কাছৰ পৌৰাণিক উপাখ্যান একে আষাৰে নাকচ কৰিছে: "এনে বিধৰ ভালেমান কানিখোলাৰ উপযোগী ব্যাখ্যা আছে। সম্প্ৰতি সেইবিলাক বাদ দি হাতে হাতে পোৱা যুক্তি আৰু প্ৰমাণেৰে দেখুৱাই দিব পৰা বৈজ্ঞানিক সকলেনো এই বিষয়ে কি কয় তাকে চোৱা যাওক।" (পৃ: ৩১৩) সাধাৰণ মানুহে বুজি পোৱা উপমাৰ ব্যৱহাৰে ৰচনাখন আকৰ্ষণীয় কৰি তুলিছে: "নৈৰ পানীয়ে যিদৰে পাৰ ভাঙে বা কেচা নাদৰ পাৰবিলাক যিদৰে ভিতৰৰ পৰা খহি পৰে সেইদৰে পৃথিৱীৰ মাজত জুলীয়া পদাৰ্থৰ চাৰিওফালে গোট মাৰি থকা মাটি আদি মাজে মাজে সেই জুলীয়া ভাগত খহি পৰে।" প্ৰবন্ধটোৰ বৈজ্ঞানিক মূল্য প্ৰায় নোহোৱা হ'লেও ইয়াৰ সাহিত্যিক সৌন্দৰ্য এতিয়াও অম্লান। সংখ্যাত তাকৰ হ'লেও চৈফুদ্দিন চাহাবৰ লিখনিসমূহ বিজ্ঞানৰ বিষয়বস্তুৰ জনপ্ৰিয় বা গণবোধ্য উপস্থাপনৰ সুন্দৰ নিদৰ্শন।

অসম ছাত্ৰ সন্মিলনীৰ মুখপত্ৰ 'মিলন'ত লুকাই আছে অসমীয়া সাহিত্য আৰু সমাজৰ বিভিন্ন দিশৰ জাগৰণৰ সংবাদ। বিজ্ঞানৰ ৰচনা আৰু বাতৰি প্ৰকাশৰ ক্ষেত্ৰতো আলোচনীখন কোনোগুণে পিছপৰা নহয়। পূৰ্বতে উল্লেখ কৰা দুখন অতি উপাদেয় ৰচনা বাংলা ভাষাৰ পৰা অনুবাদ কৰি ইয়াত প্ৰকাশ কৰা হয়। ওখ খাপৰ ৰচনাৰ অনুবাদেৰে নিজৰ ভাষা, সাহিত্যলৈ বিশ্বৰ জ্ঞান-বিজ্ঞানৰ ঐশ্বৰ্য আমদানিৰ উদ্যম শলাগিবলগীয়া। ইয়াৰ উপৰিও ডিম্বেশ্বৰ নেওগৰ 'পানী আৰু তাৰ ৰসায়ন' (৭ম বছৰ, ৩য় সং, পৃ: ১২৭)ৰ আৰম্ভণি চমৎকাৰ

বিষয়বস্তুৰ অবতাৰণা অতি নিমজ, স্বচ্ছন্দ। পানীৰ নিচিনা সাধাৰণ বিষয় এটাৰ ওপৰত লিখাৰ 'কৈফিয়ৎ' হিচাপে তেখেতে লিখিছে :

"বায়ু আৰু পানীৰ ভিতৰত কোনোটোকে কম বুলি ক'ব নোৱাৰি সঁচা, তথাপি বায়ুৰ ওপৰত আমাতকৈ প্ৰকৃতিৰ হাতেই বেছি কাৰ্যকৰী। কিন্তু পানীৰ বিষয়ত স্বভাৱতে আমাৰ কৰ্তব্য আৰু দায়িত্ব সৰহ। সেই দেখি বায়ুতকৈ পানী এই ভাবত আমাৰ বেছি লাগতিয়াল বিষয় বুলি ক'ব পাৰি। নিৰ্মল বায়ু আমি স্বভাৱতে প্ৰকৃতিৰ কৰুণাৰ বলত পাওঁ; কিন্তু পানী সেইদৰে পালেও ই সহজতে দূষিত হয়। পানী অনেক সময়ত আমাৰ নিজৰ চেষ্টাৰে আৰ্জি ল'ব লগা আহাৰৰ লগৰ এটা প্ৰধান আহাৰ।"

প্ৰবন্ধটোত প্ৰতিফলিত বৈজ্ঞানিক দৃষ্টিভঙ্গী স্পষ্ট। এনে ৰচনা যিকোনো জাতীয় সাহিত্যৰে গৌৰব।

আনহাতে একে লিখকৰে 'মাটি আৰু ৰসায়ন'ত (৬ষ্ঠ বছৰ ১ম সং, পৃ: ১১) বিজ্ঞানৰ বিকাশ সম্পৰ্কে ধাৰণাৰ কিছু অসাৱধানতা প্ৰকাশ পাইছে। আন দুখন সুখপাঠ্য বৈজ্ঞানিক ৰচনা মহীচন্দ্ৰ মিৰিৰ 'বিজুলী বা ইলেকট্ৰিছিটি' (৪ৰ্থ বছৰ ২য় সং, 'বিজ্ঞান জগত' পৃ: ১৫৪) আৰু ফণীধৰ শৰ্মাৰ 'এঙাৰ সাৰ বা কাৰ্বন' (ঐ)।

'মিলন'ত প্ৰকাশিত বিজ্ঞান জগতৰ জিলিঙনি (৬ষ্ঠ বছৰ ২য় সং, পৃ: ৮৩)ৰ চন্দ্ৰলোকলৈ যোৱাৰ বিষয়ে বিজ্ঞানীসকলৰ অভিমতৰ সামৰণি মন্তব্য আছিল এই :

"যি নহওক এদিন নহয় এদিন মানুহে চন্দ্ৰৰ পিঠিলৈ গৈ টিঘিল ঘিলাব পাৰিব যে এটা ধুৰুপ কথা।"

বিজ্ঞানৰ আলোচনাৰ পৰা ওলোৱা এনে ধৰণৰ শক্তিশালী আশাবাদ তেতিয়াই কেতবোৰ অসমীয়া লোকে অনুভৱ কৰি পুলকিত হৈছিল, অসমীয়া সমাজৰ একাংশই বৈজ্ঞানিক স্পিৰিট আহৰণ কৰাৰ ই এক সুস্পষ্ট প্ৰমাণ। একে ধৰণৰ বৈজ্ঞানিক আশাবাদৰ উপৰিও বিজ্ঞানৰ গৱেষণাৰ প্ৰেৰণাৰ উৎসৰ কথা প্ৰকাশ কৰিছে ৰোহিনীকান্ত বৰুৱাৰ ৰচনা 'বস্তুজগতৰ শেষ পৰিণতি' (৭ম বছৰ, ৩য় সং, পৃ: ২১৬)ত। পাৰমাণৱিক তত্ত্বৰ সমসাময়িক জ্ঞানৰ এই সৰস আলোচনাটো উপমাৰ ব্যৱহাৰেৰে তেখেতে সহজবোধ্য কৰি তুলিছে : "পৰমাণুৰ বাহিৰত থকা ইলেক্ট্ৰনবোৰে ঠিক ৰখীয়াৰ দৰে চৰিউফালে ঘূৰি থাকে— সিহঁতক চেৰাই ভিতৰলৈ সোমাবলৈ কাকো নিদিয়ে' বা "বিজয়ী বীৰৰ দল এই আল্‌ফা কণিকাৰে শত্ৰুৰ দুৰ্গ আক্ৰমণ কৰি দুৰ্গৰ দেৱাল ভাঙি ভিতৰত অৱস্থাৰ পৰিবৰ্তন আনে। প্ৰহৰী ইলেকট্ৰনবোৰে এই 'পৰাক্ৰমী' 'আল্‌ফা' কণিকাবোৰক বাধা দিব নোৱাৰে...।"

"বোধকৰো এনে যুগ আহিব যেতিয়া কবিৰ স্বপ্নৰ ঐক্যসূত্ৰেৰে বিশ্বব্ৰহ্মাণ্ডৰ সকলো পদাৰ্থ বান্ধ খোৱা বৈজ্ঞানিকে প্ৰমাণ কৰিব পাৰিব।" আধুনিক পদাৰ্থবিজ্ঞানৰ অগ্ৰগতিয়ে তিনি কুৰি বছৰৰ আগত এই আশা কিমান সাৰ্থক কৰি তুলিছে নৱৈৰ দশকৰ পদাৰ্থবিজ্ঞানৰ ৰচনাত প্ৰকাশ পাইছে। আনহাতে, তেখেতৰ ৰচনাত বৈজ্ঞানিক গৱেষণাত নিহিত সৃষ্টিশীলতাৰ আনন্দৰ অনুপম প্ৰকাশ ঘটিছে এইদৰে :

"কবিতাৰ সুৰত যেনেকৈ আমাৰ প্ৰাণ মতলীয়া হয়; বিজ্ঞানৰ সহায়ত সৃষ্টিৰ অলৌকিকতা উপলব্ধি কৰিও আমাৰ হিয়া আনন্দত আৰু বিস্ময়ত নাচি উঠে। সৃষ্টি ৰহস্য আমি যিমানে জানিব খুজিছো সিমানে সি নতুন নতুন সাজেৰে দেখা দিছেহি। সেই ৰহস্যবোৰ জানি আমি মাথো অবাক বিস্ময়ত তল যাও।"

বিজ্ঞানৰ ৰচনাৰ মাজেৰে বিজ্ঞান সম্পৰ্কীয় এনে ধাৰণাই অসমীয়া ভাষাত 'মিলন'ৰ কেইটামান প্ৰবন্ধতে পোনতে ভুমুকিয়ায়।

একে সময়ৰে 'আসাম হিতৈষী' কাকতৰ 'সৌৰজগতৰ ভুমুকি' (২য় বৰ্ষ, ২০শ সং, পৃ: ২৮৮), 'হাতীপটী' (৩য় খণ্ড, ১৫শ ভাগ, ১৯২৭ চন), 'সংখ্যাৰহস্য' (১ম বছৰ ১-৩ সংখ্যা, ১৯২৫ চন) আদি কেইটামান বিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধ প্ৰকাশ পায়। শ্ৰীদণ্ডীৰাম দত্তৰ 'সংখ্যা ৰহস্য'ৰ সংখ্যাৰ বিষয়ে লিখা গণিতৰ সুন্দৰ প্ৰবন্ধৰ চানেকি।

'উষা', 'অসম প্ৰদীপিকা' আদি আলোচনীয়ে বৈজ্ঞানিক ৰচনাৰ ফালে মন দিয়া নাছিলেই বুলিব লাগে।

'আৱাহন'ৰ প্ৰকাশে অসমীয়া আলোচনীৰ নতুন যুগ এটা আনিলে বুলিব পাৰি। কেৱল সাহিত্যাই নহয়, বাৰ্তালোচনীৰ ৰূপত বিভিন্ন দেশৰ গুৰুত্বপূৰ্ণ বাতৰিৰ সংক্ষিপ্তসাৰ, বিজ্ঞান কাৰিকৰী দিশৰ উদ্ভাৱনকে ধৰি অনেক বিষয়বস্তুকেই ইয়াত ঠাই দিয়া হৈছিল আৰু আলোচনীখনত সন্নিবিষ্ট চিত্ৰসমূহো ইয়াৰ আকৰ্ষণৰ অন্যতম কাৰণ আছিল। আলোচনী প্ৰকাশৰ ক্ষেত্ৰত এক প্ৰকাৰৰ প্ৰফেশ্যনেলিজম ইয়াত ক্ষীণভাৱে হ'লেও দেখা যায়। বিজ্ঞানৰ অনেক সচিত্ৰ বাতৰিও ইয়াত প্ৰকাশ হৈছে। 'আৱাহন'ৰ সচিত্ৰ বৈজ্ঞানিক বাতৰিবোৰ অৱশ্যে দৰ্শনীয় হ'লেও ইহঁতৰ বৈজ্ঞানিক বিষয়বস্তু প্ৰায় শূন্য বুলিব পাৰি— এটা বা দুটা শাৰীত বিজ্ঞানৰ কিয়েইবা বুজাব পাৰি? মুঠতে বিজ্ঞান-বিষয়ক বিষয়বস্তুসমূহক প্ৰেমাৰৰ ৰূপত সজোৱাৰ চেষ্টা পৰিলক্ষিত হয়। আসল

মহাযুদ্ধৰ প্ৰাক্‌কালত আকাশীযান, ৰেডিঅ' আদিৰ আবিষ্কাৰ আৰু প্ৰয়োগৰ সম্ভাৱনীয়তাই বিশ্বজুৰি যি উখলমাখলৰ সৃষ্টি কৰিছিল 'আৱাহন'ৰ পাতত সচিত্ৰ বাতৰিবোৰে তাৰ খবৰ অসমীয়া পঢ়ুৱৈক দিছিল। এনেকৈয়ে আধুনিক বিজ্ঞান প্ৰযুক্তিৰ প্ৰতি সাধাৰণ পঢ়ুৱৈৰ মন আকৰ্ষণ কৰিব পাৰিছিল। স্বাস্থ্য, আহাৰৰ বাহিৰেও জ্যোতিৰ্বিজ্ঞান আদি সীমিত বিষয়ৰ কেইটামান প্ৰবন্ধ প্ৰকাশ পাইছিল। ইয়াৰে সুশীল কুমাৰ বৰুৱাৰ 'পৃথিৱীৰ জন্ম' (৩য় বছৰ, ৮ম সংখ্যা, জেঠ ১৮৫৪ শক) নামৰ ৰচনাখনৰ বৈজ্ঞানিক গৱেষণা প্ৰক্ৰিয়াৰ ধাৰণা, উপযুক্ত প্ৰতিশব্দ চয়ন আৰু বৈজ্ঞানিক প্ৰযুক্তি প্ৰয়োগৰ আৰ্হি হিচাপে বিশেষভাৱে উল্লেখনীয়। "বৈজ্ঞানিকসকল সহজে ক'তো পতিয়ন নাযায়। মনত খুকুৰি তুলি যুক্তিৰে অঁতাই আঁসোৱাহ গুচুৱাই তেওঁলোকৰ প্ৰকৃতি। বিজ্ঞানৰ দৈনন্দিন উন্নতিৰ লগে লগে তেওঁলোকৰো খুকুৰি বাঢ়ি যায়।"

বৈজ্ঞানিক যুক্তি সৰল ভাষাৰে উপস্থাপনৰ দক্ষতাৰ নিদৰ্শনস্বৰূপ পাওঁ : "সকলো গ্ৰহেই একে পোনেই মুৰলি পাক দিয়া দেখি আৰু টাকুৰী ঘুৰাতো আদি পাকৰ চিন ৰাখি আকৌ একে দিশেই ঘূৰা দেখি ধাৰণা হয়, ইহঁতৰ ভিতৰত জন্মগত সম্বন্ধ আছে। তদুপৰি সিহঁত সকলো একে পদাৰ্থৰে নিৰ্মিত।"

এইছোৱা সময়ত উদ্ৰেক হোৱা জাতীয়তাবাদী সুৰো কেতবোৰ বিজ্ঞান কাৰিকৰী বিদ্যাৰ ৰচনাত শুনা যায়। 'জাতিৰ উন্নতিৰ স'তে বিজ্ঞানৰ সম্বন্ধ ক'ত' (৩য় বছৰ, বহাগ ১৮৫৫, পৃ. ৮৪৪) আৰু 'অসমত লোৰ খনি' (৩য় বছৰ বহাগ ১৮৫৫, পৃ. ৯৯৩) ভিন্ন দিশৰ পৰা জাতীয় গৌৰৱ অন্বেষণকাৰী এনে দুটা প্ৰবন্ধ। বিজ্ঞানৰ বিকাশত এসময়ত আগবঢ়া হৈয়ো কিয় ভাৰতবৰ্ষ, চীন দেশ আদিয়ে আধুনিক বিজ্ঞানত পিছ পৰি ৰ'ল, সেই বিষয়ে আলোচনা কৰিছে: "এটা মাত্ৰ কাৰণ বিচাৰি পোৱা যাব আৰু সেইটো হৈছে যুৰোপৰ উন্নত ধৰণৰ শিল্প বাণিজ্য। কাৰণটো আৰু ভালকৈ বিচাৰি চালে পোৱা যায়— বিজ্ঞানৰ কল্পনা আৰু চিন্তা।" এনে চিন্তা উদ্ৰেককাৰী প্ৰবন্ধৰ প্ৰয়োজনীয়তা এতিয়াও বিদ্যমান। দ্বিতীয় প্ৰবন্ধটোত বুৰঞ্জীৰ প্ৰামাণ্য তথ্য অনুসৰিয়েই জনা যায় যে ১৪শ শতাব্দীৰ আগৰ পৰাই অসমীয়া বনুৱাই সুতীক্ষ্ণ অস্ত্ৰবোৰ তৈয়াৰ কৰে, অথচ "অতি পৰিতাপৰ বিষয় যে আজিকালি অসমীয়াৰ তামোল কটা কটাৰি ডোখৰো বিদেশীয়ে গঢ়ি নিদিলে নচলা হ'ল।' সংগতভাৱেই প্ৰবন্ধ সামৰিছে, : "খনিজ বিজ্ঞান চৰ্চা কৰি তৰুণ অসমে যে কোন কালত ভূগৰ্ভৰ বস্তুৰাশি উলিয়াই দেশমাতৃৰ মুখ উজ্জ্বলাব পাৰিব, তাক বৰ্ত্তমান কল্পনা কৰিব নোৱাৰি।"

প্ৰাক্-স্বাধীনতা কালৰ পৰা প্ৰকাশ পোৱা আন এখন উল্লেখযোগ্য আলোচনী 'জয়ন্তী'য়ে জাতীয় উত্থানৰ প্ৰতি আহ্বান জনোৱা আৰু খেতি-বাতি, শিল্প-ব্যৱসায়ত উদ্‌গনি দিবলৈ নানা ধৰণৰ পৰামৰ্শজ্ঞাপক প্ৰবন্ধ ছপাইছিল। দুই-এটা সম্পাদকীয়তো চৰকাৰক এই বিষয়ে সচেষ্ট হ'বলৈ আহ্বান জনাইছিল। পুৰণি শিল্পৰ অৱলুপ্তিত খেদ কৰা আৰু কম মূলধনতে সহজলভ্য কেচামালেৰে স্থানীয় লোকক বাণিজ্য উদ্যোগত ভাগ ল'বলৈ পৰামৰ্শমূলক অনেক প্ৰবন্ধ প্ৰকাশ কৰিছিল। সমাজ সচেতনতা 'জয়ন্তী' কাকতত স্পষ্টৰূপত ওলাই থাকে। এবাৰ গৰু ম'হৰ বসন্ত ৰোগে ভয়ংকৰ সংক্ৰামক ৰূপ লোৱাত সম্পাদকীয়ত দুখীয়া গাৱলীয়া ৰাইজৰ হকে লিখিছিল এই বুলি : "এই নিদাৰুণ ঘটনাই সমূহ ৰায়তৰ মাজত এনে হাহাকাৰ তুলিছে যে তাৰ তুলনাত ভূইকঁপ বা বানপানীৰ বিপদো অতিশয় তুচ্ছ।" (২য় বছৰ, ৭ম সং, পৃ. ৩১১)। ডঃ শৰৎ চন্দ্ৰ বৰুৱাৰ 'মেলেৰিয়া জ্বৰ আৰু তাৰ প্ৰতিকাৰ' (২য় বছৰ ২য় সংখ্যা, পৃ. ৭৯) ৰচনাত বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু গৱেষণাৰ আভাস ফুটি উঠিছে।

ভাৰতীয় সমাজ জীৱনত বিজ্ঞানৰ ধীৰ, দৃঢ় অনুপ্ৰবেশৰ অনুৰণন শুনা যায় ভাৰতীয় বিজ্ঞান মহাসভাৰ পঞ্চবিংশতি অধিৱেশনৰ বাতৰিৰ সামৰণিৰ বাক্যটোৰ মাজেদি : "এক প্ৰকাৰ চাবলৈ গ'লে জগতত আগেয়ে ধৰ্মৰ কাৰণে যি স্থান আছিল, আজি সেই স্থান বিজ্ঞানে অধিকাৰ কৰিব লাগিছে।" এনে মন্তব্যৰ পাছত স্বাধীনতা লাভৰ পৰৱৰ্তী কালছোৱাত সৃষ্টি কৰা বিজ্ঞান গৱেষণাগাৰ সমূহ আৰু বৃহৎ কাৰিকৰি প্ৰকল্পসমূহক প্ৰধানমন্ত্ৰী নেহৰুৱে আধুনিক ভাৰতবৰ্ষৰ মন্দিৰ আখ্যা দিয়াটো অৰ্বাচীন যেন নলগাই স্বাভাৱিক।

## চাৰি
## স্বাধীনতা-উত্তৰ কালত বিজ্ঞান-আলোচনা

ভাৰতবৰ্ষৰ স্বাধীনতাৰ লগে লগে 'ৰামধেনু'য়ে অসমীয়া সাহিত্যতো নতুন যুগৰ সূচনা কৰিলে হয়, কিন্তু বিজ্ঞান-ৰচনাৰ ক্ষেত্ৰত ই বিশেষ নতুন উপাদান আনিব নোৱাৰিলে। সুদীৰ্ঘদিন ধৰি চলা 'বিজ্ঞান-বৈচিত্ৰ্য' 'ৰামধেনু'ৰ এটা নিয়মীয়া শিতান আছিল, কিন্তু ইয়াত বিজ্ঞানৰ বিভিন্ন ধৰণৰ বাতৰিহে পৰিবেশিত হৈছিল। বাতৰিৰ বিচিত্ৰতা নুই কৰিব নোৱাৰি সঁচা, কিন্তু এইবোৰ

ব্ৰডস্পেক্ট্ৰাম জাতীয় বাতৰি আছিল— তেজস্ক্ৰিয়তাৰ সহায়েৰে গোমধানৰ উৎপাদন বৃদ্ধিৰ উপায়ৰ পৰা জাৰজহৃত পিঙ্কিব পৰা সাজপোছাকৰ আৱিষ্কাৰলৈ, শীতলীকৃত গাখীৰত অতিশাব্দিক তৰঙৰ ব্যৱহাৰৰ গুণাগুণৰ পৰা মানৱ জীৱনত চন্দ্ৰৰ প্ৰভাৱৰ অধ্যয়নলৈকে। পৰিৱেশনত কোনো বাছ-বিচাৰ নাছিল। যিকোনো বৈজ্ঞানিক আৱিষ্কাৰেই যেন সমান জোৰেৰে বাতৰিত স্থান পোৱাৰ অধিকাৰ দাবী কৰিব পাৰে। এনে চমু সমসাময়িক বৈজ্ঞানিক আৱিষ্কাৰৰ উপৰিও মাজে মাজে দুই-এক বৈজ্ঞানিক ৰচনাৰ প্ৰকাশো নোহোৱা নহয়। কিন্তু এনেবোৰ আলোচনাও ইয়াৰ পূৰ্বসূৰী আলোচনীসমূহৰ আলোচনাতকৈ ভিন্ন স্তৰ বা ভিন্ন বিষয়ৰ নাছিল। ষাঠিৰ দশকৰ আৰম্ভণিৰ লগে লগে ছোভিয়েট ৰাছিয়াই মহাকাশ অভিযানত অগ্ৰগতি লাভ কৰা সময়ৰ পৰাই দুই-এটাকৈ কৃত্ৰিম উপগ্ৰহৰ বাতৰিয়ে ঠাই পাবলৈ ধৰিলে। চন্দ্ৰ অভিযানৰ সম্ভাব্য অসুবিধাৰ আলোচনা কৰা ৰচনাও আনকি ইয়াত প্ৰকাশ হৈছিল। অন্যান্য নতুন বিষয় দুটামানেও ইতিমধ্যে গুৰুত্ব পাই আহিছিল, যেনে প্লাষ্টিকৰ ক্ৰমবৰ্দ্ধমান ব্যৱহাৰ, সাগৰ তলৰ সম্পদ সন্ধান আদি। দুই-এজন ভাৰতীয় বিজ্ঞানীৰ জীৱনৰ আলোচনাও হৈছিল। 'ৰামধেনু'ত প্ৰকাশ পোৱা উল্লেখযোগ্য বৈজ্ঞানিক আলোচনাৰ ভিতৰত ভুবনমোহন দাসৰ 'অসমৰ জাতি-গোষ্ঠীৰ চমু আভাস' (১৬শ বছৰ, বহাগ ১৮৮৫ শক, পৃ. ৬৩) শীৰ্ষক নৃতত্ত্ব সম্বন্ধীয় প্ৰবন্ধটোৰ নাম ল'ব পাৰি। 'অসমৰ মানুহৰ শাৰীৰিক গঠন বৈশিষ্ট্য বিশ্লেষণ কৰি তাত থকা বিভিন্ন গোষ্ঠী উপগোষ্ঠীবোৰৰ অৱদানৰ বিষয় আলোচনা'ৰ পোন প্ৰথমবাৰৰ বাবে এই প্ৰবন্ধতে জনপ্ৰিয় আলোচনীৰ পাতত মুকলি হোৱা যেন লাগে। সেই ফালৰ পৰা প্ৰবন্ধটো গুৰুত্বপূৰ্ণ।

'ৰামধেনু'য়ে প্ৰথমে প্ৰকাশ কৰা বুলি দাবী কৰিব পৰা আন এটা বিষয় হ'ল মনোবিজ্ঞান। মানসিক কাৰ্যকলাপৰ সম্পৰ্কে মনোবৈজ্ঞানিক আলোচনা 'ৰামধেনু'ৰ ১২শ বছৰত পোনতে প্ৰকাশ পায়। হৰনাথ বৰদলৈ আৰু দেৱীদাস নেওগে এই লানি আলোচনাৰ সূত্ৰপাত কৰে। বৰদলৈৰ মতে, "আধুনিক মনোবিদ্যা ৰসায়ন বা পদাৰ্থবিদ্যাৰ দৰে বিশুদ্ধ বিজ্ঞান নহয়, আচৰণবাদীসকলৰ অশেষ কৃত্তি কছৰৎ সত্ত্বেও মনোবিদ্যাক বিশুদ্ধ বিজ্ঞানৰ আখ্যা দিয়া আজিও সম্ভৱ হৈ উঠা নাই।" তথাপি বিশ্বব্যাপী মনোবৈজ্ঞানিক অধ্যয়নসমূহে ব্যাপক হাৰত মনোযোগ লাভ কৰালৈ চাই 'ৰামধেনু'ত এনে প্ৰবন্ধৰ স্থান সঁচাই উল্লেখযোগ্য।

ষাঠিৰ দশকত প্ৰকাশ পাই আপেক্ষিকভাৱে দীৰ্ঘদিন ধৰি প্ৰকাশিত হৈ থকা 'আমাৰ প্ৰতিনিধি'তো 'বিজ্ঞানস্তম্ভ' শিতানটো প্ৰায়ে নিয়মীয়া। বিজয়কৃষ্ণ দেৱশৰ্মা এই শিতানৰ নিয়মীয়া লেখক। শৰ্মাৰ লেখনিৰ মাজেৰে মহাকাশ গৱেষণা, পৰিৱেশ দূষণ, ভৱিষ্যবিজ্ঞান আদি কেতবোৰ বিষয়বস্তুৱে অসমীয়া কাকতত ঠাই পায়। কেইবাজনো প্ৰসিদ্ধ বিজ্ঞানীৰ জীৱনীও তেখেতৰ ৰচনাত উদ্ভাসিত হৈ উঠে। তথ্যেৰে ভাৰাক্ৰান্ত নকৰিলেও যথোপযোগী তথ্য সম্বলিত তেখেতৰ ৰচনাসমূহ সুখপাঠ্য। মনোৰম কাহিনীৰ দৰে লগা ৰচনাৰীতিৰ কাৰণে কেতিয়াবা ভাব হয়, এইবোৰ বৈজ্ঞানিক ৰচনা নে আন কিবা? বিজ্ঞানৰ বিষয়বস্তুতকৈয়ো বৈজ্ঞানিক যন্ত্ৰপাতি, কল-কাৰখানাই মানুহ আৰু সমাজৰ লগত ঘটোৱা বিক্ৰিয়াৰ জৰিয়তে ঘটা পৰিণামসমূহৰ প্ৰতি এখেত অধিক সজাগ হোৱা হেতুকে, বা বৈজ্ঞানিক ৰচনাসুলভ ৰচনাশৈলীতকৈ এখেতৰ ৰচনাসমূহে কথা সাহিত্যৰ গুণ আহৰণ কৰাহে চকুত পৰে। ৰচনাসমূহৰ পৰা অনেক প্ৰয়োজনীয় তথ্যপাতি বা বৈজ্ঞানিক অগ্ৰগতিৰ খতিয়ান পালেও এনেবোৰ প্ৰবন্ধ বৈজ্ঞানিক ৰচনাৰ শাৰীত থ'ব নোৱাৰি যেন লাগে।

উদাহৰণস্বৰূপে, ভাৰতীয় মহাকাশ গৱেষণা সংস্থাই প্ৰথম উপগ্ৰহটো মহাকাশত নিক্ষেপ কৰাৰ পাছত 'বিজ্ঞান স্তম্ভ'ত প্ৰকাশ পোৱা ৰচনা এখনৰ কথা ধৰা যাওক। আৰ্যভট্ট-উৎক্ষেপণৰ পাছত এনে ব্যয়বহুল অথচ কামত নলগা যেন লগা গৱেষণাত জনবল ধনবলৰ অযথা অপচয় কৰা বুলি এটা গুণগুণনি নুঠা নহয়। এই সম্পৰ্কে দুজন বিজ্ঞানীৰ লগত ঘৰুৱা মেলত হোৱা আলাপ-আলোচনাৰ মাজেৰে তেখেতে বিষয়টোৰ ওপৰত সুন্দৰকৈ আলোকপাত কৰিছে। সমাজৰ ওপৰত বৈজ্ঞানিক গৱেষণাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সম্পৰ্কে এনে সজাগতা গৱেষণাৰ উত্তৰোত্তৰ উন্নতি আৰু দিগ্‌নিৰ্দেশনাৰ কাৰণেই অতি প্ৰয়োজনীয় কথা।

'ৰামধেনু' প্ৰথমবাৰ ধাৰাবাহিকভাৱে প্ৰকাশ হৈ থকাৰ সময়ছোৱাৰ কোনো এখনো আলোচনী বা বাতৰি কাকতত বিজ্ঞান সম্পৰ্কীয় ৰচনাৰ ক্ষেত্ৰত কোনো নিৰ্দিষ্ট দৃষ্টিকোণ থকা যেন নালাগে। বিজ্ঞান সম্পৰ্কীয় কিবা এটা থাকিব লাগে কাৰণেই যেন এনে শিতান এটা ৰখাৰ ব্যৱস্থা কৰা হৈছিল। এনেহে লাগিছিল যেন দ্বিতীয় মহাযুদ্ধৰ বিভীষিকাময় পৰিসমাপ্তিত বিশুদ্ধ বিজ্ঞানৰ পৰীক্ষাগাৰৰ পৰা ৰণক্ষেত্ৰলৈ সম্প্ৰসাৰিত প্ৰয়োগত আতংকিত মানুহে যেন বিজ্ঞানৰ পৰা এটা সম্ভ্ৰমশীল, নিৰাপদ দূৰত্বতহে থাকিব খুজিছিল। যিয়েই কি নহওক,

এইখিনি সময় বিজ্ঞান সম্পৰ্কীয় আলোচনাসমূহ সেয়েহে আছিল গতানুগতিক, নিস্তেজ। কিন্তু ষাঠিৰ দশকৰ আৰম্ভণিৰ লগে লগে অৱস্থাৰ নাটকীয় পৰিৱৰ্তন ঘটিল ঘাইকৈ দুটা কাৰণত। ১৯৬১ চনত অসম বিজ্ঞান সমিতিয়ে 'বিজ্ঞান-জেউতি' নামেৰে এখন বিজ্ঞান বিষয়ক অসমীয়া আলোচনী প্ৰথমে তিনিমহীয়াকৈ, পাছত দুমহীয়াকৈ প্ৰকাশ কৰে। অসমীয়া ভাষাত বৈজ্ঞানিক আলোচনা জনপ্ৰিয় কৰাৰ ক্ষেত্ৰত 'বিজ্ঞান জেউতি'ৰ প্ৰকাশ এটা উল্লেখযোগ্য ঘটনা। আনহাতে 'শান্তিৰ বাবে পৰমাণু' সম্পৰ্কীয় গৱেষণাৰ লগে লগে ছোভিয়েট ৰাছিয়াৰ মহাকাশ গৱেষণাত অভূতপূৰ্ব সাফল্য লাভ, জীৱ বিজ্ঞান, ইলেক্ট্ৰনিক্স, কম্পিউটাৰ আদি বিষয়ৰ বিৰাট সম্ভাৱনাপূৰ্ণ প্ৰয়োগৰ কথাই অসমীয়া সংবাদ জগতো চুই গ'লহি। এনেবোৰ কাৰণতে আমি অসমীয়া কাকতে-আলোচনীয়ে বৈজ্ঞানিক আলোচনাৰ সবল আত্মপ্ৰকাশ প্ৰত্যক্ষ কৰো। 'সাদিনীয়া নৱযুগ' কাকতখনে বহুল অসমীয়া সমাজখনক বৈজ্ঞানিক আলোচনাৰ মাজেৰে এই উদ্দীপনাময় সময়ৰ লগত সংযোগ ঘটালে।

'সাদিনীয়া নৱযুগে' 'স্বাস্থ্যৰ শিতানত', 'বিজ্ঞানবেদ্য' নামৰ দুটা শিতানৰ উপৰিও বিজ্ঞানৰ ৰচনাৰ শিতান এটাও প্ৰকাশ কৰিছিল। 'বিজ্ঞান বেদ্য' শিতানত ঘাইকৈ নতুন প্ৰয়োগৰ আৱিষ্কাৰ সম্বন্ধীয় চমু বৈজ্ঞানিক বাতৰি প্ৰকাশ কৰিছিল। ইয়াত প্ৰকাশ হোৱা বাতৰিবোৰ সম্ভৱ চোভিয়েট ৰুছিয়াৰ পৰা প্ৰকাশিত আলোচনী আদিৰ পৰা সংগৃহীত, যিহেতু অধিকাংশ বাতৰিয়েই ছোভিয়েট ৰাছিয়াৰ গৱেষণাপ্ৰসূত আৱিষ্কাৰৰ সম্পৰ্কত। 'কোৰোনেৰি থ্ৰম্বচিছ', 'বেক্টেৰিয়া', 'সংজ্ঞাহীনতা', 'জীৱনৰ ৰহস্য' আদি কেতবোৰ স্বাস্থ্য সংক্ৰান্তীয় প্ৰবন্ধত নতুন বিষয়ৰ ওপৰত আলোচনাৰ ইংগিত আছে। স্বাস্থ্য ৰক্ষা মানে যে কেৱল আহাৰ-পানীৰ নিয়ন্ত্ৰণেই নহয়, চিকিৎসা বিজ্ঞানৰ আধুনিক গৱেষণামূলক জ্ঞান যে স্বাস্থ্য-বিধিৰ বাবে অপৰিহাৰ্য্য এনে এটা দৃষ্টিকোণ স্বাস্থ্য শিতানৰ প্ৰবন্ধবিলাকত বিৰাজমান। দেৱপ্ৰসাদ ফুকনৰ 'জীৱ বিদ্যাৰ ইতিহাস' (৩য় বছৰ ২৫শ সংখ্যা, ১৮ মে' ১৯৬৬), 'জীৱনৰ ৰহস্য' (৩য় বছৰ, ২৫শ সংখ্যা, ১৯৬৬) চিকিৎসা বিষয়ৰ অসমীয়াত লেখা উল্লেখযোগ্য ৰচনা। 'জীৱনৰ ৰহস্য' সদ্য-আৱিষ্কৃত ডি. এন. এৰ সম্পৰ্কে বিস্তৃত বৈজ্ঞানিক নিবন্ধ।

ৰাছিয়াৰ মহাকাশযানসমূহে চন্দ্ৰৰ সম্পৰ্কে আহৰণ কৰা বিস্তৃত তথ্যৰ ভিত্তিত চন্দ্ৰৰ অদৃশ্য পিঠিৰ বৰ্ণনা, ইয়াৰ উৎস সম্পৰ্কে ধাৰণা, আনকি চন্দ্ৰত অৱতৰণ হওঁতে সন্মুখীন হ'ব পৰা বিভিন্ন সমস্যা সম্পৰ্কীয় আলোচনাও 'সাপ্তাহিক নৱযুগে' প্ৰকাশ কৰি অসমীয়া পঢ়ুৱৈৰ কৌতূহল নিবৃত কৰিছিল। ডেকা বিজ্ঞানী জয়ন্ত নাৰলিকাৰে মহাকৰ্ষণৰ বিভিন্ন সূত্ৰৰ বিষয়ে লিখা এটা জনপ্ৰিয় বৈজ্ঞানিক নিবন্ধৰ অনুপম অনুবাদ; প্লাষ্টিক আৰু কম্পিউটাৰৰ সম্পৰ্কে ৰচনাই নতুন বিধৰ বৈজ্ঞানিক বিষয়বস্তুৰ সূচনা কৰিছিল। বিজ্ঞান-সমাজ-সম্পৰ্কীয় বিভিন্ন আলোচনাই পোনপ্ৰথমবাৰৰ বাবে অসমীয়া কাকতত গুৰুত্ব পায় 'নৱযুগ' কাকতৰ পাততেই। চি. ভি. ৰমনে ৰচনা কৰা 'বৈজ্ঞানিক দৃষ্টিভঙ্গী'ৰ অনুবাদত এজন প্ৰখ্যাত বিজ্ঞানীৰ অভিজ্ঞতাৰ পৰা এই বিষয়ৰ প্ৰত্যক্ষ আভাস পোৱা যায়। 'বৈজ্ঞানিক সামৰ্থ্য'ৰ বিষয়ে দুই-তিনিটা সম্পাদকীয়ও প্ৰকাশ হৈছিল, য'ত ভাৰতীয় বিজ্ঞানৰ সমস্যা বা স্থানীয়ভাৱে অসমৰ বানপানী সমস্যাৰ সমাধানত বিজ্ঞান প্ৰযুক্তি অকাৰ্যকৰী হোৱা সম্পৰ্কে আলোচনা দাঙি ধৰা হৈছে। ধীৰেন্দ্ৰনাথ দাসৰ কলমৰ পৰা 'আধুনিক ঔষধৰ অপকাৰিতা' সম্পৰ্কে গুৰুত্বপূৰ্ণ আলোচনা, জনসংখ্যা বৃদ্ধিৰ সমস্যাৰ আলোচনা বা যোৰহাটত স্থাপিত আঞ্চলিক গৱেষণাগাৰৰ লক্ষ্য, উদ্দেশ্য সম্পৰ্কে ইয়াৰ সঞ্চালকে ৰচনা কৰা আলোচনাৰ মাজেদি বৈজ্ঞানিক সামগ্ৰী আৰু গৱেষণাৰ লগত সমাজৰ বাঢ়ি অহা ক্ৰিয়া-প্ৰতিক্ৰিয়াসমূহ প্ৰকাশ কৰা হৈছিল।

শেষত বাঢ়ি অহা ঔৎসুক্য আৰু জনপ্ৰিয়তাৰ খাতিৰতে 'সাদিনীয়া নৱযুগ'ত দুই-এটা বিজ্ঞানভিত্তিক বিদেশী গল্পৰ অনুবাদো প্ৰকাশ হৈছিল। এনেদৰে নতুন বিষয়বস্তু অৱতাৰণাৰে 'সাদিনীয়া নৱযুগে' অসমীয়া সংবাদপত্ৰত বিজ্ঞানৰ নতুন উদ্যমৰ ৰেঙণি বিলাইছিল।

## পাঁচ

## অসমত বিজ্ঞান আলোচনী : জনপ্ৰিয়কৰণৰ বিভিন্ন স্তৰ

ষাঠিৰ দশকৰ আৰম্ভণিতে অসম বিজ্ঞান সমিতিয়ে অসমীয়া ভাষাৰ প্ৰথমখন বিজ্ঞান আলোচনী 'বিজ্ঞান জেউতি' প্ৰকাশ কৰিবলৈ লোৱা সিদ্ধান্তটো অসমত বিজ্ঞান-ৰচনাৰ ক্ষেত্ৰত লোৱা আটাইতকৈ গুৰুত্বপূৰ্ণ সিদ্ধান্ত আৰু 'বিজ্ঞান জেউতি'ৰ ধাৰাবাহিক প্ৰকাশ সমিতিৰ এক সুমহান কৃতি। ডেৰকুৰি বছৰতকৈয়ো অধিককাল 'বিজ্ঞান-জেউতি'য়ে বিজ্ঞানৰ বিভিন্ন বিষয়ৰ সম্পৰ্কে অলেখ ৰচনা প্ৰকাশ কৰি আহিছে। অসমৰ স্বল্পায়ু আলোচনীৰ মাজত প্ৰকাশনত অকণো যতি নপৰাকৈ একেৰাহে প্ৰকাশ হৈ থকা দীৰ্ঘদিনীয়া আলোচনী

হিচাপে ই প্ৰতিষ্ঠা লাভ কৰিছে। নিঃসন্দেহে 'বিজ্ঞান-জেউতি'ৰ ধাৰাবাহিক প্ৰকাশ অসম বিজ্ঞান সমিতিৰ একনিষ্ঠ অবিচল সাধনা আৰু বিজ্ঞানৰ প্ৰতি সমাজত গঢ়ি উঠা আকৰ্ষণৰ প্ৰতীক।

অসমত বৰ্তমান বিজ্ঞান সম্পৰ্কে লেখামেলা কৰা প্ৰতিজন লোকেই ছাত্ৰাৱস্থা বা আন সময়তো 'বিজ্ঞান-জেউতি'ৰ লগত জড়িত বুলিলে বঢ়াই কোৱা নহ'ব। আশানুৰূপ নহ'লেও এইসকল লোকেই বিভিন্ন আলোচনী, বাতৰিকাকতৰ জৰিয়তে অসমীয়া ভাষাত বিজ্ঞানৰ শেহতীয়া বাতৰিৰ লগত অসমীয়া পঢ়ুৱৈক চিনাকি কৰি দিছে। 'বিজ্ঞান-জেউতি'ত বিজ্ঞান-ৰচনাৰ জনপ্ৰিয়কৰণৰ ধাৰা এটাৰ আৰ্হি নোপোৱাহেঁতেন এনে ধৰণৰ বিজ্ঞান-লিখনি ওলালহেঁতেন নে, ই সন্দেহৰ কথা।

ত্ৰিশ বছৰীয়া পৰিক্ৰমাত 'বিজ্ঞান-জেউতি'য়ে বিজ্ঞান ৰচনাৰ আৰু বৈজ্ঞানিক বিষয়বস্তুৰ উপস্থাপনৰ বিভিন্ন ৰূপৰ পৰীক্ষা-নিৰীক্ষা কৰিছে আৰু এই ক্ষেত্ৰত অনেক সাফল্যও আনিছে। সময়ৰ লগে লগে অসম বিজ্ঞান সমিতিৰ, লগতে 'বিজ্ঞান-জেউতি'ৰো লক্ষ্য উদ্দেশ্যত গুৰুত্ব স্থাপনৰ কেন্দ্ৰ বিন্দুৰ সালসলনি ঘটিলেও সাধাৰণভাৱে বিজ্ঞানৰ ধ্যান-ধাৰণাৰ প্ৰচাৰেই ইয়াৰ মুখ্য উদ্দেশ্য। তথাপিও সময়ে সময়ে সামান্যভাৱে হ'লেও সলনি হৈ থকা উদ্দেশ্যৰ অধ্যয়নো শিক্ষণীয়।

প্ৰথম বছৰৰ দ্বিতীয় সংখ্যাৰ নিয়মাৱলীৰ শিতানত আছিল: 'বিজ্ঞান-জেউতি'লৈ প্ৰকাশৰ বাবে পঠোৱা সকলো প্ৰবন্ধ, আলোচনা, মূলগত বৈজ্ঞানিক তথ্যালোচনা, বা-বাতৰি, অনুবাদ আদি সৰ্বসাধাৰণে বুজিব পৰা হোৱা উচিত। সাময়িক বৈজ্ঞানিক আৱিষ্কাৰ বা বিজ্ঞানৰ প্ৰয়োগ আদিৰ মনোগ্ৰাহী সুসংযত আলোচনা আদিও প্ৰকাশৰ বাবে গ্ৰহণ কৰা হ'ব।' (মাৰ্চ, ১৯৬২, মিনধৰ বৰঠাকুৰ)।

দ্বিতীয় বছৰত সম্পাদক হয় ভবেন্দ্ৰনাথ শইকীয়া। প্ৰথম সংখ্যাৰ সম্পাদকীয়ত 'বিজ্ঞান-জেউতি'ৰ লক্ষ্য-উদ্দেশ্যৰ সম্পৰ্কে আলোচনা এটাত কোৱা হ'ল: "বিজ্ঞানৰ প্ৰসাৰ আৰু প্ৰচাৰক উদ্দেশ্য বুলি ধৰি লৈ ... বিজ্ঞানৰ কথা আৰু বিজ্ঞানক কেন্দ্ৰ কৰি ৰচিত প্ৰবন্ধপাতি, বা-বাতৰি, প্ৰশ্ন, অনুবাদ-প্ৰবন্ধ আদি আমি প্ৰকাশৰ কাৰণে বিচাৰো। সাধাৰণ পাঠকে বুজিব পৰাকৈ লিখা প্ৰবন্ধৰ ওপৰত আমি বিশেষ গুৰুত্ব দিওঁ। ... প্ৰবন্ধ আলোচনা আদিত বৈজ্ঞানিক শব্দবোৰৰ অসমীয়া ৰূপ যিমান বেছি সম্ভৱ ব্যৱহাৰ কৰাটো আমি বাঞ্ছা কৰো। প্ৰয়োজন হ'লে ব্যৱহাৰ কৰা অসমীয়া শব্দটোৰ লগতে মূল ইংৰাজী শব্দটো দিব লাগে।" ... "বিজ্ঞান-জেউতিক আমি লাহে লাহে কোমল মনৰ ল'ৰা-ছোৱালীৰ মনত বিজ্ঞানৰ প্ৰতি আগ্ৰহৰ বীজ সিঁচা অভিভাৱকৰ ৰূপ দিবলৈ চেষ্টা কৰিছোঁ।" ... (সম্পাদকীয়, ২য় বছৰ, ১ম সং) আকৌ একেজন সম্পাদকেই কেঁচুৱা 'বিজ্ঞান জেউতি'ক সস্নেহ শিক্ষা দিয়াৰ আপডাল কৰি এইদৰে লিখিছে:

> "আমি বিজ্ঞান জেউতিক লাহে লাহে বিজ্ঞানৰ জনপ্ৰিয় ৰূপটোৰে সজাই পৰাই সাধাৰণ পাঠক-পাঠিকাই গ্ৰহণ কৰিব পৰা কৰাৰ কথা ভাবিছো। বিশেষকৈ স্কুলৰ শেষ আৰু কলেজৰ আৰম্ভণীৰ শ্ৰেণীকেইটাৰ ছাত্ৰ-ছাত্ৰীসকলৰ ওপৰত আমাৰ দৃষ্টি সজাগ কৰি ৰাখিব লাগে বুলি আমি ভাবো, কাৰণ বিদ্যাৰ ফালৰ পৰা যিকোনো বিষয়ৰ কাৰণে মানুহৰ অন্তৰত শিপা মেলাৰ এইটো বৰ সুবিধাজনক বয়স। ...
>
> "চিঠিৰ আকাৰত, গল্পৰ আকাৰত, কথোপকথনৰ আকাৰত, সকলোৰে জনপ্ৰিয় কৰি তোলাটোৰ প্ৰতি আমাৰ অধিক লক্ষ্য।"

চতুৰ্থ বছৰত সম্পাদক হোৱা শ্যামাপ্ৰসাদ শৰ্মাই নিয়মাৱলীত অধিক আনুষ্ঠানিকতা প্ৰদান কৰি বেটুপাতৰ ভিতৰৰ পিঠিত লিখিলে— "বিজ্ঞান জেউতিৰ প্ৰধান উদ্দেশ্য বিজ্ঞানৰ প্ৰসাৰ আৰু প্ৰচাৰ। ... বিজ্ঞান জেউতিত বিজ্ঞান-বিষয়ক আৰু বিজ্ঞানক কেন্দ্ৰ কৰি ৰচিত প্ৰবন্ধপাতি প্ৰকাশ কৰা হয়। ... সাধাৰণ পাঠকে আৰু ছাত্ৰ-ছাত্ৰীয়ে বুজিব পৰাকৈ সহজ ভাষাত লিখা হ'ব লাগে। ... বৈজ্ঞানিক শব্দবোৰৰ অসমীয়া প্ৰতিশব্দ যিমানদূৰ সম্ভৱ ব্যৱহাৰ কৰিব লাগে। এই ক্ষেত্ৰত অসম বিজ্ঞান সমিতিৰ 'অসমীয়া বৈজ্ঞানিক পৰিভাষা' অনুকৰণ কৰা নিতান্ত আৱশ্যকীয়। পৰিভাষাত নথকা বৈজ্ঞানিক শব্দৰ অসমীয়া প্ৰতিশব্দ দি তাৰ লগত বন্ধনীৰ মাজত ইংৰাজী শব্দটো দি দিব লাগে।"

অষ্টম সংখ্যাৰ পৰা কেইবাবছৰো ধৰি সম্পাদক হৈ থকা চন্দ্ৰ শৰ্মাই নিয়মাৱলীত মাথোন দুটা শব্দ যোগ দিলে: শব্দ দুটা, কিন্তু সময়টোলৈ চালে বেছ গুৰুত্বপূৰ্ণ, 'মাতৃভাষাৰ জৰিয়তে' এই দুটা শব্দ সুমুৱাই লিখিলে: "বিজ্ঞান জেউতি'ৰ প্ৰধান উদ্দেশ্য মাতৃভাষাৰ জৰিয়তে বিজ্ঞানৰ প্ৰসাৰ আৰু প্ৰচাৰ।" স্মৰণীয় যে ১৯৭২ চনত উচ্চ শিক্ষাৰ স্তৰত মাতৃভাষাত শিক্ষা দিব লাগে বুলি ৰাজ্যজুৰি আন্দোলন হৈছিল, দুয়োখন বিশ্ববিদ্যালয়ে এই সম্পৰ্কে গুৰুত্বপূৰ্ণ সিদ্ধান্তও লৈছিল। আমি ভাবো এই শব্দ দুটাৰ সংযোজনো তাৰে প্ৰকাশ্য ফল। ভাবিলে

আচৰিত লাগে, বুৰঞ্জীয়ে ইয়াৰ ঘটনাৱলীৰ সামগ্ৰী অবিশ্বাস্য যেন লগা ঠাইতো থৈ যায়।

দশম বছৰত একেজন সম্পাদকেই সামান্য সংশোধনী এটা সুমুৱালে: "বিজ্ঞান-জেউতিত সাধাৰণ পাঠক পাঠিকা আৰু ছাত্ৰ-ছাত্ৰীয়ে বুজিব পৰাকৈ লিখা জনপ্ৰিয় প্ৰৱন্ধ প্ৰকাশ হয।" (জুন, ১৯৭৪ চন) আগৰ 'সহজ ভাষাৰ' সলনি 'জনপ্ৰিয়' শব্দটোৰ ব্যৱহাৰ।

ইয়াৰ পিছত কেইবাজনো সম্পাদকে 'বিজ্ঞান জেউতি'ৰ সম্পাদনাৰ ভাৰ ললে যদিও নিয়মাৱলীৰ একো সালসলনি হোৱা নাছিল। ২২ শ সংখ্যাৰ পৰা (সম্পাদক, শ্যামাপ্ৰসাদ শৰ্মা) নিয়মাৱলীত অলপ বিতংকৈয়ে কোৱা হ'ল:

"বিজ্ঞান-জেউতি, অসম বিজ্ঞান সমিতিয়ে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা জনপ্ৰিয় কৰ'ব উদ্দেশ্যে প্ৰকাশ কৰা দুমহীয়া বিজ্ঞান আলোচনী।.....সাধাৰণ পঢ়ুৱৈৰ মাজত বিজ্ঞান সচেতনতাৰ উন্মেষ, প্ৰসাৰ আৰু প্ৰচাৰৰ লগতে উচ্চতৰ মাধ্যমিক (১০+২) মহলা পৰ্যন্ত ছাত্ৰ-ছাত্ৰীৰ উপযোগী প্ৰৱন্ধপাতি প্ৰকাশ কৰাই ইয়াৰ অন্যতম মুখ্য উদ্দেশ্য। ...সমিতিয়ে মূল উদ্দেশ্যৰ বিপৰীতে বক্তব্য থাকিলে, বা আন কিবা কাৰণত প্ৰৱন্ধপাতি আমন্ত্ৰিত হ'লেও প্ৰকাশ নহ'ব পাৰে। সম্পাদনাৰ জৰিয়তে প্ৰৱন্ধ-পাতি চুটি-দীঘল কৰা হ'ব পাৰে।"

প্ৰযুক্তিবিদ্যাৰ কথা পোন প্ৰথমবাৰৰ বাবে লিখিত ৰূপত অন্তৰ্ভুক্ত কৰা হ'ল। ২৫শ বছৰৰ পৰা নিয়মাৱলীৰ সলনি পঢ়ুৱৈ আৰু লেখক-লেখিকাৰ বাবে বানান আৰু বৈজ্ঞানিক পৰিভাষা সম্পৰ্কীয় নিৰ্দেশনাহে আছে— অৰ্থাৎ এতিয়া 'বিজ্ঞান জেউতি'ৰ লক্ষ্য-উদ্দেশ্য আদি বাৰংবাৰ ঘোষণা কৰিব নলগা অৱস্থা এটাত উপনীত হৈছেহি। আলোচনীখনৰ বিকাশত এনেবোৰ সালসলনিয়ে কিমান প্ৰভাৱ পেলাইছে জনা নাযায়; কিন্তু সুদীৰ্ঘকাল ধৰি দেখা গৈছে যে আলোচনীখনৰ অঙ্গসজ্জা, প্ৰবন্ধপাতিৰ বৈচিত্ৰ্য, ছবি, ৰেখাংকনৰ ব্যৱহাৰ, ইচ্ছুক লেখক-লেখিকাৰ সংখ্যাগত বৃদ্ধি আদি অনেক বিষয়ত 'বিজ্ঞান জেউতি'ৰ ৰহণ চৰিছে। আনহাতে, প্ৰথম কেইটামান সংখ্যাৰ অনিশ্চয়তা, আশা, কল্পনাৰ যি প্ৰাণময়তা আলোচনীখনৰ অৱয়ৱত সিক্ত হৈ আছিল, সেই প্ৰেৰণা যেন ক'ৰবাত হেৰাই গৈছে।

যাহওক, অসমীয়া ভাষাৰ একমাত্ৰ বিজ্ঞান আলোচনীখনৰ এই সুদীৰ্ঘ জীৱনকালৰ কেতবোৰ উল্লেখযোগ্য ৰচনাৰ সহায়েৰে ইয়াৰ বিকাশৰ ধাৰাটো নিৰীক্ষণ কৰিব পাৰি।

প্ৰথমতে, তিনিমহীয়া আলোচনী হিচাপে প্ৰকাশ হোৱাৰ পিছত ইয়াক দুমহীয়া কৰা হয়। লেখক-লেখিকালৈ নিবেদনত কোৱা হৈছে:

"বিজ্ঞান জেউতিলৈ প্ৰকাশৰ বাবে পঠোৱা সকলো প্ৰবন্ধ, আলোচনা, মূলগত বৈজ্ঞানিক তথ্যালোচনা, বা-বাতৰি, অনুবাদ আদি সৰ্বসাধাৰণে বুজিব পৰা হোৱা উচিত। সাময়িক বৈজ্ঞানিক আৱিষ্কাৰ বা বিজ্ঞানৰ আলোচনাসমূহত পৰ্যাপ্ত পৰিমাণে ব্যাখ্যা চিত্ৰ, নক্সা আদি থকা বাঞ্ছনীয়। প্ৰবন্ধসমূহত ব্যৱহৃত শব্দবিলাক যথাসম্ভৱ অসমীয়া শব্দই হোৱা উচিত। ...লিখক-লিখিকাসকলৰ সুবিধাৰ্থে ইতিমধ্যে পৰিভাষা সংকলন এটি ধাৰাবাহিকভাৱে এই আলোচনীত প্ৰকাশৰ ব্যৱস্থা কৰা হৈছে। লিখক-লিখিকাই নিজা পৰিভাষা ব্যৱহাৰ কৰিলে ইংৰাজী মূল শব্দটো বন্ধনীৰ ভিতৰত দিব লাগিব। ...প্ৰত্যেক প্ৰবন্ধ পৰিপাটীকৈ কাগজৰ এপিঠিত আমনি নলগা, সৰল, সহজ আৰু ৰসাল ভাষাত স্পষ্টভাৱে লিখিব লাগিব। ...প্ৰকাশৰ বাবে মনোনীত প্ৰবন্ধসমূহৰ লিখক-লিখিকাসকলক প্ৰবন্ধৰ গুণানুসাৰে পাৰিশ্ৰমিক দিয়া হ'ব। মৌলিক প্ৰবন্ধাদিৰ অনুবাদ আদিও প্ৰকাশ কৰা হ'ব।"

প্ৰথম সংখ্যাটো প্ৰকাশৰ পিছতেই যে অতি প্ৰেৰণাদায়ক সঁহাৰি পাইছিল তাৰ প্ৰমাণ দ্বিতীয় সংখ্যাৰ সম্পাদকীয়ৰ শেষৰ শাৰীকেইটা: "আমি শূন্যৰ পৰা আৰম্ভ কৰিছো। কিন্তু বিজ্ঞানৰ পৰিবেশবিহীন এই শূন্যতা ইতিমধ্যেই ক্ৰমান্বয়ে ভৰি আহিছে, সম্পাদকৰ সৰু টেবুল বিজ্ঞানৰ প্ৰবন্ধেৰে (আৰু সম্পাদকৰ হৃদয় আশাভৰা কৃতজ্ঞতাৰে) উপচি পৰিছে।" দ্বিতীয় সংখ্যাৰ প্ৰবন্ধসূচীৰে সঁচাকৈয়ে এটা পৰিপূৰ্ণ সংখ্যা। লিখকসকল আছিল ক্ৰমান্বয়ে ডঃ সুৰেন্দ্ৰনাথ শৰ্মা, ('কেল্লাৰ— ইয়াৰ তাৎপৰ্য আৰু অসমত ইয়াৰ প্ৰাধান্য', (বছৰেকীয়া অধিবেশনত দিয়া ভাষণ), মিনধৰ বৰঠাকুৰ ('বতৰ বিজ্ঞানৰ ইতিহাস'), ভূমিধৰ চৌধুৰী ('সোণ ৰূপহীৰাৰ টিপচহী লওঁ'), মহম্মদ গজনবী ('ৰেলগাড়ীৰ ইঞ্জিনটোৰ ভুৱা'। আমি জানি আশ্বস্ত হৈছো যে ইঞ্জিনিয়াৰিং কলেজৰ অধ্যাপকেও ৰচনাত হাত দিছিল। দুৰ্ভাগ্যবশতঃ এই ধাৰাটো ক'ৰবাত কোঙা হৈ ৰ'ল) কালিনাথ শৰ্মা ('তেজষ্ক্ৰিয়তা আৰু বংশগতি'— ভাষৰ স্বচ্ছন্দ প্ৰকাশ, বিষয়বস্তুৰ ওপৰত থকা সহজ দক্ষতা, উদাহৰণ উপমা আদিৰ নিমজ প্ৰয়োগ), হৰিপ্ৰসাদ বৰুৱা ('বানপানী আৰু গৰাখহনীয়া'), বিনয়কুমাৰ তামুলী ('বীজলাগাৰৰ কথা'), উষা ডেকা মহাপাত্ৰ ('ৰক্ত কণিকাত পিতৃত্বৰ

চিনাকি'), আচল্লাম উদ্দিন আহমদ ('ভ্ৰম উৎপাদন কৰা ঔষধ')। অন্যান্য ৰচনাৰ ভিতৰত আছে অসমীয়া পৰিভাষা, বিজ্ঞানৰ বা-বাতৰিত সমসাময়িক আৱিষ্কাৰসমূহে সমাজত সৃষ্টি কৰা সমস্যা, ট্ৰেঞ্জিষ্টৰৰ বিষয়ে আৰু ইয়াৰ উত্তেজনাময় সম্ভাৱনাৰ কথা, তৰাৰ সংঘৰ্ষৰ কাহিনী, সৌৰশক্তিৰ ব্যৱহাৰৰ প্ৰয়োজনীয়তা, কেন্সাৰৰ ঔষধ, কিডনি প্ৰতিষ্ঠাপন সম্পৰ্কে অনেক কথা।

কিন্তু এই সংখ্যাৰ মহত্তম সম্পদ হ'ল 'কুম্ভীৰ কথামুখম' (বা ৰাডাৰফোৰ্ডৰ পৰমাণু গঠন আৱিষ্কাৰ) নামৰ ৰচনাখন। লিখক সৌৰভ কুমাৰ চলিহা। নিঃসন্দেহে অসমীয়া সাহিত্যত এইখন অতি উচ্চ খাপৰ বিজ্ঞান ৰচনা। বিজ্ঞান সাহিত্যৰ এটা নতুন সম্ভাৱনাময় দিশ ৰচনাখনত প্ৰকাশ পাইছে। বিজ্ঞান আৰু সাহিত্যৰ ৰস যুগপৎ সমানভাৱে দিব পৰা এই বিধৰ ৰচনাৰ সৃষ্টি অৱশ্যে সঘনে আশা কৰিবও নোৱাৰি। লেখকৰ অপূৰ্ব ৰচনা কৌশলে শক্তিশালী কথা-সাহিত্যিকৰ মনোৰম কথনভঙ্গীৰ সুসমন্বয় ঘটাইছে সমানেই উজ্জ্বল এক বিৰল প্ৰতিভাৰ বিজ্ঞানীৰ চৰিত্ৰৰ অংকনত। বৈজ্ঞানিক বিষয়বস্তু আৰু ভাষাৰ ওপৰত থকা সমান দক্ষতাই অসমীয়া বিজ্ঞান সাহিত্যলৈ দান দিছে এই আটকধুনীয়া ৰচনাখন। দুৰ্ভাগ্যবশতঃ সকলো উত্তম বস্তুৰ দৰে সকলোৰে বাবে সমানে সুখপাঠ্য নহ'ব ৰচনাখন। ৰাডাৰফোৰ্ডৰ সহযোগী বিজ্ঞানীকেইজনৰ বিষয়ে অৱগত নহ'লে ৰচনাখনৰ পঠন অভিজ্ঞতা আধৰুৱা হৈ ৰ'ব।

দ্বিতীয় বছৰ প্ৰথম আৰু দ্বিতীয় সংখ্যাতে 'বিজ্ঞান জেউতি'ৰ প্ৰচুৰ সম্ভাৱনা দেখা দিছেহি— যেন মুকলি এখন প্ৰকাশৰ থলিলৈকে ডেকা বুঢ়া বিজ্ঞান-প্ৰেমী, বিজ্ঞানী কেইজনমান আগ্ৰহেৰে ৰৈ আছিল। দেশে-বিদেশে ঘটি থকা, বা ঘটি যোৱা বিজ্ঞানৰ কথাবোৰ তেওঁলোকে অসমীয়া ভাষাত প্ৰকাশ কৰিবলৈ বিচাৰি বিভিন্ন ধৰণৰ ৰচনা-শৈলী আৰম্ভ কৰিলে— কোনোৱে আৰম্ভ কৰিলে বিজ্ঞান-বিজ্ঞানীৰ আৱিষ্কাৰৰ আঁৰৰ ৰসাল কাহিনীৰ টুকিটাকেৰে, কোনোৱে আৰম্ভ কৰিলে চিঠিৰে আৰু চেষ্টা কৰিলে বিজ্ঞানৰ কঁথাবিলাক যিমান পাৰি সহজ যেন লগা ভাষাৰে ক'বলৈ ৰচনা কৰা চুটি দীঘল প্ৰবন্ধেৰে। মুঠতে আৰম্ভ হৈ গ'ল এক আৱিষ্কাৰৰ নিচা, নিজৰ মাতৃভাষাত নিজে ভালপোৱা বিষয়বোৰৰ কথা নিজৰ মানুহবোৰক কোৱাৰ মাদকতাৰ অভিজ্ঞতা। এই প্ৰথম কেইটা সংখ্যাৰ পৰাই এনে উত্তেজনা ভৰা ৰচনাৰে গোন্ধ পোৱা যায়।

দ্বিতীয় বছৰ প্ৰথম সংখ্যাৰ কেতবোৰ প্ৰবন্ধ আছিল উল্লেখ কৰা বিষয়সমূহৰ ওপৰত— 'গণিতৰ পথ প্ৰদৰ্শক ভাৰতবৰ্ষ' (ভূপতি চন্দ্ৰ ডেকাই ভাৰতবৰ্ষত গণিত চৰ্চা সম্পৰ্কে লিখা এখন মূল্যবান ৰচনা), 'মানুহ' (চিঠিৰ আকাৰে লিখা ভুৱনমোহন দাসৰ নৃতত্ত্ব পৰিচয় সম্বন্ধীয় সৰস ৰচনা), 'চন্দ্ৰলোকলৈ' (জুন ভাৰ্ণৰ 'এ চাউণ্ড দা মুন' নামৰ গ্ৰন্থৰ অনিল শৰ্মাই কৰা অনুবাদ), 'সূৰ্যৰ ভৱিষ্যৎ' (নক্ষত্ৰৰ ক্ৰমবিকাশৰ বিষয়ে লিখা বিনয় কুমাৰ তামুলীৰ প্ৰবন্ধ),বিকীৰ্ণ ৰশ্মি আৰু জীৱন (হীৰালাল দুৱৰা), সূৰ্যৰ দাগ আৰু গছৰ ওপৰত ইয়াৰ প্ৰভাৱ (ললিত চন্দ্ৰ দাস), মস্তিষ্ক কথাচৰিতম (কম্পিউটাৰৰ সম্পৰ্কে লিখা বিজয় কৃষ্ণ দেৱশৰ্মাৰ ৰচনা), আকাশৰ নিজা ৰং নাই (অমৰ তালুকদাৰ), দিগন্ত পাৰ হৈ (চুম্বকীয় মনোপলৰ বিষয়ে যজ্ঞেশ্বৰ হাতীবৰুৱাৰ ৰচনা), এটা সাধাৰণ ৰেডিঅ'ৰ ভিতৰখন (আনন্দ কুমাৰ বৰবৰা)। বিজ্ঞান জগতৰ বাতৰিত আছে মহাকাশ অভিযানৰ খতিয়ান। প্ৰবন্ধৰ শিৰোনামাই বিষয়বস্তুৰ বৈচিত্ৰ্য বৈভৱ প্ৰকাশ কৰে। ইয়াৰ উপৰি সম্পাদকীয়ৰ একাংশ হ'ল... "কিন্তু এদিন নহয় এদিন, সকলো নহ'লেও অন্ততঃ এদল মানুহ ওলাবই লাগিব, যিসকলে বিজ্ঞানক প্ৰকৃত জ্ঞান আহৰণ আৰু অনুসন্ধানী দৃষ্টিৰে গ্ৰহণ কৰি চৰ্চা কৰিব। ...'বিজ্ঞান জেউতি'ক আমি লাহে লাহে কোমল মনৰ ল'ৰা-ছোৱালীৰ মনত বিজ্ঞানৰ প্ৰতি আগ্ৰহৰ বীজ সিঁচা অভিভাৱকৰ ৰূপ দিবলৈ চেষ্টা কৰিছো। এই চেষ্টা কষ্টসাধ্য, কাৰণ আমাৰ সৰু ঠাইখনত বিজ্ঞানৰ কথা জনা আৰু সেই কথাবোৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে ৰস লগাই লিখি পেলাব পৰা মানুহ বিচাৰিহে উলিয়াব লাগিব। ছাত্ৰ-ছাত্ৰীসকলৰ ঘৰে ঘৰে থকা অভিভাৱকসকলৰ সহযোগিতা পালে এইজন অভিভাৱকেও মূৰ দাঙি উঠিব পাৰিব বুলি আমি আশা কৰিছো।" (২য় বছৰ, ১ম সং, পৃঃ ৬৯)।

'বিজ্ঞান জেউতি'ৰ ভৱিষ্যৎ সম্পৰ্কে চিন্তা-ভাৱনাৰ যেন ওৰ নপৰেই। দ্বিতীয় সংখ্যাৰ সম্পাদকীয়ৰ কিয়দংশ: "কিন্তু আমাৰ বাটত আটাইতকৈ ডাঙৰ অসুবিধা হিচাপে আমি পাইছো— প্ৰবন্ধৰ অভাৱক।" প্ৰবন্ধ বিচাৰি হাঁয়ৰাণ হোৱাৰ সময়ত সম্পাদকগৰাকীয়ে ক'বলগীয়া হৈছে— "প্ৰবন্ধ বাৰু আমাক নালাগে; বিজ্ঞানৰ কিবা ৰহস্যজনক বিষয়বস্তু এটা লৈ আমালৈ একোখন দীঘলীয়া চিঠিকে লিখকচোন, আমাৰ 'বিজ্ঞান জেউতি'ৰ কাৰণে, অৰ্থাৎ ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে তাকে সজাই-পৰাই তোলাৰ দায়িত্ব আমি লম। বৰঞ্চ এই ধৰণৰ প্ৰবন্ধক আমি বেছিকৈহে প্ৰশ্ৰয় দিম, কিয়নো

বিজ্ঞানৰ এটা বিষয়ক ৰচনাৰ আঁকাৰেৰে নীৰস কৰি তোলাতকৈ চিঠিৰ আকাৰত, গল্পৰ আঁকাৰত, কথোপকথনৰ আকাৰত সকলোৰে জনপ্ৰিয় কৰাৰ উদ্দেশ্যে আমালৈ তেখেতসকলৰ ৰচনা পঠিয়াই সহায় কৰিবলৈ আমি অনুৰোধ কৰিছো।"

এই সংখ্যাতেই আছে চিঠিৰ আকাৰত লিখা ভুবন মোহন দাসৰ নৃতত্ত্ব সম্পৰ্কীয় ৰচনা চমৎকাৰ উপস্থাপন। হীৰালাল দুৱৰাৰ বিজ্ঞানীৰ জীৱনৰ টুকুৰা-টুকুৰ কাহিনী, যজ্ঞেশ্বৰ হাতীবৰুৱাই সহজ ঠাচত লিখা বিজুলীৰ সাগৰ, যশোদানন্দ ভড়ালীৰ মহাভ্যান্তৰলৈ যাত্ৰাত কোন মুহূৰ্তত জিন, ক্ৰমজমৰ পৰা ডি এন এ অণুয়েই যে ক্ৰমজমত থাকি জীৱদেহৰ সমূহ বৈশিষ্ট্য বহন কৰে এইবোৰ কথা, ইমান নিৰহ নিপানীকৈ কৈ গৈছে— পঢ়ুৱৈক সুন্দৰ সুন্দৰ বাক্যৰ মাজেদি ধাৰণাৰ পৰা ধাৰণান্তৰলৈ লৈ গৈছে, টলকিবই নোৱাৰাকৈ। জিন, ডি-এন-এ আদিয়ে আচলতে কি কৰে মানৱ শৰীৰত, তাৰ বৰ্ণনা দিছে অতি নাটকীয়ভাৱেই এনেদৰে, "DNA কেৱল ক্ৰমজম সমূহতেই থাকে। তেনেহ'লে DNA তে জীৱদেহৰ সমূহ বৈশিষ্ট্য নিহিত থাকে নেকি ? অতি গুৰুত্বপূৰ্ণ প্ৰশ্ন। সাংঘাতিক প্ৰশ্ন! সঁচাকৈ এবিধ ৰাসায়নিক দ্ৰব্যৰ ভিতৰতে জীৱৰ সকলো শাৰীৰিক, মানসিক আৰু জৈৱিক বৈশিষ্ট্য সোমাই থাকিব পাৰেনে ? কেৱল DNA নামক দ্ৰব্যৰ ভিতৰতে নিহিত থাকিব পাৰেনে তিলফুল হেন নাক, হৰিণীৰ দৰে চকু আৰু চম্পাকলিৰ নিচিনা আঙুলি ? বা আইনষ্টাইন, ফেৰাডেৰ নিচিনা বৈজ্ঞানিক, ৰবীন্দ্ৰনাথ, ৱৰ্ডচ্ৱৰ্থৰ নিচিনা কবি, তানচেন, বিটফেনৰ নিচিনা সঙ্গীতজ্ঞৰ গুণাৱলী। বা হিমফিলিয়া (Haemophilia), বহুমূত্ৰৰ নিচিনা ৰোগ! ...." (২য় সংখ্যা, পৃঃ ২২, ১৯৬৪)। মহাকৰ্ষণৰ বিষয়ে লিখা পুলিন দত্তৰ ৰচনা, গোবিন্দ চন্দ্ৰ ডেকাৰ জেনেভাৰ আন্তৰ্জাতিক সন্মিলনৰ প্ৰতিবেদন, অৰুণ শইকীয়াৰ দাঁতৰ বিষয়ে লিখা এক দীঘলীয়া ৰচনা, হৰেকৃষ্ণ গায়নৰ ভূ-তত্ত্বৰ বিষয়ৰ ৰচনা, পৃথিৱীৰ আদি ইতিহাস, ভূবিদ্যা সম্পৰ্কীয় পৰিভাষাৰ সংকলন, আৰু প্ৰায় ষোলটামান বিজ্ঞান জগতৰ বাতৰিৰ টুকুৰা।

চতুৰ্থ বছৰৰ 'বিজ্ঞান জেউতি'ত প্ৰকাশ পোৱা পুণ্ডৰীকাক্ষ ভড়ালীৰ 'লেচাৰ আৰু মেচাৰ' এটি সুন্দৰ, সৰল, পূৰ্ণাংগ প্ৰবন্ধ, ছাত্ৰ-ছাত্ৰীৰ বাহিৰেও যিকোনো অনুসন্ধিৎসু লোকে পঢ়ি ভাল পাব পৰা। আৱিষ্কাৰৰ সাত-আঠ বছৰৰ ভিতৰতে বিষয়টোৰ সম্পৰ্কে ইমান প্ৰাঞ্জল অসমীয়া ৰচনা সঁচাই গৌৰৱৰ কথা। লিখকৰ স্বকীয় জিজ্ঞাসা অবিহনে এনে ৰচনা অসম্ভৱ।

ষষ্ঠ বছৰৰ বিভিন্ন শিতানত আছে কেইটামান নিয়মীয়া প্ৰবন্ধ: 'এনেকুৱাও ঘটে'ত বিজ্ঞানীৰ জীৱনীৰ টুকুৰা কাহিনী, ইতস্ততঃ যৎকিঞ্চিৎ (মহৎ লোকৰ বিজ্ঞান সম্পৰ্কীয়য় বাণী), জীৱনী, নতুন খবৰ, ছাত্ৰ-ছাত্ৰীৰ ৰচনা, সাজো আহা, বিজ্ঞানৰ ধেমালি— তোমালোকৰ প্ৰশ্ন আৰু আমাৰ উত্তৰ, পাঠক-পাঠিকাৰ শিতান, শব্দ শৃংখল, ইত্যাদি। এবোজা ৰচনা, বিভিন্ন বিষয় আৰু লিখনিত involvement -ৰ স্পষ্ট চাপ। এয়া আছিল 'বিজ্ঞান জেউতি'ৰ প্ৰথম ছটা বছৰ। পাঠক-পাঠিকাৰ সঁহাৰি প্ৰেৰণাসঞ্চাৰী। "নেফাৰ দৰে এখন অন্ধকাৰ ঠাইতেই আমি বিচাৰি পাইছো পোহৰৰ ৰেঙনি"— এয়া আছিল টিৰাপৰ ফুনচাৰ এজন ছাত্ৰৰ 'বিজ্ঞান জেউতি'ৰ সম্পৰ্কে অভিমত।

অষ্টম বছৰৰ প্ৰথম সংখ্যাৰ 'শিশু বিজ্ঞানীৰ চ'ৰা'ত ১৭টা বিভিন্ন বিষয়ৰ ওপৰত তোলা প্ৰশ্ন, আহিছে অসমৰ বিভিন্ন ঠাইৰ পৰা ঘাইকৈ সৰু চহৰ বা গাৱঁৰ স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ পৰা। শব্দ শৃংখল প্ৰতিযোগিতাত আগৰ প্ৰতিযোগিতাৰ উত্তৰ আৰু বিজয়ীসকলৰ নামৰ পৰা জনা যায় অসমৰ গাওঁ-ভূঁই-চহৰৰ অনেক ছাত্ৰ-ছাত্ৰীয়ে অংশগ্ৰহণ কৰি কৃতকাৰ্য হোৱাৰ কথা। আলোচনীখনে প্ৰসাৰ লাভ নকৰিলে বা ছাত্ৰ-ছাত্ৰীৰ মাজত থিতাপি নাপালে এনে সঁহাৰি সম্ভৱনে ?

১৪শ বছৰৰ ৫ম, ৬ষ্ঠ সংখ্যাত 'বিজ্ঞান জেউতি'ত প্ৰকাশিত হৈছে ৰচনাসমূহৰ বিস্তৃত নিৰ্ঘণ্ট— এটা অতি কষ্টকৰ কিন্তু আপুৰুগীয়া সংযোজন।

ক্ৰমাৎ 'বিজ্ঞান জেউতি'ৰ চেহেৰা সলনি হৈ অহা দেখা যায়। প্ৰবন্ধসমূহ বেছি বেছি বিজ্ঞানগন্ধী হৈ অহা দেখা যায়। তাৰ মাজতো কিছুমান প্ৰবন্ধই প্ৰথম দুবছৰমান spiritটো ধৰি ৰাখিছিল। এই ছোৱা সময়ত নতুন নতুন বিষয়ৰ ওপৰতো ৰচনা প্ৰকাশ হৈছিল— ছাত্ৰ-ছাত্ৰীৰ বাবে বিশেষকৈ লিখাৰ উপৰিও ছাত্ৰ-ছাত্ৰীৰ ৰচনাও প্ৰকাশ হৈছিল। তদুপৰি আছিল এক বুজন পৰিমাণৰ প্ৰশ্ন আৰু সিবিলাকৰ উত্তৰ। প্ৰশ্নকৰ্তাসমূহ অসমৰ বিভিন্ন ঠাইৰ পৰা অহা। ১৯৭২-৭৯ লৈকে সম্পাদনা কৰা চন্দ্ৰ শৰ্মাৰ মতে: 'আলোচনীখনে কিমান জনপ্ৰিয়তা অৰ্জন কৰিছে তাক আমি গম পাওঁ আমালৈ অহা চিঠি-পত্ৰবোৰৰ পৰা। আমাৰ আলোচনীৰ প্ৰচাৰো প্ৰায় তিনিগুণ বাঢ়িছে।'

নবেল বঁটা বিজয়ীসকলৰ কৃতি আৰু প্ৰয়াত বিখ্যাত বিজ্ঞানীসকলৰ স্মৃতি অৱধাৰিতভাৱে এইকেইটা সংখ্যাত প্ৰকাশ পাইছিল।

১৫ শ বছৰত হোৱা কেইটামান লক্ষণীয় পৰিৱৰ্তনৰ ভিতৰত আছে আগৰ সংখ্যাকেইটাৰ 'চেমনীয়াসকলৰ অনুসন্ধিৎসু মনৰ খোৰাক যোগোৱাৰ' লক্ষ্যেৰে সন্নিৱিষ্ট কৰা 'বিজ্ঞান জেউতি'ৰ চেমনীয়া চ'ৰাৰ অপসাৰণ। ইয়াত আছিল অনেক প্ৰশ্ন আৰু চেমনীয়াৰ নিজা ৰচনা; লগতে উৎসাহ যোগাবলৈ প্ৰশ্নকৰ্তালৈ পুৰস্কাৰ, শব্দশৃংখল আদিয়ে চ'ৰাটো আকৰ্ষণীয় কৰি তুলিছিল। আনকি চেমনীয়া চ'ৰাৰ সভ্য হৈ লোৱাৰ নিয়ম এটাৰ প্ৰচলন আছিল, যাতে চেমনীয়ায়ো 'বিজ্ঞান জেউতি'ৰ পৰিয়ালৰ এজন বুলি ভাবিব পাৰে। এই সংখ্যাৰ পৰা চ'ৰাটো গুচাই আৰম্ভ কৰিলে নতুন শিতান .. 'ন-বিজ্ঞানীৰ বিজ্ঞান-জেউতি'। ইয়াত আৰু সভ্য ভৰ্তি হোৱাৰ কথা নাই। প্ৰশ্নোত্তৰৰ ঠাইত আছিল 'কি কিয় কেনেকৈ' শিতান। আগতকৈ পৰিমাণত যথেষ্ট কম। অৱশ্যে আগৰ সংখ্যাবোৰতকৈ এই সংখ্যাৰ পৰা আলোচনীখন সুদৃশ্য হ'ল। বিজ্ঞান-বাতৰি নতুন এটা শিতান— ইয়াত পৰিৱেশন কৰা বাতৰিয়ে আগৰ চমু বাতৰিতকৈয়ো চুটি প্ৰবন্ধৰ ৰূপ ল'লে। ফল অৱশ্যে ভালেই হ'ল— কিয়নো অলপ আতিগুৰি মাৰি বাতৰিটো জনাব পৰা হ'ল।

১৭ শ বছৰত আকৌ সামান্য অদল-বদল। চেমনীয়াৰ চ'ৰা অধিক সমৃদ্ধ হৈ ওলাল, আগৰ দৰে প্ৰশ্ন-উত্তৰৰ বাহিৰেও প্ৰবন্ধৰ শেষত খালি ঠাইত 'জানানে'? বুলি কেতবোৰ বিজ্ঞান সম্পৰ্কীয় কথা প্ৰকাশ কৰা হ'ল। বিজ্ঞান বাতৰিৰ উপৰিও বিজ্ঞান বৰ্ণালি, কৃষিজগত, কুইজ, জীৱনী বুলি নতুন শিতান আৰম্ভ হ'ল। বিষয়বস্তুৰ বিস্তৃতিতো যতি নপৰিল। বিজ্ঞান-সাহিত্যৰ ওপৰত আলোচনাও প্ৰবন্ধৰ ৰূপত ওলাল।

প্ৰথম 'পৰিৱেশ সংখ্যা' ৰূপে প্ৰকাশ পায় ১৮ শ বছৰ ৩য় সংখ্যাটো। পৰিৱেশ সম্পৰ্কে বাঢ়ি অহা সচেতনতাৰ প্ৰকাশ হিচাপে ই এটা সুন্দৰ সংকলন। অসংখ্য চিঠি-পত্ৰ 'বিজ্ঞান জেউতি'ৰ এক আকৰ্ষণ। ইবিলাকত থকা বিভিন্ন প্ৰশ্ন, বিভিন্ন পৰামৰ্শ, কেতবোৰ দাবী যেনে— মাহেকীয়া বা পষেকীয়া ৰূপত 'বিজ্ঞান জেউতি'ক প্ৰকাশ কৰা, দাম বঢ়ালেও আপত্তি নাই, বিজ্ঞান ৰহস্য, গল্প আদিৰ প্ৰকাশ, অসমত চলা গৱেষণাসমূহৰ আভাস— আনকি গৱেষণা থেছিছসমূহৰ অসমীয়ালৈ অনুবাদ!

১৮ শ বছৰত প্ৰকাশ পোৱা 'বিশেষ মহাকাশ সংখ্যা' মহাকাশ সম্পৰ্কে ভাৰতীয় বিজ্ঞানীৰ ক্ৰমবৰ্দ্ধমান involvement আৰু কৃতিত্ব লাভৰ প্ৰতি জনোৱা সঁহাৰি। পূৰ্বৱৰ্তী সংখ্যাবোৰতকৈ কেইবাটাও বেলেগ দিশত ২০শ-২১শ সংখ্যাৰ 'বিজ্ঞান জেউতি'য়ে গতি কৰিলে। ঘৰে-বাহিৰে, মহিলাৰ বাবে আদি শিতানৰ উপৰিও অন্যান্য প্ৰবন্ধৰ সংযোগ, যেনে গণবিজ্ঞান বিপ্লৱ, প্ৰদূষণ-প্ৰযুক্তিৰ শোষণশীল ৰূপ আদিৰ বিষয়ে অনেক প্ৰবন্ধই ঠাই পায়। প্ৰদূষণৰ কিতাবীয় প্ৰবন্ধতকৈ ক্ষেত্ৰ অনুসন্ধানৰ ভিত্তিত ৰচিত কেইটামান প্ৰবন্ধৰ প্ৰকাশ এইকেইটা সংখ্যাৰ বৈশিষ্ট্য। বিদ্যায়তনিক মেকৰ পৰা বহল পৃথিৱীৰ পৰা শিক্ষা লোৱাৰ আনটো মেকলৈ যেন 'বিজ্ঞান জেউতি'ক লৈ যোৱা হ'ল। আগৰ ৰেহৰূপৰ লগত অভ্যস্ত অনেকেই ভাল নেপালেও নতুন পঢ়ুৱৈ এচামে এই ৰূপৰ আদৰণি জনালে। ফলস্বৰূপে 'বিজ্ঞান জেউতি'ৰ পৰৱৰ্তী সংখ্যাবোৰলৈ নতুন বিষয়বস্তু আহিল, ইয়াৰ চেহেৰাও সলনি হ'ল— ঠিক যেন ষোড়শী 'বিজ্ঞান জেউতি'য়ে সকলোকে আকৰ্ষণ কৰিবলৈ উঠিপৰি লাগিছে।

২২ শ সংখ্যাৰ পৰা যোগ হোৱা গুৰুত্বপূৰ্ণ শিতানটো আছিল সংগঠন-সংবাদ, য'ত অসমৰ কেউপিনে সিঁচৰতি হৈ থকা সমিতিৰ অসংখ্য শাখাৰ গুৰুত্বপূৰ্ণ কাৰ্যাৱলীৰ বিৱৰণ প্ৰকাশ পাইছিল।

২৪ শ সংখ্যাৰ পৰা 'দৃষ্টিকোণ' শিতানত একোটা বিষয়ত সম্পাদকৰ চুটি মন্তব্য সন্নিৱিষ্ট কৰা হৈ আহিছে— 'প্ৰকৃতি পৰিৱেশ মানুহ', 'ক্ষুদ্ৰতকৈয়ো ক্ষুদ্ৰ', 'স্বাস্থ্য আৰু চিকিৎসা', 'প্ৰযুক্তি বিদ্যা আৰু বিজ্ঞান', 'অসমীয়া বিজ্ঞান সাহিত্য কিছু চিন্তা' ইত্যাদি। ইয়াৰ পাছৰ পৰা 'বিজ্ঞান জেউতি'ৰ চেহেৰা একেই আছে কিন্তু spiritটো সলনি হৈছে। আগতকৈ ফিটফাট, দেখনিয়াৰ হ'ল হয়, কিন্তু ক্ষীণকায়াও হ'ল। পূৰ্বৰ ছাত্ৰ-ছাত্ৰীৰ বাবে থকা আচুতীয়া চ'ৰাৰ কাৰবাৰবোৰো নাইকিয়া হ'ল— কুইজ, শব্দ শৃংখল এটামান পৃষ্ঠাতে সুমুৱাই থোৱা হ'ল, সংগঠনৰ বাতৰি নিয়মীয়াকৈ দিবলৈ লোৱা হ'ল কিন্তু এনে লাগিছিল যেন এই স্মাৰ্ট বিজ্ঞান আলোচনীখনে গাৱেঁ-ভূঞে থকা স্কুলীয়া ল'ৰা-ছোৱালীক ক'ৰবাতে পিছ পেলাই আহিলে, আজিকালি নগৰীয়া ল'ৰা-ছোৱালীয়ে প্ৰাইভেট ট্যুইশ্যানৰ সহায়ত শিক্ষান্ত পৰীক্ষাত এওঁলোকক ক'ৰবাতে পিছ পেলাই অহাৰ দৰে। গ্ৰাহকৰ সংখ্যা বাঢ়িল নে জনা নাযায়, কিন্তু পঢ়ুৱৈ বিশেষকৈ ছাত্ৰ-ছাত্ৰী পঢ়ুৱৈৰ প্ৰতি এক নিৰ্বিকাৰ মনোভাৱ স্পষ্ট। সময়ৰ লগতে খোজ মিলাওতে ভৰ ডেকা বয়সৰ 'বিজ্ঞান জেউতি' চিত্ৰ আদিৰ সংযোজনেৰে আগতকৈ বহুত উন্নত, ছপাও ধুনীয়া। বিষয়বস্তুৰ পৰিধিও বহুত বহল— ফুলেৰিণৰ পৰা God and the new physics গ্ৰন্থৰ সমালোচনালৈ, আণৱিক জীৱ বিজ্ঞানত যুগান্তকাৰী সাফল্যৰ বতৰাৰ পৰা ব্ৰহ্মপুত্ৰৰ

পৰিবেশলৈ— অনেক বিষয়, অনেক তথ্যৰ সমাবেশ ঘটিছে। কিন্তু এই সকলোবোৰ নিকা, চকচকীয়া 'বিজ্ঞান জেউতি'ৰ পাতত পামনে আমি 'কোমল মনৰ ল'ৰা-ছোৱালীৰ মনত বিজ্ঞানৰ প্ৰতি আগ্ৰহৰ বীজ সিঁচা অভিভাৱক'ৰ ৰূপ ? হয়তো পৰীক্ষা-দৈত্যই গিলিবলৈ ধৰা এই চেমনীয়াহঁতৰ ('যি কোনো বিষয়ৰ কাৰণে মানুহৰ অন্তৰত শিপা মেলাৰ এই সুবিধাজনক বয়সৰ') বাবে অসমীয়া ভাষাত ওলোৱা 'বিজ্ঞান জেউতি'ৰ প্ৰবন্ধতকৈ Junior Science Refresher, বা brilliant tutorials- ৰ অনুশীলনবোৰহে অধিক লাভজনক। সেয়েহে এতিয়া 'বিজ্ঞান জেউতি'ত ছাত্ৰ-ছাত্ৰীৰ বাবে উপযোগী প্ৰবন্ধপাতিৰ প্ৰকাশ বৰকৈ নাই।

## ছয়
## শিশুৰ বাবে আলোচনীত বিজ্ঞান

অসমত শিশুৰ আলোচনীৰ আয়ুস অতি কম। গতিকে এনেবোৰ আলোচনীৰ সংগ্ৰহ সুলভ নহয়। ১৯৭৯ চনত 'আকাশ' নামৰ এখন আলোচনী প্ৰকাশ পায়। শিশু উপযোগী ভালেমান ৰচনাৰ ভিতৰত ইয়াৰ প্ৰায় এবছৰীয়া প্ৰকাশ কালত বিজ্ঞানৰ কেইখনমান সুন্দৰ ৰচনাও প্ৰকাশ হৈছিল। টমাছ আলভা এডিছনে শিশুৰ মন মোহাচ্ছন্ন কৰি তোলে। তেওঁৰ সাধাৰণ অৱস্থাৰ পৰা ইমানবোৰ অদ্ভুত আৱিষ্কাৰৰ গৌৰৱৰ অধিকাৰ হোৱা কাহিনী প্ৰতিটো শিশুৰে প্ৰিয়। 'আকাশ'তো এইজনা বিজ্ঞানীৰ জীৱনী এখন প্ৰকাশ পাইছে। আন আন ৰচনাৰ ভিতৰত চৰাই, কলম্বাছৰ আমেৰিকা আৱিষ্কাৰৰ কাহিনী, কয়লাৰ গঠন সম্পৰ্কে সহজ ৰচনা এখন আৰু হিমালয়ৰ জন্মকথা উল্লেখযোগ্য ৰচনা।

আন এখন সুন্দৰ শিশু আলোচনী 'সঁফুৰা' অত্যন্ত জনপ্ৰিয় হ'লেও প্ৰকাশৰ বিষম বেমেজালিৰ গুণে নিয়মীয়া নোহোৱাত ই শিশু পাঠকৰ ধৈৰ্যচ্যুতিও ঘটায়। দক্ষ সম্পাদনাৰ চিন আলোচনীখনৰ প্ৰচ্ছদপটৰ পৰা আৰম্ভ কৰি প্ৰতিখন ৰচনা, প্ৰতিটো বিষয়বস্তুতে আছে। প্ৰবন্ধবোৰৰ বাছনি, বিষয়বস্তু, ৰচনাৰীতি আদি সকলোতে গভীৰ মনোযোগিতাৰ ছাপ বৰ্তমান। শিশুৰ বাবে উপযোগী ভাষা, শিশুৱে ভাল পাব লগা বিষয়বস্তু আৰু শিকিবলগীয়া বিষয়সমূহৰো সুন্দৰ সুচিন্তিত উপস্থাপন ৰীতিৰে কেইটামান নিয়মীয়া শিতানত অন্য বিষয়বস্তুৰ লগত নিয়মীয়াকৈ বিজ্ঞান বিষয়ৰ আলোচনাও হয়। তদুপৰি দুই-এটা বিজ্ঞান-বিষয়ক ৰচনা প্ৰতিটো সংখ্যাত থাকেই। 'কিমান যে কথা, কিমান যে ঘটনা', 'তোমালোকৰ প্ৰশ্ন আৰু উত্তৰ' আদি সৰু সৰু উত্তৰ আৰু ৰচনাৰ মাজতো পঢ়ুৱৈৰ প্ৰতি যি সস্নেহ আত্মীয়তাৰ সুৰ ওলাইছে সি সঁচাকৈয়ে আলোচনীখনৰ বিশেষ সম্পদ।

'সঁফুৰা'ৰ আন এটা মৰম লগা শিতান 'ফুলনি'। ইয়াত ছাত্ৰ ছাত্ৰীয়ে নিজে ভাল পোৱা দুই-এটা বাতৰি বা ৰচনা অন্য ঠাইৰ পৰা গোটাই প্ৰকাশ কৰে। বিজ্ঞানৰ বাহিৰেও অন্য বিষয়েও ইয়াত ঠাই পায়। এনেবোৰ ৰচনাই বিজ্ঞানৰ (অন্য বিষয়ৰো) কথাবিলাক ছাত্ৰ-ছাত্ৰীক নিজাববীয়াকৈ ৰচনা কৰিবলৈ শিকায়। অনুশীলনটো নিশ্চয় বহুমূলীয়া।

'পঢ়ুৱৈৰ শিতান'তো আনকি প্ৰকাশিত প্ৰবন্ধপাতিৰ বিষয়েও সুন্দৰ শিক্ষাপ্ৰদ আলোচনা চলে। এবাৰ এজনে (তেখেত নিজেও 'সফুঁৰা'ত বিজ্ঞান বিষয়ৰ প্ৰবন্ধপাতি লিখে) আন এজনৰ লিখাত কিছু আসোঁৱাহ পাই তাৰ শুদ্ধ বৰ্ণনা দি শেষত এইবুলি মন্তব্য কৰিছে, "বিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধত বিজ্ঞানৰ ভেটি এৰি যাব নালাগে।" (২য় বছৰ, ৫ম সংখ্যা, পৃঃ ৫২) এনেবোৰ সাৱধানী কথাই, নিচেই সামান্য যেন লাগিলেও, বিজ্ঞানৰ বৈচিত্ৰ্যৰ প্ৰতি সজাগতা বঢ়োৱাত প্ৰভূত বৰঙণি যোগায়। 'সফুৰা'ৰ সম্পাদনা আৰু ইয়াৰ পৰিকল্পনাত এনেকুৱা অসংখ্য সৰু কথাৰ সমাহাৰ ঘটিছে কাৰণে আলোচনীখন সঁচাই শিশুকালৰ সঁফুৰা।

আলোচনীখনে শিশুৰ সৰু অভ্যাস গঢ়া বা বৈজ্ঞানিক দৃষ্টিভঙ্গী আয়ত্ত কৰাৰ ক্ষেত্ৰত কিমান গুৰুত্ব দিয়ে এই সম্পৰ্কে অনেক ব্যৱহাৰিক উপদেশো দিয়ে। ইয়াৰ বিভিন্ন ৰচনাত কেতিয়াবা এটা বা দুটা বাক্যৰ সহায়েৰেই এনে কথাবোৰ উপস্থাপন কৰা হয়। এটা উদাহৰণ হিচাপে 'ফৰটিনাইনাৰ্চ' বোলা ৰচনাখনত কেলিফোৰ্ণিয়ালৈ সোণ বিচাৰি ইউৰোপৰ নানা দেশৰ লোকে বিভিন্ন পথেদি অহাৰ বিৱৰণৰ অন্তত সম্পাদকৰ মন্তব্য এষাৰ আছে এই বুলি :

> "তোমালোকক আমি আগতে কেইবাবাৰো কৈছো— তোমালোকে মেজত মেপ বা মানচিত্ৰৰ কিতাপ (ভূ-চিত্ৰাৱলী) ৰাখিবাই। কিবা ঠাই এডোখৰ বা দেশ এখনৰ নাম পালে লগে লগে মানচিত্ৰত সেয়া ক'ত আছে চাবলৈ এতিয়াৰ পৰা অভ্যাস কৰিলে পাছলৈ বহুত সুবিধা হ'ব। ওপৰত লিখা হোৱা প্ৰবন্ধটো পঢ়ি লগে লগে ঠাইবোৰ মানচিত্ৰত চাই ল'লে তোমালোকৰ উপকাৰ হ'ব। নিয়ম মতে আমিয়েই লগতে এখন মানচিত্ৰ দিব লাগিছিল....। আমি ছপা কৰা বহুতো ৰচনাত ঠাইৰ নাম, দেশৰ নাম আদি থাকে, কিন্তু আমি কিমান মানচিত্ৰ ছপাম ?

গতিকে ভূচিত্ৰাৱলী একোখন লৈ তোমালোকে নিজকে সহায় কৰিবা আমাকো সহায় কৰিবা।" (চতুৰ্থ বছৰ, ১ম সংখ্যা পৃঃ ১৭)

আন্তৰিকতাৰ ইয়াতকৈ অধিক প্ৰকাশ কি হ'ব পাৰে ?

সাময়িক বৈজ্ঞানিক ঘটনাৰ বৰ্ণনাও আছে, কিন্তু নাই তাত চাঞ্চল্য সৃষ্টিৰ প্ৰয়াস। যথাসম্ভৱ সংযত আৰু অতিৰঞ্জন নোহোৱাকৈ 'চুপাৰনোভা'ৰ কথাও কোৱা হৈছে ১৯৮৭ চনৰ শেল্টন 1987-A চুপাৰনোভাক লৈ। লগতে সহজ ভাষাত আৰু প্ৰসংগক্ৰমে বিশ্ব ব্ৰহ্মাণ্ডৰ সম্পৰ্কেও সাধাৰণ পৰিমিত ধাৰণা দিয়া হৈছে। বৈজ্ঞানিক ৰচনাৰ বিশিষ্ট গুণসমূহৰ কৰ্ষণৰ সুন্দৰ চানেকি হৈ পৰিছে সঁফুৰাৰ অনেক ৰচনা :

"পৰীক্ষা কৰি জনা গৈছে আজিৰ পৰা প্ৰায় হাজাৰ বছৰৰ আগতে জাৱাৰত এই শিল্প গঢ়ি উঠিছিল। যি সময়ত বিশ্বৰ মানুহে দস্তা উলিওৱাৰ পদ্ধতি জনা নাছিল, সেই সময়তে জাৱাৰত এই কাম পূৰ্ণোদ্যমে চলিছিল। তেতিয়া ভাৰতবৰ্ষই এই বিষয়ত ইউৰোপকো চেৰ পেলাইছিল।"

ৰাজস্থানৰ উদয়পুৰৰ ওচৰত অৱস্থিত দস্তা আৰু সীহৰ খনি জাৱাৰৰ বিষয়ে লিখোতে উপৰি উক্ত কথাখিনিও লিখা হৈছে। পাশ্চাত্যৰ তুলনাত হীনমন্যতাত ভোগা ভাৰতীয়ক নিজৰ অতীত গৌৰৱৰ কথা সোঁৱৰাই দিয়াও প্ৰয়োজনীয় কথা। পঞ্চম প্ৰজাতিৰ কম্পিউটাৰৰ বিষয়ে লিখা ৰচনা (৫ম বছৰ, ১১শ সং, পৃঃ ৩৬)ৰ পাছৰ আন এটা সম্পাদকীয় মন্তব্য আছিল, "এই কথাখিনিৰ এটাইখিনি তোমালোকে বুজিবা বুলি আমি ধৰি লোৱা নাই। কথাখিনি জানিবলগীয়া খবৰ হিচাপে পঢ়ি থবা।"

সম্পাদকৰ আন্তৰিকতা প্ৰকাশ পাইছে কেতবোৰ সৰু সুৰা খুটিনাটিলৈ দিয়া মনোযোগসমূহৰ জৰিয়তে। উদাহৰণস্বৰূপে এবাৰ এটা সাধুকথাত 'অন্তিম তুষাৰ যুগ' বোলা নাম এটি আছিল। অনেক পঢ়ুৱৈয়ে এই বিষয়ে প্ৰশ্ন কৰাত গল্পটোৰ লিখকৰ হতুৱাই 'অন্তিম তুষাৰ যুগ'ৰ সম্পৰ্কে এক বৈজ্ঞানিক ৰচনা লিখোৱাই প্ৰকাশ কৰিছে।

এনেবোৰ কাৰণতে 'সঁফুৰা' -আসক্ত শিশুৱে শৈশৱৰ ডেওনা পাৰ হৈযো 'সঁফুৰা'ৰ মাজত হেৰোৱা শৈশৱ বিচাৰি চায়।

'মুকুতা' আন এখন সমসাময়িক শিশু আলোচনী ১৯৮৭ চনৰ পৰা কেইবছৰমানলৈকে প্ৰকাশ পাই আছিল। শিশু-উপযোগী অন্যান্য ৰচনাৰ লগতে প্ৰতি সংখ্যাতে একোটাকৈ বিজ্ঞান-বিষয়ক আলোচনা ইয়াত প্ৰকাশ পাইছিল। 'মুকুতা'ৰ অন্যতম আকৰ্ষণ এখন বিজ্ঞান-ভিত্তিক শিশু উপন্যাস— "ট্ৰাইটনৰ অভিযান"— ৰুছ ভাষাত প্ৰকাশিত শিশু উপন্যাস এখনৰ আধাৰত দীনেশ চন্দ্ৰ গোস্বামীৰ ৰচনা। মনোৰম কাহিনী, গোস্বামীৰ দক্ষ কথনভঙ্গী, কিন্তু এনেকুৱা বিজ্ঞান কল্পকাহিনী বুঢ়ী আইৰ সাধুৰ দৰেহে মনোৰম। মনোৰঞ্জনৰ বাহিৰে এনে কাহিনীৰ পৰা কোনো ধৰণৰ বৈজ্ঞানিক ধাৰণাৰ বিস্তাৰণ ঘটিব বুলি আশা কৰা অনুচিত।

শিশুৰ বাবে বিজ্ঞান আলোচনী 'আৱিষ্কাৰৰ' প্ৰথম প্ৰকাশ হয় ১৯৮৮ চনত আৰু বৰ্তমানেও 'নতুন আৱিষ্কাৰ' নামেৰে ইয়াৰ প্ৰকাশ অব্যাহত। ৰঙচঙীয়া বেটুপাত আৰু প্ৰায় প্ৰতিটো পৃষ্ঠাতেই থকা ছবিয়ে আলোচনীখনক চকুত লগা কৰি তুলিলেও প্ৰবন্ধপাতিৰ মানদণ্ড, বাছনি, ৰচনাৰীতি, আদি কেউফালৰ পৰা ই নিৰাশজনক। প্ৰথম কেইটামান সংখ্যা মহাকাশ সম্পৰ্কে উদ্ভূত উছাহৰ আতিশয্যতে এই সময়ত অনেক ৰচনাত মহাকাশৰ বিভিন্ন কথা আলোচনা কৰা দেখা যায়। দুৰ্ভাগ্যক্ৰমে সৰহবোৰ লিখনিত বৈজ্ঞানিক তথ্যপাতিতকৈয়ো মহাকাশৰ উত্তেজনাময় দিশটোতহে অধিক গুৰুত্ব দিয়া দেখা যায়। বিশেষকৈ ছাত্ৰ-ছাত্ৰীৰ বাবে ৰচিত হোৱা ৰচনাসমূহত কোনটো বিজ্ঞান, কোনখিনি কল্পনা ঠাৱৰ কৰিব নোৱাৰা হোৱাটো সুখজনক নহয়। এই বিষয়ে বিজ্ঞানভিত্তিক প্ৰবন্ধকাৰ আৰু সম্পাদক যথেষ্ট সচেতন নহয় যেন লাগে।

চন্দ্ৰপৃষ্ঠত আবাসভূমি গঢ়ি তোলাৰ সম্পৰ্কে লিখা প্ৰবন্ধ এটাৰ সামৰণি মাৰিছে এনেকৈ : "হিচাপ কৰি দেখা গৈছে যে আঁচনিখনৰ বাবে ১১,০০০ টন কংক্ৰিট আৰু ২২৭ টন লোহাৰ প্ৰয়োজন হ'ব। কংক্ৰিটৰ বাবে চিমেণ্ট লাগিব ১৩৬০ টন আৰু পানীৰ পৰিমাণ হ'ব ৪৫০ যন। পানীখিনিৰ উৎপাদনৰ বাবে পৃথিৱীৰ পৰা ৫০ টন হাইড্ৰোজেন আমদানি কৰিব লাগিব।" (প্ৰথম বছৰ, ২য় সং, পৃঃ ১৩)। এনেবোৰ কথা কিমানদূৰ অৰ্থপূৰ্ণ ?

প্ৰবন্ধবিলাকৰ মাজেৰে কোনো অৰ্থবহ আঁচনি থকা যেন নালাগে। তদুপৰি প্ৰবন্ধবোৰৰ ভিতৰৰ কথাবোৰো চেলেংপেটেংকৈ সজোৱা, সেই আলোচনীখনত ঠিক প্ৰবন্ধবোৰ সজোৱাৰ নিচিনাকৈ। উদাহৰণ বাহুল্য নকৰি এটা উদাহৰণ দিলেই হ'ব : "সৌৰজগতৰ অষ্টম গ্ৰহ নেপচুনত উপগ্ৰহ চাৰিটা— ট্ৰাইটন (Triton) আৰু নিৰেড (Nered)। ট্ৰাইটন উপগ্ৰহটো জ্যোতিৰ্বিদসকলৰ বাবে ৰহস্য। আমাৰ চন্দ্ৰতকৈ ডাঙৰ এই উপগ্ৰহটোৱে Retrograde দিশত নেপচুনক প্ৰদক্ষিণ কৰে।" একে প্ৰবন্ধৰে আন এটা বাক্য, "প্লুটোৰ সৈতে

সমসাময়িকভাৱে ছাৰনে প্ৰদক্ষিণ কৰে।" (নতুন আৱিষ্কাৰ, ২য় বছৰ, ৩য় সং, ১৯৮৯, পৃঃ ১৩) উপৰিউক্ত বাক্যকেইটা অমনোযোগিতাৰ চূড়ান্ত নিদৰ্শন। উপগ্ৰহ চাৰিটা বুলি কৈ মাথোন দুটাৰ নামহে উল্লেখ কৰা, retrograde দিশ কি ? অসমীয়া ছাত্ৰৰে এনে এটা শব্দৰ অৰ্থ কেনেকৈ পাব ? আৰু 'সমসাময়িকভাৱে প্ৰদক্ষিণ' কৰা বুলিলে আমি কি বুজিব লাগিব ? এনেবোৰ বাক্য গাঁথনিয়ে যি কোনো ৰচনাৰ পৰাই পঢ়ুৱৈক দূৰত ৰাখে, বিজ্ঞানৰ ৰচনা হ'লেতো কথাই নাই।

শেহতীয়াকৈ 'নতুন আৱিষ্কাৰ'ত শিক্ষান্ত পৰীক্ষাৰ বিজ্ঞানৰ আদৰ্শ প্ৰশ্নকাকতৰ নমুনা প্ৰকাশ কৰিছে। আশা কৰা হওক এই ক্ষেত্ৰত অন্ততঃ লেখক আৰু সম্পাদকে অধিক সাৱধানতা ল'ব।

সুদৃশ্য বেটুপাত আৰু উন্নত ছপাৰে 'জ্ঞান-বিজ্ঞানে'ও পঢ়ুৱৈৰ মনোযোগ আকৰ্ষণ কৰিছিল। শিশুৰ উপযোগী বিভিন্ন প্ৰকাৰৰ প্ৰবন্ধ ইয়াত প্ৰকাশ পালেও সকলো ৰচনা সমানে ত্ৰুটিহীন নাছিল। 'গণিত কিয়নো লাগে ?' শীৰ্ষক ধাৰাবাহিক লিখনিটো উপৰুৱাকৈ লিখা ৰচনা। "মানুহে সাজিলে উচ্চ প্ৰাচীৰ। এইবোৰ কামত ক'ব নোৱাৰাকৈয়ে গণিতৰ পৃষ্ঠ জ্ঞান ব্যৱহৃত হ'ল।" বা "ক'ব নোৱাৰাকৈয়ে হয়তো এদিন আদিম মানুহৰ কোনোবা জ্ঞানী ব্যক্তি এজনে অনুভৱ কৰিলে গণনাৰ প্ৰয়োজনীয়তা।" —এনেবোৰ বাক্য অন্য বিষয়ত বক্তব্যৰ খালি ঠাই পূৰাবলৈ ব্যৱহাৰ কৰিব পাৰিলেও গণিতৰ আলোচনাত মুঠেই ব্যৱহাৰোপযোগী নহয়। কেৱল শব্দৰ সুশ্ৰাব্য সমাহাৰেৰেই বিজ্ঞান ৰচনা হ'ব নোৱাৰে। আকৌ একে প্ৰবন্ধৰে অন্য অংশত কম্পিউটাৰৰ সন্দৰ্ভত লিখা কথাখিনি, "ৰামায়ণ আৰু মহাভাৰতৰ যুগত আমাৰ ভাৰতত গণিতৰ জ্ঞান আছিল অতি ওখ খাপৰ। সেই সময়ত মেঘৰ আঁৰত থাকি যুদ্ধ কৰাৰ পৰা ভিন ভিন আগ্নেয়াস্ত্ৰ সাজি পদাৰ্থৰে পদাৰ্থ প্ৰতিহত কৰাকৈ প্ৰয়োজন হোৱা গণিতৰ জ্ঞান তেওঁলোকে আয়ত্ত কৰিছিল।" (১ম বছৰ, ২য় সং, পৃঃ ৪১) এনেবোৰ কথা শিশু আলোচনীৰ কতোয়েই থাকিব নালাগে, গণিত বিষয়ৰ প্ৰবন্ধততো কথাই নাই।

'জ্ঞান-বিজ্ঞান'ত ধাৰাবাহিকভাৱে প্ৰকাশিত 'বিজুলীৰ সঁচা সাধু'ত অতি আকৰ্ষণীয় ৰূপত এক সময় অনুক্ৰম ৰক্ষা কৰি প্ৰাথমিক, উচ্চ প্ৰাথমিক ছাত্ৰ-ছাত্ৰীৰ স্তৰত উপযোগীকৈ বিদ্যুৎ চুম্বকত্বৰ বিষয়ে লিখা হৈছে। অন্যান্য পঢ়ুৱৈয়ে লিখনিটোত সাহিত্যৰ সোৱাদো উপভোগ কৰিব পাৰিব।

শেহতীয়াকৈ প্ৰকাশ পোৱা আৰু অনেক কিশোৰ-কিশোৰীৰ মন উদ্বেলিত কৰি নাইকিয়া হোৱা আনখন উল্লেখযোগ্য আলোচনী, নামেই যাৰ সংজ্ঞা, 'কিশোৰ'। অন্যান্য বহুত বিষয়ৰ সুনিৰ্বাচিত প্ৰবন্ধৰ লগতে 'কিশোৰ'ৰ প্ৰতিটো সংখ্যাতেই বিভিন্ন বিষয়ত বৈজ্ঞানিক ৰচনাসমূহত প্ৰকৃতিৰ পৰিবেশৰ লগত চিনাকি কৰি দিয়াৰ লগতে মহাকাশৰ ৰহস্যৰ প্ৰতি বিস্ময়বোধ, বিজ্ঞানীৰ প্ৰতিভাৰ প্ৰতি শ্ৰদ্ধা আৰু অন্যান্য প্ৰাকৃতিক ঘটনাৰ বিজ্ঞানসন্মত ব্যাখ্যাৰ প্ৰতি সজাগ অন্বেষণৰ ভাব সৃষ্টি কৰিবলৈ চেষ্টা কৰা হৈছিল। স্বাস্থ্য বিষয়ক আলোচনায়ো 'কিশোৰ'ত যথেষ্ট গুৰুত্ব পাইছিল। 'কিশোৰ'ত প্ৰকাশ পোৱা পৰিবেশৰ কাহিনীকেইটাৰ কথনভঙ্গী মনোৰম আৰু বিষয়সমূহো গল্পৰ মাজেৰে পাঠকৰ মনত প্ৰোথিত হৈ ৰয়। পৰিবেশ বিজ্ঞানৰ মূল কথাখিনি এই তিনিটা গল্পৰ মাজেৰেই সজীৱ ৰূপত প্ৰকাশ পাইছে।

দুৰ্ভাগ্যৰ কথা এয়ে যে আলোচনীখনৰ মুঠেই আঠোটা সংখ্যাহে প্ৰকাশ পালে। ছাত্ৰ-ছাত্ৰীৰ মাজত ক্ৰমাৎ বাঢ়ি অহা পৰীক্ষা-সৰ্বস্বতাই এনে অনীহাৰ কাৰণ হ'ব পাৰেনে ? যিয়েই কি নহওক, 'কিশোৰ'ৰ বিলুপ্তি অসমীয়া ভাষাৰ আলোচনীৰ ক্ষেত্ৰত পৰম ক্ষতি।

### সাত
### বিজ্ঞান আলোচনাৰ শেহতীয়া ধাৰা

'সাদিনীয়া নৱযুগ'ৰ পাছত সুস্থিৰভাৱে প্ৰকাশিত অসমীয়া আলোচনী 'প্ৰকাশ' ওলায় সত্তৰৰ দশকৰ মাজভাগত। আশী দশকৰ আৰম্ভণিত 'প্ৰান্তিক' আৰু শেষৰ ফালৈ ওলোৱা 'সূত্ৰধাৰ' আন দুখন প্ৰভাৱশালী পষেকীয়া কাকত। মূলতঃ সাহিত্য-সংস্কৃতিৰ মাহেকীয়া আলোচনী হ'লেও 'প্ৰকাশ'ত ভালেমান উল্লেখযোগ্য বৈজ্ঞানিক প্ৰবন্ধ ওলাইছিল। ক'বলৈ গ'লে দুই বিশেষ ধৰণৰ বৈজ্ঞানিক আলোচনাৰ সূত্ৰপাত হয় 'প্ৰকাশ'ৰ পাততেই। এহাতে ভাৰতৰ বিভিন্ন গৱেষণা অনুষ্ঠানৰ কৃতিত্বপূৰ্ণ গৱেষণাসমূহ প্ৰাঞ্জল ভাষাৰে বৰ্ণনা কৰা আধুনিক বিজ্ঞান-সাংবিদিকতাধৰ্মী এলানি ৰচনা, আনহাতে বিজ্ঞানৰ কেতবোৰ বিষয়ে মানুহৰ সভ্যতা-সংস্কৃতিৰ উপাদানসমূহক প্ৰভাৱিত কৰি সৃষ্টি কৰা বিজ্ঞান-মূলক সাহিত্য-প্ৰকাশতে এই দুইবিধৰ অভ্যুদয় আৰু বিকাশ হয়। 'প্ৰকাশ'ৰ বৈশিষ্ট্যৰ লগত সংগতি ৰাখি এনে ৰচনাসমূহ ৰচিত হোৱা। 'প্ৰান্তিক' আৰু 'সূত্ৰধাৰ' পষেকীয়া বাৰ্তালোচনী হোৱাৰ কাৰণে স্বাভাৱিকতে ইয়াত প্ৰকাশ পোৱা ৰচনাসমূহৰ মুখ্য উদ্দেশ্যই হৈছে সমকালীন ঘটনাৰাজিৰ সৈতে পঢ়ুৱৈ সমাজৰ সম্পৰ্ক স্থাপন কৰা, বৈজ্ঞানিক ক্ষেত্ৰৰ

ৰচনাৱলীও সেয়েহে এনে আলোচনীয়ে প্ৰকাশ কৰাৰ তাগিদা অনুভৱ কৰে। তদুপৰি শিক্ষা-সংস্কৃতি আৰু সামাজিক ক্ষেত্ৰত লাভ কৰা অগ্ৰগতিৰ ফলত আৰু অন্য ঠাইৰ অভিজ্ঞতা আহৰণ কৰি স্থানীয় সমস্যাৰ সমাধানৰ ক্ষেত্ৰত বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ প্ৰযোগৰ সম্পৰ্কে ক্ষেত্ৰভিত্তিক বৈজ্ঞানিক অধ্যয়নো বিজ্ঞান প্ৰযুক্তি বিদ্যাৰ ৰচনাৰ বিষয়বস্তু হৈ পৰে। সমসাময়িক অন্যান্য কাকত-আলোচনীসমূহতো ছেগাচোৰোকাকৈ হ'লে এনেকুৱা বিষয়বস্তুৰেই প্ৰকাশ পাইছিল।

এই তিনিখন আলোচনীত প্ৰকাশিত বৈজ্ঞানিক ৰচনাসমূহক ঘাইকৈ তিনিটা ধাৰাত ভাগ কৰিব পাৰি— বিশুদ্ধ আৰু প্ৰায়োগিক বিজ্ঞানৰ ৰচনা, ব্যাখ্যামূলক ৰচনা আৰু সংবাদধৰ্মী ৰচনা। ন-পুৰণি অনেক বৈজ্ঞানিক তথ্য আৰু তত্ত্ব, বৈজ্ঞানিক প্ৰয়োগ, ক্ষেত্ৰভিত্তিক বৈজ্ঞানিক তথ্যপাতিৰ বৰ্ণনাক বিশুদ্ধ আৰু প্ৰায়োগিক বিজ্ঞানৰ ৰচনাৰ শাৰীত থব পাৰি। বিজ্ঞানৰ প্ৰযোগ বা তত্ত্বৰ বৈশিষ্ট্যৰ সৃষ্টিশীল ব্যাখ্যা দ্বিতীয় বিধৰ ৰচনাত পোৱা যায়। এনে ৰচনাত লিখকৰ নিজস্ব ৰুচি অনুযায়ী বাছি লোৱা বিষযৰ জৰিয়তে নিজস্ব ৰচনাশৈলীৰ ব্যৱহাৰেৰে বিজ্ঞানৰ প্ৰকৃতি, বিজ্ঞানে সৃষ্টি কৰা ক্ৰিয়া প্ৰতিক্ৰিয়া বা ইয়াৰ ক্ৰমবিকাশ অধ্যয়ন কৰা হৈছে। বিজ্ঞান প্ৰযুক্তি বিদ্যাৰ সমসাময়িক প্ৰযোগ আৰু বিকাশৰ ৰচনাসমূহ আৰু জীৱনীমূলক ৰচনাকো সংবাদমূলক ৰচনাৰ শাৰীত থ'ব পাৰি— কাৰণ জীৱনীও হৈ যোৱা বৈজ্ঞানিক ঘটনা এটাৰে বৰ্ণনা মাথোন, এনে দৃষ্টিভঙ্গীতেই প্ৰায়বোৰ বিজ্ঞানীৰ জীৱনী লেখা যেন লাগে।

ওপৰত উল্লেখ কৰা ধৰণৰ বিশুদ্ধ বিজ্ঞানৰ ৰচনা 'প্ৰকাশ'ত নাই বুলিবই পাৰি। 'অমৃত গৰল— অপতৃণনাশক'ক (ডিচেম্বৰ, ১৯৮০, পৃঃ ৪৮) এই শাৰীত থব পাৰি। অপতৃণনাশকৰ বিষাক্ত ক্ৰিয়াৰ বিষয়ে চলাই থকা গৱেষণাৰ থূলমূল বিৱৰণ থকা এই প্ৰবন্ধটোৱে বিজ্ঞানৰ প্ৰয়োগৰ ক্ষেত্ৰতো সজাগ হোৱাৰ প্ৰয়োজনীয়তাৰ কথাই সকীয়াই দিছে। আনহাতে 'প্ৰান্তিক' আৰু 'সূত্ৰধাৰত' প্ৰকাশ পোৱা অনেক চিকিৎসাবিষয়ক প্ৰবন্ধ এনে বিধৰ। বিভিন্ন ৰোগৰ বিষয়ে ইহঁতৰ লক্ষণ, কাৰণ, উপশমৰ উপায়, ল'ব লগা সাৱধানতা আদিৰে 'সূত্ৰধাৰ'ত প্ৰকাশ পোৱা ডঃ প্ৰতুল গোস্বামীৰ এলানি প্ৰবন্ধ অসমীয়া বিজ্ঞান সাহিত্যৰ বাবে আপুৰুগীয়া সম্পদ। সহজ সৰল ভাষাৰে লিখা অতি উন্নত মানৰ এই প্ৰবন্ধমালাত লেখকৰ গভীৰ সমাজ-সচেতনতা প্ৰকাশ পাইছে। আন বিষয়ৰ এনে ৰচনা 'সূত্ৰধাৰ'ত নাই। আনহাতে 'প্ৰান্তিক'ত প্লাজমা, বংশগতি, জীৱদীপ্তি, এইড্ছৰ পৰা গুৱাহাটীৰ মহানগৰীৰ প্ৰাকৃতিক দুৰ্যোগ আৰু চমু ভূতাত্ত্বিক বিশ্লেষণ (১০ম বছৰ, ৭ম সং) বা অসমৰ বিলসমূহ আৰু এইবোৰৰ ভবিষ্যত (১২ শ বছৰ, ৭ ম সং) আদি বিভিন্ন বিষয়ৰ এনে ৰচনা প্ৰকাশ পাইছে।

দ্বিতীয় বিধৰ অনেক উচ্চমানৰ ৰচনাই তিনিওখন আলোচনীকে সমৃদ্ধ কৰিছে। বিষয়বস্তুৰ ব্যাপ্তি আৰু লেখকৰ নিজস্ব ৰচনাশৈলীৰ বৈচিত্ৰ্যই এই শ্ৰেণীৰ ৰচনাক বিজ্ঞান-ৰচনাসমূহৰ ভিতৰত বিশিষ্ট স্থান দিছে। সাধাৰণ পাঠকৰ বাবে এনে প্ৰবন্ধবোৰত অসুবিধা আছে কেতবোৰ বৈজ্ঞানিক শব্দৰ ব্যৱহাৰৰ পৰা, অথচ এনে শব্দ ব্যৱহাৰ নকৰিও নোৱাৰি। সাৱধানী লিখকে এনে সমস্যাৰ সমাধান নিজা ধৰীয়াকৈ কৰিছে কিন্তু সকলো লিখক এই বিষয়ত সমানে কৃতকাৰ্য হ'ব পৰা নাই। তদুপৰি দুই-এজনৰ ৰচনাত একেলগে কেইবাটাও বিষয় উত্থাপিত হোৱাৰ ফলত মূল বক্তব্য অস্পষ্ট হৈ ৰৈছে। আনহাতে এনেবোৰ ৰচনাত বিজ্ঞানৰ উপৰিও সমাজৰ অন্যান্য দিশো জড়িত হৈ থাকে কাৰণে বিভিন্ন বিষয়ৰ দৃষ্টিকোণৰ বৈপৰীত্য বা সাযুজ্য উপভোগ কৰিবও পাৰি। উদাহৰণস্বৰূপে পৱিত্ৰ বৰগোহাঞিয়ে 'বিজ্ঞানীৰ দায়িত্বত' (প্ৰকাশ, মে', ১৯৮০) আধুনিক বিজ্ঞানৰ পৰা উদ্ভৱ হোৱা অনেক নৈতিক পৰিণামৰ বিষয়ে আলোচনা কৰিছে— নৈতিক আৰু সাংস্কৃতিক মূল্যবোধ নাইকিয়া হোৱা, নতুন নৈতিক মূল্যবোধ গঢ়ি নুঠা আদি সমস্যাৰ কথা দাঙি ধৰিছে। বিজ্ঞান চৰ্চাৰ ক্ষেত্ৰত গভীৰ, পূৰঠ অভিজ্ঞতা নোহোৱাকৈ এনে গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত আলোচনা সম্ভৱ নহয়। আন এটা দিশৰ এখন ৰচনা অলক বুঢ়াগোহাঁইৰ 'তেজস্ক্ৰিয় বিকিৰণ আৰু আমাৰ পাৰিপাৰ্শ্বিকতা' (প্ৰকাশ, ১৩ শ বছৰ, জানুৱাৰী, ১৯৮৮) নিবন্ধত বিজ্ঞানৰ মহৎ আৱিষ্কাৰৰ লগত তেজস্ক্ৰিয়তাৰ লেখীয়া অশুভ পৰিণতিয়ে কেনেকৈ বিভিন্ন দিশত মানুহৰ পৰিবেশৰ বিনাশ সাধন কৰিব পাৰে সেই বিষয়ে আলোচনা কৰিছে। প্ৰাকৃতিক পৰিবেশৰ এনে ভঙ্গুৰতাৰ সম্পৰ্কে সজাগ হোৱা সতৰ্কবাণী আছে মহাকাশৰ ওপৰত লিখা অমৰজ্যোতি চৌধুৰীৰ প্ৰবন্ধ, 'মহাকাশ, সংযোগ আৰু সংস্থান' (প্ৰকাশ, ৮ম বছৰ, জুলাই ১৯৮৩)ৰ পৰাও। চৌধুৰীৰ প্ৰবন্ধত চিত্ৰিত হৈছে এখন আলফুলীয়া ঠুনুকা পৃথিৱীৰ বাসিন্দা হিচাপে সমগ্ৰ মানৱ জাতি— য'ত এটা পাতল বায়বীয় স্তৰ আৰু নিচেই ক্ষুদ্ৰ এটুকুৰা মাটিয়ে সমগ্ৰ মানৱ সভ্যতাক ধাৰণ কৰিছে।

পৰিবেশ প্ৰদূষণৰ কথা স্পষ্টভাৱে নকলেও সিদ্ধান্ত অনুমেয়।

'প্ৰান্তিক'ৰ পাততো এই বিধৰ ৰচনাত প্ৰদূষণ, লুপ্তপ্ৰায় বন্যপ্ৰাণী সংৰক্ষণ, ভবিষ্য বিজ্ঞান, বিজ্ঞান মানসিকতা আদি অনেক বিষয়ৰ চিন্তনীয় প্ৰবন্ধৰ সমাবেশ ঘটিছে। দিলীপ কুমাৰ দত্তৰ 'জলবিদ্যুৎ শক্তি আৰু এজন অসমীয়া ইঞ্জিনিয়াৰৰ উদ্যোগ' (প্ৰান্তিক, ১০ম বছৰ, ৭ম সং, ১৯৯১) পঢ়ি প্ৰশ্ন হোৱাটো স্বাভাৱিক— কেলেই এনে সুদক্ষ অসমীয়া ইঞ্জিনিয়াৰৰ পৰামৰ্শ গ্ৰহণ কৰি অসমত জলবিদ্যুতৰ সম্ভাৱনা বাস্তৱায়িত কৰা নহয়? 'প্ৰান্তিক'ৰ 'পত্ৰালাপ'ত প্ৰকাশিত চিঠি পত্ৰতো এনে চিন্তাৰ খোৰাক পোৱা যায়। 'কলামাহ: বিষাক্ত অথচ পুষ্টিকাৰক' নামৰ প্ৰবন্ধৰ সঁহাৰিত গাৱঁলীয়া এজন লোকে প্ৰশ্ন কৰিছিল: ''খাৰে কলামাহত থকা বিষখিনি গলাই নোহোৱা কৰেনেকি? আৰু সেই কাৰণেই আমাৰ জ্ঞানী আইতাহঁতে খেচাৰি দাইলত খাৰ দিয়াটো এটা নিয়মৰূপে লৈছিল নেকি? কলামাহৰ ওপৰত খাৰৰ প্ৰতিক্ৰিয়া কিবা হ'ব পাৰেনেকি? হ'লে কেনে ধৰণৰ?''

এনেবোৰ প্ৰশ্নৰ অৱতাৰণা হোৱাতেই বৈজ্ঞানিক ৰচনাৰ সাৰ্থকতা। 'প্ৰান্তিক'ৰ এলানি ৰচনাত 'টোকোলাইত থকা চাহপাত গৱেষণা কেন্দ্ৰৰ ইতিবৃত্ত' (১১শ বছৰ, ৭ম সংখ্যা) আৰু 'গুৱাহাটী বিশ্ববিদ্যালয়ত গৱেষণাৰ পৰিবেশ' (১১শ বছৰ, ফে / মা '৯২)ত অসমত চলি থকা বিজ্ঞান প্ৰযুক্তি বিদ্যাৰ গৱেষণাৰ বাতৰি প্ৰকাশ পায়। বৈজ্ঞানিক গৱেষণাৰ প্ৰতি সমাজৰ আগ্ৰহ জন্মোৱাত এনে প্ৰবন্ধপাতিয়ে গুৰুত্বপূৰ্ণ বৰঙণি যোগায়।

'সূত্ৰধাৰ'ত প্ৰকাশিত এনে বিধৰ ৰচনাৰাজিতো ঘাইকৈ পৰিবেশ প্ৰদূষণ, জনসংখ্যা বিস্ফোৰণ, ভাৰতৰ গৱেষণাৰ পৰিবেশ, আধুনিক পদাৰ্থবিজ্ঞানৰ ব্যাখ্যাৰ সমস্যা আদি বিষয় সন্নিবিষ্ট। ইয়াৰ এটা প্ৰবন্ধ- বাৰ্ধক্য: আধুনিক সমাজৰ প্ৰতি এক প্ৰত্যাহ্বান (সূত্ৰধাৰ ২য় বছৰ, ১২শ সং)ত শাৰীৰিক মানসিক সামাজিক আদি বাৰ্ধক্যৰ সকলো দিশ খৰচি মাৰি আলোচনা কৰা হৈছে। এনে এটা সামাজিক সমস্যাৰ আলোচনা লেখকৰ সামাজিক দায়িত্ববোধৰ পৰিচায়ক।

সংবাদধৰ্মী বিজ্ঞান ৰচনা তিনিওখন আলোচনীতে বহুল পৰিমাণে আছে আৰু দেখা যায় যে পূৰ্বৰ বিজ্ঞান বাতৰিজাতীয় ৰচনাতকৈ এই সংবাদধৰ্মী বিজ্ঞান ৰচনাবোৰ বিষয়বস্তুৰ বিভিন্নতা, ৰচনাশৈলীৰ বৈভৱ আৰু লেখকৰ সংখ্যাধিক্য কেউপিনৰ পৰাই উন্নত। অসমীয়া ভাষাত সংবাদধৰ্মী ৰচনাৰ বৰ্তমান অৱস্থা যথেষ্ট টনকিয়াল।

## আঠ

## সাপ্তাহিক, দৈনিক বাতৰিকাকতত বিজ্ঞান

অসমত বিভিন্ন সময়ত প্ৰকাশ পোৱা সাপ্তাহিক, তিনিদিনীয়া, দৈনিক কাকতবিলাকতো কম-বেছি পৰিমাণে বিজ্ঞান সম্বন্ধীয় আলোচনা ওলাই থাকে। অগ্ৰণী সাপ্তাহিক 'অসম বাণী'য়ে সুদীৰ্ঘ দিন ধৰি প্ৰায় নিয়মীয়াকৈ বিজ্ঞানত ঘাইকৈ বিজ্ঞানৰ বাতৰি প্ৰকাশ কৰি বাট দেখুৱাই আহিছে। পিছলৈ বিজ্ঞান সম্পৰ্কীয় দীঘল প্ৰবন্ধপাতিও প্ৰকাশ কৰা দেখা গৈছে। বিশেষ সংখ্যাসমূহতো দীঘল ৰচনা আৰু বিজ্ঞান কল্প কাহিনী প্ৰকাশ পাইছে। 'সাপ্তাহিক জনমভূমি', 'দৈনিক জনমভূমি', 'অগ্ৰদূত', 'আজিৰ অসম', 'নতুন দৈনিক', 'আজিৰ বাতৰি' আদি প্ৰায়বোৰ কাকতত নানান লিখকৰ বিজ্ঞান সম্পৰ্কীয় ৰচনা প্ৰকাশ পোৱাটো এতিয়া সাধাৰণ কথা হৈ পৰিছে। ঘাইকৈ খেতি সম্পৰ্কীয় আলোচনাই সৰহ, তাৰ পাছতে স্বাস্থ্য-চিকিৎসা বিষয়ক আলোচনা, বিজ্ঞানৰ অন্যান্য বিষয়ৰ ৰচনা খুব কমেইহে পোৱা গৈছিল। কিন্তু এতিয়া অৱস্থা অনেক সলনি হৈছে। বিশেষকৈ যোৱা দুটা দশকত এনেবোৰ কাকতত নিয়মীয়াকৈ প্ৰকাশ পোৱা বিজ্ঞান-ৰচনা, বাতৰি আদিৰ সংখ্যা ক্ৰমাৎ বাঢ়ি আহিছে, লগতে এনে ৰচনাসমূহৰ গুণগত উৎকৰ্ষ হোৱাও দেখা গৈছে। সৰ্বসাধাৰণক জনাবলগীয়া বুলি ভবা বিজ্ঞানৰ কথাবোৰ একেই হোৱাৰ কাৰণে লিখক বেলেগ বেলেগ হ'লেও বিভিন্ন কাকতে-পত্ৰই প্ৰকাশ পোৱা বিষয়বস্তু প্ৰায় একেই— মহাকাশ, জ্যোতিৰ্বিজ্ঞান, স্বাস্থ্য চিকিৎসা বিজ্ঞানৰ নতুন-পুৰণি বিষয়সমূহ আৰু নিশ্চয়কৈ কব লাগিব, পৰিবেশ দূষণ। ইয়াৰ মাজতো অৱশ্যে গুৰুগম্ভীৰ বিষয়ৰ ওপৰতো দুই-এক বৈজ্ঞানিক ৰচনা নোলোৱাও নহয়— বিজ্ঞানৰ তত্ত্বৰ গূঢ়াৰ্থ ব্যাখ্যা, বিজ্ঞানৰ দৰ্শন, বিভিন্ন বিষয়ৰ বিকাশৰ বুৰঞ্জী, ইত্যাদি।

'প্ৰান্তিক' (১-১৫ মাৰ্চ, ১৯৮৮)ত প্ৰমোদচন্দ্ৰ নেওগ আৰু দীনেশচন্দ্ৰ গোস্বামীৰ যুটীয়া প্ৰবন্ধ এটাত অসমীয়া আলোচনী-বাতৰিকাকতত বিজ্ঞান ৰচনাৰ পৰিমাণৰ এটা পৰিসংখ্যা প্ৰকাশ পাইছিল। সেই সময়ৰ তথ্য অনুসৰিয়েই অসমীয়া কাকতসমূহত বিজ্ঞান-ৰচনাৰ পৰিমাণ সন্তোষজনক বুলি কোৱা হৈছিল। কেৱল বিজ্ঞান আলোচনীৰ সংখ্যা অন্য ৰাজ্যৰ তুলনাত অসমত নগণ্য বুলি অসম বিজ্ঞান সমিতিৰ আলোচনা চক্ৰ এখনত যুগুতোৱা প্ৰবন্ধ এটাত আক্ষেপ কৰা হৈছিল। ('অন্যান্য ভাৰতীয় ভাষাৰ বিজ্ঞান সাহিত্যৰ তুলনাত অসমীয়া বিজ্ঞান সাহিত্যৰ স্থান, বিষ্ণুৰাম ভূঞা, 'অসমীয়া বিজ্ঞান সাহিত্য' সঃ দীনেশ বৈশ্য, অসম বিজ্ঞান সমিতি,

১৯৮২)। বিজ্ঞানৰ প্ৰতি ইমান আদৰ দেখুওৱাৰ কাৰণ ঠাৱৰ কৰি 'প্ৰান্তিক'ৰ উপৰিউক্ত প্ৰবন্ধত লিখিছিল :

"আমাৰ বোধেৰে সম্পাদকসকলে সমাজ-জীৱনকে প্ৰতিফলিত কৰিছে। আমাৰ সমাজত বিজ্ঞানৰ চেতনা আৰু বিজ্ঞানৰ সাক্ষৰতা সদায়ে আছিল। আহাৰ পুষ্টি, ৰোগস্বাস্থ্য, পৰিষ্কাৰ-পৰিচ্ছন্নতা, আনকি অধিক কুসংস্কাৰ নোহোৱা মুকলি মন এই সকলো ক্ষেত্ৰত বৈজ্ঞানিক দৃষ্টিকোণ অসমীয়া সমাজে সদায় দেখুৱাই আহিছিল। এইখন সমাজৰ নতুন কথা শিকা, নতুন বিশ্লেষণ আয়ত্ত কৰা নিচাও সদায়ে আছিল। গতিকে আদিৰ পৰাই সম্পাদকসকলে আমাৰ আহাৰ পুষ্টি, ৰোগচিকিৎসা, স্বাস্থ্য পথ্য আদি নানা বিষয়ৰ কথাৰ উপৰি মহাকাশৰ পৰা পৃথিৱীৰ অন্তৰ্ভাগলৈকে নানা আমোদজনক জ্ঞানৰ কথাও তেওঁলোকৰ প্ৰকাশনত অন্তৰ্ভুক্ত কৰিছিল। এই কামত তেওঁলোকে পাঠকৰ দাবীকে প্ৰতিফলিত কৰিছিল। পাঠক সমাজৰ শিক্ষানুৰাগী মনটোৰ প্ৰতিও সন্মান জনাইছিল। এতিয়াও এই আৰ্হিৰ বিশেষ পৰিবৰ্তন হোৱা নাই।"

যোৱা তিনিটা দশক জুৰি অসমৰ বিভিন্ন আলোচনী, বাতৰিকাকতত বিভিন্ন ধৰণৰ বিজ্ঞানৰ ৰচনা প্ৰকাশ কৰি অহা দীনেশ চন্দ্ৰ গোস্বামীয়ে অসমীয়া বিজ্ঞান সাহিত্যত এক বিশিষ্ট স্থান লাভ কৰিছে। সংবাদধৰ্মী বিজ্ঞান ৰচনাৰ এক অপূৰ্ব ৰচনাৰীতি তেখেতে আয়ত্ত কৰিছে। কথোপকথন, নাট, গল্প, ৰচনা আদি বিভিন্ন আঙ্গিকৰ ব্যৱহাৰেৰে ল'ৰাৰ পৰা বুঢ়ালৈকে, শিক্ষিতৰ পৰা নব্যসাক্ষৰলৈকে বিভিন্ন স্তৰৰ বিভিন্ন লোকক বিজ্ঞানৰ আমোদজনকৰ পৰা ব্যৱহাৰিক দিশৰ অভিজ্ঞতা জনাবলৈ তেওঁ অহৰহ চেষ্টা কৰি আহিছে। 'বুধবাৰ', 'ৰংপুৰ', 'আগান', 'জ্ঞান-বিজ্ঞান বাৰ্তা'ৰ নিয়মীয়া শিতানত আৰু সময়ে সময়ে 'প্ৰকাশ', 'প্ৰান্তিক', 'বিজ্ঞান-জেউতি' আদি আলোচনীত তেওঁৰ সৰহভাগ ৰচনা ওলাইছে।

এইবোৰ কাকতত গোস্বামীয়ে ঘাইকৈ সৌৰজগত, জ্যোতিৰ্বিজ্ঞান, মহাকাশ, খাদ্য-স্বাস্থ্য, বংশগতি বিজ্ঞান, পৰিবেশ বিজ্ঞানৰ বিষয়ে আলোচনা কৰিছে। প্ৰবন্ধ ৰচনাৰ শিৰোনামাৰ পৰাই তেখেতে পাঠকৰ আগ্ৰহ জগাই তুলিবলৈ চেষ্টা কৰে। কেতবোৰ বাছকবনীয়া শিৰোনামা এনে ধৰণৰ : 'আফ্ৰিকাৰ ক'লী ইভ আমাৰ সকলোৰে আই' (বুধবাৰ, ১০ মে' ৮৯), 'ৰেডিঅ' জ্যোতিৰ্বিজ্ঞান : আকাশৰ জঞ্জালৰ সন্ধান' (৬ ছেপ্টেম্বৰ, '৮৯), 'ফ'ৰামিনিফৰা : দীঘল নামৰ সৰু জীৱটোৰ ডাঙৰ কাম' (২৫ অক্টোবৰ, '৮৯), 'পইতাচোৰাৰ পাকঘৰত দুঠেঙীয়া মানুহ' (১৫ নৱেম্বৰ, '৮৯), 'মহাকাশৰ জাবৰ : এমেৰিকাৰ হাতমোজা আৰু ৰুচিয়াৰ স্ক্ৰুড্ৰাইভাৰ' (২০ ডিচেম্বৰ, '৮৯), 'অপ্টিকেল ফাইবাৰ : খিৰিকিৰে জুমি চাবনেকি কলিজাৰ হাঁওফাওঁৰ ভিতৰলৈ' (২০ জুন, '৯০), 'জোনৰ জন্ম বৃত্তান্ত; তেওঁ বাৰু আমাৰ জোনবাই নে জোনমাহী' (১৩ মাৰ্চ, '৯১), 'আপোনাৰ তেওঁৰ মাহেকীয়া : তাত কোনো ৰোগ চুৰা অস্বাভাৱিকতা নাই' (৩ জুলাই '৯১), 'মানুহৰ হুবহু নকল : আপোনাৰ গাত কলম দি কৰা আপোনাৰ পুত্ৰ/কন্যা' (২৫ ডিচেম্বৰ '৯১), 'পোকৰ আঞ্জা, পোকৰ পিঠা; গুবৰুৱাৰ ঘুগনি আৰু আমৰলি পোকৰ চুপ' (ৰংপুৰ, ১০ নৱেম্বৰ '৯২)। এনে ধৰণৰ শিৰোনামাৰে কেতিয়াবা হাস্যৰস, কেতিয়াবা অদ্ভুতৰস. কেতিয়াবা কৌতুক, কেতিয়াবা ভাবুকি, সকীয়নি— নানা ধৰণে পাঠকৰ কৌতূহল সৃষ্টি কৰাত গোস্বামী পটু। আনহাতে নব্যসাক্ষৰৰ বাবে লেখা ৰচনাসমূহৰ শিৰোনামা পোনপটীয়া— 'অনাতাঁৰ কেন্দ্ৰৰ টো ভাহি আহে আমাৰ ৰেডিঅ'ত' (জ্ঞা বাৰ্তা, ১-১৫ জানুৱাৰী, '৯৫), 'পশীয়া তৰাবোৰ তৰায়েই নহয়, শিলৰ টুকুৰাহে' (জ্ঞা বাৰ্তা, ১-১৫ মাৰ্চ, '৯৫), 'আকাশৰ হাতীপটিখন তৰাৰ গাওঁহে' (জ্ঞা বাৰ্তা, ১-১৫ এপ্ৰিল '৯৪), 'শাক-পাচলি ফলমূল চকুৰ বাবেও ভাল' (১-১৫ আগষ্ট, '৯৪)। ইয়াতো বিষয়ৰ বৈচিত্ৰ্য বা বিস্তৃতিত বঢ়াটুটা হোৱা নাই।

শিৰোনামাই নহয়, প্ৰায়বোৰ ৰচনাৰ আৰম্ভণিও চমৎকাৰ। ৰচনাবোৰৰ উপস্থাপনৰ ক্ষেত্ৰত ছবি, বিজ্ঞাপনৰ নমুনা ইত্যাদিৰে সজোৱা, আনকি উপযুক্ত কাৰ্টুনৰ ব্যৱহাৰ মন কৰিবলগীয়া। এই সকলোতে প্ৰবন্ধটো আৰম্ভণিৰ পৰাই আকৰ্ষণীয় কৰাৰ বাবে প্ৰয়োজনীয় চিন্তা কৰাৰ প্ৰমাণ স্পষ্ট।

গোস্বামীৰ প্ৰবন্ধৰ এটা বৈশিষ্ট্য এই যে এইবোৰৰ পৰা বৈজ্ঞানিক তত্ত্ব আদিতকৈয়ো কেতবোৰ দিশত, যেনে মহাকাশ গৱেষণা, বংশগতি বিজ্ঞান আৰু কাৰিকৰী বিদ্যা আদিত অতি ব্যয়বহুল আঁচনি কিছুমানৰ বা-বাতৰি পাওঁহক। গৱেষণাৰ আঁচনিৰ অন্তৰ্ভুক্ত বিষয়বোৰৰ সম্পৰ্কে এটা সাধাৰণ ধাৰণা দিয়া হয়। বিষয়টোৰ অন্তৰ্ভুক্ত, কিন্তু সমাধান নোহোৱা সমস্যাৰ আভাস এনে ধাৰণাত সোমাই থাকে। ফলত গৱেষণা আঁচনিৰ বৰ্ণনা কৰোতে এই সমস্যাসমূহৰ সমাধানৰ সম্ভাৱনীয়তাও প্ৰকাশ পায়। বাতৰি পৰিবেশনৰ এনে পদ্ধতি ব্যৱহাৰ কৰাৰ ফলস্বৰূপে বিজ্ঞান স্কুলীয়া ছাত্ৰৰ কেৱল পাঠ্যপুথিৰ বিষয় হৈ নাথাকি সাধাৰণ লোকৰ দৈনন্দিন সমস্যাৱলীৰ এটা হৈ পৰে। উদাহৰণস্বৰূপে 'হাবল মহাকাশ দূৰবীণ'

(বু. ১৮ জুলাই, ১৯৯০ চন) নামৰ প্ৰবন্ধৰ একাংশ :

"হাবলৰ দূৰবীণৰ সহায়ত বিশ্বব্ৰহ্মাণ্ড প্ৰসাৰিত হৈ গৈ থকাৰ হাৰটো উলিয়াব পৰা যাব বুলি আশা কৰা হৈছে। এই গতিবেগ, অৰ্থাৎ বহলি যোৱাৰ এই হাৰ জানিব পাৰিলে তাৰপৰা জ্যোতিৰ্বিজ্ঞানীসকলে বিশ্বব্ৰহ্মাণ্ডখনৰ বয়স হিচাব কৰি উলিয়াব পাৰিব। মঙল গ্ৰহৰ ধূলিৰ ধুমুহা, বৃহস্পতি গ্ৰহৰ বায়ুমণ্ডল, বিটা দিষ্টৰিছকে ধৰি কেবাটাও তৰাৰ গ্ৰহৰ অৱস্থিতি, মহাকাশত শক্তিৰ ভাণ্ডাৰ, ব্লেক হ'লৰ অৱস্থিতি আদি নানা সমস্যা বিশদভাৱে অধ্যয়ন কৰা হ'ব।"

এনেবোৰ ৰচনাৰ সহায়েৰে তেখেতে পঢ়ুৱৈৰ পৰা কি আশা কৰে ? গোস্বামীৰ নিজৰ লিখনিৰ পৰাই ওলোৱা সমিধানবোৰ এনেকুৱা :

"আজিৰি পৰত 'বিজ্ঞান' পঢ়া কোনোবা আইতাই যদি জুয়ে পোৰাত নাতিয়েকৰ হাতখন পানীত জুবুৰিয়াই দিছে, মাহেকীয়া হোৱা তিৰোতাগৰাকীক 'বিজ্ঞান' পঢ়া কোনোবা কেৰাণী মহৰীয়ে যদি ৰোগগ্ৰস্ত অস্পৃশ্য বুলি নৌলে স্বাভাৱিক তিৰোতা বুলি স্বাভাৱিক কাম-কাজ কৰি থাকিবলৈ দিছে, 'বিজ্ঞান' পঢ়া চাৰিআলিৰ দোকানীজনে যদি দোকান বন্ধ কৰি উভতি আহোতে আকাশলৈ চাই বিস্ময় অনুভৱ কৰিছে, — তাতকৈ আমাক আৰু কি লাগে ?" (বুধবাৰ, ২ জুন, ১৯৯৩ চন)।

এনেদৰেই বিভিন্ন কাকত-আলোচনী আদিত প্ৰকাশ পোৱা প্ৰবন্ধ-পাতিৰ জৰিয়তে অসমৰ পঢ়ুৱৈ সমাজে কেৱল বিজ্ঞানৰ বিভিন্ন দিশত হোৱা গুৰুত্বপূৰ্ণ অগ্ৰগতিৰ থূলমূল আভাস পোৱাই নহয়, উন্নত দেশসমূহৰ বিজ্ঞান চৰ্চাই মানৱজাতি আৰু মানৱ সভ্যতাৰ অতীত, বৰ্তমান আৰু ভৱিষ্যত সম্পৰ্কে জগোৱা বিস্ময়, হতাশা আৰু আশাৰ অভিজ্ঞতাৰো ভাগ লয়।

## ন

## বিজ্ঞানৰ জনপ্ৰিয়কৰণ : 'জনবিজ্ঞান' আৰু 'দৃষ্টি'

বৈজ্ঞানিক ৰচনাৰ জনপ্ৰিয়কৰণৰ সন্দৰ্ভত আশীৰ দশকত প্ৰকাশিত দুখন ভিন্নসুৰী আলোচনীৰ নাম বিশেষভাৱে উল্লেখযোগ্য — 'দৃষ্টি' আৰু 'জনবিজ্ঞান'।

বিজ্ঞানক জনসাধাৰণৰ মাজলৈ সুমুৱাব পাৰিনে, বিশেষকৈ অসমৰ দৰে ঠাইত, য'ত শতকৰা ৪৫ জন লোকেই নিৰক্ষৰ, শতকৰা আশীভাগ লোকেই থাকে গাৱেঁ-ভূঞে, কৃষিয়েই য'ত উপজীব্য, আৰু যাৰ অধিকাংশ লোকেই আধুনিক যাতায়াত ব্যৱস্থাৰ পৰা অনেক নিলগত ? আন কথাত বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ আনুষঙ্গিক প্ৰায়োগিক সুফলসমূহৰ প্ৰত্যক্ষ অভিজ্ঞতা যি জনসংখ্যাৰ সংখ্যাগৰিষ্ঠই লাভ কৰাই নাই ? এই প্ৰশ্নৰ ওলোটা পিঠিৰ প্ৰশ্নটো হ'ল, অসমৰ বা ভাৰতৰ দৰে বিভিন্ন আৰ্থ-সামাজিক সমস্যাৰে জৰ্জৰিত দেশৰ বিজ্ঞানী / কাৰিকৰীবিদৰ পক্ষে বিজ্ঞান-কাৰিকৰী বিদ্যাৰ বিকাশত গুৰুত্বপূৰ্ণ মৌলিক অৰিহণা যোগোৱা সম্ভৱনে, য'ত সংখ্যাগৰিষ্ঠ লোকেই আধুনিক বৈজ্ঞানিক 'সংস্কৃতি'ৰ প্ৰত্যক্ষ প্ৰভাৱৰ পৰা বঞ্চিত ? এনেবোৰ প্ৰশ্ন দহ বছৰৰ আগতে লণ্ডনৰ পৰা প্ৰকাশিত 'নেচাৰ' নামৰ সুপ্ৰসিদ্ধ বিজ্ঞান-আলোচনীৰ ভাৰতত বিজ্ঞান-চৰ্চা সম্পৰ্কে ৰচিত এটা সুদীৰ্ঘ প্ৰতিবেদনৰ অন্তৰ্নিহিত প্ৰশ্ন। সম্ভৱতঃ সত্তৰ দশকৰ শেষ আৰু আশী দশকৰ প্ৰাৰম্ভিক কালত ভাৰতৰ বিভিন্ন ঠাইত সৃষ্টি হোৱা 'জনসাধাৰণৰ মাজলৈ বিজ্ঞান' জাতীয় অভিযানসমূহ এনেবোৰ প্ৰশ্নৰ সমিধানৰ প্ৰচেষ্টাই আছিল। কেৰালাত গঢ়ি উঠিছিল 'কেৰালা শাস্ত্ৰ সাহিত্য পৰিষদ'—যি পৰিষদ পোনতে বৈজ্ঞানিক ৰচনা-লেখকৰ সংগঠনহে আছিল। পিছলৈ ই কেৰালাত 'জনসাধাৰণৰ বাবে বিজ্ঞান'ৰ অভিযান আৰম্ভ কৰিছিল আৰু বিভিন্ন কাৰ্যসূচীৰে কেৰালাৰ ইমূৰৰ পৰা সিমূৰলৈ বিজ্ঞান-প্ৰচাৰ অভিযান গতিশীল কৰি তুলিছিল। ইয়াৰ বিস্তৃত কাৰ্যসূচীৰ অন্তৰ্গত আছিল কেৰালাৰ স্থানীয় প্ৰাকৃতিক সম্পদসমূহৰ অধ্যয়ন আৰু ইবিলাকৰ সাৰ্থক প্ৰয়োগেৰে স্থানীয় লোকৰ অৰ্থনৈতিক উন্নয়নৰ ব্যৱস্থা, দৈনন্দিন জীৱনৰ বিভিন্ন দিশত বৈজ্ঞানিক কাৰিকৰী জ্ঞানৰ প্ৰয়োগ আৰু বিজ্ঞান আৰু সমাজৰ সম্পৰ্কৰ বিভিন্ন দিশৰ সন্দৰ্ভত গাওঁভিত্তিক আলোচনা-চক্ৰ, ভিডিঅ' প্ৰদৰ্শন বা বিশেষজ্ঞৰ স্তৰৰ আলোচনা আৰু কেইবাখনো বিজ্ঞান সম্পৰ্কীয় আলোচনীৰ প্ৰকাশ। এই সমূহ প্ৰচেষ্টাই জনসাধাৰণক বিজ্ঞান কাৰিকৰী বিদ্যাৰ লগত পৰিচয় কৰোৱাৰ পৰিণতি আৰু ইয়াত নিয়োজিত আহিলাৰ কাৰ্যকৰিতা সম্পৰ্কে সজাগতা আনিলে। কেৰালা শাস্ত্ৰ সাহিত্য পৰিষদে নিজৰ অভিজ্ঞতা সম্পৰ্কে এখন সৰ্বভাৰতীয় সন্মিলন আয়োজন কৰি তেওঁলোকৰ অভিজ্ঞতাৰ প্ৰচাৰ কৰিছিল। এনেকুৱা চিন্তা-চৰ্চা আশীৰ দশকৰ আৰম্ভণিত এচাম লোকৰ মাজত সক্ৰিয় আছিল, আৰু তাৰ পৰিণতিস্বৰূপে অসমত প্ৰকাশ পাইছিল 'জনবিজ্ঞান' নামৰ বিজ্ঞানৰ প্ৰথম দুমহীয়া অসমীয়া ভাষাৰ বাতৰিকাকতখন।

১৯৮২ চনৰ অক্টোবৰ মাহত অসম বিজ্ঞান সমিতিৰ ডিব্ৰুগড় জিলা সমিতিৰ উদ্যোগত 'জনবিজ্ঞান'ৰ প্ৰথম সংখ্যা প্ৰকাশ পায়। অনিয়মীয়া প্ৰকাশৰ মাজেৰে

'জনবিজ্ঞান'ৰ শেষ সংখ্যা প্ৰকাশ পায় ১৯৮৫ চনৰ আগভাগত। মুঠতে ইয়াৰ বাৰটা সংখ্যা প্ৰকাশ পাইছিল। বাতৰিকাকতখনৰ লক্ষ্য ঘোষণাত কোৱা হৈছিল, "মানৱ সমাজলৈ আশীৰ্বাদস্বৰূপে অহা বিজ্ঞানৰ সুফলবোৰ সমাজৰ সকলো স্তৰৰ মানুহে পাব পৰা অৱস্থা এটা আনিবলৈ যি দৃষ্টিভংগীৰ দৰকাৰ তাক প্ৰচাৰ কৰাই 'জনবিজ্ঞান'ৰ লক্ষ্য।" বিজ্ঞানক গণমুখী কৰাৰ অৰ্থ ব্যাখ্যা কৰি কোৱা হৈছিল— "(এনে) প্ৰচেষ্টাৰ অৰ্থ হ'ল— নানাবিধ কুসংস্কাৰ, অন্ধবিশ্বাস আৰু 'শিক্ষা'ৰ নামত কুশিক্ষাৰ জঞ্জালত মজি থকা জনগণৰ মাজত বৈজ্ঞানিক চেতনা বঢ়োৱাৰ প্ৰচেষ্টা। বৈজ্ঞানিক চেতনাই জনগণক নিজৰ সামাজিক আৰু প্ৰাকৃতিক অৱস্থা চিনি লোৱাত সহায় কৰিব।" সেয়েহে বৈজ্ঞানিক চেতনা বঢ়াব পৰা ৰচনা, প্ৰবন্ধাদি প্ৰকাশৰ চেষ্টা কৰা হৈছিল।

'জনবিজ্ঞান' আছিল সমূহীয়া প্ৰচেষ্টাৰে চলোৱা সীমিত অৰ্থৰ 'জনসাধাৰণৰ বাবে বিজ্ঞান অভিযান'ৰ এটা নমুনা। ডিব্ৰুগড় জিলাত থকা অসম বিজ্ঞান সমিতিৰ সমূহ শাখাক একত্ৰিত কৰি জনসাধাৰণৰ মাজত বিজ্ঞানৰ প্ৰভাৱ গঢ়ি তোলাৰ লক্ষ্যেৰে প্ৰকাশ কৰা আলোচনী। দুমহীয়া আছিল যদিও ইয়াক সাধাৰণতে প্ৰকাশ পোৱা আলোচনীৰ আকাৰত প্ৰকাশ নকৰি আৰু আলোচনী বুলি নামকৰণ নকৰি আজিকালি প্ৰকাশ পোৱা সাপ্তাহিক কাকতবোৰৰ আকাৰত 'বাতৰি-কাকত' বুলি প্ৰকাশ কৰা হৈছিল, যাতে সাধাৰণ মানুহৰ আলোচনীৰ প্ৰতি থকা ধাৰণাই ইয়াক সাধাৰণ পঢ়ুৱৈৰ পৰা আঁতৰাই নাৰাখে। কাৰণ দেখা যায় বাতৰিকাকত এখন অতি নিঃসংকোচে মানুহে হাতত তুলি ল'লেও আলোচনী এখন সমানে সহজভাৱে নলয়।

সম্পাদকীয় 'আমাৰ কথা' শিতানত আছিল বিভিন্ন বিষয়ৰ চিন্তাৰ প্ৰকাশ। পৰিবেশ দূষণ সম্পৰ্কীয় সম্পাদকীয়ত শিল্পায়নৰ লগত পৰিবেশ দূষণৰ সম্পৰ্কৰ কথা আৰু লগতে সমস্যাসমূহ চিনাক্ত কৰা হৈছে এইবুলি, "এহাতে পুঁজিবাদত নিহিত থকা স্বাৰ্থপৰতা আৰু শোষণৰ বিৰুদ্ধে সৰ্বসাধাৰণ ৰাইজক, শিল্পোদ্যোগৰ লগত জড়িত বিজ্ঞানী, কাৰিকৰীবিদক তেওঁলোকৰ সামাজিক দায়বদ্ধতা সম্পৰ্কে, আৰু আনহাতে শিল্পোদ্যোগৰ বিভিন্ন কাৰিকৰী, অৰ্থনীতি, শিল্প, বিজ্ঞান আদিৰ সম্পৰ্কৰ বিষয়ে সমাজৰ সকলোকে সজাগ কৰি তোলা।"

কাৰিকৰী জ্ঞান সম্পৰ্কে সমাজৰ সকলো স্তৰত সজাগতা অনাৰ প্ৰয়োজনীয়তাৰ কথা পুনৰ উল্লেখ কৰা হয় শেষৰ সংখ্যাটোত, যত ভূপালৰ বিষাক্ত গেছৰ পৰিণতি আলোচনা কৰা হৈছে। সম্পাদকীয়ত কোৱা হৈছে: "ভূপালত ঘটা দুৰ্ঘটনাৰ পৰা পোৱা এটা শিক্ষণীয় অভিজ্ঞতা হ'ল যে বিজ্ঞানৰ জ্ঞান সকলো স্তৰতে বিয়পাই দিয়াটো অতি দৰকাৰী।" এনেকুৱা ঘটনাৰ পৰা বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ জ্ঞানক সৰ্বসাধাৰণ লোকৰ জীৱনৰ পৰা বিচ্ছিন্ন কৰি ৰখাটো বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ বিকাশৰ প্ৰধান অন্তৰায় বুলি চিনাক্ত কৰিব পাৰি। বিজ্ঞান প্ৰযুক্তিবিদ্যা ব্যাপক জনসাধাৰণৰ জীৱনৰ অংগ হৈ পৰিলেহে এনে জ্ঞান আৰু কলা-কৌশলসমূহক অধিক উন্নত কৰি তুলিব পৰা হয়। এই দুটা সম্পাদকীয়ৰ পৰা সমাজ আৰু বিজ্ঞানৰ আন্তঃসম্পৰ্কৰ সম্পৰ্কে কাগজখনৰ নীতি স্পষ্টভাৱে প্ৰকাশ পায়।

একেদৰে জাতীয় বিজ্ঞান নীতি আৰু বিজ্ঞান শিক্ষাৰ সম্পৰ্কতো একাধিক সম্পাদকীয়ত চোকা সমালোচনা প্ৰকাশ পাইছে। বিজ্ঞান-নীতিৰ ক্ষেত্ৰত কোৱা হৈছে জনগণৰ অৰ্থনৈতিক আৰু সামাজিক দাবীবোৰৰ লগত একীভূত কৰিব নোৱাৰিলে ভাৰতীয় বিজ্ঞান-নীতিয়ে ভাৰতীয় বিজ্ঞানৰ বৈপ্লৱিক উত্থান আনিব নোৱাৰে। কেইটামান সংখ্যাত প্ৰকাশ কৰা বিজ্ঞান শিক্ষাৰ ক্ষেত্ৰত থকা বিভিন্ন ত্ৰুটি-বিচ্যুতিৰ আলোচনাৰ পৰা এই বিষয়ত কাকতখনৰ নীতি আংশিকভাৱে হ'লেও বিকশিত হোৱা দেখা যায়। যি শিক্ষাই বিজ্ঞান সম্পৰ্কে সমাজত ভুল ধাৰণা জীয়াই ৰাখিছে আৰু হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীক বিজ্ঞান শিক্ষালাভৰ পৰা বঞ্চিত কৰিছে তেনে শিক্ষা ব্যৱস্থা অচিৰে নিৰ্মূল কৰিব লাগে বুলিও মন্তব্য কৰা হৈছে।

স্থানীয় সমস্যাৰ বিজ্ঞানভিত্তিক আলোচনাও সম্পাদকীয়ত প্ৰকাশ পাইছিল। 'বানপানী নিয়ন্ত্ৰণৰ সমস্যা' আৰু 'আন্ত্ৰিক ৰোগৰ চিন্তা' এনে দুটা আলোচনা।

সম্পাদকীয়সমূহৰ আলোচনা, মন্তব্য আদি আলোচনীখনৰ বিভিন্ন সংখ্যাত প্ৰকাশিত বিভিন্ন ৰচনাই সমৃদ্ধ কৰি তুলিছিল। প্ৰবন্ধবিলাকক দুভাগত ভগাব পাৰি— এভাগত বিজ্ঞান, প্ৰযুক্তিবিদ্যা সম্পৰ্কীয় আৰু দ্বিতীয়ভাগ বিজ্ঞান আৰু সমাজৰ আন্তঃসম্পৰ্কক লৈ। দ্বিতীয় ভাগত অন্তৰ্ভুক্ত আছিল স্বাস্থ্য, পৰিবেশ আৰু সমাজ জীৱনৰ বিভিন্ন দিশৰ লগত আন্তঃক্ৰিয়াৰত বৈজ্ঞানিক বিষয়সমূহ। 'জনবিজ্ঞান'ৰ শেষ সংখ্যাটো প্ৰকাশ পায় ১৯৮৫ চনৰ মাজভাগত। দহ পৃষ্ঠাৰ এই সংখ্যাটোত তাৰ আগৰ বছৰত হৈ যোৱা ভূপালৰ গেছ দুৰ্ঘটনাৰ ওপৰত সম্পাদকীয় আৰু এটা তাৎপৰ্যপূৰ্ণ প্ৰতিবেদনৰ উপৰিও সেই বছৰত অসমীয়া ভাষাত কমেও

দহখন বিজ্ঞানৰ কিতাপ প্ৰকাশ পোৱাৰ উপলক্ষে ৰচিত বিশেষ ৰচনা, 'এটি সুখবৰ'। ইয়াত কোৱা হৈছিল :

"গুণাগুণৰ কথা মনলৈ নানিও এটা কথা খাটাংকৈ কব পাৰি যে অসমীয়া ভাষাত বছৰত দহখন কিতাপ প্ৰকাশ পোৱাটো ধেমালি কথা নহয়, বিশেষকৈ যি সময়ত মুঠ প্ৰকাশিত (অসমীয়া) কিতাপৰ সংখ্যা (বছৰি) এশমানত পৰিছেগৈ। এদল বিজ্ঞান শিক্ষক বা বিজ্ঞানীয়ে অসমীয়া ভাষাত বিজ্ঞানৰ বিভিন্ন বিষয় পৰাপক্ষত সহজ ভাষাত প্ৰকাশ কৰিবলৈ কৰা প্ৰচেষ্টা সঁচা অৰ্থত বিজ্ঞানৰ জাতীয় কৰ্মকাণ্ডৰ ভেটি সুদৃঢ় হোৱাৰ নিশ্চিত সংকেত। এই কেউখন পুথিৰ লেখক আৰু প্ৰকাশকলৈ সেয়েহে আমি আন্তৰিক অভিনন্দন জনাইছো।" দুখৰ বিষয় এইটোৱেই যে ইয়াৰ পিছত 'জনবিজ্ঞান'ৰ প্ৰকাশেই বন্ধ হৈ গ'ল!

পঢ়ুৱৈৰ চিঠি-পত্ৰৰ বাহিৰেও আলোচনীখনৰ সম্পৰ্কে অন্যান্য আলোচনাত প্ৰকাশ পোৱা মন্তব্য আদিৰ পৰা ধাৰণা হয় যে 'জনবিজ্ঞানে' অসমীয়া বিজ্ঞান প্ৰযুক্তি বিষয়ক সাংবাদিকতাৰ ক্ষেত্ৰত এক অনন্য অভিজ্ঞতাৰ সোৱাদ দিবলৈ চেষ্টা কৰিছিল আৰু এই বিষয়ত কিছু পৰিমাণে সাফল্যও অৰ্জন কৰিছিল।

বিগত এটা দশক জুৰি বিজ্ঞান জনপ্ৰিয়কৰণৰ লক্ষ্যেৰে ধাবাবাহিকভাৱে প্ৰকাশ হৈ থকা আন এখন বিজ্ঞান আলোচনী 'দৃষ্টি'। 'দৃষ্টি' অসম চৰকাৰৰ বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু পৰিবেশ বিজ্ঞান বিভাগৰ অৰ্থ সাহায্যত দুমহীয়াকৈ অসমীয়া ভাষাত প্ৰকাশ কৰা 'বিজ্ঞানৰ একোটা বিষয় বিশদভাৱে আলোচনা কৰা' সৰ্বসাধাৰণ পাঠকৰ 'একমাত্ৰ ভাৰতীয় পত্ৰিকা'। সম্পাদনা কৰিছে যশস্বী বিজ্ঞান প্ৰবন্ধকাৰ, ৰেডিঅ'-নাট্যকাৰ, বিজ্ঞানভিত্তিক গল্প লিখক ডঃ দীনেশ চন্দ্ৰ গোস্বামীয়ে। দুমাহৰ মূৰে মূৰে ওলোৱা 'দৃষ্টি'য়ে বছৰেকত কমেও বিভিন্ন বিষয়ৰ ছখন বিজ্ঞানৰ কিতাপ ওলোৱাৰ নিশ্চয়তা প্ৰদান কৰে। এইটো কম ডাঙৰ কথা নহয়, যিহেতু বিজ্ঞানৰ বিস্ফোৰণমুখী প্ৰসাৰৰ যুগত বিজ্ঞানৰ নতুন নতুন দিশৰ লগত চিনাকি হোৱাটো জীয়া জাতি এটাৰ বাবে অপৰিহাৰ্য। যোৱা দহটা বছৰৰ ভিতৰত 'দৃষ্টি'য়ে ইতিমধ্যে এক বুজন পৰিমাণৰ বিজ্ঞান বিষয়ৰ পুথি অসমীয়া ভাষাত দান দিলেই। 'দৃষ্টি'ত প্ৰকাশিত বিষয়বস্তুৰ পৰাই আলোচনীখনে সামৰি লোৱা বিষয়-বস্তুৰ ব্যাপ্তি সম্পৰ্কে ধাৰণা কৰিব পাৰি— অনাহাৰ আৰু পুষ্টি; জন্ম, বৰ্দ্ধন বয়োবৃদ্ধি আৰু মৃত্যু; আমাৰ বায়ুমণ্ডল; ধাতু আৰু মানুহ; আমাৰ দূষিত পৰিবেশ; আমাৰ সৌৰজগত; অণুজীৱৰ জগতখন; আমাৰ সচৰাচৰ হোৱা ৰোগবোৰ; পানী; ফৰেনছিক বিজ্ঞান; চুম্বকৰ কথা; পশুৰ জগত; গণিতজগতৰ কথা; জীৱনৰ আণৱিক ভিত্তি; যাতায়াতৰ ব্যৱস্থা; কাগজৰ কথা; মাছৰ জগত; ইলেকট্ৰনিকছ; ৰসায়ন বিজ্ঞানৰ কথা। দেখা গৈছে, প্ৰায় ৬৫ শতাংশ প্ৰবন্ধই দৈনন্দিন জীৱনৰ লগত প্ৰত্যক্ষভাৱে জড়িত— পানী, ভূমিকম্প, আহাৰ আদি বিষয়ৰ সম্পৰ্কত ৰচিত। আন পোন্ধৰ শতাংশ প্ৰবন্ধও সাধাৰণ লোকৰ জীৱনৰ লগত লাগি থকা, জানিবৰ মন যোৱা কিন্তু বিশেষ অনুসন্ধিৎসা নহ'লে নাজানিলেও চলি যোৱা বিধৰ বিষয়ৰ ওপৰত ৰচিত— পতংগ জগত, ৰসায়ন বিজ্ঞানৰ জগত আদি এনে বিধৰ প্ৰবন্ধ। বাকী কুৰি শতাংশ প্ৰবন্ধ যেনে সাগৰৰ কথা, গণিত জগতৰ কথা, চেলুলজৰ কথা— বিশুদ্ধ জ্ঞানৰ কাৰণে ৰচিত প্ৰবন্ধ। অৱশ্যে প্ৰবন্ধসমূহৰ বিভাজন এনেকৈ কৰি সঠিক বিভাজন পোৱা বুলি ক'ব নোৱাৰি, যিহেতু বিভাজক বৈশিষ্ট্যসমূহ কম-বেছি পৰিমাণে আটাইবোৰ প্ৰবন্ধতে আছে। প্ৰবন্ধৰাজিত এনে বিভাজনৰ লগত বিষয়সমূহ উপস্থাপনৰ জটিলতা বা তথাকথিত টেকনিকেল শব্দ বা চিন্তাৰ বাহুল্যৰ কথাটোও জড়িত আছে। বিজ্ঞান কেৱল ব্যৱহাৰিক প্ৰয়োগ পূৰণৰ আহিলাই নহয়, প্ৰাকৃতিক নীতিসমূহৰ অধ্যয়ন আৰু ইয়াত প্ৰকাশ পোৱা আপাততঃ বিসদৃশ যেন লগা ঘটনা-পৰিঘটনাসমূহৰ মাজৰ সম্পৰ্কত অনুধাৱনৰ পৰা লাভ কৰিব পৰা সৃষ্টিশীল আনন্দৰ খোৰাকো বিজ্ঞানৰ অনুসন্ধানে দিয়ে। বিজ্ঞান চৰ্চাৰ এই সামগ্ৰিক দিশৰ কথা 'দৃষ্টি'ৰ প্ৰবন্ধবোৰত প্ৰতিফলিত হৈছে।

বিষয়-বস্তুৰ বৈচিত্ৰ্যৰ উপৰিও 'দৃষ্টি'ৰ আকৰ্ষণীয়তাৰ উৎস হৈছে নাতিদীৰ্ঘ অধ্যায়বোৰৰ অৰ্থবহ, মনোযোগ আকৰ্ষণকাৰী শিৰোনামাসমূহৰ লগতে বিভিন্ন পৰ্যায়ৰ ছবি, ৰেখাচিত্ৰ, ব্যঙ্গচিত্ৰ, ফটোগ্ৰাফ ইত্যাদি। দুই-এখন ছবি উপকৰা যেন লাগিলেও প্ৰায়বোৰেই বিষয়বস্তুৰ লগত উপযুক্তভাৱে খাপ খোৱা। ইয়াৰ উপৰিও মাজে মাজে সৰু সৰু একোটা পেৰাগ্ৰাফত বিষয়বস্তুৰ লগত সংগতি থকা কেতবোৰ কথা বাকচৰ ভিতৰত সুমুৱাই প্ৰকাশ কৰা হৈছে। এইবোৰ সম্পাদনাৰ সুকৌশলী কিটিপৰ প্ৰয়োগে তথাকথিত 'নীৰস' বৈজ্ঞানিক প্ৰবন্ধখিনিক প্ৰায় একেটা পঠনতে পঢ়িবলৈ পঢ়ুৱৈক উৎসাহ যোগায়।

'দৃষ্টি'ৰ চকুত লগা সফলতা হৈছে যে কমেও আঢ়ৈ কুৰি লোকৰ হতুৱাই লিখোৱা বৈজ্ঞানিক ৰচনাৰ প্ৰকাশ। ইয়াৰে সৰহসংখ্যক লেখকেই পোন প্ৰথমবাৰৰ বাবে হয়তো অসমীয়া ভাষাত বিজ্ঞান ৰচনাত হাত দিয়া। অৱশ্যে ইয়াৰ পৰাই উদ্ভূত হৈছে আলোচনীখনৰ

দুৰ্বলতাটোও— আটাইবোৰ প্ৰবন্ধ সমানে সুখপাঠ্য নোহোৱা। সম্পাদনাৰ কষটি শিলেও সকলো প্ৰবন্ধক সমান মসৃণতা দিব পাৰিব বুলি আশা কৰাটো সঠিক নহয়। বৈজ্ঞানিক ৰচনাসমূহক স্কুল-কলেজত বিজ্ঞান পঢ়া ছাত্ৰ-ছাত্ৰীৰ বাবেই কেৱল নহয়; অন্য সাধাৰণ লোকেও গল্প, প্ৰবন্ধ, কবিতা পঢ়াৰ দৰে পঢ়িব পাৰে, পঢ়ি উপভোগ কৰিব পাৰে, তেনে এটা প্ৰচেষ্টাৰ আভাস 'দৃষ্টি'ৰ প্ৰবন্ধসমূহত বিদ্যমান। ইয়াৰ সাফল্যও ইয়াতেই।

## দহ

## বিষয়-বিশিষ্ট বিজ্ঞান আলোচনী

জনপ্ৰিয়কৰণ আৰু স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ বৈজ্ঞানিক ৰচনা প্ৰকাশ পোৱা উপৰিউক্ত আলোচনীসমূহৰ বাহিৰেও যোৱা দুই-তিনিটা দশকত অসমীয়া ভাষাত প্ৰকাশ পাবলৈ লৈছে বিজ্ঞানৰ কেতবোৰ বিশেষ বিষয় সম্পৰ্কীয় আলোচনী। বৰ্তমানলৈকে প্ৰকাশ পোৱা আলোচনীকেইখনে সামৰা বিষয়কেইটা হৈছে, পদাৰ্থ বিদ্যা, গণিত বিদ্যা, ৰসায়ন বিদ্যা আৰু ভূগোল বিদ্যা। বিষয়সমূহৰ চৰ্চা সীমিতসংখ্যক লোকৰ মাজত আৱদ্ধ থকা হেতুকে আৰু প্ৰচাৰৰ বাবে প্ৰয়োজন হোৱা সাংগঠনিক কাঠামো একোটাৰ অভাৱৰ কাৰণতেই এই আলোচনীকেইখন সাধাৰণ পঢ়ুৱৈৰ বাবে অজ্ঞাত হৈয়ে আছে। প্ৰতিটো বিষয়ৰ বিশেষজ্ঞই ৰচনা কৰা প্ৰবন্ধসমূহৰ বিষয়বস্তু সাধাৰণ লোকৰ পঠন অভিজ্ঞতাই ঢুকি নোপোৱা হোৱা স্বাভাৱিক, তথাপি দেখা গৈছে যে আলোচনীকেইখনৰ প্ৰতিটো সংখ্যাৰ কমেও এটা দুটা প্ৰবন্ধ যিকোনো আগ্ৰহী লোকেই সহজে উপভোগ কৰিব পাৰে। পঢ়ুৱৈ আৰু লিখকৰ সংখ্যা অতি সীমিত হোৱাৰ বাবেই আলোচনীকেইখনৰ প্ৰকাশৰ কালো সেৰেঙা—বছৰেকীয়া বা ছমহীয়া। কিন্তু প্ৰতিখন আলোচনীৰ ক্ষেত্ৰত মন কৰিবলগীয়া কথাটো হৈছে— উদ্যোক্তাসকলৰ আলোচনীৰ উদ্দেশ্যত খামোচ মাৰি ধৰি থকাৰ দৃঢ়তা আৰু আন্তৰিকতা। কেৱল নিজ নিজ বিষয়ৰ প্ৰতি থকা গভীৰ ৰাপ আৰু নিষ্ঠাপূৰ্ণ সম্পৰ্কই এই কেউখন আলোচনীক জন্ম দিয়া নাই, আন এক গভীৰ কাৰণো একোটা বিষয়ৰ আলোচনী প্ৰকাশৰ এনে প্ৰচেষ্টাসমূহত সক্ৰিয়। বিজ্ঞানৰ বিস্ফোৰণমুখী বিকাশৰ চৰিত্ৰৰ প্ৰকাশ দ্বিতীয় মহাযুদ্ধৰ লগে লগে সৰ্বসাধাৰণৰ দৃষ্টিগোচৰ হয়। বিজ্ঞানৰ নতুন নতুন তথ্যই জন্ম দিয়া নতুন নতুন ধাৰণা, তত্ত্ব আদিয়ে সাধাৰণ জ্ঞানৰ ভাণ্ডাৰৰ ঐশ্বৰ্যও বৃদ্ধি কৰে। প্ৰথমতে আচহুৱা যেন লগা এই ধাৰণা, তত্ত্বসমূহ ব্যৱহাৰৰ কমাৰশালত পিছলৈ নতুন ভাব, নতুন ধাৰণাৰ সৃষ্টিকাৰী আহিলা হৈ পৰেগৈ। ধাৰণাসমূহ কঢ়িয়াই আনে নতুন নতুন শব্দই, বা পুৰণি শব্দ একোটাইঁতো নতুন ধ্যান-ধাৰণাৰ প্ৰকাশৰ বাহক হ'লে এনে শব্দয়ো নতুন অৰ্থৰ মাত্ৰা লাভ কৰে। প্ৰয়োগৰ মাজেদিহে এনেবোৰ শব্দৰ অৰ্থও প্ৰাঞ্জল হয়, আৰু শব্দবোৰৰ অন্তৰালত থকা অৰ্থ, ধ্যান-ধাৰণাসমূহো চিনাকি হৈ পৰে। যোৱা তিনি-চাৰি দশকৰ মাজতে ইতিমধ্যে চিনাকি হৈ পৰা ডি. এন. এ.; আৰ. এন. এ.; ট্ৰেঞ্জিষ্টৰ, কম্পিউটাৰ, কোৱাৰ্ক আদি শব্দৰ প্ৰচুৰ ব্যৱহাৰেহে এনেবোৰ শব্দ আৰু সংশ্লিষ্ট ধ্যান-ধাৰণাসমূহ সহজবোধ্য কৰি তুলিছে। উপৰিউক্ত বিজ্ঞান বিষয়ৰ আলোচনীকেইখনে এনে এটা দায়িত্ব কান্ধ পাতি লৈছে— অসমীয়া ভাষাত বিভিন্ন বিষয়ৰ নতুন নতুন ধাৰণাসমূহ আমদানি কৰি ভাষাটোক সবল সমৃদ্ধ কৰা। এইবোৰ আলোচনী প্ৰকাশৰ এইটো দিশৰ গুৰুত্ব উপেক্ষণীয় নহয়। কিন্তু দুৰ্ভাগ্যবশতঃ সমাজৰ বিভিন্ন অংশৰ পৰা এনেকুৱা প্ৰচেষ্টাসমূহ লাভ কৰিবলগীয়া প্ৰযোজনীয় মনোযোগিতাৰ পৰা ইবোৰ এতিয়াও বঞ্চিত।

অসমীয়া ভাষাৰ আলোচনী সাহিত্যৰ নতুন গজালি এই গুৰুত্বপূৰ্ণ ধাৰাটোৰ সম্পৰ্কে তলত চমুকৈ আলোচনা কৰা হৈছে।

'পদাৰ্থ বিজ্ঞান পত্ৰিকা'— ডিব্ৰুগড বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ উদ্যোগত প্ৰকাশ পোৱা পদাৰ্থ বিজ্ঞান পত্ৰিকা পদাৰ্থ বিজ্ঞানৰ বছৰেকীয়া আলোচনী। ১৯৭৫ চনত প্ৰথম সংখ্যা প্ৰকাশ হোৱাৰ পৰা এতিয়ালৈকে ইয়াৰ মুঠতে পোন্ধৰটা সংখ্যা প্ৰকাশ পোৱালৈ চাই কাকতখনৰ প্ৰকাশত মাজে মাজে কেণা লগা যেন অনুমান হয়। প্ৰথম সংখ্যাত আলোচনীখনৰ প্ৰকাশৰ চমু উদ্দেশ্যত কোৱা হৈছে এইবুলি :

> "পদাৰ্থবিজ্ঞানৰ বিভিন্ন তত্ত্ব, পৰীক্ষা, পৰ্যবেক্ষণ আৰু ইতিহাস বিষয়ক প্ৰবন্ধ অসমীয়া ভাষাত প্ৰকাশ কৰি বৈজ্ঞানিক ৰচনাৱলী আৰু পৰিভাষাৰ লগত ছাত্ৰ-ছাত্ৰীক পৰিচয় কৰোৱাই এই আলোচনীৰ মুখ্য উদ্দেশ্য। লগতে পদাৰ্থ বিজ্ঞানৰ বিভিন্ন দিশত হৈ থকা নতুন আৱিষ্কাৰ আৰু গৱেষণাৰ বিষয়বস্তু অসমীয়া ভাষাত প্ৰচাৰ কৰাও ইয়াৰ অন্যতম উদ্দেশ্য।"

প্ৰথমটো সম্পাদকীয়তে আলোচনীখনৰ প্ৰকাশৰ অন্তৰালত সক্ৰিয় চিন্তাসমূহ আলোচনা কৰা হৈছিল। সত্তৰ দশকৰ আৰম্ভণিতে অসমীয়া ভাষা উচ্চশিক্ষাৰ মাধ্যম হিচাপে গৃহীত হোৱাৰ ফলত বিজ্ঞানৰ বিভিন্ন বিষয়ৰ ওপৰত অসমীয়া ভাষাত পাঠ্যপুথি ৰচনা কৰাৰ

প্ৰয়োজন হৈ পৰিছিল। সুপ্ৰতিষ্ঠিত বৈজ্ঞানিক পৰিভাষা এটাৰ অভাৱত একেটা ইংৰাজী শব্দৰ বাবে বিভিন্ন প্ৰতিশব্দ ব্যৱহাৰৰ খেলিমেলিৰ উপৰিও বৈজ্ঞানিক আলোচনাৰ উপযোগী বাক্যৰীতিৰ বিকাশৰ সমস্যাও আছিল। "স্পষ্টকৈ, মিতব্যয়িতাৰে, বস্তুনিষ্ঠভাৱে বৈজ্ঞানিক বিষয়ৰ আলোচনা কৰিবৰ বাবে নতুন ৰীতিৰ বিকাশ সাধিত হ'ব লাগিব। আলোচনামূলক প্ৰবন্ধ আৰু বিতৰ্কমূলক চিঠি-পত্ৰৰ যোগেদিহে এনে কটকটীয়া প্ৰকাশ-ভংগীৰ গঢ় দিব পাৰি। তাৰ কাৰণে সময়ো লাগে যথেষ্ট। এনে এক নতুন প্ৰয়াসৰ আৰম্ভণি কৰিবলৈকে এই পত্ৰিকাৰ প্ৰয়োজন।"

তদুপৰি অসমীয়া ভাষাত প্ৰকাশ পোৱা সীমিত সংখ্যক পাঠ্যপুথিয়ে ছাত্ৰসকলৰ ধাউতি আৰু অনুসন্ধিৎসা জগাব নোৱাৰাই স্বাভাৱিক। বিজ্ঞানৰ গুৰুত্বপূৰ্ণ বিষয়সমূহ অসমীয়া ভাষাতে তেওঁলোকৰ আগত দাঙি ধৰি বিজ্ঞানৰ বিকাশৰ আধুনিক ধাৰাৰ লগত ছাত্ৰ-ছাত্ৰীক চিনাকি কৰাবলৈয়ো এনে আলোচনীৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰা হৈছিল।

বিজ্ঞানৰ সকলো বিষয়তে প্ৰযোজ্য কেইবাটাও বিষয় কেইটামান সম্পাদকীয়ৰ যোগেদি আলোচনা কৰা হৈছে। 'স্কুলীয়া বিজ্ঞানৰ শিক্ষা আৰু বিজ্ঞান শিক্ষক সমাজ' (দ্বিতীয় সংখ্যা), 'ৰাজ্যভাষা আৰু বিজ্ঞান' (৫ম সংখ্যা) আৰু 'পত্ৰিকাৰ দহ বছৰ' (একাদশ সংখ্যা) শিতানৰ আলোচিত বিষয়সমূহ বিজ্ঞানৰ অন্যান্য বিষয়সমূহৰ বাবেও প্ৰযোজ্য।

নিৰ্দিষ্ট আবিষ্কাৰ আৰু বিশিষ্ট বিজ্ঞানী কেইজনমানৰ জন্ম-শতবাৰ্ষিকীত পত্ৰিকাখনৰ কেইটামান সংখ্যা বিশেষভাৱে যুগোতোৱা। প্ৰথম সংখ্যাটোতেই কোৱাণ্টাম বলবিদ্যাৰ বিভিন্ন দিশৰ আলোচনা দাঙি ধৰা হৈছে। পদাৰ্থ বিজ্ঞানৰ অনেক বিষয়ৰ আলোচনাৰ বাহিৰেও পদাৰ্থ বিজ্ঞান বিষয়ক পুথিৰ সমালোচনা, ৰাজ্যিক আৰু জাতীয় পৰ্যায়ত অনুষ্ঠিত আলোচনা-চক্ৰৰ চমু বিৱৰণ, বিশিষ্ট বিজ্ঞানীৰ চমু পৰিচয়, কেতবোৰ গৱেষণাৰ প্ৰাথমিক প্ৰতিবেদন আদিও পত্ৰিকাত প্ৰকাশ পাইছে। প্ৰথম কেইবাটাও সংখ্যালৈকে আলোচনীখনত ব্যৱহাৰ কৰা ইংৰাজী ভাষাৰ বৈজ্ঞানিক শব্দসমূহৰ অসমীয়া প্ৰতিশব্দৰ তালিকা এখনো সংযোজন কৰা হৈছিল। দুই-এটা সংখ্যাত বৈজ্ঞানিক বাক্যৰীতি সম্পৰ্কীয় আলোচনায়ো আলোচনীখনৰ উদ্দেশ্য পূৰণত অৰিহণা যোগাইছে। মুঠতে বৈজ্ঞানিক ৰচনাৰ ক্ষেত্ৰত আলোচনীখনে চিহ্নিত কৰা আৰু আলোচনীখনত প্ৰকাশিত প্ৰবন্ধসমূহৰ অন্তৰ্নিহিত সমস্যাসমূহৰ অধ্যয়নে অসমীয়া ভাষাক বৈজ্ঞানিক ৰচনা প্ৰণয়নৰ ক্ষেত্ৰত নতুন অভিজ্ঞতা দান কৰিব বুলি আশা কৰিব পাৰি।

'গণিত বিকাশ'— অসম গণিত শিক্ষায়তনে প্ৰকাশ কৰি অহা গণিত বিষয়ক আলোচনী। 'গণিত বিকাশ' ছমহীয়া, দ্বিভাষিক আলোচনী। ইংৰাজী আৰু অসমীয়াত ৰচনা কৰা প্ৰবন্ধসমূহে গণিত বিজ্ঞানৰ অনেক দিশ সাঙুৰিছে। গণিতৰ প্ৰতি ৰাপ থকা লোকহে অৱশ্যে 'গণিত বিকাশ'ৰ প্ৰবন্ধপাতিসমূহৰ পৰা উপকৃত হ'ব। ইয়াতে প্ৰখ্যাত গণিতজ্ঞৰ জীৱন আৰু কৃতি, দুই-এজন কৃতি গণিত শিক্ষকৰ চিনাকি প্ৰদান, গণিতৰ বুৰঞ্জীত খলক লগাই থকা কেতবোৰ গাণিতিক সমস্যাৰ বিৱৰণ, গণিত বিষয়ৰ কুইজ, 'ইটো সিটো বহুতো' শিতানত গণিতৰ খেল, গণিতজ্ঞৰ জীৱনৰ ৰসাল ঘটনাৰ বৰ্ণনা, বছৰি পাতি থকা গাণিতিক অলিম্পিয়াডৰ প্ৰশ্ন আৰু প্ৰতিযোগিতাৰ বা-বাতৰি আদিৰে গণিত সম্পৰ্কে এক কৌতূহল জাগ্ৰত কৰি ৰখাৰ প্ৰচেষ্টা লক্ষ্য কৰা যায়।

'গণিত বিকাশ'ত এনেকুৱা প্ৰবন্ধপাতিও আছে, যিবিলাকে বিভিন্ন গৱেষকৰ বাবেই নহয়, সাধাৰণ লোকৰ ক্ষেত্ৰত গণিতৰ প্ৰতি আকৰ্ষণ বঢ়াই থাকে। ৰচনা-শৈলী ক্ৰমাগতভাৱে মসৃণ হৈ অহা পৰিলক্ষিত হৈছে। গণিতৰ দৰে বিষয় এটাৰ সাংকেতিক চিনবোৰ বুজোতেই যথেষ্ট অনুশীলনৰ প্ৰয়োজন হয়, গতিকে এনে প্ৰবন্ধ-পাতি সহজভাৱে, অন্য বিষয়ৰ প্ৰবন্ধ-পাতি পঢ়াৰ দৰে পঢ়িব পাৰি বুলি আশা কৰাই ভুল। 'গণিত বিকাশ'ৰ প্ৰবন্ধসমূহত গাণিতিক পৰিভাষাৰ ব্যৱহাৰৰ যোগেদি আধুনিক গাণিতিক ধ্যান-ধাৰণাসমূহ অসমীয়া ভাষাতো প্ৰচলিত হ'বলৈ লৈছে— এয়ে সুখৰ কথা।

'ভৌগোলিকা' নামৰ 'অসমীয়া ভাষাত প্ৰকাশিত একমাত্ৰ নিৰ্ভৰযোগ্য ভূগোল বিষয়ক আলোচনী'খনৰ প্ৰথম প্ৰকাশ হয় ১৯৮৬ চনত। উত্তৰ-পূব ভাৰত ভূগোল সংস্থাই প্ৰকাশ কৰা এই আলোচনীখনৰ বছৰি প্ৰকাশ পায়। প্ৰথম সংখ্যাত 'ভৌগোলিকা' সম্পৰ্কে কোৱা হৈছে এনেদৰে :

> "ভৌগোলিকাত ভূগোল বিজ্ঞান বিষয়ৰ প্ৰবন্ধপাতিয়ে অগ্ৰাধিকাৰ লাভ কৰিব। অৱশ্যে ভৌগোলিক বৈশিষ্ট্য থকা অন্যান্য বিষয়ক (ভূ-বিদ্যা, নৃতত্ত্ব, অৰ্থনীতি আদি) প্ৰবন্ধও প্ৰকাশৰ ক্ষেত্ৰত বিবেচিত হ'ব। লিখনি যিমানদূৰ সম্ভৱ ছাত্ৰ-ছাত্ৰী আৰু সাধাৰণ পাঠক-পাঠিকাই বুজিব পৰাকৈ সৰল হোৱা আৱশ্যক।" (১ সংখ্যা, মে' ১৯৮৬)। একেটা সংখ্যাৰে সম্পাদকীয়ত কোৱা হৈছে : "আঞ্চলিক আৰু আৰ্থ-সামাজিক বৈষম্যৰ

বিজ্ঞানভিত্তিক স্থানিক বিশ্লেষণ ভৌগোলিক অধ্যয়নৰ অন্যতম প্ৰধান উদ্দেশ্য। পৰিবেশ আৰু মানুহ, মানুহ-মানুহ, আৰু পৰিবেশৰ আন্তঃক্ৰিয়া বিক্ৰিয়াৰ বিভিন্নতাই ভূ-পৃষ্ঠত যি ভিন্নমুখী বৈষম্যৰ সৃষ্টি কৰিছে তাৰ বিশ্লেষণ আৰু তেনে বৈষম্য দূৰীকৰণৰ লগতে সামগ্ৰিক উন্নয়নমুখী বাস্তৱ পৰামৰ্শদানেই ভূগোল বিজ্ঞানৰ মহত্তম উদ্দেশ্য।... সামাজিক ধ্যান-ধাৰণা আৰু প্ৰমূল্যৰ পৰিবৰ্তনৰ লগে লগে ভৌগোলিক অধ্যয়নৰ মূল দৰ্শন আৰু অধ্যয়ন পদ্ধতিৰো পৰিবৰ্তন ঘটিছে। সমাজ-দৰ্শনৰ নতুন নতুন তত্ত্বৰ অন্তৰ্ভুক্তিয়ে যেনেকৈ এহাতে ভূগোলৰ দাৰ্শনিক ভেটি চহকী কৰি তুলিছে সেইদৰে বৈজ্ঞানিক সূত্ৰ আৰু পদ্ধতিৰ ব্যৱহাৰে আনহাতে ভৌগোলিক অধ্যয়ন পদ্ধতিক অধিক বিজ্ঞানভিত্তিক আৰু গ্ৰহণযোগ্য কৰি তুলিছে।.... ভূগোলৰ লগত জড়িত ব্যক্তি আৰু ছাত্ৰ-ছাত্ৰীক আঞ্চলিক ভাষাৰ যোগেদি উপৰোক্ত পৰিবৰ্তনশীল ধ্যান-ধাৰণাৰ লগত পৰিচয় ঘটোৱা আৰু দেশৰ বিভিন্ন ভৌগোলিক সমস্যা আৰু সিবিলাকৰ সমাধানৰ প্ৰতি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰা— এনে উদ্দেশ্যেই জন্ম হৈছে ভৌগোলিকাৰ।"

'ভৌগোলিকা'ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত ভূগোলৰ পৰিবৰ্তনশীল দৰ্শন, অধ্যয়ন পদ্ধতি আৰু বিষয়টোৰ বৰ্তমান পৰিস্থিতিৰ সৰল পৰ্যালোচনাৰ লগতে দেশৰ প্ৰাকৃতিক পৰিবেশ— নদ-নদী, অৰণ্য পাৰিস্থিতিক পৰিবেশ আৰু আৰ্থ-সামাজিক সমস্যাৰ ওপৰত আলোকপাত কৰা হৈছে। সম্পাদকীয়ত দাবী কৰাৰ দৰে প্ৰথম সংখ্যাত সন্নিবিষ্ট প্ৰৱন্ধপাতিৰ জৰিয়তে ভূগোল বিষয়টোৰ বিষয়ে জানিবলগীয়া বহুতো কথাই অসমীয়া ভাষাত পোন প্ৰথমবাৰৰ বাবে প্ৰকাশ পাইছে।

পৰৱৰ্তী সংখ্যাসমূহত প্ৰকাশিত ৰচনাৰাজিত ভূগোল-বিজ্ঞানে সামৰি লোৱা আৰু ইয়াৰ লগত জড়িত বিষয়সমূহৰ সম্যক ধাৰণা পোৱা যায়। প্ৰায় প্ৰতিটো সংখ্যাতে একোজন ভূগোল বিজ্ঞানীৰ পৰিচয় আৰু কৃতি, পৰিবেশ সম্পৰ্কীয় আলোচনা, বিশেষ জনগোষ্ঠীৰ আৰ্থ-সামাজিক অৱস্থানৰ অধ্যয়ন, চেমনীয়াৰ বাবে লিখা প্ৰাথমিক ভৌগোলিক ধ্যান-ধাৰণাত্মক ৰচনা, ভৌগোলিক বা-বাতৰি (যেনে ভূমিকম্প হোৱাৰ খবৰ) ইত্যাদি। নি:সন্দেহে 'ভৌগোলিকা'ই এই অঞ্চলটোত ভূগোল-বিজ্ঞান সম্পৰ্কে অধিক সচেতনতা জগাই তুলিব বুলি আশা কৰিব পাৰি।

'ৰসায়ন শিক্ষা' : বিশেষ বিষয়ৰ ওপৰত প্ৰকাশ পোৱা শেহতীয়া আলোচনীখন হ'ল 'ৰসায়ন শিক্ষা'। ১৯৯০ চনত প্ৰথম প্ৰকাশ পোৱা এইখন আলোচনী ৰসায়ন শিক্ষা সমাজ, অসমৰ দ্বাৰা প্ৰকাশিত। তিনিমহীয়া 'ৰসায়ন শিক্ষা'ও দ্বিভাষিক আলোচনী। ইয়াৰ মুখ্য উদ্দেশ্য হৈছে ৰসায়ন শিক্ষা সমাজৰ দৰেই "মানৱ সমাজৰ উন্নতিসাধনৰ বাবে ৰসায়ন বিদ্যাৰ জ্ঞানৰ প্ৰসাৰ আৰু উৎকৰ্ষ সাধন কৰা, সকলো স্তৰৰ লোকৰ মাজত ৰসায়ন বিদ্যাৰ প্ৰতি আগ্ৰহ জন্মোৱা আৰু শিক্ষাৰ সকলো স্তৰতে ৰসায়ন বিদ্যাৰ শিক্ষণৰ উন্নতি সাধন কৰা।" এই উদ্দেশ্যে সমিতিয়ে হাতত লোৱা বিভিন্ন কাৰ্যসূচীৰ ভিতৰত ৰসায়ন শিক্ষাৰ প্ৰকাশ অন্যতম মুখ্য আৰু নিয়মিত কাৰ্যসূচী। ৰসায়ন বিদ্যাৰ প্ৰসাৰৰ ক্ষেত্ৰত লোৱা এনে প্ৰচেষ্টা অতি প্ৰশংসনীয়। আলোচনীখনত ছাত্ৰ-ছাত্ৰীয়ে ৰচনা কৰা প্ৰৱন্ধ-পাতি, প্ৰতিযোগিতাত নিৰ্বাচিত ৰচনা, বা বিভিন্ন প্ৰশ্নৰ উত্তৰৰ শিতান এটাও আছে। বিজ্ঞানৰ অন্যান্য শাখাৰ আলোচনীৰ দৰেই বিখ্যাত ৰসায়নবিদৰ জীৱন আৰু কৰ্মৰ ওপৰত ৰচনা, সমাজজীৱনৰ বিভিন্ন প্ৰয়োজনীয়তা পূৰণত ৰসায়ন বিদ্যাৰ বৈচিত্ৰ্যময় ব্যৱহাৰৰ আঁতিগুৰি প্ৰকাশ কৰা হৈছে। আৰু সন্তোষৰ কথা যে প্ৰয়াত ৰসায়নবিদ ডঃ ৰোহিনীকান্ত বৰুৱাৰ ৰচনাৰ পৰা দুই-এটা পুনৰ্মুদ্ৰণ কৰা হৈছে। 'আৱাহন'ৰ দিনৰ পৰাই মাজে মাজে আলোচনী-কাকতত প্ৰকাশ পোৱা দুই-এখন বৈজ্ঞানিক বিষয়ৰ ৰচনাই এই বিষয়ত তেখেতৰ পাকৈত ৰচনাৰীতিৰ সাক্ষ্য বহন কৰে। 'ৰসায়ন শিক্ষা'ত পুনৰ্মুদ্ৰিত ৰচনাসমূহ বিষয়বস্তুৰ সাৰ্বজনীনতাৰ উপৰিও এনে উন্নত ৰচনাশৈলীৰ সাৰ্থক নিদৰ্শন।

## উপসংহাৰ

'অৰুনোদই'ৰ পৰা 'বিজ্ঞান জেউতি'লৈ এটা দীঘল জাপ, ঠিক 'প্ৰিথিৱীৰ আকাৰৰ বিসই'ৰ পৰা 'বিশ্বব্ৰহ্মাণ্ডৰ জন্মৰ কেইটামান মুহূৰ্ত'ৰ মাজৰ দুস্তৰ ব্যৱধানৰ দৰেই। অসমীয়া সংবাদ সাহিত্যই এই পৰ্যন্ত এই ব্যৱধান সঠিকভাৱে অতিক্ৰম কৰি আহিছে, কিন্তু বিশেষকৈ বিজ্ঞান-আলোচনাৰ সন্দৰ্ভত সংবাদ পত্ৰৰ ভূমিকাৰ কথা থিৰাংকৈ ক'ব নোৱাৰি যাইকৈ এটা কাৰণেই। আজিকালি বিজ্ঞানৰ চৰ্চা বিভিন্ন দেশত বিভিন্ন দেশীয় ভাষাত হ'লেও আন্তৰ্জাতিক সংযোগৰ ক্ষেত্ৰত ইংৰাজী ভাষাই দ্ৰুতভাৱে একক স্থান লাভ কৰিছে। ভাৰতবৰ্ষৰ মধ্যবিত্ত শ্ৰেণীৰ ইংৰাজী মাধ্যমৰ যোগেদি শিক্ষা লাভৰ শেহতীয়া

ক্ৰমবৰ্দ্ধমান ধাৰা অসমীয়াৰ দৰে দুৰ্বল আঞ্চলিক ভাষাত বিজ্ঞান প্ৰযুক্তি বিদ্যা চৰ্চাৰ বিকাশৰ অনুকূলে পৰিৱেশ সৃষ্টিত অন্তৰায় হোৱাৰ সম্ভাৱনাই অধিক। ইয়াৰ কেতবোৰ লক্ষণ ইতিমধ্যে অনেক শেহতীয়া ৰচনাত প্ৰকাশ পাইছেই। কিন্তু এই দীৰ্ঘ পৰিক্ৰমাৰ অভিজ্ঞতাৰ পৰা এটা কথা ন দি ক'ব পাৰি যে যি ধৰণৰে নহওক, সংবাদ পত্ৰৰ প্ৰকাশৰ লগে লগে বৈজ্ঞানিক আলোচনা আদিৰো প্ৰকাশ অব্যাহত থাকিব; কাৰণ এটাই, বিজ্ঞানৰ অবিৰত অন্বেষাৰ ওৰ জানো পৰিব ?

**কৃতজ্ঞতা জ্ঞাপন :** প্ৰবন্ধটো ৰচনাৰ কালত ন-পুৰণি আলোচনী সংগ্ৰহ কৰাত আৰু নানা ধৰণে সহায় কৰাৰ বাবে ডঃ দীপাল্লি বৰুৱা (ডিব্ৰুগড়), ডঃ দীনেশ চন্দ্ৰ গোস্বামী (যোৰহাট) আৰু ডঃ নগেন শইকীয়ালৈ (ডিব্ৰুগড়) মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

# মফচল সাংবাদিকৰ ভূমিকা আৰু কৰ্তব্য

বীৰেন বৰকটকী

পুৰাবেলাতে দৈনিক বাতৰিকাকতখন হাতত ল'লেই চকুত পৰে কাকতৰ বহুত বাতৰি। কোনোবাটো বাতৰি যোগাইছে বাতৰি প্ৰতিষ্ঠানে, কোনোবাটো ষ্টাফ ৰিপ'ৰ্টাৰে আৰু কোনোবাটো সংবাদদাতাই। প্ৰবন্ধপাতিতো আছেই। কাৰিকৰী দিশৰ উপৰিও, বহুজনৰ শাৰীৰিক, মানসিক শ্ৰমৰ উপৰিও মেজৰ পৰা মফচললৈকে কতজনৰ কলমৰ শ্ৰমে সাৰ্থকতা লাভ কৰিলে ছপাৰ ৰূপত বাতৰিকাকতৰ বুকুত। বহুজনৰ কলমৰ সাৰ্থকতাই দিলে দেশ আৰু মানুহৰ আনকি প্ৰাণীজগতৰ মঙ্গলৰ কাৰণে কতনা খবৰ। এনে বাতৰি পৰিবেশন কৰা সংবাদসেৱীসকলৰ দায়িত্ব কিমান তাক বহলাই নক'লেও হ'ব। ১৮৯৪ শকৰ 'বিজুলী'ৰ দ্বিতীয় বছৰৰ এটি সংখ্যাত 'অসমীয়া বাতৰিকাকত' সম্পৰ্কে লিখা এটি প্ৰবন্ধত পদ্মনাথ গোহাঞিবৰুৱাদেৱে (তেতিয়া পদ্মনাথ বৰুৱা) কৈছিল : "বাতৰি কাকতে ৰজা আৰু প্ৰজাৰ মনোবিবাদ ভঞ্জন কৰে, পৰস্পৰৰ প্ৰতি পৰস্পৰৰ একতাভাব দৃঢ় কৰে আৰু উভয়ৰ যত্নত দেশৰ দুৰ্গতি দূৰ হয়।" আজি সমস্যাৰে জৰ্জৰিত দেশত তথা বিশ্বত বাতৰিকাকতৰ এই ভূমিকা অতি গুৰুত্বপূৰ্ণ। এই গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হৈ দেশৰ মঙ্গল কামনা কৰাত বাতৰিকাকতৰ প্ৰাণস্বৰূপ সাংবাদিকসকলৰ দায়িত্ব মহান। এই মহান দায়িত্ব এখন দৈনিকেই হওক, পৰেকীয়াই হওক, সাপ্তাহিকেই, তিনিদিনীয়াই হওক বা মাহেকীয়াই হওক — ইয়াৰ প্ৰতি কৰা কৰ্তব্যৰ মাজেৰে সাংবাদিকসকলে পালন কৰি আহিছে গোটেই বিশ্বতে। অসমতো 'অৰুনোদই' যুগৰ পৰা আজিৰ যুগলৈকে অসমীয়া মানুহৰ উন্নতিকল্পে বহুতো কথা, বহুতো চিন্তা এই কাকত-আলোচনীৰ যোগেদি সাংবাদিকসকলে কৰি আহিছে। বহুল দৃষ্টিভংগীত আলোচনীৰ ক্ষেত্ৰত প্ৰবন্ধ-পাতি লিখা সকলকো সাংবাদিকসকলৰ ভিতৰতে ধৰি ল'ব পাৰি।

সংবাদদাতা বুলি ক'লে সাধাৰণ অৰ্থত মেজৰ কাষত বহা সকলক নুবুজায়। এওঁলোকৰ কৰ্মৰ পৰিধি হ'ল মফচল। কিন্তু সেই বুলি কৰ্মৰ ধৰণ বেলেগ হ'লেও এওঁলোকেও মেজৰ কাষত বহা সাংবাদিকসকলৰ দৰে সাংবাদিকতাৰ মৌলিক নীতি মানি চলিব লাগে। সাংবাদিকতাৰ মৌলিক নীতি হ'ল — বাতৰি, আলোচনা-বিলোচনা আদিৰ যোগেদি জনসাধাৰণৰ স্বাৰ্থ জড়িত হোৱা কথাত তেওঁলোকক নিষ্ঠাৰে সহায় কৰা। আচলতে তেওঁলোকে যোগান ধৰা বা-বাতৰি, আলোচনা-বিলোচনা পক্ষপাতহীন আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগিব আৰু এইবিলাক প্ৰকাশ কৰোঁতে তেওঁলোকৰ ভাষা হ'ব লাগিব মাৰ্জিত আৰু বাতৰিয়েই হওক বা আলোচনা-বিলোচনাই হওক, উপস্থাপন হ'ব লাগিব আকৰ্ষণীয়ভাৱে। অসত্য, অমাৰ্জিত জনসাধাৰণক ভুল পথে পৰিচালিত কৰিব পৰা আৰু বিকৃত ৰূপত প্ৰকাশ কৰা বাতৰিৰ পৰা সাংবাদিকসকল আঁতৰত থাকিব লাগে। সাংবাদিকতাৰ এইবোৰ মৌলিক কথাৰ প্ৰতি মেজৰ কাষৰ সাংবাদিকসকলেই নহয়, মফচলৰ সাংবাদিকসকলেও সদা-সতৰ্ক হৈ থকা উচিত। আমাৰ ব্যক্তিগত জীৱনৰ ১৯৪৪ চনৰ পৰা কেইবছৰমান মেজৰ কাষত বহা সাংবাদিক হিচাপে আৰু আঠাইশ বছৰ কাল মফচলৰ সংবাদদাতাৰূপে কাম কৰাৰ পৰা দেখিছোঁ যে আমাৰ বহুতেই সাংবাদিকতাৰ এই মৌলিক কথাৰ প্ৰতি সদায় সতৰ্ক হৈ কাম নকৰে। ইয়াৰ ফলত বাতৰিকাকতৰ মানদণ্ড হ্ৰাস হোৱাই নহয় — বহু ক্ষেত্ৰত জনসাধাৰণ বিভ্ৰান্ত হৈ দিশহাৰা হোৱাও দেখা যায়। এনে হ'লে

সাংবাদিকতাৰ মৌলিক কথা ৰাইজক সেৱা কৰা আদৰ্শৰ পৰা সাংবদিকসকল বিচ্যুত হ'ব।

সাধাৰণতে কোৱা হয় — 'ৰাইজেই ৰজা'। আজি ৰজা নাই যেতিয়া ৰজাৰ অৰ্থ চৰকাৰ বুলিয়েই ধৰিব লাগিব। আমাৰ দেশত চৰকাৰ মানে গণতান্ত্ৰিক চৰকাৰ। গতিকে, গণতান্ত্ৰিক চৰকাৰ বৰ্তি থাকে ৰাইজৰ ওপৰত। গণতন্ত্ৰৰ নাম লৈ অগণতান্ত্ৰিক কাম কৰিও চৰকাৰ বৰ্তি থাকে। আমাৰখন গণতান্ত্ৰিক দেশত এনে উদাহৰণ বিৰল নহয়। সংবাদপত্ৰ গণতন্ত্ৰৰ জাগ্ৰত প্ৰহৰী যেতিয়া, ৰাইজৰ মাজতে থাকি... পোনপটীয়াভাৱে ৰাইজৰ সুখ-দুখৰ কথাৰ বুজ পোৱা মফচলৰ সংবাদদাতাসকলৰ এই ক্ষেত্ৰত কৰ্তব্য মহান। প্ৰকৃত গণতন্ত্ৰৰ পথৰ সন্ধেদ দি, নিৰপেক্ষভাৱে গণতন্ত্ৰৰ আদৰ্শৰ প্ৰতি ৰাইজক সচেতন কৰাৰ দায়িত্ব এইসকলৰ। এইসকলে যদি ৰাইজৰ প্ৰকৃত অন্তৰৰ কথা, শুদ্ধ পথেদি পৰিবেশন কৰিব নোৱাৰে তেনেহ'লে ৰাইজৰ ভুল-ভ্ৰান্তি হোৱা স্বাভাৱিক। এনে ভুল-ভ্ৰান্তিৰ ফলতেই একোটা প্ৰকৃত গণ জাগৰণ ভুল পথলৈ গৈ বিফল হোৱা দেখা যায়। অসম তথা ভাৰত তথা বিশ্বত এনে উদাহৰণ বহুতো আছে। ৰাইজৰ লগতে থকা সংবাদদাতাসকলে, লগতে মেজৰ সংবাদদাতাসকলে ভুল পথৰ সোঁতত যদি উটি যায়, সাহসেৰে সোঁতৰ বিপৰীতে থিয় দি হ'লেও প্ৰকৃত শুদ্ধ পথৰ সংকেত দিব নোৱাৰে তেনেহ'লে গণতন্ত্ৰৰ জাগ্ৰত প্ৰহৰী ৰাইজৰ লগতে থকা সংবাদদাতাসকল তথা সাংবাদিকসকল কৰ্তব্যহীনতাৰ দোষৰ পৰা হাত সাৰিব নোৱাৰে। অৱশ্যে ভুলে যেতিয়া হিল দ'ল ভাঙি বাৰিষা লুইতৰ দৰে কোবাল গতিৰে যায় সেই ক্ষেত্ৰত শুদ্ধ পথৰ সংকেত দিবলৈ সাহস, দৃঢ়তা আৰু বিচক্ষণতাৰ অতি আৱশ্যক। দুই-চাৰি ভুল কথাৰ বিপৰীতে সতৰ্কতাৰ সংকেত দিবলৈ যাওঁতে, সত্য কথা কওঁতে মফচলৰ সংবাদদাতাই হওক বা অন্য সাংবাদিকেই হওক নিগ্ৰহ হোৱা উদাহৰণ এই অসমতে বিশ্বখ্যাত বিদেশী বিতাৰণ আন্দোলনৰ সময়তো আছে, তাৰ পিছৰ সশস্ত্ৰ গুপ্ত আন্দোলনৰ সময়তো আছে। ইয়াৰে নিদাৰুণ চূড়ান্ত উদাহৰণ হ'ল — নিৰ্ভীক সংবাদদাতা কমলা শইকীয়াৰ জীৱন নাশ।

আজি সন্ত্ৰাসবাদ, যুৱমানসিকতাৰ অৱক্ষয়, নিবনুৱা সমস্যা, বিদেশী নাগৰিকৰ অবাধ প্ৰব্ৰজন, আৰ্থিক শোষণ, অপহৰণ, নাৰী ধৰ্ষণ, শিক্ষাৰ পৱিত্ৰ অনুষ্ঠানত অপৱিত্ৰতাৰ পয়োভৰ, ড্ৰাগছ আদি চোৰাং কাৰবাৰ, দুনীতিৰ অক্টোপাছে মেৰাই ধৰা শাসক শাসিতৰ সমাজ, দুষ্কৃতিয়ে নানান ৰূপত, যাকে তাকে লটি-ঘটি কৰা, অবিশ্বাস, বিচ্ছিন্নতা আদি ভাবধাৰাতে মন আচ্ছন্ন কৰা ইত্যাদি নানান সমস্যাৰে জৰ্জৰিত অসমত আজি প্ৰায় সংবাদদাতা তথা সাংবাদিকসকল এফালে যাত্ৰাৰ আৰু আনফালে দৈত্যৰ মাজত থিয় দিয়াদি থিয় দিব লগা হৈছে। তাৰ ফলত কৰ্তব্য কৰিবলৈ যাওঁতে সংবাদসেৱীৰ কোনো কোনো কেতিয়াবা ৰাষ্ট্ৰৰোষত পৰিছে। কেতিয়াবা ব্যক্তি সন্ত্ৰাসৰ ৰোষত পৰিছে, কেতিয়াবা ৰাইজৰ মাজৰে অশুভ শক্তিৰ ৰোষত পৰি নিৰ্যাতিত হোৱাৰ উদাহৰণ অসমতে বহুত আছে, ভাৰতবৰ্ষ তথা বিশ্বতো কথাই নাই। বৰ্তমান সময়ত সংবাদদাতাসকল ৰক্ষণাবেক্ষণ নোহোৱাকৈ কাম কৰি যুদ্ধ মানে চুলিৰ আগত জীৱ বান্ধি যুঁজাৰ নিচিনা। কৰ্তব্য সম্পাদন কৰোঁতে সংবাদদাতাই হওক বা মেজৰ সাংবাদিকেই হওক কেতিয়া কাৰ ৰোষত পৰি লাঞ্ছিত, অপমানিত হ'ব লাগে তাৰ ঠিক নাই। বিভিন্ন সময়ত দেখা যায় যে সংবাদদাতাই কৰ্তব্য সম্পাদন কৰি থাকোতে কোনো কোনোৰ কেমেৰা আৰক্ষীয়ে কাঢ়ি নিয়া, ভাঙি পেলোৱা, চিনাক্তকৰণ পত্ৰ ফালি পেলোৱা, মাৰধৰ কৰা, গ্ৰেপ্তাৰ কৰা ইত্যাদি ঘটনা অসমতে বহুত ঘটি আছে। আকৌ আনফালেদি মনঃপূত বাতৰি নোলালে, বাতৰি ওলোৱাত দেৰি হ'লে, বাতৰিৰ ৰূপ বদলিলে, সংবাদদাতা ৰাইজৰ কোনো কোনোৰ পৰা অপমানিত হ'ব লগা অৱস্থাও নোহোৱাকৈ থকা নাই। ইয়াৰ উপৰিও, সংবাদদাতা, সম্পাদক, প্ৰিণ্টাৰ, বাতৰিৰ কাৰণেই বা কিবা প্ৰবন্ধৰ কাৰণেই আইন-আদালতৰ সন্মুখীন হ'ব লগা কথাও আছে।

সাংবাদিকৰ প্ৰতি দিয়া আন্তৰ্জাতিক মৌলিক নীতি নিৰ্দেশনাত কোৱা হৈছে যে সাংবাদিকৰ মৌলিক কথা হ'ল পক্ষপাতশূন্য ৰূপত সত্য বাতৰি পৰিবেশন কৰাটো। কিবা এটা ঘটনাৰ ওপৰত কিবা বাতৰি পৰিবেশন কৰিলে সাংবাদিকে ঘটনাটোৰ সকলো ফালে পৰ্যালোচনা কৰি দিব লাগে। অসত্য, ভুল পথে পৰিচালিত কৰিব পৰা বাতৰি পৰিবেশন কৰিব নেলাগে। এই কথা মফচলৰ সংবাদদাতাসকলৰ ক্ষেত্ৰত বেছিকৈ খাটে কিয়নো তেওঁলোকৰ গুৰিলৈহে বেছিকৈ এনে ঘটনাৰ বাতৰি আহে। সংবাদদাতাসকলে 'নগৈ গড়গাওঁৰ বাতৰি লিখিলে' সেই বাতৰিত ত্ৰুটি থকা স্বাভাৱিক। আন্তৰ্জাতিক নীতি-নিৰ্দেশনাই ইয়াকো কৈছে যে ঘটনা এটাৰ মূল সূত্ৰৰ নামধাম বেকত কৰিব লাগে অৱশ্যে যদি নামধাম বেকত কৰিলে ঘটনাৰ সত্যাসত্য নিৰূপণৰ বাধা নপৰে। যিবোৰ ঘটনাৰ ক্ষেত্ৰত গোপনীয়তা ৰক্ষা কৰিব লাগে সেই ক্ষেত্ৰত সংবাদদাতাসকলে গোপনীয়তা ৰক্ষা কৰা উচিত।

সংবাদ পৰিবেশন কৰোঁতে সংবাদদাতাসকল নিৰপেক্ষ হ'ব লাগে বুলি সাধাৰণতে কোৱা হয়। এই নিৰপেক্ষতা কেনেদৰে অৱলম্বন কৰা উচিত ? প্ৰথম কথা সংবাদ পৰিবেশন কৰোঁতে সংবাদদাতাৰ ব্যক্তিগতভাৱে কোনোবা দলীয় ৰাজনীতিৰ প্ৰতি আনুগত্য থাকিব পাৰে; কিন্তু তেওঁৰ সেই ব্যক্তিগত আনুগত্য বাতৰি পৰিবেশনত প্ৰকাশ নেপালে ভাল। এই দৃষ্টিভঙ্গী ৰক্ষা কৰাটো বহুতৰ কাৰণে টান হৈ পৰে। এনেকুৱা উদাহৰণো বিৰল নহয় যে সংবাদদাতাজনে নিজে ভাল নোপোৱা ৰাজনৈতিক দলৰ বা-বাতৰি পৰিবেশন কৰাত কাৰ্পণ্য কৰে।

নিৰপেক্ষতা অৱলম্বন কৰোঁতে এটা কথা বিশেষভাৱে মন কৰিব লাগে যে নিৰপেক্ষতা অৱলম্বন কৰোঁতে যাতে কিবা ঘটনাই নিৰপেক্ষতাৰ কবলত পৰি জনসাধাৰণৰ মৌলিক স্বাৰ্থত বিঘিনিৰ সৃষ্টি নকৰে। সত্য হ'লেও নিৰপেক্ষতাৰ দোহাই দি এনে ঘটনা প্ৰকাশ কৰা উচিত নহয় যি প্ৰকাশৰ প্ৰতিক্ৰিয়াই মানুহৰ ধৰ্ম, মৌলিক চিন্তা আদিত বিৰূপ প্ৰতিক্ৰিয়া কৰে। য'ত মানুহৰ মৌলিক কথা, আবেগ-অনুভূতি আদি ব্যাহত হয় তেনে ক্ষেত্ৰত নিৰপেক্ষতাই অনিষ্ট সাধন কৰে। এনে ক্ষেত্ৰত কৌশলগতভাৱে বাতৰি প্ৰতিবেশন কৰাটোহে সংবাদদাতাসকলৰ নৈতিক কৰ্তব্য।

সাংবাদিকসকলক বাক স্বাধীনতা সংবিধানে দিছে। ইয়াৰ অৰ্থ এইটো নহয় যে মফচলৰ সংবাদদাতাই হওক বা মেজৰ সাংবাদিকেই হওক তেওঁলোকে আইন-কানুন নেমানি যি ইচ্ছা সেই বাতৰিকে পৰিবেশন কৰিব যাৰ ফলত সমাজৰেই হওক বা ৰাষ্ট্ৰৰে হওক অনিষ্টসাধন হ'ব পাৰে, আইন ভঙ্গ হ'ব পাৰে। 'বাতৰিকাকতৰ স্বাধীনতা' এই কথাৰ ওপৰত বিশেষ গুৰুত্ব দি এনেকুৱাও সংবাদদাতা বা সাংবাদিক আছে যি নিজৰ ইচ্ছামতে যি কোনো বাতৰি পৰিবেশন কৰে যাৰ ফলত তাৰ প্ৰতিক্ৰিয়াই সমাজত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে; গণতান্ত্ৰিক নহয় অন্য পথেদি ৰাষ্ট্ৰৰ অকল্যাণ কৰা চিন্তা আনি এনে বাতৰিয়ে দিব পাৰে। গণতান্ত্ৰিক ব্যৱস্থাতে, ৰাষ্ট্ৰৰ অকল্যাণ কাৰ্যৰ প্ৰতিবাদ কৰি তাৰ শুধৰণি বিচৰাটো ৰাইজৰ গণতান্ত্ৰিক অধিকাৰ। এই অধিকাৰৰ বাবে ৰাইজৰ লগতে থকা সংবাদদাতাসকলে মাত মাতি, ন্যায্য বাতৰি পৰিবেশন কৰা দোষণীয় নহয় বৰং উচিতহে। সাংবাদিকসকল গণতন্ত্ৰৰ প্ৰহৰী। মফচলৰ সাংবাদিক সকলো গণতন্ত্ৰৰ কৰ্তীয়াতলীত ওতপ্ৰোতভাৱে জড়িত হৈ থকা সক্ৰিয় প্ৰহৰী দলৰ তালিকাভুক্ত। গতিকে সুস্থ গণতান্ত্ৰিক পৰিবেশ জাগৰণৰ ক্ষেত্ৰত তেওঁলোকৰ কৰ্তব্য মহান। এই মহান কৰ্তব্য পালন কৰিবলৈ যাওঁতে সংবাদদাতাসকলে সদায় চাব লাগিব যে তেওঁলোকো সাধাৰণ নাগৰিকৰ দৰে আইন-কানুনৰ ভিতৰুৱা। বাক স্বাধীনতা, বাতৰিকাকতৰ স্বাধীনতা, গণতান্ত্ৰিক অধিকাৰ ইত্যাদিৰ নামত সমাজৰ ক্ষতিকাৰক বাতৰি পৰিবেশন কৰিলে আইনে তেওঁলোককো সাধাৰণ নাগৰিকৰ দৰেই চোৱাৰ যুক্তি আছে। অসমৰ ক্ষেত্ৰত বাতৰিকাকতৰ স্বাধীনতাৰ দোহাই দি জনগোষ্ঠীৰ মাজত অসন্তুষ্টিৰ ভাব সৃষ্টি কৰা, সন্ত্ৰাসবাদক উদ্‌গনি দিয়া, সাম্প্ৰদায়িকতাৰ বীজ সিঁচিবলৈ চেষ্টা কৰা, ৰাষ্ট্ৰীয় ঐক্যত বিঘিনি ঘটোৱা আদি বাতৰি যদি কোনো সংবাদদাতা বা সাংবাদিকে পৰিবেশন কৰে তেনেহ'লে তেওঁ সাংবাদিকতাৰ নামত অসমৰ তথা ভাৰতবৰ্ষৰ অকল্যাণ সাধন কৰাহে হ'ব। সংবাদদাতাসকলৰ সদায় চিন্তা হ'ব লাগিব যাতে তেওঁলোকৰ বা-বাতৰিয়ে ৰাইজক সচেতন কৰি ৰাখে।

পাঠকৰ মনত কৌতূহল জন্মাবৰ কাৰণে কেতিয়াবা কেতিয়াবা কোনো সাংবাদদাতাই কৌতূহলপূৰ্ণ অথচ মিছা বাতৰি পৰিবেশন কৰে। এই ক্ষেত্ৰত বিশিষ্ট সাংবাদিক অৰুণ শৌৰীয়ে উল্লেখ কৰা এটা ডাঙৰ ঘটনা আৰু আমি দুটা সৰু ঘটনা উদাহৰণ হিচাপে দাঙি ধৰিব খুজিছোঁ।

১৯৯২-৯৩ চনত বাজেট দাখিলৰ সময়ত 'ইণ্ডিয়ান এক্সপ্ৰেছ'ত এটা বাতৰি ওলাল যে বাজেট সম্পৰ্কত সেই সময়ৰ প্ৰতিৰক্ষা মন্ত্ৰী শাৰদ পাৱাৰৰ আপত্তি আছে। বাতৰি 'ইণ্ডিয়ান এক্সপ্ৰেছ'ৰ প্ৰথম পৃষ্ঠাৰ চাৰি কলমৰ শিৰোনামাৰে প্ৰকাশ পোৱা চাঞ্চল্যকৰ বাতৰি। বাতৰিটোত কোৱা হৈছিল যে শাৰদ পাৱাৰে প্ৰধানমন্ত্ৰীলৈ লিখা চিঠিত কৈছিল যে বিত্তমন্ত্ৰীয়ে দেশখনক বিদেশীক বিক্ৰী কৰিবলৈ ওলাইছে। বাজেটৰ ফলত মূল্য বৃদ্ধি হ'ব, শ্ৰমিকসকলৰ অধিকাৰ বিঘ্নিত হ'ব ইত্যাদি। বাতৰিকাকতত এই বাতৰি দেখি শৌৰীয়ে শাৰদ পাৱাৰক টেলিফোন কৰি সুধিলে "সঁচাকৈয়ে আপুনি এইবোৰ কৈছেনে ?" তেতিয়া পাৱাৰে শৌৰীক নিজে আহি চিঠিখন চাই যাবলৈ ক'লে। শৌৰীয়ে তেতিয়া গৈ চিঠিখনৰ কথাবোৰ চাই দেখিলে যে চিঠিখনৰ কথাবোৰ 'ইণ্ডিয়ান এক্সপ্ৰেছ'ৰ কথাৰ একেবাৰেই বিপৰীত। প্ৰকৃততে পাৱাৰে নীতিবোৰ সমৰ্থনহে কৰিছিল। তেওঁ দহোটা নতুন পৰামৰ্শ দিছিল আৰু প্ৰধানমন্ত্ৰীয়ে পৰামৰ্শ বিচৰাৰ কাৰণেহে তেওঁ সেই চিঠিখন লিখিছিল।

আমি নিজে পঢ়া বাতৰি দুটা হ'ল এনে ধৰণৰ : (১) কোনোবা এটা পাহাৰী অঞ্চলত এটি বিৰাট আকাৰৰ অচিন জন্তুৱে বিচৰণ কৰিছে। এই জন্তুটোৱে মাটিৰ পৰাই বহুত ওখ গছৰ পাত খাই ফুৰিছে। (২) এখন গাৱঁৰ এজনী মানুহে দেও উঠাৰ নিচিনা হৈ কেঁচাই কেঁচাই কুকুৰাৰ মাংস খালে

আৰু পিছত সেই মাংসবোৰ মানুহজনীৰ গাৰ চাল ফাটি ওলাল। এই গাওঁখন আমাৰ জন্ম ঠাইৰ ওচৰতে হোৱাত বাতৰি ওলোৱাৰ কিছুদিনৰ পিছতে আমি তালৈ যোৱাত খবৰ কৰি জানিব পাৰিলো যে তাত কোনো তেনে ঘটনা ঘটা নাই। সেই ঠাইত মানুহ এজনী বঙ্গিয়াৰ নিচিনা হোৱাটো সঁচা। তাকে কেন্দ্ৰ কৰি সংবাদদাতাই মানুহৰ মনত বিস্ময় ভাবৰ সৃষ্টি কৰিবৰ কাৰণে উপকৰা ঘটনা সজাই-পৰাই লিখিলে। বিৰাট আকাৰৰ অচিন জন্তুৰ সত্যতা একেবাৰেই নাই। ওপৰত উল্লেখ কৰা ধৰণৰ বাতৰি পৰিবেশন কৰি সংবাদদাতাসকলে মানুহৰ মনত কৌতূহল আৰু চাঞ্চল্যৰ সৃষ্টি কৰিব; কিন্তু জনগণৰ কোনো কল্যাণ সাধিব নোৱাৰে।

বিশিষ্ট সাংবাদিক অৰুণ শৰ্মাৰ ভাষাতে ক'বলৈ গ'লে, "সঁচা কথাবোৰ সঁচাভাৱে আৰু সম্পূৰ্ণকৈ সংগ্ৰহ কৰক আৰু দেশৰ বাকী অংশৰ বাতৰিকাকতবোৰৰ সৈতে সমন্বয় স্থাপন কৰক।" এইটো কথাত আমাৰ মেজৰ কাষৰ সাংবাদিকেই হওক বা মফচলৰ সংবাদদাতাই হওক যথেষ্ট পিছপৰা বিশেষকৈ অন্য অঞ্চলৰ বাতৰিকাকতৰ লগত সমন্বয় স্থাপন কৰাৰ ক্ষেত্ৰত। এনে হোৱাৰ কাৰণে অসমৰ বহু সমস্যাৰ প্ৰকৃত খবৰ বাহিৰত যেনে ধৰণৰে পাব লাগে তেনে ধৰণৰে নেপায়। এনে বহুতো উদাহৰণ যোৱা অসম আন্দোলনৰ দিনৰ পৰা এতিয়ালৈকে দিব পাৰি। এই ক্ষেত্ৰত আমাৰ মফচলৰ সংবাদদাতা আৰু মেজৰ সাংবাদিকসকলৰ দৃঢ় পদক্ষেপৰ বহুতো ক্ষেত্ৰত অভাৱৰ কাৰণে অসমৰ সমস্যা, অসমত ঘটা ঘটনা আৰু অসমীয়া মানুহৰ প্ৰতি অপপ্ৰচাৰৰ সংবাদ বাহিৰত প্ৰচাৰ হোৱা দেখিবলৈ পোৱা যায়। অৱশ্যে দুই-চাৰিয়ে বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰ তথ্য লিখিবলৈ যত্ন যে নকৰিছিল এনে নহয়; কিন্তু এই প্ৰচেষ্টা বাহিৰৰ অপপ্ৰচাৰৰ তুলনাত যথেষ্ট দুৰ্বল।

অসমৰ সংবাদপত্ৰই 'অৰুনোদই'ৰ দিনৰ পৰা আহি প্ৰায় ডেৰশ বছৰত ভৰি দিলেহি। কুৰি শতিকাৰ দ্বিতীয় দশকলৈকে অসমত অসমীয়া ভাষাত দৈনিক বাতৰিকাকত ওলোৱা নাছিল। প্ৰথম মহাসমৰৰ সময়ত তেনেই কমদিনৰ কাৰণে যোৰহাটৰ পৰা 'নগৰৰ কথা' আৰু ডিব্ৰুগড়ৰ পৰা ওলাল 'ৰণৰ বাতৰি' আচল ৰূপত অসমীয়া দৈনিক কাকত ওলাল ১৯৩৫ চনৰ ১২ আগষ্টত ঠেঙালৰ পৰা। যোৰহাট- ঠেঙালৰ পৰা ওলোৱা 'দৈনিক বাতৰি'ৰ সম্পাদনা কৰিছিল বাগ্মীবৰ নীলমণি ফুকনে। দ্বিতীয়খন দৈনিক অসমীয়া বাতৰিকাকত 'দৈনিক অসমীয়া' বাতৰিকাকত ওলাল ১৯৪৬ চনৰ ২৬ জানুৱাৰীত। ইংৰাজী প্ৰথম দৈনিক বাতৰিকাকত "আসাম ট্ৰিবিউন' ওলাল ১৯৪৬ চনৰ ৩০ ছেপ্টেম্বৰত। 'অৰুনোদই'ৰ দিনৰ পৰা এতিয়ালৈকে অসমত ভালেকেইখন দৈনিক বাতৰিকাকত, তিনিদিনীয়া, সাপ্তাহিক আৰু বিভিন্ন ধৰণৰ সৰু-সুৰা কাকত ওলাইছে। ইয়াৰ ভিতৰতে কেইবাখনবো প্ৰকাশ বন্ধ হৈছে। বৰ্তমান অসমত ২৩খন দৈনিক ৯খন তিনিদিনীয়া, ৫৪খন সাপ্তাহিক আৰু ২২০ খন মানৰো ওপৰ বিভিন্ন ধৰণৰ বাতৰিকাকত আছে। আশীৰ দশকৰ পৰা অসমত বাতৰিকাকত-আলোচনী আদি প্ৰকাশৰ প্ৰৱণতা বাঢ়িছে।

বাতৰিকাকত, আলোচনীৰ সংখ্যা বাঢ়িছে আৰু তাৰ লগে লগে চহৰে-নগৰে, গাঁৱে-ভূঞে বাতৰিকাকত, আলোচনীৰ প্ৰতি মানুহৰ আগ্ৰহো বাঢ়িছে। ইয়াৰ প্ৰধান কাৰণ জনসংখ্যা বৃদ্ধি আৰু শিক্ষিতৰ হাড় বৃদ্ধি। সংবাদপত্ৰৰ বৃদ্ধিৰ লগে লগে গাৱেঁ-ভূঞে, চহৰে-নগৰে সংবাদদাতাও বৃদ্ধি পাইছে। মফচলৰ সাংবাদিকসকলে সংবাদ পৰিবেশন নকৰিলে অকল ডাঙৰ ডাঙৰ বাতৰি যোগান প্ৰতিষ্ঠানৰ ওপৰতে বাতৰিকাকত জীয়াই থাকিব নোৱাৰে। বাতৰি প্ৰতিষ্ঠানবিলাকো জীয়াই থাকে বিভিন্ন ঠাইত থকা সাংবাদিকসকলৰ সক্ৰিয়তাৰ মাজেদিহে।

অসমত মফচল সাংবাদিকসকলৰ ভূমিকা আৰম্ভ হৈছিল 'অৰুনোদই'ৰ প্ৰকাশৰ লগে লগে। 'অৰুনোদই' ওলাল ১৮৪৬ ৰ জানুৱাৰী মাহত বাতৰিকাকত ৰূপত। অৱশ্যে ই পিছলৈ আলোচনীৰ আকাৰ লৈছিল। ১৮৫১ চনৰ পৰা ই আলোচনী আকাৰত প্ৰকাশ হৈছিল। বৰ্তমান সময়ৰ দৰে বানচ আদি দিয়া নহ'লেও মফচলবিলাকৰ কোনোবাই যে সংবাদদাতা হিচাপে কাম কৰি বিভিন্ন ঠাইৰ বাতৰি যোগাইছিল তাৰ উদাহৰণ বাতৰিবিলাকৰ প্ৰতি লক্ষ্য কৰিলেই ধৰিব পাৰি। বাতৰিৰ নমুনা দুই-এটা দিয়া হ'ল: "সিৱসাগৰৰ উজনি মেটেকাৰ ঘাটত বৰ্তমান মাহে এজনী তিৰোতা মানুহে দিখৌ নৈত নামি পাৰ হওঁতেই এটা ঘৰিয়ালে কামুৰি মাৰিলে" (মাৰ্চ ১৮৪৬ 'অৰুনোদই'। অৰুনোদই ধল ফাটৰ পৰা সঙ্কলিতা ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা)। "বৰ্তমান সঁকৰ এপ্ৰেল মাহৰ ২৬ তাৰিখে সিৱসাগৰ জিলাৰ দক্ষিণ কালুগাৱঁৰ শ্ৰীলম্বোদৰ মৌজাদাৰৰ ককায়েক মৃত্যু হোআৰ পূৰ্বে তেওঁৰ ঘৈনিএকে স্বামিৰ লগত সতি জাবৰ নিমিত্তে অগ্নি পৰিখাকে আদি কৰি সকলো ৰূপে প্ৰমাণ চাই সতি হই জেন জানি মৌজাদাৰে শ্ৰীজুত বিচাৰ পতিৰ আগত সেই কথা জনালত দাৰোগাৰ দোআৰাই সতিক নিবাৰণ কৰিলে।" মে' ১৮৪৬, "সতি জোআৰ নকচা" এখনো দিয়া হৈছে। "২৫ মাৰ্চ সুকুৰবাৰৰ ৰাতি দুপৰ মানৰ সময়ত কোঁঅৰপুৰ মৌজাৰ বতি নেওগ নামে এজন মানুহৰ ঘৰৰ ওচৰতে বান্ধি থোআ খুঁটিৰ মহৰ মাজত ব্ৰজপাত পৰি

পাচজনি মহ মৰিল। ৰাতিপুৱা মহৰ গৰাকীএ দেখে যে পাচোজনি ঠৰ হৈ পৰি মৰি আছে। তাৰে এজনিৰ চকু এটা ওলাই নিলগত পৰি আছিল" (অৰুনোদই, এপ্ৰিল ১৮৫৩)।

বুৰঞ্জীবিদ স্বৰ্গীয় বেণুধৰ শৰ্মাই লিখা মতে পণ্ডিত খেতেকেশ্বৰ শৰ্মাই 'অৰুনোদই'ৰ কাৰণে স্থানীয় বাতৰি সংগ্ৰহ কৰিছিল। সেইফালৰ পৰা নাম পোৱাৰ ভিতৰত পণ্ডিত খেতেকেশ্বৰ শৰ্মাকে প্ৰথম মফচলৰ সাংবাদিক বুলি ধৰিব পাৰি। আমাৰ বোধেৰে 'অৰুনোদই'ৰ দিনতো গঞা অঞ্চলৰ বহুতো লোকে তেওঁলোকক সংবাদদাতা বোলক নোবোলোক বাতৰি যোগান ধৰিছিল। এতিয়াও মফচল সাংবাদিকে ভৰি থকাৰ দিনতো বহুতো লোকে নিজাকৈ নিজৰ অনুষ্ঠানৰ বা নিজৰ ঠাইৰ বাতৰি কাকতলৈ পঠায়। বিবৃতিপ্ৰধান বহুতো অনুষ্ঠানৰ বিষয়ববীয়া এই ক্ষেত্ৰত বেছ সক্ৰিয় দেখা যায়। অৱশ্যে বাতৰিৰ খা-খবৰ কৰি মাজে মাজে বাতৰিকাকতলৈ বাতৰি পঠাই থকা কোনো কোনো লোকৰ নিচা, সাংবাদিকতা তেওঁলোকৰ পেশা নহয়। তেওঁলোকে বাতৰিকাকতখনো নিবিচাৰে, বানচ আদিৰতো কথাই নাই। বাতৰিটো উঠিলেই মানসিক শান্তি পায়। গাওঁখন বা অঞ্চলটোৰ কিছু হ'লেও লিখা-পঢ়া জনা মানুহ তেওঁৰ যেন ঠাইখনৰ খা-খবৰ পঠাই বাৰ্তাৰিত উঠোৱাটো সমাজৰ গুৰিত নৈতিকতাৰে দায়বদ্ধতা। আমি ১৯৪৪ চনত 'সাদিনীযা অসমীয়া'ত সহকাৰী সম্পাদকৰ কাম কৰি থাকোতে সমাজৰ গুৰিত নৈতিকভাৱে দায়বদ্ধ এনে বহুতো লোকৰ বা-বাতৰি পাইছিলোঁ। পোন্ধৰ-বিশ দিনৰ মূৰতো যদি তেওঁলোকৰ বাৰ্তাৰি নুঠে তেতিয়া এটা পোষ্টকাৰ্ড দি বিনীতভাৱে অভিযোগৰ সুৰত বাৰ্তৰি নুঠাৰ কাৰণটো সোধে।

আজি সমস্যা-জৰ্জৰিত অসম তথা ভাৰতবৰ্ষতে মফচলৰ সাংবাদিকসকলৰ গুৰুত্ব বেছি হৈছে। আগেয়ে উল্লেখ কৰা হৈছে যে মফলচৰ সাংবাদিকসকল ৰাইজৰ লগত প্ৰত্যক্ষভাৱে জড়িত। এনেদৰে জড়িত হোৱা সাংবাদিকসকলে আংশিক সেৱাৰে তেওঁলোকৰ গধুৰ দাযিত্ব পালন কৰিছে। আংশিক সেৱা বোলাৰ কাৰণ হ'ল মফচলৰ সাংবাদিকসকলৰ প্ৰায় ভাগেই অন্য চাকৰি কৰি তাৰ মাজতে সময উলিয়াই সংবাদ সেৱা কৰে। অন্য চাকৰি কৰি সংবাদ সেৱা কৰাসকলৰ ভিতৰত বেছি ভাগেই স্কুল-কলেজৰ শিক্ষক। আজিকালি অৱশ্যে সম্পূৰ্ণভাৱে সংবাদ সেৱাত আত্মনিয়োগ কৰা দুই-এজন সংবাদসেৱী মফচলত আছে। তেওঁলোকক দা-দৰমহা আৰু অন্য সুবিধা দি বাতৰিকাকতৰ পৰিচালকে একোটা অঞ্চলৰ সংবাদদাতা ৰূপে নিয়োগ কৰিছে। বাতৰিকাকতত সংবাদ যোগান ধৰি জীৱিকা নিৰ্বাহ কৰিব নোৱাৰিলেও আজিকালি নিবনুৱা সমস্যাৰ দিনত দুই-চাৰি ডেকা সাংবাদিক মফচলত ওলাইছে যাৰ সংবাদ সেৱাৰ বাহিৰে অন্য উপাৰ্জন নাই। এনে সাংবাদিকে বাতৰিকাকতৰ কৰ্তৃপক্ষই দিয়া নিয়মীয়া বানচৰ উপৰিও দুই-চাৰিটা প্ৰবন্ধ লিখিও কিছু অৰ্থ উপাৰ্জন কৰে। আজিকালি বাতৰিকাকতত প্ৰবন্ধ-পাতি লিখিলেও মাননিৰূপে কাকত আৰু আলোচনীবিলাকৰ প্ৰায় ভাগেই দিয়ে। তথাপিও অসমত এতিয়াও সংবাদসেৱা কৰি, প্ৰবন্ধ-পাতি লিখি জীৱিকা উপাৰ্জন কৰা অতি বিৰল। দুই-এজন বিশিষ্ট সাংবাদসেৱীয়ে এনে ক্ষেত্ৰত চেষ্টা নকৰাকৈ থকা নাই।

যদিও বাতৰিকাকতৰ সম্পাদকসকলে মফচলৰ সাংবাদিকসকলক এখন কাকতৰ লগতহে জড়িত হোৱাটো বিচাৰে বাস্তৱ ক্ষেত্ৰত কিন্তু দেখা যায় যে মফচলৰ একোজন সাংবাদিক প্ৰায়েই এখনতকৈ অধিক কাকত বা বাতৰি যোগান প্ৰতিষ্ঠানৰ লগত জড়িত। ইয়াৰ মূল কাৰণ আৰ্থিকেই। কিয়নো একোখন বাতৰিকাকতে একোজন মফচলৰ সাংবাদিকক মাননি হিচাপে সামান্য ধনহে দিয়ে। পালেকাৰ আয়োগেও মফচলৰ সাংবাদিকসকলক এখন কাকততকৈ বেছি কাকতৰ লগত জড়িত হোৱাৰ ক্ষেত্ৰত বাধা দিয়া নাই অৱশ্যে যদি সময থাকে। পালেকাৰ আয়োগে মফচলৰ সাংবাদিকসকলৰ মাননি আদিৰ কথাও উল্লেখ কৰিছে যদিও আজিও সকলো কাকতে সেই ধৰণৰে মফচলৰ সাংবাদিকসকলৰ পা-পইচা দিয়া নাই। কোনো কোনোৰ ভাগ্যততো বিনামূলীয়াকৈ দিয়া কাকতখন আৰু লেফাফা টিকট, পেডৰ বাহিৰে একো মিলা নাই। কিন্তু দুই-এখন দৈনিক কাকতে পালেকাৰ আয়োগৰ ভিত্তিত বানচ দিছেনে নাই নেজানোঁ; কিন্তু উন্নতমানৰ মাননি সেই সেই কাকতৰ লগত জড়িত নগৰৰ সংবাদদাতাসকলক দিছে। সকলো দৈনিক কাকতে একে নিৰিখতে মাননি নিদিয়াৰ কাৰণে মফচলৰ সাংবাদিকসকলৰ মাননিৰ প্ৰভেদ বহুত বেছি। কোনো কোনো নাম থকা বাতৰিকাকতৰো ক্ষেত্ৰত দেখা যায় যে বছৰ বছৰ ধৰি মফচলত সাংবাদিকতা কৰি থকা সাংবাদিকেও তাঁৰবাৰ্তা এটা পঠাবলৈও তেওঁৰ বিয়েৰিং অথৰিটি নাই। নিজৰ গাঁঠিৰ ধন খৰচ কৰি জৰুৰী তাঁৰ বাৰ্তা পঠাব লাগে। অথচ তেওঁৰ লগৰে তেওঁতকৈ বহুত বছৰৰ পিছত অন্য কাকতত নিয়োজিত হোৱা মফচলৰ সাংবাদিকৰ জৰুৰী তাঁৰ বাৰ্তা পঠাবলৈ বিয়েৰিং অথৰিটি আছে, যোনতো কেতিয়াবা বাতৰি পঠাব পাৰে,

তাৰ বাবেও ধন নিজে দিব নেলাগে। এনে দৈনিক কাকতো আছে যি মফচলৰ সাংবাদিকলৈ তাঁৰ বাৰ্তাৰ খৰচ, মাননি, বাতৰি কাকতলৈ প্ৰাইভেট ডাকত পঠোৱাৰ বাতৰিৰ খৰচ আদি উপযাচি নপঠায়। নিজৰ জেপৰ ধন খৰচ কৰি এনে পা-পইচা আনিবলৈ ছমাহ-সাতমাহৰ মূৰে মূৰে মূল কাৰ্যালয়লৈ নগ'লে পইচা নেপায়। আকৌ উচ্চ হাৰত নিয়মিতভাৱে পা-পইচা পঠাই থকা বাতৰিকাকত যে নাই এনে নহয়। এনে বাতৰিকাকতো অসমতে আছে যাৰ লগতে কাকতৰ জন্মলগ্নৰে পৰা জড়িত মফচলৰ সাংবাদিক একোজনে যেতিয়া আঠাইশ-ঊনত্ৰিশ বছৰ সংবাদসেৱা কৰি থকাৰ পিছত বয়সৰ কাৰণে বা অন্য কাৰণে স্বইচ্ছাই কাকতৰ সম্পাদকক লিখিতভাৱে জনাই সেই কাকতৰ সংবাদদাতাৰ বাট এৰে তেতিয়া তেনে সাংবাদিকে তেওঁৰ দীৰ্ঘদিনৰ সেৱাৰ স্বীকৃতি স্বৰূপে সম্পাদকৰ পৰা এখন সৌজন্যমূলক চিঠিও নেপায়। বিনামূলীয়াকৈ দি থকা বাতৰিকাকতখনতো দি থকাৰ প্ৰশ্নই নুঠে। আকৌ এই অসমতে এনে বাতৰিকাকতো আছে যাৰ কৰ্তৃপক্ষই সাময়িকভাৱে কোনো এখন ঠাইত কাম চলাবলৈ দি থকা সাংবাদিকৰ ঠাইত যেতিয়া অন্য এজন নিয়োগ কৰে তেতিয়া আগৰজনক দি থকা বিনামূলীয়া বাতৰিকাকতখন সৌজন্যতাৰ কাৰণেই বন্ধ কৰি নিদিয়ে। কাৰণ, কাকতখনৰ আৱশ্যকীয় সময়ত আগৰজন সাংবাদিকৰ সেৱাৰ নিশ্চয় মূল্য আছে আৰু এই সেৱাৰ স্বীকৃতিস্বৰূপেই তেওঁৰ প্ৰতি এই উদাৰতা। সাংবাদিকৰ প্ৰতি বিভিন্ন বাতৰিকাকতৰ মাজত থকা এই বৈষম্য নিশ্চয় আঁতৰ হোৱা আৱশ্যক।

বাতৰি খা-খবৰ কৰি তাৰ সত্যাসত্য নিৰূপণৰে তাৰ চৰজমিন অনুসন্ধান কৰি বাতৰি লিখি পঠোৱালৈকে মফচলৰ সাংবাদিকসকলৰ দায়িত্ব বহুতো। দায়িত্ব যিমান সেই হিচাপে কাকতৰ কৰ্তৃপক্ষৰ পৰা যিমান সুবিধা পাব লাগে সিমান সুবিধা নেপায়। ক্ষিপ্ৰতাৰে বাতৰি এটা জৰুৰীভাৱে পঠাবলৈও কেতিয়াবা কেতিয়াবা তাঁৰ বিভাগৰ ক্ষন্তেকীয়া অচল অৱস্থায়ো মফচলৰ সাংবাদিকসকলক আমনি কৰে। একোটা বাতৰি থাকে যিটো হয়তো এদিন বা দুদিনৰ ভিতৰত নোলালে বাতৰিৰ গুৰুত্ব নেথাকে। আজি যোগাযোগৰ মাধ্যমৰ উন্নতি বহুত হৈছে যদিও বাস্তৱত এনে সমস্যা দূৰ হোৱা নাই। চহৰৰ পৰা নিলগত থকা মফচলৰ সাংবাদিকসকলৰতো সোনকালে বাতৰি পঠোৱা এটা ডাঙৰ সমস্যা। বাতৰি সোনকালে নুঠিলেও বিপদ আৰু সোনকালে উঠাবলৈ সুবিধাৰ অভাৱ। এনে অসুবিধাৰ পৰা আজিৰ যোগাযোগৰ উন্নত মাধ্যমৰ দিনতো মফচলৰ সাংবাদিকসকল মুক্ত হ'ব পৰা নাই।

চৰকাৰী জনসংযোগ, বিভিন্ন উদ্যোগৰ জনসংযোগ বিভাগৰ যোগেদি সাংবাদিক মেল আদিৰ মাধ্যমেৰে যিবোৰ বাতৰি পৰিবেশন কৰা হয় সেইবোৰৰ বেছিভাগেই চৰকাৰ বা উদ্যোগৰ নীতি সমৰ্থক। কেতিয়াবা বিভিন্ন জনসংযোগসমূহৰ এনে বাতৰি জনসাধাৰণৰ প্ৰতিকূলো হয়। গতিকে এনে বাতৰি তেনে ৰূপতে দাঙি ধৰিলে বাতৰিকাকতৰ মূল উদ্দেশ্যত ব্যাঘাত হ'ব পাৰে। গতিকে মফচলৰ সাংবাদিকসকলে এইবিলাকৰ প্ৰতি বিশেষ চকু দি সদায় নিজস্ব দৃষ্টিভঙ্গী লোৱা আৱশ্যক। নহ'লে জনসংযোগৰ বাতৰি আৰু সাংবাদিকৰ বাতৰিৰ মাজত প্ৰভেদৰ সীমাৰেখা ডাল ক্ষীণ হৈ আহিব। মফচলৰ সাংবাদিকেই হওক বা অন্য সাংবাদিকেই হওক তেওঁলোকে চৰকাৰৰ ভাল কাম প্ৰশংসা কৰাত দোষ নাই; কিন্তু চৰকাৰৰ জনবিৰোধী কামৰো কঠোৰ সৃষ্টিমূলক সমালোচক হ'ব লাগে। তেওঁলোকৰ সদায়েই চিন্তা হ'ব লাগিব যে তেওঁলোক জনসাধাৰণৰ কল্যাণ সাধনৰ প্ৰতি বিশেষভাৱে দায়বদ্ধ। সাংবাদিকসকলৰ সৃষ্টিমূলক সমালোচনাই বহু ক্ষেত্ৰত চৰকাৰৰ ভুল ভাঙে, নিজৰ বিচ্যুত কৰ্তব্যৰ পৰা ঘূৰি আহি জনতাৰ কাষ চাপিবলৈ সকীয়নি পায়।

অতি সুখৰ বিষয় যে আজি মফচলৰ সাংবাদিকসকলৰ বিভিন্ন সমস্যা, কৰ্তব্য, দায়িত্ব আদিৰ বিষয়ে আলোচনা-বিলোচনা কৰিবলৈ অন্যান্য সাংবাদিকসকলৰ সন্থাৰ উপৰিও মফচলৰ সাংবাদিকসকলৰ ৰাজ্যিক সন্থাৰ উপৰিও জিলা, আঞ্চলিক সন্থা আদিও গঠিত হৈছে। বিভিন্ন জিলা সাংবাদিক সন্থাই কৰ্মশালা আদি অনুষ্ঠিত কৰি সাংবাদিকৰ বিভিন্ন সমস্যা, ন্যায্য দাবী, কৰ্তব্য আদিৰ বিষয়ে আলোচনা-বিলোচনা আগবঢ়াইছে। অকল দাবীয়েই নহয় আত্ম-সমালোচনাও সাংবাদিকৰ কৰ্তব্যৰ মূল সহায়। আজি ক্ষমতাৰ ৰাজনীতিয়ে, দুৰ্নীতিৰ অক্টোপাচে সকলোকে মেৰাই ধৰিবলৈ চেষ্টা কৰাৰ দৰে সাংবাদিকসকলকো মেৰাই ধৰিবলৈ চেষ্টা কৰিছে। মেজৰ সাংবাদিকসকলৰতো কথাই নাই, মফচলৰ সাংবাদিকসকলকো ইয়াৰ কৱলত সুমুৱাবলৈ সততে যত্নৰ ত্ৰুটি হোৱা নাই। এনে ক্ষেত্ৰত উপঢৌকনৰ কথাতো আছেই— নিৰ্যাতন, ভীতি-প্ৰদৰ্শনৰ কথাও আছে। আজি দুই-এক লিখকৰ মূৰৰ (মৃত্যুদণ্ড) মূল্য মৌলবাদীসকলে নিৰ্দ্ধাৰণ কৰাৰ দৰে সাংবাদিকৰো দুই-একৰ মূৰৰ মূল্য নিৰ্দ্ধাৰণ কৰা বাতৰিকাকতত পঢ়িবলৈ পাইছোঁ। গতিকে জনকল্যাণমুখী সাংবাদিকতা

কুৰৰ সাঁকোৰ দৰে হৈছে। তথাপিও সাংবাদিকৰ কৰ্তব্য মহান, দায়িত্বও মহান। এই কৰ্তব্য আৰু দায়িত্ব মফচলীয়া সাংবাদিকসকলৰো পথৰ সাৰথিস্বৰূপ। এনে বিপদসংকুল অথচ জনকল্যাণৰ মুখ্য মাধ্যমস্বৰূপ সাংবাদিকতাত লাগি থকা মফচলৰ সাংবাদিকসকলক আংশিক সময়ৰ সাংবাদিকৰূপে ধৰি লৈ পালেকাৰ আৰু বাছৱাট আয়োগে দিয়া পাৰিতোষিকৰ ব্যৱস্থাৰ বিষয়ে বাতৰিকাকতৰ গৰাকীসকলে চিন্তা কৰিব লাগে। এই ব্যৱস্থামতে মফচলৰ এজন আংশিক সময়ৰ সংবাদদাতাই এজন ছাব এডিটৰৰ দৰমহাৰ তিনিভাগৰ এভাগ পাব লাগে। এনে পাৰিতোষিকৰ ব্যৱস্থা ক'ৰবাত দুই-চাৰিজনৰ ভাগ্যত ঘটিলেও বেছি ভাগৰে ভাগ্যত ঘটা নাই। এইখিনিতে উল্লেখযোগ্য যে কোনো কোনো মফচলৰ সাংবাদিকে স্বীকৃতি আৰু নিযুক্তি পত্ৰও পোৱা নাই। চিনাক্তকৰণ পত্ৰ আৰু নিযুক্তি পত্ৰ নেপালে আজিৰ এই বিপদসংকুল সময়ত তেনে মফচলৰ সাংবাদিকৰ কাৰণে বাতৰি সংগ্ৰহ কৰা জটিল কথা।

বহুতো প্ৰতিকূল পৰিবেশৰ মাজত দুই-এক অনুকূল প্ৰশংসনীয় পৰিবেশৰ যে সৃষ্টি হোৱা নাই এনে নহয়। ইয়াৰ দ্বাৰা কোনো কোনো মেজৰ সাংবাদিকো সম্মানিত হৈছে আৰু কোনো কোনো মফচলৰ সাংবাদিকো সম্মানিত হৈছে।

সাংবাদিকৰ বিভিন্ন অনুষ্ঠানৰ উপৰিও অন্যান্য ৰাজহুৱা অনুষ্ঠানৰ কোনো কোনো সংবাদসেৱাৰ লগত জড়িত প্ৰবীণ ব্যক্তিক সম্বৰ্ধনা আদি জনাইছে। এই ক্ষেত্ৰত দুই-এক বাতৰিকাকত প্ৰতিষ্ঠান গোষ্ঠীয়ে আগভাগ লোৱাটো প্ৰশংসনীয় কথা। উদাহৰণস্বৰূপে জনমভূমি গোষ্ঠীৰ অন্যতম প্ৰতিষ্ঠাতা স্বৰ্গীয় কনক শৰ্মা সোঁৱৰণী বঁটা। এই সন্মানীয় বঁটা প্ৰথম লাভ কৰে 'দৈনিক জনমভূমি' কাকতৰ লগত তাহানি বহুত দিন জড়িত মফচলৰ প্ৰবীণ সাংবাদিক শিক্ষাবিদ স্বৰ্গীয় পবনাথ শৰ্মাই। ১৯৯৪ চনৰ বছৰত স্বৰ্গীয় কনক শৰ্মাৰ দ্বিতীয় মৃত্যু বাৰ্ষিকীত এই বঁটা লাভ কৰে বহু বছৰ ধৰি 'দৈনিক জনমভূমি' কাকতৰ শিৱসাগৰৰ সংবাদদাতাৰূপে কাম কৰা বিশিষ্ট মফচল সাংবাদিক জাঁজী কলেজৰ বুৰঞ্জী বিভাগৰ জ্যেষ্ঠ প্ৰবক্তা শ্ৰীগুণ বৰুৱাই, কাকতখনৰ সফল সংবাদদাতা ৰূপে গণ্য হোৱাত। তেওঁক ডিব্ৰুগড়ত ৰাধাগোবিন্দ বৰুৱা স্মৃতি ৰক্ষা সমিতিয়েও ১৯৯৩ চনত অসমৰ সংবাদসেৱালৈ, উল্লেখযোগ্য অৰিহণা আগবঢ়োৱা বাবে অসমৰ সিংহপুৰুষ, সমাজ-সংস্কৃতি আৰু সংবাদসেৱাৰ স্মৰণীয় বাটকটীয়া স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাৰ চাৰিকুৰি চৌধ্য বছৰীয়া জন্ম দিৱসত কনকচন্দ্ৰ শৰ্মা সোঁৱৰণী বঁটা প্ৰধান কৰে। যোৰহাটত বঁটা প্ৰদান কৰে খ্যাতনামা সাংবাদিক শ্ৰীঅৰুণ শৰ্মোৰীয়ে আৰু ডিব্ৰুগড়ত বঁটা প্ৰদান কৰে প্ৰাক্তন মুখ্য ন্যায়াধীশ শ্ৰীশৰৎ কুমাৰ দত্তই। এনেকুৱা প্ৰচেষ্টা অৰ্থাৎ মফচলৰ সাংবাদিকসকলৰ সেৱাৰ স্বীকৃতিৰ বঁটা প্ৰদান আদিৰ ভৱিষ্যৎ আঁচনি 'আজিৰ অসম' আদি দুই-এক কাকতে লৈছে বলি শুনিছোঁ। এনে প্ৰচেষ্টা প্ৰশংসনীয়। আমাৰ প্ৰবন্ধ বিশেষকৈ মফচলৰ সাংবাদিকসকলৰ ওপৰতে হোৱাৰ কাৰণে আমি ইয়াত মফচলৰ সাংবাদিকৰ কথাহে উল্লেখ কৰিছোঁ। চৰকাৰৰ ফালৰ পৰা মফচলৰ সাংবাদিকসকলৰ বৰঙণিৰ স্বীকৃতি কি দিব খুজিছে নেজানোঁ, কিন্তু দুখেৰে জনাব খুজিছোঁ যে, এই প্ৰবন্ধ লিখা দিনলৈকে বিনামূলীয়া বাছ ভ্ৰমণৰ সুবিধাও অসমৰ মফচলৰ সাংবাদিকসকলে পোৱা নাই। আন বহুতো কথা প্ৰস্তাৱ ৰূপেই চৰকাৰৰ গুৰিত থাকিল। অন্যান্য ৰাজ্যৰ বহুতৰে কিন্তু সংবাদদাতাসকলে এনে সুবিধা পাইছে।

আজি অসম আৰু ভাৰতবৰ্ষই নহয় গোটেই বিশ্বই সন্ত্ৰাসবাদ, সাম্প্ৰদায়িকতা, দুৰ্নীতি, হত্যা, শোষণ, ধৰ্ষণ আদিৰ কবলত জ্বলাকলা হৈছে। চাৰিওপিনে প্ৰগতিৰ বাট-পথ অন্ধকাৰে আৱৰি ধৰিছে। আজি বিশ্বৰ বেপাৰসৰ্বস্ব মাধ্যমে কেৱল মনোৰঞ্জনৰ নামতেই সমাজক ধ্বংস কৰা ষ্টাৰ টি. ভিৰ, এম টি. ভিৰ কাৰ্যসূচীয়ে উঠি অহা চামক জীৱনৰ প্ৰকৃত লক্ষ্যৰ পৰা আঁতৰাই আনি বিপথগামী কৰাত সহায় কৰিছে। বিশ্বৰ প্ৰচাৰ মাধ্যমৰ অধীশ্বৰ কপাৰ্ট মাৰদোচে নতুন দিল্লীও ভ্ৰমণ কৰি গৈছে। বিশ্বৰ প্ৰচাৰ মাধ্যমৰ মনোৰঞ্জনৰ কাৰ্যসূচীয়ে দূৰদৰ্শনৰ সীমাৰেখাৰ মাজতে থকা নাই, লাহে লাহে বাতৰিকাকত আদিকো স্পৰ্শ কৰিছেহি। আলোচনী, বাতৰিকাকত আদিতো আজিকালি ধ্বংসাত্মক বা বাতৰি, যৌন উন্মাদনাৰ ছবি বাতৰি আদি দিনক দিনে বৃদ্ধি পাবলৈ ধৰিছে। গতিকে, কামোদ্দীপক নৃত্যগীতৰ ছবি, সন্ত্ৰাসবাদ প্ৰচাৰৰ ছবি আদিৰ প্ৰতি বৰ্তমান এনেবিলাক সমস্যাৰে জৰ্জৰিত অসমৰ সাংবাদিকসকলো বিশেষভাৱে সতৰ্ক হোৱা উচিত। এই ক্ষেত্ৰত মফচলৰ সাংবাদিকসকলৰ দায়িত্ব আৰু কৰ্তব্যও কম নহয়। বিদেশী টি. ভিৰ সমাজ ধ্বংসকাৰী, নতুন পুৰুষৰ কুসংস্কৃতিৰ অবাধ প্ৰচলন আৰু তাকে অনুসৰণ কৰি আমাৰ দূৰদৰ্শনেও খোজতে খোজ মিলোৱা দেখা গৈছে। সাংবাদিকসকলে এনে কাৰ্যসূচী চৰকাৰে বন্ধ কৰাৰ কাৰণে কলমৰে নিশ্চয় আন্দোলন কৰিব পাৰে। এই আন্দোলনত মফচলৰ সাংবাদিকসকলেও বিশেষ ভূমিকা গ্ৰহণ কৰিব লাগে; কাৰণ ধ্বংসমুখী আমাৰ সমাজখনৰ বিপথগামী মনোৰঞ্জনৰ কাৰ্যসূচীৰ কুফলৰ লগত এই সকলৰ পৰিচয় বেছি। সাংবাদিকসকল সদায়েই জনসাধাৰণৰ জাগ্ৰত প্ৰহৰী হৈয়েই থাকিব লাগিব।

# সংবাদপত্ৰ আৰু আধুনিক অসমীয়া ভাষা-সাহিত্য

কেশৱ শইকীয়া

জন হ'হেনবাৰ্গে 'প্ৰফেচনেল জাৰ্ণেলিষ্ট' নামৰ গ্ৰন্থত ঊনবিংশ শতিকাটো ঔপন্যাসিকৰ যুগ আৰু বিংশ শতিকাটো সাংবাদিকতাৰ যুগ বুলি অভিহিত কৰিছে। এনে ধৰণৰ মন্তব্যৰ আধাৰত একবিংশ শতিকাৰ আগে আগে অসমীয়া ভাষা-সাহিত্য আৰু অসমৰ সাংবাদিকতা সম্পৰ্কত আলোচনা কৰিব পাৰি। অৰুনোদইৰ পৰা এতিয়ালৈকে (১৯৯৭ চন) লক্ষ্য কৰিলে এই কথা স্পষ্ট ৰূপত প্ৰতিভাত হয় যে ১৯৮০ চনৰ পৰা '৯০ চনৰ ভিতৰৰ এই দশকটোত অসমীয়া ভাষাত একাধিক বাতৰিকাকত প্ৰকাশ হৈছে। বেছিভাগ কাকতেই গুৱাহাটীৰ পৰা প্ৰকাশ হৈছে। এনেদৰে দৈনিক কাকত প্ৰকাশ হোৱাৰ কাৰণেই ৰাজ্যখনৰ চুকে-কোণে অনেক সংবাদ প্ৰেৰণ কৰা লোক ওলাইছে। সংবাদ প্ৰেৰণ কৰা লোকসকল সাধাৰণতে শিক্ষক বা শিক্ষা বিভাগৰ লগত জড়িত হোৱাটোও মন কৰিবলগীয়া কথা। ৰাজ্যখনৰ গাঁৱে-ভূঞে এনে ধৰণৰ সাংবাদিক বাঢ়ি যোৱাৰ কাৰণে স্বাভাৱিকতেই সাহিত্যতকৈও সংবাদৰ প্ৰতি আগ্ৰহী লোকৰ সংখ্যা বাঢ়িছে আৰু একান্তভাৱে সাহিত্য সৃষ্টিত ব্ৰতী হোৱা লোকৰ সংখ্যা ক্ৰমশঃ হ্ৰাস পাই আহিছে। এই সময়ছোৱাত অসমৰ বিশিষ্ট সাহিত্যিকসকলেও বাতৰিকাকত, আলোচনী আদিৰ সম্পাদনাৰ দায়িত্ব লোৱা পৰিলক্ষিত হৈছে।

আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত মন কৰিবলগীয়া কথা এয়ে যে অৰুনোদই যুগৰ পৰা অসমীয়া ভাষা-সাহিত্য চিহ্নিত কৰা যুগকেইটাই হ'ল আলোচনীসৰ্বস্ব। উদাহৰণস্বৰূপে জোনাকী, আৱাহন, ৰামধেনু আদি আলোচনীৰ কথাই ক'ব পাৰি। হোমেন বৰগোহাঞিয়ে লেখিছে: "১৯৫১ চনত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত 'ৰামধেনু' প্ৰকাশ হোৱাৰ লগে লগে অসমীয়া সাহিত্যৰ যুদ্ধোত্তৰ যুগৰ দ্বিতীয় আৰু আটাইতকৈ ফলবান দশকটো আৰম্ভ হ'ল। আধুনিক অসমীয়া সাহিত্যত 'ৰামধেনু'ৰ গুৰুত্ব ইমান বেছি যে 'জোনাকী যুগ' আৰু 'আৱাহন যুগ'ৰ দৰে এই যুগটোও 'ৰামধেনু যুগ' নামেৰে অভিহিত হ'বৰ যোগ্য।"...

ৰামধেনু যুগৰ প্ৰভাৱ পঞ্চাশৰ দশকটোত সুস্পষ্ট আৰু এই যুগৰ লেখকসকলৰ প্ৰচেষ্টাত অসমীয়া সাহিত্য জগতখনলৈ আহিল পশ্চিমীয়া সাহিত্যৰ 'আধুনিকতা'ৰ লক্ষণসমূহ। এই সময়ছোৱাৰ "সংবাদপত্ৰসমূহৰ সংবাদ সেৱাত আছিল উদ্দেশ্যধৰ্মীতা, আছিল সজাগ দায়িত্ববোধ। বৃহত্তম জনগণৰ স্বাৰ্থৰক্ষাত কেতিয়াও সংবাদপত্ৰসমূহ পিছভৰি হোৱা নাছিল। কিন্তু আজিৰ সংবাদপত্ৰসমূহ সেই অৱস্থাত আছে বুলি তাৰ পৰম বন্ধুৱেও ক'ব নোৱাৰে।" (ডঃ হীৰেন গোহাঁই: বিশ্বায়তন: দ্বিতীয় প্ৰকাশ: ১৯৮৩; পৃষ্ঠা ১১৯)।

অসমীয়া সাহিত্যত 'আধুনিকতা'ৰ লক্ষণৰ কথা কৈছে হোমেন বৰগোহাঞিয়ে আৰু সংবাদপত্ৰৰ 'সংবাদ'ৰ কথা কৈছে ডঃ হীৰেন গোহাঁয়ে। এই দুয়োগৰাকী চিন্তাশীল ব্যক্তিৰ কথাৰ পৰাই এই কথাও প্ৰতিভাত হয় যে সমাজৰ লগত সাহিত্যৰ সম্পৰ্ক যেনেদৰে নিবিড়; ঠিক সেইদৰে সংবাদপত্ৰৰ সম্বন্ধও নিবিড়। সমাজখনক বাদ দি সাহিত্য যেনেকৈ হ'ব নোৱাৰে; সেইদৰে সমাজৰ প্ৰচলিত ধ্যান-ধাৰণাক বাদ দি সংবাদপত্ৰও বৰ্তি থাকিব নোৱাৰে। এই দৃষ্টিকোণৰ পৰা চালে সংবাদসেৱা আৰু সাহিত্যসেৱাৰ মাজত মিল বিচাৰি পোৱা যায়। কিন্তু, এখন মহৎ গ্ৰন্থই আমাক যেনেদৰে উজ্জীৱিত কৰিব পাৰে; সংবাদপত্ৰই কিন্তু সেই উদ্দীপনা দিব নোৱাৰে। কিতাপৰ ইতিহাস দীঘলীয়া ইতিহাস; কিন্তু ভাৰতীয় সংবাদপত্ৰৰ ইতিহাস ১৭৮০ চনৰ। ("All our history of journalism in India commence with James Augustus Hicky's 'Bengal Gazette' which was published about 23 years after the Battle of Palassey had been

fought, to be precise, on the 29th January, 1780. Hicky was a British-born subject who came out to India, like many others of his countryman of that time, to try his luck here and make a fortune — but success did not smile on him. Being unsuccessful in other fields he, at last, took to the trade of printing and publishing a newspaper ".. )

(*A History of Indian Journalism* Mohit Moitra, Page 3)

গতিকে, সংবাদপত্ৰৰ ইতিহাস আৰু গ্ৰন্থৰ ইতিহাস একে নহয়। গ্ৰন্থ প্ৰণয়নৰ পিছত Bartholiui য়ে কৈছিল, "Without book God is silent, justice dormant, natural science at a stand, philosophy lame, letters dumb and all things involved in cimmerian darkness" সেইদৰে House of Commons ত Burke এ প্ৰেছ গেলেৰীৰ ফালে আঙুলিয়াই কৈছিল — "Yonder sits the Fourth Estate" Industrial Revolution ৰ পিছত Burke-এ বাতৰিকাকতক Fourth Estate বুলি অভিহিত কৰিছিল।

সংবাদপত্ৰ আৰু গ্ৰন্থৰ এই চমু 'ইতিকথা'ৰ দ্বাৰাই এই কথাও স্পষ্ট হৈছে যে সংবাদপত্ৰ দৰাচলতে গ্ৰন্থৰ পৰিপূৰক। পৰিপূৰক এই অৰ্থত যে আমাৰ সমাজ জীৱন ক্ৰমশঃ জটিল হৈ অহাত, দৈনন্দিন জীৱনত অসংখ্য ঘটনা সংঘটিত হোৱাত গ্ৰন্থই সেই ভাৰ বহন কৰিব নোৱৰা হ'ল আৰু সেই কাৰণেই প্ৰয়োজন হ'ল বাতৰিকাকতৰ। বেণুধৰ শৰ্মাই 'সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য' নামৰ এটা নিবন্ধত উল্লেখ কৰিছে: "একাল আছিল, যেতিয়া কিছুমান ইংৰাজ কৰ্মচাৰীৰ আত্মম্ভৰিতা, পৰদেশীয় মানুহৰ স্বাৰ্থপৰ হেঁচা আৰু জাতীয় দৰিদ্ৰতাই আছিল অসমীয়া জাতি উধোৱাৰ প্ৰধান অন্তৰায়। ইয়াৰ বিৰুদ্ধে যুঁজিবলৈ নাই মানুহ, নাই বাতৰিকাকত আৰু নাই সেই কাকত চলাবলৈ ধনী খামিডাঠ মানুহ। দিনক দিনে দেশৰ সমস্যা ইমান জটিল হৈ আহিছে আৰু চাই থাকোতেই বিদেশী কাউৰীয়ে আমাৰ মুখৰ ভাত কাঢ়ি নিছে যে সময়ৰ শৰ মাৰি তেতিয়াই যদি দুষাৰ চোকা কথা কৈ চৰকাৰ আৰু ৰাইজক সতৰ্ক কৰি দিয়া নহয় তেন্তে অচিৰেই অসমীয়া জাতি দণ্ডকাৰণ্যত প্ৰৱেশ কৰিবগৈ লাগিব। অসমৰ অসমীয়া জাতীয় স্বাৰ্থটো কেনেকৈ সৰ্বপ্ৰকাৰে ৰক্ষা কৰিব পাৰি পেস্কাৰ কৃষ্ণ ভট্টাচাৰ্যৰ খালি সেইহে চিন্তা।"

শৰ্মাই একেটা নিবন্ধতে 'বিলাসিনী'য়ে সেই সময়ত কেনে ধৰণৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল সেই কথা বৰ্ণনা কৰিছে। অৰ্থাৎ, বাতৰিকাকত এখনো যে সমাজৰ কামত দায়বদ্ধ — এই কথা শৰ্মাই আওপাকে কৈছে। নিবন্ধটিৰ শেষত বেণুধৰ শৰ্মাই লিখিছে, "মানুহে মানুহক পাহৰিবলৈ সৰহদিন নেলাগে। কিন্তু পেস্কাৰ ডাঙৰীয়াৰ সাংবাদিক জীৱনৰ ত্যাগ আৰু সাহ কেতিয়াও পাহৰিব নোৱাৰি।"

অসমীয়া বাতৰিকাকতৰ এই কথাখিনি চল্লিশৰ দশকৰ। ১৯৫০ চনত পেস্কাৰ কৃষ্ণকান্ত ভট্টাচাৰ্যৰ মৃত্যু হৈছিল। ইয়াৰ পিছতেই অসমত '৪২ ৰ বিপ্লৱ। মহাত্মা গান্ধীৰ নেতৃত্বত আন্দোলন।

জনজীৱনৰ দৈনন্দিন জীৱনৰ খবৰ বাতৰিকাকত এখনত যেনেদৰে প্ৰকাশ হয়, সেয়া গ্ৰন্থ এখনত প্ৰকাশ হ'ব নোৱাৰে। আনহাতে, গ্ৰন্থ এখনৰ যি মহত্ত্ব, সেয়া বাতৰিকাকতে দিব নোৱাৰে।

প্ৰাক্-স্বাধীনতাৰ কালছোৱাত সমাজৰ গুৰি ধৰোতাসকলে নিজৰ নিজৰ দিশত আত্মনিয়োজিত হৈ ৰাজনীতি কৰাসকলে ৰাজনীতিকেই কৰিছিল, সাহিত্য-সংস্কৃতিৰ সাধকসকল আত্মবিভোৰ হৈছিল সাহিত্যৰ অৰুনোদইৰ কথা ভাবি ; সাহিত্যত জোনাকৰ ঢল নামক বুলি...।

আধুনিক অসমীয়া সাহিত্যৰ ভেটি সুদৃঢ় কৰাত চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ, হেমচন্দ্ৰৰ যি অৱদান ; স্বাধীনোত্তৰ অসমৰ কথা ভবা গোপীনাথ বৰদলৈৰ অৱদানো মহৎ ভাৱনাৰে ৰঞ্জিত। বিশ্ববন্দিত লেখক টলষ্টয়ে জীৱনৰ শেষ বয়সত নিজৰ ৰচনাৰাজিকো বেয়া শিল্প বুলিছিল ; 'যুদ্ধ আৰু শান্তি' ধৰণৰ গ্ৰন্থ খাটিখোৱা মানুহে নপঢ়ে বা পঢ়িবলৈ সময় নাই বুলি অনুভৱ কৰিছিল। টলষ্টয়ৰ এনে ধৰণৰ অনুভৱ চিন্তা কৰিবলগীয়া বিষয়েই নহয়, তাৎপৰ্যপূৰ্ণ বুলিও ক'ব পাৰি।

যোৱা দশকটো আৰু চলিত দশকৰ আধাডোখৰ কাললৈকে অসমীয়া সাহিত্যৰ জঠৰতাৰ বিপৰীতে ৰাজ্যখনত সাংবাদিকতাৰ প্ৰতি ধাৱিত হোৱা লোকৰ সংখ্যা বাঢ়িছে। সাংবাদিক মানে, সঁচা অৰ্থৰ সাংবাদিকতাতকৈ 'বাতৰি যোগনীয়াৰ'ৰ সংখ্যা বৃদ্ধি পাইছে। বাতৰিকাকত বঢ়াৰ লগে লগে বহুতে এই দিশৰ প্ৰতি আকৃষ্ট হৈছে। চাবলৈ গ'লে বাতৰি যোগনীয়াৰৰ প্ৰধান আৰু প্ৰথম চৰ্তই হ'ল ডাঁৱৰ বাতৰি ডাঁৱে পঠিওৱা, কোনো এখন কাকতৰ সংবাদদাতাই যদি সেই স্থানত সংঘটিত হোৱা 'সাংঘাতিক' ধৰণৰ বাতৰি এটা 'কাইলৈ' পঠাম বুলি থয় — তেনেহ'লে কাইলৈ সেই বাতৰিটো

পুৰণি হৈ সেই বাতৰিৰ পৰাই নতুন বাতৰিৰ জন্ম হ'ব পাৰে। গতিকে, এতিয়া আপাত ঘটনা আৰু তাৰ তাৎকালিক বাতৰিতকৈ সেই ঘটনা আৰু বাতৰিৰ অন্তমুখী সংবাদ আৰু তাৰ তাৎপৰ্য বিশ্লেষণ ক্ৰমাৎ অধিক প্ৰয়োজনীয় হৈ পৰিছে। কাৰণ, একো একোটা ঘটনাৰ আঁৰত একো একোটা কাহিনীও থাকে। ঘটনাটো আপাত দৃশ্যতেই শেষ হয়, কিন্তু তাৰ আঁৰত থকা অদৃশ্য অথবা নজনা কথাবোৰৰ ইতিহাসে সেই সংবাদটোৰ বৈচিত্ৰ্য, গুণগত মূল্য আৰু সম্পূৰ্ণতা দিব পাৰে। গতিকে, এই প্ৰয়োজনীয়তাৰ দাবীতেই আমাৰ সমাজত পৰিৱৰ্তিত হ'বলৈ ধৰিছে নতুন ৰীতিৰ অন্তমুখী সাংবাদিকতাৰ এটা ধাৰা। এই ধাৰাটোৱেই অনুসন্ধানমূলক সাংবাদিকতা। আমাৰ গাঁৱে-ভূঞে থকা সাংবাদিকসকলে অনুসন্ধানমূলক সাংবাদিকতাৰ প্ৰতি এতিয়াও আকৃষ্ট হোৱা নাই। কামটো কষ্টৰ। বোধকৰো সেইবাবে কেৱল 'আপাত' ঘটনাটোৰ বিৱৰণ পঠিয়ায়েই সাংবাদিকসকল হাত সাবটি বহি থাকে। এনেকৈ হাত সাবটি বহি থকাৰ কাৰণেই সাংবাদিক বৃত্তিটোৱে নিটোল ৰূপ পৰিগ্ৰহ কৰা নাই।

সাহিত্যৰ লগত যেনেকৈ সমাজৰ সম্পৰ্ক আছে — ঠিক তেনেকৈ সংবাদৰ লগতো সমাজৰ সম্পৰ্ক অবিচ্ছেদ্য অঙ্গস্বৰূপে আছে। স্বাধীনতাৰ পিছৰ দুটা দশকত দেখা পোৱা অসমীয়া সমাজখন এতিয়া সলনি হৈছে। জনসংখ্যা বাঢ়িছে আৰু জনসংখ্যাৰ লগে লগে জাতীয় জীৱনত সমস্যাও বাঢ়ি গৈ আছে। এই সমস্যাসমূহে আকৌ নতুন সমস্যাৰ সৃষ্টি কৰিছে। এনেবোৰ সমস্যাৰ মাজত কোনটো সমস্যাৰ কথা সাংবাদিকে ক'ব বা কোৱা উচিত — ঠিক তেনে ধৰণৰ বিচাৰো এতিয়াৰ সাংবাদিকে কৰিব পাৰিব লাগিব। ইয়াৰ কাৰণে প্ৰয়োজন হ'ব স্থিৰ চিন্তা আৰু বিশ্লেষণী ক্ষমতা। আমাৰ গাঁৱে-ভূঞে থকা সাংবাদিকসকলে এই অভীপ্সা লৈয়ে যে কামত অগ্ৰসৰ হৈছে সেই বিষয়ে নিশ্চিত হ'ব পাৰিলেও বেছিভাগেই 'বাতৰি পঠোৱাৰ খাতিৰতেই বাতৰি' — ঠিক এনে ধৰণৰ মনোভাৱ লৈছে। বহুতে, সাংবাদিকৰ বহুত ক্ষমতা, সাংবাদিকৰ পৰা উপকৃত উপাৰ্জন হয় — এনে ধৰণৰ মনোভাৱ এটা লৈও সাংবাদিক হোৱা ছাপটো গাত মাৰি ল'বৰ প্ৰয়াস কৰিছে। এনে ধৰণৰ মনোবৃত্তিয়ে সংবাদজগতলৈ সৰ্বনাশ কঢ়িয়াই আনিব বুলিও নিৰ্ভয়েৰে ক'ব পাৰি।

কলম্বিয়া বিশ্ববিদ্যালয়ৰ অধ্যাপক জন হোহেনবাৰ্গৰ (John Hohenberg) বিখ্যাত গ্ৰন্থ *The Professional Journalist*'ত সাংবাদিকৰ চাৰিটা মূল নীতিৰ কথা কৈছে। এক, সত্য অনুসন্ধানৰ বাবে অবিৰাম প্ৰচেষ্টা বা অনলস চেষ্টা; দুই, সময়ৰ লগত খোজ মিলাই আগবঢ়া; তিনি, ৰাজহুৱা স্বাৰ্থৰ ক্ষেত্ৰত মাত মতা; চাৰি, দৃঢ়ভাৱে নিজৰ স্বাধীনতা বজাই ৰখা। এই দৃঢ় ভাৱে স্বাধীনতা বজায় ৰখা কথাটো সাংবাদিকৰ কাৰণে গুৰুত্বপূৰ্ণ বুলি কৈছে। দৈনিক সংবাদ গোটাই লৈ সেই বিষয়ে মতামত দাঙি ধৰাটোৱেই সাংবাদিকৰ লক্ষ্য আৰু উদ্দেশ্য হোৱা অনুচিত। সাংবাদিকে নিজৰ লিখাৰ যোগেদি সত্যক প্ৰতিষ্ঠা কৰিব লাগিব।

অসমত বৰ্তমান সাংবাদিকতা খোচা-বিন্ধাতে আবদ্ধ হৈ আছে। কেতিয়াবা কেতিয়াবা অনুসন্ধানৰ নামত অতিৰঞ্জিত ছবিও দাঙি ধৰা হৈছে। কোনো কোনোৱে আকৌ পক্ষপাতদুষ্ট সাংবাদিকতা কৰি পাঠক সমাজৰ পৰা বাঃ বাঃ লোৱাৰ প্ৰচেষ্টা চলাইছে। আমাৰ সমাজখনেই এনে ধৰণৰ খোচা-বিন্ধাৰ সমাজ যেতিয়া, সাংবাদিকসকলেও (অন্ততঃ এটা অংশই...) জনপ্ৰিয় অথবা বাক্-বিতণ্ডাৰ খাতিৰতেই এনে ধৰণৰ মনোবৃত্তি লোৱাটো আচৰিত কথা নহয়; কিন্তু সাংবাদিকৰ মূল উদ্দেশ্য হ'ব লাগিব সুস্থ পৰম্পৰাৰ সৃষ্টি কৰি সমাজৰ লোকসকলক সু-পথলৈ আকৰ্ষণ কৰি অনা।

অসমৰ সাংবাদিকতাৰ কথা অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীত সবিশেষ উল্লেখ হোৱা নাই। পূৰ্বৰ দৈনিক জনমভূমি আৰু পিছৰ (১৯৯৪-৯৫) দৈনিক অসম কাকতৰ সম্পাদক শ্ৰীপ্ৰফুল্ল বৰুৱাৰ 'অসমৰ বাতৰিকাকত — এটি ৰূপৰেখা' এখনি উল্লেখযোগ্য গ্ৰন্থ। ইতিমধ্যে সাংবাদিকতা সম্পৰ্কীয় আলোচনাও কাকতে-পত্ৰই প্ৰকাশ হৈছে। এয়া আমাৰ বাবে শুভ লক্ষণ। ১৯৮৩ চনত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত 'প্ৰকাশ'ৰ 'অৰুনোদই সংখ্যা' এটা প্ৰকাশ হৈছিল। শ্ৰীযুত শইকীয়াই 'দৃষ্টিকোণ' শিতানত লিখিছে: "খৃষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ আহি অসমীয়া মানুহৰ ভাগ্যৰ লগত নিজক জড়িত কৰা মিছনেৰীসকল পৃথিৱীৰ মহৎ পৰম্পৰাৰ সন্তান। তেওঁলোকক বৃটিছ সাম্ৰাজ্যবাদীৰ অংশীদাৰ আখ্যা দিয়াসকল মানৱ ইতিহাসৰ সেই পৰমোজ্জ্বল দিশটোৰ প্ৰতি যথাৰ্থতে অন্ধ।... অৰুনোদইৰ 'প্ৰথম সংখ্যা'টোত আমি পাওঁ এনে কিছুমান কথা য'ত অসমৰ খৃষ্টধৰ্ম প্ৰচাৰ কৰাৰ পৰিকল্পনাৰ এটা সামান্য কথাও নাই।"... পৰিশেষত ক'ব পাৰি আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস আৰু অসমীয়া সংবাদপত্ৰৰ ইতিহাস সমসাময়িক সময়ৰ। অসমীয়া ভাষাত প্ৰথম ছপা পুথি (বাইবেল) প্ৰকাশ হৈছিল ১৮১৩ চনত আৰু প্ৰথম সংবাদপত্ৰ ওলাইছিল ১৮৪৬ চনত।

১৮৪৬ চনত প্ৰকাশ হোৱা 'অৰুনোদই' প্ৰায় আঢ়ৈশ কপি আমাৰ লোকসকলৰ মাজত চলিছিল। এই কাকতেই যে অসমীয়া জাতিক চেতনা এটা দিলে— সাহিত্য-সংস্কৃতিৰ প্ৰতি অসমীয়া মানুহৰ মন ধাৱিত কৰিলে — সেয়া এতিয়া কেৱল অনুমান বা অনুভৱহে কৰিব পাৰি!... ইয়াৰ পিছতেই জোনাকী; যাৰ পোহৰে আধুনিক অসমীয়া ভাষা-সাহিত্য স্বৰূপত প্ৰতিষ্ঠিত হ'ল!... তাৰ মানে, আধুনিক অসমীয়া ভাষা-সাহিত্যৰ স'তে সংবাদপত্ৰৰ ওতপ্ৰোত সম্বন্ধ আছিল।

# অসমত প্ৰকাশিত
# বঙলা ভাষাৰ বাতৰিকাকতৰ অৰিহণা আৰু কৃতিত্ব

অমিত কুমাৰ নাগ

বাতৰিকাকত গণমাধ্যম হিচাপে ঊনবিংশ শতিকাতো আধুনিক মাধ্যমৰূপে পৰিগণিত হৈছিল; মুদ্ৰণ যন্ত্ৰৰ আৱিষ্কাৰৰ ফলত যি বৈপ্লৱিক পৰিৱৰ্তনৰ সূচনা হৈছিল সি কোনোপধ্যেই বৰ্তমান সময়ৰ ইলেকট্ৰনিক ক্ৰান্তিতকৈ কম নাছিল।

পাশ্চাত্যৰ খৃষ্টিয়ান মিছনেৰিসকলে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যেৰে ছপাখানাৰ ব্যৱহাৰ প্ৰৱৰ্তন কৰিছিল। বিভিন্ন ভাষাত বাইবেলৰ অনুবাদ আৰু ধৰ্মীয় সুসমাচাৰ ছপাবৰ কাৰণেই মুদ্ৰণ যন্ত্ৰৰ প্ৰয়োজন অনুভূত হৈছিল।

অসমৰ প্ৰথম সংবাদপত্ৰ 'অৰুনোদই'ৰ জন্মও খৃষ্টিয়ান ধৰ্মপ্ৰচাৰকৰ প্ৰয়াসৰ ফল। আমেৰিকান ব্যাপ্টিষ্ট মিছনেৰিসকলে শিৱসাগৰৰ পৰা ১৮৪৬ খৃষ্টাব্দৰ পহিলা জানুৱাৰীৰ পৰা এই বাতৰিকাকতখন প্ৰকাশ কৰিছিল ধৰ্মপ্ৰচাৰ আৰু আধুনিক জ্ঞানৰ প্ৰকাশ আৰু প্ৰচাৰৰ বাবে। ১৮৮০ খৃষ্টাব্দৰ জানুৱাৰী মাহলৈকে এই কাকতখন নিয়মীয়াকৈ প্ৰকাশ হৈ আছিল।

অসমৰ প্ৰথমখন বঙলা ভাষাৰ বাতৰিকাকত তথা প্ৰথম সাপ্তাহিক সংবাদ-পত্ৰ 'আসাম মিহিৰ' ১৮৭২ খৃষ্টাব্দত গুৱাহাটীৰ পৰা প্ৰকাশ হয়। এবছৰ কাল জীয়াই থকা কাকতখনৰ সম্পাদক আৰু প্ৰতিষ্ঠাতা আছিল বৰপেটাৰ চিদানন্দ চৌধুৰী ডাঙৰীয়া।

১৮৭৪ খৃষ্টাব্দত অসমৰ লগত তদানীন্তন বঙ্গ দেশৰ শ্ৰীহট্ট আৰু গোৱালপাৰাক সংযুক্ত কৰি এজন চীফ কমিশ্যনাৰৰ অধীনত সুকীয়া প্ৰদেশ গঠন কৰা হয়। এই জিলা দুখনত মুদ্ৰণ যন্ত্ৰ বা ছপাখানাৰ প্ৰৱৰ্তন খুব সোনকালে হোৱা নাছিল; কাৰণ এই দুয়োখন জিলাৰ মানুহৰ কাৰণে তেওঁলোকে নিজা ভাষাত ছপা বাইবেল বা সুসমাচাৰ শিৱসাগৰ আৰু শ্ৰীৰামপুৰৰ পৰা অনাত কোনো অসুবিধা নাছিল।

ছপাখানা নাথাকিলেও বাতৰিকাকত প্ৰকাশৰ হাবিয়াস তথা আগ্ৰহ ইমান প্ৰৱল হৈছিল যে শ্ৰীহট্টৰ প্ৰথম বঙলা ভাষাৰ বাতৰিকাকত 'শ্ৰীহট্ট প্ৰকাশ' কলিকতাৰ পৰা ছপাই আনি বিতৰণৰ ব্যৱস্থা কৰিছিল সম্পাদক প্যাৰীচৰণ দাস মহোদয়ে। ১৮৭৫ খৃষ্টাব্দৰ পৰা ছবছৰ কাল এই সাপ্তাহিকখন নিয়মীয়াকৈ প্ৰকাশ কৰা হৈছিল।

শ্ৰীহট্টৰ পৰা ছপাই উলিওৱা বঙলা ভাষাৰ পষেকীয়া 'পৰিদৰ্শক' ১৮৮০ খৃষ্টাব্দত প্ৰথম প্ৰকাশিত হৈছিল। দুই শতিকাৰ প্ৰায় ছটা দশক কাল জুৰি প্ৰকাশিত হোৱা এই কাকতখনৰ (পৰৱৰ্তী সময়ত সাপ্তাহিক) সম্পাদনাৰ লগত যুক্ত দেশে-বিদেশে খ্যাতি লাভ কৰা কেইবাজনো বিশিষ্ট ব্যক্তিৰ ভিতৰত বাগ্মীবৰ তথা বৰেণ্য জননায়ক বিপিনচন্দ্ৰ পাল আৰু ৰাধানাথ চৌধুৰীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। জাতীয় শিক্ষা আন্দোলনৰ পুৰোধা, শ্ৰীহট্টৰ নেশ্যনেল স্কুলৰ প্ৰতিষ্ঠাতা ৰাধানাথ চৌধুৰী আৰু বিপিনচন্দ্ৰ পাল 'পৰিদৰ্শক' কাকতখনৰো প্ৰতিষ্ঠাতা। বিপিনচন্দ্ৰই সম্পাদনাৰ মূল দায়িত্বও লৈছিল।

১৮৯৩ খৃষ্টাব্দত শ্ৰীহট্টৰ পৰা নগেন্দ্ৰচন্দ্ৰ দত্তৰ সম্পাদনাত আত্মপ্ৰকাশ কৰা 'শ্ৰীহট্টবাসী' সাপ্তাহিকখন অলপ দিনৰ ভিতৰতে 'পৰিদৰ্শক'ৰ লগত সংযুক্ত হৈ 'পৰিদৰ্শক শ্ৰীহট্টবাসী' নামেৰে পৰিচিত হয়।

সুৰমা উপত্যকাৰ (বৰ্তমানৰ বৰাক উপত্যকাৰ) কাছাৰ জিলাৰ প্ৰথম বাতৰিকাকত 'শিলচৰ' জিলা সদৰ শিলচৰৰ পৰা ১৮৮৩ খৃষ্টাব্দত প্ৰকাশিত হৈছিল। বিধুভূষণ ৰায়ৰ সম্পাদনাত এই পষেকীয়াখনৰ ১৯০২ চনলৈকে প্ৰচলন আছিল।

বঙলা ভাষাত অসমৰ পৰা প্ৰথম হাস্যৰসাত্মক বাৰ্ষিকী 'ফুলতত্ত্ব প্ৰকাশিকা' শ্ৰীহট্ট চহৰৰ পৰা ১৮৮২ খৃষ্টাব্দত

গিৰিজাভূষণ ৰায়ৰ সম্পাদনাত প্ৰকাশিত হৈ ১৯২৬ চন পৰ্যন্ত চলি আছিল।

অসমৰ মহিলাৰ দ্বাৰা সম্পাদিত বঙলা ভাষাৰ প্ৰথম সংবাদ সাময়িকী (মাহেকীয়া) 'বিজয়িনী' শিলচৰৰ পৰা জ্যোৎস্না চন্দৰ দ্বাৰা ১৯৪০ খৃষ্টাব্দত ৰবীন্দ্ৰনাথ ঠাকুৰৰ আশীৰ্বাদ লৈ প্ৰথম প্ৰকাশ হয়। কাছাৰৰ প্ৰথম মহিলা গ্ৰেজুৱেট শ্ৰীমতী জ্যোৎস্না চন্দ স্বাধীনতাৰ পিছৰ কালত অসম বিধানসভা আৰু ভাৰতৰ লোকসভাৰ সদস্যা নিৰ্বাচিত হৈছিল।

এই প্ৰসংগতে স্মৰ্তব্য যে অসমৰ প্ৰথম মহিলা সম্পাদিত সাময়িকীয়ে ১৮৮৯ খৃষ্টাব্দত শ্বিলং চহৰৰ পৰা আত্মপ্ৰকাশ কৰিছিল। 'সুগৃহীনী' নামৰ এই সংবাদ পত্ৰখন কিন্তু হিন্দী ভাষাৰহে আছিল। বিশিষ্টা এই সম্পাদিকাগৰাকী আছিল ৰাজচন্দ্ৰ চৌধুৰীৰ পত্নী হেমন্তকুমাৰী চৌধুৰী।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ পশ্চিমৰ জিলা গোৱালপাৰাৰ 'হিতসাধিনী' নামৰ বঙলা ভাষাৰ বাতৰিকাকতখন ১৮৭৭-৭৮লৈকে প্ৰকাশ হৈ আছিল। এই সংবাদপত্ৰখনৰ প্ৰথম প্ৰকাশ কেতিয়া হৈছিল সেই তথ্য জনা নাযায়। ১৮৭৬-৭৭ খৃষ্টাব্দৰ প্ৰশাসনীয় প্ৰতিবেদন মতে ১৮৭৫-৭৬ খৃষ্টাব্দত অসমত চাৰিখন স্থানীয় ভাষাৰ বাতৰিকাকতৰ কথা জানিবলৈ পোৱা যায়। এই চাৰিখন হ'ল— শিৱসাগৰৰ 'অৰুনোদই', মাজুলীৰ 'আসাম বিলাসিনী', গোৱালপাৰাৰ 'হিতসাধিনী' আৰু শ্ৰীহট্টৰ 'শ্ৰীহট্ট প্ৰকাশ'। এই চাৰিখনৰ বাহিৰেও নগাৱঁৰ দিহিঙীয়া গোঁসাইৰ সম্পাদনাত এখন ধৰ্মমূলক মাহেকীয়া আলোচনী গুৱাহাটীৰ পৰা ছপা হৈ গোঁসাই প্ৰভুৰ শিষ্য সমাজত প্ৰচাৰিত হোৱাৰ বিষয়ে প্ৰতিবেদনখনত উল্লেখ আছে।

১৮৯০-৯১ খৃষ্টাব্দত অসমত কেৱল মাথো চাৰিখন বাতৰিকাকতহে চলি আছিল। ইয়াৰে তিনিখন বঙলা ভাষাত আৰু এখন অসমীয়াত। শ্ৰীহট্টৰ পৰা 'পৰিদৰ্শক' আৰু 'শ্ৰীহট্ট' (এখন নতুন সাপ্তাহিক) আৰু শিলচৰৰ পৰা 'শিলচৰ'। একমাত্ৰ অসমীয়া বাতৰিকাকতখন আছিল 'সত্ৰ' (১৮৮৮-৯০)।

কুৰি শতিকাৰ প্ৰথম ভাগত শ্ৰীহট্ট আৰু কাছাৰৰ পৰা ভালেকেইখন সাদিনীয়া আৰু পষেকীয়া সংবাদপত্ৰ প্ৰকাশিত হৈছিল। এই বাতৰিকাকতসমূহৰ ভিতৰত উল্লেখনীয় কেইখন হ'ল— 'দেশব্ৰত', 'সুৰমা' আৰু 'প্ৰজাশক্তি'। 'দেশব্ৰত' ১৯০৯ খৃষ্টাব্দৰ পৰা এটা দশক কাল জীয়াই আছিল। পণ্ডিত ভুবনমোহন বিদ্যাৰ্ণব কিছুদিন ইয়াৰ সম্পাদক আছিল। ১৯১১ খৃষ্টাব্দত পণ্ডিতজনে 'সুৰমা' সাপ্তাহিকৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰিছিল। এই দুয়োখন বাতৰিকাকতেই স্বদেশী আন্দোলনৰ সমৰ্থক হিচাপে বৃটিছ শাসকসকলৰ নিৰ্যাতন ভোগ কৰিছিল। 'প্ৰজাশক্তি' ১৯০৯ খৃষ্টাব্দত মহেন্দ্ৰ নাথ দেৰ সম্পাদনাত হবিগঞ্জৰ পৰা প্ৰকাশিত হৈছিল। এই কাকতখনৰ আয়ুস আছিল মাত্ৰ এবছৰ। স্বাধীনতা সংগ্ৰামী তথা সমাজ-সংস্কাৰক মহেন্দ্ৰনাথ দে ঠাকুৰ দয়ানন্দৰ দ্বাৰা প্ৰৱৰ্তিত বিশ্ব শান্তি আৰু অখণ্ড জগৎ আন্দোলনৰ অক্লান্ত কৰ্মী হিচাপে দয়ানন্দ আশ্ৰমত পুলিচৰ গুলীচালনাত নিহত হৈছিল।

স্বাধীনতা আন্দোলনৰ তীব্ৰতা বৃদ্ধি পোৱাত সংবাদপত্ৰ প্ৰকাশৰ কামতো যথেষ্ট পৰিমাণে গতিৰ সঞ্চাৰ হৈছিল। সাপ্তাহিক আৰু পষেকীয়া বঙলা ভাষাৰ বাতৰিকাকত প্ৰকাশৰ ক্ষেত্ৰত সুৰমা উপত্যকাৰ দুখন জিলা বা মহকুমাৰ সদৰৰে কেৱল নহয়, গাঁৱৰ ভূমিকাও আছিল অতি লেখত ল'বলগীয়া।

এই সময়ৰ বাতৰিকাকতসমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল— 'বেপৰোৱা' (১৯২৬)— সম্পাদক বিনোদ বিহাৰী চক্ৰবৰ্তী— প্ৰকাশ স্থান: শ্ৰীহট্ট; 'বোদন' (মাহেকীয়া)— ১৯২৯, প্ৰকাশ স্থান: হবিগঞ্জ; 'পাঞ্চজন্য' (১৯৩০)— সাপ্তাহিত, প্ৰকাশ স্থান: কৰিমগঞ্জ; 'মুক্তিনায়ক' পষেকীয়া (১৯৩৭), সম্পাদক অখিলবন্ধু চক্ৰবৰ্তী; প্ৰকাশ স্থান: কৰিমগঞ্জ; 'যুগেৰ আলো' (১৯৩৮), 'অগ্ৰদূত' (১৯৩৯) আৰু 'যুগভেৰী' সাপ্তাহিক; প্ৰকাশ স্থান: শ্ৰীহট্ট। 'যুগভেৰী' এতিয়াও শ্ৰীহট্টৰ পৰা নিয়মীয়াকৈ প্ৰকাশ হৈ আছে।

গৌৰীকান্ত শাস্ত্ৰীৰ সম্পাদনাত ধুবুৰীৰ পৰা দ্বি-ভাষিক (বঙলা আৰু সংস্কৃত) সাপ্তাহিক 'প্ৰান্তবাসী' ১৯২৫ খৃষ্টাব্দৰ পৰা প্ৰকাশ হৈ ১৯৩০ খৃষ্টাব্দ পৰ্যন্ত চলি আছিল।

১৯৩৪ খৃষ্টাব্দত শ্বিলঙৰ পৰা 'শ্বিলং বাৰ্ষিকী' প্ৰকাশিত হৈছিল।

এই সময়ৰ বঙলা ভাষাৰ আন আন আলোচনীসমূহ হ'ল— 'শিক্ষা-সেৱক' (১৯২৫) (তিনিচুকীয়া), শিলচৰ; 'শিক্ষক' (তিনিমহীয়া), শিলচৰ আৰু 'শ্ৰীহট্ট দৰ্পণ'— মাহেকীয়া (১৯২৯), শ্ৰীহট্ট।

### স্বাধীনতা আন্দোলনত বাংলা সংবাদপত্ৰৰ ভূমিকা

জাতীয় মুক্তি আন্দোলনত অসমৰ পৰা প্ৰকাশিত বঙলা ভাষাৰ বাতৰিকাকতৰ ভূমিকা ভাৰতৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা থাকিব। ১৯২০ খৃষ্টাব্দত বিপিন চন্দ্ৰ পাল আৰু ডাঃ সুন্দৰীমোহন দাসৰ দ্বাৰা প্ৰতিষ্ঠিত 'জনশক্তি' সাপ্তাহিকৰ এই দিশত আছিল অগ্ৰণী ভূমিকা। দেশ বিভাজনৰ সময়লৈকে এই কাকতখনে একেই ভূমিকা

পালন কৰিছিল। স্বৰাজোত্তৰ কালছোৱাত 'জনশক্তি' শিলচৰৰ পৰা সত্তৰৰ দশকলৈকে নিয়মীয়াকৈ প্ৰকাশিত হৈ আছিল।

বিপিনচন্দ্ৰ পাল, সতীশচন্দ্ৰ দাস, অনাথ বন্ধু দাস, বিনোদ বিহাৰী চক্ৰবৰ্তী প্ৰমুখ্যে ব্যক্তিসকল স্বাধীনতাৰ আগৰ কালছোৱাত 'জনশক্তি'ৰ সম্পাদক হিচাপে বিশেষ মৰ্যাদাৰ অধিকাৰী হৈছিল। স্বাধীনোত্তৰ কালত নীৰদ গুপ্ত, নিস্তাৰণ গুপ্ত আৰু বীৰেন দেৱে সুকলমে আৰু সুখ্যাতিৰে সম্পাদনাৰ দায়িত্ব পালন কৰিছিল। এই তিনিজনেই আছিল বিশিষ্ট মুক্তি সংগ্ৰামী। নীৰেন দেৱ স্বাধীনতাৰ পূৰ্ব অসম বিধানসভাৰ কংগ্ৰেছ সদস্য আছিল। 'জনশক্তি'ৰ বুৰঞ্জী এক অৰ্থত সুৰমা উপত্যকাৰ মুক্তি সংগ্ৰামৰ ইতিহাস।

১৯২১ খৃষ্টাব্দৰ জুন মাহত 'জনশক্তি'ৰ সম্পাদক আৰু মুদ্ৰাকৰ-প্ৰকাশকৰ বিৰুদ্ধে মোকৰ্দমা ৰুজু কৰি সম্পাদকক এদিনৰ কাৰাদণ্ড আৰু ৫০ টকাৰ জৰিমনা বিহা হয়।

'জনশক্তি'ৰ আমানতৰ ধনৰ পৰিমাণ ৫০০ টকা বঢ়াই ২০০০ টকা কৰি আমানতৰ ধন বাজেয়াপ্তৰ আদেশৰ বিৰুদ্ধে কলিকতা উচ্চ ন্যায়ালয়ত আপীল কৰি আমানত বাজেয়াপ্তৰ আদেশ বাতিল কৰিবলৈ সমৰ্থ হয়।

'জনশক্তি'ৰ গৌৰৱোজ্জ্বল ইতিহাসৰ এটা গুৰুত্বপূৰ্ণ অধ্যায় হ'ল খিলাফৎ আন্দোলনৰ সংক্ৰান্তত প্ৰকাশিত সংবাদসমূহ। উত্তৰ শ্ৰীহট্টৰ মাইজভান গাঁৱৰ (থানা গোলকগঞ্জ) জনৈক গফুৰ মিঞাৰ ঘৰত তালাচী চলোৱাৰ সময়ত পুলিচৰ দলে কোৰাণ শ্বৰীফৰ পাত ছিঙি পেলাইছিল বুলি প্ৰকাশিত বাতৰিৰ কাৰণে জিলা মেজিষ্ট্ৰেটজনে সম্পাদক সতীশচন্দ্ৰ দাস আৰু মুদ্ৰাকৰ-প্ৰকাশক অনাথবন্ধু দাসৰ প্ৰত্যেককে ৫০০ টকাকৈ জৰিমনা অনাদায়ে তিনি মাহৰ কাৰাদণ্ডৰ আদেশ দিয়ে। জিলা মেজিষ্ট্ৰেটৰ এই আদেশৰ বিৰুদ্ধে জিলা জজৰ ওচৰত আপীল কৰিলে উক্ত দণ্ডাদেশ বাতিল কৰা হয়। যি জিলা জজগৰাকীয়ে উপায়ুক্তৰ আদেশ ৰদ কৰিছিল তেওঁ আছিল বেনেগল নৰসিংহ ৰাও। বাইচাইকেলত উঠি জজচাহাবে মাইজভান গাঁৱত চৰজমীন তদন্ত কৰি বাতৰিটোৰ সত্যতা সম্পৰ্কে জানিবলৈ পায়। বৃটিছ জিলা দণ্ডাধীশৰ আদেশক সত্যতাৰ ভিত্তিত বাতিল কৰিবলৈ অকণো ভ্ৰূক্ষেপ নকৰা সেই বি.এন. ৰাৱে পৰৱৰ্তী কালত আমাৰ ৰাষ্ট্ৰীয় সংবিধান প্ৰণয়নত ভাগ লৈছিল।

শিলচৰৰ পৰা প্ৰকাশিত 'সুৰমা' নামৰ সাপ্তাহিকখনেও স্বাধীনতা আন্দোলনত যথেষ্ট অৰিহণা যোগাইছিল। সম্পাদক তথা মুদ্ৰাকৰ-প্ৰকাশক দুৰ্গামোহন চক্ৰবৰ্তীয়ে সম্পাদক হিচাপে ২৫০ টকা আৰু মুদ্ৰাকৰ-প্ৰকাশক হিচাপে ৫০ টকা জৰিমনা ভৰিবলগীয়া হৈছিল।

একেদৰে শিলচৰৰ 'সপ্তক' সাপ্তাহিকৰ অৱদানো লেখত ল'বলগীয়া। কাছাৰপ্ৰাণ অৰুণকুমাৰ চন্দৰ প্ৰেৰণাত কৃষ্ণমোহন দাসৰ সম্পাদনাত এই বাতৰি-কাকতখন প্ৰকাশ হৈছিল আৰু ই যথেষ্ট জনপ্ৰিয়তা লাভ কৰিছিল। জয়ন্তী প্ৰেছৰ পৰিচালক গজেন্দ্ৰচন্দ্ৰ দত্ত সম্পাদনাৰ দিশত অন্যতম সহযোগী আছিল।

শ্ৰীহট্টৰ 'যুগশক্তি' সাপ্তাহিকখনেও দেশৰ স্বাধীনতা আন্দোলনৰ বাৰ্তাবাহক হিচাপে পৰিচিতি লাভ কৰিছিল। সুবোধচন্দ্ৰ দত্ত প্ৰথম অৱস্থাত আৰু পৰৱৰ্তী সময়ত বিধুভূষণ চৌধুৰী ইয়াৰ সম্পাদক আছিল। বিধুভূষণ চৌধুৰীয়ে স্বাধীনতা আন্দোলনত যোগদান কৰাৰ অপৰাধত একাধিকবাৰ কাৰাদণ্ড ভোগ কৰিছিল। গান্ধীজীৰ নিমখ সত্যাগ্ৰহত অংশগ্ৰহণকাৰী চৌধুৰী মহোদয়ে দেশ বিভাজনৰ সময়ত বাতৰিকাকতখনক কৰিমগঞ্জলৈ লৈ আহে। এতিয়াও এইখন নিয়মিতভাৱে প্ৰকাশ হৈ আছে।

### ধৰ্মমূলক আৰু ভিন ভিন আদৰ্শৰ কাকত

ধৰ্ম আৰু ভিন ভিন আদৰ্শৰ সংবাদপত্ৰ প্ৰকাশৰ ক্ষেত্ৰত অসমৰ বঙলা ভাষাৰ সাংবাদিকতা নিঃসন্দেহে অগ্ৰণী। ৰেভাৰেণ্ড কে.পি জোনছৰ দ্বাৰা সম্পাদিত আৰু উনৈশ শতিকাৰ শেষৰফালে শ্ৰীহট্টৰ পৰা প্ৰকাশিত মাহেকীয়া 'শ্ৰীহট্ট-বন্ধু' প্ৰথম ধৰ্মমূলক সংবাদপত্ৰ।

হবিগঞ্জ মহকুমাৰ চৰহামুৱা গাঁৱৰ পৰা ১৯২৩ খৃষ্টাব্দত প্ৰকাশিত মাহেকীয়া 'শ্ৰীশ্ৰী সোণাৰ গৌৰাঙ্গ' আন এখন ধৰ্মমূলক আলোচনী। যোগেন্দ্ৰ চন্দ্ৰ দেৱ ইয়াৰ প্ৰতিষ্ঠাপক সম্পাদক। নবকুমাৰ পাত্ৰৰ সম্পাদনাত মৌলবী বাজাৰৰ পৰা প্ৰকাশিত মাহেকীয়া 'খৃষ্টিয়ান জগৎ' ১৯৫৫ খৃষ্টাব্দৰ পৰা কেইবা বছৰ ধৰি চলিছিল।

১৯২৬ খৃষ্টাব্দৰ পৰা কেইবা বছৰ ধৰি চলি থকা 'শ্ৰীহট্ট ব্ৰাহ্মণ পৰিষৎ পত্ৰিকা' আৰু এখন বিশিষ্ট আলোচনী (তিনিমহীয়া)। ইয়াৰ সম্পাদনাত আছিল সতীশচন্দ্ৰ চৌধুৰী; ভুবনমোহন বিদ্যাৰ্ণব আৰু কালীজয় ভট্টাচাৰ্য ন্যায় পঞ্চানন।

১৯৩৩ চনত কুলাউৰাৰ পৰা বদৰুল আলমৰ সম্পাদনাত প্ৰকাশিত তিনিমহীয়া 'ব্ৰতী' আছিল স্কাউট্ আন্দোলনৰ মুখপত্ৰ।

১৯৪০ খৃষ্টাব্দৰ এপ্ৰিলৰ পৰা এবছৰ কাল প্ৰকাশিত সাপ্তাহিক 'আলজালাল' আছিল মুছলিম মৎস্যজীৱী

সমাজৰ মুখপত্ৰ। ইয়াৰ সম্পাদক আছিল ছিকন্দৰ আলী।

সৰহভাগ বাতৰিকাকত ৰাষ্ট্ৰীয় মুক্তি আন্দোলনৰ সমৰ্থক হ'লেও সুৰমা উপত্যকাত বাওঁপন্থী ধাৰাৰ সংবাদ পত্ৰৰো আবিৰ্ভাব ঘটিছিল। আনকি আন্তৰ্জাতিক খ্যাতিসম্পন্ন জননায়ক মানবেন্দ্ৰনাথ ৰায়ৰ নব্য মানৱতাবাদী আন্দোলনৰ প্ৰতিনিধিত্বও বাদ পৰা নাছিল।

জ্যোতিৰ্ময় নন্দী মজুমদাৰৰ সম্পাদনাত 'নয়া-দুনিয়া' নামেৰে এখন সাপ্তাহিক (১৯৩৮-১৯৪১) প্ৰকাশ হৈছিল আৰু এইখনেই আছিল সাম্যবাদী ভাৱধাৰাৰ প্ৰথম সংবাদপত্ৰ।

স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত কৰিমগঞ্জৰ পৰা গণতান্ত্ৰিক সমাজবাদী আদৰ্শৰ সাপ্তাহিক 'জাগৰণ' (১৯৪৮-১৯৫২) প্ৰকাশিত হৈছিল। মহেন্দু দত্ত, হিমাংশু দত্ত আৰু ধীৰেন্দ্ৰনাথ দত্ত এই প্ৰকাশনাৰ কাণ্ডাৰী আছিল।

১৯২৬ চনৰ পৰা ৰমণীমোহন দাসৰ সম্পাদনাত শ্ৰীহট্টৰ পৰা 'সমবায়' নামেৰে তিনিমহীয়া আলোচনী এখন প্ৰকাশ পাইছিল আৰু এইখন ন-বছৰ কাল চলি আছিল। ১৯৩৯ খৃষ্টাব্দত কৰিমগঞ্জৰ পৰা একে নামৰ মাহেকীয়া এখন প্ৰকাশ কৰিছিল ব্ৰজেন্দ্ৰকুমাৰ আদিত্যই। পিছে এইখন সৰহ দিন জীয়াই থকা নাছিল।

আন আন বিশেষ ধৰণৰ সংবাদপত্ৰৰ ভিতৰত ত্ৰিশৰ দশকত প্ৰকাশিত 'কৃষি বিজ্ঞান' শ্ৰীহট্ট, (সম্পাদক-প্ৰতুলচন্দ্ৰ সোম) আৰু 'কৃষক' শিলচৰ (১৯৩৭); সম্পাদক হুৰমৎ আলী বৰলস্কৰ উল্লেখযোগ্য।

ইয়াৰ উপৰিও স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত ধুবুৰীৰ পৰা প্ৰকাশ হোৱা দ্বিভাষিক বঙলা আৰু অসমীয়াত 'গণচাবুক' (১৯৬৭ খৃঃ) নামৰ এখন সাদিনীয়া বাতৰি কাকত বৰ্তমান সময়লৈকে নিয়মীয়াকৈ চলি আছে। প্ৰতিষ্ঠাতা সম্পাদক বিপিন চক্ৰবৰ্তী, বৰ্তমান সম্পাদক দিলীপ চক্ৰবৰ্তী।

অসমৰ বাংলা বাতৰিকাকতৰ সম্পাদনাৰ ক্ষেত্ৰত কেইবাজনো খ্যাতিমান ব্যক্তিৰ অৰিহণাৰ কথা সৰ্বজনবিদিত। এইসকল বৰেণ্যৰ ভিতৰত সৰ্বাগ্ৰগণ্য নাম বিপিনচন্দ্ৰ পালৰ। কালত ভাৰতৰ তিনিজন প্ৰধান স্বাধীনতা সংগ্ৰামী লাল-বাল-পাল হিচাপে জনাজাত এই তিনিগৰাকী ব্যক্তি হ'ল— লালা লাজপৎ ৰায়, বালগঙ্গাধৰ তিলক আৰু বিপিনচন্দ্ৰ পাল। বিপিনচন্দ্ৰৰ সমসাময়িক ডাঃ সুন্দৰীমোহন দাস স্ত্ৰীৰোগ বিশেষজ্ঞ ৰূপেই নহয়, জননায়ক হিচাপেও সৰ্বজনবন্দিত। ৰাধানাথ চৌধুৰী জাতীয় শিক্ষা আন্দোলনৰ কেৱল বাটকটীয়াই নহয়, সাংবাদিকতাতো তেওঁ কৃতী ব্যক্তি আছিল।

সুৰমা উপত্যাকাৰ সাংবাদিকতাত কিন্তু প্ৰকৃতাৰ্থত পথিকৃৎ আছিল প্যাৰীচৰণ দাস। সমসাময়িক কালৰ বিশিষ্ট কবি প্যাৰীচৰণ দাস সুৰমা উপত্যকাৰ প্ৰথম বাতৰিকাকত 'শ্ৰীহট্ট প্ৰকাশ'ৰ প্ৰতিষ্ঠাপক সম্পাদক। অত্যন্ত সাহসী প্যাৰীচৰণ 'সাহেব কাটা প্যাৰী' নামেৰেও পৰিচিত হৈছিল। তৰুণ বয়সত কলিকতাৰ চৰকাৰী কাৰ্যালয়ত কাম কৰাৰ সময়ত তেওঁ এবাৰ বাটত জনৈক ইংৰাজ চাহাবৰ দ্বাৰা আক্ৰান্ত হোৱাত কলম কটা কটাৰীৰে চাহাবজনৰ প্ৰাণনাশ কৰিছিল।

সাংবাদিকতাৰ ক্ষেত্ৰত লেখত ল'বলগীয়া অৱদানৰ কাৰণে ভুবনমোহন বিদ্যাৰ্ণৱ, বিনোদ বিহাৰী চক্ৰবৰ্তী, সতীশচন্দ্ৰ দেৱ, চন্দ্ৰকুমাৰ ভট্টাচাৰ্য প্ৰমুখ ব্যক্তিসকলৰ নাম চিৰস্মৰণীয়। ভুবনমোহন বিদ্যাৰ্ণৱ আৰু চন্দ্ৰকুমাৰ ভট্টাচাৰ্য সাহিত্য ৰচনা তথা কবি হিচাপে বিশিষ্ট স্থানৰ অধিকাৰী। বিনোদ বিহাৰী চক্ৰবৰ্তী সাহিত্যিক হিচাপে সুপৰিচিত। বঙলা ভাষাৰ প্ৰথম সাহিত্য আলোচনী 'শ্ৰীভূমি'ৰ (মাহেকীয়া) সম্পাদক চন্দ্ৰকুমাৰ ভট্টাচাৰ্য পৰৱৰ্তী কালত 'সুৰমা' সাপ্তাহিকৰ সম্পাদনা (১৯২০-২১) আৰু ১৯২১-২২ত 'জনশক্তি'ৰ দায়িত্বভাৰ গ্ৰহণ কৰিছিল।

ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্টভাৱে বুজা যায় যে অসমৰ সাংবাদিকতাৰ বুৰঞ্জীত বঙলা ভাষাৰ সাংবাদিকতাৰো অৰিহণা উলাই কৰিব পৰা বিধৰ নহয়। কিন্তু পৰিতাপৰ কথা যে এই সম্পৰ্কে বিস্তৃতভাৱে আৰু বিশ্বাসযোগ্যতাৰে কোনো আলোচনা হোৱা নাই। অসমৰ সংবাদপত্ৰৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপনৰ আলমতে এই সম্পৰ্কে চিন্তা-চৰ্চা আৰু গৱেষণাৰ কাম হাতত লোৱাটো অতি আৱশ্যকীয় কথা হৈ পৰিছে। কিয়নো— অসমত আজিৰ তাৰিখত অসংখ্য বাতৰিকাকত, আলোচনী আৰু পত্ৰিকা আদি প্ৰকাশ হৈছে যদিও সিবিলাকৰ এখন ক্ৰমানুসৰি তালিকা আজিও প্ৰস্তুত হোৱা নাই আৰু এই পত্ৰ-পত্ৰিকাসমূহৰ সঠিক মূল্যায়নো হোৱা নাই। এই সম্পৰ্কে গৱেষণা কৰাৰ বাবে সময় এতিয়াও উকলি যোৱা নাই।

অসমৰ বিদ্বৎ মণ্ডলীয়ে আৰু অনুসন্ধিৎসুসকলে এই দিশত চিন্তা-চৰ্চা তথা গৱেষণা কৰি অসমৰ জাতীয় জীৱন তথা ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত এইবোৰৰ অৱদান সম্পৰ্কে সঠিক মূল্যায়ন কৰিবলৈ আগবাঢ়ি অহা নিতান্ত প্ৰয়োজন।

# অসমত হিন্দী সাংবাদিকতা

**ৰাজকুমাৰ ঝাঁঝৰী**

অসমত বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উপলক্ষে বিভিন্ন ভাষাৰ বাতৰিকাকতৰ ইতিহাস সংকলন কৰা হৈছে। এই সূত্রে অসমত হিন্দী সাংবাদিকতাৰ ইতিহাসো সংকলিত হৈছে। অসমত হিন্দী সাংবাদিকতাৰ ঐতিহ্য আছে, যদিও আজিলৈ ইয়াক লিপিবদ্ধ কৰাৰ সাৰ্থক প্ৰচেষ্টা কোনেও হাতত লোৱা নাছিল। ডেৰশ বছৰীয়া জয়ন্তী সমিতিৰ ফালৰ পৰা এই সম্পৰ্কে প্ৰথমবাৰৰ বাবে অসমত হিন্দী সাংবাদিকতাৰ ইতিহাস সংকলিত কৰাৰ প্ৰচেষ্টাই এই সম্পৰ্কে নতুন তথ্য আহৰণ কৰাই নহয়, বহু ভুল-ভ্ৰান্তিও আঁতৰ কৰিব বুলি আশা কৰিব পৰা যায়। আমাৰ এই প্ৰচেষ্টা কিমান সফল হৈছে, তাৰ মূল্যায়ন সুধী পাঠকবৃন্দই কৰিব। আমাৰ ফালৰ পৰা এই সম্পৰ্কে সম্পূৰ্ণ আৰু সঠিক তথ্য প্ৰকাশৰ প্ৰচেষ্টাত অকণো কাৰ্পণ্য কৰা হোৱা নাই।

অসমত হিন্দী সম্প্ৰসাৰণবাদৰ প্ৰশ্নত বিভিন্ন সময়ত বাদানুবাদ চলা দেখা যায়। এটা চামে হিন্দীৰ বৰ্দ্ধিত প্ৰভাৱক অসমীয়াকে আদি কৰি বিভিন্ন ভাষাৰ অস্তিত্বৰ প্ৰতি ভাবুকি বুলি প্ৰমাণিত কৰিবলৈ গৈ আবেগৰ সৃষ্টি কৰাটো কাৰোৰেই অজ্ঞাত নহয়। হিন্দীৰ বৰ্দ্ধিত প্ৰভাৱে অসমীয়াকে আদি কৰি বিভিন্ন ভাষাসমূহৰ অস্তিত্ব বিপন্ন কৰিব বুলি কৰা আশংকা তেনেই অমূলক। ৰাষ্ট্ৰভাষা হিচাপে হিন্দীৰ এটা সুকীয়া স্থান আছে। ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ডঃ ৰাজেন্দ্ৰপ্ৰসাদৰ ভাষাত ক'বলৈ গ'লে, "প্ৰান্তীয় ভাষাসমূহ বিভিন্ন ৰঙৰ ফুলৰ দৰে। নিঃসন্দেহে প্ৰত্যেকটো ফুলৰে নিজা সৌন্দৰ্য আছে, কিন্তু সেইবোৰক এধাৰ মালাত গাঁথিবলৈ এটা সূত্ৰৰ প্ৰয়োজন। হিন্দীয়েও সেই সূত্ৰৰে কাম কৰে। মালাত গাঁথিলে ফুলৰ সৌন্দৰ্য বৃদ্ধিহে হয়, কম নহয়।"

মহৰ্ষি দয়ানন্দ সৰস্বতীয়ে কৈছে, "হিন্দীৰ জৰিয়তে সমগ্ৰ ভাৰতবৰ্ষক এটা সূত্ৰত ঐক্যবদ্ধ কৰি ৰাখিব পৰা যাব।" অসমত হিন্দী প্ৰচাৰৰ অগ্ৰণী অসমৰ প্ৰথম মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈদেৱৰ হিন্দীৰ প্ৰতি অসীম শ্ৰদ্ধা আছিল। তেখেতে নিজে হিন্দী প্ৰচাৰৰ কামত আগভাগ লোৱাৰ লগতে নিজৰ সহধৰ্মিনী সুৰবালা বৰদলৈক প্ৰৌঢ় বয়সত হিন্দীৰ পৰীক্ষাত অৱতীৰ্ণ হ'বলৈ অনুপ্ৰাণিত কৰিছিল। শ্ৰেষ্ঠ অসমীয়া সাহিত্যিক ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই হিন্দী সম্পৰ্কে কৈছিল, "ইংৰাজী ভাষাৰ বাহিৰেও ভাৰতবৰ্ষত যদি কোনোবা ভাষা গোটেই ভাৰতবাসীৰ পৰস্পৰ কথা ক'বৰ আৰু ভাব সলনা-সলনি কৰিবৰ উপযোগী, তেন্তে সি হিন্দী ভাষা। . মৃত ভাৰতবাসীৰ শৰীৰত প্ৰাণৰ সঞ্চাৰ কৰিবলৈ সাম্য, মৈত্ৰী আৰু ভাতৃভাব বিস্তাৰ কৰি ভাৰতভূমিত একতা স্থাপন কৰিবলৈ ইয়াতকৈ অধিক উৎকৃষ্ট যোগ্য ভাষা নাই।"

সেয়ে হিন্দীক অন্যান্য ভাৰতীয় ভাষাৰ শত্ৰু বুলি ভবাটো যুক্তিযুক্ত নহয়। প্ৰাচীন কালৰ ভাৰতবৰ্ষ ভৌগোলিকভাৱে একত্ৰিত নহ'লেও ভাষিক আৰু সাংস্কৃতিক দিশত সদায়েই এক আছিল। সংস্কৃত ভাষাই সমগ্ৰ ভাৰতবৰ্ষকে ঐক্যৰ বান্ধোনেৰে বান্ধি ৰাখিছিল। আধুনিক ভাৰতত হিন্দী ভাষাই সেই দায়িত্ব পালন কৰিছে। এই কথা অনস্বীকাৰ্য যে হিন্দী ভাষাই দেশৰ স্বাধীনতা আন্দোলনত ৰাইজৰ মাজত জাতীয় চেতনা জাগ্ৰত কৰাত এক অতুলনীয় ভূমিকা পালন কৰিছিল।

দেশৰ স্বাধীনতাৰ পিছত এটা ৰাষ্ট্ৰভাষাৰ স্বাভাৱিকতে প্ৰয়োজন আছিল। দেশৰ বৃহৎ অংশত হিন্দী ভাষাৰ প্ৰয়োগ হোৱাবলৈ চাই ৰাষ্ট্ৰভাষাৰ মৰ্যাদা হিন্দীয়েই পোৱাটো নিশ্চিত আছিল। ৰাষ্ট্ৰভাষা হিচাপে আমি সকলোৱে হিন্দীৰ উন্নতি নিশ্চয় কামনা কৰো।

কিন্তু লগে লগে অন্যান্য ভাষাসমূহৰ স্বাৰ্থত পিঠি দিয়াটোও আমি বাঞ্ছা নকৰোঁ। হিন্দীৰ ভগ্নীস্বৰূপ অইন প্ৰাদেশিক ভাষাসমূহৰ উন্নতি অবিহনে হিন্দীৰ উন্নতি কেতিয়াও সাৰ্থক হ'ব নোৱাৰে।

কোনো কোনো লোকে হিন্দীক উত্তৰ ভাৰতৰ কেইখনমান প্ৰদেশৰ ভাষা বুলি ইয়াৰ বৃহৎ পৰিসৰক সংকুচিত কৰি দেখুওৱাৰ প্ৰচেষ্টা কৰা দেখা যায়। দৰাচলতে সেয়া তেওঁলোকৰ মতিভ্ৰমৰ বাদে আন একো নহয়। গুজৰাট প্ৰদেশত জন্ম হোৱা ৰাষ্ট্ৰপিতা মহাত্মা গান্ধীয়েই হিন্দী প্ৰচাৰৰ কামত আগভাগ লৈছিল। হিন্দীৰ প্ৰথমখন বাতৰিকাকত কোনো হিন্দী প্ৰদেশৰ পৰা প্ৰকাশিত হোৱা নাছিল। হিন্দীৰ প্ৰথম বাতৰিকাকত বঙ্গভাষী প্ৰদেশৰ ৰাজধানী কলিকতাৰ পৰা প্ৰকাশিত হৈছিল। হিন্দী সাংবাদিকতাই ইয়াত জন্ম গ্ৰহণ কৰাই নহয়, বৰঞ্চ নতুন নতুন প্ৰয়োগেৰে আধুনিক স্বৰূপো লাভ কৰিছিল। সেয়ে হিন্দীক সংকীৰ্ণ মনেৰে নেচাই, বহল মনেৰে চালে এই কথা জলজল পটপটকৈ স্পষ্ট হৈ পৰিব যে হিন্দী কোনো অঞ্চল বিশেষৰ ভাষা নহয়, বৰঞ্চ ই সমগ্ৰ ভাৰতবৰ্ষৰে ভাষা। হিন্দী অন্যান্য ভাৰতীয় ভাষাসমূহৰ অস্তিত্বৰ প্ৰতি ভাবুকিস্বৰূপ নহয়, ইটো-সিটোৰ পৰিপূৰককহে।

অসমত হিন্দী সাংবাদিকতাৰ ইতিহাস যদিও অধিক পুৰণি নহয়, তথাপিও অসমৰ সমাজ-জীৱনৰ সৈতে হিন্দীৰ যুগমীয়া সম্পৰ্ক আছে। অসম আৰু হিন্দীভাষী প্ৰদেশসমূহৰ মাজত ভৌগোলিক দূৰত্ব থাকিলেও অসমীয়া আৰু হিন্দী ভাষাৰ শঙ্কৰদেৱৰ কালৰ পৰাই সম্পৰ্ক অটুট আছে, সংস্কৃত মূলৰ ভাষা হোৱা বাবেই দুয়োটা ভাষাৰ মাজত যথেষ্ট সামঞ্জস্যও পোৱা যায়। সেয়ে হিন্দী ভাষাৰ অসমীয়া জনজীৱনৰ সৈতে যুগ-যুগৰ সম্পৰ্ক থকা কথাটো কোনেও নুই কৰিব নোৱাৰে।

বিশিষ্ট লেখক ৰজনীকান্ত চক্ৰৱৰ্তীদেৱে লিখিছে, "পূৱ ভাৰতৰ অসম প্ৰদেশত প্ৰায় ৫০০ বছৰৰ আগেয়ে জনসাধাৰণৰ মাজত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে হিন্দী প্ৰচাৰৰ পাতনি মেলিছিল। তেখেতৰ "বৰগীত" আৰু "অঙ্কীয়া নাট" তাৰেই প্ৰমাণ। হিন্দী ভাষা-সাহিত্যৰ লগত অসমীয়া ভাষা-সাহিত্যৰ তেনেই ওচৰ সম্বন্ধ আছে।" হলধৰ ভূঞাদেৱে লিখিছে, "মহাপুৰুষ শঙ্কৰদেৱকো আমি ৰাষ্ট্ৰভাষাৰ এজন প্ৰাচীন প্ৰচাৰক বুলি ক'ব পাৰোঁ। পাঁচশ বছৰৰ আগতে তেখেতৰ দ্বাৰা ৰচিত বৰগীতসমূহ আৰু অঙ্কীয়া নাটবিলাকৰ ভাষা বৰ্তমান ৰাষ্ট্ৰভাষাৰে এটা অন্যতম ৰূপ। বহু বছৰকাল পদব্ৰজে ভাৰতৰ বিভিন্ন ঠাইৰ মাজেদি ভ্ৰমণ কৰি বিভিন্নভাষী বৈষ্ণৱ তথা ৰাইজৰ লগত মিলা-মিছা কৰি এটা উমৈহতীয়া সহজ ৰাষ্ট্ৰভাষাৰ কথা তেখেতে অনুভৱ কৰিছিল। সেই উদ্দেশ্য লৈয়েই ব্ৰজ, অৱধি, মৈথিলী ভাষাৰ শব্দ সংমিশ্ৰণত মহাপুৰুষে বৰগীত আৰু বহুমূলীয়া অপূৰ্ব নাটসমূহ লিখি উলিয়াইছিল। তেখেতৰ বৰগীতৰ ভাষাৰ লগত প্ৰাচীন হিন্দীৰ পাৰ্থক্য বহুত কম।"

শঙ্কৰগুৰুৰ দৃষ্টি কিমান সুবিশাল আৰু তেখেতৰ ভাবধাৰা কিমান ব্যাপক আছিল তাৰ প্ৰমাণ তেখেতৰ ৰচনাসমূহতে পোৱা যায়। বিশাল ভাৰতবৰ্ষক সমন্বয়ৰ এনাজৰীৰে বান্ধি ৰাখিবলৈ এটা উমৈহতীয়া ভাষাৰ যে প্ৰয়োজন হ'ব সেই কথা তেখেতে তাহানিৰ দিনতে উপলব্ধি কৰিছিল। শ্ৰীবাপচন্দ্ৰ মহন্তই লিখিছে, "শঙ্কৰদেৱে ক'তো কামৰূপ নতুবা নিজৰ প্ৰদেশৰ বাবে উপদেশ দিয়া নাই, ভাৰতীয়জনৰ বাবেই দিছে। তেখেতে ৰচনাসমূহত 'ভাৰত' শব্দৰো উল্লেখ কৰিছে। সংস্কৃতত লিখা 'ভক্তিৰত্নাকৰ' নামৰ গ্ৰন্থত 'ভাগৱত' আদি গ্ৰন্থৰ শ্লোক উদ্ধৃত কৰি "ভাৰত ভূঃপ্ৰশংসা" নামৰ অধ্যায় লিখিছে। সেয়ে নিশ্চিতভাৱে ক'ব পাৰি যে শঙ্কৰদেৱৰ চিন্তা-চৰ্চা সমগ্ৰ ভাৰতীয় জনমানসৰ বাবেই আছিল, কোনো বিশেষ সম্প্ৰদায় নতুবা অঞ্চলবিশেষৰ বাবে নাছিল।"

শ্ৰীমন্ত শঙ্কৰদেৱে নিজৰ ৰচনাসমূহত হিন্দী-মৈথিলী মিশ্ৰিত "ব্ৰজবুলি" ভাষা প্ৰয়োগেৰে হিন্দী ভাষাক মৰ্যাদা প্ৰদান কৰিছে। ৰাজনৈতিক চক্ৰবেহুত যদিও আজি হিন্দী ভাষাক সঙ্কীৰ্ণতাৰ চাৰিসীমাত আবদ্ধ কৰাৰ অপচেষ্টা চলাই থকা দেখা যায়, এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে হিন্দী ভাষাই সমগ্ৰ ভাৰতবৰ্ষক ঐক্য আৰু সংহতিৰ বান্ধোনেৰে বান্ধি ৰখাৰ বাবে উপযুক্ত ভাষা। এই কথা আমাৰ মহাপুৰুষসকলে কেবাশতিকাপূৰ্বেই লিখি থৈ গৈছে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱে লিখিছে, "মৃতপ্ৰায় ভাৰতবাসীৰ শৰীৰত প্ৰাণৰ সঞ্চাৰ কৰাৰ বাবে সাম্য, মৈত্ৰী আৰু সদ্‌ভাব বিস্তাৰৰ বাবে হিন্দীতকৈ উৎকৃষ্ট আৰু যোগ্য ভাষা আন কোনো নাই।" (বেজবৰুৱা গ্ৰন্থাৱলী)

শঙ্কৰগুৰুৱে কাব্য আৰু অন্য ভক্তিমূলক গ্ৰন্থত স্থানীয় ভাষাৰ ব্যৱহাৰ কৰিছিল। কিন্তু নাটকসমূহত ব্ৰজাবলী ভাষাৰহে প্ৰয়োগ কৰিছিল। তাৰ কাৰণ সম্পৰ্কে "ভাৰতীয় জনমানস আৰু মহাপুৰুষ শঙ্কৰদেৱ" শীৰ্ষক প্ৰবন্ধত বাপচন্দ্ৰ মহন্তদেৱে লিখিছে,

"শঙ্কৰদেৱৰ উপদেশ আৰু আদৰ্শ কেৱল অসম ভূমিৰ বাবেই নাছিল। তেওঁ নিজৰ উপদেশ আৰু আদৰ্শ অসমৰ বাহিৰতো প্ৰচাৰ কৰাৰ ইচ্ছুক আছিল। দ্বিতীয় কথাটো হ'ল ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্য বিশেষকৈ উত্তৰ আৰু পশ্চিম দিশৰ পৰা বিভিন্ন জাতি-ধৰ্মৰ লোকৰ প্ৰব্ৰজন অব্যাহত আছিল। অসমৰ মানুহে সেইসকলৰ লগতো সম্পৰ্ক সাধন কৰাটো আৱশ্যক আছিল। সেই বাবেই উত্তৰ আৰু পশ্চিম ভাৰতৰ সম্পৰ্কৰক্ষী ভাষাৰ ৰূপত "ব্ৰজাৱলী"ৰ ব্যৱহাৰ আৱশ্যক বুলি ভবা হৈছিল।"

ডঃ অজিত কুমাৰ দাসে লিখিছে, "লক্ষ্য কৰিবলগীয়া কথা এয়াই যে প্ৰৌঢ় অসমীয়া ভাষা থকা সত্ত্বেও শ্ৰীমন্ত শঙ্কৰদেৱে "ব্ৰজাৱলী"ৰ নিচিনা তথাকথিত কৃত্ৰিম ভাষাত কিয় লিখিব লগা হৈছিল? তেনে কৃত্ৰিম ভাষাত লিখাৰ বাবে তেওঁৰ সন্মুখত কোনো বাধাবাধকতা নাছিল নিশ্চয়। দৰাচলতে ব্ৰজ-মৈথিলী মিশ্ৰিত যি ভাষাৰ শঙ্কৰদেৱে প্ৰয়োগ কৰিছে, তাৰ নেপালৰ পৰা উৰিষ্যালৈ ব্যাপক প্ৰচলন আছিল। অনুমান কৰা হয় যে উদাৰমনা শঙ্কৰদেৱে নিজৰ আদৰ্শৰ বৃহত্তৰ প্ৰচাৰৰ বাবেই ব্ৰজাৱলী ভাষা ব্যৱহাৰ কৰিছিল। শুদ্ধ অসমীয়া নহ'লেও ব্ৰজাবলী ভাষা বুজাত অসমবাসীয়ে কোনো অসুবিধা পোৱা নাছিল।"

আধুনিক হিন্দী ভাষাই যুগ-যুগান্তৰৰ ঘাত-প্ৰতিঘাত- সংস্কাৰৰ পিছত আজিৰ স্বৰূপ পাইছে। ইয়াক মধ্যভাৰতত 'ভাযা' বা 'ভাখা' বুলি কৈছিল। পূব ভাৰতত ইয়াক "পশ্চিমা ভাযা" বুলি কোৱা হৈছিল। ৰামচৰিত মানসৰ লঙ্কাকাণ্ডৰ অসমীয়াত পদ্যানুবাদ কৰা শ্ৰীকান্ত সূৰ্য বিপ্ৰই লিখিছে ঃ

"ভক্ত তো উত্তম ৰাম চৰণৰ দাস।
তুলসী দাস যে নামে জগতে প্ৰকাশ।।
পশ্চিমা ভাষাই যিটো গ্ৰন্থ ৰামায়ণ।
নানা ছন্দে প্ৰযত্নে কৰিলা বিচৰণ।।"

বঙ্গপ্ৰদেশত প্ৰচলিত ব্ৰজবুলি ভাষাত যিদৰে বঙলা ভাষাৰ শব্দ সানমিহলি হৈ এটা নতুন ভাষাৰ সৃষ্টি হৈছিল, তেনেদৰেই অসমত প্ৰচলিত ব্ৰজাৱলী ভাষাইও অসমীয়া ভাষাৰ সামঞ্জস্যত নতুনত্ব প্ৰাপ্ত কৰিছিল।

লক্ষ্মীনাথ বেজবৰুৱাৰ মতে, "কালক্ৰমত বঙ্গলৈ অনা বিদ্যাপতিৰ কবিতাবোৰ নানা মানুহৰ মুখত পৰি তাত বঙলুৱা ভাজ লাগিবলৈ ধৰিলে। সিফালে বঙালীৰ মিথিলালৈ যোৱাও বন্ধ হ'ল। সেইদেখি এনে কোনো নাছিল বা নোলাল যে বিদ্যাপতিৰ কবিতাবোৰৰ সংস্কাৰ কৰি সেইবোৰক আগৰ আকৃতি দিয়ে। ফলত বিদ্যাপতিৰ মৈথিলী ভাষা ব্ৰজবুলি নামৰ এটা নতুন বৈষ্ণৱী ভাষাত পৰিণত হ'ল। বিদ্যাপতিক বঙালী বুলি ধৰা হ'ল অথচ তেওঁৰ গীত-পদ আচল বঙলা নহয়। সেইদেখি এটা মতৰ (theory) সৃষ্টি হ'ল যে বিদ্যাপতিৰ ভাষা ব্ৰজবুলি আৰু সেই ব্ৰজবুলি মথুৰা-বৃন্দাবনৰ ভাষা। কিন্তু বাস্তৱিক পক্ষত এই ব্ৰজবুলিৰ আৰু মথুৰা-বৃন্দাবনৰ ভাষাৰ কোনো মিল নাই আৰু মথুৰা-বৃন্দাবনৰ এই ভাষাই নহয়। বিদ্যাপতিয়ে লেখা শুদ্ধ মৈথিলী ভাষা ব্ৰজবুলি ঃ মৈথিলী নহয়। ই বঙালী বৈষ্ণৱ কবিসকলৰ ভুল ধাৰণাত জন্ম লোৱা সানমিহলি হৈ সৃষ্টি হোৱা এটা নতুন ভাষা।" (বেজবৰুৱা গ্ৰন্থাৱলী)

যিদৰে মৈথিলী লিপিৰ অনুকৰণত বঙ্গদেশত ব্ৰজবুলি ভাষাই বঙলুৱা ভাজ লাগি এক নতুনত্ব গ্ৰহণ কৰিছিল, তেনেদৰেই অসমতো ব্ৰজাৱলী ভাষাই স্থানীয় জন-সমাজৰ ভাষাৰ সমন্বয়ত এক নতুনত্ব গ্ৰহণ কৰিছিল। ইয়াক বিশিষ্ট সাহিত্যিক নবাৰুণ বৰ্মাই "অসমীয়া-হিন্দী" বুলি অভিহিত কৰিছে। "অসমীয়া আৰু হিন্দীত আদান-প্ৰদান" শীৰ্ষক প্ৰবন্ধত তেখেতে লিখিছে, "শঙ্কৰদেৱ-মাধৱদেৱৰ ব্ৰজাৱলী সমন্বয়-চেতনাৰ শাব্দিক-সাঙ্গীতিক প্ৰকাশ। ব্ৰজাৱলী খড়ী-বোলী হিন্দী নতুবা ব্ৰজভাষা হিন্দী নহয়। সঁচা অৰ্থত ই "অসমীয়া-হিন্দী" ভাষাহে।"

"আমাৰ শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱেও ব্ৰজবুলিৰ নিচিনা এটা ভাষাত তেওঁলোকৰ গীত আৰু নাট লেখিছে। কিন্তু ভালকৈ চালে দেখি যে সেই ভাষা বঙ্গদেশৰ বৈষ্ণৱসকলৰ উদ্ভাৱিত ব্ৰজবুলি নহয়, সেই ভাষা মৈথিলী হিন্দী। বিদ্যাপতিৰ দেশ মিথিলাৰ হিন্দী ভাষাত তেওঁলোকৰ গীত ৰচনা হোৱাটো অস্বাভাৱিক নহয়। মিথিলাৰ ভাষা বিদ্যাপতিৰ যহত কৃষ্ণ-লীলামৃতৰ ৰসেৰে পৰিসিক্ত আৰু সেই কেন্দ্ৰৰ আকৰ্ষণী শক্তিয়ে চাৰিওফালৰ কৃষ্ণভক্ত বৈষ্ণৱক সেই কালত টানি নিছিল।"

(বাঁহী— ১৮শ বছৰ ৯ম সংখ্যা)

মূঠৰ ওপৰত অসমীয়া আৰু হিন্দী ভাষাৰ সমন্বয় শঙ্কৰ-মাধৱৰ যুগৰ পৰাই চলি থকা এক অৱধাৰিত প্ৰক্ৰিয়া বুলি ক'ব পৰা যায়। শ্ৰীমন্ত শঙ্কৰদেৱ আৰু গুৰু মাধৱদেৱে হিন্দী-মৈথিলীযুক্ত ব্ৰজাৱলীত নাটক আৰু গীত ৰচনা কৰি হিন্দী ভাষাক ঐতিহ্যপ্ৰদান কৰিছে। তাহানিৰ পৰাই অসমত হিন্দী ভাষাই সমাদৰ লাভ কৰি আহিছে। শ্ৰীমন্ত শঙ্কৰদেৱ আৰু গুৰু মাধৱদেৱে দেখুৱাই যোৱা পথ আন বহুতো লিখক, নাট্যকাৰে গ্ৰহণ কৰিছিল। গোপালদেৱ আতা (১৫৪১-

১৬১১), ৰামচৰণ ঠাকুৰ, ভূষণ দ্বিজ, দৈত্যাৰী ঠাকুৰ, শ্ৰীৰাম আতা, ৰামানন্দ দ্বিজ, হৰিকান্ত, দীন গোপাল, কেৱল্যানন্দ, মহেন্দ্ৰ দ্বিজ, লক্ষ্মীনাথ, বিশ্বম্ভৰ দ্বিজ আদি মহাপুৰুষে নিজৰ বিভিন্ন ৰচনাসমূহত ব্ৰজবুলি ব্যৱহাৰ কৰিছে।

হিন্দী আৰু অসমীয়া সাহিত্যৰ আদান-প্ৰদান তাহানিৰ পৰাই চলি আছে। যিদৰে মহাপুৰুষসকলে ব্ৰজাৱলীত নাটক-গীত আদি লিখিছিল তেনেদৰেই বিভিন্ন ৰচনাসমূহ অসমীয়াত অনুবাদো কৰিছিল। বৈষ্ণৱ যুগৰ শ্ৰেষ্ঠতম কবি মাধৱ কন্দলীয়ে বাল্মীকি ৰামায়ণৰ আধাৰত অসমীয়া পদত ৰামায়ণ ৰচনা কৰিছিল। এওঁ চতুৰ্দশ শতিকাত মহামাণিক্য কছাৰী ৰজাৰ দিনত ৰাজকবি আছিল। শ্ৰীকান্ত সূৰ্যবিপ্ৰদেৱে তুলসীদাসৰ "ৰামচৰিত-মানস"ৰ অসমীয়া অনুবাদ কৰিছিল। ইয়াৰ লঙ্কাকাণ্ড আৰু উত্তৰাকাণ্ড এতিয়াও সুৰক্ষিত আছে। লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঁঞি বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালাৰ উপৰি কেবাজনো বিশিষ্ট অসমীয়া সাহিত্যিকে নিজৰ ৰচনাসমূহত হিন্দী ভাষা প্ৰয়োগ কৰাৰ উদাহৰণ পোৱা যায়।

অসমৰ এগৰাকী প্ৰখ্যাত বাগ্মী, চিকাৰী, দেশনেতা আৰু সুসাহিত্যিক তৰুণৰাম ফুকনৰ ককাদেউতাক যজ্ঞোৰাম খাৰঘৰীয়া ফুকন ডাঙৰীয়াই অসমত বৃটিছ শাসন প্ৰৱৰ্তন হোৱা সময়তেই হিন্দীৰ উজ্জ্বল ভৱিষ্যতৰ কথা চিন্তা কৰি অসমত পোনপ্ৰথমেই হিন্দী গ্ৰন্থ ৰচনা কৰাৰ প্ৰচেষ্টা হাতত লৈছিল। ১৮৩২ চনৰ ১৯ মে'ত "সমাচাৰ দৰ্পণত" পুথিখন ৰচনা সম্পৰ্কে বাইজৰ মতামত বিচাৰি ফুকন ডাঙৰীযাই অনুষ্ঠান-পত্ৰ প্ৰকাশ কৰিছিল।

"অসমৰ পোনপ্ৰথম হিন্দী গ্ৰন্থ" শীৰ্যক প্ৰবন্ধত বেণুধৰ শৰ্মাদেৱে লিখিছে, "তেতিয়া অৱশ্যে আজিকালিৰ দৰে হিন্দী ভাষা ৰাষ্ট্ৰভাষা হোৱা নাছিল আৰু সেই বাবে অসম দেশত অসমীয়া মানুহে হিন্দী শিকিবৰো বিশেষ প্ৰয়োজন নাছিল। কিন্তু শাসনাধিকাৰীসকলে হিন্দী ব্যৱহাৰ কৰাত সেই ভাষা জানিবৰ আৱশ্যক হৈছিল আৰু খাৰঘৰীয়া ফুকনে সেই ভাষা আগলৈকো থাকিব বুলি বিশ্বাসো কৰিছিল। তদুপৰি, হিন্দুস্তানী (হিন্দী) ভাষা নজনা বাবে অসমীয়া মানুহে সেই ভাষাত থকা "ললিত গীত-কবিতাদিৰ ৰসাস্বাদনৰ পৰা" বঞ্চিত হৈ আছিল। সেই গুণে, তেওঁ বঙলা আখৰবেই, বঙলাৰেই চাৰিখণ্ডত বিভক্ত কৰি এখন হিন্দী গ্ৰন্থ প্ৰস্তুত কৰিবলৈ লৈছিল।"

দুৰ্ভাগ্যবশতঃ ৩৩ বছৰ বয়সতেই মৃত্যুক সাৱটি ল'ব লগা হোৱা বাবে খাৰঘৰীয়া ফুকনদেৱৰ সেই আঁচনি আধৰুৱা হৈ ৰৈছিল। তথাপিও তেখেতৰ দূৰদৰ্শিতা আৰু অসম-প্ৰেম লেখতল'বলগীয়া।

বৃটিছ শাসন প্ৰৱৰ্তন হোৱাৰ পিছত অসমত হিন্দীৰ প্ৰচাৰ যথেষ্ট বাধাগ্ৰস্ত হৈছিল। দেশৰ স্বাধীনতা আন্দোলনৰ সৈতে হিন্দী জড়িত হোৱাৰ পিছৰ পৰাই হিন্দীৰ প্ৰচাৰ-প্ৰসাৰ পুনৰ বৃদ্ধি পাবলৈ ধৰে। অসমতো মুক্তিযুঁজাৰুসকল হিন্দী ভাষা শিকাৰ প্ৰতি আকৃষ্ট হয়। অসমৰ বিশিষ্ট মুক্তিযুঁজাৰু কৃষ্ণনাথ শৰ্মাই জেলত থাকিযেই "ৰাম-চৰিত মানস"ৰ অসমীয়া অনুবাদ কৰে। অসমৰ প্ৰথম মুখ্যমন্ত্ৰী প্ৰয়াত গোপীনাথ বৰদলৈদেৱে নিজে হিন্দী শিকাৰ প্ৰতি আগ্ৰহান্বিত হোৱাৰ উপৰি হেজাৰ হেজাৰ লোকক হিন্দী শিকাৰ প্ৰতি প্ৰেৰণা যোগায। ভাটি বয়সতো তেখেতে নিজৰ পৰিবাৰক ৰাষ্ট্ৰভাষাৰ পৰীক্ষাত বহিবলৈ সন্মত কৰোৱায। বিশিষ্ট অসমীয়া সাহিত্যিক ড° বিৰিঞ্চিকুমাৰ বৰুৱাই লক্ষ্মীনাৰায়ণ সুধাংশুৰ প্ৰসিদ্ধ গ্ৰন্থ "কাব্য মে অভিব্যঞ্জনাবাদ" অসমীয়া ভাষালৈ অনুবাদ কৰে।

কমল নাৰাযণ দেৱ অসমলৈ অহাৰ পিছত হিন্দী প্ৰচাৰৰ কাম আগবাঢ়ে। "জয়ন্তী"ৰ পুনৰ্প্ৰকাশৰ দাযিত্ব স্বীকাৰ কৰি তেখেতে অসমীয়া-হিন্দী সাহিত্যৰ সমন্বয়ত গুৰুত্ব আৰোপ কৰে। "জয়ন্তী" আলোচনীত অসমীয়াৰ লগতে হিন্দী প্ৰবন্ধ প্ৰকাশ কৰি দুযোটা ভাষাত আদান-প্ৰদানৰ প্ৰক্ৰিয়া সুচল কৰি তোলে।

ৰাষ্ট্ৰপিতা মহাত্মা গান্ধীয়ে দেশৰ পূৰ্বাঞ্চলত হিন্দী প্ৰচাৰৰ কাম উত্তৰ প্ৰদেশৰ জনপ্ৰিয় নেতা, নিঃস্বাৰ্থ দেশসেৱক বাবা ৰাঘৱদাসৰ ওপৰত ন্যস্ত কৰিছিল। তেখেতে অসমৰ মুক্তি যুঁজাৰু আৰু হিন্দীসেৱীসকলৰ সহযোগত হিন্দী প্ৰচাৰৰ কামত অহৰ্নিশে লাগি পৰে। শিৱসাগৰত স্বৰ্গীয় দেশপ্ৰিয় ভুৱন চন্দ্ৰ গগৈদেৱে সুকীয়াভাৱে "অসম পলিটেকনিক ইন্সটিটিউট" নামৰ হাইস্কুলখনত হিন্দী শিক্ষাৰ ব্যৱস্থা কৰিছিল। অসমৰ দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, দেশপ্ৰাণ কৃষ্ণনাথ শৰ্মা, দেশপ্ৰিয় ভুৱন চন্দ্ৰ গগৈ, কৰ্মযোগী হৰেকৃষ্ণ দাস, ৰাজৰ্ষি পীতাম্বৰ দেৱগোস্বামী, দেশনেতা কুলধৰ চলিহা, শিক্ষাবিদ শৰৎ চন্দ্ৰ গোস্বামী, হিন্দীপ্ৰেমী হেমপ্ৰভা দাস, বাগ্মীকবি নীলমণি ফুকন, দেশসেৱক অমিয় কুমাৰ দাস, কবিপ্ৰাণ দেৱকান্ত বৰুৱা, জননেতা বিষ্ণুৰাম মেধি, সু-সাহিত্যিক ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, দেশবন্ধু বিমলাপ্ৰসাদ চলিহা, দানবীৰ হনুমান

বন্ধ কানৈ, হিন্দীপ্ৰাণ চন্দ্ৰনাথ বৰঠাকুৰ, নাথুৰাম সাহু, কৰ্মপ্ৰাণ বি. কে. ভাণ্ডাৰী, বাণীকান্ত কাকতি, ৰজনীকান্ত চক্ৰৱৰ্তী, ভুবনেশ্বৰ বৰুৱা আদি নেতা-সাহিত্যিকসকলে হিন্দী প্ৰচাৰৰ কামত যথেষ্ট সহযোগ কৰে।

এনেদৰে হিন্দী ভাষাই অসমত যুগ যুগ ধৰি সমাদৰ লাভ কৰি আহিছে। অসমৰ স্বামী-মনীষীসকলৰ সহায়-সমৰ্থনত হিন্দী ভাষাই অহৰহ প্ৰগতিৰ পথত আগবঢ়া পৰিলক্ষিত হৈছে। চৰকাৰী-বেচৰকাৰী উভয় ক্ষেত্ৰতে আজি যদিও হিন্দী ভাষাৰ প্ৰচাৰ-প্ৰসাৰৰ বিশেষ প্ৰয়াস পৰিলক্ষিত হৈছে, কিন্তু আদিকালৰ পৰা অসমীয়া আৰু হিন্দী সমন্বয়ৰ প্ৰক্ৰিয়া অবিচ্ছিন্নভাৱে চলি থাকিলেও তাক কোনো চৰকাৰী, সাংগঠনিক নতুবা গোষ্ঠীগত সহায়-সমৰ্থন সুলভ হোৱা নাছিল। সামান্য প্ৰক্ৰিয়াৰেই হিন্দী ভাষাই জনসমৰ্থন লাভ কৰাটোৱেই অসমত হিন্দী ভাষাৰ গৌৰৱোজ্জ্বল স্থিতি উন্মোচন কৰে।

অসমত বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী আমি এই বছৰ পালন কৰিছো। অসমত হিন্দী সাংবাদিকতাৰ বয়স তাৰ অৰ্দ্ধেকহে হৈছে। ১৮৪৬ চনত প্ৰকাশিত "অৰুনোদই" কাকতখনেৰেই অসমত সাংবাদিকতাৰ পাতনি মেলা হৈছিল। এই কাকতখনে অসমৰ জনজীৱনৰ নৱচেতনা উন্মেষৰ বাট মুকলি কৰিছিল। অসমত সাংবাদিকতাৰ ইতিহাসৰ ভেঁটি প্ৰতিষ্ঠা হোৱাৰ সাতটা দশক পাৰ হৈ যোৱাৰ পিছতহে হিন্দী সাংবাদিকতাৰ পাতনি মেলা হয়। অসমত সাংবাদিকতাৰ ডেৰশ বছৰীয়া জয়ন্তী পালন কৰা বৰ্ষত হিন্দী সাংবাদিকতাই তাৰ অৰ্দ্ধেক বয়স পাবলৈহে সক্ষম হৈছে। অসমত হিন্দী সাংবাদিকতাৰ ৭৫ বছৰীয়া ইতিহাস সংকলন কৰিবলৈ গৈ আমি যথেষ্ট বিবুধিত পৰিব লগা হৈছিল, কিয়নো এই সম্পৰ্কে আজিলৈ কোনো সুসংহত অধ্যয়ন বা কাকত-আলোচনীৰ বিস্তৃত বিৱৰণ সংকলিত হোৱা নাছিল। ফলত হিন্দী সাংবাদিকতা সম্পৰ্কীয় তথ্য গোটাবলৈ আমি যথেষ্ট অসুবিধা ভোগ কৰিব লগা হোৱাৰ লগতে যথেষ্ট সময়ো ব্যয় কৰিব লগা হৈছিল। মাজে-সময়ে দুই-এজনে লিখা প্ৰবন্ধ যদিওবা পোৱা যায়, কিন্তু তথ্য বুলিবলৈ তাত নামমাত্ৰহে থাকে, তাৰো সত্যতা সম্পৰ্কে সন্দেহৰ যথেষ্ট থল আছে। অসমত বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী সমিতিয়ে আমাক অসমত হিন্দী সাংবাদিকতাৰ ইতিহাস লিখিবলৈ দায়িত্ব দিয়াৰ পিছত আমি তথ্য বিচাৰি অসমৰ চুকে-কোণে ভ্ৰমণ কৰিব লগা হৈছে। আমাৰ ফালৰ পৰা অসমত হিন্দী সাংবাদিকতা সম্পৰ্কে নিখুঁত তথ্য আগবঢ়োৱাৰ যৎপৰোনাস্তি প্ৰচেষ্টা হাতত লোৱা সত্ত্বেও কোনো কোনো কাকত-আলোচনীৰ বিৱৰণ বাদ পৰি যাব পাৰে। সেয়া হ'লে তাক অনিচ্ছাকৃত ভুল বুলি ধৰি লৈ আমাক মাৰ্জনা কৰিব বুলি আমি আগতীয়া ক্ষমা বিচাৰিছোঁ।

অসমত হিন্দী সাংবাদিকতাৰ জন্ম হৈছিল উজনি অসমৰ ডিব্ৰুগড় চহৰত। এই ঐতিহাসিক নগৰতেই জন্ম হৈছিল অসমৰ প্ৰথম হিন্দী আলোচনী "প্ৰকাশ"ৰ। ১৯১৯ চনত এই মাহেকীয়া বাৰ্তালোচনীৰ প্ৰথম সংখ্যা প্ৰকাশিত হৈছিল। ইয়াৰ সম্পাদক আছিল বিশিষ্ট সমাজসেৱী বিশ্বেশ্বৰ দত্ত শৰ্মা। তাহানিৰ হোটেল নটৰাজৰ ওচৰতে ইয়াৰ কাৰ্যালয় আছিল। ইয়াৰ বাৰ্ষিক মূল্য তিনি টকা আছিল। পঢ়ুৱৈৰ সঁহাৰি নোপোৱাৰ লগতে সমৰ্পিত কৰ্মকৰ্তাৰ অভাৱতে মাত্ৰ তিনিটামান সংখ্যা প্ৰকাশ হোৱাৰ পিছতে "প্ৰকাশ"ৰ বন্তি নিৰ্বাপিত হয়।

তাহানিৰ অসমৰে অংশ আৰু বৰ্তমানৰ বাংলাদেশৰ নগৰ চিলেটত প্ৰকাশিত হৈছিল আন এখন হিন্দী মাহেকীয়া আলোচনী "শক্তি"। ১৯২২ চনত প্ৰকাশিত এই আলোচনীখন প্ৰকাশৰ দায়িত্ব লৈছিল চিলেট কংগ্ৰেছ কমিটীয়ে। উক্ত আলোচনীখনৰ জৰিয়তে দেশৰ মুক্তি যুদ্ধৰ বা-বাতৰি ৰাইজৰ জ্ঞাতাৰ্থে প্ৰকাশ কৰাৰ লগতে জনগণক বৃটিছৰ বিৰুদ্ধে সংগ্ৰামত অৱতীৰ্ণ হ'বলৈ আহ্বান জনোৱা হৈছিল। আলোচনীখনৰ কেইটা সংখ্যা প্ৰকাশিত হৈছিল, তাৰ সঠিক তথ্য পাবলৈ নাই।

তাৰ সোতৰ বছৰৰ পিছত ডিব্ৰুগড় চহৰতেই প্ৰকাশিত হৈছিল অসমৰ প্ৰথম হিন্দী সাপ্তাহিক কাকত "নৱজাগৃতি"। ইয়াৰ সম্পাদক আছিল বিশিষ্ট সমাজসেৱী, শিক্ষাবিদ আৰু সাহিত্যিক পান্নালাল ৰাজপুৰোহিত। ১৯৩৯ চনত প্ৰকাশিত এই সাপ্তাহিক কাকতখনৰ বয়স আছিল মাত্ৰ ডেৰ বছৰ। এই কাকতখনে ৰাইজৰ নৈতিক, মানসিক উৎকৰ্ষৰ লগতে স্বাধীনতা আন্দোলনৰ সৈতে ৰাইজৰ একাত্মতা গঢ়ি তুলিবলৈও চেষ্টাৰ ত্ৰুটি কৰা নাছিল। ১৯৩৫ চনত ডিব্ৰুগড়ত অনুষ্ঠিত অসম প্ৰান্তীয় মাৰোৱাড়ী সন্মিলনৰ প্ৰথম অধিবেশনৰ মঞ্চত ৰাজপুৰোহিত ডাঙৰীয়াই এখন হিন্দী সাপ্তাহিক কাকত প্ৰকাশৰ জোৰদাৰ দাবী তুলিছিল। উক্ত অধিবেশনতে এখন সমবায় সমিতি গঠন কৰি সাপ্তাহিক কাকত প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। এই সমবায় সমিতিখনত ডিব্ৰুগড়ৰ বিশিষ্ট সমাজসেৱী ৰায়বাহাদুৰ খেয়ালীৰাম হাজাৰীয়া আৰু

ৰঙ্গলাল খেমানী আদিও আছিল। এই সমবায় সমিতিয়ে শ্বেয়াৰৰ জৰিয়তে টকা সংগ্ৰহ কৰি বিশ্বনাথ প্ৰেছ নামৰ এটা ছপাশাল স্থাপন কৰিছিল। এই ছপাশালৰ পৰাই প্ৰকাশিত হৈছিল অসমৰ প্ৰথম হিন্দী সাপ্তাহিক কাকত "নৱজাগৃতি"। অসমৰ বিশিষ্ট সাংবাদিক, সাহিত্যিক আৰু সমাজসেৱী ছগনলাল জৈনদেৱৰ প্ৰথম লিখা এই কাকতখনতেই প্ৰকাশিত হৈছিল। তিনিচুকীয়াৰ এখন উচ্চ বিদ্যালয়ৰ ছাত্ৰ ছগনলালক প্ৰবন্ধ লিখাৰ বাবে পান্নালাল ৰাজপুৰোহিতে যথেষ্ট উৎসাহিত কৰিছিল। "নৱজাগৃতি"ৰ পাতত নিজৰ লেখকীয় জীৱনৰ পাতনি মেলা ছগনলালেই পিছত অসমীয়া আৰু হিন্দী উভয় ভাষাতে উৎকৃষ্ট সাহিত্য ৰচনা কৰি সুনাম অৰ্জন কৰিছিল। এনেদৰেই 'নৱজাগৃতি'য়ে নতুন চামক নিজৰ প্ৰতিভা বিকশাই তোলাত যথেষ্ট উদগনি দিছিল।

ঐকান্তিক প্ৰচেষ্টা আৰু কঠোৰ পৰিশ্ৰমৰ জৰিয়তে ৰাজপুৰোহিতে অতি কম সময়ৰ ভিতৰতে 'নৱজাগৃতি'ক যথেষ্ট লোকপ্ৰিয় কৰি তুলিছিল। দুৰ্ভাগ্যক্ৰমে বিশ্বযুদ্ধ আৰম্ভ হোৱাত তেখেতৰ সকলো প্ৰচেষ্টা অথলে যায় আৰু দুবছৰ নৌহওঁতেই কাকতখন বন্ধ কৰিব লগাত পৰে। সেয়া যি কি নহওক, "নৱজাগৃতি"ৰ দ্বাৰা পান্নালাল ৰাজপুৰোহিত ডাঙৰীয়াই অসমৰ হিন্দী সাংবাদিকতাৰ ইতিহাসত নিজৰ নাম সৰ্বকালৰ বাবেই সোণালী আখৰেৰে অঙ্কিত কৰি গ'ল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত কলিকতাত ৰাধাকৃষ্ণ নেওটিয়া, ভালচন্দ্ৰ শৰ্মা, ভঁৱৰ মল সিংঘী আদিৰ প্ৰচেষ্টাত "কৰো যা মৰো" শীৰ্ষক পাখেকীয়া কাকত প্ৰকাশিত হৈছিল। উক্ত হিন্দী কাকতখনত ১৯৪২ চনৰ বিপ্লৱৰ বা-বাতৰি প্ৰকাশ কৰা হৈছিল। গোলাঘাটৰ ভগৱতী প্ৰসাদ লডিয়াক ইয়াৰ উজনি অসমৰ বাতৰি যোগনিয়াবৰ দায়িত্ব দিয়া হৈছিল। বিপ্লৱৰ বা বাতৰি প্ৰকাশ কৰা বাবে এই কাকত প্ৰকাশ কৰাটো দেশদ্ৰোহৰূপে গণ্য কৰা হৈছিল। কলিকতাৰ পৰা এই কাকতখন চোৰাংভাৱে অসমলৈ অনা হৈছিল। ইয়াক অসমীয়ালৈ অনুবাদ কৰাৰ দায়িত্ব নিৰ্বাহ কৰিছিল পণ্ডিত ধ্যান দাসে। পূৰ্ণচন্দ্ৰ গোস্বামীৰ প্ৰেছত ছপা কৰি ইয়াক অসমৰ বিভিন্ন অঞ্চলত বিতৰণ কৰা হৈছিল। বিপ্লৱীসকলে সংঘটিত কৰা বিভিন্ন ঘটনাৰ বা-বাতৰিৰ লগতে ইয়াত স্বাধীনতা আন্দোলনৰ সৈতে জড়িত নেতাসকলৰ বক্তব্যও প্ৰকাশ কৰা হৈছিল। অসমত আন্দোলনৰ বতৰা কঢ়িওৱাত এই কাকতখনে যথেষ্ট অৰিহণা যোগাইছিল। কেইমাহমানৰ পিছতে ইয়াৰ প্ৰকাশন বন্ধ হৈ যায়।

অসমৰ সাহিত্য জগতত "জয়ন্তী" আলোচনীৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছে। অসমৰ সাহিত্য-জগতত জয়ন্তীৰ প্ৰকাশনৰ কালক জয়ন্তী যুগ বুলি অভিহিত কৰা হয়। দুৰ্ভাগ্যক্ৰমে বিভিন্ন সমস্যাৰ গৰাহত পৰি জয়ন্তী ১৯৪২ চনত বন্ধ হৈ যায়। পণ্ডিত কমল নাৰায়ণদেৱে ডঃ বাণীকান্ত কাকতি, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, ৰঘুনাথ চৌধাৰী, ভৱানন্দ দত্ত আদিৰ সৈতে আলোচনীখন পুনৰ প্ৰকাশৰ বাবে আগবাঢ়ি যায়। তেখেতসকলে অসমীয়া-হিন্দী সাহিত্য পৰিষদ প্ৰতিষ্ঠা কৰি "জয়ন্তী"ক নৱজীৱন প্ৰদান কৰে। ১৯৪৩ চনৰ পৰা ইয়াৰ নিয়মীয়া প্ৰকাশ আৰম্ভ হয়। চক্ৰেশ্বৰ ভট্টাচাৰ্য আৰু কমল নাৰায়ণে যুটীয়াভাৱে ইয়াৰ সম্পাদনাৰ দায়িত্ব লয়। ইয়াত অসমীয়াৰ লগতে হিন্দী ভাষাৰো প্ৰবন্ধাদি প্ৰকাশ কৰা হয়। কমল নাৰায়ণ দেৱে 'সত্যকাম' ছদ্মনামেৰে ইয়াত কেবাটাও প্ৰবন্ধ লিখিছিল। জয়ন্তী আৰ্ট প্ৰেছৰ পৰা প্ৰকাশিত 'জয়ন্তী' আলোচনীয়ে ১৯৪৯ চনলৈ অসমীয়া সাহিত্য-জগতক অনুপম সাহিত্যসম্ভাৰ প্ৰদান কৰে। এই আলোচনীখনেই আধুনিক যুগৰ বাস্তৱবাদী নতুন কবিতা পোনপ্ৰথমে প্ৰকাশ কৰিছিল।

বিশিষ্ট লিখক, সাংবাদিক আৰু সমাজসেৱী বিশ্বনাথ গুপ্তই ১৯৪৩ চনত কলিকতাৰ কিনাবাজাৰ ষ্ট্ৰিটৰ পৰা মাহেকীয়া আলোচনীৰূপে 'অকেলা' প্ৰকাশ কৰে। কলিকতাৰ পৰা প্ৰায় দুবছৰলৈ মাহেকীয়া আলোচনী ৰূপে 'অকেলা' প্ৰকাশিত হয়। তিনিচুকীয়াৰ বিশিষ্ট সমাজসেৱী দুৰ্গাদত্ত লোহিয়া, ৰাধাকৃষ্ণ খেমকা আদি ব্যক্তিসকলে কলিকতাৰ প্ৰৱাসত 'অকেলা' পঢ়ি যথেষ্ট প্ৰভাৱিত হয। তেখেতসকলে বিশ্বনাথ গুপ্ত ডাঙৰীয়াক এই কাকতখন উজনি অসমৰ তিনিচুকীয়া চহৰৰ পৰা প্ৰকাশনৰ প্ৰস্তাৱ দিয়ে। ইতিমধ্যে গণেশ প্ৰসাদ কোগলা আৰু ৰাধাকৃষ্ণ খেমকা ডাঙৰীয়াই তিনিচুকীয়াত আজাদ হিন্দ প্ৰেছ প্ৰতিষ্ঠা কৰে। ১৯৪৭ চনত এই প্ৰেছৰ পৰাই সাপ্তাহিক "অকেলা"ৰ প্ৰকাশ আৰম্ভ হয়। বিশ্বনাথ গুপ্ত ইয়াৰ স্বত্বাধিকাৰী আৰু শিৱনাৰায়ণ শৰ্মা ইয়াৰ সম্পাদনাৰ দায়িত্বত থাকে। উৎকৃষ্ট ছপা আৰু জাতীয় প্ৰেমত উদ্বুদ্ধ ৰচনাসমূহে অতি কম সময়ৰ ভিতৰতে "অকেলা"ক জনপ্ৰিয় কৰি তোলে। এবছৰ নৌহওঁতেই আজাদ হিন্দ প্ৰেছ কৰ্তৃপক্ষ আৰু কাকতখনৰ স্বত্বাধিকাৰীসকলৰ মাজত মনোমালিন্য ঘটাত ইয়াক সাহিত্য প্ৰেছৰ পৰা প্ৰকাশ কৰিবলৈ লয়। বিভিন্ন সমস্যা অতিক্ৰমি "অকেলা" নিয়মিতভাৱে প্ৰকাশিত হ'বলৈ ধৰে। কাকতখনৰ জনপ্ৰিয়তা সত্বেও পৰ্যাপ্ত

াপন নোপোৱাত কাকতখনে আৰ্থিক অনাটনত ভুগিবলৈ ধৰে। আনহাতে সম্পাদক-প্ৰকাশকৰ মতভেদ বৃদ্ধি হয়। অৱশেষত বিশ্বনাথ গুপ্তই নিজেই কাকতখনৰ সম্পাদনাৰ দায়িত্বও নিজৰ হাতলৈ আনে আৰু ১৯৮৭ চনত স্বৰ্গগামী হোৱাৰ দিনলৈ তেখেতে কাকতখনৰ সম্পাদনাৰ দায়িত্ব নিৰ্বাহ কৰে। বিশ্বনাথ গুপ্তৰ মৃত্যুৰ পিছত তেখেতৰ পুত্ৰ প্ৰকাশ গুপ্তই 'অকেলা'ৰ সম্পাদনাৰ দাযিত্ব লয়। বৰ্তমানলৈ তেখেতে এই কাকতখন সুচাৰুৰূপে প্ৰকাশ কৰি আছে।

অসমত প্ৰকাশিত হিন্দী কাকত-আলোচনীসমূহৰ ভিতৰত 'অকেলা'ই আটাইতকৈ দীৰ্ঘদিনীয়া কাকত। ১৯৯৭ চনত এই কাকতখনে "সোণালী জয়ন্তী" বৰ্ষত ভৰি দিযে। অসমৰ সংবাদ-জগতত পঞ্চাশ বছৰ পূৰ্ণ কৰা একমাত্ৰ কাকত হ'ল "সাপ্তাহিক জনমভূমি"। সোণালী জযন্তী বৰ্ষত ভৰি দিয়া দ্বিতীয়খন কাকত হ'ব সাপ্তাহিক 'অকেলা'। অসমৰ সংবাদজগতৰ বাবে নিশ্চয ই অতিশয গৌৰৱৰ কথা।

'অকেলা'ৰ অৰ্থ হ'ল অকলশৰীযা। কবিগুৰু ৰবীন্দ্ৰনাথৰ 'একলা চলো ৰে'ৰ মহামন্ত্ৰক সাৰোগত কৰি 'অকেলা'ই ইতিমধ্যে অৰ্দ্ধশতিকা পূৰ্ণ কৰিছে। এই অৰ্দ্ধশতিকাৰ যাত্ৰা নিশ্চয সহজসাধ্য নাছিল। বিশ্বনাথ গুপ্তই এই কাকতখনক জন্ম দিযাই নহয়, অক্লান্তভাৱে সকলো বাধা আঁতৰ কৰি আগুৱাই যোৱাৰ যোগ্য কৰি তুলিছিল। আৰ্থিক অনাটনে কাকতখনৰ স্বত্বাধিকাৰীক সততে বিব্ৰত কৰি থকাৰ কথা সকলোৰে জ্ঞাত। তাৰ উপৰি সাংবাদিকতাৰ পথত সচৰাচৰ থকা সমস্যাখিনিতো আছিলেই। তৎসত্বেও বিশ্বনাথ গুপ্ত ডাঙৰীয়াই বাধা-বিঘিনিৰ বিৰুদ্ধে দৃঢ়তাৰে যুঁজি একাণপতীয়াকৈ সংবাদসেৱাত ব্ৰতী হৈ থাকে। অৰ্দ্ধশতাব্দীৰ পূৰ্বে কাকতখন জীযাই ৰাখিবলৈ গুপ্ত ডাঙৰীয়াই কিমান সাধনা কৰিব লগা হৈছিল, তাক অনুমানহে কৰিব পাৰি। সোণালী জযন্তী বৰ্ষত উপনীত হোৱা এই কাকতখনৰ বিতৰণ আৰু তাৰ বৰঙণি তোলা কামো যদি সম্পাদকে নিজে কৰিব লগা হয়, তেন্তে সেই কাকতখন জীয়াই ৰাখিবলৈ সম্পাদকে কেনে কষ্ট কৰিব লগা হয়, সেয়া সহজেই অনুমেয়।

আমি তিনিচুকীযাৰ সাহিত্য প্ৰেছত কাকতখনৰ সম্পাদক প্ৰকাশ গুপ্ত ডাঙৰীয়াক সাক্ষাৎ কৰোঁতে তেখেত নিজৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰি কয়, "চাকি আৰু ধুমুহাৰ মাজত যুদ্ধ অব্যাহত আছে।" সঁচাকৈয়ে বিভিন্ন সমস্যাৰ ধুমুহাই 'অকেলা'ৰ বন্তি নিৰ্বাপিত কৰিব পৰা নাই। 'অকেলা'ই দৃঢ়তাৰে আটাইখিনি সমস্যাৰ সন্মুখীন হৈও নিজৰ অস্তিত্ব লুপ্ত হ'বলৈ দিয়া নাই। প্ৰকাশ গুপ্তই আজিও নিজেই সংবাদ সংগ্ৰহ কৰে, প্ৰুফ চায়, কাকত বিতৰণ কৰে আৰু কাকতৰ বৰঙণিও সংগ্ৰহ কৰে। সঁচাকৈয়ে এই নিষ্ঠা, সাধনাই কবিগুৰু ৰবীন্দ্ৰনাথৰ "একলা চলো ৰে'ৰ মন্ত্ৰকে সাৰ্থক কৰিছে। প্ৰকাশ গুপ্ত ডাঙৰীয়াই নিজৰ পিতৃয়ে ৰোৱা 'অকেলা'-ৰূপী বৃক্ষক জীয়াই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। তেখেতৰ সাধনাই অসমৰ সংবাদজগতলৈ এক অপূৰ্ব সন্মান কঢ়িয়াই আনিছে। এই সাধনা, এই প্ৰচেষ্টাই নিশ্চয় নতুন চামক সদা-সৰ্বদা অনুপ্ৰেৰণা যোগাই থাকিব।

অবিভাজিত অসমৰ ৰাজধানী শ্বিলঙৰ পৰা ১৯৪৮ চনত প্ৰকাশিত হৈছিল 'আজ কা সংসাৰ' নামৰ সাপ্তাহিক কাকতৰ। ইয়াৰ প্ৰকাশক আছিল পৰমানন্দ শ্বাহ আৰু বিধান সভাৰ সদস্য বিশ্বনাথ উপাধ্যায় আছিল সম্পাদক। কেইটামান সংখ্যা প্ৰকাশৰ পিছতে উক্ত কাকত বন্ধ হৈ গৈছিল।

শঙ্কৰলাল শৰ্মাই গুৱাহাটীৰ পৰা সাপ্তাহিক "শঙ্খনাদ' প্ৰকাশ কৰিছিল। ১৯৪৭ চনৰ নবেম্বৰত উক্ত কাকতখনৰ প্ৰথম সংখ্যা প্ৰকাশিত হৈছিল। গুৱাহাটীৰ আদিত্য প্ৰেছৰ পৰা প্ৰকাশিত উক্ত হিন্দী সাপ্তাহিকৰ সম্পাদনাৰ দাযিত্ব দিযা হৈছিল নথমল শৰ্মাক। ইয়াৰ বৰঙণি আছিল দুই অনা আৰু বাৰ্ষিক বৰঙণি আছিল চাৰে ছটকা। পিছত ইয়াৰ স্বত্বাধিকাৰী শঙ্কৰলাল শৰ্মাই সম্পাদনাৰ দাযিত্বও নিজে গ্ৰহণ কৰে। উক্ত সাপ্তাহিক কাকতখনে সমাজৰ বিভিন্ন বিষযৰ বাতৰি প্ৰকাশ কৰাৰ উপৰিও হিন্দুত্ব ৰক্ষাৰ ওপৰত অধিক গুৰুত্ব দিছিল। প্ৰায পাঁচ-ছয় বছৰমান নিয়মীয়াকৈ প্ৰকাশ হোৱাৰ পিছত কাকতখন বিভিন্ন সমস্যাৰ সন্মুখীন হৈ অনিয়মীয়াকৈ প্ৰকাশিত হ'বলৈ ধৰে। মাজতে কেইমাহমান ইযাৰ প্ৰকাশ বন্ধ থাকে, যদিও ইয়াক পুনৰ প্ৰকাশ কৰা হয়। নিয়মীয়া লিখকৰ অভাৱত সম্পাদক শঙ্কৰলাল শৰ্মাই নিজেই বিভিন্ন উপনামেৰে প্ৰবন্ধাদি লিখিবলগা হৈছিল। তেখেতে মৃত্যুঞ্জয়, চন্দ্ৰশেখৰ, শশীধৰ, সুমন্ত্ৰ, বিজয় কুমাৰ, চন্দ্ৰশেখৰ শাস্ত্ৰী, কামৰূপী, শিৱপ্ৰসাদ শৰ্মা, সত্যপ্ৰিয়, আশুতোষ শাস্ত্ৰী, বিজয় আদি বিভিন্ন নামেৰে স্ব-ৰচিত ৰচনাসমূহ প্ৰকাশ কৰিছিল। শ্ৰীশৰ্মাই পিছত ১৯৬২ চনৰ পৰা "আয়কৰ নিৰ্ণয়" নামেৰে এখন মাহেকীয়া আলোচনীও প্ৰকাশ কৰিছিল। উক্ত আলোচনীখনত আয়কৰ সম্পৰ্কীয় বিভিন্ন বা-বাতৰিৰ লগতে আয়কৰ সম্পৰ্কীয় সমস্যাসমূহ সমাধানৰ সন্দৰ্ভত প্ৰবন্ধ-পাতি প্ৰকাশ কৰা হৈছিল। এই আলোচনী প্ৰায় চাৰি বছৰ প্ৰকাশিত

হৈছিল। ইয়াৰ সম্পাদনাও শঙ্কৰলাল শৰ্মা (ভাতৰা)ই কৰিছিল। তেখেতে 'পঞ্চতন্ত্ৰ' নামৰ এখন মাহেকীয়া অসমীয়া সাহিত্যালোচনীও প্ৰকাশ কৰিছিল।

বয়স ভাটি দিয়া সত্বেও শ্ৰীশৰ্মাৰ এতিয়াও সাংবাদিকতাৰ প্ৰতি যথেষ্ট হেঁপাহ আছে। কথা-প্ৰসঙ্গতে শ্ৰীশৰ্মাই 'শঙ্খনাদ'খন পুনৰ প্ৰকাশৰ ইচ্ছাৰ কথা সদৰি কৰে।

অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিয়ে ১৯৫১ চনত এখন তিনিমহীয়া অসমীয়া-হিন্দী আলোচনী "ৰাষ্ট্ৰ-সেৱক" নামেৰে প্ৰকাশ কৰে। ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ মুখপত্ৰৰূপে প্ৰকাশিত হ'লেও উচ্চ মানদণ্ডৰ কাব্য, গল্প, প্ৰবন্ধ আদিৰে আলোচনীখন যথেষ্ট উন্নত মানৰ আলোচনীৰূপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হয়। প্ৰথমতে তিনিমহীয়া ৰূপে প্ৰকাশ কৰিলেও পিছত ইয়াক মাহেকীয়া হিচাপে প্ৰকাশ কৰা হয়। পূৰ্বাঞ্চলৰ সাহিত্য, সংস্কৃতি, পৰম্পৰা, কৃষ্টি-সভ্যতা আদি সম্পৰ্কীয় প্ৰবন্ধপাতিৰ প্ৰকাশনেৰে এই আলোচনীয়ে সমন্বয়ৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাবলৈ সক্ষম হয়। সৌভাগ্যক্ৰমে ৰজনীকান্ত চক্ৰৱৰ্তী, ছগনলাল জৈন, কেশৱ বৰা, মহেশ্বৰ মহন্ত, চিত্ৰ মহন্ত, থোলোক গগৈ আদি বিশিষ্ট সাহিত্যিকসকলৰ চেষ্টাত এই আলোচনীখনে সাহিত্য জগতত উল্লেখযোগ্য ভূমিকাৰে নিজৰ স্থান সুৰক্ষিত কৰিবলৈ সক্ষম হয়। নিয়মীয়াকৈ নহ'লেও এই আলোচনীখনে এতিয়াও সমন্বয়ৰ ক্ষেত্ৰত এক উল্লেখযোগ্য ভূমিকা পালন কৰি আছে।

১৯৫৯ বৰ্ষটো হিন্দী সংবাদসেৱাৰ ক্ষেত্ৰত এক উল্লেখযোগ্য বছৰ। এই বছৰতে এখন-দুখন নহয়, চাৰিখন হিন্দী কাকতে জন্ম লাভ কৰিবলৈ সক্ষম হয়। ইয়াৰে আটাইতকৈ প্ৰভাৱশালী আছিল ছগনলাল জৈনদেৱৰ "পূৰ্বজ্যোতি"।

উল্লেখযোগ্য যে 'পূৰ্বজ্যোতি' প্ৰথমতে মাহেকীয়া ৰূপত প্ৰকাশ হৈছিল। তাৰ প্ৰথম সংখ্যা প্ৰকাশিত হৈছিল ১৯৬০ চনৰ এক মাৰ্চত। ইয়াক প্ৰথমতে পষেকীয়া হিচাপে প্ৰকাশ কৰাৰ আঁচনি লোৱা হৈছিল, যদিও পিছত মাহেকীয়া হিচাপেহে প্ৰকাশিত হৈছিল। ইয়াৰ প্ৰধান সম্পাদক আছিল ছগনলাল জৈন আৰু সহকাৰী সম্পাদক আছিল দীনদয়াল ত্ৰিবেদী।

'পূৰ্বজ্যোতি' প্ৰকাশ কৰাৰ উদ্দেশ্য আছিল অতি মহৎ। কাকতখনৰ সম্পাদকীয় শিতানত ইয়াৰ নীতি সম্পৰ্কে লিখা হৈছিল, "পূৰ্বৰ জ্যোতিৰে আমি সমগ্ৰ বিশ্বকে আলোকিত কৰাৰ প্ৰচেষ্টা কৰিম। 'পূৰ্বজ্যোতি'ৰ কোনো ৰাজনৈতিক দলৰে সৈতে সম্পৰ্ক নাই। ই সদায়েই বিশুদ্ধ ৰাষ্ট্ৰীয়তা, মানৱতা আৰু সত্যৰ পক্ষ ল'ব।"

নিয়মীয়া লিখকৰ অভাৱত জৈন ডাঙৰীয়াই নিজেই বিভিন্ন ছদ্মনামেৰে প্ৰবন্ধপাতি লিখিব লগা হৈছিল। তেখেতে শ্ৰীইন্দ্ৰ, ৰজকন, অনিল কুমাৰ, কিশোৰীলাল জৈন আদি ছদ্মনামেৰে নিজৰ কাকতত প্ৰবন্ধপাতি লিখিছিল। প্ৰায় ডেৰবছৰমান প্ৰকাশ কৰাৰ পিছতে বিভিন্ন সমস্যাত পৰি তেখেতে 'পূৰ্বজ্যোতি' বন্ধ কৰিব লগা হৈছিল। মাহেকীয়া 'পূৰ্বজ্যোতি' বন্ধ হ'লেও জৈন ডাঙৰীয়াই অহৰহ ইয়াক পুনৰ আৰম্ভ কৰাৰ কথা চিন্তা কৰিছিল। অৱশেষত আঠ বছৰমানৰ পিছতহে সাপ্তাহিকৰূপে 'পূৰ্বজ্যোতি' প্ৰকাশেৰে তেখেতে নিজৰ সপোন ফলৱতী কৰিছিল। "সাপ্তাহিক পূৰ্বজ্যোতি"ৰ প্ৰথম সংখ্যা প্ৰকাশ হয় ১৯৬৯ চনৰ সাত অক্টোবৰত। সমন্বয় আৰু সমাজত বিয়পি থকা কুসংস্কাৰ আঁতৰ কৰাৰ ক্ষেত্ৰত এই কাকতখনে অগ্ৰণী ভূমিকা পালন কৰিছিল। নিৰ্ভীক আৰু প্ৰগতিশীল লিখনিৰে ছগনলালৰ 'পূৰ্বজ্যোতি' যথেষ্ট লোকপ্ৰিয় হৈ পৰে। ধৰ্মৰ নামত প্ৰচলিত কুসংস্কাৰ আৰু পুৰাতন প্ৰথাসমূহৰ বিৰুদ্ধে তীক্ষ্ণ লিখনিৰে ছগনলাল এচাম পুৰাতনপন্থী লোকৰ ক্ষোভৰ সন্মুখীন হ'ব লগা হয়। ব্যক্তিগত লাভালাভৰ কথা চিন্তা নকৰি তেখেত নিজৰ আদৰ্শত অটল হৈ থাকে।

ছগনলালে নিজৰ কাকতযোগে অসমীয়া ভাষা শিক্ষাৰো যথেষ্ট প্ৰচাৰ কৰিছিল। পূৰ্বজ্যোতি কাকতখনক আকৰ্ষণীয় কৰি তোলাত বিশিষ্ট সাংবাদিক দেবেন্দ্ৰ নাথ প্ৰশান্তই যথেষ্ট সহযোগ আগবঢ়াইছিল। 'পূৰ্বজ্যোতি'ৰ উদ্দেশ্য কিমান মহৎ আছিল তাৰ প্ৰমাণ কাকতখনৰ প্ৰথম সংখ্যাৰ সম্পাদকীয়তে পোৱা গৈছিল : "...অতীত কালত পূৰ্বৰ জ্যোতিৰ যথেষ্ট গুৰুত্ব আছিল। আৰু আজিৰ বিশ্ব সমস্যাৰ সমাধানৰ পথ এই জ্যোতিতে পোৱা যাব। পূৰ্বৰ জ্যোতি অধ্যাত্ম প্ৰেৰিত আছিল— পশুবলৰ ওপৰত মানৱতাৰ বিজয়ৰ প্ৰতীক। আজি পুনৰ পূৰ্বত নতুন জ্যোতি উদিত হৈছে, দিব্য আলোক প্ৰজ্বলিত হৈছে। পূৰ্বত উদিত এই নতুন জ্যোতিয়ে সমগ্ৰ বিশ্বতে নিজৰ পোহৰেৰে আলোকিত কৰে, আমি তাকেই কামনা কৰিছোঁ।"

সঁচাকৈয়ে কিমান মহৎ উদ্দেশ্য লৈ প্ৰকাশ কৰা হৈছিল 'পূৰ্বজ্যোতি'। এই মহৎ উদ্দেশ্যক সাৰোগত কৰিয়েই ছগনলাল জৈনে অগ্নি-পৰীক্ষাত নামি পৰিছিল। অশেষ শ্ৰম আৰু দৃঢ় মনোবলেৰে তেখেত প্ৰায় ১৬ বছৰকাল এই কাকতখন জীয়াই ৰখাই নহয়

বৰঞ্চ ইয়াক দৈনিক কাকতৰূপে প্ৰকাশৰ প্ৰচেষ্টাও কৰিছিল। অসমত এখনো হিন্দী দৈনিক বাতৰিকাকত নথকা কথাই তেখেতক সততে আমনি কৰিছিল। দুৰ্ভাগ্যবশতঃ তেখেতৰ এই সপোন বাস্তৱায়িত নহ'ল আৰু তেখেতে মৃত্যুক আঁকোৱালি ল'ব লগা হয়। আচৰিত কথা এইটোৱেই যে ৭ অক্টোবৰৰ স্মৰণীয় দিনটোতে তেখেতে 'পূৰ্বজ্যোতি'ৰ প্ৰথম সংখ্যা প্ৰকাশ কৰিছিল আৰু সেই দিনটোতে তেখেতৰ পৰলোকপ্ৰাপ্তিও ঘটে। সঁচাকৈয়ে ৭ অক্টোবৰৰ দিনটো অসমৰ হিন্দী সংবাদজগতৰ বাবে এক স্মৰণীয় দিন হৈ থাকিব।

"পূৰ্বজ্যোতি" প্ৰকাশ হোৱা বৰ্ষতে ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত হৈছিল এখন মাহেকীয়া আলোচনী "অসম-প্ৰদীপ"। অসমীয়া আৰু হিন্দী উভয় ভাষাতে প্ৰকাশিত এই আলোচনীয়ে সমন্বয়ৰ প্ৰতি অধিক গুৰুত্ব দিছিল। শিক্ষাবিদ সূৰ্যবংশী চৌধুৰীয়ে অশেষ কষ্টেৰে আলোচনীখন উলিয়াইছিল, যদিও সংশ্লিষ্টসকলৰ সহযোগৰ অভাৱ আৰু আৰ্থিক অনাটনৰ বাবে কেইটামান সংখ্যা উলিওৱাৰ পিছতে আলোচনীখন বন্ধ কৰিবলৈ বাধ্য হৈছিল।

অবিভাজিত অসমৰ ৰাজধানী শ্বিলঙৰ পৰাই আন এখন সাপ্তাহিক কাকত প্ৰকাশ হৈছিল, যাৰ নাম আছিল 'জাগৰণ''। পূৰ্বোত্তৰপ্ৰান্তীয় হিন্দুস্তানী সন্মিলনৰ উদ্যোগত প্ৰকাশিত এই কাকতখনৰ সম্পাদনাৰ দায়িত্বত আছিল ৰামস্বৰূপ শৰ্মা। কাকতখন কেইমাহমান সাপ্তাহিকৰূপে প্ৰকাশিত হৈছিল, যদিও পিছত অনিয়মীয়া হৈ পৰাত ইয়াক পষেকীয়া হিচাপে প্ৰকাশ কৰিবলৈ লোৱা হয়। তৎসত্ত্বেও ইয়াৰ সমস্যা আঁতৰ নোহোৱাত প্ৰায় এবছৰমান প্ৰকাশিত হোৱাৰ পিছতে কাকতখন সম্পূৰ্ণৰূপে বন্ধ কৰিবলগা হয়।

১৯৫৯ চনৰে ছেপ্টেম্বৰ মাহত প্ৰকাশিত হৈছিল "দীপ" নামৰ এখন মাহেকীয়া আলোচনী উজনি অসমৰ ডিব্ৰুগড় নগৰৰ পৰা। ইয়াৰ সম্পাদনা কৰিছিল নিৰ্মল কুমাৰ বেৰিৱাল আৰু শ্ৰীমতী নিৰুপমা বাইদেৱে যুটীয়াভাৱে। মাথোন কেইটামান সংখ্যা প্ৰকাশ হোৱাৰ পিছতে আলোচনীখন বন্ধ হৈ যায়।

তিনিচুকীয়া নগৰৰ পৰা ১৯৬২ চনত প্ৰকাশিত হৈছিল "ৰণভেৰী" নামৰ সাপ্তাহিক হিন্দী কাকত। ইয়াৰ সম্পাদনা কৰিছিল নৱাব সিং ৰঘুবংশীয়ে। খৈতান প্ৰিন্টিং প্ৰেছৰ পৰা প্ৰকাশিত সাহিত্য-সংস্কৃতিমূলক সাপ্তাহিক কাকতখনে প্ৰথমতে জনপ্ৰিয়তা অৰ্জন কৰিছিল, যদিও বিভিন্ন সমস্যাৰ বোজাত পোত গৈ কাকতখন কেইটামান সংখ্যাৰ পিছতে বন্ধ কৰিবলগা হৈছিল। "ৰণভেৰী" অৰ্থাৎ যুদ্ধৰ শিঙা বজাই নৱাব সিং ৰঘুবংশীয়ে যুদ্ধত নামি পৰিছিল, যদিও নিজে পৰাস্ত হ'ব লগা হ'ল।

১৯৬৩ বৰ্ষটো হিন্দী সাংবাদিকতাৰ ক্ষেত্ৰত এক ঐতিহাসিক বৰ্ষ। অসমত যদিও কেইবাখনো সাপ্তাহিক, মাহেকীয়া কাকত, আলোচনী প্ৰকাশিত হৈছিল কিন্তু দৈনিক কাকত তেতিয়ালৈ প্ৰকাশিত হোৱা নাছিল। কলিকতা আৰু দিল্লীৰ পৰা অহা হিন্দী দৈনিক কাকত পঢ়াৰ বাদে অসমৰ হিন্দী কাকত পঢ়ুৱৈৰ অন্য বিকল্প নাছিল। স্থানীয় দৈনিক এইচাম পাঠকে দিল্লী-কলিকতীয়া কাকতৰ ওপৰতে ভৰসা কৰিব লগা হৈছিল। স্থানীয় পাঠকসকলে বাধ্যত পৰি যদিওবা দিল্লী-কলিকতাৰ কাকত কিনি পঢ়িবলগা হৈছিল, কিন্তু এই কাকতসমূহে পাঠক সমাজক মুঠেই সন্তুষ্ট কৰিব পৰা নাছিল। দৈনিক কাকতৰ বয়স মাত্ৰ ২৪ ঘণ্টা, কিন্তু অসমৰ পাঠকসকলে ২৪ৰ পৰা ৩৬ ঘণ্টা পৰ্যন্ত বিলম্বকৈ কাকত পঢ়িবলৈ পাইছিল। ফলত অধিকাংশ বাতৰিয়েই বাহি হৈ পৰিছিল। তদুপৰি এই কাকতসমূহত কাচিৎহে অসমৰ বাতৰি প্ৰকাশ পাইছিল। সেয়ে স্থানীয় বা-বাতৰি পঢ়াৰ প্ৰতি ইচ্ছুক পাঠকসকল নিৰাশ হ'ব লগা হৈছিল।

আৱশ্যকেই আৱিষ্কাৰৰ জননী। স্থানীয় পাঠকসকলৰ প্ৰয়োজনীয়তাৰ কথা উপলব্ধি কৰিয়েই অসমৰ পৰাই হিন্দী দৈনিক কাকত প্ৰকাশৰ সততে প্ৰচেষ্টা চলিছিল। কেবাজনো বিশিষ্ট ব্যক্তিয়ে অসমৰ পৰাই হিন্দী বাতৰিকাকত প্ৰকাশৰ কামত মনোনিবেশ কৰিছিল। দুৰ্ভাগ্যবশতঃ ১৯৬৩ চনৰ পূৰ্বে এই সকলো প্ৰচেষ্টাই ব্যৰ্থ হৈছিল। বিশিষ্ট অসমীয়া-হিন্দী সাহিত্যিক ছগনলাল জৈনে নিজৰ সাপ্তাহিক কাকতখনকে দৈনিক কাকতৰূপে প্ৰকাশৰ সপোন দেখিছিল যদিও তেখেতৰ এই সপোন বাস্তৱায়িত নহ'ল।

অৱশেষত পণ্ডিত ৰামশঙ্কৰ ত্ৰিপাঠীয়ে গুৱাহাটীৰ পৰা এখন দৈনিক কাকত প্ৰকাশ কৰি অঞ্চলটোৰ হিন্দী পঢ়ুৱৈসকলক এক অনুপম উপহাৰ প্ৰদান কৰিলে। ১৯৬৩ চনৰ ৩০ এপ্ৰিলত গুৱাহাটীৰ পাণ্ডুৰ পৰা "দৈনিক লোকমান্য" নামৰ অসমৰ প্ৰথম দৈনিক হিন্দী বাতৰিকাকত প্ৰকাশ কৰা হ'ল। ইয়াৰ পৰিচালনা আৰু সম্পাদনাৰ দায়িত্বত থাকিল স্বয়ং পণ্ডিত ৰামশঙ্কৰ ত্ৰিপাঠী। উক্ত কাকতৰ প্ৰতিদিনেই চাৰিটা পৃষ্ঠা দৈনিক কাকতৰ দৈৰ্ঘ্যৰ সমানেই প্ৰকাশিত হৈছিল। ইয়াৰ বেচ আছিল দহ পইচা। "দৈনিক লোকমান্য" গুৱাহাটীৰ

উপৰিও নাগপুৰ আৰু কলিকতাৰ পৰাও প্ৰকাশিত হৈছিল। নাগপুৰ আৰু কলিকতাত সফল প্ৰকাশনৰ পিছত ইয়াক গুৱাহাটীৰ পৰা প্ৰকাশ কৰা হৈছিল। গুৱাহাটীৰ পাণ্ডু এলেকাৰ শ্ৰীগুৰু প্ৰেছত কাকতখন ছপোৱা হৈছিল। কাকতখনৰ সাজ-সজ্জা অতিশয় আধুনিক আৰু সুন্দৰ হোৱাত কাকতখন অতি কম সময়ৰ ভিতৰতে জনপ্ৰিয় হৈ পৰিছিল। দুৰ্ভাগ্যবশতঃ কাকতখন কেইমাহমান প্ৰকাশিত হোৱাৰ পিছতে বিভিন্ন সমস্যাই মূৰ দাঙি উঠিছিল। অৱশেষত বিভিন্ন সমস্যাৰ বোজা সহ্য কৰিব নোৱাৰি কাকতৰ স্বত্বাধিকাৰীয়ে কাকতখনৰ প্ৰকাশ বন্ধ কৰিব লগা হয়। এনেদৰেই অসমৰ প্ৰথমখন হিন্দী দৈনিক বাতৰিকাকতৰ অপমৃত্যু ঘটে। পণ্ডিত ৰামশঙ্কৰ ত্ৰিপাঠীয়ে অসমৰ প্ৰথমখন দৈনিক বাতৰিকাকত প্ৰকাশ কৰি হিন্দী সাংবাদিকতাৰ ইতিহাসত নিজৰ নাম যুগমীয়া কৰে। তেখেতৰ এই প্ৰচেষ্টা যদিও অলপ দিনতে ব্যৰ্থ হয়, তথাপিও তেখেতে অসমৰ হিন্দী সাংবাদিকতাৰ ক্ষেত্ৰত এক বিৰল সন্মান লাভ কৰিবলৈ সক্ষম হয়।

অসমৰ হিন্দী সাংবাদিকতাৰ ক্ষেত্ৰত তেজপুৰো পিছপৰি থকা নাছিল। পূৰ্ণনাৰায়ণ সিংহৰ অসমীয়া "মহাজাতি" কাকতখনে পঢ়ুৱৈসকলৰ পৰা যথেষ্ট সঁহাৰি লাভ কৰিবলৈ সমৰ্থ হৈছিল। সিংহই অঞ্চলটোত থকা চাহ জনজাতিৰ লোকসকলক ৰাজনৈতিক আৰু সামাজিকভাৱে সচেতন কৰি তোলাৰ বাবে যথেষ্ট চিন্তিত আছিল। অৱশেষত তেখেতে দ্বিভাষী বা ত্ৰিভাষী কাকত প্ৰকাশ কৰাতকৈ হিন্দী সংস্কৰণ সম্পূৰ্ণ পৃথকে উলিওৱাৰ সিদ্ধান্ত কৰে। ১৯৬৬ চনৰ ১৪ আগষ্টত তেখেতৰ সপোন ফলৱতী হয় আৰু "মহাজাতি"ৰ হিন্দী পযেকীযাৰূপে প্ৰথম সংখ্যা প্ৰকাশিত হয। প্ৰথম চাৰিটা সংখ্যা পযেকীযাৰূপে প্ৰকাশ কৰাৰ পিছত পঢ়ুৱৈৰ যথেষ্ট সঁহাৰি লাভ কৰাত "মহাজাতি" সচিত্ৰ হিন্দী পযেকীযাখনক সাপ্তাহিকৰূপে প্ৰকাশ কৰিবলৈ লয়। প্ৰতি শুকুৰবাৰে প্ৰকাশিত এই কাকতখনৰ বেচ্ আছিল ২০ পইচা। "মহাজাতি"খন তিনিটা ভাষাত প্ৰকাশিত হৈছিল আৰু তিনিওখনৰে সম্পাদনাৰ দায়িত্ব সিংহই নিজেই বহন কৰিছিল। হিন্দী সংস্কৰণ সম্পাদনাৰ বাবে সুদক্ষ হিন্দী সম্পাদকৰ অভাৱত কাকতখনত কিছুমান সাংঘাতিক ধৰণৰ ভুল ৰৈ গৈছিল।

কাকতখনৰ প্ৰথম সংখ্যাৰ সম্পাদকীয়তে এক সাংঘাতিক ভুল হৈছিল। কাকতখনৰ প্ৰথমটো সম্পাদকীয়ত লিখা হৈছিল যে হিন্দী পঢ়ুৱৈসকলৰ ইচ্ছাৰ প্ৰতি সন্মান জনাই মহাজাতিৰ হিন্দী সংস্কৰণৰ "ইতিশ্ৰী" কৰা হৈছে। দৰাচলতে কাকতখনৰ আৰম্ভণিহে হৈছিল, কিন্তু সম্পাদকীয়তে "ইতিশ্ৰী" অৰ্থাৎ সামৰণি বুলি লিখা হৈছিল। সম্পাদনাত ভুল থকাটো অস্বাভাৱিক নহয়, যদিও সম্পাদকীয়তে এনে সাংঘাতিক ভুল থকাটো বাঞ্ছনীয় নহয়। সি যি কি নহওক সিংহ ডাঙৰীয়াই হিন্দী সাংবাদিকতাৰ ক্ষেত্ৰত যি অতুলনীয় অৱদান দিছে তাক কোনেও নুই কৰিব নোৱাৰে। তেখেতে একক প্ৰচেষ্টাৰে সীমিত সা-সুবিধাৰে তিনিটা ভাষাত কাকত উলিয়াই নিশ্চয় এক অনুপম প্ৰচেষ্টা হাতত লৈছিল।

দুৰ্ভাগ্যবশতঃ তেখেতে হিন্দী লিখকৰ অভাৱত মাত্ৰ ছমাহতে হিন্দী "মহাজাতি"খন বন্ধ কৰিবলৈ বাধ্য হৈছিল। সিংহ ডাঙৰীয়াই আমাক নিজৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰিলে এনেদৰে ঃ "অকলে তিনিটা ভাষাত কিমান দিনলৈ লিখিলোহেঁতেন?" ১৯৬৭ চনৰ ২৪ ফেব্ৰুৱাৰীত কাকতখনৰ শেষৰ সংখ্যা প্ৰকাশ কৰিয়েই তেখেতে "মহাজাতি"ৰ হিন্দী সংস্কৰণ বন্ধ কৰিবলৈ বাধ্য হৈছিল। এনেদৰে তেজপুৰৰ পৰা প্ৰকাশিত হিন্দী সাপ্তাহিকৰ অপমৃত্যু ঘটিছিল।

তিনিচুকীয়াৰ পৰা কান্তেশ্বৰ উপাধ্যায়ে প্ৰকাশ কৰিছিল "অসম ভূমি" নামৰ হিন্দী সাপ্তাহিক। আজাদ হিন্দ প্ৰেছত কাকতখন ছপা কৰা হৈছিল। ইয়াৰ প্ৰথম সংখ্যা ১৯৭০ চনৰ জানুৱাৰীত প্ৰকাশিত হৈছিল। কেইটামান সংখ্যা প্ৰকাশৰ পিছতে কাকতখন বন্ধ হয়।

গুৱাহাটীৰ পৰা ১৯৭৪ চনৰ ২ অক্টোবৰত প্ৰকাশিত হৈছিল "পাৰ্ষদ" নামৰ মাহেকীয়া হিন্দী আলোচনী। মহাবীৰ জৈন পৰিষদৰ মুখপত্ৰৰূপে প্ৰকাশিত এই মাহেকীয়া আলোচনী মূলতঃ জৈন সম্প্ৰদায়ৰ লোকসকলৰ বাবেই প্ৰকাশ কৰা হৈছিল। ইয়াৰ প্ৰথম সম্পাদকৰ দায়িত্ব নিৰ্বাহ কৰিছিল অশোক কুমাৰ জৈনে। যোৱা ২২ বছৰ ধৰি এই আলোচনীখন প্ৰকাশিত হৈ আছে।

ষাঠিৰ দশকত লামডিঙৰ পৰা নেপালী ভাষাৰ তিনিমহীয়া সাহিত্য আলোচনী 'বিন্দু' প্ৰকাশিত হয়। ইয়াৰ সম্পাদনা কৰিছিল কে. বি. নেপালীয়ে। ১৯৭১ চনত ইয়াক হিন্দী-নেপালী যুটীয়া আলোচনী হিচাপে প্ৰকাশ কৰা হয়। চাৰিটামান সংখ্যা হিন্দী-নেপালী যুটীয়া সংখ্যাৰূপে প্ৰকাশ কৰাৰ পিছত ইয়াক পুনৰ নেপালী ভাষাতে প্ৰকাশ কৰিবলৈ লোৱা হয়।

'বিন্দু'ৰ লেখীয়াকৈ আন এখন হিন্দী-নেপালী আলোচনী 'নৱধ্বনি' ১৯৭২ চনত প্ৰকাশিত হৈছিল গুৱাহাটী মহানগৰৰ পৰা। ইয়াৰ লগত অৱশ্যে অসমীয়া ভাষাকো সামৰি লোৱাত এইখন ত্ৰিভাষী আলোচনীৰূপে

প্ৰকাশিত হৈছিল। ইয়াৰ সম্পাদনা কৰিছিল অনুৰাগ প্ৰধানে। ইয়াৰ প্ৰথম সংখ্যা প্ৰকাশিত হৈছিল ১৯৭২ৰ জুলাই-চেপ্টেম্বৰত। চাৰিটামান সংখ্যা প্ৰকাশ হোৱাৰ পিছতে এইখন আলোচনীৰো অস্তিত্ব বিলোপ হয়।

তিনিচুকীয়া নগৰৰ পৰা মহিলাসকলৰ মাহেকীয়া আলোচনী প্ৰকাশিত হৈছিল "অসম জ্যোতি"। অসমীয়া আৰু হিন্দীৰ দ্বৈত ভাষাৰ আলোচনীৰূপে প্ৰকাশিত এই আলোচনীৰ সম্পাদনাৰ দায়িত্ব নিৰ্বাহ কৰিছিল শ্ৰীমতী লাৱণ্য গগৈয়ে। অসমীয়া ভাষা শিক্ষা কেন্দ্ৰৰ উদ্যোগত প্ৰকাশিত উক্ত মাহেকীয়া কাকতৰ প্ৰথম সংখ্যা বিহু সংখ্যা ৰূপে ১৯৭৬ চনৰ ১৩ এপ্ৰিলত প্ৰকাশ কৰা হৈছিল। কাকতখন ছপা কৰা হৈছিল আজাদ হিন্দ প্ৰেছত।

"অসম-জ্যোতি" প্ৰকাশৰ মুখ্য উদ্দেশ্য আছিল অনা-অসমীয়া লোকসকলৰ মাজত অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰচাৰ। সম্পাদিকা লাৱণ্য গগৈয়ে অসমীয়া ভাষা শিক্ষা কেন্দ্ৰৰ জৰিয়তে অসমীয়া ভাষা শিক্ষাৰ কামত মনোনিৱেশ কৰিছিল। অসমীয়া-হিন্দী সমন্বয়ৰ কাম অধিক দ্ৰুত কৰাৰ উদ্দেশ্যেৰেই তেখেতে "অসম-জ্যোতি" প্ৰকাশ কৰিছিল। শ্ৰীমতী গগৈ সমন্বয়ৰ কামত কিমান আন্তৰিকতাৰে ব্ৰতী হৈছিল, তাৰ প্ৰমাণ এই ঘটনাৰে অনুমান কৰিব পাৰি। শ্ৰীমতী গগৈয়ে তিনিচুকীয়াৰ কন্যা পাঠশালাত শিক্ষকতাও কৰিছিল। তেখেতে অসমীয়া-হিন্দী সমন্বয়ৰ দিশত কাম কৰাটো কোনো কোনোৱে সহ্য কৰিব পৰা নাছিল। তেখেতক পিছত শিক্ষকতা নতুবা সাংবাদিকতাৰ এটা কাম বাছি ল'বলৈ কোৱা হ'ল। সাংবাদিকতা আৰু সমন্বয়ৰ কামত শ্ৰীমতী গগৈৰ যথেষ্ট ৰাপ থকাত তেখেতে তৎক্ষণাৎ চাকৰিৰ পৰা ইস্তফা দি দিয়ে। পিছত তেখেতে নিজৰ পিতৃৰ সহযোগত এখন ছপাশালো খুলিছিল।

ডেৰ বছৰলৈ "অসম-জ্যোতি" প্ৰকাশৰ পিছত কাকতখনৰ পঞ্জীয়নৰ সমস্যাৰ বাবে তাৰ নাম সলনি কৰি "অসম প্ৰভাকৰ" ৰখা হয়। বিভিন্ন সমস্যাৰ আৱৰ্তত নিয়মীয়াকৈ নহ'লেও শ্ৰীমতী গগৈয়ে কাকতখন প্ৰকাশ কৰি অসমীয়া-হিন্দী সমন্বয়ৰ বাবে সমৰ্পিত হৈ নিজৰ কৰ্তব্য পালন কৰিছিল। অনিচ্ছা সত্বেও ঘোৰ আৰ্থিক সঙ্কটত ১৯৮১ৰ মে' মাহত কাকতখনৰ প্ৰকাশ বন্ধ কৰিবলৈ বাধ্য হয়। এনেদৰে শ্ৰীমতী গগৈয়ে এক মহান উদ্দেশ্য লৈ প্ৰকাশ কৰা কাকতখনৰ অকাল-মৃত্যু ঘটে।

পূৰ্বোত্তৰ প্ৰদেশীয় মাৰোৱাৰী যুৱ মঞ্চৰ "যুৱশক্তি" নামৰ মাহেকীয়া আলোচনী গুৱাহাটীৰ পৰা ১৯৭৮ৰ এক জানুৱাৰীৰ পৰা প্ৰকাশিত হয়। প্ৰথমতে ইয়াক তিনিমহীয়া ৰূপে প্ৰকাশিত কৰা হয় যদিও পিছত মাহেকীয়া হিচাপে প্ৰকাশ কৰিবলৈ লোৱা হয়। যুৱ মঞ্চৰ মুখপত্ৰ হ'লেও "যুৱশক্তিৰ"ৰ অসমীয়া-হিন্দীৰ সমন্বয় আৰু সমাজত প্ৰচলিত কুপ্ৰথা আঁতৰ কৰাৰ ক্ষেত্ৰত যথেষ্ট অৱদান আছে। এই আলোচনীখন অনিয়মীয়া হ'লেও এতিয়াও প্ৰকাশিত হৈ আছে।

গুৱাহাটীৰ পৰা প্ৰকাশিত সাপ্তাহিক কাকত "জাগৃত"ৰ প্ৰথম সংখ্যা ১৯৭৭ চনৰ ৩১ ডিচেম্বৰত উন্মোচন কৰা হয়। বিশিষ্ট সমাজসেৱী, মুক্তিযুঁজাৰু ভঁৱৰমল সিংঘীয়ে কাকতখন আনুষ্ঠানিকভাৱে উন্মোচিত কৰাৰ পিছত নিৰৱচ্ছিন্নভাৱে প্ৰকাশিত হৈ আছে। জয়শ্ৰী প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী ওঙ্কাৰ শৰ্মাই কাকতখন প্ৰকাশন আৰু সম্পাদনৰ দায়িত্ব নিজে গ্ৰহণ কৰে। সমাজত প্ৰচলিত কুপ্ৰথাবোৰ আঁতৰ কৰাৰ বাবে কাকতখনে যথেষ্ট প্ৰয়াস কৰে। আধুনিক ছপাযন্ত্ৰ যথেষ্ট হোৱা সত্বেও কাকতখন গতানুগতিকভাৱে এতিয়াও সেই সাজসজ্জাৰেই প্ৰকাশিত হৈছে।

উমাশঙ্কৰ মিশ্ৰৰ সম্পাদনাত গুৱাহাটীৰ পৰা প্ৰকাশিত হৈছিল "লোক-সন্দেশ" নামৰ পষেকীয়া আলোচনী। কেইমাহমান প্ৰকাশ কৰাৰ পিছতে মিশ্ৰই আলোচনীখনৰ নাম আৰু কলেৱৰৰ পৰিৱৰ্তন ঘটায়। "লোক-সন্দেশ" গুচি "দেশহিত" হয়। কিন্তু তথাপি অধিক দিনলৈ ই বৰ্তি থাকিব নোৱাৰিলে।

হীৰালাল শেঠীয়ে গুৱাহাটীৰ পৰা "মেৰী কলম" নামৰ সাপ্তাহিক কাকত প্ৰকাশ কৰিছিল। ইয়াৰ সম্পাদক আছিল জি. এছ. মধুপ আৰু সহকাৰী সম্পাদক আছিল পীতাম্বৰ মিশ্ৰ "নিৰ্ভীক"। কাকতখন লিখনি আৰু সাজ-সজ্জাৰ দৃষ্টিৰে যথেষ্ট উন্নত আছিল। কাকতখনে পঢ়ুৱৈসকলক মনোৰঞ্জনৰ লগতে চিন্তাৰ খোৰাকো যোগাইছিল। নিৰ্ভীক লিখনী আৰু উৎকৃষ্ট সম্পাদনাৰ জৰিয়তে কাকতখনে পঢ়ুৱৈ সকলৰ পৰা যথেষ্ট সমাদৰ লাভ কৰিছিল। সম্পাদকৰ সৈতে কাকতৰ স্বত্বাধিকাৰীৰ মনোমালিন্য ঘটাত কাকতখনৰ সম্পাদকে পদত্যাগ কৰে। ব্ৰজকিশোৰ সিংহক নতুন সম্পাদক নিযুক্ত কৰা হয়, যদিও কেইমাহমানতে পুনৰ দুয়ো পক্ষৰ মাজত মনোমালিন্যৰ সৃষ্টি হয়। আভ্যন্তৰীণ কাজিয়াই কাকতখনৰ অকাল-মৃত্যুৰ বাট মুকলি কৰে।

গুৱাহাটীৰ পৰাই ১৯৭৬ চনত প্ৰকাশিত হৈছিল পষেকীয়া "জয়হিন্দ" কাকত। ইয়াৰ সম্পাদক আছিল বসন্ত কুমাৰ সিং 'ভাৰতী' আৰু সহকাৰী সম্পাদক আছিল ৰাজেন্দ্ৰ সিংহ। চাৰি পৃষ্ঠাৰ এই কাকতৰ মূল্য আছিল চল্লিশ পইচা।

তিনিচুকীয়াৰ পৰা প্ৰকাশিত হৈছিল "পূৰ্বগঙ্গা" নামৰ পষেকীয়া কাকত। ইয়াৰ প্ৰথম সংখ্যা প্ৰকাশিত হৈছিল ১৯৭৭ চনৰ ১৫ আগষ্টত। ভুৱনেশ্বৰ প্ৰসাদ সিংহৰ

সম্পাদনাত প্ৰকাশিত 'পূৰ্বগঙ্গা' তিনিচুকীয়াৰ আজাদ হিন্দ প্ৰেছত ছপা কৰা হৈছিল। নিয়মীয়া নহ'লেও কাকতখন এতিয়াও প্ৰকাশ হৈ আছে।

গুৱাহাটীৰ কেইজনমান উৎসাহী যুৱকৰ প্ৰচেষ্টাৰ ফলশ্ৰুতি আছিল "অন্তৰ্দ্বন্দ্ব" নামৰ সাপ্তাহিক কাকতখন। ভগৱতী প্ৰসাদ চৰাফ ইয়াৰ সম্পাদক আছিল। এই সাপ্তাহিকখনে যুৱ সমাজক বাৰুকৈয়ে প্ৰভাৱান্বিত কৰিছিল। উৎসাহ কিন্তু বৰ বেছি দিনলৈ তিষ্ঠি নেথাকিল, কেইটামান সংখ্যা প্ৰকাশৰ পিছতে কাকতখন বন্ধ হৈ যায়।

ডিব্ৰুগড়ৰ পৰা ১৯৪৮ চনত প্ৰকাশিত হৈছিল এখন হস্তলিখিত কাকত "ছাত্ৰ"। ইয়াৰ প্ৰথম সংখ্যা ৩২ পৃষ্ঠাৰ আছিল আৰু ১৯৪৮ৰ ১৩ এপ্ৰিলত কাকতখন উন্মোচন কৰা হৈছিল। ইয়াৰ সম্পাদক মণ্ডলীত ১৪জন সদস্য আছিল। কিন্তু ইয়াৰ সম্পাদকৰূপে "অককল চৰখা" বুলি এটা কল্পিত নাম দিয়া হৈছিল। ইয়াৰ প্ৰথম পৃষ্ঠাত এই দুষাৰি কথা লিখা হৈছিল :

"লিখনি, ভাষণ শক্তিৰে, জিনিব পাৰি সংসাৰ,
পৰমাণু বোমাই কৰিব পাৰে, মাথো কিছু নৰসংহাৰ।"

এবছৰলৈ প্ৰকাশিত হোৱাৰ পিছত এই হস্তলিখিত কাকত বন্ধ হৈ যায়।

গুৱাহাটীৰ পৰাই প্ৰকাশিত হৈছিল শিশুৰ বাবে সাপ্তাহিক কাকত "ৰাজদূত"। ইয়াৰ সম্পাদনাৰ দায়িত্ব লৈছিল শ্ৰীকমলেশ্বৰে। আঠটা সংখ্যা প্ৰকাশিত হোৱাৰ পিছতে কাকতখন বন্ধ হৈ পৰে। আন এখন শিশু আলোচনী "নক্ষত্ৰ" প্ৰকাশিত হৈছিল অম্বিকা প্ৰসাদ পঙ্কজৰ সম্পাদনাত। কেইটামান সংখ্যা প্ৰকাশিত হোৱাৰ পিছতেই "নক্ষত্ৰ"ও অনন্ত আকাশত বিলীন হৈ যায়। শিলচৰৰ পৰা অশোক কুমাৰ বাৰ্মাই প্ৰকাশ কৰিছিল আন এখন শিশু আলোচনী "বালক"। অশোক বাৰ্মাই আন এখন আলোচনী "বসন্ত"ৰো সম্পাদনা কৰিছিল। বিভিন্ন সমস্যাৰ গৰাহত পৰি উপৰোক্ত আলোচনীকেইখনক অকাল মৃত্যুৱে গ্ৰাস কৰিছিল।

১৯৭৪ চনৰ ছেপ্টেম্বৰ মাহত প্ৰকাশিত হৈছিল "প্ৰাচ্য-ভাৰতী" নামৰ মাহেকীয়া সাহিত্য আলোচনী। ইয়াৰ সম্পাদনাৰ দায়িত্ব লৈছিল বিশিষ্ট সাহিত্যিক কৃষ্ণনাৰায়ণ প্ৰসাদ 'মাগধে'। ইয়াৰ প্ৰথম সংখ্যা মাধৱদেৱ-সংখ্যা ৰূপে প্ৰকাশিত হৈছিল। "প্ৰাচ্য ভাৰতী"ৰ প্ৰথম সংখ্যাৰ সম্পাদকীয়ত ইয়াৰ উদ্দেশ্য সম্পৰ্কে স্পষ্টভাৱে কোৱা হৈছিল : "প্ৰাচ্য ভাৰতীত সস্তীয়া ৰাজনীতি বিষয়ক সামগ্ৰীৰ বাবে কোনো স্থান নাই। ই পূৰ্বাঞ্চলৰ কলা, সাহিত্য, সংস্কৃতিৰ প্ৰতি সমৰ্পিত।" আলোচনীখন সাহিত্যৰ দৃষ্টিৰে যথেষ্ট উচ্চমানৰ আছিল, যদিও তেনে উচ্চমানৰ সামগ্ৰীৰ পঢ়ুৱৈ বৰ বেছি নাছিল।

তিনিচুকীয়াৰ পৰা পুষ্পৰাজ 'কঠিন' নামৰ উৎসাহী ডেকা এজনৰ সম্পাদনাত প্ৰকাশিত হৈছিল "প্ৰভাত" নামৰ মাহেকীয়া আলোচনী। কেইটামান সংখ্যা প্ৰকাশিত হোৱাৰ পিছত ইয়াক গুৱাহাটীৰ পৰা প্ৰকাশ কৰিবলৈ লোৱা হৈছিল, কিন্তু পঢ়ুৱৈক আকৰ্ষিত কৰিব নোৱাৰাৰ বাবে আলোচনীখনে অকাল-মৃত্যু আকোৱালি ল'ব লগা হয়।

ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত হৈছিল মাহেকীয়া আলোচনী "নবীন সমাজ"। সম্পাদনা কৰিছিল নৱাব সিং ৰঘুবংশীয়ে। কিন্তু মাত্ৰ দুটা সংখ্যা প্ৰকাশ কৰিয়েই আলোচনীখন সৰ্বকালৰ বাবে বিস্মৃতিৰ গৰ্ভত বিলীন হ'ল।

পূৰ্বোত্তৰ প্ৰদেশীয় মাৰোৱাৰী সন্মিলনৰ মাহেকীয়া মুখপত্ৰৰূপে প্ৰকাশিত হৈছিল মাহেকীয়া "সন্মিলন সমাচাৰ"। বিশিষ্ট সমাজসেৱী আৰু সাহিত্যিক, সাংবাদিক ছগনলাল জৈনে ইয়াৰ সম্পাদনা কৰিছিল। কাকতখনে সমাজৰ সামগ্ৰিক উন্নয়নৰ লগতে বিভিন্ন কুপ্ৰথা আঁতৰ কৰাৰ ক্ষেত্ৰত এক ইতিবাচক ভূমিকা পালন কৰিছিল। ইয়াৰ প্ৰথম সংখ্যা প্ৰকাশিত হৈছিল ১৯৮৩ চনৰ ১১ ডিচেম্বৰত।

পূৰ্বাঞ্চলত জন-জাগৰণৰ সাপ্তাহিক অগ্ৰদূতৰূপে প্ৰকাশিত "ৰজনীগন্ধা"ৰ সম্পাদনা কৰিছিল শম্ভু শৰ্মাই। গুৱাহাটীৰ পৰা প্ৰকাশিত কাকতখনৰ প্ৰথম সংখ্যা উন্মোচিত হৈছিল ১৯৮৩ চনৰ ১৪ এপ্ৰিলত। প্ৰায় এবছৰ প্ৰকাশিত হোৱাৰ পিছত কাকতখনৰ নাম সলনি কৰি "ৰজনীগন্ধা ভাৰতীয়" কৰা হৈছিল। ১৯৮৪ৰ ২৮ জুনত গুৱাহাটীৰ পৰা প্ৰকাশিত "ৰজনীগন্ধা ভাৰতীয়"ৰ কেইটামান সংখ্যা প্ৰকাশ কৰাৰ পিছত ইয়াক তিনিচুকীয়ালৈ স্থানান্তৰিত কৰা হৈছিল। কিন্তু কাকতখন অধিক দিনলৈ জীয়াই থাকিব নোৱাৰিলে।

ডুমডুমাৰ পৰা ১৯৮৫ চনত "তিচৰী আঁখ" নামৰ কাকতখন উন্মোচন কৰা হৈছিল। কিন্তু মাথোন কেইটামান সংখ্যা প্ৰকাশিত হোৱাৰ পিছতে কাকতখন মৃত্যুৰ মুখত পৰে।

"সাদুলপুৰ টাইমছ" কাকতখন প্ৰকাশিত হৈছিল ৰাজস্থানৰ সাদুলপুৰ অঞ্চলৰ পৰা। কাকতখন পিছত গুৱাহাটীৰ পৰাও প্ৰকাশ কৰা হৈছিল। কিন্তু মাত্ৰ তিনিটা সংখ্যা প্ৰকাশ হোৱাৰ পিছতে এই পষেকীয়া কাকত বন্ধ হৈ যায়।

গুৱাহাটীৰ পৰাই কাকত প্ৰকাশৰ ক্ষেত্ৰত এক অভিনৱ পন্থা লোৱা হৈছিল ১৯৮৬ চনত। দিনকৰ কুমাৰ নামৰ এজন ডেকা সাংবাদিকে অন্তৰ্দেশীয় পত্ৰত "অপৱাদ" নামৰ এখন মাহেকীয়া কাকত প্ৰকাশ কৰিছিল। ইয়াৰ প্ৰথম সংখ্যা

প্ৰকাশিত হৈছিল ১৯৮৬ চনৰ জানুৱাৰী মাহত। ইয়াৰ যুটীয়া সম্পাদক আছিল বিনয় কছেৰা। ইয়াৰ বেচ আছিল খনে ৭৫ পইচা আৰু বাৰ্ষিক মূল্য আছিল দহ টকা মাত্ৰ। ইয়াক মাহেকীয়া সাহিত্য কাকতৰূপে প্ৰকাশ কৰা হৈছিল। ইয়াৰ প্ৰথম সম্পাদকীয়ত লিখা হৈছিল, 'অপৰাদ' সাহিত্যৰ বাটত সকলোবোৰ প্ৰথা আৰু পৰম্পৰাতকৈ পৃথক এক অভিনৱ প্ৰচেষ্টা। কেইটামান সংখ্যা প্ৰকাশিত হোৱাৰ পিছতে অন্তৰ্দেশীয় চিঠিত প্ৰকাশিত এই কাকত বন্ধ হৈ যায়।

যোৰহাটৰ পৰা ভাৰতীয় সাহিত্য পৰিষদে "সমন্বিতা" নামৰ অসমীয়া-হিন্দী তিনিমহীয়া সাহিত্য আলোচনী প্ৰকাশ কৰিছিল ১৯৮৬ চনৰ জুনত। ইয়াৰ মুখ্য সম্পাদক আছিল বাপচন্দ্ৰ মহন্ত আৰু সম্পাদনা সমিতিৰ সদস্য আছিল ডাঃ প্ৰভাত চন্দ্ৰ সভাপণ্ডিত, কেশদা মহন্ত আৰু বৈকুণ্ঠ নাথ বেজবৰুৱা। অসমীয়া-হিন্দী সমন্বয়ৰ ক্ষেত্ৰত এই আলোচনীখনে শুভ প্ৰচেষ্টাই হাতত লৈছিল।

পণ্ডিত চন্দ্ৰভূষণ শৰ্মাই গুৱাহাটীৰ পৰা প্ৰকাশ কৰিছিল "সংবাদ" মাহেকীয়া আলোচনী। ইয়াৰ দ্বিতীয় সংখ্যা নলিন বিলোচন শৰ্মাদেৱক উৎসৰ্গিত কৰা হৈছিল। কাকতখন কিন্তু বৰ বেছি দিনলৈ তিষ্ঠি থাকিব নোৱাৰিলে। গুৱাহাটীৰ পৰা "আপকী আৱাজ" নামৰ পষেকীয়া কাকত প্ৰকাশ কৰিছিল ইন্দ্ৰশেখৰ মিশ্ৰই। কাকতখনে কিন্তু নিজৰ নাম সাৰ্থক কৰিব নোৱাৰিলে আৰু কেইটামান সংখ্যা প্ৰকাশিত হোৱাৰ পিছতে ই বন্ধ হৈ যায়। ১৯৮৮ চনত তিনিচুকীয়াৰ পৰা প্ৰকাশিত হৈছিল পষেকীয়া "বাদল টাইমচ্"। ঘনশ্যাম বাদলৰ দ্বাৰা প্ৰকাশিত কাকতে একাংশ পঢ়ুৱৈক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল।

"ভাৰত ভূমি" নামৰ সাপ্তাহিক কাকত তিনিচুকীয়াৰ পৰা অশোক ৰাজৰ সম্পাদনাত প্ৰকাশিত হৈছিল। ইয়াৰ প্ৰথম সংখ্যা ১৯৮৮ চনৰ ১১ ফেব্ৰুৱাৰীত প্ৰকাশ কৰা হৈছিল। ইয়াৰ বেচ এটকা আছিল। কাকত প্ৰকাশৰ উদ্দেশ্য সম্পৰ্কে কোৱা হৈছিল যে ৰাইজৰ অভাৱ-অভিযোগ খোলোচাকৈ প্ৰকাশৰ বাবে এটা মঞ্চ প্ৰতিষ্ঠা কৰোৱাটোৱেই কাকতখনৰ উদ্দেশ্য। কাকতখনে সমাজত বিয়পি থকা অনৈতিকতা আৰু দুৰ্নীতিৰ বিৰুদ্ধে অতি স্পষ্ট আৰু তীব্ৰ ভাষাত বাতৰি প্ৰকাশ কৰি পঢ়ুৱৈক যথেষ্ট আকৃষ্ট কৰিছিল। বিশেষকৈ প্ৰশাসন আৰু পুলিচৰ অবাঞ্ছিত কামৰ বিৰুদ্ধে কঠোৰ ভাষাৰে সমালোচনা কৰাত কাকতখন জনপ্ৰিয় হোৱাৰ লগতে পুলিচ আৰু প্ৰশাসনৰ চকুৰ কুটা, দাঁতৰ শূল হৈ পৰিছিল। পুলিচৰ বিৰুদ্ধে প্ৰকাশিত এটা বাতৰিক কেন্দ্ৰ কৰি সৃষ্টি হোৱা বিবাদ ন্যায়ালয়ৰ মজিয়া পাইছিলগৈ। পুলিচৰ অত্যাচাৰৰ ভয়ত সম্পাদক অশোক ৰাজ তিনিচুকীয়াৰ পৰা অৱশেষত পলায়ন কৰিব লগা হয়। মাত্ৰ ১৪টা সংখ্যা প্ৰকাশ হোৱাৰ পিছতে সম্পাদক পলাই যাব লগা হোৱাত কাকতখনো বন্ধ হয়।

শ্ৰীমতী ৰমণী ভাৰ্গৱৰ সম্পাদনাত তিনিচুকীয়াৰ পৰা ১৯৮৯ চনত প্ৰকাশিত হৈছিল "ব্লাষ্ট" নামৰ কাকত। কিন্তু দুটামান সংখ্যা প্ৰকাশ হোৱাৰ পিছতে উক্ত কাকত বন্ধ হয়। গুৱাহাটীৰ পৰা শঙ্কৰলাল খৰে ডাণ্ডৰীয়াই "অভিযান" নামৰ মাহেকীয়া আলোচনী প্ৰকাশৰ বাবে আগবাঢ়িছিল যদিও দুটামান সংখ্যা প্ৰকাশৰ পিছতে আলোচনীখন বন্ধ হয়।

ডঃ হীৰালাল তেৱাৰীৰ সম্পাদনাত গুৱাহাটীৰ পৰা প্ৰকাশিত হৈছিল "মজদুৰ" নামৰ সাপ্তাহিক কাকত। ইয়াত সমাজৰ মুখফুটা লোকসকলৰ বিভিন্ন অকথিত কাহিনী প্ৰকাশ কৰা হৈছিল। প্ৰশাসন আৰু পুলিচৰ লগত সনাপিটিকা কৰি লাভখোৰ ব্যৱসায়ীসকলে কৰা দুৰ্নীতিকো ইয়াত মুখা খুলি দিয়া হৈছিল। কাকতখনে পঢ়ুৱৈ ৰাইজক যথেষ্ট আকৰ্ষিত কৰিলেও আভ্যন্তৰীণ কাজিয়াৰ ফলত কেইমাহমান প্ৰকাশিত হোৱাৰ পিছত ইয়াৰ প্ৰকাশ বন্ধ হয়।

১৯৮৯ চনৰ জানুৱাৰীত গুৱাহাটীৰ দিছপুৰৰ পৰা প্ৰকাশিত হৈছিল "পূৰ্বধ্বনি"। ইয়াৰ সম্পাদক আছিল আত্মা চৌধুৰী। কেইটামান সংখ্যা প্ৰকাশ হোৱাৰ পিছতে কাকতখন বন্ধ হৈ যায়।

অসমত বিগত সাতটা দশকত যদিওবা বহুকেইখন সাপ্তাহিক, পষেকীয়া, মাহেকীয়া, তিনিমহীয়া কাকত-আলোচনী বিভিন্ন সময় আৰু বিভিন্ন স্থানৰ পৰা প্ৰকাশিত হৈছিল, তাৰে অধিকাংশ আৰ্থিক নতুবা অন্যান্য সমস্যাত ভুগি অকালমৃত্যুপ্ৰাপ্ত হৈছিল। আনহাতে "অকেলা", "জাগৃত" আদি কাকত দীৰ্ঘদিন ধৰি জীৱিত আছে যদিও এটা সীমিত পৰিসৰ আৰু গতানুগতিক ধৰণেহে চলি থকাত কাকত দুখনে বৰ বেছি প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই।

আমাৰ এই লিখাত আমি উল্লেখ কৰাৰ উপৰিও বহু কাকত-আলোচনী প্ৰকাশিত হৈছে, যদিও তাৰ মাত্ৰ এটা-দুটা সংখ্যাহে প্ৰকাশ হোৱাৰ পিছত মৃত্যুমুখত পৰিছিল। বিশ্বস্ত তথ্যৰ অভাৱত আমি তেনে কিছু আলোচনীৰ কথা অতি ইচ্ছা থকা সত্ত্বেও ইয়াত প্ৰকাশ কৰিব পৰা নাই। ইয়াৰ উপৰি বিভিন্ন সংগঠন আদিৰ ফালৰ পৰাও আলোচনী প্ৰকাশ কৰা হয়, কিন্তু সেয়াই সাংবাদিকতাৰ উদ্দেশ্য পালন নকৰাৰ বাবে তেনেবোৰ আলোচনীৰ কথা উল্লেখ কৰাৰ পৰা আমি বিৰত থাকিলোঁ।

অসমত হিন্দী সাংবাদিকতাৰ ক্ষেত্ৰত এক নতুন যুগৰ সূচনা হৈছিল ১৯৮৯ চনত। এই বছৰতে গুৱাহাটীৰ পৰা

অত্যাধুনিক ছপাশালত তিনিখন উৎকৃষ্ট মানৰ হিন্দী দৈনিক কাকত প্ৰকাশিত হৈছিল। ইয়াৰ পূৰ্বে মাথোন "লোকমান্য" নামৰ এখন কলিকতীয়া কাকতৰ গুৱাহাটীৰ সংস্কৰণ মাত্ৰ কেইমাহমানৰ বাবে প্ৰকাশিত হৈছিল, কিন্তু তাৰ প্ৰায় তিনিটা দশক অতিক্ৰম কৰাৰ পিছতহে দৈনিক হিন্দী কাকত প্ৰকাশ হৈছিল। সম্পূৰ্ণ ব্যৱসায়িক উদ্দেশ্যত উৎকৃষ্ট সাজ-সজ্জাৰে প্ৰকাশ কৰা এই কাকতসমূহে পঢ়ুৱৈক আকৰ্ষিত কৰাই নহয়, নতুন পঢ়ুৱৈ আৰু লিখকৰ সৃষ্টিতো যথেষ্ট সহায়ক হৈছে।

১৯৮৯ চনৰ ১৬ মে'ত প্ৰকাশিত হৈছিল হিন্দী দৈনিক "পূৰ্বাঞ্চল প্ৰহৰী"। ইয়াৰ প্ৰকাশক আৰু সম্পাদক হ'ল জি. এল. আগৰৱালা। ঠিকাদাৰী ব্যৱসায়ত সাফল্য অৰ্জনৰ পিছত তেখেতে কাকতৰ ব্যৱসায়ত ধৰে। "পূৰ্বাঞ্চল প্ৰহৰী" প্ৰকাশৰ বাবে সম্পূৰ্ণ নতুন প্ৰতিষ্ঠান জি. এল. পাব্লিকেছন্সক গঢ় দি এই কাকত প্ৰকাশ কৰা হয়। "পূৰ্বাঞ্চল প্ৰহৰী"ৰ উপদেষ্টা সম্পাদকৰূপে বিনোদানন্দ ঠাকুৰ আৰু কাৰ্যকৰী সম্পাদকৰূপে কৃষ্ণ মোহন অগ্ৰৱালে কাকতখনৰ সম্পাদনাৰ দায়িত্ব লয়। উৎকৃষ্ট ছপা, উন্নতমানৰ সামগ্ৰীয়ে পঢ়ুৱৈ ৰাইজক যথেষ্ট প্ৰভাৱান্বিত কৰে আৰু কাকতখন অতি কম সময়তে জনপ্ৰিয় হৈ পৰে। যোৱা প্ৰায় সাত বছৰে কাকতখন নিয়মীয়াকৈ প্ৰকাশিত হৈ আছে। বিনোদানন্দ ঠাকুৰ আৰু কৃষ্ণমোহন অগ্ৰৱালে বিভিন্ন অসুবিধাত কাকতখন এৰি গুচি যোৱাত বিনোদ ৰিঙ্গানিয়াক কাৰ্যকৰী সম্পাদকৰূপে নিযুক্তি দিয়া হয়। পিছত ৰিঙ্গানিয়াৰো স্বত্বাধিকাৰীৰ সৈতে মনোমালিন্য ঘটাত তেওঁ কাকতখন ত্যাগ কৰে আৰু তেতিয়াৰ পৰা সত্যানন্দ পাঠকে কাকতখনৰ কাৰ্যকৰী সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰি আছে।

"পূৰ্বাঞ্চল প্ৰহৰী" প্ৰকাশৰ এপষেকৰ পিছতে ১৯৮৯ চনত ওমেগা প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ লিঃ গোষ্ঠীয়ে হিন্দী "ছেণ্টিনেল" কাকত প্ৰকাশ কৰে। কাকতৰ সম্পাদকৰূপে বিশিষ্ট সাংবাদিক-সাহিত্যিক ৰাধিকামোহন ভাগৱতী আৰু কাৰ্যকৰী সম্পাদকৰূপে মুকেশ কুমাৰে দায়িত্ব গ্ৰহণ কৰে। উৎকৃষ্ট ছপা, উন্নত মানদণ্ডৰ সামগ্ৰী আৰু নিৰপেক্ষ লিখনিয়ে "ছেণ্টিনেল"ক অতি কম সময়তে জনপ্ৰিয় কৰি তোলে। এই কাকতখনৰ দেওবাৰ আৰু শনিবাৰে প্ৰকাশ কৰা বিশেষ পৰিপূৰিকাই পঢ়ুৱৈৰ পৰা যথেষ্ট সমাদৰ লাভ কৰে।

"ছেণ্টিনেল" কাকতে প্ৰকাশনৰ প্ৰথম বছৰতে অসমৰ সংবাদ জগতলৈ সন্মান কঢ়িয়াই আনে। উৎকৃষ্ট সাংবাদিকতাৰ বাবে প্ৰথম বছৰতে "ছেণ্টিনেল" কাকতে "মাতৃশ্ৰী" পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হয়। এই পুৰস্কাৰে অসমৰ হিন্দী জগতলৈও সন্মান কঢ়িয়াই আনে। অসমত কাকত প্ৰকাশ কৰি সফল হোৱা সম্পৰ্কে নিশ্চিত হ'বলৈ নৌপাওঁতেই "ছেণ্টিনেল" কাকতে উৎকৃষ্ট হিন্দী কাকতৰ পুৰস্কাৰ লাভ কৰি অসমত হিন্দী সাংবাদিকতাক গৌৰৱান্বিত কৰে। এই কাকতখন বৰ্তমান নিয়মীয়াকৈ প্ৰকাশিত হৈ আছে। মুকেশ কুমাৰে "ছেণ্টিনেল" এৰি যোৱাৰ পিছত চন্দ্ৰেশ্বৰ সিঙে কাকতখনৰ কাৰ্যকৰী সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰি আছে।

অসমৰ হিন্দীপ্ৰেমীসকলৰ আনন্দৰ সীমা নোহোৱা হৈছিল যেতিয়া একে বছৰতে তৃতীয়খন হিন্দী দৈনিক কাকত "উত্তৰকাল" প্ৰকাশিত হৈছিল। যেতিয়া সাতটা দশকত মাথোন এখনহে হিন্দী দৈনিক কাকত প্ৰকাশ হৈছিল আৰু সিও মাত্ৰ কেইমাহমানৰ বাবেহে, তেনেস্থলত একে বছৰতে তিনিখনকৈ হিন্দী কাকত প্ৰকাশ হোৱাটো অতি গৌৰৱৰ কথা। ৰঘুনাথ অটলৰ সম্পাদনাত ১৯৮৯ৰ ১৪ ছেপ্টেম্বৰত "উত্তৰকালে" জন্মলাভ কৰে। এই কাকতখনো যোৱা সাত বছৰে নিয়মীয়াকৈ প্ৰকাশ হৈ আছে।

১৯৯১ চনৰ জানুৱাৰী মাহত প্ৰকাশ পাইছিল মাহেকীয়া সাহিত্য-আলোচনী "পূৰ্বোদয়"। গুৱাহাটীৰ পৰা প্ৰকাশিত "পূৰ্বোদয়"ৰ সম্পাদক আছিল তুলবাহাদুৰ মালেমা। সম্পাদকীয় সহযোগী আছিল দিনকৰ কুমাৰ, পূৰ্ণ ছেত্ৰী আৰু অৱধেশ কুমাৰ তেৱাৰী। কেইটামান সংখ্যা প্ৰকাশিত হোৱাৰ পিছতে আলোচনীখন বন্ধ হয়।

১৯৯২ চনৰ ১৫ আগষ্টত তিনিচুকীয়াত প্ৰকাশিত হৈছিল "তিনচুকীয়া নৱদৰ্পণ" নামৰ হিন্দী পষেকীয়া কাকতখন। ইয়াৰ সম্পাদক হ'ল সন্দীপ মিশ্ৰ। কাকতখন এতিয়াও প্ৰকাশ হৈ আছে।

জি. এল. পাব্লিকেছন্সৰ পৰা হিন্দী দৈনিক সুচাৰুৰূপে চলাৰ পিছত এই গোষ্ঠীয়ে "সপ্তসেতু" নামৰ এখন সাপ্তাহিক কাকতো প্ৰকাশ কৰিবলৈ লয়। ১৯৯১ চনৰ আঠ ফেব্ৰুৱাৰীত ইয়াৰ প্ৰথম সংখ্যা প্ৰকাশিত হয়। ইয়াৰ সম্পাদক আৰু কাৰ্যকৰী সম্পাদকৰূপে ক্ৰমে জি. এল. আগৰৱালা আৰু বিনোদ কুমাৰ ৰিঙ্গানিয়া আছে। কাকতখনে প্ৰথমাৱস্থাত পঢ়ুৱৈৰ পৰা যথেষ্ট সঁহাৰি লাভ কৰিছিল। বৰ্তমানেও কাকতখন নিয়মীয়াকৈ ওলাই আছে যদিও পূৰ্বৰ জনপ্ৰিয়তা ই যথেষ্ট হেৰুৱাইছে।

"পূৰ্বাঞ্চল প্ৰহৰী"ৰ কাৰ্যকৰী সম্পাদক পদৰ পৰা ইস্তফা দিয়াৰ পিছত বিনোদ ৰিঙ্গানিয়াই নিজাকৈ গুৱাহাটীৰ লাখটকীয়া অঞ্চলৰ ছাহিদা মাৰ্কেটত ছপাশাল খোলে আৰু পূৰব কম্যুনিকেশ্বনৰ পৰা "পূৰৱ" নামৰ এখন সাপ্তাহিক কাকত প্ৰকাশ কৰিবলৈ লয়। তেওঁৰ সম্পাদনাত ১৯৯৪ ৰ ১০ জুনত কাকতখনৰ প্ৰথম সংখ্যা প্ৰকাশিত হয়। উৎকৃষ্ট ছপা, মনোমোহা সাজ-সজ্জা আৰু উচ্চ মানদণ্ডৰ লিখনিৰে

কাকতখন কম সময়তে জনপ্ৰিয় হৈ পৰে। ৰাষ্ট্ৰীয় সাপ্তাহিক কাকতৰ তুলনাত কাকতখন কোনো গুণে কম বুলি ক'ব পৰা নগৈছিল। সেয়ে অলপ দিনতে কাকতখনে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত খোপনি পুতিবলৈ সক্ষম হৈছিল। দুৰ্ভাগ্যবশতঃ এঘাৰ মাহ নিয়াৰিকৈ প্ৰকাশ কৰাৰ পিছতে আৰ্থিক সমস্যাই আগুৰি ধৰাত কাকতখন হঠাৎ বন্ধ কৰিবলগীয়া হয়। ১৯৯৫ চনৰ মে'ত শেষ সংখ্যা প্ৰকাশিত হয়।

"পূৰৱ" প্ৰকাশ কৰাৰ উদ্দেশ্য আছিল সাংবাদিকতাৰ নামত অসমত চাঞ্চল্যকৰ বাতৰি প্ৰকাশৰ বিপৰীতে সত্য আৰু যুক্তিযুক্ত আৰু গঠনমূলক বাতৰি প্ৰকাশ কৰা আৰু অসমৰ হিন্দী পঢ়ুৱৈসকলক অসমৰ সামাজিক-সাংস্কৃতিক দিশ সম্পৰ্কে অৱগত কৰাৰ লগতে অসমৰ সমস্যাসমূহৰ বিষয়ে জনমত গঠন কৰা। দুৰ্ভাগ্যবশতঃ এক উজ্জ্বল ভৱিষ্যতৰ সম্পূৰ্ণ সম্ভাৱনা থকা কাকতখন অকালতে মৰহি গ'ল।

এনেদৰেই অসমত যোৱা আঠটা দশকত হিন্দী সাংবাদিকতাই যথেষ্ট উত্থান-পতন প্ৰত্যক্ষ কৰে। মাত্ৰ আঠটা দশকৰ ইতিহাসেৰে হিন্দী সাংবাদিকতাই সোণালী জয়ন্তী পালন কৰিবলৈ ওলোৱা এখন কাকতৰ বাবে কম গৌৰৱৰ কথা নহয়। মুঠৰ ওপৰত আজি অসমৰ হিন্দী সাংবাদিকতাই যথেষ্ট শ্ৰম আৰু সংঘৰ্ষৰ মূৰত সৰ্বভাৰতীয় স্তৰৰ কাকতৰ সৈতে ফেৰ মাৰিব পৰাকৈ কেবাখনো কাকত জন্ম দিয়াটো সঁচাকৈ অসমৰ সাংবাদিকতা জগতৰ বাবে এক গৌৰৱপূৰ্ণ কথা। অসমৰ হিন্দী সাংবাদিকতা অসমৰ বায়ু-পানীৰে ডাঙৰ-দীঘল হোৱা। সেয়ে অসমৰ সুখ-দুখৰ সৈতে অসমৰ হিন্দী সংবাদ-জগতো সম্পূৰ্ণভাৱে জড়িত হৈ আছে। অসমৰ দুখ-বেদনাৰ কথা সৰ্বভাৰতীয় স্তৰলৈ প্ৰকাশ কৰি হিন্দী কাকতকেইখনে নিশ্চয় নিজৰ ভূমিকা সফলভাৱেই পালন কৰিছে।

অসমত বাতৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তীবৰ্ষত আমি অসমৰ হিন্দী সাংবাদিকতাৰ ইতিহাস সুঁৱৰি প্ৰত্যক্ষ-পৰোক্ষভাৱে জড়িত সকলো সংবাদসেৱীলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিছোঁ আৰু আশা কৰিছোঁ যে অসমৰ হিন্দী সাংবাদিকতাই ভৱিষ্যতে নিজৰ দায়িত্ব অধিক নিষ্ঠা আৰু আন্তৰিকতাৰে পালন কৰিব।

# বৰ' সংবাদপত্ৰ ঃ ইতিহাস আৰু অৰিহণা

কাতিন্দ্ৰ সৌৰগিয়াৰি

বৰ' সংবাদ পত্ৰৰ ওপৰত বিস্তৃত আলোচনাৰ কাৰণে সমলৰ অভাৱ। কাৰণটো হ'ল বৰ'সকলৰ মাজৰ পৰা বৰ' ভাষাত প্ৰকাশিত আলোচনী, বাৰ্তালোচনী আৰু সংবাদ-পত্ৰবোৰৰ বিজ্ঞানসন্মতভাৱে সংৰক্ষণৰ ব্যৱস্থা বৰ'সকলে আজিলৈকে গ্ৰহণ কৰা নাই। প্ৰবীণ চাম লিখকে বৰ' সংবাদপত্ৰৰ ওপৰত বিতং আলোচনা কৰাৰো নজীৰ নাই। বৰ' লিখকসকলৰ নবীন চাম বৰ' সংবাদপত্ৰৰ ইতিহাস আৰু অৰিহণাৰ বিষয়ে বিশেষভাৱে অৱগত নহয়। সেয়েহে, বৰ' সংবাদপত্ৰৰ বিষয়ে বিশেষভাৱে আলোচনা আগবঢাবলৈ যোৱাটো দুৰূহ কাৰ্য। তথাপি বহুকেইখন বৰ' আলোচনী, স্মৃতিগ্ৰন্থ লুটিয়াই চাই সেইবোৰৰ পৰা সংগৃহীত যৎকিঞ্চিৎ সমলৰ ওপৰত ভিত্তি কৰিযেই এই ৰচনা প্ৰস্তুত কৰা হ'ল।

১৯২৪ চনৰ এপ্ৰিল মাহত বৰ'সকলৰ মাজত প্ৰথম বাৰ্তালোচনী 'বিবাৰ'ৰ প্ৰথম সংখ্যা প্ৰকাশ পায়। কিন্তু, 'বিবাৰ' বৰ'সকলৰ প্ৰথম আলোচনী নে বাৰ্তালোচনী সেই সম্পৰ্কে প্ৰবীণ বৰ' লিখকসকলে বিতৰ্কৰ অৱতাৰণা কৰা নাই। আচলতে 'বিবাৰ' এখন সম্পূৰ্ণ আলোচনীৰ লগতে বাৰ্তালোচনীও আছিল। কাৰণ, 'বিবাৰ'ত বৰ'সকলৰ মাজত ঘটা কিছুমান ঘটনা আৰু সেই সময়ৰ বৰ'সকলৰ সংগঠনবোৰৰ কিছুমান সংবাদ প্ৰকাশ কৰা হৈছিল। স্বৰ্গীয় সতীশ চন্দ্ৰ বসুমতাৰীৰ দ্বাৰা সম্পাদিত 'বিবাৰ' বৰ'-অসমীয়া-বাংলা এই তিনিটা ভাষাত প্ৰকাশ হৈছিল। সম্পাদনা সমিতিয়ে 'বিবাৰ'ক 'ত্ৰৈমাসিক বিবাৰ পত্ৰ' বুলি আখ্যা দিছিল। 'বিবাৰ'ক বাৰ্তালোচনীভুক্ত কৰিলে বৰ' সংবাদপত্ৰৰ আয়ুসে তেসত্তৰ (১৯২৪-১৯৯৭) বছৰ অতিক্ৰম কৰিলে। কিন্তু, অতি পৰিতাপৰ বিষয় এই যে, ইমান দীঘলীয়া পথ অতিক্ৰম কৰি আহিলেও আজিও বৰ' সংবাদপত্ৰৰ অৱস্থা অতি পুতৌ লগা। অৱশ্যে ইয়াৰো কিছুমান কাৰণ নথকা নহয়। এই কাৰণৰ দিশসমূহ এই লিখনিৰ শেষৰ পিনে আলোচনা কৰাৰ চেষ্টা কৰিম।

১৯৫২ চনৰ ১৬ নৱেম্বৰত তাৰিখে 'বৰ' থুনলাই আফাদ' (বৰ' সাহিত্য সভা) গঠন কৰা হয়। বৰ' থুনলাই আফাদ গঠন হোৱাৰ পৰা প্ৰায় উনৈশ বছৰৰ পিছতহে বৰ'সকলৰ মাজত পূৰ্ণ সংবাদ পত্ৰৰ প্ৰকাশ হয়। আৰু সেয়াও এখন নহয়, দুখন বৰ' সাপ্তাহিক সংবাদ পত্ৰ বৰ'সকলৰ মাজত প্ৰকাশ পাইছিল। সেই দুখন সাপ্তাহিক সংবাদপত্ৰ প্ৰকাশ পাইছিল ১৯৭২ চনত। নাম দুটি আছিল ক্ৰমে 'হালালি' আৰু 'বনজাৰ'। এই দুখন সাপ্তাহিক সংবাদপত্ৰৰ মাজত কোনখন সাপ্তাহিক সংবাদপত্ৰ প্ৰথমে প্ৰকাশ হৈছিল সেই বিষয়টো লৈ বৰ' লিখকসকলৰ মাজত কিছু মত পাৰ্থক্য আছে। বৰ' প্ৰবীণ লেখকসকলৰ অন্যতম মনোৰঞ্জন লাহাৰি, কমল কুমাৰ ব্ৰহ্মৰ মতে 'বনজাৰ'খনেই হ'ল বৰ'সকলৰ প্ৰথমে প্ৰকাশ পোৱা সাপ্তাহিক সংবাদপত্ৰ। কিন্তু এই ১৯৯৭ চনৰ যোৱা জুলাই মাহত বঙাইগাওঁ জিলাৰ ঢালিগাৱঁত অনুষ্ঠিত বৰ' ৰেবগ্ৰা জথুম' (বৰ' লিখক সংস্থা) চেমিনাৰৰ সংগতি ৰাখি প্ৰকাশ পোৱা 'লাইথুন'ত 'বড়ো বাতৰি কাকতৰ বুৰঞ্জী আৰু মূল্যাঙ্কন' নামৰ প্ৰবন্ধত নবীন বৰ' লিখক ৰূপনাথ মৌসাহাৰিয়ে 'হালালি' নামৰ সাপ্তাহিক বৰ' সংবাদপত্ৰক বৰ'সকলৰ প্ৰথম সাপ্তাহিক সংবাদ পত্ৰ বুলি মত দাঙি ধৰিছে। এই মত পাৰ্থক্যৰ ওপৰত এতিয়াও কোনো ধৰণৰ বিতৰ্ক সৃষ্টি হোৱা নাই। উল্লেখ্য যে, ১৯৭২ চনত দৰং জিলাৰ ওদালগুৰিৰ পৰা বৰ' চিন্তাবিদসকলৰ অন্যতম, বৰ' সাহিত্য-সংস্কৃতিৰ পূজক স্বৰ্গীয় বিহুৰাম বৰ'ৰ সম্পাদনাত 'বনজাৰ' নামৰ বৰ' সাপ্তাহিক সংবাদ পত্ৰখন প্ৰকাশ পায়। এইখন সাপ্তাহিক বৰ' সংবাদ পত্ৰখনে বৰ' ভাষা-সাহিত্যৰ প্ৰসাৰণত প্ৰভূত বৰঙণি যোগাইছিল। আনপিনে

কোকৰাঝাৰৰ পৰা প্ৰকাশিত 'হালালি' নামৰ অন্য এখন বৰ' সাপ্তাহিক সংবাদ পত্ৰ প্ৰকাশ পাইছিল সুৰথ নাজাৰিৰ সম্পাদনাত। সহযোগী সম্পাদকদ্বয় আছিল প্ৰখ্যাত বৰ' গল্পকাৰ নীলকমল ব্ৰহ্ম আৰু আন এজন বৰ' সাহিত্য-সংস্কৃতিৰ সেৱক ৰূপনাথ বসুমতাৰী। কিন্তু, উক্ত 'হালালি'খনৰ মাত্ৰ প্ৰথম সংখ্যাটোহে প্ৰকাশ পাইছিল বুলি ৰূপনাথ মৌসাহাৰিয়ে 'লাইথুন'ত প্ৰকাশিত উপৰোক্ত প্ৰবন্ধত উল্লেখ কৰিছে।

'বনজাৰ' আৰু 'হালালি' এই দুখন সংবাদ পত্ৰ প্ৰকাশৰ এবছৰৰ পিছত ১৯৭৪ চনত আন এখন বৰ' সাপ্তাহিক 'সান' প্ৰকাশ পায়। দৰং জিলাৰ ওদালগুৰিৰ পৰা প্ৰকাশিত এই নতুন বৰ' সাপ্তাহিক 'সান'ৰ সম্পাদনাৰ দায়িত্বত আছিল শৈলেন্দ্ৰ নাথ ব্ৰহ্ম। এই বৰ' সাপ্তাহিকখনো মাত্ৰ এটা বছৰহে প্ৰকাশ পাই আছিল বুলি জানিব পৰা যায়।

১৯৭৭ চনত আন এজন প্ৰবীণ বৰ' লেখক স্বৰ্গীয় সুকুমাৰ বসুমতাৰীৰ সম্পাদনাত নলবাৰী জিলাৰ বৰমাৰ পৰা প্ৰকাশ কৰি উলিযাইছিল আন এখন বৰ' সাপ্তাহিক সংবাদ পত্ৰ 'অৰগেং'। এই 'অৰগেং' কাকতখন কিমান দিনলৈ প্ৰকাশ পাইছিল সেই বিষয়ে তথ্য পোৱা নাযায়।

'অৰগেং'ৰ পিছতে প্ৰকাশ পাইছিল অন্য এখন বৰ' সাপ্তাহিক সংবাদ পত্ৰ 'ৰাদাব'। বৰ' জাতি, বৰ' ভাষা-সাহিত্যৰ সেৱক তথা প্ৰবীণ ৰাজনীতিবিদ, প্ৰাক্তন মন্ত্ৰী, প্ৰাক্তন সাংসদ স্বৰ্গীয় সমৰ ব্ৰহ্মচৌধুৰীৰ তত্বাৱধানত এই 'ৰাদাব' প্ৰথমে প্ৰকাশ পাইছিল ১৯৭৮ চনত কোকৰাঝাৰৰ পৰা। স্বৰ্গীয় ব্ৰহ্মচৌধুৰীৰ নিজস্ব 'বৈৰাথী পাব্লিকেসন্স'ৰ দ্বাৰা 'বৈৰাথী প্ৰেছ'ৰ পৰা প্ৰকাশিত 'ৰাদাব'তেই বৰ্তমানৰ প্ৰবীণ-নবীন বৰ' লিখকসকলে সাহিত্য চৰ্চা কৰিছিল। নিখিল বৰ' ছাত্ৰ সন্থাৰ আন্দোলনৰ ধামখুমীযাত এইখন বৰ' সাপ্তাহিক সংবাদ পত্ৰ ১৯৮৯ চনৰ শেষৰপিনে বন্ধ হয়। দহ বছৰতকৈ অধিককাল অন্য বৰ' সাপ্তাহিক কাকতে বৰ্তমানলৈ অতিক্ৰম কৰিব পৰা নাই।

অৱশ্যে, 'ৰাদাব'ৰ প্ৰকাশ চলি থকাৰ সময়তে পুনৰ দৰং জিলাৰ ওদালগুৰিৰ পৰা আন এখন সাপ্তাহিক 'বিবুংসাৰ'ৰ প্ৰকাশ হৈছিল। এই 'বিবুংসাৰ'ৰ প্ৰথম সম্পাদক আছিল বিনয় কুমাৰ ব্ৰহ্ম। পিছলৈ ই মাহেকীয়া আলোচনীৰ দৰে প্ৰকাশ হ'বলৈ ধৰে আৰু ৰূপনাথ বসুমতাৰীয়ে 'সানসুমা বসুমতাৰী' নাম লৈ সম্পাদনাৰ দায়িত্ব বহন কৰিছিল।

১৯৮৫ চনত পোনপ্ৰথমবাৰৰ বাবে গুৱাহাটীৰ পৰা 'গীদান খৌৰাং' নামৰ বৰ'-অসমীয়া দ্বি-ভাষিক সাপ্তাহিক সংবাদপত্ৰ প্ৰকাশ হয়। উক্ত 'গীদান খৌৰাং'ৰ সম্পাদক আছিল ফুকন চন্দ্ৰ বৰ' আৰু সহযোগী সম্পাদক আছিল ৰত্নেশ্বৰ বসুমতাৰী।

এই 'গীদান খৌৰাং' প্ৰকাশৰ পিছতে ১৯৮৬ চনত কোকৰাঝাৰ জিলাৰ গোসাইগাৱঁৰ পৰা আন এখন বৰ'-অসমীয়া দ্বি-ভাষাৰ সাপ্তাহিক সংবাদ পত্ৰ 'ফানজামুথি' প্ৰকাশ পাইছিল। এই দ্বিতীয়খন দ্বি-ভাষাৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল ৰূপনাথ মৌসাহাৰিয়ে।

১৯৮৮ চনত গুৱাহাটীৰ পৰা অন্য এখন সাপ্তাহিক 'ৰাফীদায়'ৰ প্ৰকাশ হৈছিল। এই 'ৰাফীদায়' কিন্তু দ্বি-ভাষাৰ সংবাদ পত্ৰ নাছিল। কেৱল বৰ' ভাষাত প্ৰকাশিত উক্ত সাপ্তাহিকখনৰ সম্পাদক আছিল গজেন হাজোৱাৰি আৰু সহযোগী সম্পাদক আছিল হৰেন ব্ৰহ্ম। উল্লেখ্য যে, 'ৰাফীদায'ৰ মাত্ৰ তিনিটা সংখ্যাহে প্ৰকাশ পাইছিল।

এই ১৯৮৮ চনতে দৰং জিলাৰ ওদালগুৰিৰ পৰা 'হৰখাব' নামৰ আন এখন সাপ্তাহিক সংবাদপত্ৰ প্ৰকাশ পাইছিল। এই সাপ্তাহিকখনৰ সম্পাদক আছিল শিল্পী স্বৰ্গীয় বীৰেণ বড়ো। অৱশ্যে তেওঁ 'খাইলা কিৰাট' ছদ্মনামেৰেহে সম্পাদনা কৰিছিল।

১৯৯১ চনত কোকৰাঝাৰ আৰু ওদালগুৰিৰ পৰা আকৌ দুখন সাপ্তাহিক বৰ' কাকত প্ৰকাশ পাইছিল। এই দুখন সাপ্তাহিকৰ এখন আছিল 'বড'সা' (বৰ'সা)। চৌবিশ মাৰ্চৰ পৰা প্ৰকাশ পোৱা এই সাপ্তাহিকখনৰ প্ৰথম সম্পাদক ৰবিশঙ্কৰ বৰগযাৰি আছিল যদিও বৰ্তমান চিন' বসুমতাৰীযে উক্ত সাপ্তাহিকৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছে। ওদালগুৰিৰ পৰা প্ৰকাশিত অন্য এখন সাপ্তাহিক হ'ল 'সৌদীমস্ৰি'। এইখন সাপ্তাহিকৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল বৰ' থুনলাই আফাদ (বড়ো সাহিত্য সভা)ৰ সৈতে জড়িত ব্যক্তি দলেশ্বৰ বৰ'যে। উল্লেখযোগ্য যে, 'বৰ'সা'ৰ প্ৰকাশ এতিয়াও চলি আছে।

১৯৯২ চনত চাৰিখন বৰ' সাপ্তাহিক কাকত প্ৰকাশ পায়। এই চাৰিখন সাপ্তাহিক আছিল ক্ৰমে কোকৰাঝাৰৰ পৰা 'জানালি', ওদালগুৰিৰ পৰা 'জৌংফ্ৰদ', কামৰূপ জিলাৰ গোৰেশ্বৰৰ পৰা 'আগান' আৰু বঙাইগাওঁ জিলাৰ বিজনীৰ পৰা 'বৈথা'। এই সাপ্তাহিক কাকতসমূহৰ সম্পাদকৰ দায়িত্বত আছিল ক্ৰমে 'জানালি'ৰ জয়ন্ত কুমাৰ মহিলাৰি, 'জৌংফ্ৰদ'ৰ প্ৰদীপ কুমাৰ দৈমাৰী, 'আগান'ৰ বানেশ্বৰ স্বৰ্গীয়াৰী আৰু 'বৈথা'ৰ ৰাজেন বসুমতাৰী।

আকৌ ১৯৯৩ চনত তিনিখন বৰ' সাপ্তাহিক প্ৰকাশ পায়। এই তিনিখন ক্ৰমে কোকৰাঝাৰ জিলাৰ দতমাৰ পৰা 'খৌৰাং বিলাই' কোকৰাঝাৰৰ পৰা স্বৰ্গীয় সৌমল্লা বসুমতাৰীৰ সম্পাদনাত 'বড'লেণ্ড ৰাদাব' (বৰ'লেণ্ড ৰাদাব)' দৰং জিলাৰ খৈৰাবাৰীৰ পৰা 'ফুংখা'। 'বৰ'লেণ্ড ৰাদাব' ২৪ এপ্ৰিলৰ পৰা আৰু 'ফুংখা'খন ৭ মাৰ্চৰ পৰা প্ৰকাশ পাইছিল।

ইয়াৰ পিছৰটো বছৰ ১৯৯৪ চনত আন তিনিখন সাপ্তাহিক সংবাদপত্ৰ প্ৰকাশ পাইছিল। এইকেইখন হ'ল ক্ৰমে দৰং জিলাৰ টংলাৰ পৰা ৰঞ্জিত বৰ'ৰ সম্পাদনাত 'আথিখাল', ওদালগুৰিৰ পৰা ৰূপনাথ মৌসাহাৰিৰ সম্পাদনাত 'গৌদান বনজাৰ' আৰু কোকৰাঝাৰৰ পৰা আগ্ৰাসিং বসুমতাৰীৰ সম্পাদনাত 'বড'লেণ্ড খৌৰাং' (বৰ'লেণ্ড খৌৰাং)।

১৯৯৫ চনত গুৱাহাটীৰ পৰা 'বিবুংথি' নামৰ এখন বৰ' সাপ্তাহিক প্ৰকাশ পায়। এইখন বৰ' সাপ্তাহিকৰ প্ৰথমজন সম্পাদক নৰেন বসুমতাৰী আছিল যদিও পিছলৈ ৰত্নেশ্বৰ বসুমতাৰীয়ে সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

১৯৯৬ চনত বৰ' সংবাদপত্ৰ জগতত এক নতুন ঢৌৰ সৃষ্টি কৰে গুৱাহাটীৰ পৰা প্ৰকাশিত বৰ' সাপ্তাহিক 'থুলুংগা'য়ে। 'থুলুংগা'ই হ'ল বৰ'সকলৰ মাজত পোন প্ৰথমবাৰৰ বাবে সম্পূৰ্ণ আধুনিক প্ৰযুক্তিৰে ছপাই উলিওৱা বৰ' সংবাদ পত্ৰ। 'থুলুংগা'ৰ আগতে যিমানকেইখন বৰ' সাপ্তাহিক প্ৰকাশ হৈ আছিল সেই সকলো কেইখন সংবাদপত্ৰই আধুনিক যুগৰ প্ৰযুক্তিৰে ছপাই উলিওৱা সংবাদপত্ৰ নাছিল। এই 'থুলুংগা'ৰ সম্পাদক হ'ল কাৰ্তিন্দ্ৰ সৌৰগিয়াৰী।

উল্লেখ্য যে এই বছৰতে পোন প্ৰথম বঙাইগাওঁ জিলাৰ বিজনীৰ পৰা 'আয়না' নামৰ তিনিদিনীয়া সংবাদ পত্ৰ প্ৰকাশ পায়। অৱশ্যে মাত্ৰ কেইটিমান সংখ্যা প্ৰকাশ পোৱাৰ পিছত 'আয়না'ৰ প্ৰকাশ ইতিমধ্যে বন্ধ হ'ল বুলি জানিব পৰা হৈছে।

আনপিনে বৰ' সাপ্তাহিক সংবাদ পত্ৰৰ দৰে বৰ' পষেকীয়া আৰু মাহেকীয়া বাৰ্তালোচনীৰ সংখ্যাও নগণ্য নহয়। ১৯৭৮ চনত কোকৰাঝাৰৰ পৰা নবীন ঔৱাৰিৰ সম্পাদনাত 'আবিৰ', ১৯৮০ চনত কোকৰাঝাৰৰ পৰা স্বৰ্গীয় উপেন্দ্ৰ নাথ ব্ৰহ্মাৰ সম্পাদনাত 'অৰখি', প্ৰথমে নবীন ঔৱাৰি আৰু পিছত চিন' বসুমতাৰীৰ সম্পাদনাত ১৯৮৬ চনত 'আৰনাই', ১৯৮৮ চনত গোসাইগাৱঁৰ পৰা প্ৰথমে গুণেশ্বৰ মৌসাহাৰি আৰু পিছত ফুলেশ্বৰ বসুমতাৰীয়ে 'ফৌদানি বসুমতাৰি' নাম লৈ সম্পাদনা কৰাত 'খাসিনি' নামৰ পষেকীয়া বাৰ্তালোচনী প্ৰকাশ পাইছিল। ১৯৯০ চনৰ পাঁচ অক্টোবৰৰ পৰা ৰূপনাথ মৌসাহাৰিৰ সম্পাদনাত গুৱাহাটীৰ পৰা 'উদাংস্ৰি' নামৰ মাহেকীয়া বাৰ্তালোচনী প্ৰকাশ পাইছিল। এই বছৰতেই দৰং জিলাৰ ওদালগুৰিৰ পৰা অখ্ৰাং দৈমাৰিৰ সম্পাদনাত 'গুমুৰ', মহেশ্বৰ বসুমতাৰীৰ সম্পাদনাত 'দিৰাংনি দাহাৰ', ১৯৮৮ চনত দৰং জিলাৰ ৰৌতা চাৰিআলিৰ পৰা প্ৰথমে অমৰেন্দ্ৰ স্বৰ্গীয়াৰী আৰু পিছলৈ তীৰেণ বৰ'ৰ সম্পাদনাত 'ৰিগি-ৰিগাং' প্ৰকাশ পাইছিল।

নিখিল বৰ' ছাত্ৰ সন্থাৰ আন্দোলনৰ সময়ত ১৯৮৮ চনত নতুন দিল্লীৰ পৰা সুবুংসা মৌসাহাৰিৰ সম্পাদনাত 'বৰ'নি ৰাফৌদায়' প্ৰকাশ পাইছিল। কিন্তু সেয়াও প্ৰথম সংখ্যাটোৰ বাহিৰে দ্বিতীয় সংখ্যা প্ৰকাশ নহ'ল। গুৱাহাটীৰ পৰা 'বুৰলুংবুথুৰ' নামৰ এখন বাৰ্তালোচনী প্ৰকাশ পাইছিল যদিও সেইখনো নিটিকিল।

ওপৰৰ পৰিসংখ্যা হিচাপে বৰ'সকলৰ মাজৰ পৰা যথেষ্ট সংখ্যক সাপ্তাহিক আৰু পষেকীয়া সংবাদ পত্ৰ প্ৰকাশ পাইছিল। কোকৰাঝাৰ জিলাৰ পৰা (গোসাইগাওঁ আৰু দতমাক সামৰি লৈ) মুঠ আঠখন বৰ' সাপ্তাহিক সংবাদপত্ৰ প্ৰকাশ পাইছিল। এইকেইখন সাপ্তাহিকৰ মাজত চিন' বসুমতাৰীৰ দ্বাৰা সম্পাদিত 'বৰ'সা' (বড'সা [?]ৰ বাহিৰে বাকীকেইখন সংবাদ পত্ৰৰ প্ৰকাশ কেতিয়াবাই বন্ধ হ'ল। দৰং জিলাৰ ওদালগুৰিৰ (ৰৌতা চাৰিআলি, টংলা আৰু খৈৰাবাৰীক সামৰি লৈ) মুঠ নখন সাপ্তাহিক সংবাদপত্ৰ প্ৰকাশ পাইছিল যদিও সেই সকলোকেইখনৰো প্ৰকাশ কেতিয়াবাই বন্ধ হ'ল। গুৱাহাটীৰ পৰা মুঠ তিনিখন সাপ্তাহিক প্ৰকাশ হৈছিল যদিও 'থুলুংগা'ৰ বাহিৰে বাকী দুখনৰ প্ৰকাশ বন্ধ হ'ল। নলবাৰী জিলাৰ বৰমা আৰু কামৰূপ জিলাৰ গোৰেশ্বৰৰ পৰা একোখনকৈ সাপ্তাহিক সংবাদ পত্ৰ প্ৰকাশ হৈছিল যদিও প্ৰকাশ বন্ধ হ'ল।

আনহাতে, বৰ'সকলৰ মাজত বৰ্তমান কোনো এখন পষেকীয়া বাৰ্তালোচনী নাই। প্ৰকাশিত বাৰ্তালোচনীসমূহৰ প্ৰকাশ বন্ধ হৈছে।

বৰ' সংবাদপত্ৰ আৰু বাৰ্তালোচনীৰ ভিতৰত সৰ্বাধিক অৰিহণা যোগোৱা সংবাদপত্ৰ আৰু বাৰ্তালোচনীৰ ভিতৰত হ'ল ক্ৰমে 'ৰাদাব', 'আবিৰ', 'আৰ'নাই', 'বৰ'সা' আৰু 'থুলুংগা'। 'ৰাদাব'ৰ সম্পাদক প্ৰথমে লোকেন ঔৱাৰি আছিল যদিও পিছলৈ বেণুধৰ বসুমতাৰী আৰু স্বৰ্গীয় সমৰ ব্ৰহ্মচৌধুৰীয়ে নিজেও সম্পাদকৰ দায়িত্ব বহন কৰিছিল। গুৱাহাটীৰ পৰা প্ৰকাশিত 'থুলুংগা'ই পূৰ্বৰ

সকলোকেইখন বৰ' সাপ্তাহিক সংবাদপত্ৰৰ জনপ্ৰিয়তাক ম্লান কৰি শীৰ্ষস্থান দখল কৰিছে।

বৰ' সংবাদপত্ৰ, বাৰ্তালোচনী বৰ্তি নথকাৰ কাৰণ বহুতো। প্ৰথমে প্ৰকাশক, সম্পাদক তথা প্ৰকাশন গোষ্ঠীসমূহে সংবাদপত্ৰ আৰু বাৰ্তালোচনী প্ৰকাশক ব্যৱসায়িক ভিত্তিত গঢ় দিবলৈ তথা গ্ৰহণ কৰিবলৈ আগবাঢ়ি অহা নাই। বৰ'সকলক সংবাদপত্ৰ আৰু বাৰ্তালোচনীৰ প্ৰয়োজন আছে বুলি অনুভৱ কৰি সেইবোৰ সংবাদপত্ৰ আৰু বাৰ্তালোচনী প্ৰকাশ কৰিছিল। বৰ' সংবাদপত্ৰসমূহ কেৱল বৰ' লোকসকলৰ মাজতেই সীমাবদ্ধ হৈ থাকে। অ-বৰ' লোকে বৰ' ভাষা নজনাৰ বাবে বৰ' সংবাদপত্ৰ পঢ়াৰ পৰা বিৰত থাকে। আনফালে সঘনাই লিপি পৰিবৰ্তনৰ ফলত বৰ' সংবাদপত্ৰ বাৰ্তালোচনী আদিৰ পঢ়ুৱৈৰ অভাৱ পৰিলক্ষিত হয়। উল্লেখ্য যে ১৯৭৫ চনৰ আগত বৰ' মাধ্যমৰ শিক্ষা বঙালী বা অসমীয়া লিপিৰে চলিছিল। কিন্তু, ১৯৭৫ চনৰ পৰা দেৱনাগৰি লিপি প্ৰৱৰ্তন কৰা হয়। আকৌ ১৯৯৭-৯৮ চনৰ পৰা বৰ' মাধ্যমত ৰোমান লিপি প্ৰৱৰ্তন কৰাৰ সিদ্ধান্ত লোৱা হ'ল। যিসকল বৰ'লোকে অসমীয়া লিপি আৰু অসমীয়া মাধ্যমত শিক্ষা গ্ৰহণ কৰিছিল তেওঁলোকে নাগৰি লিপি পঢ়িবলৈ আৰু লিখিবলৈ যেনেকৈ টান পায় ঠিক তেনেকৈয়ে নাগৰি লিপিৰে শিক্ষা গ্ৰহণ কৰা বৰ'সকলে অসমীয়া লিপিৰে প্ৰকাশিত বৰ' কিতাপ আদি পঢ়িবলৈ আগবাঢ়ি নাহে। এই লিপিৰ সমস্যাৰ বাবেও বৰ'সকলৰ মাজত প্ৰকাশিত সংবাদ পত্ৰ, বাৰ্তালোচনী আদিৰ পঢ়ুৱৈৰ অভাৱ হয়। ৰোমান লিপি ব্যৱহাৰে আকৌ তিনিটামান দশক ধৰি বৰ' পঢ়ুৱৈৰ অভাৱ পূৰণৰ হেঙাৰ হিচাপে থিয় দিব।

বৰ'সকল নগৰত নহয় গাঁৱতহে বাস কৰে। কিন্তু গাওঁ অঞ্চলৰ যাতায়াতৰ ব্যৱস্থা কেনে বিধৰ সেই সম্পৰ্কে অসমবাসী জ্ঞাত। যাতায়াতৰ অসুবিধা হেতুকে বৰ' সংবাদ পত্ৰ, বাৰ্তালোচনী সেই সমূহ ব্যক্তি বা পঢ়ুৱৈ সমাজৰ হাতত নপৰেগৈ যিসকলে প্ৰকৃততে এখন ভাল বৰ' কাকত, বাৰ্তালোচনী পঢ়াৰ বাবে উদগ্ৰীৱ হৈ থাকে।

অন্যহাতে, বৰ'সকলৰ মাজৰ পৰা প্ৰকাশিত প্ৰায়বোৰ কাকতেই কোনোবা নহয় কোনোবাটো ৰাজনৈতিক সংগঠনৰ মুখপত্ৰ হৈ বাতৰি প্ৰকাশ কৰে। যাৰ ফলত কিছুমান বৰ' লোকে সেই কাকত পঢ়াৰ পৰা বিৰত থাকে। একমাত্ৰ 'থুলুংগা'হে ব্যতিক্ৰম। বৰ'সকলৰ মাজৰ প্ৰতিটো দল-সংগঠনক সমানে প্ৰাধান্য দিয়ে 'থুলুংগা'ই। সেয়েহে 'থুলুংগা'ই একমাত্ৰ সবাতোকৈ বহুল প্ৰচাৰিত বৰ' সাপ্তাহিক কাকত।

এতিয়ালৈকে বৰ'সকলৰ মাজৰ পৰা এখন দৈনিক সংবাদ পত্ৰ প্ৰকাশ হৈ ওলোৱা নাই। এই সম্পৰ্কে গুৱাহাটীৰ থুলুংগা পাব্লিকেসন্সএ চিন্তাচৰ্চা কৰিছে আৰু অতি সোনকালে এখন দৈনিক সংবাদপত্ৰ প্ৰকাশৰ যো-জা চলি আছে বুলি জানিব পৰা যায়।

বৰ' সংবাদপত্ৰ আৰু বাৰ্তালোচনীসমূহে উঠি অহা নতুন চামক সাহিত্য চৰ্চাত প্ৰভূত সহায় কৰি আহিছে। 'ৰাদাব', 'আবিৰ', 'অৰখি', 'আৰনাই', 'বৰ'সা' আৰু 'থুলুংগা'ই নতুন নতুন লিখক লিখিকাক সাহিত্য চৰ্চাত প্ৰেৰণা যোগাইছে। এতিয়ালৈকে বৰ'সকলৰ মাজত মাত্ৰ দুখন সাপ্তাহিক প্ৰকাশ হৈ আছে। সেই দুখন হ'ল গুৱাহাটীৰ পৰা 'থুলুংগা' আৰু কোকৰাঝাৰৰ পৰা প্ৰকাশিত 'বৰ'সা'।

**[ টোকা : সাধাৰণতে বৰ' ভাষাত 'ড়'ৰ উচ্চাৰণ নাই। আমাৰ বৰ' পণ্ডিতসকলে 'বড়ো' (Bodo) লিখে যদিও সেয়া আমাৰ স্বকীয় উচ্চাৰণ নহয়। আকৌ এই 'বড়ো' শব্দটোক আমাৰ তথাকথিত বৰ' পণ্ডিতসকলে 'বদ'' বা 'বড'' বুলি লিখি আৰু উচ্চাৰণ কৰি বৰ' ভাষা-সাহিত্য আৰু জাতিটোৰ নামত বিকৃত ছাপ বহুৱাবলৈ চেষ্টা কৰি আহিছে। আচলতে এই 'Bodo' শব্দটোৰে 'd'টো 'দ'' বা 'ড' 'ৰ প্ৰতিনিধিত্ব নকৰে, সেই সত্যটো আমাৰ তথাকথিত বৰ' পণ্ডিতসকলে অনুভৱ কৰিব পৰা নাই। বৰ' ভাষাত 'ড'ৰ উচ্চাৰণটোৱেই নাই যেতিয়া পোনপটীয়াকৈ 'ৰ'হে ব্যৱহাৰ কৰিব লাগে। ইয়াৰ মানেইটো হ'ল 'বড়ো' (Bodo) নহয়, বৰ' (Boro)হে। — লিখক ]**

# অসমত ক্ৰীড়া সাংবাদিকতাৰ বৃত্তান্ত

## পুলিন দাস

অসমত সাংবাদিকতাৰ ডেৰশ বছৰীয়া জয়ন্তী এটি ঐতিহাসিক ঘটনা। ৰাজনৈতিক আৰু দৈনন্দিন ঘটা ঘটনাৰ উপৰি ক্ৰীড়া বা খেলৰ খবৰ আৰু ক্ৰীড়া সাংবাদিকতাৰ এটা দিশো আছে, যিটোৱে আজি প্ৰায় ৫৫ বছৰত ভৰি দিলে। অসমৰ সাংবাদিকতাৰ যুগ মিছনেৰীসকলে প্ৰকাশ কৰা "অৰুনোদই" জন্মৰ পৰাই আৰম্ভ হৈছে; আনহাতে অসমত ক্ৰীড়া সাংবাদিকতাৰ যুগ দ্বিতীয় মহাযুদ্ধৰ পিছৰ পৰাহে আৰম্ভ হৈছে।

১৯৪৪ চনত যেতিয়া যুদ্ধ সমাপ্ত হয়, তেতিয়া মই এজন খেলা-পাগল ডেকা। নিজে বিভিন্ন খেল খেলাৰ বাহিৰেও মই খেলৰ প্ৰসাৰৰ বাবে বিভিন্ন সংগঠন গঢ়ি তোলো। তেতিয়া খেলৰ বিভিন্ন খবৰ কলিকতাৰ "The Statesman", "Hindustan Standard", "যুগান্তৰ" আদিত পঢ়ি খুব ভাল লাগে। ময়ো অনুপ্ৰাণিত হওঁ কেনেকৈ আমাৰ গুৱাহাটী তথা অসমৰ খেলাৰ বাতৰিসমূহ আমাৰ অসমত আৰু বাহিৰত প্ৰকাশ কৰিব পাৰো।

মোৰ মনত পৰে, চন্দ্ৰকুমাৰ আগৰৱালাৰ "সাদিনীয়া অসমীয়া" কাকতখন তেতিয়া গুৱাহাটীৰ খাৰঘুলিত থকা অসমীয়া ছপাশালাৰ পৰা প্ৰকাশ পাইছিল। কেতিয়াবা আমাৰ খেলৰ দুটা-এটা খবৰ নিজে তাত দি আহো, কেতিয়াবা তাৰে অলপমান প্ৰকাশ পায়। ইয়াত সহায় কৰিছিল মেমেৰা মেধিয়ে (যোগেন বৰকাকতিদেৱে)। তাতে তেওঁ কাম কৰিছিল।

গুৱাহাটীত তেতিয়া বহু খেলা হয় জজ খেলপথাৰ আৰু নিউ ফিল্ডত। মই আমাৰ ক্ৰিকেট খেলবোৰৰ খবৰ নিজে লিখি কলিকতাৰ "The Statesman", "যুগান্তৰ" আদি কাগজলৈ ডাকত পঠিয়াওঁ আৰু দুই-তিনি দিনৰ পিছত যেতিয়া সেই বাতৰি প্ৰকাশ পায়, মই বৰ উৎসাহিত হওঁ। তাৰ পিছত গুৱাহাটীৰ পৰা সেই সময়তে "নতুন অসমীয়া" নামৰ এখন দৈনিক অসমীয়া কাকত প্ৰকাশ পায়। সম্পাদক আছিল দেৱকান্ত বৰুৱা আৰু সহকাৰী সম্পাদক আছিল বিখ্যাত সাংবাদিক কীৰ্তিনাথ হাজৰিকা। হাজৰিকা নিজে এজন ভাল বেডমিণ্টন খেলুৱৈ আছিল। তেওঁ মোৰ লগত এবাৰ এখন ফাইনেলতো খেলিছিল। আমি পেণ্ট পিন্ধো, কিন্তু তেওঁ ধুতি পিন্ধি ভৰিত পাম্পছুৰে খেলিছিল, তেওঁক লগ ধৰি মই আমাৰ খেলবোৰৰ খবৰ নিয়মিত দিব খুজিলোঁ "নতুন অসমীয়া"ত প্ৰকাশৰ বাবে। তেওঁ ৰাজি হৈ মোক খেলৰ বাতৰি দিওঁতা হিচাপে নিযুক্তি দিয়ে ১৯৫১ চনত। আমাৰ খেলৰ বাতৰিসমূহ কলিকতাৰ কাগজত আৰু আমাৰ "নতুন অসমীয়া"ত প্ৰকাশ পোৱাত মোৰ খুব আনন্দ লাগে আৰু মই আমাৰ খেলুৱৈসকলৰ মাজত সমাদৰ লাভ কৰো। কলিকতাৰ কাগজত তেতিয়া প্ৰকাশ হোৱা দুটামান খবৰ মই মোৰ বহু পুৰণি কাগজৰ মাজত বিচাৰি পাইছো। "ষ্টেটছমেন", "যুগান্তৰ" আদিত সুন্দৰকৈ আমাৰ খেলৰ বাতৰি দিওঁতা হিচাপে সেইবোৰ বাতৰি প্ৰকাশ পাইছিল।

মোক ১৯৫১ চনত "নতুন অসমীয়া"ৰ খেলাৰ বাতৰি দিওঁতা হিচাপে সহকাৰী সম্পাদক কীৰ্তিনাথ হাজৰিকাই নিযুক্তি দি কোনো পাৰিতোষিক দিব পৰা নাযাব বুলি লিখিছিল। মই কিন্তু তেতিয়া খেলৰ খবৰটোহে প্ৰকাশ কৰাৰ সুবিধা পাই বৰ গৌৰৱান্বিত হৈছিলোঁ।

সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাদেৱে সাপ্তাহিক "আছাম ট্ৰিবিউন"খন দৈনিক হিচাপে গুৱাহাটীত প্ৰকাশ কৰে ১৯৪৬ চনত। মই ক্ৰীড়া সংগঠক বৰুৱাদেৱৰ সৌহাৰ্দ্য স্বৰূপে বিভিন্ন খেলৰ লগত ওতপ্ৰোতভাৱে লাগি থকাৰ সুবিধাৰে "আছাম ট্ৰিবিউন" কাকতৰ সম্পাদক লক্ষ্মীনাথ ফুকনক লগ ধৰি কাকতখনত খেলৰ খবৰ দিয়াৰ বাবে অনুৰোধ কৰোঁ। তেতিয়া ফুকনে মোক "আছাম ট্ৰিবিউন' দৈনিক হোৱা দিনৰে পৰা খেলাৰ বাতৰি দিওঁতা হিচাপে বিনা পাৰিশ্ৰমিকেৰে নিযুক্তি দিয়ে।

মোৰ বোধেৰে এনেকৈয়ে ১৯৪৬-৪৭ চনৰ পৰা অসমত ক্ৰীড়া সাংবাদিকতাৰ জন্ম হয়। খেলৰ বাতৰি নিতৌ "নতুন অসমীয়া", "আছাম ট্ৰিবিউন" আৰু কলিকতাৰ "The Statesman" আদিত প্ৰকাশ পায়। মোৰ খেলৰ খবৰত ভাল পাই "Statesman" এ মোক তেওঁলোকৰ কাগজৰ বাবে ১৯৫০ চনতে স্থানীয় খেলৰ বাতৰি দিওঁতা হিচাপে নিয়োগ কৰে।

মই পাৰিতোষিক নোলোৱাকৈয়ে নিযমিত খেলৰ বাতৰি দিছিলো। প্ৰথমে মই "আছাম ট্ৰিবিউন"ত খেলৰ খবৰ বিনা পাৰিতোষিকবে আৰম্ভ কৰো। পিছত সম্পাদকে মোক (৪ জুলাই, ১৯৫১ চন) এখন চিঠিৰে প্ৰতি কলমত পাঁচ টকাকৈ মোক পাৰিতোষিক দিয়ে। এটা কলম পূৰা হওঁতে তিনি-চাৰি দিনৰ খবৰ লাগে। তেনেকৈ মাহে বোধহয় ৭০-৮০ টকা পাওঁ।

"Statesman" এ মোক খেলাৰ বাতৰি দিওতা হিচাপে প্ৰতি কলমত বাৰ টকাকৈ দিম বুলি চিঠি দিয়ে। খবৰ তেওঁলোকে 'From our Sports Correspondent' বুলি প্ৰকাশ কৰে।

আমাৰ অসমৰ খেলৰ বাতৰি বহুলভাৱে প্ৰচাৰ হোৱাটোৱেই মোৰ মুখ্য উদ্দেশ্য আছিল আৰু তেনে খবৰ আমাৰ কাগজ আৰু কলিকতীয়া কাগজত প্ৰকাশ হোৱাত মই বৰ গৌৰবান্বিত হওঁ। "আছাম ট্ৰিবিউন"ত পাঁচ টকাৰ পৰা আৰম্ভ হোৱা খেলৰ খবৰ দিওতা হিচাপে মোৰ পাৰিশ্ৰমিক সম্পাদক সতীশ চন্দ্ৰ কাকতিদেৱে মাহে ৭০ টকা কৰি দিয়ে।

১৯৫৪ চনত ৰাধাগোবিন্দ বৰুৱাদেৱে মোক খেল বিভাগৰ ছাব-এডিটৰ হিচাপে মাহে ১৫০ টকা দৰমহাৰে "আছাম ট্ৰিবিউন" কাকতত যোগদান কৰিবলৈ কয়। অসমৰ কাগজত পোন প্ৰথমবাৰৰ বাবে খেল বিভাগ এটা সুকীয়াকৈ আৰম্ভ হয়। মোৰ বোধেৰে তেতিযাৰে পৰা অসমৰ কাকতত ক্ৰীড়া সাংবাদিকতাৰ জন্ম হয়। মযো তেনেকৈয়ে "আছাম ট্ৰিবিউন"ত খেলৰ সৰ্বেসৰ্বা হৈ পৰো। ইফালে মই তৎক্ষণাত "নতুন অসমীয়া" এৰিব লগা হোৱাত মোৰ ঠাইত মোৰ খুলশালী বাদল দাসক তাত নিযুক্তি দিয়াওঁ। বাদল দাস চৰকাৰী চাকৰিয়াল, গতিকে আজি গুৱাহাটী কালি যোৰহাটত এনেকৈ ঘূৰি ফুৰিব লগাত হাজৰিকাদেৱে বৰ অসুবিধা পায়। তেতিয়া তাতে ছাব-এডিটৰ হিচাপে কাম কৰি থকা মুৰলী চৌধুৰীক খেলৰ বাতৰি দিওঁতা হিচাপে কাম কৰিবলৈ দিয়ে। তেতিয়াৰ পৰাহে মুৰলী চৌধুৰীয়ে খেলৰ বাতৰি দিওঁতা হিচাপে "নতুন অসমীয়া"ত কাম আৰম্ভ কৰে।

পঞ্চাশৰ দশকত গুৱাহাটীৰ মাছখোৱা-ভৰলুমুখৰ পৰা বিখ্যাত নেতা দেবেন্দ্ৰ নাথ শৰ্মাৰ সম্পাদনাত "শান্তিদূত" নামেৰে এখন অসমীয়া দৈনিক প্ৰকাশ পায়। সেই কাকততো যাতে আমাৰ খেলৰ খবৰ ভালকৈ প্ৰকাশ পায় মই শৰ্মা ডাঙৰীয়াক কৈ মোৰ বন্ধু আৰু খেলৰ লগত ওতপ্ৰোতভাৱে জড়িত প্ৰফুল্ল বৰ্মনক খেলৰ বাতৰি দিওঁতা হিচাপে নিযুক্তি দিয়াওঁ। প্ৰফুল্ল বৰ্মনে সুখ্যাতিৰে কাকতখন জীয়াই থকা দিনকেইটাত খেলৰ খবৰ দি আছিল।

"ট্ৰিবিউন"ত অসমৰ প্ৰধান চহৰসমূহৰ খেলৰ বাতৰি যাতে নিয়মিত প্ৰকাশ পায়, তাৰে ব্যৱস্থা কৰি নগাৱঁত নুৰুল আমিন, পিছত আদিল্লুজামান খান, যোৰহাটত তপন দত্ত, শিলচৰত এছ এম এস্তো, তেজপুৰত নৃপেন বেজবৰুৱা আৰু পিছত ৰামেশ্বৰ ত্ৰিপাঠী, ডিব্ৰুগড়ত নৃপেন ঠাকুৰক স্থানীয় ক্ৰীড়া সংবাদদাতা হিচাপে নিযুক্তি দিয়া হয়

মই গুৱাহাটী আৰু ভাৰতৰ বিভিন্ন ঠাইৰ খেলৰ খবৰ টেলিপ্ৰিণ্টাৰৰ পৰা ঠিক-ঠাক কৰি দিওঁ আৰু ওপৰত উল্লেখ কৰা বিশিষ্ট ক্ৰীড়াবিদ আৰু ক্ৰীড়া সংগঠকসকলে পঠোৱা খবৰ সেই চহৰৰ নাম দি "খেলৰ বাতৰি দিওঁতা" হিচাপে প্ৰকাশ কৰি আহিছিলো।

শেষৰ ফালে মোৰ বন্ধু নবীন্দ্ৰনাথ বৰুৱাই 'ট্ৰিবিউন'ৰ সম্পাদনাৰ ভাৰ গ্ৰহণ কৰি আৰু আগতেও সহঃ সম্পাদক হিচাপে খুব সহযোগ কৰি অসমত খেলৰ বাতৰিৰ বহুল প্ৰচাৰত বৰ সহায় কৰিছিল।

অসমত খেলৰ বাতৰিৰ বহুল প্ৰচাৰৰ বাবে ৰাধা-গোবিন্দ বৰুৱাদেৱৰ আৰু "আছাম ট্ৰিবিউন", "দৈনিক অসম" আৰু "অসম বাণী"ৰ বহুখিনি অৱদান আছে। অসমৰ খেলৰ প্ৰচাৰৰ বাবে মোৰ দিনত "আছাম ট্ৰিবিউন"ৰ এটি গুৰুত্বপূৰ্ণ ভূমিকা আছিল।

বৰুৱাদেৱে মোক প্ৰায়েই কৈছিল, "মই এখন দৈনিক অসমীয়া কাকত উলিয়াম আৰু গাৰ্ডৰ ৰাইজে যাতে সহজে পাব পাৰে এখন সাপ্তাহিক অসমীয়া কাকতো উলিয়াম।" তেওঁ যিটো ভাবে সেইটো যেনেতেনে কৰেই। "আছাম ট্ৰিবিউন" যেতিয়া সু-প্ৰতিষ্ঠিত হ'ল, তেতিয়া ১৯৬৫ চনত তেওঁ "দৈনিক অসম" নামেৰে অসমীয়া দৈনিক এখন গুৱাহাটীৰ পৰা প্ৰকাশ কৰে। তেতিয়া বৰুৱাদেৱে তেওঁ "দৈনিক অসম"ৰ বাবে উদীয়মান ক্ৰীড়া সংগঠক আৰু গুৱাহাটীৰ বিভিন্ন খেলৰ লগত জড়িত প্ৰেমধৰ শৰ্মাক ক্ৰীড়া বিভাগৰ দায়িত্ব দি খেলৰ বাতৰি দিওঁতা হিচাপে নিয়োজিত কৰে। সম্পাদক কীৰ্তিনাথ হাজৰিকাই

খেলক খুব প্ৰাধান্য দিছিল আৰু "দৈনিক অসম"ত খেলৰ খবৰ বেছিকৈ প্ৰকাশ কৰিছিল।

## ক্ৰীড়া আলোচনী

ইয়াৰ বাহিৰেও অসমত কেইখনমান ক্ৰীড়া আলোচনী প্ৰকাশ পায়। ক্ৰীড়াবিদ ফণী শৰ্মাই নিৰোদ চৌধুৰীক সম্পাদক হিচাপে লৈ "খেল-ধেমালি" নামেৰে এখন মাহেকীয়া ক্ৰীড়া আলোচনী প্ৰকাশ কৰে। পিছলৈ চৌধুৰীয়ে ট্ৰিবিউন গোষ্ঠীত কাম কৰা বাবে এই আলোচনী এৰিব লগা হয়। তেতিয়া ফণী শৰ্মাই নিজে আলোচনীখন সম্পাদনা কৰে। কেইমাহমান চলাৰ পিছত আলোচনীখন বন্ধ হয়। ইয়াৰ পিছত বিশিষ্ট সাহিত্যিক-সম্পাদক হোমেন বৰগোহাঞিৰ পুত্ৰ অনিন্দ্য বৰগোহাঞি আৰু শশাঙ্ক বৰকাকতিয়ে যুটীয়াভাৱে সম্পাদনা কৰা এখন মাহিলী ক্ৰীড়া আলোচনী "ষ্টেডিয়াম" প্ৰকাশ হয়। দুযোজন ডেকাই অক্লান্ত চেষ্টা কৰি কেইমাহমান আলোচনীখন চলাইছিল যদিও সেইখনো কেইমাহমানৰ পিছতে বন্ধ হ'ল।

তাৰ পিছত নলবাৰীৰ পৰা অহা ডেকা উৎসাহী বলেন্দ্ৰ মোহন চক্ৰৱৰ্তীয়ে গুৱাহাটীৰ কামৰূপ একাডেমীৰ সন্মুখত ব্ৰহ্মপুত্ৰ প্ৰিণ্টাৰ্ছ ছপাখনা খুলি খেলৰ লগত জড়িত হৈ পৰে। তেওঁ ১৯৭৮ চনত "অভিৰুচি" নামেৰে এখন মাহেকীয়া ক্ৰীডা আলোচনী প্ৰকাশ কৰে। বৰ সুখৰ বিষয় যে বহু কষ্ট-সাধনাৰে চক্ৰৱৰ্তীয়ে এতিয়ালৈকে নিয়মিতভাৱে মাহে মাহে এই আলোচনীখন চলাই আছে। এইটো বৰ গৌৰৱৰ বিষয়। "অভিৰুচি"ত চহৰতকৈ আমাৰ গাওঁসমূহৰ বিভিন্ন খেলৰ বাতৰি নিয়মিতভাৱে প্ৰকাশ পাই আহিছে আৰু আমাৰ ৰাজ্যৰ ক্ৰীডা সাংবাদিকতাত এটি গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে।

১৯৯৭ চনত গুৱাহাটীৰ কেইজনমান উদীয়মান ক্ৰীডা সংগঠক আৰু ব্যৱসায়ীয়ে প্ৰেমধৰ শৰ্মাক মুখ্য সম্পাদক কৰি "বিশ্ব ক্ৰীডাঙ্গণ" নামেৰে মাহেকীয়া ক্ৰীডা আলোচনী এখন প্ৰকাশ কৰে। পিছে মাথো ছটা সংখ্যা প্ৰকাশ পোৱাৰ পিছত হঠাতে আলোচনীখন বন্ধ হৈ যায়।

১৯৫০-৫১ চনমানত মাদ্ৰাজৰ পৰা এখন ক্ৰীড়া আলোচনী "Sports & Pastime" প্ৰকাশ পায়। সেই আলোচনীত মোৰ বন্ধু ৰবীন্দ্ৰনাথ বৰুৱা অসমৰ ক্ৰীডা সংবাদদাতা নিয়োগ হয়। তাত তেওঁ অসমত মই সম্পাদক হিচাপে খেলোৱা অসম আন্তঃজিলা টেবুল টেনিছৰ খবৰ প্ৰকাশ কৰে। তেতিয়া আলোচনীখনৰ সম্পাদকে তাত দুখ কৰি লিখে যে অসমত টেবুল টেনিছৰ আন্তঃজিলা প্ৰতিযোগিতা হয় কিন্তু মাদ্ৰাজত আজিলৈকে নহ'ল। ৰবীন বৰুৱাই ১৯৫১ চনৰ শেষৰ পিনে এ চি এছৰ চাকৰি পায় আৰু শিলচৰত এছ ডি চি হিচাপে যোগদান কৰে। তেতিয়া তেওঁ তেওঁৰ সহোদৰ নীৰেন বৰুৱাক গুৱাহাটীৰ ক্ৰীড়াৰ বাতৰি দিওঁতা হিচাপে নিয়োগ কৰে। তেওঁ ১৯৬৫ চনত চাকৰি এৰি দি "আছাম ট্ৰিবিউন"ৰ ছাব-এডিটৰৰূপে যোগদান কৰিয়েই মাদ্ৰাজৰ পৰা প্ৰকাশিত প্ৰখ্যাত দৈনিক কাকত "হিন্দু"ৰ গুৱাহাটীৰ সংবাদদাতাও হয়। তাৰে তেওঁ ১৯৬৫ চনত হোৱা সন্তোষ ট্ৰফী ফুটবল প্ৰতিযোগিতাৰ খবৰ পঠিয়াই অসমৰ খেলৰ বাতৰিৰ গুৰুত্ব বঢ়ায়। তেওঁ ১৯৭৬ চনত "আছাম ট্ৰিবিউন"ৰ সম্পাদক হৈ মোৰ খেলৰ খবৰ বহুলভাৱে আৰু শুদ্ধকৈ প্ৰকাশ পোৱাত সহায় কৰে।

তেতিয়া "নতুন অসমীয়া"ৰ ছাব-এডিটৰ যাদৱ ভূঞাৱো খেলৰ খবৰ প্ৰচাৰত যথেষ্ট গুৰুত্ব দিছিল। যোৰহাটত হোৱা এছ জে ও চি আৰু অসম-উৰিষ্যাৰ মাজত হোৱা ৰঞ্জী ট্ৰফী খেলৰ খবৰ তেওঁৰ কাকতত প্ৰকাশ কৰাৰ বাবে তাৰে যায় আৰু মোৰ লগত একেলগে খবৰ পঠিয়ায় যোৰহাটৰ পৰা।

মই প্ৰেছ ট্ৰাষ্ট ইণ্ডিয়াৰ হৈয়ো গুৱাহাটী আৰু যোৰহাটত হোৱা ৰঞ্জী ট্ৰফীৰ খেলৰ বাতৰি সংগ্ৰহ কৰিছিলো। সেইবোৰ খবৰ সৰ্বভাৰততে সকলো দৈনিক কাকততে সুন্দৰকৈ প্ৰকাশ পোৱাত কিমান যে আনন্দ পাইছিলো! মোৰ মনত পৰিছে, "নতুন অসমীয়া"ত খেলৰ বাতৰি দিওঁতা মুৰলী চৌধুৰী আলোচনীৰ অন্য কামত বৰ ব্যস্ত থকাত আমাৰ ফুটবল খেলৰ সকলোৰে সু-পৰিচিত ৰেফাৰি অলি দেৱানে তেওঁৰ সহকাৰী হিচাপে খেলৰ খবৰ যোগান ধৰে। কিন্তু ১৯৯৮ চনৰ ১৪ ফেব্ৰুৱাৰীত দেৱানৰ মৃত্যু হয়। দেৱান বৰ সৰবৰহী খেল পাগল মানুহ আছিল।

১৯৭২ চনত সাপ্তাহিক "জনমভূমি" দৈনিক হিচাপে যোৰহাটৰ পৰা প্ৰকাশ পায়। সেই কাকতত প্ৰথমৰে পৰা অৰুণ কুমাৰ দাসে খেলৰ বাতৰি দিওঁতা হিচাপে কাম কৰিছিল। সেই কাকতত বিশিষ্ট ক্ৰীডা সংগঠক তপন দত্ত আৰু ফুটবল খেলুৱৈ আৰু ক্ৰীড়া পেন্সনাৰ অৰুণ বৰুৱাই যোৰহাট আৰু উজনি অসমৰ বিভিন্ন খেলৰ বিষয়ে নিয়মিত লিখিছিল। "দৈনিক জনমভূমি"য়ে যোৰহাটৰ বিভিন্ন খেলৰ বাতৰি প্ৰচাৰ কৰিছিল আৰু এতিয়াও কৰি আছে। মই জনাত উত্তৰ লক্ষীমপুৰৰ পৰাও এজন উদীয়মান সাংবাদিকে খেলৰ মাহেকীয়া আলোচনী এখন ১৯৮০ চন মানত প্ৰকাশ কৰিছিল। সেইখনৰো অকাল-মৃত্যু ঘটিল।

তেতিয়া অসমত "ট্ৰিবিউন" কাকতখনেই আমাৰ একমাত্ৰ দৈনিক ইংৰাজী হোৱা বাবে যথেষ্ট বিজ্ঞাপন পাইছিল। সেয়ে কাকতখনত খেলাৰ বাতৰি প্ৰকাশৰ ক্ষেত্ৰত অন্তৰায় হয়। মোৰ জীৱনৰ বহুতো দুখৰ ভিতৰত এটা ডাঙৰ দুখ হ'ল যে খেলাৰ বাতৰিৰ বাবে মই এটা বা আধা কলমহে পাওঁ। তাৰ বাবে মোৰ বৰ বিপদ হয়। যেনে, খেলাৰ এটা ডাঙৰ অনুষ্ঠান হ'ল, মন্ত্ৰী, বিখ্যাত খেলুৱৈ আদি আহিল, খেলৰ অনুষ্ঠান হ'ল। মঞ্চো আগৰ শাৰীত বহি মন্ত্ৰী আদিৰ স'তে পেট ভৰাই ভালকৈ এসোপা খালো, ৰাতি অফিচলৈ আহি সুন্দৰকৈ খবৰটো টাইপ-সম্পাদনা কৰি প্ৰিণ্টচিটত খেলাৰ ঠাইখিনি উল্লেখ কৰি প্ৰিণ্টাৰ কুঞ্জবাবুৰ হাতত দি আহো। কিন্তু পুৱা কাকত চাই দেখো যে মোৰ খবৰৰ এটা শব্দও প্ৰকাশ পোৱা নাই আৰু মোৰ নিৰ্দ্ধাৰিত ঠাইত বৰ্ঢ়িয়াকৈ এটা বিজ্ঞাপন প্ৰকাশ পাইছে। পুৱাই সম্পাদকক লগ ধৰি এই বিষয়ে ঘোৰ আপত্তি কৰো, তেওঁ লাহেকৈ হাঁহি হাঁহি কয়, "কি কৰিবা, বিজ্ঞাপনটো ৰাতি আহিল— গতিকে জানাই বিজ্ঞাপন দিবই লাগিব। তোমাৰ খেলাৰ খবৰ নগ'ল। আজি দিবাহে, এদিন পিছত প্ৰকাশ পালে একো নহয়।" মই তিনিগৰাকী সম্পাদকৰ তলত কাম কৰিছিলো। তেওঁলোক হ'ল লক্ষ্মীনাথ ফুকন, সতীশ চন্দ্ৰ কাকতী আৰু শেষত ৰবীন্দ্ৰনাথ বৰুৱা। এই তিনিওজনৰ মাজত বৰুৱাই নিজে খেলিছিল, খেল ভাল পাইছিল বাবে তেওঁৰ দিনত পিছলৈ খেলাৰ খবৰ দুই-তিনি কলমলৈ প্ৰকাশ পাইছিল।

মোৰ এটা বদঅভ্যাস আছিল যে মই "The" শব্দটো খুব কম ব্যৱহাৰ কৰিছিলোঁ। সম্পাদক ফুকন ডাঙৰীয়াই মোক এইবাবে বৰ ধমক দিছিল আৰু শেষত এটা লিখিত নিৰ্দেশ দিয়ে: "The sports sub-editor should know that there is an English word 'The' in English"। মই বৰ লাজ পাইছিলোঁ। এতিয়াতো খেলাৰ বাতৰিৰ বাবে "আছাম ট্ৰিবিউন" আৰু বহু কাকতে শেষৰ পৃষ্ঠাৰ সিংহভাগ পায়।

**গুৱাহাটী ষ্টেডিয়াম**

ৰাধাগোবিন্দ বৰুৱাদেৱে গুৱাহাটীত এখন ষ্টেডিয়াম কৰিবৰ বাবে ১৯৪৬ চনমানৰ পৰা বৰ চেষ্টা চলাইছিল। এই খবৰটোও মই "ট্ৰিবিউন"ত প্ৰচাৰ কৰো। তেওঁ গুৱাহাটীৰ খেল-জগতৰ লগত সম্বন্ধ থকা ব্যক্তিসকলৰ লগত আলোচনা কৰে।

অসমত ষ্টেডিয়াম নিৰ্মাণৰ কথাটো পিছে অনা-অসমীয়া চাকৰিয়াল এজনেহে বেছিকৈ ভাবিছিল। তেওঁ হ'ল তেতিয়াৰ গুৱাহাটীৰ বন বিষয়া পি. ডি. ষ্ট্ৰেচি। পিছত তেওঁ মুখ্য বনবিষয়া হিচাপে শ্বিলঙত কাম কৰে। ১৯৪৬-৪৭ চনত তেওঁ আমাৰ আগত এই কথাটো দাঙি ধৰে। এই খবৰ যেতিয়া ১৯৪৯ চনমানৰ পৰা "ট্ৰিবিউন"ত প্ৰচাৰ হ'বলৈ ধৰে তেতিয়া অসমৰ মানুহে ভালকৈ সঁহাৰি জনাইছিল।

ষ্ট্ৰেচি চাহাবে তেতিয়া দিল্লীৰ নেছনেল স্প'ৰ্টছ ক্লাব অফ ইণ্ডিয়াৰ আৰ্হিত নেছনেল স্প'ৰ্টছ ক্লাব অফ আছাম বুলি এটি সন্থা গঠন কৰে। পিছলৈ মেঘালয় ৰাজ্য গঠন হোৱাত ক্লাবটোৰ নাম নেছনেল স্প'ৰ্টছ ক্লাব অফ আছাম এণ্ড মেঘালয় হয়।

ষ্ট্ৰেচি চাহাবে মুখ্য বনৰক্ষী বিষয়া হিচাপে তেতিয়া অসমৰ ৰাজধানী শ্বিলঙতে থাকি এই ক্লাবটো পৰিচালনা কৰে। মই গুৱাহাটী ষ্টেডিয়ামৰ ৫০০ টকাৰ আজীৱন সদস্য হওঁ আৰু বৰুৱাদেৱ এই ক্লাবৰ গুৱাহাটী আঞ্চলিক সমিতিৰ সভাপতি হয়।

বৰুৱাদেৱৰ অক্লান্ত চেষ্টাত গুৱাহাটীৰ মৰিশালিখনকে ষ্টেডিয়ামলৈ ৰূপান্তৰিত কৰা হয়। তেতিয়াৰ গুৱাহাটী মিউনিচিপালিটিৰ চেয়াৰমেন গোলাপচন্দ্ৰ চৌধুৰীয়ে বৰ সাহসেৰে এই মৰিশালিখনৰ ৫০ বিঘা মাটি ষ্টেডিয়াম কৰিবৰ বাবে এন এছ চি এক দান কৰি গুৱাহাটী ষ্টেডিয়াম নিৰ্মাণ কৰিবলৈ কয়। পোনতে তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই বৰুৱাৰ পৰা এখন আঁচনি বিচাৰে আৰু এই আঁচনি দিয়াৰ পিছত সাত লাখ টকা খৰছ হ'ব বুলি বৰুৱাই জনোৱাত চলিহাদেৱে টকাখিনি চৰকাৰৰ পৰা দিবলৈ মান্তি হয়।

এই টকা ক্ৰমান্বয়ে শ্বিলঙৰ পৰা আনিবলৈ বৰুৱাৰ লগত মই প্ৰত্যেকবাৰে গৈছিলো। গুৱাহাটীৰ পৰা পুৱা পাঁচ বজাতে তেওঁৰ ডাঙৰ "ডজ" গাড়ীখনত গৈ মুখ্যসচিব কিডৱাই চাহাবক বিছনাৰ পৰা জগাই দৰ্খাস্ত দিয়ে আৰু তেৱোঁ আনন্দৰে "as prayed" বুলি লিখি দি আমাক চাহ-পানী খুৱাইছিল। সেই কাগজ লৈ বৰুৱাই একেবাৰে মুখ্যমন্ত্ৰী চলিহাৰ ঘৰ পায়, তাতো চলিহাই বৰুৱাৰ কাগজখন নপঢ়াকৈয়ে সোধে, "কিমান লাগে ?" বৰুৱাই ত্ৰিশ হেজাৰ বুলি কয় আৰু চলিহাই "Pl. Pay" বুলি লিখি দিয়ে। এনেকৈ চৰকাৰৰ টকা, মল্লযুদ্ধৰ টকা, ২,০০০ টকীয়া আঞ্চলিক কমিটীৰ সভ্যকৰণ আদিৰ পৰা টকা গোটাই ষ্টেডিয়ামখন নিৰ্মাণ কৰে। এই ষ্টেডিয়াম নিৰ্মাণত তেওঁৰ বহুত ব্যক্তিগত ধন সোমাইছিল। এবাৰ কিবা কামত তেওঁ কলিকতালৈ গৈছিল আৰু তাতেই জৱাহৰলাল নেহৰুৰ মৃত্যুৰ বাতৰি শুনি তেতিয়াৰ কমিটীৰ সম্পাদক ৰাজেন চৌধুৰীলৈ ফোন কৰি গুৱাহাটী এন এছ চি এ ষ্টেডিয়ামৰ নাম নেহৰু ষ্টেডিয়াম ৰাখিবলৈ

কয়। আমি তৎক্ষণাৎ কমিটীৰ সভাপতিৰ নির্দেশমতে পিছৰ দিনাই এই ষ্টেডিয়ামৰ নাম বদলাই নেহৰু ষ্টেডিয়াম ৰাখো।

এই ষ্টেডিয়ামখন প্রায় সকলো খেলৰ বাবে দেশৰ ভিতৰতে এটা আপুৰুগীয়া ষ্টেডিয়াম হৈ পৰে। বৰুৱাদেৱৰ সপোন ফলিয়ায়। ফুটবল, ক্রিকেট, হকি, কাবাদি আদি খেলৰ বাহিৰেও ভলীবল, বাস্কেটবল, হেণ্ডবল, টেনিছ, সাঁতোৰ, জিমনাছিয়াম, ইণ্ডোৰ ষ্টেডিয়ামত বেড্‌মিণ্টন, টেবুল টেনিছ, কুংফু আৰু ৰাইফল শ্বুটিং আদি প্রায় আটাইবোৰ খেল খেলিব পৰা এক অনবদ্য ষ্টেডিয়ামলৈ ই পৰিণত হৈছে। ইয়াৰ লগত খেলুৱৈ দল ৰখা আৰু খোৱাৰ সুব্যৱস্থাৰ অতিথিশালা আৰু বৈষ্টুৰাঁও হৈছে।

বৰুৱাদেৱৰ মৃত্যুৰ পিছত আমাৰ কমিটীয়ে সাঁতোৰ পুখুৰীটো (Pool) নির্মাণৰ বাবে আছাম ফাইনেন্সিয়েল কৰ্প'ৰেশ্যনৰ ধাৰ মাৰিব নোৱাৰাত আৰু আনকি মাহিলী সুদৰখিনিকে দিব নোৱাৰাত কমিটীয়ে চৰকাৰক এই বিৰাট সম্পত্তিটো বিনা পইচাতে দি দিয়ে। চৰকাৰৰ তেতিয়াৰ মুখ্য সচিব ৰাণা কে ডি এন সিং ডাঙৰীয়া নিজে এজন টেনিছ খেলুৱৈ আছিল কাৰণে এই সম্পত্তিটো চৰকাৰৰ হাতলৈ নি ১৯৭৭ চনত গ্রহণ কৰে।

এতিয়া চৰকাৰে নজনীয়া চৰকাৰী সভাৰে স্প'র্টছ ব'ৰ্ড অফ আছাম নামেৰে এটি চৰকাৰী সংস্থা গঠন কৰি নেহৰু ষ্টেডিয়াম আৰু যোৰহাট ষ্টেডিয়াম পৰিচালনা কৰি আছে। চৰকাৰে সাময়িকভাৱে প্রথমে এখন অধিসূচনা জাৰি কৰি ষ্টেডিয়ামটো গ্রহণ কৰে। এতিয়া চৰকাৰেই ইয়াৰ সম্পূর্ণ মালিক।

মই আজীৱন ক্রীড়াৰ লগত নিবিড়ভাৱে জড়িত হৈ থকা ব্যক্তি হিচাপে কওঁ যে এই নেহৰু ষ্টেডিয়ামৰ নাম ইয়াৰ প্রকৃত প্রতিষ্ঠাপক ৰাধাগোবিন্দ বৰুৱাৰ নামত ৰাখিব লাগে। মই বহু সভাত, আলোচনীত এই বিষয়ে কৈছো আৰু লিখিছো। এতিয়া আমাৰ ক্রীড়া সাংবাদিকসকল আৰু বিশেষকৈ ৰাইজক অনুৰোধ জনাওঁ যাতে এই কামটোৰ বাবে সকলোৱে চৰকাৰক হেঁচা দিয়ে। এই ষ্টেডিয়ামটো সম্পূর্ণ কৰাত কমিটীৰ সম্পাদক ৰাজেন চৌধুৰীৰো বহু অৱদান আছে। মোৰ মতে ষ্টেডিয়ামটো ৰাধাগোবিন্দ বৰুৱাৰ নামে ৰাখিব লাগে আৰু ৰাজেন চৌধুৰীৰ নামেৰে কিবা এটা কৰিব লাগে।

### সাংবাদিক সংস্থা

১৯৫০ চন মানত আমি কেইজনমান ক্রীড়া সাংবাদিক আৰু অন্য সাংবাদিকে আলোচনা কৰি গুৱাহাটী সাংবাদিক সংস্থা নামেৰে অসমৰ প্রথম সাংবাদিক সংস্থা গঠন কৰোঁ। প্রদীপ দাসগুপ্তক সভাপতি, নীলকমল দত্ত আৰু নকুল দাসক উপ-সভাপতি, মোক সম্পাদক, মায়াৰাম তামুলীক কোষাধ্যক্ষ হিচাপে লৈ আমাৰ সংস্থা গঠিত হয়। পিছত মোৰ আৰু জ্যোতিষ বৰুৱাৰ চেষ্টাত Assam Working Journalist Association গঠিত হয় ১৯৬৭ মানত। তাৰ পিছতেই গুৱাহাটী স্পি'র্টছ গীল্ড আৰু শেষত আমবাৰীত চৰকাৰৰ ঘৰ-মাটি লৈ স্থাপিত হয় গুৱাহাটী প্রেছ ক্লাব। এই তিনিওটা অনুষ্ঠানৰে মোক আৰু জ্যোতিষ বৰুৱাক ক্রমে প্রতিষ্ঠাপক সভাপতি আৰু সম্পাদকৰূপে নিযুক্তি দিয়া হয়।

১৯৭৭ চনৰ পৰাই ৰাষ্ট্রীয় ভিত্তিত ক্রিকেট, টেবুল টেনিছ আদি প্রতিযোগিতা চলি আহিছে। এই প্রতিযোগিতাৰ মাজেদিয়েই ক্রীড়া সাংবাদিকসকলে বছৰেকত এবাৰ হ'লেও মিলিত হোৱাৰ সুবিধা পায়। কিন্তু অসমত মই আৰু প্রেমধৰ শৰ্মাৰ বাহিৰে তেতিয়া কোনো ক্রীড়া সাংবাদিক নথকাত আমি কোনো প্রতিযোগিতা পাতিব বা সর্বভাৰতীয় ফেডাৰেশ্যনত যোগদান দিয়াৰ সুবিধা নাপালো। কিন্তু সাংবাদিকতাৰ বাটকটীয়া ৰাধা গোবিন্দ বৰুৱাদেৱৰ অনুপ্রেৰণাত সাংবাদিকসকলৰ মাজত প্রথমখন ক্রিকেট খেল খেলোৱা হয় ১৯৫৫ চনৰ ২৪ ডিচেম্বৰ তাৰিখে জজ খেলপথাৰত। প্রীতি খেলখন গুৱাহাটী সাংবাদিক একাদশ আৰু গুৱাহাটী টাউন ক্লাবৰ মাজত অনুষ্ঠিত হৈছিল। এই খেলখনত "ট্রিবিউন"ৰ সাহিত্য প্রকাশৰ পৰিচালক স্বৰ্গীয় শশী শৰ্মাযো অক্লান্ত সহযোগ কৰে।

বৰুৱাদেৱ সাংবাদিক দলৰ অধিনায়ক আৰু প্রফুল্ল হাজৰিকা টাউন ক্লাবৰ অধিনায়ক আছিল। দল দুটা এনেদৰে গঠিত হৈছিল :

**গুৱাহাটী সাংবাদিক দল :** ৰাধাগোবিন্দ বৰুৱা (অধিনায়ক), পুলিন দাস, নৰেশ ৰাজখোৱা (ট্রিবিউন), ভি শঙ্কৰ (পি টি আই), নকুল দাস (নতুন অসমীয়া), জিতেন বৰুৱা আৰু অনিল শৰ্মা (জনমভূমি), নৱকমল ভূঞা (শ্বিলং), প্রদীপ দাসগুপ্ত (হিন্দুস্থান ষ্টেণ্ডাৰ্ড), নীলকমল দত্ত (আঃ বাঃ পত্রিকা), গোবিন্দলাল বৰুৱা (গুৱাহাটী), গোলাপ হাজৰিকা (উঃ কাছাৰ), নিত্য ভূঞা আৰু বিঃ দত্ত (শ্বিলং)।

**গুৱাহাটী টাউন ক্লাব :** প্রফুল্ল হাজৰিকা (অধিনায়ক) অৱনী হাজৰিকা, বাদল ঠাকুৰ, প্রদীপ হাজৰিকা, নীলিময় চৌধুৰী, শশী বৰকটকী, গণেশ দাস, মুকুট শৰ্মা (সকলো ৰঞ্জী খেলুৱৈ), সুৰঞ্জন চক্রৱর্তী, দীনেশ কলিতা, চন্দ্র দাস, নৰেন (নানা) বৰুৱা, উবেদুৰ ৰহমান।

উক্ত প্ৰীতি খেলত টাউন ক্লাবে ৩০ ৰাণত জয়লাভ কৰে।

### ফটো সাংবাদিকতা

খেলৰ সংবাদৰ লগতে সেই খেলখনৰ দৰ্শনীয় মুহূৰ্তৰ যদি এখন ফটো প্ৰকাশ হয় তেন্তে খবৰটো বৰ মনোগ্ৰাহী হয়। ভাগ্যক্ৰমে মোৰ ফটো তোলাৰ সুবিধা এটা আহে ১৯৬২ চনত। ১৯৬১ চনত মোৰ পৰিবাৰ তমাল কুসুম দাসক ভাৰত চৰকাৰে আমেৰিকালৈ তাৰ গাইডসকলক গাইডিং সংক্ৰান্তত শিক্ষা দিবলৈ একমাত্ৰ ভাৰতীয় প্ৰশিক্ষক হিচাপে এবছৰৰ বাবে পঠিয়ায়। ১৯৬২ চনত তেওঁ ওভোতাৰ সময়ত তেওঁৰ সহকৰ্মীসকলে মোক সাংবাদিক বুলি জানি মোলৈ এটা সাংবাদিকৰ বাবে শ্ৰেষ্ঠ "Mamijaflex C-2" কেমেৰা উপহাৰ হিচাপে দি পঠিয়াইছিল।

তেতিয়াৰে পৰাই মই ১৯৮২ চনত অৱসৰ লোৱা দিনলৈ সুদীৰ্ঘ ২০ বছৰ কাল ট্ৰিবিউন গোষ্ঠীৰ হৈ ফটো যোগান ধৰো। তেতিয়া মোৰ খেলৰ খবৰৰ লগতে বিভিন্ন খেলৰ সভা, খেলুৱৈসকলৰ ফটো প্ৰকাশ পোৱাত পঢ়ুৱৈসকল বৰ পুলকিত হয়। মই ট্ৰিবিউন গোষ্ঠীৰ বাহিৰেও কলিকতাৰ "The Statesman" কাগজৰ গুৱাহাটীৰ ফটো সাংবাদিকো আছিলো। মোৰ বহুতো খেলৰ ফটো তাত প্ৰকাশ পায় আৰু তাকে দেখি আমাৰ খেলুৱৈসকল বৰ অনুপ্ৰাণিত হয়। গুৱাহাটীৰ বৰদলৈ ট্ৰফীৰ কেইবাখনো ফটো তাত প্ৰকাশ পায়। এতিয়াতো প্ৰায় প্ৰত্যেকখন দৈনিকৰ বাবে এজন ফটো সাংবাদিক আছেই।

### খেলুৱৈৰ প্ৰতিভা প্ৰকাশ

মই ক্ৰীডা সাংবাদিকতা কাৰো পৰা শিকা নাছিলোঁ। খেলৰ অনুৰাগী হিচাপে ১৯৪৬ চনৰ পৰাই খেলৰ খবৰ পঠিয়াই সেইবোৰ প্ৰকাশ পোৱাত অনুপ্ৰাণিত হৈ লাহে লাহে মই খেলৰ সাংবাদিক হৈ পৰো।

মোৰ মুখ্য উদ্দেশ্য আছিল আমাৰ খেলৰ প্ৰকৃত প্ৰচাৰ কৰা আৰু খেলুৱৈসকলক ৰাইজৰ মাজত পৰিচয় কৰি দিয়াটো। কেইজনমান নামজ্বলা খেলুৱৈক ৰাইজৰ মাজত জনপ্ৰিয় কৰাৰ খুব চেষ্টা চলাইছিলো। মই সাংবাদিকতা কৰাৰ আগতেই অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠ ফুটবলাৰ শৰৎ দাস, যোৰহাট আৰু কটন কলেজত সুখ্যাতি লাভ কৰা নাগালেণ্ডৰ টালী মেৰাণ আও লেখত ল'বলগীয়া আছিল। শৰৎ দাস ১৯৪৪ চনত বিখ্যাত দল মোহন বাগানৰ দৰে ক্লাবৰ অধিনায়ক হৈছিল। ১৯৪৭ চনত তেওঁ আঁঠুত গুৰুতৰ আঘাত পাই খেলিব নোৱাৰা হয়। টালীমেৰাণ আওৱে মহাৰাণাৰ হৈ আই এফ এ শ্বিল্ড প্ৰতিযোগিতাত কলিকতাত খেলিবলৈ গৈ অপূৰ্ব খেল প্ৰদৰ্শন কৰি মোহনবাগানত খেলিবৰ সুবিধা পায়। তাতে তেওঁ মেডিকেল কলেজত পঢ়াৰ সুবিধা পায়, এম বি পাছ কৰি ডাক্তৰ হোৱাত মোহন বাগানে তেওঁক বৰ সহায় কৰে। সুন্দৰ চেহেৰা, ইংৰাজী সঙ্গসঙ্গীয়াকৈ ক'ব পৰা বাবে আৰু অতি সুন্দৰ খেলৰ বাবে তেওঁ ১৯৪৮ চনৰ লণ্ডন অলিম্পিকত ভাৰতীয় দলৰ অধিনায়ক হোৱাৰ গৌৰৱৰ অধিকাৰী হয়।

তাৰ পিছতে ভাৰতীয় অলিম্পিক দলৰ নিৰ্বাচন কেম্পলৈ যি ২০ জন খেলুৱৈ গৈছিল তাৰে এজন মনোৰঞ্জন বেনাৰ্জীৰ নামো উল্লেখযোগ্য। তাৰ পিছতে কনক বৰদলৈয়ে বোম্বেৰ ইণ্ডিয়া কালচাৰ লীগত খেলি খুব সুনাম আৰ্জে। টচেন বৰাই ভাৰতীয় প্ৰি-অলিম্পিকৰ বাবে ১৯৭১ চনত ৰেঙ্গুনলৈ নিৰ্বাচিত হয়। মোৰ সক্ৰিয় দিনত সৰ্বশ্ৰেষ্ঠ ফুটবল আৰু ক্ৰিকেট খেলুৱৈ পিলিক চৌধুৰীৰ খেলাৰ মই খুব প্ৰচাৰ কৰিছিলো। বিশিষ্ট সাহিত্যিক আৰু সাংবাদিক চন্দ্ৰপ্ৰসাদ শইকীয়াই ১৯৫৬ চনৰ (১৮৭৭ শক) ৮ম বছৰৰ "ৰামধেনু"ত এই পিলিক চৌধুৰীৰ বিষয়ে বহলাই লিখিছিল। শ্ৰেষ্ঠ ফুটবলাৰ হিচাপে সেই সময়তে অৰুণাচলৰ ইন্দ্ৰজিৎ নামছুম, কানাই বেজবৰুৱা, ৰত্নহাস গোস্বামী, বাদল ঠাকুৰ আদি বহুতো খেলুৱৈক তেওঁলোকৰ সুনাম প্ৰচাৰত "ট্ৰিবিউনে" বৰ সহায় কৰে। ক্ৰিকেটতো তেতিয়া বহু নামজ্বলা খেলুৱৈ ওলাইছিল।

অসমৰ কেইবাজনো ফুটবলাৰে কলিকতাৰ মোহন বাগান, ইষ্ট বেঙ্গল, কালীঘাট ক্লাবসমূহত খেলি সুনাম আৰ্জে। তাৰ ভিতৰত পুতু চৌধুৰী, হেমন্ত গুহ, মণি গাঙ্গুলী, বিনয় বল, নুৰুল আমিন আদিৰ নাম উল্লেখযোগ্য। মোৰ মনত পৰা মতে গুৱাহাটীৰ বাহিৰৰ বিনোদ ব্ৰহ্ম, পদ্ম নেওগ, উমেশ কৰ, হৰকুমাৰ শইকীয়া, সুনীল দাস, তোষেশ্বৰ দত্ত, আমানুল্লা, বগা দাস, লুলা দাস, পবন গোহাঁই, প্ৰসন্ন ৰাজখোৱা, অহিদা বিশ্বাস, ডাঃ শৈলেন দাসগুপ্ত, ছফিকুল হোছেইন, কিৰণ বৰা, প্ৰফুল্ল মেচ, ৰত্নহাস আৰু তেওঁৰ ককায়েক অমূল্যহাস গোস্বামীয়ে বিচক্ষণতাৰে খেল খেলে। প্ৰফুল্ল হাজৰিকাই গোলকীপাৰ হিচাপে এবাৰ ভাৰতীয় নিৰ্বাচন দলৰ হৈ সুনাম আৰ্জে।

### আকাশবাণীৰ অৱদান

অসমত খেলৰ বাতৰি প্ৰচাৰত মই তেতিয়াৰ অল ইণ্ডিয়া ৰেডিঅ', শ্বিলং/গুৱাহাটী আৰু পিছত আকাশবাণীৰ পৰাও যথেষ্ট সহায় পাওঁ। ৰেডিঅ'ৰ প্ৰথম

সঞ্চালিকা মিছ মাছানীক লগ ধৰি মই প্ৰত্যেক মাহে "ক্ৰীড়া পৰ্যালোচনা" নামে এটি শিতানত নিয়মিতভাৱে অসমৰ বিভিন্ন খেলাৰ বাতৰি প্ৰচাৰ কৰোঁ। লাহে লাহে মই অসমৰ বিভিন্ন ক্ৰীড়া সংগঠনৰ লগত নিবিড়ভাৱে সোমাই পৰো আৰু গুৱাহাটীত লোকপ্ৰিয় গোপীনাথ বৰদলৈ সোঁৱৰণী ট্ৰফী ফুটবল প্ৰতিযোগিতা আৰম্ভ কৰাত আগভাগ লৈ এটা ক্ৰীড়াৰ পৰিবেশ গঢ়ি তোলো।

তেতিয়া কলিকতাত হোৱা আই এফ এ শ্বিল্ডৰ ইংৰাজী চলন্ত আৰু ক্ৰিকেটৰ বিৱৰণী শুনি শুনি ময়ো ভাবো যে যদি মই আকাশবাণীৰ সহায়ত এই বৰদলৈ ট্ৰফীৰ অন্ততঃ ফাইনেল খেলৰ চলন্ত বিৱৰণী দিব পাৰো তেতিয়া অসমৰ খেলৰ বাতৰি অধিক প্ৰচাৰ হ'ব। তেতিয়া ৰেডিঅ'ত কাম কৰা উবেইদুল লতিফ বৰুৱা, সত্যপ্ৰসাদ বৰুৱা, অৱনী দাস আৰু ৰোচেনাৰা খাতুনক কথাটো কৈ জোৰ দিয়াত তেওঁলোকে কথাটো তেতিয়াৰ সঞ্চালক দীক্ষিতক ক'বলৈ ক'লে। তেওঁ মোক উৎসাহিত কৰিলে আৰু ময়ো অনুপ্ৰাণিত হ'লো। তেওঁ খেল খুব ভাল পাইছিল আৰু বৰুৱাৰ লগত আলোচনা কৰি মোৰ অডিছন ল'লে। তেওঁলোকে পাঁচজন ক্ৰীডাবিদৰ পৰীক্ষা ল'লে। মই খুব অনুপ্ৰাণিত হৈ এখন কাল্পনিক ফুটবল ফাইনেলৰ চলন্ত বিৱৰণী দিওঁ। দীক্ষিতে বৰ সন্তুষ্ট হৈ মোক ১৯৫৬ চনৰ জজ খেলপথাৰত হোৱা বৰদলৈ ট্ৰফীৰ ফাইনেল খেলখনৰ চলন্ত বিৱৰণী দিয়াৰ দায়িত্ব দিলে।

ময়ো ভাবিলো, এইবাৰ খেলৰ বাতৰি ৰেডিঅ'ৰ মাধ্যমেদি লাখ লাখ শ্ৰোতাই শুনি খেলৰ প্ৰতি অধিক আকৰ্ষিত হ'ব। ফাইনেল খেলৰ দিনা জজ খেলপথাৰৰ পশ্চিমফালে এখন বাঁহৰ চাং পাতি তাৰ ওপৰত উঠি জীৱনৰ প্ৰথম চলন্ত বিৱৰণী দিওঁ। মোৰ লগত ৰেডিঅ'ৰ এজন ইঞ্জিনীয়াৰে এখন সৰু টেবুলত তেওঁৰ মেচিনটো থৈ মোৰ আগত মাইক এটা দিলে। তলত বহি আছে সঞ্চালক দীক্ষিত। মই চাঙত উঠাৰ সময়ত তেওঁ মোক কৰমৰ্দন কৰি কৈছিল, "Mr Das, I am making an experiment. If you fail, I will be doomed" মই তেওঁক হতাশ নহৈ মোৰ ওপৰত বিশ্বাস ৰাখিবলৈ কলোঁ। কিন্তু পেটে পেটে মই বৰ নাৰ্ভাছ হৈছিলো।

দহ মিনিটমানৰ আগতে চাংখনত উঠি যেতিয়া মোৰ সন্মুখত হেজাৰ হেজাৰ দৰ্শকক দখিলো, ময়ো অনুপ্ৰাণিত হ'লোঁ। সমূহ ৰাইজেও মই কেনেকৈ চলন্ত বিৱৰণী দিওঁ খুব উৎকণ্ঠাৰে মোলৈ চোৱা যেন লাগিছিল। মই খেল আৰম্ভ হোৱাৰ লগে লগে সকলো পাহৰি গ'লো— মাথোন মোৰ সন্মুখত খেলুৱৈসকল, ৰেফাৰী, লাইনমেন আৰু খেলৰ গতিৰ লগত বলটোলৈহে মোৰ দৃষ্টি আছিল। লাহে লাহে খুব সহজে প্ৰত্যেকটো বলৰ মুভমেণ্টৰ লগতে প্ৰত্যেক খেলুৱৈৰ নাম কৈ যাওঁ— খেলৰ গতিৰ কথা কৈ কৈ ময়ো অতি উত্তেজিত হৈ খেলখনৰ লগত নিজকে সাঙুৰি লওঁ। তেতিয়া খেলৰ সময় আছিল ২৫+৫+২৫ মিনিট আৰু হাফটাইমৰ পাঁচ মিনিট বিভিন্ন কথা যেনে খেলপথাৰৰ অৱস্থা, চলি থকা বতৰৰ কথা, দৰ্শক কিমানমান হৈছে, খেলুৱৈ, ৰেফাৰী আদিৰ কথা ৰস লগাই কওঁ। শ্ৰোতাই কোনো বিৰক্তি নাপায়। কেনেকৈ মোৰ জীৱনৰ এই গুৰুত্বপূৰ্ণ ৫৫ মিনিট পাৰ হৈ গ'ল ক'বকে নোৱাৰিলোঁ। খেলৰ শেষত পানী এগিলাচ খাই চাঙৰ পৰা নমাৰ লগে লগে সঞ্চালক দীক্ষিতে মোক সাৱটি ধৰি খুব আনন্দেৰে ক'লে, "Oh, Das, you have saved me. My experiment has been successful" তাত থকা মোৰ সহযোগী ক্ৰীড়াবিদ, শুভাকাংক্ষীসকলে মোক প্ৰাণ উজাৰি অভিনন্দন জনালে। মই সুদীৰ্ঘ ২৩ বছৰ কাল এনেদৰে গুৱাহাটীৰ বাহিৰেও শ্বিলং, যোৰহাট, নগাওঁ, নলবাৰী আদিৰ পৰা খেলৰ চলন্ত বিৱৰণী দিওঁ। দূৰদৰ্শন হোৱাত গুৱাহাটীত হোৱা সৰ্বভাৰতীয় টেনিছৰ ধাৰা বিৱৰণীও মই দিছিলো। মোৰ পিছত দীনেশ গোস্বামী, এছ কে আলম, প্ৰেমধৰ শৰ্মা, সুৰেণ ফুকন, দীপু চৌধুৰী, সত্যেন বৰা আদি বহুতে এতিয়া আকাশবাণী আৰু দূৰদৰ্শনত খেলাৰ বিৱৰণী দি আছে।

মোৰ দিনত তিনিখন দৈনিক আছিল আৰু এতিয়া অকল গুৱাহাটীতে এক্কৈশখন অসমীয়া, বঙালী, হিন্দী আৰু ইংৰাজী দৈনিক কাকত আৰু কেবাখনো সাপ্তাহিক প্ৰকাশ পায়। তেতিয়া এজন বা দুজন ক্ৰীড়া সাংবাদিকৰ ঠাইত এতিয়া প্ৰায় ৫০জন ক্ৰীড়া সাংবাদিক আৰু ফটো সাংবাদিক আছে। তেওঁলোকলৈ মোৰ সবিনয় নিবেদন, খেল আৰু খেলুৱৈৰ বিষয়ে বহুল প্ৰচাৰৰ লগতে খেলুৱৈয়ে যাতে প্ৰকৃত স্থান লাভ কৰে তাৰ হকে তেওঁলোকে যেন নিস্বাৰ্থভাৱে বাতৰি প্ৰচাৰত আত্মনিয়োগ কৰে।

[ মোৰ এই ৰচনা সজাই-পৰাই প্ৰস্তুত কৰাত মোৰ বন্ধু আছাম "ট্ৰিবিউন"ৰ প্ৰাক্তন সম্পাদক ৰবীন্দ্ৰনাথ বৰুৱা, "নতুন অসমীয়া" আৰু "ৰামধেনু"ৰ প্ৰাক্তন ছাব-এডিটৰ বন্ধুবৰ মুৰলীধৰ চৌধুৰী, "দৈনিক অসম"ৰ বাৰ্তা সম্পাদক তথা ক্ৰীড়া বিভাগৰ মুৰব্বী আৰু বিশিষ্ট ক্ৰীড়া সাংবাদিক প্ৰেমধৰ শৰ্মা আৰু ভ্ৰাতৃসম নীলিময় চৌধুৰীৰ পৰা খেলৰ বহু পুৰণি কথা সংগ্ৰহ কৰিছোঁ। তেওঁলোক সকলোলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জনালো।]

# বৰ্তমান অসমত বাতৰিকাকতৰ প্ৰকাশন, মুদ্ৰণ, প্ৰচাৰ, বিজ্ঞাপন, কাৰিকৰী আৰু আৰ্থিক দিশ

সূৰ্য্য হাজৰিকা

### উপক্ৰমণিকা

বিশ্বৰ প্ৰতিটো অংশৰে সমাজ জীৱনত সাম্প্ৰতিক কালত অতিশয় তাৎপৰ্যপূৰ্ণ হিচাপে পৰিগণিত হোৱা সংবাদ-পত্ৰৰূপী অনুষ্ঠানটোৱে অসমতো ইয়াৰ ডেৰশ বছৰীয়া প্ৰতিষ্ঠা দিৱস উদযাপনৰ দিশত অগ্ৰসৰ হৈছে : ইয়েই অসমৰ সংবাদ-পত্ৰ জগতৰ এটি সম্যক পৰিচয় ঘোষণা কৰে। কেতিয়া, কেনেকৈ, কাৰ দ্বাৰা গণতন্ত্ৰৰ চতুৰ্থ সৌধৰূপে এতিয়া সৰ্বত্ৰ গৃহীত এই অনুষ্ঠানৰ বীজ প্ৰান্তৱৰ্তী অসম ৰাজ্যত অংকুৰিত হৈছিল, সেই কথা ইতিমধ্যে এক ইতিহাসত পৰিণত হৈছে। সম্প্ৰতি অসমীয়া বাৰ্তৰিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তীৰ প্ৰাক্‌মুহূৰ্তত কাকত প্ৰকাশৰ লগত জড়িত বিভিন্ন দিশৰ বিস্তাৰিত আলোচনা কৰিবৰ সুন্দৰ সুযোগ উপস্থিত হৈছে। অসমৰ সংবাদ-পত্ৰসমূহৰ পূৰ্ণাংগ ইতিহাস এই পৰ্যন্ত প্ৰণয়ন হোৱা নাই যদিও ১৮৪৬ খ্ৰীষ্টাব্দত 'অৰুনোদই'ৰ প্ৰকাশৰ লগে লগে সূত্ৰপাত ঘটা অসমীয়া সংবাদ জগতৰ ইতিহাসৰ অনেক তথ্য ইতিমধ্যে বিভিন্ন ৰূপত লিপিবদ্ধ হৈছে। বিক্ষিপ্ত ৰূপত থকা এই তথ্যসমূহ অনুসন্ধিৎসুজনৰ মনত অসমৰ সংবাদ-পত্ৰৰ ইতিহাসৰ ৰূপৰেখা এটি অংকন কৰিবৰ বাবে একেবাৰে অপৰ্যাপ্ত নহয়। অসমৰ সংবাদ সেৱাৰ প্ৰথম এশটা বছৰত জন্ম লভি কোনো এক সময়ত মৃত্যুমুখত পৰা প্ৰতিখন কাকতৰ নামেই সুধী সমাজৰ অৱগত। ইয়াৰ ভিতৰৰে অতি বিশিষ্টৰূপে বিবেচিত হোৱা একাধিক কাকতৰ সংকলন গ্ৰন্থাকাৰে প্ৰকাশিত হৈছে। অসম প্ৰকাশন পৰিষদে 'অৰুনোদই'ৰ এটি যুগৰ সংখ্যাসমূহ এখনি গ্ৰন্থত সন্নিৱিষ্ট কৰিছে। অসমৰ এই প্ৰথম কাকতখনৰ পৰৱৰ্তী সংখ্যাসমূহো প্ৰকাশযোগ্য অৱস্থাত আছে। তদুপৰি অসম সাহিত্য সভাই 'অৰুনোদইৰ ধলফাট' আৰু 'বাতৰিৰ বিভূতি'ৰ দৰে আলোচনামূলক গ্ৰন্থ প্ৰকাশ কৰিছে। উল্লিখিত গ্ৰন্থসমূহত অসমৰ একোখন বিশিষ্ট সংবাদ-পত্ৰৰ বিভিন্ন দিশ চৰ্চিত হৈছে। কিন্তু অসমৰ সংবাদ-পত্ৰসমূহৰ ধাৰাবাহিক ইতিহাস সম্বলিত একক গ্ৰন্থ এতিয়াও প্ৰকাশ হ'বলৈ বাকী। শেহতীয়াকৈ প্ৰকাশিত 'দৈনিক অসমৰ জলঙাইদি অসমৰ বাতৰি কাকত' নামৰ সংকলিত গ্ৰন্থখনিত অসমৰ বাতৰিকাকতৰ কিছুমান সামূহিক বিষয়ত কেবাগৰাকীও সুধী ব্যক্তিয়ে আলোকপাত কৰিছে। 'দৈনিক অসম' কাকতৰ ৰূপালী জয়ন্তী উদ্‌যাপনৰ সৈতে সামঞ্জস্য ৰাখি এই গ্ৰন্থখনি সংকলন কৰা হেতুকে ইয়াত কিছু সীমাবদ্ধতা নোহোৱা নহয়। উক্ত গ্ৰন্থত অন্তৰ্ভুক্ত বিষয়সমূহৰ বিস্তৃত আলোচনা এই গ্ৰন্থৰো পৃষ্ঠান্তৰত পাঠকসকলে পাব। সেয়ে অসমৰ সংবাদ জগতৰ ইতিহাসৰ প্ৰসিদ্ধ ঘটনাৱলীৰ বহল বৰ্ণনা কৰা এই নিবন্ধৰ উদ্দেশ্য নহয়। অৱশ্যে প্ৰসংগ সংগতি ৰক্ষাৰ স্বাৰ্থত কিছুমান বিষয় সম্পূৰ্ণভাৱে পৰিহাৰ কৰি চলাটোও সম্ভৱপৰ নহ'ব। এই লিখক অসমৰ অন্যতম বাতৰি কাকত প্ৰতিষ্ঠান 'নতুন দৈনিক' গোষ্ঠীৰ জন্মদাতা।

প্ৰতিষ্ঠাতা হোৱা হেতুকে 'নতুন দৈনিক'ৰ জলঙাইদি অসমৰ বাতৰি কাকতবিলাকক পৰ্যবেক্ষণ কৰাৰ বিকল্প নাথাকিল। সাম্প্ৰতিক কালৰ অসমৰ বিভিন্ন কাকতবোৰৰ যিবিলাক চৰিত্ৰ অথবা সমস্যাৰ সামূহিক গুৰুত্ব আছে, তেনেবোৰ বিষয়তে এই নিবন্ধৰ পৰিসৰ সীমিত থাকিব।

ক্ষেত্ৰ বিশেষে উদাহৰণ দাঙি ধৰাৰ আৱশ্যক হ'লেহে বিশেৰ একোখন কাকত অথবা একোটা প্ৰতিষ্ঠানৰ নাম উল্লেখ কৰা হ'ব। সকলো কাকতৰ উমৈহতীয়া বিষয়সমূহ বৰ্ণনা কৰোঁতে 'নতুন দৈনিক' গোষ্ঠীৰ কাকতকেইখনৰ

প্ৰকাশ আৰু পৰিচালনাৰ অভিজ্ঞতাই এই লিখকক নিঃসন্দেহে প্ৰভাৱিত কৰিব আৰু সমলো যোগাব। সেয়ে অসমৰ সংবাদ-পত্ৰসমূহৰ যিটো অধ্যায় আজিও অতীত হৈ যোৱা নাই, অৰ্থাৎ অসমৰ সংবাদ-পত্ৰৰ সাম্প্ৰতিক যুগ বুলিলে নিৰ্দিষ্ট সময়সীমাৰে নবন্ধা সত্ত্বেও যিটো যুগৰ কথা মনলৈ আহে, সিহে এই লিখাৰ প্ৰধান বিষয়বস্তু হ'ব। অসমৰ সংবাদ জগতৰ যিটো যুগ ইতিমধ্যে ইতিহাসত পৰিণত হৈছে, সেই যুগৰ তথ্যৰাজিৰ চৰ্বিতচৰ্বণ কৰা এই নিবন্ধৰ উদ্দেশ্য নহয়। অসমৰ সংবাদ পত্ৰৰ ডেৰশ বছৰীয়া ইতিহাসৰ তৃতীয় অৰ্থাৎ চলিত অৰ্ধশতকটোৰ আলোচনা পূৰ্ববৰ্তীকালৰ আলোচনাতকৈ সহজ হ'ব পাৰে তথ্যৰ প্ৰাপ্যতাৰ বিবেচনাৰে। এই কালছোৱাত প্ৰকাশিত প্ৰায়বিলাক কাকতৰে সংখ্যাসমূহ সংৰক্ষিত হৈছে। কিন্তু বৰ্তমান যুগৰ সংবাদ জগতৰ পৰিসৰৰ বিস্তৃতিৰ বিবেচনাৰে অসমৰ বাতৰিকাকতবিলাকৰ প্ৰকাশন, মুদ্ৰণ, প্ৰচাৰ, বিজ্ঞাপন আৰু বিত্তীয় দিশৰ সম্পূৰ্ণ আলেখ্য প্ৰস্তুত কৰাটো এক শ্ৰমসাধ্য কাৰ্য হ'ব। একোখন আধুনিক বাতৰিকাকতৰ প্ৰকাশনৰ লগত জড়িত আৰু অনেক সূক্ষ্ম দিশ আছে, যিবোৰৰ বিশ্লেষণ এই গ্ৰন্থৰে স্থানান্তৰত যোগাজনে দাঙি ধৰিছে।

### প্ৰকাশন

কোনো বিষয়ৰ পাণ্ডুলিপি এটিক ছপাৰ জৰিয়তে অনেক গুণে বৃদ্ধি কৰি শত-সহস্ৰজনৰ সমুখত উলিয়াই দিয়াৰ কাৰ্যৰ নামেই প্ৰকাশন। প্ৰথম দৃষ্টিত প্ৰকাশন আৰু মুদ্ৰণ সমাৰ্থক যেন বোধ হ'লেও প্ৰকাশনৰ অৰ্থ মুদ্ৰণতকৈ ব্যাপকতৰ। প্ৰকৃততে কোনো এক লিখা ছপোৱাৰ আগৰ আৰু পিছৰ কামখিনি সমাধা কৰিবলৈ যি প্ৰস্তুতিৰ আৱশ্যক সেই আটাইখিনিকে প্ৰকাশন শব্দৰে সামৰিব পাৰি। এই বিবেচনাৰে ছপাশালৰ পৰিচালনা অথবা ব্যৱস্থাপনাৰ পৰ্যায়টোও প্ৰকাশনৰ অন্তৰ্গত। সেই বুলি ব্যৱস্থাপনাও প্ৰকাশনৰ নামান্তৰ নহয়। ইও প্ৰকাশন প্ৰক্ৰিয়াৰ অংশ বিশেষহে। এইখিনিতে মন কৰিবলগীয়া কথা এয়ে যে কিতাপ বা অন্যান্য ছপা কাকত আৰু বাতৰিকাকতৰ প্ৰকাশনৰ মাজত বিশেষ পাৰ্থক্য আছে। বাতৰিকাকত প্ৰকাশন এটি ধাৰাবাহিক প্ৰক্ৰিয়া। এখন কাকতৰ জীৱন কালত এই প্ৰক্ৰিয়াৰ বিৰতি নাই। সাধাৰণতে একোটা বাতৰিকাকত প্ৰতিষ্ঠানৰ নিজস্ব ছপাশাল থকাটো অপৰিহাৰ্য। কোনো কোনো সাপ্তাহিক কাকত এই ক্ষেত্ৰত ব্যতিক্ৰম হ'লেও প্ৰতিখন দৈনিক কাকতৰ ছপাৰ বাবে একোটা সুবৃহৎ মুদ্ৰণ যন্ত্ৰ আৰু ইয়াৰ আনুষংগিক সা-সৰঞ্জাম আছুতীয়াকৈ লাগিবই। সেয়ে একোখন দৈনিক বাতৰিকাকত প্ৰকাশ কৰিবলৈ আগ বঢ়া প্ৰতিষ্ঠানৰ প্ৰথম কৰ্তব্য হ'ল এটা সুবিধাজনক মুদ্ৰণালয় প্ৰতিষ্ঠা কৰা। এই উদ্দেশ্যত অগ্ৰসৰ হ'বলৈ প্ৰথম পৰ্যায়তে সূক্ষ্ম পৰিকল্পনা, পৰ্যাপ্ত মূলধন আৰু ব্যৱসায়িক সংগঠন অত্যাৱশ্যকীয়।

একোখন বাতৰিকাকতৰ প্ৰকাশন ব্যৱস্থাৰ পৰা ইয়াৰ ব্যৱসায়িক দিশটো বিচ্ছিন্ন কৰি বিশ্লেষণ কৰিব পৰা নাযায়। এখন প্ৰস্তাৱিত বাতৰিকাকত ব্যৱসায়িকভাৱে সফল হ'ব নে নহয়, সেই বিষয়ৰ এক সুস্থ অনুমান প্ৰকাশকৰ দায়িত্ব ল'বলৈ আগ বঢ়া ব্যক্তি বা প্ৰতিষ্ঠানে আঁচনিৰ আদ্য স্তৰতে কৰি ল'ব পাৰিব লাগিব। ইয়াৰ কাৰণে অন্যান্য পণ্যদ্ৰব্যৰ নিচিনাকৈ একোখন বাতৰিকাকতৰো বিপণন পৰিস্থিতিৰ সম্যক অধ্যয়ন (Market Study) সম্পন্ন কৰাটো প্ৰয়োজনীয়। তদুপৰি বিপুল অৰ্থ বিনিয়োগ কৰিবলগীয়া এই প্ৰকাশন উদ্যোগৰ সাফল্যৰ বাবে বিত্তীয় বিষয়ৰ বিশেষজ্ঞৰ পৰামৰ্শ গ্ৰহণ কৰাটো অতিশয় গুৰুত্বপূৰ্ণ। এনে অভিজ্ঞ ব্যক্তিৰ দ্বাৰাই একোটা সংবাদ-পত্ৰৰ প্ৰকাশন প্ৰতিষ্ঠানৰ প্ৰকল্প প্ৰতিবেদন প্ৰস্তুত কৰোৱা হয়। বিত্তীয় প্ৰতিষ্ঠানৰ পৰা প্ৰকল্প স্থাপনৰ বাবে আৱশ্যকীয় ঋণ লাভৰ নিমিত্তেও এনে প্ৰতিবেদন অপৰিহাৰ্য। এখন দৈনিক কাকতৰ প্ৰকাশ আৰম্ভ কৰিবলৈ প্ৰয়োজনীয় অৰ্থৰ ব্যৱস্থা কিদৰে কৰা হয়, সেই বিষয়ে যথা স্থানত আলোচনা কৰা হ'ব।

বৰ্তমান অসমৰ সংবাদ-পত্ৰসমূহৰ প্ৰকাশক প্ৰতিষ্ঠানসমূহলৈ মন কৰিলে দেখা যায় যে আপেক্ষিকভাৱে পুৰণা মুদ্ৰণালয়সমূহে দৈনিক কাকত প্ৰকাশ কৰিবৰ সামৰ্থ্য ক্ৰমাগত প্ৰক্ৰিয়াৰেহে আয়ত্ত কৰিছিল। প্ৰথম অৱস্থাত এই শ্ৰেণীৰ অন্তৰ্ভুক্ত মুদ্ৰণ প্ৰতিষ্ঠানসমূহে অন্যান্য ছপা কামৰ ব্যৱসায় কৰি নিজে নিজ সম্পদ বৃদ্ধি কৰিছিল। এটা সময়ত পৰ্যাপ্তভাৱে সমৃদ্ধ হোৱাৰ পিছতহে এইবোৰ প্ৰতিষ্ঠানে দৈনিক কাকত প্ৰকাশৰ উদ্যম হাতত লৈছিল। বৰ্তমান অসমৰ দুটি প্ৰাচীন মুদ্ৰণ প্ৰতিষ্ঠান গুৱাহাটীৰ শ্ৰীগুৰু প্ৰেছ আৰু যোৰহাটৰ জনমভূমি প্ৰেছ ইয়াৰ উদাহৰণ। জনমভূমি গোষ্ঠীয়ে ইয়াৰ ছপাশাল প্ৰতিষ্ঠাৰ প্ৰায় তিনি দশকৰ পিছতহে 'দৈনিক জনমভূমি' কাকত প্ৰকাশ কৰিবলৈ আগ বাঢ়িছিল। এইদৰে মুদ্ৰণ উদ্যোগৰ বিস্তৃত অভিজ্ঞতা সঞ্চয় কৰি পোনতে সাপ্তাহিক কাকতৰ জন্ম দি পৰৱৰ্তী কালত দৈনিক কাকত প্ৰকাশ কৰাৰ একাধিক উদাহৰণ অসমত থাকিলেও সম্পূৰ্ণ পৃথক ক্ষেত্ৰৰ পৰা সংবাদ-পত্ৰৰ জগতত প্ৰবেশ কৰি এই উদ্যোগলৈ স্মৰণীয় অৱদান

যোগোৱা ব্যক্তিও নিচেই তাকৰীয়া নহয়। চতুৰ্থ দশকতে 'দৈনিক বাতৰি' কাকত প্ৰকাশ কৰা শিৱপ্ৰসাদ বৰুৱা আছিল এগৰাকী প্ৰসিদ্ধ চাহ-খেতিয়ক। অসমৰ সংবাদ জগতৰ প্ৰবাদপুৰুষ ৰাধাগোবিন্দ বৰুৱাই বীমাৰ ব্যৱসায়ৰ পৰা আহি এই উদ্যোগত প্ৰবেশ কৰিছিল। সমকালীন অসমৰ দুটি বিশিষ্ট বাতৰিকাকত প্ৰতিষ্ঠান ছেণ্টিনেল গোষ্ঠী আৰু জি এল্ পাব্লিকেশ্বনছৰ স্বত্বাধিকাৰসকল এই উদ্যোগৰ লগত ইতিপূৰ্বে কোনো প্ৰকাৰে জড়িত নাছিল। অৱশ্যে শ্ৰীগুৰু প্ৰেছ আৰু চন্দ্ৰকান্ত প্ৰেছৰ স্বত্বাধিকাৰবৰ্গ পূৰ্বৰে পৰা গ্ৰন্থ প্ৰকাশনৰ সৈতে ঘনিষ্ঠভাৱে জড়িত। অসমৰ দুটি সংবাদ-পত্ৰ প্ৰতিষ্ঠান ৰাজশ্ৰী পাব্লিকেশ্বনছ্ প্ৰাইভেট লিমিটেড আৰু সাদিন প্ৰতিষ্ঠানে গোনে গোনে দৈনিক কাকত প্ৰকাশ কৰিবলৈকে আত্মপ্ৰকাশ কৰিছে। বৰ্তমান অসমৰ অধিকসংখ্যক দৈনিক কাকত প্ৰকাশ কৰি থকা প্ৰতিষ্ঠানসমূহৰ বৃদ্ধিৰ হাৰলৈ লক্ষ্য কৰিলে দেখা যায় যে একোটা প্ৰতিষ্ঠানৰ বিকাশ মন্থৰ গতিত হৈছে আৰু আন একোটা প্ৰতিষ্ঠানে অতি তাকৰীয়া সময়ৰ ভিতৰতে চাৰিখন পৰ্যন্ত বিভিন্ন ভাষাৰ দৈনিক কাকত প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে। অৱশ্যে কাকতৰ সংখ্যাই একোটা প্ৰতিষ্ঠানৰ বৃদ্ধিৰ একমাত্ৰ মাপকাঠী নহয়।

সাম্প্ৰতিক অসমৰ অন্যতম প্ৰসিদ্ধ ট্ৰিবিউন গোষ্ঠীয়ে ইযাৰ শেযৰখন কাকত 'দৈনিক অসম'ৰ ৰূপালী জয়ন্তী উদ্‌যাপন কৰাৰ পিছতো আন এখন কাকতৰ প্ৰকাশৰ বিষয়ে চিন্তা কৰা নাই। আনহাতে আপেক্ষিকভাৱে নবীন কোনো কোনো গোষ্ঠীয়ে পাঠক সমাজৰ চাহিদা বুজি প্ৰকাশন বিভিন্ন ভাষালৈ সম্প্ৰসাৰিত কৰিছে। এই ক্ষেত্ৰত প্ৰতিটো প্ৰতিষ্ঠানৰ দৃষ্টিভংগীত পাৰ্থক্য থকাটো অস্বাভাৱিক নহয়। 'জনমভূমি' গোষ্ঠীৰ স্থিৰ বৃদ্ধিৰ হাৰ মন কৰিবলগীয়া। এই প্ৰতিষ্ঠানৰ প্ৰথম কাকত সাপ্তাহিক 'জনমভূমি'য়ে দুটা দশক অতিক্ৰম কৰাৰ পিছতহে ইযাৰ প্ৰকাশক পক্ষই 'দৈনিক জনমভূমি' প্ৰকাশৰ উদ্যোগ হাতত লয়। আৰু 'দৈনিক জনমভূমি'ৰ কুৰি বছৰ অতিবাহিত হোৱাৰ পিছতহে এই গোষ্ঠীয়ে ইংৰাজী দৈনিক 'দ্য ইষ্টাৰ্ণ ক্ৰেবিয়ন' প্ৰকাশ কৰিছে। অসমৰ আন এটি বিশিষ্ট বাতৰিকাকত প্ৰতিষ্ঠান অগ্ৰদূত গোষ্ঠীয়ে অৰ্ধ-সাপ্তাহিকখনৰ ৰূপালী জয়ন্তী পালন কৰাৰ পিছত 'দৈনিক অগ্ৰদূত' নামেৰে এখন দৈনিক কাকত প্ৰকাশ কৰিছে। ট্ৰিবিউন গোষ্ঠীৰ ব্যৱস্থাপকসকলে কাকতৰ সংখ্যা বৃদ্ধি কৰাতকৈ বৰ্তমানৰ কেইখনকে দীৰ্ঘজীৱী আৰু স্বাস্থ্যৱান কৰি ৰখাত অধিক গুৰুত্ব দিয়া পৰিলক্ষিত হৈছে। অৱশ্যে ট্ৰিবিউন গোষ্ঠীয়ে 'গৰীয়সী' নামেৰে এখন মাহেকীয়া আলোচনী প্ৰকাশ কৰিছে।

সামগ্ৰিকভাৱে আশীৰ দশকটো আছিল অসমত বাতৰিকাকতৰ বাবে বৃদ্ধিৰ যুগ। এটা সময়ত অসমত এনে অৱস্থা আছিল যে অসমীয়া ভাষাৰ একমাত্ৰ দৈনিক কাকতখন থকাৰ সময়তে দ্বিতীয়খন দৈনিক প্ৰকাশৰ পৰিকল্পনা কৰোতে প্ৰয়াত ৰাধাগোবিন্দ বৰুৱা তেখেতৰ উদ্দেশ্য সম্বন্ধে বিভিন্নজনৰ প্ৰশ্নৰ সন্মুখীন হৈছিল। এইখন অসমতে আজি এখন সান্ধ্য দৈনিককে ধৰি আঠখন অসমীয়া দৈনিক স্বচ্ছন্দে প্ৰকাশিত হৈছে। অদূৰ ভৱিষ্যতে এই সংখ্যা অধিক বঢ়াৰো সম্ভাৱনা আছে। অসমীয়া দৈনিকৰ এই বৰ্দ্ধিত সংখ্যাই যে ৰাজ্যৰ পঢ়ুৱৈ সমাজক ভিন ভিন স্বাদৰ সন্ধেদ দিছে, সেই বিষয়ত সন্দেহৰ থল নাই। কাকতৰ সংখ্যা বৃদ্ধিৰ লগে লগে প্ৰকাশক গোষ্ঠীসমূহৰ মাজত শ্ৰেষ্ঠত্বৰ প্ৰতিযোগিতাও স্বাভাৱিকতে আৰম্ভ হৈছে। পঢ়ুৱৈ সমাজে নিজ নিজ ৰুচি অনুযায়ী এক বা একাধিক কাকতৰ পৃষ্ঠপোষকতা কৰিছে। এইদৰে অসমৰ সংবাদ-পত্ৰৰ জগতত উদ্ভৱ হোৱা সুস্থ প্ৰতিযোগিতাই এই উদ্যোগটোৰ বাবে এক উজ্জ্বল ভৱিষ্যতৰ ইংগিত দিছে। পাঠকৰ মন জয় কৰিবলৈ গৈ প্ৰতিখন কাকতে কম-বেছি পৰিমাণে উদ্ভাৱনী শক্তিৰ পৰিচয় দিয়া দেখা গৈছে। প্ৰতিখন কাকততে নতুন নতুন শিতান যোগ হৈ গৈ আছে। অসমৰ বাতৰিকাকতৰ ডেৰশ বছৰীয়া ইতিহাসত এই প্ৰাণ-চাঞ্চল্য অভূতপূৰ্ব।

বৰ্তমানৰ এই প্ৰতিযোগিতা কেৱল অসমীয়া আৰু অসমৰ কাকতকেইখনৰ ভিতৰতে সীমিত থকা বুলি ভাবিলে ভুল হ'ব। সম্প্ৰতি অসমৰ পৰা প্ৰকাশিত ইংৰাজী কাকতবোৰে সৰ্বভাৰতীয় অথবা মেট্ৰ'পলিটান্ দৈনিক কাকতৰ বজাৰ বহু পৰিমাণে দখল কৰি লোৱাটো পৰিসংখ্যাই প্ৰতীয়মান কৰিছে। অসমৰ পৰা প্ৰকাশিত কেউখন ইংৰাজী দৈনিকৰ প্ৰচালন (Circulation) সংখ্যাৰ মাজত যথেষ্ট ব্যৱধান থাকিলেও ইতিমধ্যে প্ৰতিষ্ঠা লাভ কৰা কেইখনৰ বৃদ্ধিৰ হাৰ আশাব্যঞ্জক। এটা সময়ত অসমৰ পাঠক সমাজৰ বাবে দিল্লী বা কলিকতাৰ পৰা প্ৰকাশিত ইংৰাজী দৈনিককেইখনৰ প্ৰতিদ্বন্দ্বীৰ ৰূপত অসমৰ কাকতে থিয় দিয়াটো অভাৱনীয় আছিল। কিন্তু বৰ্তমান সেই দিন উকলি গৈছে। ৰাষ্ট্ৰীয় পৰ্যায়ৰ ঘটনাৱলী অনুধাৱন কৰা পাঠকে এনে কাকত অধ্যয়ন কৰাৰ উপৰি আঞ্চলিক গুৰুত্ববিশিষ্ট সংবাদৰ বাবে স্থানীয় কাকতৰ ওপৰত নিৰ্ভৰশীল হ'ব লগা হোৱাটো অসমৰ সংবাদ-পত্ৰৰ বিকাশৰ পক্ষে সহায়ক হৈছে। আশীৰ দশকৰ আৰম্ভণিতে অসমক কেন্দ্ৰ কৰি

সমগ্ৰ পূৰ্বোত্তৰ অঞ্চলত এক আঞ্চলিক সচেতনতাই গা কৰি উঠাৰ পিছৰ পৰাই অসম-ভিত্তিক ইংৰাজী দৈনিকসমূহৰ শ্ৰীবৃদ্ধি হোৱাটো অনুমান কৰিব পাৰি। তাৰ লগে লগে উন্নত মুদ্ৰণ প্ৰযুক্তিৰ অসমলৈ আগমন ঘটাৰ বাবে স্থানীয় ইংৰাজী কাকতসমূহৰ বিকাশ প্ৰক্ৰিয়া ত্বৰান্বিত হোৱাটো সম্ভৱপৰ।

অসমৰ পাঠক সমাজৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি আশীৰ দশকতে অসমৰ পৰা হিন্দী দৈনিক কাকতবোৰ প্ৰকাশ আৰম্ভ হ'ল। তদুপৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা বাংলা দৈনিক দুখনো সম্প্ৰতি প্ৰকাশ হৈ আছে। অসমীয়া আৰু ইংৰাজীৰ উপৰি হিন্দী, বাংলা, খাছী আদি ভাষাৰ কাকত অসমৰ পৰা প্ৰকাশিত হোৱাটোৱে অসমৰ সংবাদ জগতত নিঃসন্দেহে এক নতুন মাত্ৰা সংযোজিত কৰিলে। অৱশ্যে বৰাক উপত্যকাৰ পৰা ক্ষুদ্ৰ কলেৱৰৰ অনেক বাংলা কাকত বহুদিনৰ পৰাই প্ৰকাশিত হৈ আহিছে, যদিও এই কাকতবিলাকৰ প্ৰচালনৰ পৰিসৰ তুলনামূলকভাৱে সীমিত। শেহতীয়া পৰিসংখ্যা মতে অসমৰ পৰা সৰ্বমুঠ ৯৩ খন সৰু-বৰ বাতৰিকাকত প্ৰকাশিত হয়। বিভিন্ন প্ৰকাশ কালৰ এই বাতৰিকাকতসমূহৰ লগত বিভিন্ন বিষয়ৰ আলোচনীৰ সংখ্যা যোগ দিলে এক বৃহত্তৰ অংক পোৱা যাব। এই বৃহৎ সংখ্যক কাকত-আলোচনীৰ সমাবেশে বৰ্তমান অসমৰ সংবাদ জগতক সুশোভিত কৰি তুলিছে যদিও আধুনিক বিশ্বৰ অনেক বিষয় অসমৰ কাকতে এতিয়াও সামৰি ল'বলৈ বাকী।

সাম্প্ৰতিক বিশ্বৰ উন্নত অঞ্চলসমূহৰ দৰেই অসমৰ বাতৰিকাকত প্ৰকাশনৰ ব্যৱস্থাটো দিনক দিনে জটিল হৈ আহিছে। কিছুমান লিখা গোটাই আনি সেইবোৰ ছপা কৰি পঢ়ুৱৈ ৰাইজৰ মাজত বিতৰণ কৰাটোতেই বাতৰি-কাকতৰ প্ৰকাশকৰ দায়িত্ব অন্ত নপৰে। সংবাদ-পত্ৰৰ প্ৰকাশনৰ সৈতে আৰু অনেক দিশ সম্প্ৰতি সংলগ্ন হৈছে। একোখন সংবাদ-পত্ৰক ঘোষিত উদ্দেশ্যৰ দিশত আগুৱাই লৈ যোৱাৰ দায়িত্ব বহুলাংশে প্ৰকাশক পক্ষৰ ওপৰতে ন্যস্ত হয়। কাকতৰ প্ৰকাশকসকলে সংবাদদাতাৰ পৰা কাকত বিক্ৰেতাসকললৈকে সংশ্লিষ্ট সকলো পক্ষৰ ভিতৰত সমন্বয় ৰক্ষাকৰ্তাৰ ভূমিকা পালন কৰে। এখন কাকতৰ পৰিকল্পনা চূড়ান্ত হোৱাৰ সময়তে ইয়াৰ নাম স্থিৰ কৰাটো এক গুৰুত্বপূৰ্ণ কথা। সাধাৰণতে সুধীজনৰ লগত পৰামৰ্শ কৰি একাধিক নামৰ তালিকা এখন প্ৰকাশক পক্ষই যুগুত কৰি উলিয়ায়। একোখন কাকতৰ নামটোৰ ওপৰত ইয়াৰ ভৱিষ্যৎ বহু পৰিমাণে নিৰ্ভৰ কৰে। বহু সময়ত নামটোৰ পৰাই পাঠক সমাজে কাকতখনৰ বিষয়ে এটা প্ৰাথমিক ধাৰণা কৰি ল'ব পাৰে। অৱশ্যে এখন কাকতৰ চূড়ান্ত নামকৰণৰ কৰ্তৃত্ব প্ৰকাশকৰ নাথাকে। ভাৰতৰ বাতৰিকাকতবিলাকৰ পঞ্জীয়কৰ কাৰ্যালয়েহে এই বিষয়ত শেষ সিদ্ধান্ত লয়। একে নামৰ দুখন কাকত যাতে দেশৰ কোনো অংশৰ পৰাই প্ৰকাশ পাব নোৱাৰে তাৰ প্ৰতি উক্ত কৰ্তৃপক্ষই চকু ৰাখে। কিন্তু একাধিক নামৰ তালিকাখন যিহেতু প্ৰকাশকৰ দ্বাৰাই প্ৰস্তুত হয়, সেয়ে কাকত একোখনৰ নামৰ মাজত প্ৰকাশক পক্ষৰ দৃষ্টিভংগী প্ৰতিফলিত নোহোৱাকৈ নাথাকে। সাম্প্ৰতিক অসমৰ অসমীয়া কাকতবোৰৰ নামকৰণ প্ৰক্ৰিয়ালৈ মন কৰিলে কেইটামান বৈশিষ্ট্য পৰিলক্ষিত হয়। ট্ৰিবিউন গোষ্ঠীৰ প্ৰতিষ্ঠাতা স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাই তেখেতৰ প্ৰতিখন কাকততে 'অসম' শব্দ জড়িত হৈ থকাটো বিচাৰিছিল (আসাম ট্ৰিবিউন, দৈনিক অসম, অসম বাণী)। আনহাতে অসমৰ পৰা প্ৰকাশিত অধিকাংশ ইংৰাজী দৈনিকৰ সৈতে উত্তৰ-পূব অঞ্চলক সংলগ্ন কৰি ল'ব খোজা প্ৰৱণতা স্পষ্ট (নৰ্থ-ইষ্ট টাইমছ, ইষ্টাৰ্ণ ক্ৰেৰিয়ন, নৰ্থ-ইষ্ট অৱজাৰভাৰ আদি)। ইয়াৰ জৰিয়তে সমগ্ৰ পূৰ্বোত্তৰ অঞ্চলক নিজৰ পৰিসৰৰ অন্তৰ্ভুক্ত কৰাৰ প্ৰয়াস অস্বীকাৰ কৰিব নোৱাৰি। বিশ্ব বা দেশৰ অগ্ৰণী কাকত একোখনৰ নাম এই কাকতবোৰৰ নামৰ লগত জড়িত কৰাটো মন কৰিবলগীয়া (যেনে: ট্ৰিবিউন, টাইমছ, অৱজাৰ্ভাৰ ইত্যাদি)। অসমীয়া কাকত কেবাখনেও 'আজিৰ' বা 'নতুন' শব্দ নামৰ লগত গ্ৰথিত কৰি আধুনিকতাৰ প্ৰতি নিজ নিজ দায়বদ্ধতা প্ৰকাশ কৰা যেন লাগে (যেনে— নতুন দৈনিক, আজিৰ অসম, আজিৰ বাতৰি আজিৰ সময়)। কিছুমান নাম অৱশ্যে স্থান, কালৰ প্ৰভাৱৰ পৰা মুক্ত আৰু এইবোৰৰ তাৎপৰ্য বিশ্বজনীন (যেনে— অগ্ৰদূত, ছেণ্টিনেল, জনমভূমি আদি)। অসমত ইতিমধ্যে ইতিহাস ৰচনা কৰা দুই-এখন কাকতৰ নামৰ কিছু পৰিবৰ্ধন ঘটাই নতুন কাকত একোখনৰ নামকৰণ কৰাৰ পৰম্পৰাও ৰাজ্যখনত আছে (যেনে— 'অসমীয়া' আৰু 'নতুন অসমীয়া')।

কেন্দ্ৰীয় কৰ্তৃপক্ষৰ দ্বাৰা পঞ্জীকৃত হোৱাৰ পৰৱৰ্তী কালৰ বিশেষ গুৰুত্বপূৰ্ণ অধ্যায় হ'ল কাকত একোখনৰ সম্পাদক আৰু সহকাৰী সম্পাদকসকলক নিযুক্তি দিয়াটো। সাধাৰণতে সম্পাদক আৰু সহকাৰী সম্পাদক নিৰ্বাচন কৰাটো কোনো এক সংবাদ-পত্ৰ প্ৰতিষ্ঠানৰ পৰিচালন সঞ্চালক অথবা সঞ্চালকমণ্ডলী অথবা স্বত্বাধিকাৰৰ দৃষ্টিভংগীৰ ওপৰত নিৰ্ভৰশীল। প্ৰতিটো প্ৰতিষ্ঠানেই নিজৰ কাকতখনৰ বাবে এগৰাকী যোগ্য ব্যক্তিক সম্পাদকৰূপে পাবলৈ বাঞ্ছা কৰে। সমাজক

বৌদ্ধিক নেতৃত্ব দিব পৰা, নিকা ভাবমূৰ্তিসম্পন্ন আৰু ভাষা-সাহিত্যত দখল থকা একোগৰাকী লোকেই সম্পাদকৰূপে নিযুক্তি পোৱাটো ইতিমধ্যে এক পৰম্পৰাত পৰিণত হৈছে। অধিক ক্ষেত্ৰতে প্ৰকাশকৰ পছন্দ অনুযায়ী কাকতৰ সম্পাদকক পোনপটীয়াকৈ নিযুক্তি দিয়া হ'লেও কেতিয়াবা সম্পাদক পদৰ বাবে সাক্ষাৎকাৰ গ্ৰহণৰ বিষয়েও শুনা যায়। 'দৈনিক অসম' কাকতৰ প্ৰথমগৰাকী সম্পাদক হিচাপে নিযুক্তি দিয়াৰ পূৰ্বে তিনিজন প্ৰাৰ্থীৰ সাক্ষাৎকাৰ গ্ৰহণ কৰি শ্ৰীযুত কীৰ্তিনাথ হাজৰিকাদেৱক চূড়ান্তভাৱে নিৰ্বাচিত কৰিছিল স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱা ডাঙৰীয়াই। অৱশ্যে কনিষ্ঠ সহকাৰী সম্পাদকসকলক নিৰ্বাচিত কৰিবলৈ প্ৰথানুযায়ী যোগ্যতাৰ পৰীক্ষা লোৱাৰ ব্যৱস্থা বিৰল নহয়। সহকাৰী সম্পাদকসকলক বাছি ল'বলৈ সম্পাদকক সম্পূৰ্ণ কৰ্তৃত্ব দান কৰা হয়। কাকত এখনৰ প্ৰকৃত সাফল্য নিৰ্ভৰ কৰে এই সম্পাদক মণ্ডলীৰ দক্ষতাৰ ওপৰতে। অৱশ্যে সম্পাদকৰ নেতৃত্বত গঠিত এই দল কৰ্মীৰ লগতে আৰু বহুসংখ্যক লোকৰ সহযোগিতাও একোখন কাকতৰ শ্ৰীবৃদ্ধিৰ বাবে অপৰিহাৰ্য। এই লোকসকলৰ ভিতৰত আছে— মুদ্ৰণযন্ত্ৰী, বিজ্ঞাপন সংগ্ৰাহক, প্ৰচালন কৰ্মী আৰু বিক্ৰেতাসকল। এই সকলো শ্ৰেণীৰ লোকৰ সৈতে প্ৰকাশনৰ সম্বন্ধৰ বিষয়ে যথাস্থানত আলোচনা কৰা হৈছে। তাৰ লগে লগে কাকতৰ প্ৰকাশক গোষ্ঠীয়ে এখন কাকতৰ স্বচ্ছন্দ প্ৰকাশ নিশ্চিত কৰিবলৈ আন কিছুমান গুৰুত্বপূৰ্ণ দিশৰ প্ৰতিও দৃষ্টি ৰাখিবলগীয়া হয়।

অসমৰ নগৰে-চহৰে বাস কৰা পাঠক সমাজৰ লগত প্ৰত্যক্ষ সম্বন্ধ ৰক্ষা কৰিবলৈ বিভিন্ন স্থানত প্ৰকাশক গোষ্ঠীয়ে পৰ্যাপ্তসংখ্যক নিজা বাতৰি দিওঁতা নিযুক্ত কৰে। কাকতৰ সম্পাদকৰ পৰামৰ্শক্ৰমে এই বাতৰি দিওঁতাসকলক নিযুক্তি দিয়াৰ প্ৰথা অসমত প্ৰতিষ্ঠিত হৈছে। অসমৰ অসমীয়া কাকতবোৰৰ পঢ়ুৱৈসকলে আঞ্চলিক বা-বাতৰিত বিশেষ গুৰুত্ব আৰোপ কৰাৰ পৰিপ্ৰেক্ষিতত স্থানীয় বাতৰি যোগনিয়াৰসকলৰ দ্বাৰা দক্ষতাপূৰ্ণ বাতৰি সৰবৰাহ অতি প্ৰয়োজনীয়। এনেদৰেই প্ৰতিখন কাকতে একোটা নিজস্ব সংবাদ সেৱা ব্যৱস্থা (নেটৱৰ্ক) গঢ়ি তোলাটো কাকত প্ৰকাশনৰ এক অবিচ্ছেদ্য অংগ হৈ উঠিছে।

একোখন কাকতে নিজস্ব সংবাদ সেৱাৰ জৰিয়তে যিমানেই বেছি অঞ্চল সামৰি ল'ব পাৰে, সিমানেই ইয়াৰ স্বকীয়তা বৃদ্ধি পায়। কিন্তু অসমৰ কাকতবোৰৰ সীমাবদ্ধতাৰ হেতু ৰাষ্ট্ৰীয় পৰ্যায়ৰ কাকতৰ অনুৰূপে দেশ-বিদেশৰ সকলো গুৰুত্বপূৰ্ণ স্থানত কাৰ্যালয় খোলাটো সম্ভৱপৰ হোৱা নাই। তথাপি ৰাজধানী দিল্লী আৰু কলিকতাত প্ৰায় প্ৰতিটো প্ৰকাশন গোষ্ঠীৰ কাৰ্যালয় আছে। নিজা প্ৰতিনিধিৰ জৰিয়তে দেশ-বিদেশৰ সকলো সংবাদ সংগ্ৰহ কৰাটো আঞ্চলিক কাকতবোৰৰ পক্ষে সম্ভৱ নোহোৱাৰ কাৰণেই এইবোৰ কম-বেছি পৰিমাণে বাতৰি প্ৰতিষ্ঠানৰ ওপৰত নিৰ্ভৰশীল হ'বলগীয়া হোৱাটো লক্ষণীয়। দেশৰ অন্যান্য অঞ্চলৰ দৰে অসমৰ কাকতবোৰকো দুটি প্ৰধান সংবাদ প্ৰতিষ্ঠান প্ৰেছ ট্ৰাষ্ট অব ইণ্ডিয়া (পি টি আই) আৰু ইউনাইটেড নিউজ অব ইণ্ডিয়াই (ইউ এন আই) দেশ-বিদেশৰ বাতৰি যোগাই আহিছে। উত্তৰ-পূৰ্বাঞ্চলত ইউ এন আইৰ নেটৱৰ্ক তুলনামূলকভাৱে সুসংগঠিত হোৱাৰ হেতু আঞ্চলিক সংবাদৰ ক্ষেত্ৰত এই প্ৰতিষ্ঠান অধিক জনপ্ৰিয়। আনহাতে ৰাষ্ট্ৰীয় পৰ্যায়ৰ সংবাদৰ বাবে পি টি আইক অধিক নিৰ্ভৰযোগ্য বুলি অসমৰ কাকতসমূহে বিবেচনা কৰি আহিছে।

সাম্প্ৰতিক কালত বাতৰিকাকতৰ প্ৰকাশনৰ লগত আৰু কেতবোৰ আনুষংগিক প্ৰশ্ন জড়িত হৈ পৰিছে। ইয়াৰে কিছুমান বিত্তীয় ব্যৱস্থাপনা সংক্ৰান্ত আৰু আন কিছুমান সাংবাদিকতাৰ নীতি-বিষয়ক। এই উভয় প্ৰকাৰৰ প্ৰশ্নত কাকতৰ প্ৰকাশক পক্ষ কোনো প্ৰকাৰে জড়িত হ'বলৈ বাধ্য। প্ৰেছৰ স্বাধীনতা অৰ্থাৎ নাগৰিকৰ মত-প্ৰকাশৰ স্বাধীনতা বাতৰিকাকতসমূহে নিজস্ব দায়িত্ব পালন কৰি যাবৰ বাবে অপৰিহাৰ্য। এই বিষয়ত চূড়ান্ত সিদ্ধান্ত লোৱাৰ কৰ্তৃত্ব কাকতৰ সম্পাদকৰ ওপৰত ন্যস্ত হোৱা বাঞ্চনীয়, যদিও সময় বিশেষে কোনো কোনো প্ৰকাশক গোষ্ঠীয়ে কাকতৰ সম্পাদকক প্ৰভাৱিত কৰিবলৈ কৰা প্ৰয়াসৰ বিষয়ে শুনা যায়। অৰ্থাৎ এখন কাকতত কি বিষয়ৰ লিখা প্ৰকাশ পাব লাগে আৰু কি বিষয়ৰ লিখা প্ৰকাশ পাব নালাগে, সেই কথা সম্পাদকৰ দ্বাৰা নিৰ্ণীত হোৱাত কাকতৰ প্ৰকাশকে হস্তক্ষেপ কৰিলে সাংবাদিকতাৰ মৌলিক নীতিৰ লংঘন হোৱা বুলি বিবেচনা কৰা হয়। আনহাতে কাকতত প্ৰকাশ পাব নলগীয়া কথা প্ৰকাশিত হ'লে তাৰ দায়ে প্ৰকাশককো স্পৰ্শ নকৰাকৈ নাথাকে। কাকতত প্ৰকাশিত কোনো কথাই ব্যক্তি-বিশেষৰ অধিকাৰ খৰ্ব কৰিলে এই বিষয়ৰ আইনে কাকতৰ সম্পাদকৰ লগতে মুদ্ৰক আৰু প্ৰকাশককো জগৰীয়া কৰে। এই দৃষ্টিকোণৰ পৰা কাকত একোখনৰ প্ৰকাশক পক্ষ ইয়াত প্ৰকাশিত বিষয়সমূহৰ সম্পৰ্কে কি পৰিমাণে অৱগত হোৱা উচিত, সেই সন্দৰ্ভত বিস্তৃত আলোচনা হোৱাৰ থল আছে। কাকত এখনৰ শ্ৰীবৃদ্ধিৰ বাবে ইয়াৰ প্ৰকাশক পক্ষ আৰু সম্পাদনা মণ্ডলীৰ মাজত

যে বিশেষ বুজাপৰাৰ প্ৰয়োজন সেই কথা উল্লেখ নকৰিলে এই আলোচনা আধৰুৱা হৈ ৰ'ব বুলিয়ে এই বিষয়টো উনুকিওৱা হ'ল।

### মুদ্ৰণ

অসমৰ মুদ্ৰণ উদ্যোগৰ ইতিহাস অসমীয়া বাতৰিকাকতৰ ইতিহাসৰ কিছু বছৰ পূৰ্বে আৰম্ভ হৈছিল। কোনটো বছৰত অসমীয়া হৰফেৰে অসমৰ মুদ্ৰণৰ সূচনা হৈছিল, সেই বিষয়ে নিৰ্দিষ্টকৈ কোৱা টান। কিয়নো আদি অৱস্থাত অসমীয়া আৰু বাংলা মুদ্ৰাক্ষৰৰ (Type) একো পাৰ্থক্য নাছিল। তদুপৰি যিসকল খ্ৰীষ্টিয়ান মিছনেৰিৰ উদ্যোগত অসমীয়া ভাষাত মুদ্ৰণ পৰম্পৰাৰ সূচনা হৈছিল, সেই সকলেই বাংলা মুদ্ৰণ উদ্যোগৰো জন্ম দিছিল। বেপ্টিষ্ট মিছনেৰিসকলে অসমলৈ অহাৰ পূৰ্বে বংগৰ শ্ৰীৰামপুৰত পোনতে ছপাশাল বহুৱাইছিল। এই ছপাশালৰ পৰাই বাংলা ভাষাৰ প্ৰথম কাকত 'দিগদৰ্শন' প্ৰকাশিত হৈছিল ১৮১৮ খ্ৰীষ্টাব্দত। শ্ৰীৰামপুৰত মিছনেৰিসকলে ছপাশাল বহুওৱাৰ সময়ত বাংলা হৰফ নাছিল। মিছনেৰিসকলৰ তত্ত্বাৱধানত পঞ্চানন কৰ্মকাৰ নামৰ এজন কাৰিকৰে প্ৰথম বাংলা হৰফ তৈয়াৰ কৰা বুলি কোনো কোনোৱে ক'ব খোজে। অসম অসমীয়া কাকত 'অৰুনোদই'ৰ প্ৰকাশৰ প্ৰাক্কালত যিকেইখন অসমীয়া গ্ৰন্থ মিছনেৰিসকলে প্ৰকাশ কৰিছিল, সেই কেউখন গ্ৰন্থ শ্ৰীৰামপুৰৰ মুদ্ৰণালয়তে মুদ্ৰিত হৈছিল। ইয়াৰ পৰাই সেই যুগৰ অসমীয়া আৰু বাংলা মুদ্ৰণৰ অংগাংগী সম্বন্ধৰ বিষয়ে ধাৰণা কৰিব পাৰি। সেয়ে অসমত মিছনেৰিসকলে ছপাশাল পতাৰ আগৰ সময়ছোৱাৰ ইতিহাসৰ আভাস পাবলৈ হ'লে বাংলা মুদ্ৰণৰ ইতিহাসত এভুমুকি মৰাৰ প্ৰয়োজন আছে।

খ্ৰীষ্টীয় ১৭৭৮ অব্দত হল্‌হেডে ইংৰাজীত লিখা বাংলা ব্যাকৰণখন প্ৰকাশ হোৱাৰ পৰাই বাংলা মুদ্ৰণৰ অধ্যায় আৰম্ভ হোৱা বুলি ধৰা হয়। কিয়নো এই ব্যাকৰণখনৰ বাংলা উদাহৰণসমূহ ছপা হৈছিল উইল্‌কিন্‌ছ নিৰ্মিত বাংলা বিচল হৰফত। অৱশ্যে উইলকিনছৰ পূৰ্বেও ইউৰোপৰ পৰা প্ৰকাশিত একাধিক গ্ৰন্থত সেই যুগৰ বাংলা লিপিৰ কিছু মুদ্ৰিত নিদৰ্শন পোৱা যায় বুলি জনা গৈছে। সি যি নহওক, বৰ্তমান অসমীয়া আৰু বাংলা ছপা হৰফৰ পাৰ্থক্য দেখুওৱা 'ৰ' আৰু 'ৱ'ক কেন্দ্ৰ কৰি সেই যুগত কোনো ধৰণৰ মতবিৰোধ ঘটিবৰ অৱকাশ নাছিল। প্ৰকৃততে একেই মূলৰ পৰাই সমগ্ৰ পূৰ্বাঞ্চলত বৰ্তমানৰ অসমীয়া-বাংলা লিপিৰ উদ্ভৱ হোৱাৰ বাবে এই লিপি দুয়োটি সহোদৰা ভাষাৰ বাবে উমৈহতীয়া হৈ পৰাটো এক ঐতিহাসিক সত্য। বৰ্তমান পেট-কটা 'ৰ' থাকিলেই অসমীয়া লিপি বুলি চিনাক্ত কৰা আৰু ব-ৰ তলত বিন্দু থকা 'ৰ' থাকিলে বাংলা লিপি হিচাপে ঠাৱৰাব খোজাটো বিজ্ঞানসম্মত কথা নহয়। আমোদজনক কথা এয়ে যে মুদ্ৰিত বাংলা হৰফৰ প্ৰথম নিদৰ্শনৰূপে আঙুলিওৱা হলহেডৰ ব্যাকৰণৰ বাংলা উদাহৰণসমূহত দুয়োবিধৰ 'ৰ'ৰ অস্তিত্ব বৰ্তমান। অৱশ্যে এই উদাহৰণবোৰত 'ৱ'ৰ ব্যৱহাৰ দেখা নাযায়। অতীজৰ হাতে-লিখা অসমীয়া লিপিৰ নমুনাত 'ৱ'-ৰ বহুল ব্যৱহাৰৰ প্ৰতি লক্ষ্য ৰাখি ১৮৫৬ চন মানতহে আভিধানিক হেমচন্দ্ৰ বৰুৱাই অসমীয়া ছপা হৰফত 'ৱ' অন্তৰ্ভুক্ত কৰায়। তেতিয়াৰ পৰাই পেট-কটা 'ৰ' আৰু 'ৱ' অসমীয়া মুদ্ৰাক্ষৰৰ পৰিচয়জ্ঞাপক অংগ হৈ পৰিল।

যি ঐতিহাসিক পটভূমিত উনবিংশ শতাব্দীৰ আদি ভাগত বংগ তথা অসমৰ মুদ্ৰণ উদ্যোগৰ বিকাশ সম্ভৱপৰ হৈছিল সেই একেই পটভূমিতে অসমৰ মুদ্ৰণ ইতিহাস বাংলাৰ মুদ্ৰণ ইতিহাসৰ সৈতে সাঙোৰ খাই থাকিল। প্ৰথম অৱস্থাত এই দুয়োখন ৰাজ্যৰ মুদ্ৰণ উদ্যোগ উমৈহতীয়াভাৱে বেপ্টিষ্ট মিছনেৰিসকলৰ ওচৰত ঋণী হ'লেও পৰৱৰ্তী যুগত অসমৰ মুদ্ৰণ উদ্যোগটো বিভিন্ন দিশৰ পৰা কলিকতা-নিৰ্ভৰ হৈ উঠাটো অনস্বীকাৰ্য। অন্যান্য উদ্যোগজাত পণ্যৰ দৰেই ছপাশালৰ যাৱতীয় সামগ্ৰীবোৰৰ বাবেও ৰাজ্যৰ বাহিৰৰ প্ৰতিষ্ঠানসমূহৰ ওপৰত অসমৰ মানুহে আজিও নিৰ্ভৰ কৰাটো এটা অপ্ৰিয় সত্য। অন্যান্য সামগ্ৰীৰ কথা বাদেই, পৰম্পৰাগত ছপাশালৰ বাবে অপৰিহাৰ্য মুদ্ৰাক্ষৰসমূহো কলিকতাৰ প্ৰতিষ্ঠানবোৰেই আৰম্ভণিৰ পৰা যোগান ধৰি আহিছে। এই কাৰণেই মুদ্ৰণ উদ্যোগে বিস্তৃতি লাভ কৰিলেও মুদ্ৰাক্ষৰ উৎপাদন উদ্যোগটো অসমত কোনোকালেই বিকশিত হৈ নুঠিল। কলিকতীয়া টাইপ্ ফাউণ্ড্ৰীবোৰৰ বাবে অসমখন হৈ পৰিল এখন বহল বিপণন-ক্ষেত্ৰ। এই প্ৰতিষ্ঠানবোৰে বাংলা হৰফৰ লগতে মাত্ৰ দুটা আখৰ অতিৰিক্তভাৱে উৎপন্ন কৰি অসমৰ চাহিদা পূৰণ কৰি আহিছে। এই প্ৰকাৰৰ নিৰ্ভৰশীলতাৰ ফলত অসমৰ মুদ্ৰণ-জগত কিছুমান দিশত ক্ষতিগ্ৰস্ত নোহোৱাকৈ থকা নাই। অসমত আজিলৈকে স্বতন্ত্ৰীয়াভাৱে এটাও হৰফ প্ৰস্তুত নোহোৱাটো দুৰ্ভাগ্যজনক। আধুনিক যুগত কলিকতা-ভিত্তিক মুদ্ৰণ উদ্যোগে যিমানবিলাক হৰফ প্ৰস্তুত কৰি সৃজনশীলতাৰ পৰিচয় দিছে, তাৰ জৰিয়তে লিপি শিল্পৰো (Caligraphy) উত্তৰোত্তৰ শ্ৰীবৃদ্ধি হোৱা দেখা হৈছে। একোগৰাকী প্ৰসিদ্ধ ব্যক্তিয়ে বাংলা লিপি শিল্পক স্বকীয় অৱদানেৰে সমৃদ্ধ কৰি গৈছে।

বিশ্ববন্দিত চলচ্চিত্ৰকাৰ প্ৰয়াত সত্যজিৎ ৰায় এনে ধৰণৰ একাধিক হৰফৰ স্ৰষ্টা। অসমৰ মুদ্ৰণ শিল্পীসকলে স্বকীয়ভাৱে এনে হৰফৰ সৃষ্টি কৰাৰ প্ৰয়োজন কাহানিও অনুভৱ নকৰিলে, কিয়নো 'ৰ' আৰু 'ৱ' সংযোগ কৰি কলিকতাৰ প্ৰতিষ্ঠানে প্ৰতিটো আধুনিক বাংলা হৰফ অসমীয়াক উদাৰভাৱে ব্যৱহাৰ কৰিবলৈ দি আহিছে, আনকি পুৰণি সাঁচিপতীয়া লিপিৰ আৰ্হিত কোনো কোনো শিল্পীয়ে মুদ্ৰণৰ 'ব্লক' (Block) তৈয়াৰ কৰোঁতেও বহু সময়ত প্ৰাচীন অসমীয়া লিপিৰ পৰা আঁতৰি যোৱাৰ উদাহৰণ আছে। অদূৰ ভৱিষ্যতে প্ৰাচীন অসমীয়া লিপিৰ গৱেষণালব্ধ জ্ঞানৰ সহায়ত কোনো লিপি-শিল্পীয়ে স্বকীয়ভাৱে আধুনিক অসমীয়া হৰফৰ জন্ম দিলে সেয়া অসমৰ মুদ্ৰণ জগতৰ বাবে গৌৰৱ-স্বৰূপ হ'ব।

মুদ্ৰণ জগতৰ ধৰণী-স্বৰূপ লিপি আৰু মুদ্ৰাক্ষৰৰ কথা বাদ দি প্ৰযুক্তিগত দিশত অসমৰ মুদ্ৰণ উদ্যোগে এক সুদীৰ্ঘ বিৱৰ্তনৰ মাজেৰে আহি বৰ্তমানৰ পৰ্যায়ত উপনীত হৈছেহি। অসমীয়া গ্ৰন্থসমূহৰ দৰেই অসমৰ বাতৰিকাকতবোৰেও এই বিৱৰ্তনৰ সাক্ষ্য বহন কৰে। 'অৰুনোদই'ৰ প্ৰকাশকসকলেই ছবি ছপা কৰিবৰ নিমিত্তে অসমত সৰ্বপ্ৰথম ব্লকৰ ব্যৱহাৰ কৰিছিল। অৱশ্যে এই ব্লকবিলাক অসমীয়া বাঢ়ৈৰ দ্বাৰাই নিৰ্মিত হৈছিল। মুদ্ৰণ-যন্ত্ৰ আদিৰ ক্ষেত্ৰতো অসমে সদায় বাহিৰৰ প্ৰতিষ্ঠানসমূহৰ ওপৰত নিৰ্ভৰ কৰি আহিছে। দেশৰ অন্যান্য অংশত পদ-চালিত মুদ্ৰণ-যন্ত্ৰৰ পৰা শেহতীয়া ছেটেলাইট-অফছেট প্ৰযুক্তি কৌশললৈকে যি বিৱৰ্তন প্ৰক্ৰিয়া অব্যাহত আছে, তাৰ প্ৰতিটো স্তৰৰ নিদৰ্শন অসমৰ মুদ্ৰণ জগতত বিচাৰিলে পোৱা নাযাব। ৰাজহুৱা বিজুলী-যোগান ব্যৱস্থা প্ৰৱৰ্তিত হোৱাৰ আগলৈকে পদ-চালিত মুদ্ৰণ-যন্ত্ৰৰেই মুদ্ৰণালয়সমূহ চলিছিল। তাৰ পিছৰ পৰ্যায়ত বিদ্যুৎ-চালিত মুদ্ৰণ-যন্ত্ৰৰ আগমন ঘটে। এই শ্ৰেণীৰ যন্ত্ৰবোৰৰ আকাৰ বা সঞ্চালন পদ্ধতি ভিন্ন হ'লেও ছপাৰ মৌলিক কৌশলৰ কোনো পাৰ্থক্য নাছিল। কম্প'জিটৰসকলে হাতেৰে জোঁটাই দিয়া আখৰবিলাক এখন ধাতুৰ পাটত বান্ধি ইয়াক ছপা যন্ত্ৰত তুলি দিয়া হৈছিল আৰু নিৰ্দিষ্ট জোখত কটা কাগজ এখিলা এখিলাকৈ যন্ত্ৰত থৈ আখৰৰ ছাপ বহুওৱা হৈছিল। এই শ্ৰেণীৰ ছপা-যন্ত্ৰবোৰক মুদ্ৰণ উদ্যোগত লেটাৰ প্ৰেছ (Letter Press) বুলি জনা যায়। পাশ্চাত্য জগতত লেটাৰ প্ৰেছ প্ৰবৃত্তিৰ সমান্তৰালভাৱে লাইথ'গ্ৰাফী নামৰ আন এক প্ৰযুক্তি উদ্ভাৱিত হৈছিল যদিও অসমলৈ এইবিধ মুদ্ৰণ-কৌশলৰ আগমন বহু পলমকৈ ঘটিছে। লাইথ'গ্ৰাফীৰ অৰ্থ হ'ল শিলৰ ওপৰত লিখা। এলইছ ছিনিফিল্ডাৰে আবিষ্কাৰ কৰি থৈ যোৱা মূল লাইথ'গ্ৰাফী পদ্ধতিত চূণশিলৰ ওপৰত তৈলজাত তৰল পদাৰ্থৰে ছবি আদি হাতেৰে আঁকি ছপা কৰা হৈছিল। ছিনিফিল্ডাৰে উদ্ভাৱন কৰি থৈ যোৱা মূল লাইথ'গ্ৰাফী পদ্ধতিৰ পৰৱৰ্তী কালত বহু গুণে উন্নতি ঘটি বৰ্তমানৰ অফছেট্ লাইথ' পদ্ধতিলৈ ৰূপান্তৰিত হৈছে। সুদূৰ ১৮১৯ চনতে ছিনিফিল্ডাৰে ভেলান বা তৈল-সিক্ত কাপোৰৰ ওপৰত চকমাটি, জিপছাম, প্লাষ্টাৰ অব্ পেৰিছি, খনিজ মম আদি মিহলাই তৈয়াৰ কৰা মিশ্ৰণৰ প্ৰলেপ দি Stone Paper নামৰ লেহুকা পাতত প্লেট প্ৰস্তুত কৰিছিল। বৰ্তমান অফছেট লাইথ' পদ্ধতিত অৱশ্যে বিভিন্ন ধৰণৰ প্লেট ব্যৱহাৰ কৰা হয়। তদুপৰি প্লেটৰ পৰা পোনপটীয়াকৈ ছপা নকৰি ৰবাৰ ব্লেংকেটৰ ওপৰত ছপাব লগা প্লেটৰ প্ৰতিৰূপ তুলি কাগজত ছপা কৰা হয়।

অসমত অফছেট্ লাইথ' পদ্ধতিৰ প্ৰচলন ঘটা দুটা দশকো পূৰ্ণ হোৱা নাই। অৱশ্যে অফছেট্ পদ্ধতিৰ আগমনৰ আগলৈকে লেটাৰ প্ৰেছ পদ্ধতিত সংযোজন ঘটা বহুতো আধুনিক মুদ্ৰণ কৌশল অসমৰ অগ্ৰণী মুদ্ৰণ প্ৰতিষ্ঠানকেইটাই আমদানি কৰিছিল। লেটাৰ প্ৰেছতেই অসমৰ বাতৰিকাকতৰ ইতিহাসৰো প্ৰথম তেৰটা দশক অতিবাহিত হৈছিল যদিও স্বৰাজোত্তৰ অসমৰ একাধিক বাতৰিকাকত প্ৰতিষ্ঠানে হাতেৰে আখৰ কম্প'জ কৰা পদ্ধতিৰ বিকল্প হিচাপে মন'টাইপ, লাইন'টাইপ আদি পদ্ধতি প্ৰয়োগ কৰিছিল। ইয়াৰ লগে লগে হস্তচালিত (hand operated) মুদ্ৰণ-যন্ত্ৰৰ স্থান স্বয়ংক্ৰিয় যন্ত্ৰই অধিকাৰ কৰি লৈছিল। ক্ষিপ্ৰতাৰে বাতৰিকাকত ছপাই উলিয়াবৰ বাবে এই দুয়োবিধ কৌশল অৰ্থাৎ মন'টাইপ, লাইন'টাইপৰ দৰে আখৰ সজোৱা যান্ত্ৰিক কৌশল আৰু প্ৰতিৰূপী প্লেট (duplicate plate) ৰ সহায়ত ছপা কৰা যন্ত্ৰ আচলতে অপৰিহাৰ্য হৈ উঠিছিল। তাহানিৰ 'দৈনিক বাতৰি'ৰ দৰে কাকত হাতেৰে আখৰ সজাই ছপা কৰা হৈছিল যদিও বহু সময়ত টাইপৰ ফৰ্মা পোনে পোনে যন্ত্ৰত তুলি ছপা কৰা সম্ভৱ নহয়। সেয়ে পৰৱৰ্তী কালত সীমিত সময়ৰ ভিতৰত বাতৰিকাকত ছপাই উলিয়াবলৈ ক্ষিপ্ৰ বেগৰ ঘটাৰী মেচিন ব্যৱহাৰ হ'বলে ধৰে। সম্ভৱতঃ ট্ৰিবিউন প্ৰেছেই অসমত এনে ধৰণৰ ৰটাৰী ছপা মেচিন স্থাপন কৰে। এই যন্ত্ৰৰ বাবে চিলিণ্ডাৰত বহুৱাবলৈ অৰ্ধবৃত্তাকাৰ প্লেটৰ প্ৰয়োজন। এনে প্ৰয়োজন পূৰাবলৈ ফৰ্মাৰ পৰা প্ৰতিৰূপী প্লেট তৈয়াৰ কৰা হয়। কণজিৎ মেচিনৰ ভিতৰত মন'টাইপ মেচিন ষাঠিৰ দশকত গুৱাহাটী প্ৰেছ প্ৰাঃ লিমিটেডে ('অসম বাতৰি'ৰ প্ৰকাশক) আৰু যোৰহাটৰ জনমভূমি প্ৰেছে ব্যৱহাৰ

কৰিছিল। আনহাতে 'দৈনিক অসম' লাইন'টাইপ যন্ত্ৰত সজোৱা আখৰেৰে বহু দিনলৈ ছপা হৈছিল।

আশীৰ দশকৰ আৰম্ভণিৰ পৰা অসমৰ বাতৰিকাকত প্ৰকাশক প্ৰতিষ্ঠানসমূহে অফ্‌ছেট পদ্ধতিৰ ব্যৱহাৰ আৰম্ভ কৰে। শ্ৰীগুৰু প্ৰেছে সৰ্বপ্ৰথম ফট'কম্পজিং যন্ত্ৰ স্থাপন কৰে আৰু 'নিউজ ষ্টাৰ' কাকতেই অফ্‌ছেট যন্ত্ৰত ছপা হোৱা অসমৰ প্ৰথম দৈনিক বাতৰিকাকত। ইয়াৰ পিছতে ছেণ্টিনেল গোষ্ঠীয়ে অফ্‌ছেট যন্ত্ৰ স্থাপন কৰি এই পদ্ধতিৰে 'দ্য ছেণ্টিনেল' কাকতৰ প্ৰকাশ আৰম্ভ কৰে। পোনতে লেটাৰ প্ৰেছত ছপা হোৱা পুৰণি কাকতবোৰেও যোৱা এক দশকৰ ভিতৰত অফ্‌ছেট পদ্ধতি গ্ৰহণ কৰে। বৰ্তমান অসমৰ প্ৰায় প্ৰতিখন দৈনিক কাকতেই অফ্‌ছেট্ পদ্ধতিৰে ছপা হয়। একোটা অফ্‌ছেট্ মুদ্ৰণ যন্ত্ৰৰ ক্ষমতা ইমানেই বেছি যে হাতেৰে আখৰ সজাই এনে একোটা যন্ত্ৰক ছপাৰ সমল যোগোৱাটো একপ্ৰকাৰ অসম্ভৱ। সেয়ে মুদ্ৰণ যন্ত্ৰৰ অধিকাৰী প্ৰতিষ্ঠানসমূহে ইলেকট্ৰনিক্ কম্পজিং যন্ত্ৰ আহৰণ কৰাটো অপৰিহাৰ্য হৈ উঠিছে। অফ্‌ছেট্ প্ৰযুক্তিৰ আগমনৰ লগে লগে বাতৰিকাকত প্ৰকাশৰ উদ্যোগটোৱে এক নতুন ৰূপ লৈছে। কিন্তু একোটা ৱেব্ অফ্‌ছেট্ মুদ্ৰণ যন্ত্ৰৰ সম্পূৰ্ণ সামৰ্থ্য এখন মাত্ৰ দৈনিক কাকত ছপোৱাতে সম্পূৰ্ণৰূপে ব্যৱহৃত নহয়। এনে একোটা যন্ত্ৰৰ সামৰ্থ্য ঘণ্টাত ন্যূনতম ১৬,০০০ পৰ্যন্ত। এতেকে এখন মাত্ৰ দৈনিক কাকত ছপাবলৈ এই যন্ত্ৰক খুব বেছি তিনি ঘণ্টা সময়ৰহে আৱশ্যক হয়। সেয়ে দিনটোৰ অৱশিষ্ট সময়ৰ সদ্ব্যৱহাৰৰ বিষয়ে চিন্তা নকৰিলে এইবোৰ ব্যয়বহুল যন্ত্ৰ ব্যৱসায়িকভাৱে সফল হ'ব নোৱাৰে। বৰ্তমান অসমৰ প্ৰায়বোৰ প্ৰতিষ্ঠানে ৱেব্ অফ্‌ছেট্ মুদ্ৰণ যন্ত্ৰৰ সামৰ্থ্যৰ সদ্ব্যৱহাৰৰ বাবে একাধিক দৈনিক বা সাপ্তাহিক কাকত প্ৰকাশ কৰা দেখা গৈছে। তদুপৰি কেবাটাও বাতৰিকাকত প্ৰকাশক মুদ্ৰণ প্ৰতিষ্ঠানে গ্ৰন্থাদি প্ৰকাশৰ কামো সমানে চলাই গৈছে। এনেভাৱেই বাতৰিকাকত উদ্যোগৰ সমান্তৰালভাৱে গ্ৰন্থ প্ৰকাশন উদ্যোগটোও অসমত বিকশিত হোৱাটো মন কৰিবলগীয়া।

অফ্‌ছেট্ প্ৰযুক্তিৰ পূৰ্ণ প্ৰয়োগৰ বাবে সমগ্ৰ মুদ্ৰণ ব্যৱস্থাটোকে নতুন ৰূপত গঢ়ি তুলিবলগীয়া হয়। বিশেষকৈ আখৰ সজোৱা ব্যৱস্থাৰ ক্ষেত্ৰত দুটা পদ্ধতি সমান্তৰালভাৱে জনপ্ৰিয় হৈ উঠিছে। এই দুয়োটা পদ্ধতিৰ মূলতে আছে ইলেকট্ৰনিক্ টাইপ ৰাইটিং পদ্ধতিৰ বহুল উন্নতি। কম্পিউটাৰ প্ৰযুক্তি সংলগ্ন এই পদ্ধতি দুটাৰ নাম— ফট'টাইপ্ ছেটিং আৰু ডেস্ক টপ্ পাব্লিছিং। ইংলণ্ডৰ লাইন'টাইপ কোম্পানীয়ে পোনতে ফট'টাইপ ছেটিং যন্ত্ৰৰ উন্নতি সাধন কৰে। এই পদ্ধতিত ইলেকট্ৰনিক্ কী-বৰ্ডত টাইপ কৰা লিখাবিলাক 'ফ্লপি-ডিস্ক'ত সঞ্চয় কৰি ৰাখি ইয়াক এক কেথ'ড্ ৰে' টিউব্ সংলগ্ন পদ্ধতিৰ জৰিয়তে ব্ৰ'মাইড্ কাগজলৈ পৰিৱৰ্তিত কৰা হয়। উল্লেখযোগ্য যে সাধাৰণ আলোকচিত্ৰও এই ব্ৰ'মাইড্ কাগজতে ছপোৱা হয়। ছপোৱা পদ্ধতিও বহু পৰিমাণে একে। সেইবাবে এই পদ্ধতিৰ নামকৰণ ফট'টাইপ ছেটিং হৈছে। আনহাতে ডেস্ক টপ্ পাব্লিছিং নামৰ তুলনামূলকভাৱে কম ব্যয়বহুল পদ্ধতিও বৰ্তমানে অসমৰ আধুনিক মুদ্ৰণ প্ৰতিষ্ঠানসমূহে ব্যৱহাৰ কৰিবলৈ লৈছে। এই দুয়োটা কম্পজিং পদ্ধতিৰে নিজস্ব সুবিধা-অসুবিধা আছে। ছপা আখৰৰ গুণমান আৰু আকৃতি-প্ৰকৃতিৰ দিশৰ পৰা ফট'টাইপ ছেটিং অথবা পি টি এছ পদ্ধতি এক প্ৰকাৰ অতুলনীয়। বিভিন্ন আকৃতি আৰু আকাৰৰ আখৰ এই যন্ত্ৰৰ জৰিয়তে অনায়াসে পাব পৰা যায়। আখৰবোৰৰ সূক্ষ্মতা (resolution) অধিক হোৱাৰ বাবে পি টি এছ পদ্ধতিত ছপোৱা কাগজৰ সৌন্দৰ্য সহজে চকুত পৰে। এই পদ্ধতিত টাইপ কৰা বস্তু অতি কম আয়তনৰ ইলেকট্ৰনিক পাৰ্ট অথবা ফ্লপি ডিস্কত বহু দিনলৈকে সঞ্চয় কৰি ৰাখিব পৰা যায়। কিন্তু ব্ৰমাইড্ কাগজকে ধৰি সকলো ধৰণৰ আলোকচিত্ৰ সামগ্ৰীৰ মূল্য শেহতীয়াকৈ দ্ৰুতগতিত বৃদ্ধি পোৱাৰ ফলত এই পদ্ধতিৰে আখৰ সজোৱাটোও বৰ ব্যয়বহুল হৈ উঠিছে। বিশেষকৈ আহি কাকত শুধৰাওঁতে মূল্যৱান ব্ৰমাইড্ কাগজৰ বহু পৰিমাণে অপচয় ঘটে।

ডি টি পি পদ্ধতিত সজোৱা আখৰ সাধাৰণ কাগজতে ছপা হৈ ওলোৱাৰ হেতু এই পদ্ধতিত কম্প'জ কৰিলে মুদ্ৰণ ব্যয় যথেষ্ট পৰিমাণে হ্ৰাস পায়। সেয়ে হ'লেও গুণগত দিশৰ পৰা ডি টি পি পদ্ধতিতকৈ পি টি এছ বহু গুণে উন্নত। অৱশ্যে কম্প'জ কৰা লিখা ছপাই উলিওৱাৰ দ্ৰুততা আৰু আহি কাকত চোৱা সুবিধাৰ কাৰণে অধিকাংশ বাতৰিকাকতৰ প্ৰকাশক প্ৰতিষ্ঠানে ডি টি পি-ৰ প্ৰতি অধিক আগ্ৰহ প্ৰকাশ কৰা দেখা গৈছে। মূল্যৰ দিশৰ পৰাও পি টি এছ যন্ত্ৰৰ দাম দিনক দিনে বৃদ্ধি পাই আহিছে। ইয়াৰ বিপৰীতে ডি টি পি যন্ত্ৰৰ উৎপাদক প্ৰতিষ্ঠানসমূহৰ মাজত চলা প্ৰতিযোগিতাৰ বাবে এইবিধ যন্ত্ৰৰ মূল্য আগতকৈ হ্ৰাস পোৱা পৰিলক্ষিত হৈছে।

বৰ্তমান অসমৰ বাতৰিকাকত প্ৰতিষ্ঠানসমূহৰ ভিতৰত একমাত্ৰ 'নতুন দৈনিক' গোষ্ঠীয়ে ইয়াৰ কেউখন কাকত পি টি এছ পদ্ধতিৰে কম্প'জ কৰি আছে। ইতিমধ্যে একাধিক প্ৰতিষ্ঠানে পি টি এছ্-অৰ উপৰি ডি টি পি মেচিন সংগ্ৰহ কৰিছে। যোৰহাটৰ জনমভূমি প্ৰেছ

এইবোৰৰ অন্যতম। বাতৰিকাকত ছপাবৰ বাবে ডি টি পি সুবিধাজনক হৈ পৰা সত্ত্বেও গ্ৰন্থ প্ৰকাশনৰ বাবে পি টি এছ পদ্ধতিৰ উপযোগিতা আগৰ দৰেই আছে। অৱশ্যে সামগ্ৰিক অফছেট্ মুদ্ৰণ পদ্ধতিটোত যি কম্প'জিং যন্ত্ৰই ব্যৱহাৰ নহওক, লে'-আউট্ শ্বিট প্ৰস্তুত হোৱাৰ পিছৰ পৰ্যায়কেইটা সকলোতে একে। বৰ্তমান সকলো অফছেট্ ছপা যন্ত্ৰতে যি ধাতৱ প্লেট ব্যৱহাৰ কৰা হয়, তাক তৈয়াৰ কৰিবলৈ লে'-আউট্ শ্বিটৰ পৰা এক বিশেষ প্ৰকাৰৰ কেমেৰাৰ সহায়ত 'নিগেটিভ' প্ৰস্তুত কৰাটো অপৰিহাৰ্য। এই আটাইকেইটা পৰ্যায়তে কাৰিকৰী দক্ষতাৰ আৱশ্যক, যাৰ অবিহনে মুদ্ৰণ নিখুঁত নহয়। বাতৰিকাকতৰ মুদ্ৰণৰ ক্ষেত্ৰত অধিক দক্ষতা প্ৰয়োজনীয়, যিহেতু অতি সীমিত সময়ৰ ভিতৰতে মুদ্ৰণৰ আটাইকেইটা পৰ্যায় সম্পন্ন কৰিলেহে কাকত প্ৰকাশ কৰাটো সম্ভৱপৰ হয়।

অদূৰ ভৱিষ্যতে সংবাদ-পত্ৰ মুদ্ৰণৰ ক্ষেত্ৰত অফছেট্ পদ্ধতিতকৈ সুবিধাজনক পদ্ধতি উদ্ভাৱিত হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি যদিও, এই পদ্ধতিৰ সূচনা হোৱাৰ পিছত কাকতত ছপাবলগীয়া চিত্ৰাদিৰ পৃথকে ব্লক্ তৈয়াৰ কৰাৰ আৱশ্যকতা নোহোৱা হ'ল। ইয়াৰ ফলত কাকতৰ অলংকৰণৰ ক্ষেত্ৰত প্ৰচুৰ সুযোগ উপস্থিত হ'ল। তদুপৰি ছেটেলাইট্ অফছেট্ মুদ্ৰণ যন্ত্ৰৰ সহায়ত বাতৰিকাকত ৰঙীণ কৰি ছপোৱাটোও সম্ভৱপৰ হৈছে। বিভিন্ন উপলক্ষত অসমৰ বহুতো কাকতে সম্প্ৰতি ৰঙীণ সংখ্যা প্ৰকাশ কৰি আছে। যিবোৰ প্ৰকাশন প্ৰতিষ্ঠানৰ উচ্চ গুণবিশিষ্ট ৰঙীণ ছপা যন্ত্ৰ আছে, সেইবোৰ প্ৰতিষ্ঠানৰ ৰঙীণ ছপাৰ মানো যথেষ্ট উন্নত। অৱশ্যে ৰঙীণ ছপাৰ বাবে প্ৰয়োজনীয় স্কেনিং যন্ত্ৰ অসমত এতিয়াও প্ৰতিষ্ঠা হোৱা নাই। অৱশ্যে ৰঙীণ ছবি আদিৰ স্কেনিং কলিকতাত বা দিল্লীত কৰাই আনিব লগা হোৱাত বহুৰঙী মুদ্ৰণৰ ক্ষেত্ৰত এতিয়াও এটা অন্তৰায় দূৰ হ'বলৈ বাকী। অসমত ৰঙীণ ছবিৰ স্কেনিং যন্ত্ৰ এটা প্ৰতিষ্ঠা হ'লে ৰাজ্যৰ মুদ্ৰণ উদ্যোগত এক পূৰ্ণতা অনুভূত হ'ব। সুখৰ বিষয় যে অসমৰ বৃহৎ মুদ্ৰণ প্ৰতিষ্ঠানবিলাকে মুদ্ৰণ প্ৰযুক্তিৰ শেহতীয়া অগ্ৰগতিৰ প্ৰতি দৃষ্টি ৰাখিবলৈ লৈছে। কলিকতা, দিল্লী আদিত বছৰি অনুষ্ঠিত মুদ্ৰণ-প্ৰযুক্তি বিষয়ক মেলাবোৰত প্ৰদৰ্শিত অত্যাধুনিক সা-সৰঞ্জাম আহৰণৰ প্ৰতি অসমৰ মুদ্ৰণ প্ৰতিষ্ঠানসমূহৰ আগ্ৰহ বৃদ্ধি হোৱাটো নিশ্চয় উদ্যোগটোৰ শ্ৰীবৃদ্ধিৰ লক্ষণ।

### প্ৰচালন

মুদ্ৰণৰ পিছতে সংবাদ-পত্ৰৰ প্ৰকাশনৰ এটি গুৰুত্বপূৰ্ণ দিশ— প্ৰচালন (circulation)। একোখন কাকতৰ প্ৰচালন সংখ্যাৰ মাজতে ইয়াৰ বহুতো তথ্য নিহিত থাকে। প্ৰধানকৈ এখন কাকতৰ জনপ্ৰিয়তা প্ৰতিফলিত কৰে ইয়াৰ প্ৰচালন সংখ্যাই। প্ৰচালন সংখ্যাক এক নিৰ্দিষ্ট উৎপাদকৰে পূৰণ কৰিলেই কাকত একোখনৰ পঢ়ুৱৈৰ সৰ্বমুঠ সংখ্যাৰ বিষয়ে এটা অনুমান কৰি ল'ব পাৰি। এখন বাতৰিকাকতৰ পঢ়ুৱৈৰ সংখ্যা বৃদ্ধিৰ অৰ্থ হ'ল কাকতখনৰ জনপ্ৰিয়তা বৃদ্ধি পোৱা। বৰ্ধিত পঢ়ুৱৈ সমাজৰ পৃষ্ঠপোষকতা লাভ কৰিবলৈ সমৰ্থ হ'লেই একোখন কাকতৰ সৰ্বতোমুখী শ্ৰীবৃদ্ধি সম্ভৱ হয়। সেয়ে কাকতখনৰ প্ৰচালন বৃদ্ধি কৰাৰ প্ৰতি সকলো প্ৰকাশকে সজাগ দৃষ্টি ৰাখে। কিন্তু সকলো সময়তে এখন কাকতৰ গুণাগুণৰ ওপৰত নিৰ্ভৰ কৰিয়েই ইয়াৰ প্ৰচালনৰ হ্ৰাস-বৃদ্ধি ঘটে বুলি ভবা উচিত নহ'ব। কাকতৰ গুণাগুণৰ লগতে আন বহুতো কাৰকে ইয়াৰ প্ৰচালন সংখ্যা নিৰ্ধাৰণত প্ৰত্যক্ষভাৱে প্ৰভাৱ বিস্তাৰ কৰে। এইবোৰৰ ভিতৰত কাকতৰ প্ৰেৰণ— বিতৰণ ব্যৱস্থা বিশেষভাৱে গুৰুত্বপূৰ্ণ।

অসমৰ বাতৰিকাকতৰ ইতিহাসলৈ মন কৰিলে দেখা যায় যে এটা সময়ত চৰকাৰী ডাক-ব্যৱস্থাই আছিল কাকত প্ৰেৰণৰ একমাত্ৰ সুবিধাজনক পদ্ধতি। সেই যুগত প্ৰকাশিত অধিকাংশ কাকতৰে প্ৰকাশ কাল ন্যূনতম এসপ্তাহ আছিল। মাহেকীয়া বা সাপ্তাহিক কাকতবোৰে সমসাময়িক সংবাদতকৈ আলোচনামূলক লিখা অধিক প্ৰকাশ কৰিছিল। সেয়ে তেনে কাকতসমূহ ডাক যোগে পাঠকৰ হাতত পৰোঁগে মানে কিছুদিন উকলি গ'লেও তাৰ বাবে পাঠক সমাজে বিশেষ আক্ষেপ নকৰিছিল। এনেভাৱে উনবিংশ শতিকাৰ শেষভাগ আৰু চলিত শতিকাৰ আদি ভাগত প্ৰকাশিত অসমীয়া আৰু অসমৰ কাকতবোৰৰ বিষয়বস্তু আৰু সেই কালৰ প্ৰচালন-ব্যৱস্থাৰ মাজত এটা বুজাপৰা প্ৰতিষ্ঠিত হৈছিল। উদাহৰণস্বৰূপে ১৮৮৬ খ্ৰীষ্টাব্দত প্ৰথম প্ৰকাশিত 'মৌ' নামৰ মাহিলি কাকতখনৰ নিয়মাৱলীত উল্লেখ কৰা অনুযায়ী 'মৌ'ৰ বছৰেকীয়া বৰঙণি আছিল তিনি টকা আৰু গ্ৰাহকসকলে এই বৰঙণি সম্পাদকলৈ নপঠালে কাকত যোগান ধৰা নৈছিল। অৰ্থাৎ বছৰেকীয়া গ্ৰাহকভুক্ত নোহোৱাকৈ সেই যুগত পাঠকসকলে অসমীয়া কাকত-আলোচনী পঢ়িবলৈ নাপাইছিল। তাৰ পিছৰ যুগত অৰ্থাৎ তৃতীয়, চতুৰ্থ দশকত কোনো কোনো কাকতৰ গ্ৰাহকসকলে আগধন নিদিয়াকৈয়ো অসমীয়া কাকত পঢ়িবলৈ পোৱাৰ বিষয়ে জনা যায়। কাকতৰ প্ৰকাশক পক্ষক ধন আদায় নিদিয়া অসমীয়া পঢ়ুৱৈসকলক লক্ষ্মীনাথ বেজবৰুৱাই তীব্ৰ ভাষাৰে ব্যংগ কৰাৰ একাধিক উদাহৰণ আছে।

আগধন দিয়েই হওক অথবা নিদিয়াকৈয়ে হওক, অসমীয়া কাকতৰ ডাকযোগে গ্ৰাহক হোৱা ব্যৱস্থাটো তেতিয়ালৈকে বিকল্পহীন আছিল, যেতিয়ালৈকে এজেন্টৰ জৰিয়তে কাকত বিক্ৰীৰ ব্যৱস্থা প্ৰবৰ্তিত হোৱা নাছিল। অৱশ্যে অসমীয়া কাকতৰ প্ৰচালনৰ ইতিহাসৰ সৈতে ৰাজ্যখনৰ পৰিবহণ ব্যৱস্থাৰ বিকাশৰ বিষয়টোহে অধিক ঘনিষ্ঠ। অসমত যিদিনাৰ পৰা ৰাজহুৱা পথ-পৰিবহণ ব্যৱস্থা

প্ৰৱৰ্তিত হ'ল তেতিয়াৰ পৰাই বাতৰিকাকত বিতৰণৰ ব্যৱস্থাটোতো নতুন অধ্যায়ৰ সূচনা হ'ল। অসমৰ সৰ্বপ্ৰথম দৈনিক কাকত 'দৈনিক বাতৰি'য়ে চৰকাৰী পৰিবহণ বিভাগৰ সুবিধা গ্ৰহণ কৰিছিল। বৰ্তমানৰ ৰাজ্যিক পৰিবহণ নিগম এটা নিগমলৈ ৰূপান্তৰিত হোৱাৰ পূৰ্বেও এই প্ৰতিষ্ঠানে অসমৰ বাতৰিকাকত উদ্যোগক প্ৰভূত পৃষ্ঠপোষকতা কৰি আহিছে। যাত্ৰী পৰিবহণ কৰাটো যদি এই প্ৰতিষ্ঠানৰ মুখ্য কৰ্তব্য, তেনেহ'লে বাতৰিকাকত কঢ়িয়াই নিয়াটোও ইয়াৰ দ্বিতীয় মুখ্য কৰ্তব্যৰূপে পৰিগণিত হৈ আহিছে। স্বাধীনোত্তৰ অসমৰ বাতৰিকাকত উদ্যোগটো গুৱাহাটীভিত্তিক হোৱা হেতুকে অসমৰ বাতৰিকাকতবিলাক এমূৰে শদিয়া, জোনাই আৰু আন মূৰে ধুবুৰীলৈ নিয়লে প্ৰকৃতপক্ষে ৰাজ্যিক পৰিবহণ নিগমৰ বিকল্প সৌ সিদিনালৈকে নাছিল। অসমৰ কাকতবিলাকে বিমান-সেৱাৰ সুফল যি ধৰণে পাব লাগিছিল, সেয়া কোনোদিনেই নাপালে। গুৱাহাটীৰ পৰা প্ৰকাশিত কাকতবোৰৰ স্বাৰ্থৰ প্ৰতি বিমান কৰ্তৃপক্ষই অৱহেলা কৰাৰ অভিযোগ কোনেও অস্বীকাৰ কৰিব নোৱাৰে। কিছু বছৰৰ আগলৈকে গুৱাহাটীৰ কাকতবোৰতকৈ কলিকতাৰ কাকত যোৰহাট, ডিব্ৰুগড়, তেজপুৰ আদিৰ পঢ়ুৱৈসকলৰ হাতত আগতে পৰিছিল। বিমান কৰ্তৃপক্ষৰ এনে পক্ষপাতিত্বৰ পৰিণতিতে গুৱাহাটীভিত্তিক বাতৰিকাকত উদ্যোগে নিজাববীয়া বিতৰণ ব্যৱস্থাৰ প্ৰৱৰ্তন কৰিব লগা হ'লগৈ। এই বিষয়ে সৰ্বপ্ৰথমে চিন্তা কৰে জি এল পাব্লিকেশ্বনছৰ পৰিচালকবৃন্দই। সম্প্ৰতি গুৱাহাটীৰ কাকত প্ৰতিষ্ঠানকেইটাৰ দৰে যোৰহাটৰ জনমভূমি গোষ্ঠীয়েও নিজস্ব কাকত বিতৰণ ব্যৱস্থা গঢ়ি তুলিছে। উজনিৰ পঢ়ুৱৈ সমাজে বৰ্তমান গুৱাহাটীৰ দৈনিকসমূহ দূৰত্ব অনুযায়ী পুৱাৰ পৰা দুপৰীয়াৰ ভিতৰতে পাব পৰা হোৱাটো উল্লেখনীয় সাফল্য। ঠিক মাজ নিশা গুৱাহাটীৰ পৰা তিনিচুকীয়া পৰ্যন্ত বাতৰিকাকত পৰিবহণৰ বাবে এক বিশেষ বাছ সেৱা প্ৰৱৰ্তনৰ বিষয়ে গুৱাহাটীৰ এটা প্ৰতিষ্ঠানে ৰাজ্য চৰকাৰৰ ওচৰত গোহাৰি জনাইছিল যদিও এই প্ৰস্তাৱত চৰকাৰে সঁহাৰি দিয়া পৰিলক্ষিত নহ'ল। সি যি নহওক, বৰ্তমানৰ কাকত বিতৰণ ব্যৱস্থাটোৰ ফলত পঢ়ুৱৈ সমাজ বহু পৰিমাণে উপকৃত হৈছে। অৱশ্যে এই ব্যৱস্থা কাৰ্যকৰী কৰিবলৈ অসমৰ কাকতবিলাকৰ প্ৰকাশনত কেতবোৰ সালসলনিও ঘটাবলগীয়া হৈছে। নিশাৰ ভিতৰতে দূৰ-দূৰণিৰ ঠাইবোৰত কাগজ যোগান ধৰিবলৈ হ'লে কাকতৰ ছপা কাম নিশা বাৰ বজাৰ আগেয়ে সম্পূৰ্ণ কৰাটো আৱশ্যকীয়। ইয়াৰ পৰিপ্ৰেক্ষিতত দূৰলৈ প্ৰেৰণ কৰা কাকতবোৰত মাজ নিশাৰ বাতৰি প্ৰকাশ কৰাটো স্বাভাৱিকতে সম্ভৱ নহয়। অৱশ্যে দূৰলৈ পঠাবলগীয়া কাকত ছপা হৈ উঠাৰ পিছত, মাজ নিশা যদি কিবা বিশেষ গুৰুত্বপূৰ্ণ সংবাদ কাকতৰ কাৰ্যালয়লৈ আহে, তেনেহ'লে সেইদিনা স্থানীয় লোকৰ কাৰণে কাকতখনৰ এটি মহানগৰ সংস্কৰণ প্ৰকাশৰ ৰীতি সকলো কাকত প্ৰতিষ্ঠানে অনুসৰণ কৰিবলৈ লৈছে। এই ব্যৱস্থাৰ ফলত মাজ নিশাৰ দুই-এটা বাতৰিৰ পৰা দূৰত্ব পঢ়ুৱৈসকল বঞ্চিত হ'লেও তাক সিসকলে সহজভাৱে গ্ৰহণ কৰা দেখা গৈছে। অৱশ্যে কোনো এখন দৈনিক কাকতৰ সাধাৰণ সংস্কৰণ আৰু মহানগৰ সংস্কৰণৰ মাজত উল্লেখযোগ্য প্ৰভেদ ঘটাবলগীয়া পৰিস্থিতিৰ সাধাৰণতে উদ্ভৱ হোৱা দেখা নাযায়। নিৰ্বাচনী ফলাফলৰ শেহতীয়া স্থিতিৰ দৰে তথ্য লাভৰ বাবে ৰেডিঅ' আদিৰ সাহায্য উৎসুক নাগৰিকসকলে গ্ৰহণ কৰাৰ সুবিধা থকা হেতুকে কাকতৰ সাধাৰণ সংস্কৰণটোৱেও পঢ়ুৱৈসকলৰ চাহিদা পূৰণ নকৰাকৈ থকা নাই। ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যম দুটাতকৈ আগতীয়াকৈ বাতৰিকাকতৰ কোনো সংস্কৰণেই বাতৰি সৰবৰাহ কৰিব নোৱাৰা সত্বেও কাকতৰ সংবাদ পৰিবেশনাৰ স্বকীয় ৰীতিৰ বাবেই এই মাধ্যমটো আজিও অপ্ৰতিদ্বন্দ্বী হৈ আছে।

সম্প্ৰতি অসমতো সান্ধ্য কাকত প্ৰকাশৰ অধ্যায় মুকলি হৈছে। পৰম্পৰাগত দৈনিক কাকতৰ শেহতীয়া সংস্কৰণেও সামৰিব নোৱাৰা বাতৰিবোৰ তপতে তপতে পঢ়ুৱৈ সমাজৰ সমুখত দাঙি ধৰাটোৱেই সান্ধ্য কাকতৰ উদ্দেশ্য। পুৱাৰ পৰা দুপৰীয়াৰ ভাগলৈ সংঘটিত ঘটনাৱলীয়েই একোখন সান্ধ্য কাকতৰ প্ৰধান উপজীব্য। সেয়ে বিতৰণত অধিক সময় ব্যয় কৰি কাকতখনৰ বাতৰিবোৰৰ সজীৱতা নষ্ট কৰিবলৈ গ'লে সান্ধ্য কাকতৰ উদ্দেশ্যই ব্যৰ্থ হ'বৰ আশংকা। এতেকে সান্ধ্য দৈনিকৰ প্ৰচালন স্বাভাৱিকতে একোখন মহানগৰীৰ এলেকাতে সীমাবদ্ধ থকা দেখা যায়। এই শ্ৰেণীৰ কাকতৰ গুৰুত্ব প্ৰচালন সংখ্যাৰে জুখিব পৰা নাযায়। বৰ্তমানলৈকে গুৱাহাটীৰ পৰা সান্ধ্য দৈনিক প্ৰকাশৰ উদ্যম কেইবাটাও প্ৰতিষ্ঠানে দেখুৱাইছে যদিও এইবোৰৰ ভিতৰত নতুন দৈনিক গোষ্ঠীৰ দ্বাৰা প্ৰকাশিত 'সান্ধ্য বাতৰি'য়েহে দীৰ্ঘ স্থায়িত্ব লাভ কৰিবলৈ সক্ষম হয়।

বাতৰিকাকতৰ প্ৰচালনৰ সৈতে ইয়াৰ আৰ্থিক দিশটোও ঘনিষ্ঠভাৱে জড়িত হৈ আছে। এখন কাকতৰ প্ৰচালন সংখ্যা যিমানে বৃদ্ধি হয়, ইয়াৰ প্ৰতিটো কপিৰ উৎপাদন ব্যয়ো সেই অনুপাতে হ্ৰাস পাবলৈ ধৰে। কোনো এখন কাকতৰ এহেজাৰ কপি ছপা কৰিবলৈ যি প্ৰস্তুতিৰ প্ৰয়োজন হয়, কুৰি হেজাৰ কপি ছপাবলৈকো সেই একেখিনি প্ৰস্তুতি লাগিব। সেই কাৰণেই বৃহৎ প্ৰচালন সংখ্যা থকা কাকতবোৰৰ শ্ৰীবৃদ্ধি দ্ৰুতভাৱে ঘটে। তদুপৰি প্ৰচালন সংখ্যাৰ লগত বিজ্ঞাপনৰো সম্বন্ধ আছে। যিবোৰ কাকতৰ প্ৰচালন অধিক, তেনে কাকতত বিজ্ঞাপন উলিয়াবলৈ সংশ্লিষ্ট পক্ষসমূহে স্বাভাৱিকতে আগ্ৰহ কৰে। প্ৰচালন সংখ্যা বঢ়াৰ লগে লগে কাকতৰ বিজ্ঞাপনৰ নিৰিখো উচ্চ হাৰত নিৰ্ধাৰিত হয়।

আশীৰ দশকৰ আৰম্ভণিৰ পৰা অসমৰ কাকতসমূহৰ প্ৰচালন সংখ্যা আচম্বিতৰূপে বৃদ্ধি হোৱাটো পৰিলক্ষিত হৈছে। ৰাজ্যখনত উত্তেজনাপূৰ্ণ ঘটনাৱলী সঘনে ঘটিবলৈ

লোৱাৰ ফলতে কাকতৰ প্ৰচালন বৃদ্ধি হোৱা বুলি অনেকে ক'ব খোজে। অৱশ্যে ইয়ে বাতৰিকাকতৰ পঢ়ুৱৈৰ সংখ্যা বৃদ্ধিৰ একমাত্ৰ কাৰণ হ'ব নোৱাৰে। এটা কথা ঠিক যে অসম তথা উত্তৰ-পূৰ্বাঞ্চলত গা কৰি উঠা আঞ্চলিকতাবাদী চেতনাই মেট্ৰ'পলিটান্ কাকতকেইখনৰ প্ৰচালন বহু পৰিমাণে কমালে। ইয়াৰ লগে লগে উন্নত প্ৰযুক্তি আৰু দক্ষ বিতৰণ ব্যৱস্থাই অসমত পঢ়ুৱৈৰ সংখ্যা বৃদ্ধি কৰাটোত আচৰিত হ'বলগীয়া একো নাই। একোখন কাকতৰ গাইগুটীয়া প্ৰচালন সংখ্যাত খুব বেছি তাৰতম্য নঘটিলেও সকলো কাকতৰ সৰ্বমুঠ প্ৰচালন সংখ্যা আশাতীতভাৱে বৃদ্ধি পাইছে। দহ বছৰৰ আগলৈকে অসমত দুখন অসমীয়া দৈনিকৰ মুঠ প্ৰচলন সংখ্যা পঞ্চাশ হাজাৰৰ অধিক নাছিল। কিন্তু বৰ্তমান ছখন অসমীয়া দৈনিকৰ মুঠ প্ৰচালনাংক নিঃসন্দেহে এক লাখৰ ওপৰত। একেই কথা অসমৰ ইংৰাজী কাকতকেইখনৰ ক্ষেত্ৰতো প্ৰযোজ্য। অডিট্ ব্যুৰ' অব্ চাৰ্কুলেশ্বন্ নামৰ চৰকাৰী সংস্থাই যুগুত কৰা পৰিসংখ্যাই উপৰোক্ত কথাকে প্ৰতিপন্ন কৰে। অৱশ্যে বৰ্তমান সময়ত অসমৰ কেইবাখনো কাকতে নিজৰ বিষয়ে 'সৰ্বাধিক প্ৰচাৰিত কাকত' বুলি ঘোষণা কৰি থকাৰ পৰিপ্ৰেক্ষিতত পঢ়ুৱৈ সমাজ কিছু পৰিমাণে হ'লেও বিভ্ৰান্ত হৈছে। 'সৰ্বাধিক প্ৰচাৰিত'ৰ দাবী প্ৰকৃত তথ্যৰ ওপৰত প্ৰতিষ্ঠিত হোৱা বাঞ্ছনীয়।

যোৱা কিছু বছৰৰ ভিতৰত অসমত বাতৰিকাকতৰ পঢ়ুৱৈৰ সংখ্যা যথেষ্ট পৰিমাণে বাঢ়িছে যদিও জনসংখ্যাৰ বৃদ্ধিৰ অনুপাতে এই সংখ্যা আৰু বৃদ্ধি কৰাৰ থল আছে। ইয়াৰ কাৰণে কাকতৰ প্ৰকাশনৰ লগত জড়িত সকলো শ্ৰেণীৰ লোকৰ আন্তৰিক সহযোগিতা অপৰিহাৰ্য। একোখন কাকতৰ জনসংযোগ বৃদ্ধি কৰাৰ দিশত স্থানীয় সংবাদদাতাসকলৰ ভূমিকা তাৎপৰ্যপূৰ্ণ হিচাপে পৰিগণিত হৈছে। প্ৰতিগৰাকী নিজা বাতৰি দিওঁতাই নিজ নিজ অঞ্চলৰ জনসাধাৰণৰ আশা-আকাংক্ষাক তেওঁৰ দ্বাৰা পৰিবেশিত বাতৰি মাধ্যমত প্ৰতিফলিত কৰিব পাৰিলে একোটা অঞ্চলত সেইখন কাকতৰ জনপ্ৰিয়তা স্বাভাৱিকতে বৃদ্ধি পায়। অসমৰ পৰা প্ৰকাশিত কাকতবিলাকত ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় ঘটনাৱলীৰ উপৰি ৰাজ্যিক পৰ্য্যায়ৰ অনুসন্ধানমূলক বা-বাতৰি নিয়মিতৰূপে প্ৰকাশ পোৱাটো ৰাজ্যখনৰ পঢ়ুৱৈ সমাজে বাঞ্ছা কৰে। সেয়ে স্থানীয় সংবাদদাতাসকলৰ দ্বাৰা প্ৰেৰিত প্ৰতিটো সংবাদৰ গুৰুত্ব সন্দৰ্ভত কাকতৰ সম্পাদনা-মণ্ডলীৰ এটা দৃষ্টিভংগী থকা বাঞ্ছনীয়। ব্যক্তিগত অভিজ্ঞতাৰ পৰা আমি দেখিবলৈ পাইছো যে বহু সময়ত একোটা বাতৰিৰ প্ৰকাশ নোহোৱাক লৈ স্থানীয় সংবাদদাতা আৰু সম্পাদনা-মণ্ডলীৰ ভুল বুজাবুজিও উদ্ভৱ হয়। অৱশ্যে স্থানীয় সংবাদ একোটাৰ গুৰুত্ব ৰাজ্যিক প্ৰেক্ষাপটত জুখি চোৱাৰো আৱশ্যকতা নুই কৰিব নোৱাৰি। অঞ্চল বিশেষৰ এচাম পঢ়ুৱৈক সন্তুষ্ট কৰিবলৈ প্ৰকৃততে গুৰুত্বহীন বাতৰি প্ৰকাশ কৰিবলৈ যোৱাৰো যুক্তি নাই। প্ৰচালন সংখ্যা বৃদ্ধিৰ দিশটোকে চকুৰ আগত ৰাখি কেৱল উত্তেজনাপূৰ্ণ বা-বাতৰি প্ৰকাশ কৰি একোখন কাকতে সাময়িকভাৱে জনপ্ৰিয়তা বঢ়াবলৈ সমৰ্থ হ'লেও এই জনপ্ৰিয়তা স্থায়ী হ'ব নোৱাৰে। একোটা 'ইছ্যু'ক কেন্দ্ৰ কৰি প্ৰতিখন কাকতৰে প্ৰচালন সংখ্যাৰ সঘন হ্ৰাস-বৃদ্ধি ঘটি থাকে। অভিজ্ঞ প্ৰকাশকসকলে এনে ধৰণৰ হ্ৰাস-বৃদ্ধিৰ বিষয়ে এটা পূৰ্বানুমান কৰি ল'ব পৰা হয়গৈ। কিন্তু এখন কাকতৰ সামগ্ৰিক বিকাশৰ বাবে স্থায়ী গ্ৰাহক অথবা পাঠকৰ সংখ্যা বৃদ্ধি কৰাটোহে প্ৰকাশক পক্ষই বাঞ্ছা কৰে। এনে বৃদ্ধি ধীৰ গতিৰে ঘটিলেও এয়া এখন কাকতৰ সুস্বাস্থ্যৰ লক্ষণ। বৃহত্তৰ পাঠক-সমাজৰ মন বুজি এচাম নতুন পাঠকৰ সৃষ্টি কৰি ল'ব পৰাটোহে একোখন কাকতৰ প্ৰকাশক আৰু সম্পাদনা-মণ্ডলীৰ কৃতিত্বৰ পৰিচায়ক।

বাতৰিকাকতৰ প্ৰচালন বৃদ্ধিত এজেণ্টসকলৰ ভূমিকাও কম গুৰুত্বপূৰ্ণ নহয়। একোখন কাকতৰ এজেণ্টসকলৰ ব্যৱসায়িক দক্ষতাই ইয়াৰ প্ৰকাশক পক্ষক প্ৰভূত সাহায্য যোগাব পাৰে। পঢ়ুৱৈসকলৰ পৰা কাকতৰ মূল্য সংগ্ৰহ কৰি প্ৰকাশক পক্ষক যোগোৱাটো কাকত বিক্ৰেতাসকলৰ দায়িত্বশীলতাৰ পৰিচায়ক। বহু সময়ত একাংশ এজেণ্টে এই দায়িত্ব পালনত ব্যৰ্থ হোৱাৰ বাবে কাকতৰ প্ৰকাশকৰ লগতে সংশ্লিষ্ট পঢ়ুৱৈসকলো ক্ষতিগ্ৰস্ত হোৱা দেখা যায়। ক্ষেত্ৰ-বিশেষে কিছু সংখ্যক পঢ়ুৱৈ গ্ৰাহকে ধন পৰিশোধৰ প্ৰতি দেখুওৱা উদাসীনতাৰ বাবেও এজেণ্টসকল বিপাঙত পৰা দেখা যায়। এইবোৰ অসুবিধাৰ পৰা হাত সাৰিবলৈ কাকতৰ প্ৰকাশকসকলে এজেণ্টৰ পৰা আৰু এজেণ্টে গ্ৰাহকৰ পৰা প্ৰতি কপি কাকত যোগানৰ বাবে আমানত ধন আদায় কৰাৰ ব্যৱস্থা চলি আছে। এনেভাৱে কাকতৰ প্ৰচালনৰ সৈতে প্ৰত্যক্ষভাৱে জড়িত প্ৰধান তিনিটা পক্ষৰ মাজত আদান-প্ৰদানৰ ভাৰসাম্য বিৰাজ কৰি আছে। একোখন কাকতক দীৰ্ঘজীৱী কৰিবৰ বাবে এই ভাৰসাম্য অত্যাৱশ্যকীয়।

অসমৰ কাকত উদ্যোগৰ আদি অধ্যায়ৰ পৰা বৰ্তমানলৈকে প্ৰচালন প্ৰক্ৰিয়াটোৱে ইতিবাচক দিশত গতি কৰা বুলি মন্তব্য কৰিব পাৰি। অদূৰ ভৱিষ্যতে এই প্ৰক্ৰিয়াত আৰু অভিনৱ মাত্ৰা সংযোগিত হোৱাৰ সম্ভাৱনা আছে। বৰ্তমান উজনি অসমৰ বজাৰখন দখল কৰিবৰ বাবে গুৱাহাটীভিত্তিক কাকতসমূহ এক প্ৰতিযোগিতাত অৱতীৰ্ণ হৈছে। সম্প্ৰতি নৈশ পৰিবহণ ব্যৱস্থাৰ অসুবিধাবিলাকৰ পৰা হাত সাৰিবৰ উদ্দেশ্যে কোনো কোনোৱে অত্যাধুনিক প্ৰযুক্তি আমদানিৰ বিষয়েও চিন্তা কৰিছে। গুৱাহাটীৰ একাধিক কাকত গোষ্ঠীয়ে যোৰহাটৰ পৰা একোটা সংস্কৰণ প্ৰকাশৰ সম্ভাৱনা পৰীক্ষা কৰি চাইছে। এইবোৰ পৰিকল্পনা বাস্তৱত ৰূপায়িত হ'লে যোৰহাট অসমৰ দ্বিতীয়টো সংবাদ-কেন্দ্ৰৰূপে গঢ় লৈ উঠাৰ আশা আছে। উজনি অসমত

কাকতৰ প্ৰচালন তদাৰক কৰিবলৈ গুৱাহাটীৰ প্ৰায় সকলো প্ৰকাশন প্ৰতিষ্ঠানে ইতিমধ্যে যোৰহাটত শাখা কাৰ্যালয় মুকলি কৰিছে। অদূৰ ভৱিষ্যতে যোৰহাটৰ পৰাই অসমৰ বাতৰিকাকতৰ সৰ্বপ্ৰথম কম্পিউটাৰাইজড্ সংস্কৰণ প্ৰকাশ হ'বৰ সম্ভাৱনা পৰিলক্ষিত হৈছে। ভাৰতবৰ্ষ তথা পৃথিৱীৰ অন্যান্য ঠাইত এই বিষয়ৰ প্ৰযুক্তি ইতিমধ্যে বহু পৰিমাণে বিকশিত হৈছেই, অসমতহে ইয়াৰ প্ৰয়োগ হ'বলৈ বাকী আছে। কম্পিউটাৰ-নিয়ন্ত্ৰিত যোগাযোগ পদ্ধতিৰে স্থানান্তৰিত অসমীয়া কাকতৰ দ্বিতীয় সংস্কৰণ প্ৰকাশিত হোৱাৰ লগে লগে অসমৰ কাকতৰ প্ৰচালন-প্ৰক্ৰিয়াত এক নতুন অধ্যায়ৰ সূচনা হ'ব। সেয়ে হৈ উঠিলে সমগ্ৰ ৰাজ্যৰ পাঠক-সমাজো বহু পৰিমাণে উপকৃত হোৱাটো আশা কৰিব পাৰি।

### বিজ্ঞাপন

প্ৰথম অসমীয়া কাকত 'অৰুনোদই'ৰ পাততে অসমীয়া বিজ্ঞাপনৰ দৃষ্টান্ত লিপিবদ্ধ হৈছিল। প্ৰকৃততে বাতৰিকাকত উদ্যোগৰ ব্যৱসায়িক দিশটোৰ লাইখুঁটা হ'ল বিজ্ঞাপন। এখন কাকতত প্ৰকাশিত বিজ্ঞাপনৰ পৰা প্ৰকাশন প্ৰতিষ্ঠানৰ যি আয় হয়, তাৰ ওপৰত ভিত্তি কৰিয়েই প্ৰকাশন-ব্যয়ৰ গৰিষ্ঠ অংশৰ জোৰা মাৰে। কাকত বিক্ৰীৰ পৰা হোৱা উপাৰ্জন এখন কাকত জীয়াই ৰাখিবলৈ মুঠে পৰ্যাপ্ত নহয়। বাতৰিকাকতসমূহত বিজ্ঞাপন প্ৰকাশৰ পৰম্পৰা প্ৰতিষ্ঠা নোহোৱা হ'লে গ্ৰাহকসকলে কেইবাগুণো অধিক মূল্যত কাকত ক্ৰয় কৰিব লাগিলহেঁতেন। আনহাতে অধিকাংশ বিজ্ঞাপনে পঢ়ুৱৈসকলক অনেক তথ্যৰো যোগান ধৰি আহিছে। এতেকে বিজ্ঞাপন প্ৰকাশৰ পৰম্পৰাই কাকতৰ পঢ়ুৱৈ-সমাজক দুই প্ৰকাৰে উপকৃত কৰে। বিজ্ঞাপনবিহীন আধুনিক বাতৰিকাকতৰ কথা চিন্তাই কৰিব নোৱাৰি। বৰ্তমান যুগত বিজ্ঞাপনসমূহক বাতৰিকাকতৰ মূল্যবান পৃষ্ঠাৰ অপচয় ঘটোৱা বিষয় বুলি কোনেও নাভাবে। বৰঞ্চ সমকালীন বিশ্বৰ সকলো বিষয় সম্পৰ্কে অৱগত হ'বলৈ বহু সময়ত বাতৰিৰ লগতে বিজ্ঞাপনৰ প্ৰতি চকু দিয়াটোও অত্যাৱশ্যকীয়। প্ৰতিখন বাতৰিকাকতৰে একোটা প্ৰচালন নেট্‌ৱৰ্ক থাকে আৰু বিজ্ঞাপনদাতাসকলে এক নিৰ্দিষ্ট মাচুলৰ বিনিময়ত এই নেট্‌ৱৰ্কৰ সুযোগ গ্ৰহণ কৰিব পাৰে। বিভিন্ন ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠান আৰু চৰকাৰী বিভাগসমূহে বিভিন্ন উদ্দেশ্য লৈ বাতৰিকাকতত বিজ্ঞাপন প্ৰচাৰ কৰে। সাম্প্ৰতিক যুগত বিজ্ঞাপনৰ বিভিন্ন পদ্ধতি উদ্ভাৱিত হৈছে যদিও এই সকলোবিলাক পদ্ধতিৰ ভিতৰত বাতৰিকাকতৰ জৰিয়তে প্ৰকাশিত বিজ্ঞাপনৰ গুৰুত্ব সুকীয়া। অত্যন্ত সমকালীন বিষয়ৰ বাবে দৈনিক বাতৰিকাকতৰ সুবিধাজনক বিজ্ঞাপনৰ মাধ্যম বোধকৰো নোলাব। উপভোক্তা সামগ্ৰী-সমূহৰ আকৰ্ষণীয় বিজ্ঞাপন পৰিৱেশনৰ বাবে দূৰদৰ্শনৰ দৰে দৃশ্য-শ্ৰব্য প্ৰচাৰ মাধ্যম উপযোগী হ'লেও নিবিদা জাননী, নিয়োগ সংবাদ অথবা দিনটোৰ ভিতৰত হ'বলগীয়া যিকোনো অনুষ্ঠানৰ জাননী প্ৰচাৰ কৰিবলৈ বাতৰিকাকত অতি প্ৰশস্ত মাধ্যম।

বিজ্ঞাপনসমূহ একাধাৰে বাতৰিকাকত প্ৰকাশৰ বাবে আয়ৰ উৎস, জনসাধাৰণৰ বাবে এক দৈনন্দিন প্ৰয়োজন হোৱাৰ উপৰি এইবোৰৰ ৰুচিসম্মত পৰিৱেশন এক প্ৰকাৰৰ কলাত পৰিণত হৈছে। আজিকালি প্ৰতিখন বাতৰিকাকতেই কলাসম্মতভাৱে বিজ্ঞাপন প্ৰস্তুত কৰিবলৈ আগ্ৰহ কৰে, কিয়নো ইয়াৰ ওপৰতো কাকতখনৰ সৌষ্ঠৱ বহু পৰিমাণে নিৰ্ভৰ কৰে। মনোগ্ৰাহী ৰূপত বিজ্ঞাপন প্ৰস্তুত কৰিবলৈ বৰ্তমান বহুতো বিজ্ঞাপন প্ৰতিষ্ঠান গঠিত হৈছে। আনহাতে বাণিজ্যিক কলাৰ শিক্ষানুষ্ঠানসমূহত বিজ্ঞাপন প্ৰস্তুতিও অন্যতম বিষয়ৰূপে অন্তৰ্ভুক্ত হৈছে। এনেভাৱে বিজ্ঞাপন প্ৰস্তুতকৰণো নিজেই এটা উদ্যোগত পৰিণত হৈছে। অৱশ্যে উপভোক্তা সামগ্ৰীসমূহৰ ক্ষেত্ৰতহে বিজ্ঞাপন আকৰ্ষণীয় কৰি তোলাৰ প্ৰয়োজন অধিক। নিয়োগ-সংক্ৰান্ত বিজ্ঞাপন আকৰ্ষণীয় নহ'লেও বৰ্তমানৰ নিয়োগ প্ৰাৰ্থীসকলৰ বাবে এই ধৰণৰ বিজ্ঞাপনসমূহেই প্ৰধান আকৰ্ষণৰ বস্তু। বাতৰি-কাকতত প্ৰকাশিত বিজ্ঞাপন বিভিন্ন উদ্দেশ্যত সংৰক্ষণ কৰি ৰাখিব পাৰি, কিন্তু আন মাধ্যমৰ বিজ্ঞাপন সংৰক্ষণ কৰাটো তেনে সহজ নহয়। উদাহৰণস্বৰূপে কোনো মৃতকৰ আদ্যশ্ৰাদ্ধৰ দিনা প্ৰকাশিত সোঁৱৰণিমূলক বিজ্ঞাপনটো পৰিয়ালবৰ্গই স্বাভাৱিকতে সংৰক্ষণ কৰিবলৈ বিচাৰে। সেইদৰে নিয়োগ প্ৰাৰ্থীয়ে পূৰণ কৰিবলগীয়া প্ৰ-পত্ৰখন বাতৰিকাকতৰ পৰাহে সংগ্ৰহ কৰিব পৰা যায়। এনেবিলাক কাৰণত বিজ্ঞাপন প্ৰচাৰৰ মাধ্যম হিচাপে বাতৰিকাকতৰ গুৰুত্ব অপৰিসীম।

চৰকাৰ পক্ষয়ো বাতৰিকাকতৰ জৰিয়তে জনসংযোগ ৰক্ষা কৰাটো সহজসাধ্য হৈ উঠিছে। চৰকাৰ অথবা স্থানীয় প্ৰশাসনে জনসাধাৰণক কোনো বিষয় অৱগত কৰাব খুজিলে বাতৰিকাকতত বিজ্ঞাপন প্ৰচাৰ কৰিবলৈ ৰাজ্য চৰকাৰৰ এটা স্বতন্ত্ৰ বিভাগ থাকে। এই বিভাগে প্ৰয়োজন অনুযায়ী কাকতৰ উপৰি অন্যান্য মাধ্যমৰ সহায়তো বিজ্ঞাপন প্ৰচাৰ কৰে। কিন্তু অসমত এতিয়ালৈকে বাতৰি-কাকতেই চৰকাৰী বিজ্ঞাপনৰ প্ৰধান বাহক হৈ আছে। স্থানীয় বাতৰিকাকতসমূহত বিজ্ঞাপন প্ৰচাৰৰ অৰ্থে ৰাজ্য চৰকাৰে কেতবোৰ নীতি অনুসৰণ কৰি আহিছে। কাকতসমূহৰ প্ৰচালন সংখ্যা অনুযায়ী চৰকাৰে বিজ্ঞাপনৰ নিৰিখ নিৰ্ধাৰণ কৰি দিয়ে। সকলো ৰাজহুৱা স্বাৰ্থজড়িত বিষয়, যেনে—ৰাজহুৱা কাম-কাজৰ নিবিদা, ক্ৰয়-বিক্ৰয়ৰ জাননী, নিয়োগ, ভূমি অধিগ্ৰহণ আদিৰ বিজ্ঞাপন বাতৰিকাকতত প্ৰকাশ কৰাটো এক স্বীকৃত প্ৰথা। এটা সময়ত অসমত এনে এক অৱস্থা আছিল যে প্ৰতিটো চৰকাৰী বিজ্ঞাপন প্ৰতিখন স্থানীয় কাকতত প্ৰকাশিত হৈছিল। বৰ্তমান স্থানীয় কাকতৰ সংখ্যা ইমান বৃদ্ধি হ'ল যে চৰকাৰী বিভাগসমূহে বিজ্ঞাপন

প্ৰদানৰ সময়ত আবৰ্তন পদ্ধতি (rotation) অৱলম্বন কৰিব লগা হৈছেগৈ। অৱশ্যে সৰ্বাধিক প্ৰচালন সংখ্যাবিশিষ্ট দুখনমান কাকতে চৰকাৰী বিজ্ঞাপনৰ সিংহভাগ এতিয়াও আদায় কৰি থকা দেখা গৈছে। ৰাজ্য চৰকাৰৰ বিজ্ঞাপন-নীতিও সকলো সময়ত ৰাজনৈতিক বিবেচনাৰ উৰ্ধ্বত থকা বুলি অৱশ্যে দৃঢ়ভাৱে ক'ব নোৱাৰি। চৰকাৰক কঠোৰ সমালোচনা কৰা একোখন কাকতৰ প্ৰতি ৰাজ্য চৰকাৰ প্ৰতিশোধপৰায়ণ হৈ উঠাৰ উদাহৰণ অসমত একাধিক আছে। কিন্তু চৰকাৰৰ এনে চৰ্তসাপেক্ষ বিজ্ঞাপন-নীতিৰ ওচৰত নতি স্বীকাৰ নকৰাৰ বলিষ্ঠ নীতি গ্ৰহণ কৰি সাংবাদিকতাক মৰ্যাদা প্ৰদান কৰাৰ দৃষ্টান্তও ইতিমধ্যে অসমৰ সাংবাদিকতাৰ ইতিহাসত লিপিবদ্ধ হৈছে। চৰকাৰী বিজ্ঞাপন লাভৰ স্বাৰ্থত অসমৰ কাকতে চৰকাৰৰ ওচৰত আত্মসমৰ্পণ কৰা বুলি কোনেও ক'ব নোৱাৰে। বহু সময়ত কিছুমান ৰাজহুৱা প্ৰতিষ্ঠানেও স্বাৰ্থ ৰক্ষাৰ্থে বিজ্ঞাপন প্ৰকাশ কৰা বুলি অভিযোগ শুনা যায়। কিন্তু বিজ্ঞাপন প্ৰদান কৰি ন্যায্য ক্ষেত্ৰত কাকতৰ সমালোচনাত্মক লিখাৰ পৰা অব্যাহতি পাবলৈ বিচৰাটো হাস্যাস্পদ। কিয়নো বিজ্ঞাপনৰ ব্যৱসায় আৰু কাকতৰ দায়বদ্ধতাৰ মাজত আপোচ ঘটাটো কোনো কাকতৰ ভৱিষ্যতৰ পক্ষে কল্যাণকৰ নহয়। কাকতৰ সম্পাদনা মণ্ডলীৰ দৃষ্টিভংগী বিজ্ঞাপন নীতিৰ দ্বাৰা প্ৰভাৱিত হ'ব পাৰে বুলি ভাবিব নোৱাৰি। প্ৰকৃততে সকলো কাকতৰে সম্পাদনা বিভাগে বিজ্ঞাপনৰ বিষয়ত এক প্ৰকাৰ নিৰ্লিপ্ততা অৱলম্বন কৰাটো এক প্ৰতিষ্ঠিত ৰীতি হৈ উঠিছে। ধনৰ বিনিময়ত প্ৰকাশিত বিষয়বস্তুৰ সন্দৰ্ভত সম্পাদকসকলে হস্তক্ষেপ কৰাৰ প্ৰশ্ন নুঠে, যদিহে তেনে বিজ্ঞাপনে কাকতখনৰ মান অৱনমিত নকৰে। সাধাৰণতে দৈনিক কাকতৰ সম্পাদকীয় প্ৰকাশ হোৱা পৃষ্ঠাত বিজ্ঞাপন প্ৰকাশিত নহয়। এনেদৰে বিজ্ঞাপনৰ বিষয়ত কাকতৰ সম্পাদনা পক্ষ আৰু প্ৰকাশক পক্ষৰ মাজত কিছুমান অলিখিত বুজাপৰা প্ৰতিষ্ঠা হোৱা দেখা যায়। এখন কাকতৰ প্ৰকাশিত বিজ্ঞাপনৰ সংখ্যা বা পৰিমাণ বৃদ্ধিত কোনেও অসন্তুষ্টি প্ৰকাশ নকৰে, যদিহে পৰ্যাপ্ত পৰিমাণৰ বাতৰিৰ কাৰণে অতিৰিক্ত পৃষ্ঠা সংযোজন কৰা হয়। উদাহৰণস্বৰূপে দৈনিক কাকতসমূহৰ শেষ পৃষ্ঠাটো খেল জগতৰ বাতৰিৰ কাৰণে 'আছুতীয়াকৈ ৰখা হয়। যদি, কোনো বিশেষ উপলক্ষত প্ৰকাশিত এক বা ততোধিক বিজ্ঞাপনে গোটেই শেষ পৃষ্ঠাটো দখল কৰি লয় তেনেহ'লে ক্ৰীড়ামোদী পাঠকবৰ্গ নিশ্চয় হতাশ হ'ব। সেই নিৰ্দিষ্ট সংখ্যাটোৰ বাবে কাকতখনৰ দুটা অতিৰিক্ত পৃষ্ঠা সংযোজিত কৰি তাৰে এটা ক্ৰীড়া-সংবাদ প্ৰকাশ কৰিলে কাৰো আক্ষেপ নাথাকে। অৱশ্যে অসমৰ বাতৰিকাকতত এনেদৰে বিজ্ঞাপনৰ আধিক্য ঘটা দিন বছৰত দুটা বা এটাহে অহা দেখা যায়।

বাণিজ্যিক প্ৰতিষ্ঠানসমূহৰ বহুসংখ্যকে আঞ্চলিক ভাষাৰ কাকততকৈ ইংৰাজী কাকতবোৰক বিজ্ঞাপন প্ৰচাৰৰ বাবে অধিক সুবিধাজনক মাধ্যম হিচাপে বিবেচনা কৰা দেখা যায়। অসমীয়া পঢ়ুৱৈসকলৰ মাজতো যে উপভোক্তা সামগ্ৰীৰ এখন বহল বজাৰ আছে, সেই কথা উক্ত প্ৰতিষ্ঠানসমূহক বুজাই দিব পাৰিলে অসমীয়া কাকতৰ বাবেও এনে সামগ্ৰীৰ বিজ্ঞাপন নিশ্চয় বাঢ়িব। এই বিবেচনাৰে বিজ্ঞাপন-প্ৰকাশক মাধ্যম হিচাপে অসমৰ বাতৰিকাকতসমূহৰো উপযুক্ত স্থানত বিজ্ঞাপন প্ৰচাৰ কৰাৰ আৱশ্যক আছে। দেশৰ বিভিন্ন অংশৰ পৰা বাণিজ্যিক বিজ্ঞাপন সংগ্ৰহ কৰিবলৈ অসমৰ অধিকাংশ কাকত প্ৰতিষ্ঠানে উদ্যোগপ্ৰধান মহানগৰীসমূহত কাৰ্যালয় মুকলি কৰিছে। যিবোৰ কাকতৰ এনে বিজ্ঞাপন-নেটৱৰ্ক অধিক প্ৰসাৰিত হৈছে, সেইবোৰ কাকতে বিজ্ঞাপন আহৰণত বিশেষ সাফল্য অৰ্জন কৰিছে। অসমৰ যিবোৰ প্ৰকাশক গোষ্ঠীয়ে একাধিক দৈনিক কাকত প্ৰকাশ কৰে, সেইবোৰ গোষ্ঠীৰ কেউখন কাকতে সমান হাৰত বিজ্ঞাপন লাভ নকৰে। বিশেষকৈ চৰকাৰী আৰু ৰাজহুৱা খণ্ডৰ বিজ্ঞাপন-দাতাসকলে একেটা গোষ্ঠীৰ এখনতকৈ বেছি কাকতত একোটা বিজ্ঞাপন দিয়াতকৈ কেৱাটাও প্ৰকাশক গোষ্ঠীৰ কাকতত সেইবোৰৰ প্ৰকাশ কৰিবলৈ বিচাৰে। মেট্ৰ'পলিটান্ কাকতবিলাকৰ তুলনাত অসমৰ কাকতবোৰ বিজ্ঞাপনৰ ক্ষেত্ৰত বহুতো পিছপৰি থকাটো এক অপ্ৰিয় সত্য। এক পৰিসংখ্যা অনুযায়ী কোনো এক কালৰ বাবে কেন্দ্ৰীয় চৰকাৰে বিজ্ঞাপনত ব্যয় কৰা সাতশ কোটি টকাৰ ভিতৰত পাঁচশ কোটি টকাই এমুঠিমান মেট্ৰ'পলিটান্ কাকতৰ ভাগত পৰিছিল। ইয়াৰ বিপৰীতে দুশ কোটি টকা সংখ্যাত অনেক গুণে বেছি আঞ্চলিক কাকতসমূহৰ মাজত বিতাৰিত হৈছিল। তদুপৰি ব্যক্তিগত বিজ্ঞাপন প্ৰচাৰৰ মানসিকতা অঞ্চলটোৰ জনসাধাৰণৰ মাজত অসমৰ কাকতবিলাকে এতিয়াও গঢ়ি তুলিব পৰা নাই। সৰু সৰু ব্যক্তিগত প্ৰয়োজনসমূহ বিজ্ঞাপনৰ জৰিয়তে অসমৰ পঢ়ুৱৈসকলে দাঙি ধৰিবলৈ শিকিলে বিজ্ঞাপনৰ এক নতুন দিশ উন্মোচিত হ'ব। অৱশ্যে অধিকাংশ লোকেই কাকতত বিজ্ঞাপন প্ৰকাশ কৰাটো ব্যয়সাধ্য কথা বুলি বিবেচনা কৰে।

সম্প্ৰতি অসমৰ কাকতসমূহৰ বাবে বিজ্ঞাপনৰ কেইটামান নিয়মিত উৎস পৰিলক্ষিত হৈছে। এইবোৰৰ ভিতৰত চৰকাৰী লটাৰী খেলবোৰৰ বিজ্ঞাপন বিশেষভাৱে উল্লেখযোগ্য। অসম-ভিত্তিক উদ্যোগসমূহে অসমৰ কাকততকৈ বাহিৰৰ কাকতবোৰক অধিক হাৰত পৃষ্ঠপোষকতা কৰা বুলিব পাৰি। এই উদ্যোগসমূহৰ ভিতৰত চাহ উদ্যোগে অসমৰ কাকতক এতিয়াতকৈ বেছি বিজ্ঞাপনৰ যোগান ধৰাৰ থল আছে। অসমৰ কাকতসমূহে, বিশেষকৈ ইংৰাজী কাকতকেইখনে অসমত বাদেও অঞ্চলটোৰ অন্যান্য ৰাজ্যৰ চৰকাৰসমূহৰ পৰাও উল্লেখনীয় পৃষ্ঠ-পোষকতা বিজ্ঞাপনৰ ৰূপ লাভ কৰি অহাটো সন্তোষৰ কথা। ৰাজ্যৰ উন্নয়নমূলক কাৰ্যাৱলীৰ পৰিধি বৃদ্ধি হ'লে বিজ্ঞাপনৰ

দিশৰ পৰা স্থানীয় কাকতসমূহ লাভৱান হয়। এনে ধৰণৰ প্ৰতিটো কাৰ্য সম্পন্ন হোৱাৰ পূৰ্বে প্ৰকাশ কৰিবলগীয়া নিবিদা জাননীৰ ৰূপত কিছুসংখ্যক বিজ্ঞাপন প্ৰকাশিত হোৱাৰ বাট মুকলি হয়। দেশৰ অন্যান্য অংশৰ কাকতৰ দৰে অসমৰ কাকতবোৰেও চিগাৰেট, বিড়ি আৰু বিলাতী সুৰাৰ বিজ্ঞাপন লাভ কৰে। এনে ধৰণৰ ৰাগিয়াল সামগ্ৰীৰ বিজ্ঞাপন প্ৰচাৰ কৰাটো অৱশ্যে নীতিবিৰুদ্ধ কথা হিচাপে বিবেচিত হোৱা নাই। সময়ে সময়ে কিছুমান অসাধু ব্যৱসায়িক প্ৰতিষ্ঠানে ইচ্ছাকৃতভাৱে বিজ্ঞাপন প্ৰচাৰৰ জৰিয়তে জনসাধাৰণক বিভ্ৰান্ত কৰিব খোজাও দেখা যায়। এই শ্ৰেণীৰ বিজ্ঞাপনদাতাৰ বিৰুদ্ধে এম আৰ টি পি আইন অনুযায়ীহে ব্যৱস্থা ল'ব পৰা যায়। এই ক্ষেত্ৰত কাকতৰ প্ৰকাশকসকলৰ কৰিবলগীয়া একো নাথাকে।

### আৰ্থিক দিশ

বাতৰিকাকতৰ উদ্যোগক একমাত্ৰ ব্যৱসায়িক দৃষ্টি-ভংগীৰে গ্ৰহণ কৰি কাকত প্ৰকাশ কৰিবলৈ আগবাঢ়ি অহা লোকৰ সংখ্যা অসমত নিশ্চিয় অধিক নহ'ব। বাতৰি কাকতৰ প্ৰকাশৰ লগত এক মিছন (mission) সদায় জড়িত হৈ থাকে আৰু একমাত্ৰ আৰ্থিকভাৱে লাভৱান হ'বলৈ বিচৰা লোকৰ বাবে সমপৰিমাণৰ ধন বিনিয়োগ কৰি লাভৱান হ'ব পৰা পথ অনেক আছে। সামাজিক দায়বদ্ধতা নথকা কিম্বা বৌদ্ধিক জগতৰ লগত একো প্ৰকাৰে পৰিচিত নোহোৱা লোকে বাতৰিকাকতৰ প্ৰকাশৰ ভূমিকা সাৰ্থক-ভাৱে পালন কৰাটো আশা কৰিব নোৱাৰি। তথাপি কোনো বাতৰিকাকতৰ প্ৰকাশক পক্ষৰ বাবে ইয়াৰ আৰ্থিক দিশটো উপেক্ষণীয় নহয়। আৰ্থিকভাৱে স্বচ্ছল নহ'লে এটা গোষ্ঠীৰ দ্বাৰা প্ৰকাশিত কাকতসমূহ দীৰ্ঘজীৱী হোৱা সম্ভৱ নহয়। আনহাতে প্ৰকাশক গোষ্ঠীয়ে আন ক্ষেত্ৰৰ পৰা অৰ্জা লাভেৰে এখন কাকতক জীয়াই ৰখাটোও বাঞ্ছনীয় নহয়। এখন কাকতে ইয়াৰ দায়বদ্ধতাসমূহ পূৰণ কৰিবলৈ হ'লে ই স্বাৱলম্বী হোৱাটো অত্যাৱশ্যকীয়। একোটা কাকত প্ৰকাশক গোষ্ঠীৰ স্বাৱলম্বিতাৰ বিষয়ে কিছু ব্যাখ্যাৰ প্ৰয়োজন। সাধাৰণতে এখন কাকতে বিজ্ঞাপন আৰু প্ৰচালনৰ জৰিয়তে কৰা আয়েই ইয়াৰ নিজস্ব আয়। ইয়াৰ লগতে কাকত প্ৰকাশৰ বাবে প্ৰতিষ্ঠিত ছপাশালটোৱে কাকতখনৰ স্বাৰ্থ বিঘ্নিত নকৰাকৈ যদি অন্যান্য ছপা কামৰ ব্যৱসায় কৰি কিছু উপাৰ্জন কৰে, সেয়া প্ৰতিষ্ঠানটোৰ সামগ্ৰিক আয় হিচাপে বিবেচিত হ'ব পাৰে। উক্ত তিনিওটা উৎসৰ পৰাই যদি এখন কাকতৰ সকলো ব্যয় বহন কৰাটো সম্ভৱপৰ হয়, তেনেহ'লে কাকতখনক আৰ্থিক দিশত স্বনিৰ্ভৰশীল বুলি অভিহিত কৰিব পৰা যাব। ইয়াৰ বিপৰীতে কোনো এক প্ৰকাশক প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰে যদি তেওঁৰ আন কোনো লাভজনক ব্যৱসায়ৰ ধনেৰে এখন কাকতক জীয়াই ৰাখে, তেনেহ'লে সেই কাকত প্ৰকাশৰ অন্তৰালত দুই প্ৰকাৰৰ স্বাৰ্থ নিহিত থকাৰ সম্ভাৱনা জনসাধাৰণে প্ৰত্যক্ষ কৰে। ইয়াৰে প্ৰথম প্ৰকাৰৰ উদ্যমত নিহিত থাকে মহান জাতীয় স্বাৰ্থ। অৱশ্যে এনে মহান উদ্দেশ্য জড়িত থকা কাকতক ইয়াৰ প্ৰকাশকে গাঁঠিৰ ধন ভাঙি জীয়াই ৰাখিবৰ আৱশ্যক নহয়, জনসাধাৰণে তেনে প্ৰচেষ্টাক আপোনভাৱেৰে গ্ৰহণ কৰাৰ উদাহৰণ অসমত অনেক আছে। সেয়ে ৰাইজে গ্ৰহণ কৰিবলৈ প্ৰস্তুত নোহোৱা কাকত প্ৰকাশনৰ প্ৰচেষ্টাকহে পৰজীৱীৰ ৰূপত দেখা যায়। কি কি উদ্দেশ্যৰ দ্বাৰা অনুপ্ৰাণিত হৈ অসমৰ প্ৰকাশকসকলে বিভিন্ন সময়ত কাকত প্ৰকাশৰ সৈতে জড়িত হৈছে তাৰ বিচাৰ এই প্ৰসংগত সংগতিপূৰ্ণ নহ'ব। তথাপি ধৰ্ম প্ৰচাৰৰ পৰা ৰাজনৈতিক স্বাৰ্থসিদ্ধিলৈকে অসংখ্য ভিন্নমুখী উদ্দেশ্য এইবোৰৰ মাজত থকাটো সৰ্বজনবিদিত।

একোখন কাকত দীৰ্ঘদিনৰ বাবে বৰ্তাই ৰখাটোৱেই ইয়াৰ অৰ্থনৈতিক দিশৰ একমাত্ৰ বিচাৰ্য বিষয় নহয়। কোনো এখন কাকতৰ জন্ম-বৃত্তান্তৰ লগতো ৰাইজে জানিব লগীয়া বহুতো কথা জড়িত হৈ থাকে। আন কোনো বৃহৎ উদ্যোগৰ উপজাত দ্ৰব্য হিচাপে বাতৰিকাকতৰ জন্ম হোৱাটো জনসাধাৰণে নিবিচাৰে। বহু ক্ষেত্ৰত দেখা যায় যে একোটা বৃহৎ উদ্যোগৰ অঘোষিত মুখপত্ৰ হৈ পৰে একোখন কাকত। তেনে ক্ষেত্ৰত বাতৰিকাকতৰ অপৰিহাৰ্য গুণ নিৰপেক্ষতাৰ সন্দৰ্ভত জনসাধাৰণে সন্দেহ কৰিবলৈ আৰম্ভ কৰে। সেয়ে জন্মলগ্নৰে পৰা স্বাৱলম্বী ৰূপত একোখন কাকতে আত্ম-প্ৰকাশ কৰাটো অত্যাৱশ্যকীয়। অসাধু ব্যৱসায়ৰ পৰা আৰ্জিত মূলধনেৰে প্ৰতিষ্ঠিত কাকত প্ৰতিষ্ঠানক পাঠক সমাজে বিশ্বাসত গ্ৰহণ নকৰে আৰু ক'লা ধনৰ বলত প্ৰকাশিত কাকত সমাজৰ প্ৰতি দায়বদ্ধ হোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। তেনেহ'লে এখন কাকত প্ৰকাশৰ বাবে প্ৰয়োজনীয় মূলধন কেনেকৈ সংগৃহীত হ'ব পাৰে, সেইটো এটা গুৰুত্বপূৰ্ণ বিষয়। প্ৰসংগান্তৰত উল্লেখ কৰি অহা হৈছে যে অসমৰ কেবাটাও বাতৰিকাকত প্ৰকাশক প্ৰতিষ্ঠান ক্ৰমাগত প্ৰক্ৰিয়াৰ দ্বাৰা প্ৰতিষ্ঠিত হৈছে। পূৰ্বৰ পৰা মুদ্ৰণ ব্যৱসায় চলাই আহৰণ কৰা সম্পদৰ সাহায্যত পৰিণত অৱস্থাত এই প্ৰতিষ্ঠানসমূহে কাকত প্ৰকাশৰ উদ্যম গ্ৰহণ কৰিছে। বাতৰিকাকত প্ৰকাশৰ ক্ষেত্ৰত ই এক সন্মানীয় প্ৰতিক্ৰিয়াৰূপে স্বীকৃত হৈছে। অৱশ্যে ৰাজহুৱা বিত্তীয় প্ৰতিষ্ঠানৰ পৰা ঋণ গ্ৰহণৰ জৰিয়তে প্ৰকাশন উদ্যোগ গঢ়ি তোলাটোও সমানেই আদৰণীয়। আধুনিক কালত উপযুক্ত অৰ্হতাসম্পন্ন লোকে নিৰ্দিষ্ট পদ্ধতিৰে বেংক, বিত্ত নিগম আদিৰ পৰা যিকোনো উদ্যোগ স্থাপনৰ বাবে ঋণ লাভ কৰাটো দুঃসাধ্য কথা নহয়। বৰঞ্চ ৰাজহুৱা বিত্তীয় প্ৰতিষ্ঠানৰ ঋণেৰে আৰম্ভ কৰা বাতৰিকাকতে অসমৰ জনসাধাৰণৰ আস্থা লাভ কৰা দেখা যায়। অসমৰ সংবাদ জগতৰ কিম্বদন্তীস্বৰূপ ৰাধাগোবিন্দ বৰুৱাই ঋণৰ সহায়ত গঢ়ি তোলা ট্ৰিবিউন গোষ্ঠী আজিও ৰাজ্যখনৰ কাকত প্ৰকাশকসকলৰ বাবে এক আদৰ্শ হৈ আছে। সৎ আৰু আত্মনিৰ্ভৰশীল প্ৰকাশকৰ বাবে ৰাজহুৱা প্ৰতিষ্ঠানৰ ঋণ

গ্ৰহণ কৰাটো অপৰিহাৰ্য প্ৰক্ৰিয়া। সংগ্ৰামী জীৱনে ব্যক্তি-বিশেষক সাহসী আৰু কষ্টসহিষ্ণু কৰি তোলাৰ দৰে এখন কাকতকো জীয়াই থাকিবৰ বাবে কৰা সংগ্ৰামে বলিষ্ঠ ৰূপ দিয়াটো বাস্তৱ সত্য। ৰাজহুৱা বিত্তীয় প্ৰতিষ্ঠানসমূহৰ দৃষ্টিত অন্যান্য উদ্যোগৰ লগত বাতৰিকাকত উদ্যোগৰ বিশেষ পাৰ্থক্য নাথাকে। সেয়ে ঋণ দানৰ পূৰ্বে একোটা কাকত প্ৰকাশক উদ্যোগৰ ঋণ পৰিশোধ ক্ষমতা সম্বন্ধে বিত্তীয় প্ৰতিষ্ঠানসমূহ নিশ্চিত হ'ব খোজাটো স্বাভাৱিক। স্বীকৃত পদ্ধতিৰে বিধিবদ্ধ কোম্পানীৰ ৰূপত বাতৰিকাকতৰ প্ৰতিষ্ঠান গঠিত হ'লে তেনে প্ৰতিষ্ঠানক ঋণ যোগাবলৈ বেংক আদিয়ে সংশয় প্ৰকাশ নকৰে। ৰাজ্য চৰকাৰৰ প্ৰতিষ্ঠান অসম বিত্তীয় নিগমেও অসমত বাতৰিকাকত উদ্যোগৰ বিকাশত পৰ্যাপ্ত অৰিহণা যোগাই অহাটো প্ৰসংগতঃ উল্লেখযোগ্য।

অন্যান্য উদ্যোগ স্থাপনৰ অনুৰূপে বাতৰিকাকত উদ্যোগ স্থাপনৰ অৰ্থে কোম্পানী গঠন কৰিব খোজা ব্যক্তিসকলৰ বাবে বিত্তীয় প্ৰশাসন সংক্ৰান্ত জ্ঞান থকাটো অপৰিহাৰ্য। কাকত প্ৰকাশৰ নিচিনা জটিল বিষয় পৰিচালনা কৰিবলৈ কোম্পানী সংগঠনৰ অভিজ্ঞতা বিশেষভাৱে সহায়ক হয়। অৱশ্যে অভিজ্ঞতাসম্পন্ন ব্যক্তিসকলে অংশীদাৰ হিচাপেও একোটা প্ৰকাশন প্ৰতিষ্ঠান দক্ষতাৰে পৰিচালনা কৰাৰ উদাহৰণ অসমত একাধিক আছে। বাতৰি-কাকত প্ৰতিষ্ঠানৰ আৰ্থিক দিশৰ লগত কৰ্মচাৰী ব্যৱস্থাপনা, মুদ্ৰণ যন্ত্ৰসমূহৰ পৰিচালনা আদিও ঘনিষ্ঠভাৱে জড়িত। আন যিকোনো উদ্যোগৰ দৰে কাকত প্ৰকাশক প্ৰতিষ্ঠানৰ কৰ্মচাৰীসকলক কেতবোৰ সা-সুবিধা দিয়াটো প্ৰকাশক পক্ষৰ এক মৌলিক দায়বদ্ধতা। বাতৰিকাকত প্ৰতিষ্ঠানৰ কৰ্মচাৰীৰ বাবে প্ৰযোজ্য হোৱা আইনৰ সংশ্লিষ্ট ধাৰাসমূহক কোনো প্ৰকাশকেই উপেক্ষা কৰিব নোৱাৰে। কৰ্মচাৰীসকলৰ জীৱন যাপনৰ মান উন্নত কৰাৰ বাবেও কাকতৰ প্ৰকাশক প্ৰতিষ্ঠানৰ ব্যৱস্থাপকসকলৰ স্বচ্ছল আৰ্থিক অৱস্থা আৱশ্যকীয়। কাকতৰ প্ৰকাশনৰ লগত বিভিন্ন প্ৰকাৰৰ কৰ্মচাৰীসকলক মাহেকীয়া বেতন দিয়াতেই প্ৰকাশকৰ দায়িত্ব সম্পূৰ্ণ নহয়। ইয়াৰ উপৰি নিয়মীয়া কৰ্মীসকলৰ ভৱিষ্যনিধি, চিকিৎসা-বীমা আদিৰ বৰঙণি ব্যৱস্থাপক মণ্ডলীয়ে দিব লাগে। তাৰ লগে লগে কাকতৰ লিখক আৰু নিজা বাতৰি দিওঁতাসকলক নিৰ্দিষ্ট হাৰত মাননি দিয়াটোও প্ৰকাশক প্ৰতিষ্ঠানৰ দায়িত্ব। লিখক আৰু সংবাদদাতাসকলক যথাযোগ্য মাননি যচাৰ ব্যৱস্থা নহ'লে প্ৰকাশিত লিখাবিলাকত বৃত্তিগত প্ৰতিফলন আশা কৰিব নোৱাৰি। বৰ্তমান অসমৰ প্ৰায় সকলো কাকতেই লিখকসকলক কম-বেছি পৰিমাণে মাননি আগ বঢ়ায়। এনেকৈয়ে ৰাজ্যখনৰ লিখকসকলক সৃজনশীল চিন্তাত মনোনিৱেশ কৰিবলৈ বাতৰিকাকত উদ্যোগে প্ৰত্যক্ষভাৱে উদ্‌গনি যোগাই আহিছে। অৱশ্যে স্থানীয় কাকতসমূহৰ প্ৰচালন সীমিত হোৱাৰ হেতুকে এচাম বৃত্তিধাৰী লিখক সৃষ্টি কৰিব পৰাকৈ মাননি আগবঢ়োৱাটো এতিয়াও সম্ভৱ হৈ উঠা নাই।

আনহাতে, প্ৰতিযোগিতামূলক দৰত বাতৰিকাকত বিক্ৰী কৰিব লগাৰ ফলত বিজ্ঞাপনৰ পৰা হোৱা আয়েৰে কাকত প্ৰকাশৰ সৰহভাগ ব্যয় বহন কৰাটো সকলো কাকতৰ পক্ষে অপৰিহাৰ্য। বিজ্ঞাপনৰ শিতানত এই কথা উল্লেখ কৰি অহা হৈছে যে একোকপি কাকতৰ উৎপাদন-ব্যয় ইয়াৰ বিক্ৰীমূল্যৰ দুই-তিনিগুণ পৰ্যন্ত হ'ব পাৰে। বিক্ৰী-মূল্যৰ কুৰি বা পঁচিশ শতাংশ এজেণ্টক কমিছন দিয়াৰ পিছত প্ৰকাশকৰ হাতলৈ উৎপাদন-ব্যয়ৰ এক তৃতীয়াংশমানহে ঘূৰি আহে। তদুপৰি নিজাকৈ বিতৰণৰ ব্যৱস্থা আৰম্ভ কৰাৰ পিছৰে পৰা কাকতৰ পৰিবহণৰ শিতানতো কিছু অতিৰিক্ত ব্যয় আহি পৰিল। উল্লিখিত সকলো শিতানৰ ব্যয় বহন কৰাৰ পিছতো একোটা কাকত প্ৰকাশক প্ৰতিষ্ঠান আৰ্থিকভাৱে স্বাৱলম্বী হ'বলৈ হ'লে কঠোৰ মিতব্যয়িতাৰ গত্যন্তৰ নোহোৱা হৈছে। বিগত কিছুদিনৰ ভিতৰত কাগজকে ধৰি বিভিন্ন মুদ্ৰণ সামগ্ৰীৰ মূল্যও বৰকৈ বাঢ়িছে। স্থানীয় কাকতসমূহে চাহিদা অনুযায়ী নিউজ প্ৰিণ্টৰ ক'টা লাভ নকৰাৰ ফলতো প্ৰকাশকসকলৰ বাবে সমস্যাৰ উদ্ভৱ হৈছে। তুলনামূলকভাৱে সীমিত পৰিসৰৰ আঞ্চলিক কাকতসমূহৰ সমস্যা লাঘৱ কৰিবৰ অৰ্থে চৰকাৰে কিছুমান ব্যৱস্থা লোৱা জৰুৰী হৈ উঠিছে। চৰকাৰী বিজ্ঞাপনৰ বিপৰীতে পাবলগীয়া ধন ক্ষিপ্ৰতাৰে আদায় দিয়াটো এইবোৰৰ অন্যতম। চালুকীয়া অৱস্থাত থকা ৰাজহুৱা বিত্তীয় প্ৰতিষ্ঠানৰ ওচৰত ঋণগ্ৰস্ত হৈ থকা কাকত প্ৰতিষ্ঠানবোৰক চৰকাৰে বিজ্ঞাপনৰ ধন সময় মতে পৰিশোধ নকৰাৰ বাবে এনে বহুতো প্ৰতিষ্ঠান গভীৰ সংকটৰ সন্মুখীন হৈছে। যিবিলাক বাতৰিকাকত প্ৰকাশ কৰা মুদ্ৰণ প্ৰতিষ্ঠানে অন্যান্য ছপা কামৰ ব্যৱসায়ো চলাই আছে, সেইবোৰ প্ৰতিষ্ঠানক ৰাজ্য চৰকাৰে অনায়াসে বৃহৎ আয়তনৰ কামৰ ব্যৱস্থা কৰি দিব পাৰে। বৰ্তমান অসমত বহুকেইটা সুসজ্জিত মুদ্ৰণালয় থকা সত্ত্বেও চৰকাৰী ছপা কামবোৰ ৰাজ্যৰ বাহিৰৰ প্ৰতিষ্ঠানক দি থকাটো অতিশয় দুৰ্ভাগ্যজনক। ৰাজ্য চৰকাৰৰ নিয়ন্ত্ৰণত থকা নিগমৰ পাঠ্যপুথিৰ পৰা আৰম্ভ কৰি অসংখ্য প্ৰ-পত্ৰলৈকে সকলো ছপা কাম স্থানীয় ছপাশালক দিয়াটো নিশ্চিত কৰিলে তাৰ দ্বাৰা ৰাজ্যৰ বাতৰিকাকত উদ্যোগটোকো প্ৰভূত সাহায্য যোগোৱা হ'ব। অসমৰ বাতৰিকাকত উদ্যোগৰ সৰ্বাংগীণ বিকাশৰ স্বাৰ্থতে উল্লিখিত আৰ্থিক দিশবোৰক উপেক্ষা কৰা উচিত নহয়।

বৰ্তমান অসমৰ কিমানসংখ্যক লোকে বাতৰিকাকত উদ্যোগৰ অৱলম্বনত জীৱিকা নিৰ্বাহ কৰি আছে, তাৰ সঠিক পৰিসংখ্যা নিৰ্ণীত হোৱা নাই যদিও এই সংখ্যা নিশ্চয় বৰ ক্ষুদ্ৰ নহ'ব। সংবাদদাতা, বিক্ৰেতা, বিজ্ঞাপন প্ৰস্তুতকাৰক আদিৰ সংখ্যা অন্তৰ্ভুক্ত কৰিলে বাতৰিকাকত উদ্যোগৰ পৰা প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে আৰ্থিক দিশত লাভবান হোৱা

লোকৰ সংখ্যা লক্ষাধিক হ'ব পাৰে। এনেভাৱে বাতৰি-কাকত উদ্যোগে ৰাজ্যৰ অৰ্থনীতিতো এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। সেয়ে বিজ্ঞাপন প্ৰকাশৰ বিনিময়ত চৰকাৰে কাকতসমূহক আদয় দিয়া ধন ৰাজহুৱা পুঁজিৰ অপচয় বুলি কেতিয়াও বিবেচিত হ'ব নালাগে। বৰঞ্চ আঞ্চলিক কাকতসমূহত কেন্দ্ৰীয় চৰকাৰৰ বিজ্ঞাপনৰ অংশ বৃদ্ধি কৰিবলৈ ৰাজ্য চৰকাৰে কেন্দ্ৰক হেঁচা প্ৰয়োগ কৰা উচিত। আঞ্চলিক বাতৰিকাকতবোৰৰ সামূহিক সমস্যা-ৱলীৰ সমাধানাৰ্থে গঠিত ক্ষুদ্ৰ আৰু মজলীয়া আকাৰৰ বাতৰিকাকতবিলাকৰ সংস্থাই কৰ্তৃপক্ষৰ কাষত উক্ত দাবীসমূহ সময়ে সময়ে উত্থাপন কৰি আহিছে। সংশ্লিষ্ট কৰ্তৃপক্ষসমূহে ক্ষুদ্ৰ আৰু মজলীয়া পৰিসৰৰ আঞ্চলিক কাকতবোৰক আৰ্থিকভাৱে স্বচ্ছল কৰি তোলাৰ দিশত কিছু আন্তৰিকতা দেখুৱালে অসমৰ বাতৰিকাকত উদ্যোগটোও তাৰ দ্বাৰা উপকৃত হ'ব পাৰে।

### উপসংহাৰ

বাতৰিকাকত প্ৰকাশৰ উদ্দেশ্য যিয়েই নহওক, ই আধুনিক জনজীৱনৰ এক মৌলিক প্ৰয়োজন। লিখিত ৰূপত বুৰঞ্জীৰ পৰম্পৰা ৰক্ষা কৰি অসমীয়া জাতিয়ে সমগ্ৰ বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। আহোম যুগৰ বুৰঞ্জীসমূহক কোনোবাই জাবৰ-জেঙা নোহোৱা বাতৰি-কাকত বুলি অভিহিত কৰিছিল। অসমত পাশ্চাত্যৰ শিক্ষাৰ পোহৰ পৰাৰ পূৰ্বে ৰচিত বুৰঞ্জীবোৰে সংবাদপত্ৰৰ এটা প্ৰয়োজন নিশ্চয় পূৰণ কৰিছিল, সেয়া হৈছে বুৰঞ্জী লিখোতাৰ দৃষ্টিলৈ অহা সমাজ জীৱনৰ ঘটনাৱলী লিপিবদ্ধ কৰি ৰখাটো। কিন্তু এটা বিশেষ যুগৰ সামগ্ৰিক চিত্ৰ এখন পাবলৈ বহুসংখ্যক বুৰঞ্জীৰ তুলনামূলক অধ্যয়নৰ আৱশ্যকতা অনুভৱ কৰা যায়। সি যি নহওক, আধুনিক যুগৰ ইতিহাস ৰচনা কৰিবলৈ বাতৰিকাকতৰ দৰে নিৰ্ভৰযোগ্য সমল হয়তো আৰু নোলাব। আন কথাত ক'বলৈ গ'লে আজিকালিৰ বাতৰিকাকতবোৰেই বিশেষ বিশেষ দেশ-কালৰ একোখন নিৰ্ভৰযোগ্য ইতিহাস। সম্ভৱতঃ বৰ্তমানৰ সভ্যতা জীয়াই থকালৈকে বিশ্বৰ সকলো অংশৰ কাকতসমূহে এই ভূমিকা পালন কৰি যাব। এই ক্ষেত্ৰত অসমৰ কাকতসমূহো ব্যতিক্ৰম হোৱাৰ সম্ভাৱনা নিশ্চয় নাই।

অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত অসমৰ বিভিন্ন যুগৰ কাকতসমূহৰ বৰঙণি ইতিমধ্যে স্বীকৃত হৈছে। জনসাধাৰণক দৈনন্দিন ঘটনাৱলীৰ সংবাদ যোগান ধৰাতেই অসমৰ কাকতৰ ভূমিকা কেতিয়াও সীমিত নাছিল। অসমৰ কাকতে অসমৰ ৰাইজক যুগে যুগে আত্মসচেতন হ'বলৈ শিকাই আহিছে। 'জোনাকী', 'বাঁহী', 'উষা'ৰ যুগৰ পৰাই অসমীয়াক জাতীয়তাবোধেৰে উদ্বুদ্ধ কৰি আহিছে ইবোৰৰ প্ৰাতঃস্মৰণীয় সম্পাদকসকলে। আনকি সৌ সিদিনাৰ অসম আন্দোলনৰ সময়ত অসমৰ কাকতসমূহে, বিশেষকৈ সেই সময়ৰ দুখন অসমীয়া দৈনিকে অসমবাসীক বিদেশী নাগৰিকৰ সমস্যাটোৰ সন্দৰ্ভত অত্যন্ত দায়িত্বশীলতাৰে সংগঠিত কৰিছিল। সুদীৰ্ঘ অসম আন্দোলনৰ ফলাফল যিয়েই নহওক, সেই সময়ত উক্ত সমস্যাৰ প্ৰতি ৰাজ্যবাসীক সজাগ কৰি তোলাটো অসমৰ কাকতৰ এক ঐতিহাসিক দায়িত্ব আছিল। অসমৰ বাতৰিকাকতসমূহে সামূহিকভাৱে এনে ধৰণৰ জাতীয় দায়িত্ব মূৰ পাতি লোৱাৰ উদাহৰণ অনেক আছে। ৰাজনৈতিক সমস্যাবিলাকৰ উপৰি প্ৰাকৃতিক দুৰ্যোগৰ সময়ত কোনো কোনো কাকতে দুৰ্গতসকলৰ বাবে ৰাজহুৱা সাহায্য পুঁজি খোলাও দেখা যায়। এনেবোৰ স্বন্যস্ত দায়িত্বই অসমৰ কাকতৰ ভূমিকাত নিশ্চয় অতিৰিক্ত মাত্ৰা সংযোগ কৰিছে। সম্প্ৰতি গুৱাহাটীৰ একাধিক কাকত গোষ্ঠীয়ে ৰাজ্যৰ কেবাখনো প্ৰধান নগৰৰ পথবোৰত নিজা উদ্যোগত নাম-ফলকৰ ব্যৱস্থা কৰি নাগৰিক প্ৰশংসাৰ পাত্ৰ হৈছে। কৰ্তৃপক্ষৰ চকু মুকলি কৰিব পৰা এনে কাৰ্যৰ জৰিয়তে এহাতে নিজ নিজ কাকতৰ প্ৰচাৰ হৈছে আৰু আনহাতে জনসাধাৰণৰ কল্যাণো সাধিত হৈছে। এনেভাৱে অসমৰ বাতৰিকাকতসমূহে সমাজ জীৱনৰ গভীৰতালৈ ক্ৰমে প্ৰবেশ কৰিবলৈ সমৰ্থ হৈছে।

ওপৰত বৰ্ণনা কৰা এক আশাব্যঞ্জক প্ৰেক্ষাপট ইতিমধ্যে অসমত ৰচিত হোৱা সত্ত্বেও সময়ে সময়ে ৰাজ্যখনৰ কাকত উদ্যোগৰ বিকাশৰ পৰিপন্থী কিছুমান ঘটনা ঘটাটোও পৰিলক্ষিত নোহোৱাকৈ থকা নাই। মাজে-সময়ে কেতবোৰ অশুভ তথা অগণতান্ত্ৰিক চক্ৰই কোনো কোনো কাকতৰ বিৰুদ্ধে অবাঞ্ছিত নিষেধাজ্ঞা আৰোপ কৰাটো অতিশয় দুৰ্ভাগ্যজনক।

অসমৰ ঠায়ে ঠায়ে কিছুমান বাতৰিকাকত দাহ কৰাৰ ঘটনাও মাজে-সময়ে ঘটিছিল। বিশেষকৈ অসম আন্দোলনৰ সময়ছোৱাত কলিকতাৰ কাকত দাহ কৰা ঘটনা বহুবাৰ সংঘটিত হৈছিল। সকলো কাকতত সকলো সময়তে সম্পূৰ্ণ শুদ্ধ আৰু সৰ্বজনগ্ৰাহ্য তথ্য প্ৰকাশিত নহ'বও পাৰে। কিন্তু সেইবুলিয়ে কাকতৰ বিৰুদ্ধে বল প্ৰয়োগ কৰাটো গণতান্ত্ৰিক সমাজ-ব্যৱস্থাত কোনেও গ্ৰহণ নকৰে। কোনো কাকতৰ দৃষ্টিভংগীৰ লগত ব্যক্তি বা সংগঠন বিশেষৰ ধ্যান-ধাৰণাৰ পাৰ্থক্য ঘটিলে তাক গণতান্ত্ৰিকভাৱে প্ৰকাশ কৰাৰ বহুতো উপায় আছে। স্বীকৃত পদ্ধতিৰে প্ৰকাশ কৰিবলৈ বিচৰা অভিমতক প্ৰকাশৰ সুযোগ নিদিলে বাতৰিকাকতৰ দায়বদ্ধতাও ৰক্ষা নপৰে। এই ক্ষেত্ৰত কাকতৰ সম্পাদক-সকলে কিছুমনে নিয়ম-নীতি মানিহে কাৰ্য সম্পাদন কৰিব পাৰে। এনে নিয়ম-নীতি উলংঘা কৰা কাকতৰ বিপক্ষেও স্বীকৃত পদ্ধতিৰ মাজেৰে আগ বঢ়াহে বাঞ্ছনীয়।

সীমিত প্ৰচাৰলন আৰু সীমিত সম্পদৰ মাজেৰে জাতিৰ তথা দেশৰ সেৱা কৰি অহা অসমৰ বাতৰিকাকত উদ্যোগে ডেৰশ বছৰীয়া গৌৰবোজ্জ্বল ইতিহাস ৰচনা কৰাৰ প্ৰাক্-মুহূৰ্তত স্থানীয় সংবাদ জগতৰ সন্মুখত কেতবোৰ নতুন প্ৰত্যাহ্বান উপস্থিত হোৱাও দেখা গৈছে। অৱশ্যে বিগত ডেৰ শতাব্দীৰ পথ-পৰিক্ৰমা অসমৰ কাকত উদ্যোগৰ বাবে খুব মসৃণ নিশ্চয় নাছিল। অতীতৰ সকলো প্ৰতিবন্ধক অতিক্ৰম কৰি এই উদ্যোগে বৰ্তমানৰ সুদৃঢ় ভিত্তি নিৰ্মাণত যি অধ্যৱসায়ৰ পৰিচয় দিছে, তাৰ মাজতে ভৱিষ্যতৰ চালিকা শক্তিও নিহিত হৈ আছে।

# লিখক পৰিচিতি

## ডঃ মহেশ্বৰ নেওগ

শিৱসাগৰ জিলাৰ কমাৰফদীয়াত ১৯১৫ চনত জন্ম। ১৯৩৯ চনত কটন কলেজৰ পৰা ইংৰাজীত অনাৰ্ছসহ স্নাতক আৰু ১৯৪৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ স্নাতকোত্তৰ ডিগ্ৰী লাভ। ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডি. ফিল. উপাধি। শিক্ষকতাক বৃত্তি হিচাপে লৈ গুৱাহাটী বিশ্ববিদ্যালয় গঢ়াত বিশেষ অৰিহণা আগবঢ়াই ১৯৪৮ চনত অসমীয়া বিভাগৰ অধ্যাপকৰূপে যোগ দিয়ে। ১৯৫৬ চনত ৰীডাৰ, ১৯৬৬-৭৮ত জৱাহৰলাল নেহৰু অধ্যাপক, ১৯৭৪-৭৭ত কলাগুৰুৰ আসন শুৱনি কৰাৰ লগতে ১৯৭৮-৮৩ত পাতিয়ালাৰ পাঞ্জাৱী বিশ্ববিদ্যালয়ৰ ছেইণ্ট শংকৰদেৱ অধ্যাপক।

ভাৰত চৰকাৰৰ পদ্মশ্ৰী, ভাৰতীয় প্ৰত্নতত্ত্বৰ তাম্ৰপত্ৰ, অসম সাহিত্য সভাৰ সদস্য মহীয়ান, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰফেচৰ এমেৰিটাচ, সংগীত-নাটক অকাডেমীৰ ফেলো আদি ডঃ নেওগে লাভ কৰা বিশিষ্ট সম্মানৰ ভিতৰত অন্যতম। ১৯৭৪ চনত নেওগে অসম সাহিত্য সভাৰ মংগলদৈ অধিবেশনৰ সভাপতিত্ব কৰে। আলিগড় বিশ্ববিদ্যালয়ৰ ললিত কলা বিভাগৰ ১৯৬৬ চনৰ অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনত সভাপতিত্ব কৰে।

ডঃ নেওগৰ বিচৰণ ভূমি বিশাল আৰু সেই অনুপাতে সৃষ্টিও বিৰল। অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে ৰচিত গ্ৰন্থৰ সংখ্যা এশৰো অধিক। প্ৰকাশিত প্ৰবন্ধৰ সংখ্যা পাঁচশৰ বেছি। ইয়াৰ বেছিভাগেই দেশ-বিদেশৰ নানা আলোচনী, গৱেষণা পত্ৰিকাত সন্নিৱিষ্ট। ইংৰাজী ভাষাৰ গ্ৰন্থৰ ভিতৰত: Sankardeva and His Times, Early History of the Vaisnava Faith and Movement in Assam, Sankardeva and His Predecessors, Sankardeva, Religion of Love and Devotion, Tradition and Style, The Art of Painting in Assam, Religion of North-East, Rhythm in the Vaisnava Music in Assam, Sreehastamuktavali of Subhankara, The Bhakti Ratnakara of Sankardeva and History of the Concept of Bhakti, আদি। অসমীয়া গ্ৰন্থাৱলীৰ ভিতৰত অসমীয়া সাহিত্যৰ ৰূপৰেখা, আধুনিক অসমীয়া সাহিত্য, প্ৰাচ্য শাসনাৱলী, শ্ৰীশ্ৰীশংকৰদেৱ, অসমৰ ধৰ্মৰ বুৰঞ্জী, জীৱনৰ দীঘ আৰু বাণি, পাঠ সমীক্ষাতত্ত্ব আদি উল্লেখনীয়। কবিতা পুথি সঞ্চয়িনী দীপশিখা, মুছাফিৰখানা, Under One Sky আদি। শংকৰদেৱৰ ভক্তি প্ৰদীপকে ধৰি প্ৰায় ত্ৰিশখন সংস্কৃত-অসমীয়া পুৰণি পুথিৰ সম্পাদন নেওগৰ উল্লেখনীয় অৱদান।

১৯৯৫ চনৰ ১৩ ছেপ্টেম্বৰত ডঃ নেওগৰ দেহাৱসান ঘটে। নেওগে স্থাপন কৰি যোৱা ডঃ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস সমিতিয়ে ইতিমধ্যে তেখেতৰ ৰচনাৱলীৰ তিনিটা খণ্ড প্ৰকাশ কৰিছে।

## ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

শিৱসাগৰ জিলাৰ ঐতিহ্যময় চফ্ৰাই চাহ বাগিচাত ১৯২৪ চনত জন্ম। ১৯৪৫ চনত কটন কলেজৰ পৰা বি-এছ-চিত উত্তীৰ্ণ হৈ ১৯৫৩ চনত অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী অৰ্জন। ১৯৭৭ চনত 'অসমীয়া সাহিত্যত হাস্যব্যঙ্গ' বিষয়ৰ ওপৰত গৱেষণা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ।

স্বৰাজোত্তৰ কালত 'ৰামধেনু' আলোচনী সম্পাদনা কৰি অসমীয়া সাহিত্যত এক শক্তিশালী যুগ প্ৰতিষ্ঠা কৰাৰ বহুপূৰ্বেই গল্পকাৰ হিচাপে তেওঁ আত্মপ্ৰকাশ কৰে। ১৯৬১ চনত 'ইয়াৰুইংগম' উপন্যাসৰ বাবে সাহিত্য অকাডেমী বঁটা আৰু ১৯৭৯ চনত 'মৃত্যুঞ্জয়' উপন্যাসৰ বাবে ভাৰতৰ সাহিত্যৰ সৰ্বোচ্চ সম্মান জ্ঞানপীঠ বঁটা লাভ কৰে। সৰ্বমুঠ প্ৰকাশিত উপন্যাস তেইশখন। নাটক বাৰখন, জীৱনী গ্ৰন্থ চাৰিখন, ভ্ৰমণ কাহিনী দুখন, পাঁচখন সাহিত্য-সংস্কৃতিমূলক গ্ৰন্থ, তিনিখন,

অনূদিত গ্ৰন্থ, প্ৰায় ডেৰশ গীত-কবিতা আৰু ভালেমান বিবিধ বিষয়ৰ প্ৰবন্ধ প্ৰকাশ পাইছে। 'কলং আজিও বয়', 'সাতসৰী' গল্প সংগ্ৰহ।

অসম সাহিত্য সভাই ১৯৮৩ চনত বঙাইগাৱঁত অনুষ্ঠিত সভাৰ সোণালী জয়ন্তী অধিবেশনত তেওঁক সভাপতি বৰণ কৰে। সাহিত্য অকাডেমীৰ সভাপতি আৰু ভাৰতীয় জ্ঞানপীঠ বঁটা কমিটীৰ সদস্য। ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত অনেক সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানৰ সৈতে জড়িত। 'ৰামধেনু'ৰ উপৰিও 'সাদিনীয়া নৱযুগ' সম্পাদনা কৰিছিল। 'প্ৰকাশ'ৰ মুখ্য সম্পাদক আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত সাংবাদিকতাৰ অধ্যাপনা। জব্বলপুৰ বিশ্ববিদ্যালয়ে ডি-লিট প্ৰদান কৰিছিল আৰু ১৯৯০ চনত তেওঁলৈ আগবঢ়োৱা হৈছিল মৈত্ৰী বঁটা। ৰাছিয়া, চীন, ইউৰোপ, জাপান, পোলেণ্ড, আমেৰিকা, কিউবা, জাৰ্মেনী আদি অনেক দেশ ভ্ৰমণ কৰি সাহিত্য-সংস্কৃতি, সমাজনীতি, দৰ্শন, নৃত্য, নৃতত্ত্ব, বিজ্ঞান ৰাজনীতি, অৰ্থনীতি অনেক বিষয়ৰ জ্ঞান অন্বেষণত ব্ৰতী ডঃ ভট্টাচাৰ্য হাৰিয়ানাৰ কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ৰ ৰামমনোহৰ লোহিয়া আসনৰ অধ্যাপকো নিযুক্ত হৈছিল। ১৯৯৭ চনত ৭৩ বছৰ বয়সত তেওঁৰ দেহাৱসান ঘটে।

## যোগেশ দাস

ডুমডুমাৰ হাঁহচৰা বাগিচাত ১৯২৮ চনত জন্ম। বাগানৰ পাঠশালা, ডাঙৰী হাইস্কুল, ডুমডুমা এম-ই, ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউশ্যনত স্কুলীয়া শিক্ষা সাং কৰি ১৯৪৯ চনত কটন কলেজৰ পৰা বি-এ পাছ কৰে। তাৰ পিছতে এবছৰকাল ডুমডুমাত শিক্ষকতা কৰি ১৯৫২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ উপাধি লাভ কৰে।

কিছুদিন ডুমডুমাত 'নতুন অসমীয়া' কাকতৰ নিজা বাতৰি দিওঁতা হিচাপে কাম কৰি দাসে এম-এ পঢ়া কালতে ছাব-এডিটৰ ৰূপে তাত যোগ দিয়ে। ১৯৫৩ চনত বি-বৰুৱা কলেজত অধ্যাপনা আৰম্ভ কৰি মাজতে ১৯৬২-৬৩ চনত 'দৈনিক অসম'ৰ সহকাৰী সম্পাদক হয়। ১৯৮৮ চনত কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰে যদিও এতিয়াও সংবাদপত্ৰত নিয়মীয়াভাৱে লিখি আছে।

ৰামধেনু যুগৰ অন্যতম গল্পলেখক ৰূপে খ্যাত যোগেশ দাসে কলেজীয়া দিনৰ পৰাই গল্প-সাহিত্যৰ চৰ্চা কৰিছে। প্ৰকাশিত গল্প সংগ্ৰহ ছখন, উপন্যাস ষোল্লখন। অনুবাদ সাতখন আৰু তিনিখন ইংৰাজী গ্ৰন্থ। দাসৰ সাহিত্য-ৰচনা ইংৰাজী, পঞ্জাবী, হিন্দী, বঙলা, মালয়ালমলৈ অনূদিত হৈছে।

তিনিখন আলোচনী সম্পাদনা কৰা যোগেশ দাস অসম প্ৰকাশন পৰিষদ, অসম সাহিত্য সভা, সাহিত্য অকাডেমী আদি ভালেমান অনুষ্ঠানৰ লগতো জড়িত। ১৯৮০ চনত 'পৃথিৱীৰ অসুখ' গল্প-গ্ৰন্থৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰা দাস অসম সাহিত্য সভা আৰু মেগৰৰ অসম উপত্যকা সাহিত্য বঁটাৰেও সন্মানিত হৈছে। ১৯৮৫ চনত অসম সাহিত্য সভাই তেওঁক সভাপতি বৰণ কৰে।

## ডঃ নগেন শইকীয়া

গোলাঘাট জিলাৰ হাতীয়েখোৱা গাৱঁত ১৯৪১ চনৰ ১১ ফেব্ৰুৱাৰীত জন্ম। আধুনিক অসমীয়া সাহিত্যৰ ডক্টৰেট শইকীয়াই কৰ্মজীৱন শিক্ষকতাৰে পাতনি মেলে (১৯৫৯-৬৪) যদিও সংবাদ জগতৰ প্ৰতিও প্ৰবলভাৱে আকৰ্ষিত হয়। ১৯৬২ চনত 'অসম বাতৰি'ৰ গোলাঘাটৰ সংবাদদাতা আৰু ১৯৬৪-৬৫ চনত সেই কাকতৰে সহকাৰী সম্পাদক পদত অধিষ্ঠিত হয়। ১৯৬৫-৭১ চনত কলেজত অধ্যাপনা আৰম্ভ কৰে, কিন্তু 'অসম বাতৰি' আৰু 'নীলাচল'ৰ লগতো ঘনিষ্ঠভাৱে জড়িত হয়। ১৯৭২ চনত তেওঁ ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ অধ্যাপক-ৰূপে যোগ দিয়ে আৰু ১৯৮৩ চনত ৰীডাৰ হয়। ১৯৮৬ চনৰ পৰা ১৯৯২ চনলৈকে ডঃ শইকীয়া ৰাজ্যসভাৰ সদস্য, ১৯৯০-৯২ চনত ৰাজ্যসভাৰ অন্যতম উপ-সভাপতি আৰু ১৯৯০-৯২ চনত প্ৰেছ কাউন্সিলৰ সদস্য। ১৯৯২ চনত ডঃ শইকীয়া ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাধ্যাপক আৰু সম্প্ৰতি সেই বিভাগৰে মুৰব্বী হিচাপে কাৰ্যনিৰ্বাহ কৰিছে।

ৰামধেনুৰ শেষ যুগতে গল্পকাৰ হিচাপে আত্মপ্ৰকাশ কৰা শইকীয়াৰ গল্প সংগ্ৰহ সাতখন। ১৯৯৭ চনৰ সাহিত্য অকাডেমী বঁটা লাভ কৰে 'আন্ধাৰত নিজৰ মুখ' গল্প সংগ্ৰহৰ বাবে। পাঁচখন প্ৰবন্ধ সংগ্ৰহ, এখন উপন্যাস, এখন 'মিতভাষ', দুখন ভ্ৰমণ কাহিনী আদি বিবিধ ৰচনাৰে খ্যাতি লাভ কৰা ডঃ শইকীয়াৰ সম্পাদনাত ৩৭ খন গ্ৰন্থ প্ৰকাশ পাইছে।

১৯৮০ চনত তেওঁ অসম সাহিত্য সভাৰ মোহন চন্দ্ৰ শৰ্মা বঁটা লাভ কৰে। পাঁচজনীয়া ভাৰতীয় লেখক-প্ৰতিনিধিৰ সদস্য হিচাপে তেওঁ চীন ভ্ৰমণ কৰে। ১৯৯৭ আৰু '৯৮ চনত ডঃ শইকীয়াক অসম সাহিত্য সভাই দুবাৰকৈ সভাপতি বৰণ কৰে।

## ডঃ সতীশচন্দ্ৰ ভট্টাচাৰ্য

১৯৪৫ চনত নলবাৰীৰ টিহুৰ নিকটবৰ্তী পিপলিবাৰীত জন্ম। ১৯৬১ চনত মেট্ৰিকুলেচন পাছ কৰি কটন কলেজৰ পৰা ১৯৬৫ চনত বি-এ আৰু ১৯৬৭ চনত অসমীয়া বিষয়ত এম-এ ডিগ্ৰী লাভ কৰে। ১৯৮৬ চনত এম-ফিল আৰু ১৯৯৪ চনত ডক্টৰেট উপাধি আৰু লগতে ১৯৬০ চনত হিন্দী প্ৰবোধ ডিগ্ৰী লাভ। বালি হাইস্কুলত শিক্ষা-জীৱন আৰম্ভ কৰি ১৯৬৯ চনত দৰং কলেজত যোগ দিয়ে আৰু বৰ্তমানলৈকে এই কলেজত অধ্যাপনা কৰি আছে।

ভট্টাচাৰ্যৰ ভালেমান চিন্তামূলক প্ৰবন্ধ 'আৱাহন', 'প্ৰকাশ', 'অসম সাহিত্য সভা পত্ৰিকা', 'গৰীয়সী', 'The Assam Tri-

bune' আদি আলোচনী-কাকতত প্ৰকাশিত হৈছে। সাহিত্য অকাডেমীৰ Encyclopaedia of Indian Literatureত কেইটামান প্ৰবন্ধ প্ৰকাশ। মেগৰ শিক্ষা ন্যাস, কে কে বিৰলা ফাউণ্ডেচনৰ সাহিত্যকৰ্মৰ লগত জড়িত। বহু বছৰ ধৰি তেজপুৰৰ পুৰাতাত্ত্বিক সামগ্ৰীৰ অধ্যয়ন আৰু সংৰক্ষণৰ লগত জড়িত। বান্তা ৰচনাৱলী প্ৰকাশন সংঘৰ উপ-সভাপতি। ভোমোৰাগুৰিৰ শিলালিপিৰ (৩ য় খন) পাঠোদ্ধাৰ, দুখন তিবৃতী ভাষাৰ শৈললেখৰ পাঠোদ্ধাৰ, মধ্যযুগীয় কেবাটাও মুদ্ৰাৰ পাঠ অধ্যয়ন আদি ভালেমান গৱেষণাত জড়িত। প্ৰকাশিত গ্ৰন্থ : ভোমোৰাগুৰিৰ ইতিবৃত্ত (১৯৮১) আৰু ধৰ্মৰত্ন শ্ৰীশ্ৰীগহনচন্দ্ৰ গোস্বামী (সহযোগী সম্পাদনা, ১৯৯০)।

## যতীন্দ্ৰনাথ গোস্বামী

উজনি অসমৰ টীয়কত ১৯১৮ চনত জন্ম। ১৯৩৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰবেশিকা পাছ কৰি ১৯৪১ চনত বি-এ আৰু ১৯৫০ চনত এম-এ উপাধি লাভ। শিক্ষকতাকে দীৰ্ঘ কৰ্মজীৱন হিচাপে বাছি লৈ গোস্বামীয়ে অসমীয়া বিভাগৰ অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰে।

শিশু-সাহিত্যৰ পৰা সমালোচনা-জীৱনীলৈকে অনেক গ্ৰন্থৰ প্ৰণেতা। উল্লেখনীয় গ্ৰন্থসমূহ : অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী, সাহিত্য চিন্তা, সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ ৰচনাসম্ভাৰ, শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, নকুলচন্দ্ৰ ভূঞা ৰচনাসমগ্ৰ আদি।

অসম সাহিত্য সভাই ১৯৮০ চনত তেওঁক সভাপতি বৰণ কৰে আৰু পিছলৈ সভাৰ সৰ্বোচ্চ সম্মান সাহিত্যাচাৰ্য উপাধি প্ৰদান কৰে।

## শান্তনু কৌশিক বৰুৱা

যোৰহাটত ১৯৬৫ চনৰ ১৮ জানুৱাৰীত জন্ম। স্নাতক পৰ্যায়তে শিক্ষা সমাপ্ত কৰি তেওঁ সাংবাদিকতালৈ মন মেলে। ১৯৮৭ চনত কিশোৰৰ তিনিমহীয়া আলোচনী 'ঐক্যতান' সম্পাদনা কৰি কিছুদিনৰ বাবে 'নতুন অসম বিলাসিনী'ও সম্পাদনা কৰে। পিছলৈ তেওঁ সেই কাকতৰ ভাৰপ্ৰাপ্ত সম্পাদক হয় (১৯৮৭-৮৮)। 'মৌচাক' আলোচনীৰ সহযোগী সম্পাদক ৰূপে ১৯৮৮-৯৩ চনত কটাই তেওঁ ১৯৯০-৯১ চনত 'নতুন দৈনিক' কাকতৰ যোৰহাটৰ সংবাদদাতা পদ চম্ভালে। কিছুদিন আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ লগতো জড়িত হৈ পৰে। সম্প্ৰতি বৰুৱা 'নতুন দৈনিক' কাকতৰ ছাব-এডিটৰ।

## যোগেন্দ্ৰনাৰায়ণ ভূঞা

১৯৩৯ চনত জন্ম। নগাওঁ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, নগাওঁ কলেজৰ পৰা স্নাতক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হয়। 'গুণাভিৰাম বৰুৱাৰ জীৱন আৰু কৰ্মৰ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক গৱেষণাৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৬৫ চনৰ পৰা ১৯৯৬ চনলৈ নগাওঁ ছোৱালী কলেজত অধ্যাপনা কৰে। সম্প্ৰতি অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগমৰ পৰিচালন সঞ্চালক।

মহাফেজখানাৰ খিড়িকীয়েদি, উৰ্বশি যোৱা নথিৰ পৰা, সদাগৰ ভোলানাথ বৰুৱা আদি সাতখন প্ৰকাশিত মৌলিক গ্ৰন্থৰ ৰচয়িতা ভূঞাই এতিয়ালৈকে দহখনমান গ্ৰন্থৰ সম্পাদনা কৰিছে। তাৰ ভিতৰত ৰত্নকান্ত বৰকাকতীৰ গদ্যসম্ভাৰ, ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, যজ্ঞেশ্বৰ শৰ্মা : জীৱন আৰু প্ৰতিভা, জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী, অসমীয়া ল'ৰাৰ মিত্ৰ আদি উল্লেখনীয়।

ডঃ ভূঞাই 'আকাশীগংগা' (১৯৬০-৬২), 'অসম সাহিত্য সভা পত্ৰিকা' আদি সাহিত্যালোচনীও সম্পাদনা কৰে।

## ডঃ ৰাজেন শইকীয়া

নগাওঁ জিলাত ১৯৪৮ চনত জন্ম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত স্নাতকোত্তৰ উপাধি লাভ কৰা ডঃ শইকীয়া এই বিশ্ববিদ্যালয়ৰ আইনৰো স্নাতক। দিল্লী বিশ্ববিদ্যালয়ৰ পৰা এম-ফিল আৰু পি-এইচ-ডি উপাধি অৰ্জন কৰে। তেওঁ বৰ্তমান নগাওঁ ছোৱালী কলেজৰ অধ্যাপক।

অসমৰ সামাজিক আৰু অৰ্থনৈতিক ইতিহাস (১৮৫৩-১৯২১) সম্পৰ্কে গৱেষণা কৰা ডঃ শইকীয়া এজন কৃতী সমালোচক আৰু প্ৰবন্ধবিদো। 'গৰীয়সী', 'সূত্ৰধাৰ' (অধুনালুপ্ত), 'আছাম ট্ৰিবিউন', 'ষ্টেটছমেন', 'টেলিগ্ৰাফ', 'চেণ্টিনেল' আদি আলোচনী-কাকতত তেওঁৰ অনেক মূল্যবান প্ৰবন্ধ প্ৰকাশ হৈছে। সামাজিক ইতিহাস আৰু ইতিহাসতত্ত্বই ডঃ শইকীয়াৰ বিশেষ অধ্যয়নৰ ক্ষেত্ৰ।

## পৰমানন্দ মজুমদাৰ

নলবাৰীৰ ঘগ্ৰাপাৰত ১৯৫৮ চনত জন্ম। স্কুলীয়া আৰু কলেজীয়া শিক্ষা লাভ কৰে ক্ৰমে ঘগ্ৰাপাৰ হাইস্কুল, কটন কলেজ, নলবাৰী কলেজ আৰু প্ৰাগজ্যোতিষ কলেজত। ১৯৮২ চনত ভূগোল বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী অৰ্জন কৰে। সম্প্ৰতি গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজৰ অধ্যাপক।

দুখন প্ৰবন্ধ সংকলনৰ প্ৰণেতা। সম্পাদনাত প্ৰকাশিত হৈছে ভালেকেইখন উল্লেখনীয় গ্ৰন্থ। তাৰ ভিতৰত 'বিজ্ঞান, অন্ধবিশ্বাস আৰু সমাজ', 'বিজ্ঞান আৰু মূল্যবোধ', 'অসমত

বিজ্ঞান চৰ্চাৰ ধাৰা', 'দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা ৰচনাৱলী' (২য় খণ্ড) আদি প্ৰধান। যুটীয়াভাৱেও সাতখন গ্ৰন্থৰ সম্পাদনা কৰিছে।

## ডঃ নমিতা ডেকা

দক্ষিণ কামৰূপৰ ছয়গাঁৱত জন্ম। কটন কলেজৰ পৰা অসমীয়া বিষয়ত বি-এ পাছ কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা একে বিষয়তে এম-এ ডিগ্ৰী অৰ্জন কৰে। 'যতীন্দ্ৰনাথ দুৱৰা আৰু তেওঁৰ সাহিত্যকৃতিৰ সমালোচনাত্মক অধ্যয়ন' বিষয়ত কৰা গৱেষণাৰ বাবে তেওঁ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে।

গল্প-কবিতা ৰচনাৰে সাহিত্য ক্ষেত্ৰত আত্মপ্ৰকাশ কৰি ডঃ ডেকাই কেবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। 'সংস্কৃতি-বিচিত্ৰা', 'আৱাহনৰ গল্প', 'বাঁহীৰ পাতত চিন্তাৰ ৰেঙণি' আদি তেওঁৰ উল্লেখনীয় সম্পাদিত গ্ৰন্থ।

গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজত অধ্যাপিকা হিচাপে চাকৰি জীৱন আৰম্ভ কৰা ডঃ ডেকা সম্প্ৰতি দিছপুৰ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপিকা।

## উপেন্দ্ৰ বৰকটকী

নগাঁৱৰ কলিয়াবৰৰ হাটবৰত ১৯৪৫ চনত জন্ম। হাটবৰ, চিলাবন্ধা, জামুগুৰিহাট অঞ্চলত স্কুলীয়া শিক্ষা লাভ কৰি কলিয়াবৰ হাইস্কুলৰ পৰা ১৯৬২ চনত প্ৰবেশিকা আৰু বি-বৰুৱা কলেজৰ পৰা অসমীয়া বিষয়ত অনাৰ্চসহ ১৯৬৬ চনত বি-এ পাছ কৰে। ১৯৭২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত স্নাতকোত্তৰ উপাধি লাভ কৰে।

১৯৬৬-৬৮ চনত জখলাবন্ধা হাইস্কুলত শিক্ষকতাৰে কৰ্মজীৱনৰ পাতনি মেলি কিছুকাল (১৯৬৯-৭৩) 'দৈনিক অসম'ৰ ছাব-এডিটৰ হিচাপে কাৰ্যনিৰ্বাহ কৰে। শিশু আলোচনী 'ৰ'দালি'ৰ সহকাৰী সম্পাদক (১৯৬৯-৭২) আৰু বি- বৰুৱা কলেজৰ অংশকালীন অধ্যাপক (১৯৭৩ চনত দহ মাহ) হিচাপেও তেওঁ কাৰ্যনিৰ্বাহ কৰে। ১৯৭৩ চনৰ এক নৱেম্বৰৰ পৰা বৰকটকী বৰ্তমান লামডিং কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক।

বৰকটকীৰ স্ব-ৰচিত আৰু সম্পাদনা কৰা গ্ৰন্থৰ সংখ্যা এঘাৰখন।

## প্ৰফুল্ল চন্দ্ৰ বৰুৱা

শিৱসাগৰ জিলাৰ ৰজাবাৰীত ১৯৩৮ চনৰ এক জুলাইত জন্ম। কটন কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত উচ্চশিক্ষা গ্ৰহণ কৰা বৰুৱাই ছাত্ৰাৱস্থাতে ৰাজ্যিক ভিত্তিৰ ছাত্ৰ সংগঠন আৰু সাংবাদিক ৰূপেও ৰাজ্যিক ভিত্তিৰ সাংবাদিক সংগঠনৰ নেতৃত্ব দিয়ে।

১৯৬৩ চনত সাংবাদিকতাক বৃত্তিৰূপে গ্ৰহণ কৰা বৰুৱাই 'দৈনিক জনমভূমি' আৰু 'দৈনিক অসম' কাকত- দুখন ভালেমান বছৰ ধৰি সম্পাদনা কৰে। সম্প্ৰতি বৰুৱাৰ সম্পাদনাতে 'সাপ্তাহিক নীলাচল' কাকতখন পুনৰ প্ৰকাশ পাইছে।

প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা চাৰিখন। তাৰ ভিতৰত এখন সম্পাদিত আৰু আন এখন ইংৰাজী ভাষাত ৰচিত গ্ৰন্থ।

## লক্ষ্মীনাথ ফুকন

১৮৯৭ চনত দেৰগাঁৱত জন্ম। দেৰগাঁও, গোলাঘাট, যোৰহাট আদি ঠাইত শিক্ষা গ্ৰহণ কৰি কলিকতাৰ ৰিপন কলেজত নাম লগোৱাৰ সময়তে সাংবাদিকতাৰ প্ৰতি আকৃষ্ট হয়। কলিকতাৰ 'অমৃতবজাৰ পত্ৰিকা'ত সাংবাদিকতাৰ শিক্ষা গ্ৰহণ কৰি কিছুদিন তাতে সাংবাদিকতা কৰে। তাৰ পিছতে তেওঁ ডিব্ৰুগড়ৰ পৰা ওলোৱা "আলোচনী"ত যোগ দিয়ে। লগতে অসমৰ পৰা কলিকতাৰ ষ্টেটছমেন এছচিয়েটেট প্ৰেছৰ সংবাদদাতা হিচাপে কাৰ্যনিৰ্বাহ কৰে। কিছুদিন কলিকতাৰ "ফৰৱাৰ্ড" কাকতো জড়িত হয়। তাৰ পিছতে "টাইমচ অৱ আছাম", "সাদিনীয়া অসমীয়া" আৰু "তিনিদিনীয়া অসমীয়া" কাকতৰ সম্পাদনা কৰে। ১৯৩৫ চনত যোৰহাটৰ পৰা প্ৰকাশিত "বাতৰি", "দৈনিক বাতৰি"ত যোগ দিয়ে। ১৯৩৭-৩৮ চনত "হিন্দুস্থান ষ্টেণ্ডাৰ্ড"ৰ সম্পাদনা বিভাগত যোগ দিয়ে। ১৯৩৯ চনত ফুকনে ৰাধাগোবিন্দ বৰুৱাৰ উদ্যোগত ডিব্ৰুগড়ৰ পৰা ওলোৱা সাদিনীয়া "আছাম ট্ৰিবিউন" কাকতৰ সম্পাদনা আৰম্ভ কৰে আৰু ১৯৪৬ চনত গুৱাহাটীৰ পৰা প্ৰকাশ হ'বলৈ ধৰা দৈনিক "আছাম ট্ৰিবিউন" সম্পাদনা কৰে। "আছাম ট্ৰিবিউন"ৰ পৰাই তেওঁ ১৯৬৪ চনত অৱসৰ গ্ৰহণ কৰে।

ফুকন একাধাৰে বিখ্যাত সাংবাদিক, কবি, গল্পকাৰ, প্ৰবন্ধ লিখক আৰু সমালোচক। তেওঁৰ প্ৰকাশিত মুঠ গ্ৰন্থ নখন। "মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ", "মালা", "ওফাইদাং", "মৰমৰ মাধুৰী", "আশাত উৎফুল্ল প্ৰাণ", "আনন্দে নধৰে হিয়া" আদি তেওঁৰ উল্লেখনীয় গ্ৰন্থসম্ভাৰ। তেওঁৰ কবিতাপুথি "সোণালী সপোন"। ১৯৭০ চনত "মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ" গ্ৰন্থৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ। ১৯৭৫ চনত তেওঁৰ দেহাৱসান ঘটে।

## মুনীন বৰকটকী

যোৰহাটৰ তৰাজানত ১৯১৫ চনত জন্ম। স্নাতক শিক্ষা সমাপ্ত কৰিয়ে অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ সচিবৰূপে কাৰ্য নিৰ্বাহ কৰি পিছলৈ উপ-নিৰ্দেশক হয়। 'আছাম ট্ৰিবিউন'ৰ সম্পাদনা বিভাগত কিছুদিন কাম কৰাৰ লগতে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ বাৰ্তা সম্পাদক পদত অধিষ্ঠিত হয়। বৰকটকী

প্ৰেছ ইনফৰমেশ্যান ব্যুৰো গুৱাহাটীৰ প্ৰথম জনসংযোগ বিষয়া।

তত্ত্বগধুৰ চিন্তা-চৰ্চাত ব্ৰতী নিবন্ধকাৰ বৰকটকীৰ প্ৰকাশিত গ্ৰন্থ 'বিস্মৃত ব্যতিক্ৰম'। এই গ্ৰন্থৰ বাবে তেওঁ অসম প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰে।

১৯৯৪ চনত এইজনা খ্যাতনামা ব্যক্তিৰ পৰলোক ঘটে।

## ডঃ প্ৰকাশ গোস্বামী

যোৰহাটৰ ঢাপকটা সত্ৰত ১৯৪৬ চনত জন্ম। স্কুলীয়া শিক্ষা যোৰহাটতে শেষ কৰি জগন্নাথ বৰুৱা কলেজৰ পৰা বি-এ ডিগ্ৰী লাভ কৰে আৰু ১৯৬৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষযত এম-এ পাছ কৰে। ১৯৯৫ চনত ডিব্ৰুগড় বিশ্ববিদ্যালযৰ পৰা ডক্টৰেট উপাধি লাভ কৰে।

১৯৬৯ চনত যোৰহাট কলেজত অসমীয়া বিভাগৰ অধ্যাপক হিচাপে কৰ্ম-জীৱনৰ পাতনি মেলে আৰু বৰ্তমানো সেই কৰ্মতে ব্ৰতী।

অসম সাহিত্য সভাৰ লগত ঘনিষ্ঠভাৱে জড়িত। প্ৰকাশিত গ্ৰন্থৰ সংখ্যা চাৰিখন। সাতখনমান গ্ৰন্থৰ সম্পাদনা কৰিছে। বাতৰিকাকত, আলোচনী আদিত অনেক প্ৰবন্ধ সিঁচৰতি হৈ আছে।

## ৰবীন্দ্ৰনাথ বৰুৱা

গুৱাহাটীত ১৯২৪ চনৰ এক জুলাইত জন্ম। কটন কলেজৰ পৰা ডিষ্টিংচনসহ ১৯৪৫ চনত বি-এ পাছ কৰি কলিকতা বিশ্ববিদ্যালযত উচ্চশিক্ষা গ্ৰহণ কৰে। ১৯৪৯ চনত বৰুৱাই 'আছাম ট্ৰিবিউন'ত ছাব-এডিটৰ হিচাপে যোগ দিয়ে। ১৯৫১-৫২ চনত অসম প্ৰশাসনীয় সেৱাৰ দ্বিতীয় শ্ৰেণী লাভ কৰে। ১৯৫২ চনত পুনৰ 'আছাম ট্ৰিবিউন'ৰ ছাব-এডিটৰ হিচাপে যোগ দি বৰুৱাই ক্ৰমে ১৯৫৬ চনত চীফ ছাব-এডিটৰ, ১৯৬৪ চনত এচিচ্‌টেণ্ট এডিটৰ আৰু ১৯৭৬ চনত সম্পাদক পদত অধিষ্ঠিত হয় আৰু ১৯৯০ চনলৈকে সেই কাৰ্য নিৰ্বাহ কৰে। ১৯৫০-৫২ চনত বৰুৱাই 'স্পৰ্টছ এণ্ড পেষ্টাইম'ৰ সংবাদদাতা আৰু ১৯৫৬-৭৬ চনত 'দী হিন্দু' কাকতৰ সংবাদদাতা হিচাপে অনেক সুখ্যাতি অৰ্জন কৰে। 'প্ৰান্তিক' আলোচনীৰ নিয়মিত নিবন্ধকাৰ হিচাপেও বৰুৱাৰ কৰ্মক্ষেত্ৰ প্ৰসাৰিত হৈছে।

১৯৯১ চনত ৰাধাগোবিন্দ বৰুৱা স্মৃতিৰক্ষা-সমিতিৰ দ্বাৰা বৰুৱাক তেওঁৰ বিৰল বৰঙণিৰ বাবে সম্বৰ্ধনা জনোৱা হয়। অসম চৰকাৰে তেখেতক ১৯৯১ চনৰ আগষ্টৰ পৰা সাহিত্যিক (সংবাদ সেৱা) পেঞ্চন আগবঢ়ায়।

## সতীশ চন্দ্ৰ কাকতী

নলবাৰী জিলাৰ উলাবাড়ী গাঁৱত ১৯১৪ চনত জন্ম। ১৯৩২ চনত জাতীয়তাবাদী কামৰূপ একাডেমীৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা ১৯৩৬ চনত অৰ্থনীতিত অনাৰ্ছসহ স্নাতক উপাধি লাভ কৰে।

১৯৩৭ চনৰ পৰা কামৰূপ একাডেমীত শিক্ষকতা কৰাৰ লগতে কলিকতাৰ "দী হিন্দুস্থান ষ্টেণ্ডাৰ্ড" আৰু "আনন্দবাজাৰ পত্ৰিকা"ৰ গুৱাহাটীস্থ সংবাদদাতা আৰু লগতে এছোচিয়েটেড প্ৰেছ অব ইণ্ডিয়াৰ (বৰ্তমান পি. টি আই) সংবাদদাতা। ১৯৪৮ ৰ পৰা ১৯৫২ চনলৈকে অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগৰ উপসঞ্চালক। ১৯৫২ চনৰ পৰা ১৯৭৬ চনলৈ প্ৰথমে "আছাম ট্ৰিবিউন"ৰ সহকাৰী সম্পাদক আৰু ১৯৬৩ চনৰ পৰা সম্পাদক হৈ ১৯৭৬ চনত অৱসৰ গ্ৰহণ কৰে। লগতে "অসম বাণী" কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাপে ২৫ বছৰৰ কাৰ্যকালৰ পিছত ১৯৮০ চনত অৱসৰ। ১৯৭৪ চনত নিখিল ভাৰত সম্পাদক সন্মিলনৰ উপ-সভাপতি নিৰ্বাচিত।

১৯৩০ চনত অসহযোগ আন্দোলনত সশ্ৰম কাৰাদণ্ড। ১৯৬২-৬৩ চনত গুৱাহাটী পৌৰসভাৰ চেয়াৰমেন। সংবাদসেৱী হিচাপে ১৯৫৯ চনত বৃটেইন, ১৯৬০ চনত আমেৰিকা, ১৯৬২ চনত পশ্চিম জাৰ্মানী আৰু ১৯৬২ চনত পুনৰ বৃটেইন ভ্ৰমণ। ১৯৯১ চনত ভাৰত চৰকাৰৰ পৰা 'পদ্মশ্ৰী' সন্মান। অসম চৰকাৰৰ পৰা মুক্তিযোদ্ধা আৰু সাহিত্যিক পেঞ্চন লাভ। "দী ষ্টেটচ্‌ম্যান", "দী হিন্দুস্থান ষ্টেণ্ডাৰ্ড" আৰু "দী টেলিগ্ৰাফ" কাকতত উত্তৰ-পূব অঞ্চলৰ বিষয়ক প্ৰবন্ধক।

'জীৱনীমালা', 'হিটলাৰ-মুছোলিনী', 'বিদেশী গল্পৰ মৌ কোঁহ', 'Discovery of Assam', আৰু 'Problems of North-East' গ্ৰন্থৰ প্ৰণেতা।

## ফণী তালুকদাৰ

বৰপেটাত ১৯২২ চনত জন্ম। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতক পৰীক্ষাত উত্তীৰ্ণ হৈ লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। কিছু বছৰৰ বাবে আকাশবাণীত চাকৰি-জীৱন আৰম্ভ কৰি 'দৈনিক অসম'ত যোগদান কৰে ১৯৬৫ চনত। ১৯৮৪ চনত তেওঁ 'নৱদূত'ৰ সম্পাদক হিচাপে যোগ দিয়ে যদিও ১৯৮৭ চনত 'অসম বাণী'ৰ সম্পাদক হয়। ১৯৯১ চনলৈকে 'অসম বাণী'ত কাৰ্যনিৰ্বাহ কৰাৰ পিছত ১৯৯৩ চনত 'সাপ্তাহিক অগ্ৰগতি' সম্পাদনা কৰে।

মৌলিক নাট আৰু উপন্যাস ৰচনাত কৃতিত্ব অৰ্জন কৰা তালুকদাৰ এজন অনুবাদকো। অসম সাংবাদিক সন্থাৰ দহ বছৰ সভাপতি হোৱাৰ উপৰিও অসম নাট্য সন্মিলন (১৯৯০-৯৫)

আৰু জ্যোতি চিত্ৰবনৰ (১৯৯০-৯৩) ক্ৰমে সভাপতি আৰু অধ্যক্ষৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৯১ চনত তেওঁলৈ অসম ক্ৰীড়া সন্থাৰ হৰেন্দ্ৰ বৰুৱা সাংবাদিক বঁটা আগবঢ়োৱা হয়। পশ্চিমবংগ সাংবাদিক সন্থা, অসম সাহিত্য সভাৰ বঁটা লাভ কৰাৰ উপৰিও তালুকদাৰে অনুবাদৰ বাবে সাহিত্য অকাডেমী পুৰস্কাৰ অৰ্জন কৰে।

## চন্দ্ৰপ্ৰসাদ শইকীয়া

শিৱসাগৰ জিলাৰ আমগুৰিত ১৯২৭ চনত জন্ম। জাঁজী হাইস্কুলৰ অষ্টম শ্ৰেণীত পঢ়োতে তেওঁ বিয়াল্লিশৰ আন্দোলনত দুবাৰকৈ কাৰাদণ্ডিত হয়। প্ৰাইভেটকৈ মেট্ৰিক পাছ। ১৯৫০ চনত কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী অৰ্জন কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী সাহিত্যত স্নাতকোত্তৰ উপাধি লাভ কৰে।

১৯৫৫ চনৰ পৰা ১৯৬৩ চনলৈ "আছাম ট্ৰিবিউন"ৰ সম্পাদকীয় বিভাগত কাম। ১৯৬৩ চনত "অসম বাতৰি" কাকতৰ সম্পাদক। ১৯৬৭ চনত অসম প্ৰকাশন পৰিষদৰ সচিব নিযুক্ত। সেই পদত উনৈশ বছৰ কাল থাকি তেওঁ যথেষ্ট সংখ্যক বহুমূলীয়া আৰু দুষ্প্ৰাপ্য গ্ৰন্থ প্ৰকাশ কৰে।

"অসমীয়া" (১৯৭২) আৰু "প্ৰকাশ" (১৯৭৪) আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদক। "মণিদীপ" আলোচনীও কেইমাহমান সম্পাদনা কৰে। ১৯৮৮ চনত "নতুন দৈনিক" কাকতৰ প্ৰতিষ্ঠাপক সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। বৰ্তমান "গৰীয়সী" সাহিত্য আলোচনীৰ সম্পাদক।

শইকীয়াৰ মৌলিক ৰচনাৰ ভিতৰত এতিয়ালৈকে প্ৰকাশিত হৈছে দহখন উপন্যাস, চাৰিখন গল্প সংকলন আৰু এখন ভ্ৰমণ কাহিনী। শেহতীয়াকৈ প্ৰবাদপুৰুষ জ্যোতিপ্ৰসাদৰ জীৱনভিত্তিক উপন্যাস "তোৰে মোৰে আলোকৰে যাত্ৰা" আৰু ঔপন্যাসিক দৃষ্টিৰে মহাভাৰতক চোৱাৰ লক্ষ্যৰে ৰচনা কৰিছে "মহাৰথী"। ১৯৯৫ চনত "মহাৰথী"ৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ।

## উপেন্দ্ৰনাথ শৰ্মা

নলবাৰী জিলাৰ অময়াপুৰত ১৯২৯ চনত জন্ম। নলবাৰীৰ গঙ্গাপুখুৰী আৰু বজালী হাইস্কুলৰ পৰা স্কুলীয়া শিক্ষা সাং কৰি, ১৯৪৭ চনত কটন কলেজৰ পৰা আই-এ পৰীক্ষাত উত্তীৰ্ণ। ১৯৪৯ চনত ইংৰাজীত অনাৰ্ছসহ স্নাতক আৰু ১৯৫৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ৰেজিনা গুহ সোণৰ পদকসহ স্নাতকোত্তৰ উপাধি লাভ। নলবাৰী কলেজ আৰু ডিব্ৰুগড়ৰ কানৈ কলেজত কিছুদিন শিক্ষকতা কৰি ১৯৫৬ চনত কটন কলেজত অধ্যাপনা আৰম্ভ কৰি ১৯৮৭ চনত ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক ৰূপে অৱসৰ। তাৰ পিছতে গুৱাহাটী বিশ্ববিদ্যালয়ত অতিথি অধ্যাপকৰূপে কেইবছৰমানৰ কাৰণে শিক্ষা দান।

প্ৰকাশিত গ্ৰন্থ : বিবিধ প্ৰবন্ধ, বিংশ শতাব্দীৰ অসমীয়া সাহিত্য, দেশ-বিদেশৰ সাহিত্য আদি।

## ডঃ সুনীল পৱন বৰুৱা

যোৰহাটৰ টীয়কত জন্ম গ্ৰহণ কৰা বৰুৱা ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱাৰ দ্বিতীয় পুত্ৰ। স্কুলীয়া শিক্ষা টীয়কত সমাপ্ত কৰি ১৯৬৭ চনত কটন কলেজত বুৰঞ্জীত অনাৰ্চসহ স্নাতক ডিগ্ৰী লাভ কৰে। ১৯৬৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা একে বিষয়তে স্নাতকোত্তৰ ডিগ্ৰী অৰ্জন কৰে। কিছুদিনৰ বাবে 'নতুন অসমীয়া'ৰ যোগেদি সাংবাদিকতাৰ লগতো জড়িত হয়। ১৯৮৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। ৰাজনৈতিক পৰ্যালোচনাত্মক অনেক নিবন্ধ 'প্ৰান্তিক' আৰু অন্যান্য কাকতত প্ৰকাশ পাইছে। ইংৰাজীত প্ৰকাশ হৈছে "Press in Assam ~ Origin and Development" শীৰ্ষক গ্ৰন্থ।

বৰুৱা সম্প্ৰতি বি- বৰুৱা কলেজৰ ইতিহাস বিভাগৰ মুৰব্বী অধ্যাপক।

## ডঃ আনন্দ বৰমুদৈ

১৯৪৯ চনত জন্ম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৭২ চনত ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৮৭ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত এম- ফিল আৰু ১৯৯৩ চনত একে বিষয়তে ডক্টৰেট ডিগ্ৰী অৰ্জন কৰে। যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত ১৯৭৩ চনৰ পৰা অধ্যাপনা কৰি ডঃ বৰমুদৈয়ে ১৯৯৫ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত যোগদান কৰে।

প্ৰকাশিত সাহিত্য সমালোচনাৰ পুথি 'সমাজ, সাহিত্য, সমালোচনা' (১৯৯৫)। আশীৰ দশকৰ শেহৰ পৰা অসমীয়া কাকত-আলোচনীত বিভিন্ন ধৰণৰ সমালোচনাত্মক প্ৰবন্ধ প্ৰকাশ পাইছে। ইংৰাজী আৰু অসমীয়া উভয় ভাষাতে লিখা এনে ধৰণৰ প্ৰবন্ধৰ সংখ্যা দুশৰো অধিক হ'ব।

## মুনীন বায়ন

বৰপেটাত ১৯৬১ চনত জন্ম। বৰপেটাত স্কুলীয়া শিক্ষা সাং কৰি মধ্য কামৰূপ কলেজৰ পৰা ১৯৮৩ চনত অসমীয়া বিষয়ত প্ৰথম শ্ৰেণীৰ স্নাতক উপাধি লাভ কৰে। ১৯৮৫ চনত "আজিৰ সময়" পখেকীয়া আলোচনীত যোগ দিয়ে আৰু সাংবাদিকতাকে বৃত্তিৰূপে গ্ৰহণ কৰে।

১৯৮৮ চনত "নতুন দৈনিক"ৰ সম্পাদনা বিভাগত যোগদান আৰু ১৯৯৩ চনত নতুনকৈ প্ৰকাশ পোৱা "দৈনিক অগ্ৰদূত"ৰ লগত জড়িত হয়। ১৯৯৭ চনত "দৈনিক অসম"ত যোগ দিয়ে।

ৰাজনীতি, চলচ্চিত্ৰ, সাহিত্য-চৰ্চা আৰু সমালোচনা বিষয়ত বায়নৰ ভালেমান প্ৰবন্ধপাতি প্ৰকাশিত হৈছে।

## ৰাধিকামোহন ভাগৱতী

শোণিতপুৰ জিলাৰ জামুগুৰিহাটত ১৯৩৩ চনত জন্ম। বেনাৰছৰ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতিত ১৯৫৮ চনত স্নাতকোত্তৰ উপাধি লাভ কৰি তেওঁ সাংবাদিকতাত জড়িত হয়। প্ৰথমে "নতুন অসমীয়া"ত ছাব-এডিটৰ হিচাপে কৰ্ম-জীৱনৰ আৰম্ভণ। তাৰ পিছতে ১৯৬০ চনত "ৰামধেনু" আলোচনীত যোগদান আৰু ১৯৬৪ চনৰ পৰা ভালেকেইবছৰলৈকে "ৰামধেনু"ৰ সম্পাদন। "নতুন অসমীয়া"ৰো তেওঁ সম্পাদক হৈছিল। ১৯৮১ চনত "তিনিদিনীয়া বাতৰি"ৰ সম্পাদনাৰ ভাৰ বহন কৰে যদিও ১৯৮৩ চনত সেই পদ ত্যাগ কৰে। ১৯৮৭ চনত তেওঁ "আজিৰ অসম" কাকতৰ সম্পাদক হোৱাৰ লগতে ১৯৮৯ চনত (হিন্দী) "ছেণ্টিনেল" কাকতৰো সম্পাদনা কৰিবলৈ লয় আৰু সম্প্ৰতি দুয়োখন কাকতৰ এই দুয়োটা পদতে কাৰ্যনিৰ্বাহ কৰি আছে। ১৯৭৬ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগৰ অংশকালীন প্ৰবক্তা হিচাপেও দুটা শিক্ষাবৰ্ষৰ পাঠদান কৰে।

সাংবাদিকতাৰ বিশিষ্ট সেৱাৰ বাবে ভাগৱতীয়ে ১৯৯০ চনত হৰেন্দ্ৰনাথ বৰুৱা বঁটা লাভ কৰে। ১৯৯১ চনত 'আমাৰ বাতৰি কাকতৰ কাহিনী' নামৰ অনুবাদ গ্ৰন্থৰ বাবে সাহিত্য অকাডেমীৰ অনুবাদ বঁটা লাভ। প্ৰকাশিত গ্ৰন্থৰ সংখ্যা ষোল্লখন। তাৰ ভিতৰত সংবাদ, সাংবাদিক আৰু সাংবাদিকতা, বনৰীয়া ফুল (গল্প সংকলন), ৰক্তজবা (উপন্যাস), শ্ৰীঅৰবিন্দৰ ইণ্ডিয়ান ৰেনাছাঁৰ অসমীয়া অনুবাদ, ভাৰতৰ নৱজাগৰণ আদি উল্লেখযোগ্য। ১৯৯৭ চনত ৰামকৃষ্ণ জয়দয়াল ৰাষ্ট্ৰীয় সম্প্ৰীতি বঁটা লাভ। বিভিন্ন সামাজিক সংগঠনৰ সৈতে জড়িত ভাগৱতী অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদযাপন সমিতিৰ সভাপতি।

## হেমন্ত বৰদলৈ

যোৰহাটত ১৯২৮ চনত জন্ম। আই-এ পাছ কৰিয়ে কিতাপৰ ব্যৱসায়ত ধৰা বৰদলৈয়ে সাংবাদিকতাৰ লগতো জড়িত হয় 'দৈনিক জনমভূমি' কাকতৰ যোগেদি। কেইবছৰমান 'জনমভূমি'ৰ সহকাৰী সম্পাদক হিচাপেও কাৰ্যনিৰ্বাহ কৰে। গুৱাহাটীৰ পৰা প্ৰকাশিত 'নতুন দৈনিক' আৰু 'শান্তিদূত' কাকতৰ বিশেষ সংবাদদাতা হিচাপে সেৱা আগবঢ়ায়।

বৰদলৈ যোৰহাট সাংবাদিক সন্থাৰ সভাপতি।

## গৌৰীশঙ্কৰ ভট্টাচাৰ্য

১৯১৫ চনত নলবাৰীত জন্ম। বুৰঞ্জী আৰু অৰ্থনীতি উভয়তে স্নাতকোত্তৰ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আইনৰ বি. এল. ডিগ্ৰী লাভ। ১৯৪৪ চনত আইনজীৱী ৰূপে স্বীকৃত হৈ ১৯৫৩ চনত আছাম হাইকোৰ্টৰ অধিবক্তা হিচাপে যোগদান। ১৯৪৪ চনৰ পৰা ৫৪ বছৰ ধৰি (বৰ্তমানলৈকে) গুৱাহাটী লয়াৰ্ছ এছোছিয়েশ্যনৰ সদস্যৰূপে কাৰ্যনিৰ্বাহ। আছাম ল কমিছনৰ উপ-সভাপতি, ডেম'ক্ৰেটিক লয়াৰ্ছ এছোচিয়েশ্যনৰ উপ-সভাপতি আদি ভালেমান আইন সংস্থা, আইন সংক্ৰান্তীয় কমিটী, বোৰ্ডৰ বিভিন্ন পদবীত কাৰ্যসম্পাদন কৰাৰ উপৰিও চাৰিবাৰকৈ তেওঁ অসম বিধানসভাৰ সদস্য আৰু এবাৰ বিৰোধী দলপতি। কমনৱেলথ সংসদীয় (২১ তম) সম্মিলনলৈ তেওঁ ভাৰতীয় দলৰ হৈ যোগ দিয়ে।

সক্ৰিয় ৰাজনীতিৰ বাদেও তেওঁ বিভিন্ন শ্ৰমিক সংঘৰ জনক আৰু নেতা। অসমীয়া, ইংৰাজী দুয়োটা ভাষাতে অলেখ প্ৰবন্ধৰ ৰচক। এতিয়ালৈকে তেওঁৰ দহখন গ্ৰন্থৰ প্ৰকাশ হৈছে।

## কনকসেন ডেকা

নলবাৰী জিলাৰ বেলশৰত ১৯৩৩ চনত জন্ম। ৰাজনীতি বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি কিছুদিন শিক্ষকতা কৰে যদিও সাংবাদিকতাৰ প্ৰতি আকৃষ্ট হয়। ১৯৭১ চনৰ পৰা 'অগ্ৰদূত' কাকত সম্পাদনা কৰে আৰু সম্প্ৰতি সেই কাকতৰ সম্পাদক হৈ থকাৰ উপৰিও 'দৈনিক অগ্ৰদূত' কাকতো সম্পাদনা কৰিছে। ১৯৯৩ চনত ৰাষ্ট্ৰীয় নাগৰিক বঁটা আৰু ১৯৯৪ চনত জ্ঞানসাগৰ বঁটা লাভ কৰে।

গল্প, উপন্যাস উভয়ৰে চৰ্চা কৰা ডেকাৰ কেবাখনো গ্ৰন্থ প্ৰকাশ হৈছে। সাম্প্ৰতিক সমস্যাক লৈ লিখিত 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক', 'আলফাৰ স্বাধীন অসম' আদি গ্ৰন্থৰ উপৰিও সম্পাদনা কৰিছে 'এশখন মহৎ গ্ৰন্থ' আৰু 'বিশ্বৰ এশগৰাকী মহান ব্যক্তি' আদি ।

## ডঃ পৰমানন্দ মহন্ত

তিতাবৰত ১৯৪১ চনৰ ১৫ নৱেম্বৰত জন্ম। তিতাবৰৰ মুহিৰাম শইকীয়া হাইস্কুল আৰু গুৱাহাটীৰ কটন কলেজিয়েটত স্কুলীয়া শিক্ষা লাভ কৰি ১৯৬১ চনত কটন

কলেজৰ পৰা বি-এছ্-চি পাছ কৰে। ১৯৬৩ চনত দিল্লী বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম-এছ্-চি পাছ কৰি ১৯৬৮ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট আৰু একে বছৰতে ইম্পেৰিয়েল কলেজৰ পৰা ডি-আই-চি উপাধি লাভ কৰে।

কৰ্মজীৱনৰ পাতনি মেলে কটন কলেজত (১৯৬৩-৬৪) অধ্যাপক ৰূপে আৰু ১৯৬৮ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ত যোগদান কৰি সম্প্ৰতি ডঃ মহন্তই এই বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ জ্যেষ্ঠ অধ্যাপকৰ পদ অলংকৃত কৰি আছে। ইউনেস্কো ফেলো, ট্ৰিয়েষ্টি, ইণ্টাৰনেচনেল চেণ্টাৰ ফৰ থিযৰিটিকেল ফিজিক্স (১৯৭০), ইউ জি চিৰ নেচনেল এচ'চিয়েট (১৯৭৬-৮১) হিচাপেও খ্যাতি অৰ্জন কৰিছে।

পদাৰ্থবিদ্যাৰ গৱেষণা ঃ মৌলিক কণা আৰু নিউক্লিয় পদাৰ্থ বিজ্ঞান। কুৰিখনমান গৱেষণা- পত্ৰ, দুখন গ্ৰন্থ— 'নীলচ বৰ আৰু পৰমাণু জগত' (১৯৮৯) আৰু 'ইলেক্ট্ৰনৰ পৰা পৰমাণুবোমালৈ, বিজ্ঞানৰ সোণালী যুগৰ কাহিনী' (১৯৯৩) ডঃ মহন্তৰ উল্লেখযোগ্য অৰিহণা।

অসম বিজ্ঞান সমিতিৰ উপ-সভাপতি (১৯৮২-৮৫), ডিব্ৰুগড বিশ্ববিদ্যালযৰ পদাৰ্থ বিজ্ঞান বিভাগৰ 'পদাৰ্থ বিজ্ঞান পত্ৰিকা'ৰ (১৯৭৫ চনত স্থাপিত) সম্পাদক, 'জনবিজ্ঞান' (১৯৮২-৮৫) নামৰ দুমহীযা বিজ্ঞান আৰু সমাজ বিষযক কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক। অনেক কাকত-আলোচনীত বিজ্ঞান আৰু সমাজ বিষযক এশমান গণবোধ্য প্ৰবন্ধৰ প্ৰকাশ।

## বীৰেন বৰকটকী

শোণিতপুৰ জিলাৰ চতিযাত ১৯২৪ চনত জন্ম। স্কুলীযা শিক্ষা চতিয়াত সাং কৰি কাশী হিন্দু বিশ্ববিদ্যালয আৰু কটন কলেজত কলেজীযা শিক্ষা লাভ কৰে। অসমীয়া সাহিত্যত স্নাতকোত্তৰ উপাধি অৰ্জন কৰে গুৱাহাটী বিশ্ববিদ্যালযৰ পৰা।

জামুগুৰি (শোণিতপুৰ) হাইস্কুলত সহকাৰী প্ৰধান শিক্ষকৰূপে কাম কৰি শিৱসাগৰ কলেজলৈ আহি ওঠৰ বছৰ অসমীযা বিভাগত অধ্যাপনা কৰি পিছলৈ শিৱসাগৰ ছোৱালী কলেজৰ অধ্যক্ষৰূপে ১৯৮৫ চনত অৱসৰ গ্ৰহণ কৰে।

অধ্যাপনাত থাকিও বৰকটকী সাংবাদিকতাৰ লগতো জড়িত হৈ পৰে। 'সাদিনীযা অসমীযা', 'অসমীয়া', 'নতুন অসমীয়া'ৰ সহকাৰী সম্পাদক, 'হিমাচল', 'জনজ্যোতি'ৰ সম্পাদক, 'দৈনিক অসম'ৰ জন্মলগ্নৰ পৰা ১৯৯৩ চনলৈকে শিৱসাগৰৰ সংবাদদাতাৰূপে বিশেষ ভূমিকা পালন কৰে।

'খোজতে মিলাওঁ খোজ', 'মৃত্যু গচকি আনা জয় জিনি', 'সাহিত্যৰ পটভূমি' আদি কুৰিখন গ্ৰন্থৰ প্ৰণেতা। ১৯৮৬ চনত অসম সাহিত্য সভাই বৰকটকীক কামপুৰ অধিবেশনৰ সভাপতি বৰণ কৰে।

## কেশৱ শইকীয়া

গোলাঘাটত ১৯৪২ চনত জন্ম। অসমীয়া বিভাগৰ স্নাতকোত্তৰ। সম্প্ৰতি তিতাবৰ নন্দনাথ শইকীয়া কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক।

বিভিন্ন কাকত-আলোচনীৰ লগত নিবিড় শইকীয়াই অনেক বিষয়ৰ প্ৰবন্ধ-পাতি ৰচনা কৰিছে। কিছুদিন 'দৃষ্টিকোণ' কাকত সম্পাদনা কৰে। একালত সদৌ অসম সাংবাদিক সন্থাৰ সভাপতি। শইকীয়াৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা তিনিখন।

## অমিত কুমাৰ নাগ

১৯৩৩ চনত জন্ম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডিষ্টিংচনসহ স্নাতক উপাধি লাভ কৰি সাংবাদিকতাত জড়িত। শিলচৰত "অমৃত বাজাৰ পত্ৰিকা", "আছাম ট্ৰিবিউন", "দৈনিক অসম", "লোকসেৱক", "ষ্টেটচ্‌মেন", "মালয়ালা মনোৰমা" কাকত আৰু "নাফেন" নামৰ বৃটিছ বাৰ্তা সংস্থাৰ সংবাদদাতা। আন্তৰ্জাতিক বাৰ্তা সংস্থা আই. এন. এছৰ বিশেষ সংবাদদাতা প্যানেলত অন্তৰ্ভুক্তি।

সত্তৰৰ দশকৰ পৰা ১৯৯২ পৰ্যন্ত গুৱাহাটীত "অমৃত বাজাৰ পত্ৰিকা" আৰু "যুগান্তৰ"ৰ বাৰ্তা প্ৰতিনিধি। শিলচৰৰ বাংলা আলোচনী "সত্তাৰ" আৰু জনজাতি আলোচনী "ট্ৰাইবেল মিৰৰ"ৰ প্ৰতিষ্ঠাতা সম্পাদক।

লণ্ডনৰ "ইষ্টাৰ্ণ ৱৰ্ল্ড"কে ধৰি দেশ-বিদেশৰ বিভিন্ন কাকত- আলোচনীত জনজাতি সমস্যা সম্পৰ্কে অনেক প্ৰবন্ধ লিখা নাগৰ প্ৰকাশিত গ্ৰন্থ দুখন: Rani Gaidiliu আৰু The Mizo Dilemma

## ৰাজকুমাৰ ঝাঁঝৰী

কামৰূপ জিলাৰ বিজয়নগৰত ১৯৬১ চনত জন্ম। মিৰ্জাৰ দক্ষিণ কামৰূপ কলেজৰ পৰা উচ্চতৰ মাধ্যমিক পৰীক্ষাত উত্তীৰ্ণ হৈয়ে তেওঁ হিন্দী সাপ্তাহিক 'জাগৃত'ৰ জৰিয়তে সাংবাদিকতাত যোগ দিয়ে। কিছুদিনৰ পিছতে তেওঁ হিন্দী দৈনিক 'পূৰ্বাঞ্চল প্ৰহৰী'ৰ বিজয়নগৰৰ সংবাদদাতাৰূপে কাৰ্যনিৰ্বাহ কৰে। সম্প্ৰতি ঝাঁঝৰী হিন্দী দৈনিক 'ছেন্টিনেল' আৰু 'দৈনিক জনমভূমি' কাকতৰ সৈতে জড়িত। 'যুৱশক্তি' আৰু 'নৱজ্যোতি' তেওঁৰ সম্পাদনাত প্ৰকাশ হোৱা মাহেকীয়া আলোচনী। কলিকতাৰ 'সন্মাৰ্গ', মীৰাটৰ 'অমৰ উজালা', মুম্বাইৰ 'ব্লিটজ' আদি ভালেমান ৰাষ্ট্ৰীয় কাকতত ঝাঁঝৰীৰ প্ৰবন্ধ- পাতি প্ৰকাশ হৈছে।

অসমীয়া ভাষাৰ পৰা হিন্দী ভাষালৈ তেওঁ ভালেমান নাটক, প্ৰবন্ধ, কবিতা আদি অনুবাদ কৰিছে।

## কাতিন্দ্ৰ সৌৰগিয়াৰি

বৰপেটা জিলাৰ শালবাৰীৰ শিমলিগুৰিত ১৯৬৪ চনত জন্ম। মধ্য ইংৰাজী বিদ্যালয়ত শিক্ষকতাকে জীৱিকা ৰূপে লোৱাৰ উপৰিও তেওঁ সম্প্ৰতি গুৱাহাটীৰ পৰা প্ৰকাশিত "থুলুংগা" (প্ৰেৰণা) নামৰ বৰ' সাপ্তাহিক কাকত এখন সম্পাদনা কৰিছে।

কবিতা, গল্প, গীত, প্ৰবন্ধ আদিৰ মাজেদি সাহিত্য চৰ্চা কৰা সৌৰগিয়াৰিৰ প্ৰকাশিত মৌলিক গ্ৰন্থ তিনিখন। তেওঁ কেবাখনো গ্ৰন্থৰ সম্পাদনা কৰিছে। তাৰ ভিতৰত বৰ' সাহিত্য সভাৰ শালবাৰী আৰু বাথৌকুৰি অধিৱেশনৰ স্মৃতিগ্ৰন্থৰ সহ-সম্পাদন আৰু বৰ' সাহিত্য সভাৰ মুখপত্ৰৰ বাৰ্ষিক দুটা সংখ্যাৰ সহ-সম্পাদক।

## পুলিন দাস

গুৱাহাটীৰ যোৰপুখুৰীপাৰত ১৯১৮ চনত জন্ম। সৰুৰে পৰা খেলাৰ প্ৰতি আকৰ্ষিত আৰু জড়িত হৈ বৰ্দ্ধী ট্ৰফীৰ ক্ৰিকেটত পাৰদৰ্শিতা প্ৰদৰ্শন কৰা দাস অসম ক্ৰিকেট সন্থাকে ধৰি বিভিন্ন খেল সন্থাৰ জন্মদাতা। ৰাধা গোবিন্দ বৰুৱাৰ লগত নেহৰু ষ্টেডিয়ামৰ প্ৰতিষ্ঠাত অংশ গ্ৰহণ। ক্ৰীড়া সাংবাদিকৰূপে "আছাম ট্ৰিবিউন", "নতুন অসমীয়া", "ষ্টেটচ্‌মেন" (কলিকতা) কাকতৰ লগত জড়িত। বিভিন্ন ধৰণৰ খেলৰ সন্মান লাভ কৰা দাস গুৱাহাটী ৰিপৰ্টাৰছ গীল্ড, গুৱাহাটী প্ৰেছ ক্লাবৰ প্ৰতিষ্ঠাতা সভাপতি। ১৯৮৩ চনত তেওঁ ক্ৰীড়া পেঞ্চন লাভ কৰে।

## সূৰ্যকান্ত হাজৰিকা

ডিব্ৰুগড়ত ১৯৫৬ চনত জন্ম। বাণিজ্য বিভাগৰ স্নাতকোত্তৰ। গুৱাহাটীৰ চন্দ্ৰকান্ত প্ৰেছ (প্ৰাঃ) লিমিটেডৰ প্ৰতিষ্ঠাপক, পৰিচালন সঞ্চালক। ভালেমান ৰাজহুৱা সংগঠনৰ সৈতে জড়িত। "চিত্ৰ সংবাদ"ৰ সম্পাদক আৰু সম্প্ৰতি "নতুন দৈনিক" কাকতৰ পৰিচালন সম্পাদক। হাজৰিকাই নিজে লিখা আৰু সম্পাদনা কৰা গ্ৰন্থৰ সংখ্যা একুৰিখন।